# উষা



## ১৮২৮-১৮৬২ শক

## একত্ৰ সংকলন


সংকলন ঃ সম্পাদনা

লক্ষ্মীনাথ তামুলী





অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১ ০০৭

**USHA :** an Assamese literary monthly first published and Edited by Padmanath Baruah (Gohainbaruah) from Tezpur from Saka 1828 for five years, and then published & Edited by Madhabchandra Bezbaruah from Kolkata for one year in Saka 1862, and Compiled and Edited by Shri Laxmi Natha Tamuly, IAS, Secretary Publication Board Assam, March, 2005.

**First Publication : March, 2005** **Price Rs. 700.00**

**উষা,** অসমীয়া ভাষা-সাহিত্যৰ মাহেকীয়া আলোচনী। ১৮২৮ শকৰ পৰা প্ৰথম পাঁচ বছৰ পদ্মনাথ বৰুৱাই (গোহাঞিবৰুৱা) তেজপুৰৰ পৰা সম্পাদনা কৰি প্ৰকাশ কৰিছিল। ১৮৬২ শকত ছয়টা সংখ্যা কলকাতাৰ পৰা মাধৱচন্দ্ৰ বেজবৰুৱাই প্ৰকাশ আৰু সম্পাদনা কৰিছিল। অসম প্ৰকাশন পৰিষদৰ হৈ সচিব লক্ষ্মীনাথ তামুলীয়ে সংকলন আৰু সম্পাদনা কৰি ২০০৫ চনৰ মাৰ্চ মাহত প্ৰকাশ কৰে।

প্ৰকাশক

**লক্ষ্মীনাথ তামুলী** আই. এ. এছ

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১ ০২১

বেটুপাতৰ পৰিকল্পনা : লক্ষ্মীনাথ তামুলী

প্ৰথম প্ৰকাশ : মাৰ্চ, ২০০৫

**মূল্য : ৭০০.০০ টকা**

মুদ্ৰক

**ভবানী অফ্‌ছেট এণ্ড ইমেজিং চিষ্টেমছ্ প্ৰাঃ লিঃ**

**গুৱাহাটী ৭৮১ ০০৭**

# উষাৰ কথামুখ

পাশ্চাত্যৰ শিক্ষা-সভ্যতাৰ জোনাকত অৱগাহন কৰি আন্ধাৰত পাছ পৰি থকা অসম আৰু অসমীয়ালৈকো অলপ 'জোনাক' সুমুৱাৰ সংকল্পেৰে কলকাতাৰ মেচ-হোষ্টেলত গোটখোৱা কলেজীয়া অসমীয়া চেঙেলীয়া কেইজনৰ ফৰকাল জোনাকীতেই দুবছৰ নৌ-হওঁতেই আকস্মিক অথচ প্ৰত্যাশিতভাবেই 'বিজুলী'ৰ আবিৰ্ভাৱ হৈছিল। চেঙেলীয়া জীৱনৰ স্বাভাৱিক উচ্ছৃঙ্খলতাক সংযম আৰু সহিষ্ণুতাৰে সংযত কৰি ৰাখিবলৈ তেওঁলোক বিফল হৈছিল। পৈণত বয়সত পৰৱৰ্তী কালত তেওঁলোকৰ সৰহখিনিয়েই অসমীয়া ভাষা-সাহিত্য আৰু সমাজ-সংস্কৃতিৰ স্ৰষ্টা আৰু দ্ৰষ্টাত পৰিণত হৈছিলগৈ। কিন্তু 'জোনাকী'ৰ জন্মকালত তেওঁলোক চেঙেলীয়া কলেজীয়া ছাত্ৰ আছিল। পৰিণামত 'জোনাকী'ও হেৰাল, 'বিজুলী'ও লুকাল। লক্ষ্য কৰিবলগীয়া কথা এইটোও যে জোনাক-বিজুলীৰে অন্ধকাৰাচ্ছন্ন অসমক পোহৰাই তুলিবলৈ সংকল্পবদ্ধ হোৱা সকলৰে বহুতেই পৰৱৰ্তী কালত পৰস্পৰে পৰস্পৰৰ বিৰুদ্ধে বজ্ৰ-বিজুলীৰে কেতিয়াবা প্ৰত্যক্ষ, কেতিয়াবা মেঘনাদীয় আৰু কেতিয়াবা শিখণ্ডী-সব্যসাচীৰ যুঁজত লিপ্ত হৈছিল। জোনাকী-বিজুলী আৰু উষা-বাঁহীৰ যুঁজক মঙ্গলময় বুলি কোৱা সকলে সততে পাহৰি যায় যে যুঁজত পৰাক্ৰমী বীৰ মহাবীৰ হিচাপে যুজাঁৰুসকলৰে কোনো কোনোৱে তেতিয়া নিজকে চিনাকি দিব পাৰিছিল যদিয়ো তেওঁলোকৰ সংকল্পৰ কামধেনুজনী নিহত হৈছিল। সেইবোৰ যুজঁত কোন হাৰিল, কোন জিকিল উত্তৰ-সমাজে তাক মনত নাৰাখিলে, কিন্তু ভাষা-সাহিত্যৰ ক্ষেত্ৰত চিৰদিনৰ অপূৰণীয় ক্ষতি এটা অসমীয়া জাতিয়ে ভোগ কৰিব লগা হ'ল। জোনাকীয়েই হওক বা বিজুলীয়ে হওক, কুৰি-পঁচিছ বছৰমান জীয়াই থকা হেতেন অসমীয়া ভাষা-সাহিত্যৰ সুকীয়া চেহেৰা, সুকীয়া সত্তাৰ হয়তো উত্তৰ পুৰুষে দেখিবলৈ পালেহেতেন। কেইবছৰমানৰ আগতে 'মৌ'কো তেনেদৰেই বধ কৰা হৈছিল। বাংলা ভাষাৰ বিৰুদ্ধে যুজঁখনত তেওঁলোক দণ্ডীপৰ্বত কৌৰৱ-পাণ্ডৱৰ দৰেই একগোট হৈছিল সঁচা, কিন্তু আন সময়ত তেওঁলোক যেন এশ আৰু পাঁচত বিভক্ত হৈ গোট গোট হৈ পৰিছিল। 'জোনাকী'ৰ জন্মক্ষণৰে পৰাই তেওঁলোক দুটা শিবিৰত অঘোষিত ভাৱেই বিভক্ত হৈ পৰিছিল। পদ্মনাথ গোহাঞিবৰুৱাৰ "মোৰ সোঁৱৰণী"ত প্ৰচ্ছন্নৰূপত তাৰ প্ৰমাণ আছে ঃ

"কথাটো আৰু অলপ মুকলিকৈ কোৱা যাওক। সেইকালত আমাৰ আধুনিক অসমীয়া সাহিত্যৰ আৰ্জা আৰু আদৰ্শ পথাৰৰ মাজৰ (গছ) জোপাৰ দৰে আছিল; যেয়ে যি ফালৰেপৰা পোনায় তালৈকে সেইফালেই পোন হয়। সেই উমৈহতীয়া আৰ্জাটোৰ এটা সদৌ সাহিত্যিকৰ অনুমোদিত ধাৰা অনতিপলমে ধৰিবৰ উদ্দেশ্যে আমি সেইকালৰ অনুৱৰ্তী লেখক বিলাকে নিজ নিজ ৰুচি অনুসৰি সেই সাময়িক দুটা পন্থীয়া স্কুলত নাম লগাই লৈছিলোহঁক, যিসকলে এতিয়া নাইলোৱা বুলি ক'ব খোজে, সিবিলাকেও তেতিয়া কাৰ্যতঃ অনাভুৱাকৈ নাম লগাই চলিছিল। সেই স্কুল দুটা আছিল — এটা 'হেমচন্দ্ৰ স্কুল' আৰু আনটো 'গুণাভিৰাম স্কুল'।[১]

হেমচন্দ্ৰ-গুণাভিৰামৰ স্কুল দুটা ভাষা আৰু ব্যাকৰণভিত্তিক আছিল। ঊনৈশ শতিকাৰ দ্বিতীয়াৰ্ধত অসমৰ সমাজ ব্যৱস্থাত সত্ৰ-সমাজৰ প্ৰভাৱ অপৰিসীম আছিল। শংকৰদেৱৰ মৃত্যুৰ এক শতিকাৰ পাছতে অসমৰ সত্ৰ-সমাজ বিশ্বাস আৰু আচাৰ অনুষ্ঠানৰ আধাৰত চাৰি-সংহতিত বিভক্ত হৈ পৰিছিল। চাৰি সংহতিৰ মাজত পাৰস্পৰিক সংহতিৰ পৰিৱৰ্তে কেতিয়াবা ঘোষিত আৰু কেতিয়াবা অঘোষিত বৈৰিতাই গা কৰি উঠিছিল। ভাষা-সাহিত্যৰ উমৈহতীয়া স্বাৰ্থত 'জোনাকী'ৰ জোনাকত তেওঁলোক একগোট হৈছিল যদিও সত্ৰ-ব্যৱস্থাৰ মাৰফৎ তেওঁলোকৰ মনত সঞ্চিত বিৰোধে সুবিধা পালেই আক্ৰমণাত্মক ৰূপ লৈছিল। বাঁহী-প্ৰদীপিকাৰ বিৰোধৰ পটভূমিও ইয়েই আছিল। দ্বিতীয়তে, ১৮২৬ চনৰ পাছত বৃটিছে অসমৰ সাতামপুৰুষীয়া সামাজিক কাঠামোটো ইমানেই ভাৰসাম্যহীন কৰি পেলাইছিল যে সিয়ে পুৰণিটোক বহু পৰিমাণে বিলোপ কৰিছিল আৰু বাকী

---

(১) পদ্মনাথ গোহাঞিবৰুৱা — মোৰ সোঁৱৰণী, ২০০৩, পৃঃ ৩১

থকা খিনি সম্পূৰ্ণ ওভোটাই পেলাইছিল। ৰাজবংশ আৰু সৰ্বোচ্চ স্তৰৰ ৰাজবিষয়াৰ ঠাইত সাধাৰণ শ্ৰেণীৰ পাইক-চমুৱাৰ সতি-সন্তান নতুন সামাজিক আৰু আৰ্থিক ব্যৱস্থাটোত নতুন প্ৰভুত পৰিণত হৈছিল। এহাতেদি পুৰণি সম্ভ্ৰান্ত শ্ৰেণীটোৰ অৱক্ষয় আৰু বহুক্ষেত্ৰত অৱলুপ্তি আৰু আনহাতেদি আহোম প্ৰশাসনৰ চতুৰ্থ-পঞ্চম শ্ৰেণীৰ তলতীয়া পালি বিষয়াবৰ্গ আৰু আনকি পাইক চমুৱাৰ পৰা শিক্ষা-বিদ্যাৰ জোৰত নতুন প্ৰশাসনত ন-কৈ সম্ভ্ৰান্ত হোৱা শ্ৰেণীটোৰ সতি-সন্ততিসকলৰ মাজত পাই হেৰুৱাৰ বেদনা আৰু ন-কৈ প্ৰভুত্ব পোৱাৰ গৌৰৱৰ অঘোষিত সংঘাতে অসমীয়া সমাজক ভিতৰি ভিতৰি অস্থিৰ কৰি ৰাখিছিল। সুবিধা আৰু সুৰুঙা পালেই সেই অস্থিৰতাই ক্ষোভ আৰু আক্ৰোশৰ ৰূপত আত্মপ্ৰকাশ কৰিছিল। উল্লিখিত কাৰক দুটাই জোনাকী-বিজুলী আৰু উষা-বাঁহীৰ লেখকবৃন্দৰ মাজত শিবিৰ বিভাজনত ক্ৰিয়া কৰিছিল। কেৱল সেয়ে নহয়, আসাম বিলাসিনী, চন্দ্ৰোদয়, আসাম দীপিকা, আসাম নিউচ, মৌ, আসাম বন্ধু, জোনাকী, বিজুলী, উষা, বাঁহী, প্ৰদীপিকা আদি আলোচনী বোৰত প্ৰকাশিত ধৰ্ম, সমাজ, নৃতত্ব, ইতিহাস, আচাৰ-ৰীতি আদি বিষয়ৰ নিবন্ধবোৰৰ উপৰিও সৃষ্টিশীল সাহিত্যৰো বহুবোৰ ওপৰত উল্লেখ কৰা সামাজিক ঐতিহাসিক পটভূমিৰ দৃষ্টিকোণৰ পৰা চালেহে কিছু সঠিক মূল্যায়ন কৰিব পৰা হ'ব।

জোনাকী হেৰোৱা (১৮৯৫) আৰু বিজুলী লুকোৱাৰ (১৮৯২) পৰৱৰ্তী এযুগ কাল (বাৰ বছৰ) অসমৰ আলোচনীৰ পথাৰখন ছন্ন পৰি ৰ'ল। জোনাকী-বিজুলীক কেন্দ্ৰ কৰি একালত গোটখোৱা চেঙেলীয়াসকলৰ কোনো কোনো জন আধাখুন্দা বিদ্যা-শিক্ষাৰে ঘৰলৈ ঘূৰিছিল আৰু কোনো কোনোৱে শিক্ষিতসকলৰ বাবে সুচল হোৱা চৰকাৰী চাকৰি-বাকৰিত সোমাইছিলহি। অৱশ্যে সেই অন্ধকাৰৰ এযুগ কালছোৱাত তেওঁলোকৰ বহুতেই ভাষা-সাহিত্য-সংস্কৃতি চৰ্চাৰ অনুশীলন অব্যাহত ৰাখিছিল। জীৱন যাত্ৰাত ব্যস্ত হ'লেও জোনাকী-বিজুলীৰ জন্ম দিয়া, লালন পালন কৰা সকলৰ মন যেন একালৰ সেই সৃষ্টিৰ স্মৃতিত ৰঙীন অথচ ৰিক্ততাৰে ভাৰাক্ৰান্ত হৈ উঠিছিল। 'উষা'ৰ জন্মৰ পটভূমি সম্পৰ্কে পদ্মনাথ গোহাঞিবৰুৱাই তেখেতৰ 'মোৰ সোঁৱৰণী'ত লেখিছিল যে সাহিত্যিক পেঞ্চন পোৱাৰ পিছত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি তেখেত মুকলি মুৰীয়াকৈ আৰু একাণপতীয়াকৈ সাহিত্য চৰ্চাত লাগি গৈছিল। কিন্তু কিবা এটাৰ অভাৱে তেখেতৰ চিন্তাক খুন্দিয়াই আছিল ঃ

"মোৰ নিজা সাহিত্য চৰ্চাৰ লগে লগে চেমনীয়া আৰু উঠি অহা সাহিত্যিকসকলৰো যাতে একে উদ্দেশ্যে ধাউতি ক্ৰমাৎ অযাচিতে আগবঢ়াব পাৰি সেই বিষয়ক চিন্তাই মোৰ মনত ছেগ বুজি খেলিবলৈ ধৰিলে। দেখিলো সেই সময়ত সিবিলাকৰ সেই চৰ্চালৈ কাৰ্যক্ষেত্ৰ নোহোৱা হৈ পৰাত প্ৰবীণ লেখকৰ কাপত মামৰে ধৰিছে আৰু নবীনসকলৰ কাপে ঠমক খাই ৰৈছে; কিয়নো আগৰ আলোচনী কাকত একোৱেই নোহোৱাত পৰিল, — 'জোনাকী'ৰ দ্বিতীয় খণ্ড গুৱাহাটীৰ পৰা ওলাই আকৌ অকালতে মাৰ গ'ল। ভাবি চালো এনে সময়তে এখন অসমীয়া আলোচনী কাকতৰ নিতান্ত প্ৰয়োজন। এই চিন্তালোচনা লৈ মই একেৰাহে মাহচেৰেক কটালোঁ। তাৰ পাছত এদিন সেই চিন্তালোচনাৰ গুপুত কথা প্ৰকাশ্যে মোৰ প্ৰিয়তম সাহিত্যিক বন্ধু হেমচন্দ্ৰ গোস্বামীদেৱৰ আগত ব্যক্ত কৰি তেওঁৰে সৈতে সেই বিষয়ে পৰামৰ্শ কৰিলোঁ। মোৰ প্ৰস্তাৱ মুখৰ পৰা ওলোৱা মাত্ৰে গোসাঁইদেৱে পৰম উলাহেৰে তাক এই বুলি সাৱটি ধৰিলে, 'এই দুৰ্দিনত আপুনি যদি এখন অসমীয়া আলোচনী কাকত উলিয়াবলৈ আগবাঢ়ে তেন্তে আপুনি মোৰ পৰা সৰ্বপ্ৰকাৰে যথাসম্ভৱ সহায় আৰু সহানুভূতি পাব'। গোসাঁইদেৱৰ সেই প্ৰতিশ্ৰুতিৰ উলাহতময়ো উলাহিত হলোঁ, আৰু মনতে স্থিৰ কৰিলো যে আলোচনী এখন নিতান্তই উলিয়াম।"[২]

১৯০৫ চনত হেমচন্দ্ৰ গোস্বামী এচিষ্টেণ্ট চেটেলমেণ্ট অফিচাৰ আৰু ডেপুটী কলেক্টৰ হৈ তেজপুৰলৈ বদলি হৈ গৈছিল। কিন্তু অলপ দিনৰ ভিতৰতে গোস্বামীক মঙ্গলদৈলৈ বদলি কৰাত গোহাঞিবৰুৱাৰ 'উষা' প্ৰকাশত যতি পৰিছিল। গোহাঞিবৰুৱাই 'মোৰ সোঁৱৰণী'ত লেখা মতে লক্ষ্মীনাথ বেজবৰুৱা, সত্যনাথ বৰা প্ৰমুখ্যে জন দিয়েক প্ৰবীণ সাহিত্যিকেও আলোচনী এখন উলিওৱাত সহযোগ কৰাৰ প্ৰতিশ্ৰুতি দিছিল। আলোচনীখনৰ 'উষা' নামকৰণ গোহাঞিবৰুৱাই নিজেই কৰিছিল। প্ৰথম সংখ্যাটো প্ৰকাশৰ প্ৰস্তুতি প্ৰায় সম্পূৰ্ণ হওঁতেই তেওঁৰ 'সাংসাৰিক উপদেষ্টা পৰম হিতাকাঙ্ক্ষী বন্ধু' ৰায়বাহাদুৰ জগন্নাথ বৰুৱাৰ অকাল বিয়োগ ঘটাত তিনিমাহলৈ তেওঁৰ উদ্যম জঠৰ হৈ পৰিছিল। মাঘ বিহুত ওলাবলগীয়া 'উষা' বহাগ বিহুলৈ অপেক্ষা কৰিব লগা হ'ল। ১৮২৮ শকৰ বহাগত 'উষাৰ' প্ৰথম সংখ্যা প্ৰকাশ পাইছিল। বহু বছৰৰ মূৰত পদ্মনাথ

---

(২) পদ্মনাথ গোহাঞিবৰুৱা — মোৰ সোঁৱৰণী, ২০০৩, পৃঃ ১৮৬

গোহাঞিবৰুৱাৰ দৰে আজীৱন সাহিত্য সেৱী এজনৰ তত্ত্বাৱধান আৰু সম্পাদনাত ওলোৱা 'উষা'ত চৰ্চাৰ উপযুক্ত থলী এখন ওলোৱাত লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, বেণুধৰ ৰাজখোৱা, ৰজনীকান্ত বৰদলৈ, আনন্দচন্দ্ৰ আগৰৱালা (গুপ্ত), দেবানন্দ ভঁৰালি, শৰৎচন্দ্ৰ গোস্বামী, সত্যনাথ বৰা, দুৰ্গেশ্বৰ শৰ্মা আদি প্ৰবীণ সকলেও "উষা"ত প্ৰায় নিয়মীয়াকৈ লেখা আৰম্ভ কৰিছিল।

প্ৰবীণসকলক লেখা মেলাৰ বাবে থলী এখন উলিয়াই দি এযুগীয়া অভাৱ এটা পূৰণ কৰাৰ কৃতিত্ব গোহাঞিবৰুৱাৰ নিজা। ছাত্ৰসকলক উৎসাহ-উদ্দীপনা যোগাই এদল নতুন লেখক সৃষ্টি উষা আৰু গোহাঞিবৰুৱাৰ প্ৰধান কীৰ্তি। পৰৱৰ্তী সময়ত স্বনামধন্য প্ৰতিষ্ঠিত লেখকত পৰিণত হোৱা অথচ 'উষা'ৰ জীৱনকালত ছাত্ৰাৱস্থাতে থকা সূৰ্যকুমাৰ ভূঞা, দণ্ডিনাথ কলিতা, পদ্মধৰ চলিহা, মহীচন্দ্ৰ বৰা, ৰত্নকান্ত বৰকাকতী, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, সৰ্বেশ্বৰ বৰুৱা প্ৰভৃতিৰ জন্ম আৰু প্ৰতিষ্ঠা 'উষা'ৰ পাততেই ঘটিছিল। দণ্ডিনাথ কলিতাই লেখিছিল যে ঃ

"স্কুলীয়া ছাত্ৰক সাহিত্য চৰ্চা কৰিবলৈ উদগাই দি তেখেত অবৈতনিক শিক্ষক হ'বলৈ আগ বাঢ়িছিল। 'উষা' সম্পাদন কৰোঁতে তেখেতে কোনো কোনো ছাত্ৰক মাতি নি কৈছিল — তোমালোকে উষালৈ প্ৰবন্ধ নিদিয়া কিয়? ভয় খাবৰ কোনো প্ৰয়োজন নাই। যদি প্ৰবন্ধ উপযুক্ত হয় বা অলপ হাত ফুৰাই দিলে প্ৰকাশৰ যোগ্য হয়, তাক উষাত ছপাই উলিয়াম, — যদি প্ৰকাশ কৰিবৰ উপযুক্ত নহয়, তেন্তে তাত কি দোষ আছে দেখুৱাই দিম। মুঠতে তোমালোকে বিনা দৰ্মহাতে মোক 'প্ৰাইভেট টিউটৰ' পাবা।"[৩]

দণ্ডিনাথ কলিতাই গোহাঞিবৰুৱাৰ জীৱনীত আৰু লেখিছিল যে তেওঁ কেৱল স্কুলত চাকৰি কৰা বছৰ কেইটাৰে 'মাষ্টৰ' নাছিল, 'গোটেই জীৱনেই তেখেত মাষ্টৰ অৰ্থাৎ শিক্ষক আছিল।"[৪]

"ছাত্ৰৰ লগত গোহাঞিবৰুৱাৰ সম্বন্ধ নিছিগা নভগা আছিল। ডাঙৰ মানুহতকৈ ছাত্ৰৰ প্ৰতি তেখেতৰ অনুৰাগ সদায় বেছি আছিল। বহুত সময়ত কোনো গণ্যমান্য মানুহেও কেতিয়াবা তেখেতৰ লগ নাপাইছিল, কিন্তু ছাত্ৰই লগ পোৱাত বাধা নাছিল। আনকি, কোনো সময়ত স্কুলত হেড্‌মাষ্টৰ আৰু ছাত্ৰৰ ভিতৰত কোনো ৰাজহুৱা বিষয়লৈ বিৰোধ উপস্থিত হ'লে, তেখেতে গম পোৱা মাত্ৰেই দহোবন কাতি কৰি থৈ ততালিকে স্কুল পাইছিলগৈ, আৰু বিৰোধৰ সু-মিমাংসা এটা কৰি দিছিল। তেখেতে সদায় কৈছিল,— আমাৰ বুঢ়া তৰপৰ দিন যেনেতেনে যাব, কিন্তু দেশৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে ছাত্ৰসকলৰ ওপৰত। এতিয়া তেওঁলোকক গঢ়ি পিটি উপযুক্তকৈ থৈ যাব পাৰিলেই হ'ল ; আমি কৰি যাব নোৱাৰা কাম এদিন তেওঁলোকেই সমাধা কৰিব।"[৫]

পদ্মনাথ গোহাঞিবৰুৱাৰ "উষা" সেইকালৰ মাহেকীয়া আলোচনীবোৰৰ ভিতৰত আটাইতকৈ উৎকৃষ্ট আছিল বুলি সকলোৱে স্বীকাৰ কৰিছিল বুলি দণ্ডিনাথ কলিতাই উল্লেখ কৰিছিল।

প্ৰথম বছৰৰ পৰাই 'উষা' নিয়মীয়াকৈ প্ৰকাশ নহৈছিল। প্ৰথম বছৰ ১০টা, দ্বিতীয় বছৰত ৮ টা, তৃতীয় বছৰত ১২টা আৰু চতুৰ্থ বছৰত ৯টা সংখ্যা প্ৰকাশ পাইছিল। কেতিয়াবা দুই বা তাতোধিক মাহৰ উষা এটা সংখ্যাত প্ৰকাশ হৈছিল। প্ৰথম বছৰৰ প্ৰথম সংখ্যাৰ 'সম্পাদকৰ শৰাই'ত 'উষা'ৰ উদ্দেশ্য নিৰ্ধাৰণ কৰি গোহাঞিবৰুৱাই যি লেখিছিল, তাত 'জোনাকী', 'বিজুলী'লৈকে অসমীয়া আলোচনীবোৰ অল্পায়ু হোৱাৰ যি দুটা সামাজিক-ঐতিহাসিক পটভূমি উল্লেখ কৰি অহা হৈছে, তাৰেই মৰ্মাৰ্থ প্ৰতিধ্বনিত হৈছিল ঃ

"একে আষাৰে ক'বলৈ হ'লে, জাতীয় সাহিত্যৰ উন্নতি সাধনেই আলোচনীৰ মূল উদ্দেশ্য। এই সাধনাৰ সিদ্ধিৰ লগতে দেশৰ সমাজ, বিজ্ঞান, কৃষি, শিল্প, বাণিজ্য এই বিলাক বিষয়ৰ উন্নতিৰো আলোচনা কৰা হয় ; কিম্বা এই আলোচনাই প্ৰথম সাধনাৰ সিদ্ধিত সহায় কৰে মাথোন। ৰাজনৈতিক আৰু ধৰ্মমূলক বিষয় আলোচনীৰ বিচাৰ সীমাৰ বাজ। কিয়নো, এই দুই

(৩) দণ্ডিনাথ কলিতা ৰচনাৱলী, — ১৯৯০, পৃঃ ৬৬১

(৪) দণ্ডিনাথ কলিতা ৰচনাৱলী, — পৃঃ ৬৬১

(৫) দণ্ডিনাথ কলিতা ৰচনাৱলী, — পৃঃ ৬৬১

বিষয়ৰ সংযোগত থকা বাজুৱা আৰু ভিতৰুৱা জঞ্জালে সাহিত্য সেৱাত অসুচল ঘটায়। সাহিত্য সেৱা এক প্ৰকাৰ উদাসীন ধৰ্ম, ইয়াত ৰাজকীয় আৰু ধৰ্ম সম্বন্ধীয় জঞ্জলীয়া বিষয়ৰ যোগ থকাটো বাঞ্ছনীয়ও নহয়।"

সাহিত্য সৃষ্টিক গোহাঞিবৰুৱাই ৰাজনীতি আৰু ধৰ্মৰ পৰা 'উদাসীন ধৰ্ম' অৰ্থাৎ নিৰপেক্ষ বুলি লেখিছিল যদিয়ো ৰাজনীতি বিবৰ্জিত সাহিত্য সৃষ্টি সহজ সাধ্য নহয় বুলি তেখেতে উপলব্ধি কৰিব নোৱাৰিছিল যেন লাগে। আনৰ কথা বাদেই তেখেতৰ সাহিত্য চৰ্চাই ৰাজনীতিৰে ভাৰাক্ৰান্ত হৈ উঠিছিল। বৃটিছৰ প্ৰতি অচলা ভক্তি ভাৱ থকা গোহাঞিবৰুৱাই মুকলিকৈ বৃটিছৰ প্ৰশস্তিমূলক কবিতা আৰু প্ৰবন্ধ লেখিছিল। বৃটিছ প্ৰশাসনৰ প্ৰতি তেওঁৰ গভীৰ আনুগত্য আছিল এই কাৰণেই যে সাহিত্যিক পেঞ্চনৰ পৰা আৰম্ভ কৰি বৈষয়িক জীৱনত চাকৰি-বাকৰি, অনাৰেৰী মেজিষ্ট্ৰেট আদি বহুবোৰ সা-সুবিধা তেওঁ বৃটিছ প্ৰশাসনৰ পৰা ভোগ কৰি আছিল। সুদূৰ ইংলেণ্ডৰ ৰাজ পৰিয়ালৰ কোনোবা সদস্য মৰিলে তেওঁ ইয়াতেই কবিতা বা প্ৰবন্ধ লেখি অশ্ৰু অঞ্জলি যাচিছিল। প্ৰশাসনৰ অন্ধ সমৰ্থনত কবিতা প্ৰবন্ধ লেখাটোক তেওঁ ৰাজনীতি বুলি ঠাৱৰ কৰিব পৰা নাছিল। পৰিহাসৰ কথা ইয়ো যে যি ৰাজনীতিক তেওঁ "উষা'ৰ 'সীমাৰ বাজ' বুলি ঘোষণা কৰিছিল, তেনে ৰাজনীতিৰ পাকচক্ৰই 'উষা'ক চিৰদিনৰ বাবে অমানিশাৰ অন্ধকাৰত পুতি পেলাইছিল। তৃতীয় ভাগ (বছৰ) দ্বিতীয় সংখ্যাৰ 'উষা'ত 'কৃপাবৰ বৰুৱাৰ নতুন টোপালা' শীৰ্ষক নিয়মীয়া শিতানটোত 'এংলোইণ্ডিয়ান' নামেৰে লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰবন্ধ এটা ওলাইছিল। প্ৰবন্ধটোত বেজবৰুৱাই ভাৰতত বৃটিছ সাম্ৰাজ্যৰ স্থায়িত্ব কামনাৰে বৃটিছৰ 'হিতাকাঙ্খী কুটুম' হিচাপে ভাৰতত চাকৰি ব্যৱসায় কৰি থকা বগা বৃটিছসকলক জাতিদ্বেষ পৰিহাৰ কৰি চলিবলৈ উপদেশ দিছিল। কৃপাবৰী ঢঙত লেখা উপদেশখিনি ব্যঙ্গাত্মক ৰূপত প্ৰকাশ পাইছিল। উপদেশমূলক সতৰ্কবাণীৰে বেজবৰুৱাই লেখিছিল যে "যদি তেওঁলোক ইমানতে সাৱধান নহয় আৰু নিজৰ গাৰ ঘাবোৰ ধুই তাত দৰৱ নিদিয়ে, তেন্তে সেই ঘায়েই তেওঁলোকৰ কাল হ'ব।' বেজবৰুৱাই ভাৰতত বৃটিছৰ ঔপনিবেশিক প্ৰশাসনৰ 'কাল হ'ব'গৈ পৰা জাতি বিদ্বেষৰ অৱসান বা সংশোধন কামনা কৰিছিল। এংলোইণ্ডিয়ান' প্ৰবন্ধটোৰ সামৰণিত বেজবৰুৱাই লেখিছিল যে —

"ইংৰাজে ভাৰতৰ অনেক উপকাৰ কৰিছে আৰু ভাৰতবৰ্ষ ইংৰাজৰ অনেক প্ৰকাৰে ধৰুৱা। ইংৰাজ ভাৰতৰ গৰাকী হৈ থাকে এনে আশা ভাৰতে সদায় কৰে। বৰবৰুৱাৰ বেজাৰ লাগে এইবাবে যে, ইংৰাজ যেনেকৈ আমাৰ উপকাৰী বন্ধু, আমিও তেনেকৈ তেওঁলোকৰ হিতাকাঙ্খী কুটুম ; তেওঁলোকৰ অৰ্থাৎ আমাৰ বান্ধ কুটুমৰ অধোগতিত আৰু অমঙ্গলত আমি বৰ বেজাই পাওঁ।" (পৃঃ ৫০৭-৫১১)

বেজবৰুৱাৰ ভাষাতে "গৰ্বৰ ৰাগীত মতলীয়া হৈ থাকি" বৃটিছে বেজবৰুৱাৰ প্ৰবন্ধটোৰ মূল উদ্দেশ্য গমি চাবলৈ প্ৰয়োজন বোধেই নকৰিলে। আঙুলিয়াই দিয়া দোষ খিনিৰ বৰ্ণনা পঢ়ি তেওঁলোকৰ কাণ-মূৰ গোট মাৰিছিল। উপযাচি উপদেশ দিবলৈ বাৰণ কৰি 'পঞ্চতন্ত্ৰ'ই অৱশ্যে লগে লগে সতৰ্ক কৰি দিছিল যে যাৰ বিনাশ তুমি চাবলৈ নিবিচাৰা, তাক উপযাচি হ'লেও উপদেশ দিব লাগে। বেজবৰুৱাই ভাৰতত বৃটিছ সাম্ৰাজ্যবাদী প্ৰশাসনৰ বহুবোৰ দোষ দুৰ্বলতাৰে এটা কিন্তু সঠিকভাৱেই চিনাক্ত কৰিব পাৰিছিল। জৱাহৰলাল নেহৰুৱে আত্মজীৱনীত মুকলিকৈ লেখিছিল যে ভাৰতত ইংৰাজসকলৰ উচ্চাত্মিকাবোধ আৰু জাতি বিদ্বেষৰ কাৰণেই তেওঁৰ মনতো বৃটিছ বিৰোধিতাৰ সৃষ্টি হৈছিল আৰু স্বাধীনতাৰ স্পৃহাৰ জন্ম দিছিল। বৃটিছ চৰকাৰে প্ৰচলিত আইনৰ আধাৰত 'উষাৰ' বিৰুদ্ধে আদালতত গোচৰ ৰুজু কৰিলে। "তাৰ মীমাংসা হৈ নুঠালৈকে প্ৰায় ন-মাহ উষা বন্ধ থাকে।"[৬] এফালে 'উষা' বন্ধ হৈ যোৱাৰ উপক্ৰম হ'ল অথচ আনহাতে বেজবৰুৱাকো অসন্তুষ্ট কৰাত আহুকাল,— দুই সংকটৰ হেঁচাত গোহাঞিবৰুৱাই 'উষা'ক মৃত্যু মুখৰ পৰা ৰক্ষা কৰাটোকে সিদ্ধান্ত কৰিলে। মানিক চন্দ্ৰ বৰুৱা আৰু পি. আৰ. টি. গৰ্ডনৰ হস্তক্ষেপত আদালতৰ ৰোষৰ পৰা ৰক্ষা পোৱাৰ উপায় পালে। তৃতীয় বছৰৰ অষ্টম সংখ্যাত 'কৃপাবৰ বৰুৱাৰ লগত অমত' বুলি এটা স্পষ্টীকৰণ দি লেখিছিল যে 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' শিতানত প্ৰকাশিত 'এংলোইণ্ডিয়ান' প্ৰবন্ধটো 'সেই নামৰ আগৰ ৰহস্যমূলক প্ৰবন্ধৰ অংশবুলি ভাবিহে তাক 'উষা'ত ঠাই দিয়া হৈছিল ; গতিকে ছপা হোৱাৰ আগেয়ে তাৰ ভিতৰুৱা কথা লৈ দকৈ মন কৰিবৰ নহ'ল। কিন্তু পিছত দেখা গ'ল যে সেই প্ৰবন্ধৰ মত আৰু কথাৰ লগত আমাৰ মত

(৬) দণ্ডিনাথ কলিতা ৰচনাৱলী, -- পৃঃ ৬৫৩

আৰু কথা একেবাৰেই নিমিলে। আৰু আমাৰ দৃঢ় বিশ্বাস হৈছে যে সেই প্ৰৱন্ধই ৰাজভক্ত অসমীয়া প্ৰজাৰ মনত নিশ্চয় অত্যন্ত বিৰক্তি জন্মাইছে। ভ্ৰমবশতঃ প্ৰৱন্ধটো ছপোৱাৰ আগেয়ে তাক ভালকৈ পৰীক্ষা কৰি চাবলৈ নহ'ল কাৰণে এতিয়া আমাৰ মনত সেইবাবে ঘোৰ অনুতাপ হৈছে। আশা কৰো যেন আমাৰ ৰজা আৰু ৰাইজে অনুগ্ৰহকৈ আমাৰ সেই ত্ৰুটি মাৰ্জনা কৰিব। ইয়াৰ লগতে আমি সকলোকে জনাওঁ যে এতিয়াৰ পৰা এনে বিধৰ প্ৰৱন্ধই 'উষা'ত কেতিয়াও ঠাই নেপাব। লগতে আমি ইয়াকো জনাও যে ইয়াৰ দ্বাৰাই আমি 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' প্ৰৱন্ধ উষাৰ পৰা উঠাই লৈছো ঃ আমাৰ গ্ৰাহক-পাঠকসকলেও যেন সেই প্ৰৱন্ধ বাদ দি 'উষা' পঢ়িব আৰু সেই প্ৰৱন্ধৰ লগত উষাৰ সম্বন্ধ নাই বুলি জানিব।" (পৃঃ ৬৩৫)।

বেজবৰুৱাসহ বেজবৰুৱাপন্থীসকল বিতুষ্ট হোৱাই নহয়, ক্ষুব্ধও হ'ল। 'উষা'ৰ লেখকবৃন্দ দুটা শিবিৰত ভাগ হৈ গ'ল। বেজবৰুৱাপন্থীৰ সকলে বেজবৰুৱাৰ সম্পাদনাত 'বাঁহী' প্ৰকাশ কৰিলেগৈ। যেন ইতিহাসৰ পুনৰাবৃত্তি হ'ল। ১৮৯০ চনত বেণুধৰ ৰাজখোৱা, পদ্মনাথ গোহাঞিবৰুৱা আৰু কৃষ্ণপ্ৰসাদ দুৱৰা বেজবৰুৱাৰ 'জোনাকী'ৰ পৰা আতৰি 'বিজুলী' উলিয়াইছিল, আৰু এতিয়া গোহাঞিবৰুৱাৰ 'উষা'ৰ পৰা আঁতৰি বেজবৰুৱাই 'বাঁহী'ৰ জন্ম দিলে। মতানৈক্যই বৌদ্ধিক বৈৰিতাৰ সৃষ্টি কৰিছিল। উষা আৰু বাঁহীয়ে পোন্ধৰ বছৰৰ পূৰ্বে জোনাকী আৰু বিজুলীয়ে কৰাৰ দৰেই অহেতুক বানুবাদত নিজৰ আত্মক্ষয় কৰিছিল। উল্লেখযোগ্য যে দুয়োটা বিতৰ্কয়েই কোনো স্মৰণীয় সাহিত্য কীৰ্তি অথবা ভাষা বা সাহিত্যৰ তত্ব সৃষ্টি কৰিব পৰা নাছিল। মতানৈক্যৰ সাঁচ ইমান দ-লৈকে বহিছিল যে ১৯২৪ চনৰ ডিছেম্বৰ মাহত গুৱাহাটীত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ বিষয় বাছনী সভাৰ সময়তহে গোহাঞিবৰুৱাই প্ৰথমে বেজবৰুৱাৰ হাতত ধৰি হাত জোকাৰি অতীতৰ তিক্ত স্মৃতি জোকাৰি পেলাইছিল।[৭]

কৃপাবৰ বৰুৱাৰ বিৰুদ্ধে 'অমত' প্ৰকাশ কৰি গোহাঞিবৰুৱা ৰাজৰোষৰ পৰা হাত সাৰিল যদিয়ো তেওঁৰ 'উষা'ক জীয়াই ৰাখিব নোৱাৰিলে। আগেয়েই উল্লেখ কৰি আহিছো যে এদল ন-লেখক সৃষ্টি 'উষা'ৰ আটাইতকৈ স্মৰণীয় কীৰ্তি। সেয়ে ন-লেখাৰুৰ দলটোৰ চন্দ্ৰনাথ শৰ্মা, দণ্ডিনাথ কলিতা, সৰ্বেশ্বৰ শৰ্মা বৰুৱা, তুলসীচন্দ্ৰ বৰুৱা, যোগানন্দ দত্ত, সূৰ্যকুমাৰ ভূঞা, প্ৰেমধৰ গোহাঁই আদি উষাৰ ছাঁ-পোহৰত বৈ গ'ল। বেণুধৰ শৰ্মাই জনোৱা মতে চন্দ্ৰনাথ শৰ্মা আৰু সৰ্বেশ্বৰ বৰুৱাই আছিল "উষাৰ সোঁবাহু বাওঁবাহু।"[৮] তৎসত্বেও কিন্তু প্ৰমাণিত হৈছিল যে নতুন নাৰায়ণী সৈন্যৰে যুঁজ যুঁজিবহে পাৰি, জিকিব নোৱাৰি। প্ৰবীণৰ বৰ্তমানত নবীন নেতৃত্ব স্বীকাৰ কৰি ল'বলৈ ক্ষত্ৰিয়ৰ কুৰুক্ষেত্ৰই হওক অথবা লেখক-পাঠকৰ সাহিত্য-ক্ষেত্ৰই হওক, কোনো কেতিয়াও ৰাজী হোৱা নাই। উষাৰ ক্ষেত্ৰতো সেয়ে হ'ল। এক অক্ষৌহিণী নাৰায়ণী সৈন্যও যিদৰে এজন পাৰ্থসাৰথিৰ বিকল্প হ'ব পৰা নাছিল, ঠিক তেনেদৰেই উষাই সৃষ্টি কৰা ন-লেখকৰ বাহিনীটোৱে নিজকে বেজবৰুৱাৰ বিকল্প হিচাপে প্ৰমাণ কৰিব নোৱাৰিছিল। উষাৰ মৃত্যু অৱধাৰিত হৈ পৰিল। গোহাঞিবৰুৱাই নিঃসংকোচ চিত্তে স্বীকাৰ কৰিছিল যে "আনে কাপত ধৰিলে লেখা খাপ লেখায়, সি স্বাভাৱিক নহৈ অস্বাভাৱিক আৰু নিৰস হৈ পৰে। গতিকে মোৰ আৰু কৃপাবৰৰ কাপে সেই বিধৰ আহুকাল সহিবলগীয়া হোৱাত আমাৰ উলাহ উৎসাহেও ক্ৰমাৎ শাম কাটিবলৈ ধৰিলে। গতিকে সিমানতে পঞ্চম বছৰটো পূৰ্ণ কৰি ৰাইজক কৈ মেলি বিদায় লৈ সাম্প্ৰতিকভাবে মোৰ অন্তৰ গগণৰ 'উষা' অন্তৰতে আবৰি থলোঁ।"[৯]

পঞ্চম ভাগ 'উষা' আমি বিচাৰি নেপালোঁ। বেজবৰুৱাৰ নাতি শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বেজবৰুৱাৰ হাতত আছিল ; গোহাঞিবৰুৱাৰ পুতেক হৰেকৃষ্ণ গোহাঞিবৰুৱাই সেই পঞ্চম ভাগৰ সংখ্যাখিনি চাবলৈ লৈ গৈছিল। কিন্তু তেখেতৰ অকাল মৃত্যু হোৱাত পঞ্চম ভাগৰ সংখ্যা কেইটা তেওঁলোকৰ পৰিয়ালত বিচাৰি পোৱা নগ'ল। আমি বিভিন্ন ঠাইত খবৰ কৰি সন্ধান নেপালোঁ। শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বেজবৰুৱাইয়ো কলকাতাৰ নেচনেল লাইব্ৰেৰীলৈকে বিচাৰি চলাথ কৰিয়ো নাপালে। সেয়ে এই সংকলনৰ লগত পঞ্চম ভাগটো সংযোগ কৰিব পৰা নহ'ল। উষা আৰু বিজুলী সম্পৰ্কে বিস্তৃত নিবন্ধ এটা লেখা শ্ৰীযুত উপেন্দ্ৰ বৰকটকীয়ে চাৰি বছৰৰ উষাৰ পৃষ্ঠা সংখ্যা উল্লেখ কৰি লেখিছে যে 'পঞ্চম ভাগৰ পৃষ্ঠাৰ বিষয়ে সঠিক জনা নাযায়।"[১০] বেণুধৰ শৰ্মাই

(৭) বেণুধৰ শৰ্মা — অৰ্ঘ্যাৱলী, — ১৯৭০, পৃঃ ৪৭-৪৮
(৮) বেণুধৰ শৰ্মা — অৰ্ঘ্যাৱলী, — পৃঃ ৪৬
(৯) পদ্মনাথ গোহাঞিবৰুৱা — মোৰ সোঁৱৰণী, পৃঃ ১৮৮
(১০) অসমৰ বাতৰিকাকত আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস, ১৯৯৮, পৃঃ ২৩৫

জনোৱা মতে 'উষাৰ ভাগ পাচোঁটা প্ৰকাশ হৈছিল। প্ৰথমতে ইয়াক মাহেকৰ মূৰে মূৰে উলিয়াৱাৰ কথা আছিল আৰু সেই ৰূপে ওলাইছিলও। কিন্তু তেওঁৰ সুখ-দুখৰ একমাত্ৰ লগৰীয়া ভদৰাম দাসৰসৈতে পদ্ম বৰুৱাই নিজে আখৰ বাছি 'বন্তি' আৰু 'উষা' ছপাব লগীয়া হোৱাত উষা বন্তি নিৰ্দ্ধাৰিত সময়ত দেখা দিব নোৱাৰা হৈ আহিল। ইং ১৯০৬ চনত জন্ম হোৱাৰ ১০ বছৰ মানৰ মূৰত উষাৰ পঞ্চম ভাগ পূৰ্ণ হ'ল আৰু সেয়ে শেষ ভাগ।"[১১]

কথাটো সঁচা নহয়। বস্তুত পলমকৈ পঞ্চম ভাগৰ কেইটামান সংখ্যা প্ৰকাশ হৈছিল বুলি শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বেজবৰুৱাৰ পৰা জনা গৈছে। সম্পূৰ্ণ বাৰটা সংখ্যা প্ৰকাশ হোৱা নাছিল। এতিয়ালৈকে সেইকেইটা সংখ্যা দুষ্প্ৰাপ্য হৈ আছে। ভৱিষ্যতে বিচাৰি পালে পৰৱৰ্তী সংস্কৰণত সংযোগ কৰি প্ৰকাশ কৰিব পৰা হ'ব।

'উষা'ৰ ষষ্ঠ ভাগ এটাও প্ৰকাশ হৈছিল। সুধি পুচি গম পালো যে অসমৰ বহু বিদ্বানেই কথাষাৰ হয় নাজানে, নহয় পাহৰিলে। উষাৰ ষষ্ঠ ভাগতো প্ৰকাশৰ মনচুই যোৱা কাহিনী এটা আছে। আমি ইতিপূৰ্বে উল্লেখ কৰিছো যে উষাৰ তৃতীয় ভাগৰ ৮ম সংখ্যাত কৃপাবৰ বৰুৱাৰ 'অমত' প্ৰকাশ হোৱাৰ পাছত বেজবৰুৱা আৰু গোহাঞিবৰুৱাৰ মাজৰ বন্ধুত্বৰ সম্পৰ্কৰ ইতি পৰিছিল। ভাটি বয়সত তাৰ চোক কমিছিল যদিয়ো জোনাকী আৰু উষাৰ সময়ৰ সৌহাৰ্দ্য ঘূৰি নাহিল। অনিয়মীয়াকৈ কেইটমান সংখ্যা ওলাই পঞ্চম বছৰত উষাৰ আনুষ্ঠানিক প্ৰকাশ বন্ধ হৈ গ'ল। ১৯৪০ চনৰ ভাদ মাহৰ শ্ৰীকৃষ্ণাষ্টমীৰ দিনা পদ্মনাথ গোহাঞিবৰুৱাই লক্ষ্মীনাথ বেজবৰুৱাৰ ভতিজাক মাধৱচন্দ্ৰ বেজবৰুৱালৈ তিনিটা চমু বাক্যৰে এখন তেনেই এধানমান চিঠি লেখিছিল ঃ

**"মৰমৰ শ্ৰীমান মাধৱ মইনা।**

সম্প্ৰতি মেঘৰ আৰত থকা মোৰ সাদৰী জীয়াৰী 'উষা'ৰ পোহৰ পুনঃপ্ৰচাৰ কৰিবলৈ মনস্থ কৰা শুনি বৰ ৰং পাইছোঁ। তোমাৰ প্ৰস্তাৱ মতে, মোক প্ৰতিষ্ঠাতা স্বৰূপে ৰাখি কাকতখন ষষ্ঠ ভাগৰপৰা প্ৰচাৰ কৰিবলৈ তোমাক সৰ্বস্বত্ব দান কৰিলোঁ। আশা কৰোঁ, তোমাৰ হাতত 'উষা'ৰ আগৰ আদৰ সুখ্যাতিৰ জেউতি চৰিব। ইতি তোমাৰ মৰমৰ,

**শ্ৰীপদ্মনাথ গোহাঞিবৰুৱা।"**

১৯৩৮ চনত ইতিমধ্যে লক্ষ্মীনাথ বেজবৰুৱাৰ দেহাৱসান ঘটিছিল। বেজবৰুৱাৰ আত্মজীৱনী 'মোৰ জীৱন সোঁৱৰণ'ৰ ক'তো জোনাকী-বিজুলী আৰু উষা-বাঁহীৰ বিৰোধ অথবা বিৰোধে সৃষ্টি কৰা তিক্ততাৰ কোনো উমঘাম নাই। ঠিক তেনেদৰেই পদ্মনাথ গোহাঞিবৰুৱাৰ 'মোৰ সোঁৱৰণী'তো বিৰোধ বা বৈৰিতাৰ কোনো ইংগিত নাই। তাৰ পৰিবৰ্তে সশ্ৰদ্ধ স্মৃতিৰহে উল্লেখ পোৱা যায়। তেওঁলোক দুয়োজনেই সেই বিৰোধক নিতান্তই গতানুগতিক আৰু তুচ্ছ জ্ঞান নকৰাহেতেন তেওঁলোকৰ আত্মজীৱনীতো আলোচনী পাতৰ বাদানুবাদৰ ক্ষোভ আৰু উষ্মাৰ স্বাভাৱিক বিস্ফোৰণ ঘটিলহেতেন। কিন্তু নহ'ল। ইয়েই অসমীয়া ভাষা-সাহিত্যৰ দুয়ো গৰাকী মহাৰথীৰ মহানুভৱতাৰ জ্বলন্ত প্ৰমাণ। বেজবৰুৱাৰ তেনে মহানুভৱতাৰ জোনাকতে লালিত পালিত হোৱা ভতিজাক মাধৱচন্দ্ৰ বেজবৰুৱাই সেয়ে তেওঁ সম্পাদনা কৰি থকা 'বাঁহী'ৰ বুকুতে 'উষা'ৰো পুনৰ উদয় কৰোৱাৰ পৰিকল্পনা ল'ব পাৰিছিল। লক্ষ্মীনাথ-পদ্মনাথৰ অতীতৰ মতান্তৰ-মনান্তৰক বেজবৰুৱাই পৰৱৰ্তী জীৱনতো জীয়াই ৰখাৰ সন্দেহ পোৱাহেতেন বেজবৰুৱাৰ 'বাঁহী'ৰ বুকুৰ মাজৰ পৰাই 'উষা'ৰ পোহৰ' বিলাবলৈ মাধৱচন্দ্ৰ বেজবৰুৱাৰ দৰে সামাজিক সম্পৰ্কৰ মূল্যবোধক ধৰ্মীয় পবিত্ৰতা আৰু গুৰুত্বৰে মানি চলা ব্যক্তি এজনৰ বাবে মহাপাপৰ নামান্তৰ হ'লহেতেন। মাধৱচন্দ্ৰ বেজবৰুৱা তেনে পাতকী নাছিল বুলি তেওঁক জনা সকলোৱেই জানিছিল। বোধকৰো সংগতভাৱেই অনুমান কৰিব পাৰি যে উষাক বাঁহীৰ বুকুৰ উমেৰে পুনৰ পাঠকৰ আগলৈ উলিয়াই দিয়াৰ ক্ষেত্ৰত লক্ষ্মীনাথ বেজবৰুৱাৰ শেহ জীৱনৰ আকাঙ্ক্ষাক যেন মাধৱচন্দ্ৰ বেজবৰুৱাই বাস্তৱায়িতহে কৰিছিল। 'উষা'ক 'বাঁহী'ৰ বুকুতে স্থান দি ষষ্ঠ ভাগ প্ৰথম সংখ্যাত মাধৱচন্দ্ৰ বেজবৰুৱাই লেখিছিল যে 'তাহানিৰ 'জোনাকী যুগ'ত 'উষা'ৰ পোহৰ প্ৰথমে বিলোওৱা বৰ্তমান অসমীয়া সাহিত্যক্ষেত্ৰত

(১১) বেণুধৰ শৰ্মা — অৰ্ঘ্যাৱলী, -- পৃঃ ৪৭

ভীষ্মপ্রতিম সাহিত্যিক গোহাঞিবৰুৱা ডাঙৰীয়াৰ চেনেহ আশীৰ্বাদ শিৰত বান্ধি লৈ 'বাঁহী'ৰ বুকুৰ মাজৰ পৰাই 'উষা'ৰ পোহৰ 'গাভৰু মেল'ৰ যোগেদি পুনৰ প্ৰচাৰ কৰিবলৈ মনস্থ কৰিয়েই আগবাঢ়িলোঁ, — ৰাইজৰ সহায় সমৰ্থনকে সম্বল লৈ। লগতে 'উষা'ক অচিৰে সুকীয়া আকাৰলৈ নি উলিয়াবৰো সঙ্কল্প ৰখা হ'ল।"

'উষা'ৰ ষষ্ঠ ভাগৰ ছয়টা সংখ্যা প্ৰকাশ পালে। 'উষা'ক সুকীয়াকৈ উলিওৱাৰ মাধৱচন্দ্ৰ বেজবৰুৱাৰ সংকল্প অসম্পূৰ্ণ হৈ ৰ'ল। ১৯৪৬ চনৰ ১৯ অক্টোবৰৰ দিনা কেৱল ৩৪ বছৰ বয়সতে তেওঁ অকাল মৃত্যুৰ গৰাহত পৰিল। 'বাঁহী' চিৰদিনৰ বাবে স্তব্ধ হৈ গ'ল আৰু 'উষা' অন্তহীন অমানিশাত হেৰাই গ'ল। তাৰ ছমাহৰ আগতে ১৯৪৬ চনৰ ৮ বহাগত পদ্মনাথ গোহাঞিবৰুৱাৰো মৃত্যু হৈছিল। অসমীয়া সাহিত্যৰ এটা যুগৰ ইতি পৰিছিল। 'উষা'ৰ একত্ৰ সংকলনৰ সমুদায় কৃতিত্ব বেজবৰুৱাৰ নাতি আৰু মাধৱচন্দ্ৰ বেজবৰুৱাৰ ভতিজা শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বেজবৰুৱাৰ। অসম প্ৰকাশন পৰিষদে কেৱল টকা পইচাহে খৰচ কৰিছে। প্ৰাক্-স্বাধীনতা কালৰ অসমত প্ৰকাশ হোৱা সৰু-বৰ বাছকবনীয়া প্ৰায় সকলোবোৰ গ্ৰন্থ আৰু আলোচনীৰ সংগ্ৰাহক শিৱসাগৰৰ বেজবৰুৱা পৰিয়াল। ইতিমধ্যে দুষ্প্ৰাপ্য হৈ পৰা গ্ৰন্থ আৰু আলোচনী শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱাই উত্তৰাধিকাৰ সূত্ৰে পোৱা আৰু তেখেতে নিজাকৈ সংগ্ৰহ কৰা ব্যক্তিগত পুথিভঁৰালত সংৰক্ষিত হৈ আছে। পোকে খোৱা আৰু উৱলি যোৱাৰ পৰা ৰক্ষা কৰিবলৈ তেখেতে ব্যক্তিগতভাৱে খা-খৰচ কৰি সেই অমূল্য সম্পদ সংৰক্ষণ কৰি আছে। তেখেতৰ এটাই মাথো দুশ্চিন্তা ঃ তেখেতৰ অবিহনে সেই অমূল্য সম্পদৰ ভৱিষ্যত কি হ'ব? এই দুৰ্বলতাৰ সুযোগ লৈ আমি তেখেতক তেখেতৰ হাতত সংৰক্ষিত পুৰণি আলোচনী আৰু গ্ৰন্থ অসম প্ৰকাশন পৰিষদক প্ৰকাশ কৰিবলৈ দিবলৈ অনুৰোধ জনাও। তেখেতে সম্মতি দিলে। 'উষা'ৰ একত্ৰ সংকলন প্ৰকাশেৰে আমি সেই পৰিকল্পনাৰ শুভাৰম্ভ কৰিছো। লগতে চাৰি বছৰৰ 'বাঁহী'ৰো এক খণ্ডত প্ৰকাশ কৰা হৈছে। আটাইকেইবছৰৰ 'বাঁহী' খণ্ড খণ্ডকৈ প্ৰকাশ কৰাৰ পৰিকল্পনা যুগুতাই লোৱা হৈছে। আমাৰ অনুৰোধ ৰক্ষা কৰি তেখেতে 'উষা'ৰ আগকথা এটিও লেখি দিছে।

আমাৰ সম্পাদকীয়ত 'উষা'ত প্ৰকাশিত প্ৰবন্ধ আৰু লেখকৰ ব্যাখ্যা-আলোচনা পৰিহাৰ কৰিছো। সেইটো সাহিত্যৰ আলোচক-সমালোচকৰ কাম। মূল পাঠ সৰ্বসাধাৰণৰ বাবে বিচাৰি পোৱাৰ সম্ভাৱনা নথকাৰ ক্ষেত্ৰতহে তেনে ধৰণৰ ব্যাখ্যা আলোচনাৰ প্ৰয়োজন থাকে। য'ত মূল পাঠ প্ৰকাশ কৰি দিয়া হৈছে , সেইবোৰৰ গুণাগুণ বিচাৰ কৰা পাঠকৰ কাম। সম্পাদকে সেইবোৰ লেখাৰ পৰা দীঘলীয়া উদ্ধৃতি দি বিস্তৃত আলোচনা কৰাৰ প্ৰয়োজন আছে বুলি আমি নেভাবো। তাৰোপৰি তেনে ব্যাখ্যা-আলোচনা কৰিলে সম্পাদকৰ মত আৰু দৃষ্টিভঙ্গী পাঠকৰ ওপৰত জাপি দিয়াৰ নিচিনা হয়। এইটো পৰিহাৰ্য বুলি যুক্তিবাদী লোক মাত্ৰেই স্বীকাৰ কৰিব। অসমৰ পুৰণি আলোচনীৰ একত্ৰ সংকলনৰ সম্পাদকসকলৰ বেছিভাগেই স্বনামধন্য সাহিত্যিক সমালোচক হোৱাৰ কাৰণে তেওঁলোকৰ সম্পাদকীয়বোৰত সেয়ে তেওঁলোকৰ ব্যক্তিগত নিচাৰ প্ৰভাৱ পৰিছে। এসময়ত সেই দুষ্প্ৰাপ্য আলোচনীবোৰত প্ৰকাশিত বিভিন্ন লেখাৰ সম্পৰ্কত অন্য গ্ৰন্থ বা আলোচনীত কৰা পাণ্ডিত্যপূৰ্ণ আলোচনাৰ অভ্যাসৰ পৰা তেওঁলোক মুক্ত হ'ব নোৱাৰিছিল।

সাধাৰণতে পুৰণি আলোচনীৰ একত্ৰ সংকলন কৰি গ্ৰন্থাকাৰে ছপাওঁতে অফচেট পদ্ধতিত ছপালেহে মূলপাঠৰ অবিকল প্ৰতিলিপি ছপাই উলিয়াব পাৰি। কিন্তু 'উষা'ৰ বহুকেইটা সংখ্যাৰ পাতবোৰ ইমানেই পুৰণি হ'ল যে সেইখিনি সংখ্যা অফচেট কৰিলে চাফা পৃষ্ঠা উলিয়াব নোৱাৰি। তাৰ ওপৰিও বংশ-পৰম্পৰাৰ সম্পত্তি ৰখাৰ দৰে 'উষা'ৰ লগতে আন বছবোৰ আলোচনী আৰু গ্ৰন্থ শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱাই সযত্নে সংৰক্ষণ কৰিছে। অফচেট ছপাৰ বাবে এবছৰৰ একোটা খণ্ডকৈ আটোমটোকাৰিকৈ বন্ধোৱাই ৰখা 'উষা'খিনিৰ বান্ধ খুলিব লাগিব। কিন্তু তেনে কৰিলে আলোচনীৰ সংখ্যাবোৰ পুনৰ পকাবন্ধাব নোৱাৰি; খুৰ্খুৰীয়া হৈ যোৱা পাতবোৰ ভাগি যাব। সেয়ে ডি.টি.পি. কম্পোজ কৰোৱাই প্ৰকাশ কৰাৰ পৰিকল্পনা লোৱা হ'ল। নতুনকৈ কম্পোজ কৰাওঁতে মূল সম্পূৰ্ণকৈ অবিকল ৰখাৰ বাবে যথাসম্ভৱ সকলো প্ৰকাৰৰ যত্ন লোৱা হৈছে। মূল পাঠৰ বাক্য-বিন্যাস, শব্দ-বিন্যাস আৰু বৰ্ণ-বিন্যাসৰ কোনো ধৰণৰ সংশোধন নঘটোৱাকৈ পূৰ্বৰ ৰূপ অবিকল ৰখাৰ যত্ন কৰা হৈছে। সেয়ে একোটা শব্দৰ একাধিক ৰূপ পোৱা যাব। মূলপাঠ অবিকল ৰাখি কম্পোজ কৰোঁতে আৰু প্ৰুফ চাওঁতে ইমান বৃহৎ কলেৱৰৰ গ্ৰন্থখনত কিছু ভুল ৰৈ যোৱাতো একো অস্বাভাৱিক নহয়। তাৰ বাবে পাঠকৰ ওচৰত বিনম্ৰভাৱে ক্ষমা প্ৰাৰ্থনা কৰিছো। আমাৰ নিজৰে চকুত পৰা ভুল কেইটামান পাঠকক আঙুলিয়াই দিছো ঃ ২৬৯ পৃষ্ঠাৰ 'আমাৰ উন্নতিৰ মূল'ৰ 'উন্নতি'ৰ

ঠাইত 'উন্নতিৰৰ', ৩২০ পৃষ্ঠাৰ 'ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ'ৰ ঠাইত 'খাণ্ডৱ', ৪১৮ পৃষ্ঠাত 'নেপোলিয়ন'ৰ ঠাইত 'নেপোনিয়ন', ৭১৩ পৃষ্ঠাত 'যোগেশচন্দ্ৰ তামুলি'ৰ ঠাইত 'যোশ্চেন্দ্ৰ তামুলি' আৰু ৮০৭ পৃষ্ঠাত 'ষষ্ঠ খণ্ড'ৰ ঠাইত 'ষষ্ঠ স্তন্ধ' হৈ ছপা হৈছে। সেইখিনি ভুলৰ বাবেও আমি দুঃখিত।

পাঠকক আৰু এটা বিসঙ্গতিলৈ আঙুলিয়াই দিয়া উচিত বুলি ভাবো। পদ্মনাথ গোহাঞিবৰুৱাই তৃতীয় ভাগ অষ্টম সংখ্যাৰ 'উষা'ত 'কৃপাবৰ বৰুৱাৰ লগত অমত' লেখোতে উল্লেখ কৰিছিল যে—'তৃতীয় ভাগ 'উষা'ৰ ৩য় সংখ্যাত (১৮৩০ শকৰ ভাদ মাহ) 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন নামে ঘাই প্ৰৱন্ধৰ তলে 'এংলোইণ্ডিয়ান' নামে এটা পালি প্ৰবন্ধ প্ৰকাশ হৈছিল।' কিন্তু 'এংলোইণ্ডিয়ান' প্ৰৱন্ধটো তৃতীয় ভাগ দ্বিতীয় সংখ্যাতহে প্ৰকাশ হৈছিল। 'ঘাই প্ৰৱন্ধ' অৰ্থাৎ বেজবৰুৱাৰ নিয়মীয়া শিতান ; কিন্তু 'এংলোইণ্ডিয়ান' নামৰ বেজবৰুৱাৰ প্ৰবন্ধটো পালি প্ৰবন্ধ হিচাপে প্ৰকাশ পাওঁতে 'ঘাই প্ৰবন্ধ'টোৰ নাম 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' নাছিল, 'কৃপাবৰ বৰুৱাৰ নতুন টোপোলা'হে আছিল। তৃতীয় ভাগ তৃতীয় সংখ্যাত 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' শিতানত বেজবৰুৱাৰ দ্বিতীয় বিতৰ্কমূলক প্ৰবন্ধ 'বম'হে প্ৰকাশ হৈছিল। পৰৱৰ্তী কালৰ লেখকসকলে গোহাঞিবৰুৱাই কৰা ভুলটোকে পুনৰাবৃত্তি কৰি আছিল। গোচৰ চলাৰ কাৰণে 'উষা' ন-মাহ বন্ধ আছিল। সেইকাৰণে তেখেতে 'উষা' নেমেলাকৈ স্মৃতিৰ পৰাই উল্লেখ কৰাৰ কাৰণে তেনে ভুল হোৱাটো অসম্ভৱ নহয়।

পুৰণি আলোচনীবোৰত প্ৰকাশ পোৱা গল্প, প্ৰৱন্ধ, কবিতা আৰু অন্যান্য লেখাবোৰৰে বহুবোৰত হয় লেখকৰ নাম অনুপস্থিত, নহয় ছদ্মনামত, নহয় অত্যন্ত সংক্ষিপ্ত ৰূপতহে নাম লেখিছিল। সেয়ে কোনটি ৰচনাৰ লেখক কোন, সেইটো নিৰ্ণয় কৰা সহজসাধ্য নহয়। কিন্তু সুখৰ কথা যে শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱাৰ ব্যক্তিগত পুথিভঁৰালত সংৰক্ষিত পুৰণি আলোচনীবোৰ এটা এটা বছৰৰ সমুদায় সংখ্যা একত্ৰিত কৰি খণ্ড খণ্ড কৰি সুন্দৰকৈ বন্ধাই থোৱা আছে। কেৱল সেয়ে নহয়, তেনেদৰে বন্ধাই থোৱা প্ৰতিটো খণ্ডতে প্ৰতিটো লেখা আৰু লেখকৰ সম্পূৰ্ণ সূচী একোখন প্ৰস্তুত কৰি থোৱা আছে। শ্ৰীবেজবৰুৱাই জনোৱা মতে 'উষা'ৰ লেখক-সূচী পদ্মনাথ গোহাঞিবৰুৱাই আৰু 'বাঁহী'ৰ লেখক-সূচী লক্ষ্মীনাথ বেজবৰুৱাই নিজে প্ৰস্তুত কৰি থৈ গৈছিল। সেয়ে সূচীপত্ৰত আমি লেখক-লেখিকাসকলৰ সম্পূৰ্ণ নাম দিব পাৰিছো। তেনেদৰে সূচিত নামৰ ক্ষেত্ৰত কিবা ভুল-ভ্ৰান্তি থাকিলে বৰ্তমানৰ সম্পাদক নিঃসহায় আৰু নিৰুত্তৰ হ'বলৈ বাধ্য। প্ৰয়াত পিতামহ দুজনাৰ পৰা স্পষ্টীকৰণ বিচৰাৰ ধৃষ্টতা আমাৰ নহ'ব। আশাকৰো সংকলনটো অসমীয়া ভাষা সাহিত্যলৈ এটি মূল্যবান বৰঙণি বুলিয়েই পাঠকে আদৰি ল'ব।

গুৱাহাটী
মাৰ্চ ২০০৫

**লক্ষ্মীনাথ তামুলী**
সচিব
অসম প্ৰকাশন পৰিষদ

# 'উষা'ৰ আগকথা

"অভাৱেই আৱিৰ্ভাৱৰ মূল। 'উষা'ৰ আবিৰ্ভাৱৰ মূলতো সেই অভাৱ। কিন্তু, আসাম আকাশত 'অৰুণোদয়' হোৱাৰ বহুকালৰ পাছত আজি উষাৰ অভাৱ কিয় ? এই প্ৰশ্নই কোনোজনৰ মনত এনে ধাৰণা তুলিব পাৰে যে, সময়ৰ আগবঢ়া গতিত উদগতি কৰিব নোৱাৰি পিছুৱাই হে পৰিছে। কিন্তু স্বৰূপত সি নহয়, উষাৰ আবিৰ্ভাৱে আসামৰ আজি উন্নতিহে দেখাইছে।" সেইয়া ১৯০৭ চনৰ আদি ভাগৰ কথা। ত্ৰয়োদশ শতিকাত অসমৰাজ্যৰ ৰজা স্বৰ্গদেউ চুবিনফাৰ মহামন্ত্ৰী থাওৰুক ডাঙৰীয়াৰ বংশৰ মহাপ্ৰাণ পদ্মনাথ বৰুৱাই ওপৰৰ আদৰ্শক সৰোগত কৰি ১ম বছৰ ১ম সংখ্যা উষাৰ সম্পাদকীয় হিচাপে আৰম্ভণি কৰিছিল আৰু তেজপুৰ নগৰৰ "তেজপুৰ আসাম চেণ্ট্ৰেল প্ৰেছত" শ্ৰীভদৰাম দাসৰ দ্বাৰা মুদ্ৰিত কৰি তেজপুৰ আসাম এজেন্সিৰ পৰা মাহেকীয়া আলোচনী 'উষা' সম্পাদনা কৰি প্ৰকাশ কৰিছিল। সেইয়া অসমীয়া আধুনিক সাহিত্যৰ জগতৰ এটা যুগৰ আৰম্ভণি।

কিন্তু সেইসময়ত আধুনিক অসমীয়া ভাষা আৰু সাহিত্যৰ এক চালুকীয়া যুগ। মানৰ তিনিবাৰ আক্ৰমণত স্বাধীনতা, ঐতিহ্যৰ সম্পদ, ভাষা-সাহিত্যৰ বিপৰ্যয়ৰ পিছত কোম্পানীৰ শাসনত পুনৰ অসমীয়া জাতিয়ে ঠন ধৰি উঠিছিল। কিন্তু ভূতৰ ওপৰত দানহ পৰাত অসমীয়া ভাষা-সাহিত্যই আৰু এটা দুৰ্যোগৰ সন্মুখীন হৈছিল।

মানৰ আক্ৰমণৰ পিছত ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিৰ পিছত অসম বৃটিছ শাসনৰ তললৈ যায় আৰু সেইসময়ত পাশ্চাত্য শাসন পদ্ধতিত অভিজ্ঞ অসমীয়া বিষয়া আদি নথকাত অসমৰ ওচৰ-চুবুৰীয়া বংগদেশৰ পৰা অহা ৰাজ-বিষয়াই ভৰি পৰিছিল। বঙ্গদেশৰ স্কুল-আদালতৰ ভাষা পাৰ্চী হোৱা সত্ত্বেও অসমত বৃটিছে বাংলাক স্কুলৰ শিক্ষাৰ মাধ্যম হিচাপে বলবৎ কৰিছিল।

সেইয়াই হৈছে অসমীয়া সংস্কৃতিৰ দুৰ্ভাগ্য, দুৰ্দিন। যিকি নহওক, আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদিৰ প্ৰচেষ্টাত সুদূৰ আমেৰিকাৰ পৰা অহা বেপ্‌টিষ্ট মিচনৰ ঐকান্তিক প্ৰচেষ্টাত বৃটিছ শাসকবৃন্দৰ মোহভংগ হ'ল আৰু ১৮৭২ চনত পুনৰ অসমীয়া ভাষাই প্ৰতিষ্ঠা লাভ কৰিলে। ইয়াৰ পাছতে আৰম্ভ হ'ল অসমীয়া ভাষা সাহিত্যৰ আত্ম-প্ৰতিষ্ঠাৰ যুগ।

বেপ্‌টিষ্ট মিচনৰ ঐকান্তিক চেষ্টাত অসমীয়া ভাষা পুনৰ কেৱল প্ৰতিষ্ঠিতেই হোৱা নাছিল বৰঞ্চ ১৮৪৮ চনত প্ৰকাশিত চাহাবৰ ইংৰাজী অসমীয়াত লিখা ব্যাকৰণ আৰু ব্ৰনচ্‌ন চাহাবৰ ১৮৬৯ চনত প্ৰকাশিত অভিধান আদি পুথিয়ে প্ৰমাণ কৰিলে ভাৰতৰ পূব প্ৰান্তত অৱস্থিত অসমৰ অসমীয়া ভাষা মহাকাব্য যুগৰ পৰা বৈ অহা বৰলুইতৰ ভৰা সোঁত আৰু সেইসময়ৰ জোনাকী যুগৰ লেখকসকলে সেই সাহিত্য সমৃদ্ধ কৰি তুলিছিল। আৰু তাৰেই খোপনি লৈ পদ্মনাথ গোহাঞিবৰুৱাকে কেন্দ্ৰ কৰি শৰাইঘটীয়া দলে ভাষা জননীৰ সেৱাত আত্মনিয়োগ কৰিছিল। আৰু সেই মহামন্ত্ৰে অনুপ্ৰাণিত হৈ গোহাঞিবৰুৱাদেৱে নিজৰ আৰ্থিক অৱস্থালৈ আওকাণ কৰি উষা সম্পাদনা কৰি প্ৰকাশ কৰিছিল।

উষা আলোচনীৰ পশ্চাতভূমিত আমি দেখা পাওঁ সাধাৰণ পৰিয়ালৰ সেইসময়ৰ পদ্মনাথ তীব্ৰ জীৱন-যুঁজত নিজ প্ৰতিষ্ঠাৰ বাবে আত্মনিয়োগ কৰিব লগা হৈছিল।

মহামন্ত্ৰী থাওৰুক বুঢ়াগোহাঁই পৰিয়ালৰ বংশধৰ পদ্মনাথৰ উপৰিপুৰুষসকল বৰ্তমান শিৱসাগৰ জিলাৰ জাঁজী অঞ্চলৰ জকাইচুক মৌজাৰ শিমলুগুৰি গাঁৱৰ বাসিন্দা আছিল আৰু গোহাঞিবৰুৱা ডাঙৰীয়াৰ ককাদেউতা কিনাৰামৰ মানৰ ১ম

আক্ৰমণৰ সময়ত ২য় পুত্ৰ ঘিণাৰামৰ জন্ম হয় আৰু ঘিণাৰাম পানী কেঁচুৱা অৱস্থাতে তেওঁৰ পিতৃ কিনাৰামক মানে কাটি হত্যা কৰিছিল। ঘিণাৰামৰ তিনিবছৰ বয়সত মাতৃ-বিয়োগ হোৱাত ঘাট মাউৰা ঘিণাৰামক বুঢ়ীমাকে ডাঙৰ-দীঘল কৰিছিল। আৰ্থিক অনাটনত ঘিণাৰামে বাধ্য হৈ সেই অঞ্চললৈ অহা এজন ব্ৰাহ্মণ দাৰোগাৰ আশ্ৰয়ত আছিল আৰু সেই ব্ৰাহ্মণ দাৰোগা এই অঞ্চলত 'বামুণ দাৰোগা' নামে জনাজাত আছিল।

কাৰ্যৰ উপলক্ষে সেই বামুণ দাৰোগা উত্তৰ লক্ষীমপুৰলৈ বদলি হৈ যোৱাত গাৰ ছাঁৰ দৰে ঘিণাৰামো উত্তৰ লক্ষীমপুৰ পালেগৈ। উচ্চ অভিলাষী সুনিপুণ ঘিণাৰামে প্ৰথমতে পুলিচৰ চাকৰিত সোমাই এজন শিক্ষকৰ সাহায্যত লিখা-পঢ়া কৰে আৰু লিখা-পঢ়া শিকি পুলিচৰ চাকৰিৰ পৰা পদত্যাগ কৰি 'কাকতি' হয়। কালক্ৰমত নিজ কৰ্মদক্ষতাৰ ফলস্বৰূপে ঘিণাৰামে লখিমপুৰ চহৰত নিজক প্ৰতিষ্ঠা কৰে আৰু প্ৰথমতে লখিমপুৰ জিলাৰ নকাঁড়ী মৌজাৰ মৌজাদাৰ হয়। নিজ কৰ্মদক্ষতাৰ গুণত কালক্ৰমত তেওঁ তিনিটা মৌজা পৰিচালনা কৰি লখিমপুৰ চহৰৰ এজন গণ্য মান্য সম্ভ্ৰান্ত্ৰ পুৰুষ হিচাপে নিজকে প্ৰতিষ্ঠা কৰে। তেওঁৰেই ৪ৰ্থ পুত্ৰ পদ্মনথে ১৮৭২ চনৰ ৯ আঘোণৰ মঙ্গলবাৰৰ দিনা নকাঁড়ী গাঁৱত জন্ম গ্ৰহণ কৰে। ঘিণাৰামৰ দুগৰাকী ভাৰ্য্যা আছিল আৰু সৰু ভাৰ্য্যা লস্তা দেৱী আছিল পদ্মনাথৰ মাতৃ।

এই পটভূমিতে সাহিত্য সেৱাক জীৱনৰ ব্ৰত হিচাপে লৈ মাতৃ বন্দনাৰ বাবে সাজু হৈছিল মহাপ্ৰাণ পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়া। পদ্মনাথ গোহাঞিবৰুৱাৰ জীৱন আলোচনাত আৰু সাহিত্যৰ ক্ষেত্ৰত দুজন পুৰুষ ওতপ্ৰোতভাৱে জড়িত। এজন হৈছে অভিন্ন হৃদয় পানীন্দ্ৰ নাথ গগৈ যাৰ অকাল বিয়োগত পদ্মনাথ গোহাঞিবৰুৱা ভাগি পৰিছিল। অন্যজন আছিল সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা যাৰ কৃপাবৰী সাহিত্যই পদ্মনাথৰ উষাৰ পাতত প্ৰতিষ্ঠা লাভ কৰি নিজকে প্ৰতিষ্ঠিত কৰিছিল। কিন্তু উষাৰ ৩য় বৰ্ষত প্ৰকাশিত এটা কৃপাবৰী প্ৰৱন্ধই বেজবৰুৱা আৰু গোহাঞিবৰুৱাক অসমীয়া সাহিত্যৰ গোলকৰ দুই মেৰুত থিয় কৰাইছিল। আৰু সেইয়াই হৈছে 'বাঁহী'-'উষা'ৰ যুদ্ধ যি অসমীয়া সাহিত্যৰ গৌৰৱোজ্বল অধ্যায় হিচাপে পৰিগণিত হৈছিল আৰু তাৰে পটভূমিত আমি দেখা পাওঁ ভাষা জননীৰ পূজাৰ বেদীত দুজন মহাপ্ৰাণ অসমীয়া ভকতৰ অৰ্ঘ্য।

গোহাঞিবৰুৱা আছিল এটা সাধাৰণ অৱস্থাৰ পৰা নিজকে প্ৰতিষ্ঠা কৰা পুৰুষ। গোহাঞিবৰুৱাই উপৰোক্ত ঘটনাচক্ৰত পৰি আত্মপ্ৰতিষ্ঠাৰ বাবে অহোপুৰুষাৰ্থ কৰিব লগা হৈছিল। আনফালে ১৮৮৯ চনৰ পৰা জোনাকী কাকতৰ যোগেদি বেজবৰুৱাই আত্ম-প্ৰতিষ্ঠাৰ শীৰ্ষস্থানত উপস্থিত হৈছিল আৰু সেই সময়ত গোহাঞিবৰুৱা আছিল ন লেখাৰু। অন্যহাতে ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ পুত্ৰ লক্ষ্মীনাথ আছিল আৰ্থিকভাৱে স্বচ্ছল আৰু সেই সময়ত দীননাথ মুন্সিফৰ পুত্ৰ হিচাপে সম্ভ্ৰান্ত পৰিৱেশত লক্ষ্মীনাথে পাশ্চাত্ত্য সংস্কৃতিৰ আভাস পাইছিল। তাৰ পাছত বৈবাহিক সূত্ৰে লক্ষ্মীনাথ বংগদেশৰ ঠাকুৰ পৰিয়ালৰ যোগেদি সম্ভ্ৰান্ত ভাৰতীয় পৰিয়ালৰ সংস্পৰ্শলৈ আহিছিল আৰু কৰ্ম জীৱনতো সুদূৰ সম্বলপুৰলৈকে তেনে এটা আভিজাত্য পৰিৱেশতে জীৱন কটাইছিল। বেজবৰুৱাৰ দৃষ্টি আছিল সুদূৰ প্ৰসাৰী। তাৰ উপৰিও ডাঙৰীয়া দীননাথ বেজবৰুৱাই কঠোৰ সংযমৰ মাজেৰে বেজবৰুৱাক দিয়া আধ্যাত্মিক জ্ঞান আদৰ্শই বেজবৰুৱাৰ জীৱন ধ্ৰুৱতৰাৰ দৰে উজ্বলাই তুলিছিল।

কিন্তু তাৰ পৰিপ্ৰেক্ষিতত গোহাঞিবৰুৱা ডাঙৰীয়াৰ জীৱন অতিবাহিত হৈছিল সংঘাতৰ মাজেদি। ১৮৯০ চনত ডিব্ৰুগড়ৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি গোহাঞিবৰুৱাই কলিকতাত এফ. এ. মহলাত নাম লিখাইছিল। কিন্তু বিশেষ অসুবিধাত সেইক্ষেত্ৰত তেখেত আগবাঢ়িব নোৱাৰি তেখেতে ওকালতি পঢ়িব চেষ্টা কৰিছিল। কিন্তু নিৰ্দিষ্ট বয়স নোহোৱাত তাতো আগবাঢ়িব নোৱাৰিলে। শেষত তেখেতে দুখে-বেজাৰে ভাগৰি পৰি অসম পাইছিলহি। সেই সময়ত তেখেতে অসীম ধৈৰ্য্য সহকাৰে সাহিত্য ক্ষেত্ৰত প্ৰৱেশ কৰে আৰু ভাষা জননীৰ বেদীত একান্ত চেষ্টা আৰু ত্যাগেৰে নিজকে ভাষা-সাহিত্যৰ কাণ্ডাৰীৰূপে সুপ্ৰতিষ্ঠিত কৰে আৰু এই পশচাতভূমিতে গোহাঞিবৰুৱাই প্ৰথমে 'বিজুলী' আৰু 'বন্তি' সম্পাদন কৰি শেষত 'উষা'ৰ যোগেদি অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীত নিজকে সুপ্ৰতিষ্ঠিত কৰিছিল।

'উষা'ৰ আৰম্ভণিত বেজবৰুৱা ডাঙৰীয়া আছিল গোহাঞিবৰুৱা ডাঙৰীয়াৰ উষাৰ প্ৰখ্যাত লেখক আৰু 'উষা'ৰ যোগেদিয়ে বেজবৰুৱাই কৃপাবৰ হিচাপে প্ৰতিষ্ঠা লাভ কৰে। বেজবৰুৱাৰ 'সুৰভি'ৰ প্ৰায়খিনি গল্পই 'উষা'ৰ পাততে প্ৰকাশ

পাইছিল। তাৰ ভিতৰত 'বাপিৰাম' বোলা গল্পটো ১ম বছৰৰ ১ম সংখ্যাৰ 'উষা'ত প্ৰকাশ পাইছিল আৰু এই দুই কাণ্ডাৰীৰ যুটীয়া প্ৰচেষ্টাত উষা এখন জাকত জিলিকা আলোচনী হিচাপে পৰিগণিত হৈছিল। কিন্তু তাৰ মাজতো কিছু পাৰ্থক্য আছিল। ওপৰত উল্লেখ কৰা পটভূমিত গোহাঞিবৰুৱা আছিল বৃটিছ শাসনৰ এজন উগ্ৰ সমৰ্থক আৰু অন্যহাতে বেজবৰুৱাৰ মানসিক দিগন্ত সুদূৰ প্ৰসাৰী আছিল আৰু গোহাঞিবৰুৱাদেৱৰ দৰে বৃটিছৰ অন্ধ ৰাজভক্ত নাছিল। সেইয়ে বেজবৰুৱাৰ লিখনিত বৃটিছ শাসনৰ প্ৰতি আৱশ্যক অনুযায়ী কটাক্ষও আছিল। কিন্তু গোহাঞিবৰুৱাৰ লিখনিত আছিল নতুন বৃটিছ শাসকৰ জয়গান। ঐক্যৰ মাজতো এই দুয়োজন কাণ্ডাৰীৰ মাজত আছিল অনৈক্যৰ ভাবধাৰা যাৰ ফলত 'উষা'ৰ ৩য় বাৰ্ষিকীত বেজবৰুৱাই কৃপাবৰ বৰুৱাৰ নতুন টোপোলা শিতানত লিখা 'এংলোইণ্ডিয়ান' আৰু কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমণ শিতানত লিখা 'বম্' নামৰ প্ৰবন্ধ দুটাই কেনা লগালে। প্ৰথম এংলোইণ্ডিয়ান প্ৰবন্ধটোত বেজবৰুৱা ডাণ্ডৰীয়াই ভাইচৰয়ৰ (viceroy) পৰা আৰম্ভ কৰি সাধাৰণ বৃটিছ ৰণুৱালৈকে সকলোকে তেওঁলোকৰ সাম্ৰাজ্যবাদী দৃষ্টিভংগী উদঙাই দেখুৱাই ব্যংগ কৰিছিল। যাৰফলত গোহাঞিবৰুৱাই বৃটিছ শাসক বৃন্দৰ ওচৰত জবাবদিহি লৈছিল। সেয়েহে 'উষা'ত 'কৃপাবৰ বৰুৱাৰ লগত অমত' বুলি এটা প্ৰবন্ধ লিখি উষাৰ পৰা সেই প্ৰবন্ধটো উঠাই লৈছিল আৰু সেই প্ৰসংগত লিখিছিল 'সেই প্ৰবন্ধ সেই নামৰ আগৰ ৰহস্যমূলক প্ৰবন্ধৰ অংশ বুলি ভাবিহে তাক ভ্ৰমবশতঃ উষাত ঠাই দিয়া হৈছিল। এই প্ৰবন্ধৰ মত আৰু কথাৰ লগত আমাৰ মত আৰু কথা একেবাৰে নিমিলে আৰু আমাৰ দৃঢ়বিশ্বাস হৈছে যে সেই প্ৰবন্ধই ৰাজভক্ত অসমীয়া প্ৰজাৰ মনত নিশ্চয় অত্যন্ত বিৰক্তি জন্মাইছে। এতিয়া আমাৰ মনত সেইবাবে ঘোৰ অনুতাপ হৈছে। সেইবাবে আশাকৰোঁ যেন আমাৰ ৰজা ৰাইজে অনুগ্ৰহ কৰি আমাৰ সেই ক্ৰটি মাৰ্জনা কৰিব। ইয়াৰ লগতে আমি সকলোকে জনাওঁ যে এতিয়াৰপৰা এনে বিধৰ প্ৰবন্ধই 'উষা'ত কেতিয়াও ঠাই নাপাব। লগতে আমি ইয়াকো জনাওঁ যে ইয়াৰ দ্বাৰাই আমি কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন প্ৰবন্ধ 'উষা'ৰ পৰা উঠাই লৈছো আৰু গ্ৰাহক পাঠক সকলেও যেন সেই প্ৰবন্ধ বাদ দি উষা পঢ়িব আৰু সেই প্ৰবন্ধৰ লগত উষাৰ সম্বন্ধ নাই বুলি জানিব।' পদ্মনাথ বৰুৱাই ৩য় বৰ্ষৰ একাদশ সংখ্যাৰ 'উষা'ত সপ্তম এৰ্ড্ৱাৰ্ডৰ পৰলোক হোৱা উপলক্ষে চাৰি পৃষ্ঠা জোৰা কবিতা এটাৰে বৃটিছৰ প্ৰশস্তি গাইছিল আৰু সামৰণি মাৰিছিল এইদৰে ঃ

## মহাৰজাৰ মহাপ্ৰয়াণ

নিৰ্ম্মল আকাশ, নাছিল ডাৱৰ,
নাছিল ধুমুহা চিন,
শান্তি প্ৰৱৰ্ত্তাই থাকোতে ভূপতি
এডওৱাৰ্ড প্ৰবীণ
পৰিল জাননী ৰজাৰো ৰজাৰ
উকলিল সিটি দিন ;
নিমিষে নিয়ালে মৰ্ত্ত্যৰ ৰজাক
বজাই স্বৰ্গীয় বীণ।
পৃথিৱীৰ প্ৰজা বিয়া কুল আজি
নুবুজি ঈশ্বৰৰ ইচ্ছা ;
পিতৃ বিয়োগত হিয়া হেৰুৱাই
কত জন যায় মূৰ্চ্ছা।

**শ্ৰীপদ্মনাথ বৰুৱা।**

এয়ে ঊষাৰ লগত বেজবৰুৱাৰ বিবাদ আৰু যাৰ ফলস্বৰূপে বেজবৰুৱাই 'বাঁহী' প্ৰকাশ কৰিবলৈ অনুপ্ৰেৰণা পাইছিল। সেয়া এক বেলেগ কাহিনী যাৰ ফলত প্ৰায় ৮ দিনৰ ভিতৰত ১৯১০ চনৰ আঘোণ মাহত বেজবৰুৱা ডাঙৰীয়াই বাঁহী সম্পাদন কৰি প্ৰকাশ কৰিছিল। সেয়েহে ১৯১০ চনৰ আঘোণ মাহত প্ৰকাশ কৰা বেজবৰুৱা 'বাঁহী' ৩২ পৃষ্ঠা আছিল। 'বাঁহী'ত প্ৰকাশিত গোটেইখিনি কবিতা প্ৰবন্ধ আদি বেজবৰুৱাই নিজে লিখিছিল। আৰম্ভ হ'ল 'বাঁহী'-'ঊষা'ৰ বিবাদ আৰু সাহিত্যৰ ক্ষেত্ৰত এটা নতুন যুগৰ সূচনা। গুণগতভাৱে বেজবৰুৱাৰ সমালোচনা আছিল তীব্ৰ আৰু বিদ্ৰূপাত্মক আৰু যিক্ষেত্ৰত বেজবৰুৱাই পঢ়ুৱৈ সমাজক অনুপ্ৰাণিত কৰিছিল। সেয়ে অসমীয়া সাহিত্যৰ বুৰঞ্জীত 'বাঁহী-উষাৰ' বিবাদ নামে খ্যাত। বেজবৰুৱাই গোহাঞিবৰুৱাদেৱৰ 'টেটোন তামুলী' খনক তীব্ৰ সমালোচনা কৰিছিল আৰু এইয়ে 'বাঁহী-ঊষাৰ কন্দল বঢ়াই তুলিছিল। এই বিবাদৰ সামৰণি পৰিছিল স্বৰ্গীয় মাধৱচন্দ্ৰ বেজবৰুৱাই সম্পাদন কৰা বাঁহীৰ সপ্তবিংশ বৰ্ষত যাৰ বিষয়ে আমি তলত আলোচনা কৰিম। গোহাঞিবৰুৱা ডাঙৰীয়াই নিজে ঊষাৰ ৫ম বৰ্ষলৈকে সম্পাদন কৰিছিল আৰু এই সময়ছোৱাত গোহাঞিবৰুৱা ডাঙৰীয়াই ঊষাৰ যোগেদি দেবানন্দ ভঁৰালী, ৰাধানাথ ফুকন, হেমচন্দ্ৰ গোস্বামী, আনন্দচন্দ্ৰ গুপ্ত (আগৰৱালা), সত্যনাথ বৰা, অম্বিকানাথ বৰা, গৌৰীদত্ত মিশ্ৰ বিদ্যাভূষণ, বেণুধৰ ৰাজখোৱা, ৰজনীকান্ত বৰদলৈ, লক্ষ্মীনাথ বৰুৱা আদি লেখক অসমীয়া সাহিত্য জগতত প্ৰতিষ্ঠিত কৰিছিল আৰু শেষৰ পিনে সূৰ্যকুমাৰ ভূঞা, শৰৎচন্দ্ৰ গোস্বামী, ৰমাকান্ত চৌধুৰী, নীলমণি ফুকন, হৰিনাৰায়ণ দত্তবৰুৱা আদি ন-প্ৰতিভাশালী লেখকসকলৰ লেখনীৰে ঊষা সমৃদ্ধ কৰিছিল। বিশেষকৈ ঊষাৰ যোগেদি গোহাঞিবৰুৱা ডাঙৰীয়াই সেই সময়ৰ ডাঙৰীয়া দীননাথ বেজবৰুৱা, ড° আৰেংগাচাহ, স্বৰ্গীয় আনন্দৰাম বৰুৱা, কৰ্ণেল শিৱৰাম বৰা আদি বিখ্যাত অসম সন্তানৰ সচিত্ৰ জীৱন চৰিত্ৰ বিভিন্ন লেখকৰ হতুৱাই লিখাই ঊষাত প্ৰকাশ কৰিছিল আৰু সেইখিনিকে সামৰিবলৈ গোহাঞিবৰুৱাই পিছত তেখেতৰ বিখ্যাত পুথি 'জীৱনী সংগ্ৰহৰ' যোগেদি থুপাই লৈ প্ৰকাশ কৰিছিল। এইয়া এক জীৱন চৰিতলৈ গোহাঞিবৰুৱাৰ অতুলনীয় অৱদান। তদুপৰি গোহাঞিবৰুৱাৰ উদ্যোগ আৰু প্ৰেৰণাত এদল নতুন অসমীয়া লেখকে সাহিত্য ক্ষেত্ৰত আত্মপ্ৰকাশ কৰিছিল। সেইসকলৰ ভিতৰত সূৰ্য কুমাৰ ভূঞা, পদ্মধৰ চলিহা, মহীচন্দ্ৰ বৰা, ৰত্নকান্ত বৰকাকতি, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আদিৰ সাহিত্য-প্ৰেৰণাত গোহাঞিবৰুৱাদেৱ আছিল বাটকটীয়া।

ঘাত-প্ৰতিঘাতৰ মাজেদি ঊষাই ৫ম বৰ্ষৰ পাছত আগবাঢ়িব নোৱাৰিলে। আগবাঢ়ি আহিল সেই সময়ৰ সাহিত্যৰথীৰ ভতিজাক কৰ্মযোগী স্বৰ্গীয় মাধৱ বেজবৰুৱা। সাহিত্যৰথী বেজবৰুৱাৰ প্ৰয়াণৰ পাচত নিমাত হোৱা 'বাঁহী'ত ন-ৰূপত ফুঁ দি বেজবৰুৱাই ১৯৩৯ চনত ২৬শ বছৰ 'বাঁহী'ৰ পুনৰ প্ৰকাশ আৰম্ভ কৰে। লগে লগে মাধৱচন্দ্ৰই আশিস বিচাৰি পদ্মনাথ গোহাঞিবৰুৱাদেৱৰ ওচৰ চাপে। গোহাঞিবৰুৱা ডাঙৰীয়াৰ পুত্ৰসম ব্যৱহাৰ আৰু আশীৰ্বাদত মাধৱচন্দ্ৰ আপ্লুত হৈ পৰে আৰু 'বাঁহী'ৰ লগতে 'ঊষা'ৰো পুনৰ প্ৰকাশৰ সপোন দেখে। এইখিনিতে আমি এটা ব্যক্তিগত কথা উল্লেখ কৰো। ১৯৯৮ চনত আমি এবাৰ তেজপুৰলৈ যাওঁতে সেইসময়ত গোহাঞিবৰুৱাৰ একমাত্ৰ পুত্ৰ স্বৰ্গীয় হৰেকৃষ্ণ গোহাঞিবৰুৱাক তেখেতৰ বাসভৱনত লগ পাইছিলো আৰু গোহাঞিবৰুৱাৰ বিষয়ে কথা পাতোতে তেখেতে কথা-প্ৰসংগত উল্লেখ কৰিছিল — 'আমি ঘৰত দেখিছিলো যে তেতিয়া প্ৰায় মাধৱ দাদা (মাধৱ বেজবৰুৱা) দেউতাৰ ওচৰলৈ আহিছিল। আৰু দেউতাই তেখেতক আমাৰ Campound-অৰ এচুকত থকা তেখেতৰ অফিচৰ খোটালীত বহি দাদাৰ সৈতে গুণ গুণাই কথা পাতি আছিল। মাধৱ বেজবৰুৱা যেতিয়া আহে বেছিভাগ সময় দেউতাৰ লগত কথা পাতিছিল আৰু দেউতাই মাধৱদাক নিজৰ ল'ৰাৰ দৰে মৰম কৰিছিল।' সেয়ে নেকি তেনে চেনেহৰ বশৱৰ্ত্তী হৈ গোহাঞিবৰুৱা ডাঙৰীয়াই মাধৱ বেজবৰুৱাক 'ঊষা'ৰ সৰ্বস্বত্ব দান কৰি 'ঊষা'ক নতুন ৰূপত প্ৰকাশ কৰিবলৈ অনুমতি দিছিল এনেদৰে—

পদ্মকুটীৰ, তেজপুৰ অসম।
ভাদ, শ্ৰীকৃষ্ণাষ্টমী, ১৮৬২ শক।

মৰমৰ শ্ৰীমান মাধৱ মইনা!

সম্প্ৰতি মেঘৰ আৰু থকা মোৰ সাদৰী জীয়াৰী 'উষা'ৰ পোহৰ পুনঃ প্ৰচাৰ কৰিবলৈ মনস্থ কৰা শুনি বৰ ৰং পাইছোঁ। তোমাৰ প্ৰস্তাৱ মতে, মোক প্ৰতিষ্ঠাতা স্বৰূপে ৰাখি, কাকতখন ষষ্ঠ ভাগৰ পৰা প্ৰচাৰ কৰিবলৈ তোমাক সৰ্ব্বস্বত্ব দান কৰিলোঁ। আশা কৰোঁ, তোমাৰ হাতত 'উষা'ৰ আগৰ আদৰ সুখ্যাতিৰ জেউতি চৰিব।

ইতি
তোমাৰ মৰমৰ,
শ্ৰীপদ্মনাথ গোহাঞিবৰুৱা।

মাধৱচন্দ্ৰ আছিল সম্পাদনাৰ ক্ষেত্ৰত নতুন আৰু হাতত 'বাঁহী' পুনৰ প্ৰকাশৰ আঁচনি। গোহাঞিবৰুৱাদেৱৰ আশিস ধন্য হৈ সম্পূৰ্ণ বেলেগ ভাৱে 'উষা'ৰ পুনৰ প্ৰকাশৰ আঁচনি লৈ প্ৰথমতে বাঁহীৰে এটা অংশ 'উষা'ৰ নামকৰণ কৰি গোহাঞিবৰুৱাক প্ৰতিষ্ঠাপক হিচাপে ৰাখি ২৭ বৰ্ষৰ বাঁহীত 'উষাৰ-নৱ-প্ৰকাশ' হিচাপে ষষ্ঠ বছৰ ৰঙালী বিহুৰ সংখ্যাত প্ৰকাশ কৰে আৰু যুটীয়া সম্পাদনাত থাকে মেৰী হামিদা খাটুন আৰু উষাদেৱী বেজবৰুৱা। এইয়া ১৯৪১ চনৰ এপ্ৰিল মাহৰ কথা। তাৰ পাছত 'বাঁহী'ৰ অংশ হিচাপে 'উষা' ষষ্ঠ বছৰৰ ষষ্ঠ সংখ্যালৈকে প্ৰকাশ হৈছিল। এইয়াই ১৯০৯ চনত আৰম্ভ হোৱা 'বাঁহী'ৰ বেজবৰুৱা আৰু 'উষা'ৰ গোহাঞিবৰুৱাৰ ভিতৰত হোৱা 'বাঁহী-উষা' বিবাদৰ পৰিসমাপ্তি। মাধৱ বেজবৰুৱাদেৱৰ ভাষাত এইয়া 'বাঁহী-উষাৰ পুনৰ মিলন।' গোহাঞিবৰুৱাই শান্তি পাইছিল আৰু মাধৱক আশীৰ্বাদেৰে বুৰাই পেলাইছিল। এইয়া এক নতুন যুগৰ সূচনা। কিন্তু কালে কুটিল হাঁহি মাৰিলে। কাম আধৰুৱা হওঁতেই ডেকাবেজ মাধৱচন্দ্ৰৰ স্বাস্থ্য ভাগি পৰিল আৰু দুৰাৰোগ্য ৰোগত আক্ৰান্ত হৈ মাধৱচন্দ্ৰ দাক্ষিণাত্যৰ মাদ্ৰাজৰ ওচৰত সাগৰৰ পাৰত আৰোগ্য ভৱনত ভগ্ন স্বাস্থ্য পুনৰ উদ্ধাৰৰ বাবে বিশ্ৰাম ললে। 'বাঁহী-উষা'ৰ নতুনকৈ আৰম্ভ কৰা আৰু পুনৰ প্ৰকাশত যতি পৰিল। ফলত 'উষা'ৰ ষষ্ঠ বছৰ ষষ্ঠ সংখ্যা প্ৰকাশৰ পাছত আৰু প্ৰকাশ নাপালে। ভগ্ন স্বাস্থ্যৰ মাধৱ বেজবৰুৱাই ১৯৪৬ চনৰ অক্টোবৰ মাহৰ লক্ষ্মী পূৰ্ণিমাৰ তিথিত এই সংসাৰৰ পৰা বিদায় ল'লে। বাঁহী আৰু উষা নিজম পৰি গ'ল। আমাৰ অতি সৌভাগ্যৰ বিষয় যে আমাৰ হাতত 'উষা'ৰ ১ম বছৰৰ ১ম সংখ্যাৰ পৰা সকলোখিনি প্ৰকাশ স্বৰ্গীয় ডেকাবেজ মাধৱৰ প্ৰকাশিত সংখ্যাৰে সৈতে আছিল আৰু প্ৰকাশন পৰিষদৰ সচিব শ্ৰীলক্ষ্মীনাথ তামুলীৰ সাহিত্য অনুৰাগেৰে আৰু তেখেতৰ ঐকান্তিক প্ৰচেষ্টাৰ ফলত উষাৰ এই সম্পূৰ্ণ সংগ্ৰহটি আজি প্ৰকাশৰ পথত। হয়তো শ্ৰীতামুলীৰ এনে প্ৰচেষ্টা নোহোৱা হ'লে 'উষা'ৰ এই সমগ্ৰ প্ৰকাশ নহ'লহেঁতেন। আমাৰ অতি আনন্দৰ বিষয় যে শ্ৰীতামুলীৰ এনে প্ৰচেষ্টাই ভালেখিনি পুৰণি সাহিত্য সম্পদ নতুন প্ৰজন্মৰ সন্মুখত দাঙি ধৰিবলৈ সক্ষম হৈছে আৰু ভগৱানে যেন তেনে প্ৰচেষ্টাৰ সাৰ্থক সামৰণি পেলায়।

এইখিনিতে এটা কথা উল্লেখযোগ্য যে 'উষা'ৰ ৫ম বৰ্ষৰ সংগ্ৰহখিনি জীৱিত কালত হৰেকৃষ্ণ গোহাঞিবৰুৱা ডাঙৰীয়াই আমাৰ পৰা নিছিল আৰু তেখেতৰ অকাল মৃত্যুত সেইখিনি ঘূৰাই নোপোৱাৰ বাবে সেই সংখ্যা এই সংগ্ৰহত সন্নিবিষ্ট কৰিব পৰা নহ'ল।

আশাকৰোঁ পঢ়ুৱৈ সমাজে এই সংগ্ৰহটি আদৰি লব আৰু শ্ৰীতামুলীৰ পৰিশ্ৰমৰ সাৰ্থকতা পূৰণ কৰিব।

মাৰ্চ, ২০০৫

শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱা
শিৱসাগৰ

# সূচীপত্ৰ



## প্ৰথম ভাগ ঃ প্ৰথম সংখ্যা শঁক ১৮২৮



## প্ৰথম ভাগ ঃ দ্বিতীয় সংখ্যা



## প্ৰথম ভাগ ঃ তৃতীয় সংখ্যা

## প্ৰথম ভাগ ঃ চতুৰ্থ সংখ্যা



## প্ৰথম ভাগ ঃ পঞ্চম সংখ্যা

## প্ৰথম ভাগ ঃ ষষ্ঠ সংখ্যা



## প্ৰথম ভাগ ঃ সপ্তম সংখ্যা



## প্ৰথম ভাগ ঃ অষ্টম সংখ্যা

## প্ৰথম ভাগ ঃ নৱম সংখ্যা



## প্ৰথম ভাগ ঃ দশম সংখ্যা

## দ্বিতীয় ভাগ ঃ চতুৰ্থ সংখ্যা



## দ্বিতীয় ভাগ ঃ পঞ্চম সংখ্যা

## দ্বিতীয় ভাগ ঃ ষষ্ঠ সংখ্যা



## দ্বিতীয় ভাগ ঃ সপ্তম সংখ্যা

## দ্বিতীয় ভাগ ঃ অষ্টম সংখ্যা



## তৃতীয় ভাগ ঃ প্ৰথম সংখ্যা

## তৃতীয় ভাগ ঃ দ্বিতীয় সংখ্যা



## তৃতীয় ভাগ ঃ তৃতীয় সংখ্যা



## তৃতীয় ভাগ ঃ চতুৰ্থ সংখ্যা

## তৃতীয় ভাগ ঃ পঞ্চম সংখ্যা (১৯০৯ চন)



## তৃতীয় ভাগ ঃ ষষ্ঠ সংখ্যা



## তৃতীয় ভাগ ঃ সপ্তম সংখ্যা

## তৃতীয় ভাগ ঃ অষ্টম সংখ্যা



## তৃতীয় ভাগ ঃ নৱম সংখ্যা

## তৃতীয় ভাগ ঃ দশম সংখ্যা



## তৃতীয় ভাগ একাদশ সংখ্যা

## তৃতীয় ভাগ ঃ দ্বাদশ সংখ্যা



## চতুৰ্থ ভাগ ঃ প্ৰথম সংখ্যা ১৮৩৩ শঁক

## চতুৰ্থ ভাগ ঃ চতুৰ্থ সংখ্যা



## চতুৰ্থ ভাগ ঃ পঞ্চম সংখ্যা

## চতুৰ্থ ভাগ ঃ ষষ্ঠ সংখ্যা

## চতুৰ্থ ভাগ ঃ সপ্তম সংখ্যা



## চতুৰ্থ ভাগ ঃ অষ্টম সংখ্যা

## চতুৰ্থ ভাগ ঃ নৱম সংখ্যা



## ষষ্ঠ ভাগ ঃ প্ৰথম সংখ্যা ১৮৬২ শঁক

## ষষ্ঠ ভাগ ঃ পঞ্চম সংখ্যা



## ষষ্ঠ ভাগ ঃ ষষ্ঠ সংখ্যা

# পদ্মনাথ গোহাঞিবৰুৱা



জন্ম ঃ ৯ আঘোণ ১৮৭২ — মৃত্যু ঃ ৮ বহাগ ১৯৪৬

# উষা

প্ৰথম ভাগ

প্ৰথম সংখ্যা

## উষা

নিশা অৱসান প্ৰায়। নিজম পৃথিৱী
লাহে লাহে লভিছে চেতনা;
ভাগৰ টোপনি মায়া ক্ৰমে আঁতৰিছে;
সুমৰি উঠিছে প্ৰাণ-বীণা।

সপোনৰ লীলা-খেলা প্ৰকৃতিয়ে ভুলি
ধৰিছেহি দিঠকৰ মোৰ;
দৃষ্টিহীন সজাগেৰে উমানত শুনে
নিজানত উটি ফুৰা সুৰ।

ভাবত পুৰঠ হল সৃষ্টিৰ অন্তৰ,
ৰাঙলি বৰণ তাৰ চিন;
ৰূপান্তৰ তাৰে মাথোঁ শোণিত সাগৰ,
প্ৰান্ত যাৰ অনন্তত লীন।

মথিছে সাগৰ-সোঁত বিশ্ব-ৰচোঁতাই,
তেজ-পানী ক্ৰমে ঘন হয়;
প্ৰকৃতিৰ কপালত সেন্দুৰৰ ফোঁট,
পূব শিৰে অৰুণ উদয়।

কোমল জেউতি ফেৰি উষাৰ পোহৰ,
তেজী জ্যোতি অৰুণৰ ভাতি;
পৱিত্ৰ মিলন গুণে শান্তিময়ী প্ৰভা,
দিনৰ পোহৰ একো ছাতি।

জনম কৰম পাচে মৰম বুকত,
সন্তানৰ জিৱণিৰ ৰীতি;
সাগৰ বুকত খেলে পুণ্য শোভা ধৰি
অৰুণৰ অনুৰূপ যিটি।

দুটি ৰূপ এটি হায়, সৃষ্টি পাতনিত,
মিলনত লয় অভগন;
প্ৰকৃতি-কুমাৰে তাৰ বিলায় চানেকী,
পৃথিৱীত উষাৰ হৰণ।

এয়ে সৃষ্টি উৎপতি, এয়ে আৰম্ভণ
সংসাৰৰ যত ৰীতি-নীতি;
ইয়াৰে চানেকী উঠে নৱ জীৱনত,
সাধে মানে যত উৎনতি।

তৰুণ অৰুণ কালে দুপৰ সুৰুজ,
দক্‌মক্ কিৰণৰ ধল;
যৌৱনত ভৰি দিয়া অনিৰুধদেৱ,
অৰুণৰ অনুৰূপী বল।

জম্বুৰ পছিম প্ৰান্ত দ্বাৰকা নগৰী,
উন্নতিৰ শিতানত লীন;
পূৰ্ণ হিয়া কুমাৰৰ, সাগৰ প্ৰমাণ
জগতৰ ভৰপূৰ চিন।

প্ৰকৃতি জনম থল পূব গিৰিবৰ,
প্ৰেমবোৱা শোণিতৰ ধাৰ;
কুমাৰীৰ পুণ্য ভাব পূৰ্ণ প্ৰতিভাত,
মিলনত উন্নতি অপাৰ।

নিতে জন্ম, নিতে কৰ্ম্ম, নিতে ফলভোগ,
নিয়তিৰ ৰীতি এই সাৰ;
নিতকে নতুন হোৱা সৃষ্টিৰ বিধান,
অমৰণ ভাগ আতমাৰ।

কৰ্মৰ অনুগামী কীৰ্ত্তিৰ নিচান,
পাচলই ধাউতি সদায়;
উৰে মানে উলাহত, জাতীয় জীৱন
উন্নতিৰ লাচত উধায়।
যাত্ৰী-নাও যাওঁ যাওঁ, অপেক্ষি লগৰী,
যাতৰাৰ শুভক্ষণ গণি;
ৰিণি ৰিণি দেখা যায়, আহে ভটীয়াই,
লোহিতৰ পানী-ধাৰ মনি।

ভাটী ভাগে আছে মানে জাতীয় সঙ্গতি
লগে-ভাগে যাব ভটীয়াই;
পছিমীয়া বেহা লই ঘূৰিব সন্ধিয়া,
জননীক দিবহি গতাই।

কতনা সন্ধিয়া বেলি দিনে মাৰ যায়,
দিনে নৱ জনম কাৰণ;
নেদখা ভাগৰ নৰে দিনে দেখা পায়,
দিনে নৱ উষাৰ হৰণ।

দুপৰ সূৰুজ আৰু মাজনিশা ৰাতি,
বিপৰীত উৎপতি লয়;
দিনে দুই অৱসান, নিজম পৃথিৱী
দুটি বাৰ সচেতন হয়।

জগতৰ উৎনতি, গতি অবিৰাম,
সৃষ্টি স্থিতি আছে যত দিন;
অমৰণ অভগন উষাৰ মিলন,
জীৱন উন্নতিৰ চিন।

# সম্পাদকৰ শৰাই

**জন্ম** —অভাৱেই আবিৰ্ভাৱৰ মূল। "উষা"ৰ আবিৰ্ভাৱৰ মূলতো সেই অভাৱ। কিন্তু, আসাম-আকাশত "অৰুণোদয়" হোৱাৰ বহু কালৰ পাছত আজি উষাৰ অভাৱ কিয় ? এই প্ৰশ্নই কোনো জনৰ মনত এনে ধাৰণা তুলিব পাৰে যে, সময়ৰ আগ বঢ়া গতিত আসামে উদগতি কৰিব নোৱাৰি পিচুৱাই হে পৰিছে। কিন্তু, স্বৰূপত সি নহয়; উষাৰ আবিৰ্ভাৱে আসামৰ আজি উন্নতি হে দেখাইছে। কিয়নো, পানীৰ গতিৰ আৰ্হিৰে জাতীয় উন্নতিৰ গতিয়ে অৱস্থাৰ গঢ় সলায় মাথোন। সময়ৰ সুদীৰ্ঘ মেৰ-ঘূৰণিত সেই উন্নতিৰ গতিয়ে সৃষ্টিস্থিতিৰ নিৰ্দ্দিষ্ট স্থান বিলাক ঘূৰি ঘূৰি পাৰ হয়। পূৰ্ণ ঘূৰিণৰ সংখ্যা অনুসৰি হে ইয়াৰ উন্নতিৰ লেখ বা জোখ লব পাৰি। অৰুণোদয়ৰ পাচত যে আসামৰ দুপৰীয়া নহৈছিল, এনে বুজিব নেলাগে। দুপৰীয়া পাৰ নোহোৱাকৈ গধূলি, ৰাতি, অমাৱস্যা, পুৱঁতী নিশা ইত্যাদিৰ স্থল বা সময়ৰ ভাগ পাবগৈ পৰা নহলহেঁতেন। 'অৰুণোদয়' হোৱাত আসামে দিনটো 'বিলাসিনী' হৈ মনৰ উলাহত উন্নতিলৈ আগ বাঢ়িছিল। সেই উলাহৰ বলতে আসামে "আসাম বন্ধু" লাভ কৰিলে। বন্ধুৰ সজ পৰামৰ্শৰ সহায়ত আসাম ভালেমান সজ চৰ্চ্চালৈ আগ বাঢ়িল। উন্নতিৰ কাৰ্য্যক্ষেত্ৰত তেতিয়া পৰিশ্ৰমী 'মৌৱে'ও উৰি-ঘূৰি উৎসাহ দিলেহি। এই গ'ল পুৱা-দুপৰীয়া আবেলিৰ ভাগ সময়ৰ স্বাভাৱিক গতিত গধূলি আহিল সন্ধিয়াৰ পৰা জাকে জাকে জোনাকী পৰুৱাই অসমীয়াৰ পদুলি আৰু বাৰী ঘৰ শুৱনী কৰিবলৈ ধৰিলে। তলত "জোনাকীৰ" পোহৰ, আকাশত লগে লগে তৰা উঠিল "আসাম তৰা"ৰ জিলিকনিয়ে ৰাতি মধুময় কৰি তুলিলে। স্বভাৱৰ শোভাৰ ঘন পৰিৱৰ্ত্তনত অমাবস্যাৰ ঘোৰ আন্ধাৰো আছে। তাতে ডাৱৰ চাপি তাক ঘোৰতৰ কৰিলে। এনে সময়ত "বিজুলী"ৰ অভাৱ পৰিল, স্বাভাৱিক নিয়মে তাৰো আবিৰ্ভাৱ হ'ল। আন্ধাৰত খপিয়াই ফুৰা অসমীয়াক বাটৰ দিহা লগাই দি সিও নথৈ উপকাৰ কৰিলে। তাৰ পাচত আকাশ নিৰ্ম্মল, লাহে লাহে নীলাকাশত 'তৰা' লয় পালে, প্ৰকৃতিয়ে শুদ্ধ 'আসাম' আকাশৰ শোভা ধাৰণ কৰিলে। ইমানতে সময়ৰ মেৰঘূৰণিৰ এটা লেখ পূৰ্ণ হ'ল। আকৌ নৱ জীৱন। আকৌ উন্নতিৰ গতিৰ আৰম্ভণ। আৰম্ভণ-পূজাৰ অৰ্থে বন্তি জ্বলিল, 'আসাম বন্তি'য়ে আসামৰ কাৰ্য্য ক্ষেত্ৰলৈ অসমীয়াক উদগনি দিবলৈ ধৰিছে। গতিকে, এতিয়া উষা-যাত্ৰাৰ শুভক্ষণ পালেহি। অসমীয়াই এই শুভক্ষণত শুভ-যাত্ৰা কৰি, জাতীয় উন্নতিৰ নিচান হাতত লৈ, কাৰ্য্যক্ষেত্ৰলৈ আগ বাঢ়িব লাগে। চিৰকাল সময়ানুযায়ী শুভ-কৰ্ম্মলৈ আঙ্গুলিয়াই থাকিবলৈ 'উষা'ৰ আবিৰ্ভাৱ। অসমীয়াৰ এতিয়াৰ পৰা দিনে দিনে কাৰ্য্যাৰম্ভণৰ শুভক্ষণ আহক, দিনে দিনে আজীৱন অসমীয়াই উন্নতিৰ গতিত শুভযাত্ৰা কৰি কাৰ্য্য-পৰায়ণ হওক, দিনে দিনে আসামৰ অলেখ অভাৱ আঁতৰ হওক।

**উদ্দেশ্** — একে আষাৰে কবলৈ হলে, জাতীয় সাহিত্যৰ উন্নতি সাধনেই আলোচনীৰ মূল উদ্দেশ্। এই সাধনাৰ সিদ্ধিৰ লগতে দেশৰ সমাজ, বিজ্ঞান, কৃষি, শিল্প, বাণিজ্য এই বিলাক বিষয়ৰ উন্নতিৰো আলোচনা কৰা হয়; কিম্বা এই আলোচনাই প্ৰথম সাধনাৰ সিদ্ধিত সহায় কৰে মাথোন। ৰাজনৈতিক আৰু ধৰ্ম্মমূলক বিষয় আলোচনীৰ বিচাৰ সীমাৰ বাজ। কিয়নো, এই দুই বিষয়ৰ সংযোগত থকা বাজুৱা আৰু ভিতৰুৱা জঞ্জালে সাহিত্য-সেৱাত অসুচল ঘটায়। সাহিত্য-সেৱা এক প্ৰকাৰ উদাসীন ধৰ্ম্ম, ইয়াত ৰাজকীয় আৰু ধৰ্ম্ম-সম্বন্ধীয় জঞ্জলীয়া বিষয়ৰ যোগ থকাটো বাঞ্ছনীয়ও নহয়। তথাপি, সাধাৰণ ৰাজনীতি আৰু সকলোৰে উমৈহতীয়া ধৰ্ম্ম-ভাবৰ চৰ্চ্চা আলোচনীৰ পৰা একেবাৰে বাদ নপৰে। এইখিনিতে ইয়াকো কব লাগে যে, আলোচনী কেৱল আলোচনাৰ নিমিত্তে, ই সাধাৰণৰ মনোবাদৰ স্থল নহয়। কোনো বিষয়ৰ আলোচনাত সাধাৰণৰ ভিতৰত মতভেদ ঘটিলে তাক যুক্তিৰে সৈতে মিলাবলৈ হে চাব লাগে, লিখকৰ প্ৰতি পোনচাতেই খড়্গহস্ত হোৱাটো বিধি নহয়। যুক্তি প্ৰয়োগত যাৰ যিমান বল, সি সেই দৰৰ কাপ-যুদ্ধ চলাব পাৰে, জয়-পৰাজয়ৰ ফলোদয় ৰাইজৰ

বিচাৰত। ইত্যাদি কৰ্ম্মই আলোচনীৰ ধৰ্ম্ম,— অন্ততঃ ই আমাৰ মত। "উষাই" এনে ধৰ্ম্ম পালনকে নিজৰ কৰ্ত্তব্য কৰ্ম্ম মানি আগত লৈছে।

**মিনতি।**—আলোচনী চলোৱা গুৰুতৰ কাৰ্য্য। অভাজনৰ মূৰত ইয়াৰ বোজা উঠিলে তাৰ খোজে-পতি উজুটীৰ আশঙ্কা। অসমীয়া কৃতবিদ্য সাহিত্য-সেৱক সকলে সম্প্ৰতি যি ভাৱে "উষা" লৈ চাইছে, তালৈ চাই ইয়াক চলোৱাৰ ভাৰ আমি বিশেষ গুৰুত্বৰ মানিছোঁ। এনে ভাৰ মূৰত লৈ যে ঘন-উজুটীৰে ৰাইজক অপৰাধ নলগোৱাকৈ ৰব পাৰিম, আমি এনে আশই মাতিব নোৱাৰোঁ। গতিকে, তেনে অৱস্থাত গুণগ্ৰাহী ৰাইজৰ ওচৰত আমাৰ ক্ষমা ভিক্ষাই সাৰ মানি, আমি কাৰ্য্য-ক্ষেত্ৰলৈ খোজ ললোঁ। দোষ মাৰ্জ্জনাৰ লগে লগে শুধৰণিৰ উপদেশ পাবলৈকো সৰ্ব্বসাধাৰণৰ পৰা আশা কৰিলোঁ।

**উৎসাহ।**—"উষা" ৰাইজৰ আগলৈ 'নো' ওলাওঁতেই অসমীয়া সাহিত্য সেৱক আৰু স্বদেশ হিতৈষী সকলৰ পৰা প্ৰবন্ধাদি আৰু আৰ্থিক সাহায্যৰ ভৰসাৰে আশাতীত উৎসাহ পাই আমি সি সকলৰ শলাগ লৈছোঁ। উন্নতিৰ ফালে আমাৰ সমাজৰ উৎসাহৰ সোঁত-বৰ্ত্তমানত যি ভাৱে বৈছে, তালৈ চাই 'উষা'ই অচিৰে বহুল উন্নতি লাভ কৰিব বুলি আমি আশা কৰিছোঁ। মঙ্গলময় পৰমেশ্বৰৰ কৃপাত যেন 'উষা'ই উষা যাত্ৰাৰ শুভফল ভোগ কৰে, ৰাইজৰ পৰা এই আশীৰ্ব্বাদ পাবলৈ হাবিয়াস কৰোঁহক।

# অসমীয়া বোৱাৰী

পদ্মকান্ত এজন কলিকতীয়া ডেকা। তেওঁৰ ভায়েক কেশৱকান্তও ককায়েকৰ প্ৰায় সমানেই কলিকতাতে পঢ়া। দুইৰো সামাজিক উন্নতিৰ বিষয়ে মত প্ৰায় একেই। অসমীয়া সমাজৰ দোষবোৰ, বিশেষকৈ ঘৰুৱা দোষবোৰ তেওঁবিলাকৰ চকুত কুটা পৰা দি বহুত দিনৰ পৰা পৰি আহিছে। সেই বিষয়ে লগৰ লগৰীয়া ছাত্ৰসকলৰ আগত সময় অনুসৰি নানা প্ৰকাৰে বক্তৃতাও কৰি থাকে, আৰু সকলোকে তেওঁলোকে দেখা দেশৰ ঘৰুৱা দোষবোৰ গাই গাই নিজৰ ঘৰতে প্ৰথমে গুচাবলৈ খাটে। পদ্মকান্তই সদাই কয় যে, আনে চেষ্টা কৰক নকৰক, তেওঁ তেওঁৰ নিজৰ ঘৰত তেনে দোষ কেতিয়াও টিকিবলৈ নিদিব। বিশেষকৈ ঘৰৰ বোৱাৰী বৰজনাক, কাণসমনীয়া দেওৰেক, শহুৰেক আদিৰ আগত যে ওলাব নেলাগে, বা তেওঁলোকৰ কোনোৱে হঠাৎ দেখিলে বোৱাৰী লৰ মাৰি পলাব লাগে ই তেওঁৰ একেবাৰে অসহনীয়।

পদ্মকান্তই [illegible] লৰাৰ আগত বক্তৃতা দিয়াৰ পিচত কেতিয়াবা মনে মনে ভাবে—"বাৰু, মই জানিবা বোৱাৰীক বৰজনাকৰ আগত উলিয়াব খুজিলোঁৱেই, আৰু বোৱাৰীকো, আজিকালিৰ ছোৱালী, জানিবা বঢ়াই-বুজাই ওলাব নোপোৱা লোকৰ আগত ওলোৱা কৰিলোঁৱেই, পিচে যদি পলাব নলগা ডাঙ্গৰীয়াসকলেই বোৱাৰীৰ ভয়ত পলাই লৰ মাৰে, তেতিয়া কি উপায় কৰা হব?" আকৌ ভাবে, "নহয় নপলায়, মতা মানুহ পলাব কিয়? বোৱাৰী তো ৰাক্ষসী নহয়"।

আগেয়েই কোৱা হৈছে, পদ্মকান্ত ডেকা। ডেকা যেতিয়া বিয়াৰ আৰু বেচি দিন নাই। চাওঁতে চাওঁতেই এদিন বিয়া হল। তেওঁৰ বিয়াৰ অলপ দিনৰ পাচতে তেওঁৰ ভায়েক কেশৱকান্তৰো বিয়া হল। তেতিয়ালৈকে জানিবা তেওঁলোক কোনো বিলগ হোৱা নাই। মাক-বাপেক, ভাই-ককাই সকলোটি গোট হৈ এঘৰ হৈ আছে।

বিয়া কৰোৱাৰ পিচতো পদ্মকান্তই সেই আগৰ কথালৈ সদাই মনত কৰি থাকে, আৰু ভাবে,—"এতিয়া যদি আমাৰ ঘৰতো আনৰ ঘৰৰ দৰে লুকা-লুকি খেদিব লগা হয়, তেন্তে মোৰ কলিকতাৰ বক্তৃতা সোপাই অথলে যাব, আৰু মোক সকলোৱে 'মুখেন মাৰিতং জগৎ' বুলি নানা ককৰ্থনা কৰিব। মোৰ তো মন এতিয়াও আছে, পিচে আই আৰু দেউতাহঁতে যদি কামত বিধিপথালি দিয়ে, তেতিয়া কি কৰা হব? ঘৈণী-বোৱাৰীহঁত তো আজিকালিৰ ছোৱালী, সিহঁতক ভালকৈ কথা কৈ বুজাই মান্তি কৰাব পৰা হব। বাৰু, দেখা যাওক, প্ৰথমে আইৰে সৈতেই দেখাদেখিকৈ এদিন শুং উলিয়াই এখুন্দা তৰ্ক কৰি চাওঁ। আইৰ কাণ পৰিলেই দেউতাৰ কাণত পৰাৰ সমান। তেতিয়া মোৰ আৰু কেশৱকান্তৰো এনে মত বুলি জানি দেউতাক পোনে পোনে একো নোকোৱাকৈয়ে তেওঁ আপুনি সেও হব পাৰে। আৰু, ঘৈণী-বোৱাৰীহঁতেও নিজ কাণে এইবোৰ

কথা শুনি থাকি আই-দেউতাহঁত যেনিয়ে ঢাল লব খোজে সিহঁতো তেনিয়েই ঢাল লব।"

এইবোৰ কথা গমিগপি পদ্মকান্তই এদিন তেওঁৰ ঘৈণীয়েকৰে সৈতে পৰামৰ্শ কৰিলে। ঘৈণীয়েকে ক'লে— "বৌৱেক তো দেওৰেকৰ আগত ওলাব পায়েই ; কেশৱকান্ত বোপা এতিয়া আপোনাৰ কাণ-সমনীয়া ভাই দেখিহে আইয়ে মোক তেওঁৰ আগত মুখ ঢাকি ওলাববৈলে কৈছে, সৰু ভায়েকহঁতৰ আগত দেখোন ওলাওঁৱেই। হওঁতে আপুনি যি কথা কৈছে, সি সজ কথাই। আমাৰ ককাইদেওহঁতেও কলিকতাৰ পৰা আহি কলেজ বন্ধত ঘৰত থাকোঁতে আমাৰ আইহঁতৰে সৈতে এনেবোৰ কথা কোৱা-মেলা কৰা শুনো। আৰু, তেওঁলোকেও আমি আতাইবোৰ বহি থাকোঁতে হে এইবোৰ আৰু আন আন অনেক কথা উলিয়ায়। আমি তেতিয়াই এইবোৰ কথা ভাল বুলি কৈছিলো, আৰু এতিয়াও কওঁ। পিচে, কোনোবাই কৰবাত কিবা কয় বুলি হে মই এতিয়া আগৰ দস্তুৰেই চলিছোঁ, আপোনাৰ বোৱাৰীয়েকৰ মনো মোৰ মনৰেই মিলে। বাৰু, এতিয়া আপুনি আই সকলক ঘুৰাওক, আমি আপোনালোকে যেনেকৈ কৰিবলৈ কয়, তেনেকৈয়ে কৰিম। চাব, আমাৰ গাত যেন কোনো দোষৰ ছিটিকনি নপৰেহি।" পদ্মকান্তই ক'লে, — "তোমালোকে এইবোৰ কথা বেয়া নুবুবিলা বুলি মই আগেয়েই ভাবিছিলোঁ। বাৰু, তোমালোকে কোনো ভয় নকৰিবা, তোমালোকৰ ওপৰত কোনেও দোষাৰোপ কৰিব বা তোমালোকৰ বেয়া কথা ক'ব নোৱাৰে।"

এতিয়া ঘৈণীয়েকৰ আৰু তেওঁৰ মুখে বোৱাৰীয়েকৰো মন পাই পদ্মকান্তই মাক, বোৱাৰীয়েক, আৰু ঘৈণীয়েক তিনিওকো এদিন মেল পাতি থকাতে পাববৈলে চল চাই আছে। ঘৰৰ মানুহে চল বিচাৰিলে আৰু চল পাববৈলে কিমান বেলি লাগে? নিচেই সোনকালে এদিন তেনে চল ঘটি উঠিল।

এদিন দুপৰীয়া মাক, ঘৈণীয়েক, বোৱাৰীয়েক আৰু ভনীয়েকহঁত সকলোটি ভাত খাই উঠি আহি আগত তামোলৰ বটা লৈ তামোলৰ সেলেঙ্গি লগাই থুপ-থুপ মেল পাতি বহি আছে। পদ্মকান্তই তাকে গম পাই বাহিৰৰ পৰা 'ঐ আই, আই, আই আছা নে' এই বুলি সুধি সুধি উত্তৰলৈ বাট নোচোৱাকৈয়ে আগবাঢ়ি গৈয়ে আছে, প্ৰায় দুৱাৰৰ গুৰি পাওঁতেই মাকে মাত লগালে,—'পদুম, নাহিবি অথোন ইয়াত মানুহ আছে।' পদুমে ক'লে— "কিয়, মই মানুহ নহয় নে কি? মানুহৰ ঘৰততো মানুহেই হে থাকে, গৰু-ম'হ নাথাকে, আৰু মানুহেও মানুহৰ লগকে হে বিচাৰে।" এই বুলি কৈয়েই লাহে লাহে হাঁহি হাঁহি দুৱাৰডলিৰ ভিতৰ সোমাল। ভিতৰ সোমালতে ভনীয়েকহঁতে— 'অ, ভাল কথা হল বুলি হাঁহিবলৈ ধৰিলে। সিহঁতৰ লগে লগে ইসকলেও অলপ অলপ উজান ধৰিলে। ইপিনে কেশৱকান্তৰ ঘৈণীয়েক কপালত ওৰণীৰে সৈতে দুৱাৰচুকত চেপেটা লাগিল।

পদ্মকান্ত সোমাই গৈয়েই ভনীয়েকহঁতকলৈ চাই ক'লে — "আইটীহঁত তহঁতে যে মাটিতে চুঁচৰি ফুৰিছ ঢাৰি-কঠ এডোখৰ পাৰি বহিব নোৱাৰহঁক নে? কেৱল মেখেলা কাপোৰবোৰ ময়লা কৰহঁক। তহঁতৰ মাটিত চোঁচৰা দস্তুৰটোকে মই কৈ কৈ এৰুৱাব নোৱাৰিলোঁ আৰু। মাইকী মানুহবোৰ বৰ লেতেৰা হয়।

ভনীয়েক—এৰা, বহিলোঁ আৰু, কোনে আকৌ ঢাৰি-কঠ বিচাৰি ফুৰে। খন্তেক বহিছোঁ মুঠেই, তাঁতলৈ যামেই এতিয়া।

মাক—এতিয়া জানিবা ঢাৰি-কঠ পাৰিয়েই বহিল, গিৰীয়েকৰ ঘৰলৈ যক, বোৱাৰতী হক মুঠেই মাটিত চোঁচৰোতে জনম যাব।

মাকে কথা কৈ থাকোঁতেই পদুমে ইফালে সিফালে চকু দি ঠাইতে ঢাৰি এখন পাই টান মাৰি আনি আগত তামোলৰ বটা লৈ ডুখৰি পীৰাৰ ওপৰত বহি থকা মাকৰ ওচৰতে থপৰাই বহিল। আৰু সুধিলে—"কিয়নো, গিৰিয়েকৰ ঘৰলৈ গ'লে মাটিত চোঁচৰোঁতে জনম যাব?"

মাক—শহুৰ, শাহু, বৰজনাৰ আদি অনেক মান্যৱন্ত মানুহৰ আগত নো বোৱাৰীয়ে কত কঠ পাৰি মঠ জুৰি বহিবলৈ পাব? তাতে আকৌ পুৱাৰ পৰা বাহী ঘৰ-দুৱাৰ অতাই চুৱামকৰা ধুই-পখালি ৰাতি দুপৰলৈকে বনৰে আসোঁৱাহ নমৰে।

পদুম।—দুখীয়াৰ ঘৰত পৰিলে চাকৰ নাকৰ নেথাকিলে বন বাৰী কৰি খাব লাগিব তো, কৰোঁতা হলে নো সেইবোৰ নিজে কৰিব লাগিছেই বা কিয়? সেয়ে হলেই বা শাহুৰেকৰ আগত ঢাৰি পীৰাত বহিব নেপায় নে কি?

মাক।—নেপায় তো।

পদুম।— আই, তোমালোকৰ এইটো বৰ বেয়া দস্তুৰ। কেলেই, শাহুৰেকৰ মানত বোৱাৰীয়েক জীয়েক নহয় জানো। জীয়েক পিতেকে মাক-বাপেকৰ আগত ঢাৰি-পীৰাত নহবে নে কি? আমি আৰু আইটীহঁত তোমাৰ আৰু দেউতাৰ আগত ঢাৰি-পীৰাত যে বহোঁৱেই, চকিতো বহোঁ দেখোন। কেতিয়াবা খন্তেকলৈ

মাটিত বহিলেই কিবাকিবি এডোখৰ অনাই হে দিয়ে। মাটিত এনেয়ে বহিব নেপায় বুলি কয়, তাকে আকৌ কাপোৰ-কানিও লেতেৰা হয়; আৰু মাটিত লেট লৈ ফুৰাৰ পৰা অনেক অপকাৰো আছে। বোৱাৰী তোমাৰ আগত ঢাৰিত বহিলে নো তোমাৰ কিমানটো ক্ষয় যায়? শ্ৰদ্ধা-ভক্তিয়েই হে মান। ভিতৰি ভক্তি থাকিলেই হল। মোটৰ ওপৰত তোমালোকে—তোমালোক মানে মই, আই, অকল তোমাক কোৱা নাই, আমাৰ সকলো অসমীয়া শাহুআই সকলক কৈছোঁ, —বোৱাৰীক নিজৰ জীয়াৰী যেন ভাব নকৰা, বেটী যেন হে জ্ঞান কৰা; সেই দেখিহে অলপতে মান যায় যেন দেখা। পো-বোৱাৰী নো কি, নিজৰ জীয়েক নো কি? দুইকো সমান দেখিব লাগে, পেটৰ পোৱালিৰ দৰে মৰম-চেনেহ কৰিব লাগে। তেহে বোৱাৰীয়েও শাহুৱেকক নিজৰ মাক যেন দেখে। বোৱাৰীৰো তো মানুহৰ জীৱ হে। এনেবোৰ ফুচুৰি কথাত মান-অপমান বিচৰাটোৱেই অন্যায়।

মাক—“হওঁতে পদুম যি কৈছ, সঁচাই কৈছ। এনেকৈ চালে বহিব পাৰে তো।” মাকে কথা কৈ থাকোঁতেই পদুম আগেয়ে যি কথা কবৰ মতলবেৰে মাকৰ ওচৰ চাপিছিল, তাক উলিয়াবলৈ চল বিচাৰি, দুৱাৰ চুকৰ পোনে চকু দি সুধিলে, “আই! সৌ দুৱাৰ চুকত এচুক হৈ থকাটো কোন?”

মাক—তই আৰু ভাল কথা নকৰিছ বোপাই। বৰজনাকটো হৈ বোৱাৰীয়েকৰ আগতে ওলাইছহি।

পদুম—কিয়, আমি দেখিলে বোৱাৰীৰ মুখ নুপুৰিব নে কি? (এনেকৈ কওঁতেই আৰু বোৱাৰী থাকিব নোৱাৰি দুৱাৰ চুক খালি কৰি সুৰুক কৰে দুৱাৰৰ বাহিৰ হল)।

মাক—এৰা, মানুহেতো তেনেকৈ কয়, বৰজনাকে বোৱাৰীৰ মুখ দেখিলে হেনো মৰিলে বোৱাৰীৰ মুখ জুইয়ে নোপোৰে। আৰু বৰজনাকৰ আগত বোৱাৰী ওলাব নেপায়ো।

পদুম—বৰজনাকৰ আগত বোৱাৰী ওলাব নোপোৱাৰ কাৰণটো মই একো নেদেখোঁ। বৰজনাক গিৰীয়েকৰ ককায়েক যেতিয়া বোৱাৰীৰো ককায়েক যেন হল। মোটৰ ওপৰত জীয়াৰী ছোৱালী এঘৰলৈ উলিয়াই দিলে, সেই ঘৰেই নিজৰ ঘৰৰ নিচিনা হব লাগে, আৰু গিৰীয়েকৰ বংশ-পৰিয়ালো নিজৰ যেন ভাব হব লাগে। গিৰীয়েকৰ মাক-বাপেক, গিৰীয়েকৰ ভাই ককাই, বাই-ভনী, নিজৰ মাক-বাপেক ভাই-ককাই যেন হব লাগে, তেহে গিৰীয়েকৰ ঘৰ নিজৰ ঘৰ যেন লাগে। আকৌ চোৱাঁচোন, মই আগেয়ে এই ঘৰতে যেনেকৈ বাজ ভিতৰ কৰিছিলোঁ, মুকলিমুৰীয়া হৈ ফুৰিছিলোঁ, তোমালোকৰ এইবোৰ কথাৰ নিমিত্তেই এতিয়া নিজ ইচ্ছাৰে ফুৰা-চকা কৰিব নোৱাৰোঁ। গলহেঁকাৰি মাৰি সঁহাৰি বুজাই বা আন ৰকমে জাননী দিহে বা “মই গৈছোঁ ওঁ, কোন কত আছ আঁতৰ হহঁক” এনেকৈ চিয়ঁৰ মাৰি হে নিজৰ ঘৰকে সোমাব পাৰোঁ। এতিয়া আৰু আগৰ ঘৰ যেন নলগা হব, কিবা অলপ বেলেগ ভাব হব। লাহে লাহে এই বেলেগ ভাবেই বহল হৈ যাবগৈ; আৰু শেহত একেবাৰেই কাৰোবাৰ ঘৰ যেন লাগিবগৈ। তেনেকৈয়ে আমাৰ ঘৰৰ উলিয়াই দিয়া জীয়াৰীবোৰৰো ভাব আগেয়ে বোৱাৰী নথকা ঘৰলৈ উভতি আহোঁতে যেনে মুকলি, পিচত বোৱাৰী থকা ঘৰলৈ অহাত তেনে মুকলি নেদেখি। আগৰ দৰে হলহলীয়াকৈ কথা কোৱা যেন নেদেখি। এতিয়া মোৰ যেনে অৱস্থা, দেউতা আৰু ভায়েও তেনে হৰিলগাৰল ভাৱে ভিতৰ সোমাই ফুৰিব নোৱাৰে। দেউতায়ো নোৱাৰাত হে বৰ দৰ্কাৰত হে ভিতৰ সোমায়। কেতিয়াবা সোমাব লগীয়া হলেও, মাৰল ঘৰৰ পৰা “শুনিছা নে, ওঁ শুনিছা নে, মই ভিতৰলৈ যাব পাৰিম নে?” বুলি দহবাৰ চিয়ঁৰি এবাৰ সমিধান পাই হে ভিতৰকে সোমাব পাৰে। এতিয়া আই, চোৱাচোন, এনেবোৰ কথাত নিজৰ ঘৰ নেলাগে কাৰোবাৰ ঘৰ যেন নেলাগে নে? আকৌ মন কৰাঁচোন, বোৱাৰী এফালে যাব লগা হল, সৰুসুৰা দেওৰ ঘৰত নেথাকিলে গিৰীয়েকেই সদাই পিচে পিচে লেমটৌ ফুৰা দি ফুৰিব লগা হল। কাণ-সমনীয়া দেওৰ হলেও আকৌ লেঠা। তেনেহলে অলৈ-তলৈ গলে গিৰীয়েককে নাকি লগাই টানি লৈ ফুৰাব লগা হল। এতিয়া জানিবা আমি আতাইবোৰ একে লগে আছোঁ দেখি বৰ অসুবিধা যেন দেখা নাই। জানিবা, ভাই আৰু বোৱাৰী অইন এঠাইত আছে, গিৰীয়েক ঘৰত নাই; মই গৈ ওলালোঁগৈ, তেতিয়া কি হব? বোৱাৰীয়েও ওলাই সোমাই ঘৰৰ বা-বাতৰি একেষাৰ সুধিব নোৱাৰিব, সকলো কথা আনৰ মাৰ্ফতে হব। বাজত গৈ কৰবাৰ মানুহৰ নিচিনাকৈ বোদকদোক লাগি বহি থাকিবা, কিবা এটা খাওঁ বুলি খাব নোৱাৰিবা, কৰোঁ বুলি কৰিব নোৱাৰিবা, কৰবাৰ আলহীৰ দৰে ভাত এমুঠি, জলপান এমুঠি খাবা আৰু ওলাই আহিবা। বাৰু, এনেবোৰ কথাত মানুহৰ মন ফৰকাল লাগে নে? আকৌ, যদি বোৱাৰীৰ ক'ৰবাত না-নৰিয়া হল, গিৰীয়েক ঘৰত থাকিলেতো ভালেই, নেথাকিলে তুমিও ভিতৰলৈ গৈ খোজখবৰ কৰিব নোৱাৰা,

বেমাৰৰ লক্ষণ সুধি-পুছি ঠিক কৰিব নোৱাৰা ; চাকৰ এটাক সুধিবলৈ কবা এটা, সি সুধিব এটা, নৰিয়াই হয়তো উত্তৰ দিব এটা ; আৰু সেই উত্তৰৰ মতেই দৰৱ জাতি খুৱাবা ! বাৰু এনেকৈ নিলগৰ ফৰ্ম্মূটিৰে কিমান কি কৰিব পাৰা? গিৰীয়েক থাকিলেওঁতো চৌবিছ ঘণ্টা পৰপালি দি থাকিব নোৱাৰে। নিজৰ বাই-ভনী হোৱাহেঁতেন জানো ইমানবোৰ অসুবিধা হয়?

এনেকুৱা শহুৰ, বৰজনাক বহুত আছে, যি বোৱাৰীৰ মুখ নেদেখাকৈয়ে মৰি গৈছে, আৰু কোনোৱে বোৱাৰী মৰোঁতেহে তেওঁৰ মুখ দেখি পাইছে। একে ঘৰতে থাকি নিজৰ পিতেকৰ, নিজৰ ভায়েকৰ ঘৈণীয়েকক দেখিবলৈ নেপায়, ই কেনে বেজাৰৰ কথা। এনেকৈ নেদেখা নেদেখিত আৰু কথা-বাৰ্ত্তা নোহোৱাত মানুহৰ মৰম-চেনেহ লাহে লাহে কমি যায়। আৰু পুৰণি হলে নাইকিয়াই হয়গৈ। এইবোৰেই ঘৰ ভঙ্গাৰ গুৰি। আৰু আই, তুমি এইটো নুই কৰিব নোৱাৰা যে, তিৰোতা মানুহৰ পৰাই সৰহ ভাগ গৃহ-কন্দল হয়, আৰু বোৱাৰী আনিবৰ পৰাই ঘৰ ভাঙ্গিবলৈ ধৰে। ইয়াৰ কাৰণ এই এনেকৈ মৰম-চেনেহ নাইকিয়া হোৱাই নহয় নে? তুমি মন কৰি চোৱাচোন, আমাৰ নিচেই আপোন বংশ বা মিতিৰ এঘৰো অহা-যোৱা নেথাকিলে লাহে ২ পৰ যেন নেলাগে নে? আকৌ দূৰৈৰ বংশ এঘৰো বা মুঠেই বংশ নলগা এঘৰো, যাৰে সৈতে অহা-যোৱা আছে, ওলাই-সোমাই কথা-বতৰা পতা হয়, সদাই দেখা-শুনা আছে, সেই ঘৰ দূৰৈৰ হলেও বা একো সম্বন্ধ নেলাগিলেও আপোন আপোন যেন লাগে। এইবোৰ কথা দেখোন সদাই দেখিয়েই আছা। (এই খিনিতে কবলৈ পাহৰা হৈছে যে, পদ্মকান্তই কথা হৈ থাকোঁতে ভনীয়েকহঁতে মাজে মাজে মিচিকি মিচিকি হাঁহি 'এৰা, হয়তো ঠিক কৈছে, ইত্যাদি কথাৰে ককায়েকৰ কথা শলাগি গৈছে)।

মাক—এনেকৈ আৰু যি কৈছ সঁচাতো। পিচে, আগৰ পৰা এইদৰেই চলি আহিছে। আগে-পিচে, নচলা কামটোনো এতিয়া কেনেকৈ কৰ?

পদুম—আগে-পিচে নকৰা কাম এটাহে নেলাগে অনেক কৰা হৈছে। আগেয়ে জানো বজাৰৰ লোন, চেনি, নেপালী গাখীৰ খাইছিলা। বিলাতী-কাপোৰ পিন্ধিছিলা, চাবোন ঘঁহিছিলা? এইবোৰ এতিয়া লাহে লাহে চলন্তি হৈছে নহয়। নচলালেও প্ৰাণ নোৱোৱাত পৰিছে নহয়। তেনেকৈ ঠেকত পৰিলে আগেয়ে নচলা কথা আৰবা কত চলে তাৰ কি সীমা আছে। আৰু এইটো ভাবি নোচোৱা কেলেই ; 'আগে-পিচে-চলা' হবলৈকে এবাৰ এবোৱাই চলাই দিলেহে কথাটোকে কবলৈ হয়। আগে-পিচে চলা কামবোৰ জানো কোনোৱে এদিন মূৰ ভাঙ্গি নিদিয়াকৈ আপোনা-আপুনি হৈছে? আগে-পিচে হোৱা নাই, কৰা নাই বুলি হাত সাবটি বহি থাকিলে কেতিয়াবা কোনো এটা নতুন কাম হব নে? এতিয়া আগে-পিচে হোৱা, কৰিবলৈকেহে আগেয়ে নকৰা কাম কৰিব লাগে। যি কামৰ পৰা অপকাৰ আছে, হানি-বিঘিনি আছে, তেনে কামহে কৰিব নেলাগে। যিবোৰ কাম কৰিলে উপকাৰৰ বাহিৰে অপকাৰ নাই, তাক আগেয়ে নকৰিলেও এতিয়া কৰিব লাগে। আৰু, আগতকৈ দেশ-কাল বহুত লৰ হৈ আহিছে আৰু হবও, ই সংসাৰৰ নিয়ম। সেই দেখি আগেয়ে নোহোৱা কাম আজিকালি বহুত হব আৰু অদৰ্কাৰি কৈ অহা বহুত কথা লোপ পাব। অৱস্থা ভেদে মানুহৰ কাৰ্য্য ভেদ হয়। আৰু সময়ৰ গতি অনুসাৰে কাৰ্য্যৰো গতি লৰ হয় আৰু হব লাগে, ই ধৰা-বন্ধা নিয়ম।

মাক—তেও বোপাই, আগৰ নীতি-ধাৰণা এৰি ন-নীতি-ধাৰণ ধৰিলে মানুহে বেয়া বুলিব। আৰু, কথাটো ভাল হলে, এটীয়াই কৰা কাম মানুহে ভাল নোবোলে।

পদুম—বেয়া বুলিব কোনে? মানুহে? গাৱঁলীয়া মানুহৰ ভিতৰতো বহুতে একে ঘৰতে শাহু, শহুৰ, পো, বোৱাৰী, বৰজনা, আতাইবোৰ থাকে। সিহঁতৰ সিমান লাক-লুক নাইও, আৰু সিমান লুকাই ফুৰিলে দুখীয়া মানুহৰ কামো নচলে। অইন কি বহুত বোৱাৰীক মই বৰজনাকৰে সৈতে মুখে মুখে দন্দকে কৰা নিজে দেখিছোঁ। সিহঁতৰ এতিয়া অৱস্থাই সিহঁতক লুকাই থাকিব নোৱাৰা কৰিছে নহয়। তেনেকৈয়ে অৱস্থামতে কাম চলাব লাগে বুলি মই আগেয়েই কলোঁ। আৰু, সিহঁতে বেয়া বুলিলেও ভালকৈ কথাটো ডাঙ্গৰ মানুহ জনদিয়েকে বুজাই দিলে বেগতে বুজি যাব। ডাঙ্গৰ মানুহে যেনেকৈ চলায়, ইতৰ মানুহ তেনেকৈয়ে চলে আৰু চলা উচিত। আৰু নো বেয়া বুলিব কোনে?—ভাল মানুহ সকলে? তেওঁলোকৰ বুঢ়া ফৈদৰ কোনোৱে বেয়া বুলিব পাৰে। কিন্তু, বুঢ়া থাকিব কেই কাল। বুঢ়াৰ ঠাই আমাৰ নিচিনা লৰাই হে তেও পাবগৈ। আৰু, যুক্তিৰ কথা হলে বেয়া বোলাৰো কোনো কাৰণ নেদেখোঁ। আমাৰ তৰপৰ ভিতৰত বেয়া বোলোঁতা ওলালে, কৰবাত দুই-এক হে ওলায় যদি। আৰু, আই! চোৱাচোন, কলিকতাতে আমি দুৱৰা, চলিহা, বৰুৱা, ফুকন, গোহাঁই, গগৈ, বৰা, শইকীয়া, হাজৰিকা আদি সকলো ওপৰ খাপৰ লৰা আসামৰ নানা ঠাইৰ পৰা গৈ থাকি পঢ়োহক। আমি সকলোটিয়ে গোট

খাই এক মত হৈ অকপট চিত্তে যদি এটা কথা সিদ্ধান্ত কৰোঁ, আৰু তেনেকৈয়ে আসামত আহি চলোঁহি আৰু লোককো চলিবলৈ কওঁহি, আগেয়ে নচলা কথা আৰু দেশৰ অনিষ্ট নোহোৱা কথা এটা নেলাগে দহোটা অবাধে চলি নেযাব নে? তাতে যদি বুঢ়া সকলৰ সহায় পোৱা যায়, তেনেহলে কাম আৰু সুচল হল, সোণত সুৱগা মিলিল। তেতিয়া আৰু সোনকালে অচলিত প্ৰথা প্ৰচলিত হব। আৰু, কথা যদি বেয়া নহয়েই, আই, তোমালোকে আৰু দেউতাহঁতেনো আমাক সহায় নকৰিবা কিয়? অৱশ্যে আগে-পিচে নচলা কথা এটা পোনতে চলাওঁতে কেনেবা কেনেবা লাগিব পাৰে, আৰু চলাওঁতা জনৰো খোকোজা লাগে হয়, আৰু কোনো লোকৰ চকুতো কুটা পৰা দি পৰিব পাৰে। কিন্তু, অলপ পুৰণি হলে চকুৰ কুটা চকুতে মাৰ যায়গৈ। লাহে লাহে সি ভাত-মাছ হয়গৈ, সময়ৰ গতিত সি নিজৰ গতি হয়গৈ। সেই দেখি আই, কথাটো বেয়া নহয় যেতিয়া, আমাৰ ঘৰতে পোনে-পোনে চলাওঁচোন।

মাক—বাৰু, চলাই ভাল পাব যেতিয়া চলা, আমাৰ নো কি? বোৱাৰীয়েৰ তোৰ আগত ওলালেহে হৈছে আকৌ।

পদুম—তোমালোকে বেয়া বোলা বুলি হে বোৱাৰী নোলায়, এনেকৈ ওলাবলৈ বোৱাৰীৰো একো আপত্তি থাকিব নেপায় দেখোন।

মাক—বাৰু, আমি একো নোবোলোঁ, ওলাব দিছোঁ।

পদুম—এৰা, আই, এনেকৈ কলে হে সন্তোষ পাওঁ। বাৰু, বোৱাৰী ওলোৱা নোলোৱা পাইছোঁ, মানুহ শিকাই-বুজাই ললেই ভাল হয়, তোমালোকে হে মাজতে বিধি-পথালি কৰা! তুমি দেউতাকো কৈ দিবা, তেওঁ যেন সঁহাৰি বুজাই আৰু আজিৰ পৰা ভিতৰ নোসোমায়। আগেয়ে যেনেকৈ বাজ-ভিতৰ কৰি ফুৰিছিল, এতিয়াও তেনেকৈ ফুৰিব। বোৱাৰীয়ে তামোল-চালি দিবলৈ গলে যেন নিজে লৰ নেমাৰে।

তাৰ পিচত গা-মুৰি দি আকৌ কলে,—"আই, আজি বহুত কথা হলো, তোমাৰ আৰু আইটীহঁতৰো বহুত বন খতি কৰিলোঁ, আৰু এখন তামোল দিয়াঁ, উঠো।"

এইবুলি কৈয়েই হাতত তামোল লৈ পদুম বাহিৰলৈ ওলাই আহিল, আৰু নিজৰ কাম সিদ্ধি হল জানি মনত বৰ ৰং পালে। বাহিৰত ভায়েক কেশৱকান্তক লগ পাই কলে,—"কেশৱ! আমি আগেয়ে কোৱামতেই জানিবা কাম কৰিলোঁ। এতিয়া আমাৰ লগৰীয়া সকলেও তেওঁলোকে কোৱামতে কাম কৰিলে হয়।"

কেশৱকান্ত—তেওঁলোকেও সকলোৱে কোৱামতে কৰিব বুলি আশা কৰিব পাৰি। আৰু, এনেকৈয়ে এটা দুটাৰ পৰা আৰম্ভ হৈ হে পিচত সকলোৰে মাজত হয়গৈ।

ইমানতো কোৱা বাহুল্য মাথোন যে, সেইদিনাৰ পৰাই শাহুৱেকৰ আদেশ অনুসৰি বোৱাৰীৰেক দেওৰেকৰ আগত, বোৱাৰীয়েক শহুৰ-বৰজনাকৰ আগত লৰ নমৰা হল, আৰু চুচুক-চামাককৈ লাহে লাহে ওলাবলৈ ধৰা হল, আৰু আমাৰ পদ্মকান্তৰ শ্ৰম সম্ফল হল।

# অসমীয়া সাহিত্য।

## ১। শন্ত-আখ্যান।

এই নামেৰে সৰু পুথি এখনি আমাৰ হাতত পৰিছে। পুথিখনি অসমীয়া পদ্যত লিখা আৰু লিখকৰ নাম বিভুনাথ। বিভুনাথ কৰ মানুহ আৰু তেওঁৰ এই পুথিখনি কেতিয়া লিখিছিল তাক পুথিৰ পৰা জানিবৰ উপায় নাই। পুথিখনিত ৰচনা চাতুৰ্য্য একেবাৰেই নাই বুলিলেও বঢ়াই কোৱা নহয়। পদ বিলাকৰ ভিতৰত অনেক ঠাইত ছন্দৰ মিল নাই আৰু কোনো কোনো ঠাইত ভাব আৰু ভাষাৰ ভিতৰতো অমিল দেখা যায়। মুঠতে কবলৈ হলে, অসমীয়া সাহিত্যত এই লিখকৰ ঠাই নিচেই তলৰ খাপত হে হব। পুথিৰ ভাষাৰ গঢ় চাই তাক এশ বছৰৰ ওপৰৰ বুলিব নোৱাৰি। সি যিকি নহওক, পুথি খনি যদিবাও ওখ খাপৰ নহয় আৰু নিচেই সৰু, তাত আমাৰ দেশৰ বৈষ্ণৱ ধৰ্ম্ম সম্বন্ধে জানিবলগীয়া কিছুমান কথা আছে। সেইবাবেই তাক অসমীয়া সাহিত্য-ভঁড়ালত ঠাই দিয়া যুগুত।

পুথিখনিত সংক্ষেপকৈ অসম দেশত প্ৰচলিত বৈষ্ণৱ

ধৰ্ম্মক চাৰিটা পথত ভাগ কৰি প্ৰত্যেক পথৰ প্ৰধান সত্ৰবিলাক আৰু সেই সত্ৰ স্থাপন কৰা শন্তসকলৰ নাম উল্লেধ কৰা আছে। সেইবিলাকৰ শুদ্ধাশুদ্ধ সম্বন্ধে মত দিবলৈ আমি এতিয়াও পাৰগ হোৱা নাই। পুথি খনিত যি ৰূপে উক্ত আছে, আমি কোনো লৰচৰ নকৰাকৈ তাকে পাঠক সকলৰ আগত ধৰিলোঁ। ইয়াত কিবা ভুল থাকিলে পাঠক সকলৰ ভিতৰৰ কোনো বিজ্ঞজনে তাক আঙ্গুলিয়াই দেখুৱালে আমি কৃতাৰ্থ মানিম।

লিখকে বামুনীয়া পথ, তাৰ গাচত নিকা পথ, তাৰ পাচত ঠাকুৰীয়া পথ আৰু তাৰ পাচত কালজাৰ পথৰ সত্ৰ আৰু শন্তসকলৰ উল্লেখ কৰি পুথিৰ এইদৰে সামৰণি কৰিছে ;—

"একে অগনিৰ বহুত নাম।
একে সুবৰ্ণৰ বহুত কাম॥
একে ঈশ্বৰৰ বহু মূৰ্ত্তি হয়।
জীৱক কৃপায়ে হোন্ত উদয়॥
বাস্তৱতে কেহোঁ ভিন্ন নোহয়।
অজ্ঞানী সকলে ভেদ মানয়॥
ইহাক যিটো ভেদ ভাৱ কৰে।
অৱশ্যে তামসত সিটো পুৰে॥

এই পদ ফাঁকিৰ পৰা সহজে বুজিব পাৰি যে, লিখক এজন উদাৰ মনৰ মানুহ আছিল আৰু পুথিখনি সাম্প্ৰদায়িক ধৰ্ম্ম বিষয়ে বাক-বিতণ্ডা মাৰ যোৱা কালত লিখা হৈছিল। পুথিখন যে বহু দিনীয়া পুৰণি তেনে ভাবিবৰ ইও এটা কাৰণ।

(ক) বামুনীয়া পথ।

প্ৰথমতে বামুনীয়া পথৰ সত্ৰ আৰু আচাৰ্য্য বিলাকৰ বিষয়ে এই দৰে লিখা আছে যে, দামোদৰ দেৱৰ আজ্ঞাৰে চাৰিজন বিপ্ৰে চাৰি ঠাইত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰে ; —

১। ভট্টদেৱ .............. পাটবাউসী।
২। শন্তদেৱ ........... গবৈমাৰী (কামৰূপ জিলাৰ চমৰীয়া মৌজাত)।
৩। হৰিদেৱ .... বঁহৰি (বৰপেটা মহকুমাত)।
৪। বলোদেৱ..... বৈকুণ্ঠপুৰ (কোচবিহাৰ)।

এই কেইজনৰ ভিতৰৰ হৰিদেৱৰ আজ্ঞামতে মাহৰাত যদুমণিদেৱে সত্ৰ স্থাপন কৰে ; আৰু বলোদেৱৰ আজ্ঞামতে বনমালীদেৱে দক্ষিণপাতত সত্ৰ স্থাপন কৰে। ইয়াত বাজে, দেবেৰাপাৰত বংশী গোপালে মাধৱদেৱৰ আজ্ঞামতে যি সত্ৰ স্থাপন কৰে, তাকো বামুনীয়া সত্ৰ বুলি ধৰা হয়। লৰি আৰু বিপ্ৰদেৱ এই দুজন ককাই-ভাই আছিল। লৰিৰ পুত্ৰ লক্ষ্মীদেৱে গড়মুৰত আৰু বিপ্ৰদেৱৰ এক পুত্ৰে কুৰুৱাবাহিত আন পুত্ৰ কৃষ্ণদেৱে ডিফলুত সত্ৰ স্থাপন কৰে। আৰু, গোপালদেৱৰ আজ্ঞামতে নিৰঞ্জনদেৱে আউনীআটীত সত্ৰ স্থাপন কৰে।

(খ) নিকা পথ।

এই পথৰ সত্ৰবিলাক মাধৱদেৱৰ আজ্ঞাপৰ, আৰু তলত লিখা কেখনেই প্ৰধান সত্ৰ ঃ—

| | |
|---|---|
| ১। মথুৰাদাস | বৰপেটা। |
| ২। বিষ্ণুনিবাস | বিহাৰ। |
| ৩। বৰবিষ্ণু | চমৰীয়া। |
| ৪। ৰামচৰণ | সুন্দৰী। |
| ৫। পদো বা বদুলা আতা | মধুপুৰ। |
| ৬। শ্ৰীৰাম | কমলাবাৰী। |

কমলাবাৰী সত্ৰ বদুলা আতাৰ আজ্ঞামতে স্থাপিত।

(গ) ঠাকুৰীয়া পথ।

ঠাকুৰীয়া সত্ৰবিলাক মাধৱদেৱৰ আজ্ঞাপৰ। পুৰুষোত্তম ঠাকুৰৰ ১২ জন আচাৰ্য্য, সেই বাৰ জনে যত যত সত্ৰ পাতিছিল তাক "বৰ বাৰজনীয়া" বোলে।

| | |
|---|---|
| ১। শ্ৰীকৃষ্ণ | এলেঙ্গি, লেতুৰ গাঁও |
| ২। কৃষ্ণচৰণ | চুপহা। |
| ৩। মুৰাৰী | বেঙ্গেনাআটী। |
| ৪। মুকুন্দ | কাঠপাৰ। |
| ৫। হৰিচৰণ | শাওকুচি। |
| ৬। কমললোচন | ঠকৰিয়াল। |
| ৭। পৰ্শুৰাম | পূৰ্ণিয়া। |
| ৮। গুপীনাথ | চেকেৰা তল। |
| ৯। ৰামকৃষ্ণ | গোমোঠা। |
| ১০। বাসুদেৱ | চমতীয়া। |
| ১১। পৰমানন্দ ভাগতী | ৰত্নপুৰ। |
| ১২। কেশৱ | কৌচেঙ্গ। |

এই "বৰ বাৰজনীয়াৰ" ভিতৰত শেহৰ ৬ জন ব্ৰাহ্মণ আৰু আগৰ ৬ জন শূদ্ৰ। পুৰুষোত্তম ঠাকুৰৰ জীয়েক কেশৱপ্ৰিয়াক নিৰঞ্জনে বিবাহ কৰায়। নিৰঞ্জনৰ তিনি পুত্ৰে তলত লিখা মতে সত্ৰ স্থাপন কৰে ;—

| | |
|---|---|
| ১। চক্ৰপাণি | চামগুৰি। |
| ২। সাৰঙ্গপাণি | দীঘলি। |
| ৩। গদাপাণি | চৰাইখোৰোং। |

চতুৰ্ভুজ ঠাকুৰৰ আচাৰ্য্য ১২ জন; আৰু তেওঁবিলাকে স্থাপন কৰা সত্ৰবিলাক "সৰু বাৰজনীয়া" নামে প্ৰসিদ্ধ। সেইবিলাক সত্ৰ আৰু আচাৰ্য্যৰ নাম তলত দিয়া হল ;—

| | |
|---|---|
| ১। মুকুন্দ | হালধিআটী। |
| ২। কেশৱ | কৌচুঙ্গ। |
| ৩। কানাই | চুঙ্গাপাৰ। |
| ৪। হৰিদেৱ | বনগাঁও। |
| ৫। গোবিন্দ | বিহমপুৰ। |
| ৬। কানাই | ঘৰকটা। |
| ৭। জয়গুপী | কাৰৈমাৰী। |
| ৮। সনাতন | বেলগুৰি। |
| ৯। বিষ্ণুদেৱ | ভৰলু। |
| ১০। জয়কৃষ্ণ | গুভৰিয়াল। |
| ১১। ৰত্নাকৰ (ৰাজগুৰু) | শলগুৰি। |
| ১২। ৰামভাব | নাচনিপাৰ। |

চতুৰ্ভুজ ঠাকুৰৰ ভাৰ্য্যা কনকলতাৰ দুই জনা কন্যা; সুভদ্ৰা আৰু গোবিন্দপ্ৰিয়া। সুভদ্ৰাৰ পুত্ৰ অনন্তে কোৱামৰাত আৰু গোবিন্দপ্ৰিয়াৰ পুত্ৰ দামোদৰে ১২ জন আচাৰ্য্য পাতি তলত লিখা মতে সত্ৰ স্থাপন কৰে ;—

| | |
|---|---|
| ১। ৰামচৰণ | কৌপাতি। |
| ২। ৰামশোভন | নাচপাৰ। |
| ৩। জয়গোপী | নলটীয়া। |
| ৪। ৰতিকান্ত | নেপালী। |
| ৫। ৰঘুপতি | লক্ষ্মীপুৰ। |
| ৬। হৰিগতি | কন্তৰি। |
| ৭। পৰমানন্দ | কাঠৰ গাওঁ। |
| ৮। গোপাল | কমলাবাৰী। |
| ৯। ৰামশোভন | ৰাচপাৰ। |
| ১০। কৃষ্ণগহন | পশাৰি। |
| ১১। ৰামকৃষ্ণ | শলমাৰি। |
| ১২। বাচপতি | সত্ৰৰ নাম নাই। |

(ঘ) কালজাৰ পথ।

মাধৱদেৱৰ আজ্ঞামতে গোপাল আতাই ভবানীপুৰ মৌজাৰ কালজাৰ গাঁৱত ধৰ্ম্ম প্ৰচাৰ কৰে। গোপাল আতাৰ ১২ জন লগৰীয়াই ঠায়ে ঠায়ে যি মত প্ৰচাৰ কৰিছিল, তাকে কালজাৰ পথ বোলে। সেই আতাসকলৰ নাম আৰু ধৰ্ম্ম প্ৰচাৰৰ স্থান তলত দিয়া গল;—

| | |
|---|---|
| ১। যদুমণি | বাঁহবাৰী। |
| ২। সৰু যদুমণি | গজলা। |
| ৩। অনিৰুদ্ধ ভূঞা | নাৰায়ণপুৰ। |
| ৪। সনাতন | নগৰীয়া। |
| ৫। মুৰাৰী | চৰাইবাহি। |

পুথিত ৫ জনৰ হে নাম আছে ; এজনৰ নাম নাই। এই কেইজন শূদ্ৰ, আৰু তলত লিখা কেইজন ব্ৰাহ্মণ ;—

| | |
|---|---|
| ১। শ্ৰীৰাম | আঁহতগুৰি। |
| ২। ৰামচন্দ্ৰ | খৰামোচা। |
| ৩। পুৰুষোত্তম | মকোৰাৰী। |
| ৪। ৰামচৰণ সন্যাসী | অৱৰ। |
| ৫। পৰমানন্দ | হাবঙ্গ। |
| ৬। ৰাম | বুঢ়াগুৰু সত্ৰ। |

ওপৰত কোৱা হৈছে যে, এইবিলাক সত্ৰ গোপাল আতাৰ আজ্ঞাপৰ। গোপাল আতাৰ পুত্ৰ কমলে তলত লিখা ৫ খন সত্ৰ স্থাপন কৰে ;—

| | |
|---|---|
| ১। ঢৌকা চাপৰি | ২। ঢোপাবৰ |
| ৩। আমগুৰি | ৪। কলাকটা। |
| | ৫। নাচপাৰ। |

বাঁহবাৰীৰ যদুমণিৰ দুই পুত্ৰ; প্ৰথম সনাতনে শিলিখাতল সত্ৰ স্থাপন কৰে। আৰু দ্বিতীয় ৰতিকান্তৰ পুত্ৰ উদিতৰামৰ ঔৰসত ৫ জন পুত্ৰ জন্মে আৰু তেওঁবিলাকে তলত লিখা মতে সত্ৰ স্থাপন কৰে ;—

| | |
|---|---|
| ১। মোক্ষদ | লেঙ্গদি। |
| ২। কামদ | বাঁহবাৰী। |
| ৩। জগধৰ | সৰমৰা। |
| ৪। নৰবৰ | তেলপানী। |
| ৫। গিৰীধৰ | ধলা। |

যাদৱৰ আজ্ঞামতে তলত লিখা সত্ৰ দুখন স্থাপিত হয়;—

| | |
|---|---|
| ১। ৰমানন্দ | জুৰাকটা। |
| ২। কানাইদেৱ | মাহৰিয়াল। |

ভূএাঁৰ পুত্ৰ ৰামৰ আজ্ঞাত হোৱা সত্ৰ কেইখন এই;—

| | |
|---|---|
| ১। কৃষ্ণ | সৰমৰা। |
| ২। শ্ৰীকৃষ্ণ | কাটনিপাৰ। |
| ৩। জয়ানন্দ | বলমি সত্ৰ। |
| ৪। সদানন্দ | ডিবৰু |

বৰজনা কৃষ্ণৰ ৫ জন পুতেকে ৫ ঠাইত সত্ৰ পাতে;—

| | |
|---|---|
| ১। জগমোহন | চেঁচামুখ। |
| ২। ব্ৰহ্মানন্দ | উজনী। |
| ৩। চতুৰ্ভুজ | মধ্য অসম। |
| ৪। পদ্মনাভ | মাজালি। |
| ৫। জয়দেৱ | সৰমৰা। |

সৰু জনা শ্ৰীকৃষ্ণৰ চাৰিজন পুতেকৰ ভিতৰত তলত লিখা তিনি খন সত্ৰ পাতে ; —

| | |
|---|---|
| ১। সুদৰ্শন | বাঘ ঘৰ। |
| ২। বিজয়ানন্দ | বুদবাৰী। |
| ৩। সুনন্দ আৰু সতানন্দ | কাটনিপাৰ। |

ওপৰত লিখা আটাইবিলাক কালজাৰ পথীয়া সত্ৰ বোলে।

এই পুথিখনি আমি এজন দিহিং সত্ৰৰ খাটনিয়াৰৰ হাতৰ পৰা পাইছিলোঁ। মিষ্টাৰ মন্মথনাথ্ ঘোষে "The founder of the Several Religious sects of Assam" বুলি যি ক্ষুদ্ৰ পুথিখনি লিখিছে, তাৰ লগত আমাৰ আলোচ্য পুথিৰ ঠায়ে ঠায়ে অমিল আছে। অসমত বৈষ্ণৱ ধৰ্ম্মৰ বুৰঞ্জী নিয়ম মতে আজিলৈকে লিখা হোৱা নাই, যেতিয়া সি লিখা হব তেতিয়া হে এইবোৰ মীমাংসা হব। এই পুথিত উল্লেখ কৰা পথবিলাকত বাহিৰেও পূৰ্ণভগীয়া বা পূৰ্ণধৰীয়া বুলি আৰু এক পথ প্ৰচলিত আছে, কিন্তু তাৰ আচৰণবিলাক গোপনীয় ভাৱে চলে। আমি আন এক সময়ত তাৰ আলোচনা কৰিম।

—শ্ৰীহ, চ, গ।

# মনোবিজ্ঞান

## বশীকৰণ (Mesmerism) আৰু সম্মোহন (Hypnotism)

## পাতনি

আমাৰ এই ভাৰতবৰ্ষত অতিজৰে পৰা তন্ত্ৰবিলাকত বশীকৰণ, সম্মোহন, মাৰণ, উচাটন ইত্যাদি কেতবিলাক প্ৰকৃয়াৰ কথা লিখা আছে। ঊনৈশ শতিকাৰ সভ্যতাৰ আগেয়ে, অথবা বৃটিচ্ শাসনৰ আগডোখৰত, বিশেষকৈ যি সময়ত দেশত তন্ত্ৰৰ প্ৰৱৰ্ত্তন বেচি আছিল সেইসময়ত আমাৰ আসামত এইবিলাক কথাত অনেক মানুহৰে বিশ্বাস আছিল। বিশেষ, আসাম-কামৰূপ তন্ত্ৰৰ নিমিত্তে প্ৰসিদ্ধ। যদিবাও আজিকালি ঠায়ে ঠায়ে অশিক্ষিত সম্প্ৰদায়ৰ ভিতৰত এইবিলাক কথাত বিশ্বাস আছে, আৰু দাঁতি-কাষৰীয়া দুই-চাৰিজন মানুহে এনেকুৱা কূটবিদ্যা জানে বুলি প্ৰবাদ আছে, তথাপি শিক্ষিত সম্প্ৰদায়ৰ ভিতৰত এনেবিলাক বিষয়ত আস্থা নাই। এনে কি, যি শিক্ষিত মানুহে এনেবিলাক বিষয়ত আস্থা দেখুৱায়, সিও ঘোৰ কু-সংস্কাৰী বুলি হে নিন্দা পায়। আচৰিতৰ বিষয়, আজিকালি কুৰি শতিকাৰ সভ্যতাৰ দিনতো ইউৰোপ আৰু আমেৰিকা আদি সু-সভ্য দেশত বশীকৰণ (Mesmesrism), সম্মোহন (Hypnotism) আৰু এইবিলাকৰ লগৰীয়া (Clairvoyance) দিব্যদৃষ্টি ইত্যাদিৰ বিষয় চৰ্চ্চা আৰু অনুশীলন হবলৈ ধৰিছে। জনা-শুনা দুই চাৰি জন পণ্ডিত আৰু ডাঙ্গৰ মানুহেও এই বিষয় কেইটাত বিশ্বাস কৰিবলৈ ধৰিছে। তাৰ ফলেই বিলাত, পাৰশ্য আদি ঠাইত মাজে মাজে দুই-এজন পণ্ডিতে দৰ্শক গোটাই লৈ কৌতুক দেখুৱায়, আৰু দুই-চাইটা দুৰাৰোগ্য বেমাৰো হেনো ভাল কৰিছে। অলপতে সিদিনাখন কলিকতাতো হেনো (১৯০৬ চনৰ ৩ মাৰ্চ্চৰ 'পাইওনিয়াৰ' চোৱা) কেৱল নামেৰে চাহাব এজনে ভালেমান মানুহক হাতেৰে পৰ্শ কৰিয়েই (জাৰি-ফুকি হব পায়) বেমাৰৰ পৰা আৰোগ্য কৰিছে। আমাৰ দুই-চাৰিজন শিক্ষিত মানুহেও ঠায়ে-ঠায়ে দুই-এটি বশীকৰণ আৰু সম্মোহনৰ কৌতুক দেখিছে। আজি কিছুমান দিন হল, আমিও আসামৰ এঠাইত এজন চাহাবৰ পৰা বশীকৰণ, সম্মোহন আৰু দিব্যদৃষ্টিৰ কিছুমান কৌতুক দেখিবলৈ পাইছিলোঁ। নিজ চকুৰে দেখা সেই কৌতুক বিলাক নো কি, তাক অলপ সংক্ষেপতে কওঁ।

চাহাবজনে আমাৰ আগতে ষোলটামান বাগিচাৰ কুলি আনি সিহঁতক শাৰী কৰি থিয় কৰাই লৈ প্ৰত্যেককে তেওঁৰ চকুৰে চকুৰে চাবলৈ দি কলে, "তহঁত টোপনি যা"। সিহঁতেও চাহাবৰ আদেশ অনুসাৰে টোপনি গল। অলপ পাচতে চাহাবে সিহঁতক সাৰ পাবলৈ আদেশ কৰি, প্ৰত্যেকটো কুলিকে সিহঁতৰ নিজ নিজ হাত দুখন আঙ্গুলি মাজেদি আঙ্গুলি সুমাই টানি মুঠি মাৰিবলৈ দি কলে, "দেখ, তহঁতৰ হাতত ছাবি লাগি গল। তহঁতে হাত মেলিব নোৱাৰ ; যদি পাৰ, মেলচোন চাওঁ।" কুলিহঁতে নিজৰ নিজৰ গোটেই গাৰ বল দিও হাত মুকলি কৰিব নোৱাৰিলে। চাহাবে আকৌ সিহঁতক অপৰ আদেশ দিয়াত হে সিহঁতৰ হাতবিলাক মুকলি হল। ইয়াৰ পাচত চাহাবে ৪ টা কুলিক বশীভূত কৰি সিহঁতক তন্দ্ৰাত পেলাই কলে, "তহঁতক বৰলে খালে।" এইকথা কোৱা মাত্ৰকে কুলি চাইটাই জঁপিয়াই গাৰ কাপোৰেৰে গোটেইটো গা জোকাৰিবলৈ ধৰিলে। আৰু চাহাব জনে আকৌ সিহঁতৰ মোহ ভঙ্গ কৰাত হে সিহঁত ক্ষান্ত হল।

ইয়াৰ পাচত দুটা কুলিৰ গাত হাত বুলাই বশ কৰি (Mesmerise) সুধিলে, "মদ খাবি?" সিহঁতে কলে, "খাম।" চাহাব,—"কি মদ?" কুলি,—"পালে, ফুলি মদ।" চাহাবে তেতিয়া আমাৰ আগতে লোটা এটাত শুদ্ধ পানী আনি সিহঁত দুইকো দুবাটি পানী খুৱালে, সিহঁতে সেই মদ খায়েই সাইলাখ মদপীৰ দৰে মতলীয়া হল। চাহাবে আদেশ কৰাত এটাই এটা মাদোল লৈ থৰক-বৰক কৰি বজাবলৈ ধৰিলে; এটাই মদপীৰ দৰে, "ৰাধা কি কাযে গল, ৰাধা কি কাযে গল ; বাশকে শবদ শুনি যমুনাকে গেল, ৰাধা কি কাযে গল।" এনেকুৱা বিধৰ ঝুম গাবলৈ ধৰিলে। এই কৌতুকৰ পাচত আৰু এটা কুলিক সম্মোহিত কৰি মোহ নিয়াই ৰচি (ডোল) এডালকে সাপ বুলি তাৰ আগত পেলাই দি কলে, "এই সাপটো ধৰ" ; কুলিটোৱেও চুচুকচামাককৈ মনতে মন্ত্ৰ মাতি মাতি ভয় ভয় কৰি, অৰ্থাৎ এবাৰ ধৰোঁ এবাৰ নধৰোঁ

এনেকুৱা ভাব দেখুৱাই ঢোলডালকে সাপ বুলি ধৰিলে। এইদৰে আৰু আন কৌতুক দেখুৱাই clairvoyance বা দিব্যদৃষ্টিৰ (clearview) ক্ৰিয়া দেখুৱালে। কুলি এটাক তাৰ গোটেই গায় হাত বুলাই টোপনিত পেলাই লৈ কলে,—"দেখ, অমুক, তই অলপ পৰৰ নিমিত্তে তোৰ এই মৃতভাণ্ড দেহটো এৰি অমুক নগৰলৈ যা। কুলিটোৱে অলপ পৰ তন্তি কলে, "বাৰু"। চাহাব—"গইছ নে? কিমান পাইছগৈ?" কুলি,—"অমুক ঠাই (আমি কৌতুক দেখা ঠাইৰপৰা ৭ মাইল দূৰ)। চাহাব— "এতিয়া কত তই?" কুলি,—"নগৰত। চাহাব—জিলাৰ গৰাকী চাহাব জন আছে নে?" কুলি,—"আছে, আদালতত বহি কাম কৰিব লাগিছে।" চাহাব,—"তাত আৰু কোন আছে?" কুলি,—"দুজন চাহাব এইমাত্ৰ গৰাকীৰ ওচৰৰ পৰা আহিছে।" চাহাব,— "পাদুৰি চাহাবৰ বঙ্গলালৈ গৈ চাচোন, চাহাব আছে নে?" কুলি,—"নাই"। চাহাব,— কলৈ গল, চাকৰ-নাকৰক সুধি ক?" কুলি,—"পাদুৰি চাহাব মফস্বললৈ গৈছে।" এই দুটি সম্বাদ লোৱা হলতে চাহাব জনে কুলিটোৰ মোহ বা তন্দ্ৰা ভঙ্গ কৰি তাক সুস্থিৰ কৰিলে। আমি সেই দিন, বাৰ, ঘণ্টা, মিনিট টুকি লৈ পিচত নগৰলৈ আহি মিলাই দেখিলোঁ যে, কুলিটোৱে তন্দ্ৰাৰ আবেশত কোৱা কথা সঁচা! এই দিব্য দৃষ্টিৰে আকৌ পাচত চাহাবে বেজী এটা কুলিৰ হাত এখন কাঠৰ দৰে অচল (stiff) কৰিলে। এটা কুলিক গালত এবাৰ ডাঙ্গৰ বেজী এটা মাৰি দিলে, কিন্তু তেজ নোলাল।

আগেয়ে মাজে-সময়ে শুনা, কিন্তু কেতিয়াও নেদেখা এইবিলাক কৌতুক দেখি আমাৰ মনত দুটি ভাব খেলাবলৈ ধৰিলে। বোধ কৰোঁ, প্ৰত্যেক শিক্ষিত মানুহৰেই এটি নহয় এটি, বা দুয়োটি তাৰ উপস্থিত হব।

আমাৰ প্ৰথম ভাব হল যে, দিব্যদৃষ্টি আৰু গালত বেজীৰে বিন্ধি দিয়া ক্ৰিয়া দুটাত বাজে বাদ-বাকী সমস্ত জুৱাচুৰি, অৰ্থাৎ চাহাবে হয়তো আগেয়ে কুলিহঁতক শিকাই থৈছিল যে, মই এনেকুৱা কৰিলে তহঁতে এনেকুৱা কাৰ্য্যাদি কৰিবি। আৰু, clairvoyance টো জুৱাচুৰিৰ লগতে একেৰা "গোলে হৰিবোল" বা কশাৰ দলি। দৈবাৎ সেইদিন জিলাৰ চাহাব আছিল, পাদুৰি চাহাব নাছিল; কুলিটোৱেও আন্দাজৰ ওপৰতে কথা দুটা কলে, সেয়ে দৈবাৎ মিলি গল। গালেদি ফুটাই বেজীটো মৰাত তেজ যে নোলাল, ই এটি হাত সাজাইৰ কাম বা সচৰাচৰ আন আন বাজীকৰহঁতে কৰা এটা বাজী মাথোন। দ্বিতীয় ভাব হল যে, চাহাব জন এজনা সকলোৰে পৰিচিত গুণী-মানী মানুহ। তেওঁ নো কি স্বাৰ্থত মিছাকৈয়ে আমাক সন্তোষ দিবলৈ এনেকুৱা বিলাক নীচ জুৱাচুৰি কৰিব? দৰাচলতে কি জানি বশীকৰণ, সম্মোহন, দিব্যদৃষ্টি এইবিলাকত অলপ নহয় অলপ বৈজ্ঞানিক আৰু যুক্তিযুক্ত তত্ত্ব আছে। আৰু তাহানিখনৰ শুনা বিয়াত দৰা-কন্যাক কূট মানুহে বৰল মেলি খুৱাই নচুউৱা কথাটোত, মাৰৈ পূজাৰ জঁকীয়ে ডকত পৰি কোৱা কথাবিলাকত আৰু পুৰণি গ্ৰীচত ডেল ফিক্ অৰেকলৰ কথাবিলাকত বিবা সত্য নিহিত আছে। কি জানি ৰাৱনে মহীৰাৱনক স্মৰণ কৰাত পাতালৰে পৰা মহীৰাৱণে সেই কথা জনাটো এই clairvoyance আজিকালিৰ wireless telegraphy য়েই আছিল। আৰু, বঙ্গদেশৰ প্ৰসিদ্ধ উপন্যাস লিখক বঙ্কিম চন্দ্ৰৰ চন্দ্ৰশেখৰ উপন্যাসৰ পঞ্চম খণ্ডৰ ষষ্ঠ পৰিচ্ছেদত "যোগবল না Psychic force এই প্ৰবন্ধও এই clairvoyance ৰে, অৰ্থাৎ এই দিব্যদৃষ্টিৰে এটা বিৱৰণ মাথোন দিছে। এইবিলাক বিবেচনা কৰি ইচ্ছা হল যে, Mesmerism, Hypnotism আৰু clairvoyance ইত্যাদি বিষয়ত অলপ জানিবলগীয়া কথা আছে।

ক্ৰমশঃ।

# বাপিৰাম।

## ১। আধ্যা।

তাহানি "বৰতি চাহাবৰ" দিনত জোঁকতলী মৌজাত সিধাই খাটনিয়াৰ বুলি এজন মানুহ আছিল। সেইকালত সিধাই খাটনিয়াৰক নজনা মানুহ ৰংপুৰ চহৰত নাছিল। দোল দুৰ্গোৎসব হৰিসেৱা ভকতসেৱা আদি ধৰম-কৰমেৰে খাটনিয়াৰৰ ঘৰ উজনীত উজ্জ্বল। পৰমেশ্বৰে তেওঁক সকলো সুখ-সম্পদেৰে সুখীয়া কৰিও এটা বিষয়ত অতি অসুখীয়া কৰিছিল। অপুত্ৰক খাটনিয়াৰৰ অপেশ্বৰীৰ নিচিনা একেটা ছোৱালী ফুলতে বাঁৰী! কত আশা, কত ভৰসা বুকুত বান্ধি লৈ তেওঁ তেওঁৰ চকুৰমণি ছোৱালীটীক ভাল মানুহৰ ঘৰৰ সজ লৰা এটিৰে সৈতে বিয়া দি, ঈশ্বৰৰ অনুগ্ৰহত নিশ্চিত হলোঁ বুলি ভাবিছিল; কিন্তু বিধিৰ

বিপৰীত বিধান, বিয়াৰ পৰা এমাহ যাওঁতে নেযাওঁতেই জোঁৱাই লৰাটি মাউৰত পৰি মৰি খাটনিয়াৰক আজলী ছোৱালীটীয়ে সৈতে এক প্ৰকাৰ জীৱন্ততে মাৰি গল। এই মহাশোকৰ অগনিত পুৰি-ডেই খাটনিয়াৰ আৰু ইহ সংসাৰত অধিক দিন টিকিব নোৱাৰিলে। জোঁৱাই যোৱাৰ ছমাহৰ পিচতে তেৰোঁ সেই মহাপ্ৰয়াণৰ বাটৰ বাটৰুৱা হল।

তিলকাৰ এতিয়া আৰু এই পৃথিৱীত এক দদায়েক আৰু খুৰীয়েকৰ বাহিৰে কোনো নাই। তিলকা বোলোঁতে আমি খাটনিয়াৰৰ বাঁৰী ছোৱালীটীৰ নামকে কাঢ়িছোঁ; আৰু দদায়েক বোলোঁতে খাটনিয়াৰৰ স্বগৰ্ভী ভায়েক ভুধৰৰ কথাকে কৈছোঁ। ভুধৰ সেই কালৰ এধাপোৰা-এধাডেৰা, ইংৰাজীৰ এধাডোখৰীয়া সোৱাদ পোৱা ডেকা। পৈতৃক স্বাধীন ব্যৱসায়তকৈ চাহ বাগিছাৰ চাহাবৰ তলত চাকৰী কৰাটো তেওঁৰ জীৱনৰ এটা মহা ওখ আশা। সেই কালত উজনীত, ইংৰাজ খেতিয়ক চাহাবসকলে নতুনকৈ চাহ বাগিছাবিলাক মহা ধুমধামেৰে খুলি মুঠিয়ে মুঠিয়ে ৰূপ সিঁচিছিল। কাগুখন দেখি-শুনি আমাৰ দেশৰ ভোদা মানুহ তধা লাগি গৈছিল। ডেকা তৰপৰ ডেকা তেজে, "বি-এল-এ-ব্লে" শিকা ডেকাসকলক বৰ মহৰীৰ বৰ সৰু কামৰ নিমিত্তে উদগনি ঢোল বজাই লৰুৱাইছে-ধপৰাইছে ; বুঢ়া তৰপৰ চেঁচা তেজীয়া বুঢ়াসকলকো ডেকাসকলৰ গাৰ বতাহৰ কোবে থৰকবৰক নলগোৱাকৈ এৰা নাই। তেওঁলোকে ডেকা পুতেকহঁতৰ আশাৰূপী বৰৰ আঠাৰ বৰ মোনাত সোলামুখৰ সোলোক-ঢোলোক ফু যতনেৰে দি তাক ফুলাই ডাঙৰ কৰি দিয়াত ত্ৰুটী কৰা নাই। এনে স্থলত আমাৰ খাটনিয়াৰৰ ভায়েক ভুধৰে যে আসাম কোম্পানীৰ দীঘলীটিং চাহ বাগিছাৰ বৰ মহৰীৰ বৰ কামটো অতি যতনেৰে পাই; তাক প্ৰাণকাতৰে গবামাৰি নধৰিব, তাত সন্দেহ কৰিবৰ কাৰো কোনো কাৰণ নাই।

খাটনিয়াৰৰ মৃত্যুৰ পিচত স্বভাৱতে, ভুধৰ বৰ মহৰীয়েই জোঁকতলীৰ ঘৰৰ গৰাকীৰ পদ পালে। তেওঁ দীঘলীটিং আৰু জোঁকতলীৰ ভিতৰত কেৰা নলগাকৈ সমানে তাল এইদৰে ৰাখিছিল; যথা— দীঘলীটিঙৰ পৰা প্ৰতি শনিবাৰে জোঁকতলীলৈ তেওঁৰ অহা, আৰু এসপ্তাহলৈ খেতি পথাৰ, ঘৰ-বাৰী চলোৱাৰ দিহা-পোহা, কৰি দি প্ৰতি সোমবাৰে আকৌ জোঁকতলীৰ পৰা দীঘলীটিঙলৈ উভতি যোৱা। তেওঁৰ অনুপস্থিত কালত, জোঁকতলীৰ ঘৰৰ ঘিলা তেওঁলোকৰ বহুকলীয়া বুঢ়া লগুৱা বাপিৰামৰ তত্বাৱধানত ঘূৰে।

আজিকালি লগুৱা বুলিলে তুমি আমি যি বুজোঁহক বাপিৰাম লগুৱাৰ কথাত তেনে বুজিলে নিশ্চয় ভুল হ'ব। ইংৰাজ ৰজাই আসামত পুৰুষানুক্ৰমিক লগুৱা লিগিৰাৰ প্ৰথা বা দাসত্ব প্ৰথা তুলি দিয়াৰ আগেয়ে লগুৱা আৰু লিগিৰীৰ মাজত যেনে সম্বন্ধ আছিল, তেনে সম্বন্ধীয়া লগুৱা এই বাপিৰাম। সি যদিও লগুৱা, তথাপি খাটনিয়াৰ পৰিয়ালৰ ভিতৰৰ সিও এটা কটা-ছিঙা কৰিব নোৱাৰা মানুহ। সকলো বিষয়ত সকলো পিনে খাটনিয়াৰৰ ঘৰেই তাৰ ঘৰ, খাটনিয়াৰৰ মানুহেই তাৰ আপোন মানুহ; যদিও তাৰ নিজা ঘৰ চাওখাটত লৰা-তিৰোতা, অগুহী-বগুহী দদাই-খুৰাইৰ অভাৱ নাছিল। মুঠতে কবলৈ গলে, সি চাওখাটত আলহী, জোঁকতলীত গিৰিহঁত, চাওখাটত বিদেশী, জোঁকতলীত স্বদেশী, ঘৰত নিলগীয়া পৰত আপোন।

ওপজাৰ পৰা তিলকাক বাপিৰামে তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। তাৰ মানত তিলকা আইদেও তাৰ নিজৰ তেজ-মঙহৰ পুতেক চাওখাটৰ দুখীৰামতকৈও সাতছাৰ। তাৰ মন-পালা-পাঞ্জাত এফালে তিলকাক আৰু আনফালে দুখীৰামক তুলি সি জুখি চাই দেখিছে যে, তিলকা দুখীতলৈ গধুৰ। তিলকাই খালে তাৰ পেট ভৰে, পিন্ধিলে তাৰ গা জুৰায়, হাঁহিলে তাৰ হাঁহি ওলায় আৰু কান্দিলে কান্দোন ওলায়। তিলকা বাঁৰী হল, সি ভাবিলে ঈশ্বৰে তাক তাৰ আগেয়ে মাৰি নিনি শত্ৰু শালিলে। তিলকা বাঁৰী হবৰ দিনাৰ পৰা সি খাটনিয়াৰৰ গোসাঁইঘৰৰ ফালে উভটি নেচায়, আৰু তাত থকা "কলিয়া জনাৰ্দ্দন" মূৰ্ত্তিৰ ফালে মূৰ নোদোৱায়, পেটে পেটে দোৰ্ষোৰ খং যে, সি দিনে ৰাতিয়ে তেওঁক ইমানকৈ খাতি থাকোঁতেও কিয় তেওঁ তাক অনাহকত এনে শাস্তি দিলে।

সময়-ৰথৰ চকৰি পৰ্ব্বতে-ভৈয়ামে পানীয়ে-বামে সদাই সমানে চলে ; ক্ষন্তেকলৈকো সি কতো লাগি নাথাকে। সময়ে সংসাৰৰ সম্পদ-বিপদ সুবিধা-অসুবিধা হাঁহি-কান্দোন সকলোকে নিজৰ পিঠিত বোকোছা বান্ধি লৈ একোলৈকে ভ্ৰূক্ষেপ নকৰি যাবলৈ ধৰিলে। আৰু জোকতলীৰ খাটনিয়াৰ পৰিয়াল আৰু লগে লগে বাপিৰাম বুঢ়া লগুৱাও বাধ্য হৈ সেই বোকোছাতে এচুকীয়া হৈ চলিল। তিলকাৰ বয়স এতিয়া ওঠৰ বছৰ। তেওঁৰ ৰূপ আৰু যৌৱন চাৰিওফালে ছাদি পৰিছে। এই সংসাৰৰ শান্তি-অশান্তি আশা-নিৰাশা আটনি-নাটনি, স্পৃহা-নিস্পৃহা-উদ্বেগ নিৰুদ্বেগৰ নতুন বা-মাৰলিয়ে পাখিত তুলি তেওঁক উৰাই লৈ ফুৰিছে। তেওঁৰ মানত এই সংসাৰৰ সকলো আচৰিত। দহোদিশে

দহোটা হাতেৰে হাত-বাউলি দি তেওঁক দুইফালে মাতিছে, কিন্তু কিজানি কি তেওঁ কাৰোফালে যাব নোৱাৰে, কাৰো অনুৰোধ ৰাখিব নোৱাৰে। তেওঁ বুজিব নোৱাৰি বিমোৰ যে, কি জানি কিয় তেওঁ তেওঁৰ উপচি পৰা হিয়াৰ পৰা এটোপা মৰম এটোপা প্ৰেম এধানমানো আকাঙ্খা এক ধনিষ্টামানো তৃপ্তি কাকো বিলাববলৈ অপাৰগ। কিয় তেওঁৰ হৃদয় আবেগৰ ধলেৰে উথলি উঠিব খুজিলেই তেওঁৰ কাণত যেন ৰিণিকি-ৰিণিকি বাজি উঠে—"খবৰ্দ্দাৰ, তোৰ ক্ষমতা নাই-ক্ষমতা নাই। তোৰ যৌৱন-সম্পদ তোৰ নহয়; তোৰ আকাঙ্খা আবেগ-হাবিলাস উৎসাহ তোতে থাকি তোতে মাৰ যাব, লোকক বিলাববলৈ নহয়, তোৰ প্ৰেম অগনিৰ উমাজাল এই বিশাল বিশ্বজগতৰ কাৰো উপকাৰ সাধিবৰ নিমিত্তে নহয়, সি কেৱল তোক তুঁহ-জুইৰ দৰে লাহে লাহে পুৰি ছাই কৰিববলৈহে মাথোন। তিলকাৰ হৃদয় মণিকুটত তেল-ভৰা বন্তি জ্বলি উঠি বিমল জেউতি চাৰিওফালে বিলাই দিছে, কিন্তু মণিকুট দেৱতাশূন্য।

## ২। আধ্যা।

আসাম কোম্পানীৰ দীঘলীটিং বাগিছাৰ বৰ চাহাব মিষ্টাৰ স্কটক কোনে বাতৰি দিলে কব নোৱাৰি যে, তেওঁৰ বৰমহৰী ভূধৰৰ এজনী দিপ্‌লিপ্ ভতিজাজীয়েক আছে। যাৰ ৰূপ দেখিলে দুপৰৰ বেলিও ক্ষন্তেকলৈ ৰথ ৰাখি যায়। এদিন দুপৰীয়া চাহাবে ভূধৰ বৰমহৰীক নিজৰ বঙ্গলালৈ মতাই আনি, তলত লিখাৰ দৰে কথাবাৰ্ত্তা হ'ল;—

স্কট— "ওৱেল ভূধৰ, মই শুনিছে, তোৰ ভতিজা এজনী বাঁৰী হৈ ঘৰতে আছে?"

ভূধৰ— "হয় হজুৰ, আছে।"

স্কট— "মই শুনিছে হেইজনী বৰ সুন্দৰী আছে।"

ভূ— "আছে হজুৰ।"

স্কট— "তাইক মোক দিব লাগে, মই চাদি কৰিবে।"

ভূধৰে চাহাবৰ কথা শুনি কাণত আঙ্গুলি দি, চৰগ পৰা মানুহৰ দৰে থিয় হৈ অবাক।

স্কট— "কথা নাকহিছে কিয়? তুমি তোমাৰ ভতিজাক মোক জৰুৰ দিব লাগিবে।"

ভূ— "সেই কাম হব নোৱাৰে হজুৰ। ভূমি চুই কৰ্ণত হাত দিব লগীয়া কথা। আমি বামুন মানুহ, হিন্দু মানুহ হজুৰ, আমি এনে কাম কৰিলে তল যাম হজুৰ। আমাৰ জাত-কুল যাব। হজুৰ খোদাবান্দা এনে কামলৈ হজুৰে গোলামক নধৰিব।"

এই বুলি ভূধৰে আঁঠু কাঢ়ি চাহাবক হাত জোৰ কৰে।

স্কট— "তোমাৰ কি জাতি যাবে, জাতি না যাবে। মই দস্তুৰমতে চাদি কৰিবে, তোমাক ৰূপীয়া-পইছা দিবে, বহুত দিবে; ডাঙ্গৰ মানুহ কৰি দিবে, কোনো ভয় নাহি আছে।"

ভূ— "নহয় হজুৰ, গোলামে এনে কাম কৰিব নোৱাৰোঁ। গোলামক হজুৰে ছোৱা ছোৱাকৈ কাটি পেলালেও নোৱাৰোঁ।"

স্কট— "ডেম বদজাত। তুমি হামিকে চিনি নাই পাইছে, তোমাক মই গুলি কৰিব, জান লিবে, ডিচ্‌মিচ কৰিবে। মগৰ তুমি হামাৰা হুকুম মাফিক কাম কৰিবেতো তোমাক হামি বহুত বৰা আদমি বনাই দিবে। তোমাৰ মলুকত চব আদমিকা উপৰ তোমাক বৰা বনাই দিবে। দেখ ভূধৰ, তোমাক হামি নাহি ছাৰিবে, তুমি হামাৰা হুকুম তামিল কৰিবে হুবেই হুবে।"

## ৩। আধ্যা।

ব্ৰিটন "বাচ্ছা" স্কট চাহাব সহজ পাত্ৰ নহয়। হাৰ কাক কয় তেওঁ নেজানে। ভয়, লোভ, খোচামোদ, ধমক আদি চোকা চোকা অব্যৰ্থ অস্ত্ৰৰ আগত অলপধতুৰা বামুণৰ লৰা ভূধৰ শেহত টিকিব নোৱাৰি পুণ্যতনু সিধাই খাটনিয়াৰৰ জীয়েক তিলকাক আনি স্কট চাহাবক দিববলৈ মান্তি হল। আপোন পৱিত্ৰ কুলত আপোন হাতে চূণ-কালি সানিববলৈ প্ৰস্তুত হল। পৱিত্ৰ যজ্ঞৰ হবি আপোন হাতে তুলি আনি ভূধৰ কুলাঙ্গাৰে বকৰাণিত পেলাই দিববলৈ ওলাল। আপোন গোসাঁইঘৰৰ থাপনাৰ সোণৰ ফুলপাহ নিজ হাতে চুৰ কৰি আনি চোৰৰ বুকুত আৰি দিববলৈ ভূধৰে সঙ্কল্প কৰিলে।

সাদিনৰ ভিতৰতে ভূধৰে গৈ ফাঁকি দি নিজৰ ঘৈণীয়েকে সৈতে তিলকাক জোঁকতলীৰ পৰা দীঘলীটিং বাগিছালৈ লৈ আহিল। ভূধৰৰ অনিচ্ছা অগ্ৰাহ্য কৰি লগতে বাপিৰাম লগুৱাও আহিল। জোঁকতলী এৰিবৰ আগেয়ে বাপিৰামে, কি জানি কব নোৱাৰি, দীঘলীটিঙ্গলৈ তিলকাক লৈ আহিব খোজা কথাত দোৰ্ঘোৰ আপত্তি কৰিছিল। ভূধৰৰ ঘৈণীয়েকৰো যে আহিবৰ বৰ মন আছিল এনে নহয়। কিন্তু নানা কথা কৈ, "দিনচেৰেকলৈ মাথোন গৈ তহঁত সোনকালে উভটি আহিবিহঁক" বুলি ভূধৰে সিবিলাকৰ মত কৰিলে। তিলকাই কিন্তু নতুন ঠাই দেখিববলৈ পাম ভাবি উৰুলিকৃত হৈ আছিল।

## ৪। আধ্যা।

আজলী অবলাৰ পক্ষে পুৰুষৰ প্ৰবল জাল ফালি সৰকি ওলাই যোৱাটো বৰ উজু নহয়; বিশেষকৈ যেতিয়া সেই পুৰুষে সেই নাৰীৰ প্ৰতিপালক আৰু অভিভাৱকৰ ঠাই অধিকাৰ কৰি থাকে। দিনে দিনে দদায়েক ভূধৰৰ নানা চক্ৰান্ত নানা চলাহৰ মেৰে মেৰে আজলী তিলকা সোমাই যাবলৈ ধৰিলে। স্কট চাহাবৰ আশা-বেলিয়ে পূবেৰুণ দিবৰ সময় হৈ আহিছে, এনেতে কিবা স্বৰূপে বাপিৰামে গম পালে যে, দদায়েক ভূধৰ পাষণ্ডই আপোন ভতিজাজীয়েক তিলকাক খাটনিয়াৰ বংশৰ পবিত্ৰ নামত ছাই সানি *দীঘলীটিং বাগিছাৰ বৰ চাহাবৰ হাতত দিব খুজিছে। হঠাৎ বুঢ়া বাপিৰামৰ মূৰত আকাশী চৰগ ভাগি পৰিল!* তাৰ গোটেইটো গাত সাতকুৰা অগনি লাগিল। লাজ, অপমান আৰু ক্ৰোধত বাপিৰাম থৰথৰ কৰে কঁপিবলৈ ধৰিলে। তেতিয়াই সি তাৰ গুৰু-ঘৰৰ শপত খাই প্ৰতিজ্ঞা কৰিলে যে, সি জীয়াই থকাত তাৰ গৰাকী আৰু অন্নদাতা সিধাই খাটনিয়াৰৰ জীয়েক তিলকাক কোনেও চাহাবলৈ দিব নোৱাৰে। তেতিয়াই বাপিৰামে গৈ ভূধৰক সুধিলে;—

"এই কথা সঁচা নে সৰু দেউতা?"

ভূধৰ— "কি কথা সঁচা?"

বাপিৰাম— "তিলকা আইদেওক তুমি দীঘলীটিঙ্গৰ বৰ চাহাবলৈ দিব খুজিছা?"

ভূ— তোক কোনে ক'লে?

বাপি— "যেয়ে কওক নকওক, সঁচা নে মিছা কোৱা।"

ভূ— "দেখ বাপিৰাম, তই লগুৱা মানুহ লগুৱাৰ দৰে থকাই ভাল। ঘৰৰ বন-বাৰী তোৰ কাম। এইবিলাক বিষয়ত তোৰ কথা কবৰ আৰু ভূ-ভা লৈ ফুৰিবৰ কাম নহয়?"

বাপি— "আছে কাম। শুনা সৰু দেউতা! তোমাক কেঁচুৱাৰ পৰা তুলি ডাঙ্গৰ-দীঘল কৰিলোঁ। আজি তিনি পুৰুষৰ পৰা তোমালোকৰ ঘৰৰ চাউল খাই লগুৱালি কৰি মোৰ ঘৰ মানুহ। তোমালোকৰ ঘৰৰ অন্নেৰে বাপিৰামৰ তেজ-মঙ্গহ। এনে স্থলত তুমি আজি মোক এনেষাৰ কৰা কব নেলাগিছিল। কলা, কলা, তাত মই নেলাগোঁ। কিন্তু, এই কথা সৰু দেউতা তুমি নিশ্চয় জানিবা, তুমি যি পাপ কাম কৰিবলৈ ওলাইছা, বাপিৰামৰ এই বুঢ়া গাত তোমাৰ ঘৰৰ চাউল খাই হোৱা এটোপা তেজ থাকে মানে, সি হব নোৱাৰে। খাটনিয়াৰৰ ঘৰৰ কৌটি কলীয়া ধৰণৰ নাম বাপিৰামে জীয়াই থাকোঁতে নিগমে বুৰিবলৈ নিদিয়ে। চন্দ্ৰ-সূৰ্য্য সাক্ষী হবাহঁক। সৰু দেউতা, তোমাৰ ভৰি চুই সইত খাই কৈছোঁ, যদিও গোলামী কৰি ভাত খাওঁ, যদিও বামুণৰ ভৰিৰ ধূলিৰ যুইগ মই নহওঁ, তথাপি জানিবা, বাপিৰাম একেষাৰ কথাৰ হে মানুহ।

ভূ— "যা যা, এইবোৰ মিছা কথা তোক কোনে কলে কব নোৱাৰোঁ ; মই তেনে কাম কৰিবলৈ বলিয়া হোৱা নাই।"

এইবুলি বাপিৰামক প্ৰবোধ দি পঠিয়াই, ভূধৰে গধূলি *গৈ স্কট চাহাবক কলে যে, তেওঁৰ বুঢ়া লগুৱাটোৱে সেই কথাৰ গম পাই মহা গোলমাল কৰিছে।*

স্কট— "হোঁ-হো-হো। ভূধৰ তই, বহুত ভয়াতুৰ মানুহ আছে। নৌকৰলৈ ভয় কৰিছে, আৰু হেই কথা আহি মোৰ আগত কৈছে? তোৰ লাজ নালাগে?"

ভূ— "নহয় হজুৰ, সি যেনেতেনে লগুৱা নহয়, সি যি কয়, তাকে কৰিব, আৰু ঠিক এই কামত ব্যাঘাত জন্মাব।"

স্কট— "তহঁত নেটিভ মানুহ কালা আদমি। তহঁতৰ আউৰৎকা মাফিক ডৰ। গোৰালোক চাহাব লোক হেই চব ডৰ নাহি কৰে। ছুন, তোৰ হেই নৌকৰকু কাইলৈ তই দুপৰীয়া হামাৰ বঙ্গলালৈ পঠিয়াই দিবি; হামি চাপৰাচী ভেজি দিম। হামাৰা হুকুম খিলাপ কৰিবে তো তোক হামি হামাৰ বাগিছাচে নিকাল দিবে।"

ভূ— "বহুৎ আচ্ছা হজুৰ, দিম পঠিয়াই?"

## ৫। আধ্যা।

বাপিৰাম—"শুনিছা নে সৰু দেউতা, স্কট চাহাবে মোক ছাপৰাচী লগাই ধৰাই নি বঙ্গলাৰ ভিতৰত সুমাই বিনাহকতে চৰ, গোৰ আৰু ভুকু কেইটা যে মাৰিলে, তাত মোৰ বিশেষ বেজাৰ নাই কাৰণ আমি ছাল-ছিগা ভিকহু গোলাম মানুহ; ডাঙ্গৰ মানুহৰ হাতত হকেই হওক বা অনাহকতহেই হওক, কিলটো গোৰটো চৰটো; ভুকুটো খাই থাকিবলৈকে জনম ধৰিছোঁ ; কিন্তু সি গৰু খোৱাই যে গপ্পুপ মাৰি কলে, বোলে সি তিলকা আইদেওক নি মেম কৰিবই কৰিব, সেই কথা হে মোৰ বুকুত শাল সোমোৱাদি সোমাইছে। মাৰ-কিলৰ অন্ত পৰিলত মই কগা বঙ্গালক কৈ আহিছোঁ, যে মই কাঁড়ীঘৰৰ লৰা, যদিও ধনে মানে ক্ষমতাই মই তাৰ ভৰিৰ ধূলি এটাৰ যুইগ নহওঁ, তথাপি মোৰ শৰীলত জীৱ থাকে মানে, সেই কাম সি কৰিব নোৱাৰে। মোৰ কথা শুনা, সৰু

দেউতা! তুমি এই পাযগুৰ চাকৰী এৰি আজিয়েই এই নৰক ঠাইৰ পৰা তোমাৰ তিৰোতা ভতিজাজীয়েৰাক লৈ গুচি বলা। এক তিলও তুমি ইয়াত নেথাকিবা। পৃথিৱীত ধৰম-কৰম একেবাৰেই লোপ পোৱা নাই। মান-মৰ্য্যাদাৰ মলুক গৈ কোম্পানীৰ মলুক হৈছে। কোম্পানীৰ মলুকত ধৰম এতিয়াও আছে। তুমি ঘৰলৈ গৈ খেতি-বাতি কৰাই, আৰু আন একো নোৱাৰা যদি কৰম কৰাই ভাত এগাল মোকোলাই খাব পাৰিব। খাটনিয়াৰ বৰ দেউতাৰ জীয়েক তোমাৰো জীয়েক। মহামেলেচৰ হাতত জীয়েৰাক দি ৰৌ-ৰৌ নৰকলৈ নেযাবা। মই মূৰুখু গৰু মানুহ। আৰু তোমাক কি কম। এতিয়াই তুমি ইয়াৰ পৰা আইদেওহঁতক লৈ ঘৰলৈ গুচি যোৱাঁ।

ভূ— "তোৰ একিল খায়ো বুদ্ধি নেচাপিল দেখিছোঁ। তই মোৰ ওপৰত কি উঁৰি কৰোঁতা আহিছ অ? মোক বুজনি দিবলৈ আহিছ? ভালে ভালে মোৰ আগৰ পৰা তই আঁতৰ হ।"

"বাৰু, সৰু দেউতা! মই আঁতৰ হলোঁ" এই বুলি বাপিৰামে আঁঠু কাঢ়ি ভূধৰক এটা সেৱা কৰি ততালিকে তাৰ পৰা উঠি কৰবালৈ গুচি গ'ল।

## ৬। আধ্যা।

ভূধৰ— "কালি বাপিৰামৰ কথাবিলাক ঠহৰ্-ঠহৰকৈ মোৰ আমঠুত সৰকি গৈছিল, যদিও শেহত মই তাক ডাবি দি গালি পাৰি খেদি দিলোঁ। সি কালিৰ পৰা কলৈ গল কব নোৱাৰোঁ। কিন্তু, সি কিবা এটা কাণ্ড কৰিব বুলি মোৰ ভয় লাগিছে। মই নিশ্চয় অন্যায় কাম, পাপ কাম, জঘন্য কাম কৰিবলৈ আগ বাঢ়িছোঁ। মোৰ পৰকাল গল! মই নিগমে বুৰিলোঁ! * * * গল, গল; পৰকালটো নো কোনে দেখিছে, কত আছে, কোনে কব পাৰে? কিন্তু, ইহ কালৰ সুবিধাটো তো বৰ কম নহয়। বৰ চাহাবৰ বৰ খাটনিয়াৰ; ধন-বিতেৰে চহকী; এই বাগিছাত মানুহ-দুনুহ কুলি-পানীৰ ওপৰত চাহাবৰ পিচতে গৰাকী; জোঁকতলীত সকলোৰে মাজত ধন-বিত, প্ৰতাপত ডাঙ্গৰ। যোগাই হাজৰিকাই মোক দেউতা বুলি মোৰ আগত সেও হব লাগিব। যোগাই, যোগাই, তোক দেখিম। ধান-সৰিয়হ এগাল বেচি তোৰ গোটাচেৰেক পইচা হৈছে, তাৰে বলত তই মোক মানুহ যেনকৈ নেদেখ? ৰ, তোৰ মূৰৰ টিকনিত ধৰি মই তোক চোঁচোৰাই লৈ ফুৰিম। তেতিয়া হে বুজিবি, যেতিয়া মই ঘোঁৰা-গাড়ীত উঠি ৰংপুৰ চহৰত গা ঘেলাই ফুৰি ফুৰিম বৰবাহঁতৰ চকুত জালুক বাতি দিম। * * * আও, ইমানবিলাক ৰূপ পাম! ইমানবিলাক ৰূপ, এহেজাৰ টকা;— এশ, দুশ, তিনি শ. চাৰি শ, পাঁচ শ. ছ শ, সাত শ, আঠ শ, ন শ, দহ শ, হেজাৰ টকা মোৰ কোন পুৰুষে চকুৰে দেখিছিল?— গাভৰু বাঁৰী ছোৱালী ঘৰত ৰখা যে কি বিপদ তাব কোনে নেজানে। কোন দিন কি বাদ-কুবদ্দ ওলায় কোনে জানে। তেতিয়া সোপাই এনেই, "সোপায়ং নমঃ" হব; ই-কুল সি-কুল দুই যাব। মইতো তাইক দুখত পেলাবলৈ যোৱা নাই। বৰ চাহাবৰ মেম, বাপৰে বাপ। ৰাণীৰ নিচিনাকৈ অলঙ্কাৰ পাতি পিন্ধিব, টকা-কড়ি খৰছ কৰিব, খাবদাব থাকিব। লগে লগে আমি ঘৰেঘৰোৱাহ বৰ মানুহ। এতিয়া যেয়ে যি কয় কওক, মোৰ পইচা হলে তেতিয়া সকলোৰে আগৰ পৰা গুৰিলৈকে আহি মোৰ ভৰিৰ তলুৱা চেলেকিব। * * * শেহত মই বাপিৰাম লগুৱাৰ বুধিত, পৰামৰ্শত, হুকুমত চলিব লাগিল নে কি? ছিঃ ছিঃ! এইবাৰ বৰ চাহাবে তাক পালে একে গোৰেই তাৰ পেটৰ জ্বৰখাপৰি ফালিব। জুইৰে সৈতে ধেমালি!

ভূধৰে এইদৰে মনে মনে ভাবি থাকোঁতেই হঠাৎ সৰুৰাম হাজিৰা মহৰী উধাই খাই লৰি আহি তেওঁক বাতৰি দিলে যে, "বৰ চাহাবে দহ লম্বৰ দাগৰ চাহ বাগিছা ডোখৰ চাই বঙ্গলাৰ ফালে উভতি আহোঁতে নিজান বাট এডোখৰতে কোনোবাই টঙ্গনিয়াই বৰ চাহাবৰ ভৰি ভাঙ্গিলে, আৰু মূৰটো ফালিলে। ওচৰতে চাহাবৰ ঘোঁৰাটোও কঁকাল ভাগি পৰি চটফটাই আছে। আপুনি লৰি আহক, বাগিছাত হাহাকাৰ পৰি গৈছে, কোনে এই কাম কৰিলে, তাক, বিচাৰি মানুহে চাৰিওফালে পিয়াঁপি লগাইছে, কিন্তু পোৱা নাই।"

বৃত্তান্ত শুনি ভূধৰৰ আৰু বুজিবলৈ বাকী নেথাকিল যে, তেওঁলোকৰ বুঢ়া লগুৱা বাপিৰামৰে এই কাম। সেই কথা মনতে ৰাখি ভূধৰ ঘটনা-স্থললৈ লৰি গল।

ইফালে বাপিৰাম পলাই আহি ৰংপুৰৰ থানাত খবৰ দিলে যে, সি দীঘলীটিং বাগিছাৰ বৰ চাহাবক মাৰি আহিছে, তাক ফাঁচী দিয়ে বৰষিত দিয়ে যি কৰে চৰকাৰৰ ঘৰৰ পৰা সোনকালে কৰক।

## ৭। আধ্যা।

বাপিৰামে যদিও স্কট চাহাবক একেবাৰেই মাৰি থৈ আহিছিলোঁ বুলি ভাবিছিল, কিন্তু চাহাব নমৰিল। বাগিছাৰ ডাক্তৰ আৰু জিলাৰ ডাঙ্গৰ ডাক্তৰৰ চিকিৎসাত তেওঁ এমাহৰ ভিতৰতে

আৰোগ্য হৈ উঠি চিৰকাললৈ ভাৰতবৰ্ষ এৰি ঘূণীয়া শৰীৰ লৈ বিলাতলৈ গুচি গল। বুঢ়া বাপিৰাম তিনি বছৰৰ নিমিত্তে বৰ ফাটকলৈ গল। ভূধৰে নিজৰ ঘৈণীয়েক আৰু ভতিজাজীয়েক তিলকাক লৈ চাকৰী ইস্তফা দি জোঁকতলীলৈ উভটি আহি খেতি-বাতি কৰাই পৈতৃক ব্যৱসায় পূজা-সেৱা আদি কৰি সুখেৰে জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ ধৰিলে। তিলকাৰ হঠাৎ জ্ঞান-চক মুকলি হল। ঈশ্বৰৰ উপাসনা, পৰৰ উপকাৰ, দয়া-ধৰম আৰু পৱিত্ৰতাক কায়-মনে-বাক্যে তেওঁ সয়ম্বৰ কৰি তেওঁৰ ইহকালৰ নিষ্ফল জীৱন সফল কৰিলে। বাপিৰামে তিনি বছৰ আনন্দ মনেৰে ফাটক খাটি তাৰ পৰা ওলাই আহি আকৌ জোঁকতলীৰ খাটনিয়াৰৰ ঘৰত তাৰ আগৰ ঠাই আগতকৈও গৌৰৱেৰে পূৰাবলৈ ধৰিলে। বাপিৰাম উভতি আহিলত, ভূধৰে তাক আঁকোৱালি মাৰি ধৰি কলে, "বাপিৰাম কাই, তুমি মোৰ বৰ ককাইতকৈও বৰ।"

—শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

# আঙ্গুলি-কটপা।

নৈৰ দাঁতিৰ বালিত বৰষুণৰ পানী ধাৰে দি বৈ গলে যেনেকুৱা পানী বৈ যোৱাৰ সাঁচ থাকে, আৰু পথাৰত হাল বাওঁতে যেনেকুৱা নাঙ্গলৰ আঁওচ বা শীৰলু বহে, মানুহৰ হাত-ভৰিৰ তলুৱাত আৰু আঙ্গুলিত তেনেকুৱা কিছুমান সৰু সৰু ৰেখা বা আঁকৰ চিন আছে। মানুহৰ জন্মৰ পৰা মৰণলৈকে এই ৰেখাবিলাক বিদ্যমান থাকে। মৰণৰ পাচত মানুহৰ শৰটো গেলি-পচি নষ্ট নোহোৱালৈকে এই ৰেখাবিলাকৰ কোনো পৰিবৰ্ত্তন নঘটে। এটা নকৈ ওপজা লৰাৰ আঙ্গুলিত যেনে বিধৰ ৰেখা অঙ্কিত থকা দেখিব, সি আথৰ বুঢ়া হলেও তাক আঙ্গুলিৰ ঠিক তেনেবিধৰ ৰেখাকেহে দেখিবলৈ পাব। বস্তুত পৰীক্ষা আৰু অনুসন্ধানৰ দ্বাৰাই এইটো স্থিৰ হৈছে যে, মানুহৰ আঙ্গুলিত যি দৰে ৰেঘাবিলাকৰ গঠন অঙ্কিত থাকে, মানুহ জীৱনৰ কোনো অৱস্থাতেই সেই ৰেখাঙ্কিত গঠনৰ পৰিবৰ্ত্তন নঘটে। আকৌ, এইটোও ঠাৱৰ হৈছে যে, এটা মানুহৰ দহোটা আঙ্গুলিত যি ৰূপ গঠনেৰে ৰেখা অঙ্কিত থাকে, আন এটা মানুহৰ দহো আঙ্গুলিতে— বিশেষকৈ বুঢ়া আঙ্গুলিত অবিকল সেই নিচিনা গঢ়ৰ ৰেখা অঙ্কিত নেথাকে; অৰ্থাৎ তাৰ ভিতৰত অলপ নহয় অলপ ব্যতিক্ৰম বা তাৰতম্য ওলাবই ওলাব। এই দুটা কথা ধুৰুপ বুলি সপ্ৰমাণ হোৱাত আজিকালি কোনো মানুহৰ চিন ৰাখিবলৈ আঙ্গুলি কটপা বৰ লাগতিয়াল হৈ পৰিছে। সেইবাবে গৱৰ্ণমেণ্টৰ অনেক বিভাগত এতিয়া আঙ্গুলি কটপাৰ প্ৰচলন হৈছে।

কোনো মানুহৰ চিন ৰাখিবলৈ হ'লে সাধাৰণত সেই মানুহৰ "হুলিয়া" বা আকৃতি আদিৰ বিৱৰণ (Personal Description) লিখি ৰখা হয়। সেই হুলিয়াৰ দ্বাৰা মানুহৰ চিন ধৰা অতি উজু বা নিৰাপদ নহয়। কিয়নো মানুহৰ অঙ্গ প্ৰত্যঙ্গৰ গঠন বয়সৰ লগে লগে বাঢ়ি বা টুটি ভিন্ন ৰূপ হব পাৰে; ডাড়ি-চুলিৰ বৰণ, পৰিমাণ, আৰু ৰকম, গাৰ ছালৰ বৰণ, দাঁতৰ সংখ্যা, মুখৰ গঢ়, চলন ফুৰণৰ আওভাও, মাত-কথা, আন কি হাতৰ আখৰো গঢ় সময়ত সলনি হব পাৰে। কিন্তু, আঙ্গুলিত অঙ্কিত থকা ৰেখাবিলাকৰ গঢ় কেতিয়াও কোনোৰূপ পৰিবৰ্ত্তন নহয়। "আঙ্গুলিৰ ৰেখা" বোলাত ৰেখাবিলাকৰ গঢ় আৰু বিশেষত্বকো বুজিব লাগিব। "দোন আৰু "কুলা" কাক বোলে আমাৰ পাঠক সকলে অৱশ্যে জানে। আঙ্গুলিৰ মুৰৰ ৰেখা চাওঁতে আমি কোনো কোনো ৰেখাঙ্কিত গঠনক "দোন' আৰু কোনো কোনো গঠনক "কুলা" বোলো। এই বিষয়ে পাচত বাহুল্যকৈ লিখা হব। এটা কেঁচুৱা লৰাৰ সোঁও হাতৰ বুঢ়া আঙ্গুলিত জানিবা এটা দোন আছে। পাচে সেই লৰাটো যেতিয়া আলৰ বুঢ়া হ'ব, তেতিয়া তাৰ সেই খন হাতৰ সেইটো আঙ্গুলিত আগেয়ে দেখাৰ নিচিনা দোনকে হে দেখা পাব; দোন গুচি কুলা নহয়; বা ৰেখাঙ্কিত গঠনৰ আন কোনোৰূপ পৰিবৰ্ত্তন নহয়।

আমাৰ ভাৰতবৰ্ষৰ অধিকাংশ মানুহেই অশিক্ষিত। যাতে কোনো অশিক্ষিত মানুহে নিজক আন এজন মানুহ বুলি চিনাকি দি ফাঁকি দিব নোৱাৰে, সেই উদ্দেশ্যে গৱৰ্ণমেণ্টে অনেক ৰাজকীয় বিভাগত আঙ্গুলি কটপা চলাইছে। কোনো এজন পেন্স্যনভোগী মানুহৰ মৃত্যু হলে তাৰ বন্ধু-বান্ধৱে জাল দস্তখত দি পেন্স্যনৰ টকা উলিয়াই নি আত্মসাৎ কৰা বুলি কোনো কোনো স্থলত জনা

গৈছিল। এতিয়া আঙ্গুলি-কটপাৰ প্ৰচলন হোৱাত তেনেকুৱা ফাঁকতিৰ অন্ত পৰিছে। দেৱানী আদালতৰ বিচাৰত কোনো কোনো মকৰ্দ্দমাত জাল দলীলৰ দ্বাৰাই ডিগ্ৰিদাৰে দেন্দাৰৰ ওপৰত টকা 'ডিগ্ৰি' পোৱা শুনা গৈছিল। এতিয়া ৰেজেষ্টৰি বিভাগত কোনো দলীল ৰেজেষ্টৰি কৰিব লাগিলে অশিক্ষিত মানুহৰ আঙ্গুলি কটপা লবৰ নিয়ম হৈছে। গৱৰ্ণমেণ্টৰ তৰফে আফু-খেতি কৰা মানুহক আফিং বিভাগৰ পৰা বছৰি অনেক টকা 'হাওলাত' দিয়া হয়। লিখা-পঢ়া নজনা অজলা খেতিয়কক টকা হাওলাত দিওঁতেও অনেকে মিছাই সঁচাই নিচান দস্তখত লৈ ফাঁকি কৰা শুনা গৈছিল। এতিয়া আফিং বিভাগতে আঙ্গুলি কটপা লবৰ নিয়ম হৈছে। চাহ-বাগিছাৰ কুলিৰ পৰা, 'এগ্ৰিমেণ্ট' লওঁতেও তাৰ আঙ্গুলি কটপা লাগে। গৱৰ্ণমেণ্টৰ ডাক বিভাগতো আঙ্গুলি কটপাৰ প্ৰচলন হৈছে। ভাৰতবৰ্ষীয় সাক্ষ্য বিষয়তো আইন মতে আঙ্গুলি কটপাৰ প্ৰমাণ সাক্ষাৰূপে গৃহীত হয়। কোনো এটা মানুহৰ এবাৰ আঙ্গুলি কটপা লৈ থলে পাচে সেই মানুহটোৱে যদি আন এখন অচিনাকি ঠাইত গৈ তাৰ নাওঁ-গাঁও ইত্যাদি সলাই অনা ভুৱা হৈ পৰে, তেন্তে তাৰ এখন নতুনকৈ আঙ্গুলি-কটপা লৈ আগৰ খনৰ লগত মিলাই চালেই মিলি পৰিব, আৰু সি যে সেইটো মানুহেই হয় এই কথা ঠাৱৰ হব।

ৰেল আৰু জাহাজ হোৱাত মানুহে অতি সোনকালে আৰু সহজে দূৰণী ঠাইলৈ অহা-যোৱা কৰিব পাৰিছে। অনেক চোৰ ডকাইত আদি অঘাইত লোকে এই সুবিধা ভোগ কৰিবলৈ পাই, যিঠাইত মানুহে সিহঁতক ভালকৈ চিনিজানি পায় তেনে ঠাই এৰি, ৰেল জাহাজত উঠি অচিনাকী ঠাইত ভাৰ দি সিহঁতে সিহঁতৰ নাওঁ-গাঁও সলাই, বাহিৰেদি শন্ত-সাধুৰ বেশ ধৰি গোপনে অপৰাধ কৰি তাৰ পৰা নিৰুদ্দেশ হয়। যদিস্যাৎ সিহঁতৰ কোনোবাটো কোনো অপৰাধত পুলিচৰ হাতত ধৰা পৰে, তথাপি স্থানীয় পুলিচে তাৰ নাম ধাম আদি সলোৱাৰ কাৰণে তাৰ পূৰ্ব্ব শাস্তিৰ বিৱৰণ আদি জানিবলৈ অপাৰগ হয়। এই অভাৱ মোচন কৰিবৰ কাৰণে অৰ্থাৎ অপৰাধীৰ প্ৰকৃত নাম-ধাম আৰু পূৰ্ব্বশাস্তিৰ বিৱৰণ সঠিকৰূপে জানিবৰ কাৰণে পুলিচ বিভাগত আঙ্গুলি কটপাৰ প্ৰচলন হৈছে।

ভাৰতবৰ্ষীয় দণ্ডবিধি আইনৰ ১২ আৰু ১৭ আধ্যাৰ যি যি অপৰাধত অপৰাধীৰ ৩ বছৰ বা ততোধিক ফাটক হব পাৰে, তেনেকুৱা সকলো অপৰাধত কোনো মানুহৰ দণ্ড হলে সেই মানুহৰ দহোটা আঙ্গুলি কটপা পুলিচৰ পৰা লোৱা হয়। প্ৰত্যেক প্ৰদেশত আঙ্গুলিৰ কটপাৰ একোখন ঘাই অফিচ বা Finger Print Bureau আছে। আঙ্গুলি কটপাৰ কাকতবিলাক সেই সেই ঘাই অফিচত জমা থাকে। কোনো এটা বিদেশী বা অচিনাকী বিধৰ মানুহ যদি কোনো অপৰাধত বিচাৰলৈ পঠিওৱা যায়, তেতিয়া তাৰ আঙ্গুলি-কটপা লৈ উক্ত ঘাই অফিচ বিলাকলৈ পঠিওৱা হয়। সি পূৰ্ব্বে শাস্তি পাই থাকিলে পাচৰ আঙ্গুলি-কটপাৰ দ্বাৰাই সেই কথা ধৰা পৰে, আৰু দণ্ডবিধি আইনৰ ৭৫ ধাৰাৰ বিধান মতে উক্ত অপৰাধীৰ গুৰুতৰ শাস্তি হয়।

ইং ১৮২৩ খৃষ্টাব্দত পুৰকেঞ্জি (Purkenje) নামেৰে এজন ইউৰোপীয় অধ্যাপকে প্ৰথমে আঙ্গুলি কটপাৰ বিষয়ে এখন ৰচনা লিখি Breslau বিশ্ব-বিদ্যালয়ত পাঠ কৰিছিল। কিন্তু, তেতিয়া তাৰ মূল্য মানুহে বৰকৈ নুবুজাত তেওঁৰ ৰচনাই সমুচিত সমাদৰ নেপালে। তথাপি, ইউৰোপীয় পণ্ডিত সকলে অধ্যাপক পুৰকেঞ্জিকে আঙ্গুলি-কটপাৰ প্ৰথম আৱিষ্কাৰক বুলি ভাবে। ভালেমান বছৰৰ পাচত ফ্ৰান্সিচ গেল্টন চাহাবে আঙ্গুলি-কটপাৰ বিষয়ে এখন পুথি লিখি প্ৰকাশ কৰে। সেই পুথিকে অৱলম্বন কৰি বঙ্গদেশৰ ভূতপূৰ্ব পুলিচৰ ইন্সপেক্টৰ জেনেৰেল আৰু বৰ্তমান লণ্ডন-পুলিচৰ কমিচনাৰ শ্ৰীযুক্ত ই, আৰ, হেনৰি চাহাবে ভাৰত গৱৰ্ণমেণ্টৰ আদেশ মতে এই বিষয়ে এখন পুথি লিখি প্ৰকাশ কৰিছে। সেই পুথিত লিখা উপদেশ মতেই গৱৰ্ণমেণ্টৰ নানা বিভাগত আঙ্গুলি কটপাৰ কাৰ্য্য চলিছে। অনুসন্ধান প্ৰিয় পাঠকে সেই পুথি পঢ়িলে এই সম্বন্ধে বিস্তাৰিতৰূপে জানিব পাৰিব। আমি এই প্ৰবন্ধত অতি সংক্ষেপে তাৰ আলচ কৰিবলৈ আগ বাঢ়িলোঁ। এইখিনিতে এটা কথা নোকোৱাকৈ থাকিব নোৱাৰিলোঁ যে, অতীজকালৰ পৰা (অৰ্থাৎ অধ্যাপক পুৰকেঞ্জিৰ আৱিষ্কাৰৰ পূৰ্ব্বৰ পৰা) আসামত আঙ্গুলি-কটপাৰ প্ৰচলন আছিল। আসামৰ বুৰঞ্জী পঢ়িলে জনা যায় যে, মহাৰাজ শিৱসিংহ স্বৰ্গদেৱৰ দিনৰ পৰা আসামত আঙ্গুলি-কটপা লোৱাৰ নিয়ম আছিল। এতিয়াও বিচাৰিলে অনেক পুৰণি-কলীয়া ডাঙ্গৰ মানুহৰ ঘৰত আঙ্গুলি-কটপা থকা সাঁচিপাতৰ কৰ্জ্জাখত বন্ধকী দলীল আদি পোৱা যায়। অনেক বেটী বন্দীৰ সাঁচিপাতত আঙ্গুলি-কটপা লোৱা হৈছিল। ইউৰোপতকৈ যে আগেয়ে আসামত আঙ্গুলি-কটপাৰ আৱিষ্কাৰ হৈছিল, আৰু ইয়াৰ মানুহে তাৰ মোল জানিছিল, সেই বিষয়ে কোনো সন্দেহ নাই। প্ৰথম আৱিষ্কাৰক জন নো কোন আছিল, তেওঁৰ আঁতি-গুৰি ইতিহাস প্ৰিয় পাঠকে বিচাৰ কৰি উলিয়াই কৌতুহল নিবাৰণ কৰিব।

পূৰ্ব্বে কৈ আহিছোঁ যে, মানুহৰ আঙ্গুলিত কিছুমান সৰু সৰু ৰেখা বা আঁকৰ চিন আছে। আঙ্গুলি আগলি পাবৰ পেটুত (ridge surface of the bulb) চিয়াঁহি লগাই তুলাপাতৰ ওপৰত লাহেকৈ ছেপা দি আঙ্গুলিটো উঠাই আনিলে আঙ্গুলিৰ সেই পাবৰ (Phalange) ৰেখাবিলাক তুলাপাতত উঠে; এই দৰে আঙ্গুলিৰ ৰেখাবিলাক তুলাপাতত ফটফটীয়াকৈ তুলিলেই আঙ্গুলি কটপা লোৱা হয়। এই আঙ্গুলি কটপাকে ইংৰাজীত Finger Impression বোলে। যেই-সেই চিয়াঁহিৰে আঙ্গুলি-কটপা ললে ৰেখাবিলাক ভালকৈ নুঠে, চিয়াঁহি বেমেলি হৈ লেপথেপ হয়। এই কামত ছপাখানাৰ চিয়াঁহি। (Printing ink) বৰ ভাল। তাৰে আঙ্গুলি-কটপা ললে ৰেখাবিলাক ভালকৈ উঠে। আঙ্গুলি-কটপা লওঁতে তলত লিখা সঁজুলিবোৰৰ (Appliances) কৰে ;— (১) নিমজ তুলাপাত, (২) ছপাখানাৰ চিয়াঁহি, (৩) নাল থকা ৰবৰৰ বেল্লোন (Roller) (৪) এছটা বগীটিং। ইয়াৰ বাহিৰেও ৰেখাবিলাকৰ গঠনাদি চাবলৈ এখন Magnifying Glass (যি আৰ্চিৰে চালে সৰু বস্তুকো ডাঙ্গৰ দেখি তেনেকুৱা আৰ্চি), আৰু ৰেখা গণনাৰ নিমিত্তে এটা বেজী লাগে। ছপাখানাৰ চিয়াঁহি, ৰবৰৰ বেলোন আৰু বগীটিঙ্গৰ পাট চটা এনে নিকাকৈ থব লাগে, যেন তাত ধূলি, কুটা, একো পৰিবলৈ নেপায়; চিয়াঁহি খিনি এটা বটলত ভৰাই সাঁফৰ মাৰি থব লাগে; কাম হৈ যোৱাৰ পাচত বেলোন ডাল এখন তেলেতীয়া (oiled) কাগজেৰে মেৰিয়াই থব লাগে; টিং চটা আঙ্গুলি-কটপা লোৱাৰ পূৰ্ব্বেই ধুই চকচকীয়া বগা কৰি মছি থব লাগে; যেন আগৰ চিয়াঁহিৰ বোল সমূলি তাত লাগি থাকিবলৈ নেপায়।

আঙ্গুলি-কটপা সাধাৰণতঃ দুই ৰকমে লোৱা হয়; যেনে, (১) ঘূৰণীয়া আৰু (২) পোন।

"ঘূৰণীয়া (Rolled) কটপা লব লাগিলে বগী টিঙ্গৰ পাটচটাৰ ওপৰত আগধৰি অলপমান ছপাখানাৰ চিয়াঁহি ঢালি লৈ তাক ৰবৰৰ বেলোনেৰে সাধ্যমতে পাতলকৈ বেলি, অৰ্থাৎ বহল কৰি লব লাগে; পাচে আঙ্গুলিৰ পেটুটো (bulb) সেই চিয়াঁহি সনা টিংচটাৰ ওপৰত বাওঁফাললৈ মুখ কৰি থৈ লাহেকৈ চেপা দি আঙ্গুলিটো ঘূৰাই আনিব লাগে; ঘূৰাওঁতে পেটৰ মুখ সোওঁফালমুৱা হলেই আঙ্গুলিটো উঠাই আনিব লাগে; ইয়াকে কৰিলে আঙ্গুলিৰ ৰেখাটিত অংশৰ গোটেই খিনিতে অৰ্থাৎ নখৰ গুৰিলৈকে চিয়াঁহি লাগে, আঙ্গুলিৰ নখ থকা ফাললৈ চিয়াঁহি লাগিব নেলাগে; এতিয়া সেই চিয়াঁহি লগা আঙ্গুলিটো তুলাপাতৰ ওপৰত থৈ লাহেকৈ ছেপা দি পূৰ্ব্বে টিঙ্গৰ ওপৰত থৈ ঘূৰাই অনাৰ নিচিনাকৈ ঘূৰাই আনিলেই "ঘূৰণীয়া" বিধৰ আঙ্গুলি-কটপা ফটফটীয়াকৈ উঠিব। আঙ্গুলিটো ঘূৰাওঁতে বৰকৈ যেন হেঁচা নপৰে। বিশেষ কৈ হেঁচা দিলে কটপা লেপথেপীয়া হৈ উঠিব।

পোন (Plain) কটপা লাগিলে আঙ্গুলিৰ পেটুটো চিয়াঁহি সনা বগাটিঙ্গৰ পাটত পোনকৈ স্থাপন কৰি পাচে তুলাপাতৰ ওপৰত সেই দৰে থৈ লাহেকৈ ছেপা দি তুলি আনিব লাগে, আঙ্গুলিটো ঘূৰাব নেলাগে।

"পোন" কটপাত আঙ্গুলিৰ পেটুৰ একাংশ অৰ্থাৎ মাজখিনি হে উঠে। কিন্তু "ঘূৰণীয়া" কটপাত আঙ্গুলিৰ পেটুৰ ৰেখাঙ্কিত অংশৰ গোটেই খিনি উঠে। সেই নিমিত্তে দুখন আঙ্গুলি-কটপা একেজন মানুহৰে আঙ্গুলিৰ দুজন ভিন্ন মানুহৰ আঙ্গুলি-কটপা, মিলাই চাবলৈ হলে, "ঘূৰণীয়া" কটপা ললে হে মিলাবৰ সুবিধা হয়। কাৰণ, "ঘূৰণীয়া" কটপাত আঙ্গুলিৰ ৰেখাবিলাক সম্পূৰ্ণৰূপে উঠা বাবে মিলাবলৈ সৰহ বিষয় (Point) পোৱা যায়।

সকলোবিলাক কটপা (Impressions) ঘাইকৈ চাৰি শ্ৰেণীত বিভক্ত ; এই চাৰি শ্ৰেণী বা ভাগৰ নাম নাই;— (১) ধেনু Arches, (২) কূলা Loops (৩) দোন whorls আৰু সান-মিহলি (Composites)।

কূলা, দোন আৰু সান-মিহলি বিধৰ কটপাত Fixed Points বা নিৰূপিত মূৰ আছে। এই নিৰূপিত মূৰ বিলাকৰ নাম হৈছে [১] ব-দ্বীপ বা বাহিৰৰ মূৰ (Delta or Outer terminus) আৰু (২) কেন্দ্ৰ বা ভিতৰৰ মূৰ (Point of cere or Inner terminus.)

আঙ্গুলিত যিবোৰ ৰেখা আছে সেইবোৰক বোৱতী নৈৰ নিচিনা ভাবি ললে দেখিবলৈ পাব যে, "ধেনুৰ" বাহিৰে বাকী তিনি বিধৰ কটপাত কেতিয়াব দুডাল ৰেখা সমান্তৰাল ভাৱে বৈ আহি হঠাৎ এঠাইত দুয়ো ডাল ৰেখাই দুফালে মুখ কৰি গতি কৰিছে কেতিয়াবা আকৌ দেখিব একে ডাল ৰেখাই নৈৰ নিচিনাকৈ ক্ৰমাগত বৈ আহি হঠাৎ এঠাইত সেই এডাল ৰেখাই দুসুঁতী অৰ্থাৎ দুডাল ৰেখা হৈ দুফালে গতি কৰিছে। এই দুই ৰকমেদি আঙ্গুলি-কটপাত Delta গঠিত হয়। এডাল ৰেখাই ক্ৰমাগত বৈ আহি যি ঠাইত দুডলীয়া হৈ দুফালে গতি কৰে সেই ঠাই কণকে Delta বোলে। আকৌ দুডাল ৰেখা সমান্তৰাল ভাৱে বৈ আহি যি ঠাইত এডাল ওপৰ মুখীয়া হৈ যায় আৰু আন ডাল তলমুখীয়া হৈ যায়, সেই ঠাই কণৰ নিচেই ওচৰত

(Nearest to the place of divergence) যি কোনো ৰেখা বা বিন্দু থাকে তাক Delta বোলে। Delta ব-দ্বীপ বুলিলে কটপাৰ বা হিৰৰ মুৰ বুজায়। আঙ্গুলি-কটপাত কেন্দ্ৰ বা ভিতৰৰ মুৰ কেনেকৈ হয় সেই বিষয়ে পাচত আলচ কৰা যাব। কেন্দ্ৰৰ পৰা ডেল্টালৈ ৰেখা বিলাক গণনা কৰা হয়। ধেনু, কুলা, দোন আৰু সানমিহলি কটপাৰ ব্যাখ্যা তলত দিয়া গল।

"ধেনু"—কটপাত ৰেখাবিলাক আঙ্গুলিৰ এফালৰ পৰা অনা ফাললৈ ধেনুখনৰ নিচিনা হৈ যায়; ৰেখাবিলাক আদবাটৰ পৰা পিছুৱাই অৰ্থাৎ পিচলৈ উভতি নাহে। এই বিধৰ কটপাত এটা ডেল্টা থাকে।

"কুলা"—কটপাত কিছুমান ৰেখাই আঙ্গুলিৰ এফালৰ পৰা আনফাললৈ যাওঁতে আদবাটৰ পৰা পিচুৱাই আহে, কিন্তু ঘোৰ খাই নেথাকে। এইবিধৰ কটপাত এটা ডেল্টা থাকে।

"দোন"—কটপাত কিছুমান ৰেখা ঘোৰ খাই চকৰীৰ নিচিনা হৈ থকা দেখা যায়। এইবিধৰ কটপাত দুটাকৈ ডেল্টা থাকে।

দোন-কটপাবিলাক তলত দিয়া চাৰি শ্ৰেণীত বিভক্ত; (১) চকৰী দোন,—ৰেখাবিলাক গোল ভাৱে একোটা চকাৰ নিচিনা হৈ থাকে। (২) এসূতীয়া দোন,—এডাল ৰেখাই সাপৰদৰে ঘূৰি ঘূৰি মেৰপাক খাই থাকে; (৩) দুসূতীয়া দোন—দুডাল ৰেখাই সেই দৰে ঘূৰি মেৰপাক খাই থাকে, (৪) চকৰী সূতীয়া দোনৰ আদখিনি চকাৰ নিচিনা হৈ পাচে এডাল সূতাৰ দৰে ঘূৰি ঘূৰি মেৰপাক খাই থাকে।

"সানমিহলি" কটপা বুলিলে যি কটপা ধেনু, কুলা বা দোনৰ নিচিনা নহয় তাকে বুজায়। ধেনু, কুলা আৰু দোন মিহলি হৈ এই বিধৰ কটপা হয়।

# ভক্তি

মাধৱদেৱে লিখা ঘোষা পুথি খন অসমীয়া সাহিত্যৰ মুকুট বুলি বহুতৰ মুখে শুনিছিলোঁ, কিন্তু মই নিজে পঢ়া নাছিলোঁ। গতিকে, সেই বিষয়ে কোনো চৰ্চ্চা হলে মুখ জপাই বহি থাকিবলৈ বাধ্য হওঁ। কিন্তু, সদাই একে ভাৱে থাকিলে নিজৰ মূৰ্খতাৰ পৰিচয় দিয়াৰ ভয়ত মাজে মাজে মোৰ বন্ধুসকলৰ কথাত মূৰ দুপিয়াওঁ বা মিচিকি হাঁহি মাৰোঁ। এই কোৱাভাতুৰীয়া ভাৱে পাচলৈ আমুৱালত এদিন ঘোষা খন মেলি চালোঁ।

"মুক্তিত নিস্পৃহা যিটো সেহি ভকতক নমো, ৰসময় মাগোঁহো ভকতি।"

এই এফাঁকি পঢ়িয়েই আৰু পঢ়িবলৈ স্পৃহা নাইকিয়া হল; কিয়নো, এইটো বুজিবলৈ টান পালোঁ যে, মুক্তি পাবলৈ স্পৃহা নথকাকৈ কোনোবা ভকত আছে। মানুহ বুলিলেই আশা আৰু ভয়ৰ তলতীয়া; এই দুই ভাবৰ পৰা হে ধৰ্ম্ম ভাবৰ উৎপত্তি। স্বৰ্গগামী হবলৈ আশা নকৰি কোনে দেৱতাক পূজে? আৰু টেঁটুত ছেপা দি মাৰে বুলি ভয় নথকা হলে কোনে ভূতক মাতে? মুক্তিকে যদি নিবিচাৰোঁ, তেন্তে ঈশ্বৰক ভজাৰ সকাম কি? ভলটেয়াৰে কৈছিল, ঈশ্বৰ নেথাকিলেও জন সাধাৰণক শাসন কৰিবৰ কাৰণে ঈশ্বৰৰ দৰকাৰ। এতেকে, এজনা ঈশ্বৰ সৃষ্টি কৰি লব লাগে, অৰ্থাৎ ভয় আশা দেখুৱাবলৈ বুলিহে ঈশ্বৰক লাগে। কিন্তু, মাধৱদেৱে যি জন ভকতৰ কথা কৈছে, তেওঁ ঈশ্বৰৰ ওচৰত একো আশা নকৰে, আৰু ঈশ্বৰলৈ সেই দৰে ভয়ো নেৰাখে। এতেকে, তেওঁ সাধাৰণ মানুহতকৈ বহুগুণে শ্ৰেষ্ঠ। কিয়নো, আমি বৰ সবাহ ৰাজহুৱা সবাহ আদি বহুত বহুত সবাহ হওঁতে উপস্থিত আছোঁ আৰু দেখিছোঁ, সকলোৱে নাম গোৱাৰ পাচত এজোলোকা আশীৰ্ব্বাদ মূৰ পাতি লয়। কোনোৱে সম্পত্তি বিচাৰে, কোনোৱে বা কুশল-মঙ্গল বিচাৰে, কোনোৱে আকৌ শত্ৰুৰ মুখত ছাই পেলাবলৈ ঈশ্বৰক খাটোঁ। মাধৱদেৱৰ যি জন আদৰ্শ ভকত তেওঁ এইবিলাক কামনা নকৰে। অইন কি, তেওঁ নৈতিক পথত চলিবলৈকো ঈশ্বৰক সহায় নিবিচাৰে; সেইবিলাকৰ কাৰণে তেওঁ নিজৰ ওপৰতহে নিৰ্ভৰ কৰে। ঈশ্বৰে আমাক জ্ঞান আৰু স্বাধীন ইচ্ছাবল (Freedom of will) দিছে, যাৰ বলত আমি নিজে সংসাৰত উন্নতি কৰিব পাৰোঁ, আৰু চৰিত্ৰ সংশোধন কৰি লব পাৰোঁ; তাৰ কাৰণে ঈশ্বৰক আকৌ প্ৰাৰ্থনা কৰাটো কাপুৰুষৰ চিন। নৈষ্ঠিকৰ ভিতৰত যিবিলাক ডাঙ্গৰ আৰু সৎস্বভাৱৰ লোক পোৱা যায়, তেওঁবিলাকে নিজৰ সৎ-চৰিত্ৰৰ কাৰণে কোনো দেৱতাক আৰাধনা নকৰে। আদৰ্শ ভকত জনেও নিজৰ সচ্চৰিত্ৰৰ কাৰণে ঈশ্বৰক নেখাটি নিজৰ জ্ঞান আৰু সাহৰ ওপৰত হে নিৰ্ভৰ কৰে।

কিন্তু মোক্ষপদ পাবলৈ সকলোৱে আশা কৰে; যীশুখ্ৰীষ্টে কৈছে "Seek ye first the kingdom of god and his righteousness" (অৰ্থাৎ ঈশ্বৰৰ ৰাজ্যলৈ যাবলৈ চেষ্টা কৰা আৰু তেওঁৰ গুণবিলাক লভিবলৈ বিচাৰাঁ, চমুতে কবলৈ গলে মুক্তি (Salvation) বিচাৰাঁ। কিন্তু, মাধৱদেৱৰ ভক্তি আৰু এখাপ ওখ; তেওঁ মুক্তি লভিবৰ কাৰণে ভক্তি নকৰে, ভক্তিৰ কাৰণেই কেৱল ভক্তি কৰে, "virtue is its own reward"। ভক্তি এনেই ৰসময়, অইন কি, মুক্তিতকৈও ভক্তিৰস সুমধুৰ।

"যদ্যপি মুকুতি পদ সুখ ৰূপ হয়।
তথাপি ভকতি শ্ৰেষ্ঠ কহিলোঁ নিশ্চয়।।
ভকতি জনিত সুখ মুকুতিত নাই।
মুকুতিৰ সুখ সুখে ভকতিত পাই।।"
"এতেকে, ভকতি শ্ৰেষ্ঠ মুকুতিত কৰি।"

তেওঁৰ ভক্তি হৈছে কেৱল প্ৰেম। তেওঁ প্ৰেমত ইমান মত্ত যে, 'মুকুতি সুখকো তেজি; মহত্ব জনৰ সঙ্গ খোজে অতি কৃষ্ণৰ চৰণে।" সন্যাসীৰ ধৰ্ম্ম (Somewhat similar to Kant's rigorism) আৰু মাধৱদেৱৰ ভক্তি কিছুদুৰ মিলে; কাৰণ দুয়ো নিষ্কামী। কিন্তু, দুই পন্থাৰ ভিতৰত প্ৰভেদ এই; কেণ্টৰ মতে ধৰ্ম্ম সুখৰ পৰা একেবাৰে বৰ্জ্জিত হব লাগে। সৎকাম কৰি যদি সুখ লভিলে তেন্তে সকলো বিফল হল; সন্যাসীয়ে গজালত বহি হে ঈশ্বৰক ধ্যান কৰে। কিন্তু, মাধৱদেৱে ৰসময় ভক্তি বিচাৰিছে। তেওঁৰ মতে ৰস ভক্তিৰ চিৰ লগৰীয়া। তেওঁৰ ভক্তি ইমান সোৱাদ যে ; "মুকুতি সুখকো তেজি মহাজনে শৰণ লৱে তোমাত।" এতেকে, দেখা যায়, কেণ্ট চাহাবৰ আৰু ৰসবাদী (Hedonists) সকলৰ দুই বিপৰীত পন্থা মাধৱদেৱৰ ভক্তিত লগ লাগিছে; আৰু আজিলৈকে দৰ্শন-শাস্ত্ৰই ইয়াতকৈ ওখ খাপৰ নীতি (morality) বিচাৰি পোৱা নাই।

# খেতি

আসাম কৃষি-প্ৰধান দেশ। কিন্তু, অসমীয়াৰ খেতিৰ অৱস্থা অতি শোচনীয়। অতীজকালত আসামৰ খেতিৰ দশা যেনে আছিল, আজিও সি সেই আদি অৱস্থাতে; আমাৰ খেতিয়কবিলাকৰ নাও তুলুং-ভুতুং কৰিয়ে আছে। আমাৰ এটা প্ৰবাদ আছে যে, "আসামত আকালো নাই, ভঁড়ালো নাই।" এই প্ৰবাদৰ আশ্ৰয় লৈয়ে অসমীয়া ৰাইজে জাতীয় অৱস্থাৰ কাৰণ দৰ্শাই নিজ নিজ মনক প্ৰবোধ দিয়ে। এজনৰ ত্ৰুটী আন এজনক কোনো কাৰণ দেখুৱাই হোঁহকা-পিচলা কৰাৰ পৰা হয়। কিন্তু, নিয়তিৰ গতিত কোনো যুক্তিয়ে হকা-বধা লগাব নোৱাৰে। কালত তিষ্থিব পৰা কামে হে অস্তিত্ব ৰখাৰ, কোনো যুক্তি আগবঢ়াই প্ৰকৃতিৰ হাত সাৰিব নোৱাৰি। সকলোৰে মনত ওপঙ্গি থকা এই ভাবক সংজ্ঞা মানি লৈ আমি আমাৰ উন্নতি কল্পে যথাসাধ্য যত্ন কৰা উচিত। শৰীৰৰ প্ৰত্যেক অঙ্গই পেটৰ বহতীয়া বুলি সৰ্ব্বসন্মতি ক্ৰমে সাব্যস্ত হৈছে। এই বাবে পেটৰ হৈ আমাৰ অঙ্গবিলাককে নিজ নিজ কৰ্ত্তব্য সাধন কৰিব লগীয়া। এয়ে নহ'লে, ঘৰুৱা যুঁজ হৈ সৰ্ব্বনাশ হোৱাৰ আগন্তুক। সকলো কামতে বুদ্ধি খটাব লাগে, তেহে কাম সুচলৰূপে সিদ্ধি হয়। খেতিৰ সম্বন্ধেও সেই যুক্তি। বৰ্ত্তমানত আমাৰ দেশৰ খেতিৰ ভাৰ হোজা অশিক্ষিত সম্প্ৰদায়ৰ হাতত পৰি আছে। শিক্ষিত সমাজে খেতিৰ উন্নতিৰ হকে বিশেষ একো কাৰবাৰ কৰা নাই বুলিলেই হয়। খেতিৰ সঁজুলি এতিয়াও আদি অৱস্থাতে আছে; গতিকে, খেতিৰ অৱস্থায়ো গা কৰিব পৰা নাই। আমাৰ দেশৰ বৰ্ত্তমান অৱস্থালৈ চাই, খেতিৰ সঁজুলিৰ সাল-সলনি ঘটাবলৈ ডাঠি কব নোৱাৰি; তথাপি আৰ্থিক বোজাৰ ভাৰ গধুৰ নোহোৱাকৈয়ে যি কৰিব পাৰি তালৈ দৃষ্টি নকৰাটোও অন্যায়। শিক্ষিত লোকে বাট নেদেখুৱালে খেতিৰ উন্নতি কামনা কৰা দুৰাশা। ঘোঁৰাৰে খেতি কৰা কথা অসমীয়া খেতিয়কৰ কাণত পৰ্ব্বতত কাছৰ কণি বিচৰা কথা যেনহে লাগিব। কিন্তু, শিক্ষিত সকলে ইয়াৰ বুজ পাই দেখি হয়তো আসামত গৰুৰ সলনি ঘোঁৰাৰে হাল বোৱাবলৈ মন মেলিবও পাৰে। ভাৰতবৰ্ষত গৰুৰে হাল বোৱা যেনে, আমেৰিকাত ঘোঁৰাৰে হাল বোৱাও তেনে সাধাৰণ নিয়ম। গৰুৰ ঠাইত ঘোঁৰা লগাবলৈ আমাৰ দেশ উপযোগী বুলিব নোৱাৰি, আৰু এনে পৰিবৰ্ত্তনৰ আৱশ্যকো নেদেখোঁ। আমাৰ দেশত গৰু আৰু ম'হেই চলতি আৰু এয়ে উপযোগী; কিন্তু গৰু বা ম'হহাল শকত-আৱত হ'ব লাগে। আসামৰ লোকসংখ্যা কম, কিন্তু খেতি-বাতিৰ বাবে প্ৰচুৰ মাটি আছে, গৰু ম'হ চৰিবলৈকো যথেষ্ট ঠাই। প্ৰচুৰ জমি পোৱা যায় গুণে অসমীয়া খেতিয়কৰ মাটিত সাৰ দিয়া প্ৰথা প্ৰচলন নাই বুলিলেই হয়। কিন্তু লোক সংখ্যা বেছি হৈ অহাৰ বাবে খেতিৰ মাটিত সাৰ দিয়া নিতান্ত আৱশ্যক হৈ উঠিছে। আমাৰ দেশত আগেয়ে ভাল খেতি হৈছিল, এতিয়া হেনো তেনে নহয়। ইয়াৰ কাৰণ অসমীয়া খেতিয়কে

কালৰ গতি বুলি কৈ দিব। কথাষাৰৰ অৰ্থ দকৈ গমি চালে মিছাও নহয়, কালৰ গতিত মাটিৰ সাৰ কমি যোৱাত উৎপাদক শক্তিৰো হ্রাস হৈছে। কিন্তু কথা ফাকিৰ অৰ্থ সাধাৰণতঃ আমি যেনে বুজোঁ, তাঁলে মন কৰিলে হে তাৰ অৰ্থ ঠিক নহয়। বেচি থকা মাটিত আগেয়ে খেতিয়কে ২। ৩ বছৰ একেৰাহে চাহ কৰা ঠাই এৰি আন এডৰা মাটিত খেতি কৰিব পাৰিছিল, গতিকে খেতিয়ে সাৰৰ অভাৱ পোৱা নাছিল, আৰু খেতিও ভাল হৈছিল। যি ডৰা মাটি বছৰচেৰেক গৰাবাদ হৈ থাকে সি আকৌ সাৰবান হৈ খেতিৰ উপযোগী হৈ উঠে। এতিয়া কিন্তু লোকসংখ্যাৰ বৃদ্ধিৰ লগে লগে এই সুযোগ নোহোৱা হৈ আহিছে। এতেকে খেতিৰ পৰা উৎপন্নৰ আশা কৰিলে মাটিত সাৰ যোগাবলৈ দিহা কৰিব লাগিব। সাৰ নানা বিধৰ আছে। আসামত গৰুৰ গোবৰ আৰু খলিহে সাৰেই প্ৰশস্ত। ইয়াক সহজে পাবও পাৰি। জীৱ-জন্তুৰ হাৰৰ সাৰ বিশেষ উপযোগী; ইয়াক পালেও কিন্তু, কু-সংস্কাৰে ব্যৱহাৰত আনিবলৈ নিদিব। বানে পোৱা মাটি নহলে সাৰ দিয়া প্ৰথাৰ বিশেষকৈ আৱশ্যক। পূৰ্ব্ববঙ্গত প্ৰায় ঠায়েই বানতীয়া, সেই বাবে তাত মাটিত সাৰ দিয়া নিয়মৰ প্ৰচলন নাই বুলিলেই হয়। মুঠতে কবলৈ গলে, ভাৰতবৰ্ষতে সাৰ যোগোৱা প্ৰথা নাই বুলিলেও বেছি কোৱা নহয়। এক একৰ [তিনি বিঘা আধা কঠা] মাটিত সাৰ নিদিয়াকৈ খেতি কৰি ১৬।৶০ লাভ পোৱাৰ ঠাইত, ১০০ মোন গৰুৰ গোবৰ ৪।৶০ খৰছ কৰি দি ৮৬৶০ উৎপন্ন কৰাৰ প্ৰমাণ গৱৰ্ণমেণ্টৰ পৰা প্ৰকাশ কৰিছে। এনে নমুনাৰ পৰা খেতিত সাৰ দিয়াৰ উপযোগিতা বুজিব পাৰি।

অসমীয়া খেতিয়কৰ আৰ্থিক অৱস্থা, প্ৰচলিত ৰীতি, আৰু কু-সংস্কাৰ আমাৰ খেতিৰ উৎকৰ্ষ সাধনৰ প্ৰতিবন্ধক হৈছে। আমাৰ দেশৰ খেতিয়কৰ কাণত কলেৰে মাটি চাহ কৰিব পৰা কথা নোসোমাব। বিশেষ, কলেৰে খেতি কৰা আমাৰ দেশত বৰ্ত্তমানত সম্ভৱো নহয়। ইংলণ্ডত কলেৰে মাটি চাহ সচৰাচৰ কৰা হয়। খেতিয়কৰ সকলোৰে অৱশ্যে নিজা নিজা কল ৰাখিব নোৱাৰে, কিন্তু কল আৱশ্যক মতে ভেৰণলৈ আনিব পাৰে। ই গাঁৱৰ পৰা সি গাঁৱলৈ কল সহজে নিয়া-অনা কৰিবৰ সুচল আছে। ভাৰতবৰ্ষত কিন্তু তেনে সুবিধা নাই। কোনো ধনী লোকৰ বা উমৈহতীয়া চেষ্টাত কল সংগ্ৰহ হলেও সি মহাভাৱ যেন হে হব; তাৰ পৰা উৎপন্নৰ আগন্তুক নাই। বৰ্ত্তমান খেতিৰ বাবে আমাৰ যি সঁজুলি আছে, তাৰে পৰাই খেতিৰ উৎপন্ন দিহা কৰিব লাগে। আমাৰ সাধাৰণ খেতিয়কৰ অৱস্থালৈ চাই, ইংলণ্ড বা আমেৰিকাৰ হাল প্ৰচলন কৰাবলৈ কব নোৱাৰি; পিচে, দেশৰ অৱস্থাপন্ন খেতিয়কে ইংলণ্ডত আৰু আমেৰিকাৰ বিজ্ঞানবিদ সকলে তৈয়াৰ কৰা হালৰ ব্যৱস্থা কৰা বাঞ্ছনীয়। এনে এখন হালৰ মূল্য ৪০ টকাৰ ওপৰ পৰে। মজলীয়া অৱস্থাৰ খেতিয়কৰ পক্ষে এনে এখন হাল সংগ্ৰহ কৰা অসম্ভৱ নহয়; কিন্তু তাক ব্যৱহাৰ কৰিবলৈ জনাটোহে বিশেষ আৱশ্যক। হাল খনিৰ সামান্য ৰকম ইফাল-সিফালতে মুৰ ঘুমাব লগা হলে এনে হাল কলগ্ৰহহে হব। এই কাৰণে শিল্পবিদ্যাৰ অলপ অচৰপ আও-ভাও পোৱা খেতিয়কৰ হাততহে এনে হালে প্ৰথমে ঠাই পোৱা যুক্তিসঙ্গত। তেওঁৰ আৰ্হিয়ে ওচৰচুবুৰীয়া খেতিয়কৰ মনত উক্ত হালৰ আও-ভাও জন্মাব। সেয়ে হলে নিজৰো উন্নতি আৰু দেশৰো প্ৰকৃত উন্নতি কৰা হব। উপযোগী হলে সংগ্ৰহৰ লগে লগে উপযুক্ত হাল আনোতাৰো বিধান হব লাগিব। আমাৰ দেশৰ গৰু-মহৰ অৱস্থা দিনক দিনে বেয়া হৈ অহা দেখা যায়। ইয়াৰ প্ৰতিবন্ধকৰ বাবে অসমীয়া ৰাইজে চকু দিয়া উচিত। উপযুক্ত যাঁৰ আৰু গৰু-মহৰ আহাৰৰ ব্যৱস্থাৰ অভাৱেই আমাৰ গৰু-ম'হৰ শোচনীয় অৱস্থাৰ কাৰণ। গাঁৱত যাঁৰ নাই বুলিয়েই হয়। চৰকাৰৰ পৰা ঠায়ে ঠায়ে যাঁৰ মেলাৰ ব্যৱস্থা কৰা দেখা গৈছে, কিন্তু তাৰ পৰা ৰায়তৰ বিশেষ উপকাৰ হোৱা দেখা নেযায়। এই সম্বন্ধে গাঁৱৰ মুখিয়াল সকলে চেষ্টা ৰাখিলে বহুতো উন্নতি হব পাৰে। তেওঁবিলাকে মন কৰিলে গাঁওৱে গাঁওৱে যাঁৰ থকাৰ বিধান হব পাৰে। আনৰ মুখলৈ নেচাই আত্ম সহায়লৈ চকু ৰাখিলে নিজৰ আৰু দেশৰো মহৎ উপকাৰ হয়। গাঁৱৰ মুৰ্ব্বীসকলে দিহা কৰিলে নিজৰ বিশেষ হানি নোহোৱাকৈয়ে একোটা ভাল যাঁৰৰ যোগাৰ কৰি আমাৰ দেশী গৰুৰ উন্নতি কৰাব পাৰে। এনে যাঁৰক ৰাইজে উমৈহতীয়া সম্পত্তি স্বৰূপে ভাবিব লাগে, আৰু প্ৰত্যেকে তাৰ ভাললৈ চকু ৰাখিব লাগে। গাঁওৱে গাঁওৱে যাঁৰ থাকিলে খেতিয়কে তেওঁলোকৰ খেতিৰ উপযোগী শকত হালোৱা গৰু পাব পাৰিব। এয়ে হলে তেওঁলোকৰ খেতিৰ সুচল হব। আশকতীয়া গৰু-ম'হ হালত জুৰি মুৰৰ ঘিঁউ খৰচ কৰি, শেহত খেতিৰ অৱস্থালৈ চাই হায় হায়, ছি, ছি, কৰিব লগীয়াত নপৰিব; আৰু জীৱ-জন্তুৰ প্ৰতি নিষ্ঠুৰতা আচৰণৰ দোষী নহব। গৰু-ম'হে যাতে উপযোগী আহাৰ পায়, তাঁলেকো খেতিয়কে মন কৰিব লাগে। পথাৰত চৰিবলৈ দিয়েই নিশ্চিন্ত থকাটো উচিত নহয়। গাঁৱৰ আশে-পাশে আগেয়ে গৰু-ম'হৰ উপযোগী বিস্তৰ ঘাঁহনি আছিল, খেতিৰ বিস্তাৰৰ লগে লগে তেনে ঘাঁহনি নোহোৱা হৈ আহিছে। গতিকে, গৰু-ম'হৰ বাবে ৰায়তে আহাৰ যোগাৰ কৰিব লগীয়া হৈছে। বানে পোৱা ঠাইত গৰু-ম'হৰ ঘাঁহৰ ব্যৱস্থাৰ প্ৰচলন আছে; এনে ঠাইত খেতিয়কৰ বৰ দুখ আন পিনে কিন্তু তেওঁলোকৰ এটা বিশেষ সুবিধা আছে। বানতীয়া ঠাইত মাটি সাৰবান হোৱাত খেতিৰ ফল তেওঁলোকে, পানীৰ উপদ্ৰৱ নহলে,

সহজে ভালকৈ পায়। খেতিয়কে তেওঁলোকৰ খেতিৰ পেলনীয়া ভাগ যতনেৰে গোটাই থলেও গৰু-ম'হৰ যথেষ্ট আহাৰৰ দিহা হয়। অসমীয়া খেতিয়কে যে এনে দিহা নকৰে তেনে কথা আমি কব নোৱাৰোঁ; কিন্তু সৰ্ব্বসাধাৰণ খেতিয়কে এনে বন্দবস্ত কৰে বুলি আমাৰ মনে নধৰে। গৰু-ম'হৰ বাবে গিৰীহঁতে ধান-খেৰ গোটাই থোৱাটো বৰ লাগতিয়াল। ঘাঁহৰ অনাটনৰ দিনত আৰু গাঁৱত খোচোৰা ব্যাধি হোৱাৰ সময়ত গোটাই থৈ খেৰ গৰু-ম'হৰ আহাৰ স্বৰূপে দিব লাগে। বিস্তৰ পৰিমাণে আহাৰ গোটাই থৈ খোচৰা ব্যাধিৰ সময়ত গৰু-ম'হক সুখেৰে গোহালিতে ৰাখি ভালকৈ খুৱালে নৰিয়া নপৰাকৈ ৰব। প্ৰকৃতিৰ নিয়ম লঙঘন কৰি মানুহে যেনেকৈ বেমাৰত ভুগিব লগীয়া হয়, গৰু-মহ আদি জীৱ-জন্তুৰো সেই দশা। মানুহে তেওঁলোকৰ ভাল-বেয়া বুজিব পাৰে, গৰু-ম'হৰ কিন্তু তেনে শক্তি নাই। সেইবাবে গৰু-ম'হলৈ গিৰীহঁতৰ বিশেষ দৃষ্টি থাকিব লাগে। গোহালি ঘৰৰ ভেঁটী ওখকৈ বান্ধিব লাগে। মুত, গোবৰ গোহালিৰ পৰা দূৰৈকৈ পেলাব লাগে। গৰু-ম'হে যাতে দলনীৰ পৰা পানী খাব লগীয়া নহয় তাৰ বাবে ৰায়তে চেষ্টা ৰাখিব লাগে। সকলোৰে জনা এইবিলাক সাধাৰণ নিয়ম পালন কৰিলে বহুতো উপকাৰ পোৱা যাব; খেতিৰ সময়ত গৰু-ম'হৰ বেমাৰ হৈ খেতিয়কৰ হাত ছিগা যেন হোৱাৰ আশঙ্কা কমিব। খেতিৰ সময়ত গৰু-ম'হ মৰিলে খেতিয়ক মহৎ খতিগ্ৰস্ত হৈ ধাৰত জুৰুলা হয়, এনে খেতিয়কে গা কৰিব নোৱাৰে। শাস্ত্ৰেও কৈছে,— "গো-ধন মহৎ ধন"। এনে ধনৰ যাতে অপব্যৱহাৰ নহয় তালৈ মন কৰিব লাগে।

খেতিত সুফল ধৰাবলৈ সঁচ ভাল হব লাগে। সঁচৰ বাছনি যিমান ভাল হয়, খেতিৰ ফলো সিমান ভাল হোৱাৰ আশা কৰিব পাৰি। সঁচৰ বাছনি আমাৰ খেতিয়কৰ মাজত চলতি আছে। সঁচৰ বাবে তেওঁৰ খেতিৰ পৰা ভাল চাই, সুকীয়া কৈ থয়। অসমীয়া খেতিয়ক কিন্তু চাৰিবেৰৰ ভিতৰত থকা মানুহ এনে কি, লগালগি গাঁৱৰ খেতিৰ বুজকো নেৰাখে। এই আচৰণ আমাৰ খেতিৰ উন্নতিৰ বাটত বিঘিনি স্বৰূপ। খেতিয়কে কেৱল নিজৰ খেতিৰ পৰা বিধান নলৈ তেওঁ বসতি কৰা গাঁৱত সকলোতকৈ ভাল হোৱা খেতিৰ পৰা সঁচৰ দিহা কৰিলেও খেতিৰ ফল ভালেমান আগুৱাব সঁচৰ হীন অৱস্থাই খেতিৰ অৱস্থাকো হীন কৰি আনে। এই বাবে আমাৰ খেতিয়কে যি ঠাইত যিবিধ শস্য বিশেষকৈ ভাল হয়, তাৰ পৰা সেইবিধ শস্যৰ বিধান সংগ্ৰহ কৰিব লাগে। এৰি, মুগাৰ সঁচ বিচাৰি অসমীয়া ৰায়তে এখন জিলাৰ পৰা আন জিলালৈ যোৱা দেখা যায়, কিন্তু শস্যৰ বিধানৰ বাবে এনে নিয়মৰ প্ৰচলন দেখা পোৱা নেযায়। ঠাই লৈ যে কোন বিধ শস্য ভাল হয় তাক বোধ কৰোঁ, অসমীয়া ৰায়তে মানে; এই বাবে তেওঁলোকে ইয়াকো মানিব লাগিব যে হীনাৱস্থাৰ বিধানৰ পৰা খেতিৰ অৱস্থা সন্তোষজনক নোহোৱাটো সম্ভৱ। মাটিৰ চাহ আৰু সাৰৰ অনুযায় খেতিৰ অৱস্থা ভাল বেয়া ঘটে। কিন্তু সঁচৰ উন্নত অৱস্থাই খেতিৰ বিশেষ জেউতি বঢ়ায়। সঁচৰ সাল-সলনি, অৰ্থাৎ যি ঠাইত যি শস্য ভাল ৰকমে হয় তাৰ পৰা সঁচ অনাৰ দিহাকৰণ দুই তিনি বছৰৰ অন্তৰে কৰিলেও যথেষ্ট হব। খেতি পকিবৰ সময়ত বেয়া বতৰ হলে খেতিৰ অনিষ্ট ঘটে; এনে খেতিৰ পৰা সঁচৰ বাবে যি বাছনি হব, সি কেতিয়াও সন্তোষজনক হব পাৰে বুলি আশা কৰিব নোৱাৰি। কিছুদিনৰ পূৰ্ব্বে মধ্যবঙ্গত সৰিয়হ পকাৰ সময়ত বতৰ বেয়া হৈ সৰিয়হৰ অনিষ্ট কৰিছিল, তাৰে পৰা হেনো মধ্যবঙ্গৰ সৰিয়হৰ খেতিয়ে হীনাবস্থা প্ৰাপ্ত হৈছে। এনে সময়ত ওচৰৰ আন ঠাইৰ যত শস্যৰ বিঘিনি ঘটা নাই তাৰ পৰা সঁচ অনোৱা নিতান্ত বাঞ্ছনীয়। অসাবধান আৰু অসম্পূৰ্ণ ভাৱে কৃষি কৰিলে শস্যৰ হীনাবস্থা ঘটে। কোন ঠাইত কি শস্য উৎকৃষ্টৰূপে উৎপন্ন হয়, কেনে ঠাইত আৰু কেনেকৈ কৰিলে সেই শস্য ভাল হয়, এনে বিলাক কথা আমাৰ খেতিয়ক বিলাকক জনাজাত কৰা উচিত। গাৱঁলীয়া পঢ়াশালিৰ শিক্ষক বিলাকে তেওঁলোকৰ ছাত্ৰ বিলাকক এনেবিলাক কথা জনাজাত কৰিলে দেশৰ খেতিৰ মহৎ উপকাৰৰ আশা কৰিব পাৰি। আজিকালি চৰকাৰৰ পৰা পৰীক্ষা কৰি চাবলৈ সময় মতে নানা বিধ শস্যৰ সঁচ খেতিয়কক দিয়া হয়। এনে বিলাক সুবিধা অসমীয়া ৰায়তে আগ্ৰহেৰে লৈ ভিন ভিন খেতিৰ আও-ভাও জনা হবলৈ চেষ্টা ৰাখিব লাগে। আমাৰ দেশৰ কোনো কোনো জনালোকে বঙ্গ দেশৰ ধানৰ সঁচ আনি ইয়াত খেতি কৰি চাইছে। আমি কিন্তু শুনিবলৈ পাওঁ যে, মাটিৰ গুণতেই নে কি ধান সঁচ অনুযায়ী হোৱা নাই। মাটিৰ গুণত নহে খেতিৰ আও-ভাওৰ পৰিবৰ্ত্তনৰ পৰাও সঁচৰ জাত নৰব পাৰে। যি ঠাইৰ পৰা সঁচ অনা হয় তাৰ খেতিয়কৰ পৰা খেতিৰ প্ৰণালী শিকি লব লাগে, তেনে হলে বোধ কৰোঁ, সুফল ধৰাৰ আশা কৰিব পাৰি।

খেতি লাভজনক কৰিবলৈ একে ডৰা মাটিত ক্ৰমান্বয়ে কেবাবিধো খেতি কৰিব লাগে। আমাৰ দেশত ধানেই প্ৰধান খেতি, কিন্তু বৰ্ত্তমানত এই ধান খেতিৰ পৰা ৰায়তে লাভবান হোৱা দেখা নেযায়। কৃষিৰ যন্ত্ৰৰ বা সঁচৰ উন্নত পৰিবৰ্ত্তনতো ধানৰ খেতি লাভজনক হোৱাৰ আশা কৰিব নোৱাৰি। পিচে, ধানেই আমাৰ মূল খেতি, লাভ নহয় বুলি অসমীয়া ৰায়তে এই খেতি নকৰি নোৱাৰে। বিজ্ঞানবেত্তাই ঠাৱৰ কৰিছে যে, ধানৰ পথাৰত ওপৰঞ্চিকৈ আন শস্যৰ কৃষি নকৰিলে অকল ধানৰ

পৰা উৎপন্ন নহয়। কি খেতিৰ পিচত কি খেতি একে ডৰা মাটিতে কৰিব পৰা যায়, তাৰ কোনো বন্ধা নিয়ম সকলো ঠাইতে নেখাটে। খেতিয়কে উৎপন্ন আগত লৈ এটা খেতি উঠিলে আন এটা খেতি নমুনা স্বৰূপে সেই ঠাইতে লগাই চাব লাগে। ধানৰ পথাৰত কলামাহৰ খেতি কৰা অসমীয়া খেতিয়কৰ মনত ন-কথা নহয়, কিন্তু এনে খেতি সাধাৰণতঃ কৰা হয় বুলিব নোৱাৰি। খেতিৰ মাটি এনেই যাতে পৰি নেথাকে তাৰ দিহা কৰিব লাগে। এটা খেতি উঠিলে সেই ঠাইত সেই সময়ত হোৱা আন এটা খেতি লগাব লাগে। একে ডোখৰ মাটিত বেলেগ বেলেগ খেতি কৰাত পৰিশ্ৰমৰ অনেক লাঘৱ হয় আৰু বেচি মাটি আবাদ কৰিবৰ সুবিধা হয়। খেতিৰ পৰা যথেষ্ট উৎপন্ন হ'লে খেতিয়কে তেওঁৰ খেতি বহলাবলৈ সুযোগ আৰু উদগনি পায়। আমাৰ দেশত একেডৰা মাটিত দুটা ধানৰ খেতি তুলিব পাৰি আৰু এই নিয়মৰ প্ৰচলনো আছে, কিন্তু ইয়াক সৰ্বসাধাৰণ খেতিয়কে কৰে বুলিব নোৱাৰি। শিক্ষাৰ লগে লগেহে দেশৰ কৃষিৰ উন্নতিৰ আশা। শিক্ষিত সম্প্ৰদায়ে সাধাৰণ খেতিয়কৰ আদৰ্শ হৈ দেশৰ উন্নতি সাধিব লাগে। গাৱঁলীয়া পঢ়াশালিত কৃষি বিষয়ৰ পুথিয়ে বেচিকৈ ঠাই পাব লাগে। এইবিধ পঢ়াশালিৰ ছাত্ৰৰে কোন ঠাইত কি বস্তু ভালকৈ উৎপন্ন হয় আৰু কেনে মাটিত কেনে খেতি হয়, এনে বিলাক কথা যাতে পৰিপাটীৰূপে জানিব পাৰে, তাৰ ব্যৱস্থা হব লাগে।

ক্ৰমশঃ।

# অসমীয়া ভাষা

আমাৰ দেশৰ ৰাজনৈতিক অৱস্থাৰ সাল-সলনিৰ লগে লগে অসমীয়া ভাষাৰো বিশেষ আলোচনাৰ আৱশ্যক যেন অনুমান কৰিবলগীয়া হলোঁ। আমাৰ ভাষা যে এতিয়াও সম্পূৰ্ণৰূপে পৈণত অৱস্থাত পৰাগৈ নাই তাক সকলোৱে বোধ কৰোঁ পতিয়াব। কিন্তু, আজি বছৰচেৰেকৰ পৰা ভাষাৰ উন্নতিৰ বাট বহুত পৰিমাণে যে মুকলি হৈছে তাৰো কোনো সন্দেহ নাই। প্ৰত্যেক অসমীয়া ভাষাৰ কিতাপ লিখোঁতাই শব্দৰ আখৰ-জোঁটনিৰ গণ্ডগোলীয়া অসুবিধা ভোগ কৰিবলৈ পাইছে, আৰু বহুতৰ মুখত অসমীয়া ভাষাটো শব্দৰ দুখীয়া বুলি খেদ কৰাও শুনা গৈছে। আখৰ-জোঁটনিৰ সম্বন্ধে, আৰু শব্দৰ অভাৱ গুচাবলৈ নানা বিষয়ৰ কিতাপ লিখাৰ বাহিৰে মোৰ মনেৰে আন কোনো উপায় নাই। 'হেমকোষ' অভিধান ওলাবৰ পৰা আখৰ-জোঁটনিৰ বাট বহুত সুচল হল যদিও, বাট একেবাৰে মুকলি হোৱা নাই বুলি সন্দেহ। কিয়নো, আজিকালি বহুত লিখকৰ বহুত শব্দত আখৰ-জোঁটনিৰ অমিল দেখা যায় আৰু কেতবিলাক শব্দ আছে, সেইবিলাক অভিধানৰ পৰা টুকি আনিব নোৱাৰি। আখৰ-জোঁটনি যে উচ্চাৰণ অনুসাৰে চলিব লাগে তাৰ কোনো সন্দেহ নাই, কিন্তু তথাপি মূল ধৰিবলৈ যাওঁতে আমাৰ বহুত লিখকৰ ভিতৰত অমিল দেখা যায়। "মই" শব্দত "ও" যোগ কৰিলে "মইও" হয়, কিন্তু উচ্চাৰণ অনুযায়ী হবলৈ "মইও" নিলিখি "ময়ো" লিখা হে উচিত। আৰু, বহুত লিখকে বাস্তৱতে "ময়ো" লিখে। কিন্তু "মইও" লিখা দলৰ পৰা এনে যুক্তি হব পাৰে যে, "ই+ও"ৰ পৰা "য়ো" অথবা 'ই' আখৰটো 'য়' লৈ ৰূপান্তৰ হোৱাটো কোন ব্যাকৰণৰ সূত্ৰ? সেই কাৰণে, বহুত লিখকে "মইও" লিখে। ভাষাৰ আচল উদ্দেশ্য হৈছে, আমি কোৱা কথা লিখি লোকক বুজুৱা। যি উপায়েৰে সহজে আমালোকে আমাৰ ভাব লিখি ৰাখিব পাৰোঁ, সেই উপায় হৈছে আখৰ। কোৱা কথাবিলাক যেনেকৈ সকলোৰে উমৈহতীয়া আৰু সকলোৰে জনাজনি থাকে, লিখাৰ মূল খিনিও সকলোৰে একে হব লাগে। উচ্চাৰণ অনুযায়ী আমালোকে এই মূলবিলাক ইফাল-সিফাল কৰি লিখা ভাষা সৃষ্টি কৰোঁ, এই লিখা ভাষা যিমান সহজ আৰু পোন পতীয়া হব পাৰে, সিমান ভাষা সুৱলা হয় আৰু ভাষাৰ কাৰ্য্য কৰে। "গাওঁ" শব্দত বিভক্তিযুক্ত হলে "ও"ৰ ঠাইত "ৱ" হ'ব লাগিব, নহলে উচ্চাৰণৰ গুৰুতৰ হানি হয়; সেই কাৰণে আমি "গাওঁত" নিলিখি "গাৱঁত" লিখোঁ, আৰু এই কাৰণৰ নিমিত্তেই আমি "মইও" নিলিখি 'ময়ো" লিখা হে উচিত। আৰু, সেইবাবেই আমি "যেয়ে" "এয়ে" 'দুয়ো' ইত্যাদি লিখা হে উচিত। অন্তত দুবিধীয়া আখৰ জোঁটনি নেৰাখি এবিধৰ মতে সকলো লিখকে চলিব লাগে।

আমাৰ আখৰ-জোঁটনিত যে এয়ে গোল বৈছে এনে নহয়। আসামৰ ৰাজধানীৰ নিচিনা নাম লিখিবলৈ আমাৰ বৰ অসুবিধা। "শ"ত "ৱ" দি সংস্কৃতৰ "শ"ৰ উচ্চাৰণলৈ নিয়াটো মোৰ মনেৰে বৰ ভাল উপায় নহল। Shillongৰ sh টো যদি শ্ব দি লিখিলো Shva টো লিখোঁতে আমি কি কৰিম? মোৰ মনেৰে অসমীয়া ভাষাৰ বৰ্ণমালা কেইটাৰ উচ্চাৰণ বঙলা ভাষাৰ বৰ্ণমালাৰে সৈতে ওচৰ চপাত হে এই বিভ্ৰাট হল। কাৰণ shৰ উচ্চাৰণ যদিও ঠিক সম্পূৰ্ণৰূপে আমাৰ ভাষাত নাই, তথাপি মোৰ বোধেৰে "শ্ব"তকৈ আমাৰ 'ছ' আখৰে তাৰ বেচি ওচৰ চাপিব। তৰ, খণ্ডৰ "জোনাকী" মাহেকীয়া আলোচনীত অসমীয়া ভাষা যত্ন কৰি শিকাওঁতা আৰু

শিকোঁতা আৰু লিখোঁতা লম্বোদৰ বৰা ডাঙৰীয়াই উত্তমৰূপে দেখুৱাইছিল যে, ইংৰাজীৰ shৰ উচ্চাৰণ আমাৰ "ছ" আখৰত হে বহুত পৰিমাণে পোৱা যায়। এতেকে তেওঁ কৈছিল যে আমি Shillong টো আমাৰ ভাষাত "ছিলং" লিখা হে উচিত। বঙ্গলা ভাষাৰ "ছ"ৰ উচ্চাৰণ বহুত বেলেগ। মোৰ মনেৰেও আমাৰ বহুতে বঙ্গলা ভাষাৰ বৰ্ণমালা অনুযায়ী আমাৰ বৰ্ণমালা উচ্চাৰণ কৰি "ছ"ৰ উচ্চাৰণ প্ৰচলিতত্তকৈ বেলেগ কৰি উলিয়াইছে। আৰু, সেই কাৰণেই আমাৰ আখৰ-জোঁটনিত ইমান গোল। বঙ্গলা ভাষাত gas লিখোঁতে 'গ্যাস' লিখে; কিন্তু আমি "গ্যাচ" লিখিহে ইংৰাজী শব্দটোৰ উচ্চাৰণ পাম। বঙ্গলা ভাষাৰ বৰ্ণমালাকেইটাৰ ভিতৰত যদিও অসমীয়া ভাষাৰ বৰ্ণমালাৰ গঢ় বহুত একে আছে, সিহঁতৰ উচ্চাৰণ আমাৰে সৈতে বহুত বেলেগ। আমাৰ দেশত বঙ্গলা ভাষা সোমাই এই পিনেও আমাক অনেক হানি কৰিলে যেন অনুমান কৰোঁ। সি যিহওক, কিন্তু আমি ইয়াৰ এটা ঠিক কৰি আমাৰ আখৰ-জোঁটনিৰ বেমেজালি গুচাই ভাষাৰ বাট মুকলি কৰিবলৈ চেষ্টা কৰিব লাগে। অসমীয়া ভাষা শব্দৰ দুখীয়া বুলি খেদ কৰা ন-লিখকসকলে ভাষাটো এবাৰ ভালকৈ শিক্ষা কৰা উচিত। মোৰ মাতৃ-ভাষা বুলিয়েই যে তাক নপঢ়া-নুশুনাকৈ মই জানিম বা তাত পণ্ডিত হম, ই অসম্ভৱ, আৰু ভালকৈ নপঢ়া-নুশুনাকৈয়ে ভাষাৰ ওপৰত সমালোচনা কৰা অযুগুত। বঙ্গালী ভাষা আজিকালি বৰ উন্নত ভাষা বুলি সকলোৱে কয়, কিয়নো সেই ভাষাত নানা তৰহৰ কিতাপ পুথি ওলাইছে আৰু নানা বিষয়ৰ আলোচনা কৰিছে। কিন্তু বঙ্গলা ভাষাই যিটো কাৰণৰ নিমিত্তে আজি উন্নত বোলাবলৈ চেষ্টা কৰিছে অসমীয়া ভাষাতো সেই কাৰণ বা তাতোকৈ বেচি কাৰণ এতিয়াও বিদ্যমান। বঙ্গালী ভাষাৰ মাতৃ-ভাষা সংস্কৃত ভঁড়াল বৰ চহকী; বঙ্গদেশত আচল ভাষা যি হওক নহওক, লিখোঁতে শব্দৰ অভাৱ পূৰণ কৰিবলৈ ভাষাৰ গুৰিয়াল সকলে সদাই, আৰু বোধ কৰোঁ যিমান আৱশ্যক তাতোকৈ বেচিকৈ মাকৰ সহায় বিচাৰে।

সংস্কৃতৰ পৰা যদি অছেদ-অভেদৰূপে শব্দ আনি বঙ্গলা ভাষা পৈণত আৰু চহকী বোলাব পাৰে, আন আন ভাষায়ো নো সেই উপায়েৰে চহকী বোলাব নোৱাৰিব কিয়? অন্ততঃ যিবিলাক ভাষাৰ মাতৃ-ভাষা সংস্কৃত, সেইবিলাক ভাষাৰ ভঁড়াল বঙ্গলা ভাষাৰ সমান পূৰঠ নহব কিয়? আমাৰ অভাৱ হলে আমি অৱশ্যে সংস্কৃত আইৰ ওচৰত হাত পাতোঁ আৰু পাতিম। সংস্কৃত ভাষাৰ ভঁড়াল যেতিয়ালৈকে ভগন নহয়। তেতিয়ালৈকে আমাৰ ভাষাৰ ভঁড়ালো কম নপৰে, সেই কাৰণে আমাৰ গা শকত, কেৱল ভঁড়ালৰ পৰা বুজি-বাজি আনিব জানিব লাগে। কিন্তু সি যিনহওক, ভাষা চহকী নে দুখীয়া তাক এনেকুৱা তুলাৰে জুখি সিদ্ধান্ত কৰিব নেলাগে। ভাষা মানে যদি আমাৰ ভাব আনক বুজুৱাই হয়, তেন্তে যিমানেই ভাষাৰ গুৰি বহল হওক নহওক, আমি ব্যৱহাৰ নকৰা শব্দ বা তৎক্ষণাৎ বুজিব নোৱাৰা কথা আমাৰ ভাষাৰ পৰা বাজ। যিবিলাক মানুহে যি ভাষাৰে কথা বতৰা হয়, সেইবিলাক মানুহৰ মনৰ ভাব যিমান বেচি হয়, সেই ভাষাও তিমান চহকী হবলৈ বাধ্য হব। ভাষাটো উপজি আহোঁতেই চহকী বা দুখীয়া হৈ নাহে; আৰু ভাষাৰ শব্দবিলাকো আদিৰে পৰা সমান হৈ চলি আহিব নোৱাৰে। সেই কাৰণে হে প্ৰবন্ধৰ মোখনিতে কোৱা হৈছে যে, যদি কোনো ভাষাত শব্দৰ অভাৱ থাকে তাক গুচাবলৈ সেই ভাষাত নানা বিষয়ক আলোচনা হব লাগে আৰু তাৰ লগে লগে কিতাপ-পুথি লিখিব লাগে। ইয়াৰ লগতে ইয়াকো কোৱা উচিত যে, সমুচিত ব্যৱহাৰৰ অভাৱত ভাষাৰ আচল শব্দও বহুত সুপ্ত হোৱাৰ আশঙ্কা থাকে।

অসমীয়া ভাষা দুখীয়া নে চহকী তাক বিচাৰ কৰিবলৈ যাওঁতে ভাষাৰ সাধাৰণ অৱস্থা দেখা গল। অসমীয়া ভাষা দুখীয়া বুলি যিবিলাকে মনে মনে খেদ কৰে, তেওঁবিলাকক কব পাৰোঁ যে, অন্ততঃ ভাৰতীয়া ভাষাবিলাকৰ ভিতৰত বৰ্তমান অৱস্থাৰ অসমীয়া ভাষাক জোৰ দিওঁতা ভাষা এক, বা যদি বেচি হয়, দুইতকৈ কোনোমতে বেচি ওলাব নোৱাৰে। ইমান সুসভ্য ভাষা, ইমান কবিতালায়েক ভাষা ভাৰতৰ ভিতৰত অদ্বিতীয় যেন মোৰ বিবেচনা হয়। আলোচনাৰ অৱহেলাত অসমীয়া ভাষাই ফুটি ওলাই জগতক চিনাকী দিব পৰা নাই হয়, কিন্তু তাৰে আলোচনা কৰি তাৰ মোল বুজি গুণৰ সোৱাদ লওঁতা সকলে অসমীয়া ভাষাৰ প্ৰাধান্যতাৰ গম পাইছে। গগুপ মাৰি ফুৰা বঙ্গালীবিলাকে শব্দৰ জোৰা দিয়া "ভাই-পোৰ" নিচিনা শব্দ লৈ ভাষা চহকী বুলি কবলৈ মুখ মেলে; গুটীয়া শব্দৰে তৰা আৰু সেই কাৰণে ভাষাৰ চহকী অৱস্থা দেখুৱাই দিয়া অসমীয়া ভাষা নিলগৰ পৰা ন-লিখক সকলে দুখীয়া বুলি খেদ কৰিব খোজে! অসমীয়া ভাষাৰ বাহিৰে কোন ভাষাত অতি বেয়া ভাবৰ কথাবিলাক ভাষাৰ সুৱলা ঢাকনেৰে ঢাকি বেয়া ভাবৰ ছাঁ আঁতৰাই সমাজত অক্ষুণ্ণ মনেৰে কথা-বতৰা কব পাৰি? "গা এৰা" "গা এৰা দিয়া", "গা খৰা", "গা ঘেলা" ইত্যাদিৰ নিচিনা অৰ্থেৰে ভৰা কথা আন ভাষাত বহুত কম। "অমুকীয়ে প্ৰসৱ কৰিছে" বা "অমুকীয়ে লৰা পাইছে" এনে কথাৰ সলনি "অমুকীৰ গা লৰিছে" কথা কেনে ভাষাৰ সুৱলা ঢাকনি? "ঋতুস্নান কৰা" বা "ৰজস্বলা হোৱাৰ পাচত গা ধুই শুচি হোৱাক "গা-মুৰ ধোৱাঁ" বোলো। "গা দাঙ্গি কৈছে" ইয়াৰ অৰ্থ কি? "গা দি গৈছে," "গা বৈছে" "গা হৈছে" ইত্যাদিৰ নিচিনা কথা আমাৰ ভাষাত যিমান বেচি আন ভাষাত আছে নে

বহুত সন্দেহ। পাঠকে চাব যে, 'পথাৰ ফুৰিছে' আৰু "পথাৰত ফুৰিছে" এই দুটা কথাৰ অৰ্থ কিমান বেলেগ। "সি পতিত হল" নুবুলি সি অমুকত জাত গল বা তাতোকৈ সুৱলা ঢাকনা "সি অমুকত খালে।" এই কথাৰ দৰেই "পথাৰত ফুৰিছে" "অমুকত খাইছে" ইয়াৰ অমুকত শব্দ ৭মী বিভক্তিৰ নহয়। বিদেশীয় মানুহে অৰ্থ বুজিব নোৱাৰি ভাষাৰ এনে মোল অলপো গম নেপায়।

# ছাতৰলৈ এপিঠি

## বাৰ মাহ।

বাৰ মাহে বছেৰেক শুনা লৰাহঁত।
বছৰৰ আগ মাহ বিহু বহাগত॥
তাৰ পাচে জেঠ মাহ বাৰ খৰ টান।
ৰ'দ আৰু পিয়াহত আতুৰ পৰাণ॥
আষাঢ়ত সাত লাগে দিন বাৰিষাৰ।
শাওনত বৰষুণ দিয়ে ধাৰাসাৰ॥
খেতি-বাটি ভৰ পক আম কঁঠালৰ।
ভাদত জানিবা তিথি মহা পুৰুষৰ॥
আহিনত ৰোৱা শেষ কুঁৱলী কাতিত।
আঘোণত পকা ধান পথাৰ শোভিত॥
পুহ মাঘ জাৰ কালি ধৰে ঠেঁটুৱাই।
মাঘৰ ভোগালি বিহু খেতিক চপাই॥
ফাগুনত দিন-জাৰ বতাহ সদায়।
চ'তত মাহৰ শেষ বছৰ বিদায়॥
গছ-লতা জক্ মক্ কুঁহি ফুল পাত।
মানিকী মধুৰী মউ কু-উ কু-উ মাত॥

## অলিখিত ঘটনা

আজি প্ৰায় কুৰি বছৰৰ কথা। ক—মৌজাত অমৰাৱতী নামেৰে এজনী বাঁৰী মানুহ আছিল। গাৱঁৰ মানুহে তাইক অম্ৰা বুলি মাতিছিল। এজনী ছোৱালীৰ মাইকী হওঁতেই তাই বাঁৰী হ'ল। তেতিয়াৰে পৰা তাই ছোৱালী জনীৰ মুখলৈ চাই সকলো শোক-বেজাৰ পাহৰি, নিজৰ স্বামীৰ বাৰীঘৰতে বাস কৰি, কটনা-বচনা কাটি অনেক দুখেৰে ছোৱালীটিক ডাঙৰ-দীঘল কৰিলে। ছোৱালীটিৰ ওপৰতে তাইৰ যেন গোটেই জীৱটো। লাহে লাহে ছোৱালী গাভৰু হল। তাইৰ নিমিত্তে দৰা বিচাৰিব লগা হল। বেচেৰি অম্ৰাই এটি লৰা চপাই লবলৈ মন কৰিলে। কিয়নো, একেজনী ছোৱালী, আগলৈকো নাই, পাচলৈকো নাই। এঘৰলৈ তাইক উলিয়াই দিবলৈ অম্ৰাৰ মন নাই। অনেক বিচাৰ কৰি ভিচাই নামেৰে এটি লৰা পালে। ভিচাই মাউৰা লৰা। তাৰ মাকো নাই, বাপেকো নাই। গাঁৱৰ এটা মূৰত ভিচাইৰ ঘৰ। লৰাটি বৰ বনুৱা। ছোৱালীটী ভাল দেখি তাইক বিয়া কৰিবলৈ তাৰো মন হল। কিন্তু, চপনীয়া ঘৰ-জোৱাই হবলৈ সি মান্তি নহল। সি অম্ৰাক তাৰ ঘৰলৈকে তুলি নি জীয়েকক বিয়া কৰালেগৈ।

ফাগুনত বিয়াখন হৈ গল। চ'তমহীয়া এদিন আবেলি বেলিকা অম্ৰাৰ জীয়েকে ৰদত মেলি দিয়া ধান লৰাই-চৰাই দি কাউৰী খেদাই চোতালতে বহি আছিল। চোতালৰ আগতে এখন সৰু পথাৰ পথাৰৰ মূৰত প্ৰকাণ্ড বৰতানি হাবি। গাৱঁৰ প্ৰায় সকলো মতা মানুহ সেই সময়ত কামে-কাজে ঘৰৰ পৰা দিহা দিহি ওলাই গৈছিল। ভিচাই সেইদিনা খৰি লুৰিবলৈ গৈছিল। বথৰ ৰদ, পচোৱা বতাহ বলিছিল। এনেতে সেই বৰতানি হাবিৰ এমূৰে কোনোবা গৰখীয়া লৰাই জুই লগাই দিলে। চ'তমহীয়া শুকান হাবি তাতে পচোৱা বতাহৰ বল পাই, জুই লগোৱা মাত্ৰকে ধমধমাই জ্বলি উঠিল। নিমিষতে গোটেইখন হাবি ৰঙা হৈ পৰিল। সেই হাবিতে এটা বনৰজা আছিল। জুইৰ তাপত আৰু খেদাত বিতত হৈ বন-ৰজাই নেজ ডাঙি ডেডাউৰীয়াই বিম্বাশব্দে মুকলিলৈ লৰি আহিল মুকলিৰ পৰা ততালিকে আহি ভিচাইৰ চোতালত হাজিৰ! বন-ৰজাই পোনেই গৈ অম্ৰাৰ জীয়েকৰ ভৰি এখনৰ কলাফুলত কামোৰ বহালে। অম্ৰাই বেৰৰ গুৰিত এখন দা পাই ততালিকে লৰি আহি বাঘৰ মুখত দাৰ কোব শোধালে। আৰু, "হেৰ বন-ৰজা, মোৰ জীক, মোৰ দুখুনীৰ পোনাক খাব নেলাগে, মোকে খাঁ মোৰ জীক এৰি দে, এৰি দে, বুলি ক'বলৈ ধৰিলে।বাঘে দাৰ কোব পাই জীয়েকক এৰি দি মাকক কামুৰিবলৈ ধৰিলে। গাৱঁৰ মানুহে খেদি আহি অম্ৰাৰ জীৱ নেপালে। অম্ৰা মৰিল। অম্ৰাৰ জীয়েকৰ ভৰিত সামান্যৰূপে আঘাত হৈছিল; দুটা দাঁত মাথোন বহিছিল। চিকিৎসা কৰাত তাই ভাল হল। —সন্তানৰ হন্তে মাকে প্ৰাণ দিয়াৰ এইটো এটা জ্বলন্ত সত্য উদাহৰণ।

# উষা

**প্ৰথম ভাগ** **দ্বিতীয় সংখ্যা**

## সম্পাদকৰ শৰাই

**উৎসাহ আৰু হতাশ।**— মানুহক উৎসাহে কামত সহায় দিয়ে আৰু হতাশে হকা-বধা কৰে।-ই স্বাভাৱিক নিয়ম। কিন্তু, তেনে নিয়ম আদি-অৱস্থাৰ অলপধতুৱা মানুহত হে ঘাইকৈ খাটে। সভ্য অৱস্থাৰ টনকিয়াল মানুহক সি বৰকৈ বল কৰিব নোৱাৰে। স্বদেশৰ উন্নতি কল্পে আগ বাঢ়োঁতাসকলে এই দুই কথা মনত লৈ ওলাব লাগে। একে উশাহে সাধিব পৰা কাম পৃথিৱীত নিচেই অলপ। অসমীয়া লিখাৰু আৰু স্বদেশহিতৈষীসকলে হতাশৰ খুন্দা ঘনাই সহিবলৈ সাজু থকা উচিত।

**অসমীয়া বৰ্ণবিন্যাস।** — "হেমকোষ"ৰ পাতনিত লিখিছে,— "আমাৰ ভাষাৰ বৰ্ণবিন্যাস তিনি প্ৰকাৰে কৰা যায়। প্ৰথমতে উচ্চাৰণ অনুসৰি; দ্বিতীয়ত মূল শব্দৰ দৰে; তৃতীয়ত জনা লোকসকলে বহুদিন চলোৱা নিয়ম মতে। কিন্তু, বৰ্ণবিন্যাসৰ কথাত; উচ্চাৰণেই ঘাই বাট দেখাওঁতা। এতেকে, যদি মূল শব্দৰ আখৰ ৰাখিলে কোনো অসমীয়া শব্দৰ উচ্চাৰণ লৰে, তেনেহলে তাত মূললৈ নেচাই উচ্চাৰণৰ অনুগামী হব লাগে। মূল শব্দৰ যি আখৰ ৰাখিলে অমসীয়া শব্দৰ উচ্চাৰণ ব্যতিক্ৰম নহয়, তাক মূলৰ দৰে লিখিব লাগে।" এই কেইফাঁকি "ভালকৈ মন দি পঢ়ি মনত ৰাখিবলগীয়া কথা"। "হেমকোষ"ৰ পাতনিত আৰু ভালেমান "মনত ৰাখিবলগীয়া" কথা আছে। অসমীয়া লিখাৰুসকলে ইয়াক আদিৰ পৰা অন্তলৈ 'ভালকৈ মন দি পঢ়ি মনত ৰাখিব' পাৰিলে লিখাত সুচল পাব।

**"লেখা" আৰু "লিখা"।** — "লেখা আৰু "লিখা" দুয়ো দুটা ভিন-ভিন স্পষ্ট অৰ্থ বুজায়; "লেখা" মানে গণনা আৰু "লিখা" মানে আখৰৰ দ্বাৰা মনোভাব ব্যক্ত কৰা। এতেকে, এই দুটা শব্দ দুটা সুকীয়া অৰ্থত ব্যৱহৃত হোৱা যুগুত। তাৰ প্ৰকাশলৈ শব্দৰ নাটনিত হে একেটা শব্দেৰে কেতিয়াবা দুই বা অধিক অৰ্থ বুজুৱা হয়; তেনে স্থলত ভাষাক শব্দৰ দুখীয়া বুজিব লাগিব। কিন্তু, ওপৰত কোৱাৰ নিচিনা সুকীয়া ভাব প্ৰকাশৰ নিমিত্তে সুকীয়া শব্দ থকাতো তাক খেলিমেলি লগাই ব্যৱহাৰ কৰাৰ কোনো প্ৰয়োজন নাই, তেনে কৰাৰ পৰা ভাষাৰ বিশেষ ক্ষতি হোৱা হে দেখা যায়। "লেখা" আৰু "লিখা" পটন্তৰ স্বৰূপে হে দিয়া হল ; চিন্তাশীল লিখাৰুৱে আমাৰ ভাষাত সেই আৰ্হিৰ আৰু ভালেমান শব্দ লগ পাব।

**ধাই-মাকৰ নাম।** — অতি পুৰণি কালৰপৰা আমাৰ দেশত অনেক ধাই-মাকৰ নাম (Nursery Rhymes) প্ৰচলিত আছে। কেঁচুৱা ল'ৰা-ছোৱালীক নিচুকাওঁতে এইবিলাক নাম গোৱা হয়। এই নামবিলাকৰ ভিতৰৰ কিছুমান বৰ শুৱলা, কোমল, সৰল আৰু সুন্দৰ ভাবেৰে পূৰ্ণ। বঙ্গদেশৰ মানুহে সেই দেশত প্ৰচলিত থকা এনেকুৱা নাম-গীতবিলাক সংগ্ৰহ কৰি "ছেলে ভুলনা ছড়া" "খুকুমনিৰ ছড়া" আদি নাম দি পুথি প্ৰকাশ কৰিছে। তাৰ দ্বাৰাই যে অকল সেই নাম বিলাক নষ্ট পোৱা নাই এনে নহয়, ভাষাৰ মধুৰতাৰ শ্ৰীবৃদ্ধি সাধিত হৈছে। আমাৰ দেশৰ সাহিত্যানুৰাগী লোকসকলে ধাইমাকৰ নামবিলাক সংগ্ৰহ কৰি ছপালে আমাৰ সাহিত্য-ভঁড়ালত এখনি সুন্দৰ পুথি হব।

**সাধু-কথা।** — পৃথিৱীৰ আন-আন সভ্য দেশৰ দৰে আমাৰ দেশতো অলেখ সুন্দৰ সুন্দৰ সাধুকথা আছে। তাহানি এজন বুঢ়া মানুহে এটা সাধু-কথা কওঁতে ৰাতি পুৱাই গৈছিল। কোনো কোনো সাধুত মিলন আৰু বিৰহৰ অনেক শিকিব লগীয়া উপদেশ আছে। কোনো কোনো সাধুত করুণ-ৰস, বীৰ-ৰস আদি সকলো ৰসৰ সোৱাদ পোৱা যায়। কোনো কোনো সাধু আছে;

যেন পুৰণি কালৰ সমাজৰ এখন নিখুঁত ছবি হে। শদিয়াৰপৰা ধুবুৰীলৈকে এই ছোৱাৰ ভিতৰত বিচাৰিলে ইমান সাধু ওলাব যে, তাক লিখিবলৈ গলে এখন প্ৰকাণ্ড পুথি হব—'আৰব্য উপন্যাস'তকৈও ডাঙৰ হে হব। মাতৃ-ভাষাৰ হিতাকাঙ্ক্ষীসকলে এইবিলাক সাধু-কথা গোটাই পুথি লিখি প্ৰকাশ কৰিলে আমাৰ সাহিত্য ভঁড়াল পুৰণিকলীয়া ৰত্নেৰে চহকী হব।

# মান।

আমাৰ দেশৰ পুব-দক্ষিণ ফালে যি শাৰী পৰ্ব্বত আছে, তাক পাট্‌কাই, পৰ্ব্বত-শ্ৰেণী বোলে। এই পৰ্ব্বত শ্ৰেণীয়েই আমাৰ আসাম দেশ আৰু ব্ৰহ্ম বা ব্ৰহ্মা দেশৰ সীমনা। এই পাট্‌কাই পৰ্ব্বত পাৰ হৈ আহিয়েই ১১৫০ শকত অহম বা আহোম বংশৰ আদি ৰজা চুকাফা* স্বৰ্গদেৱে সৌমাৰত অহম ৰাজত্বৰ গুটি সিঁচে। সেইগুটি কালক্ৰমে গজি ডাল-পাত বাঢ়ি প্ৰকাণ্ড গছৰূপে পৰিণত হৈছিল। চুকাফা ৰজাদেও কামৰূপৰ সৌমাৰলৈ অহাৰ সময়ত পাট্‌কাই পৰ্ব্বতৰ নাম "ডউ-কাউ ৰঙ্" আছিল। ডউ-পৰ্ব্বত, কাউ-৯ টা, ৰঙ্ গোট খোৱা। অৰ্থাৎ, পাট্‌কাই পৰ্ব্বত-শ্ৰেণীত সাতোটা ডাঙৰ ডাঙৰ পৰ্ব্বত আছে। ১৩২৩ শকত চুৰাঙফা স্বৰ্গদেৱৰ দিনত নৰাদেশৰ ৰজাৰ লগত আমাৰ ৰজাৰ এক যুদ্ধ হয়। সেই যুদ্ধত দুয়োফালৰ সেনাপতিয়ে নঙএাঙ বিলত হাত-ভৰি ধুই ডউ-কাউ-ৰঙ পৰ্ব্বতৰ ওপৰত কুকুৰা কাটি শপত খাই সন্ধি কৰে। তেতিয়া সেই পৰ্ব্বতৰ নাম "পাটকাই চেঙকান" হল। পাট—কাটি, চেঙ—শপত, কাই--কুকুৰা, কাণ—লগালে; অৰ্থাৎ কুকুৰা কাটি শপত খালে। তেতিয়াৰপৰাই পাটকাই পৰ্ব্বত আসাম আৰু ব্ৰহ্মদেশৰ সীমনা হল।

আসামৰ বুৰঞ্জীৰ লগত পাটকাই পৰ্ব্বতৰ বৰ সম্বন্ধ আছে। কাৰণ, আসামৰ পুব ফালে এই পাটকাই পৰ্ব্বতৰ টিঙ্গতে অহম ৰাজত্বৰ সৌভাগ্য-সূৰ্য্য প্ৰথমে উদয় হয়; অহম ৰাজ্যৰ ভাগ্যাকাশত সেই পিনেই উষাৰ সোণোৱালী কিৰণে দেখা দিয়ে, সেই ফালৰপৰাই ইন্দ্ৰবংশী অহম বা আহোম ৰজাৰ অঙ্কশোভিনী হৈ বিজয় লক্ষ্মীয়ে অসমলৈ ভুমুকি মাৰে; অসম নামৰ আৰম্ভণ হয়। আকৌ, সেই পাটকাই পৰ্ব্বতেদিয়েই মানৰূপে বিপদৰ কৰাল ৰাহু আহি সেই সৌভাগ্য-সূৰ্য্যক গ্ৰাস কৰেহি; সেই ফালৰ পৰাই মানৰূপ কলা ডাৱৰ ওলাই অসমৰ ভাগ্যাকাশ ঢাকি ধৰেহি; দুৰ্দ্দান্ত নৰ-পিশাচ অসভ্য মানৰ খেদাত বিতত-বিমোৰ হৈ অহমৰ ৰাজ্যলক্ষ্মীয়ে প্ৰবল প্ৰতাপী সভ্যতাৰ শিৰোমণি বৃটিছ ৰাজৰ শৰণাগতা দাসী হৈ আত্মৰক্ষা কৰে। বৃটিছ গৱৰ্ণমেণ্টৰ কৃপাত অসমৰ দুখৰ তিমিৰ অন্ত হয়, আকৌ সুখৰ জিলিকনিয়ে দেখা দিয়ে। এই পাটকাই পৰ্ব্বতেই যুগমীয়া সোৱঁৰণী হৈ অহম ৰাজত্বৰ উত্থান-পতনৰ কথা চিৰকাল জগতৰ আগত স্থিৰ, গম্ভীৰ, অটল, অচল ভাৱে ঘোষণা কৰি থাকিব।

ইন্দ্ৰবংশী অহম বা আহোম ৰজাসকলে ৬০০ বছৰ এই সুজলা সুফলা শস্যশালিনী প্ৰকৃতিৰ কাম্যকানন অসম দেশত এক প্ৰকাৰ অকইকা ৰাজত্ব কৰে। ৬০০ বছৰৰ মূৰত মান-সেনাই পাটকাই পৰ্ব্বত পাৰ হৈ আহি অহম ৰাজত্বৰ বিশাল বৰগছৰ গুৰিত বৰকুঠাৰৰ কোব মাৰেহি। প্ৰথমবাৰৰ কোবত গছ জোপা পৰা নাছিল, অলপ হালিছিল মাথোন। দ্বিতীয় বাৰৰ কোবত গছ বাৰুকৈয়ে হালিল, ঢোকা দিব লগাত পৰিছিল। তৃতীয় বাৰৰ মানে আহি হলা গছত এনেকৈ বাগীকুঠাৰ মাৰিলে যে, গছ একেবাৰে গিৰিং কৰে পৰি গল। উজনী, নামনী গোটেই অসম কঁপিবলৈ ধৰিলে। এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰে শেষ কৰি মানে অসম দেশ আক্ৰমণ কৰে। মানুহৰ ধন-বস্তু ডকা দি লৈ শুৱনী তিৰোতাৰ সতীত্ব নাশ কৰি, লৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, যাকে যতে পালে নানাৰূপে অত্যাচাৰ কৰি কাটি-মাৰি, এই সোণৰ দেশ মানে খাণ্ডাং কৰিলে; জনপূৰ্ণ শস্যশ্যামলা দেশক মানে শ্মশানত পৰিণত কৰিলে। মান-সেনাৰ পাশবিক অত্যাচাৰৰ কথা শুনিলে অতি কাঠচিতীয়াৰো বুকু কঁপি উঠে, গাৰ নোম শিয়ঁৰি উঠে, চকুৰ পানী ধাৰে ধাৰে ববলৈ ধৰে।

এই মানবিলাক নো কোন? ব্ৰহ্মদেশৰ মানুহকে আমি মান বুলি ভাবোঁ। কিন্তু, ব্ৰহ্মদেশৰ মানুহ মাত্ৰেই মান নহয়। "মান" ব্ৰহ্মদেশৰ এটা জাতি মাথোন। এই জাতিটোৰ বিবৰণ

জানিবলৈ স্বভাৱতঃ আমাৰ মনত হেঁপাহৰ ভাৱ উদয় হয়। আমি এই প্ৰবন্ধত "মান" জাতি মানুহৰ বিষয়ে যিমান দূৰ জানিব পাৰিছোঁ তাকে লিখিবলৈ আগ বাঢ়িলো। "জোনাকীত" পূৰ্ব্বে প্ৰকাশ হোৱা "ব্ৰহ্মযাত্ৰীৰ ডায়েৰি" প্ৰবন্ধত আমি ব্ৰহ্মদেশৰ কিছু আভাস পাঠক সকলক দি থৈছোঁ।

আমাৰ দেশৰ দৰে ব্ৰহ্মদেশও এখন এতি পুৰণি দেশ। এইদেশৰ নাম মহাভাৰতত পোৱা যায়। আমাৰ দেশত যেনেকৈ কোচ, কছাৰি, জয়ন্তা, অহম, ছুটীয়া, বাৰভূঞা, মোৱাঁমৰীয়া বা মৰাণ আদি কেইবাটাও জাতিৰ মানুহে ৰাজ্যৰ নিমিত্তে খোৱা-কামোৰা লগাইছিল, তেনেকৈ ব্ৰহ্মদেশতো আদিতে ৰাজ্যৰ নিমিত্তে কেইবাটাও জাতিয়ে সময়ে সময়ে যুদ্ধাদি কৰিছিল। ব্ৰহ্মদেশৰ মানুহ বিলাক ঘাইকৈ সাতোটা জাতিত বিভক্ত;—

১। বৰ্ম্মন (The Burman).
২। শ্যান বা সান (The Shan).
৩। মান বা টালাইং (The Mun, Mon or Talaing)
৪। কাৰেণ (The Karen)
৫। চীন (The Chin)
৬। কাচিন (The Kachin)
৭। চালোন বা চিলুং (The Salon or Selung)

"চালোন" জাতিৰ মানুহ আজিকালি ব্ৰহ্মদেশত নিচেই তাকৰ। সিহঁত ব্ৰহ্মদেশৰ আদিম নিবাসী মানুহ আছিল। পাচে, উত্তৰৰ পৰা ৩ টা প্ৰতাপী জাতিয়ে ক্ৰমে এটাৰ পাচত এটাকৈ আহি সিহঁতক কাটি-মাৰি খেদি সেইদেশত নিজৰ আধিপত্য বিস্তাৰ কৰেহি। চালোনৰ অধিকখিনি মানুহেই ধ্বংস পালে। যি অলপ-অচৰপ আছিল, সিহঁতে পলাই ব্ৰহ্মদেশৰ দক্ষিণৰ সৰু সৰু মাজুলীবোৰলৈ উঠি গৈ প্ৰাণ ৰক্ষা কৰিলে। সিহঁতৰ সংখ্যা আজিকালি ১৩০০ তেৰ শৰ বেচি নহব। মান বা টালাইং জাতিৰ মানুহেই প্ৰথমে উত্তৰফালৰ পৰা আহি চালোনক খেদাই ব্ৰহ্মদেশত বসতি স্থাপন কৰে। "মান" শব্দৰ অৰ্থ আদি মানুহ। তাৰ পিচে বৰ্ম্মন জাতি উত্তৰৰ পৰা আহে। বৰ্ম্মন জাতিৰ পিচত শ্যান জাতি চীন দেশৰ দক্ষিণ-পছিম ফালৰ পৰা আহে। চীন আৰু কাচিন বৰ্ম্মন জাতিৰে দুটা ঠাল মাথোন। কাচিন আৰু চিংফৌৰ গুৰি গছ একে। কাৰেণ জাতিৰ মানুহবিলাক চালোনৰ নিচিনা ব্ৰহ্মদেশৰ, আদিবাসী লোক। পাচে অহা পৰাক্ৰমী জাতিবিলাকে সিহঁতকো ভাল ভাল ঠাইবিলাকৰপৰা খেদি নিজৰ আধিপত্য বহলাই সিহঁতক দাঁতি কাষৰীয়া কৰিলে। আজিকালি কাৰেণ জাতিৰ মানুহক ব্ৰহ্মদেশৰ পূব দাঁতিত খেদিবলৈ পোৱা যায়।

মানবিলাকে ব্ৰহ্মদেশ অধিকাৰ কৰি তাত বসতি স্থাপন কৰাৰ পাচে বৰ্ম্মন জাতি সেই দেশলৈ আহে। এই দুয়ো জাতিৰ ভিতৰত ৰাজ্যৰ নিমিত্তে ভালেমান দিন যুদ্ধ চলিছিল। কোনো বাৰ মানৰ জয় হয়, কোনো বাৰ বৰ্ম্মনৰ জয় হয়। শেহত মানবিলাকে ক্ৰমে ক্ৰমে যুদ্ধত ঘাটি উত্তৰ ফালৰপৰা ৰাজ্য এৰি দি দি দক্ষিণলৈ পিচুৱাই আহি আছিল। সবশেহত সিহঁতে টেনাচেৰিম আৰু ইৰাৱতীৰ মুখ পেগুত আহি বাস কৰিলেহি। কিন্তু, বৰ্ম্মনৰ ৰজা আলুংফা বা আলম্প্ৰাই * ক্ষান্ত নহৈ পেগুত যুদ্ধ কৰি মানৰ শেহ জনা ৰজাক বধ কৰে আৰু নিজে গোটেইখন ব্ৰহ্মদেশৰ অধীশ্বৰ হয়। ৰজা আলম্প্ৰাই তেওঁ যুদ্ধত জয়লাভ কৰাৰ সোৱঁৰণী স্বৰূপে (এতিয়াৰ) ৰেঙ্গুন (আগৰ Syriam) নগৰৰ ওচৰত "শ্যোৱে ডাগন পেগডা" নামেৰে এটি সোণৰ 'ফয়া' বা মন্দিৰ নিৰ্মাণ কৰায়। তেওঁৰ পাচৰ ৰজাসকলে সেই মন্দিৰকে ক্ৰমে ক্ৰমে ডাঙ্গৰ কৰে। এতিয়া সেই মন্দিৰ ওখই ৩৬০ ফুট হ'ব। বিলাতৰ চেণ্টপল গিৰ্জ্জাতকৈও এই মন্দিৰ ওখ। মন্দিৰটোৰ চূড়াৰপৰা আৰম্ভ কৰি, বেৰলৈকে গোটেইখিনি আচল নিভাঁজ সোণেৰে তৈয়াৰী। প্ৰত্যেক পুৰুষত একোবাৰকৈ ব্ৰহ্মদেশৰ মানুহে বৰঙ্গনি তুলি সোণ কিনি সেই মন্দিৰৰ জীৰ্ণ সংস্কাৰ কৰি থাকে। বৰ্ত্তমান আগৰাৰ তাজমহলক এৰি, সেই পেগডাৰ নিচিনা অতি মনোহৰ ধুনীয়া ঘৰ পৃথিৱীত নাই বুলি অনেক ভ্ৰমণকাৰীয়ে কয়।

ৰেঙ্গুনত "চুলে পেগডা" নামেৰে আৰু এটা সৰু সোণৰ মন্দিৰ আছে। সেই মন্দিৰৰ তলতে ৰজা আলম্প্ৰাই এজন মানৰ কোঁৱৰক বধ কৰি পুতিছিল।

কালক্ৰমে মান জাতিৰ মানুহবিলাক বৰ্ম্মন জাতিৰ লগত মিলি এটা জাতি হোৱাৰ নিচিনা হল। বৰ্ম্মনতকৈ মানবিলাক দেখিবলৈ কিছু শুৱনী আৰু বলী। ব্ৰহ্মৰজাৰ সৈন্যবিলাকৰ ভিতৰৰ কেবা দলো সৈন্য মান জাতিৰ মানুহৰ দ্বাৰা গঠিত হৈছিল। মান সেনাই প্ৰায় যুদ্ধত বৰ পাৰ্গতালি দেখুৱাইছিল

* ইংৰাজী কিতাপত কোনোৱে Alampra আৰু কোনোৱে Alampargh এনেকৈ লিখে।

আৰু আগ-ৰণুৱা বুলি বিখ্যাত হৈছিল। ইংৰাজী ১৮৯১ চনৰ ব্ৰহ্মদেশৰ (census Report ৰ ২০৫-২০৬ পিঠিত এই মান জাতিৰ বিষয়ে যি লিখিছে, তাৰ এছোৱাৰ ভাঙনী তলত তুলি দিলোঁ;—

"মানবিলাকক আজিকালি সাধাৰণতঃ মান, মন, পেগুৱান, বা টালাইং বোলা হয়। ইহঁতে শেহত ইৰাৱতী নৈৰ মুখৰ ওচৰত আহি বাস কৰিছিলহি। তাতে বৰ্ম্মনৰ ৰজা আলুংফা বা আলম্প্ৰাই সিহঁতক যুদ্ধত ঘটাই কৰতলীয়া কৰে। সেই যুদ্ধৰ আগেয়ে অনেক-শ বছৰৰপৰা এই দুয়ো জাতিৰ ভিতৰত যুদ্ধাদি চলি আছিল। কেতিয়াবা কেতিয়াবা আকৌ মানৰ জয় হয়। মানবিলাকৰ আদিৰ কথা, সিহঁতৰ ৰাজত্বৰ আৰু পূৰ্ব্ব-গৌৰৱৰ কথা আৰু সিহঁতৰ লগত যে কেম্বদিয়া (আনাম) ৰাজ্যৰ মানুহৰ লগত ঘনিষ্ঠ সম্বন্ধ আছে ইত্যাদি কথা বৰ্ত্তমানত সঠিককৈ জানিব পৰা গৈছে। আজিকালি মান আৰু বৰ্ম্মন এই দুয়ো জাতিৰ ভিতৰত বৈবাহিক সম্বন্ধ, আচাৰ-ব্যৱহাৰ, পিন্ধা-উৰা, মাত-কথা আদিৰ ইমান মিল হৈছে যে, সময়ত ইহঁতৰ বিভিন্নতা নেথাকিবগৈ বুলি অনেকে সন্দেহ কৰিছে।"

বৰ্ম্মনবিলাকক কেতিয়াবা কেতিয়াবা 'মিয়ানমৌ' বুলিও মতা হয়। বৰ্ম্মনৰ ভাষাত 'মিয়াণ' শব্দৰ অৰ্থ মানুহি। মিয়াণমৌ (Myanmaw) বুলিলে 'মৌ' নামেৰে ঠাইৰ মানুহক বুজায়। যেনেকুৱা আমাৰ ভাষাত তেজপুৰীয়া, শিৱসাগৰীয়া বুলিলে সেই সেই ঠাইৰ মানুহক বুজায়।

ব্ৰহ্মদেশৰ মানুহবিলাকে সিহঁতৰ নামৰ আগত 'মং' (Maung) শব্দটো লিখে। এইটো এটা সম্মানসূচক শব্দ। আমাৰ মানুহৰ নামৰ আগত আমি যেনেকৈ 'শ্ৰীযুত' লিখোঁ, বঙ্গালীবিলাকে যেনেকৈ 'বাবু' লিখে, আৰু ইংৰাজসকলে যেনেকৈ 'মিষ্টাৰ' লিখে, তেনেকৈ বৰ্ম্মিজবিলাকে নামৰ আগত 'মং' (Maung) লিখে। অতি পূৰ্ব্বে বৰ্ম্মন আৰু মানবিলাকে নামৰ আগত 'মং' নিলিখি 'মিঙ্গি' (mingyi) লিখিছিল। মিঙ্গিমাহা বন্দুলা, মিঙ্গিমাহা তিলোৱা বুলিলে শ্ৰীযুত মাহা বন্দুলা, শ্ৰীযুত মাহা তিলোৱা এনেকুৱা বুজাইছিল। 'মাহা' শব্দৰ অৰ্থ সেনাপতি হব পায়। এজন ইংৰাজ গ্ৰন্থকৰ্ত্তাই তেওঁ লিখা 'The Silken East' নামেৰে অতি বিতোপন পুথিৰ ১৯ পিঠিত মান জাতিৰ মানুহৰ বিষয়ে যি লিখিছে, তাক তলত তুলি দিলোঁ;—

"A hundred and fifty years ago the Mun were still a people, and Englishmen and Frenchmen leaned now to wards the one, now towards the other of these conflicting races. But to-day the Mun are all but absorbed in the Burmese race and three hundred thousand people alone represent in Burma, a race whose civilisation once extended from the Assam Hills to Annam, Broadly speaking they are now indistinguishable except as to language from the Burmese. People who know them well can, however distinguish between them; and on the whole the Mun is apt to be fairer and stouter than the true Burmese."

বৰ্ম্মন জাতীয় মানুহবিলাক অতীজৰ ভাৰতবৰ্ষৰ বৌদ্ধধৰ্ম্মাবলম্বী লোক বুলি বোধ হয়। * বৰ্ম্মনৰ পাচত শ্যান জাতি ব্ৰহ্মদেশলৈ আহে। মান জাতিৰ আদি ঠাই শ্যাম দেশ আছিল বুলি অনেকে অনুমান কৰে। শ্যান জাতিৰ মানুহেই শেহত বৰ্ম্মন জাতিক যুদ্ধত ঘটুৱাই ব্ৰহ্মদেশৰ ৰজা হৈছিল।

আমাৰ ইন্দ্ৰবংশী অহম বা আহোম ৰজাসকলো বৌদ্ধধৰমী শ্যান ৰাজবংশৰে সতি-সন্তান, অৰ্থাৎ শ্যান ৰাজ-পাৰিয়ালৰে এটা ঠাল আছিল।

ক্ৰমশঃ

* বৰ্ম্মনবিলাকৰ ভিতৰত এনেকুৱা প্ৰবাদ আছে যে সিহঁতৰ পূৰ্ব্বপুৰুষ ভাৰতৰ কপিলাবস্তু আৰু অযোধ্যাৰ মানুহ। বৌদ্ধধৰ্ম্ম পতনৰ পাচত যেতিয়া ভাৰতত পুনৰায় বৈদিক ধৰ্ম্ম প্ৰবলৰূপে প্ৰচাৰ হয় তেতিয়া বৌদ্ধধৰ্ম্মাবলম্বী মানুহবিলাকে তিব্বত, ব্ৰহ্ম, চীন প্ৰভৃতি দেশলৈ পলাই যাবলৈ বাধ্য হৈছিল। আধুনিক ইংৰাজ লিখাৰুসকলে কিন্তু এইটো কথা স্বীকাৰ কৰিব নোখোজে। আৰাকানত থকা বৰ্ম্মন মানুহবিলাকক সাধাৰণতঃ মগ বুলি মতা যায়। এনে প্ৰবাদ আছে যে এই মগবিলাকৰ পূৰ্ব্বপুৰুষ মগধ ৰাজ্যত আছিল; বৈদিক ধৰ্ম্মৰ অভ্যুত্থানৰ সময়ত তেওঁলোক বৌদ্ধধৰ্ম্মাবলম্বী থকা বাবে খেদা খায় আৰাকানত আহি উপনিবেশ স্থাপন কৰিছিল। ১৮৯১ চনৰ ব্ৰহ্মদেশৰ census report ৰ ১৯৭ পৃষ্ঠাত এই বিষয়ে বাহুল্যৰূপে লিখা আছে।

# চহা আৰু পণ্ডিত।

ভালেখিনি নিলগত নগৰৰ পৰা,
আছিল এজন চহা জুৰমন বৰা।
ৰূপ যেন চুলিটিঁৰ বুঢ়া বয়সত,
জানিছিল বহু জ্ঞান সংসাৰ ঠেকত।
বাৰিষাৰ বৰষুণ কাতি কৰি থৈ,
পুৰা পথাৰত যায় হাল কোৰ লৈ।
বোকা-পানী, জাৰ-জহ, মেঘৰ গাজনি,
হৰিষত কৰে খেতি একোকে নেমানি।
মনত সন্তোষ সদা নেজানে খিয়াল,
নেজানিলে দুৰাকাঙ্ক্ষা সকলোৰে ভাল।
সকলোৰে উপকাৰী গাৱঁৰ মাজত,
সজ নাম চুবুৰীয়া লোকৰ মুখত,
এজন পণ্ডিত বৰ শাস্ত্ৰত নিপুণ,
বহুকাল পঢ়ি পঢ়ি লভি জ্ঞান-গুণ।
ভৰি দি এদিনাখন চহাৰ পজাত,
সুধিলে কি জ্ঞান তুমি লভিলা ইয়াত?
চাৰি বেদ, চৈধ্য শাস্ত্ৰ, ওঠৰ পুৰাণ,
বুৰঞ্জী, জ্যোতিষ, অঙ্ক, ভূগোল, বিজ্ঞান।
চকুৰ টোপনি খতি আদখিনি ৰাতি,
চাকি চাকি তেল পুৰি পঢ়ি পুথি-পাঁজি।
আৰ্জ্জিলা নে বিদ্যা-বুদ্ধি, জ্ঞান-ধৰ্ম্ম আৰু,
ভৱভূতি কালিদাস পঢ়িলা নে বাৰু?
দেখিলা নে নানা তীৰ্থ বিচিত্ৰ নগৰ,
গিৰি নদী সৰোবৰ সুনীল সাগৰ।
মানুহৰ ৰীতি-নীতি আৰু দেশাচাৰ
দেখিলা নে কোৱাঁ মোক, শুনো একেবাৰ।
চহাই উত্তৰ দিলে মূৰটি দোঁৱাই,
পুথি-পাঁজি পঢ়াশালি মই দেখা নাই।
কোনো দিন ফুৰা নাই দেশ-বিদেশত,
বিদেশীৰ ৰীতি-নীতি মোৰ অবিদিত।
সভ্যতাৰ মুখা পিন্ধি মানুহে সঁচাই,
মানুহকে চল কৰে দেখিছোঁ সদাই।
আমি যদি আমাকেই নোৱাৰোঁ জানিব,
নানা শাস্ত্ৰ পঢ়ি তেন্তে কি লাভ ঘটিব।

যি দৰে আৰ্জ্জিলোঁ মোৰ অতি ক্ষুদ্ৰ জ্ঞান,
কওঁ বাৰু কথালই দিব মোৰ কাণ।—
মউমাখি বন কৰি উৰি উৰি যায়,
পৰিশ্ৰমী হবলৈ মোক উদগায়।
জাৰকালি খাবলৈ সাঁচে পৰুৱাই,
ধন-ধান সাঁচিবলৈ আমাক শিকায়।
এই যে কুকুৰ মোৰ দুৱাৰ দলিত,
তাত প্ৰভু-ভক্তি দেখি হওঁ আচৰিত।
চোতাল আগৰ সউ কঁঠাল জুপিত,
কপৌ-কপৌৰনী জুৰি মাতে হৰষিত।
আহা! কেনে ভাল পোৱা আজান দুটাৰ;—
শিক্ষা দিয়ে প্ৰেম কিনো মতা-তিৰোতাৰ।
দেখিছা নে সউ জনী কুকুৰা চৰাই,
ডৌকাৰ আঁৰত কেনে পোৱালি শুৱায়।
লাগিব নিদিয়ে জাৰ গাত পোৱালিৰ,
আহা! কেনে মাতৃ-স্নেহ সামান্য পখীৰ।
যতেক চৰাই উৰি ফুৰে আকাশত,
চাওক আটাইবোৰে নিজৰ বাহত।
উমাই উমাই কেনে পোৱালি জগায়,
কত যত্নে টোপ আনি মুখত খুৱায়।
দলনিত চৰি ফুৰা শৰালি পখীৰ,
পিতৃ-মাতৃ প্ৰতি ভক্তি কিমান গভীৰ।
স্বভাৱত লীলা-খেলা চাই চাই চাই,
পকালোঁ মূৰৰ চুলি নানা শিক্ষা পাই।
একেটি ঘৰৰ ছাল আকাশ মণ্ডল,
একেটি ঘৰৰ ভেঁটী এই ধৰাতল।
একেটি বেলিয়ে দিয়ে পোহৰ দিনত,
একে জোনে জিলিকায় নিশাৰ ভাগত।
একে বায়ু একে পানী আমাৰ আহাৰ,
একে তেজ, একে মাংস দেহত আমাৰ।
কৰিছে সবাকে এক বিশ্ব-খনিকৰ,
নৰ-নাৰী পুত্ৰ-কন্যা একে ঈশ্বৰৰ।
কিয় তেন্তে দ্বন্দ-হাই, ঈৰ্ষা পৰস্পৰ,
খোচা খুচি হিংসা বৈৰী দেখোঁ মানুহৰ।

মানুহে ঘিণায় হায়! ভাই মানুহক,
কপট ছলনা কৰি হয় প্ৰতাৰক।
ইতৰ প্ৰাণীৰ মাজে আছে অনেকৰ,
আছে হিংসা বৈৰী ভাব ক্ৰোধ সিহঁতৰ।
ভালুক, কেশৰী, বাঘ, ঘোং জাৰণিত,
মহাক্ৰুৰ সৰ্প জাতি আছে অগণিত।
আছে ডকা দিয়া চিলা, সেন হিংসুকীয়া,
মানুহৰ সেইবোৰ কিন্তু তলতীয়া।
সকলো প্ৰাণীৰ মাজে নৰ শ্ৰেষ্ঠ কয়,
হায়! হায়! নৰ কিয় পশু তুল্য হয়?
এটুপি চকুৰ পানী এযাৰি সাদৰি মাত,
এখনি চেনেহী হিয়া এখনি সহায় হাত।
পিচ-পৰা দুখীয়াই যায় আশা কৰি,
আগবঢ়া সুখীয়াই চাই নেকি ঘূৰি?
এজন ঈশ্বৰ পিতা আমি সকলোৰ,
ভাই-ভনী, নৰ-নাৰী আছোঁ যতবোৰ।
নানা ৰূপে নানা নামে লোকে জগতৰ,
দেশে দেশে পূজা কৰে পৰম ঈশ্বৰ।
সকলো নদীৰ গতি যিৰূপ সাগৰ,
সকলোৰে পূজা পায় বিশ্ব-খনিকৰ।
বিশ্ব-জুৰি স্নেহ-প্ৰীতি বাঢ়োক আমাৰ,
স্বভাৱৰ পৰা পাওঁ এই শিক্ষা সাৰ।
পণ্ডিতে তবধ মানি চহাৰ কথাত,
হৰিষত ক'লে তাৰ ধৰি দুই হাত;—
ধন্য তুমি খেতিয়ক চহা গাৱঁলীয়া,
ধন্য তুমি শিক্ষা দিলা কি মহামূলীয়া।
নেদেখিলা পঢ়া-শালি, একো নপঢ়িলা,
স্বভাৱৰ পৰা অতি সজ শিক্ষা দিলা।
যিবা বিদ্যা আৰ্জ্জে লোকে পঢ়াশালি যাই,
যিবা শিক্ষা পায় লোকে শাস্ত্ৰ পঢ়ি চাই,
জানিব লগীয়া বহু বাহিৰেও তাৰ,
জ্ঞান-ৰত্ন পাব পাৰে যত্ন থাকে যাৰ।

—শ্ৰীআনন্দচন্দ্ৰ গুপ্ত।

# জাপান-যাত্ৰীৰ পত্ৰ।

১৯০৫ চনৰ ৯ এপ্ৰিল তাৰিখে একে লগে একে উদ্দেশ্যে আমি সাত জন,— ৫ জন শিল্প আৰু বিজ্ঞান সমিতিৰপৰা; আন ২ জন বাহিৰৰ কলিকতাৰপৰা বি, আই, এচ, এন, কোম্পানীৰ 'বিহাৰা' নামৰ জাহাজত ৰাওনা হওঁহক। চতুৰ্থ দিনৰ দিনা, অৰ্থাৎ ১২ তাৰিখে ৰেঙ্গুন পৰ্হুঁছি জাহাজ সলাই সেই কোম্পানীৰেই "চোফালা" নামৰ আন এখন জাহাজত উঠি ১৯ তাৰিখৰ দিনা চিঙ্গাপুৰ পাওঁহি। তাত ২১ দিন খপীয়া পৰি থাকি 'মেলিনা' (ফিলিপাইন দ্বীপৰ প্ৰধান চহৰ) পাৰ হৈ আহি, ২৯ মেই তাৰিখে য়কহামা বন্দৰত জাহাজ চাপেহি।

কলিকতা এৰিবৰ দিনা ১৯০৫ চনৰ ৯ এপ্ৰিল ৰবিবাৰে পুৱাতে, ১০৭ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ পৰা ওলাই আহি জাহাজত উঠোহি। জাহাজ হাইকোৰ্টৰ সম্মুখত মেকিনৰ ঘাটত আছিল।

মোৰ লগৰীয়া কেজন আগেয়েই উপস্থিত হৈ মোলৈ বাট চাই আছিল। ইফালে পৰীক্ষা কৰিবৰ কাৰণে সাজু হৈ আছে। তৎক্ষণাৎ পৰীক্ষা শেষ হল, আমি গৈ জাহাজত উঠিলোঁগৈ। জাহাজৰ যাত্ৰীও অনেক আৰু সেইবিলাকক আগবঢ়াবৰ কাৰণেও অনেক মানুহ আহিছিল, গতিকে দৰ্শকবৃন্দৰে সৈতে পাৰত অনেক মানুহ। সকলোৰেই বিদায় লোৱা-লুই ত ব্যস্ত। কব নোৱাৰোঁ, মোৰ নিচিনা,— অৰ্থাৎ বিদায় লবলৈ কেওঁ নথকা, শেষ কথা আষাৰ কবলৈ কেওঁ নথকা— আন কোনো আছিল নে নাই। জাহাজৰ ওপৰলৈ গৈয়েই মাল-পত্ৰবোৰ এবাৰ চকু ফুৰাই চাই, কুঁঠৰীটো এবাৰ ভুমুকি মাৰি লৈ, ডেকৰ ওপৰত ইফাল-সিফাল কৰি সেই বিদায় লোৱা-লুই, বন্ধু-বান্ধব, ইষ্ট-মিত্ৰৰ লগত শেষ-সাক্ষাৎ শেষৰ দুই-চাৰি আষাৰ কথা কোৱাকুই আদিৰ দৃশ্য নিৰীক্ষণ কৰি, কেনেকৈ সেই সময় ফেৰি উৰি যায় তালৈ অপেক্ষা কৰি থকাৰ বাহিৰে মোৰ আন উপায় নাছিল। ক্ৰমে জাহাজ মেলিবৰ সময় চাপি আহিল। জাহাজ খনিয়ে দুই এজোলোকা বগা ভাপ উলিয়াই ইটিৰ পাচত সিটিকৈ চিয়ঁৰ তিনিটি মাৰিলে, জাহাজৰ জখলা উঠি পৰিল। অসংখ্য ৰুমাল উৰিবলৈ ধৰিলে। ঘটং ঘটং কৰে লঙ্গৰ উঠিল, জাহাজ খনিয়েও নিজ গতিত অপাৰ সমুদ্ৰৰ বতাহৰ লগত যুঁজ কৰিবলৈ খোজ ললে।

ৰাতিপুৱা আঠমান বজাত জাহাজ খোলে। দিনৰ দিনটো হুগলি নৈৰ ঘোলা পানী ভাঙ্গি ভটীয়াই গৈ আবেলি বেলিকা মোহনা ওলাল গৈ। ক্ৰমে নৈৰ পাৰ দুটা আঁতৰি যাবলৈ ধৰিলে, নিলগত অপাৰ জলৰাশিয়ে দেখা দিলেহি আৰু বঙ্গোপসাগৰৰ চিনাকী স্বৰূপ বতাহ আৰু ঢৌৱে আহি লগ ললেহি। ভাটাৰ কাৰণে পানী কম পৰাত, ৪ ঘণ্টা মানৰ কাৰণে জাহাজ লঙ্গৰ কৰি আকৌ নিশা ১০ মান বজাত হে এৰি দিয়ে। দিনৰ দিনটো দুই কাষে খেত-পথাৰ গাওঁ-ভুঁই, হাবি-গছ-গছনি ইত্যাদি দেখি থাকি মনত নতুন ভাব বিশেষকৈ নেখেলাইছিল, কিন্তু সাগৰৰ ওচৰ চাপিলতে মনত জোঁৱাৰ-ভাটা উপস্থিত হবলৈ ধৰিলে। জীৱনৰ ভিতৰৰ লেখত লবলগীয়া দিন এটাৰ সন্ধ্যা অনেক; বছৰৰ কাৰণে প্ৰিয় ভাৰত-ভূমি চকুৰ পৰা আঁতৰ হয়। ক্ৰমে জন্মভূমিৰপৰা সকলো প্ৰিয় জনৰ পৰা আঁতৰ হোৱাৰ বিচ্ছেদ যন্ত্ৰণাৰ কঠোৰতম সময় ফেৰি উপস্থিত। "সৌ দূৰৈত ধিমিকি ধিমিকি কৰি জ্বলি থকা চাকি কেইটায়েই প্ৰিয়জন্মভূমিৰ শেষদৃশ্য (কব নোৱাৰোঁ, কিমান বছৰৰ কাৰণে)। কাইলৈ পুৱাৰ বেলিয়ে ভাৰত ভূমিৰ শেহ চিন ফেৰিৰ পৰাও কিমান দূৰৈত পেলাবগৈ?" ইত্যাদি ভাৱনাৰে বিছনালৈ গলোঁ। কুঁঠৰীত বিজুলী-বাতিয়ে দিন যেন কৰি থৈছে, লোহাৰ 'স্প্ৰিঙ্গৰ' ওপৰত ধপধপ কৰে সুকোমল শয্যাই শোহি শোহি কৰিছে। খুলি থোৱা জানালায় দি সাগৰৰ চেঁচা বতাহে বিছনীৰ কাম কৰিব লাগিছে; কিন্তু মন চঞ্চল, মনক কিহবাই পাইছে, এইবিলাকৰ ওপৰত ভ্ৰূক্ষেপও নাই। টোপনি সহজে অহা দূৰৰ কথা, ইফালে সাগৰৰ বেমাৰ (Sea-sickness) হোৱাৰ ভয়ত বিছনাত পৰিলোঁগৈ। চকু মুদিলতে অসংখ্য ভাৱনাই হেঁচা মাৰি ধৰিলেহি, জটিল-কুটিল প্ৰশ্নই বেমেজালি দিলেহি। ভূত-ভৱিষ্যৎ বৰ্ত্তমান সকলোৱে চিন্তা আহি মূৰত উঠিলহি। এবাৰ ঘৰত, এবাৰ বাটত, এবাৰ বা ভাবী জাপানী জীৱনত মনে দুব দিবলৈ ধৰিলে। এইবিলাক ভাৱনাৰ মাজতেই টোপনিয়ে কেতিয়া ঠাই ললেহি কব নোৱাৰোঁ। কাৰণ, গোটেই দিনটো ঠেঙ্গা-টুপি পিন্ধি ডিঙ্গিত 'কলাৰ' বুকুৰ ওপৰত 'ডবল ব্ৰেষ্টৰ' কামিজৰ হেঁচা খাই একেবাৰেই ঠুহাত সোমাই থকা মানুহতকৈও বঢ়া হৈ আহিলোঁ। মাজতে এবাৰ খুলি থোৱা জানালাৰ বাটে দি সাগৰৰ ঢৌ এটিয়ে ভুমুকি মাৰি জগাই দিছেহি, এনেতে "boy" বা জাহাজৰ যাত্ৰীবিলাকৰ আলধৰাই আহি জানালা বন্ধ কৰি থৈ গলহি। নিশা ভাল টোপনি নহল। পাচ দিনা ডোকমোকালিতেই লৰালৰি কৰি চকু-মুখ গাৰ বিলাতী গিলিপটোত চাৰিওফালে চকু ফুৰাই নৈ স্বভাৱৰ শোভা চাবৰ কাৰণে ডেকৰ ওপৰলৈ গলোঁ। কিন্তু, ভাৰতৰ সেই শস্যশ্যামলা উপকূল বা তাৰ ছাঁও নাই, কেইওপিনে অপাৰ সমুদ্ৰৰ নীলা জল ৰাশি, ওপৰেও অসীম আকাশ নীল, তলেও অনন্ত নীল, কেৱল পুবপিনে ৰঙ্গা বেলিয়ে যেন সাগৰৰ বুকুৰপৰা লুকা-ভুমুকা খেলিছে। অলেখ ঢৌৱে তালে তালে উঠি-নামি তাৰ লগতে জাহাজ খনিকো নচুৱাই আহিছে গৈছে।

জাকে জাকে সৰু সৰু মাছবোৰে জাঁকি মাৰি মাৰি পানীৰপৰা ২।৩ হাত ওখই দি উৰা মাৰি মাৰি সাগৰৰ বুকুৰ লোনা পানীতো জীৱৰ পৰিচয় দিছে। প্ৰথম প্ৰথম সাগৰৰ দৃশ্য অতি অপূৰ্ব্ব, অতি বিতোপন। কেইওপিনে যদিও সাগৰ, আকাশ আৰু উঠি অহা বেলিটিৰ বাহিৰে আন একোৱেই নাই, তথাচ মহাসাগৰৰ বুকুত সেই মহাগম্ভীৰতাৰ মাজত কি এটা অপূৰ্ব্ব লীলা-খেলা খেলিব লাগিছে— পৰম পিতা পৰমেশ্বৰৰ কি অলৌকিক লীলা!

এইবিলাক চাই-চিন্তি বেচি পৰলৈ থাকিব নোৱাৰিলোঁ। কাৰণ, ইতিপূৰ্ব্বেই "Sea sicknessৰ ৰাগীয়ে ধৰিছেহি। কুঁঠৰীলৈ গৈয়েই আকৌ বিছনাত পৰিবলৈ বাধ্য হলোঁ। প্ৰায় দিনটো অলপ অলপ ভুগি গধূলিভাগলৈ ৰাগী কম পালোঁ, পাচ দিনাৰ পুৱা একোৱেই নোহোৱা হল।

"Sea sickness", অৰ্থাৎ সমুদ্ৰলৈ প্ৰথম আহিলেই এই বেমাৰ হয় বুলি ইয়াক "সাগৰৰ বেমাৰ" নাম দিয়ে। প্ৰথমে মূৰটো গধুৰ লাগে, লাহে লাহে মূৰ ফুৰুৱাৰ নিচিনা হয়। বাতি অহাৰ ভাব হয়। তাৰ পিচত মূৰৰ ভিতৰত মস্তিষ্কৰ মাজত খোচা কটাৰ অনুভৱ আৰু বমি হয়। এই বেমাৰ বেচি দিন নেথাকে, সোনকালে ভাল হয়। সাগৰত ধুমুহা আদি নেথাকিলে এই বেমাৰ ১ কি ১।। দিন থাকে। কিন্তু সাগৰ যদি প্ৰকোপিত থাকে, অৰ্থাৎ ধুমুহা ইত্যাদি থাকে, তেন্তে সি কেবা দিনো থাকিব পাৰে।

জাহাজ দিনে-ৰাতিয়ে চলিছে। ৰেঙ্গুনলৈকে দিনে-ৰাতিয়ে দুদিন এবেলা লাগিলে, অৰ্থাৎ ৰবিবাৰে পুৱাই কলিকতা এৰি মঙ্গলবাৰৰ দিনা গধূলি ৰেঙ্গুনৰ ওচৰ চাপেহি। বুধবাৰে নিচেই পুৱাতে জাহাজ বন্দৰৰ (Harbour) ভিতৰলৈ সুমুৱাই আনিলে। তাতে আমি জাহাজ সলনি কৰিব লগা হল। আমি বামলৈ গৈ ১।২ ঘণ্টামান ইফাল-সিফাল কৰি অলপ পকাই-জকাই আহিলোঁগৈ। ইয়াতে আমালোকৰ ময়লা কাপোৰ-কানি বিছনা-পত্ৰ সকলো disinfecting boiler ৰ মাজত সুমুৱাই ভাপত দি ৰোগৰ কীটানু নাশ কৰিলে। এই উপলক্ষে অনেক অসুবিধা ভোগ কৰিব লগাত পৰে।

সেইদিনাই নতুন জাহাজত উঠিলোঁগৈ। আৰু, ভাটী বেলিয়া এই জাহাজ ৰেঙ্গুন এৰি চিঙ্গাপুৰলৈ ৰাওনা হল। ১২ তাৰিখে ৰেঙ্গুন এৰি, ১৮ তাৰিখে চিঙ্গাপুৰ পোৱাগৈ হল। এইবাৰ জাহাজ বাটৰ অনেকাংশই সাগৰৰ পাৰৰ কাষেদি, অৰ্থাৎ পাৰ চকুৰে দেখাতেই চলাইছে, সাগৰো খুব চেঁচা। বাটত বিশেষ ঘটনা একো ঘটা নাছিল, কেৱল জাহাজৰ ৰান্ধনি এটা কিবা বেমাৰ হৈ সিফলীয়া হল। তাক কাপোৰেৰে মেৰাই-ঘূৰাই এমোনমান সীহ (lead) বান্ধি সাগৰত পেলাই দিয়া হল। এই এটা ভাবিলেই গা শিয়ঁৰি উঠা ঘটনা। মাটিৰ ওপৰত জন্ম লৈ, ডাঙ্গৰ-দীঘল হৈ, মৰিবৰ সময়ত জিৰাবৰ কাৰণে মাটি এচপৰা নেপালে। তাৰ কাৰণে চকুপানী টোকোঁতা কেও নহল। ১৯ তাৰিখে পুৱাই জাহাজ বন্দৰ সোমালহি, নিয়ম মতে ডাক্তৰে আহি পৰীক্ষা কৰি গলহি। জাহাজ কোম্পানীৰ এজেন্ট আহি খবৰ দিলেহি, পুনৰ হুকুম নহালৈকে জাহাজ খুলিব নেলাগে বুলি কলিকতাৰপৰা টেলিগ্ৰাম আহিছে। চিঙ্গাপুৰ ইংৰাজৰ অধিকাৰৰ মলয় দ্বীপৰ দক্ষিণে (নিচেই গাতে) এটা সৰু দ্বীপ। ই এটা লেখত লব লগীয়া বন্দৰ। প্ৰশান্ত মহাসাগৰ আৰু ভাৰত মহাসাগৰে দি যাতায়াত কৰা সকলো জাহাজৰ কাৰণেই আৱশ্যকীয় বন্দৰ। অনেক ইউৰোপীয়ানৰ দোকান আদি আছে; চীনা, মালয়া আদিৰ হাততেই পোহাৰ-সমাৰ (সৰু ব্যৱসায়) প্ৰায় সকলো। অনেক দক্ষিণ ভাৰতীয় দোকানদাৰেও বাস কৰে। এটি কালী-মন্দিৰ আছে, তাতে হিন্দী বুজা আৰু কোৱা মানুহো পালোহঁক। তাত অনেক হিন্দু বোধ কৰোঁ আছে। চহৰখনত অনেক সুন্দৰ সুন্দৰ পকিঘৰ আদি আছে। চিঙ্গাপুৰত জাহাজ ২১ দিন আছিল। কেইবা দিনো বামলৈ গৈ ফুৰি-চাকি আহিলোহঁক। আমাৰ জাহাজ বামৰ পৰা প্ৰায় ২ মাইল মান দূৰত নঙ্গৰ কৰিছিল, কাৰণ জাহাজৰ বিশেষ দৰকাৰ নেথাকিলে জেটীত নলগায়। এটা মানুহে থিয় দি দুহাতে দুডাল দাৰ বোৱা আৰু ৭।৮ টা মানুহ স্বচ্চন্দে উঠি যাব পৰা সৰু নাও যথোপযুক্ত ভাৱলৈ তাত পোৱা যায়। এদিন সেই নাৱেৰেই গৈ নগৰৰ বিপৰীত ফালে, অৰ্থাৎ বন্দৰলৈ সোমোৱা বাটৰ কাষত সৰু দ্বীপৰ নিচিনা ঠাইলৈ গৈ, সাগৰৰ বালিত নামি গা ধুই জলজলীয়া পানীত মাছ আৰু কেকোৰা ইত্যাদি খেদা-খেদি ধেমালি কৰিলোহঁক।

এই চিঙ্গাপুৰতে প্ৰথম প্ৰথম কাঠিৰে ভাত খোৱা দেখোঁ। চীন, জাপান সকলো ঠাইৰে মানুহে ভাত হাতেৰে নেখায়, সৰু পিয়লা বাটিত লৈ পনীয়া বস্তু হলে শোহা মাৰি আৰু গোটা বস্তু হলে দুডাল কাঠি দুটা কলম ধৰাদি সোঁ-হাতৰ আঙ্গুলি কেইটাৰে চেপা মাৰি ধৰি চৰাইৰ ঠোঁটৰ দৰে ব্যৱহাৰ কৰি তাৰে ঠেলি মুখলৈ আহাৰ সুমুৱাই দিয়ে। ইয়াতেই মানুহে টনা গাৰীত মানুহ উঠা প্ৰথমে দেখোঁ। চীন, জাপান সকলো ঠাইতে এই গাৰী খন নিচেই পাতল, চকা দুটা ওখ, এটা মানুহ বহি যাব পাৰে, এটা মানুহে টানে। ভাৰা ঘণ্টাত প্ৰায় সিকিৰপৰা আধলিলৈকে লোৱা হয়।

ক্ৰমশঃ।

# অলঙ্কাৰ আৰু দৰকাৰ।

এবিধ ধুনীয়া জন্তু বুলি মানুহৰ চিনাকি দিব পাৰি। যদিও নানা বৰণীয়া পহু-পখী দেখা যায়, তথাপি নাক, মুখ, হাত আদি অঙ্গবিলাক সম্পূৰ্ণৰূপে বিকাশ হোৱাৰ বাবে মুখৰ হাঁহিটিৰে সৈতে মানুহ সকলো জন্তুতকৈ শোভা পায়। অকল সেয়ে নহয়, ইতৰ জন্তুতকৈ মানুহে ধুন-পেচ মাৰিবলৈকো বেচিকৈ বিচাৰে। বাকী জন্তুৱে জীৱনৰ যিটো নিতান্ত দৰকাৰ, তাকে হে বিচাৰে; কিন্তু, মানুহে দৰকাৰতকৈ অলঙ্কাৰলৈ হে বৰকৈ খেদে। আন জন্তুৰ শৰীৰেই সৰ্ব্ব প্ৰধান। কিন্তু, মানুহে চিত্তৰঞ্জনৰ কাৰণে দৈহিক সুখলৈ অৱহেলা কৰে। এই অলঙ্কাৰ লিপ্সা সকলো মানুহৰে সমান নহয়; সভ্যতাৰ জখলাই দি যিমান তললৈ নামি যোৱা যায়, সিমান এই ধুন-মৰা হেঁপাহটো প্ৰবল দেখা যায়। নগাই গোটেই গাটোতে চিত্ৰ কৰে আৰু একো ডোখৰ হাৰ কাণে-নাকে আৰে, যদিও বতাহ-বৰষুণৰপৰা আত্মৰক্ষা কৰিবৰ কাৰণে অলপো ভাবনা নকৰে। অসভ্য জাতিয়ে কাপোৰ-কানিতকৈ ৰঙ্গা-ৰচঙ্গা মণি-কেৰু হে আদৰ কৰে বুলি ভূ-যাত্ৰীসকলে কয়। কিন্তু যিমান ওপৰলৈ উঠি যোৱা যায়, সিমান অলঙ্কাৰৰ দৰকাৰে স্থানচ্যুত কৰা দেখা যায়। নগাৰ পাচতে বঙ্গালী কুলি আৰু কুলিয়নীয়ে কম অলঙ্কাৰ কাণে-নাকে পিন্ধে, আৰু কাপোৰৰ দৰকাৰটো দেখিছে। সিহঁততকৈ ওপৰলৈ চালে দেখা যায়, অলঙ্কাৰ স্বৰূপে আৰু কম বস্তু পিন্ধিছে। কিন্তু, কোনো জাতিয়ে আজিলৈকে ইমান দূৰ উধোৱা নাই, যি আৱশ্যকতাৰ সীমা একেবাৰে নেডেয়। জগতৰ অতি সভ্য জাতিৰ মানুহেও নিজৰ পোছাকত দৰকাৰলৈ বা সুবিধালৈ আওকাণ কৰি সাময়িক ৰুচিৰ (Fashion of the day) বশত্ব স্বীকাৰ কৰে। গাৰ চোলাটো এইদৰে হে সিব লাগে, যদিও হয়তো সেইদৰে হলে পিন্ধাত বৰ সুচল নহয়; চুৰিয়াখন দিন যোৱাতকৈ মিহি হ'ব লাগে। জগতত সভ্য বোলোৱা অনেক

জাতি আছে, যাৰ হাতে, ভৰিয়ে, কাণে, নাকে আজিও নগাৰ সেই গা-বোলোৱা আৰু গৰু-হাৰ পিন্ধা অসভ্য অভ্যাস প্ৰতিফলিত হৈছে। যেনে, ভৰিত আলতা লগোৱা, নাকত নাকফুল পিন্ধা আৰু কাণত ঢোল যেন একোটা কেৰু পিন্ধা ইত্যাদি। ইউৰোপৰ অতি সভ্য জাতিৰ বিবিসকলেও স্বাস্থ্যলৈ অলপো কটাক্ষ নকৰি ধুনীয়া হম বুলি কঁকালত টঙ্গালি আঁতি আঁতি বান্ধে।

সভ্যতাৰ জখলাইদি উঠি গলে আৰু এটা লৰ দেখা যায়। এই সভ্য জাতিৰ মাজত এই অলঙ্কাৰ-লিপ্সাটোৱে বেলেগ ৰূপ ধৰিছে। সভ্য সমাজে দেহাক এৰি মনক অলঙ্কাৰেৰে সজাবলৈ আৰম্ভ কৰিছে। যিবিলাক মানসিক বৃত্তি-কেৱল চিত্তৰঞ্জনকাৰী বা যিবিলাকৰ পৰা কেৱল খোচ নাম হয়, সেইবিলাকক হে সমাজে বৰকৈ আদৰ কৰে। দৰ্শন, গীত, বাদ্য আদি যিবিলাক মানসিক অলঙ্কাৰ কোনো কামতে নাহে, সেইবিলাকৰ হে আদৰ বেছি আৰু দৰকাৰী কামকো পিচলৈ ঠেলি সেইবিলাকৰ চৰ্চ্চা কৰা হয়। অৱশ্যে, এইবিলাকৰ উপকাৰ একেবাৰে নুই কৰা নাই; তাহাঁত ক্ষন্তেকীয়া সুখদায়ক, হৃদয়ৰ কোমলতা বৰ্দ্ধক, আৰু পৰিশ্ৰমৰ পিচত আহৰি পালে সেইবিলাক চৰ্চ্চা কৰি ভাগৰ পলুৱাব পাৰি। সিহঁতৰ দৰকাৰ সিমানতে অন্ত পৰিল; আত্মৰক্ষাৰ নিমিত্তে সিহঁতৰ যথাৰ্থ সহায় নকৰে। হৰি কথাতকৈ চাউল কঠা ডাঙ্গৰ, গীত বাদ্যত কৈ অৰ্থোপাৰ্জ্জন বা নিজৰ লৰা-ছোৱালীক শিকোৱা-বুজুৱা আদি লাগতিয়াল কামবিলাক ডাঙ্গৰ। এতেকে, শিকিব লগীয়া কামৰ শাৰীত তাহাঁতক ঠঙ্গা-দলিচা নিদি নগা ঢাৰি দিব লাগে। হাৰবাৰ্ট স্পেনচাৰে জীৱনৰ কামবিলাক দৰকাৰ অনুযায়ী ৫ ভাগ কৰিছে। (১) যিবিলাক আত্ম ৰক্ষাৰ কাৰ্য্য আশুফলপ্ৰদ; এনেবিলাক কাম আমি সদায় কৰিছোঁহঁক। যেনে, এটা সাপ বা বাঘ দেখি লৰ মৰা, বৰ পিচল পকাৰ ওপৰে সাৱধানে খোজ কঢ়া ইত্যাদি। (২) যিবিলাক কামৰ পৰা কেৰেচীয়াকৈ আত্ম-ৰক্ষা হয়; যেনে, কোনো ব্যৱসায়ৰ দ্বাৰা জীৱন নিৰ্ব্বাহ কৰা; বেমাৰ হলে সাৱধানে চলা আৰু ঔষধ খোৱা ইত্যাদি। (৩) যিবিলাক কামৰ পৰা পৰিবাৰবৰ্গৰ মঙ্গল আৰু লৰা-ছোৱালীৰ তোলন-পালন হয়। (৪) যিবিলাক কাৰ্য্যৰ দ্বাৰা আমাৰ সামাজিক আৰু ৰাজনৈতিক সম্বন্ধ সুচাৰু ৰূপে ৰখা হয়। (৫) যিবিলাক কাৰ্য্যই আজৰি বতৰত আমাৰ চিত্তৰঞ্জন কৰে। ওপৰত দিয়া কৰিবলগীয়া কামৰ শ্ৰেণী-বান্ধনীটোৱে কামৰ আৱশ্যকতা আৰু অনাৱশ্যকতা ভালকৈ দেখুৱাইছে। এই বান্ধনী অনুসৰি কাম কৰিলে প্ৰকৃত উন্নতি হব বুলি কব পাৰি। আমাৰ শিক্ষা এই বান্ধনীৰ অনুগামী নোহোৱাৰ কাৰণে হে উন্নতিৰ বাটত খোজ কাঢ়োতে বিঘিনি খুটিত উজুটি খাই পৰি মৰোহঁক। বিশ্ববিদ্যালয়ৰ শ্ৰেষ্ঠ বি-এ বা এম-এ খাপলৈকে পঢ়ি চাকৰিলৈ চকু নেমেলিলে জীৱন ৰক্ষাৰ উপায় নোপোৱাত পৰে; সামান্য নৰিয়া এটি পৰিলে নিৰুপায় হোৱা যায়; দৰ্শন, সাহিত্য, জ্যোতিষ, ৰত্নাৱলী, কালিদাস, ভৱভূতি কোনেও একেষাৰ মাত নমতা হয়; নিজৰ লৰা-ছোৱালীক তোলন-পালন কৰাতো সমানে সক্ষম। বাস্তৱতে, চিকিৎসা শাস্ত্ৰৰ আৰু স্বাস্থ্যৰক্ষাৰ নিয়ম প্ৰণালী যে জীৱনৰ পক্ষে কিমান লাগতিয়াল তাক জানিও তালৈ অৱহেলা কৰাটো এটা আচৰিত কথা। আত্মৰক্ষাৰ বাহিৰেও, এঠাইত এজন বি-এ পাচ কৰা থাকিলে যেই সেই ওচৰৰ-চুবুৰীয়া যদি সমানে শিক্ষিত নহয়, কোনো বেমাৰ হলে সি আহি সোধেহি যে কি কৰা হব; তাতো উপাধিধাৰীৰ পেট লাজ আৰু বেজাৰেৰে ওফন্দি পৰে। এতেকে, যি সময়, যি মগজ আৰু যি পইচা এলাহত বিলাতিতাত বা অলঙ্কাৰত খৰছ কৰা হয় সেই সময়, মগজ আৰু পইচা জীৱনৰ বেচি লাগতিয়াল বিষয়ত লগালে আমি বহুত সুখেৰে থাকিব পাৰিম।

এই কুৰি শতিকীয়া কাৰ্য্যৰ ধুমধামনিত আমাৰ বেগেতীয়া জীৱনটো কিছু বুদ্ধিৰে মিতব্যয় নকৰিলে উন্নতি কৰিবলৈ বৰ টান। তিনি কুৰি টকীয়া দৰ্ম্মহাৰ মানুহ জনে যেনেকৈ এপৰিয়াল মানুহলৈ খৰিৰ পৰা খেৰলৈ কিনি, আকৌ বছৰৰ অন্তত খাজনা দিবলৈ হলে হাত ধৰি বজাৰ খৰছ কৰিব লগাত পৰে, সেই দৰে আমাৰ এই তিনিকুৰি বছৰীয়া জীৱনটো, অদৰকাৰীবোৰ বাদ কৰি, অকল লাগতিয়াল কামত কটালে হে বুঢ়া কালত নিশ্চিন্ত মনে বহি থাকিব পৰা যাব। কাৰণ জীৱন এক মহাযুদ্ধ, যত জয়লাভ কৰিবলৈ হলে আগৰ পৰা সুসজ্জিত হৈ লব লাগে। কাল আৰু অৱস্থা ভেদে, জীৱন যুদ্ধত গতি লৰে। বৰ্ত্তমান কালত পাৰ্থিব উন্নতিয়েই জীৱন-যুদ্ধৰ ঘাই অস্ত্ৰ; এই উন্নতি কৰিবলৈ হলে আৰ্থিক বিষয় চিন্তা কৰা কৰ্ত্তব্য। বৰ্ত্তমানযুগৰ অভিনয়ত অৰ্থ এক প্ৰধান নায়ক। অৰ্থাৎ বিনা সহায়ে উন্নতিৰ সম্ভাৱনা নাই। এতেকে, অলঙ্কাৰত খৰছ নকৰি অৰ্থৰ মিত ব্যৱহাৰ আৰু সঞ্চয় একো ঘৃণনীয় কাম নহয়, যদি সেই সঞ্চিত অৰ্থ সজ কামত লগোৱা হয়। কাৰণ অৰ্থই মূল উদ্দেশ্য নহয়; ই কেৱল এক প্ৰধান উপায়, যাৰ বলেৰে সমাজৰ উপকাৰ সাধিব পাৰি। এতেকে, টকাৰ মুখলৈ চাই, যদি বিলাসিতালৈ পিঠি দিওঁ, সি অন্তত সমাজত উন্নতি সাধিব। স্বদেশজাত সামগ্ৰীৰ ব্যৱহাৰ দেশী বস্তুৰ বেহা, দেশী শিল্পৰ উন্নতি আদি কামত হাত দি, জাতীয় প্ৰেমটো অলঙ্কাৰ স্বৰূপে নিপিন্ধি দৰকাৰত অনাবলৈ চেষ্টা কৰা উচিত।

# মনোবিজ্ঞান

## বশীকৰণ (Mesmerism) আৰু সম্মোহন (Hypnotism)

জৰ্ম্মান, ফৰাচি আৰু ইংৰাজ পণ্ডিত কেজনমানে স্থিৰ কৰিছে যে, যেনেকৈ চুম্বক লোৰ এটা আকৰ্ষণ শক্তি আছে, সেই দৰে প্ৰত্যেক মানুহৰ গাত অপৰ মানুহক বশ, মোহিত, আকৰ্ষণ আৰু আৰোগ্য কৰিব পৰা এটা শক্তি আছে। এই শক্তিক তেওঁবিলাকে Animal magnetism বা প্ৰাণীৰ চুম্বক শক্তি বোলে। ইয়াকে ফ্ৰান্চৰ মেচমৰ নামেৰে পণ্ডিত এজনৰ শিষ্যবৰ্গে 'মেচমেৰিজম্' (Mesmerism) নাম দিছে, আৰু ইংলণ্ডৰ ব্ৰেইড নামেৰে চাহাব এজনৰ দলে 'হিপ্নটিজম' (Hypnotism) নাম থৈছে। মূলত মেচ্মেৰিজম আৰু হিপ্নটিজম একে হলেও, দুইৰো হেনো অলপ প্ৰভেদ আছে।

যদিও প্ৰত্যেক মানুহৰে গাত এই চুম্বক শক্তি আছে, তত্ৰাচ ই সকলোৰে গাত সমান নহয়; কাৰো বেচি, কাৰো তাকৰ। যাৰ গাত এই শক্তি বেচি, সি তাতকৈ কম শক্তিৰ মানুহক সহজেই বশ বা মোহিত কৰিব পাৰে। আৰু, এই শক্তিও আন আন বিদ্যাৰ দৰে নিজৰ অনুশীলন আৰু অধ্যৱসায়েৰে বঢ়াব পাৰে আৰু অপব্যৱহাৰৰ দ্বাৰাই কমাব পাৰে। সাধাৰণতঃ সংযমী আৰু ধাৰ্ম্মিক মানুহৰ গাত হেনো এই শক্তি বেচি। স্বাস্থ্য ভাল-বেয়াৰ লগতো ইয়াৰ সম্বন্ধ আছে। যাৰ স্বাস্থ্য যিমান ভাল, সি সেই অনুসাৰে এই শক্তিত বেচি শক্তিবান। এজন সৰহকৈ চুম্বক শক্তি থকা মানুহে যদি এজন তেওঁতকৈ কম শক্তিবান মানুহৰ গাত হাত দি বা ৰগ চিনি হাত বুলাই সেই মানুহজনৰ ওপৰত নিজৰ মনঃশক্তি (Will force) প্ৰয়োগ কৰে, তেন্তে ইজন মানুহ প্ৰথমজনৰ বশ হব, আৰু তেওঁ যি আদেশ কৰে তাকে পালন কৰিবলৈ বাধ্য হব। সেইদৰে গাত হাত নিদি সিজন মানুহক তীক্ষ্ণ দৃষ্টিৰে মনঃশক্তি প্ৰয়োগ কৰিলেও দ্বিতীয়জন মোহিক হ'ব। আমাৰ দেশৰ পুৰাণ আৰু জনপ্ৰবাদত থকা যেনে কুৰা একঠা চাউলেৰেই মানুহক খুউৰা, দ্ৰৌপদীয়ে চৰুৰ এটা কণ নিজে খায়েই সশিষ্যে দুৰ্ব্বাসা ঋষিৰ ভোক-পিয়াহ নোহোৱা কৰা ইত্যাদি কথাকে নকওঁ, সুসভ্য খ্ৰীষ্টিয়ান জাতিৰ বাইবেল গ্ৰন্থতো মহাত্মা যীশু আৰু তেওঁৰ শিষ্যবৰ্গৰ ভিতৰৰ আতাপুৰুষ (Apostles) সকলে কৰা অনেক অলৌকিক কৰ্ম্মৰ বিৱৰণ আছে। যি অলৌকিক অৰ্থাৎ যি কৰ্ম্মৰ মূল বা কাৰণ মানুহে সহজে বুজিব নোৱাৰে, তাকে সচৰাচৰ কু-সংস্কাৰী বা তথ্য অনুসন্ধান অনিচ্ছুক বা এলেহুৱা মানুহে ইন্দ্ৰজাল যাদু বা আন নহলে ঈশ্বৰৰ কাম (Divine power) বুলি কৈয়েই থৈ দিয়ে। অৱশ্যে পৃথিৱীৰ বা এই বিশ্ব-ব্ৰহ্মাণ্ডৰ সকলো কামেই ঐশ্বৰিক; কিন্তু সেই বুলি মনুষ্য জাতিহাত সাবটি বহি থকা হলে আজি আমি এই কুৰি শতিকাত ৰেল, জাহাজ, তাড়িত, বেলুন, ফনোগ্ৰাফ, টাঁৰহীন টেলিগ্ৰাফ, ইত্যাদি দেখিবলৈ নেপালোঁহেঁতেন। হাত দি কুষ্ঠৰোগীক আৰোগ্য কৰা, বচন দি মানুহক সজ পথলৈ অনা, সপোনত পোৱা দৰবেৰে ৰোগীক আৰোগ্য কৰা, সপোনত ভৱিষ্যত দেখা ইত্যাদি শক্তিও হেনো এই মেচ্মেৰিক বা হিপনটিক বলৰে বিকাশ মাথোন বুলি পাশ্চাত্য পণ্ডিতসকলে স্থিৰ কৰিছে। এই শক্তিৰ মূলত কি পদাৰ্থ বা শক্তি, তাক কেৱে এতিয়াও সঠিক কৰি কব পৰা নাই। কোনোৱে কয় ৰস (Fluid) অপ্; কোনোৱে কয় তাড়িত। কোনো কোনোৱে তাপ বা ইঠাৰ (ব্যোম) বুলিবলৈকো ইচ্ছা কৰে।

এই শক্তিৰ মূলত ৰস, তাড়িত, তাপ বা ব্যোম যিকিয়েই নহওক, ইয়াৰ বিষয়ে, বিশেষ ইয়াৰ বিকাশৰ বিষয়ে ভাৰতবাসীত বাজেও পুৰণি গ্ৰীক, ৰোমান জাতিবিলাকে জানিছিল। গাত হাত ফুৰাই মনঃশক্তি প্ৰয়োগ কৰি মানুহক তন্দ্ৰা, টোপনি বা সমাধিত পেলাব পৰা কথা সঁচা হওক বা নহওক, আমি সচৰাচৰ দেখিবলৈ পাওঁ যে, আমাৰ কেতিয়াবা কেতিয়াবা হাতৰ তলুৱা পুৰিলে সেই হাতৰ তলুৱা আৰু ভৰিৰ তলুৱা আন এজনৰ হতুৱাই ঘঁহাই সুখ অনুভৱ কৰি নিদ্ৰা যাওঁ। সেইদৰে ঘহোঁতে অনেক সময়তে শৰীৰৰ তাপ বাহিৰ হয়; এই তাপ বাহিৰ হলে আমি সুখ পাওঁ। গাত হাত ফুৰাই বেমাৰ আৰোগ্য কৰা প্ৰথা হিব্ৰু জাতিৰ ভিতৰতো প্ৰচলিত আছিল। মহাত্মা যীশুৱে সেই প্ৰথা জানিছিল আৰু তেওঁ ধাৰ্ম্মিক, সংযমী, পুণ্যবান পুৰুষ থকাৰ নিমিত্তে তেওঁৰ এই ক্ষমতা অলৌকিকৰূপে বিকাশ পাইছিল। গ্ৰীক জাতিৰ ভিতৰতো আমাৰ জকি আৰু দেওধাঁই

বিলাকে যেনেকৈ ডকত পৰি ভৱিষ্যতৰ কথা কয়, সেইদৰে দিলফিক্, মন্দিৰৰ পুৰোহিত বিলাকেও তন্দ্ৰাত পৰি অনেক সময়তে ভৱিষ্যতত কি হব কৈছিল। গ্ৰীচৰ পণ্ডিত হিপোক্ৰিটেচে কয় যে, জীৱাত্মাই জাগ্ৰত অৱস্থাতকৈও সুষুপ্তিৰ অৱস্থাত হে দিব্যদৰ্শন লাভ কৰে। হাতেৰে জাৰি, মুখেৰে ফুঁৱাই বেমাৰ ভাল কৰাৰ প্ৰথা ৰোমান বিলাকৰ ভিতৰতো আছিল। অনেক সময়তে মেচমেৰিয়াম প্ৰকৃয়াৰে মানুহক দীৰ্ঘকাল টোপনিত পেলাই অনেক দুৰাৰোগ্য বেমাৰ ভাল কৰা প্ৰবাদৰো উল্লেখ আছে। ইওটো সঁচা যে, হিব্ৰূ, গ্ৰীক আৰু পুৰণি মিচৰ জাতিয়ে চিকিৎসা বিদ্যাৰ লগে লগে এই বশীকৰণ আৰু সম্মোহনৰ বিষয়েও সৰহ নহলেও অলপ-অচৰপ ভাৰতবৰ্ষৰ পৰা শিকিছিল।

ফ্ৰান্‌চতো খৃষ্টধৰ্ম্ম প্ৰৱৰ্ত্তন হোৱাৰ আগেয়ে দ্ৰূইত মন্দিৰ বিলাকত ভৱিষ্যত বাণী কোৱা, জাৰি-ফুকি বেমাৰ ভাল কৰা প্ৰথা প্ৰচলিত আছিল।

১৭৩৪ খৃষ্টাব্দত ফ্ৰানচত মেচমৰ চাহাব ওপজে। তেওঁ অষ্ট্ৰীয়া দেশৰ ভায়েনাত চিকিৎসা-বিদ্যা শিকি ডাক্তৰ উপাধি পায়। এই চিকিৎসা-বিদ্যা শিকোঁতে তেওঁ হেহ্নে নামেৰে পাদুৰি চাহাব এজনৰ পৰা শিকে যে, মানুহৰ গাতো চুম্বকৰ শক্তি আছে, আৰু এই চুম্বক শক্তিৰেও বেমাৰ আৰোগ্য কৰিব পাৰি। এই কথা কিমানদূৰ সঁচা, তাকো বুজি চাবলৈ তেওঁ ১৭৫০ খৃষ্টাব্দত নিজে নিজে কিছুমান অনুসন্ধান কৰিবলৈ ধৰে। তেওঁ প্ৰথমেই ইস্পাত আৰু চুম্বক লোৰে অস্ত্ৰক্ষতৰ দ্বাৰাই হোৱা ৰক্তস্ৰাব বন্ধ কৰিবলৈ চেষ্টা কৰি সেই কাৰবাৰত কৃতকাৰ্য্য হয়। এদিন দৈবাৎ তেওঁ এজন মানুহৰ ৰক্তস্ৰাব বন্ধ কৰিবলৈ ধৰোঁতে তেওঁৰ শুদা হাতখন ক্ষতস্থানৰ ওপৰে দি যোৱাত দেখিলে যে, ৰক্তস্ৰাব বন্ধ হল। তেওঁ তাৰে পৰা অনুমান কৰিলে যে, চুম্বক লো আৰু ইস্পাতে যি কাম কৰে, সেই কাম শুদা হাতৰ স্পৰ্শৰ দ্বাৰাও কৰিব পাৰি। যদি হাতৰ স্পৰ্শেই চুম্বক লোৰ কাম কৰে, তেন্তে মনুষ্যৰ শৰীৰতো চুম্বক শক্তি আছে। আৰু, এনেকুৱাবিলাক অনুমান আৰু যুক্তিৰেই যেনেকৈ নিউটন চাহাবে মাধ্যাকৰ্ষণ শক্তি আৱিষ্কাৰ কৰে, গেলিলোই জলৰ বলৰ বিষয়ে আৱিষ্কাৰ কৰে, সেই দৰে মেচমৰ চাহাবেও এই বশীকৰণ বা তেওঁৰ নাম অনুসৰি 'মেচমেৰিজম' আৱিষ্কাৰ কৰে।

মেচমৰ চাহাবৰ বিশ্বাস এই ঃ—

১ম। এই পৃথিৱী, গ্ৰহ, উপগ্ৰহ আৰু জীৱ ইত্যাদি প্ৰত্যেক চেতন পদাৰ্থৰে পৰস্পৰৰ ভিতৰত এটা আকৰ্ষণ-বিকৰ্ষণ বা যোগ-বিয়োগৰ সম্বন্ধ আছে।

২। এই আকৰ্ষণ-বিকৰ্ষণ বা যোগ-বিয়োগ সম্বন্ধৰ মূলত অপ বা জল। এই অপ বা জল সকলো বস্তুতে ব্যাপি আছে আৰু ই এক বস্তুৰ পৰা আন বস্তুলৈ গতি কৰি সেই বস্তুৰ ক্ৰিয়াৰ বা অৱস্থিতিৰ বা গতিৰ ব্যত্যায় বা বিপৰীত গুণ উৎপন্ন কৰিব পাৰে।

৩। এই গতি কৌশলৰ দ্বাৰাই আৰু আমি এতিয়ালৈকে জানিব নৌ পৰা কোনো বিশেষ প্ৰাকৃতিক নিয়মৰ দ্বাৰায়ো হয়।

৪ৰ্থ। এই অপৰ গতি-বিধি সমুদ্ৰৰ জোঁৱাৰ-ভাটাৰ দৰে।

৫। এই অপৰ পৰস্পৰ আকৰ্ষণ আৰু বিকৰ্ষণৰ দ্বাৰাই পদাৰ্থৰ গুণ আৰু গঠন উদ্ভৱ হয়।

৬। মনুষ্যৰ শৰীৰত যিবিলাক নাড়ী-স্নায়ু আছে, সেই স্নায়ুৰ ওপৰতো এই অপে ক্ৰিয়া কৰে। সেই ক্ৰিয়ায়ে মনুষ্য শৰীৰত লৌকিক বা অলৌকিক গুণৰ বিকাশ দেখুৱায়।

৭। এই অপ বা ৰস এক মনুষ্য শৰীৰৰপৰা আন শৰীৰলৈ দ্ৰূতবেগে যাব পাৰে। এনে কি, দূৰৈৰপৰাও কৰ্ম্ম কৰিব পাৰে। তেজেও ইয়াক সঞ্চালন কৰিব পাৰে; এনে কি, শব্দেও ইয়াৰ গতি জন্মাব পাৰে।

৮। এই অপেই মনুষ্য শৰীৰত চুম্বক শক্তিৰ উৎপাদন কৰে, এই চুম্বক শক্তিৰে প্ৰায় সকলোবিধৰ স্নায়বিক বেমাৰ শীঘ্ৰে ভাল কৰিব পাৰি, আন আন বেমাৰো সহায় আৰু সময় লৈ আৰোগ্য আৰোগ্য কৰিব পাৰি।

মেচমৰ চাহাবৰ এই ৮ টা সূত্ৰ আমাৰ হিন্দুৰ বিজ্ঞানে সৈতে প্ৰায় মিলে। এনে কি, এই সূত্ৰ বিলাকৰ পৰা আমাৰ হিন্দুৰ অনেক বিষয় মিলাব পাৰি, আৰু পৰিপাটীকৈ বুজাব নোৱাৰিলেও আমাৰ দুই-চাইটা, কু-সংস্কাৰতো (?) যে সত্য নিহিত আছে তাৰ আভাস দিব পৰা যায়।

এই বশীকৰণ ক্ৰিয়া আৱিষ্কাৰ কৰি মেচমৰ চাহাবে ইয়াৰ বিষয়ে ফ্ৰানচ, জৰ্ম্মানি, চুইজৰলেণ্ড ইত্যাদি দেশে-দেশে পৰ্য্যটন কৰি বক্তৃতা দি ফুৰিবলৈ আৰু মানুহক চমৎকৃত কৰি অনেক ৰোগীক বেমাৰৰ পৰা আৰোগ্য কৰিবলৈ ধৰিলে। তেওঁৰ

খ্যাতি আৰু প্ৰতিপত্তি ইমান হল যে, ৰজা, মন্ত্ৰী ডিউক, লৰ্ড সকলোৱেই তেওঁৰ আশ্চৰ্য্য ক্ষমতা চাবলৈ আৰু তেওঁক সম্মান দেখুৱাবলৈ উৎসুক হৈছিল। অৱশেষত তেওঁ ফ্ৰানচত এটা বিদ্যালয় স্থাপন কৰি এই মেচমেৰিজমৰ বিষয়ে মানুহক শিক্ষা দিবলৈ ধৰিলে। শেহত ফৰাচী গৱৰ্ণমেণ্টে এই বিষয়ৰ তথ্য অনুসন্ধান কৰিবলৈ এটা কমিচন নিযুক্ত কৰিলে। কমিচনে যদিও মেচমেৰিজম ক্ৰিয়া দেখিছিল, তত্ৰাচ ই যে প্ৰাণীৰ গাৰ চুম্বক শক্তিৰ পৰা হয় ইয়াক স্বীকাৰ নকৰিছিল। এই কমিচনৰ ভিতৰত বিখ্যাত বৈজ্ঞানিক আৰু উদ্ভিদবিচাৰক যশোৰ চাহাবো আছিল। তেওঁ স্বতন্ত্ৰে কেতখিনি অনুসন্ধান কৰি শেহত প্ৰাণীৰ চুম্বক শক্তিৰ দ্বাৰায়ে যে মেচমেৰিজম ক্ৰিয়া হয় এইটো স্বীকাৰ কৰিছিল।

মেচমৰ আৰু যশোৰ দৃষ্টান্ত অনুসৰণ কৰি ফ্ৰানচৰ এজন ডাঙ্গৰ মানুহে (পাইচেগুৰৰ মাৰকুইচ) এই বিষয়ে কিছু সুকীয়া অনুসন্ধান কৰে। তেওঁ প্ৰথমে তেওঁৰ নিজৰ ঘৰৰ চাকৰ-নাকৰক মেচমেৰাইজ বা সম্মোহিত কৰিবলৈ ধৰে। এদিন তেওঁ এজন যক্ষ্মা ৰোগীক যক্ষ্মা আৰোগ্য কৰিবৰ অভিপ্ৰায়ে তন্দ্ৰাত পেলায়। তন্দ্ৰাৰ অৱস্থাতে সেই ৰোগীজনে কি উপায়ে নো তেওঁৰ বেমাৰ ভাল হব এই কথা কয়। মানুহজনে কোৱা উপায়েৰেই তাক চিকিৎসা কৰাত সি ভাল হল। এই ঘটনাৰ পৰা এই চাহাব জনে আৱিষ্কাৰ কৰে যে, তন্দ্ৰাৰ অৱস্থাত পৰা মানুহে ভূত-ভৱিষ্যত-বৰ্ত্তমানো সঠিককৈ কব পাৰে। তেওঁৰ মতেৰে তাড়িত বা বিজুলী শক্তি হে মেচমেৰিজমৰ মূল ৰস বা fluid নহয়। এই তাড়িত শক্তি সৰ্ব্বত্ৰব্যাপী।

ফ্ৰানচৰপৰা ১৮৩১ খৃষ্টাব্দত ডুপটেট নামেৰে এজন বেৰণে বিলাতত গৈ মেচমেৰিজম প্ৰকৃয়া দেখুৱায় আৰু তাৰ বিষয়ে বক্তৃতা দিয়ে। তেওঁৰ বক্তৃতা আৰু ক্ৰিয়াই বিলাতৰ চিকিৎসকসকলৰ মন আকৰ্ষণ কৰে। ইলিয়টচন নামেৰে চাহাব এজনে এই মেচমেৰিজমৰ বিষয়ে অনুসন্ধান কৰি শেহত Clairvoyance বা দিব্যদৃষ্টিও (মেচমেৰিক অৱস্থাত) আৱিষ্কাৰ কৰে।

মেচমেৰিজম আৰু দিব্য দৃষ্টিৰ বিষয়ে সেই সময়ত ইংলণ্ডত হুলস্থূল লাগি গল। কোনোৱে কয় মেচিমেৰিজম সঁচা ; কোনোৱে কয় মিছা, সমস্ত জাল, জুৱাচুৰি, ঠগামী, কু-সংস্কাৰী মানুহৰ মনৰ ভ্ৰান্তি। সেইসময়ৰ বিখ্যাত কবি কলৰিজ চাহাবে এইদৰে কয় ঃ— "মই প্ৰথমে মেচমেৰিজমৰ বিষয়ে বিশ্বাস কৰা নাছিলোঁ, কিন্তু মই এই বিষয়ে ৯ বছৰ তথ্য অনুসন্ধান কৰি মেচমেৰিজমত বিশ্বাস কৰা মানুহক সুধি তন্দ্ৰাত পৰা মানুহক বুজ লৈ আৰু মেচমেৰিজম প্ৰক্ৰিয়া দেখি সিদ্ধান্ত কৰোঁ যে, নায্যৰূপে বিচাৰ কৰিবলৈ গলে, মেচিমেৰিজম ক্ৰিয়াক ফাঁকি, জাল-জুৱাচুৰি, বুলিব নোৱাৰোঁ, বা ইয়াক কণাৰ দলিও বুলিব নোৱাৰোঁ। মেচমেৰিজম সঁচা, প্ৰাণীৰ গাত থকা চুম্বক শক্তিয়েই ইয়াৰ মূল।"

১৮৪১ শকত লাফণ্টেন নামেৰে আৰু এজন ফৰাচী পণ্ডিতে মাঞ্চেষ্টাৰত গৈ মেছমেৰিজম ক্ৰিয়া দেখুউৱাত আৰু তাৰ বিষয়ে বক্তৃতা কৰাত ব্ৰেড নামেৰে ইংৰাজ এজনে এই বিষয়ে জানিবলৈ উৎসুক হয়। আন-আন মানুহৰ দৰে তেৰোঁ প্ৰথমেই মেচিৰিজমক জাল জুৱাচুৰি আৰু ঠগামী বোলে। কিন্তু শেহত অনুসন্ধান কৰি স্থিৰ কৰিলে যে, মেচিমেৰিজম সঁচা নহলেও, মানুহ যে তন্দ্ৰাত পৰে এইটো সঁচা। তেওঁ এই তন্দ্ৰাত পৰাৰ মূল কাৰণ যে প্ৰাণীৰ চুম্বত শক্তি এইটো বিশ্বাস নকৰি কয় যে, তন্দ্ৰাৰ মূলত স্পৰ্শ, কল্পনা, অনুমান, স্থিৰ দৃষ্টি, ইঙ্গিত (Suggestion) ইত্যাদি। তেওঁ এই তন্দ্ৰাৰ অৱস্থাক হিপনটিজম বা সম্মোহন বোলে।

১৮৩৫ শকত ডাক্তৰ ইছডেইল নামেৰে পণ্ডিত এজনে কলিকতাত আহি মেচমেৰিজম ক্ৰিয়া দেখুৱায়। তেওঁৰ ক্ৰিয়াই ইণ্ডিয়া গৱৰ্ণমেণ্টৰ মন আকৰ্ষণ কৰাত ইণ্ডিয়া গৱৰ্ণমেণ্টে এই বিষয়ৰ তথ্য অনুসন্ধান কৰে। ক্লৰফৰমৰ পৰিবৰ্ত্তে মানুহক মেচমেৰাইজ কৰি ভালেমান অস্ত্ৰ-চিকিৎসা কৰা হল। যিবিলাক মানুহক অস্ত্ৰ-চিকিৎসা কৰিছিল। সেইবিলাক মানুহৰপৰা জনা হল যে, মেচমেৰাইজ অৱস্থাত অস্ত্ৰ-চিকিৎসা কৰিলে একো দুখ নেপায়, আন কি গমকে নেপায়। সিদ্ধান্ত হল যে, মেচমেৰিজম সঁচা, ইয়াৰ মূলত প্ৰাণীৰ গাত থকা চুম্বক শক্তি। এই প্ৰক্ৰিয়াৰে মানুহক নানা ৰকম কৌতুক দেখুৱাব পাৰি, আৰু দুৰাৰোগ্য বেমাৰো ভাল কৰিব পাৰি।

ক্ৰমশঃ।

# কৃপাবৰ বৰুৱাৰ ওভতনি।

"যদা যদা ধৰ্ম্মস্য গ্লানিৰ্ভবতি ভাৰত।
ধৰ্ম্ম সংৰক্ষণায় বিনাশায়চা সাধুনাম
সম্ভাবামি যুগে যুগে।"

ইয়াৰ অৰ্থটো তোমালোকে নিশ্চয় বুজিছা; কাৰণ তোমালোক সকলোবোৰ পণ্ডিত বুলি মোৰ বিশ্বাস। অৱশ্যে, সংস্কৃত কেইফাঁকিত অশুদ্ধ আছে যদি তোমালোকে ধৰিবা; নধৰা যদি সি তোমালোকৰ 'গাফিলি' মোৰ 'কচুৰ' নহয়। বৰবৰুৱাই শুধকৈ সংস্কৃত কব আৰু তাত থকা অশুধ বিলাকো ধৰি দিব, এই দুটা কাম একেবেলিয়েই তেওঁৰ পৰা হব নোৱাৰে। মুঠতে তেওঁ ইয়াকে কয় যে, তেওঁ সম্প্ৰতি 'স্বৰ্গফেৰত', অৰ্থাৎ পৃথিৱীত ধৰ্ম্ম-কৰ্ম্মৰ নানা গ্লানি তেওঁৰ চকুত পৰি সেইবিলাকৰ প্ৰতিকাৰ সাধি জীৱক কৃপা কৰিবৰ মনেৰে কিছুকালৰ নিমিত্তে 'কলিতম' যুগত অৰ্থাৎ কলিৰো কলি আওকলি যুগত তেওঁ আকৌ প্ৰকাশ হল, মানে পূৰ্ণাৱতাৰ হল। তোমালোকে নিশ্চয় দেখিছা যে, দা-কটাৰী ব্যৱহাৰ কৰোঁতে কৰোঁতে ক্ষয় যায়; কাঠ চেও দিওঁতে দিওঁতে কৰতৰ দাৰ ভোটা হয়। এই উদাহৰণৰপৰা কি বুজিলা কব লাগিব? নুবুজিলা যদি গাওঁ লোৱাঁ আৰু শুনা। বৰবৰুৱা স্বৰ্গগামী হৈ থকা ডোখৰ কালত দিনে ৰাতিয়ে তেওঁ দেৱভাষা কথা কব লগীয়াত পৰিছিল। পানী-ভাৰীক তেওঁ এগাগৰা পানী আনি বৰজকাত ঢালিবলৈ কব খুজিলেও 'জলন্তে স্বধা' নুবুলিলে নহৈছিল; 'তত্ৰং পত্ৰং' নুবুলিলে চাংমায়ে তেওঁৰ পাতত ভাত এমুঠি বাঢ়ি নিদিছিল; 'শাকে পোৰ্কোত' বুলি সাৱধান কৰি নিদিলে শাক-বাছতী পোকে-জোকে শাক বাছি খুৱাই তেওঁৰ ভিকাচন ভাঙিব খুজিছিলেও; বাহিৰত মেলি দিয়া তেওঁৰ তলত পৰা আৰু বৰযুণত তিতি গলেও সেইবোৰ ভিতৰ সুমাবলৈ লগুৱাক মাতি কলে, 'ভৃত্যং টোপং' নুবুলিলে আৰু তলত পৰা বাহিৰতে তিতি জোল হৈছিল। এনে স্থলত 'উঠন্তে-বহন্তে আৰু পথতে ভ্ৰমন্তে নিশ্বাস কাঢ়ন্তে নিশা শয়ন কৰন্তে' তেওঁৰ সম্পত্তি মুঠেই এভুৰুকা সংস্কৃতৰ তলি উদং হবৰ, বা তেওঁৰ সংস্কৃতৰ একেখনি মাথোন হাত-কৰতৰ দাৰ ভোটা হৈ নেযাবৰ বিপক্ষে কি কাৰণ থাকিব পাৰে? তোমালোকৰ পৃথিৱীৰ ওলোটা শাস্ত্ৰমতে তোমালোকে কি জানি এতিয়াও কবা যে, কওঁতে কওঁতে বৰবৰুৱাৰ সংস্কৃত শুধ আৰু চোকা হে হবৰ কথা, ভোটা হব কিয়; আৰু লগে লগে তোমালোকৰ কথাৰ গছজোপা ঢোকা দিবলৈ ফকৰা মাতিবা ঃ—

"অ হৰি হৰি সংস্কৃত কলে নেহেৰায়,
সংস্কৃত কলে নেহেৰায়,
ডকাইতেও নিনিয়ে পাই,
চোৰেও নিনিয়ে চুৰ কৰি।
অগনিতো নোপোৰয়,
ভাই-বঁটা নেলাগয়,
ৰজাইও নিনিয়ে ডৰি কৰি,
অ হৰি হৰি সংস্কৃত কলে নেহেৰায়।"

বৰবৰুৱাই ইয়াৰ উত্তৰত মাথোন ইয়াকে কয় যে, তোমালোকৰ আইন আৰু তেওঁৰ স্বৰ্গৰ আইন দুটা সুকীয়া পদাৰ্থ। যেনে— তোমালোকৰ পৃথিৱীত কোনোৱে খাবলৈ নাপাইও যদি চুৰ, ডকাইতি বা খুন কৰে, আৰু বলীয়ে নিৰ্ব্বলীৰ ভেঁটি-মাটি বলেৰে কাঢ়ি লয়, সি ততালিকে ফাঁচী-কাঠলৈ বা বৰ ফাটকলৈ যাবলৈ হুকুম পায়; কিন্তু, আমাৰ স্বৰ্গত আন কি খাব পিন্ধিবলৈ থকা বৰ বৰ বলী লোকেও চৰাই-পহু গুলিয়াই মৰাদি দুৰ্ব্বলীক গুলিয়াই মাৰি বলেৰে তাৰ গাঁও-ভুঁই, ভেটি-মাটি কাঢ়ি লৈ নিজৰ ক্ষমতা আৰু অধিকাৰ বঢ়ালে তেওঁবিলাকৰ যহ আৰু খিতাপ বাঢ়ে; আৰু তেনে কামক সংস্কৃতত 'ইম্পিৰিয়েলিজোম্' বুলি চাৰিওফালৰপৰা বৰ-সৰু, লৰা-ডেকা, বুঢ়া-মেঠা সকলোৱে তেওঁবিলাকক শলাগি হাত চাপৰি বজায়। এই পালাঁ এক দফা। আৰু শুনা;— তোমালোকৰ দেশত কৰতীপাৰৰ গোসাঁইৰ শিষ্যক বুদবাৰীৰ গোসাঁয়ে ভঙাই নি নিজৰ শিষ্য কৰি মুকুতি দিব খুজিলে, নাইবা মহাপুৰুষীয়া মানুহক পৰ্ব্বতীয়া গোসাঁয়ে শিষ্য কৰি স্বৰ্গলৈ যাবলৈ "ফ্ৰি পাচ" বা "টিকিট" দিব খুজিলে, তাক বুজাই-বৰাই প্ৰভুসকলে সেই কাৰ্য্য উদ্ধাৰ কৰিবলৈ পুৰুষাৰ্থ কৰে, আৰু শেহত নোৱাৰি হৰিলে, তেনেকৈ স্বৰ্গলৈ যাবলৈ অমান্তি হোৱা বলে নোৱাৰা, নিসিজা ঢেৰুৱাৰ ঠাঁৰি জনক 'হতচিৰি হ' বুলি শাও দি এৰি দিয়ে; কিন্তু আমাৰ স্বৰ্গৰ গোসাঁই প্ৰভুসকলে হলে, লোকক ঘাইকৈ বিধৰ্ম্মী নৰ—মনুষ্য বিলাকক কৃপা কৰি 'হচং' দি স্বৰ্গৰ দুৱাৰৰ সঁচাৰ কাঠীটো সিহঁতৰ হাতত দিব খুজিলে প্ৰথমতে সিহঁতক বুজাই-বুৰাই মান্তি কৰিব নোৱাৰিলে, সিহঁতৰ পপীয়া দেহা কেইটা হিলৈৰ আগত থৈ গুৰি কৰি উৰাই দি স্বৰ্গৰ দুৱাৰৰ ফাট বা

জলঙ্গাই দি সুমাই দি যেনেতেনে মতে মুক্তি দিহে এৰে। আমাৰ স্বৰ্গৰ দয়ালু প্ৰভু আৰু তোমালোকৰ ইয়াৰ গোসাঁই প্ৰভুৰ "তফাৎটো দেখিলা এতিয়া। এই খিনিতে কোৱা আৱশ্যক যে আমাৰ গোসাঁই প্ৰভুৰ ধৰম নোলাৱা লোকক আমাৰ স্বৰ্গৰ সংস্কৃত ভাষাত "হিডেন" বোলে। আৰু এদফা শুনা,— তোমালোকৰ দেশত সৰু মানুহেও লোকৰ তিৰোতা চুৰ কৰিলে সি কিলাগুটি বাদ্যং পায়, জাত হেৰুৱায় আৰু ফাটকলৈ যায়; আমাৰ দেশত, অৰ্থাৎ স্বৰ্গত পুঠী—খলিহা দেৱতাৰ কথাকে নকওঁ, ৰৌ-বৰালি দেৱতায়ো ওচৰ-চুবুৰীয়াৰ তিৰোতা ফুচুলাই চুৰ কৰি নিও সেই তিৰোতাৰ গিৰীয়েকক মাথোন লোকচানীৰ বাবে ৰূপ টকাচেৰেক দি পৰৰ বস্তু ঘৰৰ কৰি বিয়া-সবাহে ৰজাঘৰে, প্ৰজাঘৰে সস্ত্ৰীক গৈ আগভাগ আৰু বৰমলা বৰচৰুৰ ভাগ খাই ফুৰে, আৰু তাত কাৰো একো কবৰ নাথাকে। এই গল এদফা। আকৌ শুনা;—তোমাৰ পৃথিৱীত বগীৰাম চিপাহীয়ে তাৰ পাঙ্খাটনা কুলি কলিমনৰ, অৱশ্যে নিজৰ দোষত ডাঙ্গৰকৈ বঢ়া জ্বৰখাপৰি ডোখৰ বুট জোতাৰে গোৰ মাৰি ফালি দিলে কলিমনৰ হে দোষ সাব্যস্ত হয়; কাৰণ, লাঠুৱা কুকুৰধুলি কলিমনে তেনেকৈ জ্বৰখাপৰি ডোখৰ বঢ়ায়েই বা ফুৰিব কিয় যে, বগীৰামৰ জোতাৰ তলি তাত লাগিলেই সি পানী খোৱা বিলাতী কাচৰ গিলাচৰ নিচিনাকৈ টুকুৰা-টুকুৰ হে ফাটি যায়। আমাৰ স্বৰ্গত বেলেগ জাতৰ আইন-কানুন, বেলেগ গঢ়ৰ কথা। সেই আইন মতে ১ নং বগীৰামে ২ নং বগীৰামৰ ওপৰত জোতাৰে তেনে উৎপাত কৰিলে, ১ নম্বৰৰ টেঁটুত খোৰোচা গাঁঠি লগাই কাঠৰ চতিত তাক আৰি তাৰ ভৰিয়ে মাটি চুব নোৱাৰাকৈ সকলোৱে দেখাকৈ থৈ দিয়ে, আৰু তাৰ জীৱৰে সৈতে দেহৰ যেতিয়ালৈকে সম্বন্ধ নিছিগে, তেতিয়ালৈকে তাক নমাই এৰি দিবৰ হুকুম নহয়। আৰু কওঁ শুনা,— তোমাৰ দেশত চৰ, গোৰ, ঢকা, ভুকু, থিয়-কিলক চৰ, গোৰ, ঢকা, ভুকু, থিয়-কিলৰে নুসুতাই তাক সহি থাকি অসাধুতাক সাধুতাৰে জয় কৰিবলৈ গ'লে শলাগ পোৱা যায়; কিন্তু দেশত তেনে কৰিলে সহৌতাজনক কাপুৰুষ বুলি নিন্দা কৰা হয়। স্বৰ্গ বুজি আহিবাইক। মুঠতে কবলৈ গলে, আমাৰ দেশত ঘোঁৰা, মেকুৰী, কুকুৰ, বৰাগাহৰি, বাঘ আদিৰ নিচিনাকৈ ঠেং, নখ, দাঁত, হাতোৰাবিলাক সততে টান আৰু চোকা কৰি ৰাখি ব্যৱহাৰ কৰি থকা সকলে সাহিয়াল বৰমতা আৰু বীৰ নাম পায়, আৰু তেনে নকৰাবিলাক হাঁহিয়াতৰ পাত্ৰ হয় আৰু কাপুৰুষৰ ছাবি তেওঁলোকৰ কপালত পৰে। আমাৰ দেশত দুজন দেৱতাৰ মাজত গলীয়াগলি হৈ দ্বন্দ লাগিলে, কোন জগৰীয়া কোন নিজগৰীয়া তাৰ বিচাৰৰ ভাৰ তেওঁলোকৰ পিস্তলৰ গুলিৰ ওপৰত দিয়া নিয়ম আছে; কিন্তু তোমালোকৰ ফেকুন্দা দেশত সেই দৈবিক বিচাৰৰ ব-টোকো বিচাৰি পাবলৈ নাই। তোমালোকৰ দেশত মদ, গৰু, গাহৰি, কুকুৰা খালে জাত যায় ; কিন্তু আমাৰ স্বৰ্গত সেইবিলাকক দিনটোত কমপক্ষেও চাৰিবাৰকৈ নাখালে গা নৰয়। তোমালোকৰ দেশত গোসাঁইৰ তেজ গোসাঁইৰ মঙহ খোৱা বুলি কাৰবাক গালি পাৰিলে তাৰ লঘোন-পৰাচিত লাগে; আমাৰ দেশত আমি আমাৰ গোসাঁইৰ ঘৰত বহি এটোপা ৰঙা ফটিকা আৰু এখন পিঠাকে, সঁচাকৈয়ে পাবলৈ নাইকিয়া গোসাঁই তেজ-মঙহ বুলি মনতে ভাবিলে দকচি বজাই দিওঁহঁক। তোমাৰ দেশত ভাল মানুহৰ লৰা-ছোৱালীয়ে কেতিয়াবা কৰবাত কলতলে-বাঁহতলে এপাক আদপাক নাচিলে সিহঁতে নাচনী ছোৱালী, নতুবা লৰা নাম পাই বাপেক-মাকৰ চেকনীৰ কোব খায়, আৰু ওচৰ-চুবুৰীয়াৰ হাঁহিয়াতৰ পাত্ৰ হয়; আমাৰ দেশত আনৰ কথাকে নকওঁ, ইন্দ্ৰ-শচীয়েও আন আন দেৱতা আৰু তেওঁলোকৰ বিবাহিতা তিৰোতাৰে সৈতে নাচি-নাচি বৰ-চৰা তল-ওপৰ লগাই থাকে। সেই কামত দায়-জগৰ হাঁহিয়াত বুলি এটা পদাৰ্থ আমাৰ তাত নাই।

এইবিলাক যি কি নহওক, বৰবৰুৱাৰ পুনৰ পুৰ্ণাৱতাৰৰ কাৰণ পৃথিৱীত, ঘাইকৈ আসামত ধৰ্ম্মৰ গানি অধৰ্ম্মৰ অধিষ্ঠান অনাচাৰ-অত্যাচাৰ অবিচাৰ বলি পাতনিতে উনুকিউৱা হৈছে। বৰবৰুৱাই অসম দেশ খন যেনে এৰি থৈ গৈছিল, উভটি আহি তেওঁ তাক তেনে পোৱা নাই। তেনে নোপোৱাত তেওঁৰ বেজাৰ নাই, কাৰণ পৃথিৱীত একোৱেই একে দৰে নাথাকে। হয় সি আগ বাঢ়িব, নহয় সি পিচ হুঁহঁকিব। আসামক পিচলৈ হুঁহঁকি অহা পোৱা হৈছে। আৰু বৰবৰুৱাৰো বেজাইৰ কাৰণেই সেই ফেৰা হে। চাৰিওফালে কিবা গোলমাল খেলিমেলি খন লাগি পৰিছে। শ্বেত দ্বীপৰ পৰা ৰাজ প্ৰতিনিধি এজন আহি কিছু দিনৰ আগেয়ে ভাৰত শাসন কৰিছিল। সেইজনৰ শাসন কোনাৱে ভাল বোলে, কোনোৱে বেয়া বোলে। সেই কথাৰ বিচাৰ নকৰি বৰুৱাই কবলৈ বাধ্য যে, ৰাজ-প্ৰতিনিধি বৰফুকন ডাঙ্গৰীয়াই ঢাৰি পাটি কাঁহী-কলহ বান্ধি-কুন্ধি টুপিটো কুকুৰটো আৰু লাখুটি ডাল লৈ ঘৰলৈ উভটি যাবৰ সময়তো এটা ডাঙৰ মৰ-কামোৰ মাৰি বঙ্গলা দেশখন ছিঙি—দুডোখৰ কৰি এডোখৰ নিছলা আসামে সৈতে বঙ্গেৰে লগ লগাই

থৈ গুচি গল। মানুহক ভূতে পালে ওজা আন জৰোৱা-ফুকুৱা হয়, এই কথা সকলোৱে জানে। ওজা জন ভাল হলে তেওঁ নৰিয়াৰ গাৰ পৰা ভূতক কাচ্ছুটি এৰুৱাই খেদায়, আৰু যাবৰ সময়ত সি যে এৰি গল, তাৰ চিন দেখুৱাবৰ নিমিত্তে পদুলিমূৰৰ বৰ গছ এজোপাৰ ডাল এটা মটৰকৈ ভাঙ্গি থৈ যাবলৈ ওজাই ভূতক হুকুম দিয়ে। ভূতে ঠোঁটমোট চেলেকি নিৰুপায় হৈ খঙত দাঁত কামুৰি তাকে কৰি থৈ পলাই গুচি যায়; এই কথাও সকলোৱে শুনিছে আৰু কোনোৱে দেখিছে। বৰবৰুৱাই এই সিদ্ধান্তৰ অৰ্থ এই দৰে কৰিব খোজে;— ভাৰত ভূতে-পোৱা ৰোগী ; ভাগি যোৱা বৰফুকন ভূত, ভাৰস্তৰ চেক্ৰেটৰী জন ওজা; আগৰ নফলা বঙ্গদেশখন বৰ গছ, আৰু ভাঙ্গি থৈ যোৱা ডালটো পূৰ্ব্ববঙ্গ ডোখৰ। বৰবৰুৱাৰ এই চৰ্চ্চা বা অৰ্থ কৰা ভুল হলে ৰাইজে শুধৰাই লব, কাৰণ বৰবৰুৱা ভুলে-নিৰ্ভুলে অনুমানে-প্ৰমাণে, দীঘলে-পুতলে সোপাকাই টানে শিতাই ৰসে গোট খাই লাডুটো হৈ টানিমানি কলিকালত কোনোমতে কৃপাবৰ বৰবৰুৱা হৈ আকৌ ওলাইছেহি ; তেওঁৰ কথাত কেৰা লাগিলে তাৰ বাবে কোনোবাই তেওঁৰ পিঠিত কলিযুগীয়া ৰেগুলেচন লাঠি জোকাৰিবলৈ গলে, বা চুয়াৰি বিচাৰত সিজোৱা তপত ধান মেলিবলৈ গলে, তেওঁ তেওঁৰ ন-সূত লগুণ ধৰি শপত খাই কৈছে যে, নিশ্চয় তেওঁ যি বাটে, স্বৰ্গৰ পৰা ভালক বুলি নামি আহিছিল, আকৌ সেই বাটেই যেনেতেনে মত বগাই-জগাই সোপাকে নেওচা-কেওচা দি এৰি কাকো একে যাৰ মাত নলগোৱাকৈ স্বৰ্গলৈ গুচি যাবগৈ। বৰবৰুৱাৰ মতে অসম আগেয়ে আছিল ভাল। তেতিয়া ছালছিগা অসমে শাকে-কচুৰে বা ঔটেঙা এবখলা ভাতত দি পৰলিয়া চাউলৰ ভাত এগাল খাই আছিল, তাত কোনেও "হো কটা" একেবাৰো বুলিবলৈ নাছিল, বা তেওঁৰ পৰলিয়া চাউলৰ ভাত গালত চকু দি "হাউ অ। দমৰা গৰুই ছাৰাব নোৱাৰা এই পাত কাৰ হাঁ?" বোলোঁতা নাছিল; আৰু সেই বলী বিদেশীৰ গঢ়-গতি দেখি তেওঁ ভয়ত "সেই পাত তোৰেই দে" বুলি নিজৰ বঢ়া ভাতপাত তাক এৰি দি আঁতৰি থিয় হৈ চকুৰ পানী টুকিব নেলাগিছিল; আৰু ততালিকে সেই বিদেশীৰ সন্তোষৰ হাঁহিৰে "হেঃ হেঃ বাপা, সেই ছাৰটি মোৰেই না" বুলি বিদেশীয়ে তাত বহি যোৱা দৃশ্য দেখিব নেলাগিছিল। বৰবৰুৱাই ঠিক বুজিছে যে, অসমীয়া চেৰেলা গৰুৰে সৈতে শকত বঙ্গালী গৰু জুৰি দি হালবোৱাৰ ফল "বৃষোৎসৰ্গ"। আৰু এই শোকত ডেই-পুৰি হে বৰবৰুৱাৰ স্বৰ্গ-সুখ পৰিত্যাগ আৰু পুনৰাগমন; দুখৰ কালত দুখীয়া অসমৰ কি জানি তেওঁ কিবা উপকাৰ কৰিব পাৰেই এই আশা। বৰবৰুৱা ডাঙৰীয়া যে, নিৰপেক্ষ লোক সকলোৱে মাজত আন একো নেথাকিলেও, তেওঁৰ এই ফেৰা খ্যাতি আছে। গতিকে, তেওঁ বঙ্গলা মলুকৰ ফালৰ পৰাও কথাটোৰ যৎকিঞ্চিৎ বিচাৰ এইখিনিতে কৰিব লগীয়াত পৰিল।

বঙ্গলা মলুকৰ মানুহৰ দুই ভাগে বিভক্ত। এভাগত বঙ্গালী আৰু আন ভাগক বঙ্গাল বোলে। এতিয়া প্ৰায় সেই দৰেই বঙ্গদেশখনক চৰকাৰৰ ঘৰৰ পৰা ভাগ কৰা হৈছে। বৰবৰুৱাৰ মতে এইভাগ বঁটৰাত বঙ্গলা বঙ্গালী কাৰো অসন্তোষৰ কাৰণ হোৱা উচিত নহয়। তেওঁলোক দুই দল আজিকালি কিবা লৰামতীয়া হৈ পৰিছে; নতুবা তেওঁলোক এই দৰে পেন্‌পেনাই কান্দি নুফুৰিলেহেঁতেন। নিজৰ কি লাভ কি লোকচান দকৈ এদলেও ভাবি নেচায়। বৰবৰুৱাই কিন্তু সেই কথা ভাবিছে; কাৰণ, তেওঁ পৰৰ হৈ ভাবিবলৈ আৰু ভোজন কৰিবলৈকো অৱতাৰ হৈছে। কলিকতাৰ ফালৰ বঙ্গালীবিলাকো ঢাকা, মৈমনসিং ফৰিদপুৰ, বাখৰগঞ্জ আদি ঠাইৰ পূবদেশীয় বঙ্গাল সকলক শিয়ঁৰা, ঠাট্টা কৰা, পেঙলাই কৰা সকলোৱে জানে। তেওঁলোকৰ "আহেন আহেন" "বহেন বহেন" "হৰ্চ মানে কিল্লাৰ গোৰা নয়, চাৰিবাৰ গোৰা" ইত্যাদি এশ-এটা খুঁতৰ উল্লেখ কৰি বঙ্গালীয়ে ঠাট্টাৰ কোবত তেওঁলোকৰ তত এৰুৱাটোও সকলোৱে জানে। এই কথাও কাৰো অবিদিত নাই যে, বঙ্গালীয়ে ঘাটে-বাটে সুবিধা পালেই বঙ্গালৰ ফাললৈ চাই এই শ্লোক মাতে ঃ—

"বাঙ্গাল মনুষ্য নয়,
উড়ে এক জন্তু।
লম্ফ দিয়ে গাছে উঠে,
লাজ নাই কিন্তু।"

বঙ্গালৰ দোষৰ ভিতৰত এই ফেৰা যে, তেওঁলোকৰ মাতবিলাক কিবা হেনাহুচা, তেওঁলোক আকৰা গোণা ম'হ যেন খঙ্গাল। তাতকৈও দোষ যে, তেওঁলোক এলেহুৱা নহয়, আৰু বৰ শ্ৰম কৰিব পাৰে; গতিকে বঙ্গালীক বিশ্ববিদ্যালয়ৰ মহলাত আৰু নান কামত তেওঁলোকে হৰুৱায়। বৰবৰুৱাই নিখুঁতকৈ জানে যে বঙ্গালীবিলাকৰ ইত্যাদি দৌৰাত্ম্যৰ নিমিত্তে বঙ্গালবিলাকৰ সদায় "উগুল-খুগুল মনে নাহি শুখ-শান্তি নেপান্ত উপায় একো মনে গুনি গান্থি।।" আৰু সেই দেখিয়েই তেওঁলোকৰ সদায় মূৰৰ ঘিঁউ উতলিয়েই থাকে, আৰু অলপতে কিবা আকৰা খংটো উঠে। বৰবৰুৱাই ভালকৈ জানে যে,

চিটাগাওঁ আৰু ছিলটৰ অনেক শিক্ষিত বঙ্গালে মুখ মেলিলেই বঙ্গালীৰ ঠাট্টাৰ কোব খাব লাগে দেখি তেওঁলোকে বঙ্গলা ভাষা একেবাৰেই কবলৈ এৰি ইংৰাজীৰে কথা কয়, আৰু তেওঁলোকৰ লৰা-ছোৱালীকো ঘৰত সৰুৰে পৰা মাতৃভাষা নিশিকাই ইংৰাজী কবলৈ শিকাই লোকৰ আগত দেখুৱায় "চাহাবী কৰাটো" কিন্তু ভিতৰৰ কথাটো সেই—বৰবৰুৱাই কয় যে, বঙ্গলা মলুক ফালি তেওঁলোকক বেলেগাই দি "ডাহা" জিলাত সুকীয়াকৈ ৰাজধানী পাতি দিয়াত তেওঁলোকে অকলৈ শকত এঘৰ হৈ, মুখ বেকেতা-বেকেতিকৈ তেওঁলোকৰ শিয়ঁৰা কলিকতীয়া বঙ্গালীক বুঢ়া আঙ্গুলি আৰু মনোহৰ-কলা যে দেখুৱাব পাৰিব এই কথা তেওঁলোকৰ মনত খেলোৱাই নাই। এই আৰ্চী যেন ফট্‌ফটীয়া কথাটো বঙ্গাল ভাইহঁতে নেদেখি বঙ্গালীৰ সৈতে লগলাগি চিয়ঁৰ-বাখৰ কৰি গছৰ পাত সৰাব লাগিছে কিয় কব নোৱাৰোঁ। কিমাশ্চৰ্য্যং অতঃ পৰং। বৰবৰুৱাই কয়, বৰং কালক্ৰমত উক্ত বৰফুকন ডাঙ্গৰীয়া মৰিলে তেওঁলোকে গয়াত তেওঁৰ পিণ্ড দি আহিবলৈ এগ্ৰিয়াৰ পৰা আগ কৰি থোৱা উচিত।

বঙ্গালীৰ ফালেও কওঁ যে, তেওঁবিলাকৰো এই আঁহ-ফলা ব্যৱস্থাত বেজাৰৰ কাৰণ এধানমানো থকা উচিত নহয়; বৰং তেওঁলোকে তেওঁলোকৰ টপা মূৰবিলাকত হাত ফুৰাই উশাহ লৈ জীলোঁ বুলি ৰঙ্গেৰে থকা হে উচিত। হে কলিকতীয়া বঙ্গালী ভ্ৰাতঃ! শৃণ্বন্তং তোমালোকে সৰ্ব্বে। বঙ্গালহঁতৰ উৎপাতত তোমালোক জলাকলা। হয় নহয় "বৰবৰুৱাৰ গাৰে আৰ হম" বুলি শপত খাই তোমালোকে কোৱাঁ। কলিকতাত ৰজাঘৰত বা মুদৈ-সদাগৰৰ অফিচত কাম এটা ওলালে বঙ্গালৰ পুঠী-খলিহা বৌ-বৰালিখনে তোমালোকৰৰ মুখৰ আগৰে পৰা তাৰ বাৰ অনা কাঢ়ি নিয়ে। পোন্ধৰ টকীয়া কুৰি টকীয়া কামলৈ বঙ্গাল গ্ৰেজুৱেটে হাত মেলি চাকৰিৰ বজাৰৰ দৰ-ভাও কমাই তাক মৃত্তিকাং চকাৰ। স্কুল-কলেজত বঙ্গাল লৰাই প্ৰথম দ্বিতীয় আদি কিবাকিবি হে জলপানীবিলাক কাঢ়ি নি তোমালোকৰ লৰাৰ বাটত কণ্টক হৈছে। বঙ্গালে সৰিয়হ বা এৰা-গুটিৰ তেলৰ চাকি এটা লগাই ছিগা মাদুৰ বা কঠ এখনত পেট পেলাই মৰোঁ-জীওঁ-সো-আধিকৈ ওৰে ৰাতিটো পঢ়ি ইণ্টাহান বিলাকত তোমালোকক লৰাতকৈ সো-সো কৰে আগ বাঢ়ি যায়। তোমালোকৰ লৰাই এনে অভদ্ৰ ভাবে মাটি কামুৰি শৰীৰ নষ্ট কৰি ইণ্টাহ্যন দিবলৈ যাব পাৰে নে? তোমালোকে জানা, "জান" আগেয়ে তাৰ পিচত হে ইণ্টাহান। আকৰামুৱা বঙ্গালে জানে ইণ্টাহান আগেয়ে তাৰ পিচত হে "জান"। কলিকতাৰ দপ্তৰী, মুদী, ভাত-ৰান্ধনি বামুণ, দোকানী, পোহাৰী, "ফেৰিৱালা" আৰু আন ডাঙ্গৰ সৰু ব্যৱসায় বাণিজ্যত কাকতিফৰিঙ্গ পৰা দি পৰি এই বঙ্গালবিলাকে তোমালোকৰ দেশখন বাৰু উজাৰ কৰা নাই নে? নিশ্চয় কৰিছে; নাইবা, তোমালোকে "বঙ্গাল মনুষ্য নয়" শ্লোক ৰচি তেওঁলোকৰ গুণ আৰু তোমালোকৰ আক্ষেপ প্ৰকাশ কেতিয়াও নকৰিলাহেঁতেন। তেন্তে নো তোমালোকে "কথা মখাৰ আঁহ মখা" নুবুজা কিয়? তোমালোকক বৰবৰুৱাই 'দেখ' বুলিলেও নেদেখা, অথচ কণা বুলিলেও জগৰ। তোমলোকে বুজা হে নাই যে, তোমালোকৰ শাপেই বৰ হৈছে।"

আজিলৈ এই কেইবাৰ কৈয়েই ভাগৰে ধৰা বুঢ়া বৰবৰুৱাই ৰাইজৰ ওচৰত "ছুটিৰ" দৰখাস্ত "পেচ" কৰিলে।

—শ্ৰীশ্ৰীকৃপাবৰ বৰবৰুৱা।

# বাণিজ্য।

এই পৃথিবীৰ আজিলৈকে যিমান উন্নত দেশ আৰু জাতি চকুত পৰিছে, সকলোৰে উন্নতিৰ ঘাই কাৰণ প্ৰায় একেই দেখা গৈছে। শিল্প, বাণিজ্য, কল-কৌশল আৰু বুদ্ধিৰ বলত সকলো জাতি নিছলা অৱস্থাৰপৰা টনকিয়াল হৈছে। বুদ্ধি শিল্প আৰু বাণিজ্যৰ লাগতিয়াল অঙ্গ স্বৰূপ মাত্ৰ। কল-কৌশল আৰু বিশেষকৈ শিল্প আৰু বাণিজ্যই মানুহক যিমান উন্নতিৰ বাটত আগুৱাব পাৰে, আন উপায়েৰে সিমান আগ বঢ়া বৰ টান। ইয়াৰ উদাহৰণ স্বৰূপ ইংলণ্ড, আমেৰিকা, জাপান আদি দেশৰ নামেই যথেষ্ট। ইতিহাসাদি পাঠকসকলৰ মনত থাকিব পায় যে, ঐশ্বৰ্য্যশালী ইংৰাজসকলে ৰত্নগৰ্ভা ভাৰতক প্ৰথমতে বাণিজ্যসূত্ৰে মেৰ খুৱাই হে পিচত গোটেই ভাৰতবৰ্ষ অধিকাৰ কৰেহি। বুদ্ধিয়ক ইংৰাজে, প্ৰথমতে মাদ্ৰাজত বেপাৰ চলাই হে লাহে লাহে ভাৰতৰ ভোগদখলৰ সূত্ৰপাত কৰে। সেই সময়ত ইংৰাজ আদি ইউৰোপীয় জাতিয়ে বাণিজ্যৰ মোল

যেনেকৈ বুজিছিল, ভাৰতবৰ্ষৰ কোনো জাতিৰ ভিতৰত তেনেকৈ বুজা নাছিল।

ভাৰতবৰ্ষ আগৰেপৰা কৃষি-প্ৰধান দেশ। ভাৰতবাসীয়ে যে শিল্প, বাণিজ্যৰ ইংৰাজ আদি জাতিসকলৰ সমান মোল নুবুজিছিল, সেই বাবে আমি তেওঁলোকৰ ওপৰত বিশেষ দোষাৰোপ কৰিব নোৱাৰোঁ, কাৰণ মন পাৰি শিল্প বাণিজ্যৰ কামত হাত দিবলৈ হলে প্ৰথমেই তিনিটা কথা লাগতিয়াল। প্ৰথমতে দেশত যুদ্ধ বিগ্ৰহাদি নোহোৱাকৈ শান্তিৰে প্ৰজাবৰ্গই কাল নিয়াবলৈ পাব লাগে। দ্বিতীয়ত মূলধন হব লাগে; তৃতীয়ত বিত্তৰ পৰিমাণে হজুৱা থাকিব লাগে। মোটৰ ওপৰত কবলৈ গলে, ইংৰাজ আগমণৰ সময়ত ভাৰতত তিনিও কথাই বাণিজ্যৰ উন্নতিৰ বাটত বাধা জন্মাইছিল। কোনো ঠাইত প্ৰজাই দীঘলীয়াকৈ নিৰ্ব্বিঘ্নে একে লেখাৰিকৈ কেইবা বছৰো শান্তি-সুখ ভোগ কৰিবলৈ নেপাইছিল। সদায় ৰজাবিলাকঁৰ ভিতৰত খোৱা-কামোৰা, কটা-ছিঙ্গা যে আছিলেই, একে ৰাজ্যৰ প্ৰজাৰ ভিতৰতবা ৰজা-প্ৰজাৰ ভিতৰতো কন্দলৰ সীমা নাছিল। ইয়াত বাজেও বাহিৰৰ আক্ৰমণৰ দ্বাৰা প্ৰজাই শান্তি সুখৰপৰা বঞ্চিত হৈছিল। এনে অশান্তিৰ কাৰণেই মানুহে বেহা-বেপাৰ আদিৰ ফালে মন মেলিবলৈ সময়কে নেপাইছিল। কোনোমতে পেট প্ৰৱৰ্ত্তিবৰ নিমিত্তে কৃষি নকৰিলে নচলে দেখি তাকেই কৰি সকলোৱে সন্তুষ্ট আছিল। তাতে আকৌ ৰজাসকলৰ পৰাও কোনো জাতিয়ে তেনে উদগতি কৰিব নোৱাৰিছিল। যেতিয়ালৈকে সকলো প্ৰজাই নিজৰ নিজৰ ইচ্ছামতে যাকে তাকে তেওঁলোকৰ উৎপন্নৰ বা তেওঁলোকৰ তৈয়াৰী কোনো বস্তু বেচিব নোৱাৰিব, যলৈকে ইচ্ছা তলৈকে পঠিয়াব নোৱাৰিব। তেতিয়ালৈকে কোনো ব্যৱসায়েই উন্নতিৰ বাট বাট বুলিব নোৱাৰে। কাৰণ, মানুহৰ ইচ্ছাত তেনে বাধা পৰিলে মন পাৰি কোনোৱে এটা কাম কৰিব নোৱাৰে বা নকৰে; আৰু আৰু কামলৈ মানুহৰ উৎসাহ লাহে লাহে কমি যায়। যদিও ভাৰতবৰ্ষৰ তাম, পিতল, কঁাহৰ কামত, ৰেচম মখমল আদিৰ কামত ভাৰতবৰ্ষৰ বাহিৰেও সুখ্যাতি বহুত দূৰ-দেশলৈকে ব্যাপিছিল, তেও নিজ দেশত এইবিলাক বস্তুৰ বেছি গ্ৰাহক নোহোৱাত আৰু বিদেশলৈ ৰপ্তানিৰ বাট সুচল নোহোৱাত এইবিলাক ব্যৱসায়ে দেশৰ বিশেষ উপকাৰ সাধিব নোৱাৰিছিল আৰু, যদিও ভাৰতবৰ্ষৰপৰা ইংৰাজ আগমণৰ আগেয়ে জালুক, লা, পাট, আদা, কাঠ প্ৰভৃতি ৰপ্তানি হৈছিল, এইকাম বিশেষকৈ ইতৰ মানুহৰ ভিতৰত হে চলিছিল; নগৰৰ মানুহে এনেবিলাক কামত হাত নলগাইছিল; এইবিলাকৰ পৰা দেখা যায় যে বৃটিছ শাসনৰ আগেয়ে ভাৰতৰ মানুহে কেৱল মাটি আৰু হাবিৰ উৎপন্নেৰে হে অন্য দেশৰে সৈতে কাৰবাৰ চলাইছিল, কৌশলৰ দ্বাৰা উৎপন্ন হোৱা কোনো বস্তুৰ কাৰবাৰ চলোৱা নাছিল।

বাণিজ্যৰ উন্নতি কৰিব খুজিলেই আন দেশৰে সৈতে সম্বন্ধ ৰাখিবই লাগিব। কাৰণ, যি দেশত যি বস্তু উৎপন্ন বা তৈয়াৰ হয়, সেই দেশত তাৰ অভাৱ সিমান নহয়। কিন্তু অভাৱেই হে আৱিষ্কাৰ বা আবিৰ্ভাৱৰ মূল; যতে যি বস্তু অভাৱ সেই ঠাইত হে সেই বস্তুৰ আদৰ হয়। আৰু জল, বায়ু, মাটিৰ গুণতেই হওক বা যি কোনো কাৰণেই হওক সকলো দেশত সকলো বিধৰ বস্তু পোৱা নাযায়, বা পালেও সমানে পাব নোৱাৰি। সেই দেখি বেলেগ বেলেগ দেশৰ অভাৱ বেলেগ বেলেগ দেশে পূৰায়। এই ফল পূৰ্ণমাত্ৰাই পাবলৈ হলে দেশবিলাকৰ ভিতৰত ঘনিষ্ঠ সম্বন্ধ থাকিব লাগে, আৰু আমদানি, ৰপ্তানিৰ বাট উজু, সস্তা আৰু ভয়শূন্য হব লাগে। আনন্দৰ বিষয় যে, সেইবোৰ সুবিধা আমি এতিয়া পাইছোঁ। কিন্তু বৃটিছ শাসনৰপৰা পোৱা এই আটাইবোৰৰ সদব্যৱহাৰ কৰিব পৰা নাই; সি হে বেজাৰৰ কথা।

সংসাৰৰ সকলো ইতৰ জাতিৰ মানুহবোৰে নিজৰ পৰিশ্ৰমৰ ওপৰত জীৱিকা নিৰ্ব্বাহ কৰে। সেই দেখি এই বিধৰ মানুহক যিমান কাম দিব পৰা যায়, তালৈকে চৰকাৰৰ ঘৰে আৰু দেশৰ ভদ্ৰলোকসকলে বিশেষ যত্ন কৰিব লাগে। ইহঁতক কামে কামে লগাই ৰাখিবলৈ নানা নতুন নতুন ব্যৱসায় আৰু বেপাৰৰ বাট উলিয়াই দিব লাগে। ইহঁতক অকল খেতি কৰি ভাত উলিয়াই বহি থাকিবলৈ দিব নেলাগে। বেপাৰতকৈ খেতিত হানি-বিঘিনিৰ বেছি আশঙ্কা। এবাৰ যদি অতিবৃষ্টি আৰু অনাবৃষ্টি হল, কিম্বা কাকতিফৰিঙ্গে পথাৰ জুৰিলেহি, বা গৰু-ম'হ মাৰি কিম্বা অন্য কোনো ৰকমে খেতিৰে জুতি নেলাগিল, তেন্তে ৰায়তৰ দুখৰ সীমা নাইকিয়া হল। সেই দেখি আমাৰ পণ্ডিতসকলেও কৈ গৈছে যে, "বাণিজ্যে বশতঃ লক্ষ্মী, তদৰ্দ্ধং কৃষি কৰ্ম্মান"। কিন্তু দুখৰ বিষয় যে, জ্ঞানীসকলে কৈ যোৱাতো আমাৰ এতিয়াও টোপনি ভালকৈ ভগা নাই। ভাৰতৰ আৰু বিলাতৰ মানুহৰ ভিতৰত এয়েই ঘাই প্ৰভেদ। ভাৰতৰ মানুহে কৃষিৰ উৎপন্নৰ ওপৰত নিৰ্ভৰ কৰে, আৰু বিলাতৰ মানুহে সিহঁতৰ খোৱা সামগ্ৰী যে আন দেশৰপৰা নিয়েই আৰু কৰবাৰ সমন্ধিয়া বস্তুৰ সম্বলো আন দেশৰপৰা নিয়াই বজাৰৰ নিমিত্তে

নানা বস্তু নিজ দেশত যুগুত কৰেগৈ, অৰ্থাৎ ভাৰতত উৎপন্ন হোৱা অনেক বস্তু সিহঁতে নিয়াই তাত বেপাৰীৰ উপযুক্ত বস্তু তৈয়াৰ কৰেগৈ। বিলাতে ভাৰতৰপৰা কপাহনি ভাৰতবাসীক কাপোৰ পিন্ধাইছে, এনেকৈয়ে কত কি যোগাইছে। কিন্তু আমাৰ মানুহে সস্তা বিলাতী বস্তু পাই নিজৰ আগৰ যি এফেৰা বৃত্তি ব্যৱসায় আছিল তাকো অদৰ্কাৰী যেন ভাবি দলিয়াই পেলোৱাটো হে দেখা যায়। কিন্তু আজিকালি কপাহাদি বৰকৈ বিলাতলৈ নপঠিয়াই বোম্বাই আদি ঠাইত বহুত উদ্যোগী মানুহে সূতা কটা কাপোৰ বোৱা, থৈলা সিয়া আদি কল আনি ঘৰৰ বস্তুৰেই ঘৰতে কাম চলাই নিজৰ দেশৰ লাখ লাখ মানুহক জীৱিকাৰ বাট উলিয়াই দি দেশৰ মহৎ উপকাৰ সাধিছে। সকলোৰে এই পথত বাট বুলিবলৈ মন বান্ধিলেই দেশৰ অবস্থা বহুত টনকিয়াল হব। সময়ৰ সোঁতত দেশৰ অৱস্থা বহুত লৰ লৈছে, যেতিয়াই যেনে অবস্থা প্ৰাপ্ত হয় তেনে অবস্থাত আমাৰ দেশৰ মানুহে সমানে তাল ধৰিব পৰা হব লাগে। যাৰ যেনে মন তেনে ব্যৱসায় অৱলম্বন কৰিবলৈ চৰকাৰে বা সমাজে হকা-বধা কৰিব নেলাগে; মোটৰ ওপৰত, স্বাধীনমতে ব্যৱসায় কৰিবলৈ এৰি দিব লাগে। তেতিয়া হলে মানুহে মনৰ আনন্দেৰে আৰু উৎসাহেৰে কাম কৰি সোনকালে উন্নতি কৰিব পাৰে।

মাটি, পানী আৰু হাবিৰ উৎপন্ন বাণিজ্যৰ উপযুক্ত বহুত বস্তু এই ভাৰতবৰ্ষত এতিয়াও প্ৰচুৰ পৰিমাণে বৰ্ত্তমান আছে। বিশেষকৈ খনিজ পদাৰ্থ যে ইমান আছে, তাক যে আৰু কিমান দিনত উলিয়াই অন্ত কৰিব পাৰিব তাক সতকাই কোৱা বৰ টান। বৃটিছ শাসনৰ আগলৈকে খনিত কাম কৰিব পৰা কাৰ্য্যদক্ষ আৰু নিপুণ মানুহ ভাৰতবৰ্ষত নাছিল। অলপ দিনৰ আগলৈকে ৰেল আৰু আন কাৰখানাবোৰত যি কয়লা লাগিছিল তাকো ভাৰতে বিলাত অষ্ট্ৰেলীয়া বা জাপানিৰ পৰা হে আনিছিল। কিন্তু আজিকালি বঙ্গদেশৰ আৰু আসামৰ কয়লাই অকল ভাৰতক যে যোগাইছেই, আৰু আন দেশকো যোগাব পৰা হৈছে; আৰু ভবিষ্যতলৈ এই কয়লাৰ পৰাই ভাৰতৰ আৰু ভাৰতবাসীৰ বহুতো উপকাৰ হবৰ আশা আছে। ভাৰতত প্ৰচুৰ পৰিমাণে লোৰ পোৱা যায়, লো খনি আসামতো বহুত আছে; কিন্তু বিদেশী মূলধনৰপৰা নহলে এই লো যে কেতিয়াবা কোনো কামত আহিব তাক কোনোৱে আশা কৰিব নোৱাৰে। বিলাতী কৌশলে আৰু বিলাতী ধনে এই ভাৰতবৰ্ষক কিমান উপকাৰ কৰিছে তাক মাইচৰৰ সোণৰ খনিয়েই ফটফটীয়াকৈ দেখুৱাইছে। যি খনি আগেয়ে টকাৰ অভাৱত অলাগতিয়াল হৈ পৰি আছিল এতিয়া সেই খনিৰপৰাই বিলাতী মানুহে বিলাতী কৌশলে বছৰে প্ৰায় ৪২০ মোন বিশুদ্ধ সোণ বজাবলৈ উলিয়াইছে, আৰু মাইচৰ গৱৰ্ণমেণ্টে নিজৰ এটা ফুটাকড়িও খৰছ নকৰাকৈয়ে বছৰে ১০/১২ লাখ টকা কৰস্বৰূপ মহা আনন্দে ভোগ কৰিছে। বহুতে কয় যে, ইংৰাজে আমাৰ ধন তেনেই চুচিলে। কিন্তু কথাষাৰ সঁচা হলেও আমি সেই ধনৰ যে অলপো ভাগ পোৱা নাই এনে নহয়। আমাৰ ধন নাই দেখি আমি হাত সাবটি আমাৰ ধন ওলোৱা বাট আগতে চাই বহি আছিলোঁ; আৰু ইংৰাজ নহাহেঁতেন কি জানি এনেকৈয়ে এতিয়ালৈকে থাকিলোহেঁতেন। এতিয়া তেওঁলোকে বাট মোকলাই নিবলগা নিছে, আৰু আমাৰ মানুহেও তাৰ ভাগ অলপ নহয় অলপ পাইছে। কাৰণ, কাম কৰা সকলো মানুহ প্ৰায় আমাৰেই; আৰু এনেকৈয়ে এইবিলাক মানুহে জীৱিকাৰ এটা নতুন উপায় পাইছে। সেই দেখি নোহোৱাতকৈ কণা মোমায়েই ভাল বুলি ভাবি আমি মনত বৰ কুযাৰি কৰিব নেপাওঁ।

আগেয়েই কৈ অহা হৈছে যে, ব্যৱসায়ৰ ঘাই ধৰণী টকা আৰু কাম-কৰা মানুহ। অকল এই দুয়েই সকলো নহয়; লগতে কৌশলেৰে আৰু বহুদৰ্শিতাৰে ব্যৱসায়ৰ নতুন নতুন বাট উলিয়াব পৰা গুণটিও থাকিব লাগে। বোম্বাই, মাইচৰ আৰু আসাম ইংৰাজ অহাৰ আগেয়ে কেনে আছিল, আৰু আজিকালি কেনে হল। কফি গছ, চাহগছ জানো এইবোৰ ঠাইত আগেয়ে নাছিল? ইংৰাজৰ টকা আৰু বুদ্ধিৰ বলতে আজিকালি কফি আৰু চাহৰ খেতিতেই কত পতিত মাটি বছৰি বছৰি আবাদ হৈ দেশৰ সৌন্দৰ্য্য বঢ়াইছে তাক এবাৰ ভাবি চাবলগীয়া। ইংৰাজৰ ধন আৰু উদ্যমেৰে স্থাপন কৰাৰ ভিতৰত বিশেষকৈ ধৰিব লগীয়া কপাহৰ ব্যৱসায়। ঊনৈশ শতিকাৰ শেহ ভাগৰ পৰা ভাৰত আজিকালি শিল্প-প্ৰধান দেশৰ লগত গণ্য হৈছে। এতিয়া ভাৰতে নিজৰ দেশৰ কপাহৰ কাপোৰেৰে নিজক আৰু এচিয়াৰ আন আন দেশকো চুৰ্চুৰীয়াকৈ কাপোৰ যোগাবলৈ ধৰিছে। কপাহৰ কল, তেলৰ কল, লোৰ কাৰখানা, ধঁপাতৰ কাৰখানা আদি নানা কল-কাৰখানা লাহে লাহে ভাৰতত বিস্তাৰিত হৈছেহি। কয়লা, লো, সোণ, কাৰচিন তেল চাহ কফি কপাহ আদি সম্পত্তি দেখোন ভাৰতৰ পুৰাতনীয়া সাহোন। তেন্তেনো ভাৰতবাসীয়ে কিয় ইমান দিনে তাক খটাই খাব নাজানিছিল? তাৰ কাৰণ দেশৰ শান্তি, উদ্যম, মূলধন, কল-কৌশল, অনা-নিয়া বাটৰ সুচল নথকাত মাটিৰ তলৰ বস্তু

মাটিতে পোত গৈ আছিল। কিন্তু এতিয়া ইংৰাজৰ সুশাসনৰ দিনত সকলো প্ৰতিবন্ধক বহুত পৰিমাণে আঁতৰ হোৱাত ভাৰতবাসীৰ পক্ষে কঁকালত টঙালি আটি কাম কৰিবৰ এয়েই ঘাই সময়। বৰ সুখৰ বিষয় যে, আজিকালি দেশী মানুহেও বহুতে কল-কাৰখানা অনাই ইংৰাজৰ ভাল আদৰ্শ আগত লৈ সুকলমে কাম চলাই নিজৰ আৰু আনৰো বহুত উপকাৰ সাধিছে। আজি এশ বছৰে বঙ্গদেশে শিল্প, বাণিজ্য বিষয়ত যি উন্নতি সাধিব পৰা নাছিল, এই যোৱা দহ মাহৰ ভিতৰতে "স্বদেশী আন্দোলনে" সেই উন্নতি সধা দেখি তবধ মানিব লাগে। এই পবিত্ৰ মহোপকাৰী স্বদেশী ভাবে যদি গোটেই ভাৰতৰ হৃদয়ত নতুন প্ৰাণ সঞ্চাৰ কৰে, ভাৰতৰ অচলা লক্ষ্মী যে অচিৰে ফলিব, ই ধ্ৰুৰূপ কথা। মৰোঁজীওঁকৈ দৃঢ় প্ৰতিজ্ঞা কৰি কোনো এটা সৎকামত মানুহে হাত দিলে ঈশ্বৰেও সহায় কৰে। মানুহৰ অসাধ্য অতি কম, নাই বুলিলেও বেঁচি কোৱা নহয়, কেৱল মন আৰু বল থাকিলেই সকলো হয়। সকলো মানুহে মুঠ হৈ এক মনে একে প্ৰাণে যদি কোনো এটা কাম কৰে তাৰ সুফল বেগতে ফলিয়ায়। তাৰ প্ৰমাণ "স্বদেশী আন্দোলন"তে হাতে হাতে পোৱা গৈছে। এই আন্দোলনে অকল যে বঙ্গদেশতে খলকনি লগাইছে এনে নহয়, আন আন দেশতো হেন্দোলদোপ লগাইছেগৈ। কিন্তু, দুখুনী আসামৰ সন্তানসকল এতিয়াও সিমান পৈণত হোৱা নাই। আৰু, তেনে কল-কাৰখানা আনি ডাঙৰ কাম হাতত লবলৈ কাৰো ভাগলক্ষ্মী এতিয়াও উদয় হোৱা নাই। কোনোৰে যদি লোকৰ টকাৰে লোকৰ বুদ্ধিৰে কৰবাত কৰবাত তেনে বিস্তাৰিত কাৰবাৰ খুলিবলৈ সুবিধা পায়, তেওঁ তাত চেষ্টা কৰি চাব পাৰে। কিন্তু সকলোৰে পক্ষে এই আশা দুৰাশা। সেই দেখি আমাৰ দুখীয়াৰ দুখী অৱস্থাৰে সম্প্ৰতি চলাটোৱেই বুদ্ধিমানৰ কাজ।

ক্ৰমশঃ।

# চাৰি যুগ।

সত্য, ত্ৰেতা, দ্বাপৰ, কলি এই চাৰি যুগৰ কথা হিন্দু শাস্ত্ৰত বিশেষ ৰূপে বৰ্ণিত আছে। সচৰাচৰ চহা মানুহবিলাকে এই চাৰি যুগৰ যি সাধু কথা কয়, তাৰ দুফাঁকিমানেৰেই প্ৰবন্ধৰ পাতনি জোৰা হল। বুঢ়া-বুঢ়ীসকলে কয় যে, মানুহ সত্য যুগত ১৬ হাত, ত্ৰেতাত ১৩ হাত, দ্বাপৰত ১২ হাত ওখ আছিল। বৰ্ত্তমান কলিযুগত নিজ হাতে তিনিহাত-এমুঠন ওখ হৈছে। কলিৰ শেহত ইমানো নোৱাৰা হবগৈ। বৰ্ত্তমান বান্দৰবিলাক যিমান ডাঙৰ-দীঘল, কলিৰ শেহত মানুহ তাতোকৈ সৰু হব। খেতি-বাতি কৰিবলৈ, ঘৰ-দুৱাৰ বান্ধিবলৈ অসমৰ্থন হব। বান্দৰৰ দৰে ফল-মূল খাই জীৱন ধাৰণ কৰিব, শিলে-বৰষুণে মানুহ মৰি ভেঁটি উছন্ন যাব।

আন আন জন্তুবোৰো আগেয়ে ডাঙৰ আছিল, আৰু কালৰ গতিত মানুহৰ দৰে ক্ৰমে-ক্ৰমে সেইবিলাক সৰু হৈ আহিছে বুলি বুঢ়ালোকে কয়। আজি ছয় কি সাত বছৰ গত হল, মানৰ দিনৰ এটা বুঢ়াৰ মুখে শুনিছিলোঁ যে, তেওঁ তেওঁৰ মনত পৰা কালত মানুহবিলাক যেনে বলী, সাহী, শকত দেখিছিল, মৰিবৰ সময়ত তেনে মানুহ কৰবাত কেনেবাকৈ দুটা-এটা হে দেখিবলৈ পাইছিল। ৯০ বছৰমান বয়সীয়া বুঢ়াসকলে তেওঁবিলাকৰ ১৫/১৬ বছৰ বয়সত যেনে হালোৱা গৰু বাইছিল, মৈয়াইছিল, যেনে গাখীৰ ওলোৱা গাই খিৰাইছিল, যেনেকুৱা ডাঙৰ-দীঘল খাহী ছাগলীবোৰ দেখিছিল, আজিকালি তেনে হালোৱা গৰু, তেনে গাখীৰ ওলোৱা গাই, তেনেকুৱা ডাঙৰ-দীঘল খাহী ছাগলী প্ৰায় নোহোৱা হল বুলি কয়। আগেয়ে বিয়া-সবাহ পাতিলে, ওচৰ-চুবুৰীয়াৰ গাখীৰ ঘিঁউ সংগ্ৰহ কৰি নি কাজ কৰিছিল, আজিকালি এখনীয়া শৰাধ এটা কৰিব লাগিলেই জ্ঞাতি-কুটুম্বক খুউৱা দূৰৈত থাওক, পিণ্ডত সানিবলৈ গৰুৰ গাখীৰ আৰু বন্তি লগাবলৈ গৰুৰ ঘিঁউৰ নিমিত্তে হাহাকাৰ কৰিব লাগে। অভাগীৰ কপালে হাঁহৰ কণিতো কুহুম নাই, অসমীয়াৰ কপালে গাইৰ বাহতো গাখীৰ নোহোৱাত পৰিল। আজি অসমীয়াৰ লৰা-ছোৱালীবিলাকে নেপালীৰ মথা গাখীৰৰ ভাগুলৈ চাই জিভাৰ পানী পেলাব লগীয়াত পৰিল। ইয়াৰ মূলত কি আছে, বিজ্ঞজনে ভাঙ্গি বুজাব নে?

বৈজ্ঞানিক পণ্ডিতসকলে নানা যুক্তিৰে প্ৰমাণ কৰিছে যে, সৃষ্টিৰ আদিতে প্ৰাণীবিলাক ডাঙৰ আছিল, মানুহবিলাক শকত, বলী, সাহী আছিল, আৰু ক্ৰমে ক্ৰমে প্ৰাণীবিলাক সৰু, মানুহবিলাক দুৰ্ব্বল আৰু ভীৰু হৈ যাব লাগিছে। আজিকালি পথাৰত এভাগ মʼহৰ আৰু দুভাগ গৰুৰ হাল দেখিবলৈ পোৱা যায়। গৰুৰ হালবোৰা খেতিয়কবিলাকে গৰু দুৰ্ব্বলৰ নিমিত্তে মাটি মৈয়াব নোৱাৰে, কেৱল কঠীয়া পাৰোঁতে অগত্যা এখন ভৰি মাটিত, এখন ভৰি মৈত দি উঠা নুঠাকৈ লোটা মৈ দিয়ে। প্ৰাণী সৰু আৰু মানুহ দুৰ্ব্বল হৈ অহাটো নৈসৰ্গিক নিয়ম নে?

বনৰীয়া জন্তু আৰু শাৰীৰিক উন্নতিলৈ যত্ন ৰাখোঁতা জাতিৰ গাত দেখোন এই নিয়ম নাখাটে। ভোট, কাবুলী, ইংৰাজ, চীনা এই চাৰি জাতিৰ মাথোন বিদেশী মানুহ মই দেখিবলৈ পাইছোঁ। এই চাৰি জাতি মানুহৰ বল, সাহ, পৰাক্ৰমৰে সৈতে অসমীয়া আৰু বঙ্গালী মানুহ মিলাই চালে আসামৰ আৰু বঙ্গদেশৰ লোক গোটেই মিছা! অসভ্য ভোটবিলাকো শাৰীৰিক বলৰে চহকী। ভোটবিলাক বিদেশলৈ আহি গছৰ তলত যি ঠাইত অকলে অকলে পৰি থাকিব, আমাৰ তিনিটায়ো অকলশৰীয়া ভোটৰ লগত বা ভোট নোহোৱাকৈও সেই ঠাইত থাকিবলৈ সাহ কৰিব নোৱাৰে। প্ৰথমতে আমাৰ মানুহৰ আৱৰী ভোটৰ লগত থাকিলে কাটি-ছিঙ্গি মাৰিব বুলি ভয় হব, দ্বিতীয়ত দেও, ভূত, হাতী, বাঘ, ভালুক, ইত্যাদিলৈ এটা ভয় লগাই আছে। এই কাৰণে, আমাৰ মানুহে কৰবালৈ যাওঁতে যদি ৰাতি হয়, তেন্তে টানি-মানি গাঁৱলৈ গৈ চল নেপালেও ঢেঁকিশালটি অধিকাৰ কৰেগৈ। আমি অকলে ভোটৰ ওচৰত বস্তু দৰাবলৈ সাহ কৰিব নোৱাৰোঁ, সিহঁতে হলে আমাৰ এখন হাটৰ মানুহৰ মাজতো থপা-থপিকৈ বস্তু নি বুকুৰ ভিতৰত সুমাই লয়। আজি তিনি বছৰমান হল, বাৰ বছৰমান বয়সীয়া এটা ভোটৰ লৰাই, সিহঁতৰ ভাত ৰন্ধা টৌৰে মঙ্গলদই পুখুৰীত পানী আনিবলৈ যাওঁতে তাক বাধা দিবলৈ এজাক মছলমানৰ লৰাই বেৰি ধৰিছিল। পাচে, সি ইটাৰ পকি চিৰিত গৈ লেপেটা পাৰি বহিল; মছলমানৰ লৰাবিলাকে তাক হাতত ধৰি টানি আনিবলৈ গলে সি কেৰেং মেৰেং কৰি হাত মাৰি পঠিয়ায়, আৰু কঁকালত থকা ঠেঙ্গুৰি খুলি লয়; তাতে আৱৰী ভোটৰ লৰাই কাটে বুলি মহা প্ৰতাৰন্ত ভাৰতৰ ভতৰ-চেলোৱা মছলমানৰ সন্তানবিলাকো পলাইছিল! লোকে কয় যে, নিজৰ দেশত হে ঠাকুৰ, পৰৰ দেশত কুকুৰ; কিন্তু আমি দেখোঁ নিজৰ দেশতে পাচত কোৱাৰ নিচিনা হে! সুসভ্য ইংৰাজ জাতি আৰু অসভ্য ভোট জাতিৰ জোখ আৰু বল চাই সিবিলাকৰ শৰীৰিক অৱনতি হোৱা দেখা নাযায়। মাজতে অসমীয়া, বঙ্গালী প্ৰভৃতি মধ্যবিতৰ মানুহবিলাকৰ হে শাৰীৰিক বল-বীৰ্য্যাদি দিনে হ্ৰাস হৈ আহিব লাগিছে। ভাৰতৰ আন-আন ভাগৰ মানুহ-গৰুতকৈও আমাৰ আসামৰ মানুহ-গৰুবিলাক অধিক সৰু আৰু দুৰ্ব্বল। ইয়াৰ কোনো কাৰণ বুজিব পাৰি আসাম-হিতৈষী ইংৰাজ এজনে জনু আসামৰ গৰু, মানুহ, ছাগলী ডাঙ্গৰ দীঘল, বলী, শকত হোৱাৰ এটা উপায় দিছিল। সেই উপায় এই,—প্ৰতি মৌজাদাৰে মৌজায় পতি একোটাকৈ পছিমীয়া ষাঁড় আৰু প্ৰতি চুবুৰীত একোটা একোটা ভাল ভোবোলা ছাগলী ৰাখিব লাগে। তেওঁৰ বিচাৰৰ অধীনত থকা কেইদিনত মৌজাদাৰবিলাকে তেওঁৰ হুকুম যত্নেৰে পালন কৰিছিল, আৰু সেই সময়ত ষাঁড়ৰ জাত বৈ হোৱা গৰুবিলাক প্ৰায় পছিমীয়া গৰুৰ নিচিনা ডাঙ্গৰ হৈছিল বোলে। কিন্তু, সেই হিতৈষী ইংৰাজ জনা যোৱাৰ পাচত কৰ ষাঁড় কলৈ গল, কত কেইটা মৰিল তাৰ ঠিক নোহোৱাত পৰিল! আৰু, তেওঁ কি কাৰণে ষাঁড় ৰাখিব দিছিল, তাৰ গুণ বুজিব নোৱাৰি আমাৰ মানুহে পছিমীয়া ষাঁড়ৰূপৰা হোৱা দোচলীয়া গৰুৰ ষাঁড়ো নাৰাখিলে। এই বাবে অশিক্ষিত গাৱঁলীয়া ৰাইজ পোন-হাতে দোষী হলেও, ঘাই দোষ দেশৰ শিক্ষিত সম্প্ৰদায়ৰ ওপৰত হে। এনেবিলাক বিষয়ত অজ্ঞ জাতি-ভাইক সহায় কৰিবলৈ হে সিবিলাকৰ শিক্ষা বা জ্ঞান আৰ্জ্জনৰ মূল উদ্দেশ্যে। শিক্ষিত সম্প্ৰদায় আজিকালি 'মুখেন মাৰিতং জগত' হোৱাৰ কাৰণেই দেশৰ এনে দশা! আজিকালি আসামৰ বহুত মানুহ শিক্ষিত হৈছে। অনেকে বিজ্ঞান-দিব্যচকুও পাইছে। অৱশ্যে সিবিলাকে আসামৰ গৰু, মানুহ, ছাগলীৰ ৰোগ নেদেখাকৈও থকা নাই, আৰু সেই ৰোগ নিবাৰণ কৰিবলৈ উপায়ো উলিয়াব পাৰে। কেৱল হেলাত হে হাত ভৰি সাবটি আছে। লাজত কাজ হেৰাব, ঘুমটিত ভোজ হেৰায়, হেলাত কৰ্ম্ম নাশ; ইয়াকে জানি শিক্ষিত চকু-গজা লোকসকলে অশিক্ষিত জ্ঞানান্ধ বিলাকক চকু দিবলৈ চেষ্টা কৰা উচিত। অশিক্ষিত মানুহৰ ভিতৰত ষাঁড় ৰাখিলে গৰু ডাঙ্গৰ হব বুলি কোনেও নাজানে। কেৱল দমৰাটো পিয়ন নৌ এৰোঁতে বন্ধালে হে বৰ হালোৱা হব বুলি জানে। সেইদৰে পঠাটিও সৰুতে খাহী কৰিলে হে ১২ বাৰ টকীয়া হব বুলি ভুপায়। আসাম-ব্ৰহ্মাণ্ডত ভাল ভোবোলা নোহোৱা হল, ইয়াকো জানে; নিজৰ নিমিত্তে পঠা এটা ভোবোলা কৰি ৰাখিলে টকা ১০ দহোটা হানি হয় বুলিও জানে; এই দুই কথা ভালকৈ জানে। কিন্তু নিজৰ ঘৰত ভোবোলা এটা ৰাখিলে কিমান উপকাৰ তাক হলে নেদেখে। শিক্ষিত লোকসকলে কেৱল চাকৰী কৰাই শিক্ষা কৰাৰ উদ্দেশ্যে বুলি ভাবি সেই বিষয়ত মুগ্ধ হৈ থকা ভাল নহয়। শিক্ষাই হৈছে সকলো উন্নতিৰ মূল। এতেকে, শিক্ষিত লোকসকলে ঘৰে ঘৰে ওপৰত উনুকিয়াই অহা বিষয়বিলাকৰ উন্নতি কৰিবলৈ অশিক্ষিতবিলাকক পথ দেখুউৱা উচিত। অন্যান্য দেশৰ মানুহৰ দৰে আমাৰ মানুহে গৰু-ম'হৰ পতিও নেজানে; নিজৰ গা কেনেকৈ চাব লাগে তাৰো ভু নেপায়; শিক্ষিত জনা-শুনা লোকসকলে বিদেশীয় গৰু-ম'হ পালনৰ নিয়ম আৰু শৰীৰ ৰক্ষাৰ উপায় অৱলম্বন কৰি স্বদেশৰ উন্নতিৰ অৰ্থে আৰ্হি হৈ আগ বাঢ়িবৰ এই উপযুক্ত সময় উপস্থিত।

# খেতি।

অসমীয়া খেতিয়কৰ ধানেই মূল খেতি। আমাৰ দেশৰ সৰু-বৰ সকলো শ্ৰেণীৰ মানুহৰে আন খেতি নহলেও অলপ-অচৰপ ধানৰ খেতি থাকে। অসমীয়া মানুহে কথাতে কয় যে, "ধান নাই যাৰ মান নাই তাৰ।" আজিকালি কিন্তু কালৰ অৱস্থাৰ পৰিবৰ্ত্তনত কিছুমানে খেতিৰ পাশ এৰিব লগীয়াত পৰিছে। সাময়িক ব্যৱসায় লৈ এনে পৰিবৰ্ত্ত নহৈ নোৱাৰা হৈছে। বিশেষ, কামৰ ভাগ- বঁটৱাৰপৰা বেলেগ বেলেগ বিভাগৰ উন্নতি হোৱা দেখা যায়। সৰ্ব্বসাধাৰণ মানুহে বেলেগ বেলেগ কামলৈ ধাউতি ৰাখি কৃতকাৰ্য্য হোৱা সাধাৰণতঃ দেখিবলৈ পোৱা নাযায়। সৰুৰেপৰা যাৰ মন যি ফালে ধাল খায়, তেওঁ সেই ফালে মন লগালে হে তেওঁৰ পৰা সেই বিভাগৰ বিশেষ উৎকৰ্ষ সাধনৰ আশা কৰিব পাৰি। যাৰ খেতি-বাতিলৈ মন, তেনে লোকে খেতিলৈ আগ বাঢ়িলে কৃষিৰ উন্নতি নহৈ নোৱাৰে। সকলো কামতে কিছু মূলধনৰ আৱশ্যক; কিন্তু ইচ্ছাৰ আশক্তি প্ৰবল আৰু প্ৰকৃত হলে মূলধনৰ অভাৱে কোনো কামত আগ বাঢ়িবলৈ বিশেষ হকা-বধা লগাব নোৱাৰে। চৰ্কাৰৰপৰা খেতি কৰিবলৈ শতকৰা বছৰি ৬।০ সুদত ধন ধাৰে পোৱা যায়। আমাৰ খেতিয়কে কেঞা-বেপাৰীৰ হাতত পৰি জুৰুলা নহৈ গৱৰ্ণমেণ্টে আগ বঢ়োৱা সুবিধাৰ সদব্যৱহাৰ কৰা উচিত। আৰু একে সময়ৰ খেতিতে নিৰ্ভৰ নকৰি কেইওকালীন ধানৰ খেতি কৰিবলৈ দিহা হোৱাটো বাঞ্ছনীয়।

ধান অনেক বিধৰ আছে। কামৰূপত ১৪৭ বিধ ধানৰ লেখ পোৱা গৈছে। কিন্তু খেতি কৰা সময় লৈ ধানৰ তিনি বিভাগ ধৰিব পাৰি; যেনে আহু, বাও আৰু শালি। আহু ধানৰ খেতি দ, বাম দুই বিধ মাটিতে হয়। এই ধানৰ বাবে মাঘ মাহত মাটি চাহ কৰি ধানৰ কঠীয়া সিঁচা হয়; আৰু জেঠ-আহাৰত এই ধান পকে। আহু ধানৰ খেতি প্ৰায়ে চাপৰিয়াল মাটিত কৰা হয়। মাটি ডৰা তিনি চাৰিবাৰ চাহ বাই মৈয়ালে এই ধানৰ কঠীয়া সিঁচিবলৈ উপযোগী হয়। ধান সিঁচি আকৌ এবাৰ হাল বাই সেই মাটি মৈয়াই দিয়ে। ইয়াৰপৰা ধানবিলাক তল পৰে আৰু সাৰ লাগি পিত যায়। ধানৰ পুলিবোৰ বতাহ বলোৱা হলে আকৌ মৈয়াই দি নিৰাই দিব লাগে। এই আহু ধান জেঠ-আহাৰত চপায়। আহু ধানৰো দুবিধ আছে; যেনে আগতীয়া আহু আৰু ফৰমা আহু। পাচৰ বিধ আহু বহাগ-জেঠত সিঁচে, শাওন-ভাদত চপাবৰ হয়। সৰিয়হ কৰা মাটিত আগতীয়া আহুৰ খেতি কৰিব পৰা হয়। আৰু ফৰমা আহু কৰা ঠাইত শালি ধানৰ খেতি কৰিব পাৰি। একে ডৰা মাটিত এনেকৈ দুটা খেতি তুলিব পাৰিলে খেতিৰপৰা বিশেষ উৎপন্ন আশা কৰিব পাৰি। বতৰৰ কোনো বিঘিনিৰ বাবে লাভ নঘটিলেও মূলৰ নাঠ হোৱাৰ আশঙ্কা অনেক কমে। মাটিত সাৰ যোগোৱা প্ৰথাৰ প্ৰচলন নথকাৰ কাৰণে এনে খেতিৰ মাটিত ৩।৪ বছৰৰ মূৰত জিৰণি দিব লগীয়া হয়। মাটিৰ নাটনি নপৰিলে ন-ভাঙ্গনিৰ খেতিৰ উৎপন্নই খেতিয়কৰ পৰিশ্ৰম সাৰ্থক কৰিব পাৰে। আমি কিন্তু আগেয়েই উল্লেখ কৰি আহিছোঁ যে, লোকসংখ্যা বৃদ্ধিৰ লগে লগে এনে সুবিধাৰ নাটনি হৈ আহিব আৰু তেতিয়া খেতিৰ মাটিত সাৰ যোগোৱাৰ ব্যৱস্থা হব লাগিব। এবাৰ চাহ কৰা মাটি ৪।৫ বছৰ গৰ-আবাদকৈ ৰাখিলে সি আকৌ খেতিৰ উপযোগী হয়। আহু ধানৰ চাউলত আন ধানতকৈ মিঠাৰ ভাগ বেচি আৰু শাৰীৰিক পৰিশ্ৰম থকা লোকৰ পক্ষে উপযোগী।

বাও ধানৰ খেতি দ মাটিত কৰা যায়। বানতীয়া মাটি এই ধানৰ খেতিলৈ উপযোগী। ই পানীৰ লগে লগে বাঢ়ে আৰু সহজে পানীয়ে ইয়াক তল নিয়াব নোৱাৰে। মাটি ৪।৫ বাৰ সমাৰ বাই এই ধান চ'ত-বহাগত সিঁচিব লাগে। বাও ধানৰ উৎপন্ন আন ধানতকৈ বেচি, কিন্তু বান পানীৰ বাবে এই খেতিৰ বিশেষ আশঙ্কা। পানী উঠাৰ আগেয়ে যথেষ্ট বলী হৈ নুঠিলে বানে এই খেতি নষ্ট কৰাৰ বৰ ভয় থাকে। ইফালে পানী সাময়িক ৰূপে নহ'লেও ইয়াৰ জেউতি নেবাঢ়ে। এই ধান প্ৰায়ে সিঁচা হয়, কিন্তু ইয়াৰ কোনো কোনো বিধক ৰোৱাও যায়। সিঁচি কৰাত পতানৰ ভাগ কম হয় আৰু পৰিশ্ৰমৰো লাঘৱ আছে। এই ধানৰ চাউল লাহি ধানতকৈ মোটা আৰু বলী। ইয়াক বাও ধানৰ লগে লগে পুহ-মাঘত দাবৰ হয়। পানী শেহতীয়া হলে ইয়াক চপোৱাত খেতিয়কৰ কষ্ট আৰু ধানৰো আলাই-আথানি হয়। বানতীয়া ঠাইত প্ৰায়ে বাও ধানৰ খেতি কৰা হয়। পূৰ্ব্ব বঙ্গত বাও ধানৰ খেতি ইমান দ পানীত হয় যে, সেই খেতি শেহত কিছুদিন পানীৰ ওপৰতে পিটিৰ দৰে ওপঙ্গি থাকে। বতাহে কেতিয়াবা এখন পথাৰৰ খেতি আন পথাৰলৈ লৈ যায়। খেতিয়কে খেত টানি আনি নিজৰ পথাৰত গোজ মাৰি বান্ধি থবলগীয়া হয়। প্ৰকৃতিয়ে মানুহক এইদৰে পৰিশ্ৰমী কৰে যেন দেখা যায়। বানপানীয়ে পোৱা ঠাইৰ খেতিয়কবিলাক বেচি পৰিশ্ৰমী।

শালি ধানৰ কঠীয়া জেঠ-আহাৰত বাম মাটিত সিঁচি শাওন-ভাদত তাক তুলি নি দ-মাটিত ৰোৱা যায়। কঠীয়াতলী প্ৰায়ে খেতিয়কৰ বস্তীৰ ওচৰত। ইয়াক জাবৰ গোবৰ দি সাৰুৱা কৰে। কঠীয়া ধূলীয়ালৈ আৰু লেটীয়াকৈও সিঁচা যায়। লেটীয়াকৈ পাৰিলে পৰিশ্ৰম কম হয় আৰু কঠীয়া সোনকালে উপযোগী হয়। ধূলীয়া কঠীয়াতকৈ কিন্তু লেটীয়া কঠীয়া টান, সেই বাবে ৰোৱাৰ সময়ত ৰদে তাক তেনেকৈ পীড়িব নোৱাৰে। লেটীয়া কঠীয়া প্ৰায়ে কিছু লেউ-সেউ হয়। কঠীয়া-তলীৰ মাটি ৫।৬ বাৰ চাহলৈ বাব লাগে। কঠীয়া পাৰি উদ্যোগী খেতিয়কে ইফালে তেওঁৰ ৰোৱাতী মাটি চাহ কৰে। কঠীয়াৰ পুলি উপযোগী হৈ উঠিলে ৰোৱাতীলৈ নিবলৈ খেতিয়কে ব্যস্ত হব লাগে। কঠীয়া বেচি পুৰঠ হৈ উঠিলে বেয়া হয়। ৰোৱাতী মাটি ৫।৬ বাৰকৈ বাই মৈয়াই উপযুক্তৰূপে বোকা হলে কঠীয়াৰ পুলি গোছা-গোছকৈ ৰোৱাতীত ৰুব লগা হয়। গোছ ৰোৱা কাম প্ৰায়ে মাইকীয়ে কৰে। এই কামত বিশেষ পৰিশ্ৰম। শাওন ভাদমহীয়া ৰদত পৰি ৪।৫ ঘণ্টা তলমূৰ কৰি গোছ ৰোৱা সহজ কাম নহয়। এই কামৰ লাঘৱ কৰিবৰ নিমিত্তে কোনো সহজ উপায়ৰ উদ্ভাৱনা হলে বৰ উপকাৰ হয়। আমি কিন্তু এই প্ৰথাৰ পৰিৱৰ্ত্তে কোনো সহজ উপায় সম্প্ৰতি ধুকি পোৱা নাই। বৰ্ম্মা দেশৰ কোনো ঠাইত হেনো ৰোৱনীয়ে হাতেৰে গোছ নোৰোৱে; কঠীয়া তুলি আনি খেতিয়কৰ ঘৰৰ লৰা-ছোৱালী সকলোৱে লগলাগি গোছা-গোছ কৰি গোছৰ তলত বোকাৰ লদা লগাই দিয়ে। এনে গোছবোৰ পাচিত ভৰাই লৈ ৰোৱনীয়ে বাঁহৰ চুঙ্গা এটাৰ ভিতৰেদি ৰোৱাতী মাটিত কঁকাল নহলুৱাকৈ পেলাই দি যায়। এই প্ৰথাই ৰোৱনীক কঁকাল হলুৱাই তলমূৰ কৰি থাকিব নলগা কৰিব পাৰে। কিন্তু ইয়াক উজু নিয়ম বুলি মানিব নোৱাৰি।

কঠীয়া উপযোগী হবলৈ ৫।৬ সপ্তাহমান লাগে। শালি ধানৰ গোছ আহাৰৰ পৰা ভাদৰ শেহলৈকে ৰোৱা হয়। গোছ এহাত-এমুঠন অন্তৰত ৰোৱে। আহিনৰ আদিতো ঠায়ে ঠায়ে ৰোৱন থাকে। কিন্তু তাৰ ভাল ফল নধৰে। শালি ধান আঘোণৰ মাজ ভাগৰ পৰা দাবৰ হয়। শালি ধানৰো ঘাইকৈ দুবিধ ধৰা হয়; যেনে, লাহি আৰু বৰ। লাহি ধান প্ৰায় ৬০।৭০ তৰহৰ আছে। বৰ ধানতকৈ লাহি ধান আগেয়ে চপাবৰ হয়। লাহি ধান কিছু ওখ মাটিত কৰা হয়। ইয়াৰ চাউল বৰ ধানৰ চাউলতকৈ মিহি। বৰ্ষাৰ শেহত যি ঠাইৰ পানী প্ৰথমে শুকাই যায়, সেই ঠাই বৰ ধানৰ উপযোগী নহয়। বৰ ধানত লাহিতকৈ পতনুৱা ভাগ কম আৰু ইয়াৰ উৎপন্ন বেচি।

নামনী আসামতকৈ উজনী আসামৰ হালোৱাৰ মাইকীয়ে খেতিৰ কাম বেচি ভাগ কৰে। নামনী আসামৰ মাইকীয়ে ধানৰ গোছ ৰোৱাত বাজে আন কাম নকৰে বুলিলেই হয়, কাচিত হে দুজনী-এজনীয়ে ধান দোৱা দেখা যায়। উজনী আসামৰ দৰং, নগাঁও, শিৱসাগৰ আৰু লক্ষীমপুৰ কেইওখন জিলাৰ মাইকীয়ে কঠীয়া তোলা, গোছ ৰোৱা আৰু ধান দোৱা কাম মতাৰ ভাগ নোহোৱাকৈয়ে কৰে। নামনী আসামত হলে এইবিলাক কাম মতাই ভাত-ৰন্ধাৰ নিচিনা। ইয়ালৈ চাই নামনী আসামৰ কৃষক বেচি পৰিশ্ৰমী বুলিব লাগিব। উজনী আসামৰ দৰে মাইকীৰ সহায় পালে নামনী আসামৰ খেতিয়কে খেতি বহলাই কৰিব পাৰিব যেন বিবেচনা হয়। উজনী অঞ্চলৰ লগত ভাটী আসামৰ বৈবাহিক সম্বন্ধ কৃষক সম্প্ৰদায়ৰ ভিতৰত বেচি পৰিমাণে ঘটিলে নামনী আসামতো খেতিৰ কামত মাইকীৰ পৰা মতাই বিশেষ সহায় পাব পাৰে। নামনী আসামৰ হালোৱা মানুহে নিজে বাজত খেতি-বাতিৰ সকলো কাম কৰিও নিজৰ তিৰোতাক বাহিৰৰ কামলৈ নপঠিওৱাৰ ধাউতি ৰখা দেখা যায়। এনে নিয়ম বাঞ্ছনীয় বুলিব নোৱাৰি। নিজৰ কামত মতা-মাইকী উভয়ৰে উদ্যোগ থাকিলে কাম সুকলমে সিজি উঠে। ৰোৱনীৰ এক সম্প্ৰদায়ো আছে। এনে ৰোৱনীয়ে বানচ লৈ আনৰ ৰোৱাতী মাটি ৰুই দিয়ে। নিজৰ খেতি নথকা সাধাৰণ মানুহৰ তিৰোতাই এনে ৰোৱনীৰ কাম কৰে। এই কামত বিশেষ চৰ্চ্চা হোৱাৰ কাৰণে এনে ৰোৱনীয়ে কঠীয়াৰ গোছ সোনকালে ৰুব পাৰে।

খেতিৰ সঁজুলিৰ সাল-সলনি কৰিবলৈ ডাঠি কব নোৱাৰি বুলি আমি আগেয়ে উল্লেখ কৰিছোঁ। ধানৰ খেতিৰ সঁজুলিয়েই আন আন সকলো খেতিৰো উপযোগী। এই বাবে এই ঠাইতে ধানৰ সঁজুলিৰ সম্বন্ধেও দুফাঁকিমান লিখা হওক। বিজ্ঞ শিল্পকৰ সকলৰ চেষ্টাত আজিকালি নানা ৰকমৰ হাল তৈয়াৰ হৈছে। আমাৰ দেশৰ কোৰৰ দৰে মাটি তলা-ওপৰা কৰিব পৰা হাল (Soil-inverting plough) উপযোগী। এতিয়া আমাৰ দেশত যি হাল ব্যৱহাৰ হয় তাৰে কোৰৰ দৰে কাম নহয়। আমাৰ প্ৰচলিত হালে মাটিৰ বান্ধনি হে ভাঙ্গি দিয়ে, কিছু তলা-ওপৰা নকৰে বুলিবও নোৱাৰি। কিন্তু আৱশ্যক অনুযায়ী তলা-ওপৰা হয় বুলি ধৰিব নোৱাৰি। কোৰে যেনেকৈ চাবৰ মাচি লুটিয়াই থৈ যায়, আমাৰ চলিত হালে তেনে নকৰে। এই বাবে আমাৰ হালেৰে এবাৰ দীঘে বাই আকৌ পথালিকৈ বোৱা হয়। তলা-

ওপৰা কৰা হালে এচাহতে মাটি কোৰৰ দৰে ওলত-পালত কৰি দি সমাৰ বোৱাৰ কাম কৰে। এনে হাল আমাৰ দেশৰ আশকতীয়া গৰুৱে টনা কিছু কঠিন হব পাৰে, কিন্তু শকত গৰু আৰু ম'হৰ পক্ষে অনুপযোগী হোৱাৰ কাৰণ নেদেখোঁ। গৰু-ম'হৰ পৰা ভালকৈ কাম লব খুজিলে সিহঁতক শকত-আৱতকৈ ৰখাৰো দিহা হব লাগিব। তলা-ওপৰা কৰা (Soil-inverting plough) কেবা ৰকমৰো আছে। বঙ্গদেশত এনে হালৰ তলত লিখা হালবিলাক উপযোগী বুলি ঠাই পাইছে ;—

১। হিন্দুস্থানী হাল।— এই হাল কলিকতাৰ (Messers, Jessop & Co. ও Messers Burn & Co.ত পোৱা যায়। মূল্য ১০।০, ২নং ১১।০ এই হালৰ ব্যৱহাৰ বেহাৰত চলিছে।

২। চিৰপুৰী হাল।— এই হাল বঙ্গ গৱর্ণমেণ্টৰ কৃষিবিভাগে তৈয়াৰ কৰিছে। দাম ৭। এই হাল পাঁতল আৰু সৰ্ব্বসাধাৰণ গৰুৱে টানিব পাৰে বুলি প্ৰকাশ।

৩। Sealy's "turn over" poulgh, – মতিহাৰীত (Tirhut) Messers Sealy & Co য়ে এই হাল বেচে। দাম ৫।।০

৪। ভাগলপুৰী হাল।— এই হাল মুঙ্গেৰত চদিছে, দাম ৫ টকা।

৫। ST. Jessop's plough, – এই হাল মজফৰপুৰত ব্যৱহাৰ হৈছে। বেচ ৮।

৬। Ransome's English plough, – ইয়াৰ বেচ ১০ টকাৰ পৰা ১৫ টকালৈকে। এই হাল ভগলপুৰ আৰু মুঙ্গেৰত ব্যৱহাৰ হয়।

৭। Watt's D.E. plough,– এই হালৰ বেচ ১৬ টকা। ভগলপুৰী আৰু পুৰ্ণিয়াৰ খেতিয়কসকলে ব্যৱহাৰ কৰিছে।

এনে হাল ব্যৱহাৰ কৰা আমাৰ দেশৰ সৰ্ব্বসাধাৰণ খেতিয়কৰ পক্ষে সম্ভৱ নহলেও মধ্য শ্ৰেণীৰ খেতিয়কৰ পক্ষে অসম্ভৱ যেন নালাগে। শিক্ষিত লোকে ঠায়ে ঠায়ে এনে হাল ব্যৱহাৰত অনাই দেখুৱালে আমাৰ খেতিয়কবিলাকেও ইয়াক ব্যৱহাৰ কৰিবলৈ উদগনি পাব। চৰ্কাৰৰ পৰাও এনে উপযোগী হালৰ আৰ্হি দেখুৱালে কুঁহিয়াৰ পেৰা লোহাৰ শালৰ দৰে এনে হালে আমাৰ দেশত ঠাই পাব বুলি আশা কৰিব পাৰি। এনে হাল একো খনে ১০।১২ বছৰ যায়। ইয়াৰ আও-ভাও সাধাৰণ খেতিয়কেই বুজিব পাৰিব। আমাৰ দেশৰ খেতিয়কৰ বুদ্ধি বঙ্গদেশৰ সাধাৰণ খেতিয়কতকৈ হীন নহয়। হালৰ উপকাৰিতা আৰু সুবিধা বুজিব পাৰিলেই ৰাইজে তাৰ মোল বুজি ব্যৱহাৰ কৰিবলৈ যতন কৰিব।

হালতকৈ আমাৰ হাল টানোতা গৰু-ম'হৰ অৱস্থা উন্নত কৰা বেচি বাঞ্ছনীয়। উজনীৰ ফালে গুটীয়া ম'হৰ হালৰ ব্যৱহাৰ বেচি। ইয়াৰপৰা কিছু সুবিধা আছে যেন দেখা যায়। কাৰণ, হলীয়া মহৰ হাল এখনতকৈ গুটীয়া ম'হৰ হাল দুখনে বেচি মাটি চাহ কৰিব পাৰে। কিন্তু নিশকতীয়া ম'হ গুটীয়া হালৰ উপযোগী নহব। উজনী আসামৰ ফালে অসমীয়া ম'হৰ সংখ্যা এতিয়াও বেচি পৰিমাণে দেখা যায়। এই কাৰণেই বোধ কৰোঁ গুটীয়া ম'হৰ হাল উজনীৰ ফালে বেচি চলতি। নামনী আসামত প্ৰায় বঙ্গালী ম'হৰ ব্যৱহাৰ দেখা যায়। এই ম'হ অসমীয়া ম'হৰ নিচিনা বলী নহয়। তথাপি কম বয়সীয়া নহলে গুটীয়া হালৰ বাবে অনুপযোগী নহব যেন পাওঁ।

খেতিৰ উন্নতিলৈ আমাৰ সাধাৰণ খেতিয়কৰ ধাউতি জন্মাবলৈ গাঁৱলীয়া পঢ়াশালিত হালোৱাৰ লৰাবিলাকক এনে ভাৱে শিক্ষা দিব লাগে, যাতে সিহঁতৰ বুদ্ধি খেতি-বাতিৰ সম্বন্ধে পৰিচালিত হয়। শিক্ষা দিওঁতাজন খেতিয়ক সম্প্ৰদায়ৰ মানুহ হব লাগে। পঢ়াশালিৰ লগে লগে একো ডৰা খেতি-বাতিৰ উপযুক্ত মাটি থাকিব লাগে। তাত হালোৱাৰ লৰাক খেতি-বাতিৰ আও-ভাও শিকিবলৈ দিব লাগে। এনে ব্যৱস্থা আমাৰ গাঁৱলীয়া পঢ়াশালিত কৰিছে বুলিও শুনা যায়। কিন্তু যেনে ভাৱে হব লাগে কামত তেনে হৈ উঠা নাই। পঢ়াশালিৰ দাঁতিত ফুলৰ গছ দুজোপা এজোপা ৰোৱাই স্কুল পৰিদৰ্শন কৰোঁতাক ফুলৰ তোৰা দি সন্তোষ কৰিব পৰা হলেই নহয়, জীৱিকাৰ লাগতিয়াল শস্য উৎপন্নৰ প্ৰণালী নিজে নিজে শিকিবলৈ উদগনি দিয়াটো হে বিধি। শস্যৰ গুটি কেনেকৈ পচায়, আৰু কেনে অৱস্থাত তাৰ শ্ৰীবৃদ্ধি হয় এনেবিলাক বিষয় লৰাক নিজে নিজে গম ধৰিবলৈ দেখুৱাব লাগে। এনেবিলাক বিষয় শিকিলে খেতিয়কৰ কামত সহায় কৰিব পৰা হৈ সমাজৰ আৰু দেশৰ উন্নতি কৰিব পৰা হব। গৰু-ম'হ কেনেকৈ ভালে ৰাখিব পাৰি আৰু গাঁৱৰ স্বাস্থ্যৰ অৱস্থা কেনেকৈ উন্নত কৰিব পাৰি এনেবিলাক কথাত লৰাক নিজে নিজে ভাবি চাই তৰ্কিবলৈ দেখুৱাব লাগে। এয়ে হলে গাৱঁলীয়া শিক্ষাৰ প্ৰকৃত উদ্দেশ্য সিদ্ধি হব আৰু দেশৰো প্ৰকৃত উন্নতি হব।

আসামত হোৱা আন-আন খেতি আৰু কি কি আন দেশৰ শস্য ইয়াত হব পাৰে এনেবিলাক কথাৰ পাচে আলচ কৰা যাব।

ক্ৰমশঃ।

# ছাত্ৰলৈ এপিঠি

### উপদেশ।

হব খোজা জ্ঞানী যদি লোক সমাজত,
লোৱাঁ মোৰ উপদেশ গাঁথি হৃদয়ত,—
সাৱধান, কথা ক'ব লাগিব যেতিয়া,
কাৰ কথা— কাক কবা, — কিৰূপে কেতিয়া,
গমি চাবা কিনো কথা কবা কেনেকৈ,
কবা সত্য প্ৰিয় কথা বুজি বাজি ৰই।
ভৰিৰে পিছল খালে নিজে দুখ পায়,
জিভাৰ পিছলে কিন্তু আপদ ঘটায়।

### দয়া।

বসন্ত কালৰ হাতে যেনেকৈ পৃথিৱীক নানা বিধৰ ফুল আৰু কলিৰে সুশোভিত কৰে, গ্ৰীষ্ম আৰু বাৰিষাৰ ৰদ-বৰষুণত যেনেকৈ অনেক শস্য গজে, অনেক ফল পকে, তেনেকৈ দয়াৰ হাঁহিয়ে মানুহৰ সন্তানসকলৰ ওপৰত দান ঢালে। দান, দয়াৰ ঘাই কাম।

দয়া এটি বৰ ডাঙ্গৰ গুণ। যি মানুহে আনক দয়া কৰে, তাকো আনে দয়া কৰিব। দয়ালু মানুহক দাতা বোলে। দাতাই নিজৰ ধন-বস্তুৰ দ্বাৰা অনাথ দুখীয়াৰ দুখ মোচন কৰি অপাৰ আনন্দ পায়। যাৰ শৰীৰত দয়া নাই, তাৰ ধৰমো নাই ; সি পশুৰ নিচিনা। বাঘে যেনেকৈ হৰিণা পোৱালিৰ কান্দনত তাক মৰম নকৰি বধ হে কৰে তেনেকৈ নিষ্ঠুৰ মানুহৰ হৃদয়তো মানুহৰ দুখ দেখি মৰম নেলাগে। গোলাপ ফুলৰ পাহিত ওলমি থকা নিয়ৰৰ টোপাল যেনে দেখিবলৈ সুন্দৰ, মৰমিয়াল মানুহৰ চকুৰ পানী তাতোকৈ সুন্দৰ। দুখীয়াৰ কান্দনলৈ কলা নহবা, আৰু নিৰ্দ্দোষীৰ দুখলৈ তোমাৰ হিয়া টান নকৰিবা।

এই পৃথিৱীত সকলো মানুহৰ অৱস্থা সমান নহয়। আৰু, কাৰো অৱস্থা চিৰকাল সমানে নাথায়। কোনো ধনবন্ত, কোনো দুখীয়া; কোনো বুদ্ধিয়ক, কোনো নিৰ্ব্বোধ; কোনো জ্ঞানী, কোনো মূৰ্খ। কোনোৱে যথেষ্ট পৈতৃক সম্পত্তি পাই সুখেৰে কাল নিয়ায়; কোনোৱে একোকে নেপায়। কোনো মানুহক সিহঁতৰ মাক-বাপেকে উত্তমৰূপে বিদ্যা শিকাই যায়; কোনো কোনো মানুহ চিৰকাল মূৰ্খ হৈয়ে থাকে। অতি সাৱধানে চলিলেও অকস্মাৎ কেতিয়াবা কোনো আপদ বা অভাৱে আহি মানুহক আগুৰি ধৰেহি।

ধনৱন্তই দুখীয়াক ধনেৰে সহায়তা কৰি উচিত। বুদ্ধিয়কে নিৰ্ব্বোধক সজ উপায় দিয়া উচিত। জ্ঞানীয়ে অজ্ঞানীক জ্ঞান দিয়া উচিত। যি মানুহক সহায়তা কৰা যায়, সি উপস্থিত বিপদৰপৰা ত্ৰাণ পায়; আৰু যি সহায়তা কৰে সেই মানুহেও মনত অনুপম সুখ লাভ কৰে। অতিথি-সেৱা এটা দয়াৰ কাম। এতেকে, ঘৰলৈ আলহী আহিলে তেওঁক সাধ্যমতে সৎকাৰ কৰা উচিত। দান যদিও অতি সৎকৰ্ম্ম আৰু প্ৰধান ধৰ্ম্ম হয়, তথাপি সেই বিষয়ে বিবেচনাৰে চলা উচিত। যি মানুহে পৰিশ্ৰম কৰি নিজৰ দুখ গুচাব পাৰে, কিন্তু এলেহুৱা ধোদ হৈ হাত সাবটি বহি থাকে, প্ৰাণ গলেও পৰিশ্ৰম কৰিব নোখোজে, অথবা যি আনে দিয়া ধন অসৎ কৰ্ম্মত উৰায়, তেনেকুৱা মানুহক কেতিয়াও দান কৰা উচিত নহয়।

যেতিয়া মাউৰা লৰা তোমাৰ ওচৰলৈ আহে, বা অনাথ বিধৱাই চকুৰ লোৰে তোমাৰ সহায় যাজ্ঞা কৰে, তেতিয়া হে দয়ালু সন্তান, সিহঁতৰ দুখ দেখি কৃপা কৰিবা। কণা, কুঁজা, বুঢ়া, খোঁৰা আৰু সহায়হীন মানুহক ৰক্ষা কৰিবলৈ সততে তোমাৰ বাহু মেলিবা। যেতিয়া তুমি কোনো নিৰাশ্ৰয় মানুহক বাটে দি যোৱা দেখা, তেতিয়া তোমাৰ চিত্তক দানশীল কৰিবা আৰু দানশীলতাৰ পাখিৰে আঁৰ দি তাক দুখ-বিপদৰ পৰা পৰিত্ৰাণ কৰিবা। মুঠতে কবলৈ গলে, দৰিদ্ৰক পোহ-পাল, ক্ষুধিতক অন্নদান, বস্ত্ৰহীনক বস্ত্ৰদান, গৃহহীনক আশ্ৰয়দান আৰু দুখীয়াৰ দুখ মোচন কৰা সকলোৰে কৰ্ত্তব্য।

**'উষা' নহৈ 'উষা'।**— 'উষা অৰ্থে ঘাইকৈ অনিৰুদ্ধ

ভাৰ্য্যাক বুজায়। 'শব্দকল্পদ্ৰুমে'ও এই মত সমৰ্থন কৰে। বুৰঞ্জী-ভেঁটিৰ ওপৰত এই অৰ্থৰ সম্বন্ধ আমাৰে সৈতে নিচেই ওচৰ। আৰু, 'উষা' নাম লওঁতে আমি প্ৰচলিত প্ৰথাৰো অনুসৰণ কৰিছিলোঁ। কিন্তু, বান ৰজাৰ জীয়াৰী অনিৰুদ্ধভাৰ্য্যাক আৰু পুবাৰ পাতনিক বুজাবলৈ 'উষা' শব্দৰ প্ৰচলন আছে; বিশেষ 'হেমকোষে' এই অৰ্থ বলৱত কৰিছে। গতিকে, আমি দুয়ো অৰ্থে বহুলকৈ ব্যৱহৃত হোৱা 'উষা' নাম হে আমাৰ বুলিছোঁ।

**অতিথি-সেৱা।** — আমাৰ সমাজত আজিকালি পুণ্য কৰ্ম্মত অতিথি-সেৱাৰ প্ৰতি আশক্তি ক্ৰমাৎ চুটি অহা দেখা গৈছে।— পুৰণি শাস্ত্ৰত কিন্তু ইয়াতপৰ। পুণ্য কৰ্ম্ম নাই বুলিছে, হিন্দু সভ্যতায়ো ইয়াক আগ শাৰীত ঠাই দিছে। পছিমীয়া সভ্যতাৰ বতাহে আমাৰ সমাজৰ কিছুমান কু-সংস্কাৰৰ মলি গুচাইছে সঁচা, কিন্তু আত্মচিন্তাত অতিপাতকৈ আগবঢ়াই অতিথি-সেৱা হেন পুণ্য কৰ্ম্মলৈ বিৰাগ জন্মোৱাৰ পক্ষ আমি সমৰ্থন কৰিব নোৱাৰোঁ। দৈহিক উন্নতি (Material Improvement) পক্ষপাতী ইংৰাজৰ আৰ্হি আধ্যাত্মিক উন্নতিৰ (Spiritual Improvement) উপাসক ভাৰতীয় সমাজত সকলো সময়তে শোভা নাপায়।

**বিহু।**— অসমীয়া হিন্দু সমাজৰ মাজত বিহু এটা ডাঙ্গৰ বিধৰ ধৰ্ম্মোৎসৱ। এই বিহু তিনি বিধ,— বহাগৰ বিহু, কাতিৰ বিহু, আৰু মাঘৰ বিহু। তিনিও বিহুতে তিনি বিধৰ সুকীয়া উৎসৱ। প্ৰত্যেক বিধৰে উৎসৱ সময়োপযোগী আৰু তাৰ উদ্দেশ্য মহৎ। তিনিও বিহুতে অসমীয়া ৰাইজে, বিশেষকৈ পৰিশ্ৰমী খেতিয়ক শ্ৰেণীয়ে তিনি বিধৰ বছেৰেকীয়া জিৰণি লয়। এই প্ৰচলিত প্ৰথাৰ পৰা উপকাৰত বাজে অপকাৰ নাই। কিন্তু, বহাগৰ বিহুৰ উৎসৱ নিচেই তলৰ খাপৰ সমাজত অতিচাৰ হোৱাত, সি সভ্য সমাজত নিন্দনীয় হৈছে। এনে কি, আসামৰ সকলো সমাজৰ ভিতৰুৱা ৰীতি-নীতি ভালকৈ নুবুজা বিদেশীয়ে নীচ শ্ৰেণীৰ ভিতৰত বিহুৰ বাহিৰা উৎসৱাদি দেখি সেই বাবে গোটেই অসমীয়া জাতিকে নিন্দা কৰে। এতেকে, আমাৰ সভ্য আৰু শিক্ষিত সমাজে তলৰ শ্ৰেণীৰ সেই অতিচাৰ দোষ ক্ৰমাৎ মাৰ্জ্জিত কৰি আনিবলৈ যত্ন ৰখা উচিত।

**ভাৱনা।**— অসমীয়াৰ ভাৱনা, বঙ্গালীৰ যাত্ৰা আৰু ইংৰাজৰ থিয়েটাৰৰ একে অৰ্থ। আজিকালি যাত্ৰা আৰু ভাৱনা এৰি বঙ্গালী আৰু অসমীয়া সমাজে "থিয়েটাৰ" নামত মত্ত হৈছে। কাৰণ, থিয়েটাৰৰ ৰুচি মাৰ্জ্জিত, আৰু যাত্ৰা বা ভাৱনাত কিছুমান ডাঙ্গৰ দোষ ৰৈছে। বিশেষ, অসমীয়াৰ ভাৱনাত কথাৰ অৰ্থ আৰু ভাবৰ ভঙ্গীত অমিল বা বিপৰীত লক্ষণ হোৱাটো এটা ডাঙ্গৰ দোষ। ইয়াত বাবেও, যাত্ৰাৰ 'চং' আৰু ভাৱনাৰ 'বহুৱা' এই দুই ভাৱৰীয়াৰ ৰুচিত ডাঙ্গৰ দোষ থকা দেখা যায়। ইত্যাদি আসোঁৱাহবিলাক শিক্ষিত আৰু সভ্য সমাজে শুধৰাই লব পাৰিলে, বঙ্গালীয়ে 'যাত্ৰা' আৰু অসমীয়াই 'ভাৱনা' পাতিয়েই ৰব পাৰে। নিজৰটো সংস্কাৰ কৰি লোৱা হে বিধি; লোকৰ ভাল দেখিলেই তাক সেই গঢ়তে সাবটি ধৰাটো জাতীয় দুৰ্ব্বলতাৰ চিন মাথোন।

**অন্ধবিশ্বাস।**— কথাৰ আগ-গুৰি নাই, "নেপায়" শব্দ এটা আমাৰ মানুহৰ মুখত লগা আছেই। কোনো কৰিব নলগীয়া কাম, কব নলগীয়া কথা এৰুৱাবলৈ অভিভাৱকে সৰু লৰা-ছোৱালীক বা বিজ্ঞজনে অজ্ঞ মানুহক "নেপায়" হাক বচনেৰে ততালিকে বাধা দি ধৰে। কিয় নেপায়, তাৰ ব্যাখ্যা দিয়াৰ আৱশ্যক অভিভাৱকে নেদেখে, বা তাৰ নিমিত্তে সিবিলাকৰ সময় নাই। লৰায়ো সেই হাক-বচন পালন কৰি যায়, কিন্তু 'নেপায়ৰ' অৰ্থ আৰু সিবিলাকে নেপায়গৈ। এই দৰেই ভালেমান অৰ্থশূন্য 'নেপায়' লগ লাগি পিচলৈ সিবিলাকৰ কাৰণ অনুসন্ধান প্ৰবৃত্তি লোপ কৰে, যেই-সেই অবিধি কামতে 'নেপায়' অন্ধবিশ্বাসে বাট লগাওঁতাৰ কাম কৰে। আগেয়ে বা আদিতে প্ৰকৃত অবিধি কাম নিবাৰণত হে 'নেপায়' খাটিছিল, কিন্তু পাচলৈ মানুহৰ এলেহুৱা মুখে যেই-সেই কথাতে 'নেপায়' বচনেৰে পাল মাৰি থোৱা হল। গতিকে, ইয়াৰ সংখ্যা দিনক-দিনে চৰিবলৈ ধৰিলে, কালত এই অন্ধবিশ্বাসেই আমাৰ পুৰণি সমাজক ঘোৰ কু-সংস্কাৰী কৰি বান্ধিলে। সন্তোষৰ কথা, পছিমীয়া সভ্যতাৰ বতাহে সভ্য আৰু শিক্ষিত সমাজৰ গাৰ পৰা সেই কু-সংস্কাৰ আকৌ ক্ৰমাৎ আঁতৰাইছে; এতেকে শিক্ষিত সম্প্ৰদায়ে পুনঃ সংস্কাৰ সাধোঁতে এতিয়াৰ পৰা 'নেপায়'ৰ ব্যাখ্যাৰে সৈতে শিকনি আৰম্ভ কৰিব লাগে।

# ঊষা

**প্ৰথম ভাগ** **তৃতীয় সংখ্যা**

## অসমীয়া সাহিত্য।

### ২। চৈতন্য পটল।

বিবিধ বৈষ্ণৱী পথ।— আমাৰ দেশত শঙ্কৰী, মাধৱী, দামোদৰী, হৰিদেৱী আদি সম্প্ৰদায়বিলাকৰ লগতে চৈতন্যপন্থী বুলি এটি যে সৰু সম্প্ৰদায় আছে, তাক বোধ কৰোঁ অনেকে জানে। এই সম্প্ৰদায় কেতিয়া কাৰ দ্বাৰা এই দেশত প্ৰথমে স্থাপিত হল, তাক জানিবৰ নিমিত্তে আমাৰ বিশেষ আগ্ৰহ আছিল। ওপৰত নাম লিখা পুথি আমাৰ হাতত পৰাত তাৰ পৰা এই বিষয়ে কিছু নতুন তত্ত্ব জানিব পাৰিম বুলি বৰ আশা কৰিছিলোঁ; কিন্তু পুথি খনি আগ-গুৰি মাৰি পঢ়ি চাই তাৰ পৰা যি জানিলোঁ আৰু শিকিলোঁ, আশাৰ জোখাৰে ফল পোৱা হল বুলি ভাব নধৰিলে।

পুথিৰ বৃত্তান্ত।— পুখিখনি আকাৰত নিচেই সৰু তুলাপতীয়া পাত দহোটামান মাথোন। ভাষা অসমীয়া গদ্য, কিন্তু সেয়ে পুৰণি কলীয়া। আখৰবিলাক 'কাইথেলী' নহয় 'বামুণীয়া'; আৰু পুথি খনিত বৰ্ণাশুদ্ধি দোষ নাই বুলিলেও হয়। পুথি খন কামৰূপৰ হাজো দেৱালয়ৰ সেৱাইত এজনৰ ঘৰত পোৱা হৈছিল। পুথি খনৰ এক আধ্যাৰ পাচত "শন্তনিৰ্ণয়" আৰু এঠাইত "চৈতন্য নিৰ্ণয়" ইত্যাদি নানা নাম দেখিবলৈ পোৱা হল। গ্ৰন্থকাৰে পুথি খনৰ আৰম্ভণতে সংস্কৃতেৰে এই দৰে পাতনি কৰিছে।—

"শ্ৰীচৈতন্য মহৎ বন্দে গৌৰ দেহমকন্মৰম্
যদনুগ্ৰহমাত্ৰেন সুদুষ্টা শুচয়ো মতাঃ।
কথাৰূপং বালবোধ সাধুনাং নিৰ্ণয়ং শৃনু,
যস্য স্মৰণ মাত্ৰেন ভবদুৰ্গো বিলঙ্ঘ্যতে।।"

ইয়াত আকৌ "সাধু নিৰ্ণয়" বুলিহে উল্লেখ কৰিছে। আমি কিন্তু ইয়াৰ "চৈতন্য পটল" এই নামকে ৰাখিলোঁ; কিয়নো সৰ্ব্বসাধাৰণৰ মাজত এই নামেই অধিক প্ৰচলিত। পুথিৰ সামৰণিত আছে, "ইতি শ্ৰীকৃষ্ণ ভাৰতী সম্বাদে চৈতন্য পট্টলে অষ্টম পটলঃ।" ইয়াৰ পৰা দেখা যায়, শ্ৰীকৃষ্ণ ভাৰতীয়েই পুথিখনৰ লিখক আছিল। কিন্তু তেওঁ কৰ মানুহ আছিল, সেই বিষয়ে পুথিৰ পৰা একোকে জানিব নোৱাৰি। পুথি খনিত শঙ্কৰদেৱৰ পুত্ৰ পুৰুষোত্তম ঠাকুৰৰ নাম উল্লেখ আছে, আৰু পুথি খনিৰ ভাষাও অতি পুৰণি, এই কাৰণে আমাৰ অনুমানেৰে পুথি খনি শঙ্কৰদেৱৰ দিনতে লিখা হব পায়। নহলে তেওঁৰ অল্পপ দিনৰ পিচতে লিখা হব।

বামুণীয়া হাত।— পুথি খনিৰ পাতনি সংস্কৃত, সামৰণি সংস্কৃত আৰু মাজতো অনেক সংস্কৃত উদ্ধৃত বচন আছে; সেই কাৰণে পুথিখন যে কোনো বামুণৰ লিখা তাক সহজে অনুমান কৰিব পাৰি। পুথিখনৰ লিখক শ্ৰীকৃষ্ণ ভাৰতী যদি হয়, তেনেহলে তেওঁ যে এজন বামুণ আছিল সেই বিষয়ে সন্দেহ কৰিবৰ একো কাৰণ নাই। পুথি খনি আদ্যোপান্ত পঢ়িলে ইয়াকে বুজিব পাৰি যে, পুথি খনৰ ঘাই উদ্দেশ্য হেছে শঙ্কৰদেৱ আৰু মাধৱদেৱ আৰু তেওঁবিলাকৰ মতক তুচ্ছ কৰি দেখুউৱা। এই দেশত প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্ম শঙ্কৰ আৰু মাধৱদেৱৰ প্ৰচাৰিত নহয়, চৈতন্যদেৱৰ প্ৰচাৰিত হে; শূদ্ৰৰ ধৰ্ম্ম শিক্ষা দিবৰ অধিকাৰ নাই; শঙ্কৰদেৱৰ লগত চৈতন্যই দেখাকে নকৰিলে, ইত্যাদি কথাবিলাক যে শঙ্কৰদেৱৰ বিপক্ষবাদীৰ কথা তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। শঙ্কৰদেৱে ধৰ্ম্ম প্ৰচাৰ কৰোঁতে প্ৰথমতে বামুণবিলাকে তেওঁৰ কিমান বিপক্ষতা আচৰণ কৰিছিল তাক বুৰঞ্জীৰ পাঠক মাত্ৰেই জানে। এই পুথিৰ অনেক ঠাইত শঙ্কৰ আৰু মাধৱদেৱক লঘু কৰিবৰ মনেৰে লিখা কথাৰ পাংপতা হৈছে; তাক আমি উচিত ঠাইত উনুকিয়াই দেখুৱাম আৰু সেইবিলাক কথাত তেওঁবিলাকৰ বিপক্ষবাদী বামুণবিলাকৰ হাত ফটফটীয়াকৈ দেখিবলৈ পোৱা যায়।

পুথিৰ বিষয়।— প্ৰথমতে শঙ্কৰাচাৰ্য্য আৰু তেওঁৰ শিষ্যবিলাকৰ বিষয়ে উল্লেখ কৰি শ্ৰীচৈতন্য যে ঈশ্বৰ-অৱতাৰ তাক প্ৰমাণ কৰিব খুজিছে, আৰু বৈষ্ণৱ ধৰ্ম্মৰ তেওঁৱেই ঘাই প্ৰচাৰক, আন-আন দেশৰ ধৰ্ম্ম-প্ৰচাৰক বিলাক তেওঁৰ আজ্ঞাপৰ হে তাক দেখুৱাইছে। তাৰ পিচত ন-বিধ ভক্তিৰ বৰ্ণনা আৰু শূদ্ৰই ধৰ্ম্ম প্ৰচাৰ কৰা শাস্ত্ৰসম্মত নহয় তাক কোৱা হৈছে। তাৰ পিচত শ্ৰীচৈতন্য কামৰূপ দৰ্শন আৰু কামৰূপত চৈতন্য প্ৰথাৰ প্ৰচাৰ আৰু শঙ্কৰদেৱৰ চৈতন্য দৰ্শনৰ নিমিত্তে উৰিষ্যা যাত্ৰা; দমোদৰ-দেৱৰ বিষয়, অনন্ত কন্দলিৰ বিষয়, মাধৱদেৱৰ বৰপেটা সত্ৰৰ নামৰ বুৰঞ্জী এইবিলাক বিষয়ৰ উল্লেখ আছে। বিষয়বিলাকলৈ

চালে পুথি খনি অতি লাগতিয়াল বিধৰ বুলি বোধ হয়।

শঙ্কৰাচাৰ্য্য।— কাশী দেশত বিধবা ব্ৰাহ্মণীৰ গৰ্ভত শঙ্কৰাচাৰ্য্যৰ জন্ম হয়, আৰু তেওঁ দত্তাত্ৰেয় মুনিৰ * ওচৰত দীক্ষিত হৈ বৌদ্ধ ধৰ্ম্ম দূৰ কৰি আকৌ হিন্দুধৰ্ম্ম স্থাপন কৰে। তেওঁৰ শিষ্য চাৰি জন;— (১) মুণ্ডনাচাৰ্য্য (২) সদানন্দ আচাৰ্য্য (৩) পদ্মাচাৰ্য্য আৰু (৪) উদ্ধৰাচাৰ্য্য। তেওঁ চাৰি মঠ আৰু দশ নাম স্থাপন কৰে। চাৰি মঠ—নন্দ, চৈতন্য, স্বপাচাৰ্য্য, প্ৰকাশাচাৰ্য্য; আৰু দশ নাম — পূৰ্ব্বে তীৰ্থ, আশ্ৰম, পশ্চিমে বন, অৰণ্য; উত্তৰে গীৰি, পৰ্ব্বত, সাগৰ; দক্ষিণে সৰস্বতী, পুৰি, ভাৰতী।

চৈতন্য ঈশ্বৰ অৱতাৰ। — "চৈতন্য অৱতাৰ পুৰাণে প্ৰমাণ, কৰ্ম্মতো প্ৰমাণ এইদৰে লিখি তাক ভৱিষ্যত পুৰাণ, নাৰদ পুৰাণ, পদ্ম পুৰাণ, বায়ু পুৰাণ, গড়ৰ পুৰাণ, কৰ্ম্ম পুৰাণ, আৰু দেৱী পুৰাণৰ পৰা শ্লোক উদ্ধাৰ কৰি প্ৰমাণ কৰিব খুজিছে। তাৰ পাচত তেওঁৰ জীৱনৰ কিছুমান অলৌকিক ঘটনাৰ উল্লেখ কৰিছে। ১ম, তেওঁ জন্ম গ্ৰহণ কৰি তিনি দিন মাকৰ পিয়াহ নোখোৱাকৈ আছিল। মাকে তাতে বৰকৈ বেজাৰ কৰা দেখি, সপোনত কলে যে, তেওঁৰ মাক অভকতীয়া; অদ্বৈত্যাচাৰ্য্যৰ ওচৰলৈ গৈ তিনি নাম শিক্ষা কৰিলেহে পিয়াহ খাব। ২য় "একাবৰ পাচ্ছসক" আদি অনেকে তেওঁৰ চতুৰ্ভুজ মূৰ্ত্তি দেখিছে।

চৈতন্যদেৱ বৈষ্ণৱ ধৰ্ম্মৰ ঘাই প্ৰচাৰক।— এই বিষয়ে পুথিত এই দৰে লিখা আছে ঃ— "বাৰানসীৰ পূৰ্ব্ব দেশসকলত ধৰ্ম্মকৰ্ম্মনামৰ নিৰ্ণয় আগে চৈতন্য প্ৰৱৰ্ত্তাইছে; পাচে তান প্ৰৱৰ্ত্তনী মহত্ত্বসকলে ধৰিল। ধৰ্ম্ম— এক শৰণ, কৰ্ম্ম—ভগৱৎ গুণক শ্ৰৱণ, কীৰ্ত্তন, স্মৰ; নাম— তিনি নাম, চাৰি নাম, অষ্ট নাম, ষোড়শ নাম, এক নাম অৰ্দ্ধনাম; এই সবে চৈতন্যৰ নিৰ্ণয় সৰ্ব্ব শাস্ত্ৰৰে সম্মত। চৈতন্যৰ আজ্ঞায়ে বাৰানসীৰ পশ্চিমে ৰামানন্দে ধৰ্ম্মে-কৰ্ম্মে নামৰ নিৰ্ণয় কৰি লোক প্ৰৱৰ্ত্তাল; সাধুসেৱা— কৰ্ম্ম, মানস পূজা— ধৰ্ম্ম, এক নাম, দুই নাম, অৰ্দ্ধনাম, ৰামতাৰক মন্ত্ৰ—(নাম)। এই ৰামানন্দ পৰৱৰ্ত্তনি। উত্তৰে মাধৱাচাৰ্য্য; তান পৰৱৰ্ত্তনি শুনা, নাৰায়ণ, নাম, প্ৰনৱ, দুই অক্ষৰ নাম, ধৰ্ম্ম-ঈশ্বৰ পূজা, কৰ্ম্ম-তীৰ্থাটন। দক্ষিণে বিষ্ণুশ্যামৰ পৰৱৰ্ত্তনি অগ কৃষ্ণৱৰ নাম, মন্ত্ৰ; আত্মপৰিচয়, গুৰু পৰিচয়, যাত্ৰা-মহোৎসৱ, কৰ্ম্ম; সংকীৰ্ত্তন, ধৰ্ম্ম।" পাঠকে অৱশ্যে মন কৰিছে, ইয়াৰ ভিতৰত শঙ্কৰদেৱৰ নামৰ সুংসূত্ৰই নাই। যি জনে এই দেশত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবৰ নিমিত্তে দেশ-ভূঁই, ধন-সম্পত্তি সকলো বিসৰ্জ্জন কৰিলে, তেওঁৰ নাম নেদেখি পাঠসকলে আচৰিত মানিব পাৰে; কিন্তু পুথি খনি লিখাৰ উদ্দেশ্যলৈ চাই, ইয়াত তেওঁৰ নাম নথকা একো আচৰিত হব লগা কথা নহয়।

ন বিধ ভক্তি।— পুথিখনত ন বিধ ভক্তিৰ বিষয়ে এইদৰে উল্লেখ কৰিছে — "শৰণ, ভজন ভক্তি, শ্ৰৱণ, স্মৰণ, অধ্যাসন, শীল, শিক্ষা, স্বভাৱ এহি নৱ প্ৰকাৰ উক্তিৰ আশ্ৰয়।" গ্ৰন্থকাৰে ন বিধ ভক্তিৰ উল্লেখ কৰি, প্ৰত্যেক বিধৰ উত্তম, মধ্যম প্ৰাকৃত অনুসাৰে সংস্কৃতত লক্ষণবিলাক বৰ্ণনা কৰিছে। কথাখিনি জানিবলগীয়া হলেও অনেক ঠাই লাগিব দেখি ইয়াত দিয়া নহল। প্ৰহলাদ চৰিত্ৰত শঙ্কৰদেৱে ন বিধ ভক্তিৰ কথা এইদৰে লিখিছে;—

"শ্ৰৱণ, কীৰ্ত্তন স্মৰণ, বিষ্ণুৰ
অৰ্চ্চন পদ-সেৱন।
দাস্য, সখীত্ব বন্দন বিষ্ণুত
কৰিব দেহা অৰ্পণ।
নৱবিধ ভক্তি বিষ্ণুত আচৰে
সেহিসে পাঠ উত্তম।"

পুথি খনত নবিধ ভক্তি লক্ষণ সংস্কৃত শ্লোক উদ্ধৃত কৰি দেখুৱাৰ মানে বোধ কৰোঁ ইয়াকে বুজোৱা যে, এইবিলাক শঙ্কৰদেৱৰ মত নহয়, বৈষ্ণৱ শাস্ত্ৰৰ মত, আৰু তাক শ্ৰীচৈতন্যদেৱে প্ৰথমে জনসাধাৰণৰ আগলৈ আনিছে; শঙ্কৰদেৱে চৈতন্যদেৱৰ পৰা হে ধাৰ কৰিছে।

শূদ্ৰৰ ধৰ্ম-শাস্ত্ৰত অধিকাৰ নাই আৰু শূদ্ৰই ধৰ্ম্ম শিক্ষা দিব নাপায়, ইয়াক প্ৰমাণ কৰিবলৈ গ্ৰন্থকাৰে ভৱিষ্যত পুৰাণকে আদি কৰি কেইবা ঠাইৰে পৰা মত উদ্ধাৰ কৰিছে; যেনে,—

"শূদ্ৰশিক্ষাং নগৃহীয়াৎ শূদ্ৰদীক্ষাং তথৈবচ
কৃতেচ নৰকং যাতি পিতৃ পিতামহৈং সহ।
শূদ্ৰাৎ পুৰাণ শ্ৰৱণং নিৰ্ম্মালা গ্ৰহণস্তথা
ইহলেকে ভৱেৎ ৰোগী, পৰত্ৰ নৰকং ব্ৰজেৎ।"
ইত্যাদি ইত্যাদি।

গ্ৰন্থকাৰৰ উদ্দেশ্য ভালেই হওক বা বেয়াই হওক, তেওঁ যে এজন শাস্ত্ৰজ্ঞ পণ্ডিত আছিল তাৰ কোনো ভুল নাই। আৰু নিৰপেক্ষ ভাৱে বিচাৰ কৰি চাবলৈ হলে গ্ৰন্থকাৰক সিমান দোষো দিব নোৱাৰি। ভাৰতবৰ্ষৰ সকলো ঠাইতে ধৰ্ম্মশিক্ষা বামুণবিলাকৰ পুৰুষানুক্ৰমিক এদনীয়া ব্যৱসায় আছিল; তেনে স্থলত এজন শূদ্ৰিৰে হঠাৎ সেই ব্যৱসায় কাঢ়ি নিবলৈ কাৰবাৰ

* আমি এঠাইত পঢ়িছো যে, শঙ্কৰাচাৰ্য্য কুমাৰিলা ভট্টৰ শিষ্য, আৰু কুমাৰিলা ভট্ট কামৰূপৰ ব্ৰাহ্মণ আছিল।

কৰা দেখি বামুণবিলাকে যে জাঙ্গুল খাই উঠিব, সি একো আচৰিত হব লগা কথা নহয়। শঙ্কৰদেৱতকৈ কম প্ৰতিভাশালী লোকে তেনে কামত হাত দিয়া হলে আৰু মাধৱদেৱৰ নিচিনা সহায়কাৰী লগত নথকা হলে, কেতিয়াও কৃতকাম হব নোৱাৰিলেহেঁতেন। বিশেষতঃ আমাৰ দেশত বামুণৰ প্ৰতিপত্তি ভাৰতবৰ্ষৰ আন দেশৰ লগত তুলনা কৰিলে নিতান্ত কম; শঙ্কৰদেৱৰ ধৰ্ম্মশিক্ষাই যে শেহত জয় লাভ কৰিলে সিও এটা তাৰ প্ৰধান কাৰণ।

চৈতন্যৰ কামৰূপ দৰ্শন।— শ্ৰীচৈতন্য কামৰূপলৈ অহা বিষয়ে পুথি খনিত এই দৰে লিখিছে,— "মহা প্ৰভু কামৰূপে আহি মাধৱদৰ্শন কৰিলে; বৰাহ কুণ্ডৰ উপৰে শিলৰ ঘোপাত ৰহিল। পাচে ৰত্নেশ্বৰ ব্ৰাহ্মণক শৰণ কৰায়া মাধৱৰ ঠাই ভাগৱত কইবাক আজ্ঞা দিল; তান নাম ৰত্নপাঠক দিলা। আৰু মাগুৰি গ্ৰামৰ কণ্ঠভূষণক দীক্ষা শিক্ষা দিয়া ভাগৱত পাঠ কৰিবাক আজ্ঞা দিলা আৰু কণ্ঠহাৰ কন্দলিক কৃপা কৰি বুলিলা আৰু কণ্ঠভূষণক বুলিল, তোমৰা পাঠ পূজা কৰি প্ৰীতিয়ে থাকিবা। এহি আজ্ঞা দিয়া মহাপ্ৰভু জগন্নাথক মায়া মঠৰ ভিতৰে যোগসন কৰি ৰহিল।"

এই কথাটো কিমান সঁচা তাক কোৱা টান। বঙ্গলা ভাষাত শ্ৰীচৈতন্যৰ যি কেইখন চৰিত্ৰ আছে তাত তেওঁ কামৰূপলৈ অহা বিষয়ে কোনো উল্লেখ নাই, অথচ কামৰূপত প্ৰচলিত জন-প্ৰবাদে এই পুথিৰ কথা সমৰ্থন কৰে। হাজোৰ মাধৱদেৱালয়ৰ ওচৰত থকা বৰাহ কুণ্ডৰ ওপৰত যি এটা শিলৰ গুহা আছে তাত কিছুদিন শ্ৰীচৈতন্য বাস কৰিছিল বুলি হাজোৰ মানুহৰ দৃঢ় বিশ্বাস আৰু সেই গুহাক এতিয়াও মানুহে "চৈতন্য ঘোপা" বোলে। আৰু মাধৱ দেৱালয়ৰ খটখটিৰ নামনিত দোমঠাৰ ওচৰত থকা এচটা শিলত কমণ্ডলু, আম আৰু কল এক আখিৰ অস্পষ্ট চিন আছে, তাক বুঢ়ালোকে চৈতন্যদেৱৰ সঁজুলিৰ চিন বুলি এতিয়াও আঙ্গুলিয়ায়, আৰু শিলৰ ওপৰত যি ঠাইত চৈতন্যই কঠ পাৰি বহিছিল তাত কঠৰ চিন আজিলৈকে আছে বুলি বহুত মানুহে বিশ্বাস কৰে।

আমাৰ দেশত "চৈতন্য-পন্থী" সম্প্ৰদায়ৰ আবিৰ্ভাৱ, এই পুথিৰ কথা আৰু জনশ্ৰুতি বিশ্বাস কৰিলে, সহজে বুজিব পাৰি। কিন্তু চৈতন্য চৰিতত এই ঘটনাৰ উল্লেখ নথকাত অকল এই পুথি খন বা জনশ্ৰুতিৰ ওপৰতে নিৰ্ভয় কৰি ইমান এটা গুৰুত্বৰ কথা সঁচা বুলি প্ৰচাৰ কৰা কিমান যুক্তিসঙ্গত তাক পাঠকসকলে ভাবি চাব। এই পুথি খনৰ যেতিয়া প্ৰকাশ্য অভিপ্ৰায় হৈছে আসামদেশত প্ৰচলিত বৈষ্ণৱ ধৰ্ম্ম শ্ৰীচৈতন্যৰ প্ৰচাৰিত বুলি প্ৰমাণ কৰা, তেনেস্থলত ইয়াত লিখা কথা এটাক নিৰপেক্ষ সত্য বুলি ধৰাত ঠিক নহয়।

চৈতন্য-পন্থীৰ প্ৰৱৰ্ত্তন।— কামৰূপত চৈতন্যৰ পথ কেনেকৈ প্ৰৱৰ্ত্তন হ'ল, পুথিত এইদৰে লিখিছে।—

"কামৰূপ দেশত যেমতে শ্ৰীচৈতন্য গোসাঞীৰ প্ৰৱৰ্ত্তনি সম্প্ৰদায় ঈশ্বৰ ভক্তি, শৰণ, ভজন হৰিৰ নাম, ভাগৱত গীতা, যতেক মহোৎসৱ প্ৰৱৰ্ত্তিল তাক কহি। এই কামৰূপ দেশ পূৰ্ব্বে জলা আছিল। মাধৱৰ থানে মঠ নাছিল। কিন্তু মালী, তেলী, কুমাৰ-চমাৰ দুই চাৰি ঘৰ কোঁচ, কছাৰি, আছিল। পৰগণাৰ মাজে মাজে দুই-চাৰি ঘৰ কোঁচ-কছাৰি আছিল। ব্ৰাহ্মণ সজ্জন বিশেষ নাছিল। পাচে নৰনাৰায়ণ ও চিলাৰাই দুই ভাই কামৰূপে ৰাজা হৈল। মাধৱৰ ঠাই মঠ বান্ধিল। পাচে কামৰূপক উত্তম দেশ দেখি বৌটাটেমনি, নাৰায়ণপুৰ, বনিয়া, ব্ৰহ্মপুৰ, বৰদোৱা এইসকল ব্ৰাহ্মণ, কায়স্থ, কুলিন, তাঁতী, যুগী, সকলক আনি কামৰূপে বসতি কৰিল।" এই খিনিলৈকে আমাৰ কব লগীয়া একো নাই; প্ৰকৃতপক্ষেও এইবিলাক কথা বুৰঞ্জী মতে সঁচা। কিন্তু চৈতন্য দেৱে "মাধৱ দৰ্শন কৰিবলৈ আহোঁতেহে বোলে শ্ৰীমদ্ভাগৱত এই দেশলৈ আনিছিল; তাৰ আগেয়ে এই দেশত ভাগৱতৰ নাম কোনেও নাজানিছিল, এই কথা যে সম্পূৰ্ণ মিছা তাক প্ৰমাণ কৰিবৰ একো সকাম নাই। পুথি মতে, শঙ্কৰদেৱ, দামোদৰদেৱ, কণ্ঠভূষণ আৰু ৰামৰাম গুৰুৱে একে লগে থাকি শ্ৰীচৈতন্যই দিয়া শৰণ, ভজনৰ পুথি দেখুৱাই দুই-চাৰি জনক হৰিৰ নাম দিছিল। কাজেই গ্ৰন্থকাৰৰ অভিপ্ৰায় হৈছে ইয়াকে প্ৰমাণ কৰা যে, অসমত প্ৰচলিত বৈষ্ণৱ ধৰ্ম্মৰ আদি সম্প্ৰদায় হৈছে চৈতন্যপন্থী; আনবিলাক সম্প্ৰদায় তাৰ ঠাল-ঠেঙ্গুলি মাথোন।

শঙ্কৰদেৱৰ উৰিষ্যা যাত্ৰা।— হাজোৰ ৰত্ন পাঠকৰ মুখত শ্ৰীচৈতন্য জগন্নাথ ক্ষেত্ৰলৈ যোৱা শুনি শঙ্কৰদেৱে ৰামৰাম গুৰুক লগত লৈ গঙ্গা স্নান কৰিবৰ নিমিত্তে আৰু চৈতন্যক দেখা কৰিবৰ মানসে, পশ্চিমলৈ যাত্ৰা কৰিলে। গঙ্গা স্নান কৰি জগন্নাথ ক্ষেত্ৰলৈ গৈ তেওঁ প্ৰথমতে চৈতন্য দেৱৰ লগৰীয়া ব্ৰহ্মহৰি দাসক লগ পায়। তেওঁ ব্ৰহ্মহৰি দাসৰ আগত চৈতন্যৰ লগত দৰ্শন কৰিবৰ অভিপ্ৰায় জনালে। কিন্তু ব্ৰহ্মহৰি দাসে সেই কথা চৈতন্যক জনালত চৈতন্যই শূদ্ৰক দেখা নিদিও বুলি কলে। যি চৈতন্যদেৱে মছলমানকো দলত ভুক্ত কৰিছিল সেই চৈতন্যদেৱে শূদ্ৰক দেখা কৰিবলৈ অস্বীকাৰ কৰা কিমান সঁচা হব পাৰে তাক পাঠকে এবাৰ ভাবি চাব। গ্ৰন্থকাৰে শঙ্কৰক তুচ্ছ কৰিবই নিমিত্তেই যে এই কথা লিখিছে তাৰ সন্দেহ নাই। সি যিকি নহওক, হৰিদাসে

তেওঁক এই বুলি বুদ্ধি দিলে যে তোমালোকে কীৰ্ত্তন পাতাঁ; সংকীৰ্ত্তন শুনিলে চৈতন্য আপুনি ওলাই আহিব। সেই উপদেশ মতে ৰামৰাম গুৰু আৰু শঙ্কৰদেৱে সংকীৰ্ত্তন পাতিলে। কীৰ্ত্তনৰ ধ্বনি শুনি চৈতন্যে অলপমান বেলি মঠৰ পৰা ওলাই আহি নৃত্য কৰি আকৌ মঠৰ ভিতৰত সোমাই যোগত বহিল; শঙ্কৰদেৱে সেই কথাৰ ততকে ধৰিব নোৱাৰিলে। হৰিদাসে সেই কথা শুনি কলে যে, চাৰিদণ্ড ৰাতি থকাত মহাপ্ৰভু সাগৰত স্নান কৰিবলৈ যায়। তোমালোকে মঠৰ দুৱাৰ মুখতে বহি থাকিলে চৈতন্যক দৰ্শন পাবা। শঙ্কৰদেৱে ৰামৰাম গুৰুৱে সৈতে গোটেই ৰাতি মঠৰ দুৱাৰমুখতে বহি থাকিল। আৰু চৈতন্যই স্নান কৰিবলৈ ওলাই যাওঁতে দেখা পালে। কিন্তু একো কথা-বাৰ্ত্তা হব নোৱাৰিলে। ইমান প্ৰবন্ধ কৰিও চৈতন্যৰ লগত কথা-বাৰ্ত্তা হবলৈ নাপাই শঙ্কৰদেৱে মনত বৰ দুখ পালে। পিচত শঙ্কৰদেৱে হৰিদাসৰ দ্বাৰা চৈতন্য দেৱক সোধালে যে, "কলিত ভক্তি কাহাত বহিব;" চৈতন্যদেৱে মুখেৰে একো নকৈ তেওঁ কমণ্ডলুৰ পানী দুৱাৰ চলিত ঢালি দেখালে। হৰিদাসে শঙ্কৰদেৱক তাৰ অৰ্থ এইদৰে বুজাই দিলে যে, 'উচ্চত জল ঢালিলে নীচত হে বহে। ভক্তিও প্ৰেমৰস হীনত ৰয়; দাম্ভিক মানীৰ ঠাই নাৰহে।" চৈতন্যদেৱে শৰণ ভজন নামৰ পুথি দেৱ দামোদৰৰ নিমিত্তে ৰামৰাম শৰ্ম্মাৰ হাতত দিলে আৰু নাম মানিকাৰ সাত-শ শ্লোকৰ পুথি শঙ্কৰক দিবলৈ কৈ কলে যে, এইপুথি সেই দেশত প্ৰচাৰ কৰক; আৰু কলে যে শঙ্কৰে কণ্ঠভূষণৰ মুখে ভাগৱত শুনি ভাগৱতৰ কথা কৰিব। শঙ্কৰদেৱে জগন্নাথৰ প্ৰসাদ ভক্ষণ কৰি কামৰূপলৈ ঘুৰি আহিল আৰু কণ্ঠভূষণক মাগুৰি গ্ৰামৰপৰা অনাই তেওঁৰ মুখে ভাগৱতৰ ব্যাখ্যা শুনি তাৰ পদ কৰিলে।

এইবিলাক কথা যে শঙ্কৰদেৱক তুচ্ছ প্ৰমাণ কৰিবৰ নিমিত্তে লিখা হৈছিল তাক সহজে বুজিব পাৰি। এইবিলাক কথাৰ অনেক অংশ যে বুৰঞ্জীৰ মতে মিছা তাক বহলাই আলোচনা কৰাৰ কোনো আৱশ্যক নাই। গ্ৰন্থকাৰে চৈতন্যদেৱৰ গৌৰৱ বঢ়াবলৈ যাওঁতে যে তেওঁৰ চৰিত্ৰত কলঙ্ক আৰোপ কৰিছে তাক বোধ কৰোঁ তেওঁ বুজিব পৰা নাছিল।

দামোদৰদেৱ।— পুথি খনিত দামোদৰদেৱৰ বিষয়ে এইদৰে লিখা আছে,— "শ্ৰীদামোদৰদেৱ ৰামৰাম ঠাকুৰ, শঙ্কৰ দাস, মাধৱ দাস এই চাৰি 'মোহন্ত' পাটবাউসীৰ সত্ৰত আছিল। শ্ৰীভগবান দেৱ, শ্ৰীগোপাল মিশ্ৰ, শ্ৰীপাঠক চন্দ্ৰ, শ্ৰীকৃষ্ণদেৱ, শ্ৰীকবিৰত্ন, শ্ৰীবলোৰাম, শ্ৰীনৰসিংহ, শ্ৰীযদুদাস, শ্ৰীকমলাকান্ত, শ্ৰীগোবিন্দদেৱ, শ্ৰীপৰমানন্দ, শ্ৰীৰঘুনাথ, শ্ৰীবনমালী দাস, শ্ৰীগোবৰ্দ্ধন এইসকলকে আদি কৰি অনেকে দামোদৰদেৱৰ ওচৰত দীক্ষা লৈ তেওঁৰ আজ্ঞামতে প্ৰবৰ্ত্তিছিল। এওঁবিলাকৰ ভিতৰত সন্তদেৱ, হৰিদেৱ, বংশীগোপাল, ৰামদাস, যাদবেন্দ্ৰ সন্ন্যাসী, অনন্ত কন্দলি, নিত্যানন্দৰ সেৱক। এওঁবিলাকে মুকুন্দ ৰাম ব্ৰহ্মচাৰীৰ ওচৰত দীক্ষা লৈ মানুহক শৰণ দিছিল। দামোদৰদেৱৰ সম্প্ৰদায়ৰ লগত এওঁবিলাকৰ শিষ্যৰ বাদ-বিসম্বাদ হবলৈ ধৰিলে। হৰিদেৱে আৰু সন্তদেৱে চৈতন্যৰ মত প্ৰবৰ্ত্তাব খোজাত দামোদৰদেৱৰ শিষ্যে তাত ব্যাঘাত জন্মোৱাত তেওঁবিলাক দুয়ো পাটবাউসীলৈ আহি দামোদৰদেৱৰ আগত আপত্তি কৰিলে। দামোদৰদেৱে তেওঁবিলাকৰ আপত্তি শুনি কলে যে, চৈতন্যদেৱে আমাক আজ্ঞা কৰিছে, ব্ৰাহ্মণক প্ৰণৱ পূৰ্ব্বক চাৰি নাম দিবা, আৰু শূদ্ৰাদিক তিনি বা দুই নাম দিবা। দামোদৰদেৱৰ এই কথাত সকলোৱে সন্মত হল আৰু তেতিয়াৰপৰা হৰিদেৱে আৰু সন্তদেৱে তিনি নামকে সাৰ কৰি ললে। দামোদৰদেৱে আৰু কলে যে, যি নিতে একলক্ষবাৰ জপ কৰিব সিহে মানুহক শিচ ভজাব পাৰিব।"

অনন্ত কন্দলি।— অন্তত কন্দলি মুকুন্দৰাম ব্ৰহ্মচাৰীৰ শিষ্য। কিন্তু তেওঁ লোকক শৰণ নভজাই যোগ অভ্যাস কৰি থাকিল। পিচে, মণিকূটত মূৰ্দ্ধাস্ফূট হৈ প্ৰাণত্যাগ কৰোঁ বুলি বায়ু ধাৰণ কৰিলে; কিন্তু প্ৰাণ বায়ুক মূৰলৈ নিব নোৱাৰি পেট-ফাটি মণি-কূটতে প্ৰাণত্যাগ কৰিলে। অনন্ত কন্দলিৰ গুৰু মুকুন্দৰাম ব্ৰহ্মচাৰীয়ে কামাখ্যা দৰ্শন কৰি পুব দেশলৈ গল। তাতে কিছু দিন আছিল; পিচে অসম ৰজাই দোষ পাই তেওঁক কাটি পেলালে। এনে প্ৰবাদ আছে যে, ব্ৰহ্মচাৰীৰ গাৰ পৰা গাখীৰৰ বৰণীয়া বগা তেজ বাজ হৈছিল। সেই সময়ত দেশত এটা ডাঙ্গৰ ভুঁইকপ হৈ ৭ দিন ৭ ৰাতি আছিল।

মাধৱদেৱ।— পুথি খনত অকল যে শঙ্কৰদেৱকে লাঘৱ কৰিছে এনে নহয়, তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱকো যিমান পাৰিছে তিমান নিন্দা কৰিছে। শঙ্কৰদেৱৰ লগত মাধৱদেৱৰ প্ৰথম দৰ্শন সম্বন্ধে যি লিখিছে, সি আন পুথিত লিখাৰ লগত মিলে; আৰু সেই সম্বন্ধে আমাৰ একো কবলগীয়া নাই। মাধৱদেৱে শঙ্কৰদেৱৰ লগত তৰ্ক-যুদ্ধত পৰাজিত লগত, শঙ্কৰদেৱৰ ওচৰত শৰণ লবৰ অভিপ্ৰায় প্ৰকাশ কৰিলে। শঙ্কৰদেৱে উত্তৰ দিলে যে, তেওঁ শূদ্ৰ বাবে শ্ৰীচৈতন্য দেৱে তেওঁক শৰণ দিবলৈ বাধা কৰিছে, এতেকে মাধৱদেৱে ৰামৰাম গুৰুৰ ওচৰত বা দামোদৰদেৱৰ ওচৰত শৰণ লোৱা উচিত। মাধৱদেৱে ৰামৰাম গুৰুক জাজক ব্ৰাহ্মণ বাবে আৰু দামোদৰদেৱ বঙ্গালী বাবে, তেওঁবিলাক দুজনৰ ওচৰত দীক্ষিত

হবলৈ সম্মত নহল, আৰু কলে বোলে মোক কাৰো উপদেশ নেলাগে, আপোনাক সেৱা কৰি থাকিম। শঙ্কৰদেৱে শ্ৰীচৈতন্য-দেৱে তেওঁক দিয়া নামমালিকা পুথিখন মাধৱক দি কলে যে, তুমি এই শ্লোকবিলাক অসমীয়া ভাষাত ভাঙ্গি ঘোষা কৰা। পুথিখনত সাত-শ শ্লোক আছিল। মাধৱে সাত-শ শ্লোকৰ ঘোষা কৰি ভৱানীপুৰীয়া গোপালক দিলে, আৰু তেওঁ শ্ৰীৰামক দিলে। শ্ৰীৰামে তিনি-শ ঘোষা খোহা দি "হাজাৰী ঘোষা" কৰিলে। সেই তিনি-শ ঘোষাৰ মূল নাই। মাধৱে আন গুৰু নলৈ ঘোষা পুথিকে গুৰু মানিলে। শঙ্কৰদেৱৰ পৰকাল হবৰ সময়ত তেওঁ মাধৱদেৱক মাতি আনি কলে বোলে মোৰ পুত্ৰ পুৰুষোত্তম নাবালক, এতেকে মোৰ কৰমালা আৰু ধৰ্ম্মৰ পুথি তোমাক সঁপিলোঁ; পুৰুষোত্তম ডাঙ্গৰ হলে তাক এই বস্তু দি কবা যে, শ্ৰীচৈতন্যদেৱে শূদ্ৰক গুৰু হবলৈ মানা কৰিছে, সেই গুণে সি যেন গুৰুৰ ভাৰ নলয়। মাধৱে শঙ্কৰদেৱৰ প্ৰেত-কাৰ্য্য শেষ কৰিলে। শঙ্কৰদেৱে পুৰুষোত্তমক দিবলৈ তেওঁৰ হাতত যি বস্তু দিছিল তাক তেওঁ গোপন কৰি থলে, আৰু মানুহৰ আগত প্ৰকাশ কৰিলে যে, তেওঁক সৎপাত্ৰ দেখি শঙ্কৰদেৱে নিজ ধৰ্ম্ম তেওঁতে থাপিলে। যি মানুহে তেওঁৰ ওচৰত শৰণ লবলৈ আহে, তাক পুথিতে শৰণ লগায়, আৰু কয় বোলে কলিত গতি দিব পাৰে এনে গুৰু বিৰল; সেই গুণে গুৰুক শৰণ নহলেও হয়। তেওঁ কৰা ঘোষা পুথিখনৰ মূল যে শ্ৰীচৈতন্যৰ পৰা পাইছিল তাকো কাৰো আগত প্ৰকাশ নকৰে।

মাধৱদেৱৰ নিচিনা পৰম ঐকান্তিক ভকতৰ ওপৰত এনেবিলাক মত প্ৰকাশ কৰাত গ্ৰন্থকাৰৰ অভিপ্ৰায় কি আছিল তাক আৰু পাঠকক বিবৰি কবৰ সকাম নাই।

বৰপেটা —। বৰপেটা মহাপুৰুষীয়া ধৰ্ম্মৰ এখনি পৱিত্ৰ থান। সেই থানৰ উৎপত্তি সম্বন্ধে আমাৰ গ্ৰন্থকাৰে যি মত প্ৰকাশ কৰিছে তাৰ সঁচা-মিছা সম্বন্ধে বিশেষকৈ কোৱাৰ একো আৱশ্যক নাই। কিন্তু কথাটো হাঁহি উঠা দেখি পাঠকসকলৰ অৱগতিৰ নিমিত্তে দিয়া হল। পুথিখনত সেই বিষয়ে এই দৰে লিখা আছে—পাটবাউসীৰ উত্তৰে চাউলখোৱা নদীৰ তীৰত ভাল জল-থল দেখি মাধৱদেৱে তাতে সত্ৰ পাতিবৰ মন কৰিলে। যি ডোখৰ মাটি তেওঁ সত্ৰৰ নিমিত্তে মনোনীত কৰিলে, সি বৰপেটা নামে গৰীয়া এটাৰ আছিল। মাধৱদেৱে তাক মাটিখিনি খোজাত সি দিবলৈ গাত ললে, কিন্তু মূল্যৰ বাবে তাৰ এটা কথা ৰাখিবলৈ মাধৱদেৱক অঙ্গীকাৰ কৰালে। সি পিচত কলে যে, থানৰ নাম তাৰ নামে ৰাখিব লাগে। মাধৱদেৱে ইচ্ছা নথকাতো অঙ্গীকাৰত বন্ধ হৈ মছলমান এটাৰ নামেৰে থানৰ নাম ৰাখিলে।

উপসংহাৰ ।— এই পুথিখনিত শঙ্কৰ-মাদৱদেৱৰ প্ৰচাৰিত ধৰ্ম্মক চৈতন্যদেৱৰ চাৰিত বুলি কোৱা স্বত্বেও সেই কথা কোনেও বিশ্বাস নকৰে ; কিয়নো এই বিষয়ে আজিলৈকে শেষ সিদ্ধান্ত এতিয়াও হোৱা নাই। পুথিখনত কথাবিলাক যেনে ভাৱে লিখিছে তাক পঢ়ি কোনেও নিৰপেক্ষ ভাবে লিখিছে বুলি কব নোৱাৰে। এইবিলাক দোষ থকা স্বত্বেও পুথিখনৰ মূল্য নাই বুলিব নোৱাৰি। কিয়নো, শঙ্কৰ আৰু মাধৱদেৱক সেই সময়ৰ ব্ৰাহ্মণ বিলাকে কেনেকৈ বিদ্বেষ কৰিছিল, এই সৰু পুথিখনি তাৰ এখন ফটফটীয়া বুৰঞ্জী, আৰু সেই কাৰণেই পুথিখনি মূল্যবান আৰু অসমীয়া সাহিত্য ভঁড়ালত ঠাই পাবলগীয়া। পুথিখন কোনোবাই প্ৰকাশ কৰিলে, তেওঁ সকলোৰে ধন্যবাদৰ পাত্ৰ হব।

# মৰণ।

এখুজি দুখুখি মৰণৰ পিনে
আগুৱাওঁ লাহে লাহে
ভুলে-চুকে হাঁয় শেহৰ বাতৰি
এবেলি মনলৈ নাহে।
এদিন আছিলোঁ, কেঁচুৱা লৰাটি
সোঁট-মোচ পৰি-মৰা;
হম নে হে মই, এফেৰি ডাঙ্গৰ,
দেও দি ফুৰিব পৰা?
হলো-চেমনীয়া, মোৰ কপালত
নাই নে কি ডেকা কাল?

আহি ডেকা-ঢল, জামৰি পৰিল;—
আৰু কোৰা কিবা ভাল?
হলোঁ আদহীয়া, মনত ভাবিছোঁ,
অভিজ্ঞতা মোৰ নাই;
বুঢ়া হলে জানো, যশস্যা লভিম,
মথিয়ন নাম পাই।
বুঢ়া কাল মোৰ, যেতিয়া পকিব,
আশাৰ পৰিব ওৰ;
মৰণৰ কথা, মনলৈ আহিব,
তেতিয়া হে জানো মোৰ!
মৰণৰ মন্ত্ৰ, কোনেনো শিকাব,
একেদিনাখনে মোক;
তেতিয়া কান্দিলে, কি হব কি হব,
মিছাতে কৰিলে শোক!
কিয় আগুৱাওঁ, কি নো বা উদ্দেশ্য,
একোকে নুবুজোঁ মই;
মৰণৰ আঁৰ- কাপোৰ দাঙ্গিলে,
সিপাৰে কি পাম গই?
অচিনাকি ঠাই, চিনা-জনা নাই,
কোনে মোক দিব বুদ্ধি।
নিজৰ সম্বল, নাই ফুটা-কৰি,
ধৰ্ম্মৰ টুপলি উদি।
জ্ঞান হেৰুৱাই, কণামুনা হই,
আলে-জালে দিন নিওঁ;

ৰাতিপুৱা হলে, দুপৰৰ ভাত,
খাবলই বাট চাওঁ।
দুপৰ আহিলে, আবেলিৰ পিঠা,
খাবলৈ টোপালি পাৰোঁ;
আবেলি আহিলে, সন্ধিয়া বতাহ,
লবলৈ হেঁপাহ কৰোঁ;
সন্ধিয়া বেলিকা, ৰাতিৰ টোপনি
অহালই খাপ লওঁ;
শোওঁতে পুৱাৰ, চাহৰ কথাটি;
বুকুত সাবটি থওঁ।
এবাৰ নেভাবোঁ, মৰণ বাটে দি;
যাওঁ মই খাপে খাপে;
পলে পলে মই, আগুৱাওঁ মানে
শ্মশান ওচৰ চাপে!
নেজানি নুশুনি, ই বাটে আহিলোঁ,
পিচুৱাওঁ কেনেকই;
পিচুৱাব যদি, নোৱোৰোঁ হে বোলা,
আৰু নাগুৱাওঁ দেই।
একে ঠৰে থাকোঁ, খোজ কাঢ়িবৰ,
সমূলি নেযায় মন;
ৰই থাকিবৰ মন্ত্ৰ মোক দিব
আছে নে কোনোবা জন?

—শ্ৰীবেণুধৰ ৰাজখোৱা।

# বাণিজ্য।

## (২য়, সংখ্যাৰ ৫৩ পিঠিত এৰাৰপৰা।)

“মহাজনো যেন গতঃ স পন্থাঃ” এই বাক্যটিকে শিৰোধাৰ্য্য কৰি অসমীয়া ৰাইজে বৰ্ত্তমান অৱস্থাত ব্যৱসায় ক্ষেত্ৰত গুৰিৰেপৰা আৰম্ভ কৰি কাম কৰাটোৱেই হে বুদ্ধিমানৰ কাম যেন বিবেচনা হয়। মই আগেয়ে কৈ আহিছোঁ যে, আগৰ ভাৰতবাসীয়ে কেৱল পথাৰৰ উৎপন্ন আৰু হাবিৰ উৎপন্ন বস্তুৰেই হে প্ৰথমে কাৰবাৰ চলাইছিল; বুদ্ধি-কৌশলৰ উৎপন্নেৰে কাৰবাৰ চলোৱা নাছিল। যদিও এতিয়া সেই দিনৰপৰা অনেক বিষয়ে অনেক উন্নতি হৈছে, তথাপি কাৰবাৰ ক্ষেত্ৰত নতুন শিকাৰু অসমীয়াৰ পক্ষে আকৌ পুৰণা প্ৰথাকে নতুনকৈ অৱলম্বন কৰা উচিত বোধ হৈছে। খেতি-বাতি আৰু নিপুণতাৰ কামত হানি-বিঘিনিৰ বিশেষ আশঙ্কা, আৰু মূলধনৰ বেচি প্ৰয়োজন দেখি সম্প্ৰতি আমাৰ ক-ফলাৰেপৰা বাট বুলা ভাল। হাবি-পথাৰত উৎপন্ন বস্তুৰে সৈতে কাৰবাৰ কৰিবলৈ বেচি টকাৰো প্ৰয়োজন আৰু বুদ্ধিৰো বেচি খৰছ কৰিব নেলাগে। এই কাৰবাৰৰপৰা

আৰ্থিক অৱস্থা অলপ-অচৰপ ৰ-ৰৈয়া কৰি, পিচে হে কল-কাৰখানা কৌশলৰ উৎপন্নৰ বিষয়ে চিন্তা কৰিব লাগে। অৱশ্যে, যাৰ অৱস্থা ভাল, টকা-পইচাৰ যোগান যথেষ্ট আছে, তেওঁলোকে এতিয়াও সেইবিলাক কামত হাত দিব পাৰে। আসামৰ হাবিত ঈশ্বৰৰ অনুগ্ৰহত বেত, বাঁহ, খেৰ, ঘাঁহ, কাঠ, ইকৰা, পদুমশলি (তাৰপৰা ছাতিৰ নাল হয়) তুলা, কপাহ, কস্তুৰি, ৰবৰ, লা, মৌ, মৌসিটা, পহুৰ শিং, ম'হৰ শিং আৰু হাতীৰ দাঁত এতিয়াও বহুত পৰিমাণে পোৱা যায়। গৰু. ম'হ, ছাগলী, আদি ছালো বিচাৰিলে পাবলৈ আছে। ইয়াৰ বাহিৰেও পথাৰৰ উৎপন্ন বস্তু আৰু হাতেৰে সজা-পৰা, বোৱা-কটা এৰি, মুগা, পাট আদি বস্তুও গাঁৱে গাঁৱে বিচাৰি আনি বিদেশলৈ চালান কৰিবলৈ আছে। হানি-লোকচানৰ বিশেষ ভয় নাই; কাৰণ লোকৰ হাতৰপৰা বস্তু টকা দি আনিবা আৰু বাহিৰে বাহিৰে তাক চালান কৰিবা। ইয়াত টকাও বেচি নেলাগে; কাৰণ টকাটো সোনকালে সোনকালে চলিবলৈ পাব, যি টকা লগোৱা যায় সি আকৌ সোনকালে লাভে সৈতে হাতলৈ ঘূৰিব। এইবিলাক কাৰবাৰত নিজৰ অলপ বেচি পৰিশ্ৰমৰ দৰ্কাৰ হব। মানুহ এজাক গোটাব লাগিব। আৰু, কাম কৰা বহুতে কয় যে, আসামত কাম কৰাবলৈ মানুহকে পাবলৈ টান। সেয়ে আকৌ মুখে মুখে বাগৰি প্ৰায় আটাইৰে মুখত আপত্তিৰ কাৰণ হৈছেগৈ। অৱশ্যে, পোনেই মানুহ বুলিলেই মানুহ পোৱাটো টান হয়; কিন্তু অলপ পুৰুষাৰ্থ কৰিলে আৰু অৰ্থকৰী কাম উলিয়াই দিলে যে মানুহ পোৱা টান হব এই কথা বেগতে বিশ্বাস কৰিব নোৱাৰি। অসমীয়া ইতৰ মানুহে এতিয়ালৈকে নিজৰ হালখনৰ বাহিৰে পইচা উলিওৱা বেচি বাট দেখা নাই, কিন্তু সদায় একে অৱস্থাই কোনো দেশতে কেতিয়াও তিষ্ঠিব নোৱাৰে। জনদিয়েক জনা-বুজা মানুহে যদি কোনো কাম উলিয়াই গোটাচেৰেক গাঁৱলীয়া মানুহক বুজাই-বৰাই কামত লগাই দি পইচাৰ বাট মুকলি কৰি চকু-গজা কৰি দিয়ে, সেই মানুহেই আৰু আন মানুহক সিহঁতৰ দৃষ্টান্ত দি কামত লগাবগৈ। সকলো পইচাৰ বশ যেতিয়া, পইচা হাতত পৰিলেই বহুতো আগেয়ে নোলোৱা মানুহ কামলৈ ওলাব। এই কথাৰ প্ৰমাণ অলপতে দুই-এটা দেখাও গৈছে।

আসামত ৰেল, জাহাজ, ডাকঘৰ, টেলিগ্ৰাফ অফিচ আদিৰ সুচল হোৱাত আগতকৈ কাৰবাৰৰ বাট বহুত উজু হৈছে। আন কি, ৰেলৰ আলি হাবিৰ মাজেদি যোৱাত হাবিৰ উৎপন্ন বস্তুৰ কাৰবাৰৰ বিশেষ সুবিধা হৈছে। কোনো কোনো বস্তুৰ ৰেল ভাড়া, জাহাজ ভাড়া, বেচি বুলি অনুমান হলেও, সেই সেই বস্তু বেচি পৰিমাণে চালান কৰিব পাৰিলে ৰেল-জাহাজৰ আচল গৰাকীলৈ আবেদন কৰিলে ভাড়াও সুবিধাকৈ দিয়া দেখা গৈছে।

আমাৰ এটা দোষ যে, আমি একেবাৰতে ধনী হবলৈ বিচাৰোঁ, আৰু এবাৰ অকৃতকাৰ্য্য হলেই নিচেই নিৰুৎসাহী হৈ পৰোঁ। এইটো কথা সদায় মনত ৰাখিব লাগে যে, একে দিনাই কোনো কতো ধনী হোৱা নাই, আৰু কাৰো দিন অবিচ্ছেদ সুখ-ভোগত যোৱা নাই। এনেকৈ চাবলৈ গলে, সদায় একেৰাহে সুখত দিন যোৱাটো বেয়া হে। জ্ঞানী লোকসকলে কৈ গৈছে যে, কামৰ নিষ্ফলতাই মানুহক বহুত সময়ত উপকাৰ হে কৰে, আৰু সংসাৰৰ খলা-বমাত দুবাৰ-এবাৰ ভৰি পিচলা বেয়া বুলিব নোৱাৰি। বাৰম্বাৰ জুইত পুৰিলে সোণৰ যেনেকৈ জেউতি টুটক চাৰি বেচি হে হয়, আৰু তাৰ বেচি বিশুদ্ধতাৰ প্ৰমাণ হে পোৱা যায়, তেনেকৈ বাৰদিয়েক টানে-মস্কিলে পৰিলে মানুহৰ বুদ্ধি হে বাঢ়ে আৰু আগলৈ কামত বেচি পাৰ্গত হে হয়। ধাৰাসাৰে সদায় উজু বাটে চলি থাকিলে কেতিয়াবা মস্কিলত পৰিলে হতবুদ্ধি হৈ বৰ বিপদত পৰিব লগাত পৰে। সেই দেখি কেতিয়াবা অকৃতকাৰ্য্য হলে বা কোনো বিপদত পৰিলে মানুহ হতাশ হোৱা উচিত নহয়। প্ৰথমে কৰা যেই সেই কামত অলপ ঘূণ থাকেই। সেই দেখি, কাৰবাৰত পোনতে দুই-এবাৰ তাৰ আও-ভাও ভালকৈ নুবুজাৰ কাৰণে কম লাভ বা লোকচান হব পাৰে; কিন্তু দিন পুৰণি হোৱাৰ লগে লগে কামৰো সু-বন্দোবস্ত লাগি যায়, আৰু কৰোতাৰো বুদ্ধি মুকলি হৈ যায়। কোনোমতে পোনতে কাৰবাৰটো বহুৱাই লবলৈ হে চাব লাগে। পোনতে লাভ কম যেন অনুমান হলে, লাহে লাহে খৰছৰো বাট কমাবলৈ উপায় ওলায়গৈ, আৰু কাৰবাৰ বহলাই ধৰিলে অলপ লাভেই বেচি লাভ বুলি ধৰিব লাগে। অলপ লাভত কাৰবাৰ চলোৱাৰ উত্তম আদৰ্শ মাৰোৱাৰী ভাইসকলৰ পৰা লোৱা উচিত।

আৰু এটা আমাৰ দোষ যে, আমি মিলিজুলি জনদিয়েক লগ লাগি যেই সেই এটা কাৰবাৰ কৰিব নোৱৰোঁ। আমাৰ পৰস্পৰৰ ভিতৰত অবিশ্বাসেই আমাৰ তেনে জুটীয়া কামত ব্যাঘাত জন্মায়। কোনোৱে কাকো বিশ্বাস কৰিব নোৱাৰা হলে সংসাৰৰ কোনো কামেই নচলে। বিশ্বাসেই হে সকলোৰে মূল। প্ৰত্যেকে নিজে নিজে যদি অন্যায়-অধৰ্ম্ম নকৰোঁ বুলি দৃঢ় প্ৰতিজ্ঞ হয়, তেনেহলে অবিশ্বাসৰ কোনো কাৰণ নেথাকে। আৰু, জুটীয়া কামত যে আটায়ে বিশ্বাসঘাতকতাৰ কাম কৰে এনে কেতিয়াও নহয়, তেনেকুৱা হোৱাহেঁতেন ইমানবোৰ জুটীয়া কাৰবাৰ আমি

আজি দেখিবলৈ নেপালোহেঁতেন। বৰঞ্চ, দেখা যায় মানে ডাঙ্গৰ ডাঙ্গৰ দোকান, 'কোম্পানী' এজনৰ নহয়, কেইবাজনৰ উমৈহতীয়া হে। ডাঙ্গৰ কাৰবাৰ বা 'কোম্পানী' খুলিবলৈ হলেই অকল এজনৰপৰা হৈ উঠা টান। কাৰণ, সিমান ধনী মানুহ সংখ্যাত তাকৰ। আৰু যদি জুটীয়া কাৰবাৰত কোনো জুটিয়াৰে কেতিয়াবা টকাৰ আত্মসাৎ কৰে, সি কেৱল জুটিয়াৰসকলৰ কাম চলাৰ নজনা দোষত হে। কামৰ নিয়ম-প্ৰণালী যদি ভালকৈ বান্ধি ৰখা হয়, আৰু হিচাব-পত্ৰাদি কাৰবাৰৰ সকলো কাৰ্য্যত সাৱধানে চকু ৰখা হয়, তেনেহলে কৰোঁতাজনৰ বিশ্বাসঘাতকতাৰ কাম কৰিবলৈ নিচেই কম চল হে ওলাব। আৰু, যি যি লোকে এই আপত্তিকে আগবঢ়াই এনে কামত পিচ হুঁহুকি আছে, তেওঁলোকে চকুৰ আগতে পৰদেশত আহি কেঞা, বঙ্গালী, ঢাকাৰ, মুদি-বেপাৰী আদিয়ে 'কোম্পানী' খুলি কোনো বিশৃঙ্খল নোহোৱাকৈ হোৱাহোৰে টকা ঘটি চহকী হোৱা দেখি লাজ পাব লাগিছিল, আৰু সজ্ঞ দৃষ্টান্তৰে শিক্ষিত হৈ নিজৰ ওপৰতে সকলো দোষাৰোপ কৰি অধিক মানিব লাগিছিল। এতিয়াও, আমাৰ দেশত শিক্ষিত ডেকাসকলৰ কোনো কোনোৱে এইফালে মনোযোগ দিলে অসমীয়াৰ ভিতৰতো যে এনে 'কোম্পানী' বা ডাঙ্গৰ কাৰবাৰ অতি সোনকালে হৈ নুঠিব, তাক কোনোৱে নুই কৰিব নোৱাৰে। চাবলৈ গলে, অকলে এখন দোকান খোলাতকৈ জুটীয়াকৈ খোলাত হে বেচি উন্নতি হুবৰ সম্ভৱ। ঠায়ে ঠায়ে যিখিনি ভাল মানুহ আছে, সকলোৱে নিজৰ দৈনিক লাগতিয়াল বস্তুৰেই প্ৰথমে একোখন দোকান খুলি সকলোৱে তাৰ বস্তুকে ব্যৱহাৰ কৰিলে সেই দোকানৰ অতি সোনকালে উন্নতি হব বুলি ডাঠি কব পাৰি। একে বিষয়তে সকলোৰে একে স্বাৰ্থ থকা দেখি সকলোৱে যে আন্তৰিক তাৰ উন্নতি কামনা কৰিব, আৰু প্ৰকৃত উন্নতি কৰিবলৈ পাৰ্য্যমানে চেষ্টা কৰিব তাৰ কোনো সন্দেহ নাই। এতিয়াৰ কাৰবাৰত কোনোৱে যেনেকৈ ঈৰ্ষাভাৱে চাব পাৰে, জুটীয়াত তেনে ভয়ৰ কাৰণ নেথাকে, কাৰণ সকলোৰে স্বাৰ্থ উমৈহতীয়া। বঙ্গদেশত যেনেকৈ "স্বদেশী"ৰ নিমিত্তে বহুতে দেহ-প্ৰাণ টাকি কাম কৰিছে, আসামতো যদি সকলোৱে নিজৰ দোকানৰপৰাই বস্তু কিনিম, আন দোকানৰপৰা পৰাখিনিত একোকে নিকিনিম এইবুলি দৃঢ় সঙ্কল্প কৰে, তেনেহলে তেনে দোকানৰ উন্নতি নোহোৱাৰ কোনো কাৰণ নাই। বৰ সন্তোষৰ কথা যে, আজিকালি আসামত এনেকুৱা খনদিয়েক অসময়ীৰ জুটীয়া দোকান হৈছে। আৰু যে সোনকালে এইবিধ দোকানৰ সংখ্যা বাঢ়িব, তেনে আশা কৰিব পাৰি। শিক্ষিত সম্প্ৰদায়ে এনেবিলাক কাম হাতত লৈ হোজা গাৱঁলীয়াবিলাকক ভাল বাট দেখুৱাব পাৰে, আৰু সিহঁতৰ কৃষি আৰু সিহঁতৰ সজা-পৰা কামত উৎসাহ দিব পাৰে। বহুতৰ জনা আছে যে এই ভোদা গাৱঁলীয়াবিলাকক কেঞা, মুদি আদিয়ে আগেয়ে আগ-ধন দি সিহঁতৰ শস্যাদি আৰু আন বস্তুও বৰ অযথা দামত কিনি আৰু জোখ গন্তিতো বহুত হেৰফেৰ কৰি ঠগায়। ইহঁতক এই ঠগবোৰৰপৰা ৰক্ষা কৰোঁ বুলিলে শিক্ষিত সম্প্ৰদায়ে অনায়াসে পাৰে, আৰু নিজে সিহঁতৰপৰা সেই বস্তু লৈ, সিহঁতক কামৰ ভাল দিহা-পংক্তি লগাই দি, দুয়োপক্ষৰে বিশেষ উপকাৰ সাধিব পাৰে।

আৰু এটা আমাৰ ঘাই দোষ যে, আমি সদায় চৰ্কাৰী চাকৰিৰ নিমিত্তে পাগল হৈ ফুৰোঁ। কেনো ৰকমে পঢ়া শেষ কৰিয়েই হাঁ চাকৰি হাঁ চাকৰি হৈ হাবাথুৰি খাই ফুৰোঁ, আৰু কোনো স্বাধীন ব্যৱসায়ৰ ফালে মনকে নেমেলোঁ। সকলো কথা যত্নৰ ওপৰতহে সিদ্ধি হয়, উপৰুৱাকৈ কোনো এটা আগতে নপৰেহি। আমাৰ ব্যৱসায়ৰ ফালে মন আৰু প্ৰবৃত্তি নাই দেখিয়েই সেই বিষয়ত আমি উন্নতি কৰিব পৰা নাই। চৰ্কাৰী চাকৰি যে আমি কৰিব নেলাগে এনে কথা মই কেতিয়াও কোৱা নাই। চৰ্কাৰী চাকৰিতো আমাৰ মানুহ থাকিব লাগে, বেহা-বেপাৰতো আমাৰ শিক্ষিত মানুহৰ দৰ্কাৰ। বহুতে বাধ্য হৈয়েই চৰ্কাৰী চাকৰি কৰিব লগাত পৰে। যাৰ আৰ্থিক অৱস্থা শোচনীয়, পোনতে জীৱিকা নিৰ্ব্বাহ কৰিবলৈকে সি চৰকাৰৰ ঘৰত হাত পাতিব লগাত পৰে। আৰু, পঢ়াত অলপ গুণী হলে চৰ্কাৰৰ ঘৰতো এটা জীৱিকা দি সহায় কৰে দেখি, আৰু মাহে মাহে নিৰ্দ্ধাৰিত বেতন সদায় পায়েই থাকিব বুলি নিশ্চিত হৈ, ব্যৱসায় আদিৰ নতুন বাটত ভৰি দিবলৈ চেষ্টা নকৰাকৈ আৰু মন থাকিলেও নিজৰ অজ্ঞতাবশতঃ প্ৰাপ্তিৰ আশা অনিশ্চিত ভাবি, পোনেপোনেই দাসত্বশিকলি মূৰ পাতি লয়গৈ। কালৰ সোঁতত মানুহৰ সংখ্যা বৃদ্ধি পাব লাগিছে, তাৰ লগে লগে শিক্ষিতৰ সংখ্যাও বাঢ়িব লাগিছে। সেই দেখি সকলোকে চৰ্কাৰী যে একোটা জীৱিকা দি যোগাব পাৰিব তেনে আশা কৰাটো ভুল। কোনেৱে কব পাৰে যে, মানুহৰ সংখ্যা যেনেকৈ বাঢ়িব, তেনেকৈ চৰ্কাৰৰ ঘৰৰ কাৰ্য্য বিভাগ, কাছাৰি আদি অফিচো বাঢ়িব। এই কথা যদিও কিছু দূৰ সঁচা, তথাপি বেহা-বেপাৰৰ বাট বৰ মুকলি, আৰু সি অতি শীঘ্ৰে বিস্তাৰিত হয়, চৰ্কাৰৰ চাকৰি নিচেই লাহে লাহে হে হয়। বেহা-বেপাৰৰ কামত যিমান মানুহৰ জীৱিকা হৈছে চৰ্কাৰৰ ঘৰৰপৰা জীৱিকা পোৱাৰ সংখ্যা তাৰ তুলনাত নিচেই কম। তাৰে আকৌ সেই চাকৰিৰ চাহাব আৰু ফিৰিঙ্গি

কৰ্ম্মচাৰীসকলক বাদ দিলে দেশী মানুহৰ সংখ্যাৰ ভাগ আৰু কমত পৰিবগৈ। যেতিয়া ভবা যায় যে, ভাৰতে বছৰি ৩০০ কোটি টকাৰ বাণিজ্য কৰে, তেতিয়া এক প্ৰকাৰ ধাৰণা কৰিব পাৰি যে, কিমান বেপাৰী, বনিয়া আৰু কাৰবাৰী মানুহ ভাৰতত আছে, আৰু কিমান বনুৱা-হজুৱাৰ পোহপাল হৈছে। সেইদেখি, যাৰ অৱস্থা ভাল তেওঁ চাকৰাকীত বৰকৈ লালায়িত নহৈ ব্যবসায় বাণিজ্যত লাগিব লাগে। হওঁতে কালৰ গতিত শিক্ষিত ডেকাসকলৰ বহুতে চাকৰীৰ আশা লাহে লাহে আপোনা-আপুনি এৰিব লগীয়াত পৰিবগৈ বুলি আশা কৰিব পাৰি। আগেয়ে অলপ পঢ়িয়েই যেনে চাকৰি পাইছিল, আজিকালি তাতকৈ বেচি পঢ়িও তাৰ তলতীয়া চাকৰীকে পাবলৈ টান হৈছে। অলপ দিনৰ আগলৈকে বি. এ. পৰীক্ষাত উত্তীৰ্ণ হোৱা বা বি. এ. আৰু এফ. এ পৰীক্ষাত অকৃতকাৰ্য্য হোৱা আমাৰ ডেকাসকলক শিক্ষাবিভাগত কাম কৰা দেখিবলৈ পোৱা নগৈছিল; আজিকালি কিন্তু প্ৰায় প্ৰত্যেক স্কুলতে তেনে এটি নহয় এটি পোৱা যাব। এনেকৈ লাহে লাহে তললৈ পিছলি আহি থাকি প্ৰাপ্তিৰ আশা কম দেখিয়েই হওক বা আন কোনো কাৰণতে হওক চাকৰিৰ বায়ু এৰি আন জীৱিকাৰ দিহা কৰিবগৈ লাগিব বুলি আশা কৰিব পাৰি। আমাৰ অশিক্ষিত সম্প্ৰদায়ৰ ভিতৰত এইটি ভুল ধাৰণা,—আৰু শিক্ষিতৰো কোনো কোনোৰ তেনে ধাৰণা হয়—যে, চৰ্কাৰৰ ঘৰত মাহিলি কোনোৱে ১০ টকাকৈ পাওক, তথাপি তেওঁ ডাঙ্গৰ মানুহ, আৰু কোনোৱে স্বাধীন ব্যবসায় মাহিলি ১০০ টকা আৰ্জ্জিলেও তেওঁ বিষয়াৰ সমান মানৰ উপযুক্ত নহয়। এই ভুল ধাৰণা যেতিয়া মানুহৰ মনৰপৰা উভাল খাব, আৰু আত্ম-সম্মান, আত্ম-সহায়, আত্ম-নিৰ্ভৰ আৰু ন্যায়পৰতা আদি গুণক মানুহে প্ৰশংসা কৰিবলৈ শিকিব তেতিয়াহে দেশৰ উন্নতিৰ বাট মুকলি মুৱা হব; চৰ্কাৰৰ চাকৰিত যে সম্মান নাই, তেনে কথা আমি কোৱা নাই, ওপৰ খাপৰ বিষয়াসকলৰ যথেষ্ট সম্মান আছে আৰু; অকল চাকৰি কৰি সজ উপায়েৰে অৰ্থৱান হোৱা মানুহৰ সংখ্যা নিচেই কম। বাণিজ্যৰ পিচত কৃষি, তাৰ পিচত হে ৰাজসেৱাত লক্ষ্মীৰ ভোগ। "বাণিজ্যে............ কৃষি কৰ্ম্মনি তদৰ্দ্ধং ৰাজসেৱায়ং" বুলি জ্ঞানীসকলে কৈ গৈছে।

আজিকালি আসামত বেহা-বেপাৰৰ কাম প্ৰায় ইতৰ মানুহৰ হাতত বুলিব লাগে; মাজে মাজে অলপ লিখা-পঢ়া জনা আৰু চাকৰিৰ আশা কৰিব নোৱাৰা মানুহৰ হাতত আৰু কৰবাত কেনেবাকৈ শিক্ষিত জনা বুজা মানুহৰ হাতত তাৰ ভাৰ দেখা যায়। উজনীত বেচি ভাগ মছলমানৰ হাতত, আৰু নামনিত বেচি ভাগ হিন্দুৰ হাতত; কিন্তু নামনীত উজনীতকৈ বেহা-বেপাৰৰ মোল বেচি বুজে আৰু সেই ফালৰ বেপাৰীৰ অৱস্থা এই ফালৰবোৰতকৈ বেচি ৰসাল। এতিয়া শিক্ষিত সম্প্ৰদায়ে ওপৰত কৈ অহা বিষয়বোৰত চকু দি কাম কৰিবলৈ চেষ্টা কৰিলে, আৰু ইতৰ মানুহবোৰক ভাল আদৰ্শ দি উন্নতিৰ বাটলৈ আনিলে নিজৰ আৰু দেশৰ বিশেষ উপকাৰ কৰা হয়।

আটাইখিনি কথা চমু চপাই ধৰি সাৰশেষত ইয়াকে কব পাৰি যে, যিসকলৰ এতিয়া কাৰবাৰ কৰিবৰ মন হৈছে, তেওঁলোকে তলত উনুকিউৱা কথা কেইটাৰ বিষয়ে ভালকৈ ভাবি চাব পাৰে; এইকেইটাৰ বাহিৰে যে ভাবিব লগীয়া আৰু বিষয় নাই সেইটোও বুজিব নেলাগে। কথা কেইটা দৃষ্টান্ত স্বৰূপে হে দিয়া গৈছে।—

১ম,—আগত কৈ অহাৰ দৰে সকলো ঠাইতে শিক্ষিতসকলে গোট খাই একোখনি জুটীয়া দোকান বা 'কোম্পানী' খোলা।

২য়,—হাবিৰ উৎপন্নৰে সৈতে কাৰবাৰ কৰা। এই কাৰবাৰ নিজৰ দেশতো কিছু পৰিমাণে চলিব আৰু বিদেশতো ইয়াৰ স্থল বিস্তৰ আছে। হাবিৰ উৎপন্নৰ ভিতৰত আজিকালি (ক) বেতেই সৰ্ব্ব প্ৰধান হৈছে। ফলীয়া বেত ঢাকা, চাটগাঁও, মৈমনসিঙৰ ফালে, আৰু গোটা বেত কলিকতাৰ ফালে বিক্ৰী হয়। মালাকা, চিঙ্গাপুৰ দ্বীপৰপৰা বেত আহিও কলিকতাত বিক্ৰী হৈছেহি। তিতা, লেজাই, সৌকা আৰু ৰাইদাংবেত কলিকতাত, আৰু জাতি বেত ইবোৰ ঠাইত বিক্ৰী হয়।

(খ) সাল, আজাৰ, নাহৰ গন্ধসৈৰে আদি কাঠ কলিকতা, নাৰায়ণগঞ্জৰ ফালে বিক্ৰী হয়।

(গ) ঘাঁহ। বহুতে হয়তো কব নোৱাৰে যে, ঘাঁহৰপৰাই কাগজ তৈয়াৰ হয়। যিবিলাক ঘাঁহ অলপ টান অৰ্থাৎ যিবোৰত আঁহ বেচি আৰু গাঁঠি নাই, সেই ঘাঁহেই কাগজৰ নিমিত্তে উপযুক্ত। যেনে তৰা, কুশ কহুৱা, উলু, বৰতা ইত্যাদি। কাগজৰ কল টিটাগৰ, কাঁকনাৰা, আৰু ৰাণীগঞ্জত আছে।

(ঘ) মৌ, মৌসিটা নগা আৰু খাছীয়া পৰ্ব্বতৰ পৰা পাব পাৰি। বিক্ৰী ঠাই কলিকতা।

(ঙ) পশুৰ শিং, হাতীৰ দাঁত — নগা, ভূটীয়া আদিৰপৰা পাব পাৰি। বিক্ৰী ঠাই কলিকতা।

৩য়, — মানুহৰ উৎপন্ন।— কপাহ, এৰি, মুগা, পাট ইত্যাদি।

# সুখ নে দুখ।

মই বছেৰেকত দুবাৰ মোট সলাওঁ—প্ৰথম, যেতিয়া বিদেশলৈ যাব লগাত পৰোঁ, তেতিয়া দেশী আও-ভাও আৰু ৰীতি-নিয়মৰ সাজ খহাই বিদেশত জীণ যাবলৈ বিদেশী নিয়ম-কাৰণৰ চোলাটো পিন্ধো; দ্বিতীয়, যেতিয়া কাৰ্য্যান্তৰে দেশলৈ ওলটোঁ, তেতিয়া সেই আচহুৱা মোট চিৰি মোৰ চাবেক প্ৰকৃতি পৰিধান কৰোঁ। এই দৰে কতবাৰ মই অৱস্থান্তৰ হৈছোঁ, কিন্তু কোনো এটাতে মই সুখী হব নোৱাৰোঁ। বিদেশত থাকোঁতে যদি বন্ধু-বান্ধৱলৈ বা ইষ্ট-মিত্ৰলৈ মনত পৰে, আৰু যেতিয়া ভাবোঁ যে, আৰু মাহচেৰেকৰ বাদে তেওঁবিলাকৰে সৈতে কথা-বাৰ্ত্তা হবলৈ পাম, তেতিয়া কল্পনাৰ ওখ চাং পাতি স্বৰ্গৰ সুখ ভুগিলোঁ যেন লাগে। কিন্তু, দেশলৈ আহিলে সেই কল্পিত সুখ কেনিবা যায়; ভাই-বন্ধুসকলৰ লগত কথা পাতি অৱশ্যে আনন্দ লাগে, কিন্তু যিমান বাহুল্যকৈ কল্পনা কৰিছিলোঁ, তাতকৈ বহু গুণে চেৰ পৰে, আৰু অলপ দিন দেশত থাকিয়েই আমনি লাগে। কলিযুগত নৰজন্ম লভিবলৈ বাঞ্ছা কৰা দেৱতাৰ দৰে, কলিৰ ৰাজধানী কলিকতালৈ যাবলৈ মোৰ পুনৰ ইচ্ছা হয়। এই দৰে সদায় সুখৰ পাচে পাচে খেদি ফুৰিছোঁ; কিন্তু সুখে ধৰা নিদিয়ে, কেৱল কল্পনা স্বপ্নত হে লগ পাওঁ। মৰীচিকাৰ দৰে এই কাল্পনিক সুখে আমাক জীৱন-মৰুত নাকী লগাই লৈ ফুৰাইছে। ইয়াৰ কাৰণ, প্ৰথমতে কিছুমান সুখৰ কল্পনাই গুৰি; কলিকতাত বন্ধু-বান্ধৱলৈ মনত পৰিলে যি আবেগ হয় তাৰ কাৰণ হৈছে যে, সেই বন্ধুসকলৰ লগত আগেয়ে বা সৰুতে কথা-বাৰ্ত্তা হৈ আৰু ৰং-ধেমালি কৰি পোৱা সুখবোৰ কল্পনাত উদয় হয়। যদি আমি কোনো কাৰণৰ পৰা সুখ পাওঁ সেই কাৰণৰে সৈতে ভাবানুৰঙ্গ হোৱা কোনো ঘটনা মনত পৰিলেও আমাৰ মনত সুখোদয় হয়। সেই কাৰণেই সৰুতে গাঁৱত থকা কোনো মানুহৰ বহুত দিন নুশুনাকৈ থাকি বিদেশত কাউৰীৰ নিচিনা কঠুৱা মাত শুনিলেও গা আনন্দত ৰোমাঞ্চিত হয়। দ্বিতীয়তে, কল্পনা-আৰ্চীৰে চালে সকলো বস্তু ডাঙৰ আৰু ধুনীয়া দেখি। লৰা-কালৰ বুলিলে সকলো ধুনীয়া আৰু সকলো সোৱাদ, আৰু কোনো কাৰণৰ পৰা লৰাকাল সুৰঁৰিলে মন আবেগেৰে তাড়িত হয়। পাচলৈ চালে যেনে দেখি, আগলৈকো ঠিক তেনে। মনত কোনো আশা উপজিলে কল্পনাই তাক ৰহন সানি মন-মোহা কৰি থয়। কিন্তু, দিঠকত পূৰ্ণ হলে সেই আশাই সমানে এফাল সুখ আৰু সৌন্দৰ্য্য হেৰুৱায়। এতেকে, আগৰে পৰা ভাবি থাকিলে একো সুখ ভুগিবলৈ পোৱা নাযায়; কিন্তু আশা নকৰাকৈ যদি হঠাৎ সেই সুখ উপস্থিত হয়হি, তেন্তে যোলও অনা পোৱা যায়। এতেকে, নিৰাশা পৰম সুখ।

সুখ দুবিধ, বাহ্যিক আৰু আন্তৰিক। বাহ্যিক অথবা ইন্দ্ৰিয় সুখ চোকা আৰু খন্তেকীয়া; আন্তৰিক সুখ জ্ঞান, ক্ষমতা আদি বস্তুৰ লাভৰপৰা হয়। এই আন্তৰিক সুখ আমাৰ শৰীৰৰ কোনো অংশৰে সৈতে সম্বন্ধ নথকাত আমি তাত মনোযোগ দিব নোৱাৰোঁ, আৰু মনোযোগৰ ৰশ্মি পৰিলে সেই সুখ পমি যায়। মনোযোগ এগছ বন্তিৰ দৰে; যেনি ঘূৰুৱা হয় সেই ফালৰপৰা ছাঁটোৰ দৰে আমাৰ পাচে পাচে ফুৰা এই আন্তৰিক সুখ আঁতৰি যায়। কিন্তু, ইন্দ্ৰিয় সুখত আমি বেচকৈ মনোনিবেশ কৰিব পাৰোঁ, আৰু যিমান ভাবো সিমান সি চোকা হয়; এটা কোমল মাত শুনি, এটা সোৱাদ বস্তু জিভাত দি, বা এটা মোলায়ণ বস্তুত হাত দি যি সুখ অনুভৱ কৰোঁ, তাত যিমান মনোনিবেশ কৰা হয় সিমান সি বাঢ়ে।

বহুতে ভাবে যে, মানুহে সংসাৰত কেৱল সুখ হে বিচাৰে। পাঠক! তুমিও কি জানি বাদ নপৰা। অৱশ্যে, মানুহে সুখৰ বাহিৰে আৰু কি বিচাৰিব? মনে কৰাঁ, তুমি বন্ধু জনচেৰেকৰ লগত তাচ খেলিবলৈ বৰ হেঁপাহেৰে গুমাই গৈছা, অৱশ্যে তাচ খেলি পোৱা সুখৰ লোভত। কিন্তু, যেতিয়া তুমি তাচ খেলিবলৈ বহা তেতিয়া তুমি সুখ বিচাৰা নে সৰহকৈ কটা ৰংটোৰ পাত বিচাৰা? তেতিয়া তোমাৰ মনৰ সুখ কেনিবা পলায়, তাৰ ঠাইত জেড সোমায়, আৰু সুখলৈ পাহৰি কেনেকৈ বিপক্ষৰ পাত কেইটা দেখা তাৰ হয়তো দিহা কৰা। প্ৰথমতে তুমি সুখকে বিচাৰি আহিছিলা, কিন্তু এতিয়া তাচ খেলিবলৈ বহি আন কিবা হে বিচাৰিছা। ইয়াকে বোলে সুখৰ দুপকীয়া গাঁঠি (Paradox of hedonism)।

সুখৰ কথা কলে আৰু দুখৰ কথা কবৰে দৰকাৰ নাই, কাৰণ সুখ নহলেই দুখ। সুখ আৰু দুখ এই দুবিধ মাত্ৰ অনুভৱ (Feeling) আমি গম পাওঁ; এতেকে, এটা জানিলে হে আনটো জানিব পাৰি। প্ৰকৃতিত ছটা ৰং নথকা হলে বাকীটোকো নেদেখিলোহেঁতেন। সেই কাৰণে সুখ নহলে দুখো নাই। এই সংসাৰত সুখৰ লেশ মাত্ৰও নথকাহেঁতেন কোনো মানুহৰ কষ্ট নহলহেঁতেন। বিদেশত অচিনাকি মানুহৰ মাজত থকা বাবে মনটো বান্ধত থকা যেন লগা অসুখ আৰু অশান্তি নথকা হলে ঘৰলৈ উভতি অহা সুখফেৰাৰ জুতিটো নেপালোহেঁতেন। সেই কাৰণে মই আজিলৈকে ঠিক কৰিব পৰা নাই, বিদেশত থকাটো সুখ নে দুখ।

# মান।

## (২য়, সংখ্যাৰ ৩৮ পিঠিত এৰাৰপৰা।)

"The Silken East" নামেৰে কিতাপৰ ২৫ পিঠিত শ্যান জাতিৰ বিষয়ে যি লিখা আছে, তাৰ পৰা এছোৱা তলত তুলি দিলোঁ ঃ—

"The race began to spread into Burma from South-Western China about two thousand years ago. Its migration was hastened by the pressure of the Chinese races behind, and as the pressure increased it spread from the valley of the Shweli river, its first home in Burma, Southwards to the Siamese seas eastward to Tongking and North and West till is reached the Brahmaputra and founded the Ahom Kingdom of Assm. * The Shan are now found in Burma in the Shan States, and far down the Eastern peninsula to mergin. In the North they spead over the whole of the upper territories of the Irrawaddy from Myitkina to the third Defile, and along the Chindwin, where traces of their former supremacy survive in the principalities of Singkaling-Hkamti, and Thaungdht. They have ruled at Ava and have come near to the mastery of Burma. They owe their failure to their inability to combine on any national scale."

যেতিয়া বদনচন্দ্ৰ বৰফুকনে গুৱাহাটীৰপৰা পলাই কলিকতা ওলায়গৈ সেই সময়ত তালৈ ব্ৰহ্মদেশৰ ৰজাৰ এজন এজেন্ট বা বিষয়া আহিছিল। বদনচন্দ্ৰে সেই বাতৰি পাই তেওঁৰ কাষ চাপি তেওঁৰ আগত তিলকে তাল কৰি অসমদেশৰ দুৰৱস্থাৰ বিষয় জনালে। তেওঁ বৰফুকনক সহায় কৰিবলৈ প্ৰতিশ্ৰুত হল আৰু ব্ৰহ্মদেশৰ ৰজাৰ আগত কৈ সৈন্য-সামন্ত দিয়াবৰ নিমিত্তে বৰফুকনক কলিকতাৰ পৰা বাহিৰে বাহিৰে সমুদ্ৰৰ বাটে দি ৰেঙ্গুনলৈ লৈ গল। ব্ৰহ্মৰজা বডৌফাই (Bodau Paya) অসমদেশত অৰাজকতা হোৱাৰ কথা শুনি মানসেনা দলৰ পৰা ছয় হেজাৰ সেনা লগত দি বৰফুকনক বামেদি অসমলৈ পঠিয়াই দিয়ে। সেই সেনাই উত্তৰে মগং (Mogaung) আৰু মানকং চাং আৰু জাংফাই খনিৰ মাজেদি আহি আহি আৰু কিছুমান সেনা গোটাই লৈ, ইং ১৮১৬ খৃষ্টাব্দত পাটকাই পৰ্ব্বত পাৰ হৈ বৰফুকনে সৈতে অসমৰ সীমা সোমায়হি। এয়ে অসমত মানৰ উপদ্ৰৱৰ প্ৰথম আৰম্ভণ। তাৰ পাচত যি যি ঘটনা হল তাক বুৰঞ্জী পঢ়া পাঠকে জানে। ব্ৰহ্মদেশৰপৰা মান জাতীয় মানুহেৰে গঠিত সেনাই আসাম দেশলৈ আহি প্ৰথমে এই দেশ আক্ৰমণ কৰা বাবে, দ্বিতীয় আৰু তৃতীয় বাৰৰ আক্ৰমণকাৰীবিলাকো আমাৰ দেশত "মান" বুলিয়েই পৰিচিত হল, যদিও সেইবিলাক আক্ৰমণকাৰীৰ লগত ব্ৰহ্মদেশৰ আন জাতীয় মানুহো আহিছিল। মিয়াণমৌ বা বৰ্ম্মন জাতিৰ কিছু মানুহো আমাৰ দেশলৈ আহিছিল বুলি জনা যায়। কিন্তু, প্ৰকৃতপক্ষে "মান" ব্ৰহ্মদেশৰ এজাতি মানুহৰ হে নাম। পেগু, ইৰাবতী আৰু মউলমেন এই তিনি বিভাগৰ মানুহবিলাকক আজিকালিও মান বা টালাইং বোলে।

এসময়ত বন্দুলা নামেৰে এজন বৰ বীৰ আৰু সাহিয়াল পুৰুষ মানজাতীয় সেনাবিলাকৰ ওপৰত প্ৰধান সেনাপতি নিযুক্ত হৈছিল। ইং ১৮২১ চনৰ মহগড়ৰ যুদ্ধত এই বন্দুলা সেনাপতিয়েই আমাৰ ৰজা চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ সেনাক পৰাস্ত কৰি আসামত ব্ৰহ্মৰজাৰ বিজয়পতাকা উৰাইছিলহি। মহগড়ৰ যুদ্ধৰ জয়লাভ কৰি তেওঁ ব্ৰহ্মদেশলৈ উলটি গৈ ব্ৰহ্মৰজাৰ ওচৰত মিঙ্গিমাহা তিলোৱাই এই দেশত যিমান অত্যাচাৰ কৰিছিল সেইসকলো কথা জনাই তিলোৱাক ব্ৰহ্মদেশলৈ ঘূৰাই নিয়াই আৰু মিঙ্গিমাহা ক্যাডেং

---

* It was this Shan race that founded the Shan or Ahom Kingdom of Assam. – Vide, page 195 of the Burma Census Report, 1891.

The Ahoms or Ahams of Assam are a branch of the Jaie-Shan race ; their language is now extinet and they have lost much of the national characteristics of the Shans ; .....from 1228 the date of their conquest, till 1654, when they were converted to Hinduism, the Ahom Kings, ...... surrendered their Surnames.– Vide, page 204 of the Burma Census Report.

মগাউন নামেৰে সেনাপতি এজনক তেওঁৰ বিষয়ত নিযুক্ত কৰি অসম দেশত শান্তি স্থাপন কৰিবলৈ পঠিয়ায়। ব্ৰহ্মদেশৰ বুৰঞ্জী পঢ়িলে জনা যায় যে, বন্দুলা এজন বিচক্ষণ, বহুদৰ্শী সাহিয়াল বীৰপুৰুষ আছিল। ইৰাৱতী নৈৰ এখন শাখা নৈৰ (Hlaing) পাৰত ডনাবু (Donabyu– White peacock town) নগৰত কোঁঠ সাজি বন্দুলা সেনাপতি সসৈন্যে বাস কৰিছিল। ডনাবুৰ ওচৰৰ হেন্‌জাডা (Henzada) নামেৰে ঠাইত ইংৰাজ-সেনাপতি চাৰ আৰ্চিবেলড কেম্বেল (Sir Archibald Campbell) চাহাবে দুৰ্গ নিৰ্ম্মাণ কৰি ইং ১৮২৫ চনত তেওঁৰ লগত যুদ্ধ কৰে। সেই যুদ্ধত বৰতোপৰ গুলি লাগি বন্দুলাৰ প্ৰাণ হানি হয়, তেওঁৰ সৈন্য-সামন্ত পৰাস্ত হয় আৰু বৃটিছ গৱৰ্ণমেণ্টৰ জয় হয়। সেই যুদ্ধতেই ব্ৰহ্মসেনাৰ কঁকাল পৰিল। ইং ১৮২৬ চনত পেগান্ নামেৰে ঠাইত আৰু এখন যুদ্ধ হয়। তাত দুহেজাৰ ইংৰাজ সেনাই ওঠৰ হেজাৰ মান সেনাক পৰাস্ত কৰি খেদি নিয়ে। ইংৰাজ সেনাই মান সেনাক খেদি ইয়াণ্ডাবুলৈ লৈ গল। তাতে ব্ৰহ্মৰজাই ভয়ত বিহ্বল হৈ বৃটিচ গৱৰ্ণমেণ্টৰ লগত সন্ধি কৰে। সেই সন্ধিৰ বলেৰেই গৱৰ্ণমেণ্টে ব্ৰহ্মৰজাৰ হাতৰ পৰা আৰাকান্, মাৰ্টাবান, টেনাচেৰিম্ আৰু আমাৰ অসমদেশ লয়। তেতিয়াৰ পৰাই আসামত মানৰ উপদ্ৰৱ নাইকিয়া হল। ইংৰাজী ১৮১৬ চনত অসমত মানৰ উপদ্ৰৱ আৰম্ভ হয়, ইং ১৮২৬ চনত সেই উপদ্ৰৱৰ অন্ত পৰে। আৰু অসমীয়া মানুহৰ দুখৰ নিশা পুৱায়।

—শ্ৰীআনন্দচন্দ্ৰ গুপ্ত।

টীকা —ব্ৰহ্মদেশৰ চোৱেলী (Shweli) নৈক পৌৰাণিক কালত হিন্দুসকলে কৌশাম্বী বুলিছিল।

# মানুহ পশুতকৈ কিয় শ্ৰেষ্ঠ?

মানুহ পশুতকৈ কিয় শ্ৰেষ্ঠ?— বিদ্যা, বুদ্ধি, জ্ঞান আৰু মহৎ মন থকাৰ বাবে মানুহ পশুতকৈ শ্ৰেষ্ঠ। আৰু, ঈশ্বৰত ভক্তি, পিতৃ-মাতৃৰ প্ৰতি ভক্তি আৰু মৰম, ককাই-ভাই সকলো একেলগে মৰম-চেনেহেৰে থকাৰ বাবে মানুহ শ্ৰেষ্ঠ। কিয়নো, এইবিলাক কাম পশুৰ ভিতৰত দেখিবলৈ পোৱা নেযায়। পশুৰে আমাৰে মিল কেৱল খোৱাৰ বাহিৰে আন কাৰ্য্যত নাই বুলি আমি ভাবোঁ। যেতিয়ালৈকে আমি কেৱল খোৱা-লোৱা, শোৱা, ফুৰা-চকা কাৰ্য্যত মগ্ন থাকোঁ তেতিয়ালৈকে আমি পাশৱ কাৰ্য্য কৰোঁ, অৰ্থাৎ সেইবিলাক কাৰ্য্যৰ বাহিৰে যদি কোনো কাম নকৰোঁ বা কৰিব নোৱাৰোঁ, তেতিয়ালৈকে আমি পশুৰ শ্ৰেণীৰপৰা শ্ৰেষ্ঠ হৈ উচ্চ প্ৰাণী বোলাব নোৱাৰোঁ। পশুতকৈ আমাৰ হাত-ভৰি আছে বুলি আমি শ্ৰেষ্ঠ হব-নোৱাৰোঁ, কিয়নো সেইবিলাক পশুৰো আছে; আমাৰ সমান পৰিপাটি নহলেও, বান্দৰৰ হাত আমাতকৈ কোনো কোনো অংশত হে অলপ হেয় হব পাৰে। আমাৰ কোৱা শক্তি আছে বুলিও আমাক ডাঙৰ বোলাব নোৱাৰোঁ, কাৰণ বান্দৰৰো এবিধ কোৱা কথা আছে বুলি পণ্ডিতে সিদ্ধান্ত কৰিছে। আৰু এইটো নিশ্চয় যে, বান্দৰৰ ইটোৱে-সিটোৱে ভাব সলনা-সলনি কৰা ভাষাৰ নিচিনা কিবা এটা কথাৰ ভঙ্গী আছে, সি ভাষা নহবও পাৰে, কিন্তু মানুহৰ ভাষাৰ কাৰ্য্য প্ৰায় সকলো তাৰেই সিহঁতে সুন্দৰৰূপে চলাব পাৰে। তেনেহলে বাস্তৱতে আদিতে লিখা বিদ্যা, বুদ্ধি, জ্ঞান, ভক্তি, মৰম আদি গুণবিলাকে হে মানুহক পশুতকৈ শ্ৰেষ্ঠ কৰি থৈছে। হস্তী প্ৰকাণ্ড, সিংহ বলৱান, গঁড় ভয়ানক, বাঘ হিংস্ৰক, মুহূৰ্ত্তকতে এনে জন্তুৱে মানুহ মাৰি নিপাত কৰিব পাৰে। কিন্তু, মানুহে বুদ্ধিৰ বলত সিহঁতৰ ওপৰতো স্বত্ব চলাইছে। এই মানসিক শক্তিৰ বলতেই মানুহ শ্ৰেষ্ঠ। জন্তুৰ ভিতৰতো কিন্তু — অন্ততঃ কেতবিলাক জন্তুৰ ভিতৰত মানুহৰ মানসিক শক্তি কিছুমান দেখা যায়। কিন্তু, মানুহৰ দৰে সিহঁতৰ সেই শক্তিবিলাক সম্পূৰ্ণ নহয়। জ্ঞান আৰু যিহৰ পৰা আমাৰ মনত ধৰ্ম্ম, বিশ্বাস ভক্তি ইত্যাদি বিলাক ধাৰণা জন্মে, এইবিলাক মানুহৰ বাহিৰে আন জন্তুৰ নাই। এতেকে, এইবিলাক শক্তি আৰু বৃত্তি আমাৰ গাত থকাৰ বাবেই আমি পশুতকৈ শ্ৰেষ্ঠ নে? নাইবা, আৰু কিবা আৱশ্যক? এই প্ৰশ্নৰ উত্তৰ দিবলৈ যোৱাই আমাৰ প্ৰবন্ধৰ আৰম্ভণি।

বাস্তৱতে কোনো এটা বা দুটা বস্তু থকাৰ বাবেই কোনো কাৰো ওপৰত শ্ৰেষ্ঠ হব নোৱাৰে। সেই বস্তুৰ দ্বাৰা যদি কোনো

কাৰ্য্য কৰি, আনে কৰিব নোৱাৰা কোনো কাম কৰা যায়, তেতিয়া হে তাৰ শ্ৰেষ্ঠত্ব প্ৰকাশ পায়। মানুহৰ মানসিক বৃত্তিবিলাক আছে, শক্তি আছে, জ্ঞান আৰ্জ্জিব পৰা ক্ষমতা আছে বুলিয়েই মানুহক পশুতকৈ শ্ৰেষ্ঠ বোলা অন্যায়। পশুৰে মানুহৰে জীৱন প্ৰণালী চালে আমি দুইৰো পাৰ্থক্য বিশেষৰূপে বুজিব পাৰোঁ। পশু গাইগোটা, মানুহ সমাজ নিবন্ধন। পশুৱে ইটো-সিটোৰ একো উপকাৰ চিন্তিব নোৱাৰে, মানুহে সমাজৰ উন্নতি কৰি নিজৰ জাতিৰ মঙ্গল কৰিব পাৰে। আজি হেজাৰ বছৰৰ আগেয়ে পশু জাতি যেনে অৱস্থাত আছিল, আজিও সিহঁত তেনে অৱস্থাতে, সিহঁতক একো উন্নতি হোৱা নাই আৰু সম্ভৱতঃ নহবও। কিন্তু মানুহৰ তেনে নহয়। শ-বছৰৰ আগেয়ে থকা মানৱজাতিতকৈ আজিৰ মানৱজাতি বহুত উন্নত, বহুত সভ্য আৰু তেওঁলোকৰ আগতকৈ বহুত কথাত সুচল-সুবিধা। পশুৰে মানুহৰে বিভিন্ন মোৰ বিবেচনাত এই ফেৰিয়েই যে, মানুহে আগৰ কথা ভাবি-চিন্তি নিজৰ নিজৰ পৰিয়ালৰ নিজৰ জাতিৰ হকে উপকাৰ কৰিবলৈ ক্ষমতা পাইছে, কিন্তু পশুৰ তেনে একো নাই। সেই ক্ষমতা যেয়ে কাৰ্য্যত পৰিণত কৰিছে তেওঁৰেই মনুষ্য শ্ৰেণীত পৰিগণিত, আৰু যি কেৱল পশুৰ কাৰ্য্য, অৰ্থাৎ খোৱা-লোৱা ইত্যাদিতে জীৱন নিয়াইছে তেওঁক পশুৰ জীৱনকৈ বেচি উচ্চ বুলি ধৰিব নোৱাৰি। মানুহ হৈ যদি বাস্তৱতে পশুৱে কৰা কাৰ্য্যত সদায় লিপ্ত থাকোঁ, তেন্তে মোৰ পশুতকৈ শ্ৰেষ্ঠত্ব কত ৰল? পশুৱে প্ৰায় সকলোখিনি কাৰ্য্য সিহঁতৰ স্বাভাৱিক প্ৰবৃত্তিৰ, পৰা কৰে, কিন্তু মানুহ স্বাভাৱিক প্ৰবৃত্তিৰ পৰা স্বাধীন। আৰু এই স্বাধীন গুণত হে মানুহৰ উন্নতি আৰু অৱনতি দুই অৱস্থা আছে। সেই কাৰণে পশুৱে হেজাৰ বছৰৰ আগেয়ে কৰা কাৰ্য্য প্ৰণালীতে আজিলৈকে চলি আছে। ৰাতিপুৱা শুই উঠিবৰে পৰা আহাৰ-পানী বিচৰা, পো-পোৱালিৰ নিমিত্তে বাহ সজা আৰু গধূলি হ'লে নিজৰ সজাত জুৰুৱাৰ বাহিৰে চৰাই এটিৰ আন কাম আগেয়েও নাছিল আৰু এতিয়াও নাই। সিহঁতে এই দৈনিক কামৰ অন্যথা কৰিব নোৱাৰে আৰু নহয়। কিন্তু, মানুহৰ এই কাৰ্য্যৰ বাহিৰেও আন কাৰ্য্য হব পাৰে। যি এই কাৰ্য্যৰ উপৰিও আন কাৰ্য্যত মগন থাকি জীৱনৰ বাট পৰিৱৰ্ত্তন কৰিছে, তেওঁ পশুৰ শ্ৰেণীৰপৰা আঁতৰ হৈ মানুহৰ শ্ৰেণীত ধৰণীয় হৈছে। অৰ্থাৎ, কথাটো আৰু চমু চপাই কবলৈ হলে, তুমি যদি বি. এ. এম. এ. পাচ কৰিছা, খোৱা-লোৱাৰ বাহিৰে যদি আন কোনো কাৰ্য্য তোমাৰ জীৱনৰ বাটত পৰা নাই, অথবা তোমাৰ মানসিক শক্তিবিলাক সম্পূৰ্ণৰূপে বিকাশ কৰি সেই শক্তি, সেই ক্ষমতা, বুদ্ধি আৰু জ্ঞান নিজৰ বা তোমাৰ আপোন আৰু এজনৰ ভাত এমুঠিৰ নিমিত্তেও অহৰ্নিশে খটাইছা, তেন্তে নো বাৰু আন এটা লিখা-পঢ়া নজনা মনোবৃত্তি সম্পূৰ্ণৰূপে বিকাশ নোপোৱা খেতিয়কৰ জীৱনৰে সৈতে তোমাৰ বিশেষ বিভিন্ন কি ৰল?— মাথোন এজনে নিজৰ ভাত এশ টকা দি কিনে, আন জনে এটকা দি কিনে, কিন্তু শেষত কাৰ্য্য একেটাই হয়। "It matters very little whether you buy your dish with a hundred pounds or with ten pounds. Wise men find no difference between them."

পশু জীৱনতকৈ যদি মানুহৰ জীৱন শ্ৰেষ্ঠ, তেনেহলে অকল গ্ৰাসাচ্ছদন যুগুত কৰাত বাজেও মানুহৰ আন সৎকাম বহুত আছে। জ্ঞান, বুদ্ধি কেলৈ? কেৱল পেট পুহিবলৈ অৱশ্যে নহয়; নহলে, পশুৱে জ্ঞান বুদ্ধি নোহোৱাকৈ যি কাৰ্য্য সুচাৰুৰূপে কৰিব পাৰিছে, মানুহে জ্ঞান বুদ্ধিৰে হে সেই কাৰ্য্য কৰিব পাৰিছে নে? তেনেহলে মানুহৰ অৱস্থা আৰু শোচনীয় বুলিহে ধৰিব লগীয়া হব। শ্যেক্‌চপিয়াৰে চিন্তাশীল হেমলেটৰ হতুৱাই কৈছে, —

"...............What is a man?
If his chief good and market of his time,
Be but to sleep and feed? a beast, no more.
Sure,he that made us with such large discourse looking before and after,
Gave us not that capability and god-like reason,
To fust in us unused."

বাস্তৱতে আমাৰ পশুতকৈ বেচি শক্তি থকাৰ বাবেই আমি শ্ৰেষ্ঠ নহওঁ; আমি আমাৰ কাৰ্য্যৰ দ্বাৰা হে শ্ৰেষ্ঠ হব পাৰোঁ। আমি সেই শক্তিবিলাক পাশৱ কাৰ্য্যত নখটাই উচ্চ কামত যদি লগাব পাৰোঁ, তেনেহলে মনুষ্য বোলাব পাৰোঁ। নহলে নো সাধাৰণ পশু-পক্ষী আমাতকৈ কিয় নীহ হব? এটি ঘনচিৰিকা চৰায়ে ৰাতিপুৱাতে বাহৰপৰা বাজ হৈ পোক-পৰুৱা বিচাৰি নিজৰ পেট পূৰণ কৰিবলৈ চেষ্টা কৰে। আমিও ৰাতিপুৱাই হাল-কোৰ লৈ পথাৰলৈ গৈ ধান-শস্যাদিৰ কাৰবাৰ কৰোঁ, অথবা আন কাৰবাৰ কৰিবলৈ কাছাৰি অফিচাদিলৈ যাওঁ। চৰাইটিয়েও চোতালত পৰি থকা খেৰ-কুটা গোটাই বাহ সাজি নিজে থাকিবলৈ, শুবলৈ সুবিধা কৰি লয়; আমিও বাৰীৰ বাঁহ-কাঠ কাটি হাবিৰ খেৰ কাটি ঘৰ সাজি থাকিবলৈ সুচল আৰু সুবিধা কৰি লওঁ। চৰায়ে যেনেকৈ

কণি পাৰি পোৱালি জগাই টোপ খুৱাই পাখিৰ তলতে তাক ডাঙ্গৰ-দীঘল কৰি উৰণীয়া কৰি স্বাধীন ভাৱে ফুৰিবলৈ-চাকিবলৈ এৰি দিয়ে, আমিও আমাৰ লৰা-ছোৱালীক খুৱাই-বুৱাই কাম-কাজ শিকাই বা লিখা-পঢ়া শিকাই ডাঙ্গৰ-দীঘল কৰি ঘৰ পাতি এৰি দিওঁ, বা স্বাধীন হৈ থাকিবলৈ দিওঁ। মৰিলে-জহিলে পশু-পক্ষীৰো শোক আছে, আমাৰো আছে; মাত্ৰ সিহঁতৰ ভবা শক্তি ক্ষন্তেকীয়া, আমাৰ অলপ বেচি দিন স্থায়ী। আৰু এই কাৰ্য্য-কলাপেই হৈছে আমাৰ সংসাৰ নিৰ্ব্বাহ কৰা, আৰু সেয়ে হলেই আমি সংসাৰত সুখেৰে জীৱন-যাত্ৰা কৰা বুলি ভাবোঁ। আমাৰ সংসাৰ-যাত্ৰা যদি এয়ে হল, তেন্তে চৰাইটিৰ সংসাৰ- যাত্ৰাতকৈ আমাৰ প্ৰভেদ কত ৰল? আৰু, যদি বাস্তৱতে এয়ে প্ৰকৃত মনুষ্য জীৱন হয়, তেন্তে পশু আৰু মনুষ্য জীৱনত প্ৰভেদ নীচেই কম। কিন্তু, প্ৰকৃতপক্ষে এয়ে মানুহৰ জীৱন নহয়।

তুমি তোমাৰ উদ্দেশ্য নুবুজি নিজৰ জীৱন পশুৰ জীৱনৰ লগত একে কৰি হাত সাবটি বহি আছা। আন জাতিৰ মানুহৰ জীৱনৰ আৰ্হিলৈ চালে আমি ততালিকে এই প্ৰভেদ বুজিব পাৰিম। যি জাতিয়ে এই প্ৰভেদ বুজি কাৰ্য্য কৰিছে সেই জাতিয়েই মানুহৰ মাজত ধন্য বোলাই বলবান, তেজবান আৰু স্বাধীন হৈ উন্নতিৰ জখলাত দিনে দিনে উধাইছে। ছাহাজাহান বাদচাহৰ জীয়েকক জুয়ে পোৰাৰপৰা চিকিৎসা কৰি আৰোগ্য কৰাত ইংৰাজ ডাক্তৰ মিঃ ব'টন চাহাবে তাৰ পুৰস্কাৰ স্বৰূপে নিজৰ লাভৰ আকাঙ্ক্ষা নকৰিলে, স্বজাতিৰ উপকাৰ হে সম্ৰাটৰ ওচৰত ভিক্ষা কৰিলে। এনে স্বজাতিৰ উপকাৰ কৰিবলৈ যি মানুহৰ মন; এনে স্বাৰ্থপৰ জাতীয় প্ৰেম যি জাতিত বিদ্যামান, সেই জাতি আচল মনুষ্য আৰু সংসাৰত তেওঁবিলাকৰেই উন্নতি। যি জাতিৰ বৰফুকনে নিজৰ দেশ, নিজৰ জাতি লুপ্ত কৰিবলৈ মানক মাতি আনিবলৈ অলপো কুণ্ঠিত নহল, তেনে জাতিৰ শৰীৰত মনুষ্য-শোণিত নাই, তেনে জাতি অধঃপতনলৈ নগৈ কোন জাতি যাব? এনেবিলাক বুৰঞ্জীৰ ঘটনাৰপৰা আমি বহুত শিকিব পাৰোঁ। ইংলণ্ডৰ নিচিনা মহৎ দেশৰ মানুহৰ জীৱনৰ আৰ্হিৰে আমি মানুহ বোলাবলৈ শিকিব পাৰোঁ। আমি সেই মনুষ্য জাতিৰ বুৰঞ্জী পঢ়াৰ ফল কি, যদি আমাৰ চলিত প্ৰথামতে আমি মনুষ্য হবলৈ নিশিকিম? অৱশ্যে সকলো মানুহ মহামতি গ্লেড্ষ্টোন, ওৱাচিংটন হব নোৱাৰিব পাৰোঁ, কিন্তু নিজ নিজ অৱস্থামতে আমি সমাজৰ হকে চিন্তা কৰিব নেলাগে নে? ৪০।৫০ টকীয়া দৰ্ম্মহাৰ 'কাম কৰি অৱশ্যে সংসাৰ নিৰ্ব্বাহ কৰাটো উজু কাম, ইউনিভাৰ্চিটিৰ এফ. এ, বি. এ. পাচ কৰি ঘৰ পাতি টুপ্-টুপ্-টাপ-টাপকৈ, ইংৰাজ গৱৰ্ণমেন্টৰ তলত চাকৰী এটা কৰি কোনো আসোঁৱাহ অসুবিধা নোহোৱাকৈ খাই থাকি সংসাৰী জীৱন নিয়াব পাৰি। কিন্তু, মনুষ্য হৈ জনম লোৱাৰ ফল কত হল? মানৱী জনম সম্ফল কৰিবলৈ আমাক আৰু কি লাগে, এবাৰ ভবা উচিত নহয় নে? তুমি নেভাবিলে কোনে ভাবিব? গোটেই সমাজৰ সুখ-দুখ তোমাৰ সুখ-দুখৰে সৈতে মিলাই এনে নকৰিলে, তোমাৰ মনোবৃত্তিৰ স্বাৰ্থক নহয়। সংসাৰৰ ঠেলাত পৰি যদি এই বিলাক "মনুষ্য-কাৰ্য্য"লৈ ভাবিবলৈ অপাৰগ হলোঁ বুলি ভাবা, তেন্তে তুমি সংসাৰৰ দুৰ্ব্বহ ঠেলাত কিয় সোমাইছিলা? তোমাৰ জীৱনৰ উদ্দেশ্য নথকাৰ বাবে তুমি এনে অপাৰগ হৈছা। তোমাৰ জ্ঞান, বুদ্ধি, বিদ্যা, শক্তি অনুসৰি প্ৰকৃত কাৰ্য্যত প্ৰবিষ্ট হোৱাৰ পূৰ্ব্বে তুমি কিয় সাংসাৰিক কাৰ্য্যত লিপ্ত হলা? কিন্তু তুমি যেই অৱস্থাতে থাকা, তোমাৰ প্ৰকৃত কাজ কেৱল সাংসাৰিক নহয়। সাংসাৰিক কাজত কৃতকাৰ্য্য বা অকৃতকাৰ্য্য হৈ তুমি বিহ্বল নহবা। তোমাৰ কাৰ্য্য তোমাৰ পো-নাতিয়ে আৰু পাচৰ খাপৰ মানুহে চাবলৈ ৰৈ আছে। তেওঁবিলাকলৈ তোমাৰ গুৰুতৰ কাৰ্য্য আছে, তেওঁবিলাকক সন্তোষ নকৰি তুমি সংসাৰ এৰিলে তোমাক আৰু তেওঁবিলাকক তুমি অন্যায় কৰা হব। তোমাৰ জীৱনৰ ঘাই উদ্দেশ্যে "To leave the world better than we found it," অৰ্থাৎ তুমি আহোঁতে তোমাৰ সমাজৰ যেনে অৱস্থা দেখিছিলা, তুমি যাওঁতে তাক তাতকৈ বেচি উন্নত অৱস্থাত ৰখাই তোমাৰ মনুষ্য জীৱন ধৰাৰ মূল উদ্দেশ্য।

এতেকে দেখা গল যে, মানুহৰ জীৱন পশুৰ জীৱনৰ দৰে উদ্দেশ্যেবিহীন নহয়। আৰু, সেই উদ্দেশ্য হৈছে কাৰ্য্য। আমাৰ ঈশ্বৰে দিয়া শক্তি-বৃত্তিবিলাক কাৰ্য্যকৰী কৰিব লাগে। আৰু, সেই কাৰ্য্য যিমান নিস্বাৰ্থ হয় তিমান তাৰ ফল ধৰে। মানুহৰ জীৱনেই এক প্ৰকাৰ কাৰ্য্যৰ এডাল শিকলি — কাৰ্য্য শেষ হলে জীৱনৰো অন্ত পৰে। এই কাৰ্য্য কেৱল পেট-পোহ কাৰ্য্য নহয়। পেট পোহাটো কেৱল অন্য সৎকাৰ্য্যৰ তলতীয়া ভেঁটি। নেখালে নোৱাৰোঁ কাৰণে হে আন কাৰ্য্য কৰিবলৈ খাই লওঁ। খোৱা কাৰ্য্যেই আমাৰ মূল কাৰ্য্য নহয়। এই কাৰ্য্যই আমাক পশু শ্ৰেণীৰ ওপৰত উচ্চ স্থান দিছে। আমাৰ গাত শক্তিৰ অস্তিত্বৰ বাবেই আমি উচ্চ নহওঁ আৰু হবও নোৱাৰোঁ। এই শক্তিবিলাক চলোৱাই আমাৰ সুখ। এপেট ভাল বস্তু খাই এঘুমতি শুই, বিহাৰাদি কৰা প্ৰকৃত সুখ নহয়। তেনে সুখ হোৱা হলে মানুহতকৈ পশুৰ জীৱনত বেচি সুখ দেখিলোহেঁতেন; তাতোকৈ গছ-গছনিৰ মহাসুখ বুলিব লগীয়া

হলোহেঁতেন। কাৰণ, পশু-পক্ষীয়ে আহাৰ-বিহাৰলৈ যি অলপ পৰিশ্ৰম কৰিব লাগে, গছ-গছনিৰ সিও নাই। প্ৰকৃত সুখ বহি-শুই খাই থকা নহয় — কাৰ্য্য কৰাই প্ৰকৃত সুখ। মনুষ্যৰ প্ৰকৃত সুখ স্বজাতি কি আন জাতিৰ দুখ মোচনৰ বাবে কৰা পৰিশ্ৰম, আনৰ নিমিত্তে স্বাৰ্থত্যাগ ইত্যাদি। সকলো ধৰ্ম্মৰ মূলমন্ত্ৰ এয়ে — পৰোপকাৰায় জীৱনং।

স্কুলৰ ছাত্ৰক, কি কলেজত পঢ়োঁতাক কোনো ইংৰাজ সিংহই কথা-বতৰা পাতিবলৈ লগ পালে, তেওঁ ততালিকে সোধে, ছাত্ৰজনৰ আগলৈ জীৱনৰ উদ্দেশ্য কি ?— "তুমি আগলৈ কি কৰিবা ?" কিন্তু, আমাৰা লৰাৰ তেনে কি উদ্দেশ্যে আছে যে, তাক ততালিকে তেওঁক কৈ দিব পাৰে। মোটৰ ওপৰত আমাৰ কোনো জীৱনৰ উদ্দেশ্যেই নাই, আৰু সেই কাৰণে হে যেতিয়া যিহকে পাওঁ তিহকে কৰোঁ, আৰু তাকে কৰি আমাৰ গোটেই জীৱন নষ্ট কৰোঁ। জীৱনৰ উদ্দেশ্যে মানে এইখিনিতে কোৱা আৱশ্যক যে, কোনো কাৰ্য্য কৰা উদ্দেশ্য হে মই উদ্দেশ্য বুলি ধৰিছোঁ। বি. এ. পাচ বা এম. এ. পাচ কৰাও এক উদ্দেশ্য হব পাৰে; কিন্তু তাক জীৱনৰ উদ্দেশ্য বুলিব নোৱাৰি। সেইবিলাক আচল উদ্দেশ্যৰ খোপনি; আৰু সেই খোপনিত ভিৰ দি জীৱনৰ উদ্দেশ্য সাৰিবলৈ চেষ্টা কৰিব লাগে। জীৱন উদ্দেশ্যবিহীন হোৱা নিতান্ত বেয়া। সংসাৰৰ ঠেলা-ঠেলি খাই যিমানেই পিচলা-হোঁহকা খোৱা যায়, নিজৰ উদ্দেশত লক্ষ্য থাকিলে জীৱন কেতিয়াও নষ্ট হব নোৱাৰে। এতেকে, জীৱনৰ উদ্দেশ্য জাহাজৰ "কাটা-কম্পাচৰ" দৰে সাগৰত তলংভটং কৰি বতাহে লৈ ফুৰালেও শেহত কলম্বচৰ দৰে উদ্দেশ্য সিদ্ধি হবই হব। সৰ্ব্বশক্তিমান ঈশ্বৰেই হওক বা প্ৰকৃতিয়ে হওক মানুহৰ জীৱনৰ উদ্দেশ্য সাধন কৰিবলৈ সিবিলাকক শক্তি-বৃত্তি পশুতকৈ উচ্চতৰ কৰি দিছে, সেইবিলাকৰ অপব্যৱহাৰ কৰিলে আমাৰ জাতিৰ ওচৰত, বিশেষকৈ দিওঁতাৰ ওচৰত আমি জাগৰীয়া।

—শ্ৰীদেবেশ্বৰ চলিহা।

# মনোবিজ্ঞান।

## বশীকৰণ (Mesmerism) আৰু সম্মোহন (Hypnotism)।

মেচমৰ চাহাবৰ মতে এই বিশ্বৰ পৃথিৱী, গ্ৰহ, উপগ্ৰহ, ইত্যাদিৰ এটা পৰস্পৰ সম্বন্ধ আছে, আৰু পৰস্পৰে যোগ-বিয়োগ, আকৰ্ষণ-বকিৰ্ষণ কৰিব পৰা শক্তি আছে। সেই শক্তিৰ মূলত এটা Subtle Fluid বা সূক্ষ্ম অপ্। সেই অপ্ সমস্ততে ব্যাপি আছে। ই মনুষ্য দেহতো আছে। এই অপে মনুষ্য দেহৰ স্নায়ুৰ (nerve) ওপৰত ক্ৰিয়া কৰে। মেচমেৰিজম ক্ৰিয়াৰ মূলতো হেনো এই অপৰ সঞ্চালন বা গতিয়েই প্ৰধান। কোনো পণ্ডিতে তাপ বা তাড়িতকো মেচমেৰিজম ক্ৰিয়াৰ মূল বুলিব খোজে। এতেকে দেখা যায় যে, ইউৰোপীয় দাৰ্শনিক আৰু বৈজ্ঞানিকসকলৰ মতেৰেও মনুষ্য-দেহত অপ, তাড়িৎ, তাপ, বায়ু, ইত্যাদি আছে। প্ৰাণীতত্ত্ব বিজ্ঞানৰ (Physiology) পৰা জনা যায় যে, মনুষ্য দেহত অসংখ্য নাড়ী, স্নায়ু, (Nerve, Sinews) আছে। এই সমস্ত নাড়ীৰে কেন্দ্ৰস্থল মগজ (Brain), অৰ্থাৎ সমস্ত নাড়ীয়েই মগজৰপৰা বাহিৰ হৈ মনুষ্য শৰীৰৰ প্ৰত্যেক অঙ্গকে ব্যাপি আছে। ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ, ক্ষুধা, তৃষ্ণা, শ্বাস, প্ৰশ্বাস সমস্ত প্ৰথমতে স্নায়ু বা নাড়ীত অনুভব হয়। সেই নাড়ীয়েই নি মগজত জনায়। মগজত হে সমস্ত ক্ৰিয়াৰে জ্ঞান উৎপন্ন হয়। হিন্দুৰ দৰ্শন মতেও এই মনুষ্য শৰীৰ পঞ্চ মহাভূত ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম ইত্যাদিৰে গ্ৰথিত। আন কি, এই মনুষ্য দেহতেই সমস্ত বিশ্ব-ব্ৰহ্মাণ্ড হেনো আছে। মুঠতে কবলৈ গলে, মনুষ্য দেহ হেনো বিশ্ব-ব্ৰহ্মাণ্ডৰ আৰ্হিৰে এক ক্ষুদ্ৰ ব্ৰহ্মাণ্ড বিশেষ। শিবসংহিতাত কৈছে ঃ—

১। দেহিস্মিন্ বৰ্ত্ততে মেৰুঃ সপ্তদ্বীপ সমন্বিতঃ সৰিতঃ সাগৰাঃ শৈলাঃ ক্ষেত্ৰানি ক্ষেত্ৰ পালকাঃ।

২। ঋষয়ো মুনয়ঃ সৰ্ব্বে নক্ষত্ৰানি গ্ৰহাস্তথা পুণ্যতীৰ্থানি পীঠানি বৰ্ত্ততে পীঠ দেৱতাঃ।

৩। সৃষ্টি সংহাৰ কৰ্ত্তাৰৌ ভ্ৰমন্তৌ শশি ভাস্কৰৌ নভো বায়ুশ্চ বহ্নিশ্চ জলং পৃথ্বী তথৈবচ।

৪। ত্ৰৈলোক্য যানি ভূতানি তানি সৰ্ব্বাদি দেহতঃ মেৰুং সংবেষ্ট্য সৰ্ব্বত্ৰ ব্যৱহাৰঃ প্ৰবৰ্ত্ততে।

এই দেহতে সপ্ত দ্বীপে সৈতে সুমেৰু পৰ্ব্বত আছে। সমস্ত নদ-নদী, সমুদ্ৰ, পৰ্ব্বত, ক্ষেত্ৰ, ক্ষেত্ৰপালক আছে। ঋষি, মুনি, নক্ষত্ৰ, গ্ৰহ, পুণ্য-তীৰ্থ, পুণ্যপীঠ, পীঠদেৱতাসকল আছে। সৃষ্টিৰ সংহাৰৰ কাৰণ চন্দ্ৰ সূৰ্য্যও এই দেহতে ভ্ৰমণ কৰিব লাগিছে। পৃথিৱী, জল, অগ্নি, বায়ু, আকাশ (ক্ষিত্যপতেজমৰুদ্ব্যোম) প্ৰভৃতি পঞ্চ মহাভূতো আছে। স্বৰ্গ, মৰ্ত্ত্য, পাতাল, এই ত্ৰৈলোক্যৰ সমস্ত জীবও এই মনুষ্য দেহতে আছে। এই আটাইবিলাকেই মেৰুক বেষ্টন কৰি নিজ নিজ কাম সমাধা কৰিব লাগিছে।

শিবসংহিতাৰ এই বচন কেইফাঁকিৰ আমি সম্পূৰ্ণ অৰ্থ সাধাৰণ বুদ্ধিৰে বুজিব নোৱাৰোঁ। মনুষ্য দেহ যে পঞ্চ মহাভূতেৰে গঠিত, সেইটো অলপ উপলব্ধি কৰিব পাৰি। শৰীৰৰ হাড়, মঙ্গহ এইবিলাকেই ক্ষিতি হব পায়। ঘাম, মূত্ৰ, চকুৰ পানী, নাকৰ পানী এইবিলাকেই অপ্। তেজেই তেজ (কিন্তু তেজৰ অৰ্থ Light heat)। বায়ু যথা, শ্বাস-প্ৰশ্বাস আদি। ঠায়ে ঠায়ে থকা শূন্য ঠাই- বিলাকেই, যেনে মুখৰ খোল, আহাৰ নোখোৱা অৱস্থাৰ পেটত খোল এইবিলাকেই ব্যোম। এই পাঁচটীত বাজে মনুষ্য দেহত যে আনবিলাক বস্তু আছে, যথা ঋষি-মুনি ইত্যাদি, এই কথা আমি সাধাৰণ বুদ্ধিৰে উপলব্ধি কৰিব নোৱাৰোঁ। হিন্দু দাৰ্শনিক সকলে কয় যে, পাতঞ্জল দৰ্শনৰ মত মতে অসম্প্ৰজ্ঞাত সমাধি কৰিব পৰা হলে হে শিৱসংহিতাৰ এই বচন কেইফাঁকিৰ আন আন বিষয়বিলাক বুজিব পাৰি।

(টোকা) ভগৱৎগীতাৰ একাদশ অধ্যায় মতে এই সমস্ত বিশ্বকে একেলগে গোটাই চিন্তা কৰিব পাৰিলে যিটো বস্তু হয় বা হব পাৰে সেইটোৱেই দৃষ্ট ঈশ্বৰ বা material god, সেই যুক্তিৰেই শিবসংহিতাৰ ওপৰৰ বচন কেইফাঁকি মিলাই মনুষ্য শৰীৰক ঈশ্বৰৰ আৰ্হি বুলিব পাৰি। বাইবলত কৈছে ;— And god made man after his image.

প্ৰাণীতত্ত্ব মতে মনুষ্য শৰীৰত অসংখ্য নাড়ী আৰু স্নায়ু আছে। হিন্দুৰ শিবসংহিতাতো কৈছে, "সাৰ্দ্ধলক্ষত্ৰয় নাড্যঃ সন্তি দেহান্তৰে নৃনাং প্ৰধানভূতা নাড্যস্তু তাসুমুখ্যাশ্চতুৰ্দ্দশঃ। এতাভোগাবহা নাড্যো বায়ু সঞ্চাৰ ৰক্ষকাঃ ওতঃ প্ৰোতাতি সংব্যাপ্য তিষ্ঠন্তাস্মিন কলেবৰে।" এই নাড়ীবিলাকৰ দ্বাৰায়ে যে শৰীৰৰ সমস্ত কাৰ্য্য সম্পাদন হয় এইটো আজিকালি প্ৰামাণিক কথা। অপ বা তাপ বায়ুৰে যে এই নাড়ীৰ ওপৰত ক্ৰিয়া কৰে এইটোও মেচমৰ প্ৰভৃতি ইউৰোপীয় বৈজ্ঞানিক সকলৰ মতেৰে আজিকালি স্বতঃসিদ্ধি কথা। এইবিলাক কাৰণে এক মানুহৰ নাড়ীৰ বা মনৰ ক্ৰিয়াই অপৰ মানুহৰ নাড়ীৰ বা মনৰ ওপৰত ক্ৰিয়া কৰিব পাৰে। এজনৰ মনঃশক্তিয়ে (will force) আন এজনৰ স্নায়ু বা নাড়ীৰ ওপৰত ক্ৰিয়া কৰিলেই দ্বিতীয় জন মানুহ প্ৰথম জনৰ বাধ্য বা বশীভূত হব পাৰে। অথবা এজনৰ স্পৰ্শশক্তি আৰু মনঃশক্তি উভয়ে মিলি আন এজনৰ স্নায়ুৰ ওপৰত ক্ৰিয়া কৰি তাক বশীভূত কৰিব পাৰে। অথবা, এজনৰ মনঃশক্তি আৰু শব্দশক্তিয়ে আন এজনৰ স্নায়ুত ক্ৰিয়া কৰিও সিজনক বশীভূত কৰিব পাৰে। যেনে, —দুজন মানুহে পৰস্পৰে পৰস্পৰক তীব্ৰ দৃষ্টিৰে চোৱা চুই কৰি থাকিলে এজন যেনে তেনে হাৰ মানি অপৰ জনৰ বশীভূত হব। এই বশীভূত হোৱা অৱস্থাত প্ৰথম জনে যদি দ্বিতীয় জনক "তই টোপনি যা" এনেকুৱা আদেশ কৰে, তেন্তে দ্বিতীয় জন টোপনি যাব পাৰে বা তন্দ্ৰাত পৰিব পাৰে। সেইদৰে এজন মানুহ আন এজনৰ গাত সুন্দৰকৈ সুখ লগাকৈ হাত বুলাই বুলাই নিজৰ মনে মনে "তুমি টোপনি যোৱা টোপনি যোৱা" এনেকুৱা ইচ্ছা কৰিলে দ্বিতীয় জনে প্ৰথম জনৰ স্পৰ্শশক্তি আৰু মনঃশক্তিত নিদ্ৰা যাব পাৰে। সেইদৰেই লৰা-ছোৱালীক মাকে কোলাত লৈ নাম গাই গাই টোপনি যোৱায়। এইটো মনঃশক্তি আৰু শব্দশক্তিৰ গুণ। সুশ্ৰাব্য সুৰে কৰ্ণত তৃপ্তি অনুভৱ কৰাই টোপনি নিয়ায়। এনেবিলাক সাধাৰণ ক্ৰিয়াই সম্মোহন বা বশীকৰণ (Hypnotism or Mesmerism)।

ক্ৰমশঃ।

# খেতি।

আসামৰ চলিত খেতিৰ অতিজৰপৰা উন্নতিৰ ফালে কোনো ৰকমে সাল-সলনি ঘটিছে বুলিব নোৱাৰি। অসমীয়া খেতিয়কে কোনো ন-খেতিৰ বাবে চেষ্টা কৰাও দেখা পোৱা নেযায়। ধান আৰু আন আন চলিত খেতিকো অসমীয়া ৰাইজে পেটে-ভাতে খাব পৰাটোকৈ হে কৰে। সাধাৰণ খেতিয়কৰ পৰা দেশৰ খেতিৰ উন্নতিৰ আশা কৰিব নোৱাৰি। দেশৰ মজলীয়া খাপৰ মানুহে খেতিলৈ মন নেমেলিলে খেতিয়ে কেতিয়াও গা কৰিব নোৱাৰে।

আসামৰ হজুৱাৰ অভাৱে মধ্যম শ্ৰেণীৰ মানুহক খেতি-বাতিলৈ আগ বাঢ়িবলৈ হকা-বধা কৰে। খেতিয়ক সকলে আসামত চাহ খেতিৰ বাবে হজুৱা চপোৱাত যি সুবিধা পাইছে, আন খেতিৰ সম্বন্ধে তেনে সুচল নাই। চাহৰ খেতিৰ পৰা অসমীয়া বিশেষ লাভবান হৈছে বুলিব নোৱাৰি। এই খেতিৰ উৎপন্নৰ ভাগ বিদেশীৰ। কিন্তু, অসমীয়া ৰাইজে এই খেতিৰপৰা সমুলি উপকৃত হোৱা নাই বোলাটোও অনুচিত হব। চাহ খেতিয়ক সকলৰ সুবিধাৰ লগে লগে অসমীয়া ৰাইজে আলিবাটৰ সুচল পাইছে। গাৱঁৰ উৎপন্নৰ বাৰ্হিভাগ বেছিবৰ দিহা লাগিছে। যি হওক চাহৰ খেতিৰ পৰা আসাম দেশ চাৰিওফালে জনাজাত হব পাৰিছে। কিন্তু, দেশৰ তেনে প্ৰকৃত উন্নতিৰ আগন্তুক দেখা নেযায়। এই খেতিক অসমীয়া ৰাইজৰ খেতি বুলিবও নোৱাৰি। এইবাবে এই ঠাইত ইয়াৰ আলচ কৰাৰো আৱশ্যক নকৰে।

ধানৰ পিচতে সৰিয়হকে অসমীয়া ৰাইজৰ লেখত লব লগীয়া খেতি বুলিব লাগিব। এই খেতিৰ বাবে আহু ধান হোৱা বাম ঠাই উপযোগী। একে ডৰা মাটিত দুটা খেতি তোলাৰ সম্বন্ধে ই আহু ধানৰ লগৰীয়া; এই খেতিলৈ আহিন-কাতিত মাটি চাহ কৰিব লাগে। মাটি ৪।৫ বাৰ বাই, চাহ হলে সৰিয়হৰ গুটি সিঁচা হয়। মাঘ-ফাগুণত এই খেতি তুলিবৰ হয়। সৰিয়হ দুবিধ; যেনে, বগা সৰিয়হ (শেৱা) আৰু কলা সৰিয়হ। বগা সৰিয়হৰ উৎপন্ন বেচি, কিন্তু ইয়াৰ তেল সোনকালে ক্ৰৰা হয়। ইয়াৰ তেলো বেচি পৰে। অসমীয়া ৰায়তৰ এয়ে ঘাই ৰপ্তানি খেতি বুলিব লাগিব; মূল খেতি ধানৰপৰাও এনে ৰপ্তানি নহয়। দেশী মানুহে ৰপ্তানি কৰোক ছুবি দেশৰ অভাৱকে পুৰ কৰিব পৰা নাই। আসাম উপত্যকাৰ প্ৰত্যেক জিলালৈ বছৰি ৩।৪ হেজাৰ মোনৰ পৰা ৫।৬ হেজাৰ মোনলৈকে চাউল আমদানি হয়। সৰিয়হৰ খেতিৰ উৎপন্নৰ ওপৰতে সাধাৰণ খেতিয়কৰ অৱস্থাৰ ভাল-বেয়া নিৰ্ভৰ কৰা দেখা যায়। এই খেতিৰ উৎপনে খেতিয়কৰ বছেৰেকীয়া ৰাজকৰ আৰু খেতিৰ সঁজুলিৰ খৰছ নোযোগালে খেতিয়কে গা কৰা টান। অসমীয়া ৰায়তৰ এই খেতি বহলাই কৰিবলৈ ধাউতি হব লাগে। চাপৰিয়াল ঠাইত এই খেতিৰ উপযোগী বিস্তৰ মাটি পোৱা যায়। কিন্তু দুখৰ বিষয়, বৰ্ত্তমান এই খেতিৰ উৎপন্নৰ বেচি ভাগ কেঞাঁ-বেপাৰীয়ে গ্ৰাস কৰে। খেতিয়কে ৰাজকৰৰ বাবে কেঞাঁ-বেপাৰীৰপৰা আগধন লৈ আধামূলীকৈ আৰু সৰহ ওজনত সৰিয়হ দিব লগাত পৰে। ৰায়তে ৰাজহ শোধোৱাত টান পোৱাটো বুজ নাই, গৱৰ্ণমেণ্টে সম্প্ৰতি ৰাজহ আদায় কৰাৰ সময় হেঁচকাই দিছে। আৰু, চৰ্কাৰৰপৰা খেতি কৰিবলৈ ধন ধাৰে দিয়াত বাজেও Co-operative credit Society ৰ ব্যৱস্থা হৈছে। গাৱঁৰ শিক্ষিত সম্প্ৰদায়ে ঠায়ে ঠায়ে এনে প্ৰথাৰ বিধান কৰিলে সাধাৰণ খেতিয়কৰ অৱস্থা টনকিয়াল হোৱাৰ আশা থাকে। দেশত উৎপন্ন হোৱা বস্তু যাতে আন ঠাইৰপৰা আমদানি হবলৈ নেপায়, এনে অৱস্থা হলে হে দেশৰ প্ৰকৃত উন্নতি। খেতি কৰোঁতাসকলে ইয়াকে ভাবি খেতি বছৰি বহলাই কৰিবলৈ ৰখাটো বাঞ্ছনীয়। দেশত প্ৰচুৰ পৰিমাণে সৰিয়হ উৎপন্ন হলে গুৱাহাটীত হোৱাৰ দৰে জিলায়-জিলায় তেলপেৰা কল হোৱাৰ আশা কৰিব পাৰি।

আসামত মূলধন থকা লোক নাই। বুলিলেই হয়। এই কাৰণে, যুটীয়া কাৰবাৰৰ ইয়াত বিশেষ প্ৰয়োজন। যুটীয়া কাৰবাৰ কৰি খেতি কৰালে খেতি বহলাই কৰিব পাৰি, আৰু ইয়াৰপৰা বিশেষ লাভ হোৱাৰো আশা থাকে। চাহ-বাগিছা থকা ঠাইবিলাকত হজুৱাৰ অভাৱো বহুত পৰিমাণে কমিছে যেন অনুমান হয়। এনে ঠাইত যুটীয়া কাৰবাৰো সুচল হব পায়। দেশৰ হজুৱাবিলাক বিদেশীৰ লগুৱা হৈ খেতি-বাতিৰ নিমিত্তে অনুপযুক্ত হৈ পৰিছে। এই দোষে উজনী অঞ্চলক সিমানকৈ চুব পৰা নাই যেন লাগে। গাৱঁৰ মেধি-সাতোলাসকলে ইয়াৰ প্ৰতিকাৰ কৰিব পাৰে। তেওঁলোকে কেৱল অজানত বা বাহি গাই খোৱাক পৰাচিত কৰাবলৈ চকু ৰাখিলেই সমাজৰ বান্ধনী অটুট থাকিব নোৱাৰে। কিন্তু, দেশী মানুহৰ ঘৰত থকা লগুৱাৰ

অলপ-অচৰপ খেতি-বাতিৰ চৰ্চ্চা নেথাকি নোৱাৰে। এতেকে, এই বিষয়ত গাৱঁৰ ৰৰমূৰীয়া সকলৰ মনোযোগ পৰাটো বাঞ্ছনীয়। ধানৰ খেতিৰ সঁজুলিয়েই আন আন সকলো খেতিৰ উপযোগী বুলি আমি আগেয়েই উল্লেখ কৰি আহিছোঁ, আৰু কেনে হাল আমাৰ দেশত ব্যৱহাৰ হব পাৰে তাকো কোৱা হৈছে। হালত বাজেও কৃষিৰ লাগতিয়াল আন আন সঁজুলি আছে; এনেবিলাক সঁজুলি অসমীয়া খেতি.কে গাই পতি নোৱাৰিলেও, গাওঁৱে গাওঁৱে উমৈহতীয়াকৈ ৰখাৰ দিহা কৰিব পাৰে। বিলাতী মৈ (Roller) আৰু গুটি সিঁচা কল (Drill) আমাৰ দেশত ব্যৱহাৰ হোৱাৰ আৱশ্যক। আমাৰ দেশত যি মৈৰ চলতি আছে, তাৰপৰা কাম অসম্পূৰ্ণভাৱে হে সম্পাদিত হয়। মাটিৰ লডা ভাঙ্গিবলৈ Crosskill Roller অতিশয় উপযোগী। পাঁচ মোন ওজনৰ এনে এটি যন্ত্ৰ ৩৫ টকা মান খৰছত হব পাৰে। একোখন গাওঁৱে এনে যন্ত্ৰ এটি যুগুত ৰখা টান নহয়। ইয়াৰপৰা পৰিশ্ৰমৰ ভাগ বহুতো কমে আৰু কামো ভাল হয়। আমাৰ দেশত শস্যৰ গুটি হাতেৰে সিঁচে, আৰু সিঁচাৰ পিচত মাটি মৈয়াই দিয়ে। এই প্ৰথা Mr. Bonson চাহাবে তলত দিয়া যুক্তি দি বেয়া বুলিছে;—

(১) গুটিবিলাক হাতেৰে সিঁচাত শাৰী হৈ নপৰে; সেই কাৰণে পুলিৰ মাজৰ ঠাইবিলাকত থকা দলিবোৰ সহজে ভাঙ্গি দিব নোৱাৰি। আৰু, নিৰাই দিয়াতো কষ্ট হয়।

(২) গুটিবিলাক সমানে নপৰে, কোনো ঠাইত পাতল হৈ পৰে। ঘনকৈ পৰা ঠাইত পুলিবোৰ উপযুক্ত আহাৰৰ অভাৱত দুৰ্ব্বলী হয়। আৰু, পাতল হোৱাত ঠাইৰ সদ্ব্যৱহাৰ নহয়। এই ৰকমে উৎপন্নৰ ভাগো কম হয়।

(৩) গুটি সিঁচি দিলে সি উপযুক্তৰূপে মাটিৰে ঢাক নাখায়। কিছুমান ওপৰতে থাকে। আৰু ৰ'দত নষ্ট হয়, কিম্বা চৰাইৰ আহাৰ হয়; ইফালে কিছুমান দকৈ পোত গৈ নগজা হয়।

(৪) অলপ গুটি বহল ঠাইত সিঁচা সহজ নহয় বাবে অলপ ঠাইতে বহুত সিঁচা হয় আৰু বহুত গুটিৰ অপ্রব্যয় হয়।

গুটি কলেৰে সিঁচাত এনে অপব্যয় আৰু অসুবিধা নঘটে। পুলিবোৰ শাৰী লাগি গজে কাৰণে নিৰাই বা খুচৰি দিবলৈকো সুচল হয়। এনে বিলাতী কলেৰে গুটি একে সমান আঁতৰত সিঁচিব পাৰি, আৰু যিমান দত পুতিব খোজা যায় তিমান দত ৰুব পাৰি। এনে সুবিধাই খেতিয়কৰ মন এনে যন্ত্ৰলৈ নিশ্চয় আকৰ্ষণ কৰিব। হাতেৰে সিঁচাৰ ভাল হৈছে নে নাই তাক পুলি গজিলে হে ধৰিব পাৰি; তেতিয়া হয়তো ভাল কৰিবলৈ সময়ো নাথাকিব আৰু সময় কৰিব পাৰিলেও অনেক গুটিৰ অপব্যয় আৰু ওপৰঞ্চি পৰিশ্ৰম হয়। সৰিয়হৰ নিচিনা সৰু গুটি এনে কলেৰে সিঁচাৰ ব্যৱস্থা হলে, হাতেৰে সিঁচাত যিমান গুটি লাগে তাৰ ছভাগৰ পাঁচ ভাগলৈকে ৰাহি কৰিব পাৰি। ধান সিঁচাতো তিনিভাগৰ-এভাগৰপৰা দুভাগৰ-এভাগলৈকে বঢ়াব পাৰি।

কৃষিবিভাগৰ চফৰ ফুৰা বিষয়াসকলে কৃষকবিলাকক এনেবিলাক যন্ত্ৰৰ উপযোগিতা বুজাই দি তাক যুগুত কৰি দিয়াৰ দিহা কৰিলে কৃষিবিভাগৰ প্ৰকৃত উন্নতি কৰা হব, আৰু তেওঁলোকৰ কৰ্ত্তব্য কাম কৰা হ'ব, বুলি বিবেচনা হয়। তেওঁলোকে চফৰ ফুৰোঁতে মাটি পৰীক্ষা কৰি চাই কেনে মাটিত কি খেতি হয় তাক কৃষকবিলাকক বুজাই দিলে খেতিৰ ফল ভাল হোৱাৰ আশা কৰিব পাৰি।

মাহ।— ই সৰিয়হৰ লগৰীয়া খেতি। ইয়াক নৈৰ দাঁতিৰ পলসুৱা মাটিত কৰা হয়। কঠীয়াতলীতো এই শস্যৰ খেতি কৰা হয় এই খেতিয়ে কঠীয়াতলী আৰু কুঁহিয়াৰতলীৰ উৎপাদিকা শক্তি বঢ়ায়। মাহৰ খেতি আহিন-কাতিত কৰা হয়। ইয়াৰ নিমিত্তে মাটি বেচি চাহ নেলাগে। ২।৩ বাৰ চাহ বালেই খেতি উপযোগী হয়। মাটি টিলায় থাকিলে নৰাণী বা শালি ধানৰ মাজতো এই শস্য সিঁচি দিয়া হয়; কিন্তু এনে নিয়ম বঙ্গদেশত হে সাধাৰণতঃ দেখা যায়, আসামত ইয়াক সাধাৰণ নিয়ম বুলিব নোৱাৰি।

মাহ অনেক বিধৰ আছে। আসামত তলত লিখা কেইবিধ মাহৰ খেতি কৰা হয়; —মাটিমাহ, মগুমাহ, মচুৰমাহ, বুটমাহ আৰু গেলা মাহৰ খেতিও ঠায়ে ঠায়ে অলপ-অচৰপ হয়। মগুমাহৰ খেতিত পৰিশ্ৰমৰ ভাগ কিছু বেচি। ইয়াৰ উৎপন্ন কম, কিন্তু দাম বেচি পোৱা যায়। কলামাহৰ খেতিৰ উৎপন বেচি পোৱা যায়।

কিন্তু ই ব্যৱহাৰৰ তেনে উপযোগী নহয়, গতিকে দামো কম। এই মাহৰ খেতিৰপৰা শালি ধানতলীত সাৰ যোগোৱাৰ ব্যৱস্থা হব পাৰে আৰু খেতিয়কৰ নিজৰ গৰু-ম'হৰ আহাৰৰ দিহাও হব পাৰে। শালি ধানতলীৰ মাটি টিলায় থাকোঁতে তাত এই মাহৰ বিধান সিঁচি দিলেই এই মাহ সময়ত হৈ উঠে। এনে খেতি নচপালে মাটিৰ বিস্তৰ সাৰ হয় আৰু খেতিয়কৰ গৰু-ম'হৰ আহাৰো হব পাৰে। গৰু-ছাগলি আপডাল কৰি বন্ধনত ৰাখিলে এই খেতি বিনা পৰিশ্ৰমেও চলাব পাৰি। মাটি আৰু মগু মাহৰ খেতি আসামত কিছু পৰিমাণে সৰহকৈ কৰা দেখা

যায়। মচুৰ, বুট আৰু গেলামাহৰ (অৰহৰ) খেতিও অসমীয়া ৰায়তে বহলাই কৰিব লাগে। এইবিলাক মাহৰ খেতিতো ৰায়তৰ বিশেষ পৰিশ্ৰম নেলাগে। মচুৰ আৰু বুটমাহ মাটি আৰু মগুমাহৰ দৰেই কৰিব পাৰি। গেলামাহৰ খেতি খেতিয়কৰ বস্তীৰ টোলৰ ধাপত ৰুব পৰা যায়। ইয়াৰ গছ কিছু ডাঙৰ হয়। এবাৰ কৰালে ই প্ৰায় আপোনা-আপুনি হৈ থাকে। এই মাহৰ গছত লাৰ খেতিও কৰিব পাৰি।

খেতিৰ মাটিয়ে সৈতে বৰষুণৰ বিশেষ সম্বন্ধ। যি মাটিয়ে যথেষ্টৰূপে পানী শুহি ৰাখিব পাৰে, আৰু আৱশ্যকমতে ব্যৱহাৰত আহিবলৈ দিয়ে, তেনে মাটি খেতিৰ বিশেষ উপযোগী। ১০০ বছৰৰ আগেয়ে ইংৰাজৰ খেতি-বাতিৰ অৱস্থা যেনে আছিল, ভাৰতবৰ্ষৰ বৰ্ত্তমান খেতিৰ অৱস্থাও তেনে বুলিব পাৰি। শিল্প বিদ্যাৰ আশ্ৰয় লৈ সভ্য জগতে খেতি-বাতিৰ নানা উন্নতি সাধিছে। কিন্তু আমাৰ দেশৰ মানুহৰ আগত কোনো সাল-সলনিৰ প্ৰস্তাৱ কৰিলে সাত পুৰুষৰ ৰীতিলৈ আঙুলিয়ায়। সভ্য দেশৰ খেতিয়কবিলাকে তেওঁলোকৰ খেতিৰ মাটি বিজ্ঞানবিদসকলৰ উপদেশ অনুসৰি খেতি-বাতিৰ নিমিত্তে উপযোগী কৰি লয়। আমাৰ দেশত খেতি-বাতিৰ ভালেমানো অসুবিধা আছে ; এনেবোৰ অসুবিধা ১৫০ বছৰৰ পূৰ্ব্বে ইংলণ্ডতো আছিল। আমাৰ খেতিয়কৰ মাটি অত এডৰা তত এডৰা। খেতিৰ মাটিৰ চাৰিওফালে বেৰ নাই, গৰু-ছাগলিৰ আহাৰৰ ব্যৱস্থা নাই। গৰু-ছাগলিৰ আপডাল নাই আৰু বন্ধনো নাই। খেতিৰ সজুলি আদি অৱস্থাতে আছে। মাটিত সাৰ দিয়াৰ প্ৰথাৰ প্ৰচলন নাই। এইবোৰ অসুবিধা গুচালে খেতিৰ অৱস্থা বহুতো উন্নত হব। খেতিয়কে সাল-সলনি কৰি খেতিৰ মাটি একে ঠাইতে কৰা টান হব পাৰে; কিন্তু সকলো খেতিয়কে লগ হৈ খেতিৰ মাটিৰ চাৰিওফালে জেওৰা দিয়াৰ ব্যৱস্থা কৰা টান নহব। খেতিৰ চাৰিওফালে জেওৰা নোহোৱাত গৰু-ছাগলিৰ পৰা খেতিৰ বিশেষ উপদ্ৰব ঘটে। ইয়াৰপৰা "কাজিৱা হাউচৰ" মকৰ্দ্দমাৰো সৃষ্টি হয়। মাটিৰ উৎপাদিকা শক্তিৰ বিশেষ তফাৎ নেথাকিলে খেতিয়কবিলাকে অলপ-অচৰপ হীন-ডেৰি কৰিও নিজ-নিজ মাটি একে ঠাইত কৰিবৰ চেষ্টা ৰাখিব লাগে। কেইওকালীন খেতি কৰি নিৰাপদে উৎপন ভোগ কৰিবলৈ গৰু-ছাগলি আপডাল কৰি বন্ধনত ৰাখিবৰ দিহা হব লাগিব। আমাৰ দেশত বনৰীয়া জীৱ-জন্তুতকৈ ঘৰচীয়া জীৱ-জন্তুৰপৰা খেতিৰ বিশেষ উপদ্ৰৱ হোৱা দেখা যায়।

শিল্পকাৰসকলৰ চেষ্টাত তৈয়াৰ হোৱা উন্নত সজুলি ব্যৱহাৰত অনাবলৈ ধাউতি হব লাগে। মাটিত সাৰ লগালে অলপ ঠাইতে বিস্তৰ উৎপনৰ আশা কৰিব পাৰি। অসমীয়া খেতিয়কে অলপ পৰিশ্ৰম কৰিলেই বিনা খৰছতে খেতিৰ মাটিত সাৰ দিয়াৰ ব্যৱস্থা কৰিব পাৰে। ইংলণ্ডৰ খেতিয়কে ১৫০ বছৰৰ আগেয়ে যেঁহু ধানৰ খেতিৰপৰা বিধানৰ চাৰি গুণ উৎপন পালেই সন্তুষ্ট আছিল; এতিয়া এই খেতিৰপৰা খেতিয়কে বিধানৰ ১৫ গুণ উৎপন্ন কৰে। ইংলণ্ডৰ আৰ্হিৰে আমাৰ খেতিৰ অৱস্থাৰ উন্নতি কৰিবলৈ আমি নকওঁ। আমাৰ খেতিয়কৰ মনত আমাৰ খেতিৰ অৱস্থা ক্ৰমিক উন্নত কৰিব পৰাটোৰ ভাবে ঠাই পোৱাটোহে কামনা কৰোঁ। আবাদী মাটিৰ বিস্তাৰতকৈ অলপ মাটিতে কেইওকালীন খেতি কৰিবলৈ ধাউতি আৰু মাটিৰ উৎপাদিকা শক্তিৰ উন্নতিৰ ফালে খেতিয়কৰ মতি হোৱাটো হে বেচি বাঞ্ছনীয়। এনে পৰিবৰ্ত্তনলৈ উপদেশতকৈ পটন্তৰৰ আৱশ্যক বেচি।

ইংলণ্ডৰ হজুৱাৰ বানচ ভাৰতবৰ্ষতকৈ আঠ গুণমানে বেচি। তথাপি, বিলাতী চেনিয়ে ভাৰতবৰ্ষৰ বজাৰ হাট ওপচাই দিয়াৰ প্ৰতিবন্ধক ঘটা নাই। ইয়াৰ কাৰণ কেৱল ভাৰতবৰ্ষৰ কৃষিৰ উৎপাদিকা শক্তিৰ হীনাৱস্থা। ভাৰতবৰ্ষৰ খেতিয়কে এতিয়াও বিজ্ঞানৰ ফল ভোগ কৰিবলৈ পোৱা নাই। কৃষিৰ উৎপাদিকা শক্তিৰ হীনাৱস্থাৰপৰা খেতিৰ মাটি বা পানী-বতাহৰ ওপৰত দোষাৰোপ কৰা উচিত নহব। খেতিৰ প্ৰণালীৰ হীন-ডেৰিৰপৰা হে কৃষিৰ উৎপাদিকা শক্তিৰ হীনাৱস্থা ঘটিছে। ভাৰতবৰ্ষ কপাহ আৰু কুঁহিয়াৰ খেতিৰ আদি ঠাই। এইবিলাক খেতিকো ভাৰতবৰ্ষত এনে বেয়া ভাৱে কৰা হয় যে, আমেৰিকাত আজিকালি এইবিলাক খেতিৰ উৎপন একে সমান জোখৰ মাটিত দুই-তিনি গুণে বেচি হয়। মানুহৰ অবিৰাম পৰিশ্ৰমে প্ৰকৃতিয়ে অনুগ্ৰহ নকৰা ঠাইকো প্ৰকৃতিৰ সুফল ভোগ কৰা ঠাইক চেৰ পেলাব পৰা কৰে। আসামৰ খেতিৰ অৱস্থাৰ ভাৰতবৰ্ষৰ আন ঠাইৰ লগতেই ৰিজনি নেখাটে। অভাৱেই আবিৰ্ভাৱৰ মূল। এই কথাৰ তথ্য আসামৰ কোনো বিষয়তে প্ৰকাশ পোৱা দেখা নেযায়; আকালো নোহোৱা ভঁড়ালো নোহোৱা আসামত পেটৰ ভাতৰ বাবে টনাটানি লগা ঠায়ে ঠায়ে দেখা গৈছে। তথাপি, আবিৰ্ভাৱৰ কোনো সূত্ৰপাত দেখা পোৱা নেযায়।

ক্ৰমশঃ।

# জাপান-যাত্ৰীৰ পত্ৰ।

(২য়, সংখ্যাৰ ৩৯ পিঠিত এৰাৰপৰা)

চিঙ্গাপুৰত আমাৰ অনাহক বহি থাকিবৰ আন একো কাৰণ নাছিল, কেৱল আমাৰ জাহাজখনত জাপানলৈ বুলি জাহাজ-ভৰা চাউল আছিছিল; ইফালে ৰুছীয়াৰ যুদ্ধ-জাহাজ ফ্ৰেঞ্চচাইনাত খাপ দি আছে, যদি হে ধৰা পৰে তেন্তে বৰ বিপদ, জাহাজ় ডুবাবও পাৰে বন্দী কৰিবও পাৰে। গতিকে, বৃটীছ্ অধিকাৰৰ চিঙ্গাপুৰত কিছুদিন বহি থাকি সুযোগ উপস্থিত হলেই্‌ আকৌ জাহাজ খুলি দিবৰ কাৰণে যোগাব। মেই মাহৰ ৮ তাৰিখে কলিকতাৰপৰা হুকুম আহিল, জাহাজ খুলি সাধাৰণ বাটে দি নগৈ মেনিলা (ফিলিপাইন দ্বীপপুঞ্জত) হৈ জাহাজ চলাবৰ কাৰণে। ৮ মেই তাৰিথে গধূলি চিঙ্গাপুৰ এৰা হয়, ১৬ মেই তাৰিখে মেনিলা বন্দৰ চাপেগৈ; আকৌ ১৮ তাৰিখে আবেলি মেনিলা এৰে। চিঙ্গাপুৰৰপৰা মেনিলাৰ বাটত বতৰ আদি নিয়মীয়া, টৌ আদি আৰু বতাহ সাধাৰণ ৰকমৰ; মাজে মাজে পকা মূৰীয়া পাহাৰ একোটা বা কেতিয়াবা চৰাই একোজাক, কেতিয়াবা বা জাঁজ একোসোপা পোৱা বা দেখা গৈছিল মাথোন। কেতিয়াবা দূৰৈত ধোৱাঁ মাস্তুলৰ আগ একোডোখৰে জাহাজ একোখনৰ পৰিচয় দিছিল। জাহাজৰ মাস্তুল বা ধোৱাঁ দেখিলেই জাহাজৰ কেপ্‌টেইন আৰু আন-আন কৰ্মচাৰী সকলোৱে টেলিস্কপ পোনাই চাবলৈ ধৰে, আৰু আমাৰো মনত শঙ্কা হয়, জানোবা ৰুছীয়াৰ যুদ্ধজাহাজ ওলায়হি। নিৰাপদে ১৬ তাৰিখে পুৱা মেনিলা বন্দৰ সোমালোঁগৈ। ১৮ তাৰিখে আকৌ জাহাজ খুলি দিলে। মেনিলা এৰিয়েই ফিলিপাইন দ্বীপপুঞ্জৰ উত্তৰেদি ঘূৰি প্ৰশান্ত মহাসাগৰ ওলালোঁগৈহঁক। বাটতে এদিন সৰু-সুৰা ধুমুহা এটা পোৱা হল। পানীৰ পৰা ৮।১০ হাত ওখ ডেকৰ ওপৰত কুঁঠৰী; টৌৱে এই ডেক ধুই-পখালি নিবলৈ ধৰিলে। কুঁঠৰীৰ দুৱাৰ, খিৰিকি সকলো বন্ধ। সময়ে সময়ে এই কুঁঠৰীৰ খিৰিকিৰ ওপৰতে টৌৱে খুন্দিয়ায়হি। জাহাজৰ টৌ যিমান ওপৰলৈ উঠে সিমান আকৌ তললৈকো নামে। অৰ্থাৎ সাগৰত ওপঙ্গি থকা কাঠ এডোখৰ যদি এক মুহূৰ্ত্তত সমান পানীৰ ওখৰপৰা ৮ হাত ওপৰলৈ উঠে, তাৰ পিচ মুহূৰ্ত্ততে সমান পানীৰ ওখৰ পৰা ৮ হাত তললৈ নামিব। এই ১৬ হাত মোট উঠা-নমা। গতিকে, জাহাজ একেবাৰেই এই ৰকমৰ ইটোৰ পাচত সিটোকৈ অনেক টৌ আহি-গৈ দলদোপ-হেন্দোলদোপ কৰিবলৈ ধৰে। সাগৰৰ ধুমুহা-বতাহৰ একো ভাব-গতি নজনাত আমাৰ মনত অনেক ভাব আহিছিল, কিন্তু ঘণ্টাদিয়েকৰ পাচতেই বতাহ অলপ কম পৰিলে। ভয়ৰ কাৰণো গল। বতাহ বিপৰীত মুখে বলিছিল, মাজতে ১ ঘণ্টামান জাহাজৰ গতি পৰিবৰ্ত্তন কৰি বতাহৰ লগতে যাবলৈ বাধ্য হৈছিল। পাচে, আকৌ জাহাজে নিজ গতি ধৰিলে।

অনেক দিন পানীৰ ওপৰত থাকি কেতিয়াকৈ আকৌ থল পাওঁগৈ যেন লাগিল। অৱশেষত ২৮ তাৰিখে পাৰ দেখা পালোঁহি। সেইদিনাই গধূলি জাহাজ য়াকোহামাৰ ওচৰ চাপেহি, পাচদিনা পুৱাই বন্দৰ সোমালহি। দুপৰৰ পৰাই নামিবৰ যোগাৰ-যন্ত্ৰ কৰি ২ মান বজাত বামলৈ উঠিলোহঁক। প্ৰথম-প্ৰথম মাল পাৰ কৰা ঘৰত (Custom House) সকলো মাল-পত্ৰ পাৰ (Pass) কৰিলে। তাৰপৰা আমাৰ জাহাজ কোম্পানীৰ এজেন্টৰ ওচৰলৈ গৈ খৰছ- পত্ৰৰ টকা আদি সকলো ললোঁ। এই এজেন্টলৈকে (B. I. S., Agent at Yokohama) আমাৰ টকা-সিকা আহে। এই এজেন্ট চাহাবেই টকিয়লৈ আমাক অহাৰ খবৰ দি ষ্টেচনলৈ আহিবৰ কাৰণে টকিয়ৰ পুৰণা লৰাবিলাকলৈ টেলিগ্ৰাফ কৰিলে, আৰু আন এটা কলিকতালৈ কৰিবলৈ গাত ললে। য়াকোহামা টকিয়ৰপৰা প্ৰায় ২০ মাইল; ৰেল প্ৰায় ঘণ্টাত একোখনকৈ অহা-যোৱা কৰে। আমাৰ কলিকতা এৰা খবৰ আমাৰ আগেয়ে অহা দলৰ ছাত্ৰবিলাকে আগেয়েই পাই, অসাধাৰণ পলম হোৱাত চিন্তান্বিত হৈ কেতিয়া "চোফালা" আহে বাট চাই আছিলে ; কাৰণ এবাৰ খবৰ তেওঁবিলাকে কেতিয়াবাই পাইছে। ২৯ তাৰিখে গধূলি টকিয়ৰ সকলো ভাৰতীয় ছাত্ৰই পতা "মেচত" থিতি ললোঁহি। ৫১ দিনৰ মূৰত এই নানা বিপদশঙ্কুল সমুদ্ৰ-যাত্ৰাৰ অন্ত পৰিল। আমি আহি আগ্ৰহেৰে বাটলৈ চাই থাক পুনা, লাহোৰ, দিল্লী, বেনাৰচ, উৰিষ্যা, পাটনা, বাঙ্গালা সকলো ঠাইৰ ভাই-বন্ধুহঁতৰ আলিঙ্গন-পাশত বদ্ধ হৈ বাটৰ ভাগৰ পলালোঁহি। সকলোৱে একে মনে একে প্ৰাণে একে ঠাইতে একেদৰে মিল খাই, এখন ক্ষুদ্ৰ ভাৰত পাতি, প্ৰকৃত প্ৰবাসৰ ধাৰণাকে আঁতৰলৈ খেদিছিলোঁ। য়াকোহামাত নামিয়েই যদিও অলপ আভাস পাইছিলোঁহঁক, কিন্তু ৰেলওৱে ষ্টেচনলৈ আহি ৰেলৰ যাত্ৰীবিলাকক নেদেখালৈকে জাপানীৰ একোৱেই দেখা নাছিলোঁ। মতা-তিৰোতা একেলগে অসংখ্য আহিছে-গৈছে। মুখৰ গঢ় আমাৰ পৰা বহু পৃথক। বৰণ

আমাতকৈ অলপ মুকলি। ভৰিত কাঠৰ খুৰা লগা ফানটি, পকী ভেঁটিৰ ওপৰত তাৰ কাণফটা থক-থকনি, পোচাকৰ বিচিত্ৰতা, তিৰোতা মানুহে পিঠিৰ ফালে কঁকালত চেপেটা গাৰু এটাৰ সমান এনুৰা কাপোৰ বান্ধে। কাপোৰৰ ৰং-চং আদি দেখি পখিলা বুলিলেও বুলিব পাৰি। মূৰত খোপা ওপৰলৈ বন্ধা। ছাতি বাঁহৰ নাল, কাগজৰ ছাল। মতা মানুহৰ মূৰত টুপি (Straw hat), কিন্তু ইফালে দেশী পোছাক; এই সময়ত জাপান সাগৰৰ বিজয় সংবাদত সমস্ত টকিয় আৰু য়াকোহামা মাতি উঠিছে। ঘৰে ঘৰে জাতীয় নিচান। শাৰী শাৰী লণ্টন, কাগজৰ নানা চিত্ৰ-বিচিত্ৰ চীনা লণ্টন। ক্ৰমান্বয়ে, আমোদ-উৎসৱ সভা-সমিতি জয়ধ্বনি বানজয়, আতচ বাজি, ঠায়ে ঠায়ে জাকজমকৰ যাত্ৰা, জাতীয় সঙ্গীত ইত্যাদি।

মানুহ।— বৰণ আমাৰ বগাৰপৰা চাহাবী বগালৈকে। চুলি কলা, সাধাৰণতঃ নাক ভোটা, মুখমণ্ডল চেপেটা, শৰীৰৰ গঠন বলিষ্ঠ আৰু চুটি-চাপৰ। সাধাৰণ চেহেৰা বুদ্ধিমানতকৈও থিৰ; বৰ পৰিশ্ৰমী যেন দেখা যায়। মতা মানুহৰ পোছাক অলপ হে পৃথক। হাত দুটা তিৰোতা মানুহৰ কাপোৰৰ অনেক ওলমি পৰে; কিন্তু মতা মানুহৰ নপৰে। আৰু, মতাৰ পিঠিত কাপোৰৰ বোজা নাই, কেৱল গামোছাৰ দৰে এখন মেৰাই কঁকালতে বান্ধ এটা দি থয়। এই পিন্ধা কাপোৰখন চ'গাৰ নিচিনা, কিন্তু হাতটো দুহাতমান বহল আৰু দুই কাষে ওলমি পৰে। ভৰিৰ ফানটি মতা আৰু তিৰোতাৰ কাৰণে একে। আজিকালি সভ্য পোছাক বিলাতী পোছাক হৈছে; আৰু ছাত্ৰ-ছাত্ৰী, অনেক অফিচৰ কাৰ্য্যকাৰক আদিৰ কোট-পটলুনৰ মিল-পোছাক।

ভাষা।— বৰ্ণমালা অসম্পূৰ্ণ। স্বৰ-ব্যঞ্জন নাই, একেবাৰেই বাৰমতৰা। যেনে, — ক, কা, কি, কু, কে, প, পা, পি, পু, পে এইদৰে মোট ৭৬ টা। তাৰে, ৫ টা স্বৰ ও ১৪ টা ব্যঞ্জন। ব্যঞ্জন, — ক, স, ত, দ, প, হ, ব, ন, গ, য়, ৰ, ৰ, জ, ম,। স্বৰ, — অ, আ, ই,উ, এ। ব্যাকৰণ নাই বুলিলেও হয়। কেইবা-শ বছৰৰ পূৰ্ব্বেই ইয়ালৈ চীনা ভাষা বিস্তাৰিত হয়। চীনা ভাষাৰ আখৰৰ সীমা-সংখ্যা নাই, হেজাৰ হেজাৰ। কাৰণ প্ৰত্যেক কথাৰ কাৰণে একোটা আখৰ। অৰ্থাৎ, আখৰেৰে ভাষাৰ উচ্চাৰণ নিলিখে, কেৱল ভাববিলাক সাঙ্কেতিক চিনেৰে লিখি যায়। ভাষা বেলেগ হলেও এই আখৰৰ জোৰত লিখা লৰচৰ নহয়, একেই হব। আজিকালিও ইয়াত এই চীনী আখৰ দিয়েই উচ্চশিক্ষাৰ লিখা-পঢ়া সকলো চলে। গতিকে, কিতাপ পঢ়িবৰ আমাৰ সাধ্য নাই; কাৰণ এতিয়া চীনা আখৰ শিকিবৰ সময় নাই।

আচাৰ-ব্যৱহাৰ।— এই বিষয়ে জাপানীতকৈ আৰু আন কোনো জাতি বেচি আছে নে সন্দেহ। প্ৰত্যক কথাতেই ধন্যবাদ, ঘনে মূৰ-দোঁৱা-দুই। অভ্যৰ্থনা কৰিবৰ হলে, থিয় দি কঁকালৰে পৰা মূৰ দোঁৱাই একেবাৰেই উবুৰি হোৱাদি হব। বহি থাকোঁতে দস্তুৰ মতে আমাৰ সেৱা কৰাৰ দৰে। বহোঁতে আঠুকাঢ়ি বহিব। মতা মানুহে কেতিয়াবা আন ৰকমেও বহে কিন্তু সমাজত সকলোৱে আঠুকাঢ়ি বহিব। তিৰোতা মানুহে সকলো ঠাইত সকলো সময়ত আঠুকাঢ়ি বহে। কোনো এটি বস্তু দিবৰ হল আঠু কাঢ়ি সেৱা কৰি দিবহি। চাকৰণী হলে অলপ মূৰ দোঁৱাই গ্ৰহণ কৰিব, আৰু ঘৰৰ গিৰীহঁতনী হলে ভালকৈয়ে মূৰ দোঁৱাই গ্ৰহণ কৰিব লাগে। অৱশ্যে, এই খিনি আলহীৰ নিমিত্তে। পৰিয়ালৰ ভিতৰত ইটোৰ-সিটোৰ আমাৰ তাৰ ভাল মিলা-প্ৰীতিৰ যেনে ব্যৱহাৰ ইয়াতো তেনেই, বৰং আৰু ভাল হে। "ভাল" "ডাঙ্গৰ" ইত্যাদি অৰ্থৰ গোটাদিয়েক অব্যয় শব্দৰ ব্যৱহাৰ আছে, সেইবিলাক বিশেষ্য বা ক্ৰিয়াৰ আগত বহুৱায়, যেতিয়াই আন এজনৰ বা তোমাৰ বস্তু বা কাৰ্য্য উল্লেখ কৰিবৰ হয়। যেনে "অ" আৰু "গ"; যদি তোমাৰ স্বদেশ জাপানীৰে কব খোজা, তেন্তে দেশৰ আগত "অ" উপসৰ্গ বহুৱাব লাগিব, কিন্তু নিজৰ কথা কবলৈ হলে বহুৱাব নেলাগে। জাপানী তিৰোতা মানুহবিলাক, আন কি চাকৰ-চাকৰণী বিলাকো শিক্ষিত। অথচ, ঘৰৰ সকলো বনবাৰি নিজেই কৰিব; কাম-কাজৰ বিষয়ে আমাৰ তাৰ তিৰোতা মানুহবিলাকে যি যি কৰে সকলো ইয়াতো সেই দৰেই চলে। কিন্তু শিক্ষিত গান-বাজনা, সিলাই কাম, উল বা সূতাৰ গোঁথা-মেলাৰ কাজ সকলো তিৰোতা মানুহেই পাৰে। এইবিলাক সকলো আৰু ৰন্ধা-বঢ়া তিৰোতা মানুহৰ গুণৰ ভিতৰত। ঘৰৰ তিৰোতা মানুহ আৰু চাকৰ-চাকৰণী সকলোৱেই শিক্ষিত হোৱাত যে কিমান সুবিধা তাখ নেদেখিলে বোধ কৰা টান। ইয়াৰ চাকৰ-চাকৰণীৰ এটা গুণ যে, তাহাঁতে কাম কৰি নেভাগৰে; আৰু কেতিয়াও মুখ ওফন্দাই অসুখ-অশান্তিৰ চিন নেদেখায়। সকলো কাম সুবিধা ৰকমে কৰি উঠিব নোৱাৰিলে, লাগে "মই কাম কৰি গৃহস্থক সুখ দিব নোৱাৰিলোঁ, মই আৰু থাকিব নোৱাৰিম" ইত্যাদি নিজে নিজক দোষ দি বেজাৰ কৰি কান্দিবগৈ, তেও কাম বেচি হৈছে বুলি নকৰাকৈ নেথাকে বা অসন্তোষ নেদেখায়। মাক-বাপেকৰ পুতেক-জীয়েক আৰু বোৱাৰীয়েকৰ ওপৰত আমাৰ ভাল ৰকমে চলা, অৰ্থাৎ আদৰ্শ পৰিয়ালৰ দৰেই।

স্নানাহাৰ।— কোনো ৰকমৰ সৰু পুখুৰী বা ডাঙ্গৰ চৰিয়া বা বাকচত (কাঠৰ বা কোনো ধাতুৰ) পানী কোনো উপায়েৰে

চেংচেংকৰে গাত কথম্পি সোৱাকৈ গৰম কৰিব, তাত ডিঙ্গিলৈকে ডুবাই অনেক পৰ (১০।১৫ মিনিট বা বেচি) থকাই হৈছে গা ধোৱাৰ প্ৰধান বিচিত্ৰতা। পানী গৰম কৰিবৰ Stove আৰু Boiler আদি ধৰমৰ অনেক কৌশল ব্যৱহৃত হয়। এই গা ধোৱা চৰিয়াত নাঙ্গঠ হৈ নামি গা ধোৱে। বৰ আচৰিত কথা (অসভ্যতা?) যে, অনেকে একেলগে নাঙ্গঠ হৈ এইদৰে একেটা চৰিয়াতেই সোমায়। সাধাৰণৰ কাৰণেও (Public house) গা ধোৱা ঘৰ আছে। কিন্তু মতা-মাইকীৰ ঘৰ সুকীয়া। ঘৰে ঘৰে যেয়ে পাৰে গা ধোৱা ঘৰ কৰি লয়, নহলে ৰাজহুৱা ঘৰলৈ যায়। ইয়াত বোধ কৰোঁ ২।৩ পইচা বেচ লয় হবলা।

আহাৰ।— ভাতেই প্ৰধান খাদ্য; আমাৰ দৰে। আৰু, অন্যান্য শাক-পাচলি, মাছ-মাংস ইত্যাদিও সকলো পোৱা যায় আৰু খায়। কিন্তু, ৰন্ধা-বঢ়া প্ৰণালী একেবাৰেই সুকীয়া। মছলাৰ সঁচ নাই, ঘিঁউ নায়েই, তেল আমাৰ দৰে ব্যৱহাৰ নকঁৰে। কেচা মুলা, কেচা শাক, কেচা কণি, কেচা মাছ যথেষ্ট খায়। শেহৰ দুটা অৰ্থাৎ কেচা মাছ ও কেচা কণি ইবিলাকৰ উপাদেয় খাদ্য আৰু কুঁহিয়াৰৰ পাতলা ৰহিৰ নিচিনা এবিধ ৰঙচুৱা জোল খুব ব্যৱহাৰ কৰে, আস্বাদ অলপ সোৱাদ। ভাত কাঠিৰে খায়। ভাষাৰ অসুবিধাৰ পাচতেই খোৱা আৰু গা ধোৱাৰ অসুবিধাই বৰ ডাঙ্গৰ। জাপানীৰ ঘৰবিলাক যেন থিয়েটাৰ ষ্টেইজ হে। কাঠৰ খুটা, কাগজৰ অনেক বেৰ, ছাল কাঠৰ বা খাপৰিৰ। বেৰ দুই ৰকমৰ; এক ৰকম আৰ্চীৰ আৰু কাগজ মিহলি, আন ৰকম দুতৰপ ডাঠ কাগজৰ অনেক ফুল ইত্যাদি ৰং কৰা, দেখিবলৈ বৰ সুন্দৰ। ঘৰবিলাক চাফ-চিকুন। ভেঁটি নাই, চাং কাঠৰ, মজিয়া এবেগেত মান খেৰৰ গাদি, তাৰ ওপৰত মিহি কঠ পতা, ওপৰত কাঠৰ চিলিং, প্ৰত্যেক কুঁঠৰীতে একোখনি ২।৩ খলপীয়া কাঠৰ চাং, মুখত সেই দেৱালয়ৰ দৰে দেখুৱা কাগজৰ বেৰৰ ঢাকনি যেন এটি বাকচ হে। লৰাবিলাকো এনে দৰে শিক্ষিত যে, তাহাঁতে ফল-চিৰা একোকেই নকৰে।

এই সংসাৰ জাপানীৰ কাৰণে ধৰ্মক্ষেত্ৰ নহয়, কৰ্মক্ষেত্ৰহে। সকলোৱে যন্ত্ৰৰ দৰে চলিছে, ফুৰিছে কাৰ্য্য কৰিছে। ধৰ্ম্মৰ ভাব আদৌ নাই। মন্দিৰদি অসংখ্য আছে। সকলোৰে বিশ্বাস, মন্দিৰলৈ গলেই ধৰ্ম্ম হয়। আৰু, অনেক খৃষ্টিয়ান আছে। মৃত ওপৰ পুৰুষক বৰ মান-সৎকাৰ কৰে। লৰাবিলাক কেঁচুৱাৰেপৰাই শিক্ষাত আমাৰপৰা অনেক পৃথক। লৰাৰ কামত ডাঙ্গৰে কেতিয়াও বাধা নিদিয়ে, বৰঞ্চ লাই হে দিয়ে। মৰা-ধৰা আদৌ নাই, কিন্তু তাৰ গতি-বিধি কাৰ্য্য-কলাপ সদায় চাই থাকে, যাতে কোনো বিপদ নহয়। কেঁচুৱাৰপৰাই শাৰীৰিক ব্যায়াম। Mockfight sailor কিম্বা Soldiersৰ পোছাক পিন্ধি বিকুল বজাই তৰোৱাল বা toy gun লৈ ধেমালি। ইত্যাদিয়েই শিক্ষা। পঢ়াশালিৰ মাষ্টৰো সেই লৰাৰ লগতেই এটি যেনিৱা ডাঙ্গৰ লৰা, লৰাক সেইদৰেই শিকাব, সেইদৰেই তুলিব। গুৰু-শিষ্যৰ একেবাৰেই মিলামিলি সমনীয়াৰ দৰে ভাব। কিন্তু, সকলোৱেই কৰ্ত্তব্যপৰায়ণ।

ক্ৰমশঃ।

## সমালোচনা।

সৰ্ব্বজান।— শ্ৰীযুত লঘনুৰাম দাস প্ৰণীত। বেচ, আধলি। নেদেখাকৈ কোনো বিষয়ক তথ্য কওঁতাজনক "সৰবজান" বোলে; এই কিতাপত তেনে তথ্যলাভৰ উপায় কিছুমান আঁকি দিয়া হৈছে, গতিকে ইয়াৰ নাম "সৰ্ব্বজান"। এই কিতাপ পঢ়ি অজ্ঞ মানুহে বুজিব যে, কোনো অলৌকিক ক্ষমতাৰ বলত "সৰবজান" নহয়, কিছুমান অঙ্কপাতনিৰ নিয়ম-প্ৰাণালী হে তেওঁৰ আচল বল। "মঙ্গলতী"ৰ মুল বিচাৰিলেও এনে এঠাইত হে ওলাবগৈ। কিতাপ খনৰ আলোচ্য বিষয় পুৰণি, কিন্তু অসমীয়া পুথি ভঁড়ালত ই এটি নতুন সম্পত্তি। এনে লুপ্তপ্ৰায় বিষয় নতুন কৰাৰ বাবে গ্ৰন্থকাৰ ধন্যবাদৰ পাত্ৰ। "সৰ্ব্বজানে" সৰ্ব্বসাধাৰণৰ ওচৰত আদৰ পাব বুলি আমি আশা কৰোঁ।

"ন-বোৱাৰী"।— পদ্মনাথ শৰ্ম্মা ৰচিত সামাজিক নাটক। গ্ৰন্থকাৰ অসমীয়া পদ্মকাননৰ এটি ঢোপা কলি, কলিতে সৰিল! তেওঁৰ "ন-বোৱাৰী"ও ফুলো ফুলো অৱস্থাৰ এপাহী সুগন্ধী ফুল, অকালত কাল-পোকে ঠাৰি ছিঙাৰ বাবে ইয়াৰ গোন্ধ ফুটি ওলাবলৈ নেপালে। তথাপি, সোঁফোৰাৰ তলৰ মুল বস্তু ফেৰি অসমীয়া সাহিত্য ভঁড়ালত আদৰ কৰি থব লগীয়া। "ন-বোৱাৰী"য়ে শাহুৰ অযথা পীড়নৰপৰা বোৱাৰীক উদ্ধাৰ কৰি গ্ৰন্থকাৰৰ পৱিত্ৰ ইচ্ছা পূৰ্ণ কৰিব বুলি আমি আশা কৰোঁ। বন্ধুৰ এনে ভাল বস্তুৰ মোল বুজি তাক অভগান কৰাৰ বাবে প্ৰকাশক শ্ৰীযুত দেবেন্দ্ৰনাথ বৰুৱাদেওৰ শলাগ লব লগীয়া। "ন-বোৱাৰী"য়ে অসমীয়াৰ ঘৰে ঘৰে ঠাই পালে আমি ৰং পাম।

# ছাতৰলৈ এপিঠি।

## চন্দ্ৰলোকলৈ গমন।

১৮২৬ খৃষ্টাব্দত এটা নতুন বৈজ্ঞানিক আবিষ্কাৰৰ বাতৰি পাই মানুহে একেবাৰে চমকি উঠিল। আমেৰিকাৰ বাল্টিমোৰ নগৰত "কামান সভা" নামে এখন বিখ্যাত সভা আছিল, সেই সভাৰ সভ্যসকলে চন্দ্ৰৰে সৈতে পৃথিৱীৰ সদাই বাতৰি অনানিয়া সম্বন্ধ ৰাখিবলৈ এটা নতুন উপায় উলিয়ালে; এটা গুলিৰ সহায়েৰে এই কাজ কৰা হব। এনেকুৱা এটা বৰতোপ উলিওৱা যাব যে, তাৰদ্বাৰা গুলিটো অনায়াসে চন্দ্ৰলৈ পঠিয়াব পৰা যাব।

"কামনা সভাৰ" সভাপতি বাৰবিকেনে পোন-প্ৰথমে এই নতুন আবিষ্কাৰ মনে মনে স্থিৰ কৰি, সেইসময়ৰ প্ৰধান প্ৰধান বৈজ্ঞানিক সকলৰে সৈতে এই বিষয়ৰ পৰামৰ্শ কৰিলে, আৰু অৱশেষত ইংলণ্ডৰ কেম্ব্ৰিজ মানমন্দিৰৰ পণ্ডিতসকলৰ মতামত সুধি পঠিয়ালে। তেওঁলোকে সকলোৰে কলে যে, সভাপতি বাৰৰিকেনে যি প্ৰস্তাৱ কৰিছে, সি অসম্ভৱ নহয়; আৰু সকলো বিষয় বৈজ্ঞানিক মতে সম্পন্ন কৰিব পাৰিলে, এটি গুলি অনায়াসে চন্দ্ৰলৈ পঠিয়াব পৰা যাব। বৈজ্ঞানিক সকলে আৰু কলে যে, এই কাজ সম্পন্ন কৰিবলৈ পৃথিৱীৰ ২৮ ডিগ্ৰি 'লাটিচিউদৰ কোনো এডোখৰ ঠাইত বৰতোপ পুতিব লাগিব আৰু এনেকুৱা আয়োজন কৰিব লাগিব, যেন গুলি প্ৰতি চেকেণ্ডত বাৰ হেজাৰ মাইল যাব পাৰে। আৰু এই বৰতোপ ১ লা ডিচেম্বৰৰ ৰাতি দহ বাজি ৪৮ মিনিট যোৱাত মাৰিব লাগিব; তেনেহলে গুলিটো চাৰি দিনত, অৰ্থাৎ ৫ ডিচেম্বৰৰ মাজনিশা চন্দ্ৰ পাবগৈ। সকলো ঠিক, কেৱল এই অদ্ভুত কাজ কৰিবলৈ সভাক ধন লাগে। সভাপতি বাৰবিকেনে সৰ্ব্বসাধাৰণৰ ওচৰত প্ৰাৰ্থনা কৰি এটা বৰঙনি বহি উলিয়ালে; চাৰি মাহৰ ভিতৰতে তিনি লাখ টকা বৰঙনি উঠিল।

এই বিষয় কাজত পৰিণত কৰিবলৈ কামান সভাৰ ঘনাই অধিৱেশন হবলৈ ধৰিলে। সভাপতি বাৰবিকেন, সম্পাদক মেজৰ এমফিষ্টন ও প্ৰধান সভ্য মাষ্টান প্ৰভৃতিৰ ভিতৰত নানা ৰকম বাদানুবাদ হল। কত বৰতোপ বহিব, বৰতোপৰ আকাৰ কেনেকুৱা হব এইবিলাক বহুত তৰ্ক-বিতৰ্ক হলত, অৱশেষত ঠিক হল যে, (১) ১২ ইঞ্চি ডাঠ আৰু ১০৮ ইঞ্চি বহল এটা লোৰ গুৰি তৈয়াৰ কৰিব লাগিব, গুলিৰ ভিতৰ ফোঁপোলা হব লাগিব। (২) লো গলাই বৰতোপ সাজিব লাগিব, আৰু বৰতোপ ৯০০ ফুট ওখ লাগিব। যত বৰতোপ বহিব তাতেই লো ঢালি তাক তৈয়াৰ কৰিব লাগিব। (৩) এই কামানটো এবাৰ মাৰোতেই ৪ লাখ মোন বাৰুদ লাগিব এই বাৰুদৰ যি ধোৱাঁ প্ৰস্তুত হব, তাৰ দ্বাৰাই অনায়াসে গুলি চন্দ্ৰলৈ যাবলৈ সক্ষম হব। এই অদ্ভুত গুলি আৰু বৰতোপ তৈয়াৰ কৰিবলৈ মাৰিচিছন নামে এজন বিখ্যাত ইঞ্জিনিয়াৰক ভাৰ দিয়া হল। তেতিয়া সভাপতি বাৰবিকেনে মাৰিচিছনক লৈ নানা ঠাই ঘূৰি বিচাৰি, আমেৰিকাৰ প্ৰায় সকলো প্ৰদেশকে পৰিদৰ্শন কৰি ফ্লৰিডা প্ৰদেশৰ এটা সৰু পাহাৰৰ ওপৰত বৰতোপ পুতিবলৈ স্থিৰ কৰিলে। লাহে লাহে পাহাৰৰ নামনিত এখন সৰু নগৰ হৈ পৰিল, বৰতোপ তৈয়াৰ কৰিবলৈ হেজাৰ হেজাৰ মানুহে সদাই পৰিশ্ৰম কৰিবলৈ ধৰিলে, নিতে নিতে কোটি কোটি মানুহে সেই অদ্ভুত বৰতোপ তৈয়াৰ কৰিলে। বহুত হেজাৰ মোন লো গলাই ঢালি দিয়া হল। এই ঢলা কাজ কৰিবৰ সময়ত কোনো বিপদ নঘটিল, অবাধে কাম শেষ হল। কিন্তু, পিচত আকৌ এটা বিপদ ঘটিল, বৰৰতোপ ঠাণ্ডা হব বুলি কত হেজাৰ মানুহ বহুত দিনলৈকে নিস্তব্ধ হৈ বহি থাকি বহুতে ভাবিলে যে, বৰতোপ আৰু ঠাণ্ডা নহয়, সকলোৰে ধন আৰু পৰিশ্ৰম অনৰ্থক গল।

যেতিয়া বৰতোপ ঠাণ্ডা হল, তেতিয়া অনেক মানুহে বৰতোপ খুলি গুলি ৰাখিবলৈ ঠাই কৰিবলৈ আৰম্ভ কৰিলে। দিনে ৰাতিয়ে পৰিশ্ৰম কৰাত অলপ দিনতেই কাজ শেষ হল। বৰতোপ তৈয়াৰ হল, এতিয়া তাৰ গুলি তৈয়াৰ হলেই হয়। সকলো স্থিৰ, এনে সময়তে হঠাৎ সভাপতি বাৰবিকেনে পাৰি, চৰপৰা মাইকেল আৰডানৰ এখন টেলিগ্ৰাম পালে, "গুলিটো ডাঙ্গৰ কৰিবা, মই গুলিৰ ভিতৰত যাম; আটলাণ্টা জাহাজত ৰাওনা হলো।" ততালিকে খবৰ চাৰিওফালে প্ৰচাৰ হৈ পৰিল, মানুহবিলাকে এই মাইকেল আৰডনক চাবলৈ ব্যগ্ৰ হল। অনেকে ভাবিলে যে, নিশ্চয় কোনো পাৰিচবাসীয়ে এই টেলিগ্ৰাম পঠিয়াই বাৰবিকেনক উপহাস হে কৰিছে। অৱশেষত সকলোৰে মনৰ আশঙ্কা দূৰ কৰিবলৈ সভাপতি বাৰবিকেনে লিভৰপুৰ নগৰলৈ এখন টেলিগ্ৰাম কৰিলে যে, "সম্প্ৰতি লিভৰ পুৰৰ পৰা আটলাণ্টা নামে কোনো জাহাজ আমেৰিকাৰ ফালে আহিব ধৰিছে নে নাই, আৰু সেই জাহাজত মাইকেল আৰডান নামে কোনো মানুহ আহিছে নে নাই?" আৰু আছে.....

# উষা

প্ৰথম ভাগ　　　　　　　　　　　　　　　　　চতুৰ্থ সংখ্যা

## সম্পাদকৰ শৰাই।

**সভা-সমিতি।**— আজিকালি উন্নত দেশৰ প্ৰধান বল হৈছে সভা-সমিতি। আসামে সেই আৰ্হি আগত লোৱাত আমি সন্তোষ পাবৰ কথা হৈছিল, পিচে আসামৰ সভা-সমিতি কাৰ্য্যকৰী হৈ উঠাৰ লক্ষণ দেখা নেযায়। প্ৰায় সকলো বিধৰ সভা আসামত হৈছে, কিন্তু গঠিত সভাৰ এবিধেও ভাল ফল ধৰাব পৰা নাই, কোনো সভাই কিছুমান দিন অবিৰাম শ্ৰম কৰি দুই-এটি শুভ ফল লাভ কৰিয়েই ভাগৰুৱাৰ টোপনিত পৰে! ই আমাৰ দেশৰ বৰ কু-লক্ষণ; আন কি, একেবাৰে নোহোৱাতকৈও এনেবিলাক সভা-সমিতিৰপৰা আমাৰ বেচি হে অপকাৰ।

**দেখি-নেদেখা।**— আমাৰ দেশতো এদল দেশ হিতৈষী স্বভাৱৰ গতিৰে উঠিছে, বিচাৰিলে ইয়াৰ ভিতৰত বুঢ়াৰপৰা ডেকালৈকে ওলাব। গতিকে, আমাৰ দেশৰ জিলিকি থকা অভাৱ বিলাক আমাৰ দেশী মানুহৰ এভাগে দেখিবলৈ পাইছে। কিন্তু, দুখৰ বিষয়, সেই অভাৱ পূৰাবলৈ গাত ভাৰ পৰিলে সিবিলাকৰ অনেকে দেখিও নেদেখা হয়। মানুহ জাতিৰ গাত ইয়াতকৈ আৰু বেচি ঘৃণনীয় দোষ একোৱেই হব নোৱাৰে। এনে দোষে জাতীয় উন্নতিৰ গতিত ভেঁটা দিয়াৰ উপৰি গুটীয়া জীৱনতো মানুহৰ মহৎ অপকাৰ কৰে। কিয়নো, পৰিয়ালটো সমাজৰ আৰ্হি স্বৰূপ; সমাজৰ অভাৱ নমনিবলৈ শিকোঁতে পৰিয়ালৰ অভাৱ নমনাটো আপুনি অভ্যাসত আহি পৰে। আন কথাৰে কবলৈ হলে, যি গুটীয়া জীৱনৰ অভাৱ বুজে, সি হে জাতীয় জীৱনৰো অভাৱ বুজিবলৈ সক্ষম। মুঠতে, দেখিও নেদেখা দোষটো উভয়তে অপকাৰী।

**সাহিত্য-সেৱা।**— লিখা আৰু পঢ়া দুয়োতে সাহিত্য-সেৱা সমান। দুইও সাহিত্যৰ উন্নতিত সমান বল দিয়ে। আমাৰ দেশত বৰ্ত্তমান পঢ়াতকৈ লিখাৰ ধাউতি প্ৰবল দেখা যায়। কিন্তু, পঢ়াই হে লিখাৰ মূল, এই কথা মনত ৰাখিব লাগে। আৰু, ই নতুনকৈ উন্নতিলৈ মুখ কৰা জাতিৰ লক্ষণ। লিখা ধাউতি প্ৰবল হোৱাটো বেয়া বুলিব নোৱাৰি, কিন্তু পঢ়ালৈ পিঠি দি লাগিলে, মানুহৰ এটা অঙ্গ হীন হলে আনটো বলী হোৱাৰ দৰে, লিখাৰ ৰুচি প্ৰবল হোৱাত পঢ়াৰ ৰুচি নিস্তেজ হোৱাৰ আশঙ্কা। আমাৰ নিচিনা নতুনকৈ উঠি অহা দেশত লিখা আৰু পঢ়াৰ যাতে সমান কাম হয়, সাহিত্য-সেৱকসকলে তালৈ বিশেষ মনোযোগ ৰাখিব।

**সভ্যতাৰ চিনাকি।**—সভ্যতাৰ চিনাকি দিয়া গুণ বিলাকৰ ভিতৰত বুৰঞ্জীৰ প্ৰতি অনুৰাগ সবাতকৈ প্ৰধান। মিঃ গেইট চাহাবৰ আসামৰ বুৰঞ্জীৰ পাতনিত কৈছে যে, সম্পূৰ্ণ বুৰঞ্জী ৰখাৰ পাকত আসাম পৃথিৱীৰ ভিতৰত এডোখৰ অগ্ৰগণী ঠাই। তেন্তে, আসামক অসভ্য বুলি ধৰাটো মানুহৰ এটা ভুল ধাৰণা, আসাম অনুন্নত বা অশিক্ষিত হব পাৰে, কিন্তু অসভ্য নহয়। অহম ভাষাত লিখা বুৰঞ্জীবিলাকেই আসামত সভ্যতাৰ অভগন চিনাকি। কিন্তু, মিষ্টাৰ গেইটে আক্ষেপ কৰিছে যে, এনে অক্ষয় কীৰ্ত্তি আন্ধাৰতে ভেঁকুৰিছে, আজিকালি অহম ভাষা জনা লোক নথকাত আসামে তাৰ উপকাৰ লব পৰা নাই! অহম ভাষা অলপ-অপৰপ জনা মানুহৰো সংখ্যা দিনে টুটি আহিছে; এতেকে সাহিত্যানুৰাগী অসমীয়া দেশহিতৈষীৰ ভিতৰত কিছুমানে এই অনাদৃত ভাষাত পোত গৈ থকা ৰত্ন উদ্ধাৰিবৰ অৰ্থে পৰা য়ায়মানে তাক শিকিবলৈ যত্ন কৰা উচিত। শিকিব পাৰিলে দেশৰ এটা মহৎ উপকাৰ সাধিত হব। কিন্তু, ইমানতে নধৰিলে বহুৰচেৰেকৰ পাচত তেনে যত্নলৈকো সমূলি বাট নৰবগৈ। গতিকে, অসমীয়া ৰাইজে এই বিষয়ত ৰজাঘৰৰ পৰাও সহায় বিচৰা উচিত। গৱৰ্ণমেন্ট সহায় হলে, জনচেৰেক সাহিত্যানুৰাগী ৰাজকৰ্মচাৰীয়ে অহম ভাষা শিকি আসামৰ লুপ্ত ৰত্ন উদ্ধাৰি থব পাৰে।

**মূৰ্ত্তি-পূজা।**— হিন্দু মতে মূৰ্ত্তি-পূজা ঐশ্বৰিক শক্তি ধাৰণাৰ উজু উপায়। কিন্তু পৃথিৱীৰ সকলো ধৰ্ম্মৰ মানুহে এই মত সমানে সমৰ্থন নকৰে, কোনো কোনো ধৰ্ম্মপন্থাত ইয়াৰ বিপক্ষবাদীও আছে। সি যিহওক, এই কুৰি শতিকাত বীৰ-পূজা কিম্বা গুণ-পূজাত এই মূৰ্ত্তি-পূজা পৃথিৱীময় প্ৰচলিত। মূৰ্ত্তি-পূজাৰ প্ৰতিযোগীসকলৰ বিতোপন পকী চৰাৰ দেৱালয়

আজিকালি মহাত্মাসকলৰ বিচিত্ৰ বিচিত্ৰ মূৰ্ত্তি-পটে সি সকলৰপৰা দিনে দহবাৰকৈ আন্তৰিক পূজা পাব লাগিছে। পৃথিৱীৰ বৰ্ত্তমান উন্নতিৰ গতিত এই মূৰ্ত্তি-পূজা সভ্যতাৰো এটা প্ৰধান লক্ষণ বুলি ধৰা দেখা গৈছে। মহাত্মাৰ মহৎ গুণ স্মৰণ কৰাত তেওঁৰ প্ৰতি কৃতজ্ঞতা, প্ৰকাশ কৰাৰ উপৰিও মানুহৰ মনত এটা স্বাভাৱিক অনুকৰণৰ অনুৰাগ জন্মে। সেই অনুৰাগেই সকলো উন্নতিত সহায় কৰে। আপোন দেশী মহাত্মাৰ মূৰ্ত্তিয়ে সেই অনুৰাগ সহজে উদ্ৰেক কৰিব পাৰে। গতিকে, স্বদেশসেৱী সমাজৰ পক্ষে স্বদেশী মহাত্মাসকলৰ মূৰ্ত্তিসেৱা বিশেষ লাগতিয়াল। আজিকালি সভ্য আৰু উন্নত দেশৰ সমাজ স্বদেশী মহাত্মাসকলৰ মূৰ্ত্তি-পূজাত বৰকৈ অনুৰক্ত। মহাত্মাজনৰ মূৰ্ত্তিপট (ছবি) জন-সাধাৰণৰ মাজত প্ৰচাৰ কৰিবলৈ সেইবিলাক সমাজে নানা উপায় অৱলম্বন কৰিছে। দেশী বাতৰি কাকত, বিশেষকৈ আলোচনীবিলাকৰ গাত এই মূৰ্ত্তিপট আৰি দিবলৈ সিবিলাকৰ সাধু চেষ্টা চলিছে। আমাৰ দেশৰ অৱস্থাপন্ন দেশহিতৈষীসকলে অনুগ্ৰহ কৰিলে আমিও সেই সাধু পন্থাত আগবাঢ়িব পাৰোঁ। আমাৰ দেশৰ স্বৰ্গীয় আৰু বৰ্ত্তমান মহাত্মাসকলৰ কোনো জনৰ ছবি কোনো জনে ছপাই পঠিয়ালে আমি আনন্দৰে সৈতে তাক "উষা"ৰ খোপাত পিন্ধাবলৈ সাজু আছোঁ। এনে মহৎ কৰ্ম্ম যে প্ৰত্যেক জীৱিত মহাজনৰ কৰ্ত্তব্য তাক কোৱো বাহুল্য মাথোন।

# ঘৰুৱা জীৱনত ঘৈণীৰ কৰ্ত্তব্য।

ঘৰুৱা জীৱন বুলিলে গাৰ্হস্থ্যাশ্ৰম বা গৃহী জীৱনক বুজায়। হিন্দুশাস্ত্ৰ মতে আশ্ৰম চাৰিটি, — (১) ব্ৰহ্মচৰ্য্য বা ছাত্ৰজীৱন, (২) গাৰ্হস্থ্য বা গৃহীজীৱন, (৩) বানপ্ৰস্থ বা নিৰ্জ্জনত বাস, আৰু (৪) সন্ন্যাস বা সৰ্ব্বত্যাগী অৱস্থা। ইয়াৰ কোনো আশ্ৰমতেই মানুহে অন্য আশ্ৰমৰ কাৰ্য্য কৰা অনুচিত। ছাত্ৰ জীৱনত গৃহস্থ হব নেপায়। তেতিয়া বানপ্ৰস্থ বা সন্ন্যাস অৱলম্বন কৰাও অযুগুত; বানপ্ৰস্থাৱলম্বীয়েও আকৌ গৃহস্থালিলৈ হেঁপাহ কৰা অযুগুত। কিন্তু, সকলো আশ্ৰমতেই ধৰ্ম্ম আচৰণ কৰিব লাগে। জীৱাত্মাৰ ক্ৰমবিকাশৰ নিমিত্তে প্ৰত্যেক আশ্ৰমৰ কৰ্ত্তব্যবিলাক শাস্ত্ৰত বাহুল্যকৈ লিখা আছে।

বিবাহৰ পাচৰ পৰাই ঘৰুৱা জীৱন আৰম্ভ হয়। ছাত্ৰজীৱনত মানুহ লৰা হৈ থাকে। ছাত্ৰ-জীৱন পাৰ হৈ ঘৰুৱা জীৱনৰ দুৱাৰদলিত ভৰি দিওঁতে মানুহ ভৰ ডেকা হয়। ছাত্ৰ বুলিলে ব্ৰহ্মচাৰী, ব্ৰহ্মচৰ্য্যই তাৰ কৰ্ত্তব্য। সেই কালত ছাতৰে বিদ্যাশিক্ষা কৰে; পৰিশ্ৰমী, সহনশীল, গুৰুজনৰ আজ্ঞাগ্ৰাহী, নম্ৰ আৰু কামত পাৰ্গত হবলৈ শিকে।

যেতিয়াই ডেকাই লাগতিয়াল শিক্ষা সমাপ্ত কৰি গৃহস্থালিৰ ভাৰ কান্ধত লবৰ উপযুক্ত হয়, সংসাৰ-সাগৰত সাঁতুৰিবলৈ সমৰ্থ হয়, জীৱনযুদ্ধত যুঁজিবলৈ সক্ষম হয়, তেতিয়া তেওঁৰ মূৰত বিবাহৰ মালা পিন্ধাই তেওঁক গৃহস্থী কৰা হয়। তেতিয়া ডেকাৰ হৃদয়ত এটি নতুন প্ৰতিমাই ঠাই লয়। সেই প্ৰতিমাটি কোন?

সেইটি প্ৰণয়ৰ নন্দিনী।—এঘৰৰ এজনী গাভৰু ছোৱালী। গাভৰু জনাই মুকলিমুৰীয়া জীয়াৰী-জীৱন এৰি বোৱাৰী-জীৱনত ভৰি দিয়ে। এটি চেনেহী লতাই এজোপা গছক লহপহ কৰে বাঢ়ি সাৱটি ধৰে। গছৰ জীৱনেই লতাৰ আশ্ৰয় হয়। গছজোপা ধুমুহাত উভলি পৰিলে লতাজোপাৰ আলাই-আথানী হয়।

শাস্ত্ৰৰ নিয়ম মতে ডেকা আৰু গাভৰুৰ যি প্ৰথম পবিত্ৰ সম্মিলন হয় তাকেই বিবাহ বোলে। বিবাহত অনেক উৎসৱ হয়, সেই উৎসৱত দৰা-কন্যাৰ মিতিৰ-কুটুম, বন্ধু-বান্ধৱ আৰু ওচৰ-চুবুৰীয়া সকলোৱেই আনন্দ মনেৰে যোগ দিয়ে। সকলোৰে মনত এই আশা, যেন বিবাহ-বন্ধনৰ ফল অমৃতময় হয়; বিবাহিত দম্পতীয়ে যেন চিৰকাল এনেকুৱা আচৰণ কৰিব, যাতে তেওঁলোক পৰস্পৰ আৰু তেওঁলোকৰ দ্বাৰা বংশ-পৰিয়াল পুত্ৰ-কন্যা আদি সকলো সুখী হব পাৰে। বিয়া কৰিয়েই ডেকা জনে গৃহী জীৱনত ভৰি দিয়ে, ডেকা-গাভৰু দুয়োৰো মূৰত গৃহস্থালিৰ ভাৰ পৰে। ডেকাজন সেই গৃহস্থালিৰ গৃহস্থ আৰু গাভৰুজনা গৃহিণী, অৰ্থাৎ ঘৈণী। এই গৃহস্থ আৰু গৃহিণীয়ে পতি-পত্নী সম্বন্ধত গৃহস্থালি চলাই গৃহস্থালিৰ উন্নতি সাধন কৰিব লাগে। এয়ে গাৰ্হস্থ্য ধৰ্মৰ আৰম্ভণি।

এফালে ডেকাজন কঠিনতা আৰু উগ্ৰতাৰ মূৰ্ত্তিৰ নিচিনা, আনফালে গাভৰুজনা কোমলতা, কৰুণা আৰু মমতাৰ প্ৰতিমা। অথচ, এই কঠিনতা আৰু কোমলতা মিলি একাঙ্গ হয়। দুটী প্ৰাণৰ দুখনী পবিত্ৰ প্ৰেমৰ নৈ একে ধাৰা হৈ সমাজ আৰু পৰিয়ালৰ মাজেদি সুখ আৰু শান্তিৰ ঢৌ তুলি বৈ যাবলৈ

ধৰে। সুখ-দুখ, সম্পদ-বিপদ, ৰোগ-শোক, হৰিষ-বিষাদ সকলো অৱস্থাতে পতি-পত্নী দুয়োকো দাম্পত্য প্ৰেমে আকৰ্ষণ কৰি ৰাখে।

বৈবাহিক জীৱনৰ
পৱিত্ৰ বন্ধনে,
সাংসাৰিক ঈশ্বৰৰ
কাৰ্য্য সমাপনে,
মায়াৰ মোহানি ডোল,
ডিঙ্গিত লাগিলে,
লতাটীয়ে তৰুটিক
সাবটি ধৰিলে।
পুৰুষ-প্ৰকৃতি মিলি
একে ধাৰা হই,
দুখনী হিয়াৰ নৈ
সুখে যায় বই।

মনু-সংহিতাত কৈছে ;— "যো ভৰ্ত্তা সাস্মৃতাজনা", অৰ্থাৎ স্বামী আৰু ভাৰ্য্যা এক, তেওঁলোক দুই জনে মিলি পূৰ্ণ এক। দাম্পত্য প্ৰেমে সেই দুইৰো একত্ব সাধিছে। এজন ইংৰাজ কবিয়ে এই দাম্পত্য প্ৰেমৰ বিষয়ে কৈছে, — "Wedded love mysterious law, the true sorce of human offspring."

সমাজ আৰু পৰিয়ালৰ উন্নতি উপযুক্ত গৃহস্থ আৰু গৃহিণীৰ ওপৰত নিৰ্ভৰ কৰে। সজ স্বামী, সজ পিতা, সজ প্ৰভু, সজ দেশবাসী মানুহ-জাতিৰ শিৰোমণি। যিবিলাক সজ গুণ থাকিলে উত্তম গৃহস্থ হব পাৰি, সেইবিলাক শিক্ষা কৰিবলৈ পুৰুষৰ অনেক সুযোগ, অনেক সুবিধা আছে। পুৰুষসকলেও বিদ্যা শিক্ষালৈ, জ্ঞান আৰ্জ্জনলৈ বিশেষকৈ মন মেলিছে। কিন্তু, পুৰুষৰ অৰ্দ্ধাঙ্গিনী, জীৱনৰ লগৰীয়া তিৰোতা-জাতিৰ শিক্ষাৰ ভাল দিহা হোৱা নাই। তিৰোতাৰ শিক্ষালৈ দেশবাসীসকলে এতিয়াও আওকাণ আৰু অৱহেলা কৰি আছে। তিৰোতাক সজ ঘৈণী, সজ মাতৃ, গৃহস্থালিৰ অধিষ্ঠাত্ৰী দেবী কৰিব খুজিলে উপযুক্ত শিক্ষা দিয়া নিতান্ত যুগুত। যি দেশৰ তিৰোতাবিলাক একেবাৰে অশিক্ষিতা, অজ্ঞানৰ ঘোৰ আন্ধাৰত পৰি আছে, সেই দেশৰ উন্নতি আশা কৰা যেনে, পৰ্ব্বতত কাছ-কণি বিচৰাও তেনে। তিৰোতা-জাতিৰ উন্নতি নহলে জাতীয় উন্নতি নিশাৰ সপোন মাথোন।

আমাৰ দেশৰ প্ৰায় জীয়াৰী ছোৱালীক মাক-বাপেকে আলসুৱাকৈ ডাঙ্গৰ কৰে। বিশেষ, মাকৰ মনত জীয়াৰী ছোৱালী আতোলতোল—দুদিন বাদে "বৰঘৰ শুৱনী জীয়াৰীক" উলিয়াই দিব লাগিব, ঘৰ শুদা হৈ যাব। কিন্তু, বিয়া দি এঘৰলৈ উলিয়াই দিলেই সেই জীয়াৰী "জীয়াৰী" হৈ নেথাকে; তেওঁ বোৱাৰী হয়, তেওঁ এখন ঘৰৰ ঘৈণী হয়, তেওঁৰ কাৰ্যক্ষেত্ৰ সুকীয়া হয়! পিচে, জীয়াৰীয়ে ঘৈণী হবৰ উপযুক্ত লাগতিয়াল শিক্ষা পায় জানো? শিক্ষাৰ ভিতৰত আমাৰ বোধেৰে মাক-বাপেকৰ ঘৰৰ পৰা অলপ তাত সূত বোৱাকে হে সাধাৰণতঃ শিকি আহে। কিন্তু, সেই অলপ-অচৰপ মাথোন শিক্ষাই ঘৈণীৰ পক্ষে যথেষ্ট নহয়।

এজনী ন-কৈ বিয়া দি উলিয়াই দিয়া জীয়াৰীক কবিয়ে কি বুলি আশীৰ্ব্বাদ কৰিছে শুনক ঃ—

"সংসাৰত ঈশ্বৰৰ কাৰ্য্য কৰিবলৈ
মানুহক দিবলৈ ছঁয়া —
ঘৰ এৰি গলি তই — কিহৰ বেজাৰ?
বিশ্ব জুৰি মলিয়াওক দয়া।
সংসাৰ মৰুৰ শ্যাম বটবৃক্ষৰূপা,—
সন্তাপীৰ সুখ, পাপীৰ ত্ৰাণ,
পুণ্যবাট দেখুৱাঁতী স্বৰগ জীয়াৰী
আগবাঢ়া কৰি শান্তি-স্নান।
তৃষিত মৰত মুখে ঢালিবা পীযুষ
অন্ন দিবা অন্নপূৰ্ণা হই, —
গৌৰী সতী, আই মোৰ নোলায় যে কথা,
কিনো দিম অকিঞ্চন মই।
কিবা আছে মোৰ? দুখীয়া হৃদয় মোৰ, —
চকু-পানী টুপি হে সম্বল।
'সুন্দৰ মুখৰ দৰে সুন্দৰ জীৱন'
হোক তোৰ এয়ে ধন-বল।"

যি তিৰোতাৰ গাত এই আশীৰ্ব্বাদ ফলিয়ায় তেওঁ ধন্যা, তেওঁ ঘৰৰ লক্ষ্মী। অসীম কৰ্ত্তব্যজ্ঞান আৰু ঈশ্বৰত আত্মসমৰ্পণ এই দুটা দাম্পত্য ধৰ্ম্মৰ প্ৰধান কাৰ্য্য। এই কাৰ্য্য সাধি ঘৰুৱা জীৱনক পবিত্ৰ আৰু গৌৰবান্বিত কৰিব খুজিলে সংযম, আত্মত্যাগ, পৰোপকাৰ, সহিষ্ণুতা, সত্যতা, ধৈৰ্য্য, দয়া, ক্ষমা আদি গুণবিলাক ঘৈণীৰ হৃদয়ত বিকাশ পাব লাগিব। তেনে হলেই সুন্দৰ মুখৰ দৰে ঘৈণীৰ জীৱন সুন্দৰ হব। তেনে হলেই

কবিৰ আশীৰ্ব্বাদ ফলিয়াব।

ঘৰুৱা জীৱনত ভৰি দিয়া তিৰোতাবিলাকক ঋষি যাজ্ঞবল্ক্যই কৈছে;—

"পতি প্ৰিয় হিতেস্থিতা স্বাচাৰা সংযতেন্দ্ৰিয়া। ইহ, কীৰ্ত্তিমবাপ্নোতি প্ৰেতা চানু পৰমং সুখং।।" অৰ্থাৎ, যি তিৰোতাই পতিৰ প্ৰিয় আৰু মঙ্গলজনক কাৰ্য্যত আত্মবলিদান কৰে, সদাচাৰিণী আৰু সংযতেন্দ্ৰিয়া হয়, তেওঁ ইহলোকত অসীম কীৰ্ত্তি আৰু পৰলোকত পৰম সুখ লাভ কৰে।

তিৰোতা যেনে পতিপৰায়ণা হব লাগে, পুৰুষো তেনেকৈ "ভাৰ্য্যা ভৰ্ত্তা তথৈবচ" হব লাগে। ঘৰুৱা জীৱনত সুখী হব খুজিলে —

"দুইৰো হব লাগে একে মতি।
তেহে সিজে হৰিৰ ভকতি।।"

স্বামী আৰু ভাৰ্য্যা দুইৰো হৃদয় এডালি ডোলতে গঁথা হব লাগে। উভয়ৰ ভিতৰত নিঃস্বাৰ্থপৰতা, পৱিত্ৰ প্ৰেম আৰু গভীৰ বিশ্বাস হব লাগে। সেই বুলি যেন কোনো পুৰুষ তিৰোতাৰ হাতত নাকী লগোৱা ম'হ নহয়।

শাস্ত্ৰত কৈছে, —

"প্ৰজনাৰ্থং স্ত্ৰিয়ঃ সৃষ্টাঃ সন্তানাৰ্থংচ মানবাঃ

তস্মাৎ সাধাৰণো ধৰ্ম্মঃ শ্ৰুতৌপত্ন্যা সহোদিতঃ।।" অৰ্থাৎ জননী হবৰ কাৰণে তিৰোতাবিলাক আৰু সন্তান উৎপাদনৰ কাৰণে পুৰুষবিলাক সৃষ্ট হৈছে, এই সাধাৰণ ধৰ্ম্মটো পত্নীৰ লগত শুদ্ধ মনেৰে আচৰণ কৰিব লাগে।

"অন্যোন্যস্যাব্যভীচাৰো ভবেদা মৰণান্তিকঃ।
এষ ধৰ্ম্মঃ সমাসেন জ্ঞেয়ঃ স্ত্ৰী পুংসয়োঃপৰ।।"

অৰ্থাৎ, পতি-পত্নীৰ পৰস্পৰ বিশ্বাস-বন্ধন মৰন্ত কাললৈকে থকা যুগুত; চিৰকাল দুয়ো অব্যভিচাৰী বা নিষ্কলঙ্ক হৈ থাকিব; এয়ে নৰ-নাৰীৰ ধৰ্ম্ম।

"তথা নিত্যং যতেয়াতাং স্ত্ৰীপুংসৌতু কৃতক্ৰিয়ৌ।
যথা নাভিচৰেতাং তৌ বিযুক্তা বিতৰেতৰং।।"

অৰ্থাৎ, পুৰুষ আৰু তিৰোতা দুয়ো বিবাহিত হৈ দুইৰো ধৰ্ম্মভাৱ দিনৌ বৃদ্ধি কৰিব। তেওঁলোকৰ ভিতৰত বিচ্ছেদ বা বিৰোধ হব নেলাগে। তেওঁলোকৰ পৰস্পৰৰ প্ৰতি বিশ্বাস এক ৰেণুও টুটিব নেলাগে।

এইবিলাক শাস্ত্ৰীয় বচনৰ দ্বাৰা সুন্দৰৰূপে জনা গৈছে যে, ঘৰুৱা জীৱনক সুখ-শান্তি আৰু প্ৰীতিৰ আদৰ্শ কৰিব খুজিলে পতি আৰু পত্নী উভয়ৰ ভিতৰত চিৰকাল নিঃস্বাৰ্থ পৱিত্ৰ প্ৰেম আৰু গভীৰ বিশ্বাস থাকিব লাগিব। পতি আৰু পত্নী দুয়ো পৰস্পৰৰ প্ৰতি অব্যভিচাৰী হব, এয়ে বিবাহৰ মুখ্যমন্ত্ৰ। এই মন্ত্ৰ মতে চলিয়েই পুৰুষ আৰু তিৰোতা দুয়ো যথাৰ্থৰূপে "এক" হয়। এই নীতিয়েই ঘৰুৱা জীৱনত মঙ্গলৰ নিদান। এই নীতি পালন কৰিলে তিৰোতাই সতী আৰু পুৰুষে সাধু নাম পায়।

সতী তিৰোতাৰ চৰিত্ৰ শুদ্ধ, নিৰ্ম্মল আৰু পৱিত্ৰ; তেওঁৰ অন্তঃকৰণ সৰলতা, সত্যতা, ধৈৰ্য্য, সহিষ্ণুতা, দয়া আৰু মমতাৰে পৰিপূৰ্ণ। কপটতা কৃত্ৰিমালি বা ফাঁকতি কাক বোলে তেওঁ নেজানে; তেওঁ দেখিবলৈ কুৰূপা হলেও পতিব্ৰতা গুণত সুৰূপা।

"স্বামী তপ, জপ, যজ্ঞ, স্বামী যোগধ্যান।
সপোনে সচিতে তেওঁ নিচিন্তয় আন।"
সতীৰ সতীত্ব ধৰ্ম প্ৰাণতকৈও প্ৰিয় বস্তু।

ঘৰেই ঘৈণীৰ ৰাজ্য। সেই ৰাজ্যৰ তেওঁ ৰাণী। সেই ৰাজ্য সুনিয়মে চলাবলৈ, সেই ৰাজ্যৰ সুখ-শান্তি আৰু প্ৰীতি বঢ়াবলৈ ঘৈণীৰ যিবিলাক কৰ্ত্তব্য আছে, সেইবিলাক ঘৈণী মাত্ৰেই শিক্ষা কৰিব লাগে। যেনে, স্বামীৰ প্ৰতি কৰ্ত্তব্য, পৰিয়ালৰ শাহু-শহুৰ আদি গুৰুজনৰ প্ৰতি কৰ্ত্তব্য, তুল্যজনৰ প্ৰতি কৰ্ত্তব্য, দাস-দাসী, ওচৰ-চুবুৰীয়া আৰু ইতৰ জীৱৰ প্ৰতি কৰ্ত্তব্য, ৰোগীৰ শুশ্ৰূষা, অতিথিৰ সৎকাৰ, আতুৰক সান্ত্বনা, সন্তান-পালন, সন্তানৰ শিক্ষা, শৌচাচাৰ, মিতাচাৰ, অথ ব্যৱহাৰ, ৰন্ধা-বঢ়া, বোৱা-কটা, ধৈৰ্য্য, সহিষ্ণুতা, দয়া. ধৰ্ম্মসাধন ইত্যাদি।

আমি এইবিলাক বিষয়ে আগলৈ আলচ কৰিম। সম্প্ৰতি মাধৱদেৱ প্ৰণীত "নাৰদ-সংবাদ" নামেৰে এখন পুৰণি পুথিৰ পৰা কেইফাঁকিমান পদ তলত তুলি দিলোঁ। আশা কৰোঁ, আমাৰ পাঠিকাসকলে এই পদ কেইফাঁকি মন দি পঢ়িব ঃ—

"পতি দেৱ বুলি জানিবন্ত যিটো নাৰী।
পতি সেৱা কৰিবন্ত সুখ পৰিহৰি।।
ধন ক্ষয় মহাৰোগে দুৰ্ভিক্ষে ব্যসনে।
সততে সেৱন্ত স্বামী কায়বাক্যমনে।।
সেহি সব নাৰী স্বামী সৈতে আসিবন্ত। (বৈকুণ্ঠলৈ)
দিব্যৰূপে বহু যুগ সুখ ভুঞ্জিবন্ত।।

দৃষ্টমাত্ৰ স্বামীক কৰিব সৎকাৰ।
প্ৰণামি বোলন্ত যিটো বাক্য সমধুৰ।।
নুভুঞ্জিলে স্বামী কভো নকৰে ভোজন।
স্বামীৰ নিদ্ৰাত সতী কৰন্ত শয়ন।।
অকপট ভাৱে সদা স্বামীক সেৱন্ত।
শশুৰ-শাশুৰী প্ৰতি ৰূঢ় নকহন্ত।।
পতিৰ দুঃখত দুঃখ সুখে সুখ জ্ঞান।
পতি জপ, পতি তপ, পতি মাত্ৰ ধ্যান।।
সুকৰ দুষ্কৰ কাৰ্য্য স্বামী আজ্ঞা ধৰি।
সদায়ে সেৱন্ত যিটো মনে ভক্তি কৰি।।
পিতা-মাতা পুত্ৰ-কন্যা সবাক ত্যজন্ত।
তথাপি স্বামীৰ সেৱা কভো নচাৰন্ত।।
পৰদ্ৰব্য বিষ্ঠাসম জ্ঞান কৰে সতী।
পৰ পুৰুষৰ মুখ নকৰন্ত দৃষ্টি।।
স্বামী গৃহে সুখ দুখ সম জ্ঞান কৰে।
স্বামী সেৱা কৰে মাত্ৰ যাৱত নমৰে।
নিজ হস্তে গৃহত মাৰ্জ্জনা কৰে নিতে।
আন গৃহ-কৰ্ম্ম যত কৰে হৰ্ষ চিতে।।
মলমূত্ৰ গৃহৰ সমীপে নাঠাৱন্ত।
ঘৰ-বাৰী পৰিষ্কাৰ সততে ৰাখন্ত।।
অতিথিক শুশ্ৰূষা কৰন্ত ভাল কৰি।
পতিব্ৰতা স্থান পান্ত পতি সমে নাৰী।
পূৰ্ব্বজন্ম ফলে যদি দুঃখ দশা হন্ত।
তথাপি সুকৰ্ম্ম ফলে লক্ষ্মী নছাৰন্ত।।
এহি গুণান্বিতা নাৰী আপোন উদ্ধাৰে।
পতিকুল পিতৃকুল তান গুণে তাৰে।।"

উক্ত "নাৰদ-সংবাদ" পুথিৰ এঠাইত শকুন্তলাই দুস্মন্তক কৈছে ঃ—

"নাৰী জাতি স্বতন্তৰা কদাপি নাৰহে।
শিশুকালে লোভা পান্ত জনকৰ গৃহে।
সি কালত সততে সেবিব পিতা-মাতা।
কৰিবন্ত মৰম বান্ধৱ বন্ধু ভ্ৰাতা।
নিত্যকৰ্ম যত শিক্ষা কৰিব সতত।
মাতৃ স্থানে শিকিবন্ত পতিসেৱা যত।।
এইৰূপে বাল্যকাল কৰি ক্ষেপন।
অনন্তৰে পতি গৃহে কৰিব গমন।।
শশুৰ-শাশুৰী প্ৰতি সেবিবন্ত নিতে।
কৰিৱন্ত কৰ্মযত আছয় গৃহতে।।
সপত্নী দেৱৰ আৰু ননন্দা প্ৰভৃতি।
ৰাখিব সাদৰে সদা কৰি স্নেহ-প্ৰীতি।।
যেহি মতে স্বামী তুষ্ট থাকে চিৰকাল।
সেহি মত সেবিবন্ত ৰমণী সকল।।
পূৰ্ব্ব জন্ম ফলে যদি সুখ দুঃখ পায়।
তথাপি সেবিতে স্বামী উচিত নিশ্চয়।
স্বামীৰ অপ্ৰিয় যদি হন্ত কৰ্ম্ম ফলে।
তথাপি সেবিব নিতে শ্ৰীপদ কমলে।।
পত্নী ভাৱে নাহি হৌক থাকি দাসী ভাবে।
নাৰীৰ ধৰম সদা পতিক সেবিবে।
বৃদ্ধকালে বধূক বুলিব হিতবাণী।
কৰিবেক বৃদ্ধপতি শুশ্ৰূষা কল্যাণী।।
যদি বধূ দুষ্টা হন্ত তথাপি কৌশলে।
ধৰ্ম্মপথে নিব তাক নিজ বুদ্ধি বলে।।
সন্তানৰ হিতে নাৰী সি সময়ে ৰত।
পিতৃ মুখে শুনো নাৰীধৰ্ম্ম এই মত।।

## ছেগ।

সকলো কৰ্ম্মৰ এটা সুচল বা ছেগ আছে। সেই ছেগত কৰিলে কৰ্ম্ম সুকলমে সম্পাদিত হয়, আৰু তাৰ উপযুক্ত ফল লাভ কৰা যায়। ছেগ উকলি গলে কৃতকৰ্ম নিষ্ফল হবও পাৰে। বাণিজ্য-বৃত্তিত এই কথাৰ সুন্দৰ পটন্তৰ মিলে। কেতিয়াবা কোনো এবিধ বস্তুৰ প্ৰয়োজন বৰ বাঢ়ে, আৰু সেই বাবে বজাৰত তাৰ ভাও উঠে। সেই সময়ত সেই বস্তু উলিয়াই দিব পাৰিলে আয়ৰ পৰিমাণ অধিক হয়। যি লোকে হেলা কৰি এই ছেগ পিছলি যাবলৈ দিয়ে, সি বেপাৰত লাভ কৰিব নোৱাৰে। আচল কথা, কোন বস্তুৰ ভাও কেতিয়া বাঢ়িব তাক স্থিৰ কৰাই বেপাৰীৰ এটা প্ৰধান কৰ্ম্ম। চতুৰ বেপাৰীয়ে তাক স্থিৰ কৰিব পাৰে, আৰু সেই

সময়লৈ সেই বস্তু গোটাই ৰাখে। এইদৰে ছেগ বুজিব নোৱাৰিলে বেপাৰীয়ে বেপাৰত কেতিয়াও উন্নতি কৰিব নোৱাৰে। জাৰ্ম্মেনি দেশৰ এজন বেপাৰীয়ে বননিত পৰি থকা মৰা জন্তুৰ হাড় গোটাই ভঁড়াল বান্ধি থৈ দিছিল। হাড় নানা কামত লাগে, সেই দেখি বহুত মানুহে কিনিবলৈ আহে, কিন্তু বেপাৰীয়ে বেচিবলৈ সন্মত নহয়। তেতিয়া ইয়াৰ কাৰণ কোনোনে বুজিব নোৱাৰিছিল। এনে সময়তে ফ্ৰাঞ্চ আৰু জাৰ্ম্মেনীৰ ভিতৰত এটা সমৰ উপস্থিত হল। তেতিয়া হিলৈৰ খাৰ প্ৰস্তুত কৰিবলৈ হাড়ৰ বৰ প্ৰয়োজন হৈ উঠিল। এই ছেগ পাই বেপাৰীজনে দুনা মূলে হাড় বেচি বহুত ধন উপাৰ্জ্জন কৰিলে। এইজন বেপাৰী অৱশ্যে ছেগ গণনাত বৰ পটু। তেওঁ ফ্ৰাঞ্চ আৰু জাৰ্ম্মেনীৰ কথাৰ আওভাও দেখি দুই ৰাজ্যৰ ভিতৰত অচিৰে এটা বিষম কন্দল লাগিব বুলি জানিছিল, আৰু তেতিয়া হাড়ৰ মূল্য বাঢ়িব বুলিও বুজিছিল। এই নিমিত্তে তেওঁ গোটোৱা হাড় বিক্ৰয় নকৰি সাঁচি থৈ দিছিল। যেতিয়া ছেগ উপস্থিত হল তেতিয়া বেচি পেলালে।

বাণিজ্যত বাজেও আন কৰ্ম্মতো ছেগৰ গুণাগুণ দেখা যায়। ছেগ বৈ গলে কোনো কৰ্ম্মই সুসিদ্ধ নহয়। ছেগ চাই কৰিলে যি কৰ্ম্ম এশ ৰূপত সমাধা কৰিব পাৰি, ছেগ উকলি গলে তাত চাৰি শ ৰূপ খৰছ পৰে। এক সময়ত আসামলৈ আকালত পৰা অনেক চাওঁতলীয়া মানুহ আহিছিল। সিহঁত মাটি কটাত বৰ কাজুৱা আৰু অলপ ধনতেই সন্তুষ্ট হয়। এই ছেগ পাই বহুত অসমীয়া মানুহে নাদ আৰু পুখুৰী খনাই ললে, আৰু চোতাল আৰু ঘৰৰ ভেঁটিত মাটি তোলাই ললে। আন সময়ত নাদ আৰু পুখুৰী খনালে যি খৰছ হয়, তেতিয়া তাৰ অৰ্দ্ধেক খৰছতে সেইবোৰ কাম সম্পন্ন হল।

কিছুমান মানুহে ৰজাঘৰীয়া ডাঙ্গৰ বিষয় গাত থকা দিনকেইটাকো কৰ্ম্মৰ ছেগ যেন বিবেচনা কৰে, আৰু বিষয় পালে মাগন কৰিব লাগে বুলি বচন গায়। বচনটো অৱশ্যে আমাৰ দেশত পূৰ্ব্বকালৰ পৰা চলিত আছে হয়, কিন্তু ই বহুত অনৰ্থৰ হেতু, আৰু ইয়াৰপৰা আগৰ দিনৰ ৰাজকৰ্ম্মচাৰীবিলাক যে কেনে দৰৰ মানুহ আছিল তাকো ভালকৈ বুজা যায়। ৰজাঘৰীয়া ডাঙ্গৰ বিষয়াক সাধাৰণ তৰপৰ মানুহে ভয় কৰে, গতিকে তেতিয়া মাগন পেলালে কোনেও নিদিয়াকৈ থাকিব নোৱাৰে; আৰু ধনৰ মাগন নেপেলাই কামৰ মাগন পেলালেও, অৰ্থাৎ ধন নুখুজি কাম খুজিলেও মানুহে ভয়ত আহি কৰি দিয়েহি। ইয়াক যথাৰ্থ মতে ছেগ বুলিব নোৱাৰি। ই এক ৰকম বল-কৰা বা জবৰদস্তি কৰা। গাৰ বলৰে বা ফান্দত পেলাই আন মানুহৰপৰা কাম লবৰ যি সুবিধা উলিয়াব পাৰি তাক ছেগ নোবোলে। বেপাৰৰ অৰিয়া-অৰিত বা স্বাভাৱিক ঘটনাৰ বশত যি সুচল ওলায় তাক হে প্ৰকৃত ছেগ বোলে। বলীয়ে গাৰ বলৰে যি ছেগ উলিয়ায়, তাক সৰ্ব্বসাধাৰণে পাব নোৱাৰে, তাৰপৰা মানুহৰ বিদ্যা-বুদ্ধিৰো পৰীক্ষা নহয় আৰু তাত কোনো পুৰুষালিও নাই।

ওপৰত কোৱা কথাৰপৰা দেখা যায় যে, মানুহে ইচ্ছা কৰি সুচল মিলাব নোৱাৰে, সময় আৰু ঘটনাৰ ফেৰত সুচল আপোনা-আপুনি ওলায়। মানুহে বুদ্ধি-বিবেচনাৰ বলত সেই চল কেতিয়া ওলাব তাক মাথোন স্থিৰ কৰিব পাৰে, আৰু সেই অনুসাৰে নিজৰ কৰ্ম্ম কৰিব পাৰে। কিন্তু, সময়ে সময়ে আৰু দেখা যায় যে, কৰ্ম্মেও সুচল আকৰ্ষণ কৰে, অৰ্থাৎ কৰ্ম্মটি সম্পাদিত হলেই জগতত সি আদৰ পায়। পূৰ্ব্বে তেনে কৰ্ম্মৰ বিষয়ে লোকসমূহৰ কোনো অবগতি নাথাকিলেও, কৰ্ম্ম সম্পন্ন হোৱা মাত্ৰেই তাৰ উপকাৰিতা বিদিত হয় আৰু সেই নিবন্ধত তাৰ মূল্যও বাঢ়ে। দীপকাঠি (ডিয়েচলায়) ওলাবৰ পূৰ্ব্বে তাৰ বিষয়ে কোনেও একো নেজানিছিল, কিন্তু উলিয়াই দিলত তাৰ মোল সকলোৱে বুজিলে আৰু সকলোৱে তাৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে।

সুচল বা ছেগৰ পৰিমাণ অনুসাৰে মানুহৰ উন্নতিৰ হ্ৰাস-বৃদ্ধি হয়, অৰ্থাৎ যি মানুহে জীৱনত সৰহ ছেগ পায় সি সংসাৰত বেচি উন্নতি কৰে, আৰু যি অলপ পায় সি অলপ উন্নতি কৰে। ছেগ প্ৰাপ্তিৰ বিষয়ে দুই পক্ষৰ মত শুনা যায়। এক পক্ষৰ পণ্ডিতবিলাকে কয় যে, সময় মানুহৰ সৌভাগ্যৰ নায়ক, অৰ্থাৎ সময় মানৱ ভাগ্যৰ ভাল-বেয়াৰ গৰাকী। সময়ৰ সোঁতত পৰি কোনো পৃথিৱীত সৌভাগ্যশালী হয়, কোনো বা অষ্টম দৰিদ্ৰ হয়। সময়ে কাৰো কাৰো জীৱনত অনেক ছেগ মিলাই দিয়ে, আৰু কাৰো জীৱনত এটাও নিদিয়ে। এই শ্ৰেণীৰ পণ্ডিতবিলাকৰ মতে কোনো কোনো মানুহৰ কৰ্ম্ম ঘটনাৰ সোঁতে উটাই নি ঠিক সময়ত পেলায় আৰু সি সেই কৰ্ম্মৰ গুণত বৰলোক হয়। এওঁলোকৰ চলিত কথাত অদৃষ্টবাদী বোলে। বিপৰীত পক্ষৰ পণ্ডিতবিলাকে এই কথা নেমানে। তেওঁলোকে কয় যে, সময় সৌভাগ্যৰ নায়ক নহয়, মানুহ স্বয়ং তাৰ সৌভাগ্য-দুৰ্ভাগ্যৰ গৰাকী, সি নিজে তাৰ সুদিন-দুৰ্দ্দিন মিলায়। তেওঁলোকৰ মতে দক্ষলোকৰ কৰ্ম্ম যেতিয়ায় কি সম্পন্ন নহওক, সম্পন্ন হলেই জনসমাজত তাৰ আদৰ হয়। আৰু সেইলোকে সেই কৰ্ম্মৰ গুণত পৃথিৱীত উচ্চ পদ লাভ কৰে। এই দুই মতৰ ভিতৰতে

কোনটো সঁচা তাক মীমাংসা কৰা আমাৰ উদ্দেশ্য নহয় আৰু মীমাংসাৰ বিশেষ প্ৰয়োজন নাই।

সময়ৰ সহগামী লোকে তাৰ কৰ্ম্মৰ উপযুক্ত ফল লাভ কৰিবলৈ সক্ষম হয়, অনুগামী বা অগ্ৰগামীবিলাকে সেই পৰিমাণ ফল লাভ কৰিব নোৱাৰে; সময় বুজি কৰ্ম্ম কৰাই মনোৰথ সিদ্ধিৰ গুপ্ত মন্ত্ৰ। যেতিয়া যি কৰ্ম্মৰ আদৰ নাই তেতিয়া সেই কৰ্ম্ম কৰিলে পৰিশ্ৰম নিষ্ফল হয়। একৰম কালি অসমত চক-ঢাৰিৰ বৰ আদৰ আছিল। সেই সময়ত যি মানুহে সৰহকৈ চক-ঢাৰি কৰিব পাৰিছিল সি সৰহ লাভ কৰিছিল, আৰু সেই কামত পাৰ্গতালি লভা মানুহে সমাজত আদৰ পাইছিল। কিন্তু, বৰ্ত্তমান কালত মানুহৰ ৰুচি পৰিবৰ্ত্তন হৈছে। এতিয়া আৰু আগৰ নিচিনা চক-ঢাৰিৰ আদৰ নাই। পিচে, যদি কোনোৱাই আজিকালি চক-ঢাৰি ববলৈ শিক্ষা কৰে তেনেহলে সি ধন ঘটিবও নোৱাৰিব আৰু সমাজতো আদৰ নেপাব। সি সময়ৰ পাচত পৰিল। সেই দৰে যদি আজিকালি কোনোৱে উলৰ ফুল বা পাখিৰ টুপি কৰিবলৈ শিকে আৰু তাত দক্ষতা লাভ কৰে, তেনেহলে তাৰ শ্ৰমো নিষ্ফল হব। কাৰণ অসমত আজিলৈকে উলৰ ফুল বা পাখিৰ টুপি প্ৰচলিত হোৱা নাই। তেনে লোক সময়ৰ আগবাঢ়িব। ইংলণ্ডৰ এজন পণ্ডিতে এখন পুথি লিখিছিল; সেই পুথি যেতিয়া প্ৰকাশিত হল, তেতিয়া মানুহে তাৰ মোল বুজিব নোৱাৰিলে। আৰু, সেই হেতুকে সেই কালত পুথিখনৰ আদৰ নহল। লিখকেও তাৰ শ্ৰমৰ বাবে ধন বা প্ৰশংসা নেপালে। কিন্তু, এশমান বছৰৰ পিচত মানুহে সেই পুথিৰ মূল্য বুজিলে; তেতিয়া তাৰ আদৰ বাঢ়িল, আৰু হেজাৰে-হেজাৰে পুথি বেচা গল। এই লিখক জনো সময়ৰ আগ বাঢ়িছিল, আৰু সেই নিমিত্তে তেওঁ পুথি লিখি কোনো ফল লাভ কৰিব নোৱাৰিলে।

# মনোবিজ্ঞান।

## বশীকৰণ (Mesmerism) আৰু সম্মোহন (Hypnotism)

যদিও গাত সুখ লগাকৈ হাত বুলালে বা সুমধুৰ সুৰেৰে গীত গালে মানুহৰ বা লৰা-ছোৱালীৰ টোপনি আহে আৰু এই দৰে টোপনি অহাকে বশীকৰণ আৰু সম্মোহনৰ যৎকিঞ্চিত বিকাশ বুলিব পাৰি, তথাপি আচল মেচমেৰিজম আৰু হিপনটিজম ক্ৰিয়া সুকীয়া। এই ক্ৰিয়াত হাতৰ কৌশল, দৃষ্টিৰ কৌশল, শব্দৰ কৌশলত বাজেও বিশেষকৈ মনঃশক্তি প্ৰয়োগ কৰি গাত কৌশলেৰে হাত বুলালে বা জাৰিলে বা কগ চিনি টিপিব পাৰিলে বা স্থিৰ দৃষ্টিৰে অপৰ জনৰ চকুৰে-চকুৰে চাব পাৰিলে বা সুমধুৰ সুমিষ্ট বাক্য বিন্যাসেৰে গীত গাই কাণত সুখ লগাব পাৰিলে এজন মানুহে আন এজনক তন্ত্ৰাত পেলাব পাৰে। কিন্তু, যিজনে তন্ত্ৰাত পেলাব তেওঁৰ গাত সৰহকৈ চুম্বক শক্তি, মনত প্ৰবল মনঃশক্তি থাকিব লাগিব। চুম্বক শক্তি আৰু মনঃশক্তি নো কেনেকৈ বঢ়াব পাৰি আৰু মেচমেৰাইজ বা হিপনটাইজ কৰিবলৈ কি কি কৌশল আৱশ্যক এই বিষয়ে পিচত আভাস দিয়া যাব। কিন্তু, সদ্যঃ মেচমেৰিজম আৰু হিপনটিজম ক্ৰিয়াৰ কিমান ৰকম বিকাশ হব পাৰে তাৰ বিষয়ে জনা যাওক। মেচমেৰিষ্টসকলে কয় যে, মেচমেৰিজম ক্ৰিয়াৰ বিকাশ ৬ টা ঃ—

১ম, — জাগ্ৰত অৱস্থা। যদিও মানুহজনক মেচমেৰিজম কৰা যায়, তথাপি তেওঁৰ টোপনি নাহে। তেওঁৰ জ্ঞান আৰু প্ৰায় ইন্দ্ৰিয়বিলাক সঠিকতে থাকে। কেৱল মাথোন তেওঁৰ মন বশীকৰণৰ যৎকিঞ্চিৎ বশ হব পাৰে। এই অৱস্থাক মেচমেৰাইজ নোহোৱা বা জাগ্ৰত অৱস্থা বুলিব পাৰি। এই অৱস্থাত এক হাতৰ আঙ্গুলিবিলাকৰ মাজে দি অপৰ হাতৰ আঙ্গুলিবিলাক সুমাবলৈ দি, "তুমি আঙ্গুলিবিলাক মেলিব নোৱাৰা।" এনেকুৱা বিধৰ আদেশ কৰি মেচমেৰিষ্টে ইজনক আঙ্গুলিবিলাক টানিও মোকলাব নোৱাৰা কৌতুক দেখুৱাব পাৰে, অথবা মানুহজনক এঠাইত বহুৱাই 'তুমি ইয়াৰ পৰা উঠিব নোৱাৰা' এনেকুৱা কথা কৈ সিজনক উঠিব নোৱাৰা কৌতুক দেখুৱাব পাৰে।

২য়, — বশ নোহোৱা অৱস্থা। এই অৱস্থাত সম্পূৰ্ণ টোপনি নাহে। কাণ আৰু আন-আন সমস্ত ইন্দ্ৰিয় জাগ্ৰত থাকে। চকু লাগো-নালাগো হয়। এই অৱস্থাতো ওপৰত উনুকিওৱা বিধৰ কৌতুক আদি দেখুৱাব পাৰি।

৩য়, — তন্দ্ৰাৱস্থা বা সম্পূৰ্ণ টোপনিত পৰা অৱস্থা।

মানুহজন সুগভীৰ নিদ্ৰাত পৰে। ইন্দ্ৰিয়বিলাক শিথিল হয়। মানুহজন সুখ-দুখ জ্ঞানৰ বাহিৰ হয়। এই অৱস্থাত বশীকাৰকে মানুজনক যি অৱস্থাতে থয় সেই অৱস্থাতে থাকিব। থিয় কৰি থলে থিয় হৈয়ে থাকিব, শুৱাই থলে শুয়ে ৰব। অস্ত্ৰচিকিৎসা কৰিব লগা হলে এই অৱস্থাতে অস্ত্ৰচিকিৎসাও কৰিব পাৰিব। মানুহজনে অস্ত্ৰচিকিৎসা কৰিলেও দুখ অনুভৱ নকৰিব। যেই টোপনি নহা ৰোগীক, অৰ্থাৎ টোপনি আহিলেই যিবিলাক ৰোগৰ উপশম হব পাৰে, এনেকুৱা অৱস্থাৰ ৰোগীক এই অৱস্থাতে কিছুমান পৰ টোপনিত পেলাই থলে তাৰ ৰোগো ভাল হব। মেচমেৰিষ্ট জন পাপাত্মা বা দুৰাশয় হলে এই অৱস্থাতে মানুহজনক যি ইচ্ছা তাকে কৰিব পাৰিব। তেওঁৰ সোপাকে চুৰ কৰিবও পাৰে, আন কি তেওঁৰ প্ৰাণো সংহাৰ কৰিব পাৰে। অৱশ্যে, এনেকুৱা পাপ আচৰণ কৰিলে শেহত মনুষ্য সমাজৰ বিচাৰতে হওক বা ঈশ্বৰৰ বিচাৰতে হওক মেচমেৰিষ্টজনে দণ্ডভোগ কৰিবই কৰিব, কাৰণ ঈশ্বৰৰ ৰাজ্যত পাপীৰ শাস্তি নোহোৱাকৈ থাকিব নোৱাৰে।

৪ৰ্থ, — জাগ্ৰত-নিদ্ৰাৱস্থা Somnambulistio stage. এই অৱস্থাত মানুহজন বশীকাৰকৰ ইচ্ছা অনুসৰি জাগ্ৰত থাকে। নিজৰ ইচ্ছাৰে নহয়, বশীকাৰকে যিহকে কয় তাকে কৰে, নিজৰ ইচ্ছাৰে একোকে কৰিব নোৱাৰে। এই অৱস্থাত বশীকাৰকে সেই মানুহজনৰ দ্বাৰাই নানা প্ৰকাৰ কৌতুক দেখুৱাই দৰ্শকবৃন্দক মোহিত কৰিব আৰু আচৰিত লগাব পাৰে। যেনে, —"তোমাক বৰলে খালে" বুলিলেই মানুহজন জঁপিয়াই উঠিব। পানীকে মদ বুলি খুৱালে মাতাল হব। থিয় হৈ বক্তৃতা দিবলৈ কলে ধমাধম বক্তৃতা দিব।

৫ম, —ধ্যানস্থ অৱস্থা। এই অৱস্থাত মানুহজনৰ দিব্যজ্ঞান, দিব্যদৃষ্টি, দূৰশ্ৰবন, দূৰদৃষ্টি ইত্যাদি ক্ষমতা জন্মে। তন্দ্ৰাত পৰি থাকিয়েই নিজৰ আৰু আনৰ বা দেশকালৰ বিষয়ে যিহকে সোধা যায় তাকে কব পাৰে। অতি দূৰতো সেই মুহূৰ্ত্তত কি হৈছে কব পাৰে। অতি দূৰতো কিহৰ শব্দ হৈছে তাকো কব পাৰে। কাৰঘৰৰ ভিতৰত কি বস্তু আছে কব পাৰে। শুনা যায়, ভালেমান পাপাত্মা মানুহে হেনো এই অৱস্থাত আন এজনক তন্দ্ৰাত পেলাই লৈ আনৰ বিষয়ে জানি পাপ আচৰণ কৰে। এখন ইংৰাজী উপন্যাসত পোৱা গৈছিল, এজন সৈনিক পুৰুষে এজনী জিপচি বা ইউৰোপীয়ান অঘৰী ছোৱালীক যুদ্ধক্ষেত্ৰৰ শিবিৰত এইদৰে তন্দ্ৰাত পেলাই সুধিলে, — তেওঁৰ বিলাতত এৰি থৈ অহা তিৰোতাজনীয়ে কি কৰিছে। তাই কলে যে, তেওঁৰ তিৰোতাজনীয়ে ঠিক সেই মুহূৰ্ত্ততে তেওঁৰ অমুক বন্ধু জনৰ দুই বাহুৰ মাজত ঢলি পৰিছে। কথা ষাৰ শুনি সৈনিকজনে মিনিট-ঘণ্টা, দিন-বাৰ টুকি লৈ ভাবিলে যে, তেওঁৰ তিৰোতাজনী আৰু বন্ধুজন উভয়ে বিশ্বাসঘাতকী আৰু বিশ্বাসঘাতক। তেওঁ যদি এইবাৰ যুদ্ধত নমৰি ঘৰলৈ ওলটে তেন্তে তেওঁ তাৰ আৰু সেই তিৰোতাৰ সৈতে গৃহবাস নকৰিব। তেওঁ জিপচিৰ নিদ্ৰাভঙ্গ কৰি বিদায় দিলে। যথাসময়ত যুদ্ধত জিকি সৈনিকজন ঘৰলৈ উলটি আহি ঘৈণীয়েকক কলে, "প্ৰিয়ে! তোমাক মই ইমান চেনেহ কৰিছিলোঁ, তুমি তাৰ ভাল প্ৰতিফল দিছা।" ঘৈণীয়েকে আচৰিত হৈ সুধিলে ঃ—"মই নো কি বেয়া কৰিছোঁ?" সৈনিকজনে কলে,—"কিয়, তুমি অমুক দিনা অমুকবাৰে এতেখিনি সময়ত অমুক বন্ধুৰ বাহুৰ মাজত ঢলি পৰিছিলা নহয়?" ঘৈণীয়েকে কথা শুনি আচৰিত মানি কলে,—"মই সেইদৰে পৰা হয়। কিন্তু, তুমি নো কেনেকৈ জানিলা?" সৈনিকজনে কলে, — "মই এজনী জিপচি ছোৱালীক তন্দ্ৰাত পেলাই এই কথা জানিছোঁ।" ঘৈণীয়েকে কলে, "তাই তন্দ্ৰাৰ অৱস্থাত যি কৈছে সঁচা, কিন্তু মই কোনো অসদ অভিপ্ৰায়ে সেই দৰে পৰা নাছিলো আৰু তেওঁ মোক কোনো বেয়া কথা কোৱা নাছিল। তেওঁ হেনো টেলিগ্ৰাফত খবৰ পাইছিল যে, তুমি যি ৰেজিমেণ্টত কাম কৰিছিলা সেই ৰেজিমেণ্টৰ প্ৰায় সৈন্যই যুঁজত মৰিছে। সেই কথা শুনি মই তোমাৰ জীৱনলৈ আশঙ্কা কৰি মূৰ্চ্ছা গৈ পৰিবলৈ ধৰাত বন্ধুজনে আকোৱালি ধৰিছিল। ঘৈণীয়েকৰ এই কথাত গিৰীয়েক সন্তুষ্ট হল। উভয়ৰে পুনৰ সদ্ভাব উপস্থিত হল। সৈনিকজনে তেতিয়াৰপৰা স্থিৰ কৰিলে যে, দিব্যদৃষ্টি বা দিব্যজ্ঞানৰ আশ্ৰয় লৈ ঘৰৰ ভাল-বেয়া জনা উচিত নহয়। বঙ্কিমচন্দ্ৰৰ চন্দ্ৰশেখৰ উপন্যাসৰ যোগবল না Phychic force এই অধ্যায়ত আছে যে, শৈবলিনী পৰমহংসজনৰ হাতত থকা কমণ্ডলুৰ জল (মেচমেৰাইজ হোৱা পানী? পানীকো হেনো মেচমেৰাইজ কৰিব পাৰি) খাই ঘোৰ নিদ্ৰাত পৰিল। চন্দ্ৰশেখৰে আন আন কথাৰ লগতে সুধিলে, "শৈবলিনি! এখন দুৰাত্মা লৰেঞ্জ ফৰষ্টৰ বোথায়?"

শৈবলিনী, — "নবাবেৰ শিবিৰে।"

চন্দ্ৰশেখৰ, — "এই যে শব্দ শুনা যাইতেছে এইটি কিসেৰ শব্দ?"

শৈবলিনী, — "অশ্বেৰ খুৰেৰ।"

প্ৰথমটো দিব্যদৃষ্টি বা Clairvoyance, দ্বিতীয়টো দিব্যদৃষ্টি Clairaudience.

ষষ্ঠ, — আধ্যাত্মিক বা দিব্য সমাধিস্থ অৱস্থা। এই অৱস্থাত মানুহজন মৰাৰ দৰে হয়। হাতৰ নাড়ী, বুকুৰ ধপধপনি, শ্বাস-প্ৰশ্বাস সমস্ত ৰহিত হয়। তেওঁ এক প্ৰকাৰ মৃত। তেওঁৰ দৃষ্টি, শ্ৰৱণ, জ্ঞান সমস্ত সীমাৰ অতীত হৈ যায়। তেওঁ বশীকাৰকৰো বাধ্যৰ বাহিৰ হয়। যেই-সেই মেচমেৰিষ্টেই এই অৱস্থালৈ মানুহক আনিব নোৱাৰে, আনিলেও পুনৰ চেতন বা Demesmerise ক্ৰিয়া নেজানিলে আৰু শক্তি নেথাকিলে বিপদ ঘটিবৰো সম্ভৱ। যেই-সেই মানুহো এই অৱস্থালৈ নাহে। কলিকতাৰ অমৃতবাজাৰ পত্ৰিকাৰ অফিচৰপৰা ওলোৱা Hindu Spiritual Magazine ত (দ্বিতীয় সংখ্যা, এপ্ৰিল ১৯০৬) মেচমেৰিজমত এই আধ্যাত্মিক অৱস্থালৈ অহা এটা বিৱৰণ আছে। উক্ত মেগেজিনৰপৰা জানিলোঁ যে, বাবু শিশিৰ কুমাৰ ঘোষে হেনো এদিন তেওঁৰ ভনীয়েকক বৰ সৰহকৈ বা বেচি পৰ মেচমেৰাইজ কৰিলে। সেইদৰে কৰাত হেনো ভনীয়েকৰ নাড়ীৰ গতি, বুকুৰ ধপধপনি, নাকত শ্বাস-প্ৰশ্বাস ৰহিত হ'ল, বাবুৱে ভনীয়েকক মাতে হে মাতে, উত্তৰ নাই। তেওঁ সুধিলে, "ভনীটি! তোমাৰ টোপনি নে?" ভালেমান সময়ৰ মূৰত ভনীয়েকে কলে,—"মই মৰিছোঁ।" বাবুৱে শঙ্কাযুক্ত হৈ সুধিলে ঃ—"কি কোৱাঁ ভনীটি?" ভনীয়েকে ক'লেঃ— "এৰা, মই মৰিছোঁ। মানুহ মৰিলে যি ঠাইলৈ যায় মই তাত।" তেতিয়া তেওঁ কলে,—"ভনীটি! তুমি আহাঁ"। ভনীয়েকে কলে,—"মই কেলেই নো যাম? মই বৰ ভাল ঠাইত। মৃত্যু একো বেয়া বস্তু নহয়, ই এটা ভাল লগা পৰিবৰ্ত্তন মাথোন।" তেতিয়া বাবুৱে অনুনয়-বিনয় কৰি কলে ঃ— "ভনীটি! তুমি যদি নাহা, তেন্তে মোৰ কি গতি হব? মইতো আইন মতে হত্যা অপৰাধত দণ্ডনীয় হম।" এইদৰে অনুনয়-বিনয় কৰাত হে হেনো ভনীয়েকৰ আত্মা আকৌ দেহলৈ উলটিবলৈ সন্মত হল। ভালেমান পৰ Demesmerise কৰোঁতে কৰোঁতে ভনীয়েকৰ হাতত নাড়ীৰ গতি আকৌ হবলৈ ধৰিলে, তাৰ পিচত অলপ অলপকৈ বুকুৰ ধপধপনি চলিল। তাৰ পিচত চেতনা হল। সেইদিনাৰে পৰা তেওঁ আৰু ভনীয়েকক মেচমেৰাইজ কৰিবলৈ এৰিলে।

এই যে ছটা অৱস্থাৰ বিৱৰণ দিয়া হল, মেচমেৰিষ্টসকলে কয় যে, কেৱল মেচমেৰিজম প্ৰক্ৰিয়াত হে এই ছয় অৱস্থা হব পাৰে। হিপনটিজমত প্ৰথম চাৰিটাত বাজে শেহৰ দুটা অৱস্থা হবই নোৱাৰে। যেই-সেই মেচমেৰিষ্টেই যে এই ছয় অৱস্থা বিকাশ দেখুৱাব পাৰে এনেকুৱা নহয়, আৰু যেই-সেই মানুহকেই যে এই ছয় অৱস্থালৈ নিব পাৰি এনেকুৱাও নহয়, মেচমেৰিষ্টৰ ক্ষমতা অনুসৰি আৰু যাক মেচমেৰাইজ কৰা যায় তেওঁৰ দৈহিক, স্নায়বিক আৰু মানসিক বল অনুসৰি হে এই ছয় অৱস্থাৰ এক বা ততোধিক বা সমুদায় অৱস্থালৈ নিব পৰা যায়। যিসকল মানুহৰ মেচমেৰিজমৰ ৫ম, আৰু ৬ষ্ঠ অৱস্থাৰ বিকাশ হয় সেইসকলৰ দ্বাৰাই জনসাধাৰণৰ আগত কৌতুক দেখুওৱা উচিত নহয়। কাৰণ, তেনেকুৱা কৰিলে তেওঁবিলাকৰ অনিষ্ট ঘটিবৰ সম্ভৱ। প্ৰথম চাৰি অৱস্থাত পৰা মানুহৰ দ্বাৰাই হে কৌতুক আদি দেখুওৱা উচিত। শেহৰ দুই অৱস্থাৰ দ্বাৰাই মেচমেৰিষ্টে নিজৰ আৰু ধৰ্মত মতি থকা আন মানুহৰো আধ্যাত্মিক উন্নতি সাধন কৰিব পাৰে কৌতুক চৰিতাৰ্থ কৰা উচিত নহয়। শেহৰ এই দুই অৱস্থাৰপৰা (যদিও জড়বাদী, পণ্ডিতসকলে বিশ্বাস নকৰে) বুজিব পাৰি যে, মানুহৰ আত্মা বুলি এটা বস্তু আছে, অথবা আত্মায়ে মনুষ্যৰূপী সজাত সোমাই এই পৃথিবীত লীলা-খেলা কৰিছে, মৃত্যু একো ভয়লগা ক্ৰিয়া নহয়, এঠাইৰপৰা আন ঠাইলৈ আত্মাৰ গতি মাথোন।

ওপৰত লিখাবিলাকৰপৰা সহজে এইটো অনুমান কৰিব পাৰি যে, মেচমেৰিজম আৰু হিপনটিজম প্ৰক্ৰিয়া যেনেকুৱা কৌতুকাবহ আৰু এক পক্ষে উপকাৰী, সেইদৰে ওপৰ পক্ষে ই শঙ্কাজনক আৰু অপকাৰীও হব পাৰে। পাপাত্মা মানুহৰ হাতত অপকাৰৰ ই অনিষ্ঠকাৰী উপায় হব পাৰে। আৰু পুণ্যাত্মপুৰুষৰ হাতত ই সংসাৰৰ উপকাৰী বস্তু হব পাৰে। এই কাৰণেই পাশ্চাত্য পণ্ডিতসকলেও পাপাত্মা মানুহক এই মেচমেৰিজম আৰু হিপনটিজমৰ বিষয়ে শিকাবলৈ ইচ্ছা নকৰে। আমাৰ তন্ত্ৰাদিতো যেই-সেই মানুহকে এইবিলাক গুপ্তবিদ্যা দিবলৈ নিষেধ কৰিছে। মেচমেৰিজম আৰু হিপনটিজম শিকিবলৈ গলে প্ৰথমে নিজে পুণ্যাত্মা, নিষ্পাপী, আৰু বিশুদ্ধ মনৰ মানুহ হব লাগিব। মন স্থিৰ, অটল, গম্ভীৰ হব লাগিব। ভয়, শঙ্কা ইত্যাদিও মনৰ পৰা আঁতৰ কৰিবলৈ শিকিব লাগিব। এইবিলাকত বাজেও কেতখিনি প্ৰক্ৰিয়া আৰু কৌশল অভ্যাস কৰিব লাগিব।

ক্ৰমশঃ।

# সন্ত-আখ্যান

প্ৰথম সংখ্যাৰ 'উষাত' সন্ত-আখ্যান প্ৰবন্ধ ওলোৱাৰ পিচত, নগাওঁ জিলাৰ ৰহাৰ কাংসপাৰ সত্ৰৰ অধিকাৰ মাননীয় শ্ৰীযুত চৈতন্যচন্দ্ৰ গোস্বামীৰ অনুগ্ৰহত সেই পুথিৰ আৰু এখন নকল আমাৰ হাতত পৰিছেহি। এই পুথিৰ সাহায্যত আগেয়ে প্ৰকাশ কৰা সন্ত-আখ্যান প্ৰবন্ধত থকা কিছুমান ভুল সংশোধন কৰিব পাৰি আমি গোস্বামীদেৱৰ নথৈ শলাগ লৈছোঁ। তেখেতে লিখিছে, ইয়াৰ বাহিৰেও অনেক মহন্তৰ আঁত "সাধু গুণমালাত" হে পোৱা যায়। সাধু গুণমালা পুথিখনি আমাক কোনোবাই অলপ দিনৰ নিমিত্তে ধাৰে দিলে বৰ উপকাৰ মানিম।

এইখনি পুথিৰপৰা দেখা যায় যে, গ্ৰন্থকাৰৰ নাম বিভুনাথ নহয়, বিশ্বনাথহে। বিশ্বনাথ চেঁচাপাৰ সত্ৰৰ আছিল বুলি কয়। বোধ কৰোঁ, আগৰখন পুথিত বিশ্বনাথৰ নাম ভুল কৰি বিভুনাথ লিখা হৈছিল। ইয়াৰ বাহিৰেও আগৰ পুথিৰ লগত এই পুথিৰ ঠায়ে ঠায়ে অমিল আছে। পাটবাউসী সত্ৰ স্থাপন কৰোঁতাৰ নাম ভট্টদেৱৰ স্থলত বিদ্যাভট্ট লিখা আছে; লৰিদেৱৰ ভায়েকৰ নাম বিপ্ৰদেৱ নহয়, মিশ্ৰদেৱ হে। মিশ্ৰদেৱৰ যিজন পুত্ৰে কুৰুৱাবাহী সত্ৰ স্থাপন কৰে তেওঁৰ নাম ৰামদেৱ আছিল।

কালজাৰ পথৰ সত্ৰবিলাকৰ ভিতৰত অনিৰুদ্ধ ভূঞাই লোহিতৰ তীৰত এক সত্ৰ স্থাপন কৰে, তাৰ নাম কি আছিল কব নোৱাৰি, কিন্তু নাৰায়ণপুৰ নহয়, ছয়জন শূদ্ৰ মহন্তৰ এজনৰ নাম জানিব পৰা নগৈছিল, কিন্তু এই পুথি মতে তেওঁৰ নাম নাৰায়ণ আছিল, আৰু তেওঁ স্থাপন কৰা সত্ৰৰ নাম দহঘৰ। গোপাল আতাৰ ৫ জন নাতিয়ে স্থাপন কৰা সত্ৰবিলাক এই ঃ—

| | |
|---|---|
| ১। যাদবানন্দ | দৌকাচাপৰি। |
| ২। সহজানন্দ | আমগুৰি। |
| ৩। স্বৰূপানন্দ | ঢোপাবৰ। |
| ৪। দৈৱকীনন্দন | কলাকটা। |
| ৫। ৰামানন্দ | হেমাৰবাড়ী। |

উদিতৰামৰ তৃতীয় পুত্ৰৰ নাম জলধৰ হে, জগধৰ নহয়।

যদুমনিৰ আজ্ঞামতে জুৰাকটা আৰু মাহৰিয়াল সত্ৰৰ বাহিৰে অনিৰুদ্ধে স্থাপন কৰা কাংসপাৰ সত্ৰ বাদ পৰিছিল। ডিবৰু সত্ৰ স্থাপন কৰ্তাৰ নাম সদানন্দ নহয়, যগানন্দ হে।

পাঠকসকলে অনুগ্ৰহ কৰি পূৰ্ব্বৰ প্ৰবন্ধৰ লগত ওপৰত উনুকিওৱা পৰিবৰ্তনবিলাক ৰিজাই পঢ়ি শুদ্ধাশুদ্ধ ঠিক কৰি লব।

ঠাকুৰীয়া পথৰ গোমোঠা সত্ৰৰ প্ৰবৰ্ত্তকৰ নাম ৰামকৃষ্ণ ঠাকুৰ আছিল আৰু বাসুদেৱে স্থাপন কৰা সত্ৰ চমতীয়া নহয়, চমতিয়াল হে। কেশৱে স্থাপন কৰা কৌবেদ্ধব সত্ৰ বৰবাৰজনীয়াৰ ভিতৰত ধৰা হৈছিল, কিন্তু এইপুথি মতে, সেই খন সত্ৰ সৰুবাৰজনীয়াৰ ভিতৰত হে। বৰবাৰজনীয়াৰ আন এখন সত্ৰ মৰঙ্গিয়াল, তাক ৰামকৃষ্ণই স্থাপন কৰে। পুৰুষোত্তম ঠাকুৰৰ, নিৰঞ্জনে বিবাহ কৰোৱা জীয়েকৰ নাম কেশৱপ্ৰিয়া নহয়, লক্ষ্মীপ্ৰিয়া হে।

সৰুবাৰজনীয়া, ঘৰকটা সত্ৰৰ স্থাপনকৰ্ত্তা কানাই নহয় জয়হৰি হে। কানাই শুভৰিয়াল সত্ৰৰ স্থাপনকৰ্ত্তা। সৰুবাৰজনীয়াৰ ১২ নং সত্ৰ নাচনিপাৰ নহয়, মিচিমি সত্ৰ হে; আৰু তাক হৰিচৰণে স্থাপন কৰে। গোবিন্দপ্ৰিয়া চতুৰ্ভুজ ঠাকুৰৰ কন্যা নহয়, ভনীয়েক হে। গোবিন্দপ্ৰিয়াৰ পুত্ৰ দামোদৰৰ ১২ জন আচাৰ্য্যে স্থাপন কৰা ১০ নং সত্ৰৰ নাম পশাৰি নহয়, চাম্পতলীয়া আৰু তাক কৃষ্ণগহনে নহয়, হৰিয়ে স্থাপন কৰে। ১১ নং সত্ৰৰ নাম শলমাৰি নহয়, ৰায়মৰা আৰু তাক জয়ৰামে স্থাপন কৰে। ১২ নং সত্ৰৰ নাম শালমৰা আৰু তাক বাচপতিয়ে স্থাপন কৰে, তেওঁৰে আৰু এটা নাম কৃষ্ণ আছিল।

# কিণ্ডাৰগাৰ্টেন

আজিকালি কিণ্ডাৰগাৰ্টেন নিয়ম মতে সৰু সৰু লৰাবিলাকক শিক্ষা দিবলৈ বহুত কিতাপ ওলাইছে আৰু আমাৰ গবৰ্ণমেণ্টেও তাতে ভৰ দিছে। এই নিয়মটো আগৰ নাছিল, এতিয়া অলপ দিনৰপৰা হে উলিয়াইছে। এই নিয়মত শিক্ষাৰ বৰ সুচল আৰু বৈজ্ঞানিক উপায়েৰে শিকোৱা হয় কাৰণে, লৰাবিলাকে সোনকালে বহুত কথা শিকিব পাৰে। বহুত লৰাই পাটিৰ নোৱাৰে

শিকোৱাৰ দোষত, নিজ দোষত বা বুদ্ধি নথকা বাবে পঢ়িব নোৱাৰা লৰাৰ সংখ্যা তাকৰ। এতেকে, সকলোৱে লৰাক পঢ়াবলৈ যিটো উত্তম নিয়ম বুলিছে সেইটোকেই হে ধৰিব লাগে। বৰ্তমান সময়ত কিণ্ডাৰগাৰ্টেন নিয়মটিকে সকলোৱে ভাল বুলিছে, আৰু সেই নিয়মটিনো কেনেকুৱা তলত তাৰে অলপ আও-ভাও দিবলৈ যত্ন কৰা হৈছে।

সৰু সৰু লৰাবিলাকৰ গঢ়-গতি চলন-ফুৰণ ভালকৈ মনোযোগ দি চালে এই কেইটা কথা বুজিব পাৰি (১) সিহঁত সদাই পৰিশ্ৰমী; অৰ্থাৎ ন-কৈ ওপজা কেঁচুৱা লৰাও এক্ষন্তেকো শাঁতিৰে নেথাকে, অহৰহ হাত-ভৰি মাৰিবই লাগিছে। (২) সিহঁত নতুন কথা শিকিবলৈ সদাই সাজু; বাপেক-মাকে কোনো মানুহৰে কথা-বাৰ্ত্তা পাতিলে সিহঁত ওচৰতে বহি মুখ মেলি চাই থাকে আৰু কথা শুনি বৰ ভাল পায়। (৩) সিহঁতে জীৱনৰ সৰহবিলাক কথা লোকে নোকোৱাকৈয়ে নিজে নিজে পঞ্চ ইন্দ্ৰিয় ব্যৱহাৰ কৰি শিকে; অৰ্থাৎ লোকে জন্তু এটা দেখিলে যদি "হাতী, হাতী" কৰে তেনেহলে লৰাটোৱে বুজি লয় যে, সেই জন্তুটোকে হাতী বোলা হৈছে। এইদৰে "জুই" আগত থৈ কোনো মানুহে জুই জুই কৰিলে সিহঁতে বুজি লয় যে, সেই জ্বলি থকা বস্তুটোক জুই বোলা হৈছে। এইদৰে শিকি সিহঁতে বৰ ৰং পায়। কলা আৰু বোবা এনেকুৱা মানুহ এই প্ৰণালী মতে শিক্ষা পালে লিখা-পঢ়া জনা হয় আৰু এই প্ৰণালী মতে শিক্ষা দিয়া তেনেকুৱা বহুত পঢ়াশালিও হৈছে। সিহঁতে যি শিকে তাক ব্যৱহাৰ কৰিবলৈ বৰ ভাল পায়। বৰ্তমান লিখকৰ এজন মান্যৱন্ত উকীল বন্ধুৰ সৰু লৰা এটিয়ে আজৰি পালেই অন্যান্য সৰু সৰু লৰা-ছোৱালী এজাক গোটাই লৈ নিজে উকীল হৈ উকীলৰ দৰে কথা-বতৰা পাতে। সেই লৰাটিয়ে সদাই ঘৰলৈ অহা মানুহবিলাকেৰে বাপেকক একে প্ৰকাৰৰ কথা-বাৰ্ত্তা পতা দেখি আৰু বিশেষ ৰকম ব্যৱহাৰ কৰা দেখি সিও সেই কথা-বতৰাবিলাক আৰু আচাৰ-ব্যৱহাৰবিলাক শিকিছেগৈ, আৰু তাৰ অভিনয় কৰিবলৈ বৰকৈ বিচাৰে। লৰামাত্ৰেই ধেমালি কৰিবলৈ বৰ ভাল পায়।

আজিকালিৰ বিজ্ঞানৰ এটা নিয়ম হৈছে যে মোৰ সুবিধা মতে আনবিলাক বস্তু হব নেলাগে; আনবিলাক বস্তু যেনেকুৱাকৈ হক তাৰেপৰা মই মোৰ সুবিধা উলিয়াই লম। এনে বিজ্ঞানৰ উপায়েৰে নানা দেশত হেজাৰ-হেজাৰ পানী বা বতাহৰে চলোৱা কলে মানুহৰ লাগতিয়াল বস্তু বা কাম কৰি দিবই লাগিছে। এতিয়া কিণ্ডাৰগাৰ্টেন নিয়মতো লৰাই ধেমালি কৰি ভাল পায়, ধেমালিকে কৰক; কিন্তু লৰাক এনেকুৱা ধেমালি কৰিবলৈ দিব লাগে, যাতে তাৰ লগে লগে শিক্ষাও হৈ যায়। কিণ্ডাৰগাৰ্টেন নিয়মটো হৈছে, লৰাই ধেমালি কৰোঁতে কৰোঁতে সিহঁতৰ পৰিশ্ৰমো হয়, নতুন কথাও শিকা হয়, নিজৰ ইন্দ্ৰিয়বিলাকৰ ব্যৱহাৰো হয় আৰু শিকা কথাবিলাকৰো সদাই তাৰ লগে লগে অভিনয় হৈ যায়। একে লগেই এই কেওটা কাৰ্য্য কৰি শিকাব পাৰিলেই সেয়ে কিণ্ডাৰগাৰ্টেন নিয়মৰ শিক্ষা হব।

শিকিবলগীয়া কথাবিলাকৰ ভিতৰত কিছুমান দ্ৰব্যবাচক বস্তু। সেইবিলাক এটা নহয় এটা ইন্দ্ৰিয়ত ধৰা পৰেই পৰে। মই যিটো মৈলামৰ পৰা চিয়াঁহি আনি লিখিছোঁ আৰু চিয়াঁহিৰ ৰংটো যে কলা এই দুয়োটা কথা মোৰ চকুৱে ধৰিছে, বেয়া বা ভাল গোন্ধ পালে নাকে গম পায়, শব্দ কাণত শুনি, মোৰ গাত কোনোবাই হাত দিলে তেতিয়াই গম পাওঁ ইত্যাদি বহুত কথা লৰাক শিকাবলৈ ভাল; অৰ্থাৎ সিহঁতে নিজৰ ইন্দ্ৰিয়ৰ বলেৰে ভালেমান কথা ততালিকে বুজি লব। কিন্তু, কিছুমান কথা আছে সেইবিলাক ভাববাচক, সেইবিলাক বুজুৱা বৰ টান। লৰাই সুধিলে, "ধুনীয়া মানে কি?" পণ্ডিতে কলে, "ধুনীয়া মানে সুন্দৰ"। লৰাই ধুনীয়াও নুবুজিলে সুন্দৰো নুবুজিলে। লৰাই সুধিলে, "অকস্মাৎ মানে কি?" পণ্ডিতে কলে, 'হঠাতে"। লৰাই এটাৰো অৰ্থ নেপালে। এনেকুৱাবিলাক ভাববাচক কথা। লৰাক শিকাবলৈ এনেকুৱা এটি অভিনয় কৰি দেখুৱাব লাগে, যাতে লৰাই "অকস্মাৎ" কথাটো নো কি তাৰেপৰা ভালকৈ বুজে।

লৰাক ঘোঁৰা জন্তুটো নো কেনেকুৱা, তাক বুজাবলৈ এহালিচা পাতনি দিব লাগিব; যেনে- চাইটা ঠেং, এডাল নেজ, দুখন কাণ ইত্যাদি। ইমান যত্ন কৰিও ঘোঁৰাটোৰ হুবহু আকৃতিটো লৰাক বুজাব নোৱাৰি। তদুপৰি এইদৰে বুজাবলৈ গলে বহুত সময় লাগে, বুজোৱাজনৰ বৰ পৰিশ্ৰম হয়, লৰাৰো আহুকাল লাগে, সি নুবুজিবও পাৰে; আৰু চোকা বুদ্ধিৰে কেনেবাকৈ যদি বুজেও, সি বহুত দিন মনত নেথাকে। এইদৰে বুজিবলৈ যাওঁতে মগজত বল দিব লগা হয়গৈ; সেইবাবে মগজো ক্ষয় পায়। ইয়াৰ উজু উপায় হৈছে, যে ঘোঁৰা এটা আনি লৰাটোক দেখুৱাই দিব লাগে। কিণ্ডাৰগাৰ্টেনৰ নিয়মৰ বিচিত্ৰতা এইটোৱেই যে, ইয়াত কথাৰ ব্যৱহাৰ তাকৰ, কাৰ্য্যৰ ব্যৱহাৰ সৰহ। ফুল কেনে বুজাব লাগিলে ফুলৰ বিষয় একো বৰ্ণনা নকৰি, ফুল এটা আনি দেখুৱাই দিব লাগে; আৰু তাৰপৰা দুয়োপক্ষৰে সুবিধা হয়।

কিণ্ডাৰগাৰ্টেনত কেনেকৈ শিকায়, তাক দেখুৱাবৰ কাৰণে তলত দুটা অভিনয় দিয়া হল; সেইকেইটা চকুৰ আগতে হৈছে যেন ভাবি লব লাগিব;—

(১) লৰাক ৰঙ্গা আৰু কলা ৰং বুজাব লগীয়া হৈছে। সেই উপলক্ষে শিক্ষকে এখন বগা কাগজ, এটা মৈলামত ৰঙ্গা চিয়াঁহি, এটা মৈলামত কলা চিয়াঁহি আৰু দুটা কাপ আনি লৰাহঁতৰ আগৰ মেজত থলেহি। প্ৰথমেই শিক্ষকে এটা কাপ ৰঙ্গা চিয়াঁহিৰ মৈলামটোত সুমাই তাতে থিয়কৈ থলে। পিচে, ৰঙ্গা চিয়াঁহিৰ কাপটো উলিয়াই আনি বগা কাগজখনত আঁচ দুডালমান মাৰিলে। সেইদৰেই কলা কাপটোৰেও কৰিলে। এতিয়া শিক্ষক আৰু ছাত্ৰে কথা-বাৰ্ত্তা পাতিবলৈ ধৰিলে।—

শিক্ষক।— এই দুবিধ চিয়াঁহিৰে মৰা আঁক কেইডাল একে দেখিছা নে?

ছাত্ৰ।— নাই দেখা, ইও এবিধ ইও এবিধ।

শিক্ষক।— কোনটো মৈলামৰ চিয়াঁহিৰে কোন কেডাল আঁক মৰা হৈছে, বেলেগাই দেখুউৱাঁ।

ছাত্ৰ।— এইটো মৈলামৰ চিয়াঁহিৰে এই কেইডাল আৰু সেইটো মৈলামৰ চিয়াঁহিৰে ই কেইডাল।

শিক্ষক।— ঠিক কৈছা। এই কেইডাল ৰঙ্গা চিয়াঁহিৰে মৰা হৈছে আৰু ই কেইডাল কলা চিয়াঁহিৰে মৰা হৈছে। বাৰু, দেখুউৱাচোন, কোন কেইডাল ৰঙ্গা চিয়াঁহিৰে আৰু কোন কেইডাল কলা চিয়াঁহিৰে মৰা হৈছে?

ছাত্ৰ।— এইডাল ৰঙ্গাৰে আৰু এইকেডাল কলা চিয়াঁহিৰে।

শিক্ষক।— তেনেহলে এইটো "ৰঙ্গা ৰং" আৰু এইটো "কলা ৰং"; নহব নে?

ছাত্ৰ।— হয়।

শিক্ষক।— এইটো মৈলামত "ৰঙ্গা ৰং" আৰু এইটোত "কলা ৰং" আছে?

ছাত্ৰ।— হয়।

শিক্ষক।— বাৰু, এতিয়া তুমি ৰঙ্গা চিয়াঁহিৰে লিখাচোন?

ছাত্ৰ।— এইয়া লিখিছোঁ।

শিক্ষক।— ঠিক হৈছে। বাৰু, ৰঙ্গা কাগজ হোৱা হ'লে "ৰঙ্গা ৰংটো" জিলিকিলহেঁতেন নে?

ছাত্ৰ।— নিজিলিকে। বগাত ৰঙ্গা কাৰণে হে জিলিকিছে।

শিক্ষক।— কলাৰো সেয়ে গতি। কোনো ৰং নিজৰ ৰঙৰ ওপৰত নিজিলিকে।

(২) লৰাক "ওখোৰা-মোখোৰা" আৰু "মিহি" বুজাব লগীয়া হৈছে। শিক্ষকে এডোখৰ কাঠ, এখন কাগজ, এখন ফলি আৰু এখন এৰিয়া কাপোৰ আনি থলেহি।

শিক্ষক।— লৰাহঁত, এই কাগজ খনত হাত বুলোৱাচোন। (হাত বুলালত) আকৌ ফলি খনতো বুলোৱাচোন। (তাৰ পিচত) কোনখন মিহি?

ছাত্ৰ।— ফলিখন মিহি।

শিক্ষক।— তেনেহলে কাগজখনতকৈ ফলিখন মিহি। নহয় নে?

ছাত্ৰ।— হয়।

শিক্ষক।— এই এৰিয়া কাপোৰখন আৰু কাঠডোখৰ দুয়োটা হাত বুলোৱাচোন। (তেনে কৰিলত) কোনটো বস্তু বেছি ওখোৰা-মোখোৰা?

ছাত্ৰ।— কাঠ ডোখৰ।

শিক্ষক।— তেনেহলে কাঠডোখৰ ওখোৰা-মোখোৰা। বাৰু, আকৌ কাগজখন আৰু এৰিয়া কাপোৰখন দুয়োটা হাত বুলোৱা। (তেনে কৰিলত) কোনটো বস্তু বেছি মিহি।

ছাত্ৰ।— কাগজখন।

শিক্ষক।— তেনেহলে এৰিয়া কাপোৰখনত কৈ কাগজখন বেচি মিহি। বাৰু, ক্ৰমান্বয়ে মিহিৰপৰা ওখোৰা-মোখোৰালৈকে বস্তুবিলাক জুকিয়াই কোৱাচোন?

ছাত্ৰ।— ফলি, কাগজ, এৰিয়া কাপোৰ আৰু কাঠ।

টান বিষয়ত কিণ্ডাৰগাৰ্টেন প্ৰণালীৰ বিশেষ উপকাৰ আছে। বহুত কথা কিণ্ডাৰগাৰ্টেন প্ৰণালী নহলে বুজা টান। কিন্তু, আজিকালি সাধাৰণ কথাবিলাকো সেই প্ৰণালী মতে শিকাবলৈ ধৰা হৈছে। নিচেই ঘৰুৱা কথাবিলাকতো কিণ্ডাৰগাৰ্টেন প্ৰণালী লগাব লাগিলে সময়ৰ মিছাকৈয়ে অপব্যৱহাৰ হে হয় আৰু এদিনে শিকিব পৰা কথাটো দহ দিনত শিকি লৰাৰো বয়স ভাটি দিউৱা হে হব। বৈজ্ঞানিক নিয়মতকৈ বহুত কথাত মানুহে সদাই কৰি অহাটো কামেই সুবিধাজনক আৰু উপকাৰী। এইখনিতে কৈ থওঁ যে, যিজন মানুহে প্ৰথমে কিণ্ডাৰগাৰ্টেন প্ৰণালী উলিয়ায় তেওঁ কেতিয়াও সেই প্ৰণালী মতে শিক্ষা পোৱা নাছিল।

শেহন্তৰত কওঁ যে, পূৰ্ব্বে আমাৰ দেশত আখৰ জোঁটনিৰ সময়ত "নামফলি" বুলি এক প্ৰকাৰৰ নিয়ম আছিল। তাত আগতে দেখা বস্তুটোকে বৰ্ণনা কৰি ফলিত লিখি লৰাক গাবলৈ দি আখৰ জোঁটোৱাও প্ৰমাণ চায়, সিও এবিধ কিণ্ডাৰগাৰ্টেন। আমাৰ পুৰণি ৰীতি-নীতিবিলাকত বহুত বৈজ্ঞানিক নিয়ম আছিল, কিন্তু আমাক পছিমৰ সূৰ্য্যই পোহৰ নিদিলে পুবৰ সূৰ্য্যই পোহৰ দিব নোৱাৰে।

# কৃপাবৰ বৰবৰুৱাৰ প্ৰত্যাগমন
# ভাৰত উদ্ধাৰ

ভাৰত উদ্ধাৰ ভাত উদ্ধাৰ নহয় যে তাৰ মাজৰ পৰা "ৰ"টোক গতিয়াই উলিয়াই দি তই তুমি মই আপুনি সি তত তেওঁ তেখেতকে আদি কৰি মামৰে-খোৱা ফাপৰে-ধৰা, যত যি আছে সকলোৱে কৰিব পাৰে। চিয়ঁৰি ভাৰত উদ্ধাৰ, বাখৰি ভাৰত উদ্ধাৰ, কেপকেপাই ভাৰত উদ্ধাৰ, লেব্‌লেবাই ভাৰত উদ্ধাৰ, ফুচ্‌ফুচাই ভাৰত উদ্ধাৰ, উচ্‌পিচাই ভাৰত উদ্ধাৰ নহয় নহয় নহয়। হাতে-কলমে কাম কৰাঁ, দেখিবা ভাৰত উদ্ধৃত হৈ ৰূচাঙ্গৰ ওপৰত উঠি বহি হাঁহি আছে। মুখেৰে ৰাতি সাত হাল মাৰি থকাসকলৰ পৰা দিনত এহালো বিচাৰি পোৱা নেযায় বুলি বৰবৰুৱাৰ নিচিনা বুঢ়াসকলে কয়। বৰবৰুৱাই সেই লগৰীয়া বুঢ়াসকলৰ নাম সম্প্ৰতি আজিৰ ৰাতিটোৰ নিমিত্তে পাহৰিছে, কাইলৈ পুৱা লাগে যদি তেওঁবিলাকৰ নাম-ধাম গাওঁ-ভূঁই তেওঁ ৰাইজৰ আদালতত দাখিল কৰিবলৈ বৰং গাত লব পাৰে। অৱশ্যে, এতিয়া, পাহৰিবৰ কাৰণ আছে আৰু তেওঁ ইচ্ছা কৰি স্বজ্ঞানে সুস্থ শৰীৰে আপোন খুচিতে এই কাৰণৰ নিমিত্তে জগৰীয়া। সম্প্ৰতি তেওঁ ইয়াকে কয় যে, এই কাৰণ ভাৰত উদ্ধাৰৰ অৰ্থে যাত্ৰাৰ আয়োজন মাথোন। যাত্ৰাৰ সময়ত আমপাত, কলাপুলি, ধান, দুৰ্ব্বা আৰু পূৰ্ণকুম্ভ দুৱাৰমুখত ৰাখি থোৱা ৰীতিক "স্বৰ্গফেৰৎ" বৰবৰুৱাই বৰ্খাস্ত কৰি আমপাতৰ পৰিবৰ্ত্তে ধপাত, কলাপুলিৰ সলনি মেলা চুলি, ধানৰ সলনি "পান", দুবৰিৰ সলনি সুহুৰি চলাইছে। কিন্তু, পূৰ্ণকুম্ভৰ ওপৰত তেওঁ বিশেষৰূপে হস্তক্ষেপ নকৰি মাত্ৰ তাক দেশী "ফিল্টৰ" নকৰা পানীৰে নুপুৰাই ফটিক পানীৰে পুৰাই তাৰ উন্নতি সাধন কৰিবৰ ব্যৱস্থা কৰিছে মাথোন। বিজ্ঞ বৰবৰুৱাই এইদৰে মামৰে-খোৱা পৰ্কিতি-লৰা পুৰণি ব্যৱস্থাবিলাকৰ ওপৰত অলপ-অচৰপ হাত ফুৰাই আৱশ্যক বুজি তাপলি মাৰি ঘঁহি মাজি সেইবোৰৰ জীৰ্ণ সংস্কাৰ কৰিবই, সেইবাবে তেওঁ কাৰো সমালোচনা বা মাত-কথা নসহে, এই কথা তেওঁ আজি খাতাংকৈ জাননী দিলে।

বাজে কথাৰ টৌৱে কোবাই আচল কথাৰ পৰা যে বৰবৰুৱাক বহুত দূৰলৈ আনিলে, এই কথা তেওঁৰ ওপৰত চকু দিয়া সকলে দেখিলে। ঘাই কথাত বুৰি থাকিব পাৰিলে, এইবিলাক উপৰুৱা টৌৱে কোবাবলৈ নেপায়। কিন্তু, বৰবৰুৱাৰ বৰপেট তাৰ প্ৰতিবন্ধক আৰু পৰম বৈৰী;সি কলিকতাৰ গঙ্গাৰ ওপৰত ওপঙি থকা "বই" বিলাকৰ দৰে তল যাবলৈ একেবাৰেই অমান্তি। এইবিলাক যি হওক, আজিৰ বক্তব্য ভাৰত উদ্ধাৰ। তালৈ এইবাৰ যোৱা যাওক।

বৰবৰুৱাৰ বৰপেটৰ ভিতৰত ভাৰত উদ্ধাৰৰ "প্লেন" অৰ্থাৎ বুধি তিনি কুৰি এটা আছে। সিদিনা কথায় কথায় দুখনাথ ফুকনক এই কথাযাৰ কলত দুখই মোৰ মুখলৈ চাই ফেক্‌ফেক কৰে হাঁহি কলে, "তিনি কুৰি বুলিয়েই দাড়ি বা কুট এটা দিব পাৰিলেহেঁতেন দেখোন, তাৰ পিঠিত আকৌ এটা লগাই দিবৰ সকাম কি?" কথাষাৰ শুনি যে মোৰ খংটো উঠিল কি কম! এটা বুকু-কঁপি-যোৱা হুকি লগাই দুখনাথক কৈ দিলোঁ যে, 'এটাৰ' নিমিত্তে বৰবৰুৱাৰ নিচিনা সত্যবাদী জিতেন্দ্ৰিয় পুৰুষে মিছা মাতিব লাগে নে কি? লেখত তেওঁৰ তিনি কুৰি এটা আছে দেখি তেওঁ তিনি কুৰি এটা বুলিছে; মুঠতে তিনি কুৰি থকাহেঁতেন তেওঁ তিনি কুৰি বুলিয়ে কলেহেঁতেন। একে হুকিতে দুখনাথে মুখৰ বৰণ সলাই দধিৰাম হৈ টেঙা পৰি গল।

অৱশ্যে, তোমালোকৰ বৰ-সৰু পেটত ভাৰত উদ্ধাৰৰ বৰ-সৰু "প্লেন" যে নাই এনে কথা বৰবৰুৱাই নকয়। কিন্তু তোমালোকৰ প্লেন যিমানেই থাওক, লেখত আদবুৰিৰ বেচি নহয়; আৰু সেই আদবুৰি ঢুকাই গলেই তোমালোকৰ টেকেলি কাতি। আৰু, ঘাইকৈ তোমালোকৰ প্লেনবোৰ কেৰোণে-খোৱা, ঢাপত-গজা, কুলিয়ে কৃপ্‌া-কৰা; অধিকন্তু ফুটা, খোৰা, কোঙা, চাকোলা। Whereas বৰবৰুৱাৰ তিনি কুৰি এটা প্লেন নিখুঁত, নিভাঁজ, বলী আৰু কামিলা। সিহঁতৰ একোটাক ধৰ বুলি কোনো কামত লগাই দিলে তেতিয়াই সি তাক বখলা-বখলে খাব নহয়। বৰবৰুৱাৰ একোটা প্লেন সাইলাশ একোটা একোটা ভগদত্ত ৰজা; গদা উলিয়াই দিয়া গদাৰেই, ধেনু-কাঁড় উলিয়াই দিয়া ধেনু-কাঁড়ৰেই, একো নিদিয়া শুদা হাতেৰেই তেওঁ যুঁজিব। দৈবাৎ কিবাৰূপে ভাৰত-ভূমি বৰবৰুৱাৰ এটা প্লেনৰ খামোচৰ পৰা পুলুকামাৰি পৰিলেও আনটোৰ কটকটীয়া খামোচৰ পৰা দুনাই তেনে হোৱা অসম্ভৱ। তোমালোকৰ ভেঁকুৰা প্লেনৰ সংক্ষেপ

তালিকা তলত দি সংক্ষেপ সমালোচনাৰে তাক এইদৰে মুখি থোৱা গল।—

(১) বক্তৃতা কৰি ভাৰত উদ্ধাৰ।—বক্তৃতা কৰি ভাৰত উদ্ধাৰ কৰিবলৈ যোৱাটো দিখৌ নৈৰ পল-বোকাত পৰা বুঢ়ী গাইক লেজু লগাই বল দি নেটানি দুবৈৰ পৰা মুখেৰে হেলৌ-হৈচৌ কৰি তুলিবলৈ যোৱাৰ নিচিনা। এই কথা গমি-পিটিকি চাই নোহোৱাটো পোৱা যদি পিচত বৰবৰুৱাৰ গাত তোমালোকে দায় দি থাকিবা। এতিয়া এই মাত্ৰ কওঁ যে, 'গালা নাম গল উৰি, তাৰ কি আছে আগ গুৰি' এই কথা তোমালোকে মনত ৰাখিলে সময়ত উপকাৰ পাবা।

(২) গোটেই ভাৰতৰ মানুহক তাঁত-শালত কাপোৰ ৱবলৈ শিকাই তাঁতী কৰি মেন্সেষ্টৰৰ তাঁতীৰ সৈতে ফেঁপেৰি পাতিবলৈ লগাই দি ভাৰত উদ্ধাৰ।

"হৰি হৰি দুখৰ কাল, হৰিণাই চেলেকে বাঘৰ গাল।" এই বুধি তোমালোকে পালা কত? তোমালোকৰ গতি-গোত্ৰ দেখি কিন্তু বৰবৰুৱাৰ গাত বিজবিজনী উঠিছে দেই। বঢ়াবঢ়ি কৰা দেখিলে কাইলৈ "গগৰ্ণমণ্ডলে" মেন্সেষ্টৰৰ তাঁতীৰ হেচোকাত তিষ্ঠিব নোৱাৰি সূতাৰ ওপৰত সৰহকৈ মাচুল লগাই দিলে, বা আন এবুৰি-এটা প্ৰতিবন্ধক উলিয়াই তেওঁবিলাকৰ আইন-কমাৰ-শালৰপৰা এটা গুৰি-কঁঠাল যেন আইন গঢ়ি তোমালোকৰ মাজত ধুপুচ কৰে পেলাই দিলে, তোমালোকে চুৰীয়াৰ খোচোনা মাৰিবলৈকো তত নেপাই তাঁত-শাল এৰি লৰ মাৰি পিচফালৰ কলাবাৰীত সোমাব লাগিব।

(৩) বিলাতী লোণ চেনি নেখাই বিলাতী কাপোৰ নিপিন্ধি ভাৰত উদ্ধাৰ।

"ওহে শকটবান থাম থাম, বৰবৰুৱা ডাঙ্গৰীয়াই পইচা দিয়া পত্ৰিকা কিনেছে, তোমৰা তাহাকে ফেলিয়া এত জোৰে ৰেল গাৰী চালাইয়া চলিয়া যাচ্ছ, ই কি অন্যায়।" ইংৰাজৰ মলুক, ইংৰাজৰ শাসন, ইংৰাজৰ ঢাল, ইংৰাজৰ তৰোৱাল, তোমাৰ একো নাই; অথচ মাজতে তুমি নিধিৰাম চৰ্দ্দাৰ সাজি গুজৰিব লাগিছা গুমৰিব লাগিছা! লোণ চেনি কাছুটি দলিয়াই পেলাই দিগম্বৰ বাবু হৈ ভাৰত উদ্ধাৰ কৰিব নেলাগে মোৰ বোপাইহঁত, বুঢ়া বৰবৰুৱাৰ বুঢ়া বাইক শুন; এইবিলাক লৰালি কৰি লোক-হাঁহিয়াত নকৰি মানুহ হবলৈ শিক, বেহা-বেপাৰ, শিল্প, কল-কাৰখানাৰ "সিদ্ধিৰস্তু অ আ ই ঈ" ইংৰাজৰ ভৰিৰ ওচৰত বহি শিক, লিখা-পঢ়াৰ লগে লগে আত্মনিৰ্ভৰ আত্মসন্মান মনুষ্যত্ব শিক, ভাৰতবাসী ইটোৱে সিটোক বিশ্বাস কৰিবলৈ শিক, আৰু টকা-কড়ি কোম্পানীৰ কাগজৰ নুৰাত নুসুমাই প্ৰথমতে সৰু-সুৰাকৈ বেহা-বেপাৰ কৰিবলৈ শিক; তাৰ পিচত এইবিলাক ডাঙ্গৰ ডাঙ্গৰ কথা মুখত উলিয়াবি। জঁপিয়াই লঙ্কাত পৰিব খোজা সকলে যিমান দৰ্কাৰ তাতকৈও ডাঙ্গৰকৈ জাঁপ মাৰি দিলে, লঙ্কা পাৰ হৈ গৈ যে সিপালে থকা মহা সমুদ্ৰত পৰিবগৈ, এই কথা কোৱা বাহুল্য। ঘোষ গুহ মিত্ৰৰ পোহঁত, উধাতু খাই নলৰিবিহঁক, আৰু তহঁতৰ পিচ ধৰা হেজাৰ হেজাৰ মানুহক বলিয়া কৰি খালত নেপেলাবিহঁক, বোপাইহঁত হে; বৰবৰুৱাও তহঁতৰে নিচিনা স্বদেশী আৰু সেইবাবেই তেওঁ স্বৰ্গসুখ এৰি ভাৰত উদ্ধাৰত কান্ধ পাতিবলৈ আহিছে. কিন্তু তেওঁৰ বাট বেলেগ এই কথা। বাটে-ঘাটে "বন্দে মাতৰং" আৰু জাতীয় সঙ্গীত গাই বাঁহী বজাই ফুৰিলে লাভৰ ভিতৰত "গোকুলৰ নৰ-নাৰী, এৰিবন্ত ঘৰবাৰী"; আৰু সেই নৰ-নাৰীসকল বলিয়া-বতিয়া হৈ ফুৰি পুলিচৰ পকা বেৰ আৰু খহটা খুটাত খুন্দা-খুন্দলি খাই "জখম" হব মাথোন; ইফালে ভাৰত "যে তিমিৰে সে তিমিৰেই" থাকিব।

(৪) সভা-সমিতি, কংগ্ৰছ, কনফৰেন্স কৰি ভাৰত উদ্ধাৰ।

উত্তৰত বৰবৰুৱাই বিশেষ একো নকৈ কেৱল "আস্তিক মুনিবৰ গৰুণ্ড গৰুণ্ড!" উচ্চাৰণ কৰিলে মাথোন। তোমালোকে এই মন্ত্ৰৰ তৰ্জমা কৰিব পাৰা,— "বৰিশাল বৰিশাল।" নল মৰে গজালি উঠে; এক "লেপেটিমেণ্ট, গগণ-মণ্ডল" মৰিলে গজালি "লেপেটিমেণ্টই" আকৌ ফেৰ ধৰি অখণ্ড মণ্ডলাকাৰ হৈ গগণ ফালি উঠিব। বৰিশালৰ জল-হাওৱাৰ দোষত হোৱা গাৰ বিষ তোমালোকৰ এতিয়াও নিশ্চয় মৰা নাই। বিলাতৰ মৰ-চৰায়ে এৰাব নোৱাৰি মৰা হুকি সাতখন সমুদ্ৰৰ চেঁচা পানী পাৰ হৈ আহোঁতে বাটতে চেঁচা পৰি আহে; তোমালোকে দেখিও নেদেখা, অথচ কণা বুলিলেও বৰবৰুৱাৰ গাত লাগে জগৰ।

ওপৰত কোৱা এই বখলা তোমালোকৰ গল। মোৰ প্ৰথমটো প্লেনৰ প্ৰথম বখলা শুনা।—

মোক ৫০১ জন ভলণ্টিয়াৰ লাগে। দুই বঙ্গলা মলুকৰপৰা অৰ্থাৎ অক্টৰ্লনি মনুমেণ্টৰ জঁৰে পুৰণি বঙ্গলা আৰু আসাম-কিৰিটিৰে ৰমক-জমক নতুন বঙ্গলা দেশৰ প্ৰত্যেক খনৰেপৰা ১০০ জনকৈ, ২০০ জন। মাদ্ৰাজৰপৰা ৫০ আৰু যুক্ত-প্ৰদেশ আৰু আগ্ৰাৰপৰা ৫০ জন। ফ্ৰণ্টিয়াৰ প্ৰদেশৰপৰা ২৫ জন। এজন কাপ্তান, অৰ্থাৎ বৰবৰুৱা ডাঙ্গৰীয়া স্বয়ং। তলত লিখা

মতে ভলণ্টিয়াৰবিলাক বছা হব—

(১) যাৰ বয়স ২৫ ৰপৰা ৩০ বছৰলৈকে।

(২) যি বিয়া কৰোৱা নাই।

(৩) যি নিঘুণীয়া, নিনৰীয়া, বলী, শুৱনী, ওখ আৰু ডাঙ্গৰ।

(৪) তেওঁবিলাকে মজিদ, গির্জা আৰু নামঘৰত শপত খাই প্ৰতিজ্ঞা কৰিব লাগিব যে, বৰবৰুৱা কাপ্তান চাহাবে যেনেকৈ তেওঁবিলাকক ড্ৰিল বা কাবাজ কৰাব তেনেকৈ তেওঁবিলাকে বিনা ওজৰ-আপত্তিত যাবজ্জীবন কাবাজ কৰিব।

কাবাজ এইদৰে কৰিব লাগিব।—

(ক) দিনৌ তেওঁলোকে নিয়মিত কালত কুস্তি, কছৰৎ, মালশ্ৰম আৰু আহাৰ-বিহাৰ কৰিব লাগিব।

(খ) বৰবৰুৱা কাপ্তান চাহাবে যেনেকৈ যি প্ৰণালীত তেওঁলোকক ঘৰ-দুৱাৰ সাজি থাকিবলৈ কব সেই দৰে থাকিব লাগিব।

(গ) ইংৰাজী সাজ-পাৰ পিন্ধিব লাগিব, ইংৰাজী "খানা" খাব লাগিব। দিনৌ কমপক্ষেও আন খোৱা বস্তুৰে সৈতে এসেৰ মঙ্গহ পেটত সুমাব লাগিব আৰু বন্দুক হিলৈ মাৰিবলৈ শিকিব লাগিব। দেশ-বিদেশ, নগৰ, পৰ্ব্বত, ৰঙ্গামাটি, গুৱাহাটী, বগাপানী, কলাপানী যলৈকে যাবলৈ কাপ্তান চাহাবে তেওঁলোকক হুকুম দিব তলৈকে যাব লাগিব। আন কি, মুঠতে বৰবৰুৱা কাপ্তান চাহাবে তেওঁলোকক বৰতোপৰ মুখলৈ হাঁহি যাবলৈ কলে, ততালিকে তেনেকৈ যাব লাগিব। অৱশ্যে, কাপ্তান চাহাবক তেওঁলোকে মৰণে-জীৱনে সদাই কাষতে পাব। ঘাই চটকে শিশু চটকক সদাই "পখায়ে আবৰি" থকা দি কাপ্তান বৰবৰুৱাই এই পাঁচ-শ ভলণ্টিয়াৰ চটকক তেওঁলোকৰ 'আচবাব' আৰু বাঢ়িয়ে সৈতে সদাই আবৰি থাকিব।

এই ৫০০ জন ভলণ্টিয়াৰ লগত লৈ এখন সুকীয়া জাহাজ ভেৰোণীয়া কৰি বৰবৰুৱা কাপ্তান চাহাবে বিলাতলৈ যাবলৈ সঙ্কল্প কৰিছে। তেখেতৰ অভিপ্ৰায় এই ঃ—

জনবুলৰ মলুকলৈ গৈ তাত কিছু দিন থাকি এই ৫০০ জন ভলণ্টিয়াৰক কাপ্তান বৰবৰুৱা চাহাবে গাইপতি একো জনীকৈ ৫০০ জনী হৃষ্ট-পুষ্ট বলিষ্ঠ, শুৱনী, শকতনী-আবতনী, বিৰালাক্ষী, ধুম্ৰাক্ষী, কটাক্ষী, ওঠৰ কুৰি বছৰ বয়সীয়া জনবুল নন্দিনী বিয়া দি ৫০০ জোৱা কৰি ভাৰতবৰ্ষলৈ লগতে ওভোটাই আনি নিজ নিজ দেশত বসতি কৰিবলৈ দিব। কাপ্তান চাহাবৰে সৈতে ভলণ্টিয়াৰবোৰ এই বন্দবস্ত থাকিব যে, বছৰে বছৰে তেওঁলোকে বংশবৃদ্ধি কৰি যাব লাগিব। তিনি বছৰ লালিকৈ কোনো ভলণ্টিয়াৰে এই "স্বৰ্ত্ত" ৰাখিব নোৱাৰিলে সেইজন ভলণ্টিয়াৰক বৰখাস্ত কৰি নতুন ভলণ্টিয়াৰ নিৰ্বাচন কৰি তেওঁৰ ঠাই পুৰোৱা যাব।

বৰবৰুৱাই হিচাপকৈ চাইছে যে, দহ বছৰত তেওঁবিলাকৰ লেখ পাঁচ হেজাৰ পাঁচ শ, আৰু ২৫ বছৰত তেওঁবিলাকৰ লেখ পাঁচ লাখ ৬৩ হেজাৰ হব। এই ৫ লাখ ৬৩ হেজাৰ স্বদেশী চাহাবৰ বাচ্ছা প্ৰতি পাঁচ বছৰে দুগুণ হৈ বাঢ়ি যাব আৰু তেনেহলে ৫০০ বছৰৰ ভিতৰত ভাৰতবৰ্ষ ভাৰতীয় চাহাবেৰে ভৰি পৰিব। বৰবৰুৱাৰ ভৱিষ্যতৰ আৰা-ভৰশা এই স্বদেশী চাহাববোৰে যে ইংৰাজৰে সৈতে স্বভাৱতে সকলো বিষয়তে সমানে তাল ধৰি যাব এইটো ক্ষেত্ৰতত্ত্বৰ এটা সিদ্ধান্ত বুলিলেই হয়। নিজৰ পাওনা, ৰজাঘৰীয়া স্বত্ব আৰু অধিকাৰবিলাক বুকু ফিন্দাই তেওঁলোকে লব; আৰু ৰাজবংশী এনড্ৰু, পেড্ৰৰে সৈতে সমানে মুকুটিওৱা-মুকুটি, গুৰিৱা-গুৰি, লথিৱা-লথি, জুৰখাপৰি ফলিৱা-ফলি কৰি ডেকালিকৈ ফুৰিব; অথচ ইফালে তেওঁবিলাকৰ জন্মভূমি ভাৰতবৰ্ষ নিজৰ হৈয়েই ৰব। তাৰ উপৰিও লাভ যে, স্বদেশী চাহাববোৰ বৰুৱা, ফুকন, বানাৰ্জ্জী, মুখাৰ্জ্জী, পাঁড়ে খাৰে, সিং, উল্লা হৈয়েই থাকিল।

ভাৰতৰ মানুহৰ গুৰিত এই প্ৰণালীত সাৰ-জাৱৰ দি সিহঁতক এটা (Nation) জাতি কৰি তুলিবৰ প্ৰস্তাৱ ভৱিষ্যত কাপ্তান বৰবৰুৱা কৃপাবৰে কৰিলে। ভলণ্টিয়াৰ হব খোজাসকলে এই মাহৰ ১৫ তাৰিখৰ ভিতৰতে তেওঁলৈ দৰখাস্ত পঠিয়াওক; তাৰ পিচত আৰু দৰখাস্ত লোৱা নেযায়। সোনকালে বাছনি শেহ কৰি ডাঙ্গৰীয়াই এই গুৰুতৰ কাৰ্য্য হাতত লবলৈ থিৰ কৰিছে। বৰবৰুৱা কাপ্তান চাহাবৰ এই ডাঙ্গৰ প্লেন অসমৰ "বিয়ে বৰুৱাৰ", বেঙ্গলৰ বানুৰ্জ্জীৰ, মাদ্ৰাজৰ চাৰ্লুৰ বোম্বাইৰ মেহটাৰ, পঞ্জাবৰ লালাৰ, এলাহাবাদৰ মালব্যৰ, পুনাৰ গোখেলৰ "পচন্দ" নহব বা মনত নেখাব পাৰে, কিন্তু বৰবৰুৱাই তেওঁলোকৰ "পচন্দাপচন্দি" বা মতামতলৈ "পৰোৱা" নকৰি আপোন বাটে চলি আৰু ভাৰতবাসীক চলাই ভাৰত উদ্ধাৰ কৰিবই কৰিব, এই কথা খাতাং।

—শ্ৰীকৃপাবৰ বৰবৰুৱা।

# অসমীয়া ভাষা

শব্দৰ আখৰ-জোঁটনি।— যোৱা এবাৰ অসমীয়া ভাষাৰ শব্দৰ আখৰ-জোঁটনি সম্বন্ধে গোটাদিয়েক কথা আলোচনা কৰি দেখা গল যে, আমাৰ আখৰ জোঁটোৱাত এতিয়াও কিছুমান বেমেজালি আছে, আৰু এই বিষয়ৰ বাট মুকলি কৰিবলৈ আমাৰ বাকী ৰৈছে। এই সংস্কাৰৰ বাট সুগম আৰু একেবিধীয়া কৰিবলৈ আমাৰ ভাষাৰ হিতাকাঙক্ষীসকলক চেষ্টা কৰোৱাই এই প্ৰবন্ধৰ প্ৰধান উদ্দেশ্য। আগেয়েই কোৱা হৈছে যে, হেমকোষ অভিধানে আমাৰ বহুত বেমেজালি কমালে। আমি যেতিয়া লোকৰ ভাষাৰ শব্দৰ উচ্চাৰণ ৰাখি আমাৰ ভাষাত লিখিব লগীয়া হওঁ, বিশেষকৈ তেতিয়া হে আমাৰ শব্দৰ আখৰ-জোঁটনিত বৰ অসুবিধাত পৰোঁ। সিবাৰত আমি যি কৈছিলোঁ, সেইমতে Shillong শব্দ "শ্বিলং" নিলিখি "ছিলং" লিখা হে উচিত। আৰু, এই মত সমৰ্থন কৰি বহু দিনৰ আগেয়ে লম্বোদৰ বৰা ডাঙ্গৰীয়াই "জোনাকীৰ" ৪থ খণ্ডত যি লিখিছিল তাক এই খিনিত তুলি দিয়া যাওক। তেওঁ লিখিছে, সংস্কৃতত তালব্য শ আৰু মূৰ্দ্ধন্য ষৰ যি উচ্চাৰণ (Sh, Shh), তাৰ বা আন ভাষাৰ সেই উচ্চাৰণ অসমীয়াত প্ৰকাশ কৰিব লাগিলে প্ৰায় সদাই "ছ" ব্যৱহাৰ কৰিব লাগে। আৰু, সংস্কৃতৰ দন্ত্য "স"ৰ যি উচ্চাৰণ (s) তাক "চ"ৰে প্ৰকাশ কৰিব লাগে যেনে, Commissioner কমিছনাৰ; Summon চমন। যেনেকৈ ক+হ=খ, গ+হ=ঘ; সেইদৰে চ+হ=ছ। (অং) চ= s, হ=h; ছ = চ + হ = s+h=sh শ সেং)। এতেকে, British "ব্ৰিটিশ"ৰ সলনি "ব্ৰিটিচ" লিখাতকৈ ব্ৰিটিছ লিখা হে বেচি সঙ্গত।" বৰা ডাঙ্গৰীয়াৰ মতে- ৰেও Shillongক ছিলং লিখিলে আমি আচল উচ্চাৰণৰ বেচি ওচৰ চাপোঁ। আমাৰ ভাষাৰ "ছ"ৰ উচ্চাৰণ বঙ্গালী ভাষাৰ সেই আখৰৰ উচ্চাৰণৰে সৈতে একে কৰি হে আমাৰ এই বেমেজালি হল। আৰু আশা কৰোঁ, এই বেমেজালি আমি কোৱা মত ধৰিলেই কমি আহিব আৰু আমাৰ লিখকসকলেও এই বেমেজালি গুচাবলৈ এই নিয়ম-বান্ধনীৰ মত লব। এইখিনিতে কোনোৱে কব পাৰে যে, এনেকৈ লিখিলে আন ভাষাৰ শব্দই আমাৰ ভাষাত প্ৰকৃত উচ্চাৰণ নেপায়। প্ৰকৃত উচ্চাৰণ যদিও নেপায়, তাৰ ওচৰ চাপিব। প্ৰত্যেক ভাষাত সকলো প্ৰকাৰ উচ্চাৰণ হোৱা অসম্ভৱ। বিদেশী মানুহে আমাৰ শ, স, ষ, ৰ উচ্চাৰণ কৰিব নোৱাৰি কত প্ৰকাৰ যে ভুল কৰিছে তাক কৈ অন্ত কৰিব নোৱাৰি। 'শিলিখা'ক 'হিলিখা' (Hilikha) 'শুলমাৰিক' হুলমাৰি (Hoolmari) কৰি নতুন শব্দকে সৃষ্টি কৰিছে। ফ্ৰেঞ্চ ভাষাত ইংৰাজী 'T' নোহোৱা বাবে ফ্ৰেঞ্চ দেশীয়বিলাকে Gentleman "জেণ্টলমেন" বুলিব নোৱাৰি "জেন্তেলমেন" বোলা বোধ কৰোঁ সকলোৱে শুনিছে। তেনেকৈ আন ভাষাৰ কথাৰ উচ্চাৰণ নিৰীহ-নিপানীকৈ আমাৰ ভাষাত নোপোৱাটো বৰকৈ ধৰিব নেলাগে। ই ভাষাৰে বিশেষত্ব। কেৱল মাথোন সজ বাটে যিমান উচ্চাৰণৰ ওচৰ চাপিব পাৰি তিমান চেষ্টা কৰিব লাগে।

কেতবিলাক বিদেশী শব্দ তাৰ ঠিক অসমীয়াৰে কিৰূপে লিখিব লাগে তাক দিয়া গল।—

| | |
|---|---|
| Station | ষ্টেছন |
| English | ইংলিছ |
| Badshah | বাডছাহ |
| Shahjahan | ছাহজাহান |
| Education | এডুকেছন |
| Shillong | ছিলং |
| Shakespeare | ছেক্সপিয়াৰ |
| Kashmir | কাছমিৰ বা কাশ্মীৰ |
| Mission | মিছন বা মিশ্যন। |
| Asia | এচিয়া। |
| Summon | চমন। |
| Emerson | ইমাৰ্চন। |
| Subadar | চুবাদাৰ। |
| Society | চচাইতি। |

এই আখৰ-জোঁটনিত বহুতে এটা কথা উলিয়াব পাৰে যে, Rice (ৰাইচ) কথাটো অসমীয়াত লিখোঁতে যিটো 'চ' ব্যৱহাৰ কৰিম Richard লিখোঁতেও দেখোন তাকেহে লিখিব লাগিব, আৰু তেতিয়া হলে উচ্চাৰণৰ বহুত ব্যাঘাত জন্মিবৰ

আশঙ্কা। Chৰ উচ্চাৰণ লিখোঁতে আমি 'চ' নিলিখি 'চ্চ' লিখিব লাগে। যেনে,—Richardson ৰিচ্চাৰ্ডচন; Choice চ্চইচ্।

ঙ্গ আৰু ঙ এই দুই আখৰৰ উচ্চাৰণ অনুসৰি লিখোঁতে আজিকালি আমাৰ বহুত মতভেদ হোৱাৰ আগন্তুক হৈছে যেন অনুমান কৰিব পাৰি। আগেয়ে লিখোতে আমি প্ৰায় 'ঙ্গ' হে লিখিছিলোঁ, সংস্কৃতত 'ঙ'ৰ ব্যৱহাৰ বেছি পৰিমাণে নাই কাৰণে আমিও প্ৰায় কম ঙৰ ব্যৱহাৰ কৰিছিলোঁ। কিন্তু, আজিকালি উচ্চাৰণ অনুসাৰে লিখিবলৈ যাওঁতে বহুতে আগৰ 'ঙ্গ'ৰ ঠাইত 'ঙ' দি লিখিবলৈ ধৰিছে। "ডাঙ্গৰীয়া"ৰ ঠাইত "ডাঙৰীয়া" "নাঙ্গল"ৰ ঠাইত "নাঙল" আদি লিখা প্ৰায় পোৱা যায়। বাস্তৱতে উচ্চাৰণ অনুসৰি আখৰ-জোঁটনি কৰিব খুজিলে আমি 'ডাঙৰীয়া' 'নাঙল' আদি হে লিখা যুগুত। "শৃঙ্গ" (সংস্কৃত) শব্দৰ পৰা শিং (অসমীয়া) আহিছে যদিও, উচ্চাৰণ অনুযায়ী আমি শিঙাল বোলোঁ, শিঙ্গাল নোবোলোঁ; এতেকে অসমীয়াত শিঙাল লিখা যে যুক্তিসঙ্গত। কিন্তু, হেম কোষ অভিধানত সকলোটিত ঙ্গ দি আখৰ-জোঁটাই থৈছে। এনেস্থলত আমি কি কৰোঁ? হেম-কোষ অভিধানৰ মতে চলিলে এইখিনিত উচ্চাৰণৰ মতে চলা নহল, কিন্তু উচ্চাৰণ অনুযায়ী নিলিখিলে প্ৰকৃত শব্দ বুলি ততালিকে সি চিনাকি দিব নোখোজে। হেম-কোষ অভিধানে যদিও আমাৰ এটা প্ৰধান অভাৱ গুচালে, অসমীয়া ভাষাৰ সকলোপক্ষে এটা প্ৰধান খোপনি দিলে আৰু উন্নতিৰ বাট চপাই দিলে, তথাপি ই সৰ্ব্বাঙ্গপূৰ্ণ নহল যেন মনে ধৰে; আৰু এবাৰ ইয়াত আন এজনে চকু ফুৰাবলৈ ঠাই থাকিল। শুধ অসমীয়া শব্দও বহুত তাত নোসোমোৱাকৈ বাকী ৰোৱা দেখিবলৈ পাইছো, আৰু দিয়া শব্দৰো কোনো-কোনোটোত ভুল অৰ্থ সোমাই ৰল। গ্ৰন্থকাৰ জীয়াই থকাহেঁতেন অৱশ্যে তৰ অভিধানত এনে ঘুণ নেথাকিলেহেঁতেন বুলি আমাৰ বিশ্বাস। সি যিহওক, হেমকোষ অভিধানৰ সমালোচনা কৰা এই খিনিত আমাৰ অভিপ্ৰায় নহয়, কেৱল ইয়াকে দেখুৱাব খুজিছোঁ যে, শব্দৰ আখৰ-জোঁটনিৰ নিমিত্তে নিঃসন্দেহে আমি হেমকোষকে ঠিৰাং কৰি নিশ্চিন্ত থাকিব নোৱাৰিলোঁ। হেঁমকোষৰ দ্বিতীয় তাঙ্গৰণ হোৱাটো সহজে আশা কৰিব নোৱাৰি। কৃতবিদ্য অসমীয়া লিখকসকলে অভিধানৰ যিখিনি অঙ্গ কম হৈছে বা যত আসোঁৱাহ আছে তাক আলোচনা কৰি এটা ঠিক কৰি হেমকোষৰ ওপৰঋিৰ নিচিনাকৈ লগাই দিয়াটো কেনে দেখে? আমি শুনিছোঁ, বহুত কৃতবিদ্য অসমীয়াই এনেকৈ হেমকোষৰ আসোঁৱাহ গোটাই থৈছে। "উষা"তে আশ্ৰয় লৈ এনেকৈ গোটাই থোৱা সকলোৰে আসোঁৱাহবিলাক আৰু অভাব আলোচনা কৰিবলৈ হেমকোষৰ সম্পাদক দুজনে গাত ললে ভাষাৰ বহুত উপকাৰ কৰা হয়। এতিয়া যদিও "ডাঙ্গৰীয়া" শব্দ উচাৰণমূলক হোৱা নাই বুলি আমি বেচ জানো, তত্ৰাচ আমি তাকে হে লিখিবলৈ বাধ্য। কিয়নো, হেমকোষ অভিধানৰ ভেঁটি এৰিলে আমাৰ আখৰ-জোঁটনিৰ বাট নানা ৰকম হোৱাৰ আশঙ্কা। এতেকে, ওপৰত উনুকিউৱা কাৰ্য্যটি যদি সোনকালে কোনোৱে হাতত লয় আৰু এই বিষয় সকলোৰে আলোচনাৰ ওপৰত স্থিৰ হয়, তেন্তে আমাৰো বাট পোন আৰু একেটা হব; আৰু তেতিয়া হলে বেমেজালি হোৱাৰ একো আশঙ্কা নেথাকে।

অসমীয়া বিভক্তি।— অসমীয়া শব্দত বিভক্তি যোগ হলে সেই শব্দৰ আখৰ-জোঁটনিও বেমেজালিশূন্য নহয়। অৱশ্যে কেতবিলাক শব্দৰ বিষয়ে এতিয়া একো ভাবিব নলগা হ'ল। যেনে তই+ও—তয়ো; হৰি+ এ—হৰিয়ে; মধু+এ—মধুৱে, ইত্যাদি। (প্ৰথমা বিভক্তি) লৰাই, (দ্বিতীয়া) লৰাক, (তৃতীয়া) লৰাৰে, (৪ৰ্থ) লৰালৈ; (৫ম) লৰাৰপৰা (৬ষ্ঠ) লৰাৰ। বিভক্তি যোগ হলে বিভক্তি উপসৰ্গটো শব্দটোত যোগ হয়; যেনে লৰাক, লৰালৈ ইত্যাদি। তেনে স্থলত প্ৰশ্ন হয় যে, 'পৰা' উপসৰ্গটো যোগ হোৱা শব্দটোৰ একে লগে লিখা উচিত নে, নাইবা বেলেগকৈ লিখা উচিত? অৰ্থাৎ, "লৰাৰ পৰা" নে "লৰাৰপৰা"? 'লৰাৰৰ হতুৱাই' নে "লৰাৰহতুৱাই"? কোনটো শুদ্ধ? লিখোঁতে কিন্তু লৰাৰ পৰা, লৰাৰ হতুৱাই ইত্যাদি বেলেগ বেলেগ কৈ লিখা দেখা গৈছে। ন-লিখকে এনেবিলাক প্ৰশ্নলৈ থমক খাব নেলাগে। তেনে বিভক্তি শব্দত যোগ হলে বেলেগ বেলেগকৈয়ে লিখা উচিত। কিয়নো, 'পৰা' 'দ্বাৰাই' 'হতুৱাই' 'হন্তে' ইত্যাদি উপসৰ্গৰ এক প্ৰকাৰ অৰ্থ আছে, ক, ৰে, লৈ ইত্যাদিৰ নিচিনা নহয়। আৰু ওপৰৰ উপসৰ্গ যেতিয়া শব্দত যোগ হয়, শব্দটোৰ লগত প্ৰায় "ৰ" বা ৬ষ্ঠী বিভক্তিৰ নিচিনা হৈহে সেই উপসৰ্গ গ্ৰহণ কৰে। "লৰা পৰা" (৫মী) নহয়, "লৰাৰ পৰা" (৫মী) হে। ইত্যাদি। যেনে "কুলিৰ প্ৰতি"। লৈ—দুটা কথা আছে, এটা বিভক্তি আৰু এটাৰ অৰ্থ 'গ্ৰহণ কৰি'। গ্ৰহণ কৰি এই অৰ্থত ব্যৱহাৰ হোৱা 'লৈ' অৰ্থ মতে বেলেগে ব্যৱহাৰ হব লাগে। যেনে, "ধেনু লৈ বনলৈ গল ৰাম জানকী" অৰ্থাৎ ধেনু হাতত লৈ..। কিন্তু সকলো বিভক্তি এনেকৈ ব্যৱহাৰ কৰিব নোৱাৰি। বহুবচন কৰা বিভক্তিবিলাক

শব্দৰ লগতে ব্যৱহাৰ নকৰিলে অশুদ্ধ হব। গৰুবোৰ; মানুহবিলাক; পণ্ডিতসকল; ছাত্ৰগণ ইত্যাদি। সম্বোধনত সংস্কৃত শব্দৰ ৰূপান্তৰ হয়, কিন্তু অসমীয়াত তেনে হয় যেন অনুমান নহয়। তত্ৰাচ বহুত লিখকে সংস্কৃতৰ সম্বোধন পদ অসমীয়া ভাষাত সুমাই আপোন ভাবটো গুচায় যেন লাগে। 'মধু' শব্দৰ সংস্কৃত সম্বোধনত 'মধো' হয়; কিন্তু আমাৰ 'মধু'ক সম্বোধন কৰোঁতে কোনেও "হেৰ মধো!" নোবোলে। "হেৰ মধু!" হে বোলে। সেই অনুসাৰে প্ৰভুৰ ঠাইত প্ৰভো, মতিৰ ঠাইত মতে, মাতৃৰ ঠাইত মাতঃ, পিতাৰ ঠাইত পিতঃ, বন্ধুৰ ঠাইত বন্ধো, সখিৰ ঠাইত সখে লিখি লিখাৰ সোৱাদ আৰু আপোন-ভাব (Sincerity) গুচুৱাৰ কোনো সকাম নাই। অসমীয়া ভাষাত তেনে ৰূপান্তৰ নাই। "কঠিন আৰু অনাৱশ্যক সংস্কৃত নিয়ম কিছুমান আমাৰ ভাষাত সুমাই তাক গা-গধুৰ কৰাৰ সকাম নাই।" ক্ৰমশঃ।

## মন আৰু ক্ষণ।

কোটি যোজনৰ বাট বেঙা মেলি পায়;
নিমিষে মৰত এৰি গগণ উধায়;
পচাৰত আহে ঘূৰি ভ্ৰমি ত্ৰিভুবন;
ঠাঁৰত জগত জিনে নৰহৰি মন।

সংসাৰৰ সুখ-দুখ, হৰিষ-বিষাদ,
মান-অপমান যত বাদ-অপবাদ,
কল্পনা-ভঁড়াল ভৰি আছে তাৰ ঠাই;
কালি মতলীয়া মন আজি আমোলায়।

মৰতৰ মায়া-মোহ, কাম-ক্ৰোধ-লোভ,
ঈৰ্ষা-দ্বেষ-হিংসা-শোধ, শোক-তাপ-ক্ষোভ,
অন্তৰৰ উগ্ৰভাব কেনিবা পলায়;
ক্ষণটিৰ ভাবুকিত কাছুটি হেৰায়।

ব্ৰহ্মাণ্ড বিয়াপি মন উৰে উলাহত,
ক্ষুদ্ৰ ক্ষণে বন্দী কৰে পেলাই ঠেকত।
অপাৰ মহিমাময় দেহৰাজ মন,
অতি ক্ষুদ্ৰ টিপনীৰে শ্ৰেষ্ঠতৰ ক্ষণ।

# অসমীয়া সাহিত্য

## (৩) গোবিন্দ-চৰিত।

আজি 'উষা'ৰ পাঠকসকলৰ আগত ওপৰত লিখা সৰু পুথিখনিৰ বিষয়ে দুই-চাৰি কথা কব খোজোঁ। এই পুথিখনি মঙ্গলদৈ মহকুমাৰ দিপীলা মৌজাৰ খটৰা গাৱঁত যি মহাপুৰুষীয়া থান আছে, তাত পোৱা গৈছে। পুথি খনি সৰু, পুৰণি সাঁচি পাতত অসমীয়া পদ্যত লিখা। যদিও পুথি খনিৰ লিখা কোনো কোনো ঠাইত অস্পষ্ট হৈছে, তথাপি এতিয়াও পঢ়িব পৰাতে আছে; কিন্তু আৰু কেইবছৰ মানৰ পিছত সেইবিলাক ঠাই পঢ়া মস্কিল হব।

গ্ৰন্থকাৰ।— পুথিখন ভবানন্দ মিশ্ৰৰ দ্বাৰা ৰচিত। গ্ৰন্থকাৰে সামৰণিত নিজৰ বিষয়ে এইদৰে উল্লেখ কৰিছে;—

"শুনিয়োক সবে নৰ, নাম ভৱানন্দ মোৰ
ব্ৰাহ্মণ কুলত উতপতি।
বোলো মই প্ৰিয়বাণী, নিন্দা নকৰিবা জানি,
মই যেন শিশু অল্পমতি।।
তথাপি কৰিলো সাহ, পদ নিবন্ধিবে আশ,
কিনো মই অধম পামৰ।
নধৰিবা কেৰেঁ দাই, পদত দূষণ পাই,
সবাহাকে কৰোঁহো কাতৰ।।
দ্বিজ কুলে জন্ম ভৈলোঁ, শাস্ত্ৰ নীতি নলভিলো,
ফোটে নৰ গুণে মাত্ৰ চিন।
নিন্দা কৰে সৱে লোক, মহাপাপী বুলি মোক,
দেখি কাৰ নেলাগিবে ঘিণ।।
হেন মই মহন্তৰ, চৰণক কৰি সাৰ,
ৰচিলোঁ চৰিত্ৰ গোবিন্দৰ।
সবাকে কাতৰ কৰোঁ, কৃতাঞ্জলি কৰে ধৰোঁ,
নধৰিবা দোষ সবে নৰ।।"

ইয়াৰপৰা গ্ৰন্থকাৰৰ নাম আৰু জাতিৰ বাহিৰে একো জানিব পৰা নগল। পুথিৰ আন এটাইত আছে ;—

"শুনা সভাসদ, হুয়া নিশবদ,
ভৱানন্দ মিশ্ৰে কয়।"

এই ফাঁকিৰপৰা বুজিব পাৰি যে, গ্ৰন্থকাৰৰ বংশীয় উপাধি মিশ্ৰ আছিল; কিন্তু তেওঁ কব মানুহ আছিল, কেতিয়া জন্ম গ্ৰহণ কৰিছিল আৰু তেওঁৰ পিতৃ-পিতামহ সকলেই বা কোন আছিল, সেই বিষয়ে এই পুথিৰপৰা একো জানিব পৰা নগল। তেওঁ এইখনৰ বাহিৰে আৰু কিবা পুথি এৰি গৈছে নে নাই তাকে আমি জানিব পৰা নাই। পুথিখনিত দৰঙ্গৰ চন্দ্ৰনাৰায়ণ ৰজাৰ (১৫৬৫-১৫৮২ শক) নামৰ উল্লেখ আছে ঃ—

"কতো পিৰী যহি গৈ, চন্দ্ৰনাৰায়ণ নৃপ হৈ,
পশিলন্ত থানক সম্প্ৰতি।"

কাজেই চন্দ্ৰনাৰায়ণ ৰজাৰ দিনত বা তাৰ কিছুদিনৰ পিচতে যে এই পুথিখনি লিখা হৈছে, তাৰ সন্দেহ নাই। গ্ৰন্থকাৰকো সেই সময়ৰে লোক বুলি অনুমান কৰা একো অসঙ্গত নহব।

পুথিৰ দোষ-গুণ।— গ্ৰন্থকাৰে দঢ়াই দঢ়াই কৈছে ঃ—

"বোলোঁ মই প্ৰিয়বাণী, নিন্দা নকৰিবা জানি,
মই যেন শিশু অল্পমতি।
নধৰিবা কেৰেঁ দাই, পদত দূষণ পাই,
সবাহাঁকে কৰোঁহো কাতৰ।"

এনে স্থলত তেওঁৰ দোষ অনুসন্ধান কৰা বৰ নিমৰমিয়াল কথা। তথাপি সত্যৰ অনুৰোধত আমি কবলৈ বাধ্য যে, গ্ৰন্থকাৰ এজন নিচেই তলৰ খাপৰ কবি। তেওঁ গোবিন্দৰ জীৱন-চৰিতখনি পদ্যত নিলিখি গদ্যত লিখাহেঁতেনো একো হানি নাছিল। সঁচা কথা কবলৈ গলে, পদৰ অন্তত আখৰৰ মিলত বাহিৰে তেওঁৰ পদ্য-গদ্যৰ লগত একো তাৰতম্য নাই। গ্ৰন্থকাৰ যিসময়ৰ মানুহ, সেই সময়ত যেতিয়া অঙ্কশাস্ত্ৰ আদি পদ্যত লিখা দস্তুৰ আছিল, তেনেস্থলত আমাৰ লিখককে বা কি বুলি দোষ দিম। কবিত্ব বিষয়ত গ্ৰন্থকাৰক উচ্চ আসন দিব নোৱাৰিলেও আমি এইটো স্বীকাৰ নকৰি নোৱাৰোঁ যে, তেওঁ যিবিলাক বিষয় পুথিত বৰ্ণনা কৰিছে তাত অলপো ৰং চৰাবলৈ কাৰবাৰ কৰা নাই। আমাৰ অনুমান মতে গ্ৰন্থকাৰে যাৰ জীৱত-চৰিত লিখিছে, তেওঁৰ অনেক দিনৰ পিচত জন্মগ্ৰহণ কৰিছে, কাজেই তেওঁ শুনা কথাৰ ওপৰত নিৰ্ভৰ কৰি এই পুথি লিখিব লগা হৈছে; তথাপি যে তেওঁ অতিৰঞ্জিত দোষত পৰা নাই সেইবাবে তেওঁ আমাৰ বিশেষ ধন্যবাদৰ পাত্ৰ। সাধাৰণত

বৈষ্ণৱ কবিবিলাকে লিখা জীৱন-চৰিতবিলাকত প্ৰায় এই দোষটি দেখিবলৈ পোৱা যায়।

গোবিন্দ ঠাকুৰ। গোবিন্দ ঠাকুৰৰ জীৱনী বিষয়ে পুথিখনিত এইদৰে লিখা আছে।— কামৰূপৰ লেচাকোনা গাৱঁত গোবিন্দ ঠাকুৰে জন্ম গ্ৰহণ কৰে, তেওঁ কেনেকৈ শঙ্কৰদেৱৰ লগ লাগিল সেই বিষয়ে পুথিত একো উল্লেখ নাই, কিন্তু শঙ্কৰদেৱে তেওঁক বৰ মৰম কৰিছিল, আৰু তেওঁক মাধৱদেৱক গতাই দিছিল। মাধৱদেৱে গুৰুৰ আজ্ঞা পালন কৰি তেওঁক ধৰ্ম শিক্ষা দিয়ে। এইদৰে কিছুদিন গলত, মাধৱদেৱে যেতিয়া দেখিলে গোবিন্দৰ ধৰ্ম্ম-শিক্ষা ভাল হৈছে, তেতিয়া তেওঁ গোবিন্দক আজ্ঞা কৰিলে,

"পূৰ্ব্ব ভাগে চলি যোৱা গোবিন্দ মহন্ত।।
পাতিবাঁহা থান যাই কৰিয়া বিচাৰ।
দেবী পূজা প্ৰসাদক কৰিবাহা নাৰ।"

গোবিন্দই মাধৱৰ আজ্ঞা শিৰত লৈ, লগত "কলিয়া মূৰ্ত্তি" আৰু তিনিজন ভকতে সৈতে, দৰং দেশলৈ যাত্ৰা কৰিলে। প্ৰবাদ আছে দৰং দেশলৈ শঙ্কৰদেৱ বা তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱ অহা নাছিল। সম্ভৱতঃ সেইবাবেই মাধৱদেৱে গোবিন্দৰ নিচিনা এজন বিশ্বাসী ভকতক সেই দেশত ধৰ্ম প্ৰচাৰ কৰিবলৈ পঠিয়াইছিল। পুথিখনৰ লিখাৰপৰা এনে অনুমান হয় যে, দৰং দেশত জয়জয়তে গোবিন্দ ঠাকুৰেই শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ কঠীয়া সিঁচে। আমাৰ এই অনুমান যদি সঁচা হয়, তেনেহলে গোবিন্দ ঠাকুৰক এজন প্ৰধান ধৰ্ম-প্ৰচাৰক বুলি লেখত লোৱা উচিত।

গোবিন্দ ঠাকুৰে দৰঙ্গলৈ যাওঁতে যতে ৰাতি থপিছিল ততে একোখনি থান পাতি গৈছিল, তেওঁ যদিও প্ৰথমতে লগত তিনিজন ভকত লৈ বাজ গৈছিল, তেওঁৰ গুণত মোহ গৈ অনেক মানুহ লগ লাগি তেওঁৰ লগৰীয়াৰ সংখ্যা বহুত বঢ়াইছিল। আহোঁতে বাটত ভুলুং বুলি এখন ঠাইত তেওঁ তিনি ৰাতি আছিল আৰু তাতে এখন থান পাতিছিল। ভুলুঙ্গৰপৰা আহি পানীসেলী গাৱঁত এজন পাটগিৰীক লগ পালে। পাটগিৰী বৰ ধাৰ্ম্মিক আছিল। সেই পাটগিৰীৰ অনুৰোধত সেই থানতে তেওঁ লগত অনা "কলিয়া মূৰ্ত্তিকো" এৰি আহিল। পানীসেলী গাৱঁৰ পৰা আহি নগৰা গাৱঁত এজন কৃষ্ণাই ডেকা নামে প্ৰধান মানুহৰ লগত তেওঁৰ চিনাকি হল। কৃষ্ণাই ডেকাই তেওঁৰ ওচৰত শৰণ ললে আৰু নগৰা গাওঁত এখন থান পতালে। কিন্তু বাৰিষা সেই গাওঁ বানপানীত তল যায় দেখি তেওঁ তাত থাকিবলৈ ভাল নেপালে। সেই গুণে তেওঁ কৃষ্ণাই ডেকাক লগত লৈ উজাই আহি পানীত তল নোযোৱা এখন হাবি পালেহি। গোবিন্দে ভকত লগাই (তেতিয়া তেওঁৰ লগত প্ৰায় ৪০০ মান ভকত আছিল) হাবি কটাই তাতে এখন থান পাতিলে আৰু এটা ডাঙ্গৰ কীৰ্ত্তন ঘৰ সজালে।

খট।— সেই হাবিৰ অলপ দূৰতে ৪টা "খট" মানুহ আছিল। "খট" মানে গ্ৰন্থকাৰে কি বুজাইছে জনা টান; অনুমানত অনাচাৰী মানুহকে বুজাইছে। সম্ভৱতঃ সেই মানুহ ৪টা কছাৰিৰ ভিতৰত মুখিয়াল মানুহ আছিল। ইয়াৰ পূৰ্ব্বে আমি "খট" শব্দটো এইদৰে ব্যৱহাৰ কৰা পোৱা নাছিলোঁ। "খটাসুৰ" বা "খট-বান্ধ" শব্দত খটৰ যি মানে, বোধ কৰোঁ, ইয়াতো খটৰ সেই মানেই। সি যি কি নহওক, গোবিন্দই খট চাৰিটাক মতাই অনাই আদৰ-সাদৰ কৰি বহুবাই বৈষ্ণৱ ধৰ্মত শৰণ লবলৈ কলে, কিন্তু সিহঁতে গোবিন্দৰ কথা শুনক ছাৰি তেওঁকে হে খং কৰি উঠি গুচি গল; আৰু কলে, "তই বৰ ভগীয়া মানুহ আমাৰ ইয়ালৈ কেলৈ আহিছ; তইঁতৰ তাত থাকিবলৈ ঠাই নাই নে? আৰু, আমাৰ পহু মৰা হাবিখন কাৰ হুকুমে ভাঙ্গিলি।" কিন্তু গোবিন্দই মনে মনে ভাবিলে, এই অসুৰ মানুহ কেইটাক যেনেতেনে মতে শৰণ লগাই ভকত কৰিবই লাগিব। দুষ্টক শিষ্ট কৰিব নোৱাৰিলে ধৰ্ম্ম-শিক্ষাৰ উদ্দেশ্যই বা কি?

কিছু দিন থাকি গোবিন্দ বৰপেটালৈ ভটিয়াই গল আৰু ঘূৰি আহোঁতে বৰপেটাত থকা ৰাম, সীতা আৰু হনুমানৰ মূৰ্ত্তি কেখন তেওঁৰ থানৰ নাট মন্দিৰত স্থাপন কৰি, সদাই পুৱা-গধুলি, তাল-খোল লৈ কীৰ্ত্তন কৰিবলৈ ধৰিলে। মূৰ্ত্তি চাবৰ নিমিত্তে আৰু কীৰ্ত্তন শুনিবলৈ অনেক দূৰৰপৰা থানলৈ মানুহ বলিবলৈ ধৰিলে। সেই খট চাৰিটায়ো গোবিন্দৰ ভক্তিৰ প্ৰভাৱত লাহে লাহে তেওঁৰ ফালে ঢাল লৈ অৱশেষত শৰণ লৈ ভকত হল। প্ৰবাদ আছে যে, এই ঘটনাৰ উপলক্ষে সেই থানৰ নাম "খট হৰা" বা খটৰা বুলি প্ৰখ্যাত হল।

দৰংদেশত প্ৰথম ভাৱনা।— দৰং দেশত গোবিন্দ ঠাকুৰেই খটৰা থানত সূত্ৰ, ভটিমা, লগাই প্ৰথমে ভাৱনা পাতে। দৰঙ্গী ৰজাই "ভাৱনাৰ" কথা শুনি, গোবিন্দক মতাই আনি তেওঁৰ হাউলিত দধি-মথন ভাৱনা কৰালে। ভাৱনা দেখি ৰজা বৰ সন্তুষ্ট হৈ খটৰা থানত মাটি-বৃত্তি বিধান কৰি দিলে। পুথিত দৰঙ্গী ৰজা জনৰ নাম "নৰনাৰায়ণ" বুলি লিখিছে। এইটো অৱশ্যে লিখকৰ ভুল। বোধকৰোঁ, নৰনাৰায়ণ নহৈ বলিনাৰায়ণ হে হব পায়। কিয়নো, মাধৱদেৱৰ দিনত দৰঙ্গত বলিনাৰায়ণ ৰজা হে আছিল।

গোবিন্দৰ অপযশ।—ওপৰত লিখা খট চাৰিটা ভকত

হল হয়, কিন্তু সিহঁতৰ স্বভাৱৰ পৰিবৰ্ত্তন নহল; বৈষ্ণৱ ধৰ্মত শৰণ লৈয়ো সিহঁতে মদ মঙ্গহ এৰিব নোৱাৰিলে। "অঙ্গাৰঃ শত ধৌতেন মলিনত্বং নমুঞ্চ্যতে"। সিহঁতে গোট খাই এদিন গোবিন্দক কলে যে, আমাক মাংস খুৱাব লাগে। গোবিন্দেও খটহঁতৰ কথা এৰাব নোৱাৰি সিহঁতৰ লগত পহু মাৰিবলৈ গল। এই কথা লাহে লাহে মাধৱদেৱৰ কাণত পৰিলগৈ। মাধৱদেৱে গোবিন্দক ধৰি নিবলৈ ৫ জন ভকত পাচিলে। কিন্তু, গোবিন্দই ভকতকেজনক খাটি-লুটি ওভোটাই পঠিয়ালে আৰু তেওঁৰ যি অপ্‌যশৰ কথা মানুহে ৰটিছে সি তেনেই মিছা বুলি কবলৈ কলে। ভকতকেজনে উভটি গৈ গোবিন্দই যেনেকৈ কবলৈ কৈছিল, তেনেকৈ কলেগৈ; কিন্তু, মাধৱদেৱে সিহঁতৰ কথাত প্ৰত্যয় নগল আৰু সিহঁতক মিছা কথা কোৱা বাবে নামঘৰলৈ সোমাবলৈ মানা কৰি দিলে।

মাধৱদেৱৰ ক্ষমা গুণ। —গোবিন্দই যেতিয়াই শুনিলে যে, তেওঁৰ নিমিত্তে মিছা কথা কোৱাত ভকত ৫ পাঁচজনৰ বৰ দুৰ্গতি হৈছে, তেতিয়া তেওঁৰ মনত বৰ অনুতাপ হল। তেঁওঁ অনেক ধনবস্তু নাৱত ভৰা দি বৰপেটালৈ যাত্ৰা কৰিলে। বৰপেটা পাই মাধৱদেৱৰ চৰণত দণ্ডৱতে পৰি, "ধন, ৰত্ন, সুবৰ্ণক, ভেটিলন্ত যাই" কিন্তু মাধৱদেৱে "আচোক মাতিব, মুখ ফিৰিয়া নাচাই।" পিচত অনেক কাবৌ-কোকালি কৰি নিজৰ দোষ স্বীকাৰ কৰাত, তেওঁক জীৱহত্যা কৰা বাবে অনেক তিৰস্কাৰ কৰি ক্ষমা কৰিলে। গোবিন্দ খটৰালৈ উভটি আহিল।

দেবীমূৰ্ত্তি।— গোবিন্দৰ লগত এখন দশভুজা দেবীমূৰ্ত্তি আছিল। পিচে, মানুহে হাঁহপাৰ আদি বলিৰ বস্তু আনি যোগায়হি। গোবিন্দই বলি নকটা বাবে মানুহবোৰ অসন্তুষ্ট হয়। সেই দেখি গোবিন্দ বিৰক্ত হৈ এদিন গোসাঁনীখন দলিয়াই পেলালে। যি ঠাইত গোসাঁনীখন পেলাইছিল, সেই ঠাইতে কেতেকী ফুল এজোপা গজিল। আৰু সেই ফুল এতিয়ালৈকো আছে বুলি প্ৰবাদ আছে।

মৰণ।— গোবিন্দৰ একো সন্তান-সন্ততি নোহোৱাত মনত বৰ বেজাৰ আছিল; তেওঁ ক্ৰমে ক্ৰমে তিনি জনা ভাৰ্য্যা বিবাহ কৰালে, তথাপি গোবিন্দৰ মনোবাঞ্ছা পূৰ্ণ নহ'ল। লাহে লাহে গোবিন্দৰ মৃত্যু ওচৰ চাপিল; তেওঁৰ সতী ভাৰ্য্যা কেজনাই সহমৰণৰ ইচ্ছা প্ৰকাশ কৰিলে; কিন্তু গোবিন্দই তেওঁবিলাকক নানা ৰকম প্ৰবোধ দি সতী-যাবলৈ মনা কৰিলে আৰু তেওঁৰ থানৰ ভকতসকলক মাতি আনি তলত লিখা উপদেশ দি দেহ পৰিত্যাগ কৰিলে;—

"সমূহত ধৰ্ম্ম ৰাখি বুলিলা বচন।"
"মোহোৰ ভক্তৰ জানা কোনো মূৰী নাই"
"মোহোৰ ধৰ্ম্মক সবে চিন্তিয়া থাকিবা।
মহাপুৰুষ শঙ্কৰৰ তিথিক পালিবা।।"
"ৰাম লক্ষণক চিন্তি থাকিবা সদাই।
নকৰিবা কোনো জনে কাহাকো অন্যায়।"

তেওঁৰ মৃত্যুৰ এমাহৰ পাচত বিধিমতে শ্ৰাদ্ধাদি ক্ৰিয়া সম্পন্ন কৰা হল।

"কৰিলন্ত কৃত্য শুদ্ধি। ব্ৰাহ্মণে পঢ়িলা বিধি।।
কৰিলা অথৰ দান। উছৰ্গিয়া থানে থান।।
দানে প্ৰতি দিলা ধন। বিপ্ৰ সব ৰঙ্গ মন।।
সাঙ্গ-পাঙ্গে দিলা সোণ। তুষ্ট নহৈবেক কোন।।
সপিণ্ডণ সাঙ্গ কৰি। বিপ্ৰক উদৰ ভৰি।।
ভূঞ্জাইলন্ত কৰি আতি। শুদ্ধ ভৈলা লৈয়া শান্তি।।
গিয়াতি শুশ্ৰূষা কৰি। ভূঞ্জাইলন্ত পেট ভৰি।।"

চন্দ্ৰনাৰায়ণ ৰজা।— গোবিন্দ ঠাকুৰৰ মৃত্যুৰ পিচত লাহে লাহে খটৰা থানৰ ৰাম-লক্ষ্মণৰ মূৰ্ত্তিৰ মহিমা চাৰিওফালে খ্যাত হবলৈ ধৰিলে, আৰু সেই খ্যাতি দৰঙ্গৰ ৰজা চন্দ্ৰনাৰায়ণৰ কাণত পৰিলগৈ। ৰজা এদিন নিজে থানলৈ গৈ মহোৎসৱ পাতি ৰাম-লক্ষ্মণক সেৱা কৰিলেগৈ আৰু ৰজাই হেলা বৰুৱা নামে এজন মানুহক নামঘৰটো ভালকৈ সজাই দিবলৈ হুকুম দিলে। চন্দ্ৰনাৰায়ণ, মহেন্দ্ৰনাৰায়ণৰ পুত্ৰ আৰু বলিনাৰায়ণৰ নাতি; তেওঁ ১৫৬৫ শকৰপৰা ১৫৮২ শকলৈকে ৰাজত্ব কৰে।

দামোদৰদেৱে।— পুথিখনিত ওপৰত লিখা কথাবিলাকত বাহিৰেও দামোদৰদেৱৰ বিষয়ে এইদৰে উল্লেখ কৰিছে;—

"শঙ্কৰৰ পাশে এক গৈলেক ব্ৰাহ্মণ।
মলিন ৱসন আতি সুকুমল কায়া।।
দেখি শঙ্কৰৰ তাঙ্ক জন্মিলেক দয়া।
মহা বিবেকিত বিপ্ৰ নাম দামোদৰ।।
কৰিলন্ত কৃপা পাচে শ্ৰীমন্ত শঙ্কৰ।।
ভাগৱত তত্ত্ব দিলা ধৰ্ম্ম পত্তালিবাক।
দিলন্ত শিক্ষাৰ মন্ত্ৰ দামোদৰ দেৱক।।
তাহাক দিলন্ত পৃথিৱীৰ বিপ্ৰগণ।
পাতিলন্ত শঙ্কৰে বিপ্ৰৰ গুৰুজন।।

এইবিলাক ব্ৰাহ্মণ-বিদ্বেষী কোনো শূদীৰ ভকতৰ কথা নহয়। গ্ৰন্থকাৰ ভবানন্দ মিশ্ৰ নিজে এজন পণ্ডিত ব্ৰাহ্মণ; তেওঁৰ কথা নিচেই দলিয়াই পেলাব নোৱাৰি।

# খেতি।

কুঁহিয়াৰ ভাৰতবৰ্ষৰ ঘৰুৱা খেতি। আসামতো এই খেতি আদিৰেপৰা আছে। এই খেতি প্ৰায়ে বস্তিৰ ওচৰৰ বৰি মাটিত কৰা হয়। আসামত চাৰিবিধ কুঁহিয়াৰৰ খেতি প্ৰচলিত থকা দেখা যায়। বগী (বা মগ) কুঁহিয়াৰ ৭ ফুটমান দীঘল হয়। তেলী কুঁহিয়াৰ বগী কুঁহিয়াৰতকৈ চুটি হয়; এইবিধ বগী বিধতকৈ টান আৰু কম ৰসাল। অসমীয়া পুৰা বঙ্গালী পুৰা কুঁহিয়াৰতকৈ ঢিলা আৰু বেচি ৰসাল। অসমীয়া খেতিয়কে এই খেতি লাভজনক যেন নেভাৱে। অসমীয়া মানুহে কথাতে কয় যে "দহ পো এশ নাতি, তেহে কৰিবা কুঁহিয়াৰৰ খেতি।" এনে প্ৰচলিত কথাৰপৰা অসমীয়া ৰায়তে সহজে এই খেতি কৰিবলৈ আগবাঢ়িব নোখোজাটো অনুমান হয়। কৃষিবিদসকলৰ মতে এই খেতি ৰায়তৰ পক্ষে বিশেষ লাভজনক। কুঁহিয়াৰ ভাৰতবৰ্ষৰ বিশেষ উপযোগী খেতি। কিন্তু, ইয়াৰ উৎপন্নে দেশৰ আৱশ্যক কে পূৰাব পৰা নাই। যি ঠাইত ইউৰোপীয়ান আৰু আমেৰিকান খেতিয়কে এই খেতিত হাত দিছে, তাত হে এই খেতিৰ বিশেষ উৎকৃষ্ট বিধ ফল পোৱা যায়। চিবপুৰৰ পামত যি কেইবিধ কুঁহিয়াৰ কৰা হয় তাৰ ভিতৰত চামচৰা আৰু বোম্বাই বিধ খাবলৈ ভাল আৰু বাগদীয়া বাখী এই দুবিধ খেতিয়কৰ পক্ষে কৰিবলৈ সুবিধা, কাৰণ ইয়াৰ বাকলি ডাঠ আৰু সহজে শিয়ালে আৰু পোকে বিঘিনি ঘটাব নোৱাৰে।

এই খেতিৰ বাবে মাটি ১২।১৪ চাহ বাব লাগে, আৰু মাটি ধুলি যেন হব লাগে। মাটিৰ চাহ ৯ ইঞ্চিমান দ হ'লে ভাল হয়। চত মাহৰপৰা জেঠ মাহলৈকে কুঁহিয়াৰৰ আগ ৰোৱা হয়। খলি খানি লোৰত আগ ৰোৱা প্ৰথা কৃষিবিদসকলে ভাল বোলে। খেতিয়কে কুঁহিয়াৰ খেতি কৰিবৰ সময়ত তাৰ নমৰা আগবিলাক সঁচৰ বাবে গোটাই থয়। সেই আগবিলাক আগেয়ে চেঁচুকত গজালি মেলিবৰ নিমিত্তে ৰোৱা হয়। এমাহ মানৰ মুৰত ই কুঁহিয়াৰতলীত ৰুবৰ উপযোগী হয়। কুঁহিয়াৰৰ আগ ৩।৪ টা চকুলৈকে ৰাখিব পাৰি। আমাৰ দেশত সঁচৰ বাবে কুঁহিয়াৰ বেলেগাই থোৱা নহয়। কিন্তু এনে প্ৰথা হোৱাটো বাঞ্ছনীয়। কুঁহিয়াৰ যেতিয়া পূৰঠ হয়, তেতিয়া সঁচলৈ ৰাখিবলগীয়া কুঁহিয়াৰবিলাকৰ গোটেই আগৰ চকুতে কাটি দিলে তাৰ পিছৰ চকুবিলাকে গজালি মেলিবৰ নিমিত্তে পোহপাল পায়। গুটিৰপৰা ও কুঁহিয়াৰৰ খেতিৰ সঁচৰ বিধান হব পাৰে। কুঁহিয়াৰ ফুলিলে তাৰ গোটেই আগৰ পাতটো যেতিয়া শুকাবলৈ ধৰে তেতিয়া থোৰটো কাটি আনিব লাগে; এই থোৰৰ গুটিৰ পৰা কুঁহিয়াৰৰ পুলি জন্মে। এনে গুটিৰ উৎপাদিকা শক্তি ৬ সপ্তাহৰ ভিতৰতে লোপ পায়। এইবাবে থোৰ কটাৰ আগেয়ে গুটি পচোৱাৰ যো-যা কৰি ৰাখিব লাগে। পুলি ৰোৱাৰ পঞ্চম মাহত পুলিত মাটি জাপিবৰ হয়। এই সময়ৰপৰা কুঁহিয়াৰতলী যিমান ঘনাই নিকাই আৰু কোৰাই দিয়া হয় তিমান কুঁহিয়াৰৰ অৱস্থা ভাল হোৱাৰ আশা কৰিব পাৰি। কুঁহিয়াৰৰ পাতেৰে গা মেৰাই বান্ধি দিয়াৰপৰা পোক-পৰুৱা আৰু শিয়ালৰ উপদ্ৰৱ কমে বুলি কয়। এনেকৈ বান্ধি দিয়াৰ পৰা কুঁহিয়াৰৰ গা সমানে ডাঙ্গৰ হয় আৰু চাফে থাকে। কোৰাই দিবলৈ সুবিধাৰ কাৰণে কুঁহিয়াৰৰ পুলি পাতল-পাতলকৈ ৰুব লাগে। এবিঘা মাটিত ২৫।৩০ টা আগ ৰুলে ঠাইৰ প্ৰকৃতপক্ষে অপব্যৱহাৰ নহয়। কুঁহিয়াৰ পূৰঠ নোহোৱালৈকে কুঁহিয়াৰতলীত যথেষ্ট ৰদ আৰু বতাহ খেলাব লাগে। ইয়াৰপৰা কুঁহিয়াৰৰ শ্ৰীবৃদ্ধি হয় আৰু এনে কুঁহিয়াৰত চেনিৰ ভাগ বেচি হয়। কুঁহিয়াৰত পোকে আৰু কেৰোণে বৰকৈ ধৰে। এইবাবে কুঁহিয়াৰৰ পুলিবোৰ ৰোৱাৰ আগেয়ে পোকমৰা জোল দৰবত তিয়াই ৰুলে বিঘিনি কমাৰ আশা কৰিব পাৰি। তুতিয়াৰ গুৰি (Sulphat of copper) আধা পাউণ্ড ১০০ পাউণ্ড গৰম পানীত গলাই তাৰ লগত white Arsenicৰ গুৰি ৮ আউন্স এক পাউণ্ড চুণে সৈতে তুতিয়াৰ পানীত মিহলালে পোক আৰু কেৰোণ নিবাৰণৰ দৰব তৈয়াৰ হয়। এই জোলত আধা আউন্স হিং মিহলাবও পাৰি; কাৰণ বহুত পোকে হিঙ্গৰ গোন্ধ সহিব নোৱাৰে। এই দৰব যিদিনা তৈয়াৰ কৰা হয় সেই দিনাই ব্যৱহাৰ কৰিব লাগে। এই পৰিমাণৰ দৰব এক একৰ মাটিত ৰুবৰ জোখাৰে আগৰ উপযোগী হব। ওপৰত উল্লেখ কৰা বস্তুবোৰ কিন্তু গছ-গছনিৰ শ্ৰীবৃদ্ধিৰ পক্ষে অহিতকৰ। এইবাবে পুলিবোৰৰ গাত পিচত সাৰুৱা বস্তুৰ লেও সানি পুলিবোৰ সঁচ ৰোৱাৰ পূৰ্বে শুকুৱাই পেলাব লাগে।

কুঁহিয়াৰতলীত ক্ৰমান্বয়ে এই খেতি কৰি থকা সুবিধা নহয়। আমাৰ দেশত যি ডৰা মাটিত কুঁহিয়াৰ কৰা হয় তাত ২।৩ বছৰলৈ সেই খেতি কৰা নহয়। কুঁহিয়াৰতলীত সাল-সলনিকৈ খেতি কৰিলে ভাল ফল ধৰে। এই মাটিত পোনতে শণ হবলৈ দিব লাগে। শণ যেতিয়া ফুলে তেতিয়া তাক শাওন মাহত কাটি পেলাব লাগে। তাৰ পিচত আহিনৰ পৰা মাঘলৈকে এই মাটিত বিলাতী আলুৰ খেতি কৰিব লাগে। এই খেতি উঠিলে চত-বহাগত এই মাটিত কুঁহিয়াৰ ৰুব লাগে। ঘূৰি চত-বহাগত এই ঠাইত আহু ধানৰ খেতি কৰিব লাগে। আহু ধান চপালে এই জমিত আকৌ বিলাতী আলুৰ খেতি কৰিব পাৰি আৰু পিছে আকৌ তাতে কুঁহিয়াৰ লগাবৰ উপযোগী হয়। এইদৰে সালসলনিকৈ কৃষি কৰিলে কৃষিৰ সুফল ধৰে। এবিধ শস্যৰ খেতিয়ে আন এবিধ শস্যৰ পক্ষে মাটি সাৰুৱা কৰে।

কুঁহিয়াৰৰ খেতিত বাজে অসমীয়া খেতিয়কৰ মাটিত সাৰ দিয়া ব্যৱহাৰ নাই বুলিলেই হয়। ইংৰাজীত এটা কথা আছে যে,—"A good muck and plenty of it" ইয়াৰ অৰ্থ এই যে, ভালকৈ সাৰ যোগালে প্ৰচুৰ উৎপন্ন পোৱা যায়। এই কথা কুঁহিয়াৰৰ খেতিৰ পক্ষে বিশেষকৈ খাটে। আমাৰ দেশত গোবৰ আৰু খলিহৈৰ সাৰেই প্ৰশস্ত। এক একৰ মাটিত ৬০০ মোন গোবৰ যোগালে কুঁহিয়াৰৰ খেতিৰ উপযোগী হয়।

মাঘ-ফাগুন কুঁহিয়াৰ কাটিবৰ উপযুক্ত সময়। যেতিয়া মাটিত ৰস কম হয় আৰু কুঁহিয়াৰৰ আগৰ পাতবোৰ শুকাবলৈ ধৰে তেতিয়া কুঁহিয়াৰ কাটি পেৰিবৰ সময় হৈছে বুলি ভাবিব লাগে। জহ আৰু খৰালি কালত কুঁহিয়াৰ কাটিবলৈ থাকিলে ৰস কম পোৱা যায়। আৰু তাৰ গুৰো কিছু নৰম হয়। শেহতীয়া বৰষুণ বা নুমলীয়াকৈ ৰোৱাৰপৰা কুঁহিয়াৰ পূৰঠ নোহোৱা হৈ থকা যেন দেখিলে কুঁহিয়াৰ কাটিবলৈ মাঘ-ফাগুনৰপৰা এমাহমান বাট চাব পাৰি। কুঁহিয়াৰ মাটিৰ গুৰিতে বৰং ২।৩ ইঞ্চি মাটিৰ তলতে কোৰেৰে কাটিব লাগে। কুঁহিয়াৰৰ গুৰি মাটিৰ ওপৰত ওলাই থকাকৈ কাটিনে খাৰুৱা (মুৰা কুঁহিয়াৰ) কুঁহিয়াৰৰ উৎপন্ন ভাল নহয়। এনে মূৰাৰপৰা কেতিয়াবা ফুলৰ থোৰ ওলায় ; কিন্তু সি পূৰঠ হব নোৱাৰি ঠিহিৰা লাগি যায়। আসামত কুঁহিয়াৰ পেৰা কাঠৰ শাল আছে। তাক এতিয়া সাধাৰণতঃ ব্যৱহাৰ কৰা হয়। ঠায়ে ঠায়ে লোৰ শালৰ ব্যৱহাৰো চলিছে। এই শাল দিনে এটকাকৈ ভেৰনলৈ পোৱা যায়। দেশী কাঠৰ শালতকৈ লোৰ শালত বেচি ৰস ওলায়। লোৰ শাল ম'হ লগাই টনাব লাগে, মানুহে ঘূৰুৱাত টান পৰে। লোহাৰ শালত কুঁহিয়াৰ পেৰিলে জাবৰি গুদা হয়, আৰু সি অসমীয়া ৰায়তৰ ব্যৱহাৰত নাহে। ৰহীৰ তুলনাত জাবৰিৰ লাভ বুলি ধৰিব নোৱাৰি। ৰহী পগাই গুৰ কৰা হয়। কামৰূপত বাজে আন ঠাইত জুলীয়া গুৰৰ প্ৰচলন নাই। জুলীয়া গুৰ বেগতে বেয়া হয়। জালিগাঁতত পগাই ফুটত ৰাখি ঘোলনীত ঘুটিলে গোটা গুৰ হয়।

কুঁহিয়াৰৰ পৰাই আন বস্তুতকৈ বেছি পৰিমাণে চেনি পোৱা যায়। গুৱাহাটীত ১৯০৫ চনত হোৱা কৃষি প্ৰদৰ্শনীত অসমীয়া মানুহৰ সাধাৰণ নিয়মে তৈয়াৰ কৰা চেনি প্ৰদৰ্শনীত উলিওৱা হৈছিল। যি ঠাইত কুঁহিয়াৰৰ খেতি বেছি পৰিমাণে কৰা হয়; তাত চেনি প্ৰস্তুত কৰিবৰ ব্যৱস্থা থকাটো বাঞ্ছনীয়। আসাম উপত্যকাৰ ভিতৰত শিৱসাগৰ জিলাতে কুঁহিয়াৰৰ খেতি বেছি পৰিমাণে হয়। এই জিলাৰ গোলাঘাট মহকুমাৰ এজন উদ্যোগী পুৰুষে আমদানি কৰিব পৰাকৈ চেনি প্ৰস্তুত কৰা কথা অসমীয়া ৰাইজে বোধকৰোঁ বুজ পায়। এনে ঠাইত এনে দিহা হোৱাটো বাঞ্ছনীয়।

তিলৰ খেতি আসামত চলিত আছে। ইয়াক কুঁহিয়াৰৰ লগৰীয়া খেতি বুলিব পাৰি। ইয়াৰ বগা, কলা দুবিধ আছে। এই খেতিৰ বাবে সাৰুৱা মাটি বা বেচি চাহ আৱশ্যক নকৰে। আহু তিল চত-বহাগত সিঁচি আষাঢ়-শাওনত চপাবৰ হয়। শালি তিল ভাদ-আহিনত পেলাই আঘোণ-পুহত তুলিবৰ হয়, এই খেতি কামৰূপৰ ফালে কুঁহিয়াৰতলীৰ বাঢ়ি ঠাইত বা কুঁহিয়াৰতলীৰ বেড়ৰ চাৰিও দাঁতিয়ে সিঁচা দেখা যায়। কুঁহিয়াৰতলীৰ চাৰিওকাষে ৰোৱা প্ৰথা ভাল বুলিব পাৰি, কাৰণ ইয়াৰ পৰা কুঁহিয়াৰৰ হানিৰ আশঙ্কা কিছু কমে। এক একৰ মাটিত ৪ মোনৰ পৰা ৬ মোনলৈকে তিল উৎপন্ন হয়। এই পৰিমাণ মাটিৰ নিমিত্তে ৮।১০ সেৰমান সঁচৰ তিল আৱশ্যক কৰে। তিলৰপৰা উপকাৰী তেল প্ৰস্তুত হয়। এই তেল মূল্যবান নানাবিধ গোন্ধ তেলত ব্যৱহাৰ হয়। নানাবিধ গোন্ধ তেল নলৈ এই তেল ঘঁহিলেও উপকাৰ পোৱা যায়। তিলৰ পৰা অতি কম পৰিমাণে তেল ওলায়। আহু তিলতকৈ শালি তিলৰ ব্যৱহাৰ বেছি। হিন্দুৰ সকামত কলা তিল হে ব্যৱহাৰ হয়।

ক্ৰমশ—

# ছাতৰৰ পিঠি

## চন্দ্ৰলোকলৈ গমন।

(৩য় সংখ্যাৰ ৯৭ পিঠিৰপৰা।)

আটলাণ্টা জাহাজ আহিবৰ দিন ওচৰ চাপিল, ফ্লৰিডাত আৰু মানুহ নধৰে, একোটা সৰু সামান্য ঘৰৰেই ভাৰা ২০ টকা, ৪০ টকা হৈ পৰিল। বজাৰৰ বস্তুৰ দাম আগতকৈ দহ গুণ চৰা হল। হেজাৰ-হেজাৰ মানুহে সাগৰৰ পাৰত থিয় হৈ আছে, দিন নাই ৰাতি নাই সকলোৱেই সাগৰলৈ চাই আছে। দূৰৈত আট্লাণ্টাই দেখা দিলে। দেখা দিয়া মাত্ৰেই কোটি কোটি মানুহে জয়ধ্বনি কৰি উঠিল। ক্ৰমে জাহাজ ওচৰ চাপিল, অৱশেষত নজৰ কৰিলে। সভাপতি বাৰবিকেন আৰু কামান সভাৰ প্ৰধান প্ৰধান সভ্যসকলে নাৱত উঠি জাহাজৰ ফাললৈ গল।

মাইকেল আৰডান পাৰলৈ আহিল। মহা সমাদৰেৰে আমেৰিকাবাসীসকলে তেওঁক অভ্যৰ্থনা কৰিলে। মানুহৰ ব্যাকুলতা দূৰ কৰিবলৈ মাইকেলে বহুল বক্তৃতা দি বুজাই দিলে যে, গুলিৰ ভিতৰত মানুহ যোৱাৰ সম্ভৱ, তেওঁ যাবলৈ সম্পূৰ্ণ প্ৰস্তুত আৰু নিশ্চয় যাব। সভাপতি বাৰবিকেনৰে সৈতে তেওঁৰ নানা তৰ্ক-বিতৰ্ক হল, পিছত তেওঁ বুজিলে যে, গুলিৰ ভিতৰত সোমাই চন্দ্ৰলোকলৈ যোৱা কোনো অসম্ভৱ নহয়। তেতিয়া বাৰবিকেনেও তেওঁৰ লগত যাবলৈ প্ৰস্তুত হল। কামান সভাৰ কাপ্তেন নিকেল নামে এজন সভ্য সদায় বাৰবিকেনৰ বিৰুদ্ধে আছিল। কেৱল তেওঁৱেই বাৰবিকেনৰ প্ৰস্তাৱক বলিয়াৰ প্ৰলাপ বুলিছিল, তেওঁ বাৰবিকেনৰে সৈতে বাজি ৰাখিছিল, যদি এনেকুৱা বৰতোপ আৰু গুলি তৈয়াৰ হয়, তেন্তে বাৰবিকেনক এহেজাৰ টকা দিব, যদি বৰতোপত গুলি ভৰাব পৰা যায়, তেন্তে ৫ হেজাৰ দিব, আৰু যদি নিৰাপদে বৰতোপ মাৰিব পৰা যায়, তেন্তে ১০ হেজাৰ টকা দিব। প্ৰথমৰ পৰাই বাৰবিকেন আৰু নিকেলৰ বিবাদ চলি আহিছিল, মাইকেল আহি সেই বিবাদ মিতাই দিলে। তেতিয়া কাপ্তেন নিকেলো তেওঁলোকৰ সমভিব্যৱহাৰি হল। অৱশেষত মাইকেল, বাৰবিকেন আৰু নিকেল তিনিও জনেই গুলিৰ ভিতৰত যোৱাটো স্থিৰ হল।

গুলি তৈয়াৰ কৰিবলৈ আৰম্ভ কৰিলে। বৰতোপ মাৰিলে নিশ্চয় গুলিত বৰ টানকৈ আঘাত লাগিব, যাতে সেই আঘাত গুলিৰ ভিতৰৰ মানুহৰ তালৈ নেযায় তাৰে নানাৰূপ বৈজ্ঞানিক বন্দবস্ত হল। তাতে এবছৰৰ জোখায় আহাৰ, কেমাহ মানলৈ পানী আৰু সেই পৰিমাণে নিশ্বাস-প্ৰশ্বাস লবলৈ বায়ু সুমাই দিয়া হল। সকলোৱেই ঠিক, কেৱল বৰতোপ মৰাই বাকী। গুলি কেনেকৈ কলৈ যায় তাক চাবলৈ এটা ডাঙৰ দূৰীণ যন্ত্ৰ তৈয়াৰ কৰিবলৈ ইংলণ্ডৰ কেম্ব্ৰিজ মান-মন্দিৰলৈ অনুৰোধ কৰি পঠিয়ালে। বহুত টকা খৰছ কৰি এই দূৰ্বীণ তৈয়াৰ কৰি ফ্লৰিডালৈ পঠিয়াই দিয়া হল।

অৱশেষত ১লা ডিচেম্বৰ আহিল। সকলো মানুহেই কেতিয়া ৰাতি হয় তাকেই চিন্তিবলৈ ধৰিলে, সেই দিনটো আমেৰিকাবাসীৰ পক্ষে নেযায়-নুপুৱায় যেন হৈছিল। কোনোমতে গধূলি হল, লাহে ২-১০ টা বাজিল আৰু কেৱল ৪৮ মিনিট বাকী আছে। সকলোকে বিদায় লৈ মাইকেল, বাৰবিকেন আৰু নিকেল গুলিৰ ভিতৰত সোমাল। গুলিৰ দুৱাৰ সুদৃঢ়ৰূপে বন্ধ কৰিলে। বাহিৰত কোটি-কোটি মানুহে এই অদ্ভুত ব্যাপাৰ চাবলৈ থিয় হৈ আছে। সকলোৱেই ভীত আৰু নিস্পন্দহীন হল, মুখৰ চুলি থিয় হল। কি হব তাক কোনেও এতিয়াও একো কব পৰা নাই। হয়তো গুলি কোটি পৰমাণুত পৰিণত হব। হয়তো গুলিৰ ভিতৰৰ মানুহ কেজনৰ চিনমোকামো নেথাকিব। দহ বাজি আধা ঘণ্টা গল আৰু কেৱল ১৮ মিনিট বাকী আছে। মানুহৰ হৃদয় কেনেকুৱা হল তাক অৱশ্যে পাঠকসকলে জানিব পায়; মানুহ প্ৰায় মূৰ্চ্ছা যোৱাৰ নিচিনা হল। আৰু ৩ মিনিট বাকী, আৰু ১ মিনিট বাকী, সকলো মানুহেই নিজৰ ঘৰী উলিয়াই সময় চাবলৈ ধৰিলে। ১০ বাজি ৪৮ মিনিট গল, বৰতোপত জুই দিয়া হল। তেতিয়াই এটা অদ্ভুত শব্দ হল, একেবাৰে সমস্ত জগত কঁপি উঠিল। বোধ হল যেন, একেবাৰে কোটী বজ্ৰ একেলগে পৃথিৱীত পৰিল। যিবিলাক মানুহ চাৰিওফালে থিয় হৈ আছিল, সেই মানুহবোৰ একেবাৰে এই অদ্ভুত শব্দ শুনি স্তম্ভিত হল, সকলোৱে ভাবিলে

যে পৃথিৱী ধ্বংস হৈ গল। প্ৰায় আধা ঘণ্টা সময় হৈ গল, সকলো অলপ ভাল হল, তেতিয়া আকাশৰ ফালে চালে কিন্তু কতো একো দেখা নগল। তাৰ পিছে বৰতোপৰপৰা গুলি ওলাই গৈছে কিন্তু কলৈ গৈছে তাক কোনেও কব নোৱাৰিলে। এই বৰতোপৰ শব্দত আৰু বৰতোপৰপৰা যি জুই ওলাইছিল তাৰ দ্বাৰা আকাশত এটা পৰিৱৰ্তন ঘটিল। সেইদিনা নিশাই আকাশ ভয়ানক গম্ভীৰ ডাৱৰে আৱৰি পেলালে।

সঁচাকৈ তাৰ পাচদিনা সমস্ত দেশতেই ভয়ানক ধুমুহা আহিল। শিলে, বৰষুণে, বতাহে একেবাৰে খুন্দি পেলালে। গুলি কলৈ গল আৰু গুলিৰ ভিতৰৰ মানুহ কেজনৰ ভাগ্যত বা কি ঘটিল, কোনেও একো কব নোৱাৰিলে।

কোনোমতে ১১ ডিচেম্বৰৰ দিনা ধুমুহা কমিল, লাহে লাহে আকাশ ফৰকাল হল, কামান সভাৰ প্ৰধান সভ্য মাষ্টান আৰু বেলফাষ্ট এটা বৰ ডাঙ্গৰ ব্যোমযানত উঠি সেঁই কেম্ব্ৰিজ মানমন্দিৰে তৈয়াৰ কৰি দিয়া ডাঙ্গৰ দুৰ্বীণটোৰে চালে; যি দেখিলে তাক গোটেইখন আমেৰিকা আৰু ইউৰোপত প্ৰচাৰ কৰি দিলে ঃ—

কোনো কাৰণবশতঃ গুলি ঠিক বাটেৰে যাব পৰা নাই, আনপিনে হে চন্দ্ৰৰ ফাললৈ গৈছে। সেই নিমিত্তে গুলি চন্দ্ৰ পোৱা নাইগৈ; কিন্তু চন্দ্ৰৰ নিচেই ওচৰ চাপিছে। আৰু, চন্দ্ৰৰ আকৰ্ষণৰ দ্বাৰা আকৃষ্ট হৈ এতিয়া চন্দ্ৰৰ চাৰিওফালে সি ঘূৰিব ধৰিছে। প্ৰকৃতপক্ষে গুলিটো চন্দ্ৰৰ এটা উপগ্ৰহ হৈছেগৈ। এতিয়া গুলিৰ ভৱিষ্যৎ কি হব? গুলিৰ ভিতৰৰ মানুহ কেজন যদি জীয়াই আছে তেনেহলে সিবিলাকৰ নো ভাগ্যত কি হব তেনেহলে গুলি অনন্তকাল চন্দ্ৰৰ চাৰিওফালে ঘূৰিয়েই থাকিব নে কি? নাইবা, এদিন নহয় এদিন চন্দ্ৰ পাবগৈ নেকি? অথবা, গুলি কেতিয়াবা আকৌ পৃথিৱীত পৰিবহি নে কি? কামান সভাৰ সভ্যসকলে এইবিলাক প্ৰশ্নৰ একো উত্তৰ দিব নোৱাৰিলে। তেওঁলোকে সেই সময়ৰ পৃথিৱীৰ প্ৰধান প্ৰধান বৈজ্ঞানিকসকলৰে সৈতে পৰামৰ্শ কৰিলে, কিন্তু সিবিলাকেও কোনো উত্তৰ দিব নোৱাৰিলে, মানুহৰ মনৰ গুদ্‌গুদনিও নমৰিল।

(আৰু আছে।)

# উষা

**প্ৰথম ভাগ** **পঞ্চম সংখ্যা**

## সম্পাদকৰ শৰাই

### "অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা।"

এই সভা এতিয়া প্ৰায় কুৰিবছৰীয়া। ইয়াৰ জন্ম আৰু জীৱনৰ আদিছোৱা সেই কালৰ কলিকতীয়া অসমীয়া ছাত্ৰৰ হাতত আছিল। তাৰপৰা শিপা মেলি ই লাহে লাহে আসামৰ নানা ঠাইত গছ গজালে। আৰু, এই বয়সৰ ভিতৰত ঘাই গছ আৰু জীয়াৰী-মেলা গছৰপৰা ভালেমান সজ গুটিও লাভ কৰা হল; অসমীয়া ভাষাৰ বৰ্ত্তমান অৱস্থা তাৰে বিকাশ মাথোন।

* * *

"অসমীয়া ভাষাৰ উন্নতি সাধিনী" সভাবিলাকৰ এতিয়া যৌৱন অৱস্থা। এতেকে, এতিয়া তাৰ কাৰ্য্যক্ষেত্ৰও বহুল। এই ক্ষেত্ৰত সভাবিলাকে কৰিবলগীয়া ভালেমান গধুৰ কাম ৰৈছে। স্বৰূপাৰ্থত সভাই আদি ভাগত আমাৰ সাহিত্যসেৱক আৰু মাতৃভাষাৰ হিতাশীসকলৰ মনত আলোচনাৰ ৰুচি মাথোন বহুৱালে, এতিয়া তাক কাৰ্য্যত লগাবৰ সময়। এতেকে, বৰ্ত্তমান নাম মাত্ৰ ধৰি জীয়াই থকা সভাবিলাকে আপোন মহৎ উদ্দেশ্য আগত লৈ ক্ৰমাগত কৰ্ত্তব্য বা সাধিবলৈ ওলাই জীৱন্তৰ চিনাকি দিয়া উচিত।

* * *

আগেয়ে স্থাপিত হোৱা সভাবিলাক সজাগ হোৱাৰ উপৰিও, আমাৰ দেশৰ প্ৰত্যেক সদৰ আৰু মহকুমাত একোখনকৈ "অসমীয়া ভাষাৰ উন্নতি সাধিনী" সভা বহিব লাগে। কিয়নো, সকলো ঠাইৰপৰা সমানে বল দিলে হে আমাৰ সাধিবলগীয়া মহৎ উদ্দেশ্য সিদ্ধি হোৱাৰ আশা। বেলেগ বেলেগ ঠাইৰ সভাবিলাকৰ ভিতৰত পৰস্পৰে জনা-জনি বা সোধা-সুধিকৈ কাৰ্য্য কৰাটো উত্তম বিধি। এনে হলে, সকলো সভাৰ সমজুৱা চেষ্টাত একো-একোটা কাৰ্য্য অতি সহজে সিদ্ধি কৰিব পৰা যাব। তদুপৰি, কেইবাখনো সভাই লগ লাগি কৰা কাৰ্য্য বৰ উত্তম আৰু বেছি নিভাঁজ হোৱাটোৰ আশা কৰিব পাৰি।

* * *

আমাৰ ভাষাত এতিয়াও ভালেমান লাগতিয়াল বিষয়ৰ ওখ খাপৰ কিতাপৰ অভাৱ জিলিকি আছে। সেই অভাৱৰ ঘুণ থকাৰ হেতুকেই আমাৰ ভাষাক সমনীয়া আৰু নতুনকৈ চহকী হৈ উঠা ভাষাবিলাকে ৰাজসভাত সুকীয়া আসন নিদিয়াবলৈ চেষ্টা কৰে। বাস্তৱতে, এইদৰেই ৰব লগা হলে, সময়ৰ উন্নতিৰ গতিত আমাৰ ভাষাৰ অস্তিত্ব যে নেহেৰাব তাক কোনো বিবেচকে নকয়। আৰু, বৰ্ত্তমান বিশ্ববিদ্যালয়ৰ নতুন নিয়ম মতে এফ্, এ্ আৰু বি, এ, মহলাতো ছাত্ৰৰ মাতৃভাষা চলাবলৈ স্থিৰ হৈছে। কিন্তু, সেই ওখ খাপত দিব পৰা সাহিত্য আমাৰ ভাষাত কতা? আমাৰ সুকীয়া সাহিত্য আগবঢ়াব নোৱাৰিলে, তেতিয়া আনৰ মাতৃভাষাকে আমি আমাৰ বুলি কাৰ্য্যতঃ স্বীকাৰ কৰিব নেলাগিব ন? এতেকে, এতিয়া অ. ভা. উ. সা. সভাবিলাকে ওপৰত উনুকিউৱা অভাৱ দুটা পোনেই আগত লৈ আগবাঢ়োক। 'কৰিব লাগে' বা 'কৰিম' বোলা আলচৰ সময় নাই; নকৰিলে নহয়, আহাঁ, ধৰাঁ, কৰিছোঁ, কৰাঁহি এনে কাৰ্য্যতঃ উদগনিৰে এতিয়া ক্ৰমাগত কাম কৰিবৰ সময়।

* * *

"অসমীয়া ভাষাৰ উন্নতি সাধিনী" সভাবিলাকৰ আৰু এটা হাতৰ কাম হৈছে, সকলোবিলাক অসমীয়া কিতাপ আৰু পুথি গোটাই প্ৰত্যেক সভাত একোটা পুথি-ভঁড়াল পতা। এই কাৰ্য্য বৰ্ত্তমান জীৱিত থকা সভাবিলাকে আৰম্ভ কৰিয়েই থৈছে, তাৰে সংখ্যা আৰু অৱস্থাৰ উন্নতি হব লাগে মাথোন। দ্বিতীয়তে, অসমীয়া পুৰণি পুথিবিলাক বিচাৰি কিতাপৰ আকাৰে ছপোৱাত উৎসাহ দিয়াটোও সভাৰ এটা হাতৰ কাম। পুৰণি পুথিবিলাক যিমান পোহৰলৈ ওলাব, আমাৰ ভাষা সিমান পুৰঠ হব। আন কি, শঙ্কৰদেৱ মাধৱদেৱ প্ৰভৃতি বিখ্যাত কবিসকলৰ ৰচিত পুৰণি নাটবিলাক প্ৰকাশ কৰিব পাৰিলে আমাৰ সঙ্গীতৰ অভাৱটোও ভালেমান গুণে আঁতৰিব। এই বিষয়ত শ্ৰদ্ধাস্পদ শ্ৰীযুত হৰিবিলাস আগৰওৱালা ডাঙৰীয়াক বাট-দেখাওঁতা বুলি মানিবলগীয়া। তেখেতেই পোন-প্ৰথমে শঙ্কৰদেৱ ৰচিত "সীতা-সয়ম্বৰ" নাট-পুথি কিতাপৰ আকাৰে প্ৰকাশ কৰে। তেখেতৰ যত্নৰ ফলতেই আজি কীৰ্ত্তন-ঘোষা অসমীয়াৰ ঘৰে ঘৰে। বৰ সন্তোষৰ কথা, অসমীয়া শ্ৰীমদ্ভাগৱতখন সম্পূৰ্ণকৈ ছপাই উলিয়াবৰ নিমিত্তে তত আৰম্ভ কৰিছে। আৰু, অতি আনন্দৰ বিষয় যে, আজিকালি

ভালেমান অসমীয়া মানুহক এই বাটে আগবঢ়া দেখা গৈছে।

* * *

সকলো সজ কৰ্ম্ম সাধনত অৰ্থবলে বৰ সহায় কৰে। কোনো কাৰ্য্য বিনা অৰ্থে সিদ্ধি কৰাই অসম্ভৱ। আমি ওপৰত উনুকিউৱা কাৰ্য্য সাধনৰ নিমিত্তেও অৰ্থবলৰ বিশেষ প্ৰয়োজন। অৰ্থ নহলে পুথিভঁড়াল পতাটো মিছা, পুৰণি পুথি ছপোৱাত উৎসাহ দিয়াটোও নিলগৰ কথা। আন কি, আমাৰ ভাষাত ওখ খাপৰ সাহিত্যৰ অভাৱ গুচাবলৈকো অৰ্থবল নহলে নহয়। গতিকে, আমাৰ "অসমীয়া ভাষাৰ উন্নতি সাধিনী" সভাবিলাকৰ প্ৰত্যেকে একোটা সুকীয়া পুঁজি পাতি- ক্ৰমাৎ তাৰ উন্নতি সাধিবলৈ যত্ন কৰা উচিত। সভাবিলাকে গা লগাই ধৰিলে ই একো টান কথা নহব। জাতীয় উন্নতি কল্পে জাতীয় পুঁজি থকাটো সজীব জাতিৰ চিন। উন্নতিৰ বাটত আগবঢ়া জাতিবিলাকৰ হাতত এনে পুঁজিৰ সংখ্যা তাকৰ নহয়। নানা উদ্দেশ্যে নানা নামে সিবিলাকৰ জাতীয় পুঁজি থাকে। সেই কাৰণে সেইবিলাক জাতিৰ উন্নতি সাধনত কোনো বাধা-বিঘিনি বহুপৰ টিকিব নোৱাৰে আৰু সিবিলাকৰ উন্নতিৰ গতি অনিবাৰ্য্য। এতেকে আমি যদি প্ৰকৃততে আমাৰ জাতীয় উন্নতি কামনা কৰোঁ, তেন্তে আমাৰো নানা বিধীয়া জাতীয় পুঁজি স্থাপনা হব লাগে। ৰাইজে নখ জোকাৰিলে নৈ বয়; সেই ৰাইজৰে এজন বুলি আমাৰ সমাজৰ প্ৰত্যেকেই অৱস্থানুযায়ী আগবঢ়ালেও আমাৰ উদ্দেশ্য সফল হব। আমি আশা কৰোঁ, আমাৰ শিক্ষিত সমাজৰ যত্নত পোনপ্ৰথমে প্ৰত্যেক ঠাইৰ "অসমীয়া ভাষাৰ উন্নতি সাধিনী" সবাৰ একোটা সুকীয়া পুঁজি অচিৰে দেখিবলৈ পামহঁক। প্ৰথমে এটা পুঁজি পাতি লৈ তাৰ অৰ্থব্যৱহাৰেই তাক সদায় টনকিয়াল কৰি ৰাখিবলৈকো ভাল উপায় আছে,— সভাৰ দ্বাৰা প্ৰকাশিত হোৱা কিতাপ আৰু পুথিবিলাক সভাৰ সম্পত্তি হৈ আৰ্জ্জনৰ বাট এটা আগলৈকে মুকলি কৰিব।

# ব্ৰহ্মদেশত অসমীয়া মানুহ

ইংৰাজী ১৮১৬ খৃষ্টাব্দত প্ৰথমে মান সেনা অসমলৈ আহে। বদনচন্দ্ৰ বৰফুকনে এই মানসেনা লৈ অসমদেশ সোমায়হি। ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ লগত বিৰোধ উপস্থিত হোৱাত বৰফুকনে তেওঁক উপযুক্ত শাস্তি দিবৰ মনৰেই অসমদেশলৈ মানসেনা লৈ আহে। সেই সময়ত চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে অসমত ৰাজত্ব কৰিছিল। অসমৰ সীমাতে আমাৰ ৰজাৰ ৰণুৱাবিলাকৰ লগত মানসেনাৰ যুদ্ধ হয়। সেই যুদ্ধত আমাৰ ৰণুৱাবিলাক পৰাস্ত হলত বৰফুকনে মানসেনাৰে সৈতে মহা আড়ম্বৰেৰে ৰাজধানী ৰংপুৰ নগৰত প্ৰৱেশ কৰে। কিন্তু, তেওঁ প্ৰৱেশ কৰাৰ পূৰ্বেই অকস্মাৎ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ মৃত্যু হয়। তাতে বৰফুকনৰ মনৰ হেঁপাহ, বিপুল আয়োজন বিফল হল। যাৰ নিমিত্তে বৰফুকনে গুৱাহাটীৰপৰা পলাই গৈ, অনেক বিপদ-বিঘিনি, দুখ-বেজাৰ অকাতৰে সহি সুদূৰ ব্ৰহ্মদেশ ওলাইছিলগৈ। যাৰ নিমিত্তেই ব্ৰহ্মৰজাৰ শৰণাগত হৈ তেওঁৰপৰা ইমান সৈন্য-সামন্ত লৈ, অনেক হাবি-বন, পৰ্ব্বত-ভৈয়াম অতিক্ৰম কৰি অসমলৈ আহিছিল, সেই বুঢ়াগোহাঁইৰ অকস্মাৎ মৃত্যু সংবাদত বৰফুকনে অপৰিসীম শোক পালে। তেওঁৰ বৈৰ-নিৰ্য্যাতন কৰিবলৈ নোপোৱাটোৱেই শোকৰ কাৰণ হল। সি যি হওক, বৰফুকনে আন প্ৰকাৰে তেওঁৰ শত্ৰুতাৰ প্ৰতিশোধ লবলৈ আৰম্ভ কৰিলে। তেওঁ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ ঘৰ-বাৰী লুটি যি পালে, সেই সকলো মান-সেনাক বিলাই দিলে। বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ বংশ-পৰিয়াল, অঙ্গহি-বঙ্গহি যাক যাক পালে সিবিলাকক ধৰাই অনাই নানাৰূপে শাস্তি দি হত্যা কৰালে। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱ বিবুদ্ধিত পৰিল। তেওঁ মানসেনাৰ বল-বিক্ৰম দেখি ব্ৰহ্মৰজাৰ লগত মিত্ৰতা কৰিবলৈ বাঞ্ছা কৰিলে। তাতে মানৰ সেনাপতিয়ে ৰজাৰ আইদেও এজনা আৰু অনেক ধন-সোণ পুৰস্কাৰ খুজিলে। ৰজাৰ নিজৰ জীয়েক বা ভনীয়েক নাছিল। বৰফুকনক ৰজাই ৰাজ্যৰ প্ৰধানমন্ত্ৰী পাতি তেওঁৰ লগত পৰামৰ্শ কৰি তুংখুঙ্গীয়া ফৈদৰ বগা কোঁৱৰৰ জীয়েক এজনাকে নিজৰ ভনীয়েক বুলি সালঙ্কৃতাকৈ ব্ৰহ্মৰজালৈ দি পঠিয়াই মিত্ৰতা সংস্থাপন কৰে। মানৰ সেনা আৰু সেনাপতিয়েও যথাযোগ্য বঁটা লৈ অসম এৰি ব্ৰহ্মদেশলৈ যাত্ৰা কৰে। এই আইদেও জনাৰ নাম ভামো (কোনো-কোনোৰ মতে হেমো) আছিল বুলি জনা গৈছে। আইদেওৰ বয়স নিচেই কোমল আছিল। আৰু, তেওঁ দেখাত অনুপমা ৰূপলাৱন্যৱতী আছিল। তেওঁৰ হেনো খোঁপাটো মেলিলে চুলিয়ে ভৰিৰ গোৰোৱা পাইছিলগৈ। তেওঁ নিজৰ প্ৰিয় জন্মভূমি, মৰমৰ মাক-বাপেক, চেনেহৰ ভাই-

ককাই, মিতিৰ-কুটুম্ব আদিক এৰি জন্মৰ কাৰণে সুদূৰ ব্ৰহ্মদেশলৈ যাব লগা হোৱাত অসীম বিলাপ কৰিছিল আৰু তেওঁক সেই দেশলৈ নপঠাবৰ কাৰণে কাকুতিত গছৰ পাত সৰাইছিল। অৱশেষত ৰজাই ভামো আইদেওৰ মাকক টংকেশ্বৰ আৰু মলো নামেৰে দুজন ককায়েকক, অনেক আপোন মিতিৰ-কুটুম্ব আৰু সমনীয়া ছোৱালীক লগত দি আইদেওক ব্ৰহ্মদেশলৈ পঠিয়ায়। এইবিলাকৰ বাহিৰেও আইদেওৰ লগত অনেক বন্দী-বেটী যায়। আৰু, ব্ৰহ্মদেশৰ ভৱিষ্যৎ ৰাজৰাণী বুলি আইদেওৰ সন্মানৰ অৰ্থে ৫০০ পাঁচ-শ অসমীয়া ৰণুৱাক সপৰিয়ালে তেওঁৰ লগত পঠোৱা হয়। আইদেওৰ ককায়েক টংকেশ্বৰ এইবিলাক সেনাৰ ওপৰত সেনাপতি হৈ অনেক বাদ্য-ভগু কৰাই গৈছিল। তথাপি আইদেৱে যাওঁতে ওৰে-বাটে নিজৰ দেশৰ ফালে উভটি চাই চাই চকুলো টুকি হে গৈছিল। ব্ৰহ্মদেশত থিতাপি হৈ থাকিবৰ কাৰণে এয়ে অসমীয়া মানুহৰ প্ৰথম যাত্ৰা।

ভামো আইদেওৰ বাপেক বগা কোঁৱৰ ব্ৰহ্মদেশলৈ যোৱা নাছিল। তেওঁ তেওঁৰ জ্যেষ্ঠ পুত্ৰ যোগেশ্বৰে সৈতে আমাৰ দেশতে থাকিল। এই যোগেশ্বৰ কোঁৱৰকে শেহৰ বাৰত অহা মানে অসমৰ ৰাজসিংহাসনত বহুৱাই এই দেশৰ ৰজা পাতিছিল। ভামো আইদেওৰ লগত যোৱা অসমীয়া মানুহবিলাকৰ বংশ-পৰিয়াল এতিয়াও ব্ৰহ্মদেশত আছে। ব্ৰহ্মদেশত থকা এইবিলাক অসমীয়া মানুহৰ বিষয়ে আমি যি জানিব পাৰিছোঁ তাকে এই প্ৰবন্ধত আলচ কৰিম।

এজন ইংৰাজ গ্ৰন্থকাৰে তেওঁ লিখা "The Silken East" নামেৰে অতি বিতোপন পুথিৰ এঠাইত লিখিছে যে, ব্ৰহ্মদেশৰ ভামো নগৰৰ ওচৰত চাম্পিনগ নামেৰে এখন পুৰণি এৰা-নগৰ আছে; সেই এৰা-নগৰৰ কাষেদি যিটো বাট গৈছে, সেই বাটেদি অলপ দূৰ গলেই উইথালি নামেৰে এখন ডাঙৰ গাওঁ পোৱা যায়; ব্ৰহ্মদেশৰ বডৌফা (Bodaw phaya) ৰজাৰ দিনত অসমৰ ৰজাৰ ভায়েকৰ লগত ভাগি অহা ৫০০ অসমীয়া সৈন্যৰ বংশ-পৰিয়াল উক্ত উইথালি গাৱঁত এতিয়াও আছে।

অসমদেশ মানে আক্ৰমণ কৰোঁতে ব্ৰহ্মদেশত বডৌফা ৰজাই ৰাজত্ব কৰিছিল। তেতিয়া তেওঁৰ ৰাজধানী অমৰাপুৰ নগৰত আছিল যোগেশ্বৰ সিংহৰ ভায়েক টঙ্কেশ্বৰ, যাৰ কথা আমি পূৰ্ব্বে কৈ আহিছোঁ, ৫০০ অসমীয়া ৰণুৱাৰ ওপৰত সেনাপতি হৈ ব্ৰহ্মদেশলৈ গৈছিল। তেওঁ আৰু তেওঁৰ ভায়েক মলো দুয়ো সসৈন্যে ব্ৰহ্মদেশতে থাকিল,—অসমলৈ উলটি নাহিল। The Silken East নামেৰে কিতাপৰ গ্ৰন্থকাৰে যি অসম ৰজাৰ ভায়েকৰ কথা উল্লেখ কৰিছে, তেওঁ এই টঙ্কেশ্বৰেই হয় বুলি আমি জানিব পাৰিছোঁ।

যোৱা ১৮৯১ চনৰ ব্ৰহ্মদেশৰ Census ৰিপৰ্টৰ ২০৫ পিঠিত ব্ৰহ্মদেশত থকা অসমীয়া মানুহবিলাকৰ বিষয়ে কিছুকথা লিখা আছে। Mr Symington নামেৰে এজন চাহাবে ব্ৰহ্মদেশৰ অসমীয়া মানুহৰ বিষয়ে বিশেষৰূপে অনুসন্ধান কৰি যি ৰিপৰ্ট লিখিছিল আমি তাৰপৰা কিছু অংশ অসমীয়ালৈ ভাঙি তলত তুলি দিলোঁ;—

যোগেশ্বৰসিংহ ৰজাৰ মাকে, তেওঁৰ জীয়েক আৰু দুটি পুতেকৰে সৈতে বিজয়ী মানসেনাৰ লগত ব্ৰহ্মদেশলৈ আহে। তেওঁৰ জীয়কক ব্ৰহ্মৰাজ বডৌফাই বিয়া কৰাই প্ৰধান ৰাজমহিষী পাতি ভামো মেপায়া (Bhamo Mepaya) উপাধিৰে ভূষিতা কৰে। ভামো আইদেওৰ কাকয়েক দুটিৰ ভিতৰৰ ডাঙৰ জনৰ নাম 'টবঙ্গাচা' (টংকেশ্বৰ) আছিল। তেওঁক ব্ৰহ্মৰজাই মগং নামেৰে ঠাইৰ শাসনকৰ্ত্তা (Sawbwa) পাতে। তেওঁৰ লগত ৫০০ অসমীয়া সৈন্য সপৰিয়ালে আহিছিল। এই ৫০০ সেনাকো উক্ত মগং (Mogaung) নগৰতে থাকিবলৈ দিয়া হৈছিল। সৰুটি লৰাক "মলোমিন" বুলি মতা হৈছিল। তেওঁক ৰজাই কোনো বিষয় দিয়া নাছিল। টবঙ্গাচাই ৩ বছৰ মগং নগৰত শাসনকৰ্ত্তা ৰূপে থাকি পাছে ৰাজধানী অমৰাপুৰলৈ আহি ভনীয়েকৰ লগত ৰজাৰ কাৰেঙত বাস কৰিছিলহি। তেতিয়া তেওঁ Mintha (মন্ত্ৰী) খিতাপ পাইছিল। কিন্তু যেতিয়া টবঙ্গাচাই মগং এৰি আহিল, তেতিয়া অসমীয়া সৈন্যবিলাকে সৈনিক কাম এৰি ৰীতিমতে মাটি-বাৰী লৈ খেতি-পথাৰ কৰি খাবলৈ আৰম্ভ কৰিলে। যেতিয়া এই অসমীয়া মানুহবিলাক প্ৰথমে অসমৰপৰা আহে তেতিয়া সিহঁতে নিজৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিমতেই চলি আছিল আৰু জাতি-অজাতিৰ বিচাৰ কৰিছিল। কিন্তু ক্ৰমে ক্ৰমে দিন যিমান পুৰণি হৈ আহিল, সিহঁতৰো ঘনিষ্ঠতা ব্ৰহ্মদেশৰ মানুহৰ লগত বাঢ়ি আহিল। এতিয়া নিচেই অলপ সংখ্যক অসমীয়া মানুহে হে আগৰ জাতি আৰু ধৰ্ম্মত আছে।

বৰ্ত্তমানত মগং নগৰত আৰু তাৰ ওচৰৰ মহং (Mahaung) ইয়াথিৎ (Ywathit), কিয়াইংগালি (Kyaingale), লাইচুন (Lwisun), আৰু নংকাইকটু (Nankaiktaw) এইবিলাক গাৱঁত অসমীয়া মানুহ আছে।

টবঙ্গাচাই বৰ্ত্তমান ভামো নগৰৰ উত্তৰে এখন গাওঁ পাতিছিল। সেই গাৱঁতো অসমীয়া মানুহ আছে। The Silken East নামেৰে কিতাপৰ গ্ৰন্থকাৰে কোৱা উইথালি গাওঁ এইখনেই হব পায়।

"ভামো মেপায়া" কুঁৱৰীৰ লগত অসমৰ পৰা যিবিলাক দাস-দাসী, মিতিৰ-কুটুম্ব ব্ৰহ্মদেশলৈ গৈছিল, সেইবিলাকে অমৰাপুৰ ৰাজধানীৰ ওচৰত জিংগালিন নামেৰে গাৱঁত বাস কৰিছিল। আজিকালি সেই গাৱঁৰ নাম সম্ভৱতঃ Singaing হৈছে। ব্ৰহ্মদেশলৈ যোৱা অসমীয়া মানুহবিলাকে ভালেমান দিনলৈকে নিজৰ জাতিৰ ভিতৰতে হে বিয়া-বাৰু কৰাইছিল। কিন্তু এতিয়া অনেকেই শ্যান জাতিৰ লগত বিবাহাদি কৰিবলৈ আৰম্ভ কৰিছে।

যেতিয়া ব্ৰহ্মদেশৰ ৰাজধানী অমৰাপুৰৰপৰা উঠাই মাণ্ডালে নগৰলৈ নিয়া হয় তেতিয়া অসমীয়াবিলাকৰ তিনিখন মেলৰ ঠাই (Courts) আছিল; ১ম, ভামো মেপেয়া ৰাণীৰ মেল, ২য়, টবঙ্গাচা মন্ত্ৰীৰ মেল আৰু ৩য় মলোমি নৰ মেল। প্ৰত্যেক মেলৰ অধীনে দুকুৰি ঘৰকৈ মানুহ আছিল। মলোমিন প্ৰায় সততে ৰাজধানীত তেওঁৰ মাক আৰু ভনীয়েক ভামোপেমায়াৰ লগত বাস কৰিছিল। ভামো ৰাণীৰ কোনো সন্তানাদি হোৱা নাছিল। টবঙ্গাচা আৰু মলোৱে অসমৰপৰা আহোঁতে তেওঁলোকৰ নিজৰ নিজৰ ঘৈণীয়েকসকলক লগত লৈ আহিছিল। টবঙ্গাচাৰ পাঁচোটা পুত্ৰ-সন্তান জন্ম হৈছিল ঃ—১ম, মং গয়, (Maung Gyi) ২য়, মং মিঠা, (Maung Mitha) ৩য়, মং লাট (Maung Lat), ৪ৰ্থ মং জালি, (Maung Gale,) ৫ম, মং সোণ (Maung Son) | "মং" এইটো সম্মানসুচক শব্দ। ব্ৰহ্মদেশৰ ডাঙৰ মানুহৰ নামৰ আগত এই শব্দটো লিখা হয়। মং গয় আৰু মং লাটে ব্ৰহ্মৰজাৰ পৰা মিন্থা (Mintha) বিষয় পাইছিল। মং জালি কাথা জিলাৰ অন্তৰ্গত মানলে নগৰৰ 'Wun' অৰ্থাৎ ফুকন হৈছিল। মং সোণৰ কোনো বিষয় নাছিল। টবঙ্গাচাৰ তিনিটি কন্যা সন্তানো জন্ম হৈছিল। ডাঙৰটি কন্যাৰ নাম মাদ মেপায়া Madaya Mepaya আছিল। এওঁক ব্ৰহ্মৰাজ নিন্দনমিনে বিয়া কৰাইছিল। বৰ্ত্তমানে মাণ্ডালে নগৰৰ উত্তৰে মাদে পেমায়া কুঁৱৰৰ নামৰ এখন নগৰ আছে। সেই নগৰক আজিকালিও Madaya বোলে। মাণ্ডালে নগৰৰ উত্তৰ-পশ্চিমে আইদেও (Ayadaw) নামেৰে যি এখন ঠাই আছে, তাত হেনো ভালেমান অতি সুন্দৰী অসমীয়া কুঁৱৰী আছিল। দ্বিতীয় আৰু তৃতীয় বাৰৰ মানৰ আক্ৰমণত আমাৰ দেশৰ অনেক ৰূপলাৱন্যৱতী গাভৰুক মানে ধৰি নিয়াৰ কথা বুৰঞ্জী পঢ়িলে জনা যায়। বোধকৰোঁ, এইবিলাক গাভৰুৰ যিবিলাকক ব্ৰহ্মৰজাই ৰাখিলে সেইবিলাকক আইদেও নগৰত হাউলি কৰি থাকিবলৈ দিয়া হৈছিল। আৰু সেই আইদেওসকল থকা বাবেই সেই ঠাইৰ নামো "আইদেও" হ'ল। শেহৰবাৰৰ মানৰ আক্ৰমণত দুহেজাৰ মান-সেনাই প্ৰায় ৯ ন-হেজাৰমান আমাৰ দেশী ধুনীয়া তিৰোতা লৈ ব্ৰহ্মদেশলৈ উলটি যায়। এইবিলাকৰ সতি-সন্তানক এতিয়া অসমীয়া বুলি চিনিব নোৱাৰি।

একৰমকালি আমাৰ অসম দেশক মানুহে "সোণৰ অসম" বুলিছিল। এই দেশ ধনে-জনে পৰিপূৰ্ণ আছিল। পুবে সদিয়াৰ ওচৰৰ দিকৰাই নৈৰপৰা আৰম্ভ কৰি পছিমে বঙ্গদেশৰ বগুৰা জিলাৰ অন্তৰ্গত কৰতোৱা নদীলৈকে অসম দেশৰ সীমা আছিল। মান আৰু মৰাণৰ উপদ্ৰৱত সেই সোণৰ দেশ এক প্ৰকাৰ খান্তাং হৈছিল। দেশত ঘোৰ অশান্তি আৰু অৰাজকতা উপস্থিত হৈ হেজাৰ-হেজাৰ মানুহৰ ধন-সম্পত্তি লোকে লুটি নিলে; হেজাৰ-হেজাৰ মানুহে দেশ-বিদেশলৈ ভাগি গৈ প্ৰাণ ৰক্ষা কৰিলে। মানৰ দিনত ভাগি যোৱা অসমীয়া মানুহ এতিয়াও বঙ্গদেশ আৰু ব্ৰহ্মদেশৰ ঠায়ে ঠায়ে বিচাৰিলে পোৱা যায়। গোৱালপাৰা, কোচবিহাৰ আৰু জলপাইগুৰি জিলাত পূৰ্ব্বৰেপৰা আমাৰ অসমীয়া মানুহ আছিল। সেইবিলাক জিলাৰ লগত পূৰ্ব্বৰেপৰা আমাৰ সম্বন্ধ আছিল। সেইবিলাক জিলাৰ মানুহে এতিয়াও আমাৰ কীৰ্ত্তন-ঘোষা দশম-ৰত্নাৱলী গায়। অসমৰ মহাপুৰুষসকলে থাপনা কৰা মধুপুৰ আদি সত্ৰ এতিয়াও কোচবিহাৰত আছে।* মানৰ দিনত সেইবিলাক ঠাই বৃটিছ গৱৰ্ণমেণ্টৰ অধীনত থকা হেতু আকৌ আমাৰ এই ফালৰপৰা অনেক অসমীয়া মানুহে মানৰ খেদাত তৎ নেপাই সেইবিলাক ঠাইত গৈ আশ্ৰয় লৈ তাতে থাকিল। দুখৰ বিষয়, এই তিনি জিলাত অনেক দিনৰপৰা গৱৰ্ণমেণ্টে বঙ্গলা ভাষা চলোৱাত আৰু এই তিন জিলা বঙ্গদেশৰ নিচেই সমীপত হোৱাত, তাৰ মানুহবিলাকৰ ভাষা আজিকালি আমাৰ অসমীয়া ভাষাতকৈ কিছু পৰিমাণে লৰচৰ হৈছে। তাত থকা আমাৰ অসমীয়া ভাইসকলে আমাক চিনিও চিনিব নোৱাৰাত পৰিছে। এইখিনিতে আমাৰ আশঙ্কা হৈছে যে ব্ৰহ্মদেশত থকা আমাৰ অসমীয়া মানুহবিলাক যেনেকৈ এতিয়া বৰ্ম্মিজত পৰিণত হৈছে, তেওঁলোকৰ গাত অসমীয়াৰ জাতীয়ত্বৰ চিন নথকা হৈ পৰিছে, তেনেকৈ কি জানিব ভৱিষ্যতে গোৱালপাৰা, কোচবিহাৰ আৰু

জল্পাইগুৰিৰ আমাৰ অসমীয়া ভাইসকলেও আমালৈ একেবাৰে পিঠি দি উন্নত বঙ্গালী ককাইহঁতৰ লগত হে শাৰী পূৰাব।

আমাৰ এইফালৰ গোসাঁই-মহন্তসকলে যদি সময়ে সময়ে এই তিনিখন জিলালৈ গৈ তাৰ মানুহক শিষ্য ভজায় আৰু যদি গৱৰ্ণমেণ্টে কৃপা কৰি সেইবিলাক জিলাৰ পঢ়াশালিবিলাকত অসমীয়া ভাষা চলায়, তেন্তে আমাৰ আশঙ্কা কিছু পৰিমাণে দূৰ হব বুলি আশা কৰিব পাৰোঁ। এসময়ত গৱৰ্ণমেণ্টে ভ্ৰমত পৰি আসামৰো স্কুল আৰু কাছাৰিত বঙ্গলা ভাষা চলাইছিল। কিন্তু, পিছে সেই ভ্ৰম বুজিব পাৰি গৱৰ্ণমেণ্টে আকৌ বঙ্গলা ভাষাৰ পৰিবৰ্ত্তে অসমীয়া ভাষা চলালে। তেতিয়াৰপৰাই অসমীয়া ভাষাৰ ক্ৰমাগত উন্নতি হ'ব লাগিছে। এতিয়া অসমীয়া ভাষাই বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকাৰো ওপৰ পৰীক্ষাত ঠাই পাইছে। কোৱা বাহুল্য যে, যি দেশৰ যিটো মাতৃভাষা সেই দেশত সেই ভাষা চলালে হে সাধাৰণ শিক্ষা বিস্তাৰৰ বাট সুগম হয়। গৱৰ্ণমেণ্টে এজন ভাষাবিৎ পণ্ডিতক Linguist উক্ত তিনিখন জিলালৈ পঠিয়াই তাৰ সৰ্ব্বসাধাৰণ লোকবিলাকৰ কোৱা ভাষাৰ পৰীক্ষা কৰোৱাটো নিতান্ত উচিত। জল্পাইগুৰি জিলাখন এতিয়া ৰাজচাহী, বিভাগৰ কমিচনাৰৰ অধীনত আছে। সেইখন জিলা আমাৰ আসাম বিভাগৰ কমিচনাৰৰ অধীনলৈ আনিলে বৰ ভাল হয়। বিশেষ, জল্পাইগুৰিৰ শাসন-প্ৰণালী আমাৰ আসামৰে সৈতে প্ৰায় একে ৰকম। আসামৰ দৰে জল্পাইগুৰিৰ জিলাধিপতি চাহাবকো ডেপুটী কমিচনাৰ বোলা যায়। এই সম্বন্ধে আমাৰ মনেৰে আসামৰ সকলো ঠাইতে আলোচনা হোৱাটো উচিত।

* কৰতোয়াং সমাৰভ্য যাবদ্দিক্কৰবাসিনী।

# মনোবিজ্ঞান

## বশীকৰণ (Mesmerism) আৰু সম্মোহন (Hypnotism)

মেচমেৰিক্ আৰু হিপনটিক ক্ৰিয়া শিকিবলৈ গলে যে প্ৰথমে নিজৰ স্বাস্থ্যৰ উন্নতি কৰি গাত চুম্বক শক্তি বঢ়াব লাগিব এই কথা কোৱা হৈছে। কি কি উপায়েৰে নো স্বাস্থ্য ভাল কৰিব আৰু চুম্বক শক্তি বঢ়াব পাৰি এইবিষয়ে পিচত আভাস দিয়া যাব। সদ্যে মেচমেৰিষ্ট আৰু হিপনটিক সকলে নো কেনেকুৱাবিলাক কৌশলেৰে মানুহক তন্দ্ৰাত পেলায় এই বিষয়ে জনা যাওক। হিপনটিজম, কি মেচমেৰিজম উভয় ক্ৰিয়াৰেই মানুহক (মেচমেৰিষ্ট আৰু হিনটিকৰ ক্ষমতা অনুসৰি, আৰু যাক কৰা যায় তেওঁৰ শাৰীৰিক, স্নায়বিক, মানসিক বল অনুসৰি) টোপনিত যে পেলাব পৰা যায়, ইও কথা সঁচা। কিন্তু যদিও ক্ৰিয়া সঁচা তথাপি হিপনটিষ্ট আৰু মেচমেৰিষ্ট উভয় দলৰ ভিতৰতে ক্ৰিয়াৰ মূলৰ বিষয়ে ভয়ঙ্কৰ মতভেদ আৰু বিবাদ আছে। হিপনটিষ্ট সকলে কয় যে, এটা বিশ্বজনীন ৰসে হে (Universal fluid) যে এই ক্ৰিয়া সম্পন কৰে এনেটো নহয়। অথবা এক মানুহৰ শৰীৰৰপৰা অপ গৈ যে অপৰ মানুহৰ শৰীৰত সোমাই তন্দ্ৰাত পেলায় এনে কথা নহয়। সময়, সুবিধা অনুসৰি এজন মানুহক উদ্বেগশূন্য মনেৰে বহুৱালে বা একে থৰে এফালে চাই থাকিবলৈ দিলে, বা এটা বিষয়ত সম্পূৰ্ণ মনোনিবেশ কৰিবলৈ দিলে মানুহজনৰ মগজৰ, উৎশাহ-নিশাহৰ শৰীৰত তেজ সঞ্চালনৰ ক্ৰিয়াবিলাক শিথিল হয়। শিথিল হলেই মানুহজন তন্দ্ৰাত পৰে। ভালেমান লৰাৰ বা মানুহৰ পুথি হাতত লৈ বিছনাত শুই পঢ়িবলৈ ধৰিলেই টোপনি আহে। শুবৰ পৰত লৰাই নুশুই আমনি কৰিলে অনেক লৰা-মাকে গুণ গুণ কৰি গীত গাই লৰাক টোপনি নিয়ায়। গুম গুণ কৰি গীত গোৱাত বা পুথিত একো অপ নাই যি অপে আহি ক্ৰিয়া কৰে। একেথৰে পুথি চাই থাকিলে চকুৰ মাংসপেশীৰ ওপৰত (muscle of the eye) এটা আকৰ্ষণ বা জোৰ (strain) পৰে। সেই আকৰ্ষণটো স্নায়ুত লাগে; স্নায়ুত লাগিলে স্নায়ুৰে গৈ মগজ শিথিল কৰে। মগজ শিথিল হলেই টোপনি আহে। সেইদৰে গুণ গুণ কৰি গীত গালে কাণৰ ভিতৰত থকা পাতল সূক্ষ্ম ছালত গৈ অলপ অলপ আঘাত হয়; সেই আঘাত স্নায়ুত লাগে। স্নায়ুৰে গৈ মগজক শিথিল কৰি টোপনি আনে। এনেবিলাক দৃষ্টান্তৰ দ্বাৰাই হিপনটিষ্ট সকলে তন্দ্ৰাৰ মূলত অপ নুবুলি একেথৰে চোৱা, সুশ্ৰাব্য বচন শুনা ইত্যাদি বস্তু বুলি কয় আৰু তেওঁবিলাকে সেইদৰেই অৰ্থাৎ তেনেকুৱাবিলাক প্ৰক্ৰিয়াৰেই তন্দ্ৰা আনে। মেচমেৰিষ্টসকলে অপ বা universal fluid ইয়াৰ ওপৰতে বিশ্বাস স্থাপন কৰি আৰু এক শৰীৰৰপৰা আন শৰীৰলৈ স্নায়ুৰে স্নায়ুৰে অপ যে গতি কৰে অথবা ether

বা ব্যোম ভেদিও যে গতি কৰে ইয়াকো বিশ্বাস কৰি তেওঁবিলাকে বিশেষ মূৰৰপৰা ভৰিলৈ হাত বুলাই বা পিঠিত হাত বুলাই মানুহক তন্দ্ৰাত পেলায়। অপেই হওক বা এক স্থিৰদৃষ্টি, সুমধুৰ শ্ৰৱণ ইত্যাদিয়েই হওক এইটো স্থিৰ কথা যে, যাক ক্ৰিয়া কৰা যায় তাৰ স্নায়ুৰ ওপৰত যেনে হলেও ক্ৰিয়া হয়। প্ৰাণীতত্ত্বই কৈছে যে মনুষ্যৰ সমস্ত শৰীৰ স্নায়ুৰে ভৰা। প্ৰত্যেক মঙ্গহ, হাৰ সমস্ত অঙ্গতে স্নায়ু সংলগ্ন আছে। আৰু প্ৰত্যেক স্নায়ুৰে ইডাল সিডালত লাগি, সিডাল ইডালত লাগি যেনে হলেও মগজত লগ লাগিছেগৈ। যেনেকৈ পৃথিৱীৰ সমস্ত নদ-নদী বেলেগ বেলেগ বাটেৰে গৈ শেহত সমুদ্ৰতে পৰিছে, সেইদৰে স্নায়ুও মনুষ্য শৰীৰৰ প্ৰত্যেক অঙ্গৰেপৰা মগজলৈকে সংলগ্ন হৈ আছে। মনুষ্যৰ সমস্ত ক্ৰিয়া এই স্নায়ুৰ দ্বাৰায় হে সিদ্ধ হয়, প্ৰাণীতত্ত্বই এই কথাষাৰ কৈছে। হিপনটিজম আৰু মেচমেৰিজম এই উভয় ক্ৰিয়াৰে যত বিকাশ, যঁত কৌতুক সমস্ত এই স্নায়ুৰে ক্ৰিয়া মাথোন।

হিপনটিষ্ট দলৰ প্ৰধান নেতা ডাক্তৰ ব্ৰেইডে কেনেকৈ হিপনটাইজ কৰিব লাগে সেই বিষয়ে এইদৰে কৈছে ঃ—

"কোনো এটা উজ্জ্বল বস্তু লোৱা তোমাৰ বাওঁহাতৰ বুঢ়া আঙ্গুলি, তৰ্জ্জনী আৰু মধ্যমা আঙ্গুলিৰ মাজত। যি মানুহজনক হিপনটাইজ কৰিবা তেওঁৰ চকুৰপৰা মূৰৰ অলপ ওপৰত ৮ৰ পৰা ১৫ ইঞ্চিলৈকে আঁতৰত ধৰি সেই মানুহজনক সেই বস্তুটোৰ ফালে একেঠৰে নিমিষ নমৰাকৈ চাই থাকিবলৈ দিবা। সি একেঠৰে চাই থাকিলে তাৰ চকুত এটা ঠৰ লাগি প্ৰথমে চকু দুটা কুচি যাব, তাৰ পাচত অলপ অলপকৈ ডাঙ্গৰ হৈ যাব আৰু চকুৰে লোও ওলাব। কিন্তু এইদৰে ডাঙ্গৰ হৈ গলে আৰু যেতিয়া চকুৰ ভাগৰ লগা দেখা যায় তেতিয়া যদি সোঁহাতৰ তৰ্জ্জনী আৰু মধ্যমা আঙ্গুলি দুটা মেলি সেই বস্তুটোৰপৰা যাক হিপনটাইজ কৰা যায় তেওঁৰ চকুৰ ফাললৈ নিয়া যায়, তেন্তে তেওঁৰ চকু দুটা তৎক্ষণাৎ মুদ যাব আৰু তন্দ্ৰা আহিব। যদি এনেকুৱা কৰিলেও তন্দ্ৰা নাহে তেন্তে বুজিব লাগিব যে, যাক হিপনটাইজ কৰা গৈছে তেওঁ উজ্জ্বল বস্তুটোলৈ একেঠৰে চোৱা নাই। তেতিয়া তেওঁক আকৌ একেঠৰে চাবলৈ দি সমস্ত ক্ৰিয়া পূৰ্ব্ববৎ কৰিব। এবাৰ-দুবাৰত নহলে তিনিবাৰলৈকে চাব পাৰে।

ডাক্তৰ ব্ৰেইড চাহাবে কয় যে, এইদৰে টোপনিত পৰা অৱস্থাৰ মানুহজনৰ, শ্ৰৱণ শক্তি, ঘ্ৰাম শক্তি বৰ প্ৰৱল হয়। যি জন মানুহে জাগ্ৰত অৱস্থাত ঘৰী এটাৰ টিক্‌টিক্ শব্দ এগজৰ আঁতৰতে নুশুনে তেনেকুৱা মানুহেও এনেকুৱা তন্দ্ৰাৱস্থাত ১২ গজ দুৰৈৰপৰাও শুনে আৰু আদেশ কৰিলে পোনে পোনে গৈ ঘৰীটোৰ ওচৰো পাব। ঘ্ৰাণ শক্তিও ইমান প্ৰৱল হয় যে, ১২ গজ আঁতৰত ৰখা গোলাপ ফুলৰো গোন্ধ পায়। তেওঁ ইয়াকো কয় যে, এই হিপনটিক অৱস্থাত মানুহক পেলাই ভালেমান বেমাৰ, যেনে দহ বছৰীয়া পুৰণি বিষ বেমাৰ, ১৫ বছৰীয়া পুৰণি পক্ষাঘাত ৰোগ, হাত-ভৰি কুচি যোৱা ৰোগ, কলা কাণে নুশুনা ৰোগ ৰোদ্ৰাঘাত ৰাজহাড়ৰ গাঁঠিৰ ৰোগ, ছালৰ ৰোগ ভাল কৰিব পাৰি। এই অৱস্থাত অস্ত্ৰ চিকিৎসাও কৰিব পাৰি। অস্ত্ৰ চিকিৎসা কৰিলেও ৰোগীয়ে গমকে নেপাব। এই অৱস্থাত কোনো এটা কথা মনত সুমুৱাই দিলে (Suggestion) সেই কথাও ৰোগীৰ আজন্ম কাললৈকে মনত থাকি সেই দৰে কৰিব। যেনে, মাতালৰ মনত যদি সুমাই দিব পৰা যায় যে, তেওঁৰ বেমাৰ মদ খোৱাৰপৰা হৈছে আৰু মদ এৰিলে ভাল হব, তেন্তে মাতাল জনেও মদ এৰিব।

হিতেনহেইন চাহাবৰ কৌশল।— তিনিখন চকি এখন মেজলৈ পিঠি কৰি পাৰি লৈ তিনিজন মানুহক বহিবলৈ দিব লাগে। মেজখনত এটা চলি থকা ঘৰী থব লাগে। সেই তিনিওজন মানুহকে ঘৰীটোৰ টিক টিক শব্দলৈ একে মনে কাণ অনাব দিব লাগে। মানুহ তিনিজনে নিবিষ্ট চিত্তেৰে ঘৰীৰ টিক টিক শব্দলৈ কাণ অনাই থাকিলে তিনিওজন টোপনিত পৰিব।

এই দুই ৰকম উপায়ত বাজেও হিপনটাইজ কৰিবলৈ আৰু ভালেমান উপায় আছে। কেঁচুৱা লৰাৰ আগত গুণ গুণ কৰি গীত গালেও টোপনি আহে। ভাল জুৰ বতৰত ডাঙ্গৰ মানুহৰ কাণৰ ওচৰতো সুশ্ৰাব্য সুৰেৰে গুণ গুণ কৰি গীত গালে টোপনি আহে। একেঠৰে এফালে চাই থাকিলেও টোপনি আহিব পাৰে। হঠাৎ কোনো কথাত ভয় খালেও মূৰ্চ্ছা হৈ টোপনি হয়। দুজন মানুহে পৰস্পৰ চকুৰে-চকুৰে নিমিষ নমৰাকৈ চাই থাকিলেও যিজন দুৰ্ব্বলী, অৰ্থাৎ যিজনৰ চকুত কম তেজ আৰু মন দুৰ্ব্বলী সেইজন সংজ্ঞাশূন্য হৈ ইজনৰ বশীভূত হব। আমি অনেক সময়তে মানুহৰ বাঘমোৰ, সাপমোৰ লগা কথা শুনো। কথাটো সঁচা। হঠাৎ হাবিৰ মাজত যদি এটা বাঘৰ

মুখামুখিকৈ পৰা যায় আৰু উভয়ৰে চকুৰে-চকুৰে পৰে তেন্তে বাঘেও হঠাতে খাব নোৱাৰে আৰু মানুহ জনো হঠাতে মাৰিব নোৱাৰে। যদি বাঘৰ মনতকৈ মানুহজনৰ মনৰ বল কম হয় তেন্তে চাই থাকোঁতে থাকোঁতে মানুহজন অবশ হব, চকু মুদ খাই যাব আৰু যেই হঠাৎ খালে যেন বিবেচনা হৈ ভয় খাই উঠিব ঠিক সেই মুহূৰ্ত্ততে বাঘে জঁাপ মাৰি ধৰিবহি; কিন্তু মানুহজনৰ মনৰ বল আৰু চকুৰ জেউতি যদি বাঘতকৈ বেচি হয়, তেন্তে বাঘে চাই থাকোঁতে থাকোঁতে ভয় খাই উঠি অবশ হব; তেতিয়া যদি মানুহজনে "যা-যা" এনেকুৱা আদেশ কৰে, তেন্তে বাঘ নিজেই সুৰ সুৰ কৰি একাষৰীয়া হৈ গুচি যাব। চাৰ্কাচত বাঘ আৰু সিংহৰ লগত ধেমালি কৰা মানুহবিলাকে আৰু চেণ্ডো চাহাবেও কয় যে বনৰীয়া জন্তুবিলাক সাধাৰণতঃ ভীৰু (Coward at heart); সিহঁততকৈ যিবিলাক মানুহৰ মন বা শৰীৰ দুৰ্ব্বল তেওঁবিলাকক হে বনৰীয়া হিংসুক জন্তুবিলাকে অপকাৰ কৰিব পাৰে। সিহঁততকৈ সবল শৰীৰ বা মনৰ মানুহক কোনো অপকাৰ কৰিব নোৱাৰে, বৰং এনেকুৱাবিলাক মানুহৰ বশ হে হয়। বাঘ আৰু সিংহৰ লগত খেলা কৰা বিখ্যাত বঙ্গালী বাবু শ্ৰীযুত শ্যামাকান্ত মজুমদাৰক এজন বন্ধুৱে "তুমি নো কি উপায়েৰে বা বলেৰে এনেকুৱাবিলাক জন্তুক বশ কৰা?" এই কথা সোধাত তেওঁ কৈছিল হেনো যে, তেওঁ বশ কৰাৰ উপায় প্ৰথম দুৰ্জ্জয় সাহ, দ্বিতীয় তেওঁৰ চকুৰ তীব্ৰ জ্যোতি। তেওঁ মনত কেতিয়াও নেভাবে যে, জন্তুৱে তেওঁক অপকাৰ কৰিব, যেই-সেই বাঘ বা সিংহৰ লগত তেওঁক (নতুনকৈ বনৰপৰা ধৰি অনাই হওক) খেলিবলৈ কলে তেওঁ প্ৰথমেই জন্তুটোৰ চকুৰে-চকুৰে চাই লব। যদি এই দৰে চাই তেওঁ বুজে যে, জন্তুটোৰ চকুৰ জেউতি তেওঁৰ চকুৰ জেউতিতকৈ কম, তেন্তে তেওঁ সেই জন্তুটোৰে সৈতে খেলিব; যদি বুজে যে সেইটো জন্তুৰ চকুৰ জেউতি বঢ়া তেন্তে তেওঁ সেইটোৰ ওচৰলৈকে নেযায়, কাৰণ সেইটোৱে তেওঁৰ অপকাৰ কৰিব। তেওঁৰ এই কথাৰপৰা সম্পূৰ্ণে বুজা যায় যে, বাঘৰ নিচিনা হিংসুক জন্তুৰে সৈতে খেলিবলৈ একো মন্ত্ৰ-তন্ত্ৰ নেলাগে। কেৱল এটা মনৰ সাহ আৰু চকুৰ তীব্ৰ জেউতিৰ আৱশ্যাক। জন্তুটোক চকুৰে-চকুৰে চাই লৈ হিপনটাইজ কৰিবলৈ পাৰিলেই তাৰ লগত খেলিব পাৰি। শাৰীৰিক বলেৰেও জন্তুক পৰাস্ত কৰি কুকুৰৰ নিচিনা বশ কৰিব পৰা যায় বুলি চেণ্ডো চাহাবে কয়। চেণ্ডো চাহাহে হেনো এদিন এটা সিংহৰ লগত খেলিবলৈ ইচ্ছা প্ৰকাশ কৰি এখন চাৰ্কাচৰ মেনেজাৰ চাহাবক কলে। মেনেজাৰ চাহাবে (চেণ্ডোৰ অনিচ্ছা থকাতো হেনো) সিংহটোৰ হাতোৰা চাৰিখনত চাইটা লোহাৰ সাজ পিন্ধাই দি চেণ্ডোৰ আগত সিংহটো এৰি দিলে। চেণ্ডো আতুৰ ভাবে থিয় হল। সিংহটোৱে চেণ্ডোৰ ফাললৈ চাই এটা গোজৰণী মাৰি তেওঁৰ গালৈ জঁাপ মাৰিলে। কলিৰ দুৰ্জ্জয় ভীম চেণ্ডোৱে হেনো সিংহটোৰ গলতে টিপা মাৰি ধৰি দাঙ্গি লৈ মূৰৰ ওপৰেদি পাঁচ পাললৈ দলি মাৰি ১২ হাতমান আঁতৰত পেলাই দিলে। সিংহটো মাটিত নেকেহকৈ পৰি আকৌ এটা গোজৰণী মাৰি পিঠিৰ ফালৰপৰা জঁাপ মাৰি তেওঁৰ গাত পৰিবলৈ ধৰোঁতেই চেণ্ডোৱে হাত দুখনৰে মূৰৰ ওপৰেদি পাচহতীয়া কৰি সিংহটোক আকৌ ওপৰতে ধৰি মূৰৰ ওপৰেদি আনি সমুখৰ ফালে ১৫ হাতমান আঁতৰত দলি মাৰি পেলাই দিলে। সিংহেও সেইবাৰ পৰি দুখ পাই গোঁ-গোঁৱাব ধৰিলে, অথচ দুনাই আৰু চেণ্ডোক আক্ৰমণ কৰিবলৈ আগ নাবাঢ়িল। চেণ্ডোৱে আগুৱাই গৈ সিংহটোক জোকাবলৈ ধৰিলে, তথাপি সিংহটো যুঁজলৈ নোলাল। তেতিয়া চেণ্ডোৱে সিংহটোক পোহনীয়া বিড়ালী এটাৰ দৰে কান্ধত তুলি লৈ ফুৰিবলৈ ধৰিলে। সিংহটো সাইলাশ কুকুৰ এটাৰ দৰে বশ হল। সিংহটোৱে বুজিলে যে, সি যাক আক্ৰমণ কৰিছিল সেই জনা পুৰুষ তাতকৈও বলী, সেই দেখি সি ভয়ত চেণ্ডোৰ কুকুৰ হল। এইটো শাৰীৰিক বল-বিক্ৰমৰ বিকাশ, যদিও ইয়াৰ লগত অৱশ্যে অলপ নহয় অলপ মানসিক বলৰ সম্বন্ধ আছে। বাবু শ্যামাকান্ত মজুমদাৰৰ বাঘ আৰু সিংহৰ লগত খেলাৰ মূল মনৰ বল আৰু চকুৰ জেউতি। তেওঁ চকুৰে চাই মনৰ বল প্ৰয়োগ কৰি বাঘ-সিংহক ভয় খুৱাই হিপনটাইজ কৰি খেলিছিল। চেণ্ডো চাহাবে গাৰ বলেৰে তাৰ লগতে অলপ মনৰ বলেৰে সিংহক পৰাস্ত কৰি ভয় খুৱাই হিপনটাইজ কৰি তাক কুকুৰৰ নিচিনা কৰি লৈ ফুৰালে। উভয়েই সমান। মনৰ বল বঢ়াবলৈ গলে গাৰ বলো বঢ়াব লাগে, তেহে গাত ভাল চুম্বক শক্তি হয়; আৰু ভাল চুম্বক শক্তি হ'লে হে মনো বলী হয়। সংযমী মিতাচাৰী আৰু ধাৰ্ম্মিক মনৰ মানুহৰ গাত যেনেহলেও চুম্বক শক্তি সৰহ। প্ৰবাদ আছে যে, আমাৰ অসমৰ চাৰি সত্ৰৰ এজন ঈশ্বৰ পুৰুষে হেনো এদিন নাহৰফুটুকি বাঘ এটা ভকতৰ গৰুৰ পোৱালী বুলি ধৰি আনিছিল। বাঘে তেওঁক একো অপকাৰ নকৰি সাইলাশ গৰুৰ পোৱালীৰ দৰেই হেনো আহিছিল। কথাটো

অসম্ভৱ নহব পাৰে। চিৰদিন সংসাৰ ত্যাগ কৰি, পাৰ্থিৱ সুখ জলাঞ্জলি দি এক মনে এক ধ্যানে যিসকল পুৰুষে ঈশ্বৰ চিন্তা কৰে, যাৰ শৰীৰত ৰোগ নাই আৰু যিসকলে প্ৰাণীৰ উপকাৰত বাজে অপকাৰ কৰাটো কি কথা নেজানে সেইবিলাক পুৰুষৰ শৰীৰত চুম্বক শক্তি বাঢ়ি মনক বাঘ পৰ্য্যন্ত ধৰি আনিব পৰা সমৰ্থবান কৰাটো একো আচৰিত নহয়। তীব্ৰ চকুৰ জেউতিয়ে যে অনেক কাম কৰিব পাৰে তাক আমাৰ তন্ত্ৰতো কৈছে। শনিয়ে যে চকুৰে চাওঁকেই গণেশৰ মূৰটো সৰি পৰিল, ইও এটা চকুৰ তেজৰ বলৰ বিষয়ে আখ্যায়িকা মাথোন। কোনো কোনো মানুহক যে কুসংস্কাৰী অজ্ঞ মানুহে "সি চালেই বস্তুটো জয় পৰি যায়" "ভাত খাওঁতে সি যদি চাই থাকে তেন্তে মুখ লাগিব" "মোৰ এই গছৰ কলঠোকা কটা সেই মুখলগা মানুহটোৰে চোৱাৰ বাবেই অপইতাতে খহি পৰিল" এইবিলাক বদনাম দিয়ে, ইয়াৰ মূলত তেনেই সঁচা নেথাকিলেও অলপ সত্য আছে। হয়তো সেই মানুহটোৰ চকুত এনেকুৱা এটা তীব্ৰ তেজ আছে আৰু মনত এটা ইচ্ছা আছে যে, তেনেকুৱাটো মানুহে সেইদৰে আকাঙ্ক্ষাৰ চালে বস্তুটো লোকচান হয় আৰু যিজন মানুহৰ ভাতৰ কাঁহিৰ ফালে চায় সেইজন মানুহৰ ভয়তে ভালকৈ ভাত খোৱা নহয়। সুস্থিৰ মনেৰে ভালকৈ খোৱা.নহলেই মুখৰ শেপ (Saliva), পেটৰ ৰস (Gastne mice) ইত্যাদি ভালকৈ নোলায়, ভালকৈ নোলালেই ভাত কেইটা পেটত হজম নহৈ বদহজমিত পৰে। অৱশ্যে খোৱা জনে যদি ভয় নকৰে আৰু এই কথা কুংস্কাৰ ভাবি কোনো ভয়ৰ ভাব নেৰাখে তেন্তে তীব্ৰ তেজৰ চকু থকা মানুহজনে চালেও তেওঁৰ পেটৰ ভাত হজম হব। ইংৰাজৰ বিখ্যাত দাৰ্শনিক বেকন চাহাবেও (An Evil Eye) বেয়া চকুৰ বিষয়ে বিশ্বাস কৰিছিল। যদিও আমি নিজে দেখা নাই, তথাপি শুনিছোঁ যে, হিন্দুৰ এনেকুৱা দুই-এজন মহাত্মা আছিল হেনো যি সকলে কঠোৰ তীব্ৰ দৃষ্টিৰে চালে ঘৰ-দুৱাৰ জ্বলি যায়। জৰফা নামেৰে এজন সন্ন্যাসীৰ বিষয়ে এই প্ৰবাদ কামৰূপত চলিত আছে। কথাটো কিমান দূৰ সঁচা কব নোৱাৰি, কিন্তু চুম্বক আৰু তাড়িৎ বিজ্ঞানৰপৰা আমি পাওঁ যে, মনুষ্য শৰীৰত যথেষ্ট পৰিমাণে উভয় শক্তিয়েই আছে। হিপনটিষ্ট, মেচনেৰিষ্টসকলেও এই কথা কয়। হিন্দুৰ তন্ত্ৰতো কৈছে, "নভো বায়ুশ্চ, বহ্নিশ্চ জলং পৃথ্বি তথৈবচ"। পাশ্চাত্য বৈজ্ঞানিকসকলে ইওটো স্বীকাৰ কৰে যে, চুম্বক আৰু তাড়িৎ শক্তিৰ বৰ ঘনিষ্ট সম্বন্ধ। যতে চুম্বক শক্তি ততে তাড়িৎ শক্তি থাকে। যদি এই কথা সঁচা হয় তেন্তে মনুষ্য শৰীৰত থকা তাড়িৎ শক্তিৰেও দুই-চাইটা অলৌকিক কাৰ্য্য সম্পন্ন কৰিব পাৰি। মনুষ্য শৰীৰত ব্যাপি থকা তাড়িৎ শক্তিক ক্ৰিয়াৰে অৰ্থাৎ ভালেমান দিনৰ অভ্যাসেৰে সমস্ত শৰীৰৰপৰা আকৰ্ষণ কৰি চকুত দি জমাই লব পৰা যায়, তেন্তে সেই চকুৰ তীব্ৰ দৃষ্টিৰে খেৰ-বাঁহ ইত্যাদিৰ ফালে চালে তৎক্ষণাৎ চকুৰপৰা তাড়িৎ স্ফুলিঙ্গ গৈ বস্তুটোত পৰি জুই তুলিলেও তুলিব পাৰে। কপিনে মগৰ সন্তানক চকুৰে চাই ভস্ম কৰা, শনিয়ে গণেশ্বৰ মূৰ ছিঙি পেলোৱা, মহাদেৱে কামদেৱক ভস্ম কৰা (যদিও ইয়াৰ আধ্যাত্মিক অৰ্থ আছে) ইত্যাদি প্ৰবাদৰ মূলতো এই চকুৰ দৃষ্টিৰ বলকে ব্যাখ্যা কৰিছে। যুদ্ধলৈ ওলাওঁতে মনত দুখ-ভয় ইত্যাদি অনেকৰ হয়, কিন্তু যেতিয়া সুন্দৰ বেণ্ড বাজনা বাজিবলৈ ধৰে, চাৰিওফালে গুলি চলিবলৈ ধৰে তেতিয়া আৰু তেওঁবিলাকৰ কেৱল যুদ্ধ কৰা চিন্তাত বাজে আন ভাব নেথাকে। বেণ্ড বাজনাই হিপনটাইজ কৰি এনেকুৱা কৰি তোলে যে, সেই সময়ত যুঁজ হে ভাল লাগে।

ক্ৰমশঃ।

# অসমীয়া সাহিত্য।

## (৪) চণ্ডী।

আমি পণ্ডিত শ্ৰীযুত গৌৰীদত্ত মিশ্ৰ বিদ্যা ভূষণৰপৰা মাৰ্কণ্ডেয় পুৰাণৰ অন্তৰ্গত দেৱী মাহাত্ম্য বা চণ্ডীৰ অসমীয়া ভাঙ্গনি এখনি পাইছোঁ। পুথি খনিত ২৫ টা পাত আছে। আৰু অসমীয়া পদত লিখা। আমাৰ হাতত এই পুথিখনি পৰাৰ আগেয়ে আমাৰ ভাষাত চণ্ডীৰ ভাঙ্গনি আছে বুলি আমি জনা নাছিলো। আমি যিমান অনুসন্ধান কৰিছোঁ তিমান আমাৰ মনত এই বিশ্বাস দকৈ বহিছে যে, আমাৰ দেশত অনেক কবিয়ে জন্ম গ্ৰহণ কৰিছিল আৰু তেওঁবিলাকে সংস্কৃত সাহিত্যৰ বহুমুলীয়া গ্ৰন্থবিলাক জাতীয় ভাষালৈ অনুবাদ কৰি অকল যে জাতীয় সাহিত্যৰ অঙ্গ পূৰ কৰিছিল এনে নহয়, সৰ্ব্ব সাধাৰণৰ ভিতৰত জ্ঞান প্ৰচাৰো কৰিছিল। তেতিয়া অসমীয়া জাতি এনেকৈ সকলো বিষয়তে তললৈ যোৱা আৰু লোকৰ মুখলৈ চোৱা নাছিল। ভাৰতবৰ্ষৰ আন-আন উন্নত আৰু সভ্য জাতিবিলাকৰ পৰা বহুত আঁতৰত থাকিও, নিজৰ ভিতৰতে কালোপযোগী এটা জাতীয় শাসন প্ৰণালীৰ সৃষ্টি কৰি, সাহিত্য, সমাজ, ৰাজনীতি আদি সকলো বিষয়তে স্বতন্ত্ৰ ভাবে উন্নতি সাধিবলৈ চেষ্টা কৰিছিল আৰু কৃতকাৰ্য্য যে নহৈছিল এনেও নহয়; কিন্তু কালৰ কুটিল গতিত আজি অসমীয়া জাতি পৃথিবীৰ ভিতৰত সকলোৰে হেয় আৰু ঘিণৰ বস্তু। অসমীয়া জাতীয় জীৱনত সেইয়ো এদিন আছিল আৰু আজিও এদিন। হায় দুৰদৃষ্ট! কেতিয়া অসমীয়া মানুহৰ চকু গজিব আৰু অতীত গৌৰৱ স্মৰণ কৰি তেওঁবিলাকে জাতীয় জীৱন উন্নত কৰিবলৈ কঁকালত টঙ্গালি বান্ধিব?

চণ্ডী এখনি হিন্দুৰ পবিত্ৰ ধৰ্ম্ম-শাস্ত্ৰ। পৃথিবীত সকলোৰে আগেয়ে হিন্দুৱেই শক্তি পূজা সাধন কৰে আৰু সকলোকে শক্তি পূজা শিক্ষা দিয়ে। চণ্ডী হিন্দুৰ শাক্ত-পূজাৰ এখনি নিভাঁজ বুৰঞ্জী; আজিকালি হিন্দু জাতিয়ে যদিও শক্তি পূজা পাহৰিলে তথাপি এসময়ত তেওঁবিলাক যে মহাশাক্ত আছিল চণ্ডীতাৰ প্ৰধান সাক্ষী। চণ্ডী পুথিয়ে চিয়ঁৰি চিয়ঁৰি কৈছে যে, এদিন হিন্দু জাতিয়ে সকলো ভূততে শক্তি উপলব্ধি কৰি নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ। যা দেবী সৰ্ব্বভূতেষু শক্তিৰূপেন সংস্থিতা।" এই মহামন্ত্ৰেৰে শক্তি সাধনা কৰিছিল। কিন্তু সি অনেক যুগৰ কথা। হিন্দু জাতিয়ে আজি সেই মহামন্ত্ৰ একেবাৰেই পাহৰিলে; এতিয়া আমাৰ সেই পাপৰ পৰাচিত হৈছে।

চণ্ডী পুথিখনিৰ বিৱৰণ হৈছে এই পূৰ্ব্বে চৈত্ৰবংশত সুৰথ নামে এজন বিখ্যাত ৰজাই জন্ম গ্ৰহণ কৰি সমগ্ৰ পৃথিবীত ৰাজত্ব বিস্তাৰ কৰিছিল; তেওঁ শত্ৰুবিলাকৰ হাতত অৱশেষত পৰাজিত হৈ আৰু নিজৰ পাত্ৰ-মন্ত্ৰী বিলাকৰ দ্বাৰা হৃতসৰ্ব্বস্ব হৈ অকলৈ ঘোঁৰাত উঠি বনলৈ গমন কৰিলে। তেওঁ গৈ গৈ বনৰ ভিতৰত মেধস মুনিৰ আশ্ৰম পাই, তাতে কিছুদিন থাকিল। ৰজাই পুত্ৰ পৰিবাৰ ধন-জন ৰাজসিংহাসন সকলোকে এৰি বনবাসী হল হয়, কিন্তু তেওঁৰ মনৰপৰা সেইবিলাক বস্তুলৈ যি মোহ আছিল সি দূৰ নহল। সদায় সাংসাৰিক চিন্তাই তেওঁৰ মনত শান্তি নাইকিয়া কৰিবলৈ ধৰিলে। এদিন ৰজাই মেধস মুনিক সুধিলে যে, যি ৰাজত্বসুখ পৰিত্যাগ কৰি আহি তেওঁ বনবাসী হলহি, সেই ৰাজত্বৰ নিমিত্তে এতিয়াও তেওঁৰ মমতা দূৰ নহল কিয়? তাতে মেধস মুনিয়ে কলে যে, জীৱ মায়াৰ অধীন। যি মহামায়াই জগতপিতা হৰিকো অনন্ত শয্যাত নিদ্ৰাত অভিভূত কৰি ৰাখিছিল, সেই মহামায়াৰ প্ৰভাৱত সমস্ত জগত মুগ্ধ হৈ বাসনা স্বৰূপ চাকনৈয়াত ঘূৰিব লাগিছে। ৰজাই সেই মহামায়াৰ স্বৰূপ সোধাত ঋষিয়ে তেওঁৰ শক্তিৰ ব্যাখ্যা কৰি, তেওঁ কেনেকৈ অসুৰবিলাক বধ কৰিবৰ নিমিত্তে নানা ৰূপ গ্ৰহণ কৰিছিল আৰু মহীষাসুৰ, ধূম্ৰলোচন, চণ্ডমুণ্ড, ৰক্তবীজ আৰু শুম্ভ-নিশুম্ভ অসুৰৰ লগত কেনেকৈ যুদ্ধ কৰি সিহঁতক নিপাত কৰিছিল তাক বৰ্ণনা কৰে। মুঠতে কবলৈ হলে, সুৰথ ৰজাৰ আগত মেধস মুনিয়ে যি দেৱীৰ মাহাত্ম্য ব্যাখ্যা কৰিছে তাকে চণ্ডী বোলে।

গ্ৰন্থকাৰ।— এই চণ্ডী ৰুচিনাথ কন্দলিয়ে অসমীয়া পদলৈ ভাঙ্গে। ৰুচিনাথে পুথিৰ এঠাইত এইদৰে নিজৰ চিনাকি দিছে—

"বাসৱ বংশত জাত, ৰুদ্ৰসিংহ নামে খ্যাত
সৌমাৰ পীঠৰ অধিপতি।
কামৰূপ অধিকাৰী, দুৰ্জ্জনৰ দণ্ডধাৰী,
গদাধৰ সিংহৰ সন্ততি।।

কছাৰী জয়ন্তাপুৰ, জিনি গৰ্ব্ব কৰি চুৰ
দুয়ো ৰাজা নিলা বন্দী কৰি।
বলে বীৰ্য্যে ৰূপে-গুণে, দানে-মানে কলা জ্ঞানে,
একেৰূপে যাৰ নাহি সৰি।।
ৰঙ্গপুৰ নামে এক, তেন্তে পুৰ কৰিলেক
থাপিলেক তৈতে বিপ্ৰ গণ।
নানা স্থান হন্তে নিয়া, বৃত্তিবিধানক দিয়া
থাপিলেক অনেক ব্ৰাহ্মণ।।
সিঠাৰতে বিপ্ৰবৰ, নানা গুণে গুণাকৰ
ভৈলা কৃষ্ণাচাৰ্য্য শুদ্ধমতি।
তান পুত্ৰ ৰুচিনাথ, দুৰ্গাক সেবিয়া মাথ
চণ্ডীপদ ৰচিলা সম্প্ৰতি।।
মহিষৰ জন্ম কথা, শাপ বৰ পাইল যথা,
সংক্ষেপে ৰচিলোঁ পদ কৰি।
কালিকা পুৰাণ চাই, আত দিলোঁ মিশলাই
পূৰ্ব্ব কবি পথ অনুসৰি।।
নমো নমো ভগৱতী, তুমি অগতিৰ গতি,
কৃপা কৰা পতিত পাৱনী।
বিপ্ৰ ৰুচিনাথে ভণে, সবে সমাজিক জনে
ঘুষিয়ো শঙ্কৰ নাৰায়ণী।।"

পুথিৰ সামৰণিত গ্ৰন্থকাৰে নিজৰ বংশৰ বিষয়ে তলত লিখাৰ দৰে উল্লেখ কৰিছে।—

"লোহিতৰ উত্তৰ কূলত অনুপাম।
দেশ এক আছে নাৰায়ণপুৰ নাম।।
মৃগাঙ্ক ৰাজাৰ সিটো স্থান প্ৰিয়ত্তৰ।
বিশেষ বসতি স্থান বিপ্ৰসকলৰ।।
তথাতে আছিলা ৰত্ন কন্দলি ধৰ্মাদি।
কাশ্যপ গোত্ৰত জাত বিপ্ৰ সত্যবাদী।।
তান বংশে জাত ভৈলা বিপ্ৰ ৰামপতি।
তামোলবাৰীত তান ভৈলেক বসতি।।
পদক কৰন্তে বিপ্ৰ আছিলা প্ৰধান।
প্ৰথম কালত পুত্ৰ নাছিলা তাহান।।
তাতে নাম ভৈল্যা বন্ধ্যা কটকী প্ৰখ্যাত।
পাচে তান পুত্ৰ ৰঘুপতি ভৈলা জাত।।
তান পুত্ৰ বলোৰাম গুণে অতিৰেক।
বলোৰ তনয় ৰামনায়ক ভৈলেক।।
ভৈলা তান পুত্ৰ কৃষ্ণ আচাৰ্য্য প্ৰখ্যাত।
তাত হন্তে ৰুক্মিনীৰ গৰ্ভে মই জাত।।
সেই মই ৰুচিনাথ বিপ্ৰ অল্পমতি।
পণ্ডিতজনক বোলো কৰিয়া মিনতি।।
আমাৰ বাক্যৰ দোষচয় ক্ষমা কৰি।
সাৰ বাচি কথা ৰস নিয়োক সাদৰি।।
ধূলিও মিশ্ৰিত হুয়া পুষ্পৰস থাকে।
ভ্ৰমৰে পিৱন্ত সাৰ বিচাৰিয়া তাকে।।
তাত হন্তে ভ্ৰমৰাৰ কিবা হোৱে দোষ।
আকে জানি কথা ৰসে হুয়োক সন্তোষ।।
কল্কী পুৰাণৰ পদ কৰিলোহো আগে।
ৰচিলো চণ্ডীৰ পদ আবে অনুৰাগে।।
পূৰ্ব্ব কবি সকলৰ কবিতাক দেখি।
আৰম্ভিলো পদ নিজ শকতি নাপেখি।।
খোৰা হুয়া পৰ্ব্বতক লঙ্ঘিতে কৰি সাশ।
সেহি মতে ভৈলা ইটো আমাৰ প্ৰয়াস।।
তথাপিতো বৃথা নুহি মোৰ ইটো কৰ্ম্ম।
যাতো পাইবো দেবী গুই কীৰ্ত্তন সে ধৰ্ম্ম।।

* * * * *

চণ্ডীৰ চৰণ চিন্তি মই মূঢ় মতি।
একাহি শকত পদ লিখিলো সম্প্ৰতি।।"

ওপৰত লিখা পদৰপৰা আমি গ্ৰন্থকাৰ আৰু তেওঁৰ বংশৰ বিষয়ে ইয়াকে জানিলোহঁক ঃ—

এতিয়া লক্ষ্মীপুৰ জিলাৰ ভিতৰৰ উত্তৰ পাৰে থকা নাৰায়ণপুৰ, মৃগাঙ্ক ৰজাৰ দেশ আছিল। শ্ৰীযুত গেইট চাহাবৰ বুৰঞ্জী মতে মৃগাঙ্ক ৰজাই লোহিত্যপুৰত ৰাজত্ব কৰিছিল। লোহিতপুৰ আৰু নাৰায়ণপুৰ একে নে বেলেগ ঠাই তাক আমি এতিয়াও জানিব পৰা নাই। চীন দেশৰ পৰিব্ৰাজক হোয়েন-চিয়াঙ্গে কামৰূপৰ ৰজা ভাস্কৰ বৰ্মা, নাৰায়ণদেৱৰ বংশ আছিল বুলি লিখি গৈছে; এই নাৰায়ণপুৰ নাৰায়ণদেৱে পতা নগৰ বুলি আমাৰ মনত সন্দেহ হয়, কিন্তু সেই বিষয়ে একো প্ৰমাণ নাই। সি যিকি নহওক নাৰায়ণপুৰ অনেক বামুণৰ বাসস্থান বুলি প্ৰসিদ্ধ আছিল। সেই নাৰায়ণপুৰতে ৰত্ন কন্দলি নামে এজন কাশ্যপ গোত্ৰৰ ব্ৰাহ্মণ আছিল। তেওঁৰ বংশতে ৰমাপতি

বুলি এজন লোকে জন্ম গ্ৰহণ কৰে; ৰমাপতিৰ ঘৰ তামোলবাৰীত আছিল। বোধকৰোঁ, তামোলবাৰী নাৰায়ণপুৰৰ ভিতৰৰ কোনো গাওঁ আছিল। ৰমাপতিয়ে ভাল পদ কৰিব পাৰিছিল। কিন্তু আমাৰ হাতত আজিলৈকে তেওঁ কৰা পুথি পৰাহি নাই। প্ৰথম অৱস্থাত ৰমাপতিৰ সতি-সন্তান নোহোৱা বাবে তেওঁক মানুহে বঁজা কটকী বুলিছিল; কিন্তু শেহ অৱস্থাত তেওঁৰ ৰঘুপতি নামে এক পুত্ৰ জন্মে; ৰঘুপতিৰ বলোৰাম নামে এক পুত্ৰ হয়; বলোৰামৰ পুতেকৰ নাম ৰামনায়ক আৰু ৰামনায়কৰ পুতেক কৃষ্ণ আচাৰ্য্য। কৃষ্ণ আচাৰ্য্যৰ ঔৰসত ৰুক্মিনী দেৱীৰ গৰ্ভত আমাৰ গ্ৰন্থকাৰ ৰুচিনাথে জন্ম গ্ৰহণ কৰে। তেওঁৰ পুৰুষনামা আঁকিলে তলত লিখাৰ দৰে হব।—

ৰমাপতি শৰ্মা

।

ৰঘুপতি শৰ্মা

।

বলোৰাম শৰ্মা

।

ৰামনায়ক শৰ্মা

।

কৃষ্ণ আচাৰ্য্য

।

ৰুচিনাথ শৰ্মা।

ৰুচিনাথৰ জন্মস্থান শিৱসাগৰ বা পুৰণি ৰংপুৰ। যেতিয়া মহাৰাজ ৰুদ্ৰসিংহই ৰঙ্গপুৰ নগৰ পাতি তাত আন আন ঠাইৰপৰা নি ব্ৰাহ্মণবিলাক বহুৱায়, তেতিয়া ৰুচিনাথৰ পূৰ্ব্বপুৰুষ এজনকো নি বৃত্তিবিধান দি পাতে; কিন্তু ঠিক কোনজন পূৰ্ব্বপুৰুষ ৰঙ্গপুৰলৈ যায় তাক স্থিৰ কৰা টান। ৰুচিনাথে প্ৰথমতে কল্কীপুৰাণ অসমীয়া পদলৈ ভাঙ্গে; তাৰ পাচত "একাহী শকত এই চণ্ডীপুথিৰ ভাঙ্গনি শেষ কৰে। এতিয়া কথা হৈছে, কোন একাশী শকত তেওঁ এই পুথি লিখে? ১৭৮১ শক ধৰিলে পুথি লিখা মাথোন ৪৯ বছৰ হয়; সেই গুণে সেইটো সম্ভৱপৰ নহয়। আকৌ ১৫৮১ শক ধৰাও যুক্তিসঙ্গত নহয়; কিয়নো, এই পুথি নিশ্চয় ৰুদ্ৰসিংহৰ ৰাজত্ব কালত বা তাৰ পিচত যে লিখা হৈছে তাৰ কোনো ভুল নাই। কিন্তু ১৫৮১ শকত মহাৰাজ ৰুদ্ৰসিংহই ৰাজপাটত উঠাই নাই। তেনেহলে এই পুথিৰ শক ১৬৮১ বুলি ধৰাহে ঠিক। সেয়ে হলে এই পুথি লিখা এতিয়া ১৪৭ বছৰ হৈছে; পুথিৰ ভাষা আদি চায়ো সিমান পুৰণি বুলিয়েইহে বোধ হয়। ইয়াৰ পৰা এই কথা প্ৰমাণ হল যে, আমাৰ কবি ইংৰাজী অষ্টাদশ শতিকাৰ মাজ ভাগৰ লোক আৰু তেওঁ এই পুথি ৰাজেশ্বৰ সিংহৰ দিনত লিখিছিল। এই পুথিৰপৰা আমি এটা সাৰুৱা কথা জানিব পাৰিলোহঁক, অৰ্থাৎ কল্কীপুৰাণৰ পদো এইজন কবিয়েই কৰে। অ, ভা, উ, সা, সভাই অসমীয়া পুথিৰ যি তালিকা প্ৰকাশ কৰিছিল তাত কল্কীপুৰাণৰ লিখকৰ নামৰ উল্লেখ নাছিল। এই পুথিৰপৰা হে তাক জানিব পৰা হল। এই কল্কীপুৰাণ পুথিখন কত পাব পাৰি আমাক কোনোবাই জানিবলৈ দিলে পৰম উপকাৰ মানিম। কবিৰ জীৱনী সম্বন্ধে এই পুথিৰপৰা আৰু একো জানিব পৰা নগল। আজিকালি ৰুচিনাথৰ বংশ-পৰিয়াল কৰবাত আছে যদিও আমি তাক নেজানো; থাকিলে, কোনোবাই সেই কথা 'উষা'ত প্ৰকাশ কৰিলে আমি শলাগ লম।

ৰুচিনাথ ব্ৰাহ্মণ আছিল; কাজেই তেওঁ সংস্কৃত জনা একো আচৰিত কথা নহয়। কিন্তু যিজনে কল্কীপুৰাণৰ আৰু চণ্ডীৰ নিচিনা সংস্কৃত পুথিৰ অসমীয়া পদ কৰিবলৈ হাতত লৈছিল, তেওঁ যে এজন ভাল সংস্কৃত জনা পণ্ডিত আছিল তাক সহজে বুজিব পাৰি। আগৰ দিনত আমাৰ এই এচুকীয়া দেশতো যে সংস্কৃত ভাষাৰ বিশেষ আলোচনা আছিল, ৰুচিনাথৰ নিচিনা পণ্ডিতেই তাৰ বিশিষ্ট প্ৰমাণ।

আমি এতিয়ালৈকে "চণ্ডীৰ" বিষয়ে সাধাৰণ ভাৱেৰে দুই-চাৰি কথা কৈছোঁ আৰু পুথিৰপৰা ৰুচিনাথৰ বিষয়ে যি অলপ জানিব পৰা গৈছে তাকেহে উল্লেখ কৰিছোঁ মাথোন। এতিয়া ৰুচিনাথে চণ্ডীৰ যি অসমীয়া পদ কৰিছে তাৰ বিষয়ে আমাৰ কবলগীয়া কৈ প্ৰস্তাৱৰ সামৰণি কৰিমহঁক।

অনেকৰ ধাৰণা যে, নিজে সুকীয়াকৈ এখন পুথি লিখাতকৈ মূল চাই এখন পুথিৰ ভাঙ্গনি লিখা কাম অনেক গুণে টিলা। এই কথাটো মিছা নহলেও, ভাঙ্গনিৰ কামটো তেওঁবিলাকে যিমান সহজ বুলি ভাবে সি কেতিয়াও নহয়। এজন লিখকে এটা ভাষাত লিখি থোৱা কথা এটাক আন এজনে আন এটা ভাষালৈ অনুবাদ কৰোঁতে তেওঁ যদি মূল লিখকৰ ভাব সঠিকৰূপে প্ৰকাশ কৰিব নোৱাৰে তেনেহলে তেওঁৰ ভাঙ্গনি একো কামৰ নহল। এটা ভাষাৰ পৰা আন এটা ভাষালৈ অনুবাদ কৰোঁতে মূলৰ লগত অলপো ব্যতিক্ৰম নোহোৱাকৈ তাক সম্পন্ন কৰা যে টিলা কাম নহয়, যাৰ এই বিষয়ত অলপো

ব্যুৎপত্তি আছে সেয়ে স্বীকাৰ কৰিব। এনেকি, অনেকেই এই কামটো ইমান টান বুলি ভাবে যে তেওঁবিলাকে অনুবাদ কৰাতকৈ নিজে পুথি লিখা কামটো হেজাৰ গুণে ভাল বুলি কয়। আমি সাহিত্য জগতত সচৰাচৰ তিনি বিধ ভাঙ্গনি দেখিবলৈ পাওঁ। এবিধ ভাঙ্গনি হৈছে মূলৰ প্ৰত্যেক শব্দক অনুবাদ কৰা ভাষাৰ প্ৰতি শব্দলৈ ভাঙ্গি বাক্য ৰচনা কৰা, ইয়াক অবিকল অনুবাদ বুলিব পাৰি। আৰু এবিধ ভাঙ্গনি হৈছে মূলৰ শব্দৰ ওপৰত চকু নেৰাখি তাৰ ভাৱ গ্ৰহণ কৰি, সেই ভাবক অনুবাদ কৰা ভাষাৰে প্ৰকাশ কৰা; এই বিধৰ ভাঙ্গনিক "স্বাধীন অনুবাদ" বুলিব পাৰি। তৃতীয় বিধ ভাঙ্গনি ওপৰত্ত কোৱা দুবিধ অনুবাদৰ মিহলি অৱস্থা, অৰ্থাৎ কোনো কোনো ঠাইত মূলৰ অবিকল অনুবাদ আৰু কোনো ঠাইত স্বাধীন অনুবাদ কৰা হয়। অসমীয়া সাহিত্যত যিবিলাক সংস্কৃত গ্ৰন্থৰ ভাঙ্গনি আছে প্ৰায়বিলাকেই এই শেহৰ বিধৰ ভাঙ্গনি। এই বিধৰ ভাঙ্গনিৰ এটা বিশেষ সুবিধা এই যে, ভাঙ্গনিক যিমান দূৰ পৰা যায় মূলৰ ওচৰত ৰাখি অনুবাদ কৰোঁতাই নিজৰ স্বাধীনতা ৰক্ষা কৰিব পাৰে। আমি আজি যি চণ্ডীৰ অনুবাদৰ আলোচনা কৰিছোঁ, সিও এই শেহত কোৱা বিধৰ অনুবাদ। কোনো কোনো ঠাইত অনুবাদকে একেবাৰেই মূলক অনুসৰণ কৰিছে আৰু কোনো ঠাইত বা কেৱল মূলৰ ভাব মাথোন লৈ তাকে অসমীয়া ভাষাত প্ৰকাশ কৰিছে। আমি এই দুই বিধৰ দুটা উদাহৰণ দিলে, পাঠকসকলে আমাৰ ভাব ভালকৈ বুজিব পাৰিব। মূলত আছে ঃ—

'ইত্থং নিশম্য দেবানাং বচাংসি মধুসূদনঃ।
চকাৰ কোপং শম্ভুশ্চ ভ্ৰূকুটি কুটিলা ননৌ।।
ততো তি কোপ পূৰ্ণস্য চক্ৰিণো বদনাত্ততঃ।
নিশ্চক্ৰাম মহত্তেজো ব্ৰহ্মণঃ শঙ্কৰস্যচ।।
অনৌযাশ্চৈব দেবানাং শক্ৰাদীনাং শৰীৰতঃ।
নিৰ্গতং সুমহত্তেজস্তচ্চৈকং সমগচ্ছত।।
অতীব তেজসঃ কূটং জলন্তমিব পৰ্ব্বতম্।
দদৃশুস্তে সুৰাস্তত্ৰ জ্বালাব্যাপ্তদিগন্তৰম।।"

ইয়াৰ অসমীয়া ভাঙ্গনি হৈছে ঃ—

"মেধস বদতি কথা শুনা নৰেশ্বৰ।
নিকাৰক শুনি পাচে দেৱতা গণৰ।।
হৰিহৰ দুইন্তিৰ কোপ জ্বলি গৈলা।
ভ্ৰূকুটি কুটিল মুখ দুহান্তৰ ভৈলা।।
ব্ৰহ্মা-বিষ্ণু শঙ্কৰৰো ক্ৰোধ গুৰুতৰ।
তেজপুঞ্জ বাজ ভৈলা তিনিৰো মুখৰ।।
ইন্দ্ৰ আদি কৰি যত দেৱতা সমাজ।
সবাৰো দেহৰ তেজস্পুঞ্জ ভৈলা বাজ।।
এহিমতে সমস্ত দেৱৰ তেজ ৰাশি।
এক স্থান হুয়া ৰৈলা ভিন্নে ভিন্নে আসি।।
জ্বলন্ত পৰ্ব্বত যেন শোভে তেজ চয়।
তাৰ কান্তি লাগি দিশ পাশ প্ৰকাশয়।"

ইয়াত অনুবাদকে মূলৰ প্ৰায় ছত্ৰে ছত্ৰে অবিকল অনুবাদ কৰিছে। কিন্তু তলত দিয়া উদাহৰণত তেনে নকৰি কেৱল মাত্ৰ ভাবৰ হে অনুবাদ কৰিছে।—

"ততোম্বিকাং পৰৰূপং বিভ্ৰানাং সুমনোহৰম।
দদৰ্শ চণ্ডোমুণ্ডস্য ভৃত্যৌ শুম্ভ নিশুম্ভয়োঃ।।
ত্যাভাং শুম্ভায় চাখ্যাতা অতীব সুমনোহৰা।
কাপ্যাস্তে স্ত্ৰী মহাৰাজ ভাসয়ন্তী হিমাচলম্।
নৈব তাদৃক ক্বচিদ্ৰূপং দৃষ্টং কেনচি দুত্তমম্।"

ইয়াৰ ভাঙ্গনি হৈছে ঃ—

চণ্ডমুণ্ডে বোলে শুনিয়োক দৈত্যপতি।
দেখিলোহো আজি এক সুন্দৰী যুবতী।
পূৰ্ণিমাৰ চন্দ্ৰ জিনি মুখে কৰে কান্তি।
তাতে প্ৰকাশয় দান্ত মুকুতাৰ পান্তি।।
উন্নত কঠিন পীন শোভে দুই স্তন।
কামৰ চাবুক বাড়ি তৰুণৰ ধন;
তাৰ ডৰে দোলে যেন খিণ মধ্যকাই।
বহল নিতম্ব দেশ অধিকে শুৱাই।।
কটাক্ষ ভঙ্গিৰে চাস্তে বোলয় কুণ্ডল।
তাৰ কান্তি লাগি শোভা কৰে গণ্ডস্থল।।
ভ্ৰূবযুগে শোভে যে মদনৰ ধনু।
তপ্ত সুবৰ্ণৰ বৰ্ণ প্ৰকাশয় তণু।।
মুখে মন্দ মন্দ হাসি আয়ত লোচন।
গুণে বন্দী কৰিবাক পাৰয় পৱন।
তান যেহি অঙ্গে দৃষ্টি পৰে একবাৰ।
তাক চাৰি আউৰ অঙ্গ নপাৰে চাবাৰ।।
দেহৰ জ্যোতিয়ে শোভি আছে দিশপাশ।
হিমৱন্ত পৰ্ব্বতকো কৰিছে প্ৰকাশ।।
আচোক পুৰুষ যদি হোৱে নাৰী জন।
তাহান্ক দেখিলে তাসম্বাৰো চলে মন।।

হেন মনোহৰ ৰূপ আতি অনিন্দিত।
দেখা নাই আমি কোনো স্থানে কদাচিত।।
থাকোক আমাৰ কথা বোলো নিষ্ঠ কৰি।
কেহো জনে দেখা নাই এমত সুন্দৰী।।"

ইয়াত অনুবাদকে যদিও মূলৰ একেবাৰেই পাচ ধৰা নাই তথাপি মূলৰ ভাবৰপৰা আঁতৰি যোৱা নাই। তেওঁ স্বাধীন ভাবে দুৰ্গাৰ যি ৰূপ বৰ্ণনা কৰিছে সি ভাঙনিৰ জেউতি নকমাই তাক অনেক গুণে চৰাইছে হে।

ওপৰত দিয়া চানেকীৰ পৰাই পাঠসকলে ভালকৈ বুজিব পাৰিছে যে, কবিবৰ ৰুচিনাথে আমাৰ সংস্কৃত চণ্ডীৰ কেনে বিতোপন আৰু সুললিত অসমীয়া ভাঙনি দি গৈছে। তেওঁ যেনে এজন প্ৰবীণ সংস্কৃত পণ্ডিত আছিল, অসমীয়া ভাষাৰ ওপৰতো তেওঁৰ দখল অসীম আছিল। তেওঁ কবিত্ব বিষয়তো অনেক পুৰণি অসমীয়া কবিৰ আগৰ শাৰীত আসন পাবৰ যোগ্য। মুঠতে কবলৈ গলে, অসমীয়া সাহিত্য ভঁড়ালত ৰুচিনাথৰ চণ্ডী এটি উজ্জ্বল ৰত্ন। এই পুথিখনি কোনোবাই প্ৰকাশ কৰি উলিয়ালে তেওঁৰ ওচৰত অসমীয়া সাহিত্য চিৰকাল ধৰুৱা থাকিব। আশা কৰোঁ, আমাৰ দেশৰ কোনো সাহিত্যানুৰাগী ধনী লোকে, এই পুথিখনি প্ৰকাশ কৰি সকলো অসমীয়াৰ ধন্যবাদৰ পাত্ৰ হব।

# খেতি।

ধঁপাত।— ধঁপাতৰ খেতি আসামত চলিত আছে। এই খেতি বালি-অঁহীয়া মাটিত ভাল হয়! আলতীয়া মাটিত ইয়াৰ উৎপন্ন বেচি হয়, কিন্তু ধঁপাতৰ পাতবোৰ তেনে ভাল নহয়। আসামৰ বজাৰ-হাটত যি চাজা-ধঁপাত পোৱা যায় সেইবোৰ আন দেশৰ পৰা আমদানি হোৱা। এই খেতি আসামত বজাৰ-হাটৰ উপযোগীকৈ কৰা হয় বুলিব নোৱাৰি। বঙ্গদেশৰ চাটগাওঁৰ পৰ্ব্বতীয়া অঞ্চলৰ যি ধঁপাত উৎপন্ন হয় সেয়ে উৎকৃষ্ঠ। এই ধঁপাত বৰ্ম্মাদেশত চেলেউ কৰাত ব্যৱহাৰ হয়। ধঁপাত কৃষিৰ প্ৰণালী বা পাত মৰাৰ নিয়ম অনুসৰি তেনে ভাল-বেয়া নহয়; মাটিৰ উপযোগিতাৰ ওপৰতহে ধঁপাতৰ ভাল-বেয়া বিশেষকৈ নিৰ্ভৰ কৰে। ধঁপাতৰ দাম মোনে ৩্ টকাৰপৰা ২০্ টকালৈকে আছে। ইয়াৰ খেতিৰ বাবে বিশেষকৈ ভাল মাটি আৰু বেচি সাৰ যোগোৱাটোৰ আৱশ্যক। এই খেতিৰ পক্ষে ছাই আৰু চূণৰ সাৰ বিশেষ উপযোগী। সাৰ যোগোৱাত খৰচ পৰে বাবে এই খেতিৰ বাবে নাইট্ৰজেন (Nitrogen) আৰু ছাই বেচি থকা মাট বাছি লব লাগে। উপযুক্ত মতে সাৰ যোগাব পাৰিলে এই খেতি একে ডৰা মাটিত ৩।৪ বাৰলৈকে কৰিব পাৰি। মৰাপাটৰ খেতিৰে সৈতে ধঁপাতৰ খেতি সাল-সলনিকৈ কৰা যায়। আহিন-কাতিত মৰাপাটৰ খেতি উঠিলে, সেই মাটিত ধঁপাতৰ খেতি কৰিব পৰা হয়।

কোৰ পাৰি গোবৰ আৰু ছাইৰ সাৰ দি ধঁপাতৰ গুটি পচাবৰ কাৰণ ৬ ইঞ্চিমান ওখকৈ ভেঁটি কৰিব লাগে। এনে ভেঁটিত প্ৰত্যেকটো গুটিৰ চাৰিওকাষে এক ইঞ্চিমান থকাকৈ গুটিবোৰ সিঁচিব লাগে। গুটি সিঁচি মাটিৰে পাতলকৈ ঢাকিব লাগে। গুটি পচোৱা ভেঁটি গুটি গজিব ধৰালৈকে ঢাৰিৰে ঢাকি থয়। পুলিবোৰ ৰদ আৰু বৰষুণৰপৰা আবৰি ৰখাটোৰ আৱশ্যক। দুই-তিনি দিন অন্তৰে পানী দিবও লাগে। গুটি সাধাৰণত আহিন-কাতিত পচোৱা যায়। পুলি ঘন হলে হানি হয়। এক একৰ মাটিৰ খেতি কৰিবলৈ আউঞ্চ গুটি পচালেই যথেষ্ট হব। সময়মতে পোকে গুটি আৰু পুলিৰ হানি ঘটায়। ছাই বা কেৰেচিন তেল ছটিয়াই দিলে পোক নিবাৰণ হয়।

ধঁপাত-তলীত ভাদ-আহিনত হাল বাব লাগে। মাটি ৮।১০ চাহমান বাব লাগে আৰু চাহ দ আৰু ধূলিৰ নিচিনা হব লাগে। মাটিত প্ৰচুৰ পৰিমাণে সাৰ যোগাই পিচত মৈ দি সমানকৈ লব লাগে। চেলেউৰ নিমিত্তে কৰা ধঁপাতৰ খেতিত গোবৰৰ সাৰ উপযোগী নহয়। এই খেতিৰ বাবে ছাইৰ সাৰেই প্ৰশস্ত। গোবৰৰ সাৰ দি কৰা ধঁপাতৰ গোন্ধ ভাল নহয়, কিন্তু মলা-ধঁপাতৰ বাবে সেই বিধ অনুপযোগী নহয়। মুখত খোৱা ধঁপাতৰ পক্ষেও গোবৰৰ সাৰ সুবিধাজনক বুলিব নোৱাৰি।

পুলিবোৰ তিনি-চাৰি পতীয়া হলে ধঁপাততলীত ৰুবৰ উপযোগী হয়। গুটি পচোৱাৰপৰা ডেৰমাহমানতে পুলিবোৰ তিনি-চাৰি পতীয়া হয়। আহিন-কাতিত ইয়াৰ পুলি ৰুব লাগে। পুলি দুহাতমান আঁতৰে-আঁতৰে আবেলি ৰোৱা উচিত আৰু নিশিপায়মানে কেইদিনমানলৈ সাৱধানে পানী দিয়াৰ আৱশ্যক;

পিচলৈ ১০ দিনে ২০ দিনে পানী দিলেও হয়। ফুলৰ কলি নেদেখালৈকে পুলিৰ গুৰিবিলাক নিকাই দি থাকিব লাগে। ফুলো ফুলো হোৱা যেন দেখিলে ধঁপাতৰ কলিবোৰ আৰু গুৰিৰ পাতবোৰ ছিঙ্গি দিব লাগে। আগৰপৰা ৮।১০ টাৰ বেচি পাত ৰখা উচিত নহয়। পাত ছিঙ্গি দিয়াত ৰস নোলাবলৈ মাটি গুৰি কৰি সানি দিলে হেনো উপকাৰ আছে। ধঁপাতৰ পাত পূৰঠ হৈ নুঠে মানে পাত ছিঙ্গি দিয়া ঠাইত ওলোৱা পোখাবোৰ ছিঙ্গি থাকিব লাগে। এই পোখাবোৰ ছিঙ্গাত পলম হয়মানে পাচলৈ অনিষ্ট বেচি হয়। সচাঁৰ বাবে ৰখা ধঁপাতৰ পাত বা আগ ছিঙ্গিব নেলাগে। এইবোৰ গছ ফুলিবলৈ আৰু গুটি ধৰিবলৈ দিব লাগে।

পাতবোৰ যেতিয়া ডাঠ আৰু হালধীয়া ৰং ধৰি মুগনীয়াকৈ ফুটুকা-ফুটুকি দিয়ে, তেতিয়া পাত চপাবৰ হৈছে বুলি ধৰিব লাগে। ধঁপাতৰ পাত কাচিবলৈ বেচিকৈ পকিব দিব নেলাগে। পাতবোৰ একেলগে নিছিঙ্গি পূৰঠ হোৱাবোৰ গছৰ আগেয়ে ছিঙ্গিব লাগে। পুৱা নিয়ৰ সৰাৰ পিছতে ধঁপাতৰ পাত কাটিবলৈ উপযুক্ত সময় হয়; কাটি অনাৰ পিচত দুঘণ্টামান পাতবোৰ ৰদত পেলাই থব লাগে, যাতে লেৰেলি পাতবিলাক লাৰিলে নভগা হয়। পাতবোৰ বেচিকৈ শুকাবলৈ দিবও নেলাগে। পাতবোৰ এটা এটাকৈ নচপাই গছৰ গুৰিতে কাটি অনাই ভাল। বৰষুণ হলে ২।৩ দিনমান পাত কাটিবলৈ বাট চাব লাগে। কাৰণ টান বৰষুণে ধঁপাতৰ পাতৰ আঠা-আঠি পদাৰ্থবিলাক ধুই নিয়ে। ধঁপাত পূৰঠ হবলৈ ৬ মাহমান লাগে।

ধঁপাতৰ গছবোৰ বতাহ খেলোৱা ঘৰত জৰিত আৰি আৰি থব লাগে। বেয়া গোন্ধ ওলোৱা ঘৰত থোৱাৰপৰা ধঁপাতৰ গোন্ধ বেয়া হয়। গছবোৰ সম্পূৰ্ণৰূপে শুকাবলৈ দুমাহমান অৰাই থাকিব লাগে। বেচি গৰম হলে বা প্ৰবল বতাহ দিলে ধঁপাতৰ গছবোৰ থোৱা ঘৰৰ দুৱাৰৰ খিৰিকি জঁপাই থব লাগে। শুকান দিনত ধঁপাত থোৱা ঘৰৰ ভেঁটিত পানী ছটিয়াই দিব লাগে, যাতে তাৰ বায়ু যথেষ্টৰূপে সেমেকি থাকে। জেঠ মাহত যেতিয়া বৰষুণ আৰম্ভ হয় তেতিয়া ধঁপাতৰ গছবোৰ জৰিৰপৰা নমাই আনি পাতবিলাক ছিঙ্গিব লাগে। ভাল-বেয়া বাছি ১৬।২০ টাকৈ পাত আঁটি বান্ধিব লাগে। এনে আঁটিবোৰ ১০।১২ হাত ওখকৈ জাপি হাতেৰে হেঁচা দিয়া হয়। সেই পাতৰ দমবোৰ এঠাইৰপৰা আন এঠাইলৈ নিব লাগে, যাতে নিচেই ওপৰৰ আটি ন দমৰ তলত পৰে। বৰ্ষাৰ শেহত পাতবোৰ সম্পূৰ্ণৰূপে মৰা হয় আৰু বেচিবৰ উপযোগী হয়।

সঁচৰ বাবে আৱশ্যাক মতে সকলোতকৈ ভাল চাই কেজোপামান গছ থব লাগে। আনবোৰৰ দৰে তাৰ আগ চিঙ্গি দিব নেলাগে, কাষৰ ঠেঙ্গুলিবোৰহে চিঙ্গি দিয়াৰ আৱশ্যক। কেৱল নিচেই আগটো ফুল ধৰিবলৈ ৰাখিব লাগে। গুটি পূৰঠ হলে ধঁপাতৰ আগবোৰ কাটি শুকান আৰু বিঘিনি ঘটাৰ আশঙ্কা নোহোৱা ঠাইত আৰি থব লাগে। জেকা আৰু পোকৰপৰা আঁতৰাই ৰাখিবৰ নিমিত্তে সঁচৰ গুটি ৰান্ধনী ঘৰত থোৱা হয়।

ধঁপাতৰ খেতি ভাল হলে এক একৰ মাটিত ২০ৰ পৰা ২৪ মোনমানলৈকে পাত পোৱা যায়। মোনে গড়ে ৫৲ টকাকৈ ধৰিলে এক একৰ মাটিৰ উৎপন্নত ১০০৲ টকাৰপৰা ১২০৲ টকালৈকে লাভ হয়। সুবিধা লগাই কৰিব পাৰিলে ধঁপাতৰ খেতিত বিশেষ লাভ আছে। ১৯০৪—৫ চনত নগা আৰু গাৰো পৰ্ব্বত ধৰি আসাম উপত্যকালৈ ৫৩৯৩৯ মোন চাজা-ধঁপাত আমদানি হয়। মোনে গড়ে ৫৲ টকাকৈ ধৰিলেও এই ধঁপাতৰ দাম ২৬৯৬৯৫৲ টকা হয়। উক্ত ঠাইৰপৰা আন দেশলৈ মোটে ৪৯৫ মোন ধঁপাতৰ পাতহে ৰপ্তানি হৈছিল। ওপৰত দিয়া আমদানিৰ হিচাবত চাজা-ধঁপাতৰ পৰা যুগুত হোৱা শিল্পদ্ৰব্যৰ হিচাব ধৰা হোৱা নাই। এনে শিল্প দ্ৰব্যও ২৪৩৪ মোন ১৯০৪ —৫ চনত আমদানি হোৱাৰ হিচাব পোৱা গৈছে।

অসমীয়া মানুহে তামোলৰ লগত খাবলৈ যি মুখত খোৱা ধঁপাত প্ৰস্তুত কৰে তাকো হাটে-বজাৰে আৱশ্যক পৰিমাণে পোৱা নেযায়। মুখত খোৱা-ধঁপাতৰ অভাৱত চাজা-ধঁপাতৰে ব্যৱহাৰ চলিছে। পিচৰ বিধ ধঁপাত মুখত খোৱা ধঁপাতৰ নিচিনা তামোলৰ লগত খাবলৈ উপযোগী নহয়। মুখত খোৱা ধঁপাতৰ ব্যৱহাৰ দাঁতৰ পক্ষে উপকাৰী বুলি প্ৰকাশ। এই ধঁপাত তৈয়াৰ কৰিবলৈ বিশেষ খৰছ বা পৰিশ্ৰমৰ আৱশ্যক নকৰে। অভাৱৰ কাৰণে কোনো বস্তুৰ প্ৰচলন লোপ পাই আন কোনো বিদেশী বস্তুৱে তাৰ ঠাই ললে তাক জাতীয় উদ্যমহীনতাৰ ফল বুলিব লাগিব। দেশৰ অভাৱ দেশী বস্তুৰে পূৰণ কৰিব পাৰিলে দেশৰ মঙ্গল। শিক্ষাৰ লগে লগে নিজৰ ঘৰত উৎপন্ন হব পৰা বস্তু-বাহানিলৈ আনৰ ওচৰত হাত পাতিব নলগা হোৱাটোহে দেশৰ প্ৰকৃত উন্নতি বুলিব লাগে। কোনো বস্তু কিনিবৰ সময়ত ভালটোলৈ চকু যোৱাটো স্বাভাৱিক নিয়ম। এনে প্ৰবৃত্তিক ভেঁটা দিবলৈ স্বাৱলম্বনৰ ভাব বিশেষ টনকিয়াল হব লাগিব। দেশী উদ্যমৰ ফলে নিজে ভেটা নিদিলে কেৱল স্বাৱলম্বনৰ ভাৱৰ আশ্ৰয়লৈয়ে থকাটো বাঞ্ছনীয় বুলিবও নোৱাৰি। ৰিজনিক আগ ভাগ নিদিলে উদ্যম

হীনতাক প্ৰশ্ৰয় দিয়া হ্ব। দেশী উৎপন্নে বিদেশী আমদানিক নিজে হোহঁকাই পঠাব পৰা হ্ব লাগে।

মৰাপাট।— মৰাপাট এবিধ বন্য গছ। ইয়াৰ খেতি আসামত, এনেকি ভাৰতবৰ্ষতে নতুন বুলি ধৰিব লগীয়া; জৰী-ফতীৰ ব্যৱহাৰত বাজে আমাৰ দেশৰ মৰাপাটৰ ব্যৱহাৰ নাই। ভাৰতবৰ্ষত এই খেতি প্ৰচলন ইংৰাজ ৰাজত্বৰ লগে লগে হৈছে বুলিব লাগিব। গোৱালপাৰা আৰু কামৰূপত বাজে আসাম উপত্যকাৰ আন জিলাত মৰাপাটৰ খেতিৰ তেনে প্ৰচলন এতিয়াও নাই বুলিলেই হয়। ৰায়তক অৱশ্যে নিজৰ নিজৰ ব্যৱহাৰৰ বাবে একোডৰা মৰাপাটৰ খেতি কৰা দেখা যায়। শিল্প দ্ৰব্যৰ উৎপন্নে এই খেতিৰ পৰিমাণ ভালেমানো বঢ়া হৈছে।

এই খেতি ধঁপাত আৰু আহুধানৰ তলীত কৰিব পৰা হয়। যি ঠাইত বাৰিষা এমাহমানতকৈ বেচি দিন পানী নেথাকে তেনে ঠাইত এই খেতি কৰা সুবিধা। এই খেতিৰ বাবে দুবাৰ সমাৰ বাই মৈয়ালেই মাটি উপযোগী হয়। চত-বহাগত এই খেতিৰ গুচি সিঁচিব লাগে। এক একৰ মাটিৰ বাবে ৪ সেৰমান গুটিৰ আৱশ্যক আহিন-কাতিত এই খেতি চপাবৰ হয়। এক একৰ মাটিত ১০ মোনৰপৰা ৩০ মোনলৈকে উৎপন্ন হয়। গড় উৎপন্ন একৰে প্ৰতি ১২ মোন মান ধৰিব পাৰি। মৰাপাটৰ গুটি ৯ ইঞ্চিমান আঁতৰে আঁতৰে সিঁচিব লাগে। ইয়াৰ গুটি গুটি-সিঁচা কলেৰে সিঁচিলে সুবিধা, পুলিবোৰ গজি উঠাৰ পিচত এবাৰমান কুৰি দিব পাৰিলে ভাল হয়; নৈয়ে পলস পেলোৱা মাতিত এই খেতি কৰিব পাৰিলে সাৰ যোগোৱাৰ ব্যৱস্থা আৱশ্যক নকৰে। আন মাটিত আৱশ্যক হলে একৰে প্ৰতি ১৫০ মোনমান গোবৰ দিলেই উপযোগী হব।

গুটি ধৰিবলৈ আৰম্ভ কৰিলে মৰাপাট চপোৱাৰ উপযুক্ত সময় হয় আগেয়ে কাটিলে উৎপন্ন কম হয় আৰু তেনে টান নহয় যদিও কিছু বেচি বগা আৰু চিকমিকীয়া হয়; পলমে কাটিলে ওজনত মৰাপাট বেচি পোৱা যায়, কিন্তু উৎপন্ন তেনে ভাল নহয়। মৰাপাট কাটি বন্ধনৰ দ পানীত গোৱাব লাগে। খাৰুৱা পানীত গোৱোৱা ভাল নহয়। বৈ থকা পানীত সোনকালে গোৰ নেখায় আৰু বাকলিত ধোৱাঁ লেতীয়া ৰং ধৰে। খাৰুৱা পানীত গোৱালেও সোনকালে গোৰ নেখায়। পানীত ১০।১৫ দিন থাকিলেই গোৰ খায়। বেচি গোৰ খালে বাকলি কলা আৰু ঢিলা হয়। পাটি লোৱা হলে ২।৪ দিনমান ৰদত শুকাব লাগে। তাৰ পিচত গাঠি বান্ধি থোৱা হয়।

সাৰ যোগোৱাৰ খৰছ ধৰি এক একৰ গুটি ৰোৱাৰ খৰচ ত্ৰিশ টকামান পৰে। এক একৰ মাটিৰ উৎপন্ন ১৫ মোনমান হলে মৰাপাটৰ খেতিত বিশেষ লাভ থাকে। এই খেতি বাণিজ্যৰ উপযোগীকৈ গোৱালপাৰাত বাজে আসাম উপত্যকাৰ আন ঠাইত কৰা নহয় বুলিলেই হয়। মৰাপাটৰ বজাৰে এই খেতিক কামৰূপত কিছু বহলোৱা দেখা যায়। তথাপি প্ৰকাশিত হিচাবমতে এই খেতিৰ আবাদি মাটি ২০০০৲ একৰৰ কম। গোৱালপাৰাত এই খেতি ১৯০৬ মনত ৩৩৭০০ একৰ মাটিত কৰা হৈছে বুলি প্ৰকাশ। গাৰো পৰ্ব্বততো এই খেতিৰ কিছু পৰিমাণে প্ৰচলন থকা দেখা যায়। এই ঠাইত এই বছৰ ১৭০০ একৰ মাটি মৰাপাটৰ খেতিৰ বাবে বাদ হোৱাৰ হিচাব পোৱা গৈছে।

১৯০৪-৫ চনত আসামলৈ ২১৬৮৯ মোন মৰাপাট আৰু ১৪২২৮ মোন মৰাপাটৰ শিল্প দ্ৰব্য আমদানি হৈছে। আসাম উপত্যকাৰপৰা আন দেশলৈ ৰেলে-জাহাজে ২৩৯৪৯২ মোন মৰাপাট ৰপ্তানি হোৱাৰ হিচাব পোৱা গৈছে আৰু ২৫।২৩ মোন মৰাপাটৰ শিল্পদ্ৰব্য ৰপ্তানি হৈছে বুলি প্ৰকাশ। জেলত যুগুত হোৱা বস্তুত বাজে আসাম উপত্যকাত মৰাপাটৰপৰা বিশেষ শিল্প দ্ৰব্য প্ৰস্তুত হোৱা দেখা নেযায়। মৰাপাটৰ পৰা হোৱা সূতাৰে কাপোৰ যুগুত হোৱাটো অৱশ্য সকলোৰে বুজ পোৱা হৈছে বুলি অনুমান হয়, পশ্চিমৰ শিল্প দ্ৰব্যৰ উৎপন্নে মৰাপাটৰ খেতিৰ আৱশ্যকতা বঢ়াইছে। মৰাপাটৰ দাম মোনে ৭।৮ টকা হৈছে। এই হিচাবে এক একৰ মাটিৰ খেতিত ১০৫।১২০ টকাকৈ পোৱা যায়। এই খেতিত বিশেষ পৰিশ্ৰম নাই বুলিব পাৰি। মৰাপাট লোৱাত অৱশ্যে কিছু কষ্ট আছে; লোৱাৰ মেহনতৰ বাবেই খেতিয়কে এই খেতি বহলাই কৰিবলৈ পিচ হুঁহকে। নৈৰ বা আন কোনো ধাৰপৰা পানীত মৰাপাট লোৱা সুবিধা।

দেশৰ ব্যৱহাৰলৈ চাই মৰাপাটৰ খেতিক বিশেষ আৱশ্যকীয় খেতি বুলিব নোৱাৰি, ৰপ্তানিৰ আৱশ্যকেহে এই খেতিৰ আৱশ্যকতা বঢ়াইছে। ৰপ্তানিৰ বাট মুকলি নেথাকিলে এই খেতিৰ বিশেষ আৱশ্যক থাকিব যেন দেখা নেযায়। মৰাপাটৰ পৰা হোৱা শিল্প দ্ৰব্য তৈয়াৰ কৰাৰ চৰ্চ্চা হলে এই খেতিয়ে ৰপ্তানিৰ বাট বন্ধ হলেও আৱশ্যকীয় খেতি বোলাব পাৰিব। বৰ্ত্তমান ৰপ্তানিৰ সোঁতৰপৰা দেখা যায় যে, এই খেতিয়ে খেতিয়কৰ আৰ্থিক অৱস্থা বিশেষ টনকিয়াল কৰিব পাৰে। মৰাপাটৰ খেতিক উপকৰুৱা খেতি বুলি ধৰিব লাগিব। অসমীয়া ৰায়তে ইয়াক ঘাই খেতি স্বৰূপে ভাবি এই খেতিলৈ ধাউতি ৰখাটো বাঞ্ছনীয় বুলিব নোৱাৰি, কেৱল

ৰপ্তানিৰ লাভলৈ নেচায় খেতিয়কৰ ঘৰুৱা উপযোগিতালৈকো দৃষ্টি থকা উচিত। যি খেতিত ঘৰুৱা উপযোগিতা আৰু ৰপ্তানিৰ আৱশ্যকতা থাকে তেনে খেতিয়েহে খেতিয়কৰ মনত আগভাগ পোৱা উচিত বুলি বিবেচনা হয়। আসামত প্ৰচুৰ পৰিমাণে জমি পোৱা যায়, সেইবাবে হজুৰাৰ নাটনি নপৰিলে বা খেতিয়কৰ নিজৰ পৰিশ্ৰমে আগুৰিব পাৰিলে মৰাপাটৰ নিচিনা উপৰুৱা খেতিৰ বিস্তাৰৰ অৰ্থে চেষ্টা কৰা সকলো খেতিয়কৰ পক্ষে উচিত। সাময়িক লাভলৈ চালে কিন্তু দেশৰ আন-আন মূল খেতিক অৱহেলা কৰি মৰাপাটৰ খেতিলৈ আগ বাঢ়িবলৈ কব নোৱাৰি। উজনী অঞ্চলৰ পৰা মৰাপাটৰ ৰপ্তানি নাই বুলিয়েই হয়। ১৯০৪—৫ চনত উজনীৰ ৪ খন জিলাৰপৰা মোটে ৩৯৭ মোন মৰাপাট ৰপ্তানি হৈছিল। গোৱালপাৰাত কিছু দিন আগৰেপৰা এই খেতি চলিছে কামৰূপৰ খেতিয়কৰ মনো এই খেতিলৈ ধাল খোৱা দেখা যায়। উজনীৰফালেও এই খেতিৰ উপযোগী বিস্তৰ মাটি আছে। এই বাবে উজনীৰ অঞ্চলৰ খেতিয়কৰ মনো এই খেতিলৈ যোৱা বাঞ্ছনীয়। ক্ৰমশঃ।

# কৰ্ত্তব্য-জ্ঞান।

কামত আভুৱা ভাঁৰি গা এৰোৱা বহুত মানুহৰ স্বভাৱ। এইবিলাক মানুহে বিবেচনা কৰে যে, কথমপি এপাহ-মাৰি কাম দেখুৱাব পাৰিলেই হয়, তাত দক্ষতা দেখোৱাৰ কোনো প্ৰয়োজন নাই। এই বিবেচনাই বহুত মানুহৰ সংসাৰত অৱনতিৰ কাৰণ হয়। যি এনেকুৱা ভাব মনত লৈ কৰ্মত প্ৰবৃত্ত হয়, তাৰ কৰ্ম কদাপি সুৰলা হব নোৱাৰে। বেতনভোগীবিলাকৰ ভিতৰত এই ভাৱৰ বিশেষ প্ৰাদুৰ্ভাব দেখা যায়। সিহঁতৰ কেওঁ বা গাৰ দুখ কমাবলৈ কামত আভুৱা ভাঁৰে, কেওঁ বা অলপ সময়ৰ ভিতৰত সৰহ কাম কৰি সৰহ সৰহকৈ ধন ঘটিবলৈ আভুৱা ভাঁৰে; কিন্তু শেষ ফলত এই উদ্দেশ্যৰ এটাও সিদ্ধ নহয়। যি লোকে গাত দুখ নিদিয়াকৈ কাম কৰিব খোজে, সি জনা উচিত যে, এপাহ মাৰি কাম কৰিলেও শ্ৰম কৰিব লাগে। তেনেহলে ভালকৈ নকৰি কেৱল এপাহ মাৰি খোৱাৰ কোনো যুক্তিযুক্ত কাৰণ নাই। আকৌ যি অলপ সময়ত সৰহ ধন ঘটিবলৈ কামত আভুৱা ভাঁৰে, তাৰ বুদ্ধিও বিপৰ্য্যয়। সিও জনা উচিত যে, ভাল কৰ্মৰ মূল্য সৰহ; এপাহ মৰা কামৰ নিমিত্তে কেওঁ সৰহ ধন নিদিয়ে, এপাহ মাৰি থোৱা শটা কামৰ মূল্য ভালকৈ কৰা এটা কামত পোৱা যায়। যথাৰ্থ পক্ষে আভুৱা ভাঁৰি কাম কৰাৰ কোনো সুফল দেখা নেযায়, কিন্তু কু-ফ'ল হলে নিশ্চয় ফলে। যিবিলাক মানুহে নিতৌ লোকৰ ঘৰত কাম কৰি নিত্য উপাৰ্জ্জনৰে জীৱিকা চলায়, সিহঁতে আভুৱা ভাঁৰি কাম কৰা দেখিলে মানুহে সিহঁতক কামত লগাবলৈ এৰে। এনেকুৱা মানুহে অৱশেষত দেশত কামকে বিচাৰি নেপায়, বা পালেও আনৰ সমান বেতন নেপায়। দুষ্টৰ একাল, সন্তৰ সৰ্ব্বতিকাল; দুষ্টৰ দুষ্টালি এবাৰ ধৰা পৰিলে তাৰ লগত আৰু কেওঁ কাৰবাৰ নকৰে। যিবিলাক মাহিলি বেতনভোগী বিষয়া, সিহঁতেও এই কু-বুদ্ধিৰ কুফল এৰাব নোৱাৰে; কাৰণ ভালকৈ কাম নকৰিলে পদোন্নতি লাভ কৰা দূৰৈৰ কথা, হাতৰ পদকেই ৰখা টান হয়, এইবোৰ কু-ফলত বাজেও আভুৱা ভঁৰা দোষৰ আৰু কু-ফল আছে। লোকৰ কামত সদায় আভুৱা ভাঁৰি ফুৰোঁতে সেই দোষ ক্ৰমে ক্ৰমে স্বভাৱগত হয়; অৰ্থাৎ তেনে মানুহে পিচত গৈ নিজৰ কামো ভালকৈ কৰিব নোৱাৰা হয়। এতেকে লোকৰ কৰ্ম্মই হওক বা নিজৰ কৰ্ম্মই হওক তাক সদায় মন দি ভালকৈ কৰিব লাগে। কৰ্ত্তব্য জ্ঞান থকা মানুহে কৰ্মত কদাপি আপোন-পৰ নিবিচাৰে, সি লোকৰ কৰ্ম্মও নিজৰ যেন ভাবি সাধ্য অনুসাৰে ভালকৈ কৰে। কৰ্ম্ম হাতত ললেই সি এটা দায়িত্ব গ্ৰহণ কৰা বুলি বিবেচনা কৰে, আৰু যেনে তেনে প্ৰকাৰে কৰ্ম্মটো সমাধা কৰিলেই দায়ৰপৰা মুক্ত হোৱা বুলি নেভাৱে, তাৰ সাধ্য অনুসাৰে ভালকৈ কৰিলেহে দায় শোধ হোৱা বুলি বিবেচনা কৰে। ই শ্ৰেণীৰ মানুহবিলাক সকলোৰে মৰম আৰু বিশ্বাসৰ পাত্ৰ হয়, আৰু সৰহ বিদ্যা-বুদ্ধিৰ গৰাকী নহলেও সংসাৰত সিহঁতে ক্ৰমে ক্ৰমে উন্নতি কৰিবলৈ সক্ষম হয়।

আগৰ কালত যিবিলাক লোকে সংসাৰত উন্নতি সাধন কৰি কীৰ্ত্তিৰ ধ্বজা উৰাইছিল, তেওঁলোকে এটাইবিলাক কৰ্ত্তব্য-জ্ঞানত জ্ঞানী আছিল, তেওঁলোকে কৰ্ত্তব্য সাধনৰ নিমিত্তে প্ৰাণকো উছৰ্গা কৰিব পাৰিছিল। বৰ্ত্তমান কালতো কৰ্ত্তব্য কৰ্ম্মৰ তুলনাত প্ৰাণক তুচ্ছ দেখা লোক অনেক আছে। প্ৰত্যেক ডাঙৰ কৰ্ম্মৰ এনেকুৱা এজন মানুহ নায়ক নহলে কৰ্ম্ম কদাপি সুসিদ্ধ নহয়। এজনৰ কৰ্ত্তব্যবোধৰ গুণত সহস্ৰ লোকৰ প্ৰাণ ৰক্ষা পৰা, এজনৰ কৰ্ত্তব্যবোধৰ গুণত এক দেশৰ স্বাধীনতা ৰক্ষা পৰা, এজনৰ কৰ্ত্তব্যবোধৰ গুণত দুঃসাধ্য কৰ্ম্ম সাধিত হোৱা বুৰঞ্জীত বহুত

শুনা যায়। চিপাহী বিদ্রোহৰ সময়ত এঠাইত এটা হিলৈৰ খাৰৰ ভঁড়াল আছিল। ভঁড়ালৰ ৰখীয়া আছিল এজন ইংৰাজ; তেওঁ প্ৰথমে ভঁড়াল ৰক্ষা কৰিবলৈ বিদ্ৰোহীবিলাকৰে সৈতে যুঁজ কৰিলে, কিন্তু বিদ্ৰোহী পক্ষক পৰাজয় কৰিব নোৱাৰিলে। অৱশেষত তেওঁ দেখিলে যে, খাৰবোৰ বিদ্ৰোহীবিলাকক এৰি দিলে সিহঁতক যুঁজৰ আহিলা যতনাই দিয়া হয়, সেই দেখি ভঁড়ালত জুই লগাই খাৰ নষ্ট কৰাই স্থিৰ কৰিলে; কিন্তু খাৰ-ভঁড়ালত জুই লগালে তেওঁৰে প্ৰাণ ৰক্ষা নপৰে। সাধাৰণ শ্ৰেণীৰ মানুহৰ পক্ষে ই এটা বিষম সমস্যা। নিজৰ প্ৰাণটো জুইত অৰ্পণ কৰি খাৰ নষ্ট কৰিবলৈ কোনো মান্তি নহলহেঁতেন; কিন্তু ইংৰাজ জন তাতো সঙ্কুচিত নহল। তেওঁ ভঁড়ালত জুই দি খাৰো ভস্ম কৰিলে, আৰু সেই জুইতে প্ৰাণো এৰিলে। এইদৰে খাৰ নষ্ট নকৰাহেঁতেন, বিদ্ৰোহীবিলাকে তাৰ বলত বহুত উপদ্ৰৱ কৰিলেহেঁতেন, আৰু সিহঁতক পৰাজয় কৰি দেশত শান্তি স্থাপন কৰাও টান হলহেঁতেন। ৰখীয়া চাহাবজনৰ কৰ্ম্মৰ গুণত ইমান এটা ভয়ঙ্কৰ বিপদ নিবাৰণ হ'ল। চাহাবজনৰ কৰ্ত্তব্যজ্ঞান অৱশ্যে শলাগিব লগীয়া ভঁড়াল ৰক্ষা কৰা কৰ্মটি তেওঁ কোনো মতে কৰিব লাগিব বুলি ভাবিছিল, সেই দেখিহে তেওঁ তাত প্ৰাণ দিলে। যুদ্ধত যেতিয়া হাৰিল তেতিয়া তেওঁ ভঁড়াল এৰি দি প্ৰাণ লৈ গুচি যাব পাৰিলেহেঁতেন, তাত প্ৰাণ দিবলৈ তেওঁক কোনেও দণ্ডি কৰা নাছিল, বা ৰাজঘৰৰপৰা তেনে কোনো আজ্ঞাও হোৱা নাছিল, তথাপি যে তেওঁ জুইত প্ৰাণ সমৰ্পণ কৰিলে ই কেৱল কৰ্ত্তব্যবোধৰ দণ্ডিত মাথোন। যি মানুহ যি কৰ্ম্মত নিয়োজিত হয়, সি সেই কৰ্ম্ম প্ৰাণ উছৰ্গিও কৰিব লাগে, এই তেওঁৰ হৃদয়ৰ বোধ আছিল। চীন আৰু জাপানৰ ভিতৰত যি যুদ্ধ হৈ গৈছে তাতো কৰ্ত্তব্যজ্ঞানৰ দৃষ্টান্ত বহুত পোৱা যায়। এই সমুদ্ৰ যুগত জাপানী চিপাহীয়ে জাহাজত থকা খাৰ ভঁড়ালৰ ৰখীয়াৰ বাব পাইছিল। এদিন যেতিয়া উভয় পক্ষৰ ভিতৰত তয়া-ময়া যুদ্ধ, তেতিয়া সমুদ্ৰৰ সোঁতৰ গুণেই হওক বা আন কোনো কাৰণেই হওক খাৰ থকা জাহাজখন ঘূৰিল আৰু খাৰ থকা ফালটো শত্ৰু পক্ষৰ জাহাজৰ সমুখ হল। এইদৰে জাহাজ ঘূৰা মাত্ৰেই খেহবাসৰ হিলৈৰ গুলি ভঁড়ালত ধাৰাসাৰে পৰিবলৈ ধৰিলে। তেতিয়া ৰখীয়াজনে দেখিলে যে খাৰত গৈ গুলি পৰিলে জাহাজত জুই লাগি প্ৰলয় মিলাব, সেই দেখি খাৰ ঢাকিবলৈ সি নিজে ভঁড়ালৰ দুৱাৰমুখত থিয় হল। গুলি আহি তেতিয়া তাৰ গাত পৰিবলৈ ধৰিলে হয়, কিন্তু সেই গুলিয়ে খাৰ ঢুকি নেপালে, যদিও বা দুই-এটা তাৰ গা সৰকি গৈ খৰাত পৰিছিল, বাটত জুৰাই যোৱাৰ নিমিত্তে সেই গুলিয়ে খাৰৰ একো অনিষ্ট কৰিব নোৱাৰিলে। সেইদিনৰ যুদ্ধ শেষ হলত সকলোৱে নিজ নিজ বিশ্ৰামৰ ঠাইলৈ গৈ বিশ্ৰাম লবলৈ ধৰিলে, কিন্তু খৰীয়াটো খাৰ ভঁড়ালৰ মুখত থিয় হৈয়েই ৰল। ইয়াৰ কাৰণ বুজিব নোৱাৰি জনচেৰেক মানুহে চাবলৈ গৈ দেখিলে যে, সি মৰি ঠেৰেঙ্গা মাৰি আছে, আৰু গাত একুৰি আঁঠোটা গুলিৰ ফুটা আছে। এইটো কৰ্ত্তব্য জ্ঞানৰ এটা উগ্ৰ দৃষ্টান্ত। এইবোৰত বাজেও আজিকালিৰ দিনত জাহাজৰ কৰ্ম্মচাৰীয়ে, আৰু ৰেইল গাড়ীৰ কৰ্মচাৰীয়ে নিজৰ প্ৰাণ উছৰ্গা কৰি যাত্ৰীবিলাকৰ প্ৰাণ ৰক্ষা কৰা সদায় শুনা যায়। সকলো কৰ্ম্মতে এনেকুৱা অটল কৰ্ত্তব্যজ্ঞান থাকিব লাগে, তেনেহলে কৰ্ম্ম নিসিজি থাকিব নোৱাৰে। কৰ্ত্তব্যজ্ঞানে কৰ্ম্মলৈ উৎসাহ আৰু প্ৰতিজ্ঞা জন্মায়, আৰু মনৰ একাগ্ৰতা উৎপন্ন কৰে।

# অসমীয়া ভাষা

শব্দ আৰু উচ্চাৰণ।— অসমীয়া ভাষা সংস্কৃতমূলক; কিন্তু অসমীয়া ভাষাত উৰ্দু ভাষাৰ শব্দও বহুত আছে যেন অনুমান কৰোঁ। 'ইস্তাহন' 'তুৰন্তে' 'কিতাপ' 'তহলা' আদি কেতবিলাক শব্দ মোৰ মনেৰে উৰ্দু ভাষাৰপৰা অসমীয়া ভাষালৈ আহিল। পানী শব্দটো যদিও সংস্কৃত পানীয় শব্দৰপৰা আহিছে বুলি বহুতে অনুমান কৰে, মোৰ মনেৰে উৰ্দ্দুপানী শব্দৰপৰা যেনহে লাগে। সি যি হওক উৰ্দু কোৱা দেশৰে সৈতে যে আমাৰ আগৰ ঘনিষ্ট সম্বন্ধ আছিল তাৰ অকণো সন্দেহ নাই। আধুনিক বঙ্গলা দেশৰে সৈতে যি আমাৰ সম্বন্ধ ঘটিছে তাৰপৰা আমাৰ আগৰ ভাষাৰ আৰু জাতীয় বহুত চিনৰ লৰচৰ হোৱা চিন পোৱা যায়। ভাষাৰ বিষয়ে আগৰ অযোধ্যা আৰু ওপৰ দেশৰে সৈতে আমাৰ যিমান একে আৰু সম্বন্ধ দেখা যায়, তাক চালে বঙ্গলা দেশৰে সৈতে আমাৰ সম্বন্ধ যে গোটেই আধুনিক তাক বেচ বুজিব পাৰি। ভাষাবিদ ডাক্তৰ গ্ৰিয়াৰ্চন চাহাবে তেওঁৰ ভাৰতীয় ভাষাতত্ত্বালোচনী কিতাপত (Linguistic Survey of India) অসমীয়া ভাষা সম্বন্ধে লিখোঁতে এইদৰে লিখিছে ঃ— "It is a note of coincidence that the other country of India which is famous for its historical works—

Kashmir – possesses a language which to the philologist presents many points of the linguistic affinity with the Assamese. The extreme East of India here meets with the extrem West" কাশ্মীৰ দেশৰ সৈতে আমাৰ আগৰ সম্বন্ধ আছিল, — অহা-যোৱা, মাত-কথাত বেচি মিল আছিল, আৰু আমাৰ ভাষাৰ গঠন-প্ৰণালীৰ কাশ্মীৰি ভাষাৰে সৈতে এতিয়াও মিল দেখা যায়। ইয়াৰপৰা আমি অনেক অনুমান কৰিব পাৰো; সেইখিনি আজিৰ প্ৰবন্ধৰ ভিতৰত কেৱল এই মাথোন কোৱা যাওক যে, আমাৰ ভাষাত সংস্কৃত শব্দৰ মাজে মাজে উৰ্দু আৰু আন ভাষাৰো শব্দ বহুত সোমাল। অৱশ্যে তাৰ সংখ্যা নিচেই তাকৰ। শতকৰা ২।৩ টাতকৈ বেচি হব নেপায়।

আমাৰ ভাষাৰ শ, ষ, স উচ্চাৰণ বিদেশী মানুহে ৰাখিব নোৱাৰি, নতুন শব্দ গঠন কৰাটোৰ বিষয়ে এবাৰ কৈ আহিছোঁ, তাক কিন্তু নিবাৰণ কৰিব পাৰিব লাগে। আমাৰ নিজ দেশতে তেনে লৰচৰ হোৱা দেখিছোঁ। আৰু কিছুমান শব্দৰ অসমীয়া উচ্চাৰণ এৰি বঙ্গালীৰ ভুল উচ্চাৰণ গ্ৰহণ কৰা আজিকালি বহুতৰ মুখত শুনা যায়। যেনে পদ্ম, ভস্ম, সূক্ষ্ম আদি শব্দৰ উচ্চাৰণ পদ্দ, ভস্ব, সূক্ষ্য আদি বহুতক কোনো শুনা যায়। এই উচ্চাৰণ সংস্কৃতৰো নহয়, অসমীয়াৰো নহয়। বঙ্গালীবিলাকে কাৰপৰা এই উচ্চাৰণ পালে কব নোৱাৰোঁ, আৰু তাকে আমাৰ দেশত শিক্ষা দিয়াত আমাৰ পৰায়ো তেনে ভুল উচ্চাৰণ গ্ৰহণ কৰিছে। নিয়ম মতে শুদ্ধ ;— পদ্ম — পদুম (Padma), ভস্ম— ভসম্ (Bhasma), সূক্ষ্ম—সুক্ষম্ (Sukhma) আদি উচ্চাৰণ হোৱা উচিত।

আৰু এটা কথা শেষত ভাবিবলগীয়া শ, স, ষ ইংৰাজীৰে লিখিলে Sh, s, দি লিখোঁ। কিন্তু সি ঠিক উচ্চাৰণ নিদিয়ে। সংস্কৃতৰ শ, ষ, স ৰহে উচ্চাৰণ দিয়ে। অসমীয়া শ, ষ, সৰ উচ্চাৰণ বুজাবলৈ আমি কি কৰা উচিত যাতে বিদেশী এজেন পঢ়িলে গম পাব পাৰে? তেনে এটা উপায় কৰিব পাৰিলে, বোধ কৰোঁ, "হিলিখা" "হুলমাৰি" আদি শব্দৰ সৃষ্টি হোৱাৰ আশঙ্কা কম হব। ই যদিও অসমীয়া ভাষাৰ আখৰ—জোঁটনি নহয়, তত্ৰাচ ই আমাৰ এক প্ৰকাৰ লাগতিয়াল হৈ পৰিছে। মোৰ বোধেৰে শ, ষ, সৰ পৰিবৰ্ত্তে লিখা Sh, s,ৰ ওপৰত এডাল আঁচ "—" দি দেখুৱা উচিত। তাকে এবাৰ চলাই দি দেখুৱালে চলি যাব, আৰু এটা অভাব পূৰণ কৰিব বুলি আশা কৰা যায়।

# কৃপাবৰ বৰবৰুৱাৰ প্ৰত্যাগমন।

## "বন্দে মাতৰং"

গাৱাল মানুহ বৰবৰুৱাৰে সৈতে যেতিয়া ঘাম কালিৰ খুন্দা-খুন্দে পোহাৰীৰ দন্দ লাগিবলৈ ধৰিলে, তেতিয়া তেওঁ নিজৰ ঘৰত তিষ্ঠিব নোৱাৰি পাৰ্ব্বতীয়ে পৰ্ব্বতীয়া বাপেকৰ ঘৰলৈ যোৱাদি হিমালয় পৰ্ব্বতৰ ওচৰলৈ ঘাম-চকু-লো টুকি গুচি গল। কিন্তু, দিনচেৰেক বাপেকৰ ঘৰত থাকিলেই, জীয়াৰী ছোৱালীৰ ৰোহ-ঠেহ-দন্দ-খৰিয়াল সোপাই নৈৰ টান সোঁতত জাজি উটি যোৱাদি বিৰহৰ পিচত ওপজা মিলনৰ হেঁপাহৰ কোবাল সোঁতত উটি গুচি যায়। গতিকে, বৰবৰুৱায়ো চিম্‌লা পৰ্ব্বতৰ টিঙ্গত কিছুদিন থাকিয়েই ঘামৰে সৈতে খনে-খনে লগা দন্দ-খৰিয়ালবোৰ উটি গল; আৰু চেৰেং-চেৰেংকৈ ভৈয়ামলৈ তেওঁৰ মনত পৰিবলৈ ধৰিলে। শেহলৈ তেওঁ দিনৌ ভাবিছিল, তেওঁক কোনোবাই মাতি পঠিয়ালে হয়। এনে মানসিক অৱস্থাত অৱস্থিতি কৰি, নিহালিৰে নিজৰ সৰ্ব্বহ লমলমীয়া লম্বোদৰটি মেৰাই থম্‌থম্‌কৰে বহি থকা গৈছিল অথবা নিৰ্ভুলকৈ কবলৈ গলে, অজগৰ পৰা দি পৰি শুই থকা গৈছিল। দিন নেযায়, ৰাতি নুপুৱায়, এনেতে এদিন মোৰ বুকুখন ঢপ্‌ঢপাই উঠিল দেই। মই বুজিলোঁ, কোনোবাই মোক স্মৰণ কৰিছে। প্ৰশ্ন হল, — কোনেনো মোক সুঁৱৰিলে ঐ? উত্তৰ পালোঁ; — যি মোৰ, আৰু মই যাৰ তেৱেঁই। কথাষাৰ লিখাৰ ভঙ্গিমাটো দেখি হয়তো পাঠকসকলে ভাবিছে যে, বৰবৰুৱাই বৰবৰুৱানীৰ কথাহে উনুকিয়াইছে। কোনোৱে এনে ভাব ভাবিছে যদি বৰবৰুৱাই তেওঁৰ গাত দায় নিদিয়ে। কাৰণ এতিয়া ক্ষন্তেকৰ নিমিত্তে খেলোৱাৰ বৰবৰুৱাৰ মনতো তেনে ভাবেই খেলাইছে। কিন্তু হাঁহি উঠা কথা এইটোহে যে, উপজিবৰেপৰা তেওঁৰে সৈতে কোনো বৰবৰুৱানীৰ আজিলৈকে দেখা-শুনা হোৱা নাই বুলি তেওঁ জানে। কিন্তু যদিহে কিবা স্বৰূপে "আমৰা মৰে, নিঝৰা ঝৰে, আৰু নিৰ্ধনীৰ ধনঞ্জয়

নাম" হয়, অৰ্থাৎ যদিহে বৰবৰুৱা লুভুনী কোনোবা বৰুৱানী যমুনাৰ পাৰৰ কোনোবা গোপিনীৰ ঘৰত অন্যায়কৈ উপজি গকুলত বাঢ়িছে, সেই মাজ সৰু লাজ-ডাঙ্গৰ লুভুনী হোপনন্দিনী বৰবৰুৱানী পদ প্ৰাৰ্থনীৰে সৈতে, গোসাঁইৰ শাওপাতত পৰি থকা বৰবৰুৱাৰ ইহজন্মত দেখা হোৱাটোৰ আগন্তুক নাই বুলি তেওঁ চাৰি সত্ৰত শপত খাই কবলৈ সাজু আছে। সি যিহওক, অনন্ত শয্যা এৰি লাহেকৈ উঠি টোপোলা-টাপলি বান্ধি চিমলা-কল্‌কা-ৰেল-গৰুগুৰ কান্ধত উঠি মৰ্ত্ত্যলোকলৈ গতি কৰা গল। তিন দিন তিনি ৰাতি অবিশ্ৰাম আহি কলিকতা ওলাই গৰুগুক ছুটি আৰু বকচিচ দি বিশ্ৰামৰ আয়োজন কৰিলো। "দুনিয়াৰ" নাড়ী-নক্ষত্ৰৰে সৈতে টিপাটিপি কৰাত পাকৈত বৰবৰুৱাই তৎক্ষণাত বুজিব পাৰিলে যে, পূব ফালৰ দেশত কাণ্ড বিষম, ব্যাপাৰ গুৰুতৰ।

মই অলপমান বেলি জিৰাই শঁতাই, ৰেলৰ কুলি আৰু ফিৰিঙ্গীৰ হেঁচা ঠেলা গতাৰপৰা সাৰিবলৈ পিন্ধা মোটটোৰ মায়া-জৰিডাল ফচ্‌কৰে নেকাটি তাৰেই কলিকতা চহৰৰ ইফালে-সিফালে অলপ-অচৰপ ফুৰি আহিবলৈ ওলালোঁ। সকলো পিনে আজিকালি ট্ৰেমগাড়ীয়েই প্ৰশস্ত জান জানি এখন বিজুলীৰ ট্ৰেমত উঠি পৰিলোঁ। উঠিয়েই দেখিলোঁ যে, মোৰ আগৰ বেঞ্চখনত দুজন আদহীয়া বঙ্গালী বাবু আৰু এজন আদৰাঙ্গী ফিৰিঙ্গী চাহাবে খুব তৰ্কযুদ্ধ লগাই দিছে। চাহাবজনে বাবু দুজনক কৈছে, — "বাঙ্গালা মলূকথু দো আদমি বিগাৰ দিয়া। পহিলাথু সুৰেন্দ্ৰনাথ, দোচোৰাথু, বন্দেমাতৰং। সুৰেন্দ্ৰনাথ পাজী হ্যায়, লেকিন বন্দেমাতৰংথু উচ্‌চেভি পাজী। ইংৰাজলোকক আভি তলক গোচা নাহি উঠা; লেকিন আউৰ জিয়দা গৰবৰ কৰেগাতো ও দোনো দুস্মনকো কালাপানী ভেজেগা তব ছোড়েগা।" ফিৰিঙ্গীটোৰ কপাল ভাল যে, বাবু দুজন আদহীয়া নিৰ্জ্জু মানুহ; নতুবা যেনে কাল পৰিছে স্কুল-কলেজৰ ডেকা বঙ্গালী হোৱাহেঁতেন ফিৰিঙ্গীক তেতিয়াই বন্দেমাতৰঙ্গীয়া কিলকীৰ্ত্তনেৰে ধূলিকৈ উৰাই দিলেহেঁতেন। এনেতে হঠাৎ ঘণ্টাই টিলিং কৰিলে, ট্ৰেমগাড়ীখন থমকি ৰল; আৰু মহাপাজী বন্দেমাতৰঙক কলিয়াপানী লৈ পঠিয়াব খোজা ফিৰিঙ্গীটো সেই যাত্ৰালৈ সিমানতে সাৰি নামি গল। চাহাব নামি গল। চাহাব নামি গলত বাবু দুজন "গৰম" হৈ উঠিল একা দেই। এজনে ফক্‌ফকাই উঠি ফিৰিঙ্গী সম্প্ৰদায়ক গালি পাৰি কলে, — "বেটা মেটে ফিৰিঙ্গীটোৰ আস্পৰ্দ্ধাটা দেখলে! আমাৰ ইচ্ছে কৰছিল, বেটাকে মেৰে গুড়িয়ে দিই!" আনজনে উত্তৰ দিলে, "আমাৰো কি ইচ্ছে হয়নি, তবে নীচ যদি উচ্চ ভাষে সুবুদ্ধি উড়ায় হেসে', ভেবে চুপ কৰে থাকা গেল। ছোটলোকেৰ সঙ্গে ঝগৰা কৰাটা নিজেৰেই অপমান।" এই বুলি মোৰ ফালে অলপ কতীয়াকৈ চাই তেওঁ কলে, "চাহেব, ফিৰিঙ্গী কথাটাৰ হিষ্টৰিটা জান?" মই নেজানো বুলি কলত, তলত বৰ্ণনা কৰা ইতিহাসটো তেওঁ কথিলে।—

"তাহানিজন কুম্পানীৰ দিনত যিবোৰ ইংৰাজ কুম্পানীৰ ঘৰত চাকৰী কৰিবলৈ ভাৰতলৈ আহিছিল, সিহঁতৰ এশজনৰ ভিতৰত নিৰান্নৱইজনৰ লগত বিলাতী মেম-চাহাব নাছিল। কাৰণ বিলাতৰপৰা ভাৰতলৈ তেতিয়া ছমাহৰ বাট আছিল আৰু পৰদেশত বিলাতী ঘৈণী লগত লৈ থকাটো বৰ নিৰাপদো নাছিল। সেই দেখি সেই একনীয়া ডঙ্গুৱা ইংৰাজবোৰৰ সৰহ ভাগে, ভাৰতবৰ্ষীয় কলী ধোবানী, নাপিতনী, ছমাৰণী, কমাৰনী, আদিক ঘুৰী পিন্ধাই লৈ সিহঁতৰে সৈতে ঘৰ কৰি থাকি বগা, কলা, কলপতীয়া, তামৰঙ্গীয়া আদি নানা বৰণীয়া চাহাব "বাচ্ছা" বিলাক চৰ্জ্জন কৰিলে। আমাৰ স্বদেশী বামা, শ্যামা, বঁশমতীয়া, লচিমায়া, উৰুকী, ভুৰুকী আদি নানা বৰণীয়া মেম-চাহাব যত যি আছিল এটাইবিলাকে হাতৰ শোটা-বাড়নীৰে সৈতে গাৰ শাৰী আৰু মেখেলা দলিয়াই পেলাই লৰি আহি কাটা-চামুচ হাতত লৈ ঘুৰী পিন্ধি মেম-চাহাব হল, আৰু এই নতুন চিতৰা পখৰা জাতিৰ স্ৰজন কাৰ্য্যত মন-প্ৰাণ দি প্ৰজাপতি ব্ৰহ্মাৰ সহায়তা কৰিলে। বান্ধেহঁতে ভাবিছিল যে, সিহঁতৰ সৰ্ব্বতিকাল তেনেকুৱা সুখতে যাব। কিন্তু সিহঁতৰ "আইৰ ঘৰলৈ যাম, দুই হাতে খাম, বিধতাই বোলে মই পিচে পিচে যাম," হল। যেতিয়া সেই এন্দ্ৰু-পেদ্ৰৰ জন্মদাতা সকল চাকৰিৰ অন্তত, কলী মেম-চাহাব আৰু নানা বৰণীয়া "বাবাবোৰক" বুঢ়া আঙ্গুলি দেখুৱাই আপোন দেশ বিলাতলৈ যাবলৈ বুলি ওলাই গঙ্গাৰ ঘাটত বান্ধি থোৱা জাহাজত উঠিলগৈ, তেতিয়া কৃষ্ণাবিবীহঁতে কোচত আৰু কাষত "বাবালোক" আৰু "মিচিবাবালোকক" লৈ, চকুৰ পানী টুকি টুকি জাহাজৰ ওচৰত থিয় হৈ সুধিলে, — "চাহাব, তহঁতে আমাৰ দশা কি কৰি থৈ গলিহঁত! তেতিয়া বিলাতমুৱা "বৰাচাহাব ছোটাচাহাব" ধনুৰ্দ্ধৰসকলে নিৰুপায় হৈ ইটোৰ মুখলৈ সিটোৱে চোৱা চুই কৈ বিবীহঁতক প্ৰবোধ দি কলে, "মেৰি জান ডাৰ্লিং! তোমালোক ডৰ মত কৰ। হামলোক থোৰা ৰোজ বাদ ফেৰ

আৰেঙ্গে —ফিৰোঙ্গে। ফিৰোঙ্গেৰপৰা ফিৰেঙ্গে, ফিৰেঙ্গেৰপৰা ফিৰেঙ্গী, তাৰপৰা ফিৰিঙ্গী হল। তেতিয়াৰপৰা বিধতাৰ বিপৰীত বিধানত তেওঁলোকৰ এই কলা সতি-সন্তানবোৰৰ নাম "ফিৰিঙ্গী" হল।

বাবুজনৰ ফিৰিঙ্গী শব্দটোৰ ব্যাখ্যাটো শুনি মই প্ৰথমতে তবধ মানিলোঁ। কিন্তু ক্ষন্তেকৰ পিচতে হো-হো কৰে হাঁহিবলৈ ধৰিলো। কি চতুৰ ব্যাখ্যা। বন্দেমাতৰঙ্গক গালি-শপনি পৰা আগৰ ফিৰিঙ্গীটোক একো কৰিবলৈ নেপাই বা নোৱাৰি মোকে তাৰ শাৰীৰ কোনোবা ভাবি ভালকৈ মুখৰ কথাৰেই এপোটোকা দি থলে। কিন্তু বেচেৰা বাবুহঁতে নেজানে যে, সিহঁতৰ চকুত ধূলি মাৰি, ভুৱাও-ভুৱা আওভুৱা দি সেইজন বিপ্ৰবৰ ববৰকৰাহে বহি আছে, কোনো ফিৰিঙ্গী নহয়; আৰু সিহঁতৰ গালি বা ঠাট্টা তেওঁৰ গাত সমূলি নেলাগি তেলৰ ওপৰত পানী পিছ্লি যোৱাদি পিছলি গৈছে।

এনেতে টেম আহি গোলদিঘীৰ ওচৰ পালেহি। গোলদিঘীৰ চাৰিওফালে মানুহেৰে ভৰি পৰিছে দেখি কি হৈছে চাবলৈ ট্ৰেমৰ পৰা নামি পৰিলোঁ। দেখিলো, বাবুহঁতৰ স্বদেশী সভা আৰু বক্তৃতা হৈছে; আৰু থাকি থাকি বন্দেমাতৰং বুলি এটাইখনে টেটু-ফটা চিয়ঁৰ মাৰিছে। হৰি হৰি! এৱেঁই নে বন্দেমাতৰং? যাৰ প্ৰতাপত বগা বঙ্গালহঁতে থৰযুগুতি এৰিব লাগিছে, এৱেঁই নে তেওঁ? এওঁৰ বেবনিতে বগাইহঁতে ইমানকৈ খালে ঔ! খালে ঔ! ধৰ ঔ! মাৰ ঔ! লগাইছে নে? এইজন বন্দেমাতৰং কংশকে বুন্দামাৰ কৰিবলৈ শ্বিলং-মথুৰত "লায়ন" বসুদেৱৰ ঘৰত "চাৰ্কুলাৰ" কৃষ্ণই জন্ম ধৰিছিল নে? এওঁৰে ভয়তে গোটেইখন পুব দেশৰ "গগৰ্ণমণ্ডলৰ" লগুৱা "আই-চি-এচ। বগাৰামহঁতে "কলৈ যাওঁ গোপাল কলৈ যাওঁ কৃপাল," লগাই চিয়ঁৰত গছৰ পাত সৰাইছে নে? এৱেঁই ডিঙ্গি মেলি কাণ-খোৱা পুথিৰ পদৰ নিচিনা পদ বা বৰগীতৰ গীতৰ নিচিনা গীত এফাঁকি ৰাগত দিলে বগাৰাম বগীৰামহঁতৰ কাণৰ কণামাকৰি সৰে নে? এই কোদোৰ কামোৰতে তেৰাসকলে তৎমৎ এৰি ডেও পাৰি কাছুটি এৰি ফুৰে নে? ওঁ-হু! বিশ্বাস নহয়। মুঠেই পতিয়াব নোৱাৰি।

অলপমান পৰ এইদৰে গুণি-গাঁথি থাকি মোৰ যে হাঁহিটো উঠিল, কি কম। কিন্তু অথল বুজি, ওঁঠ দুখন টিপা মাৰি ধৰি, মোৰ লয়না লগুৱাই পাৰ-চৰাইৰ ডিঙ্গিটো টিপা মাৰি ধৰি তাক মৰাদি, উঠি-অহা হাঁহিটো মাৰি সেই ঠাইৰপৰা আঁতৰ হৈ আহি পুখুৰীৰ এচুকৰ এখন বেঞ্চত বহি পৰিলো। সেই বেঞ্চত থকা সময় ফেৰাত মোৰ মনত এইকেইটা ডাঙ্গৰ ভাবৰ "পয়দা" হৈছিল।

(এক) ।— বগাবঙ্গালে বন্দেমাতৰংটো ওলাব নোৱাৰা কৰিবলৈ কলাবঙ্গালৰ মুখত সঁছাই মিছাই হকতে অনাহকতে সোপাটো যিমান আঁটি দিব খুজিছে, কলাইৰ ডিঙ্গিৰপৰা সি সোপাটো বা ঠিলাটো ঠেলি সিমান বলেৰে ওলাব খুজিছে। অৰ্থাৎ, জানিবা বগায়ে কলাইৰ ঢোলটোৰ বৰটিবোৰ টানি ঢোলৰ মুখৰ ছালখন যিমান ফিন্দাই দিছে, কলাই ঢুলীয়াৰ বাদ্যটোৰ মাত সিমান চৰি উঠিছে। বগাইৰ কি ভুল! বৰটিবিলাক ঢিলাই দিলেই দেখোন সেই ঢোলৰ মাত ঢেপঢেপীয়া হৈ যায় একা। তেওঁ যি জোপা বিহমনাৰ গুৰি উভালি পেলাবলৈ গৈছে, বিষম ভুল কৰি তাৰে গুৰিত সাৰ-জাবৰ দি তাক জকমকীয়া কৰি দিছে। বগায়ে বুজিবহে পৰা নাই, তেওঁ আওকাণ কৰি চেলেও হুপি বহি থকাহেঁতেন আৰু ধৰ ঔ! মাৰ ঔ! খালে ঔকৈ কেলেং-ভেলেউখন লগাই নিদিয়াহেঁতেন বন্দেমাতৰং নামেৰে ওলকচুৰ গুটিটো তাহানি বেঁকাচন্দ্ৰই যতে পুতি থৈছিল সেই কটুৰ মাটিতে আজিলৈকে থিহিৰা লাগি বহি থাকিলহেঁতেন।

(দুই)।— বঙ্গালীবিলাক গান-বাজানাত পাকৈত আৰু তেওঁবিলাক সুৰ, ৰাগ, ৰাগিণীৰ বোধ আছে বুলি সদায় ববৰকৰাই শুনি—আহিছে, আৰু দেখি আহিছে। কিন্তু কি আচৰিত কথা, উপস্থিত ক্ষেত্ৰত সেই পুৰণি বিশ্বাসটোৱে দেখোন ওভটগোৰে নাচিবলৈ যাবলৈ ববৰকৰাৰ ওচৰত অনুমতি প্ৰাৰ্থনা কৰিছে। পোন বাটে দি কথাটো কবলৈ গলে, দেখোন বন্দেমাতৰং গাওঁতে এটাই এটাই ডেৱাউৰিয়াইছে, এটাই বেবাইছে এটাই কিৰিলিয়াইছে, এটাই গুজৰিছে, এটা, সেহাইছে, এটাই ফোঁপাইছে, আৰু এটাই পঞ্চমত, এটাই সপ্তমত, এটাই খাদত, এটাই নিখাদত টানিব লাগিছে। এইটো বাৰু অদভুত কথা নহয় নে? বন্দেমাতৰংটো তাহানি আমাৰ মোমাইৰ পদুলিত বন্ধা পখৰা ঘোঁৰাটো নে কি যে, বাহতুৰা লৰাই "হৰিকিতি-মিৰিকিতি বাঁহৰ-শলা" গাই হৈ মাৰি তাক মুকলি কৰি এৰি দিব, আৰু সি ইফালে-সিফালে দুপদুপাই ডেও দি বলিয়া-বতিয়া হৈ চেকুৰি ফুৰিব? আমাৰ দেখোন গীত-মাত, ৰাগ-ৰাগিণীৰ ধাৰ নোখোৱা অসমীয়া গাৱঁলীয়া মানুহেও হৰিধ্বনিটো শুনিবলৈ সুৱলা কৈ এটায়ে এফেটা

সুৰতে দিঘলীয়াকৈ সুৰ মিলাই দিয়ে একা? বন্দেমাতৰংটো আজিকালি বঙ্গালীহঁতৰ ইমান তিনি প্ৰসঙ্গীয়া ব্যৱহাৰলৈ আহিছে যে, তাৰ ৰথৰ ঘিলাবোৰত ভালকৈ তেল দি লোৱা উচিত। নতুবা, তাৰ কেৰকেৰণীয়ে লোকৰ কাণৰ কণামাকৰি আৰু মুৰৰ খং উলিওৱা একো আচৰিত নহয়। মুঠতে বৰবৰুৱাই কয় যে, তেওঁলোকে তাক জাত লগাই সুৰীয়াকৈ গাওক, নাইবা তেৱোঁ বগা ৰামহঁতৰ ফলীয়া হবলৈ বাধ্য হৈ যতে বঙ্গালী গুৰিপৰুৱাই লাড়ু বন্ধা দেখে তাতে তেওঁৰ পেটটোৰে সৈতে ঘটোৎকৰচ পৰাদি ধুপুচ কৰে পৰিব।

এইবোৰ কথা বিমৰিষ কৰি থাকোঁতেই এটা বস্তু বেচোতাই 'বন্দেমাতৰং পাণ চাই' বুলি মোৰ আগেদি ৰিঙিয়াই গল। বস্তুটো কি চাওঁৱেই বুলি তাক মাতিলোঁ। দেখোন, কলাপাতৰ সৰু সৰু টোপোলাত বঙ্গালী "খিলিপাণ" বান্ধি বেচিবলৈ লৈ ফুৰাইছে! বঙ্গালীৰ বীজমন্ত্ৰ বন্দেমাতৰং শেহত সেই পাণ-অৱতাৰ হোৱা দেখি আচৰিত হৈ আৰু কি জানি সি আন কিবা অৱতাৰ হৈছেগৈ বুলি ভাবি তামোল বেচোঁতাৰ ছটি জোতালৈ চকু দিলোঁ। সুখৰ বিষয়, সেই অৱতাৰৰ কাল এতিয়াও অহা নাই।

(তিনি)।— বন্দেমাতৰং মানে আইক অৰ্থাৎ জন্মভূমিক বন্দনা অৰ্থাৎ সেৱা কৰোঁ। এইটো বঙ্গালীয়ে বীজমন্ত্ৰ কৰিছে ভালেই কৰিছে; কিন্তু তেওঁলোকে তাৰ সম্মান ৰাখিবলৈ সততে যত্নবান থকা উচিত। থলে-অথলে কালে-অকালে তেওঁলোকৰ বীজমন্ত্ৰটো বলকি বা মাতি তাৰ ব্যৱহাৰ বা অপব্যৱহাৰ কৰি অপমান কৰা উচিত নহয়। বৰবৰুৱাৰ মতে তেওঁলোকে যেনেকৈ গুৰুমন্ত্ৰ বা গায়ত্ৰীৰে সৈতে "লেন-দেন কৰে, অসমীয়াই যেনেকৈ শৰণ আৰু গুৰুবাক্যৰে সৈতে সম্বন্ধ কৰে, তেনেকৈ তাৰে সৈতে লেনদেন আৰু সম্বন্ধ কৰিলে অতি শোভন কৰা হব। নতুবা, তেওঁলোকে বন্দেমাতৰঙ্গে সৈতে যেতিয়াই মন যায় তেতিয়াই হংকং বা হনলুলুলৈ যাব পাৰে, বৰবৰুৱাৰ তাত লাভ-লোকচান নাই।

(চাৰি)।— বৰবৰুৱাই কয়, অসমীয়ায়ো বন্দেমাতৰঙ্গৰ নিচিনা কিবা এটা মাত উলিয়াই লোৱা উচিত। বন্দেমাতৰং সংস্কৃতং। আমাৰ দেশৰ গাৱঁলীয়া হোজা মানুহে তাৰ মানে বা মৰ্ম্ম ভু নেপায়; আৰু সিহঁতে তাক সিহঁতৰ মনৰ তপত ভাপ দি সিজাব পৰাটোৱো আগন্তুক নাই। যি দেশত যি মন্ত্ৰ বা মাত খাটে সেই দেশৰ মন্ত্ৰ বা মাত তেনে হোৱা উচিত। "জোৰ জবৰ্দ্দস্তি" তাত নেখাটে। কাৰৈমাৰি সত্ৰৰ গোসাঁয়ে তেওঁৰ শিষ্যক শৰণ দিওঁতে "গড-দি-ফাদাৰ, চন এণ্ড হলি গষ্ট" বুলিলে, বা পাদুৰি লং চাহাবে বিধৰমীক খ্ৰীষ্ট ধৰ্ম্ম দিওঁতে "আতা পৰম গুৰু" বুলিলে, গুৰু শিষ্যৰ মাজত বেবেৰিবাংখন লাগি দুয়ো সম্ভৱতঃ আজোৰা-পিজাৰা কৰি স্বৰ্গলৈ নগৈ খাৰৈত পৰিব।

কোনোৱে বন্দেমাতৰঙ্গক যুদ্ধৰ চিয়ঁৰ, কোনোৱে আনন্দৰ চিয়ঁৰা কোনোৱে বা জাতীয় একতাৰ চিয়ঁৰ বোলে। বোলক, তাত বৰবৰুৱাৰ "আপত্যাপত্তি" একো নাই, আৰু তাত তেওঁ বিধি-পথালিও নকৰে। বৰং আৰু কাৰবাৰ মন যায় যদি তাক বাৰিষাৰ ম'ৰাৰ চিয়ঁৰ, খৰালিৰ উকহুৰ চিয়ঁৰ, ৰাতি বাঘৰ গোজৰ, দিনৰ "পানীমুৰাৰ খবৰ"ও নিৰ্ব্বিবাদে বুলিব পাৰে। মাথোন তেওঁ এইটোহে কয় যে, তাৰ বিষয়ে তেওঁ যি ডাঙ্গৰ মতামত আজি প্ৰকাশ কৰিব খুজিছিল, সেইটো তেওঁ হঠাৎ পাহৰি গল। বৰষি ছিঙি পেলাই যোৱা মাছটো সদায় কিন্তু ডাঙ্গৰ।

(পাঁচ)ঃ।— বন্দেমাতৰঙ্গৰে সৈতে অসমীয়াৰ ৰাহি অহাৰ বাটত অনেক বিঘিনি। দুজন চাৰিজন জনা বুজা লোকে তাৰ মানে বুজিলেই যে সি অসমৰ নতুন বন্দবস্তি মাটিৰ বস্তী বা ফৰিঙ্গতিৰ দাগত পৰি গল এনে নহয়, তাক গোটেই অসমীয়া জাতিৰ ঘৰুৱা ৰাৰ বা চিনাকিৰ বস্তু কৰিবলৈ হলে সি সকলোৱে বুজিব পৰা আৰু তাৰ মৰ্ম্মটো সকলোৱে গ্ৰহণ কৰিব পৰা হব লাগে। সিদিনা ৰুদাই গাওঁবুঢ়াই আমুকা উকিল ডাঙ্গৰীয়াৰ ঘৰত এটা স্বদেশী সভা হৈ থাকোঁতেই তাৰ কিবা গোচৰ এটাৰ কথা সুধিবলৈ আহি ওলাল। ডাঙ্গৰীয়াৰ ঘৰৰ সভাত "হৈ ধ্বনি" দিয়াৰ সলনি বন্দেমাতৰং চিয়ঁৰা শুনি বপুৰা গাওঁবুঢ়াই তাৰ মানেমৰ্ম্ম একোটো বুজিব নোৱাৰি, সভা ভগাৰ পিচত ডাঙ্গৰীয়াৰ ওচৰত আঠু লৈ লাহেকৈ সুধিলে, — "দেউতা, বন্দীৰ দায় মৰষিব; সৱাহত কৌটিকালৰপৰা চলি অহা "হৈ ধ্বনি" নিদি তাৰ বদলি বোন্দামাতৰং বোলা শুনি বুঢ়া বন্দীয়ে বৰ দুখ পালোঁ" কত হৰি ধ্বনি আৰু কত বোন্দাৰ মাত।

আৰু এটা ঘটনাৰ কথা বৰবৰুৱা ডাঙ্গৰীয়াই জানে। এজন অসমীয়া পঢ়াশালীৰ গুৰুৱে বা পণ্ডিতে কৰবাত বন্দেমাতৰং চিয়ঁৰা শুনি তাৰ মানে বুজিব নোৱাৰি তেওঁক সুধিছিলহি; "বৰবৰুৱা দেউতা, জিলাৰ কিছুমান বঙ্গালী ভাল মানুহে এঠাইত

এখন মেল প৺৷ দেখি আহিলোঁ, তাত থাকি থাকি তেওঁলোকে কিবা "বন্দীয়ে মাতং" বুলি চিঞঁৰিছিল। মই সেই মাতৰ একোটা তলা-নলা ধৰিব নোৱাৰি মোৰ কাষতে থিয় দি থকা নেনাই মণ্ডলক সুধিলো, বোলোঁ ইয়াৰ মানে কি? মণ্ডলে উত্তৰ দিলে,—'মানে বন্দীয়ে মাতিছে; অৰ্থাৎ ভাৰন্তৰ মানুহবোৰ বিলাতৰ ৰজা আৰু চাহাববোৰৰ নিকিনা বন্দী। অতদিন বন্দীৰ নিজৰ সুখ-দুখৰ বিষয়ে মাতিবৰ অধিকাৰ নাছিল। এতিয়া আমাৰ দয়ালু চিপ-কমিচন চাহাবে গুৰ্খা চিপাহী লগোৱাই দি বোৱাহঁতৰ পিঠিত ঔ পৰোৱাই দি সিহঁতৰ মাত উলিয়াই দিছে; সেই দেখি সিহঁতে 'বন্দী মাতৰং' অৰ্থাৎ 'বন্দীয়ে মাতিলে ঔ!' বুলি কিৰিলিয়াব লাগিছে। এই কথা সঁচা নে, ডাঙ্গৰীয়াই কিবা ভু পাইছে নে?"

ইত্যাদি কাৰণৰ নিমিত্তে আমাৰ অসমীয়া মানুহক বন্দোমাতৰঙে নুসুজে। তেন্তে তাৰ ঠাইত আমাৰ আন কিবা এটা উলিয়াই লব লগা হল। নহলে গা নৰয়। হৈ ধ্বনিটো আমাৰ যেনে আছে তেনেই থাওক, তাক জোকোৱাটো ঠিক নহয়। বৰসবাহ, তিথি, ভাৱনা আদি উৎসৱত তাক বৰ প্ৰতাপ আৰু সি লাগতিয়াল। তাৰ কাম সি কৰক, তাৰ বাপতিশাহোন সি ৰাখক। কিন্তু আজিকালিৰ সভা-সমিতি, আন্দোলন-আস্ফালন আদিত লগাবলৈ আমাৰ বৰ তেজাল মাত এবাৰ লাগে। ইংৰাজৰ 'হিপ হিপ হুৰেৰ" আৰ্হিৰে আমাক কিবা এফাঁকি বৰকৈ লগা হৈছে। সেই মাত ফাঁকি বৰবৰুৱাই নুলিয়ালে নোলায় দেখিছোঁ। আনৰপৰা সি নহয়। বৰবৰুৱাৰ আজ্ঞাৰ পানী-গামোছাখন মূৰত মাৰি সেই মাত যেনিয়েই যায় তেনিয়েই সি জয় কৰি যাব। সেই দেখি তলত লিখা জাতীয় মাত ফাঁকি তলত লিখা জাতীয় জাননীৰে বৰবৰুৱাই আজি ৰাইজৰ মাজত প্ৰচাৰ কৰিলে ঃ—

## জাননী।

"যিহেতু অসমত আমাৰ ৰাইজৰ গা-উঠা, দহক-একেলগ-লগোৱা, তিতা খেৰত ধমধম কৰে জুই জলোৱা, নৰনাৰীক অলিয়া- বলিয়া কৰা এটা ৰাজহুৱা মাত বৰকৈ লৰা-লৰিকৈ লগা হৈছে। অভাৱ বুজি বৰবৰুৱাই দয়াপৰবশ হৈ নিজৰ বৰপেটৰপৰা স্বয়ং এটা মাত উলিয়াই ৰাইজৰ মাজলৈ আজি পঠিয়াই দিলে; তাৰ নাম ফ্ৰাইট-ফ্ৰোট-ফ্ৰৌট। ফ্ৰাইট-ফ্ৰোট্-ফ্ৰৌট আজিৰপৰা অসমীয়াৰ জাতীয় চিয়ঁৰ হল। সি অসমীয়াৰ চণ্ডী পাঠৰপৰা জোতা শিয়ালৈকে সকলো সময়তে সকলো কাম কৰি দিব। সৰহ নকওঁ, অসমীয়াৰ গৰু হেৰালেও সি সেই গৰু বিচাৰি আনি গোহালিত বান্ধি দি যাব। বৰবৰুৱাৰ হুকুম যে, আজিৰপৰা সকলো অসমীয়াই এই জাতীয় চিয়ঁৰ মাৰি আৰু মানি চলিব লাগিব; নতুবা তেওঁ বৰ অসন্তুষ্ট হব। ইতি

—শ্ৰীশ্ৰীকৃপাবৰ বৰবৰুৱা

## জাতীয় সঙ্গীত।

ভাৰত সন্তান আছাঁ কিয় বহি
কি হে দেৱ সহায়;
উঠা কাচি পাৰি, ধৰা কাষ-কামে,
জাতিৰ উত্তৰ আপুনি হয়।
বন্দীতো নোহোৱা স্বাধীন ৰায়ত,
ফুৰা যে এন্ধাৰে বগুৱা বায়।
হাততে তোমাৰ, আছে শুভাশুভ,
জাতিৰ উত্তৰ আপুনি হয়।

লগালে মাচুল, দিয়া মৰি হাজি,
মুখৰ কথাটি নকৰা ব্যয়;
আপত্তি দেখাই, লোৱাঁ নিজা হক,
জাতিৰ উত্তৰ আপুনি হয়।
লাভ কি তোমাৰ, ধনৰ, শিক্ষাৰ,
অসাৰ খিতাপ, লোভী ৰেহায়;
যথাৰ্থ শাসনে, প্ৰধান সবাৰো;
জাতিৰ উত্তৰ আপুনি হয়।

পণত তোমাৰ, বাড়ী-মাটি-প্ৰাণ,
যদিবাও তুমি খেলত নাই;
বোবা কি হে? মাতা, খোজা নিজা হক,
জাতিৰ উদ্ভৱ আপুনি হয়।
ভেবুৱা হলা নে, কেঁচুৱা হে তুমি,
ভয়ে কুচিমুচি মৰাৰ প্ৰায়;
চিৰকাল কি হে থাকিবা কেঁচুৱা?
জাতিৰ উদ্ভৱ আপুনি হয়।
ফাহাফুহা কৰা, কেঁকনী গেঁঠনী,
হাবিয়ে লুকুৱা কীটানুচয়;
ইসবৰ পৰা গুচে কি হে দুখ?
জাতি উদ্ভৱ আপুনি হয়।

আছে যদি বোধ, দুখ অপমান,
উঠা কাতি কৰি সকলো ভয়;
যুঁজি প্ৰাণপণে, হৰুৱাঁ দুখক,
জাতিৰ উদ্ভৱ আপুনি হয়।
নেলাগে সহায়, দেৱ বা দৈত্যৰ
ভজাঁ সকলোৰে নিজ সহায়;
ইচ্ছা সাহ হলে, সকলোৰে হয়,
জাতিৰ উদ্ভৱ আপুনি হয়।
ভাৰত সন্তান, উঠা ধৰাঁ কামে
উগুৰি পথৰ যত অপায়;
চোৱাঁ পূবাকাশে, উষাৰ কিৰণ,
জাতিৰ উদ্ভৱ আপুনি হয়।

শ্ৰীহ—

# ছাতৰৰ পিঠি।

## চন্দ্ৰলোকলৈ গমন।

(৪ৰ্থ সংখ্যাৰ ১২৭ পিঠিৰপৰা)

মাইকেল, বাৰবিকেন আৰু নিকেল গুলিৰ ভিতৰত মৰা নাই। যেতিয়া গুলি বৰ ডাঙ্গৰ শব্দৰ মুখত বিজুলী-বেগেৰে উঠি গল, তেতিয়া তিনিওজনেই মূৰ্চ্ছা গৈছিল। প্ৰথমে মাইকেলে জ্ঞান পালে, কিন্তু তেওঁৰ বোধ হল যেন তেওঁৰ মূৰত ধোৱাঁত বিনে আৰু একো নাই; তেওঁ সুস্থিৰ ভাৱে কিছুমান পৰ বহি থাকিল। তাৰ পিচে, ক্ৰমে ক্ৰমে মূঁৰ ভাল লাগি আহিল, অৱশেষত থিয় দিলে; চাৰিওফালে চকু ফুৰাই চালে, কতো একো নষ্ট হোৱা নাই, সকলোৰেই ঠিক আছে; কেৱল বাৰবিকেন আৰু নিকেল মৰাৰ দৰে পৰি আছে, তেওঁলোক দুয়ো পৰি থকা দেখি মাইকেল বৰ দুঃখিত হল আৰু ভাবিলে, এওঁলোক দুজন সঁচাকৈয়ে মৰিছে নে কি? বাৰু, আগেয়ে মোৰ নিজৰ গাটোকেই ভাল কৰি লওঁ, পিচে এওঁলোকক এবাৰ চোৱা যাব।" এই ভাবি এটি মদৰ বটল উলিয়ালে আৰু প্ৰায় গোটেই বটল মদকেই খালে। তাক খাই দিয়া মাত্ৰেই তেওঁৰ আগৰ বল এটাইখিনিয়েই দেখা দিলেহি। তেতিয়া তেওঁ একেচাবে উঠি গৈ বাৰবিকেনক টান মাৰি তুলি, মূৰত কিছুমান চেঁচা পানী ঢালিলে, ভৰি-হাত টানি-টুনি দিলে। তাৰ পিচে কিছুমান পৰ বিছিলত তেওঁ চকু মেলি চালে আৰু মাইকেলক সুধিলে — "আমি মৰা নাই নেকি?" মাইকেলে একো উত্তৰ নিদি খল খল কৰে হাঁহিবলৈ ধৰিলে, তাৰ পিচে বাৰবিকেন অলপ ভাল হল।

তেতিয়া দুয়োজনেই নিকেলক মূৰত পানী দি বিছি গৰম পানীৰে ভৰি-হাত ধুৱাই মূৰ্চ্ছা ভাঙ্গিবলৈ বহুত চেষ্টা কৰিবলৈ ধৰিলে। প্ৰায় আধা ঘণ্টামানৰ পিচত তেওঁ চকু মেলিলে, কিন্তু আকৌ মুদিলে। তেতিয়া বাৰবিকেনে নিকেলক সাবট মাৰি ধৰি বহুৱালে। মাইকেলে তেওঁৰ চকুত কিছুমান চেঁচা পানী চটিয়াই দিলত তেওঁ দুনাই চকু মেলি আৰু চাৰিওফালে চাই লাহে লাহে সুধিলে;— "মই নো কত আছোঁ?" মাইকেলে হাঁহি হাঁহি কলে, 'গুলিৰ ভিতৰত; কিন্তু কত ঠিককৈ কব নোৱাৰোঁ, আকাশতেই আছোঁ নে পাতালতে আছোঁ ঈশ্বৰে হে জানে।' লাহে লাহে নিকেল ভাল হল। তেতিয়া তিনিওজনেই অলপ অচৰপ আহাৰ কৰি

গুলিৰ বিষয় বাদানুবাদ কৰিবলৈ ধৰিলে। গুলি বৰতোপৰ ভিতৰতেই আছে নে তাৰপৰা ওলাই শূন্যে শূন্যে চলিয়েই আছে। অৱশেষত ঠিক হল যে, বৰতোপৰ ভিতৰত গুলি নিশ্চয় নাই, নহলে তেওঁলোকৰ মূৰ্চ্ছা হব কিয় ? তেনেহলে তেওঁলোক কত ? 'তেওঁলোক অগাধ আট্‌লাণ্টিক মহাসাগৰতেই পৰিছে নে শূন্যে শূন্যে গৈ আছে নে চন্দ্ৰলোকেই পাইছেগৈ ? বহুত পৰত এই বিষয়ে মীমাংসা হল, কিন্তু কোনেও একো ঠিৰাংকৈ কব নোৱাৰিলে। তেতিয়া বাৰবিকেনে গুলিৰ দুৱাৰ খুলিবলৈ আয়োজন কৰিব ধৰিলে। কিছুমান কল-কাৰখানাৰ দ্বাৰা দুৱাৰখন বন্ধ কৰা আছিল। সেই নিমিত্তে কিছুমান যন্ত্ৰৰ দ্বাৰা অতি সোনকালে দুৱাৰ খোলা গল। দুৱাৰখন দুতৰপীয়া আছিল। এতৰপ লো আৰু আন তৰপ আৰ্চীৰ। সেই লোৰ দুৱাৰখন খুলিলে, আৰ্চীৰখন নুখুলিলে। সভাপতি বাৰবিকেনে অতি আনন্দেৰে সেই আইনাৰ দুৱাৰৰ মাজেৰে চালে, তাৰ পিচে একেবাৰে আনন্দতে চিয়ঁৰ মাৰি উঠিল, নিকেল তুমি বাজিত হাৰিছা। প্ৰথমে গুলি তৈয়াৰ হল, দ্বিতীয়ত গুলি বৰতোপত সুমুয়া হল, এতিয়া চোৱা আমি আকাশৰ মাজেৰে সোঁ-সোঁ কৰে চন্দ্ৰলৈ যাব ধৰিছোঁ, ঈশ্বৰে কৰে যদি চাৰি দিনৰ মূৰত নিশ্চয় আমি পামগৈহঁক।" বাৰবিকেনৰ কথাবোৰ শুনি মাইকেলে আনন্দতে "হিপ হিপ হুৰে" বুলি চিয়ঁৰ পাৰি উঠিল, নিকেল আৰু বাৰবিকেনেও তেওঁৰ লগত "হিপ হিপ হুৰে" বুলি চিয়ঁৰ পাৰি উঠিল। তাৰ পিচে বাৰবিকেনে কলে, "অ ! টকা ? কাপ্তেন নিকেল, টকা কত ?" নিকেলে চোলাৰ জেপৰপৰা কিছুমান নোট উলিয়ালে আৰু কলে, "বেচ মনত কৰিছা দেও, পাহৰা নাই; মই বোলোঁ পাহৰিলে হবলা, ভালেই হৈছে মোৰেই লাভ।" বাৰবিকেনে কলে এৰা, "এতেখিনি টকা তোমাকেইচোন দিম বুলিছোঁ; আনা এতিয়া সোনকালে টকা দিয়া। নিকেলে এখন এখনকৈ গণি এটাইখিনি নোটকে দিলে, বাৰবিকেনেও মহা আনন্দৰে গণি গণি জেপত ভৰালে, তাৰ পাচে এখন ৰচিত লিখি দিলে। নিকেলে ৰচিত খন উলটাই-পালটাই চাই জেপত ভৰালে। এইবিলাক দেখি-শুনি মাইকেলে নেহাঁহি থাকিব নোৱাৰিলে। আৰু কলে, "মানুহে যে কয় মিছা নহয়, বোলে আমেৰিকান ফাঁকি শিকিলি নে কি ? বাস্তৱতে আমোৰিকান বিলাক বৰ তেওৰ আৰু কামৰ লায়ক মানুহ।"

তাৰ পিচে তিনিওজনেই খাই বৈ শুলে। তেওঁলোক কিমান পৰ শুলে তাক আৰু কব নোৱাৰিলে; যেতিয়া তেওঁলোক সাৰ পালে তেতিয়া লৰালৰিকৈ গৈ তিনিওজনেই সেই আৰ্চীৰ খিৰিকি খনেৰে চালে, দেখিলে চাৰিওফালে তৰাবোৰ জিলিকিব ধৰিছে, ফুলি থকা ফুলৰ নিচিনা প্ৰকৃতি দেবীৰ কোলাত শোভা বিলাইছে। তেতিয়াও তেওঁলোক শূন্যে ২ গৈ আছে, কিন্তু কলৈ গৈছে ঈশ্বৰ বিনে কোনে ! জানে হঠাৎ বাৰবিকেনে চমক খাই খিৰিকিৰ পৰা মুখ ফিৰালে আৰু কলে, 'এইবাৰ হে মৰিলোঁ !' মাইকেলে একো বুজিব নোৱাৰি ততালিকে সেই খিৰিকিৰে চালে; তেওঁ দেখা মাত্ৰে বুকু কঁপি উঠিল, দেখিলে এটা বৰ ডাঙ্গৰ তৰা কাঁৰ অহাদি তেওঁলোকৰ পোনে আহিব ধৰিছে। যেনেকৈ আহিছে, ই ততালিকে তেওঁলোকৰ ওপৰত পৰিবহি। তেওঁলোকৰ গুলিও যিদৰে যাব ধৰিছে, কোনোমতে যদি অলপ ঘহনি খায় তেনেহলে তেওঁলোকৰ সৰু গুলি যে একেবাৰে চুণ-খাৰ হব তাৰ কোনো সন্দেহ নাই। এতিয়া উপায় কি ? উপায় আৰু একো নাই, কেৱল ঈশ্বৰৰ নাম লৈ মৰিবলৈ সাজু হোৱাই উপায়। তিনিওজনেই তাকে কৰিলে।

এক মিনিট দুই মিনিট কৰি লাহে লাহে ১১ মিনিট হৈ গল, কিন্তু তেওঁলোক তেতিয়ালৈকে নমৰিল। তেতিয়া অলপ সাহ পালে। সাহ পাই খিৰিকিৰে লাহেকৈ ভুমুকি মাৰি চালে, দেখিলে তৰাটো গুলিৰ ওপৰত পৰা নাই, কিন্তু গুলিৰ নিচেই ওচৰেদি গৈছে, যদি আৰু এশ হাত ওচৰ চাপিলেহেঁতেন, তেনেহলে ইমান পৰে তেওঁলোকে ইহলীলা সামৰিব লাগিলহেঁতেন।

তেতিয়া তিনিওজনেই হৃদয়ৰপৰা ঈশ্বৰক ধন্যবাদ দিলে। তাৰ পিচে তেওঁলোকৰ ওচৰেদি সেইটো কি গল তাৰে বিচাৰ কৰিবলৈ ধৰিলে। অৱশেষত কিছুমান বেলি ভাবি-চিন্তি বাৰবিকেনে চাপৰি বজাই চিয়ঁৰ পাৰি উঠিল, "ঠিক ঠিক এতিয়া হে বুজিব পাৰিছো, এইটো তৰা নহয় এটা ধুমকেতু। ঠিক এই সময়তে চন্দ্ৰৰ ওচৰৰে এটা ধূমকেতু যাবৰ কথা আছিল; সেয়ে এই।" তেতিয়া এটা বিষয় মীমাংসা হৈ গল দেখি তিনিওজনেই আনন্দধ্বনি কৰি উঠিল। তাৰ পিচে মাইকেলে লাহেকৈ এটি মদৰ বটল খুলিলে।

(আৰু আছে)

# উষা

প্ৰথম ভাগ ষষ্ঠ সংখ্যা

## সম্পাদকৰ শৰাই।

**উন্নতিৰ মূল।**— গছৰ পাবৰপৰা পোখা নোলায়, তাৰ ঠাই গাঁঠি হে। মানুহৰ উন্নতিৰ স্থলও তদ্ৰূপ। সাংসাৰিক অৱস্থাৰ নিভাঁজ সুখ বা একাকাৰ দুখৰ ভাগৰপৰা উন্নতিৰ ঠাল ওলাব নোৱাৰে, তাৰ নিমিত্তে দুইৰো সন্ধিস্থল লাগে। এনে স্থলৰপৰা সততে উন্নতিৰ ঠাল-ঠেঙ্গুলি বাজ হয়। কিন্তু, তাকে সকলোৱে সমানে বুজিবৰ শক্তি নাই। কোনোৱে অজ্ঞানতাৰ দোযত, পিঠিৰ ফালে নেদেখা ঠাইত উঠা বিহ-ফোঁহোৰা কেঁচাতে ভাঙ্গি তাৰ বিষ চৰোৱাৰ দৰে, তাত অকালত অনুমানত হাত লগাই তাৰ উদগতিৰ শক্তি নাশ কৰি বিষম অৱস্থা ঘটায়। জ্ঞানী আৰু চতুৰ মানুহৰ কাৰ্য্য ইয়াৰ বিপৰীত, গতিকে সিবিলাকৰ উন্নতিৰ গতিও অনিবাৰ্য্য। জাতীয় উন্নতিৰ সম্বন্ধতো এই কথা নিভাঁজকৈ খাটে। যি জাতিয়ে সাংসাৰিক অৱস্থাৰ সন্ধিস্থল ভালকৈ মনিব পাৰে সিবিলাকৰে উন্নতি, আৰু যাৰ সেই শক্তিৰ নাটনি তাৰে অৱনতি। ই স্বাভাৱিক নিয়ম। আৰু, স্বভাৱৰ গতিত উদগতি কৰাটোৱেই স্থায়ী উন্নতি। কিন্তু, ওপৰত কোৱা লক্ষণৰ গতি বুজাটো জাতিৰ বা সমাজৰ সকলোৰে পক্ষে সম্ভৱপৰ নহয়; গতিকে সেই গতি বুজাই চলাওঁতা কিছুমান নেতাৰ আৱশ্যক। এই নেতাসকল নিস্বাৰ্থ স্বদেশ-প্ৰেমিক হব লাগে। সিবিলাকৰ স্বদেশ-প্ৰেম, সিবিলাকৰ সৰল উদগনি, সিবিলাকৰ নিভাঁজ উপদেশ, সিবিলাকৰ দূৰদৰ্শিতা আৰু সিবিলাকৰ আত্মোৎসৰ্গৰ ওপৰতে জাতীয় উন্নতিয়ে ঘাইকৈ নিৰ্ভৰ কৰে। নেতাসকলৰ গুণানুসাৰে হে জাতীয় উন্নতিৰো গতি আশা কৰিব পাৰি। পৃথিবীৰ বৰ্ত্তমান উন্নত জাতিবিলাকৰ বুৰঞ্জীয়ে এই কথা ভালকৈ সমৰ্থন কৰিব। বৰ্ত্তমানত আমাৰ দেশত তেনে নেতাৰ বৰ অভাৱ পৰিছে। এই অভাৱ গুচাব পাৰিলেহে আমাৰ প্ৰকৃত জাতীয় উন্নতি আশা কৰিব পৰা হব।

**একতা আৰু কাৰ্য্য।**— একতাৰ গুণ-কীৰ্ত্তনৰ অন্ত নাই। এই বিষয়ে বহুত সাৰুৱা প্ৰবন্ধ ওলাইছে, অলেখ জ্বলন্ত বক্তৃতা শুনা গৈছে; তথাপি ইয়াৰ অন্ত পৰা নাই। কিন্তু, প্ৰবন্ধ আৰু বক্তৃতাই যিমান গুণ ধৰাইছে, তাৰ লেখ আঙ্গুলিৰ আঁকতে অন্ত পৰে। ইয়াৰ কাৰণ আন একো নহয়, কেৱল আমাৰ মানুহে আলোচনা আৰু কাৰ্য্যৰ সম্বন্ধ অযুগুত ৰূপে নিলগাই ধৰাটোকেই হে ঠাৰৰাব পাৰি। অচেতন পদাৰ্থৰ পটন্তৰ (যেনে, বহুত ইটা জাপি বৰ ওখ পকীঘৰ সাজিব পাৰি; বহুত মৰাপাটৰ আঁহ গোটাই হাতীকো বান্ধি ৰখা যায়) আগবঢ়াই উন্নতি সাধিবৰ সময় উকলি গৈছে; এই যুগত চেতন প্ৰাণীৰ ভিতৰত বুদ্ধি আৰু ক্ষমতাৰে সকলোতকৈ শ্ৰেষ্ঠ মানুহ জাতিৰ কাৰ্য্যৰ পটন্তৰেহে গুণ ধৰাবৰ দিন পৰিছে। এই সম্পৰ্কতো অকল আনৰ কাৰ্য্যৰ পটন্তৰ পঢ়া বা শুনাৰপৰা লাভ বিশেষ নাই, সেই পটন্তৰ নিজৰ কাৰ্য্যত মিলাব পাৰিলেহে তাৰপৰা উপকাৰ পাব পাৰি। পৃথিৱীৰ উন্নত জাতিবিলাকে আজিকালি আনৰ আৰ্হি আগত লৈ তাক মূৰ্ত্তি-পূজা নিদিয়ে, নিজৰ আৰ্হিৰে তাৰ সমান হবলৈ বা তাক চেৰ পেলাবলৈ কাৰ্য্যহে কৰে। একতাৰ বাহ্যিক শোভাত সিবিলাক উধত নহয়, একতাৰ গুণত লাভ কৰা ফললৈহে সিবিলাকে ধাউতি ৰাখে। আমাৰ দেশত একতাৰ বান্ধ নিচেই ঢিলা বুলিব নোৱাৰি, কিন্তু তাৰ ফল লাভলৈ যুগুত যত্ন বা কাৰ্য্যৰহে নাটনি। বক্তৃতা দান বা প্ৰবন্ধ প্ৰচাৰেৰে ৰাইজ চপাব পাৰি, কিন্তু তেতিয়াই কাৰ্য্যৰ বান্ধনি নপৰিলে চাপ খোৱা মেল আকৌ ঠান ঠান হয়, একতাৰ স্থায়ী গুণ একো লাভ কৰা নেযায়। এতেকে, আমাৰ দেশৰ দেশ হিতৈষীসকলে পৰাযায়মানে আলোচনালৈ গোট খোৱাৰ লগে লগে কাৰ্য্য হাতত লবলৈ শিকিব লাগে।

**অসমীয়া পুথি-ভঁড়াল।**— অসমীয়া সাঁচিপতীয়া পুথিৰ লেখ আজিও কোনোৱে ঠিৰাংকৈ দিব নোৱাৰে। বাস্তৱতে ইয়াৰ সংখ্যা ইমান সৰহ যে, সকলোবিলাক পুথিৰ নাম গোটাব পাৰিলে তাৰ তালিকাৰে এখন ডাঙ্গৰ কিতাপ হব। অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাই যি এখন তালিকা উলিয়াইছিল, সি তাৰ আধাও

নহব। যি সময়ত এই পুথি বিলাক ৰচনা কৰি প্ৰচাৰ কৰা হৈছিল, সেই সময়ত আজিকালিৰ ছপা-যন্ত্ৰৰ প্ৰচলন থকা হলে, অসমীয়া কিতাপ-পুথিৰে একোটা প্ৰকাণ্ড পুথি-ভঁড়াল (Library) হলহেঁতেন। কিন্তু বৰ দুখৰ বিষয়, সেই সময়ত ছপাৰ সুচল নথকাত প্ৰত্যেকখন পুথি সাঁচিপাতত দুই-চাৰিখনকৈ মাথোন হাতেৰে লিখি প্ৰচাৰ কৰা গৈছিল। এতিয়া সময়ৰ লগে লগে সেই দুই-চাৰিখনীয়া পুথি ক্ৰমাৎ লোপ পাই আহিবলৈ ধৰিছে; আৰু যিবিলাক লাগতিয়াল পুথি কোনো কোনো পুৰণি মানুহৰ ঘৰত পোৱা যায়, সিও অযত্নত এলেন্ধুৱা হৈ অকামিলা হবলৈ ধৰিছে। গতিকে, এই সময়ত আমাৰ সেই পুৰণি পুথিবিলাক উদ্ধাৰ কৰিবলৈ সকলো অসমীয়াৰ যত্ন হোৱা উচিত। কোনো উপায়েৰে সাঁচিপতীয়া পুথিবিলাক ৰক্ষা কৰিব পাৰিলে কালত ছপাযন্ত্ৰৰ সাহাৰ্য্যত সেইবিলাকৰ প্ৰত্যেকখনেই হেজাৰ-হেজাৰ কিতাপ হৈ সি অভগন হব। আমি দেখাত, এই বিষয়ত আমাৰ ৰজাঘৰৰ পৰা সহায় লোৱা যুগুত। পুৰণি গ্ৰন্থ উদ্ধাৰ কৰাটো বৃটীচৰাজৰ এটা বৰ ডাঙ্গৰ গুণ। "এচিয়াটিক চোচাইটী" প্ৰভৃতিয়ে তাৰ ভাল চিনাকি দিছে। আসামৰ বহুমূলীয়া পুৰণি পুথিবিলাকো ৰজাঘৰে মন কৰিলে অনায়াসে উদ্ধাৰ কৰিব পাৰে। এতেকে, আসামৰ সকলো ঠাইৰেপৰা এই বিষয়ে আমাৰ ৰজাঘৰত জনোৱা উচিত, আৰু সকলো অসমীয়াই এই কাৰ্য্যত গৱৰ্ণমেণ্টক সহায় কৰিবলৈ আগবাঢ়িব লাগে। সেয়ে হলে এখন মাজ ঠাইত গৱৰ্ণমেণ্টৰপৰা এটা পুথি-ভঁড়াল সোনকালে স্থাপিত হোৱাটো আশা কৰিব পাৰি।

# ৰুচ-জাপ যুদ্ধ

## (The Russo-Japanese War)

প্ৰকৃত ইতিহাসৰ পাতনিৰেপৰা বৰ্ত্তমান সময়লৈকে হৈ যোৱা সকলো ৰণ-বিগ্ৰহক চেৰ পেলাই ৰুচ-জাপান যুদ্ধই শত-সহস্ৰ জীৱৰ ৰক্ত পাত ও প্ৰাণনাশ কৰি উনৈশ শতিকাৰ পাশ্চাত্য সভ্যতাৰ ৰাক্ষসিক মূৰ্ত্তি আৰু তেজৰ পৰিচয় দি উচ্চতৰ সভ্যতাৰ আশাস্থল কুৰি শতিকাক আদৰিবৰ কাৰণে ভীষণ নৰমেধ যজ্ঞৰ অধিষ্ঠান কৰি গোটেই পৃথিৱী খলক লগালে। এনেকুৱা আন-আন সকলো ঘটনাৰ মূলৰ দৰেই ৰাজ্যলোভেই যে ইয়াৰো ঘাই কাৰণ তাত অকণো সন্দেহ নাই। তুচ্ছ ৰাজ্যলোভেই যে কত প্ৰাণীৰ প্ৰাণ হৰণ কৰি পাত পুত্ৰ ভাই বন্ধুক যমৰ বুকত শোধাই ঘৰে ঘৰে সেই পতি-পুত্ৰ ভাতৃ-বন্ধুৰ বিৰহ শোকৰ জুই জ্বলাই কত কত সোণৰ সংসাৰ ছাৰখাৰ কৰিলে, তাৰ সীমা-সংখ্যা নাই।

যুদ্ধৰ কাৰণ বা উদ্যোগ পৰ্ব্ব।— গত চীন-জাপানৰ যুদ্ধৰ (১৮৯৫ অব্দ) অৱসানৰপৰাই ৰুচীয়াৰ ৰাজ্য বহলাবৰ হেঁপাহ ক্ৰমাৎ চৰি যাবলৈ ধৰিছিল। সেই যুদ্ধত জাপানে প্ৰকৃতৰূপে জয় হৈয়ো নিজৰ ৰক্ত-মাংসৰে কিনা ফল পূৰা ৰূপে খাবলৈ নেপালে। যি পোৰ্ট আৰ্থৰে সিদিনাখন জাপানৰ নাম চিৰস্মৰণীয় কৰিলে সেই পোট আৰ্থৰ জাপানে সেই যুদ্ধতেই দখল কৰি লৈছিল। কিন্তু, ৰুচীয়াৰ আপত্তি আৰু পাশ্চাত্য কূটীলতাৰ কুটীল ৰাজনীতিৰ বিচাৰ ক্ৰমে, অৰ্থাৎ পাশ্চাত্য জাতীয় শক্তিসমূহৰ পৰামৰ্থ মতে সেই ঠাই ফেৰি চীনক ওভোটাই দিবলগীয়া হল। পিচে, আকৌ ১৮৯৮ অব্দত সেই ঠাই ফেৰিকেই ৰুচ-ভালুকে চীনক ভুৱা দি নিগাজিকৈ পটা লগাই ললে। তাৰ পিচত আকৌ ১৯০০ অব্দত চীনৰাজ্যত "বক্সাৰ-বিপ্লৱ" উপস্থিত হৈ পুনৰাই অন্তৰ্জ্জাত্যান্তৰীয় (International) অনেক ৰকমৰ লেজু উলিয়াই চীনৰ ওপৰত বিদেশীয় শক্তিসমূহৰ আঁকোৱাল বঢ়াবৰ উপায় উলিয়াই দিলে। এই সময়ৰপৰাই ৰুচে ৰেইলওৱে স্থাপন ও ৰক্ষণ, শান্তিৰক্ষা ইত্যাদি নানা উপলক্ষ লৈ মাঞ্চুৰীয়াত সৈন্যস্থাপন কৰি বিশেষ আধিপত্য বিস্তাৰ কৰি ললে। পিচে, চীন সাম্ৰাজ্য আৰু অন্যান্য জাতিৰ মাজত সন্ধিস্থাপনা হৈ সকলো মীমাংসা হৈ যোৱাত, ৰুচেও নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত সৈন্য-সামন্ত তুলি নি মাঞ্চুৰীয়া চীনক ওভোটাই দিবলৈ প্ৰতিজ্ঞা-পত্ৰত স্বাক্ষৰ কৰিলে। যথাসময়ত সেই নিৰ্দ্ধাৰিত দিন উপস্থিত হলহি; কিন্তু ৰুচে নিজৰ কৰ্ত্তব্য ৰক্ষা কৰি মাঞ্চুৰীয়াৰপৰা সৈন্য- সামন্ত তুলি নিয়া দূৰৈত থাকোঁক, নতুনকৈ সৈন্য পঠিয়াই ক্ৰমে কোৰিয়াৰ ফালে হেঁচিবলৈ

ধৰিলে, আৰু চীনক আকৌ ভয় খুৱাই ভুৱা দি চীনৰ লগত নতুন সন্ধি কৰি নতুনকৈ সুবিধা আৰু ক্ষমতা বিস্তাৰৰ উপায় বিচাৰি প্ৰস্তাৱ আৰম্ভ কৰিলে। কিন্তু চীনে, মাৰ্কিন, ইংৰাজ, জাপানৰ উপদেশ অনুসৰি ৰুচে আগেয়ে পূৰ্ব্বৰ প্ৰতিজ্ঞা পালন নকৰিলে নতুন প্ৰস্তাৱ একোতেই কাণ নকৰে বুলি জবাব দিলে। ৰুচৰ এনেবিলাক স্বেচ্ছাচাৰিতা আৰু তলে তলে যুদ্ধৰ আয়োজন দেখি কোৰিয়া আৰু মাঞ্চুৰীয়াত ৰুচৰ আধিপত্যই জাপানৰ ভৱিষ্যৎ বিপদ-সম্পদৰ ওপৰত যোল-অনা হকাবধা কৰিব পাৰে দেখি জাপানে ১৯০৩ অব্দৰ জুলাই মাহৰ শেহ ভাগত "গোটেই কোৰিয়া ৰাজ্যৰ ওপৰত জাপানৰ স্বাৰ্থ ও আধিপত্য স্বীকাৰ, মাঞ্চুৰীয়াৰপৰা পূৰ্ব্ব প্ৰতিজ্ঞা মতে সৈন্য-সামন্ত তুলি নি চীনক প্ৰত্যাৰ্পণ ইত্যাদি" প্ৰস্তাৱেৰে পকা-পকি মীমাংসা কৰিবৰ কাৰণে ৰুচৰ ওচৰ চাপে। কিন্তু, ৰুচে পোনাই পোজৰাই একো উত্তৰ নিদি আজি-কালি কৰি চোচৰাই বগৰাই দিন পলম কৰিবলৈ ধৰিলে। ইফালে তলে তলে যুদ্ধৰ যোগাৰ-মন্ত্ৰণাও কৰিবলৈ ধৰিলে। গতি বিষম দেখি জাপানে যি হয় এটা মীমাংসা কৰিবৰ কাৰণে ৰুচক হেচা-পেৰা দিবলৈ ধৰিলে; এইদৰে ১৯০৪ অব্দৰ জানুৱাৰী পালেগৈ; অৱশেষত অনেক পেৰাপেৰিৰ মূৰত ফ্ৰেব্ৰুৱাৰীৰ ২ তাৰিখে খোলোচা জবাব দিবলৈ গাত ললে। সেইদিন আহি পাৰ হৈ গলহি, তেও একো জবাব নাই। এইদৰে তিনি দিন অপেক্ষা কৰিও একো উত্তৰ নেপাই অৱশেষত জাপান গৱৰ্ণমেণ্টে ৰুচৰ লগত এনে লেধেমীয়া আৰু অসাৰ্থক "কথা-বাৰ্ত্তাৰ" ওপৰত আশা পালি থকা যুক্তিসঙ্গত নহয় যেন দেখি ৫ তাৰিখে ৰুচৰ লগত ৰাজনৈতিক সম্বন্ধ ছিঙ্গি মিত্ৰতা ভাঙ্গিলে। সেইদিনাই সেণ্টপিটাসবৰ্গস্থ (ৰুচৰ ৰাজধানী) জাপান কটকিয়ে শেষ দোহাই দি কটকি বহাৰ (Legation) ৰাঙ্গলী বেলিৰে জাতীয় নিচান খহাই বেহা সামৰি সেণ্টপিটাসবৰ্গৰ পৰা ৰাওনা হল। ইফালে টকিয়ত থকা ৰুচৰ কটকিকো সমিধান দিয়া হল। যদিও ১০ তাৰিখলৈকে প্ৰকৃত যুদ্ধ ঘোষণা কৰা নাছিল, তত্ৰাচ এয়ে প্ৰকৃত যুদ্ধৰ আদি। ফ্ৰেব্ৰুৱাৰীৰ ৮ তাৰিখৰপৰাই জাপান নৌ-বাহিনিয়ে পৰ্টআৰ্থৰ আক্ৰমণ কৰাৰ লগে লগে ভীষণ সমৰাণল দপদপ কৰে জ্বলি উঠিবলৈ ধৰিলে।

এই যুদ্ধত ৰুচ পক্ষৰ প্ৰায় ৮ লক্ষ ৪০ হেজাৰ আৰু জাপান পক্ষৰ প্ৰায় ৭ লক্ষ, মোট ১৫ পোন্ধৰ লক্ষ ৪০ হেজাৰ ৰণুৱা নিযুক্ত আছিল বুলি প্ৰকাশ; আৰু ৰুচ পক্ষৰ প্ৰায় ২ লক্ষ ও জাপানপক্ষৰ ১।। লক্ষ লোকৰ প্ৰাণনাশ আৰু খুন-যখম হয় বুলি স্থিৰ হৈছে। ৬৭ হেজাৰমান ৰুচ যুদ্ধত (জাপানৰ দ্বাৰা) বন্দী হয়, কিন্তু জাপানৰ বন্দী হোৱা লোকৰ সংখ্যা নিচেই কম, প্ৰায় ৬০০ হে মাথোন। ৰুচৰ প্ৰায় ৩১৩ কোটি আৰু জাপানৰ ১৮৪ কোটিমান টকা ভগন হয়।

যুদ্ধৰ প্ৰধান প্ৰধান ঘটনা ঃ—এডমিৰালটোগোৰ পৰ্টআৰ্থৰ আক্ৰমণ—ফ্ৰেব্ৰুৱাৰী ৮, ১৯০৪। য়ালুৰ যুদ্ধ, ৰুচৰ পৰাজয়—এপ্ৰিল ১৩ ঐ। নানচান পাহাৰৰ যুদ্ধ—মে ২২-২৬, ঐ। ফাংহাওৰ যুদ্ধ—জুন ১৪, ঐ। হাইচেঙ্গৰ যুদ্ধ, ৰুচ হুঁহকি পৰে — জুলাই ৩০, আগষ্ট ২। কামীমুৰা কৰ্ত্তৃকভ্লাদিভষ্টকস্থ ৰুচ নৌ-বাহিনীৰ পৰাজয় — আগষ্ট ১৪,১৯০৪ পৰ্টআৰ্থৰ বিশেষ ৰকমৰ আক্ৰমণ ...আগষ্ট ১৯, ঐ লাইওয়াঙ্গৰ যুদ্ধ, ৰুচৰ পৰাজয় ঐ ২৬, চেঃ ৪, ঐ চা নদীৰ যুদ্ধ অক্টোবৰ ১১-১২, ঐ জাপান কৰ্ত্তৃক ২০৩ মিটৰ হিল অধিকাৰ —নঃ ২৯,৩০ ঐ পৰ্টআৰ্থৰৰ আত্মসমৰ্পণ—জানুৱাৰী ২, ১৯০৫। মুকদেনৰ যুদ্ধ, ৰুচৰ পৰাজয়—ফেঃ ২৫, মাৰ্চ্চ ২৯, ঐ জাপান সাগৰৰ নৌ যুদ্ধ, বাল্টিক নৌ বাহিনীৰ পৰাজয়—মে ২৭-২৮, ঐ মাৰ্কিন প্ৰেচিডেণ্টৰ সন্ধিস্থাপনৰ প্ৰস্তাৱ — জুন, ৮, উভয় পক্ষৰ কটকিৰ সম্মিলন— আগষ্ট ১০, ঐ সন্ধিৰ মীমাংসা—আগষ্ট ২৯, ঐ

এই যুদ্ধৰ আগগুৰি ভালকৈ গমি চালে উভয় পক্ষৰ অনেক জলজলীয়া দোষ-গুণ বাহিৰ হব আৰু প্ৰকৃত সামৰ্থ্য নো কি তাৰ ভু ওলাব। এক পক্ষে নতুনকৈ উঠি অহা জাতীয় জীৱনৰ ডেকা তেজৰ প্ৰথম উৎসাহ আৰু উদ্যম; অন্য পক্ষে কৌটিকলীয়া "মইবৰ" গপত গেলাবৰালিৰ দৰে ওফন্দনি মাথোন। এফালে কাৰ্য্যতৎপৰতা ও উন্নত স্বদেশ-প্ৰেম আৰু ৰাজভক্তি; আন ফালে এইবিলাকৰ গোন্ধ- ভাপো নাই বুলিলেই হয়। এপিনে গোটেই জাতিয়ে ভৱিষ্যৎ জাতীয় জীৱনৰ পঙ্কোদ্ধাৰৰ একমাত্ৰ উপায় স্বৰূপ বিজয় তৃষ্ণাৰে-একেমনে একেপ্ৰাণে যুদ্ধশয্যা; আনপিনে গোটেই ৰুচীয়াই একমন-একপ্ৰাণ হোৱাৰ দূৰৰ কথা, অনেকে যুদ্ধৰ বিপক্ষে, অনেকে আকৌ ৰাজবিপ্লৱ (Revolution) উপস্থিত কৰিবৰ কাৰণে সাজু। একপক্ষে জাপানী সেনাই শাৰীৰিক ক্লেশক তুচ্ছ জ্ঞান কৰে, মৃত্যু-ভয় কাক বোলে নেজানে; আৰু শত্ৰুৰ হাতত আত্মসমৰ্পণ কৰাতকৈ আত্মহত্যা শত গুণে শ্ৰেয়ঃ জ্ঞান কৰে; আনপক্ষে ৰুচসেনাই যুদ্ধক্ষেত্ৰত কঁকাল মূৰ ভাঙ্গি প্ৰাণ হেৰুৱাতকৈ জাপানৰ হাতত বন্দী হৈ পেন্সন ভোগ কৰাটো সুখজনক মনে কৰে। গতিকে, বিজয়লক্ষ্মীৰ কোন কিমান

আদৰৰ পাত্ৰ তাক সহজে ঠিক কৰিব পাৰি।

জগদীশ্বৰৰ আশানুৰূপ ফল দেখুৱাই এই মহা নৰমেধ যজ্ঞৰ সমাপন হৈ গল। ফটাকঠাৰে শোপা দি নুমাব খোজা এচিয়া-ৰবিয়ে (Asian sun) প্ৰতিপক্ষৰ হাত পুৰি মুখত ছাই দি দুগুণ তেজেৰে জিলিকিবলৈ ধৰিলে। ভাৰতৰ গৌৰৱ- ৰবি অস্ত যাবৰেপৰা আৰম্ভ হোৱা এচিয়াৰ দীঘলীয়া ৰাতিৰ শেষ উপস্থিত কৰি, পুব আকাশত স্বাধীনতাৰ ৰাঙ্গলী বেলিয়ে সকলো এচিয়াবাসীক নিজ ২ পথ দেখুৱাই দোপত দোপে চৰি উঠিব ধৰিছে। ইয়াৰ ফল স্বৰূপ কানিৰ ৰাগীত শুই থকা চীনা ককাইয়েও কাণসাৰ দি জগি উঠিছে; সমস্ত এচিয়াবাসীৰ ধমনিৰ তেজ আকৌ তপত হৈ নাচিবলৈ ধৰিছে। ধন্য জগতৰ আদৰ্শ স্বৰূপ বীৰসকল, তোমালোক ধন্য! তোমালোকৰ প্ৰসূতিও ধন্যা!

# অসমীয়া লো।

আজিকালি সমগ্ৰ ভাৰতবৰ্ষ "স্বদেশী" ভাৱত উন্মত্ত হৈ উঠিছে। এনে সময়ত বেলেগ বেলেগ দেশৰ লোপ হোৱা আৰু কলঢোপ কলঢোপ কৰি থকা শিল্পবিলাকৰ উন্নতি সাধিবলৈ যত্ন কৰা সকলো দেশহিতৈষী লোকৰ কৰ্ত্তব্য কাম।

একালত আমাৰ দেশৰ মানুহ সকলো ৰকমে স্বাধীন আছিল; অকল যে শাসন সম্বন্ধে স্বাধীন আছিল তেনে নহয়; সাহিত্য, ভাষা, শিল্প, কৃষি, বাণিজ্য আদি যিবিলাক বিষয়ৰ দ্বাৰা এটা জাতিৰ জাতীয় জীৱন গঠিত হয়, সেই সকলোবোৰ বিষয়তে আমাৰ মানুহ স্বাধীন আছিল; কোনো বিষয়তে লোকৰ ওচৰত হাত নেপাতিছিল। এই কথা আঢ়ৈ-শ বছৰৰ আগেয়ে ফ্ৰান্স দেশৰ বিখ্যাত পৰিব্ৰাজক ট্ৰেভাৰ্নিয়াৰেও স্বীকাৰ কৰি গৈছে।

আমাৰ দেশৰ ডেকা লৰাবিলাকে অলপ লিখা-পঢ়া শিকি হাঁ চাকৰী হাঁ চাকৰী কৰি বনাই নুফুৰি যদি দেশৰ লোপ হোৱা বা লোপ হব খোজা শিল্পবিলাকৰ উদ্ধাৰ আৰু উন্নতিৰ নিমিত্তে যত্ন কৰিলেহেঁতেন, তেনেহলে তাত যে অকল দেশৰ উন্নতি হলহেঁতেন তেনে নহয়, তেওঁবিলাকৰো অৱস্থা অনেক ভাল হলহেঁতেন। কিন্তু কি হব, মৃত্যু-কালত ৰোগীয়ে ঔষধ খাব নোখোজাৰ দৰে, এই অধঃপতনৰ দিনত অসমীয়াই স্বাধীন বৃত্তি অৱলম্বন কৰিবলৈ আগবঢ়া আমি দুৰাশা বুলি ভাবোঁ।

পূৰ্ব্বে কোৱা হৈছে যে, এসময়ত অসমীয়া জাতিয়ে কোনো বস্তুৰ নিমিত্তে আন জাতিৰ ওচৰত হাত নপতাকৈ প্ৰবৰ্ত্তিব পাৰিছিল। লো এটা অতি লাগতিয়াল নিত্য ব্যৱহাৰত লগা ধাতু। এই লো কিনাৰ নিমিত্তে আজিকালি বছৰি কত টকা দেশৰপৰা ওলাই গৈছে তাৰ কোনোবাই ভু লয় নে? অথচ, আগৰ দিনত অসমীয়াই দা, কটাৰী, কোৰ, কুঠাৰ আদি সকলো সজুলী আৰু বৰতোপকে আদি কৰি যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ বিলাকো দেশীয় লোৰে তৈয়াৰ কৰি লৈছিল। সকলোৱে জানে যে, আমাৰ দেশৰ অনেক ঠাইত লোৰ খনি আছে আৰু সেইবোৰ খনিৰপৰাই গোটেইখিনি লাগতিয়াল লো উলিয়াই লৈছিল আৰু দেশৰ টকা দেশতে ৰৈছিল।

তাহানি আমাৰ মানুহে খনিৰপৰা কেনেকৈ লো উলিয়াইছিল তাক এজন বুঢ়া মানুহৰ মুখৰপৰা লিখি আজি আমি "উষা"ৰ পাঠকসকলৰ আগত ধৰিলোঁ।

লো এটা খনিজ ধাতু। যি ঠাইত লোৰ খনি থাকে সেই ঠাইৰ মাটিৰ লগত ধঁপাত গুটিৰ নিচিনা ৰঙ্গচুৱা লো-গুৰি দেখিবলৈ পোৱা যায়। তেনে ঠাইত খৰকালি মাঘ-ফাগুণ মাহত গাঁত খানি চালে লো-মাটি পোৱা যায়। প্ৰায় ১০।১২ হাতৰ তলতে লো-মাটি থাকে; কেতিয়াবা কেতিয়াবা ১৫।১৬ হাত পৰ্য্যন্ত খানিব লগা হয়। মাটিৰ যি থাকত লো-মাটি ওলায়, সেই থাকটো প্ৰায় দুই চাব মান ডাঠ হৈ থাকে; কেতিয়াবা কেতিয়াবা ঠাই লৈ ৫ চাব মান ডাঠ লো-মাটিৰ থাকো দেখিবলৈ পোৱা যায়। দকৈ গাঁত দিব লাগে গুণে লো-মাটি ওপৰলৈ তুলিবৰ সুবিধাৰ নিমিত্তে গাঁতৰ দাঁতিত জখলাৰ দৰে খাপ কাটি সেইবিলাক খাপত ইটোৱে-সিটোক ঢুকি পোৱাকৈ মানুহ থাকে। এইদৰে মাটি কাটি গাঁতৰ ওপৰলৈ তোলে আৰু ওপৰত কোৱা মতে খানি উলিওৱা লো-মাটি বিলাক কঢ়িয়াই নি হোলা বা বিলৰ পাৰত ঘৰ ভেঁটিৰ নিচিনা ভেঁটি বান্ধি থৈ দিয়া হয়। এই মাটিবিলাক বৰ গধুৰ আৰু পানীয়ে উটাই বা টৌৱাই নিব নোৱাৰে। যেতিয়া বহাগ মহীয়া হোলাত পানী হয়, তেতিয়া হোলাৰ দাঁতিত এটা গাঁত খানি সেই গাঁতত কিছুমান লো-মাটি দি তাত পানী ঢালি এটা মানুহে খচকি থাকে; খচকত লোৰ গুৰিবিলাক মাটিৰ পৰা বেলেগ হয়, অৰ্থাৎ মাটিবিলাক বোকা হৈ লোৰ গুৰিৰপৰা আঁতৰ হয়। বোকা আৰু পানী টৌৱাই উটাই পেলাই লোৰ গুৰিবিলাক এখন খোলাত

ঢালি শুকুওৱা হয়। একেবাৰ ধোৱাত লোৰ গুৰিৰপৰা বোকাবিলাক একেবাৰেই আঁতৰ নহয়; সেইবাবে খোলাত মেলি দি শুকুওৱা লোৰ গুৰিবিলাক আকৌ পানীত পেলাই ধোৱা হয়। দ্বিতীয় বাৰ ধোৱাৰ প্ৰণালী এনেকুৱা; — এটা পুখুৰীত এশাৰী গোঁজ পোতা হয় আৰু সেই গোঁজবিলাকৰ গাত এখন নাও এবেগেতমান পানীৰ তল কৰি ভালকৈ বন্ধা হয়। শুকুৱা লোৰ গুৰিবিলাক সেই নাৱৰ বুকুত পেলাই আকৌ কেইবাটাও মানুহে খচকিবলৈ ধৰোঁতে লোৰ গুৰিত লাগি থকা বোকাখিনি পানী হৈ উটি যাবলৈ ধৰে। এইদৰে কিছুমান বেলি ধোওঁতে তাত অলপো বোকা নথকা হয় আৰু তেতিয়া গুৰিবিলাক লো তৈয়াৰ কৰিবৰ উপযুক্ত হয়।

লোক-পাক।— লোৰ গুৰিবিলাক গলাই গোট লো কৰিবৰ নিমিত্তে প্ৰথমতে ২।। ফুট মান ওখ আৰু ৪ ফুটমান বহল এটা ঘূৰণীয়া ভেঁটি বন্ধা হয়; এই ভেঁটিটোক হাদুৰা বোলে; এই ভেঁটিৰ সোঁওমাজতে দীঘে-পথালিয়ে এফুট বহল ৪ ফুট দ এটা চাৰি চুকীয়া গাঁত খনা হয়। ভেঁটিটোৰ এফালে, তাৰ গাৰেপৰা ৫ ফুট বহলকৈ আৰু প্ৰায় ২৪ ফুট দীঘলকৈ এটা খাল খনা হয়। হাদুৰাৰ মাজৰ চাৰি চুকীয়া গাঁতটো যিমান দ, এই খালটোও সচৰাচৰ সিমান দকৈ খনা হয়। এই খালটোক লো-শলীয়া কথাত "নাৱৰী" বোলে। ছাই আৰু মাটি দুইকো মিহলাই বোকা কৰি তাৰে হাদুৰাৰ চাৰিওফালে ভালকৈ লিপি পেলায় আৰু সেই মাটিৰেই "নাৱৰী" আৰু হাদুৰাৰ মাজৰ গাঁত এই দুইৰো মাজত থকা ফুটাটোও বন্ধ কৰা হয়। হাদুৰাৰ আন এফালে দুটা ফুটা উলিয়াই তাত দুটা জুই ফুওৱা ভাটি লগাই দিয়া হয়।

এতিয়া সেই হাদুৰাৰ মাজৰ গাঁতটোত এহেতা লোৰ গুৰি আৰু এহেতা এঙ্গাৰ দি দি পূৰ কৰা হয় আৰু এঙ্গাৰত জুই ধৰাই দিয়া হয়। এটা মানুহে পূৰ্ব্বে যুগুত কৰি থোৱা ভাটি দুটাত দুই ভৰিৰে গচকি গচকি গাঁতৰ ভিতৰৰ জুই জলাই ৰাখে। এইদৰে এপৰমান বেলি ভাটি মাৰি থাকিলে, গাঁতৰ ভিতৰৰ লো গলি যায়; তেতিয়া এডাল বাঁহেৰে খুচি নাৱৰীৰ মুখখন মেলি দিয়া হয়। তেতিয়া গেদ বা ভেবেৰিবিলাক সেই নাৱৰীয়ে বৈ ওলাই যায়। আৰু সেইবোৰ টান হৈ লোহা-চুৰ নাম পায়। ভেবেৰি ওলাই যোৱাৰ পিচত গোট খোৱা লোখিনি চেপেনাৰ আকৃতিৰ এডাল বাঁহেৰে বাহিৰলৈ উলিয়াই তাক এচতা কাঠেৰে থপিয়াই থপিয়াই এটা ঘূৰণীয়া লাৰুৰ নিচিনা কৰা হয়; এয়েই অসমীয়া গোট লো। এবাৰ লো-শালীত জুই লগালে তাত মানুহে দিনে ৰাতিয়ে কাম কৰে। দিনৰ চাৰিপৰত ৪টা আৰু ৰাতিৰ ৪ পৰত চাৰিটাকৈ ২৪ ঘণ্টাৰ ভিতৰত ৮টা গোট লো তৈয়াৰ হয়। এনেটো গোট লোত /১ সেৰ-পাঁচ পোৱালৈকে হয়। কঠীয়া চৰু এটাৰ এচৰু লো গুৰিত প্ৰায় এটা গোট লো হয়।

লো-শালীত কাম কৰা মানুহৰ ভিতৰত ওজা আৰু পালি আছে। কি জোখেৰে এঙ্গাৰ আৰু লোৰ গুৰি মিহলালে লো হয় তাক ভাল ওজাইহে জানে; সকলোৱে নেজানে। সেই গুণে প্ৰথমৰ গোট লোটো ওজাই মান পোৱা দস্তুৰ আছিল আৰু সেই লোটো আন গোট লোৰ প্ৰায় ২ গুণ কৰা হৈছিল। গোট লোবিলাকেৰে পিচত দা, কঁঠীৰী গঢ়াবৰ সুবিধাৰ নিমিত্তে, সি কোমলে থাকোঁতেই এখন কুঠাৰৰ নিচিনা লোৰ যন্ত্ৰেৰে তাৰ মূৰটো দু-ফাল কৰি থোৱা হয়। সেই যন্ত্ৰক "ঘৈয়া" বোলে। আগৰ দিনত এটা গোট লোৰ দাম প্ৰায় ।০ অনা আছিল, আৰু কেতিয়াবা ) / বা। ৶ লৈকে হৈছিল।

যিবোৰ মানুহে ভাটিত কাম কৰিছিল, সিহঁতে ভাগৰ পলুৱাবৰ নিমিত্তে অবাচ্য গীত গাইছিল; তাৰপৰা মানুহৰ মনত এনে ধাৰণা হৈছিল যে, ভাটিবোৱা মানুহে অবাচ্য গীত নেগালে লো পানী নহয়।

কোনোবাই এই বিষয়ে আৰু কিবা কথা জানিলে, 'উষা'ত প্ৰকাশ কৰি যেন সকলোৰে ধন্যবাদৰ পাত্ৰ হব। আমাৰ দেশৰ আগৰ দিনৰ নানা বিধ শিল্প সম্বন্ধে কোনোবাই প্ৰবন্ধ লিখিলে তাক 'উষাত' আদৰেৰে ঠাই দিয়া উচিত।

---

# মহাপুৰুষ মাধৱদেৱৰ সোঁৱৰণি।

প্ৰায়েই দেখিবলৈ পোৱা যায় যে, একো একো সময়ত একোখন দেশত একোজন মহাপুৰুষৰ বৰ অভাৱ হৈ পৰে। ৰাজ-বিপ্লৱ, সমাজ- বিপ্লৱ, ধৰ্ম্ম-বিপ্লৱ একোখন দেশত সময়ে সময়ে ইমান প্ৰৱল হৈ পৰে যে, সেই সময়ত এজন অসাধাৰণ প্ৰতিভাশালী, ঐশ্বৰিক বলেৰে বলী লোকৰ অবিহনে দেশ নিটিকাত পৰে। বিশেষকৈ ধৰ্ম্ম-বিপ্লৱত দেশত যেনে অশান্তি হয়, আন বিষয়ত সিমান নহয়। কিয়নো, ধৰ্ম্ম সমাজ, ৰাজ্য প্ৰভৃতি সকলোৰে মূল। এনে অতি লাগতিয়াল সময়ত, একো-একোজন মহাপুৰুষ আবিৰ্ভাৱ হৈ, লোকক তেনে অসুখ-অশান্তিৰ পৰা উদ্ধাৰ কৰি নিজৰ চিৰস্মৰণীয় কীৰ্ত্তি এই নশ্বৰ সংসাৰত যুগমীয়াকৈ থৈ কালৰ কোলাত লয় পায়। গুণীৰ গুণৰ মোল বুজা, উপকাৰীৰ উপকাৰ স্বীকাৰ কৰিব জনা, সভ্য মানৱ সমাজৰপৰা সেই ক্ষণজন্মা মহাপুৰুষ সকলে ঈশ্বৰৰ দৰে চিৰকাল অকপট শ্ৰদ্ধাভক্তি পাই থাকে। এই অভাৱ পূৰণ কৰিবৰ কাৰণেহে বুদ্ধদেৱ, চৈতন্যদেৱ, গুৰু নানক, যীশুখ্ৰীষ্ট, মাৰ্টিন লুথাৰ, হজৰত মহম্মদ প্ৰভৃতি মহাপুৰুষ সকলে এই পৃথিৱীত জন্মগ্ৰহণ কৰিছিল আৰু সেই কাৰণেহে তেওঁলোক আজিলৈকো ঈশ্বৰৰ এক এক অৱতাৰ বুলি প্ৰসিদ্ধ। আচলতে ধৰিবলৈ গলে, এই মহাপুৰুষ সকলে নিঃস্বাৰ্থ ভাৱে মানৱ জাতিৰ যেনে হিত সাধি গল, অলৌকিক শক্তিৰে যেনেবিলাক সুমহৎ কাম সমাধা কৰি গল, আচৰিত ৰূপে লোকসকলৰ অন্তৰত যেনে নিৰ্ম্মল প্ৰেমৰ সোঁত বোৱাই থৈ গল, তালৈ চাই এওঁলোকক ঈশ্বৰৰ সমানে ওখ সিংহাসনত বহুৱাই পূজা নকৰা হলে, যথাৰ্থতে জীৱশ্ৰেষ্ঠ মানৱ জাতিৰ নামত কলঙ্কহে স্পৰ্শ কৰিলেহেঁতেন। গতিকে, বিবেকসম্পন্ন মানৱ সমাজৰপৰা তেওঁলোকে সদাই পূজা পাই আহিছে আৰু ভৱিষ্যতলৈকো পায়েই থাকিব। সভ্যতাৰ আদৰ থাকেমানে তেওঁলোকৰ সোঁৱৰণি লোপ নহয়। এনে এজন মহাপুৰুষৰ গুণ সোঁৱৰাই আমাৰ উদ্দেশ্য।

ভাৰতৰ মূৰ শিতানৰ অতি পুৰণি কলীয়া আসাম নামেৰে এই প্ৰদেশটিত যেতিয়া পূৰ্ব্বৰ আৰ্য্য নৃপতি সকলৰ অস্তিত্ব লোপ পালে আৰু যেতিয়া ই প্ৰৱল প্ৰতাপশালী অহম স্বৰ্গদেৱ সকলৰ লীলাস্থলী হল, সেই সময়ত ভয়ানক ধৰ্ম্ম বিপ্লৱ হবলৈ ধৰিলে। সেই সময়ত আৰ্য্য সকলৰ পবিত্ৰ একেশ্বৰবাদী হিন্দুধৰ্ম্মৰ হেজাৰ- বাৰশ ঠাল-ঠেঙুলি ওলাল, নানা দেৱ-দেৱীৰ পূজা-বিধি ওলাল, নানা মুনিৰ নানা মত হল, জাতি বিভাগ হল, একমাত্ৰ বামুণবিলাকেই গোটেই ধৰ্ম্ম-কৰ্ম্মৰ হৰ্ত্তা-কৰ্ত্তা বিধাতা হৈ পৰিল, ভিন ভিন পথত মানুহবিলাক প্ৰবৰ্ত্তিবলৈ ধৰিলে। এই সময়ত ধৰ্ম্মৰ বান্ধ অতপালিকৈ কটকটীয়া হল; স্বাস্থ্য, বিজ্ঞান প্ৰভৃতিৰ কথাও ধৰ্ম্মৰ লগত যোগ হল। বামুণবিলাকৰ বাহিৰে আন জাতিৰ মানুহবিলাকৰ মনত ধৰ্ম্ম এক অদ্ভুত পদাৰ্থ হৈ পৰিল। লগে লগে ভাৰতৰ ৰাজকীয় আৰু সামাজিক অৱস্থা কেনে হল, তাক বহলাই নকলেও হয়। আজিলৈকে ভাৰতবাসীয়ে তাৰ ফল ভোগ কৰি অন্ত কৰিব পৰা নাই। এই সময়ত আসামৰ অৱস্থা আৰু শোচনীয় হৈ পৰিল। নতুন শাসনকৰ্ত্তাসকলে নতুনকৈ দেশৰ শাসন-দণ্ড ডাঙ্গি ললেহি, পৈত্ৰিক ধৰ্ম্ম এৰি হিন্দু ধৰ্ম্মত ভুক্ত হবলৈ ধৰিলে; গতিকে ধৰ্ম্ম ব্যৱসায়ীসকলেও তেওঁলোকক ভুৱা দি নিজৰ মতবিলাক অখণ্ড ৰূপে চলাবলৈ অতি সুচল পালে। সেই কাৰণেই নানা তৰহৰ দেৱ-দেৱীৰ সংখ্যাত আসামে আন আন দেশক চেৰ পেলালে; পূজাপাটল প্ৰভৃতিতো এদোপ চৰিল। সাধাৰণ প্ৰজাৰ মনৰপৰা ধৰ্ম্মৰ নিৰ্ম্মল পোহৰ লোপ পালে, কুসংস্কাৰ ডাৱৰে গোটেই দেশ ঢাকি পেলালে, লোকবিলাক অসভ্যতাৰ আন্ধাৰৰ ফালেহে আগুৱাবলৈ ধৰিলে। এনে অৱস্থাত প্ৰজাবিলাকক সৎপথ দেখাবলৈ, সিহঁতৰ আন্ধাৰ হৃদয়ত জ্ঞানৰ বন্তি জলাবলৈ কঠুৱা নীৰস হিয়াত প্ৰেমৰ সোঁত বোৱাবলৈ মহাপুৰুষ লগাত পৰিল। 'অভাৱেই আবিৰ্ভাৱৰ মূল।' গতিকে, আসামেও দুজন প্ৰসিদ্ধ মহাপুৰুষ লাভ কৰিলে। এওঁলোক দুই জনেই আসামৰ আঁউসী আন্ধাৰৰ পূৰ্ণচন্দ্ৰ, প্ৰাতঃস্মৰণীয় মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ। এই শেহৰ জনা মহাপুৰুষেই আজি আমাৰ আলোচনাৰ লক্ষ।

বাণ্ডুকাত গোবিন্দ নামে এজন প্ৰসিদ্ধ কায়স্থ কুলীয়া লোক আছিল। তাতে তেওঁ প্ৰথমবাৰ বিয়া কৰায়, আৰু ৰূপচৰণ নামে এটি লৰা হোৱাৰ পাচত তেওঁৰ পত্নী-বিয়োগ হয়। ইয়াতে মনত দুখ লাগি ৰূপচৰণক ঘৰ-বাৰী পাতি দি তেওঁ টেমুৱানি নামে ঠাইলৈ যায় আৰু তাতে দ্বিতীয়বাৰ বিয়া কৰায়। কিছু দিনৰ মূৰত ৰাজ-ভগনত তেওঁ টেমুৱানিৰ ঘৰ-বাৰী এৰি বনত পলাই থাকিব লগাত পৰে। ইয়াতেই নীচমনা লগুৱাবোৰৰ কু-চক্ৰত একে ৰাতিৰ ভিতৰতে তেওঁ বাটৰ মগনীয়া হৈ পৰিল। সেই সময়ত তেওঁৰ পত্নী পাঁচমহীয়া গৰ্ভৱতী আছিল। তেওঁ তেতিয়া মহা নিৰুপায়ত

পৰিল। সেইসময়ত হুৰশিঙ্গা বৰা নামে এজন দয়ালু লোকে তেওঁক আপোন ঘৰলৈ লৈ আহে আৰু সমাদৰেৰে নিজা ঠাইতে ঘৰ-বাৰী পাতি দিয়ে। ইয়াতে তেওঁ বালিগাওঁ নামে ঠাইত এটি পুত্ৰ-সন্তান লাভ কৰে। এওঁৱেই আসামৰ চিৰস্মৰণীয় মহাপুৰুষ ঁমাধৱদেৱ। তেওঁৰ আৰু এটি নাম আছিল ৰত্নাকৰ। ক্ৰমে মাধৱদেৱ অলপ ডাঙ্গৰ হল, কিন্তু এই বয়সতে তেওঁৰ ঘৰুৱা অৱস্থা অতি শোচনীয়। গতিকে, কুমলীয়া বয়সতে মাধৱদেৱে পিতৃ-মাতৃৰ পোহপালৰ ভাৰ লব লগাত পৰে। এই সময়ৰেপৰা তেওঁৰ চৰিত্ৰত মহাপুৰুষৰ লক্ষণবিলাক দেখিবলৈ পোৱা গৈছিল। পিতৃ-মাতৃৰ এনে দুৰৱস্থাত তেওঁ পিতৃ-মাতৃৰ প্ৰতি ভক্তিৰ আদৰ্শ চিনাকি দিবলৈ বিশেষ সুচল পাইছিল। নিজে পৰিশ্ৰম কৰি খেতি-বাতি চলাই অনেক যতনেৰে পিতৃ-মাতৃক পোহপাল কৰিছিল। এনে অৱস্থাত অতি কম মানুহে হে লিখা-পঢ়াৰ ফালে মন দিব পাৰে। কিন্তু, মহাপুৰুষ ঁমাধৱদেৱৰ গাত এই ফাঁকি তথা সমুলি নেখাটিল। এনে দুৰবস্থাত পৰিও অসামান্য প্ৰতিভা আৰু অশেষ যত্নৰ বলত সোনকালে নানা বিদ্যাত তেওঁ পাৰ্গত হৈ উঠিল। আন আন বিদ্যাৰ লগে লগে কৃষি বিদ্যাও তেওঁ এনে পৰিপাটিৰূপে শিকিছিল যে, তেওঁৰ কৃষি-প্ৰণালী আৰু তাৰ ফল দেখি ওচৰ-চুবুৰীয়াই আচৰিত মানিব লগাত পৰিছিল। এনে সময়ত তেওঁৰ পিতৃয়ে পুৰণি বন্ধু-বান্ধৱবিলাকৰপৰা সহায় পাবৰ আশাৰে নানা ঠাইত হাত পাতিলে। কিন্তু, সম্পদতহে সকলো মিতিৰ, আপদৰ কুটুম কোনো নাই। সহায় পাওক ছাৰি মিঠা মুখৰ মাত একেষাৰিও কতো নোপোৱাত পৰিল। আনলৈ কি, নিজৰ ভায়েকৰ ব্যৱহাৰত তেওঁ চকু-লো টুকি উলটি আহিব লগাত পৰিছিল। সি যি কি নহওক, ঘাঘৰি মাঝি বুলিবৰ তেওঁৰ এজন প্ৰকৃত বন্ধুৱে বিপদত সমাদৰেৰে আশ্ৰয় দি থাকিবৰ যথাযোগ্য দিহা কৰি দিলে। তাতে মাধৱদেৱৰ ভনীয়েক উৰ্ব্বশীৰ জন্ম হয়। উৰ্ব্বশী বিয়া দিবৰ কাৰণে তেওঁলোক আকৌ টেমুৱালৈ যায়, আৰু তাতে গয়াপাণি নামেৰে এজন যোগ্য পাত্ৰত উৰ্ব্বশীক বিয়া দিয়ে। এওঁৱেই মহাপুৰুষ ঁশঙ্কৰদেৱৰ প্ৰিয় শিষ্য ৰামদাস। ৰামদাসৰ লগতে মাকক থৈ দুয়ো বাপেক-পুতেক পুনৰ বাণ্ডুকালৈ যায়গৈ। ইয়াতে ঁমাধৱদেৱৰ পিতৃ-বিয়োগ ঘটে। শ্ৰাদ্ধাদি কাম-ক্ৰিয়া সমাপন কৰি কিছু দিনৰ পিছতে মাধৱদেৱ আকৌ টেমুৱালৈ ঘূৰি আহিল। সৰুৰেপৰা মাধৱদেৱ ঘোৰ শাক্ত আছিল। ইয়াতে তেওঁ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰক মহাপুৰুষ শঙ্কৰদেৱৰ নাম শুনে। তাতে বৈষ্ণৱ ধৰ্ম্মৰ আন আন বিপক্ষাচাৰীৰ দৰে মাধৱদেৱও শঙ্কৰদেৱৰ লগত বাদ কৰিবলৈ সগৰ্ব্বে ফেৰ পাতি ওলাল। কিন্তু, যেতিয়া শঙ্কৰদেৱৰ কাষ চাপিলগৈ, তেতিয়া শঙ্কৰদেৱৰ গম্ভীৰ মূৰ্ত্তি দেখি তেওঁৰ অন্তৰৰ ভাব সেও হৈ পৰিল। লাহেকৈ এটি প্ৰণাম কৰি এদতীয়া হৈ আসন গ্ৰহণ কৰিলে। তথাপি নানা ৰূপে তৰ্ক-বিতৰ্ক আৰম্ভ হল, ক্ৰমে মাধৱদেৱ ঘাটিবলৈ ধৰিলে; শেহত মুখত মাত নোহোৱাত পৰিল। তেতিয়া তেওঁ নিজৰ ভ্ৰম বুজিব পাৰিলে। শঙ্কৰদেৱৰ যুক্তিত তেওঁৰ হৃদয় পমি গল আৰু কাল বিলম্ব নকৰি শঙ্কৰৰ চৰণত শৰণ প্ৰাৰ্থনা কৰিলে। সেই মুহূৰ্ত্ততে মাধৱদেৱৰ বিশ্বাস উলটি গল। ভাগৱতী ধৰ্ম্মৰ নিৰ্ম্মল প্ৰেমে তেওঁৰ মনক দৃঢ়কৈ শিপাই পেলালে। অলপ দিনৰ ভিতৰেতে মহাত্মা মাধৱদেৱ শ্ৰীশঙ্কৰদেৱৰ লগৰ লগৰীয়া, বিপদত সহায়, ধৰ্ম্ম প্ৰচাৰাদি কাৰ্য্যত সাৰথি, সেৱা-শুশ্ৰূষা কৰাত ভৃত্য, সম্বন্ধত শিষ্য, আন্তৰিক ভাবত একে আত্মাৰ দৰে হৈ পৰিল। অলপ দিনৰ ভিতৰতে শঙ্কৰদেৱৰ আন আন প্ৰিয় শিষ্যবিলাকক চেৰ পেলাই মাধৱদেৱে প্ৰথম স্থান অধিকাৰ কৰিলে আৰু সকলো কথাতে শঙ্কৰদেৱৰ সোঁ-হাতৰ দৰে হৈ পবিত্ৰ ভাগৱতী ধৰ্ম্মৰ প্ৰেম-সোঁতেৰে সদিয়াৰপৰা বেহাৰলৈকে গোটেই দেশ ডুবাই পেলালে। তেওঁ ধৰ্ম্ম চৰ্চ্চাত ইমান একাণপতীয়াকৈ লাগিল যে, সংসাৰৰ ফালে একেবাৰেই পোণ-পিঠি দিলে। ধৰ্ম্ম চৰ্চ্চাত কেনেবাকৈ বিঘিনি ঘটে বুলি নিজ গুৰু শঙ্কৰদেৱৰ অনুৰোধতো তেওঁ বিবাহাদি কৰাই সংসাৰত নোসোমাল। এইদৰে দুয়ো মহাপুৰুষে যুটীয়াকৈ বহু দিন ধৰ্ম্ম প্ৰচাৰ কৰাৰ পিচত মহাপুৰুষ শঙ্কৰদেৱে ধৰ্ম্মৰ সকলো ভাৰ মাধৱদেৱক গতাই দি ইহ ধাম পৰিত্যাগ কৰিলে। তেতিয়া মাধৱদেৱে সুকীয়াকৈ ২৮ বছৰমান ধৰ্ম্ম প্ৰচাৰ কৰাৰ পিচত গোটেই দেশতে শান্তি বিস্তাৰ কৰি, বিবিধ পবিত্ৰ ৰত্নেৰে অসমীয়া সাহিত্য ভঁড়াল চহকীকৈ থৈ, নিজৰ মহৎ উদ্দেশ্য সম্পূৰ্ণৰূপে সিদ্ধি হোৱা দেখি আনন্দ মনেৰে ১৫১৮ শকত নশ্বৰ মানৱ লীলা সম্বৰণ কৰিলে।

মহাপুৰুষ মাধৱদেৱৰ জীৱন-লীলাৰ ইমানতে সামৰণি পৰিল হয়, কিন্তু তেওঁৰ অমৰ কীৰ্ত্তি কৃতজ্ঞ শিষ্যসকলৰ মাজৰপৰা অন্তৰ্দ্ধান নহল। তেওঁলোকৰ মানত মাধৱদেৱ সাক্ষাৎ ঈশ্বৰ; তেওঁৰ চৰণ চিন্তি, এবাৰ মাত্ৰ নামটি স্মৰণ কৰি নিজক সৌভাগ্যবান জ্ঞান কৰে; সাংসাৰিক পাপ, তাপ, অপায়, অশান্তিৰপৰা নিজৰ মনক উদ্ধাৰ কৰি শান্তিৰ অমৃত কুণ্ডত স্নান কৰায়; পৰকালৰ নৰক-যন্ত্ৰণাৰ ভয় এৰি জীৱনক শান্তিময় কৰে। মহাপুৰুষ মাধৱদেৱৰ ঘোষা পুথিৰ সুললিত পদ এফাঁকিত সুৰ দি তেওঁলোকৰ হৃদয় কেনে ভক্তি-ৰসত পমি যায়, তাক ধাৰণা কৰা বৰ সহজ কথা নহয়। ঈশ্বৰক সকলোৱে পূজা কৰোঁ; কিয়নো ঈশ্বৰ সৰ্ব্বশক্তিমান, প্ৰেমময়, সকলো গুণৰ আধাৰ আৰু তেওঁৰ

কাষত আমি বহুতো ধাৰত ধৰুৱা। কিন্তু, আমাৰ দৰে তেজ-মঙহৰ এজন মানুহক যেতিয়া ঈশ্বৰ বুলি পূজা কৰা হয়, সেই পুৰুষজনৰ শক্তি, গুণ প্ৰভৃতি যে কিমান, তাক অলপ ভাবি চালেই বুজিব পৰা যায়। এতেকে, মহাপুৰুষ মাধৱদেৱ যে এজনা ঐশ্বৰিক শক্তি সম্পন্ন সৰ্ব্বগুণী পুৰুষ, তাক বহলাই কোৱা বাহুল্য মাথোন। আচলতে, এই মহাপুৰুষ জনাই ধৰ্ম্মৰ আন্ধাৰ যুগত আৱিৰ্ভাব হৈ যেনে ভাৱে পৱিত্ৰ ভাগৱতী ধৰ্ম্মৰ সোৱাদ, ধৰ্ম্মৰ সোৱাদ নোপোৱা লোকবিলাকক বিলাই দি গল, যেনে ভাৱে অসমীয়া সাহিত্য ভঁড়াল চহকীকৈ থৈ গল, তালৈ চাই তেওঁক ঈশ্বৰৰ প্ৰতিনিধি বুলি ভবাটো একো অযুগুত নহয়। সভ্য জাতিবিলাকৰ জ্ঞানৰ পোহৰ থাকেমানে এনে গুণী পুৰুষসকলৰ মানত মহাপুৰুষ মাধৱদেৱ ঈশ্বৰ বুলি গণ্য হৈ থাকিব, অসমীয়া সাহিত্য-সেৱীসকলৰ পৰা সমভাৱে পূজা পাই থাকিব, জ্ঞানীসকলৰ পৰা সদাসৰ্ব্বদাই অকপট শ্ৰদ্ধা ভক্তি পাই থাকিব। সেই কাৰণেই আমিও আজি হৃদয়ৰ তলিত ফুলা ভকতি ফুল এপাহী মহাপুৰুষ মাধৱদেৱৰ চৰণৰ উদ্দেশ্যে আগবঢ়ালোঁ।

শ্ৰীবেনুধৰ দাস।

# কৃপাবৰ বৰবৰুৱা প্ৰত্যাগমন

## স্বদেশী আৰু "বইকট"

স্বদেশী কাক কয়? "বইকট" কাক কয়? এই এযোৰ প্ৰশ্নৰ উত্তৰ দিবৰ ভাৰ পৰিল আহি পৰম আৰাধনীয় শ্ৰীলশ্ৰীযুক্ত কৃপাবৰ বৰবৰুৱাৰ গাত! কৰ বিপদ যে কত নেকেহ কৰে আহি পৰে তাৰ ঠিক নাই। প্ৰশ্নযোৰৰ উত্তৰ নিদিলে হেনো ৰাইজে নেৰে। বাৰু, সেয়ে যদি সেইটি উত্তৰ গৈছে, ৰাইজ সখি, ধৰিবাহঁক।

স্বদেশী আৰু বইকট দুয়ো ঠিক জানিবা আমাৰ মানিকী-মাকৰ কাণৰ কঁৰীয়াৰ ওচৰ-চুবুৰীয়া সোঁখন গাল আৰু বাঁওখন গাল। সোঁ-খনত টপৰ কৰে চুমা এটা খাই বাওঁখনত ঠাঁচ কৰে চৰ এটা মৰা যেনেকুৱা, স্বদেশীক টানি ঘৰৰ ভিতৰলৈ সুমাই বটকটক গুৰিয়াই তাৰপৰা উলিয়াই দিবলৈ যোৱাটোও তেনেকুৱা। এদল মানুহে কৈ ভাগৰিছে যে, তেওঁলোক স্বদেশীৰ পক্ষপাতী, কিন্তু বইকটৰ "পক্ষ-অপাতী" বা বিপক্ষপাতী। এই দল মানুহৰ জগৰৰ বিচাৰৰ ভাৰ বৰবৰুৱাই নিজে নলৈ মোকৰ্দ্দমাৰ নথিটো তেওঁৰ "ফাইলৰ" পৰা উলিয়াই মানিকী-মাকৰ ফাইললৈ খাৰিজ কৰিলে; কাৰণ মানিকী মাকৰ বিচাৰৰ "আপিল" বা "চানি" বিচাৰ নাই।

এইখিনিতে কোৱা আৱশ্যক যে, আমাৰ মানুহে টানি-মানি স্বদেশী কথাটোৰ মানে বুজিলেও বইকটৰ মানে নুবুজে; কাৰণ বইকটবিলাকৰপৰা "হেট-কট" পিন্ধি অহা শব্দ কিছুমান দিন সি ভাৰতবৰ্ষত থাকি তাৰ গাৰপৰা বিলাতী চাহাবী গোন্ধটো উভি গলে, তেতিয়া আন-আন বিলাতী শব্দৰ দৰে সিও আমাৰ সাধাৰণ মানুহৰ চিনাকী হব পাৰিব। আৰু তেনে নোহোৱালৈকে আমাৰ মানুহে, তাক নিচিনি, "যুদ্ধকাছ" ধৰি তাৰে সৈতে হতাহতি লগাবই। সি যি হওক, নানা লোকে বইকটৰ নানা অৰ্থ কৰিছে, নানা মুনিয়ে তাৰ ওপৰত নানা মত প্ৰকাশ কৰিছে; কিন্তু এইটো ধ্ৰুপ যে, বৰবৰুৱাই তাৰ অৰ্থ নকৰালৈকে সেইবোৰ পৰাৰ্থ নামঞ্জুৰ হৈ কুলাৰ আগৰপৰা পতান উৰি যোৱাদি যাব। বৰবৰুৱাই তাৰ অৰ্থ, আনৰ কথাকে নকওঁ, আমাৰ টোলোঠা-দোৰ্পতিৰ গৰাকিয়নীয়েও বুজিব পৰাকৈ কৰি দিব। যথা, বইকট মানে, বোৱা কটা। অৰ্থাৎ, বিলাতৰ তাঁতীয়ে বৈ আমি পিন্ধিবলৈ পঠিয়াই দিয়া কাপোৰ আমি স্বদেশীয়ে কটা ছিঙাকৈ এৰাকে বইকট বোলে।

আমি বিলাতী বস্তু, ঘাইকৈ বিলাতী কাপোৰ বইকট কৰি এৰা দেখি আমাক ডাঙ্গৰ, সৰু, মাজু, বৰ-মাজু, সৰু-মাজু আৰু কণ বা সৰুকণ বিলাতী চাহাবসকলে চকু ৰঙ্গাকৈ কয় যে, 'তহঁত স্বদেশী হৈয়েই থাকহঁত, তাত আমি বেয়া নেপাওঁ আৰু লাগে যদি আমি হেই কামত তহঁতক খহায়ও কৰিম। কিন্তু তহঁতক খাব-পিন্ধিবলৈ আমি বনাই দিয়া বস্তুবোৰ তহঁতে বইকট কৰা দেখিলেহে তহঁতৰ ওপৰত আমাৰ টিক্‌চি বিক্‌চি খংখন উঠে; আৰু তহঁতক কিল-কীৰ্ত্তন, নাইবা গোৰ-গোবৰ্দ্ধন দিবৰ মন যায়। আমি তহঁতৰ লগুৱাৰ দৰে কাম কৰি চাউলৰপৰা খৰিলৈকে, পিন্ধা কাছুটিৰপৰা লোণ-তেললৈকে হকলোবোৰ তহঁতক দি আছোঁ, দি থাকিম, তহঁত নো ডাঙ্গৰীয়া হৈ ভৰিৰ ওপৰত ভৰি তুলি থৈ কাই নেথাক কিয় ঐ মিতাহঁত? মাত্ৰ আমি লগুৱালি কৰি দিয়াৰ বাবে আমাৰ মজুৰী বা দৰমহা। ফেৰা দিবলৈ নেপাহৰিবি, এই কথা।" এই কথাৰ মানে আমাৰ মিতাহঁতে কি কৰিছে তেওঁলোকেইহে জানে; বৰবৰুৱা কৃপাবৰে কিন্তু তাৰ মানে কৰিব নোৱাৰি বিমানত উঠি বিমোৰ হৈ ফুৰিছে। তেখেতে

কথাটোৰ গুৰিতে খামোচ মাৰি ধৰি সুধিব খুজিছে যে, তোমালোকে আমাৰ লগুৱালি কৰিব লাগিছে কিয়? তোমালোক ৰজাৰ জাতৰ মানুহ, তোমালোকে আমাৰ "তাঁতীগিৰী" কৰিবা নে "ৰজাগিৰী" কৰিবা? তোমালোকে নিজেই ৰজাৰ জাতৰ ৰজাৰ দেশৰ মানুহ বুলি গোৰোবাটো তুমি আঙ্গুলিৰ আগত ভিৰ দি আমাতকৈ ওখ হৈ ফুৰা আৰু গেলা গপতে গেলি-পচি জহি যোৱা। আমিও এক প্ৰকাৰ তোমালোক তাকে বুলি স্বীকাৰ কৰি লৈছোঁ; তেন্তে তোমালোকে আমাৰ বজাৰী-দোকানী-পোহাৰীৰে সৈতে সমানে পোহাৰ মেলি কালুৰাম কেঞ্জ্ৰা আৰু লেহেতী বৰপোহাৰীৰে সৈতে জোৰ মাৰি বস্ত্ৰ-বাহানি কিনি-বেচি ফুৰিবলৈ গলে আমিয়েই বা তোমালোকৰ ৰাজ-চৰিত্ৰৰে সৈতে এই চৰিত্ৰৰ আল মিলাই জোৰা দিওঁ কেনেকৈ? এইবোৰ কথা যি হওক, বৰবৰুৱাই পোন-পটিয়েই তেওঁলোকক কয় যে, "হেৰা ককাইহঁত, তোমালোকে আমাৰ ঘৰুৱা বন-বাৰী কৰি দিব নেলাগে; তোমালোকে কৰি দিয়া বনৰ সুখত পৰি, লাভৰ ভিতৰত আমি দিনে দিনে ধোদৰ-পছলা হৈ যাব লাগিছোঁ, আৰু তোমালোকক "মজুৰী" বা দৰমহা দিওঁতে দিওঁতে আমি ফটুৱা আৰু নানং নবসন্ত্ৰং হলোহিং। আমি আমাৰ বন-বাৰী আপুনি কৰি লম, আপোনাৰ কাপোৰ আমি আপুনি বৈ লম, তোমালোকৰ কাপোৰৰ বস্তাবোৰ আমাৰ দুৱাৰমুখৰপৰা গুচোৱা আৰু ঘাইকৈ আমাৰ শ্ৰীমতী লেহেতী বৰপোহাৰীৰ পোহাৰৰ কাষৰপৰা তোমালোকৰ পোহাৰখন সামৰি-সুতৰি চপাই লৈ আমাৰ ৰজাৰ ঘৰৰ ডাঙ্গৰ ডাঙ্গৰ বিষয়বোৰত তোমালোক থাকি চেলেউ হুপি "হেটেৰে মুৰটো" টুপি সুহুৰিয়াই ঘোঁৰা দৌৰাই দমদমাই ফুৰা। তোমালোকৰ দেশত তোমালোকে যি কৰা কৰা, সেইবোৰ আমাক নেলাগে আৰু তাক আমি দেখিবলৈ নেযাওঁ; কিন্তু আমাৰ দেশত তোমালোক ৰজা ঘৰৰ বা ৰজাৰ জাতৰ মানুহে মুঁদে, পোহাৰী, লগুৱা হৈ আমাৰ হাঁহিয়াত নানিবা দেওহে দহোকুৰি। দেশী মানুহকো কওঁ, "তোমালোকে যদি সাগৰৰ ওচৰৰ মাৰ্কণ্ডেয় হ্ৰদটোৰ বা ইন্দ্ৰদ্যুম্ন সৰোবৰখনৰ লুনীয়া পানী লেহেতীৰে সিঁচি তাত মিঠা পানী ভৰাই ৰাখিব খুজিছা তেন্তে লুনীয়া পানী তালৈ উভটি সোমাব নোৱাৰাকৈ ভালকৈ ভেটা মাৰি সিঁচিব লাগিব। আৰু সেইদৰে স্বদেশী ৰাখিবলৈকো সম্প্ৰতি বইকটৰ ভেটা মাৰিব লাবি। বিলাতী কাপোৰ আৰু বস্তুৰ সোঁত হো-হো কৰে তোমাৰ ঘৰলৈ ফেনে-ফেটোকাৰে আহি থাকিবলৈ দিলে, তুমি তোমাৰ স্বদেশী কাপোৰ আৰু বস্তুৰ যি খন শ্ৰীবৃদ্ধি কৰিবা সেইখন বুজিব পৰা গৈছে। তোমাৰ ঘৰৰ ভিতৰখন মাৰি-মছি নিকা কৰিব খুজিছা যদি, আলহীসকলক কিছুমানপৰ ঘৰৰ বাহিৰলৈ ওলাই গৈ থিয়া-থিই কৰিবলৈ দিয়া। ঘৰটো শুকাওঁক; নতুবা তোমাৰ ঘৰ জাবৰে, ধূলিয়ে, বোকাই, ছায়ে-মাকতিয়ে, থুয়ে, পিকে, চোবাই জগলি-মোহন হৈ বৰবজাৰৰ কেঞ্জ্ৰাৰ কাপোৰৰ 'গদি' হৈয়েই থাকিব, তুমিও তুমি হৈ নেথাকি বিলাতী ধোবাৰ কাপোৰ ধোৱা পাট হৈয়েই থাকিবা।

বিলাতীহঁতৰ খং উঠে, আমি বিলাতী বস্তু বইকট কৰা দেখিলে। বেচ! বেচ! চাহাব বেচ! কথাতে কয় বোলে, বৰে কৰা কাম হয় লীলা; আৰু সৰুৱে তেন কৰিলে তাক ধৰি বান্ধি কিলা। বইকট শব্দটো আহি কোন দেশৰপৰা মোৰ বান্ধই? কোন মলুকত কোনে দিনে-ৰাতিয়ে কথায়-কথায় বইকট বাণ মাৰে? বিলাতত নহয় নে দেও হে? তোমালোকক দেখাদেখি আমিও তোমালোকৰ কাঁড়পাত হাতত ললে তোমালোকৰ দেখোন খঙে মূৰৰ চুলি পায়গৈ একা? যাতে শিকিলোঁ তাতে বিকিলোঁ দেখি তোমালোকৰ ক্ৰোধ নে কি? কিন্তু এনেকুৱা সততে হৈয়েই থাকে; তাত ক্ৰোধ কৰিলে কি হ'ব। বৰং ছাত্ৰে শিকি-বুজি মহলাত উঠি গুৰুৰ জহ বঢ়াইছে বুলি ভাবিলে দেখোন তোমালোকৰ খং-শিঙ্গাটোৰ সলনি ৰং-শিঙ্গাটো বাজি সকলোকে আনন্দত আঠ ডোখৰকৈ নচুৱাই ঘাঁহ-পানী খুৱাই ৰাখিব পাৰে। তোমালোকৰ মত "ৰুদ্ৰক দেখি বিষ খাই আনে। সিজন যেন মৰি যায় প্ৰাণে।" তোমালোকৰ মনেৰে তোমালোকৰ লীলা তোমালোকতে থাকিব লাগে, বাউনা কলাই তালৈ হাত মেলিব নেপায়। ঠিক হয় নে নহয়, এই নতুন মহাভাৰতৰ কথা হেৰা বিলাতী কাশীৰাম কাই! কোৱাইচোন? অমৃত সমান কথা পুণ্যৰ বান বাটিটোত ভৰাই আমি পুণ্যবানসকলে পানেই কৰোঁহঁকচোন।

বিলাতী বস্তু বইকট কৰি চকোৱা দি ঘেৰি আমাৰ দেশী বস্তুবোৰক গা টঙ্গাই লবলৈ নিদিলে সেইবোৰ কেতিয়াও উঠিব নোৱাৰে। এইটো মই বৰবৰুৱাৰ যদিও মইমত কথা, কিন্তু সঁচা কথা। প্ৰথমতে আমাৰ স্বদেশী বস্তু বিলাতী বস্তুতকৈ দৰত অলপ বেচি হব পাৰে আৰু সি ফোট-লগুণ পিন্ধি ওলাইও গড়-পিতত অলপ নৰম হব পাৰে। কিন্তু সি বিলাতী বস্তুতকৈ যে সৰহ দিন টিকিব, এইটো বৰবৰুৱাই "আইৰে শপত" খাই কব পাৰে। লঘোনে-ভোকে থাকি পিণ্ড দিলেহে পিতৃ-মাতৃৰ উদ্ধাৰ কৰিব পাৰি, এপেটকৈ খাই শৰাধত বহি পিণ্ড সানিলে পিতৃ-মাতৃ যতে আছিল, ততে থাকিব বুলি শাস্ত্ৰত কয়। ওপৰত কোৱা দেশী বস্তুৰ নিমিত্তে অলপ দৰ বেচি দি চিকুণ আৰু ধুনীয়া গুণৰ ভোক-পিয়াহত অলপ লঘোনৰ চাট দি নললে জন্মভূমিৰ দুখ গুচাব নোৱাৰিবা যেন পাওঁ। দেশৰ উপকাৰ মুখে মুখে সন্তাকৈ নহয়। অলপ-অচৰপ স্বাৰ্থত্যাগ যদি আমাৰ মানুহে কৰিব নোৱাৰে তেন্তে তেওঁলোক চিৰকাল পুনৰ হাত-

ধৰা আৰু পৰৰ মুখলৈ চোৱা হৈ থাকিবলৈ কেকালে কেনেকৈ চলিব? মনুষ্যত্বটো কোনো দেৱতাই, তুমি শুই থাকোঁতে তোমাৰ আঠুৱাৰ তলত সুমাই থৈ নেযায়হি জানিবা যে তাক তুমি বঙ্কালীৰ “পাস বালিশ” অৰ্থাৎ কাষত থৈ সাবট মাৰি ধৰি শুই থকা গাৰু পোৱা দি পাবা। ।৶০ অনাৰ ঠাইত ।।৶০ বা ৷৹ বা ৷৷/ অনা দি স্বদেশী চুৰিয়া এখন লওঁতেই যদি তুমি চেৰেউ-ফ্লেৰেড লগালা, তেন্তে তুমি অলপমান ৰোৱাঁ, মানুহৰ শাৰীলৈ আহিবলৈ তুমি এতিয়াও যোগ্য হোৱা নাই। সৰু মানুহে পইচা দি কিনি ধঁপাত খাব পাৰে ; মদ-ফটিকা-লাওপানী পানীত হোলোং নাও চলোৱাদি চলাবু পাৰে ; হালধি জিৰা লোণ কিনি দি জিভাক খোচামোদ কৰিব পাৰে, ঘৈণীয়েকলৈ সেন্দুৰ, আৰচী, ফণি, গোন্ধ-তেল, বা গোলাপী নাৰিকল তেল কিনি ডেকালি কৰিব পাৰে ; আৰু ।।৶০ দি বিলাতী চুৰিয়াও কিনি পিন্ধিব পাৰে ; কিন্তু এক অনা বা দুই অনা পইচা সৰহকৈ দি বিলাতী চুৰিয়াতকৈ দুগুণ কাল-টিকা দেশী চুৰীয়াখন কিনোতে হে সিহঁতৰ কঁকালৰ যোৰা লৰি যায়? জাপান, জাৰ্মানী, ইংলণ্ড প্ৰভৃতি দেশত এই শ্ৰেণীৰ মানুহে যুঁজত নিজৰ ৰক্ত দি মাতৃভূমিৰ উপকাৰ সাধিছে, কিন্তু দু-অনা পইচা বেচিকৈ দি স্বদেশী বস্তুক সহায় কৰি পুণ্যৰ আৰু গৌৰৱৰ কাম কৰিবলৈ হে আমাৰ সিঁহত অসমৰ্থ! যেতিয়া সৰহ্ মানুহে সৰহকৈ দেশী বস্তু ব্যৱহাৰ কৰি তাৰ আদৰ বঢ়াব, তেতিয়া যে সি আৰু সস্তা আৰু চিকুণ নহব তাৰ কি মানে আছে? ভাৰতৰ দুখীয়া প্ৰজাৰ হকে উপযাচি গদা ধৰি কোনো কোনো ইংৰাজে স্বদেশীসকলৰ প্ৰাদুৰ্ভাব দেখি ঘৰিয়ালৰ চকু-লো টুকি কয় যে, স্বদেশীধ্বজবোৰৰ কি অন্যায়, কি নিষ্ঠুৰতা যে, তেওঁলোকৰ স্বদেশী পতাকাকেইখন বতাহত পটপটকৈ উৰাবৰ নিমিত্তে দুখীয়া হোজা প্ৰজাবোৰক বিলাতী সস্তা আৰু ভাল কাপোৰ কিনাৰপৰা এৰুৱাই দেশী মৰগ আৰু বেয়া কাপোৰ কিনাইছে। বেচেৰাহঁতৰ খাবলৈ ভাত নাই, তাৰ ভিতৰত স্বদেশীৰ এই উৎপাত!” এই দয়াৰ সাগৰসকলৰ শলাগ লৈ বৰবৰুৱাই মাথোন ইয়াকে সুচীয়ায় যে, তেওঁলোকে এই দুখীয়া প্ৰজাৰ কষ্ট নিবাৰণৰ অৰ্থে “পশুকষ্ট নিবাৰণী সভাৰ” নিচিনা সভা এখন সোনকালে পাতক। নতুবা, দেশখন-তল গল। বাৰু, বৰবৰুৱাই সোধে যে, প্ৰতিবাৰে মাটিৰ নতুন বন্দবস্তীৰ সময়ত যেতিয়া ওপৰত কোৱা সম্প্ৰতি স্বদেশীৰ চেপাখোৱা ৰায়তৰ খাজানা ডেৰ গুণ, দুগুণ, তিনি গুণকৈ বাঢ়ে আৰু তাৰ ঠেলাত ৰায়তে তৎ নেপাই ভঁড়ালৰ ধান, হালৰ গৰু আৰু গাৰ এৰিয়া কাপোৰ, কেঞাৰ ঘৰত মাৰঘাটমৰা বাঢ়িত বন্ধক দি, নাইবা আধামূলীয়া কৈ বেচি খাজানাৰ লেঠা মাৰিব লগীয়াত পৰে, তেতিয়া তেওঁলোকৰ দয়াৰ সাগৰখন কোনজন অগস্ত্যমুনিয়ে সোহা মাৰি পি বা কমণ্ডলুত ভৰাই শুকাই যায়। স্বদেশী কাছুটি কিনিব নোৱাৰা দুখীয়া ৰায়তৰ মাজত কানী, ভাং আৰু খোলাভাটিৰ ফটিকাই মৰণা মাৰিব লাগিছে, তথাপি দেখোন দয়াশীলসকলৰ মাত তাৰ বিৰুদ্ধে শুনিবলৈ পোৱা নেযায়। ভাৰতত বছৰে বছৰে আকালত পৰি হেজাৰ হেজাৰ মানুহ মৰিব লাগিছে, তথাপি কৃপানিধিসকলে আপোন বুদ্ধিৰ ছুঙ্গা কেইটাৰপৰা তাৰ প্ৰতিকাৰ কৰিবলৈ বুধিকে নুলিয়াই দেখোন। ভাৰতৰ অৱস্থা ভালকৈ জনা-বুজা দেশী-বিদেশী লোকসকলে পৈ-পৈ কৈ কব লাগিছে যে, ভাৰতৰ আকাল আচলতে টকাৰ আকাল। নিজৰ খেতিৰ ধান নহলে কিনি খাবলৈ সিহঁতৰ পইচা নাই, তথাপি দেখোন বছৰে বছৰে ক্ৰোৰে ক্ৰোৰে টকা ভাৰতৰ পৰা বিলাতলৈ যোৱাত আৰু ইণ্ডিয়া অফিচৰ খৰছৰ বোজা ভাৰতৰ পিঠিত দিয়াত তেওঁলোকে নিজৰ মুখকেইখন শি থৈ দিয়ে। আমাৰ দেশৰ দুখীয়া প্ৰজাৰ হিতাকাঙ্ক্ষী ভাৰতবাসী বিলাতী বেপাৰীসকলে দয়া কৰি আমাৰ দেশৰ দুখীয়া কুলিহঁতৰ কথায় কথায় জ্বৰখাপৰি ফালিবলৈ এৰিলেই সিহঁত কৃতাৰ্থ হব ; স্বদেশীৰ দৌৰাত্ম্যৰপৰা সিহঁতক ৰক্ষা কৰিবলৈ তেওঁলোক ব্যস্ত নহলেও হব হবলা? বিলাতী মুদৈ-সদাগৰসকলৰ অনেকে ঘনে ঘনে আমাক বইকট এৰি স্বদেশী ধৰিবলৈ পৰামৰ্শ দিয়ে, আৰু কয়, তেনে নকৰিলে আমি তেওঁলোকৰ সহানুভূতি হেৰুৱাম। কিন্তু, এইটো কথা বৰবৰুৱাই জানে যে, তেওঁলোকৰ যত স্বাৰ্থৰ অলপ ব্যাঘাত হয় তেনে কথাত তেওঁলোকৰপৰা সহানুভূতিটো আমি আজিলকে পোৱা মনত নপৰে। তেন্তে নো আমি হেৰুৱাম নকটা খেৰৰ ন মুঠিটো? তেওঁলোকৰ ভাত-ঘৰ পূৰ্ব্ববঙ্গৰ আকালত পৰা মানুহৰ সাহায্যৰ নিমিত্তে তেওঁলোকে গোট খাই আজিলৈকে টকা-কৰি কিবা তোলাটোৰ গম বৰবৰুৱাই পোৱা নাই, কিন্তু পৃথিৱীৰ সিমূৰে থকা “ভাল পাৰিছ' বা বেয়া পাৰিছ দেশৰ ভুইকঁপত ঘৰ-দুৱাৰ ভাগি দুখ পোৱা মানুহক সহায় কৰিবলৈ তেওঁলোকৰ ধুম-ধাম দেখিলে তবধ মানিব লাগে।

আৰু এটা কথা টং কৰি চাব লাগে, ভাৰতবাসী বিলাতী মুদৈ সদাতাৰসকলে ভাৰতীয় মানুহক পাৰিলে বইকট নকৰি এৰে নে? তেওঁলোকৰ হাতত থকা ঠিকা আদি কাম জাতি ভাইক নিদি পৰাপক্ষত ভাৰতীয় মানুহক কেতিয়াবা দিয়ে নে? সৰহ দৰমহাৰ কামত বগা ছালে কলা ছালক দকছি বইকট নকৰে নে? বইকটৰ ঠেলাত কলাবৰণে বগাবৰণৰ আমোদ উৎসৱ আৰু ক্লব আদিৰ চাইচাপৰ কাষ চাপিব পাৰে নে? আনৰ কথাকে নকওঁ, কলাৰ কলীয়া হৈ কোনো বগাই কোনোবা

কাচিত একেষাৰ কথা কলেও বা কাকতে পত্ৰই লিখিলেও সেই বগাক তেওঁৰ সমাজে বইকটৰ জাঁতত পিহি নেপেলাই এৰে নে? ৰিপন, কটনৰ কথা তো সিদিনাৰ। বইকট জাঁতৰ দলনিলৈ বা পিহনিলৈ ভয় কৰি তেওঁলোকৰ ভিতৰৰ অনেক উদাৰ মনৰ মানুহে মন থাকিলেও কলাৰ ফালে কথা কব নোৱাৰা হৈ নেথাকে নে? ইত্যাদি কাৰণে বৰবৰুৱাই তেওঁৰ স্বদেশী ভাইহঁতক খুব পৰামৰ্শ দিয়ে ঃ— খুব বইকট কৰ; আৰু লোকে যেয়ে যি কয় কৈ থাওক, তহঁত চকু মুদি আপোন বাটে দি গৈ থাক; পৰৰ মিঠা কথাত নুভুলিবি, গালিত খং কৰি নিজৰ বাট নেৰিবি। অৱশ্যে বইকটৰ ভিতৰলৈ প্ৰতিহিংসা বা খঙৰ ভাব আনিবলৈ বৰবৰুৱাই কেতিয়াও নকয়। বিলাতী বস্তু বইকট কৰি আমি আমাৰ বস্তুৰে সৈতে মূৰ দাঙ্গিবৰ আৱশ্যক পৰিছে, নতুবা আমাৰ বিনাশ। এই কথাত প্ৰতিহিংসা বা খঙৰ ঠাই নাই। আত্মৰক্ষাৰ নিমিত্তে বইকট, প্ৰতিশোধ বা প্ৰতিহিংসাৰ নিমিত্তে নহয়। বিলাতী খাৰৱীয়া মানুহ আহি তোমাক তোমাৰ ঘৰত জুমুৰি দি ধৰিছে; সিহঁতক আলহী সুধি খাবলৈ দি দি তোমাৰ ভঁড়াল উদং হব লগীয়া হল, ইফালে তোমাৰ পো-পোৱালি, লৰা-ছোৱালী কেইটাই খাবলৈ নেপাই মৰে; এনে স্থলত তোমাক তোমাৰ ঘৰৰপৰা বাহিৰা আলহীবোৰক উলিয়াই দি নিজৰ লৰা-ছোৱালীৰ মুখত এগৰাহ ভাত তুলি দিবলৈ বৰবৰুৱাই কৈছে, তাত তোমাক ওপৰত কোৱা বাহিৰা ভদ্ৰলোক আলহী সমূহ বাপুসকলে বেয়া পাই গালি পাৰিলে তুমি নিজৰ কৰ্ত্তব্য কৰিছোঁ বুলি জানি আওকাণ কৰিবা। কিন্তু, বিদেশী বস্তু এটাইবোৰ একেবাৰেই বইকট অসম্ভব। যিবোৰ যিমান দূৰ পৰা যায়, সেইবোৰ সিমান দূৰ কৰিবা। তোমাৰ কামৰ সুফল আজি কাইলৈ পৰ্শুলৈ নিবিচাৰিবা। ভাল আম জুপি ৰুইছা, তাৰ ফল অনেক দিনৰ মূৰত হে পোৱা যাব। বলেৰে আনক বইকটলৈ বাধ্য নকৰিবা। বুজাই-বৰাই লাহে লাহে তেওঁক বাটলৈ আনিবলৈ চেষ্টা কৰিবা। তোমাৰ মাজত অজীৰ্ণ পাতকী অনেক ওলাব; সেইবোৰৰ গঢ়-গতি দেখি বেজাৰ লাগি নিৰাশ নহবা। সৃষ্টি-পাতনিৰেপৰা তেনে শ্ৰেণীৰ মানুহ ওলাই আছে। সকলো সজ কামত পাৰক-নোৱাৰক বিধি-পথালি কৰিব লাগিছে, আৰু আপোনা-আপুনি গেলি-পচি জহি মৰি যাব লাগিছে। বুঢ়া বৰবৰুৱাই এই বাক্য তোমালোকে মন যায় সাৰোগত কৰি লবা, মন নেযায় নলবা। নললেও তেওঁৰ ধৰম কলেকো নেযায় নিশ্চয় জানিবা।

শ্ৰীশ্ৰীকৃপাবৰ বৰবৰুৱা।

# গোপেশ্বৰ দেৱালয়ৰ তামৰ ফলি।

কামৰূপৰ উত্তৰ পাৰে যি গোপেশ্বৰ দেৱালয় আছে, তাৰ দলৈ শ্ৰীযুত ডম্বৰুধৰ শৰ্মাৰ হাতত শিৱসিংহ ৰজাৰ দিনত দিয়া এখন তামৰ ফলি আছে। সেই তামৰ ফলিখনৰ তাৰিখ হৈছে "শশধৰ ৰস তৰ্ক হৰিণাঙ্ক শাকে"— অৰ্থাৎ ১৬৬১ শক। আজিকালি ফলিখনৰ ১৬৭ বছৰ হৈছে।

ফলিখনত দেৱালয়ত দিয়া মাটি আৰু পাইকৰ উল্লেখত বাহিৰে সেই সময়ৰ কোনো কোনো ব্যৱহাৰিক বস্তুৰ চলিত দাম দিয়া আছে। আগৰ দিনত কোন বস্তুৰ কি দাম আছিল তাক জানিব পাৰিলে সেই সময়ৰ মানুহৰ অৱস্থা আৰু বেহা-বেপাৰৰ অৱস্থা জানিবলৈ সুবিধা হয়। কোনো লোকৰ এই বিষয়ে সুবিধা হলে আগৰ দিনৰ বস্তু চলিত দৰ-ভাও প্ৰকাশ কৰিলে আমি বৰ উপকাৰ মানিম।

এই ফলিখনত নিত্যপূজাৰ ফৰ্দ্দত তলত লিখা বস্তুবিলাকৰ দাম এইদৰে ধৰা আছে;—

| | | |
|---|---|---|
| লোন ৪ তোলা | ...... ...... | ১।।০ গণ্ডা। |
| তেল /।।০ সেৰ | ...... ...... | /৫ " |
| ঘিঁউ ৬ তোলা | ...... ...... | /৬ " |
| তামোল ১০ গোটা | ...... ...... | /৫ " |
| পান ১।। গুচি | ...... ...... | ।/০ " |
| গুৰ /। এপোৱা | ...... ...... | ।/০ " |
| চৰু ৩ টা | ...... ...... | ।/০ " |

ইয়াৰ পৰা জনা গল যে, ১৬৭ বছৰৰ আগেয়ে আমাৰ দেশত, বিশেষৈ কামৰূপত তলত লিখা বস্তুবিলাকৰ দাম এনে আছিল ;—

| | | |
|---|---|---|
| লোন /১ সেৰ | ...... ...... | /১০ গণ্ডা। |
| তেল /১ " | ...... ...... | /১০ " |
| ঘিঁউ /১ " | ...... ...... | ।০ " |
| তামোল টকাৰ | ...... ...... | ৮ পোণ |
| পান (প্ৰায়) ৯গুচি | ...... ...... | /৫ গণ্ডা |
| গুৰ ১ এপোৱা | ...... ...... | ৫।। " |
| চৰু গোটে | ...... ...... | /।।০ " |

লোণ আমাৰ দেশত পাবলৈ মস্কিল আছিল, সেই গুণে তাৰ দামো বেচি আছিল। কিন্তু, যিবোৰ বস্তু আমাৰ দেশত উৎপন্ন হৈছিল, সি কিমান সস্তা আছিল ভাবি চাওকচোন।

# ফুলৰ চাকি।

অতৃপ্ত বাসনা তোৰ জীৱন সমল,
সেয়ে তোৰ মোহনীৰ বাণ;
আশা ধৰি ফুলি উঠ, আশাতেই লয়,
এয়ে তোৰ জগতৰ মান।
বৃত্তি তোৰ প্ৰবৃত্তিত পুৰায় জীৱন,
নিবৃত্তিত তৃপ্তি তোৰ নাই;
আবেগৰ আগভাগ চিৰভোগ তোৰ,
বিলাসৰ শিৰে তোৰ ঠাই।

উলাহত কায় তোৰ পমি-ভাহি যায়,
আনন্দত উৰে তোৰ প্ৰাণ;
ৰূপৰ চমক গই জিলিকে তৰাত,
অনন্তত ব্যাপ্ত তোৰ ঘ্ৰাণ।
ভুবন বিভোল কৰে ছঁয়াটিয়ে তোৰ,
মিলনৰ পূৰ্ব্বৰাগ আঁকি,
সন্ধিয়া খোপাত পৰি হাঁহ যেবে তই,
জগত মোহিনী ফুল-চাকি।

# সঙ্গীত। *

## পাতনি।

কোনো জাতীয় সভ্যতা নিৰ্ণয় কৰিবলৈ অনেক সময়ত জাতীয় ক্ৰীড়া-কৌতুকৰ অনুসন্ধান লোৱা হয়। ইয়াৰপৰা যে জাতীয় উন্নতিৰ অৱস্থা ভালকৈ জানিব পাৰি, সেই বিষয়ে অকণো সন্দেহ নাই। পৃথিৱীৰ আন-আন সকলো দেশত সঙ্গীতৰ উন্নতি দেখা যায়; কিন্তু আমাৰ দেশত ইয়াৰ নিতান্ত হীনাৱস্থা। সভ্য প্ৰধান ইউৰোপ আদি ঠাইত মতা-তিৰোতা মিলি গান-বাজনা কৰে আৰু নাচে; কিন্তু আমাৰ দেশত তিৰোতাৰ কথাকে নকওঁ, অ'ইন কি, বাপেকৰ আগত পুতেকে, শিক্ষকৰ আগত ছাত্ৰই গান কৰিলেও বৰ লাজৰ কথা হয়। যি লৰাই অলপ গাবলৈ বজাবলৈ শিকিলে, সি জানিবা বংশৰ কুলাঙ্গাৰ হে হল, সি আৰু "লিখা-পঢ়াৰ মূৰ খালে" ; সকলোৱেই এনেকৈ কয়। অনেক শিক্ষিত মানুহৰো ধাৰণা আছে যে, সঙ্গীত বিদ্যা অপৱিত্ৰ; ই কেৱল ব্যৱসায়ী অশিক্ষিত মানুহ আৰু বেশ্যাৰ ঘৰৰ উপযোগী। এইবিলাক যে নিতান্ত ভ্ৰমাত্মক কথা তাৰ অলপো সন্দেহ নাই। বাস্তৱিক পক্ষে চাবলৈ গলে আমাৰ দেশত গীত বা বৰগীত মান্যবানৰ আগত গোৱা একো লাজৰ কথা বুলি নেভাবোঁ; কেৱল বঙ্গলা গান গোৱাহে লাজৰ কথা। যি কাৰণত বঙ্গদেশত এসময়ত গান ঘৃণনীয় হৈছিল সেই কাৰণেই আমাৰ দেশতো বঙ্গলা গান এতিয়া ঘৃণনীয় হৈয়ে আছে। সঙ্গীত যে আমাৰ স্বাভাৱিক আৰু অতি লাগতিয়াল বস্তু তাৰ কোনো সন্দেহ নাই, আৰু তাকে বুজোৱাই বৰ্ত্তমান প্ৰবন্ধৰ ঘাই উদ্দেশ্য।

পুৰণি সঙ্গীত শাস্ত্ৰত লিখিছে যে, সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই মহাদেৱৰপৰা সঙ্গীত শিকি পাচত ভৰত, নাৰদ, ৰম্ভা, হুহু আৰু তুম্বুৰু এই পাঁচজন শিষ্যক শিকায়। [১] তাৰ ভিতৰৰে ভৰত মুনিৰ দ্বাৰাই পৃথিৱীত সঙ্গীত প্ৰচাৰ হয়। ইয়াৰ দ্বাৰাই সঙ্গীতৰ প্ৰাচীনত্বইহে প্ৰমাণ হৈছে। অৰ্থাৎ, সঙ্গীত ইমান পুৰণি বিদ্যা যে, শাস্ত্ৰকাৰবিলাকে তাৰ আদি-অন্ত নেপাই মহাদেৱৰপৰা উৎপত্তি হৈছে বুলি কবলৈ বাধ্য হৈছে।

পৌৰাণিত মত এৰি ন্যায় আৰু যুক্তিৰ পথ ধৰি দেখা যাওক, সঙ্গীতৰ উৎপত্তি কেনে। ভাৰতীয় সঙ্গীতবেত্তা কাপ্তান উইলাৰ্ড চাহাবে [২] ঃ— "সকলো দাৰ্শনিকবিলাকে একে মত হৈ কৈছে যে, মানবীয় ভাষাৰো বহু পূৰ্ব্বে সঙ্গীতৰ উদ্ভৱ হৈছে"। এই মতৰ পৰিপোষণৰ নিমিত্তে তেওঁ ডাক্তৰ ৱাৰ্ণীয়ে কৰা প্ৰসিদ্ধ সঙ্গীতৰ [৩] ইতিহাসৰপৰা নানা বিধ যুক্তি দেখুৱাইছে। সেইবিলাক লিখি প্ৰবন্ধ দীঘল কৰাৰ একো সকাম নাই। হিন্দুৰ প্ৰাচীন শাস্ত্ৰ সামবেদো সঙ্গীতৰ উচ্ছাসে পৰিপূৰ্ণ।

সঙ্গীত যে আমালোকৰ স্বাভাৱিক আৰু শাৰীৰিক ধৰ্ম্মৰ নিয়মানুগত বস্তু তাক ইয়াৰ দ্বাৰাই বুজা যায় , আমি কথা কোৱাৰ সুৰকে কেনেকৈ পূৰ্ণস্বাৰিক (Diatonee) ধ্বনিত

পৰিণত কৰি লব পাৰোঁ। লৰাবিলাকে সৰুৰপৰা সিহঁতৰ আনন্দৰ ভাষাক তাল আৰু ছন্দেৰে এক প্ৰকাৰে শুৱলাকৈ জোঁটাই লয়। এই অভ্যাস লৰা কালৰ পৰাইহে আহে। এই নিমিত্তে পৃথিৱীৰ সভ্য অসভ্য সকলোৰে ভিতৰতেই সঙ্গীত দেখা যায়।

মানুহক এৰি ইতৰ প্ৰাণীবিলাকৰ কথা ধৰোঁ। চৰাইবিলাকৰ সুৰত সুন্দৰ পূৰ্ণস্বাৰিক ধ্বনি শুনিবলৈ পোৱা যায়। "বৌ-ককা-ক'ত" নামেৰে এবিধ চৰায়ে কোমল গা, ৰি, কোমল গা, সা, এনে সুৰে "বৌ-ককা-ক'ত" বুলি মাতে। কুলিয়ে লাহে লাহে যেতিয়া কুহুৰব কৰে, তাত মিড় থকা সা, ৰি, সা, কেতিয়াবা সা, মা, সা, উচ্চাৰিত হয়; যেতিয়া বৰকৈ ঘনাই মাতিবলৈ ধৰে, তেতিয়া সা. ৰি, ৰিগ, এই সুৰেৰে মাতোঁতে মাতোঁতে পা (পঞ্চম) লৈকে উঠে। ভয় পালে আকৌ অষ্টমলৈকে চিয়ঁৰিবলৈ ধৰে। পশুৰ মাততো পূৰ্ণস্বাৰিক ধ্বনি পোৱা যায়। ভোক লাগিলে মেকুৰিয়ে মেওঁ মেওঁ কৰি ফুৰে; তাত 'সা'ৰ পাচত কোমল 'গা'ত বেচি জোৰ দি 'সা' লৈ ঘূৰি আহে। সেই নিমিত্তে সেই সুৰত কাকুতি মিনতি প্ৰকাশ পায়। এই বিলাকৰপৰা জানিব পাৰি যে, সঙ্গীত জীৱৰ স্বভাৱ-ধৰ্ম্ম। ইয়াৰ কাৰণ অনুসন্ধান কৰি প্ৰসিদ্ধ প্ৰাণীতত্ত্ববিৎ মহাত্মা "ডাৰউইনে" কৈছে যে, যৌন নিৰ্ব্বাচনৰ (Sextual Selection) দ্বাৰাই জীৱবিলাকৰ সুৰ ক্ৰমবিকাশ (Evolution) ক্ৰিয়া যোগে ক্ৰমে ক্ৰমে পৰিবৰ্ত্তিত হৈ প্ৰয়োজনানুসাৰে সাঙ্গীতিক ধ্বনিত পৰিণত হৈছে। বস্তুতঃ যিবিলাক প্ৰাণীয়ে কণ্ঠ স্বৰৰ দ্বাৰাই স্ত্ৰী জাতিৰ মন আকৰ্ষণ কৰি ফুৰে সিহঁতৰ মনোহৰ ধ্বনিয়েই বিশেষ। লাগতিয়াল। সেই ধ্বনিয়েই মানৱীয় চৰ্চ্চাৰ দ্বাৰাই উৎকৰ্ষতা লাভ কৰি কণ্ঠসঙ্গীত, যন্ত্ৰসঙ্গীত ইত্যাদি নানা বিদ্যাত পৰিণত হৈছে।

পুৰণি বুৰঞ্জী পঢ়ি দেখা যায় যে, অতি পুৰণি কালত কি ধনী, কি দুখীয়া, কি সভ্য, কি অসভ্য কোনোৱেই সঙ্গীত ৰসৰপৰা বঞ্চিত নাছিল। আন কি, যেতিয়া আখৰ আৰু ইতিহাসৰ জন্ম হোৱা নাছিল, তেতিয়াও প্ৰাচীন ৰীতি-নীতি, ধৰ্ম্ম ইত্যাদিক একমাত্ৰ সঙ্গীতেই হে ইতিহাসৰ স্থানীয় হৈ ৰাখি আছিল। এতিয়াও দেখা যায় যে, বহুকালৰ পূৰ্ব্বেই হৈ যোৱা কোনো ঘটনা মানুহে পাহৰি গৈছে; তেনে অৱস্থাত সঙ্গীতেইহে তাক মনত পেলাই দিছে। ৰজা যুধিষ্ঠিৰৰ দিনত ৰাজ-কন্যা আৰু ডাঙৰ ডাঙৰ মানুহৰ তিৰোতাবিলাকে গান-বাজনা আৰু নাচ শিকিছিল। ট্ৰয়ৰ যুদ্ধ এটি অতি পুৰণি ঘটনা। সেই সময়তো গান-বাজনা প্ৰচলিত আছিল। এনেকুৱা অসংখ্য উদাহৰণৰপৰা জানিব পাৰি যে, অতি পুৰণি কালতো সঙ্গীতৰ বিশেষ চৰ্চ্চা আছিল। এই সংসাৰ শোক, তাপ আৰু চিন্তাৰে পৰিপূৰ্ণ। সম্পূৰ্ণ সুখৰ অধিকাৰী কোনো নহয়; সকলোৰে মনত কোনো এবিধ অভাৱ, শোক, দুখ, তাপ, নাইবা চিন্তা আছেই আছে। কোনো মানুহৰ অপাৰ ধন-বস্তু আছে, খাওঁতা নাই; কোনোৱে খোৱাৰ কষ্টতেই বিষম যাতনা ভুগিছে; কোনো কোনো লোকে বেমাৰত পৰিয়েই অনেক কষ্ট সহ্য কৰিছে; কোনোৱে বা বন্ধু বিয়োগ হোৱাতেই মনত শান্তি পোৱা নাই। এইদৰেই গোটেই পৃথিৱীৰ মানুহবিলাকে যেনে তেনে প্ৰকাৰে শোকে-দুখে কাল নিয়াইছে। এনে কোনো বস্তু নাই যি খন্তেকলৈকো মানুহক ওপৰত কোৱা শোক-তাপ আদি যাতনাৰপৰা মুক্তি দিব পাৰে। কিন্তু, সঙ্গীতৰ মোহনী শক্তিয়ে মানুহক অলপ কালৰ নিমিত্তে হলেও এইবোৰ পাহৰাই ৰাখিব পাৰে। দেৱাদিদেব মহাদেৱ ইয়াৰ সাধক আৰু কলাবতী সৰস্বতী দেবী এই সঙ্গীতৰ উপাসক।

সঙ্গীতৰপৰা মানুহৰ কিমান উন্নতি হয় তাক কোৱা অসাধ্য। বস্তুতঃ সঙ্গীতৰ দৰে নিৰ্দ্দোষ আমোদৰ বস্তু আৰু নাই। শোকাকুলিত মানুহেও সুললিত গীত শুনিলে শোক-তাপ-দুখ পাহৰি যায়। দোৰ্ঘোৰ আন্ধাৰ নিশা ভয়াতুৰ পথিকে যেতিয়া এখোজো আগুৱাবলৈ সাহ নকৰে, তেতিয়াও যে সুমধুৰ গীতে তাক আগুৱাই দিয়ে, এই কথা কোনে বিশ্বাস নকৰিব? যেতিয়া ৰণ-ক্ষেত্ৰত হাতী-ঘোঁৰাৰ খেদা-খেদি, ঘনে ঘনে অস্ত্ৰ-শস্ত্ৰৰ ভীষণ শব্দ, সৈন্যবিলাকৰ কোলাহল, ৰণশায়ী আহত যোদ্ধা বিলাকৰ ঘোৰ আৰ্ত্তনাদ, এই আটাইবিলাক একেলগ হৈ মৃত্যুক মূৰ্ত্তিমান কৰি তোলে, তেতিয়া যোদ্ধাবিলাকৰ অন্তঃকৰণত সঙ্গীতে বীৰৰস সিঁচি নিদিলে তাত

---

* গীত বাদ্য আৰু নৃত্য এই তিনিওৰো একেলগে সমাবেশৰ নাম সঙ্গীত; কিন্তু, সাধাৰণ মতে কেৱল গীতকো সঙ্গীত বোলে।

(১) ভৰতং নাৰদং ৰম্ভাং হুহুং তুম্বুৰু মেৱচ।
পঞ্চশিষ্যাং ভতোধ্যাপ্য সঙ্গীতং ব্যাদিশদ্বিধিং।। —
নাৰদসংহিতা।

(২) এওঁ ১৮২৮ খৃঃ অব্দত এখনি সঙ্গীত সম্বন্ধে অতি সুন্দৰ পুথি লিখিছে।

(৩) এই পুথিখন কলিকতাৰ এচিয়াটীক চোচাইটীত পোৱা যায়। ইয়াৰ দাম প্ৰায় ১০০, এশ টকা।

তিষ্ঠিব পৰা কাৰ শক্তি আছে? বাস্তবিক সঙ্গীতে যেনে বীৰ, কৰুণ, অদ্ভুত ভয়ানক হাস্য বিভৎস আদি ৰস উদ্দীপন কৰি উৎসাহ, শোক, বিস্ময়, ভয়, হাঁহি, ঘৃণা, ক্ৰোধ আৰু অনুৰাগ উত্তেজিত কৰিব পাৰে, এনেকুৱা আৰু কাৰো ক্ষমতা নাই। ফৰাচী বিপ্লৱৰ সময়ত "মাৰ্চেলিচ হিম" নামে গীত বন্ধা হয়। এই গান যতে গাবলৈ ধৰিলে, সেই ঠাইৰে মানুহবিলাকে নিজ নিজ ব্যৱসায় এৰি দি তৰোৱাল লৈ অষ্ট্ৰীয়া আৰু প্ৰুচিয়াৰে সৈতে যুঁজ কৰিবলৈ ওলাল। এইবিলাক সৈন্যই পিচত "নেপোনিয়নৰ" তলত হৈ প্ৰায় গোটেইখন ইউৰোপ জয় কৰিছিল। শ্ৰীকৃষ্ণই বাঁহী বজাই গৰুবিলাকক ইচ্ছামতে নানা ঠাইত চৰাই ফুৰিছিল। কোনো এজন নাবিকে সাগৰত জাহাজত বহি বাঁহী বজাই জলজন্তু বিলাকক আকৰ্ষণ কৰি আনিছিল। সৰ্প জাতিও সঙ্গীতৰ বশীভূত। সিহঁতে বাঁহীৰ মাত শুনিলে নিস্তব্ধ হৈ শুনি থাকে। সেই নিমিত্তে ৰাতি সুহুৰি মাৰিবলৈ মানা কৰে। সাপবিলাক এনে সঙ্গীত প্ৰিয় যে, কোনো প্ৰকাৰ সঙ্গীত শুনিলেই সিহঁতে ওচৰলৈ আহি শুনি থাকে। আৰু যেতিয়ালৈকে সেই সুৰ শুনিবলৈ পায়, তেতিয়ালৈকে কাকো কোনো হিংসা নকৰে। বাঁহী বজাই ব্যাধবিলাকে পশু-পক্ষী ধৰি ফুৰে ইয়াক সকলোৱেই জানে। সঙ্গীতৰ অদ্ভুত মোহিনী শক্তিৰ জ্বলন্ত উদাহৰণ এনেকুৱা আৰু বহুত পোৱা যায়।

আমি ইয়াকো স্বীকাৰ কৰো যে, কোনো কোনো ঠাইত সঙ্গীতৰ দ্বাৰাই মানুহৰ অনিষ্টও হব পাৰে। তাৰ কাৰণ মানুহে জ্ঞান লাভ কৰি ক্ৰমে যেনে উন্নতি খাপত উঠিছে, লগে লগে ভোগ-বিলাস আৰু বিলাস প্ৰিয়তাৰো বৃদ্ধি হৈছে; তাতে ধনলুভীয়া গায়কে বিলাসী ধনীবিলাকৰ মন মুহিবলৈ প্ৰবৃত্তি অনুসৰি গান ৰচনা কৰি গোৱাত তেওঁবিলাকৰ প্ৰবৃত্তিও সেইদৰে উত্তেজিত হৈ থাকে। সঙ্গীত এনেকুৱা জঘন্যতাৰ পৰিচাৰক হৈ অহাত সাধু আৰু পণ্ডিতবিলাকে ইয়াত উৎসাহ দিয়া লাজ যেন ভাবিলে। সেই ধাৰণা এতিয়াও অনেকৰ আছে। কিন্তু তেওঁবিলাকে যদি অলপ দকৈ গমি যায়, তেনেহলে বুজিব পাৰিব যে, এই ধনলুভীয়া গায়কবিলাকৰ দোষতেইহে সঙ্গীতৰ পবিত্ৰ ভাব তিৰোহিত হৈ ক্ৰমে অপবিত্ৰ ভাবৰ আৱিৰ্ভাব হৈছে। কিন্তু যথাৰ্থতে যে সঙ্গীত মহোপকাৰী আৰু পবিত্ৰ তাৰ সন্দেহ নাই।

এটা কথা মনত পৰিল। এদিনাখন (আমি তেতিয়া লৰা মানুহ) স্কুলত, মাষ্টৰ কোনোবা পিনে বাহিৰলৈ যোৱাত আমি কেইজনমান সমনীয়া লৰাই টেবিলত চপৰিয়াই গান কৰিবলৈ ধৰিছোঁ, ইতিমধ্যে মাষ্টৰ আহি শুনি বৰ অসন্তুষ্ট হল। চকু ঘূৰাই-পকাই কবলৈ ধৰিলে, "তহঁতে নেজান যে সঙ্গীত কি আৰু কেনে পবিত্ৰ বস্তু, সেই দেখি সঙ্গীতৰ এনেকৈ উপহাস কৰিছ। সঙ্গীত হাঁহি—ধেমালিৰ কথা নহয়, ঈশ্বৰ উপাসনাৰ নিমিত্তে। অনন্ত প্ৰেম ঘোষণা কৰিবৰ নিমিত্তে সঙ্গীতৰ সৃষ্টি। কথাটো মনত ৰাখিবি, যেতিয়া মোৰ দৰে চুলি পকিব, তেতিয়া এদিন এই কথা বুজিবি।"

শিক্ষাগুৰুৰ গম্ভীৰ মুখৰ বাক্য বাস্তবিক এতিয়া হে বুজিব পাৰিছোঁ। ঈশ্বৰোপাসনাৰ নিমিত্তে আৰু তেওঁৰ অনন্ত প্ৰেম ঘোষণাৰ নিমিত্তে সঙ্গীতৰ সৃষ্টি! কি সুন্দৰ কথা!! কি বৈজ্ঞানিক তত্ত্বপূৰ্ণ উপদেশ!!! এই যে সমুখত অসীম ব্ৰহ্মাণ্ডখন দেখিছোঁ, ইয়াত নো প্ৰতি মুহূৰ্ত্তে মানুহৰ কাণত ললিত তানেৰে কিমান মধুৰ সঙ্গীত বৰ্ষণ হব লাগিছে। ধনলুভীয়া ঘোৰ সংসাৰী ভোজবাজিত ভোল যোৱা ভ্ৰান্ত মানুহে তাক শুনিও নুশুনে। গভীৰ মেঘৰ গাজনি, ঝৰণাৰ কুল-কুল শব্দ, ধুমুহাৰ হোহোৱনি আৰু চৰাইবিলাকৰ অমৃতময় আৰাৱ এইবিলাক নো কি? এইবিলাক কেৱল পৰম পিতাই তেওঁৰ সন্তানবিলাকক সঙ্গীত শিকাবৰ নিমিত্তে সৃষ্টি কৰিছে বুলি ভাবিব নোৱাৰি নে? যেনেকৈ লৰাক মাত শিকাবৰ নিমিত্তে শব্দময়ী প্ৰকৃতি নানা শব্দেৰে প্ৰতিধ্বনিত, সেইৰূপে মানুহ জাতিক অনন্ত প্ৰেম শিকাবৰ নিমিত্তে অনন্ত ব্ৰহ্মাণ্ড সদায় ললিত গীতত নিনাদিত। সেইদেখি হে নাৰদৰ বীণাই অবিৰাম হৰিনাম বৰ্ষণ কৰিছিল, ভূতনাথ ভবানীপতিয়ে ডম্বৰুধ্বনি কৰি নাচি ফুৰিছিল; সেই দেখিহে শ্ৰীকৃষ্ণৰ বাঁহীৰ সুৰত যমুনা উজাই বৈছিল, ইন্দ্ৰালয়ৰ অমৰ সভাত অপেচৰীবিলাকৰ কণ্ঠধ্বনিৰে প্ৰতিধ্বনিত হৈছিল; সেইদেখি হে হিন্দুৰ পবিত্ৰ গ্ৰন্থ সামবেদ সঙ্গীতময়, শ্ৰীচৈতন্যৰ মধুময় হৰিনাম-সঙ্গীতেৰে ভাৰত বিমোহিত; আৰু সেই দেখিহে খৃষ্টীয় জগত এদিন খৃষ্টীয় মুনিৰ মুখে শুনি মুগ্ধ হৈছিল যে;— "Morning stars song together and songs of God shouted for joy" প্ৰাচীন বৈজ্ঞানিক প্লুটাৰ্কে (Plutarch) কৈছে যে, সৃষ্টিকৰ্ত্তাই সংগীতেৰে সম্বন্ধ ৰাখি জগতখন ৰচনা কৰিছে। "The universe was framed and constituted on the principle of music." মহাত্মা প্লেটোৱে কয় যে যি

শিক্ষকে আপোন ছাত্ৰবিলাকক সঙ্গীত বিদ্যা শিক্ষা দিব নোৱাৰে, মই তাক শিক্ষক বুলি শ্ৰদ্ধা নকৰোঁ। তেওঁ লিখিছে;— "It is beneficial to keep youth in the continual practice of this art. A school master must know how to sing, otherwise I donot respect him. The devil who create such sad sorrows and ceaseless torments, retires as fast before music as before devinity."

আমাৰ এই দেশ অতি পুৰণি আৰু ইয়াত আৰ্য্যবসতি হোৱাও বুৰঞ্জীৰ অতীত কাহিনী। ভাৰতবৰ্ষৰ যি যি ঠাইলৈকে আৰ্য্য গৈছে, তাঁলৈকে আৰ্য্য সঙ্গীত লৈ গৈছে। আমাৰ দেশলৈকো আৰ্য্যবিলাকৰ লগে লগে যে আৰ্য্য সঙ্গীত আহিছে, তাত সন্দেহ কৰিবৰ একো কাৰণ নাই। অসম দেশ প্ৰকৃতিৰ কাম্যকানন বুলি প্ৰসিদ্ধ। এই দেশৰ প্ৰাকৃতিক শোভাত মুগ্ধ হৈ পূৰ্ব্বকালত অনেক ঋষিয়ে ইয়াত তপোবন আৰু আশ্ৰম সৃষ্টি কৰি ঈশ্বৰৰ উপাসনা কৰিছিল বুলি পুৰাণ আদিত পোৱা যায়, আৰু কোনো কোনো ঠাইত তেনে আশ্ৰম আজিলৈকে আছে। সেই ঋষিসকলে ঈশ্বৰৰ গুণ-গান কৰোঁতে সঙ্গীত ব্যৱহাৰ নকৰিছিল বুলি কোনে কব পাৰে? ভগদত্ত, বাণ, বলবৰ্ম্মা আৰু ভাস্কৰ বৰ্ম্মাৰ নিচিনা প্ৰতাপশালী ৰজাৰ ৰাজত্বৰ কালত যেতিয়া দেশত চাৰিওফালে শান্তি বিৰাজ কৰিছিল, তেতিয়া নানা উৎসৱ কাৰ্য্যত যে সঙ্গীতৰ ব্যৱহাৰ নহৈছিল, এনে কথা সাহ কৰি কোৱা মানুহ নিচেই কমহে ওলাব। কিন্তু এইবোৰ আমাৰ অনুমান মাথোন। সেই কালত এই দেশত সঙ্গীতৰ কিমান উন্নতি হৈছিল তাক জানিবৰ একো উপায় নাই। অতি পুৰণি কালত এই দেশৰ সঙ্গীতৰ অৱস্থা যেনেকি নেথাকক, সি যে লাহে লাহে লোপ পাব লগা হৈছিল তাৰ অলপো ভুল নাই। শঙ্কৰদেৱ, মাধৱদেৱ আদি বৈষ্ণৱ কবিবিলাকে তাক পুনৰ জীৱন দান কৰাৰ আগেয়ে সি নিশ্চয় মৰাৰ অৱস্থা প্ৰাপ্ত হৈছিল; কিয়নো তেওঁবিলাকৰ জনমৰ আগেয়ে কোনো গীত বা গান আমাৰ দেশত প্ৰচলিত আছিল বুলি আমি জানিব পৰা নাই। শঙ্কৰদেৱৰ নিচিনা প্ৰতিভাশালী মহাপুৰুষে সঙ্গীতৰ মহাশক্তি উপলব্ধি কৰিছিল বাবেই তেওঁ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কাৰ্য্যত সঙ্গীতৰ সহায় লৈছিল। তেওঁ আৰু তেওঁৰ লগৰীয়াসকলে যিবিলাক ৰাগ-ৰাগিনীত গীত বান্ধি থৈ গৈছে তাক দেখিলে বুজিব পাৰি তেওঁবিলাক সঙ্গীত বিদ্যাত কিমান পণ্ডিত আছিল। তেওঁবিলাকে সাধাৰণতঃ দুই শ্ৰেণীৰ পদ বান্ধিছিল; এক শ্ৰেণী কেৱল ধৰ্ম্ম বিষয়ক গধুৰ ভাবৰ, সেইবিলাকক বৰগীত বোলে; আৰু আন শ্ৰেণী বেলেগ বেলেগ ৰসৰ নাটকৰ চৰিত্ৰবিলাকৰ উপযোগী, সেইবিলাক গীত বোলে। প্ৰথম বিধৰ বৰগীত আজিকালি ডাঙৰ ডাঙৰ সত্ৰবিলাকত ভকতসকলে গোৱা শুনিবলৈ পোৱা যায় আৰু দ্বিতীয়বিধ সত্ৰবিলাকতো আৰু আমাৰ প্ৰায় গাৱেঁ গাৱেঁ ভাওনাত শুনিবলৈ পোৱা যায়। কিন্তু এইবিলাক গীত আৰু বৰগীত সাধাৰণ মানুহে আজিকালি যিৰকমে গায় সি প্ৰকৃত ৰাগ-ৰাগিনীৰপৰা বহুত আঁতৰ। এনে হোৱা একো আচৰিত কথা নহয়। শঙ্কৰদেৱৰ দিনৰপৰা এতিয়া প্ৰায় ৪০০শ বছৰৰ ওপৰ হল আৰু পুৰুষৰ লেখেৰে ধৰিলেও ১২ পুৰুষ হয়। অতদিন সঙ্গীত-বিজ্ঞান নজনা মানুহৰ মুখে শুনি শুনি গাওঁতে পুৰুষানুক্ৰমে যে লৰচৰ হৈ হৈ সি এতিয়াৰ এই অৱস্থা পাইছেহি, কাজেই সি মূলৰপৰা অনেক আঁতৰি পৰিছে তাক সহজে বুজিব পাৰি। আৰু শঙ্কৰদেৱে যে আজিকালিৰ ধনী গায়ণ মনি বায়ণৰ দৰে এইবোৰ গীত গোৱা নাছিল, তাকো বুজিবলৈ বেছি বুদ্ধিৰ আৱশ্যক নাই। সঙ্গীত এনে বিকৃতি হোৱাৰ নিমিত্তেই তাৰ মোহিনী শক্তি নাইকিয়া হল আৰু মানুহৰ মন তাৰ প্ৰতি আকৃষ্ট নোহোৱা হল। এনে অশ্ৰদ্ধাৰ নিমিত্তেই আমাৰ সঙ্গীতৰ এই হীনাৱস্থা। অকল যে সময়ৰ গতিকে অসমত সঙ্গীতৰ বিকৃত অৱস্থা হৈছিল এনেও নহয়; মান-মৰাণৰ উপদ্ৰৱত, মুছলমানৰ আক্ৰমণত যেতিয়া দেশত মানুহৰ খোৱা-শোৱাত শান্তি নাইকিয়া হৈছিল, জীৱন আৰু সম্পত্তিৰ স্থিৰতা নাছিল, তেতিয়া মানুহে যেয়ে পালে সকলো বস্তু এৰি প্ৰাণ লৈ পলাল। সেই সময়ত আমাৰ পুৰণি সম্পত্তি যে কত নষ্ট পালে তাৰ ঠিকনা কৰা টান। এনে অৱস্থাতো যে ঢোল, খোল, মৃদং আদি বাদ্য যন্ত্ৰবোৰ নষ্ট নোহোৱাকৈ থাকিল, ই বৰ আচৰিত কথা। সুখ-শান্তি নোহোৱা দেশত মানুহৰ মানসিক অৱস্থা যে সঙ্গীত-চৰ্চাৰ নিমিত্তে উপযোগী নাছিল তাক আৰু বিশেষকৈ কবৰ সকাম নাই। এনেবিলাক নানা কাৰণত আমাৰ দেশত সঙ্গীতৰ অৱস্থা ইমান হীন হল।

সুখৰ বিষয়, আজিকালি আমাৰ দেশৰ শিক্ষিত ডেকাসকলে আমাৰ সঙ্গীতৰ এই হীনাৱস্থা উপলব্ধি কৰিছে, আৰু অনেকে জাতীয় সঙ্গীতক কেনেকৈ উন্নতি কৰিব পাৰি সেই বিষয়ে চিন্তা কৰিছে। মানুহে যত্ন কৰিলে সকলো কাম সাধন কৰিব পাৰে। আমাৰ শিক্ষিত সমাজেও চেষ্টা কৰিলে অৱশ্যে সঙ্গীতৰ উন্নতি হব। অৱশ্যে এনে এটা ডাঙৰ কাম যে অলপ দিনতে সাধিত

হব, তেনে আশা কৰা উচিত নহয়। ৰোম নগৰ এদিনতে নিৰ্মিত হোৱা নাছিল। এসময়ত আমাৰ ওচৰ-চুবুৰীয়া বঙ্গদেশতো সঙ্গীতৰ এনে দুৰৱস্থা হৈছিল, কিন্তু তাৰ দেশহিতৈষী শিক্ষিত লোকসকলৰ যত্নত আজি বঙ্গদেশৰ সঙ্গীত ভাৰতবৰ্ষৰ সকলো দেশতকৈ উন্নত। প্ৰথমতে সেই দেশৰ ব্ৰাহ্ম সমাজবিলাকে সঙ্গীতক গৌৰৱান্বিত কৰে আৰু পিছত ঠায়ে ঠায়ে ইউৰোপীয় ধৰণেৰে নাট্যশালীবিলাক স্থাপিত হোৱাত সঙ্গীত বিজ্ঞানৰ চৰ্চা আৰু প্ৰবল হৈ সি অনেক ওপৰলৈ উঠিল। আঢ়ৈ কুৰি বছৰৰ পূৰ্বে বঙ্গদেশত সঙ্গীতৰ যি অৱস্থা আছিল, আজি আৰু তাৰ তেনে অৱস্থা নাই। সেই গুণে আমিও চেষ্টা কৰিলে আমাৰি জাতীয় সঙ্গীতৰ উন্নতি কৰিব নোৱাৰাৰ একো কাৰণ নাই। আমাক কেৱল মাত্ৰ উদ্যোগ আৰু যত্ন লাগে, তেনে হলেই সকলো হব।

বৰ্তমান সময়ত এখন সঙ্গীত শিক্ষা বিষয়ক কিতাপৰ অতি আৱশ্যক হৈছে। ইউৰোপ আদি দেশৰ দৰে বৈজ্ঞানিক উপায়ে সঙ্গীত লিপিবদ্ধ কৰাৰ নিয়ম নথকাৰ নিমিত্তে আমাৰ দেশত সৰ্বসাধাৰণৰ মাজত সঙ্গীত শিক্ষাত ব্যাঘাত হৈছে কিন্তু এই বিষয়ে যিবিলাক মানুহে মনোযোগী হলে প্ৰকৃত কাম হব পাৰে, তেওঁবিলাক দেখোন এই বিষয়ে সম্পূৰ্ণ উদাসীন। আমাৰ বিবেচনাৰে হলে এই বিষয়ে যাৰ যিমানখিনি অভিজ্ঞতা আছে সাধাৰণৰ সঙ্গীতানুৰাগ বঢ়াবলৈ তেওঁ তিমানখিনিকে পুস্তকাকাৰে প্ৰকাশ কৰা উচিত। অনেকৰ এনে বিশ্বাস যে, কিতাপ চাই সঙ্গীত শিক্ষা কেতিয়াও নহয়; সেইটো নিতান্ত ভুল, কাৰণ আমাৰ দেশত হে স্বৰ-লিপিৰ চৰ্চা নাই দেখি মুখে-মুখে গান-বাজনা শিকিবলৈ লাগে, ইউৰোপ আদি ঠাইত এই বিষয়ে হেজাৰ কিতাপ ছপা হব লাগিছে আৰু তাৰ দ্বাৰাই শিক্ষকৰ সাহায্য নোলোৱাকৈ লৰা, ডেকা, বুঢ়া তিৰোতা সকলোৱেই সঙ্গীতত ব্যুৎপত্তি লাভ কৰি সঙ্গীতালোচনাৰ দ্বাৰাই বিমল আনন্দ উপভোগ কৰি কাল নিয়াবলৈ সমৰ্থ হৈছে। বৈজ্ঞানিক প্ৰণালী অনুসৰি শিক্ষা আৰু চৰ্চা নহলে কোনো বিষয়তেই সম্যক উন্নতি সাধিবও নাৱাৰি। সেই নিমিত্তেই স্বৰলিপিৰ সৃষ্টি হৈছে। আৰু ইয়াৰ দ্বাৰাই সঙ্গীতৰ সকলো কথা ভালকৈ বুজিব পাৰি। মূৰ্খ ওস্তাদৰপৰা সঙ্গীত শিক্ষাৰ একো ফল নাই। কাৰণ, এনে শিক্ষা কিতাপ চাই শিকাৰ দৰে ভ্ৰমশূন্য নহয়। অনেক ওস্তাদ আছে, সিহঁতে সঙ্গীতৰ মূল তত্ত্ব একোকে নেজানে, ইফালে মানুহৰ আগত ওস্তাদি বোলাই ফুৰে। অনেক শিক্ষিত মানুহেও সিহঁতৰ গুৰিলৈ গৈ সঙ্গীতৰ মূল তত্ত্ব একো বুজি নেপাই অৱশেষত হতাশ হৈ এৰি দিয়ে। কোনোৱে বা শিকিলেও ভুলকৈ শিকে। কিন্তু, কিতাপ চাই শিকিলে এইবিলাক দোষে চুব নোৱাৰে।

স্বৰলিপিৰ দ্বাৰা সঙ্গীত লিখা আৰু এটা মহৎ উপকাৰ এই যে, ইয়াৰ দ্বাৰাই ভাল ভাল গান আৰু গতবিলাক প্ৰকৃত অৱস্থাতে স্থিৰ সুৰৰে সৈতে চিৰকাল থাকি যায়, বিকৃত কিম্বা বিলুপ্ত হব নোৱাৰে। স্বৰলিপি নথকাৰ নিমিত্তেই হে আমাৰ শঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষা, বৰগীতাদিৰ নানা ঠাইত দিনে দিনে নানা ৰূপ হৈছে।

কোনোৱে কয় যে, গান শিকা যাৰে-তাৰে কাম নহয়, সি ঈশ্বৰদত্ত ক্ষমতা; কিন্তু এনে ধাৰণা নিতান্ত ভুল। কাৰণ, ঈশ্বৰে যেনেকৈ সকলোকে বাকশক্তি দিছে, তেনেকৈ গানোপযোগী সুৰো দিছে। গান শিকা লৰাকালৰ পৰা আৰম্ভ কৰিলে সময়ত সকলোৱেই সুগায়ক হব পাৰে। বেছি বয়সত গান শিকা বৰ টান হৈ উঠে; কাৰণ ডিঙ্গিৰ সুৰ মোটা হয়, ইচ্ছামতে ঘুৰাব-ফিৰাব নোৱাৰি। আমাৰ দেশত লৰাকালত গান শিকা নিষিদ্ধ, সেই নিমিত্তে ডাঙ্গৰ কালত যেয়ে গান শিকিবলৈ যায় সেয়ে সহজে কৃতকাৰ্য্য হব নোৱাৰে। ইয়াৰ আৰু এটা বিশেষ কাৰণ এই যে, আন-আন দেশতো যি ওস্তাদ পোৱা যায়, তেওঁবিলাকে ওস্তাদি বোলাবৰ মনেৰে গানৰ অলঙ্কাৰৰ ওপৰতে অলঙ্কাৰ দি সুৰৰ নিৰ্মল মূৰ্ত্তিক এনে বিকৃত কৰি তোলে যে, ছাত্ৰই তাক কেতিয়াও আয়ত্ব কৰি উঠিব নোৱাৰা হয়। গানত অলঙ্কাৰ দিব লাগে হয়, কিন্তু নতুন শিক্ষাৰ্থীক আগেয়ে সহজ গান অভ্যাস কৰোৱাই হে উচিত। তাকে নকৰি দুই-চাৰি দিন সা, ৰি, গা, মা, শিক্ষা কৰাই এটায়েই একেবাৰে তানচেনৰ দৰবাৰি কানাড়া কিম্বা সদাৰঙ্গৰ ইমন কল্যান খেয়াল আৰম্ভ কৰিলে কেতিয়াবা গান শিকা হব পাৰে নে?

ইংৰাজী বৰ্ণমালা পঢ়ি এটায়েই চেক্সপিয়ৰ বা মিল্টনত ধৰিলে যেনেকৈ কোনোকালে ভাষা শিকা নহয়, সঙ্গীতৰো ঠিক তেনেকুৱাই। এই নিমিত্তেই মানুহৰ এইটো সংস্কাৰ নিতান্ত ভুল যে, সঙ্গীত যাৰে-তাৰে বস্তু নহয়। আমাৰ দেশৰ মানুহৰ সঙ্গীত শিক্ষাৰ সুবিধাৰ নিমিত্তে সঙ্গীত-বিজ্ঞানৰ সম্বন্ধে জানিব লগীয়া কথাবিলাক আমি মাহে মাহে 'উষা'ত প্ৰকাশ কৰিবৰ অভিমত কৰিছোঁ।

ক্ৰমশঃ।

# প্ৰয়োগ ৰত্নমালা ব্যাকৰণ।

শিক্ষা, কল্প, ব্যাকৰণ, নিৰুক্ত, ছন্দ আৰু জ্যোতিষ এই ছখন বেদৰ অঙ্গ। ইয়াৰ ভিতৰত ভাষাত প্ৰগাঢ় ব্যুৎপত্তি লাভ কৰিবৰ নিমিত্তে ব্যাকৰণ শাস্ত্ৰ পঢ়াৰ আৱশ্যক। ব্যাকৰণৰ দ্বাৰা মানুহৰ ভাষা পৰিশুদ্ধ হয়। ভাৰতৰ নানা স্থানত নানা প্ৰকাৰ ব্যাকৰণৰ প্ৰচলিত আছে। উত্তৰ-পশ্চিম আৰু দাক্ষিণাত্য প্ৰদেশত মহেশ্বৰ কৃত মাহেশ্বৰ ব্যাকৰণ, মহৰ্ষি ভট্টোজিদিক্ষীত (কৃত) সিদ্ধান্তকৌমুদী আৰু অষ্টাধ্যায়ী, বামণ কৃতকাশিকাবৃত্তি, ৰামচন্দ্ৰাচাৰ্য্যকৃত প্ৰক্ৰিয়া কৌমুদী, বিহাৰ প্ৰদেশত সাৰস্বত চন্দ্ৰিকা, বঙ্গদেশত কলাপ বা কাতন্ত্ৰ বোপদেৱ গোস্বামীকৃত মুগ্ধবোধ আৰু সুপদ্ম, কাশ্মীৰ প্ৰদেশত ঈশ্বৰ কৌলৰ কৃত কাশ্মীৰশব্দামৃত, প্ৰভৃতি ব্যাকৰণ প্ৰচলিত আছে। আমাৰ আসাম প্ৰদেশত আগেয়ে পানিনীয় ব্যাকৰণ প্ৰচলিত আছিল; এতিয়া ৰত্নমালা ব্যাকৰণ প্ৰচলিত হৈছে। যতবোৰ ব্যাকৰণ শাস্ত্ৰ ৰচিত হৈছে, তাৰ ভিতৰত মাহেশ্বৰ ব্যাকৰণেই সকলোৰে মূল। সেই অপাৰ সাগৰ সদৃশ মাহেশ্বৰ ব্যাকৰণৰ এক কনিকামাত্ৰ ভাব উদ্ধাৰ কৰি মহামুনি পানিনীয়ে তেওঁৰ বিখ্যাত সিদ্ধান্ত কৌমুদী ব্যাকৰণ সঙ্কলন কৰে। পানিনী ব্যাকৰণ পঢ়ি সহজে ব্যুৎপত্তি লাভ কৰা বৰ টান দেখি কুচবিহাৰাধিপতি বিদ্যোৎসাহী মহাৰাজ নৰনাৰায়ণ (মল্লদেব) ভূপ বাহাদুৰে কামৰূপৰ বিখ্যাত পণ্ডিত মহামহোপাধ্যায় পুৰুষোত্তম ভট্টাচাৰ্য্য বিদ্যাবাগীশ মহানুভবক মতাই নি তেওঁক সভাপণ্ডিত পাতি অতি সহজে সকলোৰে সংস্কৃত পঢ়ি জ্ঞান লাভ কৰিব পৰা এখন ব্যাকৰণ ৰচনা কৰিবলৈ আদেশ কৰি বৃত্তিবিধান দি কুচবিহাৰান্তৰ্গত খাগাড়াবাৰী গাৱঁত স্থাপন কৰিলে। মহাৰাজ নৰনাৰায়ণ ভূপবাহাদুৰৰ আদেশমতে উক্ত পণ্ডিত প্ৰবৰে (গগণ গ্ৰহমনুসাকে), অৰ্থাৎ ১৪৯০ শকত সুললিত কোমল কাবিকাবলীৰে প্ৰয়োগ ৰত্নমালা নাম দি ব্যাকৰণ এখনি ৰচনা কৰে। মহাৰাজে সেই ব্যাকৰণ খনি পঢ়ি চাই অতি সন্তোষ লাভ কৰি ৰাজসভাৰ পণ্ডিত সমাজত তেওঁক অতি উচ্চ সম্মান প্ৰদান কৰিছিল। বাস্তৱতে এই ব্যাকৰণ যে অমূল্য ৰচনাৰে ৰচিত হৈছে, তাক দেখিলে মানুহে সহজে ৰত্নমালা নামৰ সাৰ্থক হৈছে বুলি জানিব পাৰে। আমাৰ গ্ৰন্থকাৰ মহামহোপাধ্যায় পুৰুষোত্তম ভট্টাচাৰ্য্য বিদ্যাবাগীশ কামৰূপৰ মানুহ আছিল। তেওঁৰ বংশীয় লোক আজিকালিও কামৰূপত আছে বুলি শুনিবলৈ পোৱা যায়। আসামৰ প্ৰসিদ্ধ আউনীআটীয় সত্ৰাধিকাৰ পূজ্যপাদ স্বৰ্গীয় দত্তদেৱ গোস্বামী মহানুভৱে তেওঁৰ ধৰ্ম্ম প্ৰকাশ মুদ্ৰাযন্ত্ৰত সেই ৰত্নমালা ব্যাকৰণৰ প্ৰথম খণ্ড পোনতে প্ৰকাশ কৰে। তাৰ প্ৰাতনিত উক্ত পণ্ডিত প্ৰবৰৰ সম্বন্ধে এইদৰে লিখিছিল;— "প্ৰয়োগ ৰত্নমালা ব্যাকৰণ লিখক মহামহোপাধ্যায় পুৰুষোত্তম ভট্টাচাৰ্য্যে বিদ্যাবাগীশ কামৰূপত জন্মগ্ৰহণ কৰিছিল।" আউনীআটীয় সত্ৰাধিকাৰ গোস্বামীৰ নিচিনা প্ৰাচীন সংস্কৃতজ্ঞ পণ্ডিত এজনে যিদৰে লিখি গৈছে, তাৰপৰা অনুমান কৰিব পাৰি, আমাৰ গ্ৰন্থকাৰ কামৰূপৰ মানুহ যে আছিল তাৰ কোনো সংশয় নাই। সেই ৰত্নমালা ব্যাকৰণকে শ্ৰদ্ধাস্পদ শ্ৰীযুত হৰিবিলাস আগৰওৱলা ডাঙ্গৰীয়াই বহু যত্নেৰে বহু অৰ্থব্যয় কৰি দ্বিতীয়বাৰ প্ৰকাশ কৰি লুপ্তৰত্ন উদ্ধাৰ কৰে। শ্ৰীযুত আগৰওৱলা ডাঙ্গৰীয়াৰ অনুগ্ৰহতে আসামৰ ইমুৰৰ পৰা সিমুৰলৈকে সংস্কৃত বিদ্যালয়ৰ সকলো ছাতৰে প্ৰয়োগ ৰত্নমালা ব্যাকৰণ পঢ়িবলৈ সুবিধা পাইছে। এই ৰত্নমালা ব্যাকৰণেই বৰ্তমান আসাম প্ৰদেশৰ সংস্কৃত বিদ্যালয় সমূহৰ প্ৰথম আৰু দ্বিতীয় পৰীক্ষাৰ পাঠ্যৰূপে নিৰ্দ্দিষ্ট হৈছে। কলিকতা গৱৰ্ণমেণ্ট সংস্কৃত কলেজৰ আদ্য, মধ্য আৰু উপাধি পৰীক্ষাতো আন আন ব্যাকৰণৰ লগত এই ব্যাকৰণ প্ৰচিলত হৈছে। প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ নিচিনা এনে অমূল্য ৰত্ন যি মহাত্মাৰ লিখনিৰ পৰা প্ৰসূত হৈছিল সেই মহাত্মাক আৰু সেই মহাত্মাৰ কীৰ্ত্তিস্তম্ভ স্বৰূপ প্ৰয়োগ ৰত্নমালা ব্যাকৰণক জগতে সমাদৰ কৰি নিজ দেশৰ গৌৰৱ বঢ়াবলৈ আগবঢ়া সকলোৰে একান্ত কৰ্ত্তব্য। আজিলৈকে আমাৰ গ্ৰন্থকাৰ মহামহোপাধ্যায় পুৰুষোত্তম ভট্টাচাৰ্য্য বিদ্যাবাগীশৰ জীৱন-চৰিত সম্পৰ্কে বিশেষ বিৱৰণ আমাৰ হাতত পৰা নাই। যদি কোনো লোকে এই অভাৱ পূৰণ কৰি "উষা"ত প্ৰকাশ কৰে তেওঁৰ নথৈ শলাগ লমহঁক।

—শ্ৰীগৌৰীদত্ত মিশ্ৰ বিদ্যাভূষণ।

# মনোবিজ্ঞান।

## সম্মোহন আৰু বশীকৰণ।

দিনাওজে নামেৰে বিখ্যাত বশীকাৰকে কেনেকৈ মেচমেৰাইজ বা মানুহক বশ কৰি তন্দ্ৰাত পেলাব পাৰিছিল তাৰ বিষয়ে এইদৰে কৈছে;— "তুমি যদি দৰাচলতে আন এজনক তন্দ্ৰাত পেলাব খোজা তেন্তে প্ৰথমতে যি মানুহে তোমাৰ ব্যাঘাত জন্মাব পাৰে সেই মানুহক তাৰপৰা আঁতৰ কৰি দিবা। ওচৰত সৰহ মানুহ মুঠেই থাকিব নিদিবা। সাক্ষীস্বৰূপে এটা বা দুটা মানুহক থাকিবলৈ দিবা। কিন্তু সিহঁতকো তোমাৰ কানো কামত বা উপায়ত ব্যাঘাত বা ব্যতিক্ৰম জন্মাবলৈ নিদি, বৰং তোমাৰ কামত সহকাৰী কৰি লবা।

যত তুমি এই কাম কৰা, সেই ঠাই যেন বেচি গৰম বা বেছি চেঁচা নহয়। আৰু তুমি যেতিয়া বশ কৰিবলৈ আৰম্ভ কৰা সেই সময়ত যেন কোনো বাধা-বিঘিনি নহয়, এই বিষয়ে সতৰ্ক থাকিবা। এইবিলাক উপায় অৱলম্বন কৰা হলে, তুমি মানুহজনক এখন চকিত বহুৱাই লবা আৰু তেওঁৰ সমুখতে তেওঁৰ খনতকৈ অলপ ওখ চকি এখনত নিজে বহিবা। তেওঁৰ আঠু দুটা তোমাৰ আঠুৰ মাজত সুমাই লবা আৰু তোমাৰ ভৰি দুখন তেওঁৰ ভৰিৰ মাজত থবা। এইদৰে লৈ প্ৰথমতে তেওঁৰ মনৰপৰা ভয়, সংশয়, চিত্ত-চঞ্চলতা সমস্ত ত্যাগ কৰি তোমাৰ ওপৰত তেওঁৰ মন নিৰ্ভৰ কৰিবলৈ কবা। বশ কৰোতে তেওঁ যাতে কোনো কষ্ট নেপায় ভয় নেখায়, নৈৰাশ নহয় ইয়ালৈকো চাবা। এইদৰে এইবিলাক কৰা হলে তেওঁৰ দুয়ো হাতৰ বুঢ়া আঙ্গুলিৰ আৰু তৰ্জ্জনীৰ মাজত লৈ তোমাৰ বুঢ়া আঙ্গুলিৰ পেটে তেওঁৰ বুঢ়া আঙ্গুলিৰ পেটে লগাই তুমি তেওঁৰ চকুলৈ স্থিৰ দৃষ্টিৰে চাবা। এইদৰে ২ মিনিটৰপৰা ৫ মিনিট পৰ্য্যন্ত থাকিবা। এই সময়ৰ ভিতৰতে তেওঁৰ বুঢ়া আঙ্গুলিৰ তাপে আৰু তোমাৰ বুঢ়া আঙ্গুলিৰ তাপে সমান হব। এইটো হলে তোমাৰ হাত দুখন তেওঁৰ আঙ্গুলি এৰি দি কোচাই আনিবা। কিন্তু, কোচাই আনোতে সোঁ-হাত সোঁহাতেই যাব, বাওঁহাত বাওঁহাতেই যাব, হাতৰ তলুৱাৰ ফালে বাহিৰিলৈ ওলাব। এইদৰে হাত দুখন দুইকো দুই ফালে নি তেওঁৰ মূৰৰ ওপৰলৈকে তুলি তেওঁৰ দুয়ো কান্ধত প্ৰায় এক মিনিটমান সময়লৈকে হাত দুখন থবা। তাৰ পিছত লাহে লাহে কান্ধৰেপৰা হাত দুখন তেওঁৰ হাতৰ ওপৰে ওপৰে বুলাই ঈষৎ স্পৰ্শ কৰি তেওঁৰ আঙ্গুলিৰ মূৰলৈকে আনিবা। এইদৰে তুমি ৫।৬ বাৰ হাতৰ ওপৰে হাত বুলাবা; ইয়াৰ পিছত তুমি তোমাৰ হাত দুখন তেওঁৰ মূৰৰ ওপৰত অলপ পৰ থৈ তেওঁৰ মুখৰ ওপৰেদি আৰু বুকেদি পেটৰ ওপৰলৈকে বুলাই আনিবা। পেটৰ ওপৰত বুঢ়া আঙ্গুলি দুটা দি আৰু ই কেইটা আঙ্গুলি কামিহাৰৰ তলত থৈ দুই মিনিটমান সময় ৰবা। তাৰ পিছত হাত দুখন লাহে লাহে তেওঁৰ আঠুলৈকে বুলাই আনিবা আৰু অসুবিধা নোহোৱাকৈ পাৰা যদি ভৰিৰ তলুৱালৈকে বুলাই আনিবা। এইদৰে তুমি হাত বুলাবা। কেতিয়াবা কেতিয়াবা ইচ্ছা হলে তোমাৰ হাত দুখন (তুমি তেওঁৰ পিঠিৰ ফাললৈ গৈ) তেওঁৰ পিঠিৰ ওপৰে ওপৰে ৰাজহাড়ে দি বুলাই বুলাই নিবা। এইদৰে কৰোঁতে কৰোঁতে মানুহজন তন্দ্ৰাত পৰিব। যদি নপৰে, তেন্তে আৰু সেইদিনলৈ এই কাম এৰি পেলাবা, আকৌ আন সময়ত আৰম্ভ কৰিবা। অৱশ্যে, এইদৰে তন্দ্ৰাত পেলোৱা কামটোত বহুত সময় লাগে। কিন্তু এইটো কথাও নিশ্চয় যে, বশীকৰণ ক্ৰিয়াত ধৈৰ্য্য, অবিৰক্ত ভাব আৰু ধীৰে ধীৰে কাম কৰিব পৰা শক্তি এই তিনিটিয়েই প্ৰধান সম্বল

কলকহন চাহাবৰ প্ৰণালী।— এইজন বশীকাৰকে কয় যে, চুম্বক শক্তিৰে আন এজনক বশ কৰিব লাগিলে হাতৰ সঞ্চালন কৰিব লাগিব। হাতৰ সঞ্চালনৰ দ্বাৰাই এজনৰ শৰীৰত চুম্বক শক্তি আন এজনৰ শৰীৰত প্ৰৱেশ কৰে। সচৰাচৰ নিয়ম এই যে, হাতৰ তলুৱা আৰু আঙ্গুলি একে দিকে অৰ্থাৎ একে ফাললৈ বাৰে বাৰে সঞ্চালন কৰিব লাগে। বিশেষ, বশীকৃতৰ মূৰৰ পৰা ভৰিৰ ফাললৈ বশীকাৰকৰ হাতৰ তলুৱা আৰু আঙ্গুলি বাৰে বাৰে চলাব লাগে। এবাৰ ভৰিৰ তলুৱাৰপৰা আকৌ মূৰৰ ফালৰপৰা সঞ্চালন কৰিব। কৰোঁতে হাতৰ তলুৱা দুখন পোনে পোনে উজাই আনিব নেলাগে; কাৰণ তেনেকুৱা

কৰিলে পূৰ্বৰ সঞ্চালন ক্ৰিয়াৰ বল নষ্ট হয়। ভৰিৰপৰা এৰি মূৰলৈ আকৌ হাত দুখন আনিবলৈ ধৰোঁতে হাতৰ তলুৱা দুখন বাহিৰ ফাললৈ কৰি ইয়োফালৰ পৰা অৰ্দ্ধবৃত্তাকাৰে ঘূৰাই তুলিব লাগে। হাতৰ পিঠিৰে সঞ্চালন কাৰ্য্য কৰিলে একো ফল নধৰে। এইদৰে কৰোঁতে বশীকাৰকৰ হাতৰ তলুৱা আৰু আঙ্গুলি বশীকৃতৰ গাত অলপ অলপ স্পৰ্শ কৰিব পাৰে। তেতিয়া ইয়াক শৰীৰ ঘঁহি বশ কৰা বোলে। এই ঘঁহা কাৰ্য্য বৰ লাহে লাহে, অৰ্থাৎ অলপ অলপ স্পৰ্শ কৰিও (যাওঁ-নেযাওঁ ভাবেৰে) কৰিব পাৰি; আৰু বল দি ঘঁহিও কৰিব পাৰি। মুঠেই মানুহজনক হাতেৰে স্পৰ্শ নকৰাকৈ আতৰৰেপৰা ওপৰত দিয়াৰ দৰে হাত বুলাইও তন্দ্ৰাত পেলাব পাৰি। অৱশ্যে, মূৰৰপৰা ভৰিলৈকে অলপ বলেৰে হাত বুলাই তন্দ্ৰতা পেলোৱাটোৱেই পুৰণি আৰু সৰ্বজনীন প্ৰথা। কিন্তু, ধাতু বা স্নায়ু দুৰ্বল থকা মানুহক বলেৰে ঘঁহি তন্দ্ৰাত পেলোৱাতকৈ ঈষৎ স্পৰ্শৰ দ্বাৰাই বা মুঠেই স্পৰ্শ নকৰাকৈ আঁতৰৰপৰা হাত বুলাই তন্দ্ৰাত পেলোৱাটো বিশেষ ভাল।

কেপ্তেইন জেইমচ চাহাবৰ প্ৰণালী। —মেচমেৰিষ্ট বা বশীকাৰক দলৰ ভিতৰত এইজনা চাহাব আটাইতকৈ সুদক্ষ বুলি কয়। এওঁ ৯০ ৰেজিমেণ্ট পদাতি দলৰ কাপ্তান আছিল। এওঁ ইংলণ্ডত আৰু আন আন ঠাইতো ৰেজিমেণ্টৰ লগে লগে ফুৰোঁতে বশীকৰণৰ বিষয়ে ভালকৈ চৰ্চ্চা কৰিবলৈ সুযোগ পাইছিল। এওঁ স্বভাৱত বৰ দয়ালু আৰু ৰোগীৰ ৰোগ উপশম কৰিবলৈ ইচ্ছুক, তীক্ষ্ণ বুদ্ধিমান আৰু সুন্দৰ চৰিত্ৰবান পুৰুষ আছিল। এওঁ যদিও কেতিয়াও দৰ্শকবৃন্দ গোটাই লৈ মেচমেৰিক কৌতুক দেখুৱাই ফুৰা নাছিল, তথাপি এওঁ কোনো ফিতাহি নমৰাকৈ তেওঁৰ জনা-শুনা পৰিচিত মানুহবিলাকৰ ভিতৰত অনেক সময়তে অনেকক মেচমেৰিক ক্ৰিয়াৰে ৰোগমুক্ত কৰিছিল; আৰু এই ৰোগ চিকিৎসাৰ তেওঁ কাৰোপৰা কেতিয়াও পুৰস্কাৰ নেপাইছিল। মেচমেৰাইজ কেনেকৈ কৰিব লাগে এই বিষয়ে তেওঁ এইদৰে কয় ; —

"যাক বশ কৰিব খোজা তেওঁক এখন ইজি-চেয়াৰ বা ভাল আওজা-আসনত সুখেৰে বহিবলৈ দিবা। তাৰ পিছত তুমি নিজে থিয় হৈয়ে হওক বা ৰোগীৰ সন্মুখে বাহিৰে হওক; হাতৰ আঙ্গুলিবিলাক মেলি দি ৰোগীৰ মূৰৰ ওপৰত হাত দুখন দিবা। তাৰ পাছত ৰোগীক স্পৰ্শ নকৰাকৈয়ে ধীৰে ধীৰে মুখৰ ওপৰে দি হাত দুখন বুলাই নমাই ভৰিলৈকে আনিবা। ভৰিৰপৰা আকৌ মূৰলৈ দুনাই হাত তুলি নিওঁতে হাতখন মুঠি মাৰি নি মূৰৰ ওপৰত মুঠি মেলি দি আকৌ সেইদৰেই বুলাবা। এইদৰে কেইবাবাৰমান বুলোৱা হলে তোমাৰ হাতৰ আঙ্গুলিবিলাক ৰোগীৰ চকুলৈ টোবাঁবা। এইদৰে প্ৰায় ২০ মিনিটমানলৈ হাত বুলাবা আৰু আঙ্গুলি টোবাঁবা। যদি এইদৰে কৰোঁতে ৰোগীৰ নিদ্ৰা হব খোজা যেন দেখা তেন্তে আগৰ দৰে আকৌ কিছুপৰ হাত বুলাবা। এইদৰে কৰোঁতে ৰোগীৰ মেচমেৰিক নিদ্ৰা হব।

কেতিয়াবা কেতিয়াবা ধীৰে ধীৰে নিশাহ লোৱা কামে বা কঁপালত হাত থলেও ৰোগীৰ নিদ্ৰা গভীৰ হব। কিন্তু, প্ৰথম শিকাৰু বশীকাৰকবিলাকে মনত ৰাখিব যে, এই মেচমেৰিক শক্তি বা চুম্বক শক্তি ৰোগীৰ মূৰত আৰু বিশেষ কলিজাৰ ওচৰত বেচিকৈ প্ৰযোগ নকৰি ওপৰৰপৰা তললৈকে হাত বুলাই হে থাকিব। যদি ২০ মিনিট কি ৩০ মিনিটৰ ভিতৰতো ৰোগীৰ নিদ্ৰা নহয় যেন দেখে, তেন্তে ৰোগীক সুধিব যে হাত বুলাওঁতে, আৰু বিশেষ চকুলৈ আঙ্গুলি টোবাঁওতে তেওঁ কেনেকুৱা অনুভৱ কৰিছিল। এইদৰে সুধি-পুছি বশীকাৰকে স্থিৰ কৰি জানিব যে, কোন ৰোগীক কিদৰে কৰিলে বেছি ফল হয়। আৰু তেতিয়া সেইদৰেই তেওঁ ৰোগীক বশ কৰিব। নিদ্ৰাত নেপেলোৱাকৈয়ে অনেক ৰোগীৰ ৰোগ উপশম কৰিব পাৰি, অথচ ৰোগৰ নিষ্কৃতি কৰিব নোৱাৰিলেও যন্ত্ৰণাৰ লাঘৱ কৰিব পাৰি। আৰু যদিও দুই-এজন ৰোগী হঠাতে বশ নহব পাৰে, তথাচ ১ বা ২ বা ৩ সপ্তাহ চেষ্টা কৰি থাকিলে যেনেহলেও ৰোগী শেহত গৈ বশীভূত হবই হব।

কিন্তু, তন্দ্ৰাত পৰা ৰোগীক বা বশ হোৱা মানুহক আকৌ পূৰ্ব্বাৱস্থা বা চেতনাৱস্থালৈ আনিবৰ উপায় কি? উপায় সচৰাচৰ সহজ, কিন্তু সময়ে সময়ে অতি কঠিনো হৈ পৰে। কোনো কোনো লোকৰ মূৰৰ ওপৰত হাতেৰে মূৰৰ মাজৰপৰা দুয়ো কাষলৈ হাত বুলালেই নিদ্ৰা ভঙ্গ হল। যদি ৰোগীয়ে চকু মেলিবলৈ টান পোৱা যেন দেখা যায়, তেন্তে বশীকাৰকে তেওঁৰ দুয়ো হাতৰ বুঢ়া আঙ্গুলি দুটাৰে ৰোগীৰ নাক আৰু চেলাউৰি দুটা পিহি দিব। তাৰ পিচত ৰোগীৰ মূৰত ফু বা বিছনিৰে বিছি দিব। বশীকাৰকে ৰোগীক ভালকৈ চেতন নকৰাকৈ কেতিয়াও এৰি নেযাব।

কেতিয়াবা কেতিয়াবা ৰোগী বা বশীকৃতক দুই-তিনি ঘণ্টামানলৈকে শুবলৈ দিব লাগে। বিশেষ, ৰোগী বা বশীকৃতজনে যদি কয় যে, তেওঁ সৰহ বেলি শুব, তেন্তে তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে চেতন কৰিবলৈ যত্ন কৰিব নেলাগে। তেনেকুৱা যত্ন কৰিলে বেয়া ফল হবৰ সম্ভৱ। কোনো কোনো অৱস্থাত ৰোগীক টোপনিতে এৰি বশীকাৰক আন ঠাইলৈ যাব পাৰে, কিন্তু সচৰাচৰ বা সৰ্ব্বসাধাৰণ বশীকাৰকে ৰোগীক বা মানুহক তন্দ্ৰাত পেলাই কেতিয়াও অকলে এৰি নেযায়।

যদি কেতিয়াবা কেতিয়াবা কোঁনো ৰোগীক চেতন কৰোঁতে কষ্ট হয়, তেনেহলে বশীকাৰকে ৰোগীক সুধিব যে, তেওঁ কিমান পৰ শুব। যদি ৰোগীয়ে নিদ্ৰাবস্থাতে কয় যে, তেওঁ ২।৩ ঘণ্টা শুব, তেনেহলে তেওঁক সেই সময়ৰ আগেয়ে জগাই বিৰক্ত নকৰিব। কাৰণ ৰোগী বা তন্দ্ৰাত পৰা মানুহজনে ঠিক সেই সময়ত নিজেই চেতন হব। সময় বিশেষে বশীকাৰকে ৰোগীক বা বশীকৃতক 'তুমি ঠিক সময়ত সজাগ হবই লাগিব' এনেকুৱা আদেশ কৰিলেও ৰোগী বা বশীকৃতজন ঠিক সেই সময়তে আপোনা-আপুনি সচেতন হব।

এই ৰকম আদেশেৰে অনেক সময়তে ৰোগীৰ বা বশীকৃতৰ মনৰ বিশেষ একোটা ধাৰণা বদ্ধমূল কৰিও দিব পাৰি। তন্দ্ৰাবস্থাত বা সজাগ অৱস্থাতে যদি ৰোগীক কোৱা যায় যে, তুমি তোমাৰ অমুকটো বদ অভ্যাস চিৰকাললৈ এৰি পেলাবা। তেনেহলে সেইজন মানুহ যদি মাতাল হয় তেন্তে মদ এৰিব, যদি সদায় চিন্তাকুল মনৰ মানুহ হয়, তেন্তে চিন্তা এৰি মুকলি আৰু আনন্দ মনৰ মানুহ হব।

নিদ্ৰাবস্থাতে কোনো ৰোগীয়ে নিজে কয়, কি চিকিৎসা কৰিলে তেওঁৰ ৰোগ উপশম হব, অথবা কেনেকুৱা কৰিলে তেওঁৰ সহজে নিদ্ৰা হয়। নিদ্ৰাৱস্থাত কোৱাৰ দৰে কাৰ্য্য কৰিলে নিশ্চয় সেইদৰে ফলো হব। কোনো কোনো সময়ত কোনো কোনো ৰোগী বা মানুহৰ এনেকুৱা দীৰ্ঘব্যাপী নিদ্ৰা হয় যে, তেওঁক চেতন কৰা বৰ কঠিন হয়। এনেকুৱা অৱস্থা দেখিলেও বা এনেকুৱা টান কথা হলেও বশীকাৰকে কেতিয়াও নিজৰ ধৈৰ্য্য বা প্ৰত্যুৎপন্নমতি ত্যাগ নকৰিব, ভয় নেখাব, কাৰণ যদি বশীকাৰক ধৈৰ্য্যচ্যুত হয় বা ভয় খায়, তেন্তে বশ কৰা মানুহজনৰ বিপদ হব পাৰে।

বশীকাৰকে এই কথাও মনত ৰাখিব যে, যাক বশ কৰা যায় সেই মানুহজনক নিদ্ৰাৱস্থাত নিজত বাজে আন কোনো মানুহক চুবলৈ নিদিব, কাৰণ বশ হোৱা মানুহে অনেক সময়তে বশীকাৰকত বাজে আনৰ স্পৰ্শ সহ্য কৰিব নোৱাৰে; অন্ততঃ ৰোগীৰ বিনা সম্মতে তেওঁক কাকো চুব নিদিব। ৰোগীয়ে বা বশ হোৱা মানুহজনে কাৰো কাৰো স্পৰ্শ অত্যন্ত বেয়া পায়। তেওঁৰ অসম্মতে আনে চুলে অনেক সময় Cross mesmerism বুলি এটা বিকাৰ উপস্থিত হয় আৰু সেই বিকাৰ উপস্থিত হলে ৰোগীক চেতন কৰা কঠিন হয়, আৰু ৰোগীয়ে অনেক অসহনীয় যাতনা ভোগ কৰিব লগাত পৰে। এই কাৰণে বশীকৰণ ক্ৰিয়া অতি সাৱধানে কৰা উচিত।

নিজে ভালকৈ নেজানিলে দেখাক দেখি তামাচা বা কৌতুক চৰিতাৰ্থ কৰিবৰ নিমিত্তে কেৱেঁ যেন এই বশীকৰণ ক্ৰিয়াত হাত নিদিয়ে আৰু মানুহক বশ কৰিবলৈ চেষ্টা নকৰে। উপকাৰ যেনে, নজনাৰ হাতত ইয়াৰ অপকাৰো তেনে হব পাৰে। এই বিষয়ে ভালেমান ঘটনাৰ আখ্যান আছে। এটা বিৱৰণ দিওঁ ;—

এজন বিখ্যাত বশীকাৰকে বিলাতত দৰ্শক বৃন্দ গোটাই লৈ বশীকৰণ ক্ৰিয়া কৰা দেখি এজন লৰ্ড চাহাবে ঘৰলৈ গৈ বশীকৰণ কথা কিজানি ফাঁকি এই কথা ভাবি আৰু নিজৰ কৌতুক চৰিতাৰ্থ কৰিবলৈ মন কৰি তেওঁৰ চাকৰ এজনৰ ওপৰত বশীকাৰকে কৰাৰ দৰে হাত বুলাবলৈ ধৰিলে। অলপ পৰ হাত বুলাওঁতেই চাকৰটো গভীৰ নিদ্ৰাত পৰিল। নিদ্ৰাত পৰা দেখি লৰ্ড চাহাবৰ সমস্ত পৰিবাৰৰ্গৰে বৰ আনন্দ আৰু কৌতুক হল। যেয়ে পায় সেয়ে তাক লাৰিবলৈ ধৰিলে। টোপনি দৰাচলতে হৈছেনে নাই পৰীক্ষা কৰিবলৈ ধৰিলে। সকলোৱে দেখে যে টোপনি সঁচা। এঘণ্টামান যোৱাৰ পিচত আৰু সকলোৰে কৌতুক চৰিতাৰ্থ হোৱাৰ পিচত লৰ্ড চাহাব আৰু বশীকাৰকে গৈ তাক চেতন কৰিবলৈ চেষ্টা কৰিলে; কোনোৱে তাক ধৰি জোকাৰিবলৈ ধৰিলে, কোনোৱে আনি নাসা সুঙালে, কোনোৱে তাক ধৰি আনি মূৰত পানীকে ঢালিলে, চাকৰটোৰ চেতন হোৱা দূৰৈত থাওক, যিমান উপায় অৱলম্বন কৰোতে চাকৰটোৰ যন্ত্ৰণাহে হবলৈ ধৰিলে। সি কেওঁকেৱাঁব কান্দিব কেঁকাবলৈ ধৰিলে। উপায় নোহোৱা হল। ১,২,৩,৪ ঘণ্টা কৰি ৮।৯ ঘণ্টা হল, তথাপি চেতন নাই। লৰ্ড চাহাব

আৰু ঘৰত আন-আন সকলোৰে ভয় হল। শেহত বুধি চাপি লৰ্ডচাহাবে বশীকাৰকজনক টেলিগ্ৰাম কৰি আনি চাকৰটোক ভাল কৰিবলৈ সঁপি দিলে। তেতিয়া বশীকাৰকে আটাইবিলাকক অলপ খং দেখাই বকি যি যি মানুহে চাকৰটোক স্পৰ্শ কৰিছিল আটাইবিলাককে আনি চাকৰটোৰ এক হাত তেওঁ ধৰি আন হাত লৰ্ড চাহাবৰ হতুৱাই ধৰাই আৰু ইবিলাক মানুহকো সকলোটিকে পৰস্পৰ হাতে হাতে ধৰাধৰি কৰি এটা বৃত্ত পাতি সকলোকে নিস্তব্ধ হবলৈ দি মনৰ ভয় সংশয় ত্যাগ কৰি মন সংযম কৰিবলৈ দিলে। মন সংযম কৰোঁতে চাকৰটোৰ কেকনি ডেডনি নিজম হল। তেতিয়া বশীকাৰকে চাকৰটোৰ ওলটা আৰু কাষৰীয়া হাত বুলনিৰে (opposite & transverse passes) চেতন কৰিলে, যি লৰ্ড চাহাবে বশীকৰণ-ক্ৰিয়াক জাল জুৱাচুৰি বুলি ভাবিছিল, সেই লৰ্ড চাহাবে সেই দিনৰেপৰা বশীকাৰক শ্ৰদ্ধা কৰি বশীকৰণ ক্ৰিয়া শিকি শেহত তেৰোঁ এজন বিখ্যাত বশীকাৰক হলগৈ।

এইবিলাক দৃষ্টান্তৰ দ্বাৰা পাঠকবৰ্গে সদাই মনত ৰাখিব যে, কি সম্মোহন কি বশীকৰণ উভয় ক্ৰিয়া যেনেকুৱা উপকাৰী সেই দৰে নজনা আৰু পাপী মানুহৰ হাতত মহা অনিষ্টকাৰীও হব পাৰে। এতেকে, সকলোৱে সাৱধান হৈ চলা উচিত এইটোও মনত ৰাখিব যে, বশীকৰণ বিদ্যা শিকিবলৈ গলেই প্ৰথমে নিজৰ গাত চুম্বক শক্তি বঢ়াই প্ৰথমে নিজকে নিৰোগী শৰীৰ কৰিব লাগে। কেনেকৈ বঢ়াব পাৰি কেনেকৈ শৰীৰ নিৰোগী কৰিব পাৰি এই বিষয়ে অলপ আভাস সুকীয়াকৈ পিচত দিয়া হব, সদ্যঃ নিদ্ৰাৱস্থাত যে, যেই-সেই মানুহে চুলে অপকাৰ হয় আৰু আমাৰ দেশতে অনেত সময়তে যে সাপে খালে বা বাঘে কামুৰিলে ওজাবিলাকে ৰোগীক আন মানুহক চুব নিদিয়ে আৰু কেঁচুৱা লৰাক অনেক সময়তে যে মাকবিলাকে যেই-সেই মানুহকে লব নিদিয়ে, এইবিলাক কুসংস্কাৰৰ মূলতো এই চুম্বক শক্তি ভাল হওক বেয়া হওক যে এজনৰ শৰীৰৰপৰা আনজনৰ শৰীৰলৈ যাব পাৰে এই সত্য নিহিত আছে। মেচমেৰৰ সুত্ৰই সৈতে আৰু হিন্দুৰ সংহিতাৰ সুত্ৰেৰে সৈতে মিলাই অৰ্থাৎ দকৈ গমি চালে এনেকুৱা বোধ হয়।

ক্ৰমশঃ।

## খেতি।

ঘেঁহুধান।— ঘেঁহুধান আসামত ন খেতি। এই খেতি আসামত এতিয়াও নাই বুলিলেই হয়। অসমীয়া খেতিয়কে এই খেতিৰ আওভাও বুজি ইয়াৰ কৃষি কৰাটো বাঞ্ছনীয়। এই খেতিলৈ ধাউতি জন্মাবৰ কাৰণে চৰকাৰৰপৰা নমুনা খেতিৰ বাবে সঁচ যোগোৱাৰ ব্যৱস্থাও দেখা গৈছে। তদুপৰি শস্যৰ উৎকৃষ্টতা অনুযায় গবৰ্ণমেণ্টৰপৰা বঁটা দিয়াৰো বিধান আছে। ঘেঁহুধানৰ খেতিৰ মাটি আৰু সময় লৈ ইয়াক সৰিয়হৰ লগৰীয়া খেতি বুলিব পাৰি। আসামত এই খেতিৰ চলতি হলে ধানৰ খেতিৰ বিঘিনিৰপৰা ঘটা বিপদৰ আশঙ্কা কমে বুলি আশা কৰিব পৰা যায়।

সৰিয়হ কৰিব পৰা মাটি ঘেঁহুধানৰ খেতিৰ উপযোগী। এই খেতিৰ বাবে মাটি দকৈ চাহ কৰিব লাগে। বৰষুণৰ দিন যোৱা মাত্ৰে এই খেতিৰ নিমিত্তে মাটি চাহ কৰিব লাগে; আৰু মাটি চাহ কৰাত বেচি সময় খেদাব নেলাগে, যাতে মাটিৰ ৰস নোহোৱা হবলৈ নেপায়। কাতি মহীয়া জাৰ পৰিলে এই শস্যৰ গুটি সিঁচিব লাগে। এক একৰ মাটিৰ নিমিত্তে ।।৫ সেৰমান ঘেঁহুধানেই যথেষ্ট; মাটি একেবাৰে ৰস নোহোৱা যেন হলে গুটি সিঁচাৰ আগেয়ে মাটিত পানী তোলাৰ ব্যৱস্থা হব লাগে। এনে মাটিৰ খেতিত ২।৩ বাৰ পানী তুলিলেই যথেষ্ট হব। গুটি সিঁচাৰ সময়ত মাটিত ৰস থাকিলে আৰু পুহ-মাঘত বৰষুণ হলে এই খেতিত আৰু পানী তোলাৰ অৱশ্যক নেথাকে। চাপৰি মাটিত এই খেতি কৰিলে সাৰ যোগোৱাৰ আৱশ্যক নকৰে। এই খেতিৰ নিমিত্তে বৰষুণৰ বিশেষ আৱশ্যক নাই।

এই খেতি ভালকৈ পকিলে আৰু গছবোৰ সম্পূৰ্ণৰূপে শুকালে ধান দোৱাৰ দৰে দাব লাগে। এক একৰ মাটিৰ খেতিত গড় হিচাপে ৯।১০ মোন উৎপন্ন হয়।

ঘেঁহুধান ঘাইকৈ দুবিধ, কোমল আৰু টান। টান বিধ চুজি আৰু কোমল বিধ ময়দা প্ৰস্তুত কৰিবলৈ উপযোগী। আমেৰিকাত সকলো দেশতকৈ বেচি পৰিমাণে ঘেঁহুধান উৎপন্ন হয়। ভাৰতবৰ্ষৰ উৎপন্নে আমেৰিকাৰ পিচতে ঠাই পাইছে।

ইংলেণ্ড ঘাইকৈ ভাৰতবৰ্ষৰপৰা ৰপ্তানি হোৱা ঘেঁহুধানৰ ওপৰত নিৰ্ভৰ কৰে। আৰু উক্ত ঠাইলৈ ভাৰতবৰ্ষৰ এই শস্যৰ ৰপ্তানি দিনে দিনে বাঢ়িছে। উৎকৃষ্টতালৈ চাই ভাৰতবৰ্ষৰ ঘেঁহুধানে ৰুছীয়া আৰু অষ্ট্ৰেলিয়াৰ পিচতে পৰে।

আসাম উপত্যকালৈ ১৯০৪-৫ চনত ৯৭৪১৬ মোন ঘেঁহুধান আৰু ঘেঁহুধানৰ ময়দা আমদানি হোৱাৰ হিচাব পোৱা গৈছে; আৰু সেই চনত কেৱল ৮৩২ মোন ঘেঁহুধান আৰু ময়দা আসাম উপত্যকাৰ নামনি অঞ্চলৰপৰা আন ঠাইলৈ ৰপ্তানি হৈছে। সেই খেতি স্থানীয়-ব্যৱহাৰ আৰু আমদানি উভয়ৰ পক্ষে আৱশ্যকীয়। এই বাবে খেতিয়কৰ মনত এই খেতিলৈ বিশেষ ধাউতি হোৱাটো বাঞ্ছনীয়।

যৱধান।— যৱধানৰ খেতি অতি পুৰণি কালৰেপৰা চলিত আছে। আসামত কিন্তু ইয়াক খেতি স্বৰূপে ধৰা দেখা নেযায়। এই খেতিৰ নিমিত্তে তেনে সাৰুৱা মাটিৰ আৱশ্যক নকৰে। মাটি বিশেষ চাহ হবও নেলাগে। এক একৰ মাটিৰ কাৰণ ৵৩০ সেৰ মান সঁচ হ'লেই যথেষ্ট। ইয়াৰ খেতি ঘেঁহুধানৰ সময়তে কৰিব লাগে। ঘেঁহুধানতকৈ কিন্তু ইয়াক আগেয়ে কাটিব লাগে। ঘেঁহুধানৰ নিচিনা ইয়াক বৰকৈ পকিবলৈ দিব নেলাগে। এই খেতিৰ উৎপন্ন গড়ে এক একৰ মাটিত ১২ মোনকৈ হয়।

ক্ৰমশঃ।

# শৰীৰ আৰু বস্ত্ৰৰ শুদ্ধতা।

স্বাস্থ্যাশী মানুহে শৰীৰ নিৰ্ম্মল ৰাখিবলৈ যত্ন কৰা উচিত। শৰীৰৰ শুদ্ধতা স্বাস্থ্য ৰক্ষাৰ কৱচ। শয়ন-ভোজনৰ নিয়ম তিল-তিলকৈ পালিলেও লেতেৰা মানুহৰ স্বাস্থ্য ৰক্ষা নহয়। এই নিমিত্তে পুৰণি শাস্ত্ৰবোৰত শুদ্ধতাৰ উজ্জ্বল মহিমা বৰ্ণিত আছে। শাস্ত্ৰ মতে অশুচি শৰীৰেৰে শয়ন, ভোজন আদি কোনো কৰ্ম্মকে কৰিব নেপায়, অশুচি শৰীৰত দেৱকাৰ্য্য, পিতৃকাৰ্য্য সকলো নিষেধ। শাস্ত্ৰৰ এইবোৰ বিধিব্যৱস্থা কেৱল স্বাস্থ্য ৰক্ষাৰ নিমিত্তেহে কৰা হৈছে।

অশুদ্ধতাৰ হেতু মলি। মনত মলি জন্মিলে মন, আৰু শৰীৰত মলি জন্মিলে শৰীৰ অশুদ্ধ হয়। কিন্তু অশুদ্ধ হলে সিহঁতক শুচি কৰিব পৰা যায়। মন শুচি কৰিবলৈ প্ৰায়শ্চিত্ত, আৰু শৰীৰ শুচি কৰিবলৈ স্নানৰ বিধান আছে। মন শুচি কৰা সম্বন্ধে আমাৰ সম্প্ৰতি একো বক্তব্য নাই, ইয়াত শৰীৰৰ শুদ্ধতাহে আমাৰ আলোচ্য বিষয়।

প্ৰাচীন কালত অপবিত্ৰতাৰ যি অৰ্থ আছিল, বৰ্ত্তমান কালত তাৰ সেই অৰ্থ নাই। এতিয়াৰ অৰ্থ মতে গাত টাটৰি বন্ধ খাই সি ফাপৰুৱা হলে, বা দাঁতত ওখল পৰি গোন্ধ ওলালে মানুহ অপবিত্ৰ নহয়। গাৰ মলিয়ে আজি-কালি মানুহক অশুচি কৰিব নোৱাৰে। কিন্তু, অজাতিৰ ছাঁ পাৰ হলে মানুহ অশুচি হয়, তেতিয়া গা ধুই শুচি হব লাগে। শুদ্ধতাৰ অৰ্থ এই দৰে পৰিবৰ্ত্তন হোৱাত, আজিকালি স্নানৰো প্ৰকাৰ ভেদ হৈছে। আজি-কালি গা তিয়ালেই সম্পূৰ্ণ স্নান হয়, ঘঁহি-পিহি গা নিকা কৰা কামটো স্নানৰ অন্তৰ্গত নহয়। কিন্তু, প্ৰকৃত পক্ষে মলি ধুই নিকা নকৰিলে শৰীৰ শুদ্ধ হোৱা বুলিব নোৱাৰি, স্নানৰ সময়ত শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গ ঘঁহি নিকা কৰিব লাগে। কাণৰ কণামাকৰি আৰু নাকৰ খেকেৰু কেতিয়াও সাঁচি ৰাখিব নেলাগে। দাঁত, চুলি, নখ আদি ঠাইবোৰ মলিৰ ভঁড়াল; সিহঁতক সততে নিকা কৰি ৰাখিব লাগে। শৰীৰ পৰিষ্কাৰ কৰি ৰখা এটা স্বভাৱৰ ব্যৱস্থা। পশু-পক্ষীয়েও সেই ব্যৱস্থা অনুসৰি সিহঁতৰ শৰীৰ ধুই-পখালি পৰিষ্কাৰ কৰি ৰাখে। শৰীৰী প্ৰাণী সকলোৱেই এই ব্যৱস্থাৰ অধীন। যি ইয়াক উলঙ্ঘি লেতেৰা হৈ থাকে, সি হাতে-হাতে তাৰ কু-ফল পায়।

স্নানত পৰিষ্কাৰ পানী ব্যৱহাৰ কৰা শ্ৰেয়স। মলিয়ন পানীত স্নান কৰিলে স্নানৰ উদ্দেশ্য সিদ্ধ নহয়। মানুহে গা ধোৱে মলি গুচাবলৈ; কিন্তু অপৰিষ্কাৰ পানীৰে গা ধুলে মলি গুচিবৰ চাৰি আৰু কিছুমান সঞ্চয়হে হয়। কোনো কোনো ঠাইত নিৰ্ম্মল পানী দুৰ্লভ; তেনেকুৱা ঠাইত পানী উতলাই শোধন কৰি ব্যৱহাৰ কৰা উচিত। বোৱতী নদীৰ আৰু নিজৰাৰ পানী সকলোতকৈ উৎকৃষ্ট; তাৰ অভাৱত পৰিষ্কাৰ নাদ বা পুখুৰীৰ পানীও ব্যৱহাৰ কৰা যায়।

স্বাস্থ্যৰ পক্ষে শৰীৰৰ শুদ্ধতা যেনে লাগতিয়াল, বস্ত্ৰৰ শুদ্ধতাও তেনে লাগতিয়াল। সদায় মলিয়ন কাপোৰ ব্যৱহাৰ কৰিলে স্বাস্থ্য ভঙ্গ হয়। বহুতে নিকা কাপোৰক কেৱল লাহৰ সামগ্ৰী বুলি বিবেচনা কৰে; সেই দেখি তলত মলিয়ন কাপোৰ পিন্ধি, ধুন দেখাবলৈ ওপৰত নিকা কাপোৰ লয়। বস্ত্ৰ-ব্যৱহাৰৰ ই এটা বিপৰীত ব্যৱস্থা। নিকা আৰু মলিয়ন দুয়ো ৰকম কাপোৰ পিন্ধিবৰ প্ৰয়োজন হলে, তলত নিকা পিন্ধি ওপৰতহে মলিয়ন পিন্ধা উচিত। কিয়নো, তেনেহলে কাপোৰৰ মলিয়ে গা ঢুকি নেপায় গৈ। একেসাজ কাপোৰ কেইয়ো পৰত ব্যৱহাৰ নকৰিলে ভাল। নিশা যি কাপোৰেৰে শোৱা যায়, দিনত তাক তিয়াই দিয়া উচিত। শয়নৰ শয্যাও পৰিষ্কাৰ ৰাখিব লাগে, আৰু তুলী, পাটি আদি শয্যাৰ সজুলিবোৰ মাজে সময়ে ৰদাব লাগে। তলচা, তলত পৰা আৰু গাৰু বা নিহালীৰ গিলিপ সদায় পৰিষ্কাৰ ৰাখিব লাগে।

# ছাতৰৰ পিঠি।

## চন্দ্ৰলোকলৈ গমন।

আজি চাৰি দিন হৈ গল, তথাপি গুলি চন্দ্ৰ পোৱাগৈ নাই। তেনেহলে বাৰবিকেনৰ হিচাব ভুল হল নে কি? নহলে, তেওঁলোক ইমান দিনে চন্দ্ৰ পোৱাগৈ নাই কিয়? তেতিয়া সভাপতি বাৰবিকেনে কাগজ-কলম লৈ হিচাব কৰিবলৈ ধৰিলে। প্ৰায় দুঘণ্টামান পৰ নীৰৱে বহি জ্যোতিষ শাস্ত্ৰ আলোচনা কৰিলে মাইকেল আৰু নিকেল দুয়ো তেওঁৰ কাৰ্য্য-কলাপবিলাক চাবলৈ ধৰিলে। দুঘণ্টাৰ মূৰত বাৰবিকেনে দীঘল হুমুনিয়াহ কাঢ়ি কলে, "আমি চন্দ্ৰ নেপামগৈ!" নিকেলে গোটেই খন মুখ মেলি এটি দীঘলীয়া হামি মাৰি কলে, "তেনেহলে আমি চিৰকালেই এই গুলিত সোমাই ওপৰলৈ গৈ থাকিম নে?"

বাৰবিকেনা;— মই হ'লে দেখিছোঁ, আমাৰ গুলি চন্দ্ৰৰ দ্বাৰা আকৃষ্ট হৈ চন্দ্ৰৰ চাৰিওপোনে ঘূৰিব ধৰিছে।

মাইকেল।— তেনেহলে আমি চন্দ্ৰৰ চন্দ্ৰ হৈছোঁ।

বাৰবিকেনে।— তেনেকুৱাই হৈছে; যেনেকৈ চন্দ্ৰ পৃথিৱীৰ উপগ্ৰহ, তেনেকৈ আমাৰ গুলিও চন্দ্ৰৰ এটা উপগ্ৰহৰ নিচিনা হৈছে।

নিকেল।— তেনেহলে আমাৰ পৰিণাম কি হব? নে এইটোৱেই শেষ পৰিণাম?

মাইকেল।— পৰিণাম যি হয় হৈ থাওক, এতিয়াৰ কাজকেই কৰি লওঁ।

এইবুলি তেওঁ তেওঁৰ খাদ্য খাবলৈ ধৰিলে। এইদৰে আৰু দুদিন গল, এই দুদিন বাৰবিকেন মহা চিন্তাকুল। কেনেকৈ চন্দ্ৰলোক পাবগৈ তাকেই চিন্তা কৰিছে, কিন্তু দুদিন সেই চিন্তাতেই গ'ল, তথাপি এতো ঠিক নহল। তেওঁৰ ইমান দিন বিজ্ঞান চৰ্চ্চা কৰা এনেয়ে যায় যেন পালে, এই জীৱনৰ ইমান কষ্ট আৰু পৰিশ্ৰম বৃথাই যোৱা যেন পালে। যিহওক, তৃতীয় দিনৰ দিনা গধূলি হল। আমি ঘড়ীৰ নিয়মলৈ চাই গধূলি বুলিছোঁ, হয়, কিন্তু গুলিৰ ভিতৰতেই তেওঁলোকৰ অনন্ত ৰাজ্য; তাত আৰু পুৱা-গধূলি কি! সেই তিনিও দিন বাৰবিকেন বিৰস মনেৰে বহি আছিল, কিন্তু সেইদিনা সেইখিনি সময়তে বাৰবিকেনে একেচাবে উঠি মাইকেল আৰদানক সাবট মাৰি ধৰিলে। তেওঁৰ আজি দুদিনৰ দুখ একে মিনিটতে দূৰ হৈ যোৱাৰ আৰু ইমান আনন্দৰ কাৰণ সোধাত সোধাত তেওঁ কলে, "আমাৰ আশা পূৰ্ণ হব, আমাৰ পৰিশ্ৰম ফলদায়ক হব।"

মাইকেল।— তেনেহলে আমি আকৌ কোনোবা দিনা চন্দ্ৰ পামগৈ নে?

বাৰবিকেন।— অৱশ্যে পাব পাৰিম, নোৱাৰিবৰ একো কাৰণ মই দেখা নাই।

নিকেল।— কেনেকৈ?

বাৰবিকেনে বহুত কথা কলে, কিন্তু তাৰ আচল মুঠ কথা এয়ে;— গুলি যিমান বেগাই যাবলৈ ধৰিছে, তাত ই নিশ্চয় নিৰ্দ্দিষ্ট সময়ত এনেকুৱা এডোখৰ ঠাই পাব যত সমূলি মাধ্যাকৰ্ষণ নাই। সেই সময়ত যদি কোনো ৰকমে ইয়াক অলপ চন্দ্ৰৰ পিনে হেঁাহকাই দিব পৰা যায়, তেনেহলে চন্দ্ৰৰ দ্বাৰা আকৃষ্ট হৈ অবাধে ই চন্দ্ৰ পাবগৈ।

এই কাজ কৰিবলৈ কামান সভাৰ সভাপতিৰ পক্ষে একো টান নহয়। তেওঁ কৰবাত কিবা হব বুলি, পৃথিৱীৰ পৰা কিছুমান বৰ ডাঙ্গৰ ডাঙ্গৰ হাঁৰে আনিছিল। তেওঁ কলে, যেতিয়া গুলি সামুলি মাধ্যাকৰ্ষণ নোহোৱা ঠাইলৈ যাব, তেতিয়াই সেই হাঁৰেবোৰ একেলগে মাৰিব; তেনেহলে এই হাঁৰেৰ বলত নিশ্চয় গুলি চন্দ্ৰৰ কিছু ওচৰ চাপিব আৰু চন্দ্ৰৰ দ্বাৰা আকৃষ্ট হৈ চন্দ্ৰত পৰিবগৈ। এই প্ৰস্তাৱত মাইকেল আৰু নিকেল দুয়ো সম্মত হল।

ক্ৰমে নিৰ্দ্দিষ্ট দিন আহিল। বাৰ্বিকেনে ঘড়ী খুলি চালে, চাই মাইকেলক কলে, "আমাৰ সময় হল।" তাকে শুনি মাইকেলে গুলিৰ দুৱাৰ খুলিলে। সেইবাৰ আইনাৰ দুৱাৰ খনো খুলিলে; খুলি আটাইকেইটা হাঁৰে একেলগ কৰি ধৰিলে। তাৰ পাচে আটাইকেইটাত একেলগে জুই লগাবলৈ গোটেইবোৰ হাঁৰে লগ লগাই একেডাল শলিতাৰে বান্ধিলে। সকলোৰেই ঠিক হল, কেৱল জুই লগালেই হয়। বাৰবিকেনে তিনি বুলিলেই মাইকেলক জুই লগাবলৈ কলে। কিছুমান বেলিৰ মূৰত বাৰবিকেনে এক বুলিলে, তেতিয়া মাইকেল সাজু হল। তাৰ পাচে দুই বুলিলে; তিনি বোলা মাত্ৰে জুই দিলে। অলপ বেলিৰ পাচতে গুলিটো একেবাৰে লৰি গল, আৰু দেখিলে কেওফালে বহুত জুই হাঁৰেবোৰৰপৰা ওলাই গল, কিন্তু একো শব্দ নুশুনিলে। তেতিয়া তেওঁলোকে বুজিলে যে, তাত সমুলি বতাহ নাই; কিয়নো বিজ্ঞানত কয় যে, বতাহ নোহোৱা ঠাইত একোৰে শব্দ হব নোৱাৰে। তেতিয়া লৰালৰিকৈ সেই আইনাৰ দুৱাৰখন সুদৃঢ় ৰূপে বন্ধ কৰিলে।

তেতিয়া তেওঁলোক কলৈ যাবলৈ ধৰিছে চাবলৈ তিনিওজন বৰ ব্যগ্ৰ হল। অলপ বেলি নীৰৱে বহি থাকিল। তাৰ পাচে বাৰবিকেন লাহে লাহে গুলিৰ দুৱাৰলৈ আহি চাৰিওপিনে বহুত বেলি চালে, চাই লাহে লাহে তেওঁৰ মুখ খনি কলা পৰি আহিল, চকু দুটি ঢুলঢুলীয়া হল, আৰু বৰ ব্যাকুল ভাৱে তেওঁৰ বন্ধু দুজনলৈ চালে; চাই কলে, "সকলো মিছা হল, সকলোৰে যত্ন, পৰিশ্ৰম, ধন, কষ্ট অনৰ্থক গল; সকলো বৃথা হল!"

মাইকেল বৰ ব্যাকুল ভাৱে।— কি হৈছে?

বাৰবিকেন।— আমি চন্দ্ৰৰ পিনে যোৱা নাই।

মাইকেল।— তেনেহলে কলৈ যাব ধৰিছোঁ?

বাৰবিকেন।— পৃথিৱীলৈ হে।

নিকেল।— ইনো আৰু কি ভাবিব লগীয়া কথা? আমি যে আকৌ পৃথিৱী পামগৈ তাৰ বাবে ঈশ্বৰক বখানিবহে লাগে।

বাৰবিকেন।— পৃথিৱীত পৰিনো কি কৰিম, গুলি যি দৰে বেগাই যাবলৈ ধৰিছে, পৃথিৱীত পৰা মাত্ৰে সি চূণ-খাব হব, আমাৰ চিন-মোকাম একো নেথাকিব।

তেতিয়া মাইকেল আৰু নিকেল দুই জনৰেই চকু ঢুলঢুলীয়া পৰিল, মুখৰ তেজ নোহোৱা হল, তেওঁলোকে কলে "এতিয়া উপায়?"

বাৰবিকেন। — উপায় আৰু একো নাই; কেৱল গুলিৰ দুৱাৰ জঁপাই ভিতৰত বহি থকাই উপায়।

মাইকেলে লৰালৰিকৈ গুলিৰ দুৱাৰ সুদৃঢ় ৰূপে বন্ধ কৰিলে। তাৰ পাচে লাহে ২ আহি বন্ধু দুজনৰ ওচৰতে বহিল। বহুত পৰ নীৰৱে বহি থাকিল, তাৰ পাচে মাইকেলে কলে, "তেনে হলে আমি মৰাই ঠিক?"

বাৰবিকেন।— এৰা ঠিক, এতিয়া ঈশ্বৰৰ নাম লোৱাহে যুগুত।

তিনিওজন গুলিৰ ভিতৰত আঠুকাঢ়ি বহিল, আৰু একান্ত মনে ঈশ্বৰৰ নাম লবলৈ ধৰিলে। ক্ৰমে যিমানেই সময় যাবলৈ ধৰিলে সিমানেই তেওঁলোকৰ গাত তত নাইকিয়া হল। সময় হল, আৰু অলপ বেলি মাথোন আছে, তেওঁলোকৰ নোম শিয়ঁৰি উঠিল। মূৰত বিজুলী চমকিবলৈ ধৰিলে। প্ৰাণ ৰক্ষাৰ একো উপায় নাই। তিনিওজন চকু মুদি মুৰ্চ্ছা যোৱাৰ দৰে পৰি থাকিল।

হে করুণাময় ঈশ্বৰ! তুমি এই নিৰ্দ্দোষী প্ৰাণী তিনিটিৰ ইয়াকে পৰিণাম দিলা নে? তোমাৰ ইচ্ছা হলে তুমি নিশ্চয় ৰক্ষা কৰিব পাৰাঁ। করুণাময়! এই নিৰ্দ্দোষী প্ৰাণী কেইটিলৈ সদয় হব নে? বাৰু, চাওঁচোন তোমাৰ মহিমাকেই।

পাঠক-পাঠিকাসকল, আপোনলোকে আমাক দোষ নিদিব, আমি দোষ-গুণৰ ভাগী নহয়; আমি লিখক হে। কিন্তু কাৰ্য্য ঈশ্বৰৰ হাতত; এতেকে ঈশ্বৰহে তাৰ দোষ-গুণৰ ভাগী।

আৰু আছে।

# ঊষা

## প্ৰথম ভাগ

## সপ্তম সংখ্যা

### সম্পাদকৰ শৰাই

**আসামৰ "স্বদেশী"।—** স্বদেশী আন্দোলন আজি ভাৰতময় ৰাষ্ট্ৰ। ভাৰতবৰ্ষৰ হিন্দু, মুছলমান, পাৰ্চী-খৃষ্টান সকলোৰে এই বিষয়ত আজি এক মত। সকলোৱেই পাৰ্য্যমানে বিদেশীক বাজ কৰি স্বদেশীক চপাই ধৰিববৈলে আগবাঢ়িছে। এনে সময়োপযোগী জাতীয় ভাবে আসামকো উদগাইছেহি। কিন্তু, আসাম দৰাচলতে আগৰেপৰা স্বদেশী। বিদেশীয়ে ইয়াত এতিয়াও বৰকৈ বল কৰিব পৰা নাই। চুবুৰীয়া বঙ্গবন্ধুৰ লগ পাই, নগৰীয়া ডেকাসকলে বিদেশীত বিলাসী হৈ উঠাটো সঁচা, কিন্তু গাৱঁত আৰু তিৰোতা সমাজত আজিও অসমীয়া "স্বদেশী" বলৱত হৈছে। মাৰোৱাৰীবিলাকে গাৱঁৰ ভিতৰত মাৰ্কীনৰ ঠান আৰু বিলাতী কাপোৰৰ বস্তা মেলি, কাবুলিহঁতে আধা পুৰণি বিলাতী কোট আঠুমূৰীয়া চুৰিয়াৰ ওপৰত পিন্ধাই মাথোন অসমীয়া গাৱঁলীয়াৰ কিছুমানক বিদেশী-বহুৰা সাজিছে। আৰু, পৰৰ ৰংচঙ্গত ভোল যোৱা কিছুমান অবিবেচক অসমীয়াৰ ঘৰত তিৰোতাই বঙ্গালনীৰ সাৰী পিন্ধি বগা-কাউৰী হোৱাও দেখা যায়। আগৰ অসমীয়াৰ মুগাৰ তিয়নী আৰু এতিয়াৰ মাৰ্কীন ঠানৰ চুৰিয়াৰ ভিতৰত কিমান পাৰ্থক্য!— এখন মুগাৰ তিয়নীয়ে পাঁচখন মাৰ্কীন বা বিলাতী ঠানৰ চুৰিয়া ফালিব পাৰে; আৰু পুৰণি হলেও মুগাৰখনৰ শোভাৰ লগত ঠানৰ ফটা চুৰিয়াই জোৰ দিব নোৱাৰে। ভাৰতবৰ্ষৰ ভিতৰত অসমীয়া তিৰোতাৰ সাজৰ নিচিনা শোভনীয় তিৰোতা-সাজ কতো নাই। মুগা, পাট, বা মেজাঙ্কৰিৰ ৰিহা, মেখেলা আৰু কপাহী চেলেং বা খনীয়াৰে সৈতে তিনিখনীয়া সুন্দৰ সাজ এৰি, নিলগৰপৰা গা দেখা পিৰ্‌পিৰীয়া বিলাতী সাৰীৰ এখনীয়া সাজেৰে অসমীয়া তিৰোতাক বঙ্গালনী সজা দেখিলে বাস্তৱতে লাজ আৰু বেজাৰ লাগে। স্বদেশী আন্দোলনৰ সুবিধা লৈ আমাৰ কোনো দেশ হিতৈষীয়ে যদি স্বদেশৰ প্ৰকৃত উপকাৰ সাধিব খোজে, তেন্তে পোন প্ৰথমেই তেওঁ ওপৰত উনুকিউৱা দোষ দুটা গুচাই গাৱঁলীয়া মুনিহ আৰু তিৰোতাৰ সমাজত স্বদেশী খটাবলৈ পৰিযত্ন হওক।

* * * *

**অসমীয়া কপাহী।—** কপাহী অৰ্থে কপাহৰপৰা সূতা কাটি বোৱা কাপোৰ বুজায়। কিন্তু, আজিকালি কপাহীৰ অৰ্থ আমি কি কৰিছোঁ? কপাহী বুলিলে বৰ্ত্তমানত আমি দোকানৰ বগা সূতাৰ বিদেশী কাপোৰ, বা শণ, মৰাপাট, আদিৰ আঁহ মিহলাই কৰা বিদেশী সূতা কিনি আনি ঘৰত বোৱা চেলেং, খনীয়া আদিক বুজোঁ। নগৰীয়া নতুন ডেকাৰ কথাকে নকওঁ, গাৱঁলীয়া বুঢ়া মানুহেও কপাহীৰ মানে ওপৰত কোৱাৰ দৰে হে কৰে। আগৰ দিনৰ কপাহী সূতা আৰু কাপোৰ যি দেখিছে, সিবিলাকৰ ভিতৰৰ এভাগে কপাহীৰ আচল অৰ্থ যদিও বুজে, তথাপি ওপৰত কোৱা বিধকহে সিবিলাকেও কপাহী বুলিছে। এতেকে, আৰু এক পুৰুষৰ পাচত যে অসমীয়া কপাহীৰ নাম আৰু অৰ্থ সমূলঞ্চে লোপ কৰি আসামত সৰ্ব্বত্ৰ বিদেশী কপাহীয়ে তাৰ ঠাই নিগাজীকৈ লব তাত সংশয় নাই। "স্বদেশী" পোহোঁওঁ দেশহিতৈষীসকলে এই কথালৈ সোনকালে মনোযোগ দিব লগা হৈছে। আসামৰ স্বদেশী কপাহী আৰু বিদেশী কপাহীৰ ভিতৰত হীন-ডেঢ়ি ভালকৈ আঁকি দেখাই শিক্ষিত সম্প্ৰদায়ে স্বদেশীৰ ফালে অশিক্ষিত গাৱঁলীয়া মানুহৰ ধাউতি বঢ়াবলৈ চাব লাগে। কপাহৰ পাঁজি তুলনা দিয়াতহে ৰৈছে গৈ, কিন্তু তাক আজিকালি নতুন সম্প্ৰদায়ে দেখাই নাই বুলিলেও সৰহ কোৱা নহব। আফুৰ লগতে কপাহৰ খেতিও আসামৰপৰা বাজ হল। কানীয়া অসমীয়াই সিটোৰ বেজাৰত ইটোকো চিৰকাললৈ এৰিলে! আজিকালি এই খেতি আমাৰ দেশৰ গাৰোহিল জিলাত মাথোন অলপীয়াকৈ আছে গৈ। কিন্তু, আনদেশৰ তুলনাত সেয়ে সবাতকৈ শ্ৰেয়স। গাৰোহিলৰ কপাহৰ কলাৰ সমান ডাঙ্গৰ-দীঘল আৰু সাৰুৱা কপাহ আমেৰিকায়ো উৎপন্ন কৰিব পৰা নাই। এনে সুন্দৰ স্বদেশী বস্তু চকুৰ আগতে লোপ পাবলৈ দি, মুখেৰে "স্বদেশী" গাই ফুৰাৰ কি ফল?

* * * *

**আসামৰ উৎপন্ন।—** অসম দেশখন খনিৰেও পূৰ্ব্বৰেপৰা চহকী; আসামৰ খনিৰপৰাই অসমীয়া মানুহে লো, সোণ, ৰূপ, লোণ ইত্যাদি উৎপন্ন অতিজৰেপৰা ভোগ কৰি আহিছে। অসমীয়া লো বিষয়ক এটি প্ৰবন্ধ আমি যোৱা সংখ্যাত মাথোন প্ৰকাশ কৰিছোঁ; ইয়াৰ পাঠক সকলক আৰু সেই বিষয়ে বহলাই কবৰ সকাম নাই। অসমীয়া লোণৰ সম্বন্ধেও সৰ্ব্বসাধাৰণৰ ভিতৰত বহুলকৈ জনা আছে। হাবিত

ফুৰা আৰু হাতীৰ কাৰবাৰ কৰা মানুহবিলাকে আসামৰ অসংখ্যাত লোণ-পুঙ্গৰ কথা ভালকৈ কব পাৰে। কমনীয়া বা কেঁচা সোণৰ নিমিত্তে আসাম আজিলৈকে প্ৰখ্যাত। সোবণশিৰী নৈয়েই ইয়াৰ অভগন চিনাকি। এই নৈৰ গুৰি ভাগত কেইবছৰমানৰ আগলৈকে সোণাৰীয়ে সোণ কমোৱাৰ কথা আমি ভালকৈ জানো। আসামৰ ৰূপও বৰ উৎকৃষ্ট। অহম ৰজাদিনীয়া আসামৰ "ৰজা-ৰূপ" আজিকালিৰ "চিকাৰু" ৰূপতকৈ বহু গুণে শ্ৰেয়স্। ৰূপৰ গহনা লওঁতাবিলাকে তাৰ নিমিত্তে ঘাইকৈ 'ৰজা-ৰূপ' হে বিচাৰে। এইবিলাকত বাজেও আসামত কয়লাৰ খনি, কেৰোচিন তেলৰ পুং, গান্ধ-কলায়, নাগমাটি, চুণশিল প্ৰভৃতি বিস্তৰ পোৱা যায়। দুখৰ বিষয়, আসামৰ এইবিলাক উৎপন্নৰ গৰাকী অসমীয়া হব পৰা নাই, কিন্তু বিদেশীয়ে ইয়াৰ কাৰবাৰৰে সৈতে দৌলত বাদ্ধিছে। এইবিলাক খনিজ বস্তু আৰু তাৰ ডাঙ্গৰ কাৰবাৰৰ ওপৰঞ্চি এৰি, মুগা, পাট, মেজাঙ্কৰি, লা, ৰবৰ, মজাঠি, মৌ-শিতা, শিং, গঁড়খৰগ, হাতী-দাঁত, প্ৰভৃতি ভালেমান বহুমূলীয়া উৎপন্নেৰে আসাম বৰ চহকী। কিন্তু হায়, "বিদেশী চহকী কাৰণ আই"! সঁচাকৈ, বিদেশীক চহকী কৰিবলৈহে অসম মাতৃ এনে ৰত্নগৰ্ভা! "সাত-সাগৰ তেৰ নৈ" পাৰ হৈ আহি বিদেশীয়ে ইয়াৰ ৰত্নাৱলী দিনে হৰণ কৰিব লাগিছে, কিন্তু ভেবা অসমীয়াই বেহাইছে সিবিলাকৰ নেওচা যোৱা দুদিনীয়া ফটাকানি! স্বদেশী আন্দোলনে যদি এইবিলাকলৈকে আমাৰ মানুহৰ চকু মুকলি কৰে তেনেহলেও বহুত।

# জাপানৰ ইতিহাস সম্পৰ্কে।

জাপানৰ ইতিহাস বহু পুৰণিকলীয়া। গতিকে, আগছোৱা জনশ্ৰুতিমূলক। এই ইতিহাস অনুসৰি জাপানৰ সৰ্ব্বপ্ৰথম ৰজা জীম্মুতেন্ন * বা জীম্মু স্বৰ্গদেৱে খৃঃ পুঃ ৬৬০ অব্দৰপৰা ৫৮৫ অব্দলৈকে ৭৫ বছৰ ৰাজত্ব কৰে। এই জনা আৰু তেখেতৰ পিচতো কেবাজনামান ৰজালৈকে জাপানৰ বুৰঞ্জী প্ৰকৃত ইতিহাসৰ অন্তৰ্গত নহয়, অৰ্থাৎ Legendary বুলিব লাগে; কিয়নো, জনশ্ৰুতি আৰু লোক-বিশ্বাসে জীম্মু স্বৰ্গদেৱক বৰ্ত্তমান ৰাজবংশ আৰু জাতিৰ আদিপুৰুষ আৰু স্থাপনকৰ্ত্তা বুলি মানিও তেখেতৰ সূৰ্য্যদেৱীৰ পঞ্চম পুৰুষগত সন্ততিৰ চতুৰ্থ পুত্ৰ বুলি বৰ্ণনা কৰিছে (As the fourth son of ........... who was the fifth in direct descent from the beautiful Son Goddess.....). তথাচ, এখেতৰপৰা আজিলৈকে এই ২।।০ আঢ়ৈ হেজাৰ বছৰ একোটি ৰাজবংশই নিৰ্ব্বিবাদে লালি নিছিগাকৈ ৰাজভোগ কৰি আহিছে বুলি জাপ-বুৰঞ্জীত প্ৰকাশ। এখেতৰ দিনৰেপৰা বছৰ গণন আৰম্ভ হয়, আৰু সেইদিনৰ অৰ্থাৎ জীম্মু স্বৰ্গদেৱৰ ৰাজপাটত উঠাৰ দিনৰ স্মৰণ আৰু সম্মানৰ অৰ্থে এতিয়াও ফেব্ৰুৱাৰী মাহৰ ১১ তাৰিখে জাতীয় বাৰ্ষিক উৎসৱ কৰা হয়। বৰ্ত্তমান সময়লৈকে সৰ্ব্বমোট ১২২ জনা ৰজা আৰু ৰাণীয়ে ৰাজত্ব কৰি গৈছে। এখেত ৰজা ৰাণীয়ে ৰাজত্ব কৰি গৈছে। এখেত সকলৰ নাম আৰু দিন-বছৰ আদিৰ লেখ জাপ বুৰঞ্জীয়ে অলপো কেঁৰা নলগাকৈ ৰাখি আহিছে। কিন্তু, (আচৰিত কথা?) কেইবা গৰাকীয়ে আকৌ ৬।৭ ছয়-সাত কুৰি বছৰ জীয়াই থাকি ৰাজভোগ কৰি গৈছে।

খৃঃ তৃতীয় শতাব্দীত জীংগু নামেৰে এজনা ৰাণীয়ে বৰ প্ৰতাপেৰে ৰাজত্ব কৰি যায়। উক্ত শতাব্দীৰ আৰম্ভণিতেই উক্ত ৰাণী বিধৱা হয়; কিন্তু সেই সময়ত ৰাজ্যত অনেক বিপ্লৱ আদি উপস্থিত থকাত, বিশেষকৈ কোৰীয়াৰ লগত বিগ্ৰহ বাঁধি থকাত ৰাণীয়ে ৰজাৰ মৃত্যু-সংবাদ লুকুৱাই ৰাখি নিজে বীৰৰ বেশ ধৰি সাগৰ পাৰ হৈ যুদ্ধ কৰি জয় লাভ কৰেগৈ। পিচে, নিজ দেশলৈ উভটি আহি এটি সুকুমাৰ প্ৰসৱ কৰি ৰাজ্যত শান্তি স্থাপন কৰি নিজে ৰাণীৰূপে দীঘলীয়াকৈ ৰাজত্ব কৰি ১০০ বছৰ বয়সত (৭০ বছৰ ৰাজভোগ কৰি) পুতেকৰ হাতত ৰাজ্যভাৰ গতাই ইহলীলা সম্বৰণ কৰে। এখেতক আৰু এখেতৰ আগে-পিচে অনেক ৰজা-ৰাণীক দেৱতা জ্ঞান কৰি এতিয়ালৈকে জাপানৰ অনেক মন্দিৰ কিম্বা মঠত পূজা কৰা হয়।

* জাপানৰ ইতিহাসত ৰজাৰ নামৰ লগত "তেন্ন" শব্দৰ ব্যৱহাৰ হয়। ইয়াক আমাৰ অসম বুৰঞ্জীৰ "স্বৰ্গদেৱ" শব্দেৰে তালেতিলে তৰ্জ্জমা কৰিব পাৰি। দুয়োটা শব্দৰ অৰ্থ আৰু মূল একে;— তেন = স্বৰ্গ, ন' = ৰজা বা পুত্ৰ। জাপানত আগেয়ে ভাৰতক 'তেনাজকু' — তেন = স্বৰ্গ, জিকু = দেশ; অৰ্থাৎ স্বৰ্গদেশ বুলি জানিছিল আৰু বিশ্বাসো কৰিছিল। বৌদ্ধধৰ্মৰ বিস্তাৰৰ লগে লগে এই নাম আৰু ধাৰণাৰ উৎপত্তি, আকৌ পাশ্চাত্য সভ্যতাৰ আগমনৰ লগে লগে তিৰোধান হয়। বৰ্ত্তমান ভাৰতৰ নাম "ইন্দ" — "ইণ্ডিয়া"ৰ অপভ্ৰংশ।

এইজনা ৰাণীৰ পিচত এখেতৰে পুতেক অজীন স্বৰ্গদেৱে খৃঃ ২৭০ অব্দত ৰাজপাটত উঠে। এখেতো মাকৰ দৰেই বৰ প্ৰখ্যাত আছিল, আৰু এখেতকো দেৱতা (যুদ্ধৰ অধিস্থাতা দেৱতা) জ্ঞান কৰি আজিলৈকে পূজা কৰে। এখেতে ৪০ বছৰ ৰাজত্ব কৰি নিজৰ আলসুৱা আৰু মৰমৰ পাত্ৰ নুমলীয়া (ওপৰত পুতেক থাকোঁতেও) পুতেকৰ হাতত ৰাজ্যভাৰ শোধাই যায়। কিন্তু ৰাজকোঁৱৰে, উপযুক্ত লোক দেখি ৰাজ্যভাৰ লৈ শাসন কৰিব পাৰিব বুলি ঠাৱৰ কৰি, ককায়েকক ৰজা হবলৈ অনুৰোধ কৰে; কিন্তু ককায়েকে অস্বীকাৰ পায়। তথাপি, তিনি বছৰ নিজে ৰজা নহৈ ককায়েকক তুতি-মিনতি কৰিও ৰাজপাটত তুলিব নোৱাৰি, শেহত হতাশ হৈ, নিজে জীয়াই থকাত ককায়েকে বাপেকৰ ইচ্ছা অনুসৰি ৰজা নহয় বুলি ঠিক জানি, আত্মহত্যা কৰি অৱশেষত ককায়েকক ৰজা হবলৈ বাধ্য কৰেগৈ। ৰজা হোৱা জনৰ নাম নিন্‌তফু স্বৰ্গদেৱ। এখেতে খৃঃ ৩১৩ অব্দত ৰাজপাটত উঠে। এখেতৰ সুখ্যাতিৰ আৰু সদাশয়তাৰ অনেক প্ৰবাদ প্ৰচলিত আছে। এটি, যেনে, — নিন্‌তফু স্বৰ্গদেৱে এদিন চফৰ ফুৰিবলৈ গৈ এটা পাহাৰৰ ওপৰত উঠি নিজৰ ৰাজ্যৰ শ্ৰীহীন অৱস্থা দেখি বিষন্ন হৈ তিনি বছৰৰ কৰ মাফ দিবলৈ হুকুম দিলে। পিচে, নিজৰ খৰছাদি এনে দৰে কমাব লগাত পৰিল যে, ৰাজপ্ৰাসাদৰ অৱস্থা নিচেই শোচনীয় হবলৈ ধৰিলে। কেইবা বছৰৰ পাচত তেওঁ ৰাণীয়ে সৈতে আকৌ সেই ঠাইলৈ গৈ ৰাজ্যৰ টনকিয়াল অৱস্থা দেখি "আহা, মই এতিয়া আকৌ চহকী হবলৈ ধৰিছোঁ" বুলি কোৱাত ৰাণীয়ে আচৰিত হৈ কবলৈ ধৰিলে, "চহকী হৈছে! আপোনাৰ নিচিনা অৱস্থাত লোকেনো কেনেকৈ চহকী হয় তাক কব নোৱাৰোঁ! ঘৰৰ ছালে পানী নৰখা হৈছে, বেৰ-খোৰ উৰ্ব্বলি গৈছে!" পিচে ৰজাই উত্তৰ কৰিলে, "ৰাণী, তুমি নিচেই আবুজনৰ কথা কৈছা। প্ৰজাই হে ৰজাৰ আচল সম্পত্তি, প্ৰজাৰ অৱস্থা ভাল হলেই ৰজাৰো ভাল।" ৰাণী জীংগুৰ সময়ৰপৰা অৰ্থাৎ খৃষ্টায় তৃতীয় শতাব্দীৰ আদিৰেপৰা জাপানীলৈ চীন সভ্যতাৰ সোঁত বলিবলৈ ধৰে। অজীন স্বৰ্গদেৱৰ দিনৰপৰা চীন-সাহিত্যৰ চৰ্চ্চা আৰম্ভ হয়, আৰু এখেতে চীন আৰু কোৰীয়াৰপৰা অনেক শিল্পী ও কাৰিকৰ আদি অনাই দেশৰ উন্নতিৰ অৰ্থে অনেক পুৰুষাৰ্থ কৰে। এয়ে জাপানৰ সভ্যতাৰ গুৰি। ক্ৰমে ক্ৰমে চীন দেশৰ সভ্যতা, সাহিত্য, ক্ৰমে ধৰ্ম্ম, নীতি-শিক্ষা আদি সকলো জাপানৰ হাৰে হাৰে বিয়পি পৰিলহি। খৃষ্টীয় পঞ্চম শতাব্দীৰ আৰম্ভণতে কোৰীয়াই দি আহি বৌদ্ধধৰ্ম্মই জাপানত সোমায়।

খৃঃ অঃ ৬৬৮ চনত তেঞ্জী স্বৰ্গদেৱে ৰাজপাটত উঠে। এখেতে দেশত অনেক নতুন নতুন কথাৰ প্ৰচলম কৰি দেশৰ উন্নতি বিধান কৰে। তেখেতে নিজে ঘণ্টা বাজিবৰ যন্ত্ৰেৰে সৈতে পানী-ঘৰী এটা উলিয়াই ব্যৱহাৰ কৰে। ৰাজ-চৰাৰ আগত ওজৰ-আপত্তি দাখিল কৰিবৰ কাৰণে এটা পেৰা, আৰু দেখা-সাক্ষাৎ কৰিবৰ হলে বজাৰৰ কাৰণে এটা ঘণ্টা ৰাখিবৰ দিহা কৰে। এখেতেই প্ৰথম পঢ়াশালি স্থাপন কৰে। আকৌ, এইজনা ৰজাই ইতৰ শ্ৰেণীৰ প্ৰজাৰ মাজত থকা পো-নাতিহীন হৈ মৰা ৰজাসকলৰ নাম চিৰস্মৰণীয় কৰিবৰ কাৰণে নিজে নিজে সেই নাম ধাৰণ কৰাৰ কুৰ্দ্ধচ প্ৰথা নিবাৰণ কৰে। ৰাজ্যৰ সু-ৰক্ষণৰ কাৰণে এখেতে ঠায়ে ঠায়ে কোঁঠমৰাৰ আৰু সাগৰৰ দাঁতিয়ে দাঁতিয়ে বিপক্ষৰ আক্ৰমণাদিৰ ইচাৰা দিবলৈ সংকেতৰ দিহা কৰে।

খৃষ্টীয় অষ্টম শতাব্দীৰ আৰম্ভৰেপৰা ক্ৰমে দুজনা ৰাণীয়ে বৰ খিতাপেৰে ৰাজত্ব কৰি যায়। এখেতসকলে নাৰা নামে ঠাইত ৰাজধানী থিতি লগাই নগৰৰ সাজ-শয্যাৰ ফালে বিশেষ মনযোগ দিয়ে, আৰু অনেক সুন্দৰ সুন্দৰ মন্দিৰাদি সাজে। অষ্টম শতাব্দীৰ প্ৰায় গোটেই ভাগ এই নাৰাতেই ৰাজধানী আছিল। এই সময়ত দেশৰ অৱস্থা বৰ ভাল আছিল; সাহিত্য, শিল্প আৰু ধৰ্ম্মচৰ্চ্চা বিশেষ ৰকমে চলিছিল। এই "নাৰা ৰাজত্ব"ৰ ভিতৰতে কেবাজনাও ৰাণীয়ে ৰাজভোগ কৰি ৰাজ্যৰ উন্নতি সাধন কৰি অক্ষয় কীৰ্ত্তি ৰাখি যায়। এখেত সকলে নিজেও বিদ্যাৱতী আছিল, আৰু ৰাজ্যৰ তিৰোতা মানুহৰ শিক্ষা আৰু উন্নতিৰ বিষয়ে বিশেষ যত্নপৰ আছিল। অষ্টম শতাব্দীৰ শেহ ভাগত কিয়টলৈ ৰাজধানী লৰোৱা হয়। এই কিয়টতেই প্ৰায় এহেজাৰমান বছৰ ৰাজধানী থাকে; আৰু বৰ্ত্তমান ৰজাৰ আমোলতহে টকিয়লৈ ৰাজধানী অনা হয়।

এই সময়ৰপৰা, অৰ্থাৎ কিয়টলৈ ৰাজধানী পৰিবৰ্ত্তন কৰাৰপৰা, নতুবা নবম শতাব্দীৰ আৰম্ভৰেপৰা জাপানী ইতিহাসৰ মধ্যযুগ (Middle ages) আৰম্ভ হয়। আগেয়ে জাতীয় জীৱন নিচেই সৰল আৰু অনুন্নত (simple and primary) আছিল। কালৰ গতিত ক্ৰমে পৰিবৰ্ত্তন হবলৈ ধৰিলে; লগে লগে জাকজমক, গৌৰৱ, মান, ক্ষমতা আদিৰ

হেঁপাহে জাতীয় জীৱনত বিশেষ খেল খেলিবলৈ ধৰিলে। ক্ৰমে লোকসংখ্যা বাঢ়িবলৈ ধৰি জীত-জয়ী, প্ৰভু-ভৃত্য, উচ্চ-নীচ ইত্যাদি পাৰ্থক্য বাঢ়িবলৈ ধৰিলে। এইদৰেই জাপানী ইতিহাসৰ প্ৰাচীন (Ancient ages) যুগৰপৰা পাৰ হৈ মধ্যবৰ্ত্তী যুগত ভৰি দিয়েই দলাদলি কটাকটি দেখিবলৈ পাওঁহক। ইতিপূৰ্ব্বে মিকাদই (Mikado) জাপানী ইতিহাসৰ "বৰখুটা' আছিল; কিন্তু ক্ৰমে জাতীয় জীৱনৰ পৰিবৰ্ত্তনৰ লগে লগে অনেক পাত্ৰ-মন্ত্ৰী ওলাবলৈ ধৰিলে; আন কি শেহত ৰাহুৱে সূৰ্য্যক গিলা কি মিকাদক ছাতি পেলালে।

নৱম আৰু দশম শতাব্দীত বিশেষ উল্লেখযোগ্য ঘটনা একো নাই। এই সময়ৰেপৰা ক্ষমতা লাভৰ কাৰণে দলাদলি আৰম্ভ হয়। পোন প্ৰথমে ফুজিওৱাৰা আৰু চুগাওৱাৰা নামেৰে দুই বংশৰ ৰাজকৰ্মচাৰীসকলৰ ভিতৰত, ৰজাৰ ওচৰত্ত খোচনাম পাবৰ কাৰণে আৰু নিজে ৰাজকীয় ক্ষমতা হাত কৰিবৰ কাৰণে প্ৰতিদ্বন্দিতা চলে। এই দুই শতাব্দীত বিদ্যা-চৰ্চা বিশেষভাৱে চলিছিল। ইতিপূৰ্বে civil আৰু military ক্ষমতাৰ পৃথক অস্তিত্ব নাছিল। ক্ৰমে সামৰিক ক্ষমতাৰ অভ্যুদয় হয়। একাদশ আৰু দ্বাদশ শতাব্দীৰ ভিতৰত সামৰিক ক্ষমতাৰ প্ৰাদুৰ্ভাব যথেষ্ট বাঢ়িবলৈ ধৰে আৰু ক্ৰমে শাসন সম্পৰ্কীয় ক্ষমতাও সামৰিক ক্ষমতাৰ তলতীয়া হয়। গতিকে, বেলেগ বেলেগ সামৰিক দলৰ ভিতৰত ক্ষমতা লাভৰ কাৰণ প্ৰতিদ্বন্দিতা ক্ৰমে বাঢ়িবলৈ আৰম্ভ হয়। দ্বাদশ শতাব্দীৰ শেহ ভাগত এই ঘৰুৱা যুদ্ধ-বিগ্ৰহৰ ওৰ পৰে। এইবিলাক বিগ্ৰহাদিৰ ফলস্বৰূপ জাপানৰ দোৰ্ঘোৰ পৰিবৰ্ত্তন সাধিত হয়।

এইবিলাক পৰিবৰ্ত্তনৰ ফলস্বৰূপ দ্বাদশ শতাব্দীৰ শেহ ভাগত মিনামট বংশৰ য়ৰিতমই আন আন প্ৰতিদ্বন্দী দলক পৰাস্ত আৰু উৎছন্ন কৰি, আন কি নিজৰ দলৰো ভৱিষ্যতে বিপদ ঘটাব পৰা সহোদৰ ভাইকে প্ৰমুখ্যে কেবাজনকো সিফলীয়া কৰি, নিজৰ বাট নিষ্কণ্টক কৰি সৰ্ব্বপ্ৰধান বিষয়া হৈ বহিল। এওঁ ক্ৰমে নানা ৰকমৰ ফিকিৰ-ফন্দি লগাই নিজৰ হাতলৈ ৰাজকীয় ক্ষমতা চপাই আনিবলৈ ধৰে। অলপৰ পাচতে ৰজাৰ পৰা সৰ্ব্বশ্ৰেষ্ঠ সন্মানসূচক "শগুন (সেনাপতি) উপাধি আৰু তাৰ আনুসঙ্গিক মান-সৎকাৰ আদি লাভ কৰি ৰাজ্যৰ ভিতৰত (ৰজাত বাজে) অদ্বিতীয় হৈ বহিল। ক্ৰমে এওঁ নিজৰ বিশ্বাসী বা আজ্ঞাপৰ লোকবিলাকক সকলো কাৰ্য-কৰ্ম্মত নিযুক্ত কৰি আৰু আন আন কুটিল ৰাজনীতি অৱলম্বন কৰি ৰাজ্য শাসনৰ সকলো প্ৰকৃত ক্ষমতা নিজৰ হাতলৈ আনি ৰজাক হাতৰ পুতলা কৰি ললে। ইফালে ৰাজপদৰ, আন কি ৰজা নামটিৰেই মৰ্যাদা ক্ৰমে চৰাই নি ইমান ওখত তুলিলেগৈ যে, স্বৰ্গদেৱ নামে-গাওঁৱে স্বৰ্গত উঠি ৰাজ্যশাসনৰূপ পৃথকীয়া লেঠা-জেঙ্গাৰপৰা আঁতৰ হৈ পৰিল। এইদৰে স্বৰ্গদেৱে প্ৰজাৰ হৃদয়ত প্ৰকৃত দেৱতাৰ ঠাই পায়ো ৰাজকীয় ক্ষমতাৰ আলহী স্বৰূপ হলগৈ। জাপানৰ মানুহৰ বিশ্বাসত ৰজা (নিজৰ দেশৰ হে, আন দেশৰ নহয়) দেৱতা; ৰজাৰ আদেশ দেৱবাণি, পূৰ্বে ৰজাক দেখা পাবৰ সাধ্য নাছিল।

এই শগুন পদবি পুৰুষানুক্ৰমিক হল। শগুনৰ পিছত শগুন, এক বংশৰ পাছত আন বংশ আহিবলৈ ধৰিলে। সেই একে শাসন-প্ৰণালী, একে শাসন-কৌশল। ৰজাৰ ৰাজধানী কিয়টক। শগুনৰ পাচতীয়া, অৰ্থাৎ সপ্তমদশ শতাব্দীৰ আৰম্ভৰে পৰা ৰাজধানী বা শগুনধানী টকিয়ত। টকিয় মানে পূবফালে থকা ৰাজধানী। শগুনৰ ক্ষমতা আৰু অৱস্থা এনে হে আছিল যে, ১৮৫৮ অব্দতো পাশ্চাত্য জাতিবিলাকে কামানৰ গোলাৰে জাপানৰ দুৱাৰ মেলিবলৈ আহিও এই শগুনকেই প্ৰকৃত ৰজা বুলি ভাবি 'His Majesty' বুলি সন্ধি কৰি যায়। অৱশেষত ৭০০ বছৰৰ মূৰত শগুনৰ এই ক্ষমতাৰ ওৰ পৰে আৰু ৰজাই (বৰ্তমান ৰজাৰ আমোল) নিজৰ প্ৰাপ্যস্থান অধিকাৰ কৰে।

খৃঃ ১৮৬৭ অব্দত বৰ্ত্তমান ৰজা মৎসুহিত স্বৰ্গদেৱ ৰাজপাটত উঠে। ১৮৬৮ অব্দত শগুনৰ ক্ষমতা আৰু পদবিৰ পতন হয়। ত্ৰয়োদশ শতাব্দীৰপৰা এই সময়লৈকে শগুনেই প্ৰকৃত ৰাজপদ খাই থাকে যদিও, সৰ্ব্বজনপূজিত স্বৰ্গদেৱে কিয়টৰ ৰাজপ্ৰসাদৰ মাজত প্ৰকৃত বন্দী নহলেও ৰাজক্ষমতাৰ উদাসীন ভাৱত পৰি থাকে। এই দীঘলীয়া সময় ফেৰিত শগুন পদত উঠিবৰ কাৰণে কেবাবাৰো দেশব্যাপী অন্তৰ্বিপ্লৱ উপস্থিত হয়। এই সময়ত Feudal system প্ৰচলিত থকাত Feudal Lords বিলাকৰ ভিতৰত ৰণবিগ্ৰহাদিও যথেষ্ট লাগি থাকে। এই সময়ত সামৰিক ক্ষমতাৰ অভ্যুদয়ৰ লগে লগে 'সামুৰায়' বা ক্ষত্ৰিয়ৰ উৎপত্তি হয়; এওঁবিলাকৰ কাম কেৱল ধেনু-কাঁড়, তৰোৱাল লৈ যুদ্ধাবিদ্যা চৰ্চ্চা কৰিব। এই জাপানী chivalryৰ ধুৰন্ধৰ। এওঁবিলাকতেই "বুষিদ" (Bushid) বা The

* Shogun "শগুন" (সেনাপতি)

ways of the knights অৰ্থাৎ, জাপানী জাতিৰ প্ৰকৃত তেজৰ (Spirit) উৎপত্তি। এইবিলাক জাপানী "ৰাজপুত"ৰ কত ক্ৰিয়াকলাপ আছে আৰু সেইবিলাকে বৰ্ত্তমানলৈকে জাতীয় জীৱনত কেনেকুৱাকৈ আধিপত্য কৰি আহিছে আৰু তাৰ ফলেই বা কেনে ধৰিছে তাক বৰ্ণনা কৰা দুঃসাধ্য। কিন্তু অলপ বুজিব পৰা যাব পাৰে বিগত ৰুচ-জাপানৰ যুদ্ধৰ ফলাফলৰ পৰা আৰু জাপানৰ ত্ৰিশবছৰীয়া জাতীয় পুনৰ্জন্মৰপৰা। আত্মত্যাগ, প্ৰাণভয় বিসৰ্জ্জন, স্বদেশ-প্ৰেম, আন্তৰিক সভ্যতা, আচল ৰাজভক্তি এইবিলাকেই সেই বহুকলীয়া জাপ-ৰাজপুত জীৱনৰ ফল-ফুল আৰু এইবিলাকৰ বলতেই জাপানৰ পুনৰ্জন্ম আৰু বৰ্ত্তমানে জগতত ইমান সমাদৰ। স্থানাভাৱৰ কাৰণ এইবিলাক বিষয়, অৰ্থাৎ এই দীঘলীয়া জাতীয় উন্নতি আৰু জাতীয়ত্ব গঠন প্ৰণালীৰ ইতিবৃত্ত বৰ্ণনা কৰা অসম্ভৱ। গতিকে, দুই-এটা কথা মাত্ৰ উল্লেখ কৰি বৰ্ত্তমান জাপানৰ, অৰ্থাৎ বৰ্ত্তমান ৰজাৰ আমোলৰপৰা ধৰা যাব।

মোগলৰ জাপান আক্ৰমণ।— চীন দেশত নিজ আধিপত্য বিস্তাৰ কৰি মোগলে ১২৭৫ অব্দত জাপানলৈ আক্ৰমণৰ ভয় দেখাই বশ্যতা স্বীকাৰ কৰাৰ কাৰণে কটকী পঠায়। জাপানত ৰজা আৰু বিষয়াসকলে সেই পত্ৰ অপমানসূচক জ্ঞান কৰি একো উত্তৰ নিদিয়ে। তাৰ পিছতো আকৌ নতুনকৈ দূত পঠিওৱাত একো ফল নেপাই শেহত মোগল সম্ৰাটে দহ হেজাৰ সেনা পঠাই জাপান আৰু কোৰীয়াৰ মাজত থকা জাপানৰ সৰু দ্বীপ দুটা আক্ৰমণ কৰে। তাৰ উপৰিও, জাপানৰ ৰজাৰপৰা এটা ভাল মীমাংসা পাবৰ অৰ্থে দহজন কটকী পঠায়। কিন্তু, এই কটকী দহজন কাটি পেলালে আৰু তাৰ উপযুক্ত ফল আশা কৰি জাপানে নিজৰ ৰাজৰক্ষাৰ উপায় চিন্তি যুদ্ধৰ আয়োজন কৰিবলৈ ধৰিলে। এইদৰেই ১২৮১ চনত পালেগৈ। অৱশেষত মোগলে জাপান আক্ৰমণ কৰিবৰ উপযুক্ত যান-যন্ত্ৰ যোগাৰ কৰি দহ লক্ষ সৈন্য পঠায়। জাপানীবিলাকেও যথেষ্ট যোগাৰ-যন্ত্ৰণা কৰে। কিছু জাপানী সেনাবিলাকৰ কাৰ্য্যদক্ষতাৰ কাৰণে, আকৌ কিছু বস্তৰ আদি বেয়া থকাত, অৰ্থাৎ সাগৰত ধুমুহা-বতাহ উঠাৰ কাৰণে মোগল সৈন্যই কৃতকাৰ্য্য হব নোৱাৰিলে। দহলক্ষৰ মাজত তিনিজন মাথোন উভটি গৈ শোচনীয় খবৰ দিবলৈ বাকী থাকিল।

জাপানী সেনাৰ কোৰীয়া আক্ৰমণ।—ষোড়শ শতাব্দীৰ শেহ ভাগত কোৰীয়াৰ লগত জাপানৰ মতান্তৰ চলে। এই সময়ত জাপানী সেনাই কোৰীয়াই দি গৈ চীন আক্ৰমণ কৰিবৰ উদ্দেশ্যেৰে কোৰীয়ালৈ পত্ৰ লিখে। কিন্তু, কোৰীয়াই সেই কথা উপলুঙা কৰি উৰুৱাই দিয়ে। তাতে ১৫৯২ চনত প্ৰায় ৩০।৪০ লক্ষ জাপানী সেনাই কোৰীয়া আক্ৰমণ কৰে। জাপানী সেনা ক্ৰমে জয়ী হৈ আগবাঢ়িবলৈ ধৰাত কোৰীয়াৰ ৰজাই ৰাজধানী এৰি পলাই গল, পোন প্ৰথমে জাপানী সেনাই বৰ কেৰামতালি আৰম্ভ কৰে; কিন্তু কালৰ গতিত ভাগ্য চক্ৰক্ৰমে লৰিবলৈ ধৰে। নৌযুদ্ধত জাপান পক্ষে কোৰীয়াৰ হাতত একেবাৰেই পৰাস্ত হয়। ইফালে আকৌ চীনৰ পৰাও সহায়-শক্তি আহি কোৰীয়াৰ দল পূৰ্ঠ কৰিবলৈ ধৰিলে। এইদৰেই দুই দলৰ ভিতৰত প্ৰায় ৬ বছৰ যুদ্ধ-বিগ্ৰহ চলি থাকে; তথাপি বিশেষ ফল ধৰা যেন নেদেখি জাপানে আকৌ সৰহকৈ সৈন্য পঠিয়াই চীন দেশ পৰ্য্যন্ত আক্ৰমণ কৰিবৰ যোগাৰ কৰে। কিন্তু, এনে সময়তে জাপান পক্ষৰ যুদ্ধ সমৰ্থনকাৰী ৰাজপুৰুষজনৰ মৃত্যু হোৱাত সোপাকে এৰি পেলাব লগাত পৰিল। ক্ৰমশঃ।

## সন্ন্যাসিনী।

(১)

সন্ন্যাসিনীয়ে কলে, "মহিমা, শুনিবা?" মই মাত লগালোঁ, মইতো শুনিম শুনিমকৈ আছোঁৱেই, তোমাৰ আপত্তি নেথাকিলে কোৱাঁ। "তেন্তে কওঁ শুনা" এই বুলি সন্ন্যাসিনীয়ে আৰম্ভ কৰিলে।

(২)

"সি আজি ত্ৰিশ বছৰৰ কথা। এই ডেৰ কুৰি বছৰ এটা কথাই মনৰপৰা নেৰাৰ বাবে স সাধাৰণ কথাৰ নিচিনা হৈ উঠিছে; এতিয়া আৰু তাৰ নিমিত্তে দুখ নহয়। তেতিয়া মোৰ বয়স ১৫।১৬ বছৰ। ঘৰত পিতাদেও আৰু ককাইদেও। ককাইদেৱে কলিকতাৰ কলেজত পঢ়ে। মই তেতিয়া অবিবাহিতা। চীনাজোকবোৰে যিদৰে এডাল বনত উঠি চাৰিওপিনে আন এডাল বন বিচাৰি লেউ-লেউ কৰে, মোৰ মনতো তেনে এটা ভাব। কি যেন এটা বিচাৰোঁ, কিহৰ যেন অভাৱ বুলি চকুৰে

চাৰিওপিনে চঞ্চলভাৱে চায়। এনেতে এদিন এজনা অতিথি আহি আমাৰ ঘৰত উপস্থিত হল। তেওঁ ককাইদেওৰ সমপাঠী, ককাইদেওৰ বন্ধু। গতিকে, শুশ্ৰূষাৰ ভাৰ মোৰ ওপৰত পৰিল; বিশেষ ঘৰত ময়ে অকল তিৰোতা। পাছদিনা পুৱা তেওঁ যাবলৈ ওলোৱাত মই কলোঁ, "আজি নগলে নহয় নে?" এইদৰে মোহন আমাৰ ঘৰত ৭ দিন থাকিল। তেতিয়া বন্ধৰো অন্ত পৰিল; তেওঁ ঘৰলৈ গল।

(৩)

মোহন যাবৰ দিনা মোৰ মনত কি এটা ভাবৰ উদয় হল, ফুটাই কব নোৱাৰোঁ; অলপ দুখো লাগিল, আনন্দও যেন অলপ হল। সেই ভাবটি প্ৰকাশ কৰিবলৈকো যেন লাজ লাগে আৰু মোৰ ভাব-গতিক দেখিয়ো যেন আনে বুজিব পাৰে, এনে বোধ হল। যি নহওক, মনৰ কথা অতি গোপনে চেপা দি ৰাখিলোঁ। সিদিনাৰপৰা মোহনৰ কথা ভাবি ভাল লগা হল। দুদিনৰ পিছত সকলো কামতে সেই একে কথা মনত পৰি থাকিবলৈ ধৰিলে। ৰাতি শুই শুই মায়াময় কল্পনাৰ বলত সুখৰ ৰাজ্য আঁকিবলৈ ধৰিলোঁ। এনেতে ককাইদেও কলিকতালৈ গল। যাবৰ দিনা কিছুমান কথা কম বুলি মনতে ঠিক কৰি ৰাখিছিলোঁ, কিন্তু লাজে ভেটী ধৰিলে। মনে মনে ভাবিলোঁ, চিঠি লিখিম।

(৪)

এনেতে পূজাৰ ছুটি আহিল; ককাইদেওৰ ঘৰলৈ অহাত ৭ দিন পলম হল। পিতাদেৱে ককাইদেওক সুধিলে, কাৰণ কি? তেওঁ কলে যে, মোহনৰ জ্বৰ হৈছিল, ঘৰৰপৰা মানুহ গৈ নোপোৱাৰ কাৰণে আহিব পৰা নাছিল। পিতাদেও মনে মনে থাকিল। মোৰ মনে হলে নেমানিলে। নীৰলত কথাৰ মূৰত ককাইদেওক সুধিলোঁ, কেনে জ্বৰ? শুনিলোঁ মোহনৰ জৰ টান, বাঁচিবৰ আশা সমুলি নাই। যদি বাঁচি উঠে, সি আয়ুষৰ জোৰ। মনৰ পিঠিত গধুৰ বোজা দি মনে মনে শুই থাকিলেঁ, ৰাতি টোপনি নহল; যিখিনি সময় অলপ চকু লাগিছিল, তাতে বহুত বেয়া সপোন দেখিলোঁ।

(৫)

পূজাৰ বন্ধৰ শেহ পৰাত ককাইদেও আকৌ কলিকতালৈ গল। এইবাৰো মোহনৰ খবৰ-বাতৰি লিখিবৰ কথা কব খুজিছিলোঁ; এইবাৰো লাজে ভেটা দিলে। মনত গতি বৰ অদম্য। দিনকে দিনে মোহনৰ কথা ভাবি, তেওঁ ভাল হল নে নাই সেই চিন্তাতে বলিয়াৰ নিচিনা হলোঁ। মনত শান্তি নাই;খোৱা-লোৱাতো সুখ নাই পিছে ক্ষীণা যাবলৈ ধৰাত পিতাদেৱে দৰব-পানী দিলে; ফল হলে একো দেখা নগল। সবশেহত মনৰ বেগ সামৰিব নোৱাৰি মোহনৰ নামে এখন চিঠি লিখিলোঁ। কিন্তু, ঠিকনা ককাইদেওৰ নামে দিলোঁ। তলত নাম দিলোঁ পিতাদেওৰ। উচিত সময়ত তাৰ উত্তৰ পোৱাত হে মনে পতিয়ন মানিলে।

(৬)

"পূৱ আকাশত ৰাঙলী বেলিটি ওলালে পদুমপাহে যেনেকৈ পোনাই চাই থাকে, ৰূপহী জোনৰ ৰূপালি কিৰণত মুগ্ধ হৈ যিদৰে ভেটফুলপাহে জোনলৈ পোনাই চায়, ময়ো মোহনৰ প্ৰতি সেইদৰে চাই ৰলোঁ; কিন্তু মহিমা তাৰ হলে প্ৰতিদান নহল! লাহে লাহে সেই আশা ফেৰাও অন্তৰ্হিত হল। মনে মনে ভাবিলোঁ, কলেজৰ বিজ্ঞান, দৰ্শন বা সাহিত্য প্ৰভৃতিৰ মাজত প্ৰেমৰ আলচ পতাৰ সময় সমুলি নাই। ভালপোৱাৰ কথা ভবাৰ অৱসৰো বৰ কম। কলেজ বৰ কঠুৱা। কিন্তু লালসাই এনে কথা মানিব কিয়? অলপ-অলপকৈ ঢিলাই দিলে যেনেকৈ বৰ কঠিন বান্ধো সোলোক-ঢোলোক হৈ আহে, ভালকৈ পতি নকৰিলে যিদৰে তেজাল পুলিটিও বৃদ্ধি নেপায়, সেইদৰে মোহনৰ প্ৰতি সেই ভালপোৱা ভাব যিহৰে অভাৱত হওক লাহে লাহে ক্ষীণাই আহিল। শেহত মোহন স্মৃতি-সপোনৰ নিচিনা হৈ পৰিল। কিন্তু, একো বেয়া নেভাবিবা, মহিমা, যৌৱনৰ তেজৰ বলত ভালপোৱা আৰু প্ৰেমৰ লক্ষণ সচৰাচৰ এনেই হয়; কাৰণ অতৃপ্ত বাসনা।

(৭)

"এই অতৃপ্ত বাসনা আৰু অদম্য ইন্দ্ৰিয় বেগে মোহনক কত উটাই-বুৰাই নিলে তাৰ ঠিক নহল। মনে আৰু নতুন বিচাৰিলে। এইবাৰ ঘনশ্যাম নামে এজন যুবা মোৰ বাসনাত আলহী সোমাল। মহিমা, বেজাৰ নাপাবা, মোকো নিলাজী নুবুলিবা। যৌৱনৰ মত্ততাত মানুহে বিবেকৰ বিৰোধে নেভাবি-নুগুণি বহুত পাপ কৰে। কবলৈ লাজ লাগে, ঘনশ্যামৰ লগত মোৰ অবৈধ প্ৰণয় ঘটিল। লো এডোখৰ তপতে-তপতে বৰ গৰম। পানীত পেলাই দিয়া মাত্ৰে ভক্‌ভকাই, ফক্‌ফকাই আৰু নাচি উঠে। কিন্তু, যেতিয়া তাৰ পানীৰ প্ৰতি আকৰ্ষণ বা

লালসাই তৃপ্তি লভিলে, তেতিয়া সি যেনে লো তেনে। আমাৰো সেয় হল। যেতিয়া দিন গল, যেতিয়া তেজৰ পিৰপিৰণি কম পৰিল, বাসনা তৃপ্ত হল, তেতিয়া তাহানিৰ লালসাৰ গৰম ভাব সেবেঙ্গা পৰিল; তেতিয়া হে বুজিলোঁ, কি কৰি কি কৰিলোঁ! ঘনশ্যামে মোৰ সংশ্ৰব এৰিলে। তেতিয়া আৰু কতো শান্তি নোপোৱা হ'লোঁ। সদাই মনত এটা উচপিচানৰ ভাব। তেতিয়া আকৌ বহুদিনীয়া মোহনৰ সেই মোহন মুৰতি লাহে লাহে হৃদয়ৰ এচুকত দেখা দিলেহি। কিন্তু, মনত শান্তি নহল। বাহ্যিকত সুখ নাই। যি সংসাৰত দুদিনৰ আগেয়ে চাৰিওপিনে মধুৰিমা দেখিছিলোঁ, যি সংসাৰক দুদিনৰ আগেয়ে অমৃতৰ অক্ষয় ভাণ্ড যেন ভাবিছিলোঁ, সেই সংসাৰে বিষত পৰিণতি লভিলে, মোহনৰ সেই অস্ফুট ছবিটিয়ে মনত আৰু অশান্তিৰ উদয় কৰিলে।

(৮)

"আকৌ হাঁহি মাৰি দীৰ্ঘবন্ধে দেখা দিলে। ককাইদেও এইবাৰ বি-এল মহলা দি কলিকতাতে আছিল; এতিয়া আহিল। এদিন এখন চিঠি ককাইদেওৰ অনাবধানতাৰ বাবে পৰি গল। দেখিলোঁ, চিঠিখন মোহনৰ। মনে খুদমুদালে। মেলি লৈ পঢ়িলোঁ;—

"প্ৰিয় নাৰায়ণ!

সৰু কালৰেপৰা আমি দুয়ো একেলগে পঢ়ি ইমান ডাঙ্গৰ হলোঁ। এতিয়া সংসাৰত প্ৰৱেশৰ দিন। কিন্তু, এটি কথা বহুদিনৰ পৰা মোৰ মনতে আছে, আজি তোমাক কম, তুমি ঠাট্টা নকৰিবা। কথা এই,— তোমাৰ ভনীয়েৰাক বিয়া কৰাবৰ ইচ্ছা। যিদিনা ৩।৪ বছৰৰ আগেয়ে তোমালোকৰ ঘৰলৈ গৈছিলোঁ, তেতিয়াৰেপৰা এই ইচ্ছা আছে। ইমানদিন কোৱা নাছিলোঁ; কাৰণ উপযুক্ত সময় নহলে কামনা কৰা বৃথা। প্ৰেম এলেহুৱাৰ উপভোগ্য নহয়। মই যিমান জানো, তোমাৰ ভনীয়েৰাৰ অমত নহব, সেই কথা তুমিও জানিব পোৱা। * * * মনৰ গতি সংযম কৰিব নোৱাৰি কিবা লিখিলে ক্ষমা কৰিবা। উত্তৰলৈ বাট চাই ৰলোঁ।' চিঠিখন দুই-তিনিবাৰ পঢ়িলোঁ। পিছত ককাইদেও আহিলত তেওঁক দিলে। তেওঁ সুধিলে, কাৰ চিঠি? মই একো নমতাকৈ গুচি আহিলোঁ।

(৯)

"বিয়া হৈ গল; কিন্তু অশান্তিৰ শেষ নপৰিল। মোহনৰ আদৰ, মোহনৰ প্ৰেম সকলো বিহ যেন হল। এদিন মোহনক কলোঁ, 'মই আপোনাৰ উপযুক্তা নহওঁ; মোক পৰিত্যাগ কৰক।" মোহনে একো নেমাতিলে, শেৰ প্ৰতি তেওঁৰ আদৰ বেছি হে হল। অভাগিনী মই; মোৰ সি অসহনীয়, মই আকৌ কলোঁ, "মোক ত্যাগ কৰক, মোক ত্যাগ কৰক" মোহনে কলে, "কমল! এনে নিদাৰুণ কথা শুনাই তুমি কি সুখ পোৱাঁ?" মই মোহনৰ ভৰিত পৰি কলোঁ, "আপুনি দেৱতা,— আৰু কথা নোলাল, গিৰিগিৰকৈ চকুলো পৰিবলৈ ধৰিলে। মনতে ভাবিলোঁ এনে হেন দেৱচৰিত্ৰ; ইয়াক পাপিনীৰ সংস্পৰ্শত মলিন হবলৈ নিদিওঁ। এদিন মাজনিশা মোহনৰ অজ্ঞাতসাৰে ঘৰৰপৰা বাহিৰ হলোঁ; সিদিনাৰপৰা মই 'সন্ন্যাসিনী'।"

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

# সংসাৰত সুখ নে দুখ?

সংসাৰত থকা প্ৰত্যেক মানুহকে যদি প্ৰশ্ন কৰা যায়, "সংসাৰত সুখ নে দুখ?" তেওঁ ততালিকে উত্তৰ কৰিব যে, সংসাৰত কেৱল দুখ। কিন্তু, তেনে উত্তৰ কৰা প্ৰত্যেককে যদি ঘূৰাই সোধা যায় যে, যদি সংসাৰত কেৱল দুখেই হে, তেন্তে তুমি মৰিবলৈ সাজু আছা নে? নাইবা, ওচৰত মাৰাত্মক বেমাৰ হলে, তুমি মৰিবা বুলি ভয় নকৰা নে? মৰণৰ হাত সাৰিবলৈ তুমি অহোপুৰুষাৰ্থ নকৰা নে? সংসাৰ ভোগ কৰি নিজৰ দেহ চম্ভালিব নোৱাৰা লাপুঙ্গীয়া বুঢ়া এটিয়েও মৰাৰ কথা শুনিলে জিভা কোঁচাই নি মুখ বেজাৰত টেমি এটিৰমান কৰে। তেওঁ বেচকৈ জানে যে, তেওঁৰ আৰু ভোগৰ শক্তি নাই, আকৌ সংসাৰৰ সুখ পাবৰ আশাও নাই, নিজে এটা লোকৰ বা নিজৰ পৰিয়ালৰ হাৰমাল হৈ কেৱল আনৰ সুখ-শান্তিত বিঘিনি কৰিছে, আৰু তেওঁ বেচকৈ জানে যে, এনে সময়ত মৰণৰ বাহিৰে আন একো তেওঁৰ উচিত কাম নাই, নিজৰ সজ বিবেচনাতো মৰণেই শ্ৰেয়ঃ বুলি তেওঁ মনক প্ৰবোধে। কিন্তু, ঠিক মৰণ উপস্থিত হৈছে বুলি গম পালে শোক-বেজাৰ অসন্তোষত মন-প্ৰাণ কোঁচ খাই তেওঁ হতবুদ্ধি হৈ পৰে। যোগী-সাধু-সন্ন্যাসীক সুধিলেও সংসাৰ অসাৰ, অনিত্য সংসাৰ,

ইয়াত থাকিবৰ কোনো সকাম নাই, যিমান সোনকালে ইয়াৰপৰা যাব পাৰি তিমান আত্মাৰ কুশল, দেহৰ সুখ ইত্যাদি কৈ সংসাৰৰ মূল্য কমাই দিয়ে। কিন্তু, সেই সাধু-সন্ন্যাসীয়েও মৰিবৰ বেলিকা শোকে-বেজাৰে সন্তপ্ত হয়। লৰা-তিৰোতা নাই, ঘৰ-বাৰী নাই, কিহৰ শোক? নিতৌ দন্দ-হাই, কাজিয়া-পেচাল কৰি নিজৰ পৰিয়ালৰ ভিতৰত সদায় অসুখ-অশান্তি কৰি থাকোঁতাজনেও এই সংসাৰ এৰি যাবৰ দিনা বেজাৰত অধীৰ হয়, যাৰে সৈতে দন্দ-হাই কৰি সুখময় সংসাৰ বিহৰ নিচিনা কৰি তুলিছিল তেওঁৰো অসুখ-অশান্তিৰ মূল জনক হেৰুৱাওঁতে বিচ্ছেদ-বেজাৰত কান্দি-কাতি হেৰাশান্তি হয়। প্ৰত্যেক শ্ৰেণী মানুহৰে মৰোঁতাৰ ইমান বেজাৰ কিয়? মৰাৰ পাছত কি হয় তাৰ ভয়ত নে কি?

"For in that sleep of death
what dreams may come,
Must give us pause; there's the respect
That makes calamity of so long life."

মৰি আটালে কি জানি এই সংসাৰৰ দুখ-শোকতকৈও বেছি দুখত পৰোঁ গৈ! সেয়ে যদি হয়, তেন্তে বেজাৰ কিহৰ? মৰোঁতাজনক শোকে বেঢ়ি ধৰেগৈ কিয়? ভয় আৰু শোক দুটা বেলেগ বস্তু।

সংসাৰত তেন্তে এনে কিবা এটা পদাৰ্থ আছে যাক মানুহে সংসাৰৰপৰা সতকাই এৰি যাব নোখোজে। ই কেৱল মায়া নহয়। লৰা-তিৰোতা নাইকিয়া, ঘৰ-বাৰী নোহোৱা, সমাজৰ বান্ধনী নাইকিয়া, যাৰ থকা ঠাইখনৰো ঠিক নাই, তেনে সন্ন্যাসীয়ে মৰণ কামনা কৰি থাকিও ঠিক মৰণৰ কালত শোক-জৰ্জ্জৰিত হয় কিয়?—"ৰোগী, চিৰ-প্ৰবাসী, পৰান্নভোজী পৰাবশথশায়ী। যজ্জীবতি তন্মৰণং যন্মৰণং সোস্য বিশ্ৰামঃ।।"—"বিশ্ৰাম" বুলি জানিও মৰণৰ সময়ত শোক-বিহ্বল হয়; একোলৈকে মায়া নাই, কালৈকো আশা নাই, তত্ৰাচ অন্তৰেৰে মৰণ কামনা নকৰে। সিপুৰিত যমৰ যাতনালৈ ভয় কৰি মৰণ আঁতৰোৱাতকৈ ইপুৰিৰ যাতনা কোনেও ধীৰ ভাবে সহি নেথাকিলেহেঁতেন। অনিশ্চিত এটালৈ ভয় কৰি নিশ্চিতৰপৰা কোনে সদায় কষ্ট ভোগ কৰি থাকিলেহেঁতেন? বাস্তৱিকতে সংসাৰত সুখ নাইকিয়া হোৱা হলে, অথবা যাক আমি দুখ বুলিছোঁ সেয়ে আচল দুখ হোৱাহেঁতেন মৰিবলৈ আমাৰ সিমান শোক-বেজাৰ নেথাকিলহেঁতেন। তেন্তে সুখ-দুখ নো কি? আৰু আচল সুখ-দুখ কত পায়?—সুখ আৰু দুখ সংসাৰতে আছে আৰু সিহঁত মানুহৰ তলতীয়া। মানুহৰ জীৱন সদায় কৰ্ম্মকৰী; মানুহৰ মন যেনেকৈ খালি হৈ ভাবশূন্য অৱস্থাত থাকিব নোৱাৰে, মানুহৰ জীৱনো কোনো কাম নকৰাকৈ থাকিব নোৱাৰে। কাম নকৰিলে জীৱন বৃদ্ধি আৰু সম্পূৰ্ণতাবস্থা প্ৰাপ্ত হব নোৱাৰে। সংসাৰ কাৰ্য্যক্ষেত্ৰ। সংসাৰত কাৰ্য্য কৰাই হৈছে জীৱনৰ সুখ, কাৰ্য্য কৰিব নোৱাৰাই বা মৃত্যুৱেই হৈছে দুখ। সকলো মানুহৰ পেটত এনে এটা ভাব পায় দেখা যায় যে, তেওঁৰ সংসাৰলৈ অহাৰ কিবা এটা যেন চিন থাকে; মৰাৰ পিছতো যেন তেওঁৰ স্মৃতিচিহ্ন ৰয়। লৰা-ছোৱালী থাকিলে বা আন কোনো ডাঙৰ কাৰ্য্য ৰৈ গলেও মানুহে মৃত্যুৰ সময়ত অলপ আশ্বাস পায়। আৰু মোৰ মনেৰে মৃতকক পিণ্ডাদি দিয়াও এই স্মৃতিৰক্ষণৰ বাহিৰে আন একো নহয়; আৰু "পুত্ৰ পিণ্ড প্ৰয়োজনে" মানে মৃতকৰ সংসাৰত থকা কেদিনৰ চিহ্ন ৰখোৱা। অপুত্ৰকা হৈ সংসাৰ এৰিলে পুৎ নামে নৰকত কষ্ট ভোগ কৰাটো কেৱল কবিৰ কল্পনা। নিয়মমতে বিবাহ কৰি যাতে পুত্ৰ লাভ কৰে সেই পুত্ৰই যাতে বাপেকৰ নাম ৰাখে আৰু সেই বংশ বৃদ্ধি হয় তাৰ কৌশলৰ বাবে এইবিলাক কবিৰ কল্পনা। কিন্তু সি যি হওক, মানুহৰ অন্তৰৰ ভাব এই যে, সংসাৰ এৰাৰ পিছতো যেন তেওঁক আনে স্মৰণ ৰাখে। মৰাজনে অন্তৰেৰে "Cast one longing lingering look behind." কাৰ্য্যক্ষেত্ৰত কাম কৰিলে গুটি ৰয়; যেয়ে যি প্ৰকাৰেৰে কাৰ্য্য কৰক লাগিলে তাৰ গুটি অৱশ্যে ৰব আৰু সেই গুটিৰ নিমিত্তে মানৱ প্ৰাণ মৃত্যুৰ সময়ত লালায়িত। কাৰ্য্য নহলে গুটি হোৱাৰ সম্ভাৱনা নাই। এই গুটিয়েই হৈছে জীৱনৰ উদ্দেশ্য আৰু কাৰ্য্যই হৈছে জীৱনৰ কৰ্ত্তব্য।

জীৱনৰ কৰ্ত্তব্য যদি কাৰ্য্য হল, এই কাৰ্য্যতে মানৱ-প্ৰাণৰ সুখ-দুখ পাব পাৰি। খাই-শুই-বহি থাকি যি সুখ অনুভৱ কৰে, তাৰ সি সুখ প্ৰকৃত সুখ নহয়। সেই সুখ এক প্ৰকাৰ পাশৱ সুখ বুলিব লাগে। কিন্তু, কাম কৰি মানুহৰ যি মনত সন্তোষ লাগে সিহে প্ৰকৃত সুখ। দিনে-ৰাতিয়ে দন্দ-হাই, মৰা-কটা, হাই-উৰুমি লাগি যদি কোনো কাৰ্য্যত ব্যাঘাত নজন্মায়, তেন্তে সেই দন্দে সেই কাজিয়াই দুখৰ একো চিন নেদেখুৱায়; বৰঞ্চ তেনেকুৱা অৱস্থাৰপৰাও সুখ পোৱা যায়। প্ৰেমিকসকলে অলপতে বুজিব যে, অৱস্থা ভেদে দন্দ-কাজিয়া কৰি বৰ সোৱাদ লাগে; ঘৈণীয়েকৰ ওপৰত গিৰীয়েকে বা গিৰিয়েকৰ ওপৰত ঘৈণীয়েকে কথাই কথাই ঠেহ পাতি তেওঁবিলাকৰ প্ৰেমৰ বান্ধনী নোমোকোলাই অলপ দৃঢ় হে কৰে। তেওঁবিলাকে দন্দ কৰি সোৱাদ পায়।

তেওঁবিলাকে দন্দ কৰি যি সোৱাদ পাব পাৰে, মানুহেও সংসাৰৰ কাৰ্য্যক্ষেত্ৰত কাৰ্য্য কৰি তেনে সুখ পায়। তেন্তে যি যিমান কাৰ্য্য কৰিব পাৰে সি সিমান সোৱাদ পায় আৰু তাৰ সিমান সুখ বাঢ়ে। কেতিয়াও নেভাবিবা যে, চক্ৰেটীচে জীৱনৰ কাৰ্য্য হাতত লৈ যেতিয়া তেওঁৰ দেহা প্ৰতিমুহুৰ্ত্ততে বিপদত আগবঢ়াইছিল, তেতিয়া তেওঁ দুখ ভোগ কৰিছিল। শুভকাৰ্য্য কৰোঁতে বিপদ আশঙ্কা কৰাটোৱেই সুখ; ই প্ৰেমিকৰ ঠেহ পতাৰপৰা পোৱা সুখৰ দৰে। যাৰ যিমান কাৰ্য্য বিস্তৰ হয়, তাৰ তিমান মনত সন্তোষ হয়। মিঃ ব্ৰেডলাফে তেওঁৰ যাবজ্জীৱন পাৰ্লেমেণ্টৰ দৃঢ় নিয়ম কোমলাবলৈ চেষ্টা কৰি মৰাৰ অলপ আগেয়ে কৃতকাৰ্য্য হোৱা শুনি পৱিত্ৰ সুখেৰে সংসাৰ এৰিলে। শুভকাৰ্য্য কৰিবলৈ চেষ্টা কৰোঁতে দৈহিক সুখৰ নানান প্ৰকাৰ বিঘিনি, সময়ত খাবলৈ, সময়ত শুবলৈ অসুবিধা হব পাৰে; কিন্তু তেওঁ সুখত সময় নিয়ায়। স্কুলীয়া লৰাই কঠোৰ পৰিশ্ৰম কৰি পঢ়ি পৰীক্ষাত মনোমত ফল লাভ কৰি পৰিশ্ৰম সমুলি পাহৰে। পৰিশ্ৰম কৰি থাকোঁতেও আগলৈ সুখ হব বুলি অনুমান কৰি অলপ টোপনি খতি কৰা, "ৰং-তামাচাৰপৰা বঞ্চিত হৈ আত্মোন্নতি কৰাত মনত নিৰতিশয় সুখ অনুভৱ কৰে। যি এই কাৰ্য্যৰপৰা হোৱা সুখ ফেৰা অনুভৱ কৰিব পাৰিছে, সিয়েই কাৰ্য্যত সদায় লিপ্ত থাকে আৰু তাৰে আত্মাৰ উন্নতি হৈছে আৰু সংসাৰত নাম ৰৈছে। বেয়া কাম কৰি মনত এই সুখ পাব নোৱাৰে। সেই সুখ ক্ষন্তেকীয়া জীৱনৰ সুখ নহয়। সংসাৰত সুখ পাবলৈ সদায় শুভ কাৰ্য্যত মগ্ন থাকিবা। শুই-বহি থকা একো সুখ নহয়। মানুহৰ জীৱনে কাৰ্য্যক্ষেত্ৰত যিমান বেছি ঠাই আকোৱালি লব পাৰে, সেই জীৱনৰ সিমান গৌৰৱ। কেতিয়াও নেভাবিবা, ৰজাৰ জীৱনে সাধাৰণ জীৱতকৈ খাই-বৈ-শুই থকা সুখ বেছি পায়।

* * * What infinite heart's ease Must kings neglect that private men enjoy!"

ৰজাৰ কাৰ্য্যক্ষেত্ৰ বহল কাৰণে বেছি শুভকাৰ্য্য কৰিবলৈ ঠাই পায়। দৈহিক বা এদিনীয়া সুখ জলাঞ্জলি দি চিৰজীৱনৰ সুখ বিচাৰিবলৈ স্থল পায়। ইত্যাদি কাৰণত মানুহে কাৰ্য্যক্ষেত্ৰত যিমান উন্নতি কৰে, তিমান তেওঁৰ দেহাক সুখৰ পৰা বঞ্চিত কৰে। এইবিলাক সদায় ভোগ কৰিব পৰা ক্ষন্তেকীয়া সুখৰ উপৰিও জীৱনৰ কাৰ্য্যত লিপ্ত থাকি আচল সুখ উপাৰ্জন কৰিব পাৰি। কাৰ্য্যজনিত সুখেই আচল সুখ। কাৰ্য্য কৰি থাকোঁতে সংসাৰৰ যি অলপ দুখে মেৰাই ধৰে সি আচল দুখ নহয়। সংসাৰত দুখতকৈ সুখৰ স্থল বেচি আছে, আৰু এই সুখ-দুখ আমাৰ তলতীয়া। শুভকাৰ্য্য কৰি থাকোঁতে কেতিয়াবা কৰবাত এটা দুখ পোৱা, এটা লোকৰ ঠোঙ্গানা-ঠোঙ্গোনী খোৱা একো দুখ নহয়; বৰঞ্চ, এইবিলাক সেই কাৰ্য্যলৈ পাচনীয়া উৎসাহ। সংসাৰখন ওখোৰা-মোখোৰা নোহোৱা হলে সংসাৰৰ মানুহ সকলোটিয়ে পেলনবাট ধৰি উন্নতি কৰি সুখৰ আকৰত বহি থাকিলেহেঁতেন! সংসাৰত যে তেনে বিপদ-আপদ আছে, সেয়ে এক প্ৰকাৰ শুভ বস্তুহে। সেইবিলাক থকাৰ বাবেহে সুখ আচল সুখ। সেয়ে নোহোৱাহেঁতেন এই সুখৰ মূল্য একো নেথাকিলহেঁতেন, যেসে-সেয়ে ডাঙ্গৰ মানুহ হলহেঁতেন। ডাঙ্গৰ মানুহ হব নিদিবলৈ সংসাৰত নানা বিঘিনি আছে, বিপদ আছে আৰু হৰেক ৰকমৰ অসুবিধা আছে। আৰু, সেই কাৰণেইহে সংসাৰত ডাঙ্গৰ মানুহ হোৱাৰ সোৱাদ আছে, ডাঙ্গৰ মানুহৰ মূল্য আছে। সংসাৰৰ কাৰ্য্যত নানা প্ৰকাৰ বিপদ, বিঘিনি থকাৰ কাৰণেহে তাৰপৰা সুখ জন্মে; আৰু সেই সুখেই পৱিত্ৰ সুখ। সেই সুখেই মানুহৰ জীৱন সংসাৰত ৰাখি থৈছে; সেই সুখকে এৰি সংসাৰৰপৰা জীৱ সতকাই যাব নোখোজে, আৰু সেই সুখৰ বাবেই মৰণৰ সময়ত অসুখ-অশান্তি বেজাৰ, অসন্তোষ আৰু শোক।

এলেহুৱা নিষ্কৰ্মী মানুহৰ সুখ নাই; অসৎ কামৰপৰা সুখ নোপজে। অসৎ কামত নিজৰ স্বাস্থ্য নষ্ট কৰি কোনো কামলৈ অকামিলা কৰি গোটেই জীৱনক সুখৰপৰা একেবাৰেই বঞ্চিত কৰা যায় ক্ষন্তেকীয়া সুখৰপৰা জীৱনৰ একো উন্নতি নহয়। জীৱন অৱনতিৰ ফাললৈ নি সোনকালে ধ্বংস কৰে। যি সুখে জীৱনৰ গঠনত সহায় নকৰে, সেয়ে ক্ষন্তেকীয়া আৰু হানিকৰ; সেই সুখ প্ৰকৃত সুখ নহয়। তাক ইংৰাজীত Pleasure, আৰু জীৱনৰ উন্নতি কৰা কাৰ্য্যজনিত সুখক Happiness বোলে। Pleasure=hedone; Happiness=eudacomonia, এজন ইংৰাজ নীতিজ্ঞই লিখিছে;—

"Plesure is the feeling which accompanies the satisfaction of particular desires; happiness is the feeling which accompaines the sense that apart from the satisfaction of momentary desire and even in spite of the pain of refusal or failure to satisfy them, the self as a whole is being realized." — আজিকালি নীতি হেডনিষ্টিক (Hedonistic) গুচি ইউডিমনিষ্টিক (Eudacomonistic). আৰু পাশ্চাত্য নীতিজ্ঞই তেনেকৈয়ে বিভিন্ন কৰিছে।

# মনোবিজ্ঞান।

## সম্মোহন আৰু বশীকৰণ।

ডাক্তৰ কোটচ্ চাহাবৰ প্ৰণালী।— ডাক্তৰ কোটচ চাহাবে কয়, "কেৱল যে দুৰ্ব্বল, কোমল আৰু চঞ্চল মনৰ মানুহকহে বশ কৰিব পাৰি, সবল মনৰ মানুহক নোৱাৰি এনেকুৱা কেতিয়াও নহয়। ৰিচেনবেক, ব্ৰেড্, চাৰকট এইসকল বশীকাৰকে এই ভ্ৰমমুলক ধাৰণাত পৰি দুৰ্ব্বল আৰু চঞ্চল মনৰ মানুহবিলাকক প্ৰথমে বশ কৰিছিল; কিন্তু তেওঁবিলাকে শেহত বুজিলেহে গৈ যে, সবল মনৰ নিৰোগী শৰীৰৰ মানুহকো বশ কৰিব পাৰি। আৰু দুৰ্ব্বল মনৰ ৰুগীয়া শৰীৰৰ মানুহতকৈ সবল মনৰ নিৰোগী শৰীৰৰ মানুহত মেচমেৰিজম ক্ৰিয়াৰ ওখ আৰু উজ্জ্বল বিধৰ বিকাশবিলাক দেখিবলৈ পোৱা যায়। বশীকৰণ ক্ৰিয়া বশীকাৰক আৰু বশীকৃত উভয়ৰ পৰস্পৰ হীন-ডেঢ়ি বা শ্ৰেষ্ঠতা-নিকৃষ্টতাৰ ওপৰত নিৰ্ভৰ কৰে। মই মোতকৈ স্বাস্থ্যত, মানসিক আৰু শাৰীৰিক বলত শ্ৰেষ্ঠ মানুহকো বশ কৰিছোঁ। তেওঁবিলাক আৰু মোৰ মনৰ এই মাত্ৰ প্ৰভেদ আছিল যে, মই বশ কৰিম্ বুলি দৃঢ় প্ৰতিজ্ঞ হৈছিলো, তেওঁবিলাকে "আমাক বশ কৰিব নোৱাৰে", এনেকুৱা ভাব মনত নেৰাখি, "বাৰু বশ কৰে যদি কৰক, বশ হলেনো কেনেকুৱা লাগে ইয়াকে চাওঁ", এনেকুৱা ভাব ধাৰণ কৰিছিল। অৰ্থাৎ, মুঠতে তেওঁবিলাকে মোৰে সৈতে কোনো অৰিয়া-অৰি ভাৱ ৰখা নাছিল। যি মানুহে অজ্ঞতা বা অহঙ্কাৰ ভাব ৰাখি "মোক বশ কৰিব নোৱাৰে" এনেকুৱা ধাৰণা কৰি বহে, সেই মানুহক তেতিয়াই বশ কৰিবলে চেষ্টা কৰি বৃথা সময় নষ্ট কৰা উচিত নহয়; কাৰণ তেওঁবিলাকে তুমি যাতে বশ কৰিব নোৱাৰা ইয়াৰ নিমিত্তে তেওঁবিলাকৰ অন্তৰ্নিহিত সমস্ত বৃত্তিবিলাকক সজাগ কৰি লৈ তোমাৰে সৈতে যুঁজ পাতিব, তেতিয়া তেওঁক বশ কৰিবলৈ টান হয়। দৰাচলতে তুমি যদি তেনেকুৱা মানুহকো বশ কৰিব খোজা, তেন্তে তুমি তোমাৰ অভিপ্ৰায় জানিবলৈ নিদি প্ৰথমেই তেওঁৰ মনৰপৰা জেদ ভাবটি আঁতৰ কৰিবা; অথবা তেওঁক তেওঁৰ সতৰ্কতাৰ ভাবটিৰ পৰা চ্যুত কৰি লবা, আৰু ধীৰে ধীৰে তেওঁক মেচমেৰিজমৰ উপকাৰিতাৰ বিষয়ে বুজাবা। এই দৰে অতি ধৈৰ্য্য সহকাৰে তেওঁৰ মন চুৰ কৰি, অৰ্থাৎ তোমাৰ ফলিয়া কৰি লৈ তেওঁক বশ কৰিবা। ধৈৰ্য্য সহকাৰে, বুদ্ধিৰে কাম কৰিব পাৰিলে জেদি মানুহো তোমাৰ বশ হব। সাধাৰণতঃ লেপেটি লাগি থকা বেপাৰীবিলাকে, ডাক্তৰবিলাকে, পাদুৰি চাহাববিলাকে এই দৰেই বুদ্ধিৰে আৰু ধৈৰ্য্যেৰে তেওঁবিলাকৰ উদ্দেশ্য সিদ্ধি কৰেগৈ।

স্বাভাৱিক নিদ্ৰাত কলিজাৰ ধপধপনি কাম হয়, হাতৰ নাড়ীৰ বেগ ধীৰ হয়, মগজুত তেজৰ পৰিমাণ কম হয়। বশীকৰণ প্ৰক্ৰিয়াৰে বশীকৃতৰ ওপৰত এই তিনিটি অৱস্থা ঘটাব লাগে। মূৰৰ ফালৰপৰা তললৈ হাত বুলালে মূৰৰপৰা তেজ নামি আহি মগজুক শীতল কৰে। টোপনিৰ অৱস্থাত চকু দুটা ওপৰলৈ আৰু ভিতৰলৈ ঘূৰে। চকুত দুশাৰী মাংসপেশী আছে। এশাৰীক ওপৰৰ টেৰা-বেঁকা মাংসপেশী বোলে (Superior oblique muscle), আন শাৰীক তলৰ সোজা মাংসপেশী বোলে (Inferior straight muscles). তলৰ শাৰীৰ মাংসপেশীৰ ক্ৰিয়া মানুহৰ মনৰ ওপৰত (Will) নিৰ্ভৰ কৰে; ওপৰৰ শাৰীৰ নকৰে। মানুহে যেতিয়ালৈকে সজাগেৰে থাকি চকুৰ দ্বাৰা কাৰ্য্য কৰে সেই পৰ্য্যন্ত তলৰ শাৰী মাংসপেশীয়ে চকু দুটা ওপৰলৈ ঘূৰি ভিতৰলৈ সোমাই যাবলৈ নিদি থিৰেৰে ধৰি থাকে। কিন্তু, যেতিয়া মগজু শীতল হৈ মানুহক তন্দ্ৰা বা টোপনিৰ আবেশত পেলায়, তেতিয়া ওপৰৰ শাৰী মাংসপেশীয়ে চকু পটা টানি ভিতৰলৈ ঘূৰাই নিয়ে। শ্ৰেষ্ঠজনক প্ৰণাম কৰোঁতে, একেমনে ঈশ্বৰৰ ধ্যান কৰোঁতা, মূৰ্চ্ছা, তন্দ্ৰা, নিদ্ৰা যাওঁতে চকু ওপৰলৈ উঠে। মৃত্যু অৱস্থাতো সেইদৰে চকু ঘূৰি সোমাই যায়। কোনো প্ৰক্ৰিয়াৰে এই তলৰ মাংসপেশীৰ বশ শিথিল কৰিব পাৰিলেও মানুহক তন্দ্ৰাত পেলাব পাৰি।

এইদৰে টোপনি আনিব খুজিলে তোমাৰ ৰোগীক বা বশীকৃতজনক সুস্থ হবলৈ কবা। তেওঁক, ভয় সংশয়, চিন্তা, অবিশ্বাস কৰিবলৈ নিদিবা। ৰোগী বা বশীকৃতজনৰ মঙ্গলকামী বা হিতাকাঙ্ক্ষী মাক-বাপেক, বন্ধু, মালিক বা কবিৰাজ যেনে-তেনে এজনক আগত ৰাখিবা। যি যি কাৰণে ৰোগীৰ বা বশীকৃতৰ মন চঞ্চল কৰিব পাৰে, সেইবিলাক কাৰণ আগেয়ে আঁতৰ কৰিবা। কাৰ্য্য সিদ্ধি কৰিবলৈ গলে ৰোগীক বা বশীকৃতজনক তোমাৰ ওপৰত আস্থা বা বিশ্বাস স্থাপন কৰোৱাই লবা। তুমি যি কোৱা, যি কৰা ৰোগী বা বশীকৃতজনে তাৰপৰা যেন বুজে, তুমি যি

কাম হাতত লৈছা সেই বিষয়ে তুমি পকা। তুমি নিজেও মনত দোধোৰ-মোৰ বা পাৰোঁ কি নোৱাৰোঁ এনেকুৱা ভাব নেৰাখিবা। ৰোগীক সুখেৰে শুবলৈ বা বহিবলৈ দিবা। তেওঁৰ সমুখত বা কাষত তুমি নিজে বহিবা বা থিয় দিবা। তেওঁক আন মানুহৰ বিষয়ে বা ঘৰৰ ভিতৰত থকা বয়-বস্তুবিলাকৰ বিষয়ে ভাবিবলৈ হাক দিবা। কেৱল তোমাৰ ওপৰতে তেওঁক নিৰ্ভৰ কৰিবলৈ কবা। তেওঁক চকু দুটা মুদিবলৈ বা তোমাৰ চকুলৈ চাবলৈ কবা। তেওঁ যদি তন্দ্ৰা, অস্পষ্ট দৃষ্টি, স্নায়বীক উত্তেজনা ইত্যাদি কোনো প্ৰকাৰ অসুখ অনুভৱ কৰে, তেওঁক কবা, "ভয় নকৰিবা, টোপনি যোৱাঁ, তোমাৰ সমস্ত ভাল হব। তোমাৰ বেয়া হলে মই জগৰীয়া আছোঁ।"

ইয়াৰ পিচত পাঁচ মিনিটমান সময় তুমি তেওঁৰ হাত দুখনত সহজে সুখ লগাকৈ ধৰিবা, অথবা তেওঁক তেওঁৰ হাত দুখন আঁঠুৰ ওপৰত থবলৈ দি লাহেকৈ ধীৰে ধীৰে তোমাৰ হাত দুখন তেওঁৰ হাতৰ ওপৰত থবা। এই দৰে যেতিয়ালৈকে তোমাৰ-হাতৰ তাপে তেওঁৰ হাতৰ তাপে সমান নহয় তেতিয়ালৈকেৰাখিবা। তুমি তেওঁৰ চকুৰে চকুৰে অথবা তেওঁৰ ভ্ৰূৰ মধ্যস্থিত ঠাই ডোখৰলৈ চাই থাকিবা। তোমাৰ মন ধীৰে ধীৰে আৰু ধৈৰ্য্যৰে সৈতে যাতে তেওঁৰ টোপনি আহে এই ভাৱত প্ৰয়োগ কৰিবা। তাৰ পিচত লাহে লাহে তেওঁৰ হাতৰপৰা তোমাৰ হাত দুখন আনি তেওঁৰ মূৰৰ দুয়ো-কুমে দিবা; হাতৰ আঙ্গুলিবিলাক মূৰত থাকিব, বুঢ়া আঙ্গুলি দুটা দুয়ো ভ্ৰূৰ মাজৰ ঠাই ডোখৰলৈ টোৱাঁবা হাতৰ তলুৱাৰে কুম দুটাত ঈষৎ হেচা দিবা। কাৰণ তেনেকুৱা কৰিলে কুমৰ নাড়ীৰে মগজুৰপৰা তেজ নামি আহিব। তাৰ পিচত লাহে লাহেকৈ মূৰৰ পৰা তললৈ হাত বুলাই বুলাই আনিবা। আঙ্গুলিৰ মূৰবিলাক কুমৰ ফাললৈ আৰু চকুলৈ ঈষৎ ভাৱে টোৱাঁবা; কিন্তু বুঢ়া আঙ্গুলিৰে কেতিয়াও কতো হেচা নিদিবা, আৰু এইদৰে লাহে লাহে ওপৰৰপৰা তললৈ হাত বুলাবা। তলৰপৰা হাত বুলাওঁতে হাত পোনে পোনে নানি মুঠি মাৰি অৰ্দ্ধবৃত্তাকাৰে ঘূৰাই তুলিবা। যদি এই দৰে কৰিও প্ৰথম বাৰত টোপনি আনিব নোৱাৰা, তেন্তে আকৌ আন সময়ত চেষ্টা কৰিলে চেষ্টা সফল হব। যেতিয়া ৰোগী বা বশীকৃতজনৰ নিদ্ৰা অহা প্ৰমাণ পোৱা, তেতিয়া পোন প্ৰথমেই মেচ্‌মেৰিজমৰ বিশেষ বিকাশবিলাক চাবলৈ ইচ্ছা কৰিলে তুমি ৰোগী বা বশীকৃত জনৰ বিৰক্তিৰ বাজন হৈ চিৰকাললৈ এটি ভাল ৰোগী বা বশীকৃত মানুহ হেৰুৱাবা। নিদ্ৰা ভঙ্গ কৰিব খুজিলে কিছুপৰ শুবলৈ দি শেহত তেওঁৰ পিচত বা সমুখত থিয় দি বা বহি তলৰপৰা ওপৰলৈ হাত বুলাবা। কপালত ধীৰে ধীৰে মুখেৰে ফুৱাঁবা। এইদৰে কৰিলে ৰোগীয়ে টোপনিৰপৰা সুখ অনুভৱ কৰি সাৰ পাব। তোমাৰ ৰোগীৰ বিষয়ে অভিজ্ঞতা জন্মিলে ৰোগীক সুধি স্থিৰ কৰিব পাৰিবা তেওঁ কেতিয়া সাৰ পাব। তেওঁ যি সময়ত সাৰ পাম বুলি কব সেই সময়লৈ বাট চাবা। দেখিবা, ঠিক সেই সময়ত তেওঁ আপোনা-আপুনি সাৰ পাব।

পাশ্চাত্য পণ্ডিতসকলৰ সম্মোহন আৰু বশীকৰণ ক্ৰিয়াৰ প্ৰণালী এইবিলাকেই; কিন্তু আমি শুনিছোঁ, হিন্দু মহাত্মাসকলৰ বশীকৰণ আৰু সম্মোহন কৰিব পৰা প্ৰণালী আৰু ক্ষমতা ইয়াতকৈও তীব্ৰ আৰু তেজাল। এনেকি, যৎকিঞ্চিৎ স্পৰ্শ কৰিয়েই বা যৎকিঞ্চিৎ পৰ চায়েই, অথবা যৎকিঞ্চিৎ শান্তি জল সেচন কৰি বা ফুৱাঁই মানুহক একেবাৰে সমাধিস্থ কৰিব পাৰে। বঙ্কিমচন্দ্ৰৰ চন্দ্ৰশেখৰত পৰমহংস জনে কমণ্ডলুৰ জল খুৱায়েই শৈবলিনীক একেবাৰে ধ্যানস্থ বা সমাধিস্থ অৱস্থাত পেলাই দিব্য-দৃষ্টি (Clairvoyance) আৰু দিব্যশ্ৰৱণৰ (Clair audience) বিকাশ দেখুওৱাৰ কথা লিখা আছে। আমাৰ দেশত জকিবিলাকে আৰু দেওধনীবিলাকে নিজকে নিজে Mesmerise বা Hypnotise কৰি সমাধিস্থ অৱস্থাত পৰে, আৰু সেই সমাধিস্থ অৱস্থাতে ভৱিষ্যতত কি হব কোৱা প্ৰবাদো আছে। মাৰৈ পূজাৰ দেওধনীবিলাকে ডকৰপৰা উঠি ভৱিষ্যতৰ ভাল-বেয়া কয়। মিৰিজীয়ৰী উপন্যাসতো দবুৰ পূজাৰ চাঙদুপি দেওধায়ে সমাধিস্থ অৱস্থাত পৰি ডেকা-গাভৰুহঁতে প্ৰশ্ন কৰোঁতে 'কিন্তু এটা বেয়াও আছে' এই কথা কোৱাৰ উল্লেখ আছে। গ্ৰন্থকাৰকে সেই বেয়াকে শেহত নি জঙ্কি আৰু পানেইৰ মৰণত পৰিণত কৰিছে। সুন্দৰকৈ সমাধিস্থ হৈ কলে হেনো প্ৰায় কথা মিলে; কিন্তু দুখৰ বিষয়, অনেক জকি আৰু দেওধায়ে ধ্যানস্থ নোহোৱাকৈয়ে মিছামিছি উত্তৰ দিয়ে। শেহত সেই কথা নিমিলি সিহঁত হাঁহিয়াতৰ পাত্ৰ হয়। মূৰৰপৰা তললৈ হাত বুলালে মূৰৰপৰা তেজ নামি আহে বুলি পছিমৰ বিখ্যাত পণ্ডিতসকলে কয়। যদি এই কথা সঁচা হয়, তেন্তে সাপে খোৱা মানুহক জাৰি ভাল কৰা ক্ৰিয়াও মেচমেৰিজম প্ৰক্ৰিয়া মাথোন। ওজাজনে, গামোচা বা বিহঙ্গলনী বা টেঁকীয়াৰে ওপৰৰ পৰা তললৈ বিশেষ ঘাৰ মুখলৈ কোবায়। মেচমেৰিজম প্ৰক্ৰিয়াত এইদৰে কোবাওঁতে বিষ, অৰ্থাৎ বিশেষ

নাড়ীৰ তেজ ওপৰৰপৰা তললৈ নামি আহে। ধৰণি বান্ধো বিশেষ চুণ আদিৰ দ্ৰব্য গুণ, অথবা যি ঠাইত বান্ধে সেই ঠাইৰ ওপৰলৈ তেজ সঞ্চালন কৰিব নোৱাৰা মেচমেৰিক ক্ৰিয়া বিশেষ। মেচমেৰাইজ কৰি, আনকি হাত বা কোনো অঙ্গকে কাঠৰ দৰে অচল কৰিব পাৰি। এনে কি, সেই ঠাইত বেজীৰে বিন্ধি দিলেও তেজ নোলায়। যদি পাশ্চাত্য বৈজ্ঞানিকসকলে মেচমেৰিক ক্ৰিয়াৰে ইত্যাদি আচৰিত কাৰ্য্য সাধন কৰিব পাৰে, তেন্তে আমাৰ ভাৰতবৰ্ষতো সাপৰ বিষ উজাব নোৱাৰা মেচমেৰিক প্ৰক্ৰিয়া আছিল। মানুহৰ অনাদৰত আৰু হিন্দু জাতিৰ অধঃপতন দোষত, অথবা হিন্দুৰ পাপত আজিকালি এইবিলাক প্ৰায় লোপ হৈছে।

ক্ৰমশঃ।

## শৰত।

(১)
নাচিছে পদুম কলি,
বতাহত ঢলি ঢলি,
আহিছে শৰত ঋতু মহানন্দ কৰি:
প্ৰভুৰ আদেশ লই,
পৱন সাৰথি হই,
কঁপায় গছৰ পাত নৱ তেজ ধৰি।

(২)
ধীৰে বলি সমীৰণ,
জুৰায় তাপিত প্ৰাণ,
হালি-জালি খেলে নাচে ফুল পাত বন;
ফুলে ফুলে মধু গছ,
গুঞ্জৰিছে ভোমোৰাই,
পুৰব গগণ শোভি উঠিছে তপন।

(৩)
বাৰিষাৰ ভেম এৰি,
স্বাভাৱিক গতি ধৰি,
বইছে তটিনী বিভু প্ৰেমে হই ভোল;
নাই বৃষ্টি নাই ঢল,
বাট ঘাট নিৰমল,
বাটৰুৱা শ্ৰান্ত জনে পায় তাৰ মোল।

(৪)
নতুন ধানৰ শোভা,
দেখোঁতেই মনলোভা,
হৰষিত অতিকই কৃষকৰ প্ৰাণ;
বিবিধ সুন্দৰ পক্ষী.
ফল, মূল, সুধা ভক্ষি,
হৰেক ৰাগিনী ধৰি কৰে ঈশ-গান।

(৫)
সাম্য ৰূপ তপনৰ,
নিচুকনি বতৰৰ,
নিৰমল নীলাকাশ যেন সুধাময়;
ৰাজহংস গণে মিলি,
সৰোবৰে কৰে কেলি,
মৃণাল সম্ভোগি ফুৰে প্ৰফুল্ল হৃদয়।

(৬)
ইহেন শৰত কাল,
মধুময় চিৰকাল,
শৰত কালতে হয় কৃষ্ণৰ জনম;
লবলই বিশ্বপূজা,
মহামায়া দশভূজা,
শৰততে-ধৰালই কৰে আগমন।

(৭)
পৰম পবিত্ৰ সন্ত,
উচ্চমনা স্নেহৱন্ত,
শঙ্কৰ, মাধৱ, পদ্ম আদি মহাজন.
জীৱৰ তৰণ হেতু,
পাতি থই পুণ্য সেতু,
শৰততে কৰিছিল বৈকুণ্ঠ প্ৰয়াণ।

শ্ৰীৰুদ্ৰকান্ত গোস্বামী

# কৃপাবৰ বৰবৰুৱাৰ প্ৰত্যাগমন।

## ভুল।

"জালকে বুলিলে জকাই।
আন্ধাৰে-মুধাৰে চিনিব নোৱাৰি,
পৈয়েকক বুলিলে ককাই।।"

ভাগ্যে এই পটিয়েদিয়েই ভুলটো গল; ওলোটা পটিয়ে সি যোৱাহেঁতেন কথাৰে আধ্যা। গোবৰ-পানী খাই, গুৰুঘৰত উঁৰ ভৰি, তাৰ পিচত গঙ্গা-স্নান কৰি, আকৌ ৰাম বুলিয়া তাৰ পিচত দেশান্তৰী হৈও ইহজন্মত বেচেৰীৰ গতি নেলাগিলহেঁতেন। ভুলৰ থেলাই বা খেলাই এনে। ভুলক কম ভকত যেন নেদেখিবা। কাৰ পুতেক সি কব নোৱাৰোঁ; কুকুৰৰ, বান্দৰৰ, মেকুৰীৰ, শিয়ালৰ, নাইবা শ্ৰীনমোৰাম মহন্তৰে, নাইবা যাৰেই হওক, এইটো ঠিৰাং যে সি বদজাত! পাজী!! হাৰামজাদা!!! তাক ওৰে দিনটো ওৰে ৰাতিটো সাতামপুৰুষ উধাৰি কুকুৰে-কাঁইট নোখোৱাকৈ গালি পাৰিও বৰবৰুৱাৰ হেঁপাহ নপলায়। সি তেওঁক নকৰিবৰ-চকৰি কৰিছে। কটা চোৰ, দেখা-শুনাকৈ জোনাকে-পোহৰে আগদুৱাৰে যি আহি যদি সি সমুখা-সমুখী হয়, এই বুঢ়া গাৰেই ভালকৈ তাক এবাৰ বুজি লওঁ; আৰু ওপৰত কৈ অহা জাল আৰু জকাইৰ আৰ লৈ পৈয়েক আৰু ককায়েকৰ ভিতৰত খেলি-মেলি লগাই দি ৰং চোৱা সেই নিনাও বেচেৰীক লাজ আৰু অপমানত পেলোৱাৰ পোটক তোলোঁ। কিন্তু সি চোৰ, তাৰ সেই যেৰা সাহ কত? সি ছেগ চাই, চেলু বিচাৰি হে আহি গৃহস্থৰ ঘৰত সোমাই শিয়ালৰ দৰে চৰু চোৰে, বোন্দাৰ দৰে পোৰা-মাছ খায়, কানীয়া চোৰৰ দৰে দাৰৰ ফটা চুৰিয়া আৰু বাৰৰ ফটা মেখেলা সামৰি-সুতৰি লয়। তাক কি কৰিবা, কি মেলিবা, বুঢ়া বৰবৰুৱাই বিমোৰত পৰি খঙতে দাঁত কৰচি মৰিব লাগিছে। বৰবৰুৱাৰ আন সুখ-দুখ যেইকিবা নহওক, সেই সেই — — (আৰু নো কিমান গালি পাৰি মুখ গোবান্ধ কৰিম ৰ়েউতা হে!) তাৰ উত্তগুলিতে তেওঁ দেশ এৰি কেতিয়াবা পলাই গুচি যাব লগীয়াতহে পৰিব।

ভুলৰ উৎপাতৰ কথা নো কত কম, কৈ থাকিলেওতো ওৰ নপৰে। সিদিনা গধূলি বৰবৰুৱাই খাই-বই উঠি তেওঁৰ ৰূপ-খটোৱা লাখুটি ডাল হাতত লৈ ফুৰিবলৈ গৈছিল। তেওঁ এপাক মাৰি ফুৰি-চাকি বহাঁলে উভটি আহি শোৱনি-ঘৰৰ খোটালিত সোমাই সেই তাৰ তৰ, অৰ্থাৎ ভুলৰ প্ৰতাপত পৰি, লাখুটিডাল তেওঁৰ শোৱাপাটীত দীঘলকৈ শুৱাই থৈ দুৱাৰ চুকত লাখুটি থোৱা ঠাইত থিয় হৈ আছে! কিমান বেলি যে তেওঁ পাহৰি সেই দৰে লাখুটি হৈ দুৱাৰ চুকত থিয় দি আছিল কব নোৱাৰে; তেওঁৰ লগুৱাটো আহি তেওঁক সেই ভাৱে থকা দেখি আচৰিত মানি. "দেউতাই নো আকৌ দুৱাৰ চুকত থিয় হৈ ঠৰ লাগি কি কৰিছে?" বুলি মাত লগালতহে, তেওঁৰ কাণ দুখন মোহাৰি দি গাৰপৰা ভুল-ভূত পলাইছে।

পৰশুই ৰাতিপুৱা বৰবৰুৱা আমুকা ডাঙৰীয়াৰ ঘৰলৈ গৈছিল। ডাঙৰীয়াৰ নামটো ৰাইজৰ আগত প্ৰকাশ কৰাটো অশোভন কথা হব; সেই দেখি তাক, হনুমন্তই বেলিটো কাষলতিত সুমাই লুকাই থোৱাদি, বৰবৰুৱাৰ পেটত সোমাই থোৱা গল। ডাঙৰীয়া চৰা-ঘৰতে থম্ থম্ কৰে আছে দেই; এনেতে ডাক-হৰকৰাই এখন চিঠি আনি ডাঙৰীয়াৰ হস্তপদ্মত দিলে। ডাঙৰীয়াই চিঠি পঢ়িবলৈ বিত-চকুজোৰ আনিবলৈ ভিতৰলৈ উঠি গৈ, চকুজোৰ বিচাৰি চলথ কৰি কতো নেপাই খঙতে জুই-আঙ্গনি হৈ, "মোৰ বিত-চকুজোৰ তই চুৰ কৰিছ" বুলি লগুৱা লৰাটোৰ পিঠিত ধুপ্-ধুপ্‌কৰে ঔ পাৰি দিলে। কিলৰ জাউৰিৰ ওৰ পৰিলত তেখেতে ঘামি জামি বাহিৰলৈ ওলাই আহি সেই লগুৱা লৰাটোকযে তত হকতে তেনেই কিলাগুটি বাদ্যং কৰিলে, আৰু সি চুৰ কৰা বিত-চকুজোৰ উলিয়াই নিদিয়েমানে তাক জাউৰিয়ে জাউৰিয়ে তেখেতে তেনেকৈ দি থাকিব, সেই কথা মোক বহলাই বুজাওঁতেই মই ডাঙৰীয়াক নিজৰ চকুত হাত দিবলৈ কলো। মোৰ কথা শুনি আচৰিত হৈ, ডাঙৰীয়াই চকুত হাত দি হেৰোৱা বা চুৰ-কৰা বিত-চকুজোৰে নিজৰ নাকৰ ওপৰতে "ঘোগাত চৰি মহা ৰঙ্গ মনে" টিঘিল ঘিলাৱ লাগিছে দেখি লাজতে তেখেতৰ বদন চূণ-সনা হালধি যেন হল। ইমানজনা ভব্য ডাঙৰীয়াক থিতাতে অপ্ৰস্তুত কৰিলোঁ দেখি, এখোজ-দোখোজকৈ তাৰপৰা আঁতৰি পৰি পদূলি ওলাই নিজৰ ঘৰৰ ফালে ঢাপলি মেলিলোঁ। কিন্তু,

মিছাতে দুখীয়া লগুৱাটোৰ পিঠিত গেমেহা কিল কেইটা যে পৰিল, তাৰ উপায় কি হ'ব, এই কথা ভাবি মনত বেজাই লাগিল মাথোন।

আৰু এটা শুনা ঘটনা। লোকৰ কলে সতকাই নপতিয়াব, কিন্তু সঁচা। কিয়নো, যাৰ পৰা শুনা গৈছিল, তেওঁ আপোন চকুৰেই তাক দেখাৰ নিচিনা। আৰু, সেই লোকজনক বৰবৰুৱাই অবিশ্বাস কৰিবৰো কোনো কাৰণ নাই।—

ডিব্ৰুগড়ৰ চহৰৰ আমুকী আমোলানীয়ে, এদিন দুপৰীয়া তেওঁৰ গিৰিয়েক কাছাৰিলৈ গলত, ভাত খাই উঠি তামোল-ছালি খোৱাৰ পিচত, হঠাৎ তেওঁৰ কেঁচুৱা লৰাটো কলৈ গল বুলি বিচাৰি নেপাই চিয়ঁৰ-বাখৰ লগাই দিলে। তেওঁৰ কান্দোন শুনি ওচৰ-চুবুৰীয়া মানুহ চাপি আহি কি হৈছে বুলি সুধিলত, তেওঁ লৰাটো হেৰাল বুলি শুনি আটাইখনে গৰ্জনি মাৰি হাঁহিবলৈ ধৰিলে। ওচৰ-চুবুৰীয়া মানুহ হৈ তেওঁক বিপদত পেংলাই কৰা দেখি সেই আমোলানীয়ে সিহঁতক গালি পাৰি দিব খোজোঁতেই কুজা টেকেলাৰ ঘৈণীয়েকে মাত লগালে, "হএৰা ৰুকুনী, কটাৰী চুৰুনী, কটাৰী নিদিয় কিয়; মনৰ মূৰখাতী গৰীহা খাতী। বোলোঁ তোৰ কোলাতে দেখোন সেইটো লৰা; হুৱাদুৱা লগাই ফুৰিছ কিয় হঁয়?" নিজৰ কোলাৰ ফালে চকু দি আমোলানীয়ে দেখিলে কুজা টেকেলানী বাইৰ কথা সঁচা; লৰা নিজৰ কোলাতে টোপনিত লালকাল!

সিদিনা আৰু এজনী আমোলানীয়ে তেওঁৰ হাতনি-পেৰা আৰু আন আন বৰ-পেৰা, সৰু-পেৰাৰ সঁচাৰকাঠী জোকা বিচাৰি নেপাই ঘূৰি শেহত গোপিনী-সবাহলৈ আগ কৰি দেখে যে, তেওঁৰ হেৰোৱা সঁচাৰ-কাঠীজোকাই তেওঁ ডিঙিতে ৰূপৰ শিকলি ডালত ওলোমা-বাদুলি দি আছে!

অমুকা বৰা বৰমহৰীয়ে গুৱাহাটীলৈ যাবলৈ গোলাঘাটৰপৰা গৰুৰ গাড়ীত উঠি পাঁচ মাইল বাট আহি 'কমাৰবন্ধা আলি' ৰেলৰ ষ্টেচন পাই হঠাৎ মনত পৰিল যে, তেওঁৰ ঘৰত হাতনি-পেৰাত তেওঁৰ টকাৰ সৰু বেগটো বা মোনাটো বা থুনুপাকটো পাহৰি এৰি আহিল! তেওঁৰ মহা বিপদ! আন কি, ৰেলৰ টিকিট কিনিবলৈকো তেওঁৰ হাতত ৰূপ এটকাও নাই। নিৰুপায় হৈ তেওঁ আকৌ তাৰপৰা সেই গৰুৰ গাড়ীতে উঠি উভটি আগি গোলাঘাট পাই, নিজৰ ঘৰৰ দুৱাৰ মুখ সোমাওঁতেই পিন্ধি থকা বুকু-চোলাৰ মোনাত দৈবাৎ হাত পৰিলত দেখিলে যে, তেওঁৰ থুনুপাকটোৱে নিজৰ গৰাকীৰ লৈলৈ-থৈথৈলৈ আওকাণ কৰি, টেটুলৈকে এপেটকৈ টকা গিলি, অজগৰ পৰা দি পৰি নিৰাপদে নিৰুদ্বেগে শুই আছে!

শইকীয়ানীয়ে আঞ্জাত লোণ দিবলৈ পাহৰি আৰু হাজৰিকায়ানীয়ে পাহৰি আঞ্জাত দুবাৰ লোণ দি খঙ্গাল শইকীয়া আৰু জমদগ্নি হাজৰিকাৰ কেঁচা ভুকুকেইটা খোৱাটো অসমত একো ন কথা নহয়।

বৰবৰুৱাই পাহৰি তেওঁৰ লাখুটি আৰু ছাতি লোকৰ ঘৰত এৰি থৈ অহা আৰু লোকেও পাহৰি সেই দুই বস্তু বৰবৰুৱাৰ ঘৰত এৰি থৈ গৈ বৰবৰুৱাৰ আয়, ব্যয় আৰু স্থিতিৰ হিচাপৰ কিতাপ সমান কৰি থোৱাটো প্ৰায়ে ঘটি থাকে।

ৰেলযাত্ৰী বৰবৰুৱা বৰচাহাবে কেইদিন তেওঁৰ 'হেট'টো পাহৰি ৰেল-গাড়ীতে এৰি থৈ অকল 'নাইট কেপ'টোৰেই ওলাই গুচি আহিছে, তাৰ লেখজোখ নাই।

অপলতে এদিন তেখেত কিবা এটা গোচৰৰ কথা শুনিবলৈ হাইকোৰ্টলৈ গৈ, তেখেতৰ উকিল বুলি প্ৰায় তেনে ডঢ়ীয়া মুখেৰে আন এজনক তেওঁৰ গোচৰৰ কথা সুধি নথৈ লাজ পাইছিল।

কালি পুৱা বৰবৰুৱা চাহাবে জিয়াচলিৰ কাঠী জলাই নিজৰ মুখত ধঁপাতৰ পাইপ আছে বুলি ভুল কৰি গোফতে জুই লগাই দিছিল; ভাগ্যে সেই সময়ত কাষত আন কোনো নাছিল, নতুবা তেওঁ মুখ-পোৰা হনুমন্তৰ নাম পালেহেঁতেন। এমাহমানৰ আগেয়ে আৰু এদিন তেওঁ চেলেউত সেইদৰে জুই লগাবলৈ গৈ, পাহৰি চেলেউ নথকা মুখতে সি কৰ্ম্ম কৰি দি ওঠৰ ওপৰত পানীজোলা ফুটাই দিছিল।

কলিকতাত ভাল মানুহ এঘৰত দুজনী যঁজা ছোৱালী দুজন বাবুৰে সৈতে বিয়া দিয়া হৈছিল। বঙ্গালী জোঁৱায়ে শহুৰৰ ঘৰত মাজে মাজে গৈ থকাটো ৰীতি বঙ্গদেশত প্ৰচলিত। সেই দুই ছোৱালীৰ বৌৱেক আৰু পেহীয়েকহঁতে জোঁৱাই বাবুহঁতক মাতি আনি ভুলৰ 'মদত'লৈ প্ৰায়েই ৰহস্য কৰে। একো একো দিন সৰুটো জোঁৱায়েকক বৰজনী ছোৱালীৰ ঘৰত সুমাই দি আৰু বৰটো জোঁৱায়েকক সৰু জনী ছোৱালীৰ ঘৰলৈ পঠিয়াই দি তেওঁলোকে বেৰ জুমি থাকি ভ্ৰমৰঙ্গৰ ভাৱনা চাই কিৰিলিয়াই হাঁহি চাপৰি বজাই দি ৰং কৰে। এদিন ৰহস্যৰ মাত্ৰা বেচি হোৱাত-সৰুটো জোঁৱায়েকে খং কৰি ৰাতিয়েই 'শ্বশুৰ বাড়ীৰ' পৰা ওলাই

গুচি গৈ ভালেমান দিন আৰু সেই মধুপুৰামুৱা হোৱা নাছিল। শেহত, অনেক বুজাই-বৰাই হে তেওঁলোকে সেই অৰসিক সৰু জোৱাঁইৰ খঙৰ বিষ মুৰৰপৰা নমাই তেওঁৰে সৈতে সন্ধি স্থাপন কৰিব পাৰিছিল।

দৰ্শন শাস্ত্ৰত পণ্ডিত, এজন কলিকতাৰ বঙ্গালী ডাঙৰ মানুহে এদিন তেওঁৰ এজন ডাঙৰ বন্ধুক তেওঁৰ ঘৰত খাবলৈ মাতিছিল। গধুলি সাত বজাৰ সময়ত নিমন্ত্ৰিত বন্ধুজন আহি তেওঁৰ ঘৰ পালত, দাৰ্শনিক বাবুৱে তেওঁক আদৰ-সাদৰকৈ ধঁপাত-তামোল খুৱাই দৰ্শন-শাস্ত্ৰৰ আলাপ পাতিবলৈ ধৰিলে। কিন্তু ৰাতি দহ বাজিল, তথাপি তেওঁক খুৱাবৰ কোনো উমঘামেই নাই। শেহত, দহ বাজি কুৰি মিনিট যোৱাত দাৰ্শনিক বাবুজনে মেলৰ ওৰ পেলাই তেওঁৰ বন্ধুক 'ৰাতি ভালেখিনি হল, আজিলৈ আহক' বুলি বিদায় দিলে। বন্ধুজন অবাক হৈ লাজতে আৰু খঙতে একো নেমাতি তাৰ পৰা সুৰ-সুৰকৈ উঠি আহি ঘৰ পাই লঘোনে-ভোকে শুই থাকি কোনোমতে ৰাতিটো কটাই, পিচ দিনা তেওঁৰে সৈতে কিয় তেনে ব্যৱহাৰ কৰা হল, এই কথাৰ মানে সুধি দাৰ্শনিক বন্ধু বাবুলৈ চিঠি লিখি পঠিয়ালত, দাৰ্শনিক জন আকাশৰপৰা হঠাৎ ধুপুচকৰে মাটিত পৰা যেন হৈ, গাড়ীত উঠি তেতিয়াই লৰি আহি, ভুলত এই ভয়ানক অন্যায় কাম ঘটিল বুলি গলবস্ত্ৰ হৈ বন্ধুৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। সেই নিমন্ত্ৰণৰ ৰাতি তেওঁলোকৰ মাজত আৰু এটা ঘটনা তাৰ ওপৰতে ঘটিছিল, যাক বাদ দিলে এই সঁচা উপাখ্যান অসম্পূৰ্ণ হৈ ৰব। গতিকে, তাকো ইয়াৰ লগতে কৈ থোৱা গল। ৰাতি দাৰ্শনিক বাবু আৰু তেওঁৰ বন্ধু জনে একেলগে ওচৰা-উচৰিকৈ বহি সাংখ্য দৰ্শনৰ কথা আলচ কৰি থাকোঁতেই দাৰ্শনিক জনে এবাৰ সোৎকৰে সেঙুন পেলাই পাহৰি নিজৰ কাপোৰ বুলি বন্ধুজনৰ চেলেং কাপোৰতে সেই সেঙুনৰ হাত মছিছিল; আৰু মুখ-লাজকুৰীয়া বন্ধুজনে সেই কাৰ্য্য দেখিও লাজতে নেদেখা ভাও জুৰি আছিল।

মধ্য ভাৰতৰ ৰায়পুৰ নামে এখন চহৰত নামে ৰায় বাহাদুৰ খিতাপ পোৱা এজন বঙ্গালী ডাঙৰ মানুহ আছে। তেওঁ দয়ালু, দানী আৰু পৰোপকাৰী বুলি প্ৰখ্যাত আছিল। ভুলে গৰা মাৰি ধৰি এদিন তেওঁক 'আই ঔ-বোপাই ঔ!' কৰালে! পূজাৰ বন্ধত কলিকতাৰপৰা তেওঁৰ এজন বন্ধু সপৰিবাৰে ৰায়পুৰলৈ ফুৰিবলৈ যাবলৈ মন কৰি, তেওঁলোকক অমুক দিনা ৰেলৰ ষ্টেচনৰপৰা লৈ যাবলৈ ৰায় বাহাদুৰলৈ বিজুলী ডাকত বাতৰি পঠিয়ালে। বাতৰি পাই ৰায় বাহাদুৰ বন্ধুলৈ ওলোটা বিজুলীডাকত কৈ পঠিয়ালে যে, তেওঁলোক আহি ৰায়পুৰত তেওঁৰ ঘৰতে যেন অনুগ্ৰহকৈ উঠে। সেইদৰে বন্দবস্ত ঠিক হলত, নিৰ্দ্দিষ্ট দিনৰ এঘাৰ বজাত সপৰিবাৰে কলিকতাৰ বন্ধু আহি ৰায়পুৰ ষ্টেচন পাই, তেওঁৰ পৰম মিত্ৰ ৰায় বাহাদুৰে ষ্টেচনত তেওঁলোকলৈ বাট চাই আছে দেখি পৰম আনন্দিত হল। অনেক দিনৰ মূৰত দুই বন্ধুৰ দেখা হল, ৰঙত দুয়ো দুইকো আকোৱাল মাৰি পৰি বৰ সুখ পালে! ৰায় বাহাদুৰে লৰালৰিকৈ বন্ধুজনক লৰা-তিৰোতাই সৈতে ৰেলগাড়ীৰপৰা নমাই নি ষ্টেচনৰ "ওৱেইটিংৰুম" অৰ্থাৎ ৰেলযাত্ৰী জিৰোৱা খোটালিত বহুৱাই, তেওঁলোকক লৈ যাবলৈ গাড়ী আনিবলৈ ষ্টেচনৰ বাহিৰলৈ আহিল। এনেতে ভুল-ডোম কৰবাৰপৰা ওলাই আহি তেওঁৰ ওপৰত খেৱালি-জাল মাৰিলে। ৰায় বাহাদুৰ পিঠিয়া মাছ জালত পৰা দি পৰিল। তেওঁ উকিলৰ ব্যৱসায় কৰোঁতা মানুহ। গাড়ী বিচাৰিবলৈ যাওঁতেই দৈবাৎ তেওঁৰ মকেল গুচৰীয়া মানুহ এটাৰে সৈতে তেওঁৰ দেখা হল। গুচৰীয়াটোৰ সেইদিনাই কাছাৰীত এটা গোচৰ আছিল, সেইদেখি সি তাৰ উকিল ৰায় বাহাদুৰক বিচাৰি ষ্টেচন পাইছিলহি। ৰায় বাহাদুৰে তাক লগ পাই তাৰে সৈতে মকৰ্দ্দমাৰ কথা পাতি, তেওঁৰ আলহীলৈ আৰু আলহীলৈ গাড়ী বিচাৰিবলৈ অহা কাম সমূলি পাহৰি, গৈ কাছাৰী পাই হাকিমৰ আদালতত হাজিৰ হৈ সেই মকৰ্দ্দমাত চৱাল-জবাব কৰিবলৈ ধৰিলে। ইফালে তেওঁৰ আলহী বন্ধু বপুৰিয়ে লৰা-তিৰোতাৰে সৈতে ষ্টেচনতে বহি থাকি তেওঁলৈ বাট চাই চাই ভোক-পিয়াহত গা ৰহি আমনি লাগি নিৰুপায় হৈ, আবেলি তিনিমান বজাত ভেৰণীয়া গাড়ী এখনত লৰা-তিৰোতা তুলি লৈ, আক-তাক বাট সুধি সুধি গৈ ৰায় বাহাদুৰৰ ঘৰ ওলাল। ৰায় বাহাদুৰনীয়ে ইফালে অৱশ্যে আলহীয়ে খাব-দাবলৈ সকলো দিহা-পোহা কৰি ৰাখিছিল; আৰু তেতিয়ালৈকে তেওঁলোক নহা দেখি ভাবিছিল যে, সেইদিনা আৰু তেওঁলোক অহাৰ আগন্তুক নাই। তিনিপৰীয়া বেলি, অৰ্থাৎ আলহী আপুনি গৈ তেওঁলোকৰ ঘৰ ওলালত, তেওঁ গিৰিয়েকৰ কাণ্ড শুনি অবাক হল, আৰু আলহীৰ তেনে দুৰ্গতি হোৱা দেখি লাজতে মূৰ ডাঙিব নোৱাৰা হল। সি যিহওক, তেওঁ আলহীক যথাসাধ্য সেৱা-শুশ্ৰূষা কৰি বুৱাই-বুৱাই ৰাখিলে। গধুলি কাছাৰিৰপৰা ৰায় বাহাদুৰ আহি ঘৰত তেওঁৰ কলিকতীয়া বন্ধুক দেখি চাঁৎকৰে সকলো কথা তেওঁৰ মনত পৰি, মূৰত আকাশী স্বৰগ ভাগি

পৰা যেন লাগিল। লৰালৰিকৈ তেওঁ গৈ বন্ধুৰ ভৰিত দীঘল হৈ পৰি ক্ষমা মাগি সেই ভুল-লীলাৰ দীঘল ভাৱনাৰ সামৰণি মাৰিলে।

ভুলে মানুহক দিগদাৰি বা ৰহস্য কৰিয়েই এৰাহেঁতেন কোনো কথা নাছিল। কিন্তু, অনেক সময়ত সি মানুহৰ সৰ্ব্বনাশ কৰে। দ্বাপৰ যুগৰ বিখ্যাত এক্জিকিউটিউ ইঞ্জিনিয়ৰ গৱৰ্ণমেণ্ট আৰ্কিটেক্ট বিল্ডৰ এণ্ড কনট্ৰেক্টৰ মিষ্টৰ ময়দানৰে সজা, ৰজা যুধিষ্ঠিৰৰ সভাত দুৰ্য্যোধনৰ কুন্ধচ ভুলেই কুৰুক্ষেত্ৰৰ যুদ্ধৰ গুৰি। কীচকে ভুলকৈ দ্ৰৌপদী বুলি, মুখৰ সেপ ধুকি হাতৰ-সাৰে ভৰিৰ-সাৰে আহি ভীমৰ ওচৰ চাপি, থিয়-কিল আৰু গোৰ খাই প্ৰাণ-বায়ুটি উৰাই গৰুৱালি কৰি মৰি বাপেক-মাকৰ নাম নুমালে!

ভুলৰ এনেবিলাক উত্তগুলিৰ সীমাসংখ্যা নাই। সেই দেখিহে কৈছোঁ, বোলোঁ এই 'পাজীক' কৰা যায় কি?

**শ্ৰীশ্ৰীকৃপাবৰ বৰুৱা।**

# শৰাইঘাটৰ যুদ্ধ।

অসম দেশৰ ওপৰত অনেক দিনৰপৰা দিল্লীৰ মছলমানৰ সম্ৰাটবিলাকৰ চকু আছিল। যি দিল্লীশ্বৰক সেইকালৰ মানুহে "দিল্লীশ্বৰো বা জগদীশ্বৰো বা" বুলি জগদীশ্বৰৰ লগত তুলনা কৰিছিল, আৰু যি দিল্লীশ্বৰে সমগ্ৰ ভাৰতবৰ্ষত একছত্ৰ ৰাজত্ব স্থাপন কৰি এচিয়া আৰু ইউৰোপৰ চকুত চমক লগাইছিল, সেই দিল্লীশ্বৰৰ আগত অসমৰ নিচিনা এখন ক্ষুদ্ৰ ৰাজ্যই স্বাধীনতা ৰক্ষা কৰি থাকিব আৰু তাৰ ৰজাই "স্বৰ্গদেউ" খিতাপ লৈ টিঘিল-ঘিলাব, ই সহ্য নহবৰেই কথা। যি দেশৰ অগৰুচন্দন, গান্ধকলাই, হাতী, হাতীদাঁত আৰু হাতীদাঁতৰ পাটী, বিছনি, পালেঙ্গ আৰু সিংহাসন চোঁৱৰ, মৰাৰ পাখী, পাটকাপোৰ আৰু মেজাঙ্কৰী কাপোৰৰ নিচিনা লাহবিলাহৰ বস্তুৰ খ্যাতি দিল্লীৰ দৰবাৰত সততে প্ৰতিধ্বনিত হৈছিল, সেই দেশ নিজ ৰাজ্যৰ ভিতৰত সুমাই লবলৈ যে বিলাসী দিল্লীৰ সম্ৰাটবিলাকে অহোপুৰুষাৰ্থ কৰিব, সি একো আচৰিত কথা নহয়।

অসম দেশ আক্ৰমণ কৰিবৰ নিমিত্তে মছলমানবিলাকে এবাৰ নহয়, দুবাৰ নহয়, অসংখ্য বাৰ সৈন্য পঠিয়াইছিল। কিন্তু তেতিয়াৰ কালৰ অসমীয়া মানুহৰ অদম্য স্বাধীনতাপ্ৰিয়তাৰ পৰাই হওক বা নিভাঁজ দেশহিতৈষীতাৰপৰাই হওক, বা অসমীয়া সৈন্যৰ যুদ্ধ-কৌশলৰপৰাই হওক অসম দেশৰ প্ৰাকৃতিক অৱস্থাৰপৰাই হওক, এই ক্ষুদ্ৰ ৰাজ্যক মহাপ্ৰতাপশালী দিল্লীৰ সম্ৰাটে কৰতলীয়া কৰিবলৈ সমৰ্থ নহল। আমাৰ লগত মছলমানৰ যতবাৰ যুদ্ধ হল, সকলোবিলাক ঘটনা বিবেচনা কৰি চালে, শৰাইঘাটত হোৱা যুদ্ধই সকলোতকৈ প্ৰধান; কিয়নো এই যুদ্ধত মহা অভিমানী আওৰেংজেব পাটচাই যি শিক্ষা পালে তাৰপৰাই অসম দেশ জয় কৰা আশা একেবাৰেই পৰিত্যাগ কৰিলে। এই যুদ্ধৰ পিচত বৰফুকনৰ লগত মছলমানবিলাকৰ ২।১ বাৰ কাজিয়া লাগিছিল সঁচা, কিন্তু সেইবিলাক যুদ্ধ নাম পাবৰ যোগ্য নহয়। সেই গুণে অসম-মছলমান ৰণৰ শৰাইঘাটৰ যুদ্ধকে শেষ যুদ্ধ বুলিব লাগে। এই যুদ্ধই এফালে যেনেকৈ দিল্লীৰ সম্ৰাটৰ উজ্জ্বল গৌৰৱত কলঙ্কৰ কালিমা ঢালিলে, আনফালে অসমীয়া সৈন্যৰ যুদ্ধ-কৌশল আৰু কাৰ্য্যনিপুণতা ফটফটীয়া কৰি প্ৰকাশ কৰিলে।

এই যুদ্ধৰ কাৰণৰ হল, পূৰ্ব্বে জয়ধ্বজ সিং স্বৰ্গদেৱ মছলমানৰ লগত যুদ্ধত হাৰিলত, গড়গাৱঁত এই সন্ধি হল যে, মছলমানবিলাকে দক্ষিণ পাৰে অসুৰৰ আলি আৰু উত্তৰ পাৰে বৰ নদীৰ পূবলৈ নেযাব, আৰু অসম ৰজাই তেওঁবিলাকক বছৰি ২০টা হাতী আৰু "পেচকচৰ" বাবে তিনি লাখ টকা আৰু ৯০টা হাতী "চই" দিব। এই সন্ধিত দিল্লীৰ সম্ৰাট আওৰেংজেবে সম্মতি দিয়াত তেওঁৰ লগত মিত্ৰতা দৃঢ় কৰিবৰ নিমিত্তে পাটচালৈ * তেওঁৰ জীয়েক ৰমণী গাভৰুক অলঙ্কাৰ বাদ ২০ হেজাৰ সোণৰ মোহৰ, ১ লাখ ২০ হেজাৰ টকা, ৩০ টা হাতী, ১০০ বেটী আৰু ১০০ বন্দী, যৌতুকে সৈতে দিল্লীলৈ পঠায়, আৰু পেচকচৰ ভিতৰৰ ২৮১০০০ টকা আৰু ৪০টা হাতীও পঠোৱা হল। বাকী থাকিল কেৱল ১৯০০০ টকা আৰু ৫০টা হাতী।

জয়ধ্বজসিংহ মহাৰাজে এই যুদ্ধত মহৎ অপমান পালে আৰু তাৰ অলপ দিনৰ পিচতে ইহ সংসাৰ পৰিত্যাগ কৰিলে। ১৫৮৫ শকত চক্ৰধ্বজসিংহ অসমৰ ৰাজপাটত বহিল, আৰু তেওঁ মুছলমানক "চই" দিবৰ কাৰণে ৰাইজৰ ওচৰত বৰঙনি পেলাই ৭ লাখ টকা তুলিলে। মিৰজুম্লা উলটি যাওঁতে তেওঁৰ লগৰ সেনাপতি এজনে ৰচিতখাঁক গুৱাহাটীত ফৌজদাৰ পাতি

* মুছলমান বুৰঞ্জী মতে ৰমণী গাভৰুক পাটচাৰ পুতকলৈ হে বিবাহ কৰায়।

থৈ গৈছিল; কিন্তু কিছুমান দিনৰ পিচতে পাটচাই চৈয়দ ফিৰুজখাঁক ফৌজদাৰ পাতি পঠিয়াই ৰচিতখাঁক মাতি নিলে। ৰচিতখাঁই আমাৰ দেশৰ অৱস্থা আৰু মানুহৰ ধৰণ-ধাৰণ ভালকৈ জানিছিল। সেই গুণে তেওঁ আছিলমানে মছলমান আৰু আমাৰ ভিতৰত একো গণ্ডগোল হোৱা নাছিল। কিন্তু ফিৰুজখাঁ নতুন মানুহ, তেওঁ আহিয়েই আমি দিবলৈ বাকী থকা 'পেচকচ' সাধিবৰ নিমিত্তে আমাৰ ৰজালৈ বৰ টান কথা কৈ কটকী পঠালে। এনে সময়তে কলিয়াবৰত থকা আমাৰ ফুকন আৰু ৰাজখোৱাই স্বৰ্গদেৱলৈ জনাই পঠালে যে, মছলমানৰ বৰ কথা আৰু বেয়া ব্যৱহাৰ সহিব নোৱাৰা হৈ উঠিছে। চক্ৰধ্বজসিংহ বৰ সাহসী আৰু অভিমানী ৰজা আছিল; তেওঁ মছলমানৰ টান কথা সহিব নোৱাৰি বাকী থকা চই নিদিওঁ বুলি স্থিৰ কৰি যুদ্ধ কৰিবলৈ প্ৰস্তুত হল। এয়েই ৰণৰ কাৰণ।

এই ৰণ দুইবাৰ হয়। প্ৰথমবাৰত চৈয়দ চানা আৰু চৈয়দ ফিৰুজ সেনাপতি আছিল; দ্বিতীয় বাৰত ৰাজা ৰামসিংহ সেনাপতি হৈ আহিছিল। চৈয়দ চানা আৰু চৈয়দ ফিৰুজৰ লগত আমাৰ সৈন্যৰ বাঁহবাড়ী, কাজলিমুখ, ইটাখলি, বৰনদীৰ মুখ আৰু গুৱাহাটী এই পাঁচ ঠাইত যুদ্ধ হয়। ওপৰত লিখা আটাই কেইঠাইতে মছলমান সৈন্য পৰাস্ত হল, লাচিত বৰফুকনে মছলমান সেনাক মানাহাৰ মুখলৈ খেদি নি তাৰ পৰা চৈয়দ ফিৰুজ আৰু চৈয়দ চানাক, বহুত মছলমান সৈন্যৰে সৈতে বন্দী কৰি ধৰি আনে। চৈয়দ ফিৰুজ আৰু চৈয়দ চানাক গড়গাঁৱলৈ পঠিয়াই, বাকী মছলমান সেনাক বৰফুকনে গুৱাহাটীতে কাটি পেলায়। চৈয়দ ফিৰুজ আৰু চৈয়দ চানাক গড়গাৱঁত কটা হল। মছলমানবিলাকৰ সকলো অস্ত্ৰ-শস্ত্ৰ বৰফুকনৰ হাতত পৰিল।

এই ৰণৰ কাল সম্বন্ধে মতভেদ দেখা যায়। দুখন সাঁচি-পতীয়া পুৰণি পুথিত ১৫৯০ শকত এই ৰণ লাগে বুলি লিখা আছে। ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰেও সম্ভৱতঃ এনেকুৱা বুৰঞ্জী পুথিৰ ওপৰতে নিৰ্ভৰ কৰি ১৫৯০ শককে এই ৰণৰ কাল বুলি ঠাৱৰ কৰিছে। কিন্তু, নগাঁও জিলাৰ এখন বাগিছাত এটা বৰতোপ ওলাইছে, তাত এইদৰে লিখা আছে, "শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ দেৱ মহাৰাজাধিৰাজ চক্ৰধ্বজ সিংহেন জয়ালব্ধাস্ত্ত সংগ্ৰামে যবনানাং ক্ষয়ে পুনঃ। প্ৰাপ্ত মন্ত্ৰমিদং ভুপ যশোৰিহ্ননং ধ্ৰুবং। শাকে ১৫৮৯। ইয়াত বাজেও উত্তৰ গুৱাহাটীৰ কানাই-বৰষী শিলত যি ফলি কটা আছে তাত লিখা আছে যে, ১৫৮৯ শকৰ আঘোণ মাহত চৈয়দ চানা আৰু চৈয়দ ফিৰুজক যুদ্ধত জিনি কটাৰ পিচত এই গড় নিৰ্ম্মাণ কৰা হল; অৰ্থাৎ যি গড় কানাই-বৰষী শিলৰ ওচৰত অন্ত হৈছে, সেই গড় এই ৰণৰ বিজয় কীৰ্ত্তি স্বৰূপে নিৰ্ম্মাণ কৰা হৈছিল। গুৱাহাটীৰ বৰ্ত্তমান চাৰ্কিট হাউচৰ টোলত এটা শিল পোৱা হৈছে, তাত লিখা আছে যে, বৰবৰুৱাৰ পুত্ৰ লাচিত বৰফুকনে ১৫৮৯ শকত মছলমানবিলাকক ৰণত ঘটুৱাই সেনাপতি ফিৰুজ আৰু বহুত মছলমান সৈন্য আৰু অনেক অস্ত্ৰ-শস্ত্ৰ পালে। এইবিলাক প্ৰমাণৰ দ্বাৰা ফট্‌ফটীয়াকৈ দেখা যায় যে, চৈয়দ ফিৰুজ আৰু চৈয়দ চানাৰ লগত আমাৰ যি যুদ্ধ লাগিছিল, তাৰ শক ১৫৮৯ হে হব, ১৫৯০ নহয়।

যেতিয়া আওৰেংজেব পাটচাই শুনিলে যে, লাচিত বৰফুকনে মছলমানৰ হাতৰপৰা গুৱাহাটী ললে আৰু চৈয়দ ফিৰুজক যুদ্ধত হৰুৱাই ধৰি নিলে, তেতিয়া তেওঁ খঙত বিবশ হৈ, অসম দখল কৰিবৰ নিমিত্তে প্ৰতিজ্ঞা কৰিলে আৰু ৰাজা ৰামসিংহক সোণ খটোৱা জিনৰে সৈতে এটা যুদ্ধৰ ঘোঁৰা আৰু মুকুতা লগোৱা পেটীয়ে সৈতে এখন সোণৰ কাম-কৰা তৰোৱাল খিলাত দি সেনাপতি পদত বৰণ কৰি লগত এক ফৌজ দিল্লীৰ ৰাজকীয় সেনা আৰু এক ফৌজ বঙ্গদেশৰ নবাবৰ অধীনৰ সেনা দি অসম জয় কৰিবলৈ পঠালে। ৰামসিংহ ৰজা জয়পুৰৰ অন্তৰ্গত অম্বৰ দেশৰ ৰজা প্ৰথম জয়সিংহৰ পুত্ৰ; তেওঁ আওৰেংজেবৰ পাটচাৰ বৰ বিশ্বাসী ভৃত্য আৰু বিখ্যাত যোদ্ধা আছিল। তেওঁৰ পিতাক জয়সিংহৰ সাহায্যতে আওৰেংজেবে দিল্লীৰ ৰাজপাট লাভ কৰে। ৰামসিংহে ১৫৮৯ শকৰ চত মাহত সসৈন্যে কামৰূপ পালেহি। তামুলি ফুকনৰ বুৰঞ্জী মতে ৰামসিংহৰ লগত ৯ লাখ সৈন্য আহিছিল। কিন্তু, এখন সাঁচি-পতীয়া বুৰঞ্জী মতে তেওঁৰ লগত ৩০০০ অশ্বাৰোহী ১৮০০ পদাতি আৰু ১৫০০ কোচবিহাৰৰ কাঁড়ী সৈন্যহে আহিছিল। ৰামসিংহৰ লগত আচলতে কিমান সৈন্য আহিছিল তাক সঠিককৈ কোৱা টান হলেও, তেওঁৰ লগত যে সেই কালৰ কেইবাজনো বিখ্যাত যোদ্ধা সেনানায়কৰূপে আহিছিল তাৰ অলপো সন্দেহ নাই। নচৰতখাঁ, কিৰাত সিংহবৰ্ত্তিয়া, ৰঘুনাথ সিংহ, বইৰামদেও আৰু ৰচিতখাকে আদিকৰি যোদ্ধাবিলাক এই যুদ্ধলৈ আহিছিল বুলি মছলমান বুৰঞ্জীয়েও স্বীকাৰ কৰে। এনে সমাৰোহেৰে সৈন্য পঠোৱাত আওৰেংজেবে যে অসম জয় কৰিবৰ নিমিত্তে দৃঢ় প্ৰতিজ্ঞ হৈছিল তাক ভালকৈ বুজিব পাৰি।

স্বৰ্গদেৱ চক্ৰধ্বজসিংহে অনেক সৈন্য লগত লৈ ৰামসিংহে অসম আক্ৰমণ কৰিবলৈ আহিছে বুলি শুনি সকলো দা-ডাঙ্গৰীয়া বৰুৱা-ফুকন সকলৰ লগত পৰামৰ্শ কৰি, মছলমানৰ লগত যুঁজ দিবলৈ বিশেষ আয়োজন কৰিলে। সকলো বৰুৱা আৰু ফুকনবিলাকক তেওঁলোকৰ নিজ নিজ খেলৰ কাঁড়ী সৈন্যবিলাকে সৈতে গুৱাহাটীলৈ সাজু হৈ যাবৰ নিমিত্তে আদেশ কৰিলে। মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ লাচিত বৰফুকনক আটাইবোৰ ফৌজৰ ওপৰত বৰ সেনাপতি পাতি বাৰিষা নপৰে মানে ৰামসিংহক যুদ্ধ নকৰাকৈ ৰাখিবৰ নিমিত্তে দিহা দিলে। বৰফুকনে স্বৰ্গদেৱৰ আদেশ অনুসৰি বাৰিষা নপৰেমানে ৰামসিংহক যুদ্ধৰ পৰা ক্ষান্ত ৰাখিবৰ মনেৰে, ৰামসিংহৰ ওচৰলৈ কটকী পঠিয়াই তেওঁৰ আগমনৰ উদ্দেশ্য কি সুধি পঠিয়ালে, আৰু ইপিনে গুৱাহাটীৰ কেইওফালে যি গড় আছিল তাক মেৰামত কৰিবৰ নিমিত্তে মানুহ লগালে, আৰু তলত লিখাৰ দৰে গড়ৰ ঠায়ে ঠায়ে সেনাপতিবিলাকৰ কোঁঠ বহুৱালে।

(১) ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে ঃ— অমৰাজুৰিৰ পৰা পাণ্ডুলৈকে শুইমেলা বৰগোহাঁই ফুকনক, খহোৱা বুৰুজৰ পৰা কামাখ্যাৰ পশ্চিম খটখটীলৈকে ৰিদৈয়ঙ্গীয়া ৰাজখোৱাক, দুৱাৰ গৰিলাত দোলাকাষৰীয়া বৰুৱা লাটুমক, পাৰঘোপাৰ পৰা ধেনুখিৰোৱালকৈ বাৰুকিয়াল বৰগোহাঁইক, গোটা আলিৰপৰা অসুৰৰ আলিৰ মুৰলৈকে নেওগ হাজৰিকাক, অসুৰৰ আলিত কমলাবৰীয়া গোহাঁই ফুকনক, অসুৰৰ আলিৰ দক্ষিণ পৰ্ব্বতত মৰঙ্গিখোৱা বৰচেটিয়াক, উষাহৰণ পৰ্ব্বতত জাতিচন্দন গোহাঁইক, ওভোটা শিমলুৰ বাটত শলগুৰীয়া ৰাজখোৱা চক্ৰপাণিক থৈ লগত ৰীতিমতে সৈন্য-সামন্ত দি প্ৰতি বাৰবেওৱে একোটা বৰহিলৈ বা বৰতোপ পাতিলে।

(২) ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে;— জুৰিয়াৰপৰা শৰাইঘাটলৈকে বৰ অভয়পুৰীয়া ৰাজখোৱা সেন গোহাঁইক, শৰাইঘাটত মাজু অভয়পুৰীয়া ৰাজখোৱাক, কেকুৰিৰপৰা লঠিয়ালৈকে সৰু অভয়পুৰীয়া ৰাজখোৱাক, লঠিয়া পৰ্ব্বতত বাঁহগৰীয়া বুঢ়াগোহাঁইক, লঠিয়াৰপৰা চিলা পৰ্ব্বতলৈকে মিৰি সন্দিকৈ ফুকন আৰু নেওগ হাজৰিকাক, সেন্দুৰী ঘোপাৰপৰা খৰাঘৰীয়াৰ * আলিলৈকে দিহিঙ্গীয়া ৰাজখোৱাক, ৰংমহলত পেলন চাৰিঙ্গীয়া ফুকনক, ৰংমহলাৰপৰা কানাই-বৰষীবোৱা শিললৈকে ধলাগোহাঁই গজপুৰীয়া ৰাজখোৱাক, চাহ বুৰুজত ৰূপ সন্দিকৈক, কুৰুৱাত বৰপাত্ৰ গোহাঁই আৰু ৰাইডঙ্গীয়া ৰাজখোৱাক থৈ নিয়মমতে সৈন্য-সামন্ত দি কোঁঠ পাতিলে আৰু বাৰবেওৱে বাৰবেওঁৰে একোটা বৰহিলৈ বহুৱালে। এই যুদ্ধত অসমৰ সৈন্যই ৭ বিধ হিলৈ ব্যৱহাৰ কৰিছিল;— (১) কামায়ণ (২) টোৱা (৩) জমুঁৰ (৪) গঠিয়া জুম্বৰ (৫) কেচাই (৬) পহলঙ্গি (৭) পাথৰ কলাই।

(৩) ব্ৰহ্মপুত্ৰৰ পানীত ;— উত্তৰ পাৰে দিহিঙ্গীয়া ৰাজখোৱাক আৰু বুঢ়াগোহাঁই ফুকনক, দক্ষিণ পাৰে শলগুৰীয়া ৰাজখোৱা টঙ্চু ৰাজখোৱাক আৰু কলঞ্চু নেগওক ৰাখিলে। বৰসেনাপতি লাচিত নিজে ইটাখুলিৰ নামনিত থাকিল।

ওপৰত লিখা বিৱৰণৰপৰা আগৰ দিনত অসমীয়া জাতিৰ যুদ্ধ-কৌশল আৰু বন্দবস্তৰ কেনে শৃঙ্খলা আছিল তাক ভালকৈ বুজিব পাৰি। যি জাতিয়ে নিজৰ দেশ শত্ৰুৰ হাতৰ পৰা ৰখা কৰিবলৈ ইমান আত্মত্যাগ কৰিছিল, তাক ভাবিলে আজিকালিৰ অসমীয়া মানুহক সেইজাতিৰ সতি-সন্তান বুলি কোনোবাই ভাবিব পাৰে নে।

ক্ৰমশঃ।

## সঙ্গীত।

গীত, বাদ্য আৰু নৃত্য এই তিনিওৰো সমাবেশৰ নাম সঙ্গীত। যি বিদ্যাৰ দ্বাৰাই এই সঙ্গীত ভালকৈ জানিব পাৰি তাকে সঙ্গীতবিদ্যা বোলে। সঙ্গীত তিনি বিধ; যান্ত্ৰিক, কাণ্ঠিক আৰু নাৰ্ত্তিক *। যি সঙ্গীত যন্ত্ৰেৰে বজায় তাক যান্ত্ৰিক বা গৎ, যি সঙ্গীত ডিঙ্গিৰে গায় তাক গীত বা গান, আৰু যি সঙ্গীতে কেৱল ছন্দ দেখুৱায়, সুৰৰ আৱশ্যক কৰে, তাক নৃত্য বোলে। দেখা আৰু শুনা হিচাবে সঙ্গীত দুবিধ বুলি ধৰা যায়। গীত আৰু বাদ্য এই দুবিধ শুনা যায় দেখি ইয়াক শ্ৰাব্য সঙ্গীত, আৰু নৃত্য কেৱল দেখা যায় দেখি তাক দৃশ্য সঙ্গীত বোলে। যান্ত্ৰিক, কাণ্ঠিক আৰু নাৰ্ত্তিক এই তিনিও বিধ সঙ্গীত একেলগে হলে তৌৰ্য্যত্ৰিক সঙ্গীত বোলে। তৌৰ্য্যত্ৰিক দুবিধ, ঔপপত্তিক (Theoretical) আৰু ক্ৰিয়াসিদ্ধ (Practical) গ্ৰন্থাদিত গীত-বাদ্যাদিৰ বৰ্ণনা আৰু ব্যাখ্যাত ঔপপত্তিক, তৌৰ্য্যত্ৰিক আৰু সেই গীত বাদ্যাদিৰ সাধনা আৰু অনুষ্ঠানত ক্ৰিয়াসিদ্ধ তৌৰ্য্যত্ৰিক

* এই আলিতে গুৱাহাটীৰ বিখ্যাত শিলৰ সাঁকো আছে।

বোলে। ঔপপত্তিক তৌৰ্য্যত্ৰিকত বিশেষ জ্ঞান নেথাকিলে ক্ৰিয়াসিদ্ধাংশত ভালকৈ ব্যুৎপত্তি লাভ কৰিব নোৱাৰি। আকৌ, ক্ৰিয়াসিদ্ধ তৌৰ্য্যত্ৰিকত বিশেষ অধিকাৰ নেথাকিলেও ঔপপত্তিকাংশৰ ফল পোৱা নেযায়। এই নিমিত্তে দুয়ো বিধ তৌৰ্য্যত্ৰিককে ভালকৈ শিকিব লাগে।

ঔপপত্তিক তৌৰ্য্যত্ৰিক ঃ— সঙ্গীতৰ প্ৰধান অঙ্গ ধ্বনি বা শব্দ * । সঙ্গীত ভালকৈ বুজিবলৈ হলে শব্দ নো কি তাকে আগেয়ে বুজা আৱশ্যক। বৈজ্ঞানিক পণ্ডিতসকলে সিদ্ধান্ত কৰিছে যে, শব্দ কোনো পাৰ্থিব বস্তু নহয়, ই কেৱল বায়ুৰ হেন্দোলনি বা কঁপনি মাথোন। এখন কাঁহত কোব মাৰি দিলে আমি শব্দ শুনো, কোব মাৰিলে কাঁহখনৰ পৰমাণুবিলাক কঁপে আৰু সেই কঁপনি বতাহেদি আহি আমাৰ কাণত লাগেহি; সেই গুণে আমি শব্দটো শুনো। বায়ু নোহোৱা হলে কাঁহখনত হেজাৰবাৰ কোব মৰা হলেও আমি একো শব্দ নুশুনিলোহেঁতেন। বতাহ নোহোৱা ঠাইত (অৰ্থাৎ Air pump যন্ত্ৰৰ তলত) কাঁহ বজাই পণ্ডিতসকলে প্ৰমাণ কৰিছে যে, কোনো শব্দ শুনা নেযায়।

কোনো এটা পুখুৰীৰ মাজলৈ এডোখৰ শিল দলি মাৰি দিলে দেখা যায় যে, প্ৰথমতে যি ঠাইত শিল ডোখৰ পৰে সেই ঠাইৰ পানী খিনিত খলক লাগে। তাৰ পিচত সৰু ঘূৰণীয়া এটা ঢৌ উঠে; সেইটো মাৰ গৈ তাৰ ওচৰত আকৌ তাতকৈ বহল এটা ঢৌ উঠে; এইদৰে সেই ঘূৰণীয়া ঢৌবোৰ লাহে লাহে বহল হৈ আহি পাৰত লাগেহি। গোটেই পুখুৰীটোৰ পানীত এইদৰে এটা হেন্দোলনি উঠে। পুখুৰীৰ মাজত সেই সময়ত দুটামান ফুল পেলাই দিলে দেখিবা যে, হেন্দোলনিৰ লগে লগে ফুল কেইটি উটি নাহে, কেৱল মাথোন হেন্দোলনিটো আহি ফুলটিৰ গুৰি পালেই ফুলটি হেন্দোলনিৰ লগতে এবাৰ ওপৰলৈ উঠে এবাৰ তললৈ নামে। হেন্দোলনি পাৰ হৈ গলেই যৰে ফুল ততে থাকে। ইয়াৰপৰা দেখা যায়, হেন্দোলনিৰ লগে লগে পানীৰ সোঁত নবয়; কিয়নো বোৱা হলে লগতে ফুলটিও উটি আহিলহেঁতেন। বায়ুত শব্দৰ গতি ঠিক পানীৰ হেন্দোলনিৰ দৰেই হয়। কোনো বস্তুত মাৰিৰে আঘাত কৰিলে সেই বস্তুটো প্ৰথমতে কোচ খায় আৰু মাৰিং ডাল আঁতৰকৈ নিলেই বস্তুটোৱে ওফন্দি আগৰ অৱস্থা পায়।

এতিয়া ভাবাঁ, বস্তুটোৰ চাৰিওপোনে যেন বায়ু আছে। তেন্তে বস্তুটো যেতিয়া কোচ খায়, তেতিয়া তাৰ গাতে লাগি থকা বায়ুৰ পৰমাণুবোৰ বিয়াপি পৰি ঘোৰ হৈ যোৱা ঠাই খিনি পূৰাব, আৰু বস্তুটো যেতিয়া ওফন্দিব তেতিয়া আকৌ সেই পৰমাণুবোৰও ঠিক আগৰ দৰেই পিচলৈ বিয়াপি আহিব। এইদৰে যেতিয়া বস্তুটো কোচ খায়, ওচৰত থকা বায়ুৰ পৰমাণু বিলাক পিচলৈ যায়, আৰু বস্তুটো যেতিয়া ওফন্দে তেতিয়া সেই পৰমাণুবিলাক আগলৈ যায়। গতিকে বস্তুটিৰ কঁপনিত ওচৰৰ বায়ুৰ পৰমাণুবিলাকো কঁপি এবাৰ আগলৈ আৰু এবাৰ পিচলৈ আহে। এই পৰমাণুবিলাকে আকৌ তাৰ ওচৰত থকা পৰমাণুক সেইদৰে এবাৰ আগলৈ আৰু এবাৰ পাচলৈ নিয়ে। দ্বিতীয় পৰমাণুবিলাকেও তাৰ ওচৰৰ পৰমাণুক সেইদৰে চলায়।

এইদৰে ক্ৰমশঃ বস্তুটোৰ হেন্দোলনিটো বায়ুত ওপঙ্গি অহা দি আহে। কিন্তু বায়ুৰ পৰমাণুবিলাক আগেয়ে যতে আছিল ততে থাকে, মুঠে এবাৰ আগলৈ আহি আৰু তেতিয়াই আকৌ পিচলৈ হুঁহকি হৈ আগৰ ঠাই পায়। হেন্দোলনিটি যেন বাগৰি অহাদি বায়ুৰ ওপৰে দি আহিল আৰু বায়ুৰ একো পৰিবৰ্ত্তন নহল। এইদৰে হেন্দোলনিটি বাগৰি আহি আহি আমাৰ কাণত অনুভৱ কৰিব পৰা যে সজীৱ ধমনিবিলাক সজাই থোৱা আছে তাত লাগিলেই যি জ্ঞান জন্মে তাকে শব্দ কয় †। বাস্তৱিক জীৱ-জন্তুবিলাকৰ কাণত বাহিৰৰ বায়ু আহি নোসোমায়, কঁপনিটোহে সোমায়হি।

এই হেন্দোলনি বায়ুৰ ওপৰে দি বাগৰি আহোঁতে সময় লাগে। সেই গুণে কোনো বস্তুত কোব মৰা মাত্ৰেই আমি শব্দটো শুনিবলৈ নেপাওঁ। এক চেকেণ্ডত শব্দৰ হেন্দোলনি ১১১৮ ফিট বিয়াপি পৰে। সেই নিমিত্তে ১১১৮ ফিট দূৰৈত থকা এটা মানুহে কাঁহখনত কোব মৰাৰ এক চেকেণ্ডৰ পাচতহে শব্দটো শুনিবলৈ পাব। আকৌ, হেন্দোলনি বাগৰি আহোঁতে লাহে লাহে বল কমি আহে। সেই গুণে বহু দূৰৈত শব্দটো ৰিণিকি ৰিণিকি হে শুনিবলৈ পোৱা যাব; তাতকৈও দূৰৈত লাহে লাহে একেবাৰে নুশুনা হব।

আমি ওপৰত কৈছোঁ যে, কোনো বস্তু কঁপি পেলাই বায়ুত হেন্দোলনি তুলিলেই আমি শব্দ শুনো। কিন্তু, বাস্তৱিক যেই-সেই, কঁপনিত শব্দ নোলায়; এটা বস্তু যদি এক চেকেণ্ডত

* গীত বাদ্যঞ্চ নৃত্যঞ্চ ত্ৰয়ঃ সঙ্গীতমুচ্যতে। — গন্ধৰ্ব্ববেদ।
সঙ্গীতং দ্বিবিধং প্ৰোক্তং দৃশ্য শ্ৰাব্যঞ্চ সুৰভিঃ।— কল্লিনাম।

† ননাদেন বিণাগীতং ননাদেন বিণা স্বৰং ননাদেন বিনা প্ৰামন্তন্নাদাত্মকং জগৎ — নাৰদসংহিতা।

* আকাশ সম্ভবো নাদস্তথা নাহত উচ্যতে। — নাৰদ পুৰাণ।

এবাৰ-দুবাৰ কঁপে, তেন্তে তাৰপৰা আমি কোনো শব্দ নুশুনো। শব্দ ওলাবলৈ হলে কঁপনিটো নিয়ম মতে খৰ হব লাগিব। অতি খৰ হলেও আকৌ শব্দ নুশুনা হয়। কোনো বস্তু এক চেকেণ্ডত ১৬ বাৰকৈ কঁপিলে শব্দ ওলায়, আৰু কঁপনি যিমান খৰ হৈ যায় শব্দটোও সিমান চৰা বা টান (high) হৈ যায়। কিন্তু কঁপনি যেতিয়া চেকেণ্ডত ৪৮০০০ হেজাৰ বাৰ হয় তেতিয়া মুঠেই শব্দ নুশুনা হয়।

নাদ * বা ধ্বনি।— শব্দ বা ধ্বনি দুবিধ; এবিধৰ নাম অকৃতি আৰু আন বিধৰ নাম সুকৃতি। কোনো বস্তুত আন বস্তুৰ অভিঘাত হৈ বুজিব নোৱাৰা যি নাদ বা ধ্বনিৰ উৎপত্তি হয় তাক অকৃতি ধ্বনি, আৰু যি ধ্বনিৰ দ্বাৰাই কোনো বস্তু নির্দ্দেশ কৰে বা মানসিক ভাবাদি ব্যক্ত কৰে তাক সুকৃতি ধ্বনি বোলে। সঙ্গীত শাস্ত্ৰত সেই অকৃতি ধ্বনি ধ্বন্যাত্মক আৰু সুকৃতি ধ্বনি বর্ণাত্মক বা ভাষা বুলি কয়।

সুৰ।— অকৃতি ধ্বনিও দুবিধ; কৰ্কশ ধ্বনি বা কোঢ়াল, আৰু সুশ্ৰাব্য ধ্বনি বা "সুৰ"। চাবলৈ গলে বাস্তৱিক কোঢ়াল আৰু সুৰ দুয়োটা একে কথা। অৰ্থাৎ দুয়োটা কেৱল বায়ুৰ হেন্দোলনি মাথোন। হাৰ্ম্মোনিয়মৰ মাত বৰ সুশ্ৰাব্য, কিন্তু সেই হাৰ্ম্মোনিয়মৰে আকৌ দুটা বা তিনিটা অমিল ছাবি একেলগে বজালে শুনিবলৈ কৰ্কশ হয় বা কেৱল কোঢ়াল হয়। ইফালে আকৌ কাঁহ এখনত মাৰি এডালেৰে মাৰিলে যিটো শব্দ উঠে, সি অতি কৰ্কশ। কিন্তু, যদি কাঁহখনত উধা-মুধাকৈ নমৰিয়াই ইটো কোবৰপৰা সিটো কোবলৈ ঠিক সমান সময়ৰ ফাঁক (interval) ৰাখি মৰিউৱা হয়, তেন্তে সেই আগৰ কৰ্কশ শব্দটোৰ ঠাইত আমি এটা সুশ্ৰাব্য ধ্বনি শুনিবলৈ পাওঁ।

ইয়াৰপৰা প্ৰমাণ হৈছে যে, কোনো শব্দ ঠিক পৰিমিত সময়ৰ মূৰত ওলালেই সুশ্ৰাব্য আৰু সেয়ে নহলেই শুনিবলৈ কৰ্কশ হয়। দুটা বা তিনিটা সুশ্ৰাব্য ধ্বনি একেলগে ওলালে শুনিবলৈ কৰ্কশ হয় বুলি কৈছোঁ। কিন্তু, অকলশৰীয়া এই সুশ্ৰাব্য ধ্বনিও ক্ষণস্থায়ী হলে কৰ্কশ শুনাব।বীণা বা হাৰ্ম্মোনিয়ম যন্ত্ৰৰ এটা সুৰ যদি ১০।১৫ চেকেণ্ড বা বেচি সময় ক্ৰমান্বয়ে বজোৱা হয়, তেতিয়া হলে শুনিবলৈ বৰ ভাল লাগে। কিন্তু সেই সুৰ যদি ক্ষণস্থায়ী হয় তেতিয়া আমি টংকৰা এটা শব্দ শুনো আৰু তাত সুৰৰ একো লক্ষণ নেদেখোঁ। নিতান্ত কৰ্কশ নহলেও, সেই টং শব্দটোক সুশ্ৰাব্য বুলিব নোৱাৰি।

সমান পৰিমিত সময়ৰ মূৰত হোৱা কঁপনিৰ পৰা যি সুশ্ৰাব্য অমিশ্ৰ আৰু স্থায়ী শব্দ ওলায়, সঙ্গীত শাস্ত্ৰত তাক সুৰ বোলে। দুটা বা তিনিটা ধ্বনি বা সুৰ গোট খায়ো কেতিয়াবা এটা সুশ্ৰাব্য ধ্বনি ওলাব পাৰে। কিন্তু, সঙ্গীত জনা মানুহে শুনিলেই সেই ধ্বনিত কি কি সুৰ মিহলি আছে, তাক ধৰিব পাৰিব।

মানুহৰ মাতত কথা কওঁতে যিবোৰ শব্দ শুনা যায়, সেইবোৰ কেইবাটাও প্ৰধান সুৰৰ মিহলি; তাৰ ভিতৰৰে কোনো এটা বা ততোধিক সুৰ স্থায়ী, আৰু এটা বা দুটা ক্ষণস্থায়ী। স্বৰবৰ্ণ উচ্চাৰণ কৰোঁতে স্থায়ী প্ৰধান সুৰ এটা বা দুটা একেবাৰে ওলায়, আৰু ব্যঞ্জনবৰ্ণ উচ্চাৰণত যি সুৰ ওলাব খোজে তাক আমি জিভাৰে বা ওঁঠেৰে বা দাঁতেৰে বাধা দি ক্ষণস্থায়ী কৰোঁ, সেই গুণে স্বৰবৰ্ণ অলপ সুশ্ৰাব্য আৰু ব্যঞ্জনবৰ্ণ কৰ্কশ শুনায়।

কৰ্কশ শব্দৰ কঁপনি ওপৰত কৈ অহাৰ দৰে বতাহত বাগৰি যাওঁতে সৰহ দূৰ যাব নোৱাৰে, অতি শীঘ্ৰে এই কঁপনি মাৰ যায়; সেই গুণে দূৰৈলৈ নুশুনি। স্বৰবৰ্ণৰ উচ্চাৰণ হলে বহুত দূৰলৈকে শুনি। সেই গুণে দূৰৈৰ কোনো মানুহক চিয়ঁৰি মাতিবলৈ হলে আমি পোনে পোনেই "অমুকা" বুলি নেমাতি "অ-অমুকা-অ" বুলি দীঘলীয়াকৈ মাতিব লগাত পৰোঁ। ঠিক এই কাৰণতেই দূৰৈত গান গালে গানটিৰ কথাবিলাক, অৰ্থাৎ ব্যঞ্জনবৰ্ণ বিলাক ভালকৈ নুশুনো, কিন্তু সুৰৰ তানটো অৰ্থাৎ স্বৰবৰ্ণবিলাক হলে ভালকৈ বুজোঁ।

বজাৰত বহুত মানুহে গোট খাই কোঢ়াল কৰে। এই কোঢ়াল নিচেই ওচৰৰপৰা শুনিবলৈ বৰ কৰ্কশ; কিন্তু দূৰৈৰপৰা হলে কোঢ়াল নুশুনি কেৱল এটা সুশ্ৰাব্য গুণ-গুণনি বা সুৰ হে শুনা যায়। ইয়াৰ কাৰণ এই যে, বজাৰত যিবোৰ শব্দ হয়, তাত বহুত স্থায়ী আৰু ক্ষণস্থায়ী সুৰ, অৰ্থাৎ স্বৰবৰ্ণ আৰু ব্যঞ্জনবৰ্ণ মিহলি থাকে। কিন্তু, বতাহত বাগৰি আহোঁতে আহোঁতে ক্ষণস্থায়ী সুৰবোৰ একেবাৰে মাৰ গৈ আৰু স্থায়ী সুৰৰো দুটা-এটা মাৰ গৈ দূৰণীলৈ কেৱল এটা বা দুটা সুৰৰ মিহলি ধ্বনিহে আহে। সেইগুণে দূৰৈত কোঢ়াল নুশুনি, কেৱল এটা সুশ্ৰাব্য গুণগুণনিহে শুনি।

সপ্তস্বৰ।— আমি ওপৰত কৈ আহিছোঁ যে, সমান পৰিমিত সময়ৰ মূৰত হোৱা কঁপনিৰপৰা অমিশ্ৰ সুৰৰ উৎপত্তি হয়; আৰু কঁপনি যিমান খৰ হয় সুৰটোও সিমান চৰা বা ওখ

* শব্দক নাদ বোলে। নাৰদ-সংহিতাত লিখিছে, "ধ্বন্যাত্মকো বৰ্ণাত্মকো ননাদঃ দ্বিবিধ স্তথা।"

* কম্পন সংখ্যাৰ ভগ্নাংশ ধৰিলে সুৰৰ সংখ্যা আৰু সৰহ হব।

হয়। কঁপনিৰ সংখ্যা চেকেণ্ডত ১৬ বাৰৰপৰা ১৮০০০ বাৰলৈ হব পাৰে বুলিও কোৱা হৈছে। তেন্তে কোনো বস্তু ১৬ বাৰ কঁপিলে যি সুৰ ওলাব, ১৭ বাৰ কঁপিলে তাতকৈ অলপ চৰা, ১৮ বাৰত তাতকৈ অলপ চৰা, ১৯ বাৰত তাতোকৈ অলপ চৰা এই দৰে ক্ৰমাৎ চৰা-চৰা সুৰ ওলাই থাকিব। অৰ্থাৎ, সকলো মিলি ইটোতকৈ সিটো চৰা, এনেকুৱা (৪৮০০০-১৫) ৪৭৯৮৫ টা সুৰ হব পাৰে, † কিন্তু মানুহে এই আটাইখিনি সুৰ ডিঙ্গিৰে উলিয়াব নোৱাৰে। মানুহৰ ডিঙ্গি মুঠেই চেকেণ্ডত ১৯০ৰ পৰা ১১০৬ বাৰলৈ কঁপিব পাৰে, (১), অৰ্থাৎ মানুহে মুঠেই ১৪১৬ সুৰ হে উচ্চাৰণ কৰিব পাৰে। এই ১৪১৬ সুৰ ক্ৰমান্বয়ে ইটোতকৈ সিটো অলপ অলপকৈ চৰা। চেকেণ্ডত ২০০ বাৰ কঁপি যি সুৰ ওলায়, ২০১ বাৰ কঁপি ওলোৱা সুৰটো তাতকৈ অলপ চৰা হব। কিন্তু এই দুইটা সুৰ ইমান ওচৰা-উচৰি, বা ইহঁতৰ পাৰ্থক্য ইমান কম আৰু আমাৰ শ্ৰৱণেন্দ্ৰীয় ইমান অসম্পূৰ্ণ যে বিজ্ঞানৰ সহায় নোলোৱাকৈ আমি এই দুটা সুৰৰ যে কিবা পাৰ্থক্য আছে তাক গম ধৰিবই নোৱাৰোঁ। সেইদৰে ২০২ আৰু ২০৩ বাৰ কঁপনিৰ পাৰ্থক্যও আমি ধৰিব নোৱাৰোঁ। কম্পন সংখ্যাৰ প্ৰভেদ ২০ বা ১০ হলেহে দুটা সুৰৰ পাৰ্থক্য মানুহৰ সুৰৰ কাণেৰে ধৰিব পাৰি। তাৰ কম প্ৰভেদৰ দুটা সুৰৰ কোনো পাৰ্থক্য লক্ষ্য শ্ৰবনেন্দ্ৰীয় সাধনা কৰা পণ্ডিতবিলাকে এই ১৪১৬ সুৰৰ ভিতৰত মুঠেই ৬৭ টা মান সুৰৰ যে কিবা পাৰ্থক্য ধৰিব পাৰে। তেওঁবিলাকে তাৰ ভিতৰত ২২ টা প্ৰধান সুৰৰ নাম দি লৈছে। সেই সুৰকেইটাৰ কম্পন-সংখ্যা তলত দিয়া গল।

নাম বা খাদৰ সুৰ (২)। মাজৰ সুৰ। ওখ বা তাৰাৰ সুৰ।

সুৰৰ নাম ঃ সা, ঋ, গ, ম, প, ধ, নি, সা, ঋ, গ ম প ধ নি সা’ ঋ’ গ ম’ প’ ধ’ নি’

কম্পন সংখ্যা, ১২৮ ১৪৪ ১৬০ ১৮০ ১৮২ ২৪০ ২৫৬ ২৮৮ ৩২০ ৩৬০ ৩৮৪ ৪৩১ ৪৮০ ৫১২ ৫৭৬ ৬৪০ ২৭০ ৭৬৮ ৮৬৪ ৯৬০ ১০২৪

এই ২২ টা প্ৰধান সুৰৰ মাজা-মাজি চিনিব পৰা বাকী যি কেইটা সুৰ আছে তাৰ বেলেগ নাম দিয়া নাই। সেই নাম নোহোৱা সুৰবিলাকক শ্ৰুতি বা খণ্ডস্বৰ বোলে। প্ৰধান সুৰবিলাকৰ এই শ্ৰুতিবিলাক খণ্ডস্বৰ বুলিব পাৰি। (২) সুৰবোৰৰ লক্ষণ ।— সুৰবোৰৰ কেবাবিধো লক্ষণ আছে তাক তলত দিয়া গল।

(ক) স্বভাৱ বা পৰিমাণ (Pitch) — এটা মানুহে বৰ চিয়ঁৰি যদি এটা সুৰ উচ্চাৰণ কৰে আৰু আন এটাই তাৰ লগে লগে নিচেই গহীন সুৰে (মুখৰ ভিতৰতে) সেই সুৰটো ফুটায়, তেন্তে সঙ্গীত জনা মানুহে শুনিলেই বুজিব যে, দুয়ো একেটা সুৰকে গাইছে। মুনিহৰ মাত নাম বা খাদ, আৰু তিৰোতাৰ ওখ মিহি। মুনিহ মানুহৰ মাত তিৰোতাৰ সমান ওখ লৈ নুঠে। এতিয়া কোনো নিৰ্দ্দিষ্ট সুৰ এটা যদি দুয়ো একে লগে গায়, একে সুৰ বুলি মানুহে তৎক্ষণাৎ ধৰিব পাৰে। সুৰৰ যি লক্ষণৰপৰা মানুহে এনেকৈ চিনিব পাৰে তাকে সুৰৰ স্বভাৱ বা পৰিমাণ বোলে। এই স্বভাৱ বা পৰিমাণ সুৰৰ কঁপনি অনুসৰি হয়।

(খ) গুৰুত্ব (intensity) ঃ— মাতটো ইমান সৰু কৰিব পাৰি যে, গোটেই কাণৰ গুৰিত নহলে নুশুনি, আকৌ বল দি মাতিলে বহুদূৰৰপৰা শুনি। যি গুণৰপৰা মাতৰ এনে ডাঙ্গৰ-সৰু উপলব্ধি হয় তাক স্বৰৰ গুৰুত্ব বোলে।

(গ) বৰণ (colour or Timber) ।— বহুবিধ যন্ত্ৰ একেলগে সমান সুৰে বাজিলে কোনটো বাঁহীৰ মাত, কোনটো বেহালাৰ মাত, কোনটো হাৰ্ম্মোনিয়মৰ মাত আমি বুজিব পাৰোঁ। আৰু কেইটামান মানুহে গোট খাই একেটা সুৰেই গীত গালেও আমি কোনটো কাৰ মাত বুজি পাওঁ। সুৰৰ যি গুণৰপৰা এই পাৰ্থক্য আমাৰ কাণে ধৰিব পাৰে তাকে স্বৰৰ বৰণ বোলে।

(ঘ) মিল বা সামঞ্জস্য (harmony) ।— আমি ওপৰত কৈ আহিছোঁ যে, দুটা ওচৰা-উচৰি সুৰ একেলগে বজালে বা গালে কোঢ়াল হব। কিন্তু, ওচৰা-উচৰি নহৈ সুৰ দুটাৰ

(১) মানুহৰ ডিঙ্গিত ১৯০ — ৬৭৮, তিৰোতাৰ আৰু লৰাৰ ৫৭২ — ১৬০৬

(২) এই সুৰৰপৰা আন এটা সুৰ বিচ্ছেদ নোহোৱাকৈ প্ৰকাশ কৰিবলৈ গলে সেই দুয়ো সুৰৰ মাজত যি অতি সৰু সৰু স্বৰাংশবিলাক গম পায় তাকেই শ্ৰুতি বোলে। শ্ৰুতিবিলাক স্বৰৰ সূক্ষ্ম অংশ মাথোন। মাছ যেনেকৈ পানীৰ মাজত গলে তহঁতৰ গতিৰ কোনো চিন উপলব্ধি কৰিব নোৱাৰি স্বৰ মধ্যগত শ্ৰুতিবোৰবো তেনেকৈ কোনো চিন নাই কেবল শ্ৰৱণেন্দ্ৰিয়ৰ দ্বাৰা অনুভব মাত্ৰ হয়। সা ঋ গ ম প ধ নি এই সাতোটা সুৰৰ মাজত ২১ টা শ্ৰুতি আছে; যথা সা-ৰপৰা ঋ লৈ ৪টা, ঋ-ৰপৰা গা-লৈ ৩টা, গা-ৰপৰা মা-লৈ ২টা, মা-ৰপৰা পা-লৈ ৪টা, পা-ৰপৰা—ধা-ৰ পৰা নি-লৈ ৩টা আৰু নি-ৰপৰা ওখ অৰ্থাৎ তাৰাৰ সা-লৈ ২টা।

কোনো কোনো সঙ্গীত গ্ৰন্থমতে সা-ৰ পৰা ধা-লৈ প্ৰত্যেকটোত ৩টা কৰি ১৮টা, আৰু নিৰ পিচত....... ৪টা শ্ৰুতি নিৰ্দ্দেশ কৰিছে।

খাদৰ গ্ৰামৰ সুৰবিলাকত [.] এনেকুৱা চিন আৰু ওপৰ অৰ্থাৎ তাৰাগ্ৰামৰ সুৰবিলাকৰ ওপৰ পিনে (') চিন দিয়া গল।
যদি এটাৰ কম্পন-সংখ্যা ইটোৰ সম্পন সংখ্যাৰ দুগুণ হয়, তেন্তে সিহঁতৰ ভিতৰত এনে মিল থাকিব শুনিলেই মানুহে বুজিব পাৰিব যে ইটো সুৰ সিটোতকৈ দুগুণ চৰা। এনেকুৱাকৈ বজালে মিলি গৈ অতি সুশ্ৰাব্য শুনাব আৰু একোটা সুৰ যেন লাগিব।

ভাবা যে, ২৫৬ কম্পন সংখ্যাৰপৰা হোৱা সুৰটোৰ আমি 'সা' নাম ৰাখিছোঁ। তেন্তে ৫১২ কম্পন সংখ্যাৰ সুৰটো আমাৰ সা সুৰৰ দুগুণ ওখ আৰু সেই গুণে এই দুটা সুৰ একেলগে বজালে মিলি গৈ শুনিবলৈ একে যেন লাগিব। সেই গুণে ৫১২ কম্পন সংখ্যাৰপৰা ওলোৱা সুৰৰ বেলেগ বেলেগ নাম নিদি আমি যদি মূঠতে চৰা সা (সা) বোলোঁ, তেনেহলেই বুজিম যে সা সুৰৰ কম্পন সংখ্যা দুগুণ হলে যি সুৰ ওলায় সেই সুৰৰ কথা কৈছে। খাদ সা (সা.) বুলিলে সেই দৰে আমি বুজিম যে, সা সুৰৰ কম্পন সংখ্যাৰ আধা ললে যি সুৰ ওলায় সেই সুৰৰ কথা কৈছে।

সেই গুণে সা. সা আৰু সা' এই তিনটা সুৰৰ বেলেগ নাম দিবৰ আৱশ্যক নাই; মাজৰ সুৰটোক সা বুলিলেই প্ৰথমটোৰ সা, আৰু ৩য়টোৰ চৰা সা. বুলি চিনাকী দিব পাৰিম। সেইদৰে ঋ, ঋ ঋ', গ, গ গ' ইত্যাদি বাকী ১৮টা সুৰৰো গাইপতি বেলেগ বেলেগ নামৰ আৱশ্যক নাই। তেন্তে কেৱল সা ঋ গ ম প ধ নি এই সাতোটা নামেৰেই আমি ওপৰত লিখা সমুদায় ২২টা সুৰকেই চিনাক্ত কৰিব পাৰোঁ। *

সা.-ৰ পৰা সা, ঋ.-ৰ পৰা ঋ' ইত্যাদিৰ মাজত সাতোটা সুৰৰ প্ৰভেদ আছে গুণে ইহঁতৰ এটাক ইটোৰ সপ্তক বুলি কয়; যথা ঃ

সা.-ৰ ১ম সপ্তক সা, ২য়, সপ্তক সা' ঋ.... ....ঋ, .... ....ঋ' ইত্যাদি। সা-ৰপৰা নি-লৈকে এই সাতোটা সুৰক একেলগে গ্ৰাম Gamat বোলে। তলত লিখা দৰে সুৰ ২২টা সাতোটা-সাতোটাকৈ সজাই আনি তিনটা গ্ৰাম পাওঁ; ১ম গ্ৰামক উদাৰা, মধ্যম গ্ৰামক মুদাৰা আৰু ৩য় গ্ৰামক তাৰা গ্ৰাম বোলে। এই তি নিটা শুদ্ধ স্বৰ গ্ৰাম (diatonic scale);–

সা. ঋ. গা. মা. পা. ধা. নি. সা ঋ গা মা পা ধা নি সা' ঋ' গা! মা' পা' ধা' নি'

উদাৰা — মুদাৰা — তাৰা

* সঙ্গীত শাস্ত্ৰত ধ্বনি সাত ভাগে বিভক্ত হৈ স্বৰ বুলি উক্ত হৈছে। যথাঃ — ঘড়ভাষভৌচ গান্ধাৰো মধ্যমঃ পঞ্চমস্তথা। ধৈবতশ্চ নিষাদশ্চ স্বৰা সপ্ত প্ৰকীৰ্ত্তিতাঃ। অৰ্থাৎ, ষড়ভ, ঋষভ, মধ্যম, ধৈবত আৰু নিষাদ এই সাতোটা স্বৰৰ নাম; ইহঁতৰ প্ৰত্যেকটোকে একোটা ধাতু বোলে। এই সাতোটা স্বৰৰ আদি আখৰ লৈ সংক্ষেপ নাম— সা ঋ গ ম প ধ নি হৈছে। হিন্দী কথাত 'ষ'ক 'স' উচ্চাৰণ কৰে। স্বৰক সৰ বুলি কয়। এই সাত সুৰৰ সমষ্টিক এক সপ্তক বোলে। সঙ্গীত শাস্ত্ৰত লিখিছে যে, এই সাতোটা স্বৰ সাতোটা জন্তুৰ মাতৰ পৰা লোৱা লৈছে, যথা ঃ "ময়ুৰ ষড়জমাখ্যাতি ঋষভং ব্যক্তি চাতকং ছাগো গান্ধাৰ্ব মাচষ্টে ক্ৰোঞ্চো বদতি মধ্যমঃ কোকিলং পঞ্চমঃ ধ্ৰুতে ভেষো বদতি ধৈবতৎ। নিষাদং ভাষতে হস্তীত্যেতদ্ ব্ৰহ্মাদি সংমতং"। অৰ্থাৎ মৰা চৰাই বা খৰৰ মাতৰ পৰা ষড়জ, ভেকুলী বা চাতকৰপৰা ঋষভ, ছাগলি বা গৰুৰপৰা গান্ধাৰ, শিয়াল বা বগলীৰ পৰা মধ্যম, কোকিলৰপৰা পঞ্চম, ঘোঁৰাৰ পৰা ধৈবত আৰু হাতীৰপৰা নিষাদ চলিত কথাত সৰজক খৰজ, ঋষভক ঋখাব বা ৰেখাৰ আৰু নিষাদক নিখাদ কয়। আমি আগেয়ে কৈছোঁ যে মোটে ৪৭৮৫ সুৰ মানুহে শুনিবলৈ পায় কিন্তু তাৰ ভিতৰৰ মাজৰ ১৪১৬ সুৰ মানুহে উচ্চাৰণ কৰিব পাৰে, এই উচ্চাৰণ কৰিব পৰা সুৰ থিনিৰ প্ৰধান সুৰ কেইটাৰ নাম দি তাকে গোটেই উদাৰা মুদাৰা তাৰা গ্ৰাম পাইছোঁ। কিন্তু ১৪১৬ সুৰ নধৰি আমি যদি ওপৰত সমুদায় ৪৭৮৫টা সুৰলৈ গ্ৰাম পাতিলোহেঁতেন তেন্তে আমি ৮টা গ্ৰাম পালোহেঁতেন যথা ঃ

| গ্ৰাম | কম্পন সংখ্যা | পৰা |
|---|---|---|
| ১ম, | ১৬ ৰ | ৩২ |
| ২য়, " | ৩২ | ৬৪ |
| ৩য়, " | ৬৪ | ১২৮ |
| ৪ৰ্থ, " | ১২৮ | ২৫৬ |
| ৫ম, " | ২৫৬ | ৫১২ |
| ৬ষ্ঠ, " | ৫১২ | ১০২৪ |
| ৭ম, " | ১০২৪ | ২০৪৮ |
| ৮ম, " | ২০৪৮ | ৪০৯৬ |

এই ৮টা গ্ৰামৰ ভিতৰৰ ১ম তিনটা আৰু শেষৰ দুটা গ্ৰাম মানুহে উচ্চাৰণ কৰিব নোৱাৰা। সুৰৰ মাজৰ তিনটা গ্ৰামেই মানুহে উচ্চাৰণ কৰিব পৰা। উদাৰা মুদাৰা, তাৰা গ্ৰাম ইংৰাজী হাৰ্ম্মোনিয়ম পিয়ানযন্ত্ৰত কেতিয়াবা কেতিয়াবা ৭টালৈকে গ্ৰাম থকা দেখা যায়।

# শৃঙ্খলা আৰু বন্দবস্ত।

অসম দেশৰ কি তিৰোতা কি মতা কাৰো কাৰ্য্যত শৃঙ্খলা নাই। পুৰুষৰ এই পোনে তিমান দৃষ্টি নেথাকিলেও বিশেষ একো অনিষ্ট নহয়। কিন্তু, তিৰোতাবিলাকৰ কাৰ্য্যত শৃঙ্খলা আৰু বন্দবস্ত নেথাকিলে সংসাৰ হতশ্ৰী হ'ব যে তাত একো সংশয় নাই। সৰহ ভাগ ধনী পৰিয়ালত দেখা যায়, শৃঙ্খলা আৰু বন্দবস্তৰ অভাৱে সংসাৰ ছাৰখাৰ হৈছে। আকৌ শৃঙ্খলা আৰু বন্দবস্তৰ গুণত ভালেমান দুখীয়া পৰিয়ালেও চিৰকাল সুখত দিন কটাব পাৰিছে। এইবোৰত অসমীয়া তিৰোতাবিলাকে মুঠেই চকু নিদিয়ে বুলিলেও বৰ অন্যায় কোৱা নহয়। তিৰোতা ঘৰৰ লক্ষ্মী; তেওঁলোকৰ দোষত সংসাৰ হতশ্ৰী হয়, আকৌ তেওঁলোকৰ কোনো কোনো গুণত সংসাৰ সুখ-শান্তিত পৰিপূৰ্ণ থাকে। প্ৰায় সৰহ ভাগক দেখিছোঁ, শৃঙ্খলাৰ লেশ মাত্ৰও নেজানে, অথচ তেওঁলোকেই ঘৰৰ ঘৈণী। এওঁলোকে ঘৰত কত কি বস্তু থয়, কি কাক দিয়ে, এনে কি ঘৰত কি বস্তু আছে, কি নাই তাকে মনত ৰাখিব নোৱাৰে। এওঁলোকে আগ-পাচ একো নেভাবি কোনো প্ৰকাৰে দিন গ'লেই যথেষ্ট বুলি ভাবে। হয়তো, লোণৰ পাত্ৰটো ভাগি লোণবোৰ মাটিত পৰি নষ্ট হ'বলৈ ধৰিছে; চাউলবোৰ অযত্নত পৰি গৈছে, পেৰাটো মাটিত থোৱাত সেমেকি ব্যৱহাৰৰ অনুপযোগী হৈছে; কাপোৰবোৰ নিগনিয়ে কুটি ছাৰখাৰ কৰিছে; এনে অৱস্থাতো তেওঁলোকৰ চৈতন্য নাই।

যি ঘৰত ঘৈণী এনেকুৱা, সি ঘৰ ৰজাৰ সংসাৰ হ'লেও যে অচিৰে হতশ্ৰী হ'ব তাত একো সন্দেহ নাই। শৃঙ্খলাবদ্ধ কৰি সকলো বেহানি ৰখা তেওঁলোকৰ অভ্যাস নাই। কোন ঠাইত কি বস্তু থ'লে দেখিবলৈ সুন্দৰ হয় তাক সিবিলাকে বুজিব নোৱাৰে; এনেকি, কত কি বস্তু থয় তাক মুহুৰ্ত্ততে পাহৰে; প্ৰয়োজন হ'লে ২।৩ ঘণ্টা বিচাৰি চলথ কৰিলেও তাক পোৱা নেযায়। তেল বিচৰাত কমল ওলায়, কিন্তু প্ৰয়োজনীয় বস্তু হ'লে পোৱা নেযায়। প্ৰায় ঘৰত দেখা যায় যে, এখন কাপোৰৰ প্ৰয়োজন হ'লে ৫-৭টা পেৰা ২-৩ টা আলমাৰি মেলি তলৰ কাপোৰ ওপৰ নকৰিলে নহয় কাপোৰখন পোৱা নেযায়। এখন আৰ্চী লাগিলে দুকুৰিবাৰ ইঘৰ-সিঘৰত নিবিচাৰিলে নহয়। এনে কি, সময়ে সময়ে দোৱাত, কলম, চিয়াঁহি, দিয়াচলি, কাপোৰ, কটাৰী, পেৰাৰ চাবি ইত্যাদি নিতৌ লাগতিয়াল বস্তুবিলাকৰ নিমিত্তে বিচেষ্টা হ'ব লাগে।

এনেকুৱা বিশৃঙ্খলা আৰু অসাবধানতা যে অতীব অন্যায় বুদ্ধিমতী পাঠিকাবিলাকে অৱশ্যে বুজিব পাৰিব। আশা কৰোঁ, পাঠিকাবিলাকে শৃঙ্খলা আৰু বন্দবস্তৰ উপকাৰিতা বুজিব পাৰি সেইদৰে কাম কৰিবলৈ চাব। ঘৰৰ বস্তু-বেহানিবিলাক উত্তমৰূপে সজাই উপযুক্ত ঠাইত থ'লে দেখিবলৈ সুন্দৰ হয়, আৰু প্ৰয়োজন হ'লেই পোৱা গ'লে মূল্যবান সময় ৰাহি হয়। এটি সু-সজ্জিত ঘৰ দেখিলে ঘৰৰ ঘৈণীক প্ৰশংসা কৰিবলৈ ইচ্ছা যায়। আৰু ভিন ভিন শ্ৰেণীৰ বস্তুবিলাক ভিন ভিন ঠাইত ৰখা কৰ্ত্তব্য, কাৰণ কোনো বস্তুৰ নিমিত্তে বিচেষ্টা হৈ ফুৰিব নেলাগে। কোনো মানুহৰ এনেকুৱা অভ্যাস যে যিহকে পায় তাকে আনি একে ঠাইতে থৈ দিয়ে; কাগজ, কলম, চিয়াঁহি, পানৰ মছলা, ছিগাচুলি, বেজী ইত্যাদি নান প্ৰকাৰ বস্তুবিলাক একে ঠাইতে এনেদৰে জপতিয়াই থয় যে, এখন বস্তুৰ প্ৰয়োজন হ'লে থোৱা বস্তুবিলাক উলট-পালট নকৰিলে তাক পোৱা নেযায়। ইয়াতে সময়ে সময়ে বৰ ক্ষতি হয়। প্ৰায় ঘৰত ঘৈণীবিলাকে নিহালি, তুলি, আঁঠুৱা প্ৰভৃতি বস্তুবিলাক এনে ভাৱে এটা পেৰাতে থয় যে, কাৰো যদি এখনমান চুৰিয়াৰ দৰকাৰ হয়, তেনেহ'লে আগেয়ে চুলি, নিহালি, আঁঠুৱা ইত্যাদি ননমালে চুৰিয়া পোৱা নেযায়। এনে নিয়ম যে নিতান্ত অসুবিধাজনক তাক কাকো বুজাব নেলাগে।

এতেকে, শৃঙ্খলা শিকিবলৈ হ'লে প্ৰথমতে সমুদায় বস্তু একে ঠাইতে থোৱা অভ্যাসটি পৰিত্যাগ কৰিব লাগে। ভিন-ভিন ঠাইত উত্তম ৰূপে বস্তু সজাই থ'ব লাগে, যাতে প্ৰয়োজনৰ সময়তে লাগতিয়াল বস্তু পোৱা যায়। ঘৰৰ পৰিপাট্য বিধানত ইংৰাজ তিৰোতাবিলাক বৰ পটু। কোন ঠাইত কি বস্তু থ'লে সুন্দৰ দেখি, অথচ কাৰ্য্যৰ সুবিধা হয় তাক তেওঁলোকে বেচ বুজে। তেওঁলোকৰ মাজত যাৰ অৱস্থা নিতান্ত শোচনীয় তেওঁলোকেও ঘৰটি উত্তমৰূপে সজ্জিত কৰি থয়। তেওঁবিলাকৰ এটি এটি ঘৰ স্বৰ্গতুল্য। নিতান্ত দুখীয়া ইংৰাজৰ ঘৰলৈ যোৱাঁ, দেখিবা ঘৰবোৰ কেনে পৰিষ্কাৰ পৰিচ্ছন্ন, ঘৰৰ বস্তু বেহানিবিলাক সুন্দৰৰূপে যথাস্থানত স্থাপিত, শৃঙ্খলাৰ অভাৱ কতো দেখা নোপোৱা। কিন্তু, অসমীয়াৰ ঘৰত তাৰ বিপৰীত দেখিবা। থকা ঠাই সজ্জিত, পৰিষ্কাৰ পৰিচ্ছন্ন আৰু শৃঙ্খলা নহ'লে মনত স্ফূৰ্ত্তি নেথাকে। দুখৰ বিষয় যে, অশিক্ষিতাবিলাকে তাক নুবুজে। সেইবুলি অসমীয়া তিৰোতবিলাক বিলাসিনী হ'বলৈ নকওঁ ; কেৱল কওঁ যে, ঘৰত যিবোৰ লাগতিয়াল বস্তু আছে, তাক অপৰিষ্কাৰ আৰু বেমেজালিকৈ নেৰাখি সজ্জিত আৰু শৃঙ্খলাবদ্ধ কৰি থ'ব লাগে।

( আৰু আছে)

শ্ৰীমতী "কুইন আইটী"।

# ছাতৰৰ পিঠি

## চন্দ্ৰলোকলৈ গমন।

আটলাণ্টিক মহাসাগৰত চাহকুহানা নামে এখন জাহাজত কাপ্তেন ব্লুমচবাৰিয়ে সাগৰৰ পানী জুখিবলৈ ধৰিছে। আকাশ ফৰকাল, সাগৰত এটিও ঢৌ নাই, পানী জুখিবলৈ এনেকুৱা উপযুক্ত সময় প্ৰায় কেতিয়াও নহয়। কিন্তু, হেজাৰ হেজাৰ কাজ থকা বাবেও সকলোৱে চন্দ্ৰলোকলৈ গমনৰ কথাৰেই আলোচনা কৰিছে। প্ৰায় ১৫ দিন হৈ গল, বাৰবিকেন, নিকেল আৰু মাইকেল চন্দ্ৰলোকলৈ যাত্ৰা কৰিছে; এতিয়ালৈকে তেওঁলোকৰ একো খবৰ-বাতৰি নাই। জাহাজৰ কিছুমানে কৈছে, তেওঁলোক আৰু নাই, সেই গুলিয়ে সৈতে কৰবাত পৰি চুণখাৰ হৈ গল। আৰু কিছুমানে কৈছে যে, নহয় তেঁওঁলোকে চন্দ্ৰ পাইছেগৈ। কেৱল জাহাজৰ একেজন মানুহে কৈছে যে, তেওঁলোকে চন্দ্ৰও পোৱা নাই। মৰাও নাই, আকৌ অলপতে উলটি আহিব।

জাহাজত এইদৰে নানা তৰ্ক-বিতৰ্ক চলিব ধৰিছে, এনেতে হঠাৎ আকাশত এটা অদ্ভুত শব্দ শুনা গল। তাৰ পাচে দেখিলে যে, এটা বৰ ডাঙ্গৰ জুইময় গুলি পৃথিৱীৰ পিনে আহিব ধৰিছে। জাহাজৰ মানুহবিলাকে সেই গুলিটো জাহাজত পৰে বুলি বৰ শঙ্কা কৰিছিল; কিন্তু ভাগ্যক্ৰমে সি জাহাজত নপৰিল, জাহাজৰ দক্ষিণে প্ৰায় দুইমাইমান দূৰৈত পৰিল। আৰু, গুলি পৰাত সাগৰ ইমান আন্দোলিত হল যে, কাপ্তেন ব্লুমচবাৰিয়ে কোনো মতে হে জাহাজ ৰক্ষা কৰিলে।

কি পৰিল তাক জানিবলৈ আৰু বাকী নেথাকিল ; কাপ্তেন ব্লুমচবাৰিয়ে ততালিকে গুলি পৰা ঠাইখিনিত এটা "বয়" (buoy) পেলাই চিন দি ৰাখিলে। তেওঁ যিমান সোনকাল সম্ভৱ, সিমান সোনকালে গুলি পৰাৰ বাতৰি দিবলৈ সাগৰৰ পাৰলৈ আহিল। পাৰত উঠিয়েই তেওঁ টেলিগ্ৰাফ অফিচলৈ লৰি গৈ ততালিকে ফ্লৰিডাৰ কামান সভালৈ গুলি পৰাৰ বাতৰি পঠিয়ালে। দুঘণ্টা হওঁতে-নহওঁতেই গোটেইখন আমেৰিকাত এই বাতৰি প্ৰচাৰ হৈ পৰিল। চাৰি ঘণ্টা নৌ হওঁতেই গোটেইখন পৃথিৱীতেই বাতৰি ৰাষ্ট্ৰ হল।

কামান সভাৰ সভ্যসকলে এই বাতৰি পোৱা মাত্ৰেই সাগৰৰ পাৰলৈ ৰাওনা হল। সেইদিনা নিশাই সকলোৱে চাহকুহানা জাহাজত উঠি গুলি বিচাৰিবলৈ যাত্ৰা কৰিলে।

তাৰ পাচদিনা ফেঁচুজালি দিওঁতেই কাপ্তেন ব্লুমচবাৰিয়ে পেলাই থোৱা 'বয়ৰ' গুৰিত চাহকুহানা লঙ্গৰ কৰিলে। তেতিয়া চাৰিওপিনে গুলি বিচাৰিবলৈ ধৰিলে। ডুবিয়লবিলাকে পানীৰ তললৈ নামি গৈ সাগৰৰ তলিত গুলি বিচাৰিলে। কামান সভাৰ মাষ্টান প্ৰভৃতি উৎসাহী সভ্য সকলে বতাহ সোমোৱা পেৰাত সুমুৱাই সাগৰৰ গৰ্ভত পিত্ পিত্ কৰি গুলি বিচাৰিলে; কিন্তু কতা, গুলিৰ ছাঁকে দেখা নগল।

তেতিয়া সকলোৱে ভাবিলে যে, নিশ্চয় গুলি বৰ বেগেৰে পৰাৰ গতিকে সাগৰৰ তলিত লাগি ভাগি গল, তাৰ লগে ২ জন মানুহৰো আহৰি হল। তেতিয়া নৈৰাশ হৈ কামান সভাৰ সভ্যসকল চাহকুহানা জাহাজতেই দেশলৈ উলটিল।

তাৰ পাচদিনা পুৱা জাহাজৰ মানুহবিলাকে জাহাজৰ সমুখত এটা বয় দেখিলে। কিন্তু, যেতিয়া সেই জাহাজ বয়ৰ ওচৰ চাপিল তেতিয়া দেখিলে সেইটো বয় নহয়, কিয়নো ইমান ডাঙ্গৰ বয় কতো নেথাকে। তেতিয়া জাহাজৰ মানুহবিলাকে 'গুলি' 'গুলি' বুলি চিয়ঁৰ পাৰি উঠিল। দৰাচলতে সেইটো গুলি। তেতিয়া কামান সভাৰ সভ্যসকলে কলে, "আমি কি মূৰ্খ! গুলি ফোঁপোলা বস্তু; ফোঁপোলা বস্তু কেতিয়াবা ডুবে নে!" তেতিয়া সকলোৱে সকলোকে সুধিবলৈ ধৰিলে, "গুলিৰ ভিতৰত তেওঁলোক জীয়াই আছে নে?" নিশ্চয় আছে; নহলে গুলিৰ ওপৰত নিচান উৰিব কিয়? নিশ্চয় তেওঁলোকে সাগৰেৰে যোৱা কোনো জাহাজক তেওঁলোকৰ বাতৰি জনাবলৈ এই নিচান উৰুৱাইছে।

ততালিকে কেখনমান জালিবোট জাহাজৰ পৰা সাগৰত নমালে। কামান সভাৰ সভ্যসকলে তাতে উঠিল; উঠা মাত্ৰে গিৰিপ গিৰিপকৰে নাও মাৰিবলৈ ধৰিলে। তেতিয়া সকলোৰে মন কেনেকুৱা হল, তাক আৰু বৰ্ণাব নোৱাৰি। নাও গৈ গুলিৰ ওচৰ চাপিলত দেখিলে, গুলিৰ দুৱাৰ খোলা। সেই খোলা দুৱাৰে দি সকলোৱে চালে, দেখিলে বাৰবিকেন, নিকেল আৰু মাইকেল তিনিও বহি তাচ খেলিব লাগিছে। তাৰ পাছে যি হল আৰু নকওঁ।

শ্ৰীঅম্বিকানাথ বৰা।

# উষা

প্ৰথম ভাগ　　　　　　　　অষ্টম সংখ্যা

## সম্পাদকৰ শৰাই।

**গাৱঁলীয়া স্বাস্থ্য।**— পানী আৰু বতাহ এই দুটা বস্তুৰ ওপৰত মানুহৰ স্বাস্থ্যে ঘাইকৈ নিৰ্ভৰ কৰে। কিছুকালৰ আগলৈকে আসামৰ গাৱঁত পানী আৰু বতাহ দুইৰে অত্যন্ত অভাৱ আছিল; গতিকে, তেতিয়া অসমীয়া গাৱঁলীয়া মানুহৰ স্বাস্থ্য বৰ শোচনীয় আছিল। আজি কিছুমান বছৰৰপৰা, ঠাই বুজি, গাওঁৱে-গাওঁৱে ৰজাঘৰৰ পৰা পকী নাদ খনাই দিয়াত, পানীৰ অভাৱ কিয়ৎ পৰিমাণে আঁতৰিছে। আগেয়ে বাঁহতলীয়া কেঁচা নাদ, কিম্বা পোতা-পুখুৰী আৰু গেলাবিলৰ অপৰিষ্কাৰ পানী খোৱাত যিবোৰ বৰ লেলেটীয়া ব্যাধিয়ে গাৱঁলীয়া অসমীয়া সমাজক জুৰুলা কৰিছিল, সেইবিলাক এতিয়া অলপ পাতল পৰিছে। কিন্তু, অকল পানীয়েই স্বাস্থ্য ৰক্ষা কৰিব নোৱাৰে; তাৰ নিমিত্তে বতাহ তাতোকৈ বেচি লাগতিয়াল বস্তু। ইয়াৰ অভাৱ আসামৰ গাৱঁত আজিও জিলিকি আছে, আৰু তাৰ ফল স্বৰূপ অসমীয়া গাৱঁলীয়া মানুহৰ স্বাস্থ্যৰ আজিও উন্নতি হব পৰা নাই।

* * * *

প্ৰথমতে চাবলৈ গলে, অসমীয়া গাৱঁলীয়া মানুহৰ থকা ঘৰবিলাকেই নানা আসোঁৱাহযুক্ত। প্ৰায় মানুহৰে বৰঘৰ আৰু মাৰলঘৰ দুটা জুপুৰি মাথোন। চহকী মানুহৰ সেই ঘৰ দীঘলত বেচি হব পাৰে, কিন্তু ওখই একে সমান;— বেঙ্গা মেলি মুধ চুব পাৰি। ঘৰৰ বেৰবিলাক গোবৰ-মাটিৰে লিপা, কেনিও এখন খিলিকি-দুৱাৰ নাই। ঘাই দুৱাৰো একেখন মাথোন, তাক জঁপালে দিনতে বন্তি জলাই কোনো বস্তু বিচাৰিব লগাত পৰে। আৰু, একেটা তেনে জুপুৰি-ঘৰতে একুৰিমানে বাস কৰিলেও সিবিলাকে অসুচল বোধ নকৰে। এনে দৰে বাস কৰাত ঘৰৰ ভিতৰৰ বায়ু যি পৰিমাণে দূষিত হয়, সি ৰাতি বা দিনত কেনিও বাজ হবলৈ নেপায়, বাহিৰৰ নতুন বতাহ তাত সোমাবলৈকো সন্ধি নাই। গাৱঁলীয়া অশিক্ষিত মানুহে চকুৰে নেদেখিলে একোৰে অপকাৰিতা বুজিব নোৱাৰে; দূষিত বায়ু যে স্বাস্থ্যৰ এটা ডাঙ্গৰ বিঘিনি, আৰু ই লাহে লাহে প্ৰাণ নাশ কৰা বিধৰ এটা বৰবিহ সেইটো সিবিলাকৰ ধাৰণাতে নাহে। এনে অৱস্থাত গাৱঁলীয়া স্বাস্থ্যৰ কেনেকৈ উন্নতি হয়?

* * * *

অসমীয়া গাৱঁলীয়া মানুহৰ বাৰী বা টোলবিলাকো স্বাস্থ্যবিধিৰ বিপৰীত বিধানত গঠিত। প্ৰায় টোলকে দেখিবা, চাৰিওফালে ধাপমৰা, আৰু সেই ধাপৰ ওপৰত গোটেই টোল মেৰাই বাঁহৰ জোপা বা আন ওখ গছ; বাৰীৰ ভিতৰৰ শস্যাদিও লাগ-বান্ধ নোহোৱাকৈ যতে-ততে ৰুপিত; চোতাল খনত বাজে টোলৰ ভিতৰত কতো শূন্য ঠাই এডোখৰ নাই; বিশেষ, যি ফালৰপৰা স্বাস্থ্যকৰী বতাহৰ চলাচল হব পাৰে, তেনে ফালে হে ওখ-গছৰে বাৰী পতাৰ ব্যৱস্থা প্ৰবল। মুঠৰ ওপৰত, গাঁৱলীয়া মানুহৰ থকা ঘৰ হাবিৰ তলত একো-একোটা বনবাসীৰ পজা। এনে স্থলত সেই ঘৰত বিশুদ্ধ বায়ু কৰপৰা হব? গাৱঁলীয়া মানুহে বিশুদ্ধ বায়ুক বাজ কৰি ৰাখি, সলনি নোহোৱা দূষিত বায়ুৰ মাজত ডুবি থাকি স্বাস্থ্যৰ উন্নতি কেনেকৈ সাধিব? ঘৰ-বাৰীলৈ চালে, গাৱঁলীয়া মানুহক ইতৰ জন্তুৰপৰা পৃথক কৰাই টানহে। চৰাই-পহুৱে আদিৰেপৰা একে বিধৰ বাহ সাজি আহিছে, আমাৰ গাৱঁলীয়া মানুহেও চিৰকাল একে ৰীতিকে ৰাখি চলিছে।

* * * *

আমাৰ গাৱঁলীয়া মানুহৰ গৃহস্থালিৰ নিয়ম কাৰণ আৰু ধৰণ ধাৰণা বিলাকো স্বাস্থ্যৰ বিঘিনি জনক। গাৱঁলীয়া মানুহৰ থকা ঠাই একেই সঙ্কীৰ্ণ,—চোতাল খনত বাজে মুকলি ঠাই এডোখৰ নাই — তাতে ঘৰৰ ইপাশে-সিপাশে আৰু চোতালৰ আগত বকৰাণি, চুৱাপাতনি আৰু জাবৰ-গোবৰ পেলোৱা ঠাই। আৰু, ঘৰ-চোতালৰ স্থিতি এনেকুৱা যে, বৰষুণত সেই অপৰিষ্কাৰ ঠাইত মলিয়ন আৰু স্বাস্থ্যৰ বিঘিনিজনক সাৰ-ভেবেৰবোৰ উটি আহি চোতাল আৰু ঘৰৰ দাঁতিত মাৰ যায়হি; বৰষুণৰ পাচত ৰদ উঠা মাত্ৰে তাৰপৰা গাপ উঠি বন্ধন গাৱঁলীয়া ঘৰৰ দূষিত বায়ু আৰু বিষাক্ত কৰি তোলে। দ-ঠাইত বা পথাৰৰ দাঁতিত বাস কৰা মানুহৰ আকৌ সেই মলিয়ন পানী বৈ গৈ পাৰ নথকা পানীখোৱা

পুখুৰী বা বিলত পৰে; তাৰ পানীকে আগ-নুগুণা গাৱঁলীয়া মানুহে খায় আৰু সকলো কামতে ব্যৱহাৰ কৰে। ইত্যাদি কাৰণত গাৱঁৰ পানী বতাহ দুষিত আৰু স্বাস্থ্যৰ বিঘিনিজনক। এই বাবেই গাঁৱলীয়া মানুহৰ স্বাস্থ্য অতি শোচনীয়; বাৰমাহ গাৱঁত জ্বৰ, গ্ৰহণী, মাউৰ, বসন্ত, মেলেৰীয়া বা কালা-আজাৰ নুগুচা হৈছে। গাৱঁলীয়া মানুহে ইয়াৰ অপকাৰিতা অজ্ঞাতভাৱে ভুগিব লাগিছে; কিন্তু তাৰ কাৰণ নিৰাকৰণ প্ৰথা বুজিব পৰা নাই। সেইকাৰণে, স্বদেশহিতৈষী শিক্ষিত মানুহে গাৱঁত সোমাই সদুপদেশৰ দ্বাৰা ওপৰত কোৱা দোষবোৰ গুচাবৰ উপায় দেখুৱাই গাৱঁলীয়া মানুহৰ স্বাস্থ্যৰ উন্নতি সাধিবলৈ ৰত্ন কৰা উচিত। এই বিষয়ত আমাৰ চফৰ-ফুৰা ৰাজকৰ্ম্মচাৰীসকলে মনোযোগ দিলে অচিৰে শুভফল আশা কৰিব পাৰি।

# জাপানৰ বুৰঞ্জী সম্পৰ্কে।

বৌদ্ধ ধৰ্ম্মৰ আগমনৰ পুৰ্ব্বে জাপানত যি ধৰ্ম্ম প্ৰচলিত আছিল আৰু এতিয়ালৈকে কিছু পৰিমাণে আছে, তাৰ নাম (Shinto) চিন্তো। এই ধৰ্ম্মৰ বিশ্বাস আৰু ৰীতি-পদ্ধতি নিচেই সৰল। প্ৰাৰ্থনাই (Prayer) উপাসনাৰ প্ৰধান অঙ্গ। চন্দ্ৰ-সূৰ্য্যকে আদি কৰি মৃত সৎপুৰুষৰ আত্মা, আন কি সাগৰ, পৰ্ব্বত আদিৰ শ্ৰদ্ধা, কিম্বা ভয়োৎপাদক নাইবা অসাধাৰণ ৰূপ, কিম্বা ক্ষমতা সম্পন্ন যেই-সেই পদাৰ্থই ঈশ্বৰস্থানীয় আৰু উপাসনীয়। ৰাজভক্তি, পিতৃ-মাতৃভক্তি আদিয়েই উচ্চনীতিৰ প্ৰধান অঙ্গ।

খৃষ্টীয় ষষ্ঠ শতাব্দীৰ আৰম্ভণতেই বৌদ্ধ ধৰ্ম্মই এই দেশত প্ৰথম দেখা দিয়ে। উক্ত শতাব্দীৰ মাজভাগত কোৰিয়াৰ ৰজাই জাপানৰ ৰজালৈ বুদ্ধদেৱৰ প্ৰতিমূৰ্ত্তিৰে সৈতে বাদী, পাতকাদি "থাপনাৰ" সাজ-সঁজুলি পঠিয়াই সেই ধৰ্ম্ম গ্ৰহণ কৰিবৰ কাৰণে অনুৰোধ কৰি পত্ৰ লিখে। কিন্তু, ৰজাই নিজে সেই অনুৰোধ ৰক্ষা নকৰি পাৰিষদ এজনক সেই সাজ-সঁজুলি গতাই দি সেই ধৰ্ম্ম গ্ৰহণ কৰিবলৈ আজ্ঞা কৰে। কিছুদিনৰ পাচত ৰাজ্যত মাৰী-মৰক উপস্থিত হলত বৌদ্ধবিদ্বেষীসকলে "ৰাজ্যত বিদেশী দেৱতা সুমুৱাত ঘৰুৱা দেৱতাসকলে ক্ৰোদ্ধ হৈ ৰাজ্যৰ এনে দুৰ্দ্দশা কৰিছে" বুলি ৰজাক লগাই বুজাই বৌদ্ধ মন্দিৰত জুই দিয়াই বিগ্ৰহাদি পানীত উটুৱাই দি নগুৰশান্তি কৰালে। তত্ৰাচ, তাৰ পিচৰ জনা ৰজাৰ দিনতেই আকৌ নতুনকৈ বুদ্ধ সেৱাৰ সাজ-সঁজুলি অনা হয়। এইবাৰো আকৌ ৰাজ্যত মাৰী-মৰক উপস্থিত হোৱাত পুনৰ নিৰীহ বৌদ্ধ দেৱতাৰ ওপৰত অত্যাচাৰ আৰম্ভ হয়। কিন্তু, এইবাৰ অসহনীয় হোৱাত বুদ্ধ-বৌদ্ধদেৱতাই ৰজা আৰু তেখেতৰ মন্ত্ৰণাদাতা দুইকো নৰিয়া পেলাই ভালকৈ এপোটোকা দি নিজ ভকতৰ বাটৰ কাঁইট গুচাই দিলে। এইবাৰ বিদেশী দেৱতাৰ তেজৰ চিনাকি পাই ভয় কৰা হল। লাহে লাহে বৌদ্ধ ধৰ্ম্মে দোপতদোপে উধাবলৈ ধৰিলে। কোৰিয়াৰপৰা বিজ্ঞ পুৰোহিত অনাই ধৰ্ম্মৰ চৰ্চ্চা আৰম্ভণ হল, আকৌ নিজ দেশৰপৰা ধৰ্ম্ম শিক্ষাৰ কাৰণে চীন-কোৰিয়ালৈ ছাত্ৰৰ যাবলৈ ধৰে। ক্ৰমে চীন দেশৰপৰা সাহিত্য আৰু ধৰ্ম্ম ৰসৰ সোঁত ববলৈ ধৰে। এই সপ্তম শতাব্দীৰ মাজ ভাগতেই বৌদ্ধ ধৰ্ম্মৰ শিষ্য অনেক গোট খাই পৰে, আৰু ৰজা-ৰাণীসকলেও এই ধৰ্ম্মক সমাদৰ কৰিবলৈ ধৰিলে। প্ৰত্যেক জিলাতেই বৌদ্ধ মন্দিৰ সাজিবৰ কাৰণে হুকুম হয়। ক্ৰমে ভালেমান ৰজা-ৰাণীয়ে এই ধৰ্ম্ম গ্ৰহণ কৰে। কোৱা বাহুল্য যে, "চিন্তো" ধৰ্ম্মৰো উন্নতি সাধনৰ কাৰণে এই ৰজা-ৰাণীসকলে যথেষ্ট যত্ন কৰিছিল। ৰজাই নিজে যি ধৰ্ম্ম গ্ৰহণ কৰক, ৰাজ্যত ধৰ্ম্ম-চৰ্চাৰ কাৰণে উপায় আৰু সুচল কৰিব দিয়াত কোনোৱেই ত্ৰুটী নকৰিছিল। ক্ৰমে নানা ঋষিৰ নানা মতৰ দৰে কেইবাটিও (Sect বা 'পন্থা') সম্প্ৰদায় স্থাপিত হয়। ১৩শ শতাব্দীৰ শেহ ভাগত এনে ১০ দহোটি সম্প্ৰদায় আৰু মোট দহ হেজাৰৰো ওপৰ বৌদ্ধ মন্দিৰ স্থাপিত হয়। ক্ৰমে আৰু ৩টি সম্প্ৰদায় স্থাপিত হয়। অনেক ৰাজকুমাৰ-কুমাৰীয়েও এই মন্দিৰ আদিৰ পুৰোহিত হৈ গৈছে। এই মঠ-মন্দিৰবিলাকৰ অনেকৰ অৱস্থা বৰ ভাল; মাটি-বাৰী সম্পত্তি আৰু শিষ্য-সেৱকীয়াও অসংখ্য। লাহে লাহে এই মন্দিৰবিলাকৰ ক্ষমতা বিশেষকৈ বাঢ়ি উঠে; আন কি, অনেক মন্দিৰ দুৰ্গৰ নিচিনা আৰু মুৰব্বীবিলাক সৰু-সৰু ৰজাৰ নিচিনা হৈ উঠিল। এই দৰে ধৰ্ম্মৰ ভাওনা কৰি শাসন সম্বন্ধীয় কাৰ্য্যতো হুকা-বধা কৰিব পৰা হৈ উঠিল। মাজে-সময়ে উভয় পক্ষৰ খকা-খুন্দা লাগিবলৈকো বাকী নেথাকিল। এনে সময়তে খৃষ্ট ধৰ্ম্মই দেখা দিয়ে।

খৃষ্ট্ৰীয় ১৬শ শতাব্দীৰ মাজভাগত ৰোমান কেথলিক

পাদুৰিয়ে প্ৰথম খৃষ্ট ধৰ্ম্মৰ প্ৰচাৰ আৰম্ভ কৰে। এই সময়ত বৌদ্ধ পুৰোহিতসকলে ধনে-মানে বলী হৈ ৰাজ্যৰ ভিতৰত অসাধাৰণ ক্ষমতা চলাব পৰা হৈ শাসনবিভাগৰ কৰ্ত্তাসকলৰ চকুৰ হুল হৈ উঠাত, প্ৰথম প্ৰথমে খৃষ্ট ধৰ্ম্মই তেখেতসকলৰপৰা বিশেষ সমাদৰ পায়। অলপৰ পিচতে বৌদ্ধ পুৰোহিতসকলৰে (বিশেষকৈ এক সম্প্ৰদায়ৰে) সৈতে কন্দল উপস্থিত হোৱাত তেওঁবিলাকৰ ওপৰত অত্যাচাৰৰ প্ৰকোপ আৰম্ভণ হয়। ক্ৰমে খৃষ্টধৰ্ম্ময়ো ডাল-পোখা মেলি গহীন হৈ বহাত শাল-চকুৱা শাসনকৰ্ত্তাসকলৰ চকু পুৰিবলৈ ধৰে। তাৰ লগে লগে বিদেশীৰ "ভুতৰ" ভয়েও ঠাই লয়হি। ক্ৰমে এই বিদেশী পাদুৰিবিলাকৰ ব্যৱহাৰত —অৰ্থাৎ, ধৰ্ম্ম প্ৰচাৰৰ কাৰণে সুবিধাস্থলত জোৰ-জুলুম আৰম্ভ, বৌদ্ধ ধৰ্ম্মৰ নিন্দা হিংসা আৰু অত্যাচাৰ আৰু ৰাজ্যৰ অন্তৰ্বিপ্লৱৰ যোগদান বা কোনো ৰকম সাহায্য ইত্যাদি কৰাত ধৰ্ম্ম ছলনেৰে (ভাৰতক বাণিজ্যৰ ছলনেৰে ছলাৰ দৰে) ছলে বুলি বিদেশীৰ ওপৰত অবিশ্বাস দৃঢ়তৰ হৈ সকলো বিদেশীক দেশৰপৰা খেদাই দিবৰ ব্যৱস্থা হয়। ১৬১৪ অব্দত এই বিধান কাৰ্য্যত পৰিণত হয়। লগে লগে বিদেশী ধৰ্ম্মৰো নাক-কাণ কাটি নেগুৰত জুই লগাবৰ বাকী নেথাকিল। এই খৃষ্টান-পন্থ বিচাৰিবৰ কাৰণে চোকা-চোকা বৌদ্ধ চিকাৰী নিযুক্ত কৰা হল। এইদৰেই এই খৃষ্টানমেধ যজ্ঞৰ আহুতি— জীয়াই জীয়াই পুতি, ম'হৰ শিঙ্গত আৰি, জীয়াই জীয়াই তৈলাত ভৰাই দম কৰি মাছ পোৰা দি পুৰি — সম্পূৰ্ণ কৰি বিদেশী ভুত খেদোৱাৰ পালা সাঙ্গ কৰা হয়। এই কোবত খৃষ্টধৰ্মৰ নাম-গোন্ধো নাইকিয়া হল। বিদেশী (অৰ্থাৎ পাশ্চাত্য) জাতিৰে সৈতে সংস্ৰব বন্ধ হয়। জাহাজ আহিব নিদিয়া হয়, বেপাৰ-বাণিজ্য আৰু বিদেশীৰ লগত বন্ধ হয়। ইয়াৰপৰা প্ৰায় দুশমান বছৰৰ মূৰতহে আকৌ বিদেশীৰ কাৰণ জাপানৰ দুৱাৰ খোলাত নতুনকৈ খৃষ্টধৰ্ম্মৰ আমদানি হয়। আজিকালি নগৰে নগৰে পাদুৰি, গিৰ্জ্জা, বক্তৃতা আদিৰ সীমা-সংখ্যা নাই। আজিকালি বৰ্ত্তমান শিক্ষিত সমাজৰ ভিতৰত সকলো ঠাইতে খৃষ্টধৰ্ম্ম আদৰণীয়।

**বৰ্ত্তমান ধৰ্ম্ম আৰু সমাজ।**— আজিকালি জাপানত চিন্তো (Shinto), বৌদ্ধ, খৃষ্ট তিনিওটা ধৰ্ম্মই সতেজ ভাৱে আছে। সকলোবিধৰে মঠ-মন্দিৰ যথেষ্ট আছে; বেলেগ বেলেগ ধৰ্ম্মাৱলম্বী হলেও, সমাজত সকলোৱে মিলা-প্ৰীতিৰে খোৱা-বোৱা কৰিব পাৰে আৰু কৰে; আন কি একে ঘৰতে খৃষ্ট, বৌদ্ধ দুয়োবিধৰ মানুহ থকাও অনেক আছে; তত্ৰাচ চহৰীয়া ঠাইত খৃষ্টান বুলি ঘিণ কৰা, আন কি চাউল এমুঠিও নিদিয়া-নেবেচা আকৌ ভাৰতবাসী দেখিলে 'মই আজি স্বৰ্গবাসীক দেখা পালোঁ, মোৰ জন্ম সাৰ্থক হল, ইত্যাদি বিশ্বাসৰ ঠাইও আছে *। কিন্তু এনেবিলাক অন্ধবিশ্বাস ক্ৰমে দূৰ হবলৈ ধৰিছে। প্ৰকৃতপক্ষে জাপানীবিলাকৰ ধৰ্ম্মভাব ভাৰতীয় ধৰ্ম্মভাবৰপৰা অনেক আঁতৰ। জাপানীৰ কাৰণে সংসাৰখন কৰ্ম্মক্ষেত্ৰ মাত্ৰ, ধৰ্ম্মৰ ধাৰ বৰকৈ নেধাৰে। কাম কৰা, খোৱা-মেলা, আমোদ-প্ৰমোদেই জীৱনৰ মূল-মন্ত্ৰ। জাপানীৰ প্ৰকৃত ধৰ্ম্ম হৈছে, "ৰাজপূজা আৰু মাতৃভূমি সেৱা।" তাৰ লগে লগে "বীৰপূজা আৰু বীৰসেৱা" এই ধৰ্ম্ম পাশ্চাত্য সভ্যতাৰ লগত জাপানলৈ সোমোৱা ধৰ্ম্ম নহয়; ই বিশুদ্ধ জাপানী 'জমি'ত জাপানী "হাওৱা-পানীত" জাপানী হাৰৰ জাপানী সাৰত উৎপন্ন।

জাপানৰ বৰ্ত্তমান যুগ।— দ্বাদশ শতাব্দীৰ শেহভাগৰপৰা ১৮৬৮ অব্দলৈকে 'শগুনেই' প্ৰকৃত ৰাজকাৰ্য্য নিৰ্ব্বাহ কৰি আহে। ৰজা কেৱল নামতহে ৰজা আছিল। ঊনবিংশ শতিকাৰ মাজভাগৰেপৰা আৰম্ভ কৰি নানা কাৰ্য্য কাৰণৰ ফল স্বৰূপে ১৮৬৭-৬৮ চনত আত্মকন্দল (Civil War) উপস্থিত হয়। এই ঘৰুৱা দন্দৰ ফলস্বৰূপে ৰাজ্য শাসনৰ ভাৰ ৰজাৰ হাতলৈ আহে, দেশলৈ পাশ্চাত্য সভ্যতাৰ আগমনৰ দুৱাৰ মুকলি হয়, আৰু জাতীয় উন্নতিৰ ভেঁটিয়ে গঢ়-পিত লয়।

জাপানৰ জাতীয় জীৱনৰ শান্তিপ্ৰিয় খেতিয়ক যুগ অন্ত হোৱাৰ লগে লগে কটাকটি, মৰামৰি সামৰিক যুগ উপস্থিত হয় (এই সামৰিক যুগৰ পৰাহে বৰ্ত্তমান যুগৰ আৰম্ভণ হয়)। এই সামৰিক যুগৰ বুকুতেই Feudal System বা সামৰিক জাইগীৰদাৰী প্ৰথাৰ সৃষ্টি হয়। এই প্ৰথা অনুসৰি ৰাজ্যখন অনেক বিভাগত বিভক্ত হয়, প্ৰত্যেক প্ৰদেশত একোজনা অধিপতি পতা হয়; এওঁবিলাকে নিজ নিজ প্ৰদেশত অদ্বিতীয় ক্ষমতা চলাই পুৰুষানুক্ৰমে ভোগ কৰিবলৈ পায় আৰু তাৰ সলনি ৰজাক সৈন্য-সামন্তৰে বা আন কোনো ৰকমে সহায় কৰিব লাগে। এই প্ৰথাৰ ফলস্বৰূপে অনেক Feudal nobles বা জমিদাৰৰ উৎপত্তি হয়। প্ৰথম-প্ৰথমে "শগুনো" এনেকুৱা এজন Feudal noble বা জমিদাৰহে আছিল। পিচে, ক্ৰমে খাপত-খাপে ওপৰলৈ উঠি ৰজাৰপৰা মান আৰু খিতাপ লৈ

* এই কথা মই এজন ভাৰতীয় বন্ধুৰ মুখৰ পৰাহে শুনিছোঁ।

লৈ শেহত সৰ্ব্বোচ্চ "শগুন" বা সেনাপতি (Commander-in-chief) উপাধি লাভ কৰি ৰাজ্যশাসনৰ প্ৰকৃত গুৰিয়াল হৈ বহে। "শগুনৰ" এনে অদ্বিতীয় ক্ষমতা আৰু প্ৰতিপত্তিত চকু পোৰা আন আন ডাঙ্গৰীয়াবিলাকে সেই ক্ষমতা তল পেলাবৰ কাৰণে চল চাই ফুৰিবলৈ ধৰে। কিন্তু, শতাব্দীৰ পিচত শতাব্দী আহে, এক বংশ "শগুনৰ" পিচত আন বংশ "শগুন" আহে তত্ৰাচ সেই চল উপস্থিত নহয়। এইদৰেই বৰ্ত্তমানৰ জনা ৰজাৰ ৰাজত্বৰ আৰম্ভণি হয়হি। এই ৰাজত্বৰ আৰম্ভণতে "নতুন ৰাজত্বৰ" আৰম্ভণ হয়, "শগুনৰ" ৬০০ বছৰীয়া বেহাৰ ভিকাচন ইমানতে ভাগে।

১৬১৪ অব্দত খৃষ্টধৰ্ম্ম আৰু খৃষ্টীয়ান নিৰ্ম্মূলৰ পৰওনা জাৰি হয়। ১৬৫৪ অব্দৰপৰা (Nagasaki) নাগাচাকিত বাজে আন সকলো বন্দৰ বিদেশীয় জাহাজৰ কাৰণে বন্ধ হয়। এইদৰে জাপানে বিদেশী ভূত খেদোৱাৰ ডোল-ফুঁহুতি দি, দুশ বছৰীয়া ভাতঘুমতি যাওঁতে নেযাওঁতেই "হাম বিদেশী বেপাৰী হেয়, দৰজা খোল, তোমাৰা চাথ বেপাৰ কৰেঙ্গা" বুলি বিদেশীয়ে আহি দুৱাৰত খুন্দা শোধাবলৈ ধৰিলেহি আৰু ডোল-ফুঁহুতিৰে ভূতক খেদাব বা ভুৱা দিব নোৱাৰা আৰু ভূতৰ লগত ভূত নহলে আৰু গা নোৰোৱা হল।

১৮৫৩ অব্দত জুলাই মাহত যুক্তৰাজ্যৰপৰা U.S.A Commodore Perry য়ে চাৰিখন যুদ্ধ-জাহাজৰে সৈতে বাণিজ্য আৰু বন্ধুতা স্থাপনৰ সন্ধি কৰিবৰ কাৰণে টকিয়ৰ ওচৰৰ সমুদ্ৰৰ উপকূলত উপস্থিত হয়হি। নাগাচাকিৰ বাহিৰে আন কোনো ঠাইৰ বন্দৰত বিদেশীৰ লগত একো কাৰবাৰ কৰা নহয় বুলি পুৰণা নিয়মৰ দোহাই দিয়াতো নুশুনাত, আকৌ জনসাধাৰণৰ মতামত সোধা-পোছা কৰিব লাগে বোলাত, Commodore চাহাবে এবছৰৰ ভিতৰতে ঘূৰি আহিবঁগে বুলি গুচি যায়, আৰু পিচ বছৰৰ ফেব্ৰুৱাৰী মাহতেই উভটি ওলালেহি। বহু প্ৰবন্ধৰ মূৰত "শগুনৰ" গৱৰ্ণমেণ্টে আহোতে-যাওঁতে বাটৰুৱা জাহাজৰ আহাৰ-পানী গোটাবৰ সুচল নাগাচাকিৰ বাহিৰেও আন দুঠাইত জাহাজ লগাবৰ অনুমতি দান ইত্যাদি অনেক বাণিজ্য বেপাৰৰ সুচলৰ অৰ্থে সন্ধি মঞ্জুৰ কৰিবলৈ বাধ্য হয়। অলপৰ পিচতে ৰুছ আৰু ওলন্দাজেও সেই-সেই সুবিধা ভোগ কৰিবৰ দাবী কৰি উলিয়াই লয়। শগুনে এইবিলাক সন্ধি (বাধ্য হৈ) ৰজাত নোসোধালৈকে কৰে। এই নিমিত্তে আৰু চিৰপ্ৰচলিত দেশীয় প্ৰথাৰ বিপৰীতে বিদেশীৰ লগৰ কাৰবাৰৰ বাট মোকলাই দিয়াত, শগুনৰ শাসন-প্ৰণালীত অসন্তুষ্ট হৈ অনেক বৰমূৰীয়াই মিকাডৰে নিজে শাসন-কাৰ্য্যৰ গুৰি ধৰা দেখিবৰ কাৰণে বিশেষকৈ আগ্ৰহান্বিত হয়। আকৌ, এনে সময়তে ইংৰাজ আৰু ৰুছিয়াৰ যুদ্ধ বধাত ইংৰাজেও নিজৰ নৌ-বাহিনীৰ জিৰণি আৰু ৰছদ সংগ্ৰহৰ সুবিধাৰ অৰ্থে সন্ধি কৰি লয়।

১৮৫৮ অব্দত যুক্তৰাজ্যৰ (U.S.A) পৰা ৰাজ্যদূতে (ৰাজদূত) নিজ গৱৰ্ণমেণ্টৰ পৰা সম্পূৰ্ণ ক্ষমতা প্ৰাপ্ত হৈ আহি জাপানত বসতি কৰি দুই ৰাজ্যৰ ৰাজনীতি সম্পৰ্কীয় সম্বন্ধ দৃঢ়তৰ কৰিবৰ প্ৰস্তাৱ কৰি, 'শগুনৰ" গৱৰ্ণমেণ্টৰে সৈতে সন্ধি কৰে। (কোৱা বাহুল্য যে, এই বিলাক কাৰ্যকলাপত বৰতোপৰ গুলিৰ ভয়তহে শগুনে মান্তি হয়)। অলপৰ পিচতেই ৰুছ, ইংৰাজ আৰু ফৰাচীয়েও যুক্তৰাজ্যৰ পদানুসৰণ কৰি নিজ নিজ সুবিধাৰ অৰ্থে যুক্তৰাজ্যৰ নিচিনাকৈয়ে সন্ধি কৰি কৰি লয়। এইদৰে যেতেকে বিদেশীৰ বাট মুকলি হল, যেতেকে বিদেশীৰ লগত কাৰবাৰ বাঢ়িবলৈ ধৰিলে তেতেকে দেশৰ ভিতৰত অসন্তোষ চৰিব ধৰিলে, দিনকে দিনে অশান্তি বাঢ়িব ধৰিলে, মাজে-সময়ে "ডাঙ্গা-হাঙ্গামা হৈ দুই -চাৰিটা বগা-চামৰাৰ" ৰক্তপাত আৰু ঘৰ-দুৱাৰ আক্ৰমণৰো বাকী নেথাকিল। এইদৰে দেশত হৈ-হৈ-চৈ-চৈ লগাত মিকাডয়ে শগুনক শাসন-প্ৰণালীৰ পৰিবৰ্ত্তন আৰু বিদেশীক খেদাবৰ উপযুক্ত বিধান কৰিবৰ কাৰণে উপদেশ দিয়ে, আৰু দুই-চাৰিজন বৰমূৰীয়া "প্ৰদেশাধিপতিক" (Princes of Seveal Provinces) সৈন্য-সামন্ত গোটাই যোগাৰ-যন্ত্ৰ ঠিক কৰিবলৈ হুকুম দিয়ে। অৱশেষত সেইকাৰ্য্যৰ নিমিত্তে ১৮৬৩ অব্দৰ জুন মাহৰ ২৫ তাৰিখৰ দিন ঠিক কৰা হল। "মিকাড" আৰু "শগুন" দুয়ো ৰাজ-দেৱালয়লৈ গৈ পূজা দি ৰজাই বিদেশী নিৰ্য্যাতনৰ আজ্ঞাৰে সৈতে ৰাজক্ষমতাসূচক তৰোৱাল * শগুনক সোধাই দিলেই কাৰ্য্য আৰম্ভণি হয় আৰু, কিন্তু ভাগ্যক্ৰমে শগুনৰ অসুখ হোৱাত নিৰ্দ্ধাৰিত দিনত পূজা কৰিবৰ কাৰণে উপস্থিত হব নোৱাৰি তেওঁৰ প্ৰতিনিধি পঠায়; পিচে তেখেতেও (শগুনৰ প্ৰতিনিধিয়েও) উপযুক্ত সাহসৰ অভাৱত আদবাটৰপৰা পৃষ্ঠভঙ্গ দিয়ে। শগুন আৰু শগুনৰ প্ৰতিনিধিৰ এনে আচৰণত অনেকে

* যুদ্ধবিগ্ৰহাদি কৰিবৰ হলে জাপানৰ ৰীতি-অনুসাৰে মিকাডৰে নিজে পূজা দিবৰ কাৰণে দেৱালয়লৈ যায়। তাৰ পিচত ৰাজক্ষমতাসূচক তৰোৱাল দি নিৰ্ব্বাচিত কাৰ্য্যকাৰকক আজ্ঞা দিয়ে।

অসন্তুষ্ট হৈ ৰজাক স্বয়ং কাৰ্য্যক্ষেত্ৰত অৱতীৰ্ণ হবৰ কাৰণে অনুৰোধ কৰে, কিন্তু ৰাজদৰবাৰৰপৰা কিছু দিনৰ কাৰণে কাৰ্য্যাৰম্ভণ স্থগিত ৰাখিবৰ ঠিক কৰে। এই ব্যৱস্থাত অনেকে অসন্তুষ্ট হৈ নিজে নিজেই বিদেশী নিৰ্য্যাতনৰ হেঁপাহ পলুৱাৰ প্ৰয়াস পায়, আৰু এই উপলক্ষে টকিয় আদি নানা ঠাইত অশান্তি উপস্থিত হোৱাত শান্তি স্থাপনৰ বিশেষ যোগাৰ ৰাখিব লগাত বিদেশী নিৰ্য্যাতনৰ কাৰণে ঘৰৰ ভিতৰতে খকা-খুন্দা আৰম্ভ হয়। ইতিমধ্যে বিদেশীৰ লগত সম্বন্ধ পৰিচয় দৃঢ়ৰূপে হবৰ আৰম্ভ হবলৈ ধৰিলে। পোন-প্ৰথমে ইংৰাজেই চিনাকি দিয়ে। উক্ত হুলস্থুলৰ সময়ত এজনা ওখ খাপৰ দেশীয়ই সপাৰিষদে চফৰ ফুৰিবলৈ যাওঁতে জনদিয়েক ইংৰাজে সেই বাটে দি ঘোঁৰা মেলাই অহাত অপমানিত দেশীয় প্ৰথা অনুসৰি। হোৱা যেন বোধ কৰাত লগুৱা-চন্তৰীয়ে তৎক্ষণাৎ বিদেশী কেজনাক (৩ জনা) আক্ৰমণ কৰে, আৰু এজন ইংৰাজ বধ কৰে। এই ঘটনাৰ উপলক্ষে যুদ্ধ-জাহাজৰ বৰতোপৰ গোলা-গুলি খায়ো জাপানে নগদ, পৌনে উনৈশ লক্ষ টকা (125000 (£) ) ভৰিব লগা হয়। অলপৰ পিচতে আকৌ খনকিয়েক আমেৰিকান, ফৰাচী, আৰু ওলন্দাজ জাহাজে মনা কৰা ঠাইত জাহাজ লগোৱাত পাৰৰপৰা বৰতোপ গুলিয়াবলৈ ধৰে। এইবাৰো অসংখ্য গোলা-গুলি খাই জাপানে অনেক টকা ভৰিব লাগে।

১৮৬৫ অব্দত আমেৰিকা আৰু ইয়াৰোপীয় জাতিবিলাকে শগুনৰে সৈতে কৰা সন্ধিবিলাকত মিকাডৰ মান্তি আৰু স্বাক্ষৰৰ কাৰণে (নিজ নিজ, যুদ্ধ জাহাজ গোট খুৱাই) দাবী কৰে। নিজৰ দুৰ্ব্বলতাৰ কথা ভালকৈ গম পাই আৰু উপযুক্ত মন্ত্ৰণা শুনি মিকাডয়ে গোৱা-গুলি নৌ খাওঁতেই চিৰ প্ৰচলিত প্ৰথাৰ শৰাধ কৰি ৰাজ সম্মতিৰে শান্তি কৰি বিদেশীৰ চুৱা ভাঙ্গি দিলে। পৱিত্ৰ ৰাজবাণী আৰু ইচ্ছাৰ বিপৰীতে মাত-মতা জাপানী জাতিৰ স্বভাৱ নহয়। গতিকে, সকলোৰেই দপদপ কৰে জ্বলি অথ্য অন্তৰৰ বিদেশী নিৰ্য্যাতনৰ অগনি ধোকাধোকে সেপ গিলি নুমাই পেলালে। মোট কথা ধৰিবৰ হলে, এই ১২ কি ১৩ বছৰ বিদেশীৰে সৈতে কাৰবাৰ কৰি চকু থকাসকলৰ চকু মুকলি হবৰ বাকী নেথাকিল। (কিন্তু, হায়! ঈশ্বৰে এনেকুৱা মানুহকো সৃজন কৰিছে, যাৰ ১২×২০ বাৰ কুৰি বছৰেও চকু নগজিলে!)

১৮৬৭ অব্দৰ ফেব্ৰুৱাৰী মাহত আগৰ জনা ৰজা পৰলোক প্ৰাপ্ত হয়। তেওঁৰ পিচতে বৰ্ত্তমান ৰজাই ৰাজপাটত উঠে। কিছুমান বছৰৰ আগৰেপৰা মিকাডৰ ৰাজকাৰ্য্যৰ উদাসীন ভাব ক্ৰমে আঁতৰ হবলৈ ধৰে। দেশৰো বৰমূৰীয়া লোকসকলৰ ভাব-গতি পৰিবৰ্ত্তন হবলৈ ধৰে। এজনা বৰমূৰীয়াই শগুনক এই বুলি উপদেশ দিয়ে, "শাসনকাৰ্য্যৰ ডোল গছ ৰজাৰ হাতত শোধাই দিয়া। যাতে আমাৰ জাপানেও অন্যান্য দেশৰ দৰে উধাব পাৰে তাৰে উপায় কৰা। বৰ্ত্তমান সময়ত এয়ে নকৰিলে নোহোৱা কৰ্ত্তব্য।" শগুনেও সেই কথাকে মানি সেই ১৮৬৭ অব্দৰ শেহ ভাগত নিজ পদবি ত্যাগ কৰি নিজ ক্ষমতা আৰু শাসন-কাৰ্য্যৰ ভাৰ মিকাডৰ হাতত শোধাই দিয়ে। এইদৰে ৰজাৰ ছশ বছৰীয়া আলহী জীৱন শেষ পৰিল; শাসনকাৰ্য্যৰ গুৱিগছ ৰজাৰ হাতলৈ আহিল।

ক্ৰমশঃ।

# মনোবিজ্ঞান।

## দিব্য-দৃষ্টি (Clairvoyance) আৰু দিব্য-শ্ৰৱণ (Clairaudience)।

মেচমেৰিজম বা বশীকৰণৰ পঞ্চম বা ধ্যানস্থ অৱস্থাত এই দিব্য-দৃষ্টি (Clairvoyance,) দিব্য-শ্ৰৱণ (Clairaudience), আত্মদৰ্শন বা তত্ত্ব নিৰূপণ (Psychometry) ইত্যাদি ক্ষমতাবিলাকৰ বিকাশ হয়। এইটো ভাবিব নেলাগে যে, দিব্য-দৃষ্টি, দিব্য-শ্ৰৱণ ইত্যাদি কেৱল 'গোলে হৰিবোল' বা জাল-জুৱাচুৰি। অৱশ্যে কোনো কোনোৱে যে মিছাই ফাকটি কৰি জাল-জুৱাচুৰি নকৰে এইটোও নহয়; কিন্তু এইটোও হেনো সঠিক যে, প্ৰকৃত ধ্যানস্থ অৱস্থা পালে অনেকৰে, বিশেষকৈ নিৰ্ম্মল স্বভাৱৰ তিৰোতা মানুহৰ আৰু পুণ্যাত্মা পুৰুষৰ এই অৱস্থা বিকাশ হয়। ঈশ্বৰ অবিশ্বাসী, আত্মাৰ অস্তিত্ব স্বীকাৰ নকৰা মানুহক এই অৱস্থালৈ হেনো আনিব নোৱাৰি। যেই-সেই বশীকাৰকেই যে বশীকৃতক এই অৱস্থালৈ আনিব পাৰিব এনেকুৱাও নহয়, আৰু যেই-সেই বশীকৃতেই যে এই অৱস্থাপ্ৰাপ্ত হব এনেকুৱাও নহয়। বশীকাৰকজন বিশেষ ক্ষমতাপন্ন মানুহ হব লাগিব; বশীকৃতজনো ওপৰত কোৱাৰ দৰে পুণ্যাত্মা হব লাগিব। তেহে দিব্য-শ্ৰৱণ দিব্য-দৰ্শন ইত্যাদি ক্ষমতাৰ বিকাশ

হব! প্ৰত্যেক মানুহৰে জীবাত্মা মুল মহান্ পৰমাত্মাৰ অংশ বুলি প্ৰায় জাতিৰে ধৰ্ম্মশাস্ত্ৰে কয়। সাংসাৰিক কাৰ্য্যৰ নানা প্ৰকাৰ বিষয়ত চিত্তৰ বৃত্তিবিলাক বিক্ষীপ্ত হৈ থকাৰ বাবে জাগ্ৰত অৱস্থাত প্ৰায় কেৱে আত্মাৰ স্বৰূপ দৰ্শন নেপায়, কিন্তু যোগ ক্ৰিয়াৰ দ্বাৰাই সমস্ত বহিৰ্ম্মুখীন চিত্তবৃত্তিবিলাক নিৰোধ কৰি মনক অন্তৰ্ম্মুখীন কৰি কোনো এক বিষয়ত লগাই দিলে মনে. আৰু আত্মাই সেই বিষয়ৰ সমস্ত তথ্য জানিব, অৰ্থাৎ দেখিব বা শুনিব বা অনুভব কৰিব বা সেই বিষয়ত পৰম উৎকৰ্ষ লাভ কৰিব। আমাৰ দেশত অনেক ধ্যানস্থ হব পৰা মানুহে ভুত, ভৱিষ্যত আৰু বৰ্ত্তমানৰ বিষয়ে এইদৰে জনা আৰু কোৱাৰ প্ৰবাদ আছে। অনেক জঁকি আৰু দেওধাঁয়ে অনেক সময়তে এনেকুৱা দুই-এটা ভৱিতব্য কয় যে, সি সুন্দৰকৈ শেহত মিলে। দুই-চাইটাই মিছাই ফাকটি কৰি কোৱাৰো দৃষ্টান্ত আছে। আমি দুটি নিজে দেখা ঘটনাৰ বিৱৰণ দিওঁ। তাহানিখন আমি সৰু কালতে গাৱঁৰ মতা মানুহৰ ৰাজহুৱা নামত এটা মতা জঁকি উঠা দেখিছিলোঁ। সেইটো জকিৰ গাত দেৱতাই স্পৰ্শ কৰা কথা কেৱে বিশ্বাস নকৰিছিল। দৰাচলতে সি প্ৰকৃত জঁকিও নাছিল, এনেয়ে পইছাৰ লোভত দেখাক দেখি সিওঁ জঁকিহে ফুৰিছিল। এদিন সি নামত জঁকোতে এটা অবিশ্বাসী বিধৰ মানুহে হাতৰ মুঠিত তামোলৰ বাকলি এটা লৈ আহি তাক সুধিলে;— মোৰ হাতৰ মুঠিৰ ভিতৰত কি? জঁকিয়ে কব নোখোজে; কিন্তু নামৰ এটাইবিলাক মানুহে তাক হেচি ধৰাত সি মূৰ জোকাৰি জোকাৰি কলে "মাটি এডোখৰ থাকিব পায়।" মানুহটোৱে মুঠি মেলি দেখুৱালে, তামোলৰ বাকলি। নামৰ আটাইবিলাক মানুহে কিৰিলি পাৰি হাঁতিলত বেচেৰা জঁকি লাজত তললৈ মূৰ কৰি ৰল। অৱশ্যে এই জঁকিটো লিখা-পঢ়া নজনা অজলা বিধৰ মানুহ আছিল; সেই কাৰণেই ইমানটো লাজত পৰি ৰল। সি যদি অলপ জনা-বুজা দাৰ্শনিক মনৰ মানুহ হলহেঁতেন, তেন্তে সি তামোলৰ বাকলিকো (তামোল মাটিৰপৰা উৎপন্ন হোৱাৰ বাবে, আৰু দাৰ্শনিক যুক্তিৰে বুজাই দিব পাৰিলেহেঁতেন যে, তামোলৰ বাকলিও মাটিহে অথবা মাটিৰে [জন আৰু অগ্নিত বাজে আন আন বস্তুৰ দৰে] ৰূপান্তৰ মাথোন। যি কি নহওক, এই দৃষ্টান্তৰপৰা দেখিলোঁ যে, জঁকিৰ ভৱিষ্যৎ কোৱা, বা দিব্য-দৰ্শন মস্ত মিছা, ঠগামি আৰু 'গোলে হৰিবোল"। কিন্তু, আন এসময়ত আমি এজনী বুঢ়ী, প্ৰায় আঢ়ৈ কুৰি বছৰ বয়সিয়াল, পোৱে-নাতিয়ে ধনে ভৰপূৰ, নিৰ্ম্মল ধাৰ্ম্মিক স্বভাৱৰ জঁকি গাঁৱলীয়া মাইকী মানুহক ৰাজহুৱা নামত উঠা দেখিছিলোঁ। তেওঁ জঁকৰ অৱস্থাত অত্যাশ্চাৰ্য্য ক্ষমতা দেখুৱাব পাৰিছিল। তেলৰ সৰু জ্বলি থকা চাকি এটা মুখ মেলি মুখৰ ভিতৰত বহুৱাই লৈ নচা, তৰোৱাল পাতি তৰোৱালৰ ওপৰত উঠি নচা, পাৰ-হাঁহবিলাক মুচৰি মাৰি ধক্ ধক্ কৰে তেজবিলাক পিয়া ইত্যাদি অলৌকিক ক্ষমতা দেখুৱাই নামৰ চাপৰিৰ চেৱে চেৱে নাচি ফুৰিছিল। এনেতে সেই আগৰ দুষ্ট বিধৰ মানুহটোৱে অনেক দূৰতে কেৱে নজনাকৈ এহাতে এটা কৰবিৰ ফুল, ইহাতে এডোখৰ এঙ্গাৰ মুঠি মাৰি লৈ জঁকিজনীক সুধিলে ঃ— জঁকি মা! কোৱাচোন মোৰ হাতৰ মুঠি দুটাৰ ভিতৰত কি আছে? তাৰ এই প্ৰশ্ন শুনি জঁকি জনা পোনেই খঙতে জ্বলি-উঠি বেত লৈ তাক কোৱাবলৈ আহিল। সিও দৃঢ় প্ৰতিজ্ঞাৰে সৈতে কলে, "মা! তুমি মোক মাৰা বা অভিশাপ দিয়া যি ইচ্ছা তাকে কৰা, কিন্তু আগেয়ে মোৰ প্ৰশ্নৰ উত্তৰ দিয়া।" তাৰ সেই অটল ভাব দেখি জঁকিজনীয়ে "বাৰু কম, অলপ পৰ ৰ" এইবুলি কৈ কলাপাত এখনত বহি চুলি মেলি মুৰ জোকাৰিবলৈ ধৰিলে। ১০ মিনিট মুৰ জোকাৰি মৰাৰ দৰে নিশ্চল হৈ মুৰটো তললৈ কৰি ৰৈ থাকিল। দুষ্ট বিধৰ মানুহটোৱে সেই অৱস্থাতে আকৌ সুধিলে, "মা! কোৱাঁ।" জঁকি জনীয়ে কলে, — "তোৰ এহাতে কৰবিৰ ফুল, এহাতে এডোখৰ এঙ্গাৰ।" উত্তৰ শুনি আমি তবধ লাগিলোঁ। আগেয়েই জঁকিজনীয়ে সেই মানুহটোৱে সৈতে পৰামৰ্শ কৰি তেওঁৰ মহাত্মা বঢ়াবলৈ যে তাক শিকাই থৈছিল, এনেটো সম্ভৱ নাছিল। কাৰণ, প্ৰথমতে জঁকিজনী তেনেকুৱা ঠগামি বিধৰ মানুহেই নাছিল। দ্বিতীয়তঃ জঁকিক পৰীক্ষা কৰা বিষয়টো আমাৰ লগৰে দুই-চাইটা ডেকাই সেইদিনা পোন-প্ৰথমে উলিয়ায়। আগেয়ে আমি নজনাকৈ সেই মানুহটোৱে জঁকিৰে সৈতে কথা-বতৰা হৈ থৈছিল এনেটো সম্ভৱ নাছিল। তৃতীয়ত, জঁকিজনীৰ গাত জঁকিৰ অৱস্থাত আমি আলৌকিক ক্ষমতাও দেখিছিলোঁ। মুঠৰ ওপৰতে তেতিয়া আমি কথাটো বুজিব নোৱাৰিলোঁ; কিন্তু এতিয়া, দেখিবলৈ পাওঁ যে, সুদুৰ বৈজ্ঞানিক সভা, ইউৰোপ আমেৰিকাতো মেচমেৰ, ব্ৰেড, কেটচ, জেমচ, কলৰিজ, হচডেল ইত্যাদি বৈজ্ঞানিক ডাক্তৰ আৰু পণ্ডিতসকলেও দিব্য-দৃষ্টি (Clairvoyance,) সঁচা বুলি কয়। আন কি, তেনেকুৱা বিলাক মানুহেও তেওঁবিলাকৰ বশীকৃতসকলৰ হতুৱাই দিব্য-দৃষ্টি, দিব্য-শ্ৰৱণ ইত্যাদিৰ বিকাশ দেখুৱায়। চিত্তৰ আন আন বৃত্তিবিলাক নিৰোধ কৰি মনক এক বিষয়ত যুক্তিৰে সৈতে লগাই দিলে যে, সেই বিষয়ত অত্যন্ত উৎকৰ্ষ লাভ কৰা যায়, এই বিষয়ে হিন্দুৰ পাতঞ্জল দৰ্শনৰ বিভূতি পাদত বিশেষ বিশেষ সূত্ৰ আছে। যেনে;— "বলেষু হস্তি বলাদিনী," "ভুবনজ্ঞানং

সূৰ্য্যে সংযমাৎ"। মন সংযম কৰি কোনো এটা ক্ৰিয়া কৰিলে যে মনুষ্য ক্ষমতাৰ কিমানদূৰ বিকাশ দেখুৱাব পাৰি, তাৰ অন্ত নাই। চেংগো চাহাবে মন সংযম কৰি, অৰ্থাৎ শৰীৰৰ যি অঙ্গ চালনা কৰে, সেই অঙ্গ আৰু ক্ৰিয়াৰ ওপৰত চিত্তৰ আন বৃত্তিবিলাক নিৰোধ কৰি গোটেইটো মন অন্ততঃ সেই সময়ৰ নিমিত্তে তাতে লগাই দেখুৱাইছে যে মনুষ্য কিমান বলৰ অধিকাৰী হব পাৰে। অতীতৰ আৰু বৰ্ত্তমানৰ যিবিলাক আৱিষ্কাৰক (inventors & discoverers), কৌশলকাৰক (designers), ভুবনবিখ্যাত যোদ্ধা (world-renowned heroes) আটাইবিলাকেই চিত্তৰ আন-আন বৃত্তিবিলাক সেই সময়ৰ নিমিত্তে অন্ততঃ আজন্ম কাললৈ নহলেও, নিৰোধ কৰি মনক যুক্তি (reason) আৰু শৃঙ্খলাৰে সৈতে (methodically) বিশেষ সেই বৃত্তিত লগাই দি হে সেই বিষয়ত উৎকৰ্ষ লাভ কৰা দেখা যায়। মেচমেৰিক ক্ৰিয়াৰে সুষুপ্তীৰ অৱস্থা প্ৰাপ্ত হোৱাটোও চিত্তৰ আন-আন বৃত্তি নিৰোধ কৰাই সৈতে প্ৰায় একে কথা। কাৰণ, চিত্তৰ আন-আন বৃত্তিবিলাক লোপ নেপালে কি নিদ্ৰা, কি সুষুপ্তী, কি সমাধি একোৱেই হব নোৱাৰে। ভাৰতবাসী জঁকি যোগী মহাত্মাসকলে নিজক নিজে ক্ৰিয়াৰ বলেৰে সুষুপ্ত বা সমাধিস্থ অৱস্থালৈ আনে। পছিমৰ বৈজ্ঞানিকসকলে নিজৰ শৰীৰৰ চুম্বক শক্তি প্ৰয়োগ কৰি আন এজনক সুষুপ্তীৰ অৱস্থাত পেলায়। উভয় প্ৰকাৰেই সুষুপ্ত হোৱা জনৰ ইন্দ্ৰিয়াদিৰ উত্তেজনা দমন হৈ বাহিৰৰ চিত্তবৃত্তিবিলাক লোপ হয়। কিন্তু সেই সময়তে যদি আত্মাক পৰমাত্মাৰে সৈতে সংযোগ কৰিব পৰা যায়, তেন্তে সেই আত্মাই যে দিব্য-দৰ্শন, দিব্য-শ্ৰৱণ সেই অৱস্থাত লাভ কৰিব পাৰিব ই একো আচৰিত কথা নহয়। যি মানুহ নাস্তিক, পৰমাত্মাত যাৰ বিশ্বাস নাই, তেওঁৰ আত্মাই পৰমাত্মাৰ লগত সংযোগ নোহোৱাৰ বাবে দিব্য-শ্ৰৱণ, দিব্য-দৰ্শন লাভ কৰিব নোৱাৰে। জেমচ্ কোটচ চাহাবে কয় যে, বশীকাৰকে বশীকৃতক দিব্য-দৰ্শন, দিব্য-শ্ৰৱণ পাব পৰা অৱস্থা হে কৰি দিব পাৰে, ক্ষমতা দিব নোৱাৰে। সেই ক্ষমতা বশীকৃতজনৰ নিজৰ ওপৰত নিৰ্ভৰ কৰে। অৱশ্যে কথা সঁচা। এজনৰ আত্মা পৰমাত্মাৰ লগত সংযোগ হোৱাটো নিজৰ ওপৰত হে নিৰ্ভৰ কৰে। বশীকৃতজন আধ্যাত্মিক মনৰ আত্মাৰ অন্তৰ্নীভূত বিশ্বাস কৰা নিৰ্ম্মল চৰিত্ৰৰ মানুহ হব লাগে; তেহে দিব্য-দৰ্শন, দিব্য-শ্ৰৱণ লাভ কৰিব পাৰে। মেচমেৰিক ক্ৰিয়া শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক। দিব্য-দৰ্শন, দিব্য-শ্ৰৱণৰ বিশেষ অধিকাৰী হেনো নিৰ্ম্মল চৰিত্ৰৰ মাইকী মানুহহে। কিন্তু, সেই বুলিয়েই পুৰুষ মানুহ যে এই দুটা বিকাশৰ অধিকাৰী নহয়, এনেকুৱা নহয়। পুৰুষতো এই দুটা ক্ষমতাৰ বিকাশ পায়। সচৰাচৰ পুৰুষ মানুহে হেনো বৈজ্ঞানিক আৰু বৈষয়িক আৰু তিৰোতাই সাহিত্য আধ্যাত্মিক ইত্যাদি সূক্ষ্মবিষয়বিলাকৰ বেচি দিব্য-দৰ্শন, দিব্য-শ্ৰৱণ পায়। বশীকৃতজনত এই দুটা ক্ষমতাৰ বিকাশ হৈছে নে নাই এই কথা জানিব খুজিলে, বশীকাৰকে বিশেষ ধৈৰ্য্য আৰু যত্নৰে সৈতে চলিব লাগে। লৰালৰিকৈ কেতিয়াও কাম কৰিব নেলাগে. বা জোৰ-জবৰদস্তিৰে বা ফিতাহি মাৰিও নকৰিব। বশীকৃতজনৰ ভাল নিদ্ৰা বা তন্দ্ৰা হোৱা দেখিলে ধীৰে ধীৰে আৰু লাহে লাহেকৈ দুই-এটি প্ৰশ্ন সুধিব। প্ৰশ্ন সুধিলে যদি বশীকৃতই সাৰ পায়, তেন্তে আৰু তেওঁত দিব্য-দৰ্শন, দিব্য-শ্ৰৱণৰ বিকাশ নহব এইটো জানি এৰি পেলাব লাগে। যদি উত্তৰ নিদিলে তন্দ্ৰাতে থাকে, তেন্তে কিছু সময় আকৌ বাট চাই ধীৰে ধীৰে দুই-এটি প্ৰশ্ন কৰিব লাগে। যদি "তোমাৰ ভাল লাগিছে নে?" এনেকুৱা কোনো প্ৰশ্নৰ উত্তৰ দিয়ে, অথচ তন্দ্ৰাতে থাকে তেতিয়া বুজিব লাগিব যে, বশীকৃতজন মেচমেৰিক বা বশীকৰণ ক্ৰিয়াৰ চতুৰ্থ অৱস্থা বা জাগ্ৰত নিদ্ৰাৰ অৱস্থা (somnambulistic stage) পাইছে, আৰু ধন্যাস্থ অৱস্থাৰ প্ৰায় ওচৰ চাপিছে। তেতিয়া অলপ বাট চাই অৱস্থা বুজি বশীকাৰকে আৰু দুই-এটি প্ৰশ্ন কৰিলে বুজিব পাৰিব, বশীকৃতজনৰ ধ্যানস্থ অৱস্থা হৈছে নে নাই। এই ধ্যানস্থ অৱস্থাত থাকি বশীকৃতজনে এনেকুৱা উত্তৰ দিব যে, তেওঁৰ আত্মা সুকীয়া, বশীকাৰকৰ বশৱৰ্ত্তী নহয়। তেওঁৰ আত্মা সেই সময়ত বশীকাৰকতকৈ উন্নত। এই অৱস্থাত বশীকৃতজনে বশীকাৰকৰে সৈতে লাহে লাহে, পৰিষ্কাৰ ৰূপে আৰু সুদূৰদৰ্শী ভাৱে কথা-বতৰা পাতিব। বশীকাৰকে তেতিয়া বশীকৃতজনৰপৰা তেওঁৰ ভৱিষ্যৎ উন্নতিৰ বিষয়ে সেই উন্নতি কেনেকৈ কি উপায়েৰে কৰিব এই বিষয়ে, মনুষ্য আত্মাৰ উন্নতিৰ বিষয়ে আৰু বৰ্ত্তমান মনুষ্য সমাজৰ ভবিতব্যৰ বিষয়ে জানিব পাৰিব। ইচ্ছা কৰিলে লাহে লাহে প্ৰশ্ন কৰি বশীকাৰকে বিশেষ কি উপায়েৰে নো তেওঁ ভৱিষ্যতত তেওঁক (বশীকৃতজনক) ভালকৈ বশ কৰিব পাৰিব ইয়াকো জানিব পাৰিব। যদি বশীকাৰকৰ বা বশীকৃতজনৰে বা আন কোনো চিনা-জনা কোনো মানুহৰ বিশেষ কোনো ৰোগ কেনেকৈ ভাল হব এই কথা সোধা যায়, তেন্তে বশীকৃতজনে তাৰো বিধান দিব আৰু সেই বিধান অনুসাৰে চলিলে ৰোগমুক্তও কৰিব পাৰিব। বশীকাৰকে বশীকৃতজনক তেওঁ কিমান পৰলৈ শুব, কেতিয়া সাৰ পাব, বশৰ অৱস্থাত তেওঁ কেনেকুৱা অনুভৱ কৰিছে, তেওঁ তেওঁৰ মগজুত কিবা এটা পোহৰ দেখিছে নে,

যদি দেখিছে মগজুৰ কোন অংশত দেখিছে (এইটো জ্যোতিদৰ্শন), ইত্যাদি প্ৰশ্ন কৰিলে সেইবিলাক যথাযথ উত্তৰ পাব। এইদৰে লাহে লাহে বশীকৃতৰপৰা বশীকাৰকে আজি অলপ, কাইলৈ অলপ তথ্য বিচাৰি লব। লৰা-লৰিকৈ কোনো কথা জানিবলৈ ইচ্ছা নকৰিব। বশীকাৰকজন সততে মৰমিয়াল অথচ দৃঢ়চিত্তৰ মানুহ হব লাগিব। যদি বশীকাৰকে বশীকৃতজনৰপৰা কোনো যুক্তিহীন বা অসংলগ্ন বা অসম্ভবীয় উত্তৰ পায়, তেন্তে তাক হঠাতে মিছা বুলি দলিয়াই নেপেলোৱাই লাহে লাহে যুক্তিৰে সৈতে মিলাই বিবেচনা কৰি চাব। যদি দেখে যে বশীকৃতজনৰ কথা যুক্তিহীন আৰু অসংলগ্ন, তেনেহলে যাতে ভৱিষ্যতে বশীকৃতজনে এনেকুৱা নকৰে তাৰ উপায় চিন্তিব। আমি সচৰাচৰ দেখিবলৈ পাওঁ যে, সুগভীৰ স্বাভাৱিক নিদ্ৰাত পৰা মানুহকো টোপনিতে কোনো কথা সুধি দিগ কৰিলে বা বেজাৰ দিলে হয়তো ভ্ৰম-প্ৰলাপ-বকিব, নাইবা বেচিকৈ দিগ কৰিলে টোপনিৰ জালতে ধঁাইজাইতে জোকোৱা মানুহটোক মাৰিয়ে দিয়ে। অৱশ্যে সাৰ পাই উঠিলে দিগ কৰা জন যদি সমনীয়া বন্ধু হয় তেন্তে ক্ষমা প্ৰাৰ্থনাও কৰে আৰু আচিনাকি বা হীন অৱস্থাৰ হলে তাক খঙতে একো নাইকিয়া কৰে। বশীকৰণ তন্দ্ৰা সচৰাচৰ অস্বাভাৱিক ক্ৰিয়া। এজনৰ বশত পৰিহে আনজন অসময়তো তন্দ্ৰাত পৰে। বশীকৃতজনে অলপ নহয় অলপ দুখ পায় এনেকুৱা অৱস্থাত যদি বশীকাৰকে নুবুজি, নেজানি বশীকৃতজনক দিগ দিয়ে, তেন্তে বশীকৃতজন হয়তো বশীকাৰকৰ চিৰশত্ৰু হৈয়ো উঠিব পাৰে, আন নহলে তেওঁ আৰু ভৱিষ্যতলৈ বশীকাৰকৰ বাধ্যৰ ভিতৰলৈ নাহে। সেইদেখি এই জাগ্ৰত নিদ্ৰাৱস্থাত বশীকাৰকৰ বিশেষ ধৈৰ্য্য, দৃঢ়তা, নিপুণতাৰে সৈতে আৰু বিবেচনাৰ ওপৰত চলিব লাগে। কেতিয়াবা কেতিয়াবা বশীকৃতজনে তন্দ্ৰাতে আনৰে সৈতে কথা- বতৰা পতাদি পাতিব, হয়তো তেওঁ সিপুৰিত থকা কোনো আত্মা বিশেষৰে সৈতেও কথা-বতৰা হব তেতিয়া বশীকাৰকে সেই কথা-বতৰা যুক্তিৰে মিলাই চালেও অনেক আধ্যাত্মিক তত্ত্ব জানিব পাৰিব। ইচ্ছা কৰিলে বশীকৃতজনৰ আত্মা বশীকাৰকৰ অনুৰোধ অনুসৰি অনেক দূৰৈ ঠাইলৈ যাব আৰু তাত যি যি ঘটনা ঘটিব লাগিছে তাক দেখি যথাযথ বিৱৰণ দিব। আমি আগেয়ে পাতনিতে কৈছোঁ, চাহাব জনে কুলিৰ আত্মাটোক কি দৰে চহৰলৈ পঠাই চহৰৰ গৰাকী চাহাব আৰু পাদুৰি চাহাবৰ বিষয়ে জানিলে। উপন্যাসৰো সেই সৈনিকৰ ঘৈণীয়েকে সৈতে মনোবিচ্ছেদৰ প্ৰবাদো দিছো।" বঙ্কিমচন্দ্ৰৰ উপন্যাসৰো শৈবলিনীৰ দুৰদৰ্শনৰ কথা লিখিছোঁ। ওপৰত উনুকিওৱা চাহাবজউনৰো যিদিনা ৰুছ-জাপানৰ লিয়াটোঙ্গত যুদ্ধ হয়, সেই যুদ্ধ কেনেকৈ চলিছে এইবিষয়ে হেনো আন এজন মানুহক তন্দ্ৰাত পেলাই জানি শেহত যেতিয়া খবৰৰ কাগজে সৈতে মিলাই চাই দেখিলে যে, তন্দ্ৰাৰ আবেশত তেওঁৰ বশীকৃতজনে যি কৈছিল সম্পূৰ্ণ মিলিছিল।

আমি ওপৰতে আগেয়ে উনুকিয়াই লৈছোঁ যে, এই দিব্য-দৰ্শন, দিব্য-শ্ৰৱণৰ কৌতুক কেতিয়াও দৰ্শকবৃন্দ গোটাই লৈ নকৰিব। কাৰণ তেনেকুৱা কৰিলে হয়তো বশীকৃতজনক নানাজনে নানা প্ৰকাৰে কথা সুধি মিছাই বিৰক্ত কৰি তেওঁৰ Cross mesmerism বিকাৰ ঘটাব, হয়তো কোনোৱে উত্তৰ পাব, কোনোৱে নেপাব, কোনোৱে বিশ্বাস কৰিব, কোনোৱে বিদ্ৰূপ কৰি বশীকাৰক, বশীকৃত উভয়ৰে অপকাৰ কৰিব।

ক্ৰমশঃ

## শৰাইঘাটৰ যুদ্ধ।

(২১৬ পিঠিৰ পাচৰপৰা)

ৰজা ৰামসিংহৰ ওচৰলৈ যি কটকী গৈছিল, তেওঁৰ আগত ৰামসিংহে বৰফুকনলৈ এইদৰে কৈ পঠালে, বোলে পূৰ্ব্বে আলিয়াৰ খাঁ আৰু মোমাই তামুলী বৰবৰুৱাৰ ভিতৰত যি সন্ধি হৈছিল তাত অসুৰৰ আলি আৰু বৰনদীক অসম আৰু মছলমানৰ ৰাজ্যৰ সীমা বন্ধা হৈছিল; সেই সন্ধি মতে গুৱাহাটী পাটচাৰ ৰাজ্যৰ ভিতৰ। এতেকে, গুৱাহাটী তেওঁবিলাকক এৰি দিয়ক, নহলে, "দুই ঘৰীমান যুঁজিও চাব পাৰে, আৰু তালৈকো যদি তীৰ বন্দুক নাই, তেওঁক খুজিলেও দিব পাৰে।" কটকীৰ মুখে ৰামসিংহৰ এই ব্যঙ্গ কথা শুনি আমাৰ দা-ডাঙ্গৰীয়াসকলৰ গা দহো গুণে জ্বলি উঠিল, আৰু দান চাই সমিধান দিয়া উচিত ভাবি বৰফুকনে আকৌ কটকীৰ আগত এইদৰে কৈ পঠালে, "শুনিছোঁ, ৰজা ৰামসিংহ মান্ধাতা ৰজাৰ গোষ্ঠী আৰু জয়সিংহৰ পুত্ৰ; ইমান বৰলোকৰ পোৱালিৰ মুখত এনে সৰু কথা কেনেকৈ ওলাল! দুই ঘৰীমান যে যুঁজিব খোজে, ২।৪ বছৰ যুঁজিবলৈ

সাহ নাই নে কি? আৰু আমি যে তেওঁক তীৰ-বন্দুক খোজাৰ কথা কৈছে ভাল, এতিয়া তেওঁকে লাগিব পাৰে থাওক; দুই-চাৰি বছৰৰ পিচত আমাক লাগিলে খোজা যাব। কিন্তু গুৱাহাটী ঈশ্বৰে আমাক দিছে, তাক মছলমানক কদাপি এৰি দিয়া নেযায়।"

এনে সমিধান পাই, ৰামসিংহে আৰু বেলি নকৰি শুৱালকুচিলৈ খোজ ললে। তেওঁ পৰম হিন্দু আছিল; যাওঁতে বাটত হাজোৰ মাধব দেৱালয়ত বহুত টকা ভাঙ্গি নিজে পূজা কৰিলে। তেওঁ সসৈন্যে আহি আগিয়াখুটি পৰ্ব্বতৰ কিছু নামনিত তামিঘৰা তৰি কোঁঠ মাৰিলে, আৰু তেওঁৰ লগত অহা ৰচিতখাঁই কিছু উজাই আমাৰ সৰু হিলৈৰ গুলিয়ে ঢুকি নোপোৱা, অথচ বৰহিলৈৰ গুলিয়ে চেৰাই যোৱা ঠাই চাই, তামিঘৰা তৰি কোঁঠ দি থাকিল।

এনেতে, ৰামসিংহ আৰু ৰচিতখাঁৰ ভিতৰত কন্দল লাগিল। এদিন ৰাতি ৰামসিংহৰ কোঁঠত আমাৰ বৰহিলৈৰ গুলি পৰাত ৰামসিংহৰ ভতিজাক ততালিকে মৰিল। তাতে ৰামসিংহে ৰচিতখাঁক দুবাৰো মাতি পঠিয়ালে, কিন্তু ৰচিতখাঁই এতিয়া যাব নোৱাৰোঁ বুলি কৈ পঠালে। ৰচিতখাঁই, তেওঁৰ কোঁঠত তেতিয়া গান-বাজনা শুনিছিল। ৰচিতখাঁ নোযোৱা দেখি ৰামসিংহে মনতে ভাবিলে যে, ৰচিতখাঁৰ লগত আগৰেপৰা অসমীয়া মানুহৰ জনা-শুনা আছে আৰু এতিয়াও তেওঁ অসমীয়াৰ ওচৰ-চাপি কোঁঠ পাতিছে; এনে বিপদৰ সময়ত মাতি পঠিওৱাতো যেতিয়া নাহিল, কি জানি তলে-তলে তেওঁ শত্ৰুৰ লগত যোগ হবৰ মতলব কৰিছে। এনে ভাবি ৰামসিংহে ৰচিতখাঁক তৎক্ষণাৎ যি ঠাইত আছিল তাৰপৰা কোঁঠ উঠাই আনিবলৈ হুকুম দিলে। ৰচিতখাঁই তাতে মৰণান্তিক অপমান পাই বঙ্গদেশলৈ অকলৈ উভটি গল। ইপিনে ৰামসিংহে অনেক মছলমান সৈন্য লৈ শৰাইঘাটত আমাৰ গড় আক্ৰমণ কৰিলে। এই যে যুদ্ধৰ চুৰু হল, ক্ৰমাগত দিন-ৰাতি অবিশ্ৰান্ত ভাৱে চাৰি মাহ যুঁজ চলিল; দুয়োপক্ষে অসংখ্য সেনা ৰণত পৰিল। আমাৰ সেনাই গড়ৰ ভিতৰত থাকি যুদ্ধ কৰাৰ বাবে আমাৰ হানিতকৈ মছলমানৰ হানি অনেক বেচি হল; অসমীয়া সেনাৰ বৰতোপৰ আগত হেজাৰ হেজাৰ মছলমান সেনা বাগৰিবলৈ ধৰিলে। অধিকাংশ স্থলত মছলমান সেনাৰ দয় অশ্বাৰোহী সেনাৰ ওপৰত নিৰ্ভৰ কৰা দেখিবলৈ পোৱা যায়, কিন্তু শৰাইঘাটৰ যুদ্ধত অশ্বাৰোহী সেনাৰপৰা একো লাভেই নহল। চাৰিমহীয়া যুঁজত তেওঁবিলাকৰ পদাতি সেনাৰো ভালকৈ পৰালি পৰিল; ইপিনে বান-বাৰিষাৰ কাল পালেহি।

আওৰেঙ্গজেব পাটচাই ৰামসিংহৰ পদাতি সেনাৰ বল কমা বাতৰি পাই, আকৌ চৰিপখাঁৰ তলত বহুত পদাতি সেনা কামৰূপলৈ যাত্ৰা কৰালে। ৰামসিংহ মৰো-জীওঁ-সোওঁ-আধি কৰি আকৌ নতুন উৎসাহেৰে যুদ্ধ আৰম্ভ কৰিলে। কিন্তু তেওঁৰ উদ্যমৰ একো ফল নধৰিলে। শৰাইঘাটৰ ফালে গড় পাৰ হব পৰা আশা নেদেখি তেওঁ পাণ্ডুৰ ফালে ৰাঙ্গলীবুৰুজৰ তলে সিন্ধি কাটি তাত খাৰ ভৰাই, গড় উৰুৱাই দিবলৈ বুধি কৰিলে; সেন-চকুৱা বৰফুকনে তলে-তলে চোৰাংচোৱাৰপৰা সেই কথাৰ সম্ভেদ লৈ গড় ভাগিলেই ততালিকে তাক তৈয়াৰ কৰিবৰ নিমিত্তে সকলো চৰঞ্জাম আৰু মানুহ ঠিক কৰি ৰাখিলে। ৰামসিংহে সিন্ধিৰ মুখৰ খাৰত জুই লগাই গড় ভঙ্গা মাত্ৰকে গোটেইখন ঠাই ধুৰঁলি কুঁৱলি হল, আৰু কাকো কেৱে নেদেখা হল। সেই সুযোগতে আমাৰ মানুহে ভগা গড় ততালিকে বান্ধি পেলালে। ৰামসিংহে তুৰুকচৰাৰ সৈন্যক গড়ৰ ভিতৰলৈ সুমাবলৈ যি ফন্দি পাতিছিল সি একেবাৰেই বিফল হল। ৰামসিংহে তাৰ পিচত আকৌ শৰাইঘাটৰ ফালেই গড় পাৰ হবলৈ প্ৰাণ টাকি যত্ন কৰিলে। দুয়ো দলৰ ভিতৰত বিষম যুদ্ধ হল। ৰামসিংহৰ দুৰ্দ্দম্য ৰাজপুত সেনাই আমাৰ কাঁড় আৰু বৰতোপৰ গুলিৰ বাধা নগণি একে হেচোকাতে গড় পাৰ হবলৈ লৰ ধৰিলে; আমাৰ সেনায়ো অজস্ৰ গুলি বৰষিবলৈ ধৰিলে; অলেখ পলোৱান যুঁজাৰু বাগৰি পৰিল; মৰণক ইতিকিং কৰি চাৰিজন সৈনিকে গড়ৰ ওপৰত উঠিলগৈ; আমাৰ সেনাই তৎক্ষণাৎ সিহঁতক তৰোৱালেৰে কাটি বগৰাই পেলালে। ৰামসিংহে নিৰুৎসাহী হৈ সৈন্য পাচ-হোহঁকাই নিলে। শৰাইঘাটত থকা আমাৰ সেনাপতি মাজু অভয়পুৰীয়া ৰাজখোৱাক জিনিবৰ আশা পৰিত্যাগ কৰি ৰামসিংহে লঠিয়াৰ ফালে গড় পাৰ হবৰ অভিপ্ৰায়েৰে সেইফালে কাঁড়ে-গুলিয়ে ঢুকি নোপোৱা ঠাইত কোঁঠ মাৰিবলৈ আৰম্ভ কৰিলে। লঠিয়াত বাঁহগড়ীয়া বুঢ়াগোহাঁয়ে ৰামসিংহৰ সেনাৰ আলেখলেখ চাই আছিল; যেতিয়া সিহঁত কোঁঠ মৰাত ব্যস্ত আছিল, তেতিয়া আমাৰ সেনা ফেটাই সিহঁতক ছিন্ন-ভিন্ন কৰি পেলালে। তাতো ৰামসিংহৰ বহুত সেনা হানি হল। বহুত মৰিল, অনেক বন্দী হল, আৰু সৰহভাগ পলাই সাৰিল। ৰামসিংহে ভাটীৰ ফালৰপৰা গুৱাহাটী লব পৰাৰ কোনো আশা নেদেখি, উজাই দৰঙ্গে দি সোমাবৰ মনেৰে দৰঙ্গৰ ফালে আগ বাঢ়িল। দৰঙ্গত তেতিয়া এজনা ৰাণীয়ে ৰাজত্ব কৰিছিল। বৰফুকনে আগেয়েই মুছলমানে দৰঙ্গ সোমাবৰ চেষ্টা কৰিব পাৰে বুলি ভাবি, ৰাণীৰ লগত বহুত সেনা দি যুদ্ধৰ নিমিত্তে

সাজু কৰি ৰাখিছিল। ৰামসিংহে দৰঙ্গৰ সীমাত ভৰি দিব খোজা-মাত্ৰকে ৰাণীয়ে বাধা কৰি পঠালে আৰু যুদ্ধৰ নিমিত্তে সেনা পঠালে। দৰঙ্গৰ সীমাতো তুমুল যুদ্ধ হল আৰু বহুত মছলমান সেনা ৰণত পৰিল। ৰামসিংহে বেজাৰ আৰু অপমানত মৰাৰ তুল্য হৈ, তাৰপৰা উভটি আহি দলিবাৰী পচৰিয়াত কোঠ দি ৰলহি।

স্বৰ্গদেৱ চক্ৰধ্বজ সিংহে দিনকদিনে যুদ্ধৰ জয় বাতৰি পাই আনন্দত উথলি উঠিছিল। ৰামসিংহে দলিবাৰীত কোঁঠ পাতি থকা শুনি তাতে গৈ তেওঁক আক্ৰমণ কৰিবৰ নিমিত্তে বৰফুকনক আদেশ কৰিলে। কিন্তু, দূৰদৰ্শী বৰফুকনে ৰজালৈ জনাই পঠালে যে, যি ঠাইত ৰামসিংহই কোঁঠ দি আছে সেই ঠাইত আক্ৰমণ কৰিলে তাৰ ফল ভাল নহব। এতেকে, আমি আক্ৰমণ নকৰি সুযোগ বিচাৰিছোঁ। কিন্তু, স্বৰ্গদেৱে বৰফুকনৰ কথাত মঞ্জুৰ নহৈ বৰফুকনক খঙ্গ কৰি যেনে-তেনে মতে ৰামসিংহক যুদ্ধত পৰাজয় কৰিব লাগে বুলি টান হুকুম দিলে। ৰজাই খং কৰা শুনি বৰফুকনে মনত বৰ বেজাৰ পালে; আৰু ততাতৈয়াকৈ আমাৰ বহুত সেনা গড়ৰ বাজ কৰি মছলমানৰ সেনাৰ লগত দলিবাৰীত ৰণ কৰিবলৈ উলিয়াই পঠিয়ালে। আমাৰ সৈন্যে খেদি যোৱা দেখি প্ৰথমতে ৰামসিংহে তেওঁৰ সেনা কিছু পাচ হোঁহোকাই নিলে। আমাৰ সেনা যেতিয়া আৰু আগবাঢ়িল, তেতিয়া ৰামসিংহৰ তুৰুক চৰাৰী সেনা বিজুলী বেগেৰে আহি আমাৰ সেনাৰ ওপৰত পৰিল হি। সেই একেদিনাৰ যুঁজতে আমাৰ ১০০০০ হেজাৰ মানুহ নিপাত হল। যি মানুহ থাকিল, হুৰ্হুকি গৈ গড়ৰ ভিতৰ সোমালগৈ। সেইদিনা বৰফুকনে দোপদৰত বহি বহুত আক্ষেপ কৰিলে আৰু কলে বোলে, "আমাৰ মাজত একো-একোটা সেনা একো একোটা হাতীৰ নিচিনা। তাৰ ঘাটি হয় বুলিহে আমি আগ-পিচ চাওঁ। কেইটা ডাঙ্গৰ যুঁজ হৈ গল, তাতো আমাৰ ইমান মানুহ নপৰিল। আজি সামান্য কথা এটাতে অতবোৰ সৈন্য লয় পালে।" বৰফুকনে এই যুদ্ধৰ ফল ৰজালৈ জনাব খোজাত বাঁহগড়ীয়া বুঢ়াগোহাঁয়ে এই বুলি মানা কৰিলে যে, "বাড়ীৰ ভিতৰৰ পুখুৰী এটা সিঁচিলেও ৮।১০ টা মানুহক শিঙ্গীয়ে ফুটে। এখন ৰণত ৮।১০ হেজাৰ মানুহ পৰিব তাকে আকৌ স্বৰ্গদেৱক জনাব লাগে কিয়?" ৰামসিংহে যুদ্ধ কৰি কোনোমতে গুৱাহাটী লব পৰাৰ আশা নেদেখি পণ্ডিতৰায়ক কটকী কৰি বৰফুকনৰ ওচৰলৈ পঠিয়াই কোৱালে যে, গুৱাহাটী পাটচাক এৰি দিয়ক; আৰু গুৱাহাটীত গড় মৰা খৰছৰ বাবে তিনিলাখ টকা লওক। বৰফুকনে ৰামসিংহৰ প্ৰস্তাৱ বুঢ়াগোহাঁইৰ লগত আলোচনা কৰি চাই স্থিৰ কৰিলে যে, গুৱাহাটী এৰি দিলে মছমলমানে গোটেইখন অসম দেশকে লব; এতেকে কোনোমতে গুৱাহাটী মছলমানক এৰি দিয়া যুক্তিসঙ্গত নহয়। এই কথা স্বৰ্গদেৱলৈ জনাই পঠোৱাত, স্বৰ্গদেৱে সেই মতকে ভাল বুলিলে। ৰামসিংহক সেই ভাবেৰে উত্তৰ দিয়া হল।

ৰামসিংহে বল আৰু কৌশলেৰে গুৱাহাটী লব নোৱাৰা দেখি, ছলচক্ৰান্তেৰে লবৰ নিমিত্তে বুদ্ধি সাজিলে। এইবাৰ ৰামসিংহে আমাৰ কটকী মাধৱচৰণক বহুত টকা ভেটি দি কলে যে, বৰফুকনক বুজাই-বৰাই যেনে-তেনে মতে গুৱাহাটীখন তেওঁক এৰি দিয়া কৰিব লাগে।

সেই কাৰ্য্য উদ্ধাৰ কৰিবলৈ আন কাৰবাক ভেটি দিব লাগিলে, তাকো দিবলৈ ৰামসিংহে স্বীকাৰ কৰিলে। কিন্তু, মাধৱচৰণে এনে কথা বৰফুকনৰ আগত কবলৈ সাহ কৰিব নোৱাৰিলে। ছল-বল-কৌশল সকলোতে পৰাস্ত হৈ ৰামসিংহে ব্ৰহ্মপুত্ৰ নদীয়ে দি উজাই গুৱাহাটী উঠিবৰ নিমিত্তে চেষ্টা কৰিলে। ১৫৯০ শকৰ ভাদ মাহত চৰিপখাঁক নৌ-সেনাৰ সেনাপতি পাতি শৰাইঘাটৰপৰা বহুত সাহিয়াল সেনাক নাৱেৰে উজাই পঠালে। পণ্ডিতৰায়ে বৰফুকনক দোপদৰলৈ আহোঁতে দেখি গৈছিল। সেইপিনে গুৱাহাটীলৈ ঘোঁৰা তুলিব পৰিব বুলি ভাবি নাৱতে তুৰুকচৰাৰী সেনাবিলাক পঠাইছিল। পণ্ডিতৰায় যোৱাৰ পাচতে বৰফুকনে মছলমানহঁতে তেনে চেষ্টা কৰিবৰ সম্ভৱ বুলি ভাবি, দিন-ৰাতি কৰি আন্ধাৰুবালিত গড় বন্ধালে। দুশাৰী শালৰ খুটা পুতি তাত নগাধাৰি পাতি মাজত বালি দি এই গড় বন্ধাইছিল। আন আন ডাঙ্গৰীয়াসকলে বৰফুকনৰ এনে বুদ্ধি দেখি নথৈ প্ৰশংসা কৰিছিল। চৰিপখাঁৰ সৈন্যৰ নাও, আমাৰ পানী-খৰীয়া সেনাক পৰাস্ত কৰি উজাই আহিবৰ দেখি পানীফুকনে শত্ৰুৰ নাৱৰ ওপৰত গুৱাহাটীৰ পাৰৰপৰা তোপ চলাবলৈ আদেশ কৰিলে। কিন্তু, গণকহঁতে ক্ষণ বেয়া হৈছে, ক্ষণ ভাল হলে আমি কম এইবুলি তোপ মাৰিবলৈ মানা কৰিলে। চাই থাকোঁতে থাকোঁতে শত্ৰুৰ নাও আহি আন্ধাৰু বালিৰ পোন পালেহি, তথাপি গণকহঁতে এতিয়াও শুভক্ষণ মিলা নাই বুলি কৈ তোপ চলাবলৈ হাক দিলে। বহুত দিনৰ মানসিক আৰু কায়িক পৰিশ্ৰমৰ ফলস্বৰূপে সেইদিনা বৰফুকনৰ তিৰকঁপে জ্বৰ উঠিছিল। যেতিয়া বৰফুকনে শুনিলে যে, মছলমান সেনা নাৱেৰে উজাই আহি আন্ধাৰু বালিৰ

পোন পাইছেহি, তথাপি আমাৰ মানুহে গণকৰ বাধা শুনি দুই পাৰৰ পৰা তোপ চলোৱা নাই, তেতিয়া তেওঁ বিছনাৰপৰা উঠিব নোৱাৰাৰ নিমিত্তে বিছনাই সৈতে বাহিৰলৈ নিবলৈ আদেশ দিলে। বাহিৰলৈ গৈ মছলমান সৈন্য গুৱাহাটীৰ নিচেই ওচৰ চপা দেখি, তেওঁৰ পিৰা মাটিত থবলৈ নিদি একেবাৰেই নাৱত তুলিবলৈ হুকুম দিলে। আৰু ৰাইজক শুনাই কলে, "মোক স্বৰ্গদেৱে মছলমানৰ হাতৰপৰা গুৱাহাটী ৰাখিবলৈ ইয়াত থৈছে। এতিয়া মই গুৱাহাটী মছলমানক শোধাই দি গড়গাঁৱত লৰা-তিৰোতা লৈ সুখ কৰিবলৈ যাম নে? মোক আজি মছলমানে ধৰি নিয়ক; ৰাইজে মহাসুখে উজাই গৈ মহাৰাজক সেই বাতৰি দিয়ক গৈ" এইবুলি বৰফুকনে তেওঁৰ নাও ব্ৰহ্মপুত্ৰৰ মাজলৈ এৰি দিবলৈ কলে, — বৰফুকনৰ নাও এৰি দিয়া দেখি দুই পাৰৰ মানুহ বিচূৰ্ত্তি হল, আৰু যেয়ে-যেনিয়ে পালে, আন-আন বৰুৱা ফুকনসকলে নিজ নিজ নাও বৰফুকনৰ নাৱৰ আগ কৰি মেলি দিলে। সেই সময়ত এটা তুমুল হুলস্থুল লাগিল আৰু নাৱেৰে ব্ৰহ্মপুত্ৰ ঢাক খাই পৰিল; এনে কি, নাৱে-নাৱে ভৰি দি ব্ৰহ্মপুত্ৰ ইপাৰ-সিপাৰ হব পৰা হৈছিল। বৰফুকনৰ খং দেখি, গণকৰ বাধা নেওচি পেলাই দুই পাৰৰ পৰা শত্ৰু সৈন্যৰ ওপৰত বৰতোপৰ গুলি বৰষিবলৈ ধৰিলে। বৰতোপৰ গুলি পৰি মছলমানৰ বহুত নাও বুৰিল আৰু তাৰ লগতে অনেক সৈন্য ঘোঁৰাই সৈতে তললৈ গল। এটা গুলি লাগি যেতিয়াই সেনাপতি চৰিপখাঁ পৰিল, মছলমান সেনাৰ ভিতৰত বেমেজালি লাগি যেয়ে যেনেকৈ পালে পলাই প্ৰাণৰক্ষা কৰিবলৈ ধৰিলে। কিছুমান নুবুৰা নাও লৰালৰিকৈ ভটীয়াই দিলে, সিহঁতক আমাৰ তোপৰ গুলিয়ে যিমানদূৰ পাৰে সিমান দূৰলৈকে খেদিলে। আমাৰ সেনায়ো সিহঁতক নাৱেৰে খেদি নিলে। মছলমানৰ বহুত তোপ, খাৰ, বন্দুক আৰু নাও আমাৰ মানুহৰ হাতত পৰিল।

ৰামসিংহে কেউপোনে পৰাস্ত হৈ লাজ আৰু অপমানক অসম জয় কৰাৰ আশা পৰিত্যাগ কৰি ভটীয়াই গল। ৰামসিংহই আমাৰ সৈন্যৰ সাহ বল আৰু কাৰ্য্য-কৌশল দেখি প্ৰশংসা কৰি গল বোলে, "প্ৰত্যেক অসমীয়া সেনাই নাও বাব পাৰে, কাঁড় মাৰিব পাৰে, মাটি খানিব পাৰে, আৰু তোপ আৰু হিলৈ মাৰিব পাৰে। এনেকুৱা সকলো কামত নিপুণ সেনা মই ভাৰতবৰ্ষৰ কোনো ঠাইতে দেখা নাছিলোঁ।"

এই যুদ্ধৰ পিচত অসমৰ সীমা মানাহাৰ মুখলৈকে বহলাই বৰফুকনে চকি আৰু ঘাট পাতি তাত বহুত সেনা থৈ গুৱাহাটীলৈ উভটি আহিল। ১৫৯০ শকৰ কাতি মাহত এই যুদ্ধ শেষ হয়।

পাঠক, এবাৰ এই যুদ্ধৰ বৃত্তান্ত পঢ়ি ভাবি চাওক, একালত অসমীয়া মানুহ কি আছিল আৰু আজিকালিয়েই বা কি অৱস্থাৰ হল। যি জাতিৰ সেনাক শত্ৰুৱেও অকপট ভাৱে প্ৰশংসা কৰিবলৈ বাধ্য হৈছিল, সেই জাতিৰ আজি কিয় এনে দশা হল? শৰাইঘাটৰ যুদ্ধৰ বৃত্তান্ত পঢ়ি বোধ হয় যেন ৰুচ-জাপানৰ যুদ্ধৰ কথাহে পঢ়িছোঁ। আমাৰ দেশৰ মানুহে একালত এনেকুৱা যুদ্ধৰ কৌশল জানিছিল, এনেকুৱাকৈ দেশৰ নিমিত্তে নিৰ্ভয়ে প্ৰাণ দিবলৈ আগবাঢ়িছিল, আৰু এনেকুৱা কাৰ্য্যক্ষম আছিল বুলি কোনোবাই বিশ্বাস কৰিব নে? পাঠক! আহাঁ, সকলোৱে সৰল চিত্তেৰে এই অধঃপতনৰ কাৰণ অনুসন্ধান কৰোহঁক।

# বাহী ফুল।

কালি যি দিছিলা ফুল, আজি বাহী হল,
পাহি সৰি পৰিল মাটিত;
কতনা যতনে পুনু এটি এটি কৰি
ঠায়ে ঠায়ে থাপিলোঁ থুপিত।
বিচাৰিলোঁ পুনু সেই পূৰ্ব্ব জেউতিৰ
ৰূপ-গুণ প্ৰাণ কাঢ়ি লোৱা;
আৰু তাৰ পৰিমল, বিমল সৌৰভ,
শান্তিৰ অমিয়া প্ৰাণে বোৱা।—
নুপুৰিল আশা মোৰ, শুকাল পাহিটী,
বিৰহত কলা হল হিয়া;
নাই আৰু মুখানিত আকৰ্ষণী শোভা,
নিলগতে মন টানি নিয়া!
কিন্তু কিয়ে সঞ্জীৱনী শক্তি পদুমত,
আছাঁ ফুলি হৃদয়ত মোৰ;
মনমোহা জেউতিত সুগন্ধি মিলাই
প্ৰাণ মোৰ কৰিছাঁ বিভোৰ;
নোহোৱাঁ এদিনো বাহী, নসৰাঁ লেৰেলি,
নিতে নৱ চৰোৱাঁ জেউতি;
আজীৱন ৰবাঁ তুমি ফুলি এনে দৰে,
জন্মে জন্মে দিবা মোক প্ৰীতি।

—শ্ৰীহিৰণ্ময়ী বৰুৱানী।

# ধন আৰু ধনৰ ব্যৱহাৰ

ধনৰ যথাৰ্থ ব্যৱহাৰ নেজানিলে তাৰ পৰা কোনো সু-ফল ফলাব নোৱাৰি। পৃথিৱীত এনেকুৱা অনেক মানুহ আছে যি ধনৱন্ত হৈও দাৰিদ্ৰ্যৰ নিকাৰ এৰাব নোৱাৰে। এইবিলাক মানুহক সাধাৰণ কথাত কৃপণ বোলে। কৃপণৰ অদ্ভুত ব্যৱহাৰ। যি ধন থকাতো নিৰ্দ্ধনীৰ নিচিনা আচৰণ কৰে তাক নিধনী বোলাই উচিত। যি লোকে আঁখিৰে দৰ্শন কাৰ্য্য আৰু পদেৰে গমন কাৰ্য্য নকৰে, সেইলোকৰ সেইবোৰ অঙ্গ নাই বুলি ধৰিলে অযুগুত নহয়। সেইদৰে যি লোকে ধন থকাতো ধনৰ কাৰ্য্য নকৰে তাক নিৰ্দ্ধনী বুলিলে যুক্তিৰ কোনো দোষ নঘটে। এতেকে, কৃপণ লোকক নিৰ্দ্ধনী বুলিলে অন্যায় নহয়। কৃপণৰ ধন, ধন নহয়। কৃপণৰ ধন খোলাকটিৰ নিচিনা মূল্যহীন, বা সমুদ্ৰ-গৰ্ভৰ ধনৰ নিচিনা অকামিলা।

ধনৰ ব্যৱহাৰ দুই ৰকম। প্ৰথম ধনেৰে নিজলৈ সংসাৰসুলভ সুখ, সম্পদ, ক্ৰয় কৰিব পাৰি। উপাদেয় ভোজ্য সামগ্ৰী, বাসৰ উৎকৃষ্ট গৃহ, পৰিধানৰ দিব্য বস্ত্ৰ, ঘোটক, শকট, হস্তী, দাস আৰু দাসী, এইবিলাক সাংসাৰিক সুখৰ আহিলা। ধন হলে এই সমস্তকে ক্ৰয় কৰি উপভোগ কৰা যায়। দ্বিতীয়তে, ধনেৰে আনৰ উপকাৰ সাধিব পাৰি। নিৰন্নৰ অন্ন আৰু নিবস্ত্ৰৰ বস্ত্ৰ ধনেৰে ঘটোৱা যায়। মানুহ বিপদত পৰিলে ধনেৰে তাৰ উদ্ধাৰ সধা যায়, আৰু বিদ্যালয়, চিকিৎসালয়, পথিকালয় আদি স্থাপন কৰি সৰ্ব্বসাধাৰণৰ উপকাৰ কৰা যায়। কৃপণৰ ধন এই দুই কাৰ্য্যৰ এটাতো নেলাগে। উপভোগৰ নিমিত্তেহে যে ধন লাগে, এই কথা কৃপণে নুবুজে। লাজ ঢাকন আৰু প্ৰাণ প্ৰবৰ্ত্তন এই দুইত বাজে আন কথাত ধন ভগন কৰা কৃপণৰ ধৰ্ম নহয়। তাৰ বিবেচনা উত্তম ভোজন খঁক, উত্তম পিন্ধন গপ, আৰু দান-দক্ষিণা ধনৰ অপব্যয় মাথোন। আনৰ উপকাৰৰ নিমিত্তে ধন খৰছ কৰা সি অত্যাচাৰ যেন বোধ কৰে। উৎসৱত ধন ভাঙিলে তাৰ বিবেচনাত উদ্ভগুলি কৰা বা ওভতগোৰে নচা হয়। পুত্ৰ-কন্যাদি পৰিয়াল কৃপণৰ মনত ধনতকৈ হীন। সি যেনে খৰছ হবৰ ভয়ত ধন বান্ধি থৈ অশেষ কষ্ট ভোগ কৰে, সেইদৰে তাৰ স্ত্ৰী-পুত্ৰ, দাস-দাসী সকলোৱে খাৱন-পিন্ধনৰ কষ্ট ভুঞ্জিবলৈ পায়, এই নিমিত্তেই নীতি-বচন আছে যে, কৃপণৰ সেৱন কৰাৰ তুল্য দুখ ৰবিৰ তলত নাই। কৃপণৰ বিবেচনাত ধনৰ মূল্য সৰহ, কৰ্ম্মৰ মূল্য অলপ গতিকে যি সৰহ কৰ্ম্মলৈও অলপ ধন যাচে, বা একেবাৰে বঞ্চিবলৈ ফাঁকটি সৃজন কৰে। ধনৰ মোহে কৃপণৰ সুবৃত্তি কুবৃত্তি উভয়কে ধ্বংস কৰে, অৰ্থাৎ দয়া-দক্ষিণাদি উত্তম বৃত্তি বা অহঙ্কাৰ আৰু লোভ আদি কেইটামান অধম বৃত্তিৰ ক্ৰিয়া কৃপণৰ অন্তৰত অতিশয় কম হয়। কিয়নো, নূন্যাধিক অৰ্থ ব্যয় নকৰিলে উত্তম বা অধম কোনো বৃত্তি চৰিতাৰ্থ কৰিব নোৱাৰি। এই শ্ৰেণীৰ কৃপণে আন মানুহে ধন খৰছ কৰাও সহিব নোৱাৰে। কোনো ডাঙৰ কৰ্ম্ম পাতি ধন খৰছ কৰিবলৈ ওলালে, সি তাত পথালি হৈ পৰে, আৰু অনেক প্ৰকাৰ আসোঁৱাহ অসুচল দেখুৱাই বাধা জন্মাবলৈ চেষ্টা কৰে, বাধা জন্মাব নোৱাৰিলে তাৰ ওপৰত কোনো এটা মিছা দোষ আৰোপ কৰি কুৎসা ৰচনা কৰে।

কৃপণ আৰু এক শ্ৰেণীৰ আছে। সিহঁতৰ সুবৃত্তিবোৰ নিস্তেজ হলেও, কুবৃত্তিবোৰ প্ৰবল থাকে, আৰু আনৰ খৰছৰ সেই বৃত্তি চৰিতাৰ্থ কৰিবলৈ যত্ন কৰে। সিহঁতে আন মানুহক ভঙাই-ভুলাই বা ছলনা কৰি তাৰ ধনেৰে নিজৰ অভিলাষ পূৰণ কৰে! এইবিধ কৃপণৰ ভোগ বাঞ্ছা বলৱতী; কিন্তু নিজৰ ধন ব্যয় কৰি কোনো বস্তু ভোগ নকৰে, কেৱল আনৰ খৰছত ভোগ ভোগাবলৈ বিচাৰি ফুৰে। সিহঁতৰ নিজৰ ঘৰত সৰ্ব্বত্তিকাল শাকান্নৰ ব্যৱস্থা, কিন্তু লোকৰ ঘৰত উপাদেয় দ্ৰব্য নহলে ভোজন নহয়। আপোন ঘৰত একাহাৰী বা অল্পাহাৰী, লোকৰ ঘৰত সততে প্ৰসিদ্ধ ভোজনিয়াৰ; নিজৰ ঘৰত একৰ অধিক ব্যঞ্জন নাই, কিন্তু লোকৰ ঘৰত চৰ্ব্ব্য, চুষ্য, লেহ্য, পেয় সকলো সামগ্ৰীৰ বিচাৰ লয়। সিহঁতে আপোন কামত সদায় খোজ কাঢ়ি দেশ ভ্ৰমে, কিন্তু আনৰ কামত বাহন নহলে খোজ নলয়। মুঠ কৰি কব লাগিলে আনৰ খৰছত সিহঁতৰ উত্তম ভোজন, আনৰ খৰছত সিহঁতৰ উত্তম পিন্ধন; আৰু আনৰ খৰছত সিহঁতৰ উত্তম গৃহত বাস হয়; কিন্তু নিজৰ ধন খৰছ কৰিব লাগিলে ভোজন-পিন্ধন সকলো সিহঁতৰ অধম হয়। খাৱন, পিন্ধন সম্বন্ধে এই শ্ৰেণীৰ কৃপণৰ মুখত সততে উচ্চ বচন শুনা যায়। সিহঁতে নিজৰ ঘৰৰ প্ৰকৃত অৱস্থা কেতিয়াও প্ৰকাশ নকৰে। কাৰণ, তেনেহলে আনৰ ঘৰত দম্ভালি কৰিবলৈ বাট নেথাকে। খাৰণিৰে ভোজন কৰি ঘিঁউৰ ব্যাখ্যা কৰা মানুহ পৃথিৱীত বহুত আছে। সিহঁতৰ বাজৰ ভাগ বিতোপন, কিন্তু ভিতৰৰ ভাগ বিপৰীত। বাজত বৰচুৰিয়াৰ ফেৰ, ভিতৰত ঢকুৱাৰ বেৰ”,

এই ফঁকৰা যদিও মানুহে ভৰকীয়া দৰিদ্ৰত খটায়, ই কৃপণতো উত্তম ৰূপে খাটে। ফুল বচা চৰাঘৰ, স্বৰগ দেখা বৰঘৰ, এনেকুৱা গৃহস্থালি বহুত কৃপণৰ দেখা যায়। এই ব্যৱস্থা কৃপণালিৰ ঢাকন। এই শ্ৰেণীৰ কৃপণে সামান্য বস্তুক ডাঙ্গৰ নাম দি ব্যাখ্যা কৰে, ভগা খাটত পালং বোলে, ভগা কাঁহীক মাইহং বোলে, আৰু ফটা-কঁথাৰ নিহালিৰ নাম দিহে কথা কয়।

কিহৰপৰা মানুহৰ কৃপণালি জন্মে তাক ঠাৱৰকৈ কোৱা টান। কিন্তু দেখা যায় যে কোনো কোনো লোকে ধন উভয়নদী কৰি এটা খ্যাতি ৰাখিবৰ মনেৰে কৃপণালি কৰে। এনেকুৱা কৃপণে কিমান ধন গোট খালে তেনে খ্যাতি ৰব তাক নিশ্চয় কৰিব নোৱাৰি জীৱনৰ অন্তলৈকে ধন গোটায়। কোনোৱে বা সন্তান-সন্ততিৰ নিমিত্তে ধনৰ এটা অক্ষয় ভাণ্ডাৰ বান্ধি থবৰ মনেৰে কৃপণালি কৰে। এই বিধৰ কৃপণেও কিমান ধন হলে অভিপ্ৰায় সিদ্ধ হব, তাক ঠাৱৰাব নোৱাৰি কেৱল ধন গোটোৱাতে জীৱন ক্ষেপণ কৰে। কোনোৱে আকৌ কেৱল ধনৰ নিমিত্তেই ধন গোটায়। ধনৰ পৰিমাণ সৰহ হলেই সিহঁতৰ আনন্দৰ পৰিমাণ বৃদ্ধি হয়। এই শ্ৰেণীৰ মানুহৰ মনত ধন সুখৰ উপকৰণ নহয়, সি স্বয়ং সুখ। সিহঁত ধনৰ নামত উদ্বাউল হয়। ধনৰ আন ব্যৱহাৰ সিহঁতে স্বীকাৰ নকৰে, ধন দৰ্শন কৰাই সিহঁতৰ বিবেচনাত ধনৰ ব্যৱহাৰ। এই তিনি উদ্দেশ্যত বাজেও কেতিয়াবা কৃপণালিৰ আৰু এক উদ্দেশ্য দেখা যায়। কোনো কোনো লোকে কোনো এটা মহৎ কৰ্ম্ম কৰিবলৈ মনস্থ কৰি তাৰ নিমিত্তে ধন সঞ্চয় কৰে, আৰু পিচত সেই কৰ্ম্মৰ জোখায় ধন গোট খালে তাক অকপটে খৰছ কৰে। এই বিধৰ কৃপণ জগতত অতি বিৰল. দৰাচল পক্ষে ইহঁতক যথাৰ্থ কৃপণ বুলিব নোৱাৰি। ব্যয়কুণ্ঠিত হলে কৃপণ বোলা যায়। ইহঁত ব্যয়কুণ্ঠিত নহয়, কেৱল আগলৈ খৰছ কৰিবৰ মনেৰে সঞ্চয়ৰ কালত কৃপণালি কৰে।

খৰছত কাতৰ হলে, যেনে কৃপণ নাম পায়, অপৰিমিত ৰূপে খৰছ কৰিলেও তেনে ধোৱাঁখুলিয়া নাম পায়। কৃপণ হোৱা যেনে গৰ্হিত কথা, ধোৱাঁখুলিয়া হোৱাও তেনে গৰ্হিত কথা। কৃপণেও ধনৰ সদ্ব্যৱহাৰ নেজানে, ধোৱাঁখুলিয়ায়ো ধনৰ সদ্ব্যৱহাৰ নেজানে। ধনৰ সদ্ব্যৱহাৰ সম্বন্ধে উভয়ৰে অনভিজ্ঞতা গভীৰ। এজন কেৱল সঞ্চয় কৰাত উন্মত, এজন কেৱল ক্ষয় কৰাত উন্মত। খৰছীৰ পক্ষে ধন এটা অসহনীয় বোজা, এটা বিষম আহুকাল, তাক খৰছ কৰি শেষ নকৰেমানে তাৰ মনত সন্তোষ নাই। খৰছৰ প্ৰকৃত সকাম নেথাকিলেও সি সকাম গঢ়ি লয়। এনে বিধৰ মানুহ এদিন ধনী, আৰু এদিন দৰিদ্ৰ হয়। এদিন সি নানা উপাদেয় সামগ্ৰী উপভোগ কৰে, এদিন লোণে-ভাতে উদৰ পোহে, এদিন সি মহাসমাৰোহেৰে ভোজন দিয়ে, এদিন বা লোকৰ দুৱাৰত ভিক্ষা মাগে। খৰছী মানুহে ধন সঞ্চয় কৰি কোনো ডাঙ্গৰ কাম কৰা দূৰৈৰ কথা, নিজে বিপদত তৰিবলৈয়ো তাৰ সমৰ্থ নাইকিয়া হয়, সমস্ত জীৱন ধন ঘটি অন্তত সি পৰৰ মুখাপেক্ষী হব লগিয়াত পৰে। খৰছী মানুহে তাৰ অভাৱৰ উমান নেপায়, সেই দেখি সকামতকৈ সৰহ সামগ্ৰী সংগ্ৰহ কৰে; অৰ্থাৎ এসেৰৰ সকামত কুৰি সেৰ ক্ৰয় কৰি একড়াৰ স্থলত কুৰি কড়া ব্যয় কৰে। ইহঁত নিজে যেনে খৰছত উদ্বাউল সেইদৰে আনকো খৰছ কৰিবলৈ উতঙ্গাই দিয়ে। ইহঁতে ভৱিষ্যৎ নেভাবে। এশবাৰ ধনৰ তীক্ষ্ণ অভাৱ ভোগ কৰিও ইহঁতে শিকনি নলয়, ইহঁতৰ স্বভাৱ শুধৰণিৰ বাজ।

মানুহ কৃপণ হোৱাৰ কাৰণ থকা দেখা যায়, কিন্তু ধোঁৱাখুলিয়া হোৱাৰ তেনে কোনো কাৰণ নাই। প্ৰশংসাৰ অভিলাষেই ধোৱাঁখুলিয়া হোৱাৰ অকলশৰীয়া কাৰণ যেন বোধ হয়। কিন্তু শিক্ষিত বিজ্ঞ মানুহৰ প্ৰশংসা ধোৱাঁখুলিয়াই কদাপি নেপায়, কোনো বিবেচক মানুহে অৰ্থব্যয়ত উতনুৱালি বা উদ্ভণ্ডালি কৰা ভাল নোবোলে। খৰছীৰ মহতালি কেৱল সামান্য অশিক্ষিত মানুহৰ আগত। অশিক্ষিত চহা মানুহে সৰহ খৰছ দেখিলে, বিস্ময় মানে, আৰু খৰছীক নথৈ নবথানে। চোৰেও সৰহকৈ ধন খৰছ কৰি সিহঁতৰ চকুত চমক লগাব পাৰে, আৰু সিহঁতৰ প্ৰশংসা লাভ কৰিব পাৰে। অশিক্ষিত মানুহবিলাকৰ বিবেচনাত ধনেই জগতত এক প্ৰকাৰ সাৰ পদাৰ্থ, আৰু খৰছ কৰাই একমাত্ৰ মহাতালিৰ কৰ্ম্ম। সিহঁতে ধনীৰ অত্যাচাৰক প্ৰতাপ বোলে, ধনীৰ কুক্ৰিয়াক ধেমালি বোলে, আৰু ধনীৰ কিল-মাৰক আদৰ যেন বোধ কৰে। সিহঁতৰ উচিত-অনুচিত বোধ নাই, মান-অপমানৰ জ্ঞান নাই। এনেকুৱা নিৰ্ব্বোধ লোকৰ প্ৰশংসা লাভ কৰিবলৈ যি নিজৰ হিতাহিত জ্ঞানক মেলানি দি অপৰিমিত ৰূপে খৰছ কৰি দাৰিদ্ৰ্য আহ্বান কৰে, সি যে আওনিৰ্ব্বোধ তাৰ তিল মাত্ৰও সন্দেহ নাই। কিছুমান মানুহে আকৌ প্ৰশংসালিপ্সু নহলেও নিজৰ অহঙ্কাৰ ৰক্ষা কৰাৰ নিমিত্তে ধোৱাঁখুলিয়া হয়। এই শ্ৰেণীৰ মানুহৰ স্বভাৱ বুজিবলৈ টান। সিহঁত এদিন অহঙ্কাৰত উদ্ভাসিত হৈ হাতৰ ধন আটাইখিনি খৰছ কৰি পিচ দিনা সেই অহঙ্কাৰ সামৰি থৈ পৰৰ অনুগ্ৰহপ্ৰাৰ্থী হয়। ই অদ্ভুত ৰকমৰ অহঙ্কাৰ। ধোৱাঁখুলিয়াৰ অন্তৰতহে ইয়াৰ ক্ৰিয়া দেখা যায়।

ধন ঘটিবলৈ উজু, কিন্তু ৰাখিবলৈ টান; এইকথা লোক নিৰন্তৰে কয়, আৰু কথা আধাৰৰ যে সাৰ নাই এনেও নহয়। জগতৰ সমস্ত লোকে ধন উপাৰ্জন কৰে, কিন্তু দুই-চাৰি জনেহে সঞ্চয় কৰি ধনৱন্ত হয়। বহুতে বিবেচনা কৰে যে, সৰহ উপাৰ্জ্জন যাৰ তাৰ পক্ষে ধনৱন্ত হোৱা টান কথা নহয়। কিন্তু, পৃথিৱীৰ দৃষ্টান্ত ৰাশিলৈ চালে এই কথাৰ অলিকতা ধৰা পৰে। সৰহ উপাৰ্জ্জন কৰিও ঋণৰ বোজা মুৰত লৈ প্ৰাণ এৰা মানুহ জগতত বহুত মিলে। আকৌ আন পক্ষে দেখা যায় যে, অলপীয়া আৰ্জ্জনৰপৰাও দুই-চাৰি জন ধনৱন্ত হবলৈ সক্ষম হয়, এতেকে আৰ্জ্জনৰ ন্যুনাধিক্য ধনী বা নিৰ্ধনী হোৱাৰ কাৰণ নহয়। উপাৰ্জ্জিত ধনৰ সদ্ব্যৱহাৰ আৰু সদ্ব্যৱহাৰে মানুহক চহকী বা দুখীয়া কৰে।

আয় অনুসৰি খৰছ কৰাই অৰ্থব্যৱহাৰৰ মূল মন্ত্ৰ। উৎপন্নৰ জোখেই খৰছৰ জোখ হোৱা উচিত। আয় অলপ খৰছ সৰহ সি দৰিদ্ৰ হবৰ চিন। যি লোকে অৰ্থাভাৱৰ তাপ এৰাব খোজে, সি আয়ৰ চতুৰ্থাংশ সাঁচি বাকী ধন খৰছ কৰিব পাৰে। যিমান আয় সিমান ব্যয় হলে অৰ্থাভাৱৰ হাত এৰোৱা টান। কাৰণ আৰ্জ্জনশূন্য দিনলৈ কিঞ্চিৎ সঞ্চিত ধনৰ সকাম হয়। আকৌ, ধনৱন্ত হবৰ অভিলাষ থাকিলে আয়ৰ কেৱল অৰ্দ্ধেক মাথোন খৰছ কৰা উচিত। এজন পণ্ডিতে কৈছিল যে, উৎপন্নৰ আধা সাঁচিলে মানুহে ধনী হব পাৰে আৰু তেঁহাই সাঁচিলে * সুখে সুকলমে অঋণী হৈ জীৱন কটাব পাৰে। এই কথা অলপ আৰ্জ্জন আৰু সৰহ আৰ্জ্জন উভয়তে খাটে। কিয়নো ৰীতি মতে কিঞ্চিৎ কিঞ্চিৎ সাঁচি গলেও ধনী হব পাৰি। ক্ষুদ্ৰ ক্ষুদ্ৰ জলকণা গোট খাই সমুদ্ৰ হৈছে। ক্ষুদ্ৰ ক্ষুদ্ৰ তৃণ গোট কৰি প্ৰকাণ্ড ফয় তৈয়াৰ কৰে।

চলাব বা কমাব নোৱাৰা কৰি খৰছৰ নিৰিখ বান্ধি লোৱা উচিত নহয়। আয় টুটি আহিলে সেই নিৰিখে খৰছো কমাই আনিব লাগে, আয়ৰ অনুপাতত খৰছ চলোৱা অৰ্থব্যৱহাৰৰ অখণ্ডনীয় বিধি। আনৰ নিন্দালৈ বা ব্যঙ্গ বাক্যলৈ ভয় কৰি আয় হ্ৰাস হলেও খৰছ অটুট ৰখা যুগুত নহয়। খৰছ সম্বন্ধে চকুৰ লাজ সৰ্ব্বতি কাল পৰিহাৰ্য্য। তোমাৰ যোত্ৰৰ পৰিমাণ তুমি হে জানা, আনে নেজানে। এতেকে নজনাৰ কথাত উতলা হৈ বা লজ্জিত হৈ ভৰক থাকিলে দৰিদ্ৰতা নিমন্ত্ৰি অনা হয়। দৰিদ্ৰৰ ধন হলে ভৰক দেখাবলৈ লাজ নকৰে, ধনী মানুহে দৰিদ্ৰ হলেও ভৰক এৰিবলৈ লাজ কৰিব নেলাগে। অনেকে কেৱল ভিতৰুৱা অৱস্থা ঢাকিবলৈ বাজৰ ভৰক অটুট ৰাখে, ই বৰ অযুগুত কথা। নিজৰ দুৰৱস্থা আনক ৰিঙ্গিয়াই কোৱা উচিত নহলেও পতিত অৱস্থা সাত-পাঁচ জোৱা দি ঢাকি থোৱাও অনুচিত। যি নিজৰ যথাৰ্থ অৱস্থা বিদিত কৰে, তাক মানুহে পুতৌ কৰে, আৰু তাৰ সুদিন সুঁৱৰি সহায় কৰিবলৈ চেষ্টা কৰে; অৱস্থা ঢাকি ৰাখিলে সেই পুতৌৰপৰা বঞ্চিত হোৱা যায়। এতেকে, অৱস্থাৰ পৰিবৰ্ত্তন হলে খৰছৰ নিৰিখো পৰিৱৰ্ত্তন কৰা উচিত। বহুত মানুহে ইয়াকে কৰিব নোৱাৰি অথাই বিপদত পৰে; আৰু সুধিলে কয় যে, আগৰ ৰীতি-নীতি স্বভাৱৰ বন্ধ গৈছে, তাক এৰিব নোৱাৰি। এইটো বাউলৰ যুক্তি। ৰীতি-নীতি সলাব নোৱাৰি বুলি কোনো শাস্ত্ৰত নকয়, বৰং মনুষ্যৰ শৰীৰে সকলো সহিব পাৰে বুলি হে নীতি-বচন আছে। এই শ্ৰেণীৰ মানুহে দুৰৱস্থাত পৰিলেও ভোজনত উপাদেয় বস্তু বিচাৰে, পিন্ধনত উত্তম বস্ত্ৰ বিচাৰে, আৰু বাপতীয়া বাৰ্ষিক ** পালন কৰিবলৈ নেৰে। বৰসবাহ, বৰভোজ, দৌল, দুৰ্গোৎসৱ আদি বাৰ্ষিকে কিমান মানুহৰ দুৰ্গতি মিলাইছে তাৰ লেখ দিব নোৱাৰি। উৎসৱ উল্লংঘন আঢ্যৱন্তৰ কৰ্ম্ম, দৰিদ্ৰ হৈ তাকৈ বাঞ্ছা কৰিলে বিপদ হয়।

উৎপন্নৰ অধিক খৰছ কৰিলে ঋণ কৰিবলৈ বাধ্য হব লাগে। ঋণ এটা পাপ, অৰ্থাৎ মনুষ্য জীৱনৰ ওপৰত পাপ কৰ্ম্মৰ যি ফল হয়, ঋণৰো সেই ফল হয়। পাপত লিপ্ত হৈ মানুহে গৰিহণা আৰু যাতনা ভোগ কৰে, আৰু সুখ্যাতি হেৰুৱাই অখ্যাতি লাভ কৰে। ঋণী মানুহৰো শেষ দশা এই ৰকম। সি সমাজত গৰিহণাৰ ভাজন হয়, মান-সৎকাৰ হেৰুৱাই দৰিদ্ৰৰ নিকাৰ ভুজে, আৰু মানসিক সুখ-শান্তিৰপৰা একেবাৰে বঞ্চিত হয়। তাৰ কথাৰ মূল্য নেথাকে আৰু তাক সকলোৱে ইতিকিং কৰে। ঋণক ব্যাধিৰ লগত ৰিজাব পাৰি, আৰু বোলোঁতেও মানুহে ঋণব্যাধি বোলে, কাৰণ ব্যাধিৰ লগত ঋণৰ সাদৃশ্য আছে। ব্যাধিয়ে মানুহৰ তেজ-মাংস ক্ষয় কৰে, ঋণে অৱস্থা ক্ষয় কৰে, অৰ্থাৎ ক্ৰমে ক্ৰমে দীন কৰি নিয়ে। ব্যাধি এবাৰ উপস্থিত হলে গুচাবলৈ টান, ঋণো এবাৰ জন্মিলে তাৰপৰা মুক্তি লাভ কৰা টান। ব্যাধি ক্ৰমে বৃদ্ধি হয়, ঋণো ক্ৰমে বৃদ্ধি হয়; শৰীৰত ব্যাধি থাকিলে মানুহে গা কৰিব নোৱাৰে, ঋণ থাকিলেও মানুহে উদগতি কৰিব নোৱাৰে। এনেকুৱা ঋণ-ব্যাধি পাৰিতপক্ষে চপাই লোৱা উচিত নহয়।

* তেঁহাই তিনি ভাগৰ এভাগ।

** বাৰ্ষিক ঃ — বছৰে বছৰে যি কাৰ্য্য কৰা যায় তাকে বাৰ্ষিক বোলে।

ঋণে মানুহক খৰছীও কৰে। কাৰণ, দুখৰ ধন খৰছ কৰোঁতে মনত যেনে চিন্তা হয়, ঋণৰ ধন খৰছ কৰোঁতে তেনে চিন্তা নহয়। ধন আৰ্জ্জনৰ অনেক দুখ, সেই দুখ আৰ্জ্জকৰ মনত সদাই থাকে আৰু খৰছ কৰিবৰ সময়তো মনত জাগ্ৰিত হয়, গতিকে দুখৰ ধন অবাৰত একড়া গলেও মন চেঙ্গচেঙ্গায়। কিন্তু ঋণ কৰি গোটোৱা ধন তেনে নহয়। ঋণ কৰি ধন গোটাওঁতে মানুহৰ বিশেষ একো কষ্ট নহয়। এনেকুৱা ধন বাটত পোৱা ধনৰ নিচিনা, সেই দেখি তাৰ দুকড়া দোপোণ অথলত গলেও মনত বৰ টেঙ্গা নেলাগে। ধাৰ কৰি অনা ধন সচৰাচৰ মানুহে মুকলি হাতে খৰছ কৰে। এতেকে, যি মানুহে সদায় ধাৰত চলে সি অচিৰে ধোঁৱাখুলিয়া হয়।

ধাৰলৈ ধন আনি হাতত লৈ খৰছ কৰা জহতহ, কিন্তু দোকানৰ উঠনা-খোৱা ব্যৱস্থা অতিশয় ভয়ঙ্কৰ। এই ৰূপ ব্যৱস্থাই গৃহস্থালি মাৰে। হাতত লৈ ধন ভাঙ্গিলে ভগনৰ পৰিমাণ চকুৰে দেখা যায় আৰু সৰহ ভগন কৰিলে মন ব্যথিত হয়। কিন্তু উঠনাৰ ভগন চকুৰে নেদেখি, গতিকে সৰহ গলেও মনত ব্যথা নেলাগে। বিশেষতঃ, নগদ ধনেৰে অভাব-মোচন কৰিব লাগিলে মানুহে ক্ষুদ্ৰ অভাৱলৈ মন নকৰে, তেনেকুৱা শত অভাৱ আওকাণ কৰি সংসাৰ চলায়; কিন্তু উঠনাত চলা মানুহে কোনো অভাৱ সহিব নোৱাৰে, ধনৱন্তৰ নিচিনা তাৰ সুখৰ সকলো উপকৰণ লাগে। এটা সামান্য বস্তুৰ অভাৱ হলেই সি অস্থিৰ হয় আৰু তৎক্ষণাৎ তাক কালিয়নে পূৰণ কৰে।

ঋণ এটা অভাৱ মোচনৰ উপায় বুলি বিবেচনা কৰা উচিত নহয়। তেনেকুৱা ভাৱে মন অধিকাৰ কৰিলে মানুহৰ অভাৱৰ সংখ্যা বৃদ্ধি হয়, আৰু অভাৱত তৰিবৰ আন উপায় বিচাৰিবলৈ মন নেযায়। ধাৰ কৰাত বাজে ধন প্ৰাপ্তিৰ আন আটাইবোৰ উপায় টান, সেইবোৰত কায়িক আৰু মানসিক শ্ৰম লাগে, সেই দেখি উজু উপায় ওচৰত থাকোঁতে টান উপায়লৈ মানুহৰ মন নাগুৱায়। কিন্তু মানুহে বিবেচনা কৰা উচিত যে, ঋণ ধন প্ৰাপ্তিৰ এটা অধম উপায়, ইয়াক পৰাপক্ষত অৱলম্বন কৰা যুগুত নহয়। আকৌ, ঋণ স্বয়ং এটা বিপদ; তাৰ দ্বাৰা আন বিপদত তৰিবলৈ চেষ্টা কৰিলে, এটা বিপদ বিদায় দি আন এটা আহ্বান কৰা হয়। ঋণ বিপদতকৈ আন কোনো বৃহত্তৰ বিপদত তৰিবলৈ অৱশ্যে কেতিয়াবা ঋণ কৰাৰ প্ৰয়োজন হয়, কিন্তু তেতিয়াও সুজিবৰ উপায় স্থিৰ কৰিহে ঋণলৈ হাত বঢ়োৱা উচিত। ঋণ পৰিশোধৰ উপায় নথকা জানিও ঋণ কৰিলে মানুহক ছল কৰা হয়।

উৎপন্ন হ্ৰাস হোৱাৰ লগে লগে খৰছ কমাই আনিলে যে ঋণ নকৰাকৈ থাকিব পাৰি এই কথা সকলোৱে স্বীকাৰ কৰে, আৰু অনেক ভৱিষ্যৎ গুণা মানুহে সেই নিয়মে চলিবলৈও চেষ্টা কৰে। কিন্তু, খৰছ কমাবৰ যথাৰ্থ নিয়ম নজনাৰ গতিকে ইচ্ছা অনুৰূপ ফল লাভ কৰিব নোৱাৰে। খৰছ কমাব লাগিলে এদিনীয়া ডাঙ্গৰ খৰছত হাত নিদি প্ৰথমে সদায় কৰা সৰু-সৰু খৰছত হাত দিয়া উচিত। এদিন এটা ডাঙ্গৰ খৰছ কৰিলে মানুহৰ আৰ্থিক অৱস্থা হীন নহয়, কিন্তু বছেৰেকৰ ক্ষুদ্ৰ ক্ষুদ্ৰ খৰছ নিতৌ সৰহকৈ কৰিলে ক্ৰমে দৈন্য চাপি আহে। ক্ষুদ্ৰ খৰছৰ কাৰ্য্য গম পাবলৈ টান। সি ৎকুত নপৰে, কিন্তু বছেৰেকৰ ক্ষুদ্ৰ খৰছ গোট কৰিলে বৃহৎ খৰছতকৈও বৃহত্তৰ হয়। বেজীৰ জলা মনা আৰু কুঠাৰৰ জলা নমনা বুলি এটা কথা চলিত আছে। এটকা এৰি দি একড়ালৈ হামৰাও কাঢ়িলে মানুহে এই পটন্তৰ দিয়ে। কিন্তু দৰাচল পক্ষে এদিনীয়া এটকা এৰি নিত্য খৰছৰ একড়ালৈও তীক্ষ্ণ দৃষ্টি ৰখা উচিত। ক্ষুদ্ৰ খৰছ গুপ্ত শত্ৰুৰ নিচিনা; সি গম নোপোৱাকৈ মানুহৰ অনিষ্ট কৰে। খৰছ কমাব লাগিলে বাজৰ ভয়কো এৰা উচিত। শয়ন, উপবেশনৰ মূল্যবান আছিল, সুন্দৰ গৃহ, সুন্দৰ পৰিচ্ছদ এইবোৰ পৰিহাৰ কৰিব লাগে। এইবোৰ নহলে জীৱনত মানুহৰ কোনো অসুবিধা নজন্মে। সৰহ দাস-দাসী বা হাতী-ঘোঁৰা, দোলা আদি বাহন দুৰৱস্থাত পৰা লোকৰ পক্ষে পৰিহাৰ্য্য। দুৰ্দ্দিনত দান-দক্ষিণাও বিধেয় নহয়।

অৰ্থ বহুত অনৰ্থৰ মূল। এই বচন লোক নিৰন্তৰে গায়, আৰু বচন আষাৰ যে মিছা এনেও নহয়; তাৰ সত্যাসত্যতাৰ প্ৰমাণ সংসাৰত নিতৌ পোৱা যায়। অৰ্থৰ নিমিত্তে যে কিমান মানুহে বিপদত পৰি কক্‌বকাই ফুৰে, তাৰ লেখ দিব নোৱাৰি। অৰ্থৰ নিমিত্তে কাৰো মান যায়, কাৰো প্ৰাণ যায়। প্ৰথম অৰ্থ উপাৰ্জ্জন কৰোঁতেই অলেখ অনৰ্থ মিলে। ছলনা, বঞ্চনা, মিছা কথা আদিৰ অনৰ্থ অৰ্থোপাৰ্জ্জনৰ লগৰীয়া বুলিলেও অনুচিত কোৱা নহয়। ধন ঘটিবলৈহে মানুহে সৰহ ভাগ মিছা কথা কয়। ধন লভিবলৈ হে মানুহে মানুহক ছলনা আৰু বঞ্চনা কৰে। এই বোৰ কাৰ্য্যৰ দ্বাৰা যে কেৱল আনবিলাক হে বিপদত পৰে এনে নহয়; কেতিয়াবা কাৰ্য্যৰ কৰ্ত্তাও বিপদগ্ৰস্ত হয়। চোৰে চুৰ কৰি যে কেৱল আনক দৈন্যত পেলায় এনে নহয়, কেতিয়াবা সি নিজেও চৌৰ্য্য কৰ্ম্মৰ উগ্ৰফল ভোগ কৰে। ডকাইতে বিত লাভ কৰিবলৈ আন এজনৰ প্ৰাণ সংহাৰ কৰি কেতিয়াবা নিজেও প্ৰাণদণ্ড পায়। উপাৰ্জ্জন কালৰ অনৰ্থ

এইবোৰ। উপাৰ্জ্জন কৰি ধন গোটাই ললে যে নিভাঁজ সুখ হয় এনেও নহয়। অৰ্থশালী লোকৰ ওপৰত চোৰ, ডকাইত, শঠ আৰু ৰজা সকলোৰে দৃষ্টি থাকে, সেই দেখি সিহঁত সশঙ্কিত। সিহঁত দৰিদ্ৰ মানুহৰ ঈৰ্ষাৰ ভাজন হয়, আৰু ব্যয়কুণ্ঠিত হলে সমাজৰো ঘৃণাৰ পাত্ৰ হয়। মুঠকৈ কব লাগিলে, সংসাৰৰ সুখ ৰাশিৰ অধিকাংশ যেনে ধনৰ ফল, সংসাৰৰ দুখ ৰাশিৰ অধিকাংশও তেনে ধনৰ ফল; সাংসাৰিক যাতনাৰ প্ৰায় অৰ্দ্ধেক ধনমূলক।

# অসমীয়াৰ ভৱিষ্যৎ।

দুভাগে ভাবে যে, আমাৰ ক্ৰমে অৱনতি হৈছে আৰু আগলৈ বা কি হয় একো নাই। কিছুমানে কয় যে, চিন নোহোৱা হলে বৰং ভালেই আছিল, কিন্তু অসমীয়া জাতিৰ যে দুদিনমানৰ পিচত জাতীয় অস্তিত্ব লোপ পাব তাৰ সুন্দৰ চিন পোৱা হৈছে ঃ— লাহে লাহে অসমীয়াবোৰ অকৰ্ম্মন্য হৈ আহিছে। আৰু জাকে-জাকে বিদেশী আহি সকলো হাত কৰি লৈছেহি; এইদৰে চলি থাকিলে অচিৰে যে আমি লোপ পাম ই নিশ্চয়। কিছুমানে আকৌ ভাবে যে, ক্ৰমে আমাৰ উন্নতি হৈছে।

হব পাৰে যে, আমাৰ ভৱিষ্যৎ আন্ধাৰ। আমাৰ প্ৰথম কুলক্ষণ এই যে সৰহ ভাগ শিক্ষিত ডেকাই জাতীয় উন্নতিৰ কথা ওলালেই 'এঃ' বুলি একে আষাৰেই সামৰণি মাৰে, যেন আমাৰ উন্নতি হোৱা অসম্ভৱ আৰু সেই বিষয়ে কথা পাতি মিছাতে সময় নষ্ট কৰা অযুগুত। তেওঁবিলাকে আমাৰ উন্নতিৰ বিষয় ভাবিবলৈ গৈ আমাৰ ভৱিষ্যৎ আকাশ ঘোৰ অন্ধকাৰ যেন দেখি একেবাৰে নিৰাশ হৈ পৰাৰ যথেষ্ট কাৰণ আছে। কিন্তু, নিৰাশ হোৱাৰপৰা আমাৰ মঙ্গল নহয়। ৰোগগ্ৰস্ত ৰোগীয়ে মনতে মৰিম বুলি স্থিৰ কৰি ঔষধ নোখোৱা যেনে, জাতীয় অস্তিত্ব লোপ পাবৰ আগন্তুক হব বুলি ভাবি হাত সাৰটি বহি থকাও তেনে। চেষ্টাৰ অসাধ্য একো নাই, আৰু ভৱিষ্যতৰ বুকুত কি আছে তাকো কোনেও সঠিককৈ কব নোৱাৰে। কোনে ডাঠ দি কব পাৰে যে, ইমান দিনৰ মূৰত আমাৰ জাতিৰ নাম লুকাব? কোনে শপত খাই কব-যে, চেষ্টা কৰিলেও আমাৰ উন্নতি নহব? জাতীয় জীৱন অসংখ্য সামাজিক, নৈতিক আৰু স্বাভাৱিক নিয়মৰ বশবৰ্ত্তী। এই তিনিবিধ অদৃশ্য শক্তিয়ে সদায় সুনিশ্চিত নিয়মমতে নিজ নিজ কাৰ্য্য কৰিব লাগিছে আৰু পৰস্পৰৰ ওপৰত কাৰ্য্য কৰিছে। পাৰ্থিব শক্তিৰ গতি অঙ্ক শাস্ত্ৰেৰে গণনা কৰি উলিয়াব পাৰি, কিন্তু এই তিনিটা অদৃশ্য শক্তিৰ গতি গণনা কৰিব পৰা জ্ঞান মানুহে আজিলৈকে পোৱা নাই। সেইবাবে কেনে ঘটনাৰপৰা জাতিৰ পতন বা উন্নতি হব, বা কি সামান্য ঘটনাই পতনৰপৰা ৰক্ষা কৰিব এইবোৰ কথা ঠিককৈ মানুহে কব নোৱাৰে। মানুহৰ দৰেই জাতিৰো জীৱন, মৃত্যু, উন্নতি আৰু অৱনতি আছে। কোনো মানুহ চিৰজীৱী নহয় আৰু সেইদৰেই কোনো জাতিয়েই চিৰকাল নেথাকে। এদিন নহয় এদিন লোপ পায়। এইদৰে আজিলৈকে সংসাৰত কত নতুন জাতি উপজি ডাঙ্গৰ হৈ বুঢ়া হল আৰু শেহত মাৰ গল তাৰ লেখ নাই। কোন মানুহ কেতিয়া মৰিব, কোন লৰা কিমান ডাঙ্গৰ হব ইত্যাদি কথা নিশ্চয়কৈ কোৱা সম্ভৱ নহয়। জাতীয় জীৱনৰ এয়ে নিয়ম। কিন্তু জনা মানুহে কোনো কোনো উঠি অহা লৰাৰ জীৱনত পদে পদে ভৱিষ্যৎ উন্নতিৰ চিন দেখাৰ দৰে ইতিহাসবিদ্ পণ্ডিতসকলে কোনো কোনো উন্নতিশীল জাতিৰ বুৰঞ্জীৰ পাতে পাতে ভৱিষ্যৎ মহত্ত্বৰ চিন পায়। ইংৰাজ জাতি যে ডাঙ্গৰ হব লগা আছিল তাৰ চিন অতীজতে ওলাইছিল। জাপান নতুনকৈ উঠি অহা ডাঙ্গৰ জাতি। ৪০ বছৰৰ আগেয়ে জাপানে বৰ্ত্তমান মহত্ত্বৰ চিন দেখুৱাইছিল।

অসমীয়াৰ বৰ্ত্তমান জীৱনত জাতীয় উন্নতিৰ বৰ চিন দেখা নেযায়। সেইবাবে বহুতে অনুমান কৰে যে, আমাৰ জাতিটো অচিৰে লোপ পাব। ইয়াৰপৰা আমি এনে বুজিব নেলাগে যে, আমাৰ পতন অনিবাৰ্য্য। অনুমান আৰু সত্য এই দুইৰো পাৰ্থক্য আমি সদায় মনত ৰাখি চলিব লাগিব; সেয়ে নহলে কেতিয়াবা নিৰাশা সাগৰত পৰি পাৰ নোপোৱা হমহঁক।

আমাৰ উন্নতিৰ বাটত অসংখ্য বিঘিনি আছে আৰু আগেয়েও আছিল। এইবোৰ বিঘিনি অতিক্ৰম কৰা দুঃসাধ্য যেন লাগে হয়, কিন্তু অসাধ্যও যে নহয় ইয়াকে আমি এই প্ৰবন্ধত প্ৰমাণ কৰিবলৈ চেষ্টা কৰিম। কি উপায়েৰে এই বিঘিনিবোৰ সহজে অতিক্ৰম কৰিব পৰা যাব, সেই বিষয়ৰ

অলোচনা কৰা সম্প্ৰতি আমাৰ উদ্দেশ্য নহয়। আমাৰ উদ্দেশ্য মুঠেই আমাৰ উন্নতিৰ বাটত কত কত কাঁইট আছিল আৰু এতিয়াও আছে তাৰ যিমান দূৰ পৰা যায় দেখুৱাই দিয়া; গতিকে নিজে ছেগ চাই জাঁপ মাৰি পাৰ নহলে, ডাঙ্গি ধৰি পাৰ কৰা আমাৰ কাম নহয়।

আমাৰ উন্নতিৰ পথত যিবোৰ বিঘিনি আছিল বা আছে, বাছি নিলে তাক দুই শ্ৰেণীত ভাগ কৰিব পাৰি। প্ৰথম শ্ৰেণীৰ অসুবিধাবোৰ স্বাভাৱিক, অৰ্থাৎ তাৰ ওপৰত আমাৰ বৰ হাত নাই। এই শ্ৰেণীৰ ভিতৰতে আকৌ কিছুমান অসুবিধা প্ৰাকৃতিক আছিল, আৰু কিছুমান মাজতে অকস্মাৎ আহি উপস্থিত হৈছেহি। এই শেহৰ অসুবিধাবোৰক দৈবিক বা আকস্মিক অসুবিধা বুলিব পাৰি।

ইয়াৰ বাহিৰেও আমাৰ উন্নতিৰ পথত আৰু এক ৰকম বিঘিনি আছে যাক অসুবিধা নুবুলি আমাৰ ব্যক্তিগত দোষ বুলিব লাগিব। প্ৰত্যেক অসমীয়া মানুহৰ গাইপতি এনেকুৰা কিছুমান দোষ আছে, যিবোৰে আমাৰ উন্নতি হব নিদিয়ে। দকৈ ভাবি নিলে, এই দোষবোৰ ওপৰত লিখা প্ৰাকৃতিক আৰু সামাজিক অসুবিধাবোৰৰ ফল। এই অসুবিধাবোৰে আজি ইমান দিনে কাৰ্য্য কৰি আমাৰ জাতীয় স্বভাৱৰ বৰ্ত্তমান গঢ় দিছে। আমাৰ ব্যক্তিগত দোষ সৰহখিনিয়েই এই দুই ৰকমৰ অসুবিধাৰ ফল।

আমাৰ প্ৰথম প্ৰাকৃতিক অসুবিধা এই যে, আমাৰ দেশখন আওহতীয়া। এনেকুৰা এমুৰীয়া দেশত সভ্যতাৰ জন্ম হোৱা নাছিল, সাগৰৰ দাঁতি হে পাশ্চাত্য সভ্যতাৰ জন্মস্থল, আৰু লাহে লাহে তাৰপৰা হে মেৰুৰ ফাললৈ উজাই আহিছে। ইয়াৰ কাৰণ এই যে, সেই সময়ত এতিয়াৰ দৰে এখন দেশৰপৰা আন এখনলৈ যাবলৈ একো সুবিধা নাছিল, আৰু কাজেই মানুহো নগৈছিল। কিন্তু, সাগৰৰ ওচৰৰ ঠাইবোৰত বেহা-বেপাৰত সুচল বাবে নানা দেশৰ মানুহ বাধ্য হৈ গোট খাইছিল। যত যত এইদৰে গোট খালে, সেই-সেই ঠাইৰ মানুহ ক্ৰমে ধনী হল, আৰু ভিন ভিন দেশৰ মানুহৰপৰা দিনে দিনে নানা ৰকমৰ নতুন কথা শিকিবলৈ পাই কামক্ৰমে অতি সুসভ্য হৈ উঠিল। কিন্তু, আমাৰ দেশত হলে অলপ দিনৰ আগলৈকে আন দেশৰ লগত চলাচল বা বেহা-বেপাৰ কৰিবলৈ সুবিধা নাছিল, আমি অকলশৰীয়া হৈ গঁৰালৰ ভিতৰত সোমাই থকাৰ দৰে সোমাই আছিলোঁ। ইয়াৰপৰা আমাৰ এই মাত্ৰ সুবিধা হল যে, বাহিৰৰপৰা শত্ৰু আহি আমাক আমাৰ ওচৰ-চুবুৰীয়াবিলাকক কৰাদি পৰাজয় কৰিব নোৱাৰিলে, আমাৰ স্বাধীনতা বহুত দিনলৈকে থাকি গল। কিন্তু, সংসাৰত মানুহে কেনেকৈ সকলো বিষয়ে দিনে দিনে উন্নতি কৰিলে তাঁৰ আমি একো ভু নললোঁ বা লবৰ সুবিধা নেপালোঁ। আমাৰ সভ্যতা যতে আৰম্ভ হল ততে থাকিল। অকলশৰীয়াকৈ থাকি থাকি অকলশৰীয়া জাতিৰ যি দোষ হব পাৰে সমুদায় আমাৰ হল ক্ৰমে ক্ৰমে আমাৰ মানসিক অৱনতি হল। আমি বিদেশী কোনো কথাকে দেখিব নোৱাৰা হলো। কোনো বিষয়তে অলপো পৰিবৰ্ত্তন সহিব নোৱাৰা হলো। আমাৰ যি আছিল আমাৰ মনেৰে যেন সেয়ে সৰ্ব্বোৎকৃষ্ট, আৰু আমাৰ যি নাই, সেইবোৰ যেন আটাইবোৰ বেয়া। আমি ভাবিলোঁ যে, সংসাৰত অকল আমিয়েইহে মানুহ; আমাতকৈ সভ্য, আমাতকৈ ধনী আৰু আমাতকৈ পৰাক্ৰমী জাতি আৰু নাই। এইদৰে ভাবি ভাবি আমাৰ মন সঙ্কীৰ্ণ হল; আৰু এটা 'মইবৰ' ভাব বা 'ভেম' আমাৰ জাতীয় স্বভাৱ হল। আজিকালি বিজ্ঞানৰ বলত আমি ঘৰতে বহি দেশ-বিদেশৰ বাতৰি পাইছোঁ; অন্যান্য দেশলৈ অহা-যোৱা কৰিবলৈ সিমান অসুবিধা নাই, সদায় নতুন কথা দেখিছোঁ, শুনিছোঁ আৰু জগতৰ প্ৰথম সভ্য জাতিৰ লগত একেলগে ফুৰিছোঁ; অথচ, আমাৰ সেই পুৰণি জাতীয় স্বভাৱ এতিয়াও এৰিব পৰা নাই, আজি ১০০ বছৰৰ পাশ্চাত্য সভ্যতাৰ বতাহ পায়ো আমাৰ মন মুকলি হোৱা নাই। এতিয়াও আমি সামাজিক বা আন কোনো পৰিবৰ্ত্তনক ভাল নেপাওঁ। অলপতে আমি এজন গাৱঁলীয়া খেতিয়কৰ আগত কলো, "ককাই আমাৰ দেশৰ নাঙ্গলবোৰেৰে সৰহ মাটি চহাব নোৱাৰি, নতুন ৰকমৰ নাঙ্গল ওলাইছে তাৰ এটা আনা।" খেতিয়কে উত্তৰ দিলে. "এঃ বোপা, আমাৰ সাতপুৰুষ মৰি গল এইদৰে, এতিয়া মাজমৰত সোণৰ নাঙ্গলে আমাক মানিব খুইছে নে?" অকল যে গাঁৱলীয়া চহা মানুহে এইদৰে ভাবে এনে নহয়, আজিকালি উচ্চ শিক্ষা পোৱা সকলৰ ভিতৰতো এনেকুৰা ধৰণৰ মানুহ দুজন, চাৰিজন ওলাব।

আমাৰ ২য়, প্ৰাকৃতিক অসুবিধা এই যে, আমাৰ দেশৰ মাটি বৰ উৰ্ব্বৰা আৰু তাত অলপ পৰিশ্ৰম কৰিলেই খেতি হয়। প্ৰকৃতিৰ নিয়ম মতে এনে দেশৰ উন্নতি হব নোৱাৰে। যি দেশত অধিক পৰিশ্ৰম কৰিও মানুহে সুকলমে খাবলৈ নেপায়, সেই দেশৰ মানুহৰ শাৰীৰিক পৰিশ্ৰমতেই দিন যায়

আৰু মানসিক উন্নতি কৰিবলৈ সি সময় নেপায়। এনেকুৱা দেশৰ উন্নতি বেগেতে হব নোৱাৰে। সেইদৰে আকৌ যি দেশত অলপ পৰিশ্ৰম কৰিলেই খেতি হয়, সেই দেশৰ মানুহ এলেহুৱা আৰু বিলাসী হয়; এনেকুৱা দেশৰ মানুহৰ অভাৱ নাই, আৰু কাজেই আজৰি পালে বিজ্ঞান চৰ্চ্চা কৰি প্ৰকৃতিৰ লগত যুদ্ধ কৰিবলৈ উপায় চিন্তা কৰাৰ আৱশ্যক নাই। এনেকুৱা দেশত মানুহে বেগেতে উন্নতি কৰিব নোৱাৰে।

যি দেশত মানুহে পৰিমিত পৰিশ্ৰম কৰিলে হে খাবলৈ পায়, যি দেশৰ মানুহৰ প্ৰাকৃতিক অভাৱ আছে, তাত হে মানুহ এলেহুৱা হব নোৱাৰে। তেনেকুৱা দেশত হে মানুহে নিজৰ প্ৰাকৃতিক অভাৱ গুচাবলৈ চিন্তা কৰোঁতে বিজ্ঞানৰ সত্য আবিষ্কাৰ কৰিব পাৰে। তেনেকুৱা দেশ হে ক্ৰমশঃ উন্নত হৈ যায়। প্ৰাচীন ইজিপ্ত দেশৰ বুৰঞ্জীয়ে এই কথাকেহে প্ৰমাণ কৰে। ইজিপ্ত বৰ উৰ্ব্বৰা দেশ নাছিল আৰু বৰ অনুৰ্ব্বৰাও নাছিল, তাৰ মানুহৰ অভাবো নাছিল আৰ অপৰিমিত ধনো নাছিল। মজলীয়া তৰপৰ মানুহৰ ইমান মাত্ৰ ধন বা আজৰি আছিল যে, বিজ্ঞান-দৰ্শন আদি চৰ্চ্চা কৰিবলৈ সময় পাইছিল। ইফালে ইজিপ্তত বাৰিষা পানী হৈ কোনো কোনো ঠাইৰ সমুদায় শস্য নষ্ট কৰিছিল, আকৌ ঠায়ে ঠায়ে পানীৰ অভাৱতে সমুলি শস্য নহৈছিল। ওপৰত লিখা মজলীয়া তৰপৰ মানুহবোৰে অনেক চিন্তা কৰি কৰি কৌশলেৰে পানী বান্ধি ৰাখি আৱশ্যক মতে সেই পানী আন ঠাইলৈ নিবলৈ শিকিলে আৰু লগে লগে কৃষিৰ উন্নতি কৰি দেশ ধনী হৈ উঠিল। কালত সেই পানী বন্ধা কৌশলেই ইজিপ্তৰ বিজ্ঞান আৰু অঙ্ক শাস্ত্ৰৰ বীজ স্বৰূপ হল। ক্ৰমশঃ দেশ উন্নত আৰু সুসভ্য হল। আমাৰ দেশৰ প্ৰাকৃতিক অৱস্থা ইজিপ্তৰ দৰে নহয়। আমাৰ শাৰীৰিক পৰিশ্ৰমৰ বেচি আৱশ্যক নাই। প্ৰকৃতি আমাৰ বৰ দয়ালু, আমাৰ একো অভাৱ নাই, আমাৰ আকালো নাই ভঁড়ালো নাই। আমি প্ৰকৃতিৰ লগত যুদ্ধ কৰিবলৈ উপায় ভাবি মগজ খৰছ কৰিব নেলাগে। আমাৰ দেশ এনে ঠাইত আছে যে, বাহিৰৰ শত্ৰুৰ হাতৰপৰাও আত্মৰক্ষা কৰাৰ উপায় আমি বৰকৈ ভাবিব নেলাগে। এনেকুৱা জাতি এলেহুৱা নহৈ আৰু কোন হব? ইমান দিন এইদৰে থাকি থাকি এতিয়া আমি একেবাৰে সোৰোপা হলো।

ইয়াৰ বাহিৰেও আমাৰ এটা ডাঙ্গৰ অসুবিধা যে, আমাৰ দেশখন বৰ অস্বাস্থ্যকৰ। চাৰিওফালে পৰ্ব্বত, হাবিয়নি, বিল, খাল ইত্যাদি থাকিলে দেশ এনেয়ে অস্বাস্থ্যকৰ হবৰ কথা, তাতে আকৌ আমাৰ ইয়াৰ বতাহ সদায় জেকা। আমাৰ ইয়াত মৃত্যু-সংখ্যা ইমান সৰহ যে, যোৱা ১০ দহ বছৰৰ ভিতৰত অসমীয়া মানুহৰ শতকৰা ৫ জন কম হৈছে। বৰ দুৰ্ভাগ্যৰ বিষয় যে, এনেয়ে শিক্ষিত অসমীয়া ডেকাকেজন আঙ্গুলিৰ মূৰত লেখিব পাৰি, তাতে আকৌ তেওঁবিলাকৰ ভিতৰতহে অকালমৃত্যু সৰহ। আমাৰ বতাহৰ এনে দুৰ্গুণ যে, সি আমাৰ শৰীৰ আৰু মন সদায় অৱসন্ন ৰাখে। আমি কোনো ৰকম পৰিশ্ৰম কৰিব নোৱাৰোঁ। এনেয়ে এলেহুৱা অসমীয়া জাতি, জল-বায়ু দোষত দুগুণ এলেহুৱা হৈ উঠিছে। এনেয়ে অস্বাস্থ্যকৰ দেশ, তাতে আকৌ আমাৰ মানুহে স্বাস্থ্যৰক্ষাৰ নিয়ম সমুলি নেমানে।

এই গল আমাৰ প্ৰাকৃতিক অসুবিধা। ইয়াৰ ওপৰতে আৰু এক শ্ৰেণীৰ অসুবিধা আহি উপস্থিত হৈছে, যাক আমি আকস্মিক অসুবিধা বুলি ওপৰত কৈছোঁ। আমাৰ দেশ পৰাধীন, আমাৰ বেহা-বেপাৰ সকলো বিদেশীৰ হাতত, আৰু ৰজাঘৰীয়া সৰু-ডাঙ্গৰ সৰহ খিনি বিষয় লোকৰ হাতত। অৰ্থাৎ, আমাৰ ধন-সহজে আন ঠাইলৈ ওলাই যায়, কিন্তু আন ঠাইৰ ধন আমাৰ হাতলৈ অহা বা আমাৰ ধন আমাৰ দেশত ৰখা বাটবোৰ আমালৈ বন্ধ। ভাৰতবৰ্ষৰ আন-আন প্ৰদেশৰ মানুহে দিনে দিনে যেনেকৈ আগবাঢ়িছে আমি সেইদৰে আগ বাঢ়িব পৰা নাই। বোম্বে, মাদ্ৰাজ অঞ্চলৰ মানুহে বেহা-বেপাৰ কৰি ধনী হৈছে, ধন আৰু উচ্চ শিক্ষা দুয়ো পৰস্পৰৰ সহায় কৰি তেওঁবিলাকক দিনে দিনে উন্নত কৰিছে। আমাৰ ওচৰ-চুবুৰীয়া বঙ্গালী জাতি চৰ্কাৰী কাম কৰি উন্নত হৈছে। বঙ্গদেশ ধনী দেশ, উচ্চ শিক্ষাৰ মূল ৰজা-ঘৰীয়া বিষয়। ভাবি চালে দেখা যায় যে, বঙ্গদেশৰ উচ্চ শিক্ষা পোৱা ডেকাসকলৰ সৰহ ভাগ জমিদাৰৰ লৰা নহয়, তেওঁবিলাক চৰ্কাৰী বিষয়া বা কেৰাণীৰ লৰাহে। বঙ্গদেশতো উচ্চ শিক্ষাক ধনে সহায় কৰিছে। ধনী দেশ বাবেই স্বাধীন ব্যৱসায়জীবী ডাক্তৰ উকীল আদি শিক্ষিত মানুহ পোহ গৈছে আৰু লগে লগে শিক্ষাৰ বিস্তাৰ হৈছে। আমাৰ তেনেকুৱা সুবিধা আজিলৈকে হোৱা নাই। আমাৰ ইয়ালৈ ইংৰাজ গৱৰ্ণমেণ্টৰ লগে লগে বিদেশী মানুহ আহি চৰ্কাৰী বিষয় আৰু বেহা-বেপাৰ একচেতীয়া কৰি ললেহি। সেই সময়ত আমাৰ মানুহে বা আমাৰ মজলীয়া তৰপৰ মানুহে বেহা-বেপাৰ কৰিবলৈ ঘিণ কৰিছিল। যিবোৰে ঘিণ নকৰি সৰু-সুৰা ৰকমেৰে দোকান-পোহাৰ কৰি উপাৰ্জ্জন কৰিবলৈ

চেষ্টা কৰিছিল, সেই তৰপৰ মানুহবোৰৰ অৱস্থা এতিয়া সিমান শোচনীয় নহয়। আমাৰ দেশৰ মানুহ ধনী নহয়। বঙ্গদেশৰ দৰে ভূসম্পত্তি আমাৰ নাই। আমাৰ মজলীয়া তৰপৰ মানুহৰ অহম ৰজাৰ দিনত একমাত্ৰ সম্পত্তি আছিল, বেটী-বন্দী। সুসভ্য ইংৰাজ ৰজাৰ দিনত বেটী-বন্দীবোৰ মুক্ত হলত তেওঁবিলাকৰ একো সম্পত্তি নাইকিয়া হল, তেওঁবিলাক একেবাৰে দুখীয়া হল। আৰু আন উপায়েৰে ধন ঘটিবলৈ তেওঁবিলাকে একো উপায় নেপালে। এই তৰপৰ মানুহৰ বৰ্ত্তমান অৱস্থা একেবাৰে শোচনীয়। এনেকুৱা অৱস্থাত আমাৰ দেশত যে উচ্চ শিক্ষাৰ বিস্তাৰ হোৱা নাই, ই একো আচৰিত কথা নহয়। আমাৰ যদি ধন থাকিলহেঁতেন তেন্তে আমিও বঙ্গালীৰ দৰেই উন্নত হব পাৰিলোহেঁতেন, আমিও আমাৰ ডেকাসকলক বিলাতলৈ পঠিয়াই শিকাই আনিব পাৰিলোহেঁতেন, আমাৰ ভাষাত নানা ৰকম কিতাপ-পত্ৰ বাতৰি কাকত আদি উলিয়াই আমিও আমাৰ মানুহক শিক্ষা দিব পাৰিলোহেঁতেন।

ওপৰত কোৱা দুই শ্ৰেণীৰ বিঘিনিতকৈ ডাঙ্গৰ এটি বিঘিনিয়ে আমাৰ উন্নতিৰ বাটত পথালি দি আছে। আমাৰ সামাজিক অসুবিধা আমাৰ আচল উন্নতিৰ পথৰ কাঁইট। আমাৰ সমাজে পৰিবৰ্ত্তন সহিব নোৱাৰে বুলি আমি ওপৰত কৈ আহিছোঁ। পৃথিবীৰ বুৰঞ্জী পঢ়িলে দেখা যায় যে উন্নতিশীল সমাজ আৰু পৰিবৰ্ত্তনশীল সমাজ দুইটা একে কথা। যি সমাজে পৰিবৰ্ত্তন সহিব নোৱাৰে তাৰ উন্নতি নহয়। পাশ্চাত্য সভ্যতা পৰিবৰ্ত্তনশীল। পাশ্চাত্য সভ্যতাৰ গুণ এই যে, ই কোনো অসভ্য বা তাতকৈ কম সভ্য জাতিৰ ওচৰলৈ আহিলে হয় সেই জাতিক তাৰ লগলৈ আনিব নহয় তাক গ্ৰাস কৰিব। আমেৰিকা মহাদেশৰ অসভ্য জাতিবোৰ পাশ্চাত্য সভ্যতাৰ পেটত জিন গল! "অসভ্য জাপান" আছিল, পাশ্চাত্য সভ্যতা আহি জাপানৰ ওচৰ চাপিলহি। জাপানে বুজিলে যে, হয় এতিয়া পাশ্চাত্য সভ্যতাৰ বশ মানিব লাগিব, নহয় পাশ্চাত্য সভ্যতাই আমাক লোপ কৰিব। ইয়াকে বুজি জাপানে জাকে জাকে মানুহ ইউৰোপলৈ পঠিয়াই শিকাই আনি জগতৰ সকলো জাতিৰ ভাল ভাল অনুষ্ঠানবোৰৰ অনুকৰণ কৰি ৩০ বছৰৰ ভিতৰত সুসভ্য পাশ্চাত্য জাতিৰ লগ লাগিল, আৰু নিজৰ জাতীয় অস্তিত্ব অক্ষুন্ন ৰাখিলে। ইয়াকে নকৰা হলে আজি পৃথিবীৰ অতীত বুৰঞ্জীতহে মাথোন জাপানৰ নাম থাকিলহেঁতেন।

চীন দেশে এতিয়া বুজিছে যে, পাশ্চাত্য সভ্যতাই তেওঁবিলাকক খাওঁ খাওঁ কৰি মুখ মেলিছে; পাশ্চাত্য সভ্যতাৰ বশ নেমানিলে তেওঁবিলাকৰ আৰু উপায় নাই। দুভাৰ্গ্য ক্ৰমে আমি হলে আজিলৈকে পাশ্চাত্য সভ্যতাক চিনি পোৱা নাই। আমি ইমান পাশ্চাত্য সভ্যতাৰ ইতিহাস পঢ়িছোঁ, পাশ্চাত্য সভ্যতাৰ উপদেশ পাইছোঁ, কিন্তু কামত একো কৰা নাই। জাপানে ৩০ বছৰৰ ভিতৰত যি কৰিলে আমি আজি ১৫০ বছৰ অনৰ্গল ইংৰাজী পঢ়ি তাৰ এশ ভাগৰ এভাগ কৰিব পৰা নাই। বিদেশলৈ গলেতো আমাৰ জাত যাবই, তাৰ বাহিৰেও ঘৰৰ পৰা ওলাই এদিনলৈ আহিবলৈকো নানা ৰকম অসুবিধা। জাপানৰ দৰে ব্যৱস্থাপক সভাত আইন কৰি সমাজ আৰু ধৰ্ম্ম সংস্কাৰ কৰা শুনিলে আমাৰ মানুহে কাণত হাত দিব। আমাৰ সমাজ কুসংস্কাৰপূৰ্ণ। ধৰ্ম্ম আৰু কুসংস্কাৰ এনেকৈ মিহলি হৈ আমাৰ সমাজত সোমাল যে, দুইৰো পাৰ্থক্য আমি একেবাৰে পাহৰিলোঁ।

ওপৰত কোৱা প্ৰাকৃতিক, আকস্মিক আৰু সামাজিক এই তিন শ্ৰেণীৰ অসুবিধাই আমাৰ উন্নতিৰ বাটত পথালি দি আছে। আজিকালি আমাৰ বহুত অসুবিধা আঁতৰিব ধৰিছে। ৰেল, জাহাজ আদি হৈ আমাৰ আন ঠাইলৈ অহা-যোৱা কৰা সুচল হৈছে। চাহ-বাগিছা আৰু ৰেল হৈ আমাৰ দেশ মুকলি কৰিছে, ঠায়ে ঠায়ে ডাক্তৰখানা আদি পাতি ইংৰাজ গৱৰ্ণমেণ্টে আমাৰ স্বাস্থ্যৰক্ষাৰো লাহে লাহে ভাল বিধান কৰি আনিছে। বেহা-বেপাৰ আদি কৰি ধন ঘটিব লাগে বুলিও আমাৰ মানুহে ক্ৰমে জানি আহিছে। ইংৰাজী শিক্ষাৰ গুণত আমাৰ সমাজ বান্ধনিও লাহে লাহে ঢিলা হৈ আহিছে। এতিয়াও দকৈ ভাবিলে অনুমান হয় যে, আমি আজিলৈকে উন্নতিৰ ফাললৈ আগ বাঢ়িব পৰা নাই যদিও, অৱনতিৰ ফালে নামি যোৱা নাই। আমি যদি হতাশ নহৈ চেষ্টা কৰোঁ, তেন্তে আমাৰ ভাল নহব কিয় তাৰ একো কাৰণ নেদেখোঁ।

# সঙ্গীত।

(৬) সুৰৰ অন্তৰ।— দুটা সুৰৰ পৰস্পৰৰ কম্পন সংখ্যাৰ অনুপাতক সেই দুটা সুৰৰ অন্তৰ (Interval) বোলে; যথাঃ— সা সুৰৰ জানিবা কম্পন সংখ্যা চেকেণ্ডত ২৫৬, আৰু ঋ সুৰৰ কম্পন সংখ্যা চেকেণ্ডত ২৮৮; তেন্তে সা আৰু ঋৰ অন্তৰ ২৫৬÷২২৮=৯÷৮। গ সুৰৰ কম্পন সংখ্যা যদি চেকেণ্ডত ৩২০ হয়, তেন্তে ঋ আৰু গ ৰ অন্তৰ হব ৩২০÷২২৮=১০÷৯। সেই গুণে আমি ঋ সুৰক সা-ৰ ৯÷৮ গুণ আৰু গ সুৰক ঋ-ৰ ১০÷৯ গুণ চৰা বুলি কওঁ। সা'-ৰ কম্পন সংখ্যা সা-ৰ কসম্পন সংখ্যাৰ দুগুণ, সেই গুণে সিহঁতৰ অন্তৰ = ২, অৰ্থাৎ ইটো সিটোৰ দুগুণ চৰা যথা ঃ—

সা....সা....সা....সা.... ....সা সা' সা'' সা''' সা'''' ১৬, ৩২, ৬৪, ১২৮, ২৫৬, ৫১২, ১০২৪, ২০৪৮, ৪০৯৬ আমি ওপৰত কৈ আহিছোঁ যে, দুটা সপ্তক একেলগে বজালে ইটো সুৰ সিটোৰ দুগুণ চৰা বুলি আমি শুনিলেই কব পাৰোঁ। এইটি মানুহৰ কাণৰ স্বাভাৱিক গুণ। ইয়াৰ বাহিৰেও গায়ক আৰু বাদকসকলৰ অভ্যাসৰ গুণত কাণৰ এনেকুৱা শক্তি হয় যে, যেই-সেই দুটা সুৰৰ অন্তৰ তৎক্ষণাৎ ধৰিব পাৰে। তেওঁবিলাকে শুনিলেই কব পাৰে যে, দুটা সুৰৰ কোনটো কিমান গুণে চৰা। স্বৰগ্ৰামৰ সাতোটা সুৰৰ পৰস্পৰৰ অন্তৰ তলত দিয়া হল ঃ—

| সা | ঋ | গ | ম | প | ধ | নি | সা |
|---|---|---|---|---|---|---|---|
| ৯ | ১০ | ১৬ | ৯ | ২ | ৯ | ১৬ | |
| ৮ | ৯ | ১৫ | ৮ | ৯ | ৮ | ১৫ | |

সা-সুৰৰপৰা বাকী কেইটা সুৰৰ প্ৰত্যেকৰ অন্তৰ তলত দিয়া হল ঃ—

| সা | ঋ | গ | ম | প | ধ | নি | সা' |
|---|---|---|---|---|---|---|---|
| ০ | ৯ | ৫ | ৪ | ৩ | ৫ | ১৫ | ২ |
| | ৮ | ৪ | ৩ | ২ | ৩ | ৮ | |

ওপৰত লিখা অঙ্কবিলাক দেখিলেই জানিব পাৰি যে, মা-সুৰটো সা-সুৰতকৈ ৪÷৩ গুণ চৰা, নি-সুৰটো সা-সুৰতকৈ ১৫÷৮ গুণ চৰা আৰু সা' সুৰ সা-সুৰতকৈ দুগুণ চৰা।

(৪) ৰাগ বা জাত; — আমি ওপৰত কৈ আহিছোঁ যে, সপ্তকৰ বাহিৰে আন দুটা বা তিনটা অমিশ্ৰ সুৰ একেলগে বজালে কোঢ়াল হয়। এই নিয়মৰ ব্যতিক্ৰম আছে। ৪ ঃ ৫ ঃ ৬ এনেকুৱা অন্তৰৰ তিনটা সুৰ একেলগে বজালে শুনিবলৈ সুশ্ৰাব্য হব। যদি কোনো দুটা বা তিনটা সুৰ এনেকৈ ওলায় যে, সিহঁতৰ অন্তৰ বা প্ৰভেদ কাণেৰে শুনি যাওঁতেই ধৰিব পাৰি, তেন্তে শুনিবলৈ সুশ্ৰাব্য হব। কোনটো সুৰৰ পিছত কিমান ফাঁক ৰাখি কোনটো সুৰ গালে বা বজালে শুনিবলৈ ভাল হয় তাক স্থিৰ কৰাই গায়ক আৰু বাদকসকলৰ কাৰ্য্য। জাত লগাই নাম বা গান গাওঁতে গায়কৰ মাতটো এবাৰ উঠে এবাৰ নামে; অৰ্থাৎ গায়কৰ ডিঙ্গিৰপৰা পৰিমিত গ্ৰামিক অন্তৰৰ চৰা আৰু খাদ সুৰ কিছুমান ওলায়। এই সুৰবোৰৰ পৰস্পৰ অন্তৰ যদি শুনি যাওঁতে কাণেৰে ধৰি নিব পাৰি, তেন্তে গানটো ৰাগ বা জাত লগাই গাইছে। এই ৰাগ বা জাত সুৰৰ পৰস্পৰৰ গ্ৰামিক অন্তৰৰ ওপৰত নিৰ্ভৰ কৰে। এটা মানুহে জানিবা সা, ঋ, গ, এই তিনটা সুৰ ক্ৰমান্বয়ে উচ্চাৰণ কৰিছে, তেন্তে তেওঁৰ মাতটোত এটা জাত বা ৰাগ শুনিম। কিন্তু, এই তিনটা সুৰ উচ্চাৰণ নকৰি মানুহটোৱে যদি সা', ঋ', গ', বা ম, প, ধ, এই তিনিটা সুৰ হে উচ্চাৰণ কৰে, তেতিয়াও আমি আগৰ ৰাগ বা জাতটোকে শুনিম; কেৱল মাতটো আগতকৈ অলপ চৰা হব। ইয়াৰ কাৰণ এই যে সা, ঋ, গ, আৰু স,' ঋ', গ' বা ম, প, ধ, এই আটাইকেইটা সুৰৰ পৰস্পৰ গ্ৰামিক অন্তৰ ৮ ঃ ৯ ঃ ১০।

গ, ম, আৰু নি, সা' এই দুহাল সুৰৰ গ্ৰামিক অন্তৰ ১৬ঃ১৫। সেই গুণে গ, ম, এই দুটা সুৰত যিটো ৰাগ বা জাত ওলাব, নি, সা', এই দুটাতো ঠিক সেই ৰাগ বা জাতেই ওলাব। কেৱল এই মাত্ৰ প্ৰভেদ হব যে, দ্বিতীয় ৰাগটো প্ৰথম ৰাগটোৰ ৪÷৩ গুণ চৰা হব।

আমি ওপৰত স্বৰগ্ৰামৰ সাতোটা সুৰৰ পৰস্পৰৰ গ্ৰামিক অন্তৰ দেখুৱাইছোঁ আৰু কৈছোঁ যে, গ্ৰামিক অন্তৰৰপৰা সুৰৰ ৰাগ বা জাত ওলায়। এতিয়া ভাবা যে, আঠোটা এনেকুৱা সুৰ আছে। সিহঁতৰ কম্পন সংখ্যা ক্ৰমশঃ ২৪, ২৭, ৩০, ৩২, ৩৬, ৪০, ৪৫, ৪৮। তেন্তে এই আঠোটা সুৰৰ পৰস্পৰৰ অন্তৰ হব ঃ—

| | | | | | | |
|---|---|---|---|---|---|---|
| ২৭ | ৩০ | ৩২ | ৩৬ | ৪০ | ৪৫ | ৪৮ |
| ২৪ | ২৭ | ৩০ | ৩২ | ৩৬ | ৪০ | ৪৫ |

৯ ১০ ১৬ ৯ ১০ ৯ ১৬।

= ৮ ৯ ১৫ ৮ ৯ ৮ ১৫।

অৰ্থাৎ, ওপৰত দিয়া সুৰবিলাকৰ যি অন্তৰ, এই আঠোটা সুৰো সেই অন্তৰ। কাজেই স্বৰ গ্ৰামৰ সুৰকেইটা ইটোৰ পিচত সিটো পৰিমিত নিয়মে বজালে যি জাত ওলাব, আমাৰ নতুন এই আঠোটা সুৰো সেই অনুক্ৰমে বজালে ঠিক সেই একে জাতেই ওলাব। তেন্তে আমি এই নতুন সুৰকেইটাক সা, ঋ, গ, ম, প, ধ, নি, সা', বুলি ধৰি বজালে আমাৰ ৰাগৰ একো ভুল নহয়। কেৱল মাতটো খাদ হব।

আমি সা সুৰৰ কম্পন সংখ্যা ওপৰত ২৫৬ বুলি ধৰিছোঁ। কিন্তু এতিয়া দেখিছোঁ যে, সেইদৰে নধৰি যেই-সেই সুৰকে সা বুলি ধৰি লব পাৰোঁ। কেৱল বাকী কেইটা সুৰ কম্পন সংখ্যামতে এনেকৈ ঠিক কৰিব লাগিব যে, সিহঁতৰ পৰস্পৰৰ গ্ৰামিক অন্তৰ স্বৰগ্ৰামৰ অন্তৰে সৈতে মিলি যায়। বাস্তৱিকতে কেতিয়াবা কেতিয়াবা ২৫৬ সুৰটোক সা নধৰি আন এটা সুৰক সা বুলি ধৰিবৰ আৱশ্যক হয়। সকলো মানুহৰ স্বাভাৱিক মাত সমান চৰা নহয়। কোনো কোনো মানুহে খাদত গায় আৰু কোনোৱে চৰাত গায়। তিৰোতা নাইবা লৰা-ছোৱালীৰ মাত স্বভাৱতে চৰা। সিহঁতে খাদত গাব নোৱাৰে।

বাজনা বজাওঁতে আমাৰ প্ৰধান উদ্দেশ্য যে, বাজনাৰ মাতে আৰু গায়কৰ ডিঙ্গিয়ে মিলি যায়। পিচত তাকে কৰিবলৈ হলে, গায়কৰ মাতৰ চৰা-খাদ ভেদ অনুসাৰে আমি আমাৰ স্বৰ-গ্ৰামৰ সুৰবিলাকৰ অন্তৰ মিলাই লব লাগিব। কাজেই সকলো সময়তে ২৫৬ সুৰটোক সা ধৰি বজাব নোৱাৰি।

শুদ্ধ আৰু বিকৃত স্বৰগ্ৰাম * = আমি ইয়াৰ পিচত বহলাই কম যে, বেহালা, চেতাৰ আদি যন্ত্ৰত আঙ্গুলিৰ চাল সলাই যেই-সেই সুৰকে উলিয়াব পাৰি। এইবোৰ সম্পূৰ্ণ যন্ত্ৰ; কাৰণ ইয়াত যেই-সেই সুৰকে সা বুলি ধৰি তাৰ লগৰ ঋ, গ আদি বাকী সুৰবিলাক সহজে উলিয়াব পাৰি। কিন্তু, হাৰ্ম্মোনিয়াম আদি কিছুমান যন্ত্ৰৰ স্বৰ-গ্ৰাম একেবাৰে বন্ধা আছে। এইবোৰ যন্ত্ৰত কেৱল নিৰ্দ্দিষ্ট সুৰ কেইটাৰ বাহিৰে আন সুৰ নোলায়। কাজেই অকল শুদ্ধ স্বৰগ্ৰামৰ ৭টা চাবিৰে বন্ধা হলে এইবোৰ যন্ত্ৰত যেই-সেই সুৰৰপৰা স' ধৰি বজাবলৈ অসুবিধা হয়। এই হাৰ্ম্মোনিয়ামত জানিবা অকল তলত লিখা সুৰ কেইটাৰ হে চাবি আছে। যথা : —

সৰ প, ধ, নি,

কম্পন সংখ্যা ১৮ ২০ ২২ ১÷২

সা ঋ গ ম প ধ নি

২৪ ২৭ ৩০ ৩২ ৩৬ ৪০ ৪৫

সা' ঋ' গ'

৪৮ ৪৫ ৬০

ভাবাঁ যেনে, সা ঋ গ এই তিনটা সুৰ মিহলি হৈ যি নিৰ্দ্দিষ্ট জাত বা ৰাগ ওলায় সেই ৰাগটি এটা মানুহে গাইছে। আমাৰ হাৰ্ম্মোনিয়মৰ সা, ঋ, গ, এই তিনটা চাবি বজালে ঠিক সেই ৰাগটি ওলাব আৰু মানুহটোৰ মাতে সৈতে মিলি যাব পাৰে। মানুহটোৱে যদি নিজৰ মাতটো ৪÷৩ গুণ চৰাই ৰাগটো গায়, তেন্তে হাৰ্ম্মোনিয়মৰ ম, প, ধ এই তিনটা চাবি বজাব লাগিব। তেনেহলে হে বাজনাৰ মাতে আৰু মানুহৰ মাতে মিলিব। আৰু মানুহটোৱে মাতটো ৪÷৩ গুণ চৰা নকৰি যদি ২ গুণ চৰা কৰি সেই জাতটো গায়, তেন্তে আমি সা' ঋ' সা' এই তিনটা চাবি বজালেহে তেওঁৰ ডিঙ্গিয়ে সৈতে মিলিব।

এতিয়া ভাবাঁ, মানুহটোৱে ম প ধ তকৈ চৰা, কিন্তু, স,' ঋ' সা' তকৈ খাদ এনেকুৱা মাতেৰে সেই ৰাগটো গাইছে। তেতিয়া হলে আমাৰ ম আৰু সা-ৰ ভিতৰত এনেকুৱা তিনটা সুৰ লাগিব যাৰ গ্ৰামিক অন্তৰ ৮ : ৯ : ১০; তেনেহলে হে আমি সেই মানুহটোৰ মাতত মিলাই নিৰ্দ্দিষ্ট ৰাগটো বজাব পাৰিম। অৰ্থাৎ, ৪০, ৪৫, ৫০, এই তিনটা কম্পন সংখ্যাৰপৰা ওলোৱা তিনটা সুৰ আমাক লাগিব। কিন্তু ৫০ কম্পন সংখ্যাৰ চাবিটি আমাৰ হাৰ্ম্মোনিয়মত নাই, সেই গুণে এই নিৰ্দ্দিষ্ট জাতটো ইমান চৰাকৈ এটা হাৰ্ম্মোনিয়মত বজাব নোৱাৰোঁ। হাৰ্ম্মোনিয়ম আদি যন্ত্ৰৰ এই অভাৱ গুচাবৰ নিমিত্তেই হওক গাবৰ সুবিধাৰ বাবেই হওক, সঙ্গীত- শাস্ত্ৰত দুই ৰকম স্বৰগ্ৰাম নিৰ্দ্দিষ্ট আছে।

* স্বৰ দুবিধ;— শুদ্ধ আৰু মিশ্ৰ। ষড়জ আৰু পঞ্চম শুদ্ধ স্বৰ; অৰ্থাৎ অচল আৰু বিকাৰ শূন্য। এই দুটা স্বৰৰ মুঠে লৰচৰ নহয়, আৰু বাস্তৱিকে শুনিবলৈও বৰ মিঠা। আন পাঁচোটা স্বৰ মিশ্ৰ অৰ্থাৎ সচলা; কিয়নো ইহঁতৰ লৰচৰ হৈ কড়ি বা কোমল হয়। চেতাৰ জনা মানুহে অনায়াসে বুজ পায় যে, সা আৰু পা-ৰ পৰ্দ্দা এৰি আন আটাইবিলাক পৰ্দ্দাকে প্ৰয়োজন অনুসৰি সময়ে সময়ে লৰাই সুৰবিলাক টান-ঢিলা (অৰ্থাৎ, কড়ি, কোমল) কৰি লোৱা হয়।

প্ৰথম স্বৰগ্ৰাম আমাৰ ওপৰত কোৱা উদাৰা মুদাৰা আৰু তাৰা গ্ৰাম * । ইয়াক শুদ্ধ স্বৰ গ্ৰাম (Diatonic scale) বা সচল ঠাট বোলে বুলি আমি পূৰ্ব্বেই কৈছোঁ। ইয়াৰ বাহিৰে আৰু এক ৰকম স্বৰগ্ৰাম আছে তাক বিকৃতি স্বৰগ্ৰাম (Chromatic scale) বা আচল ঠাট বোলে। এই স্বৰগ্ৰামত প্ৰত্যেক সুৰৰ ইটোৰপৰা সিটোলৈ সমান অন্তৰ। সেই গুণে এই গ্ৰামেৰে যৰে-তৰে পৰা ধৰি যেই-সেই ৰাগকে বজাব পাৰি। ইয়াৰ প্ৰথম সুৰপৰা দ্বাদশ সুৰলৈকে অন্তৰ == ২, অৰ্থাৎ এক সপ্তক। এক সপ্তকক ১২ ভাগ কৰি সমান অন্তৰৰ ১২ টা সুৰ মাজত আছে গুণে এই স্বৰগ্ৰামৰ লগা-লগি দুটা সুৰৰ অন্তৰ দুইৰ দ্বাদশ বৰ্গমুল, অৰ্থাৎ ১০.৫৯৪৬। হাৰ্ম্মোনিয়ম যন্ত্ৰ এই বিকৃত স্বৰগ্ৰামত বন্ধা, ইয়াৰ প্ৰত্যেক গ্ৰামত ১২টা চাৰি বসুৰ আছে। যথা ঃ— সুৰ ঃ— সা ৰো * ঋ গো গ ম মী প ধো ধ নো নি সা সা আৰু সা' এই দুটা সুৰ দুয়ো স্বৰগ্ৰামত একেবাৰে একে; কিন্তু মাজৰ সুৰবিলাকৰ হলে কম্পন সংখ্যাৰ অলপ সামান্য প্ৰভেদ আছে। এই প্ৰভেদ ইমান কম যে কাণেৰে ধৰিব নোৱাৰি। সেই গুণে স্বৰগ্ৰামৰ সুৰৰ যিবোৰ অন্তৰ বা ৰাগ উলিয়াব পাৰি বিকৃত স্বৰগ্ৰামতো ঠিক সেইবোৰেই ওলায় যেন শুনি। সা ঋ গ এই তিনটা সুৰৰ শুদ্ধ স্বৰগ্ৰামত অন্তৰ ৮, ৯, ১০; বিকৃত স্বৰগ্ৰামতো এই তিনটা সুৰৰ প্ৰায় সেইয়েই অন্তৰ। সা ঋ গ এই তিনটা সুৰত যি ৰাগ ওলাব, সো ৰো ম এই তিনটা সুৰতো সেই ৰাগেই ওলাব, কাৰণ সা-ৰ পৰা ঋ আৰু সো-ৰ পৰা ৰো, ঋ-ৰ পৰা গ আৰু ৰো-ৰ পৰা ম এই আটাইকেইটাৰ অন্তৰ সমান; অৰ্থাৎ প্ৰত্যেকৰ মাজত মুঠেই এটা এটা চাবিৰ ব্যৱধান আছে। এই কাৰণত বিকৃত স্বৰগ্ৰাম যৰে-তৰেপৰা আৰম্ভ কৰি বজাবলৈ বৰ সুবিধা। বেহেলা আদি যন্ত্ৰত দুটা স্বৰগ্ৰাম ব্যৱহাৰ কৰিব পাৰি, কিন্তু হাৰ্ম্মোনিয়মত কেৱল বন্ধা বিকৃত স্বৰগ্ৰাম হে ব্যৱহাৰ হয়।

(৫) ওপৰত কোৱাতে সকলোৱে বুজিব পায় যে, মানুহৰ ডিঙ্গিৰ সুৰ চৰা বা নাম (খাদ) ভেদে সকলো সময়ত ২৫৬ সুৰটোক (আচল সা-ক) সা নধৰি আন কোনো সুৰক সা ধৰি গোৱা-বজোৱাৰ আৱশ্যক হয়। এনেকৈ সা পৰিবৰ্ত্তন কৰি বজালে বা গালে স্বৰগ্ৰাম পৰিবৰ্ত্তন বা ষড়জ পৰিবৰ্ত্তন বোলে। চলিত কথাত ইয়াকে খৰজ পৰিবৰ্ত্তন বোলে।

যি সুৰৰপৰা সা ধৰি গ্ৰাম কৰিবৰ আৱশ্যক হয়, সেই সুৰৰ নামেই সেই গ্ৰামৰ নাম হয়। যথা ঃ— সা-ৰ পৰা সা গ্ৰাম, ঋ-ৰপৰা ঋ-গ্ৰাম, গ-ৰ পৰা গ-গ্ৰাম ইত্যাদি।

গ্ৰামিক অন্তৰবিলাক সমান নোহোৱাৰ নিমিত্তে সা-ক এৰি আন সুৰক সা ধৰি গ্ৰাম সাজিবসৈ গলে শুদ্ধ স্বৰগ্ৰামৰ অন্তৰ বিলাকৰ নিয়মমতে সুৰবিলাক ঠিক ৰাখিবৰ নিমিত্তে স্বাভাৱিক (শুদ্ধ) সুৰবিলাক কড়ি (টান) আৰু কোমল (খাদ) কৰি লব লাগিব। ঋ-ক খৰজ কৰিলে গ ঋখব হব পাৰে, কিয়নো ঋ-গ পূৰ্ণান্তৰ। কিন্তু, ম সেই গ্ৰামৰ গান্ধাৰ হব নোৱাৰে; কিয়নো, গ-ৰপৰা ম অৰ্দ্ধান্তৰ। এতিয়া ঋখবৰপৰা গান্ধাৰ হব লাগে দেখি আৰু আধা অন্তৰ যোগ কৰিলে কড়ি মধ্যম হয়; এতেকে কড়ি মধ্যম অৰ্থাৎ মী ঋ গ্ৰামৰ গান্ধাৰ হব। প সেই গ্ৰামৰ মধ্যম, কিয়নো গ-ৰপৰা ম-ৰ দৰে কড়ি ম-ৰপৰা প অৰ্দ্ধান্তৰ।

---

* সঙ্গীত শাস্ত্ৰত লিখিছেঃ—

নিদান মতে তিনটা নাড়ী আছে, যথা ঃ— ইড়া, পিঙ্গলা আৰু সুষম্না। নাভিপদ্মৰ পৰা ব্ৰহ্মবন্ধলৈকে শৰীৰৰ বেলেগ বেলেগ প্ৰদেশবিলাক ইহঁতে বিয়পি থাকে। ইড়া বাঁওফালে, মাঁজত পিঙ্গলা আৰু সোঁও ফালে সুষম্না। এই তিনটা নাড়ীৰপৰা উদাৰা, মুদাৰা আৰু তাৰা গ্ৰামৰ উৎপত্তি। নাভি-পদ্মৰপৰা বুকুলৈকে যি প্ৰদেশ তাৰ নাম উদাৰা। তাত প্ৰথম খাদ সপ্তকৰ সুৰ ওলায়। বুকুৰপৰা ডিঙ্গিলৈ যি প্ৰদেশ তাৰ নাম মুদাৰা। দ্বিতীয় অৰ্থাৎ মাজৰ সপ্তকৰ সুৰবিলাক ইয়াৰপৰা ওলায়। আৰু ডিঙ্গিৰপৰা ব্ৰহ্মৰন্ধ্ৰলৈ যি প্ৰদেশ তাৰ নাম তাৰা। ইয়াৰপৰা তাৰা অৰ্থাৎ উচ্চ সপ্তকৰ সুৰবিলাক ওলায়।

এই তিনি গ্ৰামৰ প্ৰত্যেকটোত সাতোটাকৈ ২১ টা মূৰ্চ্ছনা আছে। সেইবিলাকৰ নাম ঃ—

ষড়্জ' গ্ৰামত, –– গোপী, বিস্তাৰিণী, জামনী, আৰামিনী, আলাপিনী, বয়ংকা, প্ৰমোদিনী।

মধ্যম গ্ৰামত, — সঙ্কোচী, বিহাৰিণী, নিৰ্ম্মলা, কামিনী, প্ৰলাপী, শিখৰা, শিনোদিনী।

গান্ধাৰ গ্ৰামত,— লজ্জা, আধাৰিণী, বিশ্ৰামিনী, কোমলী, আনন্দী, দীৰ্ঘিকা, আমোদিনী।

(নাৰদপুৰাণ)

মতান্তৰে,

ষড়্জামত, — ললিতা, মধ্যমা, চিত্ৰা, ৰোহিনী, মতঙ্গজা, যৌবিড়ী, ষণ্ডমধ্যা।

মধ্যম গ্ৰামত, — পঞ্চমা, মৎসৰী, মৃদুমধ্যা, শুদ্ধা, অন্তা, কলাবতী, তীব্ৰা।

গান্ধাৰ গ্ৰামত — ৰৌদ্ৰী, ব্ৰাহ্মী, বৈষ্ণৱী, সোদৰী, সুৰা, — নাদাৱতী, বিশালা। (সঙ্গীতভাষ্য)

* সঙ্কেতিক স্বৰলিপিত কোমল সুৰৰ চিন, সুৰত ওকাৰ (ো) আৰু কড়িৰ চিন (ী) দীৰ্ঘ ঈকাৰ।

যথা ঃ

কোমল ঋ = ৰো।
ঐ গ = গো।
ঐ ধ = ধো।
ঐ নি = নো
কড়ি ম = মী।

ধ সেই গ্ৰামৰ পঞ্চম আৰু নি ধৈবত। কিন্তু সা সেই গ্ৰামৰ নিখাদ হব নোৱাৰে কিয়নো, নি-ৰপৰা সা অৰ্দ্ধান্তৰ আৰু সা'-ৰপৰা ঋ' পূৰ্ণান্তৰ আৰু নিখাদৰপৰা তাৰা গ্ৰামৰ খৰজ অৰ্দ্ধান্তৰ হোৱা উচিত। এই নিমিত্তে সা' আৰু ঋ'-ৰ মাজত পূৰ্ণ অন্তৰৰ আদখিনি, নি আৰু সা'ৰ মাজৰ অৰ্দ্ধান্তৰত যোগ কৰিলে কোমল ঋ (ৰো) হয়। এতেকে নি-ৰপৰা ৰো পূৰ্ণান্তৰ আৰু ৰো-ৰ পৰা ঋ অৰ্দ্ধান্তৰ বুলি কোমল ঋ ৰো ঋ গ্ৰামৰ নিখাদ হব। এনেকৈ সাত সুৰৰ ভিতৰত সা-ক এৰি আন ছটা সুৰৰ কোনোটোৰপৰা গ্ৰাম কৰিব লাগিলে কোনো সুৰক আদখিনি চৰা (কড়ি) কৰি আৰু কোনো সুৰক আদখিনি খাদ (কোমল) কৰি গ্ৰাম সজাই লব লাগে।

স্বৰগ্ৰামত কোনো কোনো সুৰক খৰজ কৰি শুদ্ধ স্বৰগ্ৰামৰ ৰীতিত গ্ৰাম কৰিলে প্ৰত্যেক গ্ৰামত কি কি বিকৃত সুৰৰ আৱশ্যক হয় তাক তলত দেখুৱা গৈছে।

সা-ৰ গ্ৰামত কড়ি, কোমল সুৰৰ আৱশ্যক নাই।

স্বাভাৱিক সুৰ।
ঋ গ্ৰামত = মী, ৰো।
গ ঐ = মী, ধো, ৰো, গো।
ম ঐ = নো।
প ঐ = মী।
ধ ঐ = ৰো, মী, ধো।
নি ঐ = ৰো, গো, মী, ধো নো বিকৃত সুৰ।
ৰো গ্ৰামত = ৰো, গো, মী, ধো, নো।
গো ঐ = গো, ধো, নো।
মী ঐ = মী, গো।
ধো ঐ = ধো, নো, ৰো গো।
নো ঐ = নো, গো।

সা গ্ৰামক এৰি অন্যান্য সুৰৰ গ্ৰামতকৈ ম আৰু প-ৰ গ্ৰাম গোটেই সহজ। কাৰণ তাত বেচি বিকৃত সুৰ নেলাগে; ম গ্ৰামত কেৱল নি-ক আৰু প-গ্ৰামত কেৱল ম-ক কড়ি কৰি ললেই হয়। ক্ৰমশঃ।

# শৃঙ্খলা আৰু বন্দবস্ত।

শৃঙ্খলাৰ লগে লগে বন্দবস্তও শিক্ষা কৰিব লাগে। কি প্ৰকাৰে সংসাৰৰ বস্তু-বাহানি অপব্যয় নহয়, কি কৰিলে পৰিমিত ব্যয়ে সংসাৰ নিৰ্ব্বাহ কৰিব পৰা যায়, আৰু কি উপায় কৰিলে ভৱিষ্যতত মঙ্গল হব প্ৰত্যেক তিৰোতাই সেই পোনে চকু ৰখা আৱশ্যক।

কোনো কোনো তিৰোতা এই বিষয়ত বৰ উদাসীন। ঘৰৰ বস্তু-বাহানি সদায় আথানিত যাব লাগিছে, এনেকি, চাকৰ-চাকৰাণীয়েও চুৰ কৰি আপোন ঘৰলৈ নিছে তথাপি ঘৈণীৰ ভ্ৰূক্ষেপ নাই। আৰু ওচৰ-চুবুৰীয়াই এখন বাহানি (যেনে, দা, কটাৰী ইত্যাদি) ৩।৪ দিনত ওভটাই দিম বুলি খুজি নি ৩।৪ মাহেও দিয়া নাই, তথাপি ঘৈণীয়ে বিচাৰ কৰি অনা নাই। যি ঘৰৰ ঘৈণীয়ে ভৱিষ্যতৰ ভাৱনা ভাবিব নোখোজে বা তেওঁৰ মনত অলপো সি নেখেলায় সেই ঘৰৰ কাহানিও মঙ্গল নাই। প্ৰায় বহুত পৰিয়ালত দেখা যায় যে, ঘৰত এজন সম্ভ্ৰান্ত আলহী আহিলে সময় সময় হুলস্থুল লাগি পৰে। ঘৰত হয়তো জলপান বা আহাৰৰ উপযুক্ত বাহানি নাই, ইপোনে ডাঙৰীয়াই পোলাও ৰান্ধিবলৈ দিহা দি পঠিয়াইছে। কিন্তু ঘৈণীয়ে তদুপযুক্ত বাহানি ঘৰত এখনিও বিচাৰি নেপালে। গাৱঁৰ দোকানতো যেন নেপালে, তেতিয়া কেনে বিষম সমস্যা উপস্থিত হয় পাঠিকাবিলাকে সেইটি সহজেই বুজিব পাৰিব। কু-ঘৈণীৰ দোষত এইবিলাক হয়। কাৰণ, পূৰ্ব্বেই ঘৈণীয়ে আৱশ্যকীয় বিষয় চিন্তা কৰি সকলো বাহানিৰ কিছু কিছু সঞ্চয় কৰি ৰখা হলে কাৰ্য্যৰ সময়ত ইমান বৃথায় লৰা-লৰিখন নেলাগিলহেঁতেন, আৰু কাৰ্য্যও সুন্দৰ ৰূপে সম্পন্ন হলহেঁতেন। যিবিলাক ঘৈণীয়ে গৃহকাৰ্য্যত শৃঙ্খলা আৰু বন্দবস্ত জানে তেওঁবিলাকে নিতান্ত সামান্য বস্তুকো অৱহেলা নকৰে; কাৰণ তেওঁবিলাকে জানে, সামান্য বস্তুৱেও সময়ত উপকাৰ সাধন কৰিব পাৰে। সু-ঘৈণীৰ আৰু এটা লক্ষণ এই যে, ঘৰৰ কোনো কাৰ্য্য যদি কৰিবলগীয়া হয়, তাৰ যোগাৰ আৰু বন্দবস্ত আগৰেপৰা কৰি থয়। ঘৰৰ ঘৈণীয়ে লিখা-পঢ়া জানিলে যে সংসাৰৰ বহুত উপকাৰ হয় তাত একো সন্দেহ নাই। সংসাৰৰ খুচৰীয়া হিচাবৰ নিমিত্তে পুৰুষবিলাকক বেজাৰ কৰিব নেলাগে। আজিকালি প্ৰায় সৰহ ভাগেই লিখা-পঢ়া জানে, কিন্তু সুশৃঙ্খলাৰে চলোৱা এতিয়াও শিক্ষা কৰা নাই। অতএব পাঠিকাবিলাক, আপোনালোকে সুশিক্ষিতা গৃহিনী হৈ সংসাৰ শৃঙ্খলাৰে চলাই সকলোৰে প্ৰশংসনীয় হবলৈ যত্ন কৰিব। ক্ৰমশঃ

—শ্ৰীমতী কুইন আইটী।

# নতুন গীত।

গীত। (১)

ৰচনা — শ্ৰীৰাধানাথ ফুকন এম, এ।
সুৰ — শ্ৰীলক্ষ্মীৰাম বৰুৱা।

ভূপালী — ঢিমে তেতালা।
বাজে আপুনি পুৰণি বীণা,
শুনি কি আবেগে আতুৰ প্ৰাণ।
ৰিণিকি ৰিণিকি হিয়াত বাজিছে
পাহৰা সুৰৰ মধুৰ তান।
উষাৰ কিৰণে পুবে পোহৰোঁতে,
আহি উটি সুৰে, মলয়া লগতে,
ওপচায় হিয়া নতুন উলাহে।
গোৱাঁ সকলোৱে জাতীয় গান।।

গীত। (২)

ৰচনা — শ্ৰীপদ্মনাথ বৰুৱা।
সুৰ — শ্ৰীলক্ষ্মীৰাম বৰুৱা।

ভৈৰবী — কাওৱালী।
পাৰোঁতেনো দিওঁ আহি আপুনি বিদায়,
পুলিতে প্ৰেমৰ পুলি ঢাকনী গুচাই।।
নেভাবিবা প্ৰিয়ধন,
কন্দা নাই মোৰ মন,
নিবিদৰে হিয়া এই হিয়া হেৰুৱাই।
প্ৰাণ মোৰ তুমিময়,
তোমাতেই পাব লয়,
তোমাৰ ভাবতে দিলোঁ জীৱন উটাই।
ভাল পাবাঁ বুলি হায়,
ভালপোৱা দিয়া নাই।
যোৱাঁ তুমি; ৰব মোৰ ছবিটি সহায়।।

গীত। (৩)

ৰচনা — শ্ৰীলক্ষ্মীৰাম বৰুৱা।
সুৰ—
ভীমপলশ্ৰী — একতালা।
কিয় শুনো এনেয়ে সদায়
একেটি ৰাগিনী; কোনে গায়?
শুনিছিলোঁ একে থৰে,
তাহানি তোমাৰ সুৰে,
কতনো অমিয়া ধাৰা,
ঢালিছিলে হায়!
একে সুৰে আছে গথা,
সকলো তোমাৰে কথা,
তুমি বিনে শূন্য হিয়া
(আজি) উঠিছে আৰাৱ।
নাই গোৱা কোনেও দুনাই।
তেও শুনো এনেয়ে সদায়।

ৰচনা — শ্ৰীহেমচন্দ্ৰ গোস্বামী।
সুৰ — শ্ৰীলক্ষ্মীৰাম বৰুৱা।

ইমনকৈল্যান — আড়াঠেকা।
আজি কিনো শুভ দিন, দুখীয়া জীৱনে।
পূজিছে সকলো মিলি, পুৰুষ প্ৰধানে।।
যিজনে জনম লভি, বিচাৰি শাস্ত্ৰ সুৰভি,
বিলালে বিমল জ্ঞান ভকত জনে।।
যাৰ ঘোষা ৰত্নাৱলী, মুক্তিত নিস্পৃহা বুলি,
শিকালে ভক্তি নিষ্কাম অজ্ঞানী জনে।।
যাৰ শুদ্ধ নাম স্মৰি, যায় জীৱ ভব তৰি,
কৰাঁ সৱে গুণ-গান পৱিত্ৰ মনে।

— * —

(১) "উষা"ৰ জন্মোপলক্ষে লিখা।
(২) হাতে-লিখা "গদাধৰ" নাটকৰ পৰা টোকা।
(৩) ৰচোঁতাৰ স্বৰ্গীয়া ভাৰ্য্যাৰ সোঁৱৰণিত লিখা।
(৪) মাধৱদেৱৰ তিথি-উৎসৱত গোৱা গীত,

# উষা

প্ৰথম ভাগ নৱম সংখ্যা

## সম্পাদকৰ শৰাই।

## আমাৰ সাহিত্যত অভাৱ।

**জীৱন-চৰিত।**— আমাৰ জাতীয় সাহিত্যত এতিয়াও প্ৰায় সকলো বিষয়তে লাগতিয়াল আৰু উপযুক্ত সংখ্যক কিতাপৰ নাটনি গুচা নাই। তাৰ ভিতৰত জীৱন-চৰিতৰ ঘৰত একেবাৰে শূন্য পৰিছে। পুৰণিকলীয়া কেইখনমান পুথিত বাজে, অসমীয়া ভাষাত জীৱন-চৰিত সমূলি নাই বুলিলেও বঢ়াই কোৱা নহব। কিন্তু, জীৱনী লিখি ৰাখিব লগীয়া ক্ষণজন্মা পুৰুষ যে আসামত ওপজা নাই সিও নহয়। তদুপৰি, মহাপুৰুষৰ জীৱন কোনো এখন দেশৰ সুকীয়া সম্পত্তি নহয়, পৃথিৱীৰ সকলো ঠাইৰ মানুহে সকলো ঠাইৰ মহাপুৰুষৰ জীৱনীত সমানে এত্তিয়াও চলাব পাৰে। এতেকে, আমাৰ দেশত নোহোৱা হলেও, আমি আন দেশৰ মহাপুৰুষৰ জীৱন-চৰিত লিখি আমাৰ জাতীয় সাহিত্যক চহকী কৰিব পাৰোঁহঁক। কিন্তু বৰ দুখৰ বিষয় যে, অসমীয়া লিখাৰুসকল আজিলৈকে এই বিষয়ত উদাসীন। পৃথিৱীৰ নানা ঠাইৰ মহাপুৰুষসকলৰ জীৱন চৰিত লিখি জাতীয় সাহিত্যক চহকী কৰাটো যে নিলগৰ কথা, স্বদেশী মহাপুৰুষসকলৰ জীৱন-চৰিতৰেও সেই অভাৱ গুচাবলৈ আমাৰ কোনোৱে যত্ন কৰা নাই। পুৰণি কালৰ প্ৰতিভাশালী মহাপুৰুষসকলৰ কথাকে নকওঁ, এই পুৰুষতে জন্ম লোৱা ঁআনন্দৰাম ঢেঁকিয়াল ফুকন আৰু ঁআনন্দৰাম বৰুৱা দুজন মহাত্মাৰ বিস্তৃত জীৱন-চৰিত অসমীয়া সাহিত্যত নথকাটো বৰ বেজাৰৰ কথা। সিবিলাকত বাজেও, মজলীয়া আৰু সৰু খাপৰ জীৱন-চৰিত লিখিবলৈকো আমাৰ তেনে পুৰুষৰ উদ্ভৱ নোহোৱাকৈ থকা নাই। ঁহেমচন্দ্ৰ বৰুৱা, ঁলম্বোধৰ বৰা, ঁগুণাভিৰাম বৰুৱা, ঁপানীন্দ্ৰনাথ গগৈ এই সকলৰ জীৱন-চৰিতৰপৰা বিস্তৰ উপকাৰ পাবলৈ আছে। বিশেষ, অসাধাৰণ প্ৰতিভাশালী লোকতকৈ সাধাৰণ শ্ৰেণীৰ আৰ্হি- জীৱনৰ সজ পটন্তৰে জাতীয় জীৱনত সহজে গুণ ধৰাব পাৰে। সেই কাৰণে, যাৰ জীৱনত সৰহকৈ সজ আৰু মহৎ গুণৰ আদৰ্শ পোৱা যায়, তেওঁৰে জীৱন-চৰিত লিখি থকা যুগুত। আমাৰ মানুহে এতিয়াও গুণ পূজা কৰিবলৈ ভাল জ্ঞান পোৱা নাই, সেইকাৰণেই সিবিলাক এতিয়াও জীৱন-চৰিতৰ মোল নুবুজা হৈয়ে আছে; আৰু সেইবাবেহে জাতীয় জীৱনত অসমীয়া জাতিয়ে আজিও গা কৰিব পৰা নাই। অকল আলোচনাই ফল ধৰাব নোৱাৰে, তাৰ লগে লগে কাৰ্য্য হব লাগে। এতেকে, আলোচনীৰ কৰ্ত্তব্য ইমানলৈকে আগবঢ়োৱা হয়; এতিয়া আমাৰ লিখাৰুসকলে হাতে-কামে আগবাঢ়িব লাগে।

* * *

**বাজে-কিতাপ।**— পঢ়াশালিৰ পাঠ্যত বাজে আনবিলাক কিতাপকে আমি বাজে কিতাপ বুলিছোঁ। এই শ্ৰেণীত প্ৰায় সকলো বিধৰ বিষয় পৰে, আৰু এনে কিতাপৰ সংখ্যাইহে জাতীয় সাহিত্যক ঘাইকৈ চহকী কৰে। ইয়াৰ ভিতৰত উপন্যাস, নাটক, কাব্য, কবিতা, ৰহস্যমূলক কিতাপ এই বিলাকেই প্ৰধান। আমাৰ সাহিত্যত ইয়াৰ অভাৱ বৰকৈ জিলিকি আছে। উপন্যাসৰ লেখত "লাহৰী", "মিৰিজীয়ৰী", "পদুম-কুঁৱৰী", "কুসুমকুমাৰী", "মনোমতী" আৰু ক্ষুদ্ৰ গল্পৰ "সাধুকথাৰ কুকি"। নাটকৰ নামত "মেঘনাদবধ", "জয়মতী", "বৈদেহী-বিচ্ছেদ", "ভ্ৰমৰঙ্গ", "দুৰ্যোধনৰ উৰুভঙ্গ", "হৰিশ্চন্দ্ৰ", "ন-বোৱাৰী" ইত্যাদি। ধেমেলীয়া নাটকৰ শাৰীত "লিতিকাই", "দৰবাৰ", "মহৰী", "গাঁওবুঢ়া", "কলিযুগ", প্ৰভৃতি কেইখনমান ছপা হৈ ওলাইছে। আৰু কেইখনমানে হাতে-লিখা অৱস্থাতেই অভিনয়ত ঠাই পাইছে। কাব্যৰ শ্ৰেণীত "লীলা", "চন্দ্ৰসম্ভৱ কাব্য" আৰু "সীতাহৰণ কাব্য"। পঢ়াশলীয়া কিতাপ এৰি, কবিতাৰ লেখতো "জুৰণি", "চিন্তানল", আৰু "অসমীয়াভাই" ৰহস্যৰ নামত অকল "কৃপাবৰ বৰুৱাৰ টোপোল।" এইদৰে আঙ্গুলিৰ আঁকত লেখ লব পৰা বাজে-কিতাপেৰে আমাৰ জাতীয় সাহিত্য পুৰঠ হোৱাটো নিলগৰ কথা, আজিকালিৰ অৰিয়া-অৰিত এই লেখেৰে অসমীয়া ভাষাই অস্তিত্ব ৰখাই টান পৰিবগৈ। এতেকে সময়ৰ গতি বুজি আমাৰ লিখাৰুসকলে বাজে-কিতাপৰ সংখ্যা বঢ়াই জাতীয় সাহিত্য চহকী কৰিবলৈ পুৰুষাৰ্থ কৰিব লাগে। ওপৰত কোৱা কেইবিধত বাজেও কৃষি, শিল্প, বিজ্ঞান প্ৰভৃতি বিষয়ৰ কিতাপে সাহিত্যক বিশেষকৈ পুৰঠ কৰে। কিন্তু, আমাৰ ভাষাত তেনে কিতাপৰ নাম লবলৈকো এখন নাই। এনে অৱস্থাৰে নো আমাৰ জাতীয় সাহিত্য আদি কেনেকৈ জীয়াই ৰাখিব পাৰোঁ? আমাৰ ভিতৰত এই বিধৰ কিতাপ লিখিবলৈ উপযুক্ত শিক্ষিত লোকৰ অভাৱ বুলিবও নোৱাৰি; বিচাৰিলে, আমাৰ "গ্ৰেডুৱেট" আৰু "আণ্ডাৰ গ্ৰেডুৱেট"ৰ সংখ্যা এই কামৰ নিমিত্তে বৰ্ত্তমানত যথেষ্ট ওলাব। তথাপি যে আমাৰ জাতীয় সাহিত্যত এনেবিলাক অভাৱে ঠাই পাইছে, সেইটো আমাৰ জাতীয় চৰিত্ৰৰ দোষ। এই দোষ গুচাব নোৱাৰিলে আমি এটা সুকীয়া জাতীয় জীৱন ধৰি তিষ্ঠিবলৈ বিচৰাটো আমাৰ মিছা আশা।

# ঘৰুৱা জীৱনত ঘৈণীৰ কৰ্ত্তব্য।

কথাতে কয় বোলে, —

"ঘৈণীয়েই ঘৰ,
ঘৈণী নহলে ঘৰেই অথৰ।"

ঘৰ বুলিলে বাঁহ, কাঠ, বেত, ইকৰা, ইটা, শিল আদিৰ সমষ্টি নহয়; এইবিলাক ঘৰৰ জকা মাথোন। পিতৃ-মাতৃ, ভাই-ভনী, মিতিৰ-কুটুম্ব, আত্মীয়-স্বজন, ঘৰৰ তেজ-মাংস। ঘৈণী ঘৰৰ-প্ৰাণ স্বৰূপ। যি ঘৰত করুণাময়ী মাতৃ নাই, স্নেহময়ী বাই-ভনী নাই, আনন্দদায়িনী জীয়াৰী নাই, লাজুকী বোৱাৰী নাই, স্নেহ, শান্তি, করুণা আৰু আনন্দ ৰূপিনী ভাৰ্য্যা নাই, সেই ঘৰক ঘৰ বুলিব নোৱাৰি। শাস্ত্ৰত কৈছে ঃ—

"অৰণ্যাং তেন গন্তব্যং, যথাৰণ্যং তথা গৃহং "মাতা মস্য গৃহেনাস্তি, ভাৰ্য্যাচ প্ৰিয়বাদিনী।" অৰ্থাৎ, যাখ ঘৰত মৰমিয়াল মাতৃ নাই, মিঠা মুখীয়া ভাৰ্য্যা নাই, তেওঁৰ পক্ষে হাবিলৈ যোৱাই উচিত; কাৰণ তেওঁৰ পক্ষে হাবিও যেনে ঘৰো তেনে।

যি ঘৰত তিৰোতাৰ মধুৰ পৱিত্ৰ হাঁহিৰ জিলিকনি নপৰে, যি ঘৰৰ চোতাল তিৰোতাৰ ভৰিৰ স্পৰ্শত পুষ্পময়ী নহয়, যি ঘৰৰ ভিতৰত তিৰোতাৰ কোমল মাতৰ শব্দ নুশুনি, যি ঘৰত তিৰোতা ঘৰৰ গৰাকী নহয়, সেই উৰুঙ্গা ঘৰ শ্মশানশালীৰ নিচিনা।

আৰ্য্য ঋষিসকলে কৈছে ঃ—

"গৃহিনী গৃহমুচ্যতে" অৰ্থাৎ, গৃহিনীয়েই গৃহ, বা ঘৈণীয়েই ঘৰ। প্ৰেমময়ী ঘৈণীয়েই ঘৰৰ প্ৰাণ। ঘৈণীৰপৰা ঘৰৰ সৃষ্টি হৈছে। ঘৰৰপৰা সমাজ, আৰু সমাজৰপৰা জাতিৰ সৃষ্টি হৈছে। এতেকে, ঘৰুৱা, সমজুৱা, আৰু জাতীয় জীৱনত ঘৈণীয়েই আদ্যাশক্তি। কোনো ঘৰৰ জীয়াৰী এজনী উলিয়াই দিলে ঘৰ শুদা হৈ যায়। কোনো ঘৰৰ ঘৈণী জনী ঢুকালে আমি কওঁ, আমুকাৰ ঘৰখন ভাগিল। ঘৈণী নোহোৱা ঘৰ প্ৰাণহীন দেহৰ দৰে। আৰ্য্য ঋষিসকলে ঘোৰ অৰণ্যৰ মাজত সামান্য পজাত মহাভাগ্যৱতী ঋষি-পত্নীসকলৰ লগত থাকি যথাৰ্থ আৰু আদৰ্শ গৃহী হৈছিল।

অলপ দকৈ গমি চালে জানিব পাৰি যে, এখন ঘৰ এখন সৰু-সুৰা ৰাজ্যৰ নিচিনা। এখন ৰাজ্য চলাওঁতে ৰজাই যি যি কৰিব লাগে, আমাৰ প্ৰতি ঘৰতে ঘৈণীয়েও প্ৰায় তাকে কৰিব লাগে। ৰজাৰ সু-শিক্ষা, উত্তম জ্ঞান, আৰু সজ গুণৰ ওপৰত ৰাজ্যৰ উন্নতি আৰু প্ৰজাৰ সুখ-শান্তি নিৰ্ভৰ কৰে। ঘৰৰ সুখ-শান্তি আৰু উন্নতিও ঘৈণীৰ সজ গুণ, সজ শিক্ষা, আৰু কাৰ্য্যদক্ষতাৰ ওপৰত ওলমি থাকে। ৰজা নোহোৱা ৰাজ্যৰ দৰে ঘৈণী নোহোৱা ঘৰৰ অৱস্থাও ক্ৰমে লাং-লাং-থাং-থাং হয়।

ঘৰৰ ঘৈণী সজ হলে মানুহৰ ঘৰ সুখ আৰু শান্তিৰ আগাৰ হয়। পণ্ডিত বাৰ্কে কৈছে — "বাহিৰৰ দ্বন্দ-হাই, আহুকাল আৰু জঞ্জালৰ হাত সাৰি ঘৰ সোমালেহিয়েই যেন শৰীৰ জুৰ হয় আৰু আত্মাই চেঁচনি পায়।" দৰাচলত দিনটো পুৰুষে বাহিৰত কঠোৰ পৰিশ্ৰম কৰি যেতিয়া দুখে-ভাগৰে আহি ঘৰ সোমায়; তেতিয়া পতিপ্ৰাণ তিৰোতাৰ সাদৰ-সম্ভাষণ, মধুৰ হাঁহি, মিঠা বচন, মাতৃৰ মৌ-সনা মৰমিয়াল মাত, আৰু লৰা-ছোৱালীৰ সুন্দৰ সৰল মুখৰ মধুৰ ভাৱত ভাগৰুৱা পুৰুষৰ ভাগৰ কেনিবা পলায়, শৰীৰ জুৰ লাগে, আৰু আত্মাই চেঁচনি পায়।

"লক্ষ্মী-চৰিত্ৰ"ৰ এঠাইত লিখা আছে, সজ ঘৈণীৰ হিয়াত হিংসা-খিয়াল নাই, তেওঁৰ মনত খং-ৰোহ নেথাকে, আৰু তেওঁৰ গাত ভেম-ফিতাহি দেখিবলৈ নাই; তেওঁৰ হিয়া নিৰ্ম্মল আৰু পবিত্ৰ, তেওঁৰ মন সদায় প্ৰফুল্ল; হাঁহি মুখ আৰু মিঠা বচন তেওঁৰ চিৰ লগৰীয়া। এনে দয়াৱতী, গুণৱতী, পবিত্ৰ-হৃদয়া তিৰোতাৰ দ্বাৰাই মানুহৰ গৃহস্থালীত সুখ আৰু শান্তি বিৰাজ কৰিছে।

ঘৈণীৰ চৰিত্ৰ ঘৰৰ ঘৰোৱাহৰে চানেকী হব লাগে। মহাবীৰ নেপোলিয়ন বনাপাৰ্টে কৈছিল, "লৰা-ছোৱালীৰ চৰিত্ৰ গঠন আৰু ভৱিষ্যৎ জীৱনৰ উন্নতি মাকৰ দোষ-গুণৰ ওপৰত সম্পূৰ্ণে নিৰ্ভৰ কৰে। সৰু কালত মাতৃৰপৰা পোৱা শিক্ষাই মোৰ জ্ঞান আৰু উন্নতিৰ মূল।" মাকৰ শিক্ষা, মাকৰ আচৰণ, লৰা-ছোৱালীয়ে অনুকৰণ কৰে, আন কি লগুৱা-লিগিৰীয়েও

ভাল বুলি গ্ৰহণ কৰে। সন্তানৰ প্ৰথম শিক্ষাৰ ঠাই ঘৰ। শিক্ষয়িত্ৰী ঘৰৰ ঘৈণী লৰাৰ মাক। সন্তানৰ কোমল মনক সৰুকালৰ শিক্ষাই যি ফালে ধাল লোৱায়, গোটেই জীৱনত মনে সেই ফাললৈকে ধাল লব। শিশুকালৰ শিক্ষাৰ গুটিয়েই যৌৱনত গছৰূপে পৰিণত হৈ পৰিয়াল আৰু সমাজক সজ ফল-ফুল আৰু ছাঁ দি সুখী কৰিব নতুবা সি বিষ-লতা হৈ পৰিয়ালক আৰু সমাজক অনেক দুখ-বেজাৰ দিব। সন্তানৰ শিক্ষাত মাকৰ দায়িত্ব কি, সেই সম্বন্ধে পিচে আমি বাহুল্যকৈ আলচ কৰিম। এতিয়া মুঠতে ইয়াকে কব খোজোঁ যে, এডাল লোৰ শিকলিৰ এটা আঙ্গঠি ভাগিলে যেনেকৈ গোটেই ডাল শিকলি দুৰ্ব্বল হয়, তেনেকৈ কোনো পৰিয়ালৰ এটা সন্তান বেয়া হলেই সেই পৰিয়ালৰ গৌৰৱ আৰু বল টুটি, অসুখ-অশান্তি বাঢ়ে আৰু সমাজ দুৰ্ব্বল হয়। স্বদেশ আৰু স্বজাতীয়ে প্ৰত্যেক জন সন্তানলৈকে এনে হেঁপাহেৰে সদায় চাব লাগিছে, যেন প্ৰত্যেক সন্তানেই সজ, জ্ঞানী মাক গুণী হৈ নিজৰ কৰ্ত্তব্য সাধি স্বদেশৰ কীৰ্ত্তি আৰু স্বজাতিৰ গৌৰৱ বঢ়ায়। কাৰণ, অনেক মানুহ মিলি এটা পৰিয়াল, আৰু অনেক পৰিয়াল মিলি সমাজ বা জাতিৰ উদ্ভৱ হৈছে। ঘৰৰ ঘৈণী, লৰাৰ মাক, যদি সুশিক্ষিতা, জ্ঞানী আৰু গুণৱতী হৈ সন্তানৰ কোমল মনত কুমলীয়া বয়সতে সজ শিক্ষা, সজ আচৰণ, সজ গুণৰ গুটি সিঁচি দিব পাৰে, তেন্তে মানৱ সমাজৰ উন্নতি অনিবাৰ্য্য। তিৰোতা ঘৰৰ লক্ষ্মী, গৃহস্থালীৰ ৰাণী, পুৰুষৰ অৰ্দ্ধাঙ্গিনী, মানুহ জাতিৰ জননী আৰু সন্তানৰ শিক্ষয়িত্ৰী।

মহাভাৰতৰ দুষ্মন্তোপাখ্যানত শকুন্তলাই দুষ্মন্তক কৈছিল ঃ—

"অৰ্দ্ধংভাৰ্য্যা মনুষ্যস্যভাৰ্য্যা শ্ৰেষ্ঠতমা সখা।
ভাৰ্য্যা মূলং ত্ৰিবৰ্গস্য ভাৰ্য্যা মূলং তৰিষ্যতঃ।
ভাৰ্য্যাৱন্তঃ ক্ৰিয়ৱন্তঃ সভাৰ্য্যা গৃহমেধিণঃ!
ভাৰ্য্যাৱন্তঃ প্ৰমোদন্তে ভাৰ্য্যাৱন্তঃ শ্ৰিয়াম্বিতাঃ।।"

ভাৰ্য্যা মানুহৰ অৰ্দ্ধাঙ্গিনী; ভাৰ্য্যা মানুহৰ পৰম সখা; ভাৰ্য্যা ত্ৰিবৰ্গৰ, অৰ্থাৎ ধৰ্ম্ম, অৰ্থ আৰু কামৰ মূল। ভাৰ্য্যা সংসাৰ-সাগৰ পাৰ হবৰ জন্যে অৱলম্বন স্বৰূপ; ভাৰ্য্যাৱন্ত মানুহেই ক্ৰিয়াৱন্ত; যিবিলাকৰ ভাৰ্য্যা আছে সেইবিলাকেই হে গৃহী; ভাৰ্য্যাৱন্তবিলাকেই হে সুখী আৰু লক্ষ্মীৱন্ত। "সা ভাৰ্য্যা যা গৃহে দক্ষা, সা ভাৰ্য্যা যা প্ৰজাৱতী। সা ভাৰ্য্যা যা পতিপ্ৰাণা, সা ভাৰ্য্যা যা পতিব্ৰতা।" সেই জনাই ভাৰ্য্যা যি জনা ঘৰুৱা কামত পাৰ্গত, সেই জনাই ভাৰ্য্যা যি জনা পতিপ্ৰাণা আৰু পতিব্ৰতা। পবিত্ৰ আৰু নিষ্কলঙ্ক মাতৃত্বৰেই আন এটা নাম সতীত্ব। এই সতীত্ব ৰক্ষাৰ কাৰণেই পুণ্যশ্লোক ঋষিসকলে তিৰোতা জাতিক গৃহস্থালীৰ কামত নিযুক্ত থাকিবলৈ আদেশ কৰিছে। গৃহস্থালীৰ সকলো কামতকৈ পতিসেৱাই সতীত্ব ৰূপ বৃত্তৰ কেন্দ্ৰ। মহৰ্ষি মনুৱে কৈছে, —

"বিশালঃ কামবৃত্তো বা গুণৈৰ্বা পৰিবৰ্জ্জিতৈঃ
ভাৰ্য্যাঃ স্ত্ৰিয়া সাধ্বী সততং দববৎ পতিঃ।।"

মনু ৫ম অঃ, ১৫৪।

অৰ্থাৎ, স্বামী কুচৰিত্ৰ, কামুক বা গুণহীন হলেও সাধ্বী তিৰোতাৰ পক্ষে সদায় দেৱতুল্য সেৱনীয়।

"নাস্তি স্ত্ৰীণাং পৃথক যজ্ঞো ন ব্ৰতং নাপ্যুপোষিতং।
পতিং শুষশ্ৰূতে যেন তেন স্বৰ্গে মহীয়তে।"

অৰ্থাৎ, তিৰোতাবিলাকৰ বেলেগে একো যজ্ঞ নাই, একে ব্ৰত বা উপাসনাদি নাই; পতিক শুশ্ৰূষা কৰিলেই তেওঁলোক স্বৰ্গবাসিনী হয়।

স্বৰ্গীয় মহাৰাণী ভিক্টোৰীয়া ভাৰতেশ্বৰীয়ে কৈছিল, — "Without the authority which belongs to the husband, there connot be true comfort or happiness in domestic life."

ব্ৰহ্মবৈবৰ্ত্ত পুৰাণত মহৰ্ষি বেদব্যাসে কৈছে;—
"ভৰণাদেৱ ভৰ্ত্তাস পালনাং পতিৰুচ্যতে।
শৰীৰেশাচ্চ স স্বামী কামদাৎ কান্ত উচ্যতে।।
বন্ধুশ্চ সুখদানাচ্চ প্ৰীতিদানাৎ প্ৰিয়ঃপৰং।
ঐশ্বৰ্য্যদানাৎ ঈশশ্চ প্ৰাণেশাৎ প্ৰাণনাথকঃ।।
ৰতিদানাচ্চ ৰমণং প্ৰিয়োনাস্তি প্ৰিয়াৎপৰং।
পুত্ৰস্তু স্বামিনঃ শুক্ৰাজ্জায়তে তেন স প্ৰিয়ঃ।।
শতপুত্ৰাৎ পৰং স্বামী কুলজানাং প্ৰিয়ঃ সদা।"

অৰ্থাৎ, স্ত্ৰীক ভৰণ কৰাৰ নিমিত্তে স্বামীৰ নাম ভৰ্ত্তা; পালন কৰাৰ নিমিত্তে তেওঁৰ নাম পতি; শৰীৰৰ গৰাকী বাবে স্বামী; কাম দান কৰাত কান্ত ; সুখ দান কৰা হেতু বন্ধু; প্ৰীতিদান কৰাৰ কাৰণে প্ৰিয়; ঐশ্বৰ্য্যদান কৰাৰ বাবে ঈশ; প্ৰাণৰ গৰাকীৰ নিমিত্তে প্ৰাণনাথ; ৰতিদানৰ বাবে ৰমণ। পতিতকৈ তিৰোতাৰ

আন একো প্ৰিয় নাই। স্বামীৰ শুক্ৰৰপৰা পুত্ৰৰ জন্ম হয়; পুত্ৰ তিৰোতাৰ প্ৰিয়; কিন্তু এশ পুত্ৰতকৈও কুলকামিনী

বিলাকৰ পক্ষে স্বামী প্ৰিয়তৰ। তিৰোতাক উপযুক্তা ভাৰ্য্যা কৰিবৰ নিমিত্তেই মনু-সংহিতাত কৈছে;—

"কন্যাপ্যেবং পালনীয়া শিক্ষনীয়াতি যত্নতঃ
দেয়া বৰায় বিদুষে ধনৰত্ন সমন্বিতা।।"

অৰ্থাৎ, লৰাৰ দৰে ছোৱালীকো তুলি-তালি ডাঙ্গৰ-দীঘল কৰিব, অতি যত্নেৰে শিক্ষা দিব, আৰু পিচে বিদ্যাৱন্ত দৰাত বিয়া দিব। আমাৰ মানুহে ভাবে, — "লৰা ধান, ছোৱালী পতান।" "কটাৰিক ভাল কৰে শিলে, তিৰোতাক ভাল কৰে কিলে।" এইবিলাক ভাৱৰ বশৱৰ্ত্তী হৈ আমাৰ মানুহ তিৰোতাৰ শিক্ষালৈ প্ৰায় আওকণীয়া হৈছে। কিন্তু ঘৰুৱা জীৱনত তিৰোতাৰ শিক্ষা যে কিমান লাগতিয়াল তাক তলত লিখা পটন্তৰ কেইটিয়েই প্ৰমাণ কৰিছে।—

(১)
"জী ভালেই জোঁৱাই ভাল।
শাহু ভালে বোৱাৰী ভাল।"

(২)
"মাছে গৰকা পাছলি খাবা।
শাহুৱে গৰকা বোৱাৰী বাবা।"

(৩)
"টিক্ বলধা ওলায় মাটি।
মাক ভাল জীয়েক জাতি।"

(৪)
"বৰ বাই যেনি, সৰু ভাইও তেনি।"

* * *

পুৰুষে বাহিৰৰ সংসাৰ চলায়; বাহিৰৰপৰা সকলো লাগতিয়াল বস্তু চপাই-মেলি আনি দিবহি; ঘৈণীয়ে তাৰে ভিতৰুৱা সংসাৰ চলাব, এয়ে গৃহস্থালীৰ-নিয়ম; ভিতৰুৱা গৃহস্থালীৰ বিষয়ে পুৰুষে কোনো কথা সুধিব লাগিলে ঘৈণীক নুসুধি নোৱাৰে। সেই বাবেই বুঢ়া লোকে কৈছে;— "ঘৰৰ ঘৈণী লৰাৰ মাক, তোমাক নুসুধি সুধিম কাক?" ঘৰুৱা জীৱনত ঘৈণীৰ প্ৰথম আৰু প্ৰধান কৰ্ত্তব্য পতিসেৱা; আৰু পতিভক্তিৰ বিষয়েই আমি ঘাইকৈ এই পৰ্য্যন্ত আলোচনা কৰি আহিছোঁ। আন-আন কৰ্ত্তব্যৰ বিষয়ে আমি আগলৈ আলচ কৰিম, সম্প্ৰতি সজ তিৰোতাৰ লক্ষণৰ বিষয়ে জ্ঞানী ডাকৰ বচনৰ পৰা কেইফাঁকি মান পদ তলত তুলি দিলোঁ;—

(১)

আপোন স্বামীতে সদায় মন।
স্বামীক দেখে যেন নাৰায়ণ।।
স্বামী যদি খায় কৰে আহাৰ।
স্বামী নখাইলে ভুঞ্জে নিকাৰ।।
নিতান্তে স্বামীৰ সেৱে চৰণ।
বোলয় ডাকে সতীৰ লক্ষণ।।

(২)

স্বামীৰ মনক সদা বুজিব।
স্বামীৰ মন বুজি আচৰিব।।
খঙ্গত স্বামীয়ে কৰে ধিক্কাৰ।
হেন দেখি কিছু নোবোলে আৰ।।
নম্ৰ হুয়া থাকে যেহেন দাসী।
তথাপি কঠোৰ বাণী নভাষি।।
যতনে স্বামীৰ গুচাৱয় ৰোষ।
ডাকে বোলে লক্ষ্মী তেওঁৰ সন্তোষ।।

(৩)

যি নাৰী ৰন্ধন শালক যাই।
মিষ্ট কৰি পাক কৰে সদাই।।
নাহি মাত-বোল নকৰে দ্বন্দ।
খং তোলালেও নোবোলে মন্দ।
সিটো গৃহস্থৰ বাঢ়য় শ্ৰী।
বোলয় ডাকে লক্ষ্মী সেহি স্ত্ৰী।।

(৪)

সৰু-সূতা কাটে বোৱয় তাঁত।
চা-চুবুৰীয়াই নুশুনয় মাত।।
ৰন্ধন-শালত নলাগে কালী।
ডাকে বোলে তেওঁ ৰান্ধনী ভালী।।

(৫)

কাষত কলসী জলক যায়।
তলমূৰ কৰি কাকো নেচায়।
যেই পথে যায় সেই পথে আসে।
ডাকে বোলে ভাল মনত ভাষে।।

(৬)

দেৱ পিতৃ সেৱে আৰু অতিথি।
তাহাৰ ঘৰে লক্ষ্মী বসতি।।
পুত্ৰ ধন জন বন্ধু সহিত।
আনন্দে থাকয় স্বামী সহিত।।
পৰপুৰুষৰ মুখক নেচায়।
বস্ত্ৰ-কেশক থাকে চিকুনাই।।
ডাঙৰ খঙতো হাঁসি থাকয়।।
অল্প কৰি শাহু-শহুৰত কয়।।
শাহুত নুসুধি কৰ্ম্ম নকৰে।
তেওঁৰ জানা লক্ষ্মী গৃহ নচাৰে।।

(৭)

যিবা দ্ৰব্য আসি গৃহে মিলয়।
তাক যত্ন কৰি সাঞ্চি থোৱয়।
অল্প অল্প কৰি ধন সাঞ্চয়।
সেহিমতে ধন ধৰ্ম্ম লভয়।।
সত্য কথা কৰে মিছা নমাতি।
শাহু-শহুৰত কৰে ভকতি।।
অতিথিক অন্ন ভুঞ্জিবাক দেয়।
তেওঁৰ ঘৰে সদা লক্ষ্মী থাকয়।।

— 0 —

# সঙ্গীত।

## (৮ম সংখ্যাৰ ২৫১ পিঠিৰপৰা।)

ইতিপূৰ্ব্বে লিখা হৈছে যে, খৰজ আৰু পঞ্চমক এৰি আন-আন সুৰবিলাকক কোমল আৰু কড়ি কৰা যায়। ঋখব, গান্ধাৰ আৰু ধৈবত এই তিনটা সুৰক কোমল বাবে বিকৃত কৰাই হে ৰীতি, এইবিলাকৰ কড়ি আৱশ্যক নহয়। কিয়নো, ঋখবক কড়ি কৰিলে যি ফল হয়, গান্ধাৰক কোমল কৰিলেও সেয়ে হয়। মধ্যম হে মুঠে কড়ি হয়। কিয়নো, পঞ্চমক কোমল আৰু মধ্যমক কড়ি কৰা দুয়ো সমান; কিন্তু হিন্দু সঙ্গীতশাস্ত্ৰ মতে পঞ্চম বিকৃত নহয়, সেই নিমিত্তে কোমল পঞ্চম নুবুলি কড়ি মধ্যম হে বোলে। গান্ধাৰ আৰু মধ্যমৰ ভিঁতৰত নিচেই অলপ শ্ৰুতি থকাৰ নিমিত্তে মধ্যমৰ কোমল নাই। মধ্যমক কোমল কৰিবলৈ গলে গান্ধাৰ হে হব। ঋখব আৰু অন্যান্য সুৰক যদি স্বৰগ্ৰাম কৰা যায়, তেন্তে গ্ৰামবিলাক কেনেকৈ সজাগ লাগিব তাক তলত দেখুৱা গল।—

ঋখক স্বৰগ্ৰাম কৰিলে ঃ—

ঋ = সা  গ= ঋ
মী = গ  প = ম
ধ = প  নি = ধ
ঋ = নি

গান্ধাৰক স্বৰগ্ৰাম কৰিলে ঃ—

গ = সা  মী = ঋ
ধো = গ  ধ = ম
নি = প  ৰো = ধ
গো = †

মধ্যমক স্বৰগ্ৰাম কৰিলে ঃ—

মা = সা  প = ঋ
ধ = গ  নো = ম
সা = প  ঋ = ধ
গ = নি

পঞ্চমক স্বৰগ্ৰাম কৰিলে;—

প = সা  ধ = ঋ
নি = গ  সা = ম
ঋ = প  গ = ধ
মী = নি

ধৈবতক স্বৰগ্ৰাম কৰিলে ;—

ধ = সা  নি = ঋ
ৰো = গ  ঋ = ম
গ = প  মী = প
ধো = নি

নিখাদক স্বৰগ্ৰাম কৰিলে ;—

নি = সা  ৰো = ঋ
গো = গ  গ = ম
মী = প  ঘো = ধ
নো = নি

সচল ঠাট আৰু অচল ঠাট।— সাতোটা স্বৰ, অৰ্থাৎ পাঁচোটা পূৰ্ণ (পূৰ্ণান্তৰ থকা) আৰু দুটা অৰ্দ্ধ (অৰ্দ্ধান্তৰ থকা) স্বৰেৰে যি স্বৰগ্ৰাম হয় তাক সচল ঠাট, আৰু বাৰটা বিকৃত স্বৰেৰে, অৰ্থাৎ অৰ্দ্ধ সুৰেৰে যি স্বৰগ্ৰাম হয় তাক অচল ঠাট কয়।

মাধুৰাচলিক, ষড়স্বাৰিক আৰু পঞ্চস্বাৰিক গ্ৰাম;— এটা সপ্তকত ২২টা শ্ৰুতি দি যি স্বৰগ্ৰাম হয় তাক মধুৰাচলিক গ্ৰাম কয়। এনেকুৱা গ্ৰাম এচিয়া মহাদেশক এৰি আন ঠাইত দেখা নেযায়। ছটা স্বৰেৰে যি গ্ৰাম হয় তাক ষড়স্বাৰিক গ্ৰাম, আৰু পাঁচোটা স্বৰেৰে যি গ্ৰাম হয় তাক পঞ্চস্বাৰিক গ্ৰাম কয়। ইয়াৰ ওপৰত শুদ্ধ স্বৰগ্ৰামৰ এক সুৰৰপৰা আন সুৰলৈ গলে যত ৪টা বা তিনটা শ্ৰুতি আছে, সেইবিলাকক পূৰ্ণস্বৰ আৰু যত ২টা কৰি শ্ৰুতি আছে তাক অৰ্দ্ধস্বৰ নিৰ্দ্দেশ কৰি মোটামুটিকৈ স্বৰগ্ৰাম সজোৱা হৈছে। কিন্তু তাৰ দ্বাৰাই সুৰ দুটাৰ মাজৰ শ্ৰুতিৰ সংখ্যা অলপ কম-বেচি হৈছে, সেই নিমিত্তে এক সুৰৰপৰা আন সুৰলৈ যাব লাগিলে যত যিমান শ্ৰুতি আছে তাৰ সংখ্যা সমান ৰাখি ঋখব আদি স্বৰগ্ৰামত যি যি সুৰৰ

আৱশ্যাক হয় তাক তলত দিয়া গল। —
ঋ - গ্ৰামত ঃ— ঋৃ = সা, ৰো = ঋ, মী = গ, প = ম, ধ = প, সা = ধ, ৰো' = নি।
গ-গ্ৰামত ঃ — গ = সা, মী = ঋ, ধো = গ, ধ = ম, নি = প, বো = ধ, গো = নি।
ম-গ্ৰামত ঃ — ম = সা, প = ঋ, ধো = গ, নো = ম স = প, ঋৃ = ধ, গ = নি।
প-গ্ৰামতঃ— প = সা, ধ = ঋ, নি = গ, সা = ম. ঋ = প, ম = ধ, মী = নি।
ধ-গ্ৰামতঃ— ধ = সা, স = ঋ, ৰো = গ, ঋ = ম, ধো = নি।
নি-গ্ৰামতঃ— নি = সা, ৰো = ঋ, গো = গ, গ = ম, মী = ম, র্মী = প, ধো = , নো = নি।

আমি ইয়াৰ পিচত ৰাগ-ৰাগিনী ইত্যাদিৰ কথা ক্ৰমে ক্ৰমে লিখিব খুজিছিলোঁ, কিন্তু কোনো বন্ধুৰ বিশেষ অনুৰোধত আগেয়ে বাদ্যযন্ত্ৰাদিৰ কথাহে লিখিবলৈ বাধ্য হলোঁ। এইবিলাক লিখি এটাইহে আকৌ ৰাগ-ৰাগিনী অলঙ্কাৰ ইত্যাদিৰ কথা লিখিবৰ মন আছে।

## বাদ্য-যন্ত্ৰাদিৰ কথা।

ভাৰতবৰ্ষত যিমান বাদ্য-যন্ত্ৰ প্ৰচলিত আছে, শাস্ত্ৰকাৰবিলাকে তাক চাৰিভাগ কৰি চাৰিটা নাম দিছে। যথা ঃ— আনদ্ধ, শুষিৰ, ঘন আৰু তত। ঢাক, ঢোল, মৃদঙ্গ, পাখোৱাজ ইত্যাদি চামড়াৰ যন্ত্ৰবিলাকক আনদ্ধ; শিঙ্গা, শঙ্খ, মুৰলী ইত্যাদি ফুঁদি বজোৱা যন্ত্ৰবিলাক শুষিৰ; মন্দিৰা, কৰতাল, ঘণ্টা ইত্যাদি ঘন; আৰু বীণা, ৰবাব, তাম্বুৰা, চেতাৰ, বেহেলা ইত্যাদি তাৰ যন্ত্ৰবিলাকক তত বোলে।

তত যন্ত্ৰও দুবিধ। এবিধ জৰিৰে বজোৱা হয়, যেনে, এচৰাজ, বেহেলা, চাৰেঙ্গ; আৰু আন বিধ মুঠেই আঙ্গুলিৰ চালেৰে বজোৱা হয়, যেনে বীণা, চেতাৰ তাম্বুৰা ইত্যাদি। পুৰণি যন্ত্ৰৰ ভিতৰত বীণা, মুৰলী, শিঙ্গা, ডম্বৰু, দুন্দুভী, পিনাক, জগজম্প ইত্যাদি নানা বিধ বাদ্যৰ নাম পোৱা যায়। এই গোটেইবিলাকৰ ভিতৰত বীণা, মুৰলী, আৰু ডম্বৰু অতি পুৰণি। সঙ্গীত শাস্ত্ৰত লিখিছে যে, দেৱৰ্ষি নাৰদে ভগৱত উপাসনাৰ নিমিত্তে অতি লাগতিয়াল জানি বাগেদবী সৰস্বতীৰ হাতৰ বীণাখনিৰ অনুৰূপ বীণা যন্ত্ৰ পৃথিৱীত প্ৰকাশ কৰে। ডম্বৰু মহাদেৱৰ হাতত, আৰু সমুদ্ৰমন্থনৰ সময়ত এটা বাঁহৰ বাঁহী মুৰলী ৰূপে শ্ৰীকৃষ্ণৰ হাতত উৎপত্তি হয়।

ভাৰতবৰ্ষত যিবিলাক যন্ত্ৰৰ নাম জনা যায়, সেইবিলাকক শ্ৰেণীবদ্ধ কৰি তলত নাম দিয়া গল।

১। স্বৰ সহায়ী যন্ত্ৰ।— যিবিলাক যন্ত্ৰ ফুঁ দি বা বায়ুৰ সঞ্চালন কৰি বজোৱা হয়। যথা ঃ— বাঁহী, শিঙ্গা, ৰামশিঙ্গা, তুৰী, ভেৰী, শঙ্খ, সানাই; ৰসন চৌকী, তুবড়ী, ভেঁপো, মহাশঙ্খ, নুই; কলম, আলগোজা, গোমুখী হুডুক, ৰণশৃঙ্গ।

যিবিলাক যন্ত্ৰ আঙ্গুলি অথবা জৰীৰ ঘঁহনিৰে বজোৱা হয়। যথা;— বীণা, পিনাক, বেহেলা, কানুন, ৰবাব, শৰদ, চেতাৰ বা ত্ৰিতন্ত্ৰী, এচৰাজ, চাৰেঙ্গ, সুৰ চাৰেঙ্গ, চাৰিন্দা, স্বৰশিঙ্গ, তাউস, তানপুৰা বা তাম্বুৰা; একতাৰা, মুচঙ্গ, সপ্তস্বনা, জলতৰঙ্গ, গোগী যন্ত্ৰ।

২। সমৰ সহায়ী যন্ত্ৰ।— যিবিলাক যন্ত্ৰ কাঠ, চামড়া আৰু মাটিৰে তৈয়াৰ হয়। যথা - মৃদঙ্গ, পাখোৱাজ, তবলা, খোল, ঢোলোক, জোড়, খাই, ঢাক, জয়ঢাক, দামামা, দগড়, দুন্দুভী, নাগড়া, নহবৎ, তাচা, কাড়া, জগাজম্প, দাদৰা, ডিণ্ডিম, খঞ্জমী, ডম্বৰু, মাদল, ডম্ফ।

এইবিলাকৰ বাহিৰেও আৰু কিছুমান ধাতুৰে তৈয়াৰ হোৱা বাদ্য যন্ত্ৰ আছে। যথা ঃ— ঘণ্টা, কাঁসৰ, কাৰ্সি, ঝৰ্ঝৰ, মাঝৰা, কৰতাল, খৰতাল, ইত্যাদি। এইবিলাকৰ ভিতৰত কোনো কোনোটোক মঙ্গল বা উৎসৱাদিত ব্যৱহাৰ কৰাত মঙ্গলবাদ্য আৰু কোনো কোনোটোক ৰণবাদ্যৰ ভিতৰত ধৰা যায়।

ওপৰত লিখা যন্ত্ৰবিলাকৰ ভিতৰত বীণা, ত্ৰিতন্ত্ৰী, কানুন বাঁহী, মৃদঙ্গ, তবলা, ঢোলোক ডম্ফ, মন্দিৰা, খৰতাল, চাৰেঙ্গ, তাম্বুৰা, মুচঙ্গ, এচৰাজ, বেহেলা, পিনাক, সুৰ চাৰেঙ্গ, সুৰশৃঙ্গাৰ স্বৰবীণা, এইবিলাক সদায় সভাত বজোৱা হয় দেখি এইবিলাকক সভ্য যন্ত্ৰ বোলে। সভ্য যন্ত্ৰ দুবিধ; স্বয়ংসিদ্ধ আৰু অনুগত সিদ্ধ। যি যন্ত্ৰ কোনো গীত বা আন যন্ত্ৰৰ অনুগত নহৈ বাজে তাক স্বয়ং-সিদ্ধ, আৰু যি যন্ত্ৰ গীত বা কোনো যন্ত্ৰৰ অনুগত হৈ বাজে তাক অনুগত সিদ্ধ কয়। শঙ্খ, ঘণ্টা, কাঁসৰ, সানাই ইত্যাদি বাদ্যবিলাক মঙ্গল উৎসৱত ব্যৱহাৰ হয় দেখি সেই বিলাকক মাঙ্গল্য যন্ত্ৰ কয়। দুন্দুভি দামামা, জয়ঢক্কা ৰণশৃঙ্গ, ইত্যাদি পুৰণি কালত ৰণ-ক্ষেত্ৰত বজোৱা হৈছিল দেখি সেইবিলাকক ৰণবাদ্য বোলে। মাদল বা মৰ্দ্দল, সৰমঙ্গল, একতাৰা, গোপী যন্ত্ৰ, আনন্দ

লহৰী, খোল, ডম্বৰু তুবড়ী, খঞ্জুৰী বা খঞ্জনী, ৰামশিঙ্গা, ইত্যাদি যন্ত্ৰক গ্ৰাম্য যন্ত্ৰ বোলে। ৰোসন চৌকী, আলগোজা, কমল, ডঙ্কা, আদি কৰি ধনী মানুহ বিলাকৰ বাহিৰ ফুৰিবলৈ ওলোৱাত Procession, অৰ্থাৎ, চওবাৰীৰ ওপৰত বজোৱা হয় বুলি এইবিলাকক চওৱাৰী যন্ত্ৰ কয়।

যন্ত্ৰাদিত সুৰ উৎপাদন কৰা নিয়ম।— বতাহৰ কঁপনিৰপৰা সুৰৰ উৎপত্তি হয় বুলি আমি আগেয়ে হৈ আহিছোঁ। নানা ৰকম উপায়ে বতাহৰ কঁপনি ওলাব পাৰে; আৰু সেই গুণে সুৰ উলিয়াবৰো নানা ৰকম উপায় আছে। কিন্তু সঙ্গীত শাস্ত্ৰত প্ৰধানতঃ দুই ৰকমৰ উপায়হে নিৰ্দ্দিষ্ট আছে।

১ম।— তত যন্ত্ৰক "চৰি"ৰে ঘঁহা।

২য়।— শুষিৰ যন্ত্ৰক মুখেৰে ফুঁদি বা আন উপায়েৰে বতাহ ভৰোৱা।

(১) তাৰৰ সঙ্কৰ্ষণ।— তাৰ এডালত টানি দুই মুৰে বান্ধি আঘাত কৰিলে কঁপিবলৈ ধৰে আৰু লগে লগে বতাহৰ হেন্দোলনি তোলে, এই হেন্দোলনিৰপৰা শব্দ বা সুৰ উৎপত্তি হয়। তাৰডালৰ কম্পন সংখ্যা যিমান বেচি হয় সুৰ সিমান ওখ হৈ যাব। তাৰডালৰ দুই মুৰৰ গাঁথি দুটা লাহে লাহে টানি নিলে সুৰটিও লাহে লাহে ওখ হৈ যাব আৰু গাঁথি দুটা যিমান ঢিলা কৰি নিয়া যায় সুৰটিও সিমান নামি আহিব বা খাদ হৈ যাব। তাৰৰ কম্পন সংখ্যা তাৰ দৈৰ্ঘ্য আট (tension) আৰু পৰিমাণৰ ওপৰত তলত লিখাৰ দৰে নিৰ্ভৰ কৰে ঃ—

(ক) আট সমানে ৰাখি যদি তাৰডালৰ দৈৰ্ঘ্য কম-বেচি কৰা যায়, তেন্তে তাৰ কম্পন সংখ্যা অৰ্থাৎ সুৰৰো পাৰ্থক্য হব। কোনো এডাল টাৰৰ কম্পন সংখ্যা যদি চেকেণ্ডত ২৮৮ হয়, আৰু তাৰ আট সেইদৰে ৰাখি, দৈৰ্ঘ্য আধা কৰা হয় তেন্তে যি সুৰ ওলাব তাৰ কম্পন সংখ্যা চেকেণ্ডত ৫৭৬ হব, অৰ্থাৎ আগৰ দুগুণ হব। আৰু যদি দৈৰ্ঘ্য তিনি ভাগৰ-এভাগ কৰা হয়, তেন্তে কম্পন সংখ্যা ৩ গুণ হব। দৈৰ্ঘ্য কমাই যদি চাৰিভাগৰ এভাগ কৰা হয় তেন্তে কম্পন সংখ্যা ৪ গুণ হব।

(খ) তাৰ ডালৰ দীঘ সমান ৰাখি যদি তাৰ আট (tension) লাহে লাহে বেচিকৈ নিয়া যায়, তেন্তে তাৰ সুৰটো লাহে লাহে চৰা হৈ যাব। তাৰডালৰ দুগুণ আট হলে সুৰ দুগুণ চৰা হব।

(গ) তাৰডাল যিমান শকত হয়, তাৰ সুৰটোও সেই পৰিমাণে নাম হব।

ওপৰত লিখা নিয়মকেইটাৰপৰা দেখা যায় যে, তাৰৰ কম্পন সংখ্যা অতি সহজে কম-বেচি কৰি তাৰপৰা অসংখ্যা সুৰ উলিয়াব ; পাৰি।

ক    গ

খ    ঘ

যেনে, কখ আৰু গঘ দুটা খুটিত এডাল তাৰ বন্ধা আছে। তাৰডাল কঁপিলে যি সুৰ ওলাব তাক চৰা আৰু খাদ কৰিবলৈ দুটা উপায় আছে। এক উপায় খুটি দুটা নলৰাই তাৰৰ আট টান বা ঢিলা কৰা; আৰু আন উপায় তাৰৰ আট সমান ৰাখি খুটি দুটাৰ মাজৰ ব্যৱধান বেচি বা কম কৰা।

যদি কগ তাৰৰ এপিনে কখ খুটিৰে বন্ধা ৰাখি সিপিনে গঘ খুটিৰ ওপৰেদি কোনো এটা বস্তু বান্ধি ওলোমাই থোৱা হয়, তেনেহলে সেই বস্তুটোৰ গুৰুত্ব আৰু লঘুত্ব অনুসাৰে তাৰ পৰা ওলোৱা সুৰো চৰা আৰু খাদ হব। যদি সেই বস্তুৰ ভাৰ বেচি কৰা যায়, তেন্তে তাৰডাল টান হৈ ওখ মাত ওলাব। যদি ভাৰ কমোৱা যায়, তেন্তে তাৰডাল ঢিলা বা নাম হৈ মোটা বা গহীন মাত ওলাব। আকৌ, যদি বস্তুটোৰ ভৰ একে ৰকমে ৰাখি কখ খুটিটো গঘ খুটিৰ পিনে অলপ আগুৱাই দিয়া হয়, অৰ্থাৎ তাৰডালৰ দীঘ কম কৰা যায়, তেন্তে সুৰ চৰা হব। আৰু পিচুৱাই দিলে, অৰ্থাৎ তাৰৰ দীঘ বেচি কৰিলে সুৰটো খাদ হব।

ভাবাঁ, ক আৰু গ তাৰৰ দীঘটো ৪৫ ইঞ্চি। এতিয়া কখ, খুটি যদি ২২.৫ ইঞ্চি আগুৱাই (কগৰ মাজলৈ) অনা যায়, তেন্তে যি সুৰ ওলাব সেইটো আগৰ সুৰৰ অষ্টম সুৰ হব।

কোনো চেতাৰত যেনিবা তাৰ ৰান্ধিছা। যি দুঠাইত তাৰ ডালে চুইছে তাৰ ব্যৱধান ৪৫ ইঞ্চি। তলত লিখা মতে পৰ্দ্দাবিলাক বান্ধি আহাঁ।

পৰ্দ্দাৰ নং, — ১ম, ২য়, ৩য়, ৪ৰ্থ, ৫ম, ৬ষ্ঠ, ৭ম, তাৰৰপৰা অন্তৰ;— ৫, ৯, ১২, ৭৫, ১৫ ১৮, ২১, ২২, ইঞ্চি।

পৰ্দ্দাবিলাকৰ ইটোৰপৰা সিটোৰ অন্তৰ;—০, ৪, ৩.৭৫, ২.৭৫, ৩, ৩, ১.৫ ইঞ্চি। এতিয়া পৰ্দ্দাত হাত

নিদি বজালে যি সুৰ ওলাব, প্ৰথম পৰ্দ্দাত আঙ্গুলি টিপি বজালে তাতকৈ ওখ সুৰ ওলাব। কিয়নো, আগতকৈ তাৰৰ আট টান হোৱাত দীঘ পৰিমাণে কমি তাৰৰ কম্পন সংখ্যা বেচি হল। পৰ্দ্দাত হাত নিদি বজালে যি সুৰ ওলাইছিল তাক যদি সা বোলা যায়, তেন্তে প্ৰথম পৰ্দ্দাত আঙ্গুলি টিপি উলিওৱা সুৰটো ঋ হব। এইদৰে ক্ৰমে ক্ৰমে ওখ সুৰবিলাক ওলাই সপ্তম পৰ্দ্দাত আকৌ সা' সুৰ ওলাব। যি নিয়মে কম্পন সংখ্যাৰ কম বেচি হয় তাক তলত দিয়া হৈছে।

ভাবাঁ, যেন ১ চেকেণ্ডত সা-ৰ কম্পন সংখ্যা এক, তেন্তে সেই সময়ৰ ভিতৰত তাৰ পিচৰ ঋ গ ম প ধ নি আৰু স'ৰ কম্পন সংখ্যা এইবিলাক হব; যথাঃ— সা =১, ঋ = ৯÷৮, গ = ৫÷৪, ম = ৪ ÷ ৩, প = ৩÷২, ধ = ৫÷৩, নি = ১৫÷৮, আৰু সা' = ২ ; নাইবা সা-ৰ কম্পন সংখ্যা। ২৫৬ বা ১২০ ধৰিলে, সা = ২৫৬, ঋ = ২৮৮, গ = ৩৪১.৩৩, প = ৩৮৪, ধ = ৪২৬.৬৬, নি = ৪৮০, আৰু সা' = ৫১২; বা সা = ২০, ঋ = ১৩৫, গ = ১৫০, ম = ১৬০, প = ১৮০, ধ = ২০০, নি = ২২৫ আৰু সা' = ২৪০।

সঙ্গীতত ৭টা সুৰৰ বেচি নাই সেই কথা ওপৰত লিখা গণনাৰেই প্ৰকাশ হৈছে। চেতাৰৰ টাৰডালে যি দুঠাই চুইছে তাৰ দীঘ পৰিমাণ ৪৫ ইঞ্চি হ'লে, কেনেকৈ পৰ্দ্দা বান্ধিব লাগিব তাক তলত কোৱা হৈছে ;—

সুৰ;— সা ঋ গ ম প ধ নি সা'। টাৰৰ দীঘল পৰিমাণ;—
৪৫, ৪০, ৩৬, ৩৩, ৭৫, ৩০, ২৭, ২৪, ২২.৫ ইঞ্চি।
প্ৰভেদঃ— ০, ৫, ৪, ২.২৫, ৩.৭৫, ৩, ৩, ১.৫ ইঞ্চি।
কম্পন সংখ্যাঃ — ২৫৬, ২৮৮, ৩২০, ৩১৪, ৩৩, ৩৩, ৩৮৪, ৪২৬.৬৬, ৪৮০, ৫১২।
প্ৰভেদঃ— ০, ৩২, ৩২, ২১.৩৩, ৪২.৬৬, ৫৩.৩৩, ৩২।

ওপৰত দিয়া তালিকাৰপৰা দেখা যায় যে, গ-ৰপৰা ম আৰু নি-ৰপৰা সা-ৰ অন্তৰ তাহাতৰ আগৰ দুটা সুৰৰ অন্তৰৰ প্ৰায় আধা; আৰু ইয়োটো বুজা যায় যে, ৪৫ ইঞ্চি, তাৰডালক ৮ ভাগৰ ৯ ভাগ দি গুণ কৰিলে ৪০, অৰ্থাৎ ঋ-ৰ পৰা সা লৈকে দীৰ্ঘৰ সমান। আকৌ তাৰৰ কম্পন সংখ্যা ২৫৬ক ৮ ভাগৰ ৯ ভাগ দি গুণ কৰিলে ২৮৮, অৰ্থাৎ ঋ-ৰপৰা সা' লৈকে কম্পন সংখ্যাৰ সমান হব। ইপিনে ৪৫ ইঞ্চিক ৫ ভাগৰ ৪ ভাগ দি গুণ কৰিলে গুণ ফল ৩৬, অৰ্থাৎ গ-ৰপৰা সা-ৰ পৰিমাণৰ সমান হব। আকৌ, তলত সেই টাৰৰ দীৰ্ঘ আৰু কম্পন সংখ্যা অনুপাত দেখুৱা হৈছে।

সুৰ ঃ— সা ঋ গ ম প ধ নি সা।
কম্পন সংখ্যা ঃ— ১ ৯ ৫ ৪ ৩ ৫ ১৫ ২
৮ ৪ ৩ ২ ৩ ৮
তাৰৰ দীঘ ঃ— ১ ৮ ৪ ৩ ২ ৩ ৮ ১
৯ ৫ ৪ ৩ ৫ ১৫ ২
তাৰৰ অন্তৰ ঃ— ৮, ৯ ১৫ ৮ ৯ ৮ ১৫
১০, ১৫, ৯, ১০. ৯, ১৬

এতিয়া বীণা, চেতাৰ, এসৰাজ আৰু বেহেলা আদি কাৰ কিছুমান যন্ত্ৰৰ বিশেষ পৰিচয় তলত দিয়া গৈছে।

এই যন্ত্ৰ ইমান পুৰণি যে, খৃষ্টীয় ৪০০০ বছৰ আগেয়ে প্ৰকাশ সংস্কৃত গ্ৰন্থাদিতো ইয়াৰ নাম পোৱা যায়।

## বীণা।

বীণা নানা বিধ। সেইবিলাকৰ নাম যথা ঃ—

শ্ৰুতিবীণা, ৰুদ্ৰবীণা, ব্ৰহ্মবীণা, সাৰস্বত বীণা, কচ্ছপী বীণা, ইত্যাদি। কোনো বীণাৰ লাও এটা, কোনো বীণাৰ লাও দুটা থাকে। বীণাৰ পৰ্দ্দা কোনো বিধত ২৪ খন, কোনো বিধত ১৮ খনকৈ দেখা যায়। শ্ৰুতি বা স্বৰবীণাও নানা বিধ, কোনোটোও এডাল, কোনোটোত দুডাল, কোনোটোত তিনডাল আৰু কোনোটোত সাতডালকৈ তাৰ থাকে। এইবিলাকৰ নাম একতন্ত্ৰি, দ্বিতন্ত্ৰি, ত্ৰিতন্ত্ৰি, পৰিবাদিনী ইত্যাদি।

হিন্দু সঙ্গীতৰ যন্ত্ৰাদিৰ ভিতৰত বীণাৰ দৰে সুললিত আৰু মনোহৰ যন্ত্ৰ দ্বিতীয় নাই। ইউৰোপীয় যন্ত্ৰাদিৰ ভিতৰত পিয়ানো যেনে প্ৰসিদ্ধ, আমাৰ বীণাও তেনে সুশ্ৰাব্য আৰু ভাৰতবৰ্ষৰ সকলো যন্ত্ৰৰ ভিতৰতে প্ৰধান। অতি আচৰিত কথা যে, এই যন্ত্ৰৰ প্ৰচলন আমাৰ দেশত যে নায়েই ভাৰতবৰ্ষৰ আন-আন ঠাইতো অনেক কমি আহিছে। আজিকালি এই যন্ত্ৰ বজোৱা মানুহ অতি কম দেখা যায়। ইয়াত পৰ্দ্দা বহুত থকাত, বজোৱাত অলপ টান পাই মানুহে হাত নিদিয়া হৈছে। আজিকালি মানুহৰ মন কেৱল সহজৰ পোনেহে ঢাল খায় সুতৰাং হাৰ্ম্মোনিয়াম ইত্যাদি এৰি তাৰ বন্ধা ছটা ইত্যাদি কোনো দিগ্‌দাৰিলৈ যাব খোজে। এইবিলাক যে অতি দুখৰ কথা তাক আৰু কোৱাৰ কাম নাই।

## তাম্বুৰা বা তানপুৰা।

সঙ্গীতত সুৰ ৰাখিবৰ নিমিত্তে এই যন্ত্ৰৰ আৱশ্যক হয়। কলোৱাতী গায়কবিলাকে সদায় এই যন্ত্ৰৰ সাহায্য লৈ গান কৰে। সঙ্গীত-শাস্ত্ৰত কৈছে, প্ৰসিদ্ধ গন্ধৰ্ব্ব ৰজা তুম্বুৰুৱে আলাপিনী নামে এবিধ বীণাৰ সৃষ্টি কৰে। তুম্বুৰুৱে সৃষ্টি কৰিছিল দেখি তাৰ নাম তাম্বুৰা হৈছে। ভালকৈ টাৰবিলাক বান্ধি চাতি লব আৰু জোৱাৰী খুৱাব জানিলে ইয়াৰপৰা বৰ গহীন ঝমঝমীয়া সুৰ পোৱা যায়। সাৰ্গয, অৰ্থাৎ গলা সাধনা কৰাত এই যন্ত্ৰৰ ব্যৱহাৰ দেখা যায়। কিন্তু হাজাৰ হলেও, এই যন্ত্ৰৰ এটা প্ৰধান দোষ আছে যে, ইয়াৰপৰা জোৱাৰী থকা ৰাজখাই সুৰ ওলায়। * এই ৰাজখাই সুৰত কলোৱাতী পদত বাজে খেয়াল, ট সা ইত্যাদি চৰা সুৰৰ গানবিলাক শুনিবলৈ ভাল নহয়। দুভাগ মানুহে কালোৱাতী গানকে শুনাত ভাল নেপায়। এই নিমিত্তে সুৰ ৰাখিবৰ কিম্বা সুৰ সাধিবৰ নিমিত্তে আজিকালি ইয়াৰ ঠাইত হাৰ্ম্মোনিয়াম, বেহেলা, এচৰাজ ইত্যাদিৰ হবলৈ ধৰিছে। কোনোৱে কোনোৱে সুধিবও পাৰে যে, ৰাজখাঁই সুৰৰ যদি দোষ আছে তেন্তে ওস্তাজবিলাকে কষ্ট কৰি এই সুৰ শিকে কিয়? ইয়াৰ কাৰণ প্ৰাচীন প্ৰথা আৰু অভ্যাস। অভ্যাস হলে দোষ গুণৰ বিচাৰ নেথাকে; বেয়াও ভাল হেন লাগে। ওস্তাজবিলাকে সদায় তাম্বুৰা লৈ গান কৰি থাকোতে থাকোতে তাম্বুৰাৰ জোৱাৰীৰ আওৱাজৰ সৈতে গলাৰ আওৱাজ মিল কৰিবৰ নিমিত্তে ডিঙ্গিৰ সুৰো ৰাজখাই হৈ যায়। ওস্তাজ গায়কবিলাকে যন্ত্ৰ নহলে যে গান গাব নোখোজে তাৰো প্ৰধান কাৰণ এই, তেওঁবিলাকে জোৱাৰী কৰা আওৱাজত গান গোৱা অভ্যাস কৰাৰ নিমিত্তে খালি গলাৰে ভালকৈ গাব নোৱাৰে; তাম্বুৰাৰ সাহায্য নললে, জোৱাৰী সুবিধা মতে নাহে; আহিলেও তিমান পৰিষ্কাৰ নহয়; তাম্বুৰাৰ জোৱাৰী থকা সুৰৰ সৈতে ডিঙ্গিৰ জোৱাৰী পৰিষ্কাৰ হয় আৰু যন্ত্ৰৰ সৈতে অলপ শুশ্ৰাব্য হয়। বহুকালৰপৰা তাম্বুৰা লৈ গান কৰাৰ প্ৰথা বদ্ধ-মূল হোৱাত আৰু তাম্বুৰাক এৰি গানৰ সাহায্যকাৰী আন কোনো ভাল যন্ত্ৰ নথকাত ; ওস্তাজবিলাকে তাম্বুৰাৰ অনুৰোধত ডিঙিত সুৰো জোৱাৰী কৰি ৰাজখাই ধৰণ সাধনা কৰিবলৈ বাধ্য হৈছিল।

গন্ধৰ্ব্ব ৰজা তম্বুৰুৱে হয়তো সঙ্গীত উপযোগী ভাল তাম্বুৰাৰ সৃষ্টি কৰিব পায়। কিন্তু বৰ্ত্তমান যি ভাৱে এই যন্ত্ৰতো তৈয়াৰ হৈছে, তাত টাৰৰ ভাবিক ধ্বনি সিমান প্ৰৱল নোহোৱাত জোৱাৰী দি সুৰটোক সবল কৰোৱা হয়। ভাৰতীয় কাৰিকৰবিলাকৰ বিশেষ শিল্পনৈপুণ্য নথকাৰ নিমিত্তে এনেকুৱা তাম্বুৰা যন্ত্ৰ ওলোৱা নাই যে, যাত জোৱাৰী নিদি স্বাভাৱিক টাৰত সুন্দৰ সুৰলা সুৰ ওলায়। আমাৰ চেতাৰ যন্ত্ৰতো জোৱাৰী আছে। মুঠে জৰিৰে বজোৱা যন্ত্ৰবিলাকৰ জোৱাৰী নাই। অনেকৰ এনেকুৱা বিশ্বাস আছে যে, টাৰ যন্ত্ৰত জোৱাৰী নহলে উত্তম বোলন্দ অৰ্থাৎ সবল ধ্বনি উৎপন্ন নহয়; কিন্তু পিয়নোৰ্ফোত্ত যন্ত্ৰ দোপলৈ তেওঁবিলাকৰ সেইটো ভ্ৰম দূৰ হব পাৰে। সেইটো টাৰ বিশিষ্ট যন্ত্ৰ অথচ জোৱাৰী নাই; তাৰ ধ্বনি যেনে প্ৰৱল তেনে সুললিত। বাঁহীৰ মাত খুব আৰ্ট চৰা (high) এই প্ৰকৃতিৰ সুললিত খাদ সুৰ ইউৰোপীয়ান কৰ্ণেট মট্ৰন Trombourne বাস ক্লেৰিউনেট Bass clarionett ইত্যাদিও ওলায়। এইবিলাক সকলোৱেই বায়বীয় যন্ত্ৰ, ফুঁদি সুৰ উলিৱা হয়। বাযবীয় যন্ত্ৰবিলাকৰ হৈ আচলকৈ সুললিত সঙ্গীতক সুৰৰ ভাল আদৰ্শ পোৱা যায়। বোৱাৰী নুখুৱা কৰি তাম্বুৰাত প্ৰৱল আৰু সুললিত সুৰ উলিয়াবৰ চেষ্টা আজিলৈকে কোনেও কৰা নাই। ভাৰতবৰ্ষৰ কাৰিকৰ বিলাক প্ৰায়ে মূৰ্খ আৰু পদাৰ্থ বিজ্ঞান নজনা মানুহ। তাহাতে যন্ত্ৰাদিৰ অংশবিলাকৰ পৰিমাণ কেনেকৈ সামঞ্জস্য কৰিব লাগে আৰু কি বস্তুৰে তৈয়াৰ কৰিলে ভাল হয় তাৰো ভু-নেপায়। আৰু ভাল কৰিবৰ চেষ্টাও নকৰে। বৰং অলপ পৰিশ্ৰম আৰু অলপ খৰচৰ কামটো কৰিবৰ চেষ্টাত থাকে। সেই নিমিত্তে যন্ত্ৰবিলাক ভাল নহৈ ক্ৰমে বেয়াহে হব ধৰিছে। গান-বাজনাৰ মজলিচ ইত্যাদি সকলোৱে দেখিছে যে বেহালা, চেতাৰ, তাম্বুৰা ইত্যাদিৰ কাণ মলোঁতে মলোঁতে কিমান সময় নষ্ট হয়, আৰু মানুহ বিলাকে কিমান বেজাৰ পায়। ইউৰোপৰ দৰে সঙ্গীতবিদ musician আৰু বিজ্ঞানবিদ Scoemtofoc মানুহে এইবিলাক যন্ত্ৰ তৈয়াৰ কৰা হলে এইবিলাক অসুবিধা গুচি যন্ত্ৰবিলাকৰ ক্ৰমশঃ উন্নতি হব ধৰিলেহেঁতেন। এই যন্ত্ৰৰ পৰিচয় আৰু কেনেকৈ সুৰ দিব লাগে তাক লিখা গৈছে।

* সুৰ দুবিধ ঃ— স্বাভাৱিক আৰু ৰাজখাঁই। স্বাভাৱিক সুৰ মিঠা আৰু ডিঙ্গিৰপৰা সহজে ওলায়। ৰাজখাঁই সুৰ চেপা আওৱাজ, পোনেই শুনিবলৈ জমকাল হয়, কিন্তু তিমান মিঠা নহয়। কাৰণ সেইটোত কৃত্ৰিমতা আছে, তম্বুৰা যন্ত্ৰৰ সওৱাৰীৰ ওপৰত সূতা দি যে জোৱাৰী কৰা হয়; তাৰেপৰা ৰাজখাঁই সুৰ ওলায়। মোট কথা, গলা খুলি গালে স্বাভাৱিক সুৰ ওলায় আৰু গলাৰ সুৰ উচ্চাৰণ কৰোতে শ্বাসনলীৰ মুখখন চেপি গালে বাকত ৩ টা Vocal chord; কম্পন সময়ত ঠেকা-ঠেকি হৈ যে চেৰচেৰীয়া সুৰ ওলায় সেইটোৱেই ৰাজখাঁই সুৰ।

তাম্বুৰা যন্ত্ৰ দেখোতে প্ৰায় চেতাৰটোৰ দৰে; কিন্তু চেতাৰৰ লাওটোতকৈ ইয়াৰ লাওটো ডাঙ্গৰ আৰু ইয়া নাল (কাঠৰ চুঙ্গা) টোৰ ওপৰতো চেতাৰৰ দৰে পৰ্দ্দা নাই।

তাম্বুৰাটোৰ লাওটো বাদকৰ সোওঁফালে আৰু কাণবিলাক বাওঁফালে যাতে পৰে এনেকৈ সমুখত লব লাগে। তাম্বুৰাৰ টাৰ সকলো মিলি চাৰিডাল। সকলোৰে ওপৰত যিডাল পিতলৰ টাৰ দেখা যায়, সেইডালক পঞ্চম কয়। পঞ্চমৰ বাওঁপোনে যি দুডাল ইস্বাতৰ পৰা টাৰ থাকে তাৰ ১ম ডালৰ নাম সুৰ, ২য়, ডালৰ মনা জুৰি। জুৰিৰ বাওঁফালে খৰজ নামে আৰু এডাল পিতলৰ টাৰ থাকে। এই চাৰিওডাল টাৰ সমানে বান্ধিব নেলাগে। সুৰ আৰু জৰি প্ৰথমতে অনায়াসে গাব পৰা ডিঙ্গিৰ সুৰৰ সহিতে মিলাই বান্ধিব লাগে। খৰজ সুৰ জুৰিতকৈ এক গ্ৰাম অৰ্থাৎ ৭।৮ ঘাট নাম খাদ আৰু পঞ্চম সুৰ জৰিতকৈ তিনটা ঘাট নৰম কৰি বান্ধিব লাগে। এনেকৈ চাৰিওডাল টাৰ বান্ধি লৈ প্ৰত্যেক টাৰৰ তলৰ পিনে সোৱাৰী নামে কাঠডোখৰৰ ওপৰত অলপ দহি-সূতা বহাবা। সেই সূতাৰ দহিটো বজুৱালে যি প্ৰবল সুৰ ওলায়, তাকে জোৱাৰী মিল কয়। তাম্বুৰাৰ সুৰ আৰু জুৰি বন্ধাৰ নিয়ম অতি সহজ; কিন্তু খৰজ পঞ্চম বন্ধা আৰু জোৱাৰী মিল কৰা হে টান। এনেকৈ বান্ধি লৈ বাওঁহাতে থিয়কৈ যন্ত্ৰটোক লৈ আগ হাতেৰে টাৰ ৪ ডালৰ ওপৰত আঙ্গুলী চলালেই সুৰ দিয়া হয়।

ক্ৰমশঃ

# মানুহৰ জীৱনৰ উদ্দেশ্য।

জীৱনৰ উৎকৰ্ষ সাধন হলেই, জীৱনৰ উদ্দেশ্য সিদ্ধ হয়। এইটি স্বতঃসিদ্ধ সত্য। ইয়াক প্ৰমাণ কৰি বুজাব নেলাগে। জীৱনৰ উৎকৰ্ষ নো কি? কি কি কাৰ্য্য হলে জীৱন উৎকৃষ্ট হয়? উৎকৃষ্ট জীৱনৰ সংজ্ঞা কি? এই কেইটি কথা বুজিব পাৰিলেই আমি জীৱনৰ উদ্দেশ্য বুজিব পাৰিম। জীৱন দুবিধ, নৈতিক আৰু দৈহিক। ইয়াত 'নৈতিক' শব্দটি বহল ভাবেৰে লিখা হৈছে। 'নৈতিক'ৰ লগত ধাৰ্ম্মিক সংলগ্ন আছে। নীতি আৰু দেহ, অৰ্থাৎ পৰমাত্মা আৰু জীৱাত্মা। ইয়াৰ ভিতৰত আৱশ্যকীয় কোনটি? হিন্দুবিলাকে কয়, পৰমাত্মা ওখ খাপৰ; আৰু আন কোনো জাতিয়ে জীৱাত্মা বেচি লাগতিয়াল বুলি ভাবে। পৰমাত্মা যে ওখ খাপৰ তাৰ কোনো ভুল নাই। কিন্তু সেই বুলি যে জীৱাত্মা দলিয়াই পেলাব পাৰি, তাকো কব নোৱাৰি। হিন্দুৱে পৰমাত্মাকে সৰ্ব্বোচ্চ ভাবি পৰমাত্মাৰ যথেষ্ট উন্নতি সাধিছিল, কিন্তু জীৱাত্মাৰ ফালে তেওঁ পিঠি দিয়াত পৃথিৱীৰপৰা সংসাৰত্ব একৰকম লুপ্ত হৈছিল বুলিব পাৰি। হিন্দুৰ উদ্দেশ্য আছিল, ঈশ্বৰ লাভ। ঈশ্বৰৰ আনন্দনীয় সৌন্দৰ্য্য দেখা পাই, হিন্দুৱে নিজে মোহ গৈছিল, সংসাৰৰ যন্ত্ৰণা পাহৰি গৈছিল, অনুপম সুখত গা পেলাই দিছিল। হিন্দুৱে সেই সুখ ভোগ কৰি, খন্তেকলৈ পাহৰি গল যে, ঈশ্বৰে মানুহক এখন সংসাৰ পাতি দিছে। হিন্দুৱে ঈশ্বৰক সংসাৰৰ সম্বন্ধেৰে নেভাবি, তেওঁক তেওঁৰ নিজ ৰূপেৰে ভাবিবলৈ লাগিল। আৰু নিজ ৰূপেৰে তেওঁক ভাবিব পাৰি নে নোৱাৰি সেই কথা মীমাংসা কৰিবলৈ গৈ বহুত মৰামৰি-কিলাকিলি হৈ গল। ধোৱাঁৰ মাজত পৰি হিন্দু লক্ষভ্ৰষ্ট হল। হিন্দুৱে সংসাৰক স্বৰ্গ পাতিবলৈ বিচাৰিলে। তেওঁ নেভাবিলে যে, স্বৰ্গ বেলেগ আছেই। ঈশ্বৰে সংসাৰক সংসাৰ বুলিহে স্ৰজন কৰিছিল। স্বৰ্গত দেৱতাসকল মুখামুখী হৈ বহি থাকে; তেওঁবিলাকে কথা নেপাতে, কাৰো মনত হিংসা-দ্বেষ, দয়া-প্ৰেম আদি বাসনা নেথাকে; অমৃতৰ জলপান খায় আৰু অসমীয়া কানীয়াৰ দৰে কলমতীয়াই বহি থাকে। এই স্বৰ্গৰ আৰ্হি আমি মহাভাৰতৰ স্বৰ্গাৰোহণত পাই আহিছোঁ আৰু কুৰুক্ষেত্ৰ যুদ্ধৰ শেহত নাৰীপৰ্ব্বৰে অৰণ্যৰে মাজত ব্যাসদেৱৰ অনুগ্ৰহত ইয়াৰ অলপ আভাস পোৱা গৈছিল। কিন্তু, আমি হলে তেতিয়া সেই স্বৰ্গৰ নিমিত্তে বৰকৈ হেপাহ কৰা নাছিলো। প্ৰেমালাপ কৰিবলৈ মোক এটি কন্যা লাগে; মোৰ বাঢ়ি ধন বিলাবলৈ, খাবলৈ নোহোৱা এটা মগনীয়া লাগে; মোৰ ধন-ঐশ্চৰ্য্য দেখি শলাগিবলৈ দৰ্শক লাগে; মোৰ বল দেখুৱাবলৈ এজন সমনীয়া বা নামনাচ যুজাৰু লাগে। মুঠতে কবলৈ গলে, যতবিলাক বাসনা আছে, মোক সোপাকে লাগে। কিন্তু বাসনাৰ লগে লগে, মোৰ বাসনাৰ তৃপ্তিও লাগে। বাসনাৰ তৃপ্তিয়েই জীৱাত্মাবাদ। বাসনাৰ অভাবেই পৰমাত্মাবাদ। বাসনা মাৰিবলৈ চেষ্টা কৰাৰ বাবেই হিন্দুৰ অধঃপতন হল। ইউৰোপীয় জাতিয়ে

বাসনা তৃপ্তি কৰিবলৈ পুৰুষাৰ্থ কৰা বাবে, তেওঁবিলাকৰ উন্নতি হৈ আহিল। ইউৰোপ সংসাৰী, ভাৰতবৰ্ষ স্বৰ্গী হল। ভাৰতবাসীয়ে বেলেগ স্বৰ্গ পাবলৈ আকাঙ্ক্ষা কৰিলে, ইউৰোপীয়বিলাকে সংসাৰকে স্বৰ্গ কৰিবলৈ বিচাৰিলে। ইউৰোপীয়বিলাকে ভাবিলে যে, সংসাৰৰ সংসাৰত্ব সাৰ্থক হলেই স্বৰ্গ বা পৰমপদ, অৰ্থাৎ সুখৰ পৰাকাষ্ঠা লাভ হল। মোৰ মনেৰে এতিয়া বুজিব পৰা হৈছে, শেযোক্ত পক্ষৰ মতেই অভ্ৰান্ত; কিয়নো এইটো ঠাৱৰ যে বানপ্ৰস্থ ধৰ্ম্ম বনৰ ধৰ্ম্ম, সংসাৰৰ ধৰ্ম্ম নহয়; গৃহস্থ ধৰ্ম্ম হে সংসাৰৰ ধৰ্ম্ম। আৰু এই সত্যতা যে, হিন্দুৱে একেবাৰেই নুবুজিছিল সিও নহয়। কিয়নো গৃহস্থ ধৰ্ম্মই প্ৰধান ধৰ্ম্ম বুলি হিন্দু শাস্ত্ৰত উল্লেখ আছে। কিন্তু কাৰ্য্যত হিন্দুৱে সেই মতে আচৰণ নকৰিলে, কাৰ্য্যত হিন্দুৱে নিৰ্ব্বাণ পাবলৈ হে খেপিয়াবলৈ ধৰিলে। মছলমান ৰাজত্বতো এই আচৰণেই প্ৰবল হল। মছলমান ফকিৰেও এই ধৰ্ম্মকে প্ৰচাৰ কৰিবলৈ ধৰিলে। কি হিন্দু, কি মছলমান সকলো ভাৰতবাসীয়ে অসংসাৰী ধৰ্ম্মকে সাৰোগত কৰিলে। হিন্দুৱে গাবলৈ ধৰিলে, "শেষেৰ সে দিন মন কৰৱে স্মৰণ"; মুছলমানে গাবলৈ ধৰিলে, "লাখৰূপেয়াকো জান মাগেগা, জঙ্গল হোগা বাসা"। এনে মুমুৰ্ষু অৱস্থাত ইংৰাজে আমাৰ দেশ অধিকাৰ কৰিলেহি। তেওঁবিলাকে জীবাত্মাবাদ শিক্ষা দিবলৈ ধৰিলে। ভাৰতবাসী চঁক খাই উঠিল। তেতিয়াৰপৰা তেওঁ আকৌ সংসাৰলৈ নামিবলৈ যত্ন কৰিবলৈ ধৰিলে। ভাৰতবাসীয়ে নতুন গান আৰম্ভ কৰিলে, "নাজাগিলে সব ভাৰত ললনা", "বাজৰে শিঙ্গা বাজ এই ৰবে" ইত্যাদি। কৰ্ম্মযোগৰ আই-বোপাই, ককাই-ভাই, বন্ধু-বান্ধৱ, মিতিৰ-কুটুম্ব, পো-নাতি, জন্তু-শত্ৰু, মানুহ-শত্ৰু, চৰাই-চিৰিকতি, গছ-লতা, পৰ্ব্বত-পাহাড়, সাগৰ-নৈ ইত্যাদি সংসাৰত আমাৰ কত কি আছে, সকলো গোটাই হে সংসাৰ গঠিত হৈছে। সকলোৱে সমাজ পাতি থকাই হে সংসাৰ। বাসনা তৃপ্তি হব লাগিব; কিন্তু অকলে থাকি নহয়, সমাজৰ ভিতৰত থাকি হে তৃপ্তি হব লাগিব। অৰ্থাৎ, সমাজৰ প্ৰত্যেক মানুহৰে বাসনা তৃপ্তি হব লাগে। কিন্তু প্ৰত্যেক সমজুৱাৰ বাসনা তৃপ্তি অসম্ভৱ; কিয়নো তোমাৰ অনিষ্ট কৰিব পাৰিলে হে মোৰ বাসনা তৃপ্তি হব, আৰু মোৰ অপকাৰ সাধিব পাৰিলে হে তোমাৰ বাসনা তৃপ্তি হব। এতেকে, সমাজৰ নিয়ম অনুযায়ী বাসনাৰ তৃপ্তি সাধন হব লাগে, অৰ্থাৎ বাসনাৰ তৃপ্তিৰ পৰিমাণ বিধিবদ্ধ কৰা হল। এই বিধি অনুযায়ী বাসনাৰ কাৰ্য্য হলেই বাসনাৰ উৎকৰ্ষ সাধন হব। সংসাৰ শূন্য মোৰ পক্ষে সি উৎকৰ্ষ নহব পাৰে, কিন্তু সমজুৱা মোৰ পক্ষে সেয়ে উৎকৰ্ষ। এইদৰে সমাজৰ নিয়ম অনুসাৰে সকলো বাসনাকে শ্ৰেণীবদ্ধ কৰা হৈছে, সেয়ে সমাজনীতি। সমাজনীতিয়েই সংসাৰীৰ ধৰ্ম্ম। আৰু তাকেই আমি উৎকৃষ্ট ধৰ্ম্ম বুলিম; কিয়নো, আমি সংসাৰী হৈয়ে উপজিছো আৰু সংসাৰী হৈয়ে থাকিম। আৰু এই ধৰ্ম্ম পালনেই ঈশ্বৰৰ অভিপ্ৰায়, কিয়নো সংসাৰ ঈশ্বৰৰ সৃষ্টি। এতেকে দেখা গৈছে, সমাজনীতি পালনেই মানুহৰ মুখ্য ধৰ্ম্ম। এই সমাজত বাসনাৰ পৰিতৃপ্তি হয়, বিনাশ নহয়। আমাৰ যিবিলাক বাসনা আছে সকলোবিলাকৰ পৰিচালনাতেই ধৰ্ম্মভাৱ আছে। ঈশ্বৰে কোনো বাসনা বিনা কাৰণত সৃষ্টি কৰি দিয়া নাই। এই হিচাবেৰে চালে সংসাৰত বেয়া বাসনা হব নোৱাৰে। অনিয়মে পৰিচালিত বাসনাই হে বেয়া বাসনা বুলিব লাগে। খং এটা বেয়া বাসনা বোলে; কিন্তু এজন সাধু পুৰুষক যদি এটা দুৰ্দ্দান্ত মানুহে আক্ৰমণ কৰে, তেতিয়া সেই দুৰ্দ্দান্ত মানুহলৈ খং প্ৰকাশ কৰি সাধু পুৰুষক উদ্ধাৰ কৰাটো আমি এটা কৰ্ত্তব্য কাম বুলি ভাবেো। এতেকে, আমাৰ মূলমন্ত্ৰ হব লাগে, বাসনা চৰিতাৰ্থ কৰা। তাকে নিয়মিতভাৱে কৰিব লাগে। বাসনাৰ দ্বাৰা কাৰ্য্য হয়। বাসনাই মনটো কাৰ্য্যৰ পিনে ঠেলি নিয়ে। বাসনা জুকিয়াই লব লাগে জ্ঞানৰ দ্বাৰা। জ্ঞানৰ উপলব্ধি হয় বুদ্ধিবৃত্তিৰ দ্বাৰা। এতেকে বুদ্ধিবৃত্তিৰ দ্বাৰা সমাজ-নীতি শিক্ষা কৰি হৃদয়পটত তাক অঙ্কিত কৰিব লাগে। হৃদয়ৰ ভাবোচ্ছ্বাস নহলে বাসনাৰ কঁকাল ভাগে। ভবোচ্ছ্বাসৰ দ্বাৰা বল বান্ধি বাসনাক কাৰ্য্যক্ষেত্ৰলৈ পঠাই দিব লাগে। বিষয়কেইটি ফঁহিয়াই দেখুওৱা যাওক।

১। বুদ্ধিবৃত্তিৰ দ্বাৰা সমাজনীতি শিক্ষা।
২। বাবোচ্ছ্বাসৰ দ্বাৰা শিক্ষাৰ সামৰ্থ্যদান।
৩। ভাবোচ্ছ্বাসৰ পৰিচালিত শিক্ষাৰ বাসনা-দুৱাৰা কাৰ্য্য।

এইখিনিতে এটি আৱশ্যকীয় কথা কৈ দিব লগীয়া হয়। ওপৰত আমি যি সমাজৰ কথা কৈছো, সি কেৱল মানুহৰ সমাজ। সেই সমাজত কীট-পতঙ্গইতৰ জন্তু আদিৰ হিচাব ধৰা নাই। সেইবিলাকৰ হিচাব ধৰিলে সমাজনীতিয়ে কেনেকুৱা গঢ় লয়গে, সেইটি বৰ্ত্তমান যুগত আলোচনা কৰিব পৰা শক্তি আমাৰ নহয়। তেতিয়া যে সমাজনীতি বহুলৰূপে জটিল হবগে সেই কথা বুজাই নকলেও হব। এটি উদাহৰণ দিয়া যাওক। প্ৰাণী হিংসা নকৰিলে বাঘৰ আত্মৰক্ষা নহয়। এতেকে, কি জানি বাঘৰ পক্ষে প্ৰাণা হিংসা অধৰ্ম্ম নহবগে। যিহওক, এই বিষয়ে আন এসময়ত আজৰি পালে আলোচনা কৰিম বুলি কথাটি মনত

সাচি বৰ্ত্তমান সামৰি থলো। যেতিয়ালৈকে পৃথিৱীৰ বৰমূৰীয়া সকলে এই কথাটিৰ সমস্যা নেভাঙ্গে, তেতিয়ালৈকে সমাজ বুলিলে আমি মানুহৰ সমাজকে ধৰি লম। সেই সমাজনীতি অনুসাৰে কাৰ্য্যই প্ৰধান বস্তু। কাৰ্য্য নকৰিলে আমাৰ হৃদয়ত মনোবৃত্তিবিলাক মামৰে ধৰি নষ্ট হ্ব। সেয়ে হলে ঈশ্বৰৰ গুৰিত আমি ঘোৰ পাপী হম। কিয়নো কোনো মনোবৃত্তি বেয়া ৰূপে পৰিচালনা কৰিলে কোনো সময়ত আকৌ তাক ভালৰূপে পৰিচালনা কৰিবৰ সম্ভাৱনা থাকেগৈ। কিন্তু, সি যদিহে মামৰে ধৰি নষ্ট হয়, সি চিত্তৰপৰা লুপ্তপ্ৰায় হ্ব আৰু তাৰ দ্বাৰা সংসাৰৰ কোনো কাৰ্য্য কেতিয়াও হ্বৰ সম্ভাৱনা নেথাকেগৈ। এতেকে মনোবৃত্তি বিলাকৰ ওৰেও পৰিচালনা কৰি থাকিব লাগে। ছুৰি যেনেকৈ ব্যৱহাৰ কৰিলে হে চকচকীয়া হৈ থাকে, মনোবৃত্তিও ব্যৱহাৰৰ দ্বাৰাই হে উজ্জ্বল হৈ থাকে; আহঁা; তেনেহলে সকলোৱে কাৰ্য্যক্ষেত্ৰত নামি কাম কৰিবলৈ লাগি যাওঁ। জানিবা, এয়ে মানুহৰ জীৱনৰ উদ্দেশ্য। ইউৰোপৰ উত্থানৰ এয়ে মূলমন্ত্ৰ, এয়ে গীতা-ৰহস্য। ভাৰত-যুদ্ধৰ সময়ত শ্ৰীকৃষ্ণে ইয়াকে অৰ্জ্জুনক শিক্ষা দিছিল।

কৰ্ম্মযোগৰ মন্ত্ৰ।—শ্ৰীকৃষ্ণে গীতাৰ তৃতীয় অধ্যায়ত কি লিখিছে চোৱা ঃ—

ন মে পাৰ্থাস্তি কৰ্ত্তব্যং ত্ৰিধুলোকেষু কদাচন।
নানবাপ্তমবাপ্তব্যং বৰ্ত্ত এব চ কৰ্ম্মনি।।

হে পাৰ্থ, ত্ৰিলোকত মোৰ অপ্ৰাপ্য বা প্ৰাপ্য একো নাই। সেই দেখি মোৰ কৰ্ত্তব্যও নাই। তথাপি মই কামত নিযুক্ত হৈ আছোঁ।

যাব হ্যহং নবৰ্ত্তেয়ং জাতু কৰ্ম্মণ্যতন্দ্ৰিতঃ।
মম বত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাথ সব্বশঃ।।

হে পাৰ্থ, যদি মই কলমতীয়াই নেথাকি কামত লাগি থাকে। তেনেহলে মানুহে সকলো প্ৰকাৰে মোৰ বাটে বাট বুলিব।

উৎসাদেয়ুবামে লোকা ন কুৰ্য্যাং কৰ্ম্ম চেদহম্।
শঙ্কৰস্য চ কৰ্ত্তাস্যামুপহন্যামিমাঃ প্ৰজাঃ।।

যদি মই কাম নকৰোঁ, তেন্তে অখিল লোক উৎসন্ন হ্ব। মই বৰ্ণশঙ্কৰৰ কৰ্ত্তা আৰু যাবদীয় প্ৰজাৰ মলিনতাৰ কাৰণ হম।

আৰু কি কৈছে, শুনা যাওক ঃ—
এবংপ্ৰৱৰ্ত্তিতং চক্ৰং নানুবৰ্ত্তয় তীহযঃ।
অঘায়ুৰিন্দ্ৰিয়াৰামো মোঘং পাৰ্থ স জীবতি।।

যি মানুহে ইহলোকত বিষয়াসক্ত হৈ পূৰ্ব্বে কোৱামতে প্ৰৱৰ্ত্তিত কাৰ্য্যাদি চক্ৰৰ অনুগামী নহয়, তেওঁৰ পৰমায়ু পাপময় আৰু জীৱন নিষ্ফল।

## ৰাগিনী অহং—তাল একতালা।

উঠি কাম কৰাঁ, কামি কলিযুগ।
কামেই অমৃত, কাম সুখভোগ।
কামৰ উদ্দেশ্য, মানুহ জীৱন।
কাম অৱহেলা, কৰিছাঁ কিয়?
সংসাৰী ধৰম জানি লোৱা কাম।
কামেই তোমাৰ পুৰুষালি নাম।
পমাৰ্থ নাই কাম বিনে ভাই।
কামে হে তোমাৰ বান্ধৱ প্ৰিয়।

যেতিয়া তোমাৰ কামেই জিৰণি।
সেই দিনা কাম তোমাৰ টোপনি।।
সিদিনা লভিবা স্বৰ্গ, মোক্ষ ধাম।
আগতে দেখিবা জগত-জীৱ।
ঘূৰোৱা উলাহে কামৰ চকৰী।
নৰৱা লগতে যোৱা খোজ কাঢ়ি।
ঘূৰিছে পৃথিৱী কিবা দিন-ৰাতি।
তুমি নো জিৰাব লাগিছে কিয়?

—শ্ৰীবেণুধৰ ৰাজখোৱা।

# অসমীয়া সাহিত্য।

## (ক) শিয়াল গোঁসাই পুথি।

আমি এই নামেৰে পদত লিখা সৰু-পুথি এখনি পাইছো। পুথিখনি আৰু ইয়াত লিখা কথাবিলাক মঙ্গলদৈ মহকুমাৰ প্ৰায় মানুহেই জানে। আগৰ দিনৰ সৰহভাগ অসমীয়া পুথিয়েই সংস্কৃতৰ অসমীয়া ভাঙ্গনি কিন্তু এই পুথিখনি তেনে ভাঙ্গনি নহয়; ই নিজেই মূল। সেই গুণে পুথিখনি ওখ খাপৰ নহলেও আমি তাক আদৰ কৰিব লগীয়া। দুখৰ বিষয়, পুথিখনত লিখকৰ নামৰ উল্লেখ নাই। আমি পুথিৰ যিখন নকল পাইছিলো তাত শেহৰ পাততো নাছিল, সেই পাতত গ্ৰন্থকাৰৰ নাম থাকিলেও থাকিব পাৰে। আন পুথিৰ দৰে ইয়াৰ প্ৰতি অধ্যায়ৰ পাছতো গ্ৰন্থকাৰে নিজৰ নামৰ উল্লেখ কৰা নাছিল। গ্ৰন্থকাৰে এইদৰে পুথিৰ আৰম্ভণ কৰিছে ঃ—

"শুনা সৰ্ব্বজন কীৰ্ত্তি এক মহন্তৰ।  
যাৰ তেজ ভক্তি যশ প্ৰকাশে ডাঙ্গৰ।।  
কামৰূপ মধ্যে গৃহ দৰঙ্গ দেশৰ।  
আছিলেক বৰ ভূঞা বিপ্ৰৰ বংশৰ।।  
বাৰ যে ভূঞাৰ এক বিপ্ৰভূঞা বৰ।  
নামে 'ধৰ্ম্মদেৱ' কৰ্ম্ম কৰিছে বিস্তৰ।।"

আৰু আন এঠাইত লিখিছে ঃ—

"শুনা সৰ্ব্বজন দোষ নধৰৰা আমাত।  
কিবা অৰ্থ ভৈলা কিবা ন ভেলা ইহাত।।  
শিশুমতি অল্পমতি শাস্ত্ৰ কিছু নাই।  
আকে জানি দোষ মোৰ ক্ষেমিবা যুৱাই।।"

শাস্ত্ৰ 'কিছু নাই' অৰ্থাৎ কোনো মূল গ্ৰন্থ নাই। সেইবাবে গ্ৰন্থকাৰ অকল যে ক্ষমাৰ পাত্ৰ তেনে নহয়; তেওঁ অশেষ ধন্যবাদৰো পাত্ৰ।

পুথিখনি চৰিত্ৰ শ্ৰেণীৰ। ইয়াত ধৰ্ম্মদেৱ বুলি এজন ব্ৰাহ্মণ ভূঞাৰ চৰিত্ৰৰ কথা লিখিছে। এই পুথিত পঢ়াৰ পূৰ্ব্বে আমি জনা নাছিলো যে, বামুণৰ ভিতৰতো ভূঞা আছিল। ধৰ্ম্মদেৱ, পুথিমতে বাৰভূঞাৰ ভিতৰত এজন প্ৰধান ভূঞা আছিল। বাস্তৱিক পক্ষে ভূঞা শব্দৰ অৰ্থ আলোচনা কৰিলেও দেখা যায়, যিবিলাক লোক সৰু-সৰু খণ্ড-ৰাজ্যবিলাকৰ অধিপতি আছিল সেইবিলাকেই ভূঞা নাম পাইছিল; তাৰ উপৰিও সকলো জাতৰে মানুহ থকা সম্ভৱ। কিন্তু তেওঁবিলাকৰ সৰহভাগেই কায়স্থ জাতৰ হোৱাত মানুহৰ মনত ভূঞা বুলিলেই কায়স্থৰ ধাৰণা হৈছিল। সি যি কি নহওক, ধৰ্ম্মদেৱ জাতত ব্ৰাহ্মণ হলেও, তেওঁ বাৰভূঞা নামে খ্যাত আছিল। তেওঁ যেনে এপিনে 'ভূঞা' স্বৰূপে ৰাজকীয় বিষয়ত প্ৰধান আছিল, আনপিনে ব্ৰাহ্মণ স্বৰূপে সামাজিক বিষয়তো প্ৰধান আছিল। তেওঁ জীৱনৰ ভিতৰত অনেক ভাল-ভাল কাম কৰিছিল, কিন্তু এতিয়া তাৰ ভিতৰৰ দুটামানৰ হে চিন আছে। বড়াবাড়ী নামে এখন গাৱঁত তেওঁৰ ঘৰ আছিল। এতিয়াও সেই গাৱঁৰ লৌকিক নাম বড়াবাড়ীয়েই আছে, কিন্তু সি কেডেষ্ট্ৰেল জৰিপত হিন্দুঘোপা মৌজাৰ পকাবাঙ্গী গাৱঁৰ ভিতৰত সোমাইছে। ধৰ্ম্মদেৱে বড়াবাড়ী গাৱঁত এটা ডাঙ্গৰ নামঘৰ সজাই তাত তিনি সন্ধ্যা তিনি প্ৰসঙ্গৰ ব্যৱস্থা কৰিছিল। এই নামঘৰৰ আজিকালি কোনো চিন নাই। তেওঁ কৰা কামৰ ভিতৰত চিন থকা কাম এক হৈছে, 'বৰদৌল' আৰু এক হৈছে 'দীঘী পুখুৰী'। বড়াবাড়ী গাৱঁৰ ঈশাণ কোণত এটা ডাঙ্গৰ দৌল বন্ধাইছিল। সেই দৌলটি দৰঙ্গৰ ভিতৰত যিমান দৌল আছে সকলো বিলাকতকৈ ওখ আৰু ডাঙ্গৰ; সেই গুণে এতিয়াও সি বৰদৌল বুলি খ্যাত, আৰু তাৰ ওচৰৰ গাৱঁৰ নামো হৈছে 'বৰদৌলৰ গুৰি' বা 'বৈদেলী'; এতিয়াও সি এটি সৰু-সুৰা পৰ্ব্বতৰ সমান হৈ আছে।

**বৰদৌল প্ৰতিষ্ঠা।**— দৌল প্ৰস্তুত হোৱাৰ পিছত, এক বহাগৰ বিহুত এই দৌল প্ৰতিষ্ঠা কৰা হল। প্ৰতিষ্ঠাৰ বিৱৰণ বিষয়ে পুথিত এইদৰে লিখিছে। গ্ৰন্থকাৰৰ বৰ্ণনা কেনে ফটফটীয়া আৰু স্বাভাৱিক তাক বুজাবৰ নিমিত্তে দৌল প্ৰতিষ্ঠা কৰা বৰ্ণনাটি গোটেই তুলি দিলোঁ।

"বসন্ত কালৰ ৰঙ্গ নাহি যাত পৰ।  
আসিল অনেক প্ৰজা অনেক দেশৰ।।  
অসংখ্যাত বাদ্যভণ্ড উৎসৱ মিলিলা।।  
বৈশাগ মাসৰ যেবে এক দিনা গৈলা।।  
সেহি দিনা বিপ্ৰবৰে সভা পাতিলন্ত।  
প্ৰাতস কালৰ কৃত্য কৰ্ম্ম কৰিলন্ত।।

যেবে মহা সূৰ্য্যৰ ৰশ্মী দুই ঘটি গৈলা।
তাৰ অনন্তৰে ভূএগ্ৰা দৌলক চলিলা।।
লৰিল লগত বিপ্ৰ আৰু মহাজন।
আমদালি সমে ঘট লৈলা নাৰী গণ।।
আনো যে বিবিধ দ্ৰব্য প্ৰাণীগণে লৈলা।
ৰঙ্গৰূপ কৰি ভূএগ্ৰা আনন্দে বসিলা।।
দেউৰী পূজাৰী আৰু কীৰ্ত্তনীয়া গণ।
ফলফুল লৈয়া চলে দেখিতে শোভন।।
মহা চন্দ্ৰতাপ লৈলা চামৰে সহিতে।
আগে-পাচে প্ৰজাগণ চলে আনন্দতে।।
লৈলেক মগৰ এক দেখি চিত্ৰকৰ।
মুখত আছয় মৎস্য দেখিতে সুন্দৰ।।
এহিৰূপ দ্ৰব্য সব লৈলা ভাল চাই।
কতো বেলি ভাৰভূএগ্ৰা দৌলক যে পাই।।
দৌল গুটি শুক্ল বৰ্ণ কৰিয়া লিপিলা।
গঙ্গাৰ মৃত্তিকা জল তাতে মিশ্ৰ কৈলা।।
যেন শুক্ল মঠ গুটি পৰম সুন্দৰ।
তেন ৰূপ দেখি দৌল দৰঙ্গ ভিতৰ।
তাত পাচে দৌলত মগৰ তুলি দিলা।
চাৰিও কোণত কল পুলিক পুতিলা।।
ঘট সব ধুপদীপ দিলা আমদালি।
থোক ধৰা কল সৱ ৰুইলা হালি হালি।।
পুল সমে বৃক্ষ সব ৰুইলা শাৰি শাৰি।
চাৰি কাষে আঁখে লাৰু থৈলা আৰি আৰি।।
সিন্দুৰে মণ্ডিত কৰি মণ্ডল পাতিলা।
মাজত তুণ্ডুল গুৰি বিচিত্ৰ কৰিলা।।
এহি মতে দ্ৰব্যগণ থৈলা থৰে থৰে।
তুলিলা গোসাঁই পাচে বিপ্ৰ যশোধৰে।।
প্ৰদক্ষিণ কৰি স্তুতি কৰিলা বিস্তৰ।
লৈলা সিংহাসন পাচে মাথাৰ উপৰ।।
আগ হুয়া যান্ত ভূএগ্ৰা চামৰ ধুলাই।
সিংহাসনে যান্ত পাচে ঈশ্বৰ গোসাঁই।।
প্ৰতি থাকে সাতবাৰ ঘূৰিয়া উঠন্ত।
অসংখ্য প্ৰাণীয়ে তাতে নাম গুণ গান্ত।।
এহিমতে ঘূৰি ঘূৰি উপৰক পাইলা।
হৰিধ্বনি কৰি পাচে গোসাঞী থাপিলা।।
কৰিলেক পূজা তাতে বিবিধ সম্ভাৰে।
নামিলা দৌলৰ পাচে ভূএগ্ৰা যাতপৰে।।
এহিমতে বিপ্ৰবৰে পূজাক পাতিলা।
তাত পাচে মহাহোম যজ্ঞ আৰম্ভিলা।।
বেদৱতী বিপ্ৰসৱে বিধি হাতে ধৰি।
কৰাৱন্ত হোম সৱে মহাৰঙ্গ কৰি।।
এহিমতে ৰবি যেবে ভাতি দিয়া গৈলা।
তাত পাচে কীৰ্ত্তনীয়া গণ তুলি দিলা।
যেবে কীৰ্ত্তনীয়াগণে কীৰ্ত্তন কৰন্ত।
মিলিলা উৎসৱ তাৰ নাহি আদি অন্ত।।
চাৰিও দিশৰ প্ৰজা একত্তৰ গৈলা।
সেহি দৌল কাষৰতে সভা পাতি ৰৈলা।।
সভাৰ ঘঞ্চালে মাত নুশুনি থিতাতে।
বাদ্যৰ শবদে তাল মাৰয় কৰ্ণতে।।
মহাকোলাহল লাগি গৈলা দশোদিশ।
দেখিয়া ভূএগ্ৰাৰ মনে পৰম হৰিষ।।
এহিমতে সভাখন দিনান্তে আছিলা।
গধূলিকা সভাখন ভাঙ্গি প্ৰজা গৈলা।।

এই বৰদৌলত এতিয়াও বছৰি বহাগৰ বিহুৰ দিনা বৰ ডাঙৰ সভা হয় আৰু চাৰিওফালৰ মানুহে গোট খাই ৰং-ধেমালি কৰে।

পোৰা-সত্ৰ।— এদিন বৰভূএগ্ৰা সভা পাতি বহি আছিল; তেনেতে কৰবাৰপৰা এজন সন্ন্যাসী ওলালহি। সন্ন্যাসীৰ বেহৰূপ দেখি তেওঁক ভণ্ড বুলি ভাবি ভূএগ্ৰাই ইতিকিং কৰি সুধিলে বোলে, তুমি আচলতে সন্ন্যাসীনে নে গৰু-মানুহ মাৰি হে এই ভেশ লৈছা? সন্ন্যাসীয়ে তাতে খং কৰি তেওঁৰ চেলাক পানী আনিবলৈ কলে, আৰু সেই পানীতে হাতত লৈ মন্ত্ৰ পঢ়ি হাবিৰ ফালে চাটি মাৰি পঠিয়ালে। যতে যতে সেই পানী পৰিল ততে জুই উঠি পুৰি নিলে। সভাৰ মানুহে সন্ন্যাসীৰ গুণ দেখি, বিস্ময় মানিলে। কিন্তু, ভূএগ্ৰাই কলে যে, পানীক জুই কৰা একো কথা নহয়; এইবুলি তেওঁ এচলু পানী লৈ মন্ত্ৰ পঢ়ি নামঘৰলৈ মাৰি পঠিয়ালে আৰু নামঘৰটো তৎক্ষণাৎ পুৰি ভস্ম হল; সকলো মানুহ বিবুদ্ধি হল। পিচে, ভূএগ্ৰাই আৰু এচলু পানী মাৰি দিয়াত ততালিকে জুই নাইকিয়া হল আৰু নামঘৰ পূৰ্ব্ববতে থকা দেখিলে। মানুহে ভূএগ্ৰাৰ এই অলৌকিক কাৰ্য্য দেখি অতি আচৰিত হল আৰু সন্ন্যাসীয়েও আৰু তাত নেথাকি পছিমৰ ফালে গুচি গল। তেতিয়াৰপৰা ভূএগ্ৰাৰ সত্ৰৰ নাম পোৰা-সত্ৰ হল। এতিয়া পোৰা-

সত্ৰ এখন থান স্বৰূপে এজন মেধিৰ অধীনত কাঁৰৈচুৱা গাৱঁত আছে। তাৰ এতিয়া বৰ জীৰ্ণাৱস্থা।

দীঘী-সৰোবৰ।— এদিন বৰভূএগ্ৰা ডাহী নামে গাৱঁলৈ গৈছিল। ভূএগ্ৰাই শুনিলে, এটা চৰায়ে "পীউ-পীউ" বুলি ডালত পৰি মাতি আছিল। ভূএগ্ৰাই আক-তাক সুধিলে, সেইটো কি চৰাই আৰু সি কিয় 'পীউ-পীউ' কৰি মাতিছে। মানুহে কলে বোলে এইটো পীপীয়া চৰাই। আজিকালি চত মহীয়া কতো এইখন দেশত পানী এটোপা খাবলৈ নেপাই "পীউ পীউ" কৰি মাতি তাৰ পিয়াহ জনাইছে। ভূএগ্ৰাই মানুহ, পশু-পক্ষীৰ পানীৰ ইমান কষ্টৰ কথা শুনি সেই গাৱঁতে মানুহ লগাই এটা বৰ ডাঙ্গৰ পুখুৰী খনাই তাৰ নাম "দীঘী সৰোবৰ" দিলে। চত মাহত আৰম্ভ কৰি বহাগৰ শেহত পুখুৰী খনা শেষ হল। পুখুৰীত অতি সুন্দৰ নিৰ্ম্মল পানী বাজ হল। তেতিয়াৰেপৰা সেই ঠাইত জীৱ-জন্তুৰ পানীৰ দুখ নাইকিয়া হল।

ধৰ্ম্মদেৱে আহাৰ মাহৰ পূৰ্ণিমাৰ দিনা পুখুৰীটো প্ৰতিষ্ঠা কৰিবৰ নিমিত্তে দিন স্থিৰ কৰিলে। কিন্তু, তেনেতে দেশত বিপ্লৱ উপস্থিত হোৱাত পুখুৰী প্ৰতিষ্ঠা কৰা কাৰ্য্য সম্পন্ন নহল। এতিয়া সেই পুখুৰী ডাহী মৌজাৰ বৰঙ্গাবাড়ী বোলা কেডেষ্ট্ৰেল গাৱঁত পৰিছে। পুখুৰীটো ২০ পুৰামান মাটিৰ হব, বৰ ডাঙ্গৰ পুখুৰী আছিল। পুখুৰীটোৰ মাজে এসময়ত কুলসী বোলা এখন নৈ যোৱাত পুখুৰীটো পোত গল। এতিয়া সেই নদীয়েই আনপিনে সোঁতা ললে। পুখুৰীৰ বুকু এতিয়া বৰঙ্গাতলি হৈছে। মানুহৰ মাজত পুখুৰীটো "দীঘী পুখুৰী" বুলি খ্যাত।

ভূএগ্ৰা-মৰা।— মানাহা নদীৰ সি পাৰে বঙ্গ দেশত (অৰ্থাৎ আজিকালিৰ গোৱালপাৰাৰ ভিতৰত) খুঁটাঘাট বুলি এক পৰগণা আছে। তাত মহাৰণ্যৰ ভিতৰত বাৰঘৰ মেছ জাতীয় মানুহ আছিল। সিহঁতৰ ভিতৰত হাৰিয়া নামে এটা প্ৰধান মেছ আছিল; তাৰ ঘৰত শিৱৰ বীৰ্য্যত বিশু বুলি এক বীৰ পুৰুষে জন্ম গ্ৰহণ কৰে। বিশুৱে প্ৰথমে মানাহাৰ পছিম পাৰৰ ভূএগ্ৰাবিলাক মাৰি তাৰ পিচত পূব পাৰৰো, অৰ্থাৎ কামৰূপৰ ভূএগ্ৰাবিলাককো মাৰি কোচবিহাৰত ৰাজ্য স্থাপন কৰি বিশ্বসিংহ নাম লয়। সেই লগতে বিশ্বসিংহে ধৰ্ম্মদেৱ ভূএগ্ৰাৰো অধীনৰ গাঁও ভুঁই কাঢ়ি লয়; কিন্তু তেওঁ বামুণ আছিল গুণে প্ৰাণবধ নকৰিলে। ওপৰত যি বিপ্লৱৰ নিমিত্তে ধৰ্ম্মদেৱে পুখুৰী প্ৰতিষ্ঠা কৰিব নোৱাৰিলে বুলি উল্লেখ কৰা হৈছে, সেয়েই বিশ্বসিংহৰ আক্ৰমণ। মিষ্টাৰ গেইট চাহাবৰ বুৰঞ্জীৰ মতে ১৫১৫ খৃষ্টাব্দত বিশ্বসিংহৰ ভূএগ্ৰামৰা কাৰ্য্য শেষ হয়। তেনেহলে দেখা গল, ধৰ্ম্মদেৱে ১৫ শতিকাত জন্ম গ্ৰহণ কৰিছিল আৰু এই পুখুৰী খনোৱা আৰু বৰদৌল বন্ধা প্ৰায় আজি ৪০০ বছৰ হল।

পিছৰ ঘটনা।— বিশ্বসিংহই ধৰ্ম্মদেৱৰ বিষয়, গাঁও-ভুঁই কাঢ়ি লোৱাত তেওঁ মনৰ দুখত সেই দেশ এৰি তেওঁৰ লগৰ মানুহ-দুনুহ আৰু পৰিয়ালবিলাকৰ সৈতে উত্তৰৰ ফালে গুচি গল। গৈ গৈ এখন হাবি পালেগৈ; তাৰ উত্তৰে এটা গড় আৰু পছিমে এখন নদী আছিল। ধৰ্ম্মদেৱে সেই ঠাইৰ জল-থল ভাল দেখি তাতে থাকিবৰ ইচ্ছা কৰি লগৰ মানুহক ঘৰ বান্ধিবলৈ দিহা দিলে।

জনশ্ৰুতিমতে সেই ঠাইক এতিয়া ৰণথলি, আৰু নদীখনক দেওমৰনৈ বোলে। এতিয়া নদীৰ চিন মাত্ৰহে আছে। গড়টোক আজিকালি মানুহে ভূএগ্ৰাৰ গড় বোলে। বোধ কৰো, ধৰ্ম্মদেৱ ভূএগ্ৰাৰপৰা হে তাৰ সেই নাম হৈছে, আগৰ নাম লোপ পালে। সেই ঠাইতে কিছুদিন থাকি ধৰ্ম্মদেৱে তীৰ্থ দৰ্শনৰ নিমিত্তে ভটিয়াই যাবলৈ স্থিৰ কৰিলে। ধৰ্ম্মদেৱৰ স্ত্ৰী দুজনা আছিল। প্ৰথম জনাৰ নাম কুন্দতাৰা, তেওঁৰ সতি-সন্তান একো নাছিল; কিন্তু দুয়োৰো ভিতৰত তেওঁৱেই লাগী আছিল। দ্বিতীয় জনাৰ নাম চান্দোতাৰা। তেওঁ আলাগী আছিল, কিন্তু তেওঁ তেতিয়া সগৰ্ভা আছিল। ধৰ্ম্মদেৱে দুই পৰিবাৰক এৰি অকলে সন্ন্যাসীৰ ভেশ ধৰি তীৰ্থ দৰ্শন কৰিবৰ নিমিত্তে যাত্ৰা কৰিলে।

ধৰ্ম্মদেৱ ভটিয়াই যোৱাৰ এমাহৰ পিচতে চান্দোতাৰাৰ গৰ্ভত এটি তেজস্বী লৰাই জন্ম গ্ৰহণ কৰে। চান্দোতাৰাৰ গা লৰা শুনি কুন্দতাৰাই ভাবিলে, যদি হে সতীনীয়েকৰ এজনী ছোৱালী ওপজে, তেনেহলে কোনো কথা নাই; যদিহে লৰা উপজিব লাগিল, তেওঁ লাগী গুচি চান্দোতাৰাহে গিৰীয়েকৰ লাগী হব। এই ভাবি কুন্দতাৰাই গাঁৱৰ পাঁচ জনী বুঢ়ী মানুহ মাতি আমি বিৰলে সিহঁতক মনৰ কথা ভাঙ্গি কলে, আৰু গাইপতি একো বুৰি ৰূপ দি, লৰা প্ৰসৱ হলে চৰুত ভৰাই দলিয়াই পেলাবলৈ মান্তি কৰালে; ইপিনে চান্দোতাৰাক কি প্ৰসৱ হ'ল তাক নেদেখা কৰিবৰ মনেৰে, "তই ন পোৱাঁতী মানুহ, সেই গুণে চকুত কাপোৰ নবন্ধাকৈ প্ৰসৱ কৰিবলৈ হলে কি জানি ভয় খাব" এই বুলি চকুত কাপোৰ বান্ধিবলৈ স্বীকাৰ কৰালে। এইবোৰ দিহা লগাই বুঢ়ী পাঁচজনীক পোৱাঁতী ঘৰত থৈ আৰু চান্দোতাৰাৰ চকুত সাত তৰপ কাপোৰ বান্ধি, কুন্দতাৰা সেই ঠাইৰপৰা এইবুলি কৈ আঁতৰ হল— "ঘৰত গিৰিহঁত নাইকিয়া কথা; মই হেজাৰ হওক

তেওঁ সতীনী। মই ইয়াত থাকিলে কোনো এটা ভাল-বেয়া হ্ব লাগিলে, দহে মোকহে দায় দিব; হেনে জানি মই আগেয়েই ইয়াৰপৰা আঁতৰ হোৱা ভাল।"

অলপ পিচত চান্দোতাৰাৰ এটা লৰা প্ৰসব হল। বুঢ়ী এজনীয়ে লৰাই কান্দে বুলি মুখত হাত দিব ধৰিলে। আন এজনী বুঢ়ীয়ে লৰাৰ গাত হাত দি চাই দেখিলে ছোৱালী নহয় লৰা হে, তেনে তাক এটা চৰুত ভৰাই আন এটা চৰুৰে সাঁফৰ দিলে; আৰু এজনী বুঢ়ীয়ে ততালিকে চৰুটো বাজলৈ উলিয়াই নি ঘৰৰ পাচফালে কিছুমান দূৰত থকা এজোপা কেতেকী ফুলৰ তলত দলিয়াই পেলালেগৈ। চান্দোতাৰাৰ চকুৰ বান্ধ মেলি দি পাচ-শালটোকে চৰুত ভৰাই দেখুৱাই, আটাইকেজনী বুঢ়ীয়ে হায়ৌ-বিয়ৌ কৰি কলে যে, তাই আৰু আন একো প্ৰসৱ কৰা নাই। আজলী চান্দোতাৰাই সেই কথাকে সঁচা মানি মনে মনে থাকিল। কুন্দতাৰায়ো পিচত আহি চংভং দি দি অনেক কথা কৈ চান্দোতাৰাক বেজাৰ কৰিবলৈ হাক দি, নিজেই অনেক বেজাৰ কৰিলে।

বুঢ়ীহঁতে কেতেকী ফুল-জোপাৰ তলত লৰাটো পেলাই অহাৰ পিচতে এজনী ন-পোৱাঁতী শিয়ালীয়ে খোৱা বস্তু বিচাৰি আহি চৰুৰ ভিতৰত লৰাটি পাই লাহেকৈ কামোৰ মাৰি ধৰি আঁতৰলৈ গল। আৰু তাক নেখাই নিজৰ পোৱালিৰ নিচিনাকৈ পিয়াহ পানী খুৱাই ডাঙ্গৰ-দীঘল কৰিলে। লৰাটিয়েও শিয়াল পোৱালি কেইটিৰ লগত উমলি-জামলি লাহে লাহে শিয়ালিনীৰ পিয়াহ খাই ডাঙ্গৰ হবলৈ ধৰিলে। ক্ৰমে আঠু কাঢ়িবপৰা হলত কেতিয়াবা শিয়াল পোৱালিৰ লগতে গাঁতৰ বাহিৰলৈ ওলাই ৰদ লয়, আৰু মানুহৰ গম পালে শিয়াল পোৱালি কেইটিৰ লগতে গাঁতত সোমায়গৈ। সেই বিষয়ে কবিৰ বৰ্ণনা খিনি আমাৰ বৰ ভাল লগাত পাঠকে চাবৰ নিমিত্তে ইয়াত তুলি দিলোঁ।—

"এক দিনা প্ৰভাততে, সূৰ্য্য মহা উদয়তে,
আসি বাজ ভৈলেক গৰ্ত্তৰ।
লগত শৃগাল ছাৱা আতি আনন্দিত হুয়া,
সবে ৰঙ্গ কৰয় বিস্তৰ।।
শৃগালৰ ছাৱা গুটি, কতো তল গাত উঠি,
কামোৰ ভেজাৰে লাস কৰি।
গাঁতৰ ওলাই পাচে, শিসু গোসাঞী ৰঙ্গে হাঁসে,
শৃগাল ছাৱাৰ কান্ধে চৰি।।
এহিমতে সবে তৈতে, খোপাখুপি-যোতাযুতি,
ৰঙ্গে সবে ৰৌদ্ৰক পুহাই।
এক কাল সৰ্পে পাচে, ঝাঝি হুন্তে চাহি আছে,
দেখে এহি মানুষৰ কাই।।
তিনিটি শৃগাল ছাৱা, এটি মানুষ কায়া,
দেখি সৰ্পে বিস্ময় ভৈলন্ত।
গাৰ মোৰ দিয়া পাছে, নামিয়া ঝাঝিৰপৰা,
শিশুৰ কাষক আসিলন্ত।।
সৰ্পৰ দেখিয়া মহা, দায়া উপজিল আতি,
ৰৌদ্ৰ পাইলে থাকে ছায়া কৰি।
এক তিল নেৰে সিটো, গৰ্ত্তৰ ওলাইলে শিশু,
থাকে ৰাখি সেহি দিনা ধৰি।।"

এইদৰে শিয়ালৰ গাঁততে লৰা বছেৰেকীয়া হল, কিন্তু শিয়ালৰ পোৱালিৰ দৰে আঠুকাঢ়ি হে ফুৰে; থিয় হব নেজানে।

এবছৰৰ মূৰত ধৰ্ম্মদেৱ তীৰ্থৰপৰা ঘূৰি আগি ঘৰ পালেহি। চান্দোতাৰাক সগৰ্ভা এৰি থৈ গৈছিল। লাগী বৰ ঘৈণীয়েকক সুধিলে, চান্দোতাৰাৰ গৰ্ভত কি উপজিছিল? কুন্দতাৰাই বেজাৰ কৰি কলে, —

"নুহি পুত্ৰ, নুহি জীৱ, কহো স্বৰূপত।
নুহি জল, নুহি মাংস কিবা শোপা ভৈল।।"

ধৰ্ম্মদেৱেও ঘৈণীয়েকৰ কথাকে বিশ্বাস কৰি কাকো একো নুসুধি মনে মনে থাকিল। এদিন তেওঁ ভৰি-হাত ধুবৰ নিমিত্তে বাৰীৰ পাচফালে কেতেকী ফুলজোপাৰ ফাললৈ যাওঁতে হঠাৎ দেখিলে, এটা গাঁতৰ মুখত তিনটা শিয়াল পোৱালিৰ লগত এটি সৰু লৰাই ধেমালি কৰি আছে। মানুহৰ গম পোৱা মাত্ৰ আটাইকেইটা সাউত কৰি গাঁতত সোমালগৈ। ভূএগ্ৰাই এই ঘটনাটো দেখি বৰ আচৰিত হল; কিবা দেৱতাৰ মায়া বুলি কথাটো কাৰো আগত নকৈ মনে মনে থাকিল। কেইদিনমানৰ পাচত, তেওঁ আকৌ এদিন কেতেকী ফুলৰ ফালে গৈছিল; সেইদিনা দেখিলে, গাঁতৰ মুখত এজনী শিয়ালী বহি আছে; তেওঁক দেখি শিয়ালীয়ে সেৱা কৰাৰ নিচিনা কৰিলে। তেওঁ কেখোজমান গাঁতৰ ফালে আগ-বঢ়া দেখি শিয়ালীৰ গাত তত নাইকিয়া হৈ, এবাৰ গাঁতৰ ফালে লৰ মাৰে, এবাৰ ধৰ্ম্মদেৱৰ ফালে লৰি আহে। গাৰ ফালে শিয়ালী জনী খেদি অহা দেখি ধৰ্ম্মদেৱে বিস্ময় মানি উভটি আহিল, কিন্তু তেওঁৰ মনত সেই দিনা নানা ভাবে খেলিবলৈ ধৰিলে। তেওঁ সেই দিনা চান্দোতাৰাক অকলে মাতি নি সোধাত তেওঁৰপৰা প্ৰসৱ

কালৰ যি বিৱৰণ শুনিলে, তাত তেওঁৰ মনৰ সন্দেহ আৰু বেচি হল। তেওঁ কুন্দতাৰাক মাতি আনি দঢ়াই দঢ়াই আকৌ সুধিলে, চান্দোতাৰাই কি প্ৰসৱ কৰিছিল। কুন্দতাৰাই অনেক শপত-সাটি খাই আগেয়ে যি কৈছিল তাকে কলে। তেওঁ এইবাৰ কুন্দতাৰাৰ কথা বিশ্বাস নকৰি, লৰা ধৰিবলৈ অনা বুঢ়ী কেইজনীক মাতি আনি ডাবি দিয়াত সিহঁতে আচল আচল কথা কৈ দিলে। তেতিয়া আৰু তেওঁৰ মনত অলপো খুঁকুৰি নেথাকিলে যে, শিয়ালৰ গাঁতত থকা লৰাটি তেওঁৰে পুতেক।

পিচদিনা ৰাতি পুৱাল মাত্ৰকে ধৰ্ম্মদেৱে গাঁৱৰ মানুহ মাতি আনি শিয়ালৰ গাঁত খানিবলৈ লগাই দিলে। গাঁতৰ তলি ওলালত দেখিলে লৰাটি শিয়াল পোৱালিকেইটিৰ লগত বহি আছে, মানুহ দেখিলতে লৰাটিয়ে শিয়ালীৰ বুকুত সোমাই টেপা খালে। ধৰ্ম্মদেৱে লৰাটিৰ লগতে শিয়ালীক আৰু তাইৰ পোৱালী কেইটাকো ঘৰলৈ লৈ আহিল। লৰাটি অনা দেখি আগেয়ে কোৱা সাপটোও লগতে আহিল। লৰাটি দেখি মাকে লৰি গৈ তাক কোলাত লৈ আউৰি-সাউৰিকৈ কান্দিবলৈ ধৰিলে। তাৰ পাচৰ ঘটনা মোৰ কঠুৱা কথাত নুশুনি কবিৰ কোমল কথাত শুনিবলৈ পাঠকে ভাল পাব বুলি, পুথিত যেনে আছে তেনে তুলি দিলোঁ।

"এহি বুলি মুখে তান তন দিলা আই।
নেখাই তন কালে শিশু শিয়ালীক চাই।।
মেৰামেৰি কৰি পাচে লৰাইলা হাতৰে।
শিয়ালীৰ বুক মাজে সোমাইলেক ডৰে।।
দেখিয়া শিয়ালী নিয়া মাজ কৰি লৈলা।
আপোনাৰ ছাৱাক যে কাখ কৰি থৈলা।।
হেন দেখি সকলোৱে বিস্ময় ভৈলন্ত।
শিয়ালীকে মাৱ বুলি জানিয়া আছন্ত।।
ইহাৰ উপায় এক আছয় জানিবা।
কিছুদিন শিয়ালীক লাগয় ৰাখিবা।।
এতেকতে ছাৱা তোৰ ৰাখিবে পাৰিবি।
কিছু কিছু আনি কিছু শিয়ালীক দিবি।।
উপজিয়া গৈল সিটো শিয়ালীৰ গাঁতে।
বৰিযেক ভৈল শিয়ালীৰ তনে ভাতে।।
এহিগোট মোৰ মাৱ বুলিয়া জানিছে।
বছৰ ভৰিয়া তাইৰ তন-ভাত খাইছে।।
চান্দো বলে মোৰ মনে অসন্তোষ আই।
জানো ৰাতি ছাৱা লৈয়া শিয়ালী পলাই।।
* * * * *
হেন শুনি ভূঞা পাচে গধুৰে মাতয়।
নকৰিবি চিন্তা আন উপায় আছয়।।
এহি গোটা গৃহ বেৰি ভিতৰত থৈবো।
বাজত অনেক লোক পৰিয়াক দিবো।।
নেবেৰি গৃহত থৈলে কিছু শঙ্কা নাই।
নাখাই তুলিলা গৰ্ব্বে শিয়ালীয়ে পাই।।
* * * * *
এহিমতে ভূঞা চান্দো কতো বেলি ৰৈলা।
মধ্য যে ৰাতিত ভূঞা চান্দোক মাতিলা।।
কিছু কথা কহো চান্দ তই পাত কাণ।
লাসে কৰি উঠি ঐক ছাৱা গুটি আন।।
কিছু কিছু কৰি সজ কৰিয়ো ছাৱাক।।
* * * * *
তাত পাচে আনি তন দিলেক মুখত।
খাস তন মোত বাছা দোষ নাহিকন্ত।।
নেখাই দেখিয়া তন স্বামী কোলে দিলা।
দুইৰো মাজে শুৱাইয়া ছাৱাক ৰাখিলা।।
বাপেকে বোলয় কিছু তন মুখে দিও।
খাৱে বা নেখাৱে কিছু অভ্যাস কৰিও।।
এহিমতে তন দিয়া দুয়ো নিদ্ৰা গৈলা।
ধৰিয়া আছিল মানে খানিক আছিলা।।
যেবে নিদ্ৰা গৈলা বাপ-মাৱ দুয়োজন।
লাস কৰি ছাৱা গুটি উঠিল তেখন।।
শিয়ালীৰ লগে যাই শয়ন কৰিলা।
তাত অনন্তৰে নিশা নিবৰ্ত্তন ভৈলা।।
মাকে বোলে উপায় নাই ইহাৰ লগত।
শুয়া আছে দেখো শিশু শিয়ালীৰ বুকত।।
এহিমতে কিছু কিছু অভ্যাস কৰিলা।
তাত পাচে ছাৱা গুটি কিছু ঘৰ লৈলা।।

লৰাই যেতিয়া এইদৰে মাকৰ লগ লোৱা হল, শিয়ালী তাই পোৱালিকেইটা লৈ আঁতৰি গল, আৰু সাপটোও কৰবালৈ গুচি গল; ধৰ্ম্মদেৱে কুন্দতাৰাক আৰু সেই বুঢ়ী পাঁচজনীক গাৱঁৰ পৰা উলিয়াই দি খেদাই দিলে। তেওঁ চান্দোতাৰাৰ লগত সুখেৰে গৃহবাস কৰি থাকিল আৰু লৰাটি তুলি-তালি ডাঙৰ কৰিলে। সি শিয়ালীৰ গাঁতত এবছৰ আছিল বাবে তাৰ

নাম স্বম্বৎসৰ থলে। সম্বৎসৰ কিছু ডাঙ্গৰ হলত ধৰ্ম্মদেৱে ইহসংসাৰ এৰি গল। সম্বৎসৰ সকলোৱে ওচৰত "শিয়াল গোসাঁই" বুলি খ্যাতি হল। তেওঁ বাক্যসিদ্ধ আছিল আৰু অলৌকিক কাম কৰিছিল বুলি পুথিত লিখা আছে। সেইবোৰ কথা লিখি মোৰ কলম বুটি আৰু পাঠকৰ ধৈৰ্য্য চ্যুতি কৰিবৰ ইচ্ছা নাই। সেই গুণে তেওঁৰ জীৱনৰ এটা ঘাই কথাৰ উল্লেখ কৰি তেওঁৰ বিষয়ে সামৰণি মৰা যাওক।

লাহে লাহে শিয়াল গোসাঁইৰ খ্যাতি গৈ ৰঘুদেৱ ৰজাৰ কাণত পৰিলগৈ। ৰঘুদেৱে দুত পঠাই তেওঁক মাতি নি মুখে অদ্যোপান্ত বিৱৰণ শুনি বৰ সন্তুষ্ট হৈ তেওঁক ব্ৰহ্মোত্তৰ মাটি দিবৰ ইচ্ছা কৰি কলে যে, আপুনি এটা হাতীত উঠি দৰঙ্গত ভিতৰত হাতীটোৱে দিনটোত যিমান ঠাই ঘূৰিব পাৰে, সিমান ঠাই আপুনি ব্ৰহ্মোত্তৰ ভোগ কৰিব। শিয়াল গোসাঁইয়ে সেই অনুসাৰে হাতীত উঠি মাটি দুই সীমা ঘুৰাতে মাউতে দেখিলে যে, বামুণে এতিয়া ৰজাৰ গোটেইখন দেশকে লব, এই ভাবি হাতীটো গা-ধুৱাবৰ নিমিত্তে এখন নৈত নমাই তাৰপৰা নোতোলা হল। শিয়াল-গোসাঁয়ে যতেকে সোনকালে কৰিবলৈ কয়, মাউতে তেতেকে পলম কৰিবলৈ ধৰিলে; লাহে লাহে বেলি পৰিব লগা হল, তথাপি মাউতৰ হাতী গা-ধুউৱা নহল। অন্তত গোসাঁয়ে মাউতৰ দুষ্টালি বুজিব পাৰি শাপ দি হাতীকে মাউতকে ততালিকে মাৰিলে আৰু নদীকো শাপ দিয়াত নদীও মৰিল। সেই নদীত হাতী মৰিছিল বাবে এতিয়াও তাক "দিগগজনদী" বোলে। গোসাঁয়ে খং কৰি মোক ৰজাৰ মাটিকে নেলাগে বুলি ঘৰলৈ উভটি গুচি আহিল, আৰু গৰৈমৰা গাৱঁত সত্ৰ কৰি থাকিল।

পুথিত শিয়াল-গোসাঁইৰ আৰু তিনি পুৰুষৰ নাম উল্লেখ আছে,। যেনে,—শিয়াল-গোসাঁইৰ পুত্ৰ পৰমানন্দ—পুত্ৰ কৃষ্ণানন্দ—পুত্ৰ উমানন্দ। ইয়াকো পুথিত লিখা আছে যে, উমানন্দৰ সময়তে অহম ৰজাই দৰং দেশ দখল কৰি তাত ধৰ্ম্মনাৰায়ণক ৰজা পাতে।

জনশ্ৰুতি মতে আজিকালি শিয়াল-গোসাঁইৰ বংশ নাই। পুথিত লিখা মতে শিয়ালৰ গাঁতত মানুহৰ লৰা ডাঙ্গৰ হোৱা কথা সঁচা নে সাধু কথা, আমি তাক শপত খাই কব নোৱাৰোঁ; কিন্তু আমাৰ ভিতৰত অনেকে বাঘ-মানুহৰ কথা শুনিছে। যদি বাঘ-মানুহ সঁচা হব পাৰে, তেনেহলে শিয়াল-মানুহো সঁচা হোৱাৰ একো আটক নাই। কিন্তু, দৰঙ্গদেশৰ মানুহে কথাটো সঁচা বুলি আজিলৈকে বিশ্বাস কৰে।

পুথিৰ কাল।— ওপৰত কোৱা হৈছে যে, পুথিত গ্ৰন্থকাৰৰ নাম নাই। পুথি লিখা কাল সম্বন্ধেও তাত কোনো উল্লেখ নাই। শিয়াল-গোসাঁইৰ বহু কালৰ পিচত যে এই পুথি লিখিছে, সেই বিষয়ে অলপো সন্দেহ নাই। কিয়নো, পুথিৰ এঠাইতে এইদৰে লিখা আছে;—

স্বভাৱতে ইটো কথা পুৰুষ কালৰ।
কিছু মুঠ কথা আছিলেক মহন্তৰ।।
মহা মহা কবি সৱে কৰি কৃত থৈলা।
তাক দেখি আমাসাৰো কিছু মন ভৈলা।।

ইয়াৰপৰা বুজিব পাৰি যে, পূৰ্ব্বৰেপৰা শিয়াল-গোসাঁইৰ কথাটো জনশ্ৰুতি ৰূপে মানুহৰ মাজত চলি আহিছিল, পিচে কেইপুৰুষমানৰ পিচত আমাৰ কবিয়ে পাই তাক পুথি কৰি থলে। ইপিনে পুথিত শিয়াল-গোসাঁইৰ পৰিনাতি উমানন্দ নামৰো উল্লেখ আছে। সেই গুণে অনুমান কৰিব পাৰি যে, উমানন্দৰ দিনতে এই পুথি লিখা হৈছে। উমানন্দৰ সময়ত ধৰ্ম্মনাৰায়ণ প্ৰথমে ৰজা হয় বুলি লিখা আছে। কোছান বুৰঞ্জীমতে ধৰ্ম্মনাৰায়ণৰ নাম বলিতনাৰায়ণ আৰু গেইট চাহাবৰ বুৰঞ্জী অনুসাৰে তেওঁ ১৬১৬ খৃষ্টীয় শকত দৰঙ্গত অহম ৰজাৰ কৰতলীয়া ৰজা হয়। তেনেহলে আমাৰ এই পুথিও সেই সময়তে লিখাৰ সম্ভৱ। পুথিৰ বয়স প্ৰায় ৩০০ বছৰ।

গুণাগুণ।— গল্প হিচাপে পুথিখনি নিচেই বেয়া নহলেও, কবিত্ব হিচাপত সি নিচেই তলৰ খাপৰ বুলি স্বীকাৰ কৰিব লাগিব। ওপৰত ঠায়ে ঠায়ে যি চানেকী টোকা দিয়া হৈছে, তাৰপৰাই পাঠকে দেখিছে যে, লিখকৰ ভাষা আৰু ভাবৰ ওপৰত দখল সিমান ভাল নাছিল। অনুস্বাৰ-বিসৰ্গ দিলেই যেনেকৈ সংস্কৃত নহয়, কেৱল শেহৰ আখৰ কেইটা মিলাই দিলেই সিও কবিতা নহয়। দুখৰ বিষয়, আজিলৈকে আমাৰ উঠি অহা কবিতা লিখক সকলৰ ভিতৰত এই সৰু কথাটো অনেকে বুজা নাই। কিন্তু পুথিখনিত আন যিমান দোষ নথক, তাত যে লিখকৰ বৰ্ণনা শক্তিৰ ভাল চানেকী আছে তাৰ অলপো ভুল নাই। আৰু, সেই গুণেই পুথিখনি অসমীয়া সাহিত্য ভঁড়ালৰ যোগ্য।

# মনোবিজ্ঞান।

## তত্ত্ব-নিৰূপণ।

দিব্যদৰ্শনৰ দৰে এই তত্ত্ব-নিৰূপণো আধ্যাত্মিক ক্ৰিয়া। অনেক মহাপুৰুষ, যোগী, ঋষি, ইত্যাদি সকলে সচৰাচৰ অৱস্থাতো এই ক্ষমতাৰ বিকাশ দেখুৱাব পাৰে; সৰ্ব্বসাধাৰণৰ মেচমেৰাইজ বা বশীভূত হোৱা অৱস্থাত হে এই ক্ষমতাৰ হেনো বিকাশ হয়। Paycho অৰ্থে আত্মা (Soul) metry ওজন কৰা, পৰিমাণ কৰা বা নিৰূপণ কৰা। অৰ্থাৎ, আত্মাৰ দ্বাৰাই তত্ত্ব নিৰূপণ কৰা ক্ষমতা। মেচমেৰাইজ অৱস্থাত যেনেকৈ সুষুপ্তি আহি বশীভূত জনৰ সমস্ত বৃত্তিবিলাকক অন্তৰ্মুখীন কৰি আত্মাক মুঠেই এক বিষয়ে চিন্তা কৰিবলৈ দিলে দূৰদৰ্শন দূৰ-শ্ৰৱণ, দিব্য-দৰ্শন, দিব্য-শ্ৰৱণ ইত্যাদি দেখে আৰু শুনে, সেইদৰে সুষুপ্তি অৱস্থাত শীকৃতজনৰ আগত কোনো এটা বস্তু আনি দিলে বশীকৃতজনে সেই বস্তুটো কাৰ, কৰপৰা হৈছে, তাৰ পুৰণি ইতিবৃত্ত কি সমস্তকে কব পাৰিব। এবাৰ এজন তত্ত্বনিৰূপণ কৰিবপৰা বশীকৃত এজনৰ আগত হেনো এডোখৰ পেলেষ্টাইনত পোৱা কাঠৰ বিষয়ে প্ৰশ্ন কৰাত বশীকৃতজনে হেনো সেই কাঠৰ যথাযথ তত্ত্ব কৈছিল। এই কাঠেৰেই হেনো মহাত্মা যীশুক ইহুদিবিলাকে ক্ৰুশবিদ্ধ কৰিছিল ইত্যাদি বিষয় কৈছিল। কোনো মানুহৰ বশীকৃতজনে নজনাকৈ এটা আঙঠি বা ৰুমাল নি বশীকৃজনক হেনো বশৰ অৱস্থাতে দিলে, দুই-এজন বশীকৃতে সেই আঙঠি বা ৰুমাল কাৰ, কোন ডোখৰ কোন দেশৰ, সূতা কত তৈয়াৰী হৈছিল, ৰুমাল কত বোৱা হৈছিল, সেই ৰুমাল আৰু আঙঠিৰ গৰাকীজন মানুহৰ আচাৰ, ব্যৱহাৰ, চলন ফুৰণ, মানসিক বৃত্তি ইত্যাদি সকলোবিলাক কব পাৰে। হিন্দুৰ অনেক ঔষধ হেনো এইদৰে এই তত্ত্বদৰ্শন ক্ষমতাৰ দ্বাৰাই আৱিষ্কাৰ হয়। আধুনিক ইউৰোপীয় বৈজ্ঞানিকসকলে যি সমস্ত ৰোগৰ ঔষধ উলিয়াইছে সেই আটাইবিলাক প্ৰায় পৰীক্ষা, ইটোৰে-সিটোৰে ৰিজাই চাই, ৬।৭ জন বিজ্ঞ বিজ্ঞ ডাক্তৰ বহি মেল পাতি হে উলিয়ায়; কিন্তু পুৰণি ভাৰতবৰ্ষত হেনো সেইদৰে ৰিজাই মেলপাতি আলোচনা কৰি ঔষধ আৱিষ্কাৰ হোৱা নাছিল। অনেক ঔষধ দিব্যদৰ্শন আৰু তত্ত্ব-নিৰূপণ ক্ষমতাৰ দ্বাৰাইহে হেনো আৱিষ্কৃত হৈছিল। কোনো গৰাকী মানুহৰ বেমাৰ হল; কোনো ঔষধে উপকাৰ নকৰে, তেওঁৰ বন্ধুবৰ্গই উপায় নেপাই কোনো মহাত্মা বা যোগী বা ঋষিয়ে তত্ত্বনিৰূপণ ক্ষমতাৰ দ্বাৰাই ঔষধৰ কথা কৈ দিলত সেই ঔষধ আনি খুৱালে, ৰোগী ভাল হল। তাৰেপৰা ইয়াক-তাক সেই ঔষধ সেই বেমাৰত খুৱাই বা লগাই দেখা গল যে, সেই বেমাৰৰ ঔষধ সেয়ে হে। স্থিৰ হল যে, এই বেমাৰত এই ঔষধ। এইদৰেই সিদ্ধান্ত হল যে, এই বেমাৰত এই ঔষধ। এইদৰেই সিদ্ধান্ত হল যে, বলিয়া মানুহক ভাল কৰিবলৈ হলে বলিয়া বা পগলা শিয়ালৰ চৰ্ব্বি খুৱাব লাগে। কোনো হিন্দু মহাত্মায়ে বলিয়া শিয়াল মাৰি বলিয়া মানুহ দুই-চাৰিটাক খুৱাই পৰীক্ষা কৰি স্থিৰ কৰা নাছিল যে, বলিয়া শিয়ালৰ চৰ্ব্বি পগলামিৰ অতি উৎকৃষ্ট ঔষধ। ইউৰোপীয় ঔষধাৱলী সমস্ত পৰীক্ষা বা Experimentৰ ওপৰত নিৰ্ভৰ, হিন্দুৰ ঔষধ Intuition বা স্বাভাৱিক জ্ঞানৰ ওপৰত নিৰ্ভৰ হৈ হেনো আৱিষ্কৃত হৈছিল। এই যে তত্ত্বনিৰূপণ ইয়াৰ অপৰ নাম ইংৰাজীত Intuitions spiritualized অৰ্থাৎ স্বাভাৱিক জ্ঞানৰে আধ্যাত্মিক অৱস্থালৈ পৰিণতি বুলিব পাৰি। কথাটো বিশদৰূপে বুজিবলৈ হ'লে এনেকুৱাটো, যেনে মনুষ্য মাত্ৰৰেই যি স্বাভাৱিক জ্ঞান— যেনে, জুইত হাত দিলে পুৰিব, পানী গাত ঢালিলে চেঁচা লাগিব,— এনেকুৱা বিধৰ জ্ঞানেই যেতিয়া আধ্যাত্মিক ভাবেৰে মিহলি হয়, তেতিয়াই তত্ত্ব নিৰূপণ (যেনে জুইৰ দাহিকা শক্তি আছে) কৰিব পৰা যায়। অতিজতে আমাৰ দেশৰ দৰে ইউৰোপীয় দেশবিলাকতো বেত-জৰা দি চোৰ ধৰা প্ৰথা আছিল। সেই প্ৰথা যুক্তিহীন আৰু বিশ্বাসৰ অযোগ্য ভাবি আজিকালি সমস্ত সভ্য জগতৰেপৰা সি উঠি গৈ চোৰ ধৰাৰ বিষয়ে বা অপৰাধী স্থিৰ কৰাৰ বিষয়ে সাধাৰণ সাক্ষী, প্ৰমাণ বস্তুৰ দ্বাৰাই প্ৰৰমাণ ইত্যাদি নিয়ম ওলাইছে। কিন্তু, আচৰিতৰ বিষয় যে, ইংলণ্ড আৰু আন-আন সভ্য দেশত দুই-এজন আজিকালি পণ্ডিত ওলাইছে, যি আগৰ বেত-জৰা আদি দিয়া প্ৰথাৰো বৈজ্ঞানিক যুক্তি উলিয়াই ক্ৰিয়াটো যে সঁচা, মিছা নহয়, এই কথা সমৰ্থন কৰিবলৈ বিচাৰে। আৰ্ণাৰ লভেল নামেৰে পণ্ডিত এজনে কয়, বোলে এই ক্ৰিয়াৰ মূলতো ইথাৰ (Ether) বা ব্যোমৰ চালনা শক্তি নিহিত আছে। যেনেকৈ

যন্ত্ৰটোৰ জোৰত ইথাৰৰ (আকাশৰ) গতিৰ দ্বাৰাই Wireless Telegraphy, অৰ্থাৎ টাৰহীন টেলিগ্ৰাফ টানিব ধৰিছে, সেইদৰে হেনো মন্ত্ৰাদিৰ উচ্চাৰণত মন্ত্ৰ উচ্চাৰকৰ মনঃসংযমত বেতত বা বেতৰ চাৰিওকাষে এনেকুৱা আকাশৰ ইথাৰ উৎপত্তি হয় যে, চোৰ যি যি বাটে গৈছিল, যত যত ৰৈছিল, ইত্যাদি ঠাইৰ ইথাৰে সৈতে এটা পৰস্পৰ ঘনিষ্ঠ সম্বন্ধ উৎপত্তি হৈ বেত-ধৰা মানুহটোৰ অজ্ঞাতসাৰেও ইথাৰ, অৰ্থাৎ আকাশে বেতডাল সেই-সেই বাটেদি টানি লৈ যায়। সেই-সেই ঠাইত বেত-ডাল ৰয় বা খুন্দিয়ায়, আৰু অৱশেষত অপৰাধীৰ গাতো গৈ মাৰ বহাই দিয়ে। কথাটো কিমান সঁচা বা যুক্তিসঙ্গত তাক আমি বিচাৰ কৰিব নোৱাৰোঁ; কিন্তু মুঠতে এইটো কব পাৰোঁ যে, ভাৰতবৰ্ষীয় কোনো এটা নজনা মানুহে বেত-জৰা কথাটো সঁচা বুলিলে তাক আমি কু-সংস্কাৰ বুলি উৰাই দিম, কিন্তু অৱশ্যে এজন জনা-বুজা ইউৰোপীয় দাৰ্শনিকে কলে সম্পূৰ্ণ বিশ্বাস নকৰিলেও, কি জানি কিবা সঁচা আছে, এইদৰে ভাবিম।

মুঠতে কবলৈ গলে, এই তত্ত্বনিৰূপণ কৰিব পৰা ক্ষমতাও দিব্য-শ্ৰৱণ, দিব্য-দৰ্শন ইত্যাদিৰে লগৰীয়া।

দিব্য-দৰ্শনৰ দৰে দিব্য-শ্ৰৱণ ক্ৰিয়াও মেচমেৰাইজ বা বশীকৃত হোৱা অৱস্থাত বেচকৈ সম্পন্ন হয়। দিব্য-দৰ্শন আৰু দিব্য-শ্ৰৱণ প্ৰায় একে কথাই; প্ৰভেদ এই মাত্ৰ যে, দিব্য-শ্ৰৱণ, দূৰদৰ্শন এই দুবিধত যি ক্ৰিয়া দূৰত বা আনৰ অজ্ঞাতত হব লাগিছে তাক জনা যায় আৰু দিব্য-শ্ৰৱণত অতীতত আনৰ ভিতৰত কি কথা-বতৰা হৈছিল তাকো বশীকৃতজনে বশৰ অৱস্থাত কয়। মনঃসংযমত, অৰ্থাৎ চিত্তৰ বিক্ষীপ্ত বৃত্তিবিলাকৰ সংযমত যেনেকৈ চকুৱে দিব্য-দৰ্শন পায়, কাণেৰেও সেইদৰে দিব্য-শ্ৰৱণ শুনে আৰু মুখে সেই শ্ৰৱণ উক্তি অজ্ঞাতসাৰে উচ্চাৰণ কৰে। এবাৰ হেনো ইউৰোপৰ কোনো এখন নগৰত এটি ডাঙ্গৰ হত্যা আৰু চুৰী অপৰাধী পুলিচেও ধৰিব নোৱাৰিছিল। পিছত হেনো মেচমেৰিক বা হিপনটিক ক্ৰিয়াৰ সহায়ত চোৰ আৰু হত্যাকাৰীৰ নাম উক্ত হয়। এজনক সমাধিস্থ অৱস্থাত পেলাই বশীকাৰকে কলে যে, অমুক ঠাইত যি যি ঘটনাৰ দ্বাৰা চুৰী হৈছিল আৰু চোৰে-চোৰে যি যি উক্তি কৰিছিল, তাক যথাযথ শুনি আৰু দেখি কোৱা। বশীকৃতজনে সমাধিৰ অৱস্থাত ইটো চোৰে সিটোক কোৱা কথা যেনে ঃ—"John proceed go up" উক্তি কৰিবলৈ ধৰিলে। সেইবিলাক উক্তিৰপৰা সিহঁতে কেনেকৈ চুৰ কৰিলে, সিহঁতৰ নাম কি এইবিলাককো বিশদৰূপে উক্তি হোৱাত চোৰৰ নাম-ধাম পৰ্য্যন্ত জনা হল। পুলিচে সেই উক্তিবিলাকৰ সহায়ত চোৰ আৰু হত্যাকাৰীহঁতক ধৰিলেগৈ। ধ্যানস্থ জ্ঞান টাৰহীন টেলিগ্ৰাফৰ দৰেই। ৰাৱণে ৰামৰ লগত যুঁজি যুঁজি নোৱাৰি আকুল মনেৰে পাতালত থকা মহীৰাৱণক চিন্তা কৰিবলৈ ধৰিলে, মহীৰাৱণৰ ললাট লৰিল; ধ্যানেৰে ভাবি চাই দেখিলে যে, ৰাৱণে তেওঁৰ দৰ্শন লাভ আৰু সহায় বিচাৰিছে। তৎক্ষণাৎ তেওঁ পাতাল ত্যাগ কৰি লঙ্কা পালেহি। আমি অনেক সময়ত নজনা অৱস্থাত এই কথাটো হিন্দু কবিৰ কেৱল কবিত্ব কল্পনা বুলিয়েই ভাবিছিলোঁ; কিন্তু আচৰিত যে, সুদূৰ ইউৰোপত আজিকালি Telepathy বুলি ক্ৰিয়া এটাৰ কথাও ওলাল। তেওঁবিলাকে বাঞ্ছা কৰে যে, Wireless Telegraphyৰ দৰে Telepathyও সঁচা বস্তু আৰু তাড়িৎ শক্তিৰে বিকাশ মাথোন। টাৰহীন টেলিগ্ৰাফত এটা যন্ত্ৰত তাড়িত উৎপত্তি হলে সেই তাড়িত বিনা টাৰেই আকাশৰ ইথাৰৰ সহায়ত ব্যৱধান ভেদি গতি কৰে। আৰু এটা যন্ত্ৰত উৎপত্তি কৰা শব্দ বা গতি আন যন্ত্ৰত গৈ সম্পাদন কৰে। Telepathy ত হেনো এটা মানুহৰ মগজুত চিন্তাৰ বলেৰে তাড়িত উৎপত্তি হয়, সেই তাড়িতৰ বেগো আকাশ ভেদ কৰি গৈ চিন্তা কৰা মানুহজনৰ মগজুত লাগে, মগজুত লাগিলে হেনো তেওঁৰ মনত সেইবিধৰ চিন্তা উৎপন্ন হয়। তাতে দূৰৰ মনেও পৰস্পৰৰ জনা-জনি হয়। এন্দ্ৰুমেক্‌কনেল নামেৰে চাহাব এজনে এইদৰে কৈছে ঃ—

"চিন্তা তাড়িত শক্তিৰে বিকাশ নে? আহাৰে ৰাসায়নিক ক্ৰিয়াৰ দ্বাৰাই পেটত পৰিপক্ক হবলৈ ধৰোঁতে মনুষ্য শৰীৰত তাড়িত উৎপন্ন কৰে। উশাহ-নিশাহতো ক্ষাৰজান আৰু অম্লজানৰ পৰস্পৰৰ সংঘৰ্ষণত তাড়িত উৎপাদিত হয়। শৰীৰৰ যি সচৰাচৰ তাপ (Heat) তাতো তাড়িত ওপজে। মুঠৰ ওপৰত, মনুষ্য শৰীৰত জীৱিত অৱস্থাত যতবিলাক ক্ৰিয়া হয়, সমস্ততে তাড়িত উৎপন্ন হয়। ইয়াৰ দ্বাৰাই এইটো স্থিৰ সিদ্ধান্ত যে, জীৱনী কাৰ্য্য (Vitality)। আপোনা-আপুনি উৎপন্ন হোৱা তাড়িত মাথোন (Self generated electricity)। সেই দেখি জীৱিত দেহৰ যি শক্তি সমূহ, সেইবিলাক যন্ত্ৰত উৎপন্ন হোৱা তাড়িত শক্তি সমূহৰ নিচিনা। প্ৰভেদ এইমাত্ৰ যে, যন্ত্ৰৰ তাড়িতক মানুহে হাতেৰে চুই ইচ্ছামত চালনা কৰে আৰু শৰীৰত উৎপন্ন হোৱা তাড়িতক মনে চালনা কৰে।

আমাৰ ব্যৱসায়িক তাড়িত, অৰ্থাৎ যিহেৰে আমি টেলিগ্ৰাফ কৰোঁ, মটৰ গাৰী ইত্যাদি চলাওঁ সি যন্ত্ৰত জমা হৈ থাকে। সেই তাড়িত আমি হাতেৰে বা কলেৰে কৌশলেৰে চলনা কৰি বাতৰি

পঠোৱা, গাৰী চলোৱা ইত্যাদি কৰ্ম্ম সম্পাদন কৰোঁ। মানুহৰ মগজুটোও সেইদৰেই তাড়িত জমি থকা এই যন্ত্ৰ বিশেষ (Electric Battery)। মানুহৰ মগজুটোৰ বিষয়ে ১৮৮৯ চনৰপৰা স্পেনিচ বৈজ্ঞানিক ডাক্তৰ কাজিনে যি সিদ্ধান্ত কৰিছে, সি এই পৰ্যন্ত সৰ্ব্ববাদিসম্মত। ডাক্তৰ কাজিনে ডাক্তৰ গলগিয়ে কৰা অনুসন্ধানৰ আৰ্হিৰে কেতখিনি অনুসন্ধান কৰে। তাৰ দ্বাৰাই স্থিৰ হয় যে, মগজুত অসংখ্য সৰু-সৰু কোষ আছে, প্ৰত্যেক কোষৰে অতি-সূক্ষ্ম এক বা ততোধিক আঁহ fibre আছে। সচৰাচৰ অৱস্থাত এক কোষৰ আঁহ আন কোষৰ আঁহে সৈতে সংলগ্ন নেথাকে, কিন্তু মনত কোনো চিন্তা উদয় হলেই তাড়িত ওপজে। যেনেকৈ চলফিউৰিক এচিডত দস্তা আৰু তামক সৰু টাৰ এডালেৰে সংলগ্ন কৰিলেই তাড়িত হয়, সেই তাড়িত বিশেষ নাড়ীৰে গতি কৰি বিশেষ অঙ্গৰ চলনা কৰে। যেনেকুৱা আমাৰ সোঁ-ভৰিখন ডাঙ্গিবৰ ইচ্ছা হল। তৎক্ষণাৎ ভৰিৰ মাংসপেশীলৈ যোৱা নাড়ীৰ কোষবিলাক উত্তেজিত হল। উত্তেজিত হোৱা মাত্ৰেই মগজুত তাড়িত জন্মিল। তৎক্ষণাৎ সেই তাড়িতে নাড়ীৰ গতি কৰি ভৰিৰ মাংসপেশীক আকৰ্ষণ কৰিলে। মাংসপেশীক আকৰ্ষণ কৰা মাত্ৰেই ভৰিখন উঠিল। ইচ্ছা যিমান মৃদু বা প্ৰবল, সেই অনুসাৰেই তাড়িত উপজিব আৰু সেই অনুসাৰেই ভৰিখন উঠিব। তাড়িতৰ দ্বাৰাই হে যে এনেকুৱা কৰ্ম্ম সম্পাদন হয় তাৰ বিশেষ প্ৰমাণ এই যে, সেই নাড়ীজান চিনি তাত বাহিৰৰ যন্ত্ৰৰ তাড়িত স্পৰ্শ কৰালেই মানুহজনৰ ইচ্ছা নেথাকিলেও ভৰিখন উঠিব। বিজ্ঞানবিৎ প্ৰফেচৰ টমাচিনাই কয় যে, মানুহৰ মগজুটো মাৰকনিৰ টাৰহীন টেলিগ্ৰাফৰ দুটি যন্ত্ৰৰ এটা বিশেষ। কলিনৰ চাহাবেও কয় যে, যন্ত্ৰৰ বিনা সাহায্যে বাতৰি পঠিয়াব পৰা তাড়িত মনুষ্য শৰীৰত যথেষ্ট পৰিমাণে আছে। কিন্তু এক মনত উৎপন্ন হোৱা তাড়িত দূৰৰ আন এটি মনলৈ চালনা কৰাৰ ঘাই প্ৰতিবন্ধক দুটি। প্ৰথমতে, সকলোৰে চিন্তাৰ দ্বাৰাই যথেষ্ট পৰিমাণে তাড়িত উৎপন্ন কৰিব নোৱাৰে। দ্বিতীয়তঃ যিটি মনলৈ বাতৰি পঠাবৰ আৱশ্যক, সেইটি মন ইজনৰ মনৰ একে সাচতে ঢলা নহব পাৰে (মাৰকনিৰ টাৰহীন টেলিগ্ৰাফৰ যন্ত্ৰ দুটা; দুয়োটা giver আৰু receiver একে সাচতে ঢলা)। যত এই দুটি প্ৰতিবন্ধক নহয়, ততে টেলিপেথি ক্ৰিয়া সহজসিদ্ধ আৰু স্পষ্ট হয়।

এই দুটি প্ৰতিবন্ধক আঁতৰাবলৈ বিশেষ উপায় এই যে, কেবাজনো মানুহ লগলাগি একেখন টেবোলৰ চাৰিওকাষে বহি একেজনৰ বিষয়ে বা এটি কথা ভাবিলে টেলিপেথি ক্ৰিয়া সহজসিদ্ধ হয়। যত এটি মনত উৎপন্ন হোৱা তাড়িত অসমৰ্থ তত সৰহ মানুহৰ মনত উৎপন্ন হোৱা তাড়িত লগ লাগি বিশেষ সমৰ্থবান হব। সেই দেখি টেবোলৰ চাৰিওকাষে কেবাজনো বহি একেবিধ চিন্তা কৰি বিশেষ ডাঙ্গৰ কামো সাধিব পাৰি।" ইত্যাদি।

পাঠক। এতিয়া দেখক, সুদূৰ ইউৰোপীয় বৈজ্ঞানিকসকলে কি কয়। শিবসংহিতাত যে কৈছে, মনুষ্য শৰীৰত "নভঃ বায়ুশ্চ বহ্নিশ্চ জলং পৃথ্বিত তথৈবচ" আছে, এই কথা সঁচা নহয় নে? ৰাৱণে মহীৰাৱণক স্মৰণ কৰিয়েই টেলিপেথিক ক্ৰিয়াৰে পাতালৰপৰা অনা সম্ভৱ হব নোৱাৰে নে? মগজুত জমি থকা তাড়িত সমূহ optical nerve ৰে চকুলৈ আনি সেই চুকৰে স্ফুলিঙ্গ উৎপত্তি কৰি মহাদেৱে মদন ভস্ম কৰিব পৰা কথাত বৈজ্ঞানিক যুক্তি নাই নে? মগৰে কপিল সন্তানক ভস্ম কৰা কথাটোত অলপ যুক্তি নাই নে? মনৰ আন-আন বৃত্তিবিলাকক মেচমেৰিক ক্ৰিয়াৰে সুষুপ্তি কৰি মুঠে এক বিষয়ে বা এজনৰ বিষয়ে চিন্তা কৰি দিব্যশ্ৰৱণ, দিব্যদৰ্শন ইত্যাদি ক্ৰিয়া সম্পন্ন কৰিব নোৱাৰি নে? বোধ হয় অধ্যবসায় আৰু অনুশীলনৰ বলেৰে পৰা যায়। মনুষ্য শৰীৰত যে কত শক্তি আৰু সামৰ্থ্য আছে তাৰ বোধ হয় অন্ত নাই। হিন্দুৰ পুৰণি মহাত্মা সকলে কি উপায়েৰে টেলিপেথি আদি ক্ৰিয়াসিদ্ধ হয় তাক বোধ হয় জানিছিল, আৰু সেই অনুসাৰে চলিছিলো। কিন্তু দুখৰ বিষয়, বৰ্ত্তমান পতিত হিন্দু সন্তানসকলে সেইবিলাক নেজানে বা পাহৰিলে। সুদূৰ ইউৰোপত আজিকালি তাৰ চৰ্চ্চা হবলৈ ধৰিছে।

ক্ৰমশঃ।

# বশিষ্ঠাশ্ৰম।

বশিষ্ঠাশ্ৰমৰ বিৱৰণ সম্পূৰ্ণকৈ লিখি পাঠকসকলৰ মনত যে সন্তোষ দিব পাৰিম, এইটি অসম্ভৱ বুলিলেও হানী নহয়। কিয়নো, ই অতি পৌৰাণিক বৃত্তান্ত আৰু এই বিষয়ে ভালকৈ আলোচনা কৰিবলৈকো একো সুবিধা নাই। তথাপি, জনশ্ৰুতি আৰু পুৰাণাদিৰপৰাও যি অলপমান জানিব পাৰিছোঁ, কণাৰ দলিতো কেতিয়াবা সাৰ থাকে বুলি ভাবি তাকেই লিখিলোঁ। কিন্তু আশা কৰোঁ, ফুলৰ কেশৰত ধুলি মিহলি থকাতো ভোমোৰাই যেনেকৈ ধুলি এৰি মৌ বাছি নিবলৈ বেজাৰ

নেপায়, সেই দৰে আমাৰো এই প্ৰবন্ধটিৰ জেং-জাবৰত পাঠকসকলে বিৰক্ত নহৈ, যি দুই-এটি সাৰুৱা কথাৰ সম্ভৱ হয়, তাতেই তুষ্ট হৈ আমাক আগলৈ উৎসাহ দি চিৰবাধিত কৰে।

ব্ৰহ্মাৰ মানসপুত্ৰ বশিষ্ঠ ঋষি-মুনিবিলাকৰ ভিতৰত বৰ নির্জ্জু আৰু জিতেন্দ্ৰিয়; সেইবাবে এওঁৰ নাম বশিষ্ঠ বুলি বিখ্যাত আছিল। এওঁৰ উৰ্জ্জা আৰু অৰুন্ধতী নামেৰে দুজনা ভাৰ্য্যা আছিল। প্ৰথম জনাৰ প্ৰমাণ ভাগৱতত বিশেষকৈ পোৱা যায়।

"উৰ্জ্জায়াং জজ্ঞিৰে পুত্ৰা বশিষ্ঠস্য পৰন্তপ।
চিত্ৰকেতু প্ৰধানাস্তে সপ্তসপ্তৰ্ষয়োঽমলা।।"

বশিষ্ঠৰ উৰ্জ্জা নামেৰে ভাৰ্য্যাত সপ্তৰ্ষিৰ জন্ম হয়। দ্বিতীয় জনাৰ শাস্ত্ৰিক প্ৰমাণ নহলেও, গুৱাহাটীৰ অন্তৰ্গত বেলতলা গাৱঁৰ ওচৰতে বৰ্ণিহাট নামেৰে শ্বিলং ডাক-গাড়ীৰ এখন জিৰণৰ ঠাই আছে, তাৰে ওচৰৰ এটি পৰ্বতৰ গুহাকে আজিকালিও মানুহে বশিষ্ঠৰ ভাৰ্য্যা অৰুন্ধতীৰ আশ্ৰম বুলি কয়। তেওঁক হেনো বশিষ্ঠই তপস্যাৰ বিঘিনিৰ আশঙ্কাত আশ্ৰমলৈ নিনি ওচৰতে থৈছিল। আৰু, নক্ষত্ৰৰ মাজতো এটি সপ্তৰ্ষিৰ মণ্ডল আছে। তাতো অৰুন্ধতী থকাৰ প্ৰমাণ পোৱা যায়। হিতোপদেশত লিখিছে যে, "দীপ নিৰ্ব্বাণগন্ধঞ্চ সুহৃদ বাক্য মৰুন্ধতাম। নজিঘ্ৰন্তি ন শৃয়ন্তি প পশ্যন্তিগতায়ুষঃ।।" যেয়ে অৰুন্ধতীক দেখা নেপায়, তাৰ মৃত্যু সমীপবৰ্ত্তী বুলি জানিবা। সেই মহৰ্ষি বশিষ্ঠৰ আশ্ৰমখনি থাপনা কৰাৰ শক স্থিৰ কৰিব নোৱাৰিলেও, স্বৰ্গীয় গৌৰীনাথ সিংহ মহাৰাজে এদিন কালিকা পুৰাণ শ্ৰৱণ কৰোঁতে এই আখ্যান শুনিবলৈ পাই, তেওঁ অতি যতনেৰে নানা তৰহৰ পণ্ডিত গোটাই মীমাংসা কৰি, তাত এটি মন্দিৰ কৰি দিয়ে; আৰু দেৱোত্তৰ স্বৰূপে কিছুমান নিষ্কৰকৈ ভূমি দানো কৰে। তেতিয়াৰপৰা ই এখন তীৰ্থস্থান বুলি বিখ্যাত।

বশিষ্ঠই আশ্ৰম পতাৰ বিষয়ো দুই-তিনি ৰকম কৈ পোৱা যায়। আৰু ২০০ বছৰৰ পূৰ্ব্বেও যে এইবিলাক বিচাৰ বিশেষকৈ অনুশীলন কৰিছিল, ইয়াত অকনো সন্দেহ নাই। কিয়নো, দৰঙ্গী ৰজাৰ বংশাৱলী ৰচক শ্ৰীধৰ কন্দলিৰ সমসাময়িক সূৰ্য্যদেৱ নামেৰে এজন কবিয়ে কামৰূপ বৰ্ণনাত মহাদেৱে পাৰ্ব্বতীৰ আগত কোৱাকৈ লিখি গৈছে ঃ—

"পাচে নীল পৰ্ব্বতক আপুনিও গৈলোঁ।
তুমি-আমি দুয়োজন একলগ ভৈলোঁ।।
নন্দীভৃঙ্গি দুহান্তক দুৱাৰত থৈলোঁ।
মহানন্দ কৰি দুয়ো ক্ৰীড়া আৰম্ভিলোঁ।।
সেহি বেলা মহাঋষি বশিষ্ঠ আসিলা।
নন্দীভৃঙ্গি দুৱাৰিক কহিবাক লৈলা।।
হৰত জানয়ো গৈয়া কথা আমাসাৰ।
কৈলাশৰ পৰা ফিৰি আইলো তাসম্বাৰ।।
এতিক্ষণে আসন্তোক হৰ মহাশয়।
সম্ভাষা কৰিয়া যাইবো আপোন আলয়।।
হেন শুনি নন্দীভৃঙ্গি অভ্যন্তৰে গৈলা।
ক্ৰীড়া শ্ৰান্ত হুয়া আছো দৰিশন ভৈলা।
আমাক নামাত্তি দুয়ো উলটি আসিলা।
বশিষ্ঠ ঋষিক কথা ভাণ্ডিয়া কহিলা।।
অৰিহনা ধৰিয়া মহেশ আসিবন্ত।
কিছুমান বোল ৰহিবাক বুলিছন্ত।।
হেন শুনি মহাঋষি কোপে জ্বলিলন্ত।
মিছা কহিয়াছে হেন ধ্যানে জানিলন্ত।।
ক্ৰোধে ঋষিৰাজ হেন বোলন্ত বচন।
হাইৰে দুৰ্জ্জন মোক বুজস কেমন।।
জগতৰ গুৰু শিৱে কৰে কদাচাৰ।
দিবসতে কৰে কোনে নাৰীক শৃঙ্গাৰ।।
কুৎচিত কৰ্ম্মৰ ফল দিবো তাসম্বাক।
অসত্য বাক্যৰ ফল দিবো তোমাসাক।।
এহি বুলি ঋষিৰাজ কোপত জ্বলিলা।
পৰতন্ত্ৰী হৈবে তৱ দেশক বুলিলা।।
মহেশ কিৰাত হৈব কিৰাতী পাৰ্ব্বতী।
এহি বুলি ঋষিৰাজ কৰিলেক গতি।।
পৰ্ব্বতৰ কন্দৰত বসি ঋষিবৰে।
সন্ধ্যা আচৰিয়া ৰৈলা তথা একেশ্বৰে।।
সেহি দিনা হন্তে নাম হৈলা সন্ধ্যাচল।
পশু-পক্ষী আদিৰো নাহিকে কোলাহল।।

ইয়াৰ পৰা বুজিব পাৰি, যেতিয়া তাড়কাসুৰে দেৱতাবিলাকক বৰ পীড়া দিয়ে আৰু শিৱপুত্ৰ ভিন্ন আনৰ হাতত সি নমৰে, তেতিয়া দেৱতাবিলাকে নিকাৰ সহিব নোৱাৰি ব্ৰহ্মাৰ আদেশানুসাৰে পাৰ্ব্বতীৰ সহিত মহেশ্বৰ বিবাহ স্থিৰ কৰে। আৰু বিবাহৰ শেহত পাৰ্ব্বতীৰ সহিত নীলাচল পৰ্ব্বতত থকা সময়ত বশিষ্ঠই শাপ দিয়ে, আৰু তপস্যা কৰিবলৈ সন্ধ্যাচললৈ যায়। এই বিষয়ে আৰু এটি কিম্বদন্তী আছে। এদিন মহৰ্ষি বশিষ্ঠই কামাখ্যা দৰ্শন কৰিবলৈ গৈছিল। তেতিয়া কামৰূপ নৰকাসুৰৰ অধীনত

থকা গতিকে, তেওঁক মন্দিৰৰ ভিতৰ সোমাব নিদিলে। তেতিয়া বশিষ্ঠৰ খং উঠি "নিজ দেশৰ মানুহে তোমাক নামানক" বুলি কামাখ্যাক শাপ দি সন্ধ্যাচললৈ গৈ যোগ-বলেৰে সন্ধ্যা নামেৰে গঙ্গা আবিৰ্ভাৱ কৰাই নিজে সন্ধ্যা-তৰ্পণ কৰি এখন তীৰ্থ স্থাপন কৰিলে। কিন্তু, এইবিলাক কথাৰ বিশেষ প্ৰমাণ নথকাৰ বাবে, কাল্পনিক হে বুলিব পাৰি। কিয়নো, যদিও আমি আগেয়ে এইবিলাক কথাকে সঁচা বুলি ভাবিছিলোঁ, এতিয়া অষ্টাদশ পুৰাণৰ ভিতৰৰ কালিকা পুৰাণত বশিষ্ঠাশ্ৰমৰ বিৱৰণ বিষয়ে এক আখ্যাত লিখা দেখি, আনবিলাকক বাদ দি পুৰাণৰ থুৰণি কথা বুলি তাকে হে বিশ্বাস কৰিবলৈ বাধ্য হলো। তাৰ মূল এই;—

ইক্ষ্বাকু ৰজাৰ পুত্ৰ নিমি নামেৰে এজন ৰজাই এহেজাৰ বছৰ যজ্ঞ কৰিবৰ মনেৰে বশিষ্ঠ ঋষিক পুৰোহিত বৰণ কৰিছিল। তেতিয়া বশিষ্ঠই কলে যে, মোক ইন্দ্ৰই আগেয়েই যজ্ঞৰ নিমিত্তে বৰণ কৰিছে; তথাপি সেই যজ্ঞ শেষ কৰি তোমাৰ নিমন্ত্ৰণ ৰক্ষা কৰিম। কিন্তু নিমি ৰজাই কিছুমান দিন অপেক্ষা কৰি বিলম্ব হোৱা দেখি গৌতম ঋষিকে পুৰোহিত বৰণ কৰি যজ্ঞ আৰম্ভণ কৰিলে। এনেতে বশিষ্ঠ আহি গৌতমক হোতৃ নিযুক্ত কৰা দেখি হঠাৎ কোপ বশীভূত হৈ 'তোৰ শৰীৰ নষ্ট হওক' বুলি শাপ দিলে। তেতিয়াৰ দিনত মানুহবিলাক সত্যনিষ্ঠ, ধৰ্ম্মপৰায়ণ আৰু স্থিৰমনা থকাৰ গতিকে সকলোৰে শাপ ফলিয়াইছিল। নিমি ৰজায়ো অতি সামান্য দোষত গুৰুতৰ দণ্ডবিধান কৰাৰ বাবে, তিলৰ ধাৰ মাহেৰে শুজাৰ দৰে, ওপৰত কোৱা শাপকে ঋষিকো দিলে। অৱশেষত পৰস্পৰে দুয়ো শাপমগ্ন হৈ ব্ৰহ্মাৰ ওচৰত সকলো বিৱৰণ জনালে। কিন্তু, বিধিৰো বিপৰীত বিপাক, ইফালেও বশিষ্ঠ নিজৰ পুত্ৰ, সেইবাবে জগতত স্বাৰ্থপৰতাৰ পটন্তৰ ৰাখি বশিষ্ঠক বিষ্ণুৰ উদ্দেশ্যে তপস্যা কৰিবলৈ উপদেশ দি, নিচলা নিমি ৰজাক, সকলোৰে চকুত থাকিলে শৰীৰ নহলেও হব বুলি, ভুৰুকাই কলে যে [illegible] সকলো প্ৰাণীৰ চকুত থকাৰ নিমিত্তে নিমেষ আৰু উন্মিমেষ এই দুটি নতুন শব্দৰ সৃষ্টি হল; আৰু নিমিষেত তোমাৰ বিশ্ৰাম এবং উন্মিমেষত তোমাৰ কাৰ্য্য পৰিণত নিৰ্ণয় কৰি তোমাক চিৰজীৱী কৰিলোঁ। অতএব তোমাৰ নাম সকলোৱে লব। আৰু, অন্তৰ্জগতত অনন্তকাল বিয়াপি থাকিব। সেই কাৰণে, সেই দিনৰেপৰা চকু মুদা আৰু মেলাৰ নাম নিমেষ আৰু উন্মিমেষ হল।

অৱশেষত, বশিষ্ঠই ব্ৰহ্মাৰ উপদেশ অনুসাৰে কামৰূপৰ দক্ষিণ সীমাৰ ওচৰলৈ গৈ যোগ বলেৰে কান্ত নামে আকাশী গঙ্গা নমাই তপস্যা আৰম্ভ কৰে; আৰু তপস্যাত বিষ্ণুৰ বৰেৰে তেওঁ ৰাজদত্ত শাপৰপৰা মুক্তি লভি নানা বৃক্ষ-লতাকীৰ্ণ পশু-পক্ষী আদিৰো শব্দ নোহোৱা সেই নিৰ্জ্জন পৰ্ব্বতৰ মাজতে বৰ প্ৰৱল ধাৰ কমাবলৈ এটি কুণ্ড নিৰ্ম্মাণ কৰি সন্ধ্যা তৰ্পণাদি কৰে। কিন্তু কুণ্ডটীৰ পৰা এটাৰমান [illegible]গতে এচলা ডাঙ্গৰ শিলৰ ওপৰেদি সেই নৈখনি তিনি ভাগ হৈ কুণ্ডটিত পৰিছে; সেই কাৰণে তাৰ পূৰ্ব্বধাৰৰ নাম সন্ধ্যায়েই থাকিল, মধ্যাৰ নাম ললিতা হল আৰু শেহৰ ধাৰাৰ নাম কান্ত হল। মহৰ্ষি বশিষ্ঠই সন্ধ্যা তৰ্পণাদি কৰাৰ কাৰণে পৰ্ব্বতটিৰ নাম সন্ধ্যাচল হল। বাস্তৱতে চাবলৈ গলে মুনি মনোলোভা সেই ঠাইখনি যোগীৰ উপযুক্ত স্থান। ফুলে-ফুলে মউ চুৰ কৰি ফুৰা ভোমোৰাৰ গুণ্ গুণ্ শব্দে মানুহৰ মনত যেনেকৈ আনন্দ ওপজায়, সেইদৰে সকলো শব্দকে জঁয় পেলোৱা বশিষ্ঠাগঙ্গাৰ কুল কুল ধ্বনিয়ে অতি পথশ্ৰমেৰে পৰিশ্ৰান্ত হোৱা যাত্ৰীসকলক আধা মাইল আঁতৰৰপৰা শুনাকৈ নিমন্ত্ৰণ কৰি ভোল নিয়ায় আৰু ওচৰ পালে ক্ষুধাতুৰক ওপৰৰপৰা ভাত দিয়াৰ নিচিনা গাখিৰৰ ফুলৰ দৰে সেই বিমল জলকণিকা সিচি শৰীৰ শীতল কৰে। মন্দিৰৰ ভিতৰত কেৱল ঋষি বহি সন্ধ্যা কৰা আসনখনি হে দেখুৱায়; আৰু যদিও তাৰ ওচৰতে এটি শিৱলিঙ্গ আছে, তথাপি মহৎ লোকে কৰা কামবিলাক প্ৰায় কৰ্ত্তাৰ নামেই বিখ্যাত থাকে কাৰণে, সেই তীৰ্থৰ নামটিও বশিষ্ঠ অথবা বশিষ্ঠা গঙ্গাই প্ৰসিদ্ধ থাকিল।

—শ্ৰীউমাদেৱ গোস্বামী।

**মনৰ কথা।**

হিয়াৰ তলিত ৰইছে গুপুতে
অবুজ মনৰ কথা।
মৰম নেজানে বখানে ধৰম,
নুবুজে আপোন ব্যথা।।
দেখা নাই যাক ডিঠকে সপোনে,
মছতো নাই মূলত।
অবুজ মনৰ কিবা ভাব-গতি,
আঁকে তাকে হৃদয়ত!
নাৰীৰ জনম, পৰৰ কাৰণ
জীৱন্তে পৰৰ বশ।
স্বাধীন ভাৱত, কিয় ভাবোঁ কিবা,
চৰাওঁ ভাবৰ ৰস!!

—শ্ৰীঅন্নদাপ্ৰিয়া দাসী।

# সৎ সাহস।

চৰিত্ৰৰ বলকে সাহস বোলে। সাহস দুবিধ—মানসিক আৰু শাৰীৰিক। মানসিক সাহসৰে আকৌ দুবিধ আছে। এবিধক সৎসাহস আৰু আন বিধক দুঃসাহস বোলে। এই দুঃসাহসক আমি কেতিয়াবা কেতিয়াবা মৰসাহো বোলোহঁক। যি সাহে আমাক আমাৰ গাৰ বল খটাব লগীয়া কামলৈ আগবঢ়ায়, তাকে শাৰীৰিক সাহস বোলে। আমি জানি-শুনিও এনে একোটা কাম কৰিবলৈ ওলাওঁহক যে, সেই কামত হাত দিলে আন কি প্ৰাণৰো সংশয় হব পাৰে, তথাপি যি সাহসে আমাক সেই কামলৈ মন তুলি লৈ যায় তাকে দুঃসাহস বা মৰসাহস বোলো। আৰু, যি সাহসে সকলোবোৰ বাধা-বিঘিনিক কাতি কৈ থৈ, কোনো লোক-হাঁহিয়াতলৈ মন নকৰি, কোনো হানী বা কষ্টলৈ কাণসাৰ নকৰি আমাৰ কৰ্ত্তব্য কাম কৰিবলৈ, বা আমি যিটো ভাল আৰু যথাৰ্থ বুলি জানো তাক ক'বলৈ আৰু ভাবিবলৈ আমাক আগবঢ়ায় তাকে সৎসাহস বোলে। আমি শেহৰ বিধ সাহৰ বিষয়ে অলপ আলোচনা কৰিবলৈ ওলালোঁ।

আমি ওপৰত কোৱা কেইওবিধৰ সাহসৰ মাজত এই সৎসাহস বিধেই প্ৰধান আৰু অতি উৎকৃষ্ট সাহস। মানুহৰ জীৱনৰ ভিতৰত এনে এটা দিন হে নেলাগে এক খন্তেকো নাই যে, যেতিয়া এই সৎসাহসৰ অদৰ্কাৰ হব পাৰে। মানুহক কোনটো ভাল কোনটো বেয়া, কোনটো কবলগীয়া কোনটো কব নলগীয়া ই তাক তন্নতন্নকৈ বাছি দিয়ে। কিন্তু, আদিতে কোৱা মূল দুটাক (মানসিক আৰু শাৰীৰিক) বেলেগ বেলেগ কৈ দাঙ্গি ধৰা টান। কিয়নো, শাৰীৰিক সাহস সদাই নহলেও, প্ৰায় ইটোৰ লগে-লগেই ফুৰে। আৰু মানসিক সাহসে কেতিয়াবা কেতিয়াবা আমাক শাৰীৰিক কষ্ট সহিব লগীয়া কৰে। তাৰ বাহিৰেও মানসিক সাহস হৈছে মনৰ, আৰু শাৰীৰিক সাহস হৈছে শৰীৰৰ। মন আৰু শৰীৰৰ ভিতৰত ইমান ওচৰা-উচৰি সম্বন্ধ যে, এটাক এৰি আনটোক আমি কাচিৎহে কোনো কামত লগাব পাৰোঁহঁক। গতিকে, মানুহৰ স্বভাব-চৰিত্ৰ গঠনৰ কাৰণে দুইটা সাহসেই বৰ লাগতিয়াল। মোৰ বোধেৰে এই তলত দিয়া কেইটাই সৎসাহসৰ আচল উপকৰণ ;—

(১) যেতিয়া আমি কোনো এটা বেয়া কাম কৰোঁ, তেতিয়া সেই বাবে লাজলৈ ভয় নকৰি নিৰ্ভয়ে আমাৰ দোষ স্বীকাৰ কৰা।

(২) সৰল বা ন্যায়বান হবলৈ লাজ নলগা; আৰু আমি বাস্তৱিকতে যি অৱস্থাৰ বা যি স্বভাৱৰ লোক, তাক লুকাবলৈ কাৰবাৰ নকৰি আনৰ আগতো ঠিক তেনে ভাবেৰেই ওলাবলৈ লাজ নলগা।

(৩) আমি আনতকৈ যদি যথাৰ্থপক্ষে দুখীয়া, নিৰ্ব্বলী আৰু অজ্ঞ অৱস্থাৰ লোক, তেনেহলে তাত লাজ নলগা।

(৪) আমি যদি কোনো অৱস্থাত আনতকৈ নীহ, সেইবাবে লাজ নলগা।

(৫) যি কোনো অৱস্থাতেই বা যি কোনো ৰকমেই হওক, আমি কাৰো অনুগ্ৰহ বা মতামতলৈ আশা নকৰি কেৱল আমাৰ কৰ্ত্তব্য পালন, আৰু ঈশ্বৰলৈ ধিয়াই আমাৰ কৰা কামবিলাক আন্তৰিক সৰলতা, অকপটতা আৰু নাহ্য ভাবে কৰা।

(৬) কেৱল ঈশ্বৰৰ বাহিৰে কালৈকো ভয় নকৰা। যি এইবিধ সাহসৰ গৰাকী, তেওঁৰেই হে মানুহ শব্দটোৰ প্ৰায় আচল অধিকাৰী। কিয়নো, এই সাহসেই মানুহৰ সজ চৰিত্ৰৰ মূল ভেঁটি। এইটোও নিশ্চয় যে, প্ৰথমতে আমি আমাৰ নিজ বিশ্বাস বা সজ বিবেচনামতে এই বিধ সাহসেৰে কোনো কাম কৰিবলৈ বা কোনো কথা কবলৈ লোকৰ আগলৈ আগবাঢ়িলে, সি নিখুঁত হলেও আমি সেইলোকৰ আগত হাঁহিয়াতৰ পাত্ৰ হব পাৰোঁহঁক। কাৰণ, আজিকালি এইটো চলতি য়েই হৈছে যে, আমাৰ কৰা কাম বা কোৱা কথা যদিও একেবাৰে নিখুঁতেই বা সঁচাই হয়, তথাপি মানুহে তেওঁলোকৰ চৌপাশে যি দস্তুৰ দেখে-শুনে তাৰে হে অনুকৰণ কৰিব; আমাৰ কাৰ্য্যলৈ বা কথালৈ কোনেও কাণ নিদিয়ে। বৰং তেওঁলোকে যি দেখে-শুনে তাৰে মিল নহলে আমাক উপলুঙ্গা কৰি ভুছুং পছ হে কৰিব। এই সৎসাহসৰ থাকিলে ঈশ্বৰতো ভক্তি আৰু বিশ্বাস জন্মে। আৰু সকলো কথাতেই ঈশ্বৰেও তেওঁক সহায় কৰে। মহাভাৰত আদি আমালোকৰ আদি-গ্ৰন্থবিলাকত ইয়াৰ অনেক ফটফটীয়া প্ৰমাণ পোৱা যায়। শ্ৰীৰামচন্দ্ৰ, শ্ৰীকৃষ্ণ এওঁলোকক এৰিও, বিভীষণ, প্ৰহ্লাদ আদি ধৰ্ম্মবীৰ, অৰ্জ্জুনাদি যোদ্ধা বীৰসকলেই ইয়াৰ দৃষ্টান্ত স্বৰূপ। তাৰ পিচতো এই দুৰ্ভগীয়া ভাৰতে অনেক তেনে সৎসাহসী

পুৰুষৰ জন্ম দিছিল। হিন্দু ধৰ্ম্মৰ পুনৰ প্ৰৱৰ্ত্তক শঙ্কৰাচাৰ্য্য, কবি কালিদাস, ধৰ্ম্ম প্ৰচাৰক চৈতন্যদেৱ, বুদ্ধদেৱ, আৰু আমাৰ দুখিনী আসামৰ শঙ্কৰদেৱকে আদি কৰি এই মহাপুৰুষসকলৰ জীৱনীয়েই এই সৎসাহসৰ জ্বলন্ত প্ৰমাণ। প্ৰায় ভাৰতবাসী মাত্ৰেই এওঁলোকৰ জীৱনী বা কাৰ্য্য-কলাপৰ বৃত্তান্ত অলপ নহয় অলপ জনাই আছে। সেই কাৰণে, আমি আৰু সেইবিষয়ে ইয়াত বাহুল্যকৈ বৰ্ণাই দেখুৱাবৰ মন নকৰিলোঁ। মাত্ৰ ইয়াকেহে কব খোজোঁ যে, তেওঁলোকে যদি একোজন তেনে সৎসাহসী বীৰপুৰুষ নহলহেঁতেন, তেনেহলে তেওঁলোকৰ পৰা কেতিয়াও এনে একোটা মহৎ কাম সাধিত হৈ এই দুখুনী ভাৰতৰ মুখ উজ্জ্বল নহলহেঁতেন। আনসকলৰ বিষয়ে কোনো লোকে বেচি নেজানিলেও, পাঠকসকলৰ মাজত আমাৰ দেশৰ মহাপুৰুষ শঙ্কৰদেৱৰ জীৱনী নজনা নিচেই কমহে ওলাব বুলি কলেও হয়। তেওঁৰ এই শুদ্ধ সত্ব মহাপুৰুষীয়া ধৰ্ম্ম (যদিও বৰ্ত্তমান তেওঁৰ পন্থীসকলৰ হাতত এই শুদ্ধ সত্ব ধৰ্ম্মৰ খেনো খেনো পাকে অলপ অচৰপ ব্যতিক্ৰম হোৱা দেখা যায়) আসামত প্ৰচাৰ কৰোঁতে তেওঁ যিমান বাধা-বিঘিনি, লাজ-অপমান সহ্য কৰি কৃতকাৰ্য্য হৈ তেওঁৰ নাম চিৰস্মৰণীয় কৰি থৈ গৈছে, তাৰ মূল কাৰণ, কেৱল তেওঁৰ এই সৎসাহসৰ বলেই হে। যদি তেওঁৰ তেনে সৎসাহস নেথাকিলহেঁতেন, তেনেহলে তেওঁ কেতিয়াও এনে এটা বিশেষ ধৰ্ম্ম সম্বন্ধীয় মহৎ কাম সাধিব নোৱাৰিলেহেঁতেন। সেই দৰেই চৈতন্যদেৱ, বুদ্ধদেৱ, মহম্মদ, যীশুখৃষ্ট নানকাদি সকলোবিলাক মহাপুৰুষ এই সৎসাহস গুণেৰে গুণী থকা বাবেই তেওঁলোকে তেনে একোটা সজ আৰু মহৎ উদ্দেশ্যত কৃতকাৰ্য্য হৈ চন্দ্ৰ দিবাকৰ থাকেমানে তেওঁলোকৰ নাম আৰু কৰা কাম সংসাৰত সকলোৰে হৃদয়ত আঁকি থৈ যাব পাৰিলে। নেপোলীয়ান বোনাপাৰ্টৰ জীৱনীলৈকো এবাৰ চকু দিলেই দেখিবলৈ পোৱা যায় যে, তেওঁ এঘৰ সাধাৰণ মানুহৰ ঘৰত জন্ম লৈও কেৱল মহৎ গুণ সৎসাহসৰ বলেৰেই প্ৰায় সমুদায় ইউৰোপৰ একছত্ৰী ৰজা হব পাৰিছিল। এই মহৎ গুণে তেওঁৰ হৃদয়ত সৰু কালৰেপৰাই ঠাই পাইছিল। তেওঁৰ বয়স আৰু বল-বীৰ্য্য বঢ়াৰ লগে লগে এই মহৎ গুণৰো জেউতি চৰি গৈ তেওঁক তেনে পৰাক্ৰমী কৰি তুলিছিল। তেওঁৰ হৃদয়ত যদি এই সৎসাহসৰ আশ্ৰয় নেথাকিলহেঁতেন, তেনেহলে তেওঁ অকল বল-বীৰ্য্য লৈয়ে কেতিয়াও সংসাৰৰ মাজত এজন বিজয়ী পুৰুষ হৈ ভোটা-তৰাৰ দৰে জিলিকিব নোৱাৰিলোহেঁতেন। সেই দৰেই গেলীলিও আদি কৃতবিদ্য পুৰুষসকলৰ ফালে মন কৰিলেও এই বিধ সাহসৰ গুণকেহে দেখা পোৱা যায়। কিয়নো, সমুদায় ইউৰোপৰ ৰজাঘৰ আৰু গুৰুঘৰৰ পৰা সিমান হুকা-বধাৰ ওপৰতো যদি গেলীলিয়েই নিজ সৎসাহসৰ ওপৰত ভৰ দি ৰব নোৱাৰিলেহেঁতেন, তেতিয়া হলে কি জানি আমি পৃথিবীৰ আহ্নিক গতি আৰু পৃথিবীয়ে সূৰ্য্যৰ চাৰিওফালে ঘুৰা সাম্বৎসৰিক গতিৰ তথ্যৰ বিষয়ে এতিয়াও আন্ধাৰতে থাকিব লাগিলহেঁতেন। লিখিবলৈ গলে বাহুল্য হয়। অলপ ভাবি চালেই সৎসাহসৰ ফটফটীয়া প্ৰমাণ হেজাৰ বিজাৰ দেখিবলৈ পোৱা যায়। আৰু দেখিবলৈ পোৱা যায় যে, সংসাৰত মানুহে এই সৎসাহৰ বলতে সকলো ৰকমৰ বাধা-বিঘিনি, কষ্ট, হানী আদি নিৰাপদে পৰাভূত কৰি অজৰ-অমৰ হৈ গৈছে। বহুতে বোধ হয় শুনিছে, আজি কেৱল ডেৰ-বছৰমানৰ আগৰ কথা। কথাটো যদিও এটা সাধাৰণ কথা মাত্ৰ, তথাপি সৎসাহসৰ এটা উত্তম উদাহৰণ। ছাতিৰ ব্যৱহাৰৰ আমালোকৰ এচিয়া মহাপ্ৰদেশত বহুত প্ৰাচীন কালৰেপৰা প্ৰচলিত আছে; কিন্তু বিলাতত কেৱল ১৭৫০ খৃষ্টাব্দৰপৰাহে ছাতি বুলি যে কিবা এট বস্তু আছে জনা হৈছে। ১৭৫০ চনত জোনাজ হেনওৱে (Jonas Hanway) নামেৰে এজন ইংৰাজেহে বিলাতত প্ৰথমে ছাতি উলিয়াছেগৈ। তেওঁ বহু বছৰ চীনা আদি এই মহাপ্ৰদেশৰ বহুত ঠাইত অনেক বছৰ থাকি তেওঁ দেশলৈ উলটি যাওঁতে এটা ছাতি লৈ গৈছিল। এদিন তেওঁ তাত বৰষুণৰ দিনত হাতত ছাতি লৈ তাৰ আলিবাটে দি ফুৰোঁতে বাটত কেউফালে থকা লৰা বুঢ়া আদি সকলোৱে হাত-চাপৰি মাৰি তেওঁক ইতিকিং কৰি হাঁহিবলৈ ধৰিছিল। আন কি, খেনোৱে তেওঁৰ গালৈ বাটৰ শিলগুটি আৰু ইটা আদি দলিয়াবলৈকো এৰা নাছিল। কিন্তু, তেওঁৰ সৎসাহসৰ বলতে আজি আমি ওলাই সোমাই ফুৰোঁতেও হাতত ছাতি নোলোৱা ইংৰাজৰ পুৰুষহে নেলাগে, তিৰোতাও কৰবাত কেনেবাকৈহে যদি দেখিবলৈ পাওঁহঁক।

এই সৎসাহসৰ অভাৱেই মানুহৰ কুঅভ্যাস আৰু হৰেক ৰকমৰ বেমাৰ আদিৰ মূল আৰু, মানুহক মিছলীয়া কৰিবৰ ইয়েই এটা ঘাই কাৰণ। সাধাৰণতঃ, আমালোকৰ দৈনিক কাম-কাজ বা কথা বাৰ্ত্তাতে আমি অলপ মন কৰিলেই দেখিবলৈ পামহঁক যে, এই সৎসাহসৰ অভাৱতে আমি আমাৰ বহুমূলীয়া গৌৰৱ আৰু অতুলনীয় স্বভাৱক খন্তেকতে অসাৰ আৰু মাটি কৰি পেলাওঁহঁক। আমাৰ ভিতৰত এনে ঘটনা বহুতো আছে; কিন্তু আমি সেইবিলাক বুজিয়ো নুবুজা বা বুজিলেও একো কথাৰ-কথা নহয় বুলি উৰাই দিওঁহক; সেইটো আমাৰ ভুল। আমাৰ ভিতৰত প্ৰায়েই দেখিবলৈ পোৱা এটা সাধাৰণ উপমায়েই ইয়াৰ

ফট্‌ফটীয়া প্ৰমাণ দিয়ে। মনে কৰাঁ, জানিবা দুজন বন্ধু আছে। তাৰ এজনৰ পেটত আজিকালি ইংৰাজ গৱৰ্ণমেণ্টৰ আবৃকাৰী মহলৰ সকলোবিলাক সমলেই ঠাই পায়; আৰু আনজনে জানিবা সেই মহলৰ চাৰি ধাপতো ভৰি দিয়া নাই। কিন্তু, যদি এই দুজনৰ মাজত পিচৰ জনৰ অন্তৰত সৎসাহসৰ কাৰণে এধানো ঠাই নাই, তেনেহলে তেওঁক নিশ্চয়ে আগৰজনে এদিন লাহে-লাহে তেওঁৰ নিজৰ পটলত তুলিবগৈ। ইয়াৰ আৰু বেলেগে উদাহৰণ দি নেদেখুৱালেও সকলোৰে চকুৰ আগতে সদাই দেখিয়েই আছে। আৰু সেই গুণেই, অৰ্থাৎ এই সৎসাহসৰ অভাবতেই আজি আমাৰ দুখুনী আসাম হে নেলাগে, সমুদায় ভাৰতবাসীয়েই এটা পদদলিত জাতি হৈ ঘৃণাৰ পাত্ৰ হৈছো। হবৰ কাৰণো আছে; কিয়নো আজিকালিৰ দিনত আমাৰ স্বভাৱ হৈছে অনুকৰণপ্ৰিয়, আৰু ধৰণ হৈছে যে গোটেইখন সংসাৰক কৰিব নোৱাৰিলেও আমাৰ ওচৰ-চুবুৰীয়া কেইটাকে আমাৰ নিজৰ পটললে কেনেকৈ তুলিম দিনে-ৰাতিয়ে তাৰেহে চিন্তা। আৰু, আমাক লোকে বেয়া বুলিব বা লোকে হাঁহিব ইত্যাদি ভাবি, তেহেলৈ নিজৰ পক্ষে অস্বাস্থ্যকৰেই হওক বা নিজৰ মনৰ মতনেই নহওক, তথাপি আমি লোকৰ যেনে দেখোঁ তেনে কৰিবলৈ বৰ ভাল পাওঁহঁক। এইবিলাকো একোটা সৎসাহসৰ অভাৱৰ ফলেই হে মাথোন।

আমি যদি 'হয়' 'নহয়', এই দুটা কথা তাহাঁতৰ আচল অৰ্থত সদাই ঠিক সময়ত আৰু উপযুক্ত ঠাইত খটাব পাৰোহঁক তেতিয়া হ'লে আশঙ্কাৰ কোনো কাৰণ নেথাকে; কিন্তু আমি তাকে কৰিব পাৰোহঁক কত? আৰু, এই সৎসাহসৰ অভাৱতেই আমাৰ মাজত এটা বৰ কু-প্ৰথা প্ৰচলিত হৈছে। সি আন একো নহয়, কেৱল আমাৰ চলন-ফিৰণ খোৱা-লোৱা ইত্যাদি। অৰ্থাৎ, আমি দুই ৰকমে চলন-ফিৰণ ইত্যাদি কৰিবলৈ ধৰিছোহঁক। এক ৰকম আনে নেদেখাকৈ মন-মনে, আৰু আন প্ৰকাৰ দেখা দেখিকৈ। মনে-মনে সকলো কৰোঁ; কিন্তু দেখা দেখিকৈ হাতত মলাগুটি লৈ 'নমো নমো পাৰিজাত' হওঁ। অন্তৰত সৎসাহসৰ ধনিষ্ঠামানো থাকিলে এনে ভাব কেতিয়াও হব নোৱাৰে। আমাৰ মাজত এনে লোক বহুত আছে যে, তেওঁলোকে তেওঁলোকৰ অৱস্থাদিত কৈ ওখ খাপৰ লোকসকলে যিহকে মুখৰপৰা বাজ কৰে, তেওঁলোকে ততালিকে, তেহেলৈ নিজৰ মনৰ মতন নহওঁকেই বা নিজে ভালকৈয়ে বুজক যে সিজনে যি কৈছে সি একেবাৰেই নিৰৰ্থক বা মিছা, তথাপি সিজনৰ মুখতে হয় দিয়াৰ বাহিৰে আন নেজানে। ইও এটা ইজনৰ (হীনাবস্থাপন্ন জনৰ পক্ষে) এই সৎসাহসৰ অভাৱৰ ফলেইহে। এইদৰে হয় দিয়াৰপৰা হয়-দিয়া জনে দুটা দোষ কৰা হল। এটা তেওঁ নিজে মিছা কথা কোৱা হল, আনটো তেওঁ সিজনক এটা ভুল ধাৰণা কৰি দিয়া হল। যদি তেওঁ তাকে নকৰি এই সৎসাহসেৰে নিজৰ মত প্ৰকাশ কৰে, তেতিয়া হলে তেওঁ এই দুইটা দোষৰপৰা আঁতৰ হয়। কিন্তু আমাৰ সেয়ে হৈ উঠা টান। ই আৰু আচৰিত যে, আজিকালি আমাৰ দেশত এনে বহুতো 'শিক্ষিত ডেকা দেখা যায় যে, তেওঁলোকে কোনো সময়ত কোনো ভদ্ৰলোকৰ আগতো ফাঁকি দিয়া কথা কবলৈ পাচ নোহোহঁকে। তেওঁলোকে সেইদৰে ফাঁকি দিয়া কথা কোৱাৰ কাৰণ সুধিলে কয় যে, শিষ্টাচাৰ ৰক্ষাৰ কাৰণে (For the sake of Etiquette) এনে কৰে, আৰু সেইবাবে বোলে দোষো নাই। কিন্তু, আমাৰ হৃদয়ত হলে তেনেবিলাক শিষ্টাচাৰৰ ভাব নায্য বুলি বিশ্বাস নহয়। তেওঁলোকে কয় যে, কোনোৱে যদি তেওঁৰ নিজৰ সজ চিন্তা মতে কোনো কাম কৰে, সি যদিও ভালেই বা উচিতেই হয়, কিন্তু যদি আন দুজন এজনৰ মনৰ মতন নহয়, তেনেহলে তেওঁ সেই কাম কৰা বাবে শিষ্টাচাৰৰ বান্ধনী ভঙ্গা হব; অথবা তেওঁ এজন অসভ্য বুলি গণ্য হব। মোটৰ ওপৰত, তেওঁলোকৰ এনে ভাব যে, তোমাৰ বিবেকৰ বিৰুদ্ধেও তুমি লোকে যিহকে ভাল বোলে তাক কৰিবা, তেতিয়া হলেও শিষ্টাচাৰ ৰক্ষা কৰা হব। কিন্তু, আমাৰ বোধেৰে শিষ্টাচাৰ (Etiquette) শব্দতে তেনে মানে নুবুজায় হব পায়। কাৰণ, সাধাৰণ একোটা কথাতে বুজা যায় যে, আমি ওপৰত উনুকিউৱা ভাবৰ শিষ্টাচাৰে আমাৰ উপকাৰতকৈ অপকাৰৰ ভাগ বেচিহে কৰে। জানিবা, মোৰ কোনো এটা বস্তু খোৱাৰ অভ্যাস নাই, বা কোনো কাৰণ বশতঃ সেই বস্তু খাবলৈ মোৰ ঘিণ লাগে; কিন্তু যদি মই এই ওপৰত লিখা শিষ্টাচাৰ ধৰি কেজনমান ভদ্ৰলোকৰ আগত মোৰ সেই বস্তুৰ পক্ষে মনোগত ভাব প্ৰকাশ নকৰি তেওঁলোকে কোৱা বাবেই খাওঁ, তেনেহলে কি জানি এনেও হব পাৰে যে, সেই বস্তু খোৱাৰপৰা মোৰ কেনেকৈ শাৰীৰিক বা মানসিক বিপৰ্য্যয় ঘটিব পাৰে। তেতিয়া হলে মোৰ এই শিষ্টাচাৰ ৰক্ষা কৰাৰ কি ফল হব তাক আৰু নকলেও বুজা যায়। কিন্তু, যদি সেই শিষ্টাচাৰলৈ মন নকৰি মোৰ নিজা মনোগত ভাব প্ৰকাশ কৰি সেই বস্তু খাবলৈ অস্বীকাৰ কৰোঁ, তেতিয়া হলে মোৰ কোনো আহুকাল বা বীপৰ্য্যয় নঘটে, আৰু মোৰ বোধেৰে সেই ভদ্ৰলোক কেইজনকো মই সেইদৰে মোৰ মনোগত ভাব খুলি কোৱাৰ বাবে কোনো ৰকমে অশিষ্টাচাৰৰ ভাব দেখুওৱা নহব। আমি মাজে-সময়ে এনে ভদ্ৰলোকো দেখোহঁক যে, তেওঁ কোনো এটা কাম আনৰ অনুৰোধত কৰি এটাই, শেহত সেই

কৰ্ম্মথলিৰপৰা আঁতৰ হলেই নিজে নিজে অনুতাপ কৰিব লগা হয়। আৰু কোৱা শুনা যায় যে, তেওঁ কেৱল ভদ্ৰতাৰ খাতিৰত পৰি তেনে কাম কৰি অতি কষ্ট বা অসুবিধা ভুগিব লগা হৈছে। এইটো কেৱল সৎসাহসৰ অভাব কাৰণেই নহয় নে? আমাৰ ভিতৰত এনে ভদ্ৰতা দেখুৱাবলৈ গৈ বিপদত পৰা বহুতো লোক দেখা আৰু শুনা যায়। এইদৰেই আমাৰ একোটা সাধাৰণ দৈনিক কামতে সৎসাহস খটাব নোৱাৰি বা অদৰ্কাৰ যেন ভাবি লাহে লাহে আমি তালৈ একেবাৰেই পাহৰোঁগৈহঁক।

মুখ-লাজেই এই সৎসাহসৰ বাটত অঘটীয়া দেওনা। এনে মুখ-লাজক আমি কেতিয়াও ঠাই দিয়া যুগুত নহয়। সৎসাহস নাইকিয়া লোকৰ এই তলত দিয়া দোষ কেইটাই প্ৰধান লক্ষণ ঃ— (১) লাজুক, (২) নিন্দুক, (৩) মিছলীয়া (৪) টুটকীয়া, (৫) পৰ-চৰ্চ্চা, (৬) ভয়াতুৰ, (৭) অসুখী, (৮) কপটী, (৯) মিছা উচটনি।

মানুহে এই সৎসাহস এদিনে অভ্যাস কৰি লব নোৱাৰে। সদাই সৰুৰেপৰা সাধাৰণ কথা তেওঁ ইয়ালৈ ভালকৈ মন দি আৰম্ভ কৰিলেহে বয়সৰ লগে-লগে তাৰো জেউতি চৰি যাব। কিন্তু আমাৰ দেশত সৰুৰেপৰা আৰম্ভণি কৰাই টান। কিয়নো, আমাৰ লৰা-ছোৱালীক সৰুৰে পৰা এনে স্বভাৱত তোলোহঁক যে, তাহাঁতে সৎসাহসৰ পৰিৱৰ্ত্তে আমি এই ওপৰত কোৱা লক্ষণ কেইটাৰহে বেচি আশ্ৰয় লয়গৈ। গতিকে, তাহাঁতে সৎসাহসতকৈ দুঃসাহস বা মৰসাহসকহে ভালকৈ বুজি লয়, আৰু সেইদৰেই ডাঙৰ হলেও তাহাঁতে সৎসাহসৰ অভাৱত দুঃসাহসৰ আশ্ৰয়েৰে কাম কৰি গোটেই জীৱনৰ কাৰণে অসুখীয়া হৈ কাল কটাব লগাত পৰে। আৰু, এই বাবেই আমাৰ দিনে দিনে অধোগতিৰ বাটো লাহে লাহে বহল হৈ আহিছে। সেই কাৰণে, লৰা-ছোৱালীবিলাকে যাতে সৰুৰেপৰা সৎসাহস কৰিবলৈ শিকে তালৈ যত্ন কৰা উচিত।

# জন্মভূমি।

(ডিব্ৰুগড়ৰ অসমীয়া আলোচনী সভাৰ সাধাৰণ অধিবেশনত, ১৯০৬ চনৰ ২৬ ডিচেম্বৰ তাৰিখে পঢ়া হৈছিল।)

নাৰী-কাননৰ পাৰিজাত ফুল
  ৰুক্মিনী ফুলিল যত।
মদন মঞ্জৰী সখী লালাৱতী
  লিগিৰী যাৰ লগত।।
এই অসমতে বাণৰ তনয়া
  লাহ লৈ মেলালে চুলি।
সখী চিত্ৰলেখা মাধৱৰ নাতি
  আনিলে ৰথত তুলি।।
ৰাণী জয়মতী তোমাৰে জীয়াৰী
  সতীৰ আদৰ্শ হই।
পাহৰা গৌৰৱ আজিও তোমাক
  দিছে নে মনত কই?
ভাৰত ভৰমি বশিষ্ঠ মুনিয়ে
  আশ্ৰম ললেহি যত।
প্ৰকৃতিয়ে মোহ এৰাব নোৱাৰি
  উমলিছে যি দেশত।।
বিশ্বকৰমাই তোমাকে পোনতে
  ধুৰুপ স্ৰজিব পায়।
নহলে সৃষ্টিৰ সকলো কৌশল
  হব কিয় একে ঠাই!
প্ৰকৃতি দেৱীৰ প্ৰমোদ কানন,
  এয়ে সেই কামৰূপ।
আছিল ইয়াতে মহাপৰাক্ৰমী
  ভগদত্ত আদি ভূপ।।
এয়ে সেই দেশ এয়ে জল-বায়ু
  এয়ে ব্ৰহ্মপুত্ৰ নই।
ইয়াতে উপজি শ্ৰীমন্ত শঙ্কৰে
  জগত পেলালে জঁয়।।
বিশ্বৰ প্ৰেমত মতলীয়া হই
  উদাৰ মাধৱদেৱে।
নাম-ঘোষা ৰচি যি মন্ত্ৰ শিকালে
  ধৰা নাই কিয় কেৱে?
হেৰা নীলাচল ভেদি নভস্থল
  লাগিলা তবধ কিয়?
শকতি স্বৰূপা হৈয়ো কিয় তুমি
  নিদিয়া উছাহ জীৱ।।

তোমাৰ আনন্দ হেৰা উমানন্দ
নেৰাখিবা লুকুৱাই।
ভোলানাথ ৰূপ ধৰাটো আসামে
কি জানিবা সাৰ পায়।।
গিৰি শিখৰত বহি নৱগ্ৰহ
পাতিবা। কিমান মেল।
ভাঙ্গা ভাঙ্গা মেল চোৱাঁ চকু মেলি
অসম তলৈলে গল।।
হেৰা হয়গ্ৰীৱ হেৰা উগ্ৰতাৰা
হেৰা মনিকৰ্ণেশ্বৰ।
আই বসুন্ধৰী উৰ্ব্বেশী সুন্দৰি
পলাল উঠা ভাগৰ।।
কাব্য মধুমত্ত আনন্দ বৰুৱা
তোমাৰ মনৰ বল।
অকনিমানকে দিয়াঁ আসামক
কি জানি হয় সবল।।
হিয়াৰ তলিত বিকসিত হোৱা
আগ্ৰহ ফুলেৰে গঁথা।
ধৰাঁ মালাধাৰি লোৱাঁ উপহাৰ
কি আছে কি দিম বঁটা।

—শ্ৰীগোপালচন্দ্ৰ ভূঞা।

# ৰাগিয়াল বস্তু।

সজ কথাতকৈ অসজ কথাত মানুহৰ ৰাপ বেচি। অসজ কথা কৈ ধেমালি আৰু অসজ কাম কৰি আনন্দ কৰিবলৈ সৰহভাগ মানুহে ভাল পায়। সজ কথা উলিয়ালে শ্ৰোতা পাবলৈ টান, কিন্তু অসজ কথা উলিয়ালে শ্ৰোতাই জুমুৰি দি ধৰে। সেই দেখি ৰং-ধেমালিত বা লগৰীয়াৰ লগত আলাপ কৰোঁতে অসজ বা অবাচ্য কথা কবলৈ, আৰু অসজ হাঁহি-উঠা কাম কৰিবলৈ মানুহৰ ইচ্ছা বলৱতী হয়। কিন্তু সহজ অৱস্থাত মানুহে তেনে কথা কব নোৱাৰে, আৰু তেনেকুৱা কাম কৰিব নোৱাৰে। সহজ অৱস্থাত মানুহক হিতাহিতৰ আৰু সজ-অসজৰ বিবেচনাই বেঢ়ি থাকে, আৰু তাৰ কৰ্ম্মৰাশিও সেই বিবেচনাৰ দ্বাৰা চালিত হয়। মনত কেতিয়াবা তেনেকুৱা কোনো ইচ্ছা উপস্থিত হলেও সেই বিবেচনাৰ দণ্ডিত তাক পূৰণ কৰিব নোৱাৰে। এই বিবেচনা বা বোধ অসজ ইচ্ছাৰ এক ৰকম ডাকুৰ। ডাকু ছাগলীৰ উপদ্ৰৱ খণ্ডাবলৈ মানুহে তাইক ডাকুৰ পিন্ধায়। ডাকুৰ লগোৱা ছাগলীয়ে যলৈকে মন তলৈকে যাব নোৱাৰে। মানুহেও সজ-অসজৰ বিবেচনাৰ নিমিত্তে, যি মন তাকে কৰিব নোৱাৰে। লাজৰ ভয়ত অবাচ্য বকি ধেমালি কৰিব নোৱাৰে, নিন্দাৰ ভয়ত অকাম কৰি আনন্দ কৰিব নোৱাৰে। আকৌ, মানুহ মাত্ৰেই সমাজৰ কিছুমান চিৰ প্ৰচলিত ৰীতি আৰু স্বভাৱৰ কিছুমান অখণ্ডনীয় নিয়মৰ অধীন। নিচেই নিৰ্গত, নিধক হলেও সেই ৰীতি বা নিয়ম উপলঙ্ঘা কৰি কেও কাম কৰিব নোৱাৰে। ডাঙ্গৰৰ আগত অবাচ্য কথা কোৱা, অযাবত নৃত্য কৰা, বা অপৰিমিতৰূপে হাস্য কৰা ইত্যাদি কিছুমান কৰ্ম্ম এইবোৰ ৰীতি আৰু নিয়মৰ বিৰুদ্ধ; ইচ্ছা থাকিলেও ৰীতিৰ দণ্ডিত মানুহে তেনে কৰ্ম্ম কৰিব নোৱাৰে, ৰীতিয়ে ডাকুৰ হৈ বাধা জন্মায়। ৰাগীয়ে মানুহৰ এই ডাকুৰ দণ্ডি গুচাই দিয়ে। ৰাগীৰ গুণত সি সমাজৰীতিৰ বিবেচনা একেবাৰে পাহৰে। তেতিয়া সি মুকলিমূৰীয়া ছাগলীৰ নিচিনা হিত-অহিত, সজ-অসজ, ভদ্ৰ-অভদ্ৰ, সকলো বিবেচনা ঠেলি থৈ, যি মন তাকে কবলৈ আৰু যে মন তাকে কৰিবলৈ সক্ষম হয়। বহুত মানুহৰ পক্ষে ৰাগী অভ্যাস কৰাৰ এইটো আদি হেতু।

ৰাগী অভ্যাস কৰাৰ আৰু এটা কাৰণ আছে। কোনো কোনো মানুহৰ মন শূন্য, অৰ্থাৎ মনত কোনো গুৰু চিন্তা নেথাকে। গৃহস্থালীৰ চিন্তাই এই শ্ৰেণী মানুহৰ এক মাত্ৰ চিন্তা, গৃহস্থালীৰ কৰ্ম্মেই এক মাত্ৰ কৰ্ম্ম। দিনৰ কিছুভাগ সেই চিন্তাই আৰু সেই কৰ্ম্মই সিহঁতক ব্যস্ত ৰাখে। পাচে, সেই চিন্তা মীমাংসা হলে বা সেই কৰ্ম্ম সম্পন্ন হলে সিহঁত একেবাৰে নিৰ্ভাবনা হয়। দিনৰ বাকী সময়খিনি সিহঁতৰ গোটেই আজৰি। এই আজৰিৰ সময় কটাবলৈ সিহঁতে কোনো উপায় বিচাৰি নোপায়। এনেকুৱা চিন্তাশীলবিলাকে কোনো এটা সৎ বিষয়ত চিন্তাত মন লগায়, বা পঢ়িব জনা হলে, কোনো পুথি পাঠ কৰি সময় কটায়। কিন্তু, সাধাৰণ অশিক্ষিত তৰপৰ মানুহে সেইদৰে সময় কটাব নোৱাৰে। সিহঁতে গৃহস্থালীৰ চিন্তাত বাজে আন চিন্তা মনত আউটিব নেজানে, আৰু ইফালে পুথি পঢ়িবও নেজানে, বা জানিলেও পঢ়ি ৰস নেপায়। সেই দেখি সিহঁতৰ পক্ষে দিনৰ সময় ডোখৰ এটা কলগ্ৰহ হৈ পৰে। এই কলগ্ৰহৰ আক্ৰমণৰপৰা সাৰিবলৈও কিছুমান

মানুহে ৰাগীৰ আশ্ৰয় লয়; ৰাগীত ওপজা অপূৰ্ব্ব আচৰিত চিন্তাত মন বুৰাই সিহঁতে সময়ৰ বোজা লঘু কৰিবলৈ চেষ্টা কৰে।

কিছুমান মানুহে আকৌ ৰাগিয়াল বস্তুবোৰ পৃথিৱীৰ উপভোগৰ সামগ্ৰী যেন বিবেচনা কৰে। সিহঁতে অন্ন-ব্যঞ্জনৰ নিচিনা মাদক দ্ৰব্যকো জুতি লগাই খায়। মদত গোলাপ জল, আফিঙ্গত খীৰ, বা ভাঙ্গত আটৰ মিহল নিদিয়াকৈ সিহঁতে তাক ব্যৱহাৰ নকৰে। ধনৱন্ত কানীয়া, ধনৱন্ত ভঙ্গুৱা পৃথিৱীৰ বহুত আছে। সিহঁতৰ কানি-ভাঙ্গৰ জুতি দেখিলে; আৰু সেৱনৰ আয়ম দেখিলে বিস্ময় মানিব লাগে। এইবিলাক মানুহৰ বিশ্বাস যে, ৰাগীৰ গুণত ভোগৰ সোৱাদ বৃদ্ধি হয়। সেই দেখি সিহঁতে ভোজনৰ সুখ বঢ়াবলৈ ৰাগী লগাই ভোজন কৰে, শয়নৰ সুখ বঢ়াবলৈ ৰাগী লগাই শয়ন কৰে, আৰু ধেমালিৰ সুখ বঢ়াবলৈ ৰাগী লগাই ধেমালি কৰে। মনৰ বিষাদ গুচাবলৈ কোনো মানুহক ৰাগী ব্যৱহাৰ কৰা দেখা যায়, কিন্তু শেষ-ফলত বিষাদ গুচক ছাৰি এগুণ বিষাদ দুগুণ হয়। শোক সাম্য কৰিবলৈ মদ খাই মানুহে ইনাই-বিনাই কান্দে। সহজ অৱস্থাত জ্ঞান-ধৈৰ্য্যৰ বলেৰে শোক-সন্তাপৰ বেগ দমন কৰিব পাৰি; কিন্তু ৰাগী লগালে মানুহৰ জ্ঞান আৰু ধৈৰ্য্য অন্তৰ্হিত হয়, তেতিয়া শোক-দুখৰ আক্ৰমণ নিবাৰণ কৰিবলৈ তাৰ কোনো অস্ত্ৰ নেথাকে। গতিকে, সি সেই আক্ৰমণত একবাৰে বিহ্বল হৈ পৰে। এই দেখি শোকৰ সময়ত ৰাগী সেৱন কৰিলে ধৈৰ্য্যশীল মানুহেও হিয়া ভুকুৱাই কান্দে। যথাৰ্থ কথা, ৰাগীয়ে শোক-সন্তাপ বা বেজাৰ-বিষাদ হৰণ কৰিব নোৱাৰে, কেৱল এটা অলিক বিশ্বাসৰ হৈ এইবিলাক মানুহে ৰাগী অভ্যাস কৰে।

যিবোৰ অভিপ্ৰায় সিদ্ধ কৰিবলৈ মানুহে ৰাগীৰ আশ্ৰয় লয়, সেই অভিপ্ৰায় আটাইবোৰ গৰ্হিত বুলিব নোৱাৰি। মুখৰ বান্ধ কাটিবলৈ, বা চকুৰ লাজ গুচাবলৈ, বা সময় হৰণ কৰিবলৈ মাদক সেৱন কৰা নিন্দনীয় হলেও, আনন্দ বা শয়ন-ভোজনৰ সুখ বঢ়াবলৈ মাদক সেৱন কৰিলে নিন্দা কৰিব নোৱাৰি। ৰাগীৰ গুণত যদি ভোজ্য বস্তু বেচি সোৱাদ লাগে, তেনেহলে তাক অৱশ্য ৰাগী লগাই খোৱাই উচিত। কিন্তু, ৰাগিয়াল বস্তু আটাইবোৰৰেই কেইটামান লগত ওপজা দোষ আছে। এই দোষ কেইটাৰ নিমিত্তেহে ৰাগিয়াল বস্তুৰ ইমান নিন্দা। প্ৰথম দোষ এই যে, ৰাগীয়ে ৰাগীলৈ আগ্ৰহ জন্মায়, এদিন ৰাগী কৰিলে দুনাই ৰাগী কৰিবলৈ অভিলাষ হয়। তদুপৰি দুই-চাৰি দিন ৰাগী কৰিলেই তাক এৰিবলৈ টান হয়। আন কাম অভ্যাস কৰোঁতে বহুত দিন লাগে, কিন্তু ৰাগী দুদিনতেই অভ্যস্ত হৈ পৰে। ৰোগৰ সময়ত ঔষধ স্বৰূপে আফিং খাই চিৰকাললৈ কানীয়া হোৱা অনেক মানুহ পোৱা যায়। অভ্যস্ত ৰাগী এবিধ ক্ষুধাত পৰিণত হয়। আহাৰীয়া বস্তু জীৰ্ণ হলে, যেনে ক্ষুধা উপস্থিত হয়, ৰাগী এৰিলেও তেনে ৰাগীৰ ক্ষুধা উপস্থিত হয়। সময়ৰ মুৰত ৰাগিয়াল বস্তু সেৱন নকৰিলে, মানুহ থাকিব নোৱাৰে। তাৰ কোনো অঙ্গ অৱশ হয়, কোনো অঙ্গ কঁপে, আৰু হামি-হিকিটি আহে। কোনো উৎকট ৰোগত পৰিলে মানুহে যেনে আচৰণ কৰে, ৰাগী কৰা মানুহৰ এবিধ মাদক জীৱনৰ লগৰীয়া হয়। জীৱন ৰক্ষাৰ আন-আন বস্তুৰ দৰে মাদক বিধো তাৰ পক্ষে নিত্য প্ৰয়োজনৰ বস্তু হৈ পৰে।

ৰাগীয়ে মানুহৰ তেজ-মাংস ক্ষয় কৰে, আৰু শৰীৰৰ ওপৰত এটা লয়-ক্ষয় নোহোৱা চিন থয়। সেই চিন ৰাগী কৰা মানুহে অহো পুৰুষাৰ্থ কৰিও গুচাব নোৱাৰে। এই হেতুকে কানীয়াক কানীয়া আৰু ভঙ্গুৱাক ভঙ্গুৱা বুলি সহজে চিনিব পাৰি। ৰাগীৰ অধিকাৰ গুচিলে যে সেই চিন মাৰ যায়, এনেও নহয় কিয়নো, নিৰাগীয়া অৱস্থাতো কানীয়াক চিন ধৰিব পাৰি। ৰাগীয়ে মানুহৰ স্বভাৱো পৰিবৰ্ত্তন কৰে। আৰু, ৰাগীৰ দোষত কোনো মানুহ সৰপা আৰু নিৰুৎসাহী হয়, কোনো মানুহ খঙ্গাল হয়, কোনো মানুহ বা বৰ কথকী হয়। ৰাগী লগাই সদাই এইৰূপ আচৰণ কৰোঁতে পাচত গৈ স্বভাৱেই তাৰ তেনেকুৱা হয়; এই নিমিত্তে বহুত জুৰ মানুহকো ৰাগী অভ্যাস কৰি উগ্ৰ হোৱা দেখা যায়, শান্ত মানুহকো দুষ্ট হোৱা দেখা যায়, আৰু শ্ৰমশীল মানুহক এলেহুৱা হোৱা দেখা যায়। ৰাগীৰ সম্পূৰ্ণ অভ্যাস জন্মিলে, শৰীৰত চিন বহে, স্বভাৱতো তেনে এটা চিন বহে।

ৰাগীয়ে কদাপি মানুহৰ হিত নকৰে। ৰাগী বিষাক্ত বস্তুৰ এটা গুণ মাথোন। পৃথিৱীত যিমান বিধ বিহ আছে সকলোৱে ৰাগী জন্মাব পাৰে। সাপৰ বিহৰো ৰাগী আছে। বিহ সৰহকৈ খালে মৃত্যু হয়, অলপকৈ খালে ৰাগী হয়। মানুহৰ ব্যৱহাৰত যিবোৰ ৰাগিয়াল বস্তু চলিত আছে সেইবোৰো একো বিধ বিহ মাথোন; তাকো অলপকৈ খালে ৰাগী হয়, সৰহকৈ খালে মৃত্যু হয়। উগ্ৰ মাত্ৰায় আফিং খাই অলেখ মানুহ আত্মঘাতী হৈছে। এই প্ৰাণঘাতুক বিহবোৰৰপৰা অমৃতময় ফলৰ আশা কৰা কেৱল বাতুলৰ কৰ্ম্ম। বিহে বিহুত বাজে কেতিয়াও অমৃত নফলায়। ৰোগত অৱশ্যে বিহ ব্যৱহাৰ কৰিলে ৰুগীয়াৰ উপকাৰ হব পাৰে। কাৰণ, তেতিয়া সি ঔষধৰ কাৰ্য্য কৰে। হলেৰে মানুহে হল কাঢ়ে। ৰোগ-হল কাঢ়িব লাগিলেও সেইদৰে বিহ-হলৰ প্ৰয়োজন

হয়। ৰোগত শৰীৰে এটা অস্বাভাৱিক অৱস্থা প্ৰাপ্ত হয়। সেই সময়ত আন এটা অস্বাভাৱিক অৱস্থা জন্মাব পৰা বস্তু প্ৰয়োগ কৰিলে ৰোগ উপশম হ্বৰ কথা। এই নিমিত্তে জ্ঞানীসকলে ঔষধত মাদক বিধান কৰিছে। কিন্তু সুস্থ শৰীৰত মাদক নেখাটে, তেতিয়া ব্যৱহাৰ কৰিলে তাৰ বিপৰীত গুণহে ধৰে।

পৰিমিত ৰূপে ব্যৱহাৰ কৰিলে মাদকত দোষ নাই, এই তৰ্ক বহুত লোকে কৰে। কিন্তু, পৰিমিত ব্যৱহাৰ কেনে, তাক কোনেও ব্যাখ্যা কৰি কোৱা নাই। যদি ৰাগী নোহোৱাকৈ মাদক ব্যৱহাৰ কৰিলে পৰিমিত ব্যৱহাৰ হয়, তেনে হলে তেওঁলোকৰ সিদ্ধান্ত অৱশ্যে সঁচা। ৰাগী নজন্মিলে মাদক দ্ৰব্যই কোনো অপকাৰ কৰিব নোৱাৰে। কিন্তু, এনে ব্যৱহাৰক মাদকৰ ব্যৱহাৰ বুলিব নোৱাৰি। ই কেৱল ঔষধৰ ব্যৱহাৰ। আমি তেনেকুৱা ব্যৱহাৰৰ কথা আলচ কৰা নাই, আমাৰ আলোচনাৰ বিষয় ৰাগী। ৰাগী হোৱাকৈ মাদক ব্যৱহাৰ কৰিলে তাৰপৰা অনিষ্টত বাজে কদাপি ইষ্ট সাধিত নহয়।

কোনো মানুহে কয় যে, ৰাগিয়াল বস্তুৱে খোৱা-বস্তু, জীৰ্ণ কৰে, আৰু ভোক লগায়, ইও এটা মিছা তৰ্ক। ন-শিকাৰুৰ দুদিনমানলৈ ভোক বেচি হ্ব পাৰে, কিন্তু সেই ভোক অস্বাভাৱিক, তাৰপৰা শৰীৰৰ কোনো উপকাৰ নহয়। তেনে ভোকত আহাৰ কৰিলে কেৱল ভোজনৰ ফল দৰে। আহাৰীয় দ্ৰব্য জীৰ্ণ কৰা সম্বন্ধেও এই কথা আৰম্ভণিতে ৰাগীয়ে উদৰাগ্নি বৃদ্ধি কৰে। সেই দেখি ক্ষুধাও বৃদ্ধি হয় আৰু শৰীৰত শক্তি জন্মায় যেনো লাগে। মোট কথা, আৰম্ভণিতে ৰাগিয়াল বস্তুৰ দোষ এটাও দেখা নাযায়, কিন্তু শেহত এটি-এটিকৈ বিদিত হ্বলৈ ধৰে।

ৰাগীয়ে শৰীৰৰ যন্ত্ৰ আৰু তেজৰ গতি তীব্ৰ কৰে, অৰ্থাৎ স্বাভাৱিক অৱস্থাত সিহঁত যিমান বেগত চলে, তাতকৈ অধিক বেগত চলিব ধৰে। শাৰীৰিক যন্ত্ৰ আৰু তেজৰ গতিৰ মানুহেপতি এটা স্বাভাৱিক নিৰিখ আছে, ৰাগীয়ে সিহঁতক সেই নিৰিখ অতিক্ৰম কৰি অধিক বেগত চলিবলৈ বাধ্য কৰে। শেহফলত যন্ত্ৰবোৰ ক্ৰমে ক্ৰমে শিথিল হয়, আৰু তেজৰ গতি দুৰ্ব্বল হয়। সৰু নাৱত ডাঙ্গৰ ভৰা দিলে নাও তল যায়। যি গাধই বোজা নিব পাৰে, তাতকৈ ডাঙ্গৰ বোজা সদায় দিলে গাধৰ শৰীৰ ক্ষয় হয়, আৰু শেহত ৰোগাক্ৰান্ত হৈ অকামিলা হয়। শাৰীৰিক যন্ত্ৰবো সেই ব্যৱস্থা, তাৰ স্বাভাৱিক শক্তিৰ অতিৰিক্ত কাম কৰালে যন্ত্ৰ নষ্ট হয়। অতি পৰিশ্ৰমত শৰীৰ ক্ষয় হয়। সেইদৰে অতি পৰিশ্ৰমত যন্ত্ৰও ক্ষয় হয়।

সচৰাচৰ দেখা যায় যে, উগ্ৰ মদপীবিলাকৰ শেহ কালত হাত-ভৰিৰ কঁপনি হয়। সি শৰীৰৰ কোনো অঙ্গ ইচ্ছামতে স্থিৰ কৰি ৰাখিব নোৱাৰে। ইয়াৰ কাৰণ এই যে, মদৰ কাৰ্য্যত অঙ্গ-প্ৰত্যঙ্গৰ শিৰবোৰ সদায় টান খাই টনটনীয়া হৈ থকাত, পাচত গৈ সিহঁত শিথিল হৈ পৰে। ৰবৰৰ নতুন ডোল টানিলে দীঘল হয়, আৰু এৰি দিলে কোঁচ খাই আগৰ আয়তন প্ৰাপ্ত হয়। কিন্তু, সদায় সেইদৰে টানি থাকিলে পাচত গৈ সি কোঁচ নোখোৱাত পৰে, তাৰ স্থিতি-স্থাপকতা গুণ বিনষ্ট হয়। গাৰ শিৰ আৰু মাংসৰ স্বভাৱো তেনেকুৱা। আদিতে সিহঁত ৰীতিমতে আঁটখাই থাকে, পাচে মাদকৰ কাৰ্য্যৰ গুণত সততে টান খাই থাকি শেহত লোলা হৈ পৰে। শৰীৰৰ আন-আন যন্ত্ৰবোৰো এই দৰে কোনোটো ক্ষয় হয়, কোনোটো দুৰ্ব্বল আৰু কোনোটো একেবাৰে অচল হয়। শৰীৰ যেতিয়া এই অৱস্থাত পৰে, তেতিয়া আৰু আগৰ ক্ষুধা নোহোৱা হয়, উদৰাগ্নি নিস্তেজ হয়, আৰু খোৱা বস্তু জীৰ্ণ নহয়। এই নিমিত্তে কানীয়া, ভঙ্গুৱা আৰু মদাপীৰ আহাৰ সততে লঘু। যি লোক মদ-ভাঙ্গত বৰ পাৰ্গত, সি আহাৰ কাৰ্য্যত নিচেই অক্ষম। সহজ অৱস্থাত থকা শৰীৰৰ যি শক্তি, বিকৃত অৱস্থাত পৰা শৰীৰৰ সেই শক্তি নেথাকে।

এই দেশত তিনিবিধ মাদক চলিত আছে। ইহঁতৰ ভিতৰত কানি আৰু ভাং আজিকালি প্ৰায় অশিক্ষিত সামান্য মানুহৰ ভিতৰতহে চলে। শিক্ষিত তৰপে এই দুবিধ মাদক ঘিণ কৰে। কিন্তু, মদ হলে এতিয়াও তেনে ঘৃণাৰ বস্তু হোৱা নাই। ই অনেক শিক্ষিত লোকৰো ব্যৱহাৰত চলে। মাদকৰ ভিতৰত যে মদৰ কিবা এটা বিশেষ গুণ আছে এনে নহয়, কেৱল সভ্য জাতিৰ ভিতৰত চলি আছে দেখিয়েই ইয়াৰ ওপৰত মানুহৰ ইমান আস্থা। মদৰ ব্যৱহাৰ বেয়া বুলিলে অনেকে চাহাববিলাকৰ পাটন দিয়ে। আৰু কয় যে, বেয়া হলে শিক্ষিত জনা-বুজা চাহাববিলাকে তাক কিয় ব্যৱহাৰ কৰিব? এই যুক্তি স্থিৰ কৰি আমাৰ দেশৰ অনেক মানুহে মদ খাই নষ্ট হৈছে; কোনোৱে অকালত প্ৰাণ হেৰুৱাইছে, কোনোৱে চিৰৰুগীয়া হৈছে, কোনোৱে মদৰ ৰাগীত মতলীয়া হৈ অকাম কৰি লাঞ্ছিত হৈছে আৰু কোনোৱে বাপতীয়া সাহোন ক্ষয় কৰি দৰিদ্ৰৰ নিষ্ঠুৰ গ্ৰাসত পৰিছে। এইবিলাক মানুহে এবাৰ গমি নেচায় যে, এজনৰ খাদ্য আন এজনৰ পক্ষে বিহৰ তুল্য হ্ব পাৰে। চাহাববিলাকে সদাই মাংস খাই জীৰ্ণ কৰে, কিন্তু আমাৰ মানুহে দহ দিন লেথেৰিকৈ মাংস খালে অৰ্শ বা গ্ৰহণী ৰোগত পৰে। চাহাববিলাকৰ পক্ষে মদ এটা নিত্য ব্যৱহাৰৰ দ্ৰব্য। সিহঁতৰ মদ্যশূন্য ভোজন আমাৰ লোনশূন্য ব্যঞ্জনৰ নিচিনা। সিহঁতে তাক

পুৰুষানু ক্ৰমে আদিৰপৰা ব্যৱহাৰ কৰি আহিছে। সিহঁতৰ দেশৰ বতাহ-পানীৰ গুণত মদ সিহঁতৰ নিত্য পানীৰ বস্তু হৈছে। সিহঁতৰ পাটন পাৰি আন মানুহে মদ খাই নষ্ট হোৱা উচিত নহয়। আজিকালি কিন্তু চাহাববিলাকৰ ভিতৰতো মদ স্পৰ্শ নকৰা লোক বহু পোৱা যায়। তেওঁলোকে মদৰ দুৰ্গুণ বুজিব পাৰি লোক-সমাজত তাৰ ব্যৱহাৰ কমাবলৈ বৰ যত্ন কৰিব লাগিছে; মানুহক মদ্যপানৰ দোষ বুজাই দিবলৈ অনেক সভা-সমিতি পাতিছে আৰু বাতৰি কাতত প্ৰকাশ কৰিছে।

মদৰ ৰাগী অতিশয় ভয়ঙ্কৰ। মদৰ ৰাগী টান হলে মানুহে হিতাহিত বিবেচনা একেবাৰে পাহৰে, আৰু দম্ভালি কৰি মানুহক ৰাগী দেখুৱাই ফুৰে। ৰাগী লগা মদপীয়ে নিজৰ আৰু আনৰ গুপ্ত কথা ব্যক্ত কৰে। আৰু অসময়ত উচ্চ কথা কৈ ককৰ্থনা ভোগ কৰে। সি অবাবত খং আৰু অবাবত ৰং কৰে। অবাবত হাঁহে আৰু অবাবত কান্দে। মদৰ ৰাগীয়ে মানুহৰ কু-চৰিত্ৰ বিদিত কৰে আৰু মনৰ কু-প্ৰবৃত্তিবোৰ উজাৰি দিয়ে। মদ খালে খঙ্গালৰ খং বাঢ়ে, হিংসুকৰ হিংসা বাঢ়ে আৰু চোৰে চুৰ কৰিবলৈ ওলায়। মদপীৰ মনৰ অৱস্থাতো এই ৰূপ, দেহৰ অৱস্থা যে ততোধিক। সি মদৰ ৰাগীত মুৰ-কটা পাঠাৰ দৰে ধৰফৰাই ফুৰে আৰু কেতিয়াবা হাউত কৰে বঁতিয়াই দিয়ে। কানো কোনো মদপীয়ে নবঁতিয়ায়, তাৰ সলনি মল ত্যাগ কৰে। মদপীয়ে তাৰ ভৰি থিৰকৈ ৰাখিব নোৱাৰে, সেই দেখি হুল-জোং, দ-বাম নেচাই যতে-ততে পৰি ফুৰে। কিছুমান মপদীয়ে তাৰ লৰা-ছোৱালী, তিৰোতা আৰু আন-আন মানুহৰ ওপৰত উদ্ভণ্ডালি কৰে।

কানি-ভাঙ্গৰ ৰাগী মদৰ ৰাগীৰ নিচিনা নহয়। মদৰ উত্তেজনা গুণ আছে, কিন্তু কানি-ভাঙ্গৰ নাই। কানি-ভাঙ্গে মানুহৰ উগ্ৰতা নাশ কৰে। কানীয়া আৰু ভঙ্গুৱাই মদপীৰ নিচিনা চট্‌ফটাওক ছাৰি গা লৰাবলৈও এলাহ কৰে। কানীয়াই যে চকু মেলিবলৈও আমনি পায়। ভাঙ্গৰ ৰাগীয়ে মগজু আক্ৰমণ কৰে, সেই নিমিত্তে ভঙ্গুৱাৰ ভুল-ভ্ৰান্তিৰ লেখ নাই। ভাঙ্গৰ ৰাগীত হাঁহিবলৈ প্ৰবৃত্তি বাঢ়ে আৰু কথাও ডাঙ্গৰ যেন লাগে, ভঙ্গুৱাৰ ভয়ো ডাঙ্গৰ। সামান্য বিপদক ডাঙ্গৰ ভাবি তাৰ চুৰ্ত্তি হেৰায়। ভঙ্গুৱাৰ উদ্ভণ্ডালি নাই, ৰাগী টান হলে সি পাটিত পৰি নিদ্ৰা যায়। মদৰ নিচিনাকৈ ভাঙ্গেও মানুহৰ অসৎ বৃত্তি উদ্ৰেক কৰে, উগ্ৰ ৰাগীত দুৰ্বল হৈ সি তাক চৰিতাৰ্থ কৰিবলৈ অক্ষম হয়। ভঙ্গুৱাৰ নিৰাগীয়া অৱস্থাতো ভুল-ভ্ৰান্তি সৰহ। ইয়াৰপৰা বুজা যায় যে, ভাঙ্গে মগজুৰ সজা লৰাই দিয়ে। সদায় ভাং ব্যৱহাৰ কৰাৰপৰা দুই-চাৰি মানুহ বলিয়া হোৱাও দেখা গৈছে। ভাঙ্গৰ ৰাগীয়ে শেহত গৈ মানুহক সৰপা আৰু ধোদ কৰি পেলায়।

কানিৰ ৰাগীও সৰ্ব্বাংশে ভাঙ্গৰ ৰাগীৰ নিচিনা, কেৱল কানিৰ তেজ বেছি। কানিৰ ৰাগীত হাঁহিৰ তাৰিকা দেখা নেযায়। কানীয়াৰ কথা ধীৰ আৰু গতি মৃদু। সি কৰ্ম্মত আনাবাদু। কানিৰ ৰাগীত গাৰ খজুৱতি উঠে আৰু ক্ৰমে ক্ৰমে কানি গাত ফুটি ওলাবলৈ ধৰে। কানিয়ে মানুহৰ তেজ-মঙ্গহ কানিৰ নিচিন কলা কৰে। বস্তুত মানুহে বিবেচনা কৰে যে, কানিয়ে টোপনি বঢ়ায়, কিন্তু দৰাচল পক্ষে কানিৰ তেনে গুণ নাই। কানিয়ে কেৱল এলাহ বঢ়ায়, সেই এলাহৰ নিমিত্তে কানীয়াই চকু মুদি পৰি থাকে। শুই থাকিলেই কানীয়াৰ টোপনি আহিছে বুলি ভাবিব নেলাগে। সি চকু মাত্ৰ মুদি থাকে, তাৰ অন্যবোৰ ইন্দ্ৰিয় সজাগে থাকে। আনবোৰ ৰাগিয়াল বস্তুৰ ৰাগী এৰিলে মানুহে আন অৱস্থা প্ৰাপ্ত হয়। কিন্তু, কানিৰ ৰাগি এৰিলে অৱস্থাৰ পৰিবৰ্ত্তন নহয়। কানীয়াই ৰাগী থকাত যেনে আচৰণ কৰে, ৰাগী এৰিলেও তেনে আচৰণ কৰে। কানীয়াৰ ৰাগিয়াল অৱস্থা আৰু নিৰাগিয়াল অৱস্থা চিনিবলৈ টান। কানি, ভাং আৰু মদ তিনিওৰো ৰাগীত মানুহৰ চকু ৰঙ্গা হয়। কানি আৰু ভাঙ্গৰ ৰাগীত গাও তপত হয়, কিন্তু মদৰ ৰাগীত নহয়।

ৰাগীত আৰু এটা দোষ আছে। ৰাগী কৰা মানুহে এটা বা দুটা লগৰীয়া নহলে থাকিব নোৱাৰে। বিনা-লগৰীয়ায় ৰাগীত ৰস নেবাঢ়ে। সহজ অৱস্থাত থকা মানুহৰ আগত মতলীয়া মানুহৰ আদৰ নাই, কিন্তু মতলীয়াৰ আগত মতলীয়াৰ বৰ আদৰ। মতলীয়াই মতলীয়াৰ বলিয়ালি বা প্ৰলাপ নশলাগিলে আন কেও শলাগোঁতা নাই। সেই দেখি দুই মতলীয়া গোট খালে সিহঁতৰ ভিতৰত বৰ প্ৰীতি জন্মে। এজনে হাঁহিলে সিজনেও হাঁহে, এজনে কান্দিলে সিজনেও কান্দে। সিহঁত পৰস্পৰ পৰস্পৰৰ দুখত দুখী আৰু সুখত সুখী হয়। এই নিমিত্তেই কানীয়াই কানীয়া, ভঙ্গুৱাই ভঙ্গুৱা আৰু মদপীয়ে মদপী বিচাৰে। সিহঁতৰ লগৰীয়াৰ প্ৰয়োজন ইমান ডাঙ্গৰ যে, ভদ্ৰ-সামান্যৰ বাচ-বিচাৰ গুচে। এজন ভদ্ৰ বংশৰ মানুহেও এজন সামান্য মানুহৰ লগত হৰিল-গৰিল হয় আৰু বুঢ়ায়ো লৰাৰ লগত সমানে চলে। লগৰীয়াৰ অভাৱত সিহঁতে কেতিয়াবা আন মানুহকো ৰাগী কৰিবলৈ উদগাই দিয়ে। লগৰীয়াৰ সম্বন্ধে আৰু এটা কথা আছে। কানীয়াৰ কানীয়া লগৰীয়া হলেও ভাল পায়, যেতিয়া তেনে লগৰীয়া নিমিলে, তেতিয়া সি ভঙ্গুৱাৰ লগতো মিলিব পাৰে। কিন্তু, কানীয়া আৰু মদপী, বা ভঙ্গুৱা আৰু মদপী কদাপি মিল নহয়। কাৰণ, কানি বা ভাঙ্গৰ ৰাগীৰ লগত মদৰ ৰাগীৰ মিল নাই।

# আমাৰ উন্নতিৰ মূল।

**(ডিব্ৰুগড়ৰ অসমীয়া আলোচনী সভাৰপৰা পোৱা)**

এই গোটেইখন বিশ্বব্ৰহ্মাণ্ডৰ যি পিনে চকু দিয়া যায়, সেই পিনেই এটি মহা আকৰ্ষণৰ চিনাকি পোৱা যায়। জগতত যিমান বস্তু আছে, বৃহত্তমৰপৰা ক্ষুদ্ৰতমলৈকে সকলোৱে পৰস্পৰক আকৰ্ষণ কৰিছে—এটিয়ে আনটিক টানিছে। পোহৰ আৰু তাপৰ গৰাকী বৃহত্তম সূৰ্য্যৰপৰা ক্ষুদ্ৰতম পৰমাণু প্ৰটোজেনলৈকে সেই মহাটানত টান পায়েই শৃঙ্খলিত হৈ আছে। এই আকৰ্ষণ শক্তিক বা টানটোক ইয়াত প্ৰীতি বা প্ৰেম বুলিয়েই কোৱা হল। প্ৰেম কথাটোৰ আন-আন নাম মৰম, চেনেহ বা ভালপোৱা। এই প্ৰীতি বা মৰম-জৰীৰে বান্ধ খাই নেথাকিলে জগতখনেই নেথাকিলেহেঁতেন। পৰস্পৰলৈ এই মৰম আছে দেখিয়েই জগতখন সুনিয়মে চলি আছে। সকলোৰে মাজত এনে প্ৰীতি থকা বাবে সকলোৱে মিলি নিজা-নিজা কাৰ্য্যক্ষেত্ৰক ঘূৰি-ঘূৰি পৰমেশ্বৰে নিৰ্দ্দেশ কৰি দিয়া কাজ সাধিব পাৰিছে। এই মৰমৰ জৰীডাল যিমান টান হয়, তাৰ গাঁথিটেও সিমান টান হব। যিমান দিনলৈকে মৰমৰ এই সোণোৱালি জৰীয়ে পৰস্পৰক টানকৈ নেবান্ধে, সিমান দিনলৈকে পৰস্পৰ পৰস্পৰে জগৎপিতৃৰ আজ্ঞা পালিবলৈ মিল হব লাগে। প্ৰীতিৰ বান্ধোন বজ্ৰপাতৰ নিচিনা দৃঢ় হলে—প্ৰেম-জৰী ছিগি ছিটিকনি খাই পৰাৰ ভয় নেথাকিলে,—প্ৰেম বন্ধনেৰে বান্ধ খোৱা বস্তু পিছত বহু দূৰ-দূৰান্তৰত থাকিও, পৰমেশ্বৰৰ প্ৰিয়কাম সাধিবলৈ সমৰ্থ হয়। এই বন্ধন দৃঢ় হোৱা বাবে ই আন-আন খ-চৰৰপৰা বহুদূৰত থাকিও জগতৰ মনমোহা নিৰ্ম্মলকিৰণমালী চন্দ্ৰই প্ৰতিনিয়তে নিজৰ কক্ষত ঘূৰি-ঘূৰি অনন্তকালৰপৰা আপোন কৰ্ত্তব্য পালিছে। পৰমেশ্বৰৰ দীপালি এই অলেখ তৰা, নক্ষত্ৰবিলাকেও কোটি কোটি যোজন দূৰত বিস্তৃত হৈ অনন্তকালৰপৰা নিজ কক্ষত যথাসময়ত উদিত আৰু অস্ত হৈ নিজৰ কৰ্ত্তব্য সাধন কৰি সকলোকে কৰ্ত্তব্যনীতি শিকাইছে। গিৰি-জীয়াৰী সাগৰ-ঘৰিণী তৰঙ্গিনীবিলাকেও নানা ন-পুৰণি গ্ৰাম নগৰৰ কাষে-মাজেদি ডাঙ্গৰ ডাঙ্গৰ দেশ-অৰণ্যৰ ভিতৰেদি অবিশ্ৰান্ত সোঁতত বৈ গৈ মহাসাগৰত পৰি নিজৰ কৰিবলগীয়া কৰি কলকলাৰাৰে মানুহক কৰ্ত্তব্যসাধনৰ মহামন্ত্ৰত দীক্ষা দিছে। বহুবিধ তৃণলতা তৰু গুল্মেৰে আবৃত এই পৃথিৱী মণ্ডলত বিস্তৃত এই অসংখ্যাত পৰ্ব্বতমালায়ো ধৰণীধাৰণ কাজত নিযুক্ত থাকি, আকাশমণ্ডলত মূৰ তুলি অতিজৰেপৰা কৰ্ত্তব্য কাজ সাধনৰ সজ উপদেশ দিছে। নদ-নদী, হ্ৰদ, সাগৰ, পৰ্ব্বত, প্ৰান্তৰ, বন, দেশ, নগৰ গাওঁবিলাকেৰে ভৰা এই বসুন্ধৰাৰ চাৰিওকালৰ সকলো জীৱৰ জীৱন বায়ুমণ্ডলেও সৰ্ব্বদাই বিচিত্ৰ লীলা গতিৰে সমস্ত প্ৰাণী-জগতক উজ্জীৱিত কৰি কৰ্ত্তব্য পালনৰ উদাহৰণ দেখুৱাই মানব সমাজকো পৰাৰ্থে আত্মবলিদানৰ শিক্ষা দিছে। বিজুলী বিলসিত শ্যামল জলদজালেও বতাহবাহিত হৈ প্ৰবল পিয়াহ-পীড়িত থকা পৃথিৱীক সুশীতল শান্তি-পানী সিঞ্চন কৰি, নিজৰ কৰ্ত্তব্য কাজ সম্পন্ন কৰি, পৰপ্ৰয়োজনাৰ্থে নিজ জীৱনধাৰণৰ উদাহৰণ দেখুৱাইছে। পশু, পক্ষী, পোক, পৰুৱা, জীৱ-জন্তু সকলোৱে সেই মহাপ্ৰেমৰ আকৰ্ষণত আকৃষ্ট হৈ নিজা নিজা কৰ্ত্তব্য সাধন কৰি মানুহক মানুহৰ যোগ্য কৰ্ত্তব্য কাজৰ শিক্ষা দিছে। ঘাইকৈ এই প্ৰীতিৰ টানত টান পায়েই দেশ-কালৰ নিয়ম অনুসৰি নিজা কৰ্ত্তব্য কাম সাধিবৰ উদ্দেশ্যে নিজৰ কৰিবলগীয়া কাম সাধনৰ উপায় স্থিৰ কৰিবৰ কাৰণে, আমিও আজি শুভ দিনত এই ভাতৃমিলনমঠত মিলিত হৈছোঁ। সন্তানবিলাকক মাতিলেই সকলো মাতৃভক্ত সন্তানে মাতৃৰ ওচৰলৈ যায়, মাতৃৰ কথা শুনে। আমিও স্বৰ্গাদপি গৰীয়সী জন্মভূমিৰ আহ্বানত সকলোৱে এক ঠাই হৈছোঁ। মাতৃৰ উপদেশ কি, জানিবলৈকে আৰু সেই উপদেশ পালনৰ উপায় উলিয়াই যিমান শক্তি তাক পালিবলৈকে, প্ৰেমৰ ভাতৃ ভাবৰ গৰ্জিয়ান গাঁথিৰে বন্ধ হবৰ কাৰণে মাতৃৰ সন্তান আমিও আজি লগ লাগিছোঁ। এই কুৰি শতিকাত আজিকালি এই ভূমণ্ডলত এনে হতভাগা সন্তানৰ সংখ্যা নিচেই কম, যিবিলাকে নিজৰ সকলো ৰকম উন্নতি দ্বাৰা স্বৰ্গৰ অপেক্ষাও শ্ৰেষ্ঠ জন্মভূমিক সম্মানিত আৰু গৌৰৱান্বিত কৰিব পৰা নাই। ৫০ বছৰৰ আগেয়ে যিবিলাক দেশৰ নাম সভ্যজগতত সভ্য শ্ৰেণীত ভুক্ত নাছিল, এতিয়া তেনেকুৱা বহুদেশ জন্মভূমিৰ যোগ্যবান আৰু ভাগ্যবন্ত সন্তানবিলাকৰ দ্বাৰা উন্নতি লাভ কৰি সভ্যজগতৰ সভ্য সমাজত ওখ আসনত বহি সবাৰো শ্ৰদ্ধা-ভক্তি পাইছে। ধন্য সেই দেশ, যত জন্মভূমিৰ এনে উন্নত কৰোঁতা পুত্ৰ জন্মে। ঘাইকৈ, সহস্ৰ গুণে ধন্য সেই দেশৰ সন্তান, যিবিলাকে প্ৰাণপ্ৰণেও জননী জন্মভূমিৰ উন্নতি সাধিব পাৰে। কিন্তু হায়! হায়!! এনেকুৱা বিশ্বব্যাপি উন্নতিৰ কালতো জননী জন্মভূমিৰ অৱনতি দোৰ্ঘোৰ দুৰ্দ্দশা দেখি বুকু ফাটি তেজ ওলায়। চাৰিওফালে সকলোৱে উন্নতি লাভ কৰিলে, আমাৰ এনেকুৱা দোৰ্ঘোৰ দুৰ্দ্দশা কৈলৈ হল এবাৰ ভাবি চোৱা উচিত নহয় নে? আমাৰ জননী জন্মভূমিৰ

অতিজৰপৰা এনে দুখত পৰি হাৰেছালে আছিল নে? কেতিয়াও নহয়। পুৰাণত লিখা আছে, সত্যযুগত ব্ৰহ্মাৰ পৌত্ৰ, কুশ ৰজাৰ পুত্ৰ ৰাজা অমুৰ্ত্তৰজা এই অসম দেশত প্ৰথমে ৰজা হয়, তেতিয়া এই দেশৰ নাম আছিলে ধৰ্ম্মাৰণ্য। সেই সত্যযুগৰপৰা বলী, বাণ, নৰকাসুৰ প্ৰভৃতি বহু ৰজাই এই দেশ পালন কৰি গৈছে। তেতিয়াৰেপৰা যে এই পুৰণি দেশ সকলো বিষয়ে প্ৰখ্যাত আছিল তাক কোৱা বাহুল্য মাথোন। যদিও সেই সময়ৰ বাহুল্য বিৱৰণ এতিয়াও আমি উলিয়াব পৰা নাই, তত্ৰাচ সেই সময়ত এই দেশ যে অতি সভ্য আছিল, এই কথা সঁচা বুলি মানিবলৈ কাৰণৰ আকাল নাই। অতিজৰ কথা এৰি দি, বহুদিনৰ পিছতো সমৃদ্ধিশালী দেখি এই দেশক কেনেকৈ বৰ্ণাই গৈছে চাওক,—"তত্ৰদেৱী মহামায়া যোগনিদ্ৰা জগৎপ্ৰসূঃ, কামাখ্যাৰূপমাদায় সদাতিষ্ঠতি শোভনা। অত্ৰাস্তি নদৰাজোহয়ং লৌহিত্যৌব্ৰহ্মণঃ সুতঃ, লোহিত্যাৎ সৰসোজাতঃ লৌহিত্যাখ্য স্ততোইভবৎ। স কামৰূপ মখিলং পীঠমাপ্লায় বাৰিণা, গোপয়ন্ সৰ্ব্বতীৰ্থানি দক্ষিণং যাতি সাগৰং। অত্ৰৈক দশদিকপালাঃ স্বে স্বে পীঠে ব্যবস্থিতাঃ, অত্ৰস্বয়ং মহাদেৱ ব্ৰহ্মাবাহঞ্চ সৰ্ব্বদা চন্দ্ৰঃ সূৰ্য্যশ্চ সততং বসতেইত্ৰৈব পুত্ৰক। সৰ্ব্বে ক্ৰীড়াৰ্থ মায়াতা ৰসহ্য দেশমুক্তমং, অত্ৰশ্ৰীঃ সৰ্ব্বতোভদ্ৰা ভোগ্যমত্ৰ সদাবহু। অত্ৰৈক হিস্থিতো ব্ৰহ্মা প্ৰাগুনক্ষত্ৰং সসৰ্জ্জহ অতঃ প্ৰাগজ্যোতিষাখ্যেয়ং পুৰা শক্ৰপুৰী সমা"। অৰ্থাৎ, সেই দেশত (কামৰূপ আসাম) যোগনিদ্ৰা শোভন জগতৰ জননী মহামায়া দেৱীয়ে কামাখ্যাৰূপ ধৰি সদাই আছে। ব্ৰহ্মাৰ সুত সকলো নদৰ ৰজা (বা শ্ৰেষ্ঠ নদ) লৌহিত্য নদ এই দেশতে আছে। লোহিত সৰোবৰৰপৰা জন্ম লোৱা হেতুকে এওঁৰ নাম লৌহিত্য। এওঁৰেই পানীৰে গোটেই কামৰূপ দেশখন প্লাবিত কৰি সকলো তীৰ্থক তুচ্ছ কৰি দক্ষিণ সমুদ্ৰলৈ গৈছে। এই দেশতে নিজ-নিজ পীঠস্থানত দশোদিক্‌পাল আছে। মহাদেৱ নিজে, ব্ৰহ্মা আৰু মই (বিষ্ণুৱে কৈছে) ইয়াত সৰ্ব্বদা আছো আৰু প্ৰিয়পুত্ৰ চন্দ্ৰ-সূৰ্যও সততে ইয়াত বাস কৰে, সকলোৱে লীলা কৰিবলৈ আহিছে। ই অতি উত্তম ৰহস্যৰ দেশ। ধনৰ ঈশ্বৰী শ্ৰীও এই দেশতে নৃত্য কৰে, ইয়াত সৰ্ব্বতিকালে ভোগ্যবস্তুও বহুত। এই দেশৰে পৰা ব্ৰহ্মাই পূৰ্ব্বকালত নক্ষত্ৰ স্ৰজন কৰিছিলে, এইবাবে এই দেশক প্ৰাগ্‌জ্যোতিষো বোলে। আৰু প্ৰাগজ্যোতিষ পুৰখনো ইন্দ্ৰৰ অমৰাৱতীৰ নিচিনা।' দেৱতাবিলাকে লীলা কৰিবলৈ আহক বা নাহক, ইয়াৰপৰা আৰু দেৱালয়ৰ ভগ্নাৱশেষ প্ৰভৃতি দেখি আমাৰ দেশ আগেয়ে যে সমৃদ্ধিশালী আছিল, এই কথা বুজিব পাৰি। এনেকুৱা ইন্দ্ৰৰ অমৰাৱতীৰ লেখৰ আসাম দেশ আজাকালিৰ আধিব্যাধিৰ কলাজ্বৰৰ কলেৰা-গুটী-মেলেৰীয়াৰ লীলা-ভূমি হৈছে, কানিৰ আড্ডা হৈ উছন যাবলৈ ধৰিছে! ব্ৰহ্মাৰ নক্ষত্ৰৰ পৰিবৰ্ত্তে বিধাতা পুৰুষবিলাকে চাহ, লো, বেত, কেৰাচিন তেলকে আদি কৰি নানান বস্তু উলিয়াই বিদেশৰ পুৰুষাৰ্থপৰায়ণ পুৰুষবিলাকৰ ধন উপাৰ্জ্জনৰ বাট উলিয়াই দিছে, আমি ভেবা লাগি দাঁতচেলাই চাই আছোঁ! যিহওক, এই দেশ এসময়ত যে সমৃদ্ধিশালী আছিল তাৰ আৰু বহু প্ৰমাণ আছে। জ্যোতিষবিদ্যাৰ জন্যে এই দেশৰ প্ৰসিদ্ধিৰ কথা ওপৰত লিখা "অত্ৰৈবহিস্থিতো ব্ৰহ্মা" ইত্যাদি শ্লোকৰপৰাই অনুমান কৰিব পাৰি। কামৰূপৰ মনিভদ্ৰ প্ৰভৃতি জ্যোতিষীবিলাকৰ জ্যোতিষ জ্ঞানৰ সম্বন্ধে অদ্ভুত অদ্ভুত কিম্বদন্তী আজিলৈকে মানুহৰ মাজত প্ৰসিদ্ধ আছে।

সংস্কৃত চৰ্চ্চাৰ জন্যে এই দেশ এদিন প্ৰসিদ্ধ আছিল। মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ ভট্টচাৰ্য্যই যি ৰত্নমালা ব্যাকৰণ ৰচনা কৰিছে, সেই ব্যাকৰণখন অতি উত্তম ব্যাকৰণ। তেওঁৰ গৃহিনীও এগৰাকী বিদগ্ধা পণ্ডিতা আছিল। ৰঘুনন্দনক বিচাৰত পৰাস্ত কৰা কিম্বদন্তী এতিয়াও জন-সমাজত প্ৰসিদ্ধ আছে। আগেয়ে আসামত বিদ্যাৱতী তিৰোতা যে বহুত আছিল, এয়েই তাৰ এটা প্ৰমাণ। শঙ্কৰদেৱৰ আৰু মাধৱদেৱৰ ২৭০০০(?) হাজাৰ বৰগীত আৰু ২১০০০(?) ছিয়াঁ এতিয়ালৈকে ছপা হোৱা নাই। শ্ৰীচৈতন্যৰ সময়ত বঙ্গদেশত গদ্য লিখা আৰম্ভ হোৱা নাই। কিন্তু, সেই সময়তে "দামোদৰ প্ৰভুৰ কথামতে ভট্টদেৱে বাৰ স্কন্ধ ভাগৱতৰ আৰু গীতাৰ অসমীয়া ভাঙ্গনী কৰে, দামোদৰ প্ৰভুৱেও জ্ঞানমাৰ্গ আৰু ভক্তিমাৰ্গৰ মিল ৰাখি শ্ৰীমদ্ভগবদ গীতাৰ সম্পূৰ্ণ সংস্কৃত টীকা লিখি গৈছে। কিন্তু, এইবিলাক আৰু আন-আন প্ৰকাশ নোহোৱা কিমান পুথি কত পৰি আছে, তাৰ কোনে বা খবৰ লয় কোনে বা ছপায় দিয়ে! "ৰঘুনন্দন ভট্টাচাৰ্য্যে তেওঁৰ "অষ্টাবিংশতি তত্ত্বস্মৃতিত" মাজে মাজে গৌৰবেৰে সৈতে লিখি গৈছে, "কামৰূপ নিবদ্ধে স্মৃতি সাগৰে হপ্যেবং" অৰ্থাৎ, "কামৰূপ নিবন্ধ স্মৃতিসাগৰ" নামেৰে স্মৃতিতো এনেকুৱাই বিধি বা ব্যৱস্থা। এই স্মৃতি সাগৰখন অষ্টাবিংশতিতত্ত্বকৈ প্ৰায় দুগুণ ডাঙ্গৰ। দুৰ্ভাগ্য হেতু এতিয়ালৈকে আমাৰ পণ্ডিতৰ কীৰ্ত্তি প্ৰকাশ পোৱা নাই। এইটো অৱশ্যে আমাৰ হে দোষ, আনৰ নহয়। আমি যদি চেষ্টা কৰি সকলো কিতাপ গোটালোঁহেঁতেন, তেন্তে ইমান দিনে সকলো কিতাপ ছপা কৰিব পৰা গলহেঁতেন। এই কিতাপবিলাক ওলালে যে বহুত ঐতিহাসিক কথাও ওলালহেঁতেন তাত সন্দেহ নাই।

এসময়ত এনেকুৱা উন্নত জন্মভূমিৰ আজিকালি কিমান অধঃপাত হৈছে, ভাবি চালেও বুকু ফাটি যায়। জন্মভূমিৰ এনেকুৱা অধঃপতনৰ পিনে কোনেও চকু মেলি চাওঁতা নাই নে? শাস্ত্ৰৰ নিয়ম, "হেয়ং দুঃখ মনাগতং" অৰ্থাৎ, যি দুখ উপস্থিত হোৱা নাই, কিন্তু যাৰ হোৱাৰ সম্ভাৱনা আছে, গতানুশোচনা এৰি তাক

এৰিবলৈকে প্ৰাণপণে যত্ন কৰিব। আমাৰ দোৰ্যোৰ দুখ দুচাবলৈকো আমি কোনো যত্ন কৰিছোঁ নে? ৰাজা ৰাজবৰ্দ্ধন ৰাজ-কাৰ্য্য আৰু প্ৰজাপালন কৰি সাত হেজাৰ বছৰ সুখেৰে এদিনৰ নিচিনাকৈ অতিবাহিত কৰিলে। এসময়ত তেওঁৰ সহধৰ্ম্মিনী মানিনীয়ে, সামন্ত ৰজাবিলাকৰ আৰু আন-আন পাত্ৰ-মন্ত্ৰী প্ৰজাবিলাকৰ আগতে, ৰজাৰ মূৰত তেল দিওঁতে দিওঁতে কান্দিবলৈ ধৰিলে। ৰাণীক কান্দিবৰ দেখি ৰজাই তেওঁক সুধিলে, "প্ৰিয়তমে! তোমাৰ কান্দিবৰ কাৰণ কি?" "মই অভাগ্যৱতীৰ শোকৰ কাৰণ চাওক" বুলি পতিব্ৰতা ৰাণীয়ে তেতিয়া ৰজাৰ মূৰৰপৰা এডাল পকা-চুলি উলিয়াই দেখুৱালে। ৰজাই হাঁহি হাঁহি সকলো ৰজা আৰু প্ৰজাবিলাকৰ আগতে কলে,— ইয়াৰ জন্যে কন্দা উচিত নহয়, সকলো মানুহ এদিন নহয় এদিন মৰিব, মোৰ মূৰত যি পকা চুলিডাল দেখিছাঁ, ইয়াকে মোৰ মৃত্যুৰ দুত বুলি জানিছা। মই বহু শতবছৰ জীয়াই থাকি নিজৰ কৰ্ত্তব্য সমাধা কৰিছোঁ, এতিয়া মই বনলৈ গৈ তপস্যা কৰি মৃত্যুৰ জন্যে সাজু হম বুলি ঠিৰাং কৰিলোঁ। কিন্তু, ৰাজভক্ত সামন্ত ৰজা আৰু প্ৰজাবিলাকে তেওঁক বনলৈ যাব নিদি, ৰজাৰ দীৰ্ঘায়ু কামনা কৰি কামৰূপৰ "গুৰু বিশাল" নামেৰে অৰণ্যত সকলোৰে সূৰ্য্যক আৰাধনা কৰি ৰজাৰ দীৰ্ঘায়ু পোৱাৰ বৰ লাভ কৰিলে। পিছত ৰজা ৰাজবৰ্দ্ধনেও প্ৰিয়তম প্ৰজাবিলাকৰ দীৰ্ঘায়ু কামনা কৰি, ৰাণী মানিনীৰে সৈতে মহাশৈলৰ ওচৰৰ সেই "গুৰু বিশাল" অৰণ্যত তপস্যা কৰি সূৰ্য্যৰপৰা প্ৰজাবিলাকৰ দীৰ্ঘায়ু বৰ লাভ কৰে। চাওক, ভবিষ্যতৰ দুখ গুচাবলৈকে আগধৰি কিমান যত্ন। এসময়ত বিলাতত এজন টুপিশিয়া দৰ্জ্জিয়ে বাতৰি কাকতত জনালে, "মই আজি প্ৰায় ৫০ বছৰৰপৰা টুপিশিয়া দৰ্জ্জিৰ কাম কৰিলোঁ, আগেয়ে মানুহক যেনে ডাঙ্গৰ টুপি লাগিছিল, এতিয়া তেনে ডাঙ্গৰ টুপি দৰ্কাৰ নোহোৱা হৈছে, এতিয়া মানুহৰ মূৰৰ বেৰ ১ এক ইঞ্চিতকৈয়ো কমি গৈছে। এই ভয়ানক কথা জানিব পাৰি বিলাতত বোলে ভয়ানক তোলপাৰ লাগি গল। শৰীৰতত্ত্ববিদ্ ডাক্তৰ বৈজ্ঞানিক প্ৰভৃতি সকলো ডাঙ্গৰ ডাঙ্গৰ মানুহে সভাত আলচ কৰি যাতে আগলৈ মূৰৰ বেৰ কমিব নোৱাৰে তাৰ বন্দবস্ত কৰিলে। মূৰৰ বেৰ এক ইঞ্চি কমাতে তেওঁলোকৰ মাজত ইমান হুলস্থুল লাগিছিলে আৰু ভৱিষ্যতে যাতে মূৰ সৰু নহৈ ডাঙ্গৰ হৈ আহে, তাৰ জন্যেও নানা বন্দবস্ত কৰিলে; কিন্তু আমি যে সকলো পোনে ক্ষীণাই যাব ধৰিছোঁ তাক গুচাবৰ উপায় এবাৰো ভাবি চাব নেলাগে নে? এই দেহাটোৰ পিনে চালে মৰামুগা যেন দেখি; তাত তেজ নাই, মঙ্গহ নাই, বল নাই, বৰণ নাই, সাহ নাই, উৎসাহ নাই, বুদ্ধি নাই, বিবেক নাই, ডাঙ্গৰ-দীঘল হব নেজানে,— কিন্তু এনে হল? কোন তেজপীয়াই আমাৰ দেশৰ লৰা-ছোৱালী বিলাকৰ তেজ পি খালে? পুৰাণত লিখা আছে, মহাৰাজা শিবিয়ে নিজৰ মঙহ কাটি, সেনৰূপধৰা ইন্দ্ৰক দিছিলে। পাৰস্যৰ ৰাজকোঁৱৰ হাতেমে নিজৰ মঙহ কাটি ক্ষুধাতুৰ শিয়ালক দিছিলে। আমি নো নিজৰ মঙহ কাটি কাক খুৱালোঁ? ক্ৰমশঃ।

# কছাৰি ৰজা।

কছাৰিবিলাক ব্ৰহ্মপুত্ৰ উপত্যকাৰ আদি অধিবাসী। সিবিলাকে নিজক বদোবংশী বুলি চিনাকি দিয়ে; কিন্তু বঙ্গদেশৰ ফালে সিবিলাক মেছ নামে হে জনাজাত। অহমসকলে কছাৰিবিলাকক টিমিছা বুলিছিল। কিন্তু যদ্যপি ইবিলাক নানা নামে অভিহিত হৈছিল, কছাৰি নামেই ইবিলাকৰ চলন্তা নাম আৰু সেই নাম অনুসৰিয়েই যে, কাছাৰ জিলাৰ নাম হৈছে, সেইটো ঠাৱৰ। কছাৰিবিলাক হিড়িম্বাৰ গৰ্ভজাত ভীমৰ বংশী বুলিও সিবিলাকে চিনাকি দিয়ে। সেই মতেই হিডিম্বাপুৰ বা হিডিম্বাপুৰ বা ডিমাপুৰ নামৰ উৎপত্তি; আৰু সেই ডিমাপুৰৰ অধীশ্বৰ কছাৰি ৰজাবিলাকে হিড়িম্বেশ্বৰ উপাধি লৈছিল।

কছাৰিবিলাকৰ কোনো লিখা বুৰঞ্জী নাই। অহম আৰু কোচ ৰজাৰে সৈতে সম্পৰ্ক নলগালৈকে কছাৰি ৰজাসকলৰ নাম পৰ্য্যন্ত কিম্বদন্তীমূলক। খৃঃ ত্ৰয়োদশ শতাব্দীত কছাৰি ৰাজ্য ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে দিখৌৰপৰা কলং নৈলৈকে বিস্তৃত আছিল। ইয়াৰ ভিতৰত ধনশিৰী উপত্যকা ভাগতে সিবিলাকৰ প্ৰভুত্ব প্ৰবল আছিল; আৰু কাছাৰ পাহাৰৰো কিয়দংশ ইবিলাকৰ অধিকাৰত পৰিছিল। চতুৰ্দ্দশ খৃষ্টাব্দত দিখৌৰ পূবত স্থাপিত হোৱা কছাৰি ৰাজ্য লাহে-লাহে এৰা পৰিবলৈ ধৰে। পঞ্চদশ খৃষ্টাব্দৰ শেহ-ছোৱাত এই সীমা লৈয়ে কছাৰি আৰু অহম ৰজাৰ ভিতৰত যুদ্ধ-বিগ্ৰহ চলিছিল। প্ৰথম-প্ৰথম এই যুদ্ধত অহম ৰজা ঘাটিছিল; কিন্তু তাৰ পাছত সিবিলাকে কছাৰি ৰাজ্য ক্ৰমাৎ ঠেলি নি ধনশিৰী সীমাত থলেগৈ।

**খুনখৰা।**— ৰাজ্যৰ সীমা লৈ কছাৰি আৰু অহম ৰজাৰ ভিতৰত ভালেমান দিনলৈকে ৰণ চলি আহিছিল। ১৫২৬ খৃষ্টাব্দত ধনশিৰী সীমালৈ দুয়োপক্ষৰ ভিতৰত দুখন ৰণ লাগে। প্ৰথমখনত কছাৰি ৰজাৰ জয় হৈছিল; কিন্তু পিছৰখনত অহম ৰজাৰ জয় নিশ্চয় হল। ইয়াৰ পাছত, আকৌ ১৫৩১ খৃষ্টাব্দত সেই যুদ্ধৰ জুই জ্বলি উঠিছিল। এইবাৰ অহম সেনাই কছাৰি

সেনাক হোঁহকাই নি একেবাৰে সিবিলাকৰ ডিমাপুৰ নগৰত সোমালগৈ। কছাৰি ৰজা খুনখৰা নিৰুপায়ত পৰি পলাল; কিন্তু তেওঁৰ ভায়েক ডেচ্ছক ধৰি বধ কৰা হল।

**ডেটচুং।—** খুনখৰা ৰজা পলাই যোৱাত তেওঁৰ কুটুম্ব ডেট্‌চুঙ্গক অহম সেনাপতিয়ে ডিমাপুৰত ৰজা পাতি আহে। এওঁ অহমৰ বশ্যতা স্বীকাৰ কৰি, বাৰি এধাৰ মুকুতাৰ মণি, এখন দুগদুগী আৰু এটা ঘোঁৰা অহম ৰজালৈ সম্মানী পঠাবলৈ অঙ্গীকাৰ কৰিছিল। পিচে, এই অঙ্গীকাৰ ডেট্‌চুঙ্গে পিছতে পাহৰি পেলালে। এই কথাত অহম বা আহোম স্বৰ্গদেৱ চুহম্মুং কুপিত হৈ, ১৫৩৬ খৃষ্টাব্দত ডিমাপুৰ ৰাজ্য পুনঃ আক্ৰমণ কৰালে। ডেট্‌চুঙ্গক ৰণত ঘটাই বধ কৰা হল; আৰু এইবাৰ ডিমাপুৰ ৰাজ্য সম্পূৰ্ণে অহম ৰজাৰ দখলত পৰিল। তেতিয়াৰে পৰা কছাৰিবিলাকে ভাগি গৈ মায়ং বা মায়বঙ্গত থিতাপি হল।

ডিমাপুৰ নগৰৰ ভগ্নাৱশেষে আজিও প্ৰবল প্ৰতাপী কছাৰি ৰজাৰ চিনাকি দিব লাগিছে। বৰ্তমান ডিমাপুৰ থানাৰ সমুখত ধনশিৰী নৈৰ দক্ষিণ পাৰত এই নগৰৰ পকী গড় আৰু দুৱাৰ অদ্যাপি দেখিবলৈ পোৱা যায়।

**চক্ৰধ্বজ।—** দৈয়াং নৈৰ ওচৰত কাচমাৰী পথাৰত আৰু এখন পুৰণি নগৰৰ চিন পোৱা যায়, এই নগৰ কছাৰি ৰজা চক্ৰধ্বজে পাতিছিল বুলি জনা যায়। কিন্তু, ইতিপূৰ্ব্বেই ধনশিৰী উপত্যকা এৰি মহুৰ নৈৰ দাঁতিত মায়ং বা মায়বঙ্গত কছাৰি উপনিবেশ স্থাপিত হৈছিল।

**চিলাৰায়ৰ আক্ৰমণ।—** মায়ং বা মায়বঙ্গত গৈয়ো কছাৰিবিলাকে শত্ৰুৰ আক্ৰমণৰ হাত সাৰিব পৰা নাছিল। ষোড়য খৃষ্টাব্দৰ মাজছোৱাত বিখ্যাত কোচ ৰজা নৰনাৰায়ণৰ ভায়েক মহা বাহুবলী যুৱৰাজ চিলাৰায়ে কচাৰি ৰাজ্য আক্ৰমণ কৰেগৈ। সেই সময়ৰ কছাৰি ৰজা যুদ্ধত সম্পূৰ্ণে ঘাটিছিল। আৰু, বছৰি ৭০০০০ টকা, ১০০০ সোণৰ মোহৰ আৰু ৬০ টা হাতী কৰ শোধাবলৈ গাত লৈ কছাৰি ৰজাই মহাৰাজ নৰনাৰায়ণৰ কৰতলীয়া হয়।

**শত্ৰুদমন।—** নতুন উপনিৱেশত হৈ যোৱা কছাৰি ৰজাবিলাকৰ ভিতৰত শত্ৰুদমন এজন বৰ প্ৰতাপ ৰজা হৈ উঠিছিল। সপ্তদশ খৃষ্টাব্দৰ আৰম্ভণত কছাৰি বংশৰ ভিমৰুৱাৰ শাসনকৰ্ত্তা প্ৰভাকৰক জয়ন্তীয়াৰ ৰজা ধনমানিকে বন্দী কৰি নিয়েহি। কছাৰি ৰজা শত্ৰুদমনে ভতিজাক প্ৰভাকৰক এৰি দিবৰ কাৰণে জনোৱাতো জয়ন্তীয়া ৰজাই তালৈ আওকাণ কৰিলে। এই কথাত কুপিত হৈ শত্ৰুদমনে জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰিলে। ধনমানিক যুদ্ধত ঘাটি শত্ৰুদমনৰ শৰণাগত হল।

**ৰহাৰ ৰণ।—** জয়ন্তীয়া যুদ্ধৰ সন্ধিমতে ধনমানিক ৰজাৰ পুত্ৰ যশমানিক যামিন স্বৰূপে কছাৰি ৰজাৰ নগৰত বন্ধোৱা হৈছিল। তাৰ পাছে, ধনমানিকৰ মৃত্যুৰ পাছত শত্ৰুদমনে যশমানিকক মুক্তি দি পিতৃ-ৰাজ্যত ৰজা পাতিলে। কিন্তু, যশমানিকে সেই উপকাৰ পাহৰি শত্ৰুদমনৰ দৰ্প নষ্ট কৰিবৰ অভিপ্ৰায়ে তলে তলে অহম ৰজাৰে সৈতে ফন্দি পাতিলে। সেইমতেই অহম স্বৰ্গদেৱ চুচেঙ্গফা বা প্ৰতাপনাৰায়ণে কছাৰি ৰাজ্য আক্ৰমণ কৰিবলৈ সৈন্য পঠায়। মহাপৰাক্ৰমী শত্ৰুদমনে উলটি ধৰাত, ১৬৩০ খৃষ্টাব্দত ৰহাত দুয়োপক্ষৰে ঘোৰতৰ যুদ্ধ হয়। এই যুদ্ধত জয় লাভ কৰি, শত্ৰুদমনে প্ৰতাপনাৰায়ণ বা প্ৰতাপদমন নাম লয় আৰু ৰাজধানী মায়ং বা মায়বঙ্গৰ নাম কীৰ্ত্তিপুৰ থয়। এই সময়তে অহম ৰাজ্যত মছলমানৰ আক্ৰমণ পৰাত, অহম ৰজাই কছাৰি ৰজাৰে সৈতে যুদ্ধ স্থগিত ৰাখিলে।

**নৰনাৰায়ণ।—** শত্ৰুদমনৰ লোকান্তৰ হোৱাত পুতেক নৰনাৰায়ণ ৰজা হয়। এওঁ শাসনভাৰ লৈ, আগন্তুক অহম আক্ৰমণ নিবাৰণ কৰিবলৈ আয়োজন কৰি থাকোঁতেই এওঁৰ অকাল-মৃত্যু হয়। ইয়াত বাজে নৰনাৰায়ণৰ ৰাজত্বত উল্লেখযোগ্য ঘটনা হোৱা নাই।

**ভীমদৰ্প।—** নৰনাৰায়ণৰ পাছত, দদায়েক ভীমদৰ্প কছাৰি ৰাজসিংহাসনত উঠে। এওঁক ভীমবল নামেও জনা যায়। শত্ৰুদমনৰ ৰাজত্বত অহম-কছাৰি ৰণত ভীমদৰ্পে প্ৰধান সেনাপতিৰ বাব পাইছিল। এওঁ বৰ বাহুবলী ৰজা আছিল, আৰু অহম ৰজাৰ দৰ্প চূৰ্ণ কৰিবৰ মনেৰে বিপুল আয়োজনেৰে ধনশিৰীৰ সীমান্ত অহম ৰাজ্য আক্ৰমণ কৰিছিলগৈ। কিন্তু, এনেতে এওঁৰো ১৬৩৭ খৃষ্টাব্দত অকাল-মৃত্যু হয়।

**ইন্দ্ৰবল্লভ।—** ভীমদৰ্পৰ পাছত তেওঁৰ পুতেক ইন্দ্ৰবল্লভ মায়বং বা কীৰ্ত্তিপুৰত ৰজা হয়। এওঁ অহম ৰজাৰে সৈতে পুনঃ মিলা-প্ৰীতি ৰাখিবৰ নিমিত্তে ভালেমান উপহাৰে সৈতে অহম ৰজাৰ ওচৰলৈ কটকী পঠিয়াইছিল। কিন্তু, স্বৰ্গদেৱ চুচেঙ্গফাই কছাৰি ৰজাক স্বাধীন ৰজা বুলি স্বীকাৰ কৰিবলৈ অমান্তি হৈ সেই কটকীক নীৰসভাৱে বিদায় দিলে। এই কথাত ইন্দ্ৰবল্লভে নতুন আক্ৰমণৰ আশঙ্কা কৰি, ধনশিৰী সীমাৰপৰা তেওঁৰ শাসন একেবাৰে উঠাই নিলে। ইন্দ্ৰবল্লভে ১৬৩৭ খৃষ্টাব্দৰপৰা ১৬৪৪ খৃষ্টাব্দলৈকে সাত বছৰ মাথোন ৰাজত্ব কৰে।

**বীৰদৰ্পনাৰায়ণ।—** ইন্দ্ৰবল্লভৰ পাছত বীৰদৰ্প নাৰায়ণ ৰজা হয়। এওঁ নিজৰ দুৰ্ব্বলতা জানি অহম ৰজাৰে সৈতে

বৈবাহিক সুত্ৰে মিত্ৰতা কৰিবলৈ চেষ্টা কৰে। আৰু, তেওঁ অহম ৰজাৰ কৰতীয়া ৰজা বুলি স্বীকাৰ কৰাত, চুৰমফা স্বৰ্গদেৱে এগৰাকী অহম গাভৰুক তেওঁলৈ বিয়া দি মিত্ৰতা ৰক্ষা কৰিলে। কিন্তু, এই মিত্ৰতা পেটে-সমন্ধিতে কোনো পক্ষে গ্ৰহণ কৰা নাছিল; ইয়াৰ পাছতো ভিতৰি অহম আৰু কছাৰি ৰজাৰ ভিতৰত মনান্তৰ চলি আহিছিল, আৰু ১৬৬০ খৃষ্টাব্দত স্বৰ্গদেৱ জয়ধ্বজ সিংহই বীৰদৰ্প নাৰায়ণক দেখাদেখিকৈ সাৱধান কৰিব লগাত পৰিছিল। এওঁ ১৬৪৪ খৃষ্টাব্দৰপৰা ১৬৭২ খৃষ্টাব্দলৈকে ২৮ বছৰ ৰাজত্ব কৰে।

**গড়ুৰধ্বজ, মকৰধ্বজ, উদয়াদিত্য।**— বীৰদৰ্পনাৰায়ণৰ লোকান্তৰ হোৱাত, তেওঁৰ অহম গাভৰু মহিষীৰ গৰ্ভজাত পুত্ৰ গড়ুৰধ্বজ কছাৰি ৰাজপাটত উঠে। এওঁৰ ৰাজত্বৰ কালত অহম ৰজাৰে সৈতে কছাৰি ৰজাৰ পূৰ্ব্বৰ মিত্ৰতা দৃঢ় হৈছিল। সেইকাৰণে, এই ৰাজত্বত যুদ্ধ-বিগ্ৰহাদিৰ উৎপাতো নাছিল। গড়ুৰধ্বজৰ পাছত, মকৰধ্বজ আৰু উদয়াদিত্য নামে দুজন ৰজা কছাৰি ৰাজপাটত উঠিছিল। ইবিলাকৰ ৰাজত্বতো উল্লেখযোগ্য কোনো ঘটনা হোৱা নাই। মোটৰ ওপৰত, এই তিনিও জনা ৰজাৰ ভিতৰত ১৬৭২ খৃষ্টাব্দৰপৰা ১৭০২ খৃষ্টাব্দলৈকে ৩০ বছৰ ৰাজত্ব কৰা হয়; কিন্তু, কোন জনে কেতিয়াৰপৰা কলৈকে কিমান বছৰ ৰাজত্ব কৰে তাক ঠিৰাংকৈ কব নোৱাৰি। ক্ৰমশঃ।

# নতুন গীত।

(১)

ৰচনা— শ্ৰীপদ্মনাথ বৰুৱা।
সুৰ— শ্ৰীলক্ষ্মীৰাম বৰুৱা।
দেশ— কাৰ্‌ফা।

মউ পিওঁ পিওঁ কৰে প্ৰাণ ভৰি।
চোৰাঁ সুধা সৰে জৰি জৰি।।
কিনো চাবাঁ শোভা,
জ্বলে পুণ্য প্ৰভা, —
বয় শান্তি নই ৰূপে ৰস চৰি।
যাওঁ উটি বুৰি,
চাওঁ ঘুৰি ঘুৰি,—
গাথোঁ তৰা-ফুল, নাচোঁ চালি ধৰি।।

—o—

(২)

ৰচনা — শ্ৰীৰাধানাথ ফুকন এম, এ।
সুৰ — শ্ৰীলক্ষ্মীৰাম বৰুৱা।

ভূপ খাম্বাজ — একতালা।
তুহু দান তাৰণ, দুষ্ট দমন,
ভকত চিত্ত ৰঞ্জন।
তাপহাৰী, বনবিহাৰী,
বিপদ ভয় ভঞ্জন।।
নব জলধৰ শ্যাম মূৰতি,
বাল অৰুণ কিৰণ ভাতি,
অগতিৰ গতি, ত্ৰিজগত পতি,
ত্বংহি পতিত পাবন।
শঙ্কটহৰ, কৰুণাকৰ
জীব জনম কাৰণ,
অনাথৰ নাথ, পৰম ঈশ্বৰ
প্ৰণামো তয়ু চৰণ।।

—o—

(৩)

ৰচনা — শ্ৰীহেমচন্দ্ৰ গোস্বামী।
সুৰ — শ্ৰীলক্ষ্মীৰাম বৰুৱা।

ঝিঝিত — কাওৱালী।
আযোগ্য সন্ততি, আমি
স্বৰ্গীয় জনম ভূমি,
কৰ্ত্তব্য পাহৰি সবে
কি হলো নোচোৰাঁ গমি।
আমাৰ জনম-ভূমি,
নাছিলে একোতে কমি,
আমি হে বিপথ-গামী
হলো পুত্ৰ অকৰমী।
অতীত গৌৰৱ স্মৰি,
হিংসা দ্বেষ পৰিহৰি,
সেৱোঁ মাতৃ পদে পৰি,
হম নতু অধৰমী।

—o—

(৪)

ৰচনা — শ্ৰীলক্ষ্মীৰাম বৰুৱা।
সুৰ

টোড়ী — টিম তেতেলা।
জয় দুৰ্গা দুৰ্গতি নাশিনী,
হে বিপদ তাৰিণী।
আপদ নিস্তাৰিণী, তাপ ক্ষয় কাৰিণী,
সন্তাপ হাৰিণী,
পতিত পাৱনী,
মিলিলে অপায় নৰে শান্তিছঁয়া দায়িনী।।

## সম্পাদকৰ শৰাই।

**সন্তান-শিক্ষা।**— আজি যাক ছোৱালী বুলিছোঁ, কাইলৈ তেওঁ মাক। সেই মাকেই সন্তানৰ আদিশিক্ষাৰ আদিগুৰু। পিতৃবীৰ্য্যৰ দৰে মাতৃৰ এই আদিশিক্ষাই মানুহৰ গোটেই জীৱনত বল দিয়ে। আৰু, আজি যি পুত্ৰ, কাইলৈ তেওঁ পিতা, এজন জাতীয় নেতা, তেওঁৰ ওপৰত এটা জাতিৰ ভৱিষ্যৎ উন্নতি আৰু অৱনতিয়ে নিৰ্ভৰ কৰে। এতেকে, সেই সন্তানৰ আদিশিক্ষাই যে জাতীয় উন্নতিৰ মূলশক্তি তাক স্বীকাৰ নকৰি নোৱাৰি। আকৌ, গুৰিত পানী দিলে হে আগলৈকে জীপ পায়, ডালপাতৰ ওপৰত পানী ঢলাৰপৰা একো গুণ নধৰে। গতিকে, জাতীয় উন্নতি বিচাৰিবলৈ গ'লেও, জাতিটোৰ গুৰিতহে উন্নতিৰ সাৰ দিব লাগে। পিচে, সেই গুৰিয়েই হৈছে ভাবী-মাক ছোৱালী; এতেকে ছোৱালীক শিক্ষিত কৰিবঁ পাৰিলেহে প্ৰকৃত জাতীয় উন্নতি আশা কৰা যায়।

* * *

ছোৱালীৰ শিক্ষা বুলিলে আমাৰ দেশৰ মানুহে বৰ ভুলকৈ বুজে। অৰ্থাৎ, আমাৰ মানুহৰ ধাৰণা এই যে, পঢ়ি আৰু লিখিব জনা হলেই ছোৱালীৰ শিক্ষা সাঙ্গ কৰিব লাগে। লৰাৰ শিক্ষাৰ উন্নতি বুলিলেও, লিখা-পঢ়াৰ উন্নতিত বাজে আন শিক্ষাৰ নাম লোৱা নেযায়; আৰু সেই লিখা-পঢ়াও জ্ঞান আৰ্জ্জনৰ নিমিত্তে নহয়, ৰজাঘৰত চাকৰি লাভৰ উদ্দেশ্যেহে। আৰু, ছোৱালীয়ে লিখিব আৰু পঢ়িব জনা হব লাগে কিয়?—প্ৰেমপত্ৰ লিখিব পৰা হবলৈ। সেয়ে নহলে শিক্ষিত বৰ পোৱা টান। চিঠি লিখিব নেজানিলে, নাটক-উপন্যাস পঢ়িব নেজানিলে, তেনে চাহিনীক আমাৰ শিক্ষিত ডেকাই নোসোধেই,—সেহেলৈ তেওঁ ৰন্ধা-বঢ়া, বোৱা-কটা আৰু গৃহস্থালী কাৰ্য্যত লক্ষ্মীস্বৰূপাই হওক। জ্ঞান অৰ্জ্জনৰ নিমিত্তে যে ছোৱালীয়ে উচ্চ শিক্ষা পাব লাগে, আৰু সেই জ্ঞানৰ সাহায্যে যে আগলৈ সজ মাতৃ হৈ সন্তান গঢ়িব পৰা হব লাগে, সেইবিলাক ভাব আমাৰ বুঢ়াসকলৰ ভিতৰত আগৰে পৰা নাছিল, ডেকাসকলৰ ভিতৰতো এতিয়ালৈকে সি সোমাব পৰা নাই। তেন্তে ধৰিব লাগে, জাতীয় উন্নতি আমাৰ আগৰ পুৰুষত যে নাছিলেই; এতিয়াও সি হবৰ নৌ হয়।

* * *

কিন্তু, এটা শুভলক্ষণ আমি কিছুদিনৰপৰা মন কৰিছোঁ যে, আমাৰ ডেকাসকল ওপৰত কোৱা অৱস্থাত সন্তুষ্ট থাকিব পৰা নাই; সিবিলাকে চুবুৰীয়া উন্নত জাতিৰ শাৰি পুৰাবলৈ হাবিলাষ কৰে। তাকে লাভ কৰিব নোৱাৰি সিবিলাক সদায় অসুখীয়া। আৰু, এই অসুখীয়া ভাবটোৱেই আমাৰ ভৱিষ্যৎ জাতীয় সুখৰ কাৰণ হবগৈ বুলি আমি আশা কৰোঁ। কিয়নো, বিদ্যা আৰু বুদ্ধিৰ বলেৰে আমাৰ শিক্ষিত ডেকাসকলে সোনকালে সুখীয়া হবলৈ বিচাৰিছে। সেই সুখ আৰ্জ্জিবৰ উপায়বিলাক সিবিলাকে চিন্তিবলৈ ধৰিছে। আৰু, সেই চিন্তাৰ যে অচিৰে মনোময় ফল ধৰিব, তাৰো আগন্তুক দেখা গৈছে। আমি আশা কৰিছোঁ, শিক্ষাৰ প্ৰকৃত অৰ্থ আমাৰ মানুহে সোনকালে বুজি উঠিব, সন্তানৰ সু-শিক্ষালৈ দিনে সিবিলাকৰ উৎসাহ বাঢ়ি আহিব। কিন্তু, অকল লিখা পঢ়াই যে শিক্ষা নহয়, এইটোলৈ সিবিলাকে পাহৰিব নেলাগে।

* * *

**অসমীয়া অপভ্ৰংশ নে?**— এই বিষয়ে বিস্তৰ আলোচনা হৈ গৈছে। ভালেমান ভাষাবিদ পণ্ডিতৰ মতে অসমীয়া এটা সুকীয়া ভাষা, ই কোনো ভাৰতীয় ভাষাৰ অপভ্ৰংশ নহয়। এই কথা সমৰ্থন কৰিবলৈ আৰু নতুন মত টানিবৰ আৱশ্যক নাই। তথাপি, আসামৰ পুৰণি তথ্য উদ্ধাৰ কৰোঁতা মিষ্টাৰ গেইট চাহাবৰ মত আগৰবিলাকৰ লগত লিপিবদ্ধ কৰি এই বিষয়ৰ আলোচনা সমপূৰণ কৰি লোৱা গল। মিষ্টাৰ গেইটে তেওঁৰ বুৰঞ্জীৰ ৩২৮-২৯ পিঠিত লিখিছে;—

"This is not the place to review the old

argument as to whether Assamese is a distinct language or merely a dialeet of Bengali. It may be pointed out, however, that the possession or otherwise of a seperate literature is generally regarded as one of the best test to apply, and that, if this, be taken as the criterion, Assamese is certainly entitled to rank as a seperate language. Assamese is believed to have attained the present state of development independently of, and earlier than, Bengali; and it is the speech of a distinct nationality which has always strenuosly resisted the efforts which have been made to foist Bengali on it."

**সামৰণি।**— সামৰণিত বৰ সুখ। কোনো শুভকাৰ্য্য সন্তোষ লগাকৈ সামৰিব পাৰিলে মনত অনুপম সুখৰ উদয় হয়; আৰু সি পুনৰুত্থানৰ মূল সঞ্চাৰ কৰে। সামৰণিত সুখ আছে কাৰণেই সৃষ্টি কৰ্ত্তাই সকলো কাৰ্য্যতে ভাগ লগাই দিছে। সেই ভাগ থকাৰ হেতুকে জগতৰ অসীম কাৰ্যাৰ মাজে মাজে সীমা দেখিবলৈ আছে; একে ছোৱা দীৰ্ঘ খাটনিৰ ভাগৰৰ পাচত, সামৰণিৰ জিৰণি ৰৈছে। কামী জীৱনৰ পক্ষে এই জিৰণি ক্ষণস্থায়ী হলেও, ইয়াৰ সুখানুভৱ দীৰ্ঘকালব্যাপী, ইয়াৰ কাৰ্য্যফল চিৰস্থায়ী। কৰ্ম্মযুগ এইদৰে মনোময় কৰিবৰ কাৰণেই মানুহে বছৰৰ সামৰণি আৰু আৰম্ভণিৰ বিধি পাতি লৈছে। আমি আজি আমাৰ গুণগ্ৰাহী গ্ৰাহক-পাঠকৰ নিগুণে তেনে এটি বছৰৰ সামৰণি সুখৰ ভাগ পাইছোঁ; আশা কৰোঁ, পুনৰুত্থানতো ই আমাক স্বাভাৱিক বল আৰু উৎসাহ দিব।

# আমাৰ উন্নতিৰ মূল।

(৩১ পিঠিৰ পাচৰপৰা)

দেৱতাবিলাকৰ উপকাৰৰ অৰ্থে, মহাযোগী দত্তাত্ৰেয়ে দুৰ্দ্দান্ত দানৱবিলাকৰ বল হৰণ কৰিছিলে; আমাৰ বল, সাহ, উৎসাহ, বুদ্ধি, বিবেক কোনে হৰণ কৰিলে? আন-আন বহুত কাৰণে সৈতে এইটো ঘাইকৈ আমাৰ নিজৰ দোষতে হৈছে। ইন্দ্ৰৰ অমাৰাৱতীৰ নিচিনা দেৱতাসকলৰে লীলাৰ ৰহস্য-নিকুঞ্জ এই ধৰ্ম্মাৰণ্য আসাম দেশত আজি দুখীয়া প্ৰজাবিলাকৰ বাৰ-অনায়ে ভাতৰ আকালত নিতৌ একাদশী কৰি বৈকুণ্ঠলৈ যাব লগীয়া হল! ধনৰ আকালত মাটি-বাৰী, ঘৰ-দুৱাৰ, গাই-দামুৰী, কাঁহী-বাটী সকলো বেচি ৫০ বছৰৰ আগেয়ে বানপ্ৰস্থ লৈ বাঁহৰ চুঙ্গাত পানী খাব লগীয়া হৈছে। ৰাজহ দিবলৈ এটা ফুটাকড়িও নাই দেখি, ঘৰ-বাৰী সকলো বেচি "আত্মানং সততং ৰক্ষেদ্দাৰৈৰপি গৃহৈৰপি" নিয়ম অনুসৰি জীৱন্তে- মৰা হৈ কু-ঠাইত কু-বৃত্তি লৈ নিজৰ ঘৃণনীয় জীৱনটো পুহিব লগা হৈছে। এতিয়াও আমাৰ গাত তত নাহিলে। এতিয়াও আমাৰ টোপনি নেভাগিল। পৃথিৱীৰ চাৰিওপিনে সকলো জাতিয়ে জীৱন-যুদ্ধত জয়ী হবৰ কাৰণ সাজি-কাছি বহু দূৰলৈ আগবাঢ়ি গৈছে, উন্নতিৰ বাটত সেই জাতি বিলাকৰ লগ ধৰা আমাৰ এতিয়া অসম্ভৱ হৈছে। কিন্তু, এতিয়াও আমাৰ টোপনিয়েই নেভাবিব নে? আমি নো কিমান দিনলৈ কুম্ভকৰ্ণ হৈ পৰি থাকিম? কুম্ভকৰ্ণই বোলে ছমাহৰ মূৰত এদিন সাৰ পাইছিল, আমি কিন্তু ছয়-শক-ছত্ৰিশ-বছৰতো চকু মেলিবলৈ নিশিকিলোঁ। আমাক মহানিদ্ৰাই আহি লগ ধৰিলে নে কি? নিশ্চয় জানিবা, সময় থাকোতেই চকু মেলিবলৈ নিশিকলে ঘোৰ মহানিদ্ৰাই জগতৰপৰা আমাৰ জীৱন দীপ নুমাব। পৃথিৱীৰ সকলো জাতীয় জ্ঞানৰ আৰু ধনৰ বলৰ আপোন আপোন ভাগ লৈ উন্নত হল। আমাৰ ভাগত কানিৰ টোপোলা, কু-সংস্কাৰৰ বোজা, এলাহৰ ভৰা, হিংসাৰ জোলোঙ্গা, মুৰ্খামি "ব্যাগ" আৰু অহঙ্কাৰৰ ষ্টিলট্ৰাঙ্ক। হায়! হায়! কোন 'নভগৰ পুত্ৰ নাভাগ' হৈ আমি জন্মিলোঁ? এই বিংশ শতিকাৰ বিজ্ঞানৰ উন্নতিৰ দিনত আমাক এনেকুৱা এলাহুৱা আৰু নিৰাশ দেখি, অজ্ঞানতা আৰু কু-সংস্কাৰত ডুবি থকা দেখি জন্মভূমিয়ে আমাক নিশ্চয় শাপিব। "অহে আকাঙ্ক্ষাৰ কলঙ্ক। তোমালোকে মোৰ পুত্ৰ নোহোৱা। মোৰ যি গৰ্ভত ৰাজা অমূৰ্ত্তৰজা, বলী, বাণ, ভগদত্ত, প্ৰাণনাৰায়ণকে আদি কৰি সুপুত্ৰ জন্মিছিল; উষা, চিত্ৰ-লিখা, বেহুলা, জয়মতী, বিদ্যাৱতী আৰু সতী ছোৱালী জন্মিছিল; পুৰুষোত্তম, জয়কৃষ্ণ, মণিভদ্ৰ, দামোদৰ, শ্ৰীধৰ কন্দলি, শঙ্কৰদেৱ আনন্দৰাম জন্মিছিল, সি গৰ্ভত তোমালোকৰ জন্ম নহয়। তোমালোকে আসামৰ কণ্টক হৈ,

জন্মভুমি মাতৃৰ শত্ৰু হৈ কৰপৰা আহিলা কব নোৱাৰোঁ। তোমালোকে কোনো সৎকামত লাগি পৰি নধৰা, তোমালোকৰ আকাৰ-ইঙ্গিত ভাব-ভঙ্গি বুদ্ধি-প্ৰবৃত্তি সকলো নপুংসকৰ নিচিনা। তোমালোকে চিৰকাল নিৰাশ হৈ এলাহৰ কোলাত টোপনি গৈছা। তোমালোকক পুৰুষ বুলি ধৰিবই নোৱাৰি। অহে বুদ্ধিহীনহঁত, যদি মঙ্গল লভিবৰ ইচ্ছা কৰ, যদি আসামৰ নাম জগতৰ পৰা লোপ কৰিবৰ ইচ্ছা নকৰ, তেন্তে সকলোৱে অহম্ভাব এৰি দি, কানিৰ টোপোলা, কুসংস্কাৰৰ বোজা, এলাহৰ ভাৰ, মুৰ্খামি, অহঙ্কাৰৰ ষ্টিলট্ৰাঙ্ক দলিয়াই পেলাই পবিত্ৰ চৰিত্ৰৰ বলত ধৰ্ম্মৰ বলত, শাৰীৰিক বলত, জ্ঞানৰ বলত, ধনৰ বলত, ঘাইকৈ একতাৰ বলত বলৱন্ত হৈ উৎসাহ আৰু অধ্যবসায়ৰ দ্বাৰা আচল মনুষ্যত্ব পাবলৈ যত্ন কৰা।" জন্মভুমিয়ে আমাক নিশ্চয় এনেকৈ ধিক্কাৰ দিব। কিন্তু, বৰ সুখৰ আৰু আশাৰ কথা, আমাৰ উঠি অহা ডেকাবিলাকে নিজৰ জন্মভুমিৰ দুৰ্গতি দেখি উন্নতিৰ উপায় উলিয়াবলৈ ঠায়ে ঠায়ে সভা পাতি উন্নতিৰ উপক্ৰম কৰিছে।

এই প্ৰৱন্ধৰ আলোচনাৰ বিষয় "আমাৰ উন্নতিৰ মূল"। উন্নতি কি, তাক সাধাৰণ ভাৱে সকলোৱে জানে। মূল অৰ্থ ইয়াত প্ৰধান কাৰণ বা সেই উন্নতি সাধিবৰ বিশিষ্ট উপায়। ধৰ্ম্মৰ আৰু ৰাজনৈতিক কথা সম্পূৰ্ণ ৰূপে এৰি আন উন্নতিৰ নিমিত্তে আমাক প্ৰথমে কি কি লাগে, তাৰ সম্বন্ধে দুই-একেষাৰ কোৱা যাওক, আৰু লগে লগে তাক পাবৰ উপায়ও সংক্ষেপে সেই ঠাইতে কোৱা যাব। আমাক প্ৰথমে লাগে, বিদ্যা-বুদ্ধি-জ্ঞান। আজিকালি এই ভূমণ্ডলত যিমান উন্নত আৰু উন্নতিশীল জাতি আছে, সেই সকলোৰে উন্নতিৰ মূল ঘাইকৈ বিদ্যা-জ্ঞান। বিদ্যা-বুদ্ধিৰ বলেৰে মানুহে বিজুলী ডাক উলিয়াই তিনিদিন বাটৰ দূৰৈৰ বাতৰি তিনি দণ্ডতে দিব পৰা কৰিছে। তাৰে উন্নতি কৰি টাৰ নোহোৱা ডাক উলিয়াই বহু বহু মাইল দূৰৈৰ বাৰ্ত্তা ক্ষন্তেকত দিব পৰা কৰিলে; ৰেল-জাহাজ উলিয়াই মাটি, পানী খাল, বাম, পৰ্ব্বত, জঙ্গল, দেশ-বিদেশ গোটেইখন পৃথিৱীৰ ওপৰতে মকড়াজাল পতা দি ৰেল-জাহাজ পাতি দি যোৱা-অহাৰ সুবিধা কৰি দিলে। আকৌ সেইবিলাকৰ উন্নত অৱস্থা 'ট্ৰামকাৰ' 'মোটৰকাৰ' 'ব্যোমজান' 'বাইছিকেল' প্ৰভৃতি উলিয়াই জগতৰ কিমান উপকাৰ সাধিছে তাক কৈ ওৰ পেলোৱা টান। এই বিদ্যাৰ বলতে আন-আন অলেখ কল-যন্ত্ৰ উলিয়াই মানুহৰ কাম-কাজ কিমান সুখেৰে কৰিবপৰা কৰিছে তাক বৰ্ণাই ওৰ পেলাব নোৱাৰি। এই বিদ্যাৰ মানুহে ধনী বলৱন্ত হৈ পৃথিৱীত বাণিজ্যৰ ৰাজ্য বিস্তাৰ কৰি আন-আন অসভ্য আৰু অৰ্দ্ধসভ্য জাতিবিলাকৰ ওপৰত প্ৰভূত্ব কৰিব পাৰিছে, পৃথিৱীকো সুশাসনে পালিব পাৰিছে। এতেকে, সকলো উন্নতিৰ আদিকাৰণ এই বিদ্যা-বুদ্ধি-জ্ঞান আন-আন সকলো বাঞ্ছনীয় বস্তুৰ আমাৰ দৰ্কাৰ হৈছে। কিন্তু বৰ বেজাৰৰ কথা, সকলো উন্নতিৰ মূল কাৰণ, সকলো সুখৰ প্ৰধান হেতু, সকলো অভ্যুত্থানৰ সোণৰ আকৰ, সকলো সভ্যতাৰ কল্পতৰু, সকলো গৌৰৱৰ কামধেনু, সকলো ভদ্ৰতা আৰু অভ্যুদয়ৰ প্ৰধান স্পৰ্শমণি বিদ্যা আমাৰ দেশত নাই বুলিলে হে সঁচা কোৱা হয়! কিয় এনে হল? কিয় আমাৰ দেশত বিদ্যা নোহোৱা হল? বিদ্যাদেৱী নো আমাৰ প্ৰতি কিয় এনে অবিষড়্টক হৈ উঠিল। কুৰি শতিকাৰ জ্ঞান-বিজ্ঞানৰ উন্নতিৰ দিনত আমাৰ আৰু সৰস্বতীৰ মাজত কিয় এনে মানুহৰ আৰু ৰাক্ষস প্ৰভেদ হল? বিদ্যাৰ আৰু আমাৰ মাজত কি কাৰণে সাপ-নেউলৰ নাগ-গড়ুৰৰ গ্ৰাহ-গজেন্দ্ৰৰ শত্ৰুতাৰ নিচিনা এনেকুৱা দোৰ্ঘোৰ শত্ৰুতা জন্মিল? জুই লাগিলে ফচ্ছফৰাছ, তুলা, ঘিউ, কেৰাচিন জলাদি আমাক দেখিলে বিদ্যাদেৱী কিয় জ্বলি-পুৰি ছাই হয়? আমি নো কি মহাপাপ কৰিলোঁ যে, জ্ঞান-সমুদ্ৰত এটোপা পানী খাবলৈ যোৱাত ৰত্নাকৰৰ আগত সমুদ্ৰৰ পানী শুকুৱা দি বিদ্যাৰ সাগৰ শুকাই গৈ মৰুভূমি হয়? হায়, হায়! জ্ঞান-বিজ্ঞানৰ বাৰীত এটা ফুল আনিবলৈ যোৱাত কিয় আমি অকল কণ্টক বন হে দেখিবলৈ পাওঁ? বিদ্যাৰ ফুলনীত গৈ এটি ফুল-কলিলৈ হাত বঢ়াওঁতে কেনৈ নিষ্ঠুৰ সাপে আমাৰ আঙ্গুলিত খোট মাৰি দিয়ে? নাককটা ধৰ্ম্ম-পন্থীয়া বিলাকৰ নিচিনাকৈ বিদ্যাৰ আশাত নাক কটাতো বিদ্যাৰূপ ঈশ্বৰক আমি দেখিবলৈ নেপালোঁ কিয়? কাৰণ আন একোৱেই নহয়, আমি নিজেই তাৰ ঘৃণনীয় কাৰণ। "আপুনি-আপোন-শত্ৰু, আপুনি আপোন, মিত্ৰ, আপুনি আপোনাক ৰাখে মাৰে"— আনে নহয়। আপুনি আপোনাৰ উন্নতিৰ গৰাকী হৈয়ো নিজৰ উন্নতিৰ বাটত কাঁইট দি কু-সংস্কাৰ লৈ বহি আছোঁ! এই কাৰণেই বিদ্যা-দেৱী আমাৰ ওচৰ চাপিব নোৱাৰে, দূৰৈৰ পৰাই বিদূৰ হয়। এই কাৰণে, আনন্দৰাম বৰুৱাৰ পাচত আৰু দ্বিতীয় আনন্দ নুপজিল, এই কাৰণে কৈছোঁ আমি আপুনিয়েই আপোনাৰ অধোগতিৰ কাৰণ। আপোন ভালেই জগত ভাল। আন দেশৰ মানুহৰ জীৱনৰ উদ্দেশ্য বিদ্যা কৰা, আৰু তাক পাবলৈ চমু বাটে যোৱা; বিদ্যা পাবৰ, উন্নতি সাধিবৰ উপায় কৰা। আমাৰ দেশৰ মানুহৰ জীৱনৰ উদ্দেশ্য বিদ্যা লাভ নহয়, উন্নতি সধাও নহয়, কোনোমতে খাই-লৈ পেট-পূজা কৰা। এঁয়েই তাৰ কাৰণ। আন উন্নতিশীল জাতিয়ে

উন্নতিৰ সুখময় ৰাজ্য পাবলৈ দেৱযানেৰে সুমেৰুলৈ যায়, আমি আমাৰ ভৰিত কুঠাৰ মাৰি কুমেৰুলৈ যাবলৈ চেষ্টা কৰোঁ, আচল বাট এৰি অবাটে যাওঁ। সেই অবাট এৰি ঠিক বাটে যাত্ৰা কৰিলে হে উন্নতিৰ পৰম পবিত্ৰ সত্ৰ পামগৈ। নহলে, বিদ্যাৰ আৰু আমাৰ মাজত "সৰিৎ-সাগৰ-ভূধৰাঃ" অন্তৰ থাকিব — Inverse ratio ত বা বিপৰীত অনুপাতে দূৰত্ব বাঢ়িব, accelerated তৰে দূৰৈতকৈয়ো বিদূৰতা বাঢ়ি যাব। এতেকে উন্নতিৰ দৰ্কাৰ হলে, বিদ্যা জ্ঞান পাবলৈ আমাৰ জীৱনৰ উদ্দেশ্য ধ্ৰুবতৰাৰ নিচিনা স্থিৰ হব লাগে; তেতিয়াহে অপাৰ সমুদ্ৰত নাবিকৰ নিচিনা উন্নতিৰ দেশলৈ আমাক বাট দেখুৱাই দিব। বিদ্যালাভ কৰাত আমাৰ বহু বিঘ্ন-বিপত্তি আছে। নানা অভাৱ-অসুবিধা আছে। এই অভাৱ-অসুবিধাৰ বিঘ্ন-বিপত্তি দানৱ বধিবলৈ আমাৰ ৰাম-ৰাৱণৰ পাণ্ডৱ-কৌৰৱৰ দেৱ-দানৱৰ ওৱেলংটন-নেপোলিয়নৰ ইংৰেজ-আফ্ৰিকাৰ জাপ-ৰুচিয়াৰ যুদ্ধ কৰিব লাগিব। এই বিদ্যালাভ কৰিবৰ উদ্দেশ্যে পুহমহীয়া দুপৰ ৰাতিৰ জাৰত বৰফেঢ়কা হিমালয়ৰ ওখ টিঙ্গত উঠিবলৈকো যত্ন কৰিব লাগিব। সৰ্ব্বোন্নতিৰ ৰত্নাকৰ এই বিদ্যাৰত্নক পাবৰ কাৰণে সাত সমুদ্ৰ তেৰ নদী লাহনী ধৰি সিঁচিব লাগিব। সকলো প্ৰকাৰ উন্নতিৰ অনন্ত আকৰ এই জ্ঞানৰ খনি বিচাৰিবলৈ চত মাহৰ ৰদত চালী ধৰি চাহাৰাৰ বালিকো চালি চাব লাগিব। সকলো উন্নতিৰ সকলো বিমল সুখৰ আৰু আনন্দৰ ফল দিওঁতা এই জ্ঞানৰূপ কল্পতৰু বৃক্ষক পাবলৈ দা, কুঠাৰ লৈ আফ্ৰিকাৰ অনাবিষ্কৃত অভেদ্য জেঠমহীয়া জঙ্গল জুৰিবলৈ যুগুত কৰাৰ দৰ্কাৰ হৈছে। সাতৰজাৰ গুপ্তধন এই বিদ্যামণিক পাবৰ কাৰণে আফ্ৰিকাৰ অৰণ্যৰ বিষাল বিষধৰৰ লগতো যুঁজিব লাগিব। এই অমূল্য বিদ্যাৰূপ স্যমন্তমণি পাবলৈ পথত সিংহসকলক নখেৰে বিদাৰি এচিয়াটিক ৰুছিয়াৰ ঋক্ষৰাজ জাম্বৱন্তৰ লগত যুঁজিবলৈ কঁকালত টঙ্গালী বান্ধিব লাগিব। পৃথিৱীৰ সকলো ৰকমৰ বব নোৱাৰা ভাৰ, কুনীতি, কুধৰ্ম্ম, কুসংস্কাৰ, অধোগতি ৰূপ ৰাক্ষসবংশ নাশকাৰিণী, সকলো যশৰ কাৰণ, সকলো উন্নতিৰ হেতু — বিদ্যাৰূপ সীতাদেৱীক পাবৰ আশা কৰিলে, বৰুৱা-ফুকন ডাঙ্গৰীয়াসকলৰ কথাই নাই, ৰাজ-ৰাজেশ্বৰ ৰাজৰ্ষি জনক হৈও, আঁঠোটা বলদে টনা ডাঙ্গৰ হালেদি ২০ শতিকাৰ এই পৃথিৱীখন গোটেই চহিব লাগিব, তেহে বিদ্যা সীতা লাভ কৰিব পাৰিব। দুৰ্নাম, দুৰ্য্যশ, অসভ্যতা, দৰিদ্ৰতা, দুৰ্ব্বলতা, অজ্ঞানতা ৰূপ দানৱ দানৱীক বধিবলৈ শক্তি লভিবৰ কাৰণ — বিদ্যাৰূপ অমৃতৰ কলহ পাবৰ নিমিত্তে —ককাই-ভাই মিলিত হৈ ভূমধ্যসাগৰ, জৰ্মান সাগৰ, উত্তৰ সাগৰৰ কথা থাওকছাৰি, আমেৰিকা ইউৰোপ আৰু আফ্ৰিকাৰ অন্তৰত থকা অসীম আটলাণ্টিক মহাসাগৰকো মথিবলৈ মন মেলা উচিত হৈছে; তেহে ভাগ্য-দেৱতা সুপ্ৰসন্ন হৈ মোহিনীবেশ ধৰি, সকলো বলৰ মূল জ্ঞানা-মৃত কলহৰ কানে দি পান কৰাই সমস্ত সভ্য জগতত উন্নতি ৰূপ অম্ৰাৱতীত আমাক অমৰ কৰি ৰাখিব। তাহানি পৃথুৰজাৰ কথামতে সুমেৰুৱে হিমালয়ক দামুৰী কৰি পৃথিৱীক গাই কৰি খীৰাইছিলে, আৰু নানা ৰকম শস্য মণি ৰত্ন ভক্ষ্য-ভোগ্য বস্তুবিলাক লাভ কৰিলে। তেনেকৈ ভাৰতবৰ্ষ, আমেৰিকা, জৰ্ম্মানি, ফ্ৰান্স, ইংলণ্ড প্ৰভৃতি-দেশ বিদ্যাৰ ঠাই — পৃথিৱী স্বৰূপ কামধেনুক খীৰাব পাৰিলে হে আমাৰ বিদ্যাৰূপ গাখীৰ লাভ হব আৰু তাৰপৰা হে আমাৰ উন্নতি ৰূপ পুষ্টি। পুৰাণত আছে,— প্ৰিয়তম মিত্ৰৰ আদৰ্শ, গুৰু, শিষ্যৰ আৰ্হি, কৃষ্ণ-অৰ্জ্জুনে মায়াৰথত উঠি, বামুণৰ মৃত পুত্ৰক আনিবলৈ গৈ "সাতো খান সাগৰ এৰাইল, গৈয়া সাতো দ্বীপক ছড়াইল, ধৰি মহা মনোজৰ গতি, গৈলা লোকালোকৰ সিভিতি, প্ৰবেশিলা ঘোঁৰ অন্ধকাৰে, ঘোঁৰা আৰু যাইবাক নপাৰে, হেন দেখি যোগেশ্বৰ হৰি, আগক হানিলা চক্ৰ ধৰি, মহাৰশ্মি পুঞ্জে পোহৰাই, আগত কিৰণে ফাঁৰি যাই, ঘোৰতমো তৰিয়া সত্বৰে, জ্যোতিপুঞ্জ পাইলা তাৰ পৰে, ৰশ্মি লাগি চক্ষু ফুটে দেখি, মুদিলা অৰ্জ্জুনে দুই আক্ষি, তাক এৰি জ্বল পাইলা গই, ঘোৰ উৰ্ম্মি বায়ু উথলয়, পাচে ধনঞ্জয় যদুৰাজে, প্ৰবেশিলা সেহি জল মাজে, দুয়ো গৈয়া দেখিলা প্ৰত্যেক, স্ফটিকৰ স্তম্ভ হাজাৰেক, দিব্য গৃহ প্ৰকাশন্তে আছে, পশিলা ভিতৰ তাৰ পাছে।" "পাছে ধনঞ্জয়ে প্ৰতিজ্ঞা পালি, দিলন্ত দ্বিজৰ দশ ছোৱালী, মৰা, পুত্ৰ গণ পাইয়া ব্ৰাহ্মণে, পৰম আনন্দ মিলিল মনে।" এইৰূপে যেতিয়া সাত সমুদ্ৰ তেৰ নদী পাৰ হৈ মহা মহা বিপদ বাধা-বিঘিনিকো অতিক্ৰমি আজিকালিৰ মায়াৰথ ৰেল-জাহাজত উঠি লোকালোক এৰুৱাই জাপান, ইংলণ্ড, ফ্ৰান্স, ঘাইকৈ আমেৰিকা পাতালৰ বিদ্যা মন্দিৰত পাশ পূৰ্ব্বৰ মৰা উন্নতি অভ্যুত্থান পুত্ৰক বিলাই দি জননী জন্মভূমিৰ মনত আনন্দ দিব পাৰিম, তেতিয়াহে উন্নতিৰ সূত্ৰপাত বুলি জানিব পাৰিম।

বিদ্যালাভ কৰিবৰ নিমিত্তে বিদেশলৈ যাত্ৰা কৰাৰ আগেয়ে ঘৰতে সাজু হব লাগে, তেনেহলেহে বিদেশত কৃতকাৰ্য্য হব পাৰি। এই বাবে বিদেশলৈ যোৱাৰ আগেয়েই আমি ঘৰতে যিমান শিকিব পাৰোঁ, আৰু আগলৈ ঘৰতে সম্পূৰ্ণ শিক্ষা সুবিধা কৰিব পাৰো। তাৰ জন্যে এতিয়াৰপৰা বন্দবস্ত কৰিব লাগে। লৰা- ছোৱালীবিলাকৰ কেঁচুৱা কালৰেপৰা অনুকৰণ কৰা শক্তিটো

২০ বছৰমানলৈকে বৰ চোকা। গোটেই সৰুতে এই শক্তিটো আৰু চোকা থাকে। সিহঁতে যিহকে দেখে, যিহকে শুনে তাকে অনুকৰণ কৰে। হঠাৎ কোনো ফালৰপৰা এটা নতুন শব্দ শুনিলে, আচৰিত মানি সেই পোনেই মনোযোগ দিয়ে। কোনো এটা নতুন বস্তু দেখিলে তালৈকে চাই থাকে, আৰু বস্তুটো নো কি আকাৰে-ইঙ্গিতে বা আৱে-ভাৱে জানিবলৈ ইচ্ছা কৰে। এটি কেঁচুৱা লৰাই কোনা শব্দ শুনিলে সেই শব্দটো নিজে মাতিবলৈ যত্ন কৰে। এনে কৰাত যেতিয়া তাৰ মাত ফুটি ওলাব তেতিয়া সি যিহকে দেখে তাকে জানিবলৈ হাবিলাষ বা আগ্ৰহ দেখুৱাব। মনৰ অনুকৰণ শক্তিটো এনেকুৱা চোকা থকাতে যদি তাক ভাল বৃত্তিবিলাক শিকিবলৈ সুযোগ দিয়া হয়, সকলো কাৰ্য্য আচল কাৰণ বুজাই দিয়া হয়, দেখুৱাই দিয়া হয়, তেন্তে সি অনায়াসে দয়া, মৰম, সৰলভাব, সত্যবাদিত্য, পৰোপকাৰ, সহানুভূতি, স্বদেশ-হিতৈষীতা, নৈতিক সাহস, আত্ম সংযম, কৰ্ত্তব্য কাম পালন্ন, শিষ্টাচাৰ বা ভদ্ৰতা প্ৰভৃতি মনৰ কোমল বৃত্তিবিলাকক নিজৰ কৰি লব পাৰে, সকলো কাৰ্য্যৰ প্ৰকৃত কাৰণো শিকি লব পাৰে আৰু এই লৰাকালৰ শিক্ষাৰ দ্বাৰা তাৰ ভৱিষ্যৎ জীৱন গঠনৰ বিশেষ সাহায্য কৰা হয়। কিন্তু এই কুমলীয়া বৃত্তিবিলাকক ঘাইকৈ কাৰ্য্যৰ দ্বাৰাহে শিকাব আৰু বিকাশত কৰিব পাৰি। কাৰ্য্যৰ দৃষ্টান্তই যেনেকৈ শিকাব পাৰে অকল কথাই তেনেকৈ নোৱাৰে। সৰু লৰা-ছোৱালীৰ অৱশ্যে লগৰীয়া মাক-বাপেক, ভায়েক-ভনীয়েক পৰিয়ালৰ আন-আন মানুহ, বান্দী-গোলাম আৰু ওচৰৰ সমনীয়া লৰা-ছোৱালী। এই সময়ত সি যেতিয়া যি জানিবলৈ খোজে তেতিয়াই, হয় তাৰ লগৰ সমনীয়াৰপৰা, নাইবা বাই-ভনীৰপৰা বিশেষকৈ তাৰ বাপেক-মাকৰপৰা সেইটো সুধি লব। মাকে যি শিকাব তাকেই নিঃসন্দেহ বেদ বা কোৰাণৰ বাক্যৰ নিচিনা সঁচা বুলি ভাবি শিকি লব। এই ৰকমে জনা যায় যে, সকলো মানুহৰ আচল শিক্ষক মাক হে। এজনী মাক হেজাৰ হেজাৰ শিক্ষকতকৈও শ্ৰেষ্ঠ। এই কুমলীয়া বয়সত যি শিকি লয় সেই জ্ঞান আৰু বিশ্বাস চিৰকাললৈকে তাৰ মনত দকৈ পোত খাই ৰৈ যায়। সৰুতে অৰ্জ্জা সেই জ্ঞান আৰু বিশ্বাস ডাঙৰ হলে তুলি পেলাব নোৱাৰি। লৰাকালতে অৰ্জ্জা তেনে বিশ্বাস ৰীতি-নীতি পিচত পৰিবৰ্ত্তন কৰা যে বৰ টান, এইকথা সকলোৱে এক বাক্যে স্বীকাৰ কৰিব। এইবাৰে কেঁচুৱা অৱস্থাৰপৰাই লৰা-ছোৱালীবিলাকে প্ৰকৃত শিক্ষা পাব লাগিলে, সকলো কাৰ্য্যৰ প্ৰকৃত কাৰণ শিকি লব লাগিলে সৰুৰ পৰাই মিছা বা কুসংস্কাৰ মনত সোমাবলৈ নিদিব লাগিলে, সিহঁতৰ ঘৰৰ সকলো পৰিয়াল ঘাইকৈ মাক-বাপেক বিশেষ শিক্ষিত আৰু ধৰ্ম্মপৰায়ণ হব লাগে; তেনেহলে হে লৰা-ছোৱালীবিলাকেও প্ৰতিমুহূৰ্ত্তে প্ৰতি দিনে সিহঁতৰ পৰম মৰমিয়াল মাকৰ সকলো ভাল কামবিলাক অনুকৰণ কৰি মাকৰপৰা সকলো জানিব লগীয়াবিলাক জানি আগলৈ অলপ সময়তে বিশেষৰূপে শিক্ষিত আৰু সৎলোক হব পাৰে; আৰু স্কুলত বা কলেজত সোমোৱাৰ আগেয়ে এনেকৈ কুমলীয়া বয়সতে বহুত জ্ঞান আৰ্জ্জিব পাৰিলে অলপ সময়তেই গুণী বিদ্যাৱন্ত হব পাৰে। কিন্তু মাক-বাপেক যদি শিক্ষিত, জনা-বুজা, ধাৰ্ম্মিক নহয়, তেনেহলে লৰা-ছোৱালী বিলাকৰ লিখা-পঢ়া কৰাত যে কিমান অসুবিধা আৰু বিঘ্ন তাখ এক মুখে কৈ শেষ কৰিব নোৱাৰি। বৰ দুখৰ, লাজৰ আৰু ধিক্কাৰৰ কথা যে, আমাৰ দেশত ছোৱালীক লিখা-পঢ়া শিকোৱাত কোনেও মন নিদিয়ে। আমাৰ দেশৰ সৰহ ভাগেই বৰ দুখীয়া মানুহ; ছোৱালী থাওকছাৰি, লৰাৰ পঢ়াৰ খৰছকে যোগাব নোৱাৰে, আৰু গাৱঁলীয়া মানুহবিলাকৰ ছোৱালীক পঢ়িবলৈ দিবৰ বৰ অসুবিধা, আৰু বহুতেই বিদ্যাৰ মোল বা উপকাৰকে নেজানে। এনে অৱস্থাত তেওঁলোকক বৰকৈ দোষ দিব নোৱাৰি। কিন্তু, যি বিলাকে টাউনৰ ওপৰত ঘৰ-বাৰী কৰি আছে আৰু পঢ়িবলৈ দিবৰ কোনো অসুবিধা নাই, তেওঁলোকে এই সুবিধা পোৱা স্বত্বেও, এনেকুৱা সোণৰ সুযোগ পোৱা স্বত্বেও হেলাতে ৰতন হেৰুৱাৰ নিচিনা— ছোৱালীক লিখা-পঢ়া শিকোৱাত গোটেই ঔদাসিন্য বা আওকাণ কৰি, দেশদ্ৰোহিতাৰ মানসিক স্ত্ৰীহত্যাৰ মহাপাতেকৰ পাতকী হৈছে, এই কথা সঁচা কথাৰ বাবে হেজাৰবাৰ ডাঠকৈ কোৱা উচিত। ন বছৰ পঢ়া হলেই ছোৱালীক শিক্ষা দিয়া নহয়। কিন্তু লৰাৰ নিচিনাকৈ ছোৱালীবিলাকৰ নিমিত্তেও উচ্চ শিক্ষাৰ পবিত্ৰ মন্দিৰৰ দুৱাৰ সম্পূৰ্ণৰূপে মেলি ৰখা উচিত। লৰাবিলাকে কি বৈকুণ্ঠৰপৰা সোঁ-শৰীৰে নামি আহিছে আৰু ছোৱালীবিলাকে নো নৰকৰ চুৱা পাতনিৰপৰা উঠি আহিল? নহলে, ন্যায়ানুসাৰে ধৰ্ম্মানুসাৰে সমান অধিকাৰ থকা বিদ্যাৰ পবিত্ৰ মন্দিৰত লৰাবিলাকলৈ "Welcome!" আৰু ছোৱালীবিলাকলৈ "No Admission" কেলেই? অলপ বয়সতে বিবাহ দিয়া আৰু তাৰ বাবে ছোৱালীক উচ্চশিক্ষা লভিবলৈ নিদিয়া প্ৰভৃতি মাৰাত্মক দেশৰ অধঃপতনৰ কাৰণ যিবিলাক কু-ৰীতি কু-দস্তুৰ আছে সেইবিলাকক অতি শীঘ্ৰে সমাজৰ পৰা বিষ্ঠাৰ নিচিনাকৈ বিদুৰ কৰা উচিত। নহলে, এই বেয়া বিষাল দস্তুৰবিলাকক সমাজৰ পেটত থাকিবলৈ দিলে, ইহঁতে অলপ সময়তে তাক ৰুগীয়া নৰিয়া-পৰা কৰি নিশ্চয় যমৰ বেয়া বকৰাণিলৈ লৈ যাব। দেশৰ ডেকা ডাক্তৰবিলাকে জয়জয়তে

জুলাপ দি সমাজক ভয়মুক্ত কৰিবলৈ যেন যুগুত কৰে, এয়েই যোৰহাটে প্ৰাৰ্থনা। জন্মভূমিৰ উন্নতি পূজাৰ ডেকা পুৰোহিতবিলাকে উন্নতি পূজাৰ বহু বিঘ্নিকৰ্ত্তা কুনীতি কুসংস্কাৰৰূপ ভূত, প্ৰেত, বেতালবিলাকক কৰ্ত্তব্যবানিষ্ঠা দৃঢ় প্ৰতিজ্ঞাৰূপ অক্ষত বিকীৰণ কৰি "অস্মাৎ স্থানান্নিবৰ্ত্তন্তাং" মন্ত্ৰেৰে অপসাৰণ কৰিলে হে জন্মভূমিৰ উন্নতি পূজা সম্পূৰ্ণ কৰিব পাৰিব। নহলে, "মন্ত্ৰতঃ অন্ত্ৰতঃ ছিদ্ৰং" বিলাকে পুৰোহিত সকলকেই বলিয়া কৰিব। বহুবিধ পুৰণা কুসংস্কাৰ কু-দস্তুৰ কু-ৰীতি পিশাচেৰো ভূতেপোৱা সমাজক দেশহিতৈষী ওজাবিলাকে কৰ্ত্তব্যনিষ্ঠা ৰূপ এৰাব বা ঢেঁকিয়াৰ পাতেৰে "হুহুংস্কাৰ চাৰি যা লঙ্কাৰ পাৰ" মন্ত্ৰেৰে জাৰি ভাল নকৰিলে, ভূতৰ হাতত সমাজৰ নিশ্চয় অপমৃত্যু। শাস্ত্ৰৰ অসংগত কুৰীতি কু-সংস্কাৰ সৰ্পে দংশা সমাজৰ আৰোগ্য কামনা কৰা ডেকা ওজাবিলাকে বিষ ভৰিত থকাতে ধৰণি বান্ধি "মোৰ বচন লৰচৰ বিষ্ণুৰ চক্ৰত পৰি মৰ, হৰ বিস্তৰ হৰ আমাৰ উন্নতিৰ বিহ পানীকৃত হৈ পৰ" মন্ত্ৰেৰে বিঘ্নি-বিপত্তি বিহক পানীকৃত্য কৰিব পাৰিলে হে সমাজক জীয়াই ৰাখিব পাৰিব। নহলে, বিদুৰৰপৰাই সমাজে মহিষবাহনৰ মহিষ গলঘণ্টাৰ ঘটং ঘটং শব্দ ঘনে ঘনে শুনিবলৈ পাব। আমাৰ ডেকা জন্মেজয়সকলে তক্ষকে দংশা পিতৃ-দেশৰ কু-নীতি কু-দস্তুৰ সৰ্প-শত্ৰুক বধিবলৈ সৰ্পযজ্ঞ পাতি সৰ্পবংশ নিৰ্ব্বংশ কৰক, স্ত্ৰী-শিক্ষা ৰূপ সৰ্পযজ্ঞেৰে পিতৃবৈৰীক নাশিব নোৱাৰিলে কোনেও আমাক সুপুত্ৰ বুলি নকয়। সকলো বিষয়তে লৰাৰ উচ্চশিক্ষাৰ যেনেকৈ বিশেষ আৱশ্যক, ছোৱালীৰো ওখ ধাপৰ লিখা-পঢ়া তাতকৈ শতগুণে বেচি লাগতিয়াল। এই কথা আমাৰ ঋষিয়ে ৰচা আৰ্য্যশাস্ত্ৰৰ মতে বিজ্ঞানৰ মতে দেশ-কাল-পাত্ৰ অনুসাৰে লৌকিক যুক্তিৰ মতে উচ্চশিক্ষাৰ ফলৰ প্ৰত্যক্ষ প্ৰমাণ দেখি আন আন ধৰ্ম্মশাস্ত্ৰমতেও যে যুক্তিসিদ্ধ, এইকথা কুটতৰ্কী যুক্তিহীন কু-সংস্কাৰাপন্ন মানুহেও মানিবলৈ বাধ্য। যি হক, এই সম্বন্ধে আৰু বেচিকৈ কোৱাৰ আৱশ্যক নকৰে। যাৰ বুদ্ধিত ঘুণে ধৰা নাই, যাৰ বুজিবৰ শক্তিটো মামৰে ধৰি ক্ষয় কৰি দিয়া নাই, সি অৱশ্যে মানিব যে, কচুৰ গছত যেনেকৈ কেতিয়াও আম নেলাগে, গৰ্দ্দভীৰ পেটত যেনেকৈ কেতিয়াও সিংহৰ পোৱালি নজন্মে, গোবৰৰ ভেৰত যেনেকৈ কোনো কালত পদুম ফুল নুফুলে, কাচ বা লোৰ আকৰত যেনেকৈ সোণ বা পদ্মৰাগমণি নজন্মে, তেনেকৈ দুৰ্ব্বল, সাহসহীন কু-সংস্কাৰাপন্ন মূৰ্খ, আৰু এই বাবে ধৰ্ম্ম-অধৰ্ম্ম কি বুজিব নোৱাৰা, নীতি-অনীতি কি জানিব নোৱাৰা মাকৰ পেটত বলৱন্ত সাহিয়াল বিদ্বান জ্ঞানী বিবেকী পুত্ৰ হব নোৱাৰে; এই কথা জ্যামিতিৰ স্বতঃসিদ্ধৰ নিচিনা সঁচা। কদাচিত যদি দুই-এজনক এই নিয়মৰ বিপৰীতেও হোৱা যেন দেখা যায়, সি সমুদ্ৰত জলবিন্দুৰ নিচিনা হেজাৰৰ মাজত এজন মাত্ৰ কোনো বিশেষ আৰু অসাধাৰণ পৰিশ্ৰম যত্নকে আদি কৰি তাৰ উন্নতিৰ কাৰণ, আৰু এইবাবেই ওপৰত লিখা নিয়মৰ ফল মিছা হব নোৱাৰে। কিন্তু "Exception proves the rule "ব্যভিচাৰেই নিয়মক প্ৰমাণিত কৰে" এই নিয়মে তাক প্ৰমাণিত হে কৰিছে। এতিয়া দেখা গল যে, দেশৰ উন্নতিৰ নিমিত্তে বিদ্যাজ্ঞান বৰ দৰ্কাৰ আৰু তাক অপ্ৰয়াসে আৰু সুচলে পাবৰ উপায় লিখা-পঢ়া জনা মাতৃ। এইবাবে ভৱিষ্যত বংশৰ মাতৃ দেশৰ ছোৱালীবিলাকক ঘৰুৱা বা সাংসাৰিক কনবাৰীৰ লগে লগে সকলো বিষয়তে উচ্চ শিক্ষা দিয়া যে বৰ দৰ্কাৰ তাক কোৱা বাহুল্য মাথোন। (ক্ৰমশঃ) কু-সংস্কাৰাপন্ন আপোন-পেটীয়া দেশৰ শত্ৰুবিলাকক কোৱা নাই, কিন্তু যিবিলাক মাতৃৰ যোগ্যমান সন্তানে বাস্তৱতে মাতৃভূমিৰ উন্নতি কামনা কৰে, তেওঁলোকে যেন ছোৱালীৰ উচ্চশিক্ষাৰ প্ৰতি সোনকালে বিশেষ মন কৰে এয়ে প্ৰাৰ্থনা। উন্নতি লাভৰ এই চমু বাট এৰি আন অবাটে গলে কেতিয়াও উন্নতি নহয়, ইকথা ধ্ৰুৰূপ। গাখীৰ পাবৰ ইচ্ছা কৰি গাইৰ বাট এৰি নেজত ধৰি মৰটান দিলেও গাখীৰ কেতিয়াও নোলায়, কিন্তু লাথিত দাঁত-মুখো ভাগে আৰু নেজো ছিগে। যি হওক, ছোৱালীবিলাকৰ উচ্চ শিক্ষা লৰাবিলাকতকৈ বেছি দৰ্কাৰ হলেও, তাৰ কেনেকুৱা শোকলগা অৱস্থা সকলোৱেই তাক জানে; কিন্তু লৰাবিলাকৰ লিখা-পঢ়াত আমাৰ জানো ভাল বন্দবস্ত আছে? লৰাবিলাকৰ সকলো প্ৰকাৰ শিক্ষাৰ বিষয়ত পিতৃ-মাতৃ বা আন-আন অভিভাবকবিলাকে যিমান যত্ন আৰু চেষ্টা কৰিব লাগে আৰু যি যি উপায়ে লব লাগে, সিমান যত্ন বা সেই সেই উপায় লৈছে জানো? নানা কাৰণে ইয়াত সিকথা বাহুল্যকৈ দিব নোৱাৰিলোঁ। তাহাঁতৰ লিখা-পঢ়াত কৰিব লগীয়া সম্বন্ধে আমেৰিকাৰ এজন মনস্বী পুৰুষৰ দীঘল প্ৰবন্ধৰপৰা এক বিষয়ৰ মাত্ৰ অলপকৈ কেইশাৰিমান ইয়াত তুলি দিয়া হল, অভিভাবক আৰু কৰ্ত্তৃপক্ষবিলাকৰ সেই এক বিষয়ত কৰ্ত্তব্য সম্বন্ধে অলপ পৰিমাণে মনত পৰিব।—

"Strange, too, as it may seem, on this point parents incline to be economical. They who squanders thousands on dress, furnitures, amusements think it hard to pay comparatively small sums to the instructor, and through this ruinous economy, and their ignorance of the dignity of a teacher's vocation, they rob their children of aid, for which the treasures of worlds

can afford no compensation. There is no officer higher than that of a teacher of a youth for there is nothing on Earth so precious as the mind soul and character of the child. No officer should be regarded with greater respect. The first minds in the community should be encouraged to assume it. Parents should do all but impoverish themselves to induce such to be come the guardians and guides of their children. To this good, all their show and luxury should be sacrificed. Here they should be lavish while they straiten themselves in everything else. They should wear the chiepest cloths live on the plainest food, if they can in no other way secure to thive families the best instruction. They should have no anxiety to accumulate property for their children, provided they can place them under influences which will awaken their faculties, inspire them with pure and high principles and fit them to bear a manly useful and honourable part in the world. No language can express the cruelty or folly of the ceonomy which to leave a fortune to a child starves the intellect impovershes his heart. There should be no economy in education. Money should never be weighed against the soul of a child. It should be poured out like water for the childs' intellectual and moral life."

কিন্তু, বৰ শোকলগা কথা যে, আমাৰ দেশৰ বহুতে লৰা-ছোৱালীক শিক্ষা দিয়াত বৰ কিৰ্পিণ হয়। নহলেনো তেওঁলোকে নিজৰ বা দেশৰ যোগ্যতম ছাত্ৰক উচ্চশিক্ষা পাবলৈ খৰছ দি, ফ্ৰান্স, জাৰ্ম্মানি, ইংলণ্ড, আমেৰিকালৈ নপঠিয়ায় কেলেই? দুখীয়া লৰাবিলাকক দুই-এজন কৰি খৰছ যোগাই নপঢ়ায় কিয়? অকল নিজৰ পুত্ৰৰ কাৰণতেই ধন খৰছ কৰিব লাগে, এনেকুৱা সংকীৰ্ণ বুদ্ধি ভাল নহয়। যিজনে প্ৰকৃতপক্ষতে দেশ-হিতৈষী হব, তেওঁ দেশৰ সকলো লৰা-ছোৱালীক নিজৰ বুলি যোগ্যতমজনক বিদেশলৈ পঠিয়াব পাৰে, বা ২।১ জনক ঘৰত ৰাখি পঢ়াব পাৰে। আমাৰ দেশৰ সৰহভাগ মানুহেই দুখীয়া; তথাপি তাৰ মাজত যিকেইজন ধনৱন্ত আছে, তেওঁলোকে দুই-এজন যোগ্যতম লৰা বা ডেকাৰ বিদেশত শিক্ষাৰ ব্যয়ৰ ভাৰ বব পাৰে, বা অপেক্ষাকৃত কম বুদ্ধিৰ লৰাক ঘৰত ৰাখিও খৰছ যোগাই পঢ়াব পাৰে, ইয়াত সন্দেহ নাই। কিৰ্পিণালিয়ে হে তেওঁলোকক এই সৎকৰ্ম্ম কৰিবলৈ দিয়া নাই। আমাৰ ওচৰৰ দুখন মাত্ৰ জিলাৰ মানুহে যোৱা কেবছৰৰ ভিতৰতে পঢ়িবলৈ পঠিয়াই ৪।৫ জন ককাই-ভায়েকক উচ্চশিক্ষা দি মাতৃভূমিৰ গৌৰব বঢ়ালে, কিন্তু আমাৰ ছখন জিলাৰ ভিতৰতো তেওঁলোকৰ তুলনাত একোকে কৰিব নোৱাৰিলোঁ। কিৰ্পিণালিয়েই ইয়াৰ এটা প্ৰধান কাৰণ নহয়নে? দয়ালু গৱৰ্ণমেণ্টে আমাক বহুত বিষয়ত কিমান সুবিধা কৰি দিছে, তথাপি যে আমি লিখা-পঢ়াত আগবাঢ়িব নোৱাৰিলোঁ, ইয়াৰ কাৰণ কি?—কিৰ্পিণালিয়েই হে। এতিয়া ভৱিষ্যতলৈ চাই, আমাৰ দেশৰ ৰজা-জমিদাৰৰপৰা মগনীয়ালৈকে সকলোৰেই লৰা-ছোৱালীয়ে যাতে নানা বিষয়ৰ শিক্ষা লভিব পাৰে, অতি সোনকালে তাৰ বন্দবস্ত কৰা উচিত। ইয়াত কিপিৰ্ণালি কৰিলে দেশৰ উন্নতি সাধন দুৰাশা হে! সকলোৰে কাৰণে compulsury Education ৰ নিয়ম প্ৰবৰ্ত্তাব পাৰিলে বৰ ভাল হয়, নহলে অন্ততঃ যাতে সকলোৰেই বিদ্যা শিকিবলৈ কোনো অসুবিধা নেপায় তাৰ এটা ভাল বন্দবস্ত নকৰিলে উন্নতিৰ সফলতা বহু দূৰত। আমাৰ দেশহিতৈষী বিলাকে এইফেৰি কথাত মন কৰে যেন।

ক্ৰমশঃ—

# সঙ্গীত।

(৯ম ও ১০ম সংখ্যাৰ পাচৰপৰা।)

চেতাৰ।

খৃষ্টীয় ১৪ শতাব্দীৰ সময়ত পাঠান বংশৰ দ্বিতীয় সম্রাট আল্লাউদ্দিনে দিল্লীত ৰাজত্ব কৰোঁতে পাৰশ্য দেশৰপৰা আমীৰ খস্রু নামে এজন সঙ্গীতবিদ্ পণ্ডিতক আনি ৰাজসভাত সভ্য শ্ৰেণীভুক্ত কৰে। তেওঁ এই ত্রিতন্ত্রী বীণাৰ অনুৰূপে এই যন্ত্ৰৰ আৱিষ্কাৰ কৰে। পাৰশ্য ভাষাত ত্রিশব্দে 'সে' কয়। 'চেতাৰ' অৰ্থাৎ তিনি টাৰবিশিষ্ট যন্ত্র। ধৰিবলৈ গলে, ইয়াৰ আচল টাৰ তিনডাল হে মাথোন। বঙ্গলা বা হিন্দী ভাষাৰ যি 'সে' আমি তাক 'চে' উচ্চাৰণ কৰোঁ, সেইবাবে আমি 'সেতাৰক' 'চেতাৰ', বোলোঁ। ইংৰাজী, লাইয়াৰ, হাৰ্প, গিটাৰ (Guiter) ইত্যাদি বিলাতী যন্ত্র বীণাৰ পৰাই হৈছে বুলি অনুমান কৰা যায়। ত্রিতন্ত্রী বীণা গ্ৰীচ দেশত লায়ৰ নামে প্ৰচলিত আছে। সেই যন্ত্রটোৰ টাৰ তিনডাল মাথোন। যত ধাতুময় শলাবিলাক বন্ধা থাকে তাক ডাণ্ডি বা পৰ্দ্দাথলী কয়। ডাণ্ডিৰ মূৰত যি কাঠচটা বা হাড়ডোখৰ পুতলৰ পিনে মেৰাই থাকে তাক আড়ি কয়। ইয়াৰ ওপৰে দি গৈ যিবিলাক খুটিত টাৰবিলাক মেৰোৱা থাকে তাক কাণ কয়।

চেতাৰত সচৰাচৰ ৫ ডাল টাৰ থাকে। ইয়াৰ প্ৰথমডাল পকা, অৰ্থাৎ ইস্পাতৰ টাৰ; তাক নায়কী, অৰ্থাৎ ১ম তাৰ কয়। দ্বিতীয় আৰু তৃতীয় পিতলৰ টাৰ—ইহঁতক খৰজৰ জুৰি বোলে। ৪ৰ্থ পকা টাৰ, আৰু ৫ম পিতলৰ টাৰ। এই শেহৰ দুডাল টাৰক পঞ্চম ষড়জ কয়। পিতলৰ টাৰবিলাকক কেচা টাৰ বোলে।

আগেয়ে চেতাৰৰ খৰজৰ টাৰ দুডাল কোনো ওজনত চৰাই সমান সুৰ, অৰ্থাৎ একে সুৰে বান্ধিব লাগে। তাৰ পাচত নায়কী টাৰক খৰজৰ মধ্যম কৰি বান্ধিব লাগে। ইয়াৰ কাৰণ এই যে, হিন্দু-সংগীতত আঢ়ৈ-সপ্তকৰ বেচি সুৰ প্ৰায়েই আৱশ্যক নকৰে। চেতাৰৰ সেই আঢ়ৈ-সপ্তক পাবৰ নিমিত্তে নায়কী টাৰক মধ্যম কৰিব লাগে। ৪ৰ্থ টাৰক কোনো নিৰ্দ্দিষ্ট সুৰত বান্ধিবৰ নিয়ম নাই। যি ৰাগিনীৰ যি সুৰ প্ৰধান, সেই ৰাগিনী বজাৱৰ সময়ত সেই টাৰক সেই প্ৰধান সুৰত বান্ধিব লাগে। কিন্তু, সচৰাচৰ তাক পঞ্চম কৰি বন্ধাই হে নিয়ম আছে। পঞ্চম টাৰডালক জুৰিৰ নামত খৰজ কৰি বন্ধা উচিত।

ডাঙ্গৰ চেতাৰত পাচডালতকৈও বেচি টাৰ, অৰ্থাৎ ৩।৪ ডাল সৰু সৰু পকা টাৰ কাসৰ ফালৰ কাণবিলাকত বন্ধা থাকে, সেইবিলাকক চিকাৰি কয়। চিকাৰি টাৰ যেই-সেই সুৰত ইচ্ছামতে বন্ধা থাকে। চেতাৰত বীণাৰ দৰে কেতিয়াবা অচল পৰ্দ্দা থাকে, কিন্তু অচল পৰ্দ্দা কৰিলে পৰ্দ্দাৰ সংখ্যা বহুত বেচি হোৱাত হাত লৰাবলৈ অসুবিধা হয়। সেই নিমিত্তে চেতাৰত প্ৰায় ১৭।১৮ খনমান হে পৰ্দ্দা থাকে। অচল পৰ্দ্দা থাকিলে, পৰ্দ্দা লৰাই সুৰ দিয়াৰ আৱশ্যক আৰু সচল হলে প্ৰয়োজন অনুসাৰে লৰাই কড়ি কোমল ইত্যাদি বিকৃত ভাব কৰি সজাই লব লাগে। সচল পৰ্দ্দা পকোৱা সূতাৰে বন্ধা থাকে আৰু ইচ্ছামতে তাক তললৈ বা ওপৰলৈ লৰাব পাৰি।।

চেতাৰটো তবলিৰ পিনে সোঁহাতৰ কবজাৰে হেঁচা দি ধৰি নালটোৰ ফালে বাওঁহাতে ঠেকা দি ধৰি বজাব লাগে। বজাবৰ সময়ত কেৱল বাওঁহাতৰ তৰ্জ্জনী আৰু মধ্যমা এই দুটা আঙ্গুলিৰ নায়কী টাৰক পৰ্দ্দাৰ ওপৰত টিপি ধৰিব লাগে; আৰু সোঁহাতৰ তৰ্জ্জনীৰ মূৰত এটা টাৰৰে সজোৱা আঙ্গঠিৰে টাৰক আঘাত কৰিব লাগে। এই আঙ্গঠিটোক মিশ্ৰাৰ কয়। বজাওঁতে চেতাৰৰ কাণৰ ফালৰপৰা লাওটোৰ ফালে নামি আহোতে বাওঁহাতৰ মাজৰ আঙ্গুলিৰ ব্যৱহাৰ হয়। আৰু লাওটোৰ ফালৰপৰা কাণৰ ফালে উঠোঁতে তৰ্জ্জনীৰ ব্যৱহাৰ হয়। বাওঁহাতৰ এই দুটা আঙ্গুলিক এৰি আন আঙ্গুলিৰ ব্যৱহাৰ আৱশ্যক নহয়।

চেতাৰৰ কাণৰ ফালৰপৰা লাওটোৰ ফালে অহাকে অনুলোম আৰু লাওৰ ফালৰপৰা কাণৰফালে যোৱাকে বিলোম, অৰ্থাৎ খাদত যোৱা কয়।

চেতাৰত ১৭ খন পৰ্দ্দাৰ ভিতৰত গোটেই ওপৰৰ, অৰ্থাৎ প্ৰথম পাঁচ পৰ্দ্দাৰ কেচা আৰু নায়কী টাৰত উদাৰাৰ সপ্তক, তাৰ তলৰ আঠোটাত নায়কী টাৰত মুদাৰাৰ সপ্তক, আৰু বাকী ৪ খনত নায়কী টাৰত ওপৰৰ সপ্তকৰ প্ৰথম ৪টা সুৰ পোৱা যায়। বাওঁহাতৰ তৰ্জ্জনীৰ দ্বাৰাই নায়কী টাৰক কাণৰ ফালৰপৰা ষষ্ঠ পৰ্দ্দা ধৰি সোঁহাতৰ তৰ্জ্জনীৰে সেই টোৰত আঘাত কৰিলে যি সুৰ ওলায় সেইটো মুদাৰাৰ খৰজ, অৰ্থাৎ সা; তাৰ তলৰ, অৰ্থাৎ ৭ম পৰ্দ্দাৰ পৰা ঋ; ৮ম পৰ্দ্দাৰপৰা গ;

৯ম পৰ্দ্দাৰপৰা ম; ১১ শ পৰ্দ্দাৰপৰা প; ১২ শ পৰ্দ্দাৰপৰা ধ; ১৩শ পৰ্দ্দাৰপৰা নি ওলায়। প্ৰথমে শিকাৰ সময়ত মুদাৰা গ্ৰামতেই স্বৰগ্ৰাম অভ্যাস কৰিব লাগে। এইটো গ্ৰাম ভালকৈ আহিলে পাচে উদাৰা গ্ৰাম অভ্যাস কৰিব লাগে।

চেতাৰত উদাৰা গ্ৰাম অভ্যাস কৰোঁতে কাণৰ ফালৰপৰা প্ৰথম ৫ খন পৰ্দ্দা ব্যৱহাৰ হয় আৰু এই গ্ৰাম বজাওঁতে খৰজৰ কেচা টাৰতো হাত পৰে। খৰজৰ জুৰিৰ প্ৰথম টাৰক এৰি, অৰ্থাৎ আলগ ৰাখি আঘাত কৰিলে উদাৰাৰ সা ওলায়। সেই টাৰক দ্বিতীয় পৰ্দ্দাৰ বাওঁহাতৰ তৰ্জ্জনীৰ দ্বাৰাই টিপি সোঁহাতৰ তৰ্জ্জনীৰে আঘাত কৰিলে ঋ ওলায়, আৰু মাজৰ আঙ্গুলিৰ দ্বাৰাই সেই টাৰ টিপি ৩য় পৰ্দ্দাত তেনেকৈ আঘাত কৰিলে গ ওলায়। নায়কী টাৰ এৰি আঘাত কৰিলে ম হয়। সেই টাৰ তৰ্জ্জনীৰ দ্বাৰাই ২য় পৰ্দ্দাত টিপি আঘাত কৰিলে প হয়, আৰু মধ্যমা আঙ্গুলিৰে তৃতীয় পৰ্দ্দাত তেনে আঘাত কৰিলে ধ হয়। তেনেকৈয়ে সেই টাৰ মাজৰ আঙ্গুলিৰে সেই নিয়মে ৫ম পৰ্দ্দাত নি হব। তাৰাগ্ৰাম সাধোঁতে নায়কী টাৰক মাজৰ আঙ্গুলিৰে ১৪শ পৰ্দ্দাত টিপি সোঁহাতৰ তৰ্জ্জনীৰে আঘাত কৰিলে সা হয়। ১৫শ পৰ্দ্দাত ঋ, ১৬শ পৰ্দ্দাত গ, ১৭শ পৰ্দ্দাত ম হয়। এনেকৈ চেতাৰত উদাৰা, মুদাৰা আৰু তাৰা তিনিও গ্ৰামত মোট আঢ়ৈ সপ্তক সুৰ বজোৱা যায়।

পোন প্ৰথমে সাধোঁতে ১, ৪ৰ্থ আৰু ১০ম পৰ্দ্দাত হাত একেবাৰে নপৰিব। সেইবিলাক বিকৃত সুৰৰ পৰ্দ্দা অৰ্থাৎ প্ৰথমটো উদাৰাৰ কড়ি মধ্যম, চতুৰ্থটো উদাৰাৰ কোমল নিখাদ, ১০ম টো মুদাৰাৰ কড়ি মধ্যম। বস্তুত ৰাগত উদাৰা মুদাৰা গ্ৰামৰ আচল আৰু বিকৃত সুৰ দুয়ো লাগে আৰু কিছুমান সৰু সৰু ৰাগত উদাৰা গ্ৰামৰ দুয়োটা নিখাদ আৱশ্যক হয়। এই নিমিত্তে বিকৃত সুৰৰ তিনটা বেচি পৰ্দ্দা নেথাকিলে নচলে।

চেতাৰ বজাওঁতে কিছুমান কাল্পনিক বোল নিৰ্দ্দিষ্ট আছে, যথা ঃ— ডা, ডে, ডাৰা, ডিৰি, ডাত্ৰৰায়, ডাত্ৰেৰে, ডাৰ ইত্যাদি। এইবিলাক বোল লেখা মাত্ৰানুযায়ী লঘু আৰু গুৰুৰূপে ব্যৱহাৰ হৈ থাকে। ডা, ডে, বা ডি এইবিলাক একাৰ্থ প্ৰতিপাদক আৰু ৰা, ৰে ৰা ৰি এই বিলাকো সমানাৰ্থ প্ৰতিপাদক। সোঁহাতৰ তৰ্জ্জনীৰ মেজ্ৰাবেৰে টাৰক ভিতৰপিনে আকৰ্ষণ কৰি আঘাত কৰাক 'ডা' আৰু তাৰ বিপৰীত আঘাতক 'ৰা' বোলে। এই দুই "ডা" "ৰা" শব্দ সদাই চেতাৰৰ গতত ব্যৱহাৰ হৈ থাকে। ডাৰাৰ দুনা অৰ্থাৎ জলদ "ডিৰি"। সাৰ্গম সাধনৰ সময়ত এবাৰ ডা এবাৰ ৰা পৰিব, কেতিয়াও দুটা ডা কিম্বা দুটা ৰা নপৰে। আৰু অনুলোমত বাওঁহাতৰ মাজৰ আঙ্গুলি আৰু বিলোমত তৰ্জ্জনী ব্যৱহাৰ হব। ৰা বজাবৰ সময়ত খৰ-জৰ জুৰি টাৰৰে সৈতে নায়কী টাৰত আঘাত কৰিব লাগে।

চেতাৰত মুদাৰাৰ সপ্তক সাধন।

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| অনুলোম ঃ— | সা | ঋ | গ | ম | প | ধ | নি |
| | ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা |
| | ১ | ২ | ২ | ২ | ২ | ২ | ২* |
| বিলোম ঃ— | নি | ধ | প | ম | গ | ঋ | সা |
| | ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা |
| | ১ | ১ | ১ | ১ | ১ | ১ | ১ |

চেতাৰত উদাৰা সপ্তক সাধন

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| অনুলোম ঃ— | সা, | ঋ, | গ, | ম, | প, | ধ, | নি, |
| | ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা |
| | ০ | ১ | ২ | ০ | ১ | ২ | ২ |
| বিলোম ঃ— | নি, | ধ, | প, | ম, | গ, | ঋ, | সা, |
| | ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা |
| | ১ | ১ | ১ | ০ | ২ | ১ | ০ |

---

## হাৰ্ম্মোনীয়ম।

এইটো ইংৰাজী বাজনা, আৰু ইয়াক বৈজ্ঞানিক প্ৰণালীৰে সজা হৈছে। সুৰৰ কম্পন-সংখ্যাৰ অনুপাত অনুসৰি শুদ্ধ আৰু বিকৃত দুইবিধ স্বৰগ্ৰামেৰে বন্ধা। হাৰ্ম্মোনীয়ম দুবিধ। এবিধ হাতপেৰাৰ দৰে, তাক বাক্স-হাৰ্ম্মোনীয়ম বা হাৰ্ম্মোনী ফ্লুট কয় আৰু আনবিলাক টেবিলৰ দৰে ডাঙ্গৰ দেখি তাক টেবিল হাৰ্ম্মোনীয়ম কয়। বক্সবিলাকক য'তে-ত'তে বহি আঠুৰ ওপৰত লৈ বজাব পাৰি, কিন্তু টেবিল বিলাকক হলে মুঢ়া বা চকিত বহি হে বজোৱা হয়। হাৰ্ম্মোনীয়মৰ প্ৰধান জানিব লগীয়া "কী-বোৰ্ড" (key Board) আৰু "বেলো" (Bellow) কী বোৰ্ডত কলা আৰু বগা দুশাৰি পৰ্দ্দা আছে। বেলোটো আন একো নহয়, মুঠে এটা বতাহৰ থলী। সেইটো হাতেৰে বা ভৰিৰে হেঁচা দিলেই তাৰ বতাহ পৰ্দ্দাবিলাকৰ গুৰিলৈ আহে আৰু কোনো পৰ্দ্দাত যেনে হাত দিয়া যায়, আপোনা-আপুনি সুৰ ওলাই থাকে। একোখন

* তৰ্জ্জনীৰ সঙ্কেত ১, মধ্যমৰ সঙ্কেত ২, য'ত কোনো আঙ্গুলি নপৰে কেৱল খালি টাৰত বজাব লাগে তাৰ সঙ্কেত ০ (শূন্য)।

পৰ্দ্দাত একোৰকম সুৰ পোৱা যায়। তাৰ ভিতৰত বগা পৰ্দ্দা বিলাকৰপৰা শুদ্ধ সুৰ আৰু কলা পৰ্দ্দাবিলাকৰপৰা বিকৃত সুৰ ওলায়। বন্ধা সুৰ থকাৰ নিমিত্তে আৰু হাত দিলেই যেই-সেই সুৰ পোৱা যায় দেখি, কিছুমান নতুন সংগীত শিক্ষাৰ্থীবিলাকৰ নিমিত্তে এই যন্ত্ৰ বৰ সুবিধাজনক। অলপ দিনতে যেয়ে-সেয়ে ইয়াত অলপ হাত দিব পৰা হয়। কিন্তু অলঙ্কাৰ আদিৰে সৈতে ৰাগ-ৰাগিনীৰ প্ৰস্তাৰ, বিস্তাৰ বিলাক ওস্তাদি ধৰণেৰে আয়ত্ব কৰা সহজ নহয়; অতি কম মানুহে হে এনেকুৱা পাৰদৰ্শিতা লাভ কৰি উঠে।

আমাৰ দেশীয় সঙ্গীতত যেনেকৈ ষড়জ, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈৱত আৰু নিষাদ এই সাতোটাৰে এক সপ্তক সুৰ হয়, ইংৰাজবিলাকৰ তেনেকৈ আঠোটা সুৰ লৈ এক অষ্টক (Octave) সুৰ হয়। সেইবিলাকৰ নাম ডো, ৰে, মি, ফা, সো, লা, টি, ডো। আমি যেনেকৈ সপ্তস্বৰক সংক্ষেপে সা ঋ গ ম প ধ নি বুলি কওঁ, ইংৰাজিবিলাকেও তেনেকৈ চি, ডি, ই, এফ, জি, এ, বি, চি বুলি কয়।

টেবিল হাৰ্ম্মোনীয়ম ঃ— ডাঙ্গৰ ডাঙ্গৰ টেবিল হাৰ্ম্মোনীয়মত বহুত অষ্টক সুৰ পোৱা যায়। কিন্তু, ৫ অষ্টক থকা হাৰ্ম্মোনীয়মেই বেচি দেখা যায়। এই ৫ অষ্টক সুৰত সকলো মিলি ৩৬ খন বগা পৰ্দ্দা আৰু ২৫ খন কলা পৰ্দ্দা আছে। বগা পৰ্দ্দাবিলাক সুৰ আৰু কোমল পৰ্দ্দাবিলাক কোমল জ্ঞাপক। এক সুৰৰপৰা আন সুৰলৈ যাব লাগিলে, যদি কোমলৰ আৱশ্যক হয়, তেনেহলে আৱশ্যকীয় সুৰৰ কলা পৰ্দ্দা টিপিলেই কোমল সুৰ ওলায়।

টেবিল হাৰ্ম্মোনীয়মৰ বাওঁফালৰ ৮ টা বগা চাবি এৰিয়েই যে বগা চাবি পোৱা যায়, সেইটো চি সুৰ। এই সুৰটো আমাৰ দেশীয় সঙ্গীতৰ "সা" সুৰ। তাৰ পাচত ক্ৰমান্বয়ে ডি সুৰ ই—সুৰ, জি—সুৰ, এ—সুৰ, বি—সুৰ, চি—সুৰ, হাৰ্ম্মোনীয়মৰ প্ৰত্যেক পৰ্দ্দাকেই "সা" কৰি বজোৱা যাব পাৰে। কিয়নো, ইয়াত স—সম্পূৰ্ণ বিকৃত। স্বৰগ্ৰামবিলাক বন্ধা আছে। যদি কোনো মানুহৰ ডিঙ্গিৰ সুৰৰে সৈতে বা কোনো যন্ত্ৰাদিৰে সৈতে মিলাই বজাব লগা হয়, তেনেহলে প্ৰথম পৰ্দ্দাৰপৰা ক্ৰমশঃ টিপি যাব লাগে, আৰু যিটো পৰ্দ্দাৰে সৈতে সেই ডিঙ্গিৰ বা যন্ত্ৰৰ সুৰ মিল হয়, সেই পৰ্দ্দাটোকে সা কৰি ক্ৰমশঃ ৮ খন পৰ্দ্দালৈ এক অষ্টক কৰি লব লাগে। এই এক অষ্টকৰ ভিতৰত কোনো কোমল সুৰৰ আৱশ্যক হলে তাৰ কলা পৰ্দ্দা বিলাক টিপিব লাগে। যদি এই এক অষ্টক সুৰে নকুলায় তেন্তে এই অষ্টকৰ তলে বা ওপৰে যি পিনে দৰকাৰ হয়, সেই অনুসৰি অষ্টক কৰি লব লাগে। তল বুলিলে নাম বা খাদ সুৰ আৰু ওপৰ বুলিলে চৰা সুৰবিলাক বুজায়।

যিটো সুৰক "সা" কৰি বজোৱাৰ আৱশ্যক হব, সেইটোক আগেয়ে বুঢ়া আঙ্গুলিৰে টিপি ধৰিব লাগে; তাৰ পাচত 'ঋ' বজাওঁতে তৰ্জ্জনীৰে পিচৰ পৰ্দ্দাত টিপিব লাগে, 'গ' বজাওঁতে মাজৰ আঙ্গুলীৰে পিচৰ পৰ্দ্দাত টিপিব লাগে, "ম" বজাওঁতে বুঢ়া আঙ্গুলিটো তৰ্জ্জনী আৰু মধ্যমাৰ ভিতৰেদি লৈ পাচৰ পৰ্দ্দাটো টিপিব লাগে, তাৰ পাচত প বজাওঁতে পাচৰ পৰ্দ্দাটোত তৰ্জ্জনী, ধ বজাওঁতে তাৰ পাচৰ পৰ্দ্দাটোতে মধ্যমা, নি বজাওঁতে পাচৰ পৰ্দ্দাত অনামিকা আৰু অষ্টকৰ সা বজাওঁতে পাচৰ পৰ্দ্দাত কনিষ্ঠাৰে প্ৰথমৰ সা আৰু অষ্টকৰ সা বজাব লাগিলে, বুঢ়া আঙ্গুলিৰে প্ৰথম সা আৰু কনিষ্ঠা দ্বাৰাই অষ্টকৰ সা টিপিব লাগে। হাৰ্ম্মোনিয়ম বজাব লাগিলে গোটেইবিলাক আঙ্গুলিকে চালনা কৰিব লাগে। এনেকৈ বাৰে বাৰে যিমান স্বৰগ্ৰাম সাধিব তিমানেই আঙ্গুলিৰ জড়তা ভাগিব। এনেকৈ সোঁহাতৰ অভ্যাস হলে বাওঁহাতৰ অভ্যাস কৰিবলৈ আৰু সমানে চলাবলৈ অভ্যাস কৰিব লাগে। সোঁহাত বাওঁহাতৰ ভিতৰত এক অষ্টক প্ৰভেদ থাকিব। যেন সোঁহাতে যদি মধ্যমৰ "সা" ইংৰাজী "চি" বাজে, তেন্তে বাওঁহাত সেই সময়ত খাদৰ অষ্টমৰ সা বাজিব। সোঁহাতে বজাওঁতে যেনেকৈ প্ৰথমে বুঢ়া আঙ্গুলিৰ পৰা পৰ্দ্দা টিপা আৰম্ভ কৰিব লাগে, বাওঁহাতে তেনেকৈ প্ৰথমে টিপা কনিষ্ঠা আঙ্গুলিৰপৰা আৰম্ভ কৰিব লাগে। কনচাৰ্ট বজাওঁতে 'এফ' আৰু 'ডি' সুৰ ব্যৱহাৰ হয়। আমাৰ দেশীয় সঙ্গীতত "চি" সুৰ ব্যৱহাৰ হয়। আকৌ, কোনো কোনো ঠাইত ডিঙ্গিৰ সুৰ বা যন্ত্ৰাদিৰ সৈতে মিলাই আৱশ্যকীয় পৰ্দ্দাৰ সৈতে বজোৱা হয়। আগেয়ে কোৱা হৈছে যে, টেবিল হাৰ্ম্মোনীয়মৰ প্ৰথম পৰ্দ্দাৰপৰা ৮খন বগা পৰ্দ্দা এৰি যিখন বগা পৰ্দ্দা দেখা যাব, অৰ্থাৎ নৱম খন ডি সুৰ। এই 'ডি' সুৰক প্ৰথম সা কৰি বজাব লাগিলে ইয়াৰ গান্ধাৰটো কোমল হব, ইয়াৰ চি সুৰৰ মধ্যম যি পৰ্দ্দা অৰ্থাৎ প্ৰথমৰপৰা দ্বাদশৰ যিখন বগা পৰ্দ্দা তাক বৰ্জ্জন কৰিব লাগে। কিয়নো, ডি সুৰত বগা পৰ্দ্দা গান্ধাৰৰ পৰিবৰ্ত্তে কলা পৰ্দ্দাক গান্ধাৰ কৰি লোৱা হৈছে। তাৰ পাচত ডি সুৰৰ নিষাদটো কোমল হব, অৰ্থাৎ চি সুৰৰ শেষ অষ্টকৰ সা সুৰটো ডি সুৰত বৰ্জ্জনীয় ইয়াত কোমল আৱশ্যক কৰে। এক সুৰ কৰিব লাগিলে দ্বাদশৰ বগা পৰ্দ্দাখনক সা কৰি বজোৱা আৱশ্যক।

টেবিল হাৰ্ম্মোনীয়ম বজাব লাগিলে টুলত বহি বজোৱা উচিত, চেয়াৰত বহি বজালে চেপাত থাকাৰ নিমিত্তে ইফালে-সিফালে সুবিধাকৈ হাত ঘূৰাবলৈ নোৱাৰি; কিন্তু হাত নথকা চেয়াৰ হলে একো অসুবিধা নহয়। টুলত বা হাত নোহোৱা চকিত বহি দুই ভৰিৰে বতাহ সোমাবৰ নিমিত্তে বেলোটোত তাওয়া কৰিব লাগে। তাওৱা কৰিলে হাৰ্ম্মোনীয়মৰ ভিতৰত বায়ু সোমায় আৰু ইফালে হাতৰ আঙ্গুলিৰে পৰ্দ্দাবিলাক টিপিলেই সুৰ ওলাই।

বক্স হাৰ্ম্মোনীয়ম ঃ— সচৰাচৰ বক্স হাৰ্ম্মেনীয়মবিলকাত ৩।। সাৰে তিনি অষ্টক সুৰ থাকে। আমাৰ দেশীয় সঙ্গীতত মুঠে ২।। অষ্টক সুৰ লাগে। বগা পৰ্দ্দাবিলাকৰ ভিতৰত প্ৰথম ৪খন এৰি ৫ম খন "ডি", ৬ষ্ঠ খন "ই", ৭ম খন "এফ", ৮ম খন "জি", ৯ম খন "এ", ১০ম খন "বি", ১১শ খন আকৌ ওখ গ্ৰামৰ 'চি' সুৰ। ইয়াৰ আঙ্গুলিৰ চাল চলোৱাৰ নিয়মো সেই টেবিল হাৰ্ম্মোনীয়মৰ নিয়মেই। ইয়াক দুই হাতে বজোৱা সুবিধা নাই, এখন বেলো কৰাত আবদ্ধ থাকে। যন্ত্ৰটো বাকচৰ ভিতৰৰপৰা উলিয়াই আঠুৰ ওপৰত এনে ভাবে লব লাগে যেন এক পিনে আসনত ঠেকি থাকে আৰু সেইফালে যেন নিজৰ গাৰপৰা অলপ দূৰ হয়, অৰ্থাৎ যন্ত্ৰটো ঠিক সোঁফালে মুখ কৰি থাকে। পিছে বাওঁহাতেৰে যন্ত্ৰটো আঁকোৱালি ধৰিলে পিছফালে যে বেলোটো পোৱা যায় সেইটো ঠেলি দি আগ হাতৰ আঙ্গুলিবোৰ ওপৰত লিখা নিয়ম মতে পৰ্দ্দাবিলাক বজাব অভ্যাস কৰিব লাগে।

**উপদেশ।**

কি টেবিল হাৰ্ম্মোনীয়ম কি বক্স হাৰ্ম্মোনীয়ম কোনোটোকেই পৰ্দ্দাত হাত নিদিয়াকৈ আৰু আৱশ্যকীয় ষ্টপবিলাক নোখালোকৈ বেলো কৰিব নেলাগে। কাৰণ, বতাহবিলাক ওলাবৰ বাট নেপাই যন্ত্ৰটো সোনকালে বেয়া হয়। পৰ্দ্দাত হাত দি বজাই থাকোতেও উধা-মুধাকৈ জোৰ দি বেলোটো চলোৱা উচিত নহয়, কিয়নো, সৰহ বতাহত মিঠা মাত নোলাই কড়া মতা ওলায় আৰু সেইদৰেও যন্ত্ৰৰ অনিষ্ট হৈ থাকে। নতুন মানুহে পৰ্দ্দাত হাত দিয়েই সুৰবিলাক ওলোৱা দেখি মনৰ উলাহতে যিমান পাৰে জোৰ দি বেলো টানে; তেওঁবিলাকে ভাবে যে, যিমান টান মাত ওলায়, তিমান তেওঁলোক বাজনাত পকা হৈ উঠিল। কিন্তু সেইটো নহয় গান কিম্বা গতত জোৰ দিবৰ বিশেষ বিশেষ ঠাই আছে, তেনে ঠাইত হে জোৰ দিব লাগে। আকৌ তেনেকৈ কোনো কোনো ঠাই আছে যত গানৰ কিম্বা গতৰ সুৰ গোটেই নৰম কৰিব লাগে, যেন কাণেৰে শুনি-নুশুনি মাথোন। প্ৰথমেই জোৰ দিয়া আৰম্ভ কৰিলে সৰুকৈ বজোৱাটো অভ্যাস কৰা টান হৈ উঠে আৰু যন্ত্ৰটোৱে দুখ পায়। সেই দেখি প্ৰথমে কম জোৰ দি নিয়মমতে বজাবলৈ অভ্যাস কৰিব লাগে।

ক্ৰমশঃ—

# আমাৰ সাহিত্যত অভাব।

পুহ আৰু মাঘৰ সংখ্যা "উষা"ত সম্পাদকৰ মন্তব্য দেখি, এই বিষয় আমিও দুটা কথা কবৰ মন কৰিলোঁ। সম্পাদকে আমাৰ সাহিত্যত যি অভাবৰ কথা লিখিছে, সেইবোৰ সঁচা; আৰু আমাৰ মতে তাতোকৈ বেছি অভাব হে আছে বুলি বোধ হৈছে। অসমীয়া ভাষাত জীৱন-চৰিত নাই বুলিলেও হয়। ঁগুণাভিৰাম বৰুৱা প্ৰণীত ঁআনন্দৰাম ঢেঁকিয়াল ফুকনৰ জীৱনীখনত বাজে আমি অসমীয়া ভাষাত জীৱন-চৰিত লগ পোৱা নাই। সৰু সৰু জীৱনী আখ্যানৰ ভিতৰত ঁ বলদেব মহন্ত ৰচিত আখ্যানমালা বুলি সৰু কিতাপ এখন লগ পোৱা বুলি মনত পৰে। এই দুইত বাজে জীৱনী সম্পৰ্কে একো কিতাপ অসমীয়া ভাষাত নাই। ঁআনন্দৰাম বৰুৱাৰ নিচিনা মহাত্মাৰ জীৱনী বহুত আগেয়ে হব লাগিছিল; নোহোৱাটো আসাম আৰু অসমীয়াৰ দুৰ্ভাগ্য। শ্ৰীযুত গৌৰীদত্ত মিশ্ৰ মহাশয়ে "জোনাকীৰ" নতুন ভাগত বৰুৱা ডাঙৰীয়াৰ সংক্ষেপ জীৱনী এটি লিখিছিল; আমি আশা কৰিছিলোঁ, তেখেতৰ কলমৰ মুখৰপৰা মহাত্মাৰ জীৱনীখন আমি পাম; কিন্তু সেই আশা এতিয়া এৰিবলগীয়া হে হল যেন দেখিছোঁ। স্বৰ্গীয় বৰুৱা ডাঙৰীয়াৰ বংশত তেওঁৰ জীৱন-চৰিত এখন লিখিব পৰা কৃতবিদ্য মানুহ আছে; প্ৰথমতে আমি শ্ৰীযুত ঈশ্বৰপ্ৰসাদ বৰুৱা বি, এ, কে আঙ্গুলিয়াই দিব পাৰোঁ। তেওঁ কলিকতাত থকাত, ঁবৰুৱা ডাঙৰীয়াৰ সহপাঠি সুপ্ৰসিদ্ধ শ্ৰীযুক্ত সুৰেন্দ্ৰনাথ বন্দ্যোপাধ্যায় প্ৰভৃতিৰপৰা বহুত কথা জানিব পাৰে। তদুপৰি, ঁবৰুৱা ডাঙৰীয়াৰ সমনীয়া আৰু

তেওঁক কেঁচুবাৰেপৰা প্ৰতিপাল কৰা মানুহ এতিয়াও জীয়াই আছে। উৎসাহী এজনে অলপ যত্ন কৰিলেই সকলো কথা জানি-শুনি বৰুৱা ডাঙ্গৰীয়াৰ অতি সুন্দৰ আৰু সুৱলা জীৱনী এখন লিখি অসমীয়াৰ কৃতজ্ঞতাভাজন হব পাৰে। ৺হেমচন্দ্ৰ বৰুৱাৰ জীৱনী অসমীয়া ভাষাৰ বৰ লাগতিয়াল। তেওঁৱেই কুমলীয়া অসমীয়া ভাষাক "হেমকোষ", "অসমীয়া ব্যাকৰণ", "পাঠমালা" প্ৰভৃতিৰে প্ৰতিপাল নকৰিলে, খাবলৈ নেপাই সেই ছোৱালীয়ে কেতিয়াবাই যমৰ পুৰী দেখিব লগাত পৰিলহেঁতেন। তাত বাজেও গুৱাহাটীৰ কালীৰাম শৰ্ম্মা বৰুৱা, লম্বোদৰ বৰা, পানীন্দ্ৰনাথ গগৈ প্ৰভৃতিৰ জীৱন চৰিত অসমীয়া ভাষাৰ অতি আৱশ্যকীয়। "আসাম"- সম্পাদক স্বৰ্গীয় কালীৰাম বৰুৱাৰ জীৱন-চৰিত তেওঁৰ উপযুক্ত পুতেক শ্ৰীযুত কামাখ্যাৰাম শৰ্ম্মা বৰুৱাই অতি সহজতে লিখিব পাৰে।

আধুনিক মহাত্মাসকলত বাজেও পুৰণি কবি আৰু লিখক আমাৰ দেশত বহু আছিল। আমি নিজে দুই-তিনি জনৰ নাম জানো, আৰু তেওঁলোকৰ লিখা পুথি দেখিছোঁ। ইয়াৰ ভিতৰত "গোপীৰ বস্ত্ৰহৰণ" আৰু "বভ্ৰুবাহনৰ যুদ্ধ"ৰ পুথি দুখন আমাৰ হাততে আছে; ইয়াৰ প্ৰথমখন আধুনিক পৰলোকগত পণ্ডিত কবি এজনৰ, আন ঠাইত এওঁৰ নাম নেথাকিলেও কামৰূপৰ অধিকাংশ ভদ্ৰলোকে এওঁক বৰ্ত্তমান সময়ৰ সৰ্ব্বশাস্ত্ৰ বিশাৰদ পণ্ডিত বুলি, বিশেষ ভাগৱতত ডাঙ্গৰ, পণ্ডিত বুলি জানিছিল। এওঁৰ ৰত্নমালা ব্যাকৰণৰ সন্দেহস্থলৰ অতি সংক্ষেপ টীকা আছে। দ্বিতীয়খনৰ ৰচক প্ৰাচীন মানুহ; তেওঁ দৰঙ্গী ৰজাৰ আমোলত লিখিছিল; এওঁৰ নাম ৰুচিনাথ আছিল। ইয়াত বাজেও যে কিমান লিখক আমাৰ দেশত আছিল, তাৰ লেখ লোৱা টান। শ্ৰীযুত হেমচন্দ্ৰ গোঁসাই ডাঙ্গৰীয়াই এই বিষয় যত্ন কৰিছে; তেওঁৰ যত্ন আৰু উদ্দেশ্য সফল আৰু কৃতকাৰ্য্য দেখিলে আমি সুখী হম; আৰু অসমীয়া ভাষা তেওঁৰ ওচৰত ঋণী হৈ থাকিব।

ইয়াৰ সম্পৰ্কতে অসমীয়া সাহিত্যত বুৰঞ্জীৰ অভাবো আমাৰ চকুত নপৰাকৈ নেথাকে। ৺কাশীনাথ ফুকনৰ বুৰঞ্জী, ৺গুণাভিৰাম বৰুৱাৰ বুৰঞ্জী আৰু শ্ৰীযুত পদ্মনাথ বৰুৱাৰ বুৰঞ্জীত বাজে আসামৰ ইতিহাস নাই। শেহত কোৱা খনি বুৰঞ্জী ৬ষ্ঠ তাঙ্গৰণত সুসজ্জিত আৰু বৰ্ত্তমানলৈকে সম্পূৰ্ণ (Beautifully arranged and up-to-date) হৈছে। কিন্তু তাতোকৈ আমাৰ দেশৰ সৰু সৰু ঘটনাৰ বৃত্তান্তৰ অভাৱ হে বৰ টান। আসামৰ নানা ঠাইত নানা ডাঙ্গৰীয়াই আগৰ দিনত প্ৰতাপী হৈ উঠি বহু ভাল আৰু বহু বেয়া কাম কৰিছিল। তেওঁলোকৰ বিৱৰণ আমাৰ সমূলি নাই। আকৌ, আসামত মঠ-মন্দিৰৰ লেখ নাই। এইবিলাকৰ বিৱৰণাদি নোহোৱা দুখৰ কথা। সবাতোকৈ বেজাৰৰ কথা, অসমীয়া ভাষাৰ উৎপত্তি আৰু তাৰ জীৱনৰ সৰু এটি আখ্যানো নথকাটো; ই অসমীয়াৰ বৰ অপমানজনক। আমাক বঙ্গালীহঁতে সিহঁতৰ ভাষাৰ শাখা এটিকে আমাৰ ভাষা বুলি কয়; ইয়াক অপ্ৰমাণ কৰা আমাৰ কৰ্ত্তব্য।

নামটি সবিশেষ মনত নাই, বিদেশত সেইবোৰ পুথি নথকাৰ গুণে সন্দেহ ভঞ্জন কৰিব নোৱাৰিলোঁ। যিমান মনত আছে, ৰুচিনাথেই হব পায়। ইয়াত বাজেও সম্পাদক ডাঙ্গৰীয়াই বাজে কিতাপৰ তলত যি যি শ্ৰেণীৰ কিতাপৰ উল্লেখ কৰিছে, তাৰ সকলো শ্ৰেণীত সম্পূৰ্ণ অভাৱ। নাটক বা উপন্যাসৰ ভিতৰত দুখনমানতকৈ উল্লেখযোগ্য কিতাপ নাই; কিছুমান কোনো কিতাপৰ সম্পূৰ্ণ অনুকৰণ, অথচ অনুবাদ নহয়; কিছুমানক বঙ্গালী সাহিত্যৰ "বটতলাৰ নাটক ও নবেলেৰ মধ্যে' গণনা কৰিব পাৰি। নাটক আৰু উপন্যাসৰ ভিতৰত আমি ৪।৫ খনতকৈ বেচিকৈ উপযুক্ত কিতাপৰ নাম দিব নোখোজোঁ। অভিনয়ৰ নিমিত্তে নকৰা, অথচ শিক্ষাৰ উপযুক্ত নাটক, "ন-বোৱাৰী"ত বাজে আমি দেখা নাই। "ন-বোৱাৰী"ৰ গ্ৰন্থকাৰৰ নিচিনা ডেকা কবিৰ যে মৃত্যু হল সি অসমীয়া ভাষাৰ দুৰ্কপাল। কাৰ্য্যৰ ভিতৰত লেখৰ এখনো নাই বুলিলে অত্যুক্তি কৰা নহয়। "লীলা" কাব্য খনি গীতি-কাব্য; ইংৰাজীত কবলৈ গলে Edegiac poem, সেই অংশে তাক শলাগীব লগীয়া। দুৰ্ভাগ্যক্ৰমে "চন্দ্ৰসম্ভৱকাৰ" আৰু "সীতাহৰণ কাব্য" আমি দেখিবলৈ পোৱা নাই; বোধ কৰোঁ এয়ে তাৰ অৱস্থাৰ প্ৰমাণ। বহুদিনৰ আগেয়ে (প্ৰায় ৪।৫ বছৰ হল) আমি গোৱালপৰীয়া মানুহ এজনে লিখা "অভিমন্যুবধ কাব্য" বুলি এখন কাব্য দেখাৰ মনত পৰে; গ্ৰন্থকাৰৰ নাম ৰমাকান্ত মজুমদাৰ কি ৰমানাথ মজুমদাৰ, বহু দিনৰ কথা বাবে ঠিক মনত নপৰে। এই কাব্যখনি এতিয়া দেখিবলৈ নাই; তাৰ গুণাগুণৰ কথা কব নোৱাৰো। কবিতা পুথিৰ ভিতৰত "জুৰণি" "চিন্তানল" সুন্দৰ। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই লিখা ৰহস্যৰ কিতাপৰ গুণ বখনা অনাৱশ্যকীয় কাম। কিন্তু দুখৰ বিষয়, আমাৰ ভাষাত তেনে লিখাৰু আৰু তেনে কিতাপ নাই।

কিন্তু, এই শ্ৰেণীৰ বাহিৰেও আন শ্ৰেণীৰ কিতাপৰ অভাৱ আমাৰ সাহিত্যত বহুল। অনুবাদৰ ভিতৰত আমি ৺লম্বোদৰ

ৰৱাৰ শকুন্তলা নাটক আৰু "ভ্ৰমৰঙ্গ"কৈ হে বুলিব পাৰোঁ। শ্ৰীযুত হৰেশ্বৰ বৰুৱাই * এখন শকুন্তলা নাটক অমিত্ৰাক্ষৰ ছন্দত লিখি ছপাইছে; কিন্তু ই কালিদাসৰ অভিজ্ঞান শকুন্তলাৰ ছায়া মাত্ৰও নহল; বহুত কথা বহলাই নাটকখন বিকৃত হে কৰিছে। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাই মাইকেল মধুসুদন দত্তৰ "মেঘনাদ বধ" কাব্যৰপৰা "মেঘনাদ বধ নাটক" উলিয়াইছে। ইয়াকো অনুবাদ বুলিব পাৰি। বৰুৱাদেৱে কবিৰ ভাব আৰু ভাষাৰ গঢ় অসমীয়া ভাষাতো সুচাৰুৰূপে ৰাখিব পাৰিছে; আৰু তাত লগাই দিয়া কথাখিনিও সুন্দৰ আৰু উপযুক্ত হৈছে। ই তেওঁৰ কৃতীত্ব। আন অনুবাদৰ কিতাপ থাকিলেও ছপা হোৱা নাই। আমি শুনিবলৈ পাইছোঁ, তাৰকনাথ গঙ্গোপাধ্যায়ৰ স্বৰ্ণলতাৰ প্ৰথম অংশ অৱলম্বন কৰি শ্ৰীযুত ঘনকান্ত বৰুৱা বি-এ, দেৱে "উমা" নামে এখন নাটক লিখিছে; সি নো কি বহুতবাৰ অভিনয়তে হৈছে। আমি কিন্তু অভিনয় বাণীটোক সিখন নেদেখাৰ বাবে তাৰ একো কথা কব নোৱাৰিলোঁ।

তাৰ পাচতে ধৰ্ম্মৰ আলোচনা কৰা বা দাৰ্শনিক কথা থকা কিতাপ আমাৰ ভাষাত সমূলি নাই। পুৰণ কাব্যকিচুৰ ধৰ্ম্ম বিষয়ক গীত আৰু পুথি কিছুমানত বাজে এতিয়া কোনো নতুন কিতাপ ওলোৱা নাই। এটি কথা আমি শুনিলোঁ, সঁচা-মিছা নেজানো, নগাওঁৰ হেনো কোনোৱা ভদ্ৰলোক এজনে এনে কিতাপ এখন লিখিছে। যদি সঁচা হে হয়, সাধাৰণৰ চকুৰ আগত কিতাপ খন দিলো, সকলো পিনে ভাল হয়। অভাৱৰ কথা ইমানতে অন্ত কৰি আমি ইয়াৰ কাৰণ আৰু প্ৰতিকাৰৰ কথা অলপ কম। আমি ভাবিছো, আমাৰ সাহিত্যত অভাৱৰ বাবে লিখক পাঠক সকলো দোষী। বহুত অসমীয়া ভদ্ৰলোকৰ ঘৰত বঙ্গালী বা ইংৰাজী কিতাপ বহুত আছে; সেইবোৰ তেওঁলোকে বহু পইচা ভগন কৰিও আনিছে; অথচ দুখন বা এখনত বাজে অসমীয়া কিতাপ দেখা নেযায়। অসমীয়া কিতাপত পইচা এটিও খৰছ নকৰে। যি দুখন এখন অসমীয়া কিতাপ থাকে তাকো উপহাৰ স্বৰূপে আপাহুতে পোৱা। ইয়াৰ কাৰণ কি?

ইয়াৰ উপৰিও ভ্ৰমণকাহিনী, সমালোচনা প্ৰভৃতিৰ নানা শ্ৰেণীৰ কিতাপৰ অভাৱ আছে। অনাৱশ্যক ভাবি বহলোৱা নহল।

আমাৰ শিক্ষিতসকলে অসমীয়া কিতাপক বঙ্গালী বা ইংৰাজীৰ কিতাপৰ লগত জোৰ দিব নোৱাৰা দেখি তাত অনাহকতে পইচা ভাঙ্গিব নোখোজে। কিন্তু বৰ্ত্তমান বহিষ্কাৰ আন্দোলনৰ বা (boy cut) নিচিনা বেয়া হলেও, ভাষাৰ ভালৰ অৰ্থে তেওঁলোকে অলপ পইচা ভঙ্গা উচিত। তাৰ পাচতে বহুত উপযুক্ত মানুহে ডেকা কালৰ উৎসাহ এৰি দি ইয়াৰ চৰ্চ্চা নকৰে। ডেকা বয়সতে শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী, শ্ৰীযুত সত্যনাথ বৰা, শ্ৰীযুত আনন্দ চন্দ্ৰ গুপ্ত, প্ৰভৃতি তেতিয়াৰ ছাত্ৰসকলে তেওঁলোকৰ সামৰ্থ্য আৰু শক্তিৰ যি পৰীক্ষা দিছিল, এতিয়া সেই সামৰ্থ্যৰ জোৰত অসমীয়া ভাষা বহুত উধাব নেলাগিছিল নে? আৰু, আমাৰ ভাষাত সাময়িক আলোচনী পত্ৰৰ অভাৱ; ইয়াৰ আকৌ গুঢ় কাৰণ, গ্ৰাহকৰ অভাৱ, বা শিক্ষিত সম্প্ৰদায়ৰ ভাষাৰ প্ৰতি অশ্ৰদ্ধা। পঢ়োতাৰ গাত দোষ, লিখোতাৰ গাতো তেনে। যদি আমাৰ ভাষাত উপযুক্ত কিতাপ থাকিলহেঁতেন তেন্তে তাৰ কাট নিশ্চয়েই অলপ বেচি হোৱাৰ সম্ভৱ আছিল; তেতিয়া উৎসাহ পাই আকৌ ভাল কিতাপ লিখিব- লৈ লিখোঁতাসকলৰ মন উঠিলহেঁতেন। আকৌ, এটা কথা, আমাৰ ভাষাৰ কিতাপৰ সমালোচনাৰ অভাৱ। সমালোচনাত যি কিতাপেই নথক, সম্পাদক বা সমালোচকে লিখিব, "বেয়া হোৱা নাই; আমি পঢ়ি ভাল পালোঁ।" এনে নিৰৰ্থক শব্দৰ সমালোচনা দেখি, কিতাপ কেনে তাৰ তত ধৰিব নোৱাৰি। বহুদিনীয়া বিশ্বাসত মোহিত হৈ ভালকো বেয়াৰ ভিতৰতে ধৰোঁ। কিন্তু, সকলোৰেই গুঢ় কাৰণ শিক্ষাৰ অভাৱ আৰু লোক সংখ্যা কম। শিক্ষা নোপোৱাৰ গুণে নিঙ্গিনা "ভাৱৰীয়া" নিচিনা স্বভাৱ কবিৰ শক্তি লোপ পাইছে আৰু সেইবাবেই মোল নুবুজি কিতাপত লক্ষ কৰোঁতা নাই; মানুহৰ সংখ্যা তাকৰ বাবে শিক্ষিতৰ সংখ্যা তাকৰ; গতিকে, লিখক, পাঠক, কাকত-পত্ৰ সকলো তাকৰ। তাৰ বাবেই ভাষাৰ দুৰৱস্থা। মানুহৰ টকাৰ অভাৱো প্ৰকাৰন্তৰে কাৰণ এটা।

আমি লোকসংখ্যা বা ধনৰ সংখ্যা বেচি কৰিব নোৱাৰো। শিক্ষাও যে বহলাব পাৰোঁ, তেনে নহয়। এনে ঠাইত আসামৰ সাহিত্যৰ অভাৱ গুচাব খুজিলে লিখোঁতা আৰু পঢ়োতা উভয়ে সাজু হব লাগিব। দৰকাৰ নেথাকিলেও, পাৰিলে (আৰু সকলোৱেই ইচ্ছা কৰিলে পাৰে) ভাষাৰ হীতাশীসকলৰ প্ৰত্যেক নতুন নতুন কিতাপ অন্ততঃ একোখন কৰি কিনিব লাগিব। এখন কিতাপ যাতে আসামৰ গোটেইখন দেশ ফুৰিব নেলাগে, তাকে কৰিব লাগিব। আৰু আউনীআটীয় গোসাঁইৰ নিচিনা দুখীয়াৰ ধনেৰে ধনীসকলে কোনো কোনো কিতাপ বিনা খৰছে ছপা কৰি অলপ লাভত বা মূলতে বিক্ৰিব লাগিব। আৰু,

* এই নামটিও আমি আণ্ডাজত হে লিখিলোঁ, ভালকৈ মনত নাই।

শক্তিমন্তসকলে (যেনে আউনীআটীয় গোসাঁই) জাহাজত ৩০.০০০ টকা খৰছ নকৰি, দেশৰ উন্নতিৰ (শিক্ষা বা বাণিজ্য প্ৰভৃতিৰ, অৰ্থে খৰছ কৰিব লাগিব। যাতে কেবাখনো সাময়িক পত্ৰ কম দামতে বা এনেই চলিব পাৰে, তাৰ দিহা কৰিব লাগিব। আৰু, বছৰি বছৰি উপযুক্ত কিতাপ প্ৰবন্ধাদিৰ বাবে পুৰষ্কাৰ দিব লাগিব। শেহৰ তিনিবিধ — কিতাপ ছপাই লাভ নোহোৱাকৈ বিকা, কম দামত বা বিনা দামত সাময়িক পত্ৰ চলোৱা আৰু পুৰষ্কাৰ দিয়া কামত আমি আউনীআটীয় সত্ৰ, দক্ষিণ পাত সত্ৰ, গড়মুৰ সত্ৰ আৰু কমলাবাৰী সত্ৰৰ অধিকাৰসকলৰ ওচৰত গোচৰ জনাব খোজে। এওঁলোক কেৱলীয়া মহন্ত, সহজতে দেশৰ হিতকৰ অনুষ্ঠানত টকা খৰছ কৰি নিজেও চিৰস্মৰণীয় হব আৰু আসামৰ কৃতজ্ঞতাৰ পাত্ৰ হব, আৰু মাতৃভাষাৰো উন্নতি কৰিব পাৰে। তদুপৰি, দেশৰ প্ৰখ্যাত ধনীসকলে পুৰষ্কাৰ আদি দি কিতাপ লিখাত সহায় কৰিব পাৰে। এই বিষয় অসমীয়াৰ পৰম সুহৃদ গৌৰীপুৰৰ ৰজা বাহাদুৰৰ ওচৰতো আমাৰ গোহাৰি। আশা কৰোঁ, এই প্ৰবন্ধৰপৰা অলপমানো সুফল ফলিব, এজন মহাত্মায়ো অলপ ভাষাৰ উপকাৰ কৰিব।

—শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

# কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন।

## সমালোচনা।

আউহী পূৰ্ণিমাত গোধা মানুহৰ গোধ উক দিয়াদি মাজে-সময়ে বৰবৰুৱা কৃপাবৰৰ "কৃতিকেল ফেকাল্‌টি" (critical faculty), অৰ্থাৎ সমালোচনাৰ প্ৰবৃত্তি ডক দিয়ে। আজি তেজপুৰীয়া 'উষা' কাকত হাতত পৰিয়েই তেওঁৰ সেই প্ৰবৃত্তি বা পৰ্কিতি উক দি কঁপনি উঠিছে, ৰাইজে ফটাকঁথা থণ্ডা কম্বল বৰ কাপোৰ এৰীয়াকাপোৰ তেওঁৰ গাত জাপ দি তেওঁক হেঁচা মাৰি নধৰিলে, তেওঁৰ মুখত সমালোচনা বা গালিৰ ৰলকনি উঠিব, নিশ্চয়কৈ কোৱা গল।

পুহৰ আৰু মাঘৰ "উষাত" প্ৰথমতে এটা প্ৰবন্ধ ডাঙ্গৰীয়া কৃপাবৰৰ চকুত পৰিল, যাৰ নাম "ঘৰুৱা জীৱনত ঘৈণীৰ কৰ্ত্তব্য।" প্ৰবন্ধটো পঢ়িয়েই ডাঙ্গৰীয়াৰ মনত, লিখকৰ মতলবটো কি, সেই প্ৰশ্নৰ সমিধানটো বিজুলী মৰাদি মাৰিলে; যাক আজি সভাসদসকলৰ আগতে চমুকৈ তপতে তপতে বেকত কৰিবলৈ তেওঁ কাপ ধৰা উচিত যেন বিবেচনা কৰিলে।

বৰবৰুৱাই সেই প্ৰবন্ধটোৰে মূৰটোৰ শপত খাই কবলৈ গাত লব পাৰে যে, প্ৰবন্ধটো লিখিবৰ দিনা লিখক বৰ আহুকালত পৰিছিল; অৰ্থাৎ সেইদিনা তেওঁৰ বৰ দুৰ্দ্দিন গল। নিশ্চয় আইটী কি বোপাটিৰ মাকৰে সৈতে তেওঁৰ সেইদিনা কুৰুক্ষেত্ৰ যোগ হৈছিল, আৰু শেহত তেওঁ ৰণত সমূলি ভঙ্গ দি, লৰা কঁকালৰ যোৱা সেকি-পুটুকি পোন কৰি 'টেকটিকচ' সলাই, অৰ্থাৎ জানিবা সাম দান দ্বন্দ ভেদ এই চাৰিটা নীতিৰ পৰা পিচৰ নেগুৰ নীতি দুটা কাটি বাদ দি আগৰ দুটা নেগুৰ-কটা বাঘ যেন কৰি লৈ জাম্বৱন্তই স্যমন্ত হৰণৰ যুঁজত হাৰি কৃষ্ণৰ ফাললৈ স্তুতি মেলি দিয়াৰ দৰে সিহঁতক আইটী কি বোপাটিৰ মাকৰ ফাললৈ মেলি দি তেওঁৰে সৈতে সন্ধি স্থাপন কৰিবৰ ফিকিৰ কৰিছে। হয় নে নহয়, "কথা মখাৰ আহ মখা" চাই তোমালোকে পিচত বৰবৰুৱাৰ গাত ঘাটি দিবা বা তেওঁৰ শলাগ লবা। তলত লিখা কেইটা প্ৰবন্ধ লিখকৰ স্বতঃ সিদ্ধ।

(১) "ঘৈণীয়েই ঘৰ,
ঘৈণী নহলে, ঘৰেই অথৰ।"

(২) "যি ঘৰত ভাৰ্য্যা নাই, সেই ঘৰক ঘৰ বুলিব নোৱাৰি।"

(৩) যাৰ ঘৰত মিঠা মুখীয়া ভাৰ্য্যা নাই, তেওঁৰ পক্ষে হাবিও যেনে ঘৰো তেনে।"

(৪) "যি ঘৰত তিৰোতাৰ মধুৰ পৱিত্ৰ হাঁহিৰ জিলিকনি নপৰে, যি ঘৰৰ চোতাল তিৰোতাৰ স্পৰ্শত পুষ্পময়ী নহয়, যি ঘৰৰ ভিতৰত কোমল মাতৰ শব্দ নুশুনি, যি ঘৰৰ তিৰোতা ঘৰৰ গৰাকী নহয়, সেই উৰুঙ্গা ঘৰ শ্মশানশালিৰ নিচিনা।"

বৰবৰুৱাই কিন্তু বুজিব পৰা নাই কিয় যে ঘৈণী নহলে

ঘৰ অথৰ, আৰু কিয় যি ঘৰত ভাৰ্য্যা নাই সেই ঘৰক ঘৰ বুলিব নোৱাৰি। লিখকৰ ভূ আছে নে নাই কব নোৱাৰোঁ, কিন্তু বৰবৰুৱাই হলে এই "দুনিয়াত" হাজাৰ হাজাৰ "বেগৰ ঘৈণী, অৰ্থাৎ বিনা ঘৈণী অৰ্থাৎ ঘৈণী বিহীন ঘৰ দেখিছে, যিবোৰে আপোনাৰ মনতে আপুনি হেৰাই, আপোনাৰ ৰঙ্গতে আপুনি বিভোৰ হৈ, আপোনাৰ সৌৰ ভতে আপুনি মগন হৈ, আপোনাৰ মন, আপোনাৰ প্ৰাণ, আপোনাতে সপি থাকি, এই সংসাৰ উপবনত ফুলিজুলি হালিজালি চৌদিশে পোহৰাব লাগিছে। উদাসী আউনীআটী, দক্ষিণপাট, কমলাবাৰী, বৰপেটাক, লিখকে অৰণ্যং বুলিব খুজিছে নে গৃহং বুলিব খুজিছেঁ, শ্ৰীযুত বৰবৰুৱাই তেওঁক প্ৰশ্ন কৰিছে, যাৰ উত্তৰ দিবলৈ তেওঁ বাধ্য। বৰবহাৰ উদাসীন ৰঙাই আতৈৰ ঘৰ, সৰুবহাৰ বলাই ওজাৰ ঘৰ, দক্ষিণ হাটীৰ ঘিণাৰাম বায়নৰ বহা আৰু পূব হাটীৰ মিনাৰাম গায়নৰ বহা, চোৰে-মুখাই খোলে-তালে বৰগীতে- আখৰাই চালিনাচে জুমুৰি নাচে ৰকম জমক কৰিব লাগিছে; কিন্তু ৰঙাই আতৈয়নীৰ, বলাই ওজানীৰ, ঘিণাই বায়নীৰ আৰু মিনাই গায়ননীৰ অভাৱত লিখকে সেইবোৰ বন বা অৰণ্য বুলিব খুজিছে নে কি? সোণৰ "ক্ৰচ" আৰু ঘড়ী শিকলিৰে সৈতে চিকচিকীয়া ব্ৰানতৰ হলৌ চোলা পিন্ধি, লাট চাহাবৰে সৈতে একে মাইহাঙ্গতে ভাত খোৱা "নিঘৈণীয়া" পাদুৰি ফাদাৰ গাফোৰ ঘৰ অৰণ্য নে? নাইবা বিখ্যাত বিলাতী সদাগৰ হিলেগুৰ কোম্পানীৰ বৰচাহাব মিষ্টৰ ব্ৰন্সনৰ বিজুলীচাকি জ্বলি থকা আৰু বিজুলী পাখা ঘূৰি থকা ৰজাৰ কাৰেঙৰ নিচিনা বৰঘৰ অৰণ্য? নাইবা, বৰ সেনাপতি ফুকন, বৰলাটৰ প্ৰায় সমনীয়া লৰ্ড কিচেনৰৰ ঘৰ অৰণ্য? বুদ্ধই ঘৈণীয়েক আৰু ৰাজঘৰ এৰি অৰণ্যলৈ কিয় গৈছিল, তাৰ উত্তৰ লিখকে ত্ৰৈৰাশিকৰ নিয়ম মতে হিচাপ কৰি উলিয়াই দিব লাগিব, নতুবা তেওঁক শুদাই এৰা নেযায়, নিশ্চয়কৈ কোৱা গল। বৰবৰুৱাই এইটো দকৈ গপি-গুণি ঠাৱৰ কৰিছে যে, হয় লিখক জন বিয়া কৰোৱা মানুহ, নহয় বিয়া নকৰোৱা মানুহ। বিয়া কৰোৱা যদি তেওঁ জাৰি-ফুকি ফেঁটীসাপৰ বিষ নমাবলৈ ফন্দি পাতিছে; আৰু বিয়া নকৰোৱা যদি কবিতা ফুটুকা গছৰ ফেন সোপাই চাই আগৰেপৰা সেপ ঢুকি টকালি পাৰিছে। তেওঁ কয়, 'যি ঘৰত ভাৰ্য্যা নাই সেই ঘৰক ঘৰ বুলিব নোৱাৰি।" বৰবৰুৱাই কয়, যি ঘৰত ভাৰ্য্যা আছে, সেই ঘৰক ঘৰ নুবুলি বাঁহতল বুলিব পাৰি; অন্ততঃ এশখন ঘৰৰ নিৰানৈব্বইখনক। তেওঁৰ এই কথা যে সঁচা, তাক "ডিগিৰি" কৰাই লবলৈ তেওঁ "হাইকোৰ্ট" কৰিবলৈকো সাজু আছে। ঘৈণীয়েকৰ মুখ জোকাৰণিৰ তাপত, কেন্‌কেননি ভেন্‌ভেননি আৰু সৌত- সৌতনিৰ ভাপত, খুন্দাখুন্দে জাউৰিয়ে জাউৰিয়ে দন্দৰ কোবত, ৰিহা-মেখেলা, খুৰীয়া-কঁৰিয়া, খাৰু-মণি, গলপতা-গেজেৰা, যোগোৱাৰ চোটত, বৰবৰুৱাৰ অনেক বৰ বৰ বন্ধু দিনটোৰ মুৰুকত ঘৰলৈ আহি বাঁহতললৈ হামৰাও কাঢ়ি মৰা বৰবৰুৱাৰ অবিদিত নাই। মানুহে "ফেচনৰ" (fashion) লগত কটা যায়, ফেচনৰ লগত বঁটা পায়; আৰু ফেচনৰ খাতিৰত মনৰ দুখ মনতে জাহ যোৱায়। যেতিয়া ফেচনে কৈছে, দস্তুৰে সকীয়াইছে, আৰ্য্য ঋষিসকলে আৰ্ষ প্ৰয়োগ কৰিছে, আমুকা বৰমুৰীয়া মানুহে কথিছে, তমুকা পণ্ডিতে মথিছে যে, "গৃহিনী গৃহমুচ্যতে", এনে স্থলত তুমি আমি মেমেৰা চেৰেলা মানুহৰ সাধ্য কি যে, তাৰ বিপৰীতে মুখ বজাওঁ। বৰং সেই কৌটিকলীয়া মতত হৈ ধ্বনি দি, ঘৈণীৰ উদ্ভগুলিত উৰলি যোৱা হিয়াখন, ডাঠ এৰীয়া কাপোৰৰ বুকু-চোলা এটাৰে ঢাকি, লাগে যদি তাতে সোণৰ শিকলি এডালেৰে চুণৰ টেমি যেন ঘড়ী এটা আৰি লৈ লোকক দেখুৱাই ডেকালি কৰি ফুৰোঁ; আৰু লোকৰ আলি-পদুলি চোতালত ঘৈণীৰ প্ৰশংসাৰ হুচৰি গাওঁ। প্ৰবন্ধ লিখকে কয়, "যি ঘৰত তিৰোতাৰ মধুৰ পবিত্ৰ হাঁহিৰ জিলিকনি নপৰে, সেই ঘৰ শ্মশানশালিৰ নিচিনা।" মই কওঁ, যি ঘৰত তিৰোতাই অনাহুকতে লগাই দিয়া কান্দোনৰ মূৰ টিংটিঙাই যোৱা সুৰ নুশুনি, আৰু যি ঘৰত ঘৈণীৰ দেদেঁৰীয়া মুখৰ গেৰেহা বুঢ়া-তামোল আৰু ফেচেকা কোমল তামোলৰে সৈতে মুখত খোৱা ধঁপাতৰ ৰস মিহলি হৈ ওলোৱা তামোলৰ পবিত্ৰ পিক পৰি খুঁটা বাৰ মজিয়া দুৱাৰচুক জুহাল পিৰালি চোতাল নিজিলিকে, সেই ঘৰ মৰিশালিতকৈও অধম। তেওঁ কয়, "যি ঘৰৰ চোতাল তিৰোতাৰ ভৰিৰ স্পৰ্শত পুষ্পময় নহয়, সেই ৰূনৰকাৰ নিচিনা।" মই কওঁ, যি ঘৰৰ চোতাল তিৰোতাৰ গেলা নখচুকাৰে সৈতে ফটুৱাই ফটা ভৰি পৰি পিটি খোৱা নাই, সেই খন "হতাচৰী" হোৱাৰে নিচিনা। এইখিনিতে বৰবৰুৱাই, তিৰোতাৰ ভৰিৰ খোজৰ হেচাত ফুলি উঠা ফুলবিলাক তিৰোতা থকা মতাবিলাকে তুলি, ফুলদানিত বা কুকীত থৈ দিবলৈ তেওঁলোকক পৰামৰ্শ দিছে। লিখকে কৈছে, "যি ঘৰত তিৰোতাৰ কোমল মাতৰ শব্দ নুশুনি সেই ঘৰ শ্মশান শালিৰ নিচিনা।" বৰবৰুৱাইও সেই কথাতে হয় দি কৈছে যে, গৰুৱাগালী ৰাওমুই তিৰোতাই কোমল ৰোৰবান

বা মিঠা ঠেহেৰা-ঠেহেৰ মাত যি ঘৰত শুনি, সেই ঘৰ বৈকুণ্ঠৰ মিউনিচি পালটী চাৰি সীমাৰ ভিতৰততে পৰিছে, বুলি কলে কথাটো আৰু খেও খায়। তেওঁ কয় "যি ঘৰত তিৰোতা ঘৰৰ গৰাকী নহয়" ইত্যাদি। ডাঙ্গৰীয়া মই কওঁ যে নিশ্চয় তাৰ ভুল নাই; যি ঘৰত তিৰোতা নায়ক নহয়, অৰ্থাৎ অনায়ক বহুনায়ক শিশু নায়কৰ দৰে তিৰী-নায়ক নহয়, আৰু সেই তিৰোতাই গিৰিয়েকক নাকী ধৰি লৈ ফুৰাই আৱশ্যক হলে প্ৰহাৰ নিদিয়ে, সেই ঘৰ মৰিশালি নাইবা টিঙনাশালিৰ নিচিনা। লিখকে কয়, ঘৈণীৰপৰা ঘৰৰ সৃষ্টি হৈছে, ঘৰৰপৰা সমাজ, আৰু সমাজৰ পৰা জাতিৰ সৃষ্টি হৈছে। বৰবৰুৱাই লিখকক এইখিনিতে "লঙ্গৰ" পেলাবলৈ হাক দি চোঁচাচেৰেক আৰু যাবলৈ হুকুমদিছে; যেনে, — জাতিৰপৰা কোচ, কোচৰ পৰা কেওঁট, কেওঁটৰপৰা কলিতাৰ পৰা কলিকতা, কলিকতাৰপৰা কালিঘাট কালিঘটিৰপৰা পাণ্ডা, পাণ্ডাৰপৰা বামুণ, বামুণৰপৰা দেৱতা, দেৱতাৰপৰা ঈশ্বৰ, ঈশ্বৰৰপৰা ঘৈণী, ঘৈণীৰ সিফালে শূন্য, শূন্যৰ সিফালে মহাশূন্য;— কাৰণ "ঘৈণীয়েই আদ্যাশক্তি।" বৰবৰুৱাই কয়, ৰাইজসকল চুপ, চুপ, চুপ, ঘৈণী আহিছে, ঘৈণী আহিছে, যাতকৈ "দুনিয়াত" আৰু কোনো ডাঙ্গৰ নাই। বাস্তৱতে ঠাট্টা-তামোছাৰ কথা নহয়, ঘৈণীৰ এই বিশ্বৰূপ বৰবৰুৱাই আগেয়ে দেখা নাছিল নতুবা আজিলৈকে তেওঁ বৰলা ভাত খাই তেওঁৰ মানপী জনমটো হেলাতে নকটালেহেঁতেন। লিখকে কয়, "আৰ্য্য ঋষিসকলে ঘোৰ অৰণ্যৰ মাজত সামান্য পজাত মহা ভাগ্যৱতী ঋষি পত্নীসকলৰ লগত থাকি যথাৰ্থ আৰু আদৰ্শ গৃহী হৈছিল।" বৰবৰুৱাইও লিখকৰ কথাৰ অনুমোদন কৰি কয় যে, তেওঁৰ মনত যেতিয়া ঘৈণীৰ সম্পৰ্কে ইমান ডাঙ্গৰ ভাবৰ "পয়দা" হৈছে, তেওঁ সঘৈণ্যে অৰণ্যলৈ গৈ তাত পজা এটা সাজি থাকি নিজক সুখীয়া আৰু পত্নীক মহাভাগ্যৱতী কৰক, বৰবৰুৱাই তাত কোনো বিষম নেপায়, আৰু তেওঁক খোলা মনেৰে আজ্ঞা দিছে, তেওঁৰ কোনো চিন্তা নাই, তেওঁ জেঠৰ পানদিন যোৱাত, মৰাআউহীৰ দিনা, শনিবাৰে আবেলি যোগিনী বহিৰৰ সময়ত, মনত কোনো খুকুৰি নেৰাখি অৰণ্যলৈ গতি কৰক। তেওঁক অৰণ্য এখন বাছি-বিচাৰি দিবলৈকো বৰবৰুৱাই গাত লৈছে; যথা, গোলাঘাটৰ ওচৰৰ নামবৰ ফৰেষ্টলৈ তেওঁ যাওক, তেওঁ যোৱাৰ আগেয়ে বৰবৰুৱাক জানিবলৈ দিলে, বৰবৰুৱাই তাৰ "ফৰেষ্ট ৰেঞ্জৰলৈ" অৰ্থাৎ জঙ্গলী দাৰোগালৈ 'ইনষ্ট্ৰকচন লেটৰ' এখনও লাগে যদি দিব।

লিখকে লিখিছে, "পণ্ডিত বাৰ্কে কৈছে — বাহিৰৰ দ্বন্দ-হাই, আহুকাল আৰু জঞ্জালৰ হাত সাৰি ঘৰ সোমালেহিয়েই যেন শৰীৰ জুৰ হয় আৰু আত্মাই চৈঁচনি পায়। মহাজ্ঞানী ছক্ৰেটিচৰ ঘৈণীয়েক জেনটিপীয়ে ছক্ৰেটিচলৈ স্বৰ্গৰ পৰা আমদানি কৰি থোৱা ঘৰুৱা সুখৰ কথা, এইখিনিতে বৰবৰুৱাই উনুকিয়াই দি বাৰ্কৰ কথাত খুৰা লগাই দিলে। লিখকে "লক্ষ্মী চৰিত্ৰ" পুথিৰ এঠাইৰপৰা ফাকিদিয়েক তুলি দি কৈছে যে, সজ ঘৈণীৰ হিয়াত হিংসা-খিয়াল নাই, তেওঁৰ মনত খং-ৰোহ নেথাকে, তেওঁৰ গাত ভেম-ফিতাহি দেখিবলৈ নাই ইত্যাদি। ৰাদ্ধনিক উচটাই জোল খোৱাৰ ফিকিৰৰ আৰু ইয়াতকৈ বেচি ফটফটীয়া চানেকী নাই নিশ্চয়। অৰ্থাৎ, মই মতাটোৱে সজকাম কু-কাম যি মন যায়, সময় আৰু সুবিধা মতে কৰি থাকিম, তাত তুমি ঘৈণীয়ে খং নকৰিবা; কাৰণ, তেনেহলে তোমাক সজ ঘৈণী বুলিম, তোমাক খাৰু-মণি ভাত-কাপোৰ দিব নোৱাৰিলেও তাত তুমি ৰোহ নেপাতিবা, তেনেহলে তোমাক শলাগিম; মোৰ লগত তোমাৰ দৰে আন কাৰবাক দৈবাৎ তুমি দেখিলেও হিংসা-খিয়াল নকৰিবা তেনেহলে তোমাক আমি সোণসেৰীয়া ঘৈণী বুলি কম। বেছ! বেছ! বহুত আচ্ছা।

লিখকে আকৌ এঠাইত কৈছে, তিৰোতা ঘৰৰ লক্ষ্মী, গৃহস্থালী ৰাণী, পুৰুষৰ অৰ্দ্ধাঙ্গিনী, মানুহৰ জননী আৰু সন্তানৰ শিক্ষয়িত্ৰী। বৰবৰুৱাই ইয়াৰ উত্তৰত আন একো নকয়, দুষ্ট তিতাৰামে ঢেঁকিথোৱাৰে কোবাই, ভৰিৰে গুৰিয়াই ৰাণী পতা, তাৰ অৰ্দ্ধাঙ্গিনী ভুৰুকীলৈ আঙ্গুলিয়াই দি মনে মনে থাকিল। দুখৰ বিষয় অসমত এশটাৰ ভিতৰত পঞ্চানব্বৈইটা তিতাৰাম আছে। ইয়াৰ লগতে এইটো কৈ থোৱা ভাল যে, তিতাৰামে তাৰ ভুৰুকী ৰাণীৰ আন কেইটা গুণ স্বীকাৰ কৰক নকৰক, জননী গুণটো মানে। প্ৰবন্ধ লিখকে, মামৰেখোৱা শেলায়ে ধৰা পুৰণি ঋষি মনু বুলি এজনৰ বচন গোটা দিয়েক জাৰি-ফুকি উলিয়াই লৈ আমাৰ আগত ধৰিছে; যেনে, — "তিৰোতাবিলাকৰ বেলেগে একো যজ্ঞ নাই, একো ব্ৰত বা উপাসনাদি নাই, পতিক শুশ্ৰূষা কৰিলেই তেওঁলোক স্বৰ্গবাসিনী হয়।" বৰবৰুৱাই কয় যে, তেওঁৰ মতে স্বাৰ্থপৰতাৰ সীমা আৰু ইয়াতকৈ বহলাব নোৱাৰি। পতি দাংকটা, সিন্ধিখনা, বাৰৰ ফটাকানি চুৰকৰা চোৰও হওক, কিন্তু ঘৈণীয়েকে মাত্ৰ তাক শুশ্ৰূষা কৰিলেই স্বৰ্গবাসী হব; অৰ্থাৎ তাৰ কাৰ্য্যত পোনপটীয়া

বা বেঁকা পটীয়ে সহায়তা কৰিলেই, তাই সোমাবলৈ স্বৰ্গৰ দুৱাৰখন মেল খাব। তাই গোসাঁইও মানিব নেলাগে, ভকতও সুধিব নেলাগে, নাম হৰিসেৱা কৰিব নেলাগে, তীৰ্থলৈ যাব নেলাগে, দান-পুণ্য আন একো কৰিব নেলাগে, মাথোন গিৰিয়েক টেপুৱা মাউত চোৰক সকলো কাৰ্য্যতে সহায়তা কৰি সেৱা-শুশ্ৰূষা কৰি, সন্তুষ্ট বা "খুচী" ৰাখি, অৰ্থাৎ কাৰ্য্যৰ বাবে ইংৰাজ গৱৰ্ণমেণ্টে তাইক এইদৰে আৰু "এবেটৰ" বুলি ফাটক বা ফাঁচীলৈ আগ কৰিব, তাকে কৰিলেই তাইৰ জনম সফল হল। ভাৰতবৰ্ষৰ তিৰোতা বিলাকে ভালকৈ চিনিবহে পৰা নাই, তেওঁলোকক মুকুতি সুখ দিব পৰা মুনিহবোৰক; নতুবা তেওঁলোক গিৰিয়েকবোৰৰ প্ৰতি এনে আওকণীয়া নহলহেঁতেন। তেওঁলোকে ঠাৱৰকৈ জানি লওঁক যে, তেওঁলোকৰ গিৰিয়েকবোৰ আচলতে সাক্ষাৎ দেৱতা; তেওঁলোকৰ প্ৰতি কৃপা কৰি হে সিবিলাকে মানুহৰ মূৰ্ত্তি ধৰি বেশছল কৰি ভাৰতত অনাই-বনাই লীলা কৰি ফুৰিছে। লিখকে কিছুমান ডাকৰ বচনেৰে তেওঁৰ প্ৰবন্ধটো টানি টন্‌টনীয়া কৰি লৈ "দেধেই ধেই-ধেই তাতানি টানি দাও" বজাই বঢ়িয়া কৰিছে; বৰবৰুৱাইও তাতে তেওঁৰ লগ লাগি তাল ধৰি সুহাই ৰাগত ডাকৰ আৰু এটা বচন দি আজিলৈকে বিদায় মাগিলে যথা ;—

"ডাকৰ বচন বেদৰ বাণী,  
পো-লগা তিৰী ঘৰ্‌লৈ নানি।  
তোকো বঞ্চে মোকো বঞ্চে,  
সকলোখিনি পুতেকলৈ সাঞ্চে।"

—শ্ৰীকৃপাবৰ বৰবৰুৱা।

# ভৈৰব কুণ্ড।

ভৈৰব কুণ্ড বা ভৈৰাকুৰ এটি প্ৰসিদ্ধ তীৰ্থ, স্থান। ই দৰঙ্গ জিলাৰ মঙ্গলদৈ মহকুমাৰ ভিতৰত, ওডালগুৰিৰপৰা উত্তৰে ১০ মাইল দূৰৈত। ভুটীয়া পৰ্ব্বত হিমালয়ৰ এক অংশ। এই কুণ্ডলৈ যাবলৈ বাট আছে। কিন্তু হাবি আৰু বনৰীয়া জন্তুৰ বাবে বহাগৰপৰা আঘোণলৈকে তালৈ যোৱা বৰ টান। ওডালগুৰিত পুহ-মাঘ ফাগুণ এই তিনি মাহত ভুটীয়াবিলাক নামি আহি বেহা-বেপাৰ কৰেহি। সেই সময়ত এই বাটটি চাফা কৰা হয় আৰু মানুহ অহা-যোৱা কৰে। ভৈৰবকুণ্ডৰপৰা ৪ মাইল উত্তৰে পৰ্ব্বতৰ ওপৰত ভুটীয়াবিলাকৰ আমটোলা নামে আড্ডা আছে, তাতে সিহঁতে ঠঙ্গা, গান্ধকলাই, ঘোঁৰা আদি বেপাৰৰ বস্তু আনি জমা কৰেহি, তাৰপৰা ওদালগুৰিলৈ আনে। আমৰাতলাৰ পৰা ভুটীয়াহঁতৰে ৰাজ্য; তাৰপৰা ইফাললৈ ইংৰাজৰ। আগেয়ে ওডালগুৰিলৈকে ভুটীয়াহঁতৰ ৰাজা আছিল; ইং ১৮৬৪ চনৰ যুঁজত ইংৰাজক ভুটীয়াহঁতে অমাৰতলালৈকে এৰি দিয়ে, তাৰ বাবে ইংৰাজে বছৰি ভুটীয়া ৰজাক "চেলামি" স্বৰূপে ৫০০০ টকাকৈ বৃত্তি দিয়ে। ভুটীয়া ৰজায়ো ইংৰাজক সা-সন্মান স্বৰূপে অলপ "চেলামি" দিয়ে। এই উপলক্ষে ফেব্ৰুৱাৰী মাহত ওডালগুৰিত এটা দৰবাৰ বহে, তালৈ কমিচনৰ বা দৰঙ্গৰ ডেপুটীকমিচনাৰ চাহাব যায়, আৰু ভুটীয়া ৰজাৰ এজন মন্ত্ৰী (গেলেং) আহে ওডালগুৰি। ওচৰত ভৈৰব কুণ্ড বাবেহে ওপৰৰ কথাকেষাৰ কোৱা হল। ভৈৰব কুণ্ডক সেই ঠাইৰ মানুহবিলাকে "ভেৰাকুৰ" বা "ভৈৰ কুৰ" বোলে। এই কুণ্ডৰ পৰা দক্ষিণে প্ৰায় ৩ মাইলমানলৈকে মানুহ নাই, উত্তৰে পৰ্ব্বতেই। ওডালগুৰিৰপৰা ৮ মাইল চৰকাৰী বাট, দুয়োপিনে অটব্য অৰণ্য, বাঘ-ভালুক-হাতীৰে ভৰা, ২।৩ জন মানুহে যাবলৈ সাহ কৰিব নোৱাৰে। সেইখিনিতে এখনি পৰ্ব্বতীয়া নৈ আছে, বাৰিষা-খৰালি নামি পাৰ হব পাৰি। সেই নৈ পাৰ হৈ দুই মাইলমান গৈ পৰ্ব্বতৰ মাজত ভৈৰব কুণ্ড পায়গৈ। ঠাই দুখৰি এনে নিৰ্জ্জন আৰু প্ৰাকৃতিক সৌন্দৰ্য্য এনেহে যে, তালৈ গলে বাহিৰা সংসাৰৰ সকলো বিষয়লৈ পাহৰা যায়। উত্তৰফালে

খোপত-খোপে ইটিত কৈ সিটি ওখ, সিটিতকৈ সিটি আকৌ মুৰদঙ্গা এইদৰে পৰ্ব্বতবিলাক লালি পাতি লাহে লাহে ওখ হৈ যোৱা ভুটীয়া পৰ্ব্বতৰ ওখ টিং; তাৰ পাচত লেথেৰিলগা হিমালয়ৰ ওখ টিং ধবলাগিৰী আদিৰ মনোহৰ দৃশ্য। ইপোনে দুফালৰ পৰা দুখনী নৈ ৰৌটা আৰু ধনশিৰী কুল-কুল কৰে শিলৰ ওপৰে বৈ আহিছে, আহি দুয়োখনি একে ঠাইতে লগ লাগিছে। যতে দুইৰে সঙ্গম হৈছে, সেয়ে ভৈৰব কুণ্ড। সেইখিনিতে এটি পুখুৰীৰ নিচিনা বহল পানী ইমান ফটফটীয়া যে, তাৰ তললৈকে দেখি। তাত অসংখ্য মাছ আছে, সিহঁতক মাতিলেই হাততে উঠেহি। এটা প্ৰবাদ আছে যে, মাছবিলাক দেওলগা; যাত্ৰী গৈ চাউল আদি ভোগ দিলে, সিহঁত আহে, মাৰিব বা ধৰিবৰ মনেৰে মাতিলে কেতিয়াও নাহে; আৰু যিবিলাক যাত্ৰী পপিয়া, সিহঁতে ভোগ দি মাতিলেও নাহে, আহিলেও ভোগ নেখায়হি। তাৰ মাছবিলাক কোনোৱে নধৰে। আৰু কয়, বোলে আগেয়ে তাত এহালি সোণৰ মাছ আছিল, সেই হালি কালিকা লগা আৰু তাৰ অধিষ্ঠাত্ৰী দেৱতাৰ মুখ্য পাৰিষদ, আন মাছবিলাক তাৰ লগৰীয়া। সেই মাছ জুৰিৰ এটা মাছ ভুটীয়া এটাই আচলতে সোণৰ বুলি কাটিলে; কটামাত্ৰকতে সি তেজ বতিয়াই মৰিল। তাৰে পৰা ভুটীয়াহঁতে সেই ঠাই আৰু মাছবিলাক দেওলগা বুলি ভাবে, আৰু সিহঁত বছৰি নামি আহোতে, উভতি যাওঁতে তাত পূজা দি যায়। কুণ্ডৰ দাতিয়েই পৰ্ব্বতলৈ উঠা ভুটীয়াহঁতৰ বাট গৈছে। ১৪৮৪ শকত যেতিয়া গোহাইকমলা আলি বন্ধায়, তাৰ লগতে গোহাঁইকমলাই ভৈৰব কুণ্ডলৈকো আলি বান্ধে, সেই শকতে কোচবিহাৰৰ জনদিয়েক কোঁৱৰ ভৈৰব কুণ্ডত স্নান কৰিবলৈ আহে। তাতে সেই অঞ্চলৰ অহম ৰজাৰ যি জনা বিষয়া আছিল, তেওঁৰে কাজিয়া লগাত দুয়োজন কোৱঁৰক, অহম বিষয়াই কাটে। তাৰ বাবে ১৪৮৫ শকত কোচ ৰজাৰে অহম স্বৰ্গদেৱ খোৰা ৰজাৰে যুঁজ হয়, তাত আহোম ৰজা ঘাটে।

যোগিনীতন্ত্ৰ মতে ব্ৰহ্মকুণ্ড, পুৰ্শুৰাম কুণ্ড আৰু ভৈৰব কুণ্ড এই তিনি কুণ্ডই প্ৰধান তীৰ্থ। এই কুণ্ড অন্য দেশত হোৱা হলে ইয়াৰ চাৰিওকাষে কিমান মন্দিৰ পকীঘৰ আদিৰে সাজ পাৰ পিন্ধিলেহেঁতেন, কিমান যাত্ৰী দিনে-ৰাতিয়ে অহা-যোৱা কৰিলেহেঁতেন তাৰ সীমা নেথাকিলহেঁতেন। ই আসামত, বিশেষতঃ দৰঙ্গৰ হাবিৰ মাজত। তথাপি স্বাভাৱিক যি সৌন্দৰ্য্য সিয়েই এই তীৰ্থস্থানৰ গুণ আৰু মহিমাৰ বিশেষ চিনাকি দি আছে। তালৈ গলেই সুখ-দুখ ভোক-পিয়া সকলো কৰবালে যায়, বাহিৰলৈ আৰু মন নেযায়; যেনিয়েই চোৱা তেনিয়েই চকু ৰয়, মনপ্ৰাণ শাঁত লাগে। দুয়োখনি নৈ বাই-ভনীৰ দৰে একেলগে সেই কুণ্ডত লগ লাগি সাবটা-সাবটি কৰি আকৌ শিলনিৰ ওপৰেদি বৈ যাব লাগিছে। তাৰপৰা মাইলদিয়েক গৈয়ে আকৌ দুয়ো বেলেগ হৈছেগৈ; আকৌ মাইল চেৰেকৰ পাচতে একেলগে লগ লাগি গৈ ব্ৰহ্মপুত্ৰত পৰিছেগৈ। ৰৌটাৰ সংস্কৃত নাম ৰেৱতী; ধনশিৰীৰ নাম ধনেশ্বৰী বা ধনীষ্ঠ। ধনীষ্ঠা আৰু ৰেৱতী দুয়ো বাই-ভনীৰ সমাগমৰ স্থানেই ভৈৰব কুণ্ড। দুয়োখনি নৈয়েই দুই ফালৰপৰা ভুটীয়া পৰ্ব্বতৰপৰা নামি আহিছে।

চিলাৰায়ে ১৮৮৫ শকত অহম ৰজাৰে সৈতে যুঁজ কৰিবলৈ আহোঁতে এই ভৈৰব কুণ্ডৰ দাঁতিত চণ্ডিকা বেহাৰ বুলি এখন নগৰ স্থাপন কৰে, আৰু ত্ৰিশূলদৈৰ পূবপিনে দেৱী মন্দিৰ এটি সজাইছিল। সেই ত্ৰিশূলদৈ নদী বোধ কৰোঁ আজিকালি দৈপাং নৈয়েই হব পায়। ভৈৰব কুণ্ডৰ দক্ষিণ-পশ্চিম কোনত নিচেই ওচৰতে এতিয়া এডুখৰি শিলেৰে ভৰা ওখ ঠাই আছে, বোধ কৰোঁ সেয়ে নগৰৰ ভেটি হব পায়। পূব-দক্ষিণ কোনে কিছুমান শিলৰ দম আছে, সেয়ে দেৱী মন্দিৰৰ ভেটি বুলি অনুমান হয়। এই মন্দিৰৰ কাৰ্য্য চলাবৰ নিমিত্তে দৰঙ্গী আৰু ভুটীয়া ৰজাই বৃত্তিৰ অৰ্থে দেৱোত্তৰ মাটি দিছিল। এতিয়াও ভৈৰব কুণ্ডৰ অৰ্থে ১৪ পুৰা লাখেৰাজ আছে, কিন্তু সেই মাটি অটব্য অৰণ্য।

ভৈৰব কুণ্ডৰ আৰু সেই মন্দিৰৰো পুঁজাৰি কছাৰি আছিল। এতিয়া একো নাই। দৰঙ্গী ৰজাৰ বংশাৱলীত এই সম্বন্ধে এই কেইফাঁকি কথা পোৱা যায়।—

"অনন্তৰে ভ্ৰমৰী কুণ্ডক গৈয়া পাইলা।  
দো নদীৰ মুখে ৰাজা নগৰ সজাইলা।।  
পৰ্ব্বতৰ শিল আনি গৰক সজাইলা।  
চণ্ডিকা বেহাৰ হেন নগৰ সজাইলা।।  
ত্ৰিশূলদৈৰ পূৰ্ব্বে দেৱী গৃহ অনুপম।  
মঠ কৰি বহু যত্নে নৃপতি নিৰ্ম্মিলা।  
দেৱীৰ প্ৰতিমা আনি তাহাত থাপিলা।।  
দেউৰি কৰিয়া তাত কচাৰি দিলন্ত।"

ইয়াত দো নদীৰ মুখ হৈছে ৰৌটা আৰু ধনশিৰীৰ মুখ। ৰজা হৈছে কোচ বংশৰ নৰনাৰায়ণ ৰজা, চিলাৰায়ৰ ককায়েক। ভৈৰব হৈছে মহাভৈৰব আৰু ভৈৰৱী ভ্ৰামৰী দেৱী। সেই বাবেই ওপৰত ভৈৰব কুণ্ড নুবুলি ভ্ৰামৰী কুণ্ড বোলা হৈছিল।

# মোৰ প্ৰথম প্ৰবন্ধ।

পাঠকসকল, আপোনালোকক কোৱা অনাৱশ্যক যে 'উষা'ত ভালেমান প্ৰবন্ধ ওলায়। সেই প্ৰবন্ধবিলাক লিখা কাম কেইটা অতি সুন্দৰ আৰু বহুদামী। কিবা কিবি মই নাম নজনা, নাইবা নাম জানিলেও অসমীয়াৰে মই লিখি ভাব প্ৰকাশ কৰিব নোৱাৰা "নিব্" কাপ বা কলম। সেইবিলাক প্ৰবন্ধাদি নানা বিধৰ ওখ ভাব আৰু উদ্দেশ্যেৰে পৰিপূৰ্ণ। সেইবিলাক প্ৰবন্ধৰ ভিতৰত কোনোটি পঢ়িলে হাঁহিত পেটৰ পেটু আৰু নাৰীবিলাকে তেওঁবিলাকৰ স্ব-স্ব স্থান পৰিত্যাগ কৰি একে ঠাইতে গোট খাই সোপাসুপি হৈ পৰে; কোনোটিয়ে ভালকৈ গানোৱাই কেনেকৈ হ'ব পাৰি তাৰ বিষয়ে, "লেকচাৰ" বা বক্তৃতা দিয়ে; কোনোটিয়ে কেনেকৈ বাজনা বজাব লাগে তাকে বাজনা শিকিবলৈ ইচ্ছুক ডেকা, লৰা বা বুঢ়াৰ হাতত ধৰি ধৰি শিকায়; কোনোটিয়ে আকৌ "মেচমেৰিজম" বুলি এটা বৈজ্ঞানিক শক্তিৰে কেনেকৈ জীয়া মানুহে "দেৱত্ব" বা "ভূতত্ব" শক্তি পাই দেৱতা বা ভূতৰ দৰে নজনা নেদেখা আৰু নুশুনা বিষয়বিলাকৰ যথাৰ্থ বৰ্ণনা দিয়ে; ইত্যাদি ইত্যাদি ৰকমৰ সাহিত্য, বিজ্ঞান আদি ওখ ওখ বিষয়বিলাকৰ সমালোচনা কৰে। শেহত যেতিয়া "উষা" পঢ়ি আমনি লাগে, তেতিয়া যেনেকৈ খাই খাই অৰুচি হ'লে বঙ্গালীৰ অম্বল বা অসমীয়াৰ টেঙ্গা খাই আকৌ ঘূৰি খাবলৈ বা এলাগি থাহিবলৈ ইচ্ছা বা শক্তি ওলায়, সেইদৰে সুৰ আদি পকাকৈ বন্ধা গোটাদিয়েক অতি সুন্দৰ আৰু দামী লিখনি বা নিবেৰে লিখা অসমীয়া গীতে বা গানে "উষা" পঢ়াৰ ভাগৰ বা আমনি লগাটো খেদি নি কোনোবা ধুবুৰীত এৰি থৈ আহেগৈ। এই লগতে এইটিও কৈ থওঁ যে, মাজে মাজে যে পদ্য কেইটি দিয়া হয়, সেই কেইটিয়ে ভজা পিটিকা আদিৰ কাম কৰে।

তেন্তে আমাৰ আলোচনী মতে, উপমা ঠিক কৰি খাটকেই বা নেখাটকেই, "উষা" হ'ল চাউল সিজোৱা বা চমুৱাই কৰবলৈ গলে ভাত; প্ৰবন্ধাদি হ'ল আঞ্জা-পাতি; পদ্যবিলাক হ'ল, ভজা-পিটিকা আৰু শেহৰ গান বা গীত কেইটি বঙ্গালী বাবুহঁতৰ অম্বল বা আমাৰো সেই মুখ ৰুচি কৰা টেঙ্গা। কোনো মানুহে ভাতৰ মাজত জলকিয়া একামোৰ মাৰি ভাল পায়, সেই বাবে মোৰ এই প্ৰথম প্ৰবন্ধটি "উষা"ৰ ভিতৰত জলকিয়াৰ কাম কৰিবলৈ দলি মাৰি পেলাই দিলে। মৰিছ-প্ৰিয় পাঠক পাঠিকাসকলে অলপ মৰম-চেনেহ দেখুৱাই ব্যৱহাৰ কৰিলে মোৰ জলকিয়া খেতিটো অথলে নেযায়।

প্ৰবন্ধ লিখাটি মোৰ মানত অতি সহজ কথা নহয়। আৰু মই অসমীয়া, অৰ্থাৎ মাতৃ ভাষাত প্ৰবন্ধ লিখিবলৈ এইবাৰ প্ৰথম চেষ্টা কৰিছোঁ। সেইবাবে গুণগ্ৰাহী "উষা"ৰ পাঠক পাঠিকাসকলৰ ওচৰলৈ মোৰ এই কণাৰ ফৰ্ম্মুতি মৰাটো অন্যায় হলেও তেওঁবিলাকে ওচৰ চপাই লৈ এবেলি চকু ফুৰাই নতুন লিখাৰু উৎসাহিত কৰিব যে এইটো ধ্ৰুৱপ বিশ্বাস। "কেৰ্কে টুৱাৰ বাঁহপাতেই ভেঁটি" এই কথা ফাঁকি যেন তেখেত সকলে পঢ়িবৰ সময়ত মনত ৰাখে। মই আগেয়েই কৈ আহিছোঁ যে, মোৰ ফেকুগুা কাপৰ লিখা আন-আন "উষা"ৰ প্ৰবন্ধবিলাকৰ লগত ৰিজাবৰ উপযুক্ত নহয়, তথাপি "উষা"ৰ "সম্পাদকৰ শৰাই" বোলা প্ৰবন্ধটিত আমাক অলপ-অচৰপ গঞ্জনা, অৰ্থাৎ তিৰস্কাৰ বা গৰিহণা দিয়া দেখি চকু-কাণ বন্ধ কৰি আজি প্ৰথমতে "উষা"লৈ প্ৰবন্ধ লিখি মোৰ অসমীয়া লিখিবলৈ হাত চহি কৰিবৰ অৰ্থে কাপ-মৈলাম আৰু কাগজ আদি কৰি লিখাৰ সঁজুলি লৈ উপবেশন কৰা হ'ল। ইয়াত কিমান কৃতাৰ্থ হ'ও সেইটো "উষা"ৰ পাঠকসকলে বিচাৰ কৰিবৰ কাৰণ এৰি থোৱা হ'ল। আৰু, মই এইটোও ভাবি চালোঁ যে, মোৰ বন্ধুসকলে বোধ কৰোঁ তেওঁলোকৰ পদ্য-গদ্যাদি অতি শুৱলা প্ৰবন্ধবিলাকৰ "উষা"ৰ অফিচত কাহানিবাই দাখিল কৰিলে। আটাইবিলাকে যেতিয়া লিখিলে, ময়ো এটা কিয় নিলিখিম, ইয়াকে মনত লৈ এই প্ৰবন্ধটি লিখিবলৈ আগবাঢ়িলোঁ। কিন্তু মোৰ ভৈয়াই, প্ৰবন্ধই এতিয়া ৰাইজৰ আগত বঁটাকে পাই নে গটাকে খায় তাকে এই বেলিলৈ আগ-গুৰি চাই ভবিষ্যতত কি কৰিম তাক ঠিক কৰিম বুলি মনত পাতি থলোঁ। ইংৰাজী কিতাপ এটাত পাইছিলোঁ বোলে, — Ashes are more generative than the dust" সেইবাবেই এই কথাষাৰিকে মনত কৰি লৈ নিলিখি বহি থকাতকৈ সঁচাই মিছাই এটা লিখি ৰাইজৰ আগত ধৰিলোঁ। যদিহে প্ৰবন্ধটি কোনোবা স্বৰূপত ভাল বোলে, তেনেহলেতো কথাই নাই, যদিহে বেয়া বোলে, তথাপি খঙ্গত চনমুৰ এচাৰি হায়ো-বিয়ো নকৰি নাইবা বেজাৰত দুৱাৰ চুকত এচুক হৈ নবহি তাৰ প্ৰতিকাৰ কৰিবলৈ যত্নবান হ'ম বুলি ভাবি থৈছোঁ।

"উষা"ৰ সম্পাদক ডাঙৰীয়াই বাৰে বাৰে অসমীয়াৰ সাহিত্য ভঁড়াল অতি দুখীয়া, তাত এতিয়াও জোখাৰে জীৱন চৰিত, বাজে কিতাপ আদিৰ ভয়ানক নাটনি ইত্যাদি ইত্যাদি বিষয়বিলাক তেখেতৰ বৰ দামী সাঁফৰ দিয়া শৰাইত ভৰাই ভৰাই ৰাইজৰ আগলৈ আগবঢ়াবই লাগিছে, তথাপি ৰাইজে সেই অভাৱ গুচাবলৈ আগবঢ়া যেন নেদেখো। আমি দেখি বেজাৰ পাওঁ যে, কোনো দেশহিতৈষী কষ্টসহিষ্ণু ডাঙৰীয়াই যদি এখন কিতাপ ছপা কৰি উলিয়ায়, যি কিতাপ আমাৰ সম্পাদক ডাঙৰীয়াৰ বাজে কিতাপৰ শাৰিত পৰিব, তেতিয়া পেনিতে "Criticism" ৰ খুগুাত লিখকৰ চকুৰ আগে জুইৰ আঙনি ওলায়। তাৰ পাচত, যেতিয়া এই নিষ্ঠুৰ "Criticism" চেপাৰপৰা কোনোমতে ওলাই যায়, তেতিয়া গ্ৰাহকৰ অভাৱত সেই কিতাপ লিখকৰ আলমাৰিতে ভেঁকুৰে, নাইবা ডালশলীয়া আদি প্ৰাণীৰ ঘৰ-দুৱাৰ আৰু খাদ্য দ্ৰব্যত পৰিণত হয়। অৱশ্যে আজিকালি "Criticism" টি যদিও সিমান প্ৰকোপিত ভাৱে নচলে, তথাপি লিখকৰ কিতাপৰ দ্বিতীয় অৱস্থাটি "Is in its full play" বা সম্পূৰ্ণৰূপে বিৰাজমান। সেই কাৰণে, যেতিয়ালৈকে সাহিত্যৰ উন্নতিৰ বাটৰপৰা এই কেইটা কাঁইট উভালি পেলোৱা নহয়, তেতিয়ালৈকে সাহিত্যৰ বিশেষ উন্নতিৰো আশা কৰাটো দুৰাশা মাথোন। আমি যিমান দূৰ দেখোইঁক লিখকসকলে তেওঁবিলাকৰ কিতাপৰ দাম সকলোৱে যাতে পঢ়িব পাৰে সেই উদ্দেশ্যৰে যিমান দূৰ সম্ভৱ সিমান কমাই দিয়ে। কিন্তু তথাপি তেওঁ যি কেইখন কিতাপ উপহাৰ দিয়ে তাৰ বাহিৰে আৰু কিতাপ সৰহকৈ বিক্ৰি যোৱা যেন নেদেখি। অৱশেষত যেতিয়া ৰাইজৰপৰা উৎসাহ পাবৰ কোনো আগন্তুক নেদেখে, তেতিয়া লিখকে নিজৰ লিখনী বন্ধ কৰিবলৈ বাধ্য হয়। এই সকলো কথা অৱশ্যে মোৰ নিজৰ অভিজ্ঞতা অনুসৰি হে লিখিলোঁ। পঢ়াশালিত যি কেইটা কিতাপ চলে তাৰ বাহিৰে আন কিতাপ বেছিকৈ নোলায়, আৰু ওলালেও প্ৰথম তাঙৰণেই হে আৰু। আমাৰ আসামৰ বৰ্ত্তমান সাহিত্যৰ অৱস্থা তাহানি "মেকলে" চাহাবে তেওঁৰ "Boswell's life of Johnson" বোলা কিতাপটোত "জন্ চণ্" যেতিয়া প্ৰথমে লণ্ডনলৈ তেওঁৰ লিখাৰ ওপৰত নিৰ্ভৰ কৰি থাকিবলৈ আহে, তেতিয়া তেওঁ যি দৰে আছিল বুলি বৰ্ণাইছে, ঠিক সেই ৰকমেৰেই হৈছে। তেওঁ সেই সময়টো "It was a dark night between two sunny days" বুলি লিখি থৈ গৈছে। যদিও আমাৰ অসমীয়া সাহিত্য অতীত কালত কিমান Sunny বা উন্নত আছিল তাক আমি নিৰ্দ্ধাৰিত কৰিব নোৱাৰোঁ, আৰু ভৱিষ্যতত কিমান Sunny হয় তালৈকো কবলৈ আমি "সৰ্ব্বজান" নহওঁ, তথাপি আমাৰ যে বৰ্ত্তমান সাহিত্যৰ অৱস্থা "dark" তাত কোনো সন্দেহ নাই। আমাৰ আসামৰ শিক্ষিকসকলত বাজে সঁচাকৈ সৰহবিলাক মানুহেই সাহিত্যৰ মোল এতিয়াও ভালকৈ বুজিব পৰা নাই। সেইবাবে লিখকে ৰাইজৰপৰা বিশেষ কোনো লাভৰ আশা কৰিব নোৱাৰে। "অভাৱেই আৱিষ্কাৰৰ মূল"। আমাৰ ৰাইজে এতিয়াও সাহিত্যৰ অভাৱ ভালকৈ বুজিব পৰা নাই দেখি আমাৰ সাহিত্যৰ অৱস্থাও তেনে টনকিয়াল নহয়। ৰাইজৰপৰা এইদৰেই। পিচে, ৰজাঘৰৰপৰা সাহিত্যৰ উন্নতিৰ অৰ্থে কেনে পুৰুষাৰ্থ কৰিছে এবেলি বিচাৰ কৰি চোৱা উচিত। পোনতে গৱৰ্ণমেণ্টৰ নিয়ম-কাৰণ আদিৰ বান্ধ অতি টান নথকাত আমাৰ অসমীয়া লিখকসকলে দেশৰ মঙ্গলৰ অৰ্থে নথৈ কষ্ট ও সহিষ্ণুতাৰে সৈতে আজিকালি স্কুল আদিত প্ৰচলিত ৰকমৰ অসমীয়া কিতাপেৰে সাহিত্য-ভঁৰাল চহকী কৰে। তেখেতসকলক দেখি আন দেশহিতৈষী ডাঙৰীয়াসকলৰো গা উঠে। সেইবাবে কাল আৰু অৱস্থাক চাই আসামত যথেষ্ট লিখক হৈছিল। কিন্তু সেইসকল লিখকে টনকিয়াল হবলৈ নৌ পাওঁতেই ইপিনে হুকুম জাৰি হল যে, সকলো অসমীয়া কিতাপ পদ্যই হওক বা গদ্যই হওক, ইংৰাজীত অনুবাদ কৰি গৱৰ্ণমেণ্টৰ ঘৰত দাখিল কৰিব লাগিব। তাৰ পাচত হে মঞ্জুৰৰ নামঞ্জুৰৰ কথা। ইংৰাজে ইংৰাজীয়ে যেনেকৈ ভাৱে আৰু যেনেকৈ, তেওঁবিলাকৰ মনৰ ভাব প্ৰকাৰ কৰে, আনি যে সেইদৰে নেভাবো আৰু আমাৰ মনৰ ভাব প্ৰকাশ নকৰো সেইটো কোৱাই অন্যাৱশ্যক। মোৰ কথাষাৰ কটকটীয়া কৰিবলৈ এজন জনাবুজা ইংৰাজ লিখকৰ এই কথাষাৰি সুমাই দিলোঁ, যথা ঃ— "Nations differ in their modes of expressing feelings." সেইবাবে অসমীয়া লিখা ইংৰাজিলৈ তৰ্জ্জনা কৰাটো বোধ কৰোঁ নিচেই উজু কথা নহয়। যেতিয়া এজন লিখকে কোনো এটা বিষয়ে লিখে, তেতিয়া তেওঁ আন বিষয়ে একো ভাবিব নোৱাৰে। আৰু বাস্তৱিকতে তেওঁ যদি তেওঁৰ ৰচনা ইংৰাজীৰ অনুবাদ কৰি গৱৰ্ণমেণ্টৰ ঘৰত দাখিল কৰিব লাগিব বুলি মনত এই ভাবটো ৰাখি লিখিবলৈ বহে, তেতিয়া তেওঁৰ "অতো ভ্ৰষ্ট ততো ভ্ৰষ্ট" হব। বিশেষকৈ পদ্য লিখক কবিসকলৰ ওচৰত ই আৰু বেচি অনিষ্টকৰ হৈ উঠে। এজন লিখকে যি যি সুন্দৰ ভাব আৰু উপমা আদিৰ সাঁজুলিৰে তেওঁৰ কবিতাটি অসমীয়া ভাষাত সৰ্ব্বাঙ্গ সুন্দৰ কৰি তোলে, সেই কবিতাটি

ইংৰাজীলৈ সেই সেই ভাব আৰু উপমা ৰাখি অনুবাদ কৰিবলৈ গলে সি ইংৰাজী নহৈ কিবা এটাহে হৈ পৰিব। এতেকে ইও এটা অসমীয়া সাহিত্যৰ উন্নতিৰ বাটত ভীষণ প্ৰতিবন্ধকতাৰ কাম কৰে। এইবিলাক যেই কি নহওক, আমাৰ শিক্ষিত ডাঙ্গৰীয়াসকলে এইবিলাকৰ নিমিত্তেই হাত সাৰটি বহি থকাটো অনুচিত। কিয়নো, উপৰোক্ত নিয়মবিলাকৰ পাঠ্যৰ কাৰণে পঢ়াশালি বিলাকত বাছিবৰ উপযুক্ত কিতাপবিলাকৰ কাৰণেই হে হব পায়। আৰু সময়ত ইংৰাজীলৈ অনুবাদ কৰা নিয়মটি উঠিয়ো যাব পাৰে। এতেকে, আমাৰ শিক্ষিত ডেকাসকলে "Amateur" লিখক হৈ অসমীয়া ভাষাত তেওঁবিলাকে লিখিবলৈ অভ্যাস কৰা উচিত। অৱশ্যে, মই যি লিখিছোঁ, এই সকলোবিলাক মই এবিধৰ অসমীয়া ডেকা সকলক উদ্দেশ্যে কৰিহে কৈছো আৰু সেইটো বুজা লোকে যে বুজি লব এইটো মোৰ আশা। সেইবাবে এইটো আৰু বেচিকৈ ভাঙ্গি-পাতি বহলাই কবৰ সকাম নাই। আমি দেখিবলৈ পাওঁ যে, স্কুল আৰু কলেজত অনেক ছাত্ৰই অসমীয়াৰে অতি সুন্দৰ আৰু শুৱলা কবিতা লিখিব পাৰে। তেওঁবিলাকে বন্ধুকো কবিতাৰে হে সম্ভাষণ কৰে, যদি কেতিয়াবা বন্ধুৰপৰা আঁতৰি যাব লগা হে হয়, তেনেহলে কথাই নাই। যদি কিবা "meeting" হয় তাৰ এটা বিষয় "Item" হব Reading of the poem by (Srijut......) অথচ এনে সুন্দৰ সুন্দৰ ৰচনাৰপৰাও তেওঁবিলাকে ৰাইজক বঞ্চিত ৰাখে। এইটো তেওঁবিলাকৰ উচিত নে? যি যি সভাত ইংৰাজীৰে বক্তৃতা দিব লাগে তাত অনেক সভ্য গোট খাই দিয়া "Pathetic" 'stirring' ইত্যাদি ইত্যাদি "speech" বিলাকৰ অভাৱ নেথাকে। যদি কোনো এনে সভা বহে যত অসমীয়াৰে অৰ্থাৎ সভ্যসকলৰ মাতৃভাষাৰে কোনো কথা কব লগীয়া হয়, তেতিয়া সভাৰ সংখ্যাৰে একত শূন্য দিব নোৱাৰাই হয়, আৰু যি কেইজন উপস্থিত থাকে তেওঁবিলাকেও বা তাৰ ভিতৰত জনদিয়েকে অতি কষ্টেৰেহে কেকাই গেঠাই ঘামি-জামি, ৰঙ্গা-চঙ্গা পৰি ৫ মিনিট বা তাতকৈও কম সময় হে দুই-চাৰি কথা কব পাৰে। বক্তৃতাৰ দশা এনেই; পিচে লিখাৰ কেনে তাকো এই লগতে কৈ থওঁ। আমাৰ স্কুল আৰু "কলেজত" পঢ়া অনেক ডেকাই ইংৰাজীৰে বহুত ভাল ভাল প্ৰবন্ধাদি লিখে আৰু তেওঁবিলাকৰ বন্ধুসকলৰপৰা "humorous" "interesting" ইত্যাদি বহুত তেওঁবিলাকে পাবলগীয়া বিশেষণ বিলাকেৰে বিভূষিত হয়। সেই প্ৰবন্ধ বিলাকত novel অৰ্থাৎ গল্পৰো নাটনি নপৰে, কোনো গল্পৰ লিখকে মানুহৰ লগত ভালুক-বান্দৰ আদিৰ কেনে ভাব আৰু সহজ তাক দৃষ্টান্ত আদিৰে ফটফটীয়াকৈ দেখুৱাইছে, ইত্যাদি ইত্যাদি! যি সকল লিখকে ইংৰাজী, অৰ্থাৎ বিদেশী ভাষাত এনে সুন্দৰ সুন্দৰ প্ৰবন্ধাদি লিখিব পাৰে, তেওঁবিলাকে যে অসমীয়াত, অৰ্থাৎ তেওঁবিলাকৰ মাতৃভাষাত অতি সুন্দৰ পদ্য অতি সুন্দৰ গদ্য সহজেই লিখিব পাৰিব সেইটো কোৱাই অনাৱশ্যক। কোনো লিখকে কব পাৰে যে, অসমীয়া ভাষাত প্ৰবন্ধাদি লিখা তেওঁৰ অভ্যাস নাই। কিন্তু এনেবিধৰ আপত্তিক ইংৰাজীৰে "Lame excuse" বা অসমীয়াৰে কবলৈ গলে অমূলক আপত্তিও বুলিব পাৰি। তেওঁবিলাকে ইংৰাজী লিখিবলৈকো আগেয়ে অভ্যস্ত নাছিল, কিন্তু সময়ত তেওঁবিলাকৰ যত্নত হে তেওঁবিলাক ইংৰাজীত প্ৰবন্ধাদি লিখিবলৈ ইমান পটু হৈছে। যদি এটা বিদেশী ভাষাতে তেওঁবিলাক ভাল ভাল একোজন লিখক হৈ উঠিব পাৰিছে, তেন্তে তেওঁবিলাক নিজ মাতৃ ভাষাত যে একোজন আদৰ্শ লিখক হব পাৰিব, সেইটো নোকোৱাকৈয়ে বুজি লব লাগে। তেওঁবিলাকৰ দুই-এটা প্ৰবন্ধ পোনতে বেয়াও হব পাৰে, কিন্তু সময় আৰু অধ্যৱসায়ৰ গুণত তেওঁবিলাকে লিখাত যি যি দোষ থাকে সেইবিলাক সকলো দোষ যে অতিক্ৰম কৰিব পাৰিব ই, ধ্ৰুৱপ। "Rome was not built in a day" নাইবা "ভুকুতে কলটো নপকে" এই দুযাৰি কথাৰ এযাৰি মনত ৰাখি আমি আমাৰ সাহিত্য ভঁৰালৰ উন্নতিৰ অৰ্থে কাচি পাৰিও লোৱা উচিত। অৱশেষত মই মাননীয় শ্ৰীযুত সম্পাদক ডাঙ্গৰীয়াৰ লগত লগ লাগি তেখেতৰ দৰেই কওঁ যে, আমাৰ দেশৰ শিক্ষিত ডাঙ্গৰীয়া সকলে যেতিয়া অসমীয়া লিখিবলৈ হাতত কাপ লব, আৰু লাজ-কাজ কাতিকৈ থৈ দেশৰ মঙ্গল আৰু উন্নতিৰ অৰ্থে তেওঁবিলাকৰ ৰচনা আদি ৰাইজৰপৰা উৎসাহ পাবলৈ ৰাইজৰ আগত ধৰিব, শেহত ৰাইজৰপৰা উৎসাহ নেপালেও নিৰুৎসাহ নহৈ পুনৰ দুগুণ যত্নেৰে ভালকৈ লিখিবলৈ আগবাঢ়িব তেতিয়া অসমীয়া সাহিত্য ধনী হৈ ধন ধাৰে দি সূতৰ ওপৰতে অতি বাহাদুৰী কৰি ঠেঙ্গৰ ওপৰত ঠেং তুলি বহি খাই থাকিব, আৰু আন আন দেশৰ সাহিত্যৰ লগত ফেৰ মাৰিব পৰা হব। শেহত কৈ থওঁ যে, মই নতুন লিখক। মোৰ লিখাৰ একো আগ-গুৰি নাই, সেইবাবে মোৰ এই প্ৰবন্ধ পঢ়ি বিৰক্ত পোৱা পাঠকসকলৰ ওচৰত, আৰু বিশেষকৈ মোৰ বন্ধুসকলৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি এই প্ৰবন্ধটিৰ সামৰণি মাৰিলোঁ।

—শ্ৰীবিষ্ণুচন্দ্ৰ বৰুৱা।

# আসামৰ মন্দিৰ।

## (২)

### ৰুদ্ৰেশ্বৰ দেৱালয়।

আগৰ অসম-ৰজাসকলৰ কাৰ্য্যকলাপবোৰ দেখি, বাস্তবিকেই তেওঁবিলাকক "স্বৰ্গদেৱ" নামটিৰ উপযোগী বুলি মনত ঠাই দিব পাৰি। সেই ধাৰ্ম্মিক সদাশয় মহৎসকলক জাতিত অথবা লিখা-পঢ়া আদি অন্যান্য কামতো আজিকালিতকৈ বহুত তলখাপৰ বুলি মনত ঘৃণনীয় ভাব উঠিবলৈ দি, নিজেই কালিমা-চিনৰ "কৰ্ম্মকৰ্ত্তৃ" বাচ্য হোৱা নিতান্ত অযুগুত। কিয়নো, আমি তেওঁবিলাকৰ দৰে অধ্যবসায়, পৰিশ্ৰমী, বা শিল্প-বিদ্যাতে পৈনত হোৱা হলে, আজি আমি আকলুৱা ককালছিগা হৈ, কানীয়া, অকৰ্ম্মণ্য ইত্যাদি উপাধিৰ সোৱাদ নেপালোঁহেঁতেন। ৪০০ বছৰৰ আগেয়ে কৰা সেই মঠ-মণ্ডপৰ আদি অৱস্থায়ে তেওঁবিলাকৰ কাৰুকাৰ্য্যৰ পাৰিদৰ্শিতাৰ চিন দেখুৱাইছে। লিখাপঢ়াৰো বিশেষ চৰ্চ্চা নেথাকিলেও ঘটত্ব পটত্বাদিৰেই কামৰ বিঘিনি নোহোৱাকৈ চলাইছিল, আৰু সেই দিনত দৈবিক ভাষা সংস্কৃতৰ বিশেষকৈ চৰ্চ্চা এবং আদৰো আছিল, কিয়নো কাব্যাদিৰ বাহিৰেও যি দুই-এটি পুৰণি সংস্কৃত কবিতা পোৱা যায়, তাৰ দৰে শুৱলা আৰু পদৰ শৃঙ্খলতাই নকৈ ভূমুকি নামাৰে বুলিলেও বেচিকৈ কোৱা নহয়। অসম-ৰজাৰ ধৰ্ম্ম-বিশ্বাসে স্বভাৱৰ দৰে সকলোকে তল পেলাইছিল। সৎব্ৰাহ্মণ আৰু দেবালয়ৰ অৰ্থে ব্ৰহ্মোত্তৰ দেৱোত্তৰ নাম দি নিষ্কৰকৈ ভূমি দান কৰি নিজে নাটনিসৰীয়া হৈছিল। চাবলৈ গলে এওঁবিলাকৰ দৰে স্বাৰ্থত্যাগী আৰু ধাৰ্ম্মিকৰ সংখ্যা জগতত নিচেই কম। অহম ৰজা আগৰ বৌদ্ধধৰ্ম্মাৱলম্বী ব্ৰহ্মদেশৰ মানুহ, এওঁবিলাক ইন্দ্ৰবংশী, আৰু সেই কাৰণেই স্বৰ্গদেৱ বোলে। সৌমাৰত চুকাফা ৰজায়েই আহোম বংশৰ ১ম ৰজা। তেওঁৰ পুত্ৰ চুতেইফা। এইদৰে ৩।৪ পুৰুষৰ পিচত কিছুমান দিন অৰাজক থকাত, মন্ত্ৰী আৰু প্ৰজাবৰ্গে অসহনীয় অৰাজক পীড়া ভোগ কৰি বামুণৰ ঘৰত প্ৰতিপালিত হোৱা এজন কোঁৱৰক আনি ৰাজ আসনত বহুৱালে। এইদৰে কিছুমান দিন অতীত হলত "চুলিকফা" বা "লৰা ৰজা" নামেৰে এজন ৰজা হয়। লৰা ৰজাৰ বৃত্তান্ত বিশেষকৈ সকলোৱে জানে। লৰা ৰজাই আগৰ ৰজাবিলাকৰ অকাল জীৱন আশঙ্কা কৰি, যিবিলাকৰপৰা প্ৰাণৰ অপকাৰ হব পাৰে, সেইবিলাকক নানা তৰহৰ শাস্তিৰে সঞ্জীৱনী পুৰীত ভৰিব ধুলি দিবলৈ পঠিয়ালে। অৱশেষত তুঙ্গখুঙ্গীয়া ফৈদৰ গোবৰ ৰজাৰ পুত্ৰ গদাপাণি কোঁৱৰকো পূৰ্ব্ববিলাকৰ অনুসৰণ কৰাবলৈ গোপনে আলোচনা কৰাত, দৈববলী সেই মহাপুৰুষ গদাপাণিয়ে নিজৰ প্ৰাণনাশক সেই সাৰুৱা মন্ত্ৰণাটি জানিব পাৰি, "আত্মানং সততং ৰক্ষেৎ" এই মূল মন্ত্ৰটি জপি, পলাই গৈ নগা পৰ্ব্বতত আছিল। ইফালে নৰৰাক্ষস সেই লৰাৰজাই তেওঁক বিচাৰি নেপাই পতিপৰায়ণা তেওঁৰ ভাৰ্য্যা জয়মতীকেই স্বামীৰ বাতৰি উলিয়াবলৈ অসীম শাস্তিৰে বধ কৰিলে। এওঁবিলাকৰ গুৱিৰ আচৰণে যদিও এটি অসভ্য কালিমাৰ চিন দিছিল, তথাপি জুৰিৰ মাজত থকা শিলবোৰে পানীৰ শোভা বঢ়োৱাৰ দৰে, শেহৰ সৎকাম বিলাকৰ জেউতিহে চৰাইছিল, অথবা সোণত বাখৰ পতাইছিল। গদাধৰসিংহৰ পুত্ৰ ৰুদ্ৰসিংহ। এওঁ বৰ ধাৰ্ম্মিক আৰু সাহসী। এওঁ সৎকামেৰে অনন্ত জগতত যশস্যাৰ দৌল বান্ধিবৰ মনেৰে তেওঁৰ মাতৃ জয়মতী কুঁৱৰীৰো নাম, সতীৰ পটন্তৰৰ ঠাই সাবিত্ৰীৰ দৰে জগতত বিয়াপিবলৈ কুঁৱৰীক বধ কৰা ঠাইতে তেওঁৰ নাম অনুসৰি এটি ডাঙ্গৰ পুখুৰী খনাই, নিজৰ নাম আসামবাসীৰ মন-ফলিত আঁকি থলে। সেই পুখুৰীটি "জয়সাগৰ" নামে এতিয়াও বিখ্যাত। শেহত এওঁ নিজৰ ৰাজ্য বহলাবৰ অৰ্থে অথবা বৃদ্ধবয়সত তীৰ্থ ভ্ৰমণৰ আশাৰেই ভটীয়াই গৈ গুৱাহাটীৰ উত্তৰ পাৰতে কেদিনমানলৈ বাস কৰিছিল। ইয়াতে এটি কিংবদন্তী আছে যে, তেওঁ বাসস্থানৰপৰা * উমানন্দ নেদেখাৰ বাবে শিৱভক্ত মহাৰাজে তপস্যাৰ বিঘিনি গুচাবলৈ মাজত ব্যৱধান হৈ থকা পৰ্ব্বতৰ টিলাটি কটাইছিল; এতিয়াও সেই সৰু পৰ্ব্বতটি দুই ভাগে বিভক্ত। অৱশেষত কালক্ৰমে, সেই দেশহিতৈষী মহাৰাজে সেই ঠাইতে মানবলীলা সম্বৰণ কৰিলে।

*স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ পুত্ৰ চাৰিজনা। ১ম শিৱসিংহ; ২য় প্ৰমত্ত সিংহ, ৩য় ৰাজেশ্বৰসিংহ, ৪ৰ্থ লক্ষ্মীসিংহ। পিতৃ পৰলোকী হোৱাত, জ্যেষ্ঠ পুত্ৰ শিৱসিংহই ৰাজ-আসন অধিকাৰ কৰি নিজৰ স্থায়ী চিন থাকিবলৈ ৰংপুৰতেই নিজৰ নামেৰে এটি পুখুৰী খনাই তাৰ পাৰতে তিনিটি মঠেৰে ৩ খন দেৱালয়

স্থাপন কৰি নিজেও স্বৰ্গীয় সুখলৈ মন মেলিলে। জ্যেষ্ঠ ভাতৃয়েও মহাপথ আশ্ৰয় কৰাত প্ৰমত্তসিংহই ৰাজ্য অধিকাৰ কৰে। আৰু, তেওঁৰ জনকৰ নাম জগতত যুগমীয়া হবলৈ, যি ঠাইত ৰুদ্ৰসিংহ মহাৰাজে জীৱন আৰু শৰীৰৰ বিয়োগ ঘটাইছিল, সেই ঠাইতে ১৬৭৪ শকত ডেকা দুৱৰাৰ হতুৱাই এটি মঠ কৰাই "ৰুদ্ৰেশ্বৰ" নাম দি এখন দেৱালয় থাপি জনকৰ নাম জগতত জ্বলন্ত কৰি জিলিকালে। সেই সময়ৰ শিলৰ ফলিত লিখি থোৱা সংস্কৃত শ্লোক তিনিটিও দিয়া হল;—

১। শ্ৰীগৌৰীশ পদাৰবিন্দ মধুপোৰূপেণ কামোপমে। নীতৌ বাক্‌পতি ৰোজসা সুৰপতি ভুৰ্ল্লোক কল্পদ্ৰুমঃ। ইন্দুপ্ৰায়যশা বভুব ভুবনে ভুপাল চুড়ামণিঃ। শিৰোবীৰগণগণিৰ্গণমণিঃ শ্ৰীৰুদ্ৰ সিংহোনৃপঃ।

২। তৎসুতঃ প্ৰতপ্ৰতাপতপনো দীপৌৰ দীপোদধিঃ। পুণ্যাদ্বি নৃপবৃন্দ বন্দিত পদদ্বন্দাৰ বিন্দঃ সুধিঃ। কীৰ্ত্ত্যা নিন্দিত শাৰদেন্দুৰভবৎ কন্দৰ্পদৰ্পাপহো। ৰূপেনেহ প্ৰমত্তসিংহ নৃপতিৰ্ভূমণ্ডলাখণ্ডলঃ।

৩। তস্যা দেশবসাৎ সুধাৰসজুসা মৰ্য্যাদিয়া সিন্ধুনা। বীৰশ্ৰীতৰুণাদি শব্দ দুৱৰা নাম্না মহামন্ত্ৰিণা। প্ৰাকাৰোয়মকাৰি কাৰুভিৰণং দ্বাৰেণ শাকংজনৈঃ। শাকে বেদ হয়ানিপাদ ধৰণী ৰুদ্ৰেশ্বৰস্যালয়ে।

মহাদেৱৰ চৰণ কমলাৰ মধুপায়ী শ্ৰীৰুদ্ৰসিংহ মহাৰাজে, ৰূপেৰে কামদেৱ, নীতিত বৃহস্পতি, বলেৰে ইন্দ্ৰ, পৃথিৱীৰ কল্পতৰু, চন্দ্ৰকিৰণৰ নিৰ্ম্মল যশস্বী বীৰৰ ভিতৰত অগ্ৰগণ্য আৰু ৰজাবিলাকৰ ভিতৰতো শ্ৰেষ্ঠ আছিল।

তেওঁৰ পুত্ৰ প্ৰমত্তসিংহ মহাৰাজ প্ৰতাপত সূৰ্য্য, ধৰ্ম্মকাৰ্য্যত সমুদ্ৰ, ৰজাবিলাকৰ ভিতৰত পুজনীয়, শৰৎচন্দ্ৰকো জয় কৰিব পৰা যশস্যাশালী, ৰূপেৰেও কামদেৱক জয় কৰিব পৰা আছিল।

তেওঁৰ আদেশ অনুসাৰে মাননীয় ডেকা দুৱৰা নামেৰে এজন মহামন্ত্ৰীয়ে অনেক মিস্ত্ৰীৰ হতুৱাই ১৬৭৪ শকত এই ৰুদ্ৰেশ্বৰ দেৱালয়ৰ মঠটি কৰাইছিল।

কিন্তু, ডেকা দুৱৰা জন কোন আছিল, এতিয়া আমি বহুত বিচাৰিও স্থিৰ কৰিব পৰা নাই। আমি আশাকৰোঁ, কাৰোবাৰ জনা থাকিলে আমাক জানিবলৈ দি বাধিত কৰিব। আসামৰ ৰুদ্ৰেশ্বৰ দেৱালয়ৰ দৰে শুৱনী মঠ নাছিল। মঠটি কৰ্দ্দৈশিৰীয়া আৰু তাৰ তলতো তলাতল নামেৰে এটি ঘৰ আছিল, অৰ্থাৎ বহুত কঁঠৰী আৰু সুন্দৰকৈ ইটাৰে বন্ধোৱা এটি বাট আছিল। সেই বাটটিৰেই তলে-তলে মঠটি প্ৰদক্ষিণ কৰিব পাৰি। এতিয়া দেৱালয়ৰ শত্ৰু কালাপাহাৰৰ দৰে চকুটোকা, দেশত হৈ-চৈ লগোৱা মুঢ়াকন্ধ ভুঁইকঁপ, তিয়াঁজ্বৰৰ দৰে কঁপাই ২ "কম্প" সাৰ্থক কৰি সকলো সৌন্দৰ্য্যকে লোপ কৰিলে। এতিয়া মাথোন ইটা কেইচটিমানহে মাটিত পৰি আছে। দেৱালয়ৰ দলৈয়ে আন একো উপায় কৰিব নোৱাৰি মঠৰ ওচৰতে এটি সাধাৰণকৈ খেৰীঘৰ বন্ধাই তাতে তেনেই ৰুদ্ৰেশ্বৰৰ মান ৰাখিছে।

ৰুদ্ৰেশ্বৰ দেৱালয় খনি আগৰ অৱস্থাৰে তুলনা কৰিব্ধ চাবলৈ গলে, মনত নানা ভাব উপজি গাত চোৰাতে ডকা দিয়ে। কিয়নো, এসময়ত আমাৰ আসামৰো অৱস্থা এনেকুৱা জাকজমকীয়া আছিল। এতিয়া ইটাৰ বান্ধ খহি মঠৰ সৌন্দৰ্য্য লোপ হৈ, ইটা কেইচটা পৰি থকাৰ দৰে আমাৰো ভিতৰুৱা একতা-বান্ধ খহি নামত হে ডাঙ্গৰীয়াসকল পৰি আছে। যি হক, সময় সোঁতত মাউৰা লৰাক জগতত পালন কৰা সংখ্যা নিচেই কম হলেও, কেতিয়াবা কোনো মহৎ লোকসকলৰ কৃপাদৃষ্টি পৰি ঠন ধৰাৰ আশাতেই আজিলৈকো আমি আশাৰ পদুলিলৈ চাবলৈ এৰা নাই।

—শ্ৰীউমাদেৱ গোস্বামী।

## "বি-এ জগন্নাথ"।

কিয় দেখোঁ আজি আন্ধাৰ আসাম
আকাশ মেঘেৰে ছতা;
উঠিছে কিয়বা হাহাকাৰ ধ্বনি
গাইছে শোকৰ গীতা?

নিমাত কিয়বা অসমীয়া আজি,
বেজাৰত তলমুৰা;
অনাই বনাই ফুৰিছে কিয়বা
ভুকুৱাই মুৰ হিয়া?

বংশ গুৰিয়াল হেৰুৱাই যেনে
শোকৰ নেথাকে পাৰ;
তদ্ৰূপ সিদশা মিলিছে কিয়বা
ভাগ্যে আজি ইসবাৰ?
জোতা, ছাতি, লাঠি পৰিহাৰ কৰি,
ছাত্ৰশলীয়া সৱে,
ফুৰিছে কিয়বা, বেজাৰ মনেৰে
নিমাসিত প্ৰাণী ভাৱে?
সকলো ঠাইতে বেজাৰৰ মেলে
তোলে শোক-হেন্দোলনি,
আমন-জিমনে, বহি কত জনে
আছে কিবা ভাবি গুণি।
বুজিলোঁ ইবাৰ শোকৰ কাৰণ,
মানিলো প্ৰত্যয় তাত,
বিন্ধিলে সবাকে এক তীক্ষ্ণ-শেলে
বাধিলে সবাৰো মাত।
নাই আজি হায়, অসম মাতৃৰ
অতি আদৰৰ ধন;
যাক আকোৱালি ৰাখিছিল ধৰি
আনন্দে বুৰাই মন।
কিন্তু কেনে হায়, নিদাৰুণ কাল
কেনে (তাৰ) নিদাৰুণ মতি?
একেটি সন্তান তাকো নিলে কাঢ়ি
নেভাবি মাতৃৰ গতি।
নাই আজি আৰু "বি-এ জগন্নাথ"
দুখুনীৰ আশা-ধন;
লভিলে নিৰ্ব্বাণ, আকালত তেওঁ
বিদাৰি মাতৃৰ প্ৰাণ।
"হলাঁ স্বৰ্গগামী বান্ধি যশ-দ'ল,
চৰিত্ৰ চানেকী থই,
নিজ বুদ্ধি বলে সুনাম তোমাৰ
জ্বলালাঁ ৰাঙলি কই।
কোনটো সতেৰে গলাঁ কিন্তু এৰি,
নকৰি আমালৈ কাণ;
আঁতৰি এতিয়া শুনিছোঁ নীৰলে,
আসামৰ শোক-গান।
দুখুনী মাতৃয়ে গুণী-মানী পুত্ৰ
লভিছিল তোমাকেহে;
তাকে যদি নিয়ে অকালত হৰি,
ভাবাঁ, কিনো সতে সহে!
দেশ-দেশান্তৰে ভ্ৰমিলা বিস্তৰ
নকৰি দুখলৈ কাণ;
স্বাৰ্থ সিদ্ধি লগে, জাতি অৰ্থ সাধি
বিলালাঁ সাজ জ্ঞান।
স্বাধীন ভাবত কটালা সুখেৰে,
ৰাখিলা উজ্জ্বল নাম;
যাৰ চানেকীৰে জাতি ভাই সৱে
সাধিব অশেষ কাম।
ত্যজি পাপ-পুৰি হলাঁ অন্তৰ্দ্ধান
সাৰিলা সংসাৰ হাত;
কিন্তু তোমা বিনে আজি সমাজত
নোলায় সাহৰ মাত।
জনম দুখুনী চিৰ পৰাধিনী
সুখ-শান্তি নাই লেশ;
ইহেন কঠোৰ যন্ত্ৰণাৰ ভাব
হব কোন কালে শেষ।
পুত্ৰৰ আশ্ৰয় বিহীনা অসম
দুখুনী জনম ভূমি!
অতনা বিলাই নিলগ চকুৰে
কি সতে চাইছা তুমি?
হলাঁ তুমি আৰ মানবী চকুৰ
লভিলা অনন্ত সুখ;
কিন্তু সকলোৱে তোমা বিনে আজি,
প্ৰকাশে অনন্ত দুখ।
তৱ কীৰ্ত্তি ৰাশি ঘোষিব আসামে
চন্দ্ৰ-সূৰ্য্য থাকে মানে;
তোমাৰ চানেকী লবলই সৱে
আগুৱাব প্ৰাণপণে।

—শ্ৰীগিৰীশচন্দ্ৰ শৰ্ম্মা।

# কছাৰি ৰজা।

(৩০১ পিঠিৰ পাচৰপৰা।)

তাম্ৰধ্বজ।— ১৭০২ খৃষ্টাব্দত তাম্ৰধ্বজ কছাৰি ৰাজপাটত উঠে। এওঁ ৰজা হৈয়ে অহম ৰজাৰ অধীনতা অস্বীকাৰ কৰি, নিজে স্বাধীন ৰজা বুলি ঘোষণা কৰিলে। এই কথাত কুপিত হৈ, মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে ৭০০০০ সেনাৰে সৈতে বৰবৰুৱা আৰু পানী ফুকনৰ দ্বাৰাই ক্ৰমে ধনশিৰী আৰু কপিলী উপত্যাকাই দি কছাৰি ৰাজ্য দুফালৰপৰা আক্ৰমণ কৰালে। তাম্ৰধ্বজ এই আক্ৰমণ সহিব নোৱাৰি খাচপুৰলৈ পলাই গল, আৰু কছাৰি নগৰ মায়বং বা কীৰ্ত্তিপুৰ অহম সেনাপতিৰ হস্তগত হল। তাৰ পাচত, তাম্ৰধ্বজে জয়ন্তীয়াৰ ৰজা ৰামসিংহৰ ওচৰত সহায় ভিক্ষা কৰিলে। ৰামসিংহই সহায় কৰিবলৈ উদ্যত হওঁতেই, কছাৰি ৰাজ্যত জ্বৰ, গ্ৰহণী আদি ব্যাধিৰ উৎপাত হোৱাত, মায়বং নষ্ট কৰি অহম ফৌজ গুচি আহিল। তাম্ৰধ্বজে এই সংবাদ পাই, ৰামসিংহৰ সহায় অগ্ৰাহ্য কৰি পঠিয়ালে। পিচে, তাম্ৰধ্বজৰ এনে আচৰণে নিজৰ দুৰ্ব্বলতা হে প্ৰকাশ কৰাত, জয়ন্তীয়া ৰজাই কছাৰি ৰাজ্য চামিল কৰি লবৰ অভিপ্ৰায়ে তাম্ৰধ্বজক বন্দী কৰাই নিলে। এই অৱস্থাত নিৰুপায় হৈ তাম্ৰধ্বজে তলে তলে অহম ৰজাৰ ওচৰত শৰণাগত হৈ উদ্ধাৰৰ প্ৰাৰ্থনা জনালে। ৰুদ্ৰসিংহ স্বৰ্গদেৱে সেই মতে তাম্ৰধ্বজক এৰি দিবৰ কাৰণ জয়ন্তীয়া ৰজাক জনালে। কিন্তু, ৰামসিংহে সেই অনুৰোধ সদৰ্পে দলিয়াই পেলালে। ইয়াতে অপমান বোধ কৰি, ৰুদ্ৰসিংহ স্বৰ্গদেৱে ৰামসিংহক আক্ৰমণ কৰি, ১৭০৮ খৃষ্টাব্দত জয়ন্তীয়া পুৰ অধিকাৰ কৰিলে। তাৰ পাচত, বিশ্বনাথত দৰবাৰ পাতি, তালৈকে তাম্ৰধ্বজক অনাই যথা নিয়মে শৰণাগত কৰি ৰুদ্ৰসিংহ স্বৰ্গদেৱে তেওঁক মায়বঙ্গত পুনঃ ৰজা পাতিলে। কিন্তু, অলপ দিনৰ পাচতে টান নৰিয়াত পৰি তাম্ৰধ্বজৰ মৃত্যু হল।

সন্ধিকাৰী।— শূৰদৰ্পনাৰায়ণৰ পাচত হৰিশ্চন্দ্ৰনাৰায়ণ, কীৰ্ত্তিচন্দ্ৰনাৰায়ণ প্ৰভৃতি কেইজনমান ৰজাই দুকুৰিমান বছৰ ৰাজত্ব কৰাৰ পাচত, সন্ধিকাৰী নামে এজন ৰজা কছাৰি ৰাজপাটত প্ৰতাপী হৈ উঠে। পূৰ্ব্বৰ নিয়মমতে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে নিজৰ নগৰলৈ মাতি পঠিওৱাত সন্ধিকাৰীয়ে সদৰ্পে অহম কটকীক দেখি পঠিয়ালে। এই কথাত কুপিত হৈ, স্বৰ্গদেৱে বৰবৰুৱাক সসৈন্যে পঠিয়াই সন্ধিকাৰীক ধৰাই আনিলে। পিচে, কাকুতি-মিনতি কৰি অহম ৰজাৰ শৰণাগত হোৱাত তেওঁক আকৌ এৰি দিয়া হল। কিন্তু ইয়াৰ পাচত, তেওঁ বহুকাল ৰাজত্ব কৰিবলৈ নেপালে; ১৭৭১ খৃষ্টাব্দত হৰিশ্চন্দ্ৰ ভূপতি নামে এজন তেওঁৰ ঠাইত ৰজা হল।

কৃষ্ণচন্দ্ৰ।— ১৭৮৫ খৃষ্টাব্দত হৰিশ্চন্দ্ৰ ভূপতিক ভাঙ্গি কৃষ্ণচন্দ্ৰ কছাৰি ৰজা হয়। এওঁ ৰাজ্যভাৰ গ্ৰহণ কৰিয়েই, ভায়েক গোবিন্দচন্দ্ৰৰ সৈতে যথা নিয়মে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰে। ৰজা কৃষ্ণচন্দ্ৰৰ ৰাজত্বতে মোৱামৰীয়া আৰু অহম বিদ্ৰোহী প্ৰজা কিছুমানে কছাৰি ৰাজ্যত আশ্ৰয় লৈছিলহি। স্বৰ্গদেৱ কমলেশ্বৰ সিংহই সেই ৰাজদ্ৰোহীবিলাকক ধৰি আনিবৰ কাৰণ সেনা পাচিলে। কিন্তু, কৃষ্ণচন্দ্ৰই তাত অমান্তি হল। এই কথাত অহম ৰজাই আকৌ কছাৰি ৰাজ্য আক্ৰমণ কৰিব লগা হয়। এই কছাৰি ৰণ ১৮০৩ ৰ পৰা ১৮০৫ খৃষ্টাব্দলৈকে চলাৰ পাচত কছাৰি ৰজাক পৰাস্ত কৰি অহম ৰজাই ৰাজদ্ৰোহীবিলাকক ধৰাই আনি শাস্তি দিলেহি। ইয়াৰ আঁঠ বছৰৰ পাচত, ১৮১৩ খৃষ্টাব্দত কৃষ্ণচন্দ্ৰ ৰজাৰ মৃত্যু হয়।

গোবিন্দচন্দ্ৰ।— কৃষ্ণচন্দ্ৰৰ মৃত্যুৰ পাচত ভায়েক গোবিন্দচন্দ্ৰই কছাৰি ৰাজপাট লাভ কৰে। এওঁৰ ৰাজত্বৰ আৰম্ভণতে কহিধন নামে এজন কৰ্ম্মচাৰীয়ে বিদ্ৰোহ উপস্থিত কৰে। কহিধন কৃষ্ণচন্দ্ৰ ৰজাই পতা এজন বিষয়া। এওঁ কছাৰি ৰাজ্যৰ উত্তৰ ভাগ ৰাজপ্ৰতিনিধি স্বৰূপে শাসন কৰিছিল। গোবিন্দচন্দ্ৰই বহু প্ৰবন্ধে এই বিদ্ৰোহ থমাই কহিধনক বধ কৰিলে। কিন্তু, তাৰ পাচত আকৌ কহিধনৰ পুত্ৰ তুলাৰাম সেনাপতিয়ে কছাৰি ৰাজ্যৰ উত্তৰাংশত অধিকাৰ চলাই বিদ্ৰোহ চলাবলৈ ধৰিলে। এনে বিপদৰ উপৰি, মণিপুৰৰ মাৰ্জ্জিৎসিংহৰ আক্ৰমণ পৰিলেহি। গোবিন্দচন্দ্ৰই নিৰুপায়ত পৰি মণিপুৰৰ নিৰ্ব্বাসিত ৰজা চৌৰজিৎসিংহৰ সহায় গ্ৰহণ কৰিলে। কিন্তু, এওঁ মাৰ্জ্জিৎসিংহৰে সৈতে লগ লাগি কছাৰি ৰাজ্যৰ এক অংশৰ অধিপতি হল। তাৰ পিচৰ বছৰত গম্ভীৰসিং নামে আৰু এজন মণিপুৰী কুটুম্ব আহি লগ লাগিল। এইদৰে কাছাৰ দেশৰ বা কছাৰি ৰাজ্য প্ৰকৃতপক্ষে মণিপুৰী কোঁৱৰৰ অধিকাৰত পৰিল, কছাৰি ৰজা গোবিন্দচন্দ্ৰলৈ ৰাজ্যৰ ভাগ একো নেথাকিল। সবশেহত গোবিন্দচন্দ্ৰই ব্ৰহ্মাৰ ৰজাৰ ওচৰত সহায় প্ৰাৰ্থনা কৰিলে। ব্ৰহ্মা ৰজাই সেই মতে কছাৰি ৰজাক সহায় কৰিবলৈ সৈন্যবল পঠিয়ালে। এই কথাৰ

সম্ভেদ পাই বৃটিছ গৱৰ্ণমেণ্টে ব্ৰহ্মা ৰজাৰ উদ্দেশ্যৰ বিৰুদ্ধে যুগুত ব্যৱস্থা কৰিবৰ নিমিত্তে গম্ভীৰসিংহলৈ উপদেশ দি পঠিয়ালে। কিন্তু, তেওঁ বৃটিছ ৰাজৰ পৰামৰ্শ গ্ৰহণ নকৰি তলে-তলে ব্ৰহ্মা ৰজাৰ সেনাপতিৰে সৈতে সন্ধি পাতি কছাৰি ৰাজ্য ভগাই লবলৈ কাৰবাৰ কৰিলে। এই কথাত বৃটিছ গৱৰ্ণমেণ্ট অসন্তুষ্ট হৈ এই গণ্ডগোলৰ মাজত ইচ্ছা কৰি সোমাল। আৰু, যেতিয়া ব্ৰহ্মা ৰজাৰ সেনাদল বা মানবিলাক ৰণত ঘাটি উলটিবলৈ বাধ্য হল, তেতিয়া গম্ভীৰ সিংহক ৰাজ্য- ভোগৰপৰা বঞ্চিত কৰি বৃটিছ গৱৰ্ণমেণ্টে গোবিন্দচন্দ্ৰক আকৌ কছাৰি ৰাজ্যত ৰজা পাতে। ইমানতো গোবিন্দচন্দ্ৰৰ অশান্তিৰ অন্ত নপৰিল; তুলাৰাম সেনাপতিয়ে পুনঃ বিদ্ৰোহ তুলি নানা উৎপাত লগাবলৈ ধৰিলে। সৰ্বশেহত, বৃটীচ্ ৰাজৰ সু-পৰামৰ্শ মতে চলি, গোবিন্দচন্দ্ৰই তাৰপৰা একপ্ৰকাৰ মুক্তি লাভ কৰিছিল; কিন্তু তেওঁৰ ৰাজত্বৰ শেহছোৱাত তেওঁ অত্যন্ত প্ৰজাপীড়ক হৈ উঠিছিল। সেই আপাহতে এটা মণিপুৰীয়ে ছেগ চাই খৃঃ ১৮৩০ চনত তেওঁৰ প্ৰাণ ললে। গোবিন্দচন্দ্ৰ কছাৰি বংশৰ শেহ ৰজা। এওঁ অপুত্ৰক আছিল। গতিকে, এওঁৰ মৰণৰ পাচত, ১৮৩২ খৃঃ চনত বৃটীচ্ গৱৰ্ণমেণ্টে কাছাৰ বা কছাৰি ৰাজ্য একেবাৰে নিজৰ খাচ দখলৰ ভিতৰ কৰি লয়। প্ৰথমতে, কাছাৰ জিলা আসাম কমিচনাৰৰ অধীনে এজন বৃটিছ চুপাৰিণ্টেনডেণ্টৰ শাসনত ৰখা হৈছিল, তাৰ পাচত, ১৮৩৬ খৃষ্টাব্দত ইয়াক ঢাকা বিভাগৰ লগত চামিল কৰি এজন ডেপুটী কমিচনাৰৰ শাসনাধীনত ৰখা হল।

তুলাৰাম সেনাপতি।— কহিধনৰ মৃত্যুৰ পাচতো পুতেক তুলাৰাম সেনাপতিয়ে কছাৰি ৰাজ্যৰ উত্তৰাংশৰ অধিপতি হৈ, ৰজা গোবিন্দচন্দ্ৰৰ ওপৰত নানা উৎপাত লগাবলৈ ধৰিলে। তুলাৰাম এজন বৰ উচ্চাকাঙ্ক্ষী, বুদ্ধিমান অৰু বাহুবলী পুৰুষ আছিল। অকল বিদ্ৰোহ ঘটাই উদ্দেশ্য সিদ্ধি কৰিব নোৱাৰা যেন দেখি, তেওঁ গোবিন্দচন্দ্ৰৰপৰা কছাৰি ৰাজপাট একেবাৰে কাঢ়ি লবলৈ মনস্থ কৰিলে। সেই অৰ্থে, তেওঁ ১৮২৮ খৃষ্টাব্দত গোবিন্দৰাম নামে ভতিজাকক এজাক তেজী ৰণুৱাৰ সেনাপতি পাতি গোবিন্দচন্দ্ৰৰ নগৰ আক্ৰমণ কৰিবলৈ পঠিয়ালে। কিন্তু, গোবিন্দৰামে গোবিন্দচন্দ্ৰৰ ফৌজক ঘটাই উঠি উলটি দদায়েক তুলাৰামৰ বিৰুদ্ধে উঠিল। হঠাৎ এনে আত্মা বিদ্ৰোহ সহিব নোৱাৰি তুলাৰাম জয়ন্তীয়ালৈ পলাল। কিন্তু, ঘূৰি বছৰতে ১৮২৯ খৃষ্টাব্দত তেওঁ মণিপুৰী কোঁৱৰ গম্ভীৰসিংহৰ সহায় লৈ, তেওঁৰ অকৃতজ্ঞ ভতিজাকক আক্ৰমণ কৰিলেহি। গোবিন্দৰামে এই আক্ৰমণ সহিব নোৱাৰি ধৰমপুৰলৈ পলাই গৈ গোবিন্দচন্দ্ৰৰ লগত যোগ দিলেগৈ। এনে অৱস্থাত তুলাৰাম সেনাপতি উত্তৰ কাছাৰৰ স্বাধীন অধিপতি বুলি মানি তেওঁক শান্ত কৰিবৰ নিমিত্তে বৃটিছ কৰ্ম্মচাৰী ডেভিচ স্কট চাহাবে গোবিন্দচন্দ্ৰ উপদেশ দিয়ে। কিন্তু, তেওঁ সেই পৰামৰ্শ নোলোৱাত, পুনঃ পুনঃ তুলাৰাম সেনাপতিৰ উৎপাত সহিব লগাত পৰিল। গোবিন্দচন্দ্ৰৰ মৰণলৈকে তুলাৰামে নিজৰ পৰাক্ৰমেৰে তেওঁক অস্থিৰ কৰি ৰাখিছিল। গোবিন্দচন্দ্ৰক অপুত্ৰক অৱস্থাত মৃত্যু হোৱাত, তুলাৰাম সেনাপতিয়ে কছাৰি ৰাজপাটলৈ স্বত্ব আগ বঢ়াইছিল, কিন্তু তেওঁ কছাৰি ৰাজবংশী নোহোৱাৰ গতিকে বৃটিছ গৱৰ্ণমেণ্টে তেওঁৰ প্ৰাৰ্থনা গ্ৰাহ্য নকৰিলে। তথাপি, তেওঁক ৰজা খিতাপ নিদিলে যদিও, গোবিন্দচন্দ্ৰৰ দিনত ভোগ কৰা ৰাজ্যাংশৰে তেওঁক অধিকাৰী বা জমিদাৰ পতা হল। তেওঁৰ অধিকাৰ দক্ষিণে মহুৰ নৈ, আৰু নাগাপাহাৰ, উত্তৰে যমুনা আৰু দৈয়াং নৈ, পুবে ধনশিৰী নৈ, আৰু পছিমে দৈয়াং নৈ এই চতুঃসীমাৰ ভিতৰ আছিল। এই বাবে তেওঁ বৃটীচ্ ৰাজক প্ৰথমে বছৰি ৪টা হাতীৰ দাঁত শোধাবলৈ গাত লৈছিল, কিন্তু পাচলৈ ৪৯০ টকা নগদ কৰ শোধাইছিল।

# কৰ্ম্ম।

ওখ ঠাইত উঠিবলৈ যেনে এটা অৱলম্বন লাগে, উন্নতি কৰিবলৈও তেনে এটা অৱলম্বন লাগে। কেবল বিদ্যা-বুদ্ধি উপাৰ্জ্জন কৰি বহি থাকিলে জীৱনত উন্নতি সাধিব নোৱাৰি। বিদ্যা-বুদ্ধি উন্নতিৰ আহিলা সঁচা, কিন্তু সেইবোৰ উন্নতিৰ অৱলম্বন নহয়, উন্নতিৰ অৱলম্বন কৰ্ম্ম। মানুহে কৰ্ম্মৰ আলম লৈ নীচতম অৱস্থাৰপৰা উধাই গৈ উচ্চতম অৱস্থাত আৰোহণ কৰে। কৰ্ম্ম নহলে তীক্ষ্ণ বুদ্ধি বা উগ্ৰ বিদ্যা সকলো নিষ্ফল হয়। কিন্তু, সকলো কৰ্ম্মই সকলো মানুহৰ উন্নতিৰ অৱলম্বন হব নোৱাৰে; মানুহেপতি কৰ্ম্ম বেলেগ বেলেগ। যাৰ যি কৰ্ম্মত ৰুচি সি সেই কৰ্ম্ম বাছি লোৱা উচিত। কৰ্ম্ম বাছনি উজু নহয়। কৰ্ম্ম বাছি লব নজনাৰ নিমিত্তে অনেকে সংসাৰত জীৱন সাফল্য কৰিবলৈ অসমৰ্থ হয় আৰু এটা কৰ্ম্ম এৰি আন এটা গ্ৰহণ কৰিবলৈ বাধ্য হয়। বাছনি সম্বন্ধে নিজৰ মনেই মঙ্গল, অৰ্থাৎ যি কামটো নিজৰ মনত ভাল লাগে তাকেই উন্নতিৰ অৱলম্বন কৰি গ্ৰহণ কৰা

উচিত। সচৰাচৰ দেখা যায় যে, একোজন মানুহৰ কোনো এটা বিশেষ কৰ্ম্মত ৰতি থাকে। সেই কৰ্ম্ম সি কৰিবলৈ ভাল পায় আৰু অপ্ৰয়াসে কৰিবও পাৰে। আকৌ, কোনো কোনো কৰ্ম্ম অহো পুৰুষাৰ্থ কৰিও সি ভালকৈ কৰিব নোৱাৰে। পিচে, সি ভুলত বা ভ্ৰান্তিত পোনৰ বিধ এৰি শেহৰ বিধ কৰ্ম্ম গ্ৰহণ কৰে, তেনেহলে সংসাৰত উদগতি কৰা তাৰ পক্ষে অৱশ্যে কঠিন হব। এতেকে, যি কামৰ প্ৰতি তোমাৰ ৰাপ থাকে, তুমি সেই কামৰ ব্যৱসায় হে লোৱা উচিত। যাৰ কৃষিৰ প্ৰতি ৰাপ সি কৃষি বৃত্তি, যাৰ বেপাৰৰ প্ৰতি ৰাপ সি বেপাৰ আৰু যাৰ ৰাজঘৰীয়া বিষয়ৰ প্ৰতি ৰাপ সি বিষয় গ্ৰহণ কৰা যুগুত। কৃষি প্ৰিয় লোকে বিষয়, বা বিষয় প্ৰিয় লোকে কৃষি গ্ৰহণ কৰিলে অসঙ্গত অৱলম্বনৰ আশ্ৰয় লোৱা হয়। সৰহ লাভৰ আশাত মনে নধৰা বৃত্তি অৱলম্বন কৰিলে মানুহে তাত কেতিয়াও উন্নতি সাধিব নোৱাৰে। ঘূৰণীয়া ফুটাত চুকীয়া ঠিলাই কদাপি খাপ খাই নধৰে। যি কৰ্ম্মৰ ফলত তোমাৰ স্পৃহা নাই, তাক বৃত্তি কৰি গ্ৰহণ কৰা উচিত নহয়। খাবলৈ মন নোযোৱা বস্তু খালে যেনে উদৰাময় উপস্থিত হয়, সেইদৰে কৰিবলৈ মন নোযোৱা কৰ্ম্ম কৰিব খুজিলে মনত অশ্ৰদ্ধা উপস্থিত হয়। গতিকে, কৰ্ম্মও সুসিদ্ধ নহয়। ভাল চিত্ৰকৰ হলে যি গৌৰৱ আছে, সেই গৌৰৱৰ প্ৰতি যাৰ হেঁপাহ নাই, সি চিত্ৰকৰ হবলৈ যত্ন কৰা নিতান্ত অযুগুত।

সংসাৰত মানুহ বোলাবলৈ আৰু সুখেৰে জীৱন কটাবলৈ ধনৰ প্ৰয়োজন হয়। বিনা ধনে সম্পদ লাভ নহয়। যি ধনৰ দুখীয়া সি মান-মৰ্য্যাদা সকলোতে দুখীয়া। সি আনৰ উপকাৰ কৰি গৌৰৱ লাভ কৰক চাৰি নিজেই অশেষ কষ্টেৰে জীৱন যাপন কৰে। এতেকে, ব্যৱসায় গ্ৰহণ কৰোতে অৰ্থকৰী ব্যৱসায় গ্ৰহণ কৰিব লাগে। ধন উপাৰ্জ্জন স্বয়ং এটা শিক্ষাৰ বিষয় নহয়। ই বিদ্যা আৰু ব্যৱসায়ৰ অনুগামী। বিদ্যাৱন্ত মানুহে বুদ্ধি প্ৰয়োগ কৰি ব্যৱসায় চালনা কৰিলে ধন হয়। ধন কেৱল কৰ্ম্মৰ ফল, কৰ্ম্ম কৰ্ষণ কৰিলেই তাৰ ধন ৰূপ গুটি ধৰে।

বাণিজ্য, কৃষি আৰু ৰাজঘৰীয়া বিষয় এই তিনি শ্ৰেণীৰ অন্তৰ্গত সকলোবোৰ বৃত্তি অৰ্থকৰী। অৰ্থকৰী বৃত্তিবোৰৰ ভিতৰত কিছুমান উত্তম আৰু কিছুমান অধম আছে। অধম বিধৰ বৃত্তি পাৰিত পক্ষে অৱলম্বন কৰা উচিত নহয়। অধম বৃত্তি নীচ কৰ্ম্মৰ নেতা। নীচ কৰ্ম্ম কৰি অৰ্ব্বুদ অৰ্থ ঘটিলেও তাত পুৰুষালি নাই, আৰু নিজৰো নিৰ্ম্মল সন্তোষ নোপজে। আওৱটীয়া ধনতকৈ দাৰিদ্ৰ্য শত গুণে উত্তম। অধম বৃত্তি কোনবোৰ আৰু উত্তম বৃত্তি কোনবোৰ তাৰ এটা-এটাকৈ লেখ দিয়াৰ সকাম নাই। কেৱল মুঠতে ইয়াক জানিলেই হয় যে, যি বৃত্তি চালনা কৰোঁতে নীচ বা নিষ্ঠুৰ কাম কৰিব নেলাগে সেই বৃত্তি উত্তম। ফটিকাৰ বেপাৰ এটা অধম বৃত্তি। ফটিকা ব্যৱহাৰ কৰি মানুহ বলিয়া হয় আৰু নানা অপকৰ্ম্ম কৰে। ফটিকাৰ দোষত সমাজৰ অৱনতি হয়। এতেকে, তেনে ফটিকা মানুহক বিলাই দিয়া এটা নীচ কৰ্ম্ম। যি বৃত্তিত এনেকুৱা নীচ কৰ্ম্ম, যি বৃত্তিত নীচ কৰ্ম্ম কৰিব লাগে, সেই বৃত্তি অধম। আফিং আৰু ভাঙ্গো সমাজৰ অহিতকৰ বস্তু। এতেকে, সিহঁতৰ বেপাৰ বা খেতি কৰাও অধম বৃত্তি। যি বৃত্তিৰ পৰা সমাজৰ উপকাৰ সাধিত হয় তেনে বৃত্তিহে গ্ৰহণ কৰা উচিত।

আজিকালি ভাৰতত স্বতন্ত্ৰীয়া বৃত্তিৰ প্ৰতি মানুহৰ শ্ৰদ্ধা নাই। স্বতন্ত্ৰীয়া বৃত্তি চালনা কৰিলে মান বা গৌৰৱ নাই বুলি বিবেচনা কৰে। বৰ্ত্তমান পুৰুষৰ মানুহবিলাকে ৰাজঘৰীয়া বিষয়কেই বৃত্তিৰ ভিতৰত শ্ৰেষ্ঠ বৃত্তি বুলি ধৰে। সেই নিমিত্তে শিক্ষিত মানুহ আটাইবিলাকেই ৰাজঘৰীয়া বিষয় বিচাৰে। স্বতন্ত্ৰীয়া বৃত্তি সকলো বোৰ অশিক্ষিত মানুহৰ হাতত। অশিক্ষিত মানুহৰ বুদ্ধি কম। সিহঁতে পুৰণি উপায়ত বাজে কোনো কৰ্ম্মতে নতুন উপায় উদ্ভাৱন কৰিব নোৱাৰে। ভাৰতৰ কমাৰ, কুমাৰ, বাঢ়ৈ, খনিকৰ সকলোৱে অতীজৰ প্ৰণালীৰেই নিজ নিজ বৃত্তি চালনা কৰি আছে, সিহঁতৰ পিতৃ-পিতামহসকলে যেনেকুৱা বস্তু কৰিছিল সিহঁতেও তেনেকুৱা বস্তুহে কৰিব পাৰে; গঢ় সলাই চকুত লগা বস্তু কৰিবলৈ সিহঁতৰ সামৰ্থ্য নাই। ভাৰতৰ বাণিজ্যও অশিক্ষিত লোকৰ হাতত, কৃষিও অশিক্ষিত লোকৰ-হাতত সেই নিমিত্তে বাণিজ্য আৰু কৃষি উভয়ে আদিম অৱস্থাতেই আছে। সেইবোৰ বৃত্তি শিক্ষিত লোকৰ দ্বাৰা চলিত হোৱাহেঁতেন ইমান দিনে অৱশ্যে তাৰ উন্নতি হলহেতেন। সকলো কৰ্ম্মতে বিদ্যা-বুদ্ধি প্ৰয়োগ কৰিলে হে কৰ্ম্ম সুসিদ্ধ হয়। বৃত্তি চালনা কৰাটো বিদ্যা-বুদ্ধিৰ বিশেষ প্ৰয়োজন। যি দেশত বৃত্তিয়ে শিক্ষাৰ সাৰ পাইছে সেই দেশত বৃত্তিৰ উন্নতি হৈছে। ইউৰোপ আৰু আমেৰিকাত স্বাধীন বৃত্তি শিক্ষিত লোকৰ হাতত, সেই দেখি তাত বৃত্তিবোৰৰ উন্নতি হৈছে। প্ৰত্যেক বিষয়তে দিনে-দিনে নতুন কথা, প্ৰত্যেক বস্তুৰে দিনে দিনে নতুন ৰকম ওলাব লাগিছে। কালি যি আছিল

আজি সি নাই, তাক আন ৰকম গঢ় দি বেচি ধুনীয়া আৰু বেচি কাৰ্য্যকৰী কৰিছে। স্বতন্ত্ৰীয়া বৃত্তি চলাই মান যশস্যা বা খ্যাতি লভিব নোৱাৰি বুলি ভবাও ভুল। ইউৰোপ আমেৰিকাৰ দৃষ্টান্তলৈ চালেই সেই ভুল সংশোধিত হয়। এই দুই দেশত অনেক মানুহে স্বতন্ত্ৰীয়া বৃত্তি অৱলম্বন কৰি মান্যৱন্ত ধনৱন্ত আৰু খ্যাতিমন্ত হৈছে আৰু নৱ সমাজৰ মহৎ উপকাৰ সাধি যুগমীয়া কীৰ্ত্তি লাভ কৰিছে।

আনৰ অজ্ঞাত নতুন ৰকমৰ কোনো ব্যৱসায় উদ্ভাৱন কৰিব পাৰিলে ধন উপাৰ্জ্জন কৰ্ম্ম ঢিলা হয়। কিয়নো, সেই ব্যৱসায়ত অৰিয়া অৰি কৰোঁতা কেও নেথাকে, কিন্তু তেনে ব্যৱসায়ত বিপদ মিলাৰো শঙ্কা সৰহ। আশৈ নোপোৱা বৃত্তি অচিনাকি বাটৰ নিচিনা। তেনেকুৱা বৃত্তিৰ অভ্যুদয় লাভ হবও পাৰে, আৰু সঁচি বৃত্তি ক্ষয় হৈ দৈন্যত্ব লাভ হবও পাৰে। প্ৰচলিত বৃত্তিৰপৰা যেনে অচিৰে বিপুল ধন হোৱাৰ আশা নাই তেন্তে তাৰপৰা দৰিদ্ৰ হোৱাৰো আশঙ্কা নাই। চলিত ব্যৱসায় চিনাকী পথৰ তুল্য; তাত থকা সঙ্কটবোৰ সকলোৱে জানে, এতেকে, যি সেই ব্যৱসায়ত হাত দিয়ে সি আগেয়ে শঙ্কটত তৰিবৰ উপায় কৰি লব পাৰে। কিন্তু, নতুন ব্যৱসায়ৰ সন্ধি সঙ্কট কোনেও নেজানে, সেই দেখি তালৈ আগ ধৰি সাজু হোৱা অসম্ভৱ। এই নিমিত্তে নতুন বৃত্তিৰ আলস লোৱা কোনো কোনো লোক অচিৰে আধ্যৱন্ত হৈছে, আৰু কোনো লোকক অচিৰে উপান্ত হোৱাও দেখা যায়।

# ঁ বি-এ জগন্নাথ আৰু কৰ্ণেল বৰা।

ধনে-মানে, জ্ঞানে-গৌৰৱে কেইওপিনে আসাম দুখীয়া। চহকী হবলৈ, ধনী-মানী, জ্ঞানী-গৌৰৱী পুত্ৰ-সংখ্যা আসামৰ নাই। অতি বেজাৰৰ কথা যে, নোহোৱাৰ ভিতৰতে যি দুই-এটি উঠে, আসামৰ দুৰ্ভাগ্য গতিকে তাকো অকালত হেৰুৱাব লগা হয়! আগৰ দিনৰ কথাকে নকওঁ, চলিত শতাব্দীতে ডেৰ কুৰি বছৰ পাৰ হৈয়ে ঢুকুৱা ঁআনন্দৰাম ঢেঁকিয়াল ফুকনৰপৰা লেখ কৰি আনিলেই আসামৰ দুৰ্ভাগ্য ফটফটীয়াকৈ প্ৰকাশ পায়। জ্ঞান আৰু মানত জিলিকি উঠিয়েই মাৰ যোৱা সেই ফুকনৰ পাচতে, লক্ষ্মী আৰু সৰস্বতীৰ বৰ পুত্ৰ হৈ আসামৰ অঙ্ক শোভা কৰা ঁআনন্দৰাম বৰুৱা সেই দৰেই ডেৰ কুৰি বছৰ পাৰ হওঁতেই, অকালত কালৰ গৰাহত পৰিল! সিবিলাকৰ পাচত, আন্ধাৰ আসামক সাহিত্য-চৰ্চ্চাৰে পোহৰাই থকা ঁগুণাভিৰাম বৰুৱা, ঁহেমচন্দ্ৰ বৰুৱা, ঁলম্বোদৰ বৰা, ঁপানীন্দ্ৰনাথ গগৈ, ঁৰত্নেশ্বৰ মহন্ত, ঁকালীৰাম বৰুৱা প্ৰভৃতি প্ৰবীণ আৰু তৰুণ পুত্ৰই বৰ শঙ্কটৰ সময়ত অসম মাতৃৰ বুকু উদং কৰি আঁতৰ হ'ল। আছিলগৈ, আঙ্গুলিৰ আঁকলৈকো নাটনি-পৰা জনচেৰেক মাথোন। সেই চাৰিজনৰ ভিতৰতে ঁকৰ্ণেল ডাক্তৰ শিবৰাম বৰা আৰু ঁ ৰায় জগন্নাথ বৰুৱা বি-এ বাহাদুৰ সবাতকৈ ধনে-মানে, জ্ঞানে-গৌৰৱে আসামৰ দুটি উজ্জ্বল ৰত্ন জিলিকিছিল। কিন্তু আসামৰ কি দুৰ্দ্দশা, দুয়ো দুদিনৰ অগা-পিচাকৈ নিচেই অকালত আমাক কন্দুৱাই আঁতৰ হল! ইচ্ছাময়ৰ ইচ্ছাৰ আগত মূৰ দোৱাঁই, আমি এতিয়া স্বৰ্গীয় মহাত্মাসকলৰ সদগতি কামনা কৰিব লগা হল!

ঁজগন্নাথ বৰুৱা আৰু ঁ শিবৰাম বৰা অসমীয়াৰ ভিতৰত দুজন আপুনি হোৱা মানুহ (Self-made man)। ইবিলাকৰ আৰ্হি-জীৱন পাঠ কৰিলে দুৰ্ব্বল অসমীয়াই জাতীয় যুদ্ধত আগবাঢ়িবলৈ বিশেষ বল পাব। ঁবি-এ জগন্নাথে কেনেকৈ পোন-প্ৰথমে বি-এ পাচ কৰি আহি আসামত ৰজাঘৰীয়া বিষয়লৈ পিঠি দি আত্ম-নিৰ্ভৰ গুণেৰে স্বাধীন বৃত্তি অৱলম্বন কৰিলেহি, আৰু কেনেকৈ তেওঁ অধ্যৱসায় গুণেৰে দোপত-দোপে উধাই ধনী, মানী, আৰু যশস্বী হৈ জিলিকিছিল, তাক অসমীয়া সমাজে মন পাৰি পঢ়িব লগীয়া। আৰু , ঁ কৰ্ণেল বৰাই আসামৰ কি অৱস্থাত কেনে ভাৱে সুদুৰ দেশ বিলাতলৈ গৈ আত্মচেষ্টাৰ ফলে এজন প্ৰথম শ্ৰেণীৰ বৈদ্যপুৰুষ হৈ উঠিল, আৰু নিজৰ অধ্যৱসায় আৰু চৰিত্ৰৰ বলেৰে ৰজা আৰু ৰাইজ দুয়ো ফালৰপৰা অতি উচ্চ আদৰ-সন্মান লাভ কৰিছিল, তাক উঠি-অহা অসমীয়া সমাজে বিশেষ মনোযোগেৰে পাঠ কৰা উচিত। আমি আশা কৰোঁ, এই স্বৰ্গীয় মহাত্মা দুজনৰ গুণগ্ৰাহীসকলৰ যত্নত দুইৰো দুখনি জীৱন চৰিত সোনকালে পোহৰলৈ ওলাব।

# শোক-গীত।

ৰচনা — শ্ৰীযুত ৰাধানাথ ফুকন এম, এ।
সুৰ — শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

ভীম পলশ্ৰী — একতালা।
কত আৰু সহিম বিলাই,
জনম দুখিনী আতি মই।।
সু-পুত্ৰ যি এটি উঠে,
অভাগী অদৃষ্ট দোষে,
মাতৃ দুখে অভিমানে,
এৰি গুচি যায়।
এৰিলে আনন্দৰামে,
সিদিনা বৰুৱা হেমে,
বিদাৰিলে হিয়া মোৰ
ফাঁকি দি পলাই;
আজি আকৌ এৰিলে বৰাই।

—০—

ৰচনা— শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।
সুৰ —

বাগেশ্ৰী — আড়া ঠেকা
আসাম গৌৰৱ-ধন শিব বৰা কলৈ গলা।
ক্ষণজন্মা ৰূপে থাকি ক্ষন্তেকলৈ পোহৰালা।।
সুসভ্য সুদুৰ ফুৰি,
যতনে আনি বিচাৰি,
প্ৰথমে বিজ্ঞান জ্ঞান আসামত বিতৰিলা।
উদাৰ ভাবেৰে ভৰা,
সকলোৰে "প্ৰিয় বৰা"
দুখীয়া জনম ভূমি নাম তুমি জিলিকালা।।
ৰচনা — শ্ৰীপদ্মনাথ বৰুৱা।
সুৰ — শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।
পূৰবী — আড়া।
বাজে ক'ত আজি বীণা ৰিণিকি ৰিণিকি সুৰে।
সংসাৰ সিপাৰে কোনে জিলিকি জিলিকি উৰে।।
পৰিছে ইপাৰে জঁয়, শোকত সন্তোষ লয়,
মৃত্যু-মুখে যশ-তৰা ধিমিকি ধিমিকি ঘূৰে।
অসম আকশে আজি,—বিচ্ছেদ-ডাৱৰে ঢাকি—
"বি-এ জগন্নাথ" বিনে বিনাইছে চকু-লোৰে।
লক্ষ্মী-সৰস্বতী আই, একেলগে এৰি যায়,
অকালে এৰিলে দেখি জগ-ৰায়বাহাদুৰে।।

—

ৰচনা— শ্ৰীযুত ৰাধানাথ ফুকন এম.এ।
সুৰ—শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

পাহাৰী মিশ্ৰ—আড়া ঠেকা।
হাঁয় বি-এ-জগন্নাথ, চোৰাঁহি এবাৰ হে।
তোমাৰ বিহনে আজি আসাম এন্ধাৰ হে।।
তুমি আসামৰ প্ৰাণ,
আসাম তোমাৰ ধ্যান;
সৰ্ব্বজনে তুমি বিনে কৰে হাঁহাকাৰ হে।
নাই তুমি কোনে মাতে,
অজলা প্ৰজাৰ মাতে,
অজলা প্ৰজাৰ হকে,
এনে অসময়ে আজি কথা একেষাৰে হে।
ভাৰত-ঈশ্বৰে বাৰু,
কাক মাতি দিব আৰু
তোমাৰেহে যোগ্য সেই আসন তোমাৰ হে।
তোমাতে উদয় হল,
তোমাৰ লগতে গল,
এতে দিনে ভাগ্য ৰবি অস্ত আসামৰ হে।।

# নতুন গীত।

ৰচনা— শ্ৰীযুত পদ্মনাথ বৰুৱা।
সুৰ— শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

কানাড়া মিশ্ৰ— একতালা।
দেখি আকাশৰ ছবি ভাবোঁ বহি বহি
প্ৰাণ-সখী মোৰ গল এৰি।।
আমন-জিমন, জোনায় বয়ন,
দেখি মোৰ মন যায় উৰি।
কান্দো মনে-মনে, মাতোঁ ঘনে ঘনে,
ঘূৰি লগ ধৰোঁ কেনে কৰি;—
নেদেখি এতিয়া, বাজে মোৰ হিয়া,
থাকোঁ কিনো মতে প্ৰাণ ধৰি।।

—

ৰচনা— শ্ৰীযুত পদ্মনাথ বৰুৱা।
সুৰ— শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

বেহাগ—আড়া।
নাই হে নাই, উদাস যি প্ৰাণ
কি আছে তাৰ মোহ-মায়া।।
ভোগ-তৃষ্ণা, উলাহ-বিলাহ
সকলো হাঁয় মৰুৰ ছাঁয়া।

সংসাৰত থাকে বুলি,
নেধাৰে সি প্ৰেম ভুলি;
নেভাবে ক'ত পুত্ৰ ভাৰ্য্যা,
মজে লই আপোন কায়া।।

ৰচনা— শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী।
সুৰ— শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

বিহঙ্গৰা— জলদ তেতালা।
আজি ৰাতি কেনে জোনে হাঁহে চিকুণ।
ভুবন ভুলাই, তৰাৰ মুখঁ চাই,
ৰসে ঢলি, পৰে হলি,
ঢালি মন-প্ৰাণ প্ৰেমে মগন।।
বলিছে মলয়া, শীতল কৰি হিয়া,
হালিছে জালিছে ফুল কলি;
ভোমোৰা বলিয়া, পৰিমলে মতলীয়া,
উৰিব নোৱাৰি পৰে ঢলি।
মিলে প্ৰাণে প্ৰাণে প্ৰাণ,
দেখি জুৰুৱা নয়ন।।

—

ৰচনা— শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী।
সুৰ— শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

খাম্বাজ— কাওৱালী।
বিপদ ভয় ভঞ্জনকাৰী।
দিয়াহে শক্তি প্ৰভু, নিজ গুণে।
আমাৰ আজি এই উদ্দেশ ধৰি,
যাব পাৰোঁ যাতে দিনে আগবাঢ়ি,
বিয়লা-বিয়লি যাওঁ পাহৰি।

(দহটা সংখ্যাৰেই প্ৰথম বছৰৰ সামৰণি মাৰিছিল — সম্পাদক।)

# উষা

**দ্বিতীয় ভাগ** **প্ৰথম সংখ্যা**

### পুনৰুত্থান

অনন্তৰ পাচ-ধৰা অন্তহীন কাৰ্য্যগতি,
আৰম্ভণ সামৰণ ঘূৰি ঘূৰি জন্মৰীতি ;
মৰণতে জনমৰ হয় নিতে উতপন,
উষা সন্ধ্যা চিন তাৰ জিলিকিছে অভগন।

আহিল পুৱঁতী ৰাতি উষাৰ জাননী মেলি,
উদিল কৰ্ত্তব্য-ৰবি এলাহ আন্ধাৰ ঠেলি;
শুভক্ষণে শুভযাত্ৰা ধৰিছে দুনাই চোৱাঁ,
বুকুভৰা উছাহত দেশহিত ব্ৰত লোৱা।

হিয়াত উপচি পৰা উন্নতি আশাৰ ঢল,
পৃথিৱী ঢোৱাই কৰে দশোদিক তলবল;
আগবঢ়া জগতত কোনো নাই পাচ পৰি,
থকা নাই কানো আজি এলাহ সাবটি ধৰি।

দুপৰে জোৱাৰ তুলি জগতৰ মন-প্ৰাণ,
উচটাই নিব দাঙ্গি উন্নতিৰ কৰি গান ;
আলাসতে লক্ষ হিয়া যাব ক্ৰমে আগবাঢ়ি,
দুহাতে চপাব যত লাভালাভ কাচি পাৰি।

সন্ধিয়া সন্তোষ ৰবি বহিব যেতিয়া গই,
এফালে দিনৰ যত কৰ্ত্তব্য সামৰি থই ;
সংসাৰ বেহোৱা মৰে বহিব গণনা ধৰি,
লাভৰ ঘৰত কিবা পালে ৰত্ন যত্ন কৰি।

ইফালে যেতিয়া ৰাতি লাহে লাহে আহে চাপি,
সিফালে সজাগ কৰে সুৰুজে দিগন্ত ব্যাপি ;
পুৰণি ধৰণী ভাগে জিৰণিৰ পাটী পাৰে,
নতুন ভাগত নৰে পালে ব্ৰত থাকি সাৰে।

ইভাগে পুৱঁতী যেই, সিভাগে সন্ধিয়া চাপে,
উষা যাত্ৰা পুৰণিত নতুনে জিৰণি মাতে ;
মাৰ যোৱা আশা-ঢল দুনাই উছলি উঠে,
দিনৰ জাগ্ৰত ভাব সিফালে ক্ৰমাৎ টুটে।

ঘূৰি ঘূৰি আহে যায় জীৱনৰ ধ্ৰুবতৰা,
দিনে দিনে একে খেলা সৃষ্টি-পাতনিৰেপৰা ;
চলিছে ই সৃষ্টি-ৰীতি সৃষ্টিতে জনম লই,
মিলিব ই উচ্চ-নীতি সৃষ্টিৰ শেষত গই।

## সম্পাদকৰ শৰাই।

**আত্ম-কথা ঃ—** সুখে-দুখে আৰু ভালে-বেয়াই "উষা"ৰ প্ৰথম বছৰ পাৰ হল। সুখ-দুখৰ ভাগী আমি আৰু ভাল বেয়া বাছিবৰ গৰাকী আমাৰ গ্ৰাহক-পাঠকসকল। আৰম্ভণৰ অসুবিধাত বাজে, বছৰটোৰ আগ আৰু মাজ ছোৱাত "উষা"ৰ গাত বৰকৈ দুখ যোৱা নাই। এই দোছোৱাত কাৰ্য্যৰ স্বাভাৱিক গতি আৰু আমাৰ সাহায্য লাভত বিশেষ বিপৰ্য্যয় ঘটা নাছিল ; বিশেষ, আৰ্থিক সাহায্য লাভ সম্বন্ধে আমাৰ মাতিবলৈ কাৰণ নাই। পিচে, বছৰৰ শেহছোৱাত আমাৰ কাৰ্য্যৰ গতিত ভালেমান অপৰিহাৰ্য্য বিপৰ্য্যয় ঘটিল আৰু প্ৰবন্ধৰ সাহায্য লাভত আগ বা মাজছোৱাৰ দৰে "উষা"ৰ ভাগ্য প্ৰসন্ন নাছিল। গতিকে, সামৰণিত সময় ৰাখিব নোৱাৰি আমি বেজাৰ পাব লগা হল। এই গল আমাৰ সুখ-দুখৰ কথা। এতিয়া ভাল-বেয়া বাছনিৰ ভাৰ আমাৰ গ্ৰাহক-পাঠকসকলৰ গাত। এই সম্বন্ধে মাতিবলৈ আমাৰ এক্তিয়াৰ নাই। তথাপি, ভালৰ ভাগত সমুলি হাত দিব নোৱাৰিলেও, বেয়া ভাগৰ বিষয়ে আমি গম নোপোৱাকৈ থকা নাই। প্ৰথমে কৰা কাম আসোঁৱাহৰ হাত সৰাই সধাটো

যোগ্যজনৰ পক্ষে অসম্ভৱ নহলেও, আমালৈ সি উজু নহয় বুলি আমি স্বীকাৰ কৰো। এতেকে, নানা আসোঁৱাহ লগাই যে ৰাইজৰ ওচৰত অপৰাধী হোৱা নাই, সেইটোও আমি আশই মাতি কব নোৱাৰোঁ। কিন্তু, ইফালে যেনে দোষৰ সৃষ্টি, সিফালে তেনে ক্ষমাৰ আবিৰ্ভাব আছেই। ই ঈশ্বৰে বন্ধা নিয়ম। তাতে হে সাহ পাই আমি একেষাৰে কওঁ যে, গুণগ্ৰাহী গ্ৰাহক-পাঠকসকলে আমাৰ হেজাৰ দোষ এৰি কিঞ্চিৎ যি গুণ পায় তাক হে গ্ৰহণ কৰিব। আৰু, সেই বিশ্বাসত হে আজি আমি নতুন উৎসাহেৰে নতুন বছৰৰ কাৰ্য্য ক্ষেত্ৰত থিয় দিলোঁ।

— —

শলাগ।— ওপৰতে কোৱা হৈছে যে, আমি যোৱা বছৰৰ কাৰ্য্যত আৰ্থিক কষ্ট পোৱা নাই। কিন্তু মনত এই হে কষ্ট যে, ৰাইজৰপৰা এই বিষয়ত যেনে উৎসাহ-লাভ কৰা গৈছিল, দৈবদুৰ্ব্বিপাকত আমি তেনে কাম দিবলৈ অপাৰগ হ'লোঁ। আৰু প্ৰৱন্ধৰ যোগান দিয়াত সমান ধাৰেৰে সহায় পাব পৰা নাই বুলিও, আমাৰ জনচেৰেক জাতীয় সাহিত্য সেৱকৰপৰা আমি বিস্তৰ সহায় পাইছোঁ। সেইবাবে এইখিনিতে আমি সেই দুয়োবিধ সহায় দাতাৰ শলাগ ললোঁ। আৰু, আগলৈকো যেন সিবিলাকৰ "উষা"লৈ মৰম-চেনেহ বাঢ়িব আমি এনে আশা কৰিলোঁ। সকলো পিনে আমাৰ দেশৰ অৱস্থা চাই আমি সকলোটি কাৰ্য্য-ক্ষেত্ৰত নামিব লগা হৈছে। আমাৰ সমাজৰ প্ৰত্যেক জনেই এনে ধাৰণা মনত লব লাগিব যে, তেওঁৰ সহায় নহলেই জাতীয় উন্নতিৰ অঙ্গক্ষতি হব। যেনেকৈ এটা লিঙ্কৰ ক্ষতিত গোটেই ডাল শিকলি অকামিলা হয়, সেইদৰে আমাৰ এজনৰ সহায় বা যোগদানৰ অভাৱ হলেও আমাৰ জাতীয় উন্নতিৰ কাৰ্য্যত বিঘ্ন ঘটিব, বা সি সুচাৰুৰূপে হৈ নুঠিব। সেই কাৰণে, আমাৰ উন্নতিৰ খেত "উষা"ৰ কাৰ্য্যত আমাৰ দেশীভাই সকলোটিৰেপৰা সমান সহানুভূতি আৰু সাহায্য দান বাঞ্ছনীয়।

— —

**অসমীয়া সাহিত্যৰ উন্নতি নে?** সাহিত্যক উন্নতিলৈ আশা কৰাৰ আগেয়ে লিখাৰুৰ সংখ্যা বাঢ়িছে নে নাই তালৈ চাব লাগে। দুজন চাৰিজন বা তাকৰীয়া লিখাৰুৰ দ্বাৰাই কোনো ভাষাই ভাল গঢ় লব পাৰে, কিন্তু তাৰ বহুল উন্নতি হবলৈ লিখাৰুৰ সংখ্যা বৃদ্ধি নহলে নহয়। অসমীয়া সাহিত্যৰো উন্নতি হৈছে নে নাই, সেইটো তাৰ লিখাৰুৰ সংখ্যালৈ চাই হে ঠাৱৰাব লাগে। অতি পুৰণি কালৰপৰা দুজন-চাৰিজনকৈ যুগে-যুগে অসমীয়া লিখাৰু নতুনকৈ ওলোৱাৰ চিন আমি পাইছোঁ। ১৮০৮ শকৰপৰা ১৮২০ শকলৈ এই বাৰ বছৰতো অসমীয়া লিখাৰুৰ সংখ্যা আশাতীত ৰূপে বাঢ়িছিল, আৰু তাৰ ফলস্বৰূপ আমাৰ জাতীয় সাহিত্যই বৰ্তমানৰ উন্নত গঢ় লাভ কৰিলে। কিন্তু, দুখৰ বিষয়, তাৰ পাচৰপৰা আমাৰ সাহিত্যৰ উন্নতিয়ে আগবঢ়া দেখা নেযায়। কাৰণ, তেতিয়াৰপৰা আমাৰ ন-লিখাৰুৰ সংখ্যা বঢ়া নাই বুলিলেই হয়। শিক্ষাৰ বিস্তাৰ, কিম্বা শিক্ষিতৰ সংখ্যা বঢ়ালৈ চাই, ১৮২০ শকৰপৰা ই দহ বছৰত আগৰছোৱাতকৈ আমাৰ লিখাৰুৰ সংখ্যা চতুৰ্গুণে বাঢ়িব লাগিছিল।— নেবাঢ়িল কিয় আৰু এতিয়াও বাঢ়িবৰ আগন্তুক নেদেখোঁ কিয়, কাক সুধিম? আমাৰ নতুনকৈ উচ্চশিক্ষা পাই উঠা ডেকাসকলে আমাক ইয়াৰ সমিধান দিব নে?

# কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন।

## হিন্দু আৰু মছলমান।

অলপ আগ-গুৰি গুণিব পৰা মছলমান গুৰি-পৰুৱাবিলাকৰ ভিতৰত টোকা-পৰুৱা স্যাৰ চৈয়দ আহ্মদে কৈছিল হেনো, যে হিন্দু আৰু মছলমান দুয়ো এজনী ৰূপহী কুমাৰী ছোৱালীৰ দুটা চকুৰ নিচিনা। সেই চকু দুটাৰ যদি এটা ফুটাই দিয়া যায়, তেন্তে আনটো চকুৰো হানি হব। অৰ্থাৎ, সেই ৰূপহীজনী কানী হব, আৰু কানী হলে কি হব তাক অনুমান কৰিবৰ ভাৰ বৰবৰুৱাই তোমালোকৰ গাত দিলে। অসমীয়া গুৰিপৰুৱাৰ ভিতৰত টোকা পৰুৱা বৰবৰুৱায়ো চৈয়দ আহ্মদৰ লগতে উটি আৰু এটা উপমা দি কয় যে, হিন্দু-মছলমান ৰূপহী ভাৰত আইটীৰ স্থূল নিতম্ব দুটাৰ, অৰ্থাৎ লোদোৰ-পোদোৰ তপিনা দুটাৰ নিচিনা। আইটীৰ এটি তপিনা যদি তুমি ভুকুৱাই ভাঙ্গি দিয়াঁ, তেন্তে তেওঁৰ সিটো তপিনাও ঘূণীয়া হব ; তাৰ মানে ভাৰত আইটী পেঙুৰী হব। স্যাৰ চৈয়দ আহ্মদক টোকা পৰুৱা বোলাত যেন আমাৰ মছলমান ভায়াসকলে বৰবৰুৱাৰ ওপৰত কোপ কৰে ; কাৰণ বৰবৰুৱাই নিজকো সেই শাৰীৰ প্ৰাণী বুলি সৈ কাঢ়িছে। ইয়াৰ উপৰিও, তাহানি বৰবৰুৱাৰ চিনাকী বান্ধৱ জগৎ পগলাই কৈ থৈছে যে মানুহবিলাক পৰুৱা বিশেষ। জগৎ পগলাই নিতৌ চৌ-আলিৰ

মূৰত থিয় দি বাটত অহা-যোৱা কৰা মানুহৰ লালি দেখি কৈছিল, "এই পৰুৱাবিলাক কলৈ গৈছে, কি কৰিছে কি কামত হেলাই-হেপাই ফুৰিছে, মই ভাবি-চিন্তি অবাক।" সেই দেখি জগত পগলাৰ বচন আৰু দৰ্শন মূৰ দোঁৱাই মানি লৈ আম্মাদ চাহাব আৰু বৰবৰুৱা ডাঙ্গৰীয়া দুইকো টোকা-পৰুৱা বোলা গল।

বৰবৰুৱাই কয়, যেতিয়া আকৰীয়ে সৈতে গৃহবাস কৰিব লগীয়াত পৰা গৈছে, অৰ্থাৎ যি স্থলত আকৰীৰে সৈতে ইহজন্মলৈ এৰা-এৰি হবৰ উপায় নাই, আকৌ অৰ্থাৎ যেতিয়া বেইত ঘূৰি হোম পুৰি, নাইবা চকলং কৰি, নাইবা নিকা কৰি, আপোন "খুচীতে" বা লোকৰ "খুচাতে" আন আকৰীৰে সৈতে বিয়াৰ বাবে বান্ধ খালোঁহক, তেনেহলে তাইৰে সৈতে দিনৌ খৰিয়াল কৰি, ঘৰৰ কাণৰ কণামাকৰি সৰাই ঘৰৰপৰা লক্ষ্মী-শ্ৰীক ঢেকীথোৰা লগাই নগুৰ-নাগতি কৰি উলিয়াই দিবৰ সকাম কি? দৈবৰ আইনমতে আকৰীৰ আমি কুটা ছিঙ্গি এৰি দি, নাইবা যাৰচেৰেক মন্ত্ৰ মাতি "তালাক" দিব, নাইবা "ডাইভৰ্চ" কৰিব নোৱাৰোঁ। তেন্তে বুদ্ধিয়কৰ কাম কৰি, বুদ্ধিয়কৰ শাৰীত সোমাই হাঁহি-মাতি সেও হৈ এৰি-ধৰি মিতমাত কৰি আমি কিয় ঘৰৰ শাকনি বাৰীত শান্তি-লাইৰ গুটি নবওঁহঁক। এখিনিতে কোৱা আৱশ্যক যে, বৰবৰুৱাই আকৰী কথাটো হিন্দু মুছলমান দুইৰো প্ৰতি প্ৰয়োগ কৰিছে; অৰ্থাৎ মছলমান হিন্দুৰ আকৰী তিৰোতা আৰু হিন্দু মছলমানৰ আকৰী তিৰোতা বুলি তেওঁৰ টোপোলাৰ কাকত পঢ়োঁতসকলে জানিব লাগিব।

সঁচাকৈয়ে কবলৈ গলে, বৰবৰুৱাই এই ভব্য সাঁথৰটোৰ মানে বুজিব নোৱাৰে, কিয়বা হিন্দু আৰু মছলমানৰ ভিতৰত দন্দ লাগিব লাগে, কিয়বা তেওঁলোক মিলিজুলি একেলগে থাকিব নোৱাৰে। তাহানি মামুদ ঘজনী, মম্মাদ টোগলক আউৰংজেব, টিপু চুলতানৰ দিনত, বম্মাদেশীয় ধৰ্ম্মৰ হকে মছলমানবিলাকে হিন্দুৰে সৈতে কটাকটি মৰামৰি কৰাটোৰ মানে বৰবৰুৱাই অৱশ্যে বুজিব পাৰে; কাৰণ সেই কালত মছলমান ৰজাসকলে ইচলাম ধৰ্ম্মবিহিত বুলি প্ৰচলিত (সঁচা নে মিছা আল্লাই হে জানে, বৰবৰুৱাই হলে নেজানে) তলত লিখা কিছুমান মত চকু মুদি মানি মছলমান হব নোখোজা হিন্দুক কাটি-ছিঙ্গি বুন্দামাৰ কৰাটো কৰ্ত্তব্য বুলি ভাবিছিল;— আল্লাই হেনো স্বয়ং মছলমানবিলাকক কৈছে, "তোমালোকে কাফেৰ বিলাকক ঘিণ কৰিবা।" মম্মাদে হেনো কৈছে, "হিন্দুবিলাকক লুট কৰিবা; সিহঁতক চিৰকলীয়া গোলাম কৰিবা আৰু বধ কৰি তোমালোকলৈ স্বৰ্গৰ দুবাৰ মুকলি কৰিবা। সিহঁতে কিয় ইচলাম ধৰ্ম্ম নলব? সিহঁতে ইচলাম ধৰ্ম্ম লবলৈ বাধ্য। হিন্দুবিলাকৰ প্ৰতি নিকৃষ্ট ব্যৱহাৰ কৰা আমাৰ ধৰ্ম্মকাৰ্য্য; কাৰণ হিন্দুবিলাক মম্মাদৰ প্ৰধান শত্ৰু।"

এনেবিলাক মত সাৰোগত কৰি লৈ হে ঘিয়াচ-উদ্দিন বালবন নামে মছলমান ৰজাই মেৱাত প্ৰদেশৰ এক লক্ষ নিৰ্দ্দোষী হিন্দু প্ৰজাক বধ কৰিছিল (ক)। এনে মতৰ জখলাত উঠিহে মোবাৰক খিলজী নামে পাঠান ৰজা এজনে হিন্দু ৰজা এজনৰ জীৱন্ততে ছাল চেলাইছিল (খ)। এইবিধ আদেশৰ বৰজাপীৰ তলত বহিহে মম্মাদ টোগলক নামে দিল্লীৰ পাঠান ৰজা এজনে (যাক মানুহে "খুনীচুলতান" বুলিছিল) দুগুণ ৰাজহ বঢ়াই দি, যেতিয়া দেখিলে যে প্ৰজাই সেই ৰাজকৰ দিব নোৱাৰি অত্যাচাৰত অথিৰ-অবিৰ হৈ হাবিলৈ পলাই গল, তেতিয়া তেওঁ তেওঁৰ সৈন্যবিলাকৰ হতুৱাই গোটেইখন হাবি বেঢ়াই ধৰাই সেই প্ৰজাবোৰক বাঘ পহু চিকাৰ কৰাদি কৰি মৰোৱাইছিল (গ)। এনে গঢ়ৰ মতৰ ভূৰত উঠি হে ফিৰোজ টোগলকে নগৰকোটৰ হিন্দু মন্দিৰৰ মূৰ্ত্তিবিলাক ভাঙ্গি মন্দিৰৰ ভিতৰত গৰু কাটি, সেই মূৰ্ত্তিবিলাকৰ ভগা টুকুবাবোৰৰে সৈতে গৰুৰ মঙ্গহ মিহলাই বামুণবিলাকৰ ডিঙ্গিত আৰি দিছিল (ঘ)। দাক্ষিণাত্যৰ বাম্মণী ৰাজ্যৰ ৰজা মম্মাদ চা নামে এজনে এই ঠাচৰ মতৰ মেৰ-ঢৰাত বহিহে ১৭ বছৰৰ ভিতৰত পাচ লাখ হিন্দু মানুহ বধ কৰিছিল (ঙ)। তাৰে আন এজন মছলমান ৰজাই এই ঠগীয়া মতত চলিহে ৰাজ-আলিত হিন্দুৰ বিয়া যোৱা দেখিলে কন্যাজনীক ধৰাই অনাই কাৰেঙ্গত সুমাই তাইৰ সৰ্ব্বনাশ কৰি এৰি পঠিয়াইছিল (চ)। এনে মতৰ লেজুত ধৰিহে তাইমুৰ খোৱাই দিল্লী আক্ৰমণ কৰিবলৈ আহোঁতে বাটত এক লাখৰো ওপৰে হিন্দুস্থানৰ মানুহ বন্দী কৰি আনি শেহত ১৫ বছৰ বেচি যাৰ বয়স সিহঁতক কটাই পেলাইছিল, এক দিল্লীৰ ভিতৰতে একলাখৰো সৰহ মানুহ বধ কৰিছিল, আৰু লুটপাট, তিৰোতাৰ সতীত্ব নষ্ট, মানুহৰ ঘৰ পোৰা, প্ৰাণবধ আদি ভূত-পিশাচে কৰাৰ নিচিনা কামবিলাক কৰিছিল

(ক) এলফিন্‌ষ্টোনৰ ভাৰতবৰ্ষৰ বুৰঞ্জীৰ ৩৮১ পিঠি চোৱাঁ।
(খ) ঐ, ৪০৫ পিঠি চোৱাঁ।
(গ) মাৰ্চডেনৰ ভাৰতবৰ্ষৰ বুৰঞ্জীৰ ১০৮ পিঠি চোৱাঁ।
(ঘ) ইলিয়টৰ ভাৰতবৰ্ষৰ বুৰঞ্জী চোৱাঁ।
(ঙ) ঐ ঐ ।
(চ) ঐ ঐ ।
(ছ) মাৰ্চডেনৰ ভাৰতবৰ্ষৰ বুৰঞ্জীৰ ১১১ পিঠি চোৱাঁ।

(ছ)। এনে মতৰ পিচ ধৰিহে সম্ৰাট আউৰংজেৱে হিন্দুৰ ওপৰত ভয়ানক অত্যাচাৰ কৰিছিল; আৰু জাজিয়া কৰৰ তাপত তত নেপাই যেতিয়া দিল্লীৰ হিন্দু প্ৰজাবিলাকে কান্দোনত গগণ ফালি আউৰংজেবক সেই নিষ্ঠুৰ কৰ গুচাই দিবলৈ কাকুতি কৰিছিল, আউৰংজেৱে সিহঁতৰ মাজলৈ হাতী পঠিয়াই দি সিহঁতক গছকাই জোল কৰি মজিদত নামাজ পঢ়িবলৈ গৈছিল (জ)।

কিন্তু সেইবোৰ দুখ-বেজাইৰ কথা কালৰ সোঁতত চিৰকাললৈ উটি গল; হিন্দুৰ আউহী ৰাতিৰ ওৰ পৰিল; হিন্দুৱে পুৱাৰ হেঙ্গুলীয়া মেলি দেখি গা টঙ্গাই চৰাই-চিৰিকতিৰে সৈতে লগলাগি সুখৰ বৰগীত ধৰি দিলে। হাড়ত বন গজা সেই পচা মত এই কুৰি শতিকাৰ সভ্যতা আৰু জ্ঞানৰ দিনত সৰহভাগ মছলমানে কেতিয়াও বিশ্বাস নকৰে। এতিয়া শিক্ষিত হিন্দুৱে মছলমানক ভাই বোলা বৰবৰুৱাই শুনিছে, আৰু শিক্ষিত আৰু জ্ঞানী মছলমানে হিন্দুক ককাই-বোলাও বৰবৰুৱাৰ শুনিবলৈ বাকী নাই, তাৰ উপৰিও হিন্দু-মছলমান দুয়ো বৰবৰুৱা কৃপাবৰক তাৰৈ বুলি মতাও তেওঁৰ কাণত পৰিছে। এতিয়া হিন্দুৱে মছলমানৰ ধৰ্ম্মৰ সন্মান কৰিবলৈ শিকিছে; মছলমানে হিন্দুৰ ধৰ্ম্ম উপলুঙা কৰিবলৈ শঙোচ কৰিছে। আৰু তৰোৱালতকৈ উদাৰ মন, মত, বিশ্বাস ব্যৱহাৰ আৰু শিক্ষাৰ ওপৰত বেচিকৈ ভিৰ দিবলৈ শিকিছে। তেন্তে এতিয়া তেওঁলোকৰ মাজত বিসঙ্গতি ঘটে কি বাবে? কি বাবে হিন্দু আৰু মছলমানৰ ভিতৰত খকা-খুন্দা লাগে? কি বাবে দেওহে, হেৰা মৌলবী কবিৰ উদ্দিন, হেৰা শৰ্ম্মা বৰুৱা পৰাশৰ, কোৱাঁচোন কোৱাঁ? এতিয়া হিন্দু নহলে মছলমানে এখোজও চলিব নোৱাৰে, আৰু মছলমান নহলে হিন্দুৰ থিতাতে মৰণ; অন্ততঃ বৰবৰুৱাৰতো সমূলি মৰণ। এতিয়া বৰবৰুৱাৰ, আৰু তেওঁৰ দেখাদেখি আনৰো দুপাৰি দাঁতৰ এপাৰি হিন্দু এপাৰি মছুলমান; অৰ্থাৎ ৩২টা দাঁতৰ ১৬ টা হিন্দু, ১৬টা মছলমান; অৰ্থাৎ জানিবা ১৬টা আউনীআটী, দক্ষিণপাত আদি থানৰ শিচ, আৰু বাকী ১৬টা মৌলাআলি দৰগাৰ পয়গম্বৰ জেলাল-উদ্দিনৰ শিচ। এই ভাৰতত ৰাজনীতিৰ "চপ" সমাজনীতিৰ "কটলিচ" ৰজা ঘৰীয়া বিষয়ৰ "কোপ্তা" প্ৰজাঘৰীয়া কামৰ "কোৰ্ম্মা", উঠা মিছামাছৰ আঞ্জা, বহা পুঠি মাছৰ টেঙ্গা, চলা কোমোৰাৰ খাৰ, ফুৰা ভাতৰ মাৰ, সুকলমে চোবাই খাই জীণ নিয়াই যদি ভাৰত আইয়ে গা টনকিয়াল কৰিব খোজে, তেন্তে তেওঁৰ দাঁতবিলাকক, যদুবংশৰ দৰে আপোনাৰ ভিতৰতে মৰা মৰি কামোৰা-কামুৰি কৰি সোলোক-ঢোলোক হৈ ধ্বংস হবলৈ এৰি দিয়াটো উচিত নহয়। এতিয়া মছলমানবিলাকে অন্ততঃ শিক্ষিত মুছলমানবিলাকে বুজিছে যে, স্বৰ্গলৈ যাবলৈ অকল তেওঁলোকৰ মজিদৰ ভিতৰেদি মাথোন একেটা জখলা নহয়, আৰু হিন্দুৱেও বুজিছে যে, অকল তেওঁলোকৰ নামঘৰৰ মাজে দি হে মাথোন সেই ঠাইত "পছুচিবলৈ" একেটা বাট এনে নহয়। তেন্তে হিন্দু মছলমানৰ দন্দ-খৰিয়াল হুৰামুৰা চুলিয়াচুলি গলিয়াগলি খুন্দিয়াখুন্দি ভুকুৱাভুকি ঠেলিয়াঠেলি হেচাহেচিখনৰ মানে কি? শাস্ত্ৰত কৈছে,

"যতেক নদ নদী সমুদায়।
অনেক পথে সাগৰক যায়।।"

যদি সাগৰ পোৱাটোৱেই তেওঁলোকৰ উদ্দেশ্য, তেন্তে ব্ৰহ্মপুত্ৰ, গঙ্গা, মহানদী, গোদাবৰী, কৃষ্ণা, কাবেৰী, যাৰ যেনিয়েই ইচ্ছা সেই বাটেদিয়েই যাওক, তাতা আমাৰ আপত্তি কৰিবৰ সকাম কি।

বৰবৰুৱাই লক্ষ্য কৰি দেখিছে যে, গৱৰ্ণমেণ্টৰ বিষয় লৈ হিন্দুৰ আৰু মছলমানৰ মাজত খোৱা-কামোৰা লাগে। বৰবৰুৱাই কয়, লাগক, কঁকালে কঁকালে লাগক, হাতে হাতে লাগক ভৰিয়ে ভৰিয়ে লাগক, চকুৱে চকুৱে লাগক, নাকে নাকে, কাণে কাণে, আৰু লাগে যদি মুখে মুখে লাগক, তাত হানি নাই। কাৰণ সুস্থ খোৱা-কামোৰা, অৰিয়া-অৰি, জাতীয় জীৱনৰ গোঠনিৰ পক্ষে, অৰ্থাত গাৰ ফালে ভাল। কিন্তু জাতীয় জীৱন পিঠাত সদ্ভাবৰ তিল আৰু শ্ৰদ্ধাৰ গুৰ নেথাকি নীচ হিংসা-বিদ্বেষৰে পুৰ থকাটো ভাল নহয়।

গৱৰ্ণমেণ্ট মানে ইংৰাজী কঁহাৰৰ লৰা কাৱৈ, স্কচ্ কমাৰৰ পো কেম্বেল, বেলচ্ দৰ্জীৰ নাতিয়েক মন্‌চন্, আইৰিচ পানী ভাৰীৰ নন্দন জেকচন নহয়, গৱৰ্ণমেণ্ট মানে প্ৰকাণ্ড বৃটীচ্ সাম্ৰাজ্যৰ শাসন-যন্ত্ৰই সৈতে মন্ত্ৰী আৰু পাৰ্লেমেণ্ট মহাসভাৰ খাটোলাৰ ওপৰত ৰাজাধিৰাজ সপ্তম এড্‌ওৱাৰ্ড। আচল বৃটিছ গৱৰ্ণমেণ্ট এনে নীচ নহয় যে, হিন্দু আৰু মছলমান প্ৰজাৰ ভিতৰত দন্দ লগাই দি সিহঁতক ঘৃণীয়া কৰি গছকি মূৰ দাঙ্গিব নিদিয়াকৈ শাসন কৰি থাকিবৰ মন কৰিব। বৃটীচ্ গৱৰ্ণমেণ্টে কি কয় জানিব খোজা যদি, আই মহাৰাণী ভিক্টোৰীয়াৰ বাইক সুমৰণ কৰাঁ, মহামতি মেকলেৰ সোণৰ-ৰূপৰ মুখৰপৰা ওলোৱা কথা পঢ়ি চোৱাঁ, বৰ মনৰ মানুহ গ্লেডষ্টোনৰ বচন মনত পেলোৱাঁ, ব্ৰাইট, ফচেট, ব্ৰেডলোৰ বাণীৰ মৰ্ম্ম বুজাঁ, ঋষি-মুনিৰ নিচিনা সাধুলোক লৰ্ডাৰিপণক সোধাঁ। অমুক

(জ) মাৰ্চডেনৰ ভাৰতবৰ্ষৰ বুৰঞ্জী চোৱাঁ।

বৰচাহাব ষ্টুৱাৰ্ট, তমুক ছোটচাহাব জুবাৰ্ট, ভচকু চুপ্ৰিণ্টেণ্ড ডিক্‌চন; তহুক সম্পাদক ফিপচনে নিজৰ নীচ প্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ নিমিত্তে দন্দ লগোৱা পক্ষপতীয়া নীতি তলে তলে চলাই থাকি হিন্দু আৰু মছলমানৰ ভিতৰত খেলিমেলি লগাই দিবলৈ চেষ্টা কৰিব পাৰে, কিন্তু তাৰ নিমিত্তে আচল বৃটীচ্ গবৰ্ণমেণ্ট নিজগৰীয়া বুলি বৰবৰুৱাই সাহকৈ কব পাৰে। অৱশ্যে, হিন্দু কি মছলমানে সেই ক্ষিপ্‌চনীয়া নাৰদীয়া নীতিত ভুলি গৰুৱালি কৰি মৰিবলৈ নোযোৱাই ভাল। নাৰদ ফিপ্‌চনে আজি নিজৰ মতলব সিদ্ধি কৰিবৰ নিমিত্তে জেহাঙ্গীৰ মোল্লাৰ পিঠিত চপৰিয়াই, বা জমিদাৰ ভলুকানন্দ ৰায়ক সুহুৰিয়াই হিন্দু খগেন্দ্ৰ শৰ্ম্মাৰ ফালে ফেচাঁই দিব পাৰে, নাইবা কাইলৈ বা পৰশুইলৈ খগেন্দ্ৰ শৰ্ম্মাৰ সদলে জেহাঙ্গীৰ মোল্লাৰ নাইবা সাবালক মিয়াৰ ফালে চকু টিপিয়াই লগাই দিব পাৰে; কিন্তু আৰু দিনদেকৰ মূৰত ফিপ্‌চন বাহাদুৰৰ মতলবসিদ্ধি হলেই, যৰ মোল্লা ততে তেওঁক এৰি, যৰ খগেন্দ্ৰ ততে তেওঁক পেলাই, আৰু লাগে যদি তেতিয়াই দুই "নিগাৰক" দুই হাতৰ দুচা, বুঢ়া আঙ্গুলীৰে দুটা কলা দেখুৱাই দি, ঢেকীৰ সলনি ৰেলগাড়ী আৰু জাহাজত উঠি, বীণৰ সলনি সুহুৰীয়াই, স্বৰ্গলৈ অৰ্থাৎ বিলাতলৈ গুচি যাব। বৰবৰুৱাই এইবিলাক দেখি শুনি দুই পক্ষকে ভালকৈ দ-কৈ টং কৰি গুণি-গপি চলিবলৈ হুকুম দিলে।

এতিয়া ভাৰতবৰ্ষ হিন্দু বা মছলমানৰ অকলশৰীয়া সম্পত্তি নহয়। মছলমানবিলাকে এইটো ভালকৈ গমি চোৱা উচিত যে, অকল ধৰমৰ দোলডাল হাতত লৈয়েই, তেওঁলোকে সকলোকে সাঙ্গুৰি ফুৰিব নোৱাৰে। গুৱাহাটীৰ অসমীয়া আজিদ আলি মছলমানে, ধৰ্ম্মতঃ কলে গলে, তেওঁৰে সৈতে একে ধৰমৰ মানুহ কাবুলী ওলজাৰআলি খাঁৰ ওচৰ-চুবুৰীয়া হৈ নিৰ্ভয় নিঃসন্দেহে কাবুলত থাকিবলৈ ভাল পাব নে, নাইবা তেওঁৰে সৈতে একে মাতৰ একে দেশৰ চিনাকী আৰু তলি পোৱা সিদ্ধিৰাম শইকীয়াৰে সৈতে গুৱাহাটীত থাকিবলৈ ভাল পাব? কাইলৈ যদি বৰবৰুৱাই ৱাজিদ আলিক পুলিচৰ দাৰোগা পাতি কান্দাহাৰলৈ বদলি কৰে, তেন্তে আলি চাহাবে কাম ইস্তফা দিবনে নিদিয়ে?

বৰবৰুৱাই কয়, হিন্দু আৰু মছলমানে নিজক প্ৰথমতে "ইণ্ডিয়ান" অৰ্থাৎ ভাৰতবৰ্ষীয় মানুহ, আৰু তাৰ পিচতহে হিন্দু আৰু মছলমান ধৰমৰ বুলি ভবা উচিত। বৰবৰুৱাৰ এই বাইকৰ ওপৰত কোনোৱে কথা নক'ব, কাৰণ ই তেওঁৰ অন্তৰৰ বাইক। এতিয়া ৭০০ কি ৮০০ বছৰৰ পিচতো মুছলমানবিলাকে ভাৰতবৰ্ষত আলহী হৈ আছোঁ বুলি ভাবি, আৰব, পাৰস্য, তুৰস্ক, আফগানিস্থানৰ ফাললৈ চাই হুমুনিয়াহ কাঢ়ি থাকিলে নচলে, তেওঁলোকে ভাৰতৰ হিন্দুৰ হে অংশীদাৰ, পাৰস্যৰ কাদিৰশ্যাৰ বা কাবুলৰ গুলজাখাঁৰ নহয়। ইয়াৰ উপৰি এইটোও ভবা উচিত যে, ভাৰতবৰ্ষৰ মছলমানৰ চাৰিভাগৰ তিনিভাগ আগেয়ে হিন্দু আছিল। বোপা-ককাৰ দিনৰ পুৰণি স্মৃতি, পুৰণি তেজ, পুৰণি মঙহ, পুৰণি মৰম, পুৰণি সকলো অকল নতুন ধৰমৰ ঢলত উটাই দি তাৰ ওপৰত খঙ্গৰ চপাচালি মৰাটো তেওঁলোকৰ পক্ষে ভাল বুলি বৰবৰুৱাই কব নোৱাৰে। আসামত হিন্দু মছলমানৰ ভিতৰত সদায় সদ্ভাৱ মিল জোল আছিল, এতিয়াও আছে বুলি বৰবৰুৱাৰ বিশ্বাস আৰু আগলৈকো থকাটো ভাল বুলি তেওঁ দঢ়াই দঢ়াই কয়। অসমীয়া মছলমান ডেকা সকলে চাপ্‌কনীয়া দীঘল চোলা আৰু তুৰ্কী টুপিৰে সৈতে হিন্দু-মুছলমানৰ দন্দ-খৰিয়ালবোৰ বিদেশৰপৰা আসামলৈ আমদানি নকৰিবলৈ তেওঁলোকক বৰবৰুৱাই বৰকৈ কৈছে। আন ঠাইত যি হয় হওক, আসাম যেন ভাই ভাইৰ মাজৰ বিবাদৰ হাত সাৰি থাকে এই আশা বুঢ়া বৰবৰুৱাই কৰিলে। ধৰ্ম্মমতৰ বিভিন্নতাৰ পাষটি কেইডালে আমাৰ ভিতৰত "পোৱা বাৰ" বজাই যাতে আমাক ডাল ডাল কৰিব। নোৱাৰে তাৰ নিমিত্তে আমি সদায় সচকিত কৈ কাণ থিয়কৈ থকা উচিত।

—শ্ৰীকৃপাবৰ বৰবৰুৱা।

# আমাৰ উন্নতিৰৰ মূল।

(১ম, ভাগৰ ৩১৪ পিঠিৰ পাচৰপৰা।)

শিক্ষাৰ কথাৰ লগতে আৰু দুই-এটি কথা ইয়াত কৈ ৰাখোঁ। নানা কাৰণত আমাৰ দেশৰ মানুহৰ মনত উচ্চ আশা (High ambition) নোহোৱা হবলৈ ধৰিছে। এইবাবে সৰুৰেপৰাই লৰা-ছোৱালীবিলাকে মনত যাতে সদায় ওখ আশা ৰাখে, আৰু সেই অনুসাৰে কাজ কৰে, তাৰ উপদেশ দিয়া আৰু নিজেও কাজত দেখুৱা উচিত। "অথমনৰ্থং ভাবয়নিতং নাস্তি ততঃ সুখলেশঃ সত্যং" ইত্যাদি সন্ন্যাসীবিলাকৰ উপযুক্ত নীতি সাংসাৰিক উন্নতিৰ আশা কৰোঁতাবিলাকৰ পক্ষে দুৰ্নীতিৰ

কথা। "দুৰ্লভ মনুষ্য জন্ম লভি পশুৰ যোগ্য বিষয়ৰ আশা পৰিহৰা" এনেকুৱা শুনিবলৈ ভাল, কিন্তু এনে সমাজৰ অনিষ্ট কৰা শিক্ষা উঠি অহা ডেকাবিলাকৰ পক্ষে গোটেই হেয় বুলি বুজাই দিয়া উচিত। লৰা-ছোৱালীবিলাকত ভূত, প্ৰেত আছে বুলি কেতিয়াও কোৱা উচিত নহয়, সেই সম্বন্ধে কিবা বিশ্বাস হলেও সেই বিশ্বাস গুচাই দিয়া যুগুত। কাৰণ, এনেকুৱা কু-সংস্কাৰৰ দ্বাৰা সিহঁতৰ সাহ নাইকিয়া হয়।

অকল মানসিক শিক্ষাৰেই উন্নতি হব নোৱাৰে, এইবাবে দ্বিতীয়তঃ উন্নতিৰ নিমিত্তে আমাক শাৰীৰিক শিক্ষা লাগে। শৰীৰৰ আৰু মনৰ মাজত ঘনিষ্ঠ সম্পৰ্ক আছে। এটাৰ শিক্ষা যদি আনটোৰ অপেক্ষাত কম হয়, তেন্তে দুইৰে অনিষ্ঠ হয়। বিশেষ যাৰ শৰীৰ সুস্থ আৰু বলৱন্ত, তেওঁৰেই মানসিক শিক্ষা লাভ কৰিবৰ সুযোগ পায় আৰু মানসিক সুখকো লভিব পাৰে। যাৰ শৰীৰত বল নাই, কিন্তু নৰিয়া বেমাৰৰ ভঁড়াল, তেওঁ মহাবিদ্বান জনা-বুজা মানুহ হৈয়ো, প্ৰকৃত সুখৰ পৰা বঞ্চিত। তেওঁ ৰাজ-ৰাজেশ্বৰ হৈয়ো সুখৰ মগনীয়া। নৰিয়া পৰা দুৰ্ব্বলী বিদ্যাৱন্তক শাস্ত্ৰৰ জ্ঞানৰ অমৃত ফলেও অমৰ কৰিব নোৱাৰে, সুখ দিব নোৱাৰে। সৰস্বতীৰ বৰ পুত্ৰ নৱৰত্নৰ প্ৰধান ৰত্ন কালিদাস, কালিদাসৰ মহাকাব্য বা প্ৰধান নাট শকুন্তলা পঢ়িও তেওঁ সুখৰ সাক্ষাৎ নেপায়। বশ্যবাক্, ভবভূতি, দেব-দূত মিল্টন, বিশ্বকবি চেক্সপীয়ৰ, সংসাৰবিৰাগী ডেন্টি, যুনীনৰ পিতৃ-বুঢ়া, হোমাৰ, মহাকবি ব্যাসদেৱ, আদি কবি বাল্মীকিৰ কাব্যসাগৰতো তেওঁ টেন্টেলচৰ নিচিনা পিয়াহৰ পানী পিবলৈ নেপায়। গভীৰ গণিত-শাস্ত্ৰেও তেওঁৰ মনক গহীন কৰিব নোৱাৰে। দাৰ্শনিকবিলাকৰ দৰ্শন শাস্ত্ৰৰ পৰাও তেওঁ সুখ-শান্তিৰ দৰ্শন নেপায়। বিজুলীৰ মনমোহা চক্‌মকনীয়েও তেওঁৰ অন্তৰত মুখ মণ্ডলত আনন্দৰ চক্‌মকনী নজন্মায়। বাস্তৱতে, প্ৰকৃতিয়ে নানা ৰূপ লীলা বিলাসৰ দ্বাৰায়ো তেওঁৰ মনত সন্তোষ দিব নোৱাৰে। তেওঁ লক্ষপতিয়েই হওক, তথাপি টকা কড়ি ধন ঐশ্চৰ্য্যৰ সলনি বলৱন্ত স্বাস্থ্যৱন্ত মানুহৰ সুখ লভিব নোৱাৰে। চৰ্ব্ব্য, চুষ্য, লেহ্য, পেয়, ভক্ষ্য, ভোজ্যা এই ছবিধ ৰাজভোগৰপৰাও তেওঁৰ জিভাৰ মুখৰ, পেটৰ কুটকুটনি নমৰে। বনৰ চৰাইৰ বনুৱা গীত শুনি, প্ৰিয়জনৰ মিঠা মাত শুনাতো তেওঁৰ কাণত কৰ্ণশূল হয়। হাতী, ঘোঁৰা, গাৰী বাইচাইকেললৈকে আদি কৰি সকলোৰকম স্ফূৰ্ত্তিৰ বস্তু থকা স্বত্বেও তেওঁ কাৰোপৰা স্ফুৰ্ত্তি নেপায়। বাস্তৱতে, সৰ্ব্বসুখৰ নিদান শাৰীৰিক বল স্বাস্থ্য যাৰ নাই, তাৰ আগত সাগৰো মৰুভূমি অমৃতো বিষ, গীতগানো গৰ্দ্দভৰ গৰ্জ্জন, ফুল মালাও মুণ্ডমালা, সোণৰ অলঙ্কাৰো বব নোৱাৰা লোৰ জৰি। অকল এয়েই নহয়, যাৰ দেহাত বল নাই তাৰ জীৱটোৱেই দাঙ্গিব নোৱাৰা এখন কন্‌কনীয়া ভাৰ। সি পদে পদে অপদস্ত অপমানিত হৈ গোটেই ঘৃণনীয় জীৱন ধাৰণ কৰি মৰণে-শৰণ বুলি ভাবে। ঘাটে-বাটে, ঘৰে-দুৱাৰে, ভিতৰে-বাহিৰে, ৰেলে-জাহাজে, দেশে-বিদেশে নগৰে-অৰণ্যে, দুৰ্ব্বলী মানুহৰ কিমান দুৰ্গতি দুৰৱস্থা তাক কৈ এটাব নোৱাৰি। দুৰ্ব্বলীৰ গালত পিঠিত, বুকুত, মনত, হাতৰ পঞ্চ আঙ্গুলীৰে সৈতে কিমান পাঞ্জাৰ চিন, ধ্বজ-বজ্ৰ অঙ্কুশ চিনেৰে সৈতে কিমান ভৃগুপদ লাঞ্ছন কিমান ঘুৰণীয়া টেঙা টেঙা ঔৱা চিন, জেব্ৰা-ঘোঁৰাৰ গাৰ নিচিনা কিমান পখৰা চিতৰাৰ চিন, মনত সহস্ৰধাৰা ঘটৰ নিচিনা কিমান মৰ্ম্মভেদী বাক্যবাণৰ চিন তাক এজন বি-কোৰ্চৰ বি, এইহে গণিব পাৰিব। দুৰ্ব্বলী হৈ সিজনে নিজৰ গাল, পিঠি, বুকু, অন্তঃকৰণকে নিৰাপদে ৰাখিব নোৱাৰে, সিনো কেনেকৈ নিজৰ বা দেশৰ উন্নতি কৰিব? দুৰ্ব্বলীৰ প্ৰতি পদে কিমান যে দোৰ্ঘোৰ দুৰ্গতি তাক জানো। কিন্তু, পুতলাৰ চকু আছে দেখিবলৈ নাপায়, কাৰণ আছে শুনিবলৈ নেপায় নাক আছে গোন্ধ নেপায়, জিভা আছে সোৱাদ নেপায়, ছাল আছে চুলে তৎ নেপায়, ভৰি আছে বুলিব নোৱাৰে, হাত আছে কোনো কাম কৰিব নোৱাৰে; কাৰণ পুতলাৰ জীৱ নাই, পুতলা জড় পদাৰ্থ। আমিও জড় পদাৰ্থ। কাৰণ, আমি দেখিও নেদেখোঁ, শুনিও নুশুনো, বুজিও নুবুজোঁ, ভৰি থকাতো বুলিব নোখোজোঁ, হাত থকাতো কোনো কাম কৰিবলৈ ইচ্ছা নকৰোঁ, জড় পদাৰ্থ নুবুলি কোনে আমাক চেতন পদাৰ্থ বুলিব? আমি চকুৰ আগতে দুৰ্ব্বলীৰ অপাৰ দুৰ্গতি দেখিছোঁ, আৰু পাইছোঁ, তথাপি আমাৰ গমেই নাই। আমাৰ বিদেশী কাবুলী ককাইহঁতৰ আৰু চীখ দাদাহঁতৰ শালপ্ৰাংশু কপাটবক্ষ মহাভুজ দেহটো দেখিছোঁ, সিহঁতে কেনেকৈ তেনেকুৱা মহাকায় বলৱন্ত হল, কি কি নিয়ম লৈ বা কি কি কাৰণত তেনেকুৱা ডাঙ্গৰ শৰীৰ, বল, সাহ লাভ কৰিলে তাকো জানো, কিন্তু তেনেকুৱা বলৱন্ত আৰু ডাঙ্গৰ-দীঘল হবলৈ কিবা উপায় আমি কৰিছোঁ জানো?—কোনো উপায় কৰা নাই। বহুদিনৰ অৱনতিত এতিয়া আমি প্ৰায় বামণ অৱতাৰ ধৰিছোঁহি, ক্ৰমে ক্ৰমে বালখিল অৱতাৰ ধৰিবলৈ বেচি দিন পলম নাই। এনেকুৱা শঙ্কটৰ অৱস্থাত আমাৰ কৰ্ত্তব্য কি?—বিলম্ব নকৰাকৈ শৰীৰৰ বলৰ উন্নতিৰ নিমিত্তে চেষ্টা কৰা। মহাত্মা গুৰু গোবিন্দ সিংহে চীখ জাতিৰ লৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোকেই শাৰীৰিক ব্যায়াম শিক্ষা কৰিবলৈ বাধ্য কৰি অলপ বছৰৰ ভিতৰতে

সিহঁতক এক বীৰ পুৰুষৰ জাতি কৰি তুলিছিল। উন্নত জাপান দেশতো, কি মতা, কি মাইকী, কি ছোৱাল, কি ছোৱালী সকলোৱেই জীউজিৎচ্ছু প্ৰভৃতি ব্যায়াম কৰি, আৰু যাইকৈ এই কাৰণতেই তেওঁলোকে বলৱন্ত শৰীৰে নিৰোগে বহুদিনলৈকে জীয়াই থাকে। জাপানী তিৰোতাবিলাকে. যাৰ কাম-কাজ কৰি প্ৰতি দিনে ব্যায়াম কৰাও এটা এৰিব নোৱাৰা কৰ্ত্তব্য কাম বুলি ভাবে—নিয়ম মতে তাক কৰে, আৰু এই বাবে বলবতী হৈ এটি বীৰ জাতিৰ প্ৰসূতি হব পাৰিছে। আমাৰ দেশতো মাইকী মানুহৰ আৰু মতা মানুহৰ কাৰণে "কুস্তি কছৰৎ" বিশেষকৈ জাপানী নিয়মেৰে ব্যায়ামৰ প্ৰচলন কৰা যে বৰ দৰ্কাৰ হৈছে। এই কথা সকলোৱেই মানিব বুলি আশা কৰো। ভাৰতবৰ্ষত যে আগৰ দিনত বহু বীৰনাৰী আছিল, পুৰাণৰ ইতিহাসৰপৰা তাৰ বহুত উদাহৰণ পোৱা যায়। শাৰীৰিক বলৰ এনে প্ৰাধান্য আছিল যে, আৰ্য্য আৰু অনাৰ্য্য (বা দেৱ-মানৱ যুদ্ধৰ) যুদ্ধৰ প্ৰসিদ্ধ বীৰ নাৰীবিলাকেই পিচত দেবী কৰা হৈছে বুলি অনুমান কৰিব পাৰি। কৌৰৱ পাণ্ডৱ আৰু যদুবংশৰ তিৰোতাবিলাকে যে যুদ্ধ কৰিছিল তাক সকলোৱে জানে। তিৰোতা বিলাকৰ পক্ষে কুস্তি কৰি শক্তি লাভ কৰা অসঙ্গত বা অসম্ভব বুলি ভাবোঁতাবিলাকে যেন ওপৰত লিখা কথাবিলাক মনত ৰাখে। ব্যায়াম কৰিলে বল-শক্তিৰ লগত স্ত্ৰীলোকৰ সৌন্দৰ্য্যও বাঢ়ে, দীঘলে পথালিয়ে সমান বৰ্গক্ষেত্ৰৰ নিচিনা বা ছালকোমোৰাৰ নিচিনা গা গুচি সৌষ্ঠবযুক্ত হয়। এতেকে, লৰাৰ কথা নকওঁৱেই ভৱিষ্যৎবংশৰ বীৰ প্ৰসবিনী জননী, হবলৈকে, জীৱন ধৰিবলৈ পানী-বতাহ যেনে দৰকাৰী, নিয়ম মতে ব্যায়াম বিশেষকৈ দৰকাৰী। নহলে, দুৰ্ব্বলী মাকৰপৰা বলৱন্ত পুত্ৰ লাভৰ আশা কৰা পৰ্ব্বতৰ ওপৰত কাছ কনি বিচৰাৰ নিচিনা — আকাশত পদুম বিচৰাৰ নিচিনা নিস্ফল। এতেকে, দেশহিতৈষী বিলাকে — জন্মভূমিৰ উন্নতিৰ ইচ্ছা কৰোঁতা উঠি অহা ডেকাসকলে এই কথাটোও যেন দকৈ গমি চাই কৰ্ত্তব্য কাজ কৰে।

তৃতীয়তে, আমাক লাগে ধন। টকা নহলে, কোনো কাৰ্য্য সাধন কৰিব নোৱাৰি। এই অসম দেশখন গোটেই মহামূল্য মণি-ৰত্নেৰে ভৰা, কিন্তু আমালোকৰ নিজৰ মূৰ্খামিত আৰু আওহেলাত আমি তাক আমাৰ কৰি লব নোৱাৰিলো, দেশত অতুল ঐশ্বৰ্য্যৰ আকৰ থকাতো কেনেকৈ বিচাৰি উলিয়াব লাগে গন্ধমৃগৰ নিচিনা নেজানিলোঁ। আন দেশৰ তীক্ষ্ণ-বুদ্ধিৰ পুৰুষবিলাকে আহি ইয়াৰ মণি-মানিক্যৰ থলিৰপৰা কোটি কোটি টকা উপাৰ্জ্জন কৰি ধনী ভাগ্যবন্ত হল, আমি দাদা-ভায়ে ককাই-ভায়ে বন্ধু-বান্ধৱে গহ- গজেন্দ্ৰৰ খিয়লা-খিয়লি কৰি থকাতে — চকুৰ আগতেই, স্বজাতি প্ৰেমৰ পটন্তৰ স্বৰূপ আন দেশী কৰ্ম্মিষ্ঠ পুৰুষবিলাকে আমাৰ দেশৰ ধনেৰেই কুবেৰ হল; তথাপি আমি লগ লাগি এক হৈ অসমীয়া জাতিৰ ৰক্ষাৰ অৰ্থে লাখুটি ধৰিও থিয়দঙ্গা দিবলৈ নিশিকিলোঁ। বেপাৰেৰে যে ধন-সম্পত্তি লাভ কৰিব পাৰি তাক জানো, আৰু লক্ষপতি অন্য দেশীয় বেপাৰবিলাকেৰে সৈতে প্ৰতিযোগিতা কৰি দুখীয়া অসমীয়াই বেপাৰত হাত দিব নোৱাৰে তাকো জানো, কিন্তু অকলে যিটো কাম কৰিব নোৱাৰি, মিলিত হৈ সেইটি কাম অপ্ৰয়াসে কৰিব পাৰোঁ। কিন্তু মিল হলেহে। পুবৰ বেলি পশ্চিমে ওলালেও ওলাব পাৰে — পৰ্ব্বতৰ টিঙ্গত পদুম ফুলিলেও ফুলিব পাৰে, জুই কেতিয়াবা চেঁচা পৰিলেও পৰিব পাৰে — আমি — ককাই-ভাইৰে দাদা-ভাইৰে কেতিয়াও মিল নহওঁ, ইয়াত নহয় অসমীয়া জাতিটো ব্ৰহ্মপুত্ৰৰ পানীত উটি যাওক, তথাপি আমি (care) "কেয়াৰ" নকৰোঁ। যি জন্মভূমিৰ ওপৰতে আমি মানৱী জনম লভিলো, যি মাতৃৰ শস্য ৰূপ স্তন্যপান কৰিয়েই আমি জীয়াই আছোঁ, মৰিলেও যি আইৰ শৰীৰতে আমাৰ মাটিৰ শৰীৰ মাটি হৈ ৰব, সেই মাতৃৰ এনে সন্তান হৈয়ো যদি আমালোকে লগ লাগি গোট খাই জননী জন্মভূমিৰ উন্নতি সাধিবলৈকে আগ নেবাঢ়িলোঁ, তেন্তেনো টকাৰ কলহ মোহৰৰ পেৰা আপোনা-আপুনি গড়গড় কৰি বাগৰি আহি আমাৰ ঘৰত সোমাব নে? একতা বা ছাত নহলে কোনো ডাঙ্গৰ কাম সিদ্ধ কৰিব নোৱাৰি — কোনো ডাঙ্গৰ কামৰ উপক্ৰমকেই কৰিব নোৱাৰি, এইটো সকলোৱেই জানে। "ভূতে পশ্যন্তিবৰ্ব্বৰাঃ" — অৰ্থাৎ কাৰ্য্যৰ ফল ধৰিলেহে হতমূৰ্খ বৰ্ব্বৰ মানুহে সেই কাৰ্য্যটো ভাল কি বেয়া ঠিক কৰিবগৈ পাৰে। আমালোকে সেই কাজৰ ফল বাণিজ্যৰ ধন — মিল নহলে অসাধ্য সাধনৰ প্ৰত্যক্ষ ফল — বহুবাৰো দেখিছোঁ, তথাপি তাৰ উপকাৰ সম্বন্ধে আমাৰ বোধ-জ্ঞান "সৰ্ব্ব পূৰ্ব্ববৎ", আমাৰ নিচিনা এনেকুৱা গন্তীৰ বেদী কাষ্ঠময়— সংসাৰত আৰু আছে নে?

পুৰাণত লিখা আছে—মহিষাসুৰ নামেৰে এজন দুৰ্দ্দান্ত দানৱে যেতিয়া দেৱতাবিলাকক যুদ্ধত পৰাস্ত কৰি নিজে ইন্দ্ৰ হল, তেতিয়া দেৱতাবিলাকে ব্ৰহ্মাক লৈ যত মহাদেৱ আৰু বিষ্ণু আছিল তালৈকে গল। পিচত দেৱতা বিলাকৰ সকলো বিলাই বিপত্তিৰ কথা শুনি তেওঁলোকৰ মুখ খঙ্গতে ৰঙ্গা পৰি উঠিল, আৰু তেওঁলোকৰ মুখৰপৰা এটি মহৎ তেজ ওলাই

গল; আন আন দেৱতা বিলাকৰ মুখৰপৰাও তেনেকুৱা তেজ ওলাই গল—আৰু সেই ওলোৱা তেজৰে গোট খাই জিলিঙ্গনিৰে দশোদিক ব্যাপি দক্দকীয়া পৰ্ব্বতৰ নিচিনা হৈ এজনী স্ত্রীলোকৰ বেশে দেখা দিলে। এওঁৱেই মহিষাসুৰক সসৈন্যে মাৰিলে। পুৰাণৰ এই কথাৰপৰা আমি ইয়াকে শিকিব পাৰোঁ যে, গোট খাই কাজ কৰিলে টান কামকো কৰিব পাৰি, আৰু স্ত্রীলোকেই পুৰুষৰ শক্তি, পুৰুষেৰে সৈতে তিৰোতা পুৰুষৰ শক্তি, পুৰুষেৰে সৈতে তিৰোতা বিলাকৰ সকলো বিষয়তে উন্নতি নহলে জাতীয় উঁন্নতি হোৱা অসম্ভৱ। বছৰি বছৰি আমালোকৰ দেশতো একতাৰূপ শক্তিৰ মূৰ্ত্তি কৰি দুৰ্গা-পূজা কৰোঁ; কিন্তু যি উদ্দেশ্যে এই পূজা প্ৰথমতে চলিত হয় আৰু যি কাৰণত সেই পূজা কৰা উচিত তাক কোনে বুজিবলৈ চেষ্টা কৰে? বা বুজিলেও কেইজনেই বা সেই স্বজাতিৰ একতা-সূতাৰে বদ্ধ হয়? বৰঙ্গনীৰ টকা তুলি সাত সমুদ্ৰ তেৰ নদীৰ সিপাৰৰপৰা ৰেল-জাহাজৰ ভাড়া দি বামুণ মাতি আনি চাউল কল বুটমাহ পাছ পাছি খৰছ কৰা হয়। ভাব-ভক্তিহীন উদ্দেশ্য নুবুজা এই পূজাৰ যি ফল ধৰে তাক চাউল কল বুটমাহ খাবলৈ নোপোৱা ভকতবৎসল ভগৱতী আইয়ে জানে। আমালোকৰ চাৰিওফালৰ জাতিবিলাকৰ স্বজাতি প্ৰেম আৰু একতা দেখিও আমাৰ মনত যদি স্বজাতিপ্ৰেমৰ,—স্বজাতি মৰমৰ মন্দাকিনী প্ৰবাহিত নহয়, তেন্তে আমালোকৰ অস্তিত্ব গোটেই লোপ পোৱাই হে ভাল। ধুবুৰীৰ পৰা সদিয়ালৈকে গোটেই আসাম দেশখনকে যেতিয়া আমাৰ নিজৰ দেশ নজৰ মাতৃভূমি, নিজৰ মৰমৰ ঘৰ বুলি ভাবিম, যেতিয়া সকলো অসমীয়াক নিজৰ ককাই-ভাই দাদা-ভাই বুলি ভাবিম, তেতিয়াহে আমি অসম জন্মভূমিৰ সন্তান বুলি সভ্য সমাজত চিনাকি দিব পাৰিম। যি পুত্ৰই নিজা মাতৃৰ উপকাৰ কৰিব নোৱাৰে—নিজা সহোদৰৰ উপকাৰ কৰিব নোৱাৰে বা নকৰে —নিজৰ মাতৃভূমিৰ উপকাৰ কৰিব নোৱাৰে বা নকৰে, তাক মাকৰ পুত্ৰ নুবুলি বিষ্ঠা বোলা হে উচিত। এতেকে, নিজৰ দেশৰ অসমীয়া মানুহক আপোন বুলি ভাবি তাঁহাঁতৰ উপকাৰ কৰিবলৈ সকলোৱেই চেষ্টা কৰে যেন, এয়ে গোহাৰি। ৰাজৰাজেশ্বৰ দশৰথৰ কৰুণাময়-গুণনিধি ধাৰ্ম্মিকশ্ৰেষ্ঠ, সত্যবাদী মহাপৰাক্ৰমী ৰামচন্দ্ৰই চণ্ডালৰ লগত বান্দৰৰ লগত, ভালুকৰ লগত, ৰাক্ষসৰ লগত অকৃত্ৰিম মিতালি কৰি পৰম সুখী হৈছিল, কিন্তু, এক মাতৃৰ সন্তান হৈয়ো এক মানুহ হৈও যদি আমি মিলিব নোৱাৰোঁ, তেন্তে নো বিধাতা বিমুখ নহৈ মৰমতে আমাক কোলাত লব নে? লৰাবিলাকৰ পিতৃ-মাতৃ আৰু অভিভাৱকক মিনতি কৰোঁ—তেওঁলোকে নিজা নিজা লৰা-ছোৱালীবিলাকক নিচেই কুমলীয়া বয়সৰ পৰা আন আন শিক্ষাৰ লগতেই গুৰুমন্ত্ৰৰ নিচিনা দেশৰ হিত স্বজাতিপ্ৰেম শিক্ষাও দিবলৈ হেলা নকৰে যেন। মাতৃভূমিৰ আগলৈ সকলো আশা-ভৰশাৰ স্থান লৰা-ছোৱালীবিলাকৰ পক্ষে মহামূল্য পাবলগীয়া বস্তু কেৱল সকলো বিষয়ে সম্পূৰ্ণ সৎশিক্ষা, সুস্থ, বলৱন্ত সৰীৰ, সচ্চৰিত্ৰ, স্বদেশহিতেচ্ছা, স্বজাতি, প্ৰেম আৰু স্বদেশৰ উন্নতি কাৰ্য্য সাধন। পিতৃ-মাতৃয়ে তেওঁলোকৰ মৰমৰ বুকুৰ ধন নিজৰ লৰা-ছোৱালীক যদি ভাল বস্তু দিবলৈ ইচ্ছা কৰে, তেন্তে টকা-কৰি দিব নেলাগে, কাপোৰ-পোছাক দিব নেলাগে, গাড়ী-ঘোঁৰা বাইচাইকেল দিব নেলাগে, মাটি-বাৰীও দিব নেলাগে, দিওক মাত্ৰ সম্পূৰ্ণ শিক্ষা, সুস্থ বলৱন্ত শৰীৰ, সচ্চৰিত্ৰ, স্বদেশৰ হিতকামনা, স্বজাতিৰ প্ৰেম, আৰু অসমদেশৰ উন্নতিৰ নিমিত্তে প্ৰাণপণ কৰাৰ চেষ্টা। লৰা-ছোৱালীবিলাকেও যদি কোনো পৈত্ৰিক সম্পত্তি লভিবৰ ইচ্ছা কৰে, তেন্তে আন সকলো বস্তুৰেই আশা এৰি দি আগেয়ে সচ্চৰিত্ৰ, জ্ঞান, স্বদেশৰ প্ৰতি ভক্তি, নিজৰ দেশৰ মানুহৰ প্ৰতি প্ৰীতি আৰু জননী জন্মভূমিৰ উন্নতি সাধনৰ মন্ত্ৰ সম্পূৰ্ণ অধিকাৰ কৰক। ককায়েকে ভায়েকক যদি কোনো ধন-সম্পত্তিৰ ভাগ দিবলৈ খোজে, তেন্তে সকলোৰে আগেয়ে বিদ্যাৰ ভাগ, সচ্চৰিত্ৰৰ ভাগ, স্বজাতিপ্ৰেম—স্বদেশভক্তিৰ ভাগ দিওক। কোনো মিত্ৰে যদি তেওঁৰ বান্ধৱক কোনো প্ৰীতিৰে ভেঁটী দিব খোজে, তেনেহলে স্বদেশৰ প্ৰতি ভক্তি, স্বজাতিৰ প্ৰতি প্ৰেম জ্ঞান, বিদ্যাৰ উপহাৰ দিওক। সচ্চৰিত্ৰ আৰু জ্ঞানৰ, স্বজাতি প্ৰেম—স্বদেশ ভক্তিৰ উপহাৰ আৰু ভাগ পালে জানিব যে, তেওঁৱেই মৰমৰ ককায়েক বা অকৃত্ৰিম বন্ধু। ক্ৰমশঃ।

## জাপান।

১৮৬৭ খৃষ্টাব্দৰ ফ্ৰেব্ৰুৱাৰী মাহত মিকাদ ক'মৈই পৰলোকগত হোৱাত, তেখেতৰ পুতেক মৎমুহিতই ১৫ বছৰ বয়সতে নানা বিশৃঙ্খলাৰ মাজত ৰাজভাৰ লব লগাত পৰে। এই সময়ত জাপানৰ ৰাজনৈতিক আকাশ কলা ডাৱৰে ঢকা, জাতীয় জীৱনৰ তোলপাৰ, ৰাজ্যময় অশান্তিৰ সূচনা। বহুকাল যুদ্ধাদি নথকাত সামুৰায়, অৰ্থাৎ জাপানৰ ক্ষত্ৰিয় শ্ৰেণীৰ লোক বা যুদ্ধ-ব্যৱসায়ীবিলাকে বুভুক্ষ শিয়ালৰ দৰে হৈ আছে। বহুত দিনৰে পৰা বিদেশীনিৰ্য্যাতন আৰু বিদেশী দ্ৰোহিতাৰ দেওধনি

উঠিয়েই আছে। আৰু ক্ৰমে দুৰ্ব্বল হবলৈ ধৰা শগুনৰ ক্ষমতা ভাবী পতন আৰু লগে লগে ৰাজানুগ্ৰহ আৰু ৰাজকীয় ক্ষমতাৰ ভাগৰ কাৰণে প্ৰতি বিৰ্জ্জিতা আৰু দলাদলি চলিব ধৰিছে। বহুত দিনৰেপৰা গোট খাই অহা ডাবৰ ক্ৰমে বনাব ধৰিলে। বিজুলী, ধেৰেকনী ক্ৰমে চলিব ধৰিলে। অৱশেষত, ১৮৬৮ চনত সি Civil war ৰূপ বজ্ৰপাতত পৰিণত হলেহি।

১৮৬৭ খৃষ্টাব্দৰ নবেম্বৰ মাহত শগুনে পদ ত্যাগৰ আৰ্জ্জি পঠায়। মিকাদই সেই আবেদন সাদৰে গ্ৰহণ কৰি শগুনক মান সৎকাৰ দি থয়। কোৱা বাহুল্য যে, শগুনৰ ক্ষমতাৰ পতনৰ লগে লগে ইমান দিনে চল চাই থকা প্ৰতিপক্ষীয় নেতাসকলৰ ক্ষমতা আৰু ৰাজ-অনুগ্ৰহৰ প্ৰতিপত্তি ক্ৰমে বাঢ়িব ধৰিলে। শগুনৰ পদবী ত্যাগৰ পাচৰপৰা এওঁ বিলাকৰ কাৰ্য্য-কলাপত ৰজাৰ মতে বা অমতে শগুনে অসন্তুষ্ট হব আৰু বেজাৰ পাব লগাত পৰে। তাতে শগুনে কুমলীয়া ৰজাক তেওঁবিলাকে ভুৱা দি চলাব ধৰিছে বুলি ভাবি, ৰজাক তেওঁবিলাকৰ হাতৰপৰা উদ্ধাৰ কৰিবৰ কাৰণে ঠিক কৰে। আৰু, নিজৰ বিশ্বস্ত খেলবিলাকৰ দলপতিসকলৰ লগত পৰামৰ্শ কৰিবৰ অৰ্থে কিয়ট ৰাজধানী এৰি ওচাকালৈ যায়। এই খেলবিলাকে শগুনৰ পদত্যাগৰ লগে লগে বিপক্ষীয় দলৰ নেতাবিলাকৰ ব্যৱহাৰত অসন্তুষ্ট হৈ থাকে; এতিয়া শগুনে স্বয়ং মতলব পৰিবৰ্ত্তন কৰাত মহানন্দে সিহঁত জাঁকি উঠিল। ইয়াৰ পৰা ৰজাক দেখা কৰিবলৈ যাবলৈ ঠিক কৰে, কিন্তু ৰাজদৰবাৰৰপৰা লগত সৰহীয়াকৈ লগুৱা আদি নিনিবলৈ সতৰ্ক কৰা হয়। কিন্তু, শগুনে নিজৰ দলৰ দলপতিহঁতৰ মুখ সাৰিব নোৱাৰি দলে-বলে কিয়টলৈ ৰাওনা হল। তাৰ গম পাই ৰাজধানীলৈ ওচৰ চপাৰ বাটত শগুনৰ লগৰীয়া দল-বল বিলাকক বাধা দিবৰ কাৰণে সৈন্য-সামন্ত থোৱা হয়। কেৱল শগুনক তাকৰীয়াকৈ লগৰীয়াৰে সৈতে বাট এৰি দিবলৈ হুকুম দিয়া হয়। কোৱা বাহুল্য যে, এই উভয় পক্ষৰ ভিতৰত খেলিমেলি দলাদলিৰ ভাব আৰু তাৰে সৈতে পূৰ্ব্বৰেপৰা হিংসাহিংসি খোৱা-কামোৰা ভাবো বৰ প্ৰবলৰূপে চলি আহিছে। এতিয়া শগুনৰ লগৰীয়া খেলবিলাকে এইদৰে বাধা পাই হতাহুতি আৰম্ভ কৰিলে। ক্ৰমে তুমুল সংগ্ৰাম আৰম্ভ হল। কাঠনিত জুই এবাৰ জ্বলিলে আৰু তাক নুমুৱা টান। তেজে তেজক খেদে; এবাৰ ৰক্তপাত হলে তাক বাধা দিবৰ কাৰণে বা প্ৰতিকাৰৰ অৰ্থে আকৌ ৰক্তপাতৰ আৱশ্যক হয়। এয়ে Civil war ৰ প্ৰকৃত সূচনা। ইয়াকেই The war of the Restoration ও বোলা হয়। কাৰণ, এই যুদ্ধৰ ফলেৰেই ৰজাই প্ৰকৃত ৰাজক্ষমতা প্ৰাপ্ত হয়।

এই ঘটনাৰ পিচৰেপৰা শগুনে ৰজাক সাক্ষাৎ কৰাৰ আশা পৰিত্যাগ কৰি উভটি আহে, আৰু আকৌ পূৰ্ব্বৰ দৰেই নিজ ক্ষমতা চলাবলৈ প্ৰয়াস পায়। শগুনৰ ৬০০শ বছৰীয়া ৰাজভোগৰ ফলত শগুনৰ হকে দেহে-কেহে অনুৰক্ত অনেক খেল-মেল আছিল। এইবিলাকে শগুনে নিজ ইচ্ছাৰে নিজ ক্ষমতা পৰিত্যাগ কৰাত পেটে-সমন্বিতে বেজাৰ পাই আছিল। এতিয়া এওঁবিলাকে জাগি উঠিল। আৰু শগুনৰ কাৰনে যুদ্ধ কৰিবলৈ আৰু শগুণৰ প্ৰতিপক্ষীয় বিলাকক শাস্তি দিবলৈ, অৰ্থাৎ ৰাজ অনুগ্ৰহ আৰু ৰাজকীয় ক্ষমতাৰ পৰা বঞ্চিত কৰিবলৈ সাজু হৈ উঠিল। দিনে দিনে শগুনৰ দলৰ সংখ্যা বাঢ়িব ধৰিলে। ইফালে শগুনৰ নগৰ (অৰ্থাৎ শগুনে পতা নগৰ) টকিয়ত শগুনৰ পক্ষীয় লোকবিলাকে নিয়মমতে অৰাজকতা উপস্থিত কৰিব ধৰিলে, ক্ৰমে ঘটনা গুৰুতৰ হৈ বিদ্ৰোহৰ লক্ষণ ধৰাত মিকাদৰে বিদ্ৰোহ দমনৰ কাৰণে এজনা ৰাজকোঁৱৰক সৈন্যাধক্ষ পাতি ৰাজ আজ্ঞাদান কৰে। যদিও শগুণে মিকাদৰ বিপক্ষে যুদ্ধ কৰা নাছিল, তত্ৰাচ মিকাদয়ে নিজৰ অনুগৃহীত খেলবিলাকৰ ৰক্ষাৰ কাৰণে ৰাজ্যত শান্তি স্থাপনৰ কাৰণে এনে ব্যৱস্থা কৰিবলৈ বাধ্য হয়। উক্ত দুৰ্ঘটনাৰ পাচতে তেওঁ টকিয়লৈ আহে। তাৰ পিচত ঘটনাৰ সোঁতত গতি-বিধি দেখি নিজে গা এৰা দিয়াৰ ভাও ধৰিলে। কিন্তু, তেওঁৰ অধীনৰ নেতাবিলাকে পাচ নোহঁহকি অদম্য সাহেৰে নতুন কৈ উপস্থিত হোৱা ৰাজ সৈন্যৰ লগত যুদ্ধ কৰিবলৈ ধৰে।

এইদৰে সৰু-বৰ অনেক কটা-কটি হবলৈ ধৰিলে। ক্ৰমে ৰাজ-সেনা জয়ী হবলৈ ধৰিলে আৰু শগুনৰ পক্ষীয় খেলবিলাকেও দুই-একৰৈ ক্ৰমে গা-এৰা দিবলৈ ধৰিলে। শগুনেও টকিয়স্থ শগুনৰ প্ৰাসাদ আৰু কোঁঠ (Castle and palace) আৰু সকলো যুদ্ধোপৰকৰণৰে সৈতে আত্ম-সমৰ্পন কৰে। তত্ৰাচ শগুনৰ ফলীয়া দুই-এক খেলে যুদ্ধ কৰিবলৈ ক্ষান্ত নহৈ উত্তৰ ফাললৈ হঁহকি পৰে। এইবিলাকক দমন কৰোঁতে কত যে বীৰত্বৰ লীলা-খেলা অভিনীত কত যে ধৈৰ্য্যৰ সাহসৰ দৃষ্টান্ত প্ৰদৰ্শিত হল তাৰ সীমাৰ সংখ্যা নাই।

ৰাজ্যত পুনৰ শান্তি সংস্থাপিত হল। ৰাজ্যশাসনৰ প্ৰণালী পৰিবৰ্ত্তিত হল। সময়ৰ পৰিবৰ্ত্তনৰ লগতেই এই পৰিবৰ্ত্তনৰ আৱশ্যক হয়। স্বদেশ-প্ৰেম আৰু ৰাজভক্তিয়ে এই দোৰ্ঘোৰ পৰিবৰ্ত্তন কাৰ্য্যত পৰিণত কৰিলে। এই স্বদেশ-প্ৰেম আৰু

ৰাজভক্তিয়েই নব্য জাপানৰ নেতাসকলক কাৰ্য্যক্ষেত্ৰত অৱতীৰ্ণ কৰাই আবদ্ধ কাৰ্য্যত অগ্ৰসৰ কৰাবলৈ ধৰিলে। এটি এটিকৈ সংস্কাৰৰ পাচত সংস্কাৰ হবলৈ ধৰিলে। দলে-দলে দেশীয় যুৱক বিদেশলৈ যাবলৈ ধৰিলে। এই বিলাক সৎউত্তেজনা আৰু সৎ উদ্দেশ্যৰে ফলস্বৰূপে জাপান আজি জগতত মাননীয়া পূজনীয়া ধন্যা,—তেওঁৰ সুযোগ্য সন্তান সকলো ধন্য। Civil war ৰ পাচত ৰাজধানী কিয়টৰপৰা টকিয়লৈ লৰোৱা হয়। টকিয় শব্দৰ অৰ্থ ট= ৰাজধানী; পূৰ্ব্বফালৰ ৰাজধানী এই টকিয় চহৰ সাগৰৰ দাঁতিত; কিন্তু সাগৰৰ পানী নিচেই বাম, সেই দেখি জাহাজ আদিৰ চলাচলৰ সুবিধা নাই। টকিয়ৰপৰা ২০ মাইল দূৰৈত য়কহামা আছে। এয়ে টকিয়ৰ বন্দৰ। আজিকালি য়কহামা আৰু টকিয়ৰ মাজত ঘণ্টায় ঘণ্টায় ৰেল চলে। শগুনৰ ৰাজত্বৰ লগতে এই টকিয় চহৰৰ উৎপত্তি হয়। বাণিজ্য ব্যৱসায় আদিৰ সুবিধাৰ কাৰণে আৰু ৰাজধানী হোৱাত ক্ৰমে এই চহৰ ডাঙৰ হব ধৰে। এতিয়া গোটেই এচিয়াৰ ভিতৰত টকিয় এখন গণ্য-মান্য চহৰ।

সংস্কাৰ।— Civil war ৰ অৱসানৰপৰাই শাসন-প্ৰণালীৰ সংস্কাৰৰ আৰম্ভ হয়। পোন প্ৰথমেই Feudal system অৰ্থাৎ সামৰিক জাইগীৰদাৰী প্ৰথা গুচুৱা হয়। এই প্ৰথা অনুসৰি গোটেই দেশখন অনেকানেক ক্ষুদ্ৰ ৰাজ্যত বিভক্ত। প্ৰত্যেকতেই একোজন অধিপতি বা ক্ষুদ্ৰ ৰজা। নিজ নিজ খণ্ডৰ ভিতৰত তেওঁবিলাকৰ অদ্বিতীয় ক্ষমতা। মাটি-বাৰী প্ৰজা আদি সকলো তেওঁবিলাকৰ সম্পত্তি। ৰাজ্যত ৰাজকীয় বুলিবৰ একোৱেই নাই। এনেবিলাক অৱস্থাত জাতীয় উন্নতি জাতীয়ত্ব গঠন অসম্ভৱ গতিকে এই সামৰিক জাইগীৰদাৰী প্ৰথা নুঠালে নোহোৱা হৈ উঠে। এই উপলক্ষে অনেক এনে অধিপতিয়ে নিজ ইচ্ছাতেই নিজৰ ক্ষমতা আৰু (ক্ষুদ্ৰ) ৰাজ্য মিকাদৰ হাতত শোধাই দিয়ে। অনেকে আকৌ ঘটনাৰ সোঁতত পৰি তেনে কাৰ্য্য কৰিব লগাত পৰে, অনেকে আকৌ বাধ্য হৈ নিজ নিজ ক্ষুদ্ৰ ৰাজ্যসম্পত্তি মিকাদৰ সম্পূৰ্ণ হাত কৰিব লগাত পৰে। এওঁবিলাকে নিজ নিজ ৰাজ্য সম্পত্তিৰ পৰিৱৰ্ত্তে আৰ্থিক বৃত্তি ভোগ কৰিবলৈ পালে। এই সামৰিক উঠি যোৱাত পুৰাতন শ্ৰেণী বিভাগৰ (মানুহৰ) পৰিবৰ্ত্তন হল, আৰু সামুৱাৰ শ্ৰেণীৰ লোপ হয়। নতুন বিভাগ অনুসৰি গোটেই জাতিটো ৫ ভাগত ভাগ কৰা হল। যেনে — ৰজা স্বয়ং, ৰাজবংশী; বিষয়া; (Nobility) ভদ্ৰ সন্তান; আৰু ইতৰ শ্ৰেণীৰ লোক।

ক্ৰমে ইটোৰ পাচত সিটোকৈ সংস্কাৰ, সমাজ, শাসন, বিচাৰ, শিক্ষা আদি নানা বিষয়ৰ আৰম্ভ হয়। পাশ্চাত্য সভ্যতা আৰু বৈজ্ঞানিক উন্নতিৰ আমদানি হবলৈ ধৰে। ৰেল-জাহাজ ডাক আদিৰ সংস্থাপন হবলৈ ধৰে।

১৮৭০ খৃষ্টাব্দত প্ৰথম বৈদ্যুতিক ধাৰ খোলা হয় টকিয় আৰু য়কহামাৰ মাজত। ১৮৭১ খৃষ্টাব্দত সামুয়াৰবিলাকৰ কঁকালৰ তৰোৱাল খহোৱা হয় (আগেয়ে আমাৰ অসমীয়াৰ তামোলৰ গামোছাৰ ডবুৱা কটাৰিৰ দৰে সামুয়াৰে কঁকালত তৰোৱাল খুচি লৈ ওলোৱা-সোমোৱা কৰিছিল)।

১৮৭১ খৃষ্টাব্দত মিকাদয়ে খোলা গাড়ীত (৪ ঘোঁৰাৰ) বাজলৈ ওলাই দেখা দিয়ে। ১৮৭২ খৃষ্টাব্দত টকিয় আৰু য়কহামাৰ মাজত ৰেল খোলা হয়। ১৮৭৩ খৃষ্টাব্দৰপৰা Gregorean calender প্ৰবৰ্ত্তিত কৰা হয়। এই চনতে ৰাণীয়ে প্ৰথমে বিদেশীয় মহিলা সকলক সাক্ষাৎ দিয়ে। ১৮৭৬ অব্দৰ এপ্ৰিলৰপৰা ৰবিবাৰটো ৰজাঘৰীয়া ছুটীৰ দিন ৰূপে গ্ৰহণ কৰা হয়। উক্ত চনতেই বৃষ্টবিদেশী পৰোয়াণাবিলাক প্ৰত্যাখান কৰা হয়। আৰু, ১৮৯০ চনৰপৰা Parliament আৰম্ভ হয়।

১৮৬৯ খৃষ্টাব্দত ৰজাই বিয়া কৰে। ৰাণী ৰজাতকৈয়ো দুবছৰৰ ডাঙৰ; লগে লগে শিক্ষা আদিৰ বিধি-বিধান কৰা হয়। ওলন্দাজ, ইংৰাজ, ফৰাচী, জাৰ্ম্মান, আৰু মাৰ্কিন শিক্ষক কাৰিকৰ আদি নিযুক্ত কৰি বিদ্যালয় কাৰখানা আদি স্থাপন কৰা হয়। বিদেশীয় ৰাজ-ৰাজ্যনবৰ্গৰ লগত জনা-শুনা হবৰ কাৰণে মহা আয়োজনেৰে ৰাজ-কটকী এদল পঠোৱা হয়। (১৮৭২) জাকে-জাকে ছাত্ৰ বিদেশলৈ শিক্ষাৰ্থে পঠাবলৈ ধৰে। স্ত্ৰীশিক্ষাৰ পথ মোকোলোৱা হল; ১৮৭২ চনত প্ৰথমে ৫ জন ছাত্ৰীৰ দল এটি আমেৰিকালৈ শিক্ষাৰ অৰ্থে পঠোৱা হয়। আদি-শিক্ষা বাধ্য কৰা হয়। বিদেশীয় সভ্যতা, হাওৱা পানী, হাব-ভাব, ক্ৰমে আহিবলৈ ধৰিলে। নকলত নিপুণ জাপ জাতিয়ে বেগেতে ঐহিক ধৰ্ম্ম মতে দৈহিক উন্নতিৰ অনুকৰণ কৰিবলৈ ধৰিলে। এইদৰে আজি ৩০।৪০ বছৰৰ ভিতৰতেই জাপানৰ নতুন জন্ম হৈ উঠে।

জাপানে মৌ-মাখিৰ দৰে দেশে দেখে ভ্ৰমি জাতীয় ফুলৰ মৌ বাছি-বিচাৰি নিজৰ মৌ-চাক সাজিছে। এতিয়াও শিক্ষাৰ কাল অতীত হোৱা নাই, এতিয়াও জাপান ছাত্ৰ। তত্ৰাচ ভাৰতৰ অভিমন্যুৰ দৰে নিজ কীৰ্ত্তি দেখাবলৈ বাকী

ৰখা নাই। গতিকে যুদ্ধৰ ফলাফলৰপৰাই ছাত্ৰ-শিক্ষকৰ বলাবলৰ আৰ্হি পোৱা যায়। এতিয়া ইংৰাজ জৰ্ম্মানে জাপানৰ যুদ্ধ-প্ৰণালী শিক্ষাৰ অৰ্থে সহিবলৈ পাচ হোঁহকা নাই।

এনে অদ্ভুত উন্নতিৰ গূঢ় তত্ত্ব নো কি তাক যদি সোধাঁ, পাঠকসকল, তেন্তে শুনা, জাপান জাতিয়ে মৰিবলৈ ভয় নকৰে, স্বদেশৰ অৰ্থে প্ৰাণ-দান অমূল্য ৰত্ন দেখে, নানা ভাৱত নানা ৰসত মত্ত জাপ জাতিয়ে ৰাজভক্তি আৰু স্বদেশ প্ৰেম সৰোবৰত দুব দি সকলোৱে একে তালে একে প্ৰাণে নিজ ধন-প্ৰাণ সুখ ধৰ্ম্ম কৰ্ম্ম সকলো উছৰ্গি দি মৰিবলৈ পাচ নোহঁহকে।

—শ্ৰীলক্ষেশ্বৰ বৰঠাকুৰ।

# মাতৃ-বিলাপ।

## ৰায় জগন্নাথ বৰুৱা বাহাদুৰ বি, এ,ৰ স্বৰ্গাৰোহন উপলক্ষে।

(১)

আজি নেলাগে ৰঙ্গৰ হিয়া নচা ভাৱ
নেলাগে মধুৰ হাঁহি।
আজি নেলাগে হিয়াৰ তলিত ফুলিব
সুখৰ কুসুম পাহী,
আজি নেলাগে নাচিব দেহা-মন প্ৰাণ
আনন্দ সাগৰে ভাহি;
আজি নেলাগে বাজিব শ্ৰৱন জুৰাই
প্ৰেমৰ অমিয়া বাঁহী।

(২)

নেলাগে আজি উষাৰ তপনে
হিৰণ কিৰণ দিব;
নেলাগে আজি বাসন্তী পৱনে
মন-প্ৰাণ মুহি নিব।
নেলাগে আজি চন্দ্ৰ-কিৰণত
চকোৰে অমিয়া পিব ;
নেলাগে আজি প্ৰকৃতি দেৱীয়ে
ধৰিব নতুন জীব !

(৩)

ভোগ-বিলাস নেলাগে আজি
প্ৰেমৰ মোহনী গান;
ধুন-পেঁচ-ভেম নেলাগে আজি
নেলাগে সুগন্ধি ঘ্ৰাণ;
ইন্দ্ৰিয়-তৃপিতি নেলাগে আজি
সন্তোষ-অমৃত পান;
নেলাগে আজি চেনেহী জনৰ
চেনেহ-সফুৰা দান।

(৪)

আজি নেলাগে হিংসা নেলাগে খিয়াল
নেলাগে অৰিয়া অৰি;
আজি জাতি-ভেদাভেদ নেলাগে থাকিব
অন্তৰে অন্তৰে বৰি;
আজি নেলাগে থাকিব কপট কোৰোধ
চিত কলুষিত কৰি;
আজি নেলাগে থাকিব মান অপমান
ভুলতো এচুকে পৰি।

(৫)

আজি নহয় সময় মান অমানৰ
হিংসা-দ্বেষ কৰিবৰ;
আজি নহয় সময় ভোগ বিলাসৰ
ধুন-পেঁচ মাৰিবৰ;
আজি নহয় সময় প্ৰকৃতি সতীৰ
ৰেহ-ৰূপ চাকিবৰ;
আজি সময় মাথোন শোকৰ চিতাত
জ্বলি-পুৰি মৰিবৰ!

(৬)

দেহি ঐ! শুনা, শুনা কাণ পাতি
কান্দে কোন অভাগিনী;
হাঁয়! কাৰ নো হিয়াত জ্বলিছে অগনি,
ওলায় কৰুণ ধ্বনি;

হাঁয়! সহিব নোৱাৰা দাৰুণ শেলে নো
বিন্ধে কাৰ হিয়াখনি;
হাঁয়! নিঠুৰ বিধিয়ে কাৰ নো চকুৰ
হৰিলে যুগল মণি!

(৭)

হাঁয়! কাৰ নো লগত নীৰৱে গগণে
টোকে টুপলীয়া পানী;
হাঁয়! ব্ৰহ্মপুত্ৰ নদ বইছে নীৰৱে
দীঘল উশাহ টানি;
দেহি! হিমগিৰিবৰে মছিছে দুচকু
ডাৱৰ-বসন সানি;
চোৱাঁ কাৰনো লগত নীৰৱে বিনায়
সৃষ্টিৰ অজলা প্ৰাণী!!

(৮)

শুনা বিনায় পবনে শোকৰ সুৰেৰে
বিষাদ ৰাগিণী গায়;
শুনা গাইছে চৰায়ে করুণ সঙ্গীত
হিয়া তুলি পমি যায়;
আৰু শুনা, শুনা, শুনা হেৰা আজি
দুখুনী আসামে হায়!
করুণ সুৰেৰে কি ৰাগিণী ধৰে
দুটি পুত্ৰ হেৰুৱাই!!

(৯)

শুনা দুখুনীৰ আজি হিয়া-চেপা ধ্বনি
উঠিছে গগণ ভেদি;
চোৱাঁ দুখুনীৰ আজি নিদাৰুণ শেলে
মৰম পেলালে ছেদি;
দেহি! দুখুনীৰ আশা সুখৰ সপোন
পেলালে দূৰলৈ খেদি;
চোৱাঁ যোৰ সন্তানৰ জ্বলা জুয়ে আজি
পুৰি ছাই কৰে হৃদি।

(১০)

শুনা দিগ-দিগন্ত ব্যাপিছে আজি
ভৈৰব আৰ্ত্তৰাৱে;
শুনা প্ৰতিধ্বনি উঠে — "নাই শিৱৰাম"—
গহীন গভীৰ ভাৱে;
শুনা প্ৰতিধ্বনি আদি —"নাই জগন্নাথ"—
যোগী — হিমালয় গাৱে;
শুনা বিলাপে আসামে হিয়া ভুকুৱাই,
করুণ আৰ্ত্তৰাৱে।—

(১১)

"সোণাই !
আছিলি দেখোন তই
হিয়া মোৰ কৰি জুৰ;
আজি নো কলই গলি
বুকু শুদা কৰি মোৰ;
নেদেখোঁ কিয়নো আজি
হাঁহিটি মুখৰ তোৰ;
দুখুনীৰ ৰত্নটিনো
কোনে নিলে কৰি চুৰ!
তয়েহে মাথোন মোৰ
একেটি আঁচল মণি;
পূৰ্ণিমাৰ জোন মোৰ
তোৰেহে বদনখনি!
তয়েহে মাথোন মোৰ
আন্ধাৰৰ ভোটা-তৰা;
তয়েহে মাথোন মোৰ
পোৰা বুকু শাঁত কৰা।

(১৩)

"সোণাই হেৰেই! আজি
কতনো লুকালি তই;
নুশুন কিয়নো সোণ!
চিঞৰি মৰিছোঁ মই;
নাচাৱ কিয়নো আজি
আধা-পোৰা হিয়া হাঁয়!
ৰাৱণৰ চিতা জ্বলি
দহি পুৰি কৰে ছাই।

(১৪)

"কৰবাত যদি বাপি!
আছা তুমি ৰোহ কৰি;
দুখুনী জননী মই
মাতিছো কাবৌ কৰি;
নসয় পলম মোৰ
আহাঁ বাপি, আহাঁ লৰি;
দিয়াঁ আহি চুমা এটি
ডিঙ্গিত সাবটি ধৰি।

(১৫)

"লগালোঁ জগৰ যদি
নেজানি মাতৃয়ে তোৰ;
আশাৰ সমল তয়ে
তয়ে দেখোঁ যশ মোৰ;
ঘৰে পৰে তয়ে দেখোঁ
কণাৰ লাখুটি ডালি;
বিদেশতো তয়ে মোৰ
আশাৰ নুমলি পুলি;

(১৬)

"ৰজাৰ ঘৰতো দেখোঁ
তোকে বাপি, আগ কৰোঁ;
বিদেশত কিবা হয়
চিন্তাত শুকাই মৰোঁ;
তয়েহে জীৱটি দেখোঁ
তোতেই ধাউতি ফেৰি;
এৰাঁ ৰোহ, আহাঁ সোণ,
মাতিছোঁ কাবৌটি কৰি।

(১৭)

"ভাগৰত দুখ পাই
বহুদূৰ পৰবাসে;
শুলা নে সোণাই মোৰ
জিৰণি লবৰ আশে?
এবাৰ চকুটি মেলি
চোৱাঁ বাপা চাৰিকাষে;
নিচলা ভায়েৰবোৰে
কি কৰিছে হা-হুতাশে।

(১৮)

"অবোধ সকলোটিয়ে
পাতিছে ভাৱনা দেহি,
কোনোৱে ধৰিছে হাঁহি
কোনোৱে মৰিছে কান্দি;
বিলাস পাটীত কোনো
টোপনিত ওৰঘোৰ;
নেজানে সিহঁতে আজি
হেৰাল কি ধন মোৰ!

(১৯)

"কোন আছে সিহঁতৰ
কাৰ মুখ চাব আৰু;
তুমি যদি গলা এৰি
কি দিম বুজনি বাৰু?
সিদিনা মাথোন হাঁয়
শিৱৰামে এৰি গৈছে;
তুমিও যে গলা গুচি
আৰু মোৰ কোন আছে?

(২০)

"নেলাগে দূৰত শুব
আহাঁ বাপি কাষলৈ;
শুদা হই আছে কোলা
তুমি পোনা শুবলৈ;
বুকুত সাবটি পোনা
তোমাক শুৱাই থওঁ;
মূৰ সুঙ্গি সুঙ্গি সোণ
ধাই-মাক-নাম গাঁও।

(২১)

"বঙ্গ বাইদেও! হেৰা,
মাতিছোঁ কাবউ কৰি,

তোমাৰ কোলালৈ মোৰ
গইছিল সোণ ফেৰি।
নাহিল উলটি দেখোঁ
থলা নে কি লুকুৱাই;
দিয়াঁ মোক দিয়াঁ বাই,
আছা কিয় ৰঙ্গ চাই!

[২২]

"কি আছে সমল মোৰ
জানাতো নিজেই তুমি;
জানাতো নিজেই হেৰা,
শ্মশান-আসাম ভূমি;
তেনে কিয় আজি হেৰ,
আছাঁ তুমি ৰঙ্গ চাই;
দুখুনীৰ ধন মোৰ
দিয়াঁ মোক ওলোটাই।

(২৩)

"দেহি ঐ!
নাহে নো সোণাই মোৰ,
এতেপৰ কিয় হাঁয়!
প্ৰতিধ্বনি শুনো কিয়
পোনা মোৰ নাই, নাই;
কোনে নো হানিলে এনে
চোকা শেল চল পাই;
নমৰি জীয়াই আছোঁ
আৰু কাৰ মুখ চাই!!"

*　　*　　*　　*

আই,
অজ্ঞান কবিয়ে কয়
শিলেৰে হৃদয় বান্ধা;
তোমাৰ কন্দাৰ দিন,
কান্দা, পাৰামানে কান্দা;
কান্দিছোঁ কেৱল মাথোঁ
তোমাৰ কান্দন চাই;
অন্তৰে অন্তৰে আই,
হিয়া পুৰি হল ছাই!

—শ্ৰীবুণুৰাম দাস।

# সঙ্গীত।

(প্ৰথম ভাগৰ ৩১৪ পিঠিৰ পাচত)

বক্স বা টেবিল হাৰ্ম্মোনিয়মৰ আচল যি ঠাইৰপৰা সুৰ ওলায় তাক ৰীড বোলে। প্ৰত্যেক সুৰৰ নিমিত্তে বাহিৰে যেনে একো- খন পৰ্দ্দা বা ছাবি থাকে এই ৰীডৰ গুণৰ তাৰতম্য অনুসাৰে হাৰ্ম্মোনিয়মৰ সুৰ আৰু দামৰ কম-বেচি হয়। প্ৰত্যেক পৰ্দ্দাৰ নিমিত্তে একোখনকৈ গোটেইটো হাৰ্ম্মোনিয়মত যিমান ৰীড থাকে সেই সকলো খিনিক ১ এক চেটৰীড (Single reed) কয়। যি হাৰ্ম্মোনিয়মত প্ৰত্যেক সুৰৰ নিমিত্তে দুখনকৈ ৰীড থাকে সেইবিলাকক দুই চেট ৰীডচ Double reeds বোলে। ১ চেট ৰীডৰ হাৰ্ম্মোনিয়মতকৈ দুই চেট ৰীড থকা হাৰ্ম্মোনিয়মৰ সুৰ শুনিবলৈ মিঠা হয়। ইয়াৰ দামো বেচি। বৰ বেচি দামৰ হাৰ্ম্মোনিয়মত ৩।৪ চেট কৰিও ৰীড থাকে। কিন্তু সাধাৰণতঃ গৃহস্থ মানুহৰ পক্ষে সাৰেতিনি অক্টেভ আৰু ২ চেট ৰীড থকা হাৰ্ম্মোনিয়মেই গান, বাজনা কৰিবলৈ যথেষ্ট। ১ চেট ৰীড থকা বিলাকতকৈ ই শুনিবলৈকো ভাল, অথচ ৩।৪ চেট ৰীড থকা হাৰ্ম্মোনিয়মৰ দৰে দামো বেচি নহয়।

হাৰ্ম্মোনিয়মবিলাক ইংলণ্ড, ফ্ৰান্স, আমেৰিকা, আদি ঠাইত নিৰ্ম্মাণ হয়। কিন্তু আজিকালি সেইবিলাক ঠাইৰপৰা ৰীডস্ আৰু ফলা কাঠ বেলো ইত্যাদি সজুলিবিলাক কিনি আনি হাৰ্ম্মোনিয়ম তৈয়াৰ কৰি বিক্ৰি কৰা ভাৰতবৰ্ষৰ নানা ঠাইত দোকান হৈছে। বিলাত দেশত তৈয়াৰ হোৱা বাজনা বিলাক দেখনে শুৱনে একো পাৰ্থক্য নাই, অথচ দামো কম। কিন্তু বিলাতীবিলাক মজবুত (Strong) সেই নিমিত্তে বেচি দিন টিকে। সকলোতকৈ

আমেৰিকাৰ তৈয়াৰী হাৰ্ম্মোনিয়ম (American Organ Harmonium) বিলাক ভাল। হাৰ্ম্মোনিয়ম তৈয়াৰ কৰোঁতা বিলাকৰ ভিতৰত মেচন হামলিন্‌ আৰু বুচন প্ৰসিদ্ধ। নতুন শিক্ষাৰ্থীৰ পক্ষে সাৰে তিনি অক্টেভ, দুই-সেট ৰীডচ, এটা ষ্টপ থকা মেচন হামলিনৰ টেবিল হাৰ্ম্মোনিয়ম। আৰু ৰুচনৰ তেনেকুৱা বকস্‌ হাৰ্ম্মোনিয়ম উপযোগী। কলিকতাৰ হেৰল্ড, ডোৱাৰকিন আৰু টি, ই, বিভান কোম্পানীৰ দোকানত এইবিলাক যন্ত্ৰ পোৱা যায়। আৰু এবিধ আজিকালি কলিকতাৰ দোকানবিলাকত হাৰ্ম্মোনিয়ম ওলাইছে, যাক বকস্‌ আৰু টেবিল দুয়ো কৰি লৈ বজাব পাৰি। এইবিলাক আন একো নহয়, বাকস্‌ হাৰ্ম্মোনিয়মেই; মুঠে টেবিল কৰি লবৰ নিমিত্তে বেলেগ এডাল পিডেল ষ্ট্ৰিং আৰু ষ্টেণ্ড বা ফ্ৰেম এখান থাকে। নতুন শিক্ষাৰ্থী বিলাকৰ ভিতৰত যিবিলাকে কম খৰছত টেবিল হাৰ্ম্মোনিয়ম বজাব খোজে, তেওঁবিলাকে এই হাৰ্ম্মোনিয়ম কিনিব পাৰে। কিন্তু এইবিলাক তিমান মজবুত আৰু বেচি দামী যন্ত্ৰ বিলাকৰ দৰে ভাল সুৰ থকা নহয়। হাৰ্ম্মোনিয়মত সমুখৰ ফালে সাধাৰণতঃ তিনিটা ষ্টপ থাকে। বাওঁ হাতৰ ফালৰপৰা প্ৰথমটো খুলি বেলো কৰিলে হাৰ্ম্মোনিয়মৰ মাত ওলাবলৈ ধৰে। দ্বিতীয়টো খুলিলে মাতটো আগতকৈ মিঠা হৈ ওলায়। * আৰু তৃতীয়টো ষ্টপ খুলিলে "ট্ৰিমলো" অৰ্থাৎ কঁপা সুৰ ওলায়।

ডাঙৰ ডাঙৰ টেবিল বা বক্সহাৰ্ম্মোনিয়মবিলাকত বহুতো ষ্টপ থাকে; সেইবিলাকৰ পৰিচয় ইয়াত লিখি প্ৰবন্ধ দীঘল কৰিবৰ সকাম নাই। হাৰ্ম্মোনিয়ম সম্বন্ধে এখনি বেলেগ কিতাপ প্ৰকাশ কৰিবলৈ আমাৰ ইচ্ছা আছে।

## এচৰাজ

এচৰাজ যন্ত্ৰ বৰ পুৰণি নহয়, আধুনিক যন্ত্ৰ। বাদ্য-যন্ত্ৰৰ ভিতৰত ইয়াৰ সুৰ বৰ গহীন, সুললিত আৰু মনোহৰ। এই মনোহাৰীত্ব গুণতেই অলপ দিনৰ ভিতৰতে ইয়াৰ বাহুল্য প্ৰচাৰ হব লাগিছে। চেতাৰ আৰু সাৰেঙ্গী এই দুটা যন্ত্ৰৰ অনুকৰণ কৰি ইয়াৰ উৎপত্তি হৈছে। ইয়াৰ আকৃতি চেতাৰৰ দৰে; সুৰ বন্ধা ইত্যাদিও চেতাৰৰ দৰে একে। কিন্তু বজাওতে জোঁৰডালেৰে সাৰেঙ্গাৰ দৰে বজাব লাগে।

এচৰাজ শিকাৰ আগেয়ে তাৰ অঙ্গ-প্ৰত্যঙ্গবিলাক চিনি লব লাগে। সেইবিলাকৰ নাম ঃ—খোল, নাল, চাউনী, চোৱাৰী বা জুয়াৰী, পৰ্দ্দা, আড়ি, কাণ, তাঁত, আৰু জোঁৰ ইত্যাদি। চেতাৰৰ দৰে ইয়াৰ খোলটো লাওৰ নহয়; কোনো এবিধ টান আৰু মিহি (আহ নোহোৱা) ভাল কাঠৰ। সেই খোলৰ ওপৰত চামড়াৰ চাউনী থাকে, তাৰ ওপৰতে ঠিক মাজৰ খিনিত হাড়ৰপৰা তৈয়াৰ কৰা এখন ফলিৰ দৰে এচলা পাট বহুৱাই দিয়া থাকে, তাক চোৱাৰী বা জুৱাৰী কয়। ইয়াৰ ওপৰে দি টাৰবিলাক এচৰাজৰ দুয়ো মূৰে বন্ধা থাকে। চেতাৰৰ দৰে ইয়াৰো কাঠৰ নাল বা দাণ্ডি আছে। তাত চেতাৰৰ দৰে লো আৰু পিতলৰ পৰ্দ্দা বিলাক আৱশ্যকীয় ঠাইবিলাকত বন্ধা থাকে। ওপৰৰ ফালে পৰ্দ্দাবিলাকৰ শেষত যে এচলা হাড় পথালি ভাবে বহুৱাই দিয়া থাকে, যাৰ ওপৰে দি টাৰবিলাক নি পেলাই খুটিবিলাকত মেৰ খুৱাই বান্ধি থোৱা হয় তাক আড়ি বোলে। টাৰ মেৰ খুউৱা খুটিবিলাকক কাণ বোলে। কাষৰৰ ফালে যে এশাৰী খুটি থাকে সেইবিলাকো কাণ। পৰ্দ্দা বন্ধা এক ৰকম বেলেগ জৰী বজাৰত পোৱা যায়, তাৰ নাম তাত। কাঠৰ শলি এডালত যে ঘোঁৰাৰ ফানেৰে দুয়ো মূৰে বন্ধা থাকে যিহেৰে এচৰাজৰ টাৰ ঘঁহি মাত উলিওৱা হয়, তাক জোঁৰ বোলে।

**টাৰৰ বিষয়।**— এচৰাজৰ প্ৰধান টাৰ চাৰি ডাল। ১ম ডাল পকা আৰু ই তিনি ডাল কেঁচা টাৰ। পকা টাৰ ইস্পাতৰ আৰু কেঁচা টাৰ পিতলৰ বা তামৰপৰা তৈয়াৰ হয়। ১ম পকা টাৰডালক নায়কী টাৰ বোলে। তাৰ গুৰিৰ ২য় আৰু ৩য় টাৰ দুডালত জুৰি বা খৰজৰ টাৰ; আৰু ৪ৰ্থ কেঁচা টাৰ ডালক খাদ পঞ্চমটাৰ বোলে। ইয়াক এৰিও এচৰাজৰ কাষৰৰ ফালে লাগি থকা কাঠৰ ফলি এখনৰ ওপৰত ১৬টা কাণত ১৬ ডাল মিহি কেঁচা টাৰ বন্ধা থাকে, সেইবিলাকক তৰপৰ টাৰ বোলে।

**টাৰ বন্ধাৰ নিয়ম।**— প্ৰথমে নায়কী টাৰৰ ওচৰৰ ২য় আৰু ৩য় কেঁচা টাৰ, অৰ্থাৎ নায়কী টাৰক সেই সুৰৰ মধ্যম (ম) কৰি বান্ধি লব লাগে। ৪ৰ্থ কেঁচা টাৰ, অৰ্থাৎ খাদ পঞ্চমৰ টাৰক জুৰিৰ টাৰ দুডালৰ সুৰৰ এক সপ্তক তলৰ পঞ্চমত বন্ধা হয়। তৰপৰ টাৰ বন্ধৰ নিয়ম নানা বিধ আছে। কোনোৱে কোনোৱে ১ম ডাল, মুদাৰাৰ সা-ৰ পৰা আৰম্ভ কৰি ক্ৰমে ঋ, গ, ম, ইত্যাদিকৈ বান্ধি যায়। আকৌ কোনোৱে বা ১ম টাৰ

* এই বিধ হাৰ্ম্মোনিয়মকে দুই চেট ৰীড থকা কয়। ১ম টোত কেৱল এক চেট ৰীডৰ হে সুৰ ওলায়। দোকানদাৰীবিলাকে কেতিয়াবা ২ চেট ৰীড থকা হাৰ্ম্মোনিয়মতো তিনিটা ষ্টপ লগাই থয়। বজাওঁতেই বুজিব পাৰি যে, হয় ১ম, নহয়, ২য় ষ্টপৰপৰা সুৰৰ পাৰ্থক্য নহয়। সেইটো, কেৱল ফাঁকি কৰি দাম বঢ়াবৰ ফন্দিৰে লগাই থয়।

উদাৰাৰ পঞ্চম, ২য় টাৰ ধৈৱত, ৩য় নিখাদ, ৪ৰ্থ মুদাৰাৰ কৰজ (সা) কৰি সপ্তকৰ নিয়ম অনুযায়ী গোটেই কেইডাল টাৰ বান্ধে। কিন্তু তাতোকৈ বান্ধিবৰ ভাল নিয়ম এটা আছে; সেইটো যদিও অলপ টান আৰু বান্ধো তেও বেচি পৰিশ্ৰম হয়, তথাপি বজাওঁতে সুৰটো শুনিবলৈ মিঠা হয়। নিয়মটো এই; যি ৰাগ-ৰাগিণী গাব লাগিব সেই সেই ৰাগ-ৰাগিণীত যি যি সুৰৰ আৱশ্যক হয় তৰপৰ টাৰবিলাক ঠিক সেই সেই সুৰত বান্ধি লব লাগে। তৰপ থকাৰ অৰ্থই এই যে, তাৰ দ্বাৰাই বহুবিধ সুৰৰ হাৰমনি অৰ্থাৎ সুৰ মিল পোৱা যায়। যেনে, এখন বেহেলা, এখন চেতাৰ এটা তাম্বুৰা আৰু এটা তবলা একে সুৰে বান্ধি লৈ তাৰ ভিতৰত কোনো এটাত টং কৰি শব্দ কৰিলেই আন-আন যন্ত্ৰবিলাকতো সেই শব্দটো বাজি উঠি সুৰৰ হাৰ্ম্মোনিক উৎপন্ন হয়; তেনেকৈ এচৰাজৰ টাৰত জোৰ ডাল পৰা মাত্ৰকে গোটেইবোৰ তৰপৰ টাৰৰ পৰা অলপ অলপ সুৰ ওলাই গৈ এটা হাৰ্ম্মোনিক সুৰ উৎপন্ন হয়। এতেকে, যি ৰাগ বা গীত বজোৱা হব সেই ৰাগ বা গীতৰ ঠাট অনুসৰি যদি টাৰ বন্ধা থাকে তেনেহলে সেই ৰাগ বা গীতৰ উপযোগী হাৰ্ম্মোনিক ওলায়; আৰু সুৰটো শুনিবলৈ অতি সুললিত হৈ উঠে।

**বজোৱাৰ নিয়ম ঃ—** ওপৰত লিখা নিয়মে এচৰাজটো বান্ধিলৈ ২য় কেঁচা টাৰত জোঁৰডাল টানিলে উদাৰাৰ সৰজ বা খৰছ (সা) হয়। সেই টাৰ ১ম পৰ্দ্দাত টিপি জোঁৰেৰে টানিলে কোমল ঋষভ (ৰো); আৰু ৩য় পৰ্দ্দাত গান্ধাৰ (গ) হব। তাৰ পাচত নায়কী টাৰত জোঁৰ টানিলে মধ্যম (ম), ২য় পৰ্দ্দাত পঞ্চম (প), ৩য় পৰ্দ্দাত ধৈৱত (ধ), ৪ৰ্থ পৰ্দ্দাত কোমল নিখাদ (নো) আৰু ৫ম পৰ্দ্দাত নিখাদ (নি) হব। এই কেইটা উদাৰা গ্ৰামৰ সুৰ। তাৰ পাচত নায়কী টাৰ ৬ষ্ঠ পৰ্দ্দাত টিপি জোঁৰ ঘঁহিলে মুদাৰাৰ সৰজ সা ৭ম পৰ্দ্দাত ঋষভ ঋ, অষ্টম পৰ্দ্দাত গান্ধাৰ গ, ৯ম পৰ্দ্দাত মধ্যম ম, ১০ পৰ্দ্দাত কড়ি মধ্যম মী, ১১শ পৰ্দ্দাত পঞ্চম প, ১২শ পৰ্দ্দাত ধৈৱত ধ, ১৩শ পৰ্দ্দাত নিখাদ নি হব; এই কেইটা মুদাৰা গ্ৰামৰ সুৰ।

এচৰাজত কোনো সুৰত কোমল বা অতি কোমল উলিয়াব লাগিলে চেতাৰৰ দৰে সেই সুৰৰ পৰ্দ্দা আৱশ্যক অনুসৰি ওপৰৰ পিনে, অৰ্থাৎ আড়িৰ ফালে আৰু কড়ি বা অতি-কৰি কৰিব লাগিলে চোৱাৰীৰ ফালে নমাই দিব লাগে। কিন্তু পৰ্দ্দা লৰচৰ নকৰিও তলত লিখা নিয়ম মতে কড়ি কোমল সুৰ উলিয়াব পাৰি। যথা, কোনো সুৰ কোমল বা অতি-কোমল কৰিব লাগিলে সেই সুৰৰ পৰ্দ্দা আৰু তাৰ ওপৰৰ ফালৰ পৰ্দ্দাৰ মাজখিনিত হিচাব মতে আচল সুৰ ওলোৱাকৈ আঙ্গুলি পেলাই আৰু কড়ি বা অতি-কড়ি কৰিব লাগিলে সেই সুৰৰ পৰ্দ্দা আৰু তাৰ তলৰ ফালৰ পৰ্দ্দাৰ মাজখিনিত সেইদৰে আঙ্গুলি টিপি জোঁৰ ঘঁহিব লাগে। অৱশ্যে, নতুন সুৰবোধ নোহোৱা মানুহৰ পক্ষে এনেকৈ সুৰ চিনি বজোৱা সহজ নহয়, কিন্তু এইটো হে সাধাৰণ নিয়ম।

এচৰাজ যন্ত্ৰটো বাওঁহাতে ধৰি সোঁওহাতে জোঁৰডালেৰে বজাব লাগে। চেতাৰৰ দৰে এচৰাজ বজাওঁতেও কিছুমান বোলৰ আৱশ্যক হয়। যথা, ডাৰা, ডেৰে, ডিৰি ইত্যাদি। জোঁৰডাল সোঁওফালে টানিলে ডা, ডে, ডি, আৰু বাওঁফালে টানিলে ৰা ৰে ৰি হয়। এইবিলাক শব্দৰেই এচৰাজ, বেহেলা, চেতাৰ আৰু সাৰেঙ্গী ইত্যাদি যন্ত্ৰৰ গত বা গান শিকা হয়।

স্পৰ্শ, গমক, মুৰ্চ্ছনা ইত্যাদিও এচৰাজত চেতাৰৰ দৰেই ব্যৱহাৰ হয়। চেতাৰত মেজৰাফ দি আঘাত কৰিব লাগে। এচৰাজত জোঁৰেৰেই সেই কাম হয়। কিন্তু মুৰ্চ্ছনাৰ সময়ত চেতাৰত যেনে এটা পৰ্দ্দাত চাৰি-পাঁচটা সুৰ অনুলোম কিম্বা বিলোম* ক্ৰমে প্ৰকাশ কৰা হয়, এচৰাজত তেনে নহয়। এচৰাজত হলে পৰ্দ্দাবিলাকত আঙ্গুলি টিপি টিপি ইপিনে জোঁৰডালেৰে ঘঁহি ঘঁহি প্ৰকাশ কৰিব লাগে। স্পৰ্শ, গমক, মুৰ্চ্চনা ইত্যাদি ভালকৈ নেজানিলে এচৰাজ বজোৱা শুনিবলৈ মিঠা নহয়। এইবিলাক কাক কয় তাক এই ঠাইত বিস্তাৰিতকৈ কোৱাৰ আৱশ্যক নাই। সেই বিষয়ে বেলেগ এটা অধ্যায় লিখিবৰ মন আছে। প্ৰত্যেক যন্ত্ৰত এইবিলাক অলঙ্কাৰ প্ৰকাশ কৰাৰ প্ৰথা বেলেগ বেলেগ। সেইবিলাক এচৰাজত কেনেকৈ বজোৱা যায় তাকেহে বুজাই দিয়া গল।

**স্পৰ্শ ঃ—** বাওঁহাতৰ তৰ্জ্জনীৰ কোনো পৰ্দ্দাত টাৰ টিপি জোঁৰ ঘঁহি সুৰৰ আওৱাজ থাকোঁতে থাকোঁতে সেই হাতৰ মধ্যমাৰ দ্বাৰাই পাচৰ পৰ্দ্দাত টাৰ ডাল চুই দিয়াৰ নাম স্পৰ্শ।

**গমক ঃ—** কোনো সুৰক গমক দিব লগীয়া হলে, বাওঁহাতৰ আঙ্গুলীৰে কোনো পৰ্দ্দাৰ টাৰ টিপি ছৰিৰ টান দি সেই আঙ্গুলিৰে টাৰডাল পৰ্দ্দাত ঘঁহি কঁপা সুৰ বাহিৰ কৰিলেই গমক দিয়া হয়।

**মিড় ঃ—** বাওঁহাতৰ তৰ্জ্জনী বা মধ্যমাৰ দ্বাৰাই কোনো

* সা ঋ গ ম প ধ নি ক্ৰমে ওপৰলৈ সুৰ চৰা কৰি নিয়াক অনুলোম আৰু নি ধ প ম গ ঋ সা ক্ৰমে নমাই অনাক বিলোম কয়।

এটা পৰ্দ্দা টিপিয়েই জোঁৰ টানি সেই আঙ্গুলীৰ ঘঁহনিৰে অনুলোম বা বিলোম গতিত পাচৰ বা আগৰ এটা বা দুটা বা কেইবাটাও সুৰ অবিচ্ছেদে প্ৰকাশ কৰাকে মিড় দিয়া বোলে।

**মুৰ্চ্ছনা ঃ—** কোনো পৰ্দ্দাৰপৰা হাত দিয়া আৰম্ভ কৰি তাৰ ওপৰৰ এটা, দুটা বা কেইবাটাও সুৰ অবিচ্ছেদ গতিত প্ৰকাশ কৰিলে মুৰ্চ্ছনা দিয়া হয়।

**ফ্লুট**

এইটো অতি পুৰণি যন্ত্ৰ। ভগবান শ্ৰীকৃষ্ণৰ মুৰুলীৰে সৈতে ইয়াৰ অনেক সাদৃশ্য আছে। আমাৰ দেশত যেনে বাঁহৰ বাঁহী আছে, বিলাতত বেচি দামী কাঠেৰে এই বাঁহী তৈয়াৰ হয় আৰু কনচাৰ্টৰ লগত বজোৱা হয়। ভাল ভাল ফ্লুটত কেইবাটাও ছাবি (key) থাকে। ইউৰোপীয়ান বেশুত ১০।১২ বিধ ফ্লুটৰ প্ৰচলন দেখা যায়।

বজাবৰ নিয়ম ঃ— ফুঁ দিয়া আচল ফুটা কেইটাক এৰিও ইয়াত 'জাৰমান চিলভাৰ' নামে এবিধ ধাতুৰ তৈয়াৰী সাধাৰণতঃ ৬ টাকৈ ছাবি থাকে। আগ হাতৰ তৰ্জ্জনী, মধ্যমা আৰু অনামিকাৰে ওপৰৰ তিনিটা ফুটা টিপি আৰু বাওঁহাতৰ তৰ্জ্জনী, মধ্যমা অনামিকাৰে তলৰ ৩ টা ফুটা টিপি মুদাৰাৰ "সা" সুৰ উলিয়াব লাগে, অৰ্থাৎ মুদাৰাৰ সা সুৰ উলিয়াব লাগিলেই ছটা ফুটাকেই দুই হাতৰ আঙু লিৰে টিপি বন্ধ কৰি ধৰিব লাগে। তাৰ পাচত সোওঁহাতৰ অনামিকাটো উঠালে মুদাৰাৰ ঋ সুৰ, মধ্যমা উঠালে গ* তৰ্জ্জনী উঠালে ম-সুৰ ; বাওঁহাতৰ অনামিকা উঠালে প-সুৰ, মধ্যমা উঠালে ধ-সুৰ। দুয়ো হাতৰ গোটেইবিলাক আঙ্গুলি উঠালে নি-সুৰ; তাৰ পাচত সোওঁহাতৰ গোটেইবিলাক ফুটা আৰু বাওঁহাতৰ অনামিকা আৰু মধ্যমা দ্বাৰাই ফুটাবিলাক টিপি মুঠেই বাওঁহাতৰ তৰ্জ্জনী উঠাই তাৰা গ্ৰামৰ স'—সুৰ-উলিয়াব পাৰি। তাৰা গ্ৰামৰ আন সুৰবিলাক উলিয়াব লাগিলে বলেৰে ফুঁ দি সোওঁহাতৰ আঙ্গুলিবিলাক ক্ৰমান্বয়ে এটা এটা কৈ তুলিব লাগিব।

কোমল সুৰবিলাক উলিয়াব লাগিলে, যি সুৰৰ কোমল উলিয়াব লাগে, যিটো আঙ্গুলি উঠালে সেই সুৰ ওলায়, সেই আঙ্গুলি আধাখিনি উঠালেই তাৰ কোমল সুৰ ওলাব। ম-সুৰৰ ফুটাটোত আঙ্গুলি একেবাৰে উঠাই বেচি জোৰে বজালে কড়ি ম 'মী' হব। ভাল বেচি দামি ফ্লুটবিলাকত এইবিলাক কড়ি কোমল সুৰৰ নিমিত্তে বেলেগ বেলেগ ছাবি থাকে। সেইবিলাক টিপিলেই আৱশ্যক মতে কড়ি কোমল সুৰ পোৱা যায়।

**ক্লৰিওনেট।**

এইটো ইয়োৰোপীয়ান যন্ত্ৰ। এই যন্ত্ৰকো কন্চাৰ্ট, অৰ্কেষ্ট্ৰা ইত্যাদি ঐকতানিক সম্প্ৰদায়ত বজোৱা হয়। ক্লেৰিওনেটৰ আকৃতি প্ৰায় আমাৰ দেশৰ সানাই যন্ত্ৰৰ দৰে। এই যন্ত্ৰত ১৩টা ছাবি আৰু ৭টা ফুটা থাকে। মুখৰ ফালে যত ফুঁ দিয়া হয়, তাত গোটেই পাতলা ফলি এচটা থাকে, তাক ৰীড় (read) বোলে। এই ৰীড় যিটো জাৰমান চিলভাৰৰ বান্ধনিৰে আবদ্ধ থাকে তাক লিগেচাৰ (legature) বোলে। এই লিগেচাৰ আৰু ৰীড় যাৰ লগত সংযোগ হৈ থাকে তাৰ নাম মাউথপিচ (Mouth piece) | ক্লেৰিওনেট দুই হাতৰ আঙুলিৰে বজাব লাগে। সোওঁহাতেৰে তলৰ তিনিটা ফুটা ধৰি বাওঁহাতৰ ওপৰৰ তিনিটা ফুটা আৰু তাৰ পাচৰ ফুটাটো বুঢ়া আঙ্গুলিৰে বন্ধ কৰি ধৰি ফুঁ দিব লাগে। ফুঁ দিয়াৰ সময়ত দাঁত বিলাক যেন ৰীড়খনত নেলাগে, ওঁঠ দুটা চেপি ধৰি ওঁঠত কোনো বস্তু থাকিলে তাক পেলাবলৈ যেনেকৈ থুঁতকিৰি দিয়া হয় তেনেকৈ ফুঁ দিব লাগে।

দুই হাতৰ আঙ্গুলি এটা এটাকৈ বন্ধ কৰি, সোওঁহাতৰ কনিষ্ঠাৰে তলৰ বা ওপৰৰ পৰা তিনি নম্বৰৰ ছাবিটো টিপিলে সা-সুৰ, এই ছাবিটো এৰি দিলে ঋ-সুৰ, অনামিকা এৰিলে গ-সুৰ, আকৌ অনামিকা ৰে ৫ নম্বৰৰ ছাবিটো টিপিলে ম-সুৰ, সোওঁহাতৰ গোটেইবিলাক আঙ্গুলি এৰি দিলে প-সুৰ, বাওঁহাতৰ অনামিকা এৰিলে ধ-সুৰ, মধ্যমা এৰিলে নি-সুৰ; তাৰ পাচত সোওঁহাতৰ তৰ্জ্জনীৰে আঁঠ নম্বৰৰ ছাবিটো টিপিলে তাৰ গ্ৰামৰ সা-সুৰ ওলাব। তাৰ পাচত আগৰ দৰে যেনেকৈ পাঁচ নম্বৰৰ ছাবিৰ দ্বাৰাই তলৰ গ্ৰামৰ ম-সুৰ ওলাইছিল, সেই ছাবিটো টিপিলে তাৰাগ্ৰামৰ ঋ** সুৰ হব। সেই পাঁচ নম্বৰৰ ছাবিটো এৰি দিলে তাৰাৰ গ' সুৰ, সোওঁহাতৰ গোটেইবিলাক আঙ্গুলি এৰি দিলে তাৰাৰ ম'-সুৰ, বাওঁহাতৰ অনামিকা এৰি দিলে তাৰাৰ প'-সুৰ, বাওঁহাতৰ মধ্যমা এৰি দিলে ব-সুৰ, সোওঁহাতৰ তৰ্জ্জনীৰে ৮নং ছাবিটো টিপিলে তাৰাৰ নি'-সুৰ, তাৰ পাচত গোটেইবিলাক আঙ্গুলি এৰি দি বাওঁহাতৰ বুঢ়া আঙ্গুলিৰ দ্বাৰাই ১২ নং ছাবিটো টিপিলে তাৰাগ্ৰামৰ ওপৰৰ গ্ৰামৰ সা"-সুৰ হব। গোটেই আঙ্গুলি টিপি বাওঁহাতৰ কনিষ্ঠা আঙ্গুলিৰে ২নং

* যেতিয়া মধ্যমা উঠাব লাগে, তেতিয়া যেন সোওঁহাতৰ অনামিকাটো বন্ধ নেথাকে। আন আন ঠাইতো এই কথা বুজিব লাগিব।

** তাৰাগ্ৰামৰ সুৰ উলিয়াব লাগিলে ওঁঠ দুটা চেপি ধৰি ফুঁ দিব লাগে।

ছাবিটো টিপিলে উদাৰা গ্ৰামৰ নি-সুৰ ওলাব।†

গোটেইবিলাক আঙ্গুলি টিপি ১নং ছাবি বাওঁহাতৰ কনিষ্ঠাৰে টিপিলে মুদাৰাৰ কোমল ঋ (ৰো), সোওঁহাতৰ কনিষ্ঠাৰে ৪ নং ছাবি টিপিলে সেই গ্ৰামৰ কোমল গ (গো), সোওঁহাতৰ তিনিটা আঙ্গুলি এৰি তৰ্জ্জনীৰে যি ফুটাটো বন্ধা থাকে তাতে সেই গ্ৰামৰ কড়ি ম (মী) সুৰ ওলায়। বাওঁহাতৰ কনিষ্ঠাৰে ৬ং ছাবিটো টিপিলে সেই গ্ৰামৰ ধ (ধো) সুৰ হয়। বাওঁহাতৰ অনামিকাৰে ৭ নং ছাবিটো টিপিলে সেই গ্ৰামৰ কোমল নি (নো) সুৰ হয়। তাৰাগ্ৰামৰ কোমল সুৰ উলিয়াব লাগিলে মুদাৰাৰ যেনেকৈ সুৰ উলিউবা হয় তেনেকৈয়ে হব ; মুঠেই বাওঁহাতৰ বুঢ়া আঙ্গুলিৰে ছাবিটো টিপিব লাগে। বাওঁহাতৰ তৰ্জ্জনীৰে ১০ নং ছাবিটো টিপিলে উদাৰা গ্ৰামৰ গ-সুৰ, সেই আঙ্গুলিৰ মাজেদি ৯নং ছাবিটো টিপিলে সেইগ্ৰামৰ কোমল ঋ (ৰো) সুৰ, বাওঁহাতৰ বুঢ়া আঙ্গুলিৰে ১৩ নং ছাবিটো টিপিলে সেই গ্ৰামৰ ম-সুৰ ওলায়; সোওঁহাতৰ তৰ্জ্জনীৰে ১১ নং ছাবিটো টিপিলে সেই গ্ৰামৰ প'-সুৰ ওলায়।

ক্ৰমশঃ—

† উদাৰা গ্ৰামৰ আন-আন সুৰবিলাক উলিয়াব লাগিলে তাৰা গ্ৰামৰ সা-সুৰটোক মুদাৰা সা-সুৰ কৰি লব লাগে।

# শ্ৰম।

শ্ৰম কৰ্ম্মসিদ্ধিৰ অমোঘ অস্ত্ৰ। এই অস্ত্ৰৰ প্ৰয়োগত দুঃসাধ্য সাধিব পাৰি। শ্ৰম কল্পতৰু, তাৰপৰা সম্ভৱপৰ সকলো বাঞ্ছাৰ ফল লাভ হয়। কৰ্ম্মক্ষেত্ৰত শ্ৰম হুতাশন। ইয়াৰ ভুবনবিজয়ী শিক্ষাৰ আগত কোনো কৰ্ম্ম কঠিন নহয়। জগতৰ মহৎ মহৎ সকলো কাৰ্য্য ইয়াৰ বলতেই সম্পাদিত হৈছে। শ্ৰম সকলো সম্পদৰ বীজভূমি। যিলোক শ্ৰমত পৰাঙ্মুখ সি সম্পদৰ আশাত জলাঞ্জলি দিয়া উচিত। কিন্তু শ্ৰমৰ প্ৰকাশ ভেদ আছে। কোনো শ্ৰম বন্ধ্যা আৰু কোনো শ্ৰম ফলদায়ক। ফলদায়ক শ্ৰমো দুবিধ বুলি ধৰিব পাৰি। এবিধ প্ৰচুৰ ফলদ, আৰু এবিধ অল্প ফলদ। যি লোকে সংসাৰত উন্নতি বাঞ্ছে, সি কেতিয়াও বন্ধ্যা শ্ৰমৰ অনুষ্ঠান নকৰে। যি শ্ৰমৰপৰা সম্পদ নেবাঢ়ে, সি শ্ৰম নহয়, সি কেৱল কষ্ট মাথোন। ইয়াত কেৱল ফলদায়ক শ্ৰমৰ বিষয়ে হে আলোচনা কৰা হব। এইবিধ শ্ৰম চালনা কৰাত প্ৰণালীৰ বৰ প্ৰয়োজন। উপযুক্ত প্ৰণালীৰ অভাৱত প্ৰচুৰ ফলদায়ক শ্ৰম অল্পফলদ হয় আৰু কোনো কোনো সময়ত একেবাৰে বন্ধ্যা শ্ৰমত পৰিণত হোৱাও দেখা যায়। শ্ৰম প্ৰচুৰ ফলদ কৰিব লাগিলে তাত প্ৰণালী যোগ দিব লাগে। সচৰাচৰ দেখা যায় যে কোনো এটা গধুৰ বস্তু বগৰাব লাগিলে, কোন ফালৰপৰা ঠেলিলে বাগৰ খাব তাক স্থিৰ কৰি লব লাগে আৰু সেই সিদ্ধান্ত অনুসাৰে বল প্ৰয়োগ কৰিব লাগে। ইয়াক নকৰি যদি যেই-সেই ফালে ধৰি টনা-টোঁহা বা ঠেলা-ঠেলি কৰা যায়, তেনেহলে তাক বগৰাব নোৱাৰি বা চাৰিজন মানুহৰ ঠাইত দহজন মানুহ লগাই হে বগৰাব পাৰি। সকলো কৰ্ম্মতে এইৰূপে এটা প্ৰণালী বান্ধি লৈ আৰম্ভ কৰিব লাগে। হাতত লোৱা কাম ভাগ ভাগ কৰি তাৰ কোন ভাগ আগে আৰু কোন ভাগ পাচে কৰিব লাগে, এবং কোন ভাগ কি দৰে কৰিব লাগিব তাক স্থিৰ কৰি লোৱা উচিত। ৰজাঘৰীয়া কোনো ডাঙ্গৰ কাম কৰিব লগীয়া হলে, এই নিয়মৰ অনুৱৰ্ত্তী হৈ পূৰ্ব্বে কামটোৰ এটা বিস্তৃত বিৱৰণ লিখি লয় আৰু তাৰ কোন অংশ কেতিয়া আৰু কেনেকৈ কৰিব লাগিব তাকো লিখি লয়, পাচে সেই প্ৰণালীত কাম আৰম্ভ কৰি সুকলমে সমাধা কৰে। বিদ্যাৰ্থী শিশুবিলাকৰ ভিতৰত কোনোৱে শীঘ্ৰে পাঠ শিক্ষা কৰিব পাৰে, কোনোৱে বা অশেষ পৰিশ্ৰম কৰিও পাঠৰ তত্ত্ব অবগত নহয়। ইয়াৰ কাৰণো কেৱল প্ৰণালীৰ অভাৱ। কোনো কোনো লৰা অৱশ্যে স্বভাৱতে চোকা, কিন্তু চোকা লৰাৰ ভিতৰত যে ভেদাভেদ নাই এনে নহয়। সমান বুদ্ধিয়ক দুজন লৰাৰ ভিতৰতো শিক্ষা বিষয়ে হ্ৰস্ব-দীৰ্ঘ দেখা যায়। যিজনে এটা নিয়ম লগাই পাঠ আৰম্ভ কৰে সি শীঘ্ৰে শিকি উঠিব পাৰে আৰু যিজনে সেইদৰে কোনো নিয়ম নপতাকৈ পঢ়ে সি বহুত সময় খৰছ কৰি হে পাঠ শিকিব পাৰে। এই নিয়মৰ অনুৱৰ্ত্তী হৈ আগৰ দিনীয়া বহুদৰ্শী পণ্ডিতসকলে অভ্যাস কৰিবলগীয়া অনেক কথা শুৱলা প্ৰণালী লগাই লিখি গৈছে। ইয়াৰ উত্তম দৃষ্টান্ত সংস্কৃত ভাষাৰ শব্দকোষ আৰু সংস্কৃত ভাষাৰ ব্যাকৰণ। পুথি মাত্ৰেই লিখকে এটা প্ৰণালী লগাই লিখে। পাঠৰ সময়ত সেই প্ৰণালী আগত লৈ পাঠ কৰিলেও পুথিৰ কথা শীঘ্ৰে আয়ত্ত কৰিব পাৰি, সুকীয়া প্ৰণালী বিচাৰিবৰ সকামেই নহয়।

কোনো কামত লৰালৰি কৰিব নেলাগে। লৰালৰি কৰিলে কামত জোট লাগে, আৰু দুই দণ্ডৰ কামত চাৰি দণ্ড খৰছ হয়। লৰালৰি আশুসিদ্ধিৰ পৰম বাধা। যিমান লৰালৰি সিমান গহ্বৰি, এই সাৰুৱা বচন পৃথিৱীৰ সকলো ঠাইতেই চলিত আছে। খৰকৈ কৰি শীঘ্ৰে শেষ কৰিব খুজিলে আগৰ কাম পাচ হয় আৰু পাচৰ কাম আগ হয় আৰু কেতিয়াবা কোনো অংশ ভুলত এৰাও পৰে। কৰ্ম্ম শেষ হলে পাচে সেই ভুলবোৰ শুধৰাব লগীয়া হয়

আৰু কোনো কোনো সময়ত হোৱা কামকে দুনাই কৰিব লগীয়া হয়। শেষফলত পলমতো হয়েই, তদুপৰি কামটোও বেয়া হয়। উচিত সময়তকৈ অলপ সময়ত কৰ্ম্ম কৰি তুলিলে জাগ দি কল পকোৱা যেন হয়। কল পকিবলৈ স্বভাৱতে যিমান সময় লাগে তাতকৈ কম সময়ত পকাবলৈ মানুহে কল জাগ দিয়ে, কিন্তু জাগ দিয়া কল আপুনি পকা কলৰ নিচিনা কেতিয়াও সুমিষ্ট নহয়। প্ৰত্যেক মানুহৰ পৰিশ্ৰম কৰাৰ এটা সুকীয়া নিৰিখ আছে, সেই নিৰিখ অনুসাৰে সকলোৱে কাম কৰা উচিত। যাৰ যি স্বাভাৱিক নিৰিখ তাতকৈ খৰকৈ কাম কৰিলে লৰালৰি কৰা হয়। কৰ্ত্তাৰ শ্ৰমৰ নিৰিখ অনুসাৰে কৰ্ম্মৰ সময় অৱধাৰিত হব লাগে, কৰ্ম্মৰ প্ৰয়োজন অনুসাৰে হোৱা উচিত নহয়। যি মানুহে যি কাম দুদিনত কৰিব পাৰে সেই মানুহে সেই কাম এদিনত কৰিব খোজা অনুচিত।

জন্মস্ৰোতৰ নিচিনা শ্ৰম নিত্যবাহী হব লাগে। কেতিয়াবা এলাহৰ সৰ্ব্বনাশী শয্যাত দীঘল হৈ কৰ্ত্তব্য আওহেলা কৰা আৰু কেতিয়াবা দেহ-প্ৰাণ উছৰ্গি কৰ্ম্মত নিমগ্ন হোৱা নিতান্ত অনুচিত। চন্দ্ৰ-সূৰ্য্যৰ গতিৰ দৰে শ্ৰমৰ গতিও সততে সমান থাকিব লাগে। হেঁচোকা বলতকৈ ৰাহলগা বলৰ গুণ সৰহ। যি বস্তু একে কোবে ভাঙ্গিব নোৱাৰি, পুনঃ পুনঃ কোব দিলে সিও ভাগি যায়। যি গছ এক ঘাপত ছিঙ্গিব নোৱাৰি একেৰাহে ঘৈয়াই থাকিলে সিও ছিগি যায়। দীঘল পথ একেদেৰে পাৰ হবলৈ টান, কিন্তু একেৰাহে গৈ থাকিলে তাকো লঙ্ঘিব পাৰি। কোনো কৰ্ম্ম এদিনৰ বা এদগুৰ পৰিশ্ৰমত হোৱা নাই। যোজনব্যাপী ৰেল-বাট অনেক দিনৰ শ্ৰমৰ গুণত হে হৈছে। বৃহৎ অশ্বত্থ বৃক্ষ ক্ষুদ্ৰাতি-ক্ষুদ্ৰ অঙ্কুৰৰপৰা ক্ৰমে ক্ৰমে বৃদ্ধি হৈ প্ৰকাণ্ড হয়।

উগ্ৰ শ্ৰম অধিক ফলদায়ক হলেও সি শৰীৰ ক্ষয় কৰে। এতেকে, তাক পৰিহাৰ কৰা উচিত। শৰীৰ সকলো সুখ-সমৃদ্ধিৰ মূল ; তাক নিঘুণীয়াকৈ ৰক্ষা কৰা সকলো উন্নতিপ্ৰাৰ্থী লোকৰ আগ কৰ্ম্ম। এদিন উগ্ৰ শ্ৰম কৰি এমাহ শয্যাসায়ী হৈ থাকিলে সংসাৰত উন্নতি সাধিব নোৱাৰি। এইদৰে মাজে-মাজে ৰোগ-শয্যাত পৰি থাকিলে উন্নতি কৰা দূৰৈৰ কথা গ্ৰামাচ্ছান যুগুত কৰাও দুষ্কৰ হয়। আৰু ৰোগগ্ৰস্ত নহলেও যে উগ্ৰ শ্ৰমৰ দ্বাৰা শীঘ্ৰে সৰহ কৰ্ম্ম সাধিব পাৰি এনে বিবেচনাও ভুল। উগ্ৰ শ্ৰমৰ পিছত দীৰ্ঘ জিৰণিৰ প্ৰয়োজন হয়। আৰু উগ্ৰ-ভোজনৰ পিচত যেনে পুনঃ ভোজনলৈ স্পৃহা নজন্মে, সেইদৰে উগ্ৰ শ্ৰমৰ পিছতো পুনৰ শ্ৰমলৈ স্পৃহা নহয়। উগ্ৰ শ্ৰম এক ৰকমে চালে বানপানীৰ নিচিনা। বানপানীৰপৰা শস্যাদিৰ বিশেষ উপকাৰ সাধিত নহয়, নিয়মিত বৃষ্টিয়ে হে শস্যক শ্ৰীমন্ত কৰে।

শ্ৰমশীল মানুহৰ শ্ৰমেই সুখ ; সিহঁতে শ্ৰম নকৰি থাকিব নোৱাৰে ; অভ্যস্ত শ্ৰম ৰাগীৰ স্বৰূপ হয়। তাৰ সেৱন ৰহিত কৰিলে শৰীৰত স্বভাৱ-বিকৃতি জন্মে, আৰু মনত অশান্তি উপস্থিত হয়। সদায় হাল-বোৱা হালোৱাই হালৰপৰা নিবৃত্ত হলে তাৰ-শৰীৰ আৰু মন উভয়েই বেয়া লাগে; বীতশ্ৰমী মানুহৰ পক্ষে জীৱন এটা বোজা যেন হয়। সেইদেখি কাম নোহোৱা মানুহে কেৱল জীৱন ভোগৰ নিমিত্তেই ক্ৰীড়া ব্যায়াম বা ভ্ৰমণ কৰি শৰীৰ ভাগৰায়; শ্ৰমে সুখীয়াৰ সুখ দ্বিগুণিত কৰে আৰু দুখীয়াৰ দুখ নিবাৰণ কৰে। শ্ৰম প্ৰাণীজগতৰ সাধাৰণ ব্যৱস্থা; পশু-পক্ষীৰ ভিতৰতো এইবিধিৰ ক্ৰিয়া দেখা যায়। মনুষ্যে জীৱিকাৰ নিমিত্তে বা উন্নতিৰ অৰ্থে শ্ৰম কৰে। পশু-পক্ষীৰ উন্নতিৰ পথ ৰুদ্ধ, কিন্তু সিহঁতৰ শৰীৰ ৰক্ষা কৰিবলৈ আৰু জীৱনৰ ভাৰ লঘু কৰিবলৈ সৰ্ব্বজ্ঞান বিশ্বৰ গৰাকীয়ে আহাৰত সিহঁতৰ শ্ৰমৰ ব্যৱস্থা কৰিছে। কোনো পশুৱে বা কোনো পক্ষীয়ে বিনা শ্ৰমে আহাৰ লাভ কৰিব নোৱাৰে, নানা ঠাইত নানা ৰকম পুৰুষাৰ্থ কৰিহে সিহঁতেও উদৰ পূৰ কৰে। বাঘে বিস্তীৰ্ণ বননিত হৰিণা বিচাৰি আৰু ম'হে দুৰ্গম পীতনিত ঘাঁহ বিচাৰি নিতৌ হাৰাশাস্তি হয়।

শ্ৰম কু-চিন্তাৰ পৰম ঔষধ। সদায় পৰিশ্ৰম কৰি থকা মানুহে হিংসা-কুৰ্চ্চতাদি নীচ বৃত্তিৰ অনুষ্ঠান কৰিবলৈ আজৰি নেপায় আৰু তেনেকুৱা কামলৈ সিহঁতৰ মনো নেযায়। যাৰ কৰিবলৈও কাম নাই তেনে মানুহে সচৰাচৰ কু-কৰ্ম্মত লিপ্ত থাকে। পৃথিবীত যিমান চৰিত্ৰৱন্ত মানুহ আছে বা আছিল, তেওঁলোকৰ জীৱন এটি শ্ৰমৰ প্ৰবাহ মাথোন। শ্ৰম চৰিত্ৰ ৰক্ষাৰ কৱচ।

শ্ৰম বোলাত শাৰীৰিক আৰু মানসিক উভয় বিধ শ্ৰম ধৰা হৈছে। উভয়বিধ শ্ৰমেই এক বিধৰ অন্তৰ্গত। শৰীৰক বৰকৈ খটালে শৰীৰ ৰুগীয়া হয় আৰু মনক বৰকৈ খটালেও মন ৰুগীয়া হয়। কিন্তু শাৰীৰিক শ্ৰমতকৈ উগ্ৰ মানসিক শ্ৰম অধিক দুৰ্গুণকাৰী। উগ্ৰ শাৰীৰিক শ্ৰমে কেৱল শৰীৰ হে ৰুগীয়া কৰে, কিন্তু উগ্ৰ মানসিক শ্ৰমে শৰীৰ আৰু মন দুইকো অসুস্থ কৰে। অত্যন্ত চিন্তা কৰিলে মূৰ কামোৰে, খাদ্য জীৰ্ণ নহয়, বায়ু উৰ্দ্ধগামী হয় আৰু নিদ্ৰা কমে। সেই হেতুকে সেই সম্বন্ধীয় ৰোগবিলাক উপস্থিত হয়। উগ্ৰ-শ্ৰমত মানুহৰ মগজু ঢিলা পৰে আৰু কেতিয়াবা বিবেক হেৰুৱাই বাউল হয়।

এলাহ শ্ৰমৰ পৰম বাধক। শ্ৰম কৰিবলৈ ইচ্ছাৰ অভাৱ হলে সেই অৱস্থাক এলাহ বোলা যায় বা আগত কোৱাৰ দৰে শ্ৰমৰ যাৰ যি স্বভাৱিক নিৰিখ তাতকৈ তাকৰ শ্ৰম কৰিলে মানুহে এলেহুৱা নাম পায়। এলাহ ফলত শ্ৰমৰ বিপৰীত। শ্ৰমে মানুহক শ্ৰীমন্ত আৰু স্বাস্থ্যৱন্ত কৰে, কিন্তু এলাহে হতশ্ৰী আৰু

ৰুগীয়া কৰে। শ্ৰমৰ পৰা মানুহ মান্যৱন্ত আৰু বিদ্যাৱন্ত হয় কিন্তু এলাহৰপৰা নীচ আৰু মূৰ্খ হয়। শ্ৰমে বৈভৱ মিলায়, কিন্তু এলাহে দৈন্যতা মিলায়। শ্ৰম যেনে এটা ৰাগী বিশেষ, এলাহ তেনে এটা ৰোগ বিশেষ।

# স্ত্ৰী-শিক্ষা।

বিদ্যা নানা ৰূপে আমাৰ মঙ্গলৰ কাৰণ হলেও, কঠোৰ পৰিশ্ৰম তিৰোতাবিলাকৰ পক্ষে এক প্ৰকাৰ পৰম শত্ৰু। কঠোৰ শাৰীৰিক পৰিশ্ৰম বা গুৰুতৰ মানসিক চিন্তা, এইবিলাক তিৰোতবিলাকৰ নিশ্চয় বৰ্জ্জনীয়। কাৰণ, এইবিলাক কাৰ্য্যৰ দ্বাৰা নাৰী জীৱনৰ সৰ্ব্বপ্ৰথম আৰু সৰ্ব্বপ্ৰধান উদ্দেশ্য, অৰ্থাৎ সন্তান উৎপাদন আৰু প্ৰতিপালনৰ শক্তি সম্পাদিত হব নোৱাৰে। এনেকুৱা হোৱাৰ কাৰণ এই যে, তিৰোতাবিলাকৰ মস্তিস্কৰ অত্যধিক আলোচনাৰ নিমিত্তে ইয়াৰ বিশেষ হানি হয়। এই ক্ষতি পূৰণৰ নিমিত্তে স্ত্ৰীজাতিৰ অন্যান্য অঙ্গ-প্ৰত্যঙ্গৰপৰা ৰক্তাদি মস্তিস্কলৈ যায়। এতেকে, সিহঁতৰ দয়া, সহিষ্ণুতা, কোমলতা, পাতিব্ৰত্য প্ৰভৃতি গুণবিলাক যাতে বৰ্দ্ধিত আৰু বিকশিত হয় তাৰ যতন লোৱা আৰু সিহঁতক সেই ৰূপে শিক্ষা দিয়া উচিত।

আজিকালি আমাৰ দেশত স্ত্ৰী-শিক্ষাৰ যেনে অৱস্থা, তাত দেখা যায়, যিবোৰ পুৰুষৰ শিক্ষণীয়, তিৰোতাবিলাকেও প্ৰায় সেই শিক্ষাই পাইছে। স্ত্ৰী-পুৰুষ উভয়ৰ উভয় জাতীয় শিক্ষা নহলে সমাজৰ কেতিয়াও উন্নতি হব নোৱাৰে। গৃহস্থালী, গাৰ্হস্থ্যশিল্প, ৰন্ধনকাৰ্য্য, পূজা-পাঠাদি তিৰোতাবিলাকৰ প্ৰধান আৰু অৱশ্যে শিকিব লগীয়া। বৰ্ত্তমান প্ৰণালীৰ শিক্ষাত এইবিলাকৰ অভাৱ হোৱা বাবে সমাজৰ অৱস্থা দিনে দিনে শোচনীয় হব লাগিছে। আগেয়ে হিন্দুৰ তিৰোতাবিলাকে এতিয়াৰ দৰে নামত নেজ লগাকৈ লিখা-পঢ়াৰ শিক্ষা কৰা নাছিল কিন্তু সিবিলাকৰ গৃহস্থালী, গাৰ্হস্থ্যশিল্প, বিনয়, নম্ৰতা, সদাচাৰ, পূজা-পাঠাদিত বিলক্ষণ নৈপুণ্য আছিল। বৰ্ত্তমান সময়ত আমাৰ তিৰোতাবিলাকক যি ৰূপে শিক্ষা দিয়া হৈছে, সি প্ৰকৃত শিক্ষা নহয় আৰু এইভাৱে শিক্ষা দিলে প্ৰকৃত শিক্ষা হোৱাৰো সম্ভৱ নাই। প্ৰায়বিলাক পিতৃ-মাতৃৰ এনে শাস্ত্ৰ জ্ঞান নাই যে কন্যাক ধৰ্ম্মকথা শুনাব। আগেয়ে সাধুকথা কোৱাৰ নিয়ম প্ৰচলিত থকাত, তিৰোতাবিলাকে ৰামায়ণ, মহাভাৰত প্ৰভৃতিত বৰ্ণোৱা সদুপদেশবিলাক হৃদয়ঙ্গম কৰি উচ্চতা লাভ কৰিছিল, কিন্তু এতিয়া সেই নিয়মো লুপ্তপ্ৰায় হৈছে, এতিয়া সাধুকথাত ৰামায়ণ, মহাভাৰত প্ৰভৃতিৰ ঠাইত উপন্যাস, নাটক প্ৰভৃতিয়ে লৈছে। পূৰ্ব্বকালৰ তিৰোতাবিলাক নানা গুণে অলঙ্কৃতা আছিল। গৃহকৰ্ম্মক তেওঁলোকে গৌৰৱৰ বিষয় বুলি ভাবিছিল। তেওঁবিলাকৰ ৰন্ধা খাদ্য খাই মানুহে তৃপ্তিলাভ কৰিছিল। তেওঁবিলাকে পৰৰ দুখত কাতৰা আৰু পৰৰ হিতলৈ প্ৰাণ উৎসৰ্গ কৰিব পাৰিছিল। ঘৰৰ মানুহৰ কথাকে নকওঁ, চুবুৰীয়াৰ ভিতৰত কোনো মানুহ ৰোগাক্ৰান্ত হলে, তেওঁবিলাকে সেৱা-শুশ্ৰূষা কৰি নিজকে নিজে ধন্যা বুলি ভাবিছিল।

বৰ্ত্তমান আমাৰ শিক্ষিতবিলাকে ইংলণ্ড, মাৰ্কিন প্ৰভৃতিৰ দৃষ্টান্ত দেখিছে আৰু শাস্ত্ৰতো দেখিছে যে, "কন্যাক পালন কৰিব আৰু যত্নেৰে শিক্ষা দিব।" কিন্তু, সেই শিক্ষা যে প্ৰাচীন আৰ্য্যবিলাকে কিৰূপে দিছিল তাক এতিয়া কোনেও ভাবি নেচায়। আৰ্য্যবিলাকে যেতিয়া স্ত্ৰী-শিক্ষা দিবলৈ আদেশ দি গৈছে, তেতিয়া যি প্ৰকাৰেই হওক শিক্ষা দিলেই হল, এয়ে আমাৰ দেশৰ অনেকৰ ধাৰণা। মোট কথা, কি প্ৰণালীত শিক্ষা দিলে ভাৰতমহিলাবিলাকৰ হৃদয় অধিকতৰ পৱিত্ৰ আৰু প্ৰশস্ত হব, সেই বিষয় প্ৰায় কোনেও চিন্তা নকৰে।

বৰ্ত্তমান শিক্ষা-প্ৰণালীত ঘাইকৈ তলত লিখা দোষবোৰ দেখিবলৈ পোৱা যায় ঃ—

১। বৰ্ত্তমান শিক্ষাত ধৰ্ম্ম আৰু নীতি শিক্ষা অলপো নহয়। ধৰ্ম্ম আৰু নীতিহীন শিক্ষাপ্ৰাপ্ত হৈ ভাৰতীয় ডেকাবিলাকৰ চৰিত্ৰ দিনে শোচনীয় হৈ পৰিব লাগিছে। যি শিক্ষা-প্ৰণালীৰ দোষত লৰা আৰু ডেকাবিলাকৰ চৰিত্ৰ দিনে দিনে শোচনীয় হৈ পৰিব লাগিছে, ঠিক সেই শিক্ষা-প্ৰণালীৰ শিক্ষাত ভাৰতীয় ৰমণীৰ হৃদয় পৱিত্ৰ আৰু উন্নত হব বুলি, যিবিলাকে কয়, তেওঁবিলাক যে অত্যন্ত ভ্ৰমত পৰিছে তাত অলপো ভুল নাই।

২। যুগধৰ্ম্মৰ বলত পৱিত্ৰ সনাতন ধৰ্ম্ম আৰু পূজ্যপাদ ঋষি-মুনিসকলৰ প্ৰদৰ্শিত ধৰ্ম্মনীতি আৰু ব্যৱহাৰ নীতিৰ ভীষণ অৱনতি হৈছে। হিন্দু ৰমণীৰ "পতিব্ৰতা" ধৰ্ম্মই সৰ্ব্বপ্ৰধান শিক্ষা আৰু ধৰ্ম্ম। কিন্তু দুখৰ বিষয়, বৰ্ত্তমান প্ৰণালীৰ শিক্ষাত হিন্দু ৰমণী বিলাকে এই "পতিব্ৰতা" ধৰ্ম্মৰ বিষয়ে অতি অলপ মাথোন উপদেশ আৰু শিক্ষা পায়। বৰং বিদ্যালয়বোৰত বিজাতীয় ভাবে শিক্ষা পোৱাৰ বাবে ভাৰতৰ কোনো কোনো প্ৰদেশৰ হিন্দু বালিকাবিলাক বিজাতীয় ৰীতি-নীতিৰ অনুকৰণপ্ৰিয়া আৰু জাতীয় আচাৰ-ব্যৱহাৰৰ প্ৰতি আস্থাবিহীনা হৈছে।

৩। বৰ্ত্তমান আমাৰ ৰজা বিজাতীয়। সিবিলাক ধৰ্ম্ম,

আচাৰ- ব্যৱহাৰ, নৈতিক অৰু সামাজিক অৱস্থাত ভাৰতবাসীবিলাকতকৈ সম্পূৰ্ণ বেলেগ। লৰা আৰু ডেকাবিলাকে বাধ্য হৈ লৰা কালৰেপৰা ইংৰাজী শিক্ষা কৰে। আজিকালি প্ৰায় সকলো স্কুলতে ছোৱালীবিলাকক্যো লৰাবিলাকৰ নিচিনা শিক্ষা দিয়া হয়। ইয়াৰ কাৰণ আমি নুবুজোঁ। স্ত্ৰী-পুৰুষ দুয়ো যদি লৰাকালৰেপৰা বিজাতীয় ৰীতি-নীতিৰ নকল কৰে, তেন্তে এই দেশৰ যে জাতীয় উন্নতি কেতিয়াও নহ'ব তাক কোন সদাশয় মহাত্মাই অস্বীকাৰ কৰিব?

৪। কোমলহৃদয়া ছোৱালীবিলাকক যি ভাবে উপদেশ দিয়া যাব, সেয়ে যে হৃদয়ত প্ৰৱেশ কৰি সেই ভাবে ফল দিব তাত অলপো সংশয় নাই। কিন্তু, আজিকালি ভাৰতত ছোৱালী শিক্ষাৰ যি প্ৰণালী চলিছে তাৰ দ্বাৰা অতি সোনকালে ভাৰতত ধৰ্ম্মবিপ্লৱ, নীতি-বিপ্লৱ আৰু ব্যৱহাৰ-বিপ্লৱ ঘটিবৰ সম্ভৱ। কাৰণ, ভাৰতত আজিকালি ছোৱালী শিক্ষাৰ যিবোৰ পঢ়াশালি স্থাপিত হৈছে, সেইবোৰৰ কোনোটোতেই নীতি সম্বন্ধে কাৰ্য্যকৰী উপদেশ দিয়া নহয়, বা তিৰোতাবিলাকৰ কৰ্ত্তব্য গুৰুসেৱা, পতিভক্তি, সজ ব্যৱহাৰ, পূজা-পাঠাদি, গাৰ্হস্থ্য নিত্য কৰ্ম্মবিলাকৰো নিয়ম ৰীতিমতে শিক্ষা দিয়া নহয়। তিৰোতাবিলাকৰ নীতি-শিক্ষা যিমান আৱশ্যক, লিখা-পঢ়া শিক্ষা সিমান নহয়। সিবিলাকৰ লিখা-পঢ়া শিক্ষাৰপৰা গৃহস্থালীৰ কাজত অলপ সুবিধা হলেও যদি সেই শিক্ষাৰ লগত সিবিলাকৰ নীতিজ্ঞান নেথাকে তেন্তে সি লাহে লাহে বিষসম হয়। এতেকে, লিখা-পঢ়া শিক্ষাৰ লগে লগে ছোৱালীবিলাকক নীতি-শিক্ষা দিয়া অতি আৱশ্যক। কিন্তু, আমাৰ ছোৱালীবিলাকে সৰুৰেপৰা ওপৰত কোৱা পঢ়াশালিবোৰত কেৱল লিখা-পঢ়া মাথোন শিকি গাৰ্হস্থ্যশিল্প, ৰন্ধনবিদ্যা প্ৰভৃতিত বিশেষ পাৰগতা লাভ কৰিব নোৱাৰে। অনেকে কয়, বোলে ছোৱালীবোৰে লিখা-পঢ়া শিকিলে যৌৱন আৰু বুঢ়া কালত সুচাৰুৰূপে সংসাৰৰ কাৰ্য্য চলাব পাৰিব। বৰ্ত্তমান সময়ত ভাৰতৰ কোনো প্ৰদেশৰ বেচি ভাগ সংসাৰলৈ চালে দেখা যায় যে, প্ৰায় বহু ঠাইতেই শিক্ষিতা তিৰোতাবিলাকে প্ৰাচীনবিলাকৰ নিচিনা সুন্দৰৰূপে অথচ অলপ খৰছতে সংসাৰ চলাব পৰা নাই। ওপৰঞ্চি, সেইবিলাকত কু-শিক্ষাৰ বৃদ্ধি হৈ নানাৰূপ বিলাসিনী হৈ পৰিছে।

৫। আগেয়ে পিতৃ-মাতৃয়ে নিজ কন্যাক উত্তমৰূপে শিক্ষা দিয়াটো নিজ কৰ্ত্তব্য বুলি ভাবিছিল। কিন্তু, আজিকালি বহুভাগ পিতৃ-মাতৃ অনিচ্ছা বা অজ্ঞানতা হেতু সেই প্ৰথা নষ্ট হৈছে। এতেকে, এতিয়াৰপৰা স্বধৰ্ম্মৰ অনুকূল সজ উপদেশেৰে আমাৰ তিৰোতাবিলাকৰ কোমল হৃদয় গঠিত কৰা একান্ত কৰ্ত্তব্য।

যি হওক, বৰ্ত্তমান সময়ত আমাৰ তিৰোতাবিলাকে যাতে জাতীয় ভাবে শিক্ষা পাব পাৰে তালৈ বিশেষ যত্ন লোৱা উচিত। সিবিলাকক যদি জাতীয় ভাৱে শিক্ষা দিব পৰা যায়, তেনেহলে যে আমাৰ সমাজৰ অচিৰে উন্নতি হব তাত সংশয় নাই, লৰা আৰু ডেকাবিলাকৰ স্বধৰ্ম্মত আস্থা স্থাপন কৰাবলৈ যিমান যত্ন আৰু পৰিশ্ৰম কৰিব লাগিব তাতকৈ অতি অলপ যত্ন আৰু পৰিশ্ৰম কৰিলেই আমাৰ তিৰোতাবিলাকক উন্নত আৰু চৰিত্ৰৱতী কৰিব পৰা হব। এতেকে, যিবিলাক দেশহিতৈষী পুৰুষৰ আমাৰ সমাজক উন্নত আৰু পবিত্ৰ কৰিবলৈ ইচ্ছা, সিবিলাকে এই বিষয় দকৈ গমি চোৱা উচিত।

—শ্ৰীধনীৰাম দত্ত।

## সমালোচনা।

**বাঁহী।**— শ্ৰীযুত বেণুধৰ ৰাজখোৱা বি, এ ৰচিত। ছপা ধুনীয়া। বেচ ৷০ এমহা মাথোন। জাতীয় উন্নতি কল্পে কিছুমান অসমীয়া গীতেৰে এই "বাঁহী"ৰ সৃষ্টি হৈছে। গীতবিলাকৰ ভাব আৰু ৰচনা উত্তম আৰু ভাষা নিভাঁজ অসমীয়া হৈছে। "বাঁহী" বজাই চালেই তাৰ ৰচোতাক এজন মাতৃভাষানুৰাগী স্বজাতিপ্ৰেমিক বুলি চিনিব পাৰি। গ্ৰন্থকাৰৰ উদ্দেশ্যও মহৎ। অসমীয়া ভাষাত বৰ্ত্তমানৰ ৰুচিৰে ৰচিত গীতাৱলীৰ অভাৱ গুচাবলৈ এই সৰু পুথিখনিৰ জন্ম বুলিব লাগে। এই পাকতো ৰাজখোৱাদেওৰ উদ্দেশ্য ভালেমানলৈকে সফল হৈছে। অলপ দিনৰ ভিতৰতে "বাঁহী"য়ে অসমীয়াৰ ঘৰে ঘৰে সুৰ দিব বুলি আশা কৰোঁ। কিন্তু, প্ৰথম তাঙ্কৰণত কিতাপ সৰ্ব্বাঙ্গসুন্দৰ কৰিব নোৱাৰি। "বাঁহী"তো এই তাঙ্কৰণত ভাল-মানৰ কিছুমান আসোঁৱাহ ৰৈছে। যেনে, —

(ক) ১ পিঠিৰ "হে অসম অনাথিনী আই" এই আৰম্ভণেৰে ৰচিত বৰগীতটিত ৰাগ-ৰাগিণী দিয়া নাই। তাৰ অভাৱত তাক ঠিক সুৰ আৰু তালত ধাৰ গাবলৈ টান হব। (খ) ১২ পিঠিৰ "অসম আকাশ আজি —" গীতৰ সুৰ সম্পূৰ্ণ নহল; ইয়াত আৰু এটা কলি লাগিছিল। আৰু, ইয়াৰ তাল "আড়া খেমটা" নহৈ, "আড়াঠেকা" হলে হে ভাল আছিল। (গ) ২৭ পিঠিৰ "সেউতী মালতী আজি—" গানটি "খাম্বাজ একতালা"তকৈ "চাহানা ঝাঁপ" তালত হে ভালকৈ খালেহেঁতেন। (ঘ) সেই পিঠিৰে "আজি একতা আনন্দলতা—" গীতত

"মোল্লাৰ একতালা" নলগাই "ইমন ভূপালী — ঢিমা তেতেলা" তাল লগোৱা উচিত আছিল। ইত্যাদি। আশা কৰোঁ, গ্ৰন্থকাৰে ৰাইজৰ উৎসাহ পাই, "বাঁহী"ৰ দ্বিতীয় তাঙ্গৰণ সোনকালে উলিয়াব পৰা হব, আৰু তেতিয়া যেন ধুনীয়া কিতাপখনিৰ গাৰপৰা এইবিলাক আসোঁৱাহ গুচিব।

* * *

**সীতাহৰণ কাব্য।**— শ্ৰীযুত ভোলানাথ দাস প্ৰণীত। শ্ৰীযুত শিৱনাথ ভট্টাচাৰ্য্য কৰ্ত্তৃক প্ৰকাশিত। পকা বন্ধা, বেচ ।।।৶০ চৈধ্য অনা। কিতাপৰ নামে বিষয়ৰ আৰু গ্ৰন্থকাৰৰ নামে ৰচনাৰ চিনাকি দিছে। ৰচোঁতা কবিত্ব ভাবেৰে চহকী। সেই কাৰণে, তেওঁ একেটা বিষয় সমলেৰে ১৯২ পিঠীয়া এখন গ্ৰন্থ ৰাইজৰ আগলৈ উলিয়াব পাৰিছে। ঠায়ে-ঠায়ে ৰচনা বৰ শুৱলা হৈছে। যেনে, —

"উৰ্ম্মিলা বান্ধৱ যদি কহিলা ইমন্তে,
নুবুজিয়া উপহাস অগিৰ অঙ্গনা
উলটি আসিলা সীতা-বল্লভ নিকটে,
বিনয়ে কৰিলা উক্তি, "তৱানুজ বাকে
আসিলোঁ হে গুণ মণি, আতুৰা অবলা
পুনশ্চ শ্ৰীপদ পাশে; পদছায়া দিয়া
শীতলা তাপিত প্ৰাণ। নকৰা বঞ্চনা;
কৰা বাঞ্ছা পূৰ্ণ মোৰ, বালা-বাঞ্ছা তৰু!"

এই খিনিত ছন্দবন্ধন, শব্দযোজনা, ভাব পাতন আদি সজোৱা বেচ হৈছে; অলপ দোষ ৰৈছে কেৱল বঙ্গলুৱা ক্ৰিয়াত। গ্ৰন্থৰ সৰ্ব্বাঙ্গত নহলেও, সৰহ ভাগত এই নিয়ম ৰক্ষা পৰা হলে, অসমীয়া পুথি ভঁড়ালত ইয়াক বহুমূলীয়া সম্পত্তি বুলিব লাগিছিল। কিন্তু দুখৰ বিষয়, এই নিয়ম গ্ৰন্থৰ সৰহভাগত ভঙ্গ হৈছে। শাৰীত চৈধ্যটা আখৰ থাকিলেই ছন্দবন্ধন ৰক্ষা নপৰে, আৰু উচ্চাৰণৰ পৰিমাণ আৰু লঘু গুৰু যতি ৰজিতা খোৱা নহলে অমিত্ৰাক্ষৰ ছন্দ নিভাঁজ নহয়; যেনে, —

(ক) "টকালিলা কোনো ৰক্ষ; মাৰিলা টিলিকি কোনো; পকাইলা কেহোঁ সুঘোৰ নয়ন।"

(খ) "প্ৰণামো চৰণে; এবে হইলোঁ বিদায় ইদাস। আকাশ দিশে চাই বীৰমণি প্ৰাৰ্থিলা, "হে দেবকুল, হবা অনুকুলা।"

ইয়াৰ "কোনো" আৰু "ইদাস"ৰ অন্তত যতি পূৰ্ণ হোৱা নাই। "মাৰিলা টিলিকি"ৰ পাচত আঁঠোটা আখৰৰ দীঘলীয়া সুৰৰ অন্তত হে যতি পৰেগে। সেই দৰে, "এবে হইলোঁ, বিদায়"ৰ পাচত "ইদাস"ৰ সমানে আৰু এক খণ্ডছত্ৰৰ অন্তত হে যতি ৰয়গৈ। ইত্যাদি।

শব্দযোজনাৰ দোষ কিতাপখনত ডাঙ্গৰকৈ জিলিকিছে। সমনীয়া শব্দৰ যোজনাৰ অভাৱত অকল সুৰৰ ওখ-চাপৰৰ আমল ঘটিছে এনে নহয়, ভাবৰো লটি-ঘটি হৈছে। যেনে, — "নিকটি বিকট দন্ত" চক্ষু পকাইয়া" এই ঠাইত বৰকৈ উঠি অহা ছত্ৰৰ ঠিক পাচতে, পিছৰ ছত্ৰ অযথাকৈ নামি পৰিল। "— সি আসেহে তাকে বলকিছে, দুৰ্ম্মুখে দুৰ্ম্মুখী পৰ পুৰুষ সন্মুখে" ইয়াত আগৰ ছত্ৰ চহা কথাৰে নিচেই নামত পৰি থাকোতেই, পিচৰ ছত্ৰ উন্নত সংস্কৃতীয়া কথাৰে হঠাৎ কাকিনীতামোলৰ আগলৈ উঠিলে। * * * ইত্যাদি।

আৰু এটা ডাঙ্গৰ কথা, বঙ্গলুৱা ক্ৰিয়া, বিভক্তি আৰু শব্দ প্ৰয়োগ কৰাত কিতাপখনত বঙ্গালী সুৰ বৰকৈ ওলাইছে; ঠায়ে ঠায়ে এই সুৰে তাৰ অসমীয়াত্ব সমুলি তল পেলাইছে। যেনে,—

"কি কৰিছে শূৰ্প নখা ইহেন সময়ে
বসি দ্বাৰৰুদ্ধ গৃহে? কি হেতু বসিয়া
আছে ই সুখদকালে? কিয় ৰক্ষোবালা
ক্ষুন্না আজি, ত্যাজি শয্যা বসি ধৰাসনে?"

ইয়াত "স" আৰু "শ"ত অসমীয়া উচ্চাৰণ নিদি বঙ্গালী উচ্চাৰণ দি পঢ়িলে পদকেফাঁকি নিভাঁজ বঙ্গালী যেন হে লাগিব; নিলগত শুনোতাই তাক অসমীয়া বুলিবলৈ চল নেপাব। তথাপি, "সময়ে" "গৃহে" "কালে" "ধৰাসনে" "বাস" "বাসয়া" ইত্যাদি বিভক্তি আৰু ক্ৰিয়াৰ আদেশ নথকা হলে পঢ়োতাই তাক অসমীয়া বুলিবলৈ চল লাগিলহেঁতেন।

পাতনিত কোৱা প্ৰকাশকৰ কথাখিনিৰ অৰ্থ, উদ্দেশ্য আৰু ৰুচি ভালকৈ চাকিব পৰা নহল। গ্ৰন্থৰ সম্মানলৈ চাই, প্ৰকাশকে সেই কেই আষাৰ কথা তাৰ গাতে লগাই দিব নেলাগিছিল।

"সীতাহৰণ কাব্য" আকাৰে প্ৰকাৰে অসমীয়া পুথিভঁড়ালত এখন শকত গ্ৰন্থ সোমাইছে। গতিকে, ইয়াৰ সম্বন্ধে কবলৈ আৰু বহু বাকী ৰল। কিয়নো, আমাৰ জাতীয় সাহিত্যৰ বৰ্ত্তমান অৱস্থাত তাৰ নেতা স্বৰূপ পুৰণি লিখাৰুসকলৰ লিখা সমালোচনাৰ ঘৰ চালনীৰে চালিব লগা হৈছে। আশা কৰোঁ, এই খিনি সঙ্কেতৰপৰাই দ্বিতীয় তাঙ্গৰণত গ্ৰন্থখন, বৰ্ত্তমানৰ দোষৰ হাত এৰাই, গ্ৰন্থকৰ্ত্তাৰ বয়স আৰু তেওঁৰ সাহিত্য-চৰ্চ্চাৰ কালৰ উপযোগী হৈ ওলাব।

# উষা



## সম্পাদকৰ শৰাই।

**বঙ্গলা ভাষা অসমীয়াৰ আৰ্হিৰ যোগ্য নে?**— আমাৰ যিবিলাক ন আৰু পুৰণি লিখাৰুৱে বঙ্গলা ভাষাক পুৰণি আৰু উন্নত ভাষা বুলি আৰ্হি লব খোজে, সিবিলাকে ভাষাবিদ পণ্ডিত মিষ্টাৰ জি, এ, গ্ৰীয়েৰচনৰ "Assamese literature"ৰ পৰা তলত টুকি দিয়া মত এবাৰ পঢ়ি চাওক, — "Assamese literature is as old, if not older than that of Bengali, and down to the commencement of the present century was as copious, * * Bengali, as it has progressed since the introduction of printing has become more and more Sanskritised while Assamese under the wise conduct of the local Missioneries has escaped the fate of the sister language."—অৰ্থাৎ, অসমীয়া ভাষা বঙ্গলাতকৈ পুৰণি নহলেও, দুয়ো সমান বয়সীয়া ভাষা; আৰু চলিত শকৰ আৰম্ভণলৈকে অসংখ্য গ্ৰন্থৰে সৈতে অসমীয়া ভাষাক চহকী দেখা যায়। বঙ্গদেশত ছপাযন্ত্ৰ ওলাবৰ পৰা বঙ্গলা ভাষাত সংস্কৃত শব্দ বেচিকৈ সোমাই তাৰ গঢ় লৰাবলৈ ধৰিলে; কিন্তু স্থানীয় পাদ্ৰীসকলৰ অনুগ্ৰহত যেনিবা ভনী ভাষাৰ দুৰ্দ্দশা অসমীয়াৰ ভাষাৰ ভাগ্যত ঘটিবলৈ নেপালে।— আজিকালি কোৱা আৰু লিখা ভাষা একে হোৱাটোৱেই পৃথিবীৰ উন্নত সাহিত্যৰ লক্ষণ। এই লক্ষণলৈ চাই হে গ্ৰীয়েৰ্চন চাহাবে অসমীয়া সাহিত্যক বঙ্গালতকৈ ওখ আসনত বহুৱাইছে। বঙ্গলা ভাষাৰ আজিকালিৰ সাহিত্যৰ গঢ়লৈ চালে বুজা যায় যে, বঙ্গালী লিখাৰুবিলাকে সেই উন্নতি লাভ কৰিবলৈ এতিয়া হে খৰধৰ লগাইছে। কিন্তু, যিমানেই কৰক, বঙ্গলা ভাষা সেই দোষতে অসমীয়াতকৈ ৫০ বছৰৰ পিচত পৰিলগৈ। এতিয়া, দুয়ো ভাষাই সমানে উদ্‌গতি কৰিব পাৰিলে, বঙ্গলাই অসমীয়াৰ লগ কেতিয়াবা ধৰিবগৈ পাৰিব বুলি মনে নধৰে। ইমানতো, আমাৰ কোনো-কোনো লিখাৰুৱে বঙ্গলা ভাষাক আজিকালি আৰ্হি লব খোজে! যাৰ এনে ভাব, সিবিলাকে এতিয়াও এহাতে গ্ৰীয়েৰ্চন পণ্ডিতৰ মত আৰু ইহাতে অসমীয়া ভাষাৰ গুৰিয়াল ৺হেমচন্দ্ৰ বৰুৱাৰ মতলৈ চকু ৰাখি সাহিত্য-সেবাৰ সজ বাট ধৰা যুগুত।

* * *

**অসমীয়া আৰু বঙ্গলাৰ মিল।**— অসমীয়া আৰু বঙ্গলা ভাষাৰ মাজত দুই-চাৰি শব্দৰ মিল দেখি যিবিলাকে এটাক আনটোৰ অপভ্ৰংশ ভাবি ভ্ৰমত পৰে, সিবিলাকে ভাষাবিদ্ পণ্ডিত মিষ্টাৰ জি, এফ, নিকালৰ "Manual of Bengali Language, including an Assamese Grammar" নামে গ্ৰন্থৰপৰা টোকা এই কথা কেফাঁকিত এবাৰ চকু ফুৰাওক; — "Assamese is not, as many suppose, a corrupt dialect of Bengali, but a distinct and coordinate tongue having with Bengali a common source of current vocabulary. Its Sanskrit did not come to it from Bengal, but from the upper provinces of India – this all who carefully examine the matter will readily admit" — অৰ্থাৎ, বহুতে ভাবে যে, অসমীয়া ভাষা বঙ্গলা ভাষাৰ অপভ্ৰংশ মাথোন, কিন্তু সেইটো সিবিলাকৰ ভ্ৰম। বঙ্গলাৰ লগত অসমীয়াৰ ইমান হে সম্বন্ধ যে, দুয়ো ভাষাৰ প্ৰচলিত সংস্কৃত শব্দৰ গুৰি একেটা। কিন্তু, অসমীয়াত সোমোৱা সংস্কৃত বঙ্গদেশৰপৰা অহা নহয়, ই গঙ্গাৰ উজনী প্ৰদেশৰপৰা বাজে বাজে আসামত সোমাইছে। সংস্কৃতৰপৰা ওলোৱা সকলো ভাৰতীয় ভাষাৰ শব্দৰ গুৰি একেটা হবই হব। এতেকে, সেই মিলৰ চেলু লৈ অসমীয়া ভাষাক বঙ্গলাৰ অপভ্ৰংশ বোলাটো প্ৰলাপ মাথোন;— বৰঞ্চ, মূল আৰু প্ৰাকৃত ভাষাৰ বিৰজনি লৈ চালে অসমীয়াৰ লগত হিন্দীৰ হে বেচি মিল দেখা যায়।

* * *

**আসামৰ সভ্যতা।**— বুৰঞ্জী লিখাটো পৃথিবীৰ সভ্য জাতিৰ এটা ৰীতি। পছিমীয়া সভ্য জাতিয়ে আজিকালি এই সু-নীতিৰ 'স্কেল' লৈ হে পূৰ্ব্বদেশীয় জাতিৰ উঠন আৰু পোতন জুখি চায়। আসাম এই পাকত ভাৰতৰ ভিতৰত

এখন অগ্ৰগণী দেশ। ইয়াৰ দ্বিতীয়ত থিয় হব পাৰে ভাৰতৰ ভিতৰত এক মাথোন কাশ্মীৰে। অসম আৰু কাশ্মীৰ যেতিয়া বুৰঞ্জীৰ চৰ্চাত পৈনত, তেতিয়া বঙ্গৰ নিচিনা কালিৰ সভ্যদেশৰ এই ভাব মনতো নাই। পণ্ডিত গ্ৰীয়েৰচনে এই বিষয়তো এইদৰে একেষাৰ কৈছে, — "Assamese are justly proud of their national literature. In no department have they been more successful than in a branch of study in which India is as a rule curionsly deficient *. The historical works or Buranijis as they are styled in Assam, are numerous and volnminous. According to the custom of the country a knowledge of Buranjis was as indispensable qalification to an Assamese gentleman."

— অৰ্থাৎ, অসমীয়াই সিবিলাকৰ জাতীয় সাহিত্য লৈ গৌৰৱ কৰিবৰ ভাল কাৰণ আছে। বুৰঞ্জী সম্পৰ্কত ভাৰতবৰ্ষ এখন আচৰিতৰূপে পাচপৰা দেশ; কিন্তু তাৰে এক প্ৰদেশ আসামে এই বিষয়ৰ শিক্ষাত বিশেষ উন্নতি দেখাব পাৰিছে, — আসামৰ বুৰঞ্জী অলেখ আৰু একো একোখন প্ৰকাণ্ড গ্ৰন্থ। দেশাচাৰ মতে, বুৰঞ্জী বিষয়ক অভিজ্ঞতা অসমীয়া ভদ্ৰলোকৰ পক্ষে এটা অপৰিহাৰ্য্য গুণ। লিখকে টীকাত কৈছে, এইটো লেখত লব লগীয়া সম-সাময়িক সমিল-মিলৰ কথা যে, বুৰঞ্জী-চৰ্চা বিষয়ত ভাৰতবৰ্ষৰ আৰু এখন প্ৰখ্যাত প্ৰদেশ কাশ্মীৰৰ ভাষাৰ লগত অসমীয়া ভাষাৰ অনেক বিষয়ত ভাষাগত মিল ভাষাবিদ্‌সকলে দেখিছে। এইখিনিতে ভাৰতবৰ্ষৰ অতি পশ্চিম অংশৰ লগত তাৰ অতি পূব অংশৰ আন্তৰিক মিল দেখা যায়। এই টীকাৰপৰা মিঃ বেইন্‌ৰ দৰে, ইয়াকো অনুমান কৰিবলৈ ভাল চল লাগে যে, আদিতে আৰ্য্য জাতিয়ে মাজ এচিয়াৰপৰা পঞ্জাবৰ ফালে খাইবাৰ দুৱাৰ আৰু আসামৰ ফালে পাটকাই দুৱাৰেদিহে ভাৰতবৰ্ষলৈ বাট লৈছিল। তেনেহলে, আসামত আৰ্য্যবসতি বঙ্গ প্ৰভৃতিত কৈ কিমান আগেয়ে হৈছিল ভাবি চাওক।

* "It is a noteworth ......... that the other country of India which famous for its historical works – Kasmir – possesscs a language which to the phiologist present many points of linguistic affinity with Assamese. The extreme west of India here meets with the extreme east."

## পুৰণি আসামত সংস্কৃতৰ উন্নত আলোচনা।

অসম এখন অতি পুৰণি দেশ। এই দেশত বুৰঞ্জীৰে ঢুকি নোপোৱা দিনৰে পৰা আৰ্য্যবসতি স্থাপিত হৈছে বুলি অনুমান কৰিবৰ বিশেষ কাৰণ আছে। আৰু, এই দেশত যে অতিজৰেপৰা বিশেষ ৰূপে সংস্কৃত ভাষাৰ চৰ্চা হৈছিল তাৰ অসংখ্য প্ৰমাণ পোৱা যায়। কিন্তু বেজাৰৰ কথা যে, সেইবিলাক কথা এতিয়াও ধোৱাঁচাঙ্গতে আবদ্ধ আছে। মঙ্গলদৈৰ সৰাবাৰী মৌজাত দৰঙ্গী ৰজাৰ কুলপুৰুহিতৰ ঘৰত এজন পীতাম্বৰ শৰ্ম্মা নামেৰে বিদগ্ধ পণ্ডিতে জন্ম গ্ৰহণ কৰিছিল। তেওঁ হিন্দুৰ অন্ত্যেষ্টি আৰু সংস্কাৰ সম্বন্ধে এক প্ৰশস্ত পুৰা সংস্কৃত গ্ৰন্থাৱলী ৰচি থৈ গৈছে। সেইবিলাক পুথি কেতিয়াবা দিনৰ পোহৰলৈ ওলাব নে? তেওঁ লিখা দণ্ড কৌমুদী নামে এখন পুথিৰ সমাপ্তিত এই দৰে লিখা আছে; —

"পীতাম্বৰেণ লৌহিত্যদক্ষ কুল নিবাসিনা। কৃতোয়ং সংগ্ৰহো ভূয়াং ভূতয়ে বিদুষাং মুদে। ইতি জগংগুৰু মহামহোপাধ্যায় সিদ্ধান্ত বাগীশ ভট্টাচাৰ্য্য বিৰচিতা দণ্ড কৌমুদী সমাপ্তাঃ।"

* * *

**বভ্ৰুধ্বজবধ।**— মঙ্গলদৈ মহকুমাৰ এঘৰ ৰায়তৰ ঘৰত এই নামেৰে এখন বৰ শকত পুথি আছে। পুথিখন অসমীয়া মহাভাৰতৰ বন পৰ্ব্বৰ অন্তৰ্গত আৰু ভাৰত ভূষণে ৰচা। আৰু, এইজন ভাৰতভূষণেই যে ৰামসৰস্বতী তাক বোধ কৰোঁ, সকলোৱেই জানে। কিন্তু, পুথিখন বৰ সুন্দৰ আৰু প্ৰায় কুলাচল বধৰ সমান হব। কোনোবাই পুথিখন ছপা কৰাই উলিওৱা হলে, অসমীয়া ভাষাৰ মহৎ উপকাৰ সধা হলহেঁতেন। পুথিখনত ১৮০০০ পদ আছে বুলি শেহত এইদৰে লিখা আছে;—

"কংসাৰি প্ৰমুখ্যে, যত মহা কবি,
ভাৰতৰ ছিয়া চাই।
আঠাৰ হাজাৰ, বনপৰ্ব্ব কথা
পদ বিৰচিলোঁ মই।।"

# সঙ্গীত।

(দ্বিতীয় ভাগৰ ২০ পিঠিৰ পাচৰপৰা)

## কৰ্ণেট।

এইটো ইউৰোপীয় যন্ত্র। পিত্তলৰপৰা এই যন্ত্র তৈয়াৰ কৰা হয়। ইয়াৰ ছাবি মুঠে তিনটা। বেণ্ড আৰু কনচাৰ্টত ই নহলেই নহয়। ইয়াৰ মাত ডাঙ্গৰ হলেও, অতি মিঠা। দূৰৈৰ পৰা ঠিক মানুহৰ মাত [Human voice] যেন শুনি। কৰ্ণেটৰ চুঙ্গাটো মুখত লগাই কোনো ছাবি নিটিপাকৈ ফু দিয়া মাত্রকে সুৰ ওলায়। সেই সুৰটো সা-সুৰ, তলৰ আৰু ওপৰৰ ছাবি টিপিলে ঋ-সুৰ, ওপৰৰ আৰু মাজৰ ছাবি টিপিলে গ-সুৰ, মুঠেই ওপৰৰ ছাবিটো টিপিলে প-সুৰ, মাজৰ আৰু ওপৰৰ ছাবি টিপিলে ধ সুৰ, ওপৰৰ ছাবি টিপিলে নি সুৰ, গোটেইবিলাক ছাবি এৰি ফু দিলে তাৰাগ্ৰামৰ সা-সুৰ ওলায়। কৰ্ণেট বজোৱা এটা নিয়ম আছে এই যে, খাদ সুৰৰপৰা চৰা সুৰলৈ যাওঁতে ওঁঠ দুটা ক্রমশঃ চুঙ্গাৰ ওপৰৰ পিনে মুখ উধাই গৈ থাকিব লাগে। এনেকৈ ফুৰ পাৰ্থক্য অনুসাৰে আন আন সপ্তকৰ সুৰবিলাক ওলাই গৈ থাকে। সোওঁহাতৰ তৰ্জ্জনী, মধ্যমা আৰু অনামিকাৰে ছাবি টিপি ইয়াক বজাব পাৰে।

## বাঁহী।

এইটো আমাৰ দেশীয় যন্ত্র আৰু ই ইমান পুৰণি যে, সমুদ্র-মন্থনৰ সময়ত ইয়াৰ উৎপত্তি আৰু শ্ৰীকৃষ্ণই ইয়াক বজাইছিল বুলি কয়। ইউৰো য়িফ্লুট, ক্লেৰিওনেট ইত্যাদি যন্ত্রবিলাক ইয়াৰ অনুকৰণ কৰিয়েই তৈয়াৰ হৈছে বুলি অনুমান কৰা যাব। সামান্য এপাব বাঁহৰ চুঙ্গাৰেই এই যন্ত্র নিৰ্ম্মাণ হয়। ইয়াৰ সুৰ চৰা যদিও, শুনিবলৈ হলে বৰ মিঠা। জোনাক ৰাতি দূৰৈৰপৰা বাঁহীৰ মাত যে কেনে মিঠা শুনি তাক সকলোৱেই জানে। ইংৰাজী ফ্লুটৰ দৰে কাৰ কোমল সুৰ উলিয়াবলৈ ইয়াত কোনো বেলেগ ছাবি (Key) নাই। মুঠে স্বাভাবিক ফুটা (Key) কেইটাতে সকলো কাম হয়। কড়ি সুৰ আৱশ্যক হলে সেই সুৰৰ ফুটাটোত আঙ্গুলি মুকলি কৰি বেচি জোৰেৰে ফু দিব লাগে; আৰু কোমল সুৰৰ আৱশ্যক হলে ফুটাৰপৰা আঙ্গুলি আধা মুকলি কৰি সৰুকৈ ফু দিব লাগে। ইয়াক বজোৱাৰ নিয়ম ফ্লুটৰ দৰে একে।

## পিকলো।

এই যন্ত্রটো ঠিক ফ্লুটৰ দৰেই। মুঠেই প্রভেদ এই যে, ফ্লুটতকৈ ই চুটি আৰু সৰু। ইয়াৰ সুৰ বৰ চৰা। ইয়াক বজোৱাৰ নিয়মো ফ্লুটৰ দৰেই। এইটো ইউৰোপীয় যন্ত্র, বেণ্ড বা কনচাৰ্টৰ মিহি সুৰৰ হাৰমনিকৰ নিমিত্তে ক্লেৰিওনেট, কৰ্ণেট, ফ্লুটৰ, লগত সদায় ইয়াক বজোৱা হয়।

## হাৰ্ম্মোনিকা।

এইটো কাচৰপৰা তৈয়াৰ হোৱা যন্ত্র। বেঞ্জামিন ফ্রাঙ্কলিন চাহাবে ১৭৬২ খৃষ্টাব্দত ইয়াক আবিষ্কাৰ কৰে। মুখেৰে বজোৱা এবিধ সৰু পেপাৰ দৰে যন্ত্র বজাৰত পোৱা যায়, যিবিলাক আমি প্রায়েই সৰু সৰু লৰা ছোৱালীবিলাকক কিনি দিওঁ। সেই বিলাকক মাউথ হাৰ্ম্মোনিকা (Mouth Harmonica) বোলে। তাৰ দৰে যি এবিধ ডাঙ্গৰ মাউথ হাৰ্ম্মোনিকা আছে, তাত ২০।২২ টা লৈকে সুৰ পোৱা যায় আৰু তাৰ দ্বাৰাই সুন্দৰকৈ গান বা গত বজাব পাৰি।

## পিয়ানো।

ইউৰোপীয় বাদ্য যন্ত্রৰ ভিতৰত পিয়ানো অতি সুশ্রাব্য আৰু মূল্যবান যন্ত্র। যন্ত্রটো খুলি ইয়াৰ কল-কৌশলবিলাক দেখিলে অতি আচৰিত হব লাগে। ইয়াক বজোৱাৰ নিয়ম-প্ৰণালী আৰু ইয়াৰ ছাবি বা পৰ্দ্দাৰ বিন্যাস অবিকল হাৰ্ম্মোনীয়মৰ দৰে; কিন্তু হাৰ্ম্মোনিয়মত টাৰৰ কোনো সম্পৰ্ক নাই, ইয়াৰ পৰ্দ্দাৰ সৈতে ৰীড (Reed) বিলাক এবিধ ইস্পাতৰ টাৰেৰে বন্ধা থাকে। সেই টাৰৰ গতিকে ইয়াৰ সুৰ বৰ গহীন আৰু মিঠা হৈ ওলায়। সময়ে সময়ে সেই টাৰ বিলাক ঢিলা পৰি যায়, পিচে বাদকে আকৌ স্ক্ৰুপবিলাক পকাই বজোৱাৰ আগেয়ে সুৰ (Tune) কৰি লয়। পিয়ানো যেই সেই মানুহে বজাব নোৱাৰে, ইয়াক শিকাত বহু দিন লাগে আৰু সঙ্গীত বিজ্ঞানৰ ভালেখিনি কথা জানিব লাগে। পিয়ানো একোটাৰ দামো ৭।৮ শৰ পৰা ১০।১২ হাজাৰ টকালৈকে দেখিবলৈ পোৱা যায়। পিয়ানোক পিয়ানে ফোৰ্ট (Pianoforte) বুলিও কয়।

## ৰবাব যন্ত্ৰ।

ৰবাব যন্ত্ৰৰ অন্য নাম ৰুদ্ৰ বীণা। ইয়াৰ জন্ম ঠাই গান্ধাৰ দেশ। এই দেশক আজিকালি আফ্‌গানিস্থান বোলে। চেতাৰৰ দৰে ইয়াত ৰাগ-ৰাগিণীৰ সুন্দৰ আলাপ কৰিব পাৰি। ইয়াক বজোৱাৰ নিয়ম বীণাৰ দৰে।

## জল তৰঙ্গ।

এইটো এটা অতি সুন্দৰ পুৰণি যন্ত্ৰ। বেলেগ আকৃতিৰ ২১ টা কাচৰ বাটিত আন্দাজকৈ পানী ৰাখি দুডাল হাড়ৰ মাৰিৰে দুয়ো হাতে বজায়। প্ৰত্যেকটো বাটিৰপৰা একোটাকৈ সুৰ হিচাবে সৰ্ব্বমোট ২১ টা সুৰ পোৱা যায়। পিয়ানোৰ দৰে ইয়াক বজাব লাগে। প্ৰভেদ এই যে, পিয়ানোত ছাবি হাতেৰে টিপিব লাগে, ইয়াত হলে হাড়ৰ মাৰিৰে স্নেই সুৰৰ বাটিটোত কোবাব লাগে।

## অৰ্গেন।

এইটো অতি সুশ্ৰাব্য বাদ্যযন্ত্ৰ। ইয়াৰ সুৰ বৰ গহীন। চাহাবৰ গিৰ্জ্জা, নাচঘৰ ইত্যাদিত ইয়াক বজোৱা হয়। ইয়াৰ ছাবিৰ বিন্যাস আৰু ইয়াক বজোৱাৰ নিয়মাদি হাৰ্ম্মোনিয়মৰে সৈতে একে। ইয়াত ৬।৭ অক্টেভ সুৰ থাকে।

## ইউলিয়ান হাৰ্প।

ই এবিধ টাৰ যন্ত্ৰ। আচৰিত মানিব লাগে যে, ইয়াক কোনেও বজাব নেলাগে। মুকলিলৈ উলিয়ালে বই থকা বতাহৰ বেগতে আপোনা-আপুনি ই বাজি উঠে। ইয়াৰ সুৰ অতি সুমধুৰ। সেই নিমিত্তে মানুহে ইয়াক স্বৰ্গীয় বীণা নাম দিছে। গ্ৰীচ দেশ ইয়াৰ জন্ম ঠাই।

## কনচাৰ্টিনা।

ছয় কোনীয়া কাঠৰ ফ্ৰেমত কাগজ আৰু ছামৰাৰে সজা এবিধ বিলাতী বাদ্য যন্ত্ৰ। দুই হাতে যন্ত্ৰটোৰ দুপিনে ধৰি ছাবি টিপি যন্ত্ৰটো টানিলেই ইয়াৰ সুৰ ওলায়। হাৰ্ম্মোনীয়মৰ দৰে ইয়াৰো ষ্টপ আছে, তাক আগেয়ে মুকলিকৈ লব লাগে। কম দামৰ ভিতৰত ইংৰাজী গান-বাজনা কৰিবলৈ এনে সুবিধাৰ যন্ত্ৰ আৰু নাই।

## একৰ্ডিয়ন।

ইও কনচাৰ্টিনাৰ দৰে ইংৰাজী বাজনা; মুঠেই কনচাৰ্টিনা ছটা কোন থকা ঘুৰণীয়া আকৃতিৰ। কিন্তু এইটো চাৰি কোনীয়া বাকচৰ দৰে। ইও কাঠৰ ফ্ৰেমত কাগজ আৰু ছামৰাৰে তৈয়াৰ হয়। বজোৱাৰ নিয়মাদিও কনচাৰ্টিনাৰ দৰে, প্ৰভেদ এই যে, কনচাৰ্টিনাত বহুতো ছাবি থাকে, ইয়াত দহোটাৰ বেচি নেথাকে।

## ন্যাস তৰঙ্গ।

এইটো ৰচন চৌকীৰ দৰে এবিধ যন্ত্ৰ। নাক, ডিঙ্গি নাইবা কপালখন লগাই বিনা ফুঁতে ইয়াক বজোৱা হয়। যন্ত্ৰটোৰ ভিতৰত নিচেই পাতল এবিধ বস্তু আছে, সেইটো অকনমান বতাহ লাগিলেই কঁপি মিহি সুৰ উলিয়াই দিয়ে। মুখখন বান্ধি নুফুটাকৈ ধ্বনি কৰিলে নাক ইত্যাদি কঁপে, সেই কঁপনি বতাহেৰে যন্ত্ৰৰ ভিতৰত সোমাই সেই পাতল বস্তুটোক কঁপাই পেলাই সুৰ উলিয়ায়। ভাৰতবৰ্ষক এৰি আন কোনো ঠাইত এই যন্ত্ৰ দেখা নেযায়। ইউৰোপীয় বৈজ্ঞানিক পণ্ডিতবিলাকে ইয়াৰ বাদ্য-কৌশল দেখি মোহিত আৰু আচৰিত হৈছে।

## সাৰঙ্গী।

ভাৰতবৰ্ষৰ যন্ত্ৰাদিৰ ভিতৰত সাৰঙ্গীও এটা পুৰণি যন্ত্ৰ। বৈষ্ণৱবিলাকে কীৰ্ত্তন গাওঁতে ইয়াক ব্যৱহাৰ কৰে। ইয়াৰ সুৰ বৰ মিঠা আৰু তিৰোতা মানুহৰ ডিঙ্গিৰ সুৰেৰে সৈতে যায়। সেই দেখি, লৰা আৰু তিৰোতাবিলাকৰ নাচ-গানত ইয়াৰ ব্যৱহাৰ হয়। হিন্দুস্থানত ইয়াৰ প্ৰচলন বেচি। "বাইগান" প্ৰভৃতিত ৪।৫ খন সাৰেঙ্গী একেলগে বজাই যে কি সুধা বৰ্ষণ কৰে তাক যেয়ে শুনিছে সেয়েহে জানে। ইয়াক বজোৱাৰ নিয়ম এচৰাজৰ দৰে। কিন্তু এচৰাজৰ পৰ্দ্দা থাকে, ইয়াত পৰ্দ্দা নাই; বেহেলাৰ দৰে আন্দাজ কৰি বাওঁহাতে আঙ্গুলি চলাই আগ হাতে জোঁৰ ডাল ধৰি বজাব লাগে।

## ঢোলোক। *

এইটো ভাৰতবৰ্ষৰ আধুনিক যন্ত্ৰ। আগৰ কালত ইয়াৰ ব্যৱহাৰ নাছিল। মৃদঙ্গৰ অনুকৰণ কৰি ইয়াৰ সৃষ্টি হৈছে। কাঠৰ

* ঢোলোক আৰু ঢোল বেলেগ যন্ত্ৰ। পূজা বিবাহ আদি উৎসৱত বজোৱা ডাঙৰ যন্ত্ৰ বিলাকেই ঢোল আৰু গান-বাজানাৰ মজলিচত বজোৱা সৰু বিলাক ঢোলোক।

খোল এটাৰ দুপিনে ছামৰা লগোৱা থাকে, সেই ছামৰা দুখন সূতা বা ৰেচমৰ জৰিৰে বন্ধা হয়। সেই জৰিবিলাকত লোহা পিতল বা ৰূপৰ আঙ্গুঠি লগোৱা থাকে। আঙ্গুঠিবিলাক টানিলেই ঢোলোকৰ সুৰ চৰি যায়, আকৌ আঙ্গুঠি পিচুৱাই দিলেই সুৰ নামি আহে। তবলাৰ দৰে এবিধ প্ৰলেপ বা গাব দিয়া হয়, সেই গাব তবলাৰ দৰে ডাঠ নহয়, নিচেই পাতল। গাবটো ছামৰাৰ ভিতৰৰ ফালে থাকে। এই গাব দিয়াৰ নিমিত্তেই ঢোলোকৰ এইফালৰ মাতটো গহীন। আন ফালে গাব নাথাকে। ঢোলোকৰ বোল বিলাক তবলাৰ ৰোলৰে সৈতে প্ৰায় একে। যাত্ৰা, পাঁচালী, কবি গান, বেণ্ড, কন্চাৰ্ট ইত্যাদিত ঢোলোক ব্যৱহাৰ হয়। ঢোলোকৰ বোল আৰু কেনেকৈ বজাব লাগে তাক "তালক" অধ্যায়ক লিখা হব।

## পাখোৱাজ।

এইটো পুৰণি আমাৰ অতি পুৰণি যন্ত্ৰ, ইয়াৰ প্ৰচলন কম হোৱাত দুভাগ মানুহে ইয়াৰ নামকে নজনা হৈছেহি। এই যন্ত্ৰটো মৃদঙ্গ জাতীয়, কিন্তু, মৃদঙ্গতকৈ ইয়াৰ মুখ বহল। ইয়াৰ শব্দ বৰ গহীন, আৰু সুশ্ৰাব্য। ধ্ৰুপদ অঙ্গীয় গানত ইয়াৰ ব্যৱহাৰ হয়।

## মৃদঙ্গ আৰু খোল।

এই দুটা যন্ত্ৰৰ পৰিচয় দিয়াৰ সকাম নাই। কিয়নো, আমাৰ সঙ্কীৰ্ত্তন আদিত সদায় ই ব্যৱহাৰ হৈ থাকে।

## ডুগি-তবলা।

এইটো আধুনিক যন্ত্ৰ। মৃদঙ্গ বা পাখোৱাজ যন্ত্ৰৰ বাওঁফালৰপৰা ডুগি আৰু সোওঁফালৰপৰা তবলাৰ সৃষ্টি হৈছে। এই নিমিত্তে এই দুটা যন্ত্ৰক বাওঁৱা-ডাইনা বুলিও কয়।

গতত যেনেকৈ স ঋ গ ম ইত্যাদি সুৰৰ নাম আছে তালতো তেনেকৈ ত্বা দিৎ থুন না তেৰে ৰেটে ইত্যাদি কিছুমান কাল্পনিক শব্দ নিৰ্দ্দিষ্ট হৈছে, সেইবিলাকক "বোল" বা "বাণী" বোলে।

**বোল বজোৱাৰ নিয়ম।**— প্ৰথমে তবলা জোৰৰ (১) সুৰ (২) বান্ধি লৈ আগহাতে ডাইনা আৰু বাওঁহাতে ডুগিটো (বাঁওৱা) লৈ সোঁ-হাতৰ কনিষ্ঠা, অনামিকা, মধ্যমা আৰু তৰ্জ্জনী একেলগ কৰি কৰালৰ (৩) মাজ খিনিত চেপা আঘাত কৰিলে "দিৎ" হয়। ডাইনাৰ কৰাল খিনিৰ কাষত সোঁ-হাতৰ তৰ্জ্জনীৰে অলপকৈ চেপা আঘাত কৰিলে "তা" বা "ত্বা" হয়। সেই ঠাইতে আকৌ তৰ্জ্জনীৰে ফুলা আঘাত কৰিলে, "দি", "দ্বিং", "দিন্" আৰু "খুন" ওলায়। মধ্যমা আৰু অনামিকা আঙ্গুলি দুটাৰে যন্ত্ৰৰ মাজখিনিত চেপা আঘাত কৰিলে "টে", "টি", "ম", "কি", শব্দ ওলায়। সোওঁ হাতৰ তৰ্জ্জনীৰ গুৰিৰে কৰালৰ ওচৰত ঈষৎ আঘাত কৰিলে "নে", "না", "ন্না", আৰু "ন্" হয়। বাওঁ হাতেৰে ডুগিটোত ফুলা আঘাত আৰু তাৰ লগতে সোওঁহাতেৰে ডাইনাৰ কাণৰ কাষত তৰ্জ্জনীৰে আঘাত কৰিলে "ধা" হয়। সোওঁ হাতৰ অনামিকাৰ আগখিনিৰে ডাইনাৰ কাণত আঘাত কৰিলে "ড়া" আৰু তেনেকৈ ঈষৎ আঘাত কৰিলে "আন্" হয়। এই তিনটা বোল একেলগে বজালে "কেড়ান" হয়। নাইবা বাওঁহাতে ডুগিত চেপা আঘাত কৰিলে "কে" আৰু সোওঁহাতে ড়ান্ বজালেও "কেড়ান" হয়। সোওঁহাতৰ তৰ্জ্জনীৰ আগখিনি ডাইনাৰ মাজখিনিত চেপা আঘাত কৰিলে "ৰে" "ড়ি" টো হয়; সোঁহাতৰ তৰ্জ্জনীৰে ডাইনাৰ কৰালৰ কাষত আঘাত কৰিলে "না" আৰু তৰ্জ্জনীৰ আগখিনিৰে অলপ আতৰকৈ আঘাত কৰিলে "আন্" হয়।

"তেৰে" বোলটো দুটা আঘাতেৰে ওলায়; সোঁহাত খুলি ডাইনাত মধ্যমা আৰু অনামিকা দুইটাৰে চেপা আঘাত কৰিলে "তে" আৰু সেই হাতে তৰ্জ্জনীৰ আগেৰে যন্ত্ৰৰ মাজখিনিত চেপা আঘাত কৰিলে "কেটে" হয়। "তেৰে" বোলটো খৰকৈ বজালে, "ত্ৰে" বোলটো ওলায়।

"দিনটা" বোলটোও দুটা আঘাতেৰে ওলায় যথা "দিন আৰু "তা," তিনটা বোলটোও তেনেকৈ "তিন" আৰু "তা" যোগে ওলায়। এনেকৈ "গ" আৰান্দী যোগে গন্দী; "ঘি" আৰু না যোগে "ঘিন্না"; "থু" আৰু "না" যোগে "থুন্না" "ক" আৰু "তে" যোগে "কত্তে", "তে" আৰু "টে" যোগে "তেটে" "ঘে" আৰু "নে" যোগে "ঘেনে"; "না" আৰু "গ" যোগে "নাগ্", "ধা, আৰু "গে" যোগে "ধাগে" ইত্যাদি বোলবিলাক

(১) তবলা জোৰ বুলিলে ডুগি আৰু ডাইনা দুয়োটা বুজাব।
(২) তবলা জোৰৰ ছামাড়াৰ জৰিবিলাক বন্ধা থাকে। সেইবিলাক আৱশ্যকমতে টানি বান্ধি লোৱাকে ঘাট বন্ধা কয়।।
(৩) চামড়াৰ ওপৰৰ কলা প্ৰলেপ খিনিক কৰাল কয়।।

ওলায়। বাওঁহাতে "ধি" আৰু সোঁ হাতে "ন" একে সময়ত বজালে "ধিন্" হয়; বাওঁ হাতৰ তৰ্জ্জনী, মধ্যমা, অনামিকা আৰু কনিষ্ঠাৰে ডুগিটোত চেপা আঘাত কৰিলে "খি", "খে" "ক", "কে", আৰু "খু" শব্দ ওলায়। আৰু বাওঁহাত খুলি তৰ্জ্জনী মধ্যামা, অনামিকা আৰু কনিষ্ঠাৰে যন্ত্ৰৰ মাজত ফুলা আঘাত কৰিলে "গ", "গি", "ঘ", "ঘে", "ঘি", "ধু", "ধে" হয়।

হাত সাধিবৰ বোল শিকাৰ আগেয়ে তেৰেকেটে এই বোলটো ভালকৈ সাধিবলৈ শিকিব লাগে।

## হাত সাধিবৰ বোল।—

+ ৩

১। পা ধা তেৰে কেটে৷ ধা ধা দিন তা

০ ১

। । । । । । । ।

তাকে তাকে তেৰে কেটে।। ধা ধা তিন তা।।

+ ৩

। । । । । । । ।

২। ঘেঘে তেটে ঘেঘে তেটে। কেটে তাক

০

। । । । । ।

তেৰে কেটে। তাগ তেটে ঘেঘে তেটে।

১

। । । ।

কেটে তাগ তেৰে কেটে।।

+ ৩

। । । ।

৩। তেৰে কেটে তাকে তাকে। তেৰে

০

। । । । । । ।

কেটে তাগ্ দেৎ। কেটে তাগ তেৰে কেটে।

। । । ।

তাগ দেৎ তেৰে কেটে।।

+ ৩

। । । । । ।

৪। ধা তেৰে কেটে তাগ। তাগ তেৰে

০ ১

। । । । । ।

কেটে তাগ। তাগ ধুম কিটি তাগ। ধুম কিটি

। ।

গদি ঘেনে।।

+ ৩

।। । । । ।

৫। ধা কেঁড়াং তা। কৎ তেটে।

০ ১

। । ।। । । । ।

গদি ঘেনে। ধা কড়াং তা। তেৰে কেটে।

। ।

গদি ঘেনে।।

ঠেকাৰ বোল ইত্যাদি তালৰ অধ্যায়ত দিয়া যাব।

## ভোটতাল, কৰতাল, মন্দিৰা আৰু খুটিতাল।

গান বা বাজানাৰ চেৱে চেৱে পদ বিভাগ দেখুৱাই চাপৰি বা তাল দিবৰ নিমিত্তে এইবিলাক যন্ত্ৰৰ আৱশ্যক হৈ থাকে; ইয়াৰ দ্বাৰাই গান-বাজানাৰ মনোহাৰিতা বেচি হয়। কাহৰপৰা এইবিলাক যন্ত্ৰ তৈয়াৰ হয়। ভোটতালবিলাক বৰ ডাঙ্গৰ আৰু আমাৰ দেশৰ নাম-কীৰ্ত্তন আদিত ব্যৱহাৰ হয়। কৰতাল ভাওনা, বৈষ্ণৱী গীত ইত্যাদিত, মন্দিৰা গান-বাজানাৰ মজলিচত আৰু খুটিতাল আমাৰ দেশৰ ওজাপালীৰ গীতত ব্যৱহাৰ হয়।

# অসমীয়া সাহিত্য।

## শিয়াল গোঁসাইৰ পুথি।

### (সংশোধন)

প্ৰথম ভাগ "উষাত" অসমীয়া সাহিত্য — শিয়াল গোসাঁইৰ পুথি প্ৰস্তাৱত কেইটামান ভুল বৈ গৈছে। সেই প্ৰস্তাৱ লিখোঁতে আমাৰ হাতত পুথিৰ যি আৰ্হি আছিল তাত আগৰ আৰু গুৰিৰ পাত দুটা নাছিল বুলি উল্লেখ কৰা হৈছিল। এতিয়া আমি সেই পুথিৰ এখনি পূৰা আৰ্হি পাইছোঁ; তাৰপৰা আগেয়ে জানিব নোৱাৰা (১) গ্ৰন্থকাৰৰ নাম (২) তেওঁৰ জন্মস্থান আৰু (৩) পুথি লিখাৰ কাল জানিব পাৰি "উষাৰ" পাঠকসকলক উপহাৰ দিয়া হল। গ্ৰন্থকাৰে পুথিত এইদৰে নিজৰ চিনাকি দিছে ঃ—

"আৰু কিছু কৃপা কৈলা বাক্যদেবী আই।
তাতে চাউল মাগি ফুৰোঁ কবি গুণ গাই।।
ইটো ডৰঙ্গৰ বাজে, গৃহ খানি ভৈলা।
গণিতা বিপ্ৰত হৰি জনমক দিলা।।
নাহিকয় একো শাস্ত্ৰ গণন পঢ়ণ।
স্বভাৱতো শিশু দোষ ক্ষেমা সৰ্ব্বজান।।
মদ্ৰ যে নাৰাণ ৰাজা দৰঙ্গৰ পতি।
তান ৰাজ্যে ভিক্ষা মাগোঁ কবিতা সম্পত্তি।।
দৰঙ্গৰ মধ্যত আছে ছপৰা যে গ্ৰাম।
দখিণত ৰাজ আলি আছয় উত্তম।।
তাতে থাকি কবিৰাজ পাতেকী নিশ্চয়।
চাউল মাগিবাৰ জানা ইহেতু উপায়।।"

পুথিৰ আন এঠাইত আছে ঃ—

"সূৰ্য্যবিপ্ৰ কুলে জন্ম মই অধমৰ।
দৰঙ্গৰ মধ্যে গ্ৰাম ছপৰাত ঘৰ।।
নামে কবিৰাজ কবি সুছন্দ সদায়।
চাউল মাগি ফুৰোঁ এহি কবিতা বৰ্ণাই।"

ওপৰত দিয়া টোকা দুটাৰপৰা জানিব পাৰি যে, গ্ৰন্থকাৰৰ নাম "কবিৰাজ" আছিল আৰু তেওঁ জাতিত দৈৱজ্ঞ আছিল। তেওঁৰ ঘৰ ছপৰা মৌজাত আছিল আৰু তেওঁ দৰঙ্গৰ ৰজা মদ্ৰনাৰায়ণৰ দিনত এই পুথি ৰচিছিল।

"দক্ষিণত ৰাজ আলি আছয় উত্তম" এই কথা ফাঁকিৰপৰা অনুমান কৰিব পাৰি যে, ৰজাহাউলিৰপৰা ছপৰাৰ মাজেদি পাখৰুঘাটলৈ যোৱা আলিক বুজাইছে; সেয়ে হলে, আলিৰ উত্তৰে ছপৰা মৌজাৰ কবিকৰা বুলি যি গাওঁ আছে, সেয়ে কবিৰ জন্মস্থান হব পায় আৰু তেওঁ সেই গাওঁত থাকি কবিতা কৰিছিল বাবেই সম্ভৱতঃ সেই গাওঁৰ নাম 'কিবিকৰা' হব। কবিৰ অৱস্থা ইমান বেয়া আছিল যে তেওঁ ভিক্ষা কৰি জীৱন ধাৰণ কৰিব লগা হৈছিল। 'চাউল মাগি ফুৰো এই কবিতা বৰ্ণাই — কবিয়ে কেনে উদাৰ ভাবেৰে নিজৰ অৱস্থা বৰ্ণনা কৰিছে। ইয়াৰেপৰা তেওঁ মগনীয়া হলেও, তেওঁৰ অন্তঃকৰণ কিমান উচ্চ আছিল তাক ভালকৈ বুজিব পাৰি। আমাৰ মগনীয়া কবিয়ে শিয়াল গোসাঁইৰ পুথিত বাজে আৰু কিবা পুথি এৰি থৈ গৈছে নে, তাক আমি এতিয়াও জানিব পৰা নাই; কিন্তু এই পুথি তেওঁ নিচেই কম বয়সতে লিখা বুলি বোধ হয়; "স্বভাৱতো শিশু" বুলি তেওঁ সেই কথাকে হে বুজাইছে যেন মনে ধৰে।

আমি এতিয়াও মদ্ৰনাৰায়ণ ৰজাৰ দিন সঠিককৈ জানিব নোৱাৰাত পুথিখনি লিখাৰ শক এতিয়াও থিৰ কৰিব পৰা নাই।

# আমাৰ উন্নতিৰ মূল।

### (১ম, সংখ্যাৰ ৮পিঠিৰ পাচৰপৰা)

ওপৰত কোৱা সকলো কাৰণৰ ভিতৰত উন্নতি কৰিবলৈ মাতৃভাষাও এটি প্ৰধান কাৰণ। মাতৃভাষাৰ উন্নতি সাধিব নোৱাৰিলে উন্নতি লাভ কৰাটো সাতুৰি মহাসাগৰ পাৰ হোৱাৰ নিচিনা টান। এইবাবে মাতৃভাষাৰ উন্নতি অৰ্থে সকলোৰেই যত্ন কৰা উচিত। মাতৃভাষাৰ উন্নতি কি ৰকমে সাধিব পাৰি সেই সম্বন্ধে এক- দুআষাৰ মাত্ৰ ইয়াত কৈ এৰিম। আমাৰ দেশত

যত যিমান পুৰণি সংস্কৃত-অসমীয়া আৰু অসমীয়া পুথি আছে, সোনকালে সেইবিলাক গোটাই বিশুদ্ধ কৰি ছপাই দিব লাগে। যিবিলাক গীত, পদ, নাম, গান, বৰগীত, ছিঁয়া, পটন্তৰ, সাঁথৰ, সাধুকথা, কিম্বদন্তী, পণ্ডিত জ্যোতিষী বিলাকৰ জীৱনচৰিত্ৰ পুথিত লিখা নাই, কিন্তু মানুহৰ মুখত শুনিবলৈ পোৱা যায় সেইবিলাক সকলো ঠাইৰপৰা গোটাই আনি ছপাব লাগে। সকলো গাওঁৰে গাওঁৰে ঘূৰি এই বিলাক সংগ্ৰহ কৰা আৰু যত যি আন আন জানিবলগীয়া বিষয় আছে তাক জানি লৈ খবৰৰ কাকতত বা কিতাপ কৰিয়েই ছপাই দিব লাগে। ভাষাৰ উন্নতি সাধিব লাগিলে এক অৰ্থতেই নানান শব্দ আৰু এক শব্দৰেই নানান অৰ্থ হয় এনেকুৱা শব্দ, আৰু এক অৰ্থতেই এক শব্দৰ দীৰ্ঘ হ্ৰস্ব ভেদে নানা ৰূপ (যেনে, জীয়ৰী, জীয়াৰী ইত্যাদি) থকা শব্দ আৰু স্বতন্ত্ৰকৈ সকলো ভাব বুজিব পৰা সকলো বস্তুৰ অৰ্থে প্ৰয়োগ কৰিব পৰা শব্দ সৰহকৈ ভাষাত থকা বৰ দৰ্কাৰ। বৰ বেজাৰৰ কথা যে, লিখিবৰ সময়ত আমাৰ লিখাৰুবিলাকে সম্ভৱতঃ শব্দৰ এই আকালটো বৰকৈ অনুভৱ কৰে; বিশেষ, যেতিয়া কোনো বিদেশীয় ভাষাৰ পুথি অনুবাদ কৰিব লগীয়া হয়, তেতিয়া তেওঁলোকে নিজা নিজা ৰুচিমতে অনেক সময়ত কিম্ভুতকিমাকাৰ যেনে-তেনে এটা নতুন শব্দ গঢ়ি দি মাতৃভাষাৰ উন্নতি কৰিলে বুলি ভাবে। যদি দেশখনৰ গাওঁৰে গাওঁৰে ফুৰি ছিটিকনি খাই থকা মণি-মুক্তাৰ নিচিনা মহামূল্য এই শব্দবিলাক সংগ্ৰহ কৰিব পৰা গলহেঁতেন, তেন্তে অকল যে ওপৰত কোৱা দোষটোৱেই গুচিলহেঁতেন এনে নহয়, কিন্তু শব্দৰো দুৰ্ভিক্ষটো গোটেই নাইকিয়া হলহেঁতেন। এইবাবে যাতে এইবিলাক ছিটিকি থকা মহামূল্য শব্দ গোটাই আনি অভিধানৰ এক কোণত ঠাই দিব পাৰি, মাতৃভাষাৰ উন্নতিৰ নিমিত্তে বেগেতে তাৰ এটা উপায় কৰা উচিত। যতে যতে "অসমীয়া ভাষা উন্নতিসাধিনী সভা" আছে সেই সেই সভাৰ সভ্যবিলাকে চেষ্টা কৰিলে শব্দবিলাক সংগ্ৰহ কৰি "বন্তিত" বা "উষাত" ছপাই দিব পাৰে। এই শব্দ বিলাক সংগৃহীত নোহোৱালৈকে ইংৰাজী, সংস্কৃত প্ৰভৃতি ভাষাৰ গ্ৰন্থবিলাকৰ অনুবাদ কৰাও যে বৰ টান ইয়াত সন্দেহ নাই। শেহত আন আন সকলো ভাষাৰ সকলো শাস্ত্ৰকেই অসমীয়াত ভাঙনী কৰা, অসমীয়াত সকলো বিষয়ৰ পুথি লিখা, এই কেইবিধ কৰিব পাৰিলেই বোধ কৰোঁ আমাৰ মাতৃভাষাৰ উন্নতি হয়।

কিন্তু, আমাৰ বাটত বিন্ধ্যপৰ্ব্বতৰ নিচিনা — আলপ্চ পৰ্ব্বতৰ লেখনি বিঘ্নবিপদে মূৰ তুলি বাট মাৰি বৈ আছে। দেশৰ উন্নতি কৰোঁতা ডেকা অগস্ত্য আৰু বোনাপাৰ্টি বিলাকে এক মন এক প্ৰাণ হৈ দোৰ্ঘোৰ পৰিশ্ৰম কৰিলে—"পন্থানং দেহি" বুলি কলে— "There shall be no Alps" আল্পচ পৰ্ব্বত নাই বুলি কলে, বিন্ধ্যপৰ্ব্বতেও মূৰ দোঁৱাই চাপৰি যাব, আল্পচ পৰ্ব্বতো সমতল ভূমি হব, আৰু তেতিয়া হে আমি উন্নতিৰ ৰাজ্য দখল কৰিবগৈ পাৰিম। উন্নতিৰ নিমিত্তে আমাৰ কি দৰ্কাৰ আকৌ তাকে ইয়াত সূচাই কোৱা যাওক,— (১) কি ৰজাৰ কি মগনীয়াৰ, আসামৰ সকলো লৰা-ছোৱালীবিলাকৰেই সকলো লাগতিয়াল বিষয়ত শিক্ষা দান; (২) এই শিক্ষা যাতে সকলোৱেই অনায়াসে পাব পাৰে, তাৰ উপায় কৰা; (৩) সমাজৰ কু-সংস্কাৰ, সৰ্ব্বনাশ কৰা দস্তুৰ গুচাই সকলো বিষয়ৰে উন্নতিৰ বাট মুকলি কৰা; (৪) লৰা-ছোৱালী ডেকা-গাভৰু সকলোৰেই জিউজিৎছুকে আদি কৰি ব্যায়াম শিক্ষা দ্বাৰা শাৰীৰিক উন্নতি সধা; (৫) বেহা-বেপাৰৰ দ্বাৰা জাতীয় ধন উপাৰ্জ্জন; (৬) তাৰ নিমিত্তে একতা বা ছাত— ভাতৃ-ভাবত সকলোৱেই এক প্ৰাণ হৈ জননী জন্মভূমিৰ উন্নতি সাধনত মন মেলা; আৰু (৭) জাতীয় ভাষা; জাতীয় সাহিত্যৰ উন্নতি সাধন। কাৰ্য্যৰ দ্বাৰা এইবিলাক সাধন কৰি দেখুৱাব পাৰিলে, যেতিয়া আসামত মূৰ্খ মানুহ নোহোৱা হব, কু-সংস্কাৰ এৰি সমাজ পৱিত্ৰ হব, সকলোৱে ডাঙৰ-দীঘল হৈ সুস্থ বলৱন্ত হব পাৰিব, ধন উপাৰ্জ্জন কৰি সকলোৱে লক্ষপতি হব পাৰিব, সকলোৱে ৰাম-লক্ষ্মণৰ নিচিনা ভাতৃ-ভাবৰ চিনাকি দিব পাৰিব, অসমীয়া ভাষা হৈ উঠিব তেতিয়া—তেতিয়া হে আমাৰ প্ৰকৃত উন্নতি হব বুলি জানিম, তেতিয়া হে আমাৰ ত্ৰিবিধ দুখৰো নিবৃত্তি হল যেন বুলি ভাবিব পাৰিম।

কিন্তু, কথা এৰি সকলোৱে কাম কৰিলে হে হয়; এই কৰ্ম্মযুগত কৰ্ম্মৰে হে প্ৰাধান্য—কৰ্ম্মেৰে হে দুখ নিবৃত্তিৰূপ মোক্ষ লাভো কৰিব পাৰি। কৰ্ম্মেই হে সকলোৰে উপাসনীয়— "নমস্যামো দেবান? ননুহত বিধেস্তেপি ৰজগাঃ বিধিৰ্ব্বন্দ্যঃ? সোহপি প্ৰতি নিয়ত কৰ্ম্মৈক ফলদঃ ফলং কৰ্ম্মায়ত্তং কি মমৰগণৈঃ কিংচ বিধিনা নমস্তুৎ কৰ্ম্মভ্যো বিধিৰপিন য়েভ্যঃপ্ৰভবতি।" দেৱতাবিলাকক উপাসনা কৰিম নে কি? তেওঁলোকো হতবিধিৰ অধীন। তেনেহলে বিধিয়েই বন্দনীয়? তেওঁৰো সততে অকল কৰ্ম্মৰ হে ফল দিব পাৰে। ফল কৰ্ম্মৰ অধীন। তেন্তে দেৱতাবিলাকৰেই বা কি দৰ্কাৰ, বিধিৰেই বা কি দৰ্কাৰ, কৰ্ম্মকে হে উপাসনা কৰোঁ, যাৰ ওপৰত বিধিৰো কোনো হাত নাই। এতেকে, সকলো কথা এৰি কাৰ্য্যেৰে মাতৃ ভক্তি দেখুৱাও; এই কৰ্ম্মযুগত কৰ্ম্মেৰেহে উন্নতি সাধন হব — মঙ্গল লাভ হব, আন একোৰে নহয়। "নান্যঃ পন্থা বিদ্যতে অযনায়।।"

—শ্ৰীলক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী।

# নিস্তাৰিণী দেৱী বা ফতেমা বিবী।

দেওবাৰ, দুপৰীয়া। পৰক আপোনাৰ কৰি, অৰ্থাৎ পানীৰ মাছ পথাৰৰ ভাত, বাৰীৰ শাক-পাচলি, বজাৰৰ লোণ-তেলক অন্তৰঙ্গ বন্ধু কৰি লৈ, অৰ্থাৎ পোনাই কৰবলৈ গলে, ওপৰত কোৱা বস্তুবোৰ দকচি এপেটকৈ খাই উঠি, "ইজি চেয়াৰ" বা "আৰাম চকি" এখনৰ ওপৰত পূৰ্ণ বিশ্বাস কৰি সম্পূৰ্ণৰূপে ভিৰ দি নিজৰ হাত-ভৰি মূৰেৰে সপৰিবাৰ শৰীৰটো তাত থাপি বনৰীয়া উতনুৱা ছটা বাৰৰ লগৰীয়া ঘৰচীয়া, জাতি দেওবাৰটোক নথৈ শলাগি, আদখিনি মেলা আদখিনি জপোৱা চকুৰে দেহাৰূপী বৰঘৰটো আন্ধাৰ-পোহৰ কৰি থাকি, নলিচা লগোৱা গুৰগুৰিটোৰে সৈতে তোৰোক-তোৰোক ভাষাত অতীত কালৰ পাহৰা কথা সুৰঁৰি সুৰঁৰি পাতি আছোঁ, এনেতে মোৰ পকী ঘৰৰ ছালৰ ওপৰত গিৰিং কৰে কিবা এটা পৰা শব্দ শুনিলোঁ। মোৰ বৈ থকা সুখ-মৈৰ সোঁতটোৱে ততালিকে ওভটনি পাক ললে, আৰু মই উঠি গৈ দেখিলোঁ যে, পকী ঘৰৰ ছালৰ ওপৰত কামকৰা ৰাজ মিস্ত্ৰিবোৰক ইটা যোগোৱা কুলিয়নী এজনী তাই মূৰত লৈ যোৱা এপাচী ইটাৰে সৈতে ছালৰ ওপৰত হঠাৎ পিছলি পৰি মুচকচ্ হৈছে। লৰালৰিকৈ পানী আনি তাইৰ মূৰত দিবলৈ দিহা নকৰি মিস্ত্ৰিকেইটাই অবাক হৈ ভোজ-খোৱা শিয়ালৰ দৰে চাই আছে। "হেৰ বাঘে খোৱা গৰুহঁত, তহঁতে কি কৰিছ" বুলি মই সিহঁতক গালি পাৰি লৰা-ধপৰা কৰি পানী অনাই মানুহ জনীৰ মূৰত থপিয়াই দিয়ালোঁ; অলপমান বেলিৰ পিচত তাইৰ ধাতু আহিল; তাৰ পিচত দাং-দোলাকৈ তাইক ধৰাই লাহে লাহে তললৈ অনালোঁ। এপাচী ইটাৰে সৈতে পৰি তাই বৰ টান পোৱা বাবে তাইৰ তেনে হৈছিল। মানুহজনী গা-ভাৰী আছিল। তাই তেনেকুৱা অৱস্থাত কয় ইমান দুখৰ কাম কৰিবলৈ আহিছে বুলি তাইক সোধাত তাই কবলৈ ধৰিলে।

"হজুৰ! মোৰ দুখৰ কথা কি কম, কলে অন্ত নপৰে। কপালৰ লিখন কোনেও খণ্ডাব নোৱাৰে। আল্লাৰ মৰ্জ্জি। আল্লাই মোক সৰুতে আই-বোপাই, ককাই-ভাই, বন্ধু-বান্ধৱ, ঘৰ-বাৰী সকলোৰেপৰা বঞ্চিত কৰিলে। বঞ্চিত কৰিলে মানে কি জানি হজুৰে ভাবিছে, তেওঁলোক মৰি হাজি ধুকাল। সি নহয়; মই হে তেওঁলোকৰ মানত মৰি-হাজি ধুকালোঁ। কেনেকৈ তেনে হল, মই কওঁ শুনক।—

"আমাৰ ঘৰ বৰ্দ্ধমান গাওঁৰ বামুণ গাওঁত। আই-বোপাই, ককাই-ভাই ধন-ধান্যেৰে আমাৰ ঘৰ জয়-জয়-ময়-ময় আছিল। গাৱঁৰ ভিতৰত মোৰ বোপাই সকলো বিষয়তে বৰমুৰীয়া আছিল। কিন্তু তেওঁৰ স্বভাবটো অতি উগ্ৰ আছিল দেখি গাৱঁৰ ভিতৰৰ সৰহ খিনি মানুহে তেওঁক ভাল নেপাইছিল। আমাৰ ঘৰ মানুহ ধন-বিতেৰে চহকী দেখি আমাৰ দুখীয়া বগুহ-পৰিয়ালবিলাকেও আমাৰ শ্ৰী সহিব নোৱাৰি সদায় আমাক খিয়াল কৰিছিল। পিতাদেৱে কাৰো ওচৰত সৈমান হৈ নচলি কাকো গ্ৰাহ্য নকৰি লোকৰ মনৰ সেই ভাবটো আৰু দ কৰি দিছিল।

"আমাৰ গাওঁৰ ওচৰত ঘৰচেৰেক মছলমান মানুহ আছিল। আমাৰ পথাৰৰ খেতি-বাতি আদি কামত আৰু ৰূপবান বাঢ়ি লৈ ধাৰে নিয়া আদি বিষয়ত সততে সিহঁতে আমাৰ ঘৰৰ মানুহৰ উপাসা ভৰশা কৰি চলিছিল। মোৰ এতিয়াও ভালকৈ মনত পৰে; মই তেতিয়া সাত বছৰীয়া ছোৱালী। এদিন মই আমাৰ ওচৰ-চুবুৰীয়া সমনীয়া ছোৱালী জনীচেৰেকে সৈতে কাকো নোকোৱাকৈ মনে-মনে মছলমান এঘৰত ইদ্ চাবলৈ গৈছিলোঁ। আমাক দেখি সেই ঘৰৰ তিৰোতাবিলাকে সন্তোষ পাই আন্তব্যস্ত কৰি বহুৱালে, আৰু "চিমাইৰ পায়স" খাবলৈ দিলে। ছোৱালী মানুহ, আমি আগ-গুৰি ভাল-বেয়া একো নুগুণি পেট ভৰাই পায়স খাই বৰ ৰঙেৰে ইদ্ চাই গধূলি ঘৰলৈ উভটি আহিলোঁ। পিতাদেৱৰ অনেক শত্ৰু; তাৰে ভিতৰৰ কোনোবাই সেই কথা গম পাই, লৰালৰিকৈ আহি গাওঁত ৰাষ্ট্ৰ কৰি দিলে যে, অমুকৰ জীয়েক নিস্তাৰিণীয়ে মছলমানৰ ঘৰত পায়স খাই আহিছে। লগৰীয়া আন কেইজনী ছোৱালীৰ নামকে নোলাল, অকল নিস্তাৰিণীৰ হে নামটো ওলাল। এই বাতৰি পিতাদেৱৰ কাণত পৰিলত তেওঁৰ মূৰত আকাশী চৰগ ভাগি পৰিল। লোকৰ দোষ খুচুৰি ফুৰা তেওঁৰ, লোকৰ ওপৰত কথায় কথায় বৰমতা ওলোৱা তেওঁৰ গৰ্ব্বটো গোটেই গাওঁৰ মানুহে ধৰি খৰ্ব্ব কৰি পেলালে। তেওঁৰ জাত গল বুলি তেওঁক এঘৰীয়া কৰিবলৈ সকলোৱে ভয় দেখুৱালে। লাজ অপমান আৰু খঙত তেওঁ মৰ্ম্মান্তিক হৈ সোণৰ সোলেং যেন সাত বছৰ বয়সীয়া জীয়েকক, যতে মৰে ততে মৰক গৈ বুলি ঘৰৰ পৰা উলিয়াই দিলে। আই কান্দি কাটি বলিয়া হল। পিতাদেৱৰ মূৰ্ত্তি দেখি চুৰ্ত্তি হেৰাই কি কৰিম কলৈ যাম কত লুকাম ভাবি মই বিবুধি হলোঁ। মই আশ্ৰয় বিচাৰি গাৱঁৰ চিনাকি মানুহ যাৰে ঘৰলৈ গলোঁ, সিয়েই মোক

চেই-চেই কৰি খেদাই দিলে। অন্তত বিবুধি হৈ লাহে লাহে সেই মছলমান ঘৰত ওলালোঁগৈ। সিহঁতে মোৰ সকলো কথা শুনি মোক আতৌ-পুতৌ কৰি সিহঁতৰ ঘৰতে ৰাখিলে; ময়ো কি কৰিম একোকে ভাবি নেপাই তাতে থাকিলোঁ। নেদেখা জনৰ ইচ্ছাত অমুকা বামুণৰ জীয়েক নিৰাশ্ৰয়া নিস্তাৰিনী মছলমানৰ ঘৰত আশ্ৰয় পাই মছলমান হল।

লাহে লাহে মই নৰু-মিএগ্রাৰ জীয়েকৰ পদ পালোঁ। বিপদৰ কালত নৰু মিএগ্রা নৰু মিএগ্রানীয়ে মোক সাবটি ধৰিলে, মোৰো ছোৱালী মন সকলো দুখ-বেজাৰ পাহৰি, নতুন অৱস্থাৰে সৈতে মিলি গলোঁ। বোপাইৰ মানত পায়স-ফেটী সাপে মোক খুটি মাৰিলে, আইয়েও বোপাই আৰু লোকৰ ভয়ত মোৰ বিষয়ে সেইদৰেই কিছুমান দূৰ ভাবিবলৈ বাধ্য হল। কিন্তু মাকৰ মন বৰ ডাঙৰ বস্তু, হুজুৰ, ৰাইজৰ ভয়েও তাক সদায় ডঁৰিৰ তলত ৰাখিব নোৱাৰে। আইয়ে লুকাই-চুৰকৈ জীয়েকলৈ টোপোলাটো বস্তুখন বাঢ়নিখন নপঠিওৱাকৈ আৰু জীয়েকৰ বাতৰি নোলোৱাকৈ থাকিব নোৱাৰিছিল। মই অৱশ্যে তেওঁক চাবলৈ ঘৰলৈ আহিব নোৱাৰিছিলোঁ, কাৰণ পিতাদেৱে কৈছিল যে, মোক তেওঁ দেখিলে ছোৱা-ছোৱাকৈ কাটিব। কবলৈ পাহৰিছোঁ, মই নৰু মিএগ্রাৰ ঘৰত থকাৰ এবছৰৰ পিছত মোক মছলমান কৰি ফতেমা বিবি নাম দিয়া হল। মোৰ পোন্ধৰ বছৰ বয়সত মিএগ্রা-মিএগ্রানীয়ে মোক এজন মছলমান ডেকা লৰাৰে বিয়া দিলে। তেওঁৰ ফালৰপৰা মোৰ এটা লৰা আৰু এজনী ছোৱালী হৈছিল। তিনি-চাৰিমাহমান হৈছে, মাউৰত পৰি মোৰ গিৰিহঁত আৰু লৰা-ছোৱালী দুটি মৰিল। তেওঁ ডাকঘৰত হৰকৰাৰ কাম কৰিছিল; আৰু একো ধন বিত ৰাখি থৈ যাব নোৱাৰিলে। মই চাৰি মহীয়া গা-ভাৰী মানুহ। মোৰ খাবলৈ ভাত নাই, পিন্ধিবলৈ কাপোৰ নাই, কোনো সহায় নাই, উপায় নাই। এই পৃথিৱীত দুখ ভুঞ্জিবলৈ মোক আল্লাই জীয়াই থৈছে। মোৰ শৰীৰৰ এনে অৱস্থাত মই কুলিৰ কাম কৰি পেটৰ ভাত-কাপোৰ মোকোলাব লগীয়াত পৰিছোঁ। আজি যেতিয়া এপাচী ইটাৰে সৈতে হুজুৰৰ ঘৰৰ ছালৰ ওপৰত পৰিছিলোঁ, তেতিয়া ভাবিছিলোঁ যে খোদাই দুখুনীৰ ওপৰত কৃপা কৰিলে, মোক মাৰি নিব; কিন্তু লেলেতীয়া জীৱৰ ইমান সোনকালে দুখৰ ওৰ কিয় পৰিব, সেই দেখি নমৰিলোঁ।

মোৰ বোপাই ধুকাল, আই এতিয়াও আছে। বোপাই ধুকুৱাৰ পিছত তেওঁৰ ধন-সম্পত্তি সকলোবোৰ কেনিবা উৰি গল; আই বৰ দুখত পৰিল। মোৰ ককাইটোৱে খেতি-বাতি কৰি আইক আৰু নিজৰ লৰা-তিৰোতাক অতি কষ্টেৰে কোনোমতে পোহে। এতিয়া মই অৱশ্যে আইক চাবলৈ মাজে-মাজে যাওঁ। কিন্তু তেওঁক পাইটো, পইছাটো দি সহায় কৰিব নোৱাৰোঁ; কাৰণ তেনেহলে তেওঁৰ জাত যাব; তেওঁৰ হিন্দু বণ্ডহ-পৰিয়াল আৰু গাৱঁৰ মানুহে তেওঁক এঘৰীয়া কৰিব। মই দুই-চাৰি অনাকৈ গোটাই গোটাই মাহে মাহে এটকা-দুটকাকৈ ৰূপ আইলৈ লুকাই পঠিয়াই দিওঁ, তাৰে তেওঁৰ লোণ-তেলৰ খৰছ চলে। এই পৃথিৱীত মোতকৈ দুখিত প্ৰাণী হুজুৰ, কোনো নাই। কিন্তু, হুজুৰ, এটা কথা কওঁ, আমাৰ দেশখন জাতেই খালে। জাত জাতকৈ ইটোৱে সিটোক ঘিণাই হিন্দু-মছলমান বুলি এটা ধৰমৰ মানুহে আনটোক চেই-চেই কৰি মিছাতে আমাৰ দেশখন "জহন্নামে" নিলে। আল্লাৰ আগত সকলো জাতৰ সকলো ধৰণৰ মানুহ সমান হুজুৰ। ই পুৰীত মই মোৰ আই-বোপাইক নেপালোঁ, সিপুৰীত নিশ্চয় মোক খোদাই তেওঁলোকক দিব। দুখুনী ফতেমাই এই কেষাৰ কথা কলে। নিশ্চয় নিশ্চয়, হুজুৰ, জানিব ই ফলিয়াবই ফলিয়াব।

—শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# মনোবিজ্ঞান

দিব্য-দৰ্শন, দিব্য-শ্ৰবন, তত্ত্বনিৰূপণ ইত্যাদিত বাজেও আনৰ মনত উৎপন্ন হোৱা ভাব ধৰিব পৰা বা সেই ভাব ধৰি কাৰ্য্য কৰিব পৰা চিন্তাৰ বলেৰে টেবিলৰ খুৰা তোলা, প্লেনচেট যন্ত্ৰেৰে প্ৰশ্নৰ উত্তৰ লিখি দিয়া, চৈতন্য, যীশু আদি মহাত্মাৰ শিৰৰ চাৰিওকাষে উজ্জ্বল পোহৰৰ মুকুট ইত্যাদি ক্ৰিয়াও হেনো তাড়িৎ শক্তিৰ বিকাশৰ দ্বাৰাই হে সিদ্ধ হয়। অৱশ্যে, অনেক সময়তে এজন সুবিজ্ঞ মানুহে আন এজনৰ মুখৰ ফাললৈ চাই মুখৰ ভাব-ভঙ্গি লক্ষ কৰি বা মাংসপেশীৰ গতি চাই সেই মানুহজনে মনতে কি ভাবিছে তাক অনুমান কৰি কব পাৰে, অথবা দুষ্টবিধীয়া মানুহে আন্দাজতে সঠিক কৈ দুই-একাষাৰ কথা কৈ মানুহৰ মনত চমক লগাবও পাৰে; কিন্তু এইবিলাক আচল Thought reading ক্ৰিয়া নহয়। আনৰ মনত উৎপন্ন হোৱা ভাব ধৰিব পৰাটোত তাড়িৎ শক্তিৰ বিকাশ থাকে। যদি ৫।৬ জন মানুহে লগলাগি এটা ঘৰৰ খোটালিৰ ভিতৰত থকা

বয়-বস্তুবিলাক চাই বাহিৰলৈ ওলাই আহি টেবিল এখনৰ চাৰিওকাষে বহি খোটালিৰ ভিতৰত থকা এটা বস্তুৰ বিষয়ে আটাইকেজনে লগলাগি এক মনে এক ধ্যানে চিন্তা কৰি এটা নজনা লৰাক সেই খোটালিলৈ গৈ তাৰ যিহকে ইচ্ছা তাকে লৈ আহিবলৈ কোৱা যায়, তেন্তে এইটো দেখিবলৈ পোৱা যাব যে, লৰাটোৱে ই কেইজনে মনতে ভবা বস্তুটোকে হে আনিব। ৫।৬ জনৰ মনত উৎপন্ন হোৱা তাড়িৎ লগলাগি বিশেষ সমৰ্থবান হৈ সেই নজনা লৰাটোৰ মগজত থকা তাড়িতক বিনা টাৰৰ সহায়েৰে গতি কৰি আন্দোলন কৰাই ঠিক সেই বস্তুটোৰ বিষয়ে তাৰ মন নিয়ায়, সি সেই মনৰ অনুসৰি তাক বস্তুটোৰ নাম বা বিশেষ কোনো বৰ্ণনা নিদিলেও বস্তুটো আনে। দহোটাৰ মনৰপৰা উৎপন্ন হোৱা এক চিন্তাই যেনেকৈ বহিৰ্জগতত অসাধাৰণ, অৰ্থাৎ এজনে নোৱাৰা কাৰ্য্যকো সম্পাদন কৰে সেইদৰে একত্ৰীভূত ধ্যানেও মনোৰাজ্যত অলৌকিক কাৰ্য্য সম্পাদন কৰায়। ৫ মোন ওজনৰ লো এডোখৰ এটা মানুহে দাঙিব নোৱাৰে। কিন্তু দহোটা মানুহে গোট খাই ধৰিলে ৫ মোনীয়া লোহাকো তুলিব পাৰে। সেইদৰে এটা মানুহৰ চিন্তায়ে আন এজনৰ মগজত কাৰ্য্য কৰিব নোৱাৰিলেও, ৫।৬ বা ততোধিক মানুহৰ সমবেত চিন্তাই আন এজনৰ মগজৰ তাড়িতক লৰাব পাৰে। Thoutht reading আৰু টেবিল টৰ্ণিংয়েই তাৰ প্ৰমাণ। Thought readingৰ বিষয়ে ডব্লিনৰ প্ৰফেচৰ বেৰেট চাহাবে এইদৰে কৈছে;— "১৮৮১ চন, ইষ্টৰ পৰ্ব্ব। উপস্থিত মিষ্টাৰ ক্ৰিৰি, তেওঁৰ সহধৰ্ম্মিনী আৰু পৰিয়ালৰ আন আন মানুহ। এটা লৰাক ওচৰৰ এটা খোটালিলৈ পঠোৱা হল। আমি আটাইবিলাক এখান টেলৰ চাৰিকাষে বহি সেই খোটালিৰ ভিতৰত থকা বস্তু এটাৰ নাম লিখি আটাইবিলাককে অকল সেই বস্তুটোৰ বিষয়ে ভাবিবলৈ দিলোঁ. আমি ভবাৰ কিছু বেলিৰ মূৰত সেই লৰাটোৱে ভিতৰৰপৰা ঠিক সেই বস্তুটোকে লৈ ওলাই আহিল। এইদৰে আমি এখন বুৰুজ, এটা সুমথিৰা টেঙা, এটা গ্লাচ, এটা আতা ফলৰ বিষয়ে ভাবি প্ৰত্যেক বাৰতেই সেই লৰাটোৰপৰা ঠিক সেই বস্তুকে পাইছিলো। মুঠতে এবাৰ আন এটা লৰাক এটা পিয়লা অনাৰ পাচত আমি এখন সমাৰৰ বিষয়ে ভবাটো সি এখন থাল হে আনিলে। লৰাটোক কাৰণ সোধাত কলে যে, প্ৰথমতে মোৰ সমাৰখনকে আনিবলৈ ইচ্ছা হৈছিল, কিন্তু পিচত মই ভাবিলো যে, পিয়লাৰ পাচত কি জানি প্লেট হে নিব লাগে; মই দ্বিতীয়বাৰৰ ভাব মতে হে প্লেট আনিলোঁ।" এই যে ভুলটি হল, সম্ভৱতঃ ধ্যানস্থ মানুহ কেইজনৰ চিন্তাৰ গোলমালতে হৈছিল। হয়তো দুই-এজনে আন বস্তুও ভাবিছিল, সেই কাৰণেই এই গোলমালটো হল। বিজ্ঞানবিৎ পণ্ডিতসকলে এই তিনি-চাৰিশটা- মান পৰীক্ষা কৰি ঠিক কৰিছে যে, এই Thought reading ক্ৰিয়াও সঁচা, ইয়াত মগজত উৎপন্ন হোৱা তাড়িতে Wireless টেলিগ্ৰাফৰ কাম কৰে।

'টেবিল টৰ্ণিং' বা মেজৰ খুৰা এটা মনৰ চিন্তাৰ বলেৰে তোলা ক্ৰিয়াটো তাড়িৎ শক্তিৰ হে বিকাশ। ভূত বা স্পিৰিটৰ বিকাশ আমি মানিব নোখোজো। আমি নিজে হলে টেবিল টৰ্ণিং ক্ৰিয়া কৰিও পোৱা নাই আৰু দেখাও নাই; কিন্তু বিশ্বস্ত দুই-এজন বন্ধুৰ পৰা শুনিছো যে, টেবিল টৰ্ণিং ক্ৰিয়া সঁচা, ঘূৰণীয়া তিনি খুৰা থকা টেবিল এখনৰ চাৰিওকাষে ৪।৫ জন মানুহ (বিশেষ শুদ্ধ ভাবৰ) চকি পাৰি বহিব লাগে। তাৰ পাচত, প্ৰত্যেক জনৰে ইটো বুঢ়া আঙুলিয়ে সিটো বুঢ়া আঙুলিক স্পৰ্শ কৰিব লাগে। আৰু প্ৰত্যেক জনৰে কেঞা আঙুলিৰ মুৰ দুটা তেওঁৰ সোওঁহাতে বাওঁহাতে বহাজনৰ কেঞা আঙুলিত সংলগ্ন কৰি টেবিলৰ চাৰিওকাষে এটি (circle form) বৃত্ত পাতিব লাগে। তাৰ পাছত আনৰ হতুৱাই বা নিজে নিজেই ধৰ্ম্ম-সঙ্গীত এটি বা দুটি গাই মনক সংযম কৰি পবিত্ৰভাৱে প্ৰত্যেক জনেই ভাবিব লাগে যে, টেবিলৰ এই বিশেষ খুৰাটো উঠিব। একান্ত মনে একান্ত ধ্যানে আধা ঘণ্টা চিন্তা কৰিলেই টেবিলৰ ঠিক সেই খুৰাটো ওপৰলৈ দাং খাই উঠি আহিব আৰু ই দুটা খুৰা হলি যাব। তেতিয়া যদি আনে বিশেষ প্ৰশ্ন আদি কৰে আৰু সেই প্ৰশ্নৰ উত্তৰ স্বৰূপে খুৰাটোৱে 'হয়' 'না' ইত্যাদি কেইটা ঠোকৰ মাৰিবলৈ নিৰ্দ্ধাৰিত কৰি দিয়া যায়, তেন্তে প্ৰশ্নে প্ৰতি খুৰাটোৱে সেই সংখ্যাৰে মাটিত ঠোকৰ মাৰিবলৈ ধৰিব। এইটো ভাবিব নেলাগে যে, টেবিল টৰ্ণাৰ কেইজনে আগৰ আলচি থোৱা ঠগামী বুদ্ধিৰে ই দুটা খুৰাৰ ফালে থকা কেজনে টেবিলখন হেচা মাৰি ধৰে আৰু সেই খুৰাটোৰ ফালে থকা কেজনে হাতৰ ভৰ দিবলৈ এৰে। ভৰ দিয়কেই বা নিদিয়কেই টেবিলৰ খুৰা হেনো ডাং খাবই খাব আৰু প্ৰশ্নৰ উত্তৰ অনুসৰি মাটি ঠোকৰিয়াবই ঠোকৰিয়াব। এইযে টেবিল টৰ্ণিং ক্ৰিয়া, ইয়াত প্ৰথমতেই আঙুলিৰে স্পৰ্শ কৰি গোটেই কেইজনৰ দেহক এক এক সংলগ্ন কৰে, একেটা চিন্তাই দেহৰ সংলগ্নৰ লগে লগে মনকো সংলগ্ন কৰে। প্ৰত্যেক জনৰ মগজত চিন্তাৰ বলত যি তাড়িৎ উৎপন্ন হয় সি আন কোনো ফাললৈ নগৈ (pass নকৰি) ঠিক সেই খুৰাটোৰ ওপৰতে গৈ কেন্দ্ৰীভূত হৈ খুৰাটোক আকৰ্ষণ কৰে (attract) তাড়িতৰ নিচিনা

এটা বিশেষ বলবান শক্তিৰ আগত gravitation মাধ্যাকৰ্ষণ শক্তি পৰাভূত হয়। তেতিয়া খুৰাটো দাংখাই আহে। মাটিত ঠোকৰ মৰাটো কথা ঠিক টেলিগ্ৰাফ যন্ত্ৰৰ ঠোক-ঠোকনিয়েই; অৰ্থাৎ current ৰ joining আৰু seperation তাড়িত বা বিজুলী শক্তিৰে লগলগা (সংযোগ) বা বেলেগ হোৱা (বিয়োগ)। প্ৰশ্নকাৰকৰ উত্তৰ দিবলৈ টেবিল টৰ্ণাৰ সকলৰ মগজত তেওঁবিলাকে নজনাকৈয়ে যি তাড়িৎ উৎপন্ন হয়, সেই তাড়িৎ মাটিত ঠোকৰ মৰা কাৰ্য্যত পৰিণত হয়। এতেকে দেখা যায় যে, একত্ৰীভুত চিন্তাৰ বল মনোৰাজ্যতো উৎপন্ন হোৱা চিন্তাই জড় জগততো বা জড়ৰ অলৌকিক ক্ৰিয়া সম্পাদন কৰিব পাৰে। এনেবিলাক কাৰণতেই দহোটাই প্ৰকৃত বেজাৰ পাই আন এজনক দিয়া অভিশাপ ফলে। আমাৰ সচৰাচৰ উক্তি ‘ৰাইজৰ শাপত গড়ুৰো পাখি ভাঙ্গে’, এই কথাৰ মূলতো ৰাইজৰ মনত উৎপন্ন হোৱা তাড়িতে যে এজনৰ ওপৰত কাৰ্য্য কৰিব পাৰে ইয়াকে হে সমৰ্থন কৰে।

প্লেনচেট যাক দৰাচলতে Plaincheating বুলিব পাৰে, এই যন্ত্ৰেৰে উত্তৰ লিখা কাৰ্য্যটো Planchette প্লেইনচেট ধৰা মানুহজনৰ মগজত প্ৰশ্ন কৰা মাত্ৰকে তেওঁৰ অজ্ঞাতসাৰে (instantaneously) বিজুলী চমকেৰে উৎপন্ন হোৱা তাড়িতেই লিখা কাৰ্য্য সম্পাদন কৰায়। ২৷৩ জন মানুহে একেলগে প্লেনচেটৰ ওপৰত হাত দিলেই যাৰ স্নায়ু দুৰ্ব্বলতা বেছি তেওঁৰেই হাতখন কঁপিব ধৰে। যন্ত্ৰটো ইমান সূক্ষ্ম Delicate যে, হাত অলপ লৰিলেই যন্ত্ৰটো লৰি ফুৰিবলৈ ধৰে। এই অৱস্থাত কোনো প্ৰশ্ন কৰিলেই ধৰা জনৰ অজ্ঞাততে মুহূৰ্তমাত্ৰতে মগজত প্ৰশ্নৰ উত্তৰ উৎপন্ন হৈ সেই উত্তৰ আহি হাতৰ কঁপনিত কাগজত লিখা হয়হি। প্লেনচেট ধৰাজনে নিজে নেজানে কি উত্তৰ লিখিলে। পঢ়ি চালে কব পাৰে কি লিখা হল। মগজৰ ক্ৰিয়া আৰু তাড়িত শক্তিৰ বল নেজানিয়েই নজনা মানুহে ভাবে যে, ভুতে আহি লিখি দিলে; নহলেনো লিখকে নজনাকৈয়ে কেনেকৈ লিখা হল। কোনো কোনো সময়ত উত্তৰো ইমান সঠিক আৰু আশ্চৰ্য্যজনক হয় যে, জনা মানুহেও ভুতৰে ক্ষমতা বিশ্বাস কৰিব খোজে। কিন্তু তেওঁবিলাকেও নেজানে যে, মনুষ্য শৰীৰত মনুষ্য মগজত কত শক্তি কত সামৰ্থ্য নিহিত আছে। শিৱসংহিতাত এই মনুষ্য শৰীৰক ক্ষুদ্ৰ ব্ৰহ্মাণ্ড বুলি কৈ স্পষ্ট কৰি কৈছে যে, এই দেহতে এই মগজতে সৰ্ব্বভুত, সৰ্ব্বদেৱতা, সৰ্ব্বঋষি-মুনি, আন কি পৰম মহান পৰমেশ্বৰো পৰমাত্মা স্বৰূপে জীৱাত্মাৰ ওপৰত জীৱাত্মাক আশ্ৰয় দি ধৰি আছে। সাংসাৰিক মন-কোঁহ চিন্তা, ভাগৰ দুখ ইত্যাদিময়লাৰে আবৃত থকাত হে মানুহে এই জীৱাত্মা আৰু পৰমাত্মাৰ স্বৰূপ নেজানিয়েই নানাবিধ কল্পনা কৰে মাথোন। কবি Wordsworth এ "Immortality of the soul"ত কৈছে,— "Heaven his in your infancy. Shades of the prison house begin to surround the growing boy". ভাৰতবৰ্ষৰ ঋষি, যোগীসকলেও এই মগজকে সহস্ৰাৰ (যত পূৰ্ণ ব্ৰহ্ম সনাতন থাকে) ব্ৰহ্মাণ্ড বুলি কৈছে। ষটচক্ৰ ভেদনতো জীৱাত্মাই কুলকুণ্ডলিনীৰূপৰা উঠি চক্ৰে চক্ৰে হৰি নামৰ মলা হাতত লৈ সৰুদৰ দৰে ফুৰি এই পৰমাত্মাৰ স্থিতি সহস্ৰাৰত গৈ পৰম সনাতন পুৰুষক দৰ্শন কৰেগৈ আৰু আকৌ মানি আহে। বেদান্ততো এই পৰমাত্মা আৰু জীৱাত্মাকেই এক বৃক্ষত (দেহত) থকা ছৰাইটী (জীৱাত্মা) আৰু তাৰ ওপৰৰ ছঁয়াটি পৰমাত্মা বুলি বৰ্ণনা কৰিছে। এনেকুৱা যে মনুষ্য মগজটি, ই যে দুটি-এটি আলৌকিক ক্ৰিয়া সম্পন্ন কৰিব পাৰে ইয়াৰ একো বিচিত্ৰ নাই। ইয়াৰ নিমিত্তে ভূত বা প্ৰেত আহিবৰ আৱশ্যক নাই; Brianৰ instantaneous reply আৰু স্নায়ুৰ গতিত লিখিব পৰা কথাটোকে বিশদৰূপে বুজিলেই প্লেনচেট আবিষ্কাৰ কৰা মানুহজনে ভালেমান ধন ঘটিলে। এনেকুৱা সামান্য এটা যন্ত্ৰক Plain cheating নুবুলি আৰু কি বুলিব পাৰি।

ছবিত মহাপ্ৰভু চৈতন্যৰ আৰু মহাত্মা যীশুৰ মূৰত উজ্জ্বল পোহৰৰ আমি এটা মুকুট দেখিবলৈ পাওঁ। আমি ভাবিছিলোঁ যে, কবিয়ে, বিশেষকৈ সেই মহাত্মা দুজনৰ ভক্তবৃন্দই কল্পনা কৰি তেওঁবিলাকৰ অৱতাৰী পুৰুষৰ মাহাত্ম্য বঢ়াবলৈ এই নকছাটো সাজে বা এই অলৌকিক পোহৰটো আঁকি দিয়ে; কিন্তু আচৰিতৰ বিষয় আমি শুনিছো যে, আজিকালি তাড়িৎ বিজ্ঞানৰ বলত আৰু মেচমেৰিক হিপনটিক ক্ৰিয়াৰ সহায়ত হেনো এনেকুৱা পোহৰৰ বৃত্ত Circle of light আন মানুহেই দেখুৱাব পাৰে। একান্ত মনে সেই ৰকম পোহৰ এটাৰ বিষয়ে ভাবিলে হেনো শেহত সিদ্ধিপ্ৰাপ্ত হলেই সেই পোহৰ নিজক নিজে কৰি আনক দেখুৱাব পাৰি অথবা ঈশ্বৰত সমস্ত মন লীন কৰি দিব পাৰিলেও হেনো মূৰত সেইদৰে উজ্জ্বল পোহৰৰ বৃত্ত হব পাৰে; যি ঈশ্বৰ সকলো পোহৰৰে; সকলো জগতৰে আধাৰ স্বৰূপ, তেওঁক যীশুৰ নিচিনাকৈ বা চৈতন্যৰ নিচিনাকৈ এক মনে এক প্ৰাণে এক ধ্যানে চিন্তা কৰিলে তেনেকুৱা উজ্জ্বল পোহৰৰ বৃত্ত মূৰত কি জানি পাবও পাৰি। বৈজ্ঞানিকসকলে এই বৃত্তকো তাড়িতৰ পোহৰ হে বোলে।

ক্ৰমশঃ-

# মাতৃৰ উক্তি।

তুমিয়ে পদুম মোৰ,
আশাৰ বিলৰ ;
তুমিয়ে সূৰুজ মোৰ,
ভাগ্য আকাশৰ।
তুমিয়ে বসন্ত মোৰ,
ঋতুৰ মাজত ;
তুমিয়ে হে ফুল-কলি ;
পাতৰ আঁৰত
তুমিয়ে হে চন্দ্ৰ মোৰ
নীল আকাশত'
তুমিয়ে হে অৰুন্ধতি'
তৰাৰ মাজত
তুমিয়ে গোলাপ মোৰ,
হৃদি ফুলনিত ;
তুমিয়ে হে ভেঁট পাহী,
নিৰ্ম্মল পানীত।
তুমিয়ে হে জোন মোৰ,
শৰত কালৰ ;
তুমিয়ে হে মণি মোৰ,
চকুৰ মাজৰ।
তুমিয়ে সেওঁতা মোৰ,
বিলাসী মূৰৰ ;
তুমিয়ে হে বীণা মোৰ,
মধুৰ সুৰৰ।
তুমিয়ে মধুৰ হাঁহি,
গোলাপী মুখৰ
তুমিয়ে কাৰণ মোৰ,
মনৰ সুখৰ।
তুমিয়ে হে গঙ্গা মোৰ,
মাজে ভাৰতৰ ;
তুমিয়ে হে হিমালয়,
মাজে পৰ্ব্বতৰ।
তুমিয়ে দিঙ্গিৰ মোৰ,
মুকুতা থুপি ;
তুমিয়ে হে ফুলনিৰ ;
জুতি ফুল জুপি।
তুমিয়ে বাখৰ মোৰ,
সোণৰ লগত ;
তুমিয়ে সেন্দুৰ মোৰ,
বগা কপালত।
তুমিয়ে হে পানী মোৰ,
মৰু প্ৰদেশত ;
তুমিয়ে বিজুলী মোৰ,
মেঘৰ আঁৰত।
তুমিয়ে হে গুৰি বঠা,
পানীৰ মাজত।
তুমিয়ে লাখুটি মোৰ,
অগম্য বাটত।
তুমিয়ে হে মোৰ বাপা,
মূৰৰ কিৰিটি ;
তুমিয়ে হে মোৰ বাপা,
ৰথৰ সাৰথি।
তোমাতে হে বাপা, মোৰ
সকলো ভৰশা ;
তোমাক হে কম মই
সকলোটি আশা।
নেপেলাবা দলিয়াই
সেই কথা দুটি ;
দেখিছা নহয় মোৰ,
কত দুৰগতি।

—শ্ৰীঅম্বিকানাথ বৰা।

# কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন।

## আগৰ প্ৰৱন্ধৰ আওকাণ।

আওঢলীয়া, আওপকীয়া, আওফলীয়া, আওবটীয়া কথা, বৰবৰুৱাই বৰ দৰকাৰ পৰিলেও ন দি নকয়। কিন্তু আজিকালি এবিধ কুলক্ষণীয়া মানুহে যে, নিজৰ কু-অভিপ্ৰায় সিদ্ধি কৰিবৰ নিমিত্তে, হিন্দু-মছলমানৰ মাজত দন্দৰূপী বৰৰ আঠাৰ মোনাটো ফুৱাই ওফোন্দাই দিছে, সেইটো থিতাপি কৰি ৰাখিবলৈ সিহঁতে যিমানকে যতন কৰক, কিছুমান দিনৰ মূৰত সি যে উৰ্বলি যাব এই পোন কথাটো হলে বৰবৰুৱাই আজি ন দি কবলৈ ওলাইছে। বৌ-মাছৰ পেটৰ ভিতৰত থকা ছালৰ মোনাটো (যাক লৰাইঁতে "হিলৈটো" বোলে) এমূৰৰপৰা চেপি নি ফুলাই কিছুমান পৰ ডাঙ্গৰ কৰি থব পাৰি; কিন্তু শেহত তাত কোনোবাই যদি গেমেহা ভুকু এটা মাৰি দিয়ে, সি ফুটি ধুপ্‌কৰে মাথোন এটা শব্দ কৰি সোত্‌মোত্‌ খাই পৰিব আৰু তাৰ পেটৰ ভিতৰৰ প্ৰাণ-বায়ুটীয়ে অৰ্থাৎ তাৰ ভিতৰত বান্ধ খাই থকা। বায়ু ফেৰাই তাক পিটিকি মুচৰি দিগ কৰি থকা নিগত জনক "চুপ" বুলি টানকৈ ভেকাহি এটা লগাই সেই দুৰ্জ্জনৰ সংশ্ৰৱ এৰি, সি ঢুকি নোপোৱা ওখ আকাশলৈ গুচি যাব। সম্প্ৰতি সেইদৰে হিন্দু আৰু মছলমানৰ মনৰ বেয়া ভাববিলাক চেপি-চুছি গোটাই নি এমূৰে ফুলাই ডাঙ্গৰ কৰি দিয়া দন্দটোৰও শেহ ফলটো সত্যৰ ভুকুত তেনে হব আৰু নিৰ্গত টিকচালি কৰোঁতাই কপৌ-চেলোৱা আৰু টিকা-ছোচৰা খাব এই কথা বৰবৰুৱাই কবলৈ বাধ্য হল। সময়ৰ চিনবিলাক মন কৰোঁতা জনে নমনি থকা নাই যে, ওখ শিক্ষাৰ নাঙ্গলৰ ফালে মছলমানবিলাকৰ মনপথাৰৰ ফৰিঙ্গতি মাটিৰ সীমাবোৰ দিনকে দিনে ঠেলি নি ৰূপিত মাটিৰ জোখ সৰহ কৰিব লাগিছে। "হাজাৰী ঘোষা" পুথিত কবৰ নিচিনা "হৰিৰ নামৰ ধ্বনি শুনি, পলাই পাপ দশোদিশে" ভাগি যোৱাৰ দৰে ওখ শিক্ষাৰ ধ্বনি তেওঁলোকৰ অজ্ঞানতাৰ কাণত পৰি ভয়ত সি তৰা-নৰা চিঙি পলাব লাগিছে। এতিয়া তেওঁলোকে ফটফটীয়াকৈ দেখিবলৈ পাব যে, হিন্দুৰ ডিঙ্গিত যি ডাল ফাঁচ মছলমানৰ ডিঙ্গিটো সেই ডাল ফাঁচেই; ভাৰতত হিন্দু-মছলমান দুয়ো একেডাল ডোলৰেই সাঙ্গোৰ খোৱা; দুইৰো ভৰিত একেবিধ লোৰ নিগৰ আৰু দুয়ো একে শাৰীৰ "নিগৰ"।

লোকে যি কওক; কিন্তু এইটো কথা হলে বৰবৰুৱাই ঠিক বুজিছে যে, স্যাৰ চৈয়দ আহমদে ত-তকৈ চকু মেলি দূৰ ভৱিষ্যতলৈ মনি হে মছলমানবিলাকক ৰাজনৈতিক আন্দোলনত লগ লাগিবলৈ হাক দিছিল আৰু ভালকৈ সকলো গমি-পিটিক হে তেওঁলোকক প্ৰথমতে ভালকৈ লিখা-পঢ়া শিকিবলৈ পৰামৰ্শ দি আলিগড়ত তেওঁ কলেজ পাতি দিছিল। তেওঁ ঠিক জানিছিল যে, মছলমানবিলাকে এতিয়া হিন্দুৰে সৈতে সমানে জোৰ মাৰি ৰজাঘৰৰপৰা নিজৰ হক দাবি কৰি লব নোৱাৰে; কাৰণ মছলমানবিলাক লিখা-পঢ়া আৰু ধন-বিতত হিন্দুতকৈ ভালেমান পিচপৰা। এতিয়া মছলমানে হিন্দুৰে সৈতে লগ লাগি ৰাজনৈতিক আন্দোলন কৰিলে, তেওঁলোকে শ্যাম আৰু কুল দুইকো হেৰুৱাব; অৰ্থাৎ মাৰি অনা পশুৰ মঙহৰ সৰহ ভাগ অৰ্থাৎ সিংহৰ ভাগ হিন্দুৰ ফাললৈ যাব আৰু তেওঁলোক চৰ্কাৰৰ ঘৰত অনাইঁকতে অপ্ৰিয়ও হব। সেইদেখি মছলমানে চৰ্কাৰক সন্তুষ্ট কৰি লিখা-পঢ়া আৰু চৰ্কাৰৰ ঘৰৰ বিষয়-বাসনা আদিৰ সুবিধা কৰি লৈ প্ৰথমতে নিজৰ গুৰিডাল শকত কৰি লোৱাটো হে তেওঁএলাকৰ পক্ষে বুধিয়কৰ কাম বুলি চৈয়দৰ মনত খেলালে। লিখা-পঢ়া শিকাই প্ৰথমতে মছলমানৰ চকু মুকলি কৰি দিয়াই তেওঁৰ ঘাই কৰ্ত্তব্য বুলি তেওঁ ভাবিছিল। তাৰ পিছত ৰাতিৰ পিছত দিন হোৱাদি মছলমানবিলাকৰ উন্নতি হোৱাটো আৰু ৰাজনৈতিক অধিকাৰ আদিলৈ তেওঁলোকে হিন্দুৰে সৈতে সমানে হেপাহ মেলাটো যে আপুনি আহিব এইটো 'ধুৰূপ। চৈয়দ আহ্মদে লোকক ঘাইকৈ চৰ্কাৰৰ ঘৰত শুনাই মুখেৰে যি মন্ত্ৰকে মাতক, কামত কিন্তু ঠিক কৰি গল। এই কথাৰ প্ৰমাণ স্বৰূপে বৰবৰুৱাই কয় যে, সৰহভাগ শিক্ষিত মছলমানে পেটে-পেটে বা লুকাই বা দেখুৱাই হিন্দু ৰাজনৈতিক আন্দোলন কৰোঁতাসকলৰ শাৰীত আজি থিয় হৈছে আৰু আগলৈকো হব নিশ্চয়। তেওঁলোকৰ সৰহভাগে কংগ্ৰেচত যোগ দিয়ক বা নিদিয়ক, কিন্তু "কংগ্ৰেচৱালাই" কৰা দি বা অলপ সাল-সলনি কৰি নিজৰ "দাবি-দাওৱাৰ" অৰ্থে আন্দোলন কৰিবলৈ শিকিছে আৰু কৰিছে যে তাৰ কোনো ভুল নাই। এই কথাৰ এটা মাথোন উদাহৰণ দিলেই হব; যেনে,— সিদিনা বৰ লাট মিণ্টোৰ ওচৰলৈ যোৱা অল ইণ্ডিয়া মচলেম ডেপুটেচন। প্ৰথমতে জিভাৰ সোৱাদৰ নিমিত্তে ঘিঁউ খালে যেনেকৈ শেহত তাৰ ফলস্বৰূপে খাওঁতাজন চিকুণ হয়, প্ৰথমতে জ্ঞান আৰ্জ্জিবলৈ

বিদ্যাশিক্ষা কৰিলেও তাৰ ফল স্বৰূপে ওপৰত কৈ অহা অৱস্থাত ওলোৱা যায়। চৈয়দে জানিছিল যে, ৰত্নাৱলী শাস্ত্ৰৰ মৰ্ম্ম বুজিবলৈ গলে প্ৰথমতে ভালকৈ ক বুলিব লাগিব আৰু তাৰ পিচত "সিদ্ধি বস্তু" বাৰেমতৰা, কাণখোৱা, লীলা-মালা পুথি পঢ়িব লাগিব; নতুবা অগিয়ানী অশিক্ষিতৰ আগত ৰত্নাৱলীৰ টোকাৰি বালে সি কাণ জোকাৰি ঘাঁহ খোৱাৰ বাহিৰে আন একো নকৰে ; বৰং বেচিকৈ টোকাৰি বাই, তাক আমনি কৰি থাকিলে টোকাৰি বায়ণ সকলক আৰু লগে লগে কি জানি চৰ্কাৰকো খুচিবলৈ শিং জোকাৰিবৰ সম্ভৱ। চৈয়দ চতুৰ মানুহ, তেওঁ ভাবি ঢুকি পালে যে, প্ৰথমতে ৰজাক তেওঁলোকৰ ফলীয়া নকৰিলে কাৰ্য্য সিদ্ধি নহয়; কাৰণ ৰজা খীৰতী গাই, বৰ গছ, কল্পতৰু বৃক্ষ; ৰজাই অনুগ্ৰহ কৰিলে গাখীৰ, ছাঁ আৰু ধন-বিতৰ সোঁত তেওঁলোকৰ ভিতৰত উভৈনদী হৈ ৰব। সেইদেখি তেওঁ সোৱাদ কথা, মিহিমাত আৰু কৰযোৰেৰে গৱৰ্ণমেণ্টৰ সকলো কাৰ্য্যৰ সমৰ্থন কৰি আৰু তিতা, কেহা, চোকা ভোটা সকলো বিধৰ মাতেৰে হিন্দু পাৰ্চী কংগ্ৰেচৱালাক কঠোৰ আক্ৰমণ কৰি, ৰজাঘৰীয়া বিষয়াসকলৰ মনত সন্তোষৰ ফুল ফুলাই আলিগড় কলেজলৈ চৰ্কাৰৰ ঘৰৰ পৰা ধনৰ সাহায্য ললে। বৰবৰুৱাই কয়, চৈয়দে বেচ কৰিলে, বঢ়িয়া কৰিলে, "তোফা" কৰিলে। ঠৰঙ্গা নহৈ লেউসেউ হৈ আৰু শিৰ চাই টোকৰ মাৰি তেওঁ নিজৰ জাতৰ মানুহৰ যি সুবিধা কৰি দি গল, তাৰ ফলত সিহঁতৰ ঘাইকৈ আৰু ভাৰতবৰ্ষৰ আন আন জাতৰ মানুহৰও বেঁকাবেঁকিকৈ নথৈ উপকাৰ হল আৰু আগলৈ হবও। হিন্দু, পাৰ্চী আদিয়ে অশিক্ষিত লগৰীয়াতকৈ শিক্ষিত লগৰীয়া পাই বৰ্ত্তি গল আৰু যাব। আৰু এটি কথা পাহৰিব নেলাগে ; দেশৰ মানুহ আটাইবোৰে যে কিবা ৰাজনৈতিক আন্দোলন কৰি ফুৰিব লাগিব তাৰ কোনো মানে নাই। সকলো কামতে কামৰ ভাগ বটৰা ভাল। মাতৃভূমিৰ ভাল কৰা কাৰ্য্যৰো ভাগ-বটৰা লাগে, নতুবা সি হোৱা অসম্ভৱ। একেটা বাটে আটাইবোৰে জুমুৰি দি পৰ্ব্বত বিদাৰিবলৈ গলে, পৰ্ব্বত বিদৰাটো দূৰৰ কথা নিজৰ ভিতৰতে খেলি-মেলি লাগিব। এজন খৰিলৈ, এজন পাতলৈ, এজন লোণ-তেল, চাউললৈ নগৈ আটাইবোৰ খৰিলৈ গলে, ওৰে দিনটো ঘৰে ঘৰোৱাহে পেটত পানী-গামোছা বান্ধি নকটাবৰ কোনো কাৰণ নাই। বৰবৰুৱাই কয়, বোপাইহঁত! তহঁতৰ কোনোৱে ৰাজনৈতিক আন্দোলন কৰ, কোনোৱে সমাজ সংস্কাৰ কৰ, কোনোৱে ধৰ্ম্ম প্ৰচাৰ কৰ, কোনোৱে খেতি-বাতি কৰ, কোনোৱে বেহা-বেপাৰ কৰ, কোনোৱে দোকাণ-পোহাৰ দে, কোনোৱে ৰজাঘৰীয়া বিষয় খা, কোনোৱে পৰনিন্দা কৰ, কোনোৱে বাতৰি কাকত উলিয়াই লোকক গালি পাৰ, কোনোৱে ধুন-পেচ মাৰি ডেকালি কৰি ফুৰ, কোনোৱে পৰৰ মূৰত খা আৰু ভটিয়া পানীত যা, কোনোৱে পাৰ যদি লোকক খোচামোদ কৰ। তহঁত বোপাইহঁত, দেশৰ উন্নতিৰ হাত-ভৰি, মূৰ, মুখ, উফি, নখ-চুকা আৰু ফুটুৱাই ; তহঁতৰ কাকো এৰিব নোৱাৰি, কাকো দলিয়াই পেলাব নোৱাৰি। সুৰেন্দ্ৰ, চৈয়দ, মেহটা, তাতা, চিলিম-উল্লা ৰচুন-উল্লা সকলোকে আমাক লাগে; আমাৰ জাতীয় উন্নতিৰ নাম-ঘৰটোৰ নিমিত্তে তহঁত সকলোবোৰেই খুটা, চটি, কামি, তমাল, দুৱাৰ-দলি, নাওৰা, পানীপোটা, গোবৰ আৰু মাটি; তহঁতক আৱশ্যক আৰু যোগ্যতা অনুসাৰে চাছি, কাটি, বলটু গুচাই, সালি লৈ আমি সেই নামঘৰটোত লগাম। মাথোন তহঁতৰ ওচৰত ইফেৰা আমাৰ খাটনি যে, তহঁতে ইটোৱে সিটোৱে জোটা-পুটি নকৰিবি, খুটিয়া খুটি নকৰিবি, চিকুটা ছিকুটি নকৰিবি, শিয়ঁৰা-শিয়ঁৰি নকৰিবি, ইটোৱে-সিটোক কেটেৰা-জেঙ্গেৰা নোমাৰিবি, সিটোৱে-ইটোক উপলুঙা পেঙ্গলাই নকৰিবি।

সম্প্ৰতি কিছুমান ইংৰাজে ভেদ কূট-নীতি, ভাৰতত চলাই যদিও কিছুদূৰ লাভ মাৰিছে আৰু সেইবাবে তেওঁলোকে পৰম সন্তোষ লভি খুক্‌খুক্ কৰে হাঁহিছে ; কিন্তু বৰবৰুৱাই তেওঁলোকক নকৈ নোৱাৰে যে, শেহত বছেৰেকীয়া হিচাব-নিকাচৰ সময়ত তেওঁলোকে দেখিবলৈ পাব যে, সেই সৰ্ব্বনশীয়া নীতিয়ে লাভ কৰি দিয়া গুড় পৰুৱাই খাই পেলালে। মুঠতে বৰবৰুৱাই ইয়াকে কয় যে, সেই নীতিয়ে কোনো পক্ষৰ উপকাৰ নেসাধে এইটো ঠিক। হিন্দু আৰু মছলমান নিজৰ ভিতৰতে কিছুমান দিন কটাকটি মৰা-মৰি কৰি দুৰ্ব্বল হৈ থাকিলেও, শেহত যেতিয়া দুই পক্ষৰ সমানে চকু গজি উঠিব, তেতিয়া তিতি, বুৰি, শিকি দুয়ো গোট খাই শকত নহবৰ কোনো কাৰণ নাই, আৰু এটা কথা এইখিনিতে কোৱা আৱশ্যক যে, তল খাপৰ অশিক্ষিত মছলমানবিলাকৰ নীহ প্ৰবৃত্তিবিলাক উজাৰি দি সম্প্ৰতি ইংৰাজে সুবিধা কৰিছোঁ বুলি ভাবিলেও কেনেবাকৈ কেচু খানোতে সাপ ওলোৱাটো অসম্ভৱ নহয়। এইখিনিতে বৰবৰুৱাই কৈ থলে যে, ইংৰাজ মানে তেওঁ বৃটীচ বা ভাৰত গৱৰ্ণমেণ্ট আৰু ৰজাক বুজোৱা নাই; ইংৰাজ মানে, ফুলৰ চাহাবৰ নিচিনা দুজন-চাৰিজন ইংৰাজ বিষয়া আৰু ইংলিচমেন কাকতৰ ইংৰাজ সম্পাদকৰ নিচিনা দুই-চাৰিজন লোকৰফালে আঙ্গুলিয়াই হে তেওঁ এই কথা কৈছে। ফুলৰ চাহাবে হিন্দুক এলাগী আৰু মছলমানক তেওঁৰ লাগী ঘৈণীয়েক বুলি ঢোল পিটি বিয়া আৰু নিকাৰ জাননী দিছিল। ইংলিচমেন কাকতে মছলমান গুণ্ডাৰ লুটপাট দৌৰাত্ম্য উৎপাতবোৰতো ঘিউ-মউৰ

সোবাদ পায় আৰু হিন্দুৱে এখোজ আগবাঢ়িলেও নিৰ্ব্বংশৰ পুতেক, এখোজ পিচ হুহকিলেও নিৰ্ব্বংশৰ পুতেক গালি তেওঁৰ পৰা খাবলৈ পায়। এনেবিলাক গঢ়-গতিৰ পৰা ৰজা-প্ৰজা কাৰো ইষ্ট নহয় ধুৰুপ। বৰবৰুৱাই আৰু সৰহ নকৈ ইয়াকে কয় যে, তেওঁবিলাকৰ দৃষ্টি ছুটী আৰু তেওঁলোকে জুইৰে খেমালি কৰিব লাগিছে।

মছলমানবিলাকে কথাবোৰ অলপ দকৈ গমিপিটিকি চালেই বুজিব পাৰিব যে, তেওঁলোকে লোকৰ কথাত নাচি উঠি ঘৰৰ ভিতৰতে হিন্দুৰে সৈতে দন্দ কৰি তেওঁলোকৰ কোনো কালে কোনো "ফয়দা" হোৱা নাই আৰু নহয়, বৰং অশেষ অলেখ হানি। হিন্দুস্থানত ইমানবোৰ হিন্দু আছে যে, সিহঁতক মছলমানবিলাকে "তিনি সাত বাৰ পৰশু কুঠাৰেৰে কাটি" বা কাঁহীয়ে কাঁহীয়ে ভাত কতিয়াই, নাইবা বলেৰে ধৰি নিকা কৰি হিন্দুস্থান "নিহিন্দু" কৰিব নোৱাৰে। এনে অসাধ্য সাধন আগেয়ে তেওঁলোকৰ সুখৰ আৰু গৌৰৱৰ কালত তেওঁলোকে কৰিব নোৱাৰিলে ; এতিয়াৰতো কথাই নাই, আজি তেওঁলোকৰ হাতত ঢাল নাই, তৰোৱাল নাই অথচ শুদা হাতেৰে তেওঁলোক মাজতে নিধিৰাম চৰ্দ্দাৰ হবলৈ গলে কত চলিব। সেইবাবে বৰবৰুৱাই আকৌ তেওঁলোকক আৰু তেওঁলোকৰ লগতে হিন্দুকো সোধে যে, ঘৰৰ ভিতৰতে দন্দহাই কৰি অসুখ-অশান্তি আনিবৰ সকাম কি! তেওঁলোকে কৰিব দন্দ, আৰু লাভ হব লোকৰ। তাহানি সাধু কথাত শুনিলো ;— দুটা মেকুৰীয়ে এখন পিঠাৰ নিমিত্তে দন্দ কৰিছিল। পাচত বান্দৰ এটাই সেই দন্দৰ মীমাংসা কৰিবলৈ আহি দুইকো সমানে পিঠাখন ভগাই দিবলৈ তৰ্জ্জুত জুখি সমান কৰোঁতে কৰোঁতে গোটেইখন পিঠা তাৰ পেটত সোমাল আৰু মেকুৰী যুগল "আন্নাক" হৈ ফেল্ ফেল্ কৰে চাই ৰল। হিন্দুৰ ওপৰত মছলমানবিলাকে অবিশ্বাস বা কোপ কৰা কেতিয়াও উচিত নহয়। হিন্দুৱে ইংৰাজক খেদাই ভাৰতবৰ্ষত ৰজা হব খোজা নাই; আৰু মছলমানবিলাকক তেওঁলোকৰ প্ৰজা কৰি পুৰণিকলীয়া পোটক তুলিবও খোজা নাই। তেনে অসম্ভব কথা বলিয়াৰ বাহিৰে কোনেও মনলৈ আনিব নোৱাৰে। শিক্ষিত জ্ঞানী হিন্দুৰ ইচ্ছা এইটো হে যে, ইংৰাজ শীতল শাসনৰ তলত চিৰকাল হিন্দু-মছলমান আদি সকলোবোৰ ভাৰতবাসী সুখ-সন্তোষেৰে থাকি কাল কটায়, অথচ পৃথিৱীৰ আনবোৰ ইংৰাজ ৰাজ্যৰ প্ৰজাৰ দৰে তেওঁলোকে নিজৰ প্ৰাপ্য স্বত্ববিলাক পাই ভাৰত শাসন কাৰ্য্যত ইংৰাজক সহাই কৰি নিজৰ দেশৰ উন্নতি আৰু সুখ-সম্পদৰ বাটত লাহে লাহে আগবাঢ়ে। কংগ্ৰেচে বিচৰা "স্বৰাজৰ" মানে বৰবৰুৱাই ইয়াকে হে বুজিছে আৰু আনেও তাকে বুজিলে তেওঁৰ মনৰ চিন্তা দূৰ হব; অপৰং কিং।

—শ্ৰীকৃপাবৰ বৰবৰুৱা।

# * ৰায় জগন্নাথ বৰুৱা বাহাদুৰৰ মৃত্যু উপলক্ষে

## আনন্দ কৰিতা।

(* জগন্নাথ বৰুৱাৰ মৃত্যু উপলক্ষে কেইবাটিও বিলাপৰ কবিতা পঢ়িলোঁ। যি জাতিয়ে মানুহ মৰিলে বিলাপ কৰে, সেই জাতিৰ ভবিষ্যৎ ফটফটীয়া দেখা নেযায়। যেতিয়ালৈকে মৰণৰ নিমিত্তে ভয় বা শোক নুগুচে, তেতিয়ালৈকে পতিত জাতিৰ উদ্ধাৰ নহয়, "কাঁদৰে লিখনি ধৰণি" ইত্যাদি ভাবৰ ৰচনা পঢ়ি আমাৰ মন বহুত দিনৰ পৰা কলুষিত হৈ আছে। কিন্তু এতিয়া ভাবি চাব লগীয়া হল, কন্দনা বীৰৰ দ্বাৰা আজিলৈকে কোন জাতি গঠিত হৈছে। সেই ভাবটি প্ৰকাশ কৰিবৰ নিমিত্তে তলত লিখা কবিতা লিখি ৰাইজৰ আগত ধৰিলোঁ। সকলোৱে যেন ইয়াক পঢ়ি গমি চায়, ইয়াকে হে খাটিলোঁ।)

(১)

হেৰা জগন্নাথ, সুপথ দেখাই
সাধিলা কতনো অসমৰ হিত।
তযু পুণ্য ছবি, হৃদয়ত আঁকি,
আৰাধনা কৰোঁ যেন নিতে নিত।।
মাতৃ ভূমি হন্তে, ৰাতি-দিনে খাটি,
মহান দৃষ্টান্ত দেখুৱালা তুমি।
এই পটন্তৰ, জিলিকি থাকিব,
কৰিব পোহৰ ই অসম ভূমি।।
কৰ্ম্ম থলি মাজে, কৰ্ত্তব্য সমাধি,

অমৰ-নগৰী কৰিলা পয়াণ।
সকলোৱে মিলি, আজি অসমীয়া,
গাওঁ একেৰাহে আনন্দৰ গান।।

(২)

স্থূল শৰীৰেৰে, জগতৰ হিত
হব স্থূল জানি তুমি মহাপ্ৰাণ।
সুক্ষ্ম দেহ ধৰি, স্বৰগৰ পৰা,
বিলাইছা তযু প্ৰভাৱ কিৰণ।।
এই কিৰণেৰে, আন্ধাৰ গুচিব,
হব অসমীয়া জাতি আগুৱান।
অশৰীৰী তৱ, প্ৰভাৱৰ গুণে,
পাব অসমীয়া নব শক্তি প্ৰাণ।।
কৰ্ম্ম থলি মাজে, কৰ্ত্তব্য সমাধি
অমৰ নগৰী কৰিলা পয়াণ;
সকলোৱে মিলি আজি অসমীয়া
গাওঁ একেৰাহে আনন্দৰ গান।।

(৩)

বয়সৰ ভাৰ, ঘোৰ কাল-বিষ,
নেপালা ভাগ্যেৰে তুমি জগন্নাথ।
হাঁহি উলাহেৰে, কৰ্ত্তব্য সমাধি;
ডেকা সাজ ধৰি ললা স্বৰ্গ পথ।।
এই স্বৰ্গ পথ, হিমৰ পৰ্ব্বত,
পৰিছিল চাৰি পাণ্ডুৰ নন্দন।
মহাবীৰ্য্য ধৰি, গলা সেই বাটে,
ধন্য জগন্নাথ অসম ৰতন।।
কৰ্ম্ম থলি মাজে, কৰ্ত্তব্য সমাধি,
অমৰ নগৰী কৰিলা পয়াণ।
সকলোৱে মিলি আজি অসমীয়া
গাওঁ একেৰাহে আনন্দৰ গান।।

(৪)

তুমি ইষ্ট দেৱ, অসম জাতিৰ
পাখি মেলি ছাঁয়া দিবা বহলাই।
অচেতন হলে, ৰণত পাখিৰে
সঞ্জীৱনী পানী দিবা ছটিয়াই।।
কৰ্ত্তব্য-কোৱঁৰ, কৰ্ত্তব্য তিয়াগি,
নোৱাৰিবা ৰব হৈ সঙ্কুচিত।
অসম জাতিৰ সঙ্কটৰ বেলি,
লভিবা জনম পুনু পৃথিৱীত।।
কৰ্ম্ম থলি মাজে কৰ্ত্তব্য সমাধি
অমৰ নগৰী কৰিলা পয়াণ।
সকলোৱে মিলি আজি অসমীয়া
গাওঁ একেৰাহে আনন্দৰ গান।।

(৫)

আহাঁ অসমীয়া সৱে কাম কৰা
জগন্নাথ দেৱ উজ্জ্বল দৃষ্টান্ত।
সঁচাকৈ তেওঁক যদি ভাল পাওঁ
কৰ্ত্তব্য চক্ৰত ঘূৰোঁ অবিশ্ৰান্ত।।
জানিবা তেতিয়া প্ৰিয় জগন্নাথ
সুখ স্বৰ্গ এৰি নেলাগে নামিব।
এই পৃথিৱীৰ আমনি জঞ্জাল
নিদিওঁ তেওঁক দুনাই সহিব।।
কৰ্ম্ম থলি মাজে, কৰ্ত্তব্য সমাধি,
অমৰ নগৰী কৰিলা পয়াণ।
সকলোৱে মিলি, আজি অসমীয়া,
গাওঁ একেৰাহে কৰ্ত্তব্যৰ গান।।

(৬)

জগন্নাথ মুৰ্ত্তি, দেখিব খুজিলে;
কৰা কাম নিজ কৰ্ত্তব্য ক্ষেত্ৰত।
মৰ্ত্ত্য দেহা এৰি, জগন্নাথ লাভ
কৰিবা তেতিয়া অনন্ত ধামত।।
ধন্য জগন্নাথ, ই অসম ভূমি
তোমাৰ নামত সুপবিত্ৰ হল।
জানিলো আজি হে হল এই দেশ
জগন্নাথ ক্ষেত্ৰ তীৰ্থ নিৰমল।।
কৰ্ম্মথলি মাজে কৰ্ত্তব্য সমাধি
অমৰ নগৰী কৰিলা পয়াণ।
সকলোৱে মিলি আজি অসমীয়া
গাওঁ একেৰাহে আনন্দৰ গান।।

—শ্ৰীবেণুধৰ ৰাজখোৱা।

# "বৰ-সবাহৰ হেচায়ো অলপ পালে।"

শনিবৰীয়া কাছাৰি আজি আন দিনতকৈ সোনকালে ভাঙ্গি চাৰিত কোব নৌ পৰোঁতেই ঘৰ পালোঁহি। ঘৰ পাই কাছাৰিকৰা কাপোৰ-কানি সলালোঁ, আৰু হাত-মুখ ধুই মেলাহি বাটিটোৰে এবাটি চাহপানী খাই উঠি এখন্তেক জিৰাইছোঁ, এনে সময়তে ৰাজখোৱাৰ ঘৰৰ ভোলাই আহি উধাতু খাই কলে, "দেউতা, আমাৰ বোপাটীৰ নৰিয়া আকৌ টান কৰিছে; আপোনাক থিতে থিতে মাতি নিবলৈ পঠিয়াইছে।" মই কি কথা; কি বতৰা সবিশেষ সুধিবলৈ নে পাওঁতেই সি গৈ কোনোবাখিনি পালেগৈ। "শুনিছা নে, আমাৰ ৰাজখোৱাৰ লৰাটিৰ হেনো আকৌ টান কৰিছে, মই এবাৰ চাই আহোঁচোন, এই পোনে কাণ কৰিবা" এই বুলি ভিতৰত কৈয়েই হোকাৰ হাতেৰেই ৰাজখোৱাৰ ঘৰ পালোঁগৈ; ৰাজখোৱাৰ ঘৰ পাই যি দেখিলোঁ তাক কবলগীয়া নহয়। ঘৰত সকলোৰে কান্দোন-কাটন লাগিছে; নৰিয়াৰ অৱস্থা বেয়াত পৰিলহি। লৰাটিৰ মূৰত শন্নিপাত চৰিছে; হাত-ভৰি এছাৰিবলৈ ধৰিছে। মোক দেখি ভ্ৰম গাবলৈ ধৰিলে। মই একো উপায় নেদেখি ওচৰত কোনোবা এটিক পায়েই বাজে বাজে হংসধৰ বেজবৰুৱাৰ ওচৰলৈ পঠিয়ালো। বেজবৰুৱা ডাঙ্গৰীয়াইয়ো লৰাটিৰ এনে অৱস্থা শুনি জানিবা পলম নকৰাকৈ আহি উপস্থিত হল। তেওঁ কিছুপৰ হাত চাই কলে, "আপোনাসকল বিহ্বল নহব; মই হাত চাই পাইছোঁ নাড়ী ঠিক আছে। কোনো চিন্তা নাই, কেৱল বায়ু চৰি মূৰত উঠিল, তাতে আজিৰ ৰদটোও টান আৰু বৰ সবাহৰ হেচায়ো অলপ পালে। মই ঘৰ পায়েই বড়ী এটা দিমগৈ, সেই বড়ী মাৰি খুৱালেই জ্বৰটো শাম কাটিব আৰু মূৰটো অলপ ঠাণ্ডা পৰি আহিব। ইতিমধ্যে আপোনালোকে লৰাটিৰ মূৰত চেঁচা পানী দি বিছিবলৈ ধৰক। মই কাইলৈ পুৱাতে আহি চামহি।" ইয়াকে কৈ তেওঁ মানুহ এটা লগত লৈ গল, ময়ো নিজেই লৰাটিৰ মূৰত চেঁচা পানী দি বিছিবলৈ ধৰিলোঁ। দৰবপালি অনা মাত্ৰকে মই আগত থাকি মৰাই খুৱালোঁ। কিছুমান পৰত জ্বৰটো কমি আহিল; আৰু লৰাটিও সেই ঢালেই টোপনি গল। বেমাৰীৰ অৱস্থা ভাললৈ টনা দেখি ময়ো বিদায় লৈ ঘৰমুৱা হলোঁ, মোৰ লগতে বৰুৱাও উঠিল।

এওঁৰেই আমাৰ ভূ-ৰাম বৰুৱা। আগৰ আমাৰ ৰজাৰ দিনত এওঁবিলাক এঘৰ বৰ প্ৰতাপী মানুহ আছিল। বৰ্ত্তমান এওঁৰ সাংসাৰিক অৱস্থা সিমান ৰবৈয়া নহয় যদিও, বৰুৱা ডাঙ্গৰীয়াই কিন্তু নিজ বুদ্ধিৰ বলত ঘৰখন এতিয়াও ভাগিবলৈ দিয়া নাই। তেওঁ নিজে এজন বৰ বুদ্ধিমন্ত পুৰুষ আৰু এজন ভাল শিক্ষিত জনা-বুজা মানুহ। সাধাৰণৰ মাজত, বিশেষকৈ তিৰোতাৰ সমাজত যাতে শিক্ষাৰ বিস্তাৰ পায়, তাৰ নিমিত্তে তেওঁ সদায় অতি যত্নবান। আন কি, সমাজৰ নিন্দালৈও পিঠি দি তেওঁৰ নিজৰ ছোৱালী দুটিক শান্তি হোৱাৰ দুবছৰৰ আগলৈকে পঢ়াশালিত দিছিল। আমি শুনাত আৰু দেখাত ছোৱালী দুটি ঘৰুৱা সকলো কামতে পাকৈত হৈ উঠিছে। বজাৰ খৰছটো ঘৰৰ পিৰালিত কুমটি খোচৰা নিদিয়াকৈ আঙ্গুলিৰ মূৰতে লব পাৰে, আৰু ধোৱাৰ ঘৰৰ কানি-কাপোৰৰ হিচাবো হেনো সিহঁতে হে ৰাখে। এই বৰুৱাৰ লগত লৰাটিৰ বিষয়ে গলাগোত্তাকে আহি মোৰ পদুলিৰ মূৰ পালোঁহি। "পিচে, আমাৰ চোতালত নো ভৰি ধুলা দি নেযায় নে?" এনে বুলি কোৱাত বৰুৱাই অলপ গহীনাই হাঁহি কলে, "এৰা, আজিকালি মোৰ আজৰিয়েই নাই, নহলে নো আপুনি কব লাগিছে নে? তাতে আজি কেইদিনমান মই নিজে হে পাক কৰিব লগাত পৰিছে, ঘৰতো নোৱাৰে। তেও যে আপুনি ধৰিছে সোমাই ধঁপাত এচিলিমকে খাই যাওঁ; নহলে দেখো আপুনি বেয়া পাব নহয়।" ইয়াকে কৈ মোৰ চৰাতে বহিলেহি; ময়ো "হেৰ, কেৰমন ধঁপাত এচিলিম আনচোন। আৰু ভিতৰতো ক, আমাৰ বৰুৱাদেৱ আহিছে, বটা এটাত তামোল দি পঠিয়ক" ইমানকে কৈ বৰুৱাৰ ওচৰতে বহিলোঁ।

আপোনাসকলৰ মনত এই সময়ত কি ভাবে খেলাইছে, তাক হলে মই কব নোৱাৰোঁ; আৰু সেই বাবে মোৰ দোষটো নধৰিব। কিয়নো, মোৰ বুদ্ধিটোৰেই ভোটা নে আপোনাসকলৰ ভাববিলাকেই চোকা তাৰ এতিয়াও কোনো সাব্যস্ত হোৱা নাই; সি যি নহওক, মই হলে বৰ্ত্তমান সেই ৰাজখোৱাৰ লৰাটিৰ কথা হে ভাবিছোঁ। বিশেষকৈ, বেজবৰুৱা ডাঙ্গৰীয়াৰ "বৰ সবাহৰ হেচায়ো অলপ পালে" এই কথাষাৰ মোৰ কাণত যেন এতিয়াও পৰি ৰল। শেহত ই মোৰ মনত এনে তোলপাৰ লগালে যে, তাক মই বৰবৰুৱাৰ ওচৰত প্ৰকাশ নকৰি থাকিব নোৱাৰিলোঁ। হোকাটো বৰুৱাৰ হাতত দি কবলৈ ধৰিলোঁ, "বৰুৱাদেৱ, অনেক সময়ত নানান কথাত আপোনাৰ উপদেশৰ ফল হাতে হাতে পাইছে; আৰু মই এইটো নিশ্চয়কৈ জানো যে, আপোনাৰ ওচৰত যি বিষয়কে উলিওৱা যায় তাৰেই আপুনি খৰচীয় মাৰি আলচ

কৰিব পাৰে। আপুনি জানো মন কৰিলে নে নকৰিলে, ৰাজখোৱাৰ ঘৰত আজি বেজবৰুৱা ডাঙ্গৰীয়াৰ "বৰ সবাহৰ হেচোয়ো অলপ পালে" এই কথাষাৰে মোৰ মনত হলে কিবা এটা খু-দুৱনি হে লগাই দিলে। সেই কথা শুনিবৰপৰা মোৰ মনত এটা ভাবে খেলাইছে যে, জানোৱা সেই বৰ সবাহে হে লৰাটিৰ টান কৰিলে। কিয়নো, এইটো কথা সঁচা যে, ঘৰত এনে এটা ডাঙ্গৰ সকাম পাতিলে আন সকলো কামতে অলপ বেমেজালি ঘটে। এই কথা শুনি বৰুৱাই কিছুপৰ তলমূৰ কৰি ভাবি কলে, "এৰা আপুনি যি কলে সিও বৰ মিছা নহয়। লৰাটিৰ জ্বৰ সিমান শকত হোৱা নাছিল। আজিৰ ৰদটো হে যি খাওঁ-খাওঁ, তাতে সবাহৰ গোলমালত নৰিয়ালৈ সিমান কাণ কৰোঁতাও কোনো নাছিল হবলা। সাতে-পাচে মূৰত বায়ু চৰিল। নহলে ইমান শকত বেমাৰ নাছিল, আৰু তেওঁবিলাকেও সবাহটো কেইদিনমান হেঁহোকাই নিব পাৰিলেহেঁতেন। ঈশ্বৰ প্ৰসন্ন আছিল বাবে হে, নহলে সিদিনা সেই কেৰপাইৰ লৰাটোও ঠিক এনে অৱস্থাত মৰিল! লৰাটোৰ মূৰত সন্নিপাত উঠিল। বাপেকে শনিয়া বেজক অনাই তন্ত্ৰ-মন্ত্ৰ কৰালে হে হয়, বিহলগনিৰ কোবত আৰু বায়ু চৰিল। শেহত পৰিণাম লৰাটিৰ মৃত্যু!" ইয়াকে শুনি মোৰ গা সিয়ঁৰি উঠিল; আৰু বৰুৱাদেওৰ কথাত অলপ সাহ পাই আকৌ সুধিলোঁ "বাৰু বৰুৱাদেও, আপোনাক আৰু এটি কথা সুধিবলৈ আগ বাঢ়িলে, আপুনি যেন আন একো নেভাবে। এই যে ৰাজখোৱা ডাঙ্গৰীয়াই লৰাটিৰ হৈ বৰসবাহ, ভকতক চাউল খুউৱা এইবিলাক কৰিলে, দৰব নুখুৱা হলে লৰাটিৰ নৰিয়া ভাল হলহেঁতেন নে? মোৰ বিবেচন হলে এইবিলাক মিছা। ৰোগৰ প্ৰতিকাৰ ঔষধ, তাৰ বাহিৰে আৰু কি হব পাৰে? অনেকে কয়, এইবিলাক সবাহ হুৰুষা যে কৰা যায় সি কেৱল ঈশ্বৰৰ প্ৰীতি উপলক্ষে। কিয়নো, ভাবি চাবচোন এজন আমোলা-বিষয়াৰ ওচৰলৈ কোনো কথা খাটিবলৈ যাবৰ হলেও শুদা হাতেৰে যাবলৈ নিজৰে কেনেবা যেন লাগে। তেনে স্থলত জগতৰ ঈশ্বৰ; তেওঁনো সামান্য পুৰুষ নে? তেওঁৰ অসাধ্যই বা কি আছে। তেওঁৰ ইচ্ছা হে হব লাগে,—অন্ধই চকু পায়, অপুত্ৰকৰ পুত্ৰ হয়, মৰা উঠি বহে। কথা সঁচা যে, তেওঁৰ শুভ দৃষ্টি হলে বনপাত এটায়ো ৰোগীক ফল দিব পাৰে। কিন্তু সেই জনাই— যি জনে এই চৰাচৰ জগত সৃষ্টি কৰিছে, গুৰি পৰুৱাৰপৰা গজ-হস্তীলৈকে সকলোৰে পোহপাল দিছে, যাৰ কৃপাত অসম্ভৱ সম্ভৱ হব পাৰে বুলি বিশ্বাস—সেই জনাই যে সামান্য এটি পূজা-পাতল পাবৰ আশাত পেটৰ লৰা-ছোৱালীক তিনি পৰে বাহিৰলৈ উলিয়াব লগীয়া কৰি মাক-বাপেকীৰ হিয়াত দিনে-ৰাতিয়ে একুৰা জুই জ্বলাই থাকিব এই কথা কেনেকৈ পতিয়াওঁ। তেতিয়া হলে ঈশ্বৰৰ শান্তি স্বৰূপত বিভৎস ভাৱৰ চেকা নপৰে নে?" ইয়াকে শুনি বৰুৱা ডাঙ্গৰীয়াই মিচিকীয়াই হাঁহি মোক কলে, "বৰা ডাঙ্গৰীয়া, এই বিষয়ে আপুনি যি যুক্তি দেখুৱালে সি অতি সাৰুৱা। জ্বৰ-নৰিয়া এইবিলাক কোনো দৈবিক ঘটনা নহয়। শাৰীৰিক নিয়ম ভঙ্গই ইয়াৰ কাৰণ। পৰমেশ্বৰৰ ৰাজ্যত নিয়ম উপলংঘা কৰি কোনেও সাৰিব নোৱাৰে। প্ৰাকৃতিক জগত তাৰ সাক্ষী। বতাহ ধুমুহা তাৰ জ্বলন্ত উদাহৰণ; আপুনি যি বুজিছে তাক ময়ো বুজোঁ আৰু মোৰ ওচৰ-চুবুৰীয়াইয়ো বুজে। পিচে দেখো মানুহৰ মন নহয়; নিচেই পাতল। তাতে সমাজৰ কটকটীয়া বান্ধ, এই আটাইবিলাক গোট খাই হে আমাক চকু থাকিও কণা, কাণ থাকিও কলা কৰে। নহলে যে আমি নুবুজো এনে নহয়।" এনেতে মই মাত লগালোঁ, "আমাৰ নিমিত্তে হে সমাজ, সমাজৰ নিমিত্তে আমি নহওঁ। আমাৰ সুখ-সম্পদ আৰু আমাৰ সুচলৰ নিমিত্তে হে সমাজৰ সৃষ্টি; সমাজৰ পেটৰ খজুৱতি মাৰিবলৈ আমৰলীয়া হাঁহৰ সৃষ্টি নহয়, তাৰে ভকতক চাউল একঠা খুৱাই অলপমান প্ৰসাদ স্বৰূপে জ্বৰে ঠেকেছা নৰিয়াৰ মুখত দি তেওঁক অনায়াসে সিফলীয়া কৰাটোতোও বিধি নহয়।" এইবাৰ বৰুৱাদেৱে অলপ বিষম পোৱা যেন দেখিলোঁ, আৰু তেওঁ মুখত অলপ বিৰক্তিৰ ভাব দেখুৱাই কলে, "আপুনি তেহেঁলেই যিহকে হওক দেশৰ দস্তুৰটো কত লোপ পাব।" ইয়াকে কৈ বৰুৱাদেৱ গিৰিসাই উঠিল; আৰু এচিলিম ধপাত খাই যাবলৈ কোৱাত তেওঁ কলে, "জানিছেই নহয় এতিয়া মই গৈ ভাল এমুঠি সিজাই খাব লাগিব, ঘৰত আজি তিন দিন।" "কিয়, আপোনাৰ ছোৱালী দুটি আছে নহয়, সিহঁতে জানো হাতে পাতে লাগি ভাত এমুঠিৰ দিহা কৰিব নোৱাৰে।" "সিহঁতৰ হাতে খাব পৰা হলে দেখো একো চিন্তাই নাছিল।" তেনেতে মই কলোঁ, "খাব নোৱাৰাৰ কোনো কাৰণ নেদেখোঁ; পিচে আগলৈ যেতিয়া কমল বোপাটীলৈ ছোৱালী আনিব, তেতিয়া বোৱাৰীয়েকৰ হাতে জানো নেখাব? জী আৰু বোৱাৰীৰ প্ৰভেদ কি? আজি আপোনাৰ জীয়েক, কাইলৈ এঘৰৰ বোৱাৰী।" এইবাৰ বৰুৱাদেৱৰ অলপ খঙেই উঠিল।" "আপুনি সংসাৰখন দেখো লুটিয়াবই। আমি হলে পূৰ্ব্বাপৰ যি নিয়ম চলি আহিছে তাক মানি চলিবই লাগিব" এই বুলি একেছাবে উঠি গল। ময়ো মানুহ জনক মাতি আমি মনত বেজাৰ দিলোঁ বাবে মৰ্ম্মান্তিক হলোঁ।

# তৰা।

গোপাল এজন চিকুণ ডেকা। তেওঁৰ মুখৰ ছবি খন চিকুণ, কথা-বার্তায়ো তেওঁ চিকুণ; আৰু চিকুণ ডেকাসকলৰ নিচিনা তেওঁৰ হিয়াখনো চিকুণ-চিকুণ কবিতাময় ভাববোৰেৰে পূৰ। গতিকে, তেওঁক চিকুণ ডেকা বোলাত কাৰো ওজৰ-আপত্তি নেখাটে। এদিনাখন গোপাল তেওঁৰ এজনা বন্ধুৰ ওচৰলৈ গৈছিল। যি দৰে গৈছিল, তেওঁ যদি সেই দৰেই ঘূৰি আহে, তেন্তে আমাৰ একো লেঠাই নেথাকে, — বহুত আগেয়ে মুখৰ কেপকেপান মাৰি কাপৰ চিয়াঁহি খিনি কপালৰ আগৰ দীঘল চুলিত মছি, কাকতৰ বিৰহসন্তপ্ত "পৱিত্ৰ" হিয়াখনক কলমৰ প্ৰথম প্ৰেমাশ্ৰুনীৰপূৰ্ণ মুখখনৰ লগত মিলন কৰাই দি জুৰ নেপেলালেই পাৰিলোহেঁতেন। কিন্তু এনে চিকুণ ডেকাবোৰৰ এটি দোষ আছে, — বোধ কৰোঁ সিও চিকুণ। তেওঁলোকৰ কবিতাময় হৃদয়ৰ প্ৰভাৱত কি যেন কি এটি লাগে বুলি ফুৰোঁতে, এটিক মুঠিমাৰি ধৰি হৈ বহে, "ইয়াকে হে লাগে।" ৰোমিওই এই দৰে জুলিয়েটৰ কথা কৈছিল; দুষ্যন্তয়ো শকুন্তলাৰ কথা কৈছিল এইদৰে; আৰু জগত সিংহই তিলোত্তমাৰ কথা, আৰু কমলেও লাহৰীৰ কথা কৈছিল ঠিক এইদৰেই। সেই দেখি আমাৰ গোপালেও তৰাৰ কথা এই দৰেই কলে। তেওঁৰ হৃদয়ৰ শূন্য সিংহাসনত বহুৱাবলৈ তৰাকে হে লাগে; তৰায়ে হে তেওঁৰ অসম্পূৰ্ণ জীৱন সম্পূৰ্ণ কৰিব পাৰে। গোপালে ভাবিলে মোৰ সুখ বা দুখ যিহকে নহওক, এই যে সৌন্দৰ্য্য আৰু মাধুৰ্য্য পাইছো ইয়াকে হে লাগে;—

ফুলৰ সৌন্দৰ্য্য আৰু সৌৰভ দেখি পাৰিলে ওচৰতে সেই ফুল গছ জুপি থাপিবলৈ ইচ্ছা হয়। লাহতে হালিজালি পৰা জোনৰ পূৰ্ণ আবেগৰ মাধুৰ্য্য দেখি, পাৰিলে শোৱা কুঁঠৰীৰ মুধত জোনক বহুৱাবলৈ বাঞ্ছা জন্মে। সৌন্দৰ্য্যৰ প্ৰতি আকৃষ্ট হোৱাটো মানুহৰ স্বাভাবিক ধৰ্ম্ম; নিজৰ আন্তৰিক ভাববোৰে বিচাৰি লোৱা সৌন্দৰ্য্যত মানুহ বদ্ধ হবলৈ বাধ্য। গোপালো তৰাৰ সৌন্দৰ্য্যত আকৃষ্ট হল। ই তেওঁৰ কমালখন নহয়;— সৌন্দৰ্য্য-লালসা, নিজৰ অন্তৰে বাছি লোৱা সৌন্দৰ্য্যৰ বাসনা বা প্ৰেম। গোপালে তৰাৰ সেই মুখখনি নিজৰ কৰিবলৈ আৰু তাকে ওচৰতে ৰাখি বিশ্বসংসাৰক প্ৰেমৰ সোঁতত উটাই দিবলৈ বৰ বাঞ্ছা কৰিছিল। কিন্তু মানুহৰ ইচ্ছা পূৰ্ণ নহয়; পূৰ্ণ হয় ইচ্ছাময়ৰ ইচ্ছা — বিধাতাৰ ইচ্ছা। বিধিৰ বিধানত নাছিল যে, তৰা গোপালৰ হয়। সেই দেখি তৰা গোপালৰ নহল, যাৰ হবলগীয়া আছিল তাৰে হল; আৰু সেই দেখিয়েই গোপালেও প্ৰেমৰ অতৃপ্ত বাসনা এটি লৈ পৃথিৱীত ঘূৰি ফুৰিব লগীয়াত পৰিল। ইয়াত দুখ নাই। ফুলৰ সৃষ্টি দেৱতাপূজা আৰু সজ্জনৰ শিৰত স্থিতিৰ অৰ্থে; সেই ফুলো বিলাসিনী নৰ্ত্তকীৰ বেশ-ৰচনাৰ উপকৰণ হয়।

কিন্তু, আশাৰ সিপাৰে ঘন আৰু গহীন আন্ধাৰ — নিৰাশা, দুখেৰে পূৰ; আশাতেই মুখৰ জিলিকনি। সেইবাবে গোপালে তৰাৰ আশা এৰিব নোৱাৰিলে। গোপালে ভাবিলে আজি তৰা মোৰ নহল, আৰু এদিন হব। এই জনমত তৰা মোৰ নহল এই জনমত মোৰ বাসনাৰ তৃপ্তি নহল, আৰু এই জনমত যিমান দূৰৈয়েই নহওক, আৰু এজনমত—নিশ্চয় তৰা মোৰ হব, মোৰ এই বাসনাৰ অতৃপ্তি মিটিব। তেওঁ দুদিনীয়া জীৱনৰ সীমা পাৰ হৈ অনন্তৰ ফালে চাই ভাবিলে, জন্মজন্মান্তৰ কিমান দিনৰপৰা এই দুটি আত্মাই মিলন ইচ্ছাৰে অনন্তবাহিনী দুখনী নৈৰ নিচিনা বিশ্ব-ব্ৰহ্মাণ্ড ঘূৰি ফুৰিব লাগিছে। যিদিনা এই আত্মা দুটিৰ মিলন হব যিদিনা দুয়োখন নৈ মিলি শান্তিৰ শীতল বতাহৰ কঁপনিত কুলকুল কৈ সুখৰ মৃদুমধুৰ গীত ধৰিব সেইদিন কেনে মধুৰ! সেই দিন কেনে সুন্দৰ! গোপালৰ চকুৰ আগত অতীতৰ আবৰণী খহি পৰিল, অনন্তৰ ভিতৰত ভৱিষ্যতৰ সেই সুন্দৰ আৰু মধুৰ দিনৰ ছাঁয়া দেখি তেওঁ তবধ লাগি চাই ৰল।

চণ্ডীদাসে বিৰহিনী ৰাধিকাৰ মুখেৰে কৈছিল, —

"পিৰিতি বলিয়া এতিন আখৰ
ধৰায় আনিল কে?
মধুৰ বলিয়া ছানিয়া খাইনু
তিতায় তিতিল দে!"

আমাৰ গোপালেও চাগে সেইদৰেই ভাবিছিল। কিন্তু পৰৰ পাচ, আমি এই কথা সঠিক নেজানো — পৃথিৱীৰ

কোনো আখ্যানে নিলিখে, সেই সময়ত গোপালৰ মনত সুখ আছিল নে দুখ আছিল। আমাৰ মতে হলে ইয়াকে কব পাৰোঁ যে, যেতিয়াই গোপালে তৰাৰ কথা মনত কৰিছিল, আৰু যেতিয়াই তৰাৰ মাধুৰী সনা মুখখনিৰ কথা ভাবিছিল, তেতিয়াই তেওঁৰ মনত এটি যন্ত্রণাময় সুখ ভাবৰ উদয় হৈছিল;— সেই স্মৃতি, সেই বিমোহন স্মৃতি আৰু এই বিফল আশা দুয়ো মিলি সুখ-দুখৰ মিহলি এটা ভাবেৰে গোপালৰ বুকুখনত তোলপাৰ লগাইছিল। অনুমান এৰি, এই সময়ত গোপালৰ মনত এটি অদমনীয় আকাঙ্খাই দেখা দিলে, এই আকাঙ্খা তৰাক এবাৰ চাবলৈ। যাক তেওঁ ইমান দিনৰপৰা হৃদয়ৰ আৰাধনীয় কৰি তুলি লৈছে, আৰু যাৰ স্মৃতিয়ে প্রত্যেক মুহূৰ্ত্ততে তেওঁক বলিয়া কৰি তোলে, সেই সকলোৰে সাৰ তৰাক চাবলৈ গোপালৰ মনত ইচ্ছা উপজিছিল। এতিয়া চাগৈ, তৰা পূর্ণিমাৰ জোনটি হে হৈছে। এতিয়া চাগৈ তৰা মধুৰতকৈয়ো বেচি মধুৰ হৈ উঠিছে! তেওঁৰ বুকুখন অলপ কঁপি উঠিল, মন আবেগেৰে পূৰ্ণ হল। গোপালে ভাবিলে, কেৱল চোৱাঁ; এবাৰ চোৱাত দোষ কি! চোৱা মাথোন হে, চোৱাত বাদে একো নাই। কথা! — কথা পাতিব, পাৰিলে, সেই মুখৰ এটি মধুৰ কথা শুনিলে! — আহা, তাতকৈয়ো গোপালৰ সুখ হব পাৰে নে? গোপালৰ তেনে কপাল কল্পনাও কৰিব নোৱাৰি। কিন্তু গোপালৰ কেৱল চোৱা হে যে উদ্দেশ্য তাত বাজে একো নাই, সি সমূলি মিছা নহলেও, গোটেই সঁচা নহয়! গোপালে অতি মনে মনে ভাবিছিল, — কি জানি তেওঁৱো সেই ভাবৰ কথা নেজানেই — তৰাৰ মনটি জানিব পাৰিলে! তৰাই নো মোক ভাবে নে নেভাবে জানিব পাৰিলে! যাক মই দিন-ৰাতি নোৱোৱাকৈ অবিৰত ভাবিছোঁ, যাৰ সোঁৱৰণি মোৰ সাৰ সম্পত্তি, সেই তৰাই নো মোক নেভাবে নে? নেভাবে বুলি ভবাটোত যেন গোপালৰ হিয়া ফাটি যায়, জীৱন অবলম্বনহীন হৈ পৰে। সেই স্বৰ্গীয় বুকুৰ ভিতৰত থাকিব পাৰিলে, তৰাৰ অপাৰ্থিব পৱিত্র মনৰ ভিতৰত সোমাব পাৰিলে, সংসাৰৰ পাপ-তাপ শোক-মোহ সকলোৱে মোক ডুবাই ৰাখক, অনন্ত কাল ভীষণ নৰকত পৰি থাকে, সিওঁ সুখ, — বৰ সুখ! সকলোতকৈ তৰাৰ ভাৱনা হোৱা, তেওঁৰ বুকুৰ ভিতৰত আসন লোৱা মোৰ অনন্ত সুখ অপাৰ আনন্দ! গোপালে ভাবিলে, তৰাক এবাৰ চাম।

পূর্ণিমাৰ জোনৰ অমৃতময় কিৰণ পাম বুলি চকোৰে আকাঙ্খাপূর্ণ চকুৰে চাই আছিল; জোনৰ সুধা-সনা কিৰণৰ সলনি বিজুলীৰ চক্‌মকনি আহি চকোৰক পুৰি পেলালে! তৃষ্ণাতুৰ চকোৰ পাখীটিয়ে "ফটিক জল ফটিক জল" বুলি মেঘৰ ফালে চাই আছিল; শীতল জলে পিয়াহ গুচোৱাৰ সলনি প্রখৰ তাপে সেই পিয়াহ বেচি কৰি দিলে। ই জোনৰ ইচ্ছা নহয়; মেঘৰ ইচ্ছা নহয়; চকোৰৰো নহয়; কেৱল বিধাতাৰ ইচ্ছা, সকলোৰে নিয়ন্তাৰ ইচ্ছা। বিধাতাৰ ইচ্ছাক্রমে গোপালৰ এই ইচ্ছাও পূৰ নহল। তৰা এতিয়া আনৰ; তেওঁক চাবলৈ গোপালৰ কোনো স্বত্ব নাই। যাক এনিমিষো চকুৰ আঁতৰ হব নিদিব বুলি ভাবিছিল, যাৰ লগত অলপ মানো অমিল হব বুলি ডিঙ্গিৰ হাৰ সোলোকাব খুজিছিল, তাৰ লগত ইমান অন্তৰ, তাক দেখা পোৱাও হৈ নুঠিল! হাঁয় বিধাতা, হাঁয় নিৰাশাৰ চৰমসীমা! গোপালে তথাপি তৰাৰ আশা এৰিব নোৱাৰিলে; তেওঁৰ সুন্দৰ মুখৰ মধুৰিমা গোপালৰ মনৰপৰা নগল। তেওঁ ভাবিলে, মূৰৰ মুকুট, হৃদয়ৰ মণি, প্ৰাণৰ ধন, তাক আনৰ হাতত দেখি কি সুখ পাম! নিজাকৈয়ো মই তৰাৰ চাৰিওফালে দেখিবলৈ পাইছোঁ; যি ফালে চাওঁ সেই ফালেই তৰাৰ সুখময় স্মৃতিৰ চানেকী পাইছোঁ।—

মই দেখিছোঁ ফুলৰ গোন্ধত তৰা, জোনাকৰ মাধুৰীত তৰা, কুলিৰ মাতত তৰা, ৰামধেনুৰ ৰঙ্গত তৰা। মই পাইছোঁ, বসন্তৰ ফুলত তৰা, শৰতৰ জোনত তৰা, শিশুৰ হাঁহিত তৰা, যুৱতীৰ লীলাত তৰা এই বিশ্বত যি সুন্দৰ সেয়ে তৰা! যি মধুৰ সেয়ে তৰা! তৰায়ে সকলো সৌন্দৰ্য্য আৰু মাধুৰ্য্যত লীলা কৰে।

—শ্রীশৰৎচন্দ্র গোস্বামী।

# আসামৰ ভৱিষ্যত।

"অভাৱতে উতপন যতেক উন্নতি
বিচাৰাঁ তাকেই তুমি।
দেখাতে অভাব ঘন ডাৱৰেৰে ঢকা
দুখুনী অসম ভূমি।।"

অসমীয়াৰ আগেয়ে কি আছিল, তাক কৈ কথা চোবোৱাৰ আৰু সকাম নাই; এতিয়া কি হৈছে বা কি আছে তাৰে অলপ আভাস পালে ভৱিষ্যতলৈ আমাৰ কি হবৰ সম্ভৱ তাক বুজিব পৰা হব। এতেকে, জয় জয়তে আসামৰ বৰ্ত্তমান অৱস্থা কি তাক ভাবি চোৱা যাওক।

কোনো এঘৰ মানুহৰ লৰাই-ছোৱালীয়ে ধনে-বস্তুৱে নদন-বদন, ঘৰ-দুৱাৰ ভাল, আৰু বাৰীত লাগতিয়াল সকলো বস্তুৱেই আছে; এনে এজন গৃহস্থীৰ কথা কবলৈ হলে আমাৰ কয়, বোলে তাৰ নো কি নাইকিয়া হৈছে, তাৰ বাৰীত সকলো আছে, মুঠে নাই বাঘৰ চকুটো। এতিয়া কিন্তু আমাৰ গৃহস্থৰ বাৰীলৈ চকু ফুৰাই চোৱা যদি, দেখিবা তাৰ একো নাই, সি ভিকহু, মুঠেই আছে বাঘৰ চকু; অৰ্থাৎ চাৰিওফালে আমাৰ হৰণ-ভগনৰ দিন। ৰঙ্গা, বগা, কলা আকবাক, পেটুৱা, ভোকোৰা, মৰকেলেপ, পখৰা-চিতৰা নহতীয়াৰ পৰা এবেগেতীয়ালৈকে কিমান ৰকমৰ বাঘে নেলুত ধৰি তেজ পিবলৈ চো লৈ আছে যে আমি সেইবিলাক বাঘৰ চকুলৈ চাই বাঘ-মোৰে ধৰি ভেলেঙ্গা লাগি আমাৰ কৰ্ত্তব্য পাহৰি চাই আছোঁ, তাতে সিহঁতে তেজপিয়াৰ দৰে দূৰৈৰেপৰা দিনে দিনে আমাৰ তেজ শুহি নিব লাগিছে; আমি গম ধৰিব পাৰিলেও, মন্ত্ৰত মুগ্ধ হৈ থকাৰ দৰে কাতি কুতাকে কৰিবলৈ পাহৰিছোঁ।

কোনো এখন দেশৰ বা এটা জাতিৰ উন্নতি নে অৱনতি তাক জানিবলৈ হলে, বিশেষকৈ এই চাৰিটি বিষয়লৈ চকু দিব লাগে, (১) লোকসংখ্যাৰ বৃদ্ধি; (২) বিদ্যাচৰ্চা; (৩) বেহা-বেপাৰ; (৪) খেতি-বাতি। এই চাৰিটি বিষয়ে যদি উন্নতি দেখা যায় তেনেহলে বুজিব লাগে যে, সেই জাতিয়ে সৰ্ব্বাঙ্গীনস্বৰূপে আগুবায় আৰু তাৰ জীয়াই থকাৰ চিন। এতিয়া চোৱা যাওক, এই চাৰিটিৰ বা তাৰ কোনো এটিতে অসমীয়াই আগুবাইছে নে?

(১) লোকসংখ্যাত আসাম দেশখনি ইংলণ্ড আৰু ওৱেলচ দুয়োখনি দেশ গোটালে যিমান সিমান ডাঙৰ আমাৰ স্বাভাবিক যিমান সুবিধা আছে, ইংলণ্ডৰ স্বৰ্গমৰ্ত্ত্য তফাত। তাৰ কাৰণ, আসাম এলেহুৱা, সোৰোপা, ধোদ; ইংলণ্ড কৰ্ম্মকুশল, অধ্যৱসায়পূৰ্ণ, কেতিয়াও বহি নেথাকে। আসামৰ লোকসংখ্যা ইংলণ্ডৰ হেজাৰ ভাগৰ এভাগকৈয়ো কম।

আগৰ কথা নকওঁৱেই ১৯৮৯ চনৰপৰা ১৯০১ চনলৈকে এই দহ বছৰৰ ভিতৰত আসামৰ লোকসংখ্যা শতকৰা ৫২ জন বাঢ়িছে; কিন্তু, আচল নিভাঁজ অসমীয়া শতকৰা ৬ জনলৈ কমিছে। ইয়াৰেপৰা অনুমান কৰিব পাৰি, অসমীয়াক দিনক দিনে কি সৰ্ব্বনাশী ৰাহুৱে গ্ৰাস কৰিছে। কোনোৱে কব পাৰে যে, মানুহ কমি যোৱাটো দেৱতাৰ নিগ্ৰহ, জনম-মৰণত মানুহৰ হাত নাই। কথাটো কিমানদূৰ সঁচা, মই কব নোৱাৰোঁ। কিন্তু আমেৰিকা আৰু তাৰ ওচৰৰ দ্বীপবিলাকৰ আদিমবাসীবিলাকলৈ যদি ভাবি চোৱা যায়, তেনেহলে বুজিব পাৰি যে, জন্ম-মৰণত মানুহৰ বহুত পৰিমাণে হাত আছে; আগেয়ে তাৰ অসভ্য মানুহেৰেই সেই ঠাইবিলাক ভৰা আছিল। তেতিয়া সিহঁতৰ সংখ্যাও দিনে দিনে বাঢ়িছিল। যেতিয়া ইউৰোপৰ মানুহবিলাকে গৈ সেই দেশ অধিকাৰ কৰে, তেতিয়া সিহঁতে ইউৰোপৰ মানুহবোৰক দেৱতা হেন জ্ঞান কৰি সকলোতে অনুকৰণ কৰিবলৈ লাগিল। আগেয়ে সিহঁতে নিজ মদ তৈয়াৰ কৰি খাইছিল, সিহঁতৰ দেশৰ যি আছিল তাৰেই চলিছিল, তেতিয়া সিহঁতৰ লোকসংখ্যাও ক্ৰমাৎ বাঢ়ি গৈছিল। যেতিয়াৰপৰা সিহঁতে, চাহাব হবলৈ কাৰবাৰ কৰিলে, নিজৰ বস্তু এৰি ইউৰোপৰ ৰঙ্গা-বচঙ্গা বস্তু-বাহানি ব্যৱহাৰ কৰি নিকিনা গোলাম সোমাবলৈ ধৰিলে, অৰ্থাৎ ধোদ হল, সেই দিনাৰেপৰা সিহঁতৰ মানুহ কমিবলৈ ধৰি বছৰদিয়েকৰ ভিতৰতে সেই জাতিবিলাকৰ নাম কবলৈ নাইকিয়া হল। সেইদৰেই আমাৰ অসমীয়া জাতিয়েও পাৰিলে চাহাব হবলৈ, নোৱাৰিলে বাবু হবলৈ গৈ অসমীয়া বুলিলেই ঘিণাই হঠাৎ ঘনচিৰিকাই ৰাজহংসৰ গতি ধৰিবলৈ যোৱাই এই পৰিণামৰ ফল।

মহাত্মা ডাৰউইনে কৈ গৈছে যে, তলত দিয়া কাৰণৰ বাবেই বহুত জাতিৰ অস্তিত্ব লোপ হয়।—

(১) বিজাতীয় স্ত্ৰী-পুৰুষ সংসৰ্গ; (২) বিজাতীয় সাজ-পাৰ; (৩) বিজাতীয় ভোজন (৪) দাসত্ব।

আমাৰ অসমীয়াৰো ওপৰত কোৱা কাৰণ ঠায়ে ঠায়ে ফলিয়াইছে। তাতে চৰকাৰী কানি, বিদেশী মদ, আৰু ঘৰৰ এলাহে বেচি পৰিমাণে আমাক নষ্ট কৰিছে। আগেয়ে আমাৰ দেশত হোৱা কানি আৰু এতিয়াৰ চৰকাৰী কানি দুয়োৰো কি পাৰ্থক্য তাক মই ইয়াত কবলৈ আগবঢ়া নাই। ১৯০১ চনৰ হিচাপৰ পৰা দেখা যায় যে, প্ৰায় শতকৰা ৭০ জন আচল অসমীয়াই কানি খায়। এতিয়া আমি ধৰিবলৈ গলে, সকলো বিষয়তে দাস। গোলামৰ মানসিক কি শাৰীৰিক স্বাধীনতা নেথাকে; গতিকে, দুয়ো ৰকমৰ বলে নিয়মমতে ক্ৰমবিকাশ হবলৈ নেপাই বাবে স্বাস্থ্যৰ ওপৰত বৰ অনিষ্ট কৰে।

জীৱন বা জন্ম মানেই যুদ্ধ। যেতিয়ালৈকে চাৰিওফালৰ প্ৰাকৃতিক, দৈহিক আৰু মানসিক শত্ৰুবিলাকক বলেৰে জিনি থাকিব পাৰি, তেতিয়ালৈকে জীৱন; যেতিয়া বল ঘটা যায়, তেতিয়াই মৰণ। মানুহে নিজ ইচ্ছা মতে চলি কাম কৰি শাৰীৰিক আৰু মানসিক স্বচ্ছন্দতা ভোগ কৰিবলৈ নেপালে কেতিয়াও দীৰ্ঘায়ু বা সুস্থ হব নোৱাৰে।

২। বিদ্যাচৰ্চা।— বিদ্যা মানে অকল স্কুল-কলেজৰ বিদ্যাই নহয়; তাত মুঠে কেনেকৈ আচল বিদ্যা আৰ্জ্জিব পাৰি তাৰ উপায় হে দেখুৱায়। অকল কিতাপ পঢ়া বিদ্যাই বিদ্যা নহয়।

আমাৰ দুই-চাৰি জনে স্কুলত বা কলেজত পঢ়ি আহিয়েই চৰকাৰী কাম, নাইবা ৰেল-জাহাজ বা বাগিছাৰ মহৰী, নহলে বাবুৰ ভাণ্ডাৰি, আলিৰ মহৰী আদি কামত সোমায়েই বাবু হৈ পৰে। অসমীয়া মাত্ৰেই কু-সংস্কাৰেৰে ভৰা। সিহঁতৰ কথা শুনিলে খালত পৰিব। ইত্যাদি ভাব মনত বান্ধি সদায় অসমীয়াৰপৰা তেওঁলোক তফাৎ। যি বিদ্যা আৰ্জ্জে, তাৰে নিজৰ বা দেশৰ অলপ উপকাৰ সাধিবলৈ কেতিয়াও কাণ নকৰে।

বিদ্যা শব্দটি সংস্কৃত বিদ্ ধাতুৰপৰা ওলাইছে, — বিদ্যা মানে জ্ঞান। আগৰ মুনি-ঋষি সকলৰ মতে বিদ্যা চৈধ্যবিধ, তাত যথাৰ্থ জ্ঞান হলেই আচল বিদ্বান। সেই চৈধ্যবিধৰ ভিতৰত আয়ুৰ্ব্বেদ অৰ্থাৎ চিকিৎসা, ধনুৰ্ব্বেদ গান্ধৰ্ব্ব (গান-বাজনা), শিল্প আৰু অষ্টাঙ্গ যোগ আদি শৰীৰসাধনৰ কাৰ্য্যবিলাকো ধৰা পৰিছে। বিদ্যা লাভৰ প্ৰথম উপায় হৈছে যোগ; অৰ্থাৎ কোনো বিষয়ত মন ঠিকৈ লগোৱা। তাৰ পাচত আলোচনা; সবশেহত সমাধান অৰ্থাৎ কামত লগোৱা। কোনো এটা শিকা কথাৰ সমাধান নহলে সি কেতিয়াও বিদ্যা নহয়। এতিয়া ভাবি চাওক, আমাৰ বিদ্যা কি হৈছে।

বেহা-বেপাৰ।— আসামত নাই কি, "শিয়ালৰ শিং বিচাৰিলেও পায়।" কিন্তু আমি এনে সোৰোপা যে, আমাৰ মুখৰ ভাতো কাউৰিয়ে ঠপিয়াই নিছে, তাইমুই কৰি কাউৰি খেদাই খাবৰ মন নাই। চৰকাৰী হিচাপ-পত্ৰ চাই আৰু বাহিৰৰপৰা কোনোৱে কব নোৱাৰে যে, আসামৰ বেহা-বেপাৰ বেয়া আৰু অসমীয়াই বেহা-বেপাৰৰ মোল নুবুজে। আসামলৈ বছৰি ৪২৫ লাখ টকাৰ মাল আমদানী হয় আৰু ৫৭৫ লাখ টকাৰ ৰপ্তানী হয়। গতিকে বেহা-বেপাৰ বৰ চলে আৰু আমদানীতকৈ ৰপ্তানী বেচি যেতিয়া, দেশৰ অবস্থা ক্ৰমাৎ ভালৰ ফাললৈ আহিছে, জাতিটোৰেও দিনে দিনে উধাইছে এনে অনুমান হয়। কিন্তু কি হব এই টকাৰ হেজাৰ ভাগৰ এভাগো যদি অসমীয়াৰ হাতত পৰিলহেঁতেন। আমদানীৰ ৪২৫ লাখ টকাৰ তিনি ভাগৰ দুভাগ অসমীয়াৰ ওপৰেদি যায়। ৰপ্তানীৰ ৫৭৫ লাখৰ টকাদিয়েক অৱশ্যে বস্তুৰ দাম বুলি অসমীয়াই পায়, কিন্তু সেই দাম একেবাৰেই অযথা; লাভৰ যোল অনাই বিদেশীৰ হাতত। প্ৰায় ২২ লাখ টকাৰ সৰিয়হ আসামৰপৰা যায়, সেই সৰিয়হৰ লাভ কোনে খায়? ২২ লাখ টকাৰ সৰিয়হ নিয়েই যে এৰে এনে নহয় তাৰ লগে ২ আকৌ ১৬ লাখ টকা তেলৰ দাম স্বৰূপে আসামৰপৰা নিয়ে। সেইদৰেই সকলোতে বছৰি প্ৰায় তিনি লাখ পাট, এৰি, মুগাৰ কাপোৰ বিদেশলৈ যায়; কোনে নিয়ে, কোনে লাভ কৰে? ইয়াৰ আচল কথা হৈছে; আমাৰ ভিতৰত যি দুই-চাৰি জন লিখা-পঢ়া জনা আৰু ধনী মানুহ আছে তেওঁলোকে এই বিষয়ে একেবাৰেই পিঠি দিয়ে। নিমাখিত হোজা আও-ভাও নবুজা ৰায়তৰ হাতত বেহা-বেপাৰ আচুতীয়াকৈ এৰি দিয়াই সকলো অনৰ্থৰ মূল। আমি পঢ়ি-শুনি একোটী হৈয়েই কাণত কাপকাঠি খুচি, লোকৰ চাকৰ হৈ দোকান দিয়া বস্তু বেচা নাক-কাণ কটা কাম বুলি ভাবোহঁক।

এই আসামৰপৰা প্ৰায় ৯০ লাখ মোন চাহ বছৰি যায়, লা ২৪ হেজাৰ মোন, ৰবৰ ৫০০ মোন যায়। ইয়াৰ টকাত এপইছাকৈয়ো অসমীয়াৰ হাতলৈ আহে নে? এইদৰে কয়লা, কেৰাচিন, তেল, কপাহ আদিও আসামত কি নাই,— সোণ আছিল, ৰূপ আছে, লো আদি কৰি সকলো ধাতু আছিল আৰু আছেও; কিন্তু কি দুখৰ কথা, বেজী এটাও বিদেশৰপৰা নাহিলে নচলাত পৰেহি; আমাৰ ইয়াৰপৰা সৰিয়হ নি সেই সৰিয়হৰ তেল পেৰি তাত বাৰপাছি ভাঁজ দি আমাকে আকৌ বেচিছেহি, তাকে খাই আমি মৰোঁ। আসাম কাঠেৰে ভৰা, তথাপি টুল এখন লাগিলেও ভাটীৰপৰা হে আনিব লাগে।

ক্ৰমশঃ।

# সম্পাদকৰ শৰাই।

## অসমীয়া ভাষাৰ বুৰঞ্জী সম্পৰ্কে।

অসমীয়া ভাষাৰ "অসমীয়া" নাম আধুনিক। বৰ্ত্তমান অসম বা আসামবাসীবিলাকৰ ভাষা বুলি হে আজিকালি এই ভাষাৰ নাম অসমীয়া হৈছে। কিন্তু, পুৰণি কালত এই দেশৰ নাম "কামৰূপ" হে আছিল; গতিকে অসমীয়া ভাষাৰ পৌৰাণিক নাম কামৰূপীয়া ভাষাৰ বুলিলে হে যুক্তিৰ ওচৰ চাপে। তথাপি, এই ভাষাৰ ওপৰত অসমীয়া নামৰ অধিকাৰ নিচেই উপৰুৱা বুলিব নোৱাৰি। কামৰূপৰ সৌমাৰ খণ্ডৰপৰা আৰম্ভ কৰি, অহম বা আহোমসকলে এই দেশত অসম প্ৰতাপেৰে ৰাজত্ব বিস্তাৰ কৰাৰ পাচৰপৰা, যেতিয়া সিবিলাকৰ নামানুসাৰে গোটেই দেশ, অৰ্থাৎ সমস্ত কামৰূপৰ নাম "অসম" হল, তেতিয়াৰ পৰাই দেশবাসীৰ ভাষাও অসমীয়া নামে অভিহিত হৈছে।

* * *

যদ্যপি "অসম" বা "অহম" বা "আহোম"ৰ পৰা অসম বা আসাম দেশৰ নাম হৈছে, তথাপি অসমীয়া ভাষা অহম বা আহোম ভাষা নহয়; আহোম ভাষা অসমীয়া ভাষাৰপৰা সম্পূৰ্ণে বেলেগ, — আহোম ভাষাত লিখা বুৰঞ্জী আৰু ধৰ্ম্মপুথিবিলাকে এতিয়াও তাৰ প্ৰমাণ জিলিকাই ৰাখিছে। কিন্তু দুখৰ কথা আজিকালি আহোম ভাষা জনা মানুহৰ অভাৱত সেই অমূল্য ৰত্ন-স্বৰূপ বুৰঞ্জীবিলাক আন্ধাৰতে ভেঁকুৰিছে! আহোম ৰাজবংশী মানুহৰ সংখ্যা নিচেই তাকৰ আছিল, গতিকে সিবিলাকে দেশ-শাসনৰ সুবিধাৰ্থে ৰাজকীয় কাৰ্য্যাদিত ৰাজভাষা নলগাই ৰজাৰ ভাষা ব্যৱহাৰ কৰিছিল; বুৰঞ্জী আৰু ধৰ্ম্মপুথিত মাথোন আহোম ভাষাৰ ব্যৱহাৰ আছিল।

* * *

অসমীয়া ভাষা অতি পুৰণিকলীয়া ভাষা আৰু ইয়াৰ মূল সংস্কৃত। এতিয়াৰ অসম বা আগৰ কামৰূপত আৰ্য্যবসতি আৰম্ভ হোৱাৰ দিনৰেপৰা অসমীয়া ভাষাৰ সৃষ্টি ধৰিব লাগে। অতি পুৰণি কালত গোটেই আৰ্য্যাবিৰ্ত্তত সংস্কৃত ভাষাৰ প্ৰচলন আছিল ; কালৰ গতিত উচ্চাৰণৰ লৰচৰ হৈ সংস্কৃতৰপৰা প্ৰাকৃত ভাষা ওলায়। পাচত সেই ভাষাৰপৰা হিন্দীকে আদি কৰি ভালেমান ভাৰতীয় ভাষাৰ সৃষ্টি হয়; পুৰণি অসমীয়া ভাষাও তাৰে এটা ঠাল আছিল। পাচলৈ হিন্দু, কাশ্মীৰী, বজ্ৰাৱলী, আহোম ভাষা আৰু আসামৰ আদিবাসীবিলাকৰ দোৱানৰ শব্দাদি তাৰ লগত মিহলি হোৱাত সি এতিয়াৰ অৱস্থা পাইছে। তথাপি এতিয়াও ইয়াত শতকৰা ৬৩ টাকৈ সংস্কৃত মূলক শব্দ ৰৈছে। অসমীয়া ভাষাত থকা সংস্কৃত শব্দৰ মিল হিন্দী আৰু কাশ্মীৰী ভাষাৰ সংস্কৃত শব্দৰ লগত বেচি, আৰু বঙ্গ ভাষাৰ জন্মৰ বহুকালৰ পূৰ্ব্বেই অসমীয়া ভাষাৰ গঢ়ৰ সৃষ্টি হয়। ভাষাৰ ভিতৰুৱা মিল থকাৰ উপৰিও, বুৰঞ্জী লিখাৰ ৰীতি লৈ অসম আৰু কাশ্মীৰৰ বাহিৰা মিলও বিশেষ। এই পাকত অসমৰ আৰ্য্যবসতি পঞ্জাৱৰে সৈতে সম-সাময়িক বুলিব পাৰি। আৰু, এই সম্পৰ্কত বিখ্যাত ঐতিহাসিক আৰু ভাষাবিদ পণ্ডিত মিষ্টাৰ বেইনৰ অনুমান মতে, আৰ্য্যজাতিৰ ভাৰতবৰ্ষলৈ অহা ঠালৰ মানুহ দুভাগ হৈ পছিম কোনে খাইবাৰ দুৱাৰ আৰু পূব কোনে পাটকাই দুৱাৰে দি একে সময়তে ভাৰতবৰ্ষত সোমোৱাটো যুক্তিযুক্ত যেন লাগে। তেনেহলে, অসমত আৰ্য্যবসতি নিচেই আদিৰেপৰা হৈছে, আৰু অসমীয়া ভাষাও কাশ্মীৰী, গুজৰাট, হিন্দী প্ৰভৃতিৰে সৈতে সমান বয়সীয়া ভাষা।

* * *

অসমীয়া ভাষাৰ জীৱনকাল ঘাইকৈ তিনি ছোৱাত ভগাব পাৰি; যেনে, (১) নিচেই আদিৰেপৰা শঙ্কৰদেৱৰ জন্মলৈকে; (২) শঙ্কৰদেৱৰ দিনৰপৰা বৃটিচ গৱৰ্ণমেণ্টৰ আগমনলৈকে; (৩) বৃটিচ শাসনৰ আৰম্ভণৰপৰা বৰ্ত্তমানলৈকে।— আদিছোৱাৰ বিষয়ে বহুল বৰ্ণনা পাবলৈ টান। সেই ছোৱাৰ লিখিত বৰ্ণনাও

দুষ্প্ৰাপ্য। তথাপি, সেই ছোৱাত পুৰণি কামৰূপত এই ভাষাৰ যে বিশেষ প্ৰতিপত্তি আছিল তাত সন্দেহ নাই। মাজছোৱাকেই অসমীয়া ভাষাৰ বৰ উন্নত অৱস্থা বুলিব লাগে। এই সময়ত ক্ষণজন্মা মহাপুৰুষ শঙ্কৰদেব আৰু তেওঁৰ শিষ্য আৰু সমনীয়া প্ৰতিভাশালী পুৰুষ মাধবদেব, অনন্ত কন্দলি, পুৰুষোত্তম ঠাকুৰ প্ৰমুখ্যে কেইবাজনো সু-লিখাৰুৰ সাৰুৱা লিখনীপৰা অসমীয়া ভাষাৰ অশাতীত শ্ৰীবৃদ্ধি হয়। প্ৰকৃতপক্ষে এই ছোৱাত হে অসমীয়া ভাষাই প্ৰকৃত জীৱন লাভ কৰে। তৃতীয় বা শেহছোৱাত (এতিয়ালৈকে) অশেষ বাধা-বিঘিনি সহিব লগা হোৱাত অসমীয়া ভাষাই ভালকৈ গা কৰিব পৰা নাই। বৃটিচ শাসনৰ আৰম্ভণৰ পৰা দহ বছৰমানলৈ অসমীয়া ভাষা আসামৰ আদালত আৰু পঢ়াশালিবিলাকত চলিছিল। কিন্তু তাৰ পাচত, কিছুমান আসাম প্ৰবাসী ৰাজকৰ্ম্মচাৰীৰ স্বাৰ্থপৰ বুজনীত পৰি গৱৰ্ণমেণ্টে অসমীয়া ভাষাক বঙ্গলাৰ অপভ্ৰংশ ভাবি ইয়াৰ চৰ্চ্চা এৰি পেলাইছিল। ৰজাঘৰত অনাদৃত হৈ অসমীয়া ভাষাৰ শ্ৰী বাঢ়িব নোৱাৰি সেইখিনিতে ঠিহিৰা মাৰি ৰল। পিচে ˚আনন্দৰাম ঢেঁকিয়াল ফুকন, ˚হেমচন্দ্ৰ বৰুৱা, ˚গুণাভিৰাম বৰুৱা প্ৰভৃতি অসমৰ সু-পুত্ৰসকল আৰু পৰোপকাৰী পাদ্ৰীসকলৰ অহোপুৰুষাৰ্থৰ ফলে, বঙ্গ আৰু আসাম দেশৰ দুৰলীয়া লাট চাৰ জৰ্জ্জ কেম্বেল চাহাব বাহাদুৰে সেই ভূল বুজনীৰ স্বাৰ্থ বুজিব পাৰি, খৃঃ ১৮৭১ চনৰপৰা অসমীয়া ভাষাক আকৌ আসামৰ আদালত আৰু পঢ়াশালিবিলাকত ঠাই দিলে। সেই অনুগ্ৰহৰ বলতে অসমীয়া ভাষাই পুনশ্চ ঠন ধৰি উঠিল; আৰু পূৰ্ব্ববঙ্গ আৰু আসামৰ ভূতপূৰ্ব্ব দুৰলীয়া লাট চাৰ বেমফিল্ড ফুলাৰ চাহাব বাহাদুৰৰ অনুগ্ৰহৰ ফলে, ১৯০৪ খৃষ্টাব্দৰপৰা অসমীয়া ভাষাই কলিকতা বিশ্ববিদ্যালয়ত ঠাই পাই, এতিয়া সি এফ-এ, আৰু বি-এ মহলালৈকে পাঠ্যৰূপে নিৰ্ব্বাচিত হৈছে। বিশেষ ১৮৭১ খৃষ্টাব্দৰেপৰা ৰাজ অনুগ্ৰহ আৰু অসমীয়া সাহিত্য সেৱকসকলৰ সেৱা-শুশ্ৰূষাৰ বলত অসমীয়া ভাষা ক্ৰমাৎ টনকিয়াল হৈ উঠিছে। এইখিনিতে ৰজা ঘৰৰ শলাগ লৈ কৈ থব লাগে যে, সদাশয় গৱৰ্ণমেণ্টে অনুগ্ৰহ কৰি অসমীয়া ভাষাৰ বৰভেঁটী স্বৰূপ "হেমকোষ" অভিধানখন প্ৰকাশ কৰি দিয়াত, আজিকালি ন-লিখাৰুবিলাকৰ ভিতৰত আখৰ-জোঁটনিৰ বিভ্ৰাট গুচিছে। এতিয়া সকলো অসমীয়াই একেটা বাট ধৰি মাতৃ-ভাষাৰ উন্নতি কল্পে পুৰুষাৰ্থ কৰা দেখি আনন্দ লগা হৈছে।

## আসামৰ ভৱিষ্যত।

প্ৰায় ২০ লাখ একৰ মাটিত খেতি হয়। তাৰে শতকৰা ৬৪ একৰত ধান খেতি হয়, আৰু অলপ পৰিশ্ৰমতে যথেষ্ট পৰিমাণে ধান হয়, তথাপি বছৰি বিদেশৰপৰা ২০৫ লাখ মোন চাউল আসামলৈ আহিছিল; আজি তিনি বছৰমান অলপ কমিছে;— কমা মানেই আকাল, খাবলৈ নেপাই মানুহ মৰিছে।

কাৰিকৰ বিদ্যাৰ বিষয়ে অসমীয়াৰ আগৰ পকীঘৰ, মন্দিৰ, দৌল, পুখুৰী, বিশেষকৈ শিৱসাগৰৰ বিখ্যাত বৰতোপ আদিয়েই বাঢ়ে খনিকৰ আদিৰ চিনাকি দি আছে। এতিয়া সেইবিলাক দেখি, কঁহাৰ-কমাৰৰ আগৰ কামৰ চিন দেখি এনে হে অনুমান হয়, যেন এই আজিকালিৰ অসমীয়াৰ পূৰ্ব্বপুৰুষবিলাকে এই কাম কৰা অসম্ভৱ আছিল। দুই-তিনি পুৰুষৰ পাচত হয়তো আমিয়েই কম যে, এইবিলাক কাম দেৱতাৰ বাঢ়ে বিশ্বকৰ্ম্মাৰ নিৰ্ম্মিত, আমাৰ কানীয়া অসমীয়াৰ এইবিলাক কীৰ্ত্তি হব নোৱাৰে। আজিকালিও আমাৰ কোনো কোনো বিদগ্ধ অসমীয়া বন্ধুৱেও ভায়াসকলৰ মেলত ভোলগৈ হয়তো কৈ উঠিব যে, এই দেশ বঙ্গদেশৰ ৰজাৰ তলে আছিল; সেই সময়ত এই কাৰেংঘৰ, দৌল, আলি পুখুৰীৰ সৃষ্টি; ভোদা অসমীয়া এইসকল কৰিব নাপাৰে।

খেতি, বেহা-বেপাৰ, ব্যৱসায়, শিল্পকাৰ্য্যৰ উৎপন্ন এই কেইটাই সকলো জাতিৰে ধৰণী। এই তিনটা ভেঁট শকত নহলে আৰু তাৰ ওপৰত ভালকৈ মিলাই লব নোৱাৰিলে কোনো জাতিয়ে তিষ্ঠিব নোৱাৰে। স্বাভাৱিক অৱস্থাৰ গতিকে কোনো দেশত খেতি-বাতিৰ বৰ কদৰ কোনো দেশত বেহা-বেপাৰৰ, কোনো দেশত, আন ব্যৱসায়ক। ইংলণ্ডত খেতিৰ বল নাই, গতিকে শতকৰা ৯০ জনে বেহা-বেপাৰ আৰু শিল্পকামত চলে। ভাৰতবৰ্ষত, বিশেষকৈ আসামত এই তিনিও

বিষয়তে সুবিধা; কিন্তু বেচি ৰকমেৰে বেহা-বেপাৰ আৰু আন ব্যৱসায়ৰো বিষয়ত ভাৰতবৰ্ষ ধন, জন আৰু ক্ষমতাৰে বলী স্বাধীন জাতিবিলাকেৰে সমানে ফেৰ মাৰি চলিব নোৱাৰে কাৰণ বাধা-বিঘিনি বহুত। এতেকে, ধন-বিত নাইকিয়া মেমেৰাৰ নিচিনা কানীয়াৰ উন্নতি বেচিকৈ খেতিতে নিৰ্ভৰ কৰে। সেই বুলিয়েই যে বেহা-বেপাৰত হাত সাৱটি বহি থাকিব লাগে এনে নহয়, তাৰ জ্বলন্ত দৃষ্টান্ত কেএগ্রা-বাবু—সিহঁতৰ দেশ বালিঅহীয়া। খেতি কৰা টান বাবে সিহঁতে দেশ-বিদেশী বস্তুৰে বেহা-বেপাৰ কৰি চুকে-কোণে সকলো ঠাইতে একোখনি দোকান খুলি অসমীয়াৰ তেলতে অসমীয়াক ভাজি চো ললে ক্ৰমাত গম নোপোৱাকে কানিৰপৰা হোৱা তেজকনো কেনেকৈ শুহি নি একোজন পেটাল বাবু হৈ লাখপতি হৈছে। আমাৰ অৱনতিৰ মূল কাৰণ (১) আসামৰ স্বাভাৱিক অৱস্থাৰ বাবে এলেহুৱা, (২) খেতি, বেপাৰ সকলো অশিক্ষিত নিঠৰুৱা খেতিয়কৰ হাতত, (৩) শিক্ষিত আৰু অৱস্থাপন্নসকলৰ আওকাণ আৰু দেশী বস্তুৰ প্ৰতি ঘৃণা ভাব বা তাৰ মূল নুবুজা।

মানুহৰ সকলো ৰকমৰ লাগতিয়াল সংসাৰৰ সকলো বস্তুৰেই আসামত আছে বা উৎপন্ন হয়; কিন্তু দুখৰ বিষয়, আমাৰ কেএগ্রা আৰু ঢাকাৱলীয়া অকৃত্রিম বন্ধুকেইজনে আমাৰ মাজৰপৰা ভৰি দাঙ্গিলেই আমি দিনতে কণা, থিতাতে মৰা।

৪। খেতি-বাতি।— আসামৰ শতকৰা প্ৰায় অষ্টাশীজনে খেতিৰে প্ৰবৰ্ত্তে। আমাৰ দুখুনী মাতৃ আমাৰ প্ৰতি ইমান সদয় যে, তেওঁ আমাৰ সকলো লাগতিয়াল বস্তু নোখোজাকৈয়ে আমাৰ আগত পেলাই থৈছে, আমি হাত-ভৰি চলাই খাব লাগে। ভাটী ফালৰ দৰে নৈৰপৰা পানীতুলি, বা ৩।৪ শহতীয়া নাদৰপৰা পানী টানি খেতি কৰিব নেলাগে; দিনটো ৰদত শুকাই বৰবৰষুণত তিতি পথাৰত পৰি থাকিবও নেলাগে; মাটিৰ অভাৱ নাই;— তথাপি আমাৰ খাবলৈ নাই! আসামৰ অৰ্দ্ধেক মানুহে বিদেশৰ বস্তুৰে পেট পোহে। বিদেশৰ বস্তুৰ আমদানি দোপত-দোপে বাঢ়ি গৈছে। চাহৰ বাহিৰে আন বস্তুৰ ৰপ্তানী কমি গৈছে। ইয়াৰেপৰা জানিব পাৰি, আমাৰ খেতিৰ কি হৈছে। খেতিৰ ফালে চকু ফুৰালেই দেখা যায় যে, আজি ৪।৫ শ বছৰৰ আগেয়ে খেতি যেনে, এতিয়াও তেনেই। মুঠতে এই ফেৰি প্ৰভেদ যে আগৰ খেতিয়কবিলাক বেচি পৰিশ্ৰমী, এতিয়াৰ বিলাক এলেহুৱা; আগৰহালৰ গৰু-মহ দেশৰ, এতিয়া প্ৰায় বিদেশৰ; আগৰ কোৰ-কটাৰি দেশৰ, এতিয়াৰ বোৰ বিদেশৰ। ন-ভাঙ্গনী মাটিৰ সংখ্যা বহুত দেখা যায়, কিন্তু, সেইবোৰ কোনে দখল কৰে?,— বাগিছাৰ বঙ্গালী-কুলি বা আন বিদেশীয়ে।

খেতিৰ আৰু শিল্পৰ উৎপন্ন বস্তুৰেই বেপাৰ। যেই সেই এটি খেতিত ধৰি বুদ্ধি আৰু পৰিশ্ৰম খতুৱাই কৰিব পাৰিলে তাৰ পৰা লাভ নহৈ নোৱাৰে; তাৰ জ্বলন্ত দৃষ্টান্ত গোলাঘাটৰ গোসাঁইৰ কুঁহীয়াৰৰ খেতি। সেই গোসাঁই বাৰ বছৰৰ আগেয়ে এজন চাহ বাগিছাৰ ত্ৰিশটকীয়া মহৰী আছিল। বাগিছাৰ চাহাবেৰে মনান্তৰ হোৱাত তেওঁ কাম এৰি খেতিত ধৰে। তেওঁ এতিয়া ৪।৫ শ টকীয়া মুঞ্চিপৰ, কামো হেয় জ্ঞান কৰে।

ওপৰত কোৱা কথাবিলাকৰপৰা দেখা যায়, অসমৰ বৰ্ত্তমান অৱস্থা সকলো পিনে বেজাৰ লগা। আমাক ভৰিফালৰপৰা সৰ্ব্বনাশী ৰাহুৱে গিলিব ধৰিছে; বৰ ডাঙ্গৰ আৰু টান গুণে জানিবা গিলি এটাব পৰা নাই। এতিয়া আৰু কানিৰ জালত সোৰোপালি কৰি হাত সাবটি থাকিবৰ সময় নহয়, মই বৰ বুলি গগুপ মাৰি ঠেঙ্গৰ ওপৰত ঠেং তুলি ৰজা হলে গা নুজুৰায়।

আমাৰ স্বভাৱ আজিকালি কানিৰ জালতেই বা আন কাৰণতে হওক, পৰমাৰ্থবাদী। 'ঈশ্বৰৰ ইচ্ছাত যি হব লাগে, হবই, তাক কোনে খণ্ডাব', কিন্তু ইয়াকে "বামুনী তন্ত গোটত ধৰিছে নে ধৰিছোঁ" বুলি থাকিলে নচলে। আজিকালি কামৰ সময়, কাম নহলে, জ্ঞান-বিদ্যাৰ একো অৰ্থ নাই। বেদত সজ আৰু অসজ জ্ঞানৰ বান্ধনী হৈছে, "আম্না ক্ৰিয়াৰ্থত্বাৎ অনাৰ্থক্যমত দৰ্ম্মানাং।" আমাৰ মানে বেদ অৰ্থাৎ অভ্যাসৰপৰা যি জ্ঞান নহয়, সি বেদ নহয় অবেদ, অৰ্থাৎ কাম নহলে বেদ বা জ্ঞান মিছা!

উদ্দেশ্য নহলে কোনো কাম নহয়, সেই উদ্দেশ্য মহত আৰু ওখ নহলে আগুৱাব নোৱাৰি। ওপৰত কৈ আহিছোঁ, সংসাৰত যিমান দিন থাকিবা সিমান দিনেই যুঁজ, সেই যুঁজত জয়ী হবলৈ হলেই পৰিশ্ৰম, অধ্যবসায় আৰু নৈতিক বল লাগে। চেষ্টাই মানুহ বা জাতিৰ জীৱন। চেষ্টাহীনতাই মৰণ অৰ্থাৎ, কাম আৰু পৰিশ্ৰম নোহোৱাই মৰণ। উদ্দেশ্য মহত হলেই চেষ্টা মহত হয়, চেষ্টা মহত হলেই কাম মহত হয়, কাম

মহত হলেই জীৱন মহত হয়। এতেকে কামেই জীৱন। অসমীয়াৰ কি কম ভাবি চোৱাঁ যদি জানিবা, কাম-কৰ্ম্মী দুয়ো ধোদৰ সোৰোপা; মৰিবলৈ ওলাই দীঘল উশাহ টনা সময়ত পৰিছেহি। এনে সময়ত বেতাল, চক্রেশ্বৰ, মহানীলকণ্ঠৰ সংগ্রহ আৱশ্যক, অর্থাৎ, মানসিক অদম্য উত্তেজনা আৰু তাৰ লগে লগে অধ্যৱসায়ৰ দৰকাৰ; নহলে তৰিবৰ উপায় নাই।

জীৱন কি? সংস্কৃতত জীৱ মানে বল, প্রাণ মানে গমন বা গতি। যেতিয়ালৈকে কোনো এটা বস্তুৰ গাত বা আৰু গতি থাকে, তেতিয়ালৈকে তাৰ জীৱ আছে। বল থাকিলেই চেষ্টা, চেষ্টা হলেই কাম। চেষ্টাই জীৱনৰ প্ৰধান লক্ষণ। এই চেষ্টাই পাঁচ বিধ, — (১) বৰ্ত্তমান যি আছে তাক ৰখা; (২) আনৰপৰা আনি নিজক বঢ়োৱা; (৩) নিজৰ গাত যিবিলাক অকামিলা পদাৰ্থ আছে সেইবিলাক দূৰ কৰা; (৪) পৰৰপৰা যিবিলাক অপদাৰ্থ আহি পৰেহি তাক নিজৰ গাত সোমাবলৈ নিদি দলিয়াই পেলোৱা; (৫) কোনো অপকাৰী পদাৰ্থ সোমালেও তাক বশ কৰি সমিলমিল কৰি অনিষ্ট কৰিব নোৱাৰাকৈ তলতীয়াকৈ ৰখা আৰু চল পালেই বাহিৰ কৰি দিয়া। এই পাঁচ বিধ চেষ্টা দৈহিক, মানসিক, সামাজিক, সকলো জীৱনতে আৱশ্যক। আমাৰ এই পাঁচবিধ চেষ্টাৰ এবিধো ভালৰূপে নাই। গতিকে, আমাৰ উন্নতিৰ আশা নিচেই কম। এই চেষ্টাৰ অভাৱতে ৰঘুমলাই শিপোৱাৰ দৰে, আমাৰ জীৱন গছত বিদেশী পদাৰ্থই শিপাই দিনকদিনে আমাক হত কৰি নিছে। আমাৰ সকলোপিনে আন্ধাৰ, মুঠে "দূৰ ভৱিষ্যৰ আশাৰ বাঁহীটি বাজিছে বুকুত বৈ বৈ" ইয়াৰ বাহিৰে আমাৰ উন্নতিৰ একো আশা নাই। এয়ে যি ভালৰ চিন, তাৰ লগে লগে দুই-চাৰি জনে এতিয়া আমাৰ কি অৱস্থা হৈছে তাক বুজিছে, গতিকে, দূৰ ভৱিষ্যৰ আশা বুকুত বান্ধি মৰসাহ দিয়াই এক মাত্র উপায়।

উদ্দেশ্য, অধ্যৱসায় আৰু নৈতিক বলৰ আগত একো বাধা তিষ্টিব নোৱাৰে; কোনো কামেই অসাধ্য নহয়। নেপোলিয়ান বোনাপাৰ্ট এজন খেতিয়কৰ লৰা, সাধাৰণ চিপাহী আছিল মাথোন ; মহাকবি ছেক্সপিয়েৰে গৰু চুৰ কৰি পলাই আহি নটুৱা লৰা হৈছিলহি। জৰ্জ্জ ওয়াচিংটন এজন দুখীয়া খেতিয়ক। কালিদাসৰ "শাকে পোৰকোতৰ" বিষয় সকলোৱে জানে। আমেৰিকা উদ্ধাৰৰ নিমিত্তে জৰ্জ্জ ওৱাচিংটন এজন হে, তেওঁৰ একো নাছিল; আছিল মুঠে দেশৰ প্ৰতি অগাধ, ভক্তি আৰু প্ৰেম, নৈতিক বল আৰু উদ্যম, অধ্যৱয়সায়। দূৰলৈ নেযাওঁ, এটি ঘৰুৱা উদাহৰণ দিওঁ;— উইলিয়মচন ফগুৰ কথা বোধ কৰোঁ, সকলোৱে শুনিছে। তেওঁ প্ৰথমতে আসাম কোং চাহ-বাগিছাৰ চাকৰ আছিল, কোম্পানীৰে মন নিমিলাত তেওঁ যোৰহাটলৈ আহি চেনিমৰাত গোটাদিয়েক চাওদাং লৈ এটি বহা সজাই লৈ এখনি কোৰ আৰু এখনি কুঠাৰ লৈ নিজে বাগিছা খুলিবলৈ আৰম্ভ কৰে। প্ৰথমতে এডুখৰি মাটি লৈ তাৰ গছ কাটি খৰি বেছিবৰ কাৰবাৰ কৰে। তাৰে পৰা লাহে লাহে চাহ-বাগিছা খোলে। তেওঁ চাহাব হৈয়ো কচু-ঢেকিয়াৰে ভাত খাই কামত ধৰিছিল। সেই যোৰহাট কোংৰ তেওঁৰ যোৱাৰ সময়ত ২৫ খনি বাগিছা হৈছিল, এতিয়াও আছে; চেনিমৰা বাগিছা উজনীত এখন বৰ ডাঙৰ বাগিছা। তেওঁ যাবৰ সময়ত আসামৰ উপকাৰৰ হকে ৪ লাখ টকা দি যায়, তাৰে খৰছ ভগন গৈ এতিয়াও প্ৰায় আঢ়ৈ লাখ আছেগৈ।

এতিয়া আমাৰ কাৰোপৰা সহায় পাবৰ আশা নাই, নিজেই বল। নিজেই গৰাকী, আৰু কান্দিলে গা নুজুৰায়। তাৰ প্ৰমাণ চৰকাৰী চাকৰি, উলিয়মচন ট্ৰষ্ট ফগুৰ সজ ব্যৱহাৰ আদি অনেক। ১৯০১ চনত কামৰূপৰ মানুহৰ খাবলৈ নাইকিয়া হোৱাত দ্বাৰভঙ্গাৰ মহাৰজাই ৩০০০ টকা দুখীয়া প্ৰজাৰ উপকাৰাৰ্থে চৰকাৰ বাহাদুৰক দিয়ে; সেই ধনৰ মুঠে ৩৫২ টকা হে খৰছ কৰিব পাৰিলে; ৰজাৰ ধন, ভোট গিৰিহঁত।

আগৰ আছিল, "অসমীয়াৰ আকালো নাই ভঁড়ালো নাই।" এতিয়া হৈছে, আকাল আছে ভঁড়াল নাই। আৰু দিনদিয়েকৰ পাঁচত যে অসমীয়াৰ ভঁড়াল আকালেৰে ভৰিব ই ধুৰুপ। আমি এতিয়া "বিপাঙ্গে মৰোঁ ৰঘুনাথ পাৰ কৰা মোকে এই সংসাৰ সাগৰে" বুলি আৰু হাত চাপৰি মাৰিলে গা নুজুৰায়, এতিয়া কাল হৈছে, "সাতোৰ সাতোৰ বাউসিত বলে, সাতুৰিব নোৱাৰা যা ৰসাতলৈ।" কান্দি মগনীয়া হ'লে লাঠি ভুকুত হাত মূৰ ভাগিবৰহে ভয়, উপকাৰ নাই।

নৈতিক চৰিত্ৰৰ বলৰ ওপৰত নিৰ্ভৰ কৰি উদ্দেশ্য স্থিৰ কৰি অধ্যৱসায় আৰু পৰিশ্ৰমক লগৰীয়াকে লৈ ঐক্যতাদোল কঁকালত বান্ধি কৰ্ম্মক্ষেত্ৰত আগুৱাবলৈ নধৰিল তৰিবৰ উপায় নাই। আকৌ কওঁ, "দূৰ ভৱিষ্যৰ আশাৰ বাঁহীটি বাজিহে ৰিণি ৰিণি" অৰ্থাৎ আমাক নো কি বিপদে লগ লৈছে, তাক বুজিছোঁ, আৰু ঠায়ে ঠায়ে বিপদৰপৰা আঁতৰিবলৈ কুৰুংকাৰাং কৰাও দেখিছোহঁক। এতেকে, আসাৰ প্ৰাণী হৈ ভৱিষ্যতৰ আশা বুকুত

বান্ধি গমিপিটি চলিব লাগে, উনৈশত বা-বলাই উলুংপুলুংকৈ ফুৰিলে চাউল নিসিজে, আমাৰ সকলো কামেই এৰা-ধৰা, এঙ্গা-জেঙ্গা, উজানৰ মাছৰ নিচিনা আহিল গল; অলপ টান পালেই মূৰ পোলোকা। চাৰিওপোনে স্বদেশী স্বদেশী বুলি সকলো উধাতু খাই নিজৰ কৰ্ত্তব্যৰ ফালে ঢাল লৈছে, আমি অসমীয়াৰ কিন্তু উমঘামেই নাই, আমি দিনক-দিনে স্বদেশী গুচি বিদেশী হৈছোহঁক। মুঠে, লোকে নিলে লোকে খালে মই নেপালোঁ, এইদৰেই উহ- আহ কৰোঁতেই জনম যুগুতি গৈছে। নিজৰ গুণ, যুগুতি নিজে ভালকৈ জানিও যে ঠৰঙ্গা দি পৰি আছোহঁক এয়ে আশ্চৰ্য্য।

এতেকে, দুনাই কওঁ, মানুহৰ উন্নতিৰ ঘাই উপায় হৈছে (১) অতীত ঘটনা আৰু কাৰ্য্যৰ ফল বুজিব পৰা; (২) বৰ্ত্তমান অৱস্থাৰ কৰ্ত্তব্য কি তাক জনা আৰু কৰা; (৩) ভবিষ্যতত নিশ্চয় হৈ এই আশাৰে আগবঢ়া। এইটি সদায় মনত ৰাখিব লাগে যে, আমাৰ যি আছে সি যিমানেই বেয়া নহওক, তাৰ বাবে আমি কেতিয়াও হাঁহিয়াতত পৰিব নেলাগে; যিটো নাই সেইটো আছে যেন দেখুৱাবলৈ গৈ যিমান লোকহাঁহিয়াতত পৰোহঁক। অভাৱৰ বাবে মানুহ কেতিয়াও কোনো কামতে পাচ হুঁহকিব নেলাগে, পৰিশ্ৰম আৰু অধ্যৱসায়ৰ অভাৱত হে প্ৰায় অকৃতকাৰ্য্য হয়।

গীতাত কৈছে, সৎসাহসেৰে বলী হবাঁ আটাইতকৈ যিটি ভাল তাৈলে মন মেলি কাম কৰিবা. ভবিষ্যতত ভালৰ নিমিত্তে আশা কৰিবাঁ; আৰু যি হল তাকে লবা, তাৰে সন্তোষ হবাঁ; তেনেহলেই সংসাৰত জয়ী হবাঁ। এই মূলমন্ত্ৰ জপমালা কৰি মৰণত শৰণ দি ঐক্যতা দোলৰ বান্ধনী লৈ কৰ্ত্তব্য কৰ্ম্মত আগুউৱাঁ, তেনেহলে নিশ্চয় ভবিষ্যতত জয়ী হবাঁ, নহলে অচিৰো জহন্নামে যাবা।

—শ্ৰীলক্ষ্মীনাথ শৰ্ম্মা।

# অসমীয়া ভাষা লিখোঁতাসকলৰ ওচৰত কিছুমান কথা।

মাতৃ-ভাষাৰ উন্নতি হওক বুলি লিখিব লাগে। "উন্নতি" এই কথাকেইষাৰ ভাল কৰি বুজি লৈ পিচত তাৰ অৰ্থে যত্নবান হব লাগে।

ভাৰতবৰ্ষত যতবিলাক প্ৰাদেশিক ভাষা আছে, আটাইবিলাকেই সংস্কৃত ভাষাৰ অন্তৰ্বৰ্ত্তী। আমাৰ অসমীয়া ভাষাৰো মূল সংস্কৃতেই। স্থল বিশেষে কিছুমান উপযোগী সংস্কৃত বা সংস্কৃতমূলক শব্দ ব্যৱহাৰ কৰিব লাগে।

বৰ্ণজ্ঞান থাকিব লাগে। লিখাৰ পিচত ব্যাকৰণ অভিধান ইত্যাদি চাই ভুল সংশোধন কৰিব লাগে।

যি বিষয়ত যাৰ অধিকাৰ নাই, তাক প্ৰথমতে লিখিবলৈ চেষ্টা কৰিব নেলাগে। জনাত হে আৰম্ভ কৰিব লাগে।

ধন আৰু যশৰ আশা কৰি লিখিব নেলাগে। বঙ্গভাষা জনসাধাৰণৰ আদৰণীয় কৰিব পাৰিছে বুলি হে লিখকে টকা পাইছে। কিন্তু আমালোকৰ তেনেদিন পোৱাহি নাই। অসমীয়া ভাষাই এতিয়াও তেনে আদৰণীয় হব পৰা নাই।

যিহত সমাজৰ, দেশৰ আৰু ব্যক্তিবিশেষৰ উপকাৰ হয় তাকেই লিখিব লাগে।

যিবিলাক কথা অসত্য আৰু ধৰ্ম্ম বিৰুদ্ধ তাক কেতিয়াও লিখিব নেলাগে। সত্য আৰু ধৰ্ম্ম সাহিত্যৰ মুখ্য উদ্দেশ্য; কিয়নো কিতাপৰ কথা সকলোৱেই বিশ্বাস কৰে।

যি লিখা হয় তাক বেগাবেগীকৈ প্ৰকাশ কৰিব নেলাগে। কিছুমান দিন থৈ দিলে ক্ৰমোন্নতি অনুসাৰে তাত অনেক ভুল ওলায়, তেতিয়া সেইবিলাক সংশোধন কৰি তাক প্ৰকাশ কৰিব লাগে।

লিখাত বিদ্যা প্ৰকাশ কৰিবৰ চেষ্টা কৰিব নেলাগে। বিদ্যা থাকিলে আপোনা আপুনি প্ৰকাশ হৈ পৰে। বিদ্যা প্ৰকাশ কৰিব খুজিলে ৰচনাৰ ভাবৰ গণ্ডগোল জন্মে। ইংৰাজী শব্দ আদি পৰিত্যাগ কৰিব লাগে। অসমীয়াত তাৰ প্ৰতিশব্দ প্ৰয়োগ কৰিব লাগে। ভাব সকলোৱেপৰা আনিব পাৰিলে ভাল।

# প্ৰতাপসিংহ।

মোগল সম্ৰাট আকবৰ বাদছাহৰ অভ্যুত্থানৰ লগে লগে যেতিয়া ভাৰতৰ হিন্দু ৰাজত্বৰ গৌৰৱ ৰবি বিজুলীৰ বেগেৰে নাৰ যাবলৈ ধৰে; যেতিয়া দুৰ্দ্দান্ত যৱনবিলাকৰ প্ৰতাপত গোটেইখন ভাৰতবৰ্ষ কঁপিবলৈ ধৰে, যেতিয়া স্বাধীন হিন্দু ৰজাবিলাকে যৱনৰ অসহনীয় অত্যাচাৰ সহিব নোৱাৰি জাতীয় গৌৰৱ, মান, ধৰ্ম্ম আদি বিসৰ্জ্জি আকবৰৰ ওচৰত শৰণ লয়গৈ আৰু তেওঁৰ তলতীয়া বুলি স্বীকাৰ কৰে, তেতিয়া অকল মিৱাৰৰ ৰাণা উদয়সিংহই নিজৰ স্বাধীনতা অটুতে ৰাখি নিজৰ বংশক বুৰঞ্জীত যুগমীয়া কৰি থৈ গৈছে। ৰাজপুতশ্ৰেষ্ঠ মিৱাৰৰ ৰাজবংশধৰবিলাকে কেতিয়াও যৱনৰ ওচৰত মূৰ দোঁওৱা নাই। ৰাজ্য যাওক; ধন-সম্পত্তি যাওক, প্ৰাণ যাওক তথাচ ভাৰতৰ চিৰবৈৰী ম্লেচ্ছ যৱনৰ তলতীয়া হৈ পবিত্ৰ ৰাজপুত কুলত কলঙ্কৰ ছাট নেপেলাওঁ, — বাপ্পাৰা ওৰ বলৱন্ত বংশধৰ বিলাকে এনে কথা আৰু ভাৱ মনত ৰাখিছিল। সেই কাৰণত তেওঁলোকে বহুত ক্লেশ সহিব লাগিছিল; এনে কি, ৰণক্ষেত্ৰত তেওঁলোকৰ তেজেৰে নৈ বৈছিল; তথাপি তেওঁলোকৰ চিত্তৰ লৰচৰ হোৱা নাছিল।

মহাৰাণা উদয়সিংহৰ ৰাজধানী চিটোৰ নগৰত আছিল। চিটোৰৰ সৈন্য গড়টো বৰ সুৰক্ষিত আৰু দুৰাক্ৰাম্য আছিল। কিন্তু, আকবৰৰ ফলীয়া শত্ৰুক বাট দেখাওঁতা কেইজন বিশ্বাসঘাতক ৰাজপুতৰ কৌশলত যৱনে চিটোৰ দুৰ্গ অধিকাৰ কৰে। উদয়সিংহ নিৰুপায় হৈ স্বীয় ৰাজধানী পৰিত্যাগ কৰি

কিছুমান দিন ভাগৰুৱাৰ দৰে গহীন হাবিয়ে হাবিয়ে পৰ্ব্বত-পাহাৰে লুকাই ফুৰিবলৈ বাধ্য হৈছিল। পিচত, তেওঁ গৌৰিক পৰ্ব্বতত উদয়পুৰ নামে নগৰ বহুৱাই জনশূন্য ৰাজ্যত মনৰ বেজাৰত জীৱ-লীলা সামৰি পাৰ্থিব দুখৰপৰা আঁতৰ হল।

উদয়সিংহৰ পিতেকৰ নাম প্ৰতাপসিংহ। তেওঁ উদয়ৰ ৰাজপাটত বহি দেখিলে যে, চাৰিওফালে শত্ৰুৱে ছেগ বিচাৰি ফুৰিছে; সুবিধা পালেই সিহঁতে তেওঁক বন্দী কৰি লৈ আকবৰ; বশ্যতা স্বীকাৰ কৰাব। যদিও ৰাজ্যত ধন-সম্পদ সৈন্যবল একোকে নাছিল আৰু তেওঁ চাৰিওফালে শূন্য দেখিছিলি, তথাপি তেওঁৰ হৃদয় তিলেকৰ নিমিত্তে শূন্য হোৱা নাছিল। তেওঁৰ হৃদয় উচ্চাভিলাষ আৰু মহতী আশাৰে ভৰপুৰ আছিল। তেওঁৰ হৃদয়ৰ বল অদম্য আৰু সাহ দুৰপণেয়। আকৌ হিন্দু ৰাজত্ব সংস্থাপন কৰি পুনঃ চিটোৰৰ উদ্ধাৰ সাধন কৰি যৱনৰ দৰ্প চূৰ্ণ কৰাই তেওঁৰ জীৱনৰ মহৎ উদ্দেশ্য, আৰু তাকে সাধিবৰ নিমিত্তেই মৰণত শৰণ দি, তেওঁ ঘোৰতৰ বিপদসঙ্কুল সাগৰত জঁাপ দিছিল। প্ৰতাপসিংহৰ অন্তৰ যে কিমান ওখ আৰু মহৎ ভাৱেৰে পূৰ্ণ আছিল, তাক লিখনীয়ে লিখা অসাধ্য। নিজ জন্মভূমি চিটোৰৰ ওপৰত তেওঁৰ অগাঢ় মৰমৰ ভাব এনে কাতৰ প্ৰৱল আছিল যে, তেওঁ চিটোৰৰ হীনাৱস্থা মনত পেলাই অকলে বহি বহি চকুলো টুকিছিল, প্ৰতাপসিংহ চিটোৰৰ দুৰ্দ্দশা দেখি মৰ্ম্মান্তিক পোৰণিত এনে কাতৰ হৈছিল যে, যিমান দিনলৈকে চিটোৰৰ দাৰুণ দুৰ্দ্দশা নুগুচিব সিমান দিনলৈকে তেওঁৰ বংশধৰবিলাকে ভোগবিলাসীতাৰপৰা বঞ্চিত থাকিব, এনেকুৱা কঠোৰ ব্ৰতত ব্ৰতী হৈ তেওঁ সৰ্ব্ব প্ৰকাৰৰ বিলাসীতা পৰিহাৰ কৰিছিল। তেওঁ ৰাজকীয় ভোজৰ পাত্ৰ সোণৰ থাল গুচাই কলপাতত ভোজন আৰু শোৱা খাটৰ পৰিৱৰ্ত্তে তৃণ-শয্যা কৰি ব্ৰত পালন কৰিছিল।

সৰুৰেপৰা প্ৰতাপসিংহই নানাবিধ অস্ত্ৰ-শস্ত্ৰৰ সম্যক পৰিচালনা শিকি যুদ্ধ-বিদ্যাত বিশেষ পাৰ্গতালি লাভ কৰিছিল। তেওঁ যিসময়ত ওপজে, সি সময়ত ভাৰতৰ চাৰিওফালে মৰামৰি কটাকটি যুঁজ বিগ্ৰহত বাজে মানুহৰ আন চিন্তা একো নাছিল বুলিলেও বঢ়াই কোৱা নহয়। কাৰণ, সেই সময়ত ভাৰতত ৰাজ্যশাসন বিষয়ে বৰ বেমেজালি ঘটিছিল। কাজেই প্ৰতাপসিংহই উপযুক্ত সময় আৰু অৱস্থা পাই যুদ্ধ বিদ্যাত নিজক নিপুণ কৰিব পাৰিছিল। তেওঁৰ জীৱনৰ ঘটনা আৰু কামবিলাকৰপৰা জানিব পাৰি, তেওঁ এজন দৃঢ়প্ৰতিজ্ঞ, সহিষ্ণু, অধ্যৱসায়ী আৰু কৰ্ত্তব্যপৰায়ণ পুৰুষ আছিল। তেওঁ কৰ্ত্তব্য কামত কেতিয়াও আওহেলাৰ ভাবো দেখুওৱা নাই। এনে কি, তেনেকুৱা ভাবো তেওঁৰ মনত ঠাই পোৱা নাই। তেওঁ সজ বুদ্ধিৰে আপোন বিবেকৰ সাহায্য লৈ যি কাম কৰ্ত্তব্য বুলি ঠিৰাং কৰিছিল, হেজাৰ হেজাৰ বাধা-বিঘিনি পালেও তেওঁ সেই কামৰপৰা পিচভৰি হোৱা নাছিল। প্ৰাণপণে কৰ্ত্তব্য সাধন কৰাই তেওঁৰ জীৱনৰ প্ৰধান ধৰ্ম্ম। তেওঁৰ জীৱনৰ দুটি-এটি ঘটনা ব্যাখ্যা কৰি তেওঁৰ বিষয়ে কোৱা সকলো গুণৰ প্ৰত্যক্ষ প্ৰমাণ দেখুৱাব পাৰি। তেওঁ ৰজাৰ পিতেকে হৈ ৰাজকীয় ভোগবিলাসত ডাঙৰ-দীঘল হৈ যে অশেষ দুখ, যাতনা, ক্লেশ আৰু মৰ্ম্মপীড় অকাতৰে সহ্য কৰি নিজৰ সন্মান, জাতীয় গৌৰৱ ও দৃঢ়প্ৰতিজ্ঞা ৰক্ষা কৰিব পাৰিছিল, সেইটিয়েই তেওঁৰ জীৱনৰ মহৎ গুণ।

ক্ৰমশঃ।

# সঙ্গীত।

## তবলা শিক্ষাৰ্থীৰ নিমিত্তে উপদেশ।

তবলা শিকোঁতে বিশেষ সতৰ্ক হবা যে, যি ঠাইত যেনেকৈ আঘাত কৰিবলৈ দিয়া হৈছে ঠিক তেনেকৈ হে সেইবিলাক ঠাইত কৰিবা। আন ঠাইত আঘাত কৰিলে কেতিয়াও সুশ্ৰাব্য সুৰ আৰু বোলবিলাক নোলাব। তবলাজোৰ বৰ টানকৈ চৰা সুৰত নেবান্ধিবা আৰু বেচি জোৰ দি উধা-মূধাকৈ নবজাবা, কাৰণ জনা মানুহে তেনেকৈ বজালে যন্ত্ৰৰ একো হানি নহয়, শব্দ বেচিকৈ হলেও যন্ত্ৰটোৰে একো দুখ নেপায় কিন্তু নজনা মানুহে সেইদৰে কৰিলে যন্ত্ৰটো নিশ্চয় বেয়া হৈ যাব।

তবলা বজাওঁতে প্ৰায় মানুহৰ হাত ঘামে। এই ঘামৰ

দ্বাৰাই তবলাৰ বিশেষ অনিষ্ট হয়। সেই নিমিত্তে ঘনে ঘনে শুকান কাপোৰত হাত মচি লব লাগে। ময়লা বা অপৰিষ্কাৰ হাতেৰেও তবলা বজোৱা উচিত নহয়। বজোৱা হৈ গলে তবলাৰ ঘাটবিলাক (যদি বৰ টানকৈ বন্ধা থাকে) ঢিলা কৰি থব লাগে; নহলে তবলাৰ চামড়া ফাটি যায়। খাদ সুৰত বন্ধা থাকিলে তেনে কৰিবৰ আৱশ্যক নহয়। তবলা আৰু বাওঁৱা দুইৰো দুটা কাপোৰৰ গিলিপ আৰু ভিতৰে তুলা থকা কাপোৰৰ ঢাকনি থাকিলে তবলাৰ কৰালবিলাক বহু দিনলৈকে ভালে থাকে।

আমাৰ দেশৰ ঢাকালিপটীৰ বেপাৰীৰ দোকানত তবলা বাওঁৱা পোৱা যায়। তবলা কিনিবলৈ গলে, আগেয়ে তাৰ কাঠটো ভালকৈ চাই লব লাগে। "নিম" কাঠৰ তবলাই সকলোতকৈ ভাল। ডুগিবিলাক আকৌ দুই ৰকমৰ থাকে। এক ৰকম "চিঙ্গল" আৰু এক ৰকম "ডবল"। চিঙ্গলবিলাতকৈ ডবলবিলাকৰ দাম বেচি। খুব ভাল নিম কাঠৰ তবলা আৰু ডবল ডুগিৰ দাম মোটৰ ওপৰত ৪৲ টকাৰ কম নহয় আৰু ৫৲ টকাৰ বেচি নহয়। এয়ে হল বজৰুৱা বাজনাৰ দাম। কিন্তু কলিকতাৰপৰা ফৰমাচ দি তৈয়াৰ কৰাই কিনিবলৈ গলে, ১০৲।১৫৲ টকাৰ কম নপৰে। অৱশ্যে এইবিলাক যন্ত্ৰ অতি সুন্দৰ হয় আৰু বহু দিন টিকে। কিছুমান ডুগি মাটিৰ নহৈ দস্তা বা আন ধাতুৰ পৰা তৈয়াৰী হয়; কিন্তু মাটিৰ ডুগিৰ সুৰেইহে ভাল। এবিধ তবলা ওলাইছে, তাৰ ঘাঁটবিলাক হাতুৰিৰে মৰিয়াই লব নেলাগে, স্ক্ৰুপ পকালেই হয়। জাৰ্ম্মান ৰূপৰ স্ক্ৰুপ থকা এনেকুৱা উৎকৃষ্ট এজোৰ তবলাৰ দাম ২০৲ টকাৰ কম নহয়।

## বেহেলা।

ভাৰতবৰ্ষত আজিলৈকে যিমান বাদ্য যন্ত্ৰ ওলাইছে, বেহেলাই তাৰ ভিতৰত প্ৰধান বুলি গণ্য। ইয়াৰ দৰে সুললিত আৰু সম্পূৰ্ণ যন্ত্ৰ আন একো নাই। ই যেনে পাতল ইয়াৰ সুৰো তেনে মিহি আৰু মিঠা। উপযোগিতা সম্পৰ্কে ইয়াৰ লগত আন কোনো যন্ত্ৰৰেই তুলনা হব নোৱাৰে। ইয়াত ইংৰাজী গট, বঙ্গলা গট, কণচাৰ্ট গট আৰু খেয়াল, টপ্পা, আলাপ আদিকৰি সকলো বিধ গান যেনে সুন্দৰকৈ প্ৰকাশ কৰিব পাৰি তেনে আৰু একোতে নোৱাৰি। ক্লেৰিওনেট, কৰ্ণেট, ফ্লুট আৰু হাৰ্ম্মোনিয়ম আদি যন্ত্ৰৰে সৈতে ইয়াৰ সুৰৰ কি সুন্দৰ মিল হয় তাক সকলোৱেই জানে। দূৰগামী শব্দত বেহেলাক কোনো যন্ত্ৰই পাচ পেলাব নোৱাৰে। এই নিমিত্তেই ব্যৱহাৰতো কি এচিয়া, কি ইউৰোপ, কি আমেৰিকা, কি অষ্ট্ৰেলীয়া, পৃথিবীৰ সকলো দেশৰ কি ধনী কি নিৰ্ধনী, কি মধ্যবিৎ সকলোৱেই সমান আদৰেৰে সকলো সমাজতে, অৰ্থাৎ কি যাত্ৰা, কি নাচ, কি থিয়েটাৰ, কি বৈঠকী গান, সঙ্গীত আলোচনাৰ সকলো ঠাইতেই বেহেলাৰ বিশেষ প্ৰচলন হৈছে।

মূল্য সম্পৰ্কেও বেহেলাই সকলো যন্ত্ৰতকৈ ওখ ঠাই পাইছেগৈ। মণি-মুকুটা খটোৱা নহয়, হীৰা-বাখৰ পতোৱা নহয়, সোণ-ৰূপ, হাতী-দাঁত ইত্যাদি কোনো মূল্যবান বস্তুৰ দ্বাৰা সজাও নহয়; মুঠেই আধাসেৰমান ওজনৰ শুকান কাঠৰ বেহেলা এখনিৰ দাম (২৫০০০৲) পঁচিশ হেজাৰ টকা হৈছিল বুলি শুনা গৈছে। কি আচৰিত কথা। কিন্তু শুনাত যিমান সুললিত তাক শিকিবলৈকো তিমান যত্ন আৰু পৰিশ্ৰম লাগে। চেতাৰ, এচৰাজ ইত্যাদি যন্ত্ৰত পৰ্দ্দা (সুৰ) বন্ধা থাকে, সেই পৰ্দ্দাবিলাকত আঙ্গুলি পেলাই গলেই আচল সুৰবিলাক পোৱা যায়। এই যন্ত্ৰত বন্ধা পৰ্দ্দা নাই, অলপ ঠাইৰ ভিতৰতে যি নেদেখা পৰ্দ্দাবিলাক আছে, সেইবিলাক বুজি বুজি আঙ্গুলি পেলাই সুৰ উলিয়াই যাব লাগে। আঙ্গুলি পেলোৱা ঠাই অলপ লৰচৰ হলেই সুৰৰ ব্যতিক্ৰম ঘটে। এই নিমিত্তে বেহেলাত মিঠা সুৰ উলিওৱা বৰ টান আৰু ইয়াক অভ্যাস কৰোঁতেও বহু দিন লাগে।

কোনোৱে কোনোৱে ভাবে যে, বেহেলাত ৰাগৰ আলাপ কৰিব নোৱাৰি, কেৱল কনচাৰ্টৰ গত আৰু গান হে ইয়াত ভালকৈ বজাব পাৰি; কিন্তু সেইটো ভুল। কিয়নো, গানৰ প্ৰধান অঙ্গ গমক, মূৰ্চ্ছা, তান আৰু গীতকাৰী ইত্যাদিয়েই যেতিয়া এই যন্ত্ৰত বিশুদ্ধকৈ বজাব পাৰি, তেনেহলে ৰাগৰ আলাপ কৰিব নোৱাৰাৰ কাৰণ কি? অৱশ্যে, এইটো হব পাৰে, কোনো কোনো যন্ত্ৰত যেনে গহীন সুৰ ওলায় ইয়াত তেনে নোলাব পাৰে। সেই বুলিয়েই বেহেলাত যে এটা ৰাগ সম্পূৰ্ণ ভাবে বজাব পৰা নেযাব এনে নহয়। কোনো কোনো যন্ত্ৰত গীতকাৰী ভালকৈ ওলায়, মূৰ্চ্ছনা একেবাৰে নহয়; আকৌ কোনো কোনো যন্ত্ৰত মূৰ্চ্ছনা হয়, মিড় নহয় কিন্তু এক বেহেলা যন্ত্ৰত সকলো বিধকেই সুন্দৰকৈ প্ৰকাশ কৰিব পাৰি। *

* বৈজ্ঞানিক সঙ্গীতবিদগ্ধ পণ্ডিতবিলাকে স্থিৰ কৰি কৈছে যে, একমাত্ৰ বেহেলাই হে সম্পূৰ্ণ (Complete) যন্ত্ৰ।

শুদ্ধ আৰু বিকৃত সুৰ লৈ সম্পূৰ্ণ তিনি গ্ৰাম সুৰ ইয়াত পোৱা যায় দেখি ইয়াত ৰাগাদিৰ মূৰ্ত্তি ভালকৈ প্ৰকাশ কৰিব পাৰি। বাদকৰ সুবিধাৰ পিনে চালেও বেহেলাৰ দৰে যন্ত্ৰ আন একো দেখা নেযায়। সোওঁতে, বহোঁতে ফুৰোঁতে, সকলো অৱস্থাতে ইয়াক সমান ভাবে বজাব পাৰি। আচল মতে কবলৈ গলে ওজনত লঘু, শব্দত গুৰু, চাৰি ডাল মুঠে টাৰ, তাতেই সকলো কাম হয়; এনে সুবিধাৰ যন্ত্ৰ বেহেলাক এৰি আৰু কি আছে?

আমাৰ দেশৰ মানুহৰ হাৰ্ম্মোনিয়ম, চেতাৰ, এচৰাজ, ইত্যাদিৰ ওপৰত যেনে আগ্ৰহ বেহেলাৰ ওপৰত তেনে নাই। আন কি, বেহেলাক কোনো ভাল যন্ত্ৰৰ ভিতৰতে নধৰে। ইয়াৰ প্ৰধান কাৰণ, আমাৰ ইয়াত ভালকৈ বজাওঁতা মানুহ নাই আৰু বেচি দামী বেহেলাবিলাক বজালে শুনি একো ভাল নেলাগে। বেহেলাত সুৰ উলিওৱা অভ্যাস নহয়মানে তাৰ কেঁকো, ভেঁকো শুনিবলৈ কেতিয়াও ভাল নহয়, তাতে ২।৩ টকীয়া বেহেলা একোখনি বজাবলৈ ধৰিলে, তাৰ সুৰে মানুহৰ মন আকৰ্ষণ কৰিব পাৰে নে? বহুতে এনেকৈ কেদিনমান বেহেলা অভ্যাস আৰম্ভ কৰি পাচত আৰু শিক্ষকৰ অভাৱে ভাল সুৰ উলিয়াব নোৱাৰি যন্ত্ৰৰ ওপৰত দোষ দি পেলাই থয়। এনেকৈয়ে আমাৰ দেশত ই এটা নিকৃষ্ট যন্ত্ৰৰ ভিতৰত গণ্য হৈছে। কিন্তু বঙ্গদেশ, বোম্বাই আদি ভাৰতবৰ্ষৰ উন্নত ঠাইবিলাকত ইয়াক সকলো ডাঙ্গৰ মানুহেই হে বজায়। আমাৰ দেশত থকা চাহাব-মেমবিলাকৰ সৰহ ভাগেই বেহেলা বজাব জানে, আৰু বেহেলা বজাই নাচ-গান কৰে।

বেহেলাৰ উৎপত্তি।— বহুতে ভাবে যে, এইটো ভাৰতবৰ্ষৰ যন্ত্ৰ নহয়; পৰ্ত্তুগীজবিলাকে ইউৰোপৰপৰা আনি এই দেশত প্ৰচাৰ কৰিছে। কিন্তু সেইটো নহয়। আমাৰ দেশৰ সাৰেঙ্গী যন্ত্ৰৰ অনুকৰণ কৰি হে ইয়াৰ সৃষ্টি কৰিছে। প্ৰসিদ্ধ এনচাইক্লোপেডিয়া ব্ৰিটেনেকাৰ গ্ৰন্থকাৰে কৈছে যে, মানুহে আগেয়ে বেহেলাক সাৰেঙ্গী বুলি ব্যৱহাৰ কৰিছিল। বাস্তৱিকে এই যন্ত্ৰটো আদিতে ভাৰতবৰ্ষতেই হে সৃষ্টি হৈছিল, আৰু হিন্দু জাতিৰ বৰ আদৰৰ বস্তু আছিল। ইয়াৰ উৎপত্তি সম্বন্ধে গ্ৰন্থাদিত এনেকৈ বৰ্ণনা কৰিছে :—

লঙ্কাৰ ৰাৱনে এই যন্ত্ৰ প্ৰথমে সৃষ্টি কৰে। তেতিয়া ইয়াৰ নাম "ৰাৱনাস্ত্ৰম" বা "ৰাৱনাৰ" আছিল। কামক্ৰমে দেশে দেশে বেলেগ বেলেগ ভাষাৰ নিমিত্তে আৰু ইয়াৰ আকৃতিৰো ক্ৰমে লৰচৰ হৈ ইয়াৰ নাম "অমৃতি" হয়। পৰ্টুগীজ আৰু ইংৰাজবিলাকৰ দৰে অতি পুৰণি কালত আৰব আৰু পাৰশ্য দেশৰ মছলমান সদাগৰবিলাকে ভাৰতবৰ্ষৰে সৈতে বেহা-বেপাৰ কৰিছিল। যিটো পূৰ্ণ সত্য বস্তু, তাৰ কেতিয়াও ক্ষয় নাই। সেই নিমিত্তে মছলমানবিলাকে পূৰ্ব্বকালত হিন্দুক কোনোমতে দেখিব নোৱাৰিলেও, এই যন্ত্ৰটোক ভাল বুলি আৰব আৰু পাৰশ্য উপন্যাসত পঢ়া গৈছে যে, মছলমান গায়িকাবিলাকে সুমধুৰ বীণা যন্ত্ৰৰ সুৰ লগাই গান গাই প্ৰেমিকা প্ৰেমিকবিলাকৰ মন মুহি ফুৰিছিল, সেই বীণাই এই যন্ত্ৰ বুলি সম্ভৱ হয়। তাৰ পাচত মছলমানবিলাকৰ দ্বিগ্বিজয়ৰ লগে লগে এই যন্ত্ৰ স্পেইন্ দেশলৈ নিয়া হয়। স্পেইন দেশৰ মানুহবিলাকে সুখ সম্পত্তি আৰু স্বাধীনতা ইত্যাদি সকলো হেৰুৱায়ো যেন তাৰ পৰিবৰ্ত্তে সেই কমনিজ্জে জৌজ যন্ত্ৰখনি পাই সকলো দুখ পাহৰি গল। তাৰ পিচত বহু শতাব্দী ধৰি এই যন্ত্ৰটো ইউৰোপৰ নানা দেশত প্ৰচাৰ হয়। এই দীঘল সময়ৰ ভিতৰতে ইয়াৰ আকৃতিৰো ক্ৰমশঃ পৰিবৰ্ত্তন হৈ আহিছিল। অৱশেষত ইউৰোপৰ অভ্যুদয়ৰ সময়ত, অৰ্থাৎ খৃষ্টীয় ষোল শতাব্দীত গ্যাসপাৰ্ড নামে এজন ইটালী দেশৰ শিল্পীৰ দ্বাৰাই আজিকালিৰ আকৃতি পাইছে আৰু গোটেইখন পৃথিৱীত প্ৰচলিত হৈছে।

এই যন্ত্ৰক ইটালিয়ানবিলাকে ভিয়ালো (Vialo), ইংৰাজীবিলাকে ভাইওলিন (Violin), আমি বেহেলা বোলোঁ। বেহেলা আমালোকৰ অতি পুৰণি সম্পত্তি হ'লেও, বৰ্ত্তমান যুগত ই ইউৰোপীয়বিলাকৰ দ্বাৰাই অনোৱা হৈছে দেখি ইয়াৰ অঙ্গ-প্ৰত্যঙ্গাদিৰ নামো ইংৰাজীতেই কোৱা হয়। যেনেঃ— ফিঙ্গাৰ বোৰ্ড, ব্ৰিজ, টেইল, পিচ, চাউণ্ড হোল, চাউণ্ড পোষ্ট ইত্যাদি।

যন্ত্ৰৰ পৰিচয় :— বেহেলাত চাৰিডাল টাৰ থাকে। সোওঁফালৰপৰা ইহঁতৰ নাম ক্ৰমান্বয়ে ১ম, ২য়, ৩য়, ৪ৰ্থ টাৰ বুলি কয়। ১ম টাৰডাল ৰেচম বা তাঁতৰ (১) হয়। ৰেচমৰ টাৰতকৈ তাঁতৰ টাৰৰ সুৰ মিঠা; কিন্তু তাঁতৰ টাৰতকৈ ৰেচমৰ টাৰ বেচি দিন টিকে। বাৰিষা কালত এই দেশত তাঁতৰ টাৰ

(১) ইয়াক ইংৰাজীত গত (Gut) বোলে।

অতি সোনকালে ছিগে; সেই নিমিত্তে এই সময়ত ৰেচমৰ টাৰ ব্যৱহাৰ কৰাই ভাল। খৰালি তাঁতৰ টাৰ ব্যৱহাৰ কৰিব লাগে। যদিও এইবিলাক তাৰো ৰেচমৰ পোৱা যায়, তথাপি তাক ব্যৱহাৰ কৰাৰ একো কাম নাই; কিয়নো তাঁতৰ টাৰতকৈ ৰেচমৰ টাৰৰ সুৰ মিঠা নহয়। এই দুডাল টান, সোনকালে নিছিগে। ৪ৰ্থ, টাৰ ডাল তাঁত নাইবা ৰেচমৰ জৰিৰ গাত তামৰ বা ৰূপৰ গুণা পকোৱা থাকে। বেহেলাৰ টাৰবিলাকৰ এমুৰ বেহেলাৰ আগপিনে ৪ টা খুটিত বন্ধা থাকে, সেইটোক বেহেলাৰ কাণ বোলে। কাণত পাক দিলে বেহেলাৰ টাৰ টানকৈ চৰা সুৰ ওলায়, আকৌ ওভটাই ঘূৰালে, টাৰ ডাল ঢিলা হৈ মুৰটো নাম বা খাদ হয়। টাৰৰ আন মুৰ বেহেলাৰ গুৰি ফালে এডোখৰ কাঠত বন্ধা থাকে, তাক টেইলপিচ বোলে।

বেহেলাৰ ঠিক মাজখিনিত বুকুৰ ওপৰত পথালি ভাৱে ফণী খনৰ দৰে যে এচলা কাঠ থাকে, যি টাৰবিলাকক মূৰত লৈ তুলি ধৰি থিয় হৈ থাকে তাক ব্ৰিজ (২) বোলে। টাৰৰ লগত বেহেলাৰ সংযোগ ৰখাই ইয়াৰ কাম। এই ব্ৰিজটো নেথাকিলে বেহেলাৰ মাত নোলায়। বজাৰৰ সময়ত যদি কোনো এটা টান বস্তুৰে ব্ৰিজ খনক এনেকৈ চেপি ধৰে যে টাৰৰ কম্পন তাৰ ভিতৰেদি গৈ বেহেলাত সংক্ৰমিত হবলৈ নেপায়, তেনেহলে বেহেলাৰ সুৰ নিচেই কম হয়। ব্ৰিজটো এনেকৈ চেপি ধৰিবলৈ মিউট নামে এটা বস্তু আছে, তাক কলিকতাৰ বাদ্য-যন্ত্ৰাদিৰ দোকানত পোৱা যায়। যি ঠাইত ওচৰ-চুবুৰীয়া মানুহে আমনি নোপোৱাকৈ বেহেলা বজোৱাৰ সুবিধা নাই তাত এই মিউট ব্যৱহাৰ কৰি বেহেলা বজোৱা হয়।

ব্ৰিজখনৰ দুয়োফালে বেহেলাৰ পেটত ইংৰাজী এফ আখৰৰ দৰে দুটা ফুটা থাকে। সেই দুটাক চাউণ্ডহোল বোলে। এই ফুটা দুটাৰ দ্বাৰাই বেহেলাৰ ভিতৰত বতাহৰ কঁপনি উঠি বেহেলাৰ সুৰ মিঠা আৰু প্ৰৱল হৈ ওলায়। দুয়োটা ফুটাৰ ঠিক মাজখিনিত এফ আখৰটোৰ মাজখিনিৰ দৰে অলপমান কটা থাকে। এই কটা খিনিৰ পোনেপোনেই ব্ৰিজখন বহে।

চাউণ্ড বেহেলাৰ ভিতৰৰ পোনে চালে দুটা বস্তু চকুত পৰে। ১ম, ব্ৰিজৰ আগঠেঙ্গৰ তলত এটা খুটি বেহেলাৰ বুকু আৰু পিঠিৰ মাজখিনিত ঠেকা দি থিয় হৈ আছে। এই খুটিটোৰ নাম চাউণ্ডপোষ্ট। বেহেলাৰ চৰা সুৰৰ টাৰবিলাকৰে সৈতে পিঠিৰ কাঠখনৰ সংযোগ কৰি দিয়াই ইয়াৰ কাম। ব্ৰিজৰ আগঠেঙ্গৰ অলপ পাচতে চাউণ্ড পোষ্ট থাকে। ২য়, ব্ৰিজৰ বাওঁঠেঙ্গৰ তলত এখন কাঠ দীঘলীয়া ভাবে থাকে। বেহেলাৰ সমুখৰ কাঠ খনত আঠাৰে যোৰা দিয়া থাকে। ব্ৰিজৰ বাওঁ ভৰিক আশ্ৰয় দি লগে লগে বেহেলাৰ সমুখৰ কাঠখনৰে সৈতে খাদ সুৰৰ টাৰবিলাকৰ সংযোগ কৰোৱাই ইয়াৰ কাম। ইয়াৰ নাম বীম (Beam)। বেহেলাৰ সমুখৰ আৰু পিঠিৰ কাঠ দুখনৰ গুণ দুই ৰকম। সমুখৰ কাঠখন অলপ কোমল, ইয়াৰ দ্বাৰাই খাদ সুৰৰ দীঘল কম্পনবিলাক সহজে হয়; পিচৰ কাঠখন অলপ টান; ইয়াৰ দ্বাৰাই চৰা সুৰৰ খৰ কম্পনবিলাক ভালকৈ ওলায়।

বেহেলাৰ ডিঙ্গিৰ আগপিনে এখন দীঘল কাঠ থাকে। এই কাঠখনৰ আধাখনি বেহেলাৰ ডিঙ্গিৰ সৈতে জোৰা থাকে, আৰু আধাখিনি ডিঙ্গিৰ কাষৰপৰা বাহিৰ হৈ বেহেলাৰ বুকুৰ ওপৰেই দি বুকুখন চোৱা-নোচোৱাকৈ ব্ৰিজৰ ফালে বহু দূৰলৈকে থাকে; বেহেলাৰ টাৰবিলাক এই কাঠৰ সহিতে প্ৰায় সমান্তৰাল (parallel) ভাবে আৰু ইয়াৰ গাত গা লগাকৈ থাকে। বজাৰৰ সময়ত বাওঁ হাতৰ আঙ্গুলিৰে টাৰক এই কাঠখনৰ ওপৰত টিপি ধৰি আৱশ্যক মতে ওখ বা নাম সুৰ বাহিৰ কৰিব পাৰি। ব্ৰিজৰ যিমান ওচৰৰ ফালে টিপ পৰে, তিমানলৈকে চৰা সুৰ ওলায়; আৰু ব্ৰিজৰপৰা যিমান দূৰৰ ফালে টিপ পৰে তিমানেই খাদ সুৰ পোৱা যায়। এই কাঠখনৰ নাম ফিঙ্গাৰবোৰ্ড। ফিঙ্গাৰবোৰ্ডৰ ওপৰৰ ফালে আগত এডোখৰ নিচেই সৰু কাঠ আছে, তাৰ নাম নট। নটৰপৰা ব্ৰিজলৈকে টাৰৰ যি অংশ, সেয়ে হে বাজে। নটৰ কাম টাৰৰ এই ফলিক ফিঙ্গাৰবোৰ্ডৰ সৈতে একেবাৰে লগ লগাই নিদিয়া। নটৰ আৰু এটা কাম এই যে, সেই কাঠখন পথালি হৈ থকাত টাৰ বিলাকে ক্ৰমে কাঠ কাটি ভিতৰলৈ সোমাই যাব নোৱাৰে।

বেহেলাৰ জোঁৰ ডালত চাইটা বস্তু উল্লেখ কৰিব লগীয়া আছে। সেই চাইটাৰ নাম কাঠি, ফান, নট আৰু স্ক্ৰুপ। স্ক্ৰুপ ডাল পকাই ফানবিলাক টান আৰু ঢিলা কৰিব পাৰি। জোঁৰডালৰ গুৰিৰ ফালে যি ডাঙ্গৰ কাঠডোখৰ থাকে, তাকে নট বোলে।

(২) ব্ৰিজক আমাৰ ভাষাত ঘোৰা বুলি কয়।

ক্ৰমশঃ।

# ফিৰিঙতিৰপৰা খাণ্ডৱ দাহ।

"আইটী শয়নি অ! মাৰক ক, আজি আঞ্জাত লোণ দিবলৈ পাহৰিলে। ভাত এগাল খাবলৈ আহিলে সদায় এনেবিলাক আহুকাল। ক, সানি খাবলৈকে অলপ লোণ লৈ আহিলে ভাল।" হাকিম ডিম্বধৰ বৰুৱা মুনচুপে পুৱা দহ বজাত ভাতৰ পাটত বহি এগৰাহ ভাত মুখত দি এই কথা কোৱা মাত্ৰকে, বাৰৰ সিফালে আখলৰ চৰুৰ কাষৰপৰা হাকিমনী মুনচুপনীয়ে ঠেহেৰ কৰে মাত লগালে;— "আমি ৰান্ধিলে আঞ্জাত লোণ নহয়, ভাত আধা-ফুটা হয়, মাছ কেচাই থাকে, কিবা বোলে নে ঢেৰুৱাৰ ঠাৰি নিসিজে। ৰান্ধনি বামুন নাইবা খানচামা নেৰাখে বা কিয়? সিহঁতে ৰান্ধি দিলেই দেখোন জুতি ধৰি খাব পাৰে; আৰু কিবা বোলে নে গোলামী জনীয়েও "ছুটি" পায়।"

হাকিম।— "উস্! এইটো ভয়ঙ্কৰ কথা দেখিছোঁ যে, আঞ্জাত লোণ নহলে নাই হোৱা বুলি কব নেপায়; ভাত দেই গলে বা শুকাই কৰ্কৰা হলে দেই গল বা কৰ্কৰা হল বুলি কব নোপায়, গাখীৰ কুৰাচিলে কুৰাচি গল বুলি কব নেপায়, লৰা-ছোৱালীক কন্দুৱালে কিয় কন্দুৱাইছ, বুলি সুধিব নেপায়। এনে কথা, কত আছে, কত দেখিছা! মোৰ ঘৰত মই কোনো নহওঁ নে? এইখন ঘৰৰ গৰাকী কোন? এইখন মান-মৰাণৰ মলুক হল নে কি?"

হাকিমনী।— "এৰা এইখন মান-মৰাণৰ মলুক হল; মই মাননী—মৰাণনী হলোঁ! মই আজিৰপৰা ভাত ৰান্ধিব নোৱাৰোঁ। নেৰান্ধো সকলোকে কৈ-দিলোঁ। আজিৰ পৰা কোনে মোৰ হতুৱাই ভাত ৰন্ধায়, তাকো দেখিম। বোলো দেখিবা, দেখিম, দেখিম, বোৱাৰীয়েকহঁতে এগাল ৰান্ধি ভৰিৰে গৰাই দিলে তেতিয়া সকলোৱে হেপাই পলুৱাই খাব।"

হাকিম।— "কি কলি পাষণ্ডী! পাপিষ্ঠী তোৰ ইমান মুখ বাঢ়ি গৈছে!" এইবুলি ডিম্বধৰ বৰুৱা মনচুপ ডাঙৰীয়া হাকিমে কাঁহীৰ ভাত কাঁহীতে এৰি, চুৱা হাতেৰেই ঘৈণীয়েক মনচুপনী হাকিমনীক ভালকৈ এখুন্দা দিবলৈ গোণা ম'হে চোচা লোৱাদি চোচা ললে। পুতেক শূলধৰ তৌজিনবিচ ডেকা বৰুৱায়ো বাপেকৰ ওচৰতে বহি পেট নামে ভূ-ভাৰতত জনম লোৱা সেই নিজা ছালৰ মোনাত একান্ত মনে গৰাহে গৰাহে ভাত খাজি আছিল। কিন্তু কথা বিসঙ্গতি হল যেন দেখি তেওঁ একে চাবেই উঠি বাপেকৰ ভৰিত সাবট মাৰি ধৰিলে; আৰু ডাঙৰীয়ায়ো মত্তি-চৰা মখনা হাতীয়ে উচাল মাৰি ভৰিৰ বান্দা ছিঙাদি পুতেকৰ সেই হাতৰ বান্ধ ছিঙি যাব খোজোঁতেই মাটিত গুৰি-কঁঠাল পৰাদি হামখুৰি খাই পৰিল; আৰু তাৰ ফলস্বৰূপে তেওঁৰ মুখৰ চিকচিকীয়া আগদাঁত এটা চিৰকাললৈ ভাগি থাকিল। তাৰ উপৰিও ঘিঁউ চেনি ভিতৰলৈ সুমুৱা আৰু তিতা মাত বাহিৰলৈ উলিওৱা তেওঁৰ বহুমূলীয়া ওঠখন কাটি তাৰপৰা বোম্বানলে তেজ ববলৈ ধৰিলে। ডাঙৰীয়া মূছকছ গল। ক্ষন্তেকতে ঘটনাটো গৈ গুৰুতৰ হল দেখি চাৰিওফালৰপৰা লগুৱা-লিকটো টেকেলা বেঙেনা যত যি আছিল আটাইবোৰ লৰি আহি ডাঙৰীয়াক তুলি ধৰি বহুৱাই তেওঁৰ মূৰত তেল-পানী দি বিচিবলৈ লাগি গল। ডাঙৰীয়ানীয়েও কি কৰোঁতে কি হল দেখি, আখাৰ আৰু খঙৰ আঙথাবোৰত হুৰহুৰ কৰে পানী ঢালি দি, "অ, মোৰ ভৈয়াইৰ কি হল ঔ!" "মোৰ ভৈয়াইক হাততে হেৰুৱালোঁ নে কি ঔ!" বুলি ৰাউচি মাৰি দি উধাতু খাই লৰি আহিল।

কিছুমান বেলিৰ মূৰত ডাঙৰীয়া সুস্থ হল। ঘৰত মুনচুপ ডাঙৰীয়া আৰু বনত দাঁত-ভগা ফেটী-সাপ এই দুইৰো মাজত কি কি বিষয়ত মিল আৰু কি কি বিষয়ত অমিল, সেই কথাৰ বিচাৰ কৰিবলৈ ডাঙৰীয়াই শত্ৰুক সুবিধা দি, লাহে লাহে চেঁচা পানীৰে নিজৰ মুখ ধুই ভগা-দাঁতৰ গুৰিৰ আৰু কটা ওঠৰ আগৰ তেজ ৰখাই কাছাৰিলৈ যাবলৈ ওলাল। ওলাল মানে গলেই বুলিব লাগে; কাৰণ বেলি দুপৰীয়া হৈ গৈছিল দেখি খৰধৰকৈ তেওঁ যাবলৈ বাধ্য হৈছিল; মাথোন

বাটত হঠাৎ ডাঙ্গৰীয়াৰ আগত পৰি, তুৰাই তৰণিয়ে ভৰিত বুট জোতাৰে সৈতেই ডাঙ্গৰীয়াক "চেলাম" কৰাত, তুৰাইক "কুকুৰৰ পো কটা" বুলি ডাঙ্গৰীয়াই গালি পাৰি এখুন্দা দিব খোজাত হে যি অলপ অচৰপ পলম হৈছিল। সি যি হওক, ধুমুহা-বতাহৰ কোবত ডাবৰ উৰি যোৱাৰ পিচত ৰদ ৰেঙোৱাৰ দৰে সেই দিনাৰ দুৰ্যোগ কাটি গল। হাকিম ডাঙ্গৰীয়া "এজলাচত" বহিল আৰু তেওঁৰ মুখত সুখৰ ৰেঙ্গনি ওলাল। কিন্তু দুৰ্ঘোৰ বাৰিষা কালত ৰেঙোৱা ৰদ ক্ষন্তেকীয়া হোৱাৰ দৰে সেই ৰেঙনিও ক্ষন্তেক থাকি মৰি গল। হাকিমে কাপ লৈ কিবা কাকত এখন চহি কৰোঁতে দেখিলে যে, কাপৰ মুখখন কাকতত চেৰ্চেৰাই গৈছে। হাকিমে সেই চেৰ্চেৰনিটো কাকতে কাপৰ ওপৰত কৰা গোচৰ বুলি ধৰি লৈ তৎক্ষণাৎ কাপৰ "জবানবন্দী" লৈ "চুমাৰি" বিচাৰ কৰি কাপটোক কলীয়া পানীলৈ পঠিয়ালে, আৰু কাপ আচামীৰ সহায়ক বুলি ৰামগোলাম দপ্তৰীক ৫ টকা জৰিমনা কৰিলে।

বাৰ বাজি পোন্ধৰ মিনিট হৈ গল, তেতিয়াও মিনাৰাম পেচকাৰে মকৰ্দ্দমাৰ নথিবোৰ হাকিমৰ আগত দিয়া নাই। মিনাৰামৰ কামত বৰ "গাফিলী" বুলি হাকিমে তেওঁক এমাহৰ দৰমহা জৰিমনা কৰিলে।

ইয়াৰ পিচত এটা ছোৱালী চুৰি মকৰ্দ্দমাৰ নথি হাকিমৰ হাতত পৰিল; আৰু "আসামী ফৰিয়াদীৰ ফোকাৰ হল।" ফৰ্চাচিং কনিষ্টবলে ভুলকৈ "ফোকাৰিলে" "জয়ৰাম কলিতা আসামী হাজিৰ!" পেচকাৰে লাহেকৈ ফৰ্চাচিঙক কলে, "জয়ৰাম কলিতা নহয়, জিৎৰাম কলিতা হে!" ফৰ্চচিঙৰ দুৰ্ভাগ্যৰ গুণে লাহেকৈ কোৱা কথাকেষাৰো হাকিমৰ কাণলৈ গল। হাকিমে তেতিয়াই ধৰি ফৰ্চাচিঙ্গক "চচপেণ্ড" কৰি থলে।

মকৰ্দ্দমাত জিৎৰাম দোষী প্ৰমাণ নাই হোৱা বুলি জিৎৰামৰ পক্ষৰ উকিল বিদ্যাৰাম শইকীয়াই-কৈ দীঘলকৈ বক্তৃতা মেলিব খোজোঁতেই উকিলক "চুপৰও" বুলি হাকিমে ভেকাহি মাৰি দি জিৎৰামক তিনি মাহলৈ ফাটিকাত দিবলৈ হুকুম দিলে। বিদ্যা উকিলে আকৌ কিবা কব খোজাত "আদালত অবমাননা" বুলি হাকিমে উকিলক কুৰি টকা জৰিমনা কৰি সেই গোচৰৰ সেই খিনিতে সামৰণি ঘেটা মাৰিলে।

কু-গ্ৰহে পোৱা হাকিমৰ কথা আমি এই খিনিতে এৰি দুৰ্ভগীয়া পেচকাৰৰ কথা কওঁ। গধূলি বেলিকা পেচকাৰে এবোকোচা মনৰ দুখ কাছাৰীৰপৰা ভাৰ বৈ ঘৰলৈ আনি তেওঁক হাত-মুখ ধুবলৈ পানী এলোটা দিয়াত নামমাত্ৰ পলম হোৱাত, আৰু তাৰ পিচত ধঁপাত এচিলিম লগাই দিবলৈকো তেনে হোৱাত, লগুৱা লৰাটোক ঠলামুৰীয়াই দিলে। অন্যায় দেখি আৰু গিৰিয়েকৰ সেই দিনাৰ মানসিক অৱস্থাৰ বিষয়ে একো সম্ভেদ নেজানি পেচকাৰণীয়ে লগুৱাটোৰ হৈ একেষাৰ মতাত পেচকাৰে পেচকাৰণীৰে সৈতে ঢেঁকীঠোৰা এটাৰ নতুন বিধৰ চিনাকি দিব খোজোতেই জানিবা টেঙ্গৰী পেচকাৰণীয়ে লৰ মাৰি কলা-বাড়ীত সোমাই নিজৰ প্ৰাণ আৰু নীতি শাস্ত্ৰৰ মানৰক্ষা কৰিলে; কিন্তু অৰসিক লগুৱাটোৱে পেচকাৰ ডাঙ্গৰীয়াৰ লপাথপা কিলকেইটাক গুৰুসাগুৰুল কিলৰ শাৰীত পেলাই তেতিয়াই নিজৰ লামলাকটু কেইডাল লৈ পেচকাৰৰ ঘৰতে এৰি থৈ গুচি গল; লাভৰ ভিতৰত লগুৱাৰ অভাৱত পেচকাৰণীয়ে এমাহলৈ চুৱা ধুব লগীয়াত পৰিল; আৰু পেচকাৰে স্বহস্তে তিয়নী চেপা, ধঁপাত লগোৱা আদি কাম কাছাৰীৰ নথীৰে সৈতে সমানে পেচ কৰিব লগীয়া হল।

ফৰ্চাচিং কনিষ্টবল সঁচাসঁচিকৈয়ে "চচপেণ্ড" হৈ চাপ্ৰাচী পাগুৰি শোধাই দি মনৰ দুখত মদৰ দোকানত সোমাই টেটুলৈকে এটেটুকৈ মদ খাই মতলীয়া হৈ তাতে আৰু এটা মতলীয়া মানুহৰে সৈতে প্ৰথমতে কোলাকুলি, দ্বিতীয়তে গলিয়াগলি, তাৰ পিছত মৰামৰি আৰু শেহত মুৰ ফলাফলি কৰি হাস্পতাল পালেগৈ আৰু দণ্ডবিধি আইনৰ ধাৰামতে তাৰ উপৰি গোচৰ "ৰিজু" হল।

তুৰাই তৰণিৰ ছোৱা শুনিলে গাৰ তৰণি হেৰাবৰ কথা। ৰাজ আলিত বাটৰুৱা মানুহৰ আগত ওপৰত কৈ অহাৰ দৰে তেওঁ অপমানিত পাই আৰু লাজ ক্ৰোধত জৰ্জ্জৰিত হৈ মুনচুফ ডাঙ্গৰীয়াৰ নামে হৰমতৰ দাবিৰ গোচৰ কৰিবলৈ বাৰেবঙ্গলুৱা ভাষাত আৰ্জি এখন লিখি লৈ তেওঁৰ গৰাকী উকীল ব্ৰাহিৰাম শৰ্ম্মাক দেখুৱালে। ঘটনা গুৰুতৰৰ ফালে অহা দেখি উকীলে তুৰাইক তপত-চেঁচা, অনেক বিধৰ কথাৰে সেকি-টেকি শান্ত কৰি কোনো মতে হে সেই আৰ্জ্জিখন

দাখিল নকৰাকৈ ৰাখিলে। কিন্তু, কঁকালৰ কোব নেপাহৰা সাপৰ দৰে তুৰায়ে সেই অপমানৰ কোব নেপাহৰি, দুদিনৰ পিচতে ধৰ্ম্মাৱতাৰ হাকিমৰ গাত ভেটী-খোৱা অপবাদ দি চীফ কমিচন চাহাবলৈ বেনামীকৈ চিঠি এখন লিখি পঠিয়াই অতাই হে তেওঁ কোনো মতে চেঁচা পৰিল।

দুখীয়া ৰামগোলাম দপ্তৰীয়ে অলপ "কচুৰতে" পাঁচ টকা জৰিমনা ভৰি, দুখৰ ভাৰ মনত লৈ ঘৰ পাই, ঘৈণীয়েকে তিনি বছৰৰ আগেয়ে কৰা পুৰিণ জগৰ এটা সুৰঁৰি, তাৰবাবে তাইক এখুন্দা দি, চতাই বেহেৰাৰ ঘৰ ওলালগৈ। চতায়ে ছমাহৰ আগেয়ে ৰামগোলামৰপৰা টকাত চাৰি পইচা বাধিত ছটকা ৰূপ ধাৰে নিছিল। ৰামগোলামে তাৰ্ কঁকালৰ গাঠিত কম পৰা ৰূপ ছটকা ছপাই আনিবলৈ গৈছিল। "এতিয়া মোৰ হাতত ৰূপ নাই, দিব নোৱাৰোঁ, পিছত দিম" বুলি চতায়ে কোৱাত, কুমাৰৰ হাতুৰিৰ মুখত তপত ফিৰিঙতি ওফৰাদি ৰামগোলামৰ খঙৰ ফিৰিঙতি উফৰি যাবলৈ ধৰিলে। ক্ষন্তেকতে দুয়ো গলিয়াগলি আৰু তাৰ পিছত হতাহুতি লগালে। তাৰ পিছত, বেহেৰাৰ ঘৈণীয়েক বেহাৰনীয়ে বাঢ়নি হাতত লৈ সেই ভাৱনাত প্ৰৱেশ কৰি ৰামগোলামক খুচি দিলত বেহেৰা চতায়ে ঘৈণীয়েকৰ সোঁ-শৰীৰে সম্পূৰ্ণ সহানুভূতি আৰু সহায় লাভ কৰি পৰম উৎসাহিত হৈ বপুৰা ৰামগোলামক গতাৰে সোধ-পোছ কৰি আগবঢ়াই থৈ আহিয়েই ক্ষুদ্ৰ অথচ গপগপীয়া ভাৱনাৰ ওৰ পেলালে। ৰামগোলামে কিন্তু চতাই-চতায়নীৰ নামে পিচদিনা কাছাৰীত "মাৰপিটৰ" গোচৰ নকৰাকৈ নেৰিলে। এইখিনিতে কবলৈ পাহৰিছো যে চতাই-চতায়নীয়ে ৰামগোলামক মাৰধৰ কৰাত, "কি অনায় কথা চতাই কাই! তইঁতে মানুহটো কিয় অনাহকতে মাৰিছহঁক" বুলি ওচৰ-চুবুৰীয়া পিথু শইকীয়াই মাত লগোৱাত, চতায়নীয়ে পিথুক তাৰ সাত পুৰুষ উকতি গালি পাৰি দিলে আৰু তাৰ ফলস্বৰূপে পিথুৰ মাকৰ মাহীয়েকৰ মোমায়েকৰ জীয়েকক চতাইৰ পুতেকৰে সৈতে বিয়া দিবলৈ খোজা-বঢ়া কৰা বিয়াখনি ভাগি থাকিল।

বিদ্যাৰাম উকীলৰ কীৰ্ত্তি ফেৰাও এইখিনিতে কৈ, এই বেগেতীয়া বুৰঞ্জীৰ ওৰ পেলাব খোজোঁ। তেওঁ বিয়া কৰোৱা ছোৱালীৰ, পোন্ধৰ দিনৰ আগেয়ে মাথোন নোৱাই তোলনী বিয়া হৈ গৈছিল। মনত বেজাইৰে তেওঁ সেই দিনা ঘৰলৈ আহি শহুৰেকলৈ ৰাতিয়েই চিঠি লিখি পঠিয়ালে যে, "মোৰ মক্কেলৰ কথা মতে মই অমুকা শহুৰেকলৈ এই জাননী দি জনালোঁ যে, অহা সপ্তাহৰ ভিতৰতে এটা দিন-বাৰ চাই তেওঁৰ জীয়েকক মোৰ মক্কেলৰে সৈতে শান্তি দিব লাগিব, নতুবা মোৰ মক্কেলে সেই ছোৱালীৰ স্বত্ব পৰিত্যাগ কৰিব আৰু শহুৰেকৰ নামে দেৱানী কাৰ্য্যবিধি আইনমতে ক্ষতিপূৰণ দাবী কৰি গোচৰ কৰিব।" শহুৰেকে জোৱায়েকৰ এই অদ্ভুত উকিলী চিঠি পাই বিমোৰ হৈ উত্তৰ পঠিয়ালে। "বাপা, তোমাৰ গা কেনে আছে, এই পত্ৰবাহকৰ মাৰফত জানিব দিবা, মই বৰ চিন্তিত হৈ আছোঁ। বিশেষ, মোৰ পক্ষে ইমান লৰালৰিকৈ শান্তি দিবলৈ দিহা কৰি উঠা একেবাৰেই অসম্ভৱ। মই অকলশৰীয়া মানুহ, তুমি দেখোন জানায়েই। অৱশ্যে এমাহমানৰ মূৰত মই ছোৱালী শান্তি দিবলৈ যথাসাধ্য চেষ্টা কৰিম। সম্প্ৰতি মই বৰ চিন্তিত হৈছোঁ। তোমাৰ গা কেনে আছে জানিবলৈ দিবা। যদিহে গা ভাল নহয়, তেন্তে মই বেজবৰুৱাক লগত লৈ এতিয়াই যাম।"

জোৱাঁই বোপাই শহুৰেকৰ উত্তৰ পাই ঘৃতাহুতি হৈ উঠিল। তেওঁৰ মূৰৰ তালুত খঙে ইমান উপদ্ৰৱ লগালে যে, তেওঁক দেখোঁতাৰ মনত খেলাবলৈ ধৰিলে যেন তেওঁৰ খং-জুইত চুলিবিলাক পুৰি খোপাখোপে কুকুহা যাব লাগিছে। তৎক্ষণাৎ তেওঁ আকৌ এখন চিঠি তেতিয়াই শহুৰেকলৈ লিখি পঠিয়ালে যে, যদি অহা সপ্তাহত শহুৰেকে ছোৱালী শান্তি নিদিয়ে, তেন্তে তেওঁৰ মক্কেলে, অৰ্থাৎ তেৱেঁই নিশ্চয় নিশ্চয় সেই ছোৱালী পৰিত্যাগ কৰিব। আৰু যদি হে শহুৰেকে পইচাৰ অভাৱত জীয়েকক শান্তি দিবলৈ পিচ হুঁহকিছে, তেন্তে জীয়েকক এনেই পঠিয়াই দিব পাৰে।" শহুৰেকে সেই চিঠি পাই কান্দি-কাটি পিচদিনা জীয়েকক দোলা এখনত তুলি লগত ওচৰ-চুবুৰীয়া তিৰোতা মানুহ এজনী দি লোটা-বাটি, কাঁহী কলহ গোটাচেৰেকে সৈতে জোৱাঁয়েকৰ ঘৰলৈ পঠিয়াই দিলে ; আৰু সেইদিনাই তেওঁ ভাত-চৰুটো পেলাই দি সকলোকে কৈ দিলে যে, তেওঁৰ জীয়েক-জোৱাঁয়েক জহনীত গল।

—শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# মনোবিজ্ঞান।

মেচমেৰিজমৰ (বশীকৰণ) দ্বাৰাই দৰ্শকবৃন্দক কৌতুক দেখুৱাবলৈ হলে বশীকাৰক জন প্ৰচুৰ পৰিণামে ক্ষমতাশালী সবল আৰু সুস্থ শৰীৰৰ বুদ্ধিমান, চতুৰ আৰু মনুষ্য চৰিত্ৰত অভিজ্ঞ হব লাগে। মূৰৰ গঠন চাই চৰিত্ৰ জনা বিদ্যাত (Phrenology) আৰু মনোবিজ্ঞানতো (Mental Science) বিশেষকৈ পাৰ্গত হব পাৰিলে কৌতুক দেখুউৱা বিদ্যাত সিদ্ধ হব পাৰি। যি মানুহক বশ কৰিব সেই মানুহৰ স্বভাৱ বিদ্যা-বুদ্ধি ততালিকে ধৰিব পৰা হব লাগে। তেহে যিজন যিহৰ যোগ্য তেওঁৰ দ্বাৰাই সেই কৌতুক দেখুৱাবলৈ সুবিধা হয়। ইয়াৰ বিপৰীতে চলিলে বশীকাৰক অকৃতকাৰ্য্য হৈ হাঁহিয়াতৰ পাত্ৰ হবলৈ ভয় থাকে আৰু বশীকৃত জনৰো অনিষ্ট হবৰ সম্ভৱ হয়। দৃষ্টান্ত এটা দিলেই বোধ হয় কথাটো বিশদ হব। বশীকাৰকে এজন শিক্ষিত মানুহক বশ কৰি (যি শিক্ষিত জনে কেতিয়াও পলৰে বিলত মাছ মৰা নাই) যদি সেই বশীকৃতজনক বশৰ অৱস্থাতে পলৰে মাছ মাৰিবলৈ আদেশ কৰে আৰু অশিক্ষিত এজনক বশ কৰি যদি বক্তৃতা দিবলৈ কয়, তেন্তে বশীকৃত দুজনে অস্বীকাৰ কৰি বা নেজানো বুলি কৈ বশীকাৰকক হাঁহিয়াতত পেলাব। কিন্তু, যদি শিক্ষিতজনক 'লেকচৰ'বা বক্তৃতা দিবলৈ কয় আৰু হজুৱা জনক মাছ মাৰিবলৈ কয়, তেন্তে দুয়োজনে তেওঁ কোৱামতে কৰি দৰ্শকবৃন্দৰ মনত অপাৰ আনন্দ দিব আৰু কৌতকু বঢ়াই বশীকৰণ বিদ্যাৰ মাহাত্ম্য বঢ়াব।

কৌতুক দেখুৱাব পৰা হবলৈ হলে বশীকাৰকে এই বিদ্যা প্ৰথমে ভালেমান দিন নিজৰ মানুহৰ ওপৰত অভ্যাস কৰি শিকিব লাগিব। সেই অভ্যাসৰ দ্বাৰাই বশীকাৰকে শিকিব যে, কেতিয়া কি কৰিলে কেনেকুৱা হব। সেই অভ্যাসৰ দ্বাৰাই বশীকাৰকে এইদৰে অভ্যাস কৰি নিজে নিজৰ ক্ষমতাৰ ওপৰত সম্পূৰ্ণে নিৰ্ভৰ কৰিবলৈ শিকিব। মনৰপৰা "পাৰিম নে নোৱাৰিম" অৰ্থাৎ খুহুধুহীয়া ভাব, ভয়, স্নায়ু দুৰ্ব্বলতা, অবিশ্বাস ইত্যাদি আঁতৰ কৰিবলৈ জানি লব। পোন প্ৰথমে দুই-এটা আৰম্ভণতে যদি দৰ্শকবৃন্দৰ আগত অকৃতকাৰ্য্য হোৱা যায়, তেন্তে বৰ লাজৰ কথা হব পাৰে আৰু বশীকাৰকৰো এই বিদ্যাত আস্থা কমি শেহত অপাৰগ হবৰ সম্ভৱ হব পাৰে। এই নিমিত্তে আগেয়ে ভালকৈ অভ্যাস কৰিব লাগে।

নিজৰ শৰীৰ নিৰোগী সবল কৰি লব লাগে। শৰীৰত সৰহ চুম্বক শক্তি কৰি লব লাগিব। নিৰোগী আৰু সবল হবলৈ হলে, মুঠতে কবলৈ গলে স্বাস্থ্যৰক্ষাৰ বিধিবিলাক পালন কৰিব লাগে। চুম্বক শক্তি বঢ়াবলৈ হলে কেতখিনিমান প্ৰকৃয়া, বিশেষ প্ৰাণায়াম শিকিব লাগিব। এই বিষয়ে শেহত বেলেগ প্ৰবন্ধেৰে কিছুমান ইঙ্গিত দিয়া যাব।

বশীকাৰকক বৰ সাৱধান আৰু চতুৰ বিধৰ মানুহ হব লাগিব। নিজে 'ভেবা-গঙ্গাৰাম' হলে বশীকাৰকৰ দ্বাৰাই অস্বাভাৱিক ক্ৰিয়া দেখুৱাবলৈ যাওঁতে বশীকাৰকৰ ঠাট্টাৰ দ্বাৰাই নিজেই হাঁহিয়াতৰ পাত্ৰ হবৰ বৰ ভয় থাকে। পৰাপক্ষত শিক্ষিত সম্প্ৰদায়ৰ মানুহে এই বিদ্যাত ভিতৰি আস্থ ৰাখিব নোখোজে, আৰু দৰ্শকবৃন্দৰ ভিতৰত অনেকৰে মনত বশীকাৰকক পাৰিলে ফেইল বা অকৃতকাৰ্য্য কৰি লাজ দিবৰ ইচ্ছা থাকে। দৰ্শকবৃন্দৰ ভিতৰৰপৰা মানুহ আনি বশ কৰিবলৈ ধৰিলে দুই-এজন দুষ্ট প্ৰকৃতিৰ মানুহ আপোনা-আপুনি আগবাঢ়ি আহি "মোক বশ কৰা" বুলি উপস্থিত হবহি আৰু বশীকাৰকক হাত বুলাবলৈ দি অলপ পৰ সময় বশ হোৱা যেন দেখুৱাই পিচত দৰ্শকবৃন্দৰ ভিতৰত থকা তেওঁৰ বন্ধুবৰ্গলৈ বশীকাৰকক ঠাট্টা কৰি অঙ্গি-ভঙ্গি কৰিব। সেইদৰে কৰিলেই তেওঁৰ বন্ধুবৰ্গে গিজ্জনি মাৰি হাঁহি বশীকাৰকক বিদ্ৰূপ কৰি সমস্ত কৌতুককে নষ্ট কৰিবও পাৰে আৰু বশীকৰণ বিদ্যাকো উৰাই দিব পাৰে। এই নিমিত্তে বশীকাৰকে বশ কৰিবলৈ ধৰাৰ আগেয়ে অচিনাকী মানুহ হলে মনটো বুজি লব। যদি জানে যে, তেওঁ তেওঁৰে সৈতে ফেৰ পাতিবলৈ হে আহিছে, তেন্তে তেওঁক কিবাকিবি কৈ বা তোমাক বশ কৰিব নোৱাৰিম বা তুমি বশৰ যোগ্য নোহোৱা, এনেকুৱা কথা কৈ ওলটাই পঠাব লাগিব। অৱশ্যে তেওঁৰ মনত বেজাৰ দি পঠাব নেলাগে; কিন্তু এনে বুদ্ধিৰে পঠাব লাগিব যেন তেওঁ বেজাৰো নেপায় অৱশ্যে উলটি যাবলৈ বাধ্য হয়। যদি

বশীকাৰকে যাচি অহাজনৰ মন নুবুজি বশ কৰিবলৈ হাত বুলনি দিবলৈ ধৰে আৰু বশীকৃতজনে অঙ্গ ভঙ্গি কৰি তেওঁক বিদ্ৰূপ কৰিবলৈ ইচ্ছুক হোৱা যেন বুজে তেন্তে বশীকাৰকে তেওঁৰ বিদ্ৰূপ এনে ভাবে (বশীকৃতৰ বন্ধুসকলে বশীকাৰকক উৰাই নিবলৈ খোজাৰ আগেয়ে) প্ৰকাশ কৰি দিব যাতে দৰ্শকবৃন্দই বশীকৃতজনক হে মুৰ্খ ভাবে বা বিদ্ৰূপ কৰে। এনেকুৱা চতুৰ আৰু সুদক্ষ হব নোৱাৰিলে দৰ্শকবৃন্দক কৌতুক দেখুৱাবলৈ যাবই নেলাগে। কাৰণ, এবাৰ বেয়াকৈ বদনাম হলে আৰু সেই বদনাম হঠাতে আঁতৰাই কৃতসিদ্ধ বশীকাৰক হবলৈ বৰ পৰিশ্ৰমৰ আৱশ্যক হব।

বিখ্যাত বশীকাৰক কোটচ চাহাবে কৈছে ঃ— "এদিন মই এডনিবৰ্গ নগৰত ২০০০ দুই হেজাৰমান দৰ্শকবৃন্দ গোটাই লৈ বশীকৰণ বিদ্যাৰে কৌতুক দেখুৱাবলৈ ধৰিছো। দৈবাৎ সেইদিনা এটা পণ্ডিত নিযুক্ত কৰা হনেকচনৰ কাম আছিল। Rectoral telection সেইদিনা স্কুল আৰু কলেজৰ লৰাবিলাকৰ ছুটি আৰু আমোদৰ দিন। সিহঁতে সিইদিনা চাৰিওফালে যতে যতে থিয়েটৰ হয়, মিটিং হয়, গান-বাজানাদি হয় এনেবিলাক ঠাইত গোলমান কৰি ফুৰিবলৈ কৃতসংকল্প হৈছিল। এনেকি গোটেই এডিনবৰ্গকে সিহঁতৰ চিঞৰে বিদ্ৰূপে তোৰপাৰ কৰি তুলিছিল। থিয়েটৰ আৰু ৰাজহুৱা সভাৰ কাৰ্য্যা দক্ষবিলাকে সেই কথাৰ ভুপাই আগেয়ে তাৰ প্ৰতিবিধান কৰি থৈছিল। লৰাবিলাকে সেইবিলাক ঠাইত সোমাব নোৱাৰি পোনেই মই নিচলাৰ এই ঠাইলৈ আহি বলেৰে সোমাই, মহিলাবিলাকৰ গালৈ মটৰ মাহ দলিয়াই ধুলি জোকাৰি পেলাই দৰ্শকবৃন্দৰ ভিতৰত তোলপাৰ লগাব ধৰিলে। চাৰিওফালে হাই-উৰুমি হবলৈ ধৰিলে। মোৰ বশীকৃতবিলাকৰ কোনোজন বশৰ অৱস্থাতে বহি আছে। কোনোজন শুই আছে, কোনোজন মাছ মাৰিবলৈ বৰশী লৈ আছে। সিহঁতৰ গোলমাল থমাবলৈ মোৰ বাদ্যকাৰকজনে ধমাধম পিয়ানো বজাই হে বজায়, গোলমাল নেথামে। মই ভাবিলোঁ যে, এনেকুৱা সময়ত মই ধৈৰ্য্যচুতি হলে মোৰ বশীকৃতসকলৰ বিশেষ অপকাৰ হব আৰু আজি মোৰ এই কৌতুক প্ৰদৰ্শনীত বাধা পৰিলে মোৰ বিশেষ ক্ষতিও হব কি হব, উপায় নাই। মই কিছুমান বেলি ইফালে-সিফালে টহলি বাদ্যকাৰকক নবজাবলৈ ইঙ্গিত কৰি এবাৰ হঠাতে দৰ্শকবৃন্দৰে মুখ কৰি থিয় দিলো। মোক থিয় দিয়া দেখি মুহূৰ্তৰ নিমিত্তে দৰ্শকবৃন্দই হাই-উৰুমি এৰি মইনো কি কৰিব খুজিছো এই কথা ভাবি নিস্তব্ধ হল। তেতিয়া মই এইদৰে কলো ঃ—"ভদ্ৰ মহিলা ও ভদ্ৰলোক সকল! বিশেষ মোৰ নতুনকৈ অহা ছাতৰ বন্ধুসকল। এটি সাধু কথা কওঁ। এদিন এজাক কুকুৰে এটা শিয়ালক বৰকৈ খেদি লৈ ফুৰাইছিল। শিয়ালে লৰি লৰি পলাই শেহত নোৱাৰি কুকুৰবিলাকৰ মুখীয়ালটোৰ আগত খপকৰে থিয় হৈ সুধিলে ঃ— ভাইহঁত কিয় তহঁতে মোক এইদৰে এটা প্ৰাণীক খেদি লৈ ফুৰিছ। কুকুৰটোৱে কলে যে আজি আমাৰ চিকাৰৰ দিন। গৰাকীয়ে আমাক চিকাৰ কৰিবলৈ এৰি দিছে। শিয়ালটোৱে কলে,— ভাইহঁত! তহঁতে আজি চিকাৰ কৰি আনন্দ পাবি হয়; কিন্তু দুখৰ বিষয় তহঁতৰ আনন্দই আজি মোৰ মৰণৰ হেতু হল।" মই এই সাধু কথাটো বৰ ভাল কৈ কোৱা নহলেও মোক এই কথাই তৎক্ষণাৎ মহৎ উপকাৰ সাধিলে। লৰাবিলাকে মোৰ কথাটোত সন্তুষ্ট হৈ for he is a jolly good fellew এই গীতটি গাই নিস্তব্ধ হৈ একান্তমনে বশীকৰণৰ কৌতুক চাবলৈ ধৰিলে। পিছত মই দুই-চাইটা আন আন কৌতুক দেখুৱাই দৰ্শকবৃন্দৰ ভিতৰৰপৰা এজন ডাক্তৰ আৰু লৰাসকলৰ ভিতৰৰপৰা ৩০ জন লৰা আনি, এজন বশীকৃতৰ এহাতে মিনিটত ৫০ বাৰ আনি হাতে মিনিটত ১২০ বাৰকৈ নাড়ীৰ ধপধপনি দেখুৱাই আৰু এজন বশীকৃতৰ ফালে দি এটা সোণৰ পিন মাৰি তেজ নোলোৱাকৈ সেই পিন উলিয়াই আনি আৰু আন এজনক একেবাৰে জঠৰ কৰি দেখুৱাই দৰ্শকবৃন্দক আৰু লৰাহঁতক এনেকুৱা মোহিত কৰিছিলোঁ যে, তেওঁবিলাকে মোক নথৈ শলাগিলে। মই যদি গোলমাল হওঁতেই ভয় খাই ধৈৰ্য্য হেৰুৱালোহেঁতেন, তেন্তে সেইদিনা মোৰ যে কি লোকচান হলহেঁতেন কব নোৱাৰো। অলপ বুদ্ধিবৃত্তি চালনা কৰিয়েই মই সেইদিনৰ হবলগীয়া পৰাজয় সম্পূৰ্ণ জয়ত পৰিণত কৰিলোঁ। এই ঘটনাৰ দ্বাৰায়ে বুজি লব পাৰি যে, বশীকাৰক কেনেকুৱা চতুৰ আৰু সুদক্ষ হোৱা উচিত।

কেনেকৈ কৌতুক দেখুৱাব পাৰি এই বিষয়ে উক্ত ডাক্তৰ কোটচ চাহাবে যি দৰে কৈছে তাৰ আভাস অনুবাদৰ দ্বাৰাই আমি পাঠকবৰ্গক দিওঁ। কৌতুক দেখুৱাবলৈ হলে যে কেবল

বশীকৰণ শক্তিৰ ওপৰতে হে নিৰ্ভৰ কৰিব লাগে এনেকুৱা নহয়। ষ্টেইজত বা প্ৰদৰ্শনীত কৌতুক দেখুৱাবলৈ হলে সকলো ৰকমৰ শক্তি ব্যৱহাৰৰ আৱশ্যক। কোনো কোনো লোক বশীকৃত, কোনো কেৱল সম্মোহিত হে হয় আৰু কোনোলোক তোমাৰ বশলৈ আহিব বশীকৰণৰে সৈতে লগ-লগা মনোবিজ্ঞানৰ বলত। প্ৰাণী শৰীৰৰ চুম্বক শক্তি, ইঙ্গিত, অনুকৰণ, কল্পনা শক্তি, ভাব এইবিলাকৰ দ্বাৰায়ো কৰ্ম্মসিদ্ধ হব। ভালকৈ প্ৰয়োগ কৰিব পাৰিলে এই গোটেইবিলাকৰ প্ৰত্যেকটোৰ দ্বাৰা তোমাৰ কৰ্ম্ম সিদ্ধ হব। যদি তুমি এই বশীকৰণ বিদ্যাৰ মূল জানা আৰু অভ্যাস কৰিবলৈ শিকিছা, তেন্তে তুমি কৌতুক দেখুৱাবলৈ আগবাঢ়িবা। তুমি কোনো ঘটনাৰে ভাগ্যৰ বললৈ নানি তুমি যি যি মানুহক ভিতৰি ভিতৰি বশীকৃত কৰিবলৈ অভ্যাস কৰিছা, তাৰ দুই-চাৰিজনক দৰ্শকবৃন্দৰ ভিতৰত থবা। এই কেজনৰ দ্বাৰাই তুমি দিব্যদৰ্শন, দিব্যশ্ৰৱণ, দূৰদৰ্শন, দূৰশ্ৰৱণ, তথ্যনিৰূপণ ক্ৰিয়া দেখুৱাবা। এওঁবিলাকৰ দ্বাৰাই কেতিয়াও আন সাধাৰণ কৌতুক নেদেখুৱাবা। আন কৌতুক দেখুৱাবলৈ তুমি দৰ্শকবৃন্দৰ ভিতৰৰেপৰা মানুহ বাছি লবা। আৰম্ভণতে তুমি চমুকৈ ছুটীকৈ অথচ দৰ্শকবৃন্দৰ মনত লগাকৈ মেচমেৰিজমৰ বিষয়ে অলপ বক্তৃতা দিবা. ইয়াৰ পুৰণি ইতিহাস, ইয়াৰ দ্বাৰাই কেনেকৈ দিব্য দৰ্শন, দিব্যশ্ৰৱণ দেখুৱাব পাৰি, কেনেকৈ বেমাৰ আৰোগ্য কৰিব পাৰি, কেনেকৈ বিনা ক্লৰফৰমে ৰোগীক টোপনি নিয়াই অস্ত্ৰ চিকিৎসা কৰিব পাৰি ইত্যাদি বিষয়ে কবা। আৰু তুমি এই বশীকৰণ বিদ্যাৰপৰা কি কি অভিজ্ঞতা লাভ কৰিছা ইয়াৰ বিষয়েও চমু কৰি কৈ দৰ্শকবৃন্দৰ মনত এই বশীকৰণ বিদ্যাৰ বিষয়ে কৌতুক বঢ়াই লবা।

ইয়াৰ পাছতে দৰ্শকবৃন্দৰ ভিতৰৰপৰা দুই-চাৰিজন সাধাৰণ মানুহক মাতি আনিবা। কিন্তু তেওঁবিলাকক অনাৰ আগেয়ে কবা যে, বশ হলে তেওঁবিলাকৰ কোনো অপকাৰ নহব, হলেও সেই বিষয়ে মই জগৰীয়া আছোঁ। এনেকুৱা কথা ডাঠি কবা। যাক যাক বশ কৰিব নোৱাৰাঁ যেন বুজা সেইসকলক ওলটাই পঠাবা। তোমাৰ নিজৰ যি কেইজন দৰ্শকবৃন্দৰ ভিতৰত থাকে তাৰ এজন আনিবা। এজন অনাৰ উদ্দেশ্যে এই যে, এজনে বশ হৈ দেখুৱালে ই কেইজনো বশলৈ আহিব। তাৰ পাছত দৰ্শকবৃন্দক অলপ নিস্তব্ধ হবলৈ কৈ বাদ্যকাৰকক সুশ্ৰাব্য সুমধুৰ ধৰ্ম্ম সঙ্গীত বজাবলৈ দিবা। মানুহ কেইজনক দৰ্শকবৃন্দলৈ পিঠি দি চকিত শাৰী কৰি বহুৱাবা। সমুখ কৰিও বহাব পাৰা; কিন্তু পিঠি দি বহিলে মানুহ কেইজনাৰ মন দৰ্শকবৃন্দৰ আৰু পোহৰৰপৰা আঁতৰ হব। আঁতৰ হলে শীঘ্ৰে মোহনিদ্ৰাত পৰিব। বহাই লৈয়েই এবাৰ মানুহ কেইজনক ইমূৰৰ পৰা সিমূৰলৈ চাবা। চাই চাই যাক যাক বশ কৰিব নোৱাৰা বুজা, সেই কেজনক বিদায় দিবা। যদি তুমি মস্তিষ্ক বিজ্ঞানত অভিজ্ঞ, তেন্তে মানুহ দেখিয়েই চিনিব পাৰিবা; যদি অনভিজ্ঞ তেন্তে নিজৰ সাধাৰণ বুদ্ধিৰ ওপৰতে নিৰ্ভৰ কৰি কাম কৰিবা। যি যি মানুহৰ মুখত মদৰ বা ধঁপাতৰ গোন্ধ পোৱা সেই সেই মানুহক বিদায় দিবা। আৰু যি মানুহে পোনেই আহি আঁঠুৰ ওপৰত আঁঠু তুলি বহে সেই মানুহকে বিদায় দিবা। কাৰণ, আঁঠুৰ ওপৰত আঁঠু তোলা, ভৰি জোকৰা মানুহৰ সচৰাচৰ নিজৰ মনতে এটা গগুপৰ ভাব আছে। এনেকুৱা মানুহক বশ কৰিবলৈ গৈ নিজৰ শক্তিৰ অপচয় কৰাৰ সকাম নাই। যাক যাক বাছি ললা সেইসকলৰ নিজৰ মনৰপৰা সকলো ভাব আঁতৰ কৰিবলৈ কৈ তোমাৰ ওপৰতে নিৰ্ভৰ কৰিবলৈ কবা। আৰু তেওঁবিলাকৰ মনৰ পৰা চিন্তা আতৰ কৰিবলৈ তেওঁবিলাকৰ সোঁহাতৰ তলুৱাৰ ওপৰত বাওঁহাতৰ পিঠিখন থবলৈ হুকুম দিবা। তাৰ পাছত সেই বাওঁহাতৰ তলুৱাত দস্তাৰ এটা সৰু চাকি দি সেই চাকি চকুৰপৰা ৯ ইঞ্চিমান আঁতৰত ৰাখি চাই থাকিবলৈ কবা। সেইদৰে চাই থাকিবলৈ দি তুমি সাধাৰণ নিয়মমতে সিহঁতৰ গাত হাত বুলালেই সিহঁতৰ এটা এটাকৈ টোপনি আহিব। সিহঁতৰ টোপনি আহিলেই দৰ্শকবৃন্দৰ মনত কৌতুকৰ ভাব উপস্থিত হব।

তেতিয়া তুমি তোমাৰ বশীকৃতজনৰ ওপৰত নিজৰ হুকুম চলাবলৈ আৰম্ভ কৰিবা, অৰ্থাৎ নিজৰ বশলৈ আনিবা। মই নিজে হলে দস্তাৰ চাকি হাতত দি টোপনি ননাওঁ। কিন্তু মানুহবিলাক শাৰীকৈ বহুৱাই লৈ ইমূৰৰপৰা সিমূৰলৈ ১০ মিনিটমান পাচ বা দূৰৰপৰা হাত বুলনি দিয়েই টোপনি অনাওঁ। যেতিয়া তুমি সকলোবিলাককে সম্পূৰ্ণে বশ কৰিলা তেতিয়া বশীকৃত সকলৰ দ্বাৰাই হে যেনেকুৱা ইচ্ছা তেনেকুৱা কৌতুক আৰম্ভ কৰা। তুমি কল্পনাৰ বলেৰে অৰ্থাৎ বশীকৃত সকলৰ

মনত মিছা কল্পনা বা এটা ধাৰণা সুমাই দি আটাইবিলাককে এখন সুন্দৰ কল্পিত বাগানলৈ নি বশীকৃতবিলাকক সেই বাগানৰ সৌন্দৰ্য্য ফলমূল ইত্যাদি উপভোগ কৰিবলৈ দিয়া। আৰু সিহঁতৰ যিহকে ইচ্ছা তাকে কৰিবলৈ কোৱা। দেখিবা প্ৰত্যেকজনে নিজ নিজ স্বভাৱ অনুসৰি কাৰ্য্য কৰিব কোনো হয়তো (যি খকুৱা) সৰহকৈ ফলমূল ছিঙাত লাগি যাব। কোনো বহি খোৱাত ধৰিব। কোনো সৰহকৈ ফুল তুলি ফুলৰ তোৰাকে বান্ধিব। কোনোৱে হয়তো কল্পিত ফুল এটাত ধৰি দৰ্শন শাস্ত্ৰকে ভাবিব। কোনো হয়তো প্ৰাকৃতিক সৌন্দৰ্য্যত মোহিত হৈ গীতকে গাব। এইদৰেই প্ৰত্যেক জনেই নিজ নিজ স্বভাৱ অনুসৰি এই জাগ্ৰত স্বপ্নৰ লীলা দেখুৱাব। সিহঁতে এইদৰে কৰি থাকোতেই তুমি তাৰে এটা ফুলৰ ফল ছিঙিবলৈ ধৰা। বশীকৃতক কৈ দিবা যে, সেই গছজোপাত থকা বৰলে সিহঁতক খালে। দেখিবা সেই মুহূৰ্ত্তে বশীকৃত বিলাকৰ ভিতৰত তোলপাৰ লাগি যাব। কোনো কোনোৱে খালে বুলি জপিয়াই ফুৰিব, কোনো কোনোৱে খঙতে একো নাইকিয়া হয়। কোনোৱে গোটেইটো গা কাপেৰেৰে জোকাৰিব ধৰিব।

আকৌ যদি ইচ্ছা হয়, বশীকৃতবিলাকক এখন কল্পিত মৰিশালী বা কবৰখানালৈ যোৱা, দেখিবা তাতো তেওঁবিলাকে নিজ নিজ প্ৰকৃতি অনুসৰি কাম কৰিব। কোনোৱে হয়তো নিজৰ মৰা ভায়েকৰ কল্পিত কবৰৰ ওপৰত দুটামান কল্পিত ফুলকে চটিয়াব। কোনোৱে হয়তো থিয় দি মৃত্যুৰ বিষয়ে ভাবিবলৈকে লাগি যাব। কোনোৱে হয়তো মৰা মাকৰ কল্পিত কবৰৰ কাষত বহি হায়ে-বিয়ৈকৈ কান্দি কান্দি কব যে, "জীয়াই থকা কালত মই তোমাক সুখী কৰিব নোৱাৰিলোঁ, তোমাৰ হাক বচন মই নেপালিলোঁ। এতিয়া তুমি এৰি গলা!" এইদৰে কৰি থাকোঁতে থাকোঁতে হঠাতে তুমি তোমাৰ বাদ্যকাৰকৰ হতুৱাই নৃত্য-গীত কৰিব পৰা বাজনা বজাই দি বশীকৃত সকলক কৈ দিবা যে, তেওঁবিলাকে এখন আমোদৰ স্থললৈ গৈছে। দেখিবা, মুহূৰ্ত্তৰ ভিতৰতে তেওঁবিলাকৰ মনৰপৰা কবৰখানাৰ ভাব আঁতৰ হৈ মন আমোদত লাগি যাব। বাজনাৰ চেৱে চেৱে নাচিব পাৰিব। এইদৰে কৰি থাকোঁতে থাকোঁতে হঠাৎ বাজনাটো বন্ধ কৰি হাতত চাপৰ মাৰি কৈ দিয়া, "তহঁত লৰিব নোৱাৰা।" দেখিবা তৎক্ষণাৎ যি যতে আছিল ততে ৰব? এইদৰে ইটোৰ পাচত সিটো, সিটোৰ পাচত ইটো কৌতুক দেখুৱাই দৰ্শকবৃন্দৰ মনত অপাৰ আনন্দ উৎসাহ আৰু আচৰিতৰ ভাব উৎপন্ন কৰিব পাৰিবা।

যদি ইচ্ছা কৰা, ইয়াৰ পাচত এজনক হাতেৰে জাৰি জাৰি কাঠৰ দৰে ঠৰঙা কৰা। পিচত তাক থিয় কৰি তাৰ পাচফালে থিয় দি নিজৰ গাৰ ফাললৈ তাক হাত বুলনিৰে আকৰ্ষণ কৰা। সি তোমাৰ গাত পৰি যাব। তেতিয়া তাৰ মুৰত বগা ৰুমাল এখন বান্ধি দি ইকেজন বশীকৃতক সি মৰিল বুলি কৈ তাক কবৰ দিবলৈ লৈ যাবলৈ কৈ দিয়া, দেখিবা বশীকৃত কেজনে ধৰাধৰিকৈ তাক লৈ যাব। লৈ যাবলৈ ধৰোঁতে সেই সময়ত বাদ্যকাৰক সকলৰ হতুৱাই শোকলগা বাজনা বজোৱাবা। বশীকৃত কেজনে তাক লৈ গৈ মিছামিছি গাত খানি পুতিবলৈ উদ্যোগ কৰিব। এনেতে তাক দিমেচমেৰাইজ কৰি তাল কৰি হঠাতে থিয় কৰি দি, ই কেজনক কৈ দিয়া যে মৰাৰ প্ৰেত আত্মাটোৱে থিয় দিছে। দেখিবা সেই মুহূৰ্ত্ততে আকৌ তোলপাৰ লাগি যাব। কোনো ভয়তে কান্দিব কোনো পলাব, এইদৰে তোমাৰ যত ইচ্ছা কৌতুক সৃষ্টি কৰি যাবা। কিন্তু কৌতুক হৈ গলে প্ৰত্যেক জন বশীকৃতকে ভালকৈ জগাই বা দিমেচমেৰাইজ কৰি হে কৌতুক সামৰিবা।

ইয়াৰ পাচত যদি ইচ্ছা কৰা, আৰু দৰ্শক বৃন্দেও চাবলৈ হেঁপাহ কৰে, তেন্তে আগেয়ে দৰ্শকবৃন্দৰ লগত থৈ দিয়া। তোমাৰ সেই বিশেষ মানুহ কেইটা আনিবা। আনি সিহঁতক মেচমেৰাইজ কৰি হাতেৰে জাৰি টোপনিত পেলাই দিব্যদৰ্শন, দিব্যশ্ৰবণ ইত্যাদিৰ কৌতুক দেখুৱাবা। এইটো বিশেষকৈ মনত ৰাখিবা যে দিব্য-দৰ্শন, দিব্য-শ্ৰবণ যাৰ তাৰ দ্বাৰাই দেখুৱাব নোৱাৰি আৰু যাৰ দ্বাৰাই দিব্য-দৰ্শন দিব্য-শ্ৰবণৰ কৌতুক দেখুওৱা যায় তাৰ দ্বাৰাই অপৰ কৌতুক কেতিয়াও নেদেখুৱাবা। এইবিলাকত বাজেও সম্পূৰ্ণে মেচমেৰাইজ নকৰাকৈ অলপ হিপনচাইজ কৰিও দুই-চাৰিটা কৌতুক দেখুৱাব পাৰি। সেইবিলাক সাধাৰণতঃ সম্মোহনৰ কৌতুক। আঙুলিৰ মাজত আঙুলি দিয়াই সেই হাত মেলিব নোৱাৰা, পাচফালৰ জৰি থিয় হৈ থকা মানুহক বগৰাই পেলোৱা, নাকৰ ওপৰত হাত বুলাই মুদা চকু মেলিব নোৱাৰা কৰিব পৰা কৌতুকো আছে। কোনোলোকৰ যদি লৰা দাঁত টানি পেলাব লগীয়া থাকে সেই

লোককো দৰ্শকবৃন্দৰ আগতে মেচমেৰাইজ কৰি তাৰ দাঁত টানি পেলাব পাৰা। সি দুখ নেপায়। এইদৰে এই বশীকৰণ আৰু সম্মোহন বিদ্যাৰ দ্বাৰাই সংখ্যাতীত ধেমালি দেখুৱাব পাৰি কিন্তু প্ৰকৃত পক্ষে এই ধেমালি বিলাকৰপৰা বশীকৰণ বিদ্যাৰ একো লাভ নাই। দুটা-চাইটা পইচা উপাৰ্জ্জন কৰিব পাৰি। কিন্তু ৰোগীৰ ৰোগ নিবাৰণ কৰা, অধাৰ্ম্মিকক ধাৰ্ম্মিক কৰা; অসৎ পথৰ পৰা সৎপথলৈ অনা ইত্যাদি কৰিব পাৰিলে হে বশীকৰণ বিদ্যাৰ যথাৰ্থ উপকাৰ দৰ্শে। কিন্তু দৰ্শকবৃন্দক ধেমালি দেখুৱাওঁতেও যেন অযথা আমোদ, অযথা কৌতুক, অযথা ঠাট্টাদি কৰা নহয়, এই বিষয়ে মনত ৰাখিবা। আৰু যেন বশীকৰণ বিদ্যা দেখুৱাবলৈ যাওঁতে কেতিয়াও কোনো কথাতে ধৈৰ্য্যচ্যুতি নহয়, এই বিষয়েও সাৱধান থাকিবা। ক্ৰমশঃ।

## প্ৰাৰ্থনা।

আপোন গৌৰব ৰাখি, পৰসেৱা কৰা;
সুখে-দুখে, ৰোগে-শোকে, আপদে-সম্পদে,
মাতৃ সেৱা কৰি ৰাখোঁ মাতৃ নিৰাপদে;
— জীৱনৰ ব্ৰত মোৰ জনমৰেপৰা।

শিৰে শিৰে নিতে তাৰ বইছে নিজৰা,
সংসাৰৰ পুণ্য ভাগ আগ্ৰহেৰে লই,
সদা সজ উপদেশ অনুগামী হই,
আত্মোন্নতি কৰা আশা মোৰ হিয়া ভৰা।

নম্ৰতা, নজনা আদি গুণে নিজে সাজি,
— মাতৃ-ভাষা সেৱা কৰোঁ, আচল ধাউতি,—
ৰাখি সকলোৰে মাজে সকলোৰে প্ৰীতি;
সুযোগ সুচল পাই আগুৱালোঁ আজি।

হোৱাঁ তুষ্ট দয়াময়, কৰিছোঁ মিনতি,
যথাসাধ্য সাধোঁ যেন ভাষাৰ উন্নতি।

## হতাশা।

আমন-জিমন তোৰ আপোন-পাহৰা
ৰূপত পাহৰাঁ নিজকেই;
ক্ষুদ্ৰ নিজৰাৰ দৰে বিজন বনত,
ভাহি যাওঁ তোৰ গতিতেই।

নিকৰুণ ভাব আহি প্ৰাণত আঘাতে
যেতিয়া নুবুজোঁ বিশ্বগতি;
উমানত খেপিয়াই ফুৰোঁ আন্ধাৰত
লৱ তই হিয়াত সাবটি।

এটি হুমুনীয়া তোৰ, তাকেই বিলাব
তাৰেই আশ্বাস তাপিতক,
নসহে অন্তৰে তোৰ দুখিতৰ দুখ
বোধ দিয় উদাস মনক।

দিগন্তত বান্ধি উঠে বিশ্ব মহাবীণা,
ধাউতিত উধাই জগত,
তৰঙ্গিত সি বীণাৰ ললিত ৰাগিনী
জিন যায় তোৰ নিজানত।

গহীন নিশাৰ দৰে নিজম অন্তৰ
মুক্ত তোৰ উদাসিনী বেশ;
শূন্য প্ৰাণ আঁচলত উৰি যায় তোৰ
পৰি যায় বিষাদৰ ৰেখ।

বাসনাৰ কুহেলিকা, মোহৰ বিকাৰে,
নোৱাৰে চলিব তোৰ মন;—
তাপস যোগীৰ দৰে বনৰ মাজত,
নিজ ভাৱে নিজতে মগন।

নিৰ্লিপ্ত সংসাৰী যেন, প্ৰাণৰ মাজত
নাই তোৰ একোতে আসক্তি,
বিষাদ মুখৰ তোৰ এবাৰ মাতত,
কিয় হয় আপোন-বিস্মৃতি!

## জগন্নাথ বৰুৱা।

জগন্নাথ নামে যিটি অসমৰ তৰা।
মান্যবৰ হেমধৰ বৰুৱাৰ লৰা।।
বি, এ, "পাচ" "বিঁয়ে জগন্নাথ" হল।
চাৰকাৰী বিষয় ঠেলি চাহনিলে গল।।

অবাক অসমীয়াবোৰ ই কি কথা হল।
পঢ়ি-শুনি জগন্নাথ জহন্নামে গল।।
কিন্তু যেবে জগনৰ চোলাৰ মোনাত।
ঠুং ঠুং ৰূপ-বানৰ মিঠা দিলে মাত।।

সম্মানিলে গৱৰ্ণমেণ্টে খাতিৰিলে লোকে।।
অসমে সলাই মত ধৈলে যেন জোকে।।
সাধু-সাধু জগন্নাথ বৰ কেৰামত।
তোমাৰ মোলৰ লোক নাই আসামত।।

ডাঙ্গৰীয়া হেমধৰ ধন্য পুণ্যৱন্ত।
এনুৱা পুতাই পালে গুণে নাই অন্ত।।
ভাগ্যৰ চাকৰি ঘূৰি চলিল জগন।
প্ৰজাকাৰ্য্য ৰাজকাৰ্য্য নাই যত ধন।।

ৰায়বাহাদুৰ গৱৰ্ণমেণ্টে খিতাপিলে।
চীফ কমিচনাৰ বঙ্গলালৈ মাতি নিলে।।

"ওৱেল জগন্নাথ" বুলি খামুচিয়াই মুঠি।
"গুড বই" "ভাল লৰা" দিলে চনন্দ চিঠি।।

এডওৱাৰ্ডে শিঙ্গৰী ঘৰ উঠি উৎসৱত।
গোট খালে আলহী যতেক বিলাতত।।
সিসবৰ মাজে জগন অসমৰপৰা।
শুৱাই আছিল বহি ৰাজ বৰচৰা।।

এনে জগন্নাথ বিনে অসম বিকল।
কহে কৃপাবৰে কান্দি কিবা হব ফল।।
বৰং ন-কৈ জগন্নাথ জন্মাবৰ মনে।
অসমীয়া মাক-বাপে যতনা সঘনে।।

বুঢ়া বৰুৱাৰ এই আশীৰ্ব্বাদ।
বেজ শিবু বৰা সৈতে একেটা বহাত।।
মিলি জুলি থাকি অসমীয়া মাত মাতি,
কটোৱা ৰঙ্গেৰে কাল দুয়ো দিনে-ৰাতি।।

আগ-ভাগ বৰ মলা বৰ চৰু খাই।
স্বৰ্গত সদায় থাকা জগন সোণাই।।

—শ্ৰীকৃপাবৰ বৰুৱা।

## নৈৰ দাঁতিত।

(১)

তেতিয়া শাওনৰ মাহ, বাৰিষাৰ দিন। কেতিয়া কৰপৰা বৰষুণ আহি উটাই-বুৰাই জুৰুলি-জুপুৰি কৰে, একো কব নোৱাৰি। এদিন নৈ এখন পাৰ হৈ কিবা কামত আন এখন গাৱঁলৈ গৈছিলোঁ; আহোঁতে এনেকুৱা এজাক লৰা ধপৰা বৰষুণে পাই নিজৰ ক্ষমতাখিনি ভালকৈ দেখুৱাই হে এৰিলে। ছাতিটি তৰি কুকুৰখুজীয়া লৰ দি আহোঁতে নৈৰ কাষৰ বাটতে বুঢ়ী এজনীক লগ পালোঁ। নৈৰ দাঁতিত এটি পঁজা; সেইটি বুঢ়ীজনীৰ ঘৰ। বৰষুণৰপৰা ৰক্ষা পৰিবৰ আশাৰে সেই ঘৰটিতে সোমালোঁ। কিন্তু ঘৰটিৰ ছালৰ লগত খেৰৰ কেতিয়াৰপৰা

মনোবিবাদ কব নোৱাৰোঁ, ভালকৈ মনি চালাহে খেৰ থকা বুলি জানিব পাৰি; আজিকালিৰ বিশ্ববিদ্যালয়ৰ ডেকাসকলে হলে বিতচকু ব্যৱহাৰত লগাব পাৰিলেহেঁতেন। বৰষুণৰ পানী অবাধে ঘৰৰ ভিতৰত পৰিছিল; মজিয়াত যিবোৰ গাঁত আছিল সি পানীৰে পুৰ হৈছিল; আৰু তাৰে লগত ভাত-ৰন্ধা আখাৰপৰা পানী মিহলি হৈ ঘৰৰ ভিতৰতে নতুন প্ৰয়াগৰ সৃষ্টি কৰিছিল, অৰ্থাৎ গঙ্গা-যমুনাৰ সঙ্গমৰ প্ৰতিৰূপ উৎপন্ন কৰিছিল। বুঢ়ীজনীৰ বয়স আঠৈকুৰিমান যেন দেখি; কিন্তু পাচত জানিব পাৰিছোঁ, একুৰি পোন্ধৰ বা যোল বছৰমান হে; দুখে-কষ্টে বয়সৰ ভাগৰ মাৰি দিছিল। প্ৰথমতে দেখোঁতেই তেওঁৰ ৰূপ যে এদিন পূৰ্ণিমাৰ জোনকো লাজত পেলাব পাৰিছিল তাক বুজিব পাৰি। এতিয়া দেহটি ক্ষীণ; চুলিবোৰৰ বৰণ বগা; দাঁতৰ পাৰীত দাঁত নাই বুলিলেও হয়; — মুঠতে বৰ শোচনীয় অৱস্থা। যদিও এনে ধৰণৰ তিৰোতাজনীক চকুৰে বুঢ়ীত বাজে আন আখ্যান দিব নোখোজে, তথাপি ভাগ্যবানৰ ঘৰৰ, নাইবা পশ্চিম দেশৰ হলে যি তিৰোতাক যুৱতী হে বোলা উচিত, তাক যমে লাই পোৱা এনে কঠুৱা নাম দিবলৈ ইচ্ছা নজন্মিল। সেই কাৰণে, তেওঁৰ নাম ধৰিয়ে কওঁ;— তেওঁৰ নাম মালতী।

(২)

মোক তেওঁৰ ঘৰত অতিথি হোৱা দেখি মালতীৰ উথপ-থপ এখন লাগি পৰিল। বহিবলৈ দিবলৈ একো নাই; ইপিনে তেওঁৰ কানি-কাপোৰ যি আছিল সকলো তিতি যায়, মই নিজে এচলা পাট টানি আনি বহিলোঁ; আৰু তেওঁক বয়-বস্তুবোৰ চাবলৈ কলোঁ। অলপ পাচতে বৰষুণ এৰিলে। কান্দোনৰ পাচত লৰাৰ মুখৰ হাঁহিৰ নিচিনা সূৰ্য্যৰ কিৰণে গছৰ আগ জিকমিকাই দিলে। কেতিয়াবাৰপৰা মালতীক দুটা বা এটা কথা সুধিম বুলি ভাবিছিলোঁ; এতিয়া অলপ আজৰি পাই সুধিলো। মালতীয়ে কি কলে তাক তেওঁৰ কথাত কোৱা টান; মোৰ নিজা কথাতে কওঁ।

(৩)

যি ঠাইৰ কথা কৈছোঁ, তাৰপৰা অলপ দূৰৈতে এঘৰ ডাঙ্গৰ মানুহৰ বসতি কেইটামান টিনৰ ঘৰে বগা মুধকেইখন উলিয়াই ওচৰৰ গছবোৰক খেজেলিয়াইছে। মালতীয়ে কলে, "বোপা! এদিনাখন সেই ঘৰ মোৰ আছিল। তেতিয়া মই হেজাৰ মানুহক খুৱাইছিলোঁ। আজি মই আনৰ ভৰিত ধৰি পেটৰ ভাত উলিয়াব লাগে!" তেওঁৰ চকুৰপৰা কেটোপমান গধূৰ চকুলো পৰিল।

(৪)

মালতী সকৰেপৰা বৰ অভাগিনী ; কুক্ষণত জনম পোৱা কুলক্ষণী ছোৱালী। তেওঁৰ মাক-বাপেক বৰ আধ্যৱন্ত মান্যৱন্ত মানুহ নাছিল; কলৌ-জপৌ কৰি গৃহস্থখন চলাই সুখেৰে খাই-লৈ আছিল। যেতিয়া তেওঁৰ বয়স ৫ পাঁচ বছৰ, তেতিয়া তেওঁৰ পিতাকৰ মৃত্যু হল; বিধবা মাকে একেটি মাথোন সন্তান মালতীক বুকুত লৈ কোনোমতে থাকিল। এবছৰৰ মূৰত সেই চেনেহৰ প্ৰতিমা; পৱিত্ৰ তাৰ আধাৰ মাকেও মালতীক অপাৰ সংসাৰত অকলে এৰি থৈ এই জীৱনৰ দুখ আৰু কষ্টৰপৰা মুক্তি লাভ কৰিলে; পাঁচোটি বছৰ এদিন ইয়াৰ ঘৰত, এদিন তাৰ ঘৰত থাকি মালতীয়ে এঘাৰ বছৰ বয়সত ভৰি দিলে। বামুণৰ ঘৰৰ ছোৱালী; বিয়াৰ বয়স পাৰ হৈ গল। মাক-বাপেক নোহোৱা, নিসহায়, নিৰুপায়, মাউৰী মালতীক কোনে বিয়া দিয়ে এইদৰে আৰু তিনিটি বছৰ পাৰ হল। মালতীৰ বয়স তেতিয়া চৈধ্য বছৰ। যেতিয়া পদুমৰ কলিটি লাহে লাহে ফুলিবলৈ আগবাঢ়ে, অথচ সেই বাঞ্ছা তৃপ্তি নহয়; যেতিয়া দ্বিতীয়া বা তৃতীয়াৰ জোনৰ ক্ষীণ কলাটি পূৰ্ণিমাৰ পূৰ্ণতা পাবলৈ বিয়াকুল হয়, অথচ সেই আকাঙ্ক্ষা পূৰ নহয়; তেতিয়াৰ কালত সেই জোনত এটি অতৃপ্ত বাসনা, এটি আনন্দৰ ব্যাকুলতা আৰু এটি মধুৰ উন্মাদনা ফুটি উঠি— যি বৰ্ণাব নোৱাৰা সুন্দৰ। এই বয়সত ৰূপ আৰু সৌন্দৰ্য্য হোন্দোলদোলত এজন ডেকাৰে সৈতে মালতীৰ বিয়া হল। সমাজৰ মুখলৈ নেচাই আৰু গুৰুজনৰ কথা নুশুনি সেই ডেকাজনে মালতীক বিয়া কৰালে। এই ডেকাজনাৰ নাম কালীনাথ।

(৫)

কালীনাথৰ ঘৰ ইয়াতে; যি ঘৰৰ কথা কৈছিলোঁ, সি কালীনাথৰ। মাক-বাপেকৰ লৰা-ছোৱালীৰ ভিতৰত কালীনাথেই মাত্ৰ। শাস্ত্ৰৰ বিৰোধে সমাজৰ বিৰোধে আৰু গুৰুজনৰ বিৰোধে মালতীক বিয়া কৰোৱা দেখি কালীনাথক পিতাকে ঘৰত সোমাব নিদিলে। তেৰোঁ নানা ঠাইত ঘুৰি ঘুৰি

কাম-কাজৰ সংগ্ৰহ কৰিলে, আৰু মালতীক লগত লৈ সুখে খাই-লৈ থাকিল, তেতিয়া তেওঁলোকৰ এটি লৰা হল, ফুল ফুলিলে গছৰ, জোন উঠিলে আকাশৰ যেনে শোভা হয় মালতী আৰু কালীনাথে এই অমৃতৰ গঢ়া বস্তুটি পাই তাতোকৈ বেছি আনন্দিত আৰু শোভান্বিত হৈ উঠিল। কালীনাথে তেতিয়া তেওঁৰ পিতাকৰ ধন-সম্পত্তিৰ আশা এৰি দিছিল। নিজৰ ওপৰতে নিৰ্ভৰ কৰি সংসাৰৰ ভাৰ চলাইছিল; লৰা-তিৰোতাক পোহ-পাল দিছিল; আৰু সোণৰ অলঙ্কাৰ, ভাল ভাল কাপোৰ, গোন্ধ থকা তেলৰো খৰছ-পাতি যোগাব পাৰিছিল; বৰ টানত পৰা মানুহক দুটি-এটি পইচাও দিব পৰা হৈছিল।

(৬)

এনেতে কালীনাথৰ পিতাকৰ মৰণৰ সময় উপস্থিত হল। ঘৈণীয়েকে পুতেকৰ কথা বৰকৈ কান্দি কাটি কোৱাত তেওঁ কালীনাথক আহিবলৈ দিবলৈ সম্মত হল। কিন্তু, পণ্ডিতসকলে ব্যৱস্থা দিব নোৱাৰিলে যে, কালীনাথে পিতায়েকৰ কাম-কাজ কৰিব পাৰিব। ইফালে একো সঠিক হবলৈ নৌ পাওঁতেই পিতাকৰ মৃত্যু হল; ভতিজাক এজনে তেওঁৰ কাম-কাজ সমাপন কৰিলে।

(৭)

কিন্তু হেজাৰ হওক মাকৰ মন বৰ কোমল আৰু বৰ চেনেহৰ। কালীনাথৰ মাকে শাস্ত্ৰ, সমাজ সকলোকে কাতি কৰি থৈ কালীনাথক ঘৰলৈ আনিবলৈ ঠিক কৰিলে; আৰু সেই উদ্দেশ্যে নাও-মানুহ পঠিয়ালে; কালীনাথে ঘৰৰ বিৱৰণ শুনি আদৰৰ মাকৰ সুখ ভাবি নাৱত উঠিল, সকলোৱে ঘৰ বুলি যাত্ৰা কৰিলে।

ইয়াতে মালতী কান্দিলে। নাদৰ উঠি অহা পানীৰ বেগ যি দৰে অদমনীয়, তেওঁৰ চকুলোও তেনে।

(৮)

তেতিয়াও শাওন মাহ; এনে আধাতিতা আধাশুকান দিন; এনেকুৱা ভৰনদী; নদীৰ পাৰৰ আৰু গাঁৱৰ গছ বন আদিৰ বৰষুণ পৰা পাতৰ ওপৰত সূৰ্য্যৰ বেঁকা কিৰণ পৰাৰ বাবে এনেকুৱা জিকমিকীয়া অৱস্থা; এনে সময়; দূৰৈৰ চৰাইবোৰে বাহলৈ বাট মেলা দিছিল। সেইদিনা মালতীৰ মনত আনন্দৰ সীমা নাই; ইমান দিনৰ মূৰত শাহুৱেকক পাব; নতুন মাক এজনী মিলিব। কালীনাথে অতুল সম্পত্তিৰ অধিকাৰী হৈ সকলোৰে মাননীয় হব। তেওঁৰ সোণৰ পুতলি লৰাটিৰো আজি হাঁহিৰ ঠাই নাই; কালীনাথো আনন্দতে পুৰ; ইমান দিনৰ মূৰত মাকক দেখি কি কৰিব, কেনে লাগিব তাৰেই কথা-বতৰাত ব্যস্ত; সেইবোৰ কথা মালতীয়ে শুনিছিল। মালতীৰ নাও আগ কৰি দি কালীনাথ অলপ পাচত আহিছিল, যাতে তিৰোতাৰ গোলমাল ভাগিলে শান্তিৰে মাকৰ চৰণত এটি সেৱা কৰিব পাৰে, তেওঁৰ আদৰৰ চকুলো আশীৰ্ব্বাদেৰে সৈতে শিৰত ধৰি শান্ত আৰু পবিত্ৰ হব পাৰে। মালতীৰ নাও ঘাটত লাগিল; শাহুৱেকে আহি লৰাটিক কোলাত তুলি লৈ চুমা খাই খাই কন্দুৱাই পেলালে; বোৱাৰীয়েকক আকোৱালী মাৰি ধৰি আশীৰ্ব্বাদ কৰিলে; আৰু হাতত ধৰি নাওৰপৰা নমালে। চাৰিওফালে আনন্দ আৰু উৎসৱত থিয় হৈ থকা গাভৰুসকলে উৰুলি পাৰি মালতীক লগৰীয়াৰ সম্ভাষণ বাতৰি জনালে; নদীৰ পাৰ আনন্দে বিয়পি পৰিল। এনেতে এনেতে নৈৰ ফালৰপৰা কিহৰ এটি কেনে শব্দ আহিল! সকলোৱে চাই দেখিলে কি সৰ্ব্বনাশ! হায়, হায়! সৌৱা, চাকনৈয়াত পৰি কালীনাথৰ নাও বুৰ গল। ইমান আনন্দ, ইমান আশা সকলো অনন্ত জলত বুৰ গল!!

(৯)

মালতীৰ যৌৱনৰ আশা-ভৰশা সকলো সিদিনা সেই দুখৰ নৈত ডুবি গল। শাহুৱেকে লৰাটিৰ লগত মালতীক সাবোটা মাৰি ধৰি পাৰেমানে কান্দিলে। সংসাৰৰ ৰীতি অনুসৰি শোকৰ সেই ডুবাই ধৰা বেগ লাহে লাহে কমি আহিল; কেৱল নিৰাশাৰ এটি ছঁয়া, নিৰানন্দৰ এটি ছবি তেওঁলোকৰ চাৰিওফালে ঘূৰি ফুৰিব ধৰিলে। কিন্তু, এই দুখতো এনেকুৱা নিৰানন্দৰ গেলা ঠাইতো লৰাটিৰ অস্ফুটা মাত আৰু মধুৰ হাঁহিৰ কিৰণে তেওঁলোকৰ চকুৰপৰা কেতিয়াবা কেতিয়াবা সুখ-দুখসনা চকুৰপানী টানি আনিছিল। সংসাৰত সন্তানৰ সমান সুখৰ সামগ্ৰী কি আছে!

(১০)

মালতীৰ শাহুৱেক আৰু বেচি দিন নেবাঁচিল। ইয়াৰ ছমাহমানৰ মূৰতে তেওঁৰ পৰলোক হল। ইয়াৰ ভিতৰতে বহু টকা খৰছ কৰি তেওঁ মালতীক সমাজভুক্ত কৰি লৈছিল;

টকাৰ মুখ দেখি পণ্ডিতসকলৰ ব্যৱস্থাৰ আখৰবোৰে সাজ সলাইছিল। কিন্তু, যেতিয়া মানুহক দুখে লগ ধৰে তেতিয়া সি অকলশৰীয়া হৈ নাহে; তাৰ বিজয় পূৰ কৰিবলৈ অনুচৰো লগতে থাকে। মালতীয়ে ঈশ্বৰক চিন্তি, আৰু নিজৰ কপালৰ ওপৰতে সকলো দুখৰ ভাৰ দি, কোনোমতে পুতেকটিক বুকুত বান্ধি লৈ থাকিল। নিৰ্দ্দয় বিধতাৰ সিও সহন নহল। সংসাৰত বন্ধুহীন বিধবা এজনীৰ একেটি মাথোন মৰমৰ অমৃতসনা বস্তু সেই লৰাটিকো মাৰি নিলে। হায় বিধতা! এনে দুখুনীৰ একেটি মাথোন ৰতন তাকে কাঢ়ি নি সুখ পোৱাঁ। মালতীৰ জীৱন উদ্দেশ্যহীন হল; জীৱনৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা নাইকিয়াত পৰিল।

(১১)

এতিয়া মালতীৰ অতুল সম্পত্তি; ইমান সম্পত্তিৰ তেওঁ কথাকে শুনা নাই। কুৰি বছৰ বয়সত ইমান দুখ-কষ্ট সহি আৰু ইমান সম্পত্তিৰ অধিকাৰিণী হৈ, মালতীয়ে কি কৰিব একো বুজিব নোৱাৰিলে। আন্ধাৰ জীৱনৰ বাকী সময়খিনি কোনোমতে কটাব পাৰিলে মালতীৰ উদ্ধাৰ; তেওঁৰ ইমান টকাৰ দৰকাৰ কি? দূৰ সম্পৰ্কৰ দেৱৰ এজনক সকলো ভাৰ গতাই মালতী নিশ্চিন্ত হব খুজিলে। খত হল; খত ৰেজেষ্টৰী হল। ইমান দিন মালতীৰ মান আছিল, আদৰ আছিল, কাৰণ টকা আছিল। এতিয়া টকা আনৰ হল, লগতে মান আদিৰ সিও আনৰ হল। মালতীয়ে তেতিয়া নানা প্ৰকাৰ লাঞ্ছনা সহি নিজৰ ৰজাৰ নিচিনা সম্পত্তি আনক দি এতিয়া নৈৰ দাঁতিত এই পঁজাটিত বাস কৰিছে। এতিয়া তেওঁক কোনোৱে মানুহ নোবোলে; কোনোৱে উলটি নেচায়; বাপ্-ভাই দহজনত খুজি মাগি যি এমুঠি চাউল পায় তাৰেই পোৰা-পেটৰ সন্তোষ কৰি ৰাখে। এতিয়া মালতীৰ একমাত্ৰ বাঞ্ছা এই সংসাৰৰ পৰা বিদায় লোৱা। যি ঠাইত তেওঁৰ সকলো আশা আৰু ভৰশাই বুৰ মাৰিছিল; সেই ঠাইৰ সমুখত বহি নিতৌ চকু-লোৰে মালতীয়ে তেওঁৰ দেৱতাক এই পোন্ধৰ বছৰ পূজা কৰিছে; তেওঁৰ মৰমৰ মালতীক নিবলৈ এই পোন্ধৰ বছৰ প্ৰাৰ্থনা জনাইছে। মালতীৰ ইমান ফেৰি শেষ বাঞ্ছাও পূৰ নহয় নে?

—শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

# স্বাস্থ্যৰক্ষাৰ্থে গৃহস্থালীৰ কৰ্ম্ম। *

স্বাস্থ্যৰক্ষাৰ আৱশ্যকতা সম্বন্ধে ইয়াকে কলেই হব যে, যি যি কাৰণে জীৱন আৱশ্যক, সেই সেই কাৰণেই স্বাস্থ্যৰক্ষাৰো আৱশ্যক। জীৱনৰ দৰকাৰ হলে স্বাস্থ্যৰক্ষাৰো দৰকাৰ. আমি শৰীৰৰ, আত্মাৰ আৰু মনৰ নিৰোগ আৰু বলৱন্ত অৱস্থাকেই স্বাস্থ্য বুলি কওঁ, এইবাবে স্বাস্থ্যও তিনি বিধৰ, (১) শাৰীৰিক, (২) আধ্যাত্মিক, আৰু (৩) মানসিক। শৰীৰটো নিৰোগী হৈ যদি ব্যায়াম প্ৰভৃতি দ্বাৰা বলৱন্ত হয়, তেতিয়াই শৰীৰৰ স্বাস্থ্য, পাপৰপৰা নিবৃত্তি আধ্যাত্মিক নিৰোগিতা আৰু নৈতিক আৰু সজ ধৰ্ম্মৰ আচৰা আত্মাৰ বল। দেশ কাল পাত্ৰ ভেদে মূৰ্খতা নোহোৱাই মানসিক নিৰোগিতা আৰু অধিক শিক্ষা পোৱাই হৈছে মানসিক বল। এই তিনিও বিধ স্বাস্থ্যৰ পৰস্পৰৰ ঘনিষ্ঠ সম্পৰ্ক আছে; এটি নহলে আনটি অসম্পূৰ্ণ হয়, এই বাবে মূলতে তিনিও প্ৰায় একেই। প্ৰকৃতিৰ অনুকূলতা হেতু আপোনা-আপুনি যাৰ শৰীৰ নিৰোগ আৰু সাংসাৰিক যি ফেৰা কাজ-কৰ্ম্ম কৰিবলৈ বাধ্য হোৱা যায়, সেই কৰ্ম্ম কৰিয়েই যাৰ শৰীৰ বলৱন্ত, তাৰ যদি মানসিক আৰু আধ্যাত্মিক স্বাস্থ্য নেথাকে, তেন্তে বেগেতে বা পলমে তাৰ শাৰীৰিক স্বাস্থ্যও নোহোৱা হব, ই কথা ধ্ৰুৰূপ। আৰু যি জনৰ মানসিক বা আধ্যাত্মিক স্বাস্থ্য আছে, কিন্তু বহিৰ্জগত প্ৰতিকূলতা হেতু বা শাৰীৰিক স্বাস্থ্যৰ প্ৰতি নিজৰ ঘিণ হোৱাৰ কাৰণে শাৰীৰিক স্বাস্থ্য নোহোৱাত আন দুবিধ স্বাস্থ্যও হেৰুৱাব, ই নিশ্চয়। কিন্তু স্বাস্থ্যৰক্ষা বুলিলে ঘাইকৈ আমি শাৰীৰিক স্বাস্থ্যৰক্ষাকে হে বুজো। এতেকে গৃহস্থালীৰ কাম কৰিয়েই এই শাৰীৰিক স্বাস্থ্যৰ কিমান ৰক্ষা হব পাৰে বা হোৱা উচিত, নোৱাৰিলে স্বাস্থ্য আৰু জীৱিকা এই দুইৰো উপকাৰী আৰু কি কি কাম কৰা উচিত তাকে হে কোৱা হব। প্ৰথমতে স্বাস্থ্য ৰক্ষাৰ নিমিত্তে আমাৰ

* এই প্ৰবন্ধ লিখোতাই ডিব্ৰুগড়ৰ "অসমীয়া আলোচনী সভা" ৰপৰা ১০ টকা পাইছে।

যি যি দৰকাৰ, সেইবিলাক গুৰুত্ব অনুসাৰে এই (ক) যথেষ্ট পৰিমাণে সাৰুৱা খোৱা বস্তু (খ) নির্ম্মল পানী, (গ) বিশুদ্ধ বতাহ, (ঘ) নিয়মিত শাৰীৰিক পৰিশ্রম, (ঙ) ভাল স্বাস্থ্যকৰ ঠাই, (চ) অনীতি অধর্ম্ম এৰি সৰু কালৰ পৰাই নীতি-ধর্ম্মৰ আচৰণ, (ছ) টোপনি বা নিদ্রা, (জ) লৰাকালৰেপৰা সকলো ভাল বিদ্যা শিক্ষা আৰু তাৰ চর্চা, (ঝ) পৰিষ্কাৰ-পৰিচ্ছন্নতা (ঞ) পোহৰ।

(ক) খোৱা বস্তুৰ ওপৰতে স্বাস্থ্য—জীৱন নির্ভৰ কৰে; এতেকে যেয়েই জীৱন ধাৰণ—বিশেষ দীর্ঘায়ু দৰকাৰী বুলি ভাৱে, সকলোৱে আগেয়ে তাৰ জীৱন-ধাৰণৰ লাগতিয়াল অর্থাৎ দীর্ঘ জীৱনৰ অনুকুল খাদ্য বস্তু দেশ কাল পাত্র ভেদে বাছি উলিয়াবৰ আৱশ্যক। কিন্তু, খোৱা বস্তু নির্ণয় বিষয়ত প্রায় "বেদাবিভিন্নাঃ শ্রুতয়ো বিভিন্নাঃ" কি প্রাচ্য কি পাশ্চাত্য পণ্ডিত আটাইবিলাকৰে মতভেদ দেখা যায়। কোনোৱে কয়, নিৰামিষ আহাৰ-দীর্ঘ-জীৱন, বল বা তিনিও বিধ স্বাস্থ্যৰক্ষাৰ অনুকূল; নিৰামহীয়া মহাৰাষ্ট্রীয় চীখ, জাপানী হাতী গঁড় ঘোঁৰা প্রভৃতি তাৰ প্রমাণ। আনে কয়, সামিষ আহাৰ সকলোবিধ স্বাস্থ্যৰ বেচিকৈ শাৰীৰিক স্বাস্থ্য, বল আৰু দীঘল জীৱনৰ অনুকূল, সামিষ ভোজী ইউৰোপীয় জাতি, সিংহ, বাঘ, শগুণ, ঈগল, আদি কৰিয়েই তাৰ বিশিষ্ট প্রমাণ। তেওঁবিলাকে কয়, আর্য্য হিন্দুবিলাক ভয়ানক মাংসহাৰী আছিল, হিন্দু শাস্ত্রত ইয়াৰ অলেখ প্রমাণ আছে। যিদিনাৰপৰা তেওঁলোকৰ মাংসহাৰ যি কাৰণেই হওক, কমিবলৈ ধৰিলে সেইদিনাৰ পৰাই তেওঁলোকৰ অধঃপতনৰ সূত্রপাত, সেই অধঃপতন এতিয়ালৈকে চলিছে। যি হওক, কিছুমান বিষয়ে মতভেদ থাকিলেও মুঠতে স্বাস্থ্যৰক্ষাৰ নিমিত্তে দুয়োবিধ খোৱা বস্তু দৰকাৰী আৰু দেশ কাল পাত্র অনুসাৰে দুয়ো উপকাৰী বা অপকাৰী হব পাৰে। দুয়োবিধ খোৱা বস্তুৰ যিবিলাকত সাৰুৱা ভাগ সৰহকৈ আছে, সেই বস্তুকেই খাবলৈ বাছি লোৱা যুগুত। বিশুদ্ধ ঘিউ, মঙ্গহ, মাছ, চুজি, আটা, এৰাঁ গাখীৰ, বেঙ্গেনা, আলু, কোমোৰা, লাউ, কল, আম, কিছমিছ, বাদাম, অমিতা প্রভৃতি উপাদেয় আৰু সাৰুৱা। খোৱা বস্তু পোৱা বা এৰা সম্বন্ধে আমালোকৰ আয়ুর্ব্বেদ আৰু সূপশাস্ত্রত ঋষিবিলাকে গভীৰ গবেষণাৰে যেনেকৈ উপদেশ দিছে, তেনেকৈ চালে স্বাস্থ্যলাভ সহজে হব পাৰে। "অন্নাদশ গুণং পিষ্টং পিষ্টাদশ গুণং পয়ঃ, পয়সোষ্ট গুণং মাংসং মাংসাদ্দশগুণং ঘৃতমং" চাউলৰ অপেক্ষাত আটা গুৰিৰ বা চুজিৰ সাৰুৱা গুণ দহ গুণে বেচি, তাতকৈ এৰাঁ গাখীৰৰ দহ গুণ বেচি, তাতকৈ মঙ্গহৰ দহ গুণ বেচি, তাতকৈ ঘিউৰ দহ গুণ বেচি। "আয়ুঘৃতং" ঘিউৰেই আয়ু, আয়ুষ, ঘিউৰে হে বাঢ়ে। "ঘৃতেন উপচিতং বলং" "মাংসং স্বভাৱতো বৃষ্যং স্নেহনং বলবৰ্দ্ধনং" "সর্ব্বাভহৰং মাংসং বৃষ্যং বলাং স্মৃতং গুৰু প্রীণনং বৃংহনং হৃদং মধুবংৰস পাকয়ো" ইত্যাদিৰপৰা জানিব পাৰি যে, ঘিউ মঙ্গহ, এৰাঁ গাখীৰ ময়দা, চুজিয়েই সকলোতকৈ উৎকৃষ্ট খাদ্য—এতেকে গৃহস্থে যেনেকৈ এই বিলাক যথেষ্ট খাবলৈ পায়, তাৰ নিমিত্তে যত্নটোৰেই গৃহস্থালীৰ প্রধান কাম হোৱা উচিত। কাৰণ, স্বাস্থ্যৰ কথা থাওক চাৰি, ধর্ম্মার্থ কামমোক্ষ চতুর্ব্বর্গৰ কাৰণ এই জীৱনটোৰেই সাৰুৱা খোৱা বস্তুৰ ওপৰত হে নির্ভৰ কৰে। পানী, বতাহ, পৰিশ্রম, থকা ঠাই, সজ ধর্ম্মাচৰণ, টোপনি, পোহৰ, নির্ম্মলতা এই আটাইবিলককে সহজে পাব পাৰি, কিন্তু, খোৱা সাৰুৱা বস্তু অতিকৈ দুর্লভ। মানুহে এই খোৱা বস্তুৰ নিমিত্তে দিনে ৰাতিয়ে বুকুৰ তেজ পানী কৰিও তাক মোকোলাব নোৱাৰে, এই জীৱিকাৰ নিমিত্তে মানুহে মগনীয়াৰ পুৰুহিত, যুঁজাৰু, বেপাৰী, খেতিয়ক, কমাৰ, কুমাৰ, সোণাৰী, কেৰাণী, ৰান্ধনী, গোলাম, ধোবা, নাপিত, মুচিয়াৰ, চোৰ, ডকাইত ইত্যাদি হৈছে জীৱিকা বা খোৱা বস্তু পাবলৈ এইবিলাকৰ বাটলেয়ো অহৰহ দুর্ঘোৰ পৰিশ্রম কৰিও সৰহ ভাগ গৃহস্থই স্বাস্থ্য জীৱনৰ খাদ্য বস্তু অটাকৈ যোগাব নোৱাৰে, পাৰিলেও নানা কাৰণে খাবলৈ নেপায়। আজিকালি এনে জীৱন যুদ্ধত উপযুক্ত হব নোৱাৰিলে স্বাস্থ্যৰ কথা দুৰাস্তাং প্রবর্ত্তাই টান। এতেকে জীৱন-যুঁজত উপযুক্ত হব লাগিলে এটা জাতিৰ একতা থকা দৰকাৰ। পৰম্পৰৰ মাজত মিল হৈ কুৰি শতিকাৰ বৈজ্ঞানিক নিয়মেৰে খেতি-বেপাৰ কৰি ধন বঢ়াব নোৱাৰিলে, খোৱা বস্তু আর্জ্জি ৰাখিব নোৱাৰিলে জাতিৰ উন্নতিৰ আশা, স্বাস্থ্যৰ আশা, জীৱনৰ আশা সকলো মিছা। আমাৰ মানুহে যি ফেৰা অর্থ আর্জ্জন কৰে, সি সহস্রধাৰা ঘটৰপৰা পানীৰ নিচিনা চৌ চৌ কৰে ওলাই যায়। বা আনে কাঢ়ি-আজুৰি নিয়ে। এতেকে, হেজাৰ উপার্জ্জন কৰিলেও খাবলৈ নাটে, এই দুর্দ্দশা গুচাবলৈকে একতাত বা চাত দৰকাৰ। আমাৰ দেশৰ খেতিয়কবিলাকে—পার্য্যমানে আন আন ব্যৱসায়ীবিলাকেও—বেচি নোৱাৰিলেও নিজৰ পৰিয়াললৈকে

যিমান লাগে সিমান খোৱা বস্তু—ওপৰত কোৱা সাৰুৱা বস্তু ঘৰতে উলিয়াবলৈ যত্ন কৰা উচিত। বিশেষ, খেতিয়কবিলাকে গম প্ৰভৃতিৰ খেতি হে বেচিকৈ কৰা উচিত। যেনে (১) খেতিৰপৰা আটা, চুজি, দাইল, তিল, সৰিয়হ (২) বেঙ্গেনা, আলু আদিকৰি শাক পাছলি (৩) গৰু-ছাগলি ৰাখি পাৰিলে ম'হৰ পৰাও গাখীৰ ঘিঁউ (৪) বাৰীৰ গছ-গছনিৰপৰা সকলো ৰকম ফল, (৫) ছাগলি, হাঁহ, পাৰ, যাৰ পক্ষে সম্ভৱ কুকুৰাদি ঘৰতে বেচিকৈ পুহিপালি তাৰপৰা মঙহ ইত্যাদি। কোনো কোনো গৃহস্থৰ ১ম, আৰু ৪নং বস্তুৰ ঘৰতে কৰা টান হব পাৰে। কিন্তু আন আন প্ৰায় সকলোবিলাক অলপ যতনেৰে ঘৰতে মোকোলাব পাৰে। কিন্তু দুখৰ বিষয়, পেটৰ ভাতেকেইটা কোনোৰে কোনোমতে উলিয়াব পাৰিলে সাৰুৱা বা সাৰ নোহোৱা খোৱা বস্তুৰ প্ৰতি আমাৰ মানুহে মন নকৰে। আৰু এটা কথা যে, সকলো ৰকম ভোজ্য থাকিলেও যদি তাক ৰান্ধি খাব নেজানে, বা কিৰকমকৈ খালে জীৱনৰ উপকাৰী হয় নেজানে, তেন্তে সেইবিলাক থকা-নথকা সমান। নলৰ নিচিনা ৰজায়ো, মহাবীৰ ভীমৰ নিচিনা ৰজাৰ ভায়েকেও, দ্ৰৌপদীৰ নিচিনা মহাদৈয়েও ৰান্ধন-বাঢ়ণ কৰা গৌৰৱ বুলি ভাবিছিল, আৰু সুপশাস্ত্ৰত পাৰ্গত আছিল। যি ৰন্ধন বিদ্যাৰ ওপৰতো স্বাস্থ্য জীৱন বহুত নিৰ্ভৰ কৰে, আজিকালি তাক শিকিবৰ কোনোৰে আৱশ্যক আছে বুলিয়েই নেভাবে, আৰু নিশিকা নজনাৰ কাৰণে ভাল বস্তুকো বিষৱত কৰি খাই স্বাস্থ্য হেৰুৱায়। এৰাঁ গাখীৰক দৈ গাখীৰ কৰি ঠেকেৰাৰ নিচিনা টেঙ্গা কৰি খোৱা বস্তুৰেই তাৰ এটা প্ৰমাণ। নজনাৰ কাৰণে সকলো পৰিশ্ৰম এনেই যায়,—স্বাস্থ্যৰক্ষাতো নহয়েই বৰং স্বাস্থ্যৰ হানি হে হয়। যি আহাৰৰ ওপৰত জীৱন, মৰণ নিৰ্ভৰ কৰে, এনে খোৱা বস্তু যাকে তাকে ৰান্ধিবলৈ দিয়া অযুগুত। এইবাবে বিচক্ষণবিলাকে স্ত্ৰী-কন্যা প্ৰভৃতি মৰমিয়াল পৰিয়ালৰ হতুৱাই হে ৰন্ধা-বঢ়াৰ ব্যৱস্থা কৰি গৈছে। ৰান্ধন, বাঢ়ন কৰা উজু নহয়, গৃহস্থৰ গৃহিনীয়ে ভাল ৰান্ধনী হৈ যদি স্বামী প্ৰভৃতিৰ স্বাস্থ্য জীৱন বঢ়াব খোজে, তেন্তে খোৱা বস্তুবিলাকৰ কোনটোৰ কি গুণ, কোনটোৰে কোনটোৰ মিহলি হলে কি গুণ হয়, কোন পাত্ৰত থলে কোনটোৱে কি অবস্থা পায়, কোন সময়ত বা কোন ঋতুত কোন বস্তু খালে উপকাৰ বা অপকাৰ হয়, কোন বস্তু কেনেকৈ ৰন্ধা উচিত, ৰান্ধনীঘৰটো কেনেকুৱা হব লাগে, কোন ফালে আখাল কৰা উচিত, কোন ঋতুত কি বস্তু কি পৰিমাণে খোৱা উচিত, কোনফালে কেনেকৈ বহি খোৱা দৰকাৰ, কি বস্তু আগেয়ে বা কি বস্তু পিচত খোৱা আৱশ্যক, কি কি খোৱা বস্তু লৰালৈ, ডেকালৈ, বুঢ়ালৈ, তিৰোতালৈ, গৰ্ভিনীলৈ উপকাৰী বা অপকাৰী এই আটাইবিলাককেই অৰ্থাৎ ৰন্ধন-বিদ্যা ৰসায়ণ স্বাস্থ্যৰ নিয়ম তেওঁৰ জনা দৰকাৰ। আজিকালিৰ ইংৰাজী শিক্ষিতবিলাকে এই নিয়মবিলাকৰ কথা শুনি ইতিকিং নকৰে যেন; কাৰণ এই নিয়মবিলাকত স্বাস্থ্যৰ জীৱনৰ অনুকূল গভীৰ বৈজ্ঞানিক সত্য আছে। কিন্তু দুখৰ বিষয়, আমাৰ গৃহস্থবিলাকে, ৰান্ধনিবিলাকে গৃহিনীবিলাকে হেজাৰৰ ভিতৰত এজনীয়েও ইয়াৰ শতাংশৰ একাংশও নেজানে। এনে অৱস্থাত স্বাস্থ্যৰ অৱনতি নহৈ নোৱাৰে। এতেকে, গৃহস্থৰ ঘাইকৈ ৰান্ধনিবিলাকৰ সুপশাস্ত্ৰ শিকি সেই শিক্ষামতে ৰান্ধন-বাঢ়ন কৰি স্বাস্থ্যৰক্ষা কৰা গৃহস্থালীৰ এটা প্ৰধান কাম বুলি ধৰা উচিত। (খ) স্বাস্থ্যৰক্ষাৰ জীৱন-ধাৰণৰ পানীও এটা প্ৰধান কাৰণ। পানী যতে-ততে পোৱা গলেও নিৰ্ম্মল পানী সকলো ঠাইতে পোৱা নেযায়, এতেকে যত বিশুদ্ধ পানীৰ অভাৱ তাত পানী তপত কৰি পিচত এঙ্গাৰ বালিৰ কলহত চেকি নিৰ্ম্মল কৰি খোৱাটো এটা গৃহস্থালীৰ প্ৰধান কাম হোৱা উচিত; গৃহস্থে ইয়াত যত্নৰ ক্ৰটী নকৰে যেন। পানী খোৱা খালৰ বা নাদৰ পানী যাতে কোনো ৰকমে দূষিত হব নোৱাৰে তাৰ প্ৰতি চকু ৰখা উচিত। বৰ বেজাৰৰ কথা যে, অজ্ঞতাৰ কাৰণে নাদৰ ওচৰত চুৱাপাতনি কৰে বা আৰু নানা ৰকমে নাদ বা খাল বেয়া কৰে, আৰু সেই পানী খাই জহনী আদি ৰোগত প্ৰাণ হেৰুৱায়। গৃহস্থে দূষিত পানীক গাহৰীৰ মূত অপেক্ষাও অপবিত্ৰ বুলি এৰিব। পানী নিৰ্ম্মল কৰি খোৱাত গৃহস্থে কেতিয়াও হেলা কৰা উচিত নহয়, কৰিলে জানি-শুনি কৰা আত্মঘাত পাপেৰে পাপী হব। এতেকে, স্বাস্থ্য-ৰক্ষাৰ নিমিত্তে যি ঠাইত দৰকাৰ নিৰ্ম্মল পানী যোগোৱাও এটা এৰিব নোৱাৰা গৃহস্থালীৰ কাম হোৱা উচিত। (গ) আমাৰ জীৱনটো নিৰ্ম্মল বতাহৰ ওপৰতো বেচিকৈ নিৰ্ভৰ কৰে। বতাহৰ অভাৱ নহলেও নিৰ্ম্মল বতাহৰ অভাৱ পদে পদে। এতেকে, বতাহ দূষিত হবলৈ নিদিলেই বিশুদ্ধ বতাহৰ আকাল নহয়। গেলা, পচা আৰু পোৱাৰপৰাই ঘাইকৈ বতাহ দূষিত হয়; এইবাবে ঘৰৰ ওচৰৰ বাহিৰেও গোটেই গাঁওখনৰ বা

চহৰখনৰ ভিতৰতেই গেলা, পচা বা পোৰাৰপৰা বতাহ দুষিত হবলৈ দিব নেলাগে; চহৰত মিউনিচিপালিটী আছে, কিন্তু গাওঁত নাই; এতেকে গাঁওৰ সকলো মানুহয়েই মিল হৈ গাঁওখন ভালকৈ ৰাখিবৰ নিমিত্তে যত্ন কৰাৰ দৰকাৰ। পেলোৱা জাবৰ, বৰঘুণৰ পানী, মল-মুত গাঁওৰ ওচৰত আটক হৈ গেলিলে বতাহ বিষাক্ত হব; আৰু জহনী, আই মেলেৰীয়া জ্বৰ প্ৰভৃতি ৰোগে মানুহক খাস্তাং কৰিব। ঘৰত ন বতাহ সোমাব পৰাকৈ জানালা বা খিৰকি ৰখা উচিত; আৰু দুষিত পদাৰ্থ দূৰ কৰিবৰ নিমিত্তে ঘৰ-চোতাল চাফ কৰি মাজে-সময়ে ফেনাইল গন্ধক আৰু ধুনা দিয়া উচিত; আৰু প্ৰতিদিনে গোবৰ-পানী দিলে ভাল হয়। পাৰিলে প্ৰতিদিনে এপোৱা বা আদপোৱামান গৰুৰ ঘিঁউ, ২।১ বাৰ আম কাঠ, ডুম্বৰু, শমীধৰ কাঠেৰে জুই জলাই পোৰা উচিত। সেইখিনি ঘিঁউ খালে এজনে যিমান উপকাৰ পাব, পুৰিলে বতাহৰ দুষিত পদাৰ্থ গুচাত ১০০ জনে তাতকৈ দহগুণ বেচি উপকাৰ পাব। পূৰ্ব্বকালত এইবিলাক নিয়ম পালন কৰাত স্বাস্থ্যৰেহে মানুহে দীৰ্ঘায়ু লাভ কৰিছিল। এই নিমিত্তে ঘৰে ঘৰে গৰু ৰাখিছিল। আজিকালি গৰুও নাই আৰু আয়ুষ্কৰ গাখীৰ আৰু বিশুদ্ধ ঘিঁউ এবেহি পোৱাও টান? যত্নেৰে গৰু ৰাখি আয়ুষ্কৰ ঘিঁউ উলিয়াই তাৰে শাৰীৰিক পুষ্টি আৰু বতাহক বিশুদ্ধ কৰাটো গৃহস্থৰ এটা গৃহস্থালী কাম হোৱা উচিত। স্বাস্থ্যবিধিৰ নিয়ম অনুসাৰে আগপিনে তুলসী বেল, নিম, হৰিশঙ্কৰ প্ৰভৃতি গছ ৰোৱা দস্তুৰ আছিল। এইবিলাকে মেলেৰীয়া বিষ, সাপৰ বিষ নষ্ট কৰিব পাৰে। আজিকালি এই দস্তুৰ উঠি যোৱাত মেলেৰীয়াৰ প্ৰতাপ বেচি হৈছে। অজ্ঞানতাই এইবোৰৰ কাৰণ। অতএব স্বাস্থ্যৰক্ষাৰ এইবোৰ নিয়ম জানি তেনেকৈ কাম কৰা গৃহস্থৰ বৰ দৰকাৰ। (ঘ) স্বাস্থ্যৰক্ষাৰ নিমিত্তে পৰিশ্ৰমো দৰকাৰ হব। বিশ্ৰাম নকৰা মানুহ নিচেই অলপ। গৃহস্থালী লাগিয়েই পৰিশ্ৰমো লাগে। কিন্তু সকলো গৃহস্থৰ জীৱিকাৰ বাট বা উপায়, সাংসাৰিক অৱস্থা আৰু জাতি যেনে বেলেগ বেলেগ তেনেকৈ সিবিলাকৰ গৃহস্থালী কামো অন্ততঃ কেতবিলাক ভিন-ভিন নহৈ নোৱাৰে। এতেকে, কোনো গৃহস্থে জীৱিকাৰ পথ সাংসাৰিক বা আৰ্থিক অৱস্থা বা জাতিৰ বিভিন্নতা অনুসাৰে যিবোৰ কাম কৰে সেইবিলাক নো কি কি কাম তাক নেজানিলে তাৰ গৃহস্থৰ সেই সেই গৃহস্থালী কামেৰে স্বাস্থ্যৰক্ষা হব পাৰে যি নোৱাৰে কব নোৱাৰি। মুঠতে গৃহস্থে কি ফেৰা কাম কৰে তাৰ দ্বাৰা যদি কেতবিলাক অঙ্গ-প্ৰত্যঙ্গ চালিত হয় কেতবোৰ নহয়, তেন্তে যি যি কাম কৰিলে নিজৰ আৰ্থিক উন্নতি হব পাৰে আৰু অপৰ অঙ্গবিলাকেও চালিত হৈ গোটেই শৰীৰত সামঞ্জস্য ৰাখি বলৱন্ত হব পাৰে, তেনেকুৱা কাম হে কৰা উচিত। যিবিলাকৰ সুবিধা আছে তেওঁলোকে বৈজ্ঞানিক নিয়মেৰে জিউজিৎসু ব্যায়াম প্ৰভৃতি কৰাতো হেলা কৰা উচিত নহয়। শিলত যেনেকৈ গুটি গজিব নোৱাৰে তেনেকৈ ব্যায়াম দ্বাৰা শকত শৰীৰতো ৰোগ সোমাব নোৱাৰে। কিন্তু অত্যধিক পৰিশ্ৰম অনিষ্ট কৰা। প্ৰতিদিনে নিয়ম মতে লৰাকালৰেপৰা বুঢ়া কাললৈকে পৰিশ্ৰম কৰা উচিত। গৃহস্থালীৰ আৰু এটা এৰিব নোৱাৰা কাম এই;—গৃহিণীজনীয়ে বা মুখিয়ালজনে সকলো সামান্য বেমাৰৰ দৰব চিকিৎসা শিকিব লাগে। ঘাইকৈ ধাত্ৰীবিদ্যা আৰু কৌমাৰভৃত্য অৰ্থাৎ সন্তান পালনৰ বিদ্যা নহলে পদে পদে দুৰ্ঘোৰ বিপদত পৰিব লগীয়া হয়। ঘৰৰ পৰিয়াল বিলাকৰ মাজত যাতে হাই-কাজিয়া নোহোৱাকৈ মিলা প্ৰীতি এলাহ এৰি সকলোৱে পৰিশ্ৰমেৰে কাল কটাব পাৰে, ঘৰৰ মুখিয়ালবিলাকে তাৰ উদাহৰণ কামেৰে দেখুৱাই আনবিলাককো তেনেকৈ চলোৱা উচিত। ঘৰৰ বস্তু-বাহানি বিশৃঙ্খলা নোহোৱাকৈ যৰ যি বস্তু তাতে যেন থাকে, এই বিষয়ে গৃহিণীয়ে আৰু মুখিয়ালবিলাকে চকু ৰখা উচিত। বজাৰ খৰছ, ধোবাৰ হিচাব ইত্যাদি গৃহিণীজনীয়েই ৰখাৰ দৰকাৰ। বন্দী-বেটী ওচৰ-চুবুৰীয়া বিলাকেৰে সৈতে কেতিয়াও যেন হাই-কাজিয়া নেলাগে তাৰ প্ৰতিও লক্ষ্য ৰখা উচিত। (ঙ) থকা ঠাই যদি অস্বাস্থ্যকৰ হয়, তেন্তে আন হেজাৰ নিয়ম পালিও স্বাস্থ্য ৰখা টান। নদী, বিল, পিটনী, মৰিশালিৰ পৰা দূৰৈত ওখ ঠাইত ঘৰ কৰা উচিত। ৰদৰ আৰু বতাহৰ বাধা নোহোৱাকৈ গছ-গছনি ৰোৱা উচিত। মেলেৰীয়া দোষ গুচাবলৈ নাদ খানি পানী উলিওৱা প্ৰভৃতি বন্দবস্ত কৰা উচিত। টান কাম হলেও, গোট খাই কাম কৰিলে মানুহৰ অসাধ্য একোৱেই নাই। মেলেৰীয়া দোষ গুচুৱাৰ উপায় বহুত আছে, তাৰ কেইটামান ওপৰত লিখা হৈছে। ৰাতিপুৱা উঠি প্ৰাতঃকৃত্য কৰি সহজে জীণ যোৱা অলপ খোৱা বস্তু খোৱা উচিত। আগেয়ে বামুণবিলাকৰ মাজতো প্ৰাতঃভোজনৰ নিয়ম প্ৰচলিত আছিল, সন্ধ্যাৰ মন্ত্ৰৰপৰাই তাৰ স্পষ্ট প্ৰমাণ পোৱা যায়। (চ) স্বাস্থ্যৰক্ষাৰ আন এটা প্ৰধান উপায় ঈশ্বৰ ভক্তি, উপাসনা,

দুৰ্নীতি অধৰ্ম্ম এৰি ধৰ্ম্ম আৰু ন্যায়পথত চলা। ইয়াত কোনো বিশেষ পন্থীয়া ধৰ্ম্মৰ কথা কোৱা নাই, সৰ্ব্বজনিন ধৰ্ম্মৰ কথা হে কোৱা হৈছে। ঈশ্বৰৰ উপাসনা ধৰ্ম্মাচৰণৰ লগত পিতৃ-মাতৃ গুৰুজনৰ প্ৰতি-ভক্তি, লিখা-পঢ়াত মনোযোগ আৰু চৰ্চ্চা, কাজ কৰিবলৈ হেঁপাহ সকলোৰে সৈতে মিলা-প্ৰীতি, অসাধুৰ সঙ্গত্যাগ, সতানিষ্ঠা, চুৰ নকৰা, ৰাগিয়াল বস্তু নোখোৱা, পৰোপকাৰ, সহানুভূতি, ক্ষমা, পবিত্ৰতা, ইন্দ্ৰিয় দমন, ভবিষ্যতলৈ ধন সঞ্চয়, দান, অতিথি ভক্তি বিনীততা, শলাগ এইবিলাকেই প্ৰধান। নিয়মমতে ধৰ্ম্মাচৰণ কৰিলে অধৰ্ম্ম অনীতি দূৰ হব, আৰু যেতিয়া ধৰ্ম্ম বাটে চলা এটা স্বভাৱ হৈ উঠিব, তেতিয়াতে তিনিও বিধ স্বাস্থ্য হানিৰ ভয় নোহোৱা হব। (ছ) যি সময়ত বুদ্ধিবৃত্তি চোকা থাকে সেই লৰাকালৰেপৰাই লৰা-ছোৱালীক সকলো সজ বিষয়ত শিক্ষা দিয়া উচিত। জ্ঞান আৰ্জ্জিলে স্বাস্থ্যৰক্ষাৰ কাৰণ জানিব পাৰি, আৰু ধন আৰ্জ্জি স্বাস্থ্যৰ অভাব পূৰ কৰিব পাৰি। জ্ঞানেই সকলোৰে মূল, এতেকে প্ৰতিদিনে জ্ঞান আৰ্জ্জন কৰাও গৃহস্থৰ এটা প্ৰধান কাম হোৱা উচিত। (জ) টোপনিও স্বাস্থ্যৰ পক্ষে দৰকাৰী। গ্ৰীষ্ম ঋতুক এটিৰ আন সময়ত দিবা-নিদ্ৰা যোৱা যেনে নিষেধ, যি কোনো কাৰণে ৰাতি জাগৰণো তাতকৈ বেচি অপকাৰী। (ঝ) পোহৰো স্বাস্থ্যৰ নিমিত্তে দৰকাৰী। এতেকে গৃহস্থৰ ঘৰত পোহৰ সোমাব পৰা বন্দবস্ত ৰখা উচিত। (ঞ) পৰিষ্কাৰ-পৰিচ্ছন্নতাও স্বাস্থ্যৰ এটা প্ৰধান উপাদান; নিজৰ গা, পিন্ধা-উৰা কাপোৰ, শোৱা ঢাৰি-পাটী, খোৱা কাঁহী-বাটী ইত্যাদি সকলো ব্যৱহাৰ কৰা বস্তু, ঘৰ-চোতাল সকলো ঠাই সদায় নিকা কৰি ৰখা উচিত। মলিতে সকলো ৰোগৰ বীজ থাকে। এতেকে, শৰীৰ আদি কৰি সকলোকে সদায় পৰিষ্কাৰ পৰিচ্ছন্ন ৰখাও গৃহস্থালীৰ এটা প্ৰধান কাৰ্য্য। তাত আওকাণ কৰিলে মহা অনিষ্ট হব। দিনে ২।৩ বাৰ গা ধুই গা পৰিষ্কাৰ ৰখা উচিত।

—শ্ৰীলক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী।

## অভ্যাস।

সোণৰ দ্ৰাৱক সুৱগা, কৰ্ম্মৰ দ্ৰাৱক অভ্যাস। সুৱগাৰ সংযোগত সোণৰ কাঠিন্য বিনষ্ট হয়, অভ্যাসৰ সংযোগত কৰ্ম্মৰ কাঠিন্য বিনষ্ট হয়। হাতীৰ মূৰত খৰ মৰা আৰু ডোলৰ ওপৰত নৃত্য কৰা অভ্যাসত উজু হৈ পৰে। "অভ্যাসৰ নৰ, কৰ্ণপথে কৰে শৰ" বুলি নীতিবিচন আছে। বুদ্ধিৰপৰা প্ৰণালীৰ অবগতি হয় সঁচা, কিন্তু অভ্যাস নকৰিলে পাৰ্গতালি নজন্মে। বিনা অভ্যাসে কেৱল বুদ্ধিৰপৰা কোনো কৰ্ম্মৰ ফলোদয় নহয়। বুদ্ধি থাকিলে ৰন্ধণৰ প্ৰণালী একে তিলে শিকি লব পাৰি, কিন্তু ভাল ৰান্ধনী হবলৈ অভ্যাসৰ আলম হব লাগে। চাঁচ বটালি চলাবৰ নিয়ম উজু, তাক এক মুহূৰ্ত্তৰ ভিতৰতে বুজি লব পাৰি, কিন্তু ভাল বাঢ়ৈ হবলৈ বহুত দিনৰ অভ্যাস লাগে। বাৰে-মতৰাৰ তত্ত্ব পালেই পাঠৰ ক্ষমতা জন্মে, কিন্তু সুপাঠক হবলৈ বহুত বছৰ অভ্যাস কৰিব লাগে। চানেকী বুজিলেই ফুলতী হয়, কিন্তু অনেক দিন অভ্যাস কৰিহে ভাল শিপিনী হব পাৰে। কথা চুটিকৈ কব লাগিলে, বুদ্ধিয়ে বাট মোকোলায়, অভ্যাসে তাক ফটফটীয়া কৰে। বুদ্ধিত চকু ফুৰায়, অভ্যাসত হাত গজে।

সদায় কৰি থাকিলে কৰ্ম্ম অভ্যাস ওপজে, অৰ্থাৎ সেই কৰ্ম্মটি সুকলমে আৰু অনায়াসে কৰিবলৈ ক্ষমতা জন্মে। অভ্যাসৰ উৎপত্তি হলে কৰ্ম্মত পুৰুষাৰ্থ নেলাগে। অভ্যাস স্বভাৱৰ দ্বিতীয় নাম। নিতৌ কৰা কৰ্ম্ম স্বভাৱত পৰিণত হয়। শিশুৱে খোজ নলওঁতে বলেৰে ভৰি চালনা কৰে, কিন্তু বয়স হলে খোজৰ পাচত খোজ আপোনা-আপুনি উঠে, চলোঁতাজনে তাৰ গমেই নেপায়। মুদ্ৰাঙ্কন শালত আখৰ বছা মানুহবিলাকে আৰম্ভণিতে প্ৰত্যেক আখৰ বিচাৰি উলিয়াব লাগে, কিন্তু অভ্যাস জন্মিলে আখৰৰ নাম উচ্চাৰণ কৰা মাত্ৰেই সেই অক্ষৰৰ ঘৰত হাত পৰে। বাঁহী বজাবলৈ শিক্ষা কৰিবৰ সময়ত কোন ছিদ্ৰত কোন স্বৰ জন্মে তাক চাই আঙ্গুলি চলাব লাগে, কিন্তু অভ্যাস হৈ উঠিলে সুৰ অনুসৰি যথাস্থানত আঙ্গুলি আপোনা-আপুনি পৰে। সুশিক্ষিত বায়নে অন্ধকাৰত বহিও উত্তম ৰূপে পিয়ানো বা হাৰমনিয়াম বজাব পাৰে। চাঁচ চলাবলৈ শিকোঁতে এঠাইৰ কোব আন এঠাইত পৰে, কিন্তু অভ্যাস হলে চুলি পৰিমাণে ভেদ ৰাখিও কোব দিব পাৰে। এই অনুক্ৰমে আদিতে

টান লগা কাম অভ্যাসৰ গুণত ইমান উজু হৈ পৰে যে, তাক কৰিবলৈ পাচত মুঠেই গুণিবই নেলাগে।

অভ্যাসে সময়ৰ খৰছ কমায়। প্ৰথম শিকাৰুৰ এটা কৰ্ম্মত যিমান সময় লাগে, অভ্যাস থকা মানুহৰ সিমান সময় নেলাগে; সি সেই কৰ্ম্ম অনেক কম সময়ৰ ভিতৰত সমাধা কৰিব পাৰে। ন-লিখাৰুৱে যিমান সময়ত এপাত লিখিব, ভাল কাকতীয়ে সিমান সময়ত চাৰি পাত লিখি আঁতাব। ন-বাঢ়ৈয়ে এচলা পাট চিকোনাওঁতে যি পৰিমাণ সময় খৰছ হব, সুচক বাঢ়ৈ এজনে সেইসময়ৰ ভিতৰত চাৰি চলা চিকোনেই দিব। অভ্যাসৰ গুণত মানুহ কৰ্ম্মত ক্ষিপ্রহস্ত হয়, আৰু অভ্যাস থাকিলে কৰিবৰ সময়তো গুণ গঁথা কৰিব নেলাগে। সেই দেখি সময় অনেক ৰক্ষা পৰে। এক কৰ্ম্মৰ কৰ্ম্মীৰ ভিতৰতো যে আমি লঘু গুৰু দেখা পাওঁ; ই কেৱল অভ্যাসৰ অস্তি নাস্তিৰ ফল।

কোনো কৰ্ম্ম অভ্যাস কৰিব লাগিলে তাৰ অংশ-অংশ কৰি কৰা উচিত। নাইবা কামত অলপ দোষ জন্মে; আখৰ লিখোঁতে সৰল আৰু বক্ৰ উভয় বিধ ৰেখাৰ প্ৰয়োজন হয়। এতেকে আদিতে সৰল ৰেখা আৰু বক্ৰ ৰেখা আঁকিবলৈ অভ্যাস কৰিব লাগে; আখৰৰ গোটেই আবয়বটো আঁকিবলৈ একেবাৰে শিকা কৰিলে শেষ ফলত হাতৰ আখৰ শুৱলা হৈ নুঠে। আখৰ লিখিবলৈ শিকা প্ৰণালী এই দেশত তেনেকুৱা নহলেও আন আন দেশত তেনে প্ৰণালীৰ চল আছে। চিত্ৰ আঁকিবলৈ শিকাওঁতেও প্ৰথমে পোন আঁক আৰু বেঁকা আঁক আঁকিবলৈ শিকায়, পাচে আঁকত পাৰ্গতালি জন্মিলে চিত্ৰ আঁকিবলৈ শিকোঁতে এই প্ৰণালী অৱলম্বন নকৰিলেও অন্যান্য জটিল কৰ্ম্মত এই প্ৰণালী চলা যুগুত। কৰ্ম্ম মাত্ৰেই অনেক অংশৰ সমষ্টি। প্ৰত্যেক অংশকে—বেলেগ বেলেগকৈ অভ্যাস নকৰি সমস্ত কৰ্ম্মটো একেবাৰে অভ্যাস কৰিলে কৰ্ম্ম সুন্দৰ নহয়; এক অংশ যদি হয় এক অংশ কুন্দ্ধচ হয়। চিত্ৰ আঁকিবলৈ শিকাওঁতে সৰল ৰেখা আৰু বক্ৰ ৰেখাত ছাত্ৰত পাৰ্গতালি জন্মিলে, পাচে নানা ৰকমৰ ক্ষেত্ৰাঙ্কনত অভ্যাস জন্মিলে হে চিত্ৰাঙ্কন আৰম্ভ কৰায় ; এই প্ৰণালী মতে নচলিলে ভাল চিত্ৰকৰ হোৱা টান হয়। যেনে,—তেনে ৰকমে শিকা মানুহৰ হাতৰ চিত্ৰ কেতিয়াও সৰ্ব্বাঙ্গ সুন্দৰ নহয়। চিত্ৰৰ হাত যদি ভাল হয় ভৰিত খুঁত ওলায়, মুখ যদি গঢ়িত হয় চকুত দোষ ওলায়। এই ৰকমে এটা নহয় এটা অঙ্গত দোষ জন্মে। প্ৰতিমা গঢ়াতো এই কথা। এটা প্ৰতিমাৰ অনেক অংশ। শিকাৰুৱে প্ৰত্যেক অংশকে বেলেগে অভ্যাস কৰা উচিত। প্ৰথমে খেৰ বান্ধি লওঁতেই প্ৰতিমাৰ অবয়ব লনি হব লাগে, নাইবা প্ৰতিমাত আৰ ওলায়। গতিকে খেৰ বান্ধিবলৈ বেলেগে শিকিব লাগে। এইদৰে চকু, মুখ, গা ইত্যাদি সমস্ত অঙ্গবোৰ এটা এটাকৈ শিকিব আৰু অভ্যাস কৰিব লাগে, তেহে সৰ্ব্বাঙ্গ সুন্দৰ প্ৰতিমা গঢ়িব পাৰি। প্ৰত্যেক অঙ্গ গঢ়াত পাৰ্গতালি নেথাকিলে প্ৰতিমা কেতিয়াও শুৱনী নহয়।

কৰ্ম্ম যেতিয়া শিক্ষা কৰিবলৈ ধৰা যায়, তেতিয়াই তাক অভ্যাসো কৰিব লাগে, নাইবা সেই কৰ্ম্মৰ যথাৰ্থ শুদ্ধ প্ৰণালী পাহৰা যায়; আৰু শিকাৰুৱে নিজৰ মান গঢ়া অশুদ্ধ প্ৰণালী লবলৈ বাধ্য হয়। আখৰ লিখাত বা চিত্ৰ আঁকাত কোনটো আখৰ কোন ফালৰপৰা জুৰিব লাগে তাক শিক্ষা কৰাৰ সময়তেই অভ্যাস কৰি হাত বহাই লোৱা উচিত। লিখাৰ যথাৰ্থ প্ৰণালী অনুসৰি লিখিব নেজানিলে, বা অঙ্কনৰ যথাৰ্থ প্ৰণালী অনুসৰি চিত্ৰ আঁকিব নেজানিলে, কেৱল যে আখৰ বা চিত্ৰহে বেয়া হব এনে নহয়, হাত লেহেম হবৰো গুৰুতৰ আশঙ্কা থাকে। 'প' আখৰ লিখোঁতে কোনোৱে আগে 'ন'ৰ নিচিনা এই চিন কৰি পাচে তাৰ মুখ লগাই দিয়ে; 'খ' লিখোঁতে আগে 'ঘ'ৰ নিচিনা আকৃতি এটা আঁকি লৈ পাচে কাণটো লগাই দিয়ে। এইদৰে ওভটা নিয়মে আখৰ লিখিলে লিখোঁতে অৱশ্যে পলম হয়।

# শিক্ষা।

আটোমটোকাৰিকৈ ঘৰ চলোৱা বা ঘৰৰ লৰালুৰি চাকৰ-নাকৰ ইত্যাদি সকলোকে নিজ নিজ কামে-কাজে সুচাৰুৰূপে লগাব পৰা এটা বৰ শকত কাম। চলাব জনাটো সকলোৰে শিকিব আৰু জানিব লগীয়া কথা। গাইগুটীয়া হওক বা ৰাজহুৱাই হওক সকলো সকাম সুচাৰু আৰু সৰলৰূপে চলাব জনা ওজা আমাৰ দেশত বা গাৱঁত কেইজন ওলাব? দহৰ ভিতৰত এজন পোৱাটোৱেই টান। কোনো এটা জাতি যে ক্ষমতাপন্ন আৰু মানী তাক কিহৰপৰা বুজা যায়? সেই জাতিটোত মানুহৰ

সংখ্যা যে বেচি সেইবাবে নহয়; সেই জাতিৰ গুণ-চৰিত্ৰ, স্বভাৱৰ ওপৰত হে সেই জাতিৰ মান-গৌৰব নিৰ্ভৰ কৰে। ঘৰে ঘৰে পৰিয়ালে পৰিয়ালে নিজা নিজা বাজৰ ভিতৰৰ সকলো কৰ্ত্তব্য কাম সুচাৰুৰূপে সমাপন কৰি থাকিলে হে মানুহৰ গাত সৎচৰিত্ৰ আৰু সজগুণে আশ্ৰয় লয়। অসংখ্য পৰিয়াল গোট খাই হে এটি জাতি গঠন হয়। যি জাতিৰ ভিতৰত অকামিলা আৰু সৰপা মানুহৰ সংখ্যা বেছি, সেই জাতি যাউতীযুগীয়াকৈ ডাঙ্গৰ আৰু শিক্ষিত হোৱা দুঃসাধ্য মাথোন।

শিক্ষা কৰা মানে শিকনি-বুজনি লোৱা, আৰু একো নহয়। এই শিক্ষাই মন আৰু শৰীৰৰ সকলো প্ৰকাৰ শিকনি মাত্ৰকে বুজায়। আজিকালি দেখা যায় যে, শিক্ষা মানে কেৱল কিতাপৰপৰা অৰ্জ্জা জ্ঞান বুলি অনেকে বুজে। অৰ্থাৎ, যি জ্ঞান মনতে হে থাকে কামত লগোৱা নহয়। কিতাপৰপৰা পোৱা বিদ্যা শিক্ষাৰ দহ ভাগৰ এভাগো নহয়।

আমালোকৰ প্ৰায় শতকৰা নবৈজনে জীৱিকাৰ কাৰণে চিন্তাত নিমগ্ন থাকে; আমালোকৰ ভৱিষ্যতৰ সতি-সন্ততিবিলাকে যে এই চিন্তাৰপৰা মুক্ত পাব পাৰিব তাক ভাবিবই নোৱাৰি, অশিক্ষিত থকাতো গাঁৱত চহাৰ মাজত অতি অসাধাৰণ ক্ষমতা ও বুদ্ধি থকা এজন মানুহ দেখিবলৈ পোৱা যায়। তেওঁলোকে যদি ভাল অৱস্থা বা সুবিধা পায় তেন্তে নিজৰ আৰু লোকৰ উপকাৰ সাধিব পাৰে। কিন্তু যদি সেই সুবিধা বা ভাল অৱস্থা নেপায়, তেনেহলে সেই শক্তি ও বুদ্ধি ক্ষিণাই-শুকাই নিজৰ গাতে মাৰ যায় আৰু থকা-নথকা সমান হয়। ইয়াৰপৰা বৰ্তমান বা ভৱিষ্যত চহৰীয়াৰ বিশেষ হানি বা অপকাৰ নহব পাৰে, কিন্তু মানুহ জাতিৰ অনিষ্ট হয়। এনেও কবলৈ যোৱা নাই যে, যি হজুৱা সি সদাই হজুৱা হৈয়ে থাকিব। সভ্যতাৰ বা উন্নতিৰ বাটটো বৰ থিয় আওগৰীয়া আৰু দীঘলীয়া, কিন্তু স্বৰূপ। এই বাটত এজনে গৈ মোৰ ফালে আন সকলো নামত থাকিলে যিদৰে থাকে সি সেইদৰেই থাকিব লাগিব; টিঙ্গৰপৰা চিপ লগাই কেইজনক তুলিব পৰা সম্ভৱ? লোকক তুলিবলৈ যাওঁতে নিজেও বাগৰি পৰাৰ ভয় আছে হে। শ্ৰম, যত্ন, নিপুণতা, সাধুতা আৰু একেখন বনতে লাগি থকা ইত্যাদি যি যি গুণবোৰে আমালোকে আজিৰ মানুহবিলাকক লাগ দিছে, সেই সজ গুণবোৰে সভ্যতাৰ বাটেও জখলা স্বৰূপ হৈ অহা ভৱিষ্যতৰ পুৰুষসকলক সেই গুণৰ খাপত-খাপে উঠিবলৈ সহায় কৰিব। এপুৰুষে এখাপ উঠিব, তাৰ পাচৰ পুৰুষসকলে আৰু এখাপ উঠিব; তেনেকৈহে জাতীয় উন্নতি হব পাৰে। চাবলৈ গলে আমাৰ আঠাও-পুঠাওসকলে যেনে আন্ধাৰত আছিল আমি অলপ তেওঁবিলাকতকৈ পোহৰ পাইছো। বাক নামে এজন ডাঙ্গৰ মানুহে কৈ গৈছে যে, অতি আদিম কালৰ পূৰ্ব্বপুৰুষবিলাক হেনো একেবাৰেই কেঁচুৱা আছিল; উইলিয়মৰ দিনৰপৰা ১৬৮৯ চনৰ বিদ্ৰোহলৈকে পিয়াহপানী ধৰি সেই পূৰ্ব্বপুৰুষবিলাকে লাহে লাহে চেঙ্গেলীয়া কাচুতি পিন্ধা আৰু ডেকা-দুমা হৈ আহিল। তাৰ পিচৰপৰা হোৱা বিলাক হেনো পকামূৰা আৰু আঠুত মূৰলগা বুঢ়া। এই কথা ফাঁকি তেওঁ জ্ঞানৰ বিষয়ত হে কৈ গৈছে।

এইদৰে ক্ৰমশঃ উন্নতি কৰি যোৱাই প্ৰকৃত উন্নতিৰ নিদান বুলি কব পাৰি। একে জাঁপেই সভ্যতা বা উন্নতিৰ টিঙ্গত উঠিবলৈ গলে দেশৰ দুৰ্দ্দশা হয় আৰু দেশ নাম্নং নবস্ৰং হব লগাত পৰে। আজিকালি শিক্ষাই মানুহক সুখী আৰু ধাৰ্ম্মিক হবলৈ বাট দেখুৱাইছে আৰু সভ্যতাৰ টিঙ্গলৈ উতচুৱা হৈ দেও দিলে একো লাভ নাই, বৰং লোকচান হে হয়, এইটো শিক্ষাৰ মূল নহয়। যাৰ সভ্যতা এতিয়া লৰা অৱস্থাত আছে, তেওঁলোকৰ মাজত এই হেঁপাহটো বৰ বলী। শিক্ষা দিয়া মানে লৰা-ছোৱালীক ধীৰে ধীৰে সাৱধানে আৰু কৌশলেৰে পৰিশ্ৰম কৰিবলৈ শিকোৱা, আৱশ্যকীয় কাম সকলো কৰিবলৈ দেখুউৱা, পৰিষ্কাৰ-পৰিচ্ছন্ন থাকিবলৈ, মিতব্যয় কামিলা হবলৈ শিকোৱা; কেনেকৈ কষ্টত পৰি দুখ কৰি সুখেৰে থাকিব পাৰে তাক ভালকৈ বুজাই দেখুৱা আৰু মনৰ পৰা কপটতা ভণ্ডামি দোষবিলাক গুচুৱা। এইবিলাক কৰিব পাৰিলে হে লৰাক যথাৰ্থ শিক্ষা দিয়া হয়। এইদৰে প্ৰত্যেক জনৰে শিক্ষা হলে জাতিটোৰ শিক্ষা হৈ জাতীয় উন্নতি হয়। আৰু জাতীয় উন্নতিয়েই দেশৰ গৌৰব। এতেকে সকলোৱেই এই কথা মনত ৰাখি নিজৰ মনক কাৰ্য্যকৰী শিক্ষা দি সেই শিক্ষা লোকক বিলাবলৈ আৰু সেইমতে শিক্ষা দিবলৈ সংকল্প কৰা উচিত। তাকে কৰিব পাৰিলে দেশৰ উন্নতি নোহোৱাকৈ কেতিয়াও নেথাকে।

## যুঁজলৈ।

(জাপানী সৈন্যৰ উক্তি)

বিদায় দিয়াঁ আই, নকৰোঁ পলম,
বিদায় দিয়াঁ আই, নসহে পলম।
শাৰী পাতি পাতি বুকু ওফন্দাই,
সমনীয়াহঁতে যুঁজলই যায়।

দদম্‌দমা কৰি বাজিছে ঢোল,
পেঁ-পো পেঁ-পোঁ কৰি মাতিছে বিকুল।

ভাগ্য আছে যদি জয়লক্ষ্মী সমে,
উভটি আহিম ঘুৰি সুকল্পমে।

আশীৰ্ব্বাদ কৰাঁ ঈশ্বৰক খাটাঁ,
ভয়হাৰী সৰ্ব্ব তাৰণ কৰোঁতা।

শত্ৰুৱে হাঁহিব বন্ধুৱে নিন্দিব,
লগৰীয়াহঁতে কাতৰ বুলিব,
কাতৰ নহবাঁ, হৃষ্ট চিত্তে আই,
যুঁজলৈ যাবলৈ দিয়াঁ হে বিদায়।

—শ্ৰীলৱ শৰ্ম্মা।

## মানুহৰ কৰ্ত্তব্য।

এই বিশ্ব সংসাৰৰ যি পোনেই আমি চকু ফুৰাওঁ সেই পোনেই পৰমপিতা জগদ্বীশ্বৰৰ মহিমাৰ চিনাকি দেখিবলৈ পাওঁ। এই পৃথিৱীৰ জীৱজন্তু, গছ, লতা, শিল ইত্যাদি সকলোবেই ঈশ্বৰৰ সৃষ্টি কৰা পদাৰ্থ। চেতন, অচেতন, উদ্ভিদ সকলো পদাৰ্থই প্ৰকৃতিৰ নিয়ম পালন কৰি আহিছে। এই সংসাৰৰ তৰা, গ্ৰহ, উপগ্ৰহ, চন্দ্ৰ, সূৰ্য্য, বায়ু সকলোকে ঈশ্বৰে সৃষ্টি কৰিছে। এইবিলাক স্ৰজনৰ ভিতৰত মানুহকো সৃষ্টি কৰিছে, মানুহেই ঈশ্বৰৰ স্ৰজনৰ ভিতৰত প্ৰধান সৃষ্টি। বিদ্যা, বুদ্ধি, বল, জ্ঞান, স্বভাৱ ইত্যাদি সকলোতে মানুহ ঈশ্বৰৰ আন আন সৃষ্ট জীৱজন্তুৰ ভিতৰত শ্ৰেষ্ঠ। সেইবাবে জগদ্বীশ্বৰে মানুহৰ ওপৰত দায়িত্বও বেচি ৰকমে স্থাপন কৰিছে। ঈশ্বৰ সৰ্ব্বব্যাপী, তেওঁ সকলো ঠাইতে আছে; ডাৱৰ, আকাশ, বতাহ, অৰণ্য, পানী সকলো ঠাইতে জগদ্বীশ্বৰ বিৰাজমান। প্ৰতি মুহূৰ্ত্তে প্ৰতিপলে, প্ৰতিদণ্ডে তেওঁ আমাৰ আচাৰ, ব্যৱহাৰ, স্বভাৱ সকলোকে চাই আছে। এই বিশ্ব-সংসাৰত যে জীৱজন্তু, গছ, লতা আদি সৃষ্টি কৰিছে ইয়াত তেওঁৰ উদ্দেশ্য আছে। সেই উদ্দেশ্য সাধন কৰিবৰ নিমিত্তে মানুহৰ ওপৰতে বেছি ৰকম ভাৰ অৰ্পণ কৰিছে। এতেকে, সেই উদ্দেশ্য সাধনৰ বাবে তেওঁ মানুহক কিছুমান কৰ্ত্তব্য সাধিবলৈ দিছে; অকল সংসাৰত জন্ম ধৰি এলেহুৱা হৈ মুৰ ঘুমাই বহি থাকিলে নহয়, মানুহে সংসাৰত কি ৰকমে চলিব লাগিব, সেইবাবেও নানা ৰকম নিয়ম-কাৰণ, কৰি দিছে। কিন্তু আমালোকে যদি সেইবোৰ নিয়ম-কাৰণ, সেইবোৰ কৰ্ত্তব্য সাধন নকৰোঁ, তেন্তে সংসাৰৰ মায়াজালত বন্ধ হৈ শেষফলত অন্ধকূপত পৰি নৰক যন্ত্ৰণা ভোগ কৰিব লাগিব। ঈশ্বৰে সকলোকে এদিনতে সৃষ্টি কৰা নাছিল, সকলো বস্তু নমুনা স্বৰূপ কিছুমান জীৱ-জন্তু, গছ, লতা আদি সৃষ্টি কৰিছিল। প্ৰত্যেকৰে এটি মতা আৰু এটি মাইকী আছিল; তাৰপৰাই লাহে লাহে সংসাৰ বৃদ্ধি হৈ আহিল। মতজানেই পিতা আৰু মাইকী জনাই আই বুলি পৰিচিত হল। এই দুইজনৰ কাৰণেই আমালোকে এই সংসাৰ দেখিবলৈ পাইছোঁ, যেয়ে পৃথিৱীত জন্মগ্ৰহণ কৰিছে তাৰে মাক-বাপেক দুয়োজনা আছে। হিন্দু শাস্ত্ৰত মানুহৰ জীৱন চাৰিভাগে বিভক্ত কৰিছে ঃ যেনে, ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ্য, বানপ্ৰস্থ আৰু যতি। ব্ৰহ্মচৰ্য্য ভাগত মানুহে গুৰুৰপৰা শিক্ষা লাভ কৰিব লাগে। কিন্তু এই ৰকমে ভবা অযুগুত যে, এই অলপ সময়তে আমালোকৰ শিক্ষাৰ শেষ হয়, ইয়াত আমালোকে অকল কি ৰকমে পঢ়িব লাগে, সেই পন্থাটোহে শিকি লওঁ। এই পন্থা লৈয়ে পিচৰ জীৱনত আমালোকে শিক্ষা কৰিব লাগে।

গাৰ্হস্থ্য ভাগত বিয়া আদি কৰি গাৰ্হস্থ্য ধৰ্ম্মত প্ৰবৃত্ত হৈ নিজৰ জীৱিকা নিৰ্ব্বাহৰ উপায় বিচাৰিব লাগে। এই গৃহস্থ ধৰ্ম্ম প্ৰতিপালন কৰা অতি দুৰূহ ব্যাপাৰ। এই ধৰ্ম্ম যেয়ে সুচাৰু ৰকমে চলাব পাৰে, সেয়ে যথাৰ্থ মানুহ আৰু তেৱেঁই ঈশ্বৰৰ উদ্দেশ্য সাধন কৰিবলৈ সমৰ্থ হব, এই ৰমক ভৰশা কৰিব পৰা যায়। গৃহস্থ ধৰ্ম্ম ভালকৈ চলাবলৈ ইচ্ছা থাকিলে ঘৰৰ পৰিয়ালবিলাকৰ মন, অভিপ্ৰায়, স্বভাৱ আদি সকলোকে জানি লোৱা উচিত। এইবিলাকৰ বিষয়ত বিশেষ চকু নেৰাখিলে বিপাঙ্গত পৰি মৰিব লগা হয়। তলতীয়া মানুহৰ লগত অসৎ ব্যৱহাৰ কৰা অনুচিত। সৰু মানুহৰ কামত ইতিকিং কৰা একেবাৰেই অনুচিত। কিয়নো, সিবিলাকে কেতিয়াবা যদি কোনো এটি ভাল কামতো হাত দিয়ে, তথাপি এই ইতিকিং উপহাসৰ ভয়তে তাকো এৰিব। ঘৰৰ পৰিয়ালৰ মানুহবিলাকক নিজৰ অন্তৰ খুলি দিব লাগে। নিজৰ উদ্দেশ্য বিতঙ্গাই বুজাই দিবলৈ চেষ্টা কৰা কৰ্ত্তব্য; পুৰষ্কাৰেই হক বা মিঠা কথাই হক ঠিক উপযোগী সময়তে প্ৰদান কৰা কৰ্ত্তব্য। অসময়ত নিজৰ ইচ্ছা মতে কাম কৰা (পুৰষ্কাৰ ইত্যাদি কাম) অযুগুত। বেহা-বেপাৰ চলাব লগীয়া হলে কৰ্ম্মচাৰীবিলাকক তিতকাৰী কৰি থকা অনুচিত; তেওঁলোকক নিজৰ ইচ্ছামতেও কাম কৰিবলৈ দিয়া কৰ্ত্তব্য। তেওঁলোকৰ নিজৰ আত্ম-সন্মান আত্মাৱম্বন ৰাখিবলৈ সুবিধা দিয়া উচিত।

সদাই তিতকাৰী কৰি থাকিলে তেওঁলোকৰ বেবেৰিবাং উপস্থিত হৈ কামত এটি বেমেজালি ঘটোৱাৰ হে বিশেষ সম্ভাৱনা। কৰ্ত্তব্য সাধন কৰিবলৈ ইচ্ছা থাকিলে মানুহৰ নিজৰ স্বাৰ্থ ত্যাগ কৰা উচিত। নিজৰ স্বাৰ্থ পূৰাবলৈ গৈ আন এজনক বিপদত পেলোৱা অন্যায়। মানুহৰ সদাই আত্মসন্মান থকা যুগুত। নিজৰ বিবেকে যি কাম ভাল বুলি কয় তাক কৰিবলৈ আগবঢ়া কৰ্ত্তব্য। দহজনৰ মতৰ পিনে তেতিয়া সিমান চকু ৰখা উচিত নহয়।

তৃতীয় ভাগত, অৰ্থাৎ বানপ্ৰস্থ ভাগত গৃহস্থ ধৰ্ম্মৰপৰা বিৰত হৈ ধৰ্ম্ম উপাৰ্জ্জনৰ পিনে মনক পৰিচালন কৰিব লাগে। সংসাৰৰ সকলো সুখৰ বিষয় বিতৰাগী হোৱাৰ দৰ্কাৰ। সদাই ঈশ্বৰকে ধ্যান ঈশ্বৰকে জ্ঞান কৰি থকা উচিত।

চতুৰ্থ ভাগত সকলো ৰিপু দমন কৰি আত্মাৰ বশবৰ্ত্তী কৰি একান্তভাৱে নিৰ্জ্জনত বহি অহৰহ জগতত্ৰাতা নিৰাকাৰ নিৰাময় সেই পৰমেশ্বৰ হৰিক হৃদিপদ্মত আসন দি জীৱনৰ শেষ দিন কটাব লাগে। এই ৰকমে কাম কৰিলেই ঈশ্বৰৰ উদ্দেশ্য সাধনৰ আশা কৰিব পৰা যায়। তেওঁৰ উদ্দেশ্য সাধন কৰিবলগীয়া হলে আমালোকে নিজৰ নিজৰ কৰ্ত্তব্য সাধন কৰিব লাগিব। আমালোকৰ নানা তৰহৰ। ইয়াক বিশেষ সাধনেৰে সম্পাদন কৰিব লাগে। কৰ্ত্তব্য সাধিলেও মানুহে জীৱনত সুখ লভিব পাৰে। আমালোকে যে আজি এই সংসাৰ দেখিছোহঁক ইমান ডাঙ্গৰ হৈছোঁহক ই কাৰ যহত? ই কেৱল পিতৃ-মাতৃ আৰু জগদ্বীশ্বৰৰ কৃপাত।

পিতৃ-মাতৃয়ে আমালোকক জন্ম দিছে, সৰুৰেপৰা প্ৰতিপাল কৰি আহিছে; পিতৃয়ে খাবলৈ দিছে, পিন্ধিবলৈ কাপোৰ দিছে আৰু বিদ্যা শিকাবৰ কাৰণে অসংখ্য অৰ্থ ব্যয় কৰিছে; আইয়ে দহমাহ দহ দিন গৰ্ভত ধাৰণ কৰি কিমান কষ্ট সহ্য কৰি আমালোকক প্ৰতিপাল কৰিছে! মাক-বাপেকৰ যে সন্তানৰ প্ৰতি কিমান মৰম কিমান দয়া তাক দহ হেজাৰ মুখেও কৈ এটাব নোৱাৰি। পঢ়িবৰ হকে বিদেশলৈ লৰা পঠিয়াই তেওঁবিলাকে সেই লৰাৰ বিষয়ে কিমান ভাবে তাক জগদ্বীশ্বৰে হে জানে। এতেকে, আমালোকে সকলোৱে একান্তভাৱে পিতৃ-মাতৃক ভক্তি-শ্ৰদ্ধা কৰা কৰ্ত্তব্য। তেওঁলোকে যি কৰিবলৈ আজ্ঞা কৰে তাক একাগ্ৰচিত্তে কৰিবলৈ আগবঢ়াটো উচিত। তেওঁলোক যেতিয়া অসমৰ্থ অৱস্থাত পৰিবগৈ, আমালোকে তেওঁলোকক নানা ৰকমে সাধ্যানুসাৰে সাহায্য কৰা কৰ্ত্তব্য। পিতৃ-মাতৃৰ প্ৰতি ভক্তিৰ আৰ্হি স্বৰূপ আমালোকে ত্ৰেতাযুগৰ সূৰ্য্যবংশীয় দশৰথ ৰজাৰ পুত্ৰ শ্ৰীৰামচন্দ্ৰৰ জীৱনী পঢ়িলে ভালকৈ জানিব পাৰোঁ; তেখেতৰ এনে হে পিতৃ-মাতৃৰ প্ৰতি ভক্তি আছিল যে, পিতাকৰ সত্য ৰক্ষা কৰিবৰ অৰ্থে তেওঁ আন কি ৰাজ্যভোগ আদিকো জলাঞ্জলি দি বনলৈ গৈছিল। ইউৰোপীয় ঘটনাৱলীৰ পিনে এবাৰ চকু ফুৰালেই কেচেবিয়াঙ্কাৰ আদৰ্শ পিতৃআজ্ঞা ৰক্ষাৰ দৃষ্টান্ত চকুৰ আগত জিলিকিবলৈ ধৰে। লৰাটিয়ে নিজৰ প্ৰাণ-পৰ্য্যন্ত জুইৰ মাজত এৰিলে, তথাপি পিতাকৰ আজ্ঞা ভঙ্গ নকৰিলে। আজিকালি কিন্তু দেশত সেই ৰকমৰ ভাব সেই ৰমকৰ পিতৃ-ভক্তি ক্ৰমাৎ লোপ পাইছে। অলপ ডাঙ্গৰ হলেই অলপ উপাৰ্জ্জনৰ পথত ভৰি দিলেই পিতৃ-মাতৃৰ পিনে

উলটি নোচোৱা হয়, পিতৃ-মাতৃৰপৰা বেলেগ হৈ নিজৰ তিৰোতা লৈ বাস কৰিবলৈ ধৰে। যি দিনৰপৰা এই ভাবে হৃদয়ত ঠাই পালে সেই দিনৰপৰাই মানুহক শ্ৰীহীনতা, ক্ষীণায়ু ইত্যাদি ৰকমৰ নানা বেয়া গুণে বেৰি ধৰিছে।

শিক্ষাগুৰুৰ প্ৰতি ভক্তি দেখুৱাও একান্ত কৰ্ত্তব্য। শিক্ষাগুৰুৱে মানুহক অন্ধকাৰৰপৰা জোনাকৰ পোহৰলৈ নিয়ে। যি মানুহে শিক্ষা নেপায়, তাৰ আজীৱন কৃষ্ণপক্ষতে থাকিব লগা হয়। সি কেতিয়াও শুক্লপক্ষ দেখিবলৈ নেপায়। তাৰ মনে কেতিয়াও প্ৰশস্ততা লভিব নোৱাৰে। সেই শিক্ষা দুই প্ৰকাৰ; নিজৰ ঘৰৰপৰা পোৱা আৰু শিক্ষাগুৰুৰপৰা পোৱা। ঘৰৰপৰা ভাল শিক্ষা পাবলৈ আশা কৰিলে ঘৰৰ বুঢ়ীমাক, নিজৰ মাক, বাই-ভনী ইত্যাদিবিলাক শিক্ষিত হব লাগে। কিয়নো, এওঁবিলাকেই ঘৰৰ প্ৰধান চালক আৰু এওঁবিলাকৰ লগত সৰুতে ঘনিষ্টতা বেচি ৰকম থাকে। ওচৰ-চুবুৰীয়াবিলাকো ভাল স্বভাবৰ হোৱা উচিত।

ক্ৰমশঃ।

# দেউতা।

'দেউতা' ই জনমত বুলিছিলোঁ যাক ;
—অদ্বিতীয় সম্বোধন মোৰ ;
জনমত যাতপৰ নাই গুৰু-জন
পাবলই ভক্তি উচ্চতৰ।

যি জনে জনম লভি দিলে জন্মদান,
ৰক্ত-মাংস-অস্থি মোৰ হই ;
যি জনৰ প্ৰসাদত জীৱন-অমিয়া
পান কৰি হলোঁ এক মই।

অপত্য চেনেহে যাৰ আলসুৱা কৰি
তুলিলে ই জীৱগছ মোৰ ;
ৰক্ষক গছৰ ছাঁত উত্তাপ গুচাই
তনকীয়া কৰিলে ই গোৰ।

যি জনৰ জীৱন্তত চিৰলৰাকাল
আছিল কপালে মোৰ লেখা—
সংসাৰ চিন্তাত হাঁয় নিজে বুঢ়া হই
লৰা ভাবে দেউতাক দেখা।

আৰু সুখ অনুপম পৰমুৰে-খোৱা,
নিলগত মুকলিমুৰীয়া;
ঘৰ বুলি নাম যাৰ চৰণত ৰাখি ;
বাহিৰত প্ৰবাসী সুখীয়া।

সেই দেৱে সেই সুখ-কিৰণ চপাই,
অস্তাচল কৰি আৰোহন ;
মৰ্ত্ত্য লীলা সাঙ্গ কৰি পূৰ্ণ প্ৰতিভাৰে
স্বৰ্গধাম কৰিলে প্ৰয়াণ।

'দেউতা' জেউতি আৰু পৃথিৱীৰপৰা
পাৰ হল;—পৰাণ আতুৰ ;
ৰূপান্তৰ পদ-ছাঁয়া স্বৰগৰপৰা
পৰিছেহি হৃদয়ত মোৰ।

বহু কৰ্ম্ম বহু ধৰ্ম্ম বহু পুণ্যভাগ
আৰ্জ্জনৰ ফলভোগ এবে;
স্বৰ্গত শান্তিৰে গই সাধু সমাজত
মহানন্দে ভুগে পিতৃদেৱে।

পূৰ্ব্বজন্ম পুণ্যফলে হই বংশধৰ
মৰাণৰ ডেকা-বৰুৱাৰ ;
জনমিলোঁ পৃথিৱীত মহতী আশাৰে
—ৰাখোঁ নাম সেই ঘৰুৱাৰ।

লাজতে পথালি বিধি হল কিয় হাঁয়,
লগালে যে কুঁহিতে কেৰোণ;
নিচিনোতে পিতৃ-মাতৃ ঘটালে বিয়োগ,
সংসাৰত আশ্ৰয় বিহীন ;

বয়সে বুজন হৈ বুজিলাঁ যেতিয়া
আপোনাৰ অৱস্থা আপুনি ;
অসামান্য প্ৰতিভাৰে ভৱ-সাগৰত
দিলাঁ জাঁপ ভৱিষ্য নগণি।
বিলায় বিপত্তি মানে ক্ৰমে দূৰ কৰি,
হৃদয়ত পালাঁ বল আৰু ;
কৰিলাঁ সুগম কালে জীৱনৰ বাট;
মুঠিয়ালাঁ কৰ্ম্ম-প্ৰেম-লাৰু।
নম্ৰ শিষ্ট সাধুৰূপে উঠিলাঁ জিলিকি,
সমাজ বান্ধিলা প্ৰণয়েৰে ;
জ্ঞাতি বন্ধু, পৰিয়াল, মিত্ৰ কুটুম্বাদি,
জিলিকিলে তৱ প্ৰতিভাৰে।

গাৱঁলীয়া হোজা প্ৰাণ মৰমতে-মৰা
তৱ গুণে মুগ্ধ চাৰি মৌজা;

ৰাজবংশী পিতৃদেৱ, পালিলাঁ প্ৰজাক
নৱযুগে হই ক্ষুদ্ৰ ৰজা।

সাধিলা সাধনা যত, —জীৱন উদ্দেশ্য,—
উদ্ধাৰিলাঁ বংশনাম ঘূৰি ;
'বুঢ়া' মন্ত্ৰী থাওবৰু, পুত্ৰ কুন্‌কাই,
মৰাণৰ বৰুৱাৰ গুৰি।

তান হস্তে নামি অহা চৈধ্য পুৰুষত
উদ্ধাৰিলাঁ পিতৃ কিণাৰাম ;
ৰাখিলা জাতিৰ নাম, ৰক্ষা পৰি নিজে,
নৰোত্তম পিতৃ ঘিণাৰাম।

সেৱকাধম—শ্ৰীপদ্মনাথ বৰুৱা।
২০ ভাদ, ১৮২৯ শক।

# কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন।

## পাৰ্লেমেণ্ট।

বৰুবৰুৱাৰ দেশৰ মানুহ-পৰুৱাবিলাকৰ ভিতৰৰ বৰুবৰুৱাকে মুখ্য কৰি কোনোৱে জানে আৰু কলিমনকে আদি কৰি কোনোৱে নেজানে, যে বিলাতত পাৰ্লেমেণ্ট বুলি এখন মহাসভা বা ডাঙৰ মেল আছে। সেই বৰ মেলখনেও বেলি মাৰ নোযোৱা ইমানখন ডাঙৰ বৃটীচ সাম্ৰাজ্যৰ শাসনকৰ্ত্তা। সভাখনৰ দুটা ডাল বাওফাল ; এটাৰ নাম "হাউচ-অব-কমন্স" সৰ্ব্বসাধাৰণৰ চৰা, আনটোৰ নাম "হাউচ" অব-লৰ্ডচ" অৰ্থাৎ বৰুৱা, ফুকন, গোসাঁই, মহন্ত, দেওধাই, বাইলুং আৰু মহন আদি বৰমূৰীয়া ডাঙৰীয়াসকলৰ চৰা। হাউচ-অব-লৰ্ডচ মানত আৰু নামত জানিব ৰজাৰ বৰকুঁৱৰী অৰ্থাৎ পাটমাদৈ; হাউচ-অব কমন্স কামত আৰু মানত ৰজাৰ সৰু কুঁৱৰী অৰ্থাৎ সৰু মাদৈ। বৰকুঁৱৰীৰ বৰ চৰা, বৰ মেল সুকীয়া; আৰু সৰু কুঁৱৰীৰ সৰু চৰা সৰুমেল সুকীয়া; কোনো কাৰো ফালে আহি তামোল-ছালি খাই মেল-দোৱানৰ ভাগ লব নোৱাৰে। বৰ কুঁৱৰীক বুঢ়ী বুলি ধৰিবা। ধৰি লোৱা যেন তেওঁ কানীপাণ, ধোৱাঁ-খোৱা, পগোৱা গাখীৰ পায়, আৰু গুড় জুতি ধৰি খাই আৰু চেলেকি খুন্দা তামোল জিবাৰে ইগালৰপৰা সিগাললৈ ঠেলি কলমুটীয়াই বহি থাকে, কোনোবা কচিৎ হে ওলাই আহি বৰচৰাত বহি হামিয়াই-হিকটিয়াই মৰকেলেপ মেল পাতে। বুঢ়ী এলাগী বৰকুঁৱৰীয়ে ৰাজকাৰ্য্যত এক ৰকম হাত দিব নোৱাৰে বুলিলেই হয়; ৰজাৰ ধনৰ লোৰ পেড়া আৰু হাতনিপেড়াৰ সঁচাৰকাঠী কেটাও তেওঁ চুব নোৱাৰে। ডেকেৰী সৰু লাগী কুঁৱৰীৰ হাতত হে সেই সঁচাৰকাঠী আৰু তেওঁ হে ধন-বিত খৰছ কৰি ঘৰ-সংসাৰ চলায় আৰু ৰাজকাৰ্য্যৰ বৰ মিঠৈটো ফেনেকি মুচৰি সানি পিটিকি বান্ধে, সাজে, গঢ়ে আৰু ভাঙে। বৰকুঁৱৰী সৰু কুঁৱৰীৰ ওপৰত নামত, "চৰ্দ্দাৰ" আৰু "খবৰ্দ্দাৰ; কামত বিশেষ একো নহয়। তেওঁ ইংৰাজ গৱৰ্ণমেণ্টে পতা এবিধ ৰাজ্য নথকা ৰজা, মহাৰজাৰ নিচিনা পেটাল পেটৰ

আৰু গুণাকটা পাগুৰি আৰু টুপিৰ গৰাকী মাথোন। কেতিয়াবা সঁচাকৈয়ে তেওঁ যদি সৰু ঘৈণীৰ কামত মুখ বজাব খোজে, তেন্তে ডাকু সৰু ঘৈণীয়ে মুখ ভেঙেচিয়াই চকু পোন্দাই তেওঁক চোচোৰাই নি পদুলি মুৰত থৈ আহিম গৈ বুলি ভয় দেখুৱায়।

কমনচ্ সভাৰ সমজুৱাবিলাকক প্ৰজাই পাতি পঠিয়ায়; লৰ্ডচ সভাৰবিলাকক এক ৰকম নপতা-ফুকন আৰু স্বয়ম্ভু বুলিলেই হয়। ভগা-হক-ছিগা-হক ভূঞাৰ পোৱালিবিলাক আৰু ফটা হওক-ছিটা হওক পাটৰ টঙ্গালি বৰুৱা-ফুকনৰ লৰাবিলাক বছৰে বছৰে বিলাতী বহাগৰ বিহুৰ দিনা আৰু ৰজাৰ বিলাতী জন্মাষ্টমীৰ দিনা নকৈ পতা ফুকন বৰুৱাবিলাকেৰে গোট খাই লৰ্ড সভা বহে। কমনচ্ সভাত দুটা ঘাই দল আছে; এটিৰ নাম লিবৰেল আনটোৰ নাম কনজৰ্ভেটিভ। লিবৰেল মানে হেনো উদাৰ উন্নতিশীল ; কনজৰ্ভেটিভ মানে হেনো তাৰে ওলোটাটো। লিবৰেলবিলাকে হেনো পুৰণি দস্তুৰ, ৰীতি-নীতি আইন ব্যৱস্থাবিলাকে কাৰ্য্যত তামাদি হ'ব ফালে ঢাল লোৱাৰ আগেয়েই সেইবোৰৰ ওপৰত কামোৰটো এৰি দি নবিধ ব্যৱস্থা কৰি আগবাঢ়ি যাবলৈ ওলায়; কিন্তু হেনোউদাৰ উন্নতিশীল ; কনজৰ্ভেতিক মানে হেনো কনজৰ্ভেটিভ দলে সেই কামোৰটো বা মৰকামোৰটো সতকাই এৰি দিব নোখোজে আৰু আগফালে খোজ লবলৈকো তেওঁলোক "নাৰাজ"।

প্ৰজাৰ বাছনিত উঠি যেতিয়া যি দলৰ লেখ বাঢ়ে, সেই দলৰ বৰমতা কেইজনক অৰ্থাৎ মুখিয়াল মানুহ কেইজনক পাত্ৰ মন্ত্ৰী পতা হয়, আৰু তেওঁলোকেই ৰাজ্য শাসন কৰে। লেখত কম হোৱা দলৰ বৰমতা কেইজন নিজৰ ফলীয়া মানুহৰে সৈতে মন্ত্ৰী দলৰ সমুখাসমুখি হৈ ফেৰপাতি বহি গুজৰি-গুমৰি ফোচফোচাই বলকি কাল কটায়। তেওঁলোকৰ ঘাই কাম ঃ— কুমটি খোচৰা আৰু কোবাৰি চেলেকি জিভা শণোৱা। অৰ্থাৎ, মন্ত্ৰীসকলে কৰা ভাল-বেয়া সকলো কামৰ দায়-দোষ খোচৰা আৰু "শ" কাৰ "ব" কাৰ আদি নানা থাপৰ ভাষাত তেওঁলোকক তেওঁলোকৰ কাৰ্য্যৰ সমালোচনা কৰি কদৰ্থনা কৰা। শকত শকত বিষয় আৰু গধুৰ গধুৰ দৰমহা খাই পেট আৰু থুতৰি ওলোমা মন্ত্ৰীসকলেও উত্তৰত, সেই জতুৱা বিষয় আৰু দৰমহাৰপৰা বঞ্চিত হৈ অতি শুকান কেংকেঙীয়া বিলাকৰ মুখীয়াল কেইজনক আগৰ কালত তেওঁলোকে কৰা কামৰ বাবে একো টাঙ্গোন দিবলৈ নেৰে। কেতিয়াবা সেই সমালোচনা বা উত্তৰাউত্তৰিৰ চোক ইমান বাঢ়ি উঠে যে, তাৰ দেৰ্দ্দেৰণি আমাৰ পানবজাৰৰ সেই তেওঁলোকে কৰা উত্তৰাউত্তৰিৰ চোকৰ দেৰ্দ্দেৰণিৰ সৈতে সমান হয়গৈ। কোনোবা কাচিৎ তেওঁলোকৰ ভিতৰত হতাহতি লগাও শুনা গৈছে।

মহামন্ত্ৰীয়ে গুৰি বঠাখন ধৰি ৰাজহুৱা বৰনাওখন পোনাই দিয়ে আৰু পানীমন্ত্ৰী সকলে লগৰীয়া সমজুৱাসকলৰ সাহায্যত দাৰ-চৰি মাৰি গুণ টানি তাক উজাই লৈ যায়, এইদৰে যাওঁতে যাওঁতে যদি কেতিয়াবা নাওখন চম্ভালিব নোৱাৰা হৈ চটত ঘপহ কৰে নাও উবুৰি খাব খোজে, নাইবা ডকাত পৰি বুৰিব খোজে, তেন্তে ৰজাই সেই আগোৱাল গুৰিয়ালবোৰক "বৰখাস্ত" কৰি নকৈ সমজুৱা বাছি পঠিয়াবলৈ প্ৰজাক হুকুম দিয়ে; আৰু নকৈ বাছনিত উঠা সমজুৱা দুদলৰ ভিতৰৰ যি দল লেখত সৰহ হয় সেই দলৰ মুখিয়াল কেইজনক আকৌ সেই নাৱৰ আগোৱাল-গুৰিয়াল "মকৰল" কৰে।

ওপৰত কৈ আহিছোঁ যে, লিবৰেল মানে হেনো উদাৰ, অৰ্থাৎ বেগাই আগুৱাব খোজোতা; আৰু কন্‌জৰ্ভেটিভ মানে লৰা-ঢপৰা কৰি আগবাঢ়িব নোখোজোতা। কিন্তু কন্‌জৰ্ভেটিভবোৰে যে সমুলি আগবাঢ়িব নোখোজে এনে নহয়; মাত্ৰ তেওঁলোকে থমক ধৰি চলে আৰু হালত নোযোৱা বোৰৰ দৰে তেওঁলোকক কটিয়াই ঠেলি নিব লাগে। তেওঁলোকে হুৰহুৰকৈ ৰথৰ ঘোঁৰা ডকাই যাবলৈ আৰু পুৰণি কথাৰ খামোচটো সতকাই এৰি দিবলৈ মান্তি নহয়। ইত্যাদি নানা কথাত দুই দলৰ ভিতৰত হেনো অনেক প্ৰভেদ। ভাৰতবৰ্ষৰ শিক্ষিত লোক সকলৰ পোন্ধৰ অনা তিনি পইচাই সদায় লিবৰেল দলৰ ফালে ঢাল লয়; আৰু লিবৰেল দল ৰাজ্যৰ আগোৱাল-গুৰিয়াল হলে তেওঁলোকৰ নথৈ আনন্দ মিলে। ভাৰতৰ বান্ধ কটন, ওৱেডবৰ্ণ আদি ইংৰাজ সকলো লিবৰেল দলৰ ভিতৰুৱাল। ভাৰতৰ বুঢ়া ডাঙ্গৰীয়া দাদাভাই নৌৰজীয়েও লিবৰেলবোৰৰে সৈতে শাৰী পূৰাই পাৰ্লেমেণ্ট বৰ সবাহত বহিছিল। কিন্তু বৰবৰুৱাই হলে দেখি-শুনি পণ্ডিত হৈছে, আৰু পণ্ডিত হৈ বুজিছে যে, দুখীয়া ভাৰতৰ পক্ষে দুয়োদল সমান দুয়োদল একে গুৰুঘৰৰে ভকত। ভাৰতবাসীৰ পক্ষে "যেইচা

ৰাজা ৰামসিংহ তেইচা মন্ত্রী ভিটিংটিং।” কণা ভাৰতৰ পক্ষে পক্ষে আন্ধাৰ আৰু পোহৰ দুয়ো সমান। সঁচাকৈ গমি চালে দেখিবা যে, ইংলণ্ডৰ বগা মানুহৰ পক্ষে হে লিবৰেল আৰু কনজৰ্ভেটিভ গৱৰ্ণমেণ্টৰ ভিন-পৰ ভাৰতবাসীৰ কলা মানুহৰ পক্ষে নহয়। বিলাতৰ বিলাতীয়ে হে এই দুই শাৰীৰ গৱৰ্ণমেণ্ট হাঁহ-কণীৰ ভিতৰত কুহুম বিচাৰি পাব, হিন্দুস্থানৰ হিন্দুস্থানী হাতী ঘাহীয়ে নেপায়। লিবৰেল কনজৰ্ভেটিভ ইউৰোপৰ দেৱলোকৰ দেৱতাৰ পক্ষে দেৱতাৰ দল, মৰ্ত্ত্যলোক ভাৰতবৰ্ষৰ মানুহৰ পক্ষে নহয়। লাভৰ ভিতৰত মৰ্ত্ত্যলোকৰ নৰ-মনিচে দেৱতাৰে সমানে জোৰ মাৰিবলৈ বিচাৰি দেৱতাৰ ভাগৰ বৰচৰু বৰ মলালৈ হেপামেলি কেটেৰা জেঙ্গেৰা ঠোঙ্গোনা মোঙোনা খাই মৰে মাথোন। মানুহৰ কৰ্ত্তব্য দেৱপূজা, আৰু পাৰিলে দেৱতাক সন্তুষ্ট কৰি দেৱতাৰ প্ৰসাদ খোৱা; যুক্তি তৰ্ক কৰি বুজাই মানুহে দেৱতাসকলৰপৰা নিজৰ অধিকাৰৰ দাবী কৰিবলৈ গলে, আৰু তাৰ উপৰি দেৱতাৰে সৈতে সকলো কথাত সমানে জোৰ মাৰিবলৈ গলে, ইন্দ্ৰৰ বজ্ৰ, ৰুদ্ৰৰ ত্ৰিশূল আৰু যমৰ গদাৰ কোব খাই পৈতৃক প্ৰাণটো হেৰুৱাব লাগিব। শ্ৰীযুত বৰবৰুৱাৰ এই কথাষাৰ তেওঁৰ লগৰীয়া নৰ-নাৰী সকলে দকৈ টং কৰি চাই চলিলে, তেওঁলোকৰ অনেক অপায়-অমঙ্গল দূৰ হব। ভাৰতত আলহী আমাৰ গৃহদেৱতা এংলো-ইণ্ডিয়ানসকলে দিনে-ৰাতিয়ে বাতৰি কাকতত লিখি আৰু অনেক সময়ত নেটিভৰ পিঠিত টানকৈ হাত ফুৰাই বৰবৰুৱাই কোৱা এই কথা নেটিভক পৈ-পৈ-কৈ বুজাব লাগিছে; সৰহ নেলাগে, পাৰ্লেমেণ্ট মহাসভাৰপৰাও আমাৰ বিধাতা প্ৰজাপতি হলিয়ে এক ৰকম ঢোলপিটি খোলাখুলিকৈ আমাক এই কথাকে কৈ দিছে। তথাপি আমি শুনিব নোখোজোঁ, বুজিব নোখোজোঁ! আমি কলা নে, কণা নে, চাহ ডাঙ্গীয়া? নাইবা বুজনমনগত?

বৰবৰুৱাই বঢ়িয়াকৈ বুজিছে যে, ভাৰতবৰ্ষখন ইংৰাজৰ জমিদাৰী; ভাৰতবৰ্ষৰ মানুহ ইংৰাজৰ প্ৰজা;-সমনীয়া নহয়। ইংৰাজে তেওঁলোকৰ ঘৰৰ ভিতৰতে পৰস্পৰ যি কৰে, যি ভাবে, যেনেকৈ ব্যৱহাৰ কৰে, সেইবোৰ দেখি আমি তাঁলৈ লোভ কৰি সেপ ঢুকি নিৰাশ হওঁ, ভেকাহি খাওঁ, কিল খাওঁ, কলীয়া পানীলৈ যাওঁ, আৰু তাৰ উপৰি পুলিচৰ টাঙোনেৰে সৈতে চিনাকি হওঁ মাথোন। ইংৰাজৰ ভিতৰত ভালেমান মানুহ আছে, যি ভাৰতবৰ্ষৰ কলা মানুহক কিহৰ শাৰীত থয়, সেই কথা আমাৰ ভিতৰৰ অনেকে যে নেজানে এনে নহয়। এই শ্ৰেণীৰ ইংৰাজৰ মানত ভাৰতবাসী লগুৱা, কুলি, গৰু, কুকুৰ, বুটজোতা আৰু আফ্ৰিকাৰ নিগ্ৰৰ শাৰীৰ। লগুৱাই বক্ বক্ কৰিলে গৰাকীয়ে তাক কিলাই গালি পাৰি তাৰ গটো ভাঙ্গি দিব খোজে। যি লগুৱা বা লগুৱাৰ শাৰীৰ মানুহে বক্ বক্ নকৰি গৰাকীৰ গালিষাৰ কিলটো ভুকুটো মনে মনে জীণ নিয়াই চলে সি ভাল লগুৱা, ভাল্ নেটিভ মানুহ, সি “লয়েল” অৰ্থাৎ ৰাজভক্ত প্ৰজা বুলি এই শ্ৰেণীৰ ইংৰাজৰপৰা “চাৰ্টিফিকেট” পায়, তাৰ পিঠিত অনুগ্ৰহৰ ছাব পৰে; আৰু লগে লগে তাৰ সুখ সম্পদও বাঢ়ি যায়। এই শ্ৰেণীৰ ইংৰাজে চিয়ঁৰিব পাৰে খুব, আৰু চিয়ঁৰি ৰণ জিকেও। দুখৰ বিষয় এই হে যে, এই বিধ এংলো-ইণ্ডিয়ানৰ হোৰ্কোৰা মাত আৰু ভোটোকা আখৰৰ “চাৰ্টিফিকেট” আজকালি ততালিকে বিলাত পায়গৈ; কিন্তু দুখীয়া নৰিয়া ভাৰতবাসীৰ মিহি মাত কেঁকনি-গেঠনি কান্দোন তেনেকৈ বিলাতলৈ নেযায়, আৰু গলেও তাত আগেয়ে ওলোৱা এংলো-ইণ্ডিয়ানৰ হোৰ্কোৰণিয়ে তাৰ ৰজা-প্ৰজাৰ কাণ এনেকৈ তাল মাৰি থয় যে, সেই অৱস্থাত সি একো গুণ নেসাধে। আজিকালি চাহবাৰীৰ চাহাব, সদাগৰৰ ঘৰৰ চাহাব, ৰেলৰ চাহাব, পুলিচৰ চাহাব, বেগু বজোৱা চাহাব, চমাৰ চাহাব, কমাৰ চাহাব, যাকে হওক, নেটিভে অমান্য কৰিলেও বা সেইজনৰ দুষ্টালিৰ প্ৰতিবাদ কৰিলেও সেই নেটিভে “ডিচলয়েল” বা চিডিচচ’ অৰ্থাৎ ৰাজদ্ৰোহী নাম পায়; কাৰণ ওপৰত উনুকিয়াই অহা হোকোৰা ইংৰাজসকলে কয় যে, সকলো ইংৰাজেই হেনো “বাদস্যা কা দোষ্ট” অৰ্থাৎ সম্ৰাট সপ্তম এডওৱাৰ্ডৰ বান্ধ, হোকোৰা পুৰাণ মতে ইংৰাজ জাতি কলিৰ বামুণ আৰু ভাৰতবাসী কলিৰ শূদ্ৰিৰ; কলিত মাথোন এই দুটা জাত।

তাহানি এখন জিলাৰ ইংৰাজ বৰ চাহাব এজনৰ কথা এই খিনিতে মনত পৰিল। বৰ চাহাবে নিতৌ কাছাৰিৰপৰা বাহিৰলৈ ওলাই সকলোৰে আগতে থিয় হৈ স্বভাবৰ ডাকৰ সৰুটো কাৰ্য্য কৰে। অমুকা চিৰস্তাদাৰ বৰ চাহাবৰ বৰ খাটনিয়াৰ আছিল। বৰ চাহাবে মাজে সময়ে তেওঁক “ওৱেল” অমুক বুলি দুটা-চাইটা বাজে কথা সোধে আৰু তেওঁ সেই সুবিধাতে জিলা গোটেইখনৰ মানুহৰ শাক-খোৱা ভাত-খোৱা আদি ঘৰুৱা

খবৰ চাহাবৰ দিয়ে। চিৰন্তাদাৰে চাহাবৰ "মিজাজ" বুলি এদিন সুধিলে, খোদা বান্দাই এনেকৈ মানুহৰ আগতে ওপৰত কোৱা সেই কাম কৰে কেলৈ? চাহাবে হাঁহি উত্তৰ দিলে, "ওৱেল, তহঁতে গৰু-ছাগলিৰ আগত হেই কাম কৰিবলৈ কিবা লাজ পায় নে?" এই শাৰীৰ ইংৰাজৰপৰা ন্যায়—পৰায়ণ বৃটিছ গৱৰ্ণমেণ্টৰ যহ কিমান বাঢ়িছে সকলোকে ভাবি চাবলৈ কৈ, আজিলৈ বৰুবৰুৱাই পছিমৰ বেলিৰ লগে লগে মেলানি মাগিলে।

—শ্ৰীকৃপাবৰ বৰবৰুৱা।

# অনুকৰণ।

মানুহ অনুকৰণ প্ৰিয়। ইটোৰে সিটোক অনুকৰণ কৰিবলৈ বৰ ভাল পায়। এই স্বভাৱটি কোনো কোনো ইতৰ জন্তুৰ ভিতৰতো দেখিবলৈ পোৱা যায়, কিন্তু মানুহৰ ভিতৰত ই বৰ প্ৰবল। বান্দৰাদি জন্তুৱে যি দেখে তাকেই অনুকৰণ কৰে। সিহঁতে ভাল কি বেয়া কি একো বিচাৰ কৰিব নোৱাৰে, কেৱল আনক যি কৰা দেখে নিজেও তাকে কৰিবলৈ যত্ন কৰে। এই বিষয়ে এটি গল্প আছে। এটা বেপাৰীয়ে কিছুমান ৰঙা টুপি লৈ বেপাৰ কৰিবলৈ গৈছিল। দুপৰীয়া ভাগৰ লাগি এজোপা গছৰ ছাঁত সি জিৰণি ললে। তাতে তাৰ টোপনি আহিল। তাৰ মূৰত এটা টুপি পিন্ধা আছিল। সেই গছত থকা কিছুমান বান্দৰে সিহঁতে ৰঙা টুপি দেখা পাই প্ৰত্যেকে একোটা নি পিন্ধিলেগৈ। বেপাৰীয়ে সাৰ পাই দেখে যে, টুপি এটিয়ো নাই, বান্দৰবিলাকে লৈ গৈছে। বহুত চেষ্টা কৰিয়ো টুপিবিলাক আনিব নোৱাৰি মনত বেজাৰ লাগি বেপাৰীয়ে নিজৰ মূৰত থকাটোও দলি মাৰি পেলাই দিলে। তাক পেলোৱা দেখি বান্দৰবিলাকেও নিজৰ টুপিবিলাক পেলাই দিলে। তেতিয়া বেপাৰীয়ে ততালিকে আটাইবোৰ টুপি গোটাই লৈ গুচি গল। মানুহ ইতৰ জন্তুতকৈ শ্ৰেষ্ঠ হলেও এই ৰকম অনেক সময়ত দেখা যায়। এজনে যি কৰে আমিও কণাৰ নিচিনাকৈ তাকে কৰিবলৈ চেষ্টা কৰোঁ; কিন্তু সি সেই কামটো কি ভাবে কি উদ্দেশ্যেৰে কৰিছিল তাৰ পিনে এবাৰো ভাবি নেচাওঁ। কালাকাল যোগ্যাযোগ্য বিবেচনা নকৰাকৈ অনুকৰণ কৰিলে বান্দৰতকৈ কি গুণে শ্ৰেষ্ঠ বুলিব পাৰি। চাহাববিলাকে মদ খায় দেখি আমিও মদ খাওঁ, কিন্তু সিহঁতে কি কাৰণে খায় তাৰ প্ৰতি অলপো লক্ষ্য নাই। সিহঁত শীতপ্ৰধান দেশৰ মানুহ। গৰম বস্তু মাছ-মাংস নেখালে থাকিব নোৱাৰে, সেই কাৰণে খায়। আমাৰ দেশ গ্ৰীষ্মপ্ৰধান। ইয়াত মাদ-মাংসই অপকাৰ কৰে। কিন্তু সভ্য হব লাগিলে ডাঙৰ মানুহক অনুকৰণ কৰিবই লাগে। সুতৰাং মদ খাওঁ। দুখৰ বিষয়, সিহঁতৰ যিবিলাক ভাল গুণ আছে, যেনে ধৈৰ্য্য, সাহস, আত্মাৱলম্বন, অধ্যৱসায়, চিজিলতা, একতা, স্বদেশানুৰাগ ইত্যাদি তাৰ প্ৰতি আমাৰ চকু নেযায়। কেৱল হেট-কোট মাৰি হাতত মদৰ বটল লব পাৰিলেই চাহাব হলো বুলি ভাবে। আমাৰ কথাতে কয় বোলে, "ৰাজহংসক দেখি ঘনচিৰিকায়ো পেখন ধৰে।" কথাটো মিছা নহয়। হৰক দেখি বিষ খালে নিজৰ প্ৰাণৰ পিনে হে টনাটনি পৰে। মহাদেৱে ভাং খাইছিল, সেই কাৰণে আমিও ভাং খাওঁ; কিন্তু তেওঁৰ আৰু কিবা গুণ আছিল নে নাই তাৰ অলপো খবৰ নাই। যাৰ ধনৰ ভঁৰালী কুবেৰ; জগতমাতা স্বয়ং আদ্যা শক্তি যাৰ স্ত্ৰী, মহাবীৰ্য্যশীল দেৱশ্ৰেষ্ঠ কাৰ্ত্তিক গণপতি যাৰ পুত্ৰ, আৰু লক্ষ্মী সৰস্বতী যাৰ কন্যা; এনে অতুল ধন সম্পত্তিৰ মাজত থাকি অসীম প্ৰলোভনৰ মাজত থাকিয়ো সেই যোগীশ্ৰেষ্ঠ পুৰাণ পুৰুষ অটল অচল হৈ নিস্পৃহ ভাবে আছে। বাঘৰ ছাল, কাপোৰ ভস্ম ধুলি চন্দন, আৰু নৃমুণ্ড তেওঁৰ পুষ্পমালা। ইয়াতকৈ বেচি আসক্তিশূন্য বৈৰাগ্যৰ ভাব কোনে দেখুৱাব পাৰে। ইমানবিলাক গুণ এৰি ভাং খোৱাটোক অনুকৰণ পশুত বাদে কোনে কৰিব পাৰে? এবাঁ গাখীৰত পানী মিহলাই দিলে ৰাজহাঁহে যেনেকৈ পানী এৰি কেৱল গাখীৰ হে খায়, তেনেকৈ মহৎলোকৰ দোষবিলাক এৰি গুণবিলাকৰ অনুকৰণ কৰিব পাৰিলেই মহত্ত্ব থাকে। আমাৰ বুদ্ধিবৃত্তি আৰু অৱস্থাক চাইহে আনক অনুকৰণ কৰা উচিত; নহলে অনেক সময়ত হাস্যাস্পদ হে হোৱা যায়। এজন লৰাৰ বুদ্ধি বৰ চোকা, এবাৰ পঢ়িলেই মনত থাকে; কাজেই সি ৰং-ধেমালি কৰিবলৈ যথেষ্ট সময় পায়। তাক দেখি এজন সাধাৰণ বুদ্ধিৰ লৰাই লিখা-পঢ়া এৰি তাৰ লগত ধেমালি কৰি ফুৰা বুদ্ধিমানৰ কাম নহয়। হনুমানৰ দেও দেখি বেঙে লঙ্কা পাব হবলৈ গলে মাজ সাগৰত পৰি মৰিব লাগিব। এতেকে, দেখা গল যে, আনক অনুকৰণ কৰিব লাগিলে নিজৰ কিছু বুদ্ধি খটাব লাগে। অনুকৰণ কৰা ভাল, কিন্তু সকলো সময়তে আৰু সকলো ৰকমৰ অনুকৰণ শুভ ফলদায়ক নহয়।

# গীত।

ৰচনা — শ্ৰীযুত নবীনচন্দ্ৰ বৰদলৈ বি-এল।
সুৰ — শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

ইমন কল্যান—আড়াঠেকা।
(আজি) ধীৰে যায় বহি মলয় পবন;
সুমঙ্গল চাৰি দিশ উজলি ভুবন।
গায় আজি ভক্তিভৰে, পৃথিৱীৰ নাৰী নৰে;
বিমল আনন্দ মনে মাধৱৰ নাম।

নিষ্কাম ভকতি জ্ঞান কৰিলে যিজনে দান
জীৱক তাৰিলে হই অধমতাৰণ।
সিজনৰ নাম স্মৰি, জীৱন পৱিত্ৰ কৰি,
আহাঁ ভাই কৰোঁ সৱে মুক্তিৰ বিধান।।

ৰচনা শ্ৰীৰামেশ্বৰ বৰুৱা বি, এ।

সুৰ শ্ৰীলক্ষ্মীৰাম বৰুৱা।
হাম্বিৰ—কাওৱালী।
স্মৰোঁ আৰু এটি বাৰ,
সংসাৰ যুজত জয় অৱশ্যে আমাৰ।
আনন্দ আদৰ্শ ধৰোঁ, ক্ষুদ্ৰ স্বাৰ্থ পৰিহৰোঁ;

বিশ্বজ্ঞান তুলনাত সকলো অসাৰ
জ্ঞানেৰে শোভিত হৈ, জ্ঞাননদী মথি লৈ
জগত উন্নতি সাধা সেয়ে সাৰোৎসাৰ।
পাশ্চাত্য জ্ঞানক লভি, পুৰা জ্ঞানে হিয়া শোভি
মিলালে দুয়োকো তেওঁ জ্ঞানৰ আধাৰ,

সেয়ে পুজ্য দেৱ আজি, হৃদি ভক্তি ভাৱে সাজি
দিয়াঁ পূৰ্ণাহুতি ভক্তি যি সাধ্য আমাৰ।।

ৰচনা — শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মা বি, এ,।
সুৰ — শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

ভূপ-খাম্বাজ — একতালা
নমো দেৱ মাধৱ ভক্ত বান্ধৱ
ৰাজীৱ তযু চৰণে।
নিষ্কাম ধৰম প্ৰচাৰিলাঁ দেৱ
শাস্ত্ৰক মথিয়া জ্ঞানে।।

যোগী সমে দেৱ বিহৰা সুখে,
স্নিগ্ধ সুনীল গগণে।
সাৰ মুকুতি প্ৰকাশি মোহিলাঁ,
নেজানো কি যোগ ধ্যানে।
যি পথে দি গলাঁ, চিন থই তুমি;

সিপথক ধৰি সকলোৱে মিলি,
আহাঁ ভাই আহাঁ যাওঁ উলাহেৰে;
সেই মহাজন স্থানে।

ৰচনা — শ্ৰীযুত গিৰীশচন্দ্ৰ বৰদলৈ বি, এ,।
সুৰ — শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

ইমন কল্যান — তেওঁৰ।
(প্ৰভু!) কৰিছোঁ কাকুতি দিয়াঁ শুভমতি,
দয়াৰ সাগৰ হৰি;
সকলো অসাৰ একমাত্ৰ সাৰ,
দিয়াঁ হে চৰণ তৰি।

মনে বল দিয়াঁ কুপথ এৰিয়া
সজ পথে যাতে চলো;
তোমাৰ বচন পালো;
(আজি তযু পদ সেৱোঁ হৰি।

# উষা

দ্বিতীয় ভাগ — চতুৰ্থ সংখ্যা

## সম্পাদকৰ শৰাই।

### জাতীয় উন্নতি।

জাতিৰ আৰ্হি সমাজ, আৰু সমাজৰ আৰ্হি পৰিয়াল। নাইবা, পৰিয়ালৰ সমষ্টিয়েই সমাজ আৰু সমাজৰ সমষ্টিয়েই জাতি। এতেকে সমাজৰ গঠনেই জাতিৰ বল আৰু পৰিয়ালৰ গঠনেই সমাজৰ বল। দুৰ্ব্বল পৰিয়ালেৰে কেতিয়াও তেজী সমাজ গঠিত হব নোৱাৰে, আৰু নিস্তেজ সমাজৰ দ্বাৰা কেতিয়াও কোনো জাতি সজীৱ থাকিব পৰা নাই। সেই কাৰণে, জাতীয় উন্নতি বা অৱনতিৰ মূল কেৱল মানুহ, পৰিয়ালৰ উন্নত বা অৱনতি অৱস্থা, যি জাতিৰ পৰিয়ালবিলাক আগবঢ়া সেই জাতিৰে উন্নতি আৰু যি জাতিৰ পৰিয়ালবিলাক পাচ পৰা সেই জাতিৰে অৱনতি ধ্ৰুপ। এতেকে, জাতীয় উন্নতলৈ লক্ষ্য ৰাখি পৰিয়ালৰ উন্নতি সাধিবলৈ চাব লাগে।

* * *

সঙ্গীদলৰ চাল-চলন চায়ে যেনেকৈ কোনো এজনৰ সুকীয়া চৰিত্ৰ বুজা যায়, সেইদৰে এটা জাতিৰ অৱস্থা চায়ো সেই জাতীয় মানুহৰ গুটীয়া জীৱনৰ অৱস্থা বুজিব পাৰি। কোনো এটা জাতিক সভ্য আৰু উন্নত বুলিলে বুজিব লাগিব যে, সেই জাতীয় মানুহবিলাক সভ্য আৰু উন্নতিশীল, সিবিলাকে আত্ম-জীৱনৰ আদৰ বুজে; আৰু কোনো জাতিক অসভ্য, অনুন্নত বুলিলে বুজা যায় যে, সেই জাতীয় মানুহবিলাক অসভ্য, সিহঁত উন্নতিৰ আকাঙ্খাহীন, আৰু সিহঁতে নিজৰ জীৱনৰ আদৰ নিজে নুবুজে, অৰ্থাৎ সিহঁতে মৰিবলৈ বৰ ভয় কৰে যদিও, জীয়াই থাকিবলৈকো যত্ন নকৰে। এই কাৰণেই শিক্ষিত আৰু জ্ঞানী মানুহে জাতীয় প্ৰশংসাক আত্ম-প্ৰশংসা বুলি জ্ঞান কৰে, জাতীয় নিন্দাটো আত্মনিন্দাতকৈও বেচি চোকা যেন বোধ কৰে; আৰু জাতীয় উন্নতিত সিবিলাকে আত্মোন্নতিৰ সমান ৰং পায়, আৰু জাতীয় অৱনতিত নিজৰ অধোগতিৰ সমান বেজাৰ পায়।

* * *

স্বজাতিৰ উন্নতি সাধন সৰ্ব্বোচিত কাৰ্য্য। পৃথিৱীৰ আজি উন্নত যুগত এই কাৰ্য্যৰ অৰিয়া-অৰিত সভ্য জাতিবিলাকে তল-ওপৰ লগাইছে। শিক্ষাই মানুহৰ মন প্ৰশান্ত কৰে। যতে শিক্ষাৰ বিস্তাৰ বেচি, ততে আজি জাতীয় উন্নতিৰ আন্দোলন প্ৰৱল। অশিক্ষিত ঠেকমনা মানুহে যেনেকৈ গুটীয়া জীৱনৰ উন্নতিৰ ইটো-সিটোৰ ভিতৰত অনিয়া-অনি চলায়, অসভ্য পৰিয়ালৰ মাজত যি ৰূপে সংসাৰত উন্নত অৱস্থাপন্ন হবলৈ অৰিয়া-এৰি লাগে আৰু অৰ্দ্ধ শিক্ষিত আধাকেচেলুৱা সমাজ বিলাকৰ ভিতৰত যি প্ৰকাৰে কৰ্ম্ম আৰু ধৰ্ম্মক্ষেত্ৰত আগবাঢ়ি লৈ ঠেলা ঠেলি, মৰা-মৰি লগায়, সুশিক্ষিত প্ৰসস্তমনা সুসভ্য জাতিবিলাকৰ ভিতৰত আজি সেইদৰে উন্নতিৰ বাটত আগবাঢ়িবলৈ অৰিয়া-অৰি চলিছে। যি জাতিয়েই এই অৰিয়া-অৰিৰ সু-প্ৰণালীত ধৰিব পাৰিছে, সেই জাতিয়েই দোপত দোপে উধাৱ লাগিছে আৰু যি জাতিয়েই শিক্ষা অভ্যাস আৰু অধ্যৱসায়ৰ অভাবত তেনে পুৰুষালী কৰিব পৰা নাই সেয়ে নানা বেমেজালিত পৰি তললৈ যাবলৈ ধৰিছে।

* * *

অসমীয়া জাতিটো ওপৰত কোৱা কোনবিধ জাতিৰ শাৰীত পৰিছে, এতিয়াও তাৰ চিনি ভালকৈ ওলোৱা নাই। অৰ্থাৎ অসমীয়া জাতি এতিয়া উন্নতিৰ জখলাৰ নিচেই আদি খাপত, ক্ৰমাৎ ওপৰলৈ উঠোতে কি নিয়ম প্ৰণালীত ধৰি কালত কেনে হৈ উঠে এতিয়াও তাৰ নিশ্চয় হোৱা নাই। এই অৱস্থাত অসমীয়া সমাজে যাৰে ভালটি দেখিছে তাৰে পাচত লৰিবলৈ শিকিছে, যাকে দুখাপ উধৰিব দেখিছে তাৰে আৰ্হি লবলৈ অভ্যাস কৰিছে। স্বৰূপাৰ্থত এতিয়াও অসমীয়া জাতিয়ে ভৱিষ্যত ভালকৈ মনিব পৰা নাই। এতিয়া যি জাতিক গাৰ বলেৰে অবাটে গৈ দুখোজ আগবঢ়া দেখিছে তাৰে আৰ্হি লবলৈ অসমীয়া বিতত হৈছে। কালত যে তাৰ নিজৰ দোষত বিষম পতন আছে সেইটো বুজিব পৰা নাই। এতেকে চমুকৈ কবলৈ গলে অসমীয়া জাতিৰ বৰ্তমান

বিষম সমস্যাৰ অৱস্থা, এই সময়ত লক্ষ্য স্থিৰ ৰাখিব নোৱাৰিলে যে অসমীয়া জাতি একেবাৰে অধঃপাতে যাব সেইটো ধুৰূপ; কিয়নো দুৰ্ব্বলীৰ পতন মানে মৰণ বুজিব লাগে।

* * *

এতেকে আমাৰ শিক্ষিত সমাজে এতিয়া ঘাইকৈ সু-আৰ্হি আৰু সজ বাট বিচাৰি ধৰিবলৈ অভ্যাস কৰিবৰ সময় হৈছে। শিক্ষিতৰ আৰ্হিৰে যাতে অশিক্ষিত আগবাঢ়িবলৈ শিকে তাৰ নিমিত্তে যত্ন কৰিব লগা হৈছে। জাপানৰ অশিক্ষিত মানুহ যেনেকৈ জাতীয় উন্নতিৰ অৰ্থে আত্মোৎসৰ্গ কৰাটো সিবিলাকৰ জীৱনৰ সৰ্ব্বপ্ৰধান কৰ্ত্তব্য বুলি মানে, সেইদৰে যাতে অসমীয়া অশিক্ষিত মানুহে জাতীয় উন্নতিৰ অৰ্থ বুজি তাৰ উন্নতি কল্পে হাতে-কামে লগা হব পাৰে আমাৰ শিক্ষিত সমাজে সততে কাৰ্য্যতঃ তাৰ আৰ্হি হোৱাৰ সময় পৰিছে। আমি ইতিপূৰ্ব্বে কেইবাবাৰো কৈছোঁ যে, এতিয়া আমাৰ কথা এৰি কাৰ্য্যত ধৰিবৰ সময় পৰিছে, আমাৰ মানুহে মুখেৰে জাতীয় উন্নতিৰ উদগণি কৰি কাৰ্য্যত সেই অৰ্থে আগবাঢ়িবৰ দিন চাপিছে। এনে সোণাময় ছেগ এৰি দিয়াটো আমাৰ সময়োচিত কাৰ্য্য নহব। এতেকে, জাতীয় উন্নতিৰ সকলো কামতে 'যোৱা' 'কৰাঁগৈ' এনে কথা এৰি 'আহা, কৰোঁগৈ,' এনে সঞ্জীৱনী মন্ত্ৰ অসমীয়া মানুহ ৰাখিবৰ ঠিক সময় হৈছে।

# মনোবিজ্ঞান।

বশীকৰণ আৰু সম্মোহনৰ কৌশলে কেৱল যে মানুহক বশ বা সম্মোহিত কৰিব পাৰি অকল সেয়ে নহয় এই প্ৰকৃয়াৰে জন্তুকো বশ কৰিব পাৰি। দুই একোটা জন্তুৰ গাতো ইমান মেচমেৰিক আৰু হিপনটিক বল থাকে যে দেখিলে আচৰিত মানিব লাগে। সাধাৰণত অজগৰ সাপৰ গাত মেচমেৰিক বল বৰ বেচি। অজগৰ সাপে লৰিব-চৰিব নোৱাৰি একে ঠাইতে আহাৰলৈ আশা কৰি পৰি থাকে, ওপৰেদি চৰাই-চিৰিকতি উৰি গৈ সাপৰ মুখৰ পোন হলেই আপোনা-আপুনি মুৰ্চ্ছা গৈ মুখৰ আগতে আহি পৰে। তেতিয়া অজগৰে তাক আনন্দ মনেৰে ভক্ষণ কৰে; সেই সাপৰ পৰি থকা ঠাইৰপৰা চাৰিওকাষে কিছু ব্যাসাৰ্দ্ধলৈকে আকৰ্ষণ কৰিব পৰা এটা বৃত্ত থাকে (Circle of attraction) | সেই সীমাৰ ভিতৰত যেই-সেই আন জন্তু (কুকুৰ, শিয়াল, পহু ইত্যাদি) পৰিলেই সাপে তাৰ গাত থকা চুম্বক শক্তিৰে, আকৰ্ষণ কৰিবলৈ ধৰে। সেই আকৰ্ষণৰ বলত যেনেকৈ কাঠ-কুঠ নৈৰ চাকনৈয়াত পৰি ঘূৰি ঘূৰি শেহত গাতটোত পৰেগৈ, সেইদৰে জন্তুটোও আহি সাপৰ মুখত পৰেহি। প্ৰবাদ আছে যে আফ্ৰিকাৰ জঙ্গলত বন্দুক লই চিকাৰ বিচাৰি ফুৰা দুজন চাহাবৰ এজনে হেনো এটা অজগৰ দেখি তালৈ বন্দুক টোৱাঁবলৈ ধৰোঁতেই সাপটোৰ আকৰ্ষণত পৰি ক্ৰমাৎ তাৰ চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে আৰু ঘূৰি ফুৰি হাতৰ বন্দুক হাতত্তেই থকাতো সাপটোৰ ফাললৈ আগুবাবলৈ ধৰিলে। তেওঁ গৈ প্ৰায় সাপৰ ওচৰ পালেগৈ; এনেতে তেওঁৰ সুকপালৰ গুণে ইজন বন্ধুৱে আঁতৰৰপৰা তেওঁৰ গতি-বিধি দেখি আৰু সাপে যে তেওঁক আকৰ্ষণ কৰিছে এইটো বুজি, আঁতৰৰ পৰা তেওঁক বচাই সাপটোৰ মূৰলৈ এটি গুলি মাৰিলে। সেই গুলিটো সাপটোৰ মূৰত লগা মাত্ৰেই ইজনৰ চৈতন্য হৈ দেখিলে যে তেওঁ প্ৰায় সাপৰ মূৰ পাইছিলহি। গুলি খাই সাপটো মৰাৰ বাবে চাহাবজনে ৰক্ষা পালে, নহলে তেওঁ অজগৰৰ পেটলৈ যাবলগীয়া হৈছিল। বন্ধুজনে তেওঁক শোধাত তেওঁ কৈছিল যে তেওঁ যেতিয়া প্ৰথমেই সাপটোলৈ বন্দুক টোৱাঁই, তেতিয়া বন্দুক মৰাৰ আগেয়ে ইচ্ছা হৈছিল যে তেওঁ সাপটোৰ কিছু ওচৰলৈ গৈ গুলি কৰে। এইদৰে তেওঁ এখাজ কি দুখোজ লওঁতেই তেওঁ কি কাৰণে ঘূৰিবলৈ ধৰিলে কব নোৱাৰে। তেওঁ ঘূৰি ফুৰোতে সাপটো হেনো মুঠেই দেখা নাছিল কেৱল তৰ তৰ কৰি জ্বলি থকা দুটা তৰা যেন হে সেই ঠাইত দেখিছিল আৰু সেই তৰা দুটাই হে যেন তেওঁক টানি লৈ গৈছিল। অজগৰৰ যে এই শক্তি, এয়েই মেচমেৰিক শক্তি। ই ঈশ্বৰৰ দত্ত। অজগৰে লৰি-চৰি আহাৰ বিচাৰি খাব নোৱৰাৰ কাৰণেই ঈশ্বৰে অজগৰৰ গাত ইমান মেচমেৰিক শক্তি দিছে যাতে সি একে ঠাইত পৰি থাকিয়েই এই শক্তিৰ বলতে আহাৰ পায়। ইয়াকে দেখিয়েই তুলসী দাসে দোঁহা এটিৰ শেহত কৈছে "অজগৰতো নাহি কোৰে নকৰি উনকো খানে দেতা হ্যায় ৰাম।" চাহাব দুজনে গাটো নেদেখি যে কেৱল চকু দুটা হে দেখিছিল ইয়াৰ কাৰণ যে অজগৰটোৱে মেচমেৰিক বলৰ

লগে লগে চকু বলেৰে চাহাবজনক হিপনটাইজ কৰিছিল। সাপৰ চকুত যে কিমান হিপনটিক বল আছে এই বিষয়ে এই প্ৰবন্ধ লেখকেও এটা বিশেষ পৰীক্ষা পাইছিল। এবাৰ এডোখৰ হাবিত ফুৰোঁতে বিশেষ নইৰ গৰা এটাত উঠিবলৈ ধৰোতে আমি এটি সাপৰ মুখত পৰিছিলো। সাপটোৱে আমি তাৰ ওচৰত পাওঁতেই প্ৰথমে এবাৰ ফেচ কৰি উঠিল। আমি চাৰিওকাষে চাবলৈ ধৰিলো একো নেদেখোঁ। এনেতে আকৌ ফোঁচ কৰিলে। তললৈ যে চাওঁ সাপ এটি আমাৰ ভৰিৰ এহাতৰ অন্তৰতে গল ডাঙ্গি আমাক আক্ৰমণ কৰিবলৈ উদ্যোগ কৰিছে। সাপৰ চকুৱে আমাৰ চকুৱে পৰিল। আমি চকুৱে চকুৱে ৰাখি পিচলৈ এটি জাপ মৰিলোঁ আমাৰ জাপৰ লগে লগে সাপটোও সিমান পৰিমাণে আগুৱাই গৈ আমাক আকৌ আগৰ অৱস্থাতে ধৰিলে গৈ! সেইবাৰ আমাৰ গাৰ চুৰ্ত্তি হেৰাল; আমি আৰু সাপটো নেদেখি তাৰ তৰ তৰ কৰে জ্বলি থকা চকু দুটি হে এক মিনিট মান দেখিবলৈ পাবলৈ ধৰিলো। এনেতে আমাৰ এই বুদ্ধি চাপিল যে এই সময়ত ঈশ্বৰক মতাত বাজে আৰু উপায় নাই; আমি হেনো "হে প্ৰভু ৰক্ষা কৰা" এই চিঞৰ মাৰি ধাচ কৰি বাগৰি পৰিলো; গৰাত ৰব নোৱাৰি পানীত পৰিলোগৈ। ভাগ্য ভাল পানীত পৰা মাত্ৰেই মোৰ জীৱন দাতা চাপ্ৰাচিটিয়ে জাপ মাৰি আমাক টানি নাৱত তুলিলে। আমাৰ প্ৰায় দুই মিনিট মানলৈকে গাত জ্ঞান নাই। নাৱৰীয়া আৰু চাপ্ৰাচিয়ে কি হল বুলি সোধাতো উত্তৰ দিব নোৱাৰো; বুকত তেজে খুন্দা মাৰি ধৰিছিল, কিছু পৰৰ মুৰত হে চৈতন্য পাই কৈছিলো যে মোক সাপে খালে। চাপ্ৰাচি আৰু নাৱৰীয়াটোৱেই পৰীক্ষা কৰি চাই আমাক বুজনি দিয়াত হে আমাৰ বিশ্বাস হল যে সাপে মোক খুটিবলৈ পোৱা নাছিল। দৰাচলতে মই সেই ভগৱন্ত পুৰুষৰ নাম লৈ আছাৰ খাই পাৰ যাওঁতেই সাপ উলটি গল।

বাঘ ইত্যাদি হিংসুক জন্তুৰ চকুতো হিপনটিক বল বৰ বেগী। জঙ্গলৰ মাজত এইবিলাকৰ মুখে মুখে পৰিলে যে এটা ভেলেকি বাঘমুহ, ভালুকমুহ লাগে এইটিয়েই হিপনটিক ক্ৰিয়া। কিন্তু মানুহে নিজৰ অভ্যাস আৰু অনুশীলনৰ বলেৰে নিজৰ গাত বেচি চুম্বক শক্তি বঢ়াই লৈ চকুত সৰহকৈ হিপনটিক শক্তি বঢ়াই সাপ, বাঘ, ভালুক, সিংহকো বশ কৰে। চাৰি সত্ৰীয়া গোসাঁইজনে গৰু পোৱালী বুলি বাঘ ধৰি অনা, চাৰ্কাচত বাঘ-সিংহৰ লগত খেলা কৰা সকলেই ইয়াৰ আদৰ্শ স্থল। বাজীকৰ অঘৰীইঁতেও এই বলেৰেই আৰু বিশেষ দ্ৰব্যাদিৰ গুণেৰেই সাপ ধৰে আৰু পেঁপা বজাই সাপক সুশ্ৰাব্য শব্দেৰে মোহিত কৰি কৌতুক দেখুৱায়। পেঁপা বজাবলৈ ধৰিলেই অঘৰীইঁতৰ ফেটী গোম সাপবিলাকে মুৰ ডাঙ্গি ফেট তুলি পেপা বজোৱা চাবলৈ ধৰে।

জন্তুক এইদৰে বশ আৰু সম্মোহিত কৰিব পৰাও এটি বিশেষ গুণ। এই গুণ অধ্যবসায়, সাহ, অনুশীলনৰ দ্বাৰাই পাব পাৰি। এনেকুৱা দুই-একোটা দুষ্ট ঘোঁৰা আছে যে মানুহ তাৰ ওচৰ চাপিবই নোৱাৰে। কিন্তু তেনেকুৱা ঘোঁৰাকো বশ কৰি চলাই লৈ ফুৰা ছহিছ আৰু ছওয়াৰ আছে। এই যে গুণ, ইও মেচমেৰিক। যদি বশীকাৰকে নিজে ভয় কৰে তেন্তে আনক বশ কৰিবলৈ যোৱাটো মিছা। বশীকাৰক ধীৰ প্ৰকৃতিৰ অথচ অসীম সাহীয়াল হব লাগে। জন্তুটোৰ স্বভাব-চৰিত্ৰও বুজিব পৰা হব লাগে। ডাক্তৰ কোটচ চাহাবে কয় যে দুষ্ট ঘোঁৰা টোক বশ কৰিবলৈ হলে প্ৰথমে তুমি সাহেৰে সৈতে আস্তাবলটোত সোমাই দৰজা বন্ধ কৰি লবা। সাউতকৰে আৰু দৃঢ় প্ৰতিজ্ঞাৰে সৈতে ঘোৰাটোৰ ওচৰ চাপিব। সি কামুৰিব খুজিব পাৰে ভয় নকৰিবা। সাউত কৰে বাওঁ হাতেৰে তাৰ নাকঠুটুৰিটো টানি ধৰিবা। সোওঁ হাতেৰে তাৰ কপালৰ গুফলিত ধৰি তাৰ মুৰটো তললৈ দোঁৱাই লই তাৰ কাণত ৫ মিনিট মান ফু দিবা। এইদৰে কৰিলে ঘোঁৰাটো কপিবলৈ ধৰিব তেতিয়া তুমি তাৰ কাণত ধীৰে ধীৰে এটি বা দুটি চাপৰ মাৰিবা, তাৰ পাছত দৃঢ়তা অথচ মৰমেৰে সৈতে মানুহক কোৱাৰদৰে দুই-চাৰি আষাৰ কথা কবা আৰু তাৰ পাছত সোঁহাতখনেৰে তাৰ কাণৰে পৰা পিঠিলৈকে দুই এবাৰ হাত বুলাবা। কিন্তু তাৰ নাকটো এৰি নিদিবা। এইদৰে কৰি থাকোতেও যদি সি কামুৰিব আৰু লঠিয়াব খোজে তেন্তে আকৌ আগৰ দৰে ফুৰাবা। এইদৰে এবেলি নহয় দুবেলি নহয় তিনিবেলি মান কৰিলে যেনেকি দুষ্ট ঘোঁৰা হওক শান্ত হব। তাৰ পাচত তাক আস্তাবলৰ পৰা বাহিৰলৈ আনি দীঘল লাগাম খুৱাই আৰু এডাল দীঘল বেত লৈ যি পৰ্য্যন্ত সি নেঘামে তাক চক্ৰৰ ঘুৰাবা। যেতিয়া ঘামিব তেতিয়া তাৰ গাটো মছি দিবা আৰু বুৰুজ কৰিবা। এইদৰে তুমি সদায় এসপ্তাহমান কৰিলে অতি দুষ্ট ঘোঁৰাও শান্ত হব।

হাঁহ, পাৰ, মুৰগী ইত্যাদিক সহজে বশ কৰিব পাৰি। ইহঁতক তৎক্ষণাৎ সম্মোহিত কৰিব পাৰি যদি এটা মুৰগীক বশ কৰিব খোজা তেন্তে তাক তাৰ খং তুলি ধৰিবা আৰু এখন টেবুলৰ ওপৰত থৈ তোমাৰ তৰ্জ্জনী আঙুলিটো তাৰ মুৰৰপৰা ঠুটুৰিলৈকে বুলাবা। এনেকুৱা কৰিলে সি শান্ত হব। তাক সম্মোহিত কৰিব খুজিলে ঠেঙ্গ দুখন জৰি এডালেৰে বান্ধিবা আৰু বগামাটিৰে এটা আঁকি টানি সেই আঁকৰ আগত তাক থবা। কেইমিনিটমানৰ পাচত সি অবশ হব ; তেতিয়া তাক যি ইচ্ছা তাকে কৰা। লাৰি-চাৰি ফুৰা সি নৰলে। ঠোটোটো পাখিৰ ভিতৰত সুমুৱা সেইদৰে ই ৰব। তাক চেতন কৰিব খুজিলে ৰুমালখন উলিয়াই এটা বিছ দি ফট কৰে এটা শব্দ কৰিবা সি সাৰ পাব। পাৰ এটাক সম্মোহিত কৰিব খুজিলে তাৰ ঠোঁটৰ আগত অলপ বগা পুটি দি তাক এক মিনিটমান ধৰি ৰাখিবা যি পৰ্যন্ত তাৰ চকু সেই বগা পুটিটোত নপৰে, যেতিয়া তাৰ চকু বগা পুটিটোত পৰে তেতিয়া সি আপোনা-আপুনি সম্মোহিত হ'ব।

বাঘ, ভালুক, সিংহ ইত্যাদিক বশ কৰিবলৈ শিকিবলৈ ইচ্ছা কৰিলে সচৰাচৰ চিৰিয়াখানালৈ গৈ সজাৰ ভিতৰত থকা এনেকুৱা জন্তুৰ চকুৱে চকুৱে চাবলৈ শিকিব লাগে। আৰু এইদৰে চকুৱে চকুৱে চাই মনত সাহ আৰু চকুত তেজ বঢ়াবলৈ শিকিব লাগে।

আমি অনেক সময়তে শুনিছিলোঁ যে, তাহানিখন পূৰ্ণভগীয়া ভকতসকলে হেনো ৰাতি সেৱাত বহোতে হাঁহ, পাৰ ইত্যাদি জন্তুক মোচাৰি বা টঙ্গনিয়াই বা কাটি নেমাৰি দীক্ষাৰে মাৰিছিল। আমি এই কথা শুনি সময়ে সময়ে বৰ আচৰিত মানিছিলো; আৰু বিশ্বাসো নকৰিছিলো কিন্তু এতিয়া পাশ্চাত্য বিজ্ঞানৰ পৰা বঢ়িয়াকৈ বুজিছো যে চকুৰে চাই বা ওপৰত উনুকিওৱা বিধৰ ক্ৰিয়াদি কৰি হাঁহ, পাৰ ইত্যাদি মৰা একো টান কথা নহয়। ক্ৰমশঃ।

# পাৰ্থক্য।

একে চন্দ্ৰ একে সূৰ্য্য গৰহ নক্ষত্ৰ,
একে দৰে উদয়াস্ত হয় অহোৰাত্ৰ।
একে দৰে আহে যায় একে ৰাতি দিন,
একে জাৰ একে ঘাম নাই একো ভিন।

গছপাত ফল-ফুল বন-লতা একে,
একেদৰে কলি থোৰ ধৰে সৰে পকে,
প্ৰকৃতি কৰুণাময়ী তিল তৰ্জ্জু ধৰি,
সকলোকে সমভাগে দিছে ভাগ কৰি।

একে খন ক্ৰিয়া-ক্ষেত্ৰ একে কাৰ্য্য স্থল,
উপায় সামৰ্থ্য একে ক্ষমতা কৌশল।
আমিও মানুহ আৰু মানুহৰ দৰে,
হাত-ভৰি চকু-মুৰ আছে সকলোৰে।

এইবোৰ চাও যদি নেদেখোঁ পাৰ্থক্য,
কিন্তু হায়! তাত বিনে আছে কত ঐক্য।

—শ্ৰীলব শৰ্ম্মা।

# আমাৰ ভৱিষ্যত।

আমালোকৰ ভিতৰুৱা অৱস্থা চায়ে হওক বা নেচায়ে হওক আমালোকৰ ওচৰ-চুবুৰীয়াইঁতে গোটেইখন জগতত ঢোল কোবাই ফুৰিব ধৰিছে যে ভাৰতৰ ভিতৰত অসম দেশখন Most backward | যেনেকৈ ভোজ খোৱাৰ পাছত যেতিয়া কোনো এজনে কয় যে তৰকাৰী এখনত অলপ লোন বেছি হৈছে ইফালে বা লোন কমেই হওক বাকী কেজনে হয় হয় কৰে তেনেকৈ তেওঁলোকৰ ঢোলৰ কোব শুনি গোটেইখন জগতে অসম backward অসম ব্যেকওয়াৰ্ড কৰিব ধৰিছে। সকলোৱে আমালোকক অনুন্নত কোৱা দেখি আমালোকেও আমালোকক অনুন্নত বুলিয়েই ভাবিছো, ইফালে আকৌ ভাৰতৰ

ভিতৰত বঙ্গদেশখনক অতি উন্নত দেশ বুলি কিতাপাদিতো লিখে, আনেও কয় আৰু আমালোকেও স্বীকাৰ কৰো। অলপতে ইংৰাজ ৰাজপুৰুষে তেনেকুৱা অতি উন্নত দেশখনক অতি অনুন্নত অসম দেশৰ লগত লগ লগোৱা দেখি অসমৰ যি দুজন এজন সৎ মিত্ৰ আছে তেওঁলোক দিনে-ৰাতিয়ে আমাৰ ভৱিষ্যৎ ভাবি কাল নিয়াব লাগিছে তেওঁলোকৰ ভিতৰত কোনো কোনোৱে আমাৰ বৰ্ত্তমান অৱস্থাটি বিপদ-সংকুল ভাবি কয় যে আমালোকে পিচল থলত থিয় দিছোহি ; অলপ ইফাল-সিফাল কৰিলেই বা ভৰি ভালকৈ নেৰাখিলেই পৰি যাম। কোনোৱে কোনোৱে বা আমাৰ ভৱিষ্যৎ উজ্জ্বল বুলি আমালোকক উৎসাহ দিব ধৰিছে।

সেই নিমিত্তে দকৈ গমি চাব নোৱৰা আমালোকৰ মনত ঠিৰ নথকাত পৰিছে, কেতিয়াবা আমাৰ ভৱিষ্যত ভাল বোলা শুনিলে আশায় দেখা দিয়ে; আকৌ অলপ পাচতে আমাৰ ভৱিষ্যত অন্ধকাৰ বুলি কোৱা শুনিলে আমালোকৰ মন একেবাৰেই কোচ খাই যায়গৈ। নিৰাশা আহি আশাৰ স্থান অধিকাৰ কৰে। সেই নিমিত্তে আমালোকেও আমালোকৰ ভৱিষ্যত সম্বন্ধে ভাবিব লগাত পৰিছো।

কিন্তু ভৱিষ্যত চাবলৈ গলেই প্ৰথমে আমাৰ বৰ্ত্তমান অৱস্থাৰ পিনে চাব লাগে; কিয়নো ভৱিষ্যতে উন্নতি বা অবনতি বৰ্ত্তমান অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে ; যদি বৰ্ত্তমানত অসমৰ শিপা টান তেনেহলে ধুমুহালৈ তিমান ভয় কৰা উচিত নহয়।

আমালোকে জানো যে, শিল্প, সাহিত্য, কৃষি আৰু বাণিজ্য প্ৰভৃতিয়ে ঘাইকৈ দেশৰ অৱস্থা নিৰ্ণয় কৰে। যদি এই কেইবিধৰ অৱস্থা ভাল তেনেহলে অসমৰ অৱস্থা ভাল বুলিব লাগিব; নহলেই অৱস্থা ভাল নহয়, ভয়ৰো কাৰণ আছে।

প্ৰথমতে আমাৰ শিল্প বিদ্যা।— বৰ্ত্তমান শিল্প আগৰ দিনীয়া শিল্প বিদ্যাৰ লগতে তুলনা কৰিলে তিমান ভাল যেন দেখা নেযায়। পুৰণি কালত আমাৰ দেশত এই বিদ্যাটি কেনে ভাৱে চলিছিল ইতিহাসৰ পৰা ভালকৈ জানিব নোৱাৰিলেও শিল্পকাৰবিলাকৰ শিল্প দ্ৰব্যৰ যিবিলাক ভগ্নাবশেষ এতিয়াও আছে, তাৰেপৰা জানিব পাৰো যে আমাৰ দেশত এই বিদ্যাটি ভালকৈ চলিছিল। তেতিয়াৰ মানুহে শিলৰ কাম বৰ ভালকৈ কৰিব পাৰিছিল; তাৰ প্ৰমাণ স্বৰূপ এতিয়াও অনেক থলত শিলৰ কাঁহী, বাটি, হোকা, দেব-দেবীৰ প্ৰতিমূৰ্ত্তি ও মন্দিৰাদি অনেক বস্তু দেখিবলৈ পোৱা যায়। গুৱাহাটীৰপৰা প্ৰায় দহ মাইল দূৰৈত উত্তৰে যিখন শিলৰ সাঁকো আছিল (এতিয়া ভূমিকম্পত ভাগি গৈছে) সেইখন দেখিলে আচৰিত হব লাগে।

আজিকালি তেনেকুৱা ভাবে, শিলৰ কথাকে নকওঁ, যদি কাঠেৰে সজাব পাৰিলেহেঁতেন তেনেহলে অসমীয়া যে পুৰণি কালত এটা উন্নত জাতি আছিল এতিয়াও তাৰ চিন অসমীয়াৰ গাত থকা দেখুৱাব পাৰিলেহেঁতেন। এই সাকো সম্বন্ধে নানা মুনিৰ নানা মত শুনিবলৈ পোৱা যায়। কিন্তু তাক যেয়ে কি নকওক, বোধ কৰোঁ অসমীয়া মিস্ত্ৰীৰ হতুৱাই সেইখন সজোৱা হৈছিল। কিয়নো সেই ভাবে শিল কটা, সেই ভাৱে গজাল মৰা শিলৰ কাম আসামৰ আন আন স্থলতো দেখিবলৈ পোৱা যায়।

আন-আন কামতো অসমীয়াবিলাক পটু আছিল। অসমীয়া বন্দুক, বৰটোপ এতিয়াও ঠায়ে ঠায়ে দেখা যায়। আমালোকৰ আগৰ দিনৰ একোটা চাকৰি গছায়ে বোধ কৰো আজিকালিৰ ৩।৪ টা জাৰৰ কাম কৰিব। সেই গছাবোৰ কেনে সুন্দৰকৈ ঠাক ঠাক সুশৃঙ্খল ভাবে সজোৱা হৈছিল সেইবিলাক দেখিলেই কাৰিকৰবিলাকক প্ৰশংসা নকৰাকৈ থাকিব নোৱাৰি।

ইটাৰ কামতো তেওঁলোক বৰ পৈনত আছিল; অনেক দেব-দেবীৰ মন্দিৰে তাক প্ৰমাণ কৰে। এতিয়াও অনেকৰ মুখত শুনিবলৈ পোৱা যায় যে আগৰ দিনীয়া ইটাবোৰ আজিকালিৰ ইটাতকৈ বহু গুণে ভাল।

কাঠৰ ও সোন, কাঁহ, ইত্যাদি কামৰ কথা নকওয়েই, তেওঁলোকে ৰং কৰা কামটোও বৰ ভালকৈ জানিছিল; তাৰ বহু প্ৰমাণ এতিয়াও পোৱা যায়।

সংক্ষেপে কবলৈ গলে আগৰ দিনত এই বিদ্যাটি আমাৰ যেনে দেশত ভালকৈ চলিছিল আজিকালি তেনে ভাল নহয়। তথাপি বৰ্ত্তমান সময়ৰ পিনে চাই ইয়াক একেবাৰেই বেয়া বুলিব নোৱাৰি; কিয়নো যেতিয়া যি বস্তুৰ অভাৱ হয় তেতিয়া সেই বস্তুৰ যোগাৰ হয়, আকৌ যেতিয়া কোনো বস্তুৰ অনাদৰ হয় লাহে লাহে সেই বস্তুটি লোপ পায়গৈ; মানুহৰ ৰুচিৰ লগে লগে ইয়াৰো পৰিবৰ্ত্তন দেখা যায়। এতিয়াও আমালোকে ইচ্ছা কৰিলে আন বিদেশী শিল্পীৰ সহায় নোলোৱাকৈ প্ৰায়েই চলিব

পাৰে। আমালোকে এতিয়াও এনামেলৰ বাচন জাৰ্ম্মানি ছুৰি কটাৰি নোহোঁকৈয়ে থাকিব পাৰো। আকৌ দুজন এজন অসমীয়াকো এইফালে মন পুতি ধৰা দেখি আমালোকৰ বৰ্ত্তমান শিল্পক একেবাৰেই বেয়া বুলিব নোৱাৰি।

আমাৰ সাহিত্য।— সকলোৱে বোধ কৰোঁ স্বীকাৰ কৰিব যে দেশৰ উন্নতি সাধনত সাহিত্যয়ও বৰকৈ সহায় কৰে; ইয়াক যিমানে ভাল কোৱা যায় কিন্তু অত্যুক্তি কৰা নহয়, সকলো শ্ৰেণীৰ সকলো ৰকমৰ মানুহৰ লগত সাহিত্যৰ সম্বন্ধ আছে; সাহিত্যই মানুহৰ বাহিৰ-ভিতৰ দুয়ো পিনে সহায় কৰে। আৰ্থিক উন্নতি কৰোঁতে যিমান আধ্যাত্মিক উন্নতি কৰোতেও ই তিমান সহায় কৰে। সাহিত্যই নিৰ্ধনৰ ধন; ও ভয়াতুৰৰ বলৰ নিচিনা। তেনেকুৱা সাহিত্যৰ অৱস্থা কিছুমান দিনৰ আগেয়ে যেনে আছিল তাতকৈ বৰ্ত্তমান সময়ত বহু পৰিমাণে ভাল হলেও ইয়াৰ প্ৰধান অভাৱটি এতিয়াও দুৰ হোৱা নাই; সেই নিমিত্তে আমালোকৰ সাহিত্য আধাখিনীয়া হে বুলিব পাৰি। আমালোকৰ সকলোৱে মানিব যে দেশৰ ভাবি উন্নতি কি অৱনতি ডেকা সকলৰ ওপৰত নিৰ্ভৰ কৰে; তেওঁলোকে বিপদকো বিপদ নেভাবি আগ-পাচ নেচাই যি কামেই নহওক কৰিবলৈ আগবাঢ়িব পাৰে। তেওঁলোকে অনেক কাম কৰিব পাৰে কেৱল উপযুক্ত চলাওঁতা লাগে, জীৱন চৰিত্ৰ তেওঁলোকৰ এটা প্ৰধান চালক। জীৱনীয়ে তেওঁলোকক কৰ্ত্তব্য কাম আৰু বাট দেখুৱাই দিয়ে, দুখৰ সময়ত শান্তি দিয়ে; আৰু বিপদৰ সময়ত ধৈৰ্য্য শিকায়, জীৱনীয়ে তেওঁলোকক আত্মনিৰ্ভৰ কৰিবলৈ শিকায় আৰু উন্নতিৰ বাটত পাচৰ পিনৰ পৰা খুন্দিয়াই দিয়ে। যেতিয়া তেওঁলোকে বেয়া কামলৈ মন মেলে এই জীৱনীয়েই তেওঁলোকৰ পূৰ্ব্বপুৰুষবিলাকৰ living voice ৰ নিচিনাকৈ নগালি পাৰি, তেওঁলোকক দমাই ৰাখে। মহাকবি Milton- এই জীৱনী সম্বন্ধে এইদৰে কৈ গৈছে ঃ— "It is the precious life-blood of a master spirit embalmed and treasured upon purpose of a life beyond life" ফ্ৰাঙ্কলিনে নিজে কৈ গৈছে মোৰ উন্নতি সম্পূৰ্ণ ৰূপে মেথাৰৰ জীৱনীৰ ওপৰত নিৰ্ভৰ কৰে। অকল ডেকাৰ ওপৰত কিয় জীৱনীয়ে বুঢ়াৰ ওপৰতো শক্তি বিস্তাৰ কৰে, গ্ৰীচ দেশৰ স্পাৰ্টান বিলাকে যেতিয়া যুদ্ধৰ সময়ত এথেনিয়ানস্‌বিলাকৰ সহায় খুজি পঠিয়াই তেতিয়া এথেনিয়ানস্ বিলাকে এজন যোঁৰা ডাউৰীয়াই যুদ্ধত সহায় কৰিবলৈ পঠিয়াই দিয়ে। স্পাৰ্টান বিলাকে প্ৰথমতে ভাবিছিল যে এথেনিয়ানস্ বিলাকে তেওঁলোকক ইটিকিং হে কৰিলে, কিন্তু কি কৰিব তেওঁলোকৰ দেৱতাৰ আদেশ যে তেওঁলোকে যুদ্ধত জিকিব খুজিলেই এথেনিয়ানস্ বিলাকৰ সহায় লব লাগিব। সেই নিমিত্তে বাধ্য হৈ ডাউৰীয়াজনক তেওঁলোকৰ লগত ঠাই দিলে, কিন্তু যেতিয়া সেই ডাউৰীয়াই পূৰ্ব্বপুৰুষৰ বীৰত্ব লৈ গান গাব ধৰিলে স্পাৰ্টানবিলাক পগলা গৈ গল, দুগুণ উসাহেৰে যুদ্ধ কৰিব ধৰিলে, জয়ো তেওঁলোকেই লাভ কৰিলে। দুখৰ বিষয় এই যে তেনেকুৱা যে জীৱনী তাৰ নামটি মাথোন আমালোকৰ সাহিত্যত পোৱা নেযায়। আমালোকৰ দেশৰ প্ৰাতঃস্মৰণীয় *শঙ্কৰদেৱ, *মাধৱদেৱ আসামৰ উজ্জ্বল ৰত্ন, (আসামৰ কিয় ভাৰতৰ ভিতৰত এটি উজ্জ্বল ৰত্ন, আসামৰ হাবিৰ মাজত পৰি থকা দেখি হে তেওঁৰ আলো সকলোৱে দেখিব পৰা নাই)*আনন্দৰাম বৰুৱা, অসমীয়া ভাষাৰ গুৰিয়াল * আনন্দৰাম ঢেঁকিয়াল ফুকন, অমসীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা প্ৰভৃতিৰ জীৱনীয়ে অসমীয়া ডেকাইঁতৰ বহু উপকাৰ কৰিব পাৰিলেহেঁতেন। কিন্তু, তেওঁলোকে সিবিলাকৰ নাম পৰ্য্যন্ত পাহৰি যাব লগীয়াত পৰিছে। এই নিমিত্তে আমাৰ সাহিত্যৰ অৱস্থা তিমান ভাল বুলিব নোৱাৰি।

আমাৰ কৃষি।— কৃষি বিষয়ে কেইবাদিনো চৰ্চ্চা কৰি সিদ্ধান্ত কৰা গৈছে যে, আমালোকৰ কৃষিৰ অৱস্থা ভাল নহয়। কৃষকবিলাকে খেতি কৰিব নেজানে এবং মাঞ্চেষ্টৰৰ বেপাৰীবিলাকৰ মোহমন্ত্ৰত পৰি কোনো কোনো বিষয়ে খেতি কৰিবলৈকে এৰি দিবলৈ ধৰিছে। ইয়াকো কোৱা হৈছিল যে, শিক্ষিত মানুহে এই বিদ্যাটি শিকি আহি কৃষকবিলাকক শিকোৱা উচিত।

আমাৰ বাণিজ্য।— ওপৰত কোৱা কেইটাতকৈও আমাৰ বাণিজ্য নিচেই বেয়া। আচলতে আমাৰ বাণিজ্য নাই বুলিলেই চলে; যি অকন মাথোন আছে সি কেৱল বিদেশী বেপাৰীবিলাকক সহায় কৰিবলৈ হে। অসমীয়া বাণিজ্য দ্ৰব্য, অসমীয়া চাকৰ আৰু কিনোতাও অসমীয়া; কিন্তু বেপাৰী বিদেশী, ধন নিয়ে বিদেশীয়ে। অসমীয়াই কেৱল তেওঁলোকৰ ধনৰপিনে চাইয়েই হেপাহ পলোৱায়। তাতে অসমীয়াৰ সুখ,

তাতে অসমীয়া সন্তুষ্ট। এবিলাকক এৰিয়ো দেশৰ অৱস্থা চাবলৈ গলে শিক্ষিত মানুহৰ সংখ্যাৰ পিনেও চাব লাগে। বৰ্ত্তমান অসম দেশৰ শিক্ষিত মানুহৰ সংখ্যা বৰ্ত্তমান বঙ্গদেশৰ শিক্ষিত মানুহৰ লগত অনুপাত কৰিলে আমাৰ শিক্ষিত মানুহৰ সংখ্যা ইমান কম হয়গৈ যে, সেই সংখ্যাটি সহজেই এৰি দিব পাৰি। কিন্তু পঞ্চাশ বছৰৰ আগৰ শিক্ষিত বঙ্গালীবিলাকৰ লগত এতিয়া শিক্ষিত মানুহৰ তুলনা কৰিলে দেখা যায় যে, আমালোক বঙ্গালীহঁতৰ সমান হব নোৱাৰিলেও বেচি নামত নহয়। কিন্তু নহলে কি হ্বব, এতিয়াও আমালোকৰ ৰাজহুৱা কামত যি বিভাগতে হওক গোটেই তল খাপত, কোনো কোনো বিভাগত বা নাইয়েই। স্বাধীন ব্যৱসায়তো শিক্ষিত মানুহৰ সংখ্যা নিচেই তাকৰ। এইবিলাকৰপৰা ফটফটীয়াকৈ দেখা যায় যে, অসমৰ বৰ্ত্তমান অৱস্থা তিমান ভাল নহয়। অসমীয়াহঁতে এতিয়াও সম্পূৰ্ণ বল পোৱা নাই; বল পাব ধৰিছিলোঁ মাথোন, এনেতে, ইংৰাজ ৰাজপুৰুষে সম্পূৰ্ণ বল পোৱা বঙ্গালীহঁতৰ লগত দুদিনীয়া অসমীয়াক যুঁজ লগাই দিলে। এই যুঁজ বলীয়ে-নিৰ্ব্বলীয়ো। ৰজা ঘৰে যদি বঙ্গালীহঁতক কোনো ৰকম সহায় নকৰাকৈ পঞ্চাশ বছৰ ৰাখিলেহেঁতেন। আকৌ এই পঞ্চাশ বছৰ অসমীয়াক সম্পূৰ্ণ সহায় কৰি পাচত যুঁজালেহেঁতেন তেতিয়া সমনীয়াই সমনীয়াই যুঁজ হলেহেঁতেন ; এতিয়া হৈছে, অসমনীয়াই অসমনীয়াই ; সেই নিমিত্তে অসমীয়াই যে বঙ্গালীহঁতক পৰাজয় কৰিব নোৱাৰিব সেইটো ঠিক কিন্তু বাগৰ নোখোৱাকৈ থাকিব পাৰিলেই ভাল। আমালোকৰ দেশত এটি কথা আছে টানত পৰিলে হে নাম লয়। জগতৰ ইতিহাস পঢ়িলেও জানিব পৰা যায় যে, যি দেশত যেতিয়া কোনো বিপদ উপস্থিত হয় সেই বিপদেই সেই দেশৰ উন্নতিৰ কাৰণ হয়গৈ। ইয়াতে এটি কথা মনত পৰিল যে, এদিন গধূলি ৪।৫ জন বঙ্গালী লৰাৰ লগত ফুৰিবলৈ যাওঁতে "আমাক কি লাগে" বুলি এটা কথা ওলাল। কোনোৱে কলে "মাচ এডুকেছন" লাগে, কোনোৱে বা কলে "চেলফ্ গৱৰ্ণমেন্ট" লাগে। কিন্তু এজনে কলে আৰু ৩ জন লৰ্ড কৰ্জ্জন লাগে। ইয়াৰেপৰা তেওঁ ওপৰত কোৱা কথাটিকে সিদ্ধান্ত কৰিলে। আমালোকেও চকুৰ আগতে দেখিলোঁ যে, যি বঙ্গালীয়ে আমালোকৰ অসমীয়া লৰা এজনক মাতি নি সুধিছিল "তুমি এতিয়াও অৰ্থাৎ ইংৰাজী স্কুলৰ ২য় শ্ৰেণীত পঢ়াতো ঘৰত বোৱা ধুতি পিন্ধানে?" আজি সেই বঙ্গালীৰ ঘৰত ঘুৰঘুৰকৈ জতৰ ঘুৰিব ধৰিছে। ন্যাছেন্যাল স্কুলও খুলিলে। ইমান খিনি বঙ্গবিভাগে কৰিলে।

বাস্তৱতে চাবলৈ গলে বঙ্গ-বিভাগ আমালোকৰ হে বিপদৰ কাৰণ। বঙ্গ-বিভাগ হোৱাত নতুন অফিচখোলা হল নতুন অফিচাৰ আৱশ্যক হল। কিন্তু অভাৱ পুৰালে কোনে?— বঙ্গালীয়ে। কত? অসমত। তথাপি তেওঁলোকে তেওঁলোকৰ অৰ্দ্ধ শিক্ষিত মানুহ বিলাকক বঙ্গা-বিভাগৰ বিৰুদ্ধে তুলিবৰ নিমিত্তে হোজা অসমীয়া বিলাকক এনে ৰঙ্গেৰে ৰঙ্গিন কৰিছিল যে, অশিক্ষিত মানুহবিলাকৰ পৰ্য্যন্ত এনে ধাৰণা হৈছিল বোধ কৰোঁ, এতিয়াও সেই ধাৰণা আছেই যে, অসমীয়াহঁতৰ নিচিনা নীচ অসভ্য জাতি পৃথিৱীৰ ভিতৰত পোৱা নেযায়। এতিয়াও তেওঁলোকে জগতত তোলপাৰ লগায়েই আছে।

কিন্তু আমাৰ লাভ শূন্য, লোকচান ১৬ ষোল অনা। তথাপি আমালোকে কাণত কাপোৰ দি চকু মুদি জুমি জুমি সুখ অনুভৱ কৰিব ধৰিছো। আফ্ৰিকা দেশত এক ৰকম বাদুলী আছে সি শুই থকা সৰু সৰু লৰা-ছোৱালীবিলাকৰ ওচৰলৈ আহি পাখি দুখনেৰে বিচিব ধৰে আকৌ ইফালে নখেৰে লাহে লাহেকৈ গাত এটি বিন্ধাকৈ তেজ পিব ধৰে। আমালোকৰো অৱস্থা ঠিক তেনেকুৱা। কানীয়ে আমালোকক ঘোৰ নিদ্ৰাত পেলাইছে, তাতে আকৌ মলয়া বায়ুৰো সহায়। সেই নিমিত্তে আমাৰ গাৰ ফালে যেয়ে নহওক চকু মেলিব নোৱাৰো। কিন্তু যদি এতিয়াও চকু মেলি নেচাওঁ, (এতিয়াও সময় আছে তেনেহলে আমালোক Hewers of wood and drawers of water হৈ কাল কটাব লাগিব, অযথা অসমীয়াৰ নামটি পৰ্য্যন্ত লোপ কৰিব লাগিব। কেৱল চকু মেলি নিজৰ অৱস্থাৰ পিনে চালেই নহব, শিক্ষিতবিলাকে অৱস্থা বুজি কাম কৰা আৰু অশিক্ষিত বিলাকক এই অৱস্থাটি বুজোৱাইয়ে হৈছে ঘাই কাৰণ।

বিদেশী ভাইবিলাকৰ দৰে কোনো হোজা জাতিক হকত বা নহকতে কৈ অশিক্ষিত বিলাকক উত্তেজিক কৰা আমালোকৰ অভ্যাসো নহয়, তেনে শক্তিয়ো নাই আৰু নোৱাৰোওঁ। প্ৰথমতে কানি খোৱা গুচাবলৈ চেষ্টা কৰি অশিক্ষিত বিলাকক শিক্ষিত কৰা কামৰ বাটলৈ অনাৰ বাহিৰে আন উপায় নাই। এই বেলি গেজেটত অসমীয়া বৃত্তি ধাৰীৰ সংখ্যা দেখি বোধ কৰো শিক্ষিত

অসমীয়া মাত্ৰেই দুখিত হৈছে। এয়ে যুজৰ শেষ ফলৰ এটি প্ৰথম চিন। এয়ে অসমীয়াৰ উচ্চ শিক্ষা বন্ধৰ প্ৰথম লক্ষণ এয়ে ডেকাবিলাকৰ মনৰ গাৰ আৰম্ভণ।

এনে সময়ত আমালোকৰ শিক্ষিত অসমীয়াবিলাকে যিবিলাকক বৰ্ত্তমান উপস্থিত বিপদে হওক আৰু আপোনা-আপুনিয়েই হওক মিল হোৱা যেন দেখা গৈছে; কাৰ্য্যক্ষেত্ৰত মিল হোৱাৰ চিনাকি নিদিলে ডেকাবিলাকৰ আন উপায় নাই। তেওঁলোকে যদি এজনে হওক বা দহ জনে হওক দুটি-এটি হেতু ৰাখি সহায়হীন অসমীয়া ছাত্ৰক উচ্চশিক্ষা পাবৰ নিমিত্তে বৃত্তি দি উৎসাহ দিয়ে তেনেহলে অসমীয়াৰ উচ্চ শিক্ষা এতিয়াৰেপৰা বন্ধু বুলি ধৰিব লাগিব। আমালোকৰ দেশত অশিক্ষিত মানুহৰ ভিতৰতো এনে ধনী মানুহ আছে, তেওঁলোকে ২।৩ জন লৰাক সহজেই উচ্চ শিক্ষা দিব পাৰে। কেৱল তেওঁলোকৰ মন সেই ফালে ঢাল খুওৱায়ে হৈছে কথা, কাম কৰি দেখুৱাই কাম কৰিব নোৱাৰিলে আন উপায় নাই।

এতিয়া কেৱল মুখেৰে কৈ ফুৰাৰ সময় নহয়; কৰ্ত্তব্য বুজি প্ৰত্যেকে কাম কৰাৰ হে সময়। Assm is no longer for the Assamese এইটি ভালকৈ জানি কেৱল এই বিষয়তে নহয় সকলো বিষয়ত আৰু সুবিধা চাই হাত দিয়া উচিত। এতিয়া হৈছে প্ৰত্যেক জিলাই জিলাই শিক্ষিতবিলাকে গোট খাই একোটি পুঁজি খুলি তাৰে পৰা দেশীয় লৰাক সহায় কৰা আৰু ব্যৱসায় খোলাৰ সময়। যদি এতিয়াৰেপৰা শিক্ষিতবিলাকে কাম কৰি অশিক্ষিতবিলাকক কাম দেখুৱাই এক মনে এক প্ৰাণে প্ৰতিকাৰৰ চেষ্টা কৰে তেনেহলে যুঁজৰ লগে লগে ক্ৰমে বল বাঢ়ি গৈ পাচত সম্পূৰ্ণ বল পাব গৈ, তেনেহলেই আমালোকৰ ভৱিষ্যত উজ্জ্বল হব। যদি বৰ্ত্তমান বিপদে অসমীয়াক বিবাদ হিংসা কপটতা গুচাব নোৱাৰে, যদি বৰ্ত্তমান সময়ে 'তেওঁৰ ভাল হলে নো মোৰ কি হব' এই ভাবটি গুচাব নোৱাৰে; যদি বৰ্ত্তমান সময়ত ডিব্ৰুগড়ৰ পৰা ধুবুৰীলৈ এক কৰিব নোৱাৰে, কথাত নহয় কেৱল কামত হে তেনেহ'লে জানিব লাগিব যে, অসমীয়া জাতি অভিসপ্তা, অসমীয়াৰ ভৱিষ্যৎ ঘোৰ অন্ধকাৰ।

—শ্ৰীহলিৰাম দাস।

# প্ৰকৃতি।

ব্ৰহ্মাণ্ডৰ বীজ তুমি বিশ্বৰ জননী,
স্বৰ্গ মৰ্ত্ত্য ৰসাতল আদি প্ৰসবিনী।
পুৰুষ-প্ৰকৃতি দুয়ো মিলি ইথানত,
চৰজন কৰি ললা এই ত্ৰিজগত।

উচ্চাৰি জীৱনী মন্ত্ৰ দিলাহা জীৱন,
তোমাৰ কাৰণে দেৱী বৰ্ত্তিছে ভুবন।
অখিল ব্ৰহ্মাণ্ড জুৰি আছে তব কায়া,
অসমৰ্থ মানুহৰ জন্য তব মায়া।

অনন্ত অসীম তব বিৰাট আকৃতি,
চৰাচৰ জনে তাতে বোলয় প্ৰকৃতি,
এই চন্দ্ৰ, এই সূৰ্য্য যত গ্ৰহ গণ,
মেঘমালা আদি যত তোমাৰ সৃজন;

নীলাকাশে জ্যোতিৰ্ম্ময় নক্ষত্ৰ সকলি,
মূৰৰ ওপৰে আছে ধিকি ধিকি জ্বলি,
যেনে নীলা চন্দ্ৰতাপ তোমাৰ ৰচিত,
হীৰক মানিক ৰূপে নক্ষত্ৰ স্বচিত;

তোমাৰ কাৰণে চন্দ্ৰ অতিকে কোমল,
প্ৰখৰ সূৰ্য্যৰ তাপ অতিকে প্ৰবল,
পুৰুবে উদয় সূৰ্য্য পছিমে মগন
পুৱা সন্ধ্যা কালে হয় হেঙ্গুল বৰণ;

গৰজে জগদ যত তোমাৰ কাৰণ,
[illegible] বিজুলী সুউ নাচে ঘনে ঘন;
নিসিএৱাৰি [illegible] নিজে মাতে চন্ চন্;
লুকাই ভুমুকি মাৰি দিয়ে দৰিশন।

হে প্ৰকৃতি দেৱী কোৱা ইকি তৱ হাঁহি,
জিলিকি জগত যেনে পদুমৰ পাহি।
ডাকে বজ্ৰ কৰ কৰ কড়াৎ কড়াৎ,
বৰিষে জলদ যত জৰাৎ জৰাৎ।

তপ্ তপ্ পৰে বৃষ্টি ধৰণী ওপৰ,
কেতিয়াবা মহাবেগে পৰে জৰ জৰ;
সৰোবৰ হ্ৰদ খাল বিল কুৱাঁ আদি,
পূৰ্ণ হয় বৃষ্টি জলে আৰু ভৰে নদী;

নানা শস্যে নানা গছে মহী হয় পূৰ্ণ,
ধৰয় ধৰণী দেৱী মনোহৰ স্বৰ্ণ;
প্ৰবল বতাহ বলে চন্ চন্ চন্,
গছ ভাঙ্গে মৰ মৰ ভয়ে ভীত মন;

মায়ামযি, হে প্ৰকৃতি, তোমাৰ কাৰণ
ফুলনিত ফুল কলি ফুলে অগণন;
লই যাই বহুদূৰ সমীৰ সুমন্দ,
ফুলি থকা ফুলেৰেই মনোহৰ গন্ধ;

জগতৰ লোকে লভে পৰম আনন্দ,
ফুলে পৰি লুব্ধ অলি পিয়ে মকৰন্দ;
ফুলে ফুল অগণিত বকুল মালতী,
সেৱালী, নাহৰ, বক, জবা নানা জাতি,
ফুলে গন্ধৰাজ শ্ৰেষ্ঠ সুগন্ধ গোপাল,

গধূলি গোপাল ফুলি হৰে মনস্তাপ,
ৰজনীগন্ধাৰ সেই হাঁহিৰ লহৰী,
উঠি চাৰি পিনে নিয়ে মন প্ৰাণ হৰি;
মাহ, বৰ্ষ, ঋতু, পক্ষ, তোমাৰ কাৰণ,

দেখো দেৱী জগতত হোৱে সংঘটন;
প্ৰতি মাহে ভিন্ ভিন্ ৰূপ ধৰা তুমি,
প্ৰতি ঋতুতেই নানা শোভা দেখো আমি;
বসন্তে কুলিয়ে গায় ভোমোৰা গুঞ্জৰে,

মলয় বায়ুৰ ছাতি প্ৰাণ মন হৰে
নতুন পাতেৰে সবে বৃক্ষ লতা ভৰা,
ফুলি থকা ফুল ৰূপে হাঁহিময়ী ধৰা;
শৰতে পূৰ্ণিমা শশী সুনীল গগণে,

উঠি বিশ্ব উজলয় বিমল কিৰণে;
হেমন্তে নীৰৱ পৰে, শীতে কঁপে তনু;
লুহি, জুই, দুটি সুখ ভুঞ্জে মৰ্ত্তে মনু;
প্ৰভাতে কোঢ়াল বিশ্ব, নিশাত নীৰব,

শোৱা সুন্দৰীৰ দৰে ধৰা তুমি ভব;
অবৰ্ণন যত মানে তোমাৰ মহিমা;
তুলিকা নোৱাৰে দিব তাৰ যত সীমা;
দিগম্বৰী, মায়াময়ী, তুমি বিশ্ববাণী,

ৰতন সম্ভবা কবি কল্পনাৰ খনি;
জগতৰ যত বস্তু তোমাতে উৎপত্তি,
সৰ্ব্ব ধৰ্ম্ম কৰ্ম্ম হয় তোমাতে প্ৰকৃতি,
জনম-মৰণ ঘটে তোমাতেই দুটি,

দিনে দিনে উদয়াস্তে আয়ু যায় টুটি
তোমাৰ কাৰণে জীৱ জন্মে মাতৃ গৰ্ভে,
জন্ম মাত্ৰে বিধতায়, অখণ্ড সন্দৰ্ভে;
লিখে যিবা কৰ্ম্ম ফল বহল কপালে,

সেই কপালৰ ভোগ ভোগে ইহকালে;
কোনো ৰজা, কোনো ধনী কোনোবা ভিখাৰি,
কোনো সাধু, কোনো চোৰ পৰস্বাপহাৰী;
সুখৰ উচলা ঠাই উঠে কোনো জন,

দুখৰ আন্ধাৰ কূপে কাৰো বা পতন;
আজি যেই মহাৰাজা কালি বা দৰিদ্ৰ
নিয়তিৰ গতি যোগে চহা হয় ভদ্ৰ,
বিধতাৰ লিখা ফল হোৱয় ঘটন,

অসাধ্য নোৱাৰে কোনে কৰিব খণ্ডন;
যি আসাম বুকে বান্ধি গৌৰবৰ ৰবি,
জ্বলিছিল দৰ্পে আঁকি স্বাধীনতা ছবি,
যি আসামত এদিনত নিজ পুত্ৰ সবে,
পৰমুখ অনপেক্ষি আছিল জগতে;
সি আসাম ভাগ্য আজি আন্ধাৰ মিহলি,
নিন্দিছে অনেকে আজি "পিচপৰা" বুলি;
পৰপ্ৰতিপাল্য দীনা আজি সি আসাম,
বুৰঞ্জীতো পাব খোজে কলঙ্কৰ নাম।

# মানুহৰ কৰ্ত্তব্য।

(যোৱা সংখ্যাৰ পাচৰপৰা।)

গুৰু সেৱাৰ আদৰ্শ স্বৰূপ আমালোকৰ সমাজ সংশোধক আৰু ভাষা উদ্ধাৰক ধৰ্ম্মবীৰ, মাধৱদেৱৰ জীৱনী পঢ়িলেই ফটফটীয়া কৈ জানিব পাৰি। তেওঁ সদাই গুৰু শঙ্কৰদেৱক সুশ্ৰূষা কৰিছিল। তেওঁৰ বিনানুমতিত তেওঁ কোনো কামলৈকে হাত নবঢ়াইছিল। সদাই তেওঁৰ আজ্ঞা লৈহে কামত প্ৰবৃত্ত হৈছিল। গৰমৰ দিনত গুৰুৰ টোপনি নহালৈকে তেওঁক বিছনিৰে বিচি থাকিছিল। তেখেতে যে কেৱল শঙ্কৰদেৱক হে সেৱা কৰিছিল এনে নহয়, তেওঁ শঙ্কৰদেৱৰ পৰিয়ালৰ সকলো মানুহৰ প্ৰতিও অচল, অটল, ভক্তি দেখুৱাইছিল। সেইবাবে শঙ্কৰদেৱ পৰলোকলৈ যোৱাৰ পিছতো তেওঁৰ ঘৈণীয়েক আৰু লৰা-ছোৱালীক তেওঁ ভালকৈ আদৰ-সন্মান কৰিছিল। এতেকে, গুৰু ভক্তিৰ আৰ্হি স্বৰূপ মহাপুৰুষ মাধৱদেৱৰ পথ আমালোকে অনুসৰণ কৰা কৰ্ত্তব্য। উপমুন্য, একালব্য, অৰ্জ্জুন, কৃষ্ণ ইত্যাদি এই সকলৰপৰাও আদৰ্শ গুৰুভক্তিৰ জল-জলিয়া উদাহৰণ পোৱা যায়। শিক্ষাগুৰু সকলৰো এটি বৰ ডাঙ্গৰ ভাৰ মূৰৰ ওপৰত থাকে। যেয়ে শিক্ষাগুৰু হৈ ছাত্ৰক ভাল ৰকম শিক্ষা নিদিয়ে তাৰ কেতিয়াও গতি নাই। কিয়নো তেওঁৰপৰা বংশ নষ্ট হয়, গাঁও নষ্ট হয়, দেশ নষ্ট হয় অৱশেষত গোটেই পৃথিৱীৰো অনিষ্ট হয়। এতেকে শিক্ষাগুৰুৰ ভাৰ নললে যৎপৰো নাস্তি ভালকৈ শিক্ষা দিবলৈ চেষ্টা কৰা বিধেয়। আগেয়ে কোৱা হৈছে যে, ঈশ্বৰৰ সৃষ্টিৰ ভিতৰত মানুহেই প্ৰধান। এতেকে, সংসাৰৰ সকলো দ্ৰব্য, জীৱ-জন্তুৰ ওপৰতে মানুহৰ হাত আছে, সেইবাবে আমালোকে ইতৰ প্ৰাণীক অত্যাচাৰ কৰা উচিত নহয়। আমালোকে সদাই ইতৰ প্ৰাণীৰ ওপৰত দয়া দেখুৱা কৰ্ত্তব্য। ঈশ্বৰে সেইবিলাককো সিহঁতৰ নিজৰ নিজৰ কৰ্ত্তব্য সাধিবলৈ পঠিয়াই দিছে; সিহঁতে কেতিয়া কি ৰকমে সংসাৰৰ কাম কৰিছেহি তাক সেই সচ্চিদানন্দৰ ভিন্নে কোনে জানিব? এতেকে আমালোকে যদি সেইবিলাকক আমাৰ নিজৰ কোনো এটা ইন্দ্ৰিয় তৃপ্তিৰ বাবে বিনাশ কৰোঁ, তেন্তে আমালোকে ঈশ্বৰৰ নিয়ম ভঙ্গ কৰা পাপত লিপ্ত হব লাগিব। এইবিলাক প্ৰাণীক বিনা দোষত বিনাশ কৰিলে ঈশ্বৰে কেতিয়াও ক্ষমা নকৰে, আমালোকে পৃথিৱীৰ সকলো জীৱকে দয়াৰ চকুৰে দেখা কৰ্ত্তব্য।

ঈশ্বৰে যি দিছে তাকে লৈয়েই মানুহ সুখী থকা উচিত। কিয়নো, তেওঁ কোনো বস্তুৰে নাটনি কৰি দিয়া নাই। অলপ পৰিশ্ৰম কৰিলেই সকলো বস্তুকে পোৱা যায়। কোনো এটা অপ্ৰাপ্য বস্তুলৈ হেঁপাহ কৰাটো অযুগুত। মানুহ লোভী হলে জীৱনত কেতিয়াও সুখ নেপায়, লোভৰপৰাই মানুহৰ কাম জন্মে, লোভৰপৰাই পাপৰ জন্ম আৰু পাপৰপৰাই অৱশেষত, ভয়-লগা মৃত্যুৰ মুখত পৰিব লগীয়া হয় গৈ। লোভী মানুহে কেতিয়াও নিজৰ আত্ম-মৰ্য্যাদা, বংশ গৌৰৱ ইত্যাদি ফৰকাল কৰি ৰাখিব নোৱাৰে। আত্মাভিমান, লোভ, ক্ৰোধ, মোহ, কাম ইত্যাদি বিলাকক মনৰ ভিতৰত ঠাই নিদিয়াটো হে কৰ্ত্তব্য। সদাই সকলোৰে ঠাইতে বিনয় ভাব প্ৰকাশ কৰাটো হে কৰ্ত্তব্য। মানুহ বিনয় হলে জগতৰ মানুহৰ পূজ্য হয় আৰু নিজৰো কৰ্ত্তব্য সাধিবলৈ সমৰ্থ হয়। ইয়াৰ দৃষ্টান্ত স্বৰূপ আমালোকে শঙ্কৰ আৰু তেওঁৰ প্ৰিয়শিষ্য মাধৱদেৱৰ জীৱনী পঢ়িলেই ভালকৈ জানিব পাৰোঁ। এই গুণৰ বাবে তেওঁলোকে তেওঁলোকৰ নিজৰ উদ্দেশ্য সাধন কৰি গৈছে আৰু ইয়াৰ বাবেই আজিকালি গোটেই সভ্য জগততে তেওঁলোকৰ

নাম ব্যাপৃত হৈছে। সৰুৰেপৰা চৰিত্ৰ গঠনৰ পিনে চকু ৰখা উচিত। চৰিত্ৰই মানুহৰ অমূল্য ৰত্ন। ধন নেলাগে জন নেলাগে বংশ গৌৰৱ নেলাগে ক্ষমতা নেলাগে, এনে কি স্বাস্থ্যও নেলাগে, কিন্তু চৰিত্ৰই মানুহৰ ধন, চৰিত্ৰই মানুহৰ জন, চৰিত্ৰই মানুহৰ বংশ-গৌৰৱ। এতেকে চৰিত্ৰ গঠন কৰাই মানুহৰ কৰ্ত্তব্য। চৰিত্ৰৱান হলেই মানুহে সকলোকে পাব পাৰে। আন মানুহ এজনৰ ধন থাকিব পাৰে আৰু তোমাৰ চৰিত্ৰ আছে। কিন্তু ধনী মানুহে সিমান সন্মান নেপায়; তুমি চৰিত্ৰবান হৈ সোণৰ শৰাই পাবা। চৰিত্ৰবান মানুহেই সমাজৰ আচল নেতা আৰু চৰিত্ৰ মানুহৰ নিখুত বিত্ত।

আন মানুহৰ কামৰ ওপৰতে হওক বা যি কোনো বিষয়তে হওক ভালকৈ এবেলি গমি নৌ চাওঁতেই মতামত প্ৰকাশ কৰা ভাল নহয়। মানুহৰ স্বভাৱ তলা-নলা কৰা সহজ কাম নহয় আৰু ইয়াক ততালিকে বুজি উঠা বৰ ডাঙ্গৰ কাম। আগেয়ে কোৱা হৈছে যে, মানুহৰ জীৱন কৰ্ত্তব্যৰে গঠা। এতেকে যেতিয়াৰ যি কৰ্ত্তব্য তাক তেতিয়াই সাধন কৰা উচিত নহলে সেই সময় গলে আৰু সেই কৰ্ত্তব্য সাধিবলৈ পোৱাটো বৰ কঠিন ব্যাপাৰ। কিয়নো মানুহৰ শিকিব কৰিব লগা কাম অসংখ্য। কিন্তু সময় নিচেই তাকৰ। সকলো কামতে অধ্যবসায়তা, সহিষ্ণুতা আৰু ঠিক সময় ৰাখি কামত প্ৰবৃত্ত হোৱা কৰ্ত্তব্য। এবেলি এটি কামত অকৃতকাৰ্য্য হলে একেবাৰে নিৰাশ হোৱাটো অনুচিত। সেই কামটো কৰিবৰ ইচ্ছা থাকিলে তাত লাগি থকা উচিত। ৰোম নগৰ এদিনতে তৈয়াৰ হোৱা নাছিল। এতেকে কোনো এটা কাম নিজৰ ইচ্ছা মতে কৰিব নোৱাৰিলে তাত বেজাৰ প্ৰকাশ কৰা উচিত নহয়, কিয়নো এই পৃথিৱীত সম্পূৰ্ণতা পোৱা বৰ কঠিন।

জীৱন-যুদ্ধত প্ৰবৃত্ত হোৱাৰ আগতে মানুহৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক এই তিনটা শিক্ষা ভালকৈ শিকি লোৱা বিশেষ দৰকাৰী। এই তিনটা শিক্ষা লভিহে মানুহে উদ্দেশ্যৰ ওচৰ চাপিব পাৰিব।

ওচৰ-চুবুৰীয়াৰ লগত সদায় মিলা-প্ৰীতি হৈ থকা কৰ্ত্তব্য। ওচৰ-চুবুৰীয়াৰ লগত ভাল ৰকমে ব্যৱহাৰ নকৰিলে মানুহৰ জীৱনত সুখ পোৱাটো অতীজৰ কথাৰ নিচিনা হয়। মানুহ সংসাৰত অসুখী হোৱাৰ ইও এটা প্ৰধান কাৰণ।

পৰিয়ালৰ উন্নতি, গাঁওৰ উন্নতি, দেশৰ উন্নতি, ভাষাৰ উন্নতি, সমাজৰ উন্নতি, এই আটাইখিনি মানুহৰ চকুৰ আগত জিলিকি থাকিব লাগে। আমালোকে দেখিবলৈ পাওঁ, যেয়ে দেশৰ বাবে, সমাজৰ বাবে, ভাষাৰ বাবে, যত্নবান হৈছিল, তেখেতবিলাকে হে সংসাৰত নাম যুগমীয়া কৰি ৰাখি গৈছে। নেলচনে ত্ৰাফালগাৰৰ যুদ্ধত নিজৰ দেশৰ উদ্ধাৰৰ বাবে জীৱন পৰ্য্যন্ত এৰিলে, তেওঁ কৰ্ত্তব্যৰ পৰা বিৰত নহল। এতিয়া তেওঁৰ নাম জগৎ ব্যাপী হৈ প্ৰচাৰ হৈছে। আজিকালিৰ সভ্য জগতত তেওঁৰ নাম শুনিলেই নিজৰ ওপৰত অধিক ভাব আহি হুমুনিয়াহ এৰিব লগাত পৰে। সমাজ আৰু ভাষাৰ কাৰণে আসামত শঙ্কৰদেৱে কি নকৰিছিল। সেই সময়ত যদি শঙ্কৰদেৱ নুপজিলহেঁতেন তেনেহলে আজি যে আসাম কি আন্ধাৰত থাকিলহেঁতেন তাক কোনে জানে? সেই শঙ্কৰদেৱে মানুহৰ মোহৰ আবৰণি আঁতৰাই উজ্জ্বল অৱস্থাত আনি নানা ৰকম সংস্কৃতমূলক পুথি-কাৰণ লিখি মানুহৰ ভুল সংশোধন কৰিছিল। তেওঁৰ বাবেই ধৰিবলৈ হলে আজি অসমীয়া ভাষাই বি-এ মহলাতো ঠাই পালেহি। বঙ্গদেশৰ ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ, ৰাজামোহন ৰায়ৰ জীৱন চৰিত্ৰৰপৰাই বিশেষকৈ জানিব পাৰি যে, তেওঁলোকে সমাজৰ বাবে কিমান কৰিছিল আৰু সেই বাবেই তেওঁলোকৰ নাম বঙ্গৰ সকলো ঘৰতে ঈশ্বৰৰ নাম স্বৰূপ হৈছে।

ক্ৰমশঃ।

# কৃপাবৰ বৰবৰুৱাৰ প্ৰত্যাগমন।

## বৰবৰুৱাৰ বৰবক্তৃতা।

কৰপৰা যে কি লেঠা আহি বৰবৰুৱা বৰ গাত ঘপহ কৰে লাগে কব নোৱাৰোঁ। ধোদোঙা কু-গ্ৰহে পালে মানুহৰ এনেকুৱা হয়। কিবা বোলে নে দুৰ্গা পূজাৰ বন্ধত দেখাক দেখি মোৰো গা উঠিল, ময়ো ফুৰিবলৈ ওলালোঁ, যাক তোমালোকে "হাৱা-খোৱা" বা "হাৱা-পানী বদলোৱা" বা "ফুৰা-চকা" বোলা। মনতে ভাল ঠাই বিচাৰি বিচাৰি কটক

পালোঁ; অৰ্থাৎ জানিবা বাচোঁতে বাচোঁতে গেলা বৰালিত মোৰ হাত পৰিলগৈ। ভাবিলোঁ, কটকলৈকে যাওঁ, তাৰপৰা পাক মাৰি পুৰীলৈ গৈ মহাপ্ৰভু দৰ্শন আৰু মহাপ্ৰসাদ ভক্ষণ কৰি আহিমগৈ; পূজা দেখা আৰু কলা বেচা দুইটা হব। পিন্ধি-উৰি ফোট লগুণ লৈ লেলপেল নিছিগা ৰেলগাড়ীত উঠি কটক পালোঁগৈ। কেনেকৈ তাৰ মানুহে গম পালে, কোন কোৱা-চিলাৰ মুখে বাতৰি ওলাল কব নোৱাৰোঁ, মই কটক পোৱাৰ পিচ দিনাই তাত টৌটো যেন হৈ খবৰ ওলাল যে, কৃপাবৰ বৰবৰুৱা নামে ভইব প্ৰকাণ্ড ধানপুৰীয়া লিখক, পাঠক আৰু বক্তা এজন কটক পাইছেহি। পুৰা বহাৰ দুৱাৰ মুখতে "লয়লাসে কাঢ়ে ভাৰ" কে থিয়া-থিয়ি কৰি আছোঁ, এনেতে কটকৰ স্কুল কলেজৰ ছাত্ৰৰ সভাৰপৰা চাৰে-তিনি জন ছাত্ৰে নিমন্ত্ৰণ চিঠি এখন লৈ মোৰ আগত থিয় হলহি। মই হেনো ছাত্ৰ সভাত স্ত্ৰী-শিক্ষা সম্বন্ধে বক্তৃতা এটা দিব লাগে। কি বিপদ! মই একেবাৰে কলোঁ, "না"। কিন্তু, তিনটা-এডোখৰ উৰিয়া লৰাই (অৰ্থাৎ তিনিটিৰ দাৰি গজা, এটাৰ নগজা) মোক কেৰ-জেৰকৈ ধৰিছে যে বক্তৃতা দিবই লাগিব, নিদিলে কটকী ছাত্ৰসভাৰ সভ্যসকলে মৰ্ম্মান্তিক বেজাৰ পাব; আৰু মই তেওঁলোকক আশাত নিৰাশ কৰিলে, মোক ছাত্ৰৰ আশাবধ পাতকে চুব। মই নিৰুপায় হৈ ছাত্ৰবধ বা ছাত্ৰৰ আশাবধ পাতকৰ হাত এৰাবলৈ অগত্যা আত্মবধ ব্ৰহ্মবধ কৰিবলৈকে মান্তি হলোঁ, অৰ্থাৎ বক্তৃতা দিবলৈ গাত ললোঁ।

কৃষ্ণই কংস-বধ কৰিবলৈ ওলোৱা দি বক্তৃতাই বৰবৰুৱা বধ কৰিবলৈ ওলায়; ৰাইজ ৰূপী গকুলৰ নৰ-নাৰীসকলে দেখক! উঠোতে-বহোতে, খাওঁতে-শোওঁতে কংসই কৃষ্ণক দেখা দি কৃপাবৰে বক্তৃতা দেখিবলৈ ধৰিলে। বক্তৃতাৰ দিনা মৰো-জীওঁ সোঁ-আধিকৈ বক্তৃতা দিবলৈ ওলালোঁ। যাওঁতে বাট ডোখৰত ভাৱনাত মোৰ তিনি পোৱাতকৈ কিঞ্চিৎ সৰহ তেজ শুকাল, ডেৰ সেৰতকৈ অলপ কম মগুহ টুটিল। আৰু কম-পেচি আধেৰ গাৰ ৰস ঘাম হৈ ওলাই হানি হল। বক্তৃতাত কি কম বুলি মই যিমান ভাবোঁ, সিমান সমুখৰ বাট আন্ধাৰ দেখোঁ, আৰু সিমান মোৰ মূৰ টলবল কৰি ঘূৰে। ভৈয়াই মই এনেকুৱা বিপদত পৰিম বুলি জনাহেঁতেন, হুতচিৰী হোৱা, জহনীত যোৱা গৰিহা-খোৱা কুঠীয়া কটকলৈ কেতিয়াও নাহিলোহেঁতেন; কিন্তু বলি দিবলৈ শালত সুমুৱা ছাগলিয়ে কি কৰিব, আৰু বক্তৃতাৰ বাঘধেনুত পৰা বৰবৰুৱাই বা কি কৰিব! থিতাতে মোৰ মনত পৰিল যে, মই কটকলৈ যাত্ৰা কৰি আহিবৰ দিনা বৃহস্পতিবাৰ আছিল। বঙ্গালীয়ে বৃহস্পতিবাৰক বাঘৰ সমান ভয় কৰে। যেন বৃহস্পতিবাৰে তেওঁলোকক খাবলৈ সদাই হাওঁ হাওঁকৈ মুখ মেলিয়েই আছে। বৃহস্পতিবাৰ তেওঁলোকৰ পক্ষে অমঙ্গলীয় বাৰ; আৰু তাৰ ভিতৰৰ বাৰবেলা ডোখৰ জানিবা তেওঁলোকৰ মানত কৰবালে যাত্ৰা কৰি ওলাবৰ সময়ত ঘৰৰ দুৱাৰ মুখত হঠাৎ কৰবাৰপৰা আহি থিয় দিয়া চুলি-মেলা নাক-কটা তিৰোতাজনী হে। বৃহস্পতিবাৰৰ দিনা তেওঁলোকে কোনো বেহা-বেপাৰৰ আৰম্ভণ নকৰে, কলৈকো যাত্ৰা কৰি নেযায়, হাতনি-পেৰাৰ পৰা ৰূপবান কাকো উলিয়ায় নিদিয়ে, ইত্যাদি ইত্যাদি। সৰহ নেলাগে, পাৰিলে আমাৰ বঙ্গালী ভাইটিহঁতে ইংৰাজে চলোৱা ৰেল আৰু জাহাজবোৰো বৃহস্পতিবাৰৰ দিনা বন্ধ কৰি থব। তেওঁলোকৰ গায়নে গীত গায় "যদি পাৰ ভাই জন্মিওনো কো বৃহস্পতিবাৰেৰ বাৰবেলা"। আৰু বায়নে বজা "বৃহস্পতিবাৰ বৃহস্পতিবাৰ, বৃহস্পতিবাৰে নে খায় জালুক, বৃহস্পতিবাৰৰ শাহুৱেকে পায় বুঢ়া ভালুক এনে বিধৰ বোলা"। গুৰুবাৰ বৃহস্পতিবাৰৰ ওপৰত ভায়াসকলৰ এই বিধ আক্ৰোশ দেখি, বৰবৰুৱাই সদায় দুখীয়া বৃহস্পতিবাৰ ডোখৰক পুতৌ কৰি ঘাইকৈ সেইবাৰে তেওঁৰ সকলো কাৰ্য্যৰ আৰম্ভণ কৰে আৰু ঘৰৰ বাহিৰলৈ যাত্ৰা কৰি ওলায় অতদিন তেওঁ এক ৰকম নিৰ্ব্বিঘ্নিণীয় চলিছিল। কিন্তু এইবাৰ তেওঁ দলঙ্গাত মাছ পৰাদি ঘপহ কৰে পৰিল। এইবাৰ তেওঁ বুজিব পাৰিলে যে, বঙ্গালী ভাইহঁত নিৰ্ভুল আৰু তেওঁৰ মত ভুল। বিশ্ব ঘাতক বৃহস্পতিবাৰৰ আপোন-পৰ কোনো নাই। সকলোৰে হাক দলিয়াই পেলাই দিব। বৃহস্পতিবাৰৰ দিনা কটকলৈ যাত্ৰা কৰিব পাৰিছিল; তাৰ ফল, — বক্তৃতাৰূপী বকাসুৰে দীঘল ঠোতেৰে তেওঁক আজি গিলিব খুজিছে।

এইবাৰ যি হওক, মৰোঁ-জীওঁ সোঁ আধি কৰি ছাত্ৰৰ সভাত বক্তৃতা কৰিবলৈ ওলালোঁগৈ। মই সভাঘৰৰ দুৱাৰমুখত ভৰি দিলতে উৰুলিপুঙ্গা লৰাবিলাকে পট্‌পট্ কৰে হাত চাপৰি বজাই দিলে। সিহঁতে অৱশ্যে মোক সন্মান কৰিবৰ মনেৰেহে তেনে কৰিছিল, কিন্তু মই হলে প্ৰত্যেক চাপৰি মোৰ গাত

একোটা "ছাৰা গুলি" লগা যেম পালোঁ। মোৰ শুকান মুখ আৰু শুকান চকুৱে ধুৱলি-কুৱলি দেখিলে; গতি বিষম বুজি লৰালৰিকৈ চকি এখনত বহি পৰি বলেৰে মিচিকীয়া নামে হাঁহি এটা মাৰি সকলো দুখ-যন্ত্ৰণা ঢাকিলোঁ।

আমাৰ উৰিয়া লৰাহঁত কাঠীয়ক দেই; মই বহিলতে সিহঁতে হাৰমনিয়াম যন্ত্ৰৰপৰা পোঁ-মাত উলিয়াই দিলে; পোঁৰ পিচত সুৰ এটা উলিয়ালে; আৰু তাৰ পিচত ডিণ্ডিৰপৰা ৰাগ ৰাগিণীৰে সৈতে এটা বঙ্গলা গান ভূমিস্থ কৰিলে। গানটোৰ প্ৰথম ফাঁকি, — "মিলে আজি ভাৰত সন্তান এক মন, এক তান। গাওঁ ভাৰতেৰ জয়।" স্বৰূপতে কবলৈ গলে, ইয়াৰ পিচৰ কেইফাঁকি কি গালে মই কব নোৱাৰোঁ; কাৰণ মই তালৈ কাণ নকৰি, সেই সুযোগতে অলপমান চন্তালি থিৰ হৈ ললোঁ। গানটোৰ ওৰ পৰিলতে মোৰো অন্তিম কাল পালেহি যেন লাগিল। কিন্তু কি কৰোঁ, "বিপদি ধৈৰ্য্যং" ভাবি কোনো মতে বুকুখন ডাঠ কৰি লৈ বক্তৃতা দিবলৈ উঠিব খোজোঁতেই এটা দাড়ি-গোফ ঠুটিবা লৰাই টপ কৰে উঠি কলে যে, "বন্ধু গণ! আজি আম্ভেমানঙ্ক বৰ শুভদিন আছে! আজি আম্ভেমানঙ্ক মধ্যত আসাম দেশৰ উজ্জ্বল ৰত্ন মহাত্মা কৃপাবৰ বৰবৰুৱাৰ অবিৰ্ভাৱ হলা। আজি আৰম্ভমানে তাহঙ্ক মুখপঙ্কজক জ্ঞানগৰ্ভ সুমধুৰ বাণী শুনিকিৰি পৰম কৃতাৰ্থ মানিমু। মতাঙ্ক আজি এই মহাসভাত বক্তৃতা দিবাকু অনুৰোধ কৰিলো।" এই উৰিয়া কথা কেই আষাৰ মই মনৰপৰা সুঁৱৰি লিখিছোঁ। গতিকে, সেই লৰাটোৱে কোৱা কেইষাৰ কথাৰে সৈতে যোৱা মাৰিবলৈ গলে, একেবাৰেই নিমিলি ৰেঙ্গাই থাকিবও পাৰে। ওপৰত কোৱা কথাকেষাৰ কৈলৰাটো ধুপুচ কৰে বহি পৰিলত আৰু এটাই উঠি ইংৰাজীত কলে, "আই চেকেণ্ড দি প্ৰপোজেল।" বায়ু কোণত ডাৱৰ উঠি ততালিকে বৰটোপীয়া বৰষুণ এজাক পৰা দি এই লৰাটো উঠাৰ পিচত হাত চাঁপৰি এজাউৰি পৰিল। মোৰ গা তুলিবৰ হল বুলি জানি উঠি ইংৰাজীতে কবলৈ লাগিলে, যাৰ অসমীয়া ভাঙ্গনী আজি আমাৰ শত্ৰু মিত্ৰ উদাসীন অসমীয়া পাঠকসকলে বুজিব পৰাকৈ তলত দিয়া গল।—

"চকিৰ মানুহ মহাশয়, ভাল মানুহ ঘৰৰ তিৰোতা আৰু মতাসকল। শ্ৰীবিষ্ণু, তিৰোতা মানুহ ইয়াত নাই দেখিছোঁ। মোৰ ভুল হৈছে। আচলে পিচলে হাতীৰো পাওঁ পিচলে" ইয়াকে জানি চকিৰ মানুহ গৰাকীয়ে মোৰ দায় মৰষিব। আজিকালি সভা বুলিলেই তাত পুংলিঙ্গ স্ত্ৰীলিঙ্গ দুই বিধৰ মানুহ থাকে। নতুবা সেই সভা বজা হয় আৰু সি সুফল কুফল একো প্ৰসৱ কৰিব নোৱাৰে। আপোনাসকলক কোৱা উচিত যে, মোৰ তেনেকুৱা সভাত হে বক্তৃতা কৰিবৰ সহজ আছে; আৰু সভা তেনেকুৱা নহলে বক্তৃতা চোবাই তাত চোকও পোৱা নেযায়। সঁচা কথা কবলৈ গলে, আপোনাসকলৰ কৰ্ত্তব্যৰ ত্ৰুটী হৈছে; আপোনাসকলে সভাখন বজা কৰিব নেলাগিছিল। মোৰ মনত সেইবাবে বৰ বেজাই। আপোনাসকলে আগলৈ এনেকুৱা সভা পাতিলে মোৰ বেজাইটোৰ কথা ভালকৈ টং কৰি চাব। ঘাইকৈ চকিৰ মানুহজনক হে এই কথা দকৈ গমি চাবলৈ কৈছোঁ। মোৰ বুকুখন কুমলীয়া তামোলটো যেন হোৱাহেঁতেন মই তাক দুফালকৈ কাটি তেওঁক দেখুৱালোহেঁতেন কেনেকৈ তাৰ ভিতৰখন হম্ হম্ কৰে পুৰিব লাগিছে। ভাৰতবৰ্ষৰ মানুহে তিৰোতাক সন্মান কৰিব নেজানে বুলি ইউৰোপৰ মানুহে কয়। ময়ো কওঁ যে, এই কথা সঁচা। ফটা-কঠাতো সোণ থাকে বুলি কয়। আমাৰ দেশৰ লেতেৰী আঘোনী আলতী আদি তিৰোতাতো যে মহিমা নাই এনে নেভাবিবা। ৰূপেশ্বৰী, কালিন্দী আৰু চন্দ্ৰাৱলীক তোমালোকে যেনে সন্মানৰ চকুৰে চোৱা ওপৰত কোৱা লেতেৰ্য্যাঘোণ্যালত্যাদি মহিলাকো সেই চকুৰেই চাবাহঁক। মই হলে সেইদৰে চাওঁ। তিৰোতাক সন্মান কৰিব নেজানি ভাৰতবাসী বিপদত পৰিছে, আৰু ভাৰতবৰ্ষকো পেলাইছে। মুঠতে আকৌ কওঁ যে, কুমাৰী অকুমাৰী, বিয়া দিয়া বিয়া নিদিয়া, বাৰী বা আয়তী তিৰোতাৰ অন্ততঃ এটা-এডোখৰ আজি এই সভাত থকা উচিত আছিল, কাৰণ আজিৰ বক্তৃতাৰ বিষটোৱেই হল স্ত্ৰী-শিক্ষা। তিৰোতাই নিজৰ বিষয়ে নিজে নুশুনি অকল মতাই শুনাটো অনুচিত কথা, বক্তৃত হল তিৰীশিক্ষা আৰু শুনোতা হল মতা। নাগিনীয়ে লৰা পায় নগাই জাল খায়। ৰাম নথকা ৰামায়ণ, গোপিনী নথকা বৃন্দাবন। ৰুক্মিণী অনুপস্থিত অথচ ৰুক্মিনী হৰণ ভাওনা গায়ত্ৰী নেজানে, ইফালে বাপুৱে বিচাৰে কৰমৰ দক্ষিণা। বাখৰ নপতোৱা সোণৰ খাৰু যেনে, মাছে নগৰকা পাচলি যেনে, কাকিনী তামোলেৰে নুবা আগফাল যেনে, পাণেৰে নুশুৱা পাচফাল যেনে, জীয়াৰী হোৱালী নাইকীয়া মাকৰ ঘৰ যেনে, লেডি অৰ্থাৎ ভালৰ ঘৰৰ তিৰোতা মানুহ উপস্থিত নথকা সভা-সমিতিবোৰও তেনে।

আজিকালিৰ সুসভ্য দিনত সভাত তিৰোতা মানুহ লাগে, মোৰ পুতাইহঁত, তিৰোতা মানুহ লাগে, নহলে এইবোৰ ভ্ৰষ্ট পশু।

এইবিলাক যিহওক, আজি যে আপোনালোকে মোক এই সভাত বক্তৃতা দিবলৈ মাতি আনি মোৰ মান ধৰিছে, সেইবাবে মই আপোনাসকলৰ নথে শলাগ লৈছোঁ। (মনে মনে—লুইতে হে জানে বঠাৰ কোব কিমান দকৈ বহিছে; মইহে জানিছোঁ মোৰ আজি কি সৰ্ব্বনাশ ঘটিছে, তোমালোকে কি জানিবা। তোমালোকে চাপৰি বজাবা ৰং পাবা, আৰু শলাগ লৈ তোমালোকৰ গোটেইটো কৰ্ত্তব্য কৰিলা বুলি ভাবি ঘৰলৈ গৈ একাহী ভাত খাই ফস্তি মাৰি শুই থাকিবা)। ভাৰতবৰ্ষৰ উঠি অহা শকত, ক্ষীণোৱা, মুজুৰা, মেমেৰা, চিকুণ, টেটেৰা, হাড় ওলোৱা, পেটুৱা ডেকাসকলক দেখি আজি যে মোৰ প্ৰাণৰ ভিতৰত কি আনন্দ হৈছে তাক মই প্ৰকাশ কৰিব নোৱাৰোঁ। (মনে মনে—আনন্দ হলে হে প্ৰকাশ কৰিব পাৰিম। আনন্দতো দুৰৰ কথা, মোৰ চকুৱে জুই আগুনি ওলাইছে, বুকুৱে ধান বানিব লাগিছে, জিভা শুকাই কড়াই-খোলা যেন হব লগীয়া হৈছে, তাৰ কি!) আজিৰ লৰা কালিলৈ ডেকা, আজিৰ বোপাটি পৰ্শুলৈ কানী জন্ম-ভূমিৰ লাখুটি; আজিৰ সোণ কণি চঠাদিনালৈ আমাৰ খোৱা দেশৰ কাঠৰ পেৰেকনি; আজিৰ গজালি পঞ্চম দিনালৈ বৰগছ; আজি পোনা ষষ্ঠ দিনালৈ ৰৌ বাছ; আজি যাৰ পিয়াহ খোৱা দাঁত সৰিছে কাইলৈ সি দাঁতে উঠিব; আজিৰ দমৰা কাইলৈ ভটৰা হব; আজি দাড়ি ঠুটিবাসকল কাইলৈ দড়িয়া মোলোনা, আৰু আজি উজটিতে পৰিমৰা সকল কাইলৈ শত্ৰুক লঠিয়াব পৰা লেধোমা হব, আজি ক-খ পঢ়োতা কাইলৈ ববৰব্বৰাৰ নিচিনা বক্তা হব। বোপাইহঁত, তোমালোক ভাৰত আইৰ সুপুত্ৰ; তোমালোকে হাল-কোৰ ধৰি চৰি মাৰি, পলু-জুলুকি বাই ভাৰত আইক খুৱাই পিন্ধাই পোহপাল দি ৰাখিব লাগে। তেওঁৰ ৰিহা-মেখেলা ফাটি গলে তোমালোকে হে কাইলৈ বোৱাই কটাই বা কিনিকুটি আনি দিব লাগিব, আমি নেথাকে মৰি যাম। তেওঁ শোৱা পজাৰ ছাল পছি উৰুলি গৈ উৰুখিলে নাইবা মুধচ বতাহত উৰি গলে তোমালোকে হে তাক খোহা-মাৰি ছাই দিব লাগিব, আমি তেতিয়ালৈ জীয়াই নেথাকোঁ। তেওঁ শোৱা চাঙৰ কামি-চচালি গাধে ভাগি গলে তোমালোকৰ ফালে হে তেওঁ চাব কাৰণ আমি তেতিয়া মৰি-হাজি ধুকাম। তেওঁ চকুৱে নেদেখা হৈ নিজে এমুঠি ভাত ৰান্ধি খাব নোৱাৰা হলে তোমালোকে হে তেওঁক পৰলীয়া চাউলৰ ভাত এগাল ৰান্ধি-বাঢ়ি দি খুৱাব লাগিব, কাৰণ আমি সিমান দিনে পোক-পৰুৱাৰ আহাৰ হমগৈ। তেওঁৰ কানিৰ টেমাৰ কানি ধুকালে মোৰ পুতাইহঁত তোমালোকে হে বৰঙ্গনি তুলি সেই টেমা পুৰাই দিব লাগিব, সিমান দিনলৈ ববৰব্বৰাৰ শাৰীৰ বুঢ়াবিলাক ভগৱন্ত বস্তুৱে কোঢ়োনাৰে চপাব। বোপাইঁত, তোমালোকৰ মুখ আনন্দৰ হাঁহিত পূৰ্ণিমাৰ জোন যেন দেখিবলৈ হৈছে যদিও তোমালোকৰ ভালেমান এই লৰা বয়সতে তামোল ধঁপাত চেলেউ চিগেৰেট আদি খাই অন্যায়কৈ নিজৰ মুকুতা যেন দাঁতবোৰ কলা কৰিছাইঁক। ভাইহঁত, মোৰ মুখতো এদিন তোমালোকৰ বয়সত এনেকুৱা হাঁহিৰ ৰং (অৱশ্যে তামোল ধপাত আৰু চেলেউৰ নহয়) জেউতি ফুলি উঠিছিল। হাঁয়! সেই দিন আকৌ ঘূৰি আহিব নে? পাম নে? নাহে! নেপাওঁ! গল! জনমলৈ গল! তোমালোক কাৰ "বাচ্ছা" কাৰ সোণাই, কাৰ পুতাই, কাৰ সৰুকণ, কাৰ চকুৰ মণি, কাৰ সৰ্ব্বহ মোক কোৱাচোন। সৰুকণহঁত ময়ো এদিন তোমালোকৰ দৰে কাৰবাৰ সোণাই, পুতাই আছিলোঁ। সেইসকলৰ মনত প্ৰাণত তোমালোকে কেনে আনন্দ দিছা, কেনে বেজাই দিছা, কেনে সুখ দিছা কেনে দুখ দিছা। হায়, তেওঁলোক কি ধইন, তোমালোক লিকা-পঢ়া শিকি কেৰাণী উকীল হাকিম চিৰস্তাদাৰ মুনচুপ কাননগু হবা। আহা, তোমালোকে যেতিয়া বিছনিৰ তলত বহি অফিচ কাছাৰি শুৱাই থাকিবা তেতিয়া তোমালোকৰ বাপেৰা-মাৰা আপুটি পিতাইহঁতে কি সুখ পাব। তোমালোকক নো মই আৰু কি পৰামৰ্শ দিম, মুঠতে ইয়াকে কওঁ যে, পেট্ৰিয়ট নহবা, নহৈ থাকিলে তোমালোকৰ পেট কামোৰণিয়ে ধৰে যদি হিন্দু পেট্ৰিয়ট নহবা, আন জাতৰ পেট্ৰিয়ট হব পাৰা। আজিকালি দিন কাল বেয়া পৰিছে, পাৰিলে একো নোহোৱাকৈ থাকিব পাৰিলেই ভাল। সেইবাবে লোকে তোমালোকক ভীমটোকা বা বাঢ়ৈটোকা যি বোলে বোলক তাত নেলাগিবা, তালৈ কাণ নিদিবা। মোৰ কথা শুনা যদি, তোমালোক মাছো নহবা পছুও নহবা। তেতিয়া তোমালোকক কোনেও জালতও পেলাব নোৱাৰে, জকাইৰেও ধৰিব নোৱাৰে। বাদুলীৰ সুবিধা বিস্তৰ। আকৌ কওঁ, একো এটা নোহোৱাকৈ কোনোমতে থাকিব নোৱাৰা যদি আৰু

সেইবাবে ৰাতি তোমালোকৰ টোপনি নাহে যদি বৰং বিদেশী হবা, অন্ততঃ হৈছোঁ বুলি জয় ঢোল বজাবা। বগা মানুহৰ গাত হাত নুতুলিবা আৰু বগাই তোমালোকক গালি-শপনি পাৰিলে নাইবা কিল ভুকুৰে তোমালোকৰ গাত হাত ফুৰালে সহি থাকিবা, আৰু বগাই তোমাৰ গাত হাত ফুৰুৱা বাবে তেওঁৰ যি ফেৰা কষ্ট হল তাৰ বাবে তেওঁক স্তুতি কৰিবা। ভৃগুৱে শ্ৰীকৃষ্ণৰ বুকুতে গোৰ এটা মাৰি দিলে। কৃষ্ণই গোৰ খাই কি কৰিলে তোমালোকে জানাই দেখোন। আমাৰ সনাতন ধৰ্ম্মৰ শিক্ষাই এনেকুৱা। আমাৰ ভাগৱত শাস্ত্ৰত লিখিছে, "কুকুৰ শৃগাল, গৰ্দ্দভৰো আত্মাৰাম। জানি জানি সবাহাঙ্ক কৰিবা প্ৰণাম।" আজি আৰু সৰহ বেলি মই তোমালোকক এই সভাত আবদ্ধ কৰি নথওঁ। আজিৰ বক্তৃতাৰ বিষয় স্ত্ৰী-শিক্ষা। মই মাথোন ইয়াকে কওঁ যে, স্ত্ৰী-শিক্ষা ভাল।"

মই থপৰ কৰে বহি পৰিলো; আৰু লৰাইঁতে বন্দে মাতৰং বুলি চিয়ঁৰি হাত চাপৰি বজাই দিলে। মই লোকে নুশুনাকৈ লাহেকৈ মাতিলোঁ, ফ্ৰোৰ ফ্ৰোৰেইট ফ্ৰাইট।

—শ্ৰীকৃপাবৰ বৰবৰুৱা।

# মহাপুৰুষ ঁশঙ্কৰদেৱৰ সোঁৱঁৰণি।

## (গুৱাহাটীৰ "অসমীয়া লৰাৰ একতা সভা"ৰ ঁশঙ্কৰৰ সোঁৱঁৰণি সভাত পঢ়া হৈছিল)

যেতিয়া প্ৰায় গোটেইখন পৃথিৱী অজ্ঞান আঁউসী আন্ধাৰে ঢাকি থৈছিল, প্ৰায় সকলো জাতিয়েই বান্দৰ-ভালুকৰ নিচিনা কেঁচা মঙহ আৰু গছৰ ফল-মূল খাই পৰ্ব্বতৰ গুহাত বাস কৰিছিল, তেতিয়া আমাৰ মাতৃভূমি ভাৰতবৰ্ষ উন্নতি-সোপানৰ সৰ্ব্বোচ্চ খাপত উঠি ভোটাতৰাৰ দৰে জিলিকি আছিল, ভাৰতে জ্ঞান- চৰ্চ্চাত আৰু ধৰ্ম্ম-চৰ্চ্চাত সকলোতকৈ ওখ আসন লাভ কৰিছিল। ইয়াত বহুত ধৰ্ম্মবীৰ আৰু কৰ্ম্মবীৰ উপজিছিল। ধৰ্ম্ম আৰু কৰ্ম্মৰ নিমিত্তে জীৱন উৎসৰ্গি দিছিল। সেই বীৰসকলৰ কথা পঢ়িলে বা শুনিলে কোন জ্ঞানীলোকৰ মন আনন্দৰসে পৰিপূৰ্ণ নহব? তেওঁবিলাকৰ ধৰ্ম্ম আৰু কৰ্ম্মৰ নিয়ম-প্ৰণালী আৰু কাৰ্য্য-কলাপ দেখিলে কোন আচৰিত নহব? তেওঁবিলাকৰ বাবেই আজি ভাৰত ৰত্নগৰ্ভা বুলি পৰিচিত। দৰাচলে তেওঁবিলাক মাতৃৰ একোটা উজ্জ্বল ৰত্ন আছিল।

কাৰো দিন সমানে নেযায়; কেতিয়াবা সিংহাসন, কেতিয়াবা বন-ভ্ৰমণ। এদিন যাক ৰজা দেখিছোঁ ভঁৰালত ধনে-ধানে ভৰা, দিনে দিনে হেজাৰ দান দিছে, কিন্তু হয়তো আৰু এদিন তাক বাটৰ মগনীয়া দেখিম, এটা পইছাৰ বাবে তেওঁ সাতোটাক সেৱা কৰিছে। এদিন উঠন এদিন পতন, দিনৰ পাচত ৰাতি আহে, পূৰ্ণিমাৰ পিচে আঁউসী আহে, ই প্ৰকৃতি দেৱীৰে নিয়ম। কাৰ ভাগ্যৰ চকৰি কেতিয়া কোন পাকে ঘূৰে তাক কোনেও কব নোৱাৰে। এদিন ভাৰত সকলোতকৈ উন্নতিশীল আছিল; ভাৰতৰ ভাগ্যআকাশত পূৰ্ণচন্দ্ৰ বিকাশ কৰিছিল, ভাৰতৰ ভাগ্যলক্ষ্মীয়ে মিচিকি হাঁহিছিল, ভাৰতে ৰত্ন প্ৰসব কৰিছিল; কিন্তু ঐশ্বৰিক নিয়মানুসাৰে বা প্ৰাকৃতিক নিয়মানুসাৰে কালৰ সোঁতত সকলো লয় পালে, ভাৰতৰ ভাগ্য-আকাশৰ পূৰ্ণচন্দ্ৰ কলা ডাৱৰে ঢাকি পেলালে, ভাৰতৰ ভাগ্য-লক্ষ্মীয়ে হাঁহিবলৈ এৰি খংমুৱা হৈ সাগৰত বুৰ মাৰিলে। ভাৰত এতিয়া অজ্ঞান, উন্নতি-সোপানৰ তলৰ খাপত, সকলোৰে ঘৃণাৰ পাত্ৰ; ভাৰত এতিয়া ৰত্নগৰ্ভা নহয়, ভাৰতত এতিয়া আগৰ নিচিনা ধৰ্ম্মবীৰ আৰু কৰ্ম্মবীৰসকল নাই। আগেয়ে যিসকল আছিল সেইসকলৰ নামো ভাৰতৰ কু-পুত্ৰৰ দোষত লাহে লাহে লোপ পাব ধৰিছে।

আমাৰ চেনেহৰ মাতৃ-ভমি অসমদেশ যদিও ভাৰতৰ একোনত, তথাপি এসময়ত এই আসাম ভাৰতৰ খোপাৰ এপাহী সুগন্ধী মালতী আছিল, আসামেও বহুত বীৰ প্ৰসব কৰিছিল আৰু সেই বীৰসকলে তেওঁবিলাকৰ কৰ্ত্তব্যৰ নিমিত্তে প্ৰাণ উৎসৰ্গিছিল। তেওঁবিলাকে নিজৰ বীৰত্ব প্ৰকাশ কৰি অমৰ কীৰ্ত্তি লাভ কৰিছিল; অসম মাতৃক গৌৰবান্বিত কৰি থৈ গৈছে।

বীৰ-পূজা।— এই পূজা আজিকালিৰ নব্য সভ্যতাৰ এটা অংশ বা সুঁতি বুলিব পাৰি। আজিকালি পৃথিৱীত যিমান সভ্য জাতি বা দেশ দেখা গৈছে, সেইবিলাকৰ মাজত বীৰ-পূজা এটা পবিত্ৰ আৰু লাগতিয়াল কাম বুলি পৰিগণিত হৈছে।

সকলোৰে যাৰ যেনেকুৱা ৰুচি বা নিয়ম তেনেকুৱাকৈ বীৰসকলক পূজা কৰে। আমাৰ অসমতো এই বীৰপূজা অতিজৰেপৰা চলি আহিছে। দৰাচলে বীৰ-পূজা এটা বৰ পৱিত্ৰ কাম। যিজনে নিজৰ মাতৃভূমিৰ জাতীয় ভাইসকলৰ অৰ্থে বুকুৰ তেজ পানী কৰি মহৎ কাম কৰিছে, আৰু নিজৰ জাতি বা দেশ গৌৰৱান্বিত কৰি থৈ গৈছে, সেইজনৰ প্ৰতি কৃতজ্ঞ হোৱা আৰু কৃতজ্ঞতা প্ৰকাশ কৰা আমাৰ কৰ্ত্তব্য নহয় নে?

বীৰ।— যি জনে নিজৰ মাতৃভূমিৰ উপকাৰৰ অৰ্থে বহু পুৰুষাৰ্থ কৰি মহৎ মহৎ কাম কৰি নিজৰ নাম চিৰস্মৰণীয় কৰি থৈ যায়, সেই জনকে বীৰ বোলে। চাবলৈ গলে বীৰ দুভাগ, কৰ্ম্মবীৰ আৰু ধৰ্ম্মবীৰ। সমাজত প্ৰায় কৰ্ম্মবীৰতকৈ ধৰ্ম্মবীৰৰ মান বঢ়া, সকলো সভ্য দেশতেই এই নিয়ম; গতিকে অসমতো এই নিয়ম। আজি এজন অসাধাৰণ ধৰ্ম্মবীৰৰ তিথি; তেওঁৰ পূজাৰ অৰ্থে আজি অসমৰ নৰ-নাৰীয়ে নিৰম্বু উপবাস খাটিছে। সি জন কোন? কাৰ নাম স্মৰণ কৰি আজি অসমীয়াই নিজক পৱিত্ৰ মানিছে?— তেওঁ আৰু কোনো নহয়, মহাপুৰুষ শঙ্কৰদেৱ।

বুৰঞ্জী মেলিলেই দেখা যায় যে, প্ৰায় সকলো দেশতেই ৰাজবিপ্লৱ আৰু ধৰ্ম্মবিপ্লৱ ঘটে। যেতিয়া যি দেশত এই বিপ্লৱবোৰ ঘটে তেতিয়া সেই দেশত বৰ অত্যাচাৰ হয় আৰু মানুহ বৰ বিশৃঙ্খলা হয়। তেতিয়া সেই বিশৃঙ্খল দেশ আৰু মানুহক শৃঙ্খলাবদ্ধ কৰিবলৈ বীৰৰ অভাৱ পৰে; কৰ্ম্ম বিপ্লৱত ধৰ্ম্মবীৰ আৰু ৰাজবিপ্লৱত ৰণবীৰ ৰাজবিপ্লৱতকৈ ধৰ্ম্মবিপ্লৱ বৰ ভয়ানক। ধৰ্ম্মবিপ্লৱ ৰজায়ো দমাব নোৱাৰে, কোনো কোনো ঠাইত ৰজাই নিজেও ধৰ্ম্মৰ নিমিত্তে যুঁজ পাতে। আমাৰ ভাৰতৰ বুৰঞ্জীয়ে বা অসমৰ বুৰঞ্জীয়ে তিমান ডাঙ্গৰ ধৰ্ম্মবিপ্লৱৰ ভু-নেপায়। কিন্তু ইউৰোপীয় দেশবোৰৰ বুৰঞ্জী পঢ়িলে ধৰ্ম্মবিপ্লৱ কি ভয়ানক বস্তু তাক বঢ়িয়াকৈ বুজিব পাৰি। এনেকুৱা ভয়ানক কথা এটা সাম্য কৰা কেনেকুৱা মানুহৰ কাম তাক অনায়াসে বুজিব পাৰি। সেই মানুহজন কিমান গম্ভীৰ কিমান সহিষ্ণু আৰু উদ্যমশীল হব লাগিব তাক ভাবিলেও ভয় লাগে।

যেতিয়া বৌদ্ধধৰ্ম্ম উঠি গৈ ভাৰতত দুনাই হিন্দুধৰ্ম্মৰ প্ৰাদুৰ্ভাব হল তেতিয়া গোটেইখন দেশতেই অলপ-অচৰপ ধৰ্ম্মবিপ্লৱ হয়। আৰু, সেই বিপ্লৱে আমাৰ অসমতো ঠাই ললেহি। গতিকে, অসমৰ ধৰ্ম্মৰ বেমেজালি ঘটিল। মানুহো বিশৃঙ্খল হল। সেই বিশৃঙ্খল মানুহ আৰু ধৰ্ম্ম শৃঙ্খলা কৰিবলৈ ধৰ্ম্মবীৰৰ অভাৱ পৰিল, গতিকে ধৰ্ম্মবীৰ মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাব হল।

১৩১৭ শকৰ ফাগুন মাহত নঁগাৱৰ টেম্বুনীবন্ধ অঞ্চলৰ বৰদোৱা গাৱঁত বিখ্যাত পৱিত্ৰ আৰু প্ৰতাপী কায়স্থকুলৰ বাৰভূঞা বংশৰ কুসুমবৰ ভূঞাৰ ঘৰত মহাপুৰুষ শ্ৰীশ্ৰী শঙ্কৰদেৱৰ জন্ম হয়। শঙ্কৰদেৱৰ ৭ বছৰ বয়সতে তেওঁৰ পিতৃ কুসুমবৰৰ মৃত্যু হয়। আৰু, তেওঁৰ মাতৃয়ে পূৰ্ব্বৰ প্ৰথা অনুসাৰে স্বামীৰ চিতাৰ জুইত পৰি সতী যায়। তেতিয়াৰপৰা শঙ্কৰদেৱ ককাক-বুঢ়ীমাকৰ লগত থাকে। তেওঁ পৃথিৱীৰ আন আন মহাপুৰুষ সকলৰ দৰে লৰাকালত বৰ দুষ্ট আছিল। তেওঁ প্ৰথমে বৰদোৱা গাঁৱৰ এখন পঢ়াশালিত কলাপকেশৰী নামে ব্ৰাহ্মণ পণ্ডিত এজনৰ গুৰিত সংস্কৃত শিকিবলৈ আৰম্ভ কৰে, আৰু অলপদিনৰ ভিতৰতে বহুত শিকি পেলালে। তেওঁৰ লিখা-পঢ়াত মন আৰু চতুৰতা দেখি গুৰু আচৰিত হৈছিল। তেওঁ ৰামৰাম গুৰুত শৰণ লয়। তেওঁ ২২ বছৰ বয়সত চৈতন্য দেৱৰপৰা ভাগৱত শাস্ত্ৰ পায়। সেই শাস্ত্ৰ তেওঁ বৰ মন দি পঢ়িলে, আৰু ভাগৱতৰ ধৰ্ম্ম তেওঁৰ মনত বঢ়িয়াকৈ সোমাল আৰু তেওঁ ভাবিলে যে, ভাগৱতৰ ধৰ্ম্ম বিনে আন ধৰ্ম্মৰ দ্বাৰা মানুহ মুক্ত হব নোৱাৰে। সেইবাবে তেওঁ এই পৱিত্ৰ ধৰ্ম্ম আনক শিকাবলৈ যত্নবান হৈছিল। পাচে ভাগৱতীৰ নিয়ম আৰু সেই ধৰ্ম্মৰ দ্বাৰা উদ্ধাৰৰ উপায় দেখুৱাবলৈ ভাগৱতৰ কথা কিছুমান গোটাই অসমীয়া ভাষাত কীৰ্ত্তন ৰচনা কৰে। শঙ্কৰদেৱে ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰোঁতে তেওঁৰ প্ৰধান শিষ্য মাধৱদেৱে বহুত সহায় কৰিছিল, সেইবাবে মাধৱদেৱক তেওঁ বৰ ভাল পাইছিল।

সেই সময়তে আহোম ৰজা আৰু কছাৰিৰ ভিতৰত ৰণ হোৱাত নগাঁৱত বৰ অত্যাচাৰ ঘটে। সেই অত্যাচাৰৰ ভয়ত শঙ্কৰদেৱ সপৰিয়ালে ভটিয়াই কোচবেহাৰলৈ গলগৈ। তাতো তেওঁ তেওঁৰ ধৰ্ম্ম সকলোকে শিক্ষা দিছিল। তাৰে কিছুমান ব্ৰাহ্মণে শূদ্ৰে ধৰ্ম্ম শিকোৱা দেখি খং কৰি কোচ ৰজা স্বৰ্গদেৱ নৰনাৰায়ণৰ আগত শঙ্কৰৰ বিৰুদ্ধে কিছুমান কথা লগায়; কিন্তু শঙ্কৰদেৱৰ পণ্ডিতালি আৰু সাম্যমূৰ্ত্তি দেখি স্বৰ্গদেৱ ভোল

গল। আৰু শঙ্কৰক দণ্ড দিব দূৰৈত থাওক তেওঁ শিষ্যত্ব গ্ৰহণ কৰিবৰ হে ইচ্ছা কৰিলে। কিন্তু শঙ্কৰদেৱ ৰাজগুৰু হবলৈ অমান্তি হল। পাচে, শঙ্কৰদেৱ কোচবেহাৰতে কিছুদিন থাকি আকৌ বৰপেটালৈ উজাই আহি তাতে সত্ৰ পাতিলে। শঙ্কৰদেৱে প্ৰায় গোটেইখন ভাৰতত ১২ বাৰ বছৰ তীৰ্থ ভ্ৰমণ কৰে। তেওঁ দক্ষিণে ৰামেশ্বৰ সেতুবন্ধ, পশ্চিমে পঞ্জাৱৰ সাৱিত্ৰী পাহাৰ, আৰু পূবে অসমৰ পৰশু- ৰাম কুণ্ডলৈকে ফুৰে, আৰু এই ভ্ৰমণৰপৰা তেওঁৰ বহুত শিক্ষা হয়। এই দৰে হলে তেওঁক ভ্ৰমণকাৰীও বুলিব পাৰি। শঙ্কৰদেৱ এজন মহাকবি আছিল। তেওঁ ভাগৱতখন তেনেই অসমীয়া পদত ভাঙ্গে আৰু আন আন বহুত ধৰ্ম্ম পুথি অসমীয়া পদত লিখে। তেওঁৰ পবিত্ৰ ধৰ্ম্ম চাৰিওপিনে প্ৰচাৰ হবলৈ ধৰিলে। তেওঁ ঠায়ে ঠায়ে সত্ৰ পাতি একোজন জ্ঞানীলোক সেই সত্ৰৰ অধিকাৰ স্বৰূপে থৈছিল। শঙ্কৰদেৱৰ সংসাৰত ৰামানন্দ নামে এটি লৰা আৰু বিষ্ণুপ্ৰীয়া নামে এজনী ছোৱালী আছিল। অৱশেষত তেওঁ তেওঁৰ সত্ৰৰ ভাৰ মাধৱদেৱক অৰ্পণ কৰি, ১১৯ বছৰ বয়সত ১৪৯০ শকৰ ভাদৰ শুক্ল দ্বিতীয়াৰ দিনা অসম মাতৃৰ কোলা উদঙ্গাই মহাসুখে স্বৰ্গযাত্ৰা কৰিলে।

মহাপুৰুষ শঙ্কৰদেৱ কি অসাধাৰণ পুৰুষ আছিল তাক এবাৰ ভাবিলেও তেওঁলৈ ভক্তিৰ উদয় হয়। তেওঁ কেনে দেশহিতৈষী, কেনে জ্ঞানী আৰু কেনে ধাৰ্ম্মিক আছিল! তেওঁ ভাগৱত শাস্ত্ৰৰূপ সাগৰ মথি কীৰ্ত্তনৰূপ সুমিষ্ট লয়নু উলিয়াই গৈছে। দৰাচলতে তেওঁৰ কীৰ্ত্তন কি অময়া মধুৰ সুৱলা পদত লিখা, কেনে ভক্তিৰ আৰু জ্ঞানগৰ্ভ উপদেশে পৰিপূৰ্ণ। কীৰ্ত্তনৰ পদ পঢ়িলে কোন ঐশ্বৰিক প্ৰেমত মোহিত নহব? তেওঁৰ পদ পঢ়িলে তেওঁ যে এজন অসাধাৰণ জ্ঞানী আৰু ধাৰ্ম্মিক আছিল তাক কোনে নপতিয়াব, কাৰ মনত তেওঁলৈ কৃতজ্ঞতা আৰু ভক্তি নজন্মিব? শঙ্কৰদেৱ আৱিৰ্ভাৱ নোহোৱাহেঁতেন আজি অসমীয়া ভাষাই জগতত এটা সুকীয়া ভাষা বুলি চিনাকি দিব নোৱাৰিলেহেঁতেন, অসমৰ পুথিভঁড়াল তেনেই উদং হলহেঁতেন। অসমৰ পুৰণি সভ্যতা, পুৰণি ভাষা, পুৰণি ভাব কেনে ওখ খাপৰ আছিল তাক কোনেও নেজানিলেহেঁতেন। কিন্তু শঙ্কৰদেৱ আহি সকলো অভাৱ দূৰ কৰি থৈ গৈছে। সেইবাবে তেওঁ অসমীয়াৰ বৰ পূজনীয় আৰু সুপথ দেখাওঁতা। অসমীয়া ভাষাত প্ৰথমে গীত ৰচনা কৰে তেওঁ, অসমৰ ভিতৰত প্ৰথম ধৰ্ম্মবীৰ তেওঁ। অসমীয়াৰ মাজত যদি কোনোবাই ধৰ্ম্ম আৰু কৰ্ম্মত একেবাৰে কৃতকাৰ্য্য হব পাৰিছে তেওঁ শঙ্কৰদেৱ। শঙ্কৰদেৱৰ আসন ল'ব পাৰে এনেলোক পৃথিৱীত কেইজনা? তেওঁ অসম আকাশৰ ধ্ৰুৱতৰা। মহাপুৰুষৰ জীৱনী, সকলোৰে আদৰৰ বস্তু; কিন্তু তেওঁৰ জীৱনৰ আৰ্হি লওঁতা অসমত এতিয়া কোন আছে? কাৰ মন শঙ্কৰদেৱৰ নিচিনা উচ্চ আৰু পৱিত্ৰ? তেওঁৰ নিচিনা পৰিশ্ৰমী, উদ্যমশীল আৰু নিস্বাৰ্থ অসমীয়াৰ ভিতৰত কেইজন ওলাব? কোনে স্বজাতি বা স্বদেশৰ অৰ্থে ভোগবিলাস পৰিত্যাগ কৰি একান্ত মনে জীৱন উছৰ্গি দিব? আজিকালি অসম ৰত্নপ্ৰসবিনী নহয়। অসমত শঙ্কৰদেৱৰ নিচিনা মহাপুৰুষ নাই, আৰু নোপজেও। আজি অসমীয়া এলেহুৱা আৰু নিষ্কৰ্ম্মী। সিবিলাকে অসমক কু-পুত্ৰ প্ৰসবিনী বুলি চিনাকি দিয়াইছে আৰু নিচলা মাতৃক কন্দুৱাইছে। কিন্তু যদিও আজি অসমীয়া নিষ্কৰ্ম্মা, তথাপি আগৰ মহাপুৰুষসকলৰ নাম সুঁৱৰি মাতৃক নিচুকুৱা উচিত নহয় নে? মহাপুৰুষ শঙ্কৰদেৱ অসম মাতৃৰ অতি আদৰৰ ধন আছিল, তেওঁৰ নাম নুমাব লাগিলে অসম নৰকগামী হব। আৰু অসম মাতৃক কন্দুৱা হ'ব আৰু সেই কান্দনৰ ৰোল শুনিলে সকলোৱে অসমীয়াক ঘিণাব।

—শ্ৰীঅম্বিকানাথ বৰা।

# ঁৰায় মাধৱচন্দ্ৰ বৰদলৈ বাহাদুৰ।

আশাৰ সংসাৰ দুখৰ সাগৰ,
মাথোঁ দুখেৰে ভৰা।
মিছা মায়া-মোহ মৰম চেনেহ,
মিছা আপোন পাহৰা।।

ধন, ৰত্ন, সুখ, জীৱনৰ দুখ,
পৰক নিজৰ বোলা।
সবে মিছা হাঁয়, দুদিন কটায়,
শেষ হলে ভৱলীলা।।

হে কৰুণাময়! কিয় মায়াময়,
কি খেলা খেলিছোঁ হৰি।
এদিন শুৱাই, মৰণে দুনাই
নিয়েহি আন্ধাৰ কৰি।।

সিদিনা অসম আছিল উজলি
পূৰ্ণিমাৰ জোনৰ দৰে।
সবাকে কন্দাই, মাধৱক হাঁয়,
হানিলে নিঠুৰ শৰে।।

সিদিনা কে'জনে, অসম ভূমিক,
কন্দালে কতনো হাঁয়।
বিচ্ছেদ পোৰণি, নপৰোঁতে ওৰ,
এৰিলে মাধৱ ৰায়।

কৰ্ত্তব্য জীৱন, অমূল্য ৰতন
আই জনম ভূমিৰ।
গুণৰ সাগৰ, চানেকী দেশৰ,
বলী পুত্ৰ অসমৰ।।

মৃত্যুৰ আগেয়ে, অসীম কৰ্ত্তব্য,
সাধি মনৰ বলেৰে।

দেশ-হিতকৰ, ৰাখি পটন্তৰ,
দীঘল বিশ্ৰাম ললে।।

হেৰাল এজন এই জগতত,
অসমৰ হিতকাৰী।

পুত্ৰ-পৰিয়াল সবাক কন্দাই
দিব্যৰূপে গল এৰি।।

যোৱাঁ তুমি দেৱ! নকৰোঁ বেজাৰ
দুনাই আমনি আৰু।

সাধাঁগৈ কৰ্ত্তব্য অসমৰ হিত
নিশ্চিন্ত মনেৰে বাৰু।।

ল'লা যিটি ব্ৰত শেষ সময়ত,
অসম উন্নতি কল্পে।

স্বৰগৰেপৰা পাৰামানে কৰাঁ
যাতে তব ব্ৰত ফলে।।

পুত্ৰ-পৰিয়ালে দিয়াঁ আশীৰ্ব্বাদ
তোমাৰ ধৰ্ম্মকে ধৰে।

তোমাৰ গুণেৰে, গুণী হৈ যেন
অসম উজ্জ্বল কৰে।।

হেৰা দয়াময় কৰিছোঁ কাকূতি,
অমৰ পুৰিত যেন।

পবিত্ৰ আত্মাৰ নিৰাপদে তযু
চৰণত হয় লীন।।

—শ্ৰীহীৰানাথ বৰুৱা।

# উৎসাহ।

দণ্ডিত বান্দৰ নাচে, এই কথা সঁচা, কিন্তু নাচন কেতিয়াও মনোগ্ৰাহী নহয়। উৎসাহত নাচিলে হস্তীৰ নৃত্যতো লয় ওলায়। সেইদৰে কৰ্ম্মত উৎসাহ জন্মিলেহে সুসিদ্ধ হব পাৰে। সকলো কৰ্ম্মত মনৰ উৎসাহ আৱশ্যক। উৎসাহবিহিন কৰ্ম্ম-ফলত কপিৰ নৃত্যৰ নিচিনা হাস্যাপদ হয়। উৎসাহে টান কাম উজু কৰে, দুৰৈৰ সিদ্ধি চপাই আনে, আৰু মানুহৰ বুদ্ধিৰ কপাট মোকলাই দিয়ে। হেঁপাহ উৎসাহৰ উৎপত্তি ভূমি। হেঁপাহৰ দণ্ডিত মানুহে দোৰ্ঘোৰ সঙ্কটকো ইতকিং কৰিবলৈ সক্ষম হয়, আৰু সহস্ৰ বিপদ হেলাৰঙ্গে তৰিব পাৰে। বাঘ, ম'হ, হাতী, গড়, একোৱে হেঁপেহুৱাৰ বাট ভেটিব নোৱাৰে। তাৰ উৎসাহৰ অমুৰ্ত্তক

সোঁতত হিমালয় তুল্য বাধাও তৃণৰ নিচিনা উটি যায়। হেঁপাহত উৎসাহ জন্মে, উৎসাহত সাহ জন্মে, আৰু সাহত সিদ্ধি বুলি জগতে কয়।

উৎসাহ হেঁপাহৰপৰা উদ্ভৱ হলেও তাক শকত কৰিবলৈ অন্য আহিলাৰ প্ৰয়োজন আছে! সেই আহিলা আশা। আশাৰপৰা উৎসাহ পৰিপুষ্ট হয়। আশা উৎসাহৰ সাৰ। এই সাৰৰ অভাৱ হলে উৎসাহ ক্ষীণ হৈ পৰে। আশাৰ অল্পাধিক্য অনুসৰি উৎসাহৰ হ্রাস-বৃদ্ধি হয়, অৰ্থাৎ মনত আশা যিমান বৃদ্ধি হয়, উৎসাহো সিমান বৃদ্ধি হয়, আশা কমি গলে উৎসাহো কমি যায়। যি কৰ্ম্ম সিদ্ধি হবৰ সমুলে আশা নাই, সেই কৰ্ম্ম কৰিবলৈ উৎসাহ কেতিয়াও নোপজে।

আগত যি হেঁপাহৰ কথা কৈ অহা হৈছে, সি কৰ্ম্মকাৰ হেঁপাহ অৰ্থাৎ কোনো এটা কৰ্ম্মৰ ফল লাভ কৰিবলৈ মনত যি অভিলাষ ওপজে তাকে হেঁপাহ বোলা হৈছে। আচল উৎসাহৰ গৰাকী কৰ্ম্মফল। যি কৰ্ম্মৰ ফল লভিবলৈ মনত অত্যন্ত অভিলাষ জন্মে, সেই কৰ্ম্ম কৰিবলৈ উৎসাহো জন্মে। যাৰ মাছৰ নিমিত্তে বৰ অভিলাষ, সি জাল পতা, পানী সিঁচা বা উজাগৰে থকা ইত্যাদি মৎস্যলাভৰ পূৰ্ব্ব কৰ্ম্মবোৰ অতিশয় উৎসাহেৰে কৰে, আৰু যি মৎস্যলাভ সামান্য গণে, সি তেনেকুৱা কাম কৰিব নোৱাৰে, বা তেনেকুৱা কামলৈ তাৰ আগ্ৰহ নহয়। ফলে হেঁপাহ হলে সেই ফলৰ কৰ্ম্মলৈ ধাউতি হয়। এতেকে কৰ্ম্মৰ পূৰ্ব্বে তাৰ ফললৈ হেঁপাহ হব লাগে। হেঁপাহ জন্মাবৰ প্ৰধান উপায় ফলৰ চিন্তা। ফল লাভ হলে যি সুখোদয় বা সুবিধা হব তাক চিন্তা কৰিলে ফললৈ হেঁপাহ জন্মে। পৰীক্ষাৰ্থী ছাত্ৰবিলাকত ইয়াৰ উত্তম দৃষ্টান্ত পোৱা যায়। পৰীক্ষাত উত্তীৰ্ণ হলে মানুহে কেনে প্ৰশংসা কৰিব জীৱনত কিমান সুবিধা হব ইত্যাদি উত্তীৰ্ণ হোৱাৰ ফলবোৰ মনত আহিলে সেইবোৰলৈ হেঁপাহ হয়, আৰু সেই হেঁপাহৰ গুণত পঢ়িবলৈ উৎসাহ জন্মে। সচৰাচৰ দেখা যায় যে, কোনো কোনো মানুহে অতিশয় কঠিন কৰ্ম্মকো বৰ উৎসাহেৰে কৰিব পাৰে, হাজাৰ জটিল হলেও হাজাৰ খোঁচৰ হলেও তাত তাৰ আমনি নেলাগে। ইয়াৰ গুপ্ত কাৰণ এই যে, সেই কৰ্ম্মৰ ফলৰ প্ৰতি তাৰ তীক্ষ্ণতম দৃষ্টি থাকে। কৰ্ম্ম সুসিদ্ধ হলে তাৰ যি লাভ হব সেই লাভৰ কথা অহোৰাত্ৰ তাৰ মনত জাগি থাকে। কোনো কোনো লোকে মত দিয়ে যে, ফললৈ বাঞ্ছা নকৰি কেৱল কৰ্ত্তব্যবোধৰপৰা কৰ্ম্ম কৰা উচিত। এই নীতি অনৰ্থৰ মূল, আৰু সি স্বভাৱতে দুঃসাধ্য। ফলৰ প্ৰতি দৃষ্টি নেথাকিলে কোনো কৰ্ম্মত উৎসাহ নজন্মে, আৰু উৎসাহ নহলে কোনো কৰ্ম্ম নিসিজে বুলি আগেয়ে কোৱা হৈছে। ফলপ্ৰাপ্তি কৰ্ম্মৰ উদ্দেশ্য। সেই ফল মনৰপৰা আঁতৰ কৰি কৰ্ম্ম সাধিব খুজিলে চকুৰ জাল নুমাই চাউল সিজাবলৈ চেষ্টা কৰা যেন হয়। নিস্বাৰ্থ কৰ্ম্ম কেৱল বাক্যৰ বিটগুা মাথোন, তাৰ ভিতৰত কোনো গ্ৰহণোপযোগী সাৰ নাই। কোনো এবিধ স্বাৰ্থ নেথাকিলে মানুহ স্ব-ইচ্ছাৰে কৰ্ম্মত প্ৰবৃত্ত নহয়। ধন মান যশস্যা, ক্ষমতা বা আনন্দ ইয়াৰ এটা নহয় এটাৰ প্ৰতি লক্ষ্য ৰাখি মানুহে কৰ্ম্ম আৰম্ভ কৰে। দৰিদ্ৰক দান দিয়া বা দুখীয়াক সহায় কৰা ইত্যাদি কোনো কোনো কৰ্ম্মত কৰ্ত্তাৰ স্বাৰ্থ নোহোৱা যেন দেখা যায় হয়, কিন্তু অলপ দকৈ গমি চালে তাতো স্বাৰ্থৰ ক্ৰিয়া লগ পোৱা যায়। দৰিদ্ৰক দান দিলে মনত আনন্দ জন্মে, আৰু সমাজত যশস্যা বাঢ়ে। এই আনন্দ বা যশস্যাই দাতাৰ উৎসাহৰ কাৰণ হয়। দানৰ পাৰত্ৰিক ফল আমাৰ আলচৰ বিষয় নহয়।

ওপৰত কোৱা কথাৰপৰা ঠাৱৰকৈ বুজা যায় যে, প্ৰত্যেক কৰ্ম্মতে কৰ্ত্তাৰ এটা স্বাৰ্থ থাকে। সেই স্বাৰ্থৰ প্ৰতি উগ্ৰ দৃষ্টি ৰাখি কৰ্ম্ম অনুষ্ঠান কৰা উচিত। সাধাৰণ কথাত স্বাৰ্থপৰ শব্দটো অৱশ্যে এটা নিন্দাৰ বচন হয়, কিন্তু নিন্দাসূচক স্বাৰ্থপৰতাৰ ভাব বেলেগ। আনক আপদত পেলাই নিজে নিষ্কৃতি লভিবলৈ বা আনৰ পৰালি পেলাই নিজৰ আয় কৰিবলৈ পুৰুষাৰ্থ কৰিলেহে মানুহে স্বাৰ্থপৰ বা আপোনাপেটা নাম পায়। তদ্ৰূপ আচৰণ অৱশ্যে যৎপৰোনাস্তি গৰ্হিত; কিন্তু আনৰ হকৰ ওপৰত হাত নিদিয়াকৈ নিজৰ উদ্দেশ্য সাধিবলৈ চেষ্টা কৰিলে গৰ্হিত কৰ্ম্ম কৰা নহয়। আৰু তেনে মানুহক আপোনপেটাও নোবোলে। বিশ্ববিদ্যালয়ত কিছুমান বৃত্তি অৱধাৰিত আছে। সেই বৃত্তিবোৰ লগৰীয়া ছাত্ৰক চেৰ পেলাই নিজে লাভ কৰিবলৈ ছাত্ৰবিলাকে নিৰন্তৰে যত্ন কৰে। তেওঁ সেই ছাত্ৰক মানুহে স্বাৰ্থপৰ নোবোলে। ফল কথা এই যে, প্ৰত্যেক কৰ্ম্মৰে একোটা অবিভাজ্য লগৰীয়া উদ্দেশ্য আছে। সেই উদ্দেশ্যৰ প্ৰতি উগ্ৰ দৃষ্টি ৰাখি কৰ্ম্ম কৰিব লাগে, তাত তেওঁ তোমাক বেয়া বুলিব নোৱাৰে।

মানুহ স্বভাৱতে উৎসাহী লোকৰ অনুগামী হয়। উৎসাহীক শীঘ্ৰে নায়কৰূপে গ্ৰহণ কৰে, আৰু তাৰ কথা মতে চলিবলৈ লজ্জিত নহয়। এই হেতুকে উৎসাহী মানুহ সমাজত মুখিয়াল মানুহ হয়। কোনো কৰ্ম্ম অনেক লোকে গোট খাই কৰিলেও উৎসাহী জনে হোতাৰ যশস্যা লাভ কৰে। আৰু কৰ্ম্মত ধন থাকিলে তাৰো ডাঙ্গৰ ভাগ উৎসাহীয়ে পায়। উৎসাহে শ্ৰমৰো দুখ হৰণ কৰে আৰু অলপীয়া বিদ্যা-বুদ্ধিৰেই ধন আৰ্জ্জিবলৈ মানুহক সক্ষম কৰে। উৎসাহ স্বভাৱত সংক্ৰামক; সেই দেখি উৎসাহী মানুহে নিজৰ কামত আনৰ সহায় পায়। নিজে উৎসাহেৰে কামত লাগিলে দৰ্শকবিলাকেও তাত হাত নিদিয়াকৈ থাকিব নোৱাৰে। কোনো বালকৰ শিক্ষাত উৎসাহ দেখিলে তাক পঢ়াবলৈ আনৰ মন যায়, আৰু এজন বালক উৎসাহেৰে পঢ়িলে তাক দেখি আনবিলাকেও পুথি লৈ বহে। উৎসাহ উদ্গতিৰ ঘাই বাট।

## পদ্য আৰু গদ্য।

সকলোৰে মনত নতুন-নতুনতে এনে ধাৰণা থাকে যে, গদ্য লিখাতকৈ পদ্য লিখাটো কঠিন; এতেকে পদ্য লিখিব পাৰিলে গদ্য লিখিবলৈ একো টান নেলাগিব। কথাটো সিমান অমূলক নহয়। কিন্তু পদ্য লিখা যাৰে-তাৰে কাম নহয়। সংসাৰৰ ভিতৰত যিমানবিলাক কবি আছে সকলোকে এবাৰ চকু পেলাই চালে দেখিবলৈ পোৱা যায় যে, তেওঁবিলাকৰ কোটীৰ মাজত গুটিয়েহে চেষ্টাৰ বলত ভাল কবিতা লিখাত কৃতকাম হৈছে। বহুতৰ মনত এতিয়া ধাৰণা হৈছে যে, পদ্য লিখা ঈশ্বৰদত্ত গুণ, ইয়াক যেয়ে সেয়ে উপলব্ধি কৰিব নোৱাৰে। যদিও চেষ্টা কৰিলে সকলো কামতে অলপ নহয় অলপ কৃতকাৰ্য্য হব পাৰি, তথাপি এইটো কথা ধ্ৰুপ যে, যাৰ যিহৰ বাবে বেচি আকৰ্ষণ নাই, সি সেই কামলৈ চেষ্টা কৰিলে তাৰ বহুত চেষ্টা বিফলে যায়। সেইবুলি যে পদ্য লিখিবলৈ কোনেও চেষ্টা কৰিব নেলাগে এনে নহয়। চেষ্টা কৰি চাই যদি চেষ্টাৰ জোখাত ফল পোৱা নেযায়, তেনে হলে তেনে কামলৈ ভৱিষ্যতে চেষ্টা কৰিব নেলাগে, আৰু সেই চেষ্টা আনত লগাব লাগে। এনেকুৱা এটা লৰা প্ৰায়ে নাই, যি পদ্য আৰু গদ্য কেনে তাক জানি দুশাৰী পদ্য লিখিবলৈ পোৱা যত্নবান হোৱা নাই। কিন্তু ইপিনে চালে দেখিবলৈ পোৱা যায় যে, কবিৰ সংখ্যা লাখৰ মাজত এক বুলিলেও বঢ়াই কোৱা নহয়। আৰু এটা কথা দেখা যায় যে, কিছুমান কবিয়ে অমিত্ৰাক্ষছন্দত বেচি উন্নতি কৰিব পাৰে; কিছুমানে আকৌ মিত্ৰাক্ষ ছন্দত ব্যুৎপত্তি জন্মাব পাৰে। আৰু কিছুমানে দুয়োটাতে পাৰে।

যদিও পদ শব্দৰপৰাই পদ্য শব্দ ওলাইছে, তথাপি পদ্য মানে পদ, লেচাৰী, দুলড়ী, ছবি, ঝুমুৰি, কুসুমমালা ছন্দ সকলোটি বুজায়। অসমীয়া ভাষাত এই সকলো বিলাক ধৰণৰ পদ্য শঙ্কৰদেৱেই লিখি গৈছে, আৰু সেই দৰেই আজিলৈকে চলি আহিছে। পদত অলপ ব্যতিক্ৰম জন্মিছে, কিয়নো পদ মানে এনে চৈধ্যতা আখৰ থকা শাৰীবিলাক যাৰ আগৰ ফাঁকিৰ শেহৰ মাতষাৰ পিচৰ ফাঁকি শেষৰ মাতষাৰেৰে মিলে। আজিকালি কিন্তু প্ৰথম শাৰী তৃতীয় শাৰীৰে মিল বা অমিল। আৰু দ্বিতীয় শাৰী চতুৰ্থ শাৰীৰে সদায় মিল এনে পদ ওলাইছে। পদৰ লেচাৰী জাত দহোটা আখৰৰ দুটা চৰণ আৰু চৈধ্যতা আখৰৰ দুটা চৰণ থকা এফাঁকি পদ্যৰে সৈতে অবিকল তেনে এফাঁকি পদ্যৰে তেনে তিনি চৰণ থকা আন এফাঁকি পদ্যৰ মিল থাকে; ছবি যাত আঠোটা আখৰৰ এটা চৰণেৰে থকা এফাঁকি পদ্যৰে তেনে আন এফাঁকি পদ্যৰে সৈতে মিল থাকে। আৰু ঝুমুৰি ইয়াত আঠোটা আখৰ থকা দুফাঁকি পদ্যৰ শেহৰ মাত মিলি থাকে। এইবিলাকৰ উদাহৰণ কীৰ্ত্তন, দশমত পোৱা যায়। আৰু গুণমালা কেৱল কুসুমমালা ছন্দত লিখা। এই ছন্দৰ প্ৰত্যেক শাৰীতে ছটাকৈ আখৰ থাকে আৰু তেনে চাৰি শাৰীৰ শেষ মিল থাকে। বৰ্ত্তমানত যদিও আন ছন্দত লিখা পদ্য অনেক দেখা যায়, তথাপি ভালকৈ গমি চালে এইবিলাক ছন্দৰ কোনো এটাত পেলাব পাৰি। কুসুমমালা ছন্দ আৰু লেচাৰী লিখা টান। লেচাৰী অতি শুৱলা আৰু কুসুম মালা ছন্দ বৈ যোৱা। যথাৰ্থতে সকলোবিলাককৈ চকু দি পদ লিখিবলৈ গলে পদ্যৰ মূল নেথাকে গৈ। কথাৰ খাজ খুৱাবলৈ যাওঁতে ভাব উৰি যায়, আৰু ভাব প্ৰকাশ কৰিবলৈ ধৰোঁতে ছন্দ

নিমিলেগৈ। কিন্তু যি যথাৰ্থ কবিতাৰ পক্ষে এনে নহয়, তেওঁৰ ভাবৰ লগতে কথা ওলাই পৰে। ইয়াৰ বাহিৰেও পদ্যাতো ব্যাকৰণৰ মতেই চলিব লাগে। এতেকে পদ্য লিখা অতি কঠিন। ইয়াৰ মধুৰ আৰু শুৱলা গুণে মন মুহিব পাৰে বুলিয়েই বোধ হয় আগৰ দিনৰ সকলো শাস্ত্ৰাদি প্ৰায়ে পদ্যত লিখা আছিল। এতিয়াও দেখা যায় গদ্যৰে কথা হলে সিমানকৈ নবহে, কিন্তু পদ্য একেষাৰৰ দ্বাৰাই সেই কথা ফাঁকি দবদবীয়া হৈ পৰে। সাধাৰণ মানুহৰ ওচৰত সেই কথা সমৰ্থন কৰিব পাৰিলে ধাউতিও বেচি।

আগেয়েই কোৱা হৈছে যে, পদ্য ভাষাৰ অলঙ্কাৰ স্বৰূপ হে। সকলো ভাষাতে ই খাটে যেতিয়া, অসমীয়া ভাষাতো খাটিব। বৰ্ত্তমানত অসমীয়া ভাষাৰ বিষয়ে এইটো কথাও সঁচা যে, পদ্য খিনি বাদ দিলে ইয়াত ছাল-মঙ্গহ বাদ গৈ জকাটোও থাকে নেথাকে সি সন্দেহজনক। এই সকলো কথা গমি-পিটি সেই শিক্ষিত অসমীয়া ছাত্ৰ সকলোৱেই যে অসমীয়া ভাষাৰ গদ্যৰ ভাগ বঢ়াবলৈ চেষ্টা কৰিব লাগে, তাক বোধ কৰোঁ কোনোৱেই নুই নকৰিব। ইয়াৰ বাহিৰেও ভাব থাকিলে গদ্যত প্ৰকাশ কৰিবলৈ কথা পোৱা যায়। প্ৰথমতে কোনো এটা ভাব প্ৰকাশ কৰিবলৈ কথা বেচি লাগিব হয়, কিন্তু লাহে লাহে অভ্যাস কৰি গলে কম কথাতে ভাব প্ৰকাশ কৰিব পৰা সকলো হবগৈ পাৰে। ব্যাকৰণ জানিলে গদ্য লিখাত বৈয়াকৰণ ভুল নহয়। যি ঠাইত যেনে শব্দ লাগে সেই ঠাইত তেনে শব্দ ব্যৱহাৰ কৰি যাবও পাৰি। বৰ্ত্তমান সময়ত সকলো দেশতে এনে এটা ভাবে ঠাই পাইছে যে, লিখা ভাষা আৰু কোৱা ভাষা একে হব লাগে। কবলৈ গলে অসমীয়াত সেইটো কথা আগৰপৰাই চলি আহিছে। বঙ্গলা ভাষাত যেনেকৈ লিখা আৰু কোৱা ভাষা প্ৰায়েই একেবাৰেই পৃথক অসমীয়াত তেনে নহয়। এতেকে অসমীয়াত গদ্য লিখিবলৈ গলে লিখকৰ বেচি চেষ্টা নেলাগিব লাগে। কিন্তু এইটো দেখা যায় যে, লিখিবলৈ গলে দহোন লিখিব নোৱাৰি। কথা কওঁতে সাতখন মুখেৰে কব পাৰি, লিখিব খুজিলে একাপ চিয়াঁহীকে ঢকাবলৈ টান পৰে, ইয়াৰ কাৰণ অৱশ্যেই অনভ্যাস। কিয়নো কথা কবলৈ আমি সৰুৰে পৰা শিকি আহিছোঁ, আৰু লিখিবলৈ এতিয়াও আৰম্ভ কৰা হোৱা নাই। পদ্য লিখাৰুৰ ভিতৰত যেনেকৈ ইজনৰ পদ্য সিজনৰে সৈতে নিমিলে, গদ্যতো তেনেকুৱা হয়। কিছুমানৰ গদ্য অলঙ্কাৰবিশিষ্ট, কিছুমানৰ পোন। ভাষাৰ উন্নতিৰ হকে দুয়ো বিধেই দৰকাৰী। অৱশ্যে এনে মানুহো আছে, যি পদ্য আৰু গদ্য দুয়োটাতে উন্নতি সাধিব পাৰে। যি পাৰে তেওঁলোকে দুয়োটা কৰক, কিন্তু যিসকলে পদ্যত চেষ্টা কৰি উন্নতি কৰিব পৰা নাই, সেইসকলে গদ্যত চেষ্টা কৰিলে উন্নতি কৰিব পাৰিব বুলি আশা কৰা যায়। দেশৰ হিতৰ কাৰণে চকু ৰাখিলে এই কামলৈ পিচ হোহকা উচিত নহব।

## টেটোন তামূলি।

এখন গাঁৱত এহালি বুঢ়া-বুঢ়ী আছিল। তেওঁবিলাকৰ এজনী ছোৱালী আৰু এটা মূৰে-ভৰি কৰা লৰা আছিল। বুঢ়াই ছোৱালীজনী উলিয়াই দি মাগি-খুজি কোনো প্ৰকাৰে খাই-মেলি দিনকেইটা নিয়াই আছিল। এদিনা তেওঁ এসাজ খুৱাবলৈ ছোৱালীজনী গিৰিয়েকৰ ঘৰৰপৰা অনালে। বহুত দিনৰ মূৰত ছোৱালীটিক ওচৰত পাই মাকে দিনদিয়েক ৰাখিলে। পিচে, এদিন ঘৈণীয়েকৰ বুজ লবলৈ বুঢ়াৰ জোঁৱায়েক আহিল। তেওঁ ঘৰত কাকো নেপালে, কেৱল বুঢ়াৰ সেই আধাকটা লৰাটোক লগ পালেহি, আৰু আথে-বেথে তাক সুধিলে, "মাৰ বাপেৰ, আৰু বায়েৰ কলৈ গল?" লৰাটোৱে কলে, "বোপাই সাগৰ সিচিবলৈ, আই পানী চালিবলৈ, আৰু বাইটি মানিক ধৰিবলৈ গল।" ভিনিহিয়েকে চুঙা চাই শোপা দিওঁ বুলি লৰাটোক কলে, "মই বেপাৰলৈ যাব খুজিছিলোঁ, পিচে কাণমাৰি নাই, সেইবাবে তহঁতৰ সৌ হোলোঙ্গ গছ ডাল কাটি তাৰ গুৰি ডোখৰ কাণমাৰি কৰি নিবলৈ আহিছিলোঁ। কাকো নেপালোঁ, বাপেৰক সুধি থবিচোন, দিব পাৰিব নে নোৱাৰে? মই কাইলৈ আহি বুজ লৈ যামহি।" লৰাটোৱে ততালিকে উত্তৰ দিলে, "ভিনিহি হোলোঙ গছলৈ আশা নকৰিবা। বোপায়ে আজি কেইবা দিনো মোক হোলোঙ গছ জোপা কাটি দাঁত খৰকিয়াবলৈ গোটে গোটেই চেও দি থবলৈ কৈছে, মই হে এলাহত কটা নাই। তাৰ বাবে

বোপাইৰ গৰিহণা, আইৰ নেওচা নো কিমান খাইছোঁ। তাৰ ঠিকনা নাই। আজি কাটি ঠিক কৰি থম।” ভিনিহিয়েকে ওলটা শোপা পাই “বাৰু, মই অহা কথাকে বাপেৰক কবি”, এইবুলি তাৰপৰা গৃহাভিমুখে প্ৰস্থান কৰিলে। লৰাটোৱেও “বাৰু ভিনিহি” বুলি শলাগি বহি থাকিল।

বাপেক, মাক, বায়েক পুখুৰী সিঁচি জকাইৰে খালে-দোঙে চৰিয়াই মাছ গোটাদিয়েক খালৈত লৈ আহি ঘৰ সোমালহি। পিচে, লৰাটোৱে সকলো বৃত্তান্ত বাপেকৰ আগত বৰ্ণালে। মাছে-শাকে জোৱাঁয়েকক এসাজ খুৱাই ঘেৰালী জনাকো লগতে পঠিয়াই দিব লাগে বুলি ভাবি বুঢ়া-বুঢ়ীয়ে জোৱাঁয়েকক মতাই আনিবই খুজিছিল। অকস্মাতে আহি জোৱাঁয়েক ওলাইছিলহি। “বোপাই আহক বহাচোন” বুলি তেওঁক এখন্তেক নৰখাই ওভোটা উত্তৰ কাটি জোৱাঁয়েকক পঠিয়াই দিয়াত লৰাটোৰ ওপৰত দুপৰীয়া ভোকত খঙ্গে বুঢ়াৰ মূৰ পালেগৈ। আৰু তেওঁ বাৰেপাচিমান শাও-শপনি দি খঙৰ মূৰত লৰাটোক তেতিয়াই ঘৰৰপৰা বাজ কৰি দিলে। খটাসূৰ লৰাই চেৱাৰ লাখুটি এডাল ভাল কাপোৰ সাজ টিপে-টাপে লৈ ঘৰ এৰি বাজ ওলাল।

তাৰ পাচত, সি আলি বাটৰ দাঁতিত লাখুটি ডাল পুতি তাতে আউজি বহি থাকোঁতে গধুলি হল। লাহে লাহে নিশা গহীন হৈ আহিল। এনেতে এদল চোৰে চুৰ কৰিবলৈ গুণা-গঁথা কৰি বাটে-বাটে আহিছে। সি কোন বুলি মাত লগালতে তাহাঁতে পুলুঙ্গ-পালাঙ কৰি গোটাচেৰেক ওচৰ চাপিল গৈ, আৰু লৰাটোক দেখি তাৰ আগ গুৰি সুধিলে। তাহাঁতৰ আচাৰ-ব্যৱহাৰত তাহাঁতক চোৰ বুলি জানি, সি তাহাঁতৰ মনত লাগি যোৱা উত্তৰ দি তাহাঁতৰ লগৰ এটা হৈ পৰিল। অলপ গৈয়ে এঘৰ গৃহস্থৰ ঘৰ পালেগৈ। ইকেটা মানুহ বাহিৰতে থাকি দুৱাৰ কাটি তাক ভিতৰৰ বস্তুবোৰ চুৰ কৰি তাহাঁতক বাহিৰত উলিয়াই দিবলৈ ভিতৰ সুমাই দিলে, আৰু সি যি বস্তুকে পায় তাতে টোকৰ মাৰি চাবলৈ শিকাই পঠিয়ালে। লৰাটো ভিতৰ সোমাই দুটামান বস্তু টুকৰিবাৰ পিচত এটা ধোলত তাৰ হাত পৰিলগৈ। ধোল পাই দুয়োহাতে সি চপৰিয়াবলৈ ধৰিলে। ইফালে চোৰকেইটা পলাই ফাট মাৰিলে। গৃহস্থ উঠি আহি চোৰ বুলি ধোলে-মানুহে লৰাক বান্ধি ললে আৰু নিশাটো থাকি পিচ দিনা পুৱাই হাতত ডোল লগাই ৰজাঘৰলৈ চোৰ লৈ গল।

বাটত যাওঁতে দেখিলে এটা মানুহে হাল বাবলৈ গৰু এহাল লৈ আহিছে, তাৰে এটাই আমনি কৰি সিটো গৰুক পিচ পেলাই ধাপলি মেলিলে। হালোৱাই ইটোকে খেদাব নে সিটোকে আগচি আনিব তাৰ একো মোৰ “নেপাই” হেৰা ভকত, গৰুটো আগচি দিয়া”, বুলি চিয়ঁৰ ধৰিলে। ই মাত লগালে, “কেনেকৈ আগচিম?” “মৰিয়াই আগচি আনা দেও হে” বুলি হালোৱাই উত্তৰ দিলে। লৰাটোৱে হাতত থকা চেৱাৰ লাখুটিৰে নাকটিত এটা মাৰ মাৰি একে মাৰেই গৰুটো ধৰাশায়ী কৰিলে। হালোৱাই মোৰ গৰু মাৰিলে বুলি আৰু এডাল ডোল ইহাতত লগাই ৰজাঘৰলৈ লৈ গল।

দুপৰ হলহি, পেটত একো নাই, কলমলনি লাগিছে। সি বাটৰ মানুহ এটাক খুজি পইচা এটা ললে। অলপ দূৰ গৈয়ে সিহঁতে ৰজাৰ হাট পালেগৈ। লৰাটোৱে পোহাৰী এজনীৰ ওচৰলৈ গৈ কল একাষাৰ দাম সুধিলে। পোহাৰীয়ে লেহেৰীয়াই মাত লগালে, “পাই-পইচা এটা দিবি বুকুত গোৰ মাৰি কল আষা নিবি।” লৰাই পইচাটো পেলাই টানকৈ বুকুত গোৰ এটা লগাই দি কল আষা হাতত ললে আৰু একে গোৰেই পোহাৰী আধা মৰা হল। মূৰত পানী দুনি দি চালে হয় পোহাৰীৰ জীৱ নাহিল। পোহাৰীৰ পিতেক হাটতে আছিল; “আইক মাৰিলে” বুলি তাৰ কঁকালত ডোল লগাই সিও ৰজাৰ ঘৰলৈ গল। একোলৈকে কাণসাৰ নকৰি অলপ দূৰ গৈ সি কল আষা খাই ললে।

আবেলি সময়ত ৰজাৰ ঘৰ পাই তিনিও জোৰাই নিজা নিজা গোচৰ ৰজাৰ আগত দিলেগৈ। বুঢ়াগোহাঁয়ে তাক ওচৰলৈ নি শপত-সাতি খুৱাই সুধিলে, “তই চোৰ কৰা হয় নে?” সি উত্তৰ দিলে, ‘দেউতা ঈশ্বৰ, চোৰে কৰবাত গিৰিহঁতৰ ঘৰ সোমাই ধোল বজোৱা শুনিছে নে?” মন্ত্ৰীয়ে সুধিলে, “তই ধোল বজাইছিলি নেকি?” সি কলে, গোচৰীয়াক সোধক। গোচৰীয়াই ধোল বজোৱা সঁচা বুলি কোৱাত, তাৰ চুৰি সাব্যস্ত নহল; মন্ত্ৰীয়ে ক'লে এইটোতো শটকীয়া কথা। দ্বিতীয় গোচৰীয়াৰ কথাত তাক মন্ত্ৰীয়ে সুধিলে, “তই কিয় গৰু মাৰিলি?” সি কলে, “মাৰ মাৰি ওভোটাবলৈ কৈছিল, মই

মাৰ এটাহে মাৰিছোঁ; গৰু মৰিছে মই কি কৰিম?" মাৰ মাৰিবলৈ কোৱা হয় নে নহয় গোচৰীয়াক সোধাত সি হয় বুলি কোৱাত সেই দোষেও তাক পৰ্শিব নোৱাৰিলে। মন্ত্ৰীয়ে কলে, ইটো হেজাৰ টকীয়া কথা। তৃতীয় দোষতো সেইদৰে যথাযথ কথা কেইটা কৈ দিয়াত তাৰ একো শাস্তি নহল, বৰঞ্চ মন্ত্ৰীয়ে লাখ টকীয়া কথা বুলি কোৱা হে সি শুনিবলৈ পালে। গোচৰীয়াকেইটাও সেন-যেন গৈ ফেঁচা যেন হৈ উলটি আহিল।

কথাতে কয় বোলে খেদিলে থিয়াল পালা কি? পালে খিয়াল খালা কি? টেটোনক তিনি জোৰাই ডোল লগাইয়ো সঁচা কথাটো ডোলত পেলাব নোৱাৰিলে। টেটোন মুক্ত হল। পিচে, লাহে লাহে ৰজাঘৰৰ ওচৰৰ মানুহ এঘৰলৈ গৈ খুজি-মেলি সি গোটাদিয়েক খালে। তাৰ পাচত সি সেই ঘৰৰ কটাৰি এখন লৈ তলমুৱা বাঁহ এডাল কাটি ৰজাৰ বাটচ'ৰাৰ ওচৰতে টমাল তুলাই টোম এটা লগাইছে, এনেতে ৰজাৰ বুঢ়াগোহাঁই ৰজা ঘৰলৈ আহিল। বাটচ'ৰাৰ ওচৰত বহি টোম সজা মানুহটোৰ সাহ দেখি মন্ত্ৰীয়ে সুধিলে, "তই কৰ মানুহ? ৰজাৰ পদুলিত টোম সাজিবলৈ ইমান সাহ নে? নেপায় বুলি নেজান নে?" টেটোনে কটাৰিখন দুই হাতৰ তলুৱাৰ মাজত সুমাই লৈ হাত জোৰ কৰি কলে, "দেউতা! মই এই কথা নেজানো, আজি ৰাজমন্ত্ৰীয়ে মোৰ কথাত কিবা টকাৰ কথা কৈছিল। আন্দাজত জানিলোঁ, মোক টকা দিব খুজিছে; কমকৈয়ো নহয় লাখ টকাৰ নাম হে কাৰিছিল। সেইবাবে বোলো টোম দুটা সাজি লৈ একেবাৰে তেওঁৰ ওচৰলৈ যাওঁ। এইবুলি কটাৰি এখন খুজি আনি এই খিনিতে টোম দুটা সাজিবলৈ বহিছোঁ। মই ইয়াৰ মানুহ নহওঁ, মোৰ ঘৰ বহুত দূৰত। দেউতা! কথা কবৰ বেলি নাই, গধূলি হলে টকা উলিয়াই নিদিবই। ভালেই হল দেউতা, সেৱা এটা কৰিছোঁ, সুধিলে যেতিয়া মন্ত্ৰীক লগ পায় যদি মোৰ কথাষাৰ কৈ থব, মই গৈ অলপতে ওলামগৈ?" বুঢ়াগোহাঁইয়ে তাৰ কথাত বিচুৰ্ত্তি হৈ গোটেইটো কথা মন্ত্ৰীৰ পৰাই শুনি লওঁগৈ বুলি ৰজা-ঘৰলৈ সোমাই গল। ইপিনে সি টোম দুটা সাজি লৈ কাণমাৰি এডাল কাটি দাঠকৈ টোম দুটা কলাপাতেৰে ছাই ৰজাৰ চৰাৰ মুখ পালেগৈ, আৰু দুৱৰীত মন্ত্ৰীক জনাবলৈ কলে। মন্ত্ৰীৰ গাত আগৰেপৰা চেব আছিল; কথা শুনি হয় নে নহয় চাবলৈ ওলাই আহিল। মন্ত্ৰীক দেখিয়েই টেটোনে আঠু কাঢ়ি মাটিত মূৰ লগাই সেৱা কৰিলে। মন্ত্ৰীয়ে সুধিলে, "তই কৰ মানুহ, কলৈ যাব? টোম আনিছ কিয়?" সি লাহেকৈ মাত লগালে; দেউতা! এতিয়া নিচিনা হল নে? সেই গোচৰ কেখনৰ পদকীয়া ময়েই আছিলোঁ। আপুনি যে টকা দিব খুজিছিল, সেই নিমিত্তে মই এই টোম দুটা সাজি আনিছোঁ। কৃপা কৰি মোক টকা খিনি দি বিদায় দিয়ক। মোৰ ঘৰ দূৰৈত দিনে-পোহৰেই অলপ যাওঁ।" মন্ত্ৰীয়ে দাবি-ধমকি দিও চালে, ভালকৈ কৈয়ো চালে, কিন্তু তাক চেৰালত পেলাব নোৱাৰিলে। সি যুক্তিত জিকে। মন্ত্ৰীয়ে কয়, "মুখেৰে কলেই টকা দিব লাগে নে?" টেটোনে কয়, "মুখেৰে কথা নকৈ আৰু নো কিহেৰে কথা কয়? দেউতা মুখৰ মুৰতে কটা খায়, মুখৰ মুৰতেই বঁটা পায়!" মন্ত্ৰীয়ে কয়, "হেজাৰ টকীয়া কথা বুলি হে কৈছিলোঁ। টেটোনে কয়, "টকা নিদিলে টকীয়া কেনেকৈ হব পাৰে? হেজাৰ টকীয়া হাতী এটা এনেই আনিব পাৰি জানো। কথাত ঘাটি মন্ত্ৰীয়ে টকা দিব লগীয়া হল। লেখি-জুখি টকা লৈ গধূলি ভাগত টেটোন বাটে বাটে গৈ আছে। মানুহে সুধিলে সি উৰুৱা উত্তৰ দিয়ে; এঠাইত সি নগৰ যেন ঘৰ এখনি দেখি তাতে সোমাল। সোমায়েই সি বেঁটী এজনীক কলে, "আজি কোনোবাই যদি মোক ভালকৈ নিয়ম মতে ভাত এসাজ খুৱায়, তেনেহলে মই এই দুভাৰ ৰূপ দিম!" বেঁটীজনীয়ে ভিতৰত আইদেওত জনাবলৈ সোমাই গৈ কলে গৈ; সেইখন বৰগোহাঁইৰ ঘৰ। বৰগোহাঁইৰ জীয়েকে কলে মাতি আন আমিয়ে খুৱাম। টেটোনক ভিতৰলৈ নিয়া হল। বহিবলৈ সৰু পীড়া এখন দিয়াত সি কলে ইমান গাল ধন দি ডুখৰি পীড়াত হে বহিম? তামুলি পীৰা লাগে। তামুলি পীৰা আনি দিলে। ভাত খাবৰ বেলাত বেঁটীয়ে মাতিলেহি। সি ক'লে বেঁটীৰ কথাত মই যাম নে? পিচে যেতিয়া বৰগোহাঁইৰ জীয়েকে মাতিলেহি তেতিয়া সি কলে, গা নোধোৱাকৈ ভাত খামনে? ইপিনে সি টকা তামুলি পীৰাত টকা গাল মেলি জাৰি চাই আছে। এইদৰে লাহে লাহে খাঁটীয়া জুৰি বৰগোহাঁইৰ জীয়েকৰ হতুৱাই পানী অনাই গাত ধলাই ভাত অনাই মুহদি কৰাই লই ধাৰি-পাটী পৰাই টকা গাল তেতিয়া দি শুই থাকিল। বৰগোহাঁইৰ জীয়েকে টকাৰ লোভত সকলো কৰিলে, কিন্তু তাৰ ফল অলপো নেভাবিলে। মনে মনে ভাবিছিল যে, আলহী মানুহ, আজি আহিছে কাইলৈ ৰাতিপুৱাই যাব, এইবোৰ কথা কোনেও নেজানে, মাজতে তেওঁ কেৱল টকা গাল পালে। টেটোনে মনে মনে শুই থাকিল। তাৰ

পাচ দিনা শুই উঠি কাপোৰ-কানি পিন্ধি বৰগোহাঁইৰ ওচৰলৈ গৈ সি কলেগৈ, "দেউতা, যি ভাত খাবলৈ মাতে, যি পানী আনি দিয়ে, গা ধুৱাই দিয়ে, ভাত খুৱাই দিয়ে, পাটী পাৰি দিয়ে তেওঁ কোন?" বৰগোহাঁইয়ে একেষাৰেই কলে, ঘৈণীয়েকৰ বাহিৰে আৰু কোন হব।" টেটোন উঠি গৈ বাটত সেইঘৰ মানুহ কোন তাক সুধিলে। মন্ত্ৰীৰ ওচৰতো বৰগোহাঁইক কৰা প্ৰশ্নটোকে কৰি একে উত্তৰ পাই সকলো কথা বহলাই ললে। সময়মতে যেতিয়া বৰগোহাঁই ৰজাৰ চৰালৈ আহিল তেতিয়া মন্ত্ৰীয়ে টেটোনে কোৱা সেই কথা উলিয়ালত বৰগোহাঁই ডাঙৰীয়াই টেটোনলৈ জীয়েকক দিবলৈ বাধ্য হল। তেওঁ টেটোনক জোঁৱাই কৰি ঘৰ এখন ঠিক কৰি দিলে। তাৰ পিচত সকলো কামতে টেটোনে টোটোনালি কৰি ফুৰিবলৈ ধৰিলে।

এদিন মানুহ এজনীৰ কাণত মূৰ দিয়াই বুকুত সাৱটি ধৰি সৰু লৰা এটা লৈ গিৰীয়েকৰ পিচে পিচে টেটোনৰ বাৰীৰ মাজে সুৰুকীয়া বাটেদি গৈছিল। টেটোনে তাহাঁতৰ পিচ ধৰিলে। যাওঁতে যাওঁতে অলপমান দূৰ গৈ, সি মনে মনে লৰাটোৰ মুখত গুৰ দিয়ে; গুৰৰ টিপাটো দেখুৱাই আকৌ সুমাই থয়। বাটৰুৱা মানুহ আহিছে, আহক বুলি সেই মানুহ জোৰায়ো একো খবৰ লোৱা নাই। এনেদৰে গৈ গৈ বাট এটা পাই তাহাঁত যেতিয়া ঘূৰিব খুজিলে টেটোনে কলে, "মোৰ লৰাটো দিয়া।" মানুহ জোৰা বিচূৰ্ত্তি হল। তাৰ পাচত সি টিপে-টাপে কাপোৰৰ মাজৰপৰা টিপাটো উলিয়াই দেখুৱালত লৰাটোৱে জাঁপ মাৰি তালৈ আহিব খুজিছিল। পিচে, বহুত কথা-বাৰ্ত্তাৰ পিচত দুয়ো জোৰা মেলুৱাইৰ ওচৰলৈ গল। মেলুৱায়ে ঠিক কৰিলে যে, মাতিলে লৰাটো যাৰে ওচৰলৈ যাব এইটো তাৰে লৰা। টেটোনে গহিনাই কলে, "লৰাটি সদায় মাকৰ কোলাত থাকে, মই মাতিলে আহে-নাহে তাৰ ঠিকনা নাই, বাৰু তথাপি মাতি চাওঁ" এইবুলি টিপতে টিপাটো কপোৰৰ তলৰপৰা উলিয়াই "আহাঁ" বোলা মাত্ৰেই লৰাটোৱে টেটোনৰ ফাললৈ চোচা ললে, আৰু ৰাইজে টেটোনক লৰাটো দিলে। লৰাটো পাই টোটেনে মাক জনীকো বিচাৰিলে; টেটোনে কলে, "সেইজনী মোৰ মানুহ, মোক তাই ভাল নেপাই সেই মানুহটোৰ লগতে গল; আজি বহুত দিনৰ মূৰত দেখা পাই তাইক ঘৰলৈ আহ বুলি কলোঁ, তাই নাহিল; মোৰ লৰাটোকে দিয়া বুলি কোৱাত, মোৰ লৰা নহয় বুলিয়েই আশই মাতিছিল; এতিয়া ৰাইজে দেখিছেই কাৰ লৰা। এতেকে, কৃপা কৰি মানুহজনীকো মোক দিব লাগে।" ইপিনে লৰাটোক মৰম কৰাৰ চলতে সি আঙুলিৰ মূৰত গুৰ আনি তাক খুৱাবই লাগিছে; ৰাইজে লৰাটো মাকৰ কোলালৈ যায় নে নেযায় তাক চাব খুজিলে, আৰু মাকে মতা মাত্ৰেই লৰাটো যাব খুজিলে। ইয়াৰপৰা ৰাইজে ঠিৰাং কৰিলে যে, লৰাটো টেটোনৰ আৰু সেইজনী লৰাটোৰ মাক; এতেকে, সেইজনী মানুহ টেটোনৰেই হয়। এইবুলি টেটোনক তিৰোতাজনীও দিলে। টেটোনে লৰা আৰু মাইকী জনী লৈ যাবলৈ ওলাইছে তেনেতে সেই মানুহটো টেটোনৰ ভৰিত দীঘল দি পৰিল। পিচে, টেটোনৰ মৰম লাগি, ৰাইজৰ আগত সকলো কথা ভাঙ্গি-পাতি কৈ লৰাটো আৰু মানুহজনী সিটোক দি উলটি আহিল। এইদৰে সি আৰু অনেক কাম কৰিলে। অৱশেষত টেটোনৰ নাম চাৰিওফালে ফাটি-ফুটি ওলাল, আৰু ৰজাৰ কাণত পৰিলগৈ; সেই সময়ৰে পৰা টেটোন এটা জনা-শুনা মানুহ হৈ উঠিল, আৰু তামুলি পীৰাত বহি বৰ গোহাঁইৰ জীয়েকক লভিলে গুণে সি তামুলি পদপী পালে। সেই সময়ৰপৰা সকলোৱে টেটোন তামুলি বুলিলেই ভয় খায়।

এসময়ত দুখন ৰাজ্যৰ দুজন ৰজাৰ ভিতৰত জেদ লাগিল যে, কোনে কাক ঠগাব পাৰে। টেটোন থকা ৰাজ্যৰ ৰজাই "মোৰ মানুহে আপোনাক ঠগিব" বুলি বঢ়াই কলে, আৰু সিজনে আকৌ তেওঁৰ ৰাজ্যৰ মানুহে এওঁক ঠগিব বুলি কলে। পিচত টেটোন থকা ৰাজ্যৰ ৰজায়েই ইখন ৰাজ্যলৈ মানুহ পঠিয়াবৰ ঠিক হল। আৰু এইটো পণ কৰিলে যে, যাক ঠগিব পাৰে তেওঁ ইজনৰ তলতীয়া হব, আৰু যদি মানুহটো ধৰা পৰে তেনেহ'লে সেই ৰজা ইজনৰ তলতীয়া হব। মানুহ পঠিওৱাৰ সময়ো ঠিক হৈ গল। টেটোনক পঠিয়াবৰ কাৰণে ৰজাই ঠিক কৰিলে, আৰু সকলো কথা ভাঙ্গি কলে। টেটোনে ৰজাক নিৰ্ভয় দি সেই দিনাৰে পৰা মানুহৰ মাত অনুকৰণ কৰিবলৈ ধৰিলে, আৰু অলপ দিনৰ ভিতৰতে সি কৃতকাম হল। এদিন ময়লা কাপোৰ এসাজ পিন্ধি কাষলতিত ভাল সাজ এটা লৈ অনেক বৰণ থকা চুঙ্গা গোটাদিয়েক লৈ টেটোন ঘৰৰপৰা ওলাই কেবা দিনৰ পিচত সেই ৰাজ্য এৰি সিজন ৰজাৰ ৰাজ্যত সোমালগৈ। ক্ৰমশঃ।

# কানিৰ অপকাৰিতা।

কানি এটা লেলেতীয়া ৰবিহ (Slow poison)। এই বিহে আজি বহুকালৰপৰা অসমীয়া জাতিক কি ৰূপে লেলাত ভুঞ্জাই মাৰিছে, তাক আৰু বুজিবলৈ বাকী নাই। এই বিহ পান কৰি যে অসমীয়া জাতিয়ে ক্ৰমাৎ মনুষ্যত্ব হেৰুৱাই মৰা মৰিছেই, আৰু জীয়াই থকা ভাগেও আধামৰা অৱস্থাত জীৱন কটাইছে তাক আৰু বহলাই কোৱাৰ সকাম নাই। এই বিষয়ে বিস্তৰ আলোচনা চলিছে। আমি তাৰ লগতে গোটাচেৰেক কথা লগ লগাবলৈ মাথোন আগবাঢ়িলোঁ। বৰ্ত্তমান কানি নিবাৰিণী সভাৰ মহৎ উদ্দেশ্য সিদ্ধিৰ কাৰ্য্যত একো কৰিব নোৱাৰিলেও আলোচনাত ই অলপ সহায় কৰিব বুলি আশা কৰোঁ।

আসামৰ লোকসংখ্যা।— আমি আসাম বোলোতে, যি কেইখন জিলাত বিশেষকৈ অসমীয়া বাস কৰে সেই কেইখন জিলাৰ নাম হে উল্লেখ কৰিম। সেই জিলা কেইখনৰ লোকসংখ্যা ১৯০১ চনৰ চেঞ্চাছৰ ৰিপোৰ্টমতে তলত দিয়া হল।—

| | |
|---|---|
| গোৱালপাৰাত | ৪৬২০৫২ জন। |
| কামৰূপত | ৫৮৯১৮৭ ” |
| দৰঙ্গত | ৩৩৭৩১৩ ” |
| নগাওঁত | ২৬১১৬০ ” |
| শিৱসাগৰত | ৫৭৯৯৬৯ ” |
| লক্ষীমপুৰত | ৩৭১৩৯৬ ” |
| মোট | ২৬১৯০৭৭ জন। |

১৯০৫—০৬ চনৰ ৰিপোৰ্ট মতে তলত লিখাৰ দৰে উপৰোক্ত জিলা কেইখনত কানিৰ খৰছ দেখা গৈছিল; আৰু ইয়াৰ লগত তাৰ বাবে যোৱা টকাৰ সংখ্যা দিয়া হল।—

| | |
|---|---|
| গোৱালপাৰাত | ৯।৭ সেৰ—১৪.৮৪ টকা |
| কামৰূপত | ১৩০।৩”—১৯০.০৭” |
| দৰঙ্গত | ১৮৭।।০”—২৫৮৪.০০” |
| নগাওঁত | ২৩১/ মোন- ৩১.৫৭৯ ,, |
| শিৱসাগৰত | ৩৭৪/৫ ৶ ছ: ৪৯৯৮৪৩ |
| লক্ষীমপুৰত | ৩৯৮/২ সেৰ— ৫৮১৮৫৭ |
| মোট | ১৩৩০।৭ ৶—১৮.৫৫৮০৲ |

গোটেই পূৰ্ব্ববঙ্গ আৰু আসামৰ ভিতৰত গৱৰ্ণমেণ্টে কানিৰ বাবত ১৯০৫-০৬ চনত ২৪৫৫৭৬৫ টকা পাইছিল, তাৰ ভিতৰত অকল ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰাই ১৮৫৫৫৮০ টকা, অৰ্থাৎ তিনি ভাগৰ দুভাগ পাইছিল। এতিয়া দেখা গল, আমাৰ আসামৰ প্ৰত্যেক মানুহেই প্ৰায় বছৰি গড়ে দুই তোলাৰ হিচাবে কানি খায়! আমাৰ মানুহৰ সংখ্যা ভিতৰত বঙ্গালী বাগিছাৰ কুলি প্ৰভৃতিও ধৰা পৰিছে আৰু সাধাৰণতে আমাৰ অসমীয়াৰ ভিতৰত হে কানীয়া বেচি। সকলোবিলাক বিবেচনা কৰি চালে আমাৰ গড় হিচাবে প্ৰত্যেকজনে ৩।৪ তোলাকৈ পৰাও অসম্ভৱ নহয়। সেই বছৰত গৱৰ্ণমেণ্টে কানি বেচি ১৫১৫২৪০৲ টকা পাইছিল। এতিয়া হিচাব কৰিলে মানুহপ্ৰতি গড়ে ।।/ অনা হিচাবে মহলদাৰবিলাকৰপৰা কানিৰ দাম বুলি গৱৰ্ণমেণ্টে নিছিল। সেই বছৰত গৱৰ্ণমেণ্টে মহলদাৰবিলাকৰপৰা ৩৪০৩৲০ পাইছিল ; কাজেই এতিয়া গড় হিচাব কৰি চালে মানুহ প্ৰতি দু-অনা ছয় পাই হিচাবে পৰে। গৱৰ্মমেণ্টে যিমান টকাৰ কানি বেছে, তাৰ প্ৰায় তিনি ভাগৰ এভাগকেই মহলদাৰবিলাকে লাভ কৰে। এতিয়া হিচাব কৰি চালে দেখা যায় যে, প্ৰায় ২৫ লাখ টকাৰ কানি মহলদাৰবিলাকে বছৰি বেছে।

প্ৰধানকৈ কোচ, কাটনি, কছাৰি, লালু, মিৰি আদি মানুহেই কানিৰ শিষ্য হয়। সিহঁতৰ প্ৰত্যেকজনে মাহে ৬৲ টকাৰ বেচি উপাৰ্জন কৰিব পাৰে, এনে সম্ভৱ নহয়। কিয়েনা, যি শ্ৰেণীৰ মানুহৰ ভিতৰত কানীয়া থাকে সেই শ্ৰেণীতেই অকৰ্ম্মন্য মানুহো বেচি দেখা যায়। কাজেই সিহঁতে খেতি-বাতি চলাই কোনোৱে পেটে-ভাতে খায় আৰু বেচি ভাগৰে থাকিবলৈ ঘৰো নাই। সিহঁতৰ প্ৰতিজনে গড়ে ৪।৫ টকাকৈ বেচি কৰি খাজানাৰ বাবত গৱৰ্ণমেণ্টক দিবলৈ দৰকাৰ নকৰে। সৰ্ব্বমোট ধৰিবলৈ গলে, অসমীয়াই গড়ে ১।/ হিচাবে মাটিৰ খাজানা বাবত প্ৰতিজনে বছৰি গৱৰ্ণমেণ্টক দিয়ে।

ওপৰত দিয়া হিচাবমতে আসামৰ প্ৰত্যেকজন মানুহে ।৵ অনা হিচাবে গৱৰ্ণমেণ্টক কানিৰ বাবত দিব লাগে, কিন্তু মহলদাৰ আদিৰ লাভ আৰু কানিৰ অন্যায় কিনা-বিকা কৰা বাবত গৱৰ্ণমেণ্টে মহলদাৰ বিলাকক বা আন আন মানুহক জৰিমনা কৰি বা ফাটকত দি যিবিলাক টকা কানিৰ মাৰফতে নিয়ে সেইবিলাক লগ লগাই ধৰি গড়ে হিচাব কৰিলে যে মানুহ প্ৰতি ।৵ বা ১৲ টকাকৈ পৰিব তাৰ অলপো সন্দেহ নাই।

মই ইয়াৰ আগেয়ে যিবিলাক জাতিৰ কথা কৈ আহিছোঁ, সেই সেই শ্ৰেণীৰ ভিতৰত আজিকালি কানিৰ প্ৰচলন বেচি হে হৈছে। আন কি, আজিকালি অনেক গোসাঁই-মহন্ত আৰু বহুত ভদ্ৰলোকৰ ভিতৰতো কানিৰ শিষ্য দেখিবলৈ পোৱা যায়। বিশেষতঃ কেইজনমান গোসাঁইয়ে আৰু মৌজাদাৰে যে কানি খাবলৈ ধৰিছে এয়ে বৰ দুখৰ কথা। আশা কৰোঁ, তেওঁলোকে কানিৰ অপকাৰিতা সম্বন্ধে জানিব পাৰি এতিয়া লাহে লাহে এৰি দিবলৈ চেষ্টা কৰিব। আমাৰ দেশত কিছুমান মানুহৰ আত্মাভিমান আছে, কিয়নো দুই-চাৰি ওচৰ-চুবুৰীয়া তোষামোদ কৰা মানুহে তেওঁলোকক ডাঙৰ কৰি দুই-চাৰি আষাৰ কথা কলেই তেওঁলোকে স্বৰ্গত উঠা হেন পায়। কাজেই বহুত ডাঙৰ মানুহেও সেই তোষামোদতে সন্তুষ্ট হৈ তেওঁলোকৰ যথাসৰ্ব্বস্ব নষ্ট কৰিবলৈকো নেপাচুৱায়। ভদ্ৰলোকৰ ভিতৰত কানীয়া হোৱাৰ এয়ে কাৰণ।

আসামৰ প্ৰায় সকলো ঠাইতে কলা বেমাৰে মানুহ মাৰি ধুই পেলালে। যেতিয়া আসামত এই কলাজ্বৰ গুচাবৰ কোনো উপায় নাছিল, কোনো ঔষধাদি নাছিল, তেতিয়া অনেক মানুহে কানি খাই এই বেমাৰৰপৰা নিষ্কৃতি পাইছিল। অনেক মানুহে বেমাৰৰপৰা নিষ্কৃতি পাই তাৰ পাচত কানিৰ ব্যৱহাৰ এৰি দিলে। এতিয়া আমালোকে আসামৰপৰা কানি গুচাবৰ চেষ্টাতে থাকি চিন্তা কৰি মুৰ ঘোলা কৰিব লাগিছোঁ, কিন্তু যিসকলে ঘৰত কুটা এডালিও দুডোখৰ নকৰে, বাৰীখনত দুডাল বন গজিলে, দুঘাপ মাৰি মুকলি কৰি লবলৈ লজ্জাবোধ কৰে তেওঁলোকে কানীয়া মানুহক দুই অনা পইচা দি কানি খুৱাই লৈ সেইখিনি বন কৰাই লবলৈ পায়। কানীয়াৰ সংখ্যা কম হলে বন কৰাবলৈ মানুহ নেপাম বুলি ভাবি আন্তৰিক কষ্টত পৰে! কিন্তু সি যি নহওক আমাৰ লোকচানলৈ চালে সেইবিলাক ধৰিব লগীয়া কথা নহয়। আসামৰ জল-বায়ু চাই কানি অলপ লাগতিয়াল কিন্তু, ঔষধ সদাই ভাত খোৱাৰ দৰে খাই থাকিলে যেনেকৈ পাচত বেমাৰ হলে, ঔষধ খালেও গুণ নিদিয়ে, সেই ৰকমে যিসকলে কানিকে আৰাধ্য দেৱতা কৰি লৈছে, তেওঁলোকক সি কিছু উপকাৰ নিদি বৰং গাৰ সকলো অংশকে দূষিত কৰে। এজন জনা-শুনা ডাক্তৰে লিখি গৈছে যে, ভাং খালে মূৰৰ ঘিঁউ নাইকিয়া হয়, মদ খালে খাপৰিৰ অনিষ্ট কৰে, কিন্তু কানি খালে শৰীৰৰ এনে এটা অংশ নেথাকে যে, যত কানিয়ে কলা নেপেলায়। ই এটা ভয়ানক বিহ। কম পৰিমাণে দৰকাৰ বুজি খালে ই পেট কামোৰা, তেজ-হাগনী আৰু মূৰৰ কামোৰ আদি বেমাৰত সু-ফলো প্ৰদান কৰে। আগেয়ে গোটেই কম কানীয়া কলা বেমাৰত মৰিছিল। কিন্তু এতিয়া অত্যাচাৰ বেচিকৈ কৰাৰ গতিকে, আৰু কানিৰ নিচিনা ৰাগিয়াল বস্তু খাই তাৰ উচিত আহাৰ নোপোৱাৰ নিমিত্তে কানি খাওঁতে খাওঁতেই কলা বেমাৰ হৈ পৰে; হাত-ভৰি শুকাই গৈ মানুহটি কলা-মলা হৈ পৰে। কলাজ্বৰত পৰা অনেক মানুহ মৰিলেই। যিবিলাকে বেমাৰৰ পৰা নিষ্কৃতি পালে, সিহঁতৰ বহুদিন জ্বৰাবস্থা হোৱা গতিকে দুৰৱস্থাত পৰি অনেকে নিজৰ লৰা-তিৰোতাৰ ভৰণ পোষণৰ আৰু ৰোজৰ কানি মোকলোৱাৰ হেতু বিচাৰি নেপাই চুৰি বিদ্যা অৱলম্বন কৰিলে। তাৰপৰাও যেতিয়া সিহঁতৰ ঘৰ চলোৱা দূৰৈত থক, নিজৰ আৰাধ্য দেৱতাৰ নৈবেদ্য ৰোজৰ কানিখিনি মিলাব নোৱাৰা হল, তেতিয়া দুই-চাৰি জন অৱস্থাপন্ন মানুহক যাকে যতে সুবিধা পায় তাকেই স্বকীয় আৰাধ্য দেৱতাৰ শিষ্য কৰি ললে আৰু আজিকালিও লয়। অনেক মানুহে দুই-চাৰি দিন খাই পালেই পাচত এৰিব নোৱাৰা হয়। সেই ৰকমে নতুন শিষ্যবিলাকেও আমাৰ দেশৰ কানীয়াৰ দৰে, আজি মৰোঁ, কালি মৰোঁ এনেকৈ কেলেপ-জেলেপ হৈ থকা বাতৰি কাকতৰ পুৰণি গ্ৰাহকসকলে নতুন গ্ৰাহক বিচাৰি ফুৰাৰ দৰে, নতুন শিষ্যক মন্ত্ৰ দিবলৈ সুবিধা বিচাৰে। আমাৰ বাতৰি কাকতৰ গ্ৰাহকসকলৰ কোনো জনে যেনেকৈ কোনো জনক কাকত লৈ উদগনি দিয়ে, আৰু কোনোজনে গোপনে মেল পাতে আৰু কয় যে, "বাপু হে, এই কাগজেৰ ছাপা গুলো পড়তে পাৰা যায় না। কোন ৰকম

ভাল খবৰ আৰও থাকে না। এই কাগজটাতে বাৎসৰিক তিন টকা কৰিয়া দেওয়া চেয়ে দস দিন বাজাৰেৰ মাছ খাওৱায় ভাল।" যেনেকৈ এই ৰকম কু-পৰামৰ্শ দি অনেক মানুহক অপকাৰ কৰে, সেই ৰকমে কানীয়াৰ ভিতৰতো কোনোৱে পৰামৰ্শ দি মাছৰ ঠাইত কানিৰ পূজা কৰে।

আমাৰ দেশত কড়িৰে মঙ্গল চোৱা প্ৰথা এটা আছে। যদি কোনো কানীয়াৰ কড়িৰে মঙ্গল চাব পৰা গুণটি থাকে, তেনে হলেতো তেওঁৰ বিনাযুদ্ধে ৰণ জয়। আমাৰ দেশত অনেক মানুহে তেওঁলোকৰ লৰা-ছোৱালী এটিৰ আঙ্গুলি-মূৰ এটি তপত হলেই কড়িৰে মঙ্গল চোৱাবলৈ বৈদ্যৰ ওচৰলৈ যায়। যদি বৈদ্যটি কানীয়া হয় তেনে হলে প্ৰথমতে বিধান হব যে, "তোমাৰ লৰাটিৰ কানীয়া ভকতৰ পাক লাগিছে। কিবা জানি সি পাচফালে থকা কোটোহা বাঁহৰ তলত শৌচলৈ কি মুতিবলৈ গৈ কৰবাত কানিৰ ধোঁৱাখোৱা গছকিলে কি চেৰালে।" তাৰ পাচত বিধান হব যে, তুমি কানীয়া দুজনমানক সেৱা জনোৱাঁ, তাৰ পাচত আকৌ কোমোৱাই বৰালি মাছে কিম্বা কাছৰে ভকতক চাউল খুৱাবলৈ চালৰ বেচাত সিকি এটা বান্ধি থবা" ইত্যাদি অৰ্থহীন কিছুমান অন্ধবিশ্বাস সিহঁতে মনত সুমুৱাই দিয়ে, ঔষধৰ নাম-গোন্ধই নলয়। অনেক সময়ত অকানীয়া বৈদ্যেও এই বিধান দিয়ে ; তাৰ পাচত যদি কোনো ঔষধাদিৰ দ্বাৰাই বা ঈশ্বৰৰ ইচ্ছাতে ৰোগী ৰোগৰপৰা মুক্ত হল, "কাৰ্য্যে সিদ্ধে সতি লাভংশং সৰ্ব্বে সমভাগং ভুংক্তে" এই অন্ধবিশ্বাসত মোহিত হৈ মানুহে কানীয়া সেৱা পাতি দুটি ধোঁৱা খোৱা কেইটিমান কানি টিকিৰাৰে সৈতে কানীয়া দেৱতাৰ নিমিত্তে বাঁহৰ তলে গছৰ তলে দিয়ে। তাৰ পাচত কানীয়া দেৱতাৰ প্ৰসাদ বুলি কানীয়া-অকানীয়া উভয়ে তাৰ প্ৰসাদ লয়। সেই সেৱাত জলপানৰ আশা থাকিলেতো কথাই নাই।

আমাৰ দেশৰ এজন অসমীয়া বন্ধুৱে এখন কানীয়া-কীৰ্ত্তন উলিয়াইছে, তাত যদিও তেওঁ কানিৰ কথাটি ইতিকিঙ্গৰ ছলে হে উচ্চ কৰি বৰ্ণাইছে, তথাপি গাঁৱলীয়া কানীয়া সকলে তাৰ পদ কেইফাঁকি শুনিবলৈ পাই যে যি ভাবে শুনিছে সেই ভাবেই বিশ্বাস কৰিছে। কি দুখৰ কথা যে, আমাৰ দেশত বিয়া-সবাহ বা কোনো ধৰ্ম্ম বিষয়ক কাজ পাতিলেই প্ৰথমতে দুজনমান কানীয়া নুসুধিলেই নহয়। বিয়া এখন পাতিলেই প্ৰথমতে কানীয়াৰ নিমিত্তে ৫৲।১০৲ টকা আগ কৰি থব লাগে। আমাৰ দেশত গোপিনী-সবাহ কৰাৰো প্ৰথা আছে। আগেয়ে গোপিনী সবাহ বুলিলে এই বুজিছিল যে, কেইটামান মাহ চাউল কল বন বৰগোসাঁইৰ আগত দি ঈশ্বৰৰ নাম লোৱা; কিন্তু আজিকালি তাৰ লগে লগে কানীয়া গোপিনী-সেৱাও বুজিব লাগিব। আমাৰ দেশত কোনো কোনো ঠাইত এনে নিয়মো দেখা গৈছে যে, বিয়া আদিত জলপান খাবৰ নিমিত্তে গলে যেনেকৈ বুঢ়াৰ শ্ৰেণীত বুঢ়া ডেকাৰ শ্ৰেণীত ডেকা, চেমনীয়াৰ শ্ৰেণীত চেমনীয়া আৰু বুঢ়াৰ লগত সৰু সৰু পুতেক নাতিয়েক আদিক শ্ৰেণীবদ্ধ কৰি বহুৱাই লয়, কানীয়া সেৱাতো লৰা ডেকা-বুঢ়া আদিয়ে শ্ৰেণীবদ্ধ হৈ কানীয়া দেৱতাৰ প্ৰসাদত ভাগ লয়। সেই নিমিত্তে সিহঁতৰ লৰা-ছোৱালী আদি সেই বিদ্যাত পৰিপক্ক হৈ উঠে। অনেক মানুহে অলপ হাগনি হলেই বা আন ৰকম পেটৰ অসুখাদি হ'লেই কানি খাবলৈ ধৰে। শেহত সি এৰিব নোৱাৰা হয়। অনেক ডেকাৰ পেটৰ অসুখাদি হোৱা শুনিলে আমাৰ দেশৰ পুৰণি কানীয়া সকলোতো শনিৰ (Satan) দৰে সুবিধা বিচাৰিয়েই ফুৰে, তেওঁলোকক লগ পালেই কাণে-কাণে গোপ্য মন্ত্ৰ দিয়ে। অনেকে কানিৰ টিকিৰা নো কেনে লাগে, এইবুলি জুতি চাওঁতেই এমুৰীয়া কানীয়া হৈ পৰে। এমুৰীয়া কানীয়া, অৰ্থাৎ আমাৰ দেশত আগেয়ে এটা জোখ আছিল। পূৰ্ব্বকালত আফিমক অসমীয়া মানুহে কানি বুলিছিল। তাৰ কাৰণ এই যে, আগৰ দিনত অসমীয়া মানুহে আফুৰ খেতি কৰিছিল; তাৰ গুটীবিলাক যেতিয়া পুৰঠ হয়, সেই গুটীবিলাকৰ ছাল ত কটাৰিৰে আঁক দি থৈ আহে, পাচত ফটাকানিৰে তাৰ এঠাবিলাক মছি লয়। অৱশেষত তাকে সিজাই আফিম কৰে। সেই আফিম বিলাকত ফটাকনি থাকে। সেই কাৰণে, অসমীয়াই তাক কানি বুলিছিল; সেই কানিখন দুই-তিনি আঙুলমান বহল থাকে, দীঘলে কিমান থাকে তাৰ হিচাব নাই। কানিখন দীঘল কৰি মুৰটোত এমেৰ দি কাটি পেলায়। সেই এমুৰ জোখৰ কানি যি মানুহে খাব পাৰে, সিয়েহে এমুৰীয়া কানীয়া। সেই ৰকমে দুকণীয়া, একণীয়া, আদি শব্দ কানীয়াৰ বিশেষণ লগোৱা দেখিবলৈ পোৱা গৈছিল। বিশেষকৈ অনেক ধঁপতুৱা ও ভঙুৱা শ্ৰেণীৰ ডেকাৰপৰা চবডেপুটী কলেক্টৰৰ গ্ৰেডৰপৰা হাকিমী গ্ৰেডলৈ প্ৰমোচন পোৱাৰ দৰে কানীয়াৰ গ্ৰেডলৈ প্ৰমোচন পোৱাও

দেখিবলৈ পোৱা যায়। তলৰ শ্ৰেণীৰ মানুহৰপৰা আমাৰ কিছু উপকাৰ হৈছে। কিয়নো, প্ৰায় মতা মানুহৰ ভিতৰতে কানীয়াৰ সংখ্যা বেচি দেখা যায়। সিহঁতে ঘৰত কানিৰ টিকিৰা খাই জুহালৰ গুৰিত কলমটীয়াই বহি থাকে। সিহঁতৰ তিৰোতাই অপত্য স্নেহত বশীভূত হৈ লৰা-ছোৱালীৰ পোহৰ-পালনৰ নিমিত্তে নিজেই বহু পৰিশ্ৰম কৰিব লগাত পৰে। সিহঁতে অনেক সময়ত নিজৰ মতাক ঘৰত কানি খুৱাই বহুৱাই ৰাখি ঘৰৰ সকলো অভাৱ দূৰ কৰে। তাৰ দ্বাৰা এয়ে উপকাৰ হৈছে যে, আন জাতীয় তিৰোতাৰ দৰে মতাটি থাকেমানে তেওঁৰ ওপৰতে ভৰ দি খাই থাকি, তাৰ পাচত পতিৰ অবিহনে কলঙ্কিতাও হব নেলাগে আৰু ঘৰে ঘৰে খুজি-মাগিও খাব নেলাগে, নিজৰ পৰিশ্ৰমৰ বলেৰেই সুকলমে খাবলৈ সমৰ্থ হয়। এই সময়তে মতা কানীয়াৰ সংখ্যা যেনেতেনে উপায়ে কমাই দিব পাৰিলে মতা-তিৰোতা উভয়েই কামিলা হৈ দেশৰ অনেক উন্নতি সাধনত সহায় কৰিব পাৰিব। কোনো কোনো ঠাইত এনে কু-সংস্কাৰো দেখা গৈছে যে, যি ডেকাই কানি নেখায় সি ছোৱালী বিয়া কৰিবলৈ নেপায়; যাৰ ঘৰতে ছোৱালী খুজিবলৈ যায়, সেয়ে কয় যে, "তই কানিখিনিকে মোকলাই খাব নোৱাৰ, মোৰ ছোৱালীক নো পোহন-পালন দিবি কেনেকৈ। এইবিলাক কথা অৱশ্যে অজাতিৰ ভিতৰতে হে ধৰিব লাগে। অনেক ডেকাই সংসাৰৰ মায়ামোহ এৰিব নোৱাৰিও কানি খাবলৈকে লাহে লাহে অভ্যাস কৰে।

ওপৰত কোৱা অভ্যাসবিলাক গুচাবৰ প্ৰথম উপায়;— আমাৰ দেশত দুই-চাৰিজন গোসাঁই আছে, যিসকলে ইউৰোপত ৰোমীয় পোপৰ নিচিনা সকলো জাতিৰ ওপৰতে ক্ষমতা বিস্তাৰ কৰে। তেওঁলোকে আসামৰ অনেক বেয়া কাজকো ভাল কৰিব লাগিছে। গাৱঁলীয়া ঠাইত একোজন ৰাজমেধি পাখিমেধি ৰাখি কোনে মদ খায়, কোনে কি বেয়া কাম কৰে সেইবিলাকৰ খবৰ আনি দিনৰ বাতৰি নিব লাগিছে, মদ খালে যেনেকৈ গাঁৱলীয়া মানুহে গোচৰ দিলেই তাৰ নিমিত্তে তেওঁলোকৰ প্ৰায়শ্চিত বিধান কৰি পুনঃ শুদ্ধ কৰে, তেনেকৈ কানিৰ বিষয়েও তেওঁলোকে প্ৰত্যেক ৰাজমেধি-পাখিমেধিলৈ একোখন আইন জাৰি কৰি দিয়ক। তেওঁলোকে জাতিৰ গৌৰৱ, তেওঁলোকে মন কৰিলে অনতিবিলম্বে গাওঁৰ পৰা কানি গুচাই দিব পাৰিব। প্ৰধানকৈ গাঁৱে গাঁৱে যি কেইজন ৰাজমেধি, পাখিমেধি মহন্ত আৰু ভোটতাল বজোৱা ভকত আছে তেওঁলোকক প্ৰথমতে কানিৰপৰা নিবৃত্তি কৰাব পাৰিলেই আমাৰ দেশৰ বহুত কানীয়াৰ সংখ্যা কমি যাব। তাৰ পাচত লাহে লাহে আন-আন মানুহৰ ভিতৰতো কমি যাব। প্ৰথমতে আমালোকে তেওঁলোকক হে খাতিব লাগে।

২য় উপায়।— যেতিয়া এক্সাইজ কমিচনাৰ এজন বিলাতৰপৰা আহি ভাৰতত কানিৰ বিষয়ে মীমাংসা কৰিবলৈ আহিছিল, তেতিয়া গৱৰ্ণমেণ্টৰ প্ৰতিনিধি স্বৰূপে তেওঁ কৈছিল যে, আমি লাহে লাহে আসামত কানি দিয়া আৰু তাৰ নিমিত্তে কানি তৈয়াৰ কৰা কাৰ্য্যটি কমাই নিবলৈ চেষ্টা কৰিম। কিন্তু এতিয়া আমি বছৰি যিমান চাওঁ তিমানেই দিয়া হৈছে, বৰঞ্চ সেই কৰ্ম্মটি কৰাত বেচি মনোযোগ হে দেখা গৈছে। যদি গৱৰ্ণমেণ্টে মদ আদিৰ নিচিনাকৈ কানি খোৱা মানুহৰ বয়স নিৰ্দ্ধাৰণ কৰি দিয়ে, আৰু কানি বেছিবৰ সময় নিৰ্দ্ধাৰণ কৰি দিয়ে, তেনেহলেও আমাৰ লৰা-ছোৱালীক কানি খোৱাত কিছু প্ৰতিবদ্ধক জন্মোৱা হয়। গৱৰ্ণমেণ্টে আমাৰ আসামত কানি যোগোৱা লাহে লাহে কমাই নিয়ক, তেহে তেওঁলোকৰ প্ৰথমে বন্ধা-চতা আইন অনুসৰি কাৰ্য্য কৰা হয়, আৰু তেনে কৰিলেই আমাৰো উপকাৰ হব বুলি আমি আশা কৰিব পাৰোঁ।

৩য় উপায়।— সমাজ। আমাৰ আজিকালি সমাজৰ বান্ধনী গোটেই ঢিলা হৈ আহিব লাগিছে। গাঁৱত কোনো এটি বিষয় মীমাংসা কৰিবৰ নিমিত্তে মেল বহিলে সেই মেল নেমানে। জিলাই জিলাই যি ঠাইত কিছু জনা-শুনা মানুহ আছে সেই ঠাইত সভা পাতি গাঁৱলীয়া মণ্ডল, কাননগু, গাঁওবুঢ়া আদিক সেই সভালৈ মাতি আনি এইবিলাক দেশৰ বেয়া আচৰণ আঙ্গুলিয়াই দেখাই দিয়ক। তেওঁলোকৰ লগত গাঁৱলীয়া মানুহৰ বহুত সংস্ৰৱ আছে। তেওঁলোক চফৰ ফুৰোঁতে তেওঁলোকৰ লাটৰ মানুহবিলাকক মাতি আনি সমাজ পাতি এইবিলাক বিষয়ৰ আলোচনা কৰি দেশৰ বেয়া আচৰণবিলাক শুধৰাবলৈ চেষ্টা কৰিলে হে দেশৰ কোনো ৰকমে ভৱিষ্যত ভাল আশা কৰিব পাৰোঁ, কানিৰ বিষয়ে বিশেষকৈ পুৰণি কানীয়াৰ সংখ্যা কমাব নোৱাৰিলেও নতুনকৈ হবলৈ দিয়াত বহুত প্ৰতিবন্ধকতা লাগে। গাঁৱলীয়া মানুহে যুক্তি কৰি কানীয়া দেৱতাক বাহঁনিৰে কোবাই

গাৰঁৰপৰা উলিয়াই দিয়ক। সিহঁতক এই কথা বুজাই দিব লাগে যে, কানিত যিমান পইচা বৰবাদ হয়, সেই পইচাৰে আন কোনো বস্তু (যি বস্তু খালে কানি নোখোৱাকৈও থাকিব পাৰি) কিনি খাওক। কাজেই এবাৰ বন্ধ কৰিব পাৰিলে অনেক দিনৰ নিমিত্তে পইচা ৰৈ যাব। অৱশেষত মই ইয়াকে কৈ সামৰণি মাৰো যে, আমাৰ দেশত মানুহৰ সংখ্যা দিনে দিনে কমি গৈছে, আৰু কানিৰ ব্যৱহাৰ বেচি হব লাগিছে, তাৰ প্ৰমাণ মই মঙ্গলদৈ মহকুমাতে দিওঁ। পাঁচ বছৰৰ আগেয়ে সেই মহকুমাত যিমান মানুহ আছিল, আজি পাঁচ বছৰৰ পাচত তাৰ লোকসংখ্যা শতকৰা দহ জনকৈ বছৰি কমি আহিছে। কিন্তু কানিৰ তলত লিখা দৰে ব্যৱহাৰ বাঢ়িবলৈ ধৰিছে ঃ—

| | | |
|---|---|---|
| ১৯০২—০৩ | চনত — | ১০৩।।৫ সেৰ। |
| ১৯০৩—০৪ | ” — | ১০৮।৮ ” |
| ১৯০৪—০৫ | ” — | ১০৯/৭ ” |
| ১৯০৫—০৬ | ” — | ১১১।।২ ” |
| ১৯০৬—০৭ | ” — | ১২৩।।৮ ” |

এতিয়া দেখা গৈছে আজি পাঁচ বছৰৰ ভিতৰত সেই মহকুমাতেই ২০/ মোন কানিৰ বেচি খৰছ হৈছে। এতিয়া গোটেই আসামত ভাবিবলৈ গলে, প্ৰতি বছৰে জিলাই জিলাই দুই-চাৰি মোন কৰি বেচি হবই লাগিছে।

—শ্ৰীকমলাকান্ত শৰ্ম্মা বৰদলৈ।

# উষা।

## ("উষা" নুমুৱাৰ আশঙ্কাত লিখা)

(১)

শান্তিৰ পোহৰ সতে দেখা দি উষাই
মোহ টোপনিৰপৰা পৰাণী জগাই,
দিলে যে কতনো সুখ,
গুচাই সবাৰে দুখ,
কিন্তু কিয় অকস্মাৎ এনে হল হাঁয়!
কাল অন্ধকাৰে যেন গ্ৰাসেহি দুনাই।

(২)

ৰিণিকি ৰিণিকি পৰা উষাৰ কিৰণ,
পালোঁ দেখা খন্তেকলৈ সেন্দুৰী বৰণ,
(কিন্তু) যবে আশা ততে ৰল,
অকস্মাৎ ভয় হল,
উষাৰ কিৰণ সেই আসাম ৰতন,
অকালতে আঁতৰিব নেপাই যতন।।

(৩)

উষা। তুমি আহিছিলা কত মনে ধৰি,
কত বাধা কত বিঘ্ন অতিক্ৰম কৰি,
কত ভাব আনি তুমি,
জিলিকালা মাতৃভূমি,
সাহিত্যসেৱীক তুমি সাহিত্য বিতৰি,
কিয় হবা অন্তৰ্দ্ধান কৰ্ত্তব্য পাহৰি!

(৪)

সাহিত্যসেৱীয়ে হায়! হিয়া মন খুলি,
তুলি ললে সি সবৰ লিখাৰ সঁজুলি,
নোৱাৰিলে প্ৰকাশিব,
নোৱাৰিলা ভাগৰাব,
ভবা নাই খন্তেকতে আঁতৰিবা বুলি,
নেযাবা আঁতৰি আহাঁ, অন্ধকাৰ ঠেলি।

(৫)

নুবুজি কোনোৱে উষা, তোমাৰ আদৰ,
এনে দিব্য জ্যোতি হাঁয় নকৰে সাদৰ।
অজ্ঞান আন্ধাৰে থাকি,
থাপিছে হিয়াত আঁকি,
চিৰ অন্ধকাৰ আৰু কৰি গাঢ়তৰ,
এবে সেই অন্ধকাৰে নহয় কাতৰ।

(৬)

জন্মান্ধে নেদেখি যেনে শোভা জগতৰ
সেই সুখ লাভ হেতু নহয় কাতৰ,
দেখুৱালে সঙ্কেতত
'বস্তি' হলে হস্তগত,
তথাপি নেদেখে হাঁয় একো সংসাৰৰ,
নেভাবে অভ্যস্ত হলে কষ্ট অন্ধকৰ!

(৭)

খন্তেকলৈ আহি তুমি যিবা সুখ দিলা,
অতৃপ্ত আকাঙক্ষা হাঁয়, কাৰো নুপুৰালা,
"বিজুলী"ৰ নিমিষীয়া,
"জোনাকী"ৰ খন্তেকীয়া,
চেৰ কৰি দীপ্তি তাৰ তুমি পোহৰালা,
কালৰ কুটিলা গতি। তুমিও লুকাবা?

(৮)

ম্লান হব পদ্ম-ফুল তুমি অবিহনে,
দুনাই কলিতে মুদ যাব মনে মনে;
সৰোবৰে হেঁপাহেৰে,
কত আশা মনে ধৰে,
"তুলিম বুকুত" বুলি কতনা যতনে,
জাউতিযুগীয়া আশা নকৰিবা তেনে!

(৯)

নেথাকিলে তুমি দেবি! নহব উদগতি,
নেদেখোঁ কেনিও পথ বিনে অৱনতি;
সাহিত্য বিহনে দেশ,
নাই নাই সুখ লেশ,
নহয় নহয় আৰু নহয় উন্নতি,
নোৱাৰি উধাব চেৰ পৰিব সিজাতি!

(১০)

আন পিনে আন জাতি দেখোঁ সকলোকে,
সাহিত্য জখলা লই উঠে খাপে খাপে;
সাহিত্য বলতে চোৱাঁ,
কি যে নকৰিছে কোৱাঁ,
সাহিত্য বিহনে শূন্য দেখোঁ সংসাৰক,
চোৱাঁ মোৰ জাতি ভাই সভ্য জগতক।

—শ্ৰীমানিকচন্দ্ৰ হাজৰিকা।

## সম্পাদকৰ শৰাই।

## আমাৰ উন্নতিৰ গতি।

স্বৰূপত, আমাৰ বৰ্ত্তমান অৱস্থাৰ বিষয়ে আমাৰ মানুহে দকৈ গমি চোৱা নাই; গতিকে আমাৰ প্ৰকৃত অৱস্থাৰ কথা আমাৰ মানুহে নেজানে। এই বিষয়ে উপৰুৱাকৈ চিন্তা কৰি, কোনোৱে ভাবিছে আমাৰ হ'ব লগীয়া উন্নতি আমি লাভ কৰি উঠিলোঁ; কোনোৱে বা উন্নতি আৰু অৱনতিৰ দোমোজাত পৰি কোনো পাৰ ভাবি নোপোৱাত পৰিছে; আৰু কোনোৱে আকৌ এই অধঃপাতে যোৱা দেশৰ উদগতি নাই বুলি হতাশ হৈ বহিছে। কিন্তু, দৰাচলত ইবিলাকৰ কাৰো মত বিশুদ্ধ নহয়, প্ৰত্যেকে প্ৰত্যেকৰ মত অতিচাৰকৈ ধৰি দেশৰ অমঙ্গল ঘটাইছে।

* * *

আমাৰ এভাগে পোনেই বঙ্গদেশৰে সৈতে ৰিজাই কয় যে, সময়ৰ জোখলৈ চাই আসামে আশাতীত উন্নতি লাভ কৰিছে; অৰ্থাৎ পছিমীয়া সভ্যতাৰ পোহৰ লৈ, বঙ্গই যিমান দিনত যিমানখিনি উন্নতি সাধিছিল, আসামে সেই সময়ৰ ভিতৰত তাতকৈ ভালেমান গুণে বঢ়া উন্নতি লাভ কৰিছে। কথা মিছাও নহয়। কিন্তু, সিবিলাকে সময়ৰ উপযোগিতাৰ বিষয়ে ভাবিবলৈ পাহৰিছে; ভাৰতবৰ্ষত পছিমীয়া সভ্যতাৰ আদি অৱস্থা যেনে আছিল পাচলৈ সি তেনে হৈ থকা নাই, ক্ৰমাৎ তাৰ পোহৰ বেচি সুবিধাৰে ভাৰতবাসীয়ে পাইছে। গতিকে, আদিভাগৰ সুবিধাত উঠা বঙ্গই মাজভাগৰ সুবিধা পোৱা আসামৰ সমানে আগুৱাব নোৱাৰাৰ ভাল যুক্তি আছে। এতেকে, অসমীয়া অহঙ্কাৰত ওফন্দি পৰিব নেলাগে; সময়ৰ সুবিধা অনুসৰি যথাৰ্থত উন্নতি হোৱা নাই বুলি হে অসমীয়াৰ ধাৰণা হোৱা উচিত।

* * *

আগ-ৰণুৱা বা বাট-কটীয়াৰ গাত বেচি দুখ কষ্ট যায়। সেই অনুক্ৰমে আৰম্ভণত বা বাট লগোৱা কামত আসোঁৱাহো বেচি। পাচত যাওঁতাৰ বাট উজু আৰু চমু আৰু, সেই অনুপাতে পাচে কৰা কামৰ গতিও সৰল আৰু বেগী হোৱাটো স্বাভাৱিক। আগত যোৱাবিলাকে যত উজটি খাই দুখ-কষ্ট পাইছিল, পাচত যোৱাবিলাকে সেই ঠাইত সাৱধানে গতি কৰাটোও স্বাভাৱিক। আগৰ দলে ভুল বুজি যিবিলাক আসোঁৱাহ লগা কাম কৰে, পাচৰ দলে কৰা কামত সেই ভুল-ভ্ৰম আৰু আসোঁৱাহ নেথাকিবৰ কথা। এইবিলাক উন্নতিশীল জাতিৰ লক্ষণ। এতেকে, যি জাতিয়ে পাচত গৈও আগত যোৱা দলৰ দোষতে পৰে, সেই জাতিক আগত যোৱা জাতিতকৈ নীহ বুলি ধৰিব লাগিব; যি জাতিয়ে পাচত গৈ, উন্নতি গতিত, আগত যোৱা জাতিতকৈ আগবাঢ়িব নোৱাৰে, সেই জাতিক স্বভাৱতে দুৰ্ব্বল বুলি বুজিব লাগিব; আৰু যি জাতিয়ে সদাই আনৰ পাচত যাবলৈ বেয়া নেপায় সেই জাতিৰ আকলন নিচেই ঠেক। উন্নতিশীল মানুহৰ মাজত সেই জাতি নিন্দাৰ পাত্ৰ। কিয়নো, উন্নতিত আগ বাঢ়িবলৈ অৰিয়া-অৰিৰ ভাবটো সকলো উন্নত প্ৰাণীৰ স্বভাৱৰ ভিতৰ। প্ৰাণী-শ্ৰেষ্ঠ মানৱৰ কথাকে নকওঁ, ইতৰ জন্তুৰ ভিতৰত উন্নত প্ৰাণী ঘোঁৰাবিলাকে অৰিয়া-অৰিত আগ বাঢ়িবলৈ প্ৰাণ-টাকি চেকুৰ মেলে। কথা বহলাবৰ সকাম নাই। বৰ্ত্তমান উন্নতিৰ গতিত অসমীয়া জাতিয়ে এইবিলাক কথা দকৈ গমি চলিব লগা হৈছে। আগত যোৱা চুবুৰীয়াক কেনেকৈ চেৰ পেলাব পাৰি, তাৰ অৰ্থে উন্নতিৰ সকলো বিষয়তে পাচত যোৱা অসমীয়াৰ যত্ন হোৱাটো বাঞ্ছনীয়। তেহে অসমীয়া এটা জাতিৰূপে চিনাকি দিবৰ যোগ্য হ'ব; নহলে মুখৰ ফিতাহিয়ে সিবিলাকক মানুহ কৰিব নোৱাৰে।

* * *

আমাৰ উন্নতি কিমান হ'ল তাক বুজিবলৈ আমি যি দৰে আমাৰ সমনীয়া জাতিৰ বৰ্ত্তমান অৱস্থাৰে সৈতে আমাৰ পূৰ্ব্বাৱস্থা ৰিজাই চাওঁ, সেইদৰে আমাৰ উন্নতি কিমান হ'বলৈ আছে তাক বুজিবলৈকো আমাতকৈ উন্নত জাতিৰ বৰ্ত্তমান অৱস্থাৰে সৈতে আমাৰ ভৱিষ্যত অৱস্থা ৰিজাই চোৱাৰ আৱশ্যক। উন্নতিৰ গতি বুজিবলৈ মানুহক এইদৰে আগত আৰ্হি বা ৰিজনিৰ স্থূল সদাই লাগে। আৰু সমনীয়া জাতিৰে সৈতে ৰিজাওঁতে নিজৰ আৰু

সিজাতিৰ অৱস্থাৰ হীন-ডেঢ়ি বুজিবলৈ সূক্ষ্ম বিচাৰৰ আৱশ্যক। গুটীয়া জীৱনত আৰ্থিক বা মানসিক উন্নতিয়েই জাতীয় উন্নতি নহয়; তাৰ দ্বাৰা স্ব-জাতীয় আনবিলাকৰ বিশেষকৈ সাধাৰণ মানুহৰ অৱস্থাৰ উন্নতি হলে হে আচল উন্নতি লাভ বুজিব লাগে। দুই-চাৰিজন ধনী, মানী, শিক্ষিত, সভ্য হলেই এটা জাতিয়ে গা কৰিব নোৱাৰে; সেই ধন, মান, শিক্ষা আৰু সভ্যতাই সৰ্ব্বসাধাৰণৰ মাজত ব্যাপিব পাৰিলে হে জাতীয় জীৱন ৰক্ষা পৰে। সৰ্ব্বাঙ্গ সবল নহলে যি দৰে বলৱন্ত বোলাব নোৱাৰি, সৰ্ব্বসাধাৰণৰ উন্নতি নহলেও সেইদৰে জাতীয় উন্নতিৰ নাম লব নোৱাৰি। এতিয়া এইখিনিতে আমি আমাক সোধোঁ, আমাৰ উন্নতি কিমান হল? আমাৰ দুই-চাৰিজন ধনী, মানী, শিক্ষিত আৰু সভ্য মানুহে নিজৰ জাতি বা সমাজৰ অঙ্গ-প্ৰত্যঙ্গ স্বৰূপ সাধাৰণ সমজুৱাৰ বৰ্ত্তমান অৱস্থাৰ বিষয়ে এবাৰ এই খিনিতে গমি চাওক। আমাৰ আগলৈ হব লগা উন্নতিৰ আৰ্হি স্বৰূপ ইংৰাজ, মাৰ্কিন, জাপানী আদি জাতিৰ কথাকে নকওঁ, বৰ্ত্তমান উন্নতিৰ ৰিজনি দিয়া ভাৰতীয় অপৰাপৰ জাতি আন কি চুবুৰীয়া বঙ্গালী জাতিৰ ভিতৰত ধন, মান, শিক্ষা, সভ্যতা কিমান বিস্তাৰ হৈছে, আৰু আমাৰ কিমান হৈছে, সেই বিষয়ে চিন্তা কৰি চাওক, তেতিয়া বুজিব আমাৰ উন্নতি কিমান হল।

* * *

দকৈ গমি চালে যদিওবা আমি বুজি উঠো যে, আমাৰ আচল উন্নতি হোৱা নাই, কিন্তু সেই উন্নতি কি উপায়ে হব পাৰে তাক আমি ভাবি নেচাওঁ। আন জাতিৰ দৰে আমাৰ শিক্ষিত সমাজেও স্বীকাৰ কৰে যে, যেতিয়ালৈকে আমাৰ সাধাৰণ প্ৰজাৰ ভিতৰত শিক্ষা আৰু সভ্যতা বিস্তাৰ নহব তেতিয়ালৈকে আমাৰ জাতীয় জীৱন গঠিত হোৱাৰ আশা নাই। কিন্তু সেই শিক্ষা আৰু সভ্যতা কেনে সজ আৰু সহজ উপায়েৰে বিস্তাৰ কৰিব পাৰি? — পঢ়াশালি বা টোল পাতি নানা বিষয়ক আলোচনা বা জ্ঞানচৰ্চ্চাৰ ভাগ সৰ্ব্বসাধাৰণক দিবলৈ সুবিধা নহয়; গাৱেঁ-ভূঁয়ে প্ৰচাৰকৰ দ্বাৰা শিক্ষা আৰু সভ্যতা বিস্তাৰ হবলৈকো শিক্ষিতৰ সংখ্যা আৰু অৰ্থবল প্ৰচুৰ লাগে; অকল কিতাপ পুথিৰ বহুল প্ৰচাৰৰ দ্বাৰাও সৰ্ব্বসাধাৰণৰ মন আকৰ্ষণ কৰাটো উজু নহয়, তাত নানা ঠাইৰ নানা বিষয়ক দৈনিক, সাপ্তাহিক, মাসিক চলিত ঘটনাবিলাকৰ সঘন বাৰ্ত্তা বা আলোচনাদিৰ অভাৱ হেতু সি সৰ্ব্বসাধাৰণৰ মন উন্নতিৰ ফালে উদগাব নোৱাৰে। ইত্যাদি চিন্তাৰ ফলত, পৃথিৱীৰ সভ্য আৰু শিক্ষিত জাতিয়ে পোন-প্ৰথমে বাতৰি কাকত প্ৰচাৰৰ উপায় উদ্ভাৱন কৰে। পিচলৈ তাৰ দ্বাৰাই জাতীয় উন্নতিৰ কাৰ্য্যত যিমান সহায় পোৱা গল, দেশত তাৰ প্ৰচলন সিমান বহুল হবলৈ ধৰিলে। আজিকালি পৃথিৱীত যি দেশেই শিক্ষিত, সভ্য আৰু উন্নত হৈ জিলিকিছে, সেই দেশতে বাতৰি কাকতৰ প্ৰচলন বহুল, অৰ্থাৎ সেইবিলাক দেশত বাতৰি কাকতৰ গ্ৰাহক সৰহ। আমাৰ মানুহে বোধ কৰোঁ, শুনিছে যে, আমেৰিকা আৰু জাপানৰ মানুহে বাতৰি কাকতক জীৱন যাপনৰ উপায়ৰ লগত ধৰে। এনে কি, এটা মগনীয়াই দিনটো ঘূৰি পেটৰ ভাত মুঠি যোগাৰ কৰিব নোৱাৰিলে যিমান বেজাৰ পায়, বাতৰি কাকত এখন কিনিবলৈ দুটি পইচা ৰাহী কৰিব নোৱাৰিলে তাৰ তাতোধিক বেজাৰ হয়। সেইবিলাক দেশত কুলি, ভাৰী, লগুৱা আদিৰ হাততো বাতৰি কাকত। এইবিলাক সাজি কোৱা বা জোৰা দিয়া কথা নহয়, ইয়াৰ প্ৰকৃত মূল আছে। আমাৰ শিক্ষিত সমাজে এই বিষয়ে বেচকৈ জানে; এই বিষয় লৈ সুদীৰ্ঘ বক্তৃতা দিয়াতো সিবিলাক বিশেষকৈ পাৰ্গত। কিন্তু কাৰ্য্যত সিবিলাকে কৰে কি?— সম্পূৰ্ণে বিপৰীত! আমাৰ দেশৰ কানীয়া সমাজৰ লক্ষণ চাই আন দেশৰ কাৰ্য্যশীল জাতিয়ে হাঁহে যে, আসাম দেশৰ মতাবিলাক মাইকী, আৰু মাইকীবিলাক মতা! তদ্ৰূপ এই দেশৰ শিক্ষিত আৰু সভ্য নামধাৰীবিলাক স্বৰূপত অজ্ঞান আৰু অসভ্য, অশিক্ষিত আৰু চহাবিলাকেই কিছু জ্ঞানী আৰু সভ্য। সভ্যোচিত চিনাকী আমাৰ দেশৰ অশিক্ষিতৰ মাজত হে অলপ বহুলকৈ পোৱা যায়, শিক্ষিতৰ নাম লোৱা সকল দিনে তললৈ যাবলৈ হে ধৰিছে। তাৰ প্ৰমাণ আজি আসামত ধন দি বাতৰি কাকত পঢ়িবলৈ কাৰ কিমান ধাউতি তাক বিচাৰ কৰিলেই বুজা যাব। পঢ়াশলীয়া পণ্ডিত, মণ্ডল, গাওঁবুঢ়া, আলি-মহৰী ইত্যাদিয়ে কি নিয়মে বেচ দি কাকত পঢ়ে, আৰু শিক্ষিতৰ নাম ধাৰী এণ্ট্ৰেঞ্চ, এফ-এ, বি-এ, এম-এ, বি-এল, পাচ কৰা আৰু আত্মশিক্ষাৰে শিক্ষিত হোৱা কেৰাণী, আমোলা, মুঞ্চিপ, চব ডেপুটী, উকীল, মোক্তাৰ ইত্যাদিৰ গাত কি নিৰিখে বাতৰি কাকতৰ বেচ্‌বাকী পৰে, তালৈ চালেই বুজা যাব আসাম দেশত সভ্যোচিত ৰীতিৰ বিপৰীত গতি কি ৰূপে হৈছে, আৰু ইয়াৰ পৰাই বুজিব লাগে আমাৰ কোৱাভাতুৰীয়া উন্নতি কিমান হৈছে।

# ভকতীয়া ব্যাকৰণ।

তাহানি লৰাকালিতে বোপায়ে মোক পঢ়াশালিত পঢ়িবলৈ দিছিল। এই এবছৰৰ ভিতৰত প্ৰথমভাগ শেষ কৰি দ্বিতীয়ভাগ লৈ ভাবিছিলোঁ যে, এইখন কিতাপ শেষহলেই মোৰ পঢ়াশলীয়া জীৱন শেষ হব। কিন্তু দ্বিতীয়ভাগ শেষ হওঁ-হওঁ হলত আৰু তাৰ মুখে শুনিবলৈ পালোঁ, বোলে দ্বিতীয় ভাগৰ পিচত আকৌ তৃতীয়ভাগ এখন আছে। আৰু হেনো তেতিয়া তাৰ লগে লগে কিবা "ব্যাকৰ্ণও" পঢ়িব লাগিব। বিয়াকৰ্ণৰ নাম মই ইয়াৰ আগেয়েও শুনিছিলোঁ, সেই কিতাপখন মানুহে বৰ টান বুলি কৈছিল। মোৰ পক্ষে দ্বিতীয়ভাগেই বৰ টান। ফলা পঢ়োতে ওজাদেৱে কেইডাল এচাৰি মোৰ পিঠিত চিঙ্গিছে তাৰ লেখ-জোখ নাই, তেও এতিয়াও মাজে মাজে খোকোজা লাগে হে। ব্যাকৰ্ণৰ নাম শুনি ভয়ত মোৰ বুকু কঁপি আছিল; আৰু ভাবিছিলোঁ যে, ব্যাকৰ্ণ শিকোঁতে পিঠিৰ ছাল এডোখৰিও থাকিবৰ নহয়। কিন্তু, ঈশ্বৰৰ এনে মহিমা যে, মোৰো দ্বিতীয় ভাগ শেষ হল, আৰু ইফালে বোপায়েও জহনীত পৰি ৰাম বুলিলে। আয়ে বৰকৈ কান্দিছিল, কিন্তু মই হলে বোপাই মৰাত ৰক্ষা পৰা যেন পাইছিলোঁ। সি যেইবা নহওক, বোপাই ধুকুৰাৰ পাচত মই পঢ়াশালি এৰি হালত ধৰিলোঁ। ক্ৰমে বিয়া-বাৰু কৰাই ঘৰ-গৃহস্থালী কৰি আছোঁ, লৰা-ছোৱালীও চাৰি-পাঁচটি হৈছে।

কোঁৱৰগাঁও শইকীয়াচুকত মোৰ মোমাইৰ ঘৰ। মই এবাৰ মোমাইৰ ঘৰলৈ গৈ তাত এমাহমান আছিলোঁ। মোমাইৰ পদুলিৰ আগতে এটি পঢ়াশালি আছে। এদিন দেখিলোঁ, পঢ়াশালি চাবলৈ এজন বাবু আহিছিল। তেওঁ পঢ়াশালিৰ ওজাজনক বৰকৈ ডবিয়ালে, কিয় ডবিয়ালে মই তাৰ একো বুজ নেপালোঁ। বাবুজন কিছুমান পৰৰ পাচত ঘোঁৰাত উঠি গল, আৰু পঢ়াশালিও ছুটি হল। মই এজন লৰাক লগ ধৰি ওজাদেৱক কিয় ডবিয়ালে বুলি সুধিলোঁ, সি উত্তৰত কলে যে, বাবুজন ইনস্পেক্টৰ; তেওঁ লৰাবিলাকক ব্যাকৰ্ণৰ কথা সুধিছিল, লৰাবিলাকে একো কব নোৱাৰিলে, সেই দেখি লৰাবিলাকক ব্যাকৰণ ভালকৈ শিকোৱা নাই বুলি ডবিয়াইছিল। ব্যাকৰণৰ নাম শুনি মোৰ পুৰণি কথা মনত পৰিল, আৰু লৰাটোক সুধিলোঁ, "বাপা, ব্যাকৰণ বস্তু নো কি?" সি কলে বোলে ব্যাকৰণ এখন পুথিৰ নাম। তাক পঢ়িলে ভাষাৰ তত্ত্ব পোৱা যায়, কোনটো কথা কেনেকৈ কব লাগে তাক জানিব পাৰি। আৰু, ইয়াত বাজেও বহুত কথা শিকিব পাৰি। কিন্তু সি আৰু কলে যে, পুথিখন হলে বৰ টান, সকলোৱে তাক বুজিব নোৱাৰে। পাচ দিনা দেখিলোঁ, ওজাদেৱে হাতত এছাৰি লৈ পঢ়াশালিত পঢ়াব লাগিছে, আৰু মাজে মাজে একোটা লৰাক ধৰি আনি সেই এছাৰিৰে পাৰেমানে কোবাইছে, লৰাই ডেডাউৰি পাৰি গোটেইখন পঢ়াশালিত খলকনি লগাইছে। মোৰ ব্যাকৰণ পঢ়িব লগীয়া নহল, নাইবা মোৰো কুমলীয়া পিঠিত এইদৰে এছাৰি জাৰিলেহেঁতেন। মোৰ মনত এইদৰে ভয় লাগিছিল যদিও, ব্যাকৰণৰ তত্ত্ব লবলৈ মোৰ বৰ মন গৈছিল।

এই ঘটনাৰ এবছৰমানৰ পাচত এদিন মই ৰুকুনী গাঁৱলৈ ম'হ কিনিবলৈ গৈছিলোঁ। মোৰ হাল দুখন, তাৰে এটা মহ চবকা বেমাৰ লাগি মৰিল। আৰু এটি মহ নহলে নচলে দেখি পুৰাই দুটামান খাই ওলাই গৈছিলোঁ, আৰু দিনৰে দিনটো ম'হ বিচাৰি ফুৰিছিলোঁ, কিন্তু ম'হ হলে পোৱা নগল। ঘূৰি ঘৰলৈ আহিবৰ সময়ত বাটতে ৰাতি হল। সেইদেখি তাতে এঘৰ মানুহৰ ঘৰত আলহী চাপিলোঁ। মই যোৱাৰ আগেয়ে আৰু এজন মানুহ মোৰ দৰে আলহী চাপিছিল। গিৰিহঁতে দুইকো এটা মুকলি ঘৰত বাহ দিলে। খাবলৈ সিধাপাতিও দিব খুজিছিল; কিন্তু আমি আৰু তাত ভাত ৰান্ধি খাবলৈ মান্তি নহলোঁ, লগতে অলপ ই-সি আছিল তাকে খাই শুই থাকিলোঁ। মাঘৰ মাহ ৰাতি জাৰ, ফুৰি ফুৰি মোৰ বৰ ভাগৰ ধৰিছিল, সেই দেখি পৰিলতে টোপনি আহিল। পাচত পুৰতী নিশা যে সাৰ পাওঁ, জাৰত গা একেবাৰে ঠেৰেঙ্গা লাগিছে। মই উঠি বহিলোঁ, আৰু সিজন মানুহক মাত লগালোঁ। তেৰোঁ জাৰত থাকিব নোৱাৰি কোচমোচ খাই আছে, মই মাতিলত এক্কে চাবে উঠিল। গিৰিহঁতে পাৰি শুবলৈ আমাক বহুত ধানখেৰ দিছিল, তাৰে জুই ধৰি ফুৱাবৰ মনেৰে জুই বিচাৰোঁ যে সাজতে ধৰা জুইৰ

ফিৰিঙ্গতি দুই-চাইটা ছাইৰ মাজত আছিল, তাৰেই অহোপুৰুষাৰ্থ কৰি জুই ধৰিলোঁ; জুইৰ ওচৰত বহি তামোল-চালি খাই কথা-বতৰা হৈ দুয়োজন বহি আছোঁ। কথাৰ মাজত সিজন মানুহে হাঁহি মাৰি এটা ফকৰা গালে;—

"লেহেতীয়াই বুজে কি যুৱতীৰ কোল।
বৰলাই জানে কি ব্যাকৰণৰ মোল।।

এই কথা শুনি মোৰ মনৰ পুৰণি খু-দুৰনী দুনাই উক দিলে। মই তেওঁক সুধিলোঁ, "ককাই! তুমি যে ফকৰাটো মাতিলা, তাৰ নো অৰ্থ কি? ব্যাকৰ্ণ নো কিহক বোলে?" মোৰ প্ৰশ্নৰ উত্তৰত তেওঁ কলে যে, ব্যাকৰ্ণ কি তেওঁ আগেয়ে নেজানিছিল, পাচত এজন ভকতে হেনো এটা পদ গাই তাৰ অৰ্থ বুজাই দিছিল। এইবুলি পদটো মোক গাই শুনালে। যিবিলাক লোকে ব্যাকৰণ নেজানে, তেওঁলোকৰ নিমিত্তে পদটো ইয়াতে তুলি দিয়া হল।—

"শুনা শুনা শুনা শিশু শুনা পুতি মন।
থিৰ মনে শুনা কাক বোলে ব্যাকৰণ।।
ব্যা শব্দৰ অৰ্থ বিয়া, কৰাই কৰম।
বিয়া কৰালেই শিক্ষা হয় ব্যাকৰণ।।
পণ্ডিতে উচ্চাৰে ব্যা অপণ্ডিতে বিয়া।
আচলতে ভেদাভেদ একো নাইকিয়া।।
ব্যাকৰণৰ আদিতে বৰ্ণ বগাৰ কলীয়া।
ওৰণি গুচালে দেখি নিকা নে মলীয়া।।
স্বৰবৰ্ণ নাক-মুখ চুলি আৰু কাণ।
গুৰি হাত ব্যঞ্জন বৰ্ণ মান অভিমান।।
বৰ্ণ আধ্যা পাৰ হলে সন্ধিত পৰিবা।
প্ৰথমে তেতিয়া দিশ ধুঁৱলি দেখিবা।।
স্বৰ সন্ধি বৰ টান স্বজন-পালন।
গৃহস্থালী ৰক্ষা আৰু ধন উপাৰ্জ্জন।।
যদি সুকলমে স্বৰ সন্ধি পাৰ হলা।
তেনেহলে বাৰ-পাঁচ দাও মাৰি দিলা।।
তেহেলৈ ভাবনা নাই ব্যঞ্জনৰ ফালে।
খাহি-পহু-হাঁহ-পাৰ গিলা হালে-হালে।।
সন্ধিৰ সিফালে আছে আধ্যা কাৰকৰ।
জীৱনৰ কেন্দ্ৰ আৰু তত্ত্ব সংসাৰৰ।।
যদি ভক্তি যোগ কৰি শিকা সেই খিনি।
তেনেহলে সংসাৰত হবা ধনী-মানী।।
নাইবা বিভক্তি লাগি মিলাব আপালি।
লাং লাং খাং খাং হব গৃহস্থালী।।
তেতিয়া কৰিবা কৰ্ম্ম কৰ্ত্তা নাম ধৰি।
খান্তাং কৰিবা ঘৰ অপকৰ্ম্ম কৰি।।
হয় অধিকৰণেৰে হবা আঢ্যৱন্ত।
কিবা অপদান কৰি হবা সৰ্ব্বশান্ত।।
কাৰকৰ ভিতৰত সম্বন্ধটো মান।
জোৰাঁই বিচাৰি লোকে হেৰুৱাই মান।।
বিয়ই বিয়নী দুয়ো হয় কৰণীয়া।
সৰ্ব্বস্ব নিদিলে জীক নকৰায় বিয়া।।
শেষত অপাত্ৰ ধৰে সুপাত্ৰ নেপাই।
কৰে কন্যা সম্প্ৰদান কৰি হাঁয় হাঁয়।।
ইয়াতকৈ আৰু টান আছে ব্যাকৰ্ণত।
ধাতু নামে এটি আধ্যা ৰাখিবা মনত।।
সকলোৰে ধাতু বুজি চলা বৰ টান।
গণে গণে জনে জনে ৰূপ হয় আন।।
অহিতত কেও কৰে তদ্ধিত প্ৰত্যয়।
হিত কৃতে নিন্দা কৰে এনে বিপৰ্য্যয়।।
কিন্তু অন্ত হলে আয়ু মৰণ কালত।
তদ্ধিতত অকৃৎ লোকে নেৰাখে মনত।।
পাহৰে অকৃত কৃৎ চুবুৰীয়া জনে।
সমাস মিলনে মিলি কান্দে শোক মনে।।

—শ্ৰীসত্যনাথ বৰা।

# মনোবিজ্ঞান।

পাশ্চাত্য পণ্ডিতসকলৰ মতেৰে মেচমেৰিজম (বশীকৰণ) আৰু হিপনটিজম (সম্মোহন) এই দুটা ক্ৰিয়াৰে অলপ-অচৰপ আধ্যাত্মিক তত্ত্ব জনাত বাজেও, বিশেষকৈ বেমাৰ আৰোগ্য কৰিব পাৰি আৰু দৰ্শকবৃন্দ গোটাই লৈ কৌতুক দেখুৱাব পাৰি। কৌতুক দেখুৱাই ধন ঘটাতকৈ বা প্ৰশংসা অৰ্জ্জাতকৈ মেচমেৰিজম আৰু হিপনিটিজম ক্ৰিয়া বেমাৰ

আৰোগ্য কৰাত প্ৰয়োগ কৰা হে উচিত। ৰোগীৰ ৰোগ নিবাৰণ কৰা, শান্তিহীনক শান্তিদান কৰাৰ সমান পুণ্যৰ কাম একোৱেই হব নোৱাৰে। সেই দেখি এই দুটা ক্ৰিয়া যি জানে তেওঁবিলাকে সততে পৰৰ ৰোগ নিবাৰণ কৰি, পৰৰ উপকাৰ কৰা উচিত। এই ক্ৰিয়াৰে পৰৰ অপকাৰ কৰাৰ সমান পাপ নাই। কেতিয়াও কেৱে যেন এই আধ্যাত্মিক বিদ্যা প্ৰাণীৰ অপকাৰৰ নিমিত্তে প্ৰয়োগ নকৰে। অপকাৰৰ নিমিত্তে প্ৰয়োগ কৰি দুই-এজনৰ অনিষ্ট কৰিব পাৰে; কিন্তু শেহত ঈশ্বৰৰ বিচাৰত এই বিদ্যাৰে বশীকাৰকে নিজৰে মহৎ অনিষ্ট কৰিব।

যি মানুহৰ স্বাস্থ্য ভাল আৰু সেই কাৰণেই চুম্বক শক্তি বেচি, সেই মানুহে নিজৰ বল, বিশ্বাস আৰু সাহৰ ওপৰত নিৰ্ভৰ কৰি বশীকৰণ আৰু সম্মোহন ক্ৰিয়াৰে বেমাৰ আৰোগ্য কৰিব পাৰে। বেমাৰ আৰোগ্য কৰাৰ মূলত হৈছে নিজৰ শৰীৰৰপৰা ৰোগীৰ গালৈ চুম্বক শক্তি সঞ্চালন কৰি ৰোগীৰ মনত এটা বিশ্বাস জন্মাই দিয়া আৰু ৰোগীলৈ এটা আন্তৰিক দয়া। যাৰ গাত এইবিলাক গুণ আছে, তেওঁৱেই হে ৰোগ আৰোগ্য কৰিব পৰে। তেওঁৱেই হে নিজৰ মনৰ বিশ্বাস আৰু সাহ ৰোগীৰ মনত সুমুৱাই দি, আৰু নিজৰ শৰীৰৰ চুম্বক ৰোগীৰ শৰীৰলৈ সঞ্চালন কৰি ৰোগীক ভাল কৰিব পাৰে। যাৰ মনত আৰু শৰীৰত এইবিলাক গুণ নাই তেওঁ ৰোগী চিকিৎসা কৰিবলৈ যোৱাটো বৃথা। ধনীয়েহে আনক ধন দিব পাৰে। যি নিজেই দুখীয়া তেওঁ অপৰক কি দিব পাৰে। বশীকাৰকে নিজৰ মনতে দৃঢ় বিশ্বাস কৰি লব লাগে যে, তেওঁ বেমাৰটো ভাল কৰিব পাৰিব, তেনেকুৱা হলে হে তেওঁ সেই কাম কৰিব পাৰিব, নহলে কেতিয়াও নোৱাৰে। সেই কাৰণেই নাস্তিক, অৰ্থাৎ ঈশ্বৰ পৰকাল ইত্যাদিত অবিশ্বাসী, বশীকৰণ বিদ্যাৰ ওপৰত আস্থা নোহোৱা আৰু ৰুগীয়া মানুহে আনক ভাল কৰিব নোৱাৰে। সচৰাচৰ ধাৰ্ম্মিক আৰু পুৰ্ণাত্মা মানুহ মহাপুৰুষসকলৰ গাত চুম্বক শক্তি বেচি; কাৰণ তেওঁবিলাকে ঈশ্বৰক বিশ্বাস ৰাখি সজ পথত থাকে আৰু নিয়ম-সংযম ইত্যাদিৰ দ্বাৰাই শৰীৰৰ শক্তি নিজৰ গাতে জমাই ৰাখে; এফেৰাও অপচয় নহয়। মনৰো বল তেওঁবিলাকৰ বৰ তীব্ৰ। এই কাৰণেই ভগবান শ্ৰীকৃষ্ণ, বুদ্ধ, যীশু, নানক, চৈতন্য, শঙ্কৰদেৱ, দামোদৰদেৱ, মাধৱদেৱ ইত্যাদি অৱতাৰৰ পুৰুষসকলে অলৌকিক ঘটনাবিলাক কৰিব পাৰিছিল। অৱতাৰী পুৰুষ সকলৰ কথা দূৰৈতে থাওক, সকলো ধৰ্ম্মৰে ধাৰ্ম্মিক মানুহবিলাকেও নিজৰ বিশ্বাসৰ বলত অলৌকিক ঘটনা সিদ্ধ কৰিছিল। যতে বিশ্বাসৰ বল কম ততে তেওঁবিলাকে অলৌকিক কাম কৰিবলৈ অপাৰগ হৈছিল। বাইবেলৰ এঠাইত কোৱা আছে যে মহাত্মা যীশুক খোজ কাঢ়ি সাগৰ এখনৰ ওপৰত ফুৰা দেখি তেওঁৰ শিষ্য এজনেও তেওঁৰ পাচে পাচে হেনো সাগৰৰ ওপৰত কিছুমান দূৰ খোজ কাঢ়ি পিচত ডুবিবলৈ ধৰি যীশুক সুধিলে, — "প্ৰভু! মই দেখোন আৰু যাব নোৱাৰোঁ, ডুবো।" মহাত্মা যীশুৱে কলে, এতিয়া নোৱাৰিবতো, কাৰণ তোমাৰ মনৰ সেই প্ৰথম বল পাৰিম এই বিশ্বাসৰ আগতকৈ অলপ লাঘব হৈছে।" বিশ্বাসৰ বল ইমান।

আনৰ বেমাৰ আৰোগ্য কৰিব পৰা বা অশান্তক শান্ত কৰিব পৰা ক্ষমতা মেচমেৰিষ্টক বাজেও আন মানুহৰো অলপ নহয় অলপ আছে। ডাক্তৰৰ কথাকে কনওঁ, ৰোগীৰ মাতৃ, চেনেহৰ ভাই-বন্ধু, ইষ্ট-কুটুম্ব ৰখ-পৰ দিওঁতা ধাই-মাক অৰ্থাৎ যিসকলক দেখিলে ৰোগীৰ মন ভাল লাগে ইত্যাদি সকলোৰে ৰোগীক আৰোগ্য কৰিব পৰা, শান্ত কৰিবপৰা, ৰোগীৰ যাতনাৰ লাঘব কৰিবপৰা ক্ষমতা আচৰণ কৰিলে ৰোগীৰ যেনেহলেও অলপ নহয় অলপ উপকাৰ হবই হব।

দুৰ্ব্বল আৰু কোমল শৰীৰৰ মানুহৰ গাত যে ৰোগীক সুস্থ কৰিব পৰা ক্ষমতা একেবাৰে নাই এনেকুৱা কেতিয়াও নহয়। মৰমৰ মাতৃ, চেনেহৰ সতী সাধ্বী প্ৰিয়তমা স্ত্ৰী এইসকল হেজাৰ দুৰ্ব্বলী বা কোমল শৰীৰৰ হওক, তথাপি এওঁবিলাকৰ ৰোগীক সুস্থ আৰু শান্ত কৰিব পৰা ক্ষমতা আছে। তুমি জ্বৰত চাটি-ফুটি লগাইছা, পোৰণিত তত পোৱা নাই, তোমাৰ চেনেহৰ মাতৃ বা পিতৃ বা বন্ধুৱে আহি মৰমৰে সৈতে তোমাৰ হাত-মূৰ পিটিকিবলৈ ধৰি কাষতে বহিল, তোমাৰ মনৰপৰা জ্বৰৰ পোৰণি-দেৱনি একেবাৰে নহলেও কিছুকাললৈ আঁতৰিল। কিয় আঁতৰিল তাৰ কাৰণ এই যে, তুমি তেওঁবিলাকৰ দৰ্শনত তেওঁবিলাকৰ মৰমৰ মাতত পোৰণি-দেৱনিলৈ পাহৰিলা। অথবা, তেওঁবিলাকৰ শৰীৰৰ চুম্বক শক্তিয়ে তোমাৰ শৰীৰত সোমাই ৰোগৰ বিপক্ষে যুঁজ পাতি ৰোগক পৰাস্ত কৰিলে। সৰু দুষ্ট লৰা এটি মাকৰ ওচৰৰপৰা আঁতৰি গৈ খেলোঁতে

মাটিত পৰিল। পৰি তাৰ আঁঠুৰ দাগ গাৰ ছাল ছিগি সি কান্দিবলৈ ধৰিলে। লৰালৰিকৈ চেনেহৰ মাকে গৈ ধুলি জোকাৰি লৰাটি দাঙ্গি লৈ খুন্দা খোৱা ডোখৰ মোহাৰি দিলে। লৰাৰ কান্দন গল। তাৰ লগে লগে বিষ-কোবৰো অন্ত পৰিল। এই যে ধুলি জোকাৰি দি ঘা-ডোখৰ মোহাৰি দিলে ইয়াতে সন্তানৰ গাত মেচমেৰিক ক্রিয়া হল। বিষৰ কোব কমিল। মাকে নেজানিলে যে, তেওঁ কিবা মেচমেৰিক বা হিপনটিক ক্রিয়া কৰিলে, কিন্তু তেওঁ নেজানিলেও তেওঁৰ মৰমৰ মাতে আৰু কোমল হাতবুলনিয়ে সন্তানৰ ক্ষত স্থানত যেনে হলেও ক্রিয়া কৰিলে। বশীকাৰকে বশীকৰণ বিদ্যা জানি তাৰ চিৰপ্ৰচলিত নিয়ম অনুসাৰে কাৰ্য্য কৰি তাৰ মনৰ দৃঢ়সংকল্প প্ৰয়োগ কৰি ৰোগ আৰোগ্য কৰে; মৰমৰ বন্ধু, চেনেহৰ মাতৃ ইত্যাদিসকলে মেচমেৰিক ক্রিয়াৰ একো নিয়ম-প্ৰণালী নজনাকৈয়ে ৰোগীৰ ওপৰত সৰহ নহলেও অলপ মেচমেৰিক ক্রিয়া কৰে; প্ৰভেদ এই মাত্ৰ।

যদিও দুৰ্ব্বল শৰীৰ আৰু স্বাস্থ্যৰ নৰ-নাৰী উভয়েই নিজৰ গাৰ চুম্বক শক্তিৰে ৰোগীৰ অলপ-অচৰপ উপকাৰ কৰিব পাৰে; তথাপি শকত নৰিয়াত তেওঁবিলাকে মেচমেৰিক ক্রিয়া কৰিবলৈ গাত নলব; কাৰণ তাৰ দ্বাৰাই নিজৰো অনিষ্ট হব অথচ ৰোগীৰো উপকাৰ নহব। যি নিজেই দুৰ্ব্বল তেওঁ অপৰক সবল কৰিবলৈ যোৱা কথাটো মিছা। আগেয়ে নিজেই শকত হৈ লৈ হে পৰক ভকত কৰিবলৈ যাব লাগে। তাৰ বিপৰীত হলে অনিষ্ট ঘটিবৰ হে সম্ভাৱনা। এই মেচমিৰক ক্রিয়া কি তিৰোতা কি পুৰুষ মানুহ উভয়েই কৰিব পাৰে। আৰু, তিৰোতাৰ ৰোগত তিৰোতাই মতাৰ ৰোগত মতাই বিশেষ উপকাৰ সাধিব পাৰে। কিন্তু স্ত্রী-পুৰুষ, পিতা-পুত্ৰ, মাক-সন্তান এইসকলৰ ভিতৰত বেমাৰ হলে ইজনে সিজনক, যেনে মতাই-তিৰোতাক তিৰোতাই মতাক, পিতাই পুত্ৰক, পুত্ৰই পিতাক, মাকে সন্তানক, সন্তানে মাকক বিশেষকৈ বশীকৃত কৰি (যদি বশীকৰণ বিদ্যা জানে) উপকাৰ কৰিব পাৰে। অভ্যাস আৰু যত্ন কৰিলে কি পুৰুষ মানুহ কি মাইকী মানুহ উভয়ে এই বশীকৰণ আৰু সম্মোহন বিদ্যা শিকিব পাৰে। কিন্তু সেই বুলিয়েই যে বেমাৰ পৰিলেও ডাক্তৰ, কবিৰাজ, বেজ বা মেচমেৰিষ্টৰ সহায় একেবাৰে লব নেলাগে এনেকুৱাও নহয়।

স্নায়ু-সংক্রান্ত ৰোগত মেচমেৰিষ্টকৰ ক্রিয়া হেনো বিশেষ উপকাৰী। আন-আন ৰোগো মেচমেৰিক ক্রিয়াৰে ভাল কৰিব পাৰে। যি মানুহ সুস্থ অবস্থাত মেচমেৰিক ক্রিয়াৰে বশ নহয়, তেনেকুৱা মানুহো ৰুগীয়া অবস্থাত মেচমেৰিক ক্রিয়াৰ বশীভূত হব। মেচমেৰিক ক্রিয়াৰে বেমাৰ আৰোগ্য কৰাৰ মূলত হৈছে বিশ্বাস আৰু নিদ্ৰা। চিকিৎসা শাস্ত্ৰত কৈছে যে, প্ৰত্যেক মনুষ্য শৰীৰতে সদায় দুটি ওলটা-উলটি শক্তিয়ে যুঁজ কৰি থাকে। এটিয়ে জীৱনী শক্তি সদাই কমাই মানুহক মৃত্যুৰ মুখলৈ টানি নিব খোজে, আৰু ইয়াকে জীৱনী শক্তি ধ্বংস কৰা শক্তি বোলে; আনটি হৈছে জীৱনী শক্তি বঢ়োৱা। ইয়াক যি পৰ্য্যন্ত শেহৰ শক্তিটিৰ বল বেচি থাকে সেই পৰ্য্যন্ত মানুহ সুস্থ থাকি জীয়াই থাকে। অন্যায় অত্যাচাৰত বা স্বাস্থ্যৰ নিয়ম-প্ৰণালীৰ ভঙ্গ কৰাৰ দোষত এই জীৱনী শক্তিৰ বল কমিলেই ৰোগ হয়। কিন্তু ৰোগ হলেও এই শক্তিয়ে যেনে হলেও শত্ৰু-শক্তিৰে সৈতে যুঁজিয়েই থাকে। ঔষধ, পথ্য বা বিশ্বাসৰ বলত স্নায়ু আদিৰ বল অলপ বাঢ়িলেই এই জীৱনী শক্তিয়ে সহায় পাই বেচি বলী হৈ ধ্বংস শক্তিক পৰাস্ত কৰিব পাৰিলেই ৰোগ নিবাৰণ হয়। এই জীৱনী শক্তিক দ্ৰব্যগুণে বিশ্বাসৰ বলে সংযমৰ বলে নিদ্ৰা দিয়ে আৰু বলী কৰে। দ্ৰব্য গুণে কেনেকৈ বলী কৰে সেইটো অবশ্যে আটায়ে জানে। নিদ্ৰাই মগজু শীতল কৰি ধ্বংসকাৰী শক্তিৰ বেগ কমাই দিয়ে। হাগনি বেমাৰত কোনো উপায়েৰে ৰোগীক ১০।১৫ মিনিট প্ৰকৃত নিদ্ৰা যোৱাব পাৰিলেই হাগনি বেমাৰ ভাল হৈ যোৱা আমি দেখিছোঁ। আৰু জানো। বেমাৰ পৰিলে পথ্যাপথ্য বিচাৰৰ ওপৰত বেমাৰ ভাল হোৱা-নোহোৱা যে বৰকৈ নিৰ্ভৰ কৰে সিওটো কথা আটায়ে জানে। বিশ্বাসৰ বলত যে বেমাৰৰপৰা ভাল হয় ইয়াৰো অনেক দৃষ্টান্ত আৰু প্ৰমাণ আছে। স্নায়ুয়েই সমস্ত শৰীৰৰ ক্রিয়া কৰে। সেই স্নায়ু বলী থাকিলেই ৰোগ হব নোৱাৰে। স্নায়ু দুৰ্ব্বল হলেই ৰোগ হয়। এই স্নায়ুৰ কেন্দ্ৰস্থল মগজু। সেই মগজুত যদি দৃঢ় বিশ্বাস কৰি লব পৰা যায় যে, মোৰ এইটো বেমাৰ ভাল হবই হব, তেনে স্নায়ু মগজুৰ বলত সতেজ হৈ উঠিব, আৰু সতেজ হলেই ৰোগো নিবাৰণ কৰিব পাৰিব। বিশ্বাসে যে স্নায়ুক বলী কৰিব পাৰে ই কথা যুক্তিহীন নহয়। যিবিলাক ৰোগ ৰোগীৰ টোপনি আহিলেই উপশম হয়, সেইবিলাক ৰোগত ৰোগীক মেচমেৰিক ক্রিয়াৰে (ভবিৰ তলুৱা

আৰু হাতৰ তলুৱা পিহি জাৰি-ফুকি বা মন্ত্র উচ্চাৰণ কৰি) টোপনি জনাব পাৰিলেই উপকাৰ হ্ব। এবাৰ নিশা ৩টা বজাত আমাৰ ছোৱালীটিয়ে হাগিব বঁতিয়াব ধৰিলে। ওচৰত ডাক্তৰ কবিৰাজ নাই। আমি নিজে উঠি বহি আন একো উপায় নেপাই ছোৱালীজনীৰ কাণৰ কাষত গীতাখনি মেলি লৈ ৭ আধ্যামান মাতিবলৈ লাগি গলোঁ। সুন্দৰ সংস্কৃত শব্দলৈ কাণ অনাওঁতে অনাওঁতে ছোৱালীজনীৰ নিদ্ৰা আহিল, ৰাতিপুৱা ৭।৮ টা বজালৈকে শুলে, শুই উঠিয়েই আৰোগ্য লভিলে। যিবিলাক ৰোগ কেৱল নিদ্ৰাৰ দ্বাৰাই উপশম নহয়, সেইবিলাকতো মেচমেৰিক ক্রিয়াৰে হাত বুলালে উপকাৰ হয়। হাঁত বুলনিয়ে শৰীৰৰ ৰক্তৰ গতিটো সমান কৰি দিয়ে। সমান কৰি দিলেও কোনো কোনো ৰোগ উপশম হয়। ধাতু-দুৰ্ব্বলতো বা স্নায়ু দুৰ্ব্বলতাৰপৰা উদ্ভব হোৱা ৰোগবিলাকত মেচমেৰিক ক্রিয়া কৰিলে মেচমেৰিষ্টৰ শৰীৰৰপৰা চুম্বক শক্তি গৈ ৰোগীৰ চুম্বক শক্তি বঢ়াই ৰোগ নিবাৰণ কৰে।

মেচমেৰিজম ক্রিয়াই যে পৃথিৱীৰ সকলো ৰকম বেমাৰকে ভাল কৰিব তেনেকুৱাও নহয়। যি বেমাৰ পুৰুষ-পৰম্পৰা ক্রমে চলি আহিছে, অথবা যি বেমাৰ জন্মাবধি লগা, তাকো যে যেই-সেই মেচমেৰিজম ক্রিয়াই ভাল কৰিব সেইটি নহয়; কিন্তু সেই বুলিয়েই তেনেকুৱা বিধৰ কোনো ৰোগীয়ে মেচমেৰিজম ক্রিয়াৰ সহায় লবলৈ গলে যে তাক নিৰাশ কৰি খেদি দিব লাগে তেনেকুৱাও নহয়; মেচমেৰিষ্টে কেতিয়াও নিৰাশ নকৰিব। সাধ্য অনুসাৰে চেষ্টা কৰিব লাগে; বেমাৰ সম্পূৰ্ণে আৰোগ্য যি কৰিব নোৱাৰিলেও বেমাৰৰ বেগ অলপ কমাই দিব পাৰিলে ৰোগীৰ উপকাৰ হ্ব। তাকো কৰিব নোৱাৰিলে ৰোগীৰ মনত অন্ততঃ প্ৰফুল্লতা, আশা, ঈশ্বৰৰ ওপৰত নিৰ্ভৰ ইত্যাদি জীৱন বৰ্দ্ধিনী শক্তি সঞ্চাৰ কৰি দিব পাৰিলেও ৰোগীৰ কষ্টৰ অনেক লাঘব হ্ব।

ক্রমশঃ।

# সঙ্গীত।

## (৩য়, আৰু ৪ৰ্থ সংখ্যাৰ পাচৰপৰা)

সুৰ বন্ধা ঃ— নতুন শিক্ষাৰ্থীৰ পক্ষে বেহেলাৰ সুৰ বন্ধাই এটা ঘাই আৰু টান কাম। কথাতে কয়, বোলে সুৰ বান্ধিব জানিলেই বেহেলাৰ আধাখিনি শিকা শেষ হয়। এই বিষয়ে প্ৰথম শিক্ষাৰ্থীবিলাকৰ নিমিত্তে মোৰ উপদেশ এই যে, তেওঁলোকে কোনো সুৰ জ্ঞানী মানুহৰ গুৰিত গৈ সুৰ বন্ধা সম্পৰ্কে শিকাৰ সুবিধা পালে, তেনে সুবিধা কেতিয়াও নেৰিব; কিয়নো, তাৰ দ্বাৰাই অতি সহজে আৰু সোনকালে এই বিষয়ে শিক্ষা লাভ কৰিব পাৰিব। সুৰ বান্ধিব নেজানিলে বেহেলা শিকিবলৈ যোৱা বিড়ম্বনা মাথোন। সেই নিমিত্তে ইয়াক সোনকালে শিকোৱাৰ অৰ্থে কোনো ৰকম যত্ন আৰু পৰিশ্ৰমেই অনাৱশ্যক নহব। সুৰ বন্ধা শিকিবলৈ যোৱা যেনে টান, লিখি বুজাবলৈ যোৱাও তেনে টান। আন্তৰিকে ই লিখি বুজুৱা বস্তু নহয়। শুনি শুনি যাৰ, সূক্ষ্মতা আৰু পূৰ্ণতা অনুভৱ কৰি শিকিব লাগে, লিখি লৈ তাক কেনেকৈ বুজাব পাৰি? কিন্তু, কৰ্ত্তব্যৰ অনুৰোধত নিলিখিলে নহয় দেখি মোটা মোটি কেইটামান কথাৰে তাক তলত বুজাই দিয়া গল।

দুটা সুৰৰ মাজত কোনটো চৰা সুৰ আৰু কোনটো খাদ সুৰ ইয়াক বুজিবৰ ক্ষমতা থাকিলেই সুৰ বন্ধা শিক্ষা সহজ হয়।

এই ক্ষমতা যাৰ নাই সি আগেয়ে তাক শিকি লব লাগে; নহলে তাৰ পক্ষে বেহেলা শিকা সম্ভৱ নহব। দুটা বেলেগ সুৰ শুনি কোনটো চৰা; কোনটো খাদ তাক ঠিক কৰাই এই ক্ষমতা লাভৰ উপায়। কোনো যন্ত্ৰৰ সুৰৰ লগত বেহেলাৰ সুৰ বাৰে বাৰে মিলোৱা অভ্যাস কৰিবলৈ ধৰিলে এই বিষয়ৰ যথেষ্ট চৰ্চ্চা হ্ব পাৰিব। সুৰৰ চৰা আৰু খাদটো বুজিব পাৰিলেই লগে লগে সুৰ মিল কৰাৰো বোধ আপুনি হৈ আহিব। সমান ওজনৰ (equal temparament of vibration) দুটা সুৰক সমসুৰ বোলে ; সমসুৰ হলেই দুটা সুৰ বজালে ঠিক এটা বুলি বোধ হ্ব।

আগেয়ে কোৱা হৈছে যে, বেহেলাত যি চাইডাল টাৰ থাকে, ইউৰোপীয়বিলাকে তাক সোঁওফালৰপৰা ক্রমান্বয়ে ১ম, ২য়, ৩য়, ৪ৰ্থ, টাৰ বুলি কয়। কিন্তু এই দেশত ১ম, ডালক

পঞ্চম বা জিল, ২য় ডালক সুৰ ; ৩য় ডালক মধ্যম আৰু ৪ৰ্থ ডালক নিখাদ বোলে। নিখাদডাল অতি উদাৰা গ্ৰামৰ খাদৰ গ্ৰামৰ তলৰ গ্ৰামৰ (কোমল) 'নি' সুৰ, মধ্যমডাল উদাৰা গ্ৰামৰ মা-সুৰ, সুৰডাল সুদাৰা গ্ৰামৰ 'সা-মুৰ আৰু ৫ম ডাল মুদাৰা গ্ৰামৰ 'প'সুৰ কৰি বন্ধা হয়। ষড়জৰপৰা 'প' যিমানখিনি চৰা বেহেলাৰ প্ৰত্যেক টাৰৰ সুৰৰপৰা তাৰ সোওঁফালৰ টাৰৰ সুৰ ঠিক তিমানখিনি চৰা। এনেকৈ সুৰ, পঞ্চমৰ অনুপাত অনুসাৰে সুৰ বন্ধা হয় দেখি বেহেলাৰ সুৰ শুনিবলৈ এনে মিঠা! কোমল নিখাদৰ পঞ্চম= মধ্যম, মধ্যমৰ পঞ্চম= সুৰ, আৰু সুৰৰ পঞ্চম= জিল। বেহেলাখনৰ আটাইকেডাল টাৰৰ সুৰ নিয়মমতে বন্ধা থাকিলে জোৰডাল ঘঁহা মাত্ৰে লগালগি দুডাল টাৰৰপৰা সুৰ-পঞ্চমৰ কৰ্ড (chord) ওলাবলৈ ধৰে। এই সুৰ পঞ্চমৰ কৰ্ড বুজিব পাৰিলেই বেহেলাৰ সুৰ বন্ধা শিকা হয়। কিন্তু নতুন শিক্ষাৰ্থীবিলাকৰ পক্ষে ইয়াক বুজি উঠা টান। সেই নিমিত্তে সুৰ বান্ধিবলৈ আন উপায় দেখা যাওক।

হাৰ্ম্মোনীয়মৰ একোটা একোটা বেলেগ সুৰ লৈ তাৰে সৈতে বেহেলাৰ একোডাল একোডাল টাৰ সমসুৰ, অৰ্থাৎ, সুৰ মিল কৰি বন্ধা নতুন শিক্ষাৰ্থীৰ পক্ষে সহজ আৰু কিছুমান দিন তাৰেই কাম চলে। কিন্তু ই সুৰ বন্ধাৰ বিহিত উপায় নহয়। কিয়নো, হাৰ্ম্মোনীয়ম ইত্যাদি যন্ত্ৰৰ সুৰ একেবাৰে নিৰ্দ্দোষ নহয়। সেই নিমিত্তে এইবিলাক যন্ত্ৰৰে সৈতে বেহেলাৰ টাৰ কেইডাল বান্ধি ললে বেহেলাৰ সুৰতো সেই দোষ থাকি যায়।* সি যেই হওক ভালকৈ সুৰজ্ঞান নহয়মানে প্ৰথম শিক্ষাৰ্থীবিলাকৰ পক্ষে এনেকৈ কোনো যন্ত্ৰৰ সহায় লৈ সুৰ বন্ধা শিকাক এৰি আৰু আন সহজ উপায় বিচাৰি পোৱা নেযায়।

বেহেলাৰ সুৰ বান্ধিবৰ নিমিত্তে পিচ পাইপ (pitch pipe) নামে এবিধ বাঁহী বজাৰত পোৱা যায়। সেই বাঁহীত বেহেলাৰ চাইডাল টাৰৰ নিমিত্তে চাইটা সুৰ থাকে। তাৰে সৈতে মিল কৰি বেহেলাৰ টাৰ কেইডাল বান্ধি লব লাগে। হাৰ্ম্মোনীয়ম থাকিলে পিচ পাইপ আৱশ্যক নকৰে।

হাৰ্ম্মোনীয়মৰ কি সুৰটো মুদাৰা গ্ৰামৰ 'সা' (৮নং ছাবি) তাৰে সৈতে একে সুৰ কৰি বেহেলাৰ ৩য়, টাৰ (মধ্যম) ডাল বন্ধা। আগেয়ে হাৰ্ম্মোনীয়মত সুৰ দি থাকা, পাচত বেহেলাৰ টাৰত টোকৰ দি দেখিবা যে, তাৰ সুৰ হাৰ্ম্মোনীয়মৰ সুৰতকৈ চৰা নে খাদ। তাৰ পাচত আৱশ্যক মতে বেহেলাৰ কাণ ঘূৰাই টাৰডালক ঢিলা বা টানি কৰি থাকাঁ। এইখিনিতে এটা কথা মনত কৰি থাকিব লাগিব যে, টাৰডালক ঢিলা বা টান কৰি ৰাখিব লাগিলে কাণ ঘূৰুৱাৰ আগেয়ে টাৰডালত টোকৰ দি লব লাগে; আৰু যিমান পৰ টাৰৰ সুৰটো টং কৰে বাজি থাকে, তিমান পৰ হে টাৰ ঘূৰাব লাগে; টাৰৰ সুৰ বন্ধ হোৱাৰ আগেয়ে কাণৰ পাক বন্ধ কৰিব লাগিব। যদি আকৌ কাণ ঘূৰুৱাৰ দৰকাৰ হয়, তেনেহলে আকৌ তেনেকৈ প্ৰথমে টাৰত টোকৰ দি লব লাগে। নৰজা টাৰডাল ঘূৰুৱা-পকোৱা কৰাৰ একো ফল নাই, বৰং টানোতে টানোতে অৱশেষত ছিগি যাব পাৰে। এনেকৈ লাহে লাহে টাৰডাল টানি থাকোঁতে থাকোঁতে দেখিবা, এঠাইত গৈ হাৰ্ম্মোনীয়মৰ সুৰৰে সৈতে মিলি দুইৰো সুৰ এটা যেন হৈ যাব। তেতিয়া কাণ ঘূৰুৱা বন্ধ কৰি টাৰৰ সুৰটো সেই অৱস্থাতে ৰাখিবৰ নিমিত্তে কাণৰ খুটিটো তাতে টিপা মাৰি থৈ, জোৰডালটাৰৰ ওপৰত ঘঁহি সুৰটো আকৌ পৰিষ্কাৰ কৰি চোৱাঁ। দুটা সুৰ যিমান ওচৰা-ওচৰি হয় তিমানেই সিহঁতক বেলেগে শুনি সিহঁতৰ পাৰ্থক্য বুজা টান হয়। কিন্তু সেই দুটা সুৰ যদি একেলগে বজোৱা হয়, তেনেহলে তাহাঁতৰ অতি সূক্ষ্ম প্ৰভেদ থাকিলেও ধৰা পৰে। সেই নিমিত্তে সকলো বেহেলা-জনা মানুহেই আঙুলিৰ টোকৰেৰে প্ৰথমে, ভালকৈ বেহেলাৰ সুৰ বন্ধা থাকিলেও, বজাবৰ সময়ত আগেয়ে জোঁৰডাল ঘঁহি সুৰটো পৰীক্ষা কৰি চায়। যেতিয়ালৈকে সুৰ দুটা একেবাৰে নিমিলে, তেতিয়ালৈকে তাহাঁতৰ মিহলি সুৰৰ ভিতৰত এবিধ কম্পন অনুভৱ কৰা যায়; প্ৰভেদ যিমান কমে, এই কম্পনৰ গতিও তিমান ঢিলা হৈ আহে। প্ৰভেদ নেথাকিলে কম্পনো নোহোৱা হয়।

এতিয়া জোঁৰডাল ঘঁহি দুয়োটা সুৰৰ কোনো পাৰ্থক্য নেপালেই জানিবা যে, টাৰডালৰ সুৰ হাৰ্ম্মোনীয়মৰ সুৰৰে সৈতে এক হৈ গৈছে আৰু বেহেলাৰ টাৰডাল হাৰ্ম্মোনীয়মৰ সুৰৰে সৈতে সমসুৰত বন্ধা হল।

* হাৰ্ম্মোনীয়মৰ কোনো নিৰ্দ্দিষ্ট এটা সুৰৰে সৈতে বেহেলাৰ প্ৰধান সুৰ 'সা' মিলাই লৈ সেই টাৰৰ সুৰৰ ষড়জ-পঞ্চম অনুপাত মতে আন কেইডাল টাৰ বান্ধি ললে বেহেলাৰ সুৰৰ কোনো দোষ নহয়; মুঠতে গোটেই কেইডাল টাৰ হাৰ্ম্মোনীয়মৰ লগত মিলাই ললে হে কোনো কোনো সুৰত দোষ থাকি যায়।

হাৰ্ম্মোনীয়মৰ ৮নং ছাবিৰ সুৰৰে সৈতে বেহেলাৰ ৩য় টাঁৰ (মধ্যম) ডাল বন্ধা হল। এতিয়া তেনেকৈ ২য়, টাঁৰ (সুৰ) ডাল হাৰ্ম্মোনীয়মৰ মুদাৰা গ্ৰামৰ পঞ্চম, অৰ্থাৎ প-সুৰ ১২নং ছাবি আৰু ১ম, টাঁৰ (পঞ্চম) ডাল হাৰ্ম্মোনীয়মৰ তাৰা গ্ৰামৰ ঋখাব অৰ্থাৎ ঋসুৰ ১৬নং ছাবিৰ সুৰৰে সৈতে মিল কৰি বান্ধি লোৱাঁ। ৪ৰ্থ টাঁৰ ডাল বন্ধাত হে লেঠা আছে। এই টাঁৰডাল অতি উদাৰা গ্ৰামৰ কোমল নিখাদ 'নো' সুৰত বান্ধিব লাগিব; কিন্তু ৮নং ছাবিটোক প্ৰথমে "সা" ধৰাত এই সুৰৰ ছাবিটো হাৰ্ম্মোনীয়মত নাইকিয়া হল এতেকে, এই টাঁৰডাল আন উপায়েৰে বান্ধিব লাগিব।

হাৰমনিকৰ সহায় লৈ এইডাল টাঁৰ বান্ধিব পাৰি। সমসুৰ শিকাৰ লগে লগে প্ৰথমে হাৰমনিক বা অষ্টম সাধিবলৈ শিকিব লাগে, যি তিনিডাল টাঁৰ বান্ধি লৈছা, তাৰ কোনো এডাল টাঁৰৰ ঠিক মাজখিনিত আঙ্গুলিৰে টিপি ধৰি জোৰডাল সেই টাঁৰত ঘঁহিলে এটা নতুন সুৰ পোৱা যায়। ঠিক মাজ খিনিৰ অলপ ইফাল-সিফাল আঙ্গুলি পেলালে আৰু সেই সুৰটো নোলায়। কিন্তু ঠিক ঠাইত আঙ্গুলি পেলালে মিঠা সুৰ ওলাবলৈ ধৰে। সেইটোৱেই টাঁৰৰ প্ৰথম হাৰমনিক। সেইঠাইখিনিত আঁচ দি চিন ৰাখি থোৱা আৰু প্ৰত্যেক টাঁৰত এনেকৈ প্ৰথমে হাৰমনিক বজাই তাৰে সৈতে ভালকৈ চিনাকী হোৱাঁ। খোলা টাঁৰত জোৰডাল ঘঁহিলে যি সুৰ ওলায় সেয়েই টাঁৰৰ মূল সুৰ। হাৰ্ম্মোনীয়মৰ যি সুৰেৰে সৈতে টাঁৰ বন্ধা হৈছিল, সেই আদৰ্শ সুৰৰে সৈতে এবাৰ টাঁৰৰ প্ৰথম হাৰমনিকৰ তুলনা কৰিলে দেখিবা যে, প্ৰথম হাৰ্ম্মোনিকটো মূল সুৰতকৈ ভালেখিনি চৰা হৈয়ো মূল সুৰৰে সৈতে মিল আছে। হাৰ্ম্মোনীয়মত আদৰ্শ সুৰৰ ওপৰৰ ফালৰ অষ্টমৰ ছাবিটোৰে সৈতে প্ৰথম হাৰমনিকৰ মিল আাছে, সেই নিমিত্তে ইয়াক আদৰ্শ অৰ্থাৎ মূল সুৰৰ অষ্টম বোলে। বেহেলাৰ টাঁৰৰ মূল সুৰ প্ৰথম হাৰমনিকৰ খাদ-অষ্টম হব।

টাঁৰৰ ঠিক মাজখিনিত আঙ্গুলি দি যেনেকৈ প্ৰথম হাৰমনিক পোৱা গৈছিল, নটৰ ফালৰপৰা টাঁৰৰ তিনিভাগৰ এভাগ বাদ দি ঠিক সেই নিয়মে আঙ্গুলি দি জোৰডাল ঘঁহিলে টাঁৰৰ দ্বিতীয় হাৰমনিক পোৱা যায়। এই ঠাইখিনিতো এটা চিন দি লোৱাঁ। তাৰ পাচত বাৰে বাৰে প্ৰত্যেক টাঁৰত প্ৰথম আৰু দ্বিতীয় হাৰমনিক সাধিবলৈ ধৰাঁ। এই দুবিধ হাৰমনিক ভালকৈ আয়ত্ত হলে বেহেলাৰ সুৰ বন্ধা সহজ হয়।

এতিয়া ৪ৰ্থ টাঁৰডাল এনে ওজনে চৰা কৰি টানি যাবা, যাতে সেইডালৰ টাঁৰৰ দ্বিতীয় হাৰমনিক আৰু তৃতীয় টাঁৰৰ মূল সুৰ একে সুৰ অৰ্থাৎ সম-সুৰ হয় এডাল টাঁৰৰ দ্বিতীয় হাৰমনিক আৰু তাৰ সোঁওফালৰ টাঁৰৰ প্ৰথম হাৰমনিক যদি সমসুৰ হয়, তেনেহলে সেই দুডাল টাঁৰৰ মূল সুৰত সুৰ পঞ্চমৰ কৰ্ড হব।

সমসুৰ আৰু অষ্টম সাধিবৰ সময়ত দেখা গৈছে যে, দুটা সুৰ অবিকল মিলিলে শুনিবলৈ বৰ মিঠা হয় আৰু এটা সুৰ আৰু তাৰ অষ্টম একেলগে বাজিলেও বৰ মিঠা শুনি। ষৰজ আৰু একেলগে বাজিলেও বৰ মিঠা শুনি। ইয়াকেই সুৰ পঞ্চমৰ কৰ্ড বোলে। বেহেলাৰ টাঁৰকেডাল এনে ওজনে চৰা কৰি বান্ধিব লাগে, যেন তাৰ লগালগি যি কোনো দুডাল টাঁৰক একেলগে বজালে এই সুৰ পঞ্চমৰ কৰ্ড পোৱা যায়। দুখৰ বিষয়, সমসুৰ আৰু অষ্টমৰ মিলন যেনে সহজে বুজিব পাৰি, সুৰ পঞ্চমৰ মিলন তিমান সহজে বুজা নেযায়। সুৰ অভ্যাস কৰাৰ লগে লগে ক্ৰমে ইয়াৰো জ্ঞান আপোনা-আপুনি হৈ আহিব। কিন্তু, যিমান দিন সেই জ্ঞান নজন্মে, তিমান দিন হাৰ্ম্মোনীয়মৰে সৈতে এনেকৈ সুৰ বন্ধাক এৰি আন উপায় নাই।

ক্ৰমশঃ—

# টেটোন তামুলি।

**(৫ম, আৰু ৬ষ্ঠ সংখ্যাৰ পাচৰপৰা)**

এদিন দুপৰীয়া বেলিকা পথাৰেদি যাওঁতে টেটোনে এটা হালোৱাক আওজুৰলীয়াকৈ এহাল গৰু বোৱা দেখিলে। এটা গৰু বুঢ়া, আনটো ডেকা। বুঢ়াটোৰে আমনি কৰিছে। হালোৱাটোৱে মাৰি-মেলি খঙে-ৰাগে অবাইচ মাতেৰে পথাৰ খলকনি লগাইছে। টেটোন গৈ হালোৱাৰ ওচৰত থিয় হৈ সুধিলে, "হালোৱা ককাই! এনে গৰু হাল লো কিয় বাইছা?

বুঢ়াটোক এৰিবৰ হল।" হালোৱাই কলে, "কি কবা দেও হে, ৰুপ বাৰ টকা লৈ আজি পোন্ধৰ দিনমান গৰু বিচাৰি হাইৰাণ। বুঢ়ীৰ হাততে এতিয়া টকা আছে। কি ৰজা জানো, গৰুৰো টান লাগিল। কালি গৰু এটা পাই আহিছিলোঁ, হাল বাই চাবৰ নিমিত্তে তাক পথাৰলৈ গৰুটো আনিবলৈ কলোঁ, সি নানিলে। এই বুঢ়া গৰুটোৰেই আজি হাৰ কচি মঙ্গহ খাম চালতো ধাকুম-কুমা বাম।" এইবুলি আকৌ এচতপ লগালে। টেটোনে কলে, "হালোৱা ককাই, পিঠিত বোকা লিপি দিয়াচোন।" হালোৱাই বোকা লিপি দিলে। দুপৰীয়া ৰদত বোকাৰ চেঁচনি পাই বুঢ়া গৰু যাবলৈ ধৰিলে। আৰু লিপি দি গৰুটো একেবাৰেই ঢাকি পেলালে। টেটোনে তাকে চাই আছে। তাৰ পিচত, যেতিয়া ৰদত বোকাবোৰ শুকাই পৰি গৰুটো বগা হৈ পৰিল, তেতিয়া টেটোনে হাতৰ লাখুটিডালেৰে মাটি খানিবলৈ ধৰিলে। হালোৱাই সুধিলে, "বোপাই, কি কৰিছা?" টোটোনে কলে, "পিয়াহ লাগিছে, পথাৰৰ পানীবোৰো তপত হল, পানী এটোপা উলিয়াই খাব খুজিছো।" হালোৱাই হাঁহি হাঁহি কলে, "ভাল দেও হে, তুমিও ভাল মানুহ, কৰবাত লাখুটিৰে পানী খানি মানুহে পানী খাব পাৰে নে? সৌটো মোৰ ঘৰ, তাতে পানী খোৱা গৈ যোৱা।" টেটোনে "বাৰু ককাই; আহিলোঁ" বুলি পানী খাবলৈ গল আৰু হালোৱাৰ ঘৈণীয়েকক কলেগৈ "বাই, তোৰ গিৰিয়েৰে কালি মোৰ ঘৰত গৰু এটা বন্দোবস্ত কৰি আহিছিল। হাল বাই চাওঁ বোলা বাবে পথাৰতে গৰু আনি দিলোঁহি। সৌটো বগা গৰু হালত বাইছে চা। মোক তাৰ দাম সেই ৰুপ ১২৲বাৰ টকা দিবলৈ কৈছে দে।" মানুহজনীয়ে নিদিওঁ বোলাত টেটোনে বাহিৰলৈ ওলাই "অ, নিদিয়ে দেও" বুলি চিয়ঁৰ মাৰি দিলে। হালোৱাই "নিদিয় কিয়, দে" বুলি কোৱাত তাই কাবৌ-কোকালিকৈ এটকা ৰাখি বাকী এঘাৰ টকা দি দিলে। টেটোনে টকা লৈ ফাইদাং মাৰিলে। পিচে, গিৰীয়েকে হাল মেলি আহি ঘৰ পাইছেহি। ধঁপাত এচিলিম লগাই সি মনৰ ৰঙ্গত ঘৈণীয়েকে "মই মাক টেঙৰী" বুলি কেবাবাৰো কৈছে, গিৰীয়েকে অৰ্থ সোধাত কলে, তুমি যে ১২ টকা দিবলৈ কৈছিলা, মই এটকা তাৰে ৰাখিলোঁ।" হালোৱাৰ চুলিৰ আগে জীব গল। সকলো কথা ভাঙ্গি-পাতি সুধি "মোৰ মুৰত মৰিয়াই মাৰিলি" বুলি হালোৱা খঙ্গে-ভোকে টেটোনক খেদি গল।

টেটোনে সেই বগা গৰু বেছা ধনেৰে বাটতে এজনী ছাগলী কিনিবৰ মন কৰিলে। বহুত দূৰ যাওঁতে নৌ যাওঁতেই এৰাল দি থোৱা ছাগলী এজনী দেখি তাইৰ ওচৰলৈ গৈ এৰালডাল মেলি ছাগলীজনী লৈ গল। বাটৰ মানুহক ছাগলীজনীৰ গিৰিহঁতৰ ঘৰ সুধিলে সেই মানুহ ঘৰতে সোমালগৈ। বাটৰ মুখতে ঘৰৰ গৃহস্থজনক পাই সুধিলে, "ককাই, ৰাতিপুৱাৰপৰা বাট বোলোঁতে ভৰিৰ এছাল ছিগিল। পেটত অন্ন নাই, হাবাথুৰি খাই আহিছোঁ, মোক নিশাটোৰ কাৰণে ভাত গোটাচেৰেক ঠাই এডোখৰে দিব পাৰে নে? বাটত হওঁতে কেইবা ঘৰেও ৰাখিব খুজিছিল, কিন্তু মোৰ ছাগলীজনীৰ কাৰণে কোনেও নেৰাখিলে। এইখন গাওঁত হেনো ছাগলী নোপোহে আৰু সেইবাবে ছাগলী ৰাখিবলৈ ঠাইও দিব নোৱাৰে। মোৰ এই ছাগলীজনীকো অলপ ঠাই দিব লাগিব; লগতে লৈ আহিলোঁ, বোলোঁ হাটত বেছিম গৈ। ইমান বাট বোলাতে হাটখন নেপালোঁ। তুমিয়েই ককাই, অনুগ্ৰহ কৰা।" গিৰিহঁতজনে খঙত তয়া-ময়া হৈ কলে, "তই মোৰ ছাগলীজনী এৰাল মেলি কিয় লৈ আহিলি, ভালে ভালে ছাগলী থৈ ইয়াৰপৰা আঁতৰ। নহলে মৰিবি।" টেটোনে কলে "ককাই কিয় তুমি মোক খঙ কৰা? মোৰ ছাগলী মই আনিছোঁ। বাৰু কালিলৈ মেল সোধোৱাঁ, যাৰে ছাগলী হয় সেয়ে নিব। মই সৌ-ফালে থাকোগৈ বাৰু।" এইবুলি ছাগলী লৈ টেটোন যাবলৈ ওলাল। গিৰিহঁত জনে ছাগলী লৈ কৰবালৈ পলাই বুলি ছাগলীয়ে মানুহে নিজৰ ঘৰতে ৰাখিলে। টেটোনে দুনাই কলে, "ককাই, তোমালোকৰ গাৱঁত মই মেল নোসোধাওঁ। এই গাওঁত ছাগলী কোনেও নোপোহে বুলি মই শুনি আহিছোঁ। ঘৰে ঘৰে সোমাই ছাগলীজনী বেছিবলৈ নো কত চেষ্টা কৰিলোঁ, কোনেও দৰকে কৰোঁতা নহল। তোমাৰ মুখে হে শুনিছোঁ, তুমি ছাগলী পোহা। সেই স্থলত সোমালে সকলোৰে খিয়াল। তাৰ বাহিৰেও মই আচহুৱা মানুহ, তোমাৰ দলবল কি জানি শকতেই, সেইবাবে মোৰো অন্যায় হব পাৰে। হেন জানি আন এখন গাওঁত হে লে সোধালে ভাল বিচাৰ হব। গিৰিহঁত জন তাতে মঞ্জুৰ হল। টেটোনক আনি আলহী সুধিলে। পাচদিনা ৰাতি পুৱালত ওচৰৰ সাক্ষী-বাদী গোটাদিয়েক লৈ মেল সোধাবলৈ ওলাল। টোটোনে কলে, "মোৰ কাপোৰ নাই, ৰাইজৰ মাজলৈ উদং গাৰে যোৱাটো

ভাল নহয়। মোক ৰাতি লবলৈ দিয়া এই কাপোৰখনকে গাতলৈ যাওঁ আকৌ ওলোটাই দি যামহি।” গিৰিহঁতজনে বাৰু বুলি কলত, কাপোৰখন গাত দুকচলীয়াকৈ লৈ ছাগলীজনীকো লৈ ওচৰৰ গাওঁ এখনলৈ মেল সোধাবলৈ দুয়ো জোৰা গল। নামঘৰ এটাতে মেল বহিল; সেই গিৰিহত জনে তামোল-পান এশৰাই আৰু অলপ পইচা পেলালে। টেটোনক মেলৰ অৰিহনা পেলাবলৈ কোৱাত সি গহীন গম্ভীৰে গাৰ কাপোৰ খনকে জাপি জুপি লৈ আগবঢ়াই কলে, “ৰাইজসকল, মই আচহুৱা মানুহ, কত তামোল-পান পাম, কত ধন পাম, এই গাৰ কাপোৰখনকে আগবঢ়াইছো। কি কুক্ষণত আহিলোঁ, দেহি, গাৰ কাপোৰখনো ৰাখিব নোৱাৰিলোঁ।” এইবুলি বেজাৰ কৰি ছাগলীজনীক ঢকা এটা মাৰি তয়ে কাল-কৰ্লি বুলি বহিব খুজিছে, এনেতে গিৰিহঁতজনে মাত লাগলে “ৰাইজসকল, সেইখন মোৰ কাপোৰ, মেললৈ শুদা গাৰে যোৱাটো ভাল নহয় বুলি মোক খুজি লৈ আহিছে। সি কাপোৰ পেলাব নোৱাৰে।” টেটোনে কলে, “নিৰুপায়, ছাগলীজনীৰ পৰা গোচৰ লাগিলেই, কাপোৰখন আগবঢ়ালোঁ, সিও হেনো তেওঁৰ! ছুৰীয়াখনকে দিম বুলিলেও ছুৰীয়াখনো যে তেওঁৰ নহব তাৰ কি আশই। এতেকে, ৰাইজসকল, যি বিচাৰ কৰে কৰক, মোৰ একো কবলৈ নাই”। ৰাইজে মনে মনে ভাবিলে যে, আচহুৱা মানুহটোৱে নো কাপোৰ এখনো লৈ অহা নাই নে? দুখীয়াক আটায়ে খাললৈ ঠেলে। অৱশ্যে ছাগলী জনীয়ো এই মানুহটোৰ হে। ইয়াকে ঠিৰাং কৰি ছাগলীজনী আৰু কাপোৰখন দুয়োটা টেটোনকে দি দিলে। সেই গিৰীহত জনে নেওচা-কেওচা দি ঘৰলৈ উলটি গল। টেটোনেও ৰাইজক সেৱা কৰি ছাগলীজনী লৈ গুচি গল।

বাটত যাওঁতে টেটোনে সেই গৰু বেছি পোৱা টকাকেটাৰ সিকি আদমহীয়া ভঙ্গাই আনি এটা এটাকৈ ছাগলীজনীক খুৱাবলৈ ধৰিলে। গধূলি হলত বাটৰ মানুহ এঘৰতে আশ্ৰয় ললে গৈ। ছাগলী জনীক ওচৰতে শুৱাই থলে। ৰাতিপুৱা গৃহস্থক কলে মোক গোবৰ-পাচি এটা দিয়কচোন। গৃহস্থজনে কলে, ছাগলী লাড কেইটা আমিয়েই পেলাম, আপুনি অতিথি মানুহ, আপুনি সেই ফেৰা কাম কৰি গলে আমাৰ আৰু কি পুণ্য থাকিল। টেটোনে কলে মোৰ ছাগলী আনৰ নিচিনা নহয়। তাই টকা লাদে, এই লডাসোপা ধুলে মই টকা চেৰেক পাম। কেতিয়াবা আঠেকুৰি মানো পাও কেতিয়াবা পাচ টকা মান হে পাও, কালি খাবলৈ পোৱা নাই, আজি জানো কেই টকা পাওঁ এথোন।” গৃহস্থজনে অতি আচৰিত হৈ গোবৰ পাচি এটা অনাই দিলে। টেটোনে লাডখিনি লৈ ওচৰৰ খাল এটাত ধুবলৈ গল সেই গৃহস্থ জনেও চাবলৈ গল। লাডখিনি ধুই টেটোনে আঠ টকাৰ সিকি আদমহীয়া পালে। “যথা লাভ” বুলি জুন-জুন জান-জান কৰি টেটোনে সিকি-আদমহীয়া সোপা চুৰিয়াৰ আগত বান্ধিলে। ঘৰলৈ মাতি আনি গৃহস্থ জনে ছাগলীজনী কিনি লবৰ মত প্ৰকাৰ কৰিলে। টেটোনে বেছিব নোখোজে, গৃহস্থজনে যিমান লাগে সিমান দিব খোজে? অৱশেষত বাৰু ৰূপ এশ দি লওক মোৰ কপাল, যাবৰ দিনত সকলো যায় এই বুলি টেটোনে কোৱাত গৃহস্থ জনে ৰূপ এশ দি ছাগলীজনী ললে। ৰূপ লাডিবলৈ হলে অলপ কলা খাৰ খুৱাব লাগে বুলি উপদেশ দি সেই ঠাইৰপৰা ৰাওনা হল। ইপিনে গৃহস্থজনে কলা খাৰ খুৱালে। পেট ওফন্তি ছাগলীজনী মৰি থাকিল। মানুহটোক বিচাৰি সেই গৃহস্থজনে বাট ললে। বাটত গৈ সেই গৰু লোৱা মানুহটো আৰু সেই নেওচা-কেওচা দি মনৰ বেগত যোৱা মানুহটোৱে ৰজাৰ আগত গোচৰ দিবলৈ অহা দুয়ো জোৰাৰে সৈতে সাক্ষাৎ হৈ টেটোনক খেদি যাবলৈ ধৰিলে।

টেটোনে গৈ ডেৰ পৰিয়ামানত ৰজাৰ নগৰ সোমালগৈ। ৰজাৰ লৰাবিলাকে মন্ত্ৰী আদি লৰাবিলাকৰে সৈতে ঘিলা খেলিছে, ধোপ দলিয়াইছে আৰু আন আন ধেমালি কৰিছে। টেটোনে গৈ ধোপটোকে আনি দিছে। ঘিলাটোকে বিচাৰি দিছে, এইদৰে সেই লৰাবিলাকৰ যেতিয়াৰ যি দৰ্কাৰ তাক যোগাবলৈ ধৰিলে। লৰাবিলাকে টেটোনৰ নাম সোধাত ক'লে, “মোক গাঁৱৰ মানুহে মোমাই বুলি মাতে” পিচে সেই লৰাজাকেও মোমাই বুলি টেটোনক মাতিবলৈ ধৰিলে। সেই গুচৰীয়াকিটায় টেটোনক ৰজাৰ লৰাৰ মোমাই বুলি জনাত পেটতে হাত তাৰ লুকাল। ৰজাৰ আগত গোচৰ দিবলৈ সাহকে কৰিব নোৱাৰিলে। মৰণত শৰণ দি অৱশেষত ৰজাক কবলৈ গল। সেই মানুহ কেটাক টেটোনে চিনিলে। যেতিয়া তাহাঁতক ৰজাৰ চৰাৰ ফালে যোৱা দেখিলে তেতিয়া টেটোনে সেই ঠাইৰ পৰা আঁতৰি

পাৰগপাৰে সোমাই যাবলৈ ধৰিলে। ৰজাৰ খবৰ শুনা মাত্ৰেই সিজন ৰজাৰ পৰা কোনোবা ধূৰ্ত্ত মানুহ আহিছে বুলি ধৰিবলৈ ৰাজ সাজ পিন্ধি হাতত তৰোৱাল লৈ খেদি ঘোঁৰাত উঠি গল। টেটোনে গৈ এখন বিলৰ পাৰত ৰজাৰ ধোবাই কাপোৰ ধুই থকা পালে গৈ, কাপোৰ কানিবোৰৰপৰা ৰজাৰ ধোবা বুলি জানি তাৰ ওচৰলৈ গৈ কলেগৈ, "হেৰ, তই ৰজাৰ ঘৰত কাপোৰ দিছিলিগৈ নহয়?" ধোবাটোয়ে কলে, "কালি গধুলী দি আহিছোঁ"। "কালি দিয়া কাপোৰৰ ভিতৰত মকৰা এটা গৈছিল, ৰজাৰ লৰাই নেচাই কাপোৰ পিন্ধোতে সেই মকৰাটোৱে ৰজাৰ লৰাক কামুৰিলে। মকৰাই কামুৰিলে বোলে ৰজাৰ বেজেও চাব নোৱাৰে। সেইবাবে ৰজাৰ খঙ্গ উঠি সৌৱা তোক কাটিবলৈ তৰোৱাল লৈ আহিছে ছা, লাগে যদি।" ধোবাই ৰজাক সশস্ত্ৰে অহা দেখি বিচুৰ্ত্তি হৈ টেটোনক উপায় সুধিলে। টেটোনে কলে, "যদি জীয়াই থাকিব লাগে তেন্তে লাঙ্গটি এডাল মাৰি সৌ বেতনী দৰাত সোমাগৈ।" এইবুলি বিলৰ দাঁতিত থকা অলপ দূৰৰ বেতনী এদৰা দেখুৱাই দিলে। ধোবাই লৰা-লৰিকৈ লাঙ্গটি এডাল মাৰি বেতনীত সোমালগৈ। টেটোনে হেলৌহৈচো কৰি কাপোৰ আচাৰিবলৈ লাগিল। ৰজা গৈ ধোবাৰ ওচৰ পাই সুধিলে, "হেৰ তোৰে ওচৰত থিয় যে হৈ কথা পাতিছিল সি কলৈ গল?" টেটোনে কলে, আপোনালৈ ভয় কৰি সৌ বেতনী দৰাত সোমালগৈ। ৰজাই কলে, মোক ধৰি আনি দিব পাৰ নে? টেটোনে কলে, স্বৰ্গদেব! মই গলে সি কিয় আহিব, ডেকা মানুহ, লাগে যদি মোকে ধৰি ৰাখিব। আপুনি গলে ৰজা বুলি ভয় কৰিয়েই ধৰা দিব। কথাটো সঁচা যেন পাই ৰদাই টেটোনৰ তালৈ যোৱা উপায় সুধিলে। টেটোনে কলে, "আপুনি আপোনাৰ সাজ-পাৰ আৰু ঘোঁৰাটো ইয়াতে থৈ ইয়াৰ কাপোৰ এখন পিন্ধি সোমাই যাওক। গৈয়েই পাবগৈ। ৰজাই ততাতৈয়াকৈ কাপোৰ-কানি সলাই কাপোৰ এখন পিন্ধি সেই ধূৰ্ত্ত মানুহটোক ধৰিবলৈ বেতনীৰ ফালে গল ৰজা। বেতনী সোমোৱা মাত্ৰেই টেটোনে কাপোৰ-কানি সোপা ঘোঁৰাৰ ওপৰত বোজাই দি পলাই পতং মাৰিলে। আন এটা বাটে গৈ এজোপা লঠা গছৰ ডালত এখন এখনকৈ তিতা কাপোৰবিলাক মেলি দি তলতে বহি আছে। বাটৰ মানুহে সুধিলে কয়, বাপটি সাহোন এই গছ জোপা আছে, ই গিবিহঁত দেখিলে কাপোৰ দিয়ে, মোৰ ঘৰ বহুত দূৰত আহিব নোৱাৰোঁ; আজি ৰজাৰ ঘোঁৰাটো খুজি লৈ এই খিনিতে বহিছোঁ। সৌ কাপোৰবোৰ ওলাইছে, এতিয়া খহাই লৈ যাম। পোৱা হলে একেবাৰেই বেছিয়েই দিলোহেঁতেন, পিচে অনেকে আদৰ কৰে; ভাল গিৰীহতো পোৱা টান। সেইবাবে হে থৈছোঁ। সেই মানুহবিলাকে ওচৰৰে এজন সদাগৰক এই কথা কলেগৈ। সদাগৰে আহি সঁচাসচিকৈয়ে কাপোৰবোৰ দেখি গছ জোপাৰ দাম সুধিলে। সি কলে, আজি লাগি থকা কাপোৰসোপাৰে সৈতে কমেও দুশ টকা লাগিব। আজিৰ সোপা বাদ দিলে ডেৰশ টকা লাগিব। সদাগৰে সেই কাপোৰ-কানিয়ে সৈতে দুশ টকা তেতিয়াই দি গছ জোপা ললে। টেটোনে টকাগাল বান্ধি লৈ অলপ দূৰলৈ গৈ সেই ৰজাৰ সাজপাৰ পিন্ধি ঘোঁৰাৰ ওপৰত উঠি ৰজাঘৰলৈ ৰাওনা হল। ইপিনে ৰজাই লেংটি মাৰি বেতনী পাত-পাতলৈ বিচাৰি ৰজাৰ বুঢ়া ধোবাটো পালেগৈ। ৰজাক দেখি ভৰিত ধৰি অনুনয়-বিনয় কৰি সি কান্দিবলৈ ধৰিলে। ৰজাই বিচুৰ্ত্তি হৈ সকলো কথা সুধিলে আৰু ধোবাটোৱে ভাঙ্গি-পাতি সকলো কলে। ৰজাই ওলাই আহি দেখেহি, সেই মানুহটোও নাই, কাপোৰ-কানিও নাই। ৰজাই তেতিয়া সকলো বুজিলে। কৰবাত কথাটো ওলাই পৰে বুলি ধোবাটোকো বেতনীৰ ভিতৰত ৰাখিলে। তেওঁ মনে মনে ভাবিলে ৰজা হৈ লেংটিৰে সৈতে বাহিৰলৈ ওলাই আহিব নোৱাৰেই, ধোবাটোৱেও কথাটো আনক কৈ দিব। এতেকে, ৰাতি গহীন হলে মনে মনে আহি নগৰত সোমাবহি আৰু কোনেও বুজ নেপাব। এইদৰে ভাবি ৰজা আৰু ধোবা দুয়ো বেতনীৰ মাজতে থাকিল।

টেটোনে ইপিনে আহি গধুলি গধুলি নগৰ সোমালেহি। টেটোনে আগৰেপৰা যেই-সেই মানুহৰ মাত অনুকৰণ কৰিব পাৰিছিল। সি ৰজাৰে সৈতে সেই কেইযাৰ কথা পাতিয়েই ৰজাৰ মাত অবিকল নকল কৰি ললে আৰু নগৰ সোমায়েই পালি-পহৰীয়া সকলোকে মাতি আনি কলে, "আজি দিনৰ দিনটো হাইৰাণ হলোঁ। এজন ৰজাৰে সৈতে মোৰ পণ আছে যে, তেওঁ পঠিওৱা ধূৰ্ত্ত মানুহ এটা যদি ধৰি দিব পাৰোঁ, তেনেহলে তেওঁ মোৰ তলতীয়া হব লাগিব। আজি সেই মানুহটো আহিবৰ কথা আছিল পিচে সি অহা যেন গম পাই দেখি গলোঁ, তাক ধৰিব নোৱাৰিলোঁ। প্ৰকাৰন্তৰে শুনিলোঁ যে,

সেই মানুহটো আজি নিশা আহিব। আৰু মোক ঠগিবৰ মনেৰে সি ৰজা বুলি পৰিচয় দিবহি। তহঁতে সেই মানুহটোক কেতিয়াও ভিতৰলৈ যাব নিদিবি; যিমান পাৰ ধৰি মাৰিবি আৰু বান্ধি থবি। বাহিৰৰ কইদতে থৈ দিবি। মই খবৰ লৈ থাকিম বাৰু। এইবুলি মনত বেজাৰ কৰি কাৰো সৈতে দেখা নকৰি একেবাৰেই ৰজাৰ ৰোহ ঘৰত সোমালগৈ। ৰজাৰ ঘৰত থাকি তলানলা সকলো পাই থকা টেটোনে ৰজাৰ ঘৰ সোমাই কোনটো কি ঘৰ তাক বুজি লবলৈ বাকী নেথাকিল। সেই ৰাতি একো নেখালে, কিন্তু শুবৰ সময়ত ৰজাৰ ভিতৰ ঘৰতে শুলেগৈ। ৰাণীও নিচিন্ত মনে শুই থাকিলগৈ। ৰাণীয়ে শোওঁতে অলঙ্কাৰ পাতি সকলোবিলাক খুলি থৈ দিয়ে। টেটোনে বেজাৰে-অসন্তোষে ৰাণীক মাত একেষাৰো নলগোৱাকৈ শুই থাকিল, মনে মনে কত কি আছে সকলোবিলাক চাই ললে।

নিশা গহীন হল, ৰজা আৰু ধোবা সেই বেতনীৰপৰা ওলাই নগৰলৈ আহিল। ৰজাই আহি নগৰ সোমাব খোজে, প্ৰহৰীয়ে ধৰি মাৰে। অন্তত "মই ৰজা" বুলি যেতিয়া কলে, "বাৰ ৰজা ওলাবলৈ আহিছে" বুলি গুৰুলা— গুৰুলাকৈ এশেকো দি বাহিৰৰ কইদত ৰজাক নি বান্ধি থলেগৈ। টেটোনে সেই ৰাণীৰ অলঙ্কাৰ আদি সকলো বান্ধি লৈ বাহিৰত সেই ধূৰ্ত্ত মানুহটোৰ বুজ লবলৈ আহিল। পহৰীয়াবিলাকে বাট এৰি দিলে আৰু সেই মানুহটোক বন্দিকৰি থোৱা বাতৰিও দিলে। আৰু কিছুমানে দেখুৱাবলৈও টেটোনক নিব খুজিলে। টেটোনে কলে, ধূৰ্ত্ত মানুহক বিশ্বাস কৰিব নোৱাৰি, কি জানি তাহাঁতৰ এদল আহিছে; তহঁতে পহৰা দে, ময়ে বাৰু কইদত গৈ চাই আহোঁগৈ। কইদত তাৰপৰা বহুত দূৰত আছিল। টেটোনক বেগতে সজাই পৰাই আনি ঘোঁৰা এটা দিলেহি। টেটোনে ঘোঁৰাৰ ওপৰত উঠি অলঙ্কাৰখিনি বান্ধি লৈ সিজন ৰজাৰ ঘৰলৈ যাত্ৰা কৰিলে, পাচদিনাই আহি নিজা ৰাজ্য পালেহি। ইপিনে পাচ দিনা ৰাতিপুৱা সকলো কথা ওলাই পৰিল। দিনে-পোহৰে ৰজাক সকলোৱে চিনি পাই আৰু ৰজাক সেই অৱস্থাত থকা দেখি বাৰী তিৰোতাই কন্দাৰ দৰে কান্দিবলৈ ধৰিলে। ৰাণীৰ অলঙ্কাৰ আদি চুৰী হোৱাৰ খবৰ পাই, তেতিয়া সেই মানুহটোক ধৰা পেলাবলৈ চাৰিওফালে দূত পঠিয়ালে, কিন্তু টেটোন গৈ ইফালে নিজা ৰাজ্যত সোমালগৈ। তাৰ পিচ দিনাই টেটোনৰ ৰাজ্যৰ ৰজাই সিজন ৰজালৈ সকলো খবৰ পঠিয়ালে। সিজন ৰজাইও টেটোনক বহুত পুৰস্কাৰ দি অধীনতা স্বীকাৰ কৰিলে। আজিকালি খৰালি দিন, বাট-পদুলি এটাইবোৰ ধুলিময়। টেটোনৰ লগত নো কিমান লৰিম আৰু! কাপোৰ-কানিও কলা হল। সেইবাবে টেটোন তামুলিক ৰজাৰ ৰাজ্যতে এৰি আমিও ঘৰলৈ উলটো এতিয়া দেইবা। ক্ৰমশঃ।

# মানুহৰ কৰ্ত্তব্য।

(যোৱা সংখ্যাৰ পাচৰ পৰা)

মানুহৰ সকলো কামতে আত্ম-সংযম কৰা কৰ্ত্তব্য। আত্ম-সংযম কৰিব নোৱাৰিলে, যি কামকে হাতত লয়, সেই কামতে বিঘিনি জন্মে; আৰু যদিও তেওঁৰ নিজৰ কামত কৃতকাৰ্য্য হ'ব পাৰে; তথাপি তেওঁৰ চৰিত্ৰত এটি মহৎ দাগ পৰি ৰয়। ইয়াৰ দৃষ্টান্ত স্বৰূপ ফ্ৰান্সৰ নেপোলিয়নৰ জীৱনী, ইংলণ্ডৰ কবি বাইৰণ, বইচ, ৰেভেজৰ জীৱনীৰ পিনে এবাৰ চকু ফুৰালে দেখিবলৈ পাব কি?— ইয়াকে দেখা যাব যে, যদিও তেখেতবিলাক একোজন মহাপুৰুষ আছিল তথাপি তেওঁবিলাকৰ আত্ম-সংযম নোহোৱাৰ বাবে জীৱনত একোটি মহৎ কলা দাগ ৰৈ গৈছে। কিছুমানে জীৱিত অৱস্থাতে নানা ৰকম দুখ ভোগ কৰি এই সংসাৰ ত্যাগ কৰি পৰলোকলৈ যাব লগা হৈছে। মানুহৰ নিজৰ আত্মাৱলম্বন থকা উচিত। এই গুণটি নেথাকিলে মানুহৰ জীৱনত সুখ পাবলৈ আশা কৰাতো কেৱল বিড়ম্বনা মাথোন। ঈশ্বৰে মানুহক জন্ম দিওঁতেই হাত, ভৰি, সাহ, শক্তি, উদ্যম সকলো সকলোকে দিছে। এতেকে, সংসাৰত সুখ ভোগ কৰিবলৈ ইচ্ছা কৰিলে উপৰোক্ত অস্ত্ৰবিলাকক কামত খটাব লাগে। নহলে ঈশ্বৰে কেতিয়াও সেই ৰকমৰ মানুহক জীৱনত সুখ নিদিয়ে। পৰিশ্ৰমেই সৌভাগ্যৰ মাকৰ নিচিনা। যেয়ে পৰিশ্ৰম কৰে সেয়ে সংসাৰত সুখী হয়। মানুহে পৰিশ্ৰম কৰিলে হে খাবলৈ পায়। মূৰ ঘুমাই এলেহুৱা হৈ বহি থাকিলে খাবলৈ নেপাই শৰীৰ নষ্ট হয়। শাৰীৰিক অৱস্থা ভাল নেথাকিলে মানুহে জীৱনত একো কামকে কৰিব নোৱাৰে। অৱশ্যে ইয়াৰ ব্যতিক্ৰম আছে। এই ৰকমো দেখা গৈছে যে, শাৰীৰিক ভাল নোহোৱাকৈয়ো মানুহে জীৱনত একোটা একোটা মহৎ কাম কৰি গৈছে। কিন্তু ইটোও ঠিৰাং কৰি জানিব লাগে যে, তেওঁবিলাকৰ যদি শাৰীৰিক অৱস্থা ভাল থাকিলহেঁতেন তেনেহলে তেওঁলোকে জীৱনত আৰু বেচি ডাঙৰ কাম কৰিবলৈ সমৰ্থবান হলহেঁতেন। ইয়াৰ দৃষ্টান্ত স্বৰূপ আমালোকৰ নিজৰ আনন্দৰাম বৰুৱা চকুৰ আগত জিলিকি আছে। তেওঁৰ যদি শৰীৰ ভাল হলহেঁতেন তেন্তে কি জানি অকালত আসামক কন্দুৱাই তেওঁ যাব নেলাগিলহেঁতেন। যদিও আমালোকৰ অসমীয়া ভাষাৰ বাবে বৰ বেচি কৰা নাই, তথাপি তেওঁ অসমীয়াৰ আদৰৰ ধন, আসামৰ পূৰ্ব্বতী নিশাৰ ভোটা তৰা; তেওঁৰ বাবে হে আসামৰ নাম ইউৰোপৰ জৰ্ম্মানী আদি দেশত জিলিকিছেগৈ। অকল শৰীৰ ৰাখিলেই নহব, ইয়াৰ লগে লগে মানসিক আৰু আধ্যাত্মিক শিক্ষাও ভালকৈ শিকি লোৱা কৰ্ত্তব্য। ভাই-বন্ধু আৰু ডাঙৰৰ প্ৰতি সদাই ভক্তি থকা কৰ্ত্তব্য। এওঁবিলাকৰ ওচৰত নিজৰ অন্তৰ খুলি কথা কোৱাটো কৰ্ত্তব্য। তেখেতবিলাকৰ ঠাইত মিছা কথা কোৱা বিশ্বাসঘাটকতাৰ চিনাকি দিয়া কাপুৰুষৰ কাম। মিছা কথাৰ পৰিণামৰ দৃষ্টান্ত স্বৰূপে গৰখীয়া লৰাৰ যি বিষয়ে গল্পটি আছে, সেয়েই যথেষ্ট।

বন্ধুৰ ওচৰত বিশ্বাসঘাটকতা দেখুৱালে যে কি বিষময় ফল হয় সেই বাবে বিক্ৰমাদিত্য ৰজাৰ পুতেকৰ জীৱনী দেখিলেই ভালকৈ বুজিব পৰা যায়। এদিন ৰজাৰ পুতেক ফুৰিবলৈ যোৱাত ৰাতি হোৱা দেখি এডাল গছৰ ওপৰত উঠিল। সেই সময়ত এটি বাঘে এটি ভালুকক খেদি আনিছিল, ভালুকটোৱে কোনো উপায় নেপাই সেই ৰজা থকা গছতে উঠিল। দুয়োজনে নিৰাশ্ৰয় হৈ সেই গছৰ ওপৰতে মিতালি কৰিলে। ভালুকজনে বন্ধুতাৰ ভাল ৰকম চিনাকি দিলে। কিন্তু ৰজাৰ পুতেকে বাঘৰ প্ৰলোভনত পৰি ভালুকক গছৰপৰা ঠেলি পেলাই দিব খুজিছিল, কিন্তু ভালুকটিয়ে গছত নখ ফুটাই গছকে সাবটি ধৰি থাকিল। বাঘটোৱে নিৰাশ হৈ ৰাতিপুৱা অৰণ্যলৈ উভটি গল। ৰজাৰ পুতেকৰ কোনো অন্যায় নকৰিলে। কিন্তু বন্ধুৰ প্ৰতি বিশ্বাসঘাটকতা দেখুৱাৰ বাবে তাক দুয়ো গালে চাইটা চৰ মাৰি গল। তেতিয়াৰপৰাই ৰজাই পুতেক বোবা হল। মানুহে কথা সুধিলেও কেৱল স, সে, মি, ৰা, এই চাৰি আখৰ কথাহে কয়। এতেকে, বিশ্বাসঘাটকতাৰ শেষ পৰিণাম এয়েই।

বয়সত, বুদ্ধিত আৰু বিদ্যাত যিবিলাক ডাঙৰ, সিবিলাকৰ মনত দুখ দিয়া অনায়। তেওঁলোকে আমালোকক বেয়া বাটে দি যাব নিদিয়ে। মানুহৰ সদাই মনত উচ্চ ভাবৰ ঠাই দিয়া যুগুত। উচ্চ ভাব থাকিলে নীচ ভাবে কেতিয়াও মানুহৰ মনক আক্ৰমণ কৰিব নোৱাৰে। মানুহৰ মনত উচ্চ ভাব থাকিলে হে জীৱনৰ উদ্দেশ্য সিদ্ধি হোৱাৰ বিশেষ সম্ভাৱনা। কথাতে আছে যে, এমোন খুজিলে হে এসেৰ পায়। নীচ ভাবৰপৰা উচ্চ ভাব পোৱা বৰ টান। ভাই-বন্ধুৰ দুখতে দুখী আৰু ভাই-বন্ধুৰ সুখতে সুখী হবও লাগে। সংক্ষেপতে সকলো মানুহকে নিজৰ ভাই নিচিনা দেখি সহানুভূতি কথা কৰ্ত্তব্য। নিজক অঁটাকৈ ধন থাকিলেও আন

ধনহীন দৰিদ্ৰক টকা-পইচা দি সহায় কৰা কৰ্ত্তব্য। নহলে, তেনে টকাৰ কোনো দৰকাৰ নাই। মৰিলে টকা লগত লৈ যাব নোৱাৰি। মাটিৰ দেহা মাটিতে লয় প্ৰাপ্ত হব, কিন্তু যি ধন জীয়াই থকাৰ সময়ত আপুৰুগীয়া কৰি দৰিদ্ৰক দান নকৰি নিজৰ শৰীৰক কষ্ট দি সঞ্চয় কৰিছিল, সেই ধন আন এজনে হে ভোগ কৰে। এই ৰকম মাটিত থকা টকা অনেকৰে থাকে, কিন্তু তাৰ নামকেহে শুনা যায়, কামৰ বিষয় আৰু শুনা নেযায়। এতেকে, জীয়াই থকা অৱস্থাতে সকলো মানুহক আদৰ-সন্মান কৰি পৰস্পৰে সাহায্যাদি কৰা কৰ্ত্তব্য। এজনে এটি কাম হাতত লৈ সেই কামটি সাধিবলৈ উপায় বিচাৰি নেপাই নিৰাশা ক্ষেত্ৰত উপস্থিত হৈছেগৈ। সেই সময়ত সেইজন মানুহক কামত সহায় কৰি উদগাই দিয়া বিধেয়।

বয়সত, বুদ্ধিত বিদ্যাত সৰু মানুহ আৰু নিজৰ তলত কাম কৰা মানুহ বিলাকক দয়াৰ চকুৰে চোৱা কৰ্ত্তব্য। এই ভাবক লক্ষ্য কৰিয়েই যুতফেনৰ যুদ্ধত চাৰ ফিলিপ চিদনীয়ে নিজৰ পানীৰ পিয়াহত খাবলৈ অনা পানী গিলাচকো তেওঁৰ এজন তলতীয়া কৰ্ম্মচাৰীৰ পিয়াহ দূৰ কৰিবৰ বাবে দান কৰিছিল।

নিজৰ দেশৰ উন্নতি সাধিব খুজিলে, নিজ মনৰ উন্নতি কৰিব খুজিলে, দেশ ভ্ৰমণ, বেপাৰ, বাণিজ্য, আন দেশৰ বুৰঞ্জী, ডাঙৰ ডাঙৰ মানুহৰ জীৱন-চৰিত্ৰ পঢ়া দৰকাৰ। চকু মুদি দেশ ভ্ৰমণ কৰা দেশ ভ্ৰমণ নহয়, ভাবি নেচাই বুৰঞ্জী জীৱনী পাঠ কৰা বুৰঞ্জী পাঠ নহয়। সেইবিলাক কামৰপৰা সুফল লভিবৰ ইচ্ছাৰে তাক ভালকৈ পিটিকি পিটিকি চোৱা কৰ্ত্তব্য। দেশভ্ৰমণ কৰিলে বুৰঞ্জী, জীৱনী পাঠ কৰিলে মন উন্নত হয়, কোন মানুহে কি ৰকমে দেশৰ উন্নতি কৰিছে কোন দেশে কি উপায়ৰ সাহায্য গ্ৰহণ কৰি নিজৰ উন্নতি সাধিছে এইবিলাক নানা তৰহৰ কথা জানি নিজৰ জীৱনত নিজৰ কামত নিজৰ দেশত খটাই উন্নতি সাধিবলৈ চেষ্টা কৰা যুগুত। যি কাম কৰা যায় সেই কামকে আন্তৰিক ইচ্ছাৰে আন্তৰিক বলেৰে সম্পাদন কৰিব লাগে। স্বৰ্গত চকু নকৰত ভাব ৰাখি কাম কৰিলে নহয়। "কাৰ্য্য বা সাধয়েৎ, শৰীৰং বা পাতয়েৎ।।" এই নীতিগৰ্ভ বাক্য চকুৰ আগত ৰাখি কামত প্ৰবৃত্ত হোৱা হে কৰ্ত্তব্য। এই নীতিগৰ্ভ বাক্য আগত লৈ প্ৰবৃত্ত হলে হে যে সেই কামৰ শেষ ফলৰ ওচৰ চাপিব পাৰিব, সেই বিষয়ত কোনো ভুল নাই। মানুহে কয় যে, সদাই পানী এটোপা এটোপা পৰি থাকিলে শিলো ক্ষয় যায়গৈ। ইয়াৰ দৃষ্টান্ত স্বৰূপ ৰেল গাড়ী, জাহাজ অবিষ্কাৰৰ বিষয় এবাৰ চকু দিলেই বঢ়িয়াকৈ জানিব পাৰি। ভাপ-কল এদিনতে এজন মানুহে ঠিক কৰি বাহিৰ কৰা নাছিল। ইয়াৰ বাবে পাঁচ-ছয়জনো মানুহ, মহৎ মানুহে চেষ্টা কৰিব লগা হৈছিল। এতেকে, আমালোকৰ কৰ্ত্তব্য মন-প্ৰাণ দুয়োকো অৰ্পণ কৰা কৰ্ত্তব্য।

ক্ৰমশঃ

# গীত।

ৰচনা— শ্ৰীযুত জ্ঞাননাথ বৰা,
সুৰ— শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা

ইমান ভূপলী— একতালা।
জয় জয় জয় দেৱ শঙ্কৰ পুৰুষ হে।
ধৰ্ম্মৰ আকৰ পুৰুষ ঈশ্বৰ,
প্ৰণামো চৰণ হে।।

তোমাৰ গুণত অসম মোহিত,
মোহিত পৃথিৱী হে।
তোমাৰ পদেৰে পবিত্ৰ ভাবেৰে
শিকালা ধৰম হে।।

তোমাৰ চৰণ কৰোঁ আৰাধন
ক্ষেমিবাঁ দোষক হে।
অবোধ সন্তান আমিহে অজ্ঞান
নেজানো পূজন হে।।

আজি অসমৰ যত নাৰী-নৰ
তযু গুণ গায় হে।
আমিও মিলিছোঁ গাও বুলি তযু
সুপবিত্ৰ নাম হে।।

---

ৰচনা—শ্ৰীযুত অম্বিকা নাথ বৰা
সুৰ—শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা
খাম্বাজ — একতালা।

বীৰ প্ৰসবিনী, অসম জননী
আজি কিয় দেখোঁ এনুৱা দুখুনী।
তোমাৰ বুকৰ, পুৰুষ শঙ্কৰ

পবিত্র পুৰুষ সুপবিত্র জ্ঞানী।।

আজিৰ দিনত পবিত্র পদত
কৰোঁ আহাঁ পূজা সবে মিলি আমি।
অবোধ সন্তান আমি হে অজ্ঞান
ক্ষেমিবা সকলো লৰামতি জানি।।

---

ৰচনা— শ্ৰীযুত গিৰীশচন্দ্র বৰদলৈ বি, এ
সুৰ— শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

সাৰঙ্গ মিশ্র— ঢিমা তেতালা।
সকলোৱে আজি প্রেমৰসে মজি,
পূজা দেৱ শঙ্কৰ চৰণ।
অসীম প্রেমে অসীম জ্ঞানে
সাধিলে যি দেশৰ কল্যাণ।।
ভক্তিহীন প্রাণে ভক্তি ৰসে দানে
প্রেমময় কৰিলে যি প্রাণ।
চৰজিলে ভাসা দিলে নৱ আশা
প্রচাৰিলে নিষ্কাম ধৰম।।
কৰ্ত্তব্য পালন পৰম সাধন
হেন শিক্ষা যি জনৰ দান।
সেই মহাজনে সবে এক মনে
পূজি আজি লভা তত্ত্বজ্ঞান।।

# কবিতা।

## জন্মভূমি।

সূৰ্য্যদেৱ!

"পলম কৰাছোঁ আৰু এক্ষন্তেক পৰ,
চাই লওঁ শেষ দৃশ্য, প্রিয় ভাৰতৰ।
ৰিণিকি ৰিণিকি সৌৱা সুফলা শ্যামলা
স্নেহময়ী জননীৰ মূৰুতি শুৱলা!
কতবা বছৰ আৰু নাই তাৰ থিৰ,
নেপাম দেখিব ৰূপ জনম ভূমিৰ।

ডাঙ্গৰ-দীঘল কৰা কেঁচুৱাৰপৰা,
হৃদয়ৰ আদৰৰ শতস্মৃতি ভৰা।
ধিমিকি ধিমিকি জ্বলা বাতিয়ে দেখুৱা,
জনম ভূমিৰ অতি প্রিয়-দৃশ্য সৌৱা।
কতবা দূৰত লই পেলাই দিবগই,
পূৱাৰ বেলিয়ে চাগে অহা কালিলই।

হৃদয়!

কি ভাবি কাতৰ আজি হৈছ কিয় এনে
অস্থিৰ ব্যাকুল তই কিহৰ কাৰণে?
ক্ষন্তেকীয়া আবেগত অভিভূত হই,
দুৰ্ব্বল নহবি, হোৱা উচিত নহয়।
গলে অহা, দিলে পোৱা, সংসাৰৰ ৰীতি,
বিচ্ছেদ মিলন যায় আহে ইটি সিটি।
ভূতৰ ভাবনা মিছা বৰ্তমান যায়,
ভবিষ্যত কিন্তু আছে বাটলই চাই।

—শ্ৰীলক্ষেশ্বৰ বৰঠাকুৰ।

## বাগেদবী

চাওঁ দেবি, দিয়া মোক এবেলি মুঠেই,
তোমাৰ ধুনীয়া মুখখনি।
কেতিয়া জনম ললাঁ, কোন যুগতেই,
আজিলৈকো জগত মোহিনী।।

তোমাৰ মুখৰ মাত আজিও কোমল,
চকুজুৰি দেখি লাগে ভয়,
সদাই নতুন তুমি অতি নিৰমল,
তোমাৰ ৰূপত ভুলোঁ মই।

জীৱনৰ প্রেম-সোঁত তোমাৰ দেহত,

আজিলৈকো ভুল হোৱা নাই;
কিমান জীৱন গল তোমাৰ লগত,
তুমি দেৱি, যুৱতী সদাই।—

তোমাৰে ধেমালি কৰি সংসাৰী জীৱন,
ভাগৰতে জীৱন ধুকায়,
কিন্তু দেৱি, তথাপিও তোমাৰ মনৰ,
এধানো হেঁপাহ নপলায়।

যদিও তুষিছাঁ তুমি নোহোৱাঁ পতিত,
বহু বেলি বহুতৰ মন।—
কত যুগ কত ভাবে কৰিছাঁ অতীত,
সকলোৰে হৃদয় ৰতন!

বাল্মীকিক ভাল পাই প্ৰথমে তোমাৰ
আৰোপিলাঁ হিয়াৰ পীৰিতি;
তাৰ পিচে তুমি দিয়া পালে কবিতাৰ,
কালিদাসে প্ৰণয় কিৰীটি।

যাকে মন যায় তাকে মোৰ বুলি লোৱাঁ
থাকাঁ তুমি তাৰ লগতেই,
শুনিলে টোপনি অহা বীণাখনি বোৱাঁ
ভোল যায় সিও তোমাতেই;

কত প্ৰকাৰেৰে ছলা মানুহৰ মন,
বহুতৰো আশা তোমালই;
সিদ্ধি লাভ কৰে কৰি বহুত ৰতন
কোনোটিয়ে কৰবাত গই।

তথাপি তুমি দেৱি, সতীৰ চানেকী
সকলোৰে হিয়াৰ ভকতি;
কিমান তোমাৰ ভোগ আছে আৰু বাকী
নাই কাৰো কবৰ শকতি।

সকলোকে চাব দিয়াঁ, মইনো কেলেই
নেদেখম তোমাৰ লাৱনী;
সেইবাবে ময়ো চাওঁ এবেলি মুঠেই
তোমাৰ ধুনীয়া মুখনি।

—শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা।

# দীৰ্ঘসূত্ৰতা।

"কালিলৈ কৰিম" এই কথা বহুত অনৰ্থৰ মুল। নকৰোঁ বুলি নিবৃত্ত হোৱা এক কথা আৰু পাচত কৰিম বুলি থৈ দিয়া এক কথা। প্ৰথমটো এটা সমস্যাৰ সিদ্ধান্ত; তাৰ দ্বাৰা এটা কথাৰ ওচৰলৈ অহা হয়, আৰু আন এটা বিষয়ত, হাত দিবলৈ আজৰি পোৱা যায়। দ্বিতীয়টো ভুলনিৰ ডোল, তাৰ আগম প্ৰত্যাগমনৰ ওৰ ক্ষয় নাই। ই উদ্যমশীল মহা গৰল। নিৰ্ব্বোধ মানুহে কেৱল মনৰ খু-দুৱনি নাশ কৰিবলৈ ইয়াৰ আশ্ৰয় গ্ৰহণ কৰে। কৰ্ত্তব্য কৰ্ম্মৰ ত্ৰুটী অৱশ্যেই অকৰ্ত্তব্য আৰু ইচ্ছাকৃত ত্ৰুটী পাপ। এই পাপৰপৰা মনত এটা বিষম খুদুৱনি বা উৎকৃট আবেগ উপস্থিত হয়। সেই আবেগৰ বিনাশ বা উপশম সাধিবলৈ মানুহে কালিলৈ কৰিম বা পাচত কৰিম ইত্যাদি বঞ্চনাব্যঞ্জক বচন ব্যৱহাৰ কৰে। কৰ্ম্মত হেলা হলেই মানুহে তাক পাচলৈ হোঁহকাই নিয়ে। দীৰ্ঘসূত্ৰতা এলাহৰ দৃশ্যমান ফল মাথোন। মনত এলাহ লৈ তাকে ঢাকিবৰ নিমিত্তে দীৰ্ঘসূত্ৰীয়ে মুখেৰে নানাবিধ আসোঁৱাহ অসুচলৰ ওজৰ দেখায়। কোনো এবিধ অসম্ভৱৰ আৰ্ত্তৱাৰ দীৰ্ঘসূত্ৰীৰ সাধাৰণ ওজৰ। এই ওজৰৰ ঘৰ নেথাকিলে শৰীৰৰ অসুখ বা মন বিমুখ ইত্যাদি আনে ধৰিব নোৱাৰা আসোঁৱাহ উদ্ভাৱন কৰে। কিন্তু খৰচীয়া মাৰি বিচাৰি নিলে ওজৰৰ আদিত এলাহ হে পোৱা যায়। হাতত লোৱা কাম এইদৰে আজিৰপৰা কালিলৈ পাচুৱাই নিয়াত সেই কামতো সিদ্ধি নহয়েই আন কামত হাত দিবলৈও মন নেযায়।

সময়ৰ মূল্য নুবুজিলে মানুহ দীৰ্ঘসূত্ৰী হয়। এক মুহূৰ্ত্তৰ ভিতৰত এক সংসাৰ লয় হৈ নতুন সংসাৰ হব পাৰে, যাৰ এই কথাৰ অৱগতি আছে, সি কদাপি ভৱিষ্যত নিধিয়ায় আৰু কদাপি কালিলৈ কাম থৈ নিদিয়ে। আলচা কৰ্ম্মত বিধি পথালি হয় বুলি নীতি-বচন আছে, তথাপি মানুহে যে, কিছুমান মানুহে আলচা কাম কৰি পাচে কৰিম বুলি সাঁচি থয়, ই বৰ বিস্ময় কথা। এলাহ অৱশ্যে ইয়াৰ ঘাই হেতু। কিন্তু দেখা যায় যে,

সকলো কৰ্ম্মতে এলাহে উদ্যমক পৰাজয় কৰিব নোৱাৰে। যি কৰ্ম্মৰ ফলত তোমাৰ অত্যন্ত প্ৰয়োজন আছে, সেই কৰ্ম্মলৈ তোমাৰ এলাহ নহয় বা হলেও তাক উদ্যমেৰে পৰাজয় কৰিব পাৰি। নিৰন্ন মগনীয়াৰ অন্নৰ অত্যন্ত প্ৰয়োজন, সেই দেখি অন্ন লাভৰ কৰ্ম্ম যে আগত তাত তাৰ কদাপি এলাহ নহয়; হলেও, সেই এলাহে তাক কৰ্ম্মৰপৰা নিবৃত্ত কৰিব নোৱাৰে। এইটো অৱশ্যে গ্ৰামচ্ছাদনৰ কৰ্ম্ম। উন্নতিৰ কৰ্ম্মতো এনেকুৱা প্ৰয়োজন বোধ হলে দীৰ্ঘসূত্ৰৰ মূল ছেদন হয়। দীৰ্ঘসূত্ৰীয়ে ইয়াকো গমি চোৱা উচিত যে, হাতত লোৱা কাম শিঘ্ৰে সমাধা কৰাই শ্ৰেয়স; কিয়নো, তেনেহলে মন নিচিন্ত আৰু শান্তিময়ী হয়। দীৰ্ঘসূত্ৰতা সঞ্চিত ব্যাধিৰ নিচিনা, সি মনত সদায় উগুল-থুগুল লগাই থাকে। ঔষধ সেৱন নকৰি ব্যাধিৰ জীয়াতু ভোগ কৰা যেনে মুঢ়ৰ কৰ্ম্ম, কৰ্ত্তব্য কৰ্ম্ম পাচে কৰিম বুলি সাঁচি থৈ অশান্তি ক্লেশ ভোগ কৰাও তেনে মুঢ়ৰ কৰ্ম্ম।

দীৰ্ঘসূত্ৰীয়ে কৃতকৰ্ম্মৰ উপযুক্ত ফল ভোগ কৰিবলৈও নেপায়, তাৰ পৰিশ্ৰম নিস্ফল হয়। আগলৈ কৰিম বুলি আলচি থাকোঁতে সেই কৰ্ম্মৰ আদৰ আৰু মূল্য হ্ৰাস হয়, ইতিমধ্যে আন এজনে সেই কৰ্ম্ম কৰি তাৰ যশস্যা বা অৰ্থ লাভ কৰে। পৃথিৱীত অগ্ৰবৰ্ত্তীৰ অগ্ৰভাগ। যেনে কি কৰ্ম্ম নহওক আনতকৈ আগেয়ে কৰিব পাৰিলে তাৰ অধিক ফল পোৱা যায়। পাচত কৰাবিলাকে সেই পৰিমাণে ফল নেপায়। যেতিয়া লোৰ লিখনী নকৈ ওলায়, তেতিয়া তাৰ পৰম আদৰ আছিল আৰু মূল্যও অধিক আছিল। এনেকুৱা ধাতুময় লিখনী উলিয়াবৰ নিমিত্তে দুইজন লোকে আলচ কৰিছিল। পিচে, এজনে আলচ কৰোঁতেই থাকিল, আনজনে লিখনী উলিয়াই বেপাৰ চলালে আৰু অৰ্ব্বুদ অৰ্থৰ অধিকাৰী হল। কাৰ্য্যক্ষেত্ৰত অৰিয়া-অৰি অতিশয় তীব্ৰ. এনে স্থলত ভাত অগ্ৰগামী হব নোৱাৰিলে কেতিয়াও উদগতি কৰিব নোৱাৰি। নতুন কৰ্ম্মত যেনে ব্যৱস্থা, পুৰণি চিৰপ্ৰচলিত কৰ্ম্মবোৰতো তেনে ব্যৱস্থা। দীৰ্ঘসূত্ৰীয়ে ছেগা-ছোৰোকাকৈ কৰি বহুত দিনৰ মূৰত এটা কাম সমাধা কৰে, কিন্তু আনে সেই সময়ৰ ভিতৰত তেনে কৰ্ম্ম কেইবাটাও কৰি আঁটায় আৰু সেই পৰিমাণে ফল লাভ কৰে।

পূৰ্ব্বে কোৱা হৈছে যে, সকলো কৰ্ম্মতে এটা ছেগ আছে, দীৰ্ঘসূত্ৰীয়ে পাচে কৰিম বুলি কৰ্ম্ম সাঁচি থৈ সেই ছেগ হেৰুৱায়। হাঁয়! হাঁয়! আগে কিয় নকৰিলোঁ এনেকুৱা অনুতাপ বচন অনেকৰ মুখত শুনা যায়। এই দীৰ্ঘসূত্ৰীৰ হুমুনিয়াহ এনেকুৱাকৈ যাতে বাঢ়িব লগা নহয়, তাৰেহে কাৰবাৰ কৰা উচিত। কৰিব লগীয়া কাম ছেগমতে কৰিলে তেনেকুৱা হুমুনিয়াহৰ কাৰণ নঘটে। আৰু আগলৈ ছেগৰ আগন্তুক দেখিলে তালৈ কাম পিচুৱাই নিয়াও বেয়া নহয়। ছেগৰ অপেক্ষা কৰি কাম সাঁচি থলে কোনো হানি নহয়; তেনেকুৱা মানুহক দীৰ্ঘসূত্ৰীও নোৱোলে। ছেগলৈ কাম সাঁচি থোৱা এক কথা, আৰু এলাহত পাছে কৰিম বুলি থৈ দিয়া এক কথা। প্ৰথম কাৰ্য্যে বুদ্ধি আৰু চতুৰালিৰ চিনাকি দিয়ে, কিন্তু দ্বিতীয় কাৰ্য্যে এলাহ আৰু মুঢ়তাৰ হে চিনাকি দিয়ে।

সময়ৰ নিয়ম সিদ্ধিৰ এটা ঘাই উপকৰণ। যি কৰ্ম্মতে হাত দিয়া তাক এটা সময় বান্ধি কৰিলেহে সু-সিদ্ধ হয়, কেৱল প্ৰণালীৰ আগমত সিদ্ধি লাভ কৰিব নোৱাৰি। দীৰ্ঘসূত্ৰীয়ে সময়ৰ এনেকুৱা কোনো নিয়ম ৰক্ষা কৰিব নোৱাৰে। সি এটা কৰ্ম্ম আৰম্ভ কৰি বহুত দিনলৈ পেলাই থয়। পাচে আকৌ যেতিয়া কৰ্ম্মত ধৰে তেতিয়া দেখে যে যিখিনি কৰ্ম্ম কৰিছিল সিও নতুন হৈ আছে। ফলত এই হব যে, এবাৰৰ কাম দুবাৰ কৰিব লাগে। দীৰ্ঘসূত্ৰীয়ে ঘৰ বান্ধিবলৈ সঁজুলি গোটাই থৈ দিয়ে। পাচে ঘৰত লগাবলৈ নৌ পাওঁতেই ঘুণে তাক আজৰি কৰে। কোনোৱে খুটা-চতি থিয় কৰি ছাল বান্ধিম বুলি আলচি থাকোঁতেই খুটা চতি ৰদ-বৰষুণত নষ্ট হৈ যায়। এনেকুৱা দীৰ্ঘসূত্ৰী মানুহ আৰু এইদৰে ঘৰৰ সঁজুলি নষ্ট হৈ যোৱাও সকলোৱে দেখিবলৈ পোৱা গৈছে।

দীৰ্ঘকাল জীয়াই থাকিলে মানুহক দীৰ্ঘজীবী বোলে। কিন্তু যথাৰ্থ মতে তেনে মানুহক দীৰ্ঘজীবি নুবুলি, যি মানুহে সংসাৰত সৰহ কৰ্ম্ম কৰে তাকে হে দীৰ্ঘজীবি বোলা উচিত। প্ৰকৃত জীৱনৰ প্ৰকৃত জোখ কৰ্ম্ম। যি কৰ্ম্ম কৰোঁতে বা যিমান কৰ্ম্ম কৰোঁতে এশ বছৰ লাগে, সেই কৰ্ম্ম বা সেই পৰিমাণ কৰ্ম্ম যদি তেওঁ কুৰি বছৰত কৰিব পাৰে, তেনেহলে তাক এশ বছৰ জীয়াই থকা বোলা উচিত। শত মুদ্ৰাৰ দ্ৰব্য যদি দহ মুদ্ৰাই শত মুদ্ৰাত লাভ কৰা যায় তেনেহলে এই অৱস্থাত দহ মুদ্ৰাই শত মুদ্ৰাৰ সমান। এইদৰে ধৰিবলৈ হলে দীৰ্ঘ সূত্ৰী লোক কদাপি দীৰ্ঘজীবি হব নোৱাৰে। কাৰণ, দীৰ্ঘসূত্ৰী লোক শতবৰ্ষ জীলেও দহ বছৰৰ জোখায় কাম কৰিব নোৱাৰে। অনুৎপাদক জীৱন জীৱন নহয়। অগম্য বননীত পৰি থকা শিলখণ্ডৰ অস্তিত্ব যেনেকুৱা সংসাৰত অনুৎপাদক জীৱনৰ অস্তিত্ব তেনেকুৱা। যি লোকৰ পৰা সমাজে কোনো ৰূপ বিনিময় নেপায় সেই লোকৰ সংসাৰত থকা-নথকা সমান কথা।

# কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন।

## এখন মুকলি চিঠি।

পৰম কল্যানীয়া শ্ৰীমতী উষা আইটীৰ

শ্ৰীহস্ত পদ্মেষু।

আইটি!

আজি হঠাৎ এটা উৰা বাতৰি শুনিলোঁ, সঁচানে মিছা কব নোৱাৰোঁ। সঁচা যদি ভয়ানক কথা, আৰু মিছা যদি লেঠাই মৰিল। বোলে তুমি হেনো মৰিব খুজিছা? সঁচা যদি, কিহৰ বাবে তোমাৰ এনেটো মতি হল, ঘূৰি ডাঁকত জানিব দিবা। তুমি আত্মহত্যা কৰিব খুজিচা নে কি? আত্মহত্যা কৰিব নেপায়, জগৰৰ কথা, তুমি অৱশ্যে জানা। আত্মহত্যা কৰাটো মহাপাপ বুলি সকলোৰে শাস্ত্ৰই কৈছে আৰু সকলোৰে গোসাঁই, গুৰু, মৌলবী, পাদুৰীয়ে শিষ্যৰ আগত সেই "গুৰু-বাইককে" মাতে। আত্মহত্যা কৰা মানুহে হেনো মৰি গছৰ ডাল নাইবা পোতা পুখুৰীত হে ঠাই পায়। তুমিও মৰি তেনেকুৱা আশ্ৰয় পাবলৈকে লোভ কৰিছা বুলি পতিয়াব নোৱাৰোঁ। এতেকে, এনেটো গৰ্হিত কাম তুমি কৰিব খুজিছা যদি নকৰিবা।

তোমাৰ ভাত-কাপোৰৰ নিমিত্তে অসমীয়াই পইচা নিদি তোমাক দুখ দিয়াটো মোৰ কাণত পৰিছে আৰু সেই বাতৰিত মোৰ বুঢ়া মন ব্যথিতও হৈছে। কিন্তু, সেইটো বেজাইত যে তুমি একেবাৰেই মৰি যাব খুজিছা, এইটো কথা ভাল নহয়। বৰং কোনোবা নমৰিলে নহয় যদি হাতৰ আঙুলিৰ মাজেদি পানী নসৰকা অসমীয়াখন মৰক, তুমি মৰিবা কিয়। তুমি মুখ ফুটাই সেই আষাৰ কথা সিহঁতক কব নোৱাৰা যদি বৰবৰুৱায়ে তোমাৰ সলনি সিহঁতক মৰি জাহ যাবলৈ কবলৈ আগবাঢ়িছে; অৱশ্যে তেওঁৰ বাইক ৰাখি মৰা বা নমৰাৰ প্ৰত্যবায় সিহঁতৰ গাত। সেই দেখি কৈছোঁ, তুমি নমৰিবা, দহোকুৰি নমৰিবা, মোৰে শপত নমৰিবা, মহাপাপ নকৰিবা, কোনো কালে কস্মিকালে কদাপিও এনে জগৰৰ কাম কৰি চন্দ্ৰ-দিবাকৰ থাকে মানে তুমি অখ্যাতি নেৰাখিবা। সেই "শাকত নাখায় লোণ, পিটিকাত যায় তিনি গুণ" বোৰে তোমাক পইচা নিদিয়ে নাই, তুমি মাগি-খুজি খায়ো জীয়াই থাকিবা, নমৰিবা। মৰিম মৰিমকৈ তুমি যমক লাই নিদিবা। জীয়াই থকাৰ সমান গুণ নাই, বৰবৰুৱাই এইটো কথা বঢ়িয়াকৈ বুজিছে; নতুবা তেওঁ এবাৰ মৰিও আকৌ উভটি নাহিলহেঁতেন, নিজীলেহেঁতেন। কোনোমতে ছালে-বাৰে লাগি থাকিও জীয়াই থাকিবলৈ চেষ্টা কৰিবা। জীয়াই থাকিলে বুপা-ককাৰ নাম মৰিলে ভৰা নাও বুৰিল জানিবা, সকলো মাটি সকলো ভ্ৰষ্ট। তুমি বুঢ়ী হৈ অকৰ্ম্মন্য হলে, অৱশ্যে পৰমেশ্বৰ বস্তুৱে তোমাক মাৰি নিবই নিব। তেতিয়া তুমি মাটি কামুৰি ধৰি থাকিলেও সাৰিব নোৱাৰা। কিন্তু, সেই বুলি যে তুমি এই কেচা বয়সতে আপোনহাতে আপোনাক মাৰি আপোনাৰ মহামাৰী আপুনি চিন্তিবা এনে কথা কেতিয়াও হব নোৱাৰে, আৰু মই হবলৈ নিদিওঁ। মোৰ হাক নুশুনিলে অবাধ্য হলে মই কবলৈ বাধ্য হম যে, মই তোমাৰ সৰহ গোলমাল উৎপাত উপদ্ৰব সহ্য নকৰোঁ, চৰ্কাৰৰ ঘৰৰপৰা তৎক্ষণাৎ তোমাৰ "মচুলুকা" লোৱাম, নিশ্চয় জানিবা।

বাৰু, তোমালোকৰ নিচিনা কণ কণ ছোৱালীবিলাকৰ ভিতৰত আজিকালি আফিং খাই নাইবা টেঁটুত খোৰোচা গাথি লগাই আত্মহত্যা কৰাটো দস্তুৰ কৰপৰা সোমাইছে, মোক কব পাৰা নে? অৱশ্যে বঙ্গদেশত হে এই দস্তুৰটো বা ৰোগটোৰ প্ৰচলন সৰহ দেখা যায়। বঙ্গালী ভাই-ভনীহঁতৰ অনেক অদ্ভুত কামৰ ভিতৰত এই এটা অদ্ভুত কাম। কিন্তু অসমীয়া "আপী" তুমি, তোমাৰ নো আকৌ অদ্ভুত বঙ্গালী নাচোন দেখি গা উঠিল কিয়? কিবা বোলেনে "দেখাক দেখি উঠিল গা, এদাই বোলে মোকো খা।" তোমাৰ তেনেকুৱাই হৈছে দেখিছোঁ। বোবাৰীয়েকে গা ধোৱাত পলম হোৱা বাবে বঙ্গালী শাহুৱেকে বোবাৰীয়েকক কদৰ্থনা কৰিলে, বোৱাৰীয়েকে ৰোহ পাতি

নিজৰ সোণসেৰীয়া শৰীৰটো ঘৰৰ ছালৰ চটিত আৰি লৈ ভৱলীলাৰ ভাওনাখন ভাঙ্গি থলে। শাহুৱেকে বোৱাৰীয়েকক এবাৰ বাপেকৰ ঘৰলৈ যাবলৈ নিদিলে; গুণৱতী বোৱাৰীয়েকে খঙ্গত এন্ধাৰ দেখি তেতিয়াই এমহা এটাৰ কানি কিনাই অনাই খাই শাহুৱেকক এপোটোকা দিলোঁ বুলি ভাবি এই সুন্দৰ সংসাৰৰপৰা চিৰকাললৈ বিদায় ললে। দুৰ্গা পূজাৰ সময়ত ঘৈণীয়েকে আশা কৰি থাকিও গিৰিয়েকৰপৰা সোণৰ চন্দ্ৰহাৰ এধাৰ নেপালে ; আৰু কি চন্দ্ৰহাৰত নিৰাশ হোৱা চন্দ্ৰমুখী থিৰ থাকিব পাৰে? তেওঁ তেতিয়াই তেওঁৰ চন্দ্ৰমুখত ছাই সানি আত্মহত্যা ৰূপী ৰাহুৰ হাতত নিজক সমৰ্পণ কৰি দিলে। ননন্দেকে বৌৱেকক কিবা কথাত পেংলাই কৰিলে, বৌৱেকে ততালিকে বাৰীৰ পাচফালৰ পাট নাদত ধুপুৰ কৰে পৰি শৰীল পেলাই ননন্দেকক এশিকনি দিলে। গিৰিয়েকে ডেকেৰী ঘৈণীয়েকক এদিন শনিবাৰে থিয়েটৰলৈ লৈ নগল ; ৰাতি গিৰীয়েক থিয়েটৰৰপৰা উভটি আহি ঘৈণীয়েকৰ মৰা শৰটো হে শোৱাপাটিত শুই থকা পালে। এনেবিলাক, এনেবিলাক।

এই দেখি কৈছোঁ, তুমি অসমীয়া মানুহ অসমীয়া হৈয়ে থাকা, বিদেশৰ নকলনবিচ হবৰ তোমাৰ সকাম নাই। অসমীয়া অজাতৰীয়াই তোমাক তোমাৰ প্ৰাপ্যফেৰা নিদিয়ে নাই, সেইবাবে তুমি বিহ খাই মৰি যাব নেলাগে আইটি হে। অসমীয়া চিৰকাল পৰৰ ওপৰত ধোৱা, ভটীয়া পানীত যোৱা। এনে গতিয়ে অসমীয়া যিমান দিন চলিব সিমান দিন সিহঁতৰ অৱস্থা কাউৰী কুকুৰে নোখোৱা হৈয়েই থাকিব তাত তুমি সন্দেহ নকৰিবা। সিহঁতে পইচা দি বিদেশী কাকত পঢ়ে, কিন্তু অসমীয়া কাকতৰ বেলিকা সিহঁতৰ খুলশালীয়েকহঁতৰ মূৰ কেইটা খোৱা যেন শোক পায়। সিহঁতৰ অনেকে হেনো অসমীয়া কাকত দেখিলে নাক কোচায় আৰু পেংলায় কৰে। অসমীয়া কাকতৰ একুৰি-এটা দায় তেতিয়া সিহঁতৰ চকুত পৰে আৰু সিহঁতে কয় তাৰ লেখা ভাল নহয়, ছপা ভাল নহয়, ওলোৱা সময়ৰ ঠিক নাই, এনেবিলাক এনেবিলাক। কিন্তু, অসমীয়াই এবাৰো ভাবি নেচায় যে, এইবোৰ দোষৰ বাবে কোন জগৰীয়া। সিহঁত নহয় নে? বোলোঁ বৰ পণ্ডিত হঁত। লিখা যাতে ভাল হয় তাৰ চেষ্টা নকৰ কিয়? ভীমটোকাহঁত। তহঁতে ভাল প্ৰবন্ধ নেলেখ কিয়? অসমীয়াৰ কাকতৰ সম্পাদকে তহঁতক তেওঁৰ কাকতত নেলেখিবলৈ মূৰে শপতাইছে নে কি? কাকতৰ সামান্য বেচ ফেৰাকে নিদিয়, ইফালে কাকতৰ ছপা ভাল হব লাগে, লিখা ভাল হব লাগে, কাকতে কিংখাপৰ মেখেলা আৰু গাজৰ ৰিহা পিন্ধি ওলাব লাগে। সম্পাদকৰ ঘৰত সোণ-ৰূপৰ গছ এজোপা আছে নে কি যে, তেওঁ সেই গছ জোপা জোকাৰি ধন বুটলি আনি তাকে ভাঙ্গি ৰমক জমক কৰি কাকত চলাব। তেওঁ সম্পাদকৰ বাবটো ললে বুলি কিবা মহাপাপ কৰিলে নে কি। আমাৰ "পেইড পোষ্টৰ" গ্ৰাহক পোহঁতৰ মুখখনি হে আছে, আন একো বিচাৰি পাবলৈ নাই জানিবা। বাপু হে, কাকত ভাল কৰিবৰ হলে কাকতক পইচা দি আৰু আন অনেক প্ৰকাৰে সহায় কৰিব লাগে; দূৰৰ পৰা মিছাকৈ ইতিকিং কৰি চাপৰি বজালে নহয়। কাকতৰ বেচ ১২ মাহত দুটকা ৰূপ, মাহে এঘাৰ পইচাকৈয়ো নপৰে, তাৰ ঠেলাকে অসমীয়া "পেট্ৰিয়টে" সহিব নোৱাৰে; ইফালে এটা সুকীয়া জাতি হবলৈ ওলায়! মাৰিব নোৱাৰা বৰ কাৰৈ। তেখেতে বঙ্গালীক নকল কৰি শান্তিপুৰীৰা শেল দিয়া চুৰীয়া চেলেং কিনি আনি পিন্ধিব পাৰে, বাহী হলে ভোবোলা ছাগলীৰ দৰে গোন্ধোৱা গোলাপী নাৰিকলৰ তেলকে আদি কৰি এশ-এটা বাবুগিৰিৰ বস্তুৰ ধন ভাঙ্গিব পাৰে, কিন্তু অসমীয়া কাকতৰ বেলিকা টকাটো শিকিটো ভাঙ্গিবৰ হলে তেখেতৰ ভাবনাত তালু টপা হয়! আমাৰ বান্ধহঁতে কুটা এগছকে নিছিঙ্গি মুখেৰেই দেশ উদ্ধাৰ কৰে আৰু "পেট্ৰিয়ট" হয়। শুন অসমীয়া তহঁতক কওঁ! — মানুহৰ শাৰীলৈ আহিব খুজিছ যদি স্বাৰ্থত্যাগ কৰিবলৈ শিক, নতুবা ৰসাতললৈ যা। স্বাৰ্থত্যাগ মানে নেজান যদি শ্ৰীযুত বৰবৰুৱালৈ সুধি পঠিয়াবি, তেওঁ অনুগ্ৰহ কৰি তাৰ মানে তহঁতক কৈ দিব।

আইদেও উষা! তোমাকো কওঁ, — অসমীয়া অসাঠন অভাজনখনৰ ওপৰত অলপতে খং কৰি ডিঙ্গিত কলহ বান্ধি তোমাৰ মৰিবলৈ ওলোৱাটো ভাল কথা নহয়। ইমান আদৰুৱা হব লাগিলে এই ভূভাৰতলৈ তোমাৰ অহাই উচিত নাছিল। তুমি অলপ খুটি আচোৰ-পিচোৰ কৰি খাবলৈ শিকিব লাগিব, একেবাৰেই ধোদৰ পচলা হৈ থাকিলে নচলিব। মুঠতে নিদিওঁ বোলাটোৰ হাতৰপৰাও তুমি পইচা সৰকাব পৰা হব লাগিব, নতুবা সেই জয়ধ্বজ ৰজাৰ দিনৰ অভ্যাসটোতে খামোচ মাৰি ধৰি ঠেহ পাতি থাকিলে চলাটো টান।

"মৰেল" অৰ্থাৎ নীতি।— বৰ্ত্তমান অৱস্থাৰ মতে নিজক গঢ়ি এই সংসাৰত যি চলিব নোৱাৰে, সি পৰাপক্ষত নুপজিব; নোৱাৰা পক্ষত উপজিলেও উপজিয়েই মৰিব; কিন্তু কেতিয়াও লোকৰ ওপৰত দায় দি নমৰিব; কাৰণ, তেনে মৰণত অখ্যাতি হে আছে; আৰু সেইদৰে মৰাতকৈ খুদ কণটো খুজি মাগি আনি খাই জীয়াই থকাই ভাল, কিয়নো, জীয়াই থাকিলে বোপাইৰ নাম।

এই প্ৰৱন্ধটোৰ খৰাহিটো বৈ তাত ওপৰত কোৱা নীতি শিকনিৰ বাওটো বান্ধি শেহ কৰিছোঁ, এনেতে মোৰ হৰিভকতে তাক পঢ়ি চাই কলে, "বৰবৰুৱা ডাঙ্গৰীয়া হৰিভকত! আপোনাৰ অলপ ভুল হৈছে। উষাইতো আত্মহত্যা কৰিব খোজা নাই; গ্ৰাহকবিলাকে বৰঙ্গনি ফেৰা নিদি হে উষাক বধ কৰিবলৈ কাৰবাৰ কৰিছে।"

কথাষাৰ শুনি মই মোৰ ভুল সৈ নাকাঢ়ি ততালিকে উত্তৰ কৰিলোঁ; "নহয় জানিবা তুমি কোৱাটোৱেই; তথাপি কিবা বোলে নে উষাই দিনৌ কি মৰোঁ মৰোঁকৈ আমাক ভয় দেখুৱাই থাকে হে। মইতো কওঁ, কোনোবা মৰিব খুজিছে যদি মোৰ আগতে মৰক, মই তাৰ দহা-কাজৰ দিহা-পোহা কৰি সদগতি কৰোঁ; আৰু নমৰে যদি জীয়াই থাকক, কেপ কেপাই নেথাকিব। এই ভূভাৰতত কত জীয়াই আছে কত মৰিছে, তালৈকে ইমানকৈ গপাই থাকিব লাগিছে কেলৈ।"

এই বুলি ভাবুকি দি হৰিভকতৰ মুখখন মাৰি প্ৰৱন্ধটো উষাৰ সম্পাদকলৈ পঠিয়াই দিলোঁ। এই ভাবুকি দিবৰ মানে হৈছে যে, যদি সঁচাকৈ হে উষাই আত্মহত্যা কৰিব খোজা নাই, তেন্তে মোৰ ইমান বকলা কথা খেও নেখালে। সকলোৱে জানে বৰবৰুৱাৰ কথা অব্যৰ্থ আৰু এবাৰ ওলালে সি নোসোমায়। তেওঁৰ কথা "হাতীকা দাঁত, মৰদকা বত।" কাকতৰ টোপোলাৰপৰা কোনো প্ৰৱন্ধ এবাৰ ওলালে আকৌ সেই টোপোলাত যে সি নোসোমায়, তেখেলৈ সেই প্ৰৱন্ধ বা সেই পাত শৰ লক্ষ্যত লাগক বা নেলাগক, এই কথা ভুবনবিদিত।

**—শ্ৰীকৃপাবৰ বৰবৰুৱা।**

# সমালোচনা।

ফুলৰ চাকি।— শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ৰচিত। পকা বন্ধা, বেচ খনে।।০ আধলি। কিতাপ চাই বেচ নিয়মীয়া হৈছে। ছপাও ভাল। কিন্তু, বিস্তৰ বৰ্ণাশুদ্ধি দোষ ৰল। সেইটি গ্ৰন্থকাৰৰ দোষ নহয়, বিদেশত ছপোৱাৰ হে গুণ। "ফুলৰ চাকি"ৰ ৰচোঁতাৰ আৰু ৰচনাৰ চিনাকি ৰাইজে বহুদিনৰেপৰা পাইছে। কিতাপখনৰ সৰহভাগ আগেয়ে "আসাম বন্ধু" আৰু "জোনাকী"ত ওলাইছিল, তাৰ লগতে এতিয়া কিছুমান অপ্ৰকাশিত কবিতা লগ লাগিল। কবিতাবিলাক লিখাৰ সময় অনুক্ৰমে কিতাপত সজোৱা হৈছে, আৰু তাৰপৰা কবিৰ বয়সৰ লগে লগে কবিতাৰ ভাবৰ ক্ৰমোন্নতি লক্ষ্য কৰিবলৈ সুচল হৈছে। প্ৰায়বিলাক কবিতাৰে ৰচনা শুৱলা বুলিব লাগে, আৰু গোটাচেৰেকৰ ভাব বৰ গধুৰ হৈছে। প্ৰেম ভাবৰ কবিতা কেইটাত লালিত্যৰ সোৱাদ বেছিকৈ ওলাইছে। "প্ৰিয়তমাৰ চিঠি" শীৰ্ষক কবিতাটি অসমীয়া ভাষাত প্ৰথম চনেটৰ আৰ্হি, আৰু ইয়াৰ ভাব এনে শুৱলা যে, কবিতাটিৰ ভালেমান বগৰীজেঙ্গীয়া খহটা শব্দটো সি পদুমৰ পাহী যেন মিহি কৰি তুলিছে। "এপাহী পদুম" "কাকুতি" "ধৰা-পৰা" এইবিলাক কবিতাই কবিৰ কোমল ভাব ভালকৈ ফুটাইছে। মোটৰ ওপৰত কিতাপখন ভাল হৈছে। শ্ৰীযুত গোসাঁইদেৱে তেওঁৰ সিচঁৰিত হৈ থকা কবিতাবিলাক একেঠাই কৰি প্ৰকাশ কৰাত আমি বৰ ৰং পাইছোঁ। আশা কৰোঁ, ৰাইজৰ পৰা উৎসাহ পাই তেখেতে আৰু আন কিতাপেৰে অসমীয়া ভাষাক চহকী কৰিবলৈ আগবঢ়া সোনকালে দেখিবলৈ পামহঁক।

## সম্পাদকৰ শৰাই।

## আমাৰ খেতি।

আমাৰ দেশৰ সৰহ ভাগ মানুহেই খেতিয়ক, কিন্তু দেশী মানুহৰ খেতিৰে দেশখন পোহ যাব পৰা নাই। নগৰীয়াবিলাকে যে বিদেশী আমদানিৰ ওপৰত সম্পূৰ্ণে নিৰ্ভৰ কৰেই, গাৱঁলীয়াবিলাকেও তাঁলৈ হাত নেপাতিলে নোৱোৰাত পৰিছে। আমাৰ দেশত মাটিৰ অভাৱ নাই, আৰু আমাৰ মাটি বৰ সাৰুৱা। তথাপি, আমাৰ দেশৰ খেতিৰে আমাৰ মানুহ প্ৰৱৰ্ত্তিব নোৱাৰে কিয় ? ইয়াৰ উত্তৰত প্ৰায় সকলোৰে মুখে শুনা যায় যে, আমাৰ খেতিয়কবিলাক এলেহুৱা আৰু সিহঁতে পৰিশ্ৰম কৰিব নোৱাৰে। আজিকালি ৰজাঘৰীয়া মানুহেও এই কথা কোৱা হৈছে। কিন্তু, আমাৰ মনেৰে সিবিলাকৰ সেই ধাৰণা ভ্ৰমমূলক। অসমীয়া মানুহ এলেহুৱা বুলি নামত যিমানকৈ ওলাইছে, স্বৰূপত সিমান নহয়; আৰু সিবিলাকে যথেষ্ট পৰিশ্ৰমো কৰে। অসমীয়া খেতিয়কক পথাৰত যি দেখিছে, সি এই কথা অৱশ্যে বিশ্বাস কৰিব।

* * *

আমাৰ খেতিয়ক পৰিশ্ৰমী, কিন্তু সিবিলাকে খেতিৰ ভাল নিয়ম-প্ৰণালী নেজানে। সেই কাৰণে, আন উন্নত দেশৰ খেতিয়কে অলপ আয়াসতে লাভ কৰা ফল আমাৰ খেতিয়কে বহু পৰিশ্ৰম কৰিও আৰ্জ্জিব নোৱাৰে। গতিকে, বিদেশী উৎপন্নৰ সমান দৰত আমাৰ দেশী উৎপন্ন দিব পৰা নেযায়, দিলে খেতিয়কৰ মুলত হাত পৰেগৈ। ইফালে সস্তা বিচৰা দেশী বা বিদেশী গ্ৰাহকে বিদেশী আমদানি বঢ়োৱাত কাৰ্য্যতঃ সহায় কৰে, আৰু আমাৰ খেতিয়ক ক্ৰমাৎ দুৰ্ব্বল হৈ যায়। এতেকে, আমাৰ খেতিৰ উন্নতি কৰিবলৈ হলে, আমাৰ শিক্ষিত সমাজে অশিক্ষিত খেতিয়কক খেতিৰ নিয়ম-প্ৰণালী শিকাবলৈ একান্ত মনেৰে যত্ন কৰিব লগা হৈছে; শিক্ষিত মানুহৰ ভিতৰত নানা ঠাইত সভা-সমিতি পাতি খেতিৰ উন্নতিৰ বিষয়ে আলোচনা কৰাৰ দৰকাৰ পৰিছে। যিবিলাক ভাল নিয়ম-প্ৰণালীৰ বলত বিদেশী খেতিয়কবিলাকে অলপ পৰিশ্ৰমত বেচিকৈ উৎপন্ন কৰিব পাৰিছে, সেইবিলাক নিয়ম-কাৰণ শিক্ষিতবিলাকে শিকি অশিক্ষিত খেতিয়কবিলাকক শিকাবলৈ লাগি যাব লাগে। এনেবিলাক কামৰ নিমিত্তে অলপ স্বাৰ্থ এৰি নিদিলে সি সিদ্ধি নহয়। আৰু, ইমানতে মুখৰ কথাৰ অন্ত পেলাই আমাৰ শিক্ষিত সমাজ হাতে-কামে লগা হলে নহয়।

* * *

পোন-প্ৰথমতে, আমাৰ দেশৰ চলিত খেতিৰ উন্নতিলৈ চাব লাগে। তাৰ ভিতৰত ধান, মাহ, সৰিয়হ, কুঁহিয়াৰ, এৰি, মুগা, পাট এইবিলাকেই প্ৰধান। এইবিলাক খেতিত অসমীয়া খেতিয়কে এতিয়াও পূৰ্ব্বৰত ধৰিয়েই আছে। কিন্তু, সেই ধৰাৰ প্ৰণালীত অতীজৰেপৰা একো লৰচৰ নাই; গতিকে খেতিৰ উৎপন্নও আগৰ দৰেই আছে, আৰু খেতিয়কৰ পৰিশ্ৰমৰ জোখাই সি বাঢ়িব পৰা নাই। এতিয়া পৰিশ্ৰমৰ জোখাই আমাৰ খেতিয়কে উৎপন্ন চপাবলৈ নেপায় কিয়, তাৰ কাৰণবিলাক বিচাৰি চাই তাক সংশোধন কৰিব লাগে। ধান, মাহ, সৰিয়হ, কুঁহিয়াৰ এই কেইটা খেতিৰ প্ৰধান দোষ ৰৈছে খেতিৰ সঁজুলিত, মাটি চাহ কৰাৰ প্ৰণালীত, শস্যৰ ওপৰত বনৰীয়া জন্তুৰ অত্যাচাৰত আৰু আন পানীৰপৰা ৰক্ষা পৰিবলৈ ভাল মঠাউৰিৰ অভাৱত। এইবিলাক খেতিৰ বিঘিনি বুলিলেও হানি নাই। এতেকে, এনে বিঘিনি গুচাবলৈ এতিয়া আমাৰ শিক্ষিত মানুহে চেষ্টা কৰিব লাগে। এৰি, মুগা, পাট ইত্যাদিৰ খেতিৰো পলু পোহাৰ নিয়মত কেনা লগা আৰু তাক পালিবলৈ পাত-গছৰ অভাৱ দেখা যায়। এইবিষয়ে খেতিয়কে শিক্ষিত সমাজৰপৰা সততে উপদেশ পোৱাৰ আৱশ্যক।

* * *

তাৰ পিচত, এতিয়া লোপ পাবলৈ ধৰা আমাৰ আগৰ লাভজনক ভাল খেতিবিলাকৰ পুনৰ উন্নতি কৰিবলৈ চাব লাগে। ইয়াৰ ভিতৰত মৰাপাট, কপাহ, মেজাঙ্কৰি এইবিলাকেই ঘাই। মৰাপাটৰ খেতিটো এতিয়া ঠায়ে ঠায়ে বিদেশী মানুহে

হাতত লৈছে; কিন্তু আমাৰ দেশী মানুহে ইয়াৰ মোল এতিয়াও বুজা নাই। বঙ্গদেশত মৰাপাটৰ খেতিৰে অসংখ্য মানুহ ধনী হৈছে। কিন্তু, বঙ্গদেশত মাটিৰ অভাৱ; আমাৰ দেশৰ দৰে তাত এই খেতিৰ নিমিত্তে গৰাবাদ মাটি পাবলৈ টান। এতেকে, আমাৰ দেশত এই খেতি ভালকৈ কৰিলে, আমাৰ মানুহৰ অৱস্থা সোনকালে বহুত ভাল হব। কপাহ খেতি আসামৰ এটা পুৰণিকলীয়া খেতি। পূৰ্ব্বে আমাৰ দেশত এই খেতি বহুত পৰিমাণে আছিল। পিচে, বজাৰত সস্তাকৈ বিলাতী সূতা কিনিবলৈ পাই আমাৰ শিপিনীবিলাকে তাক আদৰ কৰাত, কপাহ খেতিলৈ খেতিয়কবিলাকৰ যত্ন পৰি আহিল। এতিয়া সি লোপ পোৱাৰ নিচিনা হৈছে। এই খেতিৰেও অসমীয়া প্ৰজা অতি সোনকালে ধনী হব পাৰে। গতিকে, কপাহৰ খেতিটো পুনঃ প্ৰৱৰ্ত্তাবলৈ শিক্ষিত সমাজৰ বিশেষ চেষ্টা হব লাগে। অসমীয়া ৰেচম বুলিবলৈ যদিও মুগা আৰু এৰিৰ খেতিয়ে অলপ বল দি আছে, তথাপি অসমীয়া অতি উৎকৃষ্ট ৰেচম পাট আৰু মেজাঙ্কৰিৰ ক্ৰমাৎ বল মৰি আহিছে। মেজাঙ্কৰি যে একেবাৰে লোপ পোৱাৰ নিচিনা হৈছে। এনে এটা সুন্দৰ আৰু সভ্য জাতিয়ে আদৰ কৰা বস্তু লোপ পোৱাটো আমাৰ জাতীয় দুৰ্ভাগ্যৰ কথা। এতেকে, এৰি আৰু মুগাৰ লগে লগে যাতে আমাৰ ইদুটা ৰেচম খেতিৰো উন্নতি হয় তাৰ নিমিত্তে আমাৰ শিক্ষিত সমাজে অহোপুৰুষাৰ্থ কৰা উচিত। এইদৰে, এটা-এটাকৈ আমাৰ নিজৰ খেতিবিলাকৰ উন্নতি কৰি লব পাৰিলে, আমাৰ দেশত নোহোৱা নতুন খেতিৰো লাহে লাহে প্ৰচলন আৰু তাৰ উৎপন্ন বঢ়াই ধনী হবলৈ আমাৰ ৰায়তে বাট মুকলি পাব। বৰ্ত্তমান আসামত যিমান সভা-সমিতি আছে, সকলোৱে আমাৰ খেতি বিষয়ৰ আলোচনা আগ কৰি লোৱা উচিত।

# সঙ্গীত।

(৭ম সংখ্যাৰ পাচৰপৰা)

বেহেলাৰ ১ম টাৰক তাৰা গ্ৰামৰ ঋ, ২য় চাৰক মুদাৰা গ্ৰামৰ প, ৩য় টাৰক মুদাৰাৰ সা, আৰু ৪ৰ্থ টাৰক উদাৰাৰ ম' সুৰত বান্ধিব লৈ সম্প্ৰতি বেহেলা শিকা আৰম্ভ কৰিবা। পিচ পাইপৰ সুৰ কিন্তু ইয়াতকৈ বেলেগ। তাত প, ঋ, ধ, গ' এইকেইটা সুৰ হে থাকে। পিচপাইপৰ লগত সুৰ বান্ধিব লাগিলে তেনেকৈয়ে বান্ধিবা। আচল কথা, যি ওজনতে বেহেলা বন্ধা হওক সুৰটো ঠিক হলেই হল। বজাৰৰ সময়ত আমি ১ম টাৰক ঋ, ২য় টাৰক, প, ৩য় টাৰক সা আৰু ৪ৰ্থ টাৰক ম, এনে ভাবিয়েই বজাম।

যন্ত্ৰ ধৰা আৰু বজোৱাৰ নিয়ম ঃ— বেহেলাখন হাতত লৈয়েই আগেয়ে ব্ৰিজ খন পৰীক্ষা কৰিবা। ব্ৰিজখন পোনে-পোনে থিয় হৈ থাকিব। পিচৰ ফালে অলপ হালি থকা বেয়া নহয়, কিন্তু সমুখৰ ফালে হালি থাকিব নেলাগে।

বাওঁহাতৰ বুঢ়া আঙ্গুলিৰ ১ম পাব তৰ্জ্জনীৰ গুৰিৰে বেহেলাটোৰ ডিঙ্গিত ধৰিবা। এই দুটা আঙ্গুলিৰ মাজখিনিত বেহেলাৰ ডিঙ্গিত তলত ইমান খিনি সুৰুঙ্গা থাকিব যেন তাৰ ভিতৰে দি এটা আঙ্গুলি সোমাব পাৰে। হাতৰ কজ্জা বেহেলাৰপৰা দূৰৈ হৈ হাতৰ তলুৱাখন ঘূৰাই ফিঙ্গাৰ। বোৰ্ডৰ একেবাৰে গুৰিলৈ এনেকৈ আনিবা যাতে আঙ্গুলিবিলাক সহজে টাৰৰ ওপৰত পৰিব পাৰে।

টেইল-পিচৰ নিচেই ওচৰত বাওঁফালে বেহেলাৰ তলপেটৰ কাষৰখিনি থুতৰি আৰু ডিঙ্গিৰ গুৰিৰ হাৰ (Collar bone) খনৰে চেপা দি ধৰিব লাগে। এনে টানকৈ ধৰিবা, যেন হাত এৰি দিলেও বেহেলাৰখন পৰি নেযায়। কিন্তু সাৱধান হবা, যাতে বেহেলাৰ পেটত কোনো ৰকম হেঁচা নপৰে। বজাবৰ সময়ত বেহেলাখন তুলাচালনিৰ কাঠি ডালৰ দৰে সমান (Horizontal) হৈ থাকিব; আৰু বাদকৰ সমুখৰ ফাল লক্ষ্য কৰিব। বাওঁ হাতখন তেনেই আলগ হৈ থাকিব। তাক দুৰ্ব্বল ভাবে কেৱল বেহেলাখন ধৰি থাকোঁতেই ব্যস্ত থাকিব নিদিবা।

জোৰডালৰ ফাণবিলাক ঢিলা হৈ থাকিলে বজাবৰ সময়ত স্ক্ৰুপটো পকাই টান কৰি লবা। বৰ বেচি টান কৰাও ভাল নহয়। জোৰৰ কাঠি তাল স্বভাৱতে পিচৰ ফালে বেঁকা হৈ থাকে সেই বেঁকাটো গুচাকৈ টান কৰিব নেলাগে। ভাল জোৰবিলাকত কাঠিৰপৰা ফাণ ৮ ইঞ্চিৰ ব্যৱধান হলেই যথেষ্ট টান কৰা হয়। জোৰডালৰ যি ঠাইত অলপ সূতা বা কাপোৰ

মেৰিউৱা থাকে সেই ঠাইতে সোওঁহাতৰ বৃদ্ধা, মধ্যমা আৰু অনামিকাৰ সাহায্যে জোৰডাল ধৰিব লাগে। এনেকৈ ধৰিলে জোৰৰ আগৰ ফাল বৰ ভাৰি যেন লাগিব; তেতিয়া তৰ্জ্জনীৰে চেপা দি জোৰডাল ঠিককৈ ৰাখিব লাগে। জোৰৰ কাঠিডাল কনিষ্টাৰ মূৰ, অনামিকা আৰু বৃদ্ধাৰ প্ৰথম পাব, মধ্যমাৰ প্ৰথম আৰু দ্বিতীয় পাবৰ গাথিত আৰু তৰ্জ্জনীৰ দ্বিতীয় পাবত লাগি থাকিব। আঙ্গুলি বিলাক যাতে আকৃষ্ট হৈ নেথাকে, তাৰ নিমিত্তে বিশেষ সাৱধান হবা। ব্ৰিজৰ পৰা আন্দাজ ডেৰ ইঞ্চি দূৰৈত জোৰ ডাল ঘঁহাৰ ঠাই। জোৰ ডালৰ কাঠি ডাল সমুখৰ ফালে খুব হলাই কাণৰ এক কাষৰে দি অতি মোলায়েম কৰি ঘঁহনিটো দিব লাগে। জোৰ ডাল সদায় ব্ৰিজৰ সমান্তৰাল (parallel) হৈ থাকিব, অলপো টেঁৰা-বেঁকা হোৱা ভাল নহয়। জোৰডাল যেতিয়া যি পোনে যায়, হাতৰ কজাত ক্ৰমে তাৰ উল্টা পিনে বেঁকা কৰিব লাগে, নহলে জোৰডাল তেতিয়া বেঁকা হৈ যাব। মনে কৰা, তল মুখে জোৰডাল টানিব লাগে আৰু জোৰৰ একেবাৰে গুৰিৰপৰা টান আৰম্ভ হৈছে; এই মুহূৰ্ত্তত কজাৰ পিঠি ওখ হৈ থাকিব আৰু কজাৰ সমুখৰ ফাল যি পিনে মানুহে নাড়ী চায় সেই ফালে খাল হৈ যাব। কজাৰ বেঁকা তাৰো তিমানেই কমি গৈ মজামাজি এঠাইত কজাখন ঠিক পোন হব। জোৰডাল আৰু তলৰ পিনে গলে কজা আকৌ বিপৰীত ফালে বেঁকা হবলৈ আৰম্ভ হব আৰু শেষলৈকে এই বিপৰীত বেঁকা ভাব ক্ৰমে বাঢ়িব।

বেহেলা থিয় হৈ বজোৱাই ভাল। আৰ্চী এখন আগত লৈ সাধনা কৰিলে আৰু ভাল হয়। কিয়নো, তেনেহলে বেহেলা আৰু জোৰ ধৰা ঠিক হল নে নাই বুজিব পাৰ। আৰু মুদ্ৰাদোৰ জন্মিবৰো কোনো আশঙ্কা নেথাকে।

বেহেলাৰ সুৰ সদাই বন্ধা থাকিব লাগে। বজোৱা শেষ হলেও টাৰবিলাক ঢিলা কৰি নেৰাখিবা। ইয়াৰ দ্বাৰাই টাৰৰ অলপ অপকাৰ হব পাৰে, কিন্তু যন্ত্ৰৰ সুৰটো ভালে থাকে।

বেহেলা শিকাৰ নিমিত্তে নিতৌ দুঘন্টাকৈ সময় দিব পাৰিলে ভাল। একেবাৰে বেচি সময় বজাই থকাতকৈ অলপ অলপ কৰি কেইবাবাৰো বজালে বেচি উপকাৰ হয়। একেবাৰে দুই-তিনি ঘণ্টা সময় ইয়াত খটাবলৈ সকলোৰে সুবিধাও হৈ নুঠে; কিন্তু হেজাৰ কাম থাকিলেও ৫ মিনিট সময় দিনৰ ভিতৰত কেইবাবাৰো পোৱা যায়। সেই ৫ মিনিট বেহেলাৰ নিমিত্তে দিলেই যথেষ্ট উপকাৰ হব।

যিমান পৰ বজাবলৈ ভাল লাগে তিমান পৰ হে বজাবা। শৰীৰ আৰু মনৰ অৱস্থা ভাল নেথাকিলে বজোৱা, বা এনেয়ে খেলি-মেলিকৈ বজোৱাৰ একো ফল নাই। বাজনা শেষ হলে জোৰডাল ঢিলা কৰি থবা। কিন্তু ইমান ঢিলা নকৰিবা, যাতে জোৰডালৰ ফাণবিলাক আউল-বাউল হৈ পৰে। থোৱাৰ আগেয়ে জোৰৰ ফাণত অলপ ৰজন ঘঁহি থবা। বজোৱাৰ সময়ত ৰজন ঘঁহাতকৈ আগেয়ে ঘঁহি থলে বেচি ভালকৈ বাজে। ৰজন টান হোৱা ভাল নহয়; কোমল হোৱা ভাল। বেহেলাৰ বেলেগ specially made for violin ৰজন বজাৰত পোৱা যায়। ৰজন ডোখৰক ফাণৰ ওপৰত নঘঁহি ফাণক ৰজনৰ ওপৰত ঘঁহিব লাগে। বাওঁহাতে ৰজনখিনি টানকৈ নলৰাকৈ ধৰি ইপিনে সোওঁহাতে জোৰৰ গুৰিত ধৰি ৰজনৰ ওপৰত দীঘল ঘঁহনি দিবা। ঘঁহনি আগৰপৰা গুৰিলৈকে দিব লাগে। মাজত ঘঁহি এৰিলে ফাণৰ আগৰ পৰা ভৰিলৈ সমান ভাবে ৰজন নেলাগিব।

জোৰডাল ধৰাৰ নিয়ম ঃ— প্ৰথমে আন পিনে নেচাই যাতে জোৰ ডাল ঠিক ঠাইত ব্ৰিজৰ সহিতে পোন (parallel) হৈ স্থিৰ ভাবে চলে, সেই বিষয়ে চকু ৰাখিবা। জোৰডাল টানকৈ ধৰাই ভাল, কিন্তু ঘঁহনিটো মোলায়েম ভাবে হব লাগে। জোৰডাল ঠিক চলে নে নচলে যেনেকৈ দেখিবা, সুৰটোও যাতে কম্পন নোহোৱা হয়, অৰ্থাৎ বজাওঁতে জোৰডালৰ বেগ এবাৰ বেচি এবাৰ কম নহয়, সি পিনেও তেনে যত্ন কৰিবা। ফাণৰ এটা কাষ মুঠে টাৰত চুব। ফাণবিলাক ফিটাৰ দৰে সজোৱা থাকে। মনে কৰা, এই ফিটাৰ কাষৰ ফালে বৰ ধাৰ আছে, সেই ধাৰাল ফিটাৰে টাৰডালক ঘঁহিব লাগিব, অথচ টাৰডাল যেন কাটি নেযায়। জোৰডালৰ কাঠি আগৰ পিনে হলি থাকিব, এই কথা আগেয়েই কোৱা হৈছে।

তলত লিখা সাধনাবিলাক নিজৰ সুবিধামতে মধ্যম লয়ত ধৰি ক্ৰমে খৰকৈ বজাবা। তাৰ পাচত আকৌ সেই মধ্য লয়ত ধৰি ক্ৰমে আৰু ঢিমা কৰি ঠা*লয়ত বজাবা। খৰকৈ বজাবৰ সময়ত জোৰডাল ঠিক ঠাইৰপৰা আঁতৰ হৈ যোৱাৰ আশঙ্কা আৰু পাতলকৈ বজোৱাৰ সময়ত জোৰডাল মাজলৈ আহি

* খব দীঘল লয়ত বজোৱাকে "ঠা" লয় বোলে।

সুৰৰ বল অসমান হোৱাৰ আশঙ্কা থাকে। এই বিলাক বিষয়ে সতৰ্ক হবা। সাধনাবিলাক সকলো টাৰত। জোৰডাল আগৰপৰা গুৰিলৈকে গোটাই ব্যৱহাৰ কৰিবা। জোৰডালৰ তলমুৱা টানৰ নাম "ডা" ওপৰমুৱা টানৰ নাম "ৰা"।

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| সা | সা | সা | সা | সা | সা | প | প | প | প | প | প |
| ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা | ৰা |
| ম. | ম. | ম. | ম. | ম. | ম. | ঋ' | ঋ' | ঋ' | ঋ' | ঋ' | ঋ' |
| ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা | ৰা |
| প | ঋ' | সা | প | ম. | সা | ঋ' | সা | প | ম, | ঋ' | ম, |
| ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা | ৰা | ডা | ৰা |

সাধনাবিলাক গোটেইডাল জোৰত অভ্যাস হলে, জোৰডালৰ আগৰ আদখিনি ব্যৱহাৰ কৰিবলৈ অভ্যাস কৰিবা। এডাল টাৰৰপৰা আনডাল টাৰলৈ যাবৰ সময়ত যাতে সুৰটো পৰিষ্কাৰ হয় সেই বিষয়ে বিশেষ ৰত্ন ৰাখিবা। এঠাইত বেহেলাখন লৰচৰ নকৰাকৈ ৰাখি জোৰ ডাল কাটি-কুটাকৈ বজোৱাই ভাল। কোনোৱে এই কামৰ সুবিধাৰ নিমিত্তে ব্ৰিজখন কাটি সোওঁফালতকৈ বাওঁফাল ওখকৈ ৰাখে। এই কামটোও বৰ ভাল মনত নধৰে, কাৰণ ইয়াত সুৰৰ টিপৰ ঠাই ঠিক নেথাকে।

জোৰৰ তলমুখী টানত বাদ্য আৰম্ভ কৰিব লাগে। ইউৰোপীয় মতে প্ৰত্যেক চৰণ (দুটা দাড়িৰ মাজৰ অংশ) তলমুখী টানত আৰম্ভ হয়; কিন্তু দেশীয় সঙ্গীতত এই বিষয়ে কোনো নিৰ্দ্ধাৰিত নিয়ম নাই।

খোলা টাৰৰ সুৰটোৱেই টাৰৰ প্ৰথম সুৰ। তাৰ পাচত তৰ্জ্জনীৰ টিপত টাৰৰ ২য় সুৰ, মধ্যমাৰ টিপত ৩য় সুৰ, অনামিকাৰ টিপত ৪ৰ্থ সুৰ আৰু কনিষ্ঠাৰ টিপত ৫ম সুৰ বজাব লাগে। এই শেহৰ সুৰটো তাৰ সোওঁফালৰ টাৰৰ ১ম সুৰ। সেই নিমিত্তে সেই টাৰত কনিষ্ঠা আঙ্গুলি নেপেলাই ২ডাল টাৰত খোলা আওৱাজ কৰিলেই হয়, আৰু সেইটোৱেই আচল আৰু সহজ নিয়ম। ২য়, ৩য় আৰু ৪ৰ্থ সুৰৰ মাজত শেষৰ সুৰটো আদায় কৰা সহজ; সেই নিমিত্তে আগেয়ে তাৰেই সাধনা কৰিব লাগে।

বেহেলা বজোৱাৰ সময়ত টিপ সম্বন্ধে তলত লিখা নিয়ম কেইটালৈ সদাই চকু ৰাখিবা।

১। বাওঁহাতৰ যি আঙ্গুলিৰে যি ঠাইত টিপ পৰে তাক সেই ঠাইত থব লাগে। অকাৰণত সেই ঠাইৰপৰা তাক তুলিব নেলাগে।

২। আঙ্গুলিৰ আগখিনি টাৰৰ ওপৰত ঠিক পোন হৈ পৰিব।

৩। টিপবিলাক অলপ টানকৈ দিব লাগে। কোমল হাত হলে অলপ দুখাব পাৰে, কিন্তু সেই দুখ পাচলৈ নেথাকে। প্ৰথম টাৰৰ ৪ৰ্থ সুৰ প', দ্বিতীয় টাৰৰ ৪ৰ্থ সুৰ সা', তৃতীয় টাৰৰ ৪ৰ্থ সুৰ ম, চতুৰ্থ সুৰ নি.। অনামিকাৰ টিপত ৪ৰ্থ সুৰ বাজিব।

আঙ্গুলি টিপিবৰ ঠাই নটৰপৰা প্ৰায় ৩। ইঞ্চি দূৰৈত। নটৰপৰা ব্ৰিজলৈ টাৰৰ অংশ যদি ৩ ইঞ্চি হয়, তেনেহলে হিচাব মতে ৪ৰ্থ সুৰৰ ঠাই ৩। ইঞ্চি দূৰৈত পৰে, কিন্তু বজাবৰ সময়ত আঙ্গুলিৰ টিপত টাৰ অলপ চৰা হয়; কাজেই নটৰপৰা ৩। ইঞ্চি দূৰৈত পৰিলে আচল সুৰতকৈ অলপ চৰা সুৰ ওলায়। এই নিমিত্তে অনুমান ৩। ইঞ্চি কোৱা হল। ইয়াৰ দ্বাৰাই টিপিবৰ ঠাইখিনি মোটা-মুটি এক ৰকম ঠিক হব।

এডাল টাৰৰ ৪ৰ্থ সুৰ তাৰ বাওঁফালৰ টাৰৰ প্ৰথম সুৰৰ অষ্টম। সেই নিমিত্তে বাওঁফালৰ টাৰৰ লগত একেলগে বজালে যি কোনো টাৰৰ ৪ৰ্থ সুৰৰ ঠাই ঠিক সমানতে থাকে এতেকে একেবাৰে নিশ্চয়কৈ ঠাইটো ঠিক কৰিব পাৰিলে ফিঙ্গাৰ বোৰ্ডত ৰুল কাটি লব পাৰি। মোটা-মুটি হিচাবে চাইটা ২য় সুৰ, চাইটা ৩য় সুৰ চাইটা ৪ৰ্থ সুৰ সকলোৱেই প্ৰায় একেলগে সমানতে থাকে সেই নিমিত্তে সকলো ঠাইতেই ৰুল কটাৰ ব্যৱস্থা হব পাৰে। কিন্তু ৰুল ব্যৱহাৰ কৰোঁতে বিশেষ সতৰ্ক হব লাগে। কিয়নো, কাণৰ কাম চকুৰ হাতত দি নিশ্চিন্ত থকা উচিত নহয়। ৰুল এৰি চলিব পাৰিলে ৰুল ব্যৱহাৰ নকৰাই ভাল। নটৰপৰা ব্ৰিজলৈ দূৰতা সকলো বেহেলাৰ সমান নহয়। সেই নিমিত্তে একে মাপে সকলো বেহেলাত ৰুল কটাও ঠিক নহয়।

অলপ সুৰ-বোধ জন্মিলে বেহেলাৰ ওখ সুৰবিলাকলৈ মনোযোগ কৰিব লাগে, পঞ্চম সুৰক ওপৰ সুৰ বোলা গৈছে।

টাৰৰ পঞ্চম সুৰ কনিষ্ঠাৰে বজাইছা, ইয়াৰ ওপৰৰ সুৰ সেই টাৰত বজাবৰ আৱশ্যক হলে বেহেলাৰ ডিঙ্গিৰপৰা হাত

গাৰ ফালে আগুৱাই আনিব লাগে। তৰ্জ্জনীক দ্বিতীয় সুৰৰ পৰিবৰ্ত্তে তৃতীয় সুৰৰ ঠাইত থলে কনিষ্ঠা স্বভাৱতঃ ষষ্ঠ সুৰৰ ঠাইত পৰে। এনেকৈ তৰ্জ্জনীৰ ঠাই যিমানেই আগুৱাই যায় তিমানেই ওখ সুৰবিলাক ক্ৰমে হাতেৰে পোৱা যাব। অৱশ্যে এই কথা সহজে বুজা যায় যে তৰ্জ্জনীক বেছি আগুৱাই বজাব লাগিলে ক্ৰমে বৃদ্ধাৰ ঠাইও পৰিবৰ্ত্তন কৰিব লাগিব। আঙ্গুলিৰ ঠাই এনেকৈ পৰিবৰ্ত্তিত হোৱাকে "প্ৰসাৰ" সাধন বোলে। প্ৰসাৰ সম্বন্ধে এটা সাধাৰণ নিয়ম এই যে, বৃদ্ধা আৰু তৰ্জ্জনী দুইকো একেলগে লৰাব নেলাগে; আগেয়ে তৰ্জ্জনীক ঠিক ঠাইত থৈ তাৰ পাচত আৱশ্যক হলে বৃদ্ধাক আগুৱাব লাগে। প্ৰসাৰটো বিস্তৃত হলে পিচুৱাই যাবৰ সময়ত আগেয়ে বৃদ্ধাক উপযুক্ত ঠাইত নি তাৰ পাচত তৰ্জ্জনীক লৰোৱা হব লাগে তলত প্ৰসাৰৰ কেইটামান সাধন দিয়া গল ঃ—

(ক) সা’ ঋৃ’ সা’ গ’ সা’ ম’ সা’ প’
সা’ ম’ সা’ গ’ সা’ ঋ।

(খ) ঋৃ’ গ’ ম’ প’। গ’ ম’ ঋৃ”। প‘ ম’ প ধ’
৩ ম অ ক অ ম ৩ ৩ ম অ ক
প‘ ম‘ গ‘। ম‘ প‘ ধ নি। ধ‘ প‘ ম‘।
অ ম ৩ ৩ ম অ ক অ ম ৩
প‘ ধ‘ নি‘ সা‘। নি‘ ধ‘ প‘। সা‘ নি ধ’ প
৩ ম অ ক অ ম ৩ ক অ ম ৩
ধ‘ নি‘ সা”। নি‘ ধ‘ প’ ম‘। প‘ ধ‘ নি‘।
ম অ ক ক অ ম ৩ ম অ ক
ধ‘ প‘ ম‘ গ‘। ম‘ প‘ ধ‘। প‘ ম‘ গ‘ ঋৃ‘।
ক অ ম ৩ ম অ ক ক অ ম ৩
গ‘ ম‘ অ‘।।
ম অ ক

তৃতীয় টাৰত এইবিলাক বজোৱা হব। যি সুৰটো যি আঙ্গুলিৰে বজাব লাগিব তাৰ আদি আখৰ সেই সুৰৰ তলত লিখা হৈছে, তৰ্জ্জনীৰ লগে লগে বৃদ্ধাক এখোজ এখোজ আগুৱাই দি থাকিবা। প্ৰথমে চলিত নিয়মে সাধনটোৰ একোটা অংশ বজাব; তাৰ পাচত সেই অংশখিনি প্ৰসাৰত বজালে সুবিধা হব। এনেকৈ গোটেইটো সাধন আয়ত্ত কৰি তাৰ পাচত মুঠে প্ৰসাদৰ আদিৰ পৰা গুৰিলৈ বজাবা।

(গ) প‘ ধ‘ নি সা‘। ঋ‘ গ’ ম‘ গ‘।
৩ ম অ ক ম অ ক অ
ঋ‘ সা‘ নি ধ‘। প” তৃতীয় টাৰত।
ম ৩ অ ম ৩

(ঘ) সা‘ ঋ‘ গ‘ ম‘। নি‘ ধ‘ প‘ ম‘ গ ঋ সা নি
৩ ম অ ক ক অ ম ৩ ক অ ম ম ৩

দ্বিতীয় টাৰ তৃতীয় টাৰ চতুৰ্থ টাৰ
নি সা ঋ গ। ম‘ প‘ ধ‘ নি‘
৩ ম অ ক

তৃতীয় টাৰ

টাৰডালক টান কৰি বান্ধি লৈ তাত টোকা দিলে, নাইবা জোৰডাল ঘঁহিলে সেই টাৰডাল কঁপে আৰু তাৰ লগে লগে সঙ্গীতোপযোগী তৰঙ্গৰ সৃষ্টি কৰে। এই নিমিত্তেই বেহেলা, চেতাৰ আদি যন্ত্ৰত টাৰৰ ব্যৱহাৰ হয়।

টাৰত টোকা দিলে, অথবা জোৰডাল ঘঁহিলে তাৰপৰা কেনে সুৰ বাহিৰ হব সি দুটা বিষয়ৰ ওপৰত নিৰ্ভৰ কৰে, (১) টাৰ যিমান টান হয়, সুৰ তিমানেই চৰে; টাৰক ঢিলা কৰিলে তাৰ সুৰটো নাম বা খাদ হৈ আহে। বেহেলাৰ সুৰ বান্ধোতে ইয়াক দেখা গৈছে। (২) টাৰৰ টান কোনো পৰিবৰ্ত্তন নহলে দেখা যায় যে সি যিমান দীঘল অথবা চুটি হয়, ঠিক তাৰ বিপৰীত অনুপাতত কম্পন সংখ্যা কমে বা বাঢ়ে। বজাবৰ সময়ত বেহেলাৰ টাৰক বেলেগ বেলেগ ঠাইত টিপাৰ উদ্দেশ্য এই যে, তাৰ দ্বাৰাই টাৰৰ দীঘৰ পৰিবৰ্ত্তন হয়, সেই নিমিত্তে বেলেগ বেলেগ কম্পনহে বেলেগ বেলেগ সুৰৰ উৎপত্তি হয়, ওপৰত লেখা হাৰ্ম্মনিকৰ কথা মনত কৰা যেতিয়া টাৰৰ মাজখিনি টিপি বজোৱা হৈছিল, তেতিয়া টাৰৰ দীঘ আধা, সেই নিমিত্তে কম্পন সংখ্যা দুগুণ হৈছিল আৰু সুৰটো পোৱা গৈছিল; ওপৰৰ অষ্টম ইয়াৰ কম্পন সংখ্যা মূল সুৰৰ দুগুণ। তৃতীয়াংশৰ ঠাইত ঢিলাকৈ চুই জোৰ ডাল ঘঁহিবৰ সময়ত টাৰ ডাল ঠিক তিনি ভাগে বিভাগ হৈ কঁপি থাকে, এই নিমিত্তে মূল সুৰৰ তিনি গুণ কম্পনৰ এটা সুৰ ওলায়। কিন্তু সেই ঠাইত জোৰ কৰি টিপি যেতিয়া টাৰৰ পঞ্চম সুৰ উলিওৱা যায় তেতিয়া টাৰৰ দুই-তৃতীয়াংশ কঁপে। এইটো সুৰ পঞ্চমৰ অন্তৰ আৰু ইয়াৰ পৰিমাণ।

বেহেলাৰ গত ইত্যাদি সম্প্ৰতি দিব পৰা নগল। আমি স্বৰলিপিৰ আখৰ আৰু চিনৰ নিমিত্তে কলিকতালৈ লিখিছো। সেই চিন আৰু আখৰবিলাক আহিলে হে দিব পাৰিম।

কলিকতাৰ ডোৱাৰকিন হেৰল্ড আৰু বিভান কোম্পানীৰ দোকানত ১১৲ টকাৰ ৫০০৲ টকালৈকে দামৰ বেহেলা পোৱা যায়। নতুন শিক্ষাৰ্থীবিলাকে শিকিবৰ উপযুক্ত বেহেলাৰ দাম এডাল জোৰ এখৰ ৰজন আৰু বাকচে সৈতে টকাৰ ১৫৲ টকা, ইয়াক ষ্টুডেন্টচ্ ভাইওলিন বোলে। ওস্তাদ মানুহে বজাবৰ উপযুক্ত বেহেলাৰ দাম ১০০৲ পৰা যিমান বেছি হয় তিমান ভাল কিন্তু এইবিলাকো আচল বেহেলাৰ নকল হে মাথোন। ৫০০৲ টকাৰ কমে আচল মেকাৰৰ Real old Masters হাতৰ বেহেলা পোৱা নেযায় ; বেহেলা যিমান পুৰণি হয়, তিমান তাৰ মাত মিঠা হয়। এই নিমিত্তে পুৰণি বেহেলাৰ নতুনতকৈ দাম বেছি। যি বেহেলাত নতুনত দাম ২৫৲ টকা, বজাওতে পুৰণি হলে ২০ বছৰৰ মূৰত প্ৰায় দুগুণ দাম হয়।

ক্ৰমশঃ

# লক্ষহীৰা।

অতীজ কালত ভাৰতবৰ্ষৰ কোনো এক প্ৰসিদ্ধ নগৰত এজন মহাপৰাক্ৰমী আৰু সৰ্ব্বগুণী ৰজা আছিল। তেওঁৰ দিনত প্ৰজাবিলাকৰ সকলোপিনে সুখ আছিল। সেইবাবেই ৰজাৰ লৰা-ছোৱালী নোহোৱাত অইন কি বাটৰ মগনীয়ায়ো "কি হব কলে, এনে মৰমীয়াল ৰজাৰো লৰা-ছোৱালী এটি নাই" বুলি একেষাৰ কৈ বেজাৰ কৰিছিল।

অৱশেষত, বহুত দিনৰ মূৰত ৰজাই অনেক যাগ-যজ্ঞাদি কৰাত, তেওঁৰ প্ৰধান ৰাণীৰ গৰ্ভত এটি দিপলিপ কন্যা উপজিল। ছোৱালীটি দেখি ৰজাৰ সন্তোষৰ সীমা নাই। ৰজাৰ সন্তোষ শুনিয়েই ৰাজ্যতো প্ৰজাৰ সন্তোষ। এটি মাত্ৰ সন্ততি, এনে চেনেহৰ ছোৱালীটিকনো ৰজাই কি বুলি মাতিব ভাবি এনিশা কটালে, তথাপি নাম দিয়া নহল।

পিছদিনা ৰাতিপুৱা ৰাণীয়ে দেখে যে, তেওঁৰ ছোৱালীটিৰ গাৰুৰ তলত লক্ষ ডোখৰ হীৰা পৰি আছে। ৰজায়ো চালেহি, "লক্ষহীৰা"। তাৰ পিচদিনা ৰাতিপুৱাও গাৰুৰ তলত লক্ষহীৰা। এইদৰে সদাই ৰাতিপুৱা ছোৱালীটিৰ মূৰশিতানত লক্ষহীৰা পৰি থকা দেখি, ৰজাই ছোৱালীটিৰ নাম ৰাখিলে লক্ষহীৰা।

লক্ষহীৰা দিনে দিনে বাঢ়িছেমানে বয়সৰ লগে লগে জেউতিও চৰি গৈছে। ৰজাৰ এতিয়া সদাই আনন্দ। এটি মাত্ৰ সন্ততি,—সোপাই মৰম-চেনেহ তাইতে। লক্ষহীৰা সদাই ৰজাৰ লগতে। ফুলনীলৈ যাওঁতেও লক্ষহীৰাক লগত লৈ যায়, ৰাজসভাতো লক্ষহীৰা ৰজাৰ চকুৰ আগতে থাকে। এক্ষন্তেক নেদেখিলেই ৰজাই জীয়েকৰ বিচাৰ লয়।

লক্ষহীৰাৰ বয়স পোন্ধৰ-ষোল বছৰ হলহি। তেওঁ ৰূপত যেনে গুণতো তেনে হৈছিল। এই বয়সতে তেওঁ অনেক বিদ্যা শিকিছিল। ৰজাই এতিয়া বিয়াৰ নিমিত্তে ভাবিব লগাত পৰিল। অনেক বিচাৰ কৰিও লক্ষহীৰাৰ ৰূপ-গুণৰ জোখাৰে দৰা পোৱা নহল। শেহত সয়ম্বৰ স্থিৰ হল। লক্ষহীৰাৰ শিতানত এতিয়াও সদাই ৰাতিপুৱা এক লক্ষ এক লক্ষ হীৰা পায়। সেইবাবেই লক্ষহীৰা আইদেৱে নিজে জাননী দিলে যে, তেওঁৰ দেউতাকৰ ৰাজ-ভঁড়ালত যেয়ে দিনে এলক্ষকৈ এবছৰৰ হীৰা দিব পাৰিব তেওঁকে তেওঁ বৰিব।

অনেক ঠাইৰপৰা অনেক ৰজা আহিছে। কোনোৱে লক্ষহীৰাৰ আশাতে আহিছে, আনে আকৌ লক্ষহীৰাক পাবৰ আশা নথকাতো এবাৰ চাই চকু জুৰাবলৈকে আহিছে। নগৰৰ ভিতৰত তোলপাৰ লাগিছে, অনেক ঠাইৰ অনেক ৰজা-মহাৰজাসকল আহিছে। লক্ষহীৰাৰ দেউতাকৰ দেখা কৰিয়েই আহৰি নোহোৱা হৈছেহি।

সয়ম্বৰৰ জাননী দিবৰ প্ৰায় সাত-আঠমাহমান হৈ গল। এতিয়ালৈকে এবছৰৰ হীৰা কোনেও দিব পৰা নাই, এনে সময়তে নিচেই দুখীয়া ৰজা এজনে সয়ম্বৰ চাবৰ মনেৰে নিজ নগৰৰপৰা যাত্ৰা কৰিছিল। তেওঁ যদিও এজন ৰজা, তথাপি সন্ন্যাসীবেশেৰে

খোজ কাঢ়ি হে আহিছিল। যদিও ইচ্ছা কৰা হলে তেওঁ ৰাজবেশেৰে যাব পাৰিলেহেঁতেন; তথাপি ৰাজবেশেৰে গলে কোনোবা ডাঙৰ ৰজাই লক্ষহীৰালৈ আশা কৰি আহিছে বুলি উপলুঙা কৰাৰ ভয়ত তেওঁ সন্ন্যাসীবেশে খোজ কাঢ়িয়ে যাবলৈ ধৰিলে। দৰাচলতে তেওঁ লক্ষহীৰাৰ আশাৰে যোৱা নাছিল।

যাওঁতে যাওঁতে তেওঁ বাটত এখন হাবি পালেগৈ। তাতে তিনিটি ভাই-ককায়ে মৰামৰি কৰিবলৈ ওলাইছে। দন্দৰ কাৰণ হৈছে, তেওঁবিলাকৰ বাপতীয়া সম্পত্তি। হঠাৎ এজন সন্ন্যাসীক হাবিৰ মাজত দেখি তেওঁবিলাকৰ মনতে অলপ ভয়ো লাগিল। শেহত সন্ন্যাসীয়ে সোধাত ইজনে সিজনৰ ওপৰত দোষ দি দি কবলৈ ধৰিলে, "আমাৰ বোপাইৰ ধন-সম্পত্তি সকলোখিনি ভাগ হৈ গৈছে। কিন্তু বোপাইৰ দিনৰ চাইটি বস্তু আছে, সেই বস্তুকেইটিৰপৰাই আমাৰ হাই-কাজিয়া হৈছে,— আমি মানুহ তিনটা বস্তু চাইটা। এজাৰ খৰম আছে তাৰে খোজ কাঢ়িলে ছমাহৰ বাট একে দিনাই যাব পাৰি। এখন ঠাল আছে তাত যিহকে লৈ খোৱা যায়, তাৰেই ছমাহলৈ ভোক-পিয়াহ একো নলগা হয়; এটা চুঙ্গা আছে তাৰে চালে কত কি হৈছে কি নহৈছে, ছমাহৰ বাটলৈকে দেখি; আৰু এটা মোণা আছে তাত একো নাই শুদা, কিন্তু তাক তল মুখকৈ জোকাৰিলে ধন-সোণ যি ওলাবলৈ কয়, সেয়েই ওলায়।" এইদৰে কৈ অতাই কেইওজনে সন্ন্যাসীকে ভাগ বাটি দিবলৈ কলে। সন্ন্যাসীয়ে নানা ৰকমে ভাগ বাটি দিয়াতো কোনো কতো মান্তি নহল। এজনৰ সন্তোষ হলে, ইজনৰ অসন্তোষ হয়। সেইবাবে শেহত তিনিও ভাই-ককায়ে থিৰ কৰিলে যে, বস্তুকেইটা আন এজনক দি নিদিলে বা দলিয়াই নেপেলালে তেওঁবিলাকৰ হাই-কাজিয়া নুগুচে। ইয়াকে ভাবি সিহঁতে সেই বস্তু চাৰিওটা সেই সন্ন্যাসীজনকে দান কৰিলে।

সন্ন্যাসী-ৰজায়ো তাকে লৈ অলপ যাওঁতেই আকৌ দুজন ভাই-ককায়ে দন্দ কৰি থকা পালেগৈ। তেওঁবিলাকেও দুটা বাপতীয়া চুঙাৰপৰা দন্দ কৰিছে। এটি চুঙাত পানী ভৰাই লৈ সেই পানী টুপিৰেই যেই-সেই মানুহক ইচ্ছা অনুসাৰে গৰু, ম'হ, বান্দৰ, চৰাই ইত্যাদি কৰিব পাৰি। কিন্তু ইটো চুঙ্গাত পানী ভৰাই সেই পানীকে চটিয়াই দিলে সেই গৰু ম'হ কৰা মানুবোৰক আগতকৈও সুন্দৰ মানুহ কৰিব পাৰি। ভাগ বাটিলেও দুয়োকো বেয়া গুণীয়া চুঙাটোকে হে লাগে, কিয়নো তেনেহলে তেওঁৰ কোনো শত্ৰু হব নোৱাৰিব। শেহত সন্ন্যাসীকে চুঙা দুটা দি দুয়ো গুচি গল।

সন্ন্যাসী-ৰজা এতিয়া সেই হাবিতে আছে। সয়ম্বৰৰ দিনো চাপিলহি। সন্ন্যাসী-ৰজাই সেই প্ৰথমে পোৱা চুঙাটোৰে চাই দেখিলে যে, লক্ষহীৰাৰ নগৰলৈ এতিয়াও বহুত দিনৰ বাট আছে। সেইবাবে সেই খৰম জোৰত উঠি যাবলৈ ধৰাত সেই দিনাই সয়ম্বৰৰ ঠাই পালেগৈ। তেওঁ হীৰা দিব খোজাত লক্ষহীৰাৰ বাপেকে তেওঁকো থাকিবলৈ ঠাই দিলে। তেতিয়া সন্ন্যাসী-ৰজাই ভাবিলে, "মই একে দিনাই গোটেই এবছৰৰ হীৰা নিদিওঁ লাহে লাহে দি থাকিম। ৰজাৰ নগৰতে দুদিনমান থাকি চাই-চিতি লওঁ।" এই ভাবি সেই দিনাই গধুলি মোণাক আদেশ দিয়াত দিনে একলাখকৈ ছমাহৰ হীৰা ওলাল। সেই হীৰাখিনি পিচ দিনা ৰাতিপুৱাই তেওঁ ৰজাক শোধালেগৈ।

আকৌ, গধুলি তিনি মাহৰ হীৰা মোণাৰপৰা উলিয়াই তেওঁ পাচদিনা ৰাতিপুৱাই লক্ষহীৰাৰ বাপেকক দিলেগৈ। সকলোৱে শুনিয়েই বিচুৰ্ত্তি হল যে, সন্ন্যাসীয়ে অতখিনি কৰপৰা পাইছে! আন ডাঙৰ ডাঙৰ ৰজাবিলাকৰ মনত খিয়ালো লাগিছে। কিন্তু, মানুহজনৰ সন্ন্যাসী ৰূপ দেখি কোনেও দেখা-দেখিকৈ হিংসা কৰিব পৰা নাই। এনেতে লক্ষহীৰাৰ বাপেকৰ প্ৰধান মন্ত্ৰীজনে ভাবিলে, "ৰজাৰ চেনেহী লক্ষহীৰাক এতিয়া সন্ন্যাসীয়ে হে নিব; ৰজাৰ জীয়াৰী সন্ন্যাসিনী হে হব লাগিব ; এতেকে সন্ন্যাসীক বাধা দিবই লাগিব।" ইয়াকে ভাবি-চিন্তি তেওঁ সেইদিনা গধুলি গৈ সন্ন্যাসীৰ ঘৰৰ এচুকত লুকাই থাকিলগৈ। অলপৰ পিচতে সন্ন্যাসী ফুৰি চাকি আহিল, মোণাটি উলিয়াই আনিলে আৰু কলে যে দিনে লক্ষহীৰা হিচাবে দুমাহৰ হীৰা ওলাব লাগে। সেইদৰে কোৱাত হীৰাবোৰ জৰজৰাই ওলাবলৈ ধৰিলে। মন্ত্ৰীয়ে চুকৰপৰা সকলো দেখি আছে। সন্ন্যাসী খাই-বৈ শোৱাৰ পাচত সেই নিশাই মন্ত্ৰীয়ে মোণাটি লৈ নিজৰ ঘৰত লুকুৱাই থলেগৈ।

পিচদিনা ৰাতিপুৱাই সন্ন্যাসীয়ে দুমাহৰ হীৰা শোধালেগৈ। তেওঁ এতিয়াও মোণাৰ খবৰ লোৱা নাই। সেইদিনা গধুলি হে হীৰা উলিয়াবলৈ মোণা বিচাৰি নেপাই মূৰে-কপালে হাত দিছে। কি কৰিম কলৈ যাম, সন্ন্যাসী নিৰুপায়। তেনেতে সেই বেয়া চুঙাটিলৈ তেওঁৰ মনত পৰিল। সেই ৰাতিয়েই, প্ৰহৰীবোৰৰ

টোপনি গলত ৰাজকুমাৰীৰ অন্তঃপুৰলৈ গৈ তেওঁ বেয়া চুঙাটোৰ পানী চটিয়াই দি লক্ষহীৰাক বান্দৰী কৰি আহিল। ৰাতি পুৱালতে ৰজাঘৰত হুলস্থূল লাগি পৰিল। লক্ষহীৰা নাই, লক্ষহীৰাৰ পাটত এজনী বান্দৰী! ৰজাৰ গাত তত নাই, কি কৰিব একো ঠিক নাই। তেওঁ পণ্ডিতসকলক সোধে হয়, মঙ্গলতীসকলৰ হতুৱাই মঙ্গলো চোৱায়, কিন্তু কোনেও একো কব নোৱাৰে।

ইফালে সন্ন্যাসীয়ে এটি সামান্য হোজা বুঢ়া মানুহক বহুত ধনৰ লোভ দেখুৱাই মঙ্গলতী সজাই শিকাই-বুজাই ৰাজসভালৈ পঠিয়াই দিলে।

মঙ্গলতীয়ে গৈ মঙ্গল চালেগৈ। চাই-চিতি ৰজাক কলে, "মহাৰাজ! ৰাজ্যৰ ভিতৰত নিচেই সামান্য বস্তু এটি চুৰি হৈছে, দুখীয়া মানুহৰ বস্তু, কিন্তু লক্ষহীৰাৰ কাৰণে চুৰ কৰিছে। যদি হে সেই বস্তুটি চোৰে নিজে গৈ গৰাকীৰ ঘৰত ৰাখি থৈ দিয়েগৈ, তেন্তে লক্ষহীৰাক আকৌ পাব।" এইবুলি কৈ মঙ্গলতীয়ে বিদায় ললে। ইফালে মঙ্গলতীৰ কথাত মন্ত্ৰীৰ গা বাজি উঠিল। তেওঁ জানিলে যে, চোৰ নিজেই।

ৰজাই তেতিয়া হুকুম শুনালে যে, যদি হে চোৰে সেই বস্তুটি আগৰ ঠাইত থৈ নিদিয়েগৈ, তেনেহলে তেওঁ তিনি দিনৰ ভিতৰত চোৰ ধৰি শূলত দিব। মন্ত্ৰীয়েও ভাবিলে যে, তেওঁ লক্ষহীৰাৰ ভাল কৰিবলৈ গৈ বেয়া হে কৰিছে। সেইবাবে তেওঁ সেই ৰাতিয়েই মোণা লৈ সন্ন্যাসীৰ ঘৰত থবলৈ গল। ইপিনে সন্ন্যাসীয়ে চোৰ ধৰিবৰ আশাৰে ফোঁচফোঁচাই শুই আছে, কিন্তু টোপনি অহা নাই। মন্ত্ৰীয়ে বাহিৰৰপৰা ফোঁচফোঁচনি শুনি সন্ন্যাসীৰ টোপনি গল বুলি ভাবি মোণাটো আগৰ ঠাইত থবলৈ গল। যেই সোমাল, সন্ন্যাসীয়ে চোৰ হাতে হাতে ধৰিলে। মন্ত্ৰীয়েও উপায় নেপাই নিজৰ চিনাকি দিলে, আৰু চুৰ কৰাৰ সৎ অভিপ্ৰায় বুজাই দিলে। তেতিয়া সন্ন্যাসীয়েও তেওঁ ছদ্মবেশী ৰজা বুলি কৈ সকলো কথা ভাঙ্গি কলে। সন্ন্যাসীয়ে তেতিয়া মন্ত্ৰীক লগত লৈ লক্ষহীৰাৰ অন্তঃপুৰলৈ আকৌ গল। আৰু ভাল গুণীয়া চুঙাটোৰ পানীৰে বান্দৰীক লক্ষহীৰা কৰিলে। লক্ষহীৰা আগতকৈয়ো ধুনীয়া হল।

পিচদিনা ৰাতিপুৱা সন্ন্যাসীয়ে বাকী এমাহৰ হীৰা লক্ষহীৰাৰ বাপেকক দিলে গৈ। সেইদিনা লক্ষহীৰাক পাই ৰজাৰ মহা আনন্দ। ৰাজ্যত কেইওপিনে আনন্দৰ কোৰাল। ৰজাই সন্ন্যাসীৰপৰা এবছৰৰ হীৰা পাই তৎক্ষণাৎ বাক্যেৰেই লক্ষহীৰাক সম্প্ৰদান কৰিলে। আৰু পিচদিনালৈ সয়ম্বৰ সভা বহিব বুলি শুনাই দিলে।

প্ৰজাসকলৰ লক্ষহীৰাক পাই আনন্দ হৈছে, কিন্তু সন্ন্যাসীয়ে হে তেওঁক বিয়া কৰাব বুলি তেওঁবিলাকে বেজাৰ কৰিছে। আটাইতকৈ ৰাণীৰ বেজাৰ, অন্তঃপুৰ চকুৰ পানীৰে বুৰি গৈছে। মন্ত্ৰীয়ে সন্ন্যাসী-ৰজাৰ কথা মতে তেতিয়ালৈকে তেওঁৰ চিনাকি দিয়া নাই।

পিচদিনা দুপৰীয়া সয়ম্বৰ সভা বহিল। সকলোৱে লক্ষহীৰা আইদেওলৈ বাট চাই আছে। তেনেতে লক্ষহীৰাই মহাআনন্দেৰে সন্ন্যাসীৰ ডিঙ্গিত মালা পিন্ধালেহি। তেওঁ সন্ন্যাসী বুলি অকনো দুখ কৰা নাছিল। তেতিয়া সন্ন্যাসীৰ আগৰ আদেশমতে ৰাজমন্ত্ৰীয়ে সয়ম্বৰ সভাত সন্ন্যাসী-ৰজাৰ চিনাকি দিলে, আৰু আদিৰপৰা অন্তলৈকে সকলো কথা ভাঙ্গি বুজাই কলে। লক্ষহীৰাৰ বাপেকে তেতিয়াই সন্ন্যাসীবেশী ৰজাক ৰাজ আভৰণ পিন্ধালেহি। লক্ষহীৰাৰ লগত বেটী, বান্দী, ধন, সোণ, হাতী আদি অনেক যৌতুক দিলে। ৰাজমন্ত্ৰীয়ে ৰজাৰ আদেশ মতে সন্ন্যাসী-ৰজাক আৰু লক্ষহীৰাক নিজৰ ৰাজ্যত মহা আড়ম্বৰেৰে থৈ আহিলগৈ। লক্ষহীৰাৰ বাপেকৰ মৃত্যুৰ পাচত তেওঁৰ গিৰীয়েকেই শহুৰেকৰ ৰাজ্যতো ৰজা হল।

# দুখেই সাৰ।

মোৰ অন্তৰ দুখময়। এই সংসাৰ মোৰ নিমিত্তে অন্ধকাৰ। কিন্তু যদি দুখ নিবাৰণৰ উপায় কৰিব নোৱাৰিলো তেনেহলে পুৰুষ জনম কিহৰ? পুৰুষত্ব কি? ৰোগ নিবাৰণ কৰিবলৈ হলে আগেয়ে জানি লব লাগিব যে, ৰোগটো নো কি? সেই দৰে দুখ নিবাৰণ কৰাৰ আগেয়ে জানি লোৱা উচিত যে, মোৰ নো দুখ কিহৰ?

মানুহে কয় যে, অভাৱেই দুখ; বাৰু যদি সেয়ে হয়, তেনেহলে নো মোৰ অভাৱ কিহৰ? মোক নো লাগে কি? ধন, জন মোৰ

যথেষ্ট আছে। যশ;— পৃথিবীত এনে কোনো মানুহ নাই যাৰ যশ নাই, চোৰৰো চুৰকৰা বুদ্ধি সম্বন্ধে যশ আছে। গোলাই চোৰৰ যশ মই অনেক শুনিছোঁ, তেনে যশ মোৰ আৱশ্যক নাই।

মান?— ভদ্রলোকৰ ওচৰত মোৰ মান আছে, আনৰ ওচৰত মান অপমান মাত্র। বিষয়ৰ মান দাসত্বৰ চিন স্বৰূপ। ৰূপ? ঈশ্বৰে যি দিছে সেয়ে যথেষ্ট। স্বাস্থ্য? — যেনে হোৱা উচিত তেনে স্বাস্থ্য মোৰ আছে।

বল?— যি আছে তাকেই যথেষ্ট বুলি বিবেচনা কৰোঁ; অধিক বল যুদ্ধৰ নিমিত্তে হে আৱশ্যক; মোৰ কাৰো লগত যুদ্ধ কৰাৰ অভিপ্রায় নহয়, অধিক বলৰো আৱশ্যক নাই।

বুদ্ধি?— এই সংসাৰত কোনেও বুদ্ধিৰ অভাৱ আছে বুলি নেভাবে; ময়ো নেভাবোঁ।

বিদ্যা?— পৃথিবীৰ সকলোৰে গাত অলপ নহয় অলপ বিদ্যা আছে। কোনো মানুহ একেবাৰেই বিদ্যাশূন্য নহয়; ময়ো নহওঁ।

ধৰ্ম্ম?— এই অভাৱ স্বীকাৰ কৰোঁ, কিন্তু অন্তৰত যি অলপ পাপ ভয় আছে তাতেই মই সন্তুষ্ট।

প্রণয়?— ইয়াৰ অভাৱেই সুখ, মোৰ বিশ্বাস প্রণয়েই হে দুখ। তেনেহলে নো মোৰ অভাৱ কিহৰ? এই অনন্ত সংসাৰত মোৰ বাঞ্ছনীয় বস্তু একোৱেই নাই নে?

এই প্রশ্নৰ উত্তৰ মই নিজে দিব নোৱাৰোঁ; বন্ধু-বান্ধৱসকলে কয় যে, নিজৰ কাম কৰাঁ, নিজৰ কাম নেথাকিলে লোকৰ কাম কৰি দিয়াঁ। যথাসাধ্য পৰৰ উপকাৰ কৰাঁ। বাৰু, তেনেহলে পৰোপকাৰ নো কেনেকৈ হয়?

বামুণক দক্ষিণা দিয়া, নাম লগোৱালে বৰঙনি দিয়া, ৰজাঘৰ গুৰুঘৰত কৰ দিয়া, চাকৰক দৰমহা দিয়া এয়ে কি পৰোপকাৰ? মই এইবিলাকৰপৰা পৰৰ উপকাৰ হয় বুলি নেভাবোঁ।

অমুক বেজৰ পিতেকৰ নৰিয়া হৈছে তাক দৰব দিয়া। অমুক পণ্ডিতৰ পিতেকৰ পঢ়া আৰম্ভ হৈছে তাক বাৰে-মতৰা শিকোৱা। অমুকৰ পথাৰত সদায় দহখন হাল বায়, আজি এটা হালোৱাৰ মূৰ কামোৰণি হোৱাত এখন হাল ক্ষতি হব লগা হৈছে তাৰ মূৰে হাল বাই দিয়া। এইবিলাক পৰোপকাৰতো মোৰ প্রীতি নাই।

সভা পাতি বক্তৃতা দিয়া, বিধবা বিবাহ প্রচলন কৰা, নাইবা পুৰুষৰ দ্বিতীয় বিবাহ বন্ধ কৰি বৰলাই বাঁৰী তিৰোতাবে ঘৰ কৰাৰ নিয়ম কৰা, জাতিভেদ উঠাই দিয়া, তিৰোতাবিলাকক এতিয়া সজাৰ ভিতৰৰ চৰাইৰ দৰে বন্ধ কৰি ৰখা হৈছে, সজাৰ জপনা মোকলাই দি সিহঁতক মুকলি মূৰে উৰি ফুৰিবলৈ দিয়া ইত্যাদি প্রস্তাৱ কৰা। সেই বিষয়ে প্রবন্ধ লিখা। আৱেদন নিবেদন কৰি চিয়ঁৰ বাখৰ লগোৱা। এই বিলাক পৰোপকাৰতো মোৰ সহানুভূতি নাই। জাতিভেদ উঠাই দিয়াত মই সন্মত নহওঁ, কাৰণ অজাতিক ভাত ৰান্ধনি লবলৈ মই এতিয়াও অনিচ্ছুক। বিধবা বিবাহৰ নিয়ম প্রচলনতো মোৰ মত নাই, কাৰণ বাঁৰী তিৰোতা বিয়া কৰাবলৈ মই সন্মত নহওঁ। সজাৰ জপনা মোকলাই দিবলৈকো মোৰ সজাত চৰাই নাই। লোকৰ সজাৰ ভিতৰৰ চৰাইৰ লগতো মোৰ কোনো সম্বন্ধ নাই।

আজিকালি আৰু একৰকম নতুন পৰোপকাৰ ওলাইছে। অমুকৰ জীয়েকৰ লগত অমুকৰ পিতেকৰ সম্বন্ধ স্থিৰ হৈছে। এই বিয়াখন কেনেকৈ ভঙ্গা যায় তাৰ উপায় স্থিৰ কৰা। প্রাণ পণে বিয়াখন ভাঙ্গিবলৈ চেষ্টা কৰা। অমুকে অমুকটো কাৰবাৰ কৰি চাৰি পইচা পাইছে তাৰ কাৰবাৰত বিঘিনি ঘটোৱা। অমুকৰ লৰাটোৱে পঢ়া-শুনা মন দিছে, স্কুলত ভাল নাম কৰিছে তাৰ এটা মিছা বদনাম উলিয়াই তাক নিৰুৎসাহী কৰা ইত্যাদি।

এই বিধৰ পৰোপকাৰ কৰিবলৈ মোৰ বুদ্ধিৰ নাটনি হয়; সেই কাৰণেই এই বিধ পৰোপকাৰ বেচি জ্ঞান-বুদ্ধি থকা লোকসকলৰ হে কাম বুলি বিবেচনা কৰোঁ। অতএব মোৰ কৰিবলৈ কামেই নাই। মোৰ বাঞ্ছনীয় এই জগতত একোৱেই নাই। আৰু, মই জগতৰ চন্দ্র। আন্ধাৰ গুচাই পোহৰ দিয়াই মোৰ কৰ্ত্তব্য। গতিকে, অভাৱৰ আন্ধাৰ মোৰ আগত টিকিব নোৱাৰে।

—শ্রীজগৎচন্দ্র বৰুৱা।

# মানুহৰ কৰ্ত্তব্য।

## (৭ম, সংখ্যাৰ পাচৰপৰা)

যি কামতে হওক, নিজৰ আৰু ঈশ্বৰৰ ওপৰত বিশ্বাস ৰাখি সাহসী আৰু দৃঢ়প্রতিজ্ঞা হৈ কাম কৰা কৰ্ত্তব্য। কামত সাহস আৰু দৃঢ়প্রতিজ্ঞতা নেদেখুৱালে মানুহে কোনো কামকে সাধিব নোৱাৰে। কিন্তু আমালোকৰ এই গুণটি প্রায় নোহোৱা

বুলিলেই হয়। এই মুহূৰ্ত্তত যি কাম কৰিম বুলি প্ৰতিজ্ঞা কৰোঁ, তাৰ অলপ পিচতে সেই কামৰপৰা বিৰত হৈ পাচ হুঁহকি পৰোঁ; আমালোকৰ নিজৰ কৰ্ত্তব্য পৰ্য্যন্ত ভুলি যাওঁ। দহজন লগৰীয়া সমনীয়াই গোট খাই কাম এটি কৰিবলৈ ইচ্ছা কৰিলে তাতো আমালোকে আগবাঢ়িবলৈ সাহ নকৰোঁ। যিমান মূৰপোলোকা দিব পাৰোঁ তাৰেহে চেষ্টা কৰোঁ; আৰু কেতবিলাকে এই ৰকম ভাবো দেখুৱায় যে, দেশৰ বাতৰি কাকতলৈ বা আলোচনীলৈ প্ৰবন্ধাদি লিখিলে সময় নষ্ট হয় আৰু নিজৰ কৰ্ত্তব্য কামত বাধা-বিঘিনি জন্মে। জগদীশ্বৰে মানুহৰ জীৱন এনে কৰি দিয়া নাই যে, কেৱল এটি কামত লাগি থাকিব লাগে, আমালোকে কোনো এটি অপ্ৰাপ্য বস্তু পাবলৈ হেঁপাহ কৰি কোনো এটা কাল্পনিক বিষয় ভাবি যিখিনি সময় নষ্ট কৰোঁ সেইখিনি সময় অৱশ্যে আমালোকে অইনত খটাব পাৰোঁ। আৰু এনেও ভাবিব নেলাগে যে, এইবিলাক কাম আমালোকৰ কৰ্ত্তব্যৰ ভিতৰত নহয়। এইবিলাকো আমালোকৰ একোটা একোটা প্ৰধান কৰ্ত্তব্য। দুজনে বা এজনে কোনো এখনি বাতৰি কাকত বা আলোচনী চলাব নোৱাৰে। তাত সকলোৰে সহানুভূতি দেখুওৱা বিধেয়। আৰু এই কামটি শিক্ষিত বিলাকৰে বেচি কৰ্ত্তব্য; দেশৰ নতুনকৈ উঠি অহা ডেকা বিলাকৰো এতিয়াৰপৰা এই বিষয়ে চেষ্টা হোৱা কৰ্ত্তব্য। কিয়নো এতিয়াৰপৰা এটা অভ্যাস কৰি নললে সেই জীৱনত ততালিকে অভ্যাস কৰি লোৱা বৰ দুৰূহ ব্যাপাৰ হৈ উঠে। সাহ আৰু দৃঢ় প্ৰতিজ্ঞা থাকিলে কোনো শত্ৰুৱে ওচৰ চাপিব নোৱাৰে, ওচৰত বাহ লব খুজিলেও শত্ৰু বিলাকক ওপৰোক্ত অস্ত্ৰ দুটাই টঙ্গনিয়াই আঁতৰ কৰি দিয়ে, কিন্তু দুৰ্ব্বলতা আৰু চিত্তচাঞ্চল্যতা থাকিলে সকলো শত্ৰুৱে চাৰিওপিনৰপৰা আহি বেৰি ধৰে। সাহসিকতা যি ৰকম সদগুণৰ মধুচক্ৰ, সেই ৰকমে দুৰ্ব্বলতাও বেয়া গুণবিলাকৰ মধুচক্ৰ।

দুঃখৰ বিষয়, আমালোকৰ শিক্ষিত ডাঙ্গৰীয়াবিলাকে তেওঁলোকৰ পঢ়া শেষ কৰিয়েই ধন উপাৰ্জ্জন কৰা, পৰিয়ালক প্ৰতিপালন কৰা এইবিলাকৰ পিনেহে চকু দিয়ে। কিন্তু দেশৰ উন্নতি, সমাজৰ উন্নতি, ভাষাৰ উন্নতি এইবিলাকলৈ চকু নিদিয়া হয়। এতেকে চহা মানুহবিলাকে নো আৰু কি কৰিব? সেইবাবেই আমালোকৰ দেশৰ এই ৰকম দুৰৱস্থা। বৰ্ত্তমানত দেখা গৈছে, আমাৰ ভাষাৰ উন্নতি দেশৰ উন্নতি বা সমাজৰ উন্নতি যি এফেৰি হৈছে সেইবোৰ প্ৰায় বিশ্ববিদ্যালয়ৰ মহলাত ওখ খাপ নোপোৱা বিলাকে হে কৰিছে। অৱশ্যে ইয়াৰ অনেকে ব্যতিক্ৰম আছে। কিন্তু আমালোকৰ যিমান শিক্ষিত ডাঙ্গৰীয়া আছে আটাইবিলাকে যদি একে মন হৈ দেশৰ হকে ভাষাৰ হকে সমাজৰ হকে মূৰ দাঙ্গি উঠে; তেনেহলে এতিয়া যি ৰকম অৱস্থা পাইছেহি, তাত অতি সোনকালে উন্নতি লাভ কৰিব। আজিকালি অৱশ্যে এইবিষয়ে সৰহ ভাগেই মন পোনোৱা যেন দেখা গৈছে। এতেকে সকলো ইয়াৰ হকে পৰস্পৰক উদগাই দিয়াটো বৰ্ত্তমান অৱস্থাত কৰ্ত্তব্য।

ভাষাৰ উন্নতিয়েই দেশৰ উন্নতি। ভাষা নহলে মানুহে কোনো কামৰে উৎকৰ্ষতা লাভ কৰিব নোৱাৰে। এতেকে প্ৰথমতে সকলোৱে ভাষাৰ হকে মূৰ পাতি উঠা কৰ্ত্তব্য। কিয়নো, ভাষা নহলে মানুহে সভ্য জাতি বুলি পৰিচয় দিব নোৱাৰে। ভাষাৰপৰাই মানুহৰ স্বভাৱ-চৰিত্ৰ, ৰীতি-নীতি আদি ভালকৈ জানিব পাৰি। কিন্তু ভাষা নো কি ৰকমে চহকী কৰিব পাৰি? গাওঁৱে গাওঁৱে ভাষা উন্নতি সাধিনী সভা পতা, আলোচনী বাতৰি কাকত বাহিৰ কৰা, মাতৃভাষাত প্ৰবন্ধাদি লিখা, এইবিলাকৰ দ্বাৰাই ভাষাৰ উন্নতি সাধিব পৰা যায়। মানুহে সদায় ভাল সংসৰ্গত চলন-ফিৰণ কৰা কৰ্ত্তব্য। সংসৰ্গ বেয়া হলে চৰিত্ৰ কলঙ্কিত ভাৱৰে আবৃত্ত হয় গৈ; সংসৰ্গৰ দোষ বৰ দোষ। ইয়াৰ বাবেই বিদ্বানৰ বিদ্যা, ধনবানৰ ধন, বুদ্ধিমানৰ বুদ্ধি সৰি যাব লগীয়া হয়। এতেকে সাধ্য অনুসৰি কু-সংসৰ্গ ত্যাগ কৰা কৰ্ত্তব্য।

সকলো মানুহেই একতা গুণত আবদ্ধ থকা উচিত। যি কামকে হক একতা নহলে সমাধা কৰিব নোৱাৰে। যি দেশৰ মানুহবিলাকৰ ভিতৰত একতা নাই সেই দেশ অতি তুৰন্তে ধ্বংস পায়। একতা গুণেই সমাজৰ ভেঁটি স্বৰূপ। এতিয়া যে আমালোকৰ দেশত সভা-সমিতি জাতীয় মহা-সমিতি দেখিবলৈ পাইছোহঁক ই কিহৰ গুণত? ই কেৱল একতাৰ গুণত। কোনো এক জাতিৰ বা কোনো এক দেশৰ অধঃপতনৰ বিষয় বুৰঞ্জীত বিচাৰি চালে দেখিবলৈ পোৱা যায় যে, একতা গুণ নথকাই সেই দেশৰ অধঃপতনৰ প্ৰথম কাৰণ। পুৰণি কালৰ ভাৰতবৰ্ষৰ বুৰঞ্জী পঢ়ি দেখিলেই ইয়াৰ সমৰ্থনত বঢ়িয়া উদাহৰণ পাব

পাৰি। হিন্দু ৰাজ্য মুছলমানে আক্ৰমণ কৰা, মুছলমানৰ ৰাজ্য মহাৰাষ্ট্ৰই আক্ৰমণ কৰা, আৰু মহাৰাষ্ট্ৰৰ ৰাজ্য ইংৰাজে জয় কৰা এইবিলাকেই একতা নোহোৱাৰ জাজ্বল্য প্ৰমাণ। এতেকে, যি কামতেই হওক একতা গুণ সকলো মানুহৰ ভিতৰতে থকা বিধেয়। আসাম ৰাজ্যত কি নাই?— লাহে লাহে মানুহৰ ধন হৈ আহিব লাগিছে; বিদ্যা হৈ আহিব লাগিছে; কিন্তু ভালকৈ পিটিকি পিটিকি চালে দেখা যায় যে, কিমান মানুহে পুথি-কাৰণ লিখিছে কিন্তু খৰছাৰ অভাবত ছপা কৰিব নোৱাৰি সেইবোৰ কিতাপ এনেই পৰি আছে। অৱশ্যে ইয়াত যদি মানুহৰ সহানুভূতি একতা থাকিলহেঁতেন তেনেহলে এনে কথা কেতিয়াও ঘটি উঠিব নোৱাৰিলেহেঁতেন। আসামত কিমান হেজাৰ মানুহ আছে, সকলো গোট খাই যদি সাধ্যানুসাৰে দুই-এক পইচা কৰি সেই মানুহবিলাকক সাহায্য কৰে তেন্তে সেই নাটনিটো অতি সহজে পূৰাব পৰা যায়। এই ৰকমে এটি ধনভঁড়াল পাতিলে হয়তো কোনো লৰা টকাৰ অভাৱত পঢ়িব নোৱাৰি মহামূল্য জীৱন এনেই কটাব লগা হলে সেই সময়ত লৰাটিক টকা-পইচাৰে সাহায্য কৰিব পৰা যায়। কেতবিলাক গাঁৱত ডাক্তৰ দেখিবলৈকে নাই; বেমাৰ-পাতি হলে সেই গাৱঁৰ মানুহবিলাকে নিৰুপায়ত পৰি নাদৰ ভেকুলী নাদতে বুৰ গৈ থাকিব লগা হয়। মানুহৰ মৃত্যুসংখ্যা শুনিলে গাৰ নোম ডাল ডাল হয়। এতেকে, এটি এই ৰকমৰ ধনভঁড়াল থাকিলে সেইবিলাক গাৱঁত সাহায্য কৰিব পাৰি।

অৱশেষত, যি হওক, সকলো মানুহৰ ধৰ্ম্মলৈ অনুৰাগ থকা কৰ্ত্তব্য। ধৰ্ম্ম বা ঈশ্বৰত বিশ্বাস নেথাকিলে মানুহৰ জীৱন-পথত যি একোটা বিপদ নিৰাশা অসন্তোষ আদি উপস্থিত হয় সেইবিলাক সহ্য কৰা কৰা বৰ কঠিন ব্যাপাৰ হৈ উঠৈগৈ। ধৰ্ম্ম আৰু ঈশ্বৰত বিশ্বাস থাকিলে হে জীৱনত সুখ লভিব পাৰি।

ক্ৰমশঃ।

# মনোবিজ্ঞান।

## (৭ম, সংখ্যাৰ পাচৰপৰা)

যদি কোনো ৰোগীক মেচমেৰাইজ কৰা ক্ৰিয়াৰ লগে লগে ডাক্তৰৰ দ্বাৰায়ো চিকিৎসা কৰায়, তেন্তে মেচমেৰিষ্টে নিজ ময়মতেৰে ডাক্তৰৰ কাৰ্য্যত কেতিয়াও কোনো প্ৰকাৰে হাত নিদিব, বা হকা-বধা নকৰিব। বৰং যিমান পাৰে ডাক্তৰক সহায় হে কৰিব আৰু যত ভুল-ভ্ৰান্তি অলপ দেখে তত উন্নকিয়াই মাত্ৰ দিব আৰু ডাক্তৰৰ সম্মতি লৈ হে মেচমেৰিক ক্ৰিয়া কৰিব। ঠিক এইদৰে আচৰণ কৰিলে ডাক্তৰেও ভাল পাব; ৰোগীৰ উপকাৰ হব আৰু মেচমেৰিক ক্ৰিয়াৰো আদৰ বাঢ়িব। বহুদিনীয়া মজ্জাগত ৰোগবিলাকত যিবিলাক ৰোগ সময় অনুসৰি, অৰ্থাৎ আঁউসী পূৰ্ণিমা এনেকুৱাবিলাক তিথিত উক দিয়ে, সেইবিলাক ৰোগৰ ৰোগ মেচমেৰিক ক্ৰিয়াৰে টোপনি নিয়াই আৰোগ্য কৰিব পাৰি। এনেকুৱাবিলাক ৰোগ উপশম কৰিবলৈ হলে ৰোগীক বিছনা এখনত বা ভাল আওজা চকি এখনত বহুৱাই ৰোগীৰ শৰীৰত মূৰৰপৰা ভৰিলৈকে হাত বুলাব লাগে। এইদৰে হাত বুলালেই বুজিব পৰা যাব ৰোগীয়ে উপকাৰ পাইছে নে নাই। যদি ৰোগীয়ে শান্তি অনুভৱ কৰে, বশীকাৰকক দেখিলে প্ৰফুল্ল হয়, মনত আশাযুক্ত হয়, আৰু বশীকাৰকৰ আগমন প্ৰতীক্ষা কৰে, তেন্তে বুজিব লাগিব যে, মেচমেৰিজম ক্ৰিয়াই ৰোগীৰ ওপৰত ক্ৰিয়া কৰিছে; তেতিয়া আৰু পৰিশ্ৰম কৰি কাম কৰিলেই ৰোগীৰ উপকাৰ হব। যদি ৰোগীয়ে বশীকাৰকক দেখিলে বেজাৰ পায় আৰু খং উঠে তেনেহলে সেইটো ৰোগীক চিকিৎসা নকৰিব। সেই বুলি সুফল ফলাত অলপ-অচৰপ পলম হোৱা দেখিয়েই অধীৰ হৈ বশীকাৰকে চিকিৎসা ত্যাগ নকৰিব। স্নায়ু দৌৰ্ব্বল্য আৰু সাধাৰণ দৌৰ্ব্বল্যৰ চিকিৎসা কৰিবলৈ হলে বশীকাৰকে ৰোগীৰ মূৰৰপৰা ভৰিলৈকে হাত বুলাব। প্ৰথমতে সমস্ত শৰীৰতে দীঘল-দীঘলকৈ হাতবুলনি দিব ; তাৰপাচত শৰীৰৰ বিশেষ বিশেষ ঠাইত চুটী চুটী বুলনি দিব (Short local passes)। যদি কলিজা দুৰ্ব্বল আৰু বুকুত বেচি ধপধপনি থাকে তেন্তে হাত বুলুৱাৰ লগে লগে দীঘল দীঘলকৈ সেই ঠাইত ফুৱাব। এইদৰে কৰিলেই ৰোগৰ উপশম হব; ৰোগীয়ে আনন্দ পাব। বৰ শকত কাহ বা কফৰ বেমাৰত ৰোগীৰ পিঠিৰ ৰাজহাড়ত

ঠিক কান্ধৰ তলত হাত বুলনিৰ লগে লগে ফুৰাই দিব লাগে। ফুৰাবলৈ হলে গাৰ কাপোৰ যে গুচাই লব লাগে এনে নহয়, কাপোৰৰ ওপৰত ফুৰালেও গুণ দিব; কিন্তু ৰেছমী কাপোৰ থাকিলে হলে গুচাব লাগিব। কাৰণ ৰেছমী কাপোৰ চুম্বক সঞ্চালনৰ প্ৰতিবন্ধক।

দাঁতৰ বিষ বেমাৰ (Toothacke) অনেকৰে হয়। এই বেমাৰো মেচমেৰিক ক্ৰিয়াৰে উপশম কৰিব পাৰি। যি কাষৰ দাঁত, সেই কাষে হাতখন কিছুপৰ দিব লাগে। তাৰ পাচত সেই কাষৰ কাণখনৰ ওপৰত এডোখৰ ফেলালিন কাপোৰ দি এখন হাতেৰে সেই ফেলালিনখন হেঁচা মাৰি ধৰি ইখন হাত মুৰৰ ওপৰত থৈ কাণত ফুৰালেই দাঁতৰ বিষ কমে।

মুৰ কামোৰণী বেমাৰত ৰোগীক এখন চকিত ভালকৈ বহুৱাই লৈ ৰোগীৰ পাচপিনে থিয় দি তেওঁৰ মূৰৰ ওপৰত হাত দুখন থব লাগে। তাৰ পাচত লাহে লাহে হাত দুখন দুই কুমৰ ওপৰত বুলাব লাগে আৰু কুমৰ তল পালেগৈয়ে হাত দুখন আনি আঙুলিবিলাক জোকাৰি পেলাব লাগে। এইদৰে ৫।১০ মিনিট সময় হাত বুলনি দিলেই মূৰৰ কামোৰ গুচে।

বাত আদি ব্যাধিত (Rheumatism gout) মেচমেৰিজম ক্ৰিয়াই বিশেষ উপকাৰ দৰ্শাব পাৰে। ৰোগীৰ বিষৰ যাতনা যৎকিঞ্চিৎ কমাব পাৰিলেও ৰোগীয়ে বৰ উপকাৰ পায়। হাতবুলনি দিওঁতে যদি ৰোগীয়ে অলপমানো ভাল পায়, তেন্তে বুজিব লাগে যে ৰোগীৰ উপকাৰ হব। তেতিয়া বশীকাৰকে বিশেষকৈ মন-সংযম কৰি হাত বুলনি দিব। এইদৰে হাত বুলনি ঘূৰাই দিব। এইদৰে হাত বুলনি দিওঁতে ৰোগীৰ বিষ এঠাইৰ পৰা আন ঠাইলৈ নামি যাব পাৰে। এইদৰে বিষ অলপ নামিলেও শেহত সেই বিষ একেবাৰে নাইকিয়া কৰিব পাৰি।

জাৰি-ফুকি বেমাৰ আৰোগ্য কৰাত বাজেও পানী আৰু ফেলালিন্ আদি কাপোৰ মেচ্‌মেৰাইজ কৰিও হেনো ৰোগ আৰোগ্য কৰিব পাৰি। বিখ্যাত বশীকাৰক ডাক্তৰ কোটচে কয় ঃ— "মেচ্‌মেৰাইজ কৰা পানী ৰোগ নিবাৰণৰ পক্ষে মহৎ ঔষধ। ইয়াক পি খাবও পাৰি, গাত মচিবও পাৰি। মই জানো যে; বহুদিনীয়া কোষ্টবন্ধ বেমাৰ মেচমেৰাইজ কৰা পানীয়ে ভাল কৰিছে। এজন কোষ্টবন্ধ হোৱা ৰোগীয়ে অনেক ডাক্তৰি ঔষধ খাইও উপকাৰ পোৱা নাছিল। তেওঁক দুদিন দুই গিলাচ মেচ্‌মেৰাইজ কৰা পানী খুৱাওঁতেই তেওঁৰ বেমাৰ ভাল হল। তেওঁ এইদৰে পাঁচ সপ্তাহ কাল মেচ্‌মেৰাইজ কৰা পানী খাই সম্পূৰ্ণে আৰোগ্য হল। মই ৰোগীক দেখা নাছিলোঁ। কিন্তু লিভাৰপুলৰপৰা সেই পানী ব্ৰেকবৰ্ণত থকা ৰোগীলৈ পঠাই দিছিলোঁ।"

মই মেচ্‌মেৰাইজ কৰা পানীৰ ওপৰত বিশেষকৈ বিশ্বাস কৰোঁ; কিয়নো ইয়াক পি খালে ৰোগীৰ সমস্ত শৰীৰত এই পানী সঞ্চালিত হৈ সমস্ত শৰীৰতে মেচ্‌মেৰিক ক্ৰিয়া কৰিব। এই পানী মেচ্‌মেৰাইজ কৰিবলৈ হলে এহাতে এক গিলাচ পানী লৈ ইহাতে সেই পানীলৈ আঙুলি টোৱাই তীব্ৰ মনঃশক্তি প্ৰয়োগ কৰিব লাগে। ধাৰক শক্তি কৰিবলৈ হলে ধাৰক গুণ চিন্তা কৰিব লাগিব। ৰেচক খুজিলে ৰেচক ভাবিব লাগিব। টনিক বলকাৰক কৰিবলৈ খুজিলে সেই ভাবিব। মেচমেৰাইজ কৰাৰ আগেয়ে পানী ফিল্টাৰ কৰি লব লাগে। ভাল মিনেৰেল বা কুঁৱাৰ পানী হলে আৰু ভাল। পানী বহু দূৰলৈ পঠাব নোৱাৰিলে কোনো বিশেষ দ্ৰব্যৰ বৰি আদিকো (pills) মেচমেৰাইজ কৰি পঠাব পাৰি ; সেই বৰি বটলত ভৰোৱাৰ আগেয়ে ফু দিব। ৰোগীয়ে যি আহাৰ পথ্যাপথ্য কৰে, সেইবিলাককো মেচমেৰাইজ কৰিব পাৰি।

ফেলালিন আদিৰ নিচিনা কাপোৰকো মেচমেৰাইজ কৰি সেই কাপোৰৰ প্ৰয়োগ দ্বাৰা বেমাৰ আৰোগ্য কৰিব পাৰি। এবাৰ এজন বয়সীয়া মানুহৰ নিদ্ৰা নহা ৰোগ হৈছিল (Insomnia) ; অনেক ঔষধ আদি ব্যৱহাৰ কৰিও উপকাৰ নেপালে। তেওঁ মেচমেৰিক ক্ৰিয়াৰো ঘোৰ অবিশ্বাসী আছিল। তেওঁক নজনাকৈ তেওঁৰ পুতেকে মোৰ ওচৰলৈ আহি সৰু এটুকুৰা ফেলালিন মেচমেৰাইজ কৰি নি তেওঁৰ গাৰুৰ তলত থৈ দিলে। সেইদিনা তেওঁৰ গভীৰ নিদ্ৰা হল আৰু শেহত যেতিয়া বুজিলে যে, তেওঁৰ গাৰুৰ তলত মেচমেৰাইজ কৰা ফেলালিন থোৱা গৈছিল; তেতিয়া তেওঁ মেচমেৰিজমৰ ওপৰত বিশ্বাস কৰিলে আৰু মেচমেৰিক ক্ৰিয়াৰে ৰোগৰপৰা মুক্তি লভিলে। মেচমেৰিজম ক্ৰিয়াৰ দ্বাৰাই যে ৰোগ নিবাৰণ কৰিব পাৰি ইয়াত অকনো ভুল নাই। তোমাৰ হাত এখন আৰচি এখনৰ ওপৰত থোৱা। কিছু পৰৰ মূৰত দেখিবা যে হাতৰ চিন এটা জলীয় পদাৰ্থৰ দ্বাৰাই আৱচিত পৰিছে। নমচাকৈয়ে সেই আৰচিয়ান থৈ দিয়া। কিছু বেলিৰ পাচত সেই চিন নাইকিয়া হব। ২।৩ দিনৰ

মূৰত সেই আৰচিত মুখেৰে সাঁ দিলে দেখিবা যে সেই হাতৰ চিন আকৌ ওলাইছে। এইদৰেই আমাৰ মন চকুৰে মনিব নোৱাৰাকৈ আমাৰ বুদ্ধিৰ বা বুজিবৰ ক্ষমতাৰ বাহিৰেও আন কি বিজ্ঞান শাস্ত্ৰ বা চিকিৎসা শাস্ত্ৰই ধৰিব নোৱাৰাকৈও আমি আমাৰ চিন আনৰ শৰীৰত যেনেহলেও অলপ নহয় অলপ ৰাখোঁ। সচৰাচৰ সেই চিন আমি নিজে যাৰ ওপৰত ৰখা যায় তেওঁবিলাকেও ধৰিব নোৱাৰে ; কিন্তু উচিত সময় বা ঘটনাচক্ৰ পৰিলে সেই চিন আপোনাআপুনি জিলিকি উঠিব। আমি যাৰ লগত কথা কওঁ, যাৰ লগত হাত জোকাৰো (Handshake) তেওঁবিলাকৰ মনত বা শৰীৰত যেনেহলেও অলপ নহয় অলপ সাঁচ এৰোঁ। যদি সচৰাচৰ ঘটনা বিলাকতে এইদৰে সাঁচ ৰয় বা ৰব পাৰে তেন্তে বশীকৰণ ক্ৰিয়াত যে বেছিকৈ সাঁচ বা চিন ৰব পাৰে ই একো আচৰিত নহয়; কিয়নো এই ক্ৰিয়াত হাতবুলনি, ফু ইত্যাদিত বাজেও তীব্ৰ মনঃশক্তি প্ৰয়োগ হয়।”

পাশ্চাত্য পণ্ডিত সকলৰ এইবিলাক কথাৰপৰা এইটো বিশেষকৈ উপলব্ধি কৰিব পাৰি যে আমাৰ দেশৰ আসুৰিক ওজা বা কবিৰাজ বিলাকে কৰা জৰা-ফুকা, পানী জৰা কাপোৰ জৰা ইত্যাদি ক্ৰিয়াও ইউৰোপৰ মেচমেৰিজমেই। এনেকুৱা অনেক হেনো বেজ বা কবিৰাজ আছিল, যি হেনো বাত বিষ আদি জাৰি কোবায়েই আৰোগ্য কৰিব পাৰিছিল; আন কি নাৰেঙ্গা পৰ্য্যন্ত মহাব্যাধি জাৰি ভাল কৰিছিল। তেল জাৰি অনেকৰে ঘা বা বিষ ভাল কৰা প্ৰবাদ আছে; কিন্তু কালৰ গতিত সভ্যতাৰ পোহৰত আমি আজিকালি প্ৰায় সকলোৱেই তেনেকুৱা বেজ বা কবিৰাজবিলাকক ইতিকিং কৰি উৰুৱাই দিওঁ আৰু তেওঁবিলাকক (Quake doctors) ঠগৰ দল ইত্যাদি নাম দি খেদোঁ; কিন্তু এতিয়া দেখিবলৈ পাওঁ যে পাশ্চাত্য জগতত অতি সুসভ্য ইউৰোপত কেপ্তেন জেম্‌চ, ডাক্তৰ ব্ৰেড্‌চ, ডাক্তৰ কোট্‌চ ইত্যাদি বিখ্যাত বৈজ্ঞানিক আৰু দাৰ্শনিক পণ্ডিত সকলেও জৰা-ফুকা ক্ৰিয়াক মেচমেৰিজম নাম দি সেই ক্ৰিয়াৰে বেমাৰ ভাল কৰিবলৈ বিচাৰে। তেওঁবিলাকক আমি গিৰিসাই (Quake doctors) বুলিবলৈ গলে আমাকেহে মানুহে মূৰ্খ বুলিব। অৱশ্যে অনেক সময়ত যে আমাৰ বেজ কবিৰাজ ইত্যাদিয়ে ঠগামি নকৰে এনেকুৱা নহয়। কিন্তু সেই বুলিয়েই দুই-এটাই ঠগামি কৰিলেই আমাৰ সকলো বিলাকেই ঠগ বা পুৰণি জৰা-ফুকা প্ৰথাবিলাক সমস্তই মিচা এনেকুৱা হব নোৱাৰে। যদি ইউৰোপৰ মেচমেৰিজম ক্ৰিয়া সঁচা তেন্তে আমাৰো বেজবিলাকৰ জৰা-ফুকাটো সত্য নিহিত আছে। যদি ইউৰোপৰ মেচমেৰিজম মিছা, জাল-জুৱাচুৰী ঠগামি তেন্তে আমাৰ বিলাকো সেয়ে। কিন্তু আমাৰ দেশত সাপে খোৱাত জাৰি-ফুকি ভাল কৰা যি প্ৰথা আছিল, সেই প্ৰথাত হলে যেনে হলেও অলপ নহয় অলপ মেচমেৰিক ক্ৰিয়া আছে। আমি নিজে তাহানিখন সৰুকালত এটা সাপেখোৱা ৰোগীক বেজে জাৰি ভাল কৰা দেখিছিলোঁ। গধুলিপৰত খৰি ফালিবলৈ কুঠাৰ এখন বিচাৰিবলৈ যাওঁতে এটা চাকৰৰ লৰাক বেৰত হাত দিওঁতেই এটা মাৰলি বৰল নামেৰে সাপে কামুৰিলে। লৰাটোৱে খালে খালে বুলি চিঞৰিব ধৰিলে। মানুহ-দুনুদ আমি ভালেমান লৰাও লৰি গলোঁ। আমাৰ ডাঙৰবিলাকে সেই চাকৰ লৰাটোক আনি পোনেই তাৰ খোৱা ঠাই ডোখৰ চাবলৈ ধৰিলে; তাৰ পাচত তাক বহুৱাই প্ৰথমেই চেলাৰ মন্ত্ৰেৰে জাৰিব ধৰিলে; কিন্তু চেলাৰ মন্ত্ৰ প্ৰয়োগ কৰা মাত্ৰেই তাৰ বিষ উজাবলৈ ধৰিলে আৰু তাক লোণ চাকিবলৈ দিলত সি লোণৰ সোৱাদ নেপাওঁ বুলি কোৱাত তাৰ যি হাতত (সোঁ হাতৰ মাজৰ আঙুলিত কামুৰিছিল) সেই হাতৰ কিলাকুতিৰ ওপৰে মৰাপাট এগছৰে খুব টানকৈ বান্ধি তাক পল এটাৰ ওপৰত বহুৱাই থৈ আমাৰ ওচৰৰপৰা পোৱা মাইল আঁতৰত থকা বেজ এটাক মাতি আনিলে। বেজ আহোমানে চাকৰৰ লৰাটোৰ বিষ বাহু পৰ্য্যন্ত উজাল। বেজে আহি বিহলঙ্গনি একোচা লৈ মৰা পাটৰ বান্ধটো গুচাই বাহুত চুণেৰে এটা মেৰ দি লৈ ধৰণী বান্ধি জাৰিবলৈ ধৰিলে। জাৰি থাকোঁতে থাকোঁতে বিষ নামি আহিল; কিলাকুতি পালেহি লৰাটোৱে কই আছে বিষ কত কিন্তু আৰু কিছুবেলি জৰাৰ পাছত তাৰ হেনো মন্ত্ৰত ভুল হোৱাৰ বাবে আৰু থকা-থমকাকৈ জৰাৰ বাবে আকৌ একেকোবে বিষ উজাই গৈ ধৰণী পাৰ হৈ কলিজাত সোমালগৈ। তেতিয়া লৰাটো অচেতন হল। তাক আন এজনে সাবটি ধৰিলে গৈ। বেজে কলে যে, “মই নোৱাৰিম, মোৰ ইমান সাধ্য নাই। মই বুঢ়া। কিন্তু মোৰ সৰু ভাইটোক আনা। সি এতিয়া মানে খাই উঠিব পায়। সিয়ে আহিলহেঁতেন, কিন্তু যেতিয়া মানুহ গৈ পায় মই খাই উঠিছো সি খাবলৈ সোমোৱাৰ বাবে তাক নোকোৱাকৈয়ে মই গুচি আহিছোঁ।

ক্ৰমশঃ।

# সখি ঐ! পৰে নে মনত?

দুখময় ঋতুৰাজ বসন্ত কালত,
যেতিয়াই উষা আহি বিৰাজে ধৰাত;
স্বৰগৰ সুৰুজৰ ৰাঙ্গলি কিৰণে,
ধালেহি বিচিত্র ৰং গছ লতা বনে;
ধুনীয়া পাখিৰ সতে মউপীয়াবোৰে,
মদাৰ ফুলৰ মৌ পিয়েহি ৰঙ্গেৰে,
তেতিয়াই দুয়ো গই মদাৰ তলত,
কোচ ভৰি ফুল তোলোঁ অতি উলাহত।
সখি ঐ! পৰে নে মনত?

চাটিফুটি তত নাই বহাগী জহত,
প্রখৰ ৰদৰ তাপ পৰে মৰতত।
লতা বন আছে যত এডালি-দুডালি,
মাটিতে চেপেটা খায় তেনেই লেৰেলি;
পদুলিমুখত থকা বকুলৰ শাৰি,
শীতল সুন্দৰ হই থাকে ছাঁয়া পাৰি।
দুয়ো মিলি ৰঙ্গমনে বকুল তলত,
জুৰ লইছিলোঁ গই সেই সময়ত।
সখি ঐ! পৰে নে মনত?

ভৰলু নদীটি সেই সুৰ-সুৰ কৰি,
লোহিত নদীৰ পিনে গইছে বাগৰি।
দুই পাৰে গজা সেই উলুবনি বন,
নিজৰ ৰূপেৰে হৰে পথিকৰ মন।
চেলকনা পুঠি আদি সৰু মাছবোৰে,
জাকে জাকে জঁপিয়াই ৰং কৰি ফুৰে।
ৰঙ্গ মনে দুয়ো গই ভৰলু নদীত;
সাতুৰি নাদুৰি থাকোঁ একাঠু পানীত।
সখি ঐ! পৰে নে মনত?

আবেলি বেলিকা বেলি ডুবোঁ ডুবোঁ হয়,
ৰাঙলি কিৰণে দশোদিশে পোহৰায়।
সেউজীয়া পৰ্ব্বতৰ সকলো টিঙ্গত
কিবা এটি শোভা শোভে ৰঙা কিৰণত,
সৰু সৰু ঢউবোৰে ভৰলু পানীত,
চিকমিক কৰি ডুবে ৰাঙলি ৰদত।
তেতিয়াও দুয়ো গই বেতনি মাজত,
বেত-গুটি খাই ফুৰোঁ মনৰ ৰঙ্গত।
সখি ঐ! পৰে নে মনত?

পূর্ণিমাৰ জোনটিয়ে নীল আকাশত,
নিজৰূপ দেখুৱায় তৰাৰ মাজত।
ৰূপালি জোনাক পৰে বগা চোতালত,
নিয়ৰৰ তোপবোৰ সৰেহি তলত।
মলয়া বতাহ বয় ৰিব ৰিব কৰি,
ধীৰে ধীৰে লৰুৱাই বিৰিষৰ ঠাৰি।
ৰঙ্গ মনে দুয়ো গই পদুলিমুখত,
নাম গাইছিলোঁ বহি এখনি কথত?
সখি ঐ! পৰে নে মনত?

—শ্রীজ্ঞাননাথ বৰা।

# ভুংচুং পহু।

এক ৰজা আছিল, তেওঁৰ সাত গৰাকী ৰাণী। যদিও মন্ত্রীজন অলপ আদহীয়াৰ নিচিনা, তথাপি ৰজাতকৈ বয়সে অলপ হে ডাঙৰ। ৰজাৰ হুকুম মতে মন্ত্রী তেওঁতকৈ সোনকালে কছাৰিলৈ আহি সোধ-পোছ সকলো ঠিক কৰি থবহি লাগে। মন্ত্রীৰ প্রথম বিবাহৰ তিৰোতা গৰাকী বিয়াৰ অলপৰ পাচতে ধুকাল। তাৰ পিচত আৰু তেওঁ বিয়া কৰোৱা নাই। গতিকে,

তেওঁ অকলশৰীয়া। আনে ৰান্ধিলে তেওঁ নেখায়, সেইবাবে নিজে ৰন্ধা-বঢ়া কৰি খাই-বই কষ্টাৰিলৈ যাব লাগে। সেই কাৰণে, তেওঁ ৰজাৰ নিয়ম সদায় পালিব নোৱাৰিছিল; কেতিয়াবা আকৌ অলপ বেলিও হয়।

এদিন বেলি হোৱাত মন্ত্ৰীক ৰজাই কাৰণ সুধিলে। মন্ত্ৰীয়ে মনত অলপ খং-কৰি কলে, "মহাৰাজ! আপোনাৰ সাত গৰাকী ৰাণী; সাত ৰাণীয়ে কৰি-মেলি খুঁৱাই-ধুঁৱাই পঠিউৱাতো আপুনি মোৰ সমানে সমানে হে আহে; মহাৰাজ! দেখিছেই মোৰ কোনো নাই, নিজে ৰান্ধি-বাঢ়ি খাই আহিব লাগে। সেইবাবে কেতিয়াবা অলপ বেলি হয়।" ৰজাই সুধিলে, "ভাল, তুমি নো বাৰু আকৌ বিয়া নকৰাবাই নে কি?" মন্ত্ৰীয়ে উত্তৰ দিলেঃ— স্বৰ্গদেৱ, বিয়া কৰাও, নকৰাম কিয়? পিচে এইবোৰ কথাকে ভাবি-চিন্তি ৰূপে গুণে আপোনাৰ সাতো ৰাণীতকৈ চৰা ছোৱালী এটি বিয়া কৰাব খোজোঁ। তাকে বিচাৰিবলৈ সময় পাওঁ কত? আপোনাৰ কামতে মোৰ আহৰিয়েই নাই।" ৰজায়ো কথাষাৰ গমি-পিতি চাই মন্ত্ৰীক ৰাজকাৰ্য্যৰপৰা তেওঁৰ বিবাহ নোহোৱালৈকে আজৰি দিলে।

এতিয়া মন্ত্ৰীৰ কাম বিয়াৰ যোগাৰ কৰা। প্ৰথমতে কন্যা বিচৰাই তেওঁৰ প্ৰধান কাম। সেইবাবে তেওঁ ৰাজ্যৰ মাজত ফুৰিবলৈ ওলাল। এতিয়া আৰু তেওঁৰ মন্ত্ৰী বেশ নহয়। সাধাৰণ হজুৱা মানুহৰ দৰেই পোছাক কৰি, বিদেশী বাটৰুৱা বুলি মানুহক চিনাকি দি গাৱেঁ গাৱেঁ, নগৰে-নগৰে ফুৰিছে। কিন্তু তেওঁৰ বাটবুলাত অলপ বিশেষত্ব আছিল। যেনে, ৰদে-বৰষুণে ছাটিটো জপাই লয়, গছৰ তলত ছাটি মেলে; শুকান বাটত চুৰীয়া কাচুটি আঁঠুৰ মূৰলৈকে চপাই লয়, বোকা পানীত গোৰোৱা লেটাই দিয়ে, পানীত নামোতে জোতা পিন্ধে; থল বাটত হাতত লয়; মানুহ-দুনুহ বাটত লগ পালে সুধিলেও কথা-বতৰা ভালকৈ নকয়, কিন্তু অকলশৰীয়া হলে অকলৈ কথা পাতি যায়।

এদিন ৰাতিপুৱা এজন বুঢ়া মানুহ কৰবালৈ গৈ, ঘৰলৈ উলটি আহোঁতে বাটত ছদ্মবেশী মন্ত্ৰীৰ কাৰ্য্য-কলাপত, বিশেষকৈ খোজ-কঢ়া ধৰণত চকু দি আহিছিল। শেহত মন্ত্ৰীক বাটৰ বলিয়া বুলিয়েই তেওঁ থিৰ কৰিলে। তাৰ পিচত বুঢ়াই ঘৰ পাই সোমালতে তেওঁৰ গাভৰু জীয়েকে সুধিলে, "বোপাই, তুমি বাটক কিলালা নে বাটে তোমাক কিলালে? (অৰ্থাৎ, তুমি মানুহেৰে সৈতে কথা-বতৰা পাতি আহি বাটৰ ভাগৰ খেদালা নে অকলশৰীয়া হৈ অহাৰ কাৰণ বাটে তোমাক দুখ দিলে, বা বাটত তুমি দুখ পালা?") বঢ়াই জীয়েকৰ কথাষাৰ বুজিব নোৱাৰি কলে, "হেৰ আই, তোৰে নিচিনা আভজা মানুহ এটা বাটত পাই আহিছোঁ।" জীয়েকে কলে, "বোপাই, আভজা মানুহটো নো কেনেকুৱা এবাৰ আনি মোক দেখুওৱা।" নাই, জীয়েকে কোনোমতে নেৰে, আভজা মানুহটো আনি দেখুৱাবই লাগিব। জীয়েক যদিও গাভৰু, ১৫।১৬ বছৰীয়া, তথাপি লৰালি মনটো যোৱা নাই। তাতে আকৌ বুঢ়াৰ লৰা-ছোৱালী বুলিবলৈ একেটি মাত্ৰ ছোৱালী। ইপিনেও সৰুৰেপৰা তেওঁ বাপেক-মাকৰ আলাসৰ লাৰু, তেওঁবিলাকৰ মৰম-চেনেহ সোপাই তাইতে। গতিকে, আভজা মানুহটো আনি দেখুৱাব লগাত পৰিল। ছদ্মবেশী মন্ত্ৰীও বহুতদূৰ যোৱা নাছিল, বুঢ়াই গৈ অলপতে লগ ধৰিলেগৈ। বুঢ়াই কৰ মানুহ কি বতৰা, কিয় সেইদৰে ফুৰিছে, মন্ত্ৰীক সুধিলে। মন্ত্ৰীয়ে নিজৰ চিনাকি নিদি বাটৰুৱা দেশ-বিদেশ চাই ফুৰা মানুহ বুলি পৰিচয় দিলে। তেতিয়া বুঢ়াজনে মন্ত্ৰীক ঘৰলৈ নিবলৈ বুদ্ধি পাতি, খোৱা-লোৱাৰ কিবা দিহা-পাতি হৈছেনে, নাই সুধিলে। মন্ত্ৰীয়ে কলে, "আমাৰ নো কি ভাত-পানী আছে টোকোনা মানুহ, পালেই থাওঁ, নেপালেই নাই।" পিচত বুঢ়াই তেওঁক নিজৰ ঘৰলৈ মতাত বহুতবাৰ যাওঁ-নেযাওঁ কৰি শেহত যাবলৈ মান্তি হল।

মন্ত্ৰী বুঢ়াৰ ঘৰলৈ আহিলতে বুঢ়াৰ জীয়েকে "আভজা" মানুহজন চালেহি। তাৰ পিচত তেওঁক খোৱা-লোৱাৰ উপায় কৰিবলৈ কোৱাত মন্ত্ৰীয়ে কলে যে তেওঁ ভাত খাবলৈ একেজোপা গছৰে পানী, পাছলি আৰু পাত লাগিব আৰু সকলো বস্তু একেবাৰে যতনাই দিলেহে তেওঁ ভাত খাব। আৰু, যদি তেওঁ দুনাই খুজিব লগাত পৰে, তেনেহলে তেওঁ ৰজাত গোচৰ দিব। বুঢ়াজন শুনিয়েই অবাক; তেওঁ আলহী বিদায় দিবৰ হে ইচ্ছা কৰিছিল, কিন্তু জীয়েকৰ কথামতে একো নকলে। জীয়েকেই অতিথি সুধিবলৈ গাত পাতি ললে।

বুঢ়াৰ জীয়েকে কলগছৰে পানী পাছলি আৰু পাত যতনালে, আৰু আলহীয়ে খুজিব নলগাকৈ সকলো বস্তু যোগাই দিলে। কিন্তু কথা হল, আলহীৰ খোৱা ঠাইত মাটি থব নো নথব? যদিহে থয়, আলহীয়ে ভাবিব পাৰে যে, তেওঁক ঠাই মছি যাবলৈ কৈছে। আকৌ, জানোছা নথলেই তেওঁৰ জগৰ

লাগে, কি জানিবা তেওঁ ঠাই মছিয়েই যাব খোজে। শেহত আলহীক ভাত খাবলৈ দিয়া পীৰাখনৰ তলতে মাটি অলপমান থৈ দিলে।

আলহী খাই-বৈ উঠিল, এই পৰ্য্যন্ত একো নোলাল। কিন্তু ঠাই মছিবলৈ মাটি নেপাই খঙত জলি উঠিল। তেনেতে বুঢ়াৰ জীয়েক আহি তেওঁক কলেহি যে, ঠাই মছিবলৈ হলে মানুহে পীৰাখন ধুই তুলি লয়। তেওঁ যদি আগ হৈ পীৰাখন ধুলেহেঁতেন তেন্তে ঠাই মছিবলৈ মাটি পালেহেঁতেন। সেইদৰে কোৱাত আলহীয়ে পীৰাৰ তলত মাটি পাই নিজৰ কাম সমাধা কৰিলে।

মন্ত্ৰীয়ে জানিলে যে বুঢ়াৰ জীয়েক ৰজাৰ সাত ৰাণীতকৈয়ো চৰা হব; ইপিনে যে ৰূপতো কম নহয়, ৰজাৰ সৰুজনী ৰাণীতকৈয়ো সুন্দৰী। তেওঁ বুঢ়ীৰ জীয়েককে বিয়া কৰাব বুলি ঠিক কৰিলে।

আবেলি পৰত মন্ত্ৰী যাবলৈ ওলাল। বুঢ়াই বিদায় দিলে। কিন্তু জীয়েকে বৰকৈ ধৰাত ৰখাব লগাত পৰিল। গধুলি খাই-বৈ উঠি মন্ত্ৰীয়ে কলে যে, তেওঁ বুঢ়া আৰু বুঢ়ী দুইৰো মাজতে শুব। বুঢ়া-বুঢ়ী তেওঁৰ গাৰপৰা দুহাত দুহাত আঁতৰি শুব। কিন্তু যদি কেনেবাকৈ নিশা বুঢ়া-বুঢ়ীৰ হাত-ভৰি তেওঁৰ গাত লাগে, তেন্তে তেওঁ ৰজাঘৰত গোচৰ কৰিব। বুঢ়াই তেতিয়াই আলহীক খেদাই দিছিল, কিন্তু আলহীয়ে নিশা কলৈ যাম, আগেয়ে কিয় ৰাখিছিল, ইত্যাদি কৈ বলেৰে থাকিল। বুঢ়াৰ জীয়েকে বৰ ডাঙৰকৈ বিছনা কৰি দিলে; আলহী বুঢ়া-বুঢ়ীৰ মাজতে শুলে।

ৰাতি পুৱাওঁতেই আলহীয়ে সাৰ পালে। আৰু বুঢ়াৰ ভৰি এটা তেওঁৰ গাত পৰি থকা যেন পাই তৎক্ষণাৎ সাজ-পাৰ পিন্ধি ৰজা... ...ত গোচৰ কৰিবলৈ ওলাল? ইফালে বুঢ়া আৰু জীয়েকে লৰা-লৰিকৈ গৈ ওচৰৰ পদুমনীৰপৰা এটি ধুনীয়া পদুম ফুল আনি পদুলি মুখৰ পিতনি এডোখৰত গুজি থলেহি। মন্ত্ৰীয়ে ঘৰৰপৰা ওলায়েই ধুনীয়া পদুম ফুল পাহী দেখি বোকাৰপৰা তুলি আনিলে। পদুম ফুলটি লোৱা দেখি বুঢ়াৰ জীয়েকে তেওঁৰ ওচৰলৈ গৈ কলে ঃ— "আপুনি পদুম ফুলটি ভাল দেখি তাক গেৰেকনি বোকাৰপৰাও তুলি আনিলে; তেনেহলে আই-বোপাই বেয়া যদিও মোক আপুনি কিয় এৰি যাব?" মন্ত্ৰীৰ বুঢ়াৰ জীয়েকৰ মন বুজা পৰীক্ষা বাকী আছিল, এতিয়া সিও শেষ হল। তেওঁ বুঢ়াৰ ঘৰলৈ পুনৰ আহিল। সেইদিনা উলটি আহি মন্ত্ৰীয়ে 'আভজালি' এৰিলে। এতিয়া গাৱঁলীয়া মানুহ হল। বুঢ়াৰ আগত বিয়াৰ কথা তুলিলে, আৰু কিয় "আভজালি" কৰিছিল তেওঁক বুজাই দিলে, কিন্তু মন্ত্ৰী বুলি এতিয়াও চিনাকি দিয়া নাই। বুঢ়াই প্ৰথমতে বিয়ালৈ আগ নেবাঢ়িছিল, কিন্তু ঘৰ-জোৱাঁই থাকিব খোজাত বিয়া পাতিলে। বুঢ়ীয়েও মনতে বৰ আনন্দ পালে; তেওঁ যিহকে বিচাৰিছিল, তাকে পালে।

তেওঁবিলাকৰ বিয়া হৈ গল। এদিন বুঢ়াৰ জীয়েকে গিৰিয়েকক কলে ঃ— "এতিয়া আমাৰ গাঁৱত আছে দেখি মানুহে আপোনাক সেইটো অমুকীৰ গিৰীয়েক বুলি হে চিনাকি দিয়ে; কিন্তু আপোনাৰ দেশলৈ উঠি গলে মোক হে আপোনাৰ তিৰোতা বুলি কব। আমি ইয়াৰপৰা আই-বোপায়ে সৈতে উঠি যোৱাই ভাল।" মন্ত্ৰীয়েটো যাবলৈকে চল বিচাৰি আছিল। তেওঁ শহুৰেকক জনালে যে, তেওঁ দুদিনমানতে উলটি আহিব গৈ, আৰু ঘৈণীয়েকক কলে যে, তেওঁ ঘৰ-বাৰী সুবিধা কৰি তেওঁবিলাকক নিজ দেশলৈ নিবহি।

দুদিনমানৰ পিচত মন্ত্ৰীয়ে দোলা মানুহ লৈ বুঢ়াৰ ঘৰ ওলালগৈ। তেওঁ তেতিয়া হে ৰজাৰ মন্ত্ৰী বুলি চিনাকি দিলে। জীয়েকৰ সুখ-সন্তোষৰ কথা ভাবি বুঢ়া-বুঢ়ীয়ে বৰ আনন্দ পালে। মন্ত্ৰীয়ে বুঢ়া-বুঢ়ীক নগৰলৈ তুলি আনিব খুজিছিল, কিন্তু তেওঁবিলাকে নিজৰ মাটি-ভেটী এৰিবলৈ মান্তি নহল। বুঢ়া-বুঢ়ীক বুঢ়া কালত সুখে দিন নিয়াবৰ সকলো ৰকম সুবিধা কৰি দিয়েই তেওঁ ঘৈণীয়েকক গৈ আহিল।

এতিয়া মন্ত্ৰীৰ ঘৈণীয়েকৰ গুণৰ কাৰণেই তেওঁ ৰাতিপুৱাই ৰাজ-সভালৈ যাব পৰা হল। মন্ত্ৰীৰ ঘৈণীয়েকৰ ৰূপ-গুণৰ কথা ৰজাৰ কাণত বৰকৈ সোমাল। ৰজাই ঠিক জানিলে যে, মন্ত্ৰীয়ে সঁচাকৈয়ে তেওঁৰ সাত ৰাণীতকৈয়ো ৰূপৱতী গুণৱতী তিৰোতা বিয়া কৰালে। ৰজাৰ ভাবনা হল কেনেকৈ মন্ত্ৰীৰ ঘৈণীয়েকক তেওঁ ৰাণী কৰিব। শেহত মন্ত্ৰীৰ বধ সাধনৰ উপায় চিন্তিবলৈ ধৰিলে।

এদিন ৰজাই হঠাৎ মন্ত্ৰীক কলে যে, তেওঁক এটা ভুতুংপছু লাগে। মন্ত্ৰীয়ে কলে,—"মহাৰাজ! ভুতুংপছু পোৱা নেযায়,

ভুচুংপছ বুলি এবিধ জন্তু নাই ;" ৰজাই নুশুনে, আৰু কলে যদিহে মন্ত্ৰীয়ে সাত দিনৰ ভিতৰত এটা ভুচুংপছ আনি দিব নোৱাৰে, তেন্তে তেওঁক শুলত দিব।

চাওঁতে চাওঁতে ছদিন গল। এই ছদিনেও তেওঁ ভুচুংপছ আনিব নোৱাৰিলে, তেওঁৰ মন মৰা, মনে মনে মৰণকে থিৰ কৰিলে। ঘৈণীয়েকে সুধিলেও তেওঁ একো নকয়। সদাই ৰাতি পুৱাই মানুহ-দুনুহ লৈ ভুচুংপছ বিচাৰি যায় গধূলি ঘৰ সোমাইহি, তথাপি, ভুচুংপছ নেপায়। ছদিনৰ দিনা গধূলি ঘৈণীয়েকক সকলো কথা কলত তেওঁ কথাষাৰ উৰুৱাই দি কলে, ই! ভুচুংপছ এটা হে লাগে এনে বৰ কথাটো, মই কাইলৈ, গধূলিকৈ এটা আনি দিম।" মন্ত্ৰীয়ে মনতে যি জানিলে জানিলে কিন্তু ঘৈণীয়েকক একো উত্তৰ নিদিলে। পিচদিনা ৰাতিপুৱাই মন্ত্ৰী ভুচুংপছ বিচাৰি গল; ঘৈণীয়েকে কৈ পঠালে যে, ভুচুংপছ পাওক বা নেপাওক তেওঁ যেন ঠিক বেলি পৰোঁ পৰোঁতে ঘৰ পায়হি।

আবেলি বেলিকা মন্ত্ৰীৰ ঘৈণীয়েকে মন্ত্ৰী পলাল বুলি ৰজালৈ লিখি পঠালে। ৰজাই বৰ আনন্দ পালে; তেওঁ ভাবিলে মন্ত্ৰী মৰক বা নমৰক, ঘৈণীয়েককটো ঘৰতে থৈ গৈছে। ৰজাই মন্ত্ৰীৰ ঘৰলৈ আহিল। তেতিয়া গাত ৰাজ বেশ নাছিল। আৰু লগতো কাকো লৈ অহা নাছিল, ইফালে মন্ত্ৰীৰ ঘৰত মন্ত্ৰীৰ ঘৈণীয়েকে ভিতৰৰপৰা বাজলৈকে সকলো ঘৰৰ দুৱাৰ মেলি থৈছে। তেওঁ ঘৰত চট্ফটাই ফুৰিছে। যেন বনতে তাকুৰী ঘূৰা দি ঘূৰি ফুৰিছে। দৰাচলতে বন-বাৰী নাই, কিন্তু ওৱা-বন-দোৱা কৰি ফুৰিছে। কেতিয়াবা ঠাই সাৰে পিচত জাবৰবোৰ গোটাই ঘৰত সিচি দিয়ে, আকৌ সাৰে; জুই ধৰি পানী ধালি দি আকৌ ধৰে, শুকান মজিয়াত পানী ধালি দি মছে, তাতে আকৌ পানী দি আকৌ মছে। এনে বিলাক বন কৰি থাকোঁতেই ৰজা গৈ পালেগৈ। ৰজাই মন্ত্ৰীয়নীক মন্ত্ৰী পলোৱাৰ কাৰণে তেওঁক প্ৰবোধ দিবলৈহে গৈছিল; বোধকৰো মন্ত্ৰীয়নী গুচাই ৰাণী কৰিব বুলিয়েই প্ৰবোধ দিলেহেঁতেন, কিন্তু তেওঁৰ আভজা বন দেখি আচৰিত হল। ৰজা মন্ত্ৰীৰ চ'ৰাতে বহি আছে আৰু মন্ত্ৰীয়নীয়ে ৰজাক দেখুৱাই বন কৰি ফুৰিছে।

বেলি পৰোঁ পৰোঁ হৈছে, এনেতে তেওঁ ৰজাক দেখুৱাই মাৰল ঘৰতে এখন বৰতামুলি পীৰা পাৰি দিলে। কপৰ শৰাইত তামোল কাটি তামুলি পীৰাৰ আগত থৈ দি, তেওঁ নিজে অলপ ৰজাৰ আৰ হল। ৰজাই বুজিলে যে, তেওঁলৈকে হে পীৰা পাৰি দিছে; তেওঁ তামুলি পীৰালৈ উঠি গৈ, তামোল খালেগৈ। তেওঁ এতিয়াও কি কব কি নকব একো ঠিক কৰিব পৰা নাই।

ইফালে এনেতে মন্ত্ৰী আহি পদুলি মুখ পালেহি। ৰজাৰ পলাবলৈকো বাট নাইকিয়া হল। মন্ত্ৰীয়নীয়ে জখলা এটা দি বৰচাঙলৈ আঙ্গুলিয়াই দেখুৱালত ৰজাই তত-মত নেপাই ঘপৰকৰে বৰ চাঙ্গত উঠিল। মন্ত্ৰী আহি ভিতৰ সোমালতে ঘৈণীয়েকে ৰজা উঠি থকা বৰ চাঙ্গৰ তলতে জুই ধৰি পাৰেমানে ধোঁৱা দিলে। এনেতে মন্ত্ৰীক ভিতৰলৈ নি জলপানৰ দিহা কৰি দি ওলাই আহিলত ৰজাই মন্ত্ৰীয়নীক ধোঁৱাই ধৰিছে বুলি কলে। ওচৰতে গুৰৰ ঘোলনী এখন দেখুৱাই দিয়াত ৰজা নামি আহি কণা-মুনাকৈ ঘোলনীত সোমাল। ঘোলনীত যে গুৰ লাগি আছিল, ৰজাই সেইটো আগেয়ে নুবুজিলে। ৰজাৰ গোটেই গাত গুৰ লাগিল; তাতে আকৌ ঘোলনীত মূৰটো নোসোমায়, সেইবাবে মন্ত্ৰীৰ ঘৈণীয়েকে ওচৰৰ কপাহৰ দুলিত সোমাবলৈ কলে। ৰজা কপাহৰ দুলিত সোমাল, গুৰৰ ওপৰত গোটেই গাত কপাহ লাগিল। তথাপি, মন্ত্ৰীৰ আৰু কুখ্যাতিৰ ভয়ত কপাহৰ দুলিতে তিপি-তাপি সোমাই থাকিল।

মন্ত্ৰীয়ে বেজাৰত কি জলপান খাব। জলপান চুয়েই ওলাই আহি জুইৰ কাষতে বহিল। তেওঁ এতিয়া জানিলে যে, তেওঁক শূলত দি তেওঁ ঘৈণীয়েকক ৰজাই বিয়া কৰাব। ঘৈণীয়েকে ওচৰতে বহি তামোল কাটি দিলে; তেতিয়া তেওঁ ৰজাৰ আগত মাৰে বা কাটে ভুচুং পছ নাই বুলি কবলৈ ওলাল। ঘৈণীয়েকক কলে যে, ৰজাই তেওঁক নিশ্চয় শূলত দিব। তেতিয়া মন্ত্ৰীৰ সাত ৰাণীতকৈয়ো চৰা ঘৈণীয়েকে কলে, " ভুচুং পছ আনি থৈছোঁ নহয়, ৰজালৈ লৈ যাওক।" মন্ত্ৰীয়ে কতা বুলি সোধাত ঘৈণীয়েকে কপাহৰ দুলিতে আছে বুলি কলে। সেইদৰে বোলোঁতে ৰজাই দুলিৰপৰা একেজাঁপে ওলাই লৰ দিলে, মন্ত্ৰীয়েও গাত গুৰ আৰু কপাহ লগা ভুচুং পছ যেন হোৱা ৰজাৰ পিচত খেদা দি ৰিঙিয়াই গল :—"স্বৰ্গদেৱ! ভুচুংপছ গৈছে, ধৰিব, ভুচুং পছ গৈছে ধৰিব।" ৰজাই লৰালৰিকৈ নিজৰ ঘৰ সোমাই ৰিঙ্গিয়াই উত্তৰ দিলে :— "মন্ত্ৰি, ভুচুং পছ পাইছোঁ; পাইছোঁ মন্ত্ৰী, তুমি নেলাগে আহিব, ভুচুং পছ ধৰিলোঁ।"

# উষা।

শেষ কৰি শিৱপূজা বেলপাত লই
হল বাজ মন্দিৰৰপৰা।
বাহিৰত দেখিলেহি, সখী আছে বই ;
দেখে হিয়া আনন্দেৰে ভৰা।

দেখা মাত্রে সখীয়াক গবা মাৰি ধৰি,
মৰমেৰে চুমা এটি খালে ;
নিশাৰ সপোন তেওঁ আকউ সুৰঁৰি,
কুমাৰৰ বাতৰি সুধিলে।

পালোঁ নে সন্ধান সখি, যাৰ হস্তে আজি
ভক্তিৰে পূজিলোঁ ত্রিনয়ণ;
যাক মই একেবাৰে হৃদয় সঁপিলোঁ,
যেয়ে মোৰ হল প্রাণ-মন।

পামনে হে বাৰু সখি, সিজনক মই,
হৃদয়ত বান্ধি লবলই;
কোন নো সিজন সখি, কোন দেশে থাকে,
আনিব পাৰিব কোনে গই।

ফুলনীত ফুল তুলি গাঁথিছিলোঁ মালা,
সিও যাব তেনেই লেৰেলি;
চাওঁতে চাওঁতে দেখোঁ মাজ আকাশতে,
বুৰিব আশাৰ ৰঙ্গা বেলি।

তাহানিৰে সাঁচি থোৱা পাটৰ চেলেঙ,
পেৰাতেই যাব কলা পৰি,
মনতেই ভাবি থোৱা মৰমৰ কথা,
তাকো মই গইছোঁ পাহৰি।

নহবাঁ আতুৰ দেবি, নেলাগে ভাবিব
চিত্রলেখা সখীয়া থাকোঁতে;
অতিকে চতুৰা সখি, সখীয়া তোমাৰ,
চোৰাঁ হেৰা কুমাৰ আগতে।

—শ্রীঅম্বিকানাথ বৰা।

# প্রতিজ্ঞা।

কৰ্ম্মৰ উৎকৃষ্টতা বা নিকৃষ্টতা অনুসাৰে সাধন উজু বা টান হয়। যি কৰ্ম্ম নিকৃষ্ট তাক হেলাৰঙ্গে সাধিব পাৰি। যি কৰ্ম্ম উৎকৃষ্ট আৰু মূল্যবান তাক সাধিবলৈ বহুত পৰিশ্রম আৰু যত্ন লাগে। কিন্তু, যত্ন আৰু পৰিশ্রম উভয়ে কষ্টদায়ক, সেই দেখি বিদ্যা-বুদ্ধি থকা মানুহেও শ্রমৰ ভয়ত ডাঙ্গৰ কামত হাত দিবলৈ আগ নেবাঢ়ে, বা হাত দিও পাচে আমনি লাগি বা কষ্ট পাই আধৰুৱা কৰি এৰি দিয়ে। এনে স্বভাৱ কৰ্ম্ম সিদ্ধিৰ পৰম বাধা। ই এটা ব্যাধি স্বৰূপ, ইয়াক দমন নকৰাকৈ কোনেও জগতত উদগতি কৰিব নোৱাৰে। প্রতিজ্ঞা এই ব্যাধিৰ মহা ঔষধ। প্রতিজ্ঞা শিকলিৰে কৰ্ম্মৰ লগত মেৰ খালে পিচে তাক এৰি পেলোৱা কঠিন হয়। কৰ্ম্ম আৰম্ভ কৰোঁতে, নকৰাকৈ নেৰোঁ বুলি কথা বান্ধি লৈ আৰম্ভ কৰা উচিত। আনৰ লগত আৰিমাৰি ধৰা কাম মানুহে নকৰাকৈ নেৰে। আন কি, আৰি ৰক্ষাৰ চেষ্টাত অনেক সময়তে প্রাণ পৰ্য্যন্ত হেৰুৱাইছে। সকলো কৰ্ম্মতে এই ব্যৱস্থা খটালে কৰ্ম্ম নিসিজি থাকিব নোৱাৰে। যি কৰ্ম্মত কৰ্ত্তাৰ মনত আৰিৰ ভাব উদ্ভব হয় সেই কৰ্ম্মৰ সিদ্ধি হাতৰ মুঠিত। প্রতিজ্ঞা আৰিৰ আন নাম মাথোন। মনত প্রতিজ্ঞা উদয় হলে গাত আৰি মৰাৰ সমান বল হয়। নীতি বচনত কয় যে, জীউ উছৰ্গি কাম কৰিবাঁ, তেহে তাৰ ফল পাবা। যি কৰ্ম্ম হাতত লোৱা তাক প্রাণ গলেও নকৰাকৈ এৰিব নেলাগে, সি তোমাৰ জীৱনৰ উদ্দেশ্য যেন হব লাগে। দৃঢ়প্রতিজ্ঞ লোক কৰ্ম্মত অটল, কোনো অসুচল বা আশঙ্কাই তাক কৰ্ম্মৰপৰা আঁতৰাব নোৱাৰে। কোনো উপায়েৰে কৰ্ম্মটি সাধিব লাগিব, এই যদি তোমাৰ মনৰ প্রতিজ্ঞা হয়, তেনেহলে সেই কৰ্ম্ম

নিশ্চয় সিদ্ধি হব। নীতি-বচনত আছে যে, প্ৰয়োজনে উপায় উদ্ভাৱিত কৰে, অৰ্থাৎ প্ৰয়োজন অখণ্ডনীয় কৰিবৰ উপায় নোলাই থাকিব নোৱাৰে। তেনেহলে প্ৰয়োজন অখণ্ডনীয় কৰিবৰ উপায় পালেই সিদ্ধিৰ মন্ত্ৰ পোৱা যায়। প্ৰয়োজন অখণ্ডনীয় কৰিবৰ উপায় প্ৰতিজ্ঞা। এতেকে, প্ৰতিজ্ঞা যে কৰ্ম্ম সিদ্ধিৰ মন্ত্ৰ তাৰ কোনো ভুল নাই। প্ৰতিজ্ঞাত বন্দী হোৱা মানুহে অসাধ্য সাধন কৰে। সিহঁতে কৰ্ম্মৰ তুলনাত প্ৰাণকো তুচ্ছ বুলি ভাবে।

প্ৰতিজ্ঞাই মানৱ লীলাৰ কেন্দ্ৰ অৱধাৰিত কৰে। প্ৰতিজ্ঞাৰ গুণত উদ্দেশ্য বিহীন জীৱন উদ্দেশ্যবিশিষ্ট হয়। সংসাৰৰ অপাৰ কৰ্ম্মক্ষেত্ৰত অৱতীৰ্ণ হৈ মনুষ্যে দিগ্বিদিগ জ্ঞান হেৰুৱায়, প্ৰতিজ্ঞাই তাক পাৰ লগাই দিয়ে। নানা কৰ্ম্মত আউল হৈ মানুহৰ পুৰুষাৰ্থ নানা দিশে যায়, প্ৰতিজ্ঞাই তাক কেন্দ্ৰত ধৰি ৰাখে। মণ্ডলাকাৰে গলে গমনৰ ওৰ নপৰে, কেৱল ঘূৰিয়েই থাকিব লাগে। সেইদৰে প্ৰতিজ্ঞাশূন্য মানুহৰ পুৰুষাৰ্থও মণ্ডল ঘূৰণ যেন হয়। সি সমস্ত জীৱনটো কৰ্ম্মত লাগি থাকিও কোনো মহৎ ফল ফলাব নোৱাৰে, কৰ্ম্মৰ টান-ঢিলা বাচোঁতেই তাৰ জীৱন যায়। এটা দিশ ধৰি গলে পথৰ অন্ত পোৱা যায়। সেইদৰে এটা উদ্দেশ্য লক্ষ্য কৰি কৰ্ম্মৰ অনুষ্ঠান কৰিলে হে জগতত উন্নতি লাভ কৰিব পাৰি। সূৰ্য্যৰ ৰশ্মি চাৰিও দিশে বিস্তাৰিত হৈ থাকে, দীপক কাচেৰে * তাক কেন্দ্ৰীভূত কৰি দহনশীল বস্তুত প্ৰয়োগ কৰিলে অগ্নিৰ উৎপত্তি হয়। মানুহৰ জ্ঞান-বুদ্ধিও সূৰ্য্যৰ ৰশ্মিৰ দৰে চাৰিওফালে বিস্তাৰিত হৈ থাকে। প্ৰতিজ্ঞাৰে তাক থুপুৰিয়াই আনি কৰ্ম্মত প্ৰয়োগ কৰিলে সিদ্ধিলাভ হয়। সেই কেন্দ্ৰীভূত জ্ঞান-বুদ্ধিৰ আগত কোনো অসুচল বা বাধা তিষ্ঠিব নোৱাৰে। মুঠ কথা, প্ৰতিজ্ঞাই কৰ্ম্মলৈ মনৰ একাগ্ৰতা জন্মায়, আৰু একাগ্ৰচিত্তে কৰিলে সিদ্ধি নহয় এনে জগতত অলপ হে আছে। এজন কৰ্ম্ম কুশল লোকে কৈছিল যে, পৃথিবীত অসাধ্য কৰ্ম্ম একো নাই ; অসাধ্য শব্দটো শব্দকোষৰ পৰা মচি পেলোৱা উচিত। এইটো অৱশ্যে দম্ভালিব্যঞ্জক বাক্য। তেওঁ সকলো কৰ্ম্মত কৃতকৃত্য হৈ দম্ভ কৰি এই কথা কৈছিল। কিন্তু সেই বুলি যে কথা আষাৰত সাৰ নাই এনে ভবা অনুচিত।

* দীপক কাচেৰে = আতচী কাচেৰে।

পৰাস্ত হলে ক্ষান্ত হোৱা চঞ্চল মানুহৰ ৰীতি। চঞ্চল মানুহে মনৰ খুদুৱনি খণ্ডাবলৈ কোনো এটা কৰ্ম্মত হাত দিয়ে, পাচে প্ৰথম উদ্যমত সি সিদ্ধ হৈ নুঠিলে এৰি পেলায়। পুনঃ পুনঃ চেষ্টা কেৱল প্ৰতিজ্ঞাত বন্দী হোৱা মানুহে হে কৰিব পাৰে। পৰাস্ত হৈও আকৌ চেষ্টা কৰাকে অধ্যবসায় বোলে। অধ্যবসায় লুকাই থকা আন্তৰিক কৰ্ম্ম, প্ৰতিজ্ঞাৰ দৃশ্যমান ফল। মনত প্ৰতিজ্ঞা নেথাকিলে কৰ্ম্মত অধ্যবসায় নোপোজে।

এক উদ্যমত কৰ্ম্ম সিদ্ধ নহলে, সেই কৰ্ম্ম অসাধ্য বুলি ভবা উচিত নহয়। যি বুদ্ধি প্ৰথম চেষ্টাত নোলায় সেই বুদ্ধি দ্বিতীয় বা তৃতীয় চেষ্টাত ওলাব পাৰে। পৃথিৱীত যিমান মহৎ কৰ্ম্ম সম্পাদিত হৈছে, তাৰ কোনোৱেই এক উদ্যমত হোৱা নাই, বাৰম্বাৰ চেষ্টা কৰাৰ পাচত হে সিদ্ধ হৈছে। প্ৰথমবাৰ নোৱাৰি আকৌ ধৰিলে, সেইবাৰ কৰ্ম্মটো আন ৰকমে বেলেগ কৌশলেৰে কৰিবলৈ চেষ্টা হয়। এইদৰে বাৰেপতি ন বুদ্ধি বা ফন্দি বিচাৰোঁতে এবাৰ তাৰ উপযুক্ত ফন্দি ওলাই পৰে, আৰু সেইবাৰ কৰ্ম্মটিও সিদ্ধ হয়। প্ৰতিজ্ঞাৰ উজ্জ্বল পটন্তৰ অমাত প্ৰাণীৰ ভিতৰত সততে দেখা যায়। চৰাইয়ে বাঁহ বন্ধাত বা মকৰাই জাল সজাত শ বাৰ নোৱাৰিলেও সিহঁতে চেষ্টা নেৰে। চৰাইৰ আধৰুৱা বাঁহ ভাঙ্গি দিলে, আকৌ সাজি লয়, শ বাৰ ভাঙ্গিলে, শ-বাৰ সাজে; ভাঙ্গো-তাৰ আমনি লাগিলেও চৰাইৰ আমনি নেলাগে। মকৰাই জাল বওঁতেও দেখা যায় যে, সি প্ৰথম সূতা গছ প্ৰথমে মনৰ জোখায় পাতিৰ নোৱাৰে, কিন্তু সেইবাবে সি সেই ঠাই এৰি আন ঠাইত গৈ জাল নেপাতে। পূৰ্ব্বে যি ঠাইত জাল কৰিব বুলি স্থিৰ কৰিছে তাতেই সূতা পাতিবলৈ বাৰ-বাৰ চেষ্টা কৰে, দহবাৰ সুলকি পৰিলেও দহবাৰ গৈ লগাই দিয়ে, শেহত সেই ঠাইত জাল সাজি হে সি নিবৃত্ত হয়। এই বিষয়ে এই ক্ষুদ্ৰ আখ্যান আছে। এক সময়ত এখন দেশক আন এখন দেশৰ ৰজাই আক্ৰমণ কৰে। ইজন ৰজাই দুই-তিনি বাৰ চেষ্টা কৰি শত্ৰুদলক খেদিব নোৱাৰিলে। অৱশেষত বিবুদ্ধি হৈ আহি শোৱাপাটীত চিত হৈ পৰি চিন্তা কৰি আছে। এনেতে দেখিলে যে, এটা মকৰাই ছালত জাল পাতিব লাগিছে, কিন্তু সি বাৰ-বাৰ চেষ্টা কৰিও প্ৰথম সূতা গছ পাতিব পৰা নাই, এবাৰ পাতিলে সুলকি পৰিল। আকৌ পাতিলে, আকৌ সুলকিল। মকৰাটো এইদৰে অহা-যোৱা কৰি হাৰাশাস্তি হল, তথাপি সূতা গছ নিয়ম মতে নবহে। অৱশেষত পোন্ধৰ কি

যোল বাৰৰ চেষ্টাত সূতা বহিল। তাৰ পাচত বাকী কাৰ্য্য যি অপ্ৰসায়ে কৰিব ধৰিলে। ৰজাই ইয়াকে দেখি চিন্তা-ভাৱনা ঠেলি থৈ সৈন্য-সামন্ত লৈ আকৌ যুঁজলৈ ওলাল। সেইবাৰ বৰ বিক্ৰমেৰে আক্ৰমণ কৰি শত্ৰু পক্ষক খেকি দি নিজৰ ৰাজ্য ৰক্ষা কৰিলে। এতিয়া সুধিব পৰা যায় যে, এই অমাত প্ৰাণীবোৰৰ ইমান অধ্যৱসায় কিয়? উত্তৰ এই যে, জাল নিৰ্ম্মাণ কৰি বাস কৰা মকৰাৰ জীৱনৰ কৰ্ম্ম বা উদ্দেশ্য, এতেকে সেই কৰ্ম্মত সিহঁতৰ স্বাভাৱিক প্ৰতিজ্ঞা আছে। কোনো উপায়েৰে বাঁহ সাজিবই লাগিব, কোনো উপায়েৰে জাল কৰিবই লাগিব, এয়ে সিহঁতৰ অন্তৰৰ বোধ। সেই নিমিত্তে লক্ষবাৰ পৰাজয় হলেও সিহঁতৰ নিবৃত্তি নাই। মনুষ্যৰো কৰ্ম্মত পক্ষী বা মকৰাৰ নিচিনা প্ৰতিজ্ঞা থাকিব লাগে, তেনেহলে সিদ্ধি লাভৰ কোনো সন্দেহ নেথাকে।

# কানিৰ অপকাৰিতা।

এই বৰ বহল পৃথিৱী-ৰান্ধনীঘৰত যিমান লৰি-চৰি ফুৰা, লৰচৰ নকৰা জীৱ-জন্তু, বস্তু-বাহানি, বিজুলী, জোন, বেলি ৰান্ধনি বাপুসকলে সদাই নেৰা-নেপেৰাকৈ পকাব লাগিছে, ৰঙা কাপোৰ পিন্ধিয়ে হওক, কিবা নিপিন্ধাকৈয়ে হওক, ধুতিয়ে হওক বা বিধুতিয়ে হওক, ভালেই হওক বা চুৰায়েই হওক, সজ্ঞানে হওক বা অজ্ঞানতে হওক, দেখাকৈয়ে হওক বা নেদেখাকৈয়ে হওক, তাক নেখাওঁতা প্ৰাণী, মানুহ এটাও নাই। হালেৰে মাটি চহে, কোৰেৰে কোৰ মাৰে, ঢেঁকী বা উৰালেৰে ধান বানে, গৰুৱে আধা-খোৱা ঘাঁহ পাগুলি খায়, হাঁহিনীয়ে কণি পাৰে, ছাগলীয়ে পান খায়, মেকুৰীয়ে গাখীৰ মাছ চুৰ কৰি খায়, নিগনীয়ে কাপোৰ কাটে ইত্যাদি কথা ঋগ্ বেদৰ, বাইবেলৰ, কোৰাণৰ কথাৰ নিচিনা যেনে সঁচা, ওপৰত কোৱা মোৰ কথা ফেৰা তাতকৈ সাত তোলা বেচি সঁচা। ঠিকনা চাব জনা দেউসকলে ঠিকনা চাওক, মোৰ কথা ফেৰি ঠিব পাব; গণিব পৰা গণকদেউসকলে গণি-পঢ়ি চাওক মোৰ গণনাত ভুল নেপাব, বেত-জৰা দিব জনা গুণীবিলাকে বেতজৰা দিয়ক মোৰ কথাতে বেতৰ কোব পৰিব, বুঢ়া মণ্ডলবিলাকে মোৰ প্ৰবন্ধ-ভূই পীয়ল কৰি চাওক, দেখিব ইয়াৰ চৌহদ ঠিক-ঠাক।

তুমি সাধু-সন্ন্যাসী, বামুণ-পণ্ডিত গোসাঁই-মহন্ত, পাদুৰী, ভিক্ষু, আচাৰ্য্য যিয়েই হোৱাঁ তুমি সাপৰ নিচিনা বতাহ কাৰ্ব্বন খাইয়েই জীয়াই থাকা, পলুৰ নিচিনা গছপাত খাইয়েই বৰ্ত্তি থাকা শিলাহাৰী মানুহৰ নিচিনা শিল খাইয়েই প্ৰাণ ধৰাঁ, কোমল চাউল দৈ ভোজন কৰিয়েই জী থাকা, বা যি খাবৰ খাইয়েই জীৱন ধৰাঁ এদিন নহয় এদিন তুমি প্ৰথম তিনি-চাৰি অৱতাৰৰ বংশ-পৰিয়ালৰ কেতিয়াবা পাখিটো, কাহিনিবা ঠেংখন, এদিন বা নেগুৰডাল পকাই বা কোচাই তামোলৰ লগত বৰি কৰি বা অনুপানৰ লগত খোৱা নাই বুলি পেটত হাত দি মুখ নেমেলাকৈ গুৰুক চিন্তি শপত খাই কব পাৰিবা নে? এদিন গধুলি শ্ৰীকৃষ্ণক গৰু খেদিলৈ আহিবৰ দেখি অঘাসুৰে মুখ মেলি জিভাখন ৰাজআলিৰ নিচিনা কৰি দিলে, এনেতে "গোৰক্ষ দামুৰি নিৰন্তৰ, নজানিয়া পশিলা ভিতৰ, দেখি তুমি ভকতৰ স্নেহত, পশিলাহা অঘৰ গৰ্ভত।" তেনেকৈ এদিন নহয় এদিন, কিয় প্ৰায় সৰ্ব্বদায় তোমাৰ মুখৰ বাটেদি কোনো কোনো অৱতাৰৰ পৰিয়ালে আৰু ৰাশি-চক্ৰৰ জ্ঞাতি-কুটুম্বে অৱশ্যে গতি কৰিছে, তুমি গম পোৱা বা নোপোৱা তাত মাছ-কাচবিলাকৰ বা মেষ-বৃষহঁতৰ একো হানি নাই। দহ অৱতাৰৰ আৰু বাৰ ৰাশিৰ কথা কবই নেলাগে, এই অনন্ত কোটি ব্ৰহ্মাণ্ডত হৰিৰ অধিকাৰত যিমান চৰাই-চিৰিকতি, পহু-পটং, কীট-পতঙ্গম, স্থাৱৰ-জঙ্গম আছে, সিহঁতে যে তোমাৰ গা-গছত ক্ষুদ্ৰ ব্ৰহ্মাণ্ডত সগোত্ৰে সপৰিয়ালে, সবাহনে বাহ লোৱা নাই তাৰ তুমি কি প্ৰমাণ দিব পাৰা? বাটে দি গৈ থাকোঁতে যি খালে তোমাৰ জ্ঞাত যাব, বাঁতি আহিব এনেকুৱা বস্তুৰ গোন্ধ পালা তাৰ অৰ্থ এই নহয় নে যে, সেই বস্তুটোৰ সৰু সৰু ডোখৰবোৰ বতাহে আনি তোমাক কঁটিয়াই দিলে; মুখে দি, নাকে দি, কাণে দি ইত্যাদি সহস্ৰৰন্ধ্ৰে দি সেইবোৰ তোমাৰ গাত সোমাল। তেনেহলে সেইবোৰ বস্তু তোমাৰ খোৱা নহল নে? চাপৰি যোৱাকে কুঁজা নোবোলে নে?

এনেকুৱা খোৱাৰ কথা এৰি দিলেও মানুহে কিনো নেখায়? মানবিলাকে বাঘৰ নিচিনা গেলা মঙ্গহ খাবলৈ ভাল পায়, মৰা হাতী চাঙ্গত থৈ ধোৱাঁ দি তাৰ মঙ্গহ কাই নগাবিলাকে যিমান ভাল পায়, চিনামেন বা খেহবিলাকে এন্দুৰ, সাপ, কেঁচু, পোক, জন্তু ছাল সকলো ৰকম কণি, ঘঁৰিয়াল, ভালুকৰ ঠেং; কুকুৰ-মেকুৰীকে আদি কৰি বহুত জন্তু, পোক, পৰুৱা খাবলৈ জুতি বুলি খায়। আবিচিনিয়াৰ মানুহে জীয়া-গৰুৰ গাৰ-মঙ্গহ কাটি-ছিঙ্গি কেচাই খায়। ৰুচদেশৰ মানুহে তিনি-চাৰি মাহলৈকে বন্ধাকপি পানীত পেলাই ৰাখি সেই গেলা

বস্তু খাবলৈ সোৱাদ পায়। ফুয়েজি জাতিয়ে কেচা মাছ খায় আৰু সমুদ্ৰৰ পাৰত মৰা তিমি পালে অতিকৈ গেলা-পচা আৰু দুৰ্গন্ধ হলেও শিয়াল-কুকুৰৰ নিচিনা খোৱা-কামোৰা কৰি খায়। সিহঁতৰ লৰা-তিৰোতাহঁতে কুকুৰৰ লগত চিল মাছৰ মঙহ কামুৰি কামুৰি খায় আৰু পেটত মুখ সোমাই দি তেজ পিয়ে। প্ৰশান্ত মহাসাগৰৰ দ্বীপত থকা কোনো কোনো জাতিয়ে জেঠী, কুম্ভীৰৰ কণি খায়; ব্ৰেজিল দেশৰ আৰু শ্যাম দেশৰ মানুহে পৰুৱাৰ আঞ্জা বৰ সোৱাদ বুলি খায়। স্পেইন দেশৰ অধিবাসীবিলাকে সকলো প্ৰকাৰৰ পোক, ফৰিং, মঙহ একেলগে সিজাই পেট ভৰায়। সিংহল দ্বীপৰ মানুহবিলাকে মৌমাখিবোৰ চবিয়াই খাই জলপানৰ কাম কৰে। ফ্ৰান্সৰ মানুহবিলাকে ভেঁকুলী-বেঙৰ মঙ্গহ বৰ ভাল বুলি খাই গা শকত কৰে। ভাৰতবৰ্ষতো কোনো কোনো জাতিয়ে শামুকৰ জোল আৰু ভজাৰ জুতি লয়। আৰু আমাৰ অসমীয়া মানুহে কানিৰ শৰাধ কৰে। আৰু ওপৰত কোনা এইবিলাকক নানা দেশৰ পৰা যিবিলাক খোৱা-লোৱা পিন্ধা-উৰা আন-আন বস্তু-বাহানি আমাৰ ইয়ালৈ সদায় জাহাজে জাহাজে আহে, যিবিলাকক কি কি বস্তুৰে কেনেকৈ তৈয়াৰ কৰা হৈছে, তাৰ সঠিক ভূ-ভতং আমি একো নেপাওঁ, সেইবোৰ "বাহিৰে ৰংচং ভিতৰে কোৱা ভাতুৰি", বস্তু শয়নে ভোজনে, দানে, গমনে, হৰি পুজনে সৰ্ব্বে সৰ্ব্বত্ৰ সৰ্ব্বদা, ব্যৱহাৰ কৰি ওপৰত কোৱা সেই সেই জাতিবিলাকৰ খোৱা বস্তু আৰু তাতকৈও ঘিণ লগা নিতান্ত অখাদ্য বস্তু গাৰ সহস্ৰ ৰন্ধ্ৰেদি দিনে-ৰাতি খাই নাছোনে? যদি সকলোৱে সকলো বস্তুকে খাই থকা হল; তেন্তে কানিয়ে নো কি অপৰাধ কৰিলে? জগতৰ সকলো মানুহে সকলো খায় দেখি অসমীয়া কানীয়াহঁতেও কানি খায়, তাত কি জগৰ লাগিল? কানীয়াবিলাকে জানো কাৰবাৰ পকাধানত মৈ দিবলৈ গৈছে।

জগৰ অৱশ্যে লগায়। দেশৰ দোৰ্ঘোৰ জগৰ সমাজৰ দোৰ্ঘোৰ অনিষ্ট, নিজৰ পৰিয়ালৰ আৰু ঘাইকৈ নিজৰে হে অনিষ্ট কৰা হয়; নিজৰে হে পকা ধানত মৈ দিয়া হয়। যিহওক, সি কথা পিচে বা ক্ৰমে ক্ৰমে কোৱা যাব।

আন আন সকলো দেশৰ মানুহে আমাৰ মতে গোটেই অখাদ্য আৰু ঘিণ লগা বস্তু খায় দেখি আমাৰো সেই পটন্তৰে সেই বেয়া বস্তু খোৱা উচিত নে? কেতিয়াবা নহয়। কেঁচু-জেঠী-পৰুৱা খাওঁতাবিলাকক বৰ ঘিণ কৰোঁ, সিহঁতক মানুহ নুবুলি পিশাচ বোলোঁ; কিন্তু এই কথা জানি ৰখা উচিত যে, মাৰাত্মক বিহ-কানি খাবলৈ দেখি সিহঁতে কানীয়াহঁতকো দুই-ঠেঙ্গীয়া হতভাগ্য নিচেই অবুজন গাধ হে বুলিব। বৰঞ্চ, গাধাতকৈও গাধাৰ মহামুৰ্খ গোলাম হে বুলিব। কাৰণ আন বিষয়ত নিৰ্ব্বোধ হলেও নিজৰ নিমিত্তে কি ভাল কি বেয়া বস্তু গাধায়ো তাক জানে; কিন্তু প্ৰতি দিনে প্ৰতিক্ষণে কানি খোৱাত কানীয়াৰ দোৰ্ঘোৰ দুৰ্গতি বিলাই-বিপত্তি দেখিয়ো জুইত ফৰিং পৰাৰ নিচিনা হাত-বাউল দি যম কিঙ্কৰক মাতি অনাৰ নিচিনা কানীয়াহঁতে ঘূৰি ঘূৰি আকৌ সেই কানিকে খায়! গাধাতকৈ কানিৰ ভকতৰ বুদ্ধি কিমান থুলন্তৰ এয়েই তাৰ প্ৰমাণ। এই ব্ৰহ্মাণ্ড-পাউণ্ডত যিমান জীৱ-জন্তু আছে, সকলোৰে নিমিত্তে পৰমেশ্বৰে বেলেগ বেলেগ খোৱা বস্তু নিৰ্দ্দিষ্ট কৰি আগতে দিছে ; আন-আন জন্তুবিলাকে স্বাভাৱিক বুদ্ধিৰ বলেৰে জন্মৰ পৰাই তাক জানিব পাৰে। কিন্তু মানুহে নিজৰ বুদ্ধি খটাই হে তাক উলিয়ায়, এয়েই ঈশ্বৰৰ অভিপ্ৰায় বোধ হয়, নহলে সংসাৰেই নেথাকে; সকলোৱে যদি একে বস্তু খাবলৈ ধৰে তেন্তে অলপ দিনতে খোৱা বস্তুৰ আকালত হাহাকাৰ লাগি মৰিব লগা হয়। খোৱা বস্তু ভিন ভিন হোৱাৰ আৰু বহুত কাৰণ আছে, ইয়াত তাক বহলাই লিখিবৰ ঠাই নাই। পৃথিৱীত বহুত ৰকমৰ বিহ আছে, জোখত সৰহ কৈ সেই বিহ খালেই মানুহ থিতাতে মৰিব। বতাহৰ লগতো বিহ আছে, সেই বিহ মানুহৰ জীৱন ধৰিবলৈ বৰ দৰকাৰী হলেও সৰহ হলে মাৰাত্মক হয়। বতাহত সদাই যেনেকৈ সেই বিহ মিহলি হয়, তেনেকৈ গছ-গছনি সাপকে আদি কৰি বহুত বতাহৰপৰা মানুহৰ সেই মাৰাত্মক বিহ টানি লৈ বতাহক নিৰ্দ্দোষ কৰি মানুহৰ উপকাৰ সাধে। কাউৰী, শগুণ, শিয়াল, কুকুৰ, গাহৰী, ডঁৰিক, গুবৰুৱা এইবিলাকেও খেকাৰ-সেঙ্গুণ, গেলা-পচা বস্তু মৰা শ, বিষ্ঠা এইবোৰ খাই ভাল কৰে, নহলে এই পেলোৱা বস্তুবিলাক গেলি-পচি পৃথিৱীখনকে বিষাল দুৰ্গন্ধময় নৰক কৰিলেহেঁতেন। এইবাবে সংসাৰ ৰক্ষাৰ নিমিত্তে ই সকলো জন্তুক পৰস্পৰ উপকাৰ সাধিবলৈ দেশ-কাল-পাত্ৰৰ আওভাও বুজি ঈশ্বৰে সকলো জন্তুৰ মানুহৰ খোৱা বস্তু ভিন ভিন কৰি দিছে, এইটো ফটফটীয়াকৈ বুজিব পাৰি। ঈশ্বৰৰ অভিপ্ৰেত নিজৰ জীৱনলৈ দৰ্কাৰী বস্তু এৰি জন্তুবিলাকে যদি আন বস্তু খাবলৈ ধৰে, মানুহে যদি ঘাঁহ বা কোটাহৰ কাঁইট খায়; সিংহ, বাঘ, শিয়াল, কুকুৰবোৰে যদি নিৰামহীয়া হয়, হাঁতী-ঘোঁৰা গৰু, ম'হবিলাকে মুনিবৃত্তি লৈ দিনান্তে দুটা-এটা ফল-মূল আৰু এক কমণ্ডলু

গঙ্গা জল খাই ব্রত ধৰে, তেন্তে সেই সেই বস্তুৰ লাগতিয়াল গুণৰ আৰু পৰিমাণৰ কম-বেচি অনুসাৰে বেগতে বা পলমে সেই সেই জন্তুবোৰৰ অস্তিত্ব লোপ পাব ই কথা নিশ্চয়। ঐশ্বৰিক শক্তিশালী আৰ্য্য মুনি, ঋষিসকলে পৃথিৱীৰ আন আন দেশৰ বুদ্ধিয়ক বেজবিলাকে বহুদিনৰ বিচাৰ গৱেষণাত আৰু পৰীক্ষাত মানুহৰ নিমিত্তে কি কি বস্তু উপকাৰী আৰু অনিষ্টকাৰী তাক ঠিক কৰি কৈ গৈছে। তেওঁলোকে কয় যে, কোনো কোনো নৰিয়াত বিহ কিঞ্চিৎ উপকাৰী হলেও, ভাল গাতে হওক বা নৰিয়া গাতে হওক অলপ বেচি খালেই বিহে মানুহক মাৰে, আৰু তাকৰকৈ খালেও সেই পৰিমাণে জীৱনৰ শক্তি নষ্ট কৰে। কানিও এটা বিহ, ইয়াক সৰহকৈ গিলিলে মানুহ তেতিয়াই মৰিব আৰু অলপ পৰিমাণে খালে সেই জোখে জীৱনী শক্তি টুটায় ইয়াত কোনো সন্দেহ নাই, কানীয়াবিলাকক চালেই ইয়াৰ পটন্তৰ স্পষ্ট দেখা যায়। পৰমেশ্বৰে কানিক মানুহৰ খোৱা বস্তু কৰি দিয়া নাই, কানীয়াবিলাকে ঈশ্বৰৰ অভিপ্ৰেত আজ্ঞা লঙ্ঘি, গুৰুবাক্য অৱহেলা কৰি নিজৰ বুদ্ধিক ভোটা কৰি কানি খায় আৰু সেই পাপৰ ফল স্বৰূপে কানি নোখোৱা মানুহতকৈ বেগতে বুঢ়া হয়, সমাজ পৰিয়ালৰ গলগ্ৰহ হৈ নানান নৰিয়াৰ দ্বাৰা কষ্ট-যাতনা ভুগি অকালতে প্ৰাণ হেৰুৱাই আত্মহত্যা পাপত পাপী হয়।

কানি যে এটা মাৰাত্মক বিহ আয়ুৰ্ব্বেদত তাৰ বহুত প্ৰমাণ আছে। তাৰে দুই-চাৰিটা মাথোন ইয়াত তুলি দিয়া হল। "অৰ্কক্ষীৰংস্নুহীক্ষীৰং সাঙ্গলী কৰ বিৰকঃ গুঞ্জাহি কেনো ধুস্তুৰঃ সপ্তোপবিষ জায়তঃ অহিকেন অৰ্থাৎ কানি বা আফিঙক স্পষ্টকৈ বিহ বুলি কৈছে আৰু ই ধতুৰা গছৰ ৰসৰপৰা হোৱা বিষ। এতিয়া বিহৰ দোষ চাওক; — "বিষং প্ৰাণহৰং প্ৰোক্তং ব্যৱায়িচ বিকামিচ, আগ্নেয়ং বাত-কম হৃদৰোগ বাহি মদাবহং।" "ত্বক্‌সাৰ লিৰ্য্যাসবিষৈ কণ্টবুক্তৈৰ্ভবন্তিহি, আস্য দৌৰ্গন্ধ্য-পাৰুষ্য শিৰোৰুক্ কফসংস্ৰবাঃ।" "যেশাগনঃ ক্ষীৰ বিষৈৰ্ব্বিড ভেদো গুৰু জিহ্বতা, প্ৰায়েণ কাল-ঘাতীনি বিষান্যেতানিনিৰ্দ্দিশেৎ।" "স্থাবৰংতু জ্বৰংহিক্কাং দন্তহৰ্ষং গলগ্ৰহং, ফেণ চ্ছৰ্দ্যৰুচিশ্বাস মূৰ্চ্চাঞ্চ কুৰুতে বিষম্"। অৰ্থাৎ, বিহ (যেনে কানি) প্ৰাণ নাশক, গাত লাগিলে আগেয়ে গাৰ আন আন অঙ্গত সোমাই পিচত হে পেটলৈ যায়; গাৰ সাৰ ধাতু (ওজ) শুহি জোৰাবিলাক ঢিলা কৰে যি বস্তুৰ লগত খোৱা যায় তাৰ দোষ পায় তমোগুণ সৰহ হোৱা বাবে বুদ্ধি নাশক। উপযুক্ত জোখৰ ছালৰপৰা হোৱা বিহ খালে মুখৰ দুৰ্গন্ধ কঠুৱা স্বভাৱ, কফৰপৰা হোৱা মূৰৰ নৰিয়া হয়। ক্ষীৰৰ নিচিনা ৰসৰপৰা হোৱা বিহ খালে (যেনে কানি) মুখত ফেণ উঠে, জিভা গধুৰ হয়, ইত্যাদি। এইবিলাক বিহ প্ৰায় পলমে প্ৰাণ নাশ কৰে; অৰ্থাৎ এইবোৰ বিহ লেলেতীয়া। স্থাবৰ বিহে, (যেনে কানিয়ে) জ্বৰ, হেঁকটি, দন্তহৰ্ষ (শীত, জহ, জলা, টেঙ্গা, বতাহ সহিব নোৱাৰা দাঁত) গলগণ্ড, ফেণ, পানীলগা, অৰুচি, শ্বাস আৰু মূৰ্চ্ছা এইবিলাক ৰোগ জন্মায়।

ক্ৰমশঃ।

# নেপোনিয়ন বোনাপাৰ্ট।

যি জনবিতৈষী মহাত্মা বীৰে ফৰাচী ৰাষ্ট্ৰবিপ্লৱৰ সময়ত জন্ম গ্ৰহণ কৰি নিজৰ অলৌকিক প্ৰতিভাৰ বলত ফ্ৰান্স দেশক অৰাজকতা আৰু স্বেচ্ছাচাৰিতাৰ হাতৰপৰা উদ্ধাৰ কৰিছিল, যি মৃতপ্ৰায় ফৰাচী জাতিক বীৰমদত উন্মাদিত কৰি গোটেই ইউৰোপ কঁপাইছিল, যি স্বদেশৰ নিমিত্তে জীৱনাহুতি প্ৰদান কৰিছিল, যি স্বদেশৰ নিমিত্তে জীৱন-যুদ্ধ কৰি জনসাধাৰণৰ প্ৰশংসা পাইছিল, যি আজীৱন সংগ্ৰামত লিপ্ত থাকিও সাহিত্য, গণিত, বিজ্ঞান, দৰ্শনত শীৰ্ষ স্থানীয় আছিল; সি ৰণকৌশলত, ৰাজনীতি শাস্ত্ৰত, বীৰত্বত, জ্ঞানালোচনাত প্ৰতিভাৰ স্নেহৰ পুত্ৰ আছিল, যি চৰিত্ৰত নিষ্কলঙ্ক, সকলো বিষয়ত জ্ঞানী, মধুৰ ভাষী, তেজস্বী পুৰুষ আছিল, যাৰ সুনাম সৰ্ব্বত্ৰ বিৰাজিত, যাৰ কীৰ্ত্তিয়ে দেশে দেশে বীৰত্বৰ জয় ঘোষণা কৰিছে, যি ফৰাচী সিংহাসন গ্ৰহণ কৰি লুপ্ত ধৰ্ম্ম উদ্ধাৰ কৰি ফ্ৰাঞ্চ দেশত পুনৰ ঈশ্বৰ পূজা প্ৰতিষ্ঠিত কৰিছিল, যি পূজনীয় মাননীয় বীৰ, যি তুলনাত অতুল তেওঁ বীৰকেশৰী মহাত্মা নেপোলিয়ন বোনাপাৰ্ট।

তেওঁ ১৭৬৯ খৃষ্টাব্দৰ ১৫ আগষ্টত ভূমধ্যসাগৰত থকা কাৰ্চিকা দ্বীপত জন্ম গ্ৰহণ কৰে। তেওঁক পিতাক চাৰ্লচ বোনাপাৰ্ট। তেওঁ এজন ইটালী দেশৰ সম্ভ্ৰান্ত বংশৰ মানুহ আছিল। তেওঁ কাৰ্চিকাত ব্যৱহাৰজীৱৰ (উকিল) ব্যৱসায় অৱলম্বন কৰি পোহপাল গৈছিল। নেপোনিয়নৰ মাক লিটিচিনা ৰমোলিনি। তেওঁ এজনা পৰমা সুন্দৰী তিৰোতা বুলি বিখ্যাত আছিল। তেওঁবিলাকৰ ১৩ টি সন্তান। তাৰ ভিতৰত আঁঠ জনে নিজ নিজ কীৰ্ত্তি থৈ ভুবন-বিখ্যাত হৈ গৈছে।

নেপোলিয়ন সৰুৰেপৰা প্ৰফুল্লতা বিহীন আৰু নিৰ্জ্জনপ্ৰিয় আছিল। তেওঁৰ পিতাকে যেতিয়া স্বদেশৰ স্বাধীনতা সম্বন্ধে গল্প কৰে, তেওঁ তেতিয়া নিবিষ্টমনে শুনি থাকে। যেতিয়া পিতাকে তেওঁৰ আগত স্বাধীনতা ৰক্ষাৰ নিমিত্তে আত্মোৎসৰ্গ কৰাৰ বিষয় বৰ্ণনা কৰে, তেতিয়া নেপোলিয়নৰ হৃদয় বীৰ ৰসেৰে পৰিপূৰ্ণ হয়। তেওঁ সৰুৰেপৰা ধেমালি ভাল নেপাইছিল। ধেমালিৰ সময় উপস্থিত হলে, যেতিয়া তেওঁৰ ভায়েক-ভনীয়েকহঁতে ধেমালিত বলিয়া হয়, তেওঁ তেতিয়া এডোখৰ নিৰ্জ্জন ঠাইত বহি গভীৰ চিন্তাত নিমগ্ন থাকে।

তেওঁক পাঁচ বছৰ বয়সৰ সময়ত পঢ়াশালিত দিয়ে। তাৰ পাচত, ফ্ৰাঞ্চ দেশৰ নিয়মানুসাৰে দহ বছৰ বয়সত তেওঁ ব্ৰিয়েনৰ সমৰ বিদ্যালয়ত সোমায়, তেতিয়া সেই বিদ্যালয়ৰ আন-আন সম্ভ্ৰান্ত অৰ্থশালী মানুহৰ লৰাবিলাকে তেওঁক সামান্য সাজ পিন্ধা দেখি ঘিণৰ চকুৰে চাইছিল। তেওঁ সেই লৰাবিলাকৰ লগত বৰকৈ মিলা-প্ৰীতি নেৰাখিছিল, কেৱল পঢ়াত আৰু ভূচিত্ৰ চাইয়েই তেওঁ সময় কটাইছিল। ধেমালিত তেওঁৰ একেবাৰে মন আছিল। তেওঁৰ অৱসৰ সময়ত কিতাপেই তেওঁৰ লগৰীয়া আছিল। সদাই নতুন বিদ্যা শিকিবলৈ যত্ন কৰিছিল। শিকিব নোৱাৰিলে মনত বৰ শোক কৰিছিল।

এইসময়ত তেওঁ প্লুটাৰ্কে লিখা জীৱন-চৰিত্ৰ বৰ মনোযোগেৰে পঢ়িছিল। গ্ৰীচ আৰু ৰোমৰ মহাপুৰুষসকলৰ বীৰত্বপূৰ্ণ কাৰ্য্যবিলাক আৰু বৰ বৰ জাতিৰ উত্থান আৰু পতন চিন্তাই তেওঁৰ হৃদয় অধিকাৰ কৰিছিল। তেওঁৰ চিন্তাশক্তি ইমান প্ৰৱল আছিল যে, অতি দুৰূহ বিষয়ো তেওঁ সহজে আয়ত্ব কৰিছিল।

অলপ দিনৰ ভিতৰতে পঢ়াশালিত তেওঁৰ প্ৰতিভা জ্বলি উঠিল, সকলো পঢ়োতাৰ ভিতৰত তেওঁ প্ৰধান হল। তেতিয়া যিবিলাক লৰাই তেওঁক অৱজ্ঞাৰ চকুৰে চাইছিল, সেইবিলাকেই তেওঁৰ গুণত মুগ্ধ হৈ মিতুৰ হৈ পৰিল। তেওঁৰ কি গণিত, কি ইতিহাস, কি বিজ্ঞান, কি সাহিত্য সকলো বিষয়তেই ইমান অধিকাৰ জন্মিল যে, অলপ দিনৰ ভিতৰতে তেওঁ পঢ়াশালিৰ এজন অতি উজ্জ্বল অলঙ্কাৰ বুলি সম্মানিত হল।

হোমৰ আৰু ওচিয়ানৰ কবিতাত তেওঁ ইমান অনুৰক্ত আছিল যে, অৱসৰ পালেই সেইবিলাক কবিতা আনন্দ মনেৰে আবৃত্তি কৰিছিল। সেই সময়ত তেওঁ মাকলৈ এইবুলি এখন চিঠি লেখিছিল —"ককালত তৰোৱাল বান্ধি, জেপত হোমৰ ৰাখি সংসাৰত মোৰ গন্তব্য পথ পৰিষ্কাৰ কৰি লম।"

তেওঁ বৰ নীতিপৰায়ণ আৰু ঈশ্বৰবিশ্বাসী আছিল। সেই কাৰণেই তেওঁ বয়সত ফ্ৰাঞ্চ দেশৰ লুপ্ত ধৰ্ম্ম সংস্কাৰ কৰি পুনৰ ঈশ্বৰ পূজা প্ৰতিষ্ঠা কৰিব পাৰিছিল। নেপোলিয়ন দুৰ্গ নিৰ্ম্মাণ বিদ্যাতো পাৰ্গত আছিল। যেতিয়া ১৭৮৪ খৃষ্টাব্দত শীতকাল আহিল, তেতিয়া বাট-পদুলি পথাৰ সকলো বৰফেৰে ছাত খালে। ফুৰা-চকা সকলো কামেই বন্ধ হল। সেই শীতকালত যেতিয়া ব্ৰিয়েনৰ পঢ়াশলীয়াবিলাকে কি খেল খেলিব তাক ভাবিছিল, তেতিয়া বুদ্ধিবীৰ নেপোলিয়েনে এটা অসাধাৰণ খেল উদ্ভাৱন কৰিলে, যি বৰফ ওপৰৰপৰা পৰিছিল সেইবিলাক গোটাই এটা দুৰ্গ সাজিবলৈ তেওঁ ছাত্ৰসকলক মাতিলে। তেওঁ দুৰ্গ নিৰ্ম্মাণ বিষয়ত ইমান পাৰ্গত আছিল যে, তেওঁৰ কৌশলেৰে আৰু উপদেশেৰে সজা দুৰ্গ দেখি সমৰ-বিদ্যালয়ৰ শিক্ষকসকলে প্ৰশংসা নকৰি থাকিব নোৱাৰিলে। সজা শেষ হলত ছাত্ৰ সকলক দুভাগ কৰি, এভাগৰ ওপৰত দুৰ্গ ৰক্ষাৰ ভাৰ দি আৰু এভাগৰ ওপৰত আক্ৰমণৰ ভাৰ দি তেওঁ দুয়োপক্ষৰে নেতা হৈ দুয়োপক্ষকে উৎসাহিত কৰিবলৈ ধৰিলে। এইদৰে এক সপ্তাহ গল। এদিন এটা ছাত্ৰে নেপোলিয়নৰ কথা অগ্ৰাহ্য কৰাত তাক তেওঁ এডোখৰ বৰফেৰে এনে কোব মাৰিলে যে, তাৰ সেই চিন যাবজ্জীৱন ৰৈ গল। সময়ত যেতিয়া তেওঁ ফৰাচী সিংহাসনৰ বাব পালে, তেতিয়া সেই মাৰ খোৱা ডেকা জনে দুখত পৰি সম্ৰাটৰ ওচৰত কৃপাভিক্ষা কৰিবলৈ আহে। নেপোলিয়নে তাৰ নাম পাহৰিছিল। তেওঁ তাক কলে;—"সি সোঁৱৰণিৰ কাৰণে কোনো ঘটনা উল্লেখ কৰিব পাৰে নে?" তেওঁৰ দুৱৰীয়ে কলে, "সি কৈছে যে, মোৰ কপালত যি চিন দেখিছা এই চিন সম্ৰাটে দিয়া।" তেতিয়া তেওঁৰ মনত পৰিল, আৰু তাক কলে, "তাৰ কপালৰ চিনৰ অৰ্থ মই বুজিছো। ই এডোখৰ বৰফৰ চিন, তাৰ কাৰণ ময়ে। যোৱাঁ, তাক আনা গৈ"। যেতিয়া ডেকাজন আহিল, তেওঁ তাক যথোচিত উপহাৰ দি আনন্দ মনেৰে বিদায় দিলে।

নেপোলিয়নে ব্ৰিয়েন বিদ্যালয়ত পাঁচ বছৰ সমৰ-বিদ্যা শিকিলে। তেওঁ অৱসৰ সময়ত কাৰ্চিকালৈ যায়, আৰু তাত কৃষকবিলাকৰ মুখৰপৰা ফৰাচী আক্ৰমণৰ গল্প শুনি দিন কটায়গৈ। তেওঁৰ গুণ লৰা কালতে ইমান ফুটি উঠিছিল যে, কাৰ্চিকাৰ প্ৰসিদ্ধ বীৰ পাৰ্চলিয়ে তেওঁক সদাই এইদৰে কৈছিল, "নেপোলিয়ন, ইহঁতৰ লগত তোমাৰ একো সাদৃশ্য নাই, তোমাৰ ফুৰা-চকা সকলো প্লুটাৰ্কে বৰ্ণনা কৰা বীৰসকলেৰে সৈতেহে একে দেখায়।"

এদিন তেওঁ ব্ৰিয়েন বিদ্যালয়ত থাকোতে প্ৰশ্নৰ উত্তৰত সাধাৰণ তন্ত্ৰৰ পক্ষপাতী হৈ নিজমত প্ৰকাশ কৰি অন্য শাসন-প্ৰণালীৰ নিন্দা কৰিছিল। তেওঁক শিক্ষকে খং কৰে, আৰু তেওঁৰ উত্তৰ কাকত জুইৰে পুৰি পেলায়। তেতিয়াৰেপৰা তেওঁ সাধাৰণ তন্ত্ৰৰ প্ৰতি বৰ পক্ষপাতী হৈ উঠে।

নেপোলিয়নৰ সময়ত ফৰাচী দেশত বাৰটা সমৰ-বিদ্যালয় আছিল। প্ৰতি বছৰে প্ৰত্যেক বিদ্যলয়ৰপৰা তিনিটা ভাল লৰা বাছি পেৰিচ সমৰ-বিদ্যালয়লৈ নিয়ে। নেপোলিয়নকো পোন্ধৰ বছৰ বয়সত ব্ৰিয়েনৰপৰা পেৰিচলৈ নিলে। এই পঢ়া-শালিত সম্ৰান্ত বংশীয় লৰাবিলাকৰ নিমিত্তে ঘোঁৰা চোৱা, অস্ত্ৰ পৰিষ্কাৰ কৰা ইত্যাদি কামৰ কাৰণে লিগিৰা ৰাখিছিল। নেপোলিয়নে এনে প্ৰথাৰ বিৰোধী হৈ শাসনকৰ্ত্তালৈ লিখিলে যে, বিদ্যালয়ত ছাত্ৰৰ কাৰণে লিগিৰা থোৱা অনুচিত। সকলো কাম ছাত্ৰে নিজে কৰা উচিত। আহাৰৰ বিষয়ে আৰু আন আন শাৰীৰিক পৰিশ্ৰম কৰিবলৈ এতিয়াৰপৰা নিশিকিলে আগলৈ সিহঁতে যুদ্ধত কেনেকৈ কষ্ট সহ্য কৰিব আৰু পৰিশ্ৰম অটল ৰাখিব।

নেপোলিয়নে নাচ-গান বৰ ঘিণ কৰিছিল। এদিন উৎসৱৰ সময়ত যেতিয়া তেওঁ মাৰ্চেলচ্ নগৰলৈ গৈছিল, তেতিয়া বাটত এজাক ডেকা-গাভৰুৱে চিকুণ সাজেৰে সাজপাৰ কৰি নাচ-গান কৰিছিল। সিহঁতে নেপোলিয়নক দেখি যোগ দিবলৈ মাতিলত তেওঁ তৎক্ষণাৎ উত্তৰ কৰিলে, "নাচি-খেলি কেতিয়াও মানুহ হ্ব নোৱাৰি।"

যোল বছৰ বয়সৰ সময়ত তেওঁ সহকাৰী লেফ্‌টেনেণ্ট পদ পায়। সেই সময়তে তেওঁৰ পিতাক স্বৰ্গী হয়।

যেতিয়া তেওঁ এই কামত থাকে, তেতিয়া এদিন বেমাৰ পৰি বিদেশত বৰ কষ্টেৰে এটা বাটৰুৱা ঘৰত (Inn) দিন কটাইছিল। তাত এজনা মৰমিয়াল তিৰোতাৰ আল-পৈচানৰ গুণত তেওঁ আৰোগ্য লাভ কৰে। যেতিয়া তেওঁ সম্ৰাট পদ পাইছিল, তেতিয়া তিৰোতা জনাই আনন্দ প্ৰকাশ কৰি এখন চিঠি লিখিছিল, আৰু ইয়াকো লিখিছিল যে, তেওঁ এতিয়া বৰ কষ্টত পৰিছে। নেপোলিয়নে চিঠি পায়েই তৎক্ষণাৎ তেওঁৰ কাৰণে অনেক টকা পঠাই দিলে।

নেপোলিয়নৰ ভৱিষ্যৎ জীৱনৰ ছবি সৰু সময়তে ফুটি উঠিছিল। সৰুতে যাৰ হৃদয়ত এনে চিন্তা শক্তিৰ অৱতাৰণা হৈছিল, তেওঁৰ যে ভৱিষ্যৎ জীৱন এটি অলৌকিক শক্তিৰে শক্তিমান নহ'ব, তাৰ কোনো কাৰণ নাছিল। তেওঁ সৰুতেই কথাত আৰু সাধুতাত মানুহৰ মন আকৃষ্ট কৰিব পাৰিছিল। তেওঁ যিবিলাক কাম পূৰ্ণ বয়সত কৰিছিল, সেইবিলাকৰ সূচনা তেওঁৰ প্ৰথম বয়সতেই হৈছিল। তেওঁৰ জীৱনৰ প্ৰত্যেক কামেই তেওঁৰ বাল্য জীৱনৰ প্ৰতিভাৰে আলোকিত হৈছিলো।

ক্ৰমশঃ।

—শ্ৰীকীৰ্ত্তিনাথ দাস।

# মনুষ্যৰ অধঃপতন।

ভগৱান পৰমেশ্বৰে মানুহ জাতিক সকলো প্ৰাণীতকৈ শ্ৰেষ্ঠ কৰি সৃজন কৰিছে। কি ভাল কি বেয়া তাক জানিবৰ নিমিত্তে ঈশ্বৰে মানুহক বিবেক শক্তি দিছে। এই বিবেক শক্তিৰ দ্বাৰা মানুহে ভাল-বেয়া, উপকাৰ-অপকাৰ লাজ-লঘু সকলো জানিব পাৰে। এই শক্তিৰ দ্বাৰাই মানুহে পশু-পক্ষীতকৈয়ো নিকৃষ্ট অৱস্থাৰপৰা উন্নতি কৰি উন্নত আৰু সভ্য বুলি পৰিগণিত হব পাৰে। এই সম্বন্ধে কোনো উদাহৰণ দি দেখুৱাবৰ সকাম নাই, কিয়নো আজিকালি লিখা-পঢ়া আলোচনা কৰাৰ ভিতৰত মানুহৰ উন্নতিৰ বিষয়েই এটা প্ৰধান আলোচনা। এতেকে, সেইবিলাক বাহুল্য কথা নবকি মোৰ নিজ উদ্দেশ্যৰ পথত গতি কৰোঁ।

আমাৰ হিন্দু শাস্ত্ৰত সত্য, ত্ৰেতা, দ্বাপৰ, কলি এই চাৰি যুগৰ কথা যেনেকৈ কয়, তাৰে দুফাঁকিমান কথা জয়-জয়তে কৰবলৈ আগবঢ়ালোঁ। আমি শুনিবলৈ পাওঁ যে, সত্যযুগত প্ৰাণীৰ সৃষ্টি হয়। সত্যযুগত সকলো প্ৰাণীয়েই বৰ ডাঙৰ আছিল। মানুহবিলাক ১৬ হাতে ওখ আছিল। সত্যত বাজে অসত্যত মতি নাছিল। সত্যযুগত অধিকাংশ লোকেই, বিশেষতঃ ব্ৰাহ্মণসকলে তপ-ব্ৰত কৰি জীৱন কটাইছিল। সেই সময়তে ঋষি-মুনিসকলে যাতে সংসাৰ ভালে চলে তাৰ উপায় কৰি কিছুমান নিয়ম-প্ৰণালী বেদ-শাস্ত্ৰ লিখি থৈ গৈছে। তাৰে কিছুমান নিয়ম আমি কলিৰ পাবগুইঁতে লঙ্ঘন কৰি চকুলো টুকি-টুকি অলপ দিনৰ ভিতৰতে এই সংসাৰ সুখৰপৰা বিদায় লব লগাত পৰিছোঁ। হাঁয়, সত্যযুগত যি মানুহ ১৬ হাত ওখ আছিল, যাৰ

পৰমায়ু দহ হেজাৰ বছৰ আছিল, তপস্যা কৰি যি ইচ্ছা মৃত্যু হৈছিল সেই সকলৰ সন্তান নো আজি কিয় ইমান দুৰ্ব্বল ক্ষুদ্ৰকায় আৰু অল্পায়ুস? হাঁয়, যি মনুষ্যজন্ম লভিবলৈ এসময়ত দেৱতাসকলেও বাঞ্ছা কৰিছিল, এনে দেৱদুৰ্ল্লভ মনুষ্যজন্মৰ সুখ নো আজি আমি কিয় বিহ যেন পাওঁ। পাঠকসকল, তাৰ পাচত শুনক, সত্যৰ পাচত যেতিয়া ত্ৰেতা পৰিল, তেতিয়া মানুহৰ আচাৰ-ব্যৱহাৰ ৰীতি-নীতি অলপ লৰ হল। সেই পাপৰ ফলেই হওক, বা আন কোনো কাৰণেই হওক, মানুহবিলাকো ১৩ হতীয়া হল; অৰ্থাৎ মানুহ আগতকৈ তিনিহাত চাপৰ হল। এই অনুসাৰে বল-শক্তিও হ্ৰাস হৈ গল। কালৰ গতি বৰ কুটীল; ই ওখক চাপৰ কৰে, দীঘলক চুটি কৰে, সভ্যক অসভ্য কৰে, অসভ্যক সভ্য কৰে, ৰজাক খৰি ভাৰী, খৰিভাৰীক ৰজা কৰে, সাগৰক পৃথিৱী, পৃথিৱীক সাগৰ কৰে। অনেক দিনৰ মূৰত ত্ৰেত যুগ অন্ত হল, আৰু দ্বীপৰ আহি উপস্থিত হল। দ্বাপৰত ত্ৰেতাতকৈয়ো মানুহৰ ৰীতি-নীতি, ধৰম-কৰম ভালেমান উলটিল। প্ৰাণীবিলাকো লাহে লাহে সৰু হৈ আহিবলৈ ধৰিলে। দ্বাপৰত মানুহবিলাক ১২ হতীয়া হল। পিচে, লাহে লাহে দ্বাপৰৰো ভোগ উকলিল। দ্বাপৰৰ ভোগ উঠিলত পাষণ্ড কলিয়ে ভয়ঙ্কৰ মূৰ্ত্তি ধৰি শাসন-দণ্ড ধৰিবলৈ আহিল। পাঠক, বৰ্ত্তমান যুগৰ নামেই কলিযুগ। এই যুগটো এনে ঘৃণনীয় যে কলিত জন্মা বামুণবিলাককো 'কলিৰ বামুণ' বুলি ঘিণায়! যি সকল মহাত্মা যমদগ্নি, ভৰদ্বাজ, বিশ্বামিত্ৰ, গৌতম, ব্যাস আদি মহৰ্ষিয়ে কৰ্ম্মভূমি ভাৰতবৰ্ষত জন্ম গ্ৰহণ কৰি অঘটন ঘটাই গল, যি সকলৰ বিধি-ব্যৱস্থা আজিলৈকে বিস্তীৰ্ণ ৰূপে চলি আছে, যিসকলৰ যোগবলে অতীত আৰু ভৱিষ্যৎ কালৰ কথাকো প্ৰত্যক্ষ কৰিছিল, আজি আমি সেই সকলৰ সন্তান হৈ কি দশাত পৰিছোঁ! আজি কালৰো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল। কলিৰ বামুণ বুলিলে আজি বাটৰ কুকুৰেও বাট নিদিয়াত পৰিল।

কালৰ কি অদ্ভুত গতি, যদি ব্ৰাহ্মণ জাতিয়ে চাৰি বেদ চৈধ্য শাস্ত্ৰ লিখিছিল, সমাজ গঠিত কৰিছিল, সেইসকলৰ সন্তান-সন্ততিয়ে আজি শৌচাচৰত মাটি-পানী নোলোৱাত পৰিল। ব্ৰাহ্মণৰ কৰ্ত্তব্যৰ ফালে জলাঞ্জলি দি আজি আমি ঘোৰ নাস্তিক হলোঁ। ঘনচিৰিকাই ৰাজহাঁহৰ গতি ধৰি নিজৰ বাটো হেৰুৱালোঁ। কলিত ধৰ্ম্ম ঠিক নোহোৱাত পৰিল, জাতি সঠিক নোহোৱাত পৰিল, ব্যৱসায়ৰ ঠিক নোহোৱাত পৰিল। ধন আৰু যশৰ লোভত যিয়ে যিহকে পায় তাকে কৰে। কলিৰ লোকে পাপলৈ ভয় নকৰাও পৰিল। মিছা কথা এটা কৰ্ত্তব্য হল; মিছা নকলে যেন আমাৰ সাতোপুৰুষ নৰকত পৰে! কলিৰ লোক হীনবীৰ্য, হীনতেজ, ক্ষীণকায় আৰু অল্পায়ু। কলিৰ লোকৰ জন্ম-মৃত্যুৰ ঠিক নাই। কলিৰ মানুহ নিজৰ হাতে তিনি হাত এমোথন। পাঠক সকল, এইখিনিতে অলপ ভাবি চাওকচোন যে, সত্যযুগত যি মানুহ ১৬ হতীয়া আছিল, সেই সকলৰ পো-নাতি আজি আমি কিয় তিনি হতীয়া? এনে এটিও প্ৰবাদ আছে, বোলে কলিৰ শেষত হেনো মানুহবোৰ এনেকুৱা সৰু হব যে, সত্যযুগৰ মানুহে যি হাতীৰ খোজ সৰুপানী চুই ভৰাব পাৰিছিল, তেনেকুৱা হাতীৰ খোজৰ পানীক কলিৰ শেষত সাগৰ যেন দেখিব। জীৱিকা উপাৰ্জ্জন কৰিবৰ নিমিত্তে অসমৰ্থ হব। স্বভাবজাত ফল-মূল খাই জীৱ কল্পনা কৰি কাল নিয়াব। এই কথাকেইটা সঁচা নে মিছা তাকে বিবেচনা কৰাই মোৰ প্ৰধান উদ্দেশ্য। পাঠকসকল, মই এদিন এজন শাস্ত্ৰ পুৰাণ জনা বুঢ়াৰ ওচৰত সাধু শুনিবলৈ গৈছিলোঁ। তেওঁ মোক যুগৰ ধৰ্ম্ম সম্বন্ধে বহুত কথা কৈছিল। "বাপা, আজি কলিৰ যি অকাল মৃত্যু, নতুন নতুন বেমাৰ আবিৰ্ভাৱ, সঘনে ভূমিকম্প, মাৰি-মৰগ দুৰ্ভীক্ষ আদি ঘটনাবিলাক ঘটিব লাগিছে, এইবিলাক আমাৰ মানুহৰ দুষ্কৰ্ম্মৰ ফলৰ বাহিৰে একো নহয়। ব্ৰহ্মবধ, গো-বধ, অগম্যগমন এইবিলাকেই হৈছে মহাপাপ, কলিৰ পাতকীহঁতে এইবিলাকৰ একো বাকী এৰা নাই। এইদৰে কৈ কৈ আমাৰ আপ খঙ্গত জ্বলি-পকি উঠিল, আৰু খঙ্গৰ ভমকত তেওঁ লাজ-কাজ কাটি কৈ থৈ এইদৰে কবলৈ ধৰিলে, "বাপা! সপ্তমাতাৰ ভিতৰত পৃথিৱী এজনা প্ৰধান মাতা। এই মাতাৰ বুকুত কলিৰ নৰকীহঁতে বীৰ্য্যপাত কৰে, এই নৰাধমহঁতৰ ভৰত আজি পৃথিৱী মাতা সঘনে কম্পিত আৰু পাষণ্ডহঁতৰো অকালমৃত্যু। বাপা, আজিকালি আৰু এটা দুৰ্ঘটনা দেখিবলৈ পাওঁ যাক দেখিলেও ভূমি চুই কৰ্ণ স্পৰ্শ কৰিব লাগে। যিহওক তেওঁ কওঁ শুনা, আজিকালি আমাৰ লৰা-ছোৱালীবিলাকে অস্বাভাৱিক কাৰ্য্য কৰে। এই বাবেই আজি আমাৰ এই দশা! ইত্যাদি ইত্যাদি ইত্যাদি বুঢ়াই কত কথা কলে, তাক মই কৈ অন্ত কৰিব নোৱাৰো। ফুটাই কবলৈ মাৰ্জ্জিত কথাৰ অভাৱ।

"বাপা! আমাৰ মনত পৰাৰ দিনত যেনে শকট বলী মানুহ-গৰু আছিল, আজিকালি নাই। আগৰ দিনৰ বলধ গৰু হোৱা হলে বঙ্গালী গৰু কিনিব লাগিছে কিয়। খাহি ছাগলীৰ ওপৰত ঘোঁৰা উঠোঁ, সি লৈ লৰ মাৰে। দেৱালয়ত এটা পঠা আছিল, সিটো মানুহ-দুনুহ নগনেই, তাৰ আগত মানুহে মাহ-কল

খাব নোৱাৰিছিল, মাইকী মানুহ তাৰ ওচৰে যাবলৈ সাহ নকৰিছিল, আন কি সি হালোৱা গৰুৰ লগত যুঁজ কৰিছিল। ভাবি নামে এজন ব্ৰাহ্মণৰ এটা গুৱাল আছিল, তাৰ দুফাঁকিমান কাহিনী কওঁ শুনা। সি হাতত লাখিডাল লৈ যেতিয়া ম'হ-জাক লৈ যাব, সকলো ম'হ ঠিক। যিমানেই গোৱাৰ ম'হ হওক, সি এমাৰ মাৰিলে আৰু সি ওচৰ চাপিবৰ সাহ নকৰে। এদিন সি শুই আছে, নিশা বাঘে এটা ম'হ ধৰি লৈ গল সি সাৰ পাই হাতত লাখিডাল লৈ বাঘৰ পাচে পাচে খোজ ললে। অৱশেষত এটা জোপাৰ গুৰিত বাঘে খাবলৈ লৈছে এনেতে সি পাই বাঘক এটা মাৰ ভালকৈ শোধালে। তাতে বাঘ লুটি খাই পৰিল, আৰু সি আগবাঢ়িব নোৱাৰিলে, তেতিয়া সি ম'হটো দাঙ্গি লৈ আহিলে তাক বামুণে ডাঙ্গৰি কৰিয়াবলৈ কয়; সি কয়, যাচোন বাৰু তই ডাঙ্গৰি বান্ধ গৈ, মই গৈছোঁ; এইদৰে সি গধূলি কৰে। তাৰ পাচত এডাল গোটবাহত গোটেই ধান লৈ গুচি আহেগৈ।" পাঠক এইবিলাক কথা সঁচা আৰু বেচি দিনৰো নহয়।

সত্যযুগতেই হওক, বা পৃথিৱীৰ আৰম্ভণিতেই হওক, প্ৰাণীবিলাক যে ডাঙ্গৰ আছিল তাক আধুনিক বৈজ্ঞানিক সকলে নানা যুক্তিৰে ঠিক কৰিছে। তেওঁলোকে কয় যে, আদিম অৱস্থাত মানুহবিলাক অসভ্য আছিল। ঘৰ-বাৰী একো নাছিল, হাবিৰ পহু মাৰি খাইছিল, আলু-কচু উহাই খাইছিল, হাত আৰু দাঁতেই প্ৰধান অস্ত্ৰ আছিল। কিন্তু বৰ্ত্তমান সভ্যতা পোৱা লোকলৈ মন কৰিলে বুজিব পাৰি যে, সিহঁত হৃষ্ট-পুষ্ট আৰু বলীষ্ঠ আছিল।

দ্বিতীয়তঃ প্ৰাচীন দৃশ্যবিলাকলৈ চাই মানুহ ডাঙ্গৰ আছিল বুলি জানিব পাৰি। বৰ্ত্তমান আমি যিবিলাক পোতা-পুখুৰী দেখিবলৈ পাওঁ, সেইবিলাক মানুহৰ পানী-খোৱা পুখুৰীৰ বাহিৰে একো নাছিল। এই পুখুৰীবিলাক মানুহ লৈ ঘৰে-ঘৰে, মানুহ লৈ চুবুৰীয়ে-চুবুৰীয়ে আছিল। বৰ্ত্তমান যিবিলাক আগৰ দিনৰ পুখুৰী আছে আৰু মই যিবিলাক দেখিবলৈ পাইছোঁ সেইবিলাক ২০।২৫ পুৰা পৰিমিত আছে। শিৱসাগৰ যিটো পুখুৰী তাত ১০০ পুৰা মাটি আছে। কিন্তু হাঁয়! আজিকালি আমাৰ এটা খাল খানিব লাগিলেও নুনিয়া কুলিৰ দৰ্কাৰ।

আদিম অৱস্থাত মানুহ অসভ্য আছিল; কিন্তু ঈশ্বৰে মানুহক বিবেক শক্তি দিছে। ই বিবেকৰ বাবে মানুহৰ অৱস্থা একেদৰে নেথাকে। এই নিমিত্তে মানুহ কিছুদিনৰ মূৰত অসভ্য অৱস্থাৰ পৰা সভ্য হল। মানুহে প্ৰথমে ভাষা গঠন কৰে, তাৰ পাচত লিখা-পঢ়া আলোচনা কৰি যেতিয়া জ্ঞানী হল তেতিয়া সংসাৰ সুচলে চলাবলৈ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ, তাৰ পাচত কুমাৰ কহাৰ, ধোবা, নাপিত ইত্যাদি জাতি বিভাগ কৰিলে। মই এই কথা হিন্দুৰ মতে কৈছোঁ। এই সময়তে মানুহে ইমান উন্নতি কৰিলে যে, সংসাৰ চলোৱা সকলো উপায় উপাৰ্জ্জন কৰি ললে। বৰ্ত্তমান আমি তাকে ধৰি সংসাৰ চলাব লাগিছোঁ। বামুণবিলাকে লিখা-পঢ়াৰ আলোচনা কৰে আৰু এই শিক্ষাত কেনেকৈ উন্নতি কৰে তাকে ভালকৈ জানিলে।

মস্তিষ্ক বিদ্যা শিক্ষাৰ ঘাই বস্তু জানি সিবিলাকে বিয়া নকৰাইছিল। নিৰ্জ্জনত বহি তপ-ব্ৰত আচৰি পুৰ্ণবীৰ্য্য হৈ জ্ঞান চৰ্চ্চা কৰিছিল। এইদৰে বিদ্যা চৰ্চ্চা কৰি সিবিলাকে বেদ পুৰাণ শাস্ত্ৰ দৰ্শন আদি লিখে। ভৱিষ্যতে যাতে সংসাৰ সুকলমে চলে তাৰ কাৰণে কত নিয়ম-প্ৰণালী কৰে। অঙ্ক শাস্ত্ৰ, জ্যোতিষ আদিৰ উন্নতি কৰে। উদ্ভিদ, ধাতু, মূল আদি সকলো পদাৰ্থৰে মূল বুজি চিকিৎসা-শাস্ত্ৰ শিকে আৰু লিখে। খাদ্যবিলাকৰ উপকাৰী অপকাৰী-গুণ বুজি অপকাৰীবিলাক বৰ্জ্জিত কৰি থয়, সিবিলাকে দেহতত্ত্ব বিচাৰ কৰি বিবাহৰ সময় ঠিক কৰি যায়। মোটৰ ওপৰত কবলৈ গলে আমালৈ একো বাকী এৰা নাই। তেওঁলোকে সকলো ঠিক কৰি গৈছে। তাঁত-শাল, কুঁহিয়াৰ শাল, আদি সাধাৰণ কৌশলবিলাক কিমান দিনৰ উলিওৱা। হাঁয়! এইবিলাক আমাৰ উন্নতি কৰিবৰ লেশ মাত্ৰও যত্ন নাই! আকৌ বোলে মানুহৰ কিবা বিবেক আছে। ইয়াৰ নিমিত্তে বোলে মানুহৰ উন্নতি নহৈ থাকিব নোৱাৰে। কিন্তু আমাৰ কাৰণে নো ভোকোলা গালীয়েই পাৰ্ব্বতী কিয়? ইয়ো এটা আলোচনীৰ বিষয়। পাঠক, প্ৰাণীবিলাক যে লাহে লাহে সৰু হৈ আহিছে এনে এটা ওখ কথা মোৰ ছুটি-চাপৰ বুদ্ধিয়ে ধুকি পোৱা বৰ টান। তত্ৰাচ, আমি কিয় দুৰ্ব্বলী হৈ আহিছোঁ, আৰু আমাৰ উন্নতি নহয় কিয়, এয়ে মোৰ জয় জয়তে আলোচনীৰ বিষয়, আৰু যি পাৰোঁ, যাৰদিয়েক কবলৈ আগবাঢ়িলোঁ।

প্ৰাণীবিলাক কেনেকৈ দিনক দিনে সৰু হৈ গৈছে তাৰ প্ৰমাণ বৈজ্ঞানিক সকলে এইদৰে কয়।— বুঢ়ী গৰুৰ পোৱালি মৰে, নমৰিলেও দুৰ্ব্বলী হয় বুলি সকলোৱে জানো। মাক-বাপেক দুৰ্ব্বল হলে বা ৰুগীয়া হলে, সন্তান দুৰ্ব্বল হয় বুলি সকলোৱে বোধ কৰোঁ জানে। মাক-বাপেক বিশেষকৈ বাপেকটো সৰু আৰু হীনবীৰ্য্য হলে সন্তান সৰু হয়, এই কথা ভালকৈ জানিব পাৰি। যদি আপুনি মন কৰা নাই, তেন্তে অমুকাৰ পেটুৱা তমুকায় গেৰেলা ভচুকৰ সোতোৰালৈ মন কৰক।

আমাৰ মানুহবিলাক আৰৌ আন দেশৰ মানুহতকৈয়ো সৰু আৰু দুৰ্ব্বল। কাবুলি, ভোট, নগা, ইংৰাজ আদিতকৈয়ো আমাৰ মানুহবিলাক অনেক দুৰ্ব্বল। ইয়াৰ কাৰণ হীনবীৰ্য্যই এটা প্ৰধান। এই বিষয়ে মৰি-মুজি যাৰদিয়েক প্ৰমাণ দিবলৈ আগবাঢ়িলো।

কথাতে কয়, "ভোগ যাৰ ৰোগ তাৰ।" মানুহে নানা ৰকমে ভোগ ভুঞ্জে। আৰু নানা ৰকমৰ কষ্টও ভুঞ্জে। কিন্তু ৰোগ উপশম কৰিবৰ নানা উপায় কৰিব পাৰে। "এবাৰ হগা দুখীয়া, দুবাৰ হগা সুখীয়া, তিনিবাৰ হগা ৰুগীয়া।"

"যাত্ৰা কালত এবাৰ হাছিয়ালে যাত্ৰা নাস্তি, দুবাৰ হাছিয়ালে স্বাভাৱিক, তিনিবাৰ হাছিয়ালে পানীলগা।"

শৰীৰ সপ্তধাতুঃ— ৰসাস্ৰমাংস মেদোহস্থি মৰ্জ্জানঃ শুক্ৰসংযুতাঃ। শৰীৰস্থে যদা সাম্যক বিজ্ঞেয়ঃ সপ্তধাতবঃ" অৰ্থাৎ তেজ, মাংস চৰ্ব্বি, উপাস্থি, অস্থি, মজ্জা আৰু শুক্ৰ এই সপ্তধাতু। শৰীৰ সুস্থ থাকিলে ধাতুও সুস্থ থাকে, শৰীৰ অসুস্থ থাকিলে ধাতুও অসুস্থ, বা ধাতু সুস্থ থাকিলে শৰীৰো সুস্থ থাকে, আৰু ধাতু অসুস্থ হলে শৰীৰো অসুস্থ হয়। যেনে, চমৰীয়া হলে ৰক্ত বিকৃত, ৰক্ত বিকৃত হলে চমৰীয়া। মুঠতে কবলৈ হলে, শৰীৰস্থ ধাতু ভাল থাকিলে শৰীৰো ভালে থাকে। ধাতুৰ উৎপত্তিঃ— আমি খোৱা বস্তুবোৰ ভুৰুৰ ভিতৰত নাৰিব দৰে হয়। তাৰপৰা ৰসত পৰিণত হয়। এই ৰসত লাগতিয়াল ভাগৰ ভাল তেজ হয়., আৰু অলাগতিয়ালবিলাক বিস্তা, মুত্ৰ হৈ বাজ হয়। তেজৰ পৰা মাংস; মাংসৰপৰা চৰ্ব্বি, চৰ্ব্বিৰপৰা উপাস্থি, অস্থি, মজ্জা; মজ্জাৰ পৰা শুক্ৰ হয় শুক্ৰই দেহাৰ ঘাই বস্তু। শুক্ৰ বৃদ্ধি পালে তেজ মাংস বল বুদ্ধি সকলোৱেই বৃদ্ধি পায়।

ক্ৰমশঃ।—

# আমাৰ আহাৰ।

এই সংসাৰ-সাগৰত সাঁতুৰিবলৈ নিজ বাহুৰ বল নহলে কোনেও কাকো সদাই ধৰি নুফুৰায়। এই বল পাবৰ একমাত্ৰ উপায় সু-আহাৰ। বৰ্ত্তমান আমাৰ আহাৰৰ যিমানদুৰ অৱনতি হব পাৰে হৈ উঠিল। ইংলণ্ড, আমেৰিকা আদি উন্নত দেশৰ আৰু আমাৰ পূৰ্ব্বপুৰুষসকলৰ আহাৰৰে সৈতে আমাৰ বৰ্ত্তমান আহাৰ তুলনা কৰিবলৈ গলে মৰনান্তিক লাজ আৰু বেজাৰ লাগে। আমাৰ বৰ্ত্তমান আহাৰ কেৱল লোণ-ভাত বুলিলেও মিছা কোৱা নহয়। এই আহাৰ উন্নতিলৈ আনি ফল ধৰাই নোলোৱাকৈ উক্ত পূৰ্ব্বপুৰুষসকলৰ পথত সাঁতুৰি উধাব খোজাত উদে আৰু কাচই সমানেই সাঁতুৰাৰ নিচিনা হৈ উঠিছে।

আমাৰ শৰীৰ পোষণৰ নিমিত্তে তিনি বিধ বস্তুৰ অতি আৱশ্যক; (১) যিহেৰে মাংস গঠিত হয়, (২) যিহেৰে অস্থি গঠিত হয়, (৩) যিহেৰে শৰীৰৰ উত্তাপ আৰু শক্তি গঠিত হয়। ইয়াৰ বাহিৰে নিৰ্ম্মল পানী আৰু বিশুদ্ধ বায়ুও সততে লাগে। এতিয়া কি কি বস্তুৰপৰা উক্ত গঠনবিলাক তৈয়াৰ হয় তাক চোৱা হওক।

আতাগুৰিত যি আঠা বস্তু (গুলুটেন) আছে ইয়াৰেই মাংস গঠিত হয়। চাউলত এই আঠা পদাৰ্থ সৰহভাগ নাই, সেই বাবে মাংস গঠনৰ উপযুক্ত বস্তু চাউলত সৰহকৈ পোৱা নহয়। মাহত এই বস্তু প্ৰচুৰ পৰিমাণে আছে, সেই বাবেই ভাতৰ লগত মাহ খোৱা নিয়ম আছে। শাক-পাচলিত হাৰ গঠনৰ উপযুক্ত বস্তু আছে। চাউলৰ শ্বেতসাৰৰপৰা (বগাপানী ওলোৱা যিটো বস্তু) গাৰ তাপ আৰু শক্তি উৎপন্ন হয়। তেল, ঘিঁউৰপৰাও তাপ উৎপন্ন হয়।

আমাৰ শৰীৰৰ এই অস্থি, মাংস শক্তি আদি চলন-ফিৰণ পৰিশ্ৰমৰ গুণে মুহূৰ্ত্তে মুহূৰ্ত্তে ক্ষয় হৈ থাকে; একমাত্ৰ আহাৰেৰে সেই ক্ষয় দিনে দিনে পূৰ কৰা হয়, আৰু ক্ৰমান্বয়ে আহাৰ বৃদ্ধিৰ লগতে গঠন শক্তি আৰু পৰিশ্ৰম শক্তি দুয়ো বৃদ্ধি হয়।

আমাৰ অস্থি, মাংস আদি ঘনাই ঘনাই শকত-আবতকৈ পূৰ হওক বুলি ভাত-শাক আদি সাজে সাজে সৰহীয়াকৈ খাব নোৱাৰি। এই বাবেই আমি উক্ত বস্তুবিলাক আহাৰ কৰি পূৰ হোৱা পশু-পক্ষীৰ অস্থি, মাংস, তেল, চৰ্ব্বী, গাখীৰ আদি অলপ অলপ খাই এই শৰীৰ সুগঠনৰ কাম বেচিকৈ কৰোঁ। কাৰণ, ৫।৬ সেৰ শাক-ভাতে যি কৰে, এসেৰ মঙ্গহে তাতোকৈ বেচি কাম কৰে। সেইদৰেই দুসেৰ গাখীৰে যি কৰে, আধাপোৱা ঘিঁউ খালে তাতোকৈ বেচি কাম দিয়ে। ইহাতে আমি এসেৰ ভাত আধেৰ মঙ্গহ, পাঁচটকা ঘিঁউ একে সাজতে খাব পাৰোঁ; কিন্তু পাঁচ সেৰ ভাত, দুসেৰ গাখীৰ একে সাজতে খাব নোৱাৰোঁ।

এতিয়া আমি উক্ত শৰীৰ গঠন বস্তুৰ ভিতৰৰ খোৱাৰ কিমান অৱনতি হৈছে তাক চোৱা হওক। অনেকে কব পাৰে যে, ৰুটী, ভাত, মাহ (দাইল), শাক-পাচলি (তৰকাৰি), মাছ, মঙ্গহ, গাখীৰ, ঘিঁউ যিবোৰৰ নাম ওলাইছে, আমি সেইবোৰ সদাই খাইছোঁ; তেন্তেনো আমি কি খোৱা নাই? এই শাক-ভাতৰ নাম

নজনা আৰু নোখোৱা অৱশ্যে কোনো নাই, কিন্তু ঈশ্বৰে দিয়া ২।৪ জন জনা-বুজাত বাজে সৰহ ভাগৰ খোৱাৰ ধৰণ এই।—

আতাগুৰিঃ— আমাৰ আতাগুৰি খোৱাৰ নিয়ম নাই বুলিলেই হয়। ৰাতিপুৱা জলপান খোৱা সহজ থকা সকলে ধান চাউলৰ তৈয়াৰ কৰা জলপানৰ অভাৱৰ ঠাইত দুই-তিনি খন ৰুটী বা লুচি খাই চাহ খোৱা চলায়। তাত বাজে কোনো নিমন্ত্ৰণীত কেতিয়াবা লুচি খোৱা হয়। বাৰ মাহৰ ভিতৰত দিনে এসেৰ হিচাপে গড়ে এমাহ ভদ্ৰলোকসকলৰ ভিতৰত আতাগুৰি খোৱা হব পাৰে। গাৱঁলীয়া মানুহৰ গড়ে দুদিন হোৱাও টান। কিন্তু এই ফেৰা কথা আছে যে, গাৱঁত আগৰ দৰেই বৰা চাউলৰ ব্যৱহাৰ আছে। বৰা চাউল যদিও আতাগুৰিৰ নিচিনা দোষহীন নহয়, তথাপি আতাগুৰিৰ গুণ কিছু বৰা চাউলতো আছে। যি হওক, কম পৰিমাণেই আমি বজাৰৰ যি আতাগুৰি খাইছোঁ, সিও বাৰামিহলি আৰু পুৰণা বাবে তাত আঠা কম।

ভাত।— এইটি বস্তুৰ আমি কিবা কম কৰি খাইছোঁ বুলিলে কোৱাকো গালিহে পাৰিব। যি হওক, এদিন গালি খোৱা কথা কৈয়েই যদি চিৰকাল ভাল ভাত পোৱা হয়, তেন্তে কোৱা জনৰ মানত গালি অমৃত তুল্য হে হব।

আমি সৰহভাগ মানুহে ভালেমান দিনীয়া পুৰণা ধানৰ একেবাৰে আঠা গুচা চাউলৰ ভাত খাওঁ। সেই চাউলো ঢেঁকিত ভালকৈ নকৰা বাবে কেইবাবাৰো মলি যাওক বুলিয়েই মোহাৰি মোহাৰি ধুই তাৰ বগা পানী বা শেতসাৰৰ ভাগ ভালেখিনি কমাই হে ৰন্ধা হয়। ৰন্ধা ভাতৰো নিশনি (মাৰ) টুকি টুকি কঢ়া হয়। বহুতে পিতলৰ খৰাহিত বাকি, মাৰ টুকি আকৌ তাতে তপত পানী বাকি দি ধুই হে খাই ভাল পায়। এইদৰে খোৱা ভাতৰ আঠা বস্তু আৰু শ্বেতসাৰৰ ভাগ বহুত পৰিমাণে কমি শক্তি কম উৎপন্ন হয়। উখুৱা কৰি খাবলৈ হলে যে ধান বহোৱাৰেপৰা ভাতৰ মাৰ কঢ়ালৈকে আঠাৰ নামও নথকা হয়গৈ।

এই ভাতকো পিতৃসকলে দুসাজত পাঁচ পোৱাৰ খাইছিল; আমি দুবেলাত তিনি পোৱাৰ কোনোৱে খাব পাৰিছোঁ। আমাৰ পাচৰ তৰপে দুসাজত আধেৰ মিহি চাউলৰ ভাতো খাব নোৱাৰা হৈ আহিছে। চহা তৰপৰ হাতে খেতি কৰা বিলাকে পাৰিতপক্ষে ভাতমুঠিৰ কম কৰিবলৈ ইচ্ছা কৰা নাই; কিন্তু ভাল তৰপৰ নগৰে বাগীছাই কিনি খাই থকা বিলাকে সেৰে চাৰি অনা চাউলৰ ভাত তাকৰকৈ খোৱা হে সন্তোষ বুলি ধৰিব লগীয়াত পৰিছে।

মাহ (দাইল)।— মাহ আমি অনেকে সদাই খাইছোঁ হয়, কিন্তু সি কেৱল মাহৰ গোন্ধ ওলোৱা পানী মাত্ৰ। আধেৰ মাহ কিনি আনি তাতে কিছুমান পানী আৰু পালে পাচলিও মিহলি দি সিজাই অন্ততঃ ৫।৬ জনে খাওঁ। সেই মাহো কেঞাৰ দোকানতে হে আধেৰ, ঘৰত আনি তাৰ ধুলি-মাটি, মিহলি বস্তু আদি জাৰি-বাছি লওঁতে ডেৰ পোৱাও নেথাকে গৈ, সিও কৌটীকলীয়া পুৰণা। "গুলুটেন" বোলা আঠা বস্তু এনে মাহত বেচি নেথাকে। এই মাহৰো সেৰে তিনি আনাত পৰিছেহি যেতিয়া, গোন্ধ লবলৈকো সৰহভাগে আধেৰৰ ঠাইত এপোৱা হে কিনিব লাগিব। এজন চাহাবে অকলেই সাজত আধেৰ পৰিষ্কাৰ মাহ (দাইল) সিজাই ডাঠ জোলকৈ খায়। আমাৰ হৈছে মাহ খোৱাৰ অৱস্থা এই!

শাক-পাচলি ঃ— ধুনীয়া ধুনীয়া কেইজোপামান ফুল আৰু পাতৰ গছ, দুই-চাৰি জোপা লেচু, মাটি-কঁঠাল, পাচলিৰ ভিতৰত মুখৰ আগতে খৰালি দুই-চাৰি জোপা কবিৰ (খৰছ আৰু পৰিশ্ৰমৰ ভয়ত তাকো সৰহীয়াকৈ নকৰি) কৰি বাৰীখনৰ সৰহভাগ মাটি এনেয়ে পেলাই থওঁ, দেশীয় শাক-পাচলিৰে হাবি নকৰোঁ। কবিৰ শাক কেইজোপা এজোপা এজোপাকৈ উভালি খালেই খতম হৈ যায়। গাৱঁলীয়া কবিৰ শাকৰ মোল নজনাবিলাকে সৰহীয়াকৈ আৰু ভালেমান দিনলৈ লাগি বা পোখাই থকা দেশী শাক-পাচলি যি অলপ খাবলৈ বুলি কৰে, পইচাৰ অভাৱত তাৰেই অলপ অলপ আনি বজাৰ আদিত বেছেহি। কবিৰ বা দেশী শাক আদি বেছিবলৈ সৰহীয়াকৈ কৰিলে লাভ হব বুলি বিশ্বাস কৰা মানুহ এতিয়াও কম। উৎপন্ন কম বাবেই এই পাচলিৰ মূল্য বেচি; সেই গুণে ইয়াৰো ব্যৱহাৰ কম। আৰু, বেছিবলৈ অন্য শাক-পাচলি প্ৰায়ে লেৰেলে গুণে তাত বাৰীৰ সদাই ছিঙ্গি অনা শাকৰ সমান গুণো নেথাকে।

তেল।— তেলৰ মূল্য ইমান বেচি হৈ আহিছে যে, সৰ্ব্বসাধাৰণে এসেৰ খোৱাৰ ঠাইত এতিয়া আধেৰো খাব পৰা নাই। খাব পৰা সকলেও বাৰে-মিহলি দি পেৰা বজাৰৰ তেল। দোষতে নোৱৰাত হে কম পৰিমাণে খাইছে। তিলৰ তেল খোৱা দেশত সৰিয়হৰ তেল খোৱাৰো বৰ্ত্তমান এই হৈছে।

ঘিঁউ ঃ— এই প্ৰধান বস্তুটিৰ অকল অৱনতি হৈয়ে থকা নাই, আমাৰ দেশত ইয়াৰ অস্তিত্ব লোপ পাইছে বুলিয়েই কব পৰা হল। বজাৰত যি ঘিঁউ সততে পোৱা হয়, ইনো কিমান নতুন আৰু তাৰ গোন্ধ সোৱাদ কেনে সকলোৰে জনা আছে। এনে ঘিঁউৰো মূল্য সেৰে ডেৰ টকা পৰ্য্যন্ত হৈ উঠিছে। শুদ্ধ

নতুন আৰু বা ম'হৰ ঘিঁউ সেৰে দুটকা দিও পোৱা টান হৈছে।

ইয়াত ভাল ঘিঁউ নৰমকৈয়ো প্ৰত্যেক মানুহে দিনে পাঁচ টকা ওজনৰ খাব লাগে। এই বাবেই ঘিঁউ কেনেবাকৈ দেশত নকৰে বুলি, আমাৰ হিত চিন্তা কৰা পূৰ্ব্বপুৰুষ ঋষিসকলে বিনা গৰুৰ ঘিঁউৰে যাগ-যজ্ঞ আদি দেৱ-পিতৃ-কৰ্ম্ম হব নোৱাৰে বুলি লিখি গৈছে। আনকি, ঘৃত স্পৰ্শ নহলে অশুচি, ঘৃতহীন, ভোজন বৃথা, ঘৃত প্ৰদীপ হে প্ৰদীপ বুলি সকলো কামতে ঘিঁউ ঘিঁউ বুলি চিয়ঁৰি গৈছে। শাস্ত্ৰৰ কথা যেতিয়ালৈকে ভয়েৰে মানিছিল তেতিয়ালৈকে ঘৰে ঘৰে তৈয়াৰ কৰিবপৰা উপায় কৰিছিল। এতিয়া আৰু সেই ঘিঁউ নাই।

যি বস্তুৰপৰা কেইবাটাও উপকাৰ পোৱা হয়, সেই বস্তুৰ ওপৰত মানুহৰ আদৰ বেচি। গাই গৰুৰপৰা আমি গাখীৰ, মাখন, ঘিঁউ, গোবৰ, আৰু চেঁউৰীৰ কথাকে নকওঁ, হাল বাবৰ উপযুক্ত বলধ হব পৰা দমৰা পোৱালি পাওঁ। প্ৰথমে আমি বজাৰত পোনে-পোনেই নতুন ঘিঁউ পাই ঘিঁউ কৰিবলৈ এৰিলোঁ। ঘিঁউ কৰিবলৈকে প্ৰথমে মাখন কৰিব লাগে ; ঘিঁউ এৰা হল যেতিয়া আৰু মাখন কোনে কৰে, গতিকে মাখনো এৰা পৰিল। গোবৰ পথাৰত দিয়া দস্তুৰ নায়েই, বাম খেতিত কোনোৰে দুই-চাৰি চুবা দিয়ে। সেউ দুচুবা অনায়াসে যতে ততে পায়; গোবৰখুটিৰে জুই ধৰা কামৰ আৱশ্যক বৰকৈ নৌ হয়েই; গতিকে গোবৰতো সিমান হেঁপাহ নাই। আমাৰ গাইগৰুৰ ভাল বলধৰ উপযুক্ত পোৱালি লাগিছে কেলেই ; বঙ্গালী বলধিগৰু নাইকিয়া হৈছেনে? গতিকে, বলধৰ উপযুক্ত পোৱালিৰ আশাও নকৰা হলোঁ। নেপালীয়ে ৰাতিপুৱাই গাখীৰ নুলিয়ায় গুণে চাহ খাবলৈ কৰবাত কেনেবাকৈ বিধবা মানুহে খাবলৈ আৰু নৰিয়াই খাবলৈ থোৱা অকনমান গৰু গাখীৰ আমি কেতিয়াবা বিচাৰোঁ। কতখিনি উপকাৰ পাব পৰা গাইগৰু বস্তুটিৰ যেতিয়া আমি এটিমাত্ৰ ক্ষুদ্ৰ উপকাৰ ভোগ কৰিবলৈ ধৰিলোঁ, তেন্তে আৰু সেই গাইগৰুত আমাৰ কি বেচি শ্ৰদ্ধা থাকিব? এইদৰে পৰৰ পাই গাই গৰুলৈ অশ্ৰদ্ধা কৰোঁতেই ঘিঁউ মাখন খোৱা পৰি থওক, গাখীৰেই লোপ পাইছেহি।—

ক্ৰমশঃ

## “ৰঙাঘোঁৰা”।

কোন তই মনহৰি, মনোৰথ টানি,
তৰিছিলি মোহনৰ মায়া?
ৰজাঘৰ শোভনীয় চকু ৰোৱা ছবি,
ছাঁয়া দেখি ভ্ৰম হল কায়া!

ৰূপত মজিলে মন গুণত অন্তৰ,
চেনেহত দিনে আট খালি;
প্ৰবল বেগেৰে বলে অপত্য ধৰম
পূৰ্ণ কৰি অন্তৰ খৰালি!

দেখি তোৰ লয়লাস সাদৰী সোণাই,
অন্তৰ আনন্দে হয় পূৰ;
চিলনীয়া ডাকনিৰে ভৰ-দুপৰত,
ভাগৰ পিয়াহ কৰ চুৰ!

তোৰে দৰে পাৰ হল, আগে কেবাটিও,
মৰম যতন পালে সৰে;
সাদৰী সিহঁতো মোৰ আছিল এদিন,
— তোৰ সম নাছিল কোনোৰে!

প্ৰথম ৰঙাই মোৰ মুহিছিল মন,
আঁতৰি এদিন কন্দুৱালে;
বিৰহৰ তাপে মোৰ ভেজিলে অন্তৰ,
ঘামি উঠো মনত পৰিলে!

কিন্তু হাঁয়! কৰা নাই অথিৰ এনুৱা,
জলা নাই হিয়া মোৰ এনে;—
চালুকীয়া প্ৰণয়ৰ পূৰ্ণৰাগ ভাঙ্গি,
জলালি পৰাণ তই যেনে!

*

দেখোঁতে চিকুণ অতি, জোন-বেলি জিনি
জিভা মেলি উঠে যেবে জুই;
চেলেকত ছাই কৰে গাওঁ-ভূঁই-বন,
—তদ্ৰূপ কৰিলি মোক চুই!

*

দেখিছিলোঁ জীৱনত দুই “ৰঙাঘোঁৰা”,
মুহূৰ্ত্তে দহোঁতে দুই গাওঁ;
দেখোঁ এবে তিনিবাৰ, — নিবাৰৰ বাৰ—
পুৰি ডেই ছাই হই যাওঁ!

*

১৪ ফাগুণ; ১৮২৯ শক। —শ্ৰীপদ্মনাথ বৰুৱা।

## সম্পাদকৰ শৰাই

# আমাৰ জীৱিকা।

আমি নো কি উপায়ে পেট প্ৰৱৰ্ত্তাইছোঁ তাক আমি দকৈ গমি চোৱা নাই। সেই কাৰণে, আমি ভাবোঁ যে , আমি সকলো উপায়তে আছোঁ; মানুহে যিবিলাক উপায় কৰি জীৱিকা আৰ্জ্জে, আমিও সেইবিলাকত নধৰাকৈ থকা নাই। বিশেষ, আমাৰ দেশত শিক্ষাৰ পোহৰ পৰিবৰপৰা আমি সদাই আমাক সভ্য জাতি লেখত ধৰোঁ। আৰু, সেই মতে ভাবোঁ যে, সভ্যজগতত যিবিলাক উপায়েৰে মানুহে জাতীয় উন্নতি সাধিছে, আমি সেইবিলাক উপায়ত ধৰিছোঁ; কিন্তু তাকে আমাৰ শক্তি আৰু অভাৱ চাই ধৰা হৈছে। এই কথাত নিচেই সাৰ নাইকিয়া নহয়। তথাপি, আমাৰ মানুহে যে এতিয়াও ভালেমান লাগতিয়াল জীৱিকাৰ উপায়ত ধৰিব পৰা নাই, সেইটোও স্বীকাৰ কৰিব লাগিব।

* * *

আমাৰ দেশৰ মানুহ ঘাইকৈ দুই শ্ৰেণী। এই শ্ৰেণী খেতিয়ক, আৰু আন শ্ৰেণী চাকৰীয়া। গতিকে, আমাৰ জীৱিকাৰ উপায়ো ঘাইকৈ দুটা। এটা খেতি আনটো চাকৰি। এই দুটাত বাজে আমাৰ পেট প্ৰৱৰ্ত্তাবলৈ আন প্ৰশস্ত উপায় নাই বুলিলেও বঢ়াই কোৱা নহয়।

আমাৰ দেশৰ মানুহ এতিয়াও বেহা-বেপাৰৰ মোল-বুজা হোৱা নাই। ইয়াত যে বিস্তৰ লাভ আছে, সেই বিষয়ে মৌখিক উপদেশ সিবিলাকে পাবলৈ বাঁকী নাই; কিন্তু কাৰ্য্যেৰে পটন্তৰ পাবলৈ তেনেই বাকী। সেই কাৰণে, আমাৰ এভাগ জনা-বুজা মানুহ বেহা-বেপাৰত ধৰি, কাৰ্য্যৰ পটন্তৰেৰে সৈতে সাধাৰণ মানুহক তাৰ মোল বুজাই দিবলৈ আগ হ'ব লাগে। আমদানি আৰু ৰপ্তানিৰ লাভা-লাভ বুজিব নোৱাৰিলে দেশৰ ব্যৱসায় আৰু শিল্পৰ উন্নতি কেতিয়াও কৰিব নোৱাৰি। সেই কাৰণে, জনা-বুজাসকলে আমাৰ দেশলৈ আমদানি কমাই ইয়াৰ পৰা ৰপ্তানি বঢ়াবলৈ সাধাৰণ মানুহক বুজাব লাগে। মুখেৰে কলে নহ'ব, একোটা কামৰ উদাহৰণেৰে বুজাই যাব লাগিব। বছৰি আনদেশী কি কি বস্তু কিমান আমদানি হয়, আৰু আমাৰ স্বদেশী বস্তু কিমান ৰপ্তানি হয় তাক কাৰ্য্যেৰে সৈতে সাধাৰণ মানুহক দেখুৱাব লাগে। এই অৰ্থে আমাৰ দেশত স্বদেশী উৎপন্ন বঢ়াবলৈ শিক্ষিত মানুহ এভাগ খেতিয়ক শ্ৰেণীৰ মাজত সোমাব লাগিব।

* * *

মানুহে মোল নুবুজাৰ গতিকেই আমাৰ দেশত উৎপন্ন হোৱা ভালেমান মূল্যবান বস্তুও এনেই পেলনি যায়। এৰিগুটি, নাহৰগুটি এইবোৰ পেৰি যে ভাল চাকি-জ্বলোৱা তেল উলিয়াব পাৰি, তাক আমাৰ মানুহ এভাগে নুবুজে, এভাগে তালৈ আওকাণ কৰে। আন কি, এইবিলাক বস্তু যে আন দেশৰ কাৰবাৰী মানুহে বৰ আগ্ৰহেৰে বিচাৰে, আৰু তাৰ ৰপ্তানিৰ দ্বাৰা বহুত লাভ কৰিব পাৰি, তালৈকো কোনোৱে কাণ নকৰে। সেই দৰেই কপাহগুটি, জন্তুৰ হাৰ এইবোৰ বস্তুৰে বৰ ভাল ৰপ্তানি চলাব পাৰি, আৰু তাক নিজৰ ব্যৱহাৰতো আনিব পাৰি। গোবৰ এটা কিমান লাগতিয়াল বস্তু, আৰু তাক যে কিমান বিধৰ ব্যৱহাৰত আনিব পাৰি সেইটো আমাৰ মানুহে বুজা নাই। খেতিত সাৰ দিয়াত বাজেও, পছিমৰফালে গোবৰ খুটিৰে খৰিৰ কাম চলে, আৰু তাৰ কাৰবাৰ চলাই বহুত মানুহ চহকী হৈছে। অনেক গাৱঁত গাৱঁলীয়া মানুহে গোবৰৰ অপব্যৱহাৰ কৰি নিজৰ বহুত অনিষ্ট হে সাধে। অনেক গাঁৱত দেখা যায়, গোবৰৰ ভেৰৰে থকা ঠাই অপৰিষ্কাৰ আৰু বায়ু দূষিত কৰা হয় মাথোন। ভাল বুজনি পালে, সেইবিলাক মানুহে পেলনি যোৱা বস্তুবোৰৰ সদ্ব্যৱহাৰ নকৰি নেথাকে। এইবোৰৰ লগতে সাধাৰণ মানুহক লগলাগি কাৰবাৰ কৰি জীৱিকা

আৰ্জ্জিবলৈ শিকাব লাগে। আজিকালি বিল, ঘাট, হাট, মহল ইত্যাদি ডাকি লৈ আন ঠাইৰ মানুহে মুঠিয়ে মুঠিয়ে ধন চপাই নিছে। কিয়, এইবিলাক কাৰবাৰ আমাৰ মানুহে হাতত ৰাখিব নোৱাৰে নে? নোৱাৰিবৰ ঘাই কাৰণ হব পাৰে মূলধনৰ অভাৱ। কিন্তু, এটাৰ নহলেও, পাঁচোটা লগ হলে সেই মূলধন হব পাৰে। আৰু, আজিকালি দন ধাৰে দিয়া সভাবিলাক গঠিত হবৰপৰা সেই অসুবিধাও গুচিছে। এখন বিল বা এটা ঘাট বা এখন হাট চাইটা - পাঁচোটাই যুটীয়াকৈ ললে তাক চলাবলৈকো সুচল হয়। তেতিয়া অকলশৰীয়া মানুহেও কাৰবাৰলৈ আগবাঢ়িব পাৰে। চাকৰি আৰু খেতিয়েই সম্প্ৰতি আমাৰ মানুহৰ ঘাই জীৱিকা হৈছে বুলি, সিও যে চকুত লগা হৈছে এনে নহয়, এই দুইত উন্নতি কৰিবলৈকো আমাৰ বহুত বাঁকী।

# আমাৰ আহাৰ।

(২২৪ পিঠিৰ পাচৰপৰা।)

বছেৰেকত এজন মানুহে নৰমকৈয়ো এমোন ঘিঁউ খাব লগীয়া ঠাইত (বিকৰুৱা ঘিঁউৰেই) আমাৰ এসেৰ খোৱাৰ সংখ্যাও পাতল হে হব।

গাখীৰ ঃ— ঘিঁউতে গাখীৰ কিমান খাবলৈ পাইছোঁ বুজা হৈছেই। নেপালী আৰু গাৱঁলীয়া চাহ-নোখোৱা যি দুই-চাৰি আছে সেইবিলাকৰপৰা যি অলপ কিনি খাওঁ সিও সমানে পানীমিহলি।

আগৰ দিনত এনে এঘৰ মানুহে নাই যে, যাৰ ঘৰত এজনী নহয় এজনী গৰু আৰু তিনি ঘৰৰ মাজত এঘৰত ২।৪ জনী অসমীয়া ম'হ নাছিল। সেই গৰুৰ এসেৰ-ডেৰসেৰ, আৰু ম'হৰ ৬।৭ সেৰকৈ গাখীৰ ওলাইছিল।

পিতৃসকলে সেই অসমীয়া ঘৰুৱা ম'হৰ গাখীৰেৰে মুখৰ টোপা হে বাকি খাইছিল। দৈ হলেও মুখৰ আঠা চাৰি আঙুল হে খাইছিল। এতিয়া দহ ঘৰৰ মাজত এঘৰত এজনী লেৰেলী গৰু, আৰু কুৰি ঘৰৰ মাজত এজনী দোৱাচলীয়া ম'হ পোৱাও টান। ঘাঁহৰ কষ্ট বাবে, তাৰে গাখীৰ, গৰুৰ আধেৰ-এপোৱাত আৰু ম'হৰ এসেৰ-ডেৰসেৰত পৰিছেহি। পৃথিৱীৰ ভিতৰত শক্তিকাৰক খাদ্য বস্তু যত আছে সকলোৰে শক্তি গৰু-গাখীৰত পোৱা হয়। এনে গাখীৰ কবলৈ গলে সৰহভাগৰ চাহৰ লগত হে যি অলপ পেটলৈ গৈছে!

মঙ্গহ।— আগেয়ে কোৱা হৈছে যে, বুদ্ধিমান মনুষ্য জাতিয়ে শাক-ভাত আদি সৰহীয়াকৈ মাজে মাজে খাব নোৱাৰি, উক্ত বস্তুবিলাকৰ আহাৰেৰে তৈয়াৰ হোৱা পশু-পক্ষীৰ মঙ্গহ, গাখীৰ আদি অলপ খাই এই শৰীৰ সুগঠনৰ কাম বেচিঁকৈ কৰে।

আকৌ, অনেকৰ বিশ্বাস যে, মঙ্গহ খোৱা অৰ্থাৎ জীৱহত্যা কৰা মহাপাপ। কিন্তু, ৰীতি অনুসৰি জীৱহত্যা নকৰা পাপ আৰু হত্যা কৰাও পুণ্য হব পাৰে। মহাভাৰতত ভীষ্মই যুধিষ্ঠিৰক কৈছিল বোলে আতি-গুৰি বিবেচনা কৰি কৰিব ঃ— নেজানিলে ধৰ্ম্মও অধৰ্ম্ম হয়, অধৰ্ম্মও ধৰ্ম্ম হয়। উদাহৰণ এজন ঋষিক এজন বাটৰুৱাই বাট হেৰুৱাই অমুক ঋষিৰ ঘৰলৈ কেনি যাম বুলি সুধিলে। ঋষিজনাই আতুৰ বাটৰুৱাক বাট দেখুৱাই দি ধৰ্ম্ম কৰিলে; কিন্তু সেই বাটতে এটা বাঘ আছিল, সি অকলৈ যোৱা বাটৰুৱা মানুহ পালে ধৰি খায়। বাটৰুৱাজনক সেই বাঘে ধৰি খালে। ঋষিয়ে আতুৰক বাট দেখুৱাই দি ধৰ্ম্ম কৰোঁতেও তেওঁ আতি-গুৰি বিবেচনা নকৰি তেওঁৰ জ্ঞাত থকা বিপদৰ কথা বাটৰুৱাক নোকোৱাত বাটৰুৱাজনক বাঘে খোৱাত অধৰ্ম্ম হল। এজন ব্যাধে খাবলৈ বুলি পহু বিচাৰি ফুৰাত সেই ঋষিয়েই ব্যাধক সেই বাঘটি দেখুৱাই দি মৰালে, কিন্তু এই হিংসা কামত উভয়ৰে ধৰ্ম্ম হল।

এখন ঘৰৰ ভিতৰত যত বস্তু থাকে সেইখিনি বস্তু যেনেকৈ এক মাত্ৰ গৃহস্থৰ অধীন আৰু উপকাৰৰ অৰ্থে হে থাকে, সেইদৰে এই সংসাৰত যত পশু-পক্ষী, পোক-পৰুৱা,

খনিজ, উদ্ভিদ, তাপ, বায়ু, আদি বস্তু আছে সকলো এক মাত্র মনুষ্যৰ উপকাৰৰ অৰ্থে হে। ঈশ্বৰৰ ৰাজ্য এই পৃথিৱীৰ মঙ্গল সাধোঁতা মনুষ্যত বাজে দ্বিতীয় নাই। মঙ্গল সাধোঁতা মনুষ্যই ইচ্ছা কৰিলেই ব্যৱহাৰ কৰিব পাৰিবৰ নিমিত্তেই "নচুৱা নকৰিবা" বুলিব পৰা বাক্ শক্তি জগতপিতাই মনুষ্যত বাজে আনক নিদিলে। এনেকৈ মৰমৰে ঈশ্বৰে আপত্তি কৰা বস্তুৰ নিয়মিত ব্যৱহাৰ কৰি তেওঁৰ প্ৰীতিৰ কাম কৰিবলৈ যদি আমি শক্তিশালী নহওঁ, তেন্তে আমি সাদৰক নেঁওচা দি তেওঁৰ চকুৰ শূল হে হম। সেই বস্তুবোৰও সাচি থওঁতে থওঁতে সৰহীয়া হৈ শেহত আমাক ধ্বংস কৰি আপোনা-আপুনি লয় পাব। (দিওঁতা জনে ওভোটাই নিব)।

সেইবাবে যদি আমি মাছ-মঙ্গহ নেখাওঁ তেন্তে পহু, ছাগলী, হাঁহ, পাৰ আদি সৰহীয়া হৈ আমাক ধ্বংসকাৰী শত্ৰু, বাঘ-শিয়ালৰ বংশ বৃদ্ধি কৰি শেহত সিহঁতো লয় পাব!

আকৌ আমি অনেকে এইদৰেও কওঁ যে, আমি হাঁহ-ছাগলী পুহি তাহাঁতক নিৰাপদে ৰাখি ধৰ্ম্ম কৰিম, কিন্তু মাৰি নেখাওঁ। সৰহীয়া হৈ চম্ভালিব নোৱাৰা হলে বেছি দিম। সেইদৰে হলেও জীৱহিংসা কৰা হল; কাৰণ কিনি খোৱা গৰাকীয়েতো মাৰি খাব গৈ হে? যদি আমি মাৰি খাব বুলি জানিও বেছিলে পাপ নহয়, তেন্তে নগাক গৰু বেছিলে কিয় পাপ হব? সেই গুণে এই পশু-পক্ষীবিলাক যেনে-তেনেই আমাৰ ভক্ষ। "এই সৰু মাছটি মই নেখাওঁ লৰাটিকে দিয়াঁ" বোলা যেনে ধৰ্ম্ম সেইদৰে আন মনুষ্যই খাবলৈকে হাঁহ-পাৰবোৰ থক, মই নেখাওঁ" এই দৰে কৈ সাধাৰণ বস্তুৰেই আত্মাক তুষ্ট কৰি পৰৰ উপকাৰ কৰাই মাছ-মঙ্গহ নোখোৱা এটা প্ৰধান ধৰ্ম্ম। আন কি, পৰৰ উপকাৰৰ অৰ্থে জীৱিত বৃক্ষ ছেদন আৰু গাখীৰ নোখোৱাও ভাল বুলি কোৱা আছে।

বহুত বিবেচনাৰ ওপৰত শাস্ত্ৰকৰ্ত্তাসকলে গৃহস্থীক (যি এই সংসাৰত লৰা-তিৰোতা আদি ভালেমান জীৱক প্ৰতিপাল কৰিম বুলি মতি লৈছে) মঙ্গহ খাবলৈ কৈ গৈছে, আৰু যজ্ঞাদিক পশু বধ ধৰি গৈছে। মঙ্গহ খাবলৈ কোৱা বাবেই কেনেবাকৈ উপকাৰী জন্তু মাৰি খাই মানুহে নিজে নিজে নিজৰ অনিষ্ট কৰে বুলি তেওঁলোকে গভীৰ গৱেষণাৰে সৈতে উপকাৰী পোহনীয়া জন্তু গৰু, ম'হ, হাতী, ঘোঁৰা, খাবলৈ হাক দি গৈছে। ঘৰচীয়া জন্তু হাঁহ, পাৰ, মতাছাগলি এইবিলাকৰপৰা বিশেষ উপকাৰ নাই বুলি আৰু বনৰীয়া পশু-পক্ষীৰো নিৰোগী মঙ্গহ প্ৰমাণ কৰি কি কি খাব পায় তাৰ নাম কৈ গৈছে।

কুকুৰা-গাহৰীও পুহিলে পোহ লয়, আৰু মঙ্গহত বাজে ইহঁতৰপৰা আন উপকাৰো মানুহৰ নহয়, আৰু গাহৰীৰ দৰে কুকুৰাৰ মঙ্গহো বেয়া নহয়, তত্ৰাচ ইহঁতক খাবলৈ কলেই সকলো মানুহে ইহঁতক পুহিব। কুকুৰা-গাহৰী পুহিলে মানুহৰ শস্যাদি বাৰী আৰু বাৰীৰ ওচৰত একো নেথাকিব। এইবিলাক বিবেচনা যুক্তি কৰিয়েই হিন্দু-শাস্ত্ৰত ইহঁতক খোৱা আৰু পোহা নিষিদ্ধ কৰি গৈছে। ইহঁতৰ সমান অনিষ্ট নকৰা বাকী যিবিলাক আছে সেইবিলাককে পুহিলেও যথেষ্ট।

মাছ, মঙ্গহ খাব পায় বুলিয়েই আমি জীৱ-জন্তুৰ এটা অৱস্থা বুজি হে মাৰি খাব পাওঁ। উমনি দিয়া চৰাই, মাইকী পহু, ছাগলী, পোনা দিয়া মাছ আমি মাৰি খাব নেপাওঁ। এইবোৰ প্ৰায় বাজে কথাৰ নিচিনা হে হল। যি হওক, আমি খাব পোৱা পশু-পক্ষী বহুত আছে, আৰু আমি মঙ্গহ খাব লাগে বুলি জানো হয় কিন্তু খাইছোঁ কতা? আগৰ দৰে যদি হাবি থাকিলহেঁতেন, কিম্বা আন দেশৰ দৰে পহু খাবলৈ একো একো ডোখৰ হাবি কৰি ৰাখিলোঁহেঁতেন তেহে মঙ্গহ খাবলৈ পাওঁ।

হাঁহ-পাৰ আদি পোহা অভ্যাসো প্ৰায়ে লোপ বুলিবই পাৰি। যি দুটা-এটা সৰ্ব্বসাধাৰণে পোহে, কিনি খোৱা মানুহ বাগীছাত সৰহ হোৱা বাবেই তাৰো মূল্য অতিশয় বৃদ্ধি হৈ সৰ্ব্বসাধাৰণে কিনি খাব নোৱাৰা হল। গতিকে, বছেৰেকত চাৰি দিন মঙ্গহ হোৱাও কমহে। যি এদিন খোৱা হয়, সিও এঘৰৰ মাজত এচমকা মাত্ৰ। এটা হাঁহত ন-টা কোমোৰা!

মাছ।— মানুহৰ ঘনিষ্টতাত হাবি মুকলিৰ লগতে হোলা বিলবিলাকো পুতি মেলি মানুহে খেতি কৰিবলৈ ধৰিলে আৰু স্বাভাৱিকতো অনেক বিল আদি বাম হৈ আহিছে। যি ডাঙৰ দুই-চাৰিখন বিল আছে সেইবিলাকো ডাক হোৱা গতিকে, যেয়ে সেয়ে মাছ মাৰিব নোৱাৰা হয়। গতিকে ভাল মাছ কিনিলেহে পোৱা হৈছে। বিলৰ বিষয়াবিলাকে ধন দি বিল

লোৱা বাবে সেই ধন লাভে-মূলে উঠিবৰ অৰ্থে একেবাৰে বিলৰ মাছ চুহি মাৰে। পুৰণা ডাঙ্গৰ মাছৰ সঁচ সৰহীয়াকৈ নথকা বাবে মাছৰো বৃদ্ধি কম। আৰু বছৰি কিছু কিছু আগৰ দৰে ডাঙ্গৰ মাছ নোলোৱা বাবেই অকল সৰু মাছে নাটনিও হৈছে আৰু বুঢ়া মাছৰ দৰে তেল শক্তিও কমিছে।

পূৰ্ব্বকালৰ মাছ-মঙ্গহ খোৱাৰ সংখ্যা ইমান বেচি আছিল যে, কেনেবাকৈ মাছ-মঙ্গহৰ নাটনি হয় বুলি শাস্ত্ৰকৰ্ত্তাসকলে পঞ্চপূৰ্ব্ব আদিত খাব নেপায় বুলি নিষিদ্ধ কৰি গৈছে। বৃদ্ধি হবৰ অৰ্থে প্ৰত্যেক মানুহৰ বছৰি বছৰি জন্ম তিথিত অন্ততঃ এজোৰ ভাল মাছ মেলিবলৈ কৈ গৈছে। আৰু ডাঙ্গৰ ডাঙ্গৰ পুখুৰী ঠায়ে ঠায়ে খানি দিয়া মহাপুণ্য ধৰি গৈছে। অকল পানীৰ নিমিত্তেই পুখুৰী বুলি ভাবি তাত মাছ নেমেলে বুলি মাছ নথকা পুখুৰীৰ পানী অশুচি বুলি কৈ গৈছে। ঋষিসকলে মাছ-মঙ্গহৰ গুণাগুণৰ বিচাৰত বাজেও, মাছৰো শাল-শিঙি আদি ভেদ কৰি জাতিভেদে একো একো সময়ত একো একো বিধ মাছ সন্তাত খাব পৰাকৈ থৈ গৈছে। এনে উপায়েৰেই যদি শাল-শিঙ্গি মাছ সস্তা কৰি নগলহেঁতেন, তেন্তে শল, মাগুৰ আদি মাছ আৰু মহঙ্গা হলহেঁতেন।

শাস্ত্ৰৰ কথালৈ কাণ কৰা ভাবি কমা বাবেই পূৰ্ব্বোক্ত মাছ মেলা, পুখুৰী খনা প্ৰথাও কমি আহিছে। কাজেই একমাত্ৰ বিষয়াবিলাকে বেছা মাছেই আমাৰ মাছ। বিল কিনি লোৱা বিষয়াই বেছে কটীয়ৰীক, কটীয়ৰীয়ে মাছ মাৰি বেছে পোহাৰীক, পোহাৰীয়ে বেছে আমাক। কিমাৰ কিনা তিনি কিনা দি বেছা মহাৰ্ঘ মাছ আৰু কোনে সৰহীয়াকৈ কিনি খাব পাৰে। আঁঠ পইচাৰ পইচাটোমান আঁঠ চকল মাছ নি হালধিগুৰি আৰু পানী কিছুমান দি ঘৰখনৰ একুৰি মানুহে এসাজত খাওঁ। গাৱঁলীয়া হাতে মাৰি খোৱা বিলাকে জকাই, লাহনী একোখন দিনে এবেলা চৰিয়াই ফুৰি কোনো মতে মাছৰ জোল বা পিটিকা অকন প্ৰায়ে খায়। সেইবাবেই তেওঁলোকৰ ৰোগ-ব্যাধিও বহুত কম আৰু পৰিশ্ৰমো অলপ কৰিব পৰা হৈ আছে। কিনি খোৱাবিলাকৰ সেইটো সুবিধা আৰু সদাই কত আছে? এই হৈছে আমাৰ মাছ খোৱা!

অনেকে কব পাৰে যে, কেএঁৱাসকলে মাছ নেখায়, সিবিলাক কেনেকৈ পৰিশ্ৰমী হৈ আছে। এইটো সঁচা যে, তেওঁলোকে মাছ-মঙ্গহ নেখায়, কিন্তু তেওঁলোকে নিচেই অৱস্থা বেয়া হলেও দাইল এপোৱা ময়দাৰ টিকিৰা চাইটা অন্ততঃ পাঁচ টকা ঘিঁউ সাজত খায়। ইহাতে তেওঁলোকৰ দেশত পানীৰ আটক মাছ থকা ঠাই কম। পিতৃ-পিতামহৰ দিনৰেপৰা তেওঁলোকৰ মাছখোৱা সহজ নাই, সেইবাবে তেওঁলোকে নোখোৱা বাবে বিশেষ অনিষ্ট হোৱা নাই। তত্ৰাচ ক্ষত্ৰিয়সকলৰ মাজত মঙ্গহ খোৱাৰ প্ৰথা আছে। কেএঁৱাসকলে মাছ-মঙ্গহ আদি নোখোৱা বাবে ঘিঁউফেৰা খোৱা একেবাৰে ঠিক কৰি ললে। কিন্তু আমি মাছ-মঙ্গহ আটাইবোৰ খাব পাৰোঁ বুলি গপতে গেলি এইবোৰ খাইছোঁ!

এজন বাগীছাৰ মহৰীয়ে দুটা ৰৌ মাছ কিনি তাৰে এটা বাগীছাৰ চাহাব জনক দিছিলগৈ। চাহাবজনে কলে, — "তুমি কেইটা মাছ লৈছিলা?" মহৰীয়ে কলে, "দুটা মাছ লৈছিলোঁ।" তেতিয়া চাহাবে কলে, "তোমাৰ ঘৰত দহ-বাৰটা মানুহ বুলি কৈছিলা, এটা মাছ থৈ আহিছা, সেয়ে অতবোৰ মানুহক খাবলৈ আঁতিব নে?" মহৰীয়ে কলে, "হজুৰ, বেচকৈ আঁতিব।" তেতিয়া ভদ্ৰ চাহাবজনে কলে "বাবু মাছটো তুমি লৈ যোৱাঁ। আমাৰ চাহাব আৰু মেম মোটে দুজন। মই সেই পোহাৰীৰপৰাই দুটা মাছ লৈছোঁ; পোৱাহেঁতেন আৰু এটা ললোহেঁতেন। এই কেইটা মাছৰ বাকলি পেটু আদি পেলনি যোৱা বস্তুবোৰ গুচালে প্ৰত্যেকটোত দুই সেৰতকৈ বেচি মঙ্গহ নেথাকে। আমাৰ এজন এজন চাহাবৰ মাছ-মঙ্গহ দিলে এসেৰ-ডেৰসেৰকৈ লাগে।

মহৰীজনে মাছটো ওভোটাই আনি ঘৰত চাহাবে কোৱা কথাটো কলত, ঘৰৰ মানুহবোৰে এজন চাহাবে দিনে ডেৰ সেৰ কৈ মাছ-মঙ্গহ খোৱা শুনি ভয় খাই গল। তেওঁৰ ঘৰতে সেই দিনা থকা এজন আলহীয়ে কলে, বোলে চাহাব সকলৰ খোৱা কথা শুনি ভয় লগা গুণেই চাহাব দেখিলে আমাৰ ভয় লাগে।

এইবিলাক প্ৰধান প্ৰধান বস্তুক ৰুচিকৰকৈ খাবৰ নিমিত্তে, হজম হবৰ নিমিত্তে, বাট পিত্তাদি ধাতু দমিবৰ নিমিত্তে লোণ, হালধি, মিথি, জিৰা, খাৰ আৰু টেঙ্গা আদি ক্ষুদ্ৰ ক্ষুদ্ৰ আৰু বহুত বস্তুৰ আৱশ্যক। এইবিলাক যদিও কম পৰিমাণে লাগে,

তত্ৰাচ ইইঁতৰো প্ৰধান প্ৰধান বিলাকৰ দৰেই অভাৱ। আন কি, খাৰ এটা নিতে ব্যৱহাৰ কৰিবলগীয়া অতি আৱশ্যকীয় বস্তু, আৰু ইয়াক সহজে ঘৰত তৈয়াৰ কৰি লব পাৰি; কিন্তু আমি এই কলা খাৰ তৈয়াৰ কৰি নেখাই বগা খাৰৰ চৌদাগুৰি কিনি খাবলৈ ধৰি খৰছৰ ভয়ত ইয়াকো জোখাৰে খাব পৰা নাই। এইবিলাক বিবেচনাকৈ চায়েই আমি বুজিব পাৰিছোহঁক যে, আমাৰ আহাৰ বৰ্ত্তমান কেৱল লোণ-ভাত! সেই ভাতকো ভোক গুচাই খাবলৈ নোপোৱা অনেক আছে!!

ক্ৰমশঃ।—

# সু আৰু কু।

সু-লিখক।

স্পষ্ট, খৰ, শুদ্ধ ভাবে পাৰে যি লিখিব,
সু লিখক বুলি মান সিজনেই পাব।
সমান আখৰবোৰ দেখোঁতে সুন্দৰ,
সোণত সুৱগা যেন মনোমুগ্ধকৰ।

কু-লিখক।

পদে পদে বৰ্ণাশুদ্ধি অস্পষ্ট আখৰ,
সৰু-বৰ বৰ্ণশাৰী অসম অন্তৰ।
লিখোঁতে লিখোঁতে মছি লিখা নষ্ট কৰে;
লেহেম হাতৰ গতি, কলমো নলৰে।
এনে দোষ যি জনৰ লিখাত প্ৰকাশ,
কু-লিখক বুলি তাক কৰে উপহাস।

সু-পাঠক।।

নলৰায় হাত ভৰি শৰীৰো নোদোলে,
যত যেনে ভাব স্বৰ তাৰ মতে চলে।
নাই কোনো অলঙ্কাৰ নাই কোনো ভয়,
চিনে চিনে লব লগা জিৰণিও লয়।
কৃত্ৰিম কৰ্কশ ভাব কৰি পৰিহাৰ,
সহজে পঢ়িব যেন কথা আপোনাৰ।

কু-পাঠক।

নেজানে পোনাব দেহ, হাত ভৰি লৰে,
উচ্চাৰোঁতে শব্দবোৰ প্ৰায় ভুল কৰে;
শব্দৰ স্বাতন্ত্ৰ্য ৰক্ষা কৰিব নেজান,
দুই-তিনি ভিন শব্দ পঢ়ে একেবানে।
চিনবোৰ, অৰ্থ বোধ, নকৰে বিচাৰ,
নহওঁতে বাক্যশেষ স্বৰ ৰোষে তাৰ।
কিংবা এটি বাক্য এৰি আন এটি ধৰে,
চিনবোৰ অনুসৰি বিশ্ৰাম নকৰে
অস্পষ্ট জৰিত মাত বুজা অতি টান;
কঠুৱা সুৰত তাৰ নুজুৰায় কাণ!

সু-ৰচক।

সংক্ষিপ্ত, ৰসযুক্ত, উত্তম, সৰল,
এই চাৰি গুণ থকা ৰচনা বিৰল।

কু-ৰচক।

ভাব নাই, অৰ্থ নাই, কথা বৰ বৰ;
আগ নাই, গুৰি নাই, ডোখৰ ডোখৰ;
নহওঁতে এক কথা আন কথা ধৰি,
ধৰা কথা এৰি দিয়ে অসম্পূৰ্ণ কৰি।
ৰসশূন্য ম্লান ৰুচি ব্যাকৰণহীন;
ৰচোঁতা যে কু-ৰচক এই তাৰ চিণ।

সু-কথক।

কব লগা কথাবোৰ আগে ঠিক কৰে,

কি ভাবে নো কব তাক মনত সোৱঁৰে।
একে একে চিন্তা বোৰ মনতে সজায়।
কব লগা সময়ত পাহৰি নেযায়।
ভাবি-চিন্তি কথাবোৰ কয় লাহে লাহে
অথচ বাক্যৰ সোঁত অনৰ্গল বহে।
কথাত ভাবত ভাল ঐক্য যদি ৰয়,
সতেজ ৰসাল বাক্য অৱশ্যই হয়।
বিশ্বাস দৃঢ়তা আৰু থাকিলে বিনয়,
নিশ্চয় টানিব সি শ্ৰোতাৰ হৃদয়।
কৰিব মনোজ্ঞ ভাবে অঙ্গৰ সঞ্চাৰ,
নকৰিব আস্ফালন বীভচ চিৎকাৰ।

কু-কথক।

নাই একো গুৰু ভাব কবলই চায়,
অলপ কওঁতে কথা ইংৰাজী মিলায়।
অনৰ্গল "Is it not?" " That's good?" আৰু
"বুজিছা নে?" "শুনিছা নে?" "নহয় নে বাৰু"
যিবোৰ কথাত প্ৰায় নাই একো সাৰ,
পুনৰ সিবোৰ কথা কয় বাৰেবাৰ,
"মনে মনে থাকা" বুলি নিদিলে আদেশ,
সাৰশূন্য কথা কোৱা নকৰে সি শেষ।
লাজ অপমান বোধ একোকে নেথাকে,
বাগ্মীতাত কেনে শক্তি প্ৰকাশিব তাকে।
বাগ্মীতাত হাঁহি তোলা ঈদৃশ প্ৰয়াস,
যি কৰে মানুহে তাক কৰে উপহাস।

—শ্ৰীসূৰ্য্যকুমাৰ দাস।

# শিবাজীৰ মাতৃ-ভক্তি।

যি দিনত ভাৰত মধ্যাহ্ন সূৰ্য্যৰ নিচিনাকৈ জগতত শোভা পাইছিল, যি দিনত আৰ্য্যবিলাকে নানা দেশ জয় কৰি নিজৰ স্বাধীনতা ঘোষণা কৰিছিল, আজি ভাৰতত সি দিন নাই। যি দিনত আৰ্য্য ঋষিসকলে দৰ্শনশাস্ত্ৰ বাহিৰ কৰি জগতক তবধ লগাইছিল আজি সেই দিন নাই। আজি সেই সুৰপূজ্য আৰ্য্য ঋষিসকলৰ সেই গৌৰব নাই, সেই পাণ্ডিত্য নাই। আজি ভাৰত অমাবস্যা ৰাতিৰ ঘোৰ আন্ধাৰত পৰি আছে। এতিয়া ভাৰতত সেই আৰ্য্যবিলাকৰ বীৰত্বৰ পৰিবৰ্ত্তে হিংসা, কপটতা, স্বাৰ্থপৰতা আৰু এলাহ আহি ৰাজত্ব কৰিব ধৰিছে। ভাৰতৰ স্বাধীনতা মহাৰত্ন জাতীয় কলঙ্কত ডুব মাৰি বহু দূৰলৈ উটি গৈছে। এতিয়া ভাৰত সৌন্দৰ্য্যহীনা সংজ্ঞাশূন্যা আৰু বিজাতীৰ পদদলিতা; আজি ভাৰত মৰিশালিত পৰিণত। আজি মোগল বাদছাহ আওৰঙ্গজেব ভাৰতৰ সৰ্ব্বেসৰ্ব্বা হৰ্ত্তা কৰ্ত্তা বিধাতা; ভাৰত তেওঁৰ কৰতলীয়া। আজি ভাৰতে ক্ষত্ৰিয় বীৰ্য্য, আৰু নিজৰ শক্তি পাহৰি মোগলৰ ভৰিত লুটি খাই পৰিছে। আৰু জাতীয় হিংসা বৃত্তি অৱলম্বন কৰি নিজকে নিজে ধন্য বুলি ভাবিছে। এতিয়া ভাৰত মোগলৰ তাপত জেঠ মহীয়া ফুলৰ নিচিনাকৈ জহি যাব ধৰিছে। মোগল নিচানে ভাৰত আকাশ ঢাকি পেলাইছে। কিন্তু, চিৰকাল সমানে নেযায়। "বাটৰ দুবৰি লুপুৰি থুপুৰি দিনত মৰি ৰাতি জীয়ে।" দাক্ষিণাত্যত মোগল ৰাজ্য বঢ়োৱাত এটা বৰ ডাঙৰ বাধা জন্মিল। সেই বাধা আন একো নহয়, "শিবাজী"। শিবাজীয়ে নিজৰ বাহুবলে আপোনাৰ স্বৰ্গাদপি গৰিয়সী মাতৃভূমিৰ সন্মান অটুট ৰাখিবৰ নিমিত্তে প্ৰাণপণে চেষ্টা কৰিবলৈ ধৰিলে। তেওঁ দক্ষিণাপথত চক্ৰব্যূহৰ দুৱাৰমুখত থিয় দি জয়দ্ৰথৰ নিচিনা মোগলক ভিতৰত সোমাব নিদিয়া কৰি দুৱাৰ ৰক্ষা কৰিছে, আৰু তেওঁ নিজ মাতৃভূমিৰ এক অংশত স্বাধীনতা ৰত্ন স্থাপন কৰি অলপ আশাৰ পোহৰ পেলাইছে। এতিয়া শিবাজীৰ সপোনে পৰিপূৰ্ণ ভাৰতত অলপ আশাৰ জেউতি আহি দেখা দিছেহি।

আজি গোটেই ভাৰতত হিমালয়ৰ পৰা কুমাৰিকালৈকে শিবাজীৰ বীৰত্বৰ কাহিনীৰ গীত উঠিছে, মোগল শক্তিৰ সেই গীত শুনি তৎ নোহোৱাত পৰিছে। আজি শিবাজীক মহাবীৰ

বুলি ভাৰতৰ লৰা-ছোৱালীৰ মুখতো শুনা যায়। অন্য ফালে আকৌ মোগল সম্রাট ঘোৰ চিন্তাত পৰি মথুৰাপতি কংসৰ নিচিনা সপোনতো শিবাজী মূৰ্ত্তি দেখিব লাগিছে, আৰু অচেতন হ্ব ধৰিছে। মাজে মাজে তেওঁৰ মনত এনে ভাব হৈছে, যি একছত্রে গোটেইখন ভাৰত শাসন কৰি আছে তাৰ শত্রু আৰু কোন হ্ল পাৰে, যি অগ্নি নুমাবৰ আজি বহুদিন হৈছে সেই অগ্নি নো আৰু কৰপৰা উঠিল। নহয়, এনে কথা কেতিয়াও হ্ব নোৱাৰে। সম্রাট এনেকৈ বাৰু বকি অলপ ক্ষান্ত হ্ল, কিন্তু "হৰ হৰ মহাদেৱ" এই যুদ্ধ ৰবে তেওঁৰ মনক আকৌ চিন্তা সাগৰত বুৰ মৰালে। তেওঁ ভাবিলে আল্লাৰ মহিমা কব নোৱাৰি, আকৌ জুই উঠিবও পাৰে; কিন্তু গছ ডাঙৰ হৈ নুঠাতে কাটিবৰ চেষ্টা কৰিব লাগিল।

সম্রাটে ভাবি-চিন্তি উপায়ন্তৰ নেপাই এদল সৈন্যবাহিনী দক্ষিণাপাৰলৈ পঠিয়ালে। আকৌ হিন্দু-মুছলমানৰ যুদ্ধ আৰম্ভ হ্ল। দক্ষিণাপথ সৈন্যৰ ভৰত কামানৰ গভীৰ গৰ্জ্জনত কঁপিবলৈ ধৰিলে। সেনাপতি যশোৱন্তসিংহে সিংহগড়ৰ দুৰ্গ অধিকাৰ কৰিছে। শিবাজীয়ে আজি পুনৰ দখল কৰিব। আজি বীৰবৰ শিবাজী ঘোৰ চিন্তা সাগৰত মগ্ন।

সিংহগড় দুৰ্গ চাৰিওফালে ওখ পৰ্ব্বতবোৰে আগুৰা ; কোনোমতে সহজে শত্রু ভিতৰত সোমাব নোৱাৰে। সেই পৰ্ব্বতৰ টিংবোৰে আকাশ ভেদ কৰি শত্রুক দূৰৰপৰা চাবলৈ ধৰিছে, আৰু দুৰ্গ ৰক্ষকক জনাই দিছে। ঠাই খণ্ড বৰ মনোৰম। দেখিলে বোধ হয় যেন প্রকৃতি সুন্দৰীয়ে শিবাজীক দয়া কৰি এই ঠাই ডোখৰ তৈয়াৰ কৰি দিছে। আজি শিবাজী এই দুৰ্গ অধিকাৰ কৰি হিন্দু কীৰ্ত্তি জগতত অক্ষুণ্ণ ৰাখিব।

সৰুৰপৰা শিবাজী বৰ মাতৃভক্ত আছিল। তেওঁ জন্মদাত্রীৰ অমতে কিম্বা বিনাপৰামৰ্শে একো কামকে নকৰিছিল। তেওঁ মাকক সৰ্ব্বশক্তি দায়িনী ভৱানীৰ নিচিনা জ্ঞান কৰিছিল। যুদ্ধলৈ যাবৰ সময়ত মাকৰ আশীৰ্ব্বাদ গ্রহ্ণ নকৰাকৈ তেওঁ কোনো অস্ত্রকে নধৰিছিল। যুদ্ধলৈ যাবৰ আগেয়ে মাকক সাষ্টাঙ্গ প্রণাম কৰি আশীৰ্ব্বাদ গ্রহ্ণ কৰি অজেয় বীৰ ভাব ধাৰণ কৰে। সেই আশীৰ্ব্বাদ মহাবাক্যৰ বলত শিবাজীয়ে এনে এটা নতুন বল আৰু এটা উৎসাহ পায় যে, সেই বলেৰে তেওঁৰ আগত কোন শত্রু থিয় দিব নোৱাৰা কৰে।

জাৰৰ দিন। সন্ধ্যা সময়। বীৰবৰে মাকৰ আশীৰ্ব্বাদ গ্রহ্ণ কৰিবৰ মনেৰে ঘৰত সোমাই যোৰহাতে মাকৰ ওচৰত থিয় দিলে। বুঢ়ীয়ে পুত্রৰ ফালে চাই কলে, "শিবাজী কিয় আহিছাঁ?" শিবাজীয়ে মাকৰ ভৰি দুখনত ধৰি কবলৈ ধৰিলে, "আই! মোগলবিলাকে সিংহগড় দুৰ্গ অধিকাৰ কৰিছে, আজি তাকে উদ্ধাৰ কৰিবগৈ লাগে; সেই নিমিত্তে আপোনাৰ আশীৰ্ব্বাদ লবলৈ আহিছোঁ; আশীৰ্ব্বাদ কৰক, যেন আজি ম্লেছবিলাকক দেশৰপৰা দূৰ কৰিব পাৰোঁ।" মাতৃয়ে সন্তানৰ মূৰত ধৰি "জয়ী হোৱাঁ বাছা" বুলি আশীৰ্ব্বাদ কৰিলে। শিবাজীয়ে আশীৰ্ব্বাদ লৈ ঘোৰ গৰ্জ্জন কৰি কবলৈ ধৰিলে "আই! মই আপোনাক অভয় দায়িনী ভৱানী বুলি জ্ঞান কৰোঁ, আজি নিশ্চয় আপোনাৰ আশীৰ্ব্বাদে ম্লেছবিলোকৰ হাতৰপৰা স্বদেশৰ স্বাধীনতা উদ্ধাৰ কৰিব পাৰিম। আপুনি হৃদয়ত বল দিয়ক, শক্তি দিয়ক, যেন আদি স্বজাতীয় ভাইসকলৰে সৈতে দুৰ্গ অধিকাৰ কৰি প্রকৃত মানুহ বুলি পৰিচয় দিব পাৰোঁ।" এই বুলি আকৌ মাকক সেৱা কৰি শিবাজী বাহিৰ হ্ল। তেতিয় তেওঁ যেন এটি নতুন শক্তি লাভ কৰিলে আৰু নতুন বলেৰে বলিয়ান হ্ল।

ৰাতি প্রায় দুই প্রহ্ৰ শেষ হ্ল। এনেই জাৰৰ দিন, তাতে আকৌ আন্ধাৰ। জগত নিটাল, কতো সাৰসুৰ নাই। চাৰিও পিনে কুঁৱলীয়ে ছাতি ধৰিছে ওচৰৰ, মাটোকে দেখা নেযায়। কেৱল মাজে মাজে ফেঁচাৰ "নিওঁ নিওঁ" মাত আৰু কুকুৰৰ "ভেউ ভেউ" শব্দ হে মাথোন শুনা যায়। এনে সময়ত হাতৰ সাৰে ভৰিৰ সাৰে গৈ সাৱধানে দুৰ্গৰ প্রাচীৰৰ ওপৰত ৰচি লগাই এটা এটাকৈ হেজাৰে হেজাৰে মাহাৰাট্টা সেনা দুৰ্গৰ ওপৰত উঠিবলৈ ধৰিলে। দুৰ্গৰক্ষক মোগল সেনাবোৰে শত্রুক তুচ্ছ জ্ঞান কৰি মহা আনন্দে ঠঙ্গা কমলী গাত দি নিদ্রা দেবীৰ কোলাত অচেতন হৈ পৰি আছে। পিচত মাহাৰাট্টা সেনাৰ পদ শব্দত সাৰ পাই মূৰৰ পৰা কমলী গুচাই দেখে, শত্রুৱে দুৰ্গ ভৰি গৈছে। পুনৰ্ব্বাৰ যুদ্ধৰ বাজনা বাজিবলৈ ধৰিলে, আকৌ হিন্দু-মুছলমানৰ ভিতৰত মহাৰণ আৰম্ভ হ্ল। যদিও মোগল সেনাবিলাকে হঠাৎ আক্রান্ত হোৱা বাবে অলপ বেমেজালি

হৈছিল, তথাপি শিক্ষাত নৈপুণ্য গুণে নিজ নিজ অস্ত্র-শস্ত্র লৈ যুদ্ধৰ নিমিত্তে ভৰি বঢ়ালে। উভয় দলৰ সৈন্যৰ কোলাহলত প্রলয়ৰ নিচিনা বোধ হবলৈ ধৰিলে। কামানৰ কাণত তধালগা শব্দ শুনি ওচৰৰ গাৱঁলীয়া মানুহবিলাকে প্রলয় যেন ভাবি ঈশ্বৰক একান্ত মনে চিন্তা কৰিবলৈ ধৰিলে। মোগলৰ "আল্লা হো আকবৰ", মহাৰাট্টাৰ "হৰ হৰ মহাদেৱ" শব্দত আকাশ ধ্বনিত হল। এইদৰে দুই প্রহৰ মান যুদ্ধ চলিবৰ পাচত দুৰ্গৰক্ষক মোগল সেনাবোৰ দৈৱবলে বলিয়ান মাহাৰাট্টা সেনাৰে সৈতে যুদ্ধ কৰিবলৈ অসমৰ্থ হৈ বহুতে চিৰকালৰ নিমিত্তে অনন্ত টোপনিত পৰিল। জনচেৰেকে পলাই জীৱন বচালে। মহাবীৰ শিবাজীৰ জয় হল। সিংহগড় দুৰ্গ শিবাজীৰ অধীনলৈ আহিল। তেতিয়া আকাশী বাণীতে এটা শব্দ হল, "ধন্য শিবাজী, ধন্য তোমাৰ মাতৃ ভক্তি, ধন্য তুমি ভাৰত গৌৰৱ!" এই বিজয়ৰ লগে লগে সূৰ্য্যদেৱ উদয়াচলৰ টিঙ্গত থিয় দিলেগৈ চাৰিওদিক আকৌ নতুন ভাবত পূৰ্ণ হল। জগতৰ হাঁহিৰ লগে লগে বিপদৰূপ আন্ধাৰৰপৰা মুক্ত হোৱা ভাৰতৰ মুখত হাঁহি আহি দেখা দিলে। সিংহগড়ত শিবাজীৰ পতাকা পুৱাৰ বতাহত উৰিবলৈ ধৰিলে। ভাৰত শান্ত হল। লগে লগে "হৰ হৰ মহাদেৱ", "জয় কালীৰ জয়", "শিবাজীক জয়" ধ্বনিত গগণ ধ্বনিত হল। পুৱাৰ বতাহে এই সুখ-গীত সুখেৰে ভাৰতবাসীৰ আগত গাই ফুৰিবলৈ ধৰিলে।

—শ্ৰীআনন্দৰাম চৌধাৰী।

# কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন।

## অসম উদ্ধাৰৰ পুবেৰুণ।

ৰাজহুৱা জাল, ফটাকঁথা, আৰু ইংৰাজী ভাষাত বোলা "পব্লিক্ মেন্" এই তিনিও একে শাৰীৰে পপীয়া। ধনী, মণি, অনু, কানু আঁদি সকলো ৰাইজ ৰাজহুৱা জালৰ গৰাকী; যেয়ে যেনিয়েই পাই সেয়ে তেনিয়েই তাক টানিছে, ছিঙ্গিছে ভাঙ্গিছে আৰু যি লাগে কৰিছে; দুখীয়া ছালছিগা ফটাকঁথাৰ কপালখনো তেনেকুৱাই। আমাৰ "পব্লিক্ মেন্" অৰ্থাৎ ৰাজহুৱা মানুহজনৰ কপালো ওপৰত কোৱা দুৰ্ভগীয়া সেই দুই পদাৰ্থেৰে সৈতে অক্লেশে ৰিজাব পাৰি। তেওঁৰ খাবলৈ আহৰি নাই, শুবলৈ আজৰি নাই, বহিবলৈ তৎ নাই, উঠিবলৈ সুৰ্ত্তি নাই; তেওঁ সদায় সততে সঘনে সচেতে সপোনে বিতৎ, উধাতু, নিয়াজৰীয়া, নিয়াহনীয়া, ততাতৈয়া, খৰ-ধৰ, লৰ-ধৰ, হুৰামুলা, লৰা-ধপৰা। মুঠতে তেওঁ আন সকামৰ কথাকে নকওঁ, মৰিবলৈ "কলোঁ" বা "ছুটি" অৰ্থাৎ বিদায় মাগিলেও সি নামঞ্জুৰ। ফাপৰে ধৰা ভতুৱা কুকুৰটোৱে ৰদাই মেধিক খেদি লৈ ফুৰাদি তেওঁক ৰাজহুৱা কামে খেদি লৈ ফুৰায়। ইত্যাদি কাৰণৰ বাবে নকৈ নোৱাৰি যে, বৰবৰুৱা কৃপাবৰ ৰাজহুৱা মানুহজনৰ কপালখনো সাইলাখ ওপৰত কোৱা ফপৰীয়া কুকুৰৰ খেদা খোৱা ৰদাই মেধিৰ কপালখনৰ নিচিনা। ৰাইজহঁতে শুনা আৱশ্যক যে, তেওঁৰ নিলাজ মনে লাজ-কাজ কাটি কৰি থৈ সিদিনা আকৌ কটক বোলা চহৰলৈ গৈছিল। ওৰেষাৰ কটকৰ মাটিত তেওঁৰ ফটুৱাই ফটা শ্ৰীচৰণ পৰিল নে নপৰিল আল্লাই জানে, তলত তুলি দিয়া ইংৰাজী চিঠিখনে তেওঁক খেদা দি ধৰিলেগৈ।—

"Clacutta, 11th January, 1908

My dear Bar Borooah Dangoriah,

"An week-end trip from Howrah to Cuttuck, and a syay there for a couple of days, with possibly almost all the home comforts one could wish for may be regarded by the too worldly-minded as a most desirable thing to enjoy; but fortunately for mankind, there are people who can afford to view such mundane pleasurewith a stoec indifference, devoting instead, their time and attention in contemplating their fellow countrymen and surveying their progess in different walks of life, Never before the people of our benigted Province stood so sorely in leed of a few philosopheres to think for them, engaged as they are in the fiercest struggle for their very existance. The identity of the people of Assam as a distnctive unit in Indian Nationalism has not only never been asserted with any degree of firmners but, today, it seems as if the consummation so devoutly wished for, has passed the range of possibility and that the attainment of our National Nirvan is only a question of time. But hope rises eternally in the human breast and therefore, wherever any incident occurs warranting us to take a more cheerful view of the situation, even the most doleful pessimist amongst us would feel a thrill of delicious delight passing through his entire frame and come to regard the event as a most momentous one in the meagre annals of our moribund Nationalism. The somewhat flameboyant style in which I have been indulging will be regarded even as a littlle too tame to record such a glorious deed as the one I am now going to relate for your delectation, though I hve my doubt whether you really deserve this consideration from me. The incident ought to

infuse in us a spirit of robust optimisin as it has crowned the person concerned with the halo of martyrdom.

Now to the point. You are never tired of repeating us to how keenly the late lamented Rai Borooah Bahadur used to feel the desideratum of even a few Assamese pickpockets (not to speak of highway robbers, cut throats arsons and the rest) in Calcutta and elsewhere just only to prevent an effacement of our identity as a distinctive Nationality and to keep things a bit lively for the great and the good who must take their own time to become such before they step into the field and work hand in hand with their baser fellowmen for our national regeneration. The Grand Old man thought so low of our people as to have declared that great and good men in Assam there might possibly be now and then but ever so little a great but badmen– Never. How his noble heart would have throbed with delight could he know that the unexpected has happened. Sriman Divakar has saved our country's face. Vive be monsieur Divakar.

Yesterday while I was reading my morning papers, in came Srijut so and so with an agitated look and bawled out that Sriman Divakar at present residing in a student's mess in the city of Calcutta and studying for the Entrance Standard Examination of the University of Calcutta had been arrested by the police the night before and was till then detained in hazat. Great Scott! This fairly took my breath away and I was almost cheked with conflicting emotions. As, however, Srijut so and so could not enlighten me as to the nature of the offence for which Sriman was arrested, I began indulging in hundred and one conjectures were or less romantic. Till late in the evening I was furnished with the Police version of Sriman's achievement which though did not exactly come up to the standard of my expectation is certainly out of the common run displaying, as it does an originality in taste and execution which is as refreshing as it is rare, vive la Assam! Three time, three cheers for Monsiue Divakar.

The police verson of the story goes thus Sriman was seen by constable Upadhya in the Cornwallis street on the midnight of 9th driving a cow in a very suspicious manner and on being challanged, Sriman hummed and hawed and spun out a most improbable Jarn; and guessing that he has failed to induce the Parawalla to come to his way of thinking in the matter, and divining that his intention were more too friendly, Sriman bolted, leaving the cow and all with the Lal Pagree following closely at his heels. After a most exciting chase Sriman was overtaken and marched off to the nearest thana together with the cow– a real beauty I am told—which has not been claimed by any one up to this time. Sriman has been bailed out and will be put on his tiral tomorrow.

The achievement is a splendid one from whatever point of view it is considered. Fancy for an Assamese to steal non too handy thing as a real live milch-cow and to drive the same boldly in the broad and lighted through fares in the city of Calcutta before the very nose of the Policemen; why my dear Sir, this is a peice of adventure which even Rob Roy, Robert Macaire and Tantea Topi would not have blushed to

claim as their own in their earlier days Sriman's talents in this direction if properly developed, bid to fair result in achievements even more wonderful than those recorded of the persons I have just named. But the Assamese are a cold and non-responsive people. They would not only fail to appropriate Sriman's genius in the way it ought to be, but would go to the length disaproving altogether what he has done. These people I am sorry to say have not got a bit of romance in them. They are hopelessly behind the times and are steeped in pride and prejudices of their obscure ancestors. For the life of me I fail to understand why more odium shculd be attached to the act of stealing a cow than anything else. "Goroo chor" is synonymous with them for everything that is mean and contemptible. They would sooner excuse a man committing sundry thefts of diverse commodities both animate and inanimate, but if he tries his hands at stealing a cow, he is done for. This is obscured and most unfair. In Ireland and elsewhere many respectable people indulge in this pastime under the dignified nomcuclature of "cattle lefling". They have come to regard this as a political crime. We ought to have the same order of things here. We must afford all possible facilities to the greatness in embryo to develop itself in a perfectly natural way. Otherwise we are a doomed people. We must move is in the matter at once. There is no time to be lsot. I want you to work conjoianly with me. When are you coming? Tomorrow or the day after?

Yours faithfully

A.B.C.

এইখন চিঠি বৰ চিঠি। গাজত লাগি যোৱা চিঠি। হাড়ে হাড়ে বিন্ধি যোৱা চিঠি। স্বদেশ-প্ৰেমিক "পেট্ৰিয়টৰ" বলিয়া হিয়াৰ বলিয়া উঠলি। জননী জন্মভূমিৰ প্ৰেমত তেওঁৰ হিয়াৰ আনন্দ ৰস উতলি পৰিছে। ইংৰাজী জনা পাঠকে অৱশ্যে পোনপটীয়ে স্বয়ং এই মৌ-কোঁ হবপৰা মৌ পিব পাৰিব। ইংৰাজী নজনাসকলৰ নিমিত্তে তাৰ সিটাৰে অলপ ডাবৰ চুটিকৈ কাটি ঘাই পকা ৰহিত জুবুৰিয়াই অলপ মিছ্য কৰি দিয়া গল—

কলিকতাৰ স্কুলত এণ্ট্ৰেঞ্চ মহলা দিবলৈ পঢ়া দিবাকৰ নামে অসমীয়া লৰা এজনে জানুৱাৰী মাহৰ ৯ তাৰিখে দুপৰ ৰাতি কৰ্ণৱালিছ নামে বহল ৰাজ আলিবাট এটাই দি তাহানি বৃন্দাবনত শ্ৰীকৃষ্ণই গোষ্ঠলৈ গৰু খেদি লৈ যোৱাদি কাৰবাৰ খীৰতী গাই এজনী খেদি লৈ গৈছিল। শ্ৰীকৃষ্ণৰে সৈতে এওঁৰ অমিলৰ ভিতৰত এই ফেৰা মাথোন যে, এওঁৰ লগত শ্ৰীদাম, সুদাম, দাম, বদাম আদি কোনো গোপবালক নাছিল আৰু গাইজনী কৃষ্ণৰ নিজা ধৱলী শামলী কালী কমলিনীৰ দৰে এওঁৰ নিজা নহয়; ইয়াৰ উপৰিও কৃষ্ণই ৰাতিপুৱা গৰু খেদি নিছিল, এওঁ দুপৰ ৰাতি সেই কাৰ্য্য কৰিছিল। কনিষ্টবল উপাধ্যায়ে শ্ৰীমান দিবাকৰক সেই কাম কৰা দেখি "কস্তঃ?" বুলি প্ৰশ্ন কৰিলত শ্ৰীমানে প্ৰথমতে মিছাকৈয়ে সাজি কিবা এটা উত্তৰ দিছিল। কিন্তু, সেই উত্তৰ উক্ত কনিষ্টবলৰ মনত নোখোৱা যেন দেখি শ্ৰীমানে গৰু-গাই তাতে এৰি ভিৰাই ধৰি লৰ মাৰিলে। উপাধ্যায়ে কনিষ্টয়ো গোপবালক শ্ৰীমানে তেওঁতকৈ সেই পাকত জ্যেষ্ঠ হব খোজা যেন দেখি ই কথায় কথা নহয় পাল শ্ৰীমানক শিশু পাল খেদা দি খেদি নি মুৰকত থানালৈ লৈ গল। সম্প্ৰতি শ্ৰীমান জামিনত খালাচ হৈ আছে; আৰু তেওঁৰ মকৰ্দ্দমাৰ দিন কাইলৈ পৰিছে।

চিঠিখনৰ চমুকৈ মৰ্ম্মটো এই। মোৰ কিন্তু চিঠিখন পঢ়ি সৰ্ব্বাঙ্গ পুলকিত হৈ গাৰ নোম সিয়ঁৰি উঠিল; জানিলোঁ, অসমীয়া জাতিৰ ভৱিষ্যত একেবাৰেই আন্ধাৰ নহয়; জানিলো, অসমীয়া জাতি অভিধানত অৰ্থাৎ অমৰকোষত বা হেমকোষত, আন কি কলিকতাৰ কৰ্ণৱালিচ নামে ৰাতি আলিটো, দুপৰ ৰাতি বিচাৰিলে পোৱা যাব; জানিলো অসমীয়া জুটিত পৰিমৰা নিচলা নহয় আৰু তাক কোনেও কাকো নেপাই ভাদৈক পোৱাদি পাই মুচৰিসে মাৰ খালেত সুমাই থবা নোৱাৰে; মোৰ বোধোদয়

হল যে, অসমীয়াই খুন্দা খাই একিল লৈ চুৰ কৰি মনে মনে নেথাকি এখুন্দা এভুকু লোকক দি আহিব পাৰিব ; মোৰ মনৰ আগৰ আৰ-কাপোৰখন হঠাৎ ডাংখাই উঠিল আৰু মই দেখিলোঁ যে, আমাৰ মেমেৰা টেটৈৰা কিৰ্কিৰীয়া অসমীয়ায়ো অঙ্গ, বঙ্গ, কলিঙ্গ আদি দেশৰ ভকতসকলৰে সৈতে সমানে মালশ্ৰম কৰি নিজৰ বাহুবল দেখুৱাব পাৰিব। ধইন ধইন, দিবাকৰ! ধইন তুমি গুণাকৰ! তোমাৰ গুণ সুঁৱৰি সুঁৱৰি শ্ৰীলশ্ৰীযুত বৰ বৰুৱাৰ চকুৰপৰা হৰিষৰ লো বৈছে আৰু তনুৰাম অৰ্থাৎ গাটো ৰোমাঞ্চিত হৈ উঠিছে! অহো!

কোনো এটা শৰীৰ সম্পূৰ্ণ হবলৈ যেনেকৈ সকলোবিধৰ অঙ্গ-প্ৰত্যঙ্গ লাগে, কোনো এটা জাতিৰ বিৰাট শৰীৰটো সৰ্ব্বাঙ্গ সুন্দৰ হবলৈকো সকলো প্ৰকাৰৰ মানুহ লাগে নহলে সেই জাতীয় শৰীৰটোৱে সম্পূৰ্ণতা লভিব নোৱাৰে। তাৰ চাৰি ধাপৰ ভিতৰত গোসাঁই প্ৰভু; ফুকন, বৰুৱা, ডাঙ্গৰীয়াকে প্ৰমুখ্য কৰি ডকাইত, গভাইত, ছোৱালীচোৰ, গৰুচোৰ সকলো খাপৰ মানুহ থাকিব লাগিব, নতুবা সি অসম্পূৰ্ণ, ঘুনীয়া, ছাকোলা, লেঙেৰা, পেঙেৰা ইত্যাদি ইত্যাদি। আমাৰ দেশৰ আগৰুৱা পুষ্টিৰ শৰীৰ ৰায়বাহাদুৰ বৰুৱা ডাঙ্গৰীয়াই তাহানি কেতিয়াবা অসমীয়াৰ ভৱিষ্যত ভাবি দুখ কৰি কৈছিল, "অসমীয়াৰ ভিতৰত নাই যে নাই এটা ডাঙ্গৰ চোৰ ডকাইতও নাই!" ৰায়বাহাদুৰ ডাঙ্গৰীয়া থকাহেঁতেন আজি আমাৰ জাতীয় ভোটাতৰা দিবাকৰক দেখি তেখেতৰ বপু ও বৰবৰুৱা আৰু তেওঁলৈ চিঠি লিখোঁতা জনৰ বপুৰ দৰে আনন্দত পুলকিত হৈ উঠিলহেঁতেন ধ্ৰুৰূপ। ধইন দিবাকৰ তুমি অশ্বত্থমা, বিদুৰ, উদ্ধৱ, হনুমন্তৰ দৰে চিৰজীৱি হোৱা ; সত্য, ত্ৰেতা, দ্বাপৰ, কলি চাৰিওযুগৰ মলি যেন তোমাৰ গাৰ ছালৰপৰা নুগুচক। ধন্য অসমীয়া বুঢ়া ভাই! ভকত দিবাকৰক তোমালোকৰ মাজত পাই তোমালোকে সুখে হৰিগুণ গাই নাচি থাকা। শ্ৰীমানে অসম আইৰ মুখ পোহৰালে; অসমীয়া মতাৰ কপালত ফোট ৰেখা পিন্ধালে, তিৰোতাৰ কাণত লোকা পাৰ পিন্ধালে আৰু বৰবৰুৱা আৰু তেওঁলৈ চিঠি লিখোঁতাজনৰ গোফত সোণৰ বৰৈ আৰিলে। অসম আয়েও এনে গভুৱা সুপুত্ৰক দহ মাহৰ দহ দিন কম গৰ্ভত ধৰিছিল বাবে ধইন হল আৰু আমি অসমীয়া "ভাই-বেৰাদৰ" বিলাকো তুলসীৰ লগত কলপটুৱা মুক্ত হোৱাদি হলোঁ।

বৰবৰুৱাই সোনকালে আমাৰ স্বনামধন্য পুৰুষ দিবাকৰক সন্মান দেখুৱাবৰ অৰ্থে এখন ডাঙ্গৰ বিৰাট বিশাল বিহুল সভা কৰিবৰ অভিলাষ কৰিছে; ভাল দিন-বাৰ এটা চাই সেই সভা অসমৰ মাজ ঠাই এডোখৰত পাতিবৰ দিহা কৰিব লাগে। তালৈকে অসমৰ সকলো ঠাইৰপৰা ডেলিগেট, প্ৰতিনিধি, বেদনিধি, মুক্তিয়াৰ, কটকী যেয়ে যি পাৰে বাছি পঠিয়াওক। সেই নিমিত্তে সভা-সমিতি হব লাগে যদি হওক; আৰু পচা, বৰঙ্গনি, বিহলঙ্গনি, জুই-আঙ্গনি যি তোলা আৱশ্যক তোলা হওক। ইত্যাদি আদেশ কৰি আজি বিদেশৰপৰা বৰবৰুৱাই ঢোল পিটি শুনাই দিলে।

—শ্ৰীকৃপাবৰ বৰবৰুৱা।

# মূলনাশী নগৰ।

## (সাধু-কথা)

এক সদাগৰ আছিল। তেওঁ মূলনাশী নগৰৰ তিনিমূৰীয়া বুঢ়াৰে সৈতে সখি বন্ধাইছিল আৰু সখিয়েকৰ বুদ্ধিৰ বলতে তাতে বেহা-বেপাৰ কৰিছিল। সদাগৰৰ মৰিবৰ কালত তেওঁ পুতেকক কৈ গল, "বোপাই, তই মোৰ বৃত্তি নেৰিবি। বেপাৰতে হে লক্ষ্মী। কিন্তু, তই কেতিয়াও মূলনাশী নগৰত বেপাৰ কৰিবলৈ নেযাবি। যদি হে কেনেবাকৈ যাব লগাত পৰে, তাতে মোৰ সখি আছে, তেওঁক মানুহে তিনিমূৰীয়া বুঢ়া বোলে, তই তেওঁৰ বুদ্ধি লৈ হে কাম কৰিবি।" ইয়াকে কৈ বুঢ়া ধুকাল। পুতেকেও বেপাৰকে কৰি ফুৰে।

বাপেক মৰাৰ বহুত দিনৰ পাচত সদাগৰে ভাবিলে, "অনেক নগৰত বেপাৰ কৰিছোঁ, কতো একো বিপদ নাই, বোপায়ে নো কিয় মূলনাশী নগৰলৈ যাবলৈ হাক দিলে, বাৰু এবাৰ চায়েই আহোঁচোন।" এইদৰে ভাবি, তেওঁ বস্তুৰেই সাতখন নাও ভৰাই লৈ মূলনাশী নগৰত বেপাৰ কৰিবলৈ গল। চাৰিদিন ভটীয়াই যোৱাৰ পাচত মূলনাশী নগৰৰ সীমা পালেগৈ।

নৈৰ দাঁতিত এটি বগলী চৰি আছিল। ওচৰতে এটা

ধোবাই কাপোৰ ধুইছিল। সদাগৰে চিকাৰ কৰিবৰ মনেৰে বগলীটো গুলি দি মাৰিলে। যেই সদাগৰে বগলী মাৰিলে; ধোবাই কাপোৰ এৰি তিক্‌চি-বিক্‌চি পোনেই সদাগৰৰ ওচৰ চাপিল আৰু কলে;— "মই ৰজাৰ ধোবা। বগলীও ৰজাৰ। বগলীৰ পাখিৰ নিচানে মই কাপোৰ ধুব লাগে। তুমি বগলী মাৰিলা, মই কাপোৰ ধুম কি নিচানে? ৰজাক বা কি বুলি কম? বগলীৰ দাম স্বৰূপে মোক এক লাখ টকা দিয়াঁ, নহলে মই ৰজাত গোচৰ দিম।" সদাগৰে টকা নিদিওঁ বোলাত ধোবা গোচৰ কৰিবলৈ গল।

ইয়াৰ পাচত অলপ ভটিয়াই গৈয়েই এটা মানুহ পালেগৈ। তাৰ চকু এটা কণা। সদাগৰক দেখি সি কৰ মানুহ কি বতৰা সুধিলে। সদাগৰে নিজ চিনাকি দিলত কণাই সদাগৰৰ হাততে ধৰিলেগৈ। আৰু কলে, "তোমাৰ বাপেৰে মোৰ চকুটো ভাল কৰি দিব বুলি নিছিল, অতদিনে নিদিলে। তুমি মোৰ চকুটো দিয়াঁ, নহলে তাৰ দাম দিব লাগিব, এক লাখ টকা। কণা বুঢ়াও ৰজাত গোচৰ দিবলৈ গল।

আকৌ অলপমান হৈ গৈছে, এনেতে সদাগৰৰ বাপেকৰ নাম কাঢ়ি পোহাৰী এজনীয়ে নৈৰ দাঁতিৰপৰা সুধিলে, "সেইয়া অমুক সদাগৰ হয় নে?" সদাগৰেও বাপেকৰ চিনাকি মানুহ ভাবি বাপেকৰ মৃত্যুৰ কথা কলে আৰু তেওঁৰে পুতেক বুলি চিনাকি দিলে। তেতিয়া পোহৰীয়ে কলে, "এৰা বোপাই আহিছা, ভাল কৰিছা; মই সম্বন্ধত তোমাৰ মাহীয়া হে হওঁ। আগেয়ে তোমাৰ পিতাৰা আহোঁতে মোক বিয়া কৰাই থৈ গল, ঘূৰি নিমহি বুলি কৈছিল; কি কৰিবা আমাৰ কপাল বেয়া। এতিয়া আৰু কি হব, মোক খোৰাকী দি যাবা। এক লাখ টকা নহলে মই এই বয়সৰপৰা বুঢ়া কাললৈকে কি খাম?" সদাগৰে কলে যে, তেওঁ সেইবোৰ কথা একোকে কব নোৱাৰে। অৱশ্যে বিয়া কৰোৱা হলে বাপেকে তেওঁক কৈ গলহেঁতেন। পোহাৰীয়েও বহুত কথা কৈ গোচৰ দিবলৈ গল।

সদাগৰ এতিয়া হে বিবুদ্ধি হল। তেওঁ এতিয়া হে বাপেকৰ কথাৰ অৰ্থ বুজিলে। ঘাটৰ ওচৰত নাও বান্ধি নাওৰখীয়া থৈ তেওঁ তিনিমূৰীয়া বুঢ়াৰ ঘৰলৈ গৈ, তাঁৰে এনে-তেনে কথা বুলি সকলো জনালেগৈ। তিনিমূৰীয়া বুঢ়াই কথাখিনি শুনি কলে, "এৰা বোপাই, তইনো কেলৈ আহিছিলি, বাপেৰে হাক দিয়েই গৈছিল। এই নগৰৰ নামেই হৈছে মূলনাশী, ইয়াত লাভ হওক চাৰি মূলৰে হতাহতি। তই আহিব নেলাগিছিল। যি কৰিলি, কৰিলি; এতিয়া আৰু ৰাতি ৰজাই গোচৰ নোসোধে, কাইলৈ ৰাতিপুৱাই সিহঁতে গোচৰ দিবহি। হেন জানি তই এতিয়া ৰজাৰ গোচৰ ঘৰৰ চাংতলত সোমাই থাকগৈ। মিছা গোচৰ হলে মন্ত্ৰীয়ে চৰাল ধৰে। তই তাকে শুনি আহিবি; মই পিচত উপায় কৰিম।" ইয়াকে কলত, সদাগৰেও গৈ নিশাই বিচাৰ-চৰাৰ চাংতলত ৰজাৰ চাকৰৰ নিচিনাকৈ সোমাই থাকিলগৈ।

ৰজাৰ তাত মিছা গোচৰ সকলো সোধা হয়। বিদেশী বেপাৰীক মিছা গোচৰ সুধি কোনো মতে টকা লোৱাটোৱেই মিছা গোচৰ সোধাৰ উদ্দেশ্য। যি বিদেশীৰ ওপৰত মিছা গোচৰ দি ৰজাৰ লাভ কৰাব ৰজাই তাক বঁটা দিয়ে। অৱশ্যে, তেওঁ নিজ প্ৰজাৰ ভিতৰত মিছা গোচৰ নোসোধে।

পিছদিনা ৰাতিপুৱা ৰজা গোচৰ সোধাৰ চৰাত বহাৰ পাচত ধোবা গৈ দীঘল দি পৰি ৰজাক কলে, "স্বৰ্গদেৱ! অমুক সাদগৰৰ পুতেক আহিছে বেপাৰ কৰিবলৈ। মই নৈৰ দাঁতিত কাপোৰ ধুই আছিলোঁ। ওচৰতে এটি বগলী পৰি আছিল। সি তাক গুলিয়াই মাৰিলে। তেতিয়া মই কলোঁ যে, বগলীটি স্বৰ্গদেৱৰ কাপোৰ ধোৱা নিচানৰ। সি মৰাৰ বাবে এক লাখ টকা খোজোতে সি স্বৰ্গদেৱৰ গুৰিত গোচৰ দিবলৈ কলে। স্বৰ্গদেৱ, সি ধনৰ ওপৰতে বহি থাকে। ধনেৰেই দৌলাকাৰ।" তেতিয়া মন্ত্ৰীয়ে চৰাল ধৰিলে, "স্বৰ্গদেৱ; সি যদি কয় যে, এটা তাৰ সোণৰ দৰিকণা মাছ বগলীয়ে খোৱাত হে বগলীটো সি মাৰিলে। মাছটোৰ সোণৰ শৰীৰ, হীৰাৰ চকু, মানিকৰ কাণ, সি যেনিয়েই যায় তাৰ সাতখন নাও সেই পিনেই যায়, বঠা মাৰিবই নেলাগে। আৰু; যদি মাছটোৰ দাম দুই লাখ টকা, তেতিয়া দেখোন স্বৰ্গদেৱ, আমি হে ভৰিব লাগিব।" ৰজাই "এ, ভাল কৈছা মন্ত্ৰি! তোমাৰ নিচিনা জানো আটাইৰে বুদ্ধি হব" বুলি কৈ সদাগৰক ধৰি আনিবলৈ হুকুম দিলে।

তেনেতে কণা বুঢ়াও আহি আঁঠু কাঢ়ি ৰজাক কলেহি;— "স্বৰ্গদেৱ, এনে-তেনে কথা, আপুনি দিবলৈ কলেই সি ৰাজভঁড়ালত একলাখ টকা দিব।" ৰজাই মন্ত্ৰীক কেনে জবাব হব পাৰে সুধিলে। মন্ত্ৰীয়ে উত্তৰ দিলে,— "মহাৰাজ! সি কব পাৰে যে, তাৰ ঘৰত এদুলি চকু আছে। বাপেকে চকু ভাল কৰিব পাৰিছিল, কিন্তু বাপেক মৰাৰ পাচত যৰ চকু ততে

আছে। সি যদি কয় বোলে এদুলি চকুৰ মাজত কণাৰ ইটো চকুৰ লগত সিটো চকু কেনেকৈ চিনি পাব। তেনে বুলি কলে জানো কণাই ইটো চকু তাক সোলোকাই দিব পাৰিব?" ৰজাই কলে, "সি সিমানখিনি কথা ধুকি নেপায়গৈ।"

তেনেতে পোহাৰী গল আৰু কি গোচৰ সোধাত তাই কলে, "স্বৰ্গদেৱ! অমুক সদাগৰৰ পুতেক আহিছে, এনে-তেনে কথা। স্বৰ্গদেৱে হুকুম কৰিলে, সি টকা নিদি কি কৰিব পাৰে?" তেতিয়া মন্ত্ৰীয়ে চাবাল ধৰিলে, "মহাৰাজ! মই গতি ভাল দেখা নাই। সি যদি কয় যে, তাক বাপেকে মাহীয়েকৰ কথা কৈ গৈছিল; বহুত গৰু, ম'হ, ধন-সম্পত্তি, মাটি-বাৰী দি গৈছিল। আৰু যদি কয় যে, বাপেকে তাক মাহীয়েকক ধন-সম্পত্তিয়ে সৈতে তুলি নিবলৈ কৈছিল, তেতিয়া পোহাৰীয়ে ধন-সম্পত্তিৰ হিচাব দিব লাগিব আৰু তাৰ দেশলৈ যাবলৈ বাধ্য হব। তাই জানো গিৰীয়েকক এৰি যাব পাৰিব?" ৰজাই কলে যে, সদাগৰে সিমানটো কথা কব নোৱাৰে। গতিকে, সদাগৰৰ ওপৰত তিনিখন চমন বাহিৰ হল।

সদাগৰে সকলো কথা ৰজাৰ চাং তলৰপৰা শুনি আছিল। যেতিয়া সভা ভাগিল, ৰজা ভিতৰলৈ গল, তেতিয়া তেওঁ চল চাই ৰজাৰে লগুৱাৰ নিচিনাকৈ ওলাই গুচি আহিল, কৰ মানুহ কোনে চায়। ৰজাৰ ঘৰলৈ দিনটোত ভাৰে-ভেটিয়ে কত মানুহ আহে, তাৰ কি তায়ন আছে। সদাগৰে গৈ যি শুনিলে, তাৰৈয়েকক কলে গৈ। তেওঁ মন্ত্ৰীয়ে চাবাল ধৰা দৰেই জবাব দিবলৈ শিকাই দিলে। সেইদিন সেই দৰেই গল।

পিচদিনা ৰাতিপুৱাই তাৰৈয়েকৰ উপদেশ মতে সদাগৰ নাৱলৈ গল। ইফালে ৰজাৰ কটোৱালে তেওঁক ধৰিলে। তেওঁক পোনে-পোনেই মেল-চৰালৈ নিয়া হল। তেওঁৰ ওপৰত কি কি গোচৰ হৈছে, মন্ত্ৰীয়ে বুজাই দিলে। তেতিয়া সদাগৰে আগদিনা মন্ত্ৰীয়ে চাবাল ধৰাৰ দৰেই উত্তৰ দিলে। বিচাৰত ধোবা আদি হাৰি ঠোঁট-মুখ চেলেকি ঘৰাঘৰি গল। সদাগৰো নাৱলৈ আহিল।

সদাগৰে তিনিমূৰীয়া বুঢ়াৰ আগত গোচৰৰ বাতৰি দি বেপাৰত কেনেকৈ লাভ কৰিব পাৰিব তাৰ উপায় সুধিলে। বুঢ়াই নাৱত কি আহিছে সুধিলে। সদাগৰে কলে, "অইন বস্তু অলপমান হে আছে, কিন্তু হাইঠা-গুটি সাতখন নাও ভৰি আহিছে।" বুঢ়াই কলে, "দুদিনমান এইদৰেই যি পাৰ কৰ। মৰ-আঁউসীৰ দিনা মাজনিশা ৰজাৰ ঘৰৰ ওচৰৰ বৰ শিমলু গছ জোপাত এটা মানুহ টিঙ্গত তুলি দিবি, এটা গছজোপাৰ মাজমানলৈকে উঠিব আৰু তই নিচেই গুৰিতে থাকিবি। মাজনিশা কেইওপিনে মানুহ নিঃপালি দিলেই প্ৰথমে গছৰ টিঙ্গত উঠা মানুহটোক 'দেশ উছন্ন ঔ' বুলি তিনি বেলি মাতিবলৈ কবি, সি সেইদৰে কলেই মাজৰটোৱে 'ৰক্ষাৰ উপায় কি' বুলি তিনিবেলি চিয়ঁৰিব। তাৰ পিচত তই গছৰ গুৰিৰপৰা 'হাইঠা, হাইঠা, হাইঠা' বুলি চিয়ঁৰি দি আটাইকেইওটা পলাবি। তাৰ পিচত মই উপায় কৰিম।"

আঁউসীৰ দিনা মাজনিশা হৈছে, কোনোৰ চিলমিলকৈ টোপনি আহিছে, কোনোৰ ভৰটোপনি আহিছে, অইনৰ ভাতঘুমটি ভাগো ভাগো হৈছে, এনেতে "দেশ উছন্ন ঔ, দেশ উছন্ন ঔ; দেশ উছন্ন ঔ" বুলি ইটোৰ পাচত সিটোকে তিনটা ৰিং শুনা গল। যিহে চিয়ঁৰ, ৰজাৰপৰা প্ৰজালৈকে সকলোৱে সাৰ পালে, নিমিষৰ পিচতে আকৌ শুনা গল, "ৰক্ষাৰ উপায় কি? ৰক্ষাৰ উপায় কি? ৰক্ষাৰ উপায় কি?" আকৌ, "হাইঠা, হাইঠা, হাইঠা" এই তিনি আষাৰ কথা নগৰৰ ইমূৰৰপৰা সিমূৰলৈকে শুনিলে। মূলনাশী নগৰ গোটেই নিমাত নিজঞ্জাল, "দেশ উছন্ন ঔ," বোলা শুনি, সকলো ভয়ত অস্থিৰ। সেইদিনা নিশা কাৰো টোপনি নোহোৱা হল।

পিচদিনা ৰাতি পুৱালতে ৰাজসভা বহিল। ৰজাই সকলো পণ্ডিতকে সুধিলে, কিন্তু কোনেও সঠিক উত্তৰ দিব নোৱাৰিলে। সকলোৱে কয় যে, দেশ উছন্ন যাব। তেতিয়া মন্ত্ৰীয়ে ৰজাক কলে;— "মহাৰাজ! তিনিমূৰীয়া বুঢ়াই আগে-পিচে বহুত সন্দেহ ভাঙ্গে। এতিয়াও তেওঁৰ বাহিৰে কোনেও কওঁতা নাই।" ৰজায়ো তিনিমূৰীয়াক আনিবলৈ তেতিয়াই দোলা পঠালে।

দুপৰীয়া বেলিকা তিনিমূৰীয়া বুঢ়াই খাই-বৈ দোলাৰে আহি ৰাজসভা পালেহি। ৰজাই সুধিলে যে, তেওঁ নিশা কিবা শুনিছিলে নে? বুঢ়াই শুনিছিলোঁ বুলি কোৱাত ৰজাই তেওঁ কি বুজিলে কবলৈ কলে! তেতিয়া বুঢ়া-আপই কবলৈ ধৰিলে;— "স্বৰ্গদেৱ! দেশত কিন্তু বৰ অন্যায়-অধৰম হবলৈ ধৰিছে। মোৰ মনেৰে দেশ উছন্ন ঔ যে বুলিলে, তেওঁৱেই ৰুদ্ৰ; ৰুদ্ৰমূৰ্ত্তি ধৰি দেশ ধ্বংস কৰিব খুজিছে; কিন্তু বিষ্ণু যে, তেওঁ পৃথিৱীৰ পালক তেওঁ সেইবাবেই ৰক্ষাৰ উপায় সোধাত সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই 'হাইঠা' বুলি উপায় দিলে। স্বৰ্গদেৱ! সকলো মানুহৰ গাত হাইঠা গুটি থাকিব লাগে। তেনেহলে ৰক্ষা হব পাৰে।

মহাৰাজ আপোনালোকেও ভাবি-চিন্তি চাওক।" তেওঁৰ কথা শেষ হলতে "হয়, হয়, বুঢ়া-আপই নো কি নেজানে" ইত্যাদি শবদে সভাত কোলাহল লাগি পৰিল। পণ্ডিতসকলেও সেইদৰেই বুজিলে। ৰজায়ো বুঢ়াক অনেক পুৰস্কাৰ দি ঘৰত থোৱালে।

বুঢ়াই ঘৰ পায়েই সদাগৰক নাৱৰপৰা মতাই নি কলে যে, যেতিয়া কটোৱালে হাইঠা গুটি বিচাৰিব তেতিয়া তেওঁক গোটে টকাকৈ দাম কৰিব। ইফালে হাইঠা গুটি বিচাৰবলৈ ৰজাই চাৰিওপিনে কটোৱাল পঠিয়ালে। এটাই সদাগৰৰ নাৱত হাইঠাগুটি পাই ৰজাক জনালেগৈ। সদাগৰক ৰজাই মতাই নিয়ালে। দৰ-দাম সকলো ঠিক হল। ৰজাই ৰাজ্যত সকলোকে ঢোল পিটাই শুনাই দিলে যে, লৰাৰপৰা বুঢ়ালৈকে সকলোৱে ডিঙ্গিত একোটা হাইঠাগুটি পিন্ধিব লাগিব। একে দিনৰ ভিতৰতে সাত নাও হাইঠা শেষ হল। নাৱত হাইঠা গুটিৰ ঠাইত টকা হল।

সদাগৰে দেশলৈ উলটি যাবৰ সময়ত তাঁৰেয়েকক সেৱা কৰোঁতে এক লাখ টকা দিলে। তিনিমূৰীয়া বুঢ়ায়ো সদাগৰক বুজাই-শুজাই কলে," বোপাই, সখি আহোঁতে তেওঁৱো এইদৰে বিপদত পৰিছিল। তোক আহিবলৈ মানা কৰিছিলেই, তথাপি তই আহিলি। এতিয়া মই জীয়াই আছিলোঁ দেখিহে, নহলে তোক এইবাৰেই শূলত দিলেহেঁতেন। মই বা কাহানি মৰোঁ কি ঠিক, তই আৰু ইয়ালৈ কেতিয়াও নাহিবি।" বুঢ়াই সখিয়েকৰ পুতেকক বিদায় দিলে। সদাগৰে মূলনাশী নগৰৰ ধন নাৱেৰে হে কঢ়িয়ালে। সেইবাৰৰপৰা তেওঁ দুনাই মূলনাশী নগৰত বেপাৰ কৰিবলৈ যোৱা নাছিল।

# মিলন।

আহাঁ, আজি ভাই, সকলোৱে মিলি,
মিলন মেলত দিওঁ মন ঢালি।
গাওঁ সমস্বৰে মিলন সঙ্গীত,
গোটেই পৃথিবী হওক ধ্বনিত।
মিলনৰ ভেৰি বজাওঁ সঘনে,
উলাহৰ গীত গাওঁ এক তানে।
শুনি প্ৰতিধ্বনি গোটেই সংসাৰে,
জাগিব অবোধ নৰ নিৰন্তৰে।
থাকিলে এলাহ টোপনিত পৰি,
নেবাজিব আৰু মিলনৰ ভেৰি।
সবে মিলি আজি জীৱনৰ কাম,
উলাহ মনেৰে কৰোঁ ধুমধাম।
হিংসা ক্ৰুৰ আৰু এলাহ টোপনি,
এৰি, ইটে-সিটে ভাই-ভাই গণি।
চুকে-কোনে থকা আসাম সন্তান,
মিলনৰ গীতে জাগোক পৰাণ।
লোৱাঁ দৃঢ় কৰি একতা বন্ধন;
সঙ্গীতে মিলোৱাঁ সকলোৰে পণ।
নৰৱা কোনেও পিচপিনে চাই,
উলাহ মনেৰে বলাঁ আগুৱাই।
বহু তৃণ আনি চিপটি চৰাই,
কেনে বাহ সাজে যত্নৰ দ্বাৰাই।
সেইদৰে আমি হৈ একমত,
যত্নেৰে সাধিম জীৱনৰ ব্ৰত।
একতা মিলনে অসভ্য জাপান,
হেৰুৱালে এনে ৰুচ বলবান।
চীনৰ সভ্যতা বীজ মূৰে লই,
পৰমুখাপেক্ষি আজি চীন সেই।
পছিমে বৃটিচে একতা মিলনে,
চাকিছে গগণ সভ্যতা কিৰণে।
বল-বীৰ্য্যহীনা আসাম দুখিনী,
দেখিলেই যেন পৰে চকুপানী।
আগৰ স্বাধীন সৌভাগিনী দেবী,
বৃটিচৰ পদ আছে আজি সেবি।
বৃটিচ সিংহই গৰ্জ্জিছে আসামে,
অসমীয়া কিন্তু এলাহৰ ধামে!
এতিয়াও চোৱাঁ অসমীয়া ভাই,
উঠাঁ সোনকালে নেথাকিবা চাই।
সবাৰো মিলনে একতা জৰীৰে,
বান্ধখোৱা সবে প্ৰত্যেক শৰীৰে।

উঠা উঠা সবে এৰাঁ সোৰোপালি,
জাতীয় যুঁজত দিওঁ আত্ম-বলি।
বুকে সাহ বান্ধা ই যুঁজত ভাই,
নপৰিবা পাচ বলাঁ আগুৱাই।
নতুন পতাকা আকাশে উৰাওঁ,
সমস্ত জগতে খলকি লগাওঁ।

যদি আমি হওঁ আসাম সন্ততি,
নিশ্চয় সাধিম জাতীয় উন্নতি।
ৰাখোঁ সকলোৰে সজাতীয় প্ৰীতি,
সৰস্বতী পদে প্ৰণামোহোঁ ইতি।

—শ্ৰীদীননাথ মেধি।

# মনোবিজ্ঞান।

(২০০ পিঠিৰ পাচৰপৰা)

তাৰ এই কথাত লৰি আৰু এটা মানুহ গৈ তাক লৈ আহিল। সি আহি এখন নতুন গামোছা লৈ বৰ খৰকৈ স্পষ্ট স্পষ্টকৈ মন্ত্ৰ মাতি মাতি জাৰিবলৈ ধৰিলে। জাৰোতে জাৰোতে এক আঙ্গুল এক আঙ্গুল কৰি বিষ নামিল। আৰু, ৰাতি প্ৰায় দুটা বজাত বিষ ঘাম মুখলৈ অহাত চুৰি এখনেৰে আঙ্গুলিটো ফালি কলা কলা তেজ কেইটোপমান উলিয়াই পেলালে, তাৰ পাচত জহৰমহৰ বহুৱাই দিলে। ৰাতিপুৱা ৮।৯ টা বজাত সেই জহৰমহৰ খুলি গাখীৰ এবাটিত দিলত সেই গাখীৰ কালচীয়া পৰিল। এই যে ঘটনা, আমি নিজ চকুৰে দেখিছোঁ। অৱশ্যে ফেটিগোমৰ নিচিনা ফনাধৰ সৰ্পে দংশা হলে হয়তো চাকৰৰ লৰাক বেজে ভাল কৰিব নোৱাৰিলেহেঁতেন, কিন্তু সেই বুলিয়েই যে চাকৰৰ লৰাটোক মাৰলি বৰল সাপে কামোৰোতে বেজৰ দ্বাৰাই উপকাৰ নহল, আমি এনেকুৱা কথা কেতিয়াও কব নোৱাৰোঁ। শেহৰ বেজটো মানুহ হৃষ্টপুষ্ট আৰু বলিষ্ট আছিল। তাৰ মুখত মন্ত্ৰও খৰকৈ আবৃত্তি হৈছিল। এই জৰা-ফুকাত যেনেহলেও মেচমেৰিক আৰু হিপনটিক ক্ৰিয়া হৈছিল। আমি ইউৰোপীয়ান মেচমেৰিক সকলৰ কথা আৰু দৰ্শকক দেখুওৱা কৌতুক আদিৰ পৰা জানো যে, মেচমেৰাইজ কৰি বশীকাৰকে বশীকৃতৰ নাড়ীৰ সঞ্চালন বঢ়াবও পাৰে কমাবও পাৰে। কাৰো হাত একেবাৰে জঠৰ কৰি শিলৰ নিচিনা কৰি সেই হাতৰ মাজেদি তেজ নোলোৱাকৈ বেজীৰে বিন্ধি দিয়া কথাও দেখিছোঁ। তেজৰ সঞ্চালন বন্ধ কৰাও দেখিছো। যদি দৰাচলতে মেচমেৰিক ক্ৰিয়াৰ ইমান বল, তেন্তে আমাৰ দেশত সাপে কামোৰা মানুহক বেজ বিলাকে মন্ত্ৰ মাতি বিহলঙনি, ঢেঁকিয়া বা গামোচাৰে কোবাই সাপৰ বিষ নমোৱাটোও এই মেচমেৰিক ক্ৰিয়াই। নিয়ম আছে যে, সাপেখোৱা মানুহক জাৰি-ফুকি ভাল কৰিবলৈ বেজক মাতিবলৈ গলে যদি বেজে ভাত-পানী খোৱা নাই; আৰু বেজৰ ভাত খাবৰ পৰা হৈছে; তেন্তে বুজি বাজিহে বেজক জান দিব লাগে। কাৰণ উখামুখাকৈ কলে বেজৰ ভাত-পানী খোৱা নহব পাৰে, কিয়নো সাপে কামোৰা বুলি শুনিলেই বেজে আৰু পলম কৰি ৰব নোৱাৰে। তৎক্ষণাৎ যাবই লাগিব, নগলে হোনো মহাপাপে স্পৰ্শ কৰিব। কিন্তু নোখোৱাকৈ গলেও বেজৰ মনত এটা বেজাৰ থাকিব, আৰু ভোক পেটত লৈ গলে তেওঁৰ মন অসন্তুষ্ট থকাৰ বাবে ভাল মেচমেৰিক ক্ৰিয়াও নহব। বেজো সাধাৰণতঃ ধাৰ্ম্মিক আৰু সুস্থ শৰীৰৰ মানুহ হব লাগে। তেহে মন্ত্ৰই গুণ দিয়ে; অৰ্থাৎ ইউৰোপীয়ান মেচমেৰিষ্টে কোৱাৰ দৰে ভাল মেচমেৰিক ক্ৰিয়াও হব, বা চুম্বক শক্তি সঞ্চালন হব। মন্ত্ৰৰ উচ্চাৰণত আৰু খৰ খৰ আবৃত্তিত যেনেহলেও হিপনটিজম উদ্ভৱ হয়। ৰোগীৰ মন সম্পূৰ্ণৰূপে বেজৰ বশলৈ আহে। আহিলেই মনত বল আৰু সাহ হয়। সেই সাহ হলে বিষেও উদগতি কৰিব নোৱাৰে ; কাৰণ জীৱনী শক্তিৰ বল বেছি হয়। বিহলঙনি, ঢেঁকিয়া বা গামোচাৰ কোবে (downward pass) ৰ ক্ৰিয়া কৰে, অৰ্থাৎ বিষ নমাই আনে। মাজে মাজে ফুঁৰেও বিষ নমাই আনে। এইদৰে সাপৰ মন্ত্ৰত যে প্ৰকৃত মেচমেৰিক ক্ৰিয়া হয় ই ধ্ৰুব সত্য।

এইটো কথা সঁচা যে, মেচমেৰিক ক্ৰিয়া কৰিলে এজনৰ শৰীৰৰ শক্তি স্নায়ুবল (nerve force) বা চুম্বক বল (odic

force) আন এজনত প্ৰবেশ কৰে, আৰু এজনৰ লাভত ইজনৰ লোকচান হয়। এজনে ক্ষমতা পায় এজনে হেৰুৱায়। এই কাৰণেই যি মানুহ বলী আৰু ভাল স্বাস্থ্যৰ সিহে ৰোগ নিবাৰণ কৰিব পাৰে। আমি তাহানিখন সেই সাপে কামোৰা জৰাৰ পৰাই বেচকৈ বুজিছোঁ। প্ৰথম বেজটো দুৰ্ব্বল আছিল। যিটোৱে পিচত আহি ভাল কৰিলে সেইটো মানুহ ডেকা আৰু সবল আছিল। আমাৰ দেশত যে দুই-চাইটা বেজে আনক জাৰিব-ফুকিবলৈ যোৱাৰ আগেয়ে নিজৰ গা বান্ধি লয় এই প্ৰথাৰ মুলতো এই তথ্য নিহিত আছে। আৰু অমুকক ভাল কৰাৰ বাবে মোৰ বেয়া হল, এনেকুৱা বিধৰ কুসংস্কাৰৰ মুলতো সেয়ে। আন কি, সময়ে সময়ে তিৰোতা থকা বেজক নিজৰ তিৰোতাই আনৰ মৃতবৎসাদি দোষ গুচাবলৈ যে মোৰ অনিষ্ট হব বুলি হকা-বধা কৰে, অৰ্থাৎ তেনেকুৱা চিকিৎসা আদি কৰিবলৈ হাক দিয়ে ইয়াৰ মূলতো এই সত্য আছে। আৰ্থৰ নভেল নামেৰে দাৰ্শনিক এজনে এই দৰে কৈছে, —

Low state of vitality such as Cancer, consumtion and severe constitutional affections should not be treated by the amateur as a general rule, for the drain of Nerve Energy will be serious. Of course if a person has superahedent vitality. all well and good. অৰ্থাৎ, উৎকট বিষ ৰোগ অলপ শিক্ষিত মেচমেৰিষ্টে চিকিৎসা নকৰিব। কাৰণ অপৰৰ ৰোগ নিবাৰণ কৰিবলৈ যাওঁতে নিজৰ স্নায়ুশক্তিৰ বহুল পৰিমাণে ক্ষয় হব। অৱশ্যে যদি মেচমেৰিষ্টৰ গাত প্ৰচুৰ পৰিমাণে স্নায়ুশক্তি থাকে, তেন্তে ভাল।

ইউৰোপীয়ান মেচমেৰিষ্ট সকলৰ এইবিলাক কথাৰ পৰা ইওটো বুজিব পাৰি যে, আমাৰ দেশৰ বেজ কবিৰাজ ইত্যাদি সকলৰ জৰা-ফুকা, পানীজৰা, জাপবটা, কাপোৰ জৰা ইত্যাদি ক্ৰিয়া একেবাৰে মিছা নহয়। যদি পাশ্চাত্য পণ্ডিত সকলৰ মেচমেৰিক ক্ৰিয়া জাল-জুৱাচুৰি বা ঠগামি বা কণাৰ দলি, তেন্তে আমাৰ বেজবিলাকৰো এনেকুৱা বিধৰ ক্ৰিয়া বিলাক সমস্ত জাল-জুৱা-চুৰিয়েই। যদি সেয়ে নহয়, তেন্তে আমাৰ ওজাবিলাকে কৰা ক্ৰিয়াতো মেচমেৰিক ক্ৰিয়া আছে। অৱশ্যে; ইওৰোপীয়ান মেচমেৰিষ্টসকল বেচি শিক্ষিত আৰু সহজতে আমাতকৈ বেছি সুস্থ আৰু সবল থকাৰ নিমিত্তে তেওঁবিলাকে মেচমেৰিক ক্ৰিয়াৰ ফল হাতে হাতে দেখুৱাৰ পাৰে। আমাৰ বেজবিলাক হয়তো অৰ্দ্ধশিক্ষিত বা নিৰক্ষৰ থকাৰ নিমিত্তে আৰু নিজৰ শৰীৰ ৰুগীয়া থকা স্বত্বেও পৈতৃক বৃত্তি বুলি জৰা-ফুকাৰ কাৰবাৰ কৰাৰ নিমিত্তে সুফল নেদেখুৱাব পাৰে, কিন্তু সেই বুলিয়েই যে আমাৰ সকলোবিলাক বেজ কবিৰাজেই ঠগী বা ভণ্ড এনেকুৱা কথাও কোৱা যুক্তিসিদ্ধ নহয়। আমাৰ অনাদৰত নিজৰ অযত্নত আৰু উন্নতিৰ ইচ্ছা নথকাৰ বাবে হয়তো আমাৰ বেজ কবিৰাজহঁতৰ মেচমেৰিক ক্ৰিয়া দিনক দিনে জঁয় পৰি গৈছে; কিন্তু সুদূৰ ইউৰোপত এইবিলাকৰ চৰ্চ্চা দিনক দিনে বাঢ়িছে। ডাক্তৰ কেৰল নামেৰে সেই ওজা জনে এই ভাৰতবাসীৰ পৰা, যি ভাৰতবাসী এইবিলাক বিদ্যাত পাৰ্গত আছিল, সিদিনাখন ৰোগীৰ গাত হাত দি দি বেমাৰ ভাল কৰি ভালেমান অৰ্থ উপাৰ্জ্জন কৰি লৈ গল।

ক্ৰমশঃ।—

# মানুহৰ কৰ্ত্তব্য।

(১৯৬ পিঠিৰ পাচৰপৰা)

মনত এক ভাব ৰাখি, বাহিৰত এক ভাব দেখুৱাই কাম কৰা ধৰ্ম্ম নহয়। মনত যি ভবা যায়, কামটো সেই ভাবক খটুওৱাই প্ৰধান ধৰ্ম্ম। মনক চাৰিওপিনে চঞ্চল হৈ ফুৰিবলৈ দিব নেলাগে। চঞ্চল মনেৰে কেতিয়াও ধৰ্ম্ম সাধন কৰিব নোৱাৰি। ধৰ্ম্ম নহলে কেতিয়াও জীৱনত সুখ পোৱা নেযায়। ধৰ্ম্ম নহলে মানুহৰ চৰিত্ৰ নষ্ট হয়; কিয়নো, মানুহৰ যদি ধৰ্ম্মৰ প্ৰতি ভয় নেথাকে, তেনেহলে নানা ৰকম কু-প্ৰবৃত্তিয়ে মনত আহি আশ্ৰয় লয়; যেনেকৈ হিন্দু ধৰ্ম্মত গৰু খাবলৈ বাধা আছে, এতেকে যদি হিন্দু ধৰ্ম্মাবলম্বী এজন মানুহে হিন্দু ধৰ্ম্মলৈ ভক্তি নেৰাখি গৰু খায়, তেন্তে জীৱ-হিংসা পাপত লিপ্ত হৈ ঈশ্বৰৰ নিয়ম ভঙ্গ কৰাৰ বাবে হিন্দুশাস্ত্ৰমতে সি কেতিয়াও মুক্তি পাব নোৱাৰিব। তাৰ বাহিৰেও দেখা যায় যে, তাৰ গাত ৰবৰেমাৰেও সহজে বাহ

লয়। ইয়াত বৈজ্ঞানিক সত্যও আছে। ধৰ্ম্মত বিশ্বাস থাকিলে মানুহৰ মানুহলৈ ভক্তি-শ্ৰদ্ধাদি হয়। একে ধৰ্ম্মাৱলম্বীৰ ভিতৰত মিলা-প্ৰীতি একতাদি গুণ বেচিকৈ বৃদ্ধি হয়। মানুহৰ যদি ধৰ্ম্মলৈ অনুৰাগ নেথাকিলহঁতেন তেনেহলে আজি যে সংসাৰত কি এটা গণ্ডগোল হৈ উঠিলহেঁতেন তাক কোনে জানে? ধৰ্ম্ম কোনো এটা কাল্পনিক বস্তু নহয়। সঁচা কথা কোৱা, দুখীয়াক সহায় কৰা, পিতৃহীনৰ ওপৰত পিতাকৰ নিচিনা হাত বুলাই দয়া কৰা, বিধবা তিৰোতাক সহায় কৰা, নিৰাশ্ৰয়ক ঠাই দিয়া, বস্ত্ৰহীনক বস্ত্ৰ দিয়া, সমাজৰ নিয়ম-পালন কৰি ফুৰা, ঈশ্বৰত একান্ত ভক্তি ৰখা, পিতৃ-মাতৃক সেৱা কৰা, গুৰুক আৰু ডাঙ্গৰক মান কৰা, এইবিলাকেই মানুহৰ ধৰ্ম্ম। এতেকে সকলো মানুহৰে এই কথাবিলাকলৈ চকু ৰাখি সংসাৰত কাম কৰা কৰ্ত্তব্য।

আগেয়ে কোৱা হৈছে, ঈশ্বৰৰ প্ৰতি ভক্তি নেথাকিলে ধৰ্ম্ম নহয়। ঈশ্বৰেই আমালোকক এই পৃথিৱীত জন্ম দিছে। তেওঁৰ কৃপাতে আমালোকে খাবলৈ খাদ্য পাইছোঁ, পিন্ধিবলৈ কাপোৰ পাইছোঁ, নিজে কাম কৰি জীৱিকা নিৰ্ব্বাহ কৰিবলৈ হাত-ভৰি আৰু শক্তি পাইছোঁ, এনে কি আমালোকে এই পৃথিৱীত জন্ম গ্ৰহণ কৰি যি ভাল কামকে কৰিব খোজোঁ সেই সকলোবিলাকৰ বাবে আমালোকৰ যথেষ্ট বিদ্যা-বুদ্ধি, বল-জ্ঞান ইত্যাদি ৰকমৰ নানা বিধৰ অস্ত্ৰেৰে আমাক সজাই পঠিয়াইছে এতেকে, যি জনৰ কাৰণে আমালোকৰ সুখৰ কাৰণ হৈছে সি জনৰ প্ৰতি অচল আৰু অটল ভক্তি ৰখা কৰ্ত্তব্য। যদি এই ৰকমে নহয়, তেন্তে পৃথিৱীত জন্ম গ্ৰহণ কৰাই বৃথা। ঈশ্বৰৰ প্ৰতি সদায় ভক্তি আৰু ভয় ৰখা কৰ্ত্তব্য। তেওঁ সকলো সময়তে আমালোকৰ কথা-বাৰ্ত্তা কাৰ্য্য ইত্যাদি পৰীক্ষা কৰি আছে। আমালোকে বেয়া-কাম কৰিলে তেতিয়াই তেওঁ তাক ভালকৈ টুকি ৰাখে। এতেকে, সদাই আমালোকে ঈশ্বৰৰ ওপৰত বিশ্বাস ৰাখি সৎপথত থকা কৰ্ত্তব্য। ঈশ্বৰ বৰ দয়ালু আৰু সকলোকে তেওঁ সমান চকুৰে দেখে। তেওঁৰ মনত ৰজাও যেনে, এজন অনাথ বাটে বাটে ফুৰি মাগি খোৱা মগনীয়াও তেনে। একোজন মানুহৰ যি ৰকম দুৰৱস্থা উপস্থিত হয়গৈ, সেই সময়ত তেওঁ ঈশ্বৰৰ ওপৰত বিশ্বাস স্থাপন কৰি তেওঁৰ দয়াৰ আৰু নিস্বাৰ্থপৰতাৰ বিষয় যদি এবাৰ গমি চায়, তেনেহলে সেই হৃদয় বিদাৰক মৰ্ম্মভেদী দুখৰ পৰা তেওঁ বহুত সান্ত্বনা পাব পাৰে।

সমাজ এটি বৰ ডাঙ্গৰ বস্তু। যি দেশত সমাজ নাই, সেই দেশত চোৰ, টেটোন, দগাবাজৰ সংখ্যা সৰহ দেখিবলৈ পোৱা যায়। সমাজ থাকিলে মানুহৰ সমাজলৈ এটি ভয় থাকে। আৰু তাৰ বাবেই মানুহে অনেক বেয়া কামৰপৰা আঁতৰত থাকে। সমাজে বেয়া স্বভাৱৰ মানুহক সমাজৰ বাহিৰ কৰি দি আন মানুহৰ তাৰ উদাহৰণ দেখুৱাই মানুহৰ চৰিত্ৰ সংশোধন কৰে। সমাজৰপৰা নানা ৰকম ডাঙ্গৰ কাম সাধন হয়। যেনে দৰে আমালোকৰ বিজ্ঞান আৰু শিল্পৰ উন্নতি সভাৰ Scientific & Industrial Association ৰ পৰা কিছুমান লৰা বছৰে বছৰে বিদেশলৈ ভিন-ভিন বিষয়ত শিক্ষা পাবলৈ পঠিয়ায়। এইটো কাম যদি এজনে কৰিব লগীয়া হলহেঁতেন তেন্তে কিমান কঠিন হলহেঁতেন। সমাজে যি এটি কাম ঠিক কৰে তাত ভুল থকাৰ সম্ভাৱনাও খুব কম। এজনৰ মন যদি বেয়া পিনে যায় দহজনে তাক আকৌ ভাল পিনে নিয়ে। এতেকে, সকলোৰেই সমাজৰ বান্ধনিৰে বান্ধ গাই থকা মানুহৰ কৰ্ত্তব্য।

## সঙ্গীত

(১৮৮ পিঠিৰ পাচৰপৰা)

**ডাঙ্গৰ আৰু সৰু গ্ৰাম (Major & Minor Scales):** আগেয়ে কোৱা হৈছিল যে, সা.ক এৰি আন কোনো সুৰৰ আশ্ৰয় কৰি গ্ৰাম পাতিলে বিকৃত সুৰৰ আৱশ্যক হয়। কিন্তু, অতিপূৰ্ব্বে ইউৰোপীয় সঙ্গীতত নি-ক এৰি আন ছয়োটা সুৰ আশ্ৰয় কৰি স্বাভাৱিক গ্ৰাম কৰা নিয়ম আছিল, অথচ তাত কোনো বিকৃত সুৰৰ আৱশ্যক নহৈছিল। তলত গ্ৰামবিলাক লিখি দেখুওৱা গল।—

১। সা ঋ গ — ম প ধ নি — সা'
২। ঋ গ—ম প ধ নি—সা' ঋ'
৩। গ—ম প ধ নি—সা' ঋ' গ'
৪। ম প ধ নি—সা' ঋ' গ'—ম'
৫। প ধ নি—সা' ঋ' গ' —ম' স' প'
৬। ধ নি—স' ঋ' গ' গ' = ম' প' ধ'

আগেয়ে কোৱা হৈছে যে, কোনো সুৰ ধৰি গ্ৰাম কৰিলে

সেই গ্ৰামৰ সুৰ বিলাকৰ ব্যৱধানৰ দৰে সজাব লাগিব। তেনেকৈ কোনো সুৰক অৱলম্বন কৰি ওপৰত লিখা ছয়োটা স্বাভাৱিক গ্ৰামৰ কোনোটোৰ আদৰ্শৰে নতুন গ্ৰাম কৰিব লাগিলে সেই নতুন গ্ৰামৰ সুৰবিলাকৰ ব্যৱধানক আদৰ্শ গ্ৰামৰ সুৰবিলাকৰ ব্যৱধানৰ দৰে সজাই ল'ব লাগিব। পাঁচোটা পূৰ্ণান্তৰ আৰু দুটা অৰ্দ্ধান্তৰ থকা গ্ৰাম এৰি আন কোনো বিধ গ্ৰাম সঙ্গীতত ব্যৱহাৰ নহয়।

ইউৰোপীয় সঙ্গীত মতে সা-ৰপৰা তৃতীয় সুৰৰ* ডাঙ্গৰ-সৰু হিচাবে গ্ৰাম ভেদ হয়। যি গ্ৰামৰ গ ডাঙ্গৰ তৃতীয় (Major Third) তাক ডাঙ্গৰ গ্ৰাম (Major Scale) বোলে; যাক আমি স্বাভাৱিক গ্ৰাম বোলোঁ। এই গ্ৰামটো সা—ৰ আদৰ্শে হয়, অৰ্থাৎ ইয়াৰ তৃতীয়-চতুৰ্থ আৰু সপ্তম-অষ্টম সুৰৰ ব্যৱধান ছুটি। যি গ্ৰামৰ গ আৰু সৰু-তৃতীয় (minor Third) তাক সৰু গ্ৰাম (minor Scale) বোলে। ধ—ক আশ্ৰয় কৰি এই গ্ৰাম হয়; ইয়াৰ দ্বিতীয়-তৃতীয় আৰু পঞ্চম-ষষ্ঠ সুৰৰ ব্যৱধান ছুটি। এই দুইটা গ্ৰামকেই স্বাভাৱিক বোলে, কিয়নো ইয়াৰ ভিতৰত কোনো বিকৃত সুৰ নাই।

সঙ্গীতৰ সকলোবিলাক গ্ৰামেই এই দুই গ্ৰামৰ ভিতৰত। আজিকালি ইউৰোপীয় সঙ্গীতত এই দুটা গ্ৰাম এৰি, অৰ্থাৎ, ওপৰত লিখা ১ম আৰু ৬ষ্ঠ বিধ গ্ৰাম এৰি আৰু আনবিলাক গ্ৰামৰ প্ৰচলন নাই। কিন্তু হিন্দু সঙ্গীতত সেই ছয়োটা গ্ৰামৰ পৰা নানা বিধ ৰাগ-ৰাগিনীৰ সৃষ্টি হৈছে। আজিকালি সা—ক আশ্ৰয় কৰিয়েই ওপৰত লিখা ছবিধৰ আদৰ্শে গ্ৰাম সাজি তাতে সেই ৰাগবিলাক গোৱা হয়। যেনে ঃ—

সা আশ্ৰয়ে ওপৰত লিখা ২য় বিধৰ আদৰ্শে গ্ৰাম কৰিলে, অৰ্থাৎ সেই গ্ৰামৰ ২য়-৩য় আৰু ৬ষ্ঠ-৭ম, (মুঠেই নি আৰু সা—ক অৰ্দ্ধান্তৰ ৰাখিবৰ নিমিত্তে অনুলোমত ৭ম-৮ম) অৰ্দ্ধান্তৰ কৰিলে অনুলোমত সা ঋ গ' ম প ধ নি সা' আৰু বিলোমত সা' নি'' ধ প ম গ' ঋ সা হয়। এনেকুৱা গ্ৰামত সিন্ধু, ভীমপলশ্ৰী আদি গোৱা হয়। এইবিলাক ৰাগৰ অনুলোমত কেতিয়াবা কেতিয়াবা ২য়-৩য় ৰ পৰিৱৰ্ত্তে (Transpositionত) ৩য়-৪ৰ্থ সুৰ অৰ্দ্ধান্তৰত থকা হয়।

সা আশ্ৰয় কৰি ওপৰত লিখা ৩য় বিধৰ আদৰ্শে গ্ৰাম কৰিলে, অৰ্থাৎ সা গ্ৰামৰ ১ম-২য় আৰু ৫ম-৬ষ্ঠ অৰ্দ্ধান্তৰ কৰিলে স ঋ' গ'' ম প ধ' নি সা'' হয়। এই গ্ৰামত ভৈৰবী ইত্যাদি গোৱা হয়। সা গ্ৰামক ৪ৰ্থ বিধৰ দৰে ব্যৱধান কৰিলে অৰ্থাৎ সা আশ্ৰয়ে ওপৰত লিখা ৫ম বিধৰ আদৰ্শে গ্ৰাম কৰিলে, অৰ্থাৎ সেই সা গ্ৰামৰ ৩য়-৪ৰ্থ আৰু ৬ষ্ঠ-৭ম (মুঠতে নি আৰু সা-ক অৰ্দ্ধান্তৰ কৰিলে) অনুলোমত সা ঋ গ ম প ধ নি সা বিলোমত সা'' নি'' ধ প ম গ ঋ সা হয়। এই গ্ৰামত খাম্বাজ আদিকৰি গোৱা হয়।

সা-গ্ৰামক ওপৰত লিখা ৬ষ্ঠ বিধৰ দৰে ব্যৱধান কৰিলে, অৰ্থাৎ সা গ্ৰামৰ ২য়-৩য় আৰু ৫ম-৬ষ্ঠ (মুঠতে নি আৰু সা—ক অৰ্দ্ধান্তৰ ৰাখিবৰ নিমিত্তে অনুলোমত ৭ম-৮ম) অৰ্দ্ধান্তৰ কৰিলে অনুলোমত সা ঋ গ' ম প ধ' নি সা' আৰু বিলোমত সা' নি' ধ' প ম গ'' ঋ সা হয়। এই গ্ৰামত বাগেশ্ৰী, কানাৰা ইত্যাদি গোৱা হয়।

ইয়াক এৰিও, কিছুমান ৰাগ-ৰাগিনী দেখা যায় যাৰ ওপৰত লিখা ব্যৱধান বিলাকৰ কোনোটোৰ ব্যৱধানৰ সৈতে মিল নহয়। যেনে পৰজৰ ঃ— সা ঋ' গ ম' প ধ' নি সা'; ভৈৰব ঃ— সা ঋ' গ ম প ধ' নি সা ইত্যাদি। এইবিলাক মুঠে সা গ্ৰামতেই বিকৃত সুৰ ব্যৱহাৰ হৈ উৎপত্তি হয়।

যেই-সেই সুৰকে "সা" ধৰি বজোৱা বা গোৱাকে ষড়জ পৰিবৰ্ত্তন *(Transpoistion)* বোলে। ইউৰোপীয় সঙ্গীতত স্বাভাৱিক আৰু বিকৃত ১২টা সুৰৰ ভিতৰত যেই-সেই সুৰকে "সা" ধৰি গ্ৰাম কৰা হয় দেখি, আৱশ্যক অনুসৰি সকলো সুৰৰে কড়ি কোমল নাম দি লৈছে, কিন্তু হিন্দু সঙ্গীতত ঋ' গ' ধ' নি' ত বাজে কোমল, আৰু ম-ত বাজে কড়ি সুৰ নাই। হিন্দু সঙ্গীতত সাধাৰণ মতে সা, ম আৰু প গ্ৰামতেই ষড়জ পৰিবৰ্ত্তন কৰা হয়। সা গ্ৰামত কোনো বিকৃত সুৰ নেলাগেই; ম আৰু প গ্ৰামত কেৱল কোমল নি আৰু কড়ি ম-ৰ আৱশ্যক হয়। এই নিমিত্তে চেতাৰ আৰু এচৰাজ যন্ত্ৰত আন কোনো বিকৃত সুৰৰ পৰ্দ্দা নেথাকিলেও, কোমল নি আৰু কড়ি ম-ৰ পৰ্দ্দা থকা দেখিবলৈ পোৱা যায়। ঋ' গ' অৰু ধ' এই তিনটা বিকৃত সুৰ সা, ম আৰু প-ক এৰি আন কোনো ডাঙ্গৰ (major) গ্ৰামৰ পৰা নহৈ, ওপৰত লিখা ছটা গ্ৰামৰ আদৰ্শ লৈ সা-গ্ৰামৰপৰা নাইবা, সা-গ্ৰামৰ ব্যৱধান বিকৃত হৈ (Transposition) উৎপত্তি হৈছে।

ক্ৰমশঃ।—

* কোনো সুৰৰ পাচৰ সুৰক তাৰ দ্বিতীয় সুৰ বোলে। যেনে সা—ৰপৰা ঋ দ্বিতীয় সুৰ। সঙ্গীতত দুবিধ দ্বিতীয় সুৰ ব্যৱহাৰ হয়; পূৰ্ণান্তৰ পাচৰ দ্বিতীয়, যেনে সা—ৰপৰা ঋ, নাইবা ঋ—ৰ পৰা গ; আৰু অৰ্দ্ধান্তৰ পাচৰ দ্বিতীয় যেনে গ—ৰপৰা ম। কোনো সুৰৰপৰা দুটা সুৰৰ পাচৰ যি সুৰ তাক তাৰ তৃতীয় সুৰ বোলে। যেনে সা—ৰা তৃতীয় গ। তৃতীয় সুৰো দুবিধ; ডাঙ্গৰ তৃতীয় আৰু সৰু তৃতীয়। দুটা পূৰ্ণান্তৰ পাচৰ যি সুৰ তাক ডাঙ্গৰ তৃতীয় বোলে; যেনে সা—ৰপৰা গ, নাইবা ম—ৰ পৰা ধ, নাইবা প—ৰপৰা নি। এটা পূৰ্ণান্তৰ আৰু এটা অৰ্দ্ধান্তৰ পাচৰ যি সুৰ তাক সৰু তৃতীয় বোলে। যেনে ঋ—ৰপৰা ম, গ—ৰ পৰা প. নাইবা ধ—ৰপৰা সা'।

# কানিৰ অপকাৰিতা।

## (২১৩ পিঠিৰ পাচৰপৰা)

এতিয়া দুই-এজন নামজাত ইউৰোপীয় ডাক্তৰৰ মতো সংক্ষেপে তুলি দিয়া হল,— "ঔষধৰ মাত্ৰাত একমাত্ৰা, অৰ্থাৎ দুই বা চাইটা ধানৰ জোখেৰে যদি কানি খুউৱা যায়, তেন্তে প্ৰথম ৰাগীৰ অৱস্থাৰ পিচতেই একেবাৰে মৰাৰ নিচিনা অৱস্থা হয়। যি নাড়ী ৰাগী লগাত বেগেৰে চলিছিল, সি পিচত বেগ নোহোৱা যেন লাহে লাহে চলিবলৈ ধৰে, ছাল গৰম হয়, মুখ শুকায়, ভোক গুচে, পিয়াহ লাগে, বাঁতি আহে, ৰাগীলগা অৱস্থা বেগতে যায়, আৰু প্ৰায় তৎ নোহোৱা অৱস্থা পায়হি। তেতিয়া কানীয়াই হাত-ভৰি গা লৰচৰ কৰিবৰ ইচ্ছা নকৰে, আৰু লৰ-চৰ কৰিবও নোৱাৰে, ইন্দ্ৰিয় শক্তি প্ৰায় নাইকিয়া হয় আৰু বুদ্ধি প্ৰায় লোপ পায়। ইয়াৰ পিচতেই দীঘল টোপান আহে, আৰু সপোনৰ বাবে ভাল নিদ্ৰা নহয়। (মিষ্টাৰ পেৰৰিয়া) *

ডাক্তৰ খ্ৰীষ্টিচনৰ মতৰ ভাবাৰ্থ; —ওষ ধৰ মাত্ৰাতকৈ সৰহকৈ কানি খালে প্ৰথমতে মূৰ ঘূৰণি লাগি মূৰ্চ্ছাৰ ভাব হয়; মূৰ্চ্ছা বেগতে বাঢ়িলে লৰচৰ কৰিব নোৱাৰা সংজ্ঞাশূন্য অৱস্থা হয় আৰু বহুপৰ বৈ বৈ উশাহ লয়, চকু মুদি ঘুমায়, ক্ষন্তেক পিচতে মুখ বিবৰ্ণ হৈ ভুতৰ দৰে দেখা যায়, নাড়ী ক্ষীণাই নোহোৱা হয়, মাংসপেশী আৰু জোৰ বিলাকৰ ঢিলা আৰু দুৰ্ব্বল হয়, ততালিকে ডাক্তৰ আনি দৰব নিদিলে অলপ পিচতে মৰে। যদি কেনেবাকৈ ৰক্ষা পায়, তেন্তে ২৪।২৬ ঘণ্টা দীঘলীয়া টোপনি আহে আৰু পিচে বাঁতি মূৰৰ ঘূৰণিকে আদি কৰি ৰোগ হয়।

কানি নোখোৱা মানুহে কানি খালে নিচেই অলপ মাত্ৰা দুইধান জোখৰ কৰি নিয়েও তাক মাৰিব পাৰে। লৰা-ছোৱালী বিলাকৰ মূৰলৈ স্বভাবতে সৰহকৈ তেজ যায় দেখি, এতিলমান কানি, নাইবা কানি মিহলাই কৰা দৰবেও প্ৰাণ হানি কৰিব পাৰে। এইবিলাক কাৰণে অন্য মানুহে কানিৰ যি কোনো ৰকম ব্যৱহাৰ এৰি দিয়া উচিত। অপব্যৱহাৰ কৰিলেই নিঃসন্দেহকৈ এটা ভয়ঙ্কৰ মাৰাত্মক অনৰ্থৰ মূল হয়। নিজৰ নৰিয়াৰ নিজে বেজ হৈয়েই এই কানি ব্যৱহাৰৰ অভ্যাস প্ৰায় সকলোৱে কৰে, আৰু নৰিয়াৰ নিমিত্তেও নিয়মীয়া ব্যৱহাৰো যাতে মানুহে কৰিব নোৱাৰে তাৰ নিমিত্তে সাৱধান কৰি দিয়া বিশেষ দৰ্কাৰ, কাৰণ পিচত ইয়াৰপৰাই কানি খোৱা এটা এৰিব নোৱাৰা অভ্যাস হৈ পৰে। বিশেষ, ইয়াকো জানি ৰখা উচিত যে, কানীয়াইতে যে কোনো সুখ বা সোৱাদৰ নিমিত্তে হে কানি খায় সিটো নহয়, কিন্তু এবাৰ কানি খোৱাত যিবোৰ মানসিক আৰু শাৰীৰিক দুখ-যন্ত্ৰণা হয় তাৰ হাত সাৰিবৰ ইচ্ছাৰে হে ঘনে ঘনে কানি খায়। ডাক্তৰ ওপেন হেমৰ বৰ্ণনাৰপৰা এই কথাবোৰৰ সত্যতা ঠিককৈ জানিব পাৰি।**

ডাক্তৰ ওপেন হেমৰ মতৰ ভাবাৰ্থঃ— চেহেৰা দেখিয়েই কানীয়াক ততালিকে চিনিব পাৰি। ক্ষীণোৱা গা, তেজ নোহোৱা মুখ খোঁৱাৰ নিচিনা অথিৰ খোজ, বেঁকা, কেতিয়াবা কেতিয়াবা ধেনুৰ নিচিনা বেঁকা ৰাজহাৰ, গাঁতত তল যোৱা নিচিনা চকচকীয়া চকু, দেখা মাত্ৰে এইবিলাকে কানীয়াৰ চিনাকি দিয়ে। পাকাশয়

* Given in a full medicinal dose, such as two or four grains. The stage of excitement is soon followed by that of depression. The pulse, which at first is increased in fulness and frequency is afterwards reduced below the natural standard. The skin be- comes hot, the mouth and throat dry, the appetite diminished, the thirst increased, and frequently nansea and even vomitting is indicated. The symptom of excitement soon pass away, and a state of torper succeeds, the individual feels indisposed to exertion. The muscular system appears infeebled, the force of impressions on the ideas becomes confused. This state is followed by an almost irresistible disire to sleep which is frequently attended by dreams, sometimes of a pleasing, at other frightful nature, (Mr, Pereria)

** Poisonous effect of opium as given by Dr. Chrisa:– The symtoms of posioning with opium, when it is administered, at once in a dangerous dose, begins with giddiness and stupor, generally without any previous stimulus. The stopor rapidly increasing, the person becomes motionless and insensible to external in pression; he breathes very slowly generally his quite still with the eyes shut and the pupils contracted; and the whole expression of the coutenance is that of a deep and perfect repose. As the poisning advances, the features becomes ghastly, the pulse feebile and imperceptible, the muscles exceedingly relaxed, and unless assistance is speedily procured, death ensues. If the person recovers the stuper is succeed by prolonged sleep which commonly ends in twenty four or twenty six hours and is

বা পেটৰ অত্যন্ত পীড়া হয়, নৰিয়াযুক্ত কানীয়াই প্ৰায় আন একোকো নেখায়, আৰু সপ্তাহত প্ৰায় এবাৰ হে শৌচ হয়; তাৰ শাৰীৰিক আৰু মানসিক বল লোপ পায়। সি পুৰুষত্বহীন দুৰ্ব্বল হয়, ক্ৰমে যেতিয়া সি অঘাইত কানীয়া হৈ পৰে তেতিয়া তাৰ শাৰীৰিক বল ক্ৰমান্বয়ে টুটে, কিন্তু কানিৰ খঁক বেচি হে হয় আৰু কানিৰ পৰিমাণো বঢ়াব লগীয়া হয়। বহুদিনলৈকে কানি খাই কানীয়াই স্নায়ুৰ বা নাড়ীৰ নৰিয়াত পৰে আৰু কানি খালেও সেই ৰোগৰ কষ্ট নুগুচে। যিবিলাকে অলপ বয়সৰপৰাই কানি খোৱা অভ্যাস কৰে সেইবিলাকে কদাচিত হে ৪০ চল্লিশ বছৰ বয়সলৈ জীয়াই থাকে।

ইউৰোপৰ এজন নামজলা বিদ্যাবস্তু পৰিব্ৰাজক মিঃ ৰবাৰ্ট ফৰ্চুনে তেওঁৰ ভ্ৰমণ-বৃত্তান্তৰ এখন পুথিত এজন কানীয়াৰ কানি খোৱাৰ ফল দেখি যি লিখি গৈছে তাঁৰে কেইশাৰীমানৰ ভাবাৰ্থ তলত দিয়া হল, কানি খোৱাত মানুহৰ যে কি দুৰৱস্থা হয় অলপ বুজিব পৰা যাব।—"মোৰ লগৰীয়া যাত্ৰীহঁত ঘাইকৈ বেপাৰী আৰু লগুৱা। সিহঁত নিচেই নিৰীহ মানুহ, বাস্তবিক খোৱা-লোৱা ধঁপাত হোঁপা সময়টো এৰি সিহঁতে বিছনাত শুই হে থাকিছিল। সিহঁতৰ ভিতৰত এজন কানীয়া আছিল, সি এই কানিৰ অঘাইত গোলাম হৈ পৰিছিল। দেশ-ভ্ৰমণৰ সময়ত মই বহুত কানীয়া দেখিছিলোঁ। কিন্তু এই দুৰ্কপলীয়া কানীয়াৰ অৱস্থা নিচেই শোকলগা। সি সমাজত কিছু ক্ষমতাপন্ন মানুহ আৰু তাৰ ধন-বিত আছে, এইটো স্পষ্টকৈ বুজিব পাৰি। তাৰ কাষতে এটা চাকি জলিছিল কানিখোৱা নলা মুখত লগাই সি সেই ৰাগী লগা ধোঁৱা খাইয়েই আছিল। কিছু সময় ধোঁৱা হোঁপাৰ পিচত, মদপীৰ মদ খোৱাৰ প্ৰথম ৰাগী লগাত যেনে অৱস্থা হয় তাৰ মুখৰ অৱস্থাও তেনেকুৱা হবলৈ ধৰিলে। দুই-এক মিনিটৰ ভিতৰতে সি জঁপিয়াই বিছনাৰপৰা উঠিল আৰু চাহপানী এবাটি আনিবলৈ কৈ বহুত পৰিমাণে খালে, বলিয়াৰ নিচিনা হৈ নাৱৰ ওপৰত ইফাল-সিফালকৈ ফুৰি যাবে তাৰে সৈতে কথা পাতি ব্যঙ্গ বিদ্ৰূপ কৰিবলৈ ধৰিলে। কিছুমান পৰ এনেকৈ কটাই সি আকৌ ধঁপাত হুপিবলৈ ধৰিলে, আৰু এবাটি চাহপানী খাই শুলেগৈ, কিন্তু বেচি সময় শুবও নোৱাৰিলে। বিভীষিকাময় আৰু আচৰিত সমাজিকে তাৰ টোপনিৰ ব্যাঘাত জন্মাইছিল। শেহত সি উঠিলে, কিন্তু আগৰ দৰে এটিকিৰা কানি খাবলৈকে হে। এনেকৈয়েই প্ৰতিদিনে তাৰ সময় যায়। আন কি, গভীৰ মাজ নিশাত যেতিয়া সকলোৱে গাঢ় নিদ্ৰাত শান্তিৰে জিৰণি লয়, তেতিয়াও তাৰ কানি খাবলৈ ইমান হুতাহ হয় যে, সি তাক নোখোৱাকৈ থাকিব নোৱাৰে। নিশা যেতিয়াই মই সাৰ পাওঁ, তেতিয়াই তাৰ চাকিটো জলি থকা দেখোঁ আৰু ঘৰৰ মুধলৈ ধুৰঁলি কুৰঁলী কৰি যোৱা উগ্ৰগন্ধময় সেই কানিৰ ধোঁৱাৰ দুৰ্গন্ধকো পাওঁ।

অধিক কানি খোৱাত এই কানীয়াটোৰ শোক লগা অৱস্থা হৈ পৰিছে। তাৰ ক্ষীণ তেজহীন গাল বিবৰ্ণ আৰু ভূতৰ নিচিনা, গাৰ ছালো কাচৰ নিচিনা মসৃণ ; এইবিলাক দেখিয়েই ই যে এজন কানীয়া তাক নিশ্চয়কৈ চিনিব পাৰি। তাৰ দিন ধুকাই আহিছে; তথাপি এয়েই আচৰিত যে, কানি নাখালে গা

followed by nausea, vomitting, giddiness and loatihing of food. The quantity which can produce a fatal effect on in a person unacustomed to its use is very small, even four grains; and in children owing to the large qauntity, of blood which naturally goes to the brain, and the great impressibility of their nervous system, a very minute portion of opium, or its numerous preparations, open or disguised can produce death. These facts constitute a strong reason for unskilful persons refraining from its employment, and also for avoiding in this place all details connected with its medical use, It is undoubtedly one of the greates banes when abused. It is by the self doctoring in general that practice of opium eating is acquired; and it is the more necessary to warn such persons against commencing the use of it, even for the legitimate purpose of overcoming decease, as they may inadvertently lapse into habits which they may never be able to shake off. Further is should be known by those who are disposed to adopt this practice, that the habitual consumers of this drug have recourse to it agian and again, not so much for the sake of the pleasurable sensation it can excite, as to escape the misery, mental and bodily, which their previous indulgence has entailed upon eating, as detailed by Dr. Openheim, are confirmatory.

The habitual opium eater is instantly recognised by his apearance. A total attenuation of body, a withered yellow countenance, a lame gait, a bending of the spine, frequently to such a degree as to assume a circular form, and glossy deep sunken eyes, betray him at the first glance. The digestive organs are in the highest degree idstrubed; the sufferers eat scarcely anything and has hardly evacuation in a week his mental and bodily powers are distroyed........ he is important. By degrees as the habits becomes more confirmed, his strength continueddecreasing, the craving for the stimulus becomes even greater and produce the desired effect, to dose must constantly he augmented. After long indulgence the opium eater becomes subject to nervous or neuralgic pains, to which opium itself brings no relief. These people seldom attains the age of forty, if they have begun to use opium at an early age. (Dr. Oppenin's Easy in British and Foreign Medical Review.t October 1837.)

ভালে নেথাকে আৰু ঔষধ স্বৰূপেহে সি কানি খায়। এই কথাৰো সি আনক আৰু নিজক পতিয়াবলৈ চেষ্টা কৰে। ৰাগীলগা অৱস্থাত যেতিয়া মই তাক দেখোঁ তেতিয়া মোৰ এই কথা হে মনত হয় যে, হাঁয়, সকলো প্ৰাণীৰ শ্ৰেষ্ঠ ঈশ্বৰৰ উত্তম সৃজন মানুহে লোভ ৰিপুৰ তলতীয়া হৈ এই কানীয়াৰ নিচিনা কানি খাই কি দোৰ্ঘোৰ দুৰ্গতি পায়।***

ইউৰোপৰ প্ৰসিদ্ধ কবিবিলাকৰ (Coleridge, De Quincy, Sir Walter Scott) লিখাতো কানিৰ নানা দোষৰ কথা উল্লেখ আছে। মুঠতে চমুকৈ কব লাগিলে কানি যে এটা মাৰাত্মক বিহ এই কথা সকলো দেশৰ সকলো প্ৰসিদ্ধ মানুহে কৈ গৈছে; কিন্তু কু-সংস্কাৰৰ বা কু-বিশ্বাসৰ, বা কু-অভ্যাসৰ, বা কু-দস্তুৰৰ এবাৰ তলতীয়া হলে মানুহৰ সকলো ভাল বৃত্তিবিলাক লোপ পায়। তেতিয়া সি বিহক অমৃত অমৃতক বিহ, ধৰ্ম্মক অধৰ্ম্ম, অধৰ্ম্মক ; ধৰ্ম্ম, মিত্ৰক শত্ৰু, শত্ৰুক মিত্ৰ, স্বৰ্গক নৰক, নৰকক স্বৰ্গ, পূবক পছিম, পছিমক পূব, গৰুক ছাগলী, আৰু ছাগলীক গৰু এনেকুৱা কৰিবলৈ ধৰে। স্বয়ং গৌতমে আহি যুক্তি দেখুৱাই তাৰ বিশ্বাস গুচাব নোৱাৰে, স্বয়ং ধনন্তৰীয়ে যদি কানিক মাৰাত্মক বিহ বুলি কয়, তেন্তে তেওঁক "দুগালে মাৰিব চাইটা চৰ।" নোৱাৰিলে কব, "দউতা, তোমাৰ স্বৰ্গ আৰু আমাৰ তিনিকুলীয়া আসাম একে ঠাই নহয়; তোমাৰ স্বৰ্গত কানি নেখাই থাকিব পৰা যায়, কিন্তু আমি মলমতি, মন্দ মনুষ্য, অসম হেন দেশত কানি নেখালে এদিনতে ঢুকাম। যদি আসামত দিন দিয়েক থাকাঁ, তেন্তে তুমিও কানিৰ এজন পৈনত ভকত হৈ পৰিবা, আৰু সকলো নৰিয়াতে কানি দৰব আৰু কানীয়া সেবাৰ হে পৰামৰ্শ বা প্ৰেস্কিপচন দিবা।" যদি স্বয়ং মনু, পৰাশৰ, বশিষ্ঠই ধৰ্ম্ম শাস্ত্ৰৰ প্ৰমাণ দেখুৱাই কানি খাই সমাজৰ, দেশৰ, পৰিয়ালৰ, নিজৰ দোৰ্ঘোৰ দুৰ্গতি কৰি আত্মঘাত কৰা পাপ বুলি কয়, তেন্তে তেওঁলোকৰ ব্যৱস্থাশাস্ত্ৰ হয় ব্ৰহ্মপুত্ৰৰ পানীত উটাই দিব, নাইবা জুই লগাই তাৰ আঙঠাৰে কানি এটিকিৰা হঁপিব। যদি দেবদামোদৰ, ভট্টদেৱ, হৰিদেৱ, শঙ্কৰদেৱ, মাধৱদেৱ, আটাইকেজনে আহি চিঞঁৰি কয়, "হেৰা বোপাইঁত আমাৰ ধৰ্ম্মমতে কানি খোৱা বৰ দোষ" তেন্তে সেই সকলক "প্ৰভু, আপোনাসকলৰ ধৰ্ম্মত ইবিলাক সকলো কথা ভাল; চন্দ্ৰত কলঙ্কৰ নিচিনা ফুল গছত কাইটৰ নিচিনা, গাভৰুত মগৰপুৰ নিচিনা অকল এইখিনি কতাই হে বেয়া" এই বুলি হে উত্তৰ দিব।

সি যি হওক, কিন্তু কানি খোৱাত কানীয়াৰ পটন্তৰ হৈছে, "নমৰামানে চাবা, নুবুৰামানে বাবা!" অসমীয়া জাতিটো তল নেযায়মানে কানি খাই চোৱাঁ। "মৰিলেও নেৰে ধনঞ্জয় বায়ু" — কানীয়াই অসম দেশখনকে তললৈ নিলে; তথাপি ধোঁৱাই জুইক নেৰাৰ পটন্তৰে ধাৰীয়ে ধৰুৱাক নেৰাৰ নিচিনা, গুবৰুৱাই বৰ বিধক নেৰাৰ নিচিনা কানীয়াই কানিক নেৰিলে বা কানিয়ে কানীয়াক নেৰিলে।

*** From "A Journey to the Tea Countries of China, including Sang-lo And the Bohea Hills" by Robert Fortune auther of "Three years wnadering in China."

My fellow passengers were chicfly merchants and Servants were quite and inoffensive indeed they did little else but toll in bed and sleep except when they were eating and smoking. One of them was a confirmed opium Smoker, and the intoxicating drug had made him a perfect slave. I have seen many opium smokers in my travels, but this one was the most pitiable of them all; he was evidently a man of some standing in society and had plenty of money. A small lamp was burning by his side, an opium pipe was in his mouth, and he was inhaling the intoxicating fnmes. After smoking for a few minutes, he began to have the appearance which a drunken man presents in the first stage of his intoxication; the fumes had done their work, and he was now in his third heaven of bliss." In a minute or two he jumped up and called for his tea pot from which he took a good draught of tea; he then walked about the boat evidently a good deal excited; and talked and joked with every one he met. After spending some time in this manner he began to smoke tobacoo; he then took another draught out of his teapot and lay down to sleep; but his slumbers were not of long duration and were evidently disturbed by strange and frightful dreams. He awoke at last but it was only to renew the does as before; and so from day to day. Even in the silent night, when all around was sunk in fepose, his craving for the stimulant was beyond his feeble powers of resistance. Often and often, during this passage, when I happened to awake during the night I could see his little lamp burning and could smell the sickening fumes as they curbed about the roof of the Boat.

The effects which the immoderate use of opium had produced upon this man were of the most melancholy kine. His fegure was thin and emaciated, his cheeks had a pale and haggard hue, and his skin had that peculiar glassy polish by which an opium smoker is invarably known His days were evidently numbered and yet strange to tell this man tried to convince others and himslef also htat he was smoking medieinally and that the use of opium was indispeneable to his health. As I looked upon him in these moments of excitement, I could not help feeling what a piteous object is man, and lord of creation, and noblest work of god, when sensual pleasures and enjoyments take such a hold upon him as they had upon this poor opium Smoker.

বাপতীয়া যি মাটি-বাৰী আছিল, কানি খাওঁতে খাওঁতে সি গল, ঘৰৰ ধন-সম্পত্তিকো কানি চোৰে চুৰ কৰিলে, ঘৰৰ লৰা-ছোৱালী ভাতৰ আকালত মৰিল, কানীয়াই নিজৰো সুখ-সম্পত্তি, ধৰ্ম্ম, জ্ঞান, সন্মান, লাজ, অপমান, ভদ্ৰামি, স্বাস্থ্য, আয়ুস, বিদ্যা, বুদ্ধি, শাস্ত্ৰৰ, ব্যৱস্থা, গুৰুৰ বাইক, ঈশ্বৰৰ আজ্ঞা, সকলো কানি জুইত পুৰিলে, সকলো কানি অৰণ্যত বনবাস দিলে, সকলো এৰিলে, মৰিশালিলৈ টানি অনাতো কানিক হে নেৰিলে। হাঁয়! হাঁয়! কোন ইন্দ্ৰই অসমীয়া পৰ্ব্বতৰ ওপৰত কানি বজ্ৰ মাৰিলে? কোন শৃঙ্গীয়ে কানি-তক্ষকেৰে অসমীয়া পৰীক্ষিতক দংশালে? কোন হনুমন্তে সোণৰ অসমীয়া লঙ্কাত কানি-জুই লগাই দিলে? কোন ৰাৱণে কানি নাগপাশেৰে অসমীয়া ৰাম-লক্ষ্মনক বান্ধিলে।

এতিয়া কোনোৱে সুধিব পাৰে যে, অসমক ৰসাতললৈ নিবৰ কাৰণে কোন ৰৌ ৰৌ নৰকত কোন কুৰ্ব্বুদ্ধীয়া মাক-বাপেকে কি কুচিত বস্তু খাই কোন কুলগ্নত এই কানি বিহক কু-জন্ম দিলে? কেনেকৈ কোনে ইয়াৰ কানি নাম-কৰণ কৰিলে? কাৰো আতি-গুৰি গুণাগুণ জানিবলৈ হলে, চৈধ্যপুৰুষৰপৰা নোৱাৰিলেও সাতাম পুৰুষৰপৰা, তাকো নোৱাৰিলে অন্ততঃ তাৰ নিজৰ জাতকৰ্ম্ম নামকৰ্ম্ম নিষ্ক্ৰমন অন্নপ্ৰাশন প্ৰভৃতি যিমান পৰা যায় জানিব পাৰিলে ভাল। পূৰ্ব্বপুৰুষৰ গুণাগুণ মাক-বাপেকৰ গুণা গুণ সতি-সন্ততিত বৰ্ত্তে, এইবাবে ইয়াৰ বিষয়ে যি জনা আছে, তাকে তলত লিখি দিয়া হব, আশা কৰোঁ ইয়াক অপ্ৰাসঙ্গিক বুলি নেভাবে যেন।

ক্ৰমশঃ।—

# মাজনিশাৰ সপোন।

পৃথিৱীৰ ৰাণী ৰোম ৰাজ্য যেতিয়া উন্নতিৰ জখলাৰ নিচেই ওপৰ থাপত উঠি, নিজৰ সৌন্দৰ্য্য দেখি ওপৰ মুখে হাঁহি আছিল, ঠিক সেই সময়তে তাৰ ওচৰতে সোঁফালে আৰু এখন ৰাজ্যৰ সভ্যতাৰ খিলখিলীয়া হাঁহি শুনি প্ৰায় গোটেইখন পৃথিৱী লাজত নাকে-কাণে হাত দি তলমুখ কৰি নিজকে নিজে নিন্দা কৰি আছিল। সেই মহাৰাজ্যৰ নাম গ্ৰীছ। এথেঞ্চ ইয়াৰ প্ৰধান ৰাজধানী। এক সময়ত এই ৰাজ্যৰ ৰজাঘৰীয়া নিয়ম অতি কঠিন আছিল। অন্যান্য নিয়মৰ মাজতে এনে এখন কঠোৰ আইন আছিল যে, বাপেকেই গাভৰুবিলাকৰ বিয়াৰ সৰ্ব্বময় কৰ্ত্তা হব, জোৱাঁই বাছি নিজৰ ছোৱালীৰ লগত বিয়া দিয়াৰ বন্দবস্ত কৰিব। ছোৱালীয়ে নিজে নিজৰ স্বামী বাছি লব নোৱাৰে। কিন্তু, যি জনী গাভৰুৱে বাপেকে মনোনীত কৰা মানুহৰ লগত বিবাহ কাৰ্য্য সমাধা কৰিবলৈ অসম্মত হব, যদি বাপেকে ৰাজঘৰত এই কথা লৈ হাজিৰ হয়, তেন্তে ৰাজবিধি অনুসাৰে সেই হতাভাগিনী গাভৰুৰ প্ৰাণদণ্ড হব। ৰাজনিয়ম ইমান কঠোৰ হলেও, প্ৰাণৰ ভয়ৰ আশঙ্কা নিচেই কম আছিল। কাৰণ, বাপেক-মাক ইমান নিঠুৰ হব নোৱাৰে যে, ইচ্ছা কৰি নিজ সন্তানক মৰিবলৈ এৰি দিব। কিন্তু, তাৰ মাজতে অনেক গাভৰুৰ বাপেকহঁতে নিজৰ ছোৱালীক নিজ ইচ্ছানুসাৰে কোনো কাম নকৰিবলৈ আইনৰ নিয়ম সিহঁতক দেখাই যে ভয় খুৱাইছিল এই কথা হলে সঁচা।

এনেতে, কিন্তু সঁচা সঁচিকৈয়ে এনেকুৱা এটা ভয় লগা ঘটনা ঘটে। গোবিন নামে এজন এথেঞ্চবাসীয়ে সঁচাকৈয়ে আপোনাৰ কন্যা গোলাপীৰ বিৰুদ্ধে এনেকুৱা এটা ঘটনা নি সেই দেশৰ ৰাজ প্ৰতিনিধিৰ কাণত পেলায়। গোবিন বুঢ়াৰ আচল ঘটনাৰ কাৰণ হৈছে এই যে, সি তাৰ গাভৰু জীয়েক গোলাপীৰ নামে যিটো দৰা ঠিক কৰি বিয়াৰ বা-বতৰা চলাইছিল, সেই দৰাৰ লগত তাই বিয়া হবলৈ অসম্মত। সেই দৰাৰ নাম গোপাল, এজন পূৰ্ণ বয়সীয়া ভাল বংশ জাতৰ ডেকা। এথেঞ্চ নগৰতে এই সম্ভ্ৰান্ত ডেকাৰ বাপেক-মাকৰ ঘৰ-বাৰী। গোলাপী গোপনে অন্য এজন সুন্দৰ ডেকাৰ লগত বহু দিনৰেপৰা প্ৰণয়ানুৰাগিনী আছিল। সিও এজন এথেঞ্চ নগৰৰে মানুহ; তাৰ নাম কেশৱ। গাভৰুৰ অসম্মতি দেখি, এথেঞ্চৰ ৰজা প্ৰতাপসিংহৰ ওচৰত বিচাৰ প্ৰাৰ্থী হবলৈ আমাৰ গোবিন্দ বুঢ়া সাজ-কাজ পিন্ধি এক মঙ্গলবাৰে যাত্ৰা কৰিলে। গোলাপীও বাপেকৰ বিৰুদ্ধে আমলা-মহৰীবিলাকক খাটিলুটি কোনোমতে ৰাজদণ্ডৰ হাত সাৰি লৈ মনে মনে ভাবি বাপেকৰ খোজতে খোজ লগাই নগৰৰ পিনে যাবলৈ ধৰিলে। ৰজাৰ আগত তাই নিজৰ দোষৰপৰা মুক্ত হবলৈ অনেক চেষ্টা কৰিবলৈ ধৰিলে।

তাই কলে যে, যিজন মানুহৰ লগত বাপেকে তাইক বিয়া দিবলৈ উলিয়াইছিল, সেই মানুহ জনে অন্য এজনীত প্ৰেমদান কৰিছে, সেই মানুহজনী কেতেকী সখীৰ বাহিৰে অন্য কোনো নহয়। গোপালে কেতেকীক যিমান ভাল পায়, সেই ভালপোৱাতেই কেতেকী তাৰ অনুৰাগিনী হৈ পৰিছে। এনে অৱস্থাত তাই তাইৰ সৰু কালৰ সখী কেতেকীৰ মনত কষ্ট দি কেনেকৈ নো এতিয়া বাপেকৰ প্ৰস্তাৱত মান্তি হব? গোবিন বুঢ়াই জীয়েকৰ কোনো কথাকে নুশুনিলে, কিন্তু আনন্দ মনেৰে বিচাৰৰ ফল প্ৰতীক্ষা কৰিবলৈ ধৰিলে।

মহাৰাজ প্ৰতাপ সিংহৰ প্ৰকৃতি অতি কোমল। জনম দিয়া বাপেকে যে নিজৰ জীয়েকৰ ওপৰত এনেকুৱা অভিযোগ কৰিব এনে তেওঁ মনতো ভবা নাই। কিন্তু, এতিয়া সঁচাকৈয়ে এই ঘটনা দেখি তেওঁ আচৰিত হল। কিন্তু, কি কৰিব, তেওঁ আইনৰ তলতীয়া। দেশৰ চিৰকলীয়া প্ৰথা গুচাবলৈ তেওঁৰো ক্ষমতা নাই। তথাপি তেওঁ চাৰি দিনৰ নিমিত্তে গোলাপীক এই কথাটো আকৌ এবাৰ ভাবি-চিন্তি চাবলৈ সময় দিলে। আৰু কলে, "দেখ গোলাপী! যদি এই চাৰি দিনৰ পাচতো তোক বাপেৰৰ কথা মতে চলা নেদেখোঁ, তেন্তে তই জীৱনৰ আশা এৰিব লাগিব।"

গোলাপীয়ে ব্যথিত হৃদয়েৰে তাইৰ মনোনীত প্ৰণয়-প্ৰাৰ্থী কেশৱৰ লগত দেখা কৰিলে আৰু কেশৱৰ সকলো কথাকে শুনিলে। প্ৰেমিক-প্ৰেমিকাই তেতিয়া ইটিয়ে সিটিৰ প্ৰগাঢ় প্ৰেম আৰু ভালপোৱাৰ কথা মনত পেলাই পেলাই বিলাপ কৰিলে। জীয়েকৰ প্ৰতি বাপেকৰ এনে ব্যৱহাৰ কেৱল এথেঞ্চ নগৰবাসীৰ মাজত হে প্ৰচলিত আছিল। ইয়াত বাজে আন দেশত এই নিঠুৰ ৰাজনিয়ম কতো নাছিল। কেশবে প্ৰণয়িনী গোলাপীক এই নিঠুৰ নিয়মৰ হাতৰপৰা কেনেকৈ ৰক্ষা কৰিব পাৰে একান্ত মনে তাকেই ভাবিবলৈ ধৰিলে; ভাবি ভাবি অৱশেষত ইয়াকে ঠিক কৰিলে যে, এই দেশ পৰিত্যাগ কৰাই ভাল; এই চাৰি দিনৰ ভিতৰতে আন দেশলৈ নগলে এই আইনৰ দণ্ডৰ হাত সৰা বৰ কঠিন হৈ পৰিব। কিন্তু যায় কলৈ? অলপ পৰৰ পাচত তেওঁৰ মনত পৰিল যে, এথেঞ্চৰপৰা কিছুমান বাট দূৰৈত তাৰ মাহীমাকৰ ঘৰ আছে; গোলাপীক তালৈকে নিব পাৰিলে যে কেৱল গোলাপীৰ প্ৰাণ ৰক্ষা হব এনে নহয়, তালৈ গলে সিহঁতৰ প্ৰেমো ৰক্ষা কৰিব পাৰিব। এইদৰে ভাবি-চিন্তি সি গোলাপীক ওচৰলৈ মাতি আনি কবলৈ ধৰিলে; "লাহৰী! মই এটা বুদ্ধি আলচিছোঁ। আজি নিশাতে তুমি বাপেৰৰ ঘৰৰপৰা পলাই আহঁাগৈ, আমি ইয়াৰপৰা অন্য দেশলৈ গুচি যাওঁগৈ। যত মোৰ মাহী আইৰ ঘৰ আছে, সেই ঠাইতে তোমাক থম আৰু তাতেই আমাৰ শুভবিবাহ সম্পন্ন হব।" গোলাপীয়ে সকলো কথা শুনিলে। শুনি তাই আনন্দিত হল। আৰু বাপেকৰ ঘৰ পৰিত্যাগ কৰাই তাই যুক্তিসঙ্গত বুলি ভাবিলে।

গোলাপীৰ সন্মতি পাই কেশবে কলে, "তেনেহলে সাজু হোৱাঁ। এই নগৰৰ বাহিৰত সেই যে হাবি আছে, যি হাবিত তোমাৰ সখী কেতেকীক লগত লৈ তুমি আৰু মই মধুময় বসন্তকালত মনৰ সুখে কেতিয়াবা ফুৰিছিলোঁ, শেই হাবিত মই আজি ৰাতি তোমালৈ বাট চাই থাকিম।" প্ৰফুল্ল হৃদয়েৰে গোলাপী ঘৰলৈ আহিল, আৰু বাপেকৰ ঘৰ এৰি যোৱাৰ কথা কাৰো আগত নুনুকিয়ালে? কিন্তু এই গুপ্ত ইতিহাস আনৰ আগত যদিও নকলে, তথাপি তাইৰ প্ৰাণৰ সখী কেতেকীৰ আগত এই সমস্ত ঘটনা নকৈ নোৱাৰিলে। ভালপোৱাৰ মোহতে মোহ গৈ অনেক সুন্দৰী অনেক সময়ত অনেক ৰকম ডাঙৰ ডাঙৰ কাম কৰিবলৈ পাচ নপৰে। কেতেকী আইটিয়েও আজি সময় গুণে টৌতে খুঁট মাৰি সেইদৰে এটা ডাঙৰ কাম কৰিবলৈ আগবাঢ়িল।

আমি কৈ আহিছোঁ যে, কেতেকী গোপালৰ প্ৰতি অনুৰাগিনী। গোপাল কিন্তু গোলাপীৰ পক্ষপাতী। গোলাপীৰে সৈতে তাৰ বিয়াৰ কথাও ঠিক হৈ আছিল। তথাপি, দৰাৰ অনাদৃত হলেও প্ৰেম আশা কিন্তু তাই মনৰপৰা আঁতৰ কৰা নাছিল। আজি সুবিধা পাই কেতেকীয়ে গোপালৰ আগত গোলাপীৰ মনোভাৱ প্ৰকাশ কৰিলে। এনে কাম কৰিলে কেতেকীৰ যে কোনো উপকাৰ হব, এনে আশা নাছিল। তেও এটা কথা এই যে, গোলাপীৰ পলোৱা বৃত্তান্ত জানিব পাৰিলে, গোপালে কোনো নহয় কোনো এটা অনুসন্ধান বাহিৰ কৰিব; আৰু এই ঘটনাতে কেতেকীয়েও কোনো নহয় কোনো এটা বুদ্ধি সাজি গোপালৰ লগত থাকি প্ৰেম কথা কোৱা-মেলা কৰি আৰু কিছুমান দিন তেওঁৰে সৈতে কটাব পাৰিব। কেৱল

মাত্র এই ফেৰাৰ নিমিত্তেই কেতেকীয়ে সেই শৈশৱ সঙ্গিনী গোলাপীৰ বুকুৰ কথা বাহিৰ কৰি দিলে।

কেশব আৰু গোলাপী যি ঠাইত হাবিৰ মাজত আহি দেখাদেখি হবৰ কথা আছিল, সেই হাবিতে দেৱতাৰ পৰীবিলাক আহি সদায় ফুৰি ফুৰে। আবৰণ সেই পৰীবিলাকৰ ৰজা আৰু টিটামীয়া সিহঁতৰ ৰাণী। ৰজা আৰু ৰাণী নিশাৰ ভিতৰত সেই বনলৈ গৈ ৰং ধেমালি কৰি হাবিখন আনন্দেৰে পৰিপূৰ্ণ কৰি থাকে।

যি সময়ৰ কথা কোৱা হৈছে, সেই সময়ত ৰজা আৰু ৰাণীৰ মাজত কিবা খিচিং খাচাং লাগি দুয়োজনৰ মনৰ ভাব অমিল আছিল। সেই সুন্দৰ মনমোহা হাবিত চাৰিওপিনে লতা, ফুল আদিৰে জকমকাই থকা বাৰীৰ মাজত ঘূৰি ঘূৰি ফুৰোঁতে ফুৰোঁতে যদি কোনো এজনে আন জনৰ লগত দেখাদেখি হয়, তেওঁ নেদেখা ভাও ধৰি আকৌ হাবিৰ আন পিনে ফুৰিবলৈ যায়। আৰু, কেতিয়াবা যদি ৰজা আৰু ৰাণীৰ মুখামুখি হয়, তেন্তে সিবিলাকৰ মাজত দন্দ বাঢ়ি হে উঠে। অৱশেষত সিবিলাকৰ ভিতৰত বিবাদ ইমান বেচি হবলৈ ধৰিলে যে, সিবিলাকৰ বেটী-বন্দী আৰু লগত যোৱা পাত্ৰ মন্ত্ৰীবিলাকে ভয়তে হাবিত লুকাবলৈ ধৰিলে। ৰজা-ৰাণীৰ বিবাদৰ প্ৰধান কাৰণ হৈছে এটা মাউৰা লৰা। টিটামীয়াই এটা মাক-মৰা লৰাক প্ৰতিপাল কৰি খুৱাই-ধুৱাই ডাঙ্গৰ-দীঘল কৰিছিল। সেই মাউৰা লৰাটিৰ মাক তেওঁৰ প্ৰিয় সখী আছিল। সখীয়েক মৰাৰ পাচে, ৰাণীয়ে সেই বনৰ মাজত লৰাটোক তুলি-তালি ডাঙ্গৰ কৰিছিল। যেতিয়া লৰাটি অলপ বুজন হল, ৰজাৰ ইচ্ছা হল যে, তাক নিজৰ ঘৰুৱা চাকৰ কৰি ৰাখিব। কিন্তু, ৰাণীয়ে সেই কথা শুনি ৰজাক অনেক ভাল-বেয়া কথা শুনাই দিলে। আৰু তেওঁৰ কথাত মান্তি হোৱা দূৰৈৰ কথা, ৰজাক দেখিলেও যেন ৰাণীৰ খঙত গাৰ নোম থিয় হৈ উঠে। এই কাৰণেই দুয়োজনৰ মাজত বিবাদ।

যি সময়ত কেশব গোলাপীক লৈ সেই হাবিত সোমাল, সেই সময়ত ৰাণী আন আন পৰীবিলাকৰ লগত ইফালে সিফালে ফুৰি আছিল। ঘটনাক্ৰমে পৰীৰ ৰজা আবৰণ সেই ঠাইতে গৈ উপস্থিত হল। ৰজা আৰু ৰাণীৰ পৰস্পৰৰ সাক্ষাত হল। তেতিয়া উভয়ৰে মাজত আকৌ ঘোৰতৰ কথা কটাকটি আৰু বাদ-প্ৰতিবাদ চলিবলৈ ধৰিলে।

ৰজাই কলে;—"অহঙ্কাৰিণী! অতি বেয়া সময়ত এই সুখ- ময় ৰাতিত তোমাৰে সৈতে দেখাদেখি হলোঁ।"

ৰাণী।—এৰা, ই কি! এই যে দেখিছোঁ সেই দন্দুৰা ৰজা আবৰণ! আহাঁ, সখীহঁত, আমি ইয়াৰপৰা গুচি যাওঁ। মই শপত খাইছোঁ, ৰজাৰ লগত একেলগে নেথাকোঁ।"

ৰজা।—"টিটামীয়া! ৰবাচোন ৰবা, ইয়াৰপৰা নো আন ঠাইলৈ কেলৈ যোৱাঁ? মই তোমাৰ স্বামী নহওঁ নে? মোৰ প্ৰতি তুমি কিয় এনে আচৰণ কৰাঁ। সেই মাউৰা লৰাটো মোক দিয়াঁ, এই মনোবিবাদ মিটি যাওক।"

ৰাণী।—"ভাল কৈছা; থিৰ হোৱাঁ। তোমাৰ সমুদায় এই পৰী ৰাজ বেছিলেও এই মাউৰা লৰা নোপোৱা।" এই কথা খঙ্গেৰে কৈ ৰাণী গুটি গল।

ৰজা।—"তেন্তে যা বাৰু আজি যা। কিন্তু দেখিবি, কালি ৰাতিপুৱাই এই অপমানৰ প্ৰতিফল পাবি।"

পক নামে ৰজাৰ এজন অনুচৰ আছিল। সি বৰ কৌতুকপ্ৰিয় আৰু বৰ ধূৰ্ত্ত আছিল। সেই বনৰ চাৰিওকাষে থকা গাওঁবিলাকত এই পকৰ অনেক উপদ্ৰৱ আছিল। পক যাৰে-তাৰে লগত সদায় ধেমালি কৰি ফুৰে। যেতিয়া কোনো মানুহে গাখীৰ খিৰাই আনি মাখন কৰিবৰ নিমিত্তে গাখীৰ মথিবলৈ ধৰে, তেতিয়া পকে ধূৰ্ত্তালি কৰেগৈ, গাখীৰ মথা মাৰি ঘূৰুৱা হলেই পকো এটি মাখিৰ আকাৰ ধৰি সেই মাৰিৰ লগে লগে নানা অঙ্গী-ভঙ্গী কৰি নাচি নাচি ঘূৰি ফুৰে। আৰু যদি এই দৰে মাখন তুলিবৰ সময়ত পকে গৈ দেখা দি দুষ্টামি কৰিব ধৰে, তেন্তে কোনো মাইকী মানুহেই অলপো মাখন তুলিব নোৱাৰে। যেতিয়া অনেক গাৱঁলীয়া একলগ হৈ সুৰাপান কৰে, পক নেদেখাকৈ সিহঁতৰ মাজত উপস্থিত হয়; আৰু কোনো বুঢ়া মানুহে যদি সুৰাপান কৰিবৰ ইচ্ছাৰে গিলাচ এটা মুখৰ ওচৰলৈ নিয়ে, তেতিয়া পকে এটা কেকোঁৰাৰ কায়াৰে সেই গিলাচৰ ভিতৰত সোমায়, আৰু সেই বুঢ়াৰ ওঁঠত ইমান টানকৈ চেপামাৰি ধৰে আৰু তাৰ গা কঁপাই দিয়ে যে, আটাইবোৰ সুৰা গিলাচৰপৰা বুঢ়াৰ দাঢ়িত পৰি যায়। সেই বুঢ়াই যেতিয়া ওচৰ-চুবুৰীয়া বিলাকক মাতি আনি এখন টুলৰ ওপৰত বহি এই দুখৰ কথা কয়,—পকে তেতিয়া অলক্ষিত ভাবে সেই টুলখন গুচাই দিয়ে; বুঢ়া মাটিত ধুপুচ কৰি পৰি যায়; ওচৰত থকা গাৱঁলীয়া মানুহবিলাকে তাতে গিৰ্জ্জনি মাৰি হাঁহিবলৈ ধৰে। পকৰ ধূৰ্ত্তালি এইদৰে নানা তৰহৰ আছিল।

পৰীৰজাৰ আদেশমতে পকে সেই হাবিত আহি দেখা দিলে। পকক ওচৰতে পাই ৰজাই আজ্ঞা দিলে, "দেখ, পক, তই শুনিছ নে? এনেকুৱা কিছুমান ফুল এই হাবিত আছে যাক ডেকা-গাভৰুবিলাকে মাধৈমালতী বুলি কয়, আজি মোক গোটাচেৰেক সেই মাধৈমালতী ফুল আমি দিবি। সেই ফুলৰ ৰস মন্ত্ৰেৰে জাৰি শুই থকা মানুহৰ মুখত ঘঁহি দিলে সেই শুই থকা মানুহজনে সাৰ পাই পোন-প্ৰথমে যাক আগতে দেখা পাব, তাৰে লগতে সেই মানুহজনৰ অতি মিলা-প্ৰীতি হব ; আজি মোৰ ভাৰ্য্যা টিটামীয়া সুন্দৰী যেতিয়া টোপনি যাব, মই আজি ৰাতি সেই পুষ্পৰস তাইৰ মুখত দিবলৈ মন কৰিছোঁ। তাই চকু মেলি যেতিয়া চাব, সিংহই হওক, নাইবা ভালুকেই হওক নাইবা বান্দৰেই হওক, যাকে আগত দেখিব, তাইৰ প্ৰেমৰ সেই জন্তুকে ধৰিবই লাগিব। অৱশ্যে, অন্য সময়ত মই আকৌ মন্ত্ৰ কৰি এই দশা দূৰ কৰিব পাৰিম। কিন্তু, যেতিয়ালৈকে তাই সেই মাউৰা লৰাটো মোক চাকৰ কৰি ৰাখিব নিদিয়ে, তেতিয়ালৈকে তাইৰ এই বিষম যাদু দূৰ নকৰোঁ। কৌতুক প্ৰিয় পক মনৰ ইচ্ছামতে কাজ পাই আনন্দ মনেৰে প্ৰভুৰ আদেশ পালিবলৈ লৰালৰি কৰি যাবলৈ ধৰিলে।

পক ফুল আনিবলৈ বাহিৰ হল, পৰীৰ ৰজা আৱৰণ তাৰ অহা বাট চাই থাকিল। সেই সময়তে ৰজাই দেখিলে গোপাল আৰু কেতেকী সেই হাবিত আহি সোমাল। তেতিয়া এই ডেকা-গাভৰুৰ মাজত সুন্দৰ আলাপ-প্ৰলাপ চলিছে। গোপালে কৈছে "কেতেকী! কিয় তই মোৰ লগত আহিলি? তই মোৰ লগৰপৰা যাগে। মই তোক ভাল নেপাওঁ, তথাপি তই কেলৈ মোৰ লগত আহিলি?" কেতেকীয়ে কিন্তু সেই কথা নুশুনিলে। তাই সিহঁতৰ পূৰ্ব্বৰ ৰং-ধেমালিৰ কথা আৰু আগৰ প্ৰণয়ৰ কথা কৈ তেওঁৰ মনত পেলাবলৈ ধৰিলে। সৰুতে সেই ভালপোৱা ইটোৱে-সিটোৰ আগত নিজৰ হৃদয়ৰ সেই বিশ্বাস আৰু নিৰ্ভৰ, ভৱিষ্যতে বিয়া কৰিব খোজা প্ৰতিজ্ঞা ইত্যাদি আগৰ দিনৰ কথাবিলাক এটি এটিকৈ গোপালক কবলৈ ধৰিলে। কিন্তু, গোপালৰ মন একোতে ঘুৰাব নোৱাৰিলে। সেই নিৰ্জ্জন অৰণ্যৰ মাজত প্ৰেমত পগলা হোৱা সেই কেতেকীক পৰিত্যাগ কৰি গোপাল গুচি গল। কেতেকীয়েও যিমান পাৰিলে তাৰ পিচে পিচে যাবলৈ ধৰিলে।

পৰীৰ ৰজা আৱৰণৰ বুকুত কেতেকীৰ দুখ বাজি উঠিল, সৰল হৃদয় সেই প্ৰেমিক-প্ৰেমিকাৰ প্ৰতি তেওঁৰ আন্তৰিক স্নেহ সদায় জাগৰিত আছিল। পাঠকসকলৰো মনত আছে, ইতিপূৰ্ব্বেই কেশবে কৈছে যে, কেতেকীক লগত লৈ জোনাক ৰাতিত কেইবাবাৰো এই হাবিত ফুৰিবলৈ আহিছিল; হয়তো পৰীৰ ৰজা আৱৰণে সেই সময়ত কেতেকী আৰু গোপালৰ মাজত ভালপোৱাৰ কথা-বাৰ্ত্তা শুনি থাকিবও পাৰে। যেতিয়া পক সেই ফুল লৈ উলটি আহিল, তেতিয়া ৰজাই তাক কবলৈ ধৰিলে;—

"জানিছ নে পক, তই আকৌ এটা কাম কৰিব লাগিব। আজি এথেঞ্চ নগৰত থকা এজনা গাভৰু আৰু এজন ডেকা আহি এই হাবিত প্ৰৱেশ কৰিছে। গাভৰু জনী ডেকাৰ ওচৰত প্ৰেম-প্ৰাৰ্থী। ডেকাই কিন্তু গাভৰুৰ পিনে উলটিয়েই নেচায়। যেতিয়া তই সেই ডেকাক শুই থকা দেখিবি তেতিয়াই তই ফুলৰ ৰস, মই মন্ত্ৰেৰে জাৰি দিছোঁ, নি সেই ডেকাৰ মুখত ঘঁহি দিবি। কিন্তু, এই কাজ এনে ভাবে কৰিবি, যেন সেই ডেকাৰ টোপনি নেভাঙ্গে আৰু তাৰ ওচৰত যেন সেই অনাদৃত কেতেকী বহি থাকে, যাতে সি টোপনিৰপৰা সাৰ পায়েই তাইক দেখা পায়। সেই ডেকাক চিনি পাবলৈ তোৰ কষ্ট নহয়; এথেঞ্চবাসীৰ কাপোৰ পিন্ধি থকা দেখিলেই বুজিব পাৰিবি। চতুৰতাৰে সৈতে পকে এই কাৰ্য্য সমাধা কৰিব পাৰিব বুলি অঙ্গীকাৰ কৰিলে।

পৰীৰ ৰজা আৱৰণ তেতিয়া ৰাণী টিটামীয়াৰ উদ্দেশ্যে গল। ৰাণী তেতিয়া নিজৰ ফুলেৰে সজা শয়নগৃহলৈ যাবৰ নিমিত্তে ওলাইছে। টগৰ, মালতী, গোলাপ আদি ফুলৰ গোন্ধেৰে গোটেইখন ঠাই আমোলমোল হৈ পৰিছে, ৰাণীৰ শয়নগৃহ ফুলেৰেই শোভিত, নিৰ্ম্মিত আৰু আলোকিত কৰি আছে। আৱৰণে গৈ সেই ঠাইতে ৰাণীক দেখিলে; তেওঁ শুনিলে ৰাণীৰ টোপনিৰ সময়ত কোন জনী সহচৰী কি কাৰ্য্যত নিযুক্ত থাকিব, ৰাণীয়ে এই কথা বিলাক পৰিপাটিকৈ প্ৰত্যেক জনীকে বুজাই দিছে। কাকো বা কৈছে, "মোৰ শুবৰ সময়ত কোনো উৰুলি দিয়া ফেঁচা ইয়ালৈ আহিব নিদিবি।" এইদৰে সকলোকে এটা এটা কাজৰ ভাৰ দি, ৰাণীয়ে শেষত কলে, "সখীহঁত! তোমালোকে এটা গীত গোৱাঁ, মই টোপনি যাওঁ।" তেতিয়া সখীবিলাক মিলি একে সুৰেৰে এটি মনমোহা ৰসাল শান্তিময় গান গাবলৈ ধৰিলে ঃ—

## গীত।

“দূৰ হোৱাঁ দূৰ হোৱাঁ পাপ তাপ ভয়,
পৰী-ৰাণী আই গৈ শুব এতিয়াই।
হাঁহাঁ হে পূৰ্ণিমা জোন নানা ৰূপ ধৰি,
দিয়াঁ পূৰ্ণ শোভা এই অৰণ্য আবৰি।
নাহিবি দীঘলনেজী দীঘল জিভা লৈ,
নাহিবি কেটেলা তুই কাঁইট থিয় কৈ।
পাপিনী ডাকিনী আদি দূৰ হৈ যোৱাঁ,
ভূত-প্ৰেত পিশাচাদি অন্তৰ্ধ্যান হোৱাঁ।
যোৱাঁ হে মলয়া তুমি ফুল গোন্ধ দিয়াঁ,
ফুল-মউ আনি তুমি জুৰ কৰা হিয়া।”

সখীবিলাকৰ গীতত ৰাণী টোপনি গলত সিহঁতে নিজ নিজ কাম কৰিবলৈ গল। আব্বৰণেও এই চলতে চেল্লু পাই টিটামীয়াৰ শয্যাৰ ওচৰলৈ গৈ থিয় দিলে; আৰু শুই থকা ৰাণীৰ মুখত সেই ফুলৰ ৰস ঘঁহি দিলে। যাওঁতে কৈ গল, —

“শুই উঠি নিলাজী দেখিবি যেই জন;
সেই হব প্ৰাণেশ্বৰ, পূৰাবি তাৰ মন।”

*   *   *

ক্ৰমশঃ।

# গীত।

ৰচনা } শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।
সুৰ }
আলেয়া — জলদ তেতালা।

সঁপিলোঁ তোমাকে আজি
চেনেহৰ পুতলি ফেৰি;
ৰাখিবা সাদৰে সুখে
কৰিবা জীৱন লগৰী।
দিনকে বাঢ়িব যেন
দুয়োৰো পবিত্ৰ প্ৰেম;
বান্ধিব দুখনি হিয়া,
একে গছি জৰী;
কুমলীয়া লতা জানি
থাকিবা আবৰি।

ৰচনা } শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।
সুৰ }
ইমন কল্যান—ঢিমা তেতালা।

আজি শুভ দিন কিনো বিতোপন,
আনন্দ মলয়া বহে ঘনে ঘন;
গোৱাঁ জয় গীত ৰঙ্গে।
হব মিলি এটি আজি দুটি প্ৰাণ,
চোৱাঁ উলাহেৰে ই শুভ মিলন;
আহা কেনে বিতোপন!
জুৰুৱাঁ আজি মন-প্ৰাণ;
কৰাঁ আশীৰ্ব্বাদ সভাসদ
চিৰ সুখী হয় দুয়োজন
গোৱাঁ জয় গীত ৰঙ্গে।

# উষা



## সম্পাদকৰ শৰাই।

## শব্দাৰ্থৰ অৱনতি।

"ডাঙ্গৰীয়া"।— ই আগৰ ৰজাদিনীয়া সম্বোধন। আদিতে বুঢ়াগোহাঁই আৰু বৰগোহাঁই এই দুজনা ঘাই-মন্ত্ৰীক মাথোন ডাঙ্গৰীয়া বোলা হৈছিল। পিচত, বৰপাত্ৰ গোহাঁইৰ পদ সৃষ্টি হবৰ পৰা ৰজাৰ চৰাত তিনিজনা ডাঙ্গৰীয়া হল। তেতিয়া ডাঙ্গৰীয়া বুলিলে এই তিনিজনা মন্ত্ৰীক বুজাইছিল। ই আটাইতকৈ ডাঙ্গৰ সম্বোধন। "স্বৰ্গদেৱ" সম্বোধনৰ পাচতে ইয়াৰ মৰ্য্যাদা। আন কি, ওপৰত কোৱা তিনিজনা গোহাঁইত বাজে আন কোনো বিষয়াই ডাঙ্গৰীয়া সম্বোধন পাব নোৱাৰিছিল; — বৰফুকন, বৰবৰুৱা, শদিয়াখোৱা গোহাঁই, মৰঙ্গিখোৱা গোহাঁই, সলাল গোহাঁই, এই কেইজনেও ৰজাৰ চৰাত ডাঙ্গৰীয়া সম্বোধন নেপাইছিল। কিন্তু, আজিকালি সাধাৰণ মানুহৰ ভিতৰতো ইজনে সিজনক সম্বোধন কৰাত ডাঙ্গৰীয়া শব্দ ব্যৱহাৰ কৰা হৈছে। চিঠি-পত্ৰৰ আৰম্ভণত ডাঙ্গৰীয়া সম্বোধন ব্যৱহাৰত সোমাবৰ দিন লাহে লাহে পুৰণি হবলৈ ধৰিছে। কোন কেনে মৰ্য্যাদাৰ মানুহ তাৰ বিচাৰ নাই, হাতত কাপ লৈয়ে চিঠিত ডাঙ্গৰীয়া সম্বোধন আৰম্ভ কৰা হয়। চমুকৈ কবলৈ হলে, "মহাশয়" আৰু "Sir"ৰ শাৰীত "ডাঙ্গৰীয়া" শব্দ ব্যৱহাৰত সোমাইছে। কিন্তু, আমাৰ মানুহে গমি চোৱা নাই, যে এনে ব্যৱহাৰ কৰাৰপৰা আমাৰ ডাঙ্গৰীয়া শব্দাৰ্থৰ মৰ্য্যাদা হানী হৈছে। ইংৰাজীৰ 'লৰ্ড' (Lord) সম্বোধনতকৈও অসমীয়াৰ 'ডাঙ্গৰীয়া' সম্বোধনৰ আসন ওখ। ইংৰাজ ৰজাৰ লৰ্ড-সভাত (House of Lords) ভালেমান লোকে ঠাই পায়, কিন্তু অসমীয়া ৰজাৰ ডাঙ্গৰীয়া মুঠেই তিনিজন হে আছিল। ইংৰাজীত "লৰ্ডৰ" মৰ্য্যাদা দিনে বাঢ়িছে, কিন্তু অসমীয়াত 'ডাঙ্গৰীয়াৰ' মৰ্য্যাদা দিনে তললৈ নামিছে।

* * *

অৱশ্যে, এতিয়া আমাৰ আগৰ ৰজাও নাই আৰু আগৰ গৌৰৱৰ গোহাঁই ডাঙ্গৰীয়াও নাই। সেই বুলি, 'ৰজা' শব্দৰ ব্যৱহাৰ আমালৈ অন্ত পৰাৰ লগতে 'ডাঙ্গৰীয়া' শব্দৰ মান হেৰাব নেলাগে; পাৰ্য্যমানে এই সম্মানী শব্দ সজ ব্যৱহাৰত লগাই তাৰ জেউতি চৰোৱাহে যুগুত। যি অলঙ্কাৰ যি অঙ্গত শোভা পায়, তালৈ চকু ৰাখিব লাগে। অঙ্গৰ হীন-ডেঢ়ি অনুসৰি অলঙ্কাৰৰ মূল্যৰো যে বঢ়া-টুটা ঘটে এইটো প্ৰমাণ পোৱা কথা। ঘৈণীৰ কণ্ঠৰ সোণৰ মণিয়ে বেটীৰ ডিঙ্গিত পিতল নাম পোৱাটো কোনে নেজানে? সেইদৰেই ব্যৱহাৰে মানী শব্দৰো অপমান ঘটে। উন্নত শব্দক অসদ্ব্যৱহাৰে অৱনত কৰে। কিন্তু, পাৰ্য্যমানে শব্দৰ উন্নতিৰে সাহিত্যৰ উন্নতি সাধিবলৈ হে লক্ষ্য ৰখা উচিত। আমি ডাঙ্গৰীয়া শব্দ অৱশ্যে ব্যৱহাৰত ৰাখিব লাগে। কিন্তু, যি দৰে ৰাখিলে তাৰ অৰ্থৰ মান ৰক্ষা পৰে তালৈ মন দি চলা উচিত। ওপৰত কোৱাৰ পৰাই বুজিব লাগে যে, ডাঙ্গৰীয়া সম্বোধন কেবল ডাঙ্গৰ লোকৰ নিমিত্তে হে সৃষ্ট। গতিকে, সেই ডাঙ্গৰ লোক বছাটোৱেই ঘাই কাম। আগেয়ে উপযুক্ত জন বাছি লৈ হে তেওঁত সম্বোধন প্ৰয়োগ কৰাটো বিধি। আগেয়ে যেনেকৈ সবাতকৈ মানী আৰু জ্ঞানী লোকত এই সম্বোধন খাটিছিল, এতিয়াও ইয়াক তেনে জনত হে খটাব লাগে। মানীৰ নিমিত্তে আমি ৰজাঘৰত আৰু সমাজত মান পোৱা মানুহ চাব লাগিব, আৰু জ্ঞানীৰ নিমিত্তে বৃদ্ধ শিক্ষিত জনক চকু দিব লাগিব। শিক্ষিত বৃদ্ধজন সাধাৰণতে বিজ্ঞ। গতিকে, এই দুয়ো গুণৰ গৰাকী বৃদ্ধজনক হে আমি 'ডাঙ্গৰীয়া' সম্বোধন দিবলৈ সাজু হোৱা উচিত। অকল মানী হলেই তেওঁক 'ডাঙ্গৰীয়া' সম্বোধন ৰজিতা নেখায়, এজন মানী ডেকাক ডাঙ্গৰীয়া বুলিলে কেনেবা যেন লাগি যায়; কিন্তু এজন জ্ঞানী-মানী বৃদ্ধক ডাঙ্গৰীয়া সম্বোধনে তুলি ধৰে!

* * *

ইংৰাজৰ ভদ্ৰতা দস্তুৰ (English Etiquette) ৰাখিবলৈ গৈ আমি সততে আমাৰ নিজা দস্তুৰৰ মূল হেৰুৱাওঁ। অন্তৰত যেইকি নেথাকক, মুখেৰে ভদ্ৰতা দেখুৱাটো "ইংলিচ এটিকেট"। কিন্তু, এইটো আমালৈ কিমান ভাল, আমাৰ নিভাঁজ সমাজে ভিতৰি ইয়াক কিমান আদৰ কৰে, তালৈ গমি নোচোৱাকৈ

আমাৰ নিজা দস্তুৰৰ শৰাধ পাতিবলৈ চাব নেলাগে। সভা-সমিতিত সম্বোধন কৰোঁতে অতিশয় ভদ্ৰতাৰ আচৰণ কৰিব লাগে, সেই বুলি যে আমাৰ শব্দৰ ভঁড়ালৰপৰা সবাতকৈ ডাঙৰ বা মানী শব্দ এটা লগাবই লাগে এনে নহয়। সভাস্থলত থিয় হলেই যে যাকে-তাকে ডাঙৰীয়া বুলিব লাগে সেইটো আমাৰ ভুল। ডাঙৰীয়াৰ উপযুক্ত নহলে, উপাধিৰ লগতে 'দেও' (যেনে অমুক বৰুৱাদেও) সম্বোধন শব্দ যোগ দিলেও শুৱলা হয়। ইংৰাজৰ আটাইকে সিবিলাকৰ আটাইতকৈ ডাঙৰ বা মানী সম্বোধন 'লৰ্ড' নোবোলে। ইংৰাজীত যেনেকৈ 'Sir' 'Your Honour' 'My Lord' এনেবিলাক সম্মানসূচক সম্বোধনৰ পাত্ৰ আছে; আমাৰো 'দেও' 'ডাঙৰীয়া' 'এওঁ' 'তেওঁ' 'এখেত' 'তেখেত' এনেবিলাক সম্বোধনলৈ সুকীয়া পাত্ৰ থাকিব লাগে। তাকে নকৰি আমি সভা-সমিতি বুলিলেই লৰা-ডেকা-বুঢ়া আৰু মানী-সামান্য-সাধাৰণ যাকে-তাকে 'ডাঙৰীয়া' লগাই সম্বোধনটো আপচু কৰোঁ মাথোন। তাৰদ্বাৰা তাৰ শোভা নেবাঢ়ি, তাক চহা যেন কথা হয় মাথোন। যেই-সেই আসোঁৱাহ লগা কথা প্ৰথমে মানুহৰ আওকাণত সমাজৰ ভিতৰ সোমায়; তাৰ পাচত সি নিগাজীকৈ বহে। ডাঙৰীয়া শব্দৰ নিচিনা আৰু কিছুমান ওখ খাপৰ শব্দতো আসোঁৱাহ লাগিবৰ দিন লাহে লাহে পুৰণি হবলৈ ধৰিছে; গতিকে ইমানতে তাতো আমাৰ সমাজে চকু দিবৰ সময় পৰিছে।

# আমাৰ আহাৰ।

(২৩০ পিঠিৰ পাচৰপৰা)

চাহাবসকলে যি ভেৰাৰ মঙহ খায়, সেই ভেৰাৰ মঙহত তেলশক্তি বেচি হবৰ নিমিত্তে ভেৰাক বুট খুৱায়। আমাৰ মানুহৰ ভাগ্যৱানসকলে হে ঘনাই বুটৰ দাইল পায়। লোকে খোৱা মঙহৰ শক্তি বাঢ়িবলৈকো ভেৰাক বুট খুৱাব পাৰিছে, কিন্তু আমি ভাতৰ শক্তি বাঢ়িবলৈকো মাটিক গোবৰ খুৱাব পৰা নাই!

এনে ভেৰাৰ মঙহ খোৱা চাহাবসকলৰ কথাকে নকওঁ, আমাতকৈ বঙ্গদেশত ভাল খায়; কাৰণ তাত দাইল আদি বস্তুবোৰ সস্তা আৰু গৰুৰ গাখীৰ বেচি ওলায়। বঙ্গালীতকৈও হিন্দুস্থানীবিলাকে ভাল খায়; কাৰণ তেওঁলোকৰ সদাই দাইল আৰু ৰুটি প্ৰধান আহাৰ, আৰু গাখীৰ, ঘিঁউ, আলুগুটি আদিও যথেষ্ট খায়। হিন্দুস্থানী মছলমানসকলৰ যে তাৰ লগতে প্ৰায় মঙহ নুগুচেই। আমাৰ দেশৰ বাহিৰে সকলোৱে খোৱাত বেচি সাৱধান লয়। এই আহাৰৰ অৱনতিৰ দোষতেই পৃথিবীৰ ভিতৰত আমাৰ দেশ সকলো কথাতে পাচ পৰি আছে। নিজৰো মতা, তিৰোতা, লৰা, ছোৱালী, গৰু-মহ সকলোবিলাকৰ বেমাৰ নুগুচা হে আহাৰতকৈ ঔষধত বেচি খৰছ কৰিবলগীয়া হৈছে। যি দেশত আগেয়ে ফু-মাৰি পানী এটোপা জাৰি দিয়েই সৰহ ভাগৰ বেমাৰ উৰাইছিল, সেই দেশত এতিয়া কতনো ডাক্তৰখানা হৈছে, তত্ৰাচ জোৰা নাই।

অনেকে কব পাৰে যে, সুসভ্য ইংৰাজৰ দেশত অত ডাক্তৰখানা কিয়? "বেমাৰী হৈ ঔষধ খোৱাতকৈ বেমাৰ নোহোৱাকৈ থাকিবৰ চেষ্টা কৰাই ভাল" এই কথাষাৰৰ আন্দোলন সেইবিলাক দেশত সদাই কৰিবই লাগিছে। ঔষধ বুলি এটা বস্তু খোৱাতকৈ আহাৰ আৰু ঔষধ উভয়ৰ কাম কৰা কডলিভাৰ অইল, মিলেঞ্চ ফুদ, কনডেঞ্চ মিল্ক আদিকৰি আহাৰ ৰূপী ঔষধৰ সংখ্যা হে সেইলোকে ক্ৰমাৎ বঢ়াইছে।

আমাৰ এই আহাৰৰ অৱনতিতে পিতামহতকৈ পিতা, পিতাতকৈ পুত্ৰ, পুত্ৰতকৈ পৌত্ৰ ক্ৰমাৎ অল্পায়ু হৈ আহিছোঁহঁক। এই অল্পায়ুও নিচেই কম হিচাপে হোৱা নাই, গড়ে পুৰুষে পুৰুষে দহ বছৰকৈ কমিছে। ইয়াতকৈ আৰু অৱনতিৰ কথা কিবা হব পাৰে নে? যি স্থলত এজনে 'হতশ্ৰী হ' বুলি কলেই কলিজাত লাগেগৈ, তেনেস্থলত আমি কাৰ্য্যত তেনে হৈয়ো কাণ নকৰা হৈছোঁ।

শুনিছিলোহঁক যে, কলিত বেঙেনা গছৰ তলত মানুহে মেল পাতিব। বাস্তৱিকেই আমি যেনে আহাৰলৈ আওকণীয়া হৈ অল্পায়ু আৰু চুটি-চাপৰ হৈ আহিছোঁ সিও হোৱাটো অসম্ভৱ নহয়। আগৰ দিনৰ কথাকে নকওঁ, পিতৃসকলৰ ভিতৰতে *ৰোমেশ্বৰ শৰ্ম্মা বৰুৱা টি প্লেণ্টাৰ,* দীননাথ শৰ্ম্মা বেজবৰুৱা মঞ্চুপ, *মহীচন্দ্ৰ গগৈ ৰাজখোৱা মৌজাদাৰ *কৃষ্ণানন্দ বুঢ়াগোহাঁই হেড্‌ক্লাৰ্ক, কৃষ্ণকান্ত গগৈ হাতীবৰুৱা,*চাৰুচন্দ্ৰ গগৈ, মৌজাদাৰ,* গোবিন্দৰাম চৌধুৰী, তহচীলদাৰ, শ্ৰীযুত

গঙ্গাগোবিন্দ ফুকন মঞ্চুপ আদি কৰি ওখ-ডাঙ্গৰ পুৰুষসকলৰ দৰেই বোধ কৰোঁ বৰ্ত্তমান শতকৰা এজনো নোলাব। অনেকে কব পাৰে যে, কলিৰ শেহত মানুহ, গৰু সকলো চুটী-চাপৰ আৰু অল্পায়ু যেতিয়া হব বুলি কোৱা আছে অৱশ্যে হবই, চেষ্টা কৰিলে আৰু কেনেকৈ দীঘল-ডাঙ্গৰ হব। কিন্তু কোনো এটা বিষয় আগলৈ বেয়া হব বুলি জানিলে বৰ ভাল হে, কাৰণ সেই বিষয় যাতে বেয়া নহয় তালৈ আগৰেপৰা চেষ্টা কৰিব পাৰি।

ইংলণ্ড, আমেৰিকা আদি উন্নত দেশত অনেক লোক কুমলীয়াতে হানী পৰা দেখি, আমাৰ দৰে ধোকা দিয়াতকৈ নহলিবৰ নিমিত্তে পুলিৰেপৰা গুৰিত মাটি-বালি দি বহুতদূৰ কৃতকাৰ্য্য হব পাৰিছে।

এজন চাহাবে এজন বঙ্গালী ভদ্ৰলোকক কৈছিল, বোলে আমাৰ আহাৰৰ উন্নতিলৈ কণি চৰাৰ জোৰত গল বছৰৰ ভিতৰত লৰা-ছোৱালীবিলাক দুই ইঞ্চিতকৈ বেচি দীঘল হৈছে, আৰু ৰাজপুতবিলাকৰ আহাৰৰ অৱনতিৰ বাবে ২ ইঞ্চি চুটি হৈছে। সেইসকলৰ দেশত দীঘল মতা-তিৰোতা হোৱাটো আমাৰ দৰে নিন্দনীয় নহৈ প্ৰশংসনীয় হে।

ভালেমান দিনৰেপৰা আমাৰ আহাৰৰ অৱনতি হৈ অহা বাবে অলপ-চৰপ বেমাৰতে আৰু মাজে মাজে কেতিয়াবা অলপ দিনীয়াকৈ ভাতৰ নাটনি হোৱাতে কত মানুহ মৰিছে কতৰ কঁকাল পৰিছে, কত কুকুৰিকণা হৈছে তাৰ ঠিক নাই। আন দেশৰ দৰে ৰীতিমত আকাল-দুৰ্ভীক্ষই এবছৰ দেখা দিবলৈ হোৱাহেঁতেনেই বোধ কৰোঁ আমাৰ দেশ লোকাৰণ্য গুচি সঁচা অৰণ্য হলহেঁতেন।

বস্তুৰ মূল্য যেনে বেচি হৈ আহিছে, দুয়োবেলা পৰিশ্ৰম কৰি নিজে খেতি কৰা সকলৰ যেই হওক, চাকৰি কৰা সকলৰ হলে এনেকৈ সকলো বস্তু মহঙ্গা হৈ থাকিলে এসজীয়াত হে ধৰিব লাগিব। ইংলণ্ড আদি উন্নত দেশৰ চাকৰি কৰা সকলৰ সকলোৰে দৰ্ম্মহা ইমান বেচি যে, খাদ্য বস্তু বেচি মহঙ্গা হলে ভাল মদ আৰু চাহ আদিহে এৰিব লগীয়া হয়, কিন্তু মঙহ ৰুটি আৰু আলু এসজীয়া কৰিব লগীয়াত নপৰে। আমাৰ দেশৰ চাকৰিৰো দৰ্ম্মহা এনে যে লোন-ভাতকে এসজীয়া কৰি শেহত বেমাৰী হৈ ছুটী লব লগীয়া হয়গৈ।

যদি আমি আনৰ দৰে ভাল আহাৰ খাবলৈ পাই মজপুত হলোহেঁতেন, তেন্তে ইঞ্জিনিয়াৰিং আৰু ভলন্টিয়াৰ ক্লাচৰ চাকৰিতো আমাৰ মানুহ বহু পৰিমাণে দেখিবলৈ পালোহেঁতেন। পিতৃসকলে দিনটোত আলি পদুলিৰ অসুবিধা ঠাইতো ৩০ মাইল ফুৰিব পাৰিছিল, আমি সুবিধা ঠাইত ২০ মাইলকৈ ফুৰিব পাৰিছোঁ, আমাৰ পোহঁতে বোধ কৰোঁ, ১০ মাইলো নোৱাৰিবগৈ। এনে স্থলত নো পৰ্ব্বতে- পাহাৰে ফুৰি স্ফূৰ্ত্তিৰে কাম কৰিবলগীয়া উক্ত শ্ৰেণীত আমাৰ মানুহ কেনেকৈ দেখিম।

আমাৰ পূৰ্ব্বপুৰুষসকলে মাছ-মঙহ আদি আহাৰৰ উন্নতি ইমানদূৰ কৰিছিল যে, সেই সু-আহাৰৰ মগজৰ জোৰতে আধুনিক উন্নত দেশবাসীসকলেও এই পৰ্য্যন্ত কৰিব নোৱাৰা ঈশ্বৰে সৈতে দিঠকতে সাক্ষাৎ হোৱা চিন্তাৰ কাম কৰিব পাৰিছিল। সেইসকলৰ পুত্ৰ হৈ আমি তেনে মহৎ কাম সিদ্ধি কৰা পৰি থাওক, আধুনিক সকলো চিন্তা কৰি সিদ্ধি কৰা কল-কৌশল একোটাৰ বিষয়ো সমাজিকত ভাবিব পৰা শক্তিও আমাৰ নাইকিয়া হল।

অতি পূৰ্ব্ব পুৰুষসকলৰ কথাকে নকওঁ, অলপ দিনৰ আগলৈকে গৰু বুলি বাঘ ধৰি অনা, ঢকা মাৰি অসমীয়া চাৰি দঁতীয়া ম'হ মৰা, ব্ৰহ্মপুত্ৰখন সাঁতুৰি পাৰ হোৱা, বাইচাইকলৰ দৰে কাঠৰ পকী ঘোঁৰা কৰি উঠি ফুৰা আদি বল-বুদ্ধিৰ কাম কৰিব পৰা শক্তিপন্ন পুৰুষো বহুত আছিল। হাঁয়! হাঁয়!! এতিয়া আমাৰ কি গতি হল! হে জগৎপিতা, দীননাথ! তোমাৰ নাম দয়াময়, যদিও তোমাৰ দয়া স্বীকাৰ নকৰি অকৃতজ্ঞ হৈছোঁ, তথাপি কু-পুত্ৰ, সু-পুত্ৰ উভয়তে পিতাৰ স্নেহ থাকে। বিশেষতঃ, বিপদত পৰিলে কু-পুত্ৰৰো কুস্বভাৱ পিতৃয়ে স্মৰণ নকৰে। আনে বনৰ বাঘলৈহে ভয় কৰে আমি জীয়া বাঘ ধৰি অনা সকলৰ পুত্ৰ হৈও, মানুহ বাঘ দেখি ভয় কৰিব লগীয়া হলোঁ। এক পিতাৰ পুত্ৰ হৈও আমাৰ নিচিনা ভাইক ভাই বুলিবলৈ অনেকৰ ঘিণ লগা হল। যেই সেই কথাৰ অতিপাত হলে তুমি চকু দিওঁ বুলি মহামতি অৰ্জ্জুনৰ আগত কৈছিলা। পিতাৰ আগত পুত্ৰই খাবলৈ নেপায়, এনে শক্তি ৰহিত হোৱাতকৈ আৰু কি "অতি" হব পাৰে!

এনে দুৰ্ব্বল দেহাধাৰী পুত্ৰক আগধৰি বাহিৰৰ গৌৰব বঢ়োৱা অস্থায়ী গহনা পোচাক আদিত বেচি খৰছ কৰিবলৈ মতি নিদি পুত্ৰ-পৌত্ৰাদি পৰ্য্যন্ত স্থায়ী হৈ থকা তেজ-শক্তি বঢ়া আহাৰত বেচি খৰছ কৰিবলৈ আমাৰ মন বেচি হবৰ নিমিত্তে

যেন তুমি চকু দিয়া এই তোমাৰ পাদপদ্মত প্ৰাৰ্থনা।

সু-আহাৰী দেশৰ লৰাই পঢ়ি ডাঙ্গৰ ডাঙ্গৰ কাম লোৱা আৰু অনেক কল-কৌশল আদি কৰা দেখি আমিও আমাৰ লৰাক মুখেৰে সদায় পঢ়-পঢ় কৰোঁ, কিন্তু সেই দেশৰ দৰে খা-খা কৰা হলে আমাৰ দস্তুৰ নাই। তেন্তে আমাৰ লৰাই কেনেকৈ ভাল পঢ়িব পাৰে, মাক-বাপেকৰ তত্তিত আৰু বয়স হলে নিজেও কেনেকৈ খাম এই চিন্তা কৰি অনেকে লোন-ভাত খাই তৈয়াৰ হোৱা মগজৰ অলপীয়া সম্পত্তিকে বেচিকৈ খৰছ কৰি পঢ়ি শেহত প্ৰায়েই বেমাৰী হয়। যি দুই-চাৰিটিয়ে পঢ়ি সুস্থে থাকে, তেওঁলোকৰ অলপীয়া মনৰ তেজ কোচ খাই আন বিষয় চিন্তা নকৰি জীৱিকাৰ অৰ্থে উন্নত আহাৰী সকলৰ মগজত আশ্ৰয় লয় (চাকৰিত লাগে)। তাৰ প্ৰমাণ এম-এ, বি-এৰ, সংখ্যা বিচাৰি দেশত পোৱা হৈছে, কিন্তু কোনো কল-কৌশল আদি উলিওৱা বা চিন্তা কৰি স্থাপিত কৰাৰ সংখ্যা আজিলৈকে ওলোৱা নাই।

আহাৰৰ অৱনতিৰ দোষতে আমিও দুৰ্ব্বলী আমাৰ লৰাও দুৰ্ব্বলী। যদি আমি নিজে ভাল আহাৰ কৰোঁ আৰু লৰাক অন্ততঃ ৩০ বছৰলৈকে ভাল আহাৰ খুৱাওঁ আৰু ইহাতে সৰুৰেপৰা ৰদ-বতাহত ফুৰাই কোৰ, কুঠাৰ, কছৰৎ আদি টান-টান কাম অভ্যাস কৰাই শকত, বলী, মজপুত, আৰু বুদ্ধিমান কৰোঁ, তেন্তে আমাৰ লৰাও উন্নত দেশবাসী সকলৰ দৰে কৃতকাৰ্য্য হব নোৱাৰিব কিয়? আহাৰৰ দুৰবস্থাৰ দোষতে বিদ্যাৰ গতি হৈছে এই।

ইংৰাজ, বঙ্গালী, আৰু হিন্দুস্থানী আদি কৰি ভদ্ৰলোকৰে সৈতে কত দিন নো আমি এই দেশতে আছোঁ, তত্ৰাচ যে আমাৰ পৰস্পৰে সদ্ভাৱ নাই ইয়াৰ কাৰণ একমাত্ৰ কেৱল আহাৰৰ দোষ। ইংৰাজৰ কথাকে নকওঁ, এজন বঙ্গালী বা হিন্দুস্থানী যদি হঠাৎ খাবৰ সময়ত আমাৰ ঘৰত থাকে, তেন্তে তেওঁক আমালৈ তৈয়াৰি আহাৰ নিচেই মূল্য নাই বুলিয়েই খাবলৈ মাতিব নোৱাৰোঁ। তেওঁলোকক হে নেলাগে আমাৰ বাহিৰৰ গৌৰৱৰে তুলনা কৰি সমান শ্ৰেণী বুলি ভাবকৰা দেশী কোনো বন্ধু এজন হঠাৎ থাকিলেও ভিতৰলৈ আহক বুলি মাতিব নোৱাৰোঁ। "গৰুৰ চেলেকা-চেলেকি মানুহৰ খোৱা-লোৱা"। এই আহাৰৰ দুৰবস্থাৰ দোষতে, পৰস্পৰৰ সদ্ভাব বা ঐকতা গুণও আঁতৰিল।

কোনোৱে আকৌ এইদৰেও কব পাৰে, বোলে আমি ইংৰাজ বা বঙ্গালীৰে সৈতে একেলগে খানা খালেহে সদ্ভাব হব? "সৰ্ব্বতাভ্যং গতোগুৰু" এই শাস্ত্ৰৰ প্ৰধান কথাষাৰিৰ মতে শাস্ত্ৰ মানি লৈ চলিবই লাগিব। সমান শ্ৰেণীৰ শূদ্ৰৰ ঘৰত ব্ৰাহ্মণ, ব্ৰাহ্মণৰ ঘৰত শূদ্ৰই আলহী থকা খোৱা-লোৱা প্ৰথা ভদ্ৰতাৰূপেই ভিতৰে বাহিৰে সমান গৌৰৱ ৰখা আদিৰেপৰা চলি আছিল, সেই নিয়ম মতেই এতিয়া নচলাত হে সদ্ভাবো আঁতৰি আহিছে।

যাৰ ভিতৰত গাখীৰ, চেনি, চাহপাত ভাল বাতি-গিলাছ আৰু বহা পীৰা-চকী যথেষ্ট আছে সেই সকলে জাতিভেদৰ বাবে আলহীক চাহ নুখুৱাকৈ এনেই খেদাব নেলাগে। ভিতৰশূন্য হলেহে দদায়েকেও ভতিজাকক এৰিব লাগে। আহাৰৰ অৱনতিৰ দোষতে নিৰুৎসাহী হৈ ধোল, খোল, মৃদঙ্গ, তাল কৰতাল, বেহেলা, চেতাৰ, বাঁহী, পেপা আদি যাৰ যত বাজনা আছে ঘৰে ঘৰে পৰি থকাতে ভেঁকুৰিছে। জকাই-জুলুকি বাই মাছৰ পানী এটোপা খাই থকা আৰু কৃষিৰ উপায়েৰে ভাত মুঠিকে ঘটি ভোক গুচাই খোৱা গাৱঁলীয়া চহা ডেকাসকলৰ কাষত মাত্ৰ কেতিয়াবা ধোল এচাপৰ বা পেপাৰ মাত এটা শুনিবলৈ পাই দুই-চাইটা বাজনাৰ নাম নাপাহৰাকৈ আছোহঁক।

আগৰ দিনৰ দৰে ভাওনা, বৰসবাহ, হৰিনাম, হাতীৰ খেল, ঘোঁৰাৰ খেল, কৰিৰ খেল, ধোপ খেল বছেৰেকটোত এদিনো দেখিবলৈ পোৱা টান হৈছে। আহাৰৰ দুৰৱস্থাৰ দোষতে আমাৰ উৎসাহ স্ফূৰ্ত্তিৰো হৈছে এই।

এই নৰ-দেহেৰেই পূৰ্ব্বপুৰুষসকলে একমাত্ৰ সু-আহাৰৰ বলতে অতিথি সোধাঁ, মাহেকীয়া বছেৰেকীয়া ব্ৰত, তীৰ্থভ্ৰমণ; আকাশগতি, আকাশীবাণী, শাস্ত্ৰ প্ৰণয়ণ আদি কত গুৰু গুৰু কাম কৰি দীৰ্ঘজীৱী হৈ সুখ্যাতি লাভ কৰিছিল, তেনে স্থলত এতিয়া একমাত্ৰ আহাৰৰ অৱনতিতে ইহকালে পৰকালে উপকাৰী, এজন আলহী সোধা, দিনতীয়া একাদশী, ওচৰৰ নৈ আদিক প্ৰাতঃ স্নান, ওখ গছ-পৰ্ব্বতলৈ উঠা, সজ কথা শুনিবৰ সময় নোপোৱা, কোনো ক্ষুদ্ৰ প্ৰবন্ধ একোটাও লিখিব নোৱাৰা হৈ অল্পায়ু আৰু নাম নোলোৱা হৈ আহিছোঁ। ইয়াতকৈ আৰু অৱনতি কি হব পাৰে।

আশা কৰিছোঁহঁক, সৰ্ব্বকৰ্ত্তা ঈশ্বৰ আৰু শাসনকৰ্ত্তা ৰজা উভয়ক আগত লৈ উভয়ৰ অনুগ্ৰহত চাহাবজনে কোৱাৰ দৰে

১৫ কি ২০ বছৰৰ ভিতৰতে আহাৰ উন্নতিফল আমাৰ বাকী জীৱনত আৰু লৰা-ছোৱালীৰ দেহাত প্ৰমাণ দেখুৱাবলৈ সমৰ্থবান হমহঁক। আৰু, আওকাণত আহাৰৰ এইদৰে অৱনতি কৰি অল্পায়ু দুৰ্ব্বলী নিৰুৎসাহী নিৰ্ধনী আৰু অধৰ্ম্মী হৈ ঘৃণাৰ পাত্ৰ নহবলৈ আমৰাৰ সুশিক্ষিত সমাজেও যেন সদাই আমালৈ ঘনাই ঘনাই চকু দি সুফল দেখে; ঈশ্বৰ, ৰজা আৰু শিক্ষাদাতা সমাজৰ গুৰিত ভুক্তভোগীসকলৰ এই প্ৰাৰ্থনা।

—শ্ৰীনাৰায়ণ বৰুৱা।

## বসন্ত কাল।

বসন্ত কালতে পৰে দ্বাদশৰ ওৰ,
ইকালৰ প্ৰাৰম্ভতে, কুলিয়ে অমিয়া মাতে,
নতুন সংসাৰ সুখ কৰেহি বিকাশ,
মধুৰ মধুৰ বুলি দিয়েহি আশ্বাস।
ইকালৰ আৰম্ভতে কুঁহি কুঁহি পাত,
গছৰ ডালতে ফুটি, সেউজী বৰণে উঠি,
জাপিটীৰ দৰে হৈ দোপে দোপে বাঢ়ে,
শ্যাম বৰণীয়া ৰঙ্গে ক্ৰমে শোভা কৰে।

ইকালৰ আৰম্ভতে আমে মল ধৰে;
ফুলে গছ লতা ফুল, গোন্ধতে আমোলমোল,
মউপীয়া ভোমোৰাই মউ চুহি ফুৰে;
ঘুৰি ঘুৰি চাৰি পাশে মউমাখি উৰে।

উপবন বিলাকত প্ৰকৃতি দেবীয়ে
উষাৰ লগতে উঠি মলয়া বতাহ মাতি,
ফুলাই ফুলৰ কলি জকমক কৰি;
ৰঙ্গা-বগা বৰণেৰে ওপচায় ধৰি।

ইকালত প্ৰকৃতিৰ হাঁহি-ভৰা মুখ;
পিন্ধি উৰি নানা সাজ, সাধিছে সৃষ্টিৰ কাজ,
সৌন্দৰ্য্যৰে জগতক পগলা কৰিছে;
আপোনাৰ ৰূপ দেখি আপুনি হাঁহিছে।

দুপৰীয়া সূৰুযৰ ৰদৰ তাপত
তাপিত চৰাইবোৰ, ডালে পৰি লয় জুৰ;
ভাগৰত বাটৰুৱা গছতলে বহি
শঁতায় খন্তেক পৰ ফুৰা দুখ সহি।
জাক-জাক পখিলাই জক্‌মক্ কৰি,
জোপোহা বনত উৰি, জেউতি বিস্তাৰ কৰি;
ফুল সুঙি সুঙি ফুৰে পাখি দুটি মেলি,
অমিয়া সুখতো নিজ কৰ্ত্তব্য নুভুলি।

কুলিয়ে পঞ্চমে গোৱা 'কুউ' 'কুউ' সুৰে
মলয়া বতাহে সতে, বিৰহীৰ মন মাতে,
বিয়োগৰ হিয়া ভগা হুমুনীয়া পৰে;
অসুখীয়া প্ৰাণ যেন শাঁত হৈ তৰে।

বননীত লৰি ফুৰে বনৰ হৰিণা;
সুখে দুখে হৰিণীয়ে, পাচে পাচে লৰ দিয়ে,
বসন্তৰ বতাহক অসহনী মানি,
জেঙ-জোঙ বিল-খাল একোকে নগণি।

জহৰ পোৰণি নাই, নাই অতি জাৰ;
পচোৱা বতাহ বলে, গছ লতা হালে জালে,
শূন্যত চৰাই উৰে চেও ধৰি ধৰি,
কঠুৱাৰো প্ৰাণ গলে উলাহত পৰি।

বতাহত হালিজালি জুৰীয়া কপৌয়ে
ইটিয়ে সিটিক চাই, ঈশ্বৰৰ গুণ গায়,
চেও ধৰি নাচি থাকে মেলি দুটি পাখি,
প্ৰেমৰ আলচ পাতে মুখে মুখ ৰাখি।

ইহেন সৌন্দৰ্য্য দেখি সমস্ত কালৰ,
আহাঁ আহাঁ নৰ-নাৰী, আন-চিন্তা পৰিহৰি;
কায়মনোবাক্যে কৰোঁ বিভুক ভকতি,
চিৰকাল ৰাখোঁ যেন তেওঁতেই মতি।

—শ্ৰীসিদ্ধেশ্বৰ গোহাঁই।

# লম্বোদৰ ডেকা।

দেওবাৰ ৰাতিপুৱা ৭ বজাত। এখোজ দোখোজকৈ পায়চালি কৰি লাহে লাহে ৰঘুনাথ চিৰস্তাদাৰৰ ঘৰ পালোঁগৈ। দেখোন চিৰস্তাদাৰ ডাঙ্গৰীয়া হৰিদেউ ফয়চলা নবিচৰে সৈতে দবা খেলত নিমগন। ইমান পুৱাই তেওঁলোক খেলত বলিয়া হোৱাটো বাস্তৱতে মোৰ মনত অলপ অদ্ভুত যেন লাগিল। হৰিদেউ খেল-পগলা মই জানো; কিন্তু আমাৰ চিৰস্তাদাৰ ৰঘুনাথেও যে তলে তলে সেই কাৰ্য্যত ইমান আগ বাঢ়িছে এই কথা ইয়াৰ আগেয়ে মোৰ জনা নাছিল। মই চিৰস্তাদাৰৰ চৰাঘৰ সোমায়েই তেওঁলোকক ইংৰাজী মতে "গুড মৰ্ণিং" অৰ্থাৎ সুপ্ৰভাত বুলি সম্ভাষণ কৰিলোঁ। চিৰস্তাদাৰে সম্ভাষণ শুনি মোৰ ফালে কেৰাহিকৈ চাই এধামৰা মিচিকীয়া হাঁহি এটাৰ এডোখৰ মাৰি ডোমৰ পীৰাৰে ৰিজাব পৰা তিন ঠেং আছে এঠেং নাই এনে এখন মাচিয়াৰ ফালে চকু পিৰিকীয়াই দেখুৱাই মোক বহিবলৈ অনুমতি দিলে। কিন্তু, সিজন খেলুৱৈৰ মোৰ ফালে মুৰ ডাঙ্গি চাবলৈকো আহৰি নহল। মই অলপ পৰ টলকামাৰি বহি থাকি দেখিলোঁ, গতি বিষম। মাত লগালোঁ, "চিৰদ্দাৰ ডাঙ্গৰীয়া, চিৰদ্দাৰ ডাঙ্গৰীয়া, এখন্তকমান আপোনাৰ আহৰি হব নে? মই কথা এষাৰ সুধিবলৈ আপোনাৰ ওচৰলৈ আহিছিলোঁ।" চিৰস্তাদাৰে মুৰ নদঙাকৈয়ে উত্তৰ দিলে, "হব, কওক, কি কথা?" মই কলোঁ "দুৰ্ভগীয়া লম্বোদৰ ডেকাটোক আপোনালোকে কি কৰিব দিহা কৰিছে? সি নিগমে বুৰিল নহয়। তাৰ এটা গতি নকৰিলে হব কেনেকৈ।"

চিৰস্তাদাৰে দবা-বৰিৰ ওপৰত্তে পুৰাকৈ চকু ৰাখি আৰু মোৰ ফালে আদখিনীয়াকৈ মন দি উত্তৰ দিলে, "কৰিম গতি, নৌকাৰে তাক খেদি নি গজেৰে মাৰিম।" মই মিচিকিয়া হাঁহি মাৰি মাত লগালোঁ, "কি, তাক নৌকাৰে খেদিব গজেৰে মাৰিব! সি এনেই মৰিয়েই আছে।" ইমানখিনি বেলিৰ পিচত হৰিদেউ ফয়চলা নবিচে হঠাৎ মাতি উঠিল, "কাৰ গজে তাক মাৰিব পাৰে হেঁ? মোৰ এইটো বৰি এই ঘৰত, সেইটো ঘোঁৰা সেই ঘৰত!"

মই দেখিলোঁ এওঁলোকৰ ৰোগ বিষম; ত্ৰিদোষী বুলিলেই হয়। এওঁলোক খেলত ইমান মগন হৈ আছে যে, এওঁলোকক ধৰ্ম্মতঃ হিন্দী মাতেৰে "বেহুচ" বুলিব পাৰি। এনেস্থলত স্থান পৰিত্যাগেই নীতিশাস্ত্ৰৰ উপদেশ; এই ভাবি মই ৰামবিষ্ণু একোকে নুবুলি সাউৎকৰে উঠি দুৱাৰ-মুখ পালোঁগৈ। হঠাৎ চিৰস্তাদাৰে যেন সাৰ পালে। তেওঁ ব্যস্ত হৈ মোৰফালে চাই মাত লগালে, "নেযাব, নেযাব, আপুনি খং কৰি কলৈ যায়; আমাৰ খেলৰ অন্ত পৰিল আৰু সৰহ বেলি নাই, বহক।" মোৰ মনত আকৌ অলপ আশাৰ সঞ্চাৰ হল আৰু আমাৰ দেশৰ বুঢ়ালোকৰ কথাষাৰও মনত পৰিল যে, "নুবুৰে মানে বাবা, নমৰে মানে চাবা।" গতিকে, মই আকৌ উভটি আহি, ত্ৰিপদী চকিক মোৰ ভৰি এখনেৰে ঢোকা দি চতুষ্পদী কৰি, নিজৰ বহুমুলীয়া মুৰ, হাত আদি অঙ্গ-প্ৰত্যঙ্গ কেইটাক নিৰাপদে ৰাখিবৰ দিহা কৰি, তাতে বহি পৰিলোঁ। কিন্তু দুখৰ কথা কি কম, খেল-মতলীয়া চিৰস্তাদাৰ নিমিষতে আকৌ খেলত ভোল গল আৰু মোৰ সমাজিকৰ গৰৈমাছটোও থিতাতে জানিবা হাতৰপৰা পিছলি পানীত পৰিল। মই মনে মনে নিশ্চয় কৰিলোঁ যে, ই কথাই কথা নহয়, এইবাৰ মই সুৰুঙা পালেই নিশ্চয় সৰকি পৰিম আৰু এওঁলোকৰ ওচৰত নেথাকোঁ। ইক সঙ্কল্প কৰি থাকোঁতেই, হঠাৎ ধৰ্ম্মেশ্বৰ পেচকাৰৰ পুতেক মৰ্ম্মেশ্বৰ ভটংকৰে ওলালহি। মৰ্ম্মেশ্বৰে বি, এ, মহলা দি ঘৰলৈ উভটি আহিছে আৰু বন্ধু-বান্ধৱ আদিক দেখা কৰি ফুৰিছে। মৰ্ম্মেশ্বৰক দেখি চিৰস্তাদাৰে "বোপা আহাঁ আহাঁ"কৈ মাতি বহুৱালে আৰু কলে "বোপা আহিলা ভালেই হল, তেখেতে এককৰকম অকলৈ থকাদি আছিল তুমি তৰে সৈতে দুই-চাৰি আষাৰ কথা পাতাঁ, আমি এতিয়াই আহৰি পাম, আমাৰ হলেই ধৰাঁ।"

মই মৰ্ম্মেশ্বৰ বোপাৰ ফালে চাই কলোঁ, "এৰা বোপাদেও, এওঁলোকৰ ওচৰলৈ দুৰ্ভগীয়া লম্বোদৰ ডেকাৰ বিষয়ে মই পৰামৰ্শ কৰিবলৈ আহিছিলোঁ, কিন্তু এওঁলোক খেলত ইমান মজি আছে যে, সি হৈ উঠাৰ আগন্তুক নাই। এওঁলোকৰ গড়-গতি দেখি মই গুচিয়েই যাব খুজিছিলোঁ। এনেতে কি ভাগ্য, তুমি আহি ওলালাঁ। সি যি হওক, বোপা, তুমি কেতিয়া আহিলাঁ? গা ভাল?"

মৰ্ম্মেশ্বৰ।—"কালি পালোঁহি। গা ভাল। আপোনাৰ গা ভাল নে?"

মই সন্তৰ্পণে উত্তৰ দিলোঁ, ঈশ্বৰৰ কৃপাত ভাল।

মৰ্ম্মেশ্বৰ।— "কি লম্বোদৰৰ কথা কৈছিল আপুনি? কোন লম্বোদৰ? তেওঁৰ কি হল?"

মই উত্তৰ দিলোঁ, "এ বোপা, তুমি শুনা নাই হবলা? কিনো কম, কিনো শুনিবা!"

মৰ্ম্মেশ্বৰ।— "কওকচোন কওক!"

"শুনা তেন্তে" এই বুলি মই কবলৈ ধৰিলোঁ।

"মাহী-মেলীয়া বৰুৱাৰ ঘৰৰ লৰা লম্বোদৰ ডেকাৰ নাম অৱশ্যে কলিকতালৈ যোৱাৰ আগেয়ে শুনিছিলা। তেওঁ মহা বিপাঙ্গত পৰিছে। আজি দুমাহমানৰ আগেয়ে এটা গোচৰৰ আপীল কৰিবলৈ তেওঁ গুৱাহাটীলৈ যাবলগীয়া হৈছিল। সেই সময়ত গুৱাহাটীলৈ বেহাবেপাৰ কৰিবলৈ যোৱা ডোমৰ নাও এখন পাই তেওঁ তাকৰীয়া খৰছতে কাৰ্য্যসিদ্ধি হব ভাবি, নাৱৰীয়াহঁতক অলপ দিম-থম বুলি বন্দবস্ত কৰি সেই নাৱতে গুৱাহাটীলৈ যাবলৈ বুলি উঠিল। নাওখন আহঁতগুৰি পাইছেগৈ, এনেতে বিধিৰ বিপৰীত বিধান, তেওঁৰ তিৰকঁপে জ্বৰ উঠিল। সেই জ্বৰেই নেৰানেপেৰাকৈ তেওঁক তিনি দিন অজ্ঞান কৰি পেলাই থৈছিল। জ্বৰটো অলপ কমিলত তেওঁ জ্ঞান পাই "ভোকঔ-পিয়াহঔ" কৰিবলৈ ধৰিলে। নাৱৰীয়াহঁত বিবুদ্ধি। সিহঁত ডোম, তেওঁ বামুণ। ডোমে বামুণৰ মুখত ভাত-পানী কেনেকৈ দিয়ে! সিহঁতে হাতযোৰ কৈ কলে "ডেকাদেও; আমি খুদিৰ মানুহ; কেনেকৈ আমি ৰন্ধা ভাত আপোনাৰ মুখত দিওঁ; আমি বিবুদ্ধি সাগৰত পৰিছোঁ; অথচ আপোনাৰ গাতও শকতি নাই যে আপুনি উঠি নিজে এমুঠি ভাত ৰান্ধি খায়।" নাৱৰীয়াহঁতৰ কথা শুনি লম্বোদৰে শেহাই শেহাই কলে, "ককাইহঁত! জাতটো পিছৰ কথা, সম্প্ৰতি ভাতৰ মণ্ড এটোপা মোৰ মুখত নিদিলে মোৰ প্ৰাণ যায়।" নাৱৰীয়াহঁতেও আলচ কৰি থিৰ কৰিলে যে, তেওঁৰ মুখত ভাতৰ মণ্ড এঢোকা দিয়াই কৰ্ত্তব্য, নতুবা সিহঁতৰ গাত ব্ৰহ্মবধ পাতক লাগিব। ইয়াৰ পিচতো সিহঁতে তেওঁক দিনৌ একোমুঠি ভাত ৰান্ধি খুৱাই ঢোকা-ভেজ্জা দি কোনো মতে গুৱাহাটী পোৱালে নি। গুৱাহাটী পাই লম্বোদৰে চিনাকী মানুহৰ এঘৰত কিচুদিন থাকি লাহে লাহে গা টঙাই ললে, আৰু তাৰ পিচত গোচৰৰ আপীল কৰি গোচৰ জিকি ঘৰলৈ উভটি আহিল। কিন্তু উভটি আহি তেওঁৰ অথন্তৰ মিলিল। তেওঁ ঘৰ পোৱাৰ দিনচেৰেকৰ পিচতে কেনেবাকৈ ঘুনুক-ঘানাক বাতৰি ওলাল যে, লম্বোদৰে গুৱাহাটীলৈ যাওঁতে বাটত ডোমৰ হাতে ভাত খালে। সকলোৱে এই কথা চাৰিওফালে বিৰিয়াবলৈ ধৰিলত, ৰাইজে মেলত বহি লম্বোদৰৰ জাত গল বুলি তেওঁক এঘৰীয়া কৰি এৰিলে। লম্বোদৰ নিথৰুৱা হল, তেওঁৰ মূৰত হঠাৎ আকাশী চৰগ ভাগি পৰিল আৰু তেওঁৰ বন্ধু-বান্ধৱ মিতিৰ-কুটুম কোনোৱে তেওঁৰ ছাঁ নমৰা হল। দৈবদুৰ্ব্বিপাকত পৰি লম্বোদৰ ডেকা আজি খুদ-মগনিয়াৰ আৰু বাটৰ বলিয়া। আজিকালি তেওঁ বলিয়াৰ দৰে কিবাবিলাক বলকি বাটে বাটে টৌ-টৌ কৰে ঘুৰি ফুৰে। বপুৰাৰ দশা দেখিলে চকুৰ পানী নুটুকি থাকিব নোৱাৰি। নৰিয়াত পৰি নোৱাৰাপক্ষত তেওঁ ডোমৰ হাতে ভাত খালে বুলি পৰাচিত হৈও জাত পাব নোৱাৰা হল নে? এনে অন্যায় ব্যৱস্থা কত দেখিছা কত শুনিছা। হিন্দুশাস্ত্ৰ হিন্দু ধৰ্ম্ম "দোহাই" দি আমাৰ দেশৰ এই পণ্ডিত নাম লোৱা মূৰ্খখনে মানুহক লৈ-লৈ-থৈ-থৈ কৰি মাৰিব পায় নে বাৰু? কোৱাচোন বোপা! দুৰ্ভগীয়া লম্বোদৰক উদ্ধাৰ কৰিবলৈ কিবা দিহা কৰিব লাগিল বুলি আলচ কৰিবলৈ হে মই এই পুৱাই আমাৰ চিৰস্তাদাৰ ডাঙ্গৰীয়াৰ ওচৰলৈ আহিছিলোঁ। মানুহটোক পৰাচিত-তৰাচিত কিবা এটা কৰি ভাল কৰিব পাৰিবা-চাৰি; অন্ততঃ কৰাটো উচিত। আমাৰ আধাখুন্দা পণ্ডিতহঁতে ব্যৱস্থা নিদিয়ে নাই; শাস্ত্ৰই দিব, ধৰ্ম্মই দিব, ঈশ্বৰে দিব, ন্যায় আৰু বিবেক-বুদ্ধিয়ে দিব। তেওঁৰ মিছা বন্ধু-বান্ধৱে গোটেখাই তেওঁক ধ্বংস কৰিবলৈ ধৰিছে। কিন্তু যেয়ে যিহকে কওক আমি চেষ্টা কৰি মানুহটোক ৰক্ষা কৰিব লাগিব, নতুবা আমাক ঈশ্বৰে দণ্ডিব; এই কথা নিশ্চয়।"

মৰ্ম্মেশ্বৰ।— "নিশ্চয় নিশ্চয় এশবাৰ নিশ্চয়। এইটো By Jove! বৰ অন্যায় কথা। What the world is coming to!–I beg your pardon মোক আপুনি 'মাফিব' অৰ্থাৎ ক্ষমা কৰিব বুজিছে নে মই ইংৰাজী ফোলোৱাটো proper, মানে, উচিত হোৱা নাই, এইটো Slip of tongue, অৰ্থাৎ জিভাৰ পিছলনি। মই কৈছিলোঁ, ইন্দ্ৰৰ শপত! সংসাৰখন কিহৰ ফালে গৈছে কব পাৰে নে? আমি প্ৰাণপণে মিষ্টাৰ ডেকাক ভাল কৰিবলৈ চেষ্টা কৰিব লাগে। নিশ্চয় নিশ্চয়।"

এনেতে চিৰস্তাদাৰৰ খেলৰ ওৰ পৰিল। তেওঁ "কি হৈছে" বুলি সোধাত, মই লম্বোদৰ ডেকাৰ বিষয়ে কি কৰা যাব বুলি তেওঁক সুধিলোঁ। তেওঁ কলে, "কৰিব একো নোৱাৰি। হিন্দুধৰ্ম্মৰ মতে তেওঁৰ জাত গল আৰু উদ্ধাৰ নাই। ডোমৰ ভাত খালে বামুণৰ জাত কত থাকে হেঁ?" মই উত্তৰ দিলোঁ, "যতে থকা উচিত ততে থাকে। অপাৰগপক্ষত বামুণে ডোমৰ হাতে ভাত খালেও তেওঁৰ জাত নেযায়। যোৱা উচিত নহয়! হিন্দুধৰ্ম্ম, উদাৰ ধৰ্ম্ম। আপোনাঁসকলে হে তাৰ মৰ্ম্ম নুবুজি তাক অনুদাৰ পাতিছে।"

খেল-পগলা ফয়চলানবিচে দেখোন এনেতে মুখ বজাই উঠিল, "নেথাকে হেঁ, জাত নেথাকে। তুমি হিন্দুধৰ্ম্মৰ বিষয় একোটো নেজানা। হিন্দুধৰ্ম্মৰ ওপৰত মতামত প্ৰকাশ কৰাটো তোমাৰ অনধিকাৰ চৰ্চ্চা।"

মই খঙতে পকি-জকি উঠি উত্তৰ দিলোঁ, "অনধিকাৰ-চৰ্চ্চা যদি কাৰবাৰ, সেইটো আপোনাৰ হে। আপুনি খেলৰ বাহিৰে আন কিবা জানে বুলি মই নেজানো। আপুনি হিন্দুধৰ্ম্মৰ সম্পৰ্কে যদি কিবা জানিলেহেঁতেন তেন্তে এনে ঠেক মনৰ কথা নকলেহেঁতেন। আপুনি জনাখন শাস্ত্ৰ হিন্দুশাস্ত্ৰ নহয়, সেইখন ঢেকিঠোৰা-শাস্ত্ৰ হে। হিন্দুশাস্ত্ৰই মানুহক "জবই" কৰিবলৈ নকয়, ঢেকিঠোৰা-শাস্ত্ৰই হে তেনে ব্যৱস্থা দিয়ে। এই কথা সহজ জ্ঞানেই ৰিঙিয়াই কব লাগিছে। কিন্তু, চিৰস্তাদাৰ ডাঙ্গৰীয়া আৰু ফয়চলানবিচ ডাঙ্গৰীয়া, আপোনালোক এই দেশত এৰাগছেই গছ হৈছে হওক তাত আপত্তি নাই আৰু দুখীয়া লম্বোদৰক আপোনালোকে ভোটৰ-কচু মুৰ্খ পণ্ডিতৰে সৈতে গোটখাই পিণ্ডত দিছে দিয়ক, কিন্তু ঈশ্বৰে আপোনালোকক ইয়াৰ প্ৰতিফল দিব নিশ্চয় জানিব।" এইবুলি মই একেছাৱেই তাৰপৰা উঠি গুচি আহিলোঁ।

—**শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।**

# মনোবিজ্ঞান।

**(২০০ পিঠিৰ পাচৰপৰা)**

আনক বশ আৰু সম্মোহিত কৰিব পৰা ক্ষমতা পাবলৈ হলে নিজেই প্ৰথমে নিৰোগী শৰীৰ যে হব লাগিব অকল সেয়েই নহয়, বশীকাৰক অতি উৎকৃষ্ট স্বাস্থ্যৰ মানুহ হব লাগিব। এই উৎকৃষ্ট স্বাস্থ্য পাবলৈ হলে নিজে যত্ন আৰু পৰিশ্ৰম কৰিব লাগিব। জন্মৰেপৰা বিশেষ কোনো পৈতৃক-মাতৃক (inherited)- ৰোগ নেথাকিলে সকলো মানুহেই চেষ্টা আৰু যত্ন কৰি নিৰোগী শৰীৰৰ বা তাতোকৈও অতি উৎকৃষ্ট স্বাস্থ্যৰ হব পাৰে। জ্ঞানেৰে পৰিচালিত যত্ন আৰু অধ্যবসায়ৰ দ্বাৰা কৰিব নোৱাৰা কাম একোৱেই নাই বুলিলেও হানী নহয়। কীৰ্ত্তনত যে গীতাৰ পদফাঁকি "আপুনি আপোন শত্ৰু আপুনি আপোন মিত্ৰ" কৈছে, ই ধৰ্ম্মজগতত যেনেকৈ খাটে, সেইদৰে এই সংসাৰত উন্নতি-অৱনতি কৰা সম্পৰ্কে স্বাস্থ্য ভাল-বেয়া কৰা সম্পৰ্কেও খাটে। শৰীৰ ৰুগীয়া বা নীৰোগী কৰিব পৰা ক্ষমতা সকলোৰে নিজৰ হাতত। এই সংসাৰখন কেতখিনি অলঙ্ঘনীয় নিয়মৰ বশীভূত, অৰ্থাৎ কাৰ্য্য-কাৰণ স্বৰূপ নিয়মৰ অধীন। জ্ঞানেৰে বা জ্ঞানৰ পোহৰেৰে সেই নিয়মবিলাক কি জানি লোৱাঁ আৰু সেইবিলাক নিয়ম অনুসৰি চলা. তুমি সুখী ও নিৰোগী হব পাৰিবা। সেই নিয়ম লঙ্ঘন কৰাঁ, তুমি ৰুগীয়া হৈ দুখীয়া হবা। প্ৰকৃতি দেবী একপক্ষে যেনে মৰমিয়াল আনপক্ষে সেইদৰে নিষ্ঠুৰ ভীষণ, ভীমা-ভয়াবহা শাসনকৰ্ত্তৃ। আজি তুমি যি কাম তেওঁৰ বিৰুদ্ধে কৰিবা, সেই কামৰ ফল তুমি এদিন নহয় এদি ভুগিবাই ভুগিবা; তাৰ এফেৰাও লৰ-চৰ নহব। তুমি তাৰ হাত এৰাব নোৱাৰিবা। তেতিয়া এই প্ৰকৃতি দেবীক তুমি ভীমা, ভীষণা, নিষ্ঠুৰা, কাণী স্বৰূপে দেখিবা। তুমি সুকৰ্ম্ম অৰ্থাৎ তেওঁৰ নিয়ম পালন কৰাঁ, তুমি সেই প্ৰকৃতিক কৰুণাময়ী, দয়াবতী লক্ষ্মী, সৰস্বতী বা ৰাধা স্বৰূপে পাবা। সেই দেখি সাধ্যঅনুসাৰে প্ৰকৃতিৰ নিয়মমতে চলাঁ, শৰীৰ নিৰোগী হৈ সুখীয়া হবা।

শৰীৰ নিৰোগী বা ৰুগীয়া কৰিব পৰা ক্ষমতাও যে তোমাৰ নিজৰ হাততে কিছু পৰিমাণে আছে তাৰো কোনো ভুল নাই। হিন্দুৰ পুৰণি ঋষি-মুনিসকলে কৈ গৈছে আৰু বৰ্ত্তমানতো ইউৰোপীয় দুই-চাৰিজন দাৰ্শনিকে কয় যে, এই

মনুষ্য শৰীৰ বাহিৰৰ বিশ্ব-ব্ৰহ্মাণ্ডৰ আৰ্হিৰে এক ক্ষুদ্ৰ ব্ৰহ্মাণ্ড বিশেষ। যি বাহিৰত আছে সি তোমাৰ শৰীৰৰ ভিতৰতো আছে; যি বাহিৰত নাই সি তোমাৰ ভিতৰতো নাই। সেই দেখি যত্ন আৰু অধ্যবসায়েৰে নিজৰ ভিতৰৰ বা অভ্যান্তৰিক বলেৰে বাহিৰৰ ঘটনাচক্ৰকো তোমাৰ বিৰুদ্ধৰ ঘটনাচক্ৰকো শাসন কৰি তোমাৰ ফলীয়া কৰি লব পাৰা। এয়ে পুৰুষাৰ্থ, এই পুৰুষাৰ্থৰ বলতে আজি ইউৰোপীয়ান জাতিবিলাক সাংসাৰিক কৰ্ম্মক্ষেত্ৰত ইমান বলী। এই পুৰুষাৰ্থৰ বলতে হিন্দুৰ পুৰণি ঋষি-মুণিসকলে শৰীৰ নিৰোগী কৰি প্ৰকৃতি দত্ত পৰিমিত জীৱনকো বঢ়াই নি দীৰ্ঘায়ু হৈ জ্ঞানৰ আৰু ধৰ্ম্মৰ পোহৰ পৃথিৱীত বিস্তাৰ কৰিছিল। এই পুৰুষাৰ্থ হীন হৈ তামস প্ৰবৃত্তিৰ (ignorance) অধীন হৈ ভাৰতবাসী অদৃষ্টবাদী হল আৰু এই অদৃষ্টবাদী হৈয়েই ৰসাতললৈ যাব ধৰিছে। নিজে নিজৰ দোষত দুখীয়া বা ৰুগীয়া হৈ পৰক বা ঘটনাচক্ৰক দোষ দিয়া অনেক সময়তে মুৰ্খালিৰ কাম। এই সংসাৰখন বেয়া, অমুক মানুহটো বেয়া, ঈশ্বৰ নিষ্ঠুৰ, প্ৰকৃতি দেবী নিমৰমিয়াল, আজিকালিৰ দিন আগতকৈ বেয়া ইত্যাদি দোষাৰোপ প্ৰকৃতপক্ষে আনত নেখাটি নিজতেহে খাটে। তোমালে তোমাৰ দোষত এইবিলাক বেয়া হব পাৰে, কিন্তু আনলৈ নহবও পাৰে। সেই দেখি তুমি যি মত দিয়া বা প্ৰকাশ কৰা সি বিশেষ তোমাৰ নিজলৈ হে। বিখ্যাত লিখক সকলে, এই কথাকেই দৰ্শন বা উপন্যাস বা অঙ্কৰ দ্বাৰাই দেখুৱাইছে আৰু বীৰ সকলে, কৃতসিদ্ধ মহাত্মাসকলে, আবিষ্কাৰক সকলে, নিজৰ জীৱনতে কৰ্ম্মৰ দ্বাৰাই এই পুৰুষাৰ্থৰে হে ৰূপ দেখুৱাইছে।

কিন্তু এই যে পুৰুষাৰ্থ, যত্ন, চেষ্টা অধ্যবসায় জ্ঞানৰ দ্বাৰাই চালিত হলে সুফলৰ পৰিবৰ্ত্তে অনেক সময়মত বিষ বা কুফল হে পোৱা যায়। অজ্ঞানতা বা মুৰ্খালিৰ দোষ অনেক। মুৰ্খে ভাবে যে, তেওঁ যি জানে সেয়েই যথেষ্ট। তেওঁতকৈ আৰু জনা-বুজা আন নাই। কিন্তু সেই মুৰ্খই যদি জ্ঞানৰ পোহৰ পায়, তেন্তে তেওঁ যেতেকে জ্ঞানৰ পোহৰ পাবলৈ ধৰে তেতেকে তেওঁ এই সংসাৰৰ নতুন নতুন নিয়ম, নতুন নতুন সৌন্দৰ্য্য দেখি নিজৰ কায়িক, আৰ্থিক, মানসিক বল বঢ়ায় বা বঢ়াব পাৰে। আৰু, যেতিয়া তেওঁ এই জ্ঞান আনতকৈ সৰহ পৰিমাণে পায়, তেতিয়া তেওঁ দেখিবলৈ পায় যে, ইয়াৰ বল কিমান। এই জ্ঞানতেই তেওঁ স্বৰ্গসুখ ভাবিব পাৰে। এই জ্ঞানৰ বলতেই মুক্তি, অৰ্থাৎ অজ্ঞান আন্ধাৰৰপৰা পোহৰলৈ অহা বল লভিব পাৰে। দৰাচলতে এই জ্ঞানেই শক্তি (Knowledge is power), এই শক্তিৰ অন্ত নাই। এই জ্ঞানৰূপী শক্তিৰ বলতেই ৰেল, জাহাজ, টেলিগ্ৰাফ, কল-কাৰখানা, যুদ্ধ-বিগ্ৰহ, যোগ-ক্ষমতা চলিছে আৰু চলিবও।

এই জ্ঞানৰূপী ক্ষমতাৰ যত্ন আৰু অধ্যবসায় কৰিলে নিজে নিজৰ শৰীৰকো নিৰোগী কৰিব পাৰে। ৰোগৰ মূল কাৰণ হৈছে বিশেষ কোনো প্ৰাকৃতিক নিয়ম লঙ্ঘন কৰা। যাতে এই প্ৰাকৃতিক নিয়ম লঙ্ঘন কৰা নহয় তাৰ নিমিত্তে সদায় যত্নবান থকা উচিত। সংসাৰৰ ধন-বস্তু বিষয়-বাসনা এইবিলাক সবাতকৈ নিৰোগী শৰীৰ বা উৎকৃষ্ট স্বাস্থ্য বেচি মূল্যবান। ৰুগীয়া শৰীৰৰ লক্ষপতি ক্ৰোৰপতিও দুখীয়া; নিৰোগী শৰীৰৰ মানুহতকৈ অসুখী শৰীৰ সুস্থ থাকিলে এই জগতখনেই প্ৰফুল্ল আনন্দময় লাগে। শৰীৰ অসুস্থ হলে একোৱেই ভাল নেলাগে। সংসাৰ তিতা লাগে। নিৰোগী শৰীৰৰ মানুহ স্বভাৱতঃ নিজেও প্ৰফুল্ল আৰু সেই প্ৰফুল্লতাৰে আনকো সুখী কৰিব পাৰে। ৰুগীয়া শৰীৰৰ মানুহ খঙাল, খিটখিটিয়া; আন কি অনেক সময়তে অনক্য হোৱাও দেখা যায়। সেই দেখি এই স্বাস্থ্য-ধনৰ দৰে ধন নাই। আনক বশ বা সম্মোহিত কৰিব পৰা ক্ষমতা পাবলৈ হওক বা নহওকেই এই সংসাৰত সুখে-স্বচ্ছন্দে জীয়াই থাকিবলৈকো এই স্বাস্থ্যধন লাগে। যিহেৰে এই দুৰ্লভ স্যমস্ত লাভ কৰিব পাৰি তাৰ নিমিত্তে ধন বা আনবস্তু খৰছ কৰিবলৈকো কুণ্ঠিত হোৱা অনুচিত।

এই বহুমূলীয়া স্বাস্থ্য-ধন পাবলৈ হলে স্বাস্থ্যৰক্ষা প্ৰণালীৰ সমস্ত নিয়ম পালন কৰিব লাগে। (১) বিশুদ্ধ বায়ু (২) বিশুদ্ধ পানী (৩) বিশুদ্ধ আহাৰ (৪) সদাসৰ্ব্বদা নিকা বা পৰিস্কাৰ থকা (৫) নিয়মিত শাৰীৰিক পৰিশ্ৰম (৬) স্বাস্থ্যকৰ ঠাইত বাস (৭) পৰিমিত নিদ্ৰা (৮) পোহৰ (৯) সজ চিন্তা (১০) চৰিত্ৰবান (১১) মানসিক বল (১২) উশাহ-নিশাহ লোৱা (১৩) মনঃশক্তি (১৪) কল্পনা (১৫) আচাৰ-ব্যৱহাৰ (১৬) মনঃসংস্কা ইত্যাদি স্বাস্থ্যৰক্ষা কৰাৰ ঘাই বস্তু। "উষাত" আমাৰ শ্ৰদ্ধাস্পদ বন্ধু শ্ৰীযুত লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীয়ে "স্বাস্থ্যৰক্ষাৰ্থে গৃহস্থালীৰ কৰ্ম্ম" এই প্ৰবন্ধত যিবিলাক কথা লিখিছে সেইবিলাক যথাৰ্থ

আৰু পালন কৰিব লগীয়া নিয়ম। আমাৰ জীৱনটো যে নিৰ্ম্মল বতাহৰ ওপৰত নিৰ্ভৰ কৰে তাৰ অকনো ভুল নাই। বতাহ বা বায়ুৱে যে আমাক জীৱনধাৰণ কৰাইছে তাক সকলোৱে জানে। স্বাস্থ্যৰক্ষাত কৈছে, আহাৰ আৰু পানী কিছুপৰলৈ নেখালেও জীয়াই থাকিব পাৰি; কিন্তু বতাহ ১০ বা ২০ মিনিট নোলোৱাকৈ থাকিলেই মানুহ কি সমস্ত জীৱ-জন্তু মৰি যায়। মনুষ্য শৰীৰটো এটা চলি থকা কলৰ দৰে। প্ৰতি মুহূৰ্ত্তে শৰীৰৰ সমস্ত অঙ্গৰ দূষিত তেজ কলিজালৈ আহিবু লাগিছে, কলিজাত আৰু হাওঁফাওঁত নাকৰ নিশ্বাসেৰে সোমোৱা বতাহে তেজ শুদ্ধ কৰি দিছে; সেই তেজ আকৌ সমস্ত শৰীৰতে সঞ্চালিত হৈছে। কলিজা আৰু হাওঁফাওঁ দুটা শাইলাখ কমাৰশালৰ ভাতিৰ দৰে। যেনেকৈ ভাতি টানিব বা ঠেলিবলৈ এৰিলেই জুই জ্বলিবলৈ এৰে, সেইদৰে কিছুপৰ নাকেৰে উশাহ-নিশাহ ল'বলৈ এৰিলেই প্ৰাণ নাশ হয়। জীৱন ধাৰণৰ প্ৰধান লাগতিয়াল বস্তু এই যে বতাহ, ইয়াক কেতিয়াও দূষিত হবলৈ বা থাকিবলৈ দিয়া অনুচিত। দূষিত বতাহে স্বাস্থ্যৰ অনিষ্টকৰ নানা প্ৰকাৰ বীজ শৰীৰত প্ৰবেশ কৰাই শৰীৰ ৰুগীয়া কৰে। গেলা, পচা, পোৰা, গেলেপনি হাবি, কোনো কোনো গছ ইত্যাদিয়ে বতাহ দূষিত কৰে। গন্ধক, ধুনা, পৰিস্কাৰ পৰিচ্ছন্নতা, ঘিঁউৰ দ্বাৰাই সমিধ, আমকাঠ, ডুমৰু ইত্যাদিত জৱন, সুগন্ধি ফুল, বিশেষ বিধৰ গছ ইত্যাদিয়ে দূষিত বতাহকো শুদ্ধ কৰে। শালগছ, ঔ, তেতেলী এইবিলাক গছৰ বায়ু বেয়া। যত শালগছ থাকে তাত সচৰাচৰ বতাহ গৰম হয়। শাল-বনৰ ওচৰত থকা মানুহে বৰকৈ জ্বৰ-নৰিয়া ভোগে। ঔ আৰু তেতেলী গছৰ বতাহ ভাল নোহোৱাৰ বাবেই ডাকে কৈছে "আগফালে তেতেলী পাচফালে ঔ সেই ঘৰ গিৰীৰ মৰণ হলনে নৌ" ; ইয়াৰ দ্বাৰাই বুজিব পাৰি যে, এই দুবিধ গছ ঘৰৰ ওচৰত ৰোৱা ভাল নহয়। বেল, তুলসী, মহানিম, হৰিশঙ্কৰ, গোলাপ, জুতী ইত্যাদি ফুল বৰ উপকাৰী। বেল, তুলসী, মহানিম, হৰিশঙ্কৰ ইত্যাদিয়ে মেলেৰীয়া বীজ, সাপৰ বিষ, প্লেগৰ বীজ নাশ কৰে। সুগন্ধি ফুলৰ গছে বতাহ সুগন্ধি কৰি মন প্ৰফুল্লিত কৰে। সেই দেখি ঘৰৰ ওচৰত এইবিলাক গছ ৰোৱা উচিত। ঘৰ গোবৰৰে লিপা, মাজে মাজে ধূপ, ধুনা, লগোৱা উচিত। থকা-ঘৰত সুকলমে বতাহ অহা-যোৱা কৰিব পৰাকৈ দুৱাৰ, খিৰ্‌কি ইত্যাদি ৰখা উচিত। কি নগৰত, কি গাৱঁত স্বাস্থ্য ভালে ৰাখিব খুজিলে নিৰ্ম্মল বায়ুৰ বিষয়ে, অৰ্থাৎ নিৰ্ম্মল বায়ু পাবলৈ এইবিলাক নিয়ম প্ৰত্যেক মানুহৰে অৱলম্বন কৰা উচিত।

ক্ৰমশঃ।

# ঁশ্ৰীশঙ্কৰদেৱ চৰিত্ৰৰ পূৰ্ব্ব আলোচনাৰ প্ৰতিবাদ।

১ম ভাগ "জোনাকীৰ" (নতুন খণ্ড) ৯ম আৰু ১০ম, সংখ্যাত শ্ৰীযুত জগৎচন্দ্ৰ গোস্বামীয়ে "হৰিদেৱ" নামে এটি প্ৰবন্ধ লিখিছে। তাৰ ১৭৫—১৭৬ পৃষ্ঠাত লিখিছে যে, শঙ্কৰদেৱে হৰিদেৱৰে সৈতে গৈ নবদ্বীপত গৌৰাঙ্গৰ লগত গৌৰাঙ্গৰ সাধুৰ সাহায্যত হৰিদেৱৰ দ্বাৰা মানসিক দৰ্শন লাভ কৰে। আৰু, তাৰ ফলে হৰিদেৱে আসামত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আৰু শঙ্কৰদেৱে শ্ৰীচৈতন্যৰপৰা পোৱা ভাগৱত শাস্ত্ৰৰ পদ কৰিবলৈ পায়। শঙ্কৰদেৱে মাধৱদেৱ আদি কৰি বৈষ্ণৱসকলৰে সৈতে "মানেৰী" সত্ৰত হৰিদেৱক গুৰু বুলি মান কৰে। এই প্ৰকাৰে শঙ্কৰদেৱে শিষ্যত্ব গ্ৰহণ কৰে। বোধ কৰোঁ, এই প্ৰবন্ধকে লৈ ২য়, ভাগৰ ৫ম, আৰু ৬ষ্ঠ সংখ্যাৰ "উষা'ত "মহাপুৰুষ শঙ্কৰদেৱৰ সোঁৱৰণি" নামে প্ৰবন্ধত শ্ৰীযুত অম্বিকানাথ বৰাই উপৰোক্ত কথাকে সমৰ্থন কৰে।

ঁশ্ৰীশঙ্কৰদেৱ ১৩৭১ শকত জন্মে আৰু ১৪৯১ শকত প্ৰায় ১২০ বছৰ বয়সত তেওঁৰ তিৰোভাব হয় (গুৰু চৰিত্ৰ)। শ্ৰীচৈতন্য ১৪০৭ শকত জন্মে, ১৪৩৩ শকত সন্ন্যাসী হয় আৰু ১৪৫৫ শকত তিৰোভাব হয় (চৈতন্য চৰিতামৃত, আদিলীলা ১৩ পৰিচ্ছেদ)। অৰ্থাৎ, চৈতন্যদেৱৰ আৰ্বিভাৱ হোৱাৰ প্ৰায় ৩৬ বছৰ আগেয়েই কামৰূপত শ্ৰীশঙ্কৰ গুৰুৰ আবিৰ্ভাব হয়। শ্ৰীশঙ্কৰদেৱে ১৯ বছৰৰপৰা বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰে। জয়ে জয়ে তেওঁৰ পুৰোহিত ৰাম ৰাম গুৰুই দীক্ষা গ্ৰহণ কৰে (গুৰু-চৰিত্ৰ)। শ্ৰীচৈতন্য ২৪ বছৰ বয়সত শূদ্ৰৰদ্বাৰা সন্ন্যাস্ ধৰ্ম্মত দীক্ষিত হোৱাৰ সময়ত শ্ৰীশঙ্কৰৰ বয়স ৬০ বছৰ; আৰু সেই সময়ত মহাপুৰুষীয়া ধৰ্ম্ম বহুল ৰূপে প্ৰচাৰিত

হয়। আনপক্ষে শ্ৰীচৈতন্যৰ ধৰ্ম্ম সম্প্ৰদায় নিচেই কুমলীয়া। যি সময়ত শ্ৰীশঙ্কৰদেৱৰ অলৌকিক ভক্তিভাৱত বিগলিত হৈ ব্ৰাহ্মণ, শূদ্ৰ আদি চতুঃবৰ্ণে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিবলৈ কোনো আপত্তি নকৰিছিলি, সেই সময়ত শ্ৰীচৈতন্যৰ আবিৰ্ভাবেই হোৱা নাই (ৰামচৰণ ঠাকুৰৰ বংশাৱলী)। আৰু আন পক্ষে, চৈতন্যদেৱৰ ধৰ্ম্ম শঙ্কৰদেৱৰ ধৰ্ম্মৰ পৰা বহুত বেলেগ; যেনে—শ্ৰীশঙ্কৰাধ্যায়ৰ শ্ৰীকৃষ্ণ মুক্তি, শ্ৰীচৈতন্যৰ শ্ৰীকৃষ্ণৰ যুগল মূৰ্ত্তি; শ্ৰীশঙ্কৰৰ চাৰি নাম, শ্ৰীচৈতন্যৰ যোল নাম। ইত্যাদি। ইয়াৰ উপৰি কোনো ফালৰ কোনো পুৰণা ধৰ্ম্মপুথি বা বুৰঞ্জীৰপৰা এই সম্পৰ্কে কথা পোৱা বৰ টান। কৃষ্ণদাস কবিৰাজ ৰচিত চৈতন্য চৰিতামৃতত দামোদৰ শঙ্কৰ আদি ভালেমান বৈষ্ণৱৰ নাম আছে, কিন্তু এওঁলোকৰ জন্ম বঙ্গদেশত হয় আৰু জাতত ব্ৰাহ্মণ ইয়াকে দেখিয়েই আমাৰ গুৰু-চৰিত* আদি পুথিত অনভিজ্ঞ শিক্ষিত ডেকাসকলে আমাৰ সুকীয়া অসমীয়া শ্ৰীশঙ্কৰ, দামোদৰ আদি মহাপুৰুষসকলক শ্ৰীচৈতন্যৰ আদিষ্ট বৈষ্ণৱ বুলি প্ৰকাশ কৰিছে হবলা? যি মহাপুৰুষে শূদ্ৰিৰপৰা দীক্ষা লৈছে, সেই মহাপুৰুষে যে শূদ্ৰ দৰ্শন নিষিদ্ধ নিয়ম বান্ধিছিল ই সম্ভৱ নে? এই মহাপুৰুষ কি আমাৰ নিচিনা কৃতঘ্ন? এইবোৰ কথাৰ দ্বাৰায়ো জনা যায় যে, সি একেবাৰো ভ্ৰান্তিমূলক। গুৰু-চৰিত্ৰত লিখা আছে যে, হৰিদেৱে শ্ৰীশঙ্কৰদেৱৰপৰা ধৰ্ম্ম গ্ৰহণ কৰে আৰু ধৰ্ম্ম বিলাবলৈ আদেশ পায়, কিন্তু বৰ্ত্তমানে তাৰ ওলোটাটো হে ধৰিছে। শ্ৰীযুত অম্বিকানাথ বৰাৰ তলত লিখা কথাকেইটিও গুৰু-চৰিত্ৰৰে অমিল হৈছে।

| "উষা"ত প্ৰকাশিত। | হব লগা। |
|---|---|
| বৰদোৱা গাওঁত | বৰদোৱা অঞ্চলৰ |
| ফাগুণ মাহত জন্মে | আলিপুখুৰী গাওঁত জন্মে। |
| তেওঁৰ মাতৃ সতী যোৱা প্ৰথানুসৰি সতী যায়। | তেওঁৰ জন্ম দিনাৰপৰা ১৪ দিনৰ দিনাখনেই মাতৃ দেবীৰ বিয়োগ হয়। |
| ৰামৰাম গুৰুত শৰয় লয় | —নাই লোৱা |
| পৰশুৰাম কুণ্ডলৈ যায়। | —যোৱা নাই। |
| এটি লৰা আছিলি। | — চাৰিজন লৰা আছিল; যেনে, হৰিচৰণ, ৰামানন্দ, চতুৰ্ভুজ আৰু কমললোচন। কমললোচনৰ সৰুতেই মৃত্যু হয়। |

ওপৰত যিবোৰ কথা কোৱা হল, সি যে একেবাৰেই নিৰ্ভুল তাক কব নোৱাৰি। যদি কোনো ভুল বিজ্ঞ সাধুৰ চকুত পৰে, তাক যেন তেওঁ আকৌ "উষা"ত প্ৰতিবাদ কৰি জনসাধাৰণৰ উপকাৰ কৰে।

—শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা।

# পাপ আৰু পুণ্য।

এক বুঢ়া-বুঢ়ী আছিলি। বুঢ়া বৰ ধাৰ্ম্মিক, কাৰো একো অপকাৰ নকৰে। নিচেই দুখীয়া, বুঢ়াই কোনোমতে মাগি-খুজি দুইৰো জোখায় খাবলৈ আনে—বুঢ়ীয়ে ৰান্ধে, দুয়ো খায়।

ঘৰৰ ওচৰতে অইন এঘৰ মানুহৰ পদুলিতে জেওৰা দিবলৈ জেওৰা একোচা জোঙালি থৈছিলি। বুঢ়াই মাগিবলৈ যাওঁতে সদায় তাৰে জেওৰা একোডালি লাখুটি কৰি লৈ যায়, আকৌ গধূলি উভটি আহোঁতে তাতে আগৰদৰেই থৈ আহে।

এদিন সি মাগিবলৈ যাওঁতে তাৰে জেওৰা এডাল লৈ গল, গধূলি আহোঁতে বেলি হল, ইফালে ভোকেও ধৰিলে, কানিৰ টিকিৰা পুৰিবৰ সময়ো হল, জেওৰাডাল মানুহঘৰৰ পদুলিমুখতে থৈ গল; ভাবিলে যে, কানি খাই আহি আগৰ ঠাইত থৈ দিবহি। ঘৰলৈ গৈ বুঢ়াই এই কথাষাৰ পাহৰিলেই, ভাত-পানী খাই শুই থাকিল।

মাজ-নিশা বুঢ়াই সাৰ পালে, সাৰ পায়েই জেওৰাডাললৈ

* গুৰু-চৰিত্ৰ এখন প্ৰকাণ্ড গদ্য পুথি; বৰ্ত্তমানে প্ৰকাশ হোৱা খনতকৈ ২০ কুৰি গুণে ডাঙ্গৰ হব।

মনত পৰিল। তেতিয়া বৰষুণ দিছিল। মনত পৰিলতে বুঢ়ীক জগালে। বুঢ়ীয়ে কি হল বুলি সুধিলত বুঢ়াই কলে—"হেৰ, আজি তেনেই মৰিলোঁ নহয়, সৰ্ব্বনাশ কৰিলোঁ।" এইদৰে কৈ ইস-ইসাই আছে। বুঢ়ীয়ে আকৌ খঙ্গেৰে কলে, "কিনো হল—আগ হৈ কথাষাৰ কোৱাচোন।" বুঢ়াই উত্তৰ দিলে, "কালি সেই জেওৰাখৰিডাল পদুলিমুখতে থৈ দিলোঁ। বৰষুণত তিতিল নহয়, কম পাপ হল নে—মোৰ এইটো বৰ পাপ হল।" বুঢ়ীয়ে বোলে এতিয়া নিশাখন কি কৰিব লাগে, কাইলৈ ৰাতিপুৱাই থৈ দিলেই হব। বুঢ়াই বোলে নহয়, জুইকুৰা ধৰ। এতিয়াই গৈ থৈ আহোঁগৈ বল। বুঢ়ীৰ নিশা টোপনি ভাঙ্গিলত খং উঠিছে; কলে, "হাও, এই নিশাখন কেনেকৈ যাম, আজিকালি ৰাতি বনৰজা ফুৰে, এন্ধাৰ নিশা ইপিনে বৰষুণ; যি পাপ হল হওক; এতিয়া শুই থাকোঁ কাইলৈ ৰাতিপুৱা লাগিলে গিৰিহঁতক কথাষাৰ কৈ দিবা। বুঢ়াই নুশুনে, বাঘে খাই যদিও খাব, তথাপি অকলৈয়ে যাবলৈ ওলাল। বুঢ়ীয়ে বাঘে খাই বুলি যাবলৈ নিদিয়ে; এপিনে বুঢ়াই যাবলৈ আজোৰে, ইপিনে বুঢ়ীয়ে বুঢ়াক এৰি নিদিয়ে। টনা-আজোৰা কৰি বুঢ়াক কোনোমতে ধৰি ৰাখিলে। বুঢ়াৰ কানিৰ ৰাগীয়ে ধৰিলত টোপনি আহিল। নিশা বহুতবেলি টোপনি খতি কৰাৰ বাবে ৰাতিপুৱা সাৰ পাওঁতেও বেলি হল। ৰাতিপুৱা সাৰ পায়েই বুঢ়াই জেওৰাডাল আগৰ ঠাইত থবলৈ গল, গৈ দেখে যে জেওৰাডালত অলপ অলপ উঁইয়ে ধৰিছে আৰু মাটি তুলিছে। বুঢ়াই জেওৰাডাল থৈ কান্দি-কাটি বুঢ়ীক ক'লৈগৈ, "বুঢ়ি, সোনকালে ভাত ৰান্ধ, মই বিধতাৰ ওচৰলৈ যাওঁ, বিধতাই নো কিমান পাপ লেখিলে সুধি আহোঁগৈ।" বুঢ়ীয়ে কত হাক দিলে তথাপি সি নুশুনিলে। বুঢ়ীয়ে কলে ঃ— "বাটত যদি মৰি থাকা মই কাৰে থাকিম, মোক কোনে খুৱাব," ইত্যাদি কৈ বাধা দিলে। বুঢ়াই নুশুনিলে, ভাত-পানী খাই বিধতাৰ ওচৰলৈ ওলাল।

বাটত যাওঁকে যাওঁতে এখন নৈ পালেগৈ, সেই নৈখনতে এটা জলোৱাই জাল বাই মাছ ধৰিছিল। বুঢ়াই জিৰাবৰ কাৰণে নৈৰ দাঁতিতে বহি তামোল চালি খাইছে, তেনেতে জালোৱাটোৱে সুধিলে ঃ— "বুঢ়া আপ "কৰপৰা বা আহিছে; কোনোবা ফালে যায়?" বুঢ়াই জালোৱাক সকলো কথা কলে। জালোৱাই ভাবিলে "এওঁ জেওৰাখৰি এডালৰ লগতে বিধতাৰ ওচৰলৈ যায়, মই দেখোঁ সদায় মাছ মাৰোঁ, মোৰ নো কিমান পাপ ময়োচোন বিধাতাক সুধিয়েই আহোঁগৈ।" এইদৰে ভাবি-চিন্তি বুঢ়াক কলে, "ময়ো তেনে বিধাতাক সুধি আহিম।" বুঢ়াই লগ পাই ভালহে পালে, দুয়ো একেলগে যাবলৈ ধৰিলে।

দুয়ো গৈ বিধাতাৰ গুৰি পালেগৈ। বুঢ়াই বিধাতাক দীঘল দি পৰি সকলো কথা কলে, জলোৱায়ো তাৰ নিজৰ কথা কলে। কাৰ কিমান পাপ আৰু তাৰ কি শাস্তি হব, দুয়ো বিধাতাক সুধিলে। বিধাতাই কলে যে, বুঢ়াৰ নিচেই অলপমান পাপ হৈছে, সেইবাবে বুঢ়াৰ এদিনৰ নিমিত্তে জোক জন্ম হব; নৰকত নহয়, কৈলাসৰ বননীত জোক হব লাগিব আৰু বুঢ়াৰ পাপ নাই সকলো পুণ্য, সেইবাবে সদায় স্বৰ্গবাস হব।

জালোৱাক কলে যে, তাৰ আটাইবোৰ পাপেই হে, কেৱল এদিন তাৰ জ্ঞাতি এজনক বৰ ভোকত ভাত খুৱাইছিল সেইটিয়েই তাৰ পুণ্য, সেইবাবে সি এদিন পৃথিৱীত ৰজা হব আৰু পাপৰ কাৰণে সদায় নৰকত জোক হৈ পৰি থাকিব।

তেতিয়া বিধাতাই আগ হৈ জোক জন্ম লয় নে স্বৰ্গবাস কৰে বুঢ়াক সুধিলে। বুঢ়াই বুধি পাতিলে, "আগ হৈ জোকৰে জন্ম লওঁ, পিচত আহি সদায় স্বৰ্গসুখ ভুঞ্জি থাকিমহি।" এইদৰে ভাবি আগেয়ে জোকৰ জনম লাগে বুলি কলে। বিধাতাই কলে যে, কৈলাসত জোক হব লাগিব হয়, কিন্তু শিৱৰ বাহন কপিলা গৰু তাত চৰিব, তাক কামুৰিলে হলে সদায় নৰকত জোক হৈ থাকিব লাগিব। বুঢ়াই ভাবিলে যে, কপিলাক দেখিলে আঁতৰ হলেই হব। তেতিয়া বিধাতাই বুঢ়াক জোক কৰি কৈলাসলৈ পঠিয়ালে।

জালোৱাক আগ হৈ কি কৰে সুধিলত জালোৱাই ভাবিলে যে, নৰকত তো সদায় থাকিব লাগিবই, এদিন আগ হৈ ৰজা হৈয়ে চাওঁচোন। এই ভাবি আগ হৈ ৰজা হওঁ বুলি কলে। বিধাতাই তাক এদিনৰ নিমিত্তে ৰজা কৰি পৃথিৱীলৈ পঠিয়ালে। বুঢ়াই জোক হৈ এইবোৰ কথা কত মনত থাকে, কপিলা গৰুক দেখিয়েই কামুৰিলে। সেইবাবে সি সদায় নৰকত পৰি জোক হৈ থাকিল। ইপিনে বুঢ়ীয়ে বুঢ়া আহিব আহিব বুলি থাকোঁতে থাকোঁতে এদিন মৰি থাকিল।

জালোৱাই কিন্তু এদিনলৈ ৰজা হৈ ভাবিলে, "মোক ধন-বস্তু কেলেই লাগিছে, মই এদিন হে ৰজা।" এইবুলি সেইদিনা বহুত দান কৰিলে, যেয়ে যিহৰে নাটনি বুলিলে তাকে সেই বস্তু দান কৰিলে, দুখীকো সুখী কৰিলে, বহুত যাগ-যজ্ঞ কৰালে। সেইবাবে তাৰ আগৰ পাপবোৰ খণ্ডন হল; সি সদায় ৰজা হৈ থাকিল।

—শ্ৰীপূৰ্ণানন্দ শৰ্ম্মা।

# মাজনিশাৰ সপোন।

(২৬২ পিঠিৰ পাচৰপৰা)

এতিয়া গোলাপীৰ বিষয়ে দুই-একাষাৰ কথা কোৱা যাওক। বাপেকৰ মনোনীত মানুহৰ লগত আত্মসমৰ্পণ কৰিবলৈ অসন্মত হৈ, গোলাপী নিজৰ প্ৰণয়ী কেশৱৰ পৰামৰ্শমতে বাপেকৰ ঘৰৰপৰা সেইদিনাই ওলাল। কেশৱো মাহীমাকৰ গাৱঁলৈ যোৱা বাটত সেই হাবিত তাইলৈ বাট চাই আছিল গৈ। গোলাপীয়ে হাবি সোমায়েই কেশৱক দেখা পাই অতি হৰিষ মনেৰে ওচৰ চাপিল; তাৰ পাচত দুয়ো নিৰ্দ্দিষ্ট ঠাইলৈ যাবলৈ ধৰিলে। কিন্তু, অলপ বাট যাওঁতে নেযাওঁতে গোলাপীৰ ভৰি বিষাবলৈ ধৰিলে। তাইৰ আৰু খোজ কাঢ়িবৰ শক্তি নোহোৱা হল। দুখে-ভাগৰে তাইক হেঁচি ধৰিলে, তাইৰ গা-মন লেউসেউ হৈ পৰিল। যি গাভৰুৱে নিজৰ বিশ্বাস আৰু প্ৰেম সদায় সমানভাৱে ৰাখি, নিজৰ ঘৰ-বাৰী, ভাই-বন্ধু, গাওঁ-ভুঁই এৰি এইদৰে প্ৰেমৰ গভীৰতাৰ পৰিচয় দিছে, যাতে তেনে গাভৰুৰ কোনো ৰকম কষ্ট নহয়, কেশৱ সেই বিষয়ে বিশেষ যত্নবান আছিল। প্ৰণয়িনীক পথশ্ৰান্তা দেখি ওচৰৰ এজোপা গছৰ ছাঁত জিৰাবলৈ তেওঁ স্থিৰ কৰিলে। গছৰ তলত গৈ পাত-চোত পাৰি গোলাপীক শুবলৈ দিয়া হল আৰু অলপ পৰৰ পাচতে তাই ভৰ টোপনিত অজ্ঞান হৈ পৰিল। কেশৱো কাষতে পৰি টোপনি গল।

ইপিনে পকে প্ৰভুৰ আদেশ পালন কৰি, হাবিৰ চাৰিওফালে ঘূৰি ফুৰিছে। সেই গছৰ তলত ডেকা-গাভৰু হাল শুই থকা দেখি, পকে মনে মনে ভাবিলে যে,— পৰীৰাজে নিৰ্দ্দেশ কৰা ডেকা-গাভৰু হালেই এইয়া। পিচে, পকে তাৰ প্ৰভুৰ পূৰ্ব্ব আদেশ পালিবলৈ গৈ ভ্ৰমত গোপাল ভাবি, শুই থকা কেশৱৰ চকুত সেই ফুলৰ ৰস ঢালি দিলে।

ইতিপূৰ্ব্বেই আমি কৈ আহিছোঁ যে, গোপালে কেতেকীক অকলশৰে হাবিৰ মাজত এৰি গুচি গৈছিল। কেতেকীয়েও যথাসাধ্যে তাৰ পিচে পিচে গৈছিল। কিন্তু কেতেকীয়ে গোপালৰ লগ ধৰিবগৈ নোৱাৰিলে। এইদৰে এৰি যোৱা নিৰাশ্ৰয়া কেতেকীয়ে অকলে সেই হাবিৰ মাজত ঘূৰোতে ঘূৰোতে কেশৱ আৰু গোলাপী শুই থকা ঠাইত উপস্থিত হলগৈ। কেশৱক সেই ঠাইত সেইভাৱে শুই থকা দেখি কেতেকী আচৰিত হল। তাৰ পাচত, মনতে নানা আশঙ্কা কৰি তাই কেশৱৰ গাত হাত বুলাবলৈ ধৰাত তেওঁ সাৰ পাই উঠিল। আৰু চকু মেলিয়েই তেওঁ কেতেকীক দেখা পালে। ফুলৰ ৰসৰ বলত তাইৰ প্ৰতিয়েই তেওঁ অনুৰক্ত হল। তেতিয়া কেশৱে নতুন প্ৰেমিকৰ নিচিনাকৈ, কেতেকীৰ ৰূপ আৰু গুণ বখানিবলৈ ধৰিলে। কেতেকীয়ে এতিয়া তেওঁৰ হৃদয়ৰাজ্য সম্পূৰ্ণৰূপে অধিকাৰ কৰি বহিল। কথাটো কিন্তু কেতেকীৰ বৰ ভাল নেলাগিল। তাই বুজিলে ঘটনা বিষম। তাই জানে যে, কেশৱ গোলাপীৰ হে। তেওঁৰ এই অভাবনীয় ভাবান্তৰ দেখি কেতেকীয়ে বিস্ময় মানিলে। তাৰ পিচত, তাইৰ বোধ হল যে, কেশৱে তাইক উপহাস কৰিছে। এই ভাবি কেতেকী তাৰ পৰা মনৰ বেজাৰত আঁতৰ হল। আৰু কেশৱেও তাইৰ পাচ ধৰিলে। নিৰাশ্ৰয়া গোলাপী টোপনিত তাতে পৰি থাকিল।

গোলাপীয়ে শুই উঠি দেখিলে যে, সেই বিজন বনত তাই অকলশৰীয়, ওচৰত কেশৱ নাই! কেশৱ কলৈ গল, কি হল, ভাবি বিয়াকুল হৈ গোলাপীয়ে চাৰিওপিনে বিচাৰিবলৈ ধৰিলে। ইপিনে গোপালে কেতেকীক এৰি ভালেমান দূৰৈত আঁতৰি পৰিল। সেই কাৰণে, তেওঁৰ হাবিলৈ অহা ফল একোৱেই নহল। গোলাপী বা কেশৱৰ কোনো খবৰ তেওঁ নেপালে। হাবিৰ মাজত ঘূৰি ঘূৰি যেতিয়া বৰ ভাগৰ লাগিল, তেতিয়া তেওঁ বিশ্ৰামাৰ্থে এজোপা গছৰ তলত বহিলে গৈ। অলপ পৰৰ পাচতে তেওঁ টোপনিত পৰিল। আৰু পৰীৰ ৰজা আৱৰণে গোপালক সেই শুই থকা অৱস্থাত দেখিলেগৈ। আৱৰণে নিজৰ বৈজ্ঞানিক জ্ঞানেৰে জানিব পাৰিছিল যে, পকে তেওঁৰ আদেশ পালন কৰিবলৈ গৈ, বিপৰীত ফল ঘটাইছে। ভুল কৰি সি আন মানুহৰ চকুত সেই ফুলৰ ৰস ঢালি দিছে। সেই কাৰণে আৱৰণে নিজহাতে সেই ফুলৰ ৰস শুই থকা গোপালৰ চকুত সানি দিলেহি। এনেতে, কেতেকী

আৰু কেশৰ ঘূৰি ঘূৰি সেই ঠাইতে উপস্থিত হলহি। আৰু, গোপালে শুই উঠি প্ৰথমেই কেতেকীক দেখা পালে। ফুলৰসৰ গুণত গোপাল তেতিয়াই কেতেকীৰ প্ৰতি অনুৰক্ত হল; আৰু নানা ৰকম প্ৰেমালাপেৰে তেওঁ তাইৰ গুণ বখানিবলৈ আৰম্ভ কৰিলে।

ইফালে সেই জনশূন্য স্থবিত কেশৰে এৰি যোৱা গোলাপীয়ে বিচাৰি বিচাৰি বহুত পৰৰ পাচত তেওঁক দেখা পালেগৈ। আৰু ভাগ্যক্ৰমে চাৰিওটি সেই একেঠাইতে লগ লাগিল।

কেতেকীয়ে এই নতুন ঘটনাটোৰ একো তৎ ধৰিব নোৱাৰি, অতি আচৰিত হল। তাই ঠৰলাগি গোলাপীৰ পিনে চাই ৰল আৰু ভাবিলে যে, কেশৰ আৰু গোপালে দুয়ো পৰামৰ্শ কৰি আজি তাইক উপহাস কৰিবলৈ ওলাইছে।

গোলাপীয়েও এই ঘটনাত বিস্ময় মানিবলৈ ধৰিলে। যি কেশৰ আৰু গোপাল দুয়ো তাইক আন্তৰিক ভাল পাইছিল, আজি সিবিলাক কেতেকীৰ ইমান অনুৰক্ত হৈ পৰিল। গোলাপী পিচলৈ বিষম চিন্তাযুত হৈ পৰিল।

দুই গাভৰুৰ মাজত এতিয়া মনোবাদ বাঢ়িবলৈ ধৰিলে। নিচেই সৰু কালৰে পৰা দুয়ো দুইৰো বৰ প্ৰিয় আছিল। আজি জীৱনৰ মাজ বাটতে পৰস্পৰৰ ভিতৰত বিভ্ৰাট ঘটি উঠিল। কেতেকীয়ে কলে, "গোলাপী! তুমি কি নিষ্ঠুৰ হৃদয়া হে! মোক কেশবে ইমান বিদ্ৰূপ কৰিবলৈ তুমিয়ে শিকায় দিছা? আৰু, তোমাক পগলা হৈ ভাল পোৱা গোপাল, মই যাৰ চকুৰ শূল, যি মোৰ ছাঁ মাৰিলৈকো ঘিণ কৰে, — সেই গোপালেও যে আজি মোৰ প্ৰতি এনে আদৰ দেখাই মোক এনে বিদ্ৰূপ কৰিছে, সিও তোমাৰেই কাজ। আজি তুমি মোক কিয় এনে ব্যৱহাৰ কৰিছা? মতা মানুহৰ লগত যোগ দি, সৰুকলীয়া সখীক এনে অপমান কৰা কি তোমাৰ সখীয়াৰ চিন?"

গোলাপীয়ে তেতিয়া অতি দুখেৰে কেতেকীৰ মুখৰপিনে চাই কবলৈ ধৰিলে, "সখী! তোমাৰ এই দুখ আৰু ক্ৰোধ দেখি মই আচৰিত হৈছোঁ! তুমি কেতিয়াও মোৰ অনাদৰৰ পাত্ৰী নোহোৱাঁ। কিন্তু, আজি মোৰ মনত হৈছে, যেন মই হে তোমাৰ অনাদৰৰ পাত্ৰ হৈছোঁ।"

কেতেকী, — "এৰা! কি আচৰিত। তোমাৰ বাহিৰ আৰু ভিতৰ সম্পূৰ্ণ বেলেগ! তোমাৰ মুখৰ কথা শুনি জনা যায়, তুমি যেন এই বিষয় একোৱেই নেজানা! কিন্তু মই পাচ দিলেই অঙ্গী-ভঙ্গী দেখাই মোক বিদ্ৰূপ কৰি থাকা! বুজিলোঁ, তোমাৰ হৃদয়ত চেনেহ, দয়া মায়া, একো নাই! সেইবিলাক থকা হলে তুমি আজি মোক ইমান বিদ্ৰূপ নকৰিলাহেঁতেন।"

গাভৰু দুজনৰ মাজত যেতিয়া এইদৰে বাদ-প্ৰতিবাদ চলি আছিল, তেতিয়া গোপাল আৰু কেশৰ কত আছিল?— সিবিলাক দুয়ো একোজনী গাভৰু কেতেকীৰ প্ৰতি অনুৰক্ত হৈ মলযুদ্ধত লাগি গল। আৰু দুয়ো দেখাখেদিকৈ আঁতৰ হল? ডেকা দুজনৰ বিপদ আশঙ্কা কৰি গাভৰু দুটিও সিবিলাকক বিচাৰিবলৈ তাৰপৰা আঁতৰ হল।

আৱৰণ আৰু পকে এই দুৰ্ঘটনাৰ কথা জানিবলৈ আৰু বাকী নৰল। আৱৰণে কলে, "পক! সঁচাকৈয়ে এইবিলাক তোৰ অসাৱধানতাৰ ফল নে ইচ্ছা কৰি তই এই কাৰ্য্য কৰিছ?"

পক— "মহাৰাজ! মোক অবিশ্বাস নকৰিব, মই ভুলত হে এনে কৰিছোঁ। আপুনি কেৱল ইয়াকে কৈছিল যে, এথেঞ্চবাসীৰ গাৰ কাপোৰ দেখিলেই মই ডেকাক চিনিব পাৰিম। এতেকে, ভাবি চাওক মোৰ কোনো অপৰাধ নাই। যি কি নহওক, যি ঘটিছে, সিও এটা কম ধেমালিৰ বিষয় হোৱা নাই।"

আৱৰণ—"ই ধেমালি নহয়। গোপাল আৰু কেশৰ যুদ্ধত প্ৰবৃত্ত হৈছে! মই তোক অনুমতি কৰিছোঁ, তই এতিয়াই গৈ নিশাতেই সেই হাবিখন কুঁৱলিৰে ঢাকি চাৰিওফালে আন্ধাৰ কৰি দেগৈ, যাতে ইহঁতে এটাক আনটোৱে দেখা নেপায়, আৰু যাতে বাট-পথ হেৰুৱাই ইয়াতে সিহঁত ঘূৰি থাকে। যেতিয়া দেখিবি ঘূৰি ঘূৰি ভাগৰ লাগি দুয়ো টোপনিত পৰিব, তেতিয়া এই ফুলৰ ৰস উলিয়াই কেশবৰ চকুত ঢালি দিবি। তেনেহলে কেতেকীৰ প্ৰতি ইয়াৰ আৰু নতুন প্ৰেম ভাব নেথাকে!— আৰু ইটো ৰস গোপালৰ চকুত দিবি! সি চকু মেলিয়েই কেতেকীক দেখিব। তাৰ পিচত দুয়ো গাভৰুৱে নিজ নিজ প্ৰণয়পাত্ৰ পাই সুখী হব। আৰু তেতিয়া চাৰিওৱে বিস্ময় মানি এইবোৰ সপোন যেন ভাবিব।"

ইফালে পৰীৰাণী টিটামিয়া তেতিয়া শুই আছে। আৱৰণ গৈ দেখিলে, এজন বাটৰুৱা মানুহে বাট হেৰুৱাই ৰাণীৰ মূৰৰ ওচৰতে শুই আছে। সেই মানুহজন জাত অকৰা। পৰীৰাজে সেই অকৰা মানুহটোৰ মুখত এটা গাধাৰ মুখা আনি পিন্ধাই

দিলে। মুখাটো তাৰ মুখত ইমান সুন্দৰ কৰি খাপখাই ধৰিলে যে, সি অতি স্বাভাৱিক যেন বোধ হল। আৱৰণে কলে, "এই অকৰাটোকে, অহঙ্কাৰিণী টিটামিয়াৰ আগত উপস্থিত কৰাব লাগিব। শুই উঠি ইয়াৰ প্রতি চোৱা মাত্রকে দন্দুৰী ৰাণী ইয়াৰ অনুৰাগিনী হৈ পৰিব। তেতিয়া সুন্দৰীৰ সকলো গৰ্ব্ব খৰ্ব্ব হব।"

টিটামিয়াই চকু মেলা মাত্রেই সেই অপূৰ্ব্ব জীৱটোকে দেখা পালে। আৰু তেতিয়াই ফুলৰ ৰসৰ গুণ ধৰিলে। টিটামিয়াই সেই নিৰ্ব্বোধ, অকৰা, গাধা, চহা মানুহটোৰ ৰূপ-গুণ বখানিবলৈ ধৰিলে।

তাৰ পাচত ৰাণীয়ে কলে, "তোমাক যিমান ৰূপবান দেখিছোঁ, তুমি সিমান বুদ্ধিমান নে?" সেই গাধা মানুহে কলে, "বুদ্ধি আছে নে নাই, মই নেজানো, তথাপি এই হাবিডোখৰ পাৰ হৈ যাব পাৰিলেই যথেষ্ট বুদ্ধি আছে বুলি ভাবিম।"

প্রণয়-মুগ্ধা ৰাণীয়ে কলে, "নহয়, প্রাণাধিক! হাবিৰ বাহিৰলৈ যোৱা ভাব ত্যাগ কৰক। মোক সামান্য পৰী ভাবি অৱজ্ঞা নকৰিব। মই আপোনাক ভাল পাইছোঁ। মোৰ লগত আহক আপোনাৰ সেৱাৰ নিমিত্তে অনেক পৰী নিযুক্ত কৰি দিওঁ গৈ।"

টিটামিয়াই তেতিয়া চাৰিজনী পৰী মাতি তেওঁৰ নতুন পতিৰ সেৱাৰ নিমিত্তে নিযুক্ত কৰি দিলে। আৰু সিহঁতক উপদেশ দিলে, "তহঁত, এই মধুৰ মূৰ্ত্তি ভদ্র মহোদয়ৰ সেৱাত নিযুক্ত থাক। কোনোৱে এওঁৰ সম্মুখত আনন্দ উল্লাস কৰ। কোনোৱে সোৱাদ ফল আনি দিবি; কোনোৱে মৌৰ বাহৰপৰা মৌ পাৰি আনি দিবি।" তাৰ পাচত চেনেহেৰে নতুন পতিক কলে, "আহাঁ, প্রাণেশ্বৰ, মোৰ ওচৰত বহাঁহি। মই তোমাৰ এই দীঘল নোমেৰে পৰিপুৰিত গলধনত ধৰি স্পৰ্শ সুখ অনুভৱ কৰোঁ, আৰু তোমাৰ এই ধুনীয়া দীঘল কাণ দুখনত ঘনে ঘনে চুমা খাওঁ!" অলপ পৰ ৰৈ ৰাণীয়ে আকৌ কলে, "প্রিয়তম প্রাণাধিক! কি খাবা কোৱাঁ?" গাধাৰ মুখা পিন্ধি, সেই হতভগা নিৰ্ব্বোধে গাধাৰ আহাৰৰ প্রবৃত্তিও পাইছিল। সি কলে, যদি পাৰা তেনেহলে কিছুমান শুকান ঘাঁহ আৰু মটৰ মাহ আনি দিয়াঁ।" তাৰ পিচত ৰাণীয়ে কলে, "আহাঁ, তুমি মোৰ এই হাততে মূৰ দি, সুখেৰে টোপনি যোৱাঁহি। তোমাক যে মই কিমান ভাল পাওঁ, তাক কথাৰে প্রকাশ কৰিব নোৱাৰোঁ।"

যেতিয়া ৰাণীৰ বাহুত মূৰ থৈ সেই অবোধ প্রাণী অবাধে টোপনি গৈছিল, তেতিয়া আৱৰণে ৰাণীৰ আগত থিয় হৈ অন্য ফুলৰ ৰস চতিয়াই দিয়াত ৰাণীৰ জ্ঞান আহিল আৰু ৰাণীৰ এই অভিনৱ প্রণয়াশক্তি দেখি, ৰাণীক তেওঁ যিমান পাৰে হাঁহিলে, আৰু ককৰ্থনা কৰিলে। ৰাণীয়ে আৰু কি কব, এতিয়া লুকাবলৈ চেষ্টা কৰা মিছা। কিয়নো, সেই হতভগা নিৰ্ব্বোধ চহাটো, এতিয়ালৈকে ৰাণীৰ বাহুত আবদ্ধ হৈ টোপনি গৈ আছে! প্রেমৰ নিদৰ্শন স্বৰূপ তাৰ মূৰটিও ফুলৰ মালাৰে সুশোভিত হৈ আছে। আৱৰণে ৰাণীক হেঁপাহ গুচাই বিদ্রূপ আৰু উপহাস কৰিলে। আৰু তাৰ পিচত সুবিধা চাই মাতৃহীন সেই লৰাটো পাবৰ নিমিত্তে আকৌ প্রস্তাৱ কৰিলে। ৰজাই নিজে ৰাণীক অন্যৰ প্রতি প্রণয়াশক্ত দেখিলে; গতিকে ৰাণীয়ে তেতিয়া এই সামান্য বিষয়ে অস্বীকাৰ কৰা টান হৈ পৰিল। তেওঁ পৰীৰজাক সেই লৰাটো দিব, এই কথা শুনা গল।

এইৰূপে আৱৰণৰ অনেক দিনৰ কামনা কৃতকাৰ্য্য হল; লৰাটিক তেওঁ ভৃত্যৰূপে পালে। ফুলৰ ৰসৰ প্রভাৱে ৰাণীক এই দুৰ্দ্দশাৰ মাজত পেলাই পৰীৰাজ এতিয়া মনে মনে দুখিত হল। ৰাণীক পূৰ্ব্বৰ অৱস্থা ঘূৰাই দিবৰ নিমিত্তে তেতিয়া তেওঁ আন ফুলৰ ৰস ৰাণীৰ চকুত সানি দিলে। ৰাণীৰ আকৌ পূৰ্ব্বৰ দৃষ্টি ঘূৰি আহিল। তেওঁ তেতিয়া সেই গাধাৰ মুখা পিন্ধা মানুহটোৰ প্রতি চাই ঘৃণাতে মুখ ঘূৰালে। আচৰিত হৈ কবলৈ ধৰিলে, — আৰু, কি আশ্চৰ্য্য! এই পশু মূৰ্ত্তি হতভগা চহা মানুহটোৰ প্রতি মই কেনেকৈ অনুৰক্ত হৈছিলোঁ! পৰীৰাজ আৱৰণে তেতিয়া মানুহটোৰ মুখৰপৰা সেই গাধাৰ মুখাখন খুলি আনিলে; হতভগা তেতিয়াও টোপনি যাবলৈ ধৰিলে। কৃত্রিম মুখাখন আনিলে সঁচা, কিন্তু তাৰ স্বাভাৱিক মূৰটি সেইদৰেই থাকিল।

যেতিয়া পৰীৰ ৰজা আৰু ৰাণীৰ এই দৰে পুনৰ্ম্মিলন সংঘটিত হল, তেতিয়া ৰজাই সকলো ৰহস্য প্রকাশ কৰিলে আৰু সেই হাবিৰ মাজত থকা সেই প্রণয়োন্মত্ত ডেকা-গাভৰুবিলাকৰ কথাও ক্রমে ক্রমে ৰাণীক জনালে। আৰু তাৰ পৰিণাম কি হল, তাক চাবলৈ ব্যগ্র হৈ আৱৰণ আৰু টিটামিয়া সেই পিনে যাবলৈ ধৰিলে।

আৱৰণ আৰু টিটামিয়াই দেখিলে যে, সেই বিবাদী

প্ৰেমিক দুজন শুকান মাটিৰ ওপৰত টোপনি গৈ আছে। সিবিলাকৰ ওচৰতে নিজ নিজ প্ৰণয়িনী দুটীও টোপনিত পৰি আছে। পকে তাৰ পূৰ্ব্বভ্ৰম দূৰ কৰিবলৈ আকৌ সাধ্যমতে যত্ন কৰিছিল, আৰু কৌশলেৰে সকলোকে একেলগ কৰিবলৈও চেষ্টাত আছিল। এতিয়া সি সুবিধা পাই, তাৰ প্ৰভুৰ আদেশ মতে, আন ফুলৰ ৰস কেশৱৰ মুখত সানি দি সিহঁতৰ মোহ দূৰ কৰি দিলে।

কেশৱে শুই উঠিয়েই গোলাপীক দেখা পালে। দেখা মাত্ৰে তেওঁৰ মোহ গুচিল, আৰু পূৰ্ব্বৰ দৃষ্টি ঘূৰি আহিল! পূৰ্ব্বৰ জ্ঞান, ৰীতি-নীতি সকলো হল; গতিকে এতিয়া গোলাপীৰ প্ৰতি তেওঁৰ পূৰ্ব্বৰ প্ৰেম হৃদয়ত পুনঃ সঞ্চাৰ হল। আৰু নানা প্ৰকাৰৰ প্ৰেমালাপ কৰিবলৈ তেওঁ প্ৰবৃত্ত হল। সিবিলাকে বুজিব নোৱাৰিলে যে, যোঁৱা ৰাতিৰ ঘটনা বিলাক সঁচা নে মিছা। দুয়ো ভাবিলে, বোধ হয় দুয়ো সেই মাজ নিশা একে ৰকমৰ সপোনকে দেখিছিল।

ইফালে গোপাল আৰু কেতেকীয়েও সাৰ পালে। গভীৰ টোপনিত পৰি কেতেকীৰ ব্যাকুল হৃদয় শান্ত হৈ আছিল। গোপালৰ প্ৰণয়ালাপ এতিয়া তাই সৰল অন্তঃকৰণেৰে শুনিবলৈ ধৰিলে। এতিয়া সিহঁতৰ সেই প্ৰেমালাপ আৰু বিদ্ৰূপ নহয়। অকপট হৃদয়ৰ অকপট ভালপোৱা জনাই দুয়ো সুখী হল।

ইয়াৰ পাচত দুই সখীৰো আকৌ মিল হল। গোলাপী আৰু কেতেকীৰ অসদ্ভাৱৰ আৰু কোনো কাৰণ নেথাকিল। তেতিয়া চাৰিওটিয়ে মিলি সুহৃদ ভাৱে পৰামৰ্শ কৰিবলৈ ধৰিলে যে, কি কৰিলে সকলোৰে সুবিধা হব। সিহঁতৰ পৰামৰ্শত এয়ে থিক হল যে, গোপালে এথেঞ্চ নগৰলৈ গৈ গোলাপীৰ পিতাকক কব যে, তেওঁ আৰু গোলাপীৰ নিমিত্তে প্ৰাৰ্থনা নকৰে। তেনেহলে তেতিয়া গোলাপীৰ পিতাকেও জীয়েকক ক্ষমা কৰিব আৰু কেশৱৰ লগত তাইৰ বিবাহ হোৱাতো কোনো বাধা নহব। ইয়াকে স্থিৰ কৰি গোপাল এথেঞ্চ নগৰলৈ যাওঁ যাওঁ হৈছে, এনেতে দেখিলে যে, ক্ৰোধ মূৰ্ত্তি ধৰি গোলাপীৰ বাপেক, পলাই অহা জীয়েকৰ অনুসন্ধান কৰি সেই ঠাইতে ওলালগৈ। গোপালে তেতিয়া সকলো কথা গোলাপীৰ পিতাকক ভাঙ্গি কলে, আৰু গোলাপীৰ প্ৰতি তুষ্ট হৈ কেশৱৰ লগত তাইক বিয়া দিবৰ নিমিত্তে প্ৰাৰ্থনা জনালে। তেওঁৰ মনো কোমল হল। তেওঁ অগত্যা এই প্ৰস্তাৱত সম্মত হল। আৰু তেওঁ কলে, "ভাল হৈছে, যি চতুৰ্থ দিনত ৰাজ বিধিমতে অবাধ্যা গোলাপীৰ প্ৰাণদণ্ডৰ কথা আছিল, সেই দিনাই মই সমাজৰ আগত কেশৱৰ হাতত গোলাপীক অৰ্পণ কৰিম।

তাৰপাচত গোপালৰ লগত কেতেকীৰো সেই দিনাই শুভবিবাহ হব তাৰো স্থিৰ হল। সকলো গোলমাল মিটি গল। সকলোৰে হাঁহি মুখে মনৰ সুখে, নিজ নিজ ঠাইলৈ প্ৰস্থান কৰিলে।

পৰীৰাজ আৰৱণ আৰু পৰীৰ ৰাণী টিটামিয়াই অলক্ষে থাকি এই মিলন দৃশ্য চাই সন্তোষ পাইছিল। যেতিয়া ৰজা-ৰাণীয়ে দেখিলে যে, সিহঁতৰ প্ৰিয় অনুচৰ পকৰ কৌশলৰ দ্বাৰাই নায়ক-নায়িকাবিলাকৰ পৰস্পৰৰ মিলন ঘটিল তেতিয়া আৰু সিহঁতৰ আনন্দৰসীমা নেথাকিল। ৰজা আৰু ৰাণীয়েও পৰামৰ্শ কৰি ঠিক কৰিলে যে, এই ডেকা-গাভৰুবিলাকৰ এই আনন্দ মিলন উপলক্ষে সিহঁতেও নিজৰ ৰাজ্যৰ ভিতৰত সেই ৰাতি আনন্দ উৎসৱ কৰিব।

ইপিনে আকৌ যথাসময়ত, শুভক্ষণত কেশৱৰ লগত গোলাপীৰ আৰু গোপালৰ লগত কেতেকীৰ শুভ বিবাহ সম্পন্ন হল। সেই উপলক্ষে সমস্ত পৰী ৰাজ্যত আনন্দোৎসৱ হবলৈ ধৰিলে।

—শ্ৰীমানিক চন্দ্ৰ দত্ত।

## উষালৈ কেইটামান প্ৰশ্ন।

(১) দিবা নে সদায় দেখা, "উষা" চেনেহৰ;
জনম-ভূমিৰ মুখ কৰিবা পোহৰ?
উন্নতি শিৰত লই;
এলাহ নিলগ কই;
সাহিত্য শৰাই ধৰি সভ্য জগতৰ;
পূৰাবা নে চিৰকাল আশা আসামৰ?

(২) দেখাবা নে ঘূৰি ঘূৰি মুখানি তোমাৰ?
জিলিকাবা চিনফেৰি সাহিত্য সেৱাৰ?
দিবা নে সদায় সুখ,

গুচাই হিয়াৰ দুখ;
ৰাইজৰ পৰা চিন লভিবা দয়াৰ,
চেনেহৰ পুতলিটি হবা নে সবাৰ?

(৩) সকলোৰেপৰা তুমি পাই সযতন,
নহবাঁ নে চিৰকাল সাহিত্য-ৰতন?
পাবা নে উছাহ তুমি,
জিলিকাবা মাতৃ-ভূমি;
দেখি তব ৰেহ ৰূপ ৰাঙলী বৰণ,
অসম-আকাশ জুৰি জলিব তপন?

(৪) জনা-শুনা কথাফাঁকি আছে নে মনত,
"দুখুনী অসম আই সাহিত্য ধনত'?
কৰ্ত্তব্যক নেপাহৰি,
বিঘ্ন অতিক্ৰম কৰি,
থাকিবা নে সাহিত্যৰ মূৰ শিতানত?
চিৰকাল জিকিবা নে সাহিত্য ৰণত?

(৫) শিৰফুটা অসমীয়া পাই মিত্ৰবৰ,
কটাবাঁ নে সুকলমে তৃতীয় বছৰ?
পিন্ধি নৱ সাজ-পাৰ,
অসমীয়া অলঙ্কাৰ,
মুহিবাঁ নে মন তুমি নৰ আসামৰ?
থাকিবাঁ পূৰাই ঠাই সাহিত্যাভাবৰ?

—শ্ৰীসূৰ্য্যকুমাৰ দাস।

# সঙ্গীত।

## গ্ৰাম সম্পৰ্কে আৰু কেইআষাৰমান কথা।

ডাঙৰ আৰু সৰু গ্ৰাম (Major and minor scales) ঃ আগেয়ে কোৱা হৈছে যে, সা—ক এৰি আন কোনো সুৰ আশ্ৰয় কৰি গ্ৰাম পাতিলে বিকৃত অৰ্থাৎ কড়ি-কোমল, সুৰৰ অৱশ্যক হয়। কিন্তু অতি পূৰ্ব্বে ইউৰোপীক সঙ্গীতত নি—ক এৰি আন ৬ টা সুৰ আশ্ৰয় কৰি স্বাভাৱিক গ্ৰাম কৰা নিয়ম আছিল, অথচ তাত কোনো বিকৃত সুৰৰ আৱশ্যক নহৈছিল। সেই গ্ৰামবিলাক তলত দেখুওৱা গল ঃ—

১। স—ঋ— + ম—প—দ—নি + সা'
২। ঋ—গ + ম—প—নি + সা' —ঋ'
৩। গ + ম — প — ধ — নি + সা'—ঋ'—গ'
৪। ম—প—ধ—নি+সা' —ঋ— গ'—ম'
৫। প—ধ—নি+সা'—ঋ'—গ'+ম'—প'
৬। ধ—নি+সা' — ঋ'—গ' ÷ ম'—প'—ধ'

আগেয়ে আৰু কোৱা হৈছিল যে, কোনো সুৰ ধৰি গ্ৰাম কৰিলে সেই গ্ৰামৰ সুৰবিলাকৰ ব্যৱধানক সা-গ্ৰামৰ সুৰবিলাকৰ ব্যৱধানৰ দৰে সজাব লাগিব। তেনেকৈ কোনো সুৰক অৱলম্বন কৰি ওপৰত লিখা ৬টা স্বাভাৱিক গ্ৰামৰ কোনোটোৰ আদৰ্শেৰে নতুন গ্ৰাম কৰিব লাগিলে সেই নতুন গ্ৰামৰ সুৰ বিলাকৰ ব্যৱধানৰ আদৰ্শ গ্ৰামৰ সুৰ বিলাকৰ ব্যৱধানৰ দৰে সজাই লব লাগিব। পাঁচোটা পূৰ্ণান্তৰ আৰু দুটা অৰ্দ্ধান্তৰ থকা গ্ৰাম এৰি আন কোনো বিধ গ্ৰাম সঙ্গীতত ব্যৱহাৰ নহয়।

ইউৰোপৰ সঙ্গীত মতে সা ৰ পৰা তৃতীয় সুৰৰ ডাঙৰ আৰু সৰু হিচাবে গ্ৰামভেদ হয়। যি গ্ৰামৰ গ, ডাঙৰ তৃতীয় (Major third) তাক ডাঙৰ গ্ৰাম (Major Scale) কয়; ইয়াকে আমি স্বাভাৱিক গ্ৰাম বোলোঁ। এই গ্ৰামটো সা-ৰ আদৰ্শে হয়, অৰ্থাৎ ইয়াৰ তৃতীয়-চতুৰ্থ তাক সপ্তম-অষ্টম সুৰৰ ব্যৱধান চুটি। যি গ্ৰামৰ গ সৰু-তৃতীয় (minor third) তাক সৰু গ্ৰাম (Minor Scale) বোলে। ধ-ক আশ্ৰয় কৰি এনে গ্ৰাম হয়;

* "—" এনে বিলাক পূৰ্ণান্তৰ আৰু ÷ এনেবিলাক অৰ্দ্ধান্তৰৰ চিন।

ইয়াৰ দ্বিতীয়-তৃতীয় আৰু পঞ্চম-ষষ্ঠ সুৰৰ ব্যৱধান চুটি। এই দুয়োটা গ্ৰামকেই স্বাভাৱিক গ্ৰাম বোলে। কিয়নো ইয়াৰ ভিতৰত কোনো বিকৃত সুৰ নাই।

সঙ্গীতৰ সকলোবিলাক গ্ৰামেই এই দুটা গ্ৰামৰ ভিতৰত। আজিকালি ইউৰোপীয় সঙ্গীতত এই দুটা গ্ৰাম এৰি, অৰ্থাৎ ওপৰত লিখা ১ম আৰু ৬ষ্ঠ বিধ গ্ৰাম এৰি আৰু আনবিলাক গ্ৰামৰ প্ৰচলন নাই। কিন্তু হিন্দু সঙ্গীতত সেই দুয়োটা গ্ৰামৰপৰা নানাবিধ ৰাগ-ৰাগিনীৰ সৃষ্টি হৈছে। আজিকালি সঠিক আশ্ৰয় কৰিয়েই ওপৰত লিখা দুবিধৰ আদৰ্শে গ্ৰাম সাজি তাৰ দ্বাৰাই সেই ৰাগবিলাক গোৱা হয়। যেনে ঃ— সা-ক আশ্ৰয় কৰি ওপৰত লিখা ২য়-৩য় আৰু ৬ষ্ঠ-৭ম (মুঠে নি আৰু সা-ক অৰ্দ্ধান্তৰ ৰাখিবৰ নিমিত্তে অনুলোমত ৭ম-৮ম) অৰ্দ্ধান্তৰ কৰিলে অনুলোমত সা ঋ গো ম প ধ নি সা' আৰু বিলোমত সা' নি ধ প ম গো ঋ সা হয়। এনেকুৱা গ্ৰামত সিন্ধু, ভীম, পলশ্ৰী আদি ৰাগিণী গোৱা হয়। এই বিলাক ৰাগৰ অনুলোমত কেতিয়াবা কেতিয়াবা ২য়-৩য়ৰ পৰিবৰ্ত্তে Transationত ৩য় ৪ৰ্থ অৰ্দ্ধান্তৰ থকা হয়।

সা-ক আশ্ৰয় কৰি ওপৰত লিখা ৩য় বিধৰ আদৰ্শে গ্ৰাম কৰিলে, অৰ্থাৎ সা গ্ৰামৰ ১ম-২য় আৰু ৫ম-৬ষ্ঠক অৰ্দ্ধান্তৰ কৰিলে সা ৰো গো ম প ধো নো সা' হয়। এই গ্ৰামত ভৈৰবী ইত্যাদি গোৱা হয়।

সা গ্ৰামৰ ৪ৰ্থ বিধৰ দৰে ব্যৱধান কৰিলে, অৰ্থাৎ সা গ্ৰামৰ ৪ৰ্থ-৫ম আৰু ৭ম-৮মক অৰ্দ্ধান্তৰ কৰিলে সা ঋ গ মী প ধ নি সা' হয় এই গ্ৰামত ইমন ইত্যাদি গাব পাৰি।

সা-ক আশ্ৰয় কৰি ওপৰত লিখা ৫ম বিধৰ আদৰ্শে গ্ৰাম কৰিলে, অৰ্থাৎ সেই গ্ৰামৰ ৩য়-৪ৰ্থ আৰু ৬ষ্ঠ-৭ম (মুঠে নি আৰু সা-ক অৰ্দ্ধান্তৰ ৰাখিবৰ নিমিত্তে অনুলোমত ৭ম-৮ম) অৰ্দ্ধান্তৰ কৰিলে অনুলোমত সা ঋ গ ম প ধ নি সা' আৰু বিলোমত সা' নো ধ প ম গ ঋ সা হয়। এই গ্ৰামত খাম্বাজ ইত্যাদি ৰাগিণী গোৱা হয়।

সা-গ্ৰামক ওপৰত লিখা ৬ষ্ঠ বিধৰ দৰে ব্যৱধান কৰিলে, অৰ্থাৎ সা গ্ৰামৰ ২য়-৩য় আৰু ৫ম-৬ষ্ঠ (মুঠতে নি আৰু সা-ক অৰ্দ্ধান্তৰ ৰাখিবৰ নিমিত্তে অনুলোমত ৭ম-৮ম) অৰ্দ্ধান্তৰ কৰিলে অনুলোমত সা ঋ গো ম প ধো নি সা' আৰু বিলোমত সা' নো ধো প ম গো ঋ সা হয়। এই গ্ৰামত বাগেশ্ৰী, কানাৰা ইত্যাদি গোৱা হয়।

ইয়াক এৰিও আৰু কিছুমান ৰাগ-ৰাগিণী দেখা যায়, যাৰ ওপৰত লিখা ব্যৱধান বিলাকৰ কোনোটোৰ সৈতেও মিল নহয়। যেনে, ষৰজৰ সা ৰো গ মী প ধো নি স; ভৈৰবৰ সা ৰো গ ম প ধো নো সা' ইত্যাদি। এইবিলাক মুঠে সা গ্ৰামতেই বিকৃত সুৰ ব্যৱহাৰ হৈ (Transition দ্বাৰাই) উৎপত্তি হয়।

## ষৰজ পৰিৱৰ্ত্তন।

কোনো গ্ৰামৰ সা সুৰ এৰি আন সুৰক সা কৰি গোৱা-বজোৱাক ষৰজ পৰিৱৰ্ত্তন (Transition) বোলে। ইউৰোপীয় সঙ্গীতত স্বাভাৱিক আৰু বিকৃত ১২ টা সুৰৰ ভিতৰত যেই সেই সুৰকে সা ধৰি গ্ৰাম কৰা হয় দেখি আৱশ্যক অনুসাৰে সকলো সুৰৰে কড়ি কোমল নাম দি লৈছে। কিন্তু হিন্দু সঙ্গীতত ৰো গো ধো নো-ত বাজে কোমল আৰু মী-ত বাজে কড়ি সুৰ নাই। হিন্দু সঙ্গীতত সাধাৰণ মতে, সা, ম, আৰু প গ্ৰামতেই ষৰজ পৰিৱৰ্ত্তন কৰা হয়। সা গ্ৰামত কোনো বিকৃত সুৰ নেলাগেই; ম আৰু প গ্ৰামত কেৱল কামল নি আৰু কড়ি ম-ৰ আৱশ্যক হয়। এই নিমিত্তে চেতাৰ আৰু এচৰাজ যন্ত্ৰৰ আন কোনো বিকৃত সুৰৰ পৰ্দ্দা নেথাকিলেও কোমল নি আৰু কড়ি ম-ৰ পৰ্দ্দা থকা দেখিবলৈ পোৱা যায়। ৰো গা আৰু ধো এই তিনটা বিকৃত সুৰ সা, ম, আৰু প-ক এৰি আন কোনো ডাঙ্গৰ (Major) গ্ৰামৰপৰা নহৈ ওপৰত কোৱা ছটা গ্ৰামৰ আদৰ্শ লৈ সা গ্ৰামৰপৰা নাইবা সা-গ্ৰামৰ ব্যৱধান বিকৃত হৈ (Transition) দ্বাৰাই উৎপত্তি হৈছে।

ক্ৰমশঃ।

* কোনো সুৰৰ পাচৰ সুৰক তাৰ দ্বিতীয় সুৰ বোলে। যেনে, সা ৰ পৰা ঋ দ্বিতীয় সুৰ। সঙ্গীতত দুবিধ দ্বিতীয় সুৰ ব্যৱহাৰ হয়। পূৰ্ণান্তৰ পাচৰ ২য় যেনে সা-ৰ পৰা ঋ, নাইবা ঋ-ৰ পৰা গ; আৰু অৰ্দ্ধান্তৰ পাচৰ ২য়, যেনে গ-ৰ পৰা ম। কোনো সুৰৰপৰা দুটা সুৰৰ পাচৰ যি সুৰ তাক তাৰ ৩য় সুৰ কয়। যেনে, সা-ৰ ৩য় সুৰ গ। তৃতীয় সুৰো দুবিধ, ডাঙ্গৰ তৃতীয় আৰু সৰু তৃতীয়। দুটা পূৰ্ণান্তৰ পাচৰ যি সুৰ তাক ডাঙ্গৰ তৃতীয় বোলে; যেনে সা ৰ পৰা গ নাইবা ম-ৰ পৰা ধ, নাইবা প-ৰ পৰা নি। এটা পূৰ্ণান্তৰ আৰু তিনটা অৰ্দ্ধান্তৰ পাচৰ যি সুৰ তাক সৰু তৃতীয় বোলে, যেনে, ঋ-ৰ পৰা ম, গ-ৰ পৰা প, নাইবা ধ-ৰ পৰা সা'।

# কানিৰ অপকাৰিতা।

ই আজি কেইবাবছৰৰ কথা। লৰাকালতে এদিনাখন এজন বুঢ়া আতৈৰ ওচৰ চাপি পৰীক্ষিতে শুকত সোধাৰ নিচিনা জন্মেজয়ে বৈসম্পায়নক পোছ কৰাৰ মত, শনকাদি ঋষিয়ে সুতত জিজ্ঞাসা কৰাৰ ন্যায়, মৃকণ্ডুৰ লৰাই ধৰ্ম্মপক্ষীবিলাকক সোধাৰ দৰে, কানি নো কি বস্তু, কোন সময়ত কোনে কত জন্ম দিলে ইয়াৰ আকাৰ-প্ৰকাৰ, ভাব-ভঙ্গী, গতিবিধি কাজ-ধৰ্ম্ম কেনেকুৱা এই কথা সোধাত, আতৈয়ে গা-জাহাজৰ লঙ্গৰ পৈলাই মুখ-মাস্তুলেদি কথা-ধুঁৱা উলিয়াই যি কানিৰ কথা, বঙ্গ, কলিঙ্গ, মগধ, মালব, নাকীৰ, নাভীৰ, হীৰ, ধীৰ, কীৰ, কাশ্মীৰ, হৰিকেৰল, চেদ্য, মহাৰাষ্ট্ৰ, নাট, ভাট, বৰাট, কৰ্ণাট, প্ৰভৃতি সৰ্ব্বত্ৰ সকলো দেশৰেই ছৱাল ছোৱালী, লৰা-লুৰী, ডেকা-ডেকেৰী, বুঢ়া-বুঢ়ী সকলোৱে জানে, কিন্তু এই তিনচুকীয়া পৃথিৱীৰ অসমান অসম চুকৰ লৰাই চুকৰ ভেকুলীৰ নিচিনা সেই জনা-শুনা কানিৰ কাব্য কথা নজনা দেখি মোৰ বুদ্ধিটোক ডাঙ্গৰ ঢেঁকিৰে ৰিজাই, কানিৰ জনমবিবৰণ যেনেকৈ কৈছিল, সেই কথা ইয়াত সংক্ষেপে লিখি দিয়া হল।

তাহানি তিৰোতা বিলাকৰ মেখেলাৰ ফুটাকানিবোৰে চুৰাপাতনি বকৰানিত পৰি গেলি পচি নৰকৰ জমাদাৰ কানিৰামৰ উদ্দেশ্যে পাৰ পৰি দোৰ্যোৰ তপস্যা কৰাত তেওঁ আহি দেখা দি সুধিলে,—"তহঁতে কিয় ইমান কষ্ট কৰি তপ কৰিছ? কি বৰ লাগে ল।" তেতিয়া সেই ফটাকানিবোৰে সেৱা জনাই কবলৈ ধৰিলে,—"প্ৰভু, আমাৰ। দোৰ্যোৰ দুৰ্গতিৰ, অসীম অপমানৰ অপাৰ পাৰাবাৰৰ নিচিনা পাৰ নাই। তিৰোতা বিলাকৰ নিকৰুণ ব্যৱহাৰৰ কথা, অসহন অশলাগৰ কথা কৈ কৈ ওৰ পেলাব নোৱাৰি। প্ৰভু, জন্মৰেপৰা আনি সিহঁতৰ লাজ ঢাকি আহিছোঁ। কিন্তু এনেকুৱা উপকাৰী হলেও জীৰ্ণ অৱস্থাত নিকৰুণ ভাবে আমাক বকৰাণিত পেলাই দিয়ে; তাত যে আমি কিমান অপমান পাওঁ তাক কবলৈও লাজ লাগে। মেকুৰীয়ে ক্ষুদ্ৰবিধ আৰু শিয়াল-কুকুৰে ডাঙ্গৰবিধ কাজ আমাৰ ওপৰতে কৰে। এতেকে, তিৰোতাবিলাকৰ এনেকুৱা নিষ্ঠুৰ কামৰ বা ক্ৰাইমৰ নিমিত্তে শাস্তি দিবলৈ আপুনি কেইজনমান কামিলা ডেকাক ঢেঁকীৰ থোৱাৰে সৈতে পঠিয়াই দিয়ক।" কাঁন্দতী হোজা ভকতনী মেখেলাক কানিবোৰৰ এনেকুৱা কাকুতিৰ কথা নিজকাণে শুনি নৰকৰ কাৰ্য্যকাৰক কায়স্থ কুলীয়া কানিৰামে কৰুণা কৰি কবলৈ ধৰিলে,—"হেৰ চুৰাপাতনিৰ তপস্বিনী কানিহঁত তহঁতে এতিয়া কান্দন এৰ, তহঁতৰ দুখ-দুৰ্গতিৰ আঁউসী ৰাতি- পুৱাই সুখৰ হেঙ্গুলবৰণীয়া বেলি ওলাব। যি দেশৰ মানুহে গপত আপোনাক মাত্ৰ ডাঙ্গৰ আৰু বিশ্ব-ব্ৰহ্মাণ্ডত আন সকলোকে সৰু দেখে, নিজক বিদ্বান আনক জধামূৰ্খ, নিজক ধাৰ্ম্মিক আনক নৰ্কী পাপী ভাবে, নিজৰ আচাৰ-ব্যৱহাৰ চলন-চৰিত্ৰ সাজ-পাৰ, কাম-কাজ ভাল, আনৰ গৰ্হিত বোলে, যত মানুহে কাম-কাজ নকৰি বহি বা শুই থাকিবলৈ ভাল পায়, যি দেশত মানুহে ভাই-ককাইৰ শ্ৰীবৃদ্ধি দেখি তুহজুইত পুৰি মৰা যেন কষ্ট পায়, আৰু তাহাঁতৰ দুখ দেখিলে সপ্তম স্বৰ্গৰ সুখ পায়, এনেকুৱা দেশত এতিয়াৰপৰা তহঁতক বৰ আদৰ সম্মানেৰে ৰাজভোগ যেন বুলি পানীত গুলি, বৰী কৰি চিলিমত, আঞ্জাৰ লগত, শুদ্ধচিতে শুদ্ধশৰীৰে খাব। অইন দেশৰপৰাও তহঁতে বেলেগ গঢ়নেৰে — কলা এঠাৰ নিচিনা হৈ গৈ পৰম সমাদৰে ভূক্ত খাদিত ধুমিত পিত হবিহঁক, ইয়াত কোনো সন্দেহ নাই। আৰু, তহঁতক অপমান দিয়োঁতী তিৰোতা বিলাকে সি দেশত জন্মি কানীয়া গিৰিয়েকহঁতৰ কিল খাব, ফটাকানি পিন্ধিব ইত্যাদি। বিশেষতঃ মোৰ বৰৰপৰা হোৱা বাবে আৰু তহঁত মেখেলা-কানিৰপৰা ওপজাৰ নিমিত্তে সি দেশত তহঁতৰ নাম হব কানি।" আতৈয়ে কানিৰ এই জনম বিৱৰণ "খট্টাঙ্গ" পুৰাণৰপৰা কওক বা সাধু কথাৰপৰাই কওক, কানি যে, নিচেই অপবিত্ৰ বস্তু বুলি সকলো দেশৰ আঠুকঢ়াৰপৰা টোকোন-ধৰালৈকে সকলোৱে জানে আৰু তাক বৰ ঘিণ কৰে, এই কানি জন্মবিৱৰণপৰা অন্ততঃ সেইটো বুজিব পাৰি। কিন্তু হলে হব কি, পূৰ্ব্ব কালত ৰাম সুগ্ৰীৱৰ সৈন্যবিলাকে লঙ্কাৰ পৰা অহাত মধুবনত মধু, মধুফল, কল খাই যেনে সন্তোষ পাইছিল, অসম দেশৰ তিৰোতাবিলাকৰ মেখেলা কানিৰপৰা হোৱা এই অপবিত্ৰ কানি খায়েই কোনো গিৰিয়ে ততোধিক জুতি পায়। আৰু আন আন দেশৰ তিৰোতাবিলাকৰ মলিয়ন কানি কলীয়া ৰূপ ধৰি ইয়ালৈ আহে; তাকে খাই কানীয়া ককাইহঁতে কানিৰামৰ লোক পায়গৈ।

এতিয়া মহাত্মা লালবিহাৰী দেৰ বঙ্গ পুৰাণত লিখা কানিৰ জন্মৰ কথা সংক্ষ্যেপে লিখা যাওক। কানি যে কি অপবিত্ৰ জঘণ্য

বস্তু, আৰু তাক খাই কানীয়াহঁতে কেনেকুৱা স্বভাৱ চৰিত্ৰ পায় তাক তৰ পৰা বুজিব পৰা যাব। কলিৰ আদিতে এসময়ত এজন মুনিয়ে এটা পজাঘৰ সাজি তপস্যা কৰি আছিল। তেওঁৰ ঘৰত কৰবাৰপৰা আহি এটা এন্দুৰেও বাহ লয়। এদিন এন্দুৰে মেকুৰীৰ ভয়ত লৰ মাৰি আহি মুনিৰ চৰণত পৰাত মুনিয়ে অনুগ্ৰহ কৰি তাক কথা কব পৰা শক্তি দি মেকুৰী কৰি দিলে; কিন্তু কুকুৰৰপৰা ভয় পোৱাত মুনিয়ে তাকো কুকুৰ কৰিলে। পিচত খোৱা বস্তু আকালত পৰি বান্দৰ হবলৈ খোজাত, মুনিয়ে মৰমৰ কুকুৰটোক বান্দৰ কৰিলে। কিন্তু গৰম কালি পানী নেপাই গাহৰি হবলৈ খোজাত, সি গাহৰি হৈ কিছুমান দিন বোকাপানী খাই বোকাত লুটি লৈ কটালে। তাৰপিচত হাতীৰ সৌভাগ্য দেখি হাতী হবলৈ মন কৰি মুনিৰ ওচৰত সি জনালে; মুনিয়েও যি হওক তাক হাতী কৰি দিলে, আৰু ৰজাই লৈ গৈ তাক পাটহস্তী কৰি ৰাখিলে। এদিন ৰাণী গঙ্গাস্নান কৰিবলৈ ৰজাৰে সৈতে এই পাটহস্তীত উঠিলে। ৰাণী হ'লেও মৰগপতে ওকন্দা মেখেলা পিন্ধা ৰাণী পিঠিত উঠাত অপমান পাই হাতীয়ে জাপ মাৰি ৰজা-ৰাণী দুয়োকো মাটিত পেলাই দিয়াত ৰজাই ৰাণীক মাটিৰপৰা তুলি গা জাৰি দি মৰম দেখুৱাত, সি ৰাণীৰ কপালক শলাগি মুনিৰ ওচৰলৈ গল। আৰু তাক ৰাণী কৰিবলৈ মুনিক খাটিলে। মুনিয়ে যিহওক তাক এজনী অপেচৰীৰ নিচিনা সুন্দৰী তিৰোতা কৰিলে আৰু নাম ৰাখিলে কাফুমনী। পিচত চিকাৰ কৰিবলৈ অহা এজন ৰজাই তাইক লৈ গৈ ৰাণী পাতিলে; কিন্তু এদিন পাটনাদৰ ওচৰত থিয় হৈ নিজৰ ৰূপ তাই চাওঁতে তাতে পৰি মৰিল। মুনিয়ে আহি ৰজাক শোক কৰিবলৈ হাক দি কলে— আপোনাৰ মৰা কাফুমনী ৰাণী কোনো ৰজাৰ জিয়াৰী নহয়, মই এন্দুৰৰপৰা ক্ৰমাৎ তাইক মেকুৰী, কুকুৰ, বান্দৰ, গাহৰি-হাতী, শেহত সুন্দৰী গাভৰু কৰিছিলোঁ। তাই পৰি মৰা এই নাদটো মাটিৰে ভৰাই দি মাৰোক; কাফুমনীৰ গাৰ নোমবোৰ, গাৰ তেজ, মঙ্গহ, হাৰবিলাক সাৰ খাই খাই সৰু সৰু গছ গজিব তাৰ নাম হব কাফু। জীয়াই থকাত গাৰপৰা যেনেকৈ তেজ ওলাইছিল, এতিয়া এই কাফু গছৰপৰাও তেনেকৈ ৰস ওলাব, আৰু সেই ৰসেৰে কানি হৈ কোনো কোনো দুৰ্কপলীয়া দেশৰ পশুকল্প মানুহৰ খাদ্য হৈ সিহঁতক ৰসাতললৈ নিব, আৰু কাফুৰাণীৰ কথাও সকলোৱে মনত কৰিব। বিশেষ, কাফুৰাণী যি যি জন্তু হৈছিল, কানি খোৱা মানুহহঁতে সেই সেই জন্তুৰ, যেনে, — এন্দুৰৰ কাটিছিঙ্গি লুটিপুটি সকলো নষ্টকৰা, মেকুৰীৰ সৰহকৈ ভজামাছ আৰু এৰাঁ গাখীৰ চুৰ কৰি খোৱা, কুকুৰৰ সকলোৱে আগত ভেউ ভেউ কৰা, সকলোৰে সৈতে দন্দ হাই কাজিয়া কৰা, বান্দৰৰ কুচিৎ কাম অস্থিৰতা, বিষ্ঠা খোৱা অপৰিষ্কাৰ অসভ্যতা থকা আদি গাহৰিৰ ঘিণ লগা কাম, মৰ দুখ পালেও গম নোপোৱা আদি হাতীৰ স্বভাৱ, ৰাণীৰ মৰগপত টিঙটিঙীয়া খং ইত্যাদি লক্ষণ আৰু দোষ বোল অনা গোটেই পাব।" এই গল্পটোৰপৰা অন্ততঃ এইটো বেচকৈ বুজিব পাৰি যে, কানি খোৱা কানীয়াহঁতৰ গাতো এইবোৰ জন্তুৰ কুচিৎ দোষবিলাক যোল কলাতে আছে। কানীয়াক যেয়ে দেখিছে সেয়ে এই কথা অৱশ্যে মানিব। হাঁয়! হাঁয়! যি কানিয়ে মানুহক এনে পশু কৰে তাক জানি শুনিও মানুহে খায়, "কিমাশ্চাৰ্য্যমতঃ পৰং!"

এই গল কানি-পুৰাণৰ কথা। নতুন কথা এই। পূৰ্ব্বকালত গিৰীশ দেশত গুটিৰ নিমিত্তে কাফু গছ চাহ কৰিছিল, আৰু মিছৰ দেশত হে প্ৰথমতে কাফুৰ গছ জন্মে বুলি আমালোকে জানো, কিন্তু সকলোৰে আদিতে এচিয়াত তাৰ মাজতো কোচবিহাৰত হে আগেয়ে কাফু জন্মে বুলি বহুতৰ অভিমত। পিচে ক্ৰমাৎ এই কাফু গছ এতিয়া ইউৰোপ, তুৰ্কিস্থান, পাৰশ্য, ভাৰতবৰ্ষ সকলো ঠাইতে জন্ম হৈছে। ভাৰতবৰ্ষত তিনিৰকমৰ কাফু জন্মে। কাশী আৰু বেহাৰত হোৱা পাটনা কানিয়েই ভাল। মালৱ দেশতো তৃতীয় জাতৰ কানি হয়। কিন্তু সকলোত কৈ ভাল কানি হয় তুৰ্কিস্থানত।

শৰৎ কাল বা আহিন-কাতিত কাফু ৰোৱা হয়। গছডাল কলপতীয়া বৰণৰ আৰু প্ৰায় চাৰিফুট দীঘল হয়। গধূলি গুটিবোৰত দীঘলীয়াকৈ আঁকিয়াই থব লাগে। তাৰপৰা এৰাঁগাখীৰৰ নিচিনা ৰস ওলাই প্ৰায় ২৪ ঘণ্টালৈ থাকিলে কানি হয়; এই উপায়েৰে কেইবা বাৰো ৰস উলিয়াই কানি কৰা হয়। আমাৰ দেশৰ পুৰবফালৰ চিনাম্যান বা খেহবিলাকে আৰু অসমীয়াবিলাকে সৰহকৈ কাফিং বা আফিং খায়। আন কোনো কোনো দেশৰ মানুহে আফিং খালেও তাক নিচেই অলপ বুলি ধৰিব লাগে। কানি খোৱাৰপৰা নিজৰ দেশৰ অধঃপতন দেখি চীন গবৰ্ণমেণ্টে আজিকালি কানি খোৱা গুচাবলৈকে আইন কৰিছে। পাঁচ-ছয় বছৰৰ ভিতৰতে চীনত কানীয়া নোহোৱা হব। কিন্তু অসম দেশখন হে কানি-সাগৰত তেনেই তল গল! কোনো বীৰ পুৰুষে বৰাহিৰ নিচিনা কানি-দানৱক সংহাৰ কৰি অসমক উদ্ধাৰ কৰিব পাৰিব যে নোৱাৰে তাক ভগৱন্ত বস্তুৱে হে জানে। মানৱ উপদ্ৰৱ বা মান-ভগনৰ

দিনত অসম আইৰ কিমান সন্তান-সন্ততি কলৈ গল তাৰ লেখ-জোখ, খবৰ-বাতৰি একো নাই, কিমান মানুহক কাটিছিঙ্গি মুন্দামাৰ কৰিলে তাৰ সংখ্যা নাই, মানুহৰ সংখ্যা কম হোৱাত দেশৰ নানান ঠাইত দোৰ্ঘোৰ অৰণ্য হৈ পৰিল; মেলেৰীয়া, কলাজ্বৰ, বসন্ত, জহণী আদি ব্যাধিয়ে দেশৰ মানুহক দিনে ৰাতিয়ে সিফলীয়া কৰিবই লাগিছে। জাকে জাকে বিদেশী মানুহ ইয়ালৈ নাহিলে অসমত অসমীয়া মানুহক আঙ্গুলিৰ আগতেই লেখিব পৰা গলহেঁতেন।

ইংৰাজী ১৯০১ খ্ৰীঃ অব্দৰ চেনচ্‌চ্‌ ৰিপোৰ্টৰ আদিম চুমাৰি বা মানুহ পীয়ল মতে আসামত মানুহৰ সংখ্যা, বছৰে বছৰে আসামত কিমান কানি খৰছ হয় তাৰ গড়হিচাব, প্ৰতিজনে কিমান খায়, মহলদাৰবিলাকৰপৰা চৰ্কাৰে কিমান খাজানা প্ৰতি বছৰে আদায় কৰে, বছৰে কানি বেছি চৰ্কাৰে কিমান টকা পায়, মহলদাৰবিলাকে বছৰে বছৰে কিমান টকাৰ কানি বেছে, তাক তলৰ টেবিলত লিখি দিয়া গল।—

১৯০১ চনৰ মানুহ পীয়লমতে অসমৰ লোক সংখ্যা ঃ

| | | |
|---|---|---|
| গুৱালপাৰা | ..... | ৪৬২০৫২ জন |
| কামৰূপ | ..... | ৫৮৯১৮৭ " |
| দৰং | ...... | ৩৩৭৩১৩ " |
| নগাওঁ | ...... | ২৬১১৬০ " |
| শিৱসাগৰ | ..... | ৫৯৭৯৬৯ " |
| লক্ষীমপুৰ | ..... | ৩৭১৩৯৬ " |
| মুঠ ..... | ..... | ২৬১৯০৭৭ জন। |

১৯০৩-০৪, ১৯০৪-০৫ আৰু ১৯০৫-০৬ চনত যি পৰিমাণে কানি বেছা গল ঃ

জিলা ১৯০৩-০৪; ১৯০৪-০৫; ১৯০৫-০৬।

গুৱালপাৰা মোঃ ৮\\৪ মোঃ ৯।১, মো ৯।৭।

কামৰূপ ১২৬।।৯, ১২২\\২; ১৩০।৩

দৰং ১৮১।।৪; ১৭৭\\৬; ১৮৭।।০

নগাওঁ ২০০/২; ২২৫।৭; ২৩১/-

শিৱসাগৰ ৩৬১।।০; ৩৬৭\\১;৩৭৪/৫/৶

লক্ষীমপুৰ৩৭৩।।২; ৩৮২।৬; ৩৯৮/২

মুঠ মোঃ ১১৫২।১; ১২৮৫।।০; ১৩৩০।৭।

ওপৰত কোৱা কেইবছৰত কানিয়ে অসমৰ টকা যি হাৰে চুচিলে;—

| জিলা। | চৰ্কাৰে। | | মহলদাৰে। | |
|---|---|---|---|---|
| গুৱালপাৰা | সেৰে | ৩৭৲ | সেৰে | ৫৫৲ |
| কামৰূপ | " | ৩৭৲ | " | ৫০ |
| দৰং | " | ৩৭৲ | " | ৪৫ |
| নগাওঁ | " | ৩৭৲ | " | ৫০৲ |
| শিৱসাগৰ | " | ৩৭৲ | " | ৫০ |
| লক্ষীমপুৰ | " | ৩৭৲ | " | ৪৫৲ |

ওপৰৰ কোৱা কেইবছৰত কানিয়ে বছৰি যিমান টকা চুচিলে;—

| জিলা। — | ১৯০৩-০৪; | ১৯০৪-০৫; | ১৯০৫-০৬ |
|---|---|---|---|
| গুৱালপাৰা | ১৩৭৪২৲; | ১৪৭২২৲; | ১৪৬৮৪৲ |
| কামৰূপ | ১৭৬৯২৩৲; | ১৭০১৯৪; | ১৯০২০৭৲ |
| দৰং | ২৫৬৭১৬৲; | ২৫২৫৮৩৲ | ২৫৮৪১০৲ |
| নগাওঁ | ২৭১৮৭৬৲; | ৩০৩৫৫১৮৲; | ৩১০৫৭৯৲ |
| শিৱসাগৰ | ৪৮৯৩৫৬৲; | ৪৮২৯২৫৲; | ৪৯৯৮৪৩৲ |
| লক্ষীমপুৰ | ৫২৯৪০৫৲; | ৫৫০৩০৬৲; | ৫৮১৮৫৭৲ |
| মুঠ — | ১৭৩৮০১৪৲; | ১৭৭৪৩০২৲; | ১৮৫৫৫৮০৲ |

ওপৰত লিখা হিচাবমতে আসামত মানুহৰ সংখ্যা ২৬১৯০৭৭ জন আৰু ১৩৩০ মোন ১৭ সেৰ ৭ ছটাক কানি ১৯০৫—০৬ খ্ৰীষ্টাব্দত বেছা যায়, ইয়াৰ নিমিত্তে কানীয়াই ১৮৫৫৫৮০/ টকা খৰছ কৰে। এতিয়া ভগাই চালে, প্ৰতিজন অসমীয়াই গড়ে প্ৰায় ২ তোলা পৰিমাণে কানি খায়। কিন্তু আমাৰ অসমীয়া মানুহৰ ভিতৰত চাহ বাগিছাৰ আৰু আন আন বিদেশী মানুহকো ধৰা হৈছে; এই বিদেশীৰ সংখ্যা বেছি নহলেও অৰ্দ্ধেক যে হব তাত সন্দেহ নাই; আৰু এইবিলাকে কানিও নেখায়; আৰু কানিখাওঁতা অকল অসমীয়াহে। এতেকে প্ৰতি অসমীয়াই গড়ে ৪ তোলা কৰি বছৰে কানি খায়। আৰু, ১৯০৫—০৬ চনৰ হিচাব

ধৰিলে, ১৮৫৫৫৮০/ টকাৰ গড় হিচাবত প্ৰতিজন মানুহে বছৰে প্ৰায় ৵ বাৰ অনা কানিত খৰছ কৰে। কিন্তু ওপৰত লিখা কানিৰ টকাত মহলদাৰ বিলাকৰ লাভৰ টকা ধৰা হোৱা নাই আৰু সিহঁতৰ লাভৰ টকাও নিচেই তাকৰ নহয়; ইয়াত বাজে কানিৰ মোকৰ্দ্দমাত ভৰণি হোৱা টকাও ধৰিব লগীয়া, এই বিলাক কাৰণে প্ৰতিজন অসমীয়াৰ গাত কানিৰ খৰছ বছৰে প্ৰায় ১৶৵ হব, তাত সন্দেহ নাই। এতেকে, লোক-সংখ্যাৰ অৰ্দ্ধেক ধৰিলেও, ১৩০৯৫৬৮ নিজাপী অসমীয়া মানুহৰপৰা কানিয়ে বছৰি ১৪৭৩২৬৪৲ টকা চুচিছে!!

ক্ৰমশ ঃ—

# "গদাধৰ"।

"গদাধৰ"।— শ্ৰীযুত পদ্মনাথ বৰুৱা ৰচিত। অসমীয়া সাহিত্য, নাটকৰ বিষয়ে, আগৰ দিনৰেপৰা চহকী। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱেই অসমীয়া ভাষাত প্ৰথমে নাটৰ সৃষ্টি কৰে; আৰু তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱে তাৰ অঙ্গ অনেক পুৰঠ কৰে। শ্ৰীশঙ্কৰদেৱে তলত লিখা ছখন নাট নিজে লিখে, ১। কালীয় দমন, ২। পাৰিজাত হৰণ, ৩। সীতাস্বয়ম্বৰ, ৪। ৰুক্মিণীহৰণ, ৫। পত্নীপ্ৰসাদ, ৬। ৰাস। আৰু মাধৱদেৱে তলত লিখা ছখন নাট ৰচনা কৰে ঃ— ১। ভোজন ব্যৱহাৰ, ২। দধিমথন, ৩। কোটোৰা খেলোৱা, ৪। পিপৰাগুচোৱা, ৫। চোৰধৰা, ৬। কংসবধ। এই ১২ খন নাটকে "অঙ্কীয়া" নাট বোলে আৰু তাক সংস্কৃত নাটবিলাকৰ আৰ্হি লৈ লিখা। এই নাট বিলাকৰ প্ৰভাৱ আজিলৈকে কেনেভাবে অটুট আছে সকলো অসমীয়াই জানে। এই "অঙ্কীয়া" নাটবিলাককে আৰ্হি লৈ শ্ৰীশঙ্কৰ আৰু ঁমাধৱদেৱৰ পাচৰ অসমীয়া কবিসকলে অনেক নাট ৰচনা কৰিছিল; আৰু তেনে অনেক নাটৰ আজিকালিও অসমীয়া নামঘৰবিলাকত ভাৱনা কৰা হয়; যদিও সেইবিলাক নাট অঙ্কীয়া নাটৰ সমান আদৃত নহয়। অসমীয়া সমাজত ভাৱনাৰ আদৰ যেতিয়ালৈকে থাকিব, তেতিয়ালৈকে এই নাট পুথিবিলাকৰ নাম জ্বলি থাকিব।

বিলাতী সভ্যতাৰ সোঁতত সকলো ভাৱৰ পৰিবৰ্ত্তনৰ লগে লগে মানুহৰ আমোদ-প্ৰমোদ সম্বন্ধেও আৰ্হিৰ অনেক লৰচৰ ঘটিছে। পুৰাতন ভাৱনা, ৰামলীলা আৰু যাত্ৰা আদিৰ সলনি শিক্ষিত মানুহে থিয়েটাৰ আদিত বেচি সুখ অনুভৱ কৰা হৈছে ; গতিকে দৃশ্য-কাব্যবিলাক আজিকালিৰ ৰংঘৰৰ উপযোগী কৰিব লগা হৈছে। অসমীয়া ভাষাত এই শ্ৰেণীৰ নাটক লিখিবলৈ সৰ্ব্বপ্ৰথমে স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱায়ে বাট দেখুৱায়। ঁহেমচন্দ্ৰ বৰুৱাৰ "কানীয়া-কীৰ্ত্তন" আজিলৈকে অসমীয়া সমাজৰ আদৰৰ বস্তু হৈয়ে আছে, কিন্তু ঁগুণাভিৰাম বৰুৱাৰ "ৰাম-নৱমীয়ে" সিমান মানুহৰ মন আকৰ্ষণ কৰিব নোৱাৰিলে। তাৰ পিছত যেতিয়া অসমৰ প্ৰায় জিলাই জিলাই থিয়েটাৰ কৰাৰ দস্তুৰ হল, তেতিয়া অনেকে বঙ্গলা বা সংস্কৃত নাটকৰ অনুবাদ কৰি, অনেকে বা পৌৰাণিক ঘটনাত গড়িলা লৈ নতুনকৈ এই শ্ৰেণীৰ নাট লিখিবলৈ আৰম্ভ কৰিলে। তেনে কিতাপৰ কেৱল দুই-চাৰিখন মাথোন ছপা হৈ ওলাইছে, বাকীবিলাক এতিয়াও হাতেলিখা অৱস্থাতে আছে আৰু হয়তো সেইবিলাক সেই ভাবেই কিজানি লোপ পাব। আমি জনাৰ ভিতৰত ঁৰত্নেশ্বৰ মহন্তৰ "বেণী-সংহাৰ," (সংস্কৃতৰ অনুবাদ) আৰু শ্ৰীযুত ৰজনীকান্ত বৰদলৈ আৰু শ্ৰীযুত কনকলাল বৰুৱাৰ ৰচিত "সাবিত্ৰী-সত্যবান" নাট দুখনি অতি সুন্দৰ হৈছিল। সেই নাট দুখন ছপা হৈ ওলোৱা বৰ বাঞ্ছনীয় আছিল।

শ্ৰীযুত পদ্মনাথ বৰুৱাৰ "গদাধৰ" খনিও এই শেহৰ শ্ৰেণীৰ নাট। কিন্তু, এইখনি নাটকৰ কিছু বিশেষত্ব আছে। এইখনি নাটক অসমৰ জাতীয় বুৰঞ্জীৰ এজন প্ৰধান বীৰ পুৰুষৰ কাহিনী লৈ লিখা হৈছে। গদাধৰ ৰজাৰ বীৰত্বৰ কথা ভু নোপোৱা অসমীয়া মানুহৰ ভিতৰত কোনোবা আছে বুলি আমাৰ বিশ্বাস নহয়। সেই গদাধৰ ৰজাই ভেশছন কৰি দেশে দেশে ফুৰি ফুৰা আৰু পিচত নিজৰ বাহুবলেৰে পিতৃ-সিংহাসন লাভ কৰা আৰু লৰা ৰজাই অন্যায় কৰি সাধ্বী সতী জয়মতীক হত্যা কৰাৰ পাচত তেওঁৰ যি অনুতাপ হৈছে; তাক দেখুওৱাই এই নাটকৰ প্ৰধান উদ্দেশ্য; আৰু মোৰ মনেৰে গ্ৰন্থকাৰে এই কেইটা চিত্ৰ, অতি সুন্দৰ আৰু স্পষ্টৰূপে আঁকাত কৃতকাৰ্য্য হৈছে। অসমৰ জাতীয় বুৰঞ্জীৰ ঘটনা লৈ নাটক লিখাত শ্ৰীযুত

পদ্মনাথ বৰুৱাই বাট দেখুৱাওঁতা। তেওঁৰ প্ৰথম নাটক “জয়মতী” অনেক অসমীয়া নাটকতকৈ ভাল হৈছে, আৰু “জয়মতী”ৰ পিচত লিখা। “গদাধৰ” তাতোকৈ ভাল হৈছে। আশা কৰোঁ, বৰুৱাদেৱে ইমানতে সামৰণি নেমাৰি আমাৰ জাতীয় বুৰঞ্জীৰ প্ৰধান প্ৰধান ঘটনাবিলাক লৈ যেন আৰু কেবাখনিও এই ৰকমৰ নাটক লিখে। আমাৰ ধ্ৰুব বিশ্বাস যে, “গদাধৰ”ৰ পিচত লিখাখনি নাটক “গদাধৰ”তকৈয়ো ভাল হ'ব। নাটক লিখা কাম, বিশেষতঃ ঐতিহাসিক নাটক লিখা কিমান টান তাক যি এবাৰ লিখিবলৈ হাতত লৈছে তেওঁ হে বুজিব পাৰে। বুৰঞ্জীৰ প্ৰকৃত ঘটনাৰপৰা আঁতৰি নগৈ বা তাক অতিৰঞ্জিত নকৰাকৈ নাটখনি লিখি বৰুৱাদেৱ অতি প্ৰশংসাৰ পাত্ৰ হৈছে। আশা কৰোঁ, অসমীয়া ৰাইজে কিতাপখনি কিনি লিখকৰ উৎসাহ বঢ়াবলৈ পাচ নুহুহকিব। কিতাপখনিৰ ছপা আৰু কাগজ চাই তাৰ মূল্য।।০ আধলি এটি অলপো বেচি হোৱা নাই।

—শ্ৰীহেমচন্দ্ৰ গোস্বামী।

---

(দ্বিতীয় ভাগৰ ১২ টা সংখ্যাৰ পৰিবৰ্তে ৮ টা সংখ্যাহে প্ৰকাশ হৈছিল।
৮ ম সংখ্যাটোতে বছৰটোৰ সামৰণি মাৰিছিল — সম্পাদক।)

# উষা



## উষা

ত্ৰিভুজা ভাৰতী, ত্ৰিনয়ণকোনা,
—পছিম, দক্ষিণ, পুব;
সৃষ্টি-স্থিতি-লয় আদি সভ্যতাৰ
পূৰ্ণ তিনি পুণ্য চুক।

*

পছিমে প্ৰথমে আৰ্য্যৰ প্ৰবেশ,
সভ্যতা নিচান লই;
পুবত শিতান পাতিলে সাধুৰে
আৰ্য্যাবৰ্ত্ত পাৰ হই।

*

আদিম বসতি আউটি অশেষ,
দক্ষিণে যতেকমানে;
সভ্যতা সম্বন্ধ লগালে সেতুৰে
পুণ্য ৰামেশ্বৰ নামে।

*

দ্বাৰকা দুৱাৰ ৰথীয়া পৰিল
যদুকুল চূড়ামণি ;
শিতানে প্ৰহৰী বাণ নৰপতি,
শোণিতৰ গতি মনি।

*

থাকি সজাগৰে, নিশা অৱসানে
উষাৰ জনম দিলে;
পুণ্য প্ৰভা উঠি, স্বৰগ মৰত
পূৰ্ব্বৰাগে ওপচালে।

পছিম সাগৰে মাৰ যোৱা বেলি
এৰাই পাতাল পুৰি;
উষা-জেউতিত পুনু বিমোহিত,
লভিলে জনম ঘুৰি।

*

উদয় অচলে শোণিতৰ শিৰে
সেন্দুৰী বৰণ ধৰে;
অনিৰুধৰূপী তৰুণ অৰুণ,
আকাশী ৰথত চৰে।

*

নিজম প্ৰকৃতি হাঁহে নামনিত
লাবণ্য প্ৰভাত পৰি;
দেৱতা কিন্নৰ, নিমগম নৰ,
উষা অনুভৱ কৰি।

*

উথলি থাকোঁতে হিয়াৰ আবেগ,
চুলেহি আঁচল কোনে?
ৰূপ-ৰস-ৰাগ, মিলি গল তাতে,
সোণত সুৱগা যেনে!

*

পালে ক'ত লয় ক'ৰ কত ভাব,
পায় কোনে তাৰ তত্ত্ব ;
উষা-শক্তিমান উঠিল তপন,
মেলি মিলন-মহত্ত্ব।

# সম্পাদকৰ শৰাই।

নতুন বছৰ।— ইংৰাজৰ নতুন বছৰ মাঘত আৰু আমাৰ নতুন বছৰ বহাগত পৰে। আমি ইংৰাজৰ চনো লিখোঁ, আমাৰ শকো গণনা কৰোঁ। পিচে, এতিয়া মাঘো নহয়, বহাগো নহয়, শাওণত নতুন বছৰটো আমি কৰপৰা পালো? এই প্ৰশ্ন আনে সুধিবলৈ নৌ পাওঁতেই আমি আগধৰি তাৰ উত্তৰ শোধাই থওঁ। এই মাহত আমাৰ নতুন বছৰ কেনেকৈ হল তাক পোন পাকে বুজাবলৈ যোৱাৰ আগেয়ে, আমি বহাগ এৰি শাওণ পালোঁহি কেনেকৈ তাক কৈ ললে উত্তৰ উজু হব। ২য় খণ্ড "জোনাকী"ৰ ১ম, বছৰটো পূৰ হবলৈ যি কাৰণত ১৭ মাহ লাগিছিল, "উষা"ৰো ২য়, বছৰটো পূৰাওঁতে আমাক সেই কাৰণেই লগ ধৰিছিলহি। আমাৰ ন-তে ন-অঁৰা দিয়া গ্ৰাহকৰ প্ৰথম উৎসাহত জানিবা ১ম, বছৰটো ১২ মাহতে পূৰ হৈছিল; কিন্তু পুৰণিৰ ছ-অঁৰাই ২য়, বছৰটো ১৬ মহীয়া নকৰি নেৰিলে। ভাগ্যে, "জোনাকী"ৰ দৰে "উষা"ই গা পেলাই নিদি ৩য়, বছৰটো সাধাৰণ লেখৰ ভিতৰলৈ আনিবলৈ চতুৰ্গুণ উৎসাহেৰে আগবাঢ়িছে।

কিন্তু, ধৰিবলৈ গলে, বছৰৰ নতুনত্ব অকল এটা মাহতেই ধৰি ৰাখিব নোৱাৰে; বহাগত যোৱা বছৰটো আৰম্ভ নকৰা হলে, এইটো বছৰ সেই মাহত নতুন কৰিব লগা নহলহেঁতেন। আন যিবিলাক কাম আন মাহত ধৰা হয়, সেই কামৰ নিমিত্তে নতুন বছৰটো বহাগত বন্ধা নেথাকে। এতিয়া কাৰ্য্যৰ গতিত আমি ২য়, বছৰৰ কাৰ্য্য চতত সামৰিব নোৱাৰি জেঠ পোৱালোঁহি। গতিকে, আমাৰ ৩য়, বছৰৰ কাম ১ম, আৰু ২য়, বছৰৰ নিয়মে বহাগত ধৰিব নোৱাৰি শাওণত হে তাক আৰম্ভ কৰিবলৈ বাধ্য হলোঁ। এইবাৰ শাওণত প্ৰথম মাহ ধৰাৰ আন এটা ঘাই উদ্দেশ্য এই যে, এতিয়াৰপৰা "উষা"ক মাহে-মাহে নিয়মীয়াকৈ উলিয়াব লাগে। মৰমিয়াল গ্ৰাহকৰ অনুগ্ৰহত সেই নিয়ম ৰাখি চলিব পাৰিলে, বহাগৰ আৰম্ভণ শাওণলৈ নিয়াত ৰাইজৰ বিশেষ ক্ষতি একো নহব আৰু এক প্ৰকাৰে ভাবি চালে দেখা যায় যে, বছৰৰ কোনো এটা মাহত নতুন বছৰ ধৰাটো মানুহৰ মনেপতা কথা মাথোন। স্বৰূপাৰ্থত কাল হে জগতৰ আটাইতকৈ পুৰণি। বছৰ সেই পুৰণি কালৰে এটি ভাগ মাথোন। গতিকে, বছৰো পুৰণি; তাক মাজে মাজে মানুহৰ কাৰ্য্যে হে নতুন কৰি থাকে। মানুহে নতুনকৈ কাম এটা হাতত ললে, তাত নতুন উৎসাহ আৰু নতুন বল লাগে; গতিকে মনৰ সেই উৎসাহ আৰু বলৰ লগে-লগে বছৰৰ সেই সময়টিও নতুন যেন লাগে। এতিয়া আমাৰো তৃতীয় বছৰৰ কাম যি মাহত হাতত লৈছোঁ, সেই মাহতে সেই মতে আমাৰ নতুন বছৰ ধৰোঁহঁক। আশা কৰোঁ, গুণগ্ৰাহী ৰাইজে উৎসাহ দি নতুন বছৰত "উষা" নতুনত্ব বঢ়ালে চাব।

# জীৱন-প্ৰবাহ।

গাৱঁৰ বুঢ়া মানুহৰ মুখত আজিকালি প্ৰায় শুনিবলৈ পোৱা যায় যে, দেশত বছৰি সকলো বস্তু কমি আহিছে। মাছ, পছু দিনে দিনে হৰিব লাগিছে, গছ-গছনিত আগৰ দৰে গুটি নলগা হৈছে, মাটিত শাক-পাচলি নোহোৱা হবলৈ ধৰিছে; অইন কি, দেশত বৰষুণৰ অভাৱত মাটি কৰ্কৰীয়া আৰু নীৰস হৈ গৰমৰ পৰিমাণো বছৰি বাঢ়ি আহিব লাগিছে। চাৰিজন বুঢ়া লগ লাগি যেতিয়া অমুক বিলত মাছ মাৰিবলৈ গৈ ভাৰে ভাৰে মাছ আনি গাওঁ-ভুঁইক বিলাই দি, আম গছ কঁঠাল গছৰ তলত পুতি থোৱা কথা মনৰ উলাহেৰে কবলৈ ধৰে, সেইবোৰ আমাৰ মনত সাধুকথা যেন লাগে, সামান্য পুখুৰী এটা সিঁচি তাৰ মাছেৰে গোটেই গাওঁ জোৰোৱা আজিকালি বাস্তৱতে সাধুকথা যেন লাগে। হাবিৰ পছু আৰু পানীৰ মাছ বাস্তৱতে আজিকালি কমি আহিছে। কোনো এঠাইত ব্ৰহ্মপুত্ৰৰ পানী বাঢ়োঁতে এবছৰি কেৱল পোৱালি পছু হে পোৱা গৈছিল, আৰু তাৰ পিচবছৰি

পহুৰ সংখ্যা নিচেই কমিল। চৰাই-চিৰিকতিও এইদৰে কমি আহিছে। চৰাই চিকাৰীয়ে চিকাৰ কৰিবলৈ আগেয়ে যিমান দূৰৈলৈ চৰাই বিচাৰি গৈছিল, আজি-কালি তিমান দূৰৈত আগৰ দৰে হাবি থাকিলেও চৰাই বিচাৰি পোৱা নেযায়। চৰাই টেঙ্গৰ হে মানুহ সমাগমৰপৰা পলাই আঁতৰি পৰে, কিন্তু তাতোকৈ সংখ্যা কমি অহাটো বেচি। মানুহে হাবি ভাঙ্গি মাটি উলিয়াই হাবিৰ পৰিমাণ কমাইছে, আৰু সেই ঠাইবিলাকৰ বন্যজন্তু পলাই আন হাবিলৈ যোৱাটো অনুমান কৰিব পাৰি। কিন্তু বিল-পুখুৰীৰ মাছ মানুহে খাই কম কৰাৰ বাহিৰে আন কি হব পাৰে? শিৱসাগৰ জিলাৰ শালমৰা মাজুলীৰ চাৰিওদাঁতি সসাগৰা হ'লে তাৰ ভিতৰত বনজন্তুবিলাক কলৈ পলাই যায়? জন্তুৰ, বিশেষকৈ বন্য জন্তুৰ বৃদ্ধি সংখ্যা অৱশ্যে অত্যন্ত কম। কিন্তু, প্ৰাণীৰ ইতিহাসত কোনো জন্তুৰ জাতি পৰ্য্যন্ত লোপ পোৱা দেখা গৈছে। ৰুছিয়া দেশৰ মেমথ, আফ্ৰিকা দেশৰ দোদ আজিকালি একেবাৰেই লুপ্ত হল। মানুহে যেনেকৈ মাছ পহু খাই সিহঁতৰ সংখ্যা কমোৱাটো ধুৰূপ, মাংস খোৱা জন্তুৱেও তেনেকৈ অন্য জন্তুৰ বংশবৃদ্ধিত ব্যাঘাত জন্মোৱাটো ধুৰূপ। ঘনচিৰিকা বা ঘৰ-চিৰিকা চৰায়ে মানুহৰ ঘৰত থাকিবলৈ আশ্ৰয় লৈ ধোৰা কাউৰীৰ সাংঘাতিক আক্ৰমণৰপৰা নিজৰ বংশ ৰক্ষা কৰিব পাৰিছে। এৰা, দহিকটৰা কি ক্ষুদ্ৰ আৰু নিৰীহ চৰাই! কিন্তু সিহঁতে কি খায় তাক চালে হতবুদ্ধি হব লাগে। এই চৰাইবিলাকে দিনে ক'ত যে সৰু সৰু পোক খাই উপান্ত কৰিছে, তাক এবেলি কোনোবাই ভাবিছে নে? পোকৰ শত্ৰু চৰাই আৰু ডাঙ্গৰ পোক পৰুৱা। মাছ-পহুৰ প্ৰধান শত্ৰু মানুহ। শাপ, বেঙ, ঘৰিয়াল, উড, আদি জন্তু আৰু মাছৰোকা, গঙ্গাচিলনী আদি চৰায়ো মাছৰ শত্ৰু; আৰু বাঘ, ঘোঙ, সিংহ, কুকুৰ আদিও মানুহৰ লগতে পহুৰ শত্ৰু। ইমান শত্ৰুৰ মাজত স্বভাৱতে কম পৰিমাণে বংশবৃদ্ধি হোৱা জন্তুবিলাকৰ বংশ লোপ হবলৈ উপক্ৰম হোৱাটো একো আচৰিত কথা নহয়।

সংসাৰৰ প্ৰাণীবিলাকৰ জীৱন-প্ৰবাহত অহিংসা পৰমোধৰ্ম্ম নহয়। বাঘক যিদিনাই হিংসা নকৰিবলৈ দীক্ষা দিবা, সেই দিনাই তাৰ জীৱন অন্ত হব। সি ধৰ্ম্ম গ্ৰহণ কৰিবলৈ গৈ জীৱন নাশ নকৰে। সি মহাদেৱৰ মনসা পুত্ৰ, আৰু মহাদেৱৰ "শৰীৰমাদ্যং খলু ধৰ্ম্মসাধনং" বাক্য তাৰ আচল ধৰ্ম্ম। হিংসা কৰা ভাল নে বেয়া, ধৰ্ম্ম নে অধৰ্ম্ম তাক সি নেজানে, কিন্তু তাৰ শৰীৰ-ৰক্ষণ সৰ্ব্বতোভাৱে কৰণীয় তাক সি বিশেষকৈ জানে। শৰীৰক কষ্ট দিলে মহাদেৱৰ বাক্য লঙ্ঘন কৰা হব, আৰু "আদ্য ধৰ্ম্ম"ও নষ্ট হব। শৰীৰো পতন, মহাদেৱৰ বাক্যও লঙ্ঘন, তাৰ পক্ষে ই কেতিয়াও হব নোৱাৰে। সি যি কৰক নকৰক, সংসাৰখন যে দোৰ্ঘোৰ যুদ্ধৰ স্থলী তাৰ কোনো সন্দেহ নাই। এদিন যুদ্ধবিগ্ৰহ বন্ধ হলেই বহুত প্ৰাণীৰ জীৱন অন্ত হব। যুদ্ধ হৈছে জীয়াই থাকিবলৈ কৰা যুদ্ধ। যাৰে বল আছে, সেয়ে বল নোহোৱাক যুদ্ধত পৰাভৱ কৰি অন্ত কৰিছে, আৰু বলী হৈ সংসাৰত সুখেৰে জীৱন নিৰ্ব্বাহ কৰিছে। এই ৰণকে ডাৰউইন চাহাবে "Struggle for existence" বুলিছে। ইতৰ প্ৰাণীৰ ভিতৰত ভদ্ৰাভদ্ৰ জ্ঞান নোহোৱাকৈ, অৰ্থাৎ ভদ্ৰলোকৰ দস্তুৰলৈ ভ্ৰুক্ষেপ নকৰি এই যুদ্ধত লাগি গৈছে। কিন্তু, ওপৰ খাপৰ প্ৰাণীবিলাকৰ ভিতৰত এই তুমুল সংগ্ৰাম কি ভাৱে চলিছে তাক এবেলি চাবৰ মন যায়।

সভ্য জগতত সভ্যভাৱে মানুহৰ ভিতৰত খোৱা-কামোৰা চলিছে। আন্দামান আৰু নিকবৰ দ্বীপৰ অসভ্য নঙঠা অধিবাসীবিলাকে বাটত কি হাবিত মানুহ লগ পালে শুদাই নেৰে। সিহঁতে মানুহৰ মঙ্গহ খাই বৰ তৃপ্তি পায়। ইউৰোপীয় পাদুৰী চাহাব এজনে ধৰ্ম্মৰ উপদেশ দিবলৈ যাওঁতে এবাৰ এই নৰমাংসলোলুপীহঁতৰ হাতৰপৰা সাগৰত পৰি সাঁতুৰি হে প্ৰাণ ৰক্ষা কৰিব পাৰিছিল। এনে মানুহ কেৱল আন্দামান দ্বীপতে যে আছে এনে নহয়, পৃথিৱীৰ বহুত অংশত আছে, আৰু অসভ্য জনোৱাৰৰ দৰে জীৱন প্ৰবাহৰ সংগ্ৰামত লাগিবলৈ ইহঁতে অলপো সঙ্কোচ নকৰে। সভ্য জাতিবিলাকৰ এই সংগ্ৰাম সভ্যৰূপে আৰু নানা কৌশলেৰে চলে, নৈতিক বলৰ ছাঁ দেখুৱাই পাশৱ বলৰ আশ্ৰয় লয় আৰু জীৱন-সংগ্ৰাম ভয়ঙ্কৰ কৰে। এটা জাতিয়ে আন এটা জাতিৰে ৰণ বা যুদ্ধ কৰে; সি আন একো নহয়, কেৱল জীৱন-যুদ্ধ। যি জাতিয়েই বলিয়ান যেন অনুভৱ কৰে, সেই জাতিৰেই হাতত খজুৱতি ধৰে। আৰু খজুৱতি মাৰিবলৈ এটা নহয় এটা উপায় ওলায়। পঢ়িবলৈ বৰকৈ ধাউতি নথকা ছাত্ৰৰ গধূলি পঢ়ি থাকোঁতে সোনকালে শুবৰ ইচ্ছা হলে, শুবলৈ যেনেকৈ এটা নহয় এটা কাৰণ ওলায়, তেনেকৈ বলমত্ত জাতিৰো নিৰ্ব্বলী জাতিক হেচা মাৰি ধৰিবলৈ

এটা নহয় এটা খোপতি ওলায়, আৰু দলে দলে সৈন্য-সামন্ত গোট খাই হেজাৰে হেজাৰে মানুহ ধ্বংস কৰে। ইতৰেতৰ জন্তুৰ নিচিনাকৈ মানুহৰ সংখ্যাৰ বৃদ্ধি কম হোৱাহেঁতেন অনেক অনেক জাতি পৃথিৱীত লুপ্ত হলহেঁতেন। এতিয়াও যে কোনো বিশেষ জাতিক নষ্ট কৰি আন জাতি বৰ হৈ পৃথিৱীত বলিয়ান হোৱা নাই এনে নহয়। আমেৰিকাৰ অসভ্য জাতি আজি লুপ্ত প্ৰায়, অষ্ট্ৰেলীয়াৰ আদিবাসীৰ বংশ-পৰিয়াল শেষ হল, আফ্ৰিকাৰো অনেক অসভ্য জাতি-লুপ্ত হবলৈ ধৰিছে। পৃথিৱীৰ বলিয়ান আৰু বুদ্ধিমান জাতিৰ জীৱন-সংগ্ৰামৰ কোবত এইবিলাক জাতি নাইকিয়া হৈ গৈছে। চকুৰ আগতে কত কত যুদ্ধ-বিগ্ৰহ হৈ যাব লাগিছে, ইয়াৰ ফলস্বৰূপে নিৰ্ব্বলীৰ প্ৰাণ নাশ আৰু বলীৰ জীৱন লাভৰ বাহিৰে আন কি হব পাৰে? আৰু এই যুদ্ধ-বিগ্ৰহ পৃথিৱীত জীৱ থাকেমানে চলি থাকিব। আজিকালি ৰণবিলাকৰ গুৰি যদি আমি ফঁহিয়াই পুঙ্খানুপুঙ্খকৈ চাওঁ, তেন্তে দেখিবলৈ পাম যে, গাৰ বলে আগুৱাই দি লোকক থেলি নিজক সুখে-সন্তোষে ৰখা মানুহৰ মহতী ইচ্ছা। এই ইচ্ছাৰ ঢাকনি নানা তৰহৰ নৈতিক নিয়ম। নীতিৰ তলত বলৰ মটমটনি ফেৰা নথকা হলে বুৱৰৰ ৰণত, ৰুছ-জাপানৰ ৰণত মনুষ্য ধ্বংস কৰি হেজাৰে হেজাৰে মানুহ নষ্ট কৰা ৰণৰ নাম-গোন্ধকে নুশুনিলোঁহেঁতেন।

গ্ৰীষ্ম প্ৰধান দেশতকৈ চেঁচা দেশৰ মানুহৰ শাৰীৰিক আৰু মানসিক প্ৰবৃত্তিবিলাক স্বভাৱতে কম বৃদ্ধি পায়। এতেকে, চেঁচা দেশৰ মানুহ সুচতুৰ, বুদ্ধিমান বলশালী আৰু কাৰ্য্যাক্ষম হয়। গতিকে, জীৱন-সংগ্ৰামত জয়লাভ কৰি পৃথিৱীত জীয়াই থাকিবলৈ সেই জাতি বেচি যোগ্যবান হয়। দেশৰ হেৱা-পানীৰে সৈতে মানুহৰ স্বাস্থ্যৰ বৰ সম্বন্ধ। ভাৰতবৰ্ষৰ আদিবাসীবিলাকক আৰ্য্যবিলাকে নিপাত কৰি এসময়ত খেদাই দিছিল। এতিয়া সেই আৰ্য্য-বংশধৰবিলাকৰ তিমান বলবীৰ্য্য নাই। আজি সিবিলাক আন পৰাক্ৰমশালী জাতিৰ তলতীয়া, জীৱনযুদ্ধত আজি তেওঁবিলাকক ইউৰোপীয় আৰ্য্য জাতিয়ে হৰুৱালে। গোটেই পৃথিৱীত এই হৰা-জিকা, এই মৰণ-ধৰণ আৰু যুদ্ধ-বিগ্ৰহ। ৰণ কৰাটো ন্যায় বা অন্যায় নহয়। বলীয়ে নিৰ্ব্বলীক পীড়ণ কৰাটো আজিকালি সংসাৰ-নিৰ্ব্বাহত ন্যায়সঙ্গত আৰু যুক্তিসঙ্গত হল। "জষ্টিচ" বা ন্যায়পৰায়ণতাৰ অৰ্থ "মাইট" বা জোৰ। "জোৰ যাৰ মুলুক তাৰ" এয়ে ধৰ্ম্ম-কৰ্ম্ম আৰু সকলো। জোৰ কৰি অমুকে অমুক জাতিৰ সবংশে নিৰ্ব্বংশ কৰিলে, ইয়াত একো অন্যায় আৰু অধৰ্ম্ম দেখা অনুচিত। এই গল জাতি যুদ্ধ। সেন চৰায়ে যেনেকৈ সৰু সৰু চৰাইক ধৰি খায়, গাইগোটা মানুহেও যে গাইগোটা মানুহক ধৰি চল পালে প্ৰাণ নাশ কৰে, তাৰ দৃষ্টান্ত বিচাৰি বোধকৰোঁ বহুত দূৰৈলৈ যাব নেলাগে। তান্তিয়া ভীল, প্ৰেমসিং আৰু কত যে নাম-নজলা চোৰ-ডকাইতে কত উপায়েৰে এই সংসাৰ-সংগ্ৰামত একো একো বীৰ হৈ জীয়াই আছিল বা আছে তাৰ সংখ্যা কৰাই সংখ্যা কৰি ৰাখিছে।

আগেয়েই কোৱা হল যে, পৰাক্ৰমী ইংৰাজে হীনবীৰ্য্য ভাৰতীয়ক জীৱন-সংগ্ৰামত হৰুৱাইছে। ভাৰতীয় জাতিৰ ভিতৰত জানো এই খোৱা-কামোৰা নাই? বহুত দূৰৈলৈ নেযাওঁ, আজি অসমীয়া আৰু বঙ্গালীৰ জীয়াই থাকিবলৈ প্ৰধান উপায় হৈছে গৱৰ্ণমেণ্টৰ বিষয় খোৱা। এই বিষয় খোৱাকে লৈহে কেৱল তেওঁবিলাকৰ ভিতৰত অমিল আৰু খিয়লাখিয়লি হৈছে। বঙ্গালীয়ে কোনোপধ্যে অসমীয়াৰ গুণ নেদেখে আৰু ওপৰহতীয়া হৈ নিজৰ প্ৰাধান্য ৰাখি লোকক অনিষ্ট কৰিবলৈ নেৰে। অসমীয়ায়ো নিজৰ গুণ আৰু প্ৰকৃত স্বভাৱৰ যথেষ্ট আদৰ নেদেখাত মিল ভাব লৈ থাকিব নোৱাৰে; অৱশেষত জীৱন-সংগ্ৰামত এফলীয়া ৰণুৱা হবলৈ বাধ্য হয়। ই সময়ৰ সোঁত, ইয়াক এৰিব নোৱাৰোঁ। তুমি সংসাৰ-ক্ষেত্ৰত যুদ্ধ কৰিবই লাগিব। এই জীৱন-সংগ্ৰামৰ বাবেই গোচৰ-মকৰ্দ্দমা, ইটো-সিটোৰে কটাকটি-মৰামৰি।

যদি এই জীৱন-সংগ্ৰামৰ সোঁত চলিয়েই থাকে, অথবা ইয়াৰ প্ৰতাপ দিনে বাঢ়ি হে যায়, তেন্তে মানুহে কি কৰা উচিত? বনৰ জন্তুৰ নিচিনাকৈ থকা হাবিখনত আক্ৰমণ কৰিলে আন এখন হাবিলৈ লৰ মাৰি পলাই নিজৰ প্ৰাণৰক্ষা কৰা উচিত নে, নাইবা সংগ্ৰামত যুঁজিবলৈ বলিয়ান হবলৈ কাৰবাৰ কৰা উচিত? আৰ্য্য জাতিবিলাকৰ তীক্ষ্ণ শৰৰ মুখত তিষ্ঠিব নোৱাৰি অনাৰ্য্য জাতি বিলাকে হাবি-জঙ্ঘল আৰু পৰ্ব্বত-পাষগুলৈ গৈ আশ্ৰয় গ্ৰহণ কৰিলে। আৰ্য্য সন্তানে নিজক আঁটা দেখি বপুৰাহঁতক পৰ্ব্বতৰ পৰাও খেদি দিয়াটো উচিত যেন নেদেখিলে। কিন্তু এতিয়া সিহঁতৰ গতি কি হৈছে? পাশ্চাত্য

বৰতোপ আৰু গুলিৰ মুখত পৰি প্ৰাণ হেৰুৱাবলৈ থকা ঠাই কিছু দুৰ্গম যেন অনুমানত হে ইমান দিন বৰ্ত্তিছে। পলাই প্ৰাণ ৰখা মিছা। অসমীয়াই আন জাতিৰে সৈতে মুখামুখি হবলৈ পাই ভয় খাইছে যে, সময়ৰ সংগ্ৰামত কি জানি টিকিব নোৱাৰিব। অৱশ্যে, আন জাতিৰে সৈতে যুঁজিবলৈ মুখামুখি হওঁতে অসমীয়াই নিজে সেই কাম কৰি লোৱা নাই, কিন্তু ভাগ্যবশতঃ হল। এতিয়া তেওঁবিলাকে এনে স্থলত কি কৰা উচিত, দকৈ ভাবি চাই স্থিৰ কৰা ভাল। জীৱন-সংগ্ৰাম কৰিবলৈ তেওঁলোকে বিচাৰক বা নিবিচাৰক, আনে কিন্তু প্ৰতি মুহূৰ্ত্ততে "যুদ্ধং দেহি যুদ্ধং দেহি" বুলি হুঙ্কাৰ চাৰিবহি। তুমি হাবিত বাঘ বিচাৰি নেযাব পাৰা, কিন্তু বাঘ নিজে আহিলে কি কৰিবা? শিয়ালে হাঁহ ধৰোঁতে হাঁহে ডিঙিটো মেলি দি, শিয়ালে কামোৰ মাৰি নিবলৈ সুচলকৈ দিয়াৰ নিচিনাকৈ অসমীয়াই লোকৰ হুঙ্কাৰ শুনি শত্ৰুক গা এৰি দিব নে কি? প্ৰাণলৈ মমতা থকা গৰু-ছাগলিয়েও মৰিবৰ সময়ত ঠেং-ভৰি আচাৰিহে মৰে। অসমীয়াই এই তুমুল সংগ্ৰামৰপৰা ৰক্ষা পাবলৈ যি যি উপায় অবলম্বন কৰিব লাগে, গভীৰ গৱেষণা কৰি দেশৰ চিন্তাশীল ধুৰন্ধৰসকলে তাত ততালিকে লাগিব লগীয়া হল যেন অনুমান কৰোঁ। প্ৰথমে আমাৰ ভাষা শকত কৰিবলৈ, আমাৰ জীৱিকাৰ উপায় বিচাৰিবলৈ নিজক বেচি যোগ্যবান আৰু সকলোপিনে পৈনত কৰিবলৈ, শত্ৰুৱে আক্ৰমিবৰ কাৰণে চেলু নিদিবলৈ উপায় চিন্তা কৰা উচিত। আমাৰ মানুহ কম, আৰু সেই কাৰণে বল কম, বিদ্বান মানুহ কম; কিন্তু যোগ হৈ একতা স্থাপি একেলগে কাজ কৰিবলৈ সুবিধা। আমাৰ সমাজ উন্নত, ভাষা উন্নত কিন্তু আলোচনা কম গতিকে সমাজ আৰু ভাষাৰে বেচি কাম কৰিব পৰা নাই। ঘৰৰ ভিতৰত, ককাই-ভাইৰ ভিতৰত আমাৰ অনেক অমিল ভাব, খোৱা-কামোৰা, ঠাই-ঠাই হোৱা ভাব থাকিব পাৰে, কিন্তু নিলগৰ শত্ৰুৱে গোটেই অসমীয়া জাতি গিলিবলৈ মুখ মেলিলে তুমি গোট বান্ধি একেটা হৈ শত্ৰুৰ অজেয় হবলৈ চেষ্টা কৰা উচিত নহয় নে? ভাষা সম্বন্ধে আমাক ইংৰাজ গৱৰ্ণমেণ্টে যথেষ্ট সহায় কৰিছে। "হেমকোষ" প্ৰকাশ কৰি, এফ, এ, বি, এ লৈকে অসমীয়া চলাই, গৱৰ্ণমেণ্টে আমাক অশেষ খোপনি দিছে, এতিয়া আমি নিজে আমাক সহায় কৰি জীৱন-প্ৰবাহৰ সম্বল গোটোৱা হে আমাৰ কৰ্ত্তব্য।

অমুকে তমুকটো কৰিলে বুলি কান্দি ওজৰ-আপত্তি কৰি দেখুওৱাটো লাজৰ কথা। সি জীৱন-সংগ্ৰামত হৰাৰ চিন দেখুৱা মাত্ৰ। নিজৰ জাতীয়ত্ব ৰাখিবলৈ হলে, নিজে অসমীয়া বুলি সদায় ইতিহাসত পৰিচয় দিবলৈ হলে, নিজৰ স্বাতন্ত্ৰ্যতা নিজে ৰাখিবলৈ যত্ন কৰা উচিত। ইংৰাজে ফ্ৰেঞ্চ জাতিৰ লগত মিহলি হৈ নিজৰ নাম লুপ্ত কৰিবলৈ কেতিয়াও ভাল নেপায়। কোনো মানুহে নিজৰ জাতি কি বংশ-পৰিয়াল লোকৰ লগত মিহলি হৈ নাইকিয়া হবলৈ ভাল নেপায়। ই প্ৰাণীৰ স্বভাব। সেই কাৰণে, অসমীয়া মানুহেও বঙ্গালী কি আন মানুহৰপৰা সুকীয়া হৈ নিজৰ জাতীয়ত্ব ৰাখিবলৈ ইচ্ছা দেখুৱা একো আচৰিত কথা নহয়, বৰঞ্চ এই কাৰ্য্য সকলোৰে প্ৰশংসনীয়। ইয়াৰ বিপৰীতে যদি কোনো অসমীয়া ধূমকেতুৱে কোনো কাৰ্য্য কৰে, সি কেৱল নিজৰ জ্ঞান নথকা আৰু ইতৰ জন্তুৰ স্বভাৱতকৈও হীনাৱস্থাৰে পৰিচয় দিয়ে।

—শ্ৰীদেবেশ্বৰ চলিহা।

# গীতা।

"ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষুপজায়তে।
সঙ্গাৎ সংজায়তে কামঃ কামাৎ ক্ৰোধে
ভিজায়তে।।
ক্ৰোধাদ্ভবতি সম্মোহঃ সম্মোহাৎ স্মৃতিবিভ্ৰমঃ।
স্মৃতিভ্ৰংশাদ্ বুদ্ধিনাশো বুদ্ধিনাশাৎ
প্ৰমশ্যতি।।"

মাঘৰ বিহুৰ দিনা পুৱাই গা ধুই আধা পোৱা মে-জি এটাৰ কাষত মুঠাৰ কঠ এখনত বহি কাঠৰ হেঙুলীয়া ঠগা এখনৰ ওপৰত সাঁচিপতীয়া শ্ৰীমদ্ভাগবদগীতা পুথি এখন মেলি লৈ, সুৰ ধৰি ডাঙ্গৰকৈ শ্লোক মাতি তাৰ অৰ্থ ব্যাখ্যা কৰিব লাগিছোঁ; একান্তমতে গীতাৰ সেই ব্যাখ্যা শুনি মে-জি কাষৰীয়া ডেকা বুঢ়া শ্ৰোতাসকলৰ মন জ্ঞানযোগ কৰ্ম্মযোগ আৰু

ভক্তিযোগত যোগ হৈ ধৰ্ম্মৰ ভাবত সিজিব লাগিছে; আৰু তপত ছাই আৰু পকা অঙঠাৰ ভিতৰত লৰাহঁতে সুমাই দিয়া সমসাময়িক কেঁচা মোৱাঁ আলু, চীনা-আলু, কাঠ-আলু, আৰু কেঁচা আপইতা বাঁহৰ চুঙাত খুন্দি ঠাঁচি ভৰোৱা বৰা চাউলৰ পিঠাও লগে লগে জুইৰ ভাপত সিজি যাব লাগিছে; এনেতে যাত্ৰী লৈ যোৱা ৰেলগাড়ীয়ে হুচ হুচ্‌ কৰে গৈ থাকোতে বাটত ক্ষন্তেকলৈ গাড়ী ৰখাব লগীয়া কোনো "ষ্টেচন" পোৱাদি ওপৰত কোৱা শ্লোকটোত উপস্থিত হোৱাহি গল। শ্লোকটো সুৰ লগাই মাতি অতাইছোঁ হে মাথোন, হঠাৎ কোনোবাই উচুপি উচুপি কন্দা যেন মোৰ কাণত পৰিল। "কাৰ নো কি হল আকৌ" বুলি মই মূৰ তুলি চাই দেখিলোঁ যে, ওচৰতে মোৰ ঘৰৰ চোতালৰ কেয়াঁবন চিকুনাই থকা কয়েদী কুলি এটাই সেইদৰে কান্দিছে। কি আহুকালৰ কথা! পুথি পঢ়া বন্ধ কৰি কয়েদীটোক কাষলৈ মাতি আনি তাৰ কি হৈছে কিয় কান্দিছে বুলি সুধিলোঁ। এই খিনিতে কৈ আসোঁৱাহ মাৰি থওঁ যে, জেল-দাৰোগাৰে সৈতে বন্দবস্ত কৰি, দিনদেকমানৰপৰা বৰফাটকৰ কয়েদী গোটাচেৰেক অনাই মোৰ ঘৰৰ আলি-পদুলি আৰু চোতালৰ ঘাঁহ-বনবোৰ চিকুনাবৰ দিহা কৰিছিলোঁ। সেই কয়েদী কুলিটোও সিহঁতৰ ভিতৰৰে এটা। "তোৰ কি হৈছে ক?" বুলি আকৌ তাক সোধাত সি উত্তৰ দিলে, "দেউতা! হঠাৎ বন্দীৰ কান্দোন ওলাইছিল; বন্দীৰ অপৰাধ মৰ্ষণ কৰক।" মই কলোঁ "কিয় তোৰ কান্দোন ওলাইছিল ক; ভয় নকৰিবি; মই একো জগৰ নধৰোঁ; নিশ্চয় তোৰ কান্দোনৰ কাৰণ আছে।"

"দেউতাই যদি জগৰ নধৰোঁ বুলিছে, আৰু বন্দীক কবলৈ হুকুম দিছে, তেন্তে কওঁ শুনক। দেউতাই এতিয়া যে গীতাৰ শ্লোকটো মাতিছিল, সেইটো শুনি মোৰ আগৰ কথা মনত পৰি কিবা এটা ভাব খেলাই হঠাৎ কান্দোন ওলাই গল; বন্দীয়ে চম্ভালিব নোৱাৰিলোঁ দেউতা।"

মই আকৌ তাক নিৰ্ভয় দি, কিয় তাৰ তেনে ভাব হৈছিল সকলো কথা ভাঙ্গি-পাতি ভালকৈ কবলৈ কোৱাত, সি "দেউতাৰ যি আজ্ঞা" বুলি হাতযোৰ কৰি কবলৈ ধৰিলে।

"দেউতা, মই অধম পাপীৰ ঘৰ পচ্ছিমৰ গোৱালিয়ৰ জিলাত। মোৰ নাম ভগবান দাস বাবাজী। সৰুতে মই সন্ন্যাস গ্ৰহণ কৰি সন্ন্যাসী হলোঁ। আই-বোপাই ইষ্ট-কুটুম্ব মোৰ সকলো আছিল। কিন্তু মই কাৰো হকা-বধা নুশুনি মোৰ পৰম ধাৰ্ম্মিক অগাধ পণ্ডিত ঈশ্বৰদাস পুৰীৰ ওচৰত মন্ত্ৰ ললোঁ, আৰু তেওঁৰ "চেলা" হৈ দেশ-বিদেশৰ নানা ঠাই নানা তীৰ্থ ভ্ৰমণ কৰিবলৈ ধৰিলোঁ। গুৰুজীৰ মোৰ ওপৰত বিশেষ কৃপা আছিল গুণে মই অলপ কালৰ ভিতৰতে অনেক শাস্ত্ৰত পঁড়িত হৈ উঠিলোঁ। বেদ-বেদান্ত আৰু ঘাইকৈ শ্ৰীমদ্ভাগৱত আৰু গীতাত মই সুনিপুণ হলোঁ। শ্ৰীমদ্ভাগৱত শাস্ত্ৰ মই পৰম ভক্তি ভাৱে পঢ়িলোঁ, আৰু মোৰ শুকান অন্তৰত ভক্তি প্ৰেমৰ নিজৰা ববলৈ ধৰিলে। দেউতাই পঢ়া, গীতা-শাস্ত্ৰ মোৰ কণ্ঠস্থ আছিল। গঙ্গা, গয়া, কাশী, প্ৰয়াগ, মথুৰা, বৃন্দাবন, বদৰিকাশ্ৰম, পুষ্কৰ, আন কি ৰামেশ্বৰ সেতুবন্ধলৈকো মই গৈছিলোঁ। এনেতে, মোৰ দুৰ্ভাগ্যক্ৰমে গুৰুজী মহাৰাজৰ দেহান্তৰ ঘটিল। গুৰুৰ পুণ্য ডৌকাৰ ঢাকোন মোৰ মূৰৰ ওপৰত নাইকিয়া হল। "গুৰুঃপিতা গুৰুৰ্মাতা গুৰুৰ্দেবো ন সংশয়ঃ। কৰ্ম্মণা মনসা বাচা তস্মাৎ শিষ্যৈঃ প্ৰসেব্যতে।। গুৰু প্ৰসাদতঃ সৰ্ব্বং লভ্যতে শুভমাত্মনঃ। তস্মাৎ সেব্যো গুৰুৰ্নিত্যমন্যথা ন শুভং ভবেৎ।" এনেকুৱা গুৰুহীন হৈ মই কিছুমান দিন পুৰুষোত্তম ক্ষেত্ৰত থাকি তাতে জনচেৰেক সন্ন্যাসীৰ লগ পাই, পৰশুৰাম-কুণ্ডলৈ যাবলৈ বুলি আহি এই কামৰূপ কামাখ্যা ওলালোঁহি; আৰু ইয়াতে মোৰ পদস্খলন হল। মোৰ পূৰ্ব্ব প্ৰাক্তনৰ ফলত এই পাণ্ডৱ বৰ্জ্জিত দেশত মোৰ ভৰি পিছলিল, মই দোঘোৰ নৰকৰ পল-বোকাত পৰিলোঁ। কেনেকৈ মোৰ সৰ্ব্বনাশ ঘটিল তাক চমুকৈ বন্দীয়ে দেউতাৰ চৰণত নিবেদন কৰোঁ। মই পৰশুৰাম-কুণ্ডলৈ যাবলৈ আহি শিৱসাগৰ জিলা পাই মোৰ গা বেয়া হোৱা বাবে কিছুমান দিন জিৰাবৰ মনেৰে বলিয়াঘাট বোলা ঠাইৰ গাওঁ এখনত এটা ৰাজহুৱা নামঘৰৰ কাষতে ঠাই ললোঁ। মোৰ লগৰীয়া সন্ন্যাসীবিলাক দুই-চাৰি দিনৰ পিচতে মোক এৰি পৰশুৰাম-কুণ্ডৰ ফালে গুচি গল; মই মোৰ গা ভাল নোপোৱা বাবে তেওঁলোকৰ লগত যাব নোৱাৰিলোঁ। সেই গাৱঁৰ মানুহবিলাকৰ যত্ন আৰু সেৱা-শুশ্ৰুষাত এমাহমানৰ মূৰত যদিও মই মোৰ গা টঙাব পৰা হলোঁ, তথাপি তেওঁলোকৰ মোলৈ আস্তিক আৰু শ্ৰদ্ধাৰ ভাব দেখি সেই নামঘৰতে নাম-প্ৰসঙ্গ শুনি আৰু কিছুমান দিন থাকিবলৈ মনস্থ কৰিলোঁ। এইদৰে থাকোঁতে থাকোঁতে তাতে প্ৰায় ছমাহমান হলগৈ। মোৰ শাস্ত্ৰজ্ঞান আৰু ধৰ্ম্মালাপ, বিশেষকৈ বৈষ্ণৱধৰ্ম্ম বিষয়ে উপদেশ

আদি শুনি গাৱঁৰ সকলোৱে মোৰ ওপৰত নথৈ ভকতি বাঢ়িল। মোৰ আগৰপৰা গাখীৰ, কল, কুঁহিয়াৰ, ভাৰ ভেটী দিনৌ নুগুচা হল। মোৰ শৰীৰ ৰক্ষাৰ নিমিত্তে যিমান খোৱা বস্তুৰ আৱশ্যক, তাতকৈ এশ গুণে সৰহ বস্তু মোৰ কাষত গোট খাবলৈ ধৰিলে; আৰু লগে লগে মোৰ ভোজনৰ জোখও নেবাঢ়ি নেথাকিল। ভুৰি ভোজ্য আৰু ভোজনৰ লগতে ভোজ্যবস্তুৰ ওখ আৰু নীহকুলৰ বিচাৰ কৰিবৰ পৰ্কিতিয়েও মোৰ গাত ঠাই ললে। মাণিকী-মধুৰী জহা আৰু গৰুণপখী ধানৰ চাউলে মোৰ জিভাত, সিহঁতৰ ভিতৰত থকা প্ৰভেদ জ্ঞান উৎপাদন কৰিবলৈ ধৰিলে। মলখু চাউল, মলঙ্গা চাউল, ভাল আটা গুৰি, বেয়া আটা গুৰি, ভাল ঘিঁউ, কেৰুৱা ঘিঁউ ইত্যাদি কথাৰ মৰ্ম্মবোধ মোৰ বিশেষ ৰূপে হবলৈ ধৰিলে। মই নিপনীয়া গাখীৰ খাবলৈ ভাল পাওঁ দেখি এজন গাওঁবুঢ়াই মোক এজনী খীৰতী গাই দিলে। গাইজনীত মোৰ মৰম সোমাল। দেখিলোঁ, তাইক ঘাঁহ-পানী খুৱাই পতি কৰিবলৈ এটা মানুহ নহলে নচলে। মঙ্গলা বুলি মোৰ ভকত মানুহ এটাই আপোন ইচ্ছাতে সেই কাম কৰিবলৈ গাত ললে, আৰু ময়ো সেই ভাৰ তাৰ গাত দিলোঁ। তাৰ মন পুতি কৰা যত্নত গাইজনীৰ শ্ৰীবৃদ্ধি হবলৈ ধৰিলে। মঙ্গলাৰ এজনী ভনীয়েক আছিল; তাইৰ নাম চেনেহী। চেনেহী কুৰি বছৰ বয়সীয়া আবিয়ৈ গাভৰু ছোৱালী। তাই আহি দিনৌ গাইজনীৰ গাখীৰ খীৰাই দি যাবৰ বাবে তাইৰ গাত পৰিল। মঙ্গলাই পথাৰত হাল-কোৰ বাব লগা বাবে কোনো কোনো দিন আহিবলৈ আহৰি নোপোৱা হলে, চেনেহীয়েই মঙ্গলাৰ বাবৰ সকলোখিনি কাম কৰি দি যায়হি। মই দেখিলোঁ, চেনেহীৰ কাম মঙ্গলাৰ কামতকৈ ভালেমান গুণে শুৱলা হয়। আহাৰ শাওণ মহীয়া পথাৰত কামত সৰহকৈ মন দিব লগীয়া হোৱাত, মঙ্গলাই আহৰি একেবাৰেই নোপোৱা হল। আৰু চেনেহীৰ গাতে তাৰ বাবটো গোটেই পৰিল। তেনে হোৱাত ময়ো সন্তুষ্ট হলোঁ। কাৰণ তাইৰ কাম মোৰ চকুত মঙ্গলাৰ কামতকৈ চিকুণ যেন লাগিছিল। চেনেহীয়ে গাইৰ গাখীৰ খীৰায়, গোবৰ পেলায়, গোহালি অঁতায় তাৰ উপৰি মোৰ টৌ মলে, কাঁহী-বাটি ধোৱে, আৰু জুহালৰ জুই ধৰি দিয়া আদি কাম কৰে। তাই অতি সন্তৰ্পণে ভক্তিভাৱে একান্ত মনে তাইৰ এইবিলাক কাম কৰিবলৈ ধৰিলে।

কিন্তু, স্পষ্টকৈ গম ধৰিব নোৱাৰাকৈ এখোজ-দোখোজকৈ আহি, সংসাৰ ত্যাগী সন্ন্যাসীৰ শৰীৰত, বিষয় বিৰাগী বৰাগীৰ গাত, দুষ্ট কলি প্ৰৱেশ কৰিলে ; বৰাগীৰ মনত বিকাৰ উপস্থিত হল। সন্ন্যাসীৰ শান্তিপূৰ্ণ মনত কৰবাৰপৰা আহি অশান্তি সোমাল, নিৰুদ্বেগ অন্তৰত উদ্বেগে ঠাই ললে, ঈশ্বৰচিন্তাৰ ঠাই চেনেহীৰ চিন্তাই বলেৰে, "দখল" কৰিলে। কোনো দিনা চেনেহীয়ে বন-বাৰী কৰিবলৈ অহাত পলম কৰিলে মোৰ মন উগুল-থুগুল লাগি পৰে, মই সকলো কাম এৰি তাই অহা বাটলৈ চাই থাকোঁ। খোপে খোপে মোৰ মন ঈশ্বৰ-চিন্তাৰপৰা নামি আহি চেনেহীৰ চিন্তাত পৰিল, আৰু শেহত তাৰপৰা একেবাৰেই উঠিব নোৱাৰা হল। হিচাপৰ বহিত আজি এক অনা চেনেহীৰ ভাবনা, পোন্ধৰ অনা ঈশ্বৰৰ ভাবনা; কাইলৈ চাৰি অনা চেনেহীলৈ চিন্তা আৰু ঈশ্বৰলৈ বাৰ অনা চিন্তা; পৰশুইলৈ চেনেহীলৈ আঠ অনা, ঈশ্বৰলৈ আঠ অনা; আৰু তৰ শুইলৈ চেনেহীলৈ বাৰ অনা, ঈশ্বৰলৈ চাৰি অনা; এইদৰে জমা-খৰছৰ বঢ়া-টুটা হৈ হৈ শেহত ঈশ্বৰ-চিন্তাৰ ঘৰত শূন্য আৰু চেনেহীৰ ঘৰত ষোল অনা জমা হলগৈ। ঈশ্বৰ-চিন্তা পুখুৰীৰ পানী কলিয়ে লেহেতীৰে সিঁচি চেনেহীৰ চিন্তা-পুখুৰীত ভৰালে। ঈশ্বৰ-চিন্তা পুখুৰীৰ পানীৰেত চেনেহী-চিন্তা পুখুৰী ভৰিল, আৰু সেই পাৰমাৰ্থিক পুখুৰী শুকাই সাংসাৰিক পুখুৰী চপচপীয়া হল। সন্ন্যাসীৰ মনৰ ধৰণী ভাগিল, খুটা, উভলিল, ভৰিৰ তলৰ বৰ-পিৰাৰ খুৰা ভাগিল। বাবাজী ভগৱান দাস, কাকিনী তামোল গছৰ আগৰপৰা তামোল-চোৰে পাৰি তললৈ পেলাই দিয়া পকা তামোলৰ থোকা পৰা দি তলত পৰিল। গুৱালৰ জীয়ৰী গুৱালনী "চেনেহী মোৰ জপৰ মলা অতি যতনৰ ধন। চেনেহী বিনে আৰু কোনো নাই বাবাজী শ্ৰীচৰণ।।" হল। দেখোঁতে দেখোঁতেই মোৰ বহু কলীয়া শুকান সুঁতিত এদিন কৰবাৰপৰা বৰ ঢল আহি চেনেহীৰ যৌৱন-সৰ্ব্বস্বৰ ভৰাৰে ভৰপূৰ নাও কাচি ছিঙ্গি উটাই লৈ গুচি গল। লাহে লাহে মোৰ গতি-গোত্ৰ চলন-ফুৰণ আচাৰ-ব্যৱহাৰৰ পৰিৱৰ্ত্তন ঘটিল, আৰু সি লোকৰ চকুত পৰিবলৈ সৰহ দিন নেলাগিল। চেনেহীৰে সৈতে মোৰ অবৈধ প্ৰণয়ৰ কথা প্ৰথমতে লোকে বি-বি-বা-বা কৰিবলৈ ধৰিলে, তাৰ পিচত মুখ ফুটাই কবলৈ ধৰিলে। গতি বিষম দেখি চেনেহীৰ ককায়েকে চেনেহীক

মোৰ ওচৰলৈ আহিবলৈ হাক দিলে; তাইৰ অহা বন্ধ হল। মই অধৈৰ্য্য হৈ পৰিলোঁ। বিচ্ছেদ যন্ত্ৰণাত মই চট্‌ফট্ কৰিবলৈ ধৰিলোঁ। শেহত মোৰ অসহ্য হৈ উঠিলত এদিন এখোজ-দোখোজকৈ চেনেহীৰ ঘৰ ওলালোঁগৈ। তাইক তাই মোৰ কাষলৈ নহাৰ কাৰণ সুধিলোঁ। তাই কলে, "ককায়ে হাক দিছে।" মই কলোঁ, "ককায়েৰৰ হাক নুশুনিবি।" তাই উত্তৰ দিলে, "নুশুনি নোৱাৰোঁ। গাৱঁৰ মানুহে আমাক বেয়া বুলিছে। তেওঁলোকে আমাক এঘৰীয়া কৰিব খুজিছে। আকৌ তোমাৰ গুৰিলৈ গলে ককায়ে মোক ছোৱা-ছোৱাকৈ কাটিব বুলি কৈছে।" এই কথা শুনি মই খঙত বলিয়া হলোঁ; মোৰ হিতাহিত জ্ঞান শূন্য হল। দৈব দুৰ্ব্বিপাকত এনে সময়তে চেনেহীৰ ককায়েক পথাৰৰপৰা তাতে ওলালহি। সোধ-পোছ নাই, সিহঁতৰ চোতালত মেলি দিয়া ডোখোৰা-খৰি এডাল মই তুলি লৈ তাৰ মূৰত এমাৰ লগাই দিলোঁ। একেমাৰতে তাৰ মূৰটো ফাটিল, আৰু সি মাটিত ধুপুৰককৰে পৰি মৰি থাকিল।

"সেই অপৰাধতে, দেউতা, মোৰ এই দুৰ্দ্দশা। পাঁচ বছৰ কঠোৰ পৰিশ্ৰমৰে সৈতে মই ফাটক খাটিবৰ হুকুম হল। তাৰে তিনি বছৰ উকলিছে, আৰু দুবছৰ আছে। দেউতাই যেতিয়া গীতাৰ সেই শ্লোকটো পঢ়িছিল, তাৰ মানে টো সম্পূৰ্ণ ৰূপে মোৰ গাতে খাটিছিল দেখি মোৰ কান্দোন ওলাই গল। মই ধৰ্ম্ম আৰু ঈশ্বৰ চিন্তা এৰি এখোজ দোখোজলৈ বিষয় চিন্তাত আগবাঢ়ি শেহত বিষয়ত মোৰ সম্পূৰ্ণ আসক্তি জনমিল। আসক্তিৰপৰা মোৰ মনত কামনা, অৰ্থাৎ ইন্দ্ৰিয় চৰিতাৰ্থৰ বাসনা আহিল, আৰু তাৰ ব্যাঘাতত ক্ৰোধৰ উদ্ৰেক হল; ক্ৰোধৰপৰা মোহ অৰ্থাৎ হিতাহিত জ্ঞানশূন্যতা আৰু মোহৰপৰা স্মৃতিবিভ্ৰম অৰ্থাৎ স্মৃতি ভ্ৰংশ হল, আৰু স্মৃতিভ্ৰংশ হোৱাৰ বাবে বুদ্ধিনাশ ঘটিল, আৰু তাৰ ফলত মই নৰহত্যা পাতকত পৰিলোঁ, মোৰ সকলো ভ্ৰষ্ট হল।"

কয়েদীটোৰ এই বৃত্তান্ত শুনি মই অলপমান বেলি তভক মাৰি থাকি, লাহেকৈ পুথিখন সামৰি থলো। তাক আৰু তাৰ লগৰীয়া কুলীটেইটাক তেতিয়াই সিহঁতৰ গোটেই দিনৰ হাজিৰাৰ ধন দিবলৈ গাত লৈ বিদায় দিলোঁ।

—শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# মনোবিজ্ঞান।

কেনেকৈ মেচ্‌মেৰিক আৰু হিপনটিক ক্ষমতা পাব পাৰি।

(স্বাস্থ্যৰক্ষাৰ প্ৰণালী)

(দ্বিতীয় ভাগৰ ২৭৭ পিঠিৰ পাচৰপৰা)

বিশুদ্ধ বায়ুৰ পাচতে স্বাস্থ্য ভালে ৰাখিবলৈ (আনক বশ আৰু সম্মোহিত কৰিব পৰা ক্ষমতা পাবলৈ ইচ্ছা নকৰিলেও) বিশুদ্ধ পানী ব্যৱহাৰ কৰা উচিত। পানী ভাল-বেয়াৰ ওপৰত শৰীৰৰ স্বাস্থ্য কি ভাবনো নিৰ্ভৰ কৰে। বেয়া পানীয়ে যেনেকৈ শৰীৰত নানা প্ৰকাৰ ৰোগ উৎপত্তি কৰে, সেইদৰে বিশুদ্ধ পানীয়ে অনেক ৰোগ নিবাৰণ কৰে। জহণী, গ্ৰহণী ইত্যাদি বেমাৰৰ মূল হেনো দূষিত বায়ুৰ লগে লগে দূষিত পানীও। সভ্য আৰু উন্নতিশীল জাতিবিলাকে খোৱা পানী টোপাৰ ওপৰত বিশেষকৈ চকু ৰাখে। ইউৰোপীয়ানসকলে কেতিয়াও বিশুদ্ধ পানীত বাজে বেয়া পানী নেখায়। তেওঁবিলাকে ভালতো ভাল পানীকো ফিলটাৰেৰে চেকিহে খায়। আমাৰ চুবুৰীয়া বঙ্গালী বাবুসকলেও খোৱা পানীটোপাৰ ওপৰত চকু ৰাখে। ফিলটাৰ কৰি "চোদাওৱাটাৰ" কৰি লব নোৱাৰিলেও মাটিকলহত ফুটা দি চেকি হে খায়। কিন্তু, আমাৰ অসমীয়া জাতিটোৱে, বিশেষ গাৱঁত থকা সকলে খোৱা-লোৱা পানী টোপাৰ ওপৰতো চকু নেৰাখে। বিলৰ দল পচাই হওক বা খালৰ দুৰ্গন্ধিয়েই হওক, পিয়াহত যৰে তৰে যেনে তেনে পানী খালেই হল। অসমত যে অসমীয়া প্ৰজা দিনক দিনে সংখ্যাত টুটি যাবলৈ ধৰিছে তাৰ কাৰণ আন আন অনেক কাৰণৰ লগে লগে এই দূষিত পানীৰ ব্যৱহাৰো এটা প্ৰধান। জহনী, গ্ৰহণী ইত্যাদি বিধৰ ৰোগৰ বীজ হেনো প্ৰথমেই দূষিত পানীত উৎপন্ন হয়। আহিন-কাতি মহীয়া আৰু সিফালে ফাগুণ, চত, বহাগ

ইত্যাদি মহীয়া খাল, বিল, পুখুৰী ইত্যাদিৰ পানী শুকাই গৈ থলত তাকৰীয়া হয়। তাকৰীয়া হলে সেই পানীত ৰদ পৰি আৰু দুষিত উদ্ভিদ আদি পচি কমাৰ (,) নিচিনা আকৃতিৰ এবিধ কীটাণু ওপজে। সেই কীটাণু যাৰে পেটলৈকে পানী খাওঁতে যায় তাৰে জহনী ৰোগ উৎপত্তি হয়। পাচত তেনেকুৱা ৰোগীৰ মল-মূত্ৰ ইত্যাদিৰে সেই কীটাণুবিলাক যায়। সেই মল-মূত্ৰত মাখি পৰে। মাখিৰ ঠেঙতে দুই-চাইটা কীটাণু লাগে। সেই মাখি উৰি গৈ আন এজনৰ খোৱা বস্তুৰ ওপৰত পৰিলেই আৰু সেই বস্তু সেই জনে খালেই তেওঁৰো ৰোগ উৎপত্তি হয়। পাচত সৰহকৈ হলে বতাহৰ লগতো কীটাণু মিহলি হৈ একো নোখোৱাকৈ মুখেৰেও হেনো সোমায়। পানী গৰম কৰিলে, অৰ্থাৎ উতলা গৰম কৰিলে কীটাণুবিলক ধ্বংস পায়। সেইদেখি জহনী আদি বেমাৰৰ সময়ত পীনাটোপা ভালকৈ উতলাই তপত কৰি তাকে আকৌ চেঁচা কৰি চেকি খোৱাহে যুগুত। কি পানী কি খোৱা বস্তু একোতে মাখি পৰিব দিব নেলাগে। ঘৰৰ ওচৰত দুৰ্গন্ধ হবলৈ দিব নেলাগে। জহনী, গ্ৰহণী ইত্যাদি সংক্ৰামক ৰোগ নিবাৰণ কৰাত বাজেও, এনেয়ে সাধাৰণ স্বাস্থ্য ভালে ৰাখিবলৈকো বিশুদ্ধ পানী ব্যৱহাৰ কৰা উচিত। বিশুদ্ধ পানীত হেনো সংক্ৰামক ৰোগৰ কীটাণুবিলাক ধ্বংস পায়। মাৰ্কটোয়েইন নামেৰে এজন আমেৰিকান ভ্ৰমণকাৰীয়ে ভাৰতবৰ্ষ ফুৰিচাকি কাশীত উপস্থিত হৈ গঙ্গাজলক নো হিন্দুবিলাকে কিয় ইমান পৱিত্ৰ বুলিছে ইয়াৰ তথ্য বিচাৰি পালে যে, গঙ্গাৰ জল ইমান বিশুদ্ধ যে, তাত জহণী, গ্ৰহণী ইত্যাদি সংক্ৰামক ৰোগৰ কীটাণু উপজিব যে নোৱাৰেই, তাত আন ঠাইৰ পৰা আনি কীটাণু পেলাই দিলেও মৰি যায়। বিশুদ্ধ পানীয়ে যে ৰোগ হবলৈ নিদিয়ে অকল এনে নহয়, আগৰ ৰোগ থাকিলেও বিশুদ্ধ পানীয়ে সেই ৰোগ নিবাৰণ কৰে। আমি এবাৰ বেমাৰ পৰি বেমাৰ গাত লৈয়ে কৰ্ম্মোপলক্ষে সোৱণশিৰী নৈৰ ভালেমান উজনীত গৈ ১৩ কি ১৪ দিন নৈৰ কাষত বাস.কৰি সেই নৈত গা ধুই আৰু তাৰ পানী খাই বিনা ঔষধেই ৰোগৰপৰা মুক্ত হওঁ। কোনো কোনো বেমাৰত ইউৰোপীয়ানসকলে বিশেষ বিধৰ পানীত গা ধুবলৈ যায়। আমাৰ অসমত গোলাঘাটৰ নামবৰ হাবিৰ মাজত থকা গৰমপানীত গৈ গা ধুলে হেনো খহু, ঘা ইত্যাদি ভাল হয়। পানীৰ দ্বাৰাই বেমাৰ ভাল কৰা এটা প্ৰণালীও আছে, তাক Hydropathy বা Water cure বোলে। দুখৰ বিষয় যে, অসমীয়া প্ৰজাই বিশুদ্ধ পানীৰ মোল নুবুজে, আৰু যত নৈ বা আগৰ ৰজাৰ দিনীয়া ভাল পুখুৰী নাই, সেইবিলাক ঠাইত বিল, খাল ইত্যাদিৰ দুষিত পানী শুদ্ধ নকৰাকৈয়ে খাই ৰোগত পৰে। দহোটাই লগ লাগি নাদ, কুৱা বা পুখুৰী খানি বা খনাই লৈ ভাল পানী পাবলৈ ইচ্ছা নকৰে। অথবা, বেয়া পানীক তপতাই তাক চাঙ পাতি মাটিকলহ ফুটাই চেকি খাবলৈকো যত্ন নকৰে। অসমীয়া প্ৰজা ইমান সোৰোপা।

ক্ৰমশঃ।

# কানিৰ অপকাৰিতা।

**(দ্বিতীয় ভাগৰ ২৯৩ পাচৰপৰা)**

কানি খাই কিমান মানুহ মৰে তাক নিঃসন্দেহৰূপে ঠিক কৰা টান, কদাচিৎ হে দুই-এজনে অতি সৰহকৈ কানি খাই প্ৰাণ হেৰুৱায়। কানি খোৱাৰপৰা মুৰৰ, কফৰ, পেটৰ অজীৰ্ণ আদি কৰি নানা ৰোগ হৈ শেহত সেইবিলাক নৰিয়াৰ কোনো এটা প্ৰবল হৈ উঠাত কানীয়াই যিটো নৰিয়া প্ৰবল হয়, সাধাৰণতঃ মানুহে সেই ৰোগটোকেই মৰণৰ কাৰণ, বুলি ধৰে, কিন্তু তাৰ মৃত্যুৰ কাৰণ যে কানি খোৱাটো হে, সেইটো লক্ষ্য কৰি নেচায়। গাৱঁত মৰণৰ হিচাপ ৰখাৰ ভাল বন্দবস্ত নাই, যি ৰখা হয় সিও নানা কাৰণে ঠিক নহয় (পৰিয়ালৰ ভিতৰত কেইজন মানুহ মৰিল তাক ঠিক হিচাপ দিলে ভৱিষ্যতে সৰহকৈ মৰিব; ভালেমানৰ এনেকুৱা বিশ্বাস আছে।) যিহক, যিমান মানুহ মৰে তাৰ প্ৰায় অৰ্দ্ধেক কানিৰ পৰা আৰু কানিৰপৰা হোৱা নৰিয়াৰ পৰাই যে মৰে, এই কথা অত্যুক্তি নহয়।

অসমত ব্ৰাহ্মণাদি সকলো জাতিৰ ভিতৰতে কানিৰ চলন

আছে; এইবিলাকৰ ভিতৰতে আহোম, মটক, কছাৰী, ছুটীয়া, মিৰি, নগা আৰু লালুংবিলাকেহে সৰহকৈ কানি খায়। ইহঁতৰ মাহেকীয়া উপাৰ্জ্জন ৪।৫ টকাহে হব। অইন জাতিবিলাকেও ইহঁততকৈ অলপ পৰিমাণে হে কানিত অপৈনত। এইবাবে এইবিলাকৰো মাহেকীয়া আয় ৫।৬ টকাৰ বেচি নহয়। ইয়াৰ প্ৰধান কাৰণ কানিয়েই। * অসমত ধনী মানুহ নাই বুলিলেও হয়, বেহা-বেপাৰৰ লগতো বেচি সম্পৰ্ক নোহোৱাত সকলোৰেই

* There are no rich men amongst the Assamese and very few who are even moderately well to do, but the explantion of this fact is not far to seek. The Assamese is a cultivator and nothing more and with whole sale trade crafts and industries he has little or no concerm. Therefore few capitalists who have the means to enable them to farm upon a large scale, and even were the money forthcoming it would be very difficult to obtain the necessary labour. Out of the tea gradens the immense mass of the people are small peasant proprietors who drive the plough themselves and earry home the rice that has been cut by their wives and daughters. Such a community can never become rich.

The ordinary wage asked is 4 annas a day (i. e. the labour) servants are paid from Rs. 2 to Rs. 9 per mensem, but the ordinary rate is Rs. 5/ with food. Villagers, who consume a great deal of opfirm and rice beer are oviously not likely to be well endowed with this world's goods. The purchase or preparation of the luxuries enlails a heavy drain on their resources and a man besotted with beer or opium is hardly likely to make an energetic or careful cultivator. Most of the local revenue officers consulted report that a considerable proportion of the rayots are in debt.

The Ahoms are still very much addicted to opium habit. The Mikirs are great consumers of the drug. The Kacharies of Mangaldai consume a great deal of opium.

In the Assam valley. where opium is regarded as neccessity of life by the Assamese agriculturists, there is no demand for its use as a medicine etc.

(Assam Gazetteer.)

প্ৰায় খেতিয়েই অৱলম্বন। অলপ পৰিমাণে খেতি কৰি তিৰোতা আৰু ছোৱালীবিলাকেৰে শস্য কটাই আনি তাৰেই কোনো প্ৰকাৰে কাল কটায়। সৰহভাগ ৰায়ত ধাৰত তল যোৱা। এইবাবে বহুতে খেতি-বাতি কৰিব নোৱাৰি আজিকালি টাউনত ভগুৰিৰ কাম কৰিব ধৰিছে। দিনেপতি বন কৰালে সাধাৰণতঃ চাৰি অনাকৈ মজুৰি দিলেই হয়। খোৰাক এৰি সাধাৰণ চাকৰৰ দৰমহা মাহে ৪।৫ টকা মাত্ৰ। কানি খাই এলেহুৱা দুৰ্ব্বলী আৰু ৰুগ্ন হৈ খেতিও সৰহ পৰিমাণে কৰিব নোৱাৰে, গতিকে কোনো মতে পেট পুহি হে বৰ্ত্তি থাকে। ভালেমানৰ আৰু বেচি দুৰৱস্থা, সিহঁতে কোনো কোনো সময়ত দিনে দুসাজ কৰিও খাবলৈ নেপায়, কেতবিলাকৰ যে একেষাৰে ঘৰদুৱাৰ নোহোৱাৰ নিচিনা।

১৯০৪-১৯০৫ অব্দত অসমৰ ছখন জিলাত মাটিৰ ৰাজহ বাবে প্ৰাপ্য টকা মুঠ ৪৮৭১৪৬৬ হৈছিল, তেনেহ'লে প্ৰতিজনক গড়ে প্ৰায় ১।।৶০ অনা কৰি পৰে। এতেকে, এই খেতিয়কবিলাকৰ মাটিৰ ৰাজহ বাবত বছৰি ৪।৫ টকাকৈ পৰিব।

ওপৰত কোৱা জাতিবিলাকৰ ভিতৰত আৰু আন আন জাতিৰ ভিতৰতো কানিৰ ব্যৱহাৰ যে ক্ৰমাৎ বাঢ়িহে আহিছে, ১নং টেবিলত লিখা বেছা যোৱা কানিৰ পৰিমাণ দেখিলে বুজিব পাৰি।

কানিৰ প্ৰচলন কিয় বাঢ়িলে তাৰ আন আন কাৰণৰ ভিতৰত সংক্ৰামকতাও বোধ হয় এটা কাৰণ; অৰ্থাৎ কানিৰ ভাল-বেয়া গুণাগুণ বিচাৰ নকৰাকৈ ইজনক দেখি সিজনে, সিজনক দেখি ইজনে খাবলৈ অভ্যাস কৰিব ধৰিছে। এনেকৈ দিনে দিনে কানিৰ ভকত বাঢ়ি যাব ধৰিছে! যদি সোনকালে ইয়াৰ সংক্ৰামনত বাধা দিয়া নেযায়, তেন্তে ই বেগেতে প্ৰায় সৰ্ব্বব্যাপী হবৰ সম্ভাৱনা। আসাম গেজেটিয়াৰত কানি বঢ়াৰ আৰু কাৰণ দিয়া আছে, সেইবিলাক কাৰণো ইয়াত লিখি দিয়া হল, এই কাৰণবিলাক কিমান সাৰুৱা পাঠকবিলাকে বিবেচনা কৰিব। মহদাৰবিলাকৰ ভিতৰত প্ৰতিদ্বন্দিতায়েই কানি খোৱাৰ বৃদ্ধিৰ কাৰণ। এই তিনি-চাৰি বছৰৰপৰা যে কানি-খোৱা বেচিকৈ বাঢ়িব ধৰিছে, তাৰ প্ৰধান কাৰণ ভাল খেতি, ভাল বতৰ, ভূইকঁপ, বানপানী, কলাজ্বৰ, আন আন নানা বিপদ, সাধাৰণ

স্বাস্থ্যহীনতা, আৰু সাধাৰণৰ উন্নতি। * বে-আইনি কানি বেছা ৰহিত কৰা অসমীয়া মানুহৰ সংখ্যা হ্ৰাস হোৱাও ইয়াৰ কাৰণ বুলি উল্লেখ আছে। আসামৰ জলবায়ু — নামনি আসামৰ ঘাই কৈ কামৰূপক এৰি অসমৰ আন আন ঠাইৰ জল-বায়ু ভাল। পৰ্ব্বতৰ ওচৰৰ ঠাইত অধিক জাৰ হয়, আন আন ঠাইত জাৰ-জহ প্ৰায় সমান। এজন নাম জলা ডাক্তৰ চাহাবে হেনো লিখি গৈছে যে, অসমত যদি এটা কুকুৰা মাৰি খোৱা যায়, তেন্তে তিনি মাহৰ মূৰত সি আকৌ জীয়াই উঠিব। ইয়াৰ ভাবাৰ্থ এই যে, অসমৰ জলবায়ু শৰীৰ ৰক্ষাৰ নিমিত্তে ইমান উপকাৰী যে মৰা জন্তুৱেও প্ৰায় জীৱন লভিব পাৰে। গাৱঁলীয়া মানুহবিলাকে পানী খোৱা নাদ আদিৰ ভাল বন্দবস্ত নোহোৱাত, সৰু সৰু খালত বা পথাৰৰ ডোঙ্গাত গোট খোৱা বৰষুণৰ গেলা পচা পানী খাই প্ৰায়েই নৰিয়াত পৰে সঁচা, কিন্তু সেইবাবে আসামৰ জলবায়ু বা পানী বতাহক বেয়া বোলা উচিত নহয়। অসমৰ ভাল ডাঙ্গৰ পুখুৰী, নাদ, নদীৰ পানী কৃত্ৰিম উপায়েৰে বেয়া নহলে, অমৃতৰ নিচিনা উত্তম; বতাহো সাধাৰণতঃ ভাল। অসম দেশৰ মাটি বৰ উৰ্ব্বৰা, অলপ পৰিশ্ৰমৰ দ্বাৰা খেতি কৰিলেই সৰহকৈ শস্য হয়। হিমালয় পৰ্ব্বতৰ ওচৰ হোৱাত ইয়াৰ মাটিৰ সোমগুণ বেচি, অৰ্থাৎ ইয়াত হোৱা শস্য, ফল, মূল, শাক-পাচলি, গছ-গছনি, দৰবৰ বস্তুকে আদিকৰি সকলো বস্তুৰ সাৰুৱা ভাগ বৰ বেচি, বল শক্তি, দীঘল জীৱন দিয়া সৰুৱা ভাগ অতিকৈ সৰহ; এই নিমিত্তে আৰু জলবায়ুও ভাল হোৱা কাৰণে আগেয়ে ইয়াৰ মানুহ সাহিয়াল, বলৱন্ত আৰু দীৰ্ঘজীৱি আছিল। "মান-ভগনৰ" সময়ৰপৰা অসমীয়া মানুহৰ লেখ যিমান কম হৈছে, তাক চাই এইকেইবছৰতে কানি খাই অসমীয়া জাতিটো যে গোটেই লোপ পোৱা নাই, সিটো বৰঞ্চ অসমৰ জয়বায়ু আৰু এই সোমগুণ থকাৰ বাবে বুলি হে দঢ়াই কব পাৰি। ইংৰাজবিলাক ইয়ালৈ আহিবৰ আগেয়ে ইয়াত কোনোৱে কানিৰ নামকেই নেজানিছিল। তেওঁলোক অহাৰ পিচত হে লাহে লাহে অসমত কানি সোমাইছে। যি হওক, ওপৰত লিখা মতে জলবায়ুৰ অৱস্থা ভাল স্বত্বেও জলবায়ু বেয়া বুলি হোৱা নৰিয়াৰপৰা ৰক্ষা পাবৰ কাৰণে কানি ব্যৱহাৰ কৰা দৰকাৰ বুলি কোনো কানীয়াই বা কানিৰ বেপাৰী বা তাৰ নিৰ্ব্বোধ বন্ধুৱে হে কব পাৰে। বিশেষ, পানী-বতাহ বেয়া বুলি মানি ললেও, তাৰপৰা হোৱা নৰিয়া গুচাবলৈকে সততে কানি খাব লাগে, এনে কুযুক্তি, কুবুদ্ধি, অসমীয়াৰ অধোগতি— দোৰ্ঘোৰ নৰকক ইচ্ছা কৰোঁতাক এৰি আনে দিব নোৱাৰে। যি কানি বিহ মৃত্যুৰ কাৰণ তাক খাই জীৱন ধৰিবৰ ইচ্ছা বাতুল ভিন্ন আনে নকৰে। এই বিষয়ে ওপৰত লিখা ডাক্তৰ খ্ৰীষ্টিচন আৰু ওপেনহেইনৰ মতো যেন পাঠকবিলাকে এবাৰ মনত কৰি চায়।

ক্ৰমশঃ—

---

* The large increases in four of the Assam Valley districts were all caused by compitition at the salers.

The main causes of increased opium consumption are those which have beem assigned by the late Commissioner Mr. Melitus, for the last three years, viz. a series of good reasons, earthquakes, floods and other calamitis, Kalazar, general unhealtiness and decrease of Assamese population. In Darrang the increase is attributed speeially to better supervision and he prevention of smuggling.

It is clear that the first and chief cause of increased consumption must be in their general properity.

(Assam Gazetteer)

# নতুন বছৰ।

আজি — নতুন বছৰ, হৰিষ অন্তৰ,
বাজিছে আশাৰ বাঁহী;
চোৱাঁ দশোদিকে উজলি ভুবন,
উঠিছে নতুন হাঁহি।
*
আমি— ভঙ্গা বীণা-টাৰ বান্ধিছোঁ যতনে
গাবলৈ নতুন গান,
ধৰাঁ সকলোৱে নতুন উলাহে
মধুৰ নতুন তান।
*
চোৱাঁ— ফুলে ফুলে ফুলে, বালি-সমিৰণ
ধৰিছে নতুন তান,
ডালে ডালে পৰি, চৰায়ে মধুৰ—
গাইছে নতুন গান।
*
আজি— নতুন অতিথি নামিছে ধৰাত
উথলি উঠিছে প্ৰাণ,
নতুন উছাহে কৰি আবাহন
ধৰাঁহে সাধনা-গান।
*
আজি-ভুলি মন-দুখ লোৱাঁ নৱ-সুখ,
অতীত নিলগে ঠেলি;
কৰ্ত্তব্য-চৰণে আহাঁ সকলোৱে
দিওঁ ই পৰাণ মেলি।
*
আৰু—হতাশ, নৈৰাশ, বিষাদ, বেজাৰ,
জাত-হিংসা খৰিয়াল,
এৰি দি ইসব কটাওঁ হৰিষে
জীৱন-বসন্ত-কাল।
*
আমি— জাতি ভাই মিলি, উধা-যাত্ৰা কৰি,
হওঁ আহাঁ সমিলন;
নতুন গীতত ধৰি সমস্বৰে
গঠোঁ জাতীয়-জীৱন।

—শ্ৰীৰত্নকান্ত বৰকাকতী।

# সঙ্গীত।

## ৰাগ-ৰাগিণী

**(দ্বিতীয় ভাগ উষাৰ ২৮৯ পিঠিৰ পাচৰপৰা)**

সঙ্গীত শাস্ত্ৰৰ ৰাগ-ৰাগিণীয়েই এক মাত্ৰ সম্বল বুলিলেও বেচিকৈ কোৱা নহয়। ৰাগ-ৰাগিণীৰ মানে কি, তাক প্ৰথমতে নকৈ সিহঁতৰ উৎপত্তি বিষয়ে অলপ আলোচনা কৰা যাওক।

হিন্দু-সঙ্গীতৰ আদি ৰাগ-ৰাগিণীবিলাক পুৰণি গ্ৰন্থকাৰবিলাকৰ মতে ৰাগ-ৰাগিণীবিলাক দেৱতাৰ সৃষ্ট। ইয়াৰপৰা বুজিব পাৰি, তেওঁবিলাকেও ৰাগ-ৰাগিণীৰ সৃষ্টিকৰ্ত্তা কোন তাক ঠিক কৰিব পৰা নাছিল। সকলো ফালৰপৰা ভাবি চলি এইটোহে ঠিক হয় যে, ভাষা যেনেকৈ আদিকালৰপৰা মানুহৰ মাজত মানুহৰ জাতীয় শক্তিৰ ফলত উৎপত্তি হৈ উন্নতি লাভ কৰি চলি আহিছে, ৰাগ-ৰাগিণীবিলাকো ঠিক তেনেকৈয়ে হৈছে। আদিতে ইচ্ছা বা চেষ্টা কৰি সেইবিলাকক কোনেও ৰচনা কৰা নাই। মানুহে নানা মতে গাই থাকোঁতে যি সুৰ ভাল লাগিছিল, তাকে সদাই গোৱা অভ্যাস কৰিলে, আৰু পুত্ৰ-পৰিয়ালেও তাক গাবলৈ শিকিলে। এইদৰেই সেই সুৰ বংশানুক্ৰমে মানুহৰ মাজত চলি আহিছে। বহুতে এই কথা ওপৰে ওপৰে ভাবি চালে নুবুজিব পাৰে, কিন্তু যিসকলে ভাষাৰ উৎপত্তিৰ তত্ত্ব ভালকৈ আলোচনা কৰিছে, সেইসকলে ইয়াক সহজে বুজিব আৰু বিশ্বাসো কৰিব। কোনো কোনো চৰায়ে যে অতি সুন্দৰকৈ সুৰ ঘূৰাই-পকাই গায়, তাক নো কোনে সেই সুৰ ৰচনা কৰি দিলে আৰু কোনে শিকালে? বুদ্ধিহীন চৰায়েও যদি আপোনা-আপুনি গাব পাৰে, বুদ্ধিমান মানুহে তাক কিয় নোৱাৰিব?

ভাৰতবৰ্ষ বৰ ডাঙ্গৰ দেশ। ইয়াৰ বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ সমাজ আৰু জাতি। প্ৰত্যেক জাতিৰ যেনে বেলেগ ভাষা, তেনেকৈ বেলেগ সমাজত প্ৰচলিত গানৰ সুৰ-বিন্যাসো বেলেগ। সমাজৰ প্ৰথম অৱস্থাত কোনো এজাতিৰ সাধাৰণৰ ভিতৰত একোটা সুৰবিন্যাসো পুৰুষানুক্ৰমে প্ৰচলিত হৈ সেই বিন্যাস অনুসাৰে সেই জাতিৰ সকলো মানুহেই গাই

থাকে। লৰাই যেনেকৈ প্ৰথমতে মাক-বাপেকৰ ওচৰত ভাষা শিকে, সেইদৰেই সৰু কালৰেপৰা সমাজৰ কোনোজনে গোৱা সুৰবিন্যাস শুনোতে শুনোতে সেইটো অভ্যাস হৈ যায় আৰু তাকে ভাল লাগে। এতেকে, পুৰণি উন্নত নোহোৱা সমাজত অইন নতুন সুৰ আদৃত হোৱা সম্ভৱ নহয়। কিন্তু শিক্ষা হলে অইন সুৰেও আদৰ পায় আৰু এই ৰকমেই সমাজত সুৰবিন্যাসৰ সংখ্যাও বেচি হৈ যায়।

ভাষাৰ দ্বাৰাই যেনেকৈ বেলেগ জাতি, মানুহ চিনিব পাৰি, গানৰ সুৰবিন্যাসৰপৰাও তেনেকৈ চিনিব পাৰি। কিয়নো, প্ৰত্যেক জাতিৰ গানৰ সুৰ বেলেগ। সুৰবিন্যাসৰ দ্বাৰাই কোনো জাতিৰ অৱস্থাও জানিব পাৰি। কিয়নো, সমাজৰ উন্নতি অনুসাৰে মানুহৰ সামাজিক ক্ৰিয়া আৰু উৎসৱাদিৰ গানৰ সুৰো নানা বিধৰ হৈ আহিছে। যেনে, বিয়াৰ নামৰ সুৰ এক ৰকম, ভাওনাৰ গীতৰ সুৰ এক ৰকম, সবাহৰ নামৰ সুৰ এক ৰকম ইত্যাদি। ইপিনে দেখা যায় যে, উন্নতি নোপোৱা সমাজত একেবিধ সুৰৰ গানেই সকলোবিলাক কামতে ব্যৱহাৰ হয়। নগা, লালুং, কছাৰি ইত্যাদি জাতিৰ গানত তাৰ প্ৰমাণ পোৱা যায়।

মোটামুটিকৈ কবলৈ গলে, ওপৰত কোৱা সেই একো-একো বিধ সুৰৰে একো-একোটা ৰাগ বা ৰাগিণী বুলিব পাৰি। কিন্তু, বিশেষকৈ কব লাগিলে, কিছুমান সুৰ গমক, মূৰ্চ্ছনা, গিটিকাৰী ইত্যাদি অলঙ্কাৰৰে সৈতে অনুলোম আৰু বিলোম গতিৰে নানাবিধ মাত্ৰা আৰু সুৰভঙ্গীৰ দ্বাৰাই যিবিলাক মনোৰঞ্জনকাৰী সুশ্ৰাব্য সুৰ প্ৰকাশ কৰা হয় তাক ৰাগ বা ৰাগিণী বোলে। সা-কে আদি কৰি অন্যান্য সুৰবিলাক কোনো নিৰ্দিষ্ট অনুপাত অনুসাৰে চৰালৈ উঠি গ্ৰাম পূৰ্ণ কৰি আকৌ তেনেকুৱা কোনো অনুপাত অনুসাৰে খাদলৈ নামি আহি আগৰ ঠাইত স্থিতি হলে সুৰৰ যি একোটা পদ বা মূৰ্ত্তি প্ৰকাশ হয়, সেয়েই ৰাগ-ৰাগিণীৰ বিশুদ্ধ ভাব। এই ভাবটি ঠিক ৰাখি তাক আকৌ নানাবিধ শব্দালঙ্কাৰ লগাই মোহিনী মূৰ্ত্তিত পৰিণত কৰিব লাগে।

আদিতে কোনো এজন শাস্ত্ৰকাৰে সুৰ সংগ্ৰহ কৰি তাৰ ভিতৰত ৬টা ৰাগ আৰু ৩৬ টা ৰাগিণী বুলি বৰ্ণনা কৰিছিল। সেই আদি শাস্ত্ৰকাৰ জনা কোন তাক এতিয়া জানিবৰ কোনো উপায় নাই। সঙ্গীতৰ ৰাগ-ৰাগিণীৰ সম্বন্ধে নানা মত-ভেদ আছে যদিও, সকলো মতত্তে আদি ৰাগ ৬টাৰ কথাহে শুনা যায়। তাৰ কাৰণ এই যে, ৰাগ সম্বন্ধে আদি সংগ্ৰহকাৰ জনৰ মতকে পি' গ্ৰন্থকাৰ সকলেও লৈছে। এই ৬টা ৰাগ আজিকালি উপযুক্ত লোৱাতী ওস্তাদক এৰি আন যেই সেই গান গোৱা মানুহে গাবকে নোৱাৰে। সেইবিলাক কিন্তু পুৰণি সমাজত গোৱা হৈছিল। আজিকালি বেদৰ ভাষা সংস্কৃতত সুপণ্ডিতসকলৰ বাহিৰে আনে বুজিব নোৱাৰে; কিন্তু অতি পুৰণি কালত সেই ভাষা ভাৰতৰ শিক্ষিত-অশিক্ষিত প্ৰায় সকলোৱেই বুজিছিল।

৬ ৰাগ আৰু ৩৬ ৰাগিণী কোনো গ্ৰন্থকাৰেই সৃজন কৰা নহয়, সেইবিলাক সংগ্ৰহ কৰিহে গোৱা হৈছে। ইয়াৰ প্ৰমাণ এই যে, পুৰণি গ্ৰন্থকাৰবিলাকৰ ৰাগ-ৰাগিণীৰ বিষয়ে মতো বেলেগ আৰু সেইবিলাক ৰাগ-ৰাগিণী, মূৰ্ত্তিৰো মিল নাই। সেইবিলাক যি যেনেকৈ পাইছে সেই ৰকমেই বৰ্ণনা কৰিছে। কোনোৱে আদি ৰাগ ৬টা, ৰাগিণী ৩৬ টা; কোনোৱে আদি ৰাগ ৬টা, ৰাগিণী ৩০টা; কোনোৱে ৰাগ-ৰাগিণী মোটে ৩০টা; আৰু এজনে মুঠে ৰাগ-ৰাগিণী ২০টা বুলি বৰ্ণনা কৰি গৈছে। একেটা ৰাগকে বেলেগ গায়কে বেলেগ ৰকমে গায়। এতেকে, একেটা ৰাগকে বেলেগ গায়কৰপৰা বেলেগ গ্ৰন্থকাৰে সংগ্ৰহ কৰিলে যে তাৰ মূৰ্ত্তিও বেলেগ হব, সি একো আচৰিত কথা নহয়।

ৰাগ আৰু ৰাগিণী একে বস্তু; কিন্তু শাস্ত্ৰকাৰবিলাকে তাৰ ভিতৰত কিছুমানকে পুৰুষ আৰু কিছুমানক স্ত্ৰীনিৰ্দ্দেশ কৰি পুৰুষৰ জাতীয় সুৰবিন্যাসবিলাকক ৰাগ আৰু স্ত্ৰী জাতীয় সুৰবিন্যাসবিলাকক ৰাগিণী বুলি কৈছে। যিবিলাক সুৰ কঠুৱা আৰু মোটা (Rough) অৰ্থাৎ গহীন ভাবৰ সেইবিলাকক পুৰুষ জাতি, আৰু যিবিলাকৰ সুৰ মিহি অৰ্থাৎ মিঠা (Sweet) আৰু প্ৰেম, বাৎসল্য আদি তিৰোতা জাতিৰ কোমলতা ভাবেৰে পৰিপূৰ্ণ সেইবিলাক স্ত্ৰী জাতি বুলি স্থিৰ কৰিছে। কিন্তু, এইবিলাক মুঠেই কবিৰ কল্পনা মাথোন। ৰাগ-ৰাগিণীৰ প্ৰত্যেকটোৱেই বেলেগ সুৰবিন্যাস। কাৰো কাৰো এনে ধাৰণা হৈছে যে, ৰাগৰ পৰাই ৰাগিণীবিলাকৰ উৎপত্তি হৈছে। কিন্তু সেইটো ভুল। কিয়নো, ৰাগৰপৰা ৰাগিণীবিলাক ৰূপান্তৰ বুলি ধৰিব পৰা এনে সম্বন্ধ সেইবিলাকৰ ভিতৰত নাই।

অনেকে কয় যে, নতুন ৰাগ কোনেও সৃষ্টি কৰিব নোৱাৰে। সেইটো নিতান্ত অসঙ্গত কথা নহয়। বুদ্ধিমান মানুহে একোটা নতুন সুৰ ৰচনা কৰিব পাৰে, কিন্তু, সেই সুৰত জাতি পৰিচয়ৰ

গুণ নেখাটে দেখি তাক ৰাগ বুলি কোৱা নহয়। সেইটোক এটা নতুন সুৰবিন্যাস বুলিব পাৰি মাথোন। মানুহে যি সুৰ লৈ পুৰুষানুক্ৰমে সেই সুৰেৰে সকলো বিষয়ৰ আৰু সকলো ভাবৰ গান গাই থাকে, সেই সুৰবিন্যাসকে হে ৰাগ বোলে। এই নিমিত্তে ইউৰোপীয় সঙ্গীতক ৰাগাত্মক কোৱা নেযায়; ইয়াৰ কাৰণ এই যে, ইয়াৰ প্ৰত্যেকটো গানৰ সুৰেই বেলেগ।

সৰহ ভাগ ৰাগ-ৰাগিণীৰেই কোনো দেশৰ নামেই নাম আছে। সেইবিলাক যে প্ৰথমতে সেই সেই দেশৰপৰাই সংগৃহীত হৈছে, তাক বোধহয় কোনেও নুই নকৰে। আজিকালি সেই সুৰবিলাক সেই দেশত নেথাকিবও পাৰে, কিয়নো ভাষাৰ দৰে সুৰো লৰচৰ হবৰ সম্ভৱ আছে; কিন্তু পুৰণি কালত সেইবিলাক সেই দেশত থকাটো নিশ্চয়। কোনো কোনো গ্ৰন্থত বৈদৰ্ভী, লাটী, পাঞ্চালি ইত্যাদি বিধৰ গান গোৱাৰ ৰীতি পোৱা যায়। ইয়াৰ অৰ্থ এই যে, এইবিলাক নিয়ম বিদৰ্ভ, পাঞ্চাল ইত্যাদি দেশৰপৰা সংগ্ৰহ কৰা হৈছিল।

পুৰণি কালত যিবিলাকে সঙ্গীতৰ ব্যৱসায় কৰিছিল, তেওঁবিলাকে নানা ঠাইৰপৰা সুৰ সংগ্ৰহ কৰি নিজৰ পুঁজি বঢ়াই লৈছিল। পুৰণি শাস্ত্ৰকাৰসকলে সেইবিলাক গায়কৰপৰাই সঙ্গীতৰ সকলো কথা সংগ্ৰহ কৰি গ্ৰন্থ ৰচনা কৰিছে। কোনোবাই যে নতুন ৰাগ-ৰাগিণী ৰচনা কৰি লৈছে, তেনেটো বুজা নেযায়। আমীৰ খশ্ৰু, তানসেন আদি কৰি প্ৰসিদ্ধ ওস্তাদবিলাকক কোনোৱে নতুন নতুন ৰাগৰ সৃষ্টিকৰ্ত্তা বোলে হয়, সেইবিলাক কিন্তু নতুন ৰাগ নহয়। দুটা-তিনিটা আদি ৰাগ মিহলি হৈ সেইবিলাকৰ সৃষ্টি হৈছে।

নতুন শিক্ষাৰ্থীবিলাকে যেনেকৈ ভাষাৰ বা (Idiom) খণ্ডবাক্য সহজে বুজিব নোৱাৰে, ৰাগ-ৰাগিণীও তেনেকৈ বহুত নুশুনিলে তাক ভালকৈ বুজি উঠা নহয়। খণ্ডবাক্যৰ ব্যৱহাৰ জানিবলৈ যেনেকৈ অনেক কিতাপ পঢ়িব লাগে, জনা মানুহৰ মুখত সদায় কথা শুনিব লাগে, ৰাগ-ৰাগিণীৰ বিষয়তো ঠিক তেনেকুৱাই। ইপিনে আকৌ খণ্ডবাক্যৰ ভাল ব্যৱহাৰ কৰি কথা কব পাৰিলেই যেনেকৈ সেই ভাষাত পণ্ডিত বুলিব নোৱাৰি, সেইদৰেই ৰাগ-ৰাগিণী শুদ্ধকৈ গাব পাৰিলেই সঙ্গীত বিষয়ে যে পাণ্ডিত্য জন্মে এনে নহয়। ভাৰতবৰ্ষৰ কালোৱাৎ গায়কবিলাকেই তাৰ সুন্দৰ দৃষ্টান্ত। বহুত কালোৱাৎ গায়ক আছে, ভালকৈ গাব বজাব পাৰে, কিন্তু স্বৰগ্ৰামৰ আচল উৎপত্তি (Theory) সমূলি নেজানে; আৰু ছাত্ৰবিলাকক সেই গানৰ অবিকল সুৰ মুখস্ত কৰাই দিয়াৰ বাহিৰে আন কোনো যুক্তিপূৰ্ণ উপদেশ সঙ্গীত সম্বন্ধে দিব নেজানে।

পুৰণি গ্ৰন্থকাৰবিলাকৰ "ৰঞ্জয়হী ইতি ৰাগ" এনেকৈ কৈছে *। এনে অৰ্থেৰে হলে সুৰবিন্যাস মাত্ৰকেই ৰাগ বুলিব পাৰি। কিন্তু, ৰাগৰ অৰ্থ অকল সেয়েই নহয়। ৰাগ অৰ্থে যে আৰু বিশেষ তাৎপৰ্য্য আছে, তাক এতিয়ালৈকে কোনো মানুহে ঠিক কৰিবলৈ সমৰ্থ হোৱা নাই। ইউৰোপীয় ভাষাত ৰাগ বুজোৱা কোনো শব্দ নাই। ইয়াৰ কাৰণ এই যে, ইউৰোপীয় সঙ্গীতৰ প্ৰকৃতি এনে নহয়, অৰ্থাৎ তাত কেৱল সংগ্ৰহ কৰা সুৰবিলাক লৈয়েই সঙ্গীতৰ চৰ্চ্চা নহয়। কিন্তু ওপৰত কোৱা কথাবিলাকৰদ্বাৰাই ৰাগৰ সেই বিশেষত্বৰ অলপ চিনাকি দিছে।

শাস্ত্ৰত ৰাগ-ৰাগিণীবিলাকক মূৰ্ত্তিমান কল্পনা কৰিছে, আৰু প্ৰত্যেকৰ একোটা মূৰ্ত্তিৰ ধ্যান লিখা আছে। আলাপৰ (গান বা গতৰ আৰম্ভণৰ আদিতে কিছুমান কাল্পনিক শব্দেৰে ৰাগ-ৰাগিণীক বহলাই প্ৰকাশ কৰাক আলাপ বোলে) আদিতে সেই ধ্যান মনত ধাৰণা কৰি সঙ্গীত কৰিব লাগে, এয়েই শাস্ত্ৰকাৰসকলৰ উদ্দেশ্য। আৰু, যদি কিবা গূঢ় তত্ত্ব আছে, তাক ক্ষীণধতুৰা মানুহে বুজা সাধ্যাতীত বুলিলেও বহলাই কোৱা নহয়। কিন্তু, সেই হওক, সঙ্গীত যেনে পবিত্ৰ বস্তু তাক সকলোৱে তেনে পবিত্ৰ ভাবেৰে অভ্যাস কৰিলে যে অনেক সুফল ফলিব পাৰে তাক কবৰ দৰ্কাৰেই নাই। পাঠকে জানিবৰ কাৰণে এটি ধ্যান এই ঠাইতে দিয়া গল।—

(ভৈৰব ৰাগৰ ধ্যান)

গঙ্গাধৰ শশীকলা স্ত্ৰিলকস্ত্ৰিনেত্ৰঃ সৰ্পৈ
বিভূষিত তনুগজকৃতি বাসা।
ভাস্ব ত্ৰিশূল কৰ এষ ৰুদ্ৰাক্ষধাৰী শুভ্ৰাস্বৰো
জয়তি ভৈৰব আঙ্গি ৰাগঃ।।

(সঙ্গীত ৰত্নাকৰ)

আদি ৰাগ ছটাৰ বেচি বা কম নোহোৱাৰ যুক্তি এই যে, সেই কালৰ সমাজৰ আদি অৱস্থাত বছৰৰ প্ৰত্যেক ঋতুৰ আদিৰপৰা অন্তলৈকে একেবিধ স্বৰবিন্যাস অনুসাৰে গান কৰিছিল। সেই বাবে ছয় ঋতুৰ কাৰণে ছবিধ স্বৰবিন্যাস ব্যৱহাৰ হৈছিল। ঋতু পৰিবৰ্ত্তনৰ লগে লগে মানুহৰ মনোবৃত্তিৰ পৰিবৰ্ত্তন ঘটা যেনে স্বাভাৱিক, মাহ আদি অইন সময় বিভাগত তেনে নহয়। এক ঋতুত যিটো ৰাগ ভাল লাগে, অইন ঋতুত

তাক পৰিবৰ্ত্তন কৰিবৰ মন যায়। কিয়নো, বেলেগ ঋতুৰ বেলেগ অৱস্থা। এই যুক্তিৰে দেখা যায় যে, ৬টা ৰাগ নিতান্ত দৰ্কাৰ। কম হলেও ভাল নহয়, বেচি হলেও মনৰ পৰিবৰ্ত্তনেৰে নিমিলে। আকৌ, একে ঋতুত যিটো ৰাগ ভাল লাগে, অইন ঋতুত দুটা ৰাগ গাই থাকিলে কালক্ৰমে অলপ কম মিঠা ৰাগটো লোপ পাব পাৰে। সঙ্গীতৰ কেচুবা কালত এই ছটা ৰাগেই প্ৰচলিত হৈছিল। পিচে, ক্ৰমে ক্ৰমে মানুহৰ ভিতৰত সঙ্গীত-চৰ্চ্চা বেছি হোৱাত ৰাগৰো সংখ্যা বেচি হয়, কিয়নো নতুন নতুন স্বৰবিন্যাস ব্যৱহাৰৰ ইচ্ছা হোৱাত সঙ্গীতত মানুহে নতুন সুৰ সংগ্ৰহ কৰাৰ চেষ্টা কৰে। এইদৰেই ছয় ৰাগৰ পাচত পুৰণি কালৰ উন্নতিশীল সমাজত আৰু যে ৩৬ টা নতুন স্বৰবিন্যাস সংগৃহীত হৈছিল, শাস্ত্ৰকাৰসকলে তাহাঁতক ৰাগিণী বুলি কৈছে। দুয়োবিধ সংগ্ৰহ কৰা হে, এবিধৰপৰা অইনবিধ ৰূপান্তৰ কৰা নহয়। ক্ৰমে যেতিয়া আৰু নতুন নতুন স্বৰবিন্যাস সংগৃহীত হৈছে সেইবিলাক সেই ৰাগ-ৰাগিণীৰ পুতেক-বোৱাৰীয়েক স্বৰূপে উপৰাগ আৰু উপৰাগিণী সংজ্ঞা দিয়া হৈছে। এনেকৈয়ে যিমান ৰাগৰ সংখ্যা বেচি হৈছে, সিমানবিলাককে সেই আদি ৰাগৰ বংশ বুলি বৰ্ণনা কৰা হৈছে। কিন্তু, ইটোৰপৰা সিটো ৰূপান্তৰ হৈ জন্ম হোৱা ভাব ৰাগৰ বংশৰ ওচৰত নেখাটে। আদি ৰাগ-ৰাগিণীবিলাক স্বতন্ত্ৰ।

ক্ৰমশঃ—

# নিৰাশা।

ভাবিছিলোঁ যাক মই সুখৰ আকৰ,
পদুম ফুলৰ দৰে হৃদি-সাগৰৰ;
ক্ষন্তেক আঁতৰ হলে, হৃদয়ত জুই জ্বলে,
দুনাই নেদেখোমানে হাঁহিটি মুখৰ,
একোকে নেলাগে ভাল এই জগতৰ।

*

দেখিছিলোঁ যাক মই বিশ্ব-বিমোহন,
এনেনো ধুনীয়া যেন শৰতৰ জোন;
নীল আকাশত আহি, মাৰি মিচিকিয়া হাঁহি,
তুষিছিলে আহা এই অভাগাৰ মন;
হইছিল নিমিষতে মধুৰ জীৱন।

*

আপোন পাহৰা হই হিয়া সঁপি দিলোঁ,
নিজৰা পাৰত বহি কত কথা কলোঁ;
ঘনে মুখলই চাওঁ, কিবা যেন সুখ পাওঁ,
কতবাৰ হেঁপাহতে সাবটি ধৰিলোঁ,
শোক দুখ সংসাৰৰ সব পাহৰিলোঁ।

*

দুদিনৰ পাচে হাঁয় প্ৰমাদ ঘটিলে,
আঁতৰিলে সুখ মোৰ বিষাদ আহিলো ;
হিয়া ফালি টান মাৰি, নিলে মোৰ ছবি কাঢ়ি,
নিৰাশা সাগৰে মোক ইবাৰ ডুবালে,
কুমলীয়া আশালতা মোহাৰি পেলালে!

—শ্ৰীয, দ।

* যস্য শ্ৰবণমাত্ৰেন ৰঞ্জন্তে সকলাঃ প্ৰজাঃ। সৰ্ব্বেযাং ৰঞ্জনাদ্ধে তোন্তেন ৰাগ ইতিস্মৃতঃ।। —সোমেশ্বৰ।

# আশা।

(নিৰাশা কবিতাৰ উত্তৰ)

শৰতৰ শেষ হলে, পদুম লেৰেলি গলে,
নেভাবিবা আৰু নাহে পদুম দুনাই;
আহিব আহিব ভাই, নেভাবিবা সুখ নাই,
সঁচাকৈয়ে পাবা তুমি পদুম ঘূৰাই।

পূৰ্ণিমাৰ জোনটিয়ে, নীল আকাশত হাঁহে,
নেভাবিবা সেই হাঁহি সেই দিনে শেষ;
আকৌ আহিব ঘূৰি, কৃষ্ণপক্ষ শেষ হলে,
দেখিবা নেথাকে আৰু বিষাদৰ লেশ।

কেতিয়াও সংসাৰত, নিৰাশ নহবা ভাই,
আশাপূৰ্ণ সংসাৰত সকলোৱে আছে;
যিহলকে মন যায়, তাকে সংসাৰত পায়,
আজিয়ে নহব পাৰে দুদিনৰ পাচে।

এইদৰে সংসাৰৰ, সকলোতে আশা ঘোৰ,
গঢ়া ভাই নিমিষতে মধুৰ জীৱন;
আপোন পাহৰা হই, হৃদয়ত আশা লই,

শুদ্ধ প্ৰেম দানি ভাই তোমাঁ প্ৰিয়জন।

যাক তুমি মৰমেৰে, বুকুত সাবটি ধৰি,
লভিছিলা মদাসুখ যাৰ মুখ চাই;
সাংসাৰিক সুখ-দুখ, সকলোকে পাহৰিলাঁ,
নিজৰা পাৰত বহি কত কিযে গাই।

বহু স্নেহ কৰিছিলাঁ, লাহৰী হাতেৰে ধৰি,
প্ৰতিদান পাবাঁ তুমি সেই চেনেহৰ;

দুদিনৰ পাচে ভাই, প্ৰমাদ ঘটিব কিয়,
সুখ গই কিয় হব ছবি বিষাদৰ।

কাৰ সাধ্য হিয়া ফালি, টান মাৰি নিলে কাঢ়ি,
নহবা নিৰাশ ভাই কৰা পতিয়ন;
কুমলীয়া আশালতা, নিশ্চয় পূৰ্ঠ হব,
মোহাৰি পেলাব কোনে কাৰ এনে মন!

—শ্ৰীঅ, ব।

# আনন্দৰামৰ উন্নতি কামনা।

ধনে-জনে-মানে আমাৰ অসম-আই কেইওপিনে অভাগিনী; নহলে নো উনবিংশ শতাব্দীত অৱতাৰ হোৱা স্বদেশপ্ৰেমিক কেইজন অকালতে মাতৃৰ বুকু উদং কৰি মৃত্যুৰ গ্ৰাসত পৰিব কিয়! তেওঁলোক যি দেশত অৱতাৰ হৈছিল, সেই অসম দেশ এতিয়াও আছে; কিন্তু তেওঁলোকৰ নিচিনা স্বদেশৰ উন্নতিৰ নিমিত্তে মতলীয়া মানুহ আঙুলিৰ আঁকত লেখ লবলৈও নাই। ৺আনন্দৰাম ঢেঁকিয়াল ফুকনৰ নিচিনাকৈ মাতৃ-ভাষালৈ অগাঢ প্ৰেমৰ চানেকী লৈ কাম কৰা মানুহ অসমত অতি বিৰল। তেনে ধৰণৰ স্বদেশ-প্ৰেমিকৰ সংখ্যা কম হোৱাৰ বাবেই বা আন কাৰণেই হওক, আমাৰ উন্নতি অতি লেহেন। আঠৈকুৰি বছৰৰ আগেয়ে ওঠৰ বছৰীয়া লৰা আনন্দৰাম ঢেঁকিয়াল ফুকনে আঙুলিয়াই দিয়া অভাৱ কেইটি এতিয়াও অসমত জিলিকিব লাগিছে। পাঠকসকলৰ কৌতুহল নিলগ কৰিবৰ নিমিত্তে স্বৰ্গীয় মহাত্মাই লিখা ৰচনাৰ এডুখৰি তলত টুকি দিলোঁ; তাৰেপৰা তেওঁৰ স্বদেশপ্ৰেমৰ চানেকী পাব। আৰু, তেওঁ যি যি অভাৱলৈ আঙুলিয়াইছিল, সেইবোৰ অভাৱ প্ৰায়েই পূৰণ হোৱা নাই। পাঠক, এটি কথা মনত ৰাখিব যে, লিখোঁতে লিখকৰ (৺ ফুকনৰ) ওঠৰ বছৰতকৈ বেচি বয়স নহৈছিল।—

"উনৈচ শ বছৰৰ আগেয়ে ইংৰাজ আদি জাতি কেনে অসভ্য আছিল! তেওঁলোকে নো এতিয়া কেনেকৈ ইমান সভ্য হল তাক ভাবিলে আমাৰ মনত এটা প্ৰশ্ন স্বাভাৱিকতে ওলায়। অৰ্থাৎ তেওঁলোকে এনে অসভ্য থাকিও যে আমাৰ দেশতকৈ বেচি সভ্য হল, ইয়াৰ কাৰণ কি? ভাৰতবৰ্ষৰ লোক অতি পূৰ্ব্বৰেপৰা সভ্য হৈয়ো একেদৰেই থাকিল, আৰু আনি অসমীয়াবোৰে পূৰ্ব্বতকৈ ধৰমত হ্ৰাস হে হৈছোঁ, ইয়াৰ বা কি কাৰণ? হে অসমদেশ বাসীসকল, তোমালোকে অলপ দকৈ গমি চালেই জানিবা যে, তোমালোকৰ দুৰৱস্থাৰ হেতু তোমালোকেই। দেখা, প্ৰথমতে এই জগতত বিদ্যাৰ সমান আমাৰ মিত্ৰ নাই, কিয়নো তাক জানিলে আমি জ্ঞান পাওঁ, আৰু জ্ঞানী হলে ইহকালত আদৰ-সন্মান পাম; এনে অমূল্য ৰতন বিদ্যা, তাৰ তোমালোকে মোল নুবুজি বৰ অৱহেলা কৰিছা! তোমালোকৰ পূৰ্ব্ব পুৰুষসকলে এক প্ৰকাৰ বিদ্যাৰ আলোচনা কৰিছিল আৰু সেই নিমিত্তে সিবিলাক অনেক জ্ঞানী আছিল; কিন্তু এতিয়া তোমালোকে কি সংস্কৃত কি ইংৰাজী একো বিদ্যা নপঢ়ি পূৰ্ব্বৰ হোজা স্বভাৱ এৰি অজ্ঞান আৰু টেঙৰ স্বভাৱ লবৰ উপক্ৰম কৰিছা। আমাৰ ইংৰাজ অধিপতিসকল কেনে বিদ্যোৎসাহী, সিবিলাকে স্বকীয় বিদ্যা শিকাই বঙ্গদেশক সভ্য কৰিছে, তোমালোককো সেইদৰে অনুগ্ৰহ কৰিব খোজে, কিন্তু পশুক মাণিক দিয়াৰ দৰে তোমালোকে সেই অনুগ্ৰহ নোলোৱাঁ, আৰু আপুনি ধন ভাঙিও নপঢ়াঁ। হাঁয়! হাঁয়! কি আক্ষেপৰ কথা! হে প্ৰিয় মিত্ৰসকল! যদি সভ্য, জ্ঞানী, আৰু সুখী হবৰ বাঞ্ছা কৰাঁ, তেন্তে টোপনিৰপৰা উঠা। লৰাসকল, তোমালোকে আটায়ে একবাক্য হৈ কাৰো হাক নুশুনি বিদ্যাত চিত আৰু শক্তি দিয়া, যিহেতু ধন আৰু সোণে বিদ্যা দিব নোৱাৰে। পিতৃমাতৃসকল, আটাইই কথাকে কাতি কৰি থোৱাঁ, সন্তানক ধন আৰ্জ্জিবলৈ নিদি, বিদ্যা আৰ্জ্জিবলৈ দিয়াঁ, কিয়নো সিহঁতে অজ্ঞানী হৈ যি পাপ কৰে তাৰ দোষে তোমালোককো ধৰিব, আৰু তাৰ সলনি ঈশ্বৰৰ ওচৰত তোমালোকে দণ্ড নেপাওঁ বুলি নেভাবিবাঁ। ধনৱন্ত লোকসকল, তোমালোকেও আজিৰেপৰা উঠা, পূৰ্ব্বৰ প্ৰতিজ্ঞা এৰাঁ; তোমালোকৰ ধন মাটিৰ তলত মামৰে নষ্ট কৰিবলৈ নিদিবা, কিন্তু দেশত বিদ্যা-বুদ্ধিৰ নিমিত্তে ধন ভাঙা, তেনেহলে আমাৰ দেশ অৱশ্যে সভ্য আৰু জ্ঞানী হব।"

"দ্বিতীয়তে, হে মোৰ অসমীয়া মিত্ৰসকল, বিদ্যা যেনেকৈ ইহকালত উপকাৰক, আন একো তেনে নহয়। কিন্তু, যদি সভ্য

আৰু সুখী হব খোজাঁ, তেন্তে কৃষি আৰু শিল্প কৰ্ম্মতো ইংৰাজৰ দৰে পাৰ্গত হবলৈ অহোপুৰুষাৰ্থ কৰাঁ। তোমালোকে নিচেই অজ্ঞানী, আৰু সেই বিদ্যা ভু নোপোৱা আৰু পাবলৈকো শ্ৰম নকৰাঁ। তোমালোকে ভাপৰ কল, ভাপৰ নাও, ভাপৰ কথা ইত্যাদি কৰিব পৰা হলে কেনে সুখী হলাহেঁতেন; এতিয়াও তোমালোকে চেষ্টা কৰিব পাৰাঁ, তোমালোকৰ ভিতৰত ধনৱন্তসকলে এবেলি মাথোন কিছু ধন ভাঙ্গি ইংৰাজীৰ সহায় লৈ, কেইজনমান দেশী ভাইক কৃষি কৰ্ম্মৰ নানা যত্ন কৰি তাৰ ব্যৱহাৰ শিকাওক আৰু নানা আচৰিত ইংৰাজী যন্ত্ৰবোৰ বুজাওক; ইয়াকে কৰিলে লোকে তাৰ গুণ দেখিলে তাক নেৰি বঢ়িয়াকৈ শিকিব, আৰু তেতিয়া দেখিবা অসম দেশ হাবি গুচি ফুলনী হয়, পজাৰ ঠাইত অট্টালিকা হব, ডোঙ্গা গুচি ভাপৰ নাও চলা হব, আৰু গোটেই দেশ ধনময় হব।"

"অসমীয়াসকল, ইংৰাজতকৈ অসভ্য হোৱাৰ তৃতীয় কাৰণ কওঁ শুনা। তোমালোকৰ ভিতৰত বাণিজ্যৰ অনুশীলন নিচেই নাই, সকলোৱে ধন মাটিত পুতি থবলৈ ভাল পায়; কিন্তু যিহৰপৰা ধন হয় তাক নিচিন্তে। ইংৰাজৰ সভ্যতাৰ ঘাই বল এক বাণিজ্য, এতেকে যদি ধনৱন্ত হব খোজোঁ, তেন্তে সম্প্ৰতি বাণিজ্যত প্ৰবৃত হোৱাঁ। কৃষিকৰ্ম্ম নেবাঢ়িলে বাণিজ্যও নেবাঢ়ে; সেই নিমিত্তে দুইকো অনুশীলন কৰিবলৈ যত্ন কৰাঁ।"

"হে মোৰ স্বদেশীয় বান্ধৱসকল, আমাৰ দেশৰ দুৰৱস্থাৰ চতুৰ্থ ঘাই হেতু এই যে, তোমালোকে কোনেও দেশৰ হিত নিচিন্তাঁ, কেৱল আপুনি কেনেকৈ ভালে থাকিবা, তাকেহে সদায় ভাবাঁ। ওপৰত যিসকল দিলোঁ, সেই বিলাকৰপৰা কি গুণ হব, যদি আমাৰ স্বদেশকে কেৱেঁ মৰম নকৰিলে? ইংলণ্ডৰ কত সদ্‌লোকে দেশৰ হিতলৈ কোটি কোটি ৰূপ ভগন কৰিব লাগিছে দেখাঁ, আমাৰ দেশত কত ধনৱন্ত লোকে সিবিলাকৰ ধন মাটিত পুতি থৈ দেশৰ হিতলৈ কণা-কড়ি এটাও ভাঙ্গিব নোখোজে। যদি সকলোৱে একেবাক্য হৈ দেশৰ উপকাৰলৈ প্ৰতিজ্ঞা কৰে, তেন্তে কি হব নোৱাৰে? হে ধনৱন্ত লোকসকল, তোমালোকে নিশ্চয় জানিবা যে, ঈশ্বৰে ধন সাঁচি থবলৈ, নাইবা আপোন সুখলৈ দিয়া নাই; কিন্তু তাৰ পৰা দেশৰ উপকাৰ কৰিবলৈ হে দিছে। এই ভৰ্ৎসনা বাক্য পাই, অনেক সদ্‌লোকৰ চিতে উৎসাহ পাই, দেশৰ দুৰ্ভাগ্য গুচাবলৈ গা দাঙ্গিব পাৰে; আৰু অকলে কি কৰিম বুলি নিৰাশ নহৈ স্ব স্ব সাধ্য অনুসাৰে হিত সাধিব আৰু আনেও সিবিলাকৰ আৰ্হি লৈ স্বদেশৰ হিত সাধিব।"

"হে কৃপাময় জগদীশ্বৰ, এই অসম দেশৰ লোকসকলক স্বদেশক সভ্য, জ্ঞানী আৰু ধাৰ্ম্মিক কৰিবলৈ মতি দিয়াঁ, সিবিলাকৰ অভাব আৰু দুৰৱস্থা জানিবলৈ সিবিলাকক জ্ঞান দিয়াঁ, আৰু তোমাৰ বিচিত্ৰ শক্তিৰে সিবিলাকক সভ্য কৰাঁ, আৰু তোমাক জানিবৰ আৰু তোমাৰ আজ্ঞা পালিবৰ যোগ্য কৰাঁ। যি সময়ত অসমদেশ হাবি গুচি ফুলনীবাৰী হব, ডোঙ্গা গুচি নৈত ভাপৰ নাও হব, ঘৰ বাঁহৰ গুচি ইটাৰ পকীঘৰ হব, গাৱেঁ-গাৱেঁ হেজাৰ বিজাৰ পঢ়াশালি, জ্ঞান আলোচনাৰ সভা, চিকিৎসালয়, আৰু দুখীয়া দৰিদ্ৰৰ পৰিত্ৰাণৰ আলয় হব, আৰু যি কালত লোক সকলে পৰস্পৰে হিংসা নকৰি আটায়ে আটাইক ভাতৃৱৎ চেনেহ কৰিব, কেৱেঁ দুটকা কানিৰ সলনি মিছা সাক্ষী নিদি লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেঁটী পায়ো কাৰো অন্যায় নকৰিব, বেশ্যা, কানি আৰু সুৰা এই কথা দেশত লোকে ভু-নোপোৱা হব, সেই সময় পৰমপিতা পৰমেশ্বৰ, শীঘ্ৰে ঘটোৱাঁ।"

পাঠক! নিজৰ দেশৰ হিতৰ নিমিত্তে ঈশ্বৰৰ ওচৰত এনে সৰল ভাবে প্ৰাৰ্থনা কৰে এনে লোক এতিয়া অসমত কেইজন! আহক, আমি ভাবি চাওঁ, তেওঁ কামনা কৰা সময় নো আমাৰ কেতিয়া আহিব।

—শ্ৰীসূৰ্য্যকান্ত দাস।

# আনন্দৰাম ঢেঁকিয়াল ফুকন।

হলিৰাম ঢেঁকিয়াল ফুকন আহোম ৰজাৰ দিনৰ এজন ডাঙৰ মানুহ। তেওঁ নিজৰ বিদ্যা-বুদ্ধিৰ গুণে ৰজাঘৰৰপৰা বৰ আদৰ পাইছিল। আৰু, তেওঁৰ ৰাজকাৰ্য্যত নিপুণতা গুণৰ বাবে তেওঁক ৰজাই ঢেঁকিয়াল ফুকনৰ বিষয় দিছিল। হলিৰাম ঢেঁকিয়াল ফুকনৰ পুতেক আনন্দৰাম ফুকন। ১৭৫১ শকৰ ৭ আহিনত তেওঁৰ জন্ম হয়।

আনন্দৰাম সৰুৰেপৰা চোকা বুদ্ধিৰ লৰা আছিল। তেওঁক প্ৰথমে পিতাকে সংস্কৃত পঢ়িবলৈ দিয়ে। আৰু, অতি অলপ দিনৰ ভিতৰতে আনন্দৰামে সংস্কৃত শিক্ষাত পাৰ্গতালি দেখাব পাৰিছিল। তাৰ পিচত, সেই কালৰ দেশাধিকাৰসকলৰ উৎসাহত, তেওঁ ইংৰাজী সাহিত্য শিক্ষা কৰিবলৈ ধৰিলে। ইয়াতো সোনকালে পৈণত হৈ উঠাত, সংস্কৃত আৰু ইংৰাজী দুয়ো সাহিত্যত উন্নতি লাভ কৰিবৰ নিমিত্তে, তেওঁ কলিকতালৈ গৈ সেই ঠাইৰ "হিন্দু কলেজ" নামে বিদ্যালয়ত ভৰ্ত্তি হয়গৈ। এই শিক্ষালাভত সেই সময়ৰ আসাম-

কমিশ্যনাৰ জেনেৰেল জেনকিঞ্চ চাহাবে তেওঁক বৰ সহায় কৰিছিল। আৰু, কলিকতাত তিনি বছৰ কাল শিক্ষালাভ কৰি, ফুকন ইংৰাজী আৰু সংস্কৃতত এজন বৰ পৈণত লোক হৈ স্বদেশলৈ উলটি আহিল।

শিক্ষা সাঙ্গ কৰি আহি আনন্দৰাম ফুকনে প্ৰথমে গুৱাহাটীৰ সদৰামীনৰ আদালতত কিছুকাল ৰাজকীয় কাম-কাজ শিকেহি। তাৰ পিচত, তেওঁ নলবাৰীত চৌধাৰী পদত নিযুক্ত হয়। এই কামত বৰ পাৰ্গতালি দেখাই খ্যাতি লাভ কৰাত, ফুকনক নগাওঁ জিলাত এচিষ্টেন্ট কমিচনাৰৰ বিষয় দিয়া হয়। সেইপদত থাকোঁতে আনন্দৰাম ঢেঁকিয়াল ফুকনৰ যশস্যা চাৰিওফালে ৰাষ্ট্ৰ হল। আৰু, গৱৰ্ণমেণ্টৰ ওচৰত তেওঁ এনে বিশ্বাসী হৈ উঠিছিল যে, সময়ে-সময়ে সেই গোটেই জিলাখনৰ তেওঁ অধিপতি হ্বলৈ পাইছিল। আন কি, ১৮৫৭ খৃষ্টাব্দত ভাৰতবৰ্ষত ঠায়ে ঠায়ে বিদ্ৰোহ উঠোঁতেও তেওঁক নগাওঁ জিলাৰ শাসনভাৰ অকলশৰীয়াকৈ দিয়া হৈছিল।

ৰাজকাৰ্য্যত পাৰ্গতালি দেখুবাৰ উপৰিও, আনন্দৰাম ঢেঁকিয়াল ফুকনে স্বদেশৰ উন্নতি অৰ্থে বৰ পুৰুষাৰ্থ কৰিছিল। সেইকালত আসামৰ পঢ়াশালি, আদালত সকলোতে বঙ্গলা ভাষা চলিছিল। পিচে, ফুকনৰ যত্নত দেশাধিকাৰসকলে আসামত অসমীয়া ভাষা চলাবলৈ নিয়ম কৰিলে। এই অৰ্থে, তেওঁ নিজে কেইখনমান অসমীয়া পঢ়াশলীয়া কিতাপ ৰচনা কৰি প্ৰচাৰ কৰিছিল। তাৰ ভিতৰত, "অসমীয়া লৰাৰ মিত্ৰ" নামে নানা উপদেশ থকা কিতাপ খনি প্ৰধান। সাহিত্যৰ উন্নতিত বাজেও, অসম দেশৰ আন-আন বিষয়ে উন্নতি কৰিবলৈ সুচল পালে ফুকনে আনন্দ পাইছিল।

ৰাজকীয় কাৰ্য্যৰ আলোচনা বিষয়ত ফুকনে বৰ মনোযোগ দিছিল। আজিকালি আসামৰ মাটি আৰু ৰাজহ বিষয়ে যি নিয়ম প্ৰণালী চলিছে, তাৰ ভেঁটি পোন-প্ৰথমে আনন্দৰাম ঢেঁকিয়াল ফুকনৰ হাতেৰে হে গঠিত হৈছিল। তাত বাজেও, আৰু ভালেমান ৰাজকীয় আলোচনাত ফুকনে গৱৰ্ণমেণ্টক সহায় কৰিছিল। সেইবিলাক বিষয় মিল চাহাবৰ ৰাজকীয় নিয়মাবলী আৰু কাকত-পত্ৰৰ লগত প্ৰচাৰ হৈছিল।

আনন্দৰাম ঢেঁকিয়াল ফুকন এজন অসাধাৰণ পুৰুষ আছিল। তেওঁৰ গুণ আগৰ আসাম-কমিশ্যনাৰ কৰ্ণেল হপকিঞ্চন চাহাবে এইদৰে বখানিছিল, "বঙ্গদেশত ৰাজা ৰামমোহন ৰায় যেনে, অসমদেশত আনন্দৰাম ফুকন তেনে। কিন্তু, বঙ্গ আৰু অসমৰ সেই কালৰ অৱস্থাৰ হীন-ডেটিলৈ চাই, ৰামমোহন ৰায়তকৈও আনন্দৰাম ফুকনক অসাধাৰণ পুৰুষ বুলিব লাগে।" বাস্তৱতে, ৰাজা ৰামমোহন ৰায়ৰ সমান সুচল আৰু সময় পোৱা হলে, আনন্দৰাম ঢেঁকিয়াল ফুকনে তেওঁতকৈও ভালেমান গুণে বঢ়াকৈ নিজৰ আৰু স্বদেশৰ উন্নতি সাধিব পাৰিলেহেঁতেন। কিন্তু, আসামৰ দুৰ্ভাগ্যৰ গুণে ডেৰ কুৰি বছৰ নৌ হওঁতেই আনন্দৰাম ফুকন অকালত কালৰ গ্ৰাসত পৰিল।

—শ্ৰীপদ্মনাথ বৰুৱা।

# অসমীয়া সাহিত্য।

## (হয়গ্ৰীৱ মাধৱৰ আখ্যান)

হাজোৰ হয়গ্ৰীৱ মাধৱৰ বিষয়ে এখনি পুথি আমাৰ হাতত পৰিছে। লিখকে পুথিৰ বিশেষ নাম নিদি, কেৱল "মাধৱৰ কথা" বুলি উল্লেখ কৰি গৈছে; সেই গুণে, আমি, সুবিধাৰ নিমিত্তে, পুথিখনিক এই প্ৰস্তাৱত "হয়গ্ৰীৱ মাধৱৰ আখ্যান" বুলি লিখিলোঁ।

পুথিখনি হাজোৰ ˚ মাধৱৰ মন্দিৰৰ পুথি ভঁড়ালত আছিল; বহুত অনুসন্ধানৰ ফলত, দেৱালয়ৰ বৰ্ত্তমান দলৈ শ্ৰীযুত সূৰ্য্য দত্ত শৰ্ম্মাৰ অনুগ্ৰহত পুথিখনি আমাৰ হাতত পৰিছেহি। পুথিখনি সাঁচিপতীয়া; অসমীয়া পদত লিখা। পুথিৰ পাতবিলাক বহলে ৪ আঙ্গুলি, আৰু দীঘলে এক বেগেত ৪ আঙ্গুলি। পাত মুঠতে ৬৮ টা আছে, আৰু ৩০১ চাৰিফঁকীয়া পদ আছে। ওখত পুথিখন ২ আঙ্গুলি মাথোন। ৬৮ টা পাত, ওখত কেৱল ২ আঙ্গুলি; পাঠক সকলে তাৰপৰাই পুথিৰ পাতবিলাক কিমান পাতলকৈ তৈয়াৰ কৰা হৈছিল বুজিব পাৰিব।

আমাৰ হাতত বহুত সাঁচিপতীয়া পুৰণি পুথি পৰিছে, কিন্তু এখনত বাজে এইখিনিৰ নিচিনা ধুনীয়া পুথি আমি আজিলৈকে দেখা নাছিলোঁ। পুথিৰ পাতবিলাক কাকত-পাতৰ নিচিনা মিহি, আৰু পাতল। আখৰবিলাক পুৰণি অসমীয়া বামুণীয়া ঠাছৰ; হালধীয়া পাতৰ ওপৰত মগুমাহৰ নিচিনা গোট গোট আখৰ বিলাক এতিয়াও মাতোঁ মাতোঁ কৰি আছে। পুথিৰ পাতটোইতৰ চাৰিওপাযে একাঙ্গুলমান ঠাইত হেঙ্গুলেৰে ৰং কৰা আৰু তাৰ মাজতে ৫ শাৰী ৫ শাৰী আখৰ। হেঙ্গুলীয়া দাঁতি কেইটাত বিচিত্ৰ লতা আঁকা। আটাইতকৈ তাৰিফ কৰিব

লগীয়া হৈছে, ৬৮ টা পাতৰ প্ৰতি পিঠিতে লতাবিলাক বেলেগ বেলেগ চানেকীৰ; অৰ্থাৎ পুথিখনিৰ পাতবিলাকত মুঠতে ১৩৬ বিধৰ ধুনীয়া ধুনীয়া লতাৰ চিত্ৰ অঁকা আছে।

বাস্তৱতে, এই পুথিখনি দেখিলে আমাৰ দেশত একসময়ত চিত্ৰবিদ্যাই কিমান উৎকৰ্ষ লাভ কৰিছিল; তাক সহজে অনুমান কৰিব পাৰি। লতাবিলাক অঁকাত কত ডাঙৰ সৰু ভাঁজ (curve) আঁকিব লগা হৈছে, তাৰ সংখ্যা নাই। সেইবিলাক (curve) বিশেষ যন্ত্ৰৰ সহায় নোলোৱাকৈ অঁকা অসম্ভৱ যেন লাগে। অথচ, যি কালত এই পুথিখনি লিখা হৈছিল, সেই কালত আমাৰ দেশৰ মানুহে তেনে যন্ত্ৰৰ ব্যৱহাৰ জানিছিল বুলি আমি এতিয়াও জানিব পৰা নাই। পুথি বন্ধা কাঠ চাৰি চটাও হেঙ্গুল-হাইতালেৰে চিত্ৰিত আৰু তাত ৰূপৰ ফুল পতোৱা। সঁচা কথা কবলৈ হলে, এনে ধুনীয়া পুৰণি পুথি আমি নিচেই কম দেখিছোঁ।

পুথিখনি সম্বন্ধে হাজোৰ মানুহৰ মাজত এটি কিম্বদন্তি আছে। গড়গাৱঁৰ অসম ৰজাই হেনো হাজোৰ মাধৱৰ মন্দিৰ দৰ্শন কৰিবৰ ইচ্ছা কৰিলে, কিন্তু তেওঁ দৰ্শন কৰিবলৈ অহাৰ আগেয়েই মাধৱৰ সকলো কথা জানিবৰ অভিপ্ৰায়েৰে লিখকক ˇ মাধৱৰ এখনি উপাখ্যান লিখিবলৈ হুকুম দিলে। লিখকে ৰাজ-আজ্ঞা মূৰত লৈ, নিজে হাজো দৰ্শন কৰি আৰু তাৰ বিষয়ে সকলো অনুসন্ধান কৰি এই পুথিখনি লিখি মহাৰাজৰ হাতত সমৰ্পন কৰিলে। ৰজাই পুথিখনি আদ্যোপান্ত পঢ়ি, তাক অতি আগ্ৰহেৰে ৰাজকীয় পুথি ভঁড়ালত ৰাখিলে। কিছুদিনৰ পিচত, ৰজাক ˇ মাধৱে সপোনত আদেশ কৰিলে যে, এই পুথিখন তেওঁৰ পুথি-ভঁড়ালত নেৰাখি ˇমাধৱৰ পুথি ভঁড়াললৈ পঠিয়ক। তেতিয়াৰেপৰা পুথিখনি ˇ মাধৱৰ পুথি ভঁড়ালত আছে।

কিন্তু এই বিষয়ে পুথিৰ ভিতৰত কোনো কথা উল্লেখ নাই। সেই গুণে এই প্ৰবাদত কিমান বিশ্বাস কৰিব পাৰি তাক পাঠকে নিজেই ভাবি চাব।

পুথিখনৰ লিখক আৰু ৰচক দুজন মানুহ। লিখকৰ নাম হৰিমিশ্ৰ শৰ্ম্মা, আৰু ৰচকৰ নাম ৰামচন্দ্ৰ দাস। লিখকৰ বিষয়ে পুথিৰ সবশেহত এইদৰে লিখা আছে "মাৰ্গশীৰ্ষে শীতেপক্ষে চতুৰ্থ্যাং ভৌম বাসৰে। হৰিমিশ্ৰেণ বিপ্ৰেণ লিখিতা পুস্তিকা শুভা।।" লিখক বামুণ আছিল, সেই গুণে পুথিৰ আখৰবিলাকো "কায়থালী" নহৈ "বামুণীয়া" ঠাচৰ হোৱা আৰু শেষৰ শাৰী সংস্কৃত হোৱা একো আচৰিত নহয়। তেওঁ লিখাৰ শক আদিৰ একো উল্লেখ নকৰি, কেৱল মাঘ মাহৰ শুক্ল পক্ষৰ চতুৰ্থী তিথি, মঙ্গলবাৰে পুথি লিখা শেষ হল বুলিয়েই ক্ষান্ত হল।

গ্ৰন্থকাৰ।— ৰচকৰ নাম শ্ৰীৰামচন্দ্ৰ দাস। তেওঁ পুথিৰ এঠাইত এইদৰে উল্লেখ কৰিছে ঃ—

"শ্ৰীৰামচন্দ্ৰ দাস অতি অল্পমতি।
মাধৱৰ শ্ৰুতি মনে ৰহোক সম্প্ৰতি।।"

তেওঁ পুথিত নিজৰ বিষয়ে তলত লিখা দৰে পৰিচয় দিছে ঃ—

"কেন্দুগুৰি নামে গ্ৰাম।
শস্যে মৎস্যে অনুপাম।।
বহে নদী অবিশ্ৰাম।
দিলীহ যাহাৰ নাম।।
তাৰ তীৰে কৰি ঘৰ।
আছিলন্ত পাত্ৰবৰ।।
যুদ্ধত যাহাৰ মন।
অৰিকুল বিমৰ্দ্দন।।
বহু সংগ্ৰামত জয়।
অদ্যাপি যশস্যা কয়।।
কৰতোয়া নদী কাছে।
অদ্যাপি পুখুৰী আছে।।
যাক ব্ৰহ্মপুত্ৰে বৰ।
দিলা কৰি দয়াতৰ।।
তীৰ্থৰাজ মহামানী।
নাগফণা দিলা আনি।।
দেৱৰো প্ৰসাদ পাই।
অৱনত কৰি কাই।।
সেৱা কৰিলন্ত পৰি।
তৰক আসিলা লৰি।।
ই কথা বিস্ময় নুই।
জানা ইটো সত্য হুই।।
তেন্তে মোৰ আদি মূল।
বংশৰ কমল ফুল।।
তাহান সন্ততি ধৰো।
চলি আছে পৰম্পৰো।।
বৰপাত্ৰ নাম লৈল।

অনেক পুৰুষ গৈল।।
অধিকাৰী পদ পাই।
গৈলা লোক প্ৰৱৰ্ত্তাই।।
সেহি বংশে ভৈলোঁ জাত।
ৰামচন্দ্ৰ নামে খ্যাত।।
বৰপাত্ৰ নাম ধৰি।
আছো ৰাজ সেৱা কৰি।।"

ইয়াৰপৰা দেখা যায় যে, পুথিৰ ৰচক ৰামচন্দ্ৰ নামে কোনোবা "বৰপাত্ৰৰ" ঘৰৰ আছিল। "বৰপাত্ৰগোহাঞী" নুবুলি কেৱল "বৰপাত্ৰ" বুলি উল্লেখ কৰাত আৰু নিজক "দাস" বুলি বৰ্ণনা কৰাত গ্ৰন্থকাৰ বৰপাত্ৰ ডাঙ্গৰীয়াৰ ঘৰৰ নাছিল বুলি ভাবিব পাৰি। অথচ "যুদ্ধত যাহাৰ মন। অৰিকুল বিমৰ্দ্দন।। বহু সংগ্ৰামত জয়। অদ্যাপি যসশ্যা কয়।।" এই ফাঁকিৰপৰা অনুভৱ হয়, তেওঁ বাস্তবিকেই বৰপাত্ৰ ডাঙ্গৰীয়াৰ ঘৰৰে সন্তান আছিল। আৰু এঠাইত আছে — "অধিকাৰী পদ পাই। গৈলা লোক প্ৰবৰ্ত্তাই।।" ইয়াৰপৰা বুজিব পাৰি, যেন তেওঁৰ বংশক কোনো মহন্তৰ বংশ বুলিহে বৰ্ণনা কৰিছে। যিহওক, কোনো লোকে এই বিষয়ে এটা ঠিক সিদ্ধান্ত কৰি দিব পাৰিলে আমি বৰ উপকাৰ মানিম।

পুথিখনৰ লিখাৰ ধৰণ কীৰ্ত্তনীয়া; অৰ্থাৎ শ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তনৰ দৰে, প্ৰথমতে এটা ঘোষা তাৰ পিচত পদ, এই ভাবে লিখা। অৱশে, এই পুথি যে শ্ৰীশঙ্কৰদেৱৰ অনেক পিচত লিখা তাত অকণো সন্দেহ নাই। কিন্তু, লিখা চাই অনুমান কৰিব পাৰি যে, ৰচক এজন বিচক্ষণ পণ্ডিত লোক আছিল, আৰু তেখেতৰ অসমীয়া ভাষাৰ ওপৰত দখল যে বিশেষ ৰকমৰ আছিল তাৰ অনেক উদাহৰণ দিব পৰা যায়। তেওঁ ঠায়ে ঠায়ে যিবিলাক উপমা দিছে, সেইবিলাক অতি সুন্দৰ হৈছে। যেনে,

"পঙ্কহন্তে জন্মি আছে পদ্ম পুষ্পচয়।
পঙ্কক নলৱে তাৰ পুষ্পক পিন্ধয়।।
জল সৰোবৰে এই দৃষ্টান্তক পায়।
কৃষ্ণকথা পদ্ম সম মই পঙ্ক প্ৰায়।"

পুথিত প্ৰথমে বৰ্ণনা কৰিছে, কেনেকৈ মণিকুট পৰ্ব্বত হল আৰু তাত কোনে মাধৱক স্থাপন কৰিলে। তন্ত্ৰবিলাকত শিৱই উত্তৰ দিয়ে, ইয়াতো সেই দৰেই হব—পাৰ্ব্বতীৰ কথা পতা ছলেৰে, বিষয়বিলাক বৰ্ণনা কৰা আছে। মাধৱৰ স্থাপন সম্বন্ধে শিৱই উত্তৰ দিছে যে, যি ডাল দাৰুবৃক্ষ ইন্দ্ৰদ্যুম্ন ৰজাই সমাজিকত সাগৰত উটি অহা পালে, তাৰে এছেৰেৰে ৰজাই শ্ৰীক্ষেত্ৰত জগন্নাথ মূৰ্ত্তি স্থাপন কৰিলে, আৰু তাৰে আন এছেৰেৰে উৰ্ব্ব ঋষিয়ে মণিকুট পৰ্ব্বতত হয়গ্ৰীৱ মাধৱ স্থাপন কৰিলে। মণিকুটত পূৰ্ব্বে হয়াসুৰ নামে এজন অসুৰে ৰাজত্ব কৰিছিল। এনেবিলাক কথাৰ সাৰ কিমান ডাঠ তাক পাঠকে নিজেই অনুমান কৰিব। হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তি যে শিলৰ তাক যেয়ে মাধৱ দৰ্শন কৰিছে, সেয়ে জানে। তেনেহলে উৰ্ব্ব ঋষিৰ কাঠৰ মূৰ্ত্তি নষ্ট হোৱাৰ পিচত, এই মূৰ্ত্তি যদি স্থাপিত হৈছে তেনেহলে কব নোৱাৰি। মুঠতে কবলৈ গলে, পুথিখনিৰ ৰেহ-ৰূপ, ভাষা আদি চাই তাত বৰ্ণিত বিষয়বিলাক সিমান সাৰুৱা বুলিব নোৱাৰি। পুথিৰ শেহত লিখা আছে যে, পুথিখনি ১৬০৮ শকত লিখা শেষ হয়। অৰ্থাৎ, এতিয়া তাৰ ২২১ বছৰ হৈছে।

—শ্ৰীহেমচন্দ্ৰ গোস্বামী।

# উষা।

উষা মানে উষাকাল, অৰ্থাৎ পুৱাতে সূৰ্য্য উদয় হবলৈ ধৰা সময়টিকেই উষা বোলে। সূৰ্য্য অস্ত যোৱা সময়টিক সন্ধ্যা বোলে। এতিয়া আসামৰ উন্নতি উষা নে অস্ত যোৱাৰ সন্ধ্যা, তাক মই ভাবি স্থিৰ কৰিব নোৱাৰি বিমোৰত পৰি মোৰ মতে ইয়াকেহে পাইছোঁ যে, অসমীয়া জাতিৰ অস্তযোৱা সন্ধ্যা হে মিলিছেহি। উষা মানে আৰম্ভ বা শুভ-অশুভ চিহ্নুই ভুমুকি মৰা সময়। শুভ চিহ্নুই ভুমুকি মৰা সময়টিকেই মঙ্গল উষা বোলে, অশুভ চিহ্নুৰ উকি মৰা সময়ক অমঙ্গল বা বিষাদৰ উষা বোলে।

অসম দেশত বৰ্ত্তমান বিষাদৰ উষাই ভুমুকি মৰাৰ চিনবিলাক দেখা পাই আজিৰ প্ৰবন্ধত তাকে এটি-এটিকৈ অসমীয়া শিক্ষিতসকলক আঙ্গুলিয়াই দেখাবলৈ আগ বাঢ়িলোঁ। প্ৰথম অশুভ চিন; —কোনো এটি জাতিৰ ইয়াতকৈ একো অৱনতি হব নোৱাৰে, যদি তাৰ মানুহ বিলাক ক্ৰমে দুৰ্ব্বল নিঃকটীয়া হৈ পৰে। যি জাতিৰ মানুহবিলাক দুৰ্ব্বল হৈ পৰে, সেই জাতিৰ যে ক্ৰমে

ক্ৰমে সঁচ লোপ পায় তাৰ অকণো ভুল নাই। আৰু শৰীৰৰ বলৰ লগত যে সাহসৰ সম্বন্ধ, তাক অতি মূৰ্খেও নহয় বুলিব নোৱাৰে। শৰীৰৰ বল টুটা হলে যেনে কোনো জাতিৰ সাহ-পিত কমে, তেনে দৰে মনৰ সাহ কমিলেও তাৰ লাহে লাহে শৰীৰৰ বল কমে। এই দুইটি কথাৰ ভিতৰত ইটিৰ লগত সিটিৰ সমবায় সমসূত্ৰ সম্বন্ধ; কিয়নো, শৰীৰৰ লগত মনৰ ধৰাবন্ধা লগ। শৰীৰ আৰু মন এনে লগৰীয়া যে, এটিৰ হ্ৰাস হলেই আনটি অকামিলা নহৈ নোৱাৰে। এই নিমিত্তে মহা পণ্ডিত এমাৰ্চন চাহাবে কৈ গৈছে যে, God never manifest to cowards" অৰ্থাৎ, ভীৰুৰ আগত ঈশ্বৰ কেতিয়াও প্ৰকাশ নহয়।

বাস্তৱতে, দেখিবলৈ গলে, ভীৰুৰ কোনো ধৰ্ম্ম নাই, কেৱল কাপুৰুষতাই মাত্ৰ তাৰ ধৰ্ম্ম। শৰীৰ-মন যি মানুহৰ বলী, তাৰ নৈতিক বলো বেচি। ইন্দ্ৰিয়দমনো তাৰ পক্ষে সহজ হৈ পৰে। শৰীৰ-মন যাৰ দুৰ্ব্বল, তাৰ নীতি, আচাৰ, চৰিত্ৰ সকলোবিলাক দুৰ্ব্বল, এই কাৰণেই দুৰ্ব্বল জাতিয়ে সদায় পৰাধীন অৱস্থাত থাকি শেহত জাতীয় অস্তিত্ব লোপ কৰে যে তাৰ কোনো ভুল নাই। কাৰণ, চিৰকাল পৰাধীন অৱস্থাত থাকিলে কোনো জাতিৰ আয়ুশ্ৰী যে ক্ষয় হৈ আহে, ই পৰীক্ষা পোৱা কথা। আমাৰ আসাম দেশত বৰ্ত্তমান যেনি যাওঁ তেনি অসমীয়া মানুহবিলাকৰ ভিতৰত প্ৰায় সৰহভাগক হাড়ৰ জকা ওলোৱা বা ক্ষীণাই কৰপেটী বন্ধা দেখা পোৱাৰ কাৰণ কি? আজি ৩০ বছৰৰ আগেয়ে যেনে হাড়শকত, বলিষ্ঠ, হৃষ্ট-পুষ্ট অসমীয়া মানুহ দেখা হৈছিল, আজি সেইবিলাক মানুহ নোহোৱা হল, আৰু গাৱঁৰ ভিতৰত প্ৰায় ৬০ বছৰীয়া বুঢ়া-মানুহকে জীয়াই থকা উলিওৱা টান। এতিয়াৰ যিবিলাক পো-পোৱালি উঠি অহা দেখা যায়, সিহঁতৰ শ্ৰীবৃদ্ধি একো নাই, আৰু আদবয়সতে বা ভৰ ডেকা হওঁতেই অনেকে জীৱন-নাও তল নিয়ায়। এই অৱস্থাৰ মূল কাৰণ কেইবাটিও থাকিলেও, ঘাইকৈ প্ৰধান কাৰণটি গুড়িত কি তাক এবাৰ দেখা যাওক। ওপৰতে উল্লেখ কৰিছোঁ যে, পৰাধীনতাই জাতিগত কি ব্যক্তিগত জীৱনী শক্তিৰ স্ফূৰ্ত্তিনাশক ঘাই বেমাৰ। স্ফূৰ্ত্তিনাশ (Loss of energy) হলেই যে যেই কোনো মানুহ বা জাতি অল্পায়ু হয়, ই বিজ্ঞান প্ৰমাণ কথা।

যেতিয়াৰেপৰা অসমীয়া মানুহে নিজ পৰিশ্ৰমৰ ওপৰত থিতাপি দি থকাৰ অভ্যাস এৰি আনৰ হাত-মুখলৈ বাট চাই থাকিবলৈ শিকিলে, তেতিয়াৰেপৰা অসমীয়াৰ জাতীয় জীৱনী শক্তি হ্ৰাস হবলৈ ধৰাৰ কাৰণ বুলি অনুমান কৰা যায়।

আগৰ বুঢ়াবিলাকৰ মুখে শুনা যায় যে, ৰজাৰ দিনত বা ইংৰাজ গৱৰ্ণমেণ্ট অহাৰ প্ৰথম অৱস্থাত অসমীয়া মানুহবিলাক বৰ পৰিশ্ৰমী আছিল। তেতিয়া দেশত ইমান বস্তু কৃষিকামৰপৰা উৎপন্ন হৈছিল যে, মানুহক লোণখিনি কিনাৰ বাহিৰে আন একো বস্তুকে কিনিব লগাত নপৰিছিল। কপাহ খেতি কৰি সূতা কাটি জীয়াৰী-বোৱাৰীৰ দ্বাৰাই ঘৰতে কাপোৰ তৈয়াৰ কৰাই পিন্ধা-উৰা আদি লাজ নিবাৰণৰ কাম সমাধা কৰিব পাৰিছিল। ধান, মাহ, সৰিয়হ, গুড়েৰে ভঁড়াল উপচি আছিল। শাক, পাচলি, কল্প ইত্যাদিৰে নিজক নেলাগে ওচৰ-চুবুৰীয়াকো সহায় কৰিব পাৰিছিল। এঘৰৰ ঘৰত পিতৃ-মাতৃ-শ্ৰাদ্ধ বা বিয়া, হৰিসেৱা হলেই পইচা দি উপকৰণ আদি কেৱেঁ একো কিনিব নেলাগিছিল। পৰস্পৰৰ সহায়তেই সেইবিলাক সকাম সিদ্ধি হৈছিল। যাৰ ঘৰত গাখীৰ আছে তাৰ ঘৰত টেকেলি বা ঘঁট দি আহিলেই তাক পোৱা গৈছিল। আৰু, যাৰ বাৰীত কলা, কুঁহিয়াৰ আছিল তাৰ পৰা সকামৰ কথা কৈ, এনেয়ে অনা-দিয়া কৰা সহানুভূতিৰ সুন্দৰ প্ৰথা আছিল। কিন্তু, হাঁয়, আজি তেনেকুৱা সহানুভূতিৰ প্ৰথা এই দেশৰপৰা একেবাৰেই উঠি গল।

আনপিনে পৰিশ্ৰমৰ কাৰ্য্য সম্বন্ধেও ইটি-সিটিৰ ভিতৰত অতিশয় সহানুভূতি আছিল। ধান বোৱা, মাটি ৰোৱা, ঘৰ সজা আদি প্ৰধান কামবিলাকত এঘৰক কুৰিঘৰে সহায় কৰিছিল। এই কাৰণে, গাৱঁৰ ভিতৰত মানুহৰ মাজত মৰম-স্নেহ প্ৰবল থকা গতিকে প্ৰবল একতা আছিল; এই একতা থকাৰ কাৰণেই তেতিয়াৰ দিনত উদ্যোগ উৎসাহেৰে মানুহৰ মন বৰ স্ফুৰ্ত্তি যুক্ত আছিল ; এনে স্ফুৰ্ত্তি থকাৰ কাৰণেই তেতিয়া সাধাৰণ অসমীয়া মানুহেও দীৰ্ঘজীৱন লাভ কৰিব পাৰিছিল। ৰং-ধেমালি, গান-বাদ্য, খেল-তামাছা এইবিলাক বিষয় যে মানুহৰ জীৱনী শক্তি বঢ়োৱা স্ফুৰ্ত্তিবিজ্ঞানসিদ্ধ তাৰ ভুল নাই। মন ভাল থাকিলেই, অৰ্থাৎ মনক দুখ বিষাদৰ চিন্তা-ডাৱৰে ঢাকি নেৰাখিলেই স্বাভাবিক মানুহে যে ৰং-ধেমালি, খেল-তামাছা অভিনয় কৰে, ই নিৰ্ভুল কথা। আগেয়ে অসমীয়া মানুহৰ গাওঁবিলাকলৈ গলেই আবেলি-গধূলি ডেকা-গাভৰু জীয়াৰী-বোৱাৰী লৰা-ছোৱালীৰ নাম-গীত ধোপ-খেলা ভটাখেলাৰ কিৰিলি খলকনিত আগন্তুকৰ কাণ ফাটিছিল। কিন্তু হাঁয়! আজিকালি এইবিলাকৰ পৰিবৰ্ত্তে নিটাল নিমাত নিশবদে প্ৰতি গাৱঁকে ঢাকি ৰখা গম পাবাঁ। আগেয়ে

অসমীয়া মানুহ বিলাক খেল-চোং আদি সামাজিক বান্ধৰ তলতীয়া থকা গাৱঁৰ বুঢ়া-মেঠা মানুহৰ আদেশমতে ৰাইজীয়া উপকাৰী কামবিলাক কৰিবলৈ পিচ নুহঁহ্কিছিল, ৰাইজৰ হজ ৰখা,—পুখুৰী খানি ভাল পানী খাবলৈ কৰা, আলি-মথাউৰী বান্ধি চলা-ফুৰা, খেতিৰ কাম আদি সুবিধা কৰা আৰু সৰ্ব্বসাধাৰণ হৰিসেৱা, সবাহ-ভাওনা আদি কৰা, নামঘৰ বা কীৰ্ত্তন ঘৰ কৰা এনে কামবিলাক সকলো মানুহে বৰ হৰ্ষেৰে কৰিছিল। আন কি, গাৱঁৰ কাষত হাবি-বন হলে বাঘ-ভালুকৰ চোং বান্ধ খোৱাৰ ভয়ত তাকো সমূহে গোট খাই কাটি পৰিষ্কাৰ কৰি ৰখাৰ প্ৰথা আছিল। এই কাৰণে, স্বাস্থ্যৰ পক্ষে সেই দিনত মানুহে পৰম উপকাৰ লাভ কৰিছিল। আজিকালি তেনেবিলাক কাম অসমীয়া মানুহৰ গাৱঁত হৰলোপ পালে। এতিয়া অসমীয়াৰ গাওঁ, বিশেষকৈ বাৰিষা (যি সময়ত বেমাৰে ঘৰ পাতে) দেখিবলৈ গলে শ্মশানশালিৰে সৈতে একো বেলেগ নেদেখি। আজিকালি স্বাস্থ্য ভাল ৰখাৰ কল্পে তেনেবিলাক কাম গাৱঁত নোহোৱাত কাৰণে, অসমীয়াই ম্যালেৰীয়া ভোগ কৰি অলপ বসয়তে মৰাৰ এক কাৰণ।

বৰ্ত্তমান আগৰ দিনৰ সামাজিক বন্ধন ভঙ্গ হৈ গাৱঁৰ মুখিয়াল মানুহৰ কথা কেওঁ নুশুনাৰ বাবে ৰাইজীয়া হজ ভাগি অসমীয়াৰ ভিতৰত ডেকা-ডঙ্গুৱা সকলো বিলাকেই গাই গোটা হৈ পৰিল, এই হেতুকে গাৱঁৰ মাজত পৰস্পৰৰ ভিতৰত হিংসা খিয়াল দিনকে দিনে বৃদ্ধি পাই গাৱঁলীয়া সমাজক অশান্তিময় কৰি তুলিছে। গতিকেই মনৰ স্ফূৰ্ত্তি হ্ৰাস পাই অসমীয়া মানুহ লাহে লাহে অল্পায়ু হৈ যাব ধৰিছে। কোনো এখন ঘৰত যদি ভাই-ভাইৰ লগত মিল নেথাকে, তেনেহলে, সেই ঘৰখনিৰ মানুহখিনিৰ ভিতৰত যেনেকৈ হাঁহি, তামাছা দুৰলৈ পলায় আৰু তাৰ ঠাই দুখ-বিষাদৰ চিন্তাই দখল কৰে, কোনো এটি জাতিৰ ভিতৰতো তেনে ৰূপ ঘটনাৰ ফল একেই।— ক্ৰমশঃ।

—শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য।

# সমালোচনা।

"কৃষিতত্ব"।— যোৰহাটৰ শ্ৰীনাৰায়ণ বৰুৱাই লিখা। বেচ, ১।।০ ডেৰ টকা। কিতাপৰ আকাৰলৈ চাই, তাৰ বেচ বেচি হৈছে বুলিব নোৱাৰি। তথাপি, অসমীয়া গাৱঁলীয়া মানুহৰ অৱস্থা চাই, ১৲ বা ।।০ অনা কৰিব পৰা হলে বেয়া নাছিল। বেচ কম হলে কিতাপৰ কাটন বেচি হয়। গতিকে, গ্ৰন্থকাৰৰ অৰ্থ আৰু উদ্দেশ্য দুয়ো ৰক্ষা পৰে। কিতাপখনিৰ বিশেষত্ব এই যে, ইয়াক মনেৰে পাতি লিখা নাই; গ্ৰন্থকাৰে নিজে কৃষিকাৰ্য্যৰ অভিজ্ঞতা লাভ কৰি, চকুৰে দেখা কৃষি কাৰ্য্যৰ নিয়ম-প্ৰণালী আৰু উপদেশ ইয়াত সন্নিবিষ্ট কৰিছে সেই কাৰণে, কিতাপত চকু ৰাখি, মন পথাৰত দিলে, খেতি বাতিৰ গঢ়-গতি সুন্দৰকৈ ধাৰণা কৰিব পৰা হৈছে। আসামৰ চলিত খেতিৰ বিষয়ে, আৰু চেষ্টা কৰিলে আন দেশত চলিত খেতি আনি চলাবলৈ লিখকে যিবিলাক সাৰুৱা বুদ্ধি দিছে, তাৰপৰা অসমীয়া খেতিয়কে অশেষ উপকাৰ পাব পাৰিব। খেতি কৰাৰ প্ৰণালী, মাটিৰ গুণাগুণ বিচাৰ, হাল-গৰুৰ ব্যৱস্থা বুদ্ধি ইত্যাদি কিতাপখনিত সুন্দৰকৈ বৰ্ণোৱা হৈছে। আগৰ কিছুমান লোপ পাবলৈ ধৰা খেতিৰ সুনিয়ম এই গ্ৰন্থই উদ্ধাৰ কৰি ৰাখিলে। মোটৰ ওপৰত, কিতাপখন বৰ লাগতিয়াল হৈছে, আৰু ইয়াৰপৰা আমাৰ দেশৰ খেতিয়ক শ্ৰেণীয়ে বৰ উপকাৰ পাব। সেই কাৰণে, আমি আশা কৰোঁ, অসমীয়া মানুহে হাতে-হাতে এই পুথি একোখন ৰাখি নিজৰ উপকাৰ কৰিব, আৰু গ্ৰন্থকাৰৰ উৎসাহ বঢ়াব যেন।

"কলেৰা, অৰ্থাৎ হাইজা নিবাৰণ কৰিবৰ উপায়"।— "ডিবৰুগড়ৰ শ্ৰীপ্ৰসন্নকুমাৰ বৰুৱা বি, এ. হাইজা নিবাৰিণী সভাৰ আৰু আমোলাপটী খণ্ডৰ হিন্দুসৎকাৰ সমিতিৰ শাখা সভাৰ অধিপতি কৰ্ত্তৃক উক্ত সভাৰপৰা প্ৰকাশিত।" বেচ, খনে এক পইচা। ৮০ খনত ডাক মাচুলে সৈতে ১৲ এটকা। পুথিৰ পাত আঠোটা মাথোন। এই আঠ পিঠিত আঠ-কুৰি পিঠিৰ গুণ পাবলৈ আছে। বিশেষ, আমাৰ দেশৰ গাৱঁলীয়া মানুহলৈ ই বৰ উপযোগী হৈছে। জহণী বেমাৰ কেনেকৈ হয় আৰু তাক কেনেকৈ নিবাৰণ কৰিব পাৰি ইয়াত তাৰ বুজনি দিয়া হৈছে। ইয়াৰ দাম চাই, মধ্যবিত মানুহেও সৰহকৈ কিনি নি ইয়াক গাৱেঁ গাৱেঁ বিলাই পুণ্য আৰ্জ্জিব পৰা হৈছে।

# সম্পাদকৰ শৰাই।

**আমাৰ খেতিৰ কাৰবাৰ।**— ভাৰতবৰ্ষত আদিতে খেতিৰ কাৰবাৰ বলী নাছিল। তেতিয়া খেতিৰ উৎপন্ন বেহা-বেপাৰতো লগোৱা নহৈছিল। নিচেই আদিভাগত ইউৰোপীয় বেপাৰীবিলাকে ভাৰতবৰ্ষৰপৰা সোণ, ৰূপ, হাতীদাঁত, বান্দৰ, মৰাচবাই এনেবিলাক হে বেপেৰুৱা বস্তু বুলি নিছিল। ৰোমাণবিলাকে ভাৰতবৰ্ষত হীৰা, মুকুতা, ৰেচম, মছলা এইবিলাক হে বেপাৰৰ উপযোগী বস্তু পোৱা যায় বুলি জানিছিল। আৰবী আৰু মোগলবিলাকৰ দিনত মাথোন কপাহ আৰু কুঁহিয়াৰ বেপেৰুৱা বস্তুৰ লেখত পৰে। তিনি শ বছৰৰ আগেয়ে মাথোন ওলন্দাজ, পৰ্টুগীজ আৰু ইংৰাজ কোম্পানীৰ ভিতৰত পিপলী, মছলা, নীল এইবিলাক বেপেৰুৱা বস্তু লৈ অৰিয়াঅৰি চলিছিল। আৰু, এটা শতাব্দীৰ পূৰ্ব্বে মাথোন ইষ্ট ইণ্ডিয়া কোম্পানীয়ে কপাহ, ৰেচম, পচম, গম, মছলা, নীল, কফি এইবিলাক ভাৰতীয় খেতিৰ উৎপন্ন বস্তুৰ ৰপ্তানী বহলাবলৈ আৰম্ভ কৰে। ইয়াৰপৰা বুজা যায় যে, এশ বছৰৰ আগলৈকে ৰত্নপ্ৰসূতী ভাৰতভূমিত খেতিৰ মোল ভাৰতবাসীয়ে নুবুজিছিল, তেতিয়ালৈকে ভাৰতবাসীৰ খেতিৰ পেটে-ভাতে-খোৱা অৱস্থা আছিল। ইয়াৰপৰা ইয়াকো বুজিব লগা হৈছে যে, বেপাৰৰ মোল নোপোৱাৰ কাৰণেই ভাৰতবাসীয়ে খেতিৰ মোল নোপোৱাকৈ আছিল; বিদেশীয়ে চকুত আঙ্গুলি দি দেখুৱাই দিয়াত মাথোন আঢ়েকুৰিমান বছৰৰপৰা ইয়াৰ উন্নতিৰ অৰ্থে সিবিলাকে মন-কাণ দিবলৈ শিকিছে। বাণিজ্যত লক্ষ্মীৰ বসতি। এই কথা আমাৰ মুখত আছে, কামত নাই। আৰু, সেই মহামন্ত্ৰ কামত লগাব পৰা নাই কাৰণেই, আমাৰ খেতিও নাই, বেপাৰো নাই, অৱস্থাও নাই।

**কপাহ খেতি।**— ভাত আৰু কাপোৰ মানুহৰ জীৱনধাৰণৰ প্ৰধান উপায়। পেটত ভাত আৰু গাত কাপোৰ নহলে মানুহ জীয়াই থকাই টান। এনে দুটি লাগতিয়াল বস্তুও খেতিৰপৰা উৎপন্ন হয়। গতিকে, কাৰবাৰৰ মোল নোপোৱা ভাৰতবাসীয়েও জীৱনধাৰণৰ উপায় স্বৰূপ এই দুই খেতিত অতীজৰেপৰা হাত দিছিল। কাৰবাৰৰ নিমিত্তে বহুলকৈ নকৰিলেও, ভাতে-কাপোৰে তৰিব পৰাকৈ এই দুই খেতি ভাৰতবৰ্ষত নিচেই আদিৰেপৰা চলিত আছিল। ভাতৰ খেতি সম্বন্ধে ইতিপূৰ্ব্বে অলপ-অচৰপ কোৱা হৈছে আৰু এই বিষয়ে সৰ্ব্বসাধাৰণৰ যথাৰ্থৰূপে অভিজ্ঞতা আছে। সেই কাৰণে, কাপোৰৰ খেতি সম্বন্ধে ইয়াত দুআষাৰ কব লগা হৈছে। কাপোৰৰ আঁতি-গুৰি কপাহ। এই কপাহৰ খেতি ভাৰতবৰ্ষত অতি পুৰণি কালৰপৰা চলিছে। আন কি, এই খেতিৰ আদিস্থান ভাৰতবৰ্ষক হে বুলিব পাৰি; ইয়াৰপৰাহে আন আন দেশলৈ কপাহৰ খেতি ক্ৰমাৎ বহুল হৈ যায়। মহাবীৰ আলেকজেণ্ডাৰৰ প্ৰধান সেনাপতি নিয়াৰ্কচে কপাহ গছ দেখি আচৰিত হৈ কৈছিল যে, "ভাৰতবৰ্ষত পচম গছত গজে!" আৰু, সেই কালত কপাহ বছেৰেকীয়া শস্য নাছিল, ই বাৰমহীয়া বা স্থায়ী গছ আছিল। সেই কাৰণে, সেই কালত কপাহ খেতিৰ উৎপন্ন নিচেই অলপীয়া আছিল; আৰু ই তেতিয়া বৰ আদৰৰ বস্তুৰূপে ব্যৱহৃত হৈছিল। চীনদেশত তেতিয়া কপাহী সাজ সম্ৰাটৰ বৰ আদৰৰ আৰু বহুমূলীয়া পৰিচ্ছদ আছিল। আৰু ভাৰতবৰ্ষত ব্ৰাহ্মণ সম্প্ৰদায়ে সিবিলাকৰ পবিত্ৰ উপবীত কপাহৰপৰা তৈয়াৰ কৰি লৈছিল। তেতিয়া কপাহগছক দেবদাৰুৰূপে গ্ৰহণ কৰা হৈছিল; আৰু উচ্চশ্ৰেণী হিন্দুৰ বাৰীত বাৰমহীয়া কপাহগছ থকাটো বৰ গৌৰৱৰ কথা আছিল।

**কপাহ খেতিৰ বিস্তৃত।**— মছলমান ৰাজত্বৰ কালৰপৰা ভাৰতবৰ্ষত কপাহৰ বছেৰেকীয়া খেতি আৰম্ভ হয়। এই সলনিৰপৰা মাটিয়ে সাৰ-শক্তিৰ বল পোৱাত, আৰু পোক-কেৰোণ আদিয়ে বল কৰিব নোৱাৰাত, কপাহৰ খেতিৰ বহুল উন্নতি হবলৈ ধৰিলে। আৰু, মছলমানবিলাকেই পোন-প্ৰথমে ভাৰতবৰ্ষৰ পৰা সঁচ নি ভূমধ্যসাগৰৰ দাঁতিত আৰু স্পেন দেশত কপাহৰ খেতিৰ প্ৰচলন কৰেগৈ। তাৰ পিচত, লিবাণ্ট সাগৰৰ দাঁতিত হোৱা খেতিৰ উৎপন্নৰে সৈতে হে পোন-প্ৰথমে ইংলণ্ডৰ মানচেষ্টাৰ কপাহৰ গোলা হৈ জিলিকে। তাৰ পিচত, সেই প্ৰদেশৰপৰা আমাৰ দেশলৈ কপাহী কাপোৰৰ

কিমান আমদানি বাঢ়িছে, তাক সকলোৱে দেখিছে। সেইদৰেই লিবাণ্ট আৰু পশ্চিম ভাৰতীয় দ্বীপাৱলীৰপৰা সঁচ নি কপাহ খেতি আমেৰিকাৰ যুক্তপ্ৰদেশত বহুলৰূপে কৰা হয়, আৰু ১৫০ বছৰৰ পিচত আমেৰিকাৰপৰা ইংলণ্ডলৈ কপাহৰ ৰপ্তানী হবলৈ ধৰে। আৰু তেতিয়া হে ভাৰতৰ ইংৰাজ বেপাৰীসকলে এই খেতিৰ কাৰবাৰলৈ চকু দিয়ে। ১৭৮৮ খৃষ্টাব্দত, ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতবৰ্ষৰ নানা ঠাইত কপাহৰ খেতি বহলাবলৈ কাম হাতত লয়; আৰু ১৮১৩ খৃষ্টাব্দৰপৰা ইংলণ্ডলৈ ভাৰতীয় কপাহৰ ৰপ্তানী আৰম্ভ হয়। ১৮১৬ খৃষ্টাব্দৰপৰা ১৮৪০ অব্দলৈকে পৃথিৱীৰ নানা ঠাইৰ পৰা কপাহৰ সঁচ অনাই ভাৰতবৰ্ষত তাৰ খেতি বহলোৱা হয়, আৰু ভাল উৎপন্ন, ভাল সঁচৰ নিমিত্তে কোম্পানীয়ে বঁটা দিবলৈ নিয়ম কৰাত ইয়াৰ দিনক-দিনে উন্নতি হবলৈ ধৰিলে। তাৰ পিচত, কপাহ কটাৰ দেশীয় প্ৰণালীৰ উন্নতি কৰাত, ইয়াৰ ৰপ্তানী ভাৰতৰপৰা আন ঠাইতকৈ বেছি হৈ আহিল। ইয়াৰপৰা দেখা যায় যে, যদিও ভাৰতবৰ্ষ কপাহৰ আদি জন্মস্থান আৰু ইয়াত অতীজৰেপৰা চিৰকাল কপাহৰ খেতি চলি আহিছে, তথাপি বিদেশীয়ে আহি ইয়াৰ উন্নতি নকৰালৈকে ই লাভজনক কাৰবাৰৰ খেতি হৈ উঠিব নোৱাৰিছিল। পৃথিৱীৰ ভিতৰত ভাৰতবৰ্ষ যেনে কপাহৰ জন্মভূমি আছিল, ভাৰতবৰ্ষৰ ভিতৰত আসাম তেনে আছিল। আসামৰ কপাহৰ সঁচে এতিয়াও পৃথিৱীৰ ভিতৰত সকলোতকৈ আগশাৰীত ঠাই পাইছে আৰু অসমীয়া শিপিনীৰ হাতৰ কপাহী কাপোৰৰে সৈতে এতিয়ালৈকে কোনো দেশৰ কালে-বোৱা কপাহীয়ে জোৰ দিব পৰা নাই। কিন্তু, সেই আসামত কপাহৰ খেতি আৰু কপাহী কাপোৰ আজি লোপ পাবলৈ ধৰিছে। আসামত বাজে ভাৰতবৰ্ষৰ আন-আন প্ৰদেশত বিদেশী বিজ্ঞ খেতিয়কৰ আৰ্হি লৈ, ভাৰতবাসীয়ে কপাহৰ খেতিৰ উন্নতি কৰিবলৈ ধৰিছে আৰু কপাহৰ কাৰবাৰত ধৰি চহকী হবলৈ শিকিছে। বৰ্তমানত অতি কমকৈও গোটেই ভাৰতবৰ্ষত প্ৰায় ২০ লাখ একৰ মাটিত কপাহ খেতি হয়। নাগপুৰ, বোম্বাই প্ৰভৃতি ঠাইত কপাহৰ খেতি আৰু কাপোৰৰ কাৰবাৰ কৰি অনেক দেশী মানুহ চহকী হৈছে। এই কাৰবাৰত অকল ধনীয়ে যে ধন ঘটিছে এনে নহয়, ইয়াৰপৰা অলেখ দুখী-দৰিদ্ৰ মানুহৰ জীৱিকাৰ বাট মকুলি হৈছে; বোম্বাইৰ ফালে কপাহ বোৱা-কটা কল (Cotton Mill) একোটাৰ কাৰ্য্য ইমান বহুল যে, তাৰপৰা হেজাৰ-হেজাৰ মানুহৰ খাটনিলৈ স্থল ওলাইছে, কোনো কোনো উন্নত অৱস্থাৰ কলত দিনে হেজাৰ টকাৰ মজুৰি বিলায়। এই নিয়মে যিবিলাক ঠাইত কপাহৰ খেতি আৰু বোৱা-কটাৰ কাৰবাৰ বহলাই ধৰা হৈছে, সেই ঠাইৰ মানুহৰ অৱস্থাও দিনে উন্নত হবলৈ ধৰিছে। পেটে-ভাটে খোৱা আৰু ভাতে-কাপোৰে তৰিবলৈ বিচৰা অসমীয়া মানুহে বৰ্তমান দুৰৱস্থাত কপাহৰ কাৰবাৰ বহলাই ধৰিব নোৱাৰিলেও দেশৰ উৎপন্নেৰে দেশখন তৰাব পৰাকৈয়ে কপাহৰ খেতিত ধৰাটো বাঞ্ছনীয়। একেদোপে উধাব পৰাটো টান গতিকে, ধৈৰ্য্যতাৰে সৈতে আসামৰ কপাহৰ খেতিৰ উন্নতি সাধিবলৈ অসমীয়াৰ যত্ন বাঢ়িব লাগে।

# ঘুনুচা।

বাৰিষাৰ দিন। মনে মনে সূৰ্য্যদেৱে কেতিয়া বুৰ মাৰিলে ভালকৈ কোনোৱে কবই নোৱাৰিলে। কেন্‌কেনীয়া বৰষুণ পৰিছে—ঝাপ্ ঝাপ্ ঝুপ্ ঝুপ্। বাটৰ কাষৰ সৰু সৰু বন আৰু গছৰ জোপাবোৰত শব্দ হৈছে— ঝাপ্ ঝাপ্ ঝুপ্ ঝুপ্। আকাশ মেঘেৰে ঢকা, তলত তিতা মাটি, মাজে মাজে বা পানী, মাজে মাজে বা বোকা। নৈৰ ওচৰৰ সৰু বাটটিয়ে এজনী তিৰোতা যাব লাগিছে। মূৰত আচলৰ একাচল দি বৰষুণৰ বিৰুদ্ধে যুদ্ধত সাজু হৈছিল; কিন্তু বৃষ্টি দেৱতাই তিৰোতাজনীৰ এনে ধৃষ্টতা দেখি অত্যন্ত কুপিত হৈ তেওঁৰ গোটেই কাপোৰ-কানি তিয়াই পেলাইছে। খোজ দিছে খৰকৈ, যেন কোনো বিশেষ কাজ আছে। প্ৰথম দেখাত এওঁক ৩০।৩৫ বছৰীয়া যেন দেখি; কিন্তু অলপ ভালকৈ চালে বুজিব পাৰি মানুহজনীৰ বয়স ২৫।২৬ৰ ভিতৰতে; হয়তো কিবা কষ্ট বা বেমাৰত এনে অৱস্থা পাইছে। দেখাত যে বৰ ধুনীয়া এনে নহয়; কিন্তু ভাল অৱস্থাত থাকিলে মুনিজন-মনোমোহিনী নহওক, বিশেষণবিহীন সুন্দৰী আখ্যাৰ উপযোগ্য। নদীৰ পাৰে পাৰে গৈ তেওঁ এটি সৰু খেৰৰ ঘৰ পালে। নৈৰ ওচৰতে, চাৰিওফালে বাৰীৰ নিচিনা অলপ হাবি-বন।। খাবলৈ নোপোৱা মানুহৰ হাড়ৰ নিচিনা, ঘৰটিৰ ছালৰ কামিবোৰ ওলাইছে। লেপিদিয়া বটাৰ বাৰবোৰৰ তলৰ ভাগটি মাটিয়েখোৱা; প্ৰায় মাটিয়েই

বতাহ-বৰষুণ আৰু পোক-পৰুৱাৰ অত্যাচাৰত খহি পৰিছে। চোতালখন সৰু অপৰিষ্কাৰ, শেলাইৰে ভৰা। এটি কোনত চাইটি তাঁতশালৰ খুতা পোতা। তিৰোতাজনী আহি এই চোতালত থিয় দিলে; আৰু কাতৰস্বৰে মাতিলে, "উঃ ৰাম! বাপা ঐ!" ঘৰৰ ভিতৰৰপৰা পোহৰৰ ক্ষীণ ৰেখাৰ লগত ৰোগীৰ বেদনাসূচক এটি অস্ফুট ধ্বনি শুনা গল।

এই ঘৰটি তিৰোতজনীৰ। তেওঁৰ সংসাৰৰ একমাত্ৰ সম্বল ৫।৬ বছৰীয়া পুতেক মণিৰাম। আজি ১২ দিন পুতেকৰ জ্বৰ; প্ৰথমতে দুই-চাৰি দিন অলপ এৰা-পৰা কৰিছিল, কিন্তু আজি ৮।৯ দিন লৰাটিক একেটা জ্বৰে পুৰি মাৰিব ধৰিছে। একো দিহা নেপাই দুখুনী বিধবা মাকে আজি কবিৰাজৰ ওচৰলৈ গৈছিল। কবিৰাজক ঘৰলৈ আনে, এনে সম্বল তেওঁৰ নাই; কাবৌ-কাকুতি কৰি যদি এটি বৰী আনিব পাৰে, এই আশা। কবিৰাজবিলাক যে দুখীয়াৰ প্ৰতি কেনে সদয় তাক তেওঁৰ ভাল জনা আছিল; সেই দেখি হাতৰ খাৰু চাৰিপাত বেচি সিকি এটি দিহা কৰি নছিল আৰু আহোঁতে ৰাতি হব জানি ঘৰত চাকিটি জ্বলাই থৈ গৈছিল।

মানুহজনীৰ নাম ঘুনুচা। ঘুনুচাৰ ভাগ্য চিৰদিনে এনে নাছিল। অতীতত তেওঁ ধনীৰ জীয়েক, ধনীৰ বোৱাৰীয়েক আৰু ধনীৰ ঘৈণীয়েক আছিল। কিন্তু "নীচৈর্গচ্ছত্যুপৰি চদশা চক্ৰনেমি ক্ৰমেণ"—ৰথৰ চকৰিৰ নিচিনা ভাগ্য কেতিয়াবা ওপৰলৈ উঠে, কেতিয়াবা বা তললৈ নামে। সংসাৰত সুখীৰো দুখ হয়, দুখীৰো সুখ হয়; ধনীয়ো নিৰ্ধনী হয়, নিৰ্ধনীও ধনী হয়। সৰুকালত সুখত লালিত-পালিত হোৱা ঘুনুচাৰ উপযুক্ত বয়সত উপযুক্ত স্বামীৰ লগত বিয়া হয়; তেতিয়া তেওঁৰ সুখ আৰু সৌভাগ্য দহজনৰ হিংসাৰ বিষয় আছিল। কিন্তু কালচক্ৰে তেওঁৰ পিতৃ আৰু শহুৰ কুলৰ সকলোকে মৃত্যুৰ তলত পেলাই, তেওঁকে দুখৰ বোজা বৈ থাকিবলৈ এই সংসাৰৰ ওপৰত তুলি থৈ গল। যেতিয়া তেওঁৰ স্বামীৰ মৃত্যু হয়, তেতিয়া ঘুনুচা গৰ্ভাৱতী। সময়ত তেওঁৰ এটি পুত্ৰসন্তান ভূমিষ্ঠ হল; ঘুনুচাই দুখৰ ভিতৰতো মেঘৰ ভিতৰত বিজুলীৰ নিচিনা এটি সুখৰ ৰেখা দেখা পালে; দূৰৈত এটি আশাৰ দীপ জিলিকিল।

কিন্তু হিংসা আৰু লোভৰ প্ৰবল বতাহে সেই আশা-দীপটিক অকালতে নুমাই পেলাবৰ উপক্ৰম কৰিলে। ঘুনুচাৰ এজন দেবৰ আছিল— তেওঁ ঘুনুচাৰ খুড়া শহুৰেকৰ পুতেক। যেতিয়া ঘুনুচাৰ আপোনাৰ বুলিবৰ সকলো জহনী ৰোগত মৰি গল, তেতিয়া এবেঁই তেওঁৰ সম্পত্তিৰ প্ৰথম চৰিফ হল। সম্পত্তিৰ লোভত প্ৰথমতে কিছুমান দিন ঘুনুচাক বৰ আদৰ যত্ন কৰিলে। কিন্তু বৌৱেকক গৰ্ভাৱতী জানি তেওঁৰ শান্তি নোহোৱা হল,— গৰ্ভত থকা শিশু যদি সম্পত্তিৰ উত্তৰাধিকাৰী হয়। ভূমিষ্ঠ হোৱাৰ আগেয়ে সেই শিশু নষ্ট কৰিবলৈ প্ৰথমতে বহুত যত্ন কৰিও কৃতকাৰ্য্য নহল। তেতিয়াও আশা আছিল,— যদি ছোৱালী হয়। কিন্তু, যেতিয়া দুৰ্ভাদৃষ্টক্ৰমে ঘুনুচাই পুত্ৰসন্তান হে প্ৰসব কৰিলে, তেতিয়া সুগুণসম্পন্ন দেবৰৰ মনত যেন জুই জ্বলিল। গাৱঁৰ মেলকীসকলৰ লগলাগি ঘুনুচা দুশ্চৰিত্ৰা আৰু তেওঁৰ পুত্ৰ জহৰা, তাক প্ৰমাণ কৰিবলৈ চেষ্টা কৰিবলৈ ধৰিলে। টকা পালে মেলকীসকলৰ অসাধ্য কাম জগতত একো নাই; গতিকে প্ৰমাণ হল, ঘুনুচাৰ পুত্ৰ জহৰা, তেওঁ দুশ্চাৰিনী, সুতৰাং সকলো সম্পত্তি তেওঁৰ দেবৰৰ। চব-ডেপুটী চাহাবৰ ওচৰত নামজাৰিৰ দৰখাস্ত পৰিল; খাটিৰ আৰু ভেটিৰ জোৰত নামজাৰি হল। সহায়-সম্পদবিহীনা ঘুনুচা লাঞ্ছিতা, বঞ্চিতা আৰু পৰিত্যক্তা হৈ নৈৰ পাৰত এই ঘৰটিত দুবছৰৰ শিশুসন্তান মণিৰামক বুকুত বান্ধি লৈ বাস কৰিবলৈ ধৰিলে।

লাহে লাহে তিনিটি বছৰ অনন্ত কাল সাগৰত টৌৰ নিচিনাকৈ বিলয় হল। তাৰ লগে লগে সুখী দুখী হল, দুখী সুখী হল; ৰোগী আৰোগ্য হল, নিৰোগীৰ ৰোগ হল; কিন্তু ঘুনুচাৰ হলে দুখৰ অন্ত নপৰিল। এই তিনি বছৰ খুজি-মাগি শিশু-সন্তানটিক পোহপাল দি আছিল, এতিয়া তাৰ জ্বৰ হল। হাতৰ কাণৰ যি আছিল সকলো খৰছ কৰি সেই জ্বৰ এৰুৱালে। কিন্তু, জ্বৰৰ পিচত সুপথ্য আৰু উপযুক্ত চিকিৎসাৰ অভাৱত, সেই জ্বৰ নাড়ীত বহি জীৰ্ণজ্বৰ হল। ইফালে খাবৰ যোগাৰ ঘৰত নাই; ঘুনুচাই এমুঠি খুজি নানিলেও নহয়। যেতিয়া খুজিবলৈ ঘুনুচা বাহিৰলৈ যায়, তেতিয়া মণিৰামে গাৱঁৰ আন আন লৰাৰ লগলাগি আম, কঠাল, তিয়ঁহ, প্ৰভৃতি কুপথ্যৰ শ্ৰাদ্ধ কৰে। কাজেকাজেই সেই জীৰ্ণজ্বৰ, কলাজ্বৰত পৰিণত হল। পেটত প্লীহা-যকৃতে দেখা দিলে। দিনে দিনে পেট ওলাই, হাত-ভৰি-ডিঙ্গি কৃশ আৰু চকু গাতত বহি যাবলৈ ধৰিলে। বেয়া বস্তু খাবৰ ইচ্ছা হল; শৰীৰৰ বৰণ কলা হল। সংক্ষেপতে কলাজ্বৰৰ সকলো লক্ষণে দেখা দিলে। দেখোঁতে দেখোঁতে মণিৰাম নদন-বদন লৰাটি শুচি পিশাচৰ নিচিনা অতি ভয়ঙ্কৰ আকৃতিৰ হৈ পৰিল। পুতেকৰ এনে ভয়ানক অৱস্থা দেখি ঘুনুচাৰ ধাতু উৰিল। আগৰ দিনৰ পাটৰ ৰিহা-মেখেলা দোজোৰমান আৰু স্বামীৰ প্ৰথম সম্মিলনত পোৱা সোণৰ আঙঠি এটি আছিল। স্বামীৰ সোঁৱৰণী বুলি এই বস্তুখিনি ঘুনুচাই প্ৰাণান্তিকেও

ৰাখিছিল। কিন্তু, এতিয়া সকলোফালে নিৰুপায় হৈ ওচৰৰ কবিৰাজ এটিক সোপাই সমৰ্পণ কৰি চিকিৎসা কৰিবলৈ খাটিলে। এমাহ মান ঔষধ-পাতি খুৱাই চালত কবিৰাজ ডাঙ্গৰীয়াৰ বেচ আৰু বেজালি দুয়ো সাঙ্গ হল। তেওঁ এদিন আহে, এদিন নাহে, এনেকৈ আৰু দহদিনমান থাকি, এদিনাখন ঘুনুচা তেওঁৰ ওচৰলৈ যাওঁতে কৈ পঠিয়ালে যে, ঘুনুচাৰ আওঠি এটিৰ বানচত তেওঁ কিমান দিন দৰব দিব; তাৰ মূল উঠি গৈছে; নতুন ঔষধ খুৱাব লাগিলে নতুন বেচ লাগিব। কবিৰাজৰ আশা আছিল, ধনীৰ ঘৈণীয়েক ঘুনুচাৰ আৰু কিবা আছে। ঘুনুচাই মূৰে-কঁপালে হাত দি, নিজৰ কঁপালকে সকলো দোষৰ ভাগী কৰি উলটি আহিল।

মণিৰামৰ বেমাৰ দিনক-দিনে বেচি হৈ গৈছে; ইফালে ঘুনুচাৰো খাব-লবলৈ নেপাই শৰীৰ দিনক-দিনে বৰ ক্ষীণাই আহিল। এনেতে, এদিন নৈৰপৰা গা ধুই আহোঁতে, তেওঁলোকৰ কুলগুৰুক গা ধুই অহা দেখা পালে। ঘুনুচাই তেওঁৰ দুৰ্ভাগ্যৰ সময়ৰপৰা তেওঁক লগ পোৱা নাছিল; আজি দেখা পাই কিবা উপায় পাব বুলি তেওঁৰ চৰণত দীঘল দি পৰিল। প্ৰথমতে গুৰুদেৱে "ব্যভিচাৰিণীক" দেখি ৰামবিষ্ণু স্মৰণ কৰি কাষ কাটি যাব খুজিছিল; কিন্তু ঘুনুচাৰ কাবৌ-কাকুতিত অলপ থিয় দিলে। ঘুনুচাই দুখৰ কাহিনী কলত, গুৰুদেৱে তেওঁৰ দুশ্চৰিত্ৰ আৰু সেই পাপৰ প্ৰতিফল সম্পৰ্কে এটি দীঘল বক্তৃতা শুনাই দিলে। ঘুনুচাই লাজ-অপমানৰ ওপৰত অপত্যস্নেহকে আসন দি, সকলো সহি থাকিল। পাচত উপায় স্বৰূপে গুৰুৱে কলে যে, দেবদ্বিজ ভক্তিত বাদে সংসাৰত কি আছে! "হৰিনামে কৰে সবাকো সুসাঙ্গ;" সংসাৰত হৰিভক্তি গুৰু-বামুণৰ প্ৰতি শ্ৰদ্ধায়ে হৈছে আচল বস্তু! সেয়ে হলে সংসাৰৰ ৰোগ-শোক পাপ-তাপে আৰু কি কৰিব পাৰে! ঘুনুচাই নামকীৰ্ত্তন পাঠস্বস্ত্যয়ন কৰক; গুৰুভকতক ভক্তি কৰক; তেনেহলে মণিৰাম দুদিনতে ভাল হব। সৰালা ঘুনুচাই গুৰুবাকে সাৰোগত কৰি লৈ দেৱতা-গুৰু-বামুণকে পূজা-পাটল দি চাব খুজিলে। ঘুনুচাৰ দুখৰ কথা শুনি এজন বিদেশী পথিকে তেওঁক এটি টকা দি গৈছিল; তেওঁ সেই টকাটি আনি গুৰুৰ চৰণত সমৰ্পণ কৰিলে। গুৰুদেৱে বাৰিযাৰ বৰষুণৰ নিচিনা আশীৰ্বাদৰ অজস্ৰ ধাৰ পেলাই প্ৰস্থান কৰিলে।

কিন্তু দুখুনী ঘুনুচাৰ কতো দুখৰ অন্ত নপৰিল। খুজি-মাগি আনি কিমান নৈবেদ্য কিমান কল-গাখীৰ দেৱতা, গুৰু, বামুণক খুৱালে, তথাপি দুখুনীৰ কামনা নুপূৰিল। পাঠৰ মন্ত্ৰ, নৈবেদ্যৰ প্ৰসাদ, গুৰু-বামুণৰ উচ্ছিষ্ট, কাৰো মণিৰামৰ জ্বৰ ভাল কৰিবৰ শক্তি নহল। চাই থাকোঁতে থাকোঁতে এদিন পুৱা মণিৰামে দুখুনী মাকক দুখৰ সাগৰত তল পেলাই, এই সংসাৰৰপৰা বিদায় ললে। হাঁয়, ঘুনুচা, সংসাৰৰ শেষ সম্বল একেটি ৰতন সিও তোমাৰ ভাগ্যত নাই!

* * *

এতিয়া ঘুনুচা নাই, মণিৰামো নাই; ঘুনুচা বা মণিৰামৰ কোনো আত্মীয়স্বজনো নাই। কিন্তু, নৈৰ পাৰৰ সেই ঠাইখিনিত এজনী পাগলী বহি বহি মাটিৰ দেৱতা, বামুণ গঢ়ি তাৰ ওপৰত নানা প্ৰকাৰ অত্যাচাৰ কৰা বহু বাটৰুৱাই দেখিছে; আৰু মাজে মাজে নৈশ নিস্তব্ধতা ভেদ কৰি কান্দোনৰ কাতৰ স্বৰ আকাশ ছাতি উঠাও বহুতে শুনিছে।

—শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

# ভাৰতৰ উন্নতি।

"উঠা, উঠা, উঠা, ভাৰত সন্তান,
চোৱা সমুদিত জাতীয় তপন।
মাতৃ-পূজা মাত্ৰ কৰাহে গ্ৰহণ,
মাতৃৰ সেৱাত সঁপা প্ৰাণ মন।"

পৃথিৱীৰ সকলো দেশ উন্নতিৰ ফালে আগ হৈছে। কিন্তু ভাৰতবৰ্ষ নিশ্চেষ্ট, নিৰ্জ্জীব মৰাৰ নিচিনা পৰি আছে। কাৰণ, ভাৰত এতিয়াও অশিক্ষিত। শিক্ষাৰ অভাৱেই ভাৰতৰ অৱনতিৰ মূল। আকৌ যদি ভাৰতৰ পুনৰুত্থান কামনা কৰাঁ, তেন্তে অব্ৰাহ্মণ-চণ্ডাললৈকে শিক্ষাৰ বিস্তাৰ কৰাঁ। যদি দেশৰ কথা কেতিয়াবা মনত লাগে, তেনেহলে মই অসমীয়, সি বঙ্গালী, তেওঁ হিন্দুস্থানী ইত্যাদি কথা পাহৰাঁ, সকলো জাতিৰ প্ৰতি সমদৰ্শী হোৱা, আমিত্বৰ প্ৰচাৰ কৰাঁ; তেহে মঙ্গল, তেহে ভাৰতৰ পুনৰুত্থান সম্ভৱ। ইংৰাজবিলাকে তোমালোকক ঘিণ কৰে, তোমালোকক উচ্চপদত নিযুক্ত নকৰে তাত তোমালোক দুখিত। নিগ্ৰোবিলাকৰ নিচিনা তোমালোক ঘৃণিত, পীড়িত আৰু লাঞ্ছিত। তাত তোমালোকে কিমান বেজাৰ পোৱা,

কিমান ৰাজদুৱাৰত অনুনয়-বিনয় কৰাঁ; কিন্তু ভাবি চোৱাঁ, তোমালোকে নিজে তোমালোকৰ নিম্ন শ্ৰেণীৰ জাতিবিলাকক কিমান ঘিণ কৰা, সিহঁতৰ প্ৰতি তোমালোক কিমান নিষ্ঠুৰ, নিৰ্দ্দয়!!!

তোমালোকে যদি তোমালোকৰ নিজ দেশৰ নিজ জাতিৰ, আন কি নিজ বংশৰ প্ৰতি সময়ত অমানুসিক নিৰ্দ্দয়তা দেখুৱাব পাৰাঁ, তেনেহ'লে ভিন্নদেশবাসী সাত সমুদ্ৰ তেৰ নদী পাৰ হৈ অহা এজাতিয়ে তোমালোকৰ ওপৰত অত্যাচাৰ কৰিলে কিয় বেয়া পাৱাঁ।

"যেনে কুকুৰ তেনে টাঙ্গোন" — যেনে গুটি পচাইছিলাঁ, তেনে ফল পাইছাঁ। তোমালোকে যদি তোমালোকৰ মূৰ্খ ভাই সকলৰ প্ৰতি নিৰ্দ্দয় ব্যৱহাৰ কৰাঁ, স্বাৰ্থান্ধ হৈ সিহঁতৰ অহিত চিন্তা কৰাঁ, অথবা সিহঁতৰ প্ৰতি সকলো সময়তে উদাসিন হৈ থাকাঁ, তেনেহলে তোমালোকে কোন যুগত উন্নতি কৰিবা? যদি তোমালোকে দেশী ভাই, জাতি ভাই আৰু পৰিয়ালৰ প্ৰতি সদয় হোৱাঁ, সকলোকে একে চকুৰে চোৱাঁ, তেনেহলে সকলোৱে তোমালোকক সহায় কৰিব, তেতিয়া সকলো জাতিৰ ওচৰত সন্মান পাবা, নিজৰ অধিকাৰত ক্ষমতা চলাব পাৰিবা।

এবাৰ সকলোৱে নিজ নিজ মনৰ কপটাদি ভাব এৰি সকলোকে ভাতৃভাৱে আলিঙ্গন কৰাঁ। সিহঁতৰ ভিতৰত আমিত্বৰ প্ৰচাৰ কৰাঁ, দেখিবা তোমালোকৰ দুখৰ ৰাতি পুৱাব, সুখৰ বেলিয়ে পুবাকাশত দেখা দিব, তেতিয়া ভাৰতৰ চাৰিওপিনে সুখৰ বেলিৰ মধুময় কিৰণ পৰি সকলোকে উলাহিত কৰিব।

—শ্ৰীনিত্যানন্দ দাস।

# মোৰ জন্মভূমি।

যি দেশত বাস মোৰ, জন্ম যি ধামত,
যি দেশৰ বায়ু লওঁ উশাহ-লগত;
যি দেশত পাওঁ মই বেলিৰ পোহৰ,
পানীৰ যোগান ধৰে নৈয়ে যি দেশৰ;
যাৰ ফল-শস্য কৰোঁ জীৱন ধাৰণ,
যি দেশৰ কৰোঁ মই বুকুত ভ্ৰমণ;—
সেয়ে মোৰ জন্মভূমি, মৰমৰ আই,
তাৰ দৰে দেশ কতো পৃথিৱীত নাই।

*

যি দেশৰ খেতিয়কে মোৰে মৰমত,
খেতি কৰে হাল বায় প্ৰখৰ ৰদত;
যি দেশৰ বেপাৰীয়ে ভ্ৰমিছে বিদেশ,
ঘুৰিছে বেপাৰহেতু কৰি বহু ক্লেশ;
শিখিছোহি বিদেশৰ মানুহৰ পৰা,
ভালপোৱা, কৰ্ত্তব্যৰ পাচে পাচে লৰা;—
সেয়ে মোৰ জন্মভূমি, মৰমৰ আই,
তাৰ দৰে দেশ কতো পৃথিৱীত নাই।

*

যি দেশত আছে মোৰ দেউতা প্ৰাণৰ,
ভাই-ভনী, পৰিয়াল, মিত্ৰ চেনেহৰ;
যি দেশৰ নৰ-নাৰী আত্মীয়-স্বজন,
যি দেশৰ সকলোৱে হয় বন্ধুজন;
মাতৃভাষা বুলি কওঁ যি দেশৰ মাত,
যি দেশৰ ভাষা কওঁ ঘৰুৱা কথাত;
সেয়ে মোৰ জন্মভূমি, মৰমৰ আই,
তাৰ দৰে দেশ কতো পৃথিৱীত নাই।

*

যি দেশৰ গিৰি-নৈয়ে সৃষ্টি শোভা ধৰে,
ভৈয়ামৰ গছবোৰে মন প্ৰাণ হৰে!
অতুল তৰাৰ শোভা নীল আকাশত,
বিজুলীয়ে হাঁহি মাৰে মেঘৰ মাজত;
যি দেশত ফুলনীত জাতি ফুল ফুলে,
কল-কণ্ঠে গায় গীত বিহঙ্গৰ কুলে;—
সেয়ে মোৰ জন্মভূমি, মৰমৰ আই,
তাৰ দৰে দেশ কতো পৃথিৱীত নাই।

*

যাৰ ভাত-পানী খাই ধৰিছোঁ জীৱন,
পুণ্য ভাবোঁ যিদেশৰ অগৰু চন্দন;
যি দেশৰ গৌৰৱত সুখৰ উদয়,
পতন হলেহি মোৰো পতন নিশ্চয়;
বিদেশত কথা যাৰ পৰিলে মনত;—
দুধাৰি চুকলো সচোঁ দুখ-বেজাৰত ;
সেয়ে মোৰ জন্মভূমি, মৰমৰ আই,
তাৰ দৰে দেশ কতো পৃথিৱীত নাই।

*

দেশৰ সুখত যাৰ নেনাচে পৰাণ,
সেই নৰ যদি নৰ পশুৰ সমান;
অসাৰ শৰীৰ আৰু অসাৰ জীৱন,
স্বদেশত হিত যদি নহয় সাধন;
মন, প্ৰাণ, হিয়া, দেহ., অৰ্পিছে যি জনে,
একেৰাহে স্বজাতিৰ উন্নতি কাৰণে;.......
তেওঁহে অকল পাব দেৱতাৰ ঠাই,
তেওঁৰ নিচিনা মানী কতো কোনো নাই।

*

চোৰাঁচো বুৰঞ্জী মেলি কত মহাবীৰ,
স্বদেশৰ হিত হেতু অৰ্পিলে শৰীৰ;
পৰে নে মনত কিম্বা পাহৰিলাঁ হাঁয়,
জোঙ্গালা বলহু আৰু বীৰ চিলাৰায়?

ওখ মহলাৰ বীৰ লাচিত ফুকন,
শত্ৰুৰ লগত তেওঁ কৰিছিল ৰণ;
অসমৰ মান তেওঁ ৰাখিলে বজাই,
মোগল সেনাক তেওঁ দিলে হৰুৱাই।

*

মন্ত্ৰী পূৰ্ণানন্দ আৰু ভোমোৰা কলিয়া,
স্বদেশত হিত হেতু অৰ্পিছিল হিয়া;
ৰাণী জয়মতী হই আদৰ্শ সতীৰ,
অৰ্পিলে জীৱন ৰক্ষা কাৰণে পতিৰ;
ফুলিলে মাধৱ যত শ্ৰীমন্ত শঙ্কৰ,
ৰুক্মিনী তগৰ ফুল নাৰী কাননৰ;—
সেয়ে মোৰ জন্মভূমি, মৰমৰ আই,
তাৰ দৰে দেশ কতো পৃথিৱীত নাই।

—শ্ৰীসূৰ্য্যকান্ত দাস।

# অসমীয়া সাহিত্য

## কাব্য শাস্ত্ৰ।

কাব্যশাস্ত্ৰ নামেৰে পুৰণি অসমীয়া পদ-পুথি এখনি আমাৰ হাতত পৰিছে। কৰি দ্বিজ গোস্বামীৰ দ্বাৰা এই পুথি লিখা হৈছে। কিন্তু, লিখকৰ এই নামৰ বাহিৰে আৰু আন কথা জানিবলৈ আমি পুথিৰ পৰা একো বিচাৰি উলিয়াব নোৱাৰিলোঁ। লিখাৰ ধৰণ আৰু ভাষাৰ গঢ় দেখি অনুমান হয়, শ্ৰীশঙ্কৰদেৱ, অনন্ত কন্দলি আদি কবিৰ বহু দিনৰ পিচত এই পুথি লিখা হয়। দ্বিজ গোস্বামী এজন বৰ ওখ খাপৰ কবি যেন বিবেচনা নহল। পুথিখন সংস্কৃত "হিত উপদেশ"ৰ পৰা গোটাদিয়েক নীতিৰ তাৎপৰ্য্য থকা সাধু কথাৰ অসমীয়া ভাঙ্গনী, আৰু তাত বাজেও কেতখিনি নীতিকথা এই পুথিত আছে। পুথি আৰম্ভ কৰোঁতে কবিয়ে লিখিছে।—

"আৰু গোবিন্দক মই কৰিয়া প্ৰণাম,
হিত-উপদেশ কাব্য নাহি অনুপাম।
তাহাৰ বচন ভাঙ্গি পয়াৰ কৰিলোঁ,
কৃষ্ণৰ অৰুণ পাৱ শিৰত ধৰিলোঁ।।"

শ্ৰীশঙ্কৰদেৱ, অনন্ত কন্দলি আদি কৰি গুৰুৰ পিচত এই পুথি লিখা হৈছে বুলি অনুমান কৰাৰ বিশেষ কাৰণ আমি পুথিৰ ভাষাত পাইছোঁ। দুষ্ট মানুহৰ লক্ষণ বৰ্ণাওঁতে কবিয়ে লিখিছে।—

*   *

"প্ৰথমতে ভৰিত ধৰে, হিতকথা বোলে সাৰে,
চল চাই থাকে বাট চায়।"

*   *

"উপদেশ নেমানয়, অলপ দুখ কথা কয়,
বাটে বাটে তাক কৈয়া ফুৰে।"

*   *

"সম্পদত হাত জোৰ, আপদত কিল মাৰে,
আপোন কুশল থাকে চাই।"
আৰু এঠাইত লিখিছে।—
"হাজৰিকা হৈয়া মই, থাকোঁহো সতত।"
আৰু আন ঠাইত;—
"মহাদুখে হেৰাশান্তি হৈয়া যে বান্দৰ।"

ইত্যাদিৰপৰা বুজা যায় যে, কবিয়ে আমাৰ কিছু আধুনিক সমাজৰ ছাঁ পাইছিল, আৰু সেই অনুসাৰে কেতবিলাক কথা লিখা হৈছিল যেন অনুমান হয়। সিংহ আৰু শহা-পহুৰ সাধু কথাটো পাশৰ বলতকৈ বুদ্ধিৰ বল বেচি দেখুৱাবলৈ লিখা হৈছে। হাতী আৰু এন্দুৰৰ সাধুটো কেতিয়াও দম্ভ কৰা অনুচিত এই কথা বুজাবলৈ কোৱা হৈছে। এনেকুৱা আৰু কেইবাটিও সাধুকথা

আছে। সাধু-কথাত বাজে আন কথাও পুথিত বহুত আছে। যেনে, "দুষ্ট তিৰি হৈলে জানা বিশ্বাস নকৰি, নকৰিবা বিশ্বাস যি আছে অস্ত্র ধৰি। নদীত বিশ্বাস নাই জানিবা নিশ্চয় বিশ্বাস নাহিকে সৃঙ্গীনখা জন্তু হয়।। মিছা কথা কয় যিটো মহাৰোগী হয়, বিশ্বাস নকৰি বসি থাক সমুদায়।" আন এঠাইত কবিয়ে স্ত্রীজাতিৰ লক্ষণ বৰ্ণাইছে।—

"সতী পতিব্রতা সাধ্বী তিনি বিধৰ হয়।
তাহাৰ লক্ষণ সব কহিবো বুজায়।
স্বামীৰ ক্রোধতে ভয়ে নেমাতি ৰহিলা,
হাতে পাৱে ধৰি সদা স্বামীক তুষিলা।
অলপ মৈথুনে তুষ্ট মধুৰ বচন।
নিৰ্ম্মল কৰিয়া ৰাখে দেহৰ ভূষণ।
সদাচাৰী ৰৰ্ম্মব্রত সদায় সন্তোষ,
সুখে দুখে স্বামী সেৱা কৰয় বিশেষ।"
দুষ্টা স্ত্রী-লক্ষণত কৈছে;—
"স্বামীৰ ক্রোধত ক্রোধ হয় অতিৰেক,
ভোজনাদি স্বামী সেৱা নকৰে অধিক।
আপোন লোকত লাজ সততে কৰয়।
পৰ মানুহৰ আগে লাজ নকৰয়।।

*   *   *

সম্পদে স্বামীত ভক্তি কপটে কৰয়।
দৰিদ্র স্বামীক সদা মান্য নকৰয়।।

*   *   *

পৰদ্রব পৰজন ভালক পাৱয়।
বাৰ ছাল আজুৰিয়া অগনি জ্বলায়।।
গীত-বাক্য শুনিবাক কদাপি নোৱাৰে।
পুৰুষ আলাপ জানা সদা প্রীতি কৰে।।"

পুথিত ছন্দ কেইবাবিধৰো আছে, পদ, দুলড়ি, ঝুমুৰী ইত্যাদি। কিন্তু কেইবাঠাইতো ছন্দৰ নিয়ম নৰখা পালোঁ। তলত দিয়া কথা কেফাকিৰ ছন্দ ঝুমুৰী, কিন্তু, কবিয়ে ছন্দ আৰু অৰ্থ কেনেকৈ মিলাইছে তাক আমি ভালকৈ বুজিব নোৱাৰিলোঁ।—

"শুনা ৰাজ পুত্রগণ। ইতিহাস কথাখ্যান।।
গৰ্ব্বত মৰয় প্রাণী। নকৰয় শাস্ত্র জ্ঞানী।।
লোভত মৰয় জানা। মৰি আছে দুইজনা।।
হস্তী সৰ্প ডোম গৃদ্ধ। একথানে হৈল বৃদ্ধ।।
পথে এক হস্তী যায়। সৰ্পসহ দেখা পাই।।
গৰ্ব্বে হস্তী পথ নেদে। সৰ্পেও নেদেই মদে।।
ক্রোধ হইল দুইজন। পথ নেদো একোজন।।
গছক মাৰিল হাতী। সৰ্পেও কাম্রোৰে আতি।।
পথত পৰিল দুইজন। গৰ্ব্বত মৰিল দুইজন।।
হস্তীদন্ত ডোমে দেখি। লোভে আইলা খেদি।।
দন্ত ধৰি আজুৰিল। নাহে দাঁত দিয়ে বল।।
ক্রোধে হস্তী দন্ত মাৰে, দন্তাঘাটে ডোম মৰে।"

ইত্যাদি ছন্দৰ অমিল, আৰু তাৰ সুন্দৰ ৰূপে প্রকাশ নোহোৱাটো ইয়াৰপৰাই বুজা যায়।

কিন্তু, সেই বুলিয়েই যে পুথিত থকা নীতিবচনবিলাকৰ মূল্য কমিল তেনে নহয়। কবিয়ে এঠাইত লিখিছে।—

*

হিতবাক্য নুশুনিল,
অলপ আয়ু তাৰ হৈল।।
শুকান মঙ্গহ খায়,

*

নিদ্রা কৰে প্রভাততে
মদ্য মাংস যিবা খায়,
দেহ পুষ্ট তাৰ হয়।
যিটে দুগ্ধ কৰে পান,
কান্তি হয় অনুক্ষণ।

*

কুপজল খাই সদা,
বটছঁয়া লয় সদা।
দেহ পুষ্ট হয় তাৰ,
বাঢ়ে তাৰ বুদ্ধি বৰ।
প্রভাতে বতাহ লয়,
শ্রম কৰি থাকে যেই।
ৰোগহীন সদা তাৰ,
বলবুদ্ধি বাঢ়ে বৰ।

*

ইত্যাদি নীতিকথা ভাল ছন্দত প্রকাশ নহলেও আগৰদিনীয়া পুথিত বিৰল আৰু সাধু-কথাতকৈ বেচি মূল্যবান।

এই পুথিখন তেজপুৰৰ অন্তৰ্গত চিলা বন্ধাৰ মৌজাদাৰ শ্ৰীযুত গোলোকচন্দ্ৰ বৰাৰ হাতৰপৰা পাৱা হৈছিল। পুথিখনিত থকা বহুত নীতিকথা সৰু সৰু লৰাক পঢ়াবৰ উপযুক্ত।— সেই গুণে পুথিখনি কোনোৱে ছপাই উলিয়ালে তেওঁৰ লোকচান হোৱাৰ সম্ভৱ নাই।

—শ্ৰীদেবেশ্বৰ চলিহা।

# আহোম ৰজাৰ মৈদাম।

(১৮৪৬ খৃষ্টাব্দৰ "অৰুণোদয়" পৰা উদ্ধৃত)

"পূৰ্ব্বৰেপৰা কোনো আহোম ৰজা স্বৰ্গী হলে সেই ৰজাই যি যি বাচনত খায়, আৰু যি যি বস্তু লয়, আৰু লিগিৰা-লিগিৰী, জহৰা-জহৰী, আৰু কেতিয়াবা হাতী-ঘোঁৰা এই সকলো বজাৰ মৈদাম বান্ধি তাৰ ভিতৰত সুমাই দিয়া হয়। বস্তু থোৱাৰ ধৰণ এই;— ৰজাই শোৱা খোটালিৰ ওপৰে সাতখলপীয়া সোণৰ বৰৈ দিয়া চন্দ্ৰতাপ, মাটিত সোণৰ দাপোন মৰা চাল-পীৰা; পীৰাৰ চাৰিও চুকে সোণেৰে বন্ধোৱা চাৰি খুটি, তাতে আঠুৱা দিয়ে; পীৰাৰ ওপৰত ৰূপৰ পাটী; সোণ আৰু বাখৰৰ বনকৰা গাৰু, তাতে ৰাজ-অলঙ্কাৰে সৈতে ৰজাক শুৱাই থয়; পীৰাৰ কাষতে সোণত হীৰা, বাখৰ পতোৱা ফাঁকৰে হেঙ্গদাঙ্গ; কঁকালৰ ওচৰৰ মাটিত চাৰি পাঁচখন শৰাই; তাৰে এখন ৰূপৰ শৰাইত সোণৰ বটা, তাৰ ভিতৰত সোণত হীৰা বাখৰপতা চুণ থোৱা টেমি আৰু সোণৰ ধপাত-খোৱা টেমা, সোণৰ ডাবৰে কটাৰি আৰু ৰূপৰ তামোল; এখন শৰাইত সোণৰ ভোগজৰা, এখনত অলঙ্কাৰ; এইদৰে সোণৰ মাইহাং আদিকৰি ৰূপৰ ভোগজৰা পৰ্য্যন্তে থয়, আৰু সোণৰ পেৰাও থয়; ভৰি পথানৰ ফালে সোণেৰে বন্ধোৱা ধোঁৱা খোৱা, তাৰ ওপৰত ৰূপৰ সাফৰমৰা চিলিম, সোণ-ৰূপৰ বনকৰা নলী, আৰু লিগিৰা এটাই সোণৰ মুঠি বন্ধা চোৱৰেৰে বিছে। এইদৰে আন আন ঠাইতো বস্তু মানুহ ইত্যাদি থয়; কিন্তু ৰজা ভকতীয়া হবৰপৰা জীৱন্ত-প্ৰাণী নিদিয়া হল — তথাপি ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৈদামত মুৰ চাইটা আৰু প্ৰমথসিংহ স্বৰ্গদেৱৰ মৈদামত দহোটা কি বাৰটা ওলাইছে বুলি মানুহে কয়।"

"সেই মৈদাম ৰাখিবলৈ মানুহ ৰখীয়া থোৱাৰ দস্তুৰ আছিল; এই হেতুকে কোনোলোকে মৈদাম খানি বস্তু লুট কৰিব নোৱাৰিছিল; ভূত, পিশাচ, আহোম ডাইনী, ও ৰজা বিলাকো থাকে বুলি খানিবলৈ কেৱে সাহ নেপায়। গড়গঞা বুঢ়া ৰজাৰ মৈদামটো মাথোন আগেয়ে খানিলে; ১৭৬৬ শকত (ইংৰাজী ১৮৪৪খৃষ্টাব্দত) চৰাই দেওত প্ৰথমে লক্ষ্মীসিংহ ৰজাৰ মৈদাম কুৰীয়া বৰাৰ পুতেকে খানি বস্তু উলিয়াই নিলে। ইয়াকে খেদি মৈদামত ভূত, পিশাচ নাই বুলি সকলো মানুহৰ ভয় গুচিল; আৰু ৪০।৫০ জন মানুহে গোটখাই আন ৰজাৰো মৈদাম খানিবলৈ ধৰিলে। শেহত যি দুটামান মৈদাম নখনাকৈ আছিল, সেই মৈদাম ৰাখিব নোৱাৰাত, অস্থি গঙ্গালৈ নিওঁ বুলি মহা মহিম শ্ৰীল শ্ৰীশ্ৰীযুক্ত পুৰন্দৰসিংহ স্বৰ্গদেৱে এতিয়া খনাইছে (১৭৬৮ শক)।"

## খনা মৈদামৰ লেখ।—

১। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মৈদাম খনাত, তাত অনেক বস্তু ওলাল; যি মানুহে (কুৰীয়া বৰাৰ পুতেকে) খানিলে, তেওঁক ফাটেকত দিলে।

২। ডেকা গড়াগঞা স্বৰ্গদেৱৰ মৈদাম;— তাক ১৪৭৪ শকত (ইং ১৫৬২ খৃষ্টাব্দত) বান্ধিছিল। ছয় খোটালি ঘৰ; খানিলত অনেক সোণ-ৰূপৰ বাচন, অলঙ্কাৰ পালে বুলি কয়; আৰু মৈদামৰ ভিতৰত ঠায়ে ঠায়ে অনেক হাড় ওলাল।

৩। প্ৰমথসিংহ স্বৰ্গদেৱৰ পকী মৈদাম; তাক ১৬৭৩ শকত (ইং ১৭৫১) বন্ধা হৈছিল।

৪। শিৱসিংহ স্বৰ্গদেৱৰ পকী মৈদাম; তাক ১৬৬৬ শকত (ইং ১৭৪৪ বান্ধিছিল)

৫। বৰৰজাৰ (অৰ্থাৎ ফুলেশ্বৰী আই কুঁৱৰীৰ) মৈদাম; তাত সোণৰ চুলিচেং, হীৰা-পতা ফোট, তিনিশাৰী ডালিমা হীৰা পতা ৰেখা আদি অনেক বস্তু খানি পালে।

৬। গৌৰীনাথসিংহ স্বৰ্গদেৱৰ মৈদাম; সেইটো আনতকৈ সৰু।

৭। কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ মৈদাম।

৮। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ মৈদাম; লক্ষ্মীসিংহ আৰু ৰাজেশ্বৰসিংহ মৈদামত আটাইতকৈ সৰহ সম্পত্তি, ইয়াকো মানুহে কয়।

৯। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৈদাম; ইয়াত ৪ টা মানুহৰ মূৰ পোৰা গৈছে বুলি কয়;

১০। খোৰা-ৰজাৰ মৈদাম।

১১। এক দিহিঙ্গীয়া ৰজাৰ (নাম জানিবলৈ সাধ্য নাই) মৈদাম; তাক চুৰকৈ খানি প্ৰথমতে সোমালত বালি মাটি খহি চাইটা মানুহৰ গাত পৰিল; বাজত থকা মানুহে দুটা টানি উলিয়ালে, দুটা তাতে মৰিল। পিচে, ৰজাৰ মানুহে খানোঁতে মাটি আকৌ খহি এক দোৱনীয়া মানুহ পোত গৈছিল, লগৰ মানুহে উলিয়াই আনিলে।

১২। গদাধৰসিংহ স্বৰ্গদেৱৰ মৈদাম। অতি ডাঙ্গৰ দেখি চুৰকৈ খানি মানুহে ভিতৰ সোমাব নোৱাৰিলে; পিচে, ৰজাৰ (শ্ৰী শ্ৰীপুৰন্দৰসিংহ ৰজাৰ) এশমান মানুহে দুমাহ খানি মৈদাম ফুটাইছে; তিনি কুৰি হাতমান ওখ হৈছে।

১৩। প্ৰতাপসিংহ স্বৰ্গদেৱৰ মৈদাম; চাহৰ বাৰীত আছে, ৰজাই খনাইছে। চৰাইদেওত এইবিলাক মৈদাম আদি কৰি কোঁৱৰ, কুঁৱৰী সকলো বৰলোকৰ মৈদাম খানি দ্ৰব্য লুট কৰিলে। তাৰপৰা গড়গাওঁ, শিৱসাগৰ, চাৰিঙ্গ, জাঁজি এইসকল — ঠাইতো মৈদাম খানি কোনো কোনো লোকে দন্দ কিলাকিলি কৰি আধামৰা হৈ আছে। শিৱসাগৰত অৰ্জ্জুন বুঢ়াগোহাইৰ মৈদাম খানি ফুটিলত মানুহ এটা সোমাই ওলাব নোৱাৰি তাতে মৰিল।

যিবিলাকে আপোনাৰ ধনত মন-সন্তোষ নহৈ মৈদামৰ বা অন্য মানুহৰ ধন লোভ কৰি নিয়ে, সিবিলাকৰ সেই ধনৰ পৰা লাভ নহৈ বিঘিনি হে ঘটে।"

—শ্ৰীসূৰ্য্যকান্ত দাস।

# কৃপাবৰ বৰুৱাৰ নতুন টোপোলা।

## এংলোইণ্ডিয়ান।

চৰকাৰী চাকৰি আৰু বেহা-বেপাৰৰ ইত্যাদিত লাগি কম-বেচি কিছুকাল ভাৰতবৰ্ষত বাস কৰোঁতা ইংৰাজবিলাককে এংলোইণ্ডিয়ান বোলে। কোনে বোলে, কিয় বোলে, নেজানো; কিন্তু বোলে। বৰবৰুৱাই কিন্তু, এওঁলোকক, ভাৰত জম্বুদ্বীপত থকা ডাঙ্গৰ জামগছ জোপাৰ পকা জামু খাবলৈ গোটখোৱা, আৰু জামু খোৱা হলে ভুৰুংকৰে উৰি গুচি যোৱা কিবা এজাতি বিলাতী চৰাই বোলে। এওঁলোকৰ বিস্তৰ গুণ, যিবোৰৰ নিমিত্তে এওঁলোক "দুনিয়াত" প্ৰখ্যাত। এওঁলোকে লোকৰ জামু খাই জামু লৈ জামু গছৰ ডাল ভাঙ্গি তহিলং কৰে, আৰু নিজৰ ডাঙ্গৰ ডাঙ্গৰ তোটোলাত এতোটোলাকৈ জামু ভৰাই লৈ নিজৰ দেশলৈ উৰি গুচি যায়। এই বিদেশী বলী চৰাইবোৰৰ কলকলনি, পাখিৰ চট্চটনি আৰু চোকা ঠোঁটৰ খোটনিৰ ভয়ত দেশী চৰাই চিৰিকতিবোৰ জামুৰ কাষ চাপিব নোৱাৰে। কোনো কোনো দেশী চিৰিকতিয়ে এওঁলোকক কাবৌ-কোকালি কাকুতি-মিনতি কৰি, "আমি দুখীয়াকো এটি জামুগুটি দিয়ক।" বুলি খুজি থাকিলে কেতিয়াবা এওঁলোকে আমনি সহিব নোৱাৰি, কেৰোণেখোৱা মুজুৰা জামুগুটি এটা এডোখৰ "হোঁ ধৰ!" বুলি তেওঁলোকৰ নিমিত্তে গছৰ তললৈ পেলাই দিয়ে। বৰবৰুৱাৰ মতে এয়ে এংলোইণ্ডিয়ান পদৰ চমু ব্যাখ্যা। নিভাঁজ বিলাতী, ভাইচৰয়, অৰ্থাৎ ৰাজ-প্ৰতিনিধিকে আদি কৰি ভঁজুৱা বৰুৱা "টনিএট্কিন্স" বোলা ৰণুৱা চিপাহীলৈকে সকলোবোৰ এই এংলোইণ্ডিয়ানৰ চাইচাপৰ ভিতৰত পৰে। অৱশ্যে, দুই ঢাপৰ দোমোজাত থকা, অফলী পোহাৰী বা লুইভা হাৰিণীৰ গৰ্ভজাত মিষ্টৰ ডিক্সন আৰু চেমুৱেলৰ "কাচ্ছাবাচ্ছাবোৰৰ" ভিতৰৰ কোনো কোনো বগাছলীয়া য়ুৰেচিয়ান বা ফিৰিঙ্গিয়ে যে লুকাই-চুৰকৈ পিচ দুৱাৰেদি এই এংলোইণ্ডিয়ানৰ টোঙ্গত সোমাবলৈ পুৰুষাৰ্থ নকৰে, আৰু দুই-চাইটা যে ধৰা নপৰাকৈ সোমাই ভাল টকাৰ ভিতৰত বেয়া টকা চলি যোৱাদি চলি নেযায় এনে নহয়। তথাপি, আমি এই য়ুৰোপ-এচিয়ান, অৰ্থাৎ য়ুৰেচিয়ান, অৰ্থাৎ আধলিটীয়া বাদুলীয়া ভাইসকলৰ কথা এৰিও, নিভঁজুৱা বিলাতী ভাৰতবাসীসকলৰ কথা নিৰ্ব্বিঘ্নিয়ে আজি চৰ্চ্চা কৰিব পাৰোঁ। পাৰোঁ বোলা গৈছে যেতিয়া কৰাই যাওক।

এংলোইণ্ডিয়ান গুৰিত, অৰ্থাৎ ভাৰতবৰ্ষলৈ অহাৰ আগেয়ে বিলাতী ইংৰাজৰে সৈতে একে জোপা গছৰে পাণ, আন নহয়। কিন্তু, কালক্ৰমত দুয়ো দুটা সুকীয়া জাতি হৈ পৰিছে। বিলাতী ইংৰাজ ভাৰতবাসী বা ভাৰতবিলাসী হলে তেওঁৰ স্বভাৱৰ পৰিবৰ্ত্তন ঘটে, আৰু তাৰ ফলস্বৰূপে তেওঁ এংলোইণ্ডিয়ান কুললৈ নামে, বা উঠে; যি বোলোঁ। মহাভাৰতত হেনো ব্যাস বুঢ়া বাপুৱে লিখি থৈ গৈছে যে, —

"ন বিশেষ্যোস্তি বৰ্ণনাং সৰ্ব্বব্ৰহ্মমিদং জগৎ
ব্ৰহ্মণা পূৰ্ব্বসৃষ্টংহি কৰ্ম্মণা বৰ্ণত্বং গতং।"

বুঢ়া বাপুদেউৰ এই বাইকৰ প্ৰমাণ আজিকালি ইংৰাজৰ গাতো দেখিবলৈ পোৱা যায়। বিলাতৰ ইংৰাজৰ ভিতৰত বৰ্ণ, অৰ্থাৎ জাতৰ বিশেষত্ব, অৰ্থাৎ বিচাৰ নাই। বিলাতত নাগমাটিৰ খনিত কুলীৰ কাম কৰা, নাইবা সামান্য বন-বাৰী কৰি ভাত মোকোলাই খোৱা হজুৱাৰ গাত গুণ থাকিলে সিও পাৰ্লেমেণ্ট মহাসভাৰ সমজুৱা নাইবা মন্ত্ৰী-সভাৰ সমজুৱা পুৰুষাণুক্ৰমে হৈ অহা বৰুৱা-ফুকনৰ লৰাৰে সৈতে সমানে জোৰ-ফেৰ মাৰিব পাৰে। এংলোইণ্ডিয়ানৰ, অৰ্থাৎ ভাৰতবাসী ইংৰাজৰ ভিতৰত বৰ্ণ মানে বৰণৰ বিশেষত্ব, অৰ্থাৎ বিচাৰ আছে। এওঁলোকৰ মানত কলা বৰণৰ এটা জাত আৰু বগা বৰণৰ আন এটা জাত। কলা বৰণীয়া মানুহ বুদ্ধি-বিদ্যাত এওঁলোকতকৈ চৰা হলেও, আৰু বিলাতত এওঁলোকৰে সৈতে সমানে মহলা দি চিভিলিয়ান হৈ আহিলেও, কলা নীহকুলীয়া; সিহঁতৰ সৈতে এওঁলোকে চোৱা-মেলাকৈ খোৱা-লোৱা কৰিব নোৱাৰে। এটা জাতৰপৰা আন এটা জাতলৈ নমা, আৰু অৱস্থাৰ পৰিবৰ্ত্তনত এবিধ জন্তু আন এবিধ জন্তুলৈ পৰিণত হোৱা দেখা যায়, শুনা যায়। বামুণ পতিত হৈ কেতিয়াবা চণ্ডালৰ স্বভাৱ লৈ চণ্ডাল হয় হেনো। খৰালি পুখুৰীৰ গৰৈমাছৰ কোনো কোনোটো অৱস্থাৰ গুণত ক্ষীণাই সৰু হৈ চুচিয়ামাৰি দীঘল হৈ লাহে লাহে ঢোৰাসাপ হয়। এই বিবৰ্ত্তনবাদৰ নিয়ম মতেই ব্ৰাইট, গ্লেডষ্টোনৰ দেশৰ ইংৰাজ অজাতৰীয়া হৈ অৱস্থাৰ গুণে চুচিয়ামাৰি সূক্ষ্ম হৈ এংলোইণ্ডিয়ান হয়। হোৱাৰ কাৰণ আছে।

প্ৰথমতে ধৰাঁ, ভাইচৰয় অৰ্থাৎ ৰাজ প্ৰতিনিধি, যাক অসমীয়াত বৰফুকন বুলিব পাৰি। তেওঁ বিলাতৰ বৰুৱা-ফুকনৰ ঘৰৰ লৰা নিজেও ডাঙ্গৰ মানুহ। কিন্তু, তেওঁ তাত ৰজা নহয় প্ৰজা হে, আৰু দহজন বৰুৱা-ফুকনৰ লগৰে এজন ভাৰতলৈ অহাৰ আগেয়ে তেওঁ হয়তো পাৰ্লেমেণ্ট মহাসভাৰ হাউচ্-অব-লৰ্ডচৰে হওক, নাইবা কমন্সৰে হওক এজন সমজুৱা আছিল; অৰ্থাৎ জানিবা স্বৰ্গদেৱৰ বৰচৰাৰ মেলডগীয়া বৰুৱাসকলৰ ভিতৰৰ এজন পালী মেলডগীয়া বৰুৱা আছিল। তেওঁ কমন্স সভাৰ মেলুৱাই যদি আছিল, সেই সভাৰে এজন সামান্য সমজুৱায়ো তেওঁৰে সৈতে সভাত সমানে সমানে উত্তৰা-উত্তৰি কৰি, তেওঁৰ কথা কটাকটি কৰি খণ্ডবিখণ্ড কৰিছিল আৰু তাৰ কোবত তেওঁ "কলৈ যাওঁ গোপাল, কলৈ যাওঁ কৃপাল" লগাইছিল। এনেজন লোক যেতিয়া ভাইচৰয় হৈ ভাৰতলৈ আহিল, তেওঁ বোম্বাই চহৰত ভৰি দিওঁতে-নিদিওঁতেই কিল্লাৰ বৰহিলৈয়ে ধুম-ধুমকৈ এজাউৰি মাৰি আকাশ পাতাল ছিৰাছিৰ কৰি তেওঁৰ মান ধৰিলে। তাৰ পিচত, ভাৰতবৰ্ষৰ যলৈকে তেওঁ যায় ততে তেওঁৰ সম্মান খিতাপ সমাৰোহ পয়োভৰ, তেওঁ যিজন ৰজাৰ প্ৰতিনিধি, সেইজনতকৈও তেওঁৰ মান সৰহ। মুঠতে, তেওঁ জানিবা এজন আকবৰ বা জাহাঙ্গীৰ বাদশাহ হল। ভাৰতৰ হেজাৰে-হেজাৰে ৰজা, ৰাম, লক্ষ্মণ, যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুনৰ বংশধৰসকলে, জলমলীয়া সোণৰ কিৰীটীয়া মূৰ তেওঁৰ আগত দোৱাইছে; তেওঁলোকৰ কোনোক তেওঁ চকু ৰঙাই চাইছে, কোনোক পিঠিত চপৰিয়াই কৰুণা দেখুৱাইছে, কোনোক ভাঙ্গিছে, কোনোক পাতিছে, কোনোক লাৰে লাৰে পানী খুৱাই "দেউতা-বিধতা" বোলাইছে; পুঠি-খলিহা প্ৰজাৰ তো কথাই নাই। তেওঁৰ ঘৈণীয়েক ভাইচৰনী বা বৰফুকননী বিলাতৰ অমুক ফুকনৰ জীয়েক বা অমুক কাপ্তানৰ "তালাক দিয়া" ঘৈণীয়েক বা আমেৰিকাৰ তমুক বৰমুদৈৰ বৰজীয়েক; তেওঁৰ খিতাপ নুৰজাহান বা মতিমহল বেগমৰ নিচিনা। এনেস্থলত ভাইচৰয়জনৰ সমৰ আৰু মূৰৰ গতি তোমালোকে পাৰা যদি অনুভৱ কৰাচোন। আমাৰ দেশৰ মিণাৰাম বৰুৱাৰ পুত্ৰই তেনে খিতাপ তেনে ক্ষমতা পোৱাহেঁতেন, সৰহ নকওঁ বলিয়াই হলহেঁতেন। আনৰ কথাকে নেলাগে, স্বয়ং বৰবৰুৱা ডাঙৰীয়াই তেনে খিতাপেৰে তেনেখন বিষয় খাবলৈ পোৱাহেঁতেন তেওঁক হাতীৰ ফই লগাই বান্ধি থব লাগিলহেঁতেন; নহলে তেওঁ প্ৰজাৰ বাৰীৰ কলনি, পথাৰৰ ধান, ভাঙ্গি-ছিঙ্গি খাই মহতিয়াই জোল কৰিলেহেঁতেন; আৰু

বৰচৰাত বহি কাৰো নাকটো, কাৰো কাণখন, কাৰো আঠুৰ ঘিলা, কাৰো বা চকু কাঢ়িবলৈ, কাৰো বা নাইত কুমটি মেলিবলৈ অনৰ্গল আদেশ প্ৰচাৰ কৰিলেহেঁতেন। অন্ততঃ অসমীয়াৰ চুকত থাকি বুকতে কামোৰোঁতা, আৰু "দেহেন দেহেন আসাইম্যা যুতগুলাৰে, এদেৰ আসাইম্যা ভাষাটা বাংলা ভাষা নাঅইবে ক্যান" বুলি অসমীয়াক পেংলাই কৰোঁতা বঙ্গালহঁতৰে সৈতে তেওঁ সেইবোৰ কথা লৈ তৰ্কবিতৰ্ক নকৰি, সিহঁতৰ পিঠিত চোৰাত মেলি পানী ঢালি দিবৰ দিহা কৰিলেহেঁতেন।

দ্বিতীয়তে ধৰোঁ, বোম্বাই আৰু মাদ্ৰাজৰ গৱৰ্ণৰ দুজন। আমি ওপৰত কৈ অহা ভাইচৰয়ৰ কথাই এই দুজনৰ গাতো খাটে; গতিকে বহলাই কোৱাৰ সকাম নাই।

তৃতীয়তে কোৱা যাওক, লেফ্‌টিনেণ্ট গৱৰ্ণৰ, বা বৰবৰুৱাৰ সুকীয়া মাতেৰে কবলৈ গলে, "লেপটিমন্ত গবৰ্ণৰ", ছিফ-কমিশ্যনৰ, মাজিষ্ট্ৰেট, জজ ইত্যাদিৰ কথা। এওঁলোক আটাইবিলাককে, মন গলে, তুমি একেটা খুবলিতে এখুবলিকৈ ভৰাই লৈ কাৰিব পাৰোঁ আৰু একেখন কুলাতে জাৰিব পাৰোঁ। কাৰণ, এওঁলোক প্ৰায় গোটেইমখাই প্ৰবলপ্ৰতাপান্বিত চিভিল-চৰ্ভ্চিৰ মানুহ, অৰ্থাৎ চিভিলিয়ান। চিভিল-চৰ্ভিচটো কি পদাৰ্থ, প্ৰথমতে আমাৰ অসমীয়া সাধাৰণ হোজা মানুহসকলে নুবুজে। ইংৰাজ সাম্ৰাজ্যৰ ভিতৰুৱাল ভাৰতবৰ্ষ আৰু আন আন উপনিবেশবোৰত ৰজাঘৰীয়া শাসনকাৰ্য্যাদি কৰিবৰ নিমিত্তে বিষয়া বাছি পঠিয়াবলৈ, বিলাতত এটা মহলা লোৱা হয়; সেই মহলাটোৰ নাম চিভিলচৰ্ভিচ এক্‌জামিনেচন। সেই মহলাত উঠা সকলক চিভিলিয়ান বোলে। সাধাৰণতঃ চোকা ডেকাহে এই মহলাত উঠিব পাৰে; কাৰণ মহলাটো টিলা নহয়। সেই মহলাত উঠা সকলক গৱৰ্ণমেণ্টে জজ, মাজিষ্ট্ৰেট, কলেক্টৰ আদি পাতি ভাৰতলৈ বা উপনিবেশবোৰলৈ পঠিয়াই দিয়ে। প্ৰায়েই বিলাতৰ সৰু-মজলীয়া শ্ৰেণীৰ চোকা বুধীয়া ডেকাল্ৰাবিলাক এই মহলাত উঠি চিভিলিয়ান হৈ ভাৰতলৈ হাকিম হুজুৰ বৰচাহাব ছোটচাহাব হৈ আহে। সৰু-মজলীয়া শ্ৰেণীৰ ভিতৰত চুৰ্চুৰীয়াকৈ ধন-বিত থকা দৰ্জ্জি, দোকানী, চৰ্ম্মকাৰ, কৰ্ম্মকাৰ, "নৰাণাং ধূৰ্ত্তং" অৰ্থাৎ নাপিত আৰু তাহানি কৃষ্ণই মথুৰালৈ যাওঁতে বাটতে চৰ মাৰি মুৰ ছিঙ্গা সেই ৰজকৰ নন্দন সকলো পৰে। ইবিলাকৰ কোনোবোৰ বিলাতত নগণ্য হেজাৰ হেজাৰ সামান্য শাৰীৰ লৰাৰে সৈতে একেলগে উমলি পঢ়ি-শুনি উঠে। পিচে, চিভিল চৰ্ভিচ মহলাত উঠি চৰ্কাৰী বিষয় লৈ ভাৰতলৈ আহি সিবিলাকে দেখে যে, সিবিলাকৰ কোনোটো এখন জিলাৰ গৰাকী, কোনোটো এখন চব-ডিভিজনৰ ওপৰত বৰমতা আৰু হেজাৰ হেজাৰ মানুহ সিহঁতৰ আগত হাতযোৰ কৰি "কি হুকুম" বুলি থিয় হৈ আছে। দাড়ি ঠুটিৱা বা নুঠুটিৱা চিভিলিয়ান হাকিমৰ আগত, পকাদৰীয়া ৰজা, জমিদাৰ, তালুকদাৰ, মৌজাদাৰ আদি কৰি দেশৰ গণ্যমান্য লোকসকল "আদেশ খোদাবান্দা" বুলি অনুগ্ৰহ মগনিয়াৰ হৈ আছে; তেওঁৰ ৰঙা চকু দেখি সেই মানুহবিলাক থক্‌থক্ কৰে কঁপিছে আৰু হাঁহি-মুখ দেখি নিয়ৰৰ দুবৰি যেন ঠন ধৰিছে। এনেস্থলত এই চিভিলিয়ানবৃন্দৰ মুৰৰ ঘিঁউ তপত নোহোৱাকৈ থকাটো হে আশ্চৰ্য্য। আমাৰ দেশৰ সামান্য মানুহৰ লৰাই মুনচুপ, সদাৰামিন, চব-ডেপুটী আদি পদ লভিয়েই অনেক সময়ত "তৃণবৎ মন্যতে জগৎ" আৰু তেওঁলোকৰ ভিতৰৰ কোনোৱে আগৰ দিনৰ ভালমানুহৰ ঘৰৰ সতি-সন্ততিক আৰু গুৰু-গোঁসাই-মহন্তক চেলু পাই অপমান কৰি সন্তোষ লভাৰ কথাও বৰবৰুৱা শ্ৰীযুতৰ অগোচৰ নাই। তেন্তে নো বিলাতী চিভিলিয়াসকলে আমাৰ ভাৰতবৰ্ষৰ বৰ-সৰু সকলো শ্ৰেণীৰ মানুহক কথাই কথাই অপমান উপলণ্ডঘা কৰাটোত আশ্চৰ্য্য কি! হঠাৎ পোৱা অপৰিমিত ক্ষমতাই আৰু গোবৰৰ পাচীৰে পোৱা এপাচী দৰ্ম্মহাই পুতাইহঁতৰ মুৰ লাটুম ঘুৰোৱাদি ঘুৰাই দিয়ে; গতিকে তেওঁলোকে বোধ কৰোঁ শোৱাপাটীৰ তলতপৰাখন গাতলোৱা নিহালি যেন দেখে আৰু আঠুৱাখন ভৰি-মছা দলিচা যেন দেখে। চমুকৈ কবলৈ গলে, "দুনিয়াখন" তেওঁলোকৰ চকুত ওলট-পালট খায় আৰু তাৰ ফলস্বৰূপে তেওঁলোকৰ জাতি-ধৰ্ম্ম আৰু ইহকাল পৰকাল সোপাকে যায়। তেওঁলোকৰ কোনোৱে ভাবে যে, সপ্তম এডবাৰ্ড ৰজা-সম্ৰাট প্ৰায় তেওঁৱেই; অন্ততঃ তেওঁ ৰজা-সম্ৰাটৰ অৰ্থাৎ "বাদশ্যাহকা দোষ্ট" এইটো নিশ্চয়।

চতুৰ্থতে, ভাৰতত বেহা-বেপাৰ কৰোঁতা মুদৈ-সাউদবিলাকৰ কথা কোৱা যাওক। কম আৰু কি, তেওঁলোকৰ অৱস্থাও এনেকুৱাই সব চাউল দহদোন। আটাইবিলাক একে জাতৰে যি বোলাঁ সেই। তেওঁলোকে বেপাৰ কৰিবলৈ আহি

আমাৰ মানুহবোৰ ৰজাৰ সম্মান পায় দেখি লয়; আৰু পাই পাই অভ্যাসৰ বশত পৰি নেপালে আমাৰ ওপৰত খং কৰে। বগা মুখ দেখিলেই আমাৰ দেশৰ মানুহ ভয়ত কেকোজেকো হয়। বগা মুধীয়াইঁতে সেইটো ভালকৈ বুজে আৰু সেইদেখি সিহঁতে তাৰ যোল অনা তিনি পইচা কলা মুখীয়াৰপৰা আদায় কৰি লয়ও আৰু লবও খোজে। আমাৰ মানুহৰ এই কুস্বভাবটো প্ৰথমতে ঘঁহি-পিহি গুচোৱা আৱশ্যক। এইটো আমাৰ মানুহৰ ঘাইকৈ জনা উচিত হৈছে যে, বগা মানুহো মানুহ সিহঁতো মানুহ; বগা কলা ঈশ্বৰৰ হিচাপত সমান। ঈশ্বৰৰ ৰাজ্যত বগা দেৱতা নহয় আৰু কলাও অসুৰ নহয়। বিদ্যা, বুদ্ধি আৰু ধৰ্ম্মজ্ঞানত কলা বগাতকৈ কোনো গুণে নীহ নহয়। বগা যিজন প্ৰতাপী ৰজাৰে প্ৰজা, কলাও সেইজন প্ৰতাপী ৰজাৰে প্ৰজা, তেহেলৈ বগাই স্বাৰ্থ সিদ্ধিৰ নিমিত্তে যি হওক। দুইৰো ওজন ধৰ্ম্মৰ তৰ্জ্জুত সমান। বগাই কলাক অনাহকত আৰু মিছা অহঙ্কাৰৰ ভৰত অপমান বা তুচ্ছ-তাচ্ছিল্য কৰিলে কলাই তাৰ শোধ লোৱা উচিত আৰু ওলোটনি পোটক দিয়া নিতান্ত কৰ্ত্তব্য, নতুবা কলাৰ কৰ্ত্তব্যৰ ত্ৰুটী হয়। এই কাৰ্য্যত নিজৰ মঙ্গল আৰু পৰৰ উপকাৰ দুইটা হয়। নিজৰ মঙ্গল এইবাবে যে, এই কাৰ্য্যৰ দ্বাৰাই কলাই নিজৰ মনুষ্যত্বৰ বিকাশ কৰিবলৈ নিজক সুবিধা দি নিজৰ জন্মস্বত্বৰ অপব্যৱহাৰ নকৰি মানুহ হৈয়ে থাকে আৰু তেওঁ পৰৰ উপকাৰৰ অৰ্থাৎ বগাক পশুৰ নিচিনা কাম কৰিবলৈ সুবিধা নিদি পশুত্ব পোৱাৰপৰা বগাক ৰক্ষা কৰে। হেৰা কলা! তোমাক একেষাৰ কথা বৰবৰুৱাই নকৈ নোৱাৰে যে, তুমি বগাক লাই দি গুচাই মানুহৰ শাৰীৰ পৰা পিছলি পৰিবলৈ নিদিবা; দিলে তোমাৰ অধৰম হব। আৰু, তুমিও মানুহৰ শাৰীতে থকা আৱশ্যক; সুত-সুত কৰে পিছলি পৰি অজগৰ পৰাদি তলত দীঘল হৈ পৰি থাকিবৰ যদিও সুবিধা, তথাপি সি বৰ ঘিণলগা অৱস্থা; পৰৰ লাথি-চৰ-গোৰৰ বাহিৰে তাৰ পুৰস্কাৰ একো নাই। মনুষ্যত্বৰ পুৰস্কাৰ মনুষ্যত্ব, কাপুৰুষতাৰ বঁটা ঘৃণা লাঠি-চৰ আৰু গোৰ। বৰবৰুৱাই আজি অতদিনৰ মূৰত এই কেইষাৰ কথা ভালক বুলি তোমাক কৈ থলে, তোমাৰ মন যান মানিবা, নেমানিলেও তেওঁৰ ধৰম কলৈ যাব। পঞ্চমত, ৰণুৱা গোৰা চিপাহীৰ কাষলৈ অহা যাওক। ইহঁত বিলাতৰ হজুৱা কাঁড়ীৰ লৰা। আগৰ ডোখৰৰ কথাকে নকওঁ, বিলাতত ইহঁতে চিপাহী অৱস্থাতে নিজৰ জোতা চাফ কৰা আৰু তাত চিয়াঁহী লগোৱাৰপৰা নিজৰ কলা কাপোৰ ধুৱালৈকে সকলোবোৰ নিজহাতে নকৰিলে নচলে। আন কি, সিহঁতৰ উপৰুৱা বিষয়া কৰ্ণেল, লেফ্‌টেনেণ্ট, কাপ্‌তান আদিৰ কলা জোতাও কিজানি ইহঁতৰ বগা হাতেৰেই চাফ হয়। কিন্তু, ইহঁত কল্পতৰু ভাৰতলৈ আহিলেই ইহঁতৰ অৱস্থাৰ পৰিবৰ্ত্তন আচৰিতৰূপে ঘটে। ইহঁতে ভাৰত-কল্পতৰুৰপৰা হাত পাতিলেই ইহঁতৰ ঘৰুৱা বনবাৰী কৰিবলৈ দেশী লগুৱা পায়, জোতা চাফ কৰি তাত চিয়াঁহী লগাবলৈ দেশী বেহেৰা পায়, গাৰ চোলা ঠেঙা ধুবলৈ দেশী ধোৱা পায়, ঘৈণীয়েকহঁতৰ লৰা-ছোৱালীৰ আল-পৈচান ধৰিবলৈ একোজনী "আয়া" অৰ্থাৎ বেটী পায়; মুঠতে ভদ্ৰলোকৰ নিচিনা সুখ আৰু "বাবুগিৰি" ভাৰতবৰ্ষত ইহঁতৰ ভাগ্যত কম-বেচি যোল অনা ঘটে। এনেস্থলত আশ্চৰ্য্য কি যে, সিহঁত গপাল, উদ্ধত, ওভোটগোৰেনচা হব আৰু সিহঁতে দেশী মানুহক কুটা যেন দেখিব আৰু কলা "নিগাৰ" পাঙ্খাকুলীক অলপ দোষতে বা বিনাদোষতে গুৰিয়াই মাৰিব। ইহঁতৰ বুপা-ককাই যুঁজ কৰি ভাৰতবৰ্ষ জয় কৰিছিল হেনো, সেইদেখি ইহঁতে দুখীয়া গাৱঁলীয়া মানুহক চৰাই-পহু মৰাদি গুলিয়াই মাৰিব পায় বুলি ভাবে। এইবিলাক বৰ বেজাইৰ কথা; আমঠু কলা পৰি যোৱা কথা। সেইদেখি মুঠতে বৰবৰুৱাই কয় যে, ভাৰতবৰ্ষই ইংৰাজক ডাঙৰ মানুহ কৰিলে; যদি তেওঁলোক ইমানতে সাৱধান নহয় আৰু নিজৰ গাৰ ঘাবোৰ ধুই তাত দৰব নিদিয়ে, তেন্তে সেই ঘায়েই তেওঁলোকৰ কাল হব। আমাৰ লগে লগে ভাৰতবাসী ইংৰাজৰ যে কিমান অধোগতি হৈছে তেওঁলোকে এতিয়া গৰ্ব্বৰ ৰাগীত মতলীয়া হৈ থাকি বুজিব পৰা নাই। কি পুতৌ! বৰ বৰুৱাৰ কিন্তু সেইবাবে দুখ হয়। কাৰণ, ইংৰাজে ভাৰতৰ অনেক উপকাৰ কৰিছে আৰু ভাৰতবৰ্ষ ইংৰাজৰ অনেক প্ৰকাৰে ধৰুৱা। ইংৰাজ ভাৰতৰ গৰাকী হৈ থাকে এনে আশা ভাৰতে সদাই কৰে। বৰবৰুৱাৰ বেজাৰ লাগে এইবাবে যে, ইংৰাজ যেনেকৈ আমাৰ উপকাৰী বন্ধু, আমিও তেনেকৈ তেওঁলোকৰ হিতাকাঙ্খী কুটুম; তেওঁলোকৰ অৰ্থাৎ আমাৰ বান্ধ-কুটুমৰ অধোগতিত আৰু অমঙ্গলত আমি বৰ বেজাই পাওঁ।

—শ্ৰীকৃপাবৰ বৰবৰুৱা।

# চিন্তা।

বৈদ্যই যেনেকৈ নানা তৰহৰ উপকৰণ যথোচিত পৰিমাণে মিহলাই পেষণ মৰ্দ্দন কৰি পৰমোপকাৰী ঔষধ প্ৰস্তুত কৰে, সোণাৰীয়ে যেনেকৈ ক্ষুদ্ৰ ক্ষুদ্ৰ স্বৰ্ণখণ্ড গোট কৰি অগ্নিত উতলাই মহামূল্য অলঙ্কাৰ নিৰ্ম্মাণ কৰে, বাঢ়ৈয়ে যেনেকৈ ক্ষুদ্ৰ ক্ষুদ্ৰ কাষ্ঠখণ্ড গোট কৰি বিতোপন আসন বা পৰ্য্যঙ্ক প্ৰস্তুত কৰে, শিপিনীয়ে যেনেকৈ কপাহী আৰু সোণালী সূতা গোট কৰি দিব্য বসন প্ৰস্তুত কৰে, সেইদৰে চিন্তায়ো নানাবিধ উপকৰণ গোটাই পেষণ মৰ্দ্দন কৰি জ্ঞানত পৰিণত কৰে। মানুহে দৰ্শন আৰু অধ্যয়নৰ দ্বাৰা নানাবিধ উপকৰণ যতনাই দিয়ে, চিন্তাই কৰ্ম্মশালিত বহি সেই উপকৰণবিলাক যথাযোগ্য পৰিমাণে মিহলাই তাৰে জ্ঞান বুদ্ধি আদি অমূল্য সামগ্ৰী নিৰ্ম্মাণ কৰে। কেৱল অধ্যয়ন বা দৰ্শনৰ পৰা জ্ঞানোদয় নহয়। কোনো বস্তু দেখিলে, বা কোনো পুথি পাঠ কৰিলে, সেই বস্তু বা পুথি সম্বন্ধে ভিন্ ভিন্ এটা এটা বোধ মাথোন জন্মে। সেই বোধবোৰ গোট কৰি সিহঁতৰ সাৰাংশ সংগ্ৰহ কৰিব নোৱাৰিলে জ্ঞানৰ জন্ম নহয়। তুমি নানা বিধ পুষ্টিকৰ দ্ৰব্য ভোজন কৰিব পাৰা, কিন্তু উদৰাগ্নিয়ে দ্ৰব্যবোৰ জীৰ্ণ কৰি সাৰ সংগ্ৰহ নকৰিলে তোমাৰ পুষ্টি সাধন নহয়। সেইদৰে দৰ্শন, শ্ৰৱণ আৰু অধ্যয়নৰে তুমি নানাবিধ বোধ সঞ্চয় কৰিব পাৰা, কিন্তু চিন্তাই সেই সকল জীৰ্ণ কৰি সাৰ সংগ্ৰহ নকৰিলে জ্ঞানৰ উৎপত্তি নহয়। চিন্তা উদৰাগ্নিৰ নিচিনা মনৰ জীৰ্ণকাৰী শক্তি। চিন্তাচাকত পৰি বিবিধ বোধ পৰিপাক নহলে মনে জ্ঞানৰূপ পুষ্টি লাভ কৰিব নোৱাৰে।

কেৱল চকুৰে চাই কোনো বস্তুৰপৰা জ্ঞান লাভ কৰিব নোৱাৰি। চকুৰে দেখিলে, সেই দেখা বস্তুৰ বিষয়ে মনক প্ৰশ্ন কৰিব লাগে। প্ৰশ্ন কৰিলেই চিন্তা কৰা হয়। প্ৰশ্নৰ পৰিমাণেই শিক্ষাৰ পৰিমাণ। যি বিষয়ত যিমান প্ৰশ্ন উদয় হয়, সেই বিষয়ত সিমান শিক্ষালাভ হয়। তোমাৰ মনে সকলোবোৰ প্ৰশ্নৰ উত্তৰ নোৱাৰিলেও, প্ৰশ্ন উদয় হলে, তাক পুথি বা পণ্ডিতৰপৰা শিকি লব পাৰে। চোৱা বস্তু সমুখত থাকোঁতেই চিন্তা আৰম্ভ কৰা উচিত, নাইবা বস্তুটোৰ কি কি চাব লাগে স্থিৰ কৰিব নোৱাৰি। বহুত মানুহে কোনো এটা বস্তু নিজ চকুৰে চাই আহিও অনেকে অনেক কথাৰ উত্তৰ দিব নোৱাৰে। ই কেৱল দৰ্শন কালত চিন্তা নকৰাৰ ফল। এই বিষয়ে এটি ক্ষুদ্ৰ আখ্যান কওঁ;— এজন ডাঙ্গৰ মানুহৰ এটা লগুৱা আছিল আৰু তেওঁৰ এজন মহৰিও আছিল। মহৰিতকৈ লগুৱাৰ বেতন কম, সেইদেখি লগুৱাৰ মনত বৰ বেজাৰ। এদিন তেওঁক অকলশৰে লগ পাই লগুৱাই কলে, "দেউতা! মই দিনৰে দিনটো আপোনাৰ কাম কৰি টাকুৰী ঘূৰাদি ঘূৰি ফুৰোঁ, আৰু সেই মহৰিটোৱে কেৱল পুৱা আহি অলপমান পৰ লিখা-পঢ়া কৰে; কিন্তু সি পায় দহ টকা, আৰু মই পাওঁ দুটকা মাথোন। ইয়াৰ কাৰণ বন্দীয়ে আজিলৈকে বুজিব পৰা নাই। আপোনাৰ ঘৰতে মোৰ আদবয়স গল, ইচ্ছা কৰিলে দুখীয়াৰ প্ৰতি এফেৰি কৃপা কৰিব পাৰে।" ভদ্ৰলোক জনে সেইদিনা এই কথাৰ কোনো উত্তৰ নিদিলে। পিচত, এদিন তেওঁৰ মৰমৰ ছাগলী এজনী জগা বাতৰি পাই, হয় নে নহয়, বুজ লবলৈ সেই লগুৱাটোক পঠিয়ালে। সি চাই আহি কলে যে, ছাগলী জগা হয়; কিন্তু পোৱালি কেইটা হৈছে বুলি সুধিলত উত্তৰ দিব নোৱাৰিলে। সি পুনৰায় চাবলৈ গল আৰু ওভটি আহি তিনটা পোৱালি হৈছে বুলি খবৰ দিলে। আকৌ পোৱালিবোৰ পঠা নে পাঁঠী বুলি সুধিলত সি তাৰো উত্তৰ দিব নোৱাৰিলে। পুনৰ চাবলৈ গল আৰু চাই আহি সি কলে যে, পোৱালি দুটা পঠা আৰু এটা পাঁঠী হৈছে। ভদ্ৰলোকজনে লগুৱাটোক তাতে অলপপৰ থাকিবলৈ কৈ মহৰিক মতাই আনি ছাগলীজনী চাবলৈ পঠিয়ালে। মহৰিয়ে চাই আহি কলে যে, ছাগলীজনী জগিছে, পোৱালি তিনটা হৈছে, দুটা পঠা, এটা পাঁঠী, পঠা দুটাৰ এটা বগা এটা কলা, পাঁঠী পোৱালিটি হৰিণা, পঠা দুটা নোদোকা, পাঁঠীটি লিতা, ইত্যাদি সকলোবোৰ কথা এবাৰ চায়েই সি বৰ্ণাই কলেহি। এই বৃত্তান্তৰ পাচত লগুৱাই আৰু মহিৰৰ পাটন দি সৰহকৈ বেতন খুজিবৰ মুখ নেপালে। লগুৱাটোৱে ছাগলীজনী জগা দেখিয়েই গুচি আহিল, মনক সেই বিষয়ে কোনো প্ৰশ্ন নুসুধিলে। কিন্তু, মহৰিয়ে নানাবিধ প্ৰশ্ন সুধি, তাৰ উত্তৰ গোটাই লৈ, গৰাকীৰ সমুখ হৈছিল। এই লগুৱাটোৰ নিচিনা পৃথিৱীত অনেক আছে। সিহঁত চকু থাকিও অন্ধলা।

চিন্তা জ্ঞানৰ ৰশ্মিৰ নিচিনা। তাৰ প্ৰয়োগত অন্ধকাৰ সমস্যা পোহৰ হয়, কঠিন কৰ্ম্ম উজু হয়। চিন্তাৰ অতুল প্ৰভাৱ। আগৰ কালত যোগীবিলাকে ধ্যান কৰি ভূত-ভৱিষ্যত সকলো কথা অৱগত হৈছিল আৰু শেহান্তৰত কৈবল্য[১] লাভ কৰিছিল। ধ্যান চিন্তাৰ প্ৰকাৰ-ভেদ মাথোন। চিন্তা উগ্ৰ আৰু দীৰ্ঘকাল স্থায়ী হলেই ধ্যান নাম পায়। পিচে, যদি যোগীবিলাকে চিন্তাৰ বলত দুষ্প্ৰাপ্য কৈবল্যকেই লাভ কৰিব পাৰিছিল, সংসাৰীয়ে সংসাৰ ক্ষেত্ৰত জীৱনোপযোগী জ্ঞান-বুদ্ধি লাভ কৰা একো টান কথা নহয়।

চিন্তাৰ কোনো সময় নিৰ্দ্দিষ্ট নাই, তাৰ নিমিত্তে বেলেগে সময় নষ্ট কৰিব নেলাগে; শোওঁতে, খাওঁতে, ফুৰোঁতে, সকলো সময়ত চিন্তা কৰিব পাৰি। অনেক লোকে এনেকুৱা সময়তেই চিন্তা কৰি মহৎ কথা আৱিষ্কাৰ কৰিছে। এজন পণ্ডিতে স্নানৰ সময়ত চিন্তা কৰি জল-জোখৰ[২] উপায় আৱিষ্কাৰ কৰিছিল। চিন্তাৰ অসীম ক্ষমতা। মনুষ্যৰ আকাৰ ক্ষুদ্ৰ হলেও, চিন্তাৰে সি ভূমণ্ডল নভোমণ্ডল সমস্ত বিৰাট ব্ৰহ্মাণ্ড আকৰ্ষণ কৰিব পাৰে। চিন্তাৰ গতি বিজুলীতকৈও তীব্ৰতৰ, লক্ষ যোজনৰ পথ সি একে নিমিষতে যাব পাৰে। এনেকুৱা অতুল ক্ষমতাশালী চিন্তাশক্তিৰ উপঢৌকন পায়ো মানুহে তাৰ সদব্যৱহাৰ নকৰি যে অজ্ঞান তিমিৰত পৰি থাকে ই বৰ বিস্ময়ৰ কথা।

—শ্ৰীসত্যনাথ বৰা।

(১) যোগীবিলাকে ধ্যানত নিমগ্ন হৈ বহিৰ্জ্জগতৰ জ্ঞান হেৰুৱালে সেই অৱস্থাক কৈবল্য বোলে।
(২) ভিতৰত লা থকা অলঙ্কাৰৰ লাবাদে সোণ বা ৰূপৰ যথাৰ্থ পৰিমাণ জুখি উলিয়াব লাগিলে, তৰ্জ্জু ; পানীত পেলাই জুখিব লাগে। ইয়াকে জল-জোখ বোলা যায়।

# দেহাই বেহা।

ৰজাৰ ৰাজত্ব, প্ৰভুসকলৰ প্ৰভুত্ব, হাকিমসকলৰ হাকিমালি, উকিলৰ ওকালতি, কেৰাণীৰ কেৰাণীগিৰী, মহৰিৰ মহৰিগিৰী, মৌজাদাৰৰ মৌজাদাৰী, মণ্ডলৰ মণ্ডলীগিৰী, বেপাৰী বা সদাগৰৰ সদাগৰী, ছাত্ৰৰ অধ্যয়ন আৰু বাতৰি কাকতৰ উপদেশৰ চেষ্টা আদি সকলোৱে সুকীয়া ব্যৱসায়ত কঠোৰ পৰিশ্ৰম কৰি দিন-ৰাতি খটাৰ উদ্দেশ্য একমাত্ৰ অন্ন মুঠিৰ নিমিত্তে! এই অন্নই নিৰ্ভৰ কৰে একমাত্ৰ খেতিয়ক কেইজনৰ ওপৰত। খেতিয়কৰূপৰা অন্ন আৰু অন্নাহাৰৰ উপকৰণাদি সুচাৰুৰূপে নেপালে দেহা ৰক্ষা কৰা উপায় দ্বিতীয় নাই। শাস্ত্ৰতো কৈছে ঃ—

অন্নং প্ৰাণা বলঞ্চান্নঃ মনঃ সৰ্ব্বাৰ্থ সাধকং।
দেবাসুৰ মনুষ্যাশ্চ সৰ্ব্বেচান্নোপজীৱিনঃ।।
অন্নস্তধান্য সম্ভূতং ধান্যংকৃষ্যা বিনা নচ।
তস্মাৎসৰ্ব্বং পৰিত্যজ্য কৃষিং যত্নেন কাৰয়েৎ।।
কৃষিধন্যা কৃষিৰ্ম্মেধ্যা জন্তুনাং জীবনং কৃষিঃ।
হিংসাদি দোষযুক্তোপি মুচ্যতে তিথি পূজনাৎ।।

"Prevention is better than cure" অৰ্থাৎ, ৰোগ নৌ হওঁতেই বাধা দিয়া ভাল। সেইবাবে কেনেকৈ কৃষকসকলৰ এই জীৱন স্বৰূপ মহা কল্যাণকাৰিনী কৃষিৰ উন্নতি হ'ব তাৰ নিমিত্তে সকলোৱে বুদ্ধি, শিক্ষা আৰু সহায় দি ইমানতে একচেতীয়া হৈ সকলোৱে একেছচে নেলাগিলে শতচেষ্টাৰ ঠাইত সহস্ৰচেষ্টা কৰিও পিচলৈ কৃতকাৰ্য্য হ'ব নোৱাৰা হৈ সকলোৰে উন্নতিৰ পথত অনিবাৰ্য্য বাধা উপস্থিত হোৱা ঠাৱৰ।

লৰাই মুখ নৰলালে অকল মাকে মুখত পিয়াহ দি কি কৰিব। একমাত্ৰ দয়ালু ৰজাই নো কৃষিৰ নিচিনা এটা মহৎ বিষয়ে কিমান ঘৰে ঘৰে কাণ কৰিব। ৰজাৰ লগতে শিক্ষিত সমাজেও, গাৱঁলীয়া ধন ধাৰে দিয়া ব্যাঙ্কৰ উন্নতিৰ অৰ্থে দেহেকেহে ৰজাৰ লগত লগলাগি মৌজাই মৌজাই চেষ্টা কৰি ঘূৰি ফুৰিলে, আৰু অনেকক কৃষিৰ হিতোপদেশ দি ফুৰিলে আৰু যোৰহাটত এইবাৰ যিকেইজন দেশহিতৈষীসকলৰ প্ৰস্তাৱৰ চেষ্টা মতে যি কৃষি আৰু শিল্প প্ৰদৰ্শনীৰ বাট দেখুৱা হৈছে, সেইদৰেই সকলোৱে লাগিলে কৃষিৰ উন্নতি নহ'ব কিয়।

দেশহিতৈষীসকলে ঠায়ে-ঠায়ে একো-একোখন সভা পাতি যদি এইবিলাক কাৰবাৰ কৰে যথা ঃ— উক্ত ব্যাঙ্কৰ উন্নতিৰ বিষয়; বৰষুণ বা পানীৰ বিষয়; মাটিৰ উৰ্ব্বৰতা বৃদ্ধিৰ বিষয়; কৃষিৰ সঁজুলীৰ বিষয়; অকল বাৰিষা শাওণ আৰু ভাদ

এই দুমাহতে বেচি পৰিশ্রম কৰি বেমাৰ পৰাতকৈ বাৰেওমাহে হাল খতি নকৰি দিনে নিয়মীয়া পৰিশ্রম কৰি এহাল গৰুৰে ১৪।১৫ পুৰা মাটি খেতি কৰি ভাত আঞ্জা উভয়ৰে উপায় কৰাৰ বিষয়; গৰু, ম'হ আৰু তাহাঁতৰ ঘাঁহৰ বিষয়; বীজোন্নতিৰ বিষয়; খেতিয়কৰ আহাৰ আৰু স্বাস্থ্যৰ বিষয়, সস্তাত আৰু সহজে দৰব পাবলৈ গাৱেঁ গাৱেঁ বেজবৰুৱাৰ বৃদ্ধি আৰু বনৌষধি দৰবৰ শিক্ষাৰ বিষয় আৰু প্ৰত্যেক মানুহে অবাবত ধন আৰু সময় খৰছ নকৰাৰ বিষয়।

ইয়াত বাজেও আন খেতি, যথা ঃ— হাঁহ, পাৰ, কুকুৰা, গৰু, ম'হ, ছাগলী, শহাপহু (বগাজাত) আদি সৰহীয়াকৈ পোহাৰ বিষয়; একো একো ডোখৰ সুৰক্ষণীয়াকৈ হাবি ৰাখি তাতে বনৰীয়া পহু, উঁৰীক, ডাউক, হাঁইঠা আদি চৰাই বৃদ্ধি কৰি সেই জন্তু জাল ঘাঁই আদি পাতি সহজে ধৰি আনিব পৰাৰ বিষয়; মাছৰ কেনেকৈ উন্নতি হয় আৰু সহজে সকলোৱে ঘৰে ঘৰে জীয়া মাছ খাব পৰাৰ বিষয়; মাছধৰা বৰশী, চেপা, খোকা, থুহা, ঘনি, হুকুমা, দলঙ্গা আৰু জাল আদিৰ উন্নতিৰ বিষয়। গৰু, ম'হ, ছাগলী এইবিলাকৰ কি ঘাঁহ আৰু দানাৰ পৰা গাখীৰ সৰহীয়াকৈ ওলায় আৰু ডাঠ হয়, আৰু ঘিঁউ-মাখন সহজে কৰি বহুদিন তাক ভালে ৰখাৰ বিষয়।

এইবিলাক খাদ্য বস্তুত বাজেও এড়ি, মুগা, মেজাঙ্কৰী আৰু পাট সূতাৰ পলু আদি পোহৰ বিষয়।

এই বিষয়বিলাক একো-একোখন সভাই আৰু একো-একোজন দেশৰ হিত সাধনকে জন্মৰ প্ৰধান কৰ্ম্ম বুলি ভবা সাধু পুৰুষে এটা এটা হাতত লৈ, ঈশ্বৰ আৰু ৰজা উভয়কে উন্নতিৰ অৰ্থে খাটি কাৰ্য্যত ব্ৰতী হলে নিশ্চয় ব্যাঙ্ককে আদি কৰি সকলো বিষয়ে কৃষকসকলে সহায় লভি কৃষিৰ ক্ৰমোন্নতি হোৱাটো ধ্ৰুৱপ।

কৃষিৰ বাতৰি কাকত আৰু কিতাপ আদিৰে ঠায়ে-ঠায়ে আদৰ্শ কৃষি ক্ষেত্ৰৰ সংখ্যা আৰু বিশেষ উন্নতি বঢ়াই তাৰপৰা অনেক নতুন নতুন কৃষিৰ শিকা আৰু বীজ আদি বিতৰণেৰেও দয়ালু ৰজাৰ লগে লগে শিক্ষিত সমাজে চেষ্টা কৰিলে কিয় কৃষিৰ উন্নতি নহব।

চাকৰি হৈছে একমাত্ৰ একো উপায় নেপালে ধৰা পথ। ই ভৱিষ্যত উন্নতিৰ পথত বাধা জন্মোৱাৰ হে মূল। যাৰ ঘৰত ৩।৪ জন ভাই-ককাই থাকে তাৰহে এজন ৰজাঘৰীয়া চাকৰিলৈ যোৱা নিয়ম। বৰ্ত্তমান উক্ত নিয়ম নেমানি চাকৰিলৈ সকলোৰে ইচ্ছা বলৱতী হোৱাৰ পৰা, উক্ত কৃষি আদিৰ অৱনতি হৈ কঁকাল ভঙ্গা ঘোৰ কনিষ্টকৰ ৰোগে সৰহভাগক লাখুটিত আশ্ৰয় নললে থিয় হব নোৱাৰা কৰিছে।

ভাল বস্তু পেট ভৰাই খাবৰ সকলোৰে ইচ্ছা; কিন্তু দুখ নকৰিলে পায় কত? স্কুলত আখৰ চাইটা পঢ়ি লেঠা লগা বাবেই পৰিশ্রম কৰিবলৈ ইস্ত্রি কৰা কোট-কামিজ সোলোকাবলৈ লাজ লগা বাবেই অমৃতময় স্বধৰ্ম্ম ৰক্ষক আয়ুসোন্নতি, বংশোন্নতি আৰু মৰ্য্যাদাৰক্ষক স্বাধীন সুখক বিসৰ্জ্জন দি, পিতৃ-মাতৃ, ভাই-ভনী আদি পোহপাললৈ আওকাণ কৰি, গোসাঁইঘৰ, মচিদ্‌ঘৰক ভেঁকুৰা লগাই, বাগিছা, ৰেল আদিৰ চাকৰি এটাত সোমাই বাবু বোলাই কেঞাৰ ঘৰৰ ধাৰে-ঋণে ঘিঁউ, ময়দা, চাউল আদি আনি অকলৈ বা লগত ঘৈণী গৰাকীকো লৈ পিচ নুগুণি কিছুদিন সুখেৰে খাবলৈ পোৱা দেখিয়েই সকলোৱে চাকৰিকেই সজ উপায় বুলি ধৰা হল। এটা গল্প মনত পৰিছে ঃ— দিখৌপাৰত এটা মানুহৰ এদৰা আহাৰ মহীয়া পকা চিৰাল দৰা আছিল। একেবাৰে চিৰালদৰা পকা বাবে বাটৰুৱা ২।৪ জনে বিনামূল্যেই চিৰাল ছিঙ্গি নিয়াতো গহস্থে একো নকৈছিল। এই সম্বাদ শুনি নৈৰ ইপাৰৰ ফুৰিবলৈ যোৱা ২০।২৫ জনমান ডেকা লৰাই কোৱাকুই কৰিলে, বোলে সৌ চিৰাল আনোগৈ বলাহঁক। এই বুলি এজন সাঁতুৰি পাৰ হৈ চিৰাল এটা ছিঙ্গি লৈ খাবলৈ ধৰিলে। তাকে দেখি এটি-দুটিকৈ আটাইবিলাক কোনোমতে সাঁতুৰি পাৰ হৈ চিৰালনিত লাগিলগৈ। মাত্ৰ এজন ডেকাই "মোৰ বাৰীতে চিৰাল আছে, তাকে ছিঙ্গি খাম গৈ, মই নেযাওঁ" বুলি নগল। সি সকল ডেকাৰ যেতিয়া এটি-দুটি চিৰালনিত লাগিছিল, তেতিয়া গৃহস্থই একো নকৈছিল; কিন্তু যেতিয়া ২০।২৫ জন লাগিলগৈ, তেতিয়া গৃহস্থই অতবিলাক মানুহক এনেই খাবলৈ নিদিওঁ বুলি খেদি দিলেহি। তেওঁলোক বাটৰুৱা মানুহ, হাতত পইচা নাই, কিনিও খাব নোৱাৰা হল; গতিকে প্ৰথমে পাৰ হোৱা দুই-এজনত বাজে বাকী সকলে চিৰাল চুই চাবলৈকে নেপালে। ইহঁতে আগেয়ে পাৰ হওঁতেই কেইবাজনেও কথমপি ধৰাধৰিকৈ হে পাৰ হব পাৰিছিল।

এতিয়া উভটি পাৰ হবলৈ গাত সমুলি বল নাইকিয়া হল, ঘৰত খাই যোৱা পেটৰ ভাতো জিন গল। দুজন মাত্র উভটি সেই পিনেই পাৰ হল, বাকী বিলাকে ঘাটে দি ৫।৬ মাইল ঘূৰি পাৰ হবলৈ যাত্রা কৰিলে। পেটৰ ভাত ধুকাল, গাৰ তিতাচুৰীয়া ফাটি চিৰাচিৰ হল আৰু তাৰ লগতে গাৰ ভাগৰে ধৰি এখোজকে দোখোজ কৰি কোনোমতে আহি ঘাট পালেহি। আকৌ, ঘাটেয়ে পইচা নিদিলে পাৰ নকৰে। এজনৰ গাত এটা ভাল চোলা আছিল, তাকে বন্ধক দি আটাই কেইওজন পাৰ হৈ ৰাতি ঘৰ পালেহি।

আগেয়ে ঘৰৰ চিৰালকে খাওঁগৈ বুলি উভটি অহা জনৰ মুখে সৰহীয়াকৈ চিৰাল আনিবলৈ গৈছে বুলি শুনি, "আজি চিৰালকে খামহঁক, ভাত নেৰান্ধো" এই বুলি ঘৰে ঘৰে মাক-বাপেকে বাট চাই আছে। তেনেতে সাঁতুৰি পাৰ হৈ অহা দুজনৰ মুখে পুতেকহঁতৰ বৃত্তান্ত শুনি কন্দা-কটা কৰি আগবাঢ়ি বিচাৰিবলৈ ওলাল, তেনেতে তেওঁলোক আহি উপস্থিত। বপুৰাহঁতৰ অৱস্থা দেখি মাক-বাপেকে আকৌ নকৈ সলাবলৈ চুৰিয়া-কাপোৰ দি যাৰ যি আছে পানী-দুনি এটোপা খাবলৈ দিলে। মাক-বাপেকসকলে চিৰা লৰ আশা মনতে নিয়াই নিৰাহাৰে পৰি থাকিল। ঘৰত চিৰাল কৰা জনে বাৰীৰপৰা চিৰাল ছিঙ্গি আনি মাক-বাপেক আৰু ওচৰ-চুবুৰীয়াকো দিলে আৰু নিজেও খালে।

এতিয়াও সেইদৰে অনেকে ২।৪ জন প্রথমতে চাকৰিত সোমাই হঠাৎ কিবা বিশেষ কাৰণত ২।১ৰ ভাল হোৱা দেখি ঘৰ-দুৱাৰ এৰি চাকৰিত সোমাবলৈ চোতালৰ বৈ যোৱা পানীৰ লোৰক উজাই অহা মাছৰ দৰে, হোহো কৰে বাগিছালৈ লৰ মাৰে। যি দুই-চাৰিজনৰ চাকৰিত ভাল হোৱা দেখিছে, তেওঁলোকৰ সমান গুণ বৃদ্ধি আৰু শুভগ্রহ সকলোৰে ভাল নথকাত আৰু চাকৰি বিচৰা মানুহৰ সংখ্যা বঢ়াত, আশাধাৰী মাক-বাপেকে ভাত-কাপোৰৰ পৰিবৰ্ত্তে কেৱল "মহৰিৰ বাপেক" নামটি কেইদিনমানলৈ দি, শেহত নানাৰকম ইংৰাজী বঙ্গলা মাতেৰে মুনিবৰদ্বাৰা বিকৰ্ষিত হৈ, খোৱা কাঁহি-বাতি কেএাৰ ঘৰত বন্ধক দি ময়দা, ঘিঁউ, ধুতি, সাৰীৰ ধাৰ মাৰি আদা ঘণ্টাৰ ভিতৰতে একদম কুঠিৰ পৰা চাকৰি এৰি বাহিৰ হৈ, উৰলি যোৱা নিজৰ ভগাঘৰত, আধি মাটিৰ ৬ ছমাহ খাবলৈ অতা.ধান মুঠিকে আগত লৈ, সোমাব লগীয়া হয়হি।

চাকৰিত নানাৰকম কষ্ট আৰু অপমান ভোগ কৰাত আৰু কেএাৱো ক্রমান্বয়ে ধাৰলৈ নিদিয়া হোৱাৰ সময়তে চাকৰি নকৰোঁ বুলি ঘৰলৈ গুচি আহি বা পুনৰ চাকৰিলৈ নেযাওঁ বুলি, চাকৰিত কৰা দুখৰ সলনি স্বাধীন কাৰবাৰ খেতি বা বেপাৰ আদি কৰি খাওঁ বুলি ডেকাজনাই খেতি আদিত লাগেহি। চাকৰিত ত্যক্ত লগা বাবে ডেকাজনাই যদিও কাৰবাৰলৈ মন দি লাগেহি, কিন্তু কেএাঘৰৰ কিনা চাউলৰ ভাত মুঠি, কোনোমতে দুবেলা দুঘণ্টা পৰিশ্রম কৰি ৰান্ধি দি, বাকী ১২ ঘণ্টা শুই থাকি সোৰোপা হৈ আৰু বঙ্গালী কুলি চাইটাৰ দ্বাৰাই বা ইজনা সিজনা বাবুৱনীৰ দ্বাৰাই বাবুৱানী বোলাই সম্মানিত হৈ থকা গাভৰু জনাই হঠাৎ ইন্দ্রাণী পদৰপৰা খহি পৰি ঘৰ সোমাই বোৱাৰী হৈ সৰহীয়া ৰন্ধা-বৰ্হা আদি সকলো গৃহকৰ্ম্ম দিনে-ৰাতিয়ে কৰিব লগা হোৱাত আৰু শাহু-শহুৰৰ কাষত, বিশেষকৈ আনৰপৰা মান নোপোৱাত, দিনে-ৰাতিয়ে খাতি ডেকাজনক আকৌ যতে-ততে চাকৰিত সোমাবলৈ বাধ্য কৰে। সাধাৰণ বহুত মানুহৰ বাপেকেও মহৰি বা কেৰাণীৰ বাপেক বুলি চিনাকি দিবলৈ পোৱাটো যশস্যা বুলি ভাবে, আৰু নিজৰ প্রাণৰ পুতেকৰ উঠি অহা কুমলীয়া দেহাটি একো সম্বন্ধ বা চিনাকি হেতুকে দয়া নথকা একোজনৰ তলত দাসৰূপে মাহিলি অলপীয়া ধনতে দি, লৰাই খাবলৈ পাওক বা নেপাওক ঘনাই অহাযোৱা কৰি বা চিঠি লিখি লিখি কিছু টকা আনি আন এটা চাকৰ লৈ, বা ধনেৰেই বজাৰৰ বস্তু কিনি নিজে পূৰ্ব্বে কৰা সকলো কাম পৰিত্যাগ কৰি বহি খাই সুখ ভোগ কৰে। লৰাই কাম এৰি আহিলে সেই সুখৰপৰা বঞ্চিৎ হোৱা বাবে, লৰাক আন উপদেশ নিদি কামত সোমাবলৈকে দিনে-ৰাতিয়ে ৰেপি থাকে।

ডেকাৰো স্বাধীন কাৰবাৰত ধৰি প্রথমে নানাকৰম কষ্ট ভোগাত আৰু আগৰ কষ্টলৈ মনত নপৰি, কেৱল ক্ষন্তেকীয়া লোভৰ নিচালৈ মনত পৰি, সি সকলে উদগাই দিয়া কথাতে চাকৰি নকৰোঁ বুলি পাতি লোৱা কাৰবাৰ মাজ-ভগনতে বা উভা ঘৰ উভাতে এৰি ধাৰ-ঋণ এসোপা লগাই গুচি যায়। শেহত, "স্বাধীন কাৰবাৰ কৰি মোৰ ডিঙ্গিত কিছুমান ধাৰ লগালে" বুলি বাপেকে এই বদনামটি দি অনেকৰ কাৰবাৰলৈ মন কোচ খুৱায় আৰু আনেও কাৰবাৰলৈ টকা ধাৰে পাবলৈ

বাধা জন্মায়। ডাঙ্গৰ ৰজাঘৰীয়া চাকৰিত দেশৰ মানুহ দুই-চাৰি থকাৰপৰা উপকাৰ আছে; কিন্তু উচ্চ, নীচ, মধ্যম তিনিও শ্ৰেণীৰ সৰহ ভাগেই, যেই-সেই চাকৰিত লিপ্ত হোৱাৰপৰাই কৃষি আদি উন্নতি পথৰ কাৰবাৰত বাধা জন্মি ঘোৰ অনিষ্ট হৈছে।

এইদৰে সকলোৰে একেটা চাকৰি পথকে ধৰা বাবে অকল কৃষি আদিৰ অনিষ্ট হৈয়ে থকা নাই; চিৰকলীয়া পৈতৃক সম্পত্তি যেন চাকৰিটিকে বিশ্বাস কৰি, খেতি-বাতিৰ কথাই নাই, নিজৰ ঘৰ-দুৱাৰ পৰ্য্যন্ত ভাঙ্গি-ছিঙ্গি, চাকৰি কৰা জনে থকা কাল্পনিক পৈতৃক সম্পত্তি স্বৰূপ লোকৰ গ্ৰাণ্টৰ মাজৰ সেই জুপুৰি ঘৰটিতে ঘৰ-ঘৰুৱাহেই সোমাই, অলপ দিনতে কেএৱৰ ঘৰত ভালেমান ধাৰ হল বুলি নাম উলিয়াই, অসমীয়াৰ ভেকোভাৱনা ভাঙ্গি বাহ নাইকিয়া চৰাইক যেয়ে সেয়ে নেফিয়াবলৈ ভয় নাইকিয়া কৰি চাকৰিৰো মূল্য নাইকিয়া কৰা হয়।

মূল্য নাইকিয়া চাকৰিৰ কথাই নাই, মূল্য আৰু দেশৰ উপকাৰ থকা ডাঙ্গৰ ডাঙ্গৰ ৰজাঘৰীয়া চাকৰিতো, কৃষিৰ অৱনতিৰ বাবেই, থকা টান হৈ উঠিছে। তাৰ প্ৰমাণ কিছুমানদিনৰ পূৰ্ব্বে ৫০৲ টকা দৰমহা পোৱা একো একোজনে যেনে সুখে আছিল; এতিয়া ১০০৲ টকা দৰমহা পায়ো তাৰ অৰ্দ্ধেক সুখ ভুগিব পৰা নাই। কাৰণ, আমাৰ দেশত সৰহীয়াকৈ ধান খেতি কৰি ভাল চাউল উলিয়াই কাৰবাৰ কৰোঁতা নাইকিয়া হোৱাৰ বাবে মাহ, সৰিয়হ, আলু, মচলাৰ খেতি প্ৰায়ে নাইকিয়া হোৱাৰ বাবে, ৬ ছয় পইচা সেৰৰ বজাৰৰ মাহ ৶৴৹ ছয় অনা, ৷৹ সেৰৰ তেল আদিৰ মূল্য ৷৷৹ আঠ অনাৰ পৰা ৷৷৹ বাৰ অনা আৰু বাৰেমিহলি পুৰণা বস্তুৰো মূল্য দবলতকৈও বেচি হৈ উঠিছে। কৃষিত উন্নতি নহলে যিমান দৰমহা বেচি হওক, তথাপি কাৰো সুখ-শান্তি নেথাকিব।

আহাৰীয় বস্তুবিলাক নিজ দেশতে উৎপন্ন কৰি নতুনে নতুনে আৰু সস্তাকৈ মানুহে খাবলৈ নেপালে, আন সুখ-শান্তিৰ কথা নেলাগেই, ক্ষীণ দেহাক পাই, বসন্ত, কলেৰা, গ্ৰহণী, জ্বৰ আৰু স্নায়বীয় দুৰ্ব্বলতা আদি নতুন ৰোগৰ তীব্ৰ পীড়নে নিৰোগী দেহা আৰু লৰা-ছোৱালী লৈ থকা সুখৰপৰাও বঞ্চিৎ কৰি, পৰিয়ালে, আবৰি থকা গুচাই, শিয়াল কুকুৰেৰে আবৰি থাকিব লগাৰ দিনত পেলাইছেহি।

তাৰ প্ৰমাণ, Relapsing fever or Famine fever (পৌনঃপুনিক বা দুৰ্ভিক্ষ জ্বৰৰ নিচিনা) এইবাৰ হোৱা গা বিখুৱা খাপৰি ও যকৃৎ বঢ়া; জ্বৰ গাৰ পৰা ঘামিলেও বেগতে নুগুচা, পিত্তপানী আৰু টেঙ্গাপানী বতিওৱা, মুৰকামোৰণী নেৰা, কঁপনিত হাৰ ভঙ্গা, ভয়ানক পিয়াহ, মুখত ঘহোৱা শোথ হোৱা, জ্বৰ এৰি এৰি ৫।৬ বেলি ২।৩ মহীয়াকৈ ধৰি থকা, পুৰণি জ্বৰো বেগতে মুৰত উঠা, বসন্তৰ দৰে অলপ দিনতে গোটেই খন দেশ জুৰি ধৰা আৰু ঘৰ-ঘৰোৱাহকে একেবাৰে পেলাই লোৱা; এনেকুৱা জ্বৰে বাৰিষা খেতিৰ দিনত যেতিয়া ঠাই ললেহি আৰু ইয়াৰ লগে লগে গ্ৰহণী, কলেৰাও মজামজিলৈ চলিয়েই থকা হল, তেতিয়া আৰু নো কি অসুখে ঠাই লব লাগিছে।

অনেকে ক'ব পাৰে যে, "দুৰ্ভিক্ষ নোহোৱাকৈয়ে দুৰ্ভিক্ষ-জ্বৰ কেনেকৈ অহা সম্ভব।" জগৎপিতাই আসামত দুৰ্ভিক্ষৰ নামও খামাখা পাবলৈ দিয়া নাই, আৰু আশা কৰো নিদিয়ক। কিন্তু অলপ ভাতৰ দুৰ্ভিক্ষকেহে দুৰ্ভিক্ষ বোলে এনে নহয়, আঞ্চাৰ দুৰ্ভিক্ষকো মাছৰ বৰ আকাল, মাহৰ বৰ আকাল, পাৰ চৰাইৰ বৰ আকাল ইত্যাদি হৈছে বুলি কোৱা কথা শুনাৰ অন্ত নাই। ইতিপূৰ্ব্বে "উষাই" কৈ যোৱা "বৰ্ত্তমান আমাৰ আহাৰ" বুলি শৰীৰ গঠনৰ বস্তুবিলাকৰ আমি কিমান খাবলৈ পাইছো, উক্ত আকাল বোলা মাত শুনিবলৈ পোৱাতেই বুজিব পৰা হৈছে।

দকৈ গমি নেচাওঁ বুলিলেও ঠাইতে এইবাৰ জ্বৰীয়া, গ্ৰহণীয়ে ধৰা প্ৰত্যেক ঘৰৰ বেমাৰীবিলাকলৈ চালেই হয়। ডাক্তৰে দৰব দিয়াৰ লগে লগে ১।২ সপ্তাহ মানলৈ পাৰৰ চুৰুহা আৰু মাছৰ জোল ইত্যাদি বেমাৰীবিলাকক দিবলৈ প্ৰায়ে ব্যৱস্থা দিয়ে; আৰু ৰোগীবিলাকেও মাছ বা মঙ্গহৰ জোল পালে কিজানি দুটামান ভাত খাব পাৰো বুলি কয়। কিন্তু, এনে দুখৰ বিষয় যে, সৰহ ভাগৰ আপোন মানুহে এসপ্তাহৰ ঠাইত গোটে ।০ অনা ৶৴৹ অনা দিও এদিন এটা পাৰ চৰাই, সদায় মাচল জোলৰ ঠাইত দুদিন মানৰ জোলো দিব পৰা নাই। পাৰ ।।০ আধলি হাঁহৰ ১ টকা, ৰৌ মাছৰ গোটে ৩৲ টকা মূল্য হোৱা শুনি মনৰ হেপাহ মনতে বেমাৰীয়ে মাৰ নিয়াইছে।

মাছ-মঙ্গহ নেলাগে, গৰুৰ এৰাঁগখীৰ এটোপা গৰুঘিঁউ অকণো পাবলৈ টান হৈ উঠিল। মাহৰ জোল সম্বন্ধেও গাৱঁৰ

মাজৰ কেঞাৰ দোকাননত কৌটীকলীয়া পুৰণা মগু, মচুৰ বা অহৰ মাহ চাইটা মান বিচাৰিলে যদিও পোৱা হয়, কিন্তু সি ৰোগীৰ পথ্যৰ উপযুক্ত নহয়; তাৰো মূল্য এইবাৰ সেৰে ।০ অনা নিগাজি হল। কাজেই ৮।১০ টি বেমাৰী লৈ দীঘল দিনীয়াকৈ চাই থাকিব লগা হৈছে আৰু কত সিফলীয়া হৈছে। বিস্তৰ আৰু কবৰ আৱশ্যক নাই। এইবিলাকৰ অভাবো এটা দুৰ্ভিক্ষ নহয় নে?

জুতিয়ে-পাতিয়ে পালে সকলোৱে সৰহকৈ খাব পাৰে। তেন্তে এইদৰে মাছ, মঙ্গহ, ঘিঁউ, মাহ, আলুগুটি আদিৰ অভাব হৈ হৈ আধাপেটী ভাত ঘটিবলৈকো যে গাত বল-শক্তি নাইকিয়া হৈ, আধা বা ।।০ পেটী, ।০ পেটী ।০ পেটী হৈ তেল পুৰি জোৰ নোহোৱা চাকি অলপ বতাহে নুমুৱাৰ দৰে নানৰকম ঠেলাই আমাকো যে নুমাব লগীয়া নকৰিবগৈ তাৰ কিবা সন্দেহ আছে নে?

এনে অচিকিৎচিত ৰোগে নৌ সম্পূৰ্ণে প্ৰবেশ কৰোঁতেই, ইমানৰেপৰা সদৌ ৰাইজে চেষ্টা কৰি সৰ্ব্বকৰ্ত্তা ঈশ্বৰ, পালনকৰ্ত্তা ৰজা আৰু দীক্ষদাতা গুৰুৰ আশীৰ্ব্বাদ ভিক্ষা কৰি ওপৰোক্ত কৃষিক ক্ৰমান্বয়ে উন্নতিলৈ আনি, ৰোগ বিস্তীৰ্ণ নহবৰ নিমিত্তে আগতে বাধা দি কৃষিৰ উন্নতিৰ লগতে, দেহোন্নতি কৰাৰ প্ৰাৰ্থনা। সেয়ে নহলে, ব্ৰহ্মপুত্ৰৰ বাঢ়নী পানীৰ সোঁতে দুৰ্ব্বলী পুঠি দৰিকনা, মাছ যি কেইটা (অসমীয়া) আছে, তাকো উটাই নি গঙ্গাত পেলাবগৈ; আৰু ডাঙ্গৰ ডাঙ্গৰ ৰৌ-ঘৰীয়া মাছে উটি যোৱা সৰু সৰু মাছ খাবলৈ পাই, সেই লোভতে সোঁত ঠেলি উজাই আহি যি দুই-চাইটা বাট, মৰখি মাছ থাকে তাৰো শ্ৰাদ্ধ কৰিবহি। "বশ-ধৰ্ম্ম দ্বয়োৰ্ম্মধ্যে, বল নাম গৰীয়সী"। সেইবাবে, "দেহাই হে বেহা।" দেহাত বল হোৱা উপায় কৰিলে ব্ৰত, দান, ধৰ্ম্ম, কৰ্ম্ম সকলো ৰক্ষা পৰিব।

—শ্ৰীনাৰায়ণ শৰ্ম্মা বৰুৱা।

# ঁগুণাভিৰাম বৰুৱা।

পাঠক! সিপিঠিত দিয়া সেইখন কাৰ ছবি চিনিছা নে? তুমি চকুৰে নেদেখিলেও, ঁগুণাভিৰাম বৰুৱাৰ নাম বোধকৰোঁ অৱশ্যে শুনিছা। যিবিলাক মহাপুৰুষে আমাৰ আমাৰ দেশত জন্ম ধৰি দেশ-বিদেশত জন্মভূমিৰ নাম জিলিকাই, সময়ৰ বালিত ভৰিৰ খোজৰ চিন থৈ গৈছে, সেইবিলাকৰ ভিতৰত ঁগুণাভিৰাম বৰুৱা এজন অগ্ৰগণ্য লোক আছিল। ইউনিভাৰ্ছিটি স্থাপিত হোৱাৰ পূৰ্ব্বে ইংৰাজী শিকিবৰ নিমিত্তে যিবিলাক অসমীয়া ডেকা কলিকতালৈ গৈছিল, সেইবিলাকৰ ভিতৰতো তেওঁ এজন আগৰণুৱা আছিল। কলিকতাত ইংৰাজী শিক্ষা নৌ শেষ কৰিবলৈ পাওঁতেই ঘৰত ঁআনন্দৰাম ঢেঁকিয়াল ফুকনৰ অকালমৃত্যু হোৱাত তেওঁ অসমলৈ উভটি আহিব লগা হল। ঢেঁকিয়াল ফুকনৰ বিধবা স্ত্ৰী আৰু নাবালক লৰা-ছোৱালী কেইটিৰ ভাৰ লব লগা হোৱাত, গৱৰ্ণমেণ্টে তেওঁক একেবাৰেই একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰৰ কামত নিযুক্ত কৰে; আৰু তেওঁ সেই কাম ইমান সুখ্যাতিৰে কৰে যে, গৱৰ্ণমেণ্টে অনেক উচ্চ শিক্ষা পোৱা লোককো চেৰ পেলাই তেওঁক একষ্ট্ৰা এচিষ্টেণ্ট পদৰ সকলোতকৈ ওখ আসনত বহুৱাইছিল। তেওঁ কাম পায়ে ঢেঁকিয়াল ফুকনৰ এজন পুতেক, ঁৰাধিকানাথ ঁঢেঁকিয়াল ফুকনক শিক্ষাৰ নিমিত্তে বিলাতলৈ পঠায় আৰু আন এজনক ঁঅন্নদাৰায়ক দেশতে শিক্ষা দিয়ে।

ঁগুণাভিৰাম বৰুৱাই পেঞ্চন লোৱাৰ পিচত, কলিকতাত ঘৰ ভাৰা কৰি সপৰিয়ালে তাত আছিলগৈ, আৰু নিজে কলিকতাত এটা ঘৰ কৰিবৰ নিমিত্তে এডোখৰ মাটিও কিনিছিল; কিন্তু দুৰ্ভাগ্য বশতঃ অসময়ত তেওঁৰ কাল হোৱাত আৰু ঘৰ কৰা নহল। অন্তিম অৱস্থাত তেওঁ কেইবাটাও ডাঙ্গৰ শোক পালে আৰু তেনে এটা শোকেই তেওঁৰ মৃত্যুক প্ৰধান কাৰণ হল।

ঁগুণাভিৰাম বৰুৱাৰ নিচিনা অমায়িক আৰু নিৰহঙ্কাৰী লোক অতি বিৰল। বাটৰুৱা। অচিনাকি সৰু লৰা এটিৰে সৈতেও তেওঁ যেনেকুৱা কথাবাৰ্ত্তা পাতে তাক দেখিলেয় আচৰিত হব লাগে। তেওঁ সদায় এটা বস্তুৰ উজ্জ্বল পিঠিটো হে দেখিছিল। এটা মানুহে তেওঁক কোনো এটা অপকাৰ কৰিলেও তাক কেনেকৈ ভাল হবলৈ পোনাব পাৰি তেওঁ তাৰে হে চেষ্টা কৰিছিল। এদিন এটা চাকৰে তেওঁৰ কোনো এটা বস্তু তাৰ মোনাত লুকাই থোৱাত, তেওঁৰ জীয়েকে সেই

কথা তেওঁৰ আগত কোৱাত, জীয়েকক তেওঁ গৰিহণা দি কলে যে, "সি কিজানি সেই বস্তুটো হেৰাই বুলিহে তাৰ মোনাত ভালকৈ সুমাই থৈছে, সি যে কু-অভিপ্ৰায়েৰে সেই বস্তুটো মোনাত থৈছে কেনেকৈ জানিলা?" তেওঁৰ স্বদেশ-প্ৰেম ইমান প্ৰবল যে, অসমীয়া মানুহৰ কেনেকৈ উন্নতি হব অসমীয়া শিল্প, ভাষা আৰু সাহিত্যৰ উন্নতি কেনেকৈ হব; তেওঁ সদায় তাকে হে ভাবিছিল আৰু পাৰেমানে তাক নিজেও কৰিছিল। কলিকতাৰ আলিত ফুৰোঁতে, হঠাৎ এদিন গঙ্গাৰ ঘাটত এটা সাধাৰণ অসমীয়া মানুহৰ মাত শুনি তেওঁ সেই মানুহটোক মৰমত সাবট মাৰি ধৰিলে আৰু কৰ মানুহ কি কথা সকলো সুধিলে। অসমীয়া ভাষা আৰু সাহিত্য বিষয়ে, তেওঁ কি কৰি গৈছে তাক সকলোৱে জানে। সেই বিষয়ে ৺হেমচন্দ্ৰ বৰুৱা আৰু ৺ আনন্দৰাম ঢেঁকিয়াল ফুকনৰ পিচতে বৰুৱা ডাঙৰীয়াই আসন পাবৰ যোগ্য। তেখেতৰ আসাম-বুৰঞ্জী আমাৰ সাহিত্য ভঁড়ালৰ একন বহুমূলীয়া ৰত্ন। তেওঁৱেই "আসাম বন্ধু" জন্ম দি অসমীয়াক অতিজতে আলোচনী কাকতৰ চানেকী দেখুৱায় আৰু মোল বুজায়; আৰু ডেকা লিখাৰুসকলৰ প্ৰবন্ধ, পদ্যাদি তাত ছপাই তেওঁবিলাকক উৎসাহ দি অসমীয়া সাহিত্যলৈ তেওঁবিলাকৰ ৰাপ বঢ়ায়। যেই সেই মানুহেই কোনো বিপদত পৰি তেওঁৰ ওচৰলৈ গলে এটা সৎ পৰামৰ্শ পাইছিল। তেওঁৰ লগত অলপমান বেলি কথা পাতিলেই তেওঁৰ উদাৰ ওখ ভাব আৰু স্বাৰ্থ নাইকিয়া স্বদেশ-প্ৰেম ফটফটীয়াকৈ বুজিব পাৰি। তেওঁৰ আত্মসংযম দেখি তৰধ মানিব লাগে। তেওঁৰ প্ৰথম পুত্ৰ ৺ করুণাভিৰাম বৰুৱা ধুকাবৰ পিচদিনা যেতিয়া তেওঁ মধুপুৰৰপৰা কলিকতালৈ ঘূৰি আহিল তেওঁৰ ওচৰলৈ দেখা কৰিবলৈ যাওঁতে সকলোৱে মুখ বিমৰ্ষ; কিন্তু ঘূৰি আহোঁতে সকলোৱে মুখ উজ্জ্বল দেখা গৈছিল। তেওঁক দেখিলে পুত্ৰশোকত কাতৰ মানুহ বুলিতো জানিব নোৱাৰিয়েই, বৰং তেওঁৰ ৰঙ্গিয়াল কথা-বাৰ্ত্তা শুনি মানুহে হাঁহি সামৰিব নোৱাৰিছিল। বাস্তৱিক পক্ষে তেওঁৰ নিচিনা আত্মসংযমী আৰু সদানন্দ লোক আমি কমহে দেখিছোঁ। ধেমেলীয়া কথাত আৰু ঠিক বঙ্গালীৰ নিচিনাকৈ বঙ্গালী ভাষা কোৱাত তেওঁ অসমীয়া মানুহৰ ভিতৰত অদ্বিতীয় বুলি খ্যাত আছিল। তেওঁৰ যিবিলাক অসংখ্য গুণ আছিল সেইবোৰ লিখিবলৈ হলে এখন বৰ ডাঙৰ পুথি হব।

তেওঁৰ মৃত্যুৰ সময়ত ২টী লৰা আৰু এটি বিধবা কন্যা আৰু প্ৰায় ৫০০০০৲ হেজাৰ টকা এৰি থৈ গৈছিল। লৰা দুজনৰ এজনে এণ্ট্ৰেন্স পাচ কৰিয়েই পৰলোকলৈ গতি কৰিলে। আন জন শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা এতিয়া বিলাতত আছে। কন্যাটীয়ে পুনৰ্ব্বিবাহ কৰাই সুখেৰে আছে। জগদীশ্বৰে তেওঁৰ আত্মাৰ সদগতি কৰক।

শ্ৰীহেমচন্দ্ৰ গোস্বামী।

# কানিৰ অপকাৰিতা।

(১৬ পিঠিৰ পাচৰপৰা।)

এতিয়া মূল কথা এই।— আফিং বিহযেন হোৱা স্বত্বেও অসমীয়া মানুহে তাক খায় কিয়? আৰু, কেনেকৈ তাত অভ্যাস কৰে?

(ক) ওপৰতে লিখা হৈছে যে, নিজৰ নৰিয়াৰ নিজেই বেজ হোৱাই কানিৰ প্ৰচলনৰ এটা প্ৰধান কাৰণ। কোনো মানুহে গ্ৰহণী বা আন কোনো নৰিয়াত পৰিলে, বা বৰ পৰিশ্ৰম কৰি ভাগৰ লগাত, কানিয়ে নৰিয়া ভাল কৰে আৰু ভাগৰ গুচায়— এই কথা কাৰো মুখে গম পাই, প্ৰথমতে অলপকৈ খাই নৰিয়াৰ উপকাৰ বা ভাগৰ গুচা যেন পোৱাত বেচি উপকাৰলৈ আশা কৰি আকৌ তাক খায়; পিচে ৰাগী গুচিলে শৰীৰটো যেতিয়া দুৰ্ব্বল মৰাৰ নিচিনা লাগে তেতিয়া আকৌ তাকে খাবলৈ ইচ্ছা হয়; এনেকৈয়েই কানি খোৱা অভ্যাস কৰে। ইংৰাজী বিলাক আহিবৰ সময়ৰপৰাই এনেকৈ মানুহে অলপ-অলপকৈ কানীয়া হবলৈ ধৰিলে। যেতিয়া কলাজ্বৰে ভীষণ মূৰ্ত্তি ধৰি অসম ধ্বংস কৰিবলৈ ধৰিলে, তেতিয়া কানিৰ প্ৰচলন বৰকৈ বাঢ়িল। সকলো ৰাগিয়াল বস্তুৰেই অলপ সময়তে খোৱা অভ্যাস হয়, আৰু এবাৰ অভ্যাস হলে, গুচোৱা টান, গতিকে কানি খোৱা মানুহ অলপ সময়ৰ ভিতৰতে দোৰ্ঘোৰ কানীয়া হৈ পৰে। আমাৰ কানীয়াহঁতো এনেকৈয়ে কানিৰ ভক্ত হৈছে।

(খ) কানীয়া প্ৰায়ে বৰ কথকী হয়। যি পায় সদায়

কৈয়েই থাকে; তাৰ এই দীঘলীয়া বক্তৃতা শুনিবলৈ শুনোতা লগা হোৱাত, আৰু অকলে অকলে আফিং খোৱাতো জুতি নাই দেখি, বিশেষ দুই-তিনিজনে কানি খাবলৈ ধৰিলে তিনিওৰো মাজত কানিৰ খৰছ কম পৰিব বুলি, সি লগ বিচাৰি যাৰে তাৰে আগত, ঘাইকৈ ৰোগীৰ আগত আফিঙৰ নানান গুণ বখানিবলৈ ধৰে; তাৰ সেই কথাত ভোল গৈ নিৰ্ব্বোধইঁতে কানি খাবলৈ শিকে। প্ৰথমতে অলপ উপকাৰ পাই তাৰ উপকাৰ সম্বন্ধে। সিহঁতৰ দৃঢ় বিশ্বাস জন্মে, আৰু এবাৰ শিকিলে তাক কাললৈকো এৰিব নোৱাৰা হয়। এনেকৈয়ে কানি খোৱা প্ৰথমতে প্ৰচলিত হৈছে আৰু এতিয়াও সেই নিয়মেই চলিছে।

(গ) কানি যে মাৰাত্মক বিহ গাৱঁলীয়া মানুহৰ কথা নিলগতে থাওক, টাউনৰ অলপ লিখা-পঢ়া জনা মানুহৰো বহুতে তাক নেজানেই; বৰঞ্চ ভাগৰ পলোৱাত, বিষ-দুখ গুচোৱাত, গ্ৰহণী, হাইজা, বুকুৰ বিষ আদি কৰি গুচোৱাত, আৰু বল শক্তি দিয়াত অমৃতৰ নিচিনা উপকাৰী বুলিহে বেচি ভাগৰ দৃঢ় বিশ্বাস আছে। আজিকালি লিখা-পঢ়া জনা মানুহৰ মুখত কানিৰ যিবিলাক দোষ শুনে, বহুতে নানান কাৰণে তাক বিশ্বাস কৰিব নোৱাৰে আৰু নকৰে। খেল বা সমাজৰ কোনো কোনো মুখিয়ালবিলাককো সিহঁতে কানি, মদ প্ৰভৃতি আন বেয়া বস্তু খোৱা দেখি তেওঁলোকৰ কথাতো সঁজাত নেযায়। ইংৰাজী শিক্ষিতৰ ভিতৰতো বহুতক চিগাৰেট, মদ প্ৰভৃতি খোৱা দেখি সিহঁতে কাৰো কথা পতিয়াব নোৱাৰে। গতিকে, কানিৰ উপকাৰ হে বিশ্বাস কৰা একো আচৰিত নহয়।

(ঘ) বিশ্বাস কৰিব পৰা মানুহৰ মুখত শুনিছোঁ, কোনো জাতিয়ে (উচ্চ শ্ৰেণীৰো) হেনো কানি, মদ খাব নোৱাৰা দৰাক অজলা অকৰা ভাবি তাৰে সৈতে ছোৱালী বিয়া নিদিয়ে; তেন্তে কানিৰ ভকত কৰিবৰ ইয়ো এটা অমোঘ মন্ত্ৰ দেখিছোঁ।

(ঙ) ল'ৰাৰ অন্নপ্ৰাশন বা ভাতচুৱনীৰ সময়ত ল'ৰাক আৰু বিয়াৰ ভোজত দৰা-কন্যাক এফেৰি কানি নুখুৱালে নহয়হেনো। ইয়ো এটা তেন্তে কানি প্ৰচলনৰ উপায়।

(চ) এলেহুৱা মানুহে বহি থাকি গপ মাৰি সময় নিয়াবলৈ ভাল পায়, কিন্তু এনেই বহি গপ মৰাতো সুখ নাই। গতিকে ধঁপাত গাজা আফিঙে সেই এলেহুৱা মানুহৰ সময় নিয়াবলৈ ঘাই উপায় বা আশ্ৰয় হয়।

(ছ) দুই-এজন মানুহে বহি যত গপ পাতে, তাতে লগৰ আৰু দুই-চাৰিজন মানুহ আহি গোট খায় আৰু তেতিয়া কানি খোৱা মানুহৰ মুখত কানিৰ প্ৰশংসা শুনি আৰু কানীয়াইঁতৰ অনুৰোধ এবাৰ নোৱাৰি কানি নোখোৱা মানুহেও তাক খাবলৈ শিকে।

(জ) গাৱঁলীয়া মানুহ বহুত দুখীয়া দিনে দুসাজ খাবৰ চাৰি সময়ত এসাজকে খাবলৈ নেপায়, ভোকত তৰণি নেপাই আফিং এফেৰা খায়েই ভোক গুচায়! কোৱা বাহুল্য যে, ৰাগী-লগাত, গাত তৎ নোহোৱাত, আফিঙে ভোক নোহোৱা যেন কৰে, এই সুবিধা পাই আফিং খায়েই ভোক গুচায়! এনেকৈও আফিঙৰ অভ্যাস হয়।

(ঝ) আফিং খাই ৰাগী লগাত গাত তৎ নাইকিয়া হয়; এনে অৱস্থাত তাৰ সুখ-দুখ প্ৰভৃতি বুজিব পৰা শক্তি কিছুমান সময়লৈ লোপ পায়; আন কি, সাপৰ বিষকো হেনো তেতিয়া গন নেপায়। এই কথা জানি বা শুনি কোনো কোনো মানুহে বিষম শোক-দুখ গুচাবৰ ইচ্ছাৰে নিৰ্ব্বোধৰ দিহামতে খাবলৈ আৰম্ভ কৰি কানিত পাৰ্গত হব।

(ঞ) কোনো কোনো ঠাইৰ মানুহে পৰিয়ালৰ কোনো টান নৰিয়াত পৰিলে কানীয়া সেৱা কৰে, দৈৱক্ৰমে যদি নৰিয়া ভাল হয়, তেন্তে কানীয়া-সেৱা পতাতে ভাল হব ভাবি ওচৰৰ কানীয়াবিলাকক মাতি সত্যনাৰায়ণ পূজাৰ নিচিনা কিবা এভাগী এভাগী পূজা কৰি বা এনেয়ে সবাহ কৰি পাৰেমানে কানি আৰু জলপান খুৱায়। নৰিয়া গুচুৱাত এইটো এটা সহজ উপায় ভাবি আৰু জলপানৰ লোভতো বহুতে কানি খোৱা অভ্যাস কৰে।

(ট) কোনো কোনো ধনী মানুহে আন কোনো ধনী-কানীয়াক সোণ-ৰূপৰ বাটীত মিঠাইৰ লগত কানিত আতৰ মিহলাই ভদ্ৰামি কৰি খাই মানুহক ফিটাহি দেখুৱা দেখি; আৰু তেনেকৈ কানি খোৱা ডাঙ্গৰ মানুহৰ লক্ষণ, তেনেকৈ নেখালে, সমাজত মান-মৰ্য্যাদা কম হয়; মানুহে কিৰ্পিন বুলিব, এই ভাবি তাতকৈ বেচি বাহাদুৰী বা ভদ্ৰামি দেখুৱাবলৈকে অধিক জাকজমকেৰে কানি খাবলৈ ধৰে। আৰু আনকো খুৱায়। কানি অভ্যাস ইও এটা কাৰণ।

ওপৰত কোৱা কোনো কাৰণ নথকাতো ভালেমানে আনক খাবৰ দেখিয়েই কানিৰ অভ্যাস কৰে, যেনে বাপেকক দেখি পুতেকে শিকে।

কানি খোৱাৰ কাৰণ গুচাবৰ উপায়;— ১ম, চৰ্কাৰে আইন

কৰি সকলো কানিৰ দোকান তুলি দি, দৰবত বাজে আন কোনো সময়ত কোনোৱে কানি-খালে বা বেছিলে তাক নিয়মিত দণ্ড কৰা। ২য়, সকলো সাধাৰণ ৰাইজৰ মাজত ওখ খাপৰ শিক্ষাৰ সুচল কৰা। ৩য়, ডেকা আৰু আদহীয়া খেতিয়ক প্ৰভৃতি, যিবিলাকে পথাৰৰ কাম কৰাৰ কাৰণে দিনত সময় নেপায় সিহঁতৰ লিখা-পঢ়াৰ সুচল কৰিবলৈ প্ৰতি গাৱঁত নিশা পঢ়াশালি থাপনা কৰা, আৰু অন্ততঃ দিনে দুঘণ্টা সময়লৈ পঢ়াৰ নিয়ম কৰা। ৪ৰ্থ, কানিৰ দোৰ্ঘোৰ দোষ সৰ্ব্বনশীয়া অপকাৰ, বিদেশী আৰু কানি খাই অধোগতি যোৱা কেইজনমান অসমীয়া কানীয়াৰ জীৱনৰ বিস্তাৰিত পটন্তৰ আৰু উপন্যাস বা সাধুকথাৰ নিচিনা সকলো মনমোহা আন এটা বিষয় লিখি একেলগে ধুনীয়াকৈ ছপাই বিনা বেচে সকলো কানীয়াৰ হাতে হাতে দিয়া, (কুন্তলীন আৰু কেশৰঞ্জন তেলৰ বিজ্ঞাপন দিবলৈ যেনেকৈ গল্প লিখাই পুৰস্কাৰ দিয়ে তেনেকৈ)। ৫ম, ধৰ্ম্মৰ শপত দি গুৰু বাক্যৰ শপত দি, কানি-বিহ খাই ক্ৰমে ক্ৰমে আত্মঘাত মহাপাপ কৰা প্ৰভৃতি কানিৰ দোষ দেখুৱাই, আন কি সামাজিক দণ্ড কৰি (যেনে এঘৰীয়া কৰা) শিষ্যবিলাকক কানি এৰুৱাবলৈ আসাম এচোচিয়েচন, আৰু সকলো ঠাইৰ আন আন সভা-সমিতিৰ পৰা গোসাঁই মহন্তবিলাকক বিশেষ অনুৰোধ কৰা, আৰু যিমান পৰা যায় এই বিষয়ে তেওঁলোকৰ দ্বাৰা কাম সধা। ৬ষ্ঠ, যিজনে নিজে কানি, ভাং, মদ, গাঁজা বা সমাজত নচলা বস্তু কোনো দিনো খোৱা নাই, যি মুখিয়াল জনৰ কথা ৰাইজৰ সৰহভাগ মানুহৰ মানিবৰ সম্ভাৱনা, তেনেকুৱা কেইজনমান মুখিয়ালে বা আজিকালিৰ উঠি অহা ডেকাবিলাকে প্ৰতি গাৱঁত কানিৰ অপকাৰৰ কথা বক্তৃতা দি বুজাই দিয়া। ৭ম, এনেকুৱা সভা পতাত গাৱঁত সেই সভা স্থায়ীভাবে ৰখা, আৰু গাৱঁৰ ভিতৰত যি কেইজন মানুহ অধিক ক্ষমতাপন্ন সেই বিলাকক সেই গ্ৰাম সমিতিৰ কাৰ্য্যৰ ভাৰ দি ভৱিষ্যতে যাতে কানি খোৱা ৰহিত হয় সেই বিষয়ে তেওঁলোকক সৰ্ব্বদা পুৰুষাৰ্থ কৰিবলৈ দিহা-পৰামৰ্শ দিয়া, আৰু মাজে সময়ে কানিখোৱা হ্ৰাস-বৃদ্ধিৰে সৈতে গাৱঁৰ আন আন অভাৱ অভিযোগ জিলাসমিতি বা টাউনৰ সভালৈ ৰিপোৰ্ট কৰাৰ বন্দবস্ত কৰা। ৮ম, সকলো জাতিৰ এইবিলাক গ্ৰাম্যসমিতি আৰু জিলা সমিতিক এৰিও, প্ৰতি জাতিৰে "বামুণ হিতৈষিনী" "আহোম উন্নতি সাধিনী" "কটনি জাতি উন্নতি সাধিনী" "কছাৰি উন্নতি সাধিনী" "মছলমান উন্নতি সাধিনী" ইত্যাদি এনেকুৱা বিশেষ বিশেষ সভা স্থাপন কৰা আৰু সেই সেই সভাত সেই জাতিৰ সৰ্ব্ববিধ উন্নতিৰ নিমিত্তে ঘাইকৈ কানি খোৱা গুচাবলৈকে পুৰুষাৰ্থ কৰা, আৰু সেই সেই সভাৰ ফলাফল কেন্দ্ৰ সভা বা আসাম এছোচিয়েচন জিলাসমিতিক জানিবলৈ দিয়াৰ বন্দবস্ত কৰা। ৯ম, কানিৰ অপকাৰিতাৰ বিষয় লৈ, কানিৰ গান থকা কেইখনমান নাট-যাত্ৰা বা ভাওনা পুথি আৰু গানৰ পুথি ৰচি, গায়ন-বায়ন ঢুলিয়া, ওজাপালী, আৰু নাট্যসমাজৰ দ্বাৰা কানীয়াবিলাকৰ আগত সেইবোৰৰ অভিনয় কৰি দেখুৱা। ১০ম, হাকিম, চবডেপুটী, পুলিচ আৰু স্কুলৰ চব আৰু ডেপুটী ইন্সপেক্টৰ, মৌজাদাৰ কাননগোবিলাক চফৰ ফুৰিবলৈ যোৱাত বা কাৰ্য্যোপলক্ষে গাঁৱলৈ যোৱাত সুবিধা মতে আৰু উকিল, মুক্তিয়াৰ আন আন ভদ্ৰলোক গোচৰলৈ অহাত বা যিকোনো সুবিধা সময়ত কানীক কানিৰ অপকাৰিতা বুজুৱা আৰু তাক এৰিবলৈ ভাল দিহা-পৰামৰ্শ দিয়া, বিশেষ যাতে তাৰ লৰাবিলাকে কানি খাবলৈ শিকিব নোৱাৰে সেই বিষয়ে তাক সাৱধান কৰি দিয়া।

(১১) ঘোঁৰা খেল, শিল্প-প্ৰদৰ্শনী, মেলা, হাট, বজাৰ, আৰু যত বহু মানুহ গোট খায় তেনেকুৱা ঠাইত আফিঙৰ বিৰুদ্ধে বক্তৃতা দি তাক এৰিবলৈ মানুহক অনুৰোধ কৰা।

(১২) পৰিশ্ৰম, বনৰ উপকাৰিতা আৰু সদায় তাক কৰি খেতিৰ, বেহা-বেপাৰৰ, ঘৰৰ আন আন সকলো বিধৰ উন্নতি সাধি, ভাতৰ আকাল গুচাই যাতে ভাতৰ আকালত আফিং খাই ভোক দমাব লগীয়া নহয়, কানি বিৰোধী বক্তৃতাৰ লগে লগে এই সম্বন্ধেও বক্তৃতা দিয়া।

(১৩) যিমান পৰা যায় শৰাধ প্ৰভৃতিত নিমন্ত্ৰণৰ অযোগ্য কানীয়া বামুণক নমতা, বা কানীয়া বামুণৰ লগত, বা কানীয়াৰ ঘৰত খোৱা লোৱা এৰা।

(১৪) সকলো সভা-সমিতিত (Strict temperance) বা ৰাগী ব্যৱহাৰ নিবাৰণ ৰখা আৰু সকলোৱে, বিশেষতঃ সকলো স্কুলৰ ছাত্ৰ বিলাকে, যাতে সেইটো লৈ, আগলৈ ৰাগী লগা বস্তু নেখাওঁ বুলি প্ৰতিজ্ঞা কৰে তাৰ নিমিত্তে যত্ন কৰা।

(১৫) কানি খাই কিছুমান দিনৰ পিচত কানীয়াৰ, আৰু ভাতৰ আকালত তাৰ পৰিয়ালৰ যেতিয়া শোক লগা চেহেৰা হয়। তেনেকুৱা চেহেৰাৰ, কাৰীকৰৰ দ্বাৰা খেৰ-মাটিৰ বহুত কানীয়া মূৰ্ত্তি সজাই চাৰিআলিত বা মানুহ গোট খোৱা আন ঠাইত, কোনোৱে ভাঙিব নোৱাৰাকৈ ৰখা, নাইবা ঘোঁৰাখেল বা মেলাত মানুহক দেখুৱা (কানি খোৱাত কানীয়াৰ দুৰবস্থা ইত্যাদি "মটো" লিখা কাৰ্ডেৰে সৈতে)।

ক্ৰমশঃ।—

# গীত

গীত — শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মা বি, এ।
সুৰ— শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।

সোহিনী বাহাৰ — জলদ তেতালা।
যুতি জাতি ফুলে গুণ গুণ সুৰে;
ভোমোৰা চুমিছে ৰঙ্গে আহি।
তাতে জোনাবায়ে তাতে তৰাবোৰে
ঢালে কিৰণ সুখে হাঁহি।
তাতে গোলাপে ফুলি তালে তালে নাচি
ৰঙ্গতে ফুৰিছে ভাহি ঃ—
মিলি আমি দুয়োজনে,
নাচোঁহে ৰঙ্গমনে,
লগতে নাচোক ফুল পাহি;
মিলি প্ৰাণে প্ৰাণে উলাহে নাচোহি।।

গীত — শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা।
সুৰ — ঐ

মেঘ মল্লাৰ— জলদ তেতালা।
ভঁজাহে পৰম মঙ্গলময়;
যিজনে ভজিলে আঁতৰে ভয়,
জ্বলিব হিয়াত অনন্ত জেউতি,
সিজিব কামনা হে;
লভিবা পৰম মুকুতি হে।
গুচিব সকলো কুভাক মনৰ,
শীতল পৰিব তাপিত প্ৰাণ;
পাপী হিয়াৰ সেই হে জুৰণি
হব পুণ্যপ্ৰভা উদয় হে ঃ—
ভঁজা নাৰায়ণ হে,
তৰিব যমৰ যাতনা হে।।

# ঊষা

তৃতীয় ভাগ তৃতীয় সংখ্যা

## সম্পাদকৰ শৰাই।

**কৃষি-বিভাগৰ সৃষ্টি** ।— ১৮৫৪ খৃঃ শকত ভাৰতবৰ্ষত উচ্চশিক্ষা বিস্তাৰ হবলৈ বিলাতৰপৰা কোৰ্ট অব ডিৰেক্টৰ সকলে উপদেশ দি, ইষ্ট ইণ্ডিয়া কোম্পানীলৈ অভিমত প্ৰকাশ কৰে। সেই সূত্ৰতে, সিবিলাকে ইয়াকো সঙ্কেত দি থয় যে, ভাৰতবৰ্ষৰ খেতিয়ক শ্ৰেণীয়ে খেতিৰ উন্নতি সাধিবলৈকো ভাল শিক্ষা আৰু সুবিধা লাভ কৰাটো বাঞ্ছনীয়। তেতিয়াৰেপৰা কোম্পানীয়ে আপোন লাভালাভত সম্পৰ্ক ৰাখি, যথাৰূপে ৰায়তৰ খেতিৰ উন্নতিলৈ চকু দিবলৈ ধৰে। তাৰ পিচত, ১৮৭০, খৃঃ শকত লৰ্ড মেয় গবৰ্ণৰ জেনেৰেলে ভাৰতবৰ্ষত খেতিৰ উন্নতি সাধিবৰ অৰ্থে এটা ৰাজহ আৰু খেতি বিভাগৰ (Revenue and Agriculture Department) সৃষ্টি কৰে। পিচে, এই বিভাগে বৰ সুখ্যাতিৰে ৯ বছৰ কাম চলোৱাৰ পিচত, ৰাজ-ভঁড়ালত ধনৰ নাটনি পৰাৰ বাবে তাক মাজতে ৰহিত কৰা হৈছিল; কিন্তু গবৰ্ণৰ জেনেৰেল লৰ্ড ৰিপনে সেই লাগতিয়াল বিভাগৰ উপযোগিতা ভালকৈ বুজি, ১৮৮৪ খৃঃ শকত তাক পুনৰ্জ্জীৱিত কৰে। তাৰ পিচৰপৰা এই বিভাগে কৃষিৰ উন্নতিৰ অৰ্থে বিবিধ নিয়মে যত্ন কৰিবলৈ ধৰে। আৰু, তাৰে ফলস্বৰূপ, ভাৰতীয় খেতিৰ আদি অৱস্থাৰ বিষয়ে চৰ্কাৰ বাহাদুৰে বিশেষ তথ্য জানিব পৰাত, দিনক নিদে তাৰ উন্নতি বাঢ়িবলৈ ধৰা দেখা যায়। এইদৰেই আৰু কিছুমান বছৰ পাৰ হোৱাৰ পিচত, ১৯০২ খৃঃ শকত গবৰ্ণৰজেনেৰেল লৰ্ড কৰ্জ্জনে এই বিভাগীয় কাৰ্য্যত চোকা দৃষ্টি পেলায়, আৰু তেওঁ ভাৰতীয় কৃষিৰ উন্নতিৰ অৰ্থে উক্ত বিভাগক "কৃষি বিভাগ" নামে সুকীয়া অস্তিত্ব দি, তাত কিছুমান বিজ্ঞানবিদ্ বিষয়া লগাই তাৰ বহুল উন্নতিলৈ বাট মুকলি কৰিলে। পোনতে এই বিষয়াবিলাক বিলাতৰপৰা অনোৱা হৈছিল। কিয়নো, এতিয়ালৈকে ভাৰতবৰ্ষত কৃষিৰ উপযোগী বিজ্ঞানত পাৰ্গত লোক পাবলৈ নাই। কিন্তু, দেশী বিষয়া নহলে এই মহৎ উদ্দেশ্য সফল হোৱাৰ আশা নাই; গতিকে ভাৰতবৰ্ষৰ লাগতিয়াল প্ৰদেশবিলাকত ওখ শ্ৰেণীৰ কৃষি-বিদ্যালয় (Colleges of Agriculture) পাতিবলৈ চৰ্কাৰ বাহাদুৰে সঙ্কল্প কৰিছে।

**কুঁহিয়াৰ খেতি**।— পৃথিৱীৰ মাজত ভাৰতবৰ্ষেই যে কুঁহিয়াৰ-খেতিৰ আদি প্ৰসূতী, তাক আজিলৈকে কেৱে নুই কৰা নাই। বাস্তৱতে, ভাৰতবৰ্ষৰ বুৰঞ্জী সৃষ্টি হোৱাৰ লগতেই ইয়াত এই খেতিৰ সৃষ্টি হয়। ভাৰতবাসীয়ে যেতিয়া কুঁহিয়াৰৰ খেতিৰপৰা গুড়, চেনি, মিঠৈ আদি সোৱাদ খাদ্য উৎপন্ন কৰিছিল, তেতিয়া ইউৰোপীয় সভ্য জাতিবিলাকে মৌৰ বাহিৰে মিঠা বস্তুৰ নাম নেজানিছিল। ভাৰতবৰ্ষত মানুহৰ হাতে মৌ উৎপন্ন হয় বুলি, গ্ৰীকবিলাকে বিস্ময় মানিছিল আৰু আৰবীবিলাকে বৰ আগ্ৰহেৰে এই খেতি ভাৰতবৰ্ষৰপৰা নি ভূমধ্যসাগৰৰ দাঁতিত আৰু স্পেনদেশত বিস্তাৰ কৰিছিলগৈ। খৃঃ চৈধ্য শতাব্দীৰ আগলৈকে বিলাততো মৌৰ বাহিৰে আন কিবা মিঠা বস্তু আছে বুলি কেৱেঁ নেজানিছিল; খৃঃ ১৩১৯ শকত যেতিয়া পোন প্ৰথমে ভেনিচৰপৰা চেনি যায়, তেতিয়া হে বিলাতী মানুহে দ্বিতীয় এবিধ মিঠা বস্তু সোৱাদ পায়। সেই সময়ত সেই চেনিৰ বেচ বিলাতত সেৰে ১।।০ ডেৰ টকা হৈছিল। কিন্তু, দুখৰ বিষয়, আগৰ দিনত ভাৰতবৰ্ষত গুড় বা অপৰিষ্কাৰ চেনিৰ ৰপ্তানী যেনে বলী আছিল, এতিয়া ইয়াত বিশুদ্ধ চেনিৰ আমদানি তেনেকৈ বলী হৈছে। আমাৰ মানুহে কুঁহিয়াৰৰ ৰসেৰে গুড় কৰে, তাতে তাৰ উন্নতিৰ অন্ত হয়; কিন্তু ইও সন্তোষৰ কথা যে, ভাৰতবৰ্ষত গুড় বা অপৰিষ্কাৰ চেনিৰ ৰপ্তানী বিশুদ্ধ চেনিৰ আমদানিতকৈ আজিও কুৰি গুণে বঢ়া। কুঁহিয়াৰ পেৰা যন্ত্ৰ আৰু গুড় পগোৱা থালি এই দুই বিষয়ত দেশী যন্ত্ৰ আৰু সঁজুলী বিলাতীৰ দৰে গুণদায়ক হোৱা হলে, ওপৰত কোৱা ৰপ্তানী আৰু বাঢ়িবৰ কথা আছিল।

এতেকে, এতিয়া আমাৰ দেশী খেতিয়কবিলাকে, শিক্ষিতৰ সহায়ত আন দেশে বলে নোৱাৰা এই খেতিটোৰ উন্নতিৰ অৰ্থে দেহে-চিতে ভালকৈ লাগি যোৱা উচিত।

**চীনদেশত কানি।**— কানি ৰৱবিহ চীনদেশৰপৰা একেবাৰে বাজ কৰিবৰ নিমিত্তে যোৱা কেইবছৰমান সেই দেশী মানুহে বৰ পুৰুষাৰ্থ কৰিছে। আন কি, চীন দেশত কানীয়া নাইকিয়া হবলৈ সেই দেশৰ ৰজাঘৰৰপৰা দহবছৰ সময় দিয়া হৈছিল, তাৰে এতিয়া দুবছৰ পাৰ হৈছে; ৰজাঘৰীয়া আইনমতে আৰু আঁঠ বছৰৰ পিচত চীনদেশত কানীয়াৰ নাম নোলোৱা হব লাগিব। পিচে, ১৯০৭ চনৰ চৰ্কাৰী হিচাপত পোৱা গৈছে যে, সেই আইন জাৰি হোৱাৰ পিচৰপৰা চীনদেশলৈ কানিৰ আমদানি ক্ৰমাৎ চৰিছে হে। যোৱা চনত চীনদেশলৈ ভাৰতবৰ্ষৰ কানি যিমান আমদানি হৈছে, ১৮৯৮ চনৰপৰা কোনো চনত সিমান হোৱা নাছিল। লেখত চীনদেশৰ কানীয়াৰ লেখ টুটি অহাটোও সঁচা; পিচে, কানিৰ আমদানি চৰাটোৰ নো অৰ্থ কি?— কানীয়া চীনাই আপদত তৰিবলৈ কানি সাঁচিছে হবলা!

# মনোবিজ্ঞান।

কেনেকৈ মেচমেৰিক আৰু হিপনটিক ক্ষমতা পাব পাৰি।

স্বাস্থ্য ৰক্ষাৰ নিয়ম।

বিশুদ্ধ পানীৰ ওপৰত যে শৰীৰৰ স্বাস্থ্য নিৰ্ভৰ কৰে, অকল সেয়ে নহয়; বিশুদ্ধ পানীৰ দ্বাৰাই কিছুমান ৰোগ চিকিৎসা কৰা প্ৰণালীও আছে। এই প্ৰণালীবিলাক যে কেৱল আজিকালিৰ দিনত উদ্ভৱ হৈছে এনে নহয়। এইবিলাক সকলো দেশতে অতীজৰেপৰা চলিত আছে। আমাৰ হিন্দুবিলাকৰ যে প্ৰতি দিন গা ধুই হে সকলো ক্ৰিয়া-কৰ্ম্ম কৰাৰ প্ৰথা আছে, এইটি স্বাস্থ্যৰক্ষাৰ পক্ষে বিশেষ উপকাৰী। গা ধোৱাৰপৰা শৰীৰৰ সমস্ত দূষিত পদাৰ্থ দূৰ হয়, আৰু মনত পৱিত্ৰতাৰ ভাব উদয় হৈ শৰীৰ আৰু মনক ভালে ৰাখে। মছলমানসকলেও পানী পোৱাৰ স্থলত হাত, ভৰি, মুখ ধুই হে তেওঁবিলাকৰ ঈশ্বৰ উপাসনা কৰে। হিব্ৰূ ধৰ্ম্মৰ মানুহবিলাকেও দেহ সুস্থে ৰাখিবলৈ গা বা হাত-মুখ ধুই হে তেওঁবিলাকৰ পূজা সেৱা কৰে। ইটালী দেশৰ বিখ্যাত দাৰ্শনিক পণ্ডিত পীঠাগৰাছে তেওঁৰ শিষ্যবিলাকক শীতল পানী ব্যৱহাৰ কৰিবলৈ কৈছিল। খৃষ্টীয় দ্বিতীয় শতাব্দীৰ গেলেন নামেৰে ডাক্তৰ এজনে কি জ্বৰৰ অৱস্থাত, কি ভালৰ অৱস্থাত চেঁচা পানীৰে গা ধোৱা ব্যৱস্থা হেনো কৰিছিল। অৱশ্যে, আজিকালি জ্বৰৰ অৱস্থাত চেঁচা পানীৰে গা ধোৱা নিয়ম সাংঘাতিক বুলি সকলোৱে কয়। তেওঁ হেনো বাত ব্যাধি, চকুৰ ৰোগ, ৰক্তস্ৰাৱ ইত্যাদি বেমাৰ কেৱল পানীৰে আৰোগ্য কৰিছিল। খৃঃ ১৬২৪ শকত জাৰ্ম্মানী দেশৰ ভেনডেৰ হিডেন নামেৰে ডাক্তৰ ভালেমান হেনো কেৱল চেঁচা পানীৰে ভালেমান গ্ৰহণীৰ ৰোগীক ভাল কৰিছিল। ইংলণ্ডৰ বিখ্যাত ধৰ্ম্মাত্মা ওৱেলেছলিয়ে হেনো কৈছিল যে, শতকৰা ২০ টা ৰোগ কেৱল পানীৰেই আৰাম কৰিব পৰা যায়। ডাক্তৰবিলাকে তাকে নকৰি পানীৰ লগত আন আন ঔষধ মিহলি কৰি কেৱল নিজৰ স্বাৰ্থ সিদ্ধি কৰিছিল, অৰ্থাৎ ৰোগটো লেলেতীয়া কৰি নিজৰ আৰ্জ্জনৰ বাট হে মুকলি কৰিছিল।

এইবিলাক দৃষ্টান্তৰপৰা জানিব পাৰি যে, বিশুদ্ধ পানীৰ দ্বাৰায়ো ভালেমান ৰোগ চিকিৎসা কৰিব পাৰি। আমি জানো যে, কটা-ঘাত, ৰক্তস্ৰাৱত চেঁচা পানী ঢালি তেজ ৰোৱাব পাৰি। মূৰ ঘূৰাই মুছকছ গলে চকুত চেঁচা পানী চতিয়ালে

উপকাৰ হয়। মূৰ কামোৰণিত, জ্বৰত চেঁচা পানী মূৰত দি ভৰি গৰম পানীৰে ধুৱাই মূৰ কামোৰণি আৰু জ্বৰৰ অলপ নহলেও অলপ উপশম কৰিব পাৰি। পেট কামোৰণিত চেঁচা পানীৰ এটা পটিলগালে পেট কামোৰণিৰ উপশম হয়। কি এলোপ্যাথি, কি হোমিওপ্যাথি উভয় বিধৰ চিকিৎসা পুথিবিলাকত গৰম পানীৰ শেক (Hot Fomentation) কমপ্রেছ্ জলপটি হাফপেক (অর্থাৎ পানীত তিয়োৱা কাপোৰ গাৰ ওপৰত মেৰাই লোৱা), ফুলপেক (অর্থাৎ পানীত তিয়োৱা কাপোৰেৰে সৰ্ব্বাঙ্গ শৰীৰ আবৃত কৰা), ফুটবাথ (অর্থাৎ গৰমপানীৰে ভৰি ধোৱা), শীতজ বাথ (অর্থাৎ পানীত বহি থকা), হট ভেপৰ বা টাৰকিচ বাথ (অর্থাৎ গৰম পানী বা গৰম বাষ্পেৰে স্নান কৰা) ইত্যাদি প্রথা লিখা আছে। দেহ ভাল ৰাখিবলৈ, বিশেষ ডাক্তৰ, কবিৰাজ ইত্যাদিৰ সহায় পোৱা যায় মানে ৰোগৰ অলপ উপশম কৰিবলৈ, এই প্রণালীবিলাক সকলোৰে জনা উচিত।

গৰম পানীৰ শেক।— শৌচ টান হোৱাত পেটত লিভাৰ ইত্যাদিৰ বিকাৰত গৰম পানীৰ শেক বৰ উপকাৰী। গৰম পানীত ফেলালিন এডোখৰ তিয়াই চেপি লৈ এই শেক লব লাগে। বিছনাৰ ওপৰত এখন কম্বল পাৰি লৈ, ফেলালিন ডোখৰ পেটত লৈ কম্বলৰ একাঁচলেৰে সেই ফেলালিন ডোখৰ ঢাকি লৈ এঘণ্টা মান পৰ ৰব লাগে। তাৰ পিচত ফেলালিন আৰু কম্বল গুচাই ঠাই ডোখৰ চেঁচা পানীৰে ধুই মছি পেলাব লাগে।

কম্প্রেছ বা জলপটি।— লিভাৰ আৰু পেটৰ বিকাৰত, কঁকালৰ বিষত। কোষ্ট-বদ্ধত এই জলপাটি লব পাৰি। গৰম পানীত এডোখৰ নিকা কাপোৰ বা কেতখিনি কপাহ তিয়াই চেপি লৈ সেই কাপোৰ বা কপাহত এডোখৰ ফেলালিনেৰে মেৰাই লৈ তাৰ ওপৰত এখন তেলী কাপোৰ বা মেকিন্টছ মেৰাই কঁকালত বা পেটত লব পাৰি। কঁকালত মেৰিয়াই থবও পাৰি। এই নিয়মকে কম্প্রেছ বা জলপটি বোলে।

হাফ-পেক।— ওপৰত দিয়া নিয়ম মতেই দীঘল চাদৰ এখন তিয়াই চেপি সেই চাদৰ গাত মেৰাই লৈ তাৰ ওপৰত এখন কম্বল, তাৰ ওপৰত এখন তেলী কাপোৰ মেৰাই লৈ কিছুপৰ থাকি তাক খুলি পেলাই কুহুমীয়া পানী বা শীতল পানীৰে গা ধুই মছি পেলোৱাকে হাফ-পেক বোলে।

ফুল পেক।— হাফ পেকৰ নিয়মেই তিয়োৱা কাপোৰ এখনেৰে সৰ্ব্বাঙ্গ শৰীৰ ঢাকি ভৰিত দুটা গৰম পানীৰ বটল লৈ কিছু পৰ থাকি গা ধুই পেলোৱাকে ফুল পেক বোলে। কোনো কোনো জ্বৰ-বেমাৰত এই ফুল পেক কৰে। শ্রমজীৱি মানুহৰ পক্ষে সপ্তাহত বা পক্ষত এবাৰ ফুল পেক কৰাটো বৰ উপকাৰী। ইয়াৰ দ্বাৰা শৰীৰ শীতল হয়, মন-প্রাণ মুকলি হয়।

ফুট বাথ।— গৰম পানীত আঁঠুলৈকে ভৰি জুবুৰিয়াই থলে মূৰৰ কামোৰ, আন কি ডাঙ্গৰ বিধৰ জ্বৰো উপশম হয়।

শীতজ বাথ।— অর্থাৎ, গৰম বা ঠাণ্ডা পানীত বহি থকা। ডাঙ্গৰ থালি বা নৈত নাই পৰিমিত পানীত বহি কিছু পৰ থাকিলেই এই শীতজ বাথ কৰা হয়। অর্শ, কোষ্টবদ্ধ ইত্যাদিৰ পক্ষেই বৰ উপকাৰী।

গৰম পানীৰ বা বাষ্পৰ স্নান।— এইবিলাকক টর্কিচ, অর্থাৎ তুৰষ্ক দেশীয় স্নানো বোলে। বলিয়া শিয়াল আৰু কুকুৰে কামোৰা বেমাৰত এইবিলাক ক্রিয়া কৰে। আমাৰ দেশতো কোনো কোনো মানুহে জ্বৰ উঠিলে কাপোৰ এজন গাত মেৰাই-ঘুৰাই লৈ তাৰ ভিতৰত গৰম পানী এবাটি সুমাই লৈ ভাপ লয়। এনেকুৱাকৈ ভাপ ললে গা ঘামি জ্বৰৰ উপশম হয়।

এইবিলাকত বাজেও, ভাৰতবর্ষীয় প্রাণায়াম সিদ্ধ যোগীসকলৰ ভিতৰত পানীৰে নেউলি, ভিস্তি, গজকৰ্ম্ম কৰা প্রথা আছে। পেটত অজীণ হলে, বা পেটৰ ভিতৰলৈ কোনো বিষ প্রৱেশ কৰিলে, বা পেটটো ধুবৰ ইচ্ছা হলে তেওঁবিলাকে ঘঁটীয়ে ঘঁটীয়ে পানী পি সেই পানী আকৌ উদগীৰণ বা নাগবায়ু চালন কৰি বাঁতিয়াই উলিয়ায়। ডাক্তৰী প্রথামতে বিষ উলিয়াব লাগে ৰোগীক আগেয়ে এটি সীহৰ আৰখ খুৱাই তাৰ পিচত পানী পিয়াবলৈ ধৰে। সীহৰ আৰখৰ গুণত সেই পানী বমন হৈ ওলায়, আৰু সেইদৰে পেটৰপৰা আফিং বা আন কোনো গোটা বিহ উলিয়ায়। হিন্দু যোগীৰ এই ভিস্তিকৰ্ম্ম আৰু ডাক্তৰী এই বিষ উলিওৱা প্রণালী একে। ডাক্তৰী সীহৰ আৰখে বমি কৰায়; হিন্দু যোগীয়ে পেটৰ ভিতৰৰ নাগবায়ু প্রাণায়ম ক্রিয়াৰে চালন কৰিয়েই, কোনো কোনো যোগীয়ে

মুখেৰে কলহে কলহে পানী পি সেই পানী চালন কৰি গুহ্যদ্বাৰেৰে উলিয়ায়। এইটিয়েই গজক্রিয়া। ই অতি কঠিন; আৰু প্ৰাণায়াম ক্রিয়াত সম্পূর্ণ সিদ্ধি নহলে কৰিব নোৱাৰে। কোনো কোনো যোগীয়ে নাভিপৰিমাণ পানীত নামি পেটটো চালনা কৰি, অর্থাৎ নাভি গ্রন্থি পিঠিৰ মেৰুদণ্ডত লগাই গুহ্যদ্বাৰেৰে পানী আকর্ষণ কৰি পেটত ভৰায়, আকৌ তাৰ পিচত সেই দৰেই গুহ্যদ্বাৰেৰে ত্যাগ কৰি নাড়িভুৰি ধোৱে। নৌলিকর্ম্ম ডাক্তৰীৰ এনিমা দিয়াৰ নিচিনা। ডাক্তৰীত পিচকাৰিৰে গুহ্যদ্বাৰেদি পেটত পানী ভৰাই দিয়ে; নৌলিকর্ম্মসিদ্ধ হিন্দু যোগীয়ে পেটৰ জৃম্ভন বায়ুৰেই সেই পানী আকর্ষণ কৰে। এনেকুৱাও হিন্দুযোগী আছে, যিসকলে গুহ্যদ্বাৰেৰে পানী ভৰাই সেই পানী মুখেৰে ত্যাগ কৰে।

হিন্দু যোগীসকলৰ এই ভিস্তি, নৌলি, গজকর্ম্ম ইত্যাদি ক্রিয়া কাল্পনিক কথা নহয়; প্রকৃতে সিদ্ধি কৰিব পৰা কথা। অৱশ্যে, এইবিলাক সিদ্ধ হোৱা হিন্দু যোগী আজিকালি তাকৰ। আমি আমাৰ জীৱনত এইবিলাক ক্রিয়াসিদ্ধ মুঠেই ৩টী যোগী দেখিছোঁ। দুখৰ বিষয় এই যে, আমাৰ যোগীসকলে এইবিলাক ক্রিয়া যাকে-তাকে শিকোৱাটো দূৰতে থাওক, সহজে দেখুৱাবলৈকো ইচ্ছা নকৰে। ইয়াৰ কাৰণ এই যে, প্রথমতে এইবিলাক ক্রিয়া অতি কঠিন আৰু তাৰ উপৰি আজিকালি আমি হিন্দুজাতি ইমান তামসাবৃত যে, এনেকুৱাবিলাক ক্রিয়াক আমি দেখিলেও সেই কর্ম্মসিদ্ধ যোগীক হয় পইচা আর্জ্জি ফুৰা বাজিকৰ বুলিম, নতুবা তেওঁকে ঈশ্বৰ বুলি ধন দিয়া, সোণ দিয়া, ক্ষমতা দিয়া ইত্যাদি প্রার্থনা কৰি ত্যক্ত-বিৰক্ত কৰিম। এইবিলাক ক্রিয়া যে মনুষ্যৰ সাধ্য বৈজ্ঞানিক সত্যৰ দ্বাৰাই আৱিষ্কৃত আৰু চেষ্টা কৰিলে আমিও পাৰিম এনে কথা নেভাবো। সুদূৰ ইউৰোপীয় দুই-এজন পণ্ডিতে এই ক্রিয়া জনা হলে যাতে সকলোৱে জানিব পাৰে, যাতে তাৰ দ্বাৰাই নতুন প্রণালীৰে ৰোগাদি চিকিৎসা কৰিব পাৰে, এনেবিলাক উপায় উলিয়াই সৰ্ব্ব সাধাৰণক জানিব দিলেহেঁতেন। কিন্তু, ভাৰতবর্ষীয় যোগী-ঋষি মহাত্মাসকলে আমাৰ দোষতেই হওক, বা তেওঁবিলাক সংসাৰত নিস্পৃহ হোৱাৰ বাবেই হওক, এইবিলাক ক্রিয়া প্রকাশ নকৰে। শিৱসংহিতা, ঘেৰণ্ড সংহিতা ইত্যাদিত এইবিলাক ক্রিয়াৰ উল্লেখ মাত্র আছে; কিন্তু আজিকালি এই ক্রিয়াবিলাক কৰি দেখুৱাওঁতা মানুহ পোৱা নেযায়। সেই দেখি অনেক অবিশ্বাসীয়েই শিৱসংহিতাৰ ক্রিয়া বিলাকক শিৱৰ গাজাখুৰি গল্প বুলিয়েই কৈ সামৰণি মাৰে। কিন্তু, প্রকৃত তথ্য বিচাৰিলে দেখা যায় যে, শিবৰ উক্ত এই ক্রিয়াবিলাক গাজাখুৰি নহয়; সি বৈজ্ঞানিক (দেহবিজ্ঞান) তত্ত্বেৰে পৰিপূর্ণ আৰু মানুহে কৰিব পৰা কাম। ক্রমশঃ —

# ভোমোৰা।

গুণ গুণ কৰি গায় ঈশ্বৰৰ প্রেম-গান,
শূন্যে শূন্যে উৰি ফুৰে ভোমোৰাকলিয়া।
ফুলৰ আশাত নিতে উৰি ফুৰে এইদৰে,
ফুল গোন্ধ পালে হয় তেনেই বলিয়া॥
মুখত লগাই মুখ পাতেহি নানান কথা;
ফুছুলাই লয় পোনে আজলী ফুলক।
এইদৰে ফুলে ফুলে সখী পাতি উৰি ফুৰে,
শেহত পলায় দুষ্টে লুটি নি মদক॥
মদক ধুকাই গলে উলটি নেচায় আৰু,
সোণবৰণীয়া সেই ফুল পাহীলই ।
গেলি-পচি যায় সৰি, তল সৰি থাকে পৰি,
কোনেও নলয় তাক কোনো কামলই।
পুনৰ যেতিয়া ফুলে; গোন্ধত আমোলমোল,
যেয়ে দেখে তাৰে হাঁয়, মন হৰি নিয়ে।
ঠিক সেই সময়ত দুষ্ট কলা ভোমোৰাই
সখি, সখি, বুলি আহি মধু তাৰ পিয়ে।।
এইবোৰ দেখি শুনি কয় ফুলে বেজাৰেৰে,—
"সুখৰ কালত "সখি!" দুখত নেপাওঁ।
কাম নাই এনে "সখী", আজিহন্তে এৰি দিলোঁ ,
প্রতিজ্ঞা কৰিলোঁ আৰু সখী নপতাওঁ"।।

—শ্রীমফলাহুদ্দিন আহ্মদ।।

# মোৰ ফুলনীলৈ হেঁপাহ।

জেঠ মাহ, আবেলি হৈছে, বৰ জহ, আইয়ে আমাক আবেলি জলপান খুৱাই-বুৱাই তাঁতলৈ গল। সেই চলতে আমি ধেমালি কৰিবলৈ ওলালোঁ। মই ওলালোঁ, লগতে মোতকৈ সৰু ভাইটিও ওলাই আহিল। আমাক অহা দেখি, সৰু ভনীটীয়ে পিৰালিচুকতে একন চানেকী ফুল বাছি আছিল, তায়ো ওলাই আহিল। ভনীটিক অহা দেখি ভাইটিয়ে মোক কলে, "ককাইদেও আইটীও আহিল; এতিয়া আইয়ে ডবিয়াব, তাইক সেই আধৰুৱা শলাটো নবছাকৈ আহিবলৈ হাক দিছিল নহয়।" সেই কথাত মই বৰ কাণ নিদিলোঁ; কিন্তু ভনীটিয়ে কলে, "ইঃ সেইটো শলা মোৰ কেতিয়াবাই বছা হল, আৰু এটা জুৰিহে আহিছোঁ।" পিচে, সেইবোৰ কথা তল পৰিল, এতিয়া কত ধেমালি কৰিম তাৰে কথা ওলাল। এতিয়াও ৰদ আছে, ৰদত ধেমালি কৰিলে আইয়ে মাৰিব; গতিকে আমি ধেমালি নকৰি আমাৰ ফুলনীলৈ যাবলৈ মন কৰিলোঁ।

আমাৰ ফুলনীখন আলিৰ দাঁতিত। ফুলনীৰ এদাঁতিয়ে আমাৰ পদুলি; পদুলিৰ গুৰিতে এজোপা গুলচ-ফুল; তল ঢাকি ফুল সৰি আছে। ফুলনীখনৰ মাজতে এজোপা যুতি-ফুল, ফুলজোপাৰ কলিবোৰ বগা পৰিছে, ফুলিবলৈ সৰহ বেলি নাই। যুতি জোপাৰ অলপ আঁতৰতে এজোপা শেৱালি, তাৰ তলতে এটা ডাঙৰ শিল পৰা আছে; গছজুপিৰ ছাঁ বৰ ঘন। এই শিলটোৰ অলপ নিলগতে তগৰ আৰু গুটিমালী দোজোপা ফুলি বগা হৈ আছে।

আমি তিনিওটি ফুলনীত সোমালোঁগৈ। আমি ফুলনীলৈ যাওঁ হয়, কিন্তু ফুল নিছিঙ্গো। কিয়য়ো, দেউতাই আমাক ফুল ছিঙ্গিলে ফুলনী দেখিবলৈ অশুৱনী হয় বুলি কৈছিল। ফুলনীখন সদাই ভালে থাকিলে আমি ভাল পাওঁ। আমি আগেয়ে জাতি ফুল জোপাৰ গুৰিলৈ গলোঁ। আমাৰ ফুলৰ চাকিলৈ বৰ হেঁপাহ, গতিকে কলি গোটাচেৰেক ছিঙ্গিবলৈ বৰ মন গল; আৰু পাতৰ আঁৰত থকা, মানুহে নেদেখা ঠাইৰ কলি দুটিমান ছিঙ্গিবৰ মন কৰিলোঁ। মই সিহঁত দুটাতকৈ অলপ ওখ, মইহে ফুল ধুকি পাওঁ; গতিকে ময়ে ফুলৰ কলি ছিঙ্গিবলৈ ধৰিলোঁ; ভাইটিয়ে গুলচ ফুলৰ তললৈ গৈ ফুল তুলিবলৈ ধৰিলে; ভনীটিয়ে ফুলনীৰ এচুকত এজোপা কলাগছ আতাৰে পকি ভাঙ্গিপৰা কলামাৰলী এডালৰপৰা সূতাযেনকৈ কেইডালমান এৰুৱাই আনিলে। তায়ো সূতা লৈ মোৰ গুৰি পালেহি, মোৰো ফুল ছিঙ্গা হল, এনেতে, ভাইটিও একোচ ফুল লৈ আমাৰ গুৰি পালেহি। পিচে, আমি তিনিও শেৱালিজোপাৰ ছাঁলৈ গৈ সেই শিলটোৰ ওপৰতে বহিলোঁ। ভনীটিয়ে ভালকৈ চাকি গাঁথিব নেজানে, মই হলে জানো; গতিকে মই চাকি গঁথাত লাগিলোঁ আৰু সিহঁত দুয়ো ফুলৰ মালা গাঁথিবলৈ ধৰিলে। মোৰ চাকি গঁথা নৌ হওঁতেই সিহঁতে তিনিধাৰ মালা গাঁথি এঁটালে; তিনিও তিনিধাৰ মালা পিন্ধিলোঁ। পিচে, সিহঁতে মোৰ চাকি গঁথা চাবলৈ ধৰিলে। মোৰ চাকি গাঁথোতে বহুত বেলি লাগিল, চাকি গঁথা কিমান খোচৰ বন আমাৰ পাঠক-পাঠিকাই ভু পাব। পিচে, কোনোমতে চাকিটি ওলাল। এতিয়া চাকি লয় কোনে? মানুহ হলোঁ তিনটা, চাকি হব এটা। প্ৰথমে চাকিটিৰ বাবে মোৰে আৰু ভাইটিৰে কঢ়া-আজোৰা লাগিল। ভনীটিয়ে আমাৰ লগত উটা-ওপৰা নকৰে; কিয়নো তাই সৰু আৰু ছোৱালী-মানুহ, ৫ বছৰীয়া মাথোন। কিন্তু আমি দুয়ো তাইক বৰ মৰম কৰোঁ। আমাৰ দুয়োৰো কঢ়া-আজোৰা লগা দেখি আমন-জিমনকৈ একো নমতাকৈ তাই বহি আছিল; যদিও তাইৰ চাকিটিলৈ বৰ মন গৈছিল, তথাপি তাই একো কবলৈ সাহ পোৱা নাছিল। পিচে, মই আমাৰ দুইৰো খৰিয়ালৰ সামৰণি পেলাবৰ মনেৰে কলোঁ "নেলাগে, আইটী ছোৱালী মানুহ তায়ে খোপাত পিন্ধক, আমি এটায়ো নলওঁ।" মোৰ কথা কেইআষাৰ শুনি সেই আপাহতে তাই মোক কলে, "ককাইদেও, মোৰ খোপাতে বান্ধি দিয়া।" মোৰ আৰু ভনীটিৰ কথা শুনি ভাইটিয়েও তাইকেই দিবলৈ কলে। পিচে, মই ভনীটিৰ খোপাত চাকিটো মেৰিয়াই দিলোঁ, বন্ধাত সিমান ভাল নহল, সোলোক্-

ঢোলোক্ হৈ ৰল। মই আগেয়েই কৈছোঁ, আমি বহাৰ অলপ আঁতৰতে গুটিমালী আৰু তগৰ দোজোপা ফুলি বগা হৈ আছে; তাৰপৰাও পাহচেৰেক অলপ লেৰেলা ফুল ছিঙ্গি আনি ভনীটিৰ খোপাতে খুচি দিলোঁ। এইদৰে আমাৰ ফুলৰ ধেমালিৰ ওৰ পৰিল। এতিয়া আমি সকলো পেলাই, কাপোৰ-কানি জাৰি-জোকাৰি, শিলটোতে তিনিও শাৰীপাতি ভৰি ওলোমাই বহিলোঁ। এতিয়া আমাৰ মেল ওলাল; ভাইটিয়ে কলে, "আজি নীল নাহিল কিয়, সি ধেমালি কৰিবলৈ আহিম বুলিছিল নহয়?" ভনীটীয়ে কলে, "নেলাগে, নীল বৰ বেয়া, সিদিনাখন সি আমাৰ ফুলনীত সোমাই ৰজনীগন্ধা এথোপা তেনেই ছিঙ্গি নিছে, দেউতাই খং কৰিছে।" মই কলোঁ, "এৰা, সি আহিলে বৰকৈ চিয়ঁৰে।" তেতিয়া ভনীটীয়ে কলে, "ককাইদেও, আমি নাম গাওঁ আহাঁ।" আমি দুয়ো কলোঁ, "বাৰু, গাওঁ" এইবুলি ভাইটিয়ে নাম লগাই দিলে ঃ—

এ, হে প্ৰাণ হৰি গৈল এৰি।

মই নামটো শুনা মাত্ৰে কলোঁ, "অ, কালি গধূলি যে আইয়ে গাইছিল, সেই নামটো; মই ইয়াৰ পদ জানো। এই বুলি পদ দিলোঁ ঃ—

হেন হৰি ভৈলোঁহো বঞ্চিত।  
আকৌ তিনিও সুৰ লগাই গালোঁ ঃ—  
এ, হে, প্ৰাণ হৰি গৈল এৰি।  
মই পদ দিলোঁ ঃ—  
কিমতে ধৰিবোঁ আবে চিত।।

ইয়াতে মোৰ পদৰ ওৰ পৰিল, আৰু নেজানো; গতিকে সেইটো নাম এৰি দি মই আন এটা লগালোঁ ঃ—

(প্ৰভু) ইয়াতে আছিলাঁ ৰই,  
মেঘৰে আঁৰতে, যেনে চন্দ্ৰকলা  
থিতাতে লুকালাঁ গই।  
(প্ৰভু) ইয়াতে আছিলাঁ ৰই।।  
আকৌ ভাইটিয়ে গালে ঃ—  
বৃন্দাবনে বনে ফুৰে নাৰায়ণে,  
মুৰতে মৰাৰ পাখি।  
দেখিবলৈ ভাল মদন গোপাল,  
মুখে মনোহৰ হাসি।।

পিচে, ভনীটীয়ে কলে, "মই গোটা চেৰেক বৰ ভাল নাম জানো। আইতা ধুকাবৰ আগেয়ে মোক আইতাই শিকাইছিল।" মই কলোঁ, বাৰু গাচোন। তাই গালে ;—

একেলগে আছিলোঁ, সখি বুলি মাতিলোঁ,  
কৃষ্ণ বুলি নেজানিলোঁ মনে।  
এই ধেনু এই শৰ, মোকে বোলে ধেনুধৰ,  
গুৱালক নিজিনিলোঁ ৰণে (অ, ৰাম)।।

এই নামটো গাই উঠি তাই কলে, "এইটো ভাল নহয়, "হৰি এৰিয়া গলেটো" গাওঁ।" ভাইটিয়ে কলে, "অ, এইটো নাম আমিও জানো।" পিচে, তিনিও একেলগে সুৰ লগাই গালোঁ;—

হৰি এৰিয়া গলে— জানিলোঁ নিশ্চয়,  
প্ৰভু এৰিয়া গলে— জানিলোঁ নিশ্চয়,  
ভূমিত লুটিয়া কান্দে— বীৰ ধনঞ্জয়।  
এই সমাজৰ মাজে—হৰি আসিয়া আছে,  
মই শুনো আপোন কাণে, বংশী বজায়া নাচে।।

এই নামটো এবাৰ গাই দুনাই গাবলৈ সুৰ দিছোঁ মাথোন, এনেতে ভনীটীয়ে বাওঁ ভৰিখন ডাঙ্গি "আইঔ" বুলি চিয়ঁৰ মাৰি দিলে। আমি দুয়ো উচাপ খাই উঠি "কি হল" বুলি সুধিলোঁ, তাই কলে, মোৰ ভৰিখনত বৰ দুখ পালোঁ।" তেতিয়া আমি দুয়ো তাইক শিলৰপৰা হাতত ধৰি তুলি আনি তাইৰ ভৰিখন চালোঁ, দেখিলোঁ ভৰিখনৰ গোৰোৱাৰ ওপৰৰ শিৰডালৰ গুৰিয়েদি তেজ ওলাব ধৰিছে। তেতিয়াই শিলৰ তলৰপৰা এডাল নিচেই সৰু হালধীয়া সাপ ওলাই যোৱা দেখিলোঁ। মোৰ সাপডাল দেখি বৰ ভয় লাগি, ভনীটীক ভৰিখন বিষাইছে নে সুধিলোঁ; তাই বৰকৈ বিযোৱা বুলি কৈ কান্দিবলৈ ধৰিলে; ময়ো তেতিয়া "আইটীক সাপে খুঁটিলেঔ" বুলি চিয়ঁৰি কান্দিবলৈ ধৰিলোঁ। আৰু আমাৰ তিনিওৰো হোৱা-দোৱা লাগিল। এনেতে, আমাৰ বান্দীজনী চোতাল সাৰি আছিল, তাই লৰি আহিল। তাই আইটীক সাবটি ধৰি দাঙ্গি লৈ বাটে বাটে চিয়ঁৰি গ'ল, "আই মৰিল, লৰি আহক"। আমি তাইৰ পিচে পিচে কান্দি কান্দি গলোঁ। আমি থকা ঠাইৰপৰা আইৰ তাঁতশাললৈ অলপ নিলগ; গতিকে আমাৰ চিয়ঁৰ-বাখৰ শুনা নাছিল। যেতিয়া আমি চোতাল পালোঁগে তেতিয়া আমাৰ

কান্দন শুনি একেচাবে আই চোতাল পালেহি। তেতিয়া ভনীটী মুছ্‌কছ্ গৈছে; আইয়ে তাইক বান্দীজনীৰ হাতৰপৰা আজোৰ মাৰি নি "আইটী" "আইটী" বুলি কেইবাবাৰো মাতিলে, পাচে মাত নেপাই "মোৰ আইৰ কি হল" বুলি চিয়ঁৰ মাৰি ধাঁচ কৰে পৰি গল। দেউতা তেতিয়াও অফিচৰপৰা অহা নাই, চাকৰ লৰাটো লৰি দেউতাক মাতিবলৈ গল। কিন্তু, সি বাজ হবলৈ নৌ পাওঁতেই দেউতা আহি ঘৰ সোমাল। দেউতাই চাকৰটোক কাৰবাক মাতিবলৈ পঠিয়ালে, সিও লৰি মাতিবলৈ গল। পিচে, লাহে লাহে ওচৰ-চুবুৰীয়া বহুত মানুহ আহি আমাৰ ঘৰ ভৰি পৰিল। অলপ বেলিৰ পাচতে চাকৰটোৱে আমাৰ ওচৰত থকা এজন বেজক মাতি আনিলেগৈ। এনেতে আমাৰ দদাইদেৱে ডাঙ্গৰ ডাক্তৰ এজন লৈ ওলালহি। বেজ, ডাক্তৰ দুয়ো চালে। পিচে, বেজে কলে "এবাৰ জাৰি-ফুঁকি চাব পাৰোঁ, কিন্তু ফল একো নহব, বৰ ডাইল সাপে খুটিছে আৰু বিষো গৈ মগজু পাইছে।" দদাইদেৱে কলে, "বাৰু এবাৰ চাওক, যদি আমাৰ কঁপাল আছে তেনেহলে কিবা হব, নহয় নাই।" ডাক্তৰেও কলে, "এৰা এবাৰ চোৱা ভাল।" তেতিয়া দদাইদেৱে ভনীটীক পিৰালিলৈ দাঙ্গি আনিলে আৰু আইকো কেজনীমান মাইকী মানুহে ধৰি আমাৰ শোৱনী ঘৰলৈ লৈ গল। এনেতে, আমাৰ ওচৰতে থকা ফুকনে আমাক দুইকো তেখেতৰ ঘৰলৈ লৈ গল। আমি যাবলৈ হেহোঁ-নেহোঁ কৰিছিলোঁ, কিন্তু তেওঁ ডাবি মাৰি লৈ গল। আমি ফুকননীক বৌটী বুলি মাতোঁ; তেখেতৰ লৰা-ছোৱালী নাই, আমাক বৰ মৰম কৰে, আমিও বৰ ভাল পাওঁ। সেই নিশাটো ফুকনৰ ঘৰতে থাকিলোঁ। আমাক ফুকনে ঘৰলৈ যাবলৈ নিদিলে; গতিকে নিশা আমাৰ ঘৰত কি হল একো কব নোৱাৰিলোঁ।

পিচদিনা পুৱা ফুকনৰ ঘৰতে চাহ খালোঁ; খাই ঘৰলৈ আহিলোঁ। ঘৰ পাই দেখিলোঁ, দেউতাই পিৰালিতে তলমূৰকৈ বহি আছে। আমাক নেমাতিলে; আমিও মাতিবলৈ সাহ নেপালোঁ; পিচে আইক বিচাৰি গলোঁ, আইয়ে শোৱাপাটীৰ গুৰিত বহি কান্দি আছে, ওচৰত কেওঁ নাই। তেতিয়া আমি ভনীটী মৰিছে বুলি জানি দুয়ো আইৰ গুৰিতে বহি কান্দিবলৈ ধৰিলোঁ। আমাৰ কান্দন শুনি বান্দীজনী আৰু চাকৰটো লৰি আহি আমাক কোলাতকৈ দাঙ্গি বাজলৈ লৈ আহিল।

তেতিয়াৰপৰা দেউতাই ফুলনীৰ পিনে চকু নকৰা হল আৰু ফুলনীতো ফুল-গছবোৰ পতি নেপাই এডাল-দুডালকৈ মৰি শেষ হল। সেই দিনাৰপৰা মোৰ আজিলৈকে কৰবাত ফুলনী দেখিলে গাত বিহ লগাদি লাগে ।ঃ—

প্ৰকৃতিত মাৰ গল মাথোঁ গছখিনি,<br>
হৃদয়ত মাৰ গল আশাৰ ফুলনী।

—শ্ৰীঅম্বিকানাথ বৰা।

* "আইতা" এই সম্বন্ধটো ওপৰ শ্ৰেণীৰ আহোমসকলে মাকক মতা সম্বোধন-মাত। আৰু, আন ডাঙ্গৰ মানুহেও কেতিয়াবা মাকক আইতা বোলা শুনা যায়। "হেম-কোষ" মতেও এয়ে। কিন্তু, এতিয়া উজনীৰপৰা নামনিলৈ প্ৰায় সকলোৱে বুঢ়ীমাকক আইতা বুলি মাতে; গতিকে আমিও ইয়াত আইতা অৰ্থে বুঢ়ীমাক হে বুজাইছোঁ।

# জয়মতী কুৱঁৰী।

পৃথিৱীৰ তথ্য মেলি, চালেই ক্ষন্তেক বেলি,
দেখিম জিলিকি আছে অমৰা পুৰত ;—
ৰূপৱতী, গুণৱতী, সাধ্বী, সতী, জয়মতী
জিলিকিছে শুক্র যেন তৰাৰ মাজত।

বিসৰ্জ্জি আপোন প্ৰাণ, সতীয়ে সতীত্ব নাম
ৰখা আমি দেখোঁ তাত বহু পটন্তৰ ;—
বীৰমাতৃ শত শত, সজাই পঠালে কত,
প্ৰাণৰ পুতলি প্ৰিয় পুত্ৰ চেনেহৰ ;

"যোৱাঁ ৰণলই বুলি," পুত্ৰক কোলাত তুলি,
চুমা খাই অকাতৰে দিছিল বিদায় ;
কত আই পুত্ৰহাৰা, তেও মুখ হাঁহি-ভৰা,
পুত্ৰৰ কীৰিতি শুনি আনৰপৰাই।

কত শত বোৱাৰীয়ে, কত শত গৃহিণীয়ে
পঠিয়ালে গৃহস্থক হৰ্ষে ৰণলই ;
হাঁহি হাঁহি ৰণ শেষে, সাজি-পাৰি সতীবেশে
জ্বলন্ত চিতাত পৰি গল স্বৰ্গলই।

মহাৰাণী বদেচিয়া, কি দৰে অৰ্পিলে হিয়া,
যুঁজিলে কিদৰে তেওঁ স্বদেশ কাৰণে;
ৰেজিয়া বেগম কেনে, আছিল পটু-শাসনে,
পালিছিল প্ৰজা বহি দিল্লী সিংহাসনে,

জোৱানেনো কি সাহেৰে, কি বলে, কি কৌশলেৰে
উদ্ধাৰিলে ফ্ৰাঞ্চ দেশ ইংৰাজৰপৰা,
স্বপুত্ৰৰ বলীদানে, প্ৰভু-পুত্ৰ ৰাখি প্ৰাণে,
আছিল পান্নাৰ হিয়া তেও হৰ্ষে ভৰা।

তেনুৱা নাৰীৰ নাম, তেনুৱা নাৰীৰ কাম,
তেনে কীৰ্ত্তি বুৰঞ্জীত নহয় বিৰল;
স্বদেশৰ বিসৰ্জ্জনে, গৃহস্থক ৰাখি প্ৰাণে,
দেখুৱালে পটন্তৰ জয়ায়ে অকল।

নিস্বাৰ্থ ভক্তিৰ ছায়া, এৰি ভৱ-মোহ-মায়া,
পুণ্য জয়া জগতৰ বুৰঞ্জী-পাতত ;
অসম "অসম"-ধাম, অমৰ আহোম নাম,
কৰিলে জয়াৰ নামে এই মৰতত।

—শ্ৰীসূৰ্য্যকুমাৰ দাস।

# লাওখোলা।

কলিকতাৰ ফালে "বাগান-বাড়ী" কাক বোলে, অসমীয়া মানুহৰ ভিতৰত ভালেমানে তাক খায় নে কাণত পিন্ধে কবই নোৱাৰে। ভিকহু বদনামৰ চেকাৰে কলা-মলা অসমত, বিদেশী মানুহৰ আগত লাজ নলগাকৈ উলিয়াব পৰা অত্-তত্ এক ৰিঙৱ বাটত দুঘৰ-এঘৰ মানুহৰ দুটা-এটা ঘৰৰ বাহিৰে সৰহখিনি অসমীয়া মানুহৰ ঘৰ, তাহানি পুৰাণত লিখা বকদল ঋষিৰ ঘৰ ; আৰু শোৱাপাটী বিদুৰৰ শয্যাৰে ৰিজাব পৰা ; এনেস্থলত "বাগান-বাড়ীৰ" বাতৰি তেওঁলোকৰ পক্ষে আদাৰ বেপাৰীৰ জাহাজৰ খবৰ নিচিনা বুলিব লাগে। মানুহৰ ঘৰুৱা আৰু বাহিৰা দুসাজ কাপোৰৰ দৰে, কলিকতাৰ প্ৰায় চহকী গৃহস্থৰ দুখন ঘৰ থাকে; এখনৰ নাম তেওঁলোকে "বসতবাড়ী" আৰু আনখনৰ নাম "বাগান বাড়ী" ৰাখিছে। বসত বাড়ী মানে সদায় বাস কৰি থাকিবৰ ঘৰ আৰু বাগান বাড়ী মানে, বসত বাড়ীত থাকোঁতে থাকোঁতে ভোতা হোৱা মন-গা তালৈ লৈ গৈ শণাই চোকা কৰি আনিবৰ অৰ্থে ৰখা ঘৰ। চহৰৰপৰা বেঙা মেলি পোৱা আঁতৰত আম, কঠাল, লিচি, কল, নাৰিকল আদি ফলৰ

গছ ; গোলাপ সেউতী, মালতী, জাঁই, যুঁতী আদি ফুলৰ গছ, "ক্ৰটন" "পাম", পাণৰ-মাহী আদি স্বদেশী-বিদেশী নানা বৰণীয়া নানা ঠগীয়া পাতৰ গছ থকা আৰু ৰৌ-বাহু আদি পোহনীয়া মাছেৰে ভৰা পুখুৰী এটা বা ইটাৰে সৈতে ধুনীয়া পকীঘৰ এটা বা দুটা থকা শুৱনী বাগিছা এখনকে বঙ্গলা মাতেৰে "বাগান বাড়ী" বোলে। বাগিছাৰ গৰাকীয়ে মাজে-সময়ে দুই-চাৰিজন সমনীয়া অন্তৰঙ্গ বন্ধু লগত লৈ, ঘোঁৰাৰ গাড়ীৰ বা ৰেল গাড়ীৰে, নাইবা (নৈৰ পাৰত হলে) নাৱেৰে সেই বাগিছালৈ আহি, এই সংসাৰৰ বিস্তৰ দুখৰ-দিন বালি ধুই এচিকিটা আদচিকিটা সুখৰ-দিন-সোণ উলিয়াই লৈ উপভোগ কৰে। তাত বৰশী নাইবা জাল আদি তামসিক অস্ত্ৰেৰে বাগিছাৰ ভিতৰৰ পুখুৰীনিবাসী আশ্ৰিত পালিত ৰৌ বাহু আদি মাছৰ প্ৰতি নিষ্কাষণ বৈৰাতাচৰণ কৰি সিহঁতক বধ কৰি সিহঁতৰ শবোৰ পেটত ভৰোৱা হয়; আম, নাৰিকল, লিচি আদি গছৰ ফল "জবৰ্দ্দস্তি" কৰি পাৰি উদৰান্তৰ্গত কৰা হয়; পুখুৰীত নামি জলকেলি কৰা হয়; আৰু মাছ-মঙ্গহ আদিৰে ভোজ-ভাত খাই অজগৰ পৰাদি পৰি থকা হয়। কোনো কোনোৰ বাগানত "বাই-নাচ" নটী-নাচ আৰু ফটিকাৰ বিভৎস আমোদৰ ভৰ সোঁত যে নবয়, এনে নহয়; কিন্তু সেই বিধৰ কাম স্বভাৱভেদে কাৰ্য্য-ভেদৰ নিয়ম অনসুৰি চলে বুলি ধৰিব লাগে। মুঠতে কবলৈ গলে, আফিচ-কাছাৰী আদি বন্ধৰ দিনত বাগানৰ আমোদ-আহ্লাদ খোলা হয়; সেইদেখি শনিবাৰ আহিলেই বাবুসকলৰ মুখত লোভৰ পানী ওলায়; আৰু শনিবাৰক "সোণৰ শনিবাৰ" নাম দি তেওঁলোকে আদৰকৈ মাতে।

এনে বন্ধৰ এদিনত বন্ধুবৰ নিৰ্ম্মলচন্দ্ৰ বানুৰ্জ্জীৰ উচটিনত মোৰো গাৰ আৰু মনৰ চহৰীয়া মলি আৰু মামৰ ঘঁহি গুচাবৰ মনেৰে তেওঁৰে সৈতে তেওঁৰ দম্‌দমাৰ "বাগান বাড়ীলৈ" গতি কৰিলোঁ। আমাৰ লগত আৰু দুই-চাৰিজন পালী বন্ধু যে নাছিল এনে নহয়; কিন্তু "বাই-নাচ" আদি আন কোনো প্ৰচলিত উপসৰ্গ বা প্ৰত্যয় নাছিল গুণে, সেই বিধীয়া বন্ধুৰ লেখও কম হৈছিল। মোৰ সৰুৰেপৰা মাছ ধৰা বায়ু। নিৰ্ম্মল বাবুৰ বাগিছাৰ পুখুৰীত সেই বায়ুৰ পাল মোৰ মন-নাৱত ভালকৈ তৰি দিব পাৰিম, এই লোভত মই উচ্ছাহেৰে ওলালোঁ। ওলালোঁ বোলাটো ঠিক নহয়; কাৰণ, কলিকতাৰ আলিবাটত ৰাতি মতলীয়া মানুহক কনিষ্টবলে ধৰি থানালৈ টানি লৈ যোৱাদি বাস্তৱতপক্ষত মোক সেই মাছধৰা বায়ুৱে ধৰিহে সেই বাগিছালৈ টানি লৈ গল আৰু নিৰ্ম্মল বাবু নিমিত্তৰ ভাগী হল মাথোন। ৰাতিপুৱাই তপতে তপতে প্ৰকৃত স্বদেশী চাহ-পানী এবাটি পেটত পেলাই, নিৰম্বু নিশা শুকাই থকা শৰীৰৰ গুৰিত সেই কাৰ্য্যৰ দ্বাৰাই পানী এটোপা দি, সাত বজাৰ সময়ত ঘৰৰপৰা ওলাই, নিৰ্ম্মল বাবুৰে সৈতে গৈ, আঠমান বজাত তেওঁৰ বাগিছা পালোঁগৈ। তেওঁৰ লগত জলপান-পাতি গৈছিল, লগুৱা-লিক্‌চৌ গৈছিল, খাবৰ-দাবৰ অনেক বই-বস্তু গৈছিল; গতিকে বাগিছা পায়েই আমি জলপান একোটাৰে, বাটত অলপ অলপকৈ ধোৱাঁই অহা পেটৰ খং-জুই মাৰ নিয়ালোঁহঁক। নিৰ্ম্মল বাবুৰ মানুহে আগদিনাই তালৈ গৈ মাছ ধৰিবলৈ জালোৱা ঠিক কৰি থৈছিল; আমি গলতে সেই জালোৱাই পুখুৰীত জাল পেলাই দিলে; টনা বৰজালে পুখুৰীৰ এপাৰৰপৰা সিপাৰলৈ লাহে লাহে মাছ চুচি টানি লৈ যাবলৈ ধৰিলে। জাল পাৰৰ ওচৰ চাপিলত তাত পৰা আৰু নপৰা সৰু-বৰ মাছবিলাকে, বৰা-ধানৰ আখৈয়ে তপত খোলাৰপৰা জপিওৱাদি জপিয়াবলৈ ধৰিলে; আৰু দৰ্শকসকলৰ মনেও লগে লগে, "সেইটো গলঔ 'সেই ধৰঔ' "সেইটো বৰ মাছঔ" এনেবিলাক উদ্বিগ্নৰ ধ্বনি কৰি জপিয়াবলৈ ধৰিলে। অন্তত ডাঙ্গৰ ডাঙ্গৰ ৰৌ বাহু মাছ আঠোটা কি দহোটামান ৰাখি, বাকীবোৰ নিৰ্ম্মল বাবুৱে আকৌ পুখুৰীত এৰি দিবলৈ জালোৱাহঁতক কলত সিহঁতে তাকে কৰিলে। জালখন টানি বামলৈ তুলি আনিলত দেখা গল যে, মাছৰ লগতে তাত মানুহৰ লাওখোলা এটাও উঠিছে। সেইটো দেখি আমাৰ উৎসাহৰ সোঁতত ক্ষন্তেকলৈ এটা ভেটা পৰা যেন লাগিল। "কি আপদ। মানুহৰ মূৰটো ওলালহি কৰপৰা" এই বুলি আমি সকলোৱে কোৱা-মেলা কৰিবলৈ ধৰিলোঁ। মোৰ হাতত চাহ-গছৰ লাখুটি এডাল আছিল, তাৰ আগেৰে আমাৰ আনন্দৰ বিঘিনি সেই লাওখোলাটো জালৰপৰা এৰুৱাই পাৰৰ ফালে অলপ দূৰলৈ পেলাই দি মৎস্য-পুৰাণৰ সেই আধ্যাৰ সেইখিনিতে ওৰ পেলালোঁ।

ভোজন-ব্যৱহাৰৰ দ্বিতীয় আধ্যা ৰং-ধেমালিৰে আৰম্ভণ কৰি ৰন্ধা-বঢ়া মাছ-মঙ্গহ পিঠা-ভাত আদিৰে সমাপন কৰা গল। সেই আধ্যাৰ বহল বিবৰণ দিয়াটো যুগুত যেন বিবেচনা

নকৰোঁ; কিয়নো সেই লোভলগা বিৱৰণ শুনি, আমৰ পাঠকসকলৰ মুখৰ পানী অনাহকত পৰাৰ বাহিৰে আন একো নহয় আৰু সেই পানীৰ নিবৃত্তিৰ উপায় ততালিকে কৰিব নোৱাৰাৰ বাবে আমাৰ গাতে দোষে চুব।

তৃতীয় বা শেহ আধ্যা হাতত লৈ কোৱা যাওক যে, সেই ৰাতিটো আমি বাগিছাত থাকি কটাবৰ মনস্থ কৰি, ৰাতিৰ যোগ্য খোৱা-শোৱাৰ আয়োজন কৰিলোঁহঁক। তাৰ ঘৰৰ ভিতৰত শুবৰ সুন্দৰ আয়োজন অনেক। গাখীৰৰ ফেণৰ নিচিনা শুকুলা নিৰ্ম্মল শোৱাপাটী আৰু সেই শোৱাপাটীৰ মান ৰক্ষা কৰি চলিব পৰা সুন্দৰ গাৰু আৰু চাৰিওফালে চকি-মেজ আদি উপকৰণ বিস্তৰ। ঘৰৰ ভিতৰ বাজ বগা শিলৰ মজিয়াৰে জক্‌জকীয়া আৰু বাৰ চাল ৰুৱা-মাৰলি বৰণ ৰহণ সনা আৰু নানান নক্সা-ছবি আদিৰে চকচকীয়া। নিৰ্ম্মল বাবুকে প্ৰমুখ্য কৰি সকলোৱে ঘৰৰ ভিতৰত সেই মনমোহা শোৱাপাটীবিলাকত শুবৰ দিহা কৰিলে; কিন্তু মই সেই মিহি বন্দবস্তত উভঁহা উলিয়াই বাহিৰত পুখুৰীৰ পাৰৰ বগা শিলৰ খট্‌খটিৰ ওপৰত শুবলৈ ঠিক কৰিলোঁ। মোৰ মতলব আছিল এইটো যে, সুন্দৰ জোনাকত জুৰ ফুৰ্ফুৰীয়া বতাহ গাত লগাই স্বভাৱৰ বিচিত্ৰ শোভা চাই অনন্ত আকাশৰ অনন্ত গৌৰৱৰ ফালে একচিতে চকু দি বিশ্বেশ্বৰৰ বিশ্বব্ৰহ্মাণ্ডৰ লীলা অনুভৱ কৰিবৰ সুবিধা পাম। নিৰ্ম্মল বাবুৱে মোৰ এই অদ্ভুত বন্দবস্তত দোৰ্ঘোৰ আপত্তি উত্থাপন কৰিলে। তেওঁ কলে, "ই হবই নোৱাৰে। বাহিৰত শুই গাত নিয়ৰ লগাই, চেঁচা লগাই, তোমাৰ কাইলৈ গা বেয়া কৰক আৰু তেতিয়া মোৰ গাত দায় লাগিব। আৰু তাৰ বাহিৰে পুখুৰীৰ পাৰত সাপ-সুপ কত কি ৰাতি ওলাব; এনে কথা অসম্ভৱ, কোনোমতে হবই নোৱাৰে।" মোৰ কিন্তু বামুণৰ গ, শুম বুলি দৃঢ় প্ৰতিজ্ঞা কৰি বহিলোঁ। মোৰ মইমতীয়া স্বভাৱৰ বিষয়ে নিৰ্ম্মল বাবুৰ জনা আছিল। তেওঁ যেতিয়া বুজিলে যে, মোক মোৰ সঙ্কল্পৰপৰা লৰোৱা টান, তেতিয়া তেওঁ তেওঁৰ লগুৱাহঁতক সেই পুখুৰীৰ পাৰৰ খট্‌খটিৰ বগা শিলৰ ওপৰতে মোলৈ শুবৰ দিহা কৰিবলৈ আদেশ কৰিলে; আৰু নিমিষতে সেই আদেশ প্ৰতিপালিত হল। আমি নিজ নিজ ঠাইত দীঘল দি দুখ-ভাগৰৰ অন্তকাৰী টোপনিক মাতি নিমাত হলোঁহঁক। দিনত নৈৰ পাৰত ঘঁৰিয়ালে গা ৰদাই পৰি থকাদি, ৰাতি পুখুৰীপাৰত মোক জোনাকত গা পোহৰাই পৰি থকা দেখি, নিশা বিমানত ফুৰা দেৱতাসকলে কি ভাবিছিল ক'ব নোৱাৰোঁ; কিন্তু তেওঁলোকৰ ভিতৰৰ কোনো চিকাৰী দেৱতাই যে মোৰ ওপৰত গুলি চলোৱা নাছিল এইটো ধ্ৰুৰূপ ; নতুবা তেওঁ মোক আজি এই সাধু কবলৈ জীয়াই নথৈ নিশ্চয় মোৰ চালেৰে তেওঁৰ চৰাঘৰ সজালেহেঁতেন। এই নিমাত নিফুট ৰাতি এটা বৰ আহুকালৰ কথা হৈছিল যে, বাগিছাৰ গৰাকী নিৰ্ম্মল বাবুৰ মনে মনে থাকিব নোৱাৰা স্বভাৱৰ নাকে ঘোঁট ঘোঁট শবদ কৰি তেওঁৰ শোৱনিঘৰ তল-ওপৰ কৰি তেওঁৰ ওচৰত শোওঁতাসকলৰ শান্তিভঙ্গ কৰিছিল। মই দূৰৰপৰা সেই অপৰূপ শবদ শুনিছোঁ আৰু তেওঁৰ ওচৰত ঘৰৰ ভিতৰত নোশোৱা বাবে নিজৰ বুধিক ধইন ধইনকৈ শলাগিছোঁ। জোনৰ সুবিমল জোনাকে মোৰ গোটেইটো গা বুৰাই দিলে, মই আনন্দত আপ্লুত হলোঁ। এইদৰে জোন আৰু তৰাৰে ভৰপূৰ নীল আকাশলৈ চাই ঈশ্বৰৰ সৃষ্টি-কৌশল আৰু মহিমাৰ বিষয় ভাবি থাকোঁতে থাকোঁতে, কেতিয়া কোনটো ছেগত কব নোৱাৰোঁ, মনে মনে টোপনিয়ে আহি মোৰ মূৰৰপৰা ভৰিলৈকে ঢাকি কলা কাপোৰ এখন মোৰ গাৰ ওপৰত পেলাই দিলে; আৰু সেই কাৰ্য্যত বিনা প্ৰতিবাদে মই সৈমান হোৱা দেখি হবলা, মোৰ চকু, কাণ আদি বাহিৰৰ বনুৱা-লগুৱা ইন্দ্ৰিয়বোৰে ৰোহ পাতি ধৰ্ম্মঘট কৰি নিজৰ কাম-বন বন্ধ কৰি দিলে।

এইদৰে "স্বাধীনতা হীনতাৰস্থাত নাবাঁচি" টোপনিৰ "দাসত্ব-শৃঙ্খল" ভৰিত পিন্ধি, কিমান পৰ আছিলোঁ কব নোৱাৰোঁ; কিন্তু হঠাৎ কোনোবাই মোৰ ভৰিত চেঁচা হাত এখন দিয়া যেন পালোঁ। চাটকৰে টোপনিয়ে মোৰ গাৰপৰা, ওপৰত কৈ অহা কলা কাপোৰখন তুলি নিলে। আৰু, কাৰবাৰ এই কেইষাৰ কথা মোৰ কাণত পৰিল;— "হেঁ গা বাবু মশায়! তোমাৰ কি আৰু ঘুম ভাঙ্গবে না? ওঠনা এক বাৰটি, আমাৰ একটু কথা বলবাৰ আছে।" মই খক্‌মক্‌কৈ উঠি বহিলোঁ। দেখোঁ, পাৰি-নিদিয়া শাৰী পিন্ধা, ওৰণীৰে আদখিনি মুখ ঢকা, কুৰি-বাইশ বছৰ বয়সীয়া বঙ্গালী তিৰোতা মানুহ এজনী মোৰ আগতে থিয় হৈ আছে। তিৰোতাজনীৰ মুখখন শেতা বিৱৰণ, যেন তাত কোনোবাই দুখৰ ডাঠ ৰহণ সানি থৈছে। দুপৰ ৰাতি মই অকলশৰীয়া; এনে সময়ত এই গাভৰু তিৰোতাজনী কৰপৰা

কিয় আহি মোৰ ওচৰত থিয় হৈ আছে, আৰু লোকে দেখিলে বা কি বুলিব কি নিন্দাৰ কথা হব, এই কথা ভাবি মোৰ লাজ ভয় দুইটা সমানে লাগিল। মাতত সুৰ কঠুৱা আৰু তাল খৰ দি মই তাইক সুধিলোঁ, "তই কোন? ইমান ৰাতি মোৰ কাষলৈ কিয় আহিছ?" তিৰোতাজনীয়ে মিহিকৈ উত্তৰ দিলে, "আমি কে, এখনই বলছি ব্যস্ত হবেন না মশায়। কিন্তু, তাৰ আগে বলুন দেখি আপনি কে? কাৰ পৰামৰ্শ শুনে আজ আপনি আমাকে টানাহ্যাচড়া কোৰে নাস্তানাবুদ কৰলেন? হেঁগা বাবু তোমাৰ কাছে আমি এলুম, না তুমি আমাৰ কাছে এলে? আচ্ছা উল্টোচাপ দেখিছে." মই আচৰিত হৈ মাত লগালোঁ, "কি কয় অ, এই জনীয়ে! মই কেতিয়া তোক টনা-আজোৰা কৰিলোঁ? আৰু কেতিয়া তোৰ কাষলৈ আহিলোঁ? তোৰ মতলবটো কিয় ৰাতি গোলমাল এটা পকাই মোৰ গাত বদনাম দি দাঁড়ি ধন উলিয়াই লবলৈ আহিছ হবলা? সি কথা নেচেল! নিৰ্ম্মল বাবুৰ বাগিছাত এনেকুৱা বেয়া শ্ৰেণীৰ মানুহ থকা বুলি জনাহেঁতেন মই কেতিয়াও ইয়ালৈ নাহিলোঁহেঁতেন। এই বাগিছাত এক্ষন্তেকো ভাল মানুহ থকা উচিত নহয় দেখিছোঁ। সি যি হওক, তই ভালে ভালে মোৰ কাষৰপৰা যা; নাইবা মালী আৰু দৰোৱানহঁতক মাতি তোৰ চুলিকোছাত ধৰোৱাই এতিয়াই মই তোক চোচোৰোৱাই উলিয়াই দিয়াম।" মোৰ ভাবুকি শুনি মানুহজনীয়ে মিচিকিয়া হাঁহি মাৰি সমিধান দিলে, "বাবু জী স্থিৰ হও পাগলামী কৰোনা। তোমাৰ কাউকে ডাকতে হবেনা, আমাৰ দু-একটা দুঃখেৰ কথা আছে, তাত তোমাকে বলে এখনই চলে যাব। আমি তোমাৰ সঙ্গে ঝগড়া কৰতে আসিনি; দু-একটা কথা বোলে মনটা একটু হালকা কৰতে এসেছি মাত্ৰ। দৰওৱান মালীকে আৰ ডাকাডাকি কেন, তাদেৰ চেয়ে ঢেৰ মস্ত লোকও আমাৰ মাথাৰ ছেড়া চুল এক গাছিতে হাত দিতে পাৰেনা! ওগো বাবু; বলি ব্যস্ত হইওনা। তোমাদেৰ একটুতেই ব্যস্ত হোৱে ওঠা স্বভাৱ আছে তা আমি জানি, কিন্তু তা না হোয়ে নাহয় একটু স্থিৰ হয়ে আমাৰ কথাটাই শুনলে, তাতে আৰ হানিটা কি? পুৰুষ! পুৰুষ! হে ভগবান! তুমি কি দিয়ে এই জিনিষটাকে গড়েছ জানিনে, জলেৰ নীচে লুকিয়ে পৰে থেকেও তাদেৰ হাত থেকে নিস্তাৰ নেই!" মানুহজনীৰ কথা শুনি আৰু তাইৰ কথাকোৱা গতিটো দেখি মই তধা লাগিলোঁ, আৰু মোৰ বুকুখন অলপ অলপকৈ লৰিবলৈ ধৰিলে। মই মনটো ডাঠকৈ মাত লগালোঁ;— "কি তই পানীৰ তলত লুকাই পৰি থকাৰ কথা বলকিছ? পুৰুষে তোক কি কৰিলে, কি দৌৰাত্ম্য কৰিলে? নিশ্চয় এইজনী মতলীয়া তিৰোতা; কৰবাৰপৰা আহি কিবা কু-মতলবেৰে ৰাতি এই বাগিছাত সোমাইছেহি। দৰোৱান! দৰোৱান!—

মোৰ এই ষাৰ কথা ধুকাওঁতে নুধুকাওঁতেই তাই তাইৰ তৰ্জ্জনী আঙ্গুলিটো মোৰ আগত জোকাৰি মাতি উঠিল, "চুপ! বুলি খবৰ্দ্দাৰ চুপ! ফেৰ যদি তুমি আমাকে মাতাল বলে অপমান কৰবে তো, তাহলে তোমাৰ ভাল হবেনা বলছি। আগে যাৰ দোষে যা হয়েছিলুম হয়েছিলুম; সে সব হোয়ে গেছে। এখন আমি খাৰাপ মেয়ে নই! মাতাল নই! কোনও কু-মতলবে তোমাৰ কাছে আসিনি! খবৰ্দ্দাৰ আৰ সে ৰকম কথা মুখ থেকে বেড় কৰবে না, যা কৰলে কৰলে।"

তিৰোতাজনীয়ে ইমান তেজেৰে সৈতে এই কথা কেইষাৰ কৈছিল যে, মই থমকি গলোঁ আৰু মোৰ গাৰ জোখটো দীঘলে কুচি গৈ কমি যোৱা যেন পালোঁ। এনেতে হঠাৎ মানুহজনীৰ চকুৰে সৈতে মোৰ চকু একে হল। দেখি তবধ মানিলোঁ যে, তাইৰ চকুৰপৰা অসংখ্য জুইৰ ফিৰিঙতি ওলাইছে আৰু মুখৰ ভিতৰৰ দাঁতবোৰ পুহমহীয়া জাৰৰ ঠেতুৱাইত কঁপা মানুহৰ দাঁতৰ দৰে এপাৰিৰ ওপৰত এপাৰি পৰি ঠক্‌ঠক্ শবদ কৰিছে। এইবাৰ সঁচাকৈয়ে মোৰ বুকুত ভয়ে বাহ ললে, মুখৰ মাত হৰিল আৰু মই শোটমোত খাই পৰিলোঁ। মোৰ অৱস্থা দেখি তাই ক্ষন্তেকতে শান্তমূৰ্ত্তি ধৰি মিহিকৈ মাত লগালে, "তুমি নাজেনে আমাকে সেই ৰকম কথা বলেছিলে, আমি বুঝতে পেৰেছি। আৰ বলোনা। আমি খাৰাপ লোক নই। কোনও খাৰাপ মতলবে আমি তোমাৰ কাছে আসিনি। দুখেৰ কথা একটা-আদটা বলবাৰ জন্য তোমাৰ কাছে এসেছি। তুমি একটু মন দিয়ে শুনলেই আমি কৃতাৰ্থ হোৱে চলে যাব।"

মই উত্তৰ দিলোঁ— "বাৰু, কি কব খুজিছা কোৱাঁ, মন দি শুনিম।" তিৰোতাজনীয়ে কবলৈ আৰম্ভ কৰিলে। তাইৰ সেই কথাৰ অবিকল অসমীয়া ভাঙ্গনী তলত দিলো।—

এই বাগিছাখন আজিকালি কাৰ কব নোৱাৰোঁ, কিন্তু আগেয়ে ইয়াৰ গৰাকী আন এজন আছিল। সি আজি ডেৰকুৰি বছৰৰ কথা। সেইজনা সমন্ধত মোৰ জেঠাল আছিল। মোৰ

স্বামীৰ মুখ মই দেখিবলৈকে নেপালোঁ. আমাৰ বিয়াৰ এমাহৰ পিচতে তেওঁ জহনীত পৰি দুকাল। মই তেতিয়া মোৰ আই-বোপাইৰ ঘৰত উমলি ভাত খোৱা সৰু ছোৱালী। মোৰ চকা-চমকাকৈ মনত পৰে, হঠাৎ এদিন আবেলি আমাৰ ঘৰত কোঢ়াল লাগি পৰিল। মই ঘৰৰ আগচোতালত আমাৰ ওচৰচুবুৰীয়া এজনী সমনীয়া ছোৱালীৰে সৈতে উমলি আছিলোঁ; কোঢ়াল শুনি, কি হল বুলি ঘৰৰ ভিতৰলৈ লৰ মাৰি আহি দেখিলোঁ যে, আইয়ে হিয়া-মুৰ ভুকুৱাই কান্দিছে, বোপায়ে বহি চকুৰ পানী টুকি থাকি থাকি "মোৰ কি হল ঐ!" বুলি একোবেলি মাতি উঠিছে। পেহী আৰু আমাৰ বুঢ়ী বেটীজনীয়ে দীঘলকৈ ৰাউচি জুৰি কান্দি গছৰ পাত সৰাইছে। তেওঁলোকৰ কি হল মই একোটো বুজিব নোৱাৰি, তেওঁলোকৰ লগতে কান্দিবলৈ ধৰিলোঁ। ভালেমান বেলিৰ মূৰত কোঢ়াল কমি আহিলত পেহী আৰু বুঢ়ী বেটীজনীয়ে মোক বৰঘৰৰ ভিতৰলৈ মাতি লৈ গৈ মোৰ হাতৰপৰা শঙ্খৰ খাৰু, লোৰ খাৰু, সোণৰ বালা, সোলোকাই ললে আৰু কঁপালৰ সেন্দুৰ মছি দি কলে যে, মই সেইবোৰ আৰু পিন্ধিব নেপায়, কাৰণ মোৰ স্বামী মৰিল। মোৰ স্বামী কি পদাৰ্থ তেতিয়া মই ভালকৈ একোকে নুবুজিছিলোঁ; মাত্ৰ লোকে মোক ঠাট্টা আৰু ধেমালিকৈ কোৱা কথাৰপৰা এই ফেৰা বুজিব পাৰিছিলোঁ যে, কিছুমান দিনৰ আগেয়ে মোৰে সৈতে যে লোকৰ লৰা এটাৰ বিয়া হৈছিল, যি বিয়া মোৰ ধেমালিৰ পুতলাৰ দৰা-কন্যাৰ বিয়াৰ নিচিনা বুলি মই সদায় ভাবিছিলোঁ, সেই লৰাটোকে ইহঁতে মোৰ স্বামী বোলে। মোৰ সেই কথাটো সমূলি ভাল নেলাগিছিল আৰু লোকে সেই লৰাটোক মোৰ স্বামী [illegible] মোক জোকালে মোৰ বৰ খং উঠিছিল। মই ভাবিছিলোঁ, মই পুতলাৰ দৰা-কন্যা পাতি বিয়া দিয়াদি আইয়ে ধেমালিকৈ আমাৰ বিয়া পাতি ৰং কৰিছিল; বিয়াও ভাগিল, ধেমালিও ভাগিল, গল কথা গুচিল; সদায় সেই একেটা পুৰণি কথাকে লৈ মোক সকলোৱে জোকাই থাকে কিয় কব নোৱাৰোঁ। শেহত মোৰ মনত সেই কথা অসহনীয় হৈ উঠিছিলগৈ। সেই নিমিত্তে তেতিয়া পেহী আৰু বুঢ়ী বেটীৰ মুখে মোৰ স্বামী মৰি যোৱাৰ কথা শুনি মই পেটে-পেটে সন্তোষ পালোঁ; ভাবিলোঁ আপদ গল ; আজিৰপৰা আৰু কোনেও মোক তাৰ কথা কৈ জোকাই থাকিব নোৱাৰে; আৰু মোৰ আই-বোপাইৰ লগ আৰু ঘৰ এৰি লোকৰ ঘৰলৈ যাবলৈকো কোনেও কব নোৱাৰে। কিন্তু, মোৰ হাতৰপৰা তেওঁলোকে খাৰু কেইডাল কাঢ়ি নিয়াত হে মই নথৈ বেজাৰ পাইছিলোঁ। মই পেহীক সুধিলোঁ, "পেহী, বাৰু খাৰু কেইডাল নিছ নে, কিন্তু কাইলৈ মোক পিন্ধিবলৈ দিব লাগিব।" পেহীয়ে চকুৰ পানী টুকি উত্তৰ দিলে, "আৰু খাৰু পিন্ধিবলৈ নেপাৱ মইনা! তই বাঁৰী হলি। বাঁৰী মানুহে খাৰু পিন্ধিব নেপায়। মই জানো কেতিয়াবা খাৰু পিন্ধা দেখিছ?" এই কথা শুনি মই ফেঁকুৰি ফেঁকুৰি খুব কান্দিলোঁ।

"মই আই-বোপাইৰ আলাসৰ লাডু আছিলোঁ। বোপাই ধনী মানুহ আৰু তেওঁৰ সন্তান-সন্ততিৰ ভিতৰত ময়েই। তুমি সহজেই অনুমান কৰিব পাৰাঁ, মই কেনে আদৰুৱা আছিলোঁ।"

"মোৰ শহুৰৰ ঘৰ আমাতকৈও চহকী। জোৱাঁয়েকৰ শোকত মোৰ আই-বোপাই জুৰুলা হল। পাঁচ বছৰৰ ভিতৰতে এজনৰ পিচত এজনকৈ দুয়ো ধুকাল। মই নিঠৰুৱা হলোঁ। ধন-সম্পত্তি মাটি-বাৰী মোৰ একোৰো অভাৱ নাছিল; কিন্তু মতা মানুহ অভিভাৱকৰ অভাৱত সেইবোৰ দেখিব-শুনিবলৈ কোনো নাইকিয়া হল। কিছুদিনৰ আগেয়ে মোৰ শহুৰৰো মৃত্যু হৈছিল। শাহু মোৰ বিয়াৰ আগেয়েই ধুকাইছিল। মোৰ জেঠালৰ বাহিৰে নিজৰ মানুহ বুলিবলৈ কোনো নাছিল; গতিকে মই তেওঁৰ ঘৰলৈকে উঠি আহিবলৈ থিৰ কৰিলোঁ। তেওঁ বৰ উৎসাহেৰে মোক আনিলে আৰু মোৰ ধন-বস্তু মাটি-বাৰীৰ ভাল দিহা-পোৱা কৰিবলৈ গাত ললে।

তেতিয়া মোৰ বয়স ওঠৰ বছৰ, আৰু মোৰ মহাশক্ৰ ৰূপ-যৌৱনৰ মোৰ গাত মহা পয়োভৰ। তুমি এতিয়াও মোক দেখি নিশ্চয় অনুমান কৰিব পাৰিছা মই কেনে শুৱনী ছোৱালী আছিলো।

মই আই-বোপাইৰ ঘৰত থাকোঁতে, মোৰ জেঠোত কেনেকুৱা মানুহ মই নেজানিছিলোঁ; কিন্তু তেওঁৰ লগলৈ আহি দুই-চাৰি দিনৰ ভিতৰতে মই তেওঁৰ জঘন্য স্বভাৱ-চৰিত্ৰৰ চিনাকি পালোঁ। কোনোবাই দোৰ্ঘোৰ মদপী আৰু বেশ্যাশক্তি মানুহৰ আহ বিচাৰিলে মোৰ জেঠোতৰ ফালে আঙুলিয়াই দিলেই যথেষ্ট হব। ঘৰত তেওঁৰ সতী লক্ষ্মীৰ নিচিনা ঘৈণীয়েকক এই ভৰিৰে ঠেলি পেলাই নটীৰে সৈতে খোৱা-লোৱা কৰি পশুতকৈও অধইচ জীৱন কটাইছিল। বাৰীৰ ঘাঁহেৰে

সৈতে গোহালিৰ গৰুৰ ৰাহি নহাদি ঘৈণীয়েকে সৈতে তেওঁৰ ৰাহি নাহিছিল। মই তেওঁৰ ঘৰলৈ আহি হে বুজিব পাৰিলোঁ যে, কি এটা ভয়ানক ভুল কৰিলোঁ; আৰু সেই ভুলেই কিজানি মোৰ ইহকাল পৰকাল দুইটাৰ সৰ্ব্বনাশ কৰিব। মনত এই কথা খেলালতে, মই তেওঁৰ আশ্রয় এৰি আকৌ আমাৰ আগৰ ঘৰলৈ উভটি যাবলৈ সঙ্কল্প কৰি মোৰ জাক সেই কথা কলোঁ। মোৰ কথা শুনি জাৰ নিৰ্ম্মল মুখ কলা পৰি গল; চকুপানীৰে তেওঁৰ চকু চলচলীয়া হল। কিছুমান পৰৰ মূৰত চকুৰ লো টুকি তেওঁ কলে, "ভনীটি! জীৱনত বিধতাই মোৰ সুখ নিলিখিলে, নতুবা তুমিও মোক এৰি যাবলৈ ওলোৱা কিয়। সৰহ নকওঁ, তুমি মৰা-বাৰী মই জীয়া-বাৰী। স্বামী-সুখৰপৰা তুমিও বঞ্চিতময়ো বঞ্চিত। তোমাক দুখ পতিয়াবলৈ পাই ক্ষন্তেকমান সুখৰ ছাঁ দেখিছিলোঁ ; গোঁসায়ে তাক সহিব কেলৈ।"

"বাইদেওৰ চকুৰ লো আৰু হিয়াৰ তলিৰপৰা ওলোৱা এই কেইষাৰ কথাই মোক সমূলি ঘটুৱালে; আৰু মই যি থাকে কঁপালত ভাবি তাৰপৰা গুচি যোৱা সঙ্কল্প পৰিত্যাগ কৰি তাতে থাকিলোঁ।"

"লক্ষ মানুহৰ ভিতৰত এটা দুটাৰ মনেহে কেতিয়াবা-কাচিৎ অৱস্থা আৰু সময়ৰে সৈতে তমোময়কৈ লগা দীঘল যুঁজ যুঁজি শেহত জিকিব পাৰে। এনেস্থলত মোৰ নিচিনা নিঃসহায় দুৰ্ব্বল ছোৱালীয়ে কিছুকাল সেই দুৰ্দ্দান্ত দুই শত্রুৰে সৈতে যুঁজিশেহত ঘাট মনা আচৰিত কথা নহয়। কিছুমান দিনৰ মূৰত জেঠালৰ ঘৰত বাস কৰা সেই অপূৰ্ব্ব অৱস্থাৰ উভঁহাবিলাক মৰি মোৰপক্ষে সি মিহি হৈ পৰিল। তেওঁৰ অদ্ভুত অসহনীয় স্বভাব-চৰিত্ৰৰ উৎপাত মোৰ চকু-কাণে সহিবলৈ শিকিলে। আৰু তাৰো কিছুমান দিনৰ মূৰত তাত দোষ বা পাপৰ ছল মোৰ চকুৰে একেবাৰেই নমনা হল।"

"এইখিনিতে কোৱা আৱশ্যক যে, মই মোৰ জেঠোতৰ ঘৰলৈ যাবৰ দিনাৰেপৰা তেওঁৰ পপীয়া চকু মোৰ ওপৰত পৰিছিল; আৰু তেওঁৰ নানাবিধ গঢ়-গতিত সেই কথা ফুটি ওলাইছিল। মই মোৰ বিষম বিপদ বুজিও ঈশ্বৰৰ চৰণত একান্ত নিৰ্ভৰ কৰি জাৰ মৰমৰ মায়া-জৰিডাল ছিঙিব নোৱাৰি তাতে আছিলোঁ। দিনকেদিনে মোৰ বৰজনাই মোক জালত পেলাবলৈ নানা চক্রান্ত কৰিবলৈ ধৰিলে। শেহত অজগৰ সাপৰ আকৰ্ষণত নিৰুপায় হৰিণী তাৰ মুখৰ ভিতৰত সোমোৱাদি গৈ মই পাপ-অজগৰৰ মুখত সোমালোঁ; মোৰ সৰ্ব্বনাশ ঘটিল। কলঙ্কৰ পাচি মই মূৰত তুলি ললোঁ। এই বাগিছাৰ সেইটো ঘৰতে মই মোৰ পপীয়া জীৱন পাষণ্ড জেঠোতৰে সৈতে আমোদ-প্ৰমোদত কটাইছিলোঁ। মোৰ জাই তেওঁৰ স্বামীৰে সৈতে মোৰ জঘন্য ব্যৱহাৰ লক্ষ্য কৰি হতাশ হৈ এদিন যি কেইষাৰ কথা কৈছিল, সেই কেইষাৰ কথা আজিলৈকে মোৰ মনত আছে। জেঠোতে তেওঁৰ ঘৰৰপৰা মোক উলিয়াই-লৈ এই বাগিছাৰ ঘৰলৈ আহিবলৈ ওলাইছে, এনেতে জাই চুলি মেলি বলিয়াৰ দৰে হৈ কৰবাৰপৰা লৰি আহি দুহাতে বুকু চপৰিয়াই মোৰ ফালে চাই কলে, "নলিনী! শেহত তয়ো এনেটো কাম কৰিলি? চুকতে থাকি তই ভাল মোৰ বুকুত কামোৰ মাৰিলি।" পাপ ফটিকাৰ ৰাগীত মতলীয়া হৈ, তেতিয়া জাৰ সেই হিয়া ভাগি ওলোৱা কথাৰ উত্তৰত মই মাথোন হো-হোকৰে হাঁহিলোঁ। পিশাচৰ হাঁহিৰ নিচিনা মোৰ সেই হাঁহি শুনি জাই আকৌ ইয়াকে মাথোন কলে;— "আইৰ ঘৰলৈ যাম, দুই হাতে খাম; বিধতাই বোলে, মই পিচে পিচে যাম।" তই যা, যা, যা; ময়ো কাল হৈ তোৰ পিচে পিচে যাব লাগিছোঁ।" সঁচাকৈ কব লাগিলে, জাৰ সেই কথা কেইষাৰ মোৰ অন্তৰত শেল সোমোৱাদি সোমাইছিল; আৰু তেতিয়াই মনত বৰ ধিক্কাৰ লাগিছিল। কিন্তু, সেই সন্তাপ সেই ধিক্কাৰ ততালিকে উৰি গল; কাৰণ তেতিয়া মই পাপ-পুখুৰীত ডিঙিলৈকে তল যোৱা; তাৰপৰা মোৰ উঠিবৰে শকতি নাই।

"দুখুনী জাৰ মৰ্ম্মভেদী কথা অচিৰতে মোৰ গাত ফলিয়ালে। ছমাহ যাওঁতে নেযাওঁতেই মোৰ পাপৰ পৰাচিত ঘটিল, মই গৰ্ভৱতী হলোঁ। পাপীষ্ঠ জেঠাল যদিও পশুতকৈও অধম, তথাপি হিন্দুসমাজৰ ভিতৰত তেওঁ এজন বৰমূৰীয়া আছিল। দুৰ্ব্বল হিন্দুসমাজে, ধনৰ বলেৰে বলী তেওঁক এৰিবলৈ সাহ গোটাব পৰা নাছিল; বৰং সেই সমাজে তুৰিমুৰি কৰিব নোৱাৰাকৈ তেওঁহে ধনৰ সোপাৰে সমাজৰ মুখত সোপা দি থৈছিল। কিন্তু এইবাৰ তেওঁৰ ভয় হল। তেওঁ ভাবিলে এশ গৰু মাৰিলে বাঘৰো মৃত্যু বুলি কয়, কিজানি ইমানটো ডাঙৰ কলঙ্ক এইবাৰ তেওঁ চম্ভালিব নোৱাৰেই। সেই দেখি তেওঁ মোৰ গৰ্ভ নষ্ট কৰিবলৈকে মনতে সঙ্কল্প কৰি সেই কাৰ্য্যৰ

অৰ্থে খুব চেষ্টা কৰিবলৈ ধৰিলে। কিন্তু, তেওঁৰ সকলো চেষ্টা বিফল হল। বীৰ পুৰুষে শেহত কি কৰিলে কওঁ শুনা।

"এদিন ৰাতি মোৰ টোপনিত পাষগুই মোৰ টেটুটো চেপা মাৰি ধৰি মোক বধ কৰিলে। পাপীষ্ঠৰ এটা পৰম বিশ্বাসী পামৰ লগুৱা বা লগৰীয়া আছিল। তাৰে সৈতে লগ লাগি মোৰ ডিঙ্গিত এটা ডাঙ্গৰ শিল জৰিৰে বান্ধি দি সেই ৰাতিয়েই মোক এই পুখুৰীত পেলাই দি পাপীষ্ঠই কলঙ্কৰ হাতৰপৰা উদ্ধাৰ হল। পাপীৰ হাতত মোৰ প্ৰাণ যোৱাৰ দিনাৰেপৰা আজিলৈকে মই এই পুখুৰীতে পৰি আছিলোঁ। বেচ আছিলোঁ, শান্তিত আছিলোঁ। এই স্বাৰ্থপৰ দুখৰ সংসাৰত, জোন-বেলি-তৰা, বিশেষকৈ পুৰুষৰ মুখ মোৰ চকুত নপৰা হৈ আছিলোঁ। আহা কি শান্তি! কি আৰাম! তুমি কিহৰ বাবে, কি আখেজত আজি মোক জলোৱাৰ হতুৱাই আজোৰাই লটিঘটি কৰি মোৰ শান্তি ভঙ্গ কৰি এইদৰে পাৰত পেলাই দিয়ালা? মোৰে সৈতে তোমাৰ কোনো শত্ৰুতা কোনো কালে নাছিল। তোমালোক মতা মানুহে তিৰোতা মানুহৰ ওপৰত দৌৰাত্ম্য কৰিবৃলৈ আৰু নেৰানে? চিৰকাল আমাৰ ওপৰত তোমালোকে জুলুম কৰিয়েই থাকিবা নে? আৰু, আমি সেও হৈ পৰি খচৰা খায়েই থাকিম নে?

"হৰি হৰি! তিৰোতাৰ জীৱন দুখৰ জীৱন! তাক আৰু দুৰ্ভগীয়া কৰিবলৈ মতা সদায় সাজু! বিয়া কাক বোলে তাক জনাৰ আগেয়েই, আৰু স্বামী কাক বোলে তাক চকুৰে দেখাৰ আগেয়েই, অৰ্থাৎ প্ৰকৃতপক্ষে স্বামীক পোৱাৰ আগেয়েই মই স্বামী হেৰুৱালোঁ বিধবা হলোঁ! তোমালোক পুৰুষৰ কেনে যুক্তি কেনে ন্যায়! তোমালোক আপোনপেটীয়া স্বাৰ্থপৰ জাতি! তিৰোতাৰ ওচৰত বৰমতা বোলোৱা তোমালোকৰ স্বভাৱ। সত্য, ত্ৰেতা, দ্বাপৰ যুগৰ "বাতিল" ব্যৱস্থা শাস্ত্ৰবিলাক তোমালোকৰ আজিকালিৰ আইন; শ্ৰীৰামপুৰৰ "নতুন পঞ্জিকাৰ" দৰে সি কেতিয়াও কোনোকালে পুৰণি হব নেজানে। আৰু আইন কৰোঁতাসকল অৱশ্যে পুৰুষ মানুহেই। সত্য ত্ৰেতা দ্বাপৰৰ ৰজা গল, ৰাজত্ব গল, বৈদিক পৌৰাণিক কত কি ধৰ্ম্ম গল, আচাৰ গল, ব্যৱহাৰ গল, আন কি বগা আৰ্য্যবোৰৰ গাৰ বৰণ সলনি হৈ তেওঁলোক কলা হলগৈ; কিন্তু সেইবোৰ যুগৰ সমাজৰ মানুহে চলিবলৈ কৰা আইনৰ সলনি নাই; সি মোট নসলোৱাকৈ তেনেই জীয়াই আছে! আৰু বেলি পানী হৈ সৌ চাপৰিটো তল গৈছিল, এই বেলি সি শুকাই টকলানি হৈ আছে; তুমি তাতে জোবোৰা এটা মাৰি গাটো ধুই নাহাগৈ কিয়? তোমালোকৰ ন্যায় মতে, স্মৃতি শাস্ত্ৰমতে, বিচাৰ কৰি চালে তুমি দেখিবা যে, তাত এতিয়াও পানী আছে, তুমি মনুৰ মতে এতিয়াও জোবোৰা মাৰি আহিব পাৰা গৈ। কিবা বোলেনে, "ওলোটা বুজিলি ৰাম" তোমালোক মতা মানুহ; পুৰুষে পুৰুষে ওলোটা বুজি বুজিহে তোমালোকে সকলো হেৰুৱাই এই নীহ অৱস্থা পাইছাহি। তোমালোকৰ লক্ষণ ধ্বংস ফালে তেহেলৈ তোমালোকে যিহকে কোৱাঁ। তোমালোকৰ ভিতৰৰ কোনো বা-কাচিৎ এজন দুজনে তোমালোকৰ অন্যায় ব্যৱহাৰ দেখুৱাই তিৰোতাৰ প্ৰতি ভদ্ৰ আৰু ন্যায় ব্যৱহাৰ কৰিবলৈ তোমালোকক যদি কয়, তেন্তে তোমালোকে কঁকালত টঙালি বান্ধি সেই বক্তাজনক কিলাবলৈ উঠা আৰু নানা অত্যাচাৰ উৎপাত তেওঁৰ ওপৰত কৰাঁ। বিদ্যাসাগৰে আমাৰ হৈ আষাৰচেৰেক কথা কোৱাৰ বাবে তেওঁক তোমালোকে নকৰিবৰ চকৰি কৰিলাঁ। গালি-শপনি নিন্দাৰে তেওঁক তোমালোকে পুতি শেহত এঘৰীয়া কৰি এৰিলা। ন্যায় আৰু ধৰ্ম্মৰ ব্যৱহাৰ তোমালোকৰপৰা তো আমি পাব নোৱাৰোঁৱেই, তোমালোকে যি স্মৃতিশাস্ত্ৰ মানো বুলি কোৱাঁ সেই শাস্ত্ৰই বিহাৰ দৰেও কিন্তু তোমালোকে আমাৰ প্ৰতি ব্যৱহাৰ কৰিবলৈ অমান্তি হোৱাঁ। ধইন তোমালোক! বিদ্যাসাগৰে শাস্ত্ৰ-সাগৰ মথি তাৰপৰা বিধৱাৰ বিয়াৰ ব্যৱস্থা উলিয়াই তোমালোকৰ আগত ধৰিলে, তোমালোকে নানা তৰ্কজাল পাতি সেই ব্যৱস্থা টিলিকি মাৰি উৰাই দিবলৈ চেষ্টা কৰি নোৱাৰি, শেহত তেওঁক গালি পাৰি ৰণ জিকিলা। তোমালোকৰ গুণৰ কথা তিনি দিন তিনি ৰাতি কৈ থাকিলেও ওৰ নপৰে। আমি এবাৰ স্বামী হেৰুৱাই তোমালোক পুৰুষৰ ব্যৱস্থা মতে দুনাই বিয়া কৰিব নোৱাৰোঁ, কিন্তু তোমালোকলৈ হলে সেই বাট একেবাৰেই মুকলি ৰাজ-আলি; ঘৈণী মৰি থাকক যত বাৰ হয়; তোমালোকে যিমানবাৰ মন যায় বিয়া কৰি থাকিবা, তাৰৈ শাস্ত্ৰই হাতত ছাতি ধৰি তোমালোকক আদৰি লগে লগে লৈ যাব। ছিঃ! এনেখন শাস্ত্ৰ তোমালোকৰ! এনেকুৱা তোমালোক! এনেকুৱা এইখন সংসাৰ! এইখন সংসাৰৰ গৰাকী কোন? আপোনপটীয়া মতা কেইটাৰ বাহিৰে ইয়াৰ আন কোনোবা গৰাকী আছে যেন মনে নধৰে।"

এইখিনিতে মই মাত লগালোঁ, "শুনিছানে, বোলোঁ জানি শুনি আজি আমি তোমাৰ শান্তিভঙ্গ কৰা নাই। নজনাত হে এই কাণ্ড ঘটিছে। এতিয়া কি কৰিলে আমাৰ গাৰপৰা দায় যাব, আৰু তোমাৰো আকৌ শান্তিস্থাপন হব কোৱাঁ, মই নিশ্চয় তাকে কৰিম।"

তিৰোতাজনীয়ে উত্তৰ দিলে, "আকৌ মোক এই পুখুৰীৰ পানীত পেলাই দিয়াঁ; তেনেহলে মই আকৌ আগৰ ঠাইতে আগৰদৰে নিশ্চিন্ত হৈ শুই থাকিম; আৰু নুমোৱা অগনি নজলে।" মই কলোঁ, "দিম পেলাই। কিন্তু এটা কথা; — তোমাক মই যেনে দেখিছোঁ, এই অৱস্থাত তোমাক পুখুৰীত পেলাই দিলে মোক নৰহত্যা অপৰাধত পুলিচে ধৰি লৈ যাব, আৰু মোৰ ফাঁচী হব।" মোৰ এই কথা শুনি মানুহজনীয়ে পিশাচৰ দৰে ইমান হাঁহিলে যে, শেহত তাই মাটিত বাগৰি পৰিও তাইৰ হাঁহিৰ ওৰ নপৰা হল। তাই সেই বিকট হাঁহিত মোৰ বুকু কঁপিবলৈ ধৰিলে। তাই হাঁহি হাঁহি বাগৰি গৈ গৈ শেহত পুখুৰীৰ পাৰৰ সিফালৰ খাৱৈত পৰিল. মই চকিদাৰ চকিদাৰ বুলি মাতিলত বাগিছাৰ চকিদাৰ লৰি আহিল। মই তাক কলোঁ, "সেইয়া দেখিছ নে?" সি সুধিলে "কি দেউতা?" মই উত্তৰ দিছোঁ, "সেইজনী তিৰোতা মানুহ, মতলীয়াই নে কি মই কব নোৱাৰোঁ, বাগৰি গৈ খাৱৈত পৰিছে।" চকিদাৰে তধা লাগি অলপমান ৰৈ কলে, কতা দেউতা? মই দেখোন একো দেখিবলৈ পোৱা নাই; দেউতাই কিজানি কিবা সমাজিক দেখিছিল হবলা। উঠক দেউতা, ইয়াৰপৰা বলক, ভিতৰত শোৱকগৈ; এই বাগিছাত দেও আছে, বাহিৰত শোৱা ভাল নহয়।" মই "বাৰু, বল বাওঁ" বুলি কৈ তাক কলোঁ, "দেখ, যোৱাৰ আগেয়ে তই চাচোঁন বাৰু, খালটোত কি আছে।" সি মোৰ কথা মতে চাই কলে, "অ, এইটো আজি ৰাতিপুৱা জালত উঠা সেই লাওখোলাটো। ইয়াক দূৰৈত পেলাই দিব লাগিছিল, ইয়াতে কোনে পেলাইছিল কব নোৱাৰোঁ।" এই বুলি সি জেওৰা এচলা আনি তাৰ আগেৰে সেই লাওখোলাটো দূৰলৈ মাৰি পঠিয়াব খোজোঁতেই মই "ৰবি" "ৰবি" বুলি তাক হাক দি কলোঁ, "পুখুৰীৰ বস্তু আকৌ তাক পুখুৰীতে পেলাই দে, সি আগেয়ে যতে আছিল ততে থাওক।" চকিদাৰে সেই কথাত অমত প্ৰকাশ কৰিব খোজোঁতেই মই আকৌ কলোঁ, "নহয়, তই জনা নাই, বাগিছাৰ ওচৰত পৰি থকা তাক পুলিচে দেখিলে, নানা সন্দেহ কৰি আমাক দিগদাৰি কৰিবৰ সম্ভৱ; সেই দেখিহে কৈছোঁ যে, তাক পুখুৰীত পেলাই দিয়াই ভাল।" পুলিচৰ নাম শুনি চকিদাৰে ভয় খাই আৰু একো নকৈ সেই লাওখোলাটো আকৌ পুখুৰীত পেলাই দিলে। মই তাৰপৰা উঠি আহি ভিতৰত শুবৰ চেষ্টা কৰিলোঁ, কিন্তু আৰু টোপনি নাহিল। কেতিয়া ৰাতিপুৱাই কেতিয়া ৰাতিপুৱাই ভাবি বাট চাই থাকোঁতে ৰাতি পুৱাল; "মোৰ বৰ সকাম এটা আছে" বুলি নিৰ্ম্মল বাবুক কৈ তেওঁলোকৰ আগেয়েই মই সেই বাগিছাৰপৰা গুচি আহিলোঁ।

—শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# শিশুশিক্ষা আৰু অসমীয়া সাহিত্য।

জাতীয় জীৱন গঠনত সন্তান প্ৰতিপালন আৰু শিশুশিক্ষা কিমান দৰকাৰী তাক বঢ়াই কব নোৱাৰি। আজি যি শিশু, কালি সিয়ে দেশৰ অধিনায়ক বা কাৰ্য্যকাৰক। অতীত আমাৰ হাতৰ বাহিৰত; বৰ্ত্তমানৰ ওপৰতো হাত চলোৱাৰ ক্ষমতা আমাৰ নাই; কেৱলমাত্ৰ ভৱিষ্যতকেই টাপিটিপি গঢ়ি মনৰ মাফিক কৰি তুলিব পাৰোঁ। সেই দেখি, জাতীয় উন্নতি সাধন কৰিব খুজিলে, মাকৰ পিয়াহ খোৱা লৰা-ছোৱালীক কাতি কৰি থৈ, কেৱল হাতত লাখুটি লোৱা বুঢ়াৰ পকা মূৰৰ উপদেশ ললে, বা দন্তালি মাৰি ফুৰা ডেকাৰ হাতত ধৰি চাৰিওফালে ঘূৰি ফুৰিলেই নহব; আমি সেই কেঁচুৱাক আমাৰ আদৰ্শৰ দৰে গঢ়িবলৈ চেষ্টা কৰিব লাগিব; কোলাত লৈ সিহঁতক শিকাব লাগিব; ভৱিষ্যতে আমাৰ আৰু সিহঁতৰপৰা কি আশা কৰে, কিহৰ উদ্দেশ্যে আমি কাম কৰিছোঁ আৰু তাৰ ইঙ্গিত সাৰ্থকতা কি এই বিষয়ে বেচি কোৱাৰ ঠাই ই নহয়; আৰু কোৱাও

বাহুল্য মাথোন।

এতিয়া, আমাৰ অসমীয়া সাহিত্যে এই শিশুশিক্ষাৰ বাবে কি কৰিছে? শিশুশিক্ষা বুলিলে লৰা-ছোৱালীক নাম দস্তখত কৰিব; চিঠি পঢ়িব, দুই দুগুণে কি হয়, ২১ কড়াই কেই গণ্ডা কেই কড়া হয়, ইয়াকে শিকোৱা বুলি বুজিব নেলাগে। শিক্ষাৰ প্ৰধান উদ্দেশ্য অদূৰ জীৱনযুদ্ধৰ বাবে সকলোকে সজ্জিত কৰা, বা চৰিত্ৰ গঠন কৰা। যি শিক্ষাই চৰিত্ৰগঠনত অলপো সহায় নকৰে, যি শিক্ষাই জীৱনক সঁৎ আৰু সত্য পথত চালিত কৰিবলৈ অলপো বল নিদিয়ে, তাক শিক্ষা নুবুলি ভিক্ষাৰ সাজ বুলিলে বেচিকৈ খাটিব। চৰিত্ৰগঠনৰপৰা জীৱনৰ উদ্দেশ্য সাধনত সহায় কৰাই শিক্ষাৰ প্ৰধান আৰু একমাত্ৰ উদ্ধেশ্য।

পোনতেই আমি কৈ পেলাব পাৰোঁ, অসমীয়া সাহিত্যে আজিলৈকে অসমীয়াৰ চৰিত্ৰগঠনত উপযুক্ত পৰিমাণে সহায় কৰিব পৰা নাই। কথাটি দেশবৎসল অসমীয়াৰ কাণত বৰ কঠুৱা যেন লাগিব; কিন্তু সত্য সদায় সত্য — কি কাৰ্কশ্য বা মাধুৰ্য্যৰ মুখাপেক্ষী নহয়। দুই-আষাৰ কলেই আমাৰ কথাটি পৰিষ্কাৰ হব।

প্ৰাচীন অসমীয়া সাহিত্যৰ ভিতৰত সকলো ঠাইতে আৰু সকলো সময়তে পঢ়াপুথি (ইংৰাজী শব্দ এটি দিব লাগিলে, যাক Classic বুলিব পাৰি) এনে পুথি কেৱল দুখন — কীৰ্ত্তন আৰু দশম। ৰামায়ণ, মহাভাৰত নহয়; কাৰণ, ছপা হোৱাৰ আগেয়ে এদিনৰ বাটৰ মূৰতো এখন সম্পূৰ্ণ ৰামায়ণ পোৱা টান আছিল; মহাভাৰত ছপা হোৱা নাই বুলি; এতিয়াও পোৱা নেযায়। কিন্তু, নানা কাৰণ বশতঃ কীৰ্ত্তন-দশম প্ৰায় ঘৰে ঘৰে আছিল, আৰু এতিয়াও আছে। আৰু, কি শ্ৰাদ্ধকাণ্ডদি সামাজিক বা ধৰ্ম্মকাৰ্য্যত, কি আবেলি ৰাজহুৱা নামঘৰত বহাত, কি জাৰকালি ৰাতি জুহালত সকলো ঠাইতে পুথি পঢ়িলে কীৰ্ত্তন-দশমকে আগবঢ়াইছিল। ইয়াত বাজে, ভাগৱতৰ আন আন স্কন্ধ, গীতা, ৰত্নাৱলী, প্ৰভৃতি আন বহুত পুথিৰ অনুবাদ আছিল সঁচা; কিন্তু সেইবোৰ দুষ্প্ৰাপ্য আৰু দুৰ্ব্বোধ্য আছিল। বৰ্ত্তমানতেই, ইমান পুথি ছপা হৈ ওলোৱাতো, কীৰ্ত্তন-দশমৰ নিচিনা প্ৰচলন একোৰে নাই। ধৰ্ম্ম বা ভক্তি-সাধন পক্ষত কীৰ্ত্তন-দশম যিমানে উপযুক্ত নহক, আৰু শিক্ষিত মানুহক যিমানে সহায় নকৰক, সৰু লৰা-ছোৱালীৰ চৰিত্ৰগঠনত সহায় নহে ই যে এটি বিঘ্ন হে তাক নুই বোলা কোনো নোলায়। হৰমোহন বা ৰাসলীলা শুনি বা পঢ়ি কাৰোঁ কেতিয়াও চৰিত্ৰ গঠিত হব নোৱাৰে। ইয়াতে আমি পৰিষ্কাৰকৈ কওঁ যে, আমি কীৰ্ত্তন দশমক নিন্দা কৰা নাই; হৰমোহন বা ৰাসলীলাৰ গূহ্য অৰ্থ আছে, আৰু যিজনে তাক গ্ৰহণ কৰিব পাৰে তাৰ পক্ষে সি উপাদেয়; কিন্তু দোৰ্ঘোৰ কলিকালৰ শিশুবোৰ প্ৰহ্লাদ নহয় — কলিকালৰ ভাগ্য এনে নহয় যে, নাৰদৰ মুখৰ উপদেশ শুনি গৰ্ভবাসতে ভক্তি তত্ত্বত পাৰ্গত শিশুসকল সেই কালত জন্মগ্ৰহণ কৰে *। ৰামায়ণ আৰু মহাভাৰতে ভাৰতবাসী মাত্ৰৰে চৰিত্ৰৰ ওপৰত অলপ নে অলপ শক্তি প্ৰকাশ কৰিছেই। কিন্তু, আমি আগতে হৈ আহিছোঁ, সেই দুই মহাগ্ৰন্থ অসমীয়া শিশুৰ পক্ষে কেনে দুষ্প্ৰাপ্য তাৰ আন প্ৰমাণ নিবিচাৰি ১৫।১৬ বছৰীয়া লৰা এজনে, যি ৰামায়ণ বা মহাভাৰত পঢ়িছে, কৃত্তিবাসী ৰামায়ণ আৰু কাশীদাসী মহাভাৰতত বাজে আন ৰামায়ণ-মহাভাৰত পঢ়িছে নে নাই সুধিলেই হব; এনেস্থলত অসমীয়া প্ৰাচীন সাহিত্যে শিশুশিক্ষাত কি সহায় কৰিছে!

নতুন অসমীয়া সাহিত্যৰ কথা যিমান কমকৈ কোৱা যায় তিমানেই ভাল। সমুদায় অসমীয়া সাহিত্যৰ ভিতৰত এনে এখন কিতাপ আঙ্গুলিয়াব নোৱাৰি যাৰ বাহিৰা চাকচিকনিয়ে বা ভিতৰুৱা জিকমিকনিয়ে কোমল শিশুমনক আকৰ্ষণ কৰিব পাৰে।

কিন্তু, এইবুলি যে আমাৰ অসমীয়া লৰাই ৰামায়ণ আৰু মহাভাৰতৰ নিচিনা ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ ৰত্নৰ কিৰণ পাই নিজক পৱিত্ৰ কৰা নাছিল, বা এতিয়াও কৰা নাই, এনে নহয়। কিন্তু যিহৰপৰা এইখিনি হৈছিল সি অসমীয়া সাহিত্য নহয়, বঙ্গালী সাহিত্য আৰু অসমীয়া মানুহ। মূৰত চুলিৰ বোজা থকা, চুৰিয়া পিন্ধা আৰু গাত উত্তৰীয় লোৱা বামুণ পণ্ডিত, যাক দেখিলেই Semicivilised বা আধাসভ্য বুলি আমি ঘিণতে নাক কোঁচাওঁ বা নিজৰ অহমীকসূচক হাঁহিৰে যাৰ ক্ষুদ্ৰতাক উপেক্ষা কৰোঁ, সেই ঘৃণিত আৰু উপেক্ষিত বামুণ পণ্ডিতৰ গুণতেই আজিও অসমীয়াৰ জাতীয়ত্ব আৰু ভাৰতীয় আন আন জাতিৰ লগত সেই জাতিৰ সামঞ্জস্য ৰক্ষা হৈছে। তেওঁলোকেই সাধুকথাৰ ছলে, উপদেশ দিয়াৰ ছলে, এনে কি নিজৰ বিদ্যাৰ অভিমান আৰু গৌৰৱ দেখুৱাৰ ছলেও, ৰামায়ণ-মহাভাৰতৰ কথা সকলোৰে মনত জগাই দি আছিল। আৰু তেওঁলোকৰ মুখৰ কথা শুনিয়েই,

* এই কথা বুজিব নোৱাৰাৰ পৰাই নানাজনে ৰামলীলা প্ৰভৃতিৰ কুচ্ছিত্ ব্যাখ্যা দিয়ে; আৰু কৃষ্ণৰ নিচিনা ঈশ্বৰে কৰিছে বুলি ধৰ্ম্ম আৰু সত্যৰ আচৰণত নানা প্ৰকাৰ কু-ক্ৰিয়াৰ আচৰণ কৰে।

দিনৰ দিনটো সাংসাৰিক নানান কৰ্মত ব্যস্ত লোকসকলে শান্তি আৰু সৌন্দৰ্য্যৰ আলযলৈ আহি গধুলি জাৰকালি জুহালত বহি, জহকালি চোতালত বহি, আৰু কেতিয়াবা বিছনাত শুই, লৰা-ছোৱালীহঁতক কাষত লৈ, ৰামৰ মানবিকতা, লক্ষ্মণৰ ভাতৃ ভক্তিৰ কঠোৰতা, ৰাৱণৰ পাপপৰায়ণতাৰ অভিমান, সীতাৰ পাতিব্ৰত্য আৰু কৈকেয়ীৰ কৌটিল্যৰ চিত্ৰ, আৰু ভীষ্মৰ মহত্ত্ব, যুধিষ্ঠিৰৰ সত্যনিষ্ঠতা, দুৰ্য্যোধনৰ আত্মসম্মানৰ চৰমত্ব, ভীমৰ সৰ্ব্বোপেক্ষী বলদৰ্প, দ্রৌপদীৰ গৰিমা, অৰ্জ্জুনৰ বীৰত্ব আৰু কৃষ্ণৰ ধৰ্ম্মনিষ্ঠত্বৰ কাহিনীবিলাক ওচৰাউচৰিকৈ দেখুৱাই, কেতিয়াবা সিহঁতক ৰাম আৰু যুধিষ্ঠিৰৰ দুখ দেখুৱাই কন্দুৱাইছিল, আৰু কেতিয়াবা বা ৰাৱণ আৰু দুৰ্যোধনৰ অন্যায়ৰ গৌৰৱ দেখুৱাই ন্যায়ৰ পক্ষপাতিতা আৰু আৰু ক্ৰোধত অভিভূত কৰিছিল। ইয়াত বাজেও, বুঢ়ীমাকৰ কোলাত বহি ৰজাৰ সাতোটা মাদৈৰ কথা, ৰাক্ষসৰ পানী লাউ-জীৱ লাউৰ কথা, ৰজা-কোৱঁৰ, পাত্ৰ-কোৱঁৰ, মন্ত্ৰী-কোৱঁৰ আৰু নাপিত-কোৱঁৰৰ কথা শুনি শুনি লৰাবোৰে আনন্দতে অধীৰ হৈছিল; আৰু কল্পনা ৰথত আৰোহণ কৰি স্বৰ্ণপুৰী লঙ্কাত দৈববিপদৰ নিচিনা হনুমানে সোণৰ ঘৰে ঘৰে জুই লগাই দিয়া, দ্ৰৌপদীয়ে শিজা শাকৰ এটি কণাৰ দ্বাৰা সশিষ্য দুৰ্ব্বাসাক ভোজন কৰোৱা চাই চাই, কেতিয়াবা বনৰ মাজত আৰু কেতিয়াবা বা ৰাক্ষসৰ দেশত বুঢ়ী ৰাক্ষসীৰ লোৰ কড়াইভজা খাই, আৰু কেতিয়াবা বা কোনো অজানা পানীৰ তলৰ কোনো অজানা দেশত কোনো অজনা ৰাজকুমাৰীৰ অজানা মুখ চাই, ইচ্ছামতে বিচৰণ কৰিছিল। আৰু, সেইদৰেই সিহঁতৰ শিক্ষা হৈছিল, কল্পনাৰ ঐশ্বৰ্য্য সাধন হৈছিল, আৰু চৰিত্ৰৰো গঠন হৈছিল।

"হৈছিল" আমি লিখিলোঁ; বোধ কৰোঁ এতিয়াও সেই শব্দটি লিখিবৰ হোৱা নাই, কাৰণ এতিয়াও তেনেবোৰ হৈয়েই আছে। কিন্তু, অচিৰিতে যে, "হৈছিল" লিখাই উপযুক্ত হব তাৰ আগন্তুকে দেখা দিছে। আজিকালি, অলপ ইংৰাজী শিকিব খুজিলেই, লৰাবোৰ অলপ বয়সতে ঘৰৰপৰা আঁতৰত থাকিব লগীয়াত পৰিছে; আৰু ইংৰাজী শিকাও আজিকালিৰ বায়ু বা Fashion হৈ উঠিছে। আকৌ, শিক্ষিত উচ্চপদস্থসকলে লৰা-তিৰোতা লৈ নানা ঠাইত ঘূৰি ফুৰিব লগীয়াত পৰিছে; আৰু সেইসকলে সংসাৰৰ নানা কাৰ্য্যৰ ভৰত আৰু জীৱিকাৰ বাবে ঘূৰোঁতেই, নিজৰ লৰা-ছোৱালীৰ লগত তেনে বিশুদ্ধ আমোদ উপভোগ কৰাৰ আৰু সিহঁতক সেইদৰে শিক্ষা দিয়াৰ অৱসৰ নোপোৱা হৈছে, সেই দেখি বৰ্ত্তমানে লাহে লাহে পুৰণি এই প্ৰথাবোৰ উঠি যাবলৈ ধৰিছে। আজিকালিৰ ছোৱালী যেতিয়া বুঢ়ীমাক হব, তেতিয়া তেতিয়াৰ বুঢ়ীমাকে এতিয়াৰ বুঢ়ীমাকৰ নিচিনা সাধু কৈ নাতি-নাতিনীক কোনো এক অজ্ঞাত দেশত নানা অজ্ঞাত আৰু আচৰিত বস্তু দেখাই লৈ ফুৰিব পাৰিব নে? এইদৰে নানা প্ৰকাৰে এই প্ৰথাবোৰ যে অলপতে উঠি যাব তাৰ সন্দেহ নাই। এতিয়া গাৱঁত অলপ থাকিলেও চহৰত লোপ পোৱাৰ নিচিনা হৈছে; গাৱঁতো কমি আহিছে। এনে লৰা দেখা গৈছে, যি বভ্ৰুবাহন বা নল-দময়ন্তীৰ কথা নেজানে! বিশ্বামিত্ৰৰ বামুণ হোৱা কথা কব নোৱাৰে! কিছুমান দিনৰ মূৰত এই নজনা সংখ্যা আকৌ বেচি হব; আৰু তেতিয়া ৰাম কোন আছিল তাক চাবলৈকো অভিধানৰ দৰকাৰ হব। ইয়াৰ লগে লগে লৰা-ছোৱালীহঁতৰ শিক্ষাতো বিঘ্ন হব। সেই কাৰণে, অচিৰতে মনিষীসকলে এই ঘৰুৱা শিক্ষাৰ অভাৱ পূৰাবলৈ যত্ন কৰা অতীৱ আৱশ্যকীয় হৈ পৰিছে। আৰু, সেই অভাৱ কেৱল সাহিত্যৰ সহায়তাৰে হে পূৰাব পাৰি। আমাৰ মতে কি কৰিলে সেই অভাৱ পূৰ হব পাৰে, কি কৰিলে শিশু শিক্ষাত অসমীয়া সাহিত্যই সহায় কৰিব পাৰে, তাৰ অলপ কথা পাচত কম। বা সাধুকথা শুনা আদি প্ৰথা লোপ পাব লাগিলে, * তাক পূৰাবলৈ সাহিত্যে যত্ন নকৰিলে আনে নোৱাৰে; কাৰণ, লিখা-পঢ়া জনাৰ লগৰীয়া সাহিত্যই; আৰু কেৱল সাহিত্যই কেতিয়াবা বাপেক, কেতিয়াবা বুঢ়ীমাক, কেতিয়াবা সমনীয়া, আৰু কেতিয়াবা গুৰুজনৰ ঠাই অধিকাৰ কৰি, আমাক সকলো ঠাইতে আৰু সকলো সময়তে আমোদ আৰু উপদেশ দিব পাৰে। সেই কাৰণে অসমীয়া সাহিত্যত শিশুৰ পাঠ্যোপযোগী নানা প্ৰকাৰ কিতাপ যাতে হব পাৰে তাৰ বাবে যত্ন কৰা দেশৰ হিতাকাঙ্খী মাত্ৰৰে উচিত। আখৰ চিনা লৰা এজনক

* লিখা-পঢ়াৰ প্ৰচলন আজিকালি যে আৰু বেচি হব তাত সন্দেহ নাই; আৰু তাৰ লগে লগে পূৰ্ব্বৰ সাধুকথা, শুভঙ্কৰৰ আৰ্য্যা, যোজোনা আদিও যে লোপ পাব তাৰো সন্দেহ নাই। তিনিকুৰি বছৰীয়া বুঢ়া এজনে নানা প্ৰকাৰৰ যিবোৰ আৰ্য্যা মাতে, আৰু কুৰি বছৰৰ মূৰত সেইবোৰ লোপ নেপাব নে? এতিয়াই বহুত যোজোনা আৰু শুভঙ্কৰৰ আৰ্য্যা লোপ পাইছে। আমি নকওঁ যে, সেইবোৰ আজিকালিৰ শিক্ষনীয় বিষয়তকৈ বেচি লাগতিয়াল; কিন্তু, সেইবুলি সি অনাদৰৰ বস্তু নহয়; আন নহলেও প্ৰাচীন বুলি সেইবোৰ ৰক্ষা কৰাৰ যত্নৰ দৰকাৰ। দেশৰ প্ৰাচীনত্বৰ অন্ধকাৰ চুকতো দেশৰ আচাৰ-নীতি, শিক্ষা-দীক্ষাৰ ইতিহাস লুকাই থাকে। সেই বাবে যি এইবোৰ প্ৰাচীন সম্পত্তি ৰক্ষা কৰিবলৈ যত্ন কৰে তেওঁ আমাৰ আদৰ আৰু সন্মানৰ পাত্ৰ।

কিতাপ এখন পঢ়িবলৈ দিব খুজিলে কিতাপ পাবলৈ নাই; হয় তাৰ হাতত বঙ্গলা কিতাপ এখন দিব লাগিব, নহয় তাক সেই আনন্দ আৰু শিক্ষাৰপৰা বঞ্চিত ৰাখিব লাগিব। বঙ্গলা কিতাপ দিয়াত আন ওজৰ নহলেও, আমাৰ সৰু লৰা-ছোৱালীহঁতে তাক বুজিবই নোৱাৰে। এনে থলত কিতাপৰ অভাৱত লৰাক শিক্ষাৰ উপকাৰিতাৰপৰা বঞ্চিত নকৰিলে উপায় নাই। ই কিমান উপকাৰৰপৰা আমাৰ লৰা-ছোৱালীহঁতক বঞ্চিত কৰিছে, যি এই কথা অলপ ভাবি চাইছে, অথবা যি শিশুশিক্ষাৰ সম্পৰ্কে নিজে অলপ অভিজ্ঞতা পাইছে তেওঁলোকে ভালকৈ জানিব; আৰু তেওঁলোকে ভালকৈ বুজিব যে, এই কথাটি বৰ্ত্তমানত আমাৰ কিমান দৰকাৰ আৰু সেই সম্পৰ্কে যত্ন কৰা কিমান উচ্চ কাম আৰু দেশৰ মঙ্গলজনক।

প্ৰথমতে, এই বাবে ৰামায়ণ আৰু মহাভাৰতৰ একোটি সৰল সংস্কৰণ আমাৰ আৱশ্যকীয়। পৃথিৱীৰ ভিতৰত ই যে সৰ্ব্বোৎকৃষ্ট এনে কথা কোৱাৰ আমাৰ সাহ নাই; কাৰণ, পৃথিৱীৰ ভিতৰত কি আছে তাৰ আমি কি জানো! কিন্তু এই বিষয়ত নিজৰ অভিজ্ঞতাৰ বলত নহলেও, পণ্ডিতৰ মত লৈয়ে কব পাৰোঁ যে, ভাৰতবৰ্ষৰ সাহিত্যৰ ভিতৰত এই দুখন পুথিৰ নিচিনা সকলো ফালে সম্পূৰ্ণ আৰু জাতীয় চৰিত্ৰ গঠন কৰাৰ উপযুক্ত আন কোনো পুথি নাই। ৰামায়ণ-মহাভাৰততো বহুত আখ্যান বহুত কথা আছে, যাক লৰা-ছোৱালীৰ হাতত দিব নোৱাৰি; সেই বাবেই কৈছোঁ, সৰল সংস্কৰণ, — কেৱল গল্পাংশ আৰু ভাল ভাল আখ্যান লৈ, যাতে প্ৰধান চৰিত্ৰৰ চিত্ৰ কেইটি ভালকৈ পৰিস্ফুট হয়, সেই ধৰণৰ সংস্কৰণ একোটি লাগে। লিখা-পঢ়া জনা উপযুক্ত মানুহে এই কাম হাতত লব পাৰে।

দ্বিতীয়তঃ, আমাৰ সাধুকথাবোৰ সংগ্ৰহ কৰি সেইবোৰ সুন্দৰ সুন্দৰ কিতাপৰ আকাৰে ছপোৱা। সাধুকথা-সৰল ভাষাত লিখি লৰা-ছোৱালীৰ উপযুক্ত কৰা কথাটি শুনাত সহজ হলেও, কাৰ্য্যত তিমান উজু নহয়। সেইবুলি যে সি অসাধ্য এনেও নহয়। শিক্ষা পোৱা লোক মাত্ৰেই তাক কৰিব পাৰে। শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্মাই "উষা"ত যিবোৰ সাধুকথা লিখিছে, সেইবোৰ ভাল হৈছে; সেই দৰৰ হলেই আমাৰ কাজ চলে। ইয়াতে আকৌ এটি কথা কোৱাৰ লোভ এৰিব নোৱাৰিলোঁ। কোনো-কোনোৱে কয়, "উষা"ৰ নিচিনা কাকতত সাধুকথাৰ নিচিনা লঘু বিষয় তুলি দিয়া অনুচিত। আমাৰ মতে, (সেই মতৰ মূল্য যিয়েই নহওক) বৰ্ত্তমানে "উষা"ৰ কিছুমান পাত কেৱল লৰা-ছোৱালীহঁতৰ বাবেই থকা উচিত; আৰু সেইবোৰ সাধুকথা আদি সিহঁতে বুজিব পৰা উপযুক্ত কথাবোৰেৰে পূৰ্ণ থকা উচিত।

তৃতীয়তঃ, আমাৰ সাহিত্যত এনে কিছুমান গল্পৰ কিতাপ থাকিব লাগে, যাক পঢ়ি লৰা-ছোৱালীহঁতে কল্পনা, ধৈৰ্য্য, বীৰত্ব, বাৎসল্য প্ৰভৃতি গুণবোৰৰ উৎকৰ্ষ সাধন কৰিব পাৰে। ইয়াৰ লগতে অনুবাদৰ কথাও উনুকিয়াব পাৰি। আন দেশৰ সাহিত্যৰপৰা আমাৰ আৱশ্যক আৰু সুবিধা বুজি সহজে অনুবাদ কৰি লব পাৰি; আৰু ইয়াৰপৰা আমাৰ সাহিত্যও চহকী হয়।

আমি আশা কৰোঁ, এইবোৰ অলপ যত্ন ললেই কৰিব পাৰি; আৰু যি প্ৰথমতে কৰিবলৈ আগবাঢ়িব তেওঁৰ লাভো যথেষ্ট হব। আন আন দেশত আৰু আন আন সাহিত্যত এই বিষয় কিমান যত্ন লোৱা হৈছে, আৰু তাৰপৰা কিমান লাভো কৰিছে, শুনিলে আচৰিত হব লাগে। আমাৰ দেশ আৰু আমাৰ দশা এনে যে, আমাৰ লৰা-ছোৱালীৰ বাবে এখনো তেনে কিতাপ নাই। যি মহাজনে শিশুশিক্ষাৰ বাবে উপযুক্ত কিতাপ ৰচে, বা আন প্ৰকাৰে যত্ন কৰে, তেওঁ নিশ্চয় দেশৰ আৰু সমাজৰ ধন্যবাদৰ পাত্ৰ; আৰু নিশ্চয় তেওঁৱেই দেশৰ আচল হিতাকাঙ্খী, আৰু দেশৰ আচল সু-সন্তান।

—শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

# জগন্নাথ বৰুৱা।

১৭৭৩ শকত আসাম আকাশত দুটি যুটীয়া তৰা উদয় হয় — এটি ৰায় জগন্নাথ বৰুৱা বাহাদুৰ আৰু ইটি শ্ৰীযুত মানিক চন্দ্ৰ বৰুৱা। একে বছৰতে দুইবো জন্ম আৰু সৰুৰেপৰা দুয়ো একেলগে ডাঙৰ হৈ, একে থোপাতে দুটি ফুল-কলি ফুলি থকাৰ দৰে আছিল। অলপতে অকালত ধুমুহা মাৰি তাৰে এটি ফুল সৰাই নিলে; জগদীশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰোঁ,

যেন ইটিয়েই সুদীৰ্ঘকাল সু-বাস বিতৰি ফুলি থাকে। এই দুজন বন্ধুৰ কথা একেলগে নিলিখিলে এজনৰো জীৱন-চৰিত্ৰ সম্পূৰ্ণকৈ লিখা হব নোৱাৰে, আৰু এওঁবিলাকৰ জীৱন-চৰিত লিখিবলৈ হলে, ১৭৭৩ শকৰ পৰা বৰ্ত্তমান সময়লৈকে আসামৰ সামাজিক আৰু ৰাজনৈতিক অৱস্থাৰ বিষয়ে এখন ডাঙৰ পুথি লিখিব লাগিব।

ৰায় জগন্নাথ বৰুৱা বাহাদুৰৰ বাল্যজীৱনৰ দুটিমান প্ৰধান ঘটনাৰ কথাৰে তেওঁৰ ছবি এটি "উষা"ৰ পাঠকক উপহাৰ দিয়াই এই প্ৰবন্ধৰ উদ্দেশ্য— তেওঁৰ জীৱন-চৰিত আলোচনা কৰা আমাৰ উদ্দেশ্য নহয়।

১৭৭৩ শকৰ কাতি মাহত জগন্নাথ বৰুৱাৰ জন্ম হয়। এওঁৰ পিতাক হেমধৰ বৰুৱা এজন বিচক্ষণ পণ্ডিত আছিল আৰু তেওঁ প্ৰথমতে দাৰোগা কাম কৰি শেহত ডেপুটী কলেক্টৰৰ বিষয় পাইছিল।

প্ৰথমতে জগন্নাথ বৰুৱাই পিতাকৰ ওচৰত সংস্কৃত পঢ়িছিল। খৃঃ ১৮৬৮ চনত তেওঁ এণ্ট্ৰেঞ্চ পাচ কৰে, আৰু ১৮৭২ চনত কলিকতাৰ প্ৰেচিডেন্সি কলেজৰ পৰা বি, এ, পাচ কৰি উজনীৰ প্ৰথম বি, এ, বাবে "বি, এ, জগন্নাথ" নাম পায়। আজিলৈকে "বি, এ, জগন্নাথ" বুলি হে তেওঁক সকলোৱে জানে। তেওঁ বি, এ, পাচ কৰাৰ বছৰতে "নেটিভ চিভিল চাৰ্ভিচ" (Native Civil Service) পৰীক্ষাত অতি উচ্চ স্থান অধিকাৰ কৰি পাচ হল। আৰু, বঙ্গদেশত গৱৰ্ণমেণ্টে তেওঁক চব-ডেপুটী কলেক্টৰ মনোনীত কৰিছিল— কিন্তু তেওঁ সেই কাম নললে। যি মূলা বাঢ়িব দুপাততে চিনি। কলিকতাত পঢ়োতেই বি, এ, জগন্নাথে নিজৰ সৎসাহ আৰু স্বদেশ প্ৰেমৰ চিন ভালকৈ দেখুৱাইছিল। এই সময়তে গৱৰ্ণৰজেনেৰেল লৰ্ড নৰ্থব্ৰুক চাহাবে প্ৰথমতে আহি দুখনমান অভিনন্দন পত্ৰ গ্ৰহণ নকৰা দেখি বঙ্গদেশৰ বহুত ডাঙৰ ডাঙৰ মানুহেও তেওঁক তেনে পত্ৰ দিবলৈ সাহ নকৰিছিল; কিন্তু, আমাৰ বি, এ, জগন্নাথে তেওঁৰ বন্ধু শ্ৰীযুত মানিক চন্দ্ৰ বৰুৱাৰে সৈতে গোট খাই ১৮৭২ চনত আসাম দেশৰ হৈ সাৰুৱা অভিনন্দন পত্ৰ এখন সুন্দৰ ইংৰাজীৰে লিখি লৰ্ড নৰ্থব্ৰুকক দিছিল। এওঁবিলাকৰ লগতে এই কাৰ্য্যত ৰাধিকাৰাম টেঁকিয়াল ফুকনো আছিল। নৰ্থব্ৰুক চাহাব বৰ সন্তুষ্ট হৈ এই অভিনন্দন পত্ৰ গ্ৰহণ কৰিলে। এই কথা কাকতে পত্ৰে প্ৰকাশ হলত, তিনটা স্কুলীয়া লৰাই লাটচাহাবক অভিনন্দন পত্ৰ দিলে বুলি "ইণ্ডিয়ান মিৰৰ" (Indian Mirror) "হিন্দু পেট্ৰিয়ত" (Hindu Patriot) আৰু "অমৃত বাজাৰ পত্ৰিকাত" নানা ৰকম আন্দোলন হবলৈ ধৰিলে বঙ্গদেশৰ গৱৰ্ণমেণ্টে এই বিষয়ে অনুসন্ধান কৰি "ৰেবাট" কৰিলে যে, অভিনন্দন পত্ৰত চহি কৰা তিনিওজন কলেজৰ ছাত্ৰ। যি হওক, অভিনন্দন পত্ৰখন ইমান সুন্দৰ হৈছিল যে, ইস্কুলীয়া লৰাই দিয়া বুলিয়েই তাক দলিয়াই পেলাব নোৱাৰিলে। লৰ্ড নৰ্থব্ৰুকে নিজে আসামলৈ আহি, আসামৰ অৱস্থা চাই এই অভিনন্দন পত্ৰত লিখা সকলো আপত্তিৰ সু-ব্যৱস্থা কৰিলে। বি, এ, জগন্নাথে লিখা প্ৰথম অভিনন্দন পত্ৰৰ ফল ফলিল।

বি, এ, পৰীক্ষালৈ এমাহমান থাকোতেই জগন্নাথ বৰুৱাৰ পিতৃ বিয়োগ ঘটে। সেই কাৰণে তেওঁ পৰীক্ষা দিয়েই ঘৰলৈ উভটি আহিব লগা হল, আৰু ঘৰৰ আৰ্থিক অৱস্থা সিমান ভাল নাছিল গুণে আকৌ ঘূৰি কলিকতালৈ যাব নোৱাৰিলে। এই সময়তে আসাম গৱৰ্ণমেণ্টে তেওঁক প্ৰথম 'গ্ৰেডৰ" চবডেপুটী কলেক্টৰৰ কাম দিয়ে। এনে অৱস্থাত বহুতে আগ্ৰহেৰে এই কাম গ্ৰহণ কৰি নিজক ভাগ্যবান মানিলেহেঁতেন। কিন্তু জগন্নাথ বৰুৱাই কাম কৰিবলৈ অস্বীকাৰ কৰি পৈতৃক ৩০ একৰ চাহনি মাটিত বাগিছা কৰিবলৈ প্ৰস্তুত হল। কোনে ভাবিছিল যে, সেই ৩০ একৰ হাবি এসময়ত এখন প্ৰকাণ্ড চাহ বাগিছা হব। সম্ভৱতঃ, জগন্নাথ বৰুৱাই নিজেও এনে আশা কৰা নাছিল। গৱৰ্ণমেণ্টৰ ঘৰৰ যাচি দিয়া উচ্চ বিষয় এৰি চাহ খেতি কৰিবলৈ যোৱা দেখি বহুতে তেওঁক ইতিকিং কৰিছিল, আৰু এদিন তেওঁৰ এজন বন্ধুৱে মুখৰ আগতে তেওঁক বলিয়া বুলি কৈছিল। তেতিয়া তেওঁ হাঁহি হাঁহি বন্ধুজনক এই মাত্ৰ কলে, "২০ বছৰৰ ভিতৰত মই তোমাক দেখুৱাম যে, চাকৰি নকৰিও মানুহে মানুহ বোলাই খাব পাৰে"। ঠিক ২০ বছৰৰ পাচত, তেওঁ এদিন আবেলি চাহ খোৱা মেলত সেই বন্ধুজনক এই প্ৰবন্ধ লিখকৰ আগতে এইদৰে কৈছিল;— "তুমি আজিকালি স্বীকাৰ কৰা নে যে, চাকৰি নকৰিও মানুহে মানুহ বোলাই খাব পাৰে?"

আসামত সৰ্ব্বসাধাৰণৰ মত (Public opinion) বুলি এটা কথা একেবাৰে নাছিল। জগন্নাথ বৰুৱাই কলিকতাত পঢ়াৰেপৰা সংকল্প কৰিছিল যে, তেওঁ এই কথাটি অসমীয়াক শিকাব। এয়ে তেওঁৰ জীৱনৰ লক্ষ্য আছিল। এই বাবেই তেওঁ

দুবাৰ চবডেপুটী কলেক্টৰৰ কাম লবলৈ অস্বীকাৰ কৰে। এই বাবেই তেওঁ অনিশ্চিত স্বাধীন ব্যৱসায় অৱলম্বন কৰি প্ৰথম জীৱন আৰ্থিক অনাটনত কটায়। এই বাবেই তেওঁ ১৮৭৫ চনত যোৰহাটত সৰ্ব্বজানিক সভাৰ প্ৰতিষ্ঠা কৰে। অসমীয়া মানুহক ৰাজনৈতিক বিষয় আলোচনা কৰিবলৈ শিকোৱা এই সভাৰ ঘাই উদ্দেশ্য, আৰু আসামত এই বিধৰ এইখনেই প্ৰথম সভা আছিল। অতি দুখৰ বিষয় যে, এই উদ্দেশ্য সম্পূৰ্ণ নৌ হওঁতেই বি. এ, জগন্নাথৰ লগতে-তেওঁৰ সৰ্ব্বজানিক সভাও লোপ পালে।

আজিকালি আমাৰ মানুহৰ ভিতৰত যি দুখন-এখন চাহ-বাগিছা আছে, সি জগন্নাথ বৰুৱাৰ দৃষ্টান্তৰ ফল। আৰু আমাৰ ভিতৰত সৰ্ব্বজানিকৰ দৰে যি এখন দুখন সভা আছে সিও তেওঁৰ দৃষ্টান্তৰ ফল।

জগন্নাথ বৰুৱাৰ দৰে লিখা-পঢ়া চৰ্চ্চা কৰা মানুহ অতি বিৰল। সকলো ৰকমৰ ইংৰাজী, সংস্কৃত, অসমীয়া আৰু বঙ্গলা ভাল ভাল পুথি প্ৰায়বোৰ তেওঁৰ আয়ত্ত আছিল। তেওঁৰ স্মৃতি শক্তি দেখিলে আচৰিত হব লাগে। কোন বছৰত কোন বাতৰি কাকতত কি লিখিছিল তেওঁৰ যেন একেবাৰে মুখস্থ হে আছিল।

জগন্নাথ বৰুৱা বৰ উদাৰ আৰু ওখ মনৰ মানুহ আছিল। অসমীয়া, বঙ্গালীস ইংৰাজ সকলোৱে তেওঁক সমানে ভাল পাইছিল। তেওঁৰ এটা আশ্চৰ্য্য গুণ আছিল যে, তেওঁ সকলোৰে লগত মিলিব পাৰিছিল আৰু সকলোকে কথাৰে তুষ্ট কৰিব পাৰিছিল। সমাজত থাকিবলৈ হলে মানুহে কথা কব জানিব লাগে। আৰু, কথাৰে লোকক তুষ্ট কৰিবলৈ হলে হৃদয়ত অমায়িক ভাব থাকিব লাগে। জগন্নাথ বৰুৱাৰ প্ৰত্যেক কথাই তেওঁৰ উদাৰ ভাবৰ পৰিচয় দিছিল আৰু সেই বাবেই তেওঁৰ কথাত সকলো মোহিত হৈছিল। আৰু, এই অসাধাৰণ গুণ নথকা হলে তেওঁ গোটেই আসাম দেশৰ সৰ্ব্ববাদীসম্মত নেতা হব নোৱাৰিলেহেঁতেন; এই গুণ নথকা হলে বিলাতত গৈ তেওঁ সকলোৰে আদৰ আৰু প্ৰশংসা লাভ কৰিব নোৱাৰিলেহেঁতেন। তেওঁ বক্তা নহয়, কিন্তু তেওঁৰ বক্তৃতা শুনি বিলাতৰ বাতৰি কাকত এখনে লিখিছিল যে, ১০০ ইংৰাজৰ ভিতৰৰ ৯৯ জনে তেওঁৰ দৰে বক্তৃতা দিব নোৱাৰে।

—**শ্ৰীৰাধানাথ ফুকন।**

# কানিৰ অপকাৰিতা।

(৬৪ পিঠিৰ পাচৰপৰা।)

ওপৰত লিখা এই উপায়বোৰৰ ভিতৰত (১) উপায়টোৱেই প্ৰধান। চৰ্কাৰৰ অনুগ্ৰহ হলে আইন কৰি চকুৰ টিপতে যে অসমত কানি আৰু কানীয়া নোহোৱা কৰিব পাৰে তাত বিন্দুমাত্ৰও সন্দেহ নাই। কিন্তু, এই বিষয়ত প্ৰজাৰ বিৰুদ্ধ মত ভাবি চৰ্কাৰে হেনো ইয়াত হাত দিব নোখোজে। যদি সঁচা হয় তেন্তে দেশহিতৈষীসকলৰ মনে-চিতে যদি বলৱন্ত যমদূত কানিক অসমৰপৰা খেদিবলৈ ইচ্ছা আছে তেন্তে সকলো ঠাইত সভাসমিতি পাতি মেল কৰি গৱৰ্ণমেণ্টক কানিৰ নৰঘাত দোষ ভালকৈ বুজাই দি সকলো ঠাইৰ মানুহৰ চহি কৰি দৰ্খাস্ত দিয়ক। কাকুতি-মিনতি কৰি পিতৃতুল্য গৱৰ্ণমেণ্টক খাটিলে আইনৰ দ্বাৰা কানি বেছা আৰু খোৱা ৰহিত কৰি অসমীয়া জাতিক অৱশ্যে যমদুৱাৰৰপৰা ওলোটাই আনিব। হেজাৰ হেজাৰ কানীয়াৰ মনত দুখ-বেজাৰ দি কানি গুচাবলৈ যে গৱৰ্ণমেণ্টে ইচ্ছা নকৰে আৰু কৰাটোও ভাল নহয় এনেকুৱা আশঙ্কা কৰিব নেলাগে; কাৰণ কানি তুলি দিয়া সময়ত কানীবিলাকে বৰপুতেক মৰাৰ সমান শোক-দুখ বেজাৰ পালেও কিছুমান দিন পলমে সেই কানীয়া বিলাকেই মৰণৰ মুখৰপৰা আৰু অধোগতিৰপৰা ৰক্ষা কৰা বাবে গৱৰ্ণমেণ্টৰ ওচৰত চিৰ দিনলৈ অন্তৰে সৈতে শলাগ লব তাত এতিলো সন্দেহ নাই। আৰু, যি কামেৰে সকলো বিধৰ অধোগতিৰপৰা পুত্ৰবৎ প্ৰজাৰ ৰক্ষা হয়, ৰাগী লগা কিছুমান হিতাহিত নুবুজা মানুহে তাত বেয়া পালেও, দেশহিতৈষীবিলাকে সভা-সমিতি কৰি দৰ্খাস্ত দি বাতৰি কাকতত সদায় লিখি থাকি চৰ্কাৰক খাটিলে গৱৰ্ণমেণ্টে সেই প্ৰজাপালন পুণ্য কামৰ পৰা পিচহোঁহকা নেমাৰে। সতীদাহ প্ৰথা, গঙ্গা-

সাগৰৰ সঙ্গমত লৰা বুৰাই মৰা নিয়মকো অতি নিষ্ঠুৰ আৰু নিকৰুণ বুলি জানিয়েই সেই সময়ৰ ভাৰতবৰ্ষৰ প্ৰায় সকলো হিন্দুৰ দোৰ্ঘোৰ আপত্তিত কাণ নিদি ভীষণ বিদ্ৰোহৰ সম্ভাবনালৈকো চকু নিদি গৱৰ্ণমেণ্টে তাক গুচাই প্ৰকৃততে প্ৰজাপালনৰ চিন দেখুৱাইছিল, আৰু সেইবাবে এতিয়া সকলো জাতি সকলো হিন্দুৰ আন্তৰিক শলাগ আৰু দৃঢ় ভক্তি পাইছে; তেন্তে ভালকৈ খাটিলে গৱৰ্ণমেণ্টে কানি গুচাই প্ৰজাৰ মঙ্গল নেসাধিবৰ কাৰণ নেদেখোঁ। কানি ৰহিত কৰি ৰাজহ কমাবলৈ গৱৰ্ণমেণ্টে যে ইচ্ছা নকৰে এনেকুৱা সন্দেহ কৰাও মুঠেই বুদ্ধি নোহোৱাৰ চিন। কাৰণ, সেই ক্ষতি আপুনি পুৰ হব। কানি এৰি দিলে মানুহৰ এলাহ যাব আৰু পৰিশ্ৰমেৰে মাটি ভাঙ্গি খেতি কৰিলে খাজানাৰপৰাই সেই টকা ওলাব। সেই ক্ষতিপূৰণ অকল মাটিৰ ৰাজহৰপৰা নহয় বুলি মানি ললেও, আন-আন উপায়েৰে সেই ক্ষতি পূৰাব পাৰে। অধিকন্তু এটা জাতিৰ অধোগতিৰ ঘাই কানি-বিহক হেজাৰ ক্ষতি কৰিও দূৰ কৰা উচিত। মানুহৰ জীৱনতকৈ টকা বহুমূলীয়া হ'ব নোৱাৰে; তেনে ভবাটোও নিচেই স্বাৰ্থপৰ আৰু নিকৰুণ লুভীয়া ৰাক্ষসৰ লক্ষণ। হেজাৰ হেজাৰ অবোধ মানুহক বিহ খাই প্ৰকাৰান্তৰে আত্মঘাত কৰিবলৈ পিতৃতুল্য গৱৰ্ণমেণ্টে দিয়ক চাৰি ঘোৰ শত্ৰুৱেও নিদিয়ে। "বজ্ৰাদপি কঠোৰাণি মৃদুনি কুসুমা দপি লোকোওৰাণাং চেতাংসি কোনু কিজ্ঞাতুমৰ্হতি" অসাধাৰণ পুৰুষসকলৰ চিত্ত বজ্ৰৰ অপেক্ষাও টান আৰু ফুলৰ পাহিতকৈও কোমল; তেওঁলোকৰ চিত্তক কোনোৱে জানো বুজিব পাৰে? অষ্টলোকপাল দেৱতা সকলৰ অৱতাৰ আমাৰ সম্ৰাটৰ প্ৰতিনিধি বিলাক অসাধাৰণ পুৰুষ; তেওঁলোকে কৰা কামৰ প্ৰকৃত কাৰণ বুজা সাধাৰণ মানুহৰ পক্ষে অসাধ্য। কানি বিহ মাৰাত্মক বুলি জনা বুজা স্বত্বেও আৰু চকুৰ টিপতে অসমক কানিবিহীন কৰিব পৰা স্বত্বেও তেওঁলোকে কি অভিপ্ৰায়ে এতিয়ালৈকে অসমীয়াক কি মহাপাপৰ দণ্ডত কানিৰ নৰকত বুৰি মৰিবলৈ দিছে কব নোৱাৰোঁ। সকলো পাপৰে পৰাচিত আছে, পৰাচিত হলে শুদ্ধ হয়, ইমান অধোগতিতো আমাৰ পৰাচিত হোৱা নাই নে? সকলো পাপৰ ফল নৰক ভোগ মহাযন্ত্ৰণা ভোগ; সেই নৰ্কীয়ে পাপৰ ফল ভোগ হলে উদ্ধাৰ পায়, আমি গৱৰ্ণমেণ্টক কৰযোৰে সোধোঁ, আমাৰ উদ্ধাৰ হ'ব নে? আমাক নো আৰু কিমান দিনলৈ কানিৰ নৰকত বুৰাই অশেষ যন্ত্ৰণা দিব? "মাৰে ৰজাই ৰাখে কোনে, ৰাখে ৰজাই মাৰে কোনে?" ৰজাৰ হাততে আমাৰ জীৱন মৰণ; এতেকে সবিনয়ে আমি ৰজাৰ ওচৰত প্ৰাৰ্থনা কৰোঁ, সোনকালে দেশৰপৰা কানি গুচাই অসমীয়াক ৰক্ষা কৰোক। কানি এৰিলে কানীয়াবিলাকৰ আৰ্থিক অৱস্থা ক্ৰমাৎ ভাল হৈ আহিব, সময়মতে মাটি প্ৰভৃতিৰ ৰাজহ দিব পাৰিব। সিহঁতে পৰিশ্ৰমী আৰু কামিলা হৈ চন মাটি ভাঙ্গি খেতি কৰিব; তেনেহলে মাটিৰ ৰাজহ বাঢ়ি কানিৰ ক্ষতি পূৰাব পাৰিব তাত সন্দেহ নাই। তথাপি যদি কানিৰ ক্ষতি পূৰণ নহয়, তেন্তে মিঃ জে, জি, এলেকজেণ্ডাৰৰ (Mr. J. G. Alexander) কৰা "কানিৰ কৰৰ সলনি" (Substitutes for the Opium Revenue) পুথিত লিখা উপায়বিলাকেৰে তাৰ ক্ষতি পূৰাব পাৰে।

(২) সৰ্ব্বসাধাৰণৰ মাজত ওখ খাপৰ শিক্ষা বিস্তাৰ কৰিলে সকলোৱেই আপোনা আপুনি কানি এৰিব; কিন্তু, তালৈ বহুদিনৰ নিমিত্তে বাট চাই থাকিব লগীয়া হয়। আমাৰ দয়ালু গৱৰ্ণমেণ্টে শিক্ষা বহলাবলৈ যদিও বহুত কাৰ্য্য কৰিবলগীয়া কৰিছে, তথাপি আমাৰ দেশৰ দুৰৱস্থা চাই আৰু গৱৰ্ণমেণ্টৰো অসীম শক্তি — অতি দুষ্কৰকো অনায়াসে সাধিব পৰা শক্তি চাই, সি মৰুভূমিত জল-বিন্দুৰ নিচিনা একোৱেই নহয়। সকলো অসমীয়াৰ নিমিত্তে অন্ততঃ প্ৰবেশিকা পৰীক্ষালৈ বেতন নোলোৱা বাধ্যতামূলক শিক্ষাৰ বন্দৱস্ত কৰিলে হে সৰ্ব্বসাধাৰণ অসমীয়াৰ মাজত শিক্ষা বিস্তাৰ হব! তেতিয়া হে কানি বিহকে আদি কৰি অধোগতিৰ সকলো কাৰণ খেদা খাব আৰু উন্নতিৰ বাটো মুকলি হব। গৱৰ্ণমেণ্টে যি কোনো কাৰণে কানি-বিহক গুচাবলৈ যদি আইন নকৰে, তেন্তে কানিৰপৰা উৎপন্ন টকা শিক্ষা বিস্তাৰত খৰছ কৰিলেও দুখিত প্ৰজাক ৰক্ষা কৰা হয়। গৱৰ্ণমেণ্টে ৰক্ষা নকৰিলে আৰু ৰক্ষাৰ উজু উপায় নাই।

(৩) প্ৰতি গাৱঁতে সম্ভৱতঃ পাঠশালা আছে। সেই সেই পঢ়াশালিৰ পণ্ডিতবিলাকৰ মাহিনা বঢ়াই দি দুই ঘণ্টাৰ নিমিত্তে ৰাতি পঢ়োৱাৰ বন্দৱস্ত কৰা উচিত; যাতে দিনত কাম কৰি ফুৰা গাৱঁৰ আদহীয়া আৰু ডেকাবিলাকেও অলপ অলপ লিখা-পঢ়া শিকিব পাৰে। এনেকুৱা বন্দৱস্ত কৰিলে অকল যে গাৱঁৰ ডেকাবিলাকৰ হে উপকাৰ হব এনে নহয়, মাহিনা বঢ়াই দিলে অলপ বেতনৰ পণ্ডিতবিলাকৰো উপকাৰ হব, তেওঁলোকে আগতকৈ সৰহকৈ দৰ্ম্মহা পোৱাত অধিক উৎসাহেৰে কাম কৰিব।

(৪) আমাৰ দেশৰ গোসাঁইসকলে সুবিধামত ঠাইত গোট

খাই মেল পাতি শিষ্যবিলাকৰ মাজত মদ খোৱা, কানি খোৱা প্ৰভৃতি অনাচাৰ দূৰ কৰিবলৈ যত্নপৰ হলে, বোধ হয় কানিৰ প্ৰতাপ ইমান নেবাঢ়িলহেঁতেন। তেওঁলোকে শিষ্যৰ কেৱল পৰজন্মৰ নিমিত্তে হে চিন্তা কৰিছে যেন বোধ হয়; কিন্তু শিষ্যবিলাকে ইহজন্মত কানি, মদ, আন বিদেশী অপবিত্ৰ বস্তু দিনে-ৰাতিয়ে ব্যৱহাৰ কৰি যে মহাপাপ সঞ্চয় কৰিব ধৰিছে তাৰ প্ৰতি সম্পূৰ্ণ উদাসীন ভাব দেখুৱাব ধৰিছে যেন লাগে। নহলে তেওঁলোকৰ অসীম ক্ষমতা থকাতো সমাজৰ বন্ধন এনেকুৱা ঢিলা কেলৈ হল। তেওঁলোক ধৰ্ম্মৰ অধিকাৰী; দেশত ধৰ্ম্মৰ পৰিবৰ্ত্তে অধৰ্ম্ম হব ধৰিলে তেওঁলোক হে ঘাইকৈ তাৰ নিমিত্তে জগৰীয়া। তেওঁলোকৰ এজনে সমাজৰ কোনো এটা দোষ গুচাব নোৱাৰিব পাৰে, কিন্তু সকলো জিলাৰ সকলো সত্ৰৰ গোসাঁই সকলে এঠাইত গোটখাই পৰামৰ্শ কৰি দেশত যাতে অধৰ্ম্মৰ প্ৰভাৱ বিস্তাৰ নহয় তাৰ নিমিত্তে যত্ন কৰিলে অসমৰ সকলো দোষকে যে দূৰ কৰিব পাৰে ইয়াত সন্দেহ নাই। এই নিমিত্তে গোসাঁইপ্ৰভুসকলৰো সভা-সমিতি থকা উচিত। আৰু, এই সমিতিত তেওঁলোকৰ পৰস্পৰৰ সকলো অভাৱ অভিযোগৰো আলোচনা কৰি পৰস্পৰে মিলেৰে দেশত ধৰ্ম্মৰ প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। গোসাঁই প্ৰভুসকলৰ এনেকুৱা এটা সভাৰ যে বিশেষ প্ৰয়োজন তাক কোৱা বাহুল্য মাথোন। যি হওক, এতিয়া অতি সোনকালে কানি নিবাৰণ কৰিবলৈ যত্নপৰ হলে হে শিষ্যবিলাকে ৰক্ষা পাব। তেওঁলোকে এই বিষয়ে আৰু উদাসীন হৈ নেথাকে যেন।

কানিৰ প্ৰচলন গুচাবলৈ ওপৰত লিখা (১) নং (২) নং (৩) নং আৰু (৪) নং শিৰ্ষত লিখা উপায় বিলাকেই সম্পূৰ্ণ ফলদায়ক; তাৰ ভিতৰত (২) নং আৰু (৩) নং শিৰ্ষক উপায় সময়সাপেক্ষ গতিকে (১) নং আৰু (৪) নম্বৰত লিখা উপায় দুইটাই হে সোনকালে আৰু সম্পূৰ্ণৰূপে ফল দিব পাৰে। আন আন উপায়বিলাকৰ দ্বাৰা অলপ ফলৰহে আশা কৰিব পাৰি; যি হওক এই আটাইবিলাক উপায় (অৰ্থাৎ (১) (২) (৩) (৪) নম্বৰৰ উপায়ক এৰি) লৈ কাম কৰিব পাৰিলেও কানি দূৰ কৰিব পাৰি যে ইয়াত সন্দেহ নাই। এতেকে আমাৰ দুৰ্ভাগ্যক্ৰমে গৱৰ্ণমেণ্টে যদি আমাৰ অধোগতিত মূৰ দাঙ্গি নেচায়, আমাক আসন্ন মৰণৰপৰা কানি গুচাই উদ্ধাৰ কৰা যদি তেওঁলোকৰ কৰ্ত্তব্য বুলি নেভাবে, তেন্তে অসমীয়া জাতিটো গোটেই তল নেযায়মানে নিজে নিজক ৰক্ষা কৰিবৰ নিমিত্তে ওপৰত লিখা উপায়বিলাকেৰে আমাৰ যথাসাধ্য পুৰুষাৰ্থ কৰা উচিত। এই বিষয়ে দেশৰ ধৰ্ম্মাধ্যক্ষবিলাকে হে আগেয়ে হাতত কাম লোৱা উচিত।

যিবিলাক উপায়েৰে কানি নোহোৱা কৰিব পাৰি সেইবিলাক উপায় অৰ্থাৎ (১) (২) (৩) (৪) (১০) (১৫) নম্বৰত লিখা উপায়বিলাক গৱৰ্ণমেণ্টৰ হাতত সকলো ঠাইৰ সভা-সমিতিৰপৰা সকলো ৰাইজৰ চহি লৈ দৰ্খাস্ত দি, বাতৰি কাকতত আফিঙৰ দোষৰ আলচ কৰি গৱৰ্ণমেণ্টক খাটিলে (১) নং উপায়েৰে সমূলঞ্চে কানি নোহোৱা কৰিবলৈ তেখেতৰপৰা আশা কৰা আমাৰ দুৰাশা নহয়। তত্ৰাচ যদি একেবাৰে কানি তুলি দিয়া অসম্ভৱ হয়, তেন্তে ২২ বছৰ বয়সলৈ কানি খোৱা ৰহিত কৰি কানি দোকানৰ সংখ্যা অৰ্দ্ধেক পৰিমাণে কম কৰি, একে সময়তে বেচিকৈ কানি বেছা ৰহিত কৰি কানি বেছা সময় সীমাবদ্ধ কৰি কানিটো অলপ দুৰ্লভ কৰা আৰু (৩) (৪) (১০) (১৫) নম্বৰত লিখা উপায়বিলাকেৰে কানীয়াৰ সংখ্যা কম কৰা গৱৰ্ণমেণ্টৰপৰা আমি এইবিলাক বাস্তৱতে ন্যায্য আশা কৰিব পাৰোঁ। (৪) (৫) (৬) (৭) (৮) (৯) (১০) (১১) (১২) (১৩) (১৪) (১৫) এই বিলাক উপায় আৰু কিছু পৰিমাণে (৩) নং শিৰ্ষত বা হেডিঙ্গত লিখা উপায়ো আমাৰ সমাজৰ ৰৰমূৰীয়াবিলাকৰ হাতত। এইবিলাকেৰে কানি গুচাবলৈ যত্ন কৰা বৰ টানো নহয়। ৰৰমূৰীয়াবিলাকে যত্ন কৰিলে এইবিলাকৰ দ্বাৰা কানি গুচাব পাৰে যে তাত অলপো সন্দেহ নাই।

কোৱা বাহুল্য যে, ভালেমান কানীয়াই কানিৰ মাৰাত্মক দোষ জানিও আৰু এৰিবলৈ ইচ্ছা থকাতো অভ্যাসৰ কাৰণে তাক এৰিব নোৱাৰে। এনেকুৱা কানীয়াক প্ৰতি দিনে জোখত তাকৰ কৰি অলপ অলপ জোখেৰে সৈতে খাবলৈ কৈ আৰু কানি এৰিবৰ আন আন যিবিলাক দৰৱ ওলাইছে তাকো ব্যৱহাৰ কৰি পৰীক্ষা কৰি চাই আফিং খোৱা গুচাবলৈ সাহায্য কৰাও ৰৰমূৰীয়াবিলাকৰ কৰ্ত্তব্য। যত্ন কৰিলে হে কৃতকাৰ্য্য হব ই কথা স্বতঃসিদ্ধ।

সামৰণিত নিবেদন এই যে, কৰ্ত্তব্য কামত আওকাণ কৰা উচিত নহয়। সোনকালে কানি দূৰ কৰি অসমীয়া জাতিক অধোগতি নৈৰপৰা নুতুলিলে অতল সমুদ্ৰলৈ নিব। এতেকে সমাজহিতৈষী—দেশহিতৈষীবিলাকে বেগেতে কাম হাতত লওক। কিমধিকমিতি-শিৱম্।

—শ্ৰীলক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী।

# উষা

## তৃতীয় ভাগ　　চতুৰ্থ সংখ্যা

## সম্পাদকৰ শৰাই

**সভা-সমিতি।**— অভাৱ যেনেকৈ আবিৰ্ভাৱৰ মূল, আলোচনা তেনেকৈ অভাৱ গুচোৱাৰ বীজশক্তি। আৰু, সেই আলোচনাৰ ভেটি হৈছে সভা-সমিতি। এতেকে, এই সভা-সমিতিৰ লেখ যিমান বাঢ়ে, দেশৰ উন্নতি সিমান জেউতি চৰে। গতিকে, আমাৰ চহৰীয়া আৰু গাৱঁলীয়া মানুহৰ ভিতৰত সেই লেখৰ বাঢ়নী লক্ষণ দেখিলে আমাৰ মনত দেশৰ উন্নতিৰ আশাই দকৈ শিপায়।

*

**কৃষি-সভা।**— মানুহৰ জীৱিকাৰ সকলোবিলাক উপায়ৰ ভিতৰত কৃষিয়েই আটাইতকৈ পুৰণি, আৰু ধৰিবলৈ গলে জীৱনধাৰণৰ ইয়েই মূল উপায়। বিশেষ, অসমদেশত এই কথা নিখুঁতকৈ খাটে। গতিকে, আমাৰ দেশৰ চহৰে-গাওঁৰে কৃষিৰ উন্নতি বিষয়ে আলচ পাতিবলৈ কৃষিসভাৰ লেখ যিমান বাঢ়িব, আমাৰ মানুহৰ অৱস্থা সিমান টনকিয়াল হৈ ৰব। এই সভাত শিক্ষিত, অশিক্ষিত, বুঢ়া, ডেকা, লৰা, সকলো বিধৰ সমজুৱা থকা উচিত।

*

**শিল্প-সভা।**— কৃষিৰ পিচতে শিল্পক ঠাই দিব লাগে। এই শিল্পৰ ওপৰতো মানুহৰ জীৱিকাই ঘাইকৈ নিৰ্ভৰ কৰে। এতেকে, আমাৰ অৱস্থা ভালে ৰাখিবলৈ এই শিল্প-সভাৰ নিতান্ত প্ৰয়োজন বুলি ধৰিব লগা হৈছে। বিশেষ, আমাৰ দেশৰ অতি বিনন্দীয়া পুৰণি শিল্প-বিদ্যা যি ভাবে দিনে লোপ পাবলৈ ধৰিছে, তালৈ চাই, আমাৰ মানুহে ইমানতে তাক ৰক্ষা কৰি তাৰ উন্নতি সাধিবলৈ প্ৰাণটাকি যত্ন কৰা একান্ত বাঞ্ছনীয়। সেই কাৰণে, আমাৰ দেশৰ চহৰত আৰু গাৱঁত শিল্প-সভাৰ লেখ বঢ়াই তাৰ ঘন বৈঠক দিয়াৰ দৰ্কাৰ পৰিছে।

*

**কাৰবাৰী-সভা।**— কৃষি-শিল্পাদিৰ উন্নতিয়ে মানুহৰ অৱস্থাৰ অৱনতি নঘটোৱাকৈ ৰাখে মাথোন; কিন্তু অৱস্থাৰ উন্নতি কৰিবলৈ হলে, সেই কৃষি-শিল্পাদিৰ কাৰবাৰত ধৰিব লগা হয়। কাৰবাৰত লগাব নোৱাৰিলে, কৃষি বা শিল্পৰ উৎপন্ন মাটিত পুতি থোৱা ধনতকৈ বেচি কাৰ্য্যকৰী নহয়, তাৰপৰা নিজৰ পেট প্ৰবৰ্ত্তোৱাত বাজে আন উপকাৰ নাই। অথচ, অসমীয়াৰ কথাকে নকওঁ, ভাৰতবাসীয়েও ৫০ বছৰৰ আগলৈকে কাৰবাৰৰ মোল পোৱা নাছিল, আজিকালি মাথোন সেই বিষয়ত সিবিলাকে মূৰ দাঙিবলৈ শিকিছে আৰু তাৰ ফলস্বৰূপ সি ক্ৰমাৎ উন্নত হবলৈ ধৰিছে। এতেকে, অসমীয়ায়ো সেই বাট ধৰা উচিত, আৰু সেই অৰ্থে চহৰে-গাওঁৰে কাৰবাৰী-সভা স্থাপন কৰা যুগুত।

*

**সামাজিক সভা।**— সমাজৰ নিয়ম কাৰণ আদিৰ সময়ানুযায়ী সংস্কাৰ নহলে সামাজিক সুখ-শান্তি সদায় একেকালে নবৰ্ত্তে। আৰু, আচাৰ-ব্যৱহাৰ বিধি-ব্যৱস্থা আদিত কু-সংস্কাৰৰ মামৰে ধৰি ভালেমান উন্নত সমাজো তললৈ যোৱা দেখা গৈছে। এতেকে, সমাজক ঘঁহি-পিহি চক্‌চকীয়াকৈ ৰাখিবৰ নিমিত্তে সততে আলোচনা হোৱা যুগুত, আৰু সেই অৰ্থে আমাৰ দেশৰ সৰ্ব্বত্ৰ সামাজিক আলোচনী সভা স্থাপিত হব লাগে। এনে সভাৰ লেখ আৰু বল যিমান বাঢ়িব, আমাৰ সমাজত সিমান সুখ-শান্তি বৃদ্ধি হব আৰু উঠি অহা সম্প্ৰদায়ৰ নৈতিক বল বাঢ়িবলৈ ধৰিব।

*

**সাহিত্য-সভা।**— কোনো দেশৰ সভ্যতাৰ উন্নতি গঠন কৰিবলৈ হলে, সেই দেশৰ সাহিত্যক তাৰ ঘাই মাৰলি পাতি ল'ব লাগে। কোনো এটা জাতি কিমান সভ্য তাৰ প্ৰমাণ বুজিবলৈ হলে, সেই জাতিৰ সাহিত্য কিমান উন্নত, তাক জুখি চাবৰ দৰ্কাৰ হয়। ই সমাজৰ বা জাতি বিশেষৰ অভাৱ পৰীক্ষাৰপৰা লাভ কৰা সিদ্ধান্ত। আৰু, এয়ে সভ্যতাৰ নিদৰ্শন বুলি স্থিৰ হোৱাত, পৃথিৱীৰ সভ্য জাতিবিলাকে নিজ নিজ জাতীয় সাহিত্যৰ উন্নতিত আজিকালি মন পাৰি লাগিছে। অসমীয়া ভাষাও যে এটা পুৰণি আৰু স্বাধীন ভাষা তাৰ বহুল প্ৰমাণ পোৱা গৈছে। এতেকে, আমাৰ দেশৰ নানা ঠাইত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ লেখ বঢ়াই আমাৰ জাতীয় সাহিত্যৰ উন্নতি সধাটো এই সময়ত আমাৰ প্ৰধান কৰ্ত্তব্য হৈছে।

# কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন।

## বম।

কোন ফাইদাং মাৰোঁতাই ফাং পাতি ফৰ্ফৰণি মাৰি কয় যে, মহামহিম মহিমাৰ্ণৱ শ্ৰীমান বম য়ুৰোপ মহাদেশৰ হে চন্ (Son), এচিয়া মহাদেশৰ অন্তৰ্গত ভাৰতবৰ্ষৰ পুত্ৰ নহয়? কোন ফোপ্‌চণ্ডাই ফোপডাং মাৰি কথন-মথম কৰে যে, বম স্কোয়াৰ (Esquire) বা মিষ্টৰ (Mr) হে, বাবু বা শ্ৰীযুত নহয়? কোন পৰিমৰাই বুকুফিন্দাই কোনটো পিতেৰে প্ৰকাশ কৰে যে, বম চাহাবে "ষ্টীল-ট্ৰাঙ্ক" "গ্লেডষ্টোন বেগ" আৰু "হুভ-অলৰ" টুপি, কোট, পটলুং, কম্বল, তলত পৰা সুমাই লৈ জাহাজত উঠি চুৰেজ খালেদি ভাৰতত "এৰাইভ" (Arrive) কৰিছেহি বা প্ৰবেশ কৰিছেহি? যি কয় সি "কপলিকা নজানয় ছতিহা পঢ়য়", সি ক বুজিব নেজানে, অথচ ৰত্নাৱলী পঢ়ে, ইতিহাস নেজানে অথচ ওঠৰখন পুৰাণৰ কথা কৈ সস্তা পৰিহাস কৰে! মুঠতে সি সি সি মূৰুখ গো-গোবৰ্দ্ধন, ইতি শ্ৰীল শ্ৰীযুত বৰবৰুৱা কৃপাবৰৰ খাতাং বচন।

খৃষ্টানৰ তিনিজন ঘাই গোসাঁই বুলি কয়, যথা—পিতা-ঈশ্বৰ, পুত্ৰ-ঈশ্বৰ, আৰু পৱিত্ৰ-ভূত-ঈশ্বৰ; অৰ্থাৎ জানিবা অধিকাৰ গোসাঁই, ডেকা-অধিকাৰ-গোসাঁই আৰু ডেকা-গোসাঁই। হিন্দুৰো তিনিজনা, আৰু "তিনিওকো তিনিয়ে ছাৰে"; যথা, ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ। ব্ৰহ্মাৰ বাব স্ৰজন, বিষ্ণুৰ বাব পালন, আৰু মহেশ্বৰৰ বাব সংহৰণ। ব্ৰহ্মাৰ স্ৰজন কৰিবৰ অস্ত্ৰ কি, যি নেজানে, সি লগ ধৰিব পাৰে যদি, "খোদ" ব্ৰহ্মাকে সুধি লব, বৰবৰুৱাক নহয়। বিষ্ণুৰ সঁজুলিৰ কথা বৰবৰুৱাৰ কবলৈ আপত্তি নাই, কাৰণ তাক তেওঁ বঢ়িয়াকৈ-জানে। শঙ্খ, চক্ৰ, গদা, পদ্ম বিষ্ণু গোসাঁইৰ অস্ত্ৰ। শিৱৰ অস্ত্ৰ ত্ৰিশূল, যাক অসমীয়া সাধু-ভাষাত তিনি-ফেৰেঙনীয়া জোং বোলা চলে। বৰবৰুৱাই, শিৱৰ আৰু বিধ অস্ত্ৰৰ ভূ পায়, যাৰ নাম বম। তোমালোক আটায়ে মহাদেৱৰ নাম উচ্চাৰণ কৰিবলৈ হলেই "বম মহাদেউ" বোলাঁ। কিয় বোলাঁ? বম বুলিলে মহাদেৱ সন্তুষ্ট হয় দেখি। বম মানে বম (Bomb) গেণ্ডেলা গাওঁবুঢ়াৰ হাতৰপৰা নালীয়া কটাৰীখন নুগুচাৰ দৰে, আৰু গেণ্ডেলী গাওঁবুঢ়ানীৰ হাতৰপৰা তামোল কটাৰীখন নুগুচাৰ দৰে, মহাদেৱৰ হাতৰ পৰা তিনিও প্ৰসঙ্গত বম নুগুচে। কিন্তু, তাক তেওঁ গাপ কৰি থয় গুণে সি কাৰো চকুত নপৰে। ত্ৰিশূলডাল, "জবৰ্জং"; তাক হাতত লৈ ফুৰাবলৈ অসুবিধা দেখি তেওঁ শিষ্যৰ গাৰঁলৈ যাব লাগিলে, ভাৰপাচী কমণ্ডলু, সবাহ আৰু চেপেনাৰে সৈতে তেওঁৰ আলধৰা নন্দী-ভৃঙ্গীৰ হাতত দি লৈ যায়। কিন্তু, বমটে সদায় তেওঁৰ "ভস্মৰ ঝুলি" অৰ্থাৎ ছাইৰ জোলোঙাৰ ভিতৰত থাকে। আজিকালিৰ "কেনভাচ হেণ্ডবেগ" আৰু আগৰকালিৰ সেই জোলোঙা দুয়ো একে গছৰে পাণ নহলেও, ওচৰ-চুবুৰীয়া পাণ বুলিব পাৰি। শিৱই সেই জোলোঙাটো আলধৰাৰ হাতত দি নিশ্চিন্ত হব নোৱাৰে দেখি নিজে হাততকৈ ওলোমাই লৈ ফুৰায়। বমৰ আচল মানে কি, ভাবি চাবলৈ এবাৰো তোমালোকৰ আহৰি নহয়। বম মানে ব্যোম, আৰু ব্যোম মানে আকাশ। বম মাৰি দিলে সকলো গুড়ি হৈ উৰি আকাশ পায়গৈ। আকাশ পঞ্চতন্মাত্ৰৰ এক তন্মাত্ৰ, যাক শব্দ তন্মাত্ৰ বোলে। বম ফুটিলে বা ফাটিলে কি ভয়ানক কাণ তাল মাৰি যোৱা শব্দ হয়, তাক শুনিবলৈ পোৱা সকলে মাত্ৰ জানে।

কিন্তু, এটা কথা পাহৰিব নেলাগে যে, ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ তিনটা কাম তিনটা বেলেগ কালৰ। একে সময়তে তিনিওজনাই ওপৰা-উপৰি কৰিবৰ হুকুম নাই। ব্ৰহ্মাই সৃষ্টি কৰি থাকোঁতেই মহেশ্বৰে হাতত বমটো লৈ ভটংকৰে তাতে ওলালেহি মহেশ্বৰৰ বৰ নিন্দা হব। সৃষ্টিৰ পিচত পালক বিষ্ণুৰ হে ওলাবৰ পালি। সূত্ৰধাৰী ওলাই থাকোঁতেই বা ওলোৱাৰ পিচতে, সুৎকৰে আহি কংসৰ ভাও দিয়া জন ওলালে, সেই ভাৱৰীয়াক চেকনিৰে কোবাই ভাৱনা ঘৰৰপৰা উলিয়াই দিবৰ ব্যৱস্থা হব। সূত্ৰধাৰীৰ পিচত নটুৱাৰ নাচ, বহুৱাৰ ভাও, চানুৰ মুষ্টিক আদি বিস্তৰ "হেঙ্গাম" আছে। সমাজ এজোপা বৰ গছৰ নিচিনা। সাৰু জাবৰ পাই যেতিয়া সি ইমান ডাঙৰ জোপোহা জোপা হবগৈ যে, তাৰ ডাল পাত কাটিকুটি নিদিলে নচলে, তেতিয়াহে দা, কুঠাৰ, ত্ৰিশূল হাতত লৈ গছ কটীয়া মহাদেৱৰ

সভাত প্ৰবেশ কৰা উচিত। তাকে নকৰি মহাদেৱে যদি ওপৰ খেতিকৈ ভাং খাই বলিয়ালি কৰি সভাত প্ৰবেশ কৰে, তেনেহলে তেওঁক অন্ততঃ সেই ৰাতিটোৰ নিমিত্তে কটোৱালৰ হাতত শোধাই দি থানালৈ পঠিৱাৰ বাহিৰে আন সু-ব্যৱস্থা একো নাই। আমাৰ ভাৰতবৰ্ষত সেই ৰূপক গছ এতিয়াও দুপতীয়াহে; এনেস্থলত দা, কুঠাৰ, আৰু বম হাতত লৈ শঙ্কৰ মহাদেৱ আহি ঢেংঢেংকৈ ওলোৱাটো অন্যায় কথা। আমাৰ পুতাইহঁতৰ ভুলস্য ভুল মহাভুল। কি কৰিব লগীয়া কালত বাপুটিহঁতে কি কৰিছে, কব নোৱাৰোঁ।

কোনোৱে কয়, "বম মিছা গৰ্ভসঞ্চাৰৰ মিছা লক্ষণ; চোকা দৰব দি তাৰ জইন মৰাই কৰ্ত্তব্য, বেজিনী বিচাৰিবৰ সকাম নাই। চেৰা-বলিয়া দাড়ি ঠুটিবা বা নুঠুটিবা লৰাই এটা বম মাৰি, নাইবা দুটা ফটকা মাৰি "কিল্লা ফটে" কৰিব বা দেশ উদ্ধাৰ কৰিব, তাৰে ভয়ত এংলোইণ্ডিয়ান আৰু এংলোসকলৰ নৰ-নাৰীয়ে ঘৰ-বাৰী এৰি কেকোৰাৰ গাঁত বিচাৰিবৰ সকাম দেখা নেযায়। বিলাতৰ সিংহ বাতৰি-কাকত টাইমচৰ পৰা কলিকতাৰ শিয়াল বাতৰি কাকত "এৰ্চিয়ানলৈকে" আটাইবোৰে ভয়ত সোত মোত খাই আবল-তাবল বলকিছে; গতিকে সৰু ধেমালিটো লাহে লাহে গৈ বৰধেমালিত পৰি পকি মৰহিবলৈ ধৰিছে।"

আমাৰ দেশ উদ্ধাৰক সকলক বৰবৰুৱাই ইয়াকে কয় যে, এতিয়া আমি নিজক ঢোকা-ভেজ্জা দি থিয় কৰি মানুহ মুৱা কৰিবলৈ চেষ্টা কৰাৰ কাল; লোকক কাটি-মাৰি বুন্দামাৰ কৰিবলৈ বম নামেৰে "ঘোঁৰাৰ কণি" ভাৰ বান্ধি লৈ লৰি-ধাপৰি ফুৰিবৰ কাল নহয়। লৰাহঁতৰ মতে যদি দেশ উদ্ধাৰ নকৰিলে নচলা হৈছে, তেন্তে জনা সিহঁতে আৱশ্যক হৈছে যে, দেশ উদ্ধাৰ বৰ টান কাম; দাড়ি-গোফ নগজা বলিয়া লৰাৰ সি কৰ্ম্ম নহয়। সেই কামলৈ কঠোৰ সংযম, দীঘলীয়া তপস্যা, দোৰ্ঘোৰ সাধনা, ভয়ঙ্কৰ স্বাৰ্থত্যাগ লাগে। এইবিলাক গুণৰ উপৰিও দ ৰাজভক্তি লাগে। ৰজাৰ সুশাসনত আৰু সুবিমল ছাঁৰ তলত বহি নানা বাটেদি দেশৰ উন্নতি কৰিবলৈ প্ৰাণ টাকি পুৰুষাৰ্থ কৰিব লাগিব; অৰাজকতা কৰিবৰ চেষ্টা কৰি সেই কাম সিদ্ধি কৰিব নোৱাৰি। ৰাজভক্তি ভাৰতবাসীৰ গাৰ নোমৰ গুৰিয়ে গুৰিয়ে চিৰকাল আছে, সেই ৰাজভক্তি ফু মাৰি উৰাবৰ চেষ্টা কৰাটো ফটুৱাৰ কাম, বলিয়াৰ কাম, গোটগৰুৰ কাম। ৰজা যেই জাতৰে হওক, হিন্দু স্থানৰ প্ৰজাই সেই ৰজাক ভক্তি কৰাটো নিজৰ ধৰ্ম্মৰ অঙ্গ বুলি চিৰকাল ভাবি আহিছে, জানি আহিছে ভাবিবও জানিবও; মাজতে এইখন "বমবালা" বলিয়া অজাতৰীয়া কৰ পৰা ওলালহি জানো। ভাৰতৰ মানুহে ইমান দিন মুৰ্খালি কৰি বেহা-বেপাৰ আদি স্বাধীন জীৱিকাৰ বাটবোৰ বিদেশীক এৰি দি, আন কি ভাৰতবাসীয়ে নিজৰ কঁকালৰ কাছুটিখনো বিদেশীয়ে সিহঁতক পিন্ধাই দিবলৈ এৰি দি ৰসাতললৈ গৈ আছিল গৈ আছিল; এতিয়া ভাৰতবাসীৰ চেতনা হৈছে, ভাল হৈছে; কেৰাণীৰ গোলামী কাপ এৰি ভাৰতবাসীয়ে তাত-সূতত ধৰিব খুজিছে, সজ হৈছে; কিন্তু সকলো ভ্ৰষ্ট কৰি প্ৰলয় উপস্থিত কৰিবলৈ "পুতখাহঁত তুহঁনাই বম উলেইছাহ কিয়া হা?" কাপুৰুষত্ব এৰি মনুষ্যত্ব লইক যিমান পাৰ; গোলামীক ছালাম কৰি এৰি আত্মসন্মানৰ গুৰি স্বাধীন ব্যৱসায় ধৰহঁক যিমান শক্তি আছে; দেশৰ বেহা-বেপাৰ শিক্ষা আদিৰ যিমান পাৰ উন্নতি কৰহঁক, তাত তহঁতক কোনেও কোনেও হাতত নধৰে, বৰং ৰজাঘৰ প্ৰজাঘৰৰপৰা তহঁতে সেই কামত উচটনিহে পাবিহঁক। কিন্তু, বাঘে-খোৱাহঁত, বমৰ জোলোঙাত হাত ভৰাৱ কিয়? আমাৰ দেশৰ পকাদাড়ীয়া পকাবুধীয়া জ্ঞানী বহুদৰ্শী সকলে অতি সন্তৰ্পণে অতি সাৱধানে দেশৰ মঙ্গলৰ বাটত এখোজ দোখোজকৈ আগ বাঢ়িবৰ পুৰুষাৰ্থ কৰিব লাগিছে; কিন্তু উতনুৱাখনে সেইসকলক ইতিকিং কৰি, একে দিনাই একে জাপেই এটা বম, বা দুটা ফটকা মাৰি, আৰু মুখ ফটা লাখুটি এডাল বা এডোখৰ ঘূৰাই তাই তুই কৰি, নাইবা কাৰবাৰ মামৰে খোৱা ফটা ভগা বন্দুক এটা চুৰকৈ আনি তাৰে এজাই মাৰিবৰ চেষ্টা কৰি দেশউদ্ধাৰক নাম লৈ আগ শাৰীলৈ যাবলৈ ওলাইছে! পুতৌ! বোলোঁ, বাঘতেল খোৱাহঁত! দেশউদ্ধাৰৰ বাটটো আমাৰ ৰংপুৰৰ ধাই আলি নাইবা ধোদৰ আলি পাইছহঁক নে কি যে, দুপৰীয়া মাছে-শাকে ভাত এগাল খাই মূৰত পানী গামোছা এখন মাৰি লৈ খোজ কাঢ়িলেই হল? পৃথিৱীৰ ভিতৰত প্ৰবল প্ৰতাপী সুসভ্য ইংৰাজ গৱৰ্ণমেণ্টক তহঁতে হুইমাৰি ধাননীৰ পৰা বটা-চৰাই খেদোৱাদি খেদাই "স্বৰাজ" লবলৈ আহিছে নে কি? গৰখীয়া লৰাৰ ধেমালি নো আৰু কাক বোলে। গৰখীয়া লৰাই উই হাফলুৰ ওপৰত উঠি ৰজা হোৱাৰ দৰে ইহঁত ৰজা হবলৈ ওলাইছে আৰু কি! তাহানি লৰাকালত এনেকুৱা সাধু অনেক শুনিছিলোঁ, আৰু "বত্ৰিশ সিংহাসন"

নামেৰে কিতাপতো এই জাতৰ সাধু ভালেমান পঢ়িছিলোঁ; এতিয়া আমাৰ পুতাইহঁতে তেনে ভাৱনাকে কৰি দেখুৱালে।

এইবিলাক যি হওক, সৰ্ব্বসাধাৰণ ইংৰাজে ভাবি পোৱা নাই যে, নিৰ্জ্জু ভাৰতবৰ্ষত, বিশেষকৈ স্বভাৱতে ভয়াতুৰ আৰু কোমল প্ৰকৃতিৰ বঙ্গালীৰ মাজত বম কেনেকৈ কৰপৰা ওলাল। এদল মানুহে অনেক কাৰণৰ ভিতৰত তলত লিখা কাৰণকেইটা বম উৎপত্তিৰ কাৰণ বুলি কয়।

(ক) "বঙ্গালীৰ ক্ৰান্দোন-কাটোন কাকুতি মিনতিলৈ আওকাণ কৰি আগৰ বৰলাট লৰ্ড কৰ্জ্জনে কৰা বঙ্গবিভাগত, আৰু কলিকতা বিশ্ববিদ্যালয়ৰ "কনভকেচনত" তেওঁ দিয়া বক্তৃতাত ভাৰতবাসীক পাকে প্ৰকাৰে মিছলীয়া বুলি বদনাম দিয়া কথাত বম-বিহমনাৰ গুটি বিচাৰিলে পোৱা যাব। আগৰ সৰুলাট ফুলাৰে হিন্দু আৰু মছলমানক তেওঁৰ লাগী আৰু এলাগী ঘৈণীয়েক পাতি, এলাগী হিন্দু ঘৈণীয়েকৰ ওপৰত বৰমতা ওলাই তাইক ঢেঁকি ঠোৰাৰে কোবাব খোজা আৰু চুৰাপাতনিত ঘৰ সাজি দি থৈ লাগী মুছলমান ঘৈণীয়েকৰ বান্দীৰ শাৰীলৈ নি তাইৰ হতুৱাই জোকোৰা-পোকোৰা খুৱাম বুলি দাবি দিয়া কথাত বমৰ শিপা বিচাৰিলে ওলাব। হতাশ উতনুৱা বঙ্গালী ডেকাই বলিয়ালি কৰি উলিয়া বলিয়া উপায়ৰ পানী পৰি বমে গজালি মেলিলে।

(খ) "পিউনিটিভ্ পুলিচৰ" অৰ্থাৎ গোটাচেৰেক দুষ্ট মানুহৰ দোষৰ বাবে, কোনো ঠাইৰ গোটেইবিলাক প্ৰজাক শাস্তি দিবৰ অৰ্থে বহুৱা পুলিচৰ কাৰ্য্যৰ গুণত বম দুপতীয়া হল।

(গ) "পুলিচে সৈতে হতাহতি লগোৱা বাবে উদ্ধত স্কুলীয়া লৰাক দিয়া টিক্‌টিকিত বম ফুলিলে।

(ঘ) "কনষ্টিটিউচনেল এজিটেচন", অৰ্থাৎ কংগ্ৰেছ সভা-সমিতি, মেল-দোবান আদি পাতি আন্দোলন কৰি চৰ্কাৰৰ ঘৰলৈ আবেদন-নিবেদন পঠিয়াৰপৰা একো গুটি নধৰাৰপৰা "এক্‌ষ্ট্ৰীমিষ্ট" অতিচাৰীৰ দল ওলাল; আৰু সেই অতিচাৰীদলৰ পৰা আৰু খোজদেক আগবাঢ়ি যোৱাবোৰৰ কামৰপৰা বম ফল ওলাল।

(ঙ) "১৮৫৮ চনত প্ৰচাৰ কৰা মহাৰাণী ভিক্টোৰীয়াৰ "চন্দন পত্ৰত" লিখা কথাবিলাকৰ, কামত ভালেমান উলঙ্ঘন আৰু তাৰতম্য হোৱা কাৰ্য্যত বমে আশৈ পালে।

(চ) "দেশী মুখ-চোকা কাকতৰ সম্পাদকবিলাক গোচৰত পৰি কলীয়াপানী নাইবা ফাটকলৈ যায়, অথচ সেই শাৰীৰ এংলোইণ্ডিয়ান কাকতৰ তেনে দশা নহয়। মিছাই সঁচাই নানা বেয়া কথা ৰটি ভাৰতবৰ্ষৰ মানুহৰ ভিতৰত জাতি বিদ্বেষ জ্বলাই দিয়া আদি দোষৰ কাম কৰিও কোনো কোনো এংলোইণ্ডিয়ান কাকত কাৰ্শলাই খাই ডালত উঠি কোৱাৰি চেলেকিব লাগিছে, অথচ তেনে দোষকে কৰা কোনো কোনো দেশী কাকতৰ মৰণ মিলিছে; এনেবিলাক বেমেজালিৰ কথা দেখি যিবোৰৰ মূৰ অলপতে আচন্দ্ৰাই কৰি ফুৰাই যায়, সেই অহৌ বলিয়াবোৰৰ গাত বম-জ্বৰৰ বাহ।

(ছ) দক্ষিণ আফ্ৰিকাৰ নেটাল, ট্ৰান্সভালত, আৰু অষ্ট্ৰেলিয়াত আৰু আমেৰিকাৰ কেনেডাত বৃটিছ সাম্ৰাজ্যৰ প্ৰজা ভাৰতবৰ্ষীয় মানুহৰ লঘু-লাঞ্ছনা অপমান আৰু তাৰ প্ৰতিবাদৰপৰা ওপজা ৰজা ফল বমৰ শহুৰেকৰ জীয়েক। য়ুৰোপৰ যেই দেশৰ যেই ৰাজ্যৰ যেই জাতিৰে প্ৰজা হওক, সি আহি ভাৰতবৰ্ষত টিঘিল-ঘিলাই ফুৰিব পাৰে, তাৰ ছিগা চুলি এডালৰ আগত হাত দিবৰ কাৰো শকতি নাই; কিন্তু ৰাজাধিৰাজ সপ্তম এডবাৰ্ডৰ প্ৰজা ভাৰতবাসীয়ে নিজৰ ৰজাৰে আন এখন দেশত যেন কৰবাৰ জহৰা আৰু কেলেছুৱা হে; এইবিলাক বেজাইৰ কথাই ভাৰতবাসীৰ মনত বৰকৈ তিতা লগাইছে, আৰু তেওঁলোকৰ ভিতৰৰ বায়ুৱা ডেকালৰা কেইটাৰ মূৰত চৌষষ্ঠি বায়ুৰ আবিৰ্ভাব কৰি দিছে।"

বম নৰিয়াৰ এইবোৰ কাৰণ উলিৱাসকলে ৰোগৰ শান্তিৰ অৰ্থে তলত লিখা দৰব বিহে।

"প্ৰজাক মৰমেৰে সুশাসন কৰি সিহঁতৰ কান্দোন আৰু আপত্তিলৈ ভালকৈ কাণ দি সিহঁতৰ দুখ গুচাবলৈ যতন কৰি থাকিলে, আৰু সিহঁতৰ অজ্ঞানতাজনিত দায়-দোষ মৰ্ষণ কৰি ৰজাঘৰীয়া সকল চলিলে, সাত নাও ভাত আৰু সাত নাও মাটিমাহৰ আঞ্জা খোৱা দুষ্ট বঘাসুৰ-বমে, আকাল ৰূপী ভীমৰ ভুকু আৰু বাঘ-ঢকা খাই প্ৰাণত্যাগ কৰিব। কঠোৰ শাস্তিয়ে বমক বলী কৰিবৰহে সম্ভৱ, জইন মৰাকৈ তাক সি মাৰিব নোৱাৰে।"

এইবিলাক পোন পটিৰ কথা নে বেঁকা পটিৰ কথা বৰবৰুৱাই কব নোৱাৰে। বৰবৰুৱাৰ নিজৰ মতামত একো নাই। তেওঁ হৰিশ্চন্দ্ৰ ৰজাৰ দৰে স্বৰ্গ আৰু পৃথিৱীৰ মাজতে ওলমি বৰবৰুৱাৰ হৈ মহাসুখে দোলোনাত উঠি দুলিব লাগিছে মাথোন। তেওঁ "গৰ্গৰ্ণমণ্ডল" নাইবা প্ৰজামণ্ডলৰ কোনো মণ্ডলতে নেথাকে।

— বৰবৰুৱা কৃপাবৰ শ্ৰী।

# লৰা-শিক্ষা

## বুদ্ধিৰ বিকাশ।

### স্মৃতি আৰু কল্পনা।

যি গুণৰ কাৰণে কথা মনত ৰয় তাকে স্মৃতি বোলে। আৰু যি বৃত্তিৰ দ্বাৰাই আমি যেই সেই বস্তুৰ ছবি মনত আঁকিব পাৰোঁ তাক কল্পনা শক্তি বোলে। স্মৃতি আৰু কল্পনাৰ ভিতৰত প্ৰভেদ অতি কম; যেই সেই কথা সুৰঁৰিব পাৰিলেহে তাক মনত আঁকিব পাৰি, আৰু মনত আঁকিব পাৰিলেহে নাই পাহৰা বুলিব পাৰি।

স্মৃতিয়েই হৈছে বুদ্ধিৰ ঘাই মাৰলি। কল্পনা আৰু স্মৃতি যিমান বাঢ়ে বুদ্ধিৰ সিমান বিকাশ হয়। সকলো জ্ঞান স্মৃতিৰ ওপৰতে নিৰ্ভৰ কৰে। যি যিমান মনত ৰাখিব আৰু আঁকিব পাৰে তাৰ সিমান বুদ্ধি চোকা হয়। পাচলৈ যদিও অনুমান আৰু বিচাৰ শক্তি বাঢ়িলে স্মৃতি আৰু কল্পনাৰ হ্ৰাস হব পাৰে, তথাপি এই দুই শক্তিৰ বিনা সহায়ে ভাব-বৃত্তিৰ উন্নতি অসম্ভব।

চাৰি বছৰমানৰপৰা লৰাৰ কল্পনা বাঢ়ে। তেতিয়াৰপৰা লৰাই ডাঙৰৰ কাম অনুকৰণ কৰিবলৈ ধৰে; চাৰিখম ধৰা জোৰা দি ঘৰ সাজে বা ৰন্ধা-বঢ়া কৰে, নতুবা দৰা-কন্যা সাজি বিয়া পাতে। অৰ্থাৎ, চাৰিওফালৰ কাৰ্য্যবোৰ দেখি-শুনি মনত ছবি আঁকে আৰু সেই ছবিকে পুনৰ কাৰ্য্যলৈ অনুবাদ কৰিবলৈ ইচ্ছা কৰে। এইদৰে ধেমালিতো লৰাৰ মন সদায় ছবি অঁকাত প্ৰবৃত্ত থাকে। বহুত ৰকমৰ নক্সা মনত ভাঙে পাতে। মাজে সময়ে দেখা যায়, এডাল লাখুটিকে ঘোঁৰা উঠি ফুৰে। এনে বয়সত ৰকম-ৰকমৰ উপাদান গোটাই দিলে লৰাই যি মনত আছে তাকে সাজি কল্পনাৰ পৰিচালনা কৰিব পাৰে। পৰিচালনা নকৰিলে কোনো বৃত্তি ভালকৈ নেবাঢ়ে। ইউৰোপত কোনো কোনোৱে ইটাৰ নিচিনা কাঠৰ সৰু সৰু একোডোখৰ কৰি দিয়ে, লৰাই তাৰে ঘৰ সাজে। কল্পনা যিমান বাঢ়ি যায় সিমান জটিল হয়। অৰ্থাৎ, সৰুতে যদি লৰাই চাৰিখন ধৰা জোৰা দি এটা কোঠা সাজিছিল, পাচলৈ হয়তো খুটা চটিৰে এটা ঘৰ সাজিবলৈ আগ বাঢ়িব। অনাই বনাই ফুৰা লৰা মনৰ কল্পনা কৃত্ৰিম নহৈ, লাহে লাহে অৰ্থপূৰ্ণ হৱ লাগে। তাকে কৰিবলৈ লৰাৰ আগত কিছুমান নমুনা ৰাখি অনুকৰণ কৰিবলৈ দিব লাগে। এটা লৰাই কিছুমান কাঠি-কামি লৈ উমলি ফুৰা দেখিলে আগত এখন ঢাৰি আনি দি সাজিবলৈ দেখুৱাব লাগে। চিলেট এখনত মিছাই আঁকি থকাতকৈ এটা আখৰ বা কিছুমান সৰল ৰেখা বা নহলে এজোপা গছকে আঁকিবলৈ দেখুৱাব লাগে। এইদৰে ধেমালিতে বুদ্ধিৰ ধাৰ তুলিব পাৰি আৰু বিদ্যা অৰ্জ্জাও হয়। সাধুকথা কি যেতিয়া তাক বুজিব আৰু শুনিবলৈ হেঁপাহ কৰিব, তেতিয়া বা তাৰ অলপ আগৰপৰা লৰাক গধূলি গধূলি সাধুকথা কোৱা নিয়মটো বৰ ভাল। সাধুকথা কোৱাৰ তিনটা গুণ; — (১) যি কোৱা হয় তাক লৰাই মনত আঁকি লোৱাৰ গতিকে কল্পনাৰ পৰিচালনা আৰু বুদ্ধিৰ বিকাশ হয়; (২) সাধুকথাৰ ছলেৰে বুৰঞ্জী আৰু নীতি শিকাব পাৰি; (৩) কওঁতা আৰু শুনোতাৰ ভিতৰত চেনেহ সোমায়। সাধুকথা শুনাৰ লগে লগে লৰাই নিজে দেখা ঘটনাবোৰ বৰ্ণাব লাগে আৰু আগেয়ে শুনা সাধুকথা কব লাগে আৰু পাৰিলে নিজে ভাবি সাধুকথা উলিয়াবলৈ চেষ্টা কৰিব; এইবিলাক কৰালেহে লৰাৰ কল্পনা যথোচিত পৰিচালনা হয়।

বিজ্ঞানে কয়, বোলে যিটো কথা মনত দ হৈ বহে সেইটোৱেই মনত ৰয়, কিন্তু মনত ৰলেই সময়ত তাক সুৰঁৰিব নোৱাৰি, তালৈ বেলেগে এটা উনুকিয়াই দিওঁতা লাগে; আৰু কয় বোলে এই দুটাৰ ভিতৰত সম্বন্ধ ঘন হব লাগিব। ইয়াৰপৰা তলত লিখা মনত ৰাখিবৰ আৰু সুৰঁৰিবৰ কাৰ্য্যকৰ উপায়কেইটা পোৱা যায়।

(১) যিটো কথা মনপাৰি পঢ়া, মন দি শুনা, এক মনেৰে ভবা বা চোৱা হয়, সি সোনকালে আৰু দকৈ মনত ৰয়। মনোযোগ মনত ৰোৱাৰ এটা ঘাই কাৰণ। মনোযোগৰ দৃঢ়তাই মনোন্নতিৰ ভেঁটি। অভিনিবেশ বা মনোযোগ দুবিধ — ইচ্ছা সাপেক্ষ আৰু ইচ্ছানিৰপেক্ষ। সৰু লৰাৰ মন পাতল আৰু ইচ্ছা-শক্তি কম হোৱাৰ গতিকে, সিহঁতৰ ইচ্ছাসাপেক্ষ মনোযোগ

হব নোৱাৰে। সিহঁতে যতে ততে মন বহুৱাওঁ বুলি বহুৱাব নোৱাৰে; বাহিৰা কাৰণৰ পৰাহে সিহঁতৰ মন থিৰ হয়। এটা চিক্‌মিকীয়া বস্তু দেখিলে বা এটা অসাধাৰণ শব্দ শুনিলে লৰা মন আপোনা-আপুনি যেই সেই ফালে লৰ মাৰে আৰু যতে ততে ৰ লাগে। এনে মনোযোগ যদিও বৰ লাগতিয়াল নহয়, তথাপি ইয়াকে বঢ়ালে আৰু দৃঢ় কৰিলে সি ইচ্ছাসাপেক্ষ হবগৈ।

সোৱাদ লগা বা আমোদজনক কথাত মনোযোগ আপোনা-আপুনি হয়। জীৱনৰ অতি সুখৰ বা দুখৰ দিনকেইটা ফটফটীয়াকৈ মনত থাকে। এতেকে, শিক্ষকে লৰাক পঢ়াওঁতে বিষয়টোত সোৱাদ বহুৱাব লাগে। নিজে সৈতে সম্বন্ধ থকা কথাত লৰাৰ মন বহে। নিজৰ চোলাটো বা নিজে বহি ভাতখোৱা পিৰাখনক লৈ কেতিয়াও ভ্ৰম নহয়, এতেকে, শিক্যওঁতে লৰাৰ গা চোৱাই বা লৰাই যাকে ভাল পায় তাৰে লেতিয়াই কলে বেগেতাই আৰু বহুত দিনলৈ মনত থাকে। "এইটো ভাতৰ ভ, বউৰ ব" ইত্যাদি ৰূপে কোৱাত এটা তিনিবছৰীয়া লৰাই দুদিনতে সকলো আখৰ চিনিলে।

লৰাক লগত লৈ ফুৰিবলৈ যাওঁতে বাটত কি কি দেখে সকলো মন কৰি যাবলৈ কব লাগে; আৰু ঘৰত আহি সকলোখিনি লৰাই নিজে কব লাগে। এইদৰে মনৰ কোষ্টি কৰাৰপৰা ইচ্ছাসাপেক্ষ মনোযোগ হয়। দীঘলীয়া অঙ্ক কৰিবলৈ দিলেও এই উপকাৰ হয়।

(২) যিটো বস্তু গমি-পিটিকি চোৱা হয় সি বহুত দিনলৈ মনত ৰয়। কথাটোৰ অৰ্থ ভালকৈ বুজিলেহে মনত ৰয়। সুমথিৰা টেঙ্গা এটা দেখুৱাই এইটো সুমথিখা টেঙ্গা বুলি কোৱাতকৈ টেঙ্গাটো নিজে লৰাই হাতত ললে, তাৰ গোন্ধ পালে আৰু সোৱাদ বুজিলে চিৰকাললৈ মনত ৰোৱা সম্ভৱ। জ্ঞান লভোতে প্ৰবৃত্ত হোৱা ইন্দ্ৰিয়ৰ সংখ্যা অনুযায়ী মনত ৰোৱাৰ সম্ভাৱনা। সকলো কথা শৃংসুত্ৰ মাৰি ভাবি চাব লাগে। নিজে নিজে এইদৰে প্ৰশ্ন কৰি উত্তৰ বিচাৰিব লাগে এইটো কি, ইয়াৰ নাম কি, ইয়াৰ গুণ কি, ইয়াৰপৰা উপকাৰ কি, ইয়াক কত পোৱা যায়, কিহৰে সৈতে ইয়াৰ কেনে সম্বন্ধ ইত্যাদি।

(৩) বহুত বস্তুৰ নাম মনত ৰাখিব লগা হলে, সিহঁতৰ ভিতৰত মিল আৰু প্ৰভেদ অনুযায়ী শ্ৰেণী বান্ধি ললে অপ্ৰয়াসে মনত ৰয় আৰু সুৰঁৰিব পাৰি। জন্তুবিলাকৰ ভিতৰত এইদৰে শ্ৰেণী বান্ধিব পাৰি — জন্তু, জলচৰ, স্থলচৰ আৰু খচৰ; স্থলচৰ চাৰিঠেঙ্গীয়া, দুঠেঙ্গীয়া আৰু ঠেং নোহোৱা; খচৰ মাংসজীৱি, শাকজীৱি, চাৰিঠেঙ্গীয়া মাংসজীৱি, শাকজীৱি। এই ক্ৰমে ভাগ ভাগ কৰি লৈ প্ৰত্যেক ভাগত যি জন্তু পৰে তেনেকৈ ভগাই ললে সকলো জন্তুৰ নাম খেলিমেলি নলগাকৈ মনত ৰাখিব পাৰি।

(৪) কোনো এক নতুন কথা শিকিব লগা হলে সেই বিষয়ে আগেয়ে যি জনা আছে তাৰে সৈতে সম্বন্ধ বুজি তাৰ লগত গাঁথি ললে এই নতুন জ্ঞান মনত ভালকৈ ৰব আৰু বুদ্ধিও চোকা হব। এটা দৃষ্টান্ত, — বহুভুজ ক্ষেত্ৰ এটাৰ অন্তৰস্থ কোন কেইটাৰ জোখ কিমান বুলি সোধাত উত্তৰ স্বৰূপে এক সূত্ৰ গাই দিয়া যায়; যেনে, বহুভূজৰ যিমান বাহু আছে তাক দুগুণ কৰি চাৰি বাদ দিলে যিমান হব, সিমানখিনি সমকোনেই সেই ক্ষেত্ৰৰ অন্তৰস্থ কোনৰ জোখ। কিন্তু এই সূত্ৰ পাহৰিবলৈ বেচি পৰ নেলাগে আৰু পাহৰিলে সেই প্ৰশ্নৰ উত্তৰ বিচাৰি পোৱা টান হব। কিন্তু যদি লৰাই জানে যে, আগৰেপৰা এটা ত্ৰিভূজৰ কোনকেইটা দুটা সমকানেৰে সমান তেন্তে এই জ্ঞানৰ পৰা নতুন কথাটো কেনেকৈ ফলে তাক বুজাই দিলে সেই প্ৰশ্নৰ উত্তৰ কেতিয়াও পাহৰিব নোৱাৰে।

(৫) যি কথা মনত দ হৈ বহে তাক পাহৰা নেযায় বুলি ওপৰত কোৱা হৈছে। সেই কাৰণে, ডাঙ্গৰ আৰু আচৰিত ঘটনা বোৰ মনত শিলৰ ৰেখাৰ দৰে হৈ বহে। ১৮৯৭ শকৰ ভুঁইকঁপ যে পাহৰিব নোৱাৰিলেই তাৰ সমসাময়িক ঘটনাবোৰো আজিলৈকে ফট্‌ফটীয়াকৈ মনত আছে। বুৰঞ্জীৰ ঘটনাবোৰ গোটাগোটে নিগিলি এটা ডাঙ্গৰ ঘটনাৰ লগত কাল সম্বন্ধ বিচাৰি তাৰে সৈতে জোটাই ললে কাম বৰ উজু হয়। স্মৃতি শক্তি বঢ়াব খুজিলে দৈনিক ঘটনাবোৰ এটা নতুনত্ব থকা প্ৰধান ঘটনাৰে সৈতে জুকিয়াই লৈ মনত ৰাখিবলৈ চেষ্টা কৰিব লাগে। কিছুদিন তেনে কৰিলে এটা অভ্যাস বন্ধ যাব আৰু যিহকে তিহকে দেখিলে বা শুনিলে অইন কথাৰে সৈতে কাল সম্বন্ধ বিচাৰিবলৈ মন যাব; গতিকে, সকলো মনত পৰিব।

(৬) দুটা বা সৰহ ভাব মনত ৰাখিবলৈ হলে প্ৰথম আৰু দ্বিতীয়টোৰ, দ্বিতীয় আৰু তৃতীয়টোৰ ভিতৰত মিল-অমিল বা অইন কোনো সম্বন্ধ বিচাৰি ললে এটা ভাব মনলৈ আহিলেই তাৰ পিচৰটো নাহি নোৱাৰে। জুই, ধোৱাঁ, বিয়া, নাম, গোসাঁই, সত্ৰ, মাজুলি, ব্ৰহ্মপুত্ৰ, সাগৰ, জাহাজ, চকৰি, গাড়ী, সৰু,

বলধ, মহাদেৱ, ভাং, কানি, অসমীয়া, ইমানখিনি ভাব প্ৰত্যেকটোৰ আৰু তাৰ পিচৰটোৰ ভিতৰত সম্বন্ধ বুজি ললে, মনত ৰাখিবলৈ এবাৰ, বেচি হলে দুবাৰহে আওৰাব লাগিব। মাজ-সময়ে এনে কিছুমান কথা মনত ৰাখিব লগাত পৰে, যাৰ ভিতৰত একো সম্বন্ধ পাবলৈ নাই; যেনে, নৈৰ পাৰত থকা গাওঁবিলাকৰ নাম। এনে স্থলত নাম কেইটা এটা জাত লগাই গালে বা নামৰ মূৰৰ আখৰ কেইটাৰে এটা বেলেগ নাম সাজি ললে মনত ৰাখিব পাৰি।

অভ্যাসৰ নৰে কৰ্ণপথে শৰ কৰে বুলি বুঢ়া লোকে কয়। অভ্যাসৰ বলত মনৰ সকলো বৃত্তিৰে বিকাশ হয়। সন্ধ্যা শোবাৰ আগেয়ে এবাৰ দিনটোত কি কি ঘটিছিল, কি ভাব মনত খেলাইছিল ইত্যাদি মনলৈ আনিলে স্মৃতিৰ যথেষ্ট অনুশীলন হয়। লৰাক কবিতা আওৰাবলৈ দিব লাগে আৰু তেনে কৰোঁতে কবিতাৰ অৰ্থটো মনত ৰাখিব লাগে; তেতিয়াহলে অলপ চেষ্টাতে কবিতা মুখস্থ হব।

ক্ৰমশঃ।

—শ্ৰীদেৱানন্দ ভৰালি।

# নৱ ভাব।

বাজিছে আশাৰ বেণু, উথলি উঠিছে প্ৰাণ,
শুনি মিলনৰ ঘেঁতা, আশাৰ আনন্দ পান।
ভাবৰ ভোমোৰা সৰে, গুঞ্জৰি দিছেহি কই,
ধুনীয়া কুসুম-থলি, ফুলৰ অমিয়া লই।
নবীন ভাবেৰে মাথোঁ, হইছেহি হিয়া সুৰ,
নতুন উলাহ নাদে, মিলিছেহি পঞ্চসুৰ।
ৰাণীৰ কাচন পিন্ধি, আগমিছে আশা-পৰী,
কৰি লই তলতীয়া, পুৰণা মনৰ তৰী;
অকলশৰীয়া হই, উমান সাগৰে পৰি,
এবেলি ওপঙ্গি ভাহে, কক্‌বক্ কৰি কৰি;
নানান যাতনা সহি, পালেহি শেহত দাঁতি,
অতীত পাহৰি গল্প, নকৰে অকণো কাতি,
আছেহি আজিও তেওঁ মূৰ-শিতানতে থাকি,
আতিকে গুপুত ভাবে মোহন মুৰতি আঁকি;
দিঠকে-সপোনে মুঠে নকৰে লক্ষ্যৰ ভুল,
যিদৰে তৰাই পাতে হাতী-পটি মাজে থুল।
আবেগ সাৰথী আহি গুপুতে দিছেহি কই।
পুৰণি-কলীয়া নদী আছে কোন পিনে বই;
অতি পুলকিত প্ৰাণ আবেগ-বতৰা শুনি,
বান্ধিছে হিয়াৰ সোঁত আগ-পিচ ভাবি-গুণি।
নিশা অৱসান প্ৰায়! নব জীৱনৰ পুৱা,
শোকৰ বিননি শুনি, হইছেহি কন্দামুৱা।
নৱশক্তি বীজ সিঁচি কৰিলে সজীৱ প্ৰাণ,
শিকালেহি নৱোপায় কিদৰে কলিত ত্ৰাণ।
দাঁড়ৰ বাতৰি দাঁড়ে চিন্তা মঙ্গলতী হই,
আলোচি পুৰণি হিয়া সঠিক দিছেহি কই;
কাঢ়ি খোজ লয়লাসে খাইছে উজুটি ঘন,
মাতিছে বিবুদ্ধি হই, কৰি ৰথ আৰোহণ।
দুন্দুভি নাগেৰা বাজে, বাজে মিলনৰ ভেৰি,
কলিৰ দৰ্শকে ধৰে বাদ্য-ঠাই বেৰি-বেৰি;
বাদ্য ভগু তালে তালে নাচিছে নাচনী সৰে,
ৰমলীয়া ৰাগিণীৰ ৰগৰৰ ৰবে ৰবে।
ওখত আসীনা ৰাণী সাৰথী লগত লই,
দেখিছে নৰ্ত্তন-লীলা উতল-পাতল হই।
বাৰু সেই আশা-ৰাণী আবেগ-সাৰথী সমে,
হবনে কি অন্তৰ্দ্ধান, পৰিবনে কেৰে ভ্ৰমে?
হিয়াতে থিয়াথি কৰি থাকিবনে চিৰকাল?
নতুবা কোনোবা ঠাই কৰিব সলনি সাল?
বাজিবনে আশা বেণু জীৱন থাকোঁতে মানে?
মাৰিবনে যুৰ সিয়ো জীৱনৰ অৱসানে?
হয়নে জীৱনব্যাপী হিয়াৰ উলাহ নৱ?
সঁচানে কি তেন্তে মোৰ কল্পনা-কুসুম সব?

—শ্ৰীসূৰ্য্যকুমাৰ দাস।

# অসমীয়া সাহিত্য।

## "সন্ত মুক্তাৱলী।"

তেজপুৰৰ অন্তৰ্গত বৰগাওঁ মৌজাত বৰগএ্রা গোসাঁইৰ ঘৰত "সন্ত-মুক্তাৱলী" নামে এখনি সৰু পুথি আছে। পুথিখনি সাঁচীপতীয়া আৰু অসমীয়া পদত লিখা; পুথিখনিত মাথোন ১৮ টা পাত আছে। পুথিখনিত লিখা শক নাই, কিন্তু দেখিলে বুজিব পাৰি যে, তাক লিখা অনেক দিন হৈছে।

পুথিখনৰ ৰচনাকাৰকৰ নাম ৰামনাথ; তেওঁ বৰগএ্রা গোসাঁইৰ পূৰ্ব্বপুৰুষ আছিল; পুথিত তেওঁৰ বংশাৱলী তলত লিখা দৰে দিয়া আছে।

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বিশ্বনাথৰ ওচৰত সাকোমথা বুলি যি ঠাই আছে, তাতে বুঢ়ীগঙ্গাৰ ওচৰত পতিগগু নামে এক গাওঁ আছিল। সেই গাৱঁত সতানন্দ নামে এজন কায়স্থ মানুহ আছিল; তেওঁ বৰ শ্ৰীমন্ত, ধাৰ্ম্মিক, দানী আৰু মানী লোক আছিল। তেওঁৰে সৰ্ব্বানন্দ নামে এজন পুতেক আছিল। তেওঁ প্ৰতাপপুৰীয়া ৰজাৰ কাকতী আছিল। পুথিত আছে;—

"প্ৰতাপপুৰীয়া ৰজাৰ সভাত,
যতেক আছে কাকতি।
সবাৰো মাজত প্ৰকাশ কৰয়,
সৰ্ব্বানন্দ মহামতি।।"

সৰ্ব্বানন্দৰে ভকতবৎসল নামে এজন পুতেক হল। লৰাটি অতি সুন্দৰ আছিল। তেওঁ ওপজোঁতে, "জ্ঞাতি মিত্ৰগণে আনো বন্ধুজনে, বস্ত্ৰ লৈয়া সবে চাই।" তেওঁৰ চুলি বৰ দীঘল আছিল, সেই বাবে সৰ্ব্বসাধাৰণে তেওঁক "জপৰা কায়স্থ" বুলিছিল ভকতবৎসল, ডাঙ্গৰ হৈ যাদৱ কায়স্থৰ কন্যা ভক্তপ্ৰিয়াক বিবাহ কৰায়; আৰু সেই বিবাহৰপৰা তেওঁৰ চাৰিজন পুত্ৰ হয়,— জয়কৃষ্ণ, শ্ৰীকৃষ্ণ, মহাকৃষ্ণ আৰু ব্ৰাহ্মিকৃষ্ণ। ভকতবৎসলে লগত চাৰিজন মানুহ লৈ তীৰ্থ কৰিবৰ নিমিত্তে ভটীয়াই গৈছিল। তেওঁ সোণকোষ নৈৰ দাঁতিত শ্ৰীশঙ্কৰদেৱক লগ পালে। শঙ্কৰদেৱৰ ৰূপ আৰু গুণত মুগ্ধ হৈ ভকতবৎসলে শঙ্কৰদেৱক গুৰু মানি শৰণ ললে। শঙ্কৰদেৱে তেওঁৰ নাম "বৰভকত" থলে। তেওঁ শঙ্কৰদেৱৰ ওচৰত এই উপদেশ লাভ কৰিলে;—

"নকৰিবা তুমি একো দেৱতাত ৰতি।
কৃষ্ণৰ চৰণে মাত্ৰ কৰিও ভকতি।।"

যেতিয়া শঙ্কৰদেৱে দেখিলে যে, তেওঁ মহাপুৰুষীয়া ধৰ্ম্মৰ মুলমন্ত্ৰ, "একদেউ, এক সেউ, একত বিনে নাই কেউ" ভালকৈ উপলব্ধি কৰিছে, তেতিয়া তেওঁক, নিজ ঠাইলৈ আহি মানুহৰ মাজত সেই ধৰ্ম্ম শিক্ষা দিবৰ নিমিত্তে, ওভোটাই পঠিয়ালে আৰু ভাগৱতৰ অসমীয়া ভাঙ্গনী একাদশ স্কন্ধ পুথিখনি হাতত দি ক'লে;—

"মহা যত্নে শ্লোক ভাঙ্গি কৰিছোঁ পদক।
তোমাক দিলোঁহো আজি চলিয়ো গৃহক।।
নাম মাত্ৰ জপিবাহা হাতে মালা ধৰি।
লোককো শিখাইবা অতিশয় যত্ন কৰি।।
চাৰি তনয়ক তুমি কৰাইবাহা সেৱা।
গোপ্য কৰি নামমন্ত্ৰ চাৰিতো কহিবা।।"

ভকতবৎসলে নিজৰ জন্ম ঠাইলৈ উভটি আহি তাতে এখন সত্ৰ পাতি মানুহৰ মাজত মহাপুৰুষীয়া মত প্ৰচাৰ কৰিবলৈ ধৰিলে আৰু পুত্ৰ-পৰিয়ালৰ লগত মহা সুখেৰে থাকিল। কিছু কালৰ পিচত ভকতবৎসলে দেহা এৰিলে; আৰু তাৰ অলপ দিনৰ ভিতৰতে তেওঁৰ প্ৰিয় পত্নী ভক্তিপ্ৰিয়ায়ো তেওঁৰ পাচ ললে। জয়কৃষ্ণৰ অনুমতি মতে, শ্ৰীকৃষ্ণ আৰু মহাকৃষ্ণে মাক বাপেকৰ অস্থি লৈ ভটীয়াই গল আৰু গঙ্গাত অস্থি লগাই গয়াত পিণ্ড দি পাঁচ মাহৰ মূৰত ঘৰলৈ উভটি আহিল। ঘূৰি আহোঁতে তেওঁবিলাকে বাটত শুনিছিল যে, শঙ্কৰদেৱৰ নাতি মানোহৰ তেতিয়া ধিলানগৰত * আছিল।

মাক-বাপেক মৰাৰ পিচত চাৰিও ভাই একেলগেই আছিল; কিন্তু কিছুকালৰ পিচত চাৰিবো ভিতৰত কন্দল উপস্থিত হল। বৰমাজিউ শ্ৰীকৃষ্ণই মনত বৰ আঘাত পাই তেওঁৰ লৰা-তিৰোতাক শহুৰেকৰ ঘৰত থৈ ঘৰ কেইটাত জুই লগাই ৰাতি ঘৰৰপৰা ওলাই গুচি গল। তেওঁ বৰাগীৰ ভেশ ধৰি বেহাৰ

* বৰপেটাৰ অন্তৰ্গত বৰনগৰকে ধিলা-নগৰ বা বিজয়নগৰ বুলিছিল।

ওলালগৈ। শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰ তেতিয়া বেহাৰত আছিল। শ্ৰীকৃষ্ণ গৈ পুৰুষোত্তম ঠাকুৰৰ লগতে থাকিল গৈ; তেওঁৰ ভক্তি দেখি ঠাকুৰেও তেওঁক বৰ মৰম কৰি ৰাখিলে। এইদৰে শ্ৰীকৃষ্ণ তাতে ১১ বছৰ থাকিল। এখেত ঘৰত ভায়েকহঁতৰ শ্ৰীকৃষ্ণৰ নিমিত্তে বৰ চিন্তা হ'বলৈ ধৰিলে। সৰুমাজিউ মহাকৃষ্ণই, শ্ৰীকৃষ্ণক বিচাৰিবৰ নিমিত্তে যাত্ৰা কৰিলে, তেওঁ পম খেদি খেদি গৈ ককায়েকক বেহাৰত পুৰুষোত্তম ঠাকুৰৰ লগত পালেগৈ। পুৰুষোত্তম ঠাকুৰে মহাকৃষ্ণৰ মুখৰপৰা শুনি শ্ৰীকৃষ্ণক 'অচম' দেশলৈ উভটি আহিবলৈ কলে ঃ

> "দুয়ো ভাই চলি যাহা আপুনাৰ ঘৰ।
> সত্ৰ পাতি নাম-ধৰ্ম্ম কৰিবা প্ৰচাৰ।"

কিন্তু শ্ৰীকৃষ্ণই এইবুলি আপত্তি কৰিলে ঃ—

> "কেনে দেশ যাওঁ বাপ পুথি নাহি লগে।
> এহি বুলি অসন্তোষে বোলে অনুৰাগে।।
> বৰিষেক থাকোঁ মই যেবে আজ্ঞা পাওঁ।
> দশম কীৰ্ত্তন ৰামায়ণ লেখি লওঁ।"

ঠাকুৰে সেই কথা ভাল বুলিলত শ্ৰীকৃষ্ণ তাতে আকৌ এবছৰমান থাকি লাগতিয়াল পুথিবিলাক নকল কৰি লৈ ঘৰলৈ উভটি আহিল (১) আৰু তেওঁৰ জন্মঠাই বুঢ়ীগঙ্গাৰ দাঁতিৰ পতিগণ্ড গাৱঁত সত্ৰ পাতি মহাপুৰুষীয়া ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰিলে। সেই বিষয়ে পুথিত এইদৰে লিখা আছে ঃ—

> "বহল কৰিয়া তাতে মেৰ কৰিলন্ত।
> উত্তৰফালে আপোনাৰ ঘৰ কৰিলন্ত।।
> পছিমৰফালে বৰ ভেটিক বান্ধিল।
> তিনি ভায়ে আসি তাতে ঘৰক সাজিল।।
> দখিণত বাৰ মেধী ঘৰ সাজিলন্ত।
> পূবে বংশীগোপালেও ঘৰ কৰিলন্ত।।
> উত্তৰফালত এক পুখুৰী খানিল।
> প্ৰীতি অনুৰাগে সবে আনন্দে আছিল।।"

এনেতে উত্তৰফালৰ ৰাইজ ভাগিল; চাৰিও ভায়েকেও সত্ৰ এৰি কলিয়াবৰলৈ ভাগি গল আৰু বেলেগ বেলেগ ঠাইত ঘৰ কৰি থাকিল; জয়কৃষ্ণই দালালমাজত,* শ্ৰীকৃষ্ণই, কলংপাৰত * আৰু মহাকৃষ্ণই বিলপাৰত * ঘৰ কৰিলে আৰু ত্ৰাহিকৃষ্ণ শ্ৰীকৃষ্ণৰ ওচৰতে ঘৰ কৰি থাকিল।

এই চাৰিজন ভায়েকৰপৰা বাঢ়ি চাৰিটা প্ৰধান পৰিয়াল হয় আৰু তেওঁবিলাকৰ বংশৰ কেইবাজনেও কেইবাখনো মহাপুৰুষীয়া সত্ৰ স্থাপন কৰে। পুথিখনত সেইবিলাকৰ বিৱৰণ যি পোৱা গ'ল তাক তলত দিয়া হল। জয়কৃষ্ণই জয়ন্তী নামে এক কন্যাক বিবাহ কৰে আৰু সেই বিবাহৰ ফলত তলত লিখা পৰিয়াল হয় ঃ—




জয়কৃষ্ণৰ পৰিয়ালৰ ভিতৰত কোনে কত সত্ৰ পাতিছিল সেই বিষয়ে পুথিত কোনো কথা নাই।। শ্ৰীকৃষ্ণৰ পুতেক নাই; জীয়েকৰপৰা যি পৰিয়াল বাঢ়িছিল তাক তলত দিয়া হল।

(১) শ্ৰীকৃষ্ণই ঘৰলৈ আহোঁতে উত্তৰপাৰে গোবিন্দপুৰ নামে ঠাইত এজন মুকুন্দ নামে সন্তক মহাপুৰুষীয়া ধৰ্ম্ম প্ৰবৰ্ত্তোৱা দেখিছিল।
* এইবিলাক ঠাই কত আৰু আজিকালি কি বুলি খ্যাত কোনোবাই জানে নে?




বাপুৰামে লেতুৰগাঁৱত সত্ৰ স্থাপন কৰে; তেওঁৰ ১১ জন লৰা হয়। বাপেকৰ মৃত্যু হোৱাৰ পিচত ভায়েকহঁতৰ ভিতৰত কাজিয়া লাগিলত, পুৰ্ত্তমচৰণে লেতুৰগাওঁ সত্ৰ কৃষ্ণচৰণক এৰি দি 'পোৱাভেটি' সত্ৰ স্থাপন কৰে। কৃষ্ণানন্দ, মাধৱানন্দ আৰু স্বৰূপানন্দ মাকৰে সৈতে, পুৰ্ত্তমচৰণৰ লগলৈকে গল। কৃষ্ণানন্দ ডাঙৰ হৈ এলেঙ্গি সত্ৰ পাতে; কৃষ্ণানন্দৰ লৰা নোহোৱাত পদ্মপাণি নামে ভাগিনীয়েকক পো বুলি গ্ৰহণ কৰে। মাধৱানন্দ কলিয়াবৰলৈ আহি বিবাহ কৰালে আৰু পশুৰাম কুণ্ডলৈ গৈ, সন্ন্যাসী হৈ গুচি গল। ৰমানন্দ, ৰমাকান্ত আৰু সহদেৱে 'মদাৰগুৰি' সত্ৰ পাতিলে। নৃসিংহ দক্ষিণপাতলৈ গৈ শুকান সুতিত সত্ৰ পাতিলে; জীৱনহৰিৰ কন্যা কালিন্দীৰ পুত্ৰ শঙ্কৰ্গতিয়ে 'খাতপাৰ' সত্ৰ স্থাপন কৰে। স্বৰূপানন্দে বাহজেঙ্গনিত সত্ৰ পাতে; আৰু তেওঁৰ পুত্ৰ লক্ষ্মণে 'নিকামল' সত্ৰ স্থাপন কৰে।

ত্ৰাহিকৃষ্ণই মধুমতী নামে এক কন্যাক বিবাহ কৰাই যি পৰিয়াল বৃদ্ধি কৰে তাক তলত দিয়া হল।




এই বংশৰ মধুসূদনে বৰালিমৰা সত্ৰ স্থাপন কৰাত বাজে, আনসকলে কৰবাত সত্ৰ স্থাপন কৰিছিল নে নাই সেই বিষয়ে পুথিত একো উল্লেখ নাই।

মহাকৃষ্ণই মালতী নামে এক কন্যাক বিবাহ কৰায় আৰু তেওঁৰপৰা যি বংশ উৎপত্তি হয় তাক সিপিঠিত দিয়া হল।




ৰামচৰণে বৰ ভালকৈ টোকাৰী বজাব জানিছিল; সেইগুণে তেওঁক সকলোৱে 'টুকৰীয়া বাপু' বুলিছিল। তেওঁ এদিন টোকাৰী বজাই বৰগীত গোৱা শুনি প্ৰমত্তসিংহ স্বৰ্গদেৱৰ দিনত বৰ বৰুৱা ডাঙ্গৰীয়া ইমান সন্তুষ্ট হৈছিল যে, তেওঁক বহুত মাটিৰ এখন খাত নিষ্কৰ কৰি দিছিল। সেই খাত বৰগাওঁ মৌজাত এতিয়াও আছে।

ৰামনাথে বাপেকৰ অস্থি গঙ্গাত লগাবলৈ ভটীয়াই গৈছিল। উভটি আহি শিঙ্গৰী পৰ্ব্বতৰ কিছুদুৰত থকা বৰকলা নামে ঠাইত সত্ৰ পাতি থাকিল। সেই ঠাইক এতিয়া বৰগাওঁ বোলে, আৰু সেই অনুসাৰে সত্ৰৰ নামো বৰগাওঁ হৈছে। বিষ্ণুনাথ কলিয়াবৰতে থাকিল আৰু জগন্নাথ অলপ বয়সতে ধুকাল। দামোদৰৰ পুতেক হৰিনাথে কলংপুৰত সত্ৰ পাতিলে। কৃষ্ণনাথে জজিয়াত সত্ৰ পাতিলে আৰু জীৱধনে বালিপুখুৰীত সত্ৰ পাতিলে।

ওপৰত কোৱা ৰামনাথেই আমাৰ আলোচ্য পুথিৰ লিখক। প্ৰথম বংশ প্ৰবৰ্ত্তক সতানন্দৰপৰা ৰামনাথলৈ ৭ পুৰুষ; কাজেই পুথিত যিবিলাক কথা লিখিছে সেইবিলাকৰ অনেক কথা তেওঁ দেখি লিখিলেও অনেক কথা শুনি লিখিছে আৰু বাস্তৱতে তেওঁ সেই কথা নিজে স্বীকাৰ কৰিছে ঃ—

"যেহেন শুনিলো, তেনয় দেখিলো,
নকৰিবা তিৰষ্কাৰ।"

ইয়াৰ ভিতৰত এইটো লক্ষ্য কৰিব লগীয়া কথা যে, শুনা কথাৰ ওপৰত নিৰ্ভৰ কৰি লিখাতো পুথিখনিত অলপো অতিৰঞ্জন দোষ নাই। লিখকে পুথিখনিৰ এইদৰে সামৰণি মাৰিছে ঃ—

"বৰগাওঁ নামে গ্ৰাম, বৰকলা যাৰ নাম,
বেলশিৰী জলে অনুকুল।
তাতে ঘৰ সাজিলন্ত, সত্ৰ-সভা পাতিলন্ত,
গঙ্গাস্নান কৰিয়া আসিল।।
মনত কল্পনা কৰি, চিন্তিলন্ত দেৱহৰি,
শঙ্কৰদেৱক নমিলন্ত।
বৰভক্ত বংশাৱলী, নামে "সন্ত-মুক্তাৱলী"
মহাযত্ন কৰি লিখিলন্ত।।
মহাকৃষ্ণ বংশে জাত, শ্যামকাণু নামে খ্যাত,
তান পুত্ৰ নামে ৰামনাথ।
শঙ্কৰ চৰণ সেবি, বিৰচিলা পদ ছবি,
শুনা সবে কৰি আথ-বেথ।।"

এই ৰামনাথৰ বংশৰ লোকেই আজিলৈকে বৰগাওঁ সত্ৰত অধিকাৰ হৈ আছে। বৰ্ত্তমান অধিকাৰ শ্ৰীযুত লোকনাথ মহন্ত ৰামনাথৰপৰা ৭ পুৰুষৰ আঁতৰ, অৰ্থাৎ ৰামনাথৰ পুতেক বিভুনাথ, তেওঁৰ পুতেক ইন্দুনাথ, তেওঁৰ পুতেক মধুৰাম, তেওঁৰ পুতেক মাধৰাম, তেওঁৰ পুতেক গঙ্গাৰাম, আৰু তেওঁৰ পুতেক লোকনাথ।

পুথিৰ কাল সম্বন্ধে কোনো ভিতৰুৱা প্ৰমাণ নাই। সেই গুণে বাহিৰা প্ৰমাণৰ ওপৰত ভৰ দি সেই বিষয়ে অনুমান কৰাত বাহিৰে আন উপায় নাই। প্ৰথমতে লিখক এতিয়াৰপৰা ৭ পুৰুষৰ আগৰ লোক। এক শতিকাত তিনিপুৰুষ ধৰা যি পুৰাতত্ত্ব সম্বন্ধীয় নিয়ম আছে সেইমতে ধৰিলে ৰামনাথ ২০০ শ বছৰৰ আগৰ লোক আছিল; দ্বিতীয়তে তেওঁৰ পুতেক বিভুনাথে লিখা এখন পুথিৰ ১৬৬৮ শকত লিখা বুলি উল্লেখ আছে। তেনেহলে "সন্তমুক্তাৱলী" বিভুনাথৰ পুথিৰ আগৰ বুলি অনুমান কৰা একো অসঙ্গত নহয়। সকলো কথা বিবেচনা কৰি চাই আমি ১৬৩০ শককে এই পুথিৰ কাল বুলি ধৰিব খোজোঁ।

আৰু এটা কথা কলেই আমাৰ আজিৰ কথাৰ ওৰ পৰিব। এই পুথিখন এখন "বংশাৱলী।" অসমীয়া সাহিত্যত এই শ্ৰেণীৰ অসংখ্য পুথি আছে। আগৰ কালৰ বুৰঞ্জী, জীৱনচৰিত আৰু বংশাৱলী এই তিনি শ্ৰেণীৰ পুথিত অসমীয়া সাহিত্য যিমান চহকী, ভাৰতবৰ্ষৰ আন কোনো সাহিত্য সিমান চহকী নহয় বুলি আমাৰ বিশ্বাস। এই পুথিত যি বংশৰ কথা আছে সেই বংশৰ মানুহে, আমাৰ দেশৰ এলেঙ্গি, নিকামল আদি অনেক প্ৰখ্যাত মহাপুৰুষীয়া সত্ৰৰ স্থাপনকৰ্ত্তা আছিল; সেইগুণে এই পুথিখন, মহাপুৰুষীয়া ধৰ্ম্মৰ বুৰঞ্জী লিখিবলৈ বিশেষ লাগতিয়াল হব ভাবি আমি তাৰ সাৰভাগ সৰ্ব্বসাধাৰণৰ আগত প্ৰকাশ কৰিলোঁ।

শ্ৰীহেমচন্দ্ৰ গোস্বামী।

## জোন

কোন তই জ্বলি থাক তৰাৰ মাজত,
চক্‌চকি ৰূপালি বৰণে;
কোন তই হাঁহি থাক মিচিকি মিচিকি,
আকাশত লয়লাস মনে?
সন্ধিয়াৰ লগে যেবে আহ সাজি-পাৰি,
কৰহি বিশ্বক সুধা দান;
তোৰেই ৰূপত মজি আপোন পাহৰি,
তৰাবোৰে ধৰেহি যোগান।
শৰত কালত তই পিন্ধি নব সাজ,
প্ৰকাশহি পদুম বিলত;
ৰকম্-জমক্ কৰি ৰূপহী জোনাক,
ঢালি দিয় পদুম পাতত।
ফটিকৰ ধাৰ যেন নিৰ্ম্মল জলত,
নাচি থাক আপোন পাহৰি;
পাতবোৰ বতাহত চেৰে চেৰে লৰি,
উলাহতে বজায় চাপৰি।
নিচেই আজলী দেহি ভেঁটফুলপাহী,
স্বভাৱতে সদায় ধুনীয়া;
হালি-জালি হাঁহে দেখি তোৰেই ধেমালি,
অপেচৰা-মন-মুহি-নিয়া।
পদুম পাহীটি দেহি লাজৰ ভাৰত,
জঁয় পৰে মুৰটি দোৱাঁই;
সহিব নোৱাৰি আহি মলয়া বতাহে,
চুমা খায় ওৰণী গুচাই।
অজলা শৰালিজুৰি কৰ্ত্তব্য পাহৰি,
একেথিৰে চায়হি ধেমালি;
নীৰৱে পাহাৰটিয়ে ৰখে সজাগেৰে,
এচুকত প্ৰতিবিম্ব থেলি।
ক্ষুদ্ৰ নিজৰাটি দেহি গিৰি কাষৰৰ,
ৰূপ দেখি তোতেই পাগল;
বুকুত সাবটি তোকে, ভৱিষ্য নেভাবি,
নাচি নাচি বয় অবিৰল।
ক্ষন্তেকতে লব তই মেঘৰ ঢাকনী,
লাজ পাই আপোন সুৰঁৰি;
ওৰণী গুচাই তই জুমি জুমি চাব,
প্ৰাণসখী নেচাই নোৱাৰি।
আপোন মনেৰে উৰি জোনাকী পৰুৱা,
কিবা যেন ফুৰেহি বিচাৰি;
পায় যেন তোৱোপৰা একেৰি জোনাক,
উৰি গই তিৰ্‌বিৰ্ কৰি।
শান্তি-সুধা ঢালি তই কিৰণৰ সতে,
তাপিতক ধীৰে নিচুকাব।
ভুলাই সংসাৰ-মায়া আদৰি-সাদৰি,
চেনেহেৰে টোপনি অনাব।
সদায় আনন্দ তোৰ নাই দুখ-খেদ,
প্ৰকৃতিত নিচেই সৰল;
জগতৰ যত জীৱ মোহ যায় তোতে,
তয়েই সবাৰো শান্তিথল।

—শ্ৰীসিদ্ধেশ্বৰ গোঁহাই।

## নিয়মীয়া আচৰণ।

ঈশ্বৰে মানুহৰ ব্যৱহাৰ আৰু উপকাৰৰ নিমিত্তে এই পৃথিবীত আমাৰ চাৰিওপিনে বহুত বস্তু আৰু জন্তু দিছে। অকল বস্তু কিম্বা জন্তুবিলাক দিয়েই দয়াময় পৰমেশ্বৰ ক্ষান্ত থকা নাই, সেই বস্তু কিম্বা জন্তুবিলাক ভালকৈ চলাই মেলি আমাৰ ব্যৱহাৰত আনিবৰ কাৰণে তদুপযুক্ত পৰিমাণে আমাক শাৰীৰিক বল আৰু কিছুমান মানসিক বৃত্তি দিছে। মানসিক বৃত্তিবিলাকক দুই শ্ৰেণীত ভাগ কৰিব পাৰি; যেনে, প্ৰথম শ্ৰেণীৰ বৃত্তিবিলাকৰ সমষ্টিক বিবেক বুলিব পাৰি আৰু দ্বিতীয়

শ্ৰেণীৰ বৃত্তিবিলাকক বুদ্ধিবৃত্তি বুজিব পাৰি। বিবেকৰ ইঙ্গিতমতে আৰু বুদ্ধিবৃত্তি নিয়মিতৰূপে পৰিচালনাৰ দ্বাৰা সেই বস্তু কিম্বা জন্তুবিলাক আমাৰ কামত লগাব পাৰিলে, আমি বহুত উপকাৰ পাব পাৰোঁ। কোনো বিষয়ত বেচি লাভৰ আশাত, বা আন কোনো কাৰণে বিবেকৰ উপদেশৰ বিৰুদ্ধে কাম কৰিলে আমি কোনো প্ৰকাৰে একোৰেপৰা উপকাৰ পাবলৈ আশা কৰিব নোৱাৰোঁ; বৰঞ্চ বিবেকৰ বিৰুদ্ধে যোৱাৰপৰা বহুত দুখ-কষ্ট হে ভুগিব লাগিব। যিবিলাক মানুহে কোনটো কাম ভাল কোনটো কাম বেয়া, একো বুজিব নোৱাৰে, তেওঁলোকৰ সদায় কু-শিক্ষা কিম্বা কু-অনুষ্ঠানৰ দ্বাৰা বিবেক নষ্ট হৈ গৈছে, নাইবা উপযুক্ত শিক্ষা আৰু পৰিচালনাৰ অভাৱত অন্তৰৰ মনোবৃত্তিবিলাক ভালকৈ পৈনত হৈ উঠা নাই। যিবিলাকৰ বিবেক একেবাৰে নষ্ট হৈ গৈছে, তেওঁলোকৰ বহুত ঠাইতে উন্নতি অসম্ভৱ; কিন্তু ক্ৰিয়া আৰু অভ্যাসৰ দ্বাৰা দ্বিতীয়টো অৱস্থাক উন্নত কৰিব পাৰি। বুদ্ধিবৃত্তিৰ সহায় নললে বিবেকে অকলৈ একো কৰিব নোৱাৰে; বিবেকে মাত্ৰ কোনটো ভাল কোনটো বেয়া তাকেহে দেখুৱাই দিয়ে, কি কাম কেনেকৈ কৰিব লাগে সেই সম্বন্ধে বিবেকে আমাক একো নকয়। কোনটো বস্তুৰ কি গুণ, ইটো বস্তুৰ লগত সিটোৰ পৰস্পৰ সম্বন্ধ কি, ইত্যাদি বিষয়বিলাক আলোচনা কৰা আমাৰ বুদ্ধিবৃত্তিৰ কাম; এতেকে, কোনো এটা কাম কৰাৰ উপায় স্থিৰ কৰা বুদ্ধিবৃত্তিৰেই কাম। এই কাৰণেই, বিবেক আৰু বুদ্ধিবৃত্তিৰ লগ লাগি কাম কৰিলেহে উপকাৰ হয়। অকল বুদ্ধিবৃত্তি সহায় লৈ যদি আমি বিবেকৰ আদেশৰ বিৰুদ্ধে কোনো কাম কৰোঁ, তেনেহলে আমাৰ কিছুমান নিকৃষ্ট প্ৰবৃত্তিহে চৰিতাৰ্থ হ'ব, হৃদয়ৰ সদ্‌গুণৰাশি ক্ৰমশঃ লোপ পাব; আৰু তাৰদ্বাৰা নিজৰ আৰু অন্যৰো বহুত অপকাৰৰ সম্ভৱ। এনেবিলাক বিপদ আৰু অসুবিধা গুচাবৰ কাৰণেই প্ৰত্যেক বিষয়তে সকলো মনোবৃত্তিৰ ভিতৰত মিল ৰাখি কাম কৰা উচিত।

অকল উন্নত মনোবৃত্তিৰেই আমি কাৰ্য্যক্ষেত্ৰত কৃতকাৰ্য্য হ'ব নোৱাৰোঁ। শাৰীৰিক অঙ্গ-প্ৰত্যঙ্গবিলাকো উপযুক্ত পৰিমাণে সবল কৰি লোৱা আৱশ্যক। উপযুক্ত পৰিমাণে বিদ্যাবুদ্ধি আৰু বিবেক সতেজ থকা স্বত্বেও, অকল শাৰীৰিক দুৰ্ব্বলতাৰ কাৰণে বহুত ঠাইত আমি সদনুষ্ঠান কৰিবলৈ পিচ হুঁহকিব লগাত পাৰোঁ। এজন মানুহে কোনো ঠাইত কিবা এটা কাম দেখি বুজিব পাৰিছে যে, সেই কামটো বেয়া, এতেকে তাত বাধা দিয়া উচিত। কিন্তু সেই কামটোত বাধা দিবৰ হলে, অকল মানসিক বিদ্যাবুদ্ধিৰে একো নহয়, তাৰ লগতে উপযুক্ত পৰিমাণে শাৰীৰিক বলৰো আৱশ্যক। সেই মানুহজন যদি শাৰীৰিক বলত দুখীয়া হয়, তেনেহলে সেই কামটো বেয়া বুলি বুজিব পৰা আৰু তাত বাধা দিবলৈ ইচ্ছা থকা স্বত্বেও, তেওঁ একো প্ৰতিকাৰ কৰিব নোৱাৰিব। তেওঁৰ চকুৰ আগতে এটা বেয়া কামৰ অনুষ্ঠান হৈ যাব। এনেকৈ সদায় চকুৰ আগত বেয়া কাম দেখি অভ্যাস হলেগৈ, বিবেকে শেহলৈ সেইটো যে বেয়া কাম, তাক অনুভৱ কৰিব নোৱাৰা হবগৈ। এতেকে, আমাৰ শাৰীৰিক আৰু মানসিক উভয় বিধ উন্নতিৰেই সমান আৱশ্যক।

আমাৰ শাৰীৰিক আৰু মানসিক প্ৰকৃতিৰ লগত অন্যান্য বস্তুৰ কিম্বা প্ৰাণীৰ প্ৰকৃতিৰ মিল ৰাখি, সেই বস্তু অথবা প্ৰাণীবিলাক ব্যৱহাৰ কৰিব পাৰিলে আমি বহুত উপকাৰ পাব পাৰোঁ। নিয়মতকৈ অলপ লৰচৰ হলেই, উপকাৰৰ ঠাইত আমাৰ বহুত অপকাৰ হে হব। নিয়মিতাচাৰণ পৰম সুখৰ মূল, অনিয়মিতাচাৰ অশেষ কষ্টৰ কাৰণ। অলপ বিচাৰ কৰি চালেই এই বিষয় ভালকৈ বুজা যাব। ভাত আমাৰ এটা প্ৰধান খাদ্য; ভাতৰ দ্বাৰা আমাৰ শৰীৰৰ পুষ্টিসাধন আৰু জীৱনীশক্তি বেচি হয়; কিন্তু সেই ভাতকে যদি অনিয়মিতৰূপে আহাৰ কৰা যায়, তেনেহলে অজীৰ্ণাদি ৰোগ হৈ বহুত কষ্ট ভুগিব লাগিব। ভ্ৰমণাদিৰ সময়ত সময় ৰক্ষা আৰু কষ্ট কমাবৰ কাৰণে ঘোঁৰা, ৰেল আদি দ্ৰুতগামী বাহনৰ আৱশ্যক। নিয়মিতৰূপে ঘোঁৰা বা ৰেল চলালে ওপৰোক্ত উদ্দেশ্যেকেইটা সিদ্ধি হব পাৰে, কিন্তু আৰু বেচি লাভৰ আশাত অনিয়মিতৰূপে যদি ওপৰোক্ত বাহনকেইটা চলোৱা যায়, তেনেহলে লাভৰ থলত প্ৰাকৃতিক নিয়মৰ বিৰুদ্ধে যোৱাৰ কাৰণে, বহুত বিপদৰ হে সম্ভৱ। ঘোঁৰা বেচিকৈ চেকুৰিলে বাটতে উশাহ বন্ধ হৈ মৰি যাব পাৰে; তাৰদ্বাৰা গিৰিহঁতৰো লোকচান হয়, আৰু আৰোহীয়েও শৰীৰত সাংঘাতিক আঘাত পাব পাৰে। সেইদৰে ৰেল-জাহাজৰ ভিতৰতো বেচিকৈ চলালে বইলাৰ (Boiler) ফাটি আৰোহীসকলৰ ধনে-প্ৰাণে নষ্ট আৰু অধ্যক্ষসকলৰ বহুত অৰ্থ নষ্টৰ সম্ভৱ। এতেকে কোনো বস্তুৰ কিম্বা জন্তুৰ প্ৰাকৃতিক শক্তিয়ে যিমান উপকাৰ দিব পাৰে, তাতকৈ বেচিৰ আশা কৰি তাৰ অপব্যৱহাৰ কৰা অন্যায়।

অনিয়মিতৰূপে ব্যৱহাৰত ভৌতিক বস্তু বিলাকৰপৰাও বহুত অপকাৰ পোৱা যায়। জুই আমাৰ গৃহস্থালী কামত এটা বৰ লাগতয়িাল বস্তু; সেই জুইক যদি অসাৱধানকৈ ৰখা বা অন্যায় ৰকমে ব্যৱহাৰ কৰা যায়, তেনেহলে তাৰপৰা আমাৰ ধনে-প্ৰাণে সকলো নষ্ট হোৱাৰ সম্ভৱ। পানী শৰীৰ ৰক্ষাৰ কাৰণে এটা বৰ লাগতিয়াল বস্তু, আৰু গৃহস্থালীৰ আন কামতো ইয়াৰ বৰ দৰকাৰ; অলপ চেষ্টা আৰু পৰিশ্ৰম কৰিলে ভাল পানী পোৱাৰ স্থলতো, যদি আমি কোনোৰকম কষ্ট স্বীকাৰ কৰিবলৈ এলাহ কৰি কিম্বা ধন খৰছ হোৱাৰ ভয়ত বেয়া পানীকে ব্যৱহাৰ কৰোঁ, তেনেহলে সেই পানীৰ পৰা আমাৰ কোনোৰকম উপকাৰ নহয়; বৰঞ্চ নানাৰকম ৰোগ হৈ শেহত ধনে-প্ৰাণে নষ্ট হোৱাৰহে সম্ভৱ। অনিয়মিত ব্যৱহাৰতো পানীৰপৰা আমাৰ বহুত অপকাৰ হয়। এইদৰেই বিচাৰ কৰি চালে দেখা যায়, যি বস্তুৰপৰা সময়ত আমি বহুত উপকাৰ পাওঁ, আমাৰ কু-ব্যৱহাৰত সেই বস্তুৰেপৰা আকৌ আন সময়ত বহুত দুখ-কষ্টও ভোগোঁ।

যেনেকৈ, আমাক বস্তু কিম্বা জন্তু বিশেষে তাৰ প্ৰাকৃতিক শক্তিয়ে যিমান কাম দিব পাৰে তাতকৈ আমি বেচি আশা কৰিব নোৱাৰোঁ, সেইদৰেই এক প্ৰকৃতিৰ জন্তুৰ বা বস্তুৰ পৰা অন্য প্ৰকৃতিৰ বস্তু বা জন্তুত থকা উপকাৰৰো আশা কৰিব নোৱাৰোঁ। বেলেগ বেলেগ বস্তু বা জন্তু আমাৰ বেলেগ বেলেগ উপকাৰত আহে। একেটাৰেপৰা বহুত ৰকমৰ উপকাৰৰ আশা কৰিব নোৱাৰোঁ। বলদ গৰুৰে হালো বাম, গাখীৰো খাম, এই দুইটা কাম আশা কৰিব নোৱাৰোঁ; বলদ গৰুৱে মাত্ৰ হাল হে বাই দিব, গাখীৰ নিদিয়ে। কুকুৰ এটায়ো সেইদৰে তাৰ প্ৰাকৃতিক শক্তিত যিখিনি সম্ভৱ তাকেহে কৰি দিব, গৰু এটাৰ কাম কৰি দিবলৈ নাহে। এই একেটা নিয়ম ভৌতিক পদাৰ্থ সম্বন্ধেও খাটে। জুইৰ দাহিকা শক্তিৰে বস্তু পোৰে, কিন্তু আমি পানীৰ শীতল গুণত পোৱা উপকাৰখিনি জুইত আশা কৰিব নোৱাৰোঁ। প্ৰত্যেক বস্তুৰে একোটা বিশেষ গুণ আছে; যি বস্তুৰ যি গুণ, সেই বস্তুৰপৰা মাত্ৰ সেই গুণৰ উপকাৰকেহে আশা কৰিব পাৰোঁ।

ভৌতিক পদাৰ্থ আৰু অন্যান্য জীৱ বা বস্তুৰ ব্যৱহাৰত যেনে এটা নিৰ্দ্ধাৰিত সীমা বা নিয়ম আছে, মানুহৰ শৰীৰ আৰু মানসিক বৃত্তিবিলাক চালনাতো ঠিক তেনে এটা নিৰ্দ্ধাৰিত সীমা বা নিয়ম আছে। শৰীৰ আৰু মনোবৃত্তিবিলাক নিয়মিতৰূপে পৰিচালনাতেই প্ৰকৃত সুখ, ইয়াৰ বাহিৰে সুখ পাবৰ আৰু দ্বিতীয় এটা উপায় নাই। কোনো শাৰীৰিক অঙ্গ বা মনোবৃত্তিৰ অকামিলা অৱস্থা কাহানিও সুখজনক নহয়। শৰীৰ আৰু মনোবৃত্তিবিলাক যেয়ে যিমান নিয়মমতে চলাব পাৰে তেওঁ তিমানেই সুখী। অলপ বিচাৰ কৰি চালেই দেখা যায়, শৰীৰ আৰু মনোবৃত্তিবিলাক নিয়মিত চালনাত আমি কেনেকৈ সুখ পাওঁ। জীৱন আৰু শৰীৰ আমাৰ বৰ আদৰৰ বস্তু। সেই শৰীৰ ৰক্ষাৰ আৰু জীৱনীশক্তি বৃদ্ধিৰ কাৰণে আহাৰৰ আৱশ্যক; কিন্তু উপযুক্ত পৰিমাণে শাৰীৰিক আৰু মানসিক পৰিশ্ৰম কৰিলেহে সেই আহাৰ পাওঁ। আহাৰৰদ্বাৰা শৰীৰ ৰক্ষা আৰু জীৱনশক্তি বেচি হোৱাৰ বাহিৰেও, আহাৰৰ কাৰণে পৰিশ্ৰম কৰোঁতে শাৰীৰিক অঙ্গ আৰু মনোবৃত্তিবিলাক পৈনত হৈ উঠে। এইদৰে বিচাৰ কৰি চালে দেখা যায়, যেতিয়া যি মনোবৃত্তি বা শাৰীৰিক অঙ্গ চালনা কৰোঁ, তেতিয়া তাৰপৰা আমাৰ দুটা উপকাৰ হয়। যি বস্তু লাভৰ অথবা অন্য কোনো উপকাৰৰ আশাত আমি শাৰীৰিক অঙ্গ অথবা মনোবৃত্তি বিলাক চলাওঁ, প্ৰথমতঃ সেই সেই বস্তু কিম্বা উপকাৰ আমি পাওঁ, দ্বিতীয়তঃ নিয়মিতৰূপে চালনাত আমাৰ অঙ্গ আৰু মনোবৃত্তিবিলাক ক্ৰমশঃ সবল আৰু পৈনত হয়। শৰীৰ আৰু মনোবৃত্তিবিলাক নিয়মিত চালনাত আমি যেনেকৈ সুখ পাওঁ, অনিয়মিত চালনাত তেনেকৈয়ে নানা দুখ-কষ্ট ভুগিব লাগে। বিচাৰ কৰি চালে অতি সহজেই বুজিব পৰা যায়, অনিয়মিতৰূপে চলালে মনোবৃত্তিবিলাক নো কেনেকৈ আমাৰ দুখৰ কাৰণ হয়।

ক্ষমা, সহানুভূতি, দয়া প্ৰভৃতি আইনক উপকাৰ কৰিবৰ ইচ্ছা মানুহৰ এটা বৰ ভাল বৃত্তি। ইয়াৰদ্বাৰা যে পৃথিৱীত প্ৰাণীৰ কত উপকাৰ হৈছে, তাক সম্পূৰ্ণৰূপে কোৱা টান। মানুহৰ এই বৃত্তি থকাৰ কাৰণেই পৃথিৱীত দিনে দিনে হেজাৰ হেজাৰ অঙ্গহীন, জৰাগ্ৰস্ত, কৰ্ম্মাক্ষম, দৰিদ্ৰ, ভিখাৰীয়ে আহাৰ পাইছে। কত অসংখ্য পাপীয়ে এই বৃত্তিৰ অপাৰ মহিমাতে নিস্তাৰ পাব লাগিছে। কত অসংখ্য সহায়-সম্পত্তিহীন দুখীয়া লৰাই মানুহৰ এই বৃত্তিৰ ওপৰতে নিৰ্ভৰ কৰি জ্ঞানৰূপ অমূল্য বস্তুৰ অধিকাৰী হৈ, শেহ জীৱনত পৃথিৱীত অশেষ কৰ্ত্তব্য সাধন কৰি নিজৰ নাম চিৰস্মৰণীয় কৰি গৈছে। মোটৰ ওপৰত,

এই বৃত্তিৰদ্বাৰা পৃথিৱীত যে কত উপকাৰ হৈছে তাক সহজে কোৱা টান; কিন্তু এই অতি উপকাৰী বৃত্তিকো অনিয়মকৈ চলালে বহুত অপকাৰ হয়। বিচাৰক যদি অতি দয়ালু হয়, তেনেহলে কোনো ঠাইত অন্যায় বিচাৰ কৰি দোষীক ক্ষমা কৰিব লগাত পৰে। এনেকৈ ক্ষমা কৰিলে কেইবাটাও অপকাৰ হয়; প্ৰথমতঃ পাপক আশ্ৰ দি পৃথিৱীত পাপীৰ সংখ্যা বেচি কৰা হয়, দ্বিতীয়তঃ বিচাৰকৰ ন্যায়পৰতা বৃত্তি নষ্ট হয়। আন পক্ষে, বিচাৰক যদি অতি ন্যায়বান হয়, তেনেহলে এটা অতি সামান্য দোষতো (যিটো দোষত হয়তো ক্ষমা কৰিলেও বৰ বেচি অপকাৰ নহয়) দোষীক দণ্ড দিব লগাত পৰে; এনেহলে বহুত ঠাইতে মানুহৰ দয়াবৃত্তি নষ্ট হয়। এইদৰে বিচাৰ কৰি চালেই দেখা যায়, এটা বৃত্তি বৰ বেচিকৈ বাঢ়িলে আন এটা বৃত্তি লোপ পাবলৈ আৰম্ভ কৰে। এই কাৰণেই প্ৰত্যেক বৃত্তিৰ ভিতৰতে মিল ৰাখি কাম কৰা উচিত।

অৰ্জ্জনস্পৃহা বা ধনসম্পত্তি উপাৰ্জ্জনৰ ইচ্ছা সংসাৰ-যাত্ৰাৰ পক্ষে এটা অতি লাগতিয়াল বৃত্তি। ঈশ্বৰে আমাৰ চাৰিওপিনে ভোগ বস্তুবিলাক দিছে, সেই বস্তুবিলাক আমাৰ ব্যৱহাৰত লগাবৰ কাৰণে সংগ্ৰহ কৰাই হৈছে এই বৃত্তিৰ কাম। অৰ্জ্জনস্পৃহা নিয়মিতৰূপে চৰিতাৰ্থ হলেই পৃথিৱীত দাৰিদ্ৰ্য অভাৱ প্ৰভৃতি শোক-দুখ দূৰ হৈ সুখ-সম্পদৰ বৃদ্ধি হব পাৰে; এই বৃত্তিৰ অভাৱত পৃথিৱীত মানুহে জীৱন নিৰ্ব্বাহ কৰাই অসম্ভৱ হলহেঁতেন। কিন্তু, এই উপকাৰী বৃত্তিৰ চালনাতো এটা সীমা আছে। কোনো মানুহৰ অৰ্জ্জনস্পৃহা বৃত্তি যদি অতি প্ৰবল হয়, তেনেহলে চুৰি, ডকাইতি, উৎকোচ গ্ৰহণ প্ৰভৃতি অতি নিকৃষ্ট উপায়বিলাকৰদ্বাৰা সেই প্ৰবল বৃত্তিক চৰিতাৰ্থ কৰিব লগাত পৰে। চুৰি, ডকাইতি প্ৰভৃতিৰ শেহ পৰিণাম নিজৰ আৰু অন্যৰ পক্ষে কিমান ভয়ানক অনিষ্টকাৰী তাক বোধ কৰোঁ কোৱাৰ আৱশ্যক নকৰে। এই অৰ্জ্জনস্পৃহা বৃত্তি অতি প্ৰবল হোৱাৰ কাৰণেই হেষ্টিংছে শেহজীৱনত ইংলণ্ডত বহুত দুখ-কষ্ট সহিব লগাত পৰিছিল। ইষ্ট-ইণ্ডিয়া কোম্পানীৰ কৰ্ম্মচাৰীবিলাকৰ অৰ্জ্জনস্পৃহা বৃত্তিৰ প্ৰবল অৱস্থাও উক্ত কোম্পানীৰ পতনৰ কাৰণ। এইবিলাক কাৰণেই এই বৃত্তিকো নিয়মিতৰূপে চলোৱা উচিত।

ক্ৰমশঃ—

—শ্ৰীবলীন্দ্ৰকুমাৰ বৰুৱা।

# বীণা।

কত দিন বীণা! তোক বজাওঁ বজাওঁ বুলি,
আশা-উচতনি পাই হাতলই লওঁ তুলি;
নেপাই তন্ত্ৰীৰ মোৰ, নেজানি গীতৰ সুৰ,
পুনৰ পেলাই থওঁ নোৱাৰোঁ বজাব বুলি।

দিন-চাৰি পাৰ হলে একে ভাব পুনৰায়,
হৃদয়-তন্ত্ৰীত বাজি বিৰিঙি ওলাই যায়;
মনৰ গতিত পৰি, পুনৰ্ব্বাৰ তুলি ধৰি,
বজাবলৈ লওঁ, কিন্তু পূৰ্ব্বৰ অৱস্থা পায়!

কোকিলৰ গীত শুনি পঞ্চমত গোৱা তুলি,
পচাওঁ হিয়াত মোৰ আশা-কুমলীয়া পুলি ;
বীণা! তোক তুলি লই, বজাওঁ বজাওঁ কই,
থাকোঁতেই যাও হাঁয়, ক্ষন্তেকতে সুখ ভুলি!

এইবাৰ কিন্তু বীণা! বজাম বুলিছোঁ তোক,
বজাম নিশ্চয় আজি ভাল হোক বেয়া হোক;
যদিও সমাজে নিন্দে, গালিয়ে কাণত বিন্ধে,
তথাপি বজাম আজি গুচাই মনৰ ভোক।

কৰিছোঁ প্ৰাৰ্থনা বিভু! জানি তুমি দয়াময়,
অভাগাৰ যেন এই ক্ষুদ্ৰ আশা পূৰ হয়;
লগাই তন্ত্ৰীৰ মোৰ, শিকোৱা গীতৰ সুৰ,
চিৰকাল যেন বীণা বাজে হই মধুময়,
আৰু যাতে সুৰে সতে তযু নাম গঁথা ৰয়।

—শ্ৰীদানপতি কলিতা।

# চৰিত্ৰ।

উন্নতিৰ অপৰ আহিলা চৰিত্ৰ। সৎ চৰিত্ৰ উন্নতিপথৰ প্ৰবল সহায়। যি লোকে সৎচৰিত্ৰক সহায় কৰি উন্নতিৰ পথত যাত্ৰা কৰে, তাক কোনো অপায়ে পৰ্শিব নোৱাৰে। উন্নতিৰ পথত অনেক প্ৰবঞ্চক-প্ৰতাৰক আছে, কিন্তু চৰিত্ৰবল থাকিলে, সিহঁতৰ আক্ৰমণ অপ্ৰয়াসে ইতিকিং কৰি নিৰ্বিঘিণিয়ে অগ্ৰসৰ হব পাৰি। ধনবল বা বিদ্যাবল, একোৰেই ইয়াৰ তুল্য নহয়। কু-চৰিত্ৰৰ কু-ফল ধন বা বিদ্যাৰে খণ্ডাব নোৱাৰি। ধনবন্ত আৰু বিদ্যাবন্ত মানুহো চৰিত্ৰৰ দোষত অধোগামী হয় আৰু সমাজত গৰিহণা ভোগ কৰে। চৰিত্ৰহীন মানুহৰ শত্ৰু সৰহ, এতেকে সংসাৰত তাৰ বিপদো সৰহ। ধনহীন বা বিদ্যাহীন হলে মানুহে আনৰ পুতৌ পায়, কিন্তু চৰিত্ৰহীন হলে তাক কোনেও দেখিব নোৱাৰে। সৎ-চৰিত্ৰ মানৱ স্বভাৱৰ জেউতি; আন গুণ নেথাকিলেও কেৱল সৎচৰিত্ৰেই মানুহৰ শোভা বঢ়ায়। চৰিত্ৰৱন্ত মানুহ পৱিত্ৰ জনৰ নিচিনা। সি নিজেও পৱিত্ৰ, আৰু আনকো পৱিত্ৰ কৰে। চৰিত্ৰৱন্ত মানুহক চৰিত্ৰহীন মানুহে পেটে পেটে ভয় কৰে আৰু তাৰ আগত বেয়া কাম কৰিবলৈ সঙ্কুচিত হয়। ধন আৰু বিদ্যাৰপৰা মানুহে ক্ষমতাপ্ৰাপ্ত হয়, কিন্তু চৰিত্ৰৰপৰা মহত্ত্ব লাভ কৰে। কু-চৰিত্ৰই মানুহক পশুত্বলৈ নমায়, কিন্তু সু-চৰিত্ৰই দেৱত্বলৈ তোলে। সু-চৰিত্ৰ মনুষ্যত্বৰ মজা বা সাৰ, এতেকে সি উন্নতিৰ মেৰুদণ্ড স্বৰূপ।

কোনো এটা কৰ্ম্ম সদায় কৰি থাকিলে, তাক কৰিবলৈ ভাল লগা হয়। ইয়াকে অভ্যাস বোলে। প্ৰত্যেক মানুহৰ একোটা অভ্যাস আছে আৰু সেই অভ্যাস মানুহেপতি বেলেগ বেলেগ। কোনো মানুহৰ কানি খোৱা অভ্যাস, কোনো মানুহৰ ভাং খোৱা অভ্যাস, কোনো মানুহৰ পুৱাই উঠা অভ্যাস আৰু কোনো মানুহৰ বা বেলিকৈ উঠা অভ্যাস থাকে। এনেবিলাক কৰ্ম্মত যেনেকৈ মানুহৰ একোটা অভ্যাস জন্মে, আচাৰ-ব্যৱহাৰ সম্বন্ধেও সেইদৰে মানুহে মানুহে পৃথক্ পৃথক্ একোটা অভ্যাস জন্মে। কোনো মানুহৰ হিংসা কৰা অভ্যাস হয়, অৰ্থাৎ সি হিংসা নকৰি থাকিব নোৱাৰে। কোনো মানুহৰ চুৰ কৰা অভ্যাস হয়, অৰ্থাৎ সি চুৰ নকৰি থাকিব নোৱাৰে। ইত্যাদি ক্ৰমে আচাৰ-ব্যৱহাৰ সম্বন্ধে যিবোৰ অভ্যাস জন্মে, সেইবোৰ গোটেখাই মানুহৰ চৰিত্ৰ হয়। মানুহৰ মনত উত্তম অধম দুই শ্ৰেণীৰ বৃত্তি আছে। সিহঁতৰ ভিতৰত উত্তমবোৰৰ উত্তেজনাত উত্তম চৰিত্ৰ জন্মে, আৰু অধমবোৰৰ উত্তেজনাত অধম চৰিত্ৰ জন্মে। এতেকে, মানুহে অধম বৃত্তিবোৰ দমাই ৰাখি উত্তম বৃত্তিবোৰ আকৰ্ষণ কৰা উচিত।

মানুহৰ অধম বৃত্তিবোৰ বিনা কৰ্ষণে স্বভাৱতে বিকসিত হয়, কিন্তু উত্তমবোৰ জ্ঞান জন্মিলেহে দেখা দিয়ে। শৈশৱ কালত মানুহ ক্ৰোধ, লোভ আদি অধম বৃত্তিবোৰৰ অধীন থাকে। তেতিয়া তাৰ অন্তৰত সুবৃত্তিৰ ক্ৰিয়া দেখাই নেযায়, ডাঙ্গৰ হৈ হিতাহিত জ্ঞান লাভ কৰিলেহে সুবৃত্তি বিকসিত হবলৈ ধৰে। মানুহৰ জীৱনত কুবৃত্তিবোৰো কিয় অগ্ৰগামী হয়, তাৰ কাৰণ ঠাৱৰোৱা অতিশয় টান আৰু ইয়াত সেই কথা আমাৰ বিচাৰৰ বিষয়ো নহয়। এতেকে, তাক স্বভাৱৰ ক্ৰম বুলি ধৰা গল। কিন্তু, কুবৃত্তিবোৰ অগ্ৰগামী হোৱাৰ নিমিত্তে মনুষ্য জাতিৰ অশেষ অপকাৰ হৈছে। সিহঁতৰ দণ্ডিত মানুহে পোন প্ৰথমে অসৎ পথে খোজ লয়। কুবৃত্তিবোৰ মনুষ্য জীৱনত প্ৰথম নায়ক নোহোৱাহেঁতেন সংসাৰত ইমান অদ্ভুত কুকৰ্ম্ম দেখা নগলহেঁতেন, পৃথিৱী স্বৰ্গতুল্য সুখৰ আলয় হলহেঁতেন। কুবৃত্তিবোৰে আগেয়ে মানুহৰ স্বভাৱ আক্ৰমণ কৰি কুপথত পেলাই যায়, পাচত জ্ঞানবলেৰে তাক তাৰপৰা উদ্ধাৰ কৰি লব লাগে। এই নিমিত্তে মানুহে চৰিত্ৰ গঠন কাৰ্য্যক চৰিত্ৰ সংশোধন নাম দিয়ে; অৰ্থাৎ আদিতে সকলো মানুহৰ চৰিত্ৰ বেয়া থাকে, পিচে জ্ঞান বৃদ্ধি হলে তাক শুধৰাই লব লাগে। অপৱিত্ৰক পৱিত্ৰ কৰা, ৱা অশুদ্ধক শুদ্ধ কৰা টান কথা। আৰম্ভতে সুপথ লগাই দিবলৈ উজু, কিন্তু কুপথৰ মানুহক তাৰপৰা ওভোটাই অনা কঠিন কাম. এই দেখি পৃথিৱীত সৎলোকৰ সংখ্যাতকৈ অসৎলোকৰ সংখ্যা সৰহ। আগৰপৰা অসৎ কৰ্ম্মত প্ৰৱৰ্ত্তাৰ নিমিত্তে মানুহৰ তাত ৰাপ হয়।

জ্ঞানৰ দীপ্তিত সেই কৰ্ম্মৰ কদৰ্য্যলি দেখা পালেও তাক এৰিব নোৱাৰা হয়। এই নিমিত্তে নীতি বচনত কয় যে, কোমলতে ভাঁজ দিলেহে ভাঁজ লয়। কোমল বয়সতে চৰিত্ৰ সংশোধন নকৰিলে, পিচত সংশোধন কৰা টান। যি মানুহে কুকৰ্ম্ম কৰি হাৰ পকাইছে তাৰ চৰিত্ৰ সংশোধন কৰা কদাপি সম্ভৱ নহয়।

—শ্ৰীসত্যনাথ বৰা।

# মহাপুৰুষ।

জন্মিলে মৰিব লাগে নীতি এই বন্ধা-ধৰা,
একেবাহে চলি আছে সৃষ্টি-পাতনিৰেপৰা;
উপজি দুদিন ফুৰি বেহাই সংসাৰ-হাট,
আটায়ে জিৰণি লয় মৃত্যু-বিৰিখৰ ছাঁত।

সংসাৰৰ চিন-চাব নেথাকে অকণো তাৰ,
উদয়াস্তে যায় পুনু অস্ত-অচলত মাৰ;
শৰীৰৰ পঞ্চভূত আচলত লীন যায়,
নেদেখা নুশুনা হয় পাৰ্থিব মনুষ্য-কায়।

সংসাৰৰ বেমেজালি নপশে কাণত একো,
নেলাগে বগাব আৰু সংসাৰ-সুতাৰ-সাঁকো;
নেলাগে ভাবিব আৰু সুখ-দুখ দিন-ৰাতি,
অনন্ত শয্যাত শুই লাভ কৰে চিৰশান্তি।

কিন্তু জন্মি, যিটোজনে সজগুণ লাভ কৰে,
দেহা-বিচ্ছেদৰে সতে নামৰ জেউতি চৰে;
সিজন ফুলৰ গছ গোন্ধত আমোলমোল,
পৃথিবী প্লাবিত কৰে বই তাৰ মউ-জোল।

মৰ্ত্ত্য-আকাশত তেওঁ পূৰ্ণিমাৰ জোনবাই,
অসামান্য প্ৰতিভাৰে দশোদিশ পোহৰায়;
মৰিও সংসাৰ মাজে ফুৰে তেওঁ লীলা কৰি,
দেখুৱাই দিয়ে বাট কণাক লাখুটি ধৰি।

শঙ্কৰ-মাধৱদেৱ জ্বলন্ত দৃষ্টান্ত তাৰ,
আনন্দ বৰুৱা হেম ঢেকিয়াল ফুকনৰ;
গুণ-যশস্যাৰ ঢৌৱে আজিও ঢাকিছে ধৰা,
আজিও পাইছে পূজা অসম জাতিৰপৰা।

গুণত মোহিত হই আজিও অসমবাসী,
ভকতি-ফুলৰ মালা অৰ্পিছে চৰণোদ্দেশি;
আটায়ে পুৰুষ মহা বুলি গুণ-গান কৰি,
খোজে খোজে যাবলই ফুৰে নিতে বাঞ্ছা কৰি।

যত দিনপুবাকাশে সূৰ্য্যৰ উদয় হব,
যতদিন ধৰাধামে মলয় পৱন বব;
যতদিন পৃথিৱীয়ে গুণৰ গৌৰৱ গাব,
ততদিন সিসবৰ মাহাত্মাই পূজা পাব।

এতেকে সকলো মিলি তেনে মহাপুৰুষৰ,
আৰ্হিৰে লগাওঁ আহাঁ আমাৰো জীৱন গঢ়;
দুদিন বেহাই হাট এৰিলে ক্ষণিক কায়,
দেহাৰ পতন সতে নাম যেন নুনুমায়।

—শ্ৰীদণ্ডীনাথ কলিতা।

# আনন্দৰাম বৰুৱা।



স্বৰ্গীয় আনন্দৰাম বৰুৱা অসম দেশৰ প্ৰসিদ্ধ মজিন্দাৰ বৰুৱা বংশৰ এজন ডেকা আছিল। এই বংশৰ প্ৰতিস্থাপক দুৰ্গাচৰণ বৰকাকতি অতিজতে আহোম ৰজাৰ ৰাজধানী গড়গাৱঁত (নাজিৰা) আছিল। ১৪৭৭ শকৰ আহাৰ মাহত কোচবিহাৰৰ ৰজা বিশ্বসিংহই আমাৰ স্বৰ্গদেৱলৈ নজৰ পঠিয়াই এখন চিঠি দিছিল। চিঠিখন কেঁচুৰ ৰসেৰে লিখা আছিল, সেই কাৰণে দিনৰ পোহৰত তাক কোনেও পঢ়িব নোৱাৰিলে। পিচে, সেই দুৰ্গাচৰণ বৰকাকতিয়ে ৰাতি অঁাৰিয়া গুচাই আন্ধাৰত তাক পঢ়িলে। চুখাম্‌ফা স্বৰ্গদেৱে বৰকাকতিৰ বুদ্ধিৰ অশেষ প্ৰশংসা কৰি সেই দিনাৰপৰা তেওঁক "মজিন্দাৰ" খিতাপ দি মাটি আৰু বেটী বন্দী বিধান কৰি দিলে আৰু তেওঁৰ বংশৰ লোকক গুৰুতৰ দোষ কৰিলেও প্ৰাণদণ্ডৰপৰা নিষ্কৃতি দিলে; আৰু আন্ধাৰত কেঁচুৰ ৰসৰ আখৰবিলাক মাণিক জলা দি জলি উঠিছিল গুণে, স্বৰ্গদেৱে তেওঁৰ নাম সলাই মাণিকচন্দ্ৰ থলে। মাণিকচন্দ্ৰ মজিন্দাৰ কাকতিৰপৰা বঢ়া বংশৰ যি ঠালত স্বৰ্গীয় আনন্দৰাম বৰুৱাই জন্ম লৈছিল তাক ওপৰত দিয়া হৈছে।

গৰ্গৰাম বৰুৱাৰ ঔৰসে দুৰ্ল্লভেশ্বৰী বৰুৱানীৰ গৰ্ভত ১৭৭২ শকৰ জেঠ মাহত মহাত্মা আনন্দৰাম বৰুৱাই উত্তৰ গুৱাহাটীত জন্মগ্ৰহণ কৰে। গৰ্গৰাম বৰুৱা ডাঙ্গৰীয়াৰ দুৰ্ল্লভেশ্বৰী বৰুৱানীৰ ফালৰ চাৰিজন পুতেক হৈছিল ঃ— জানকীৰাম, পৰশুৰাম, আনন্দৰাম আৰু মণিৰাম। আনন্দৰাম বৰুৱা তেওঁবিলাকৰ ভিতৰত তৃতীয় আছিল। আনন্দৰাম বৰুৱা সৰুৰেপৰা বৰ তীক্ষ্ণ বুদ্ধিৰ লৰা আছিল; তেওঁৰ স্বভাৱ ধীৰ আৰু গম্ভীৰ আছিল। তেওঁ সৰুৰেপৰা ঘৰতে এজন অধ্যাপকৰ মুখে সংস্কৃত পঢ়িছিল আৰু গুৱাহাটীৰ গৱৰ্ণমেণ্ট স্কুলত ইংৰাজী পঢ়িছিল। তেতিয়া গুৱাহাটী হাইস্কুলত ফাৰ্ষ্ট আৰ্টচলৈকে পঢ়োৱা হৈছিল। আনন্দৰাম বৰুৱাই চৈধ্য বছৰ ছমাহ বয়সতে এণ্ট্ৰান্স পৰীক্ষা সুখ্যাতিৰে পাচ কৰি জলপানী লৈ; উচ্চশিক্ষা লাভ কৰিবৰ নিমিত্তে কলিকতালৈ গৈ তাৰ প্ৰধান কলেজ প্ৰেচিডেন্সিত ভৰ্ত্তি হৈ দুবছৰৰ মুৰত, প্ৰথম বিভাগত অতি সুখ্যাতিৰে সৈতে এফ, এ, পাচ কৰি, আকৌ সেই কলেজতে পঢ়ি ইংৰাজী ১৮৬৯ চনত বি, এ, পাচ কৰি "ষ্টেট স্কলাৰচিপ" আৰু "গিলক্ৰাইষ্ট স্কলাৰচিপ" লৈ, অৰ্থাৎ মুঠতে মাহে ৫০০৲ টকাৰ বৃত্তি লৈ তেওঁ ইংলগুলৈ যাত্ৰা কৰিলে। বিলাতত তিনি বছৰ থাকি চিভিল চাৰ্ভিচ, বি-এচ, চি, এল-এল-বি, আৰু বাৰিষ্টাৰ-এট্-ল এই চাৰিটা পৰীক্ষা অতি দক্ষতাৰে সৈতে পাচ কৰি ১৮৭২ চনত ভাৰতবৰ্ষলৈ ঘুৰি আহিল। তেওঁ ভাৰতবাসীৰ ভিতৰত পঞ্চম চিভিলিয়ান আৰু তেওঁ চিভিল চাৰ্ভিচ পৰীক্ষাত প্ৰথম বিভাগৰ দ্বিতীয় স্থান অধিকাৰ কৰিছিল। মাননীয় ৰমেশচন্দ্ৰ দত্ত, বিহাৰীলাল গুপ্ত, সুৰেন্দ্ৰনাথ বন্দ্যোপাধ্যায় আৰু স্বৰ্গীয় আনন্দমোহন বসু বিলাতত বৰুৱাদেৱৰ সহপাঠী আছিল।

বিলাতত তেওঁৰ লগত একে লগে থকা সহপাঠীবিলাকৰ ভিতৰত, কোনেও জনা নাছিল যে, তেওঁ চিভিল চাৰ্ভিচৰ বাহিৰে আন কোনো পৰীক্ষাৰ নিমিত্তে পঢ়িছিল; বি-এচ, চি, পৰীক্ষাত উত্তীৰ্ণ হোৱা লৰাবিলাকৰ লগত বৰুৱাদেৱৰ নাম দেখি তেওঁৰ লগত থকা লৰাবিলাকে আচৰিত মানিছিল। বিলাতত থাকোঁতেই তেওঁ ফ্ৰান্স দেশৰ ভাষা এনে ভালকৈ শিকিছিল যে, তেওঁৰ কথা-বাৰ্ত্তা শুনি সেই দেশৰ মানুহেও তবধ মানিছিল।

তেওঁ ভাৰতবৰ্ষলৈ উভটি আহি কলিকতা ইউনিভাৰ্চিটিৰ সংস্কৃতত এটা বিশেষ পৰীক্ষা পাচ কৰি ২০০০৲ টকা পুৰস্কাৰ পাইছিল। তাৰ পিচত তেওঁ শিৱসাগৰ জিলালৈ এচিষ্টাণ্ট কমিচনৰ হৈ আহে; আসামলৈ আহোঁতে জাহাজত তেওঁ যি কেবিনত আহিছিল, তাত এটা চাহাব সোমাই তেওঁক তাৰপৰা ওলাই যাবলৈ কোৱাত তেওঁৰ লগত ঘুচিউৱা-ঘুচি পৰ্য্যন্ত হৈ গল, তথাপি বৰুৱাদেৱে পৰাস্ত মানি নিজৰ ঠাই এৰি নগল। চাহাব জনে তেওঁৰ আত্মনিৰ্ভৰ আৰু সাহ দেখি অনুসন্ধান কৰি তেওঁ কোন জানি পিচত নিজৰ দোষ স্বীকাৰ কৰি তেওঁৰ লগত বন্ধুত্ব কৰিলে। শিৱসাগৰলৈ যাওঁতে তেওঁ গুৱাহাটীত নামি পিতাক আৰু আন-আন বন্ধুবৰ্গৰ লগত দেখা কৰিছিল। পিতাকে তেওঁক প্ৰায়শ্চিত্ত হবলৈ ধৰাত, নিজৰ বিবেকে তেওঁক সেই কাম কৰিবলৈ নকয় বুলি, তেওঁ কৰিবলৈ মান্তি নহল; তাত তেওঁৰ পিতাকে মনত বৰ বেজাৰ পালে।

তেওঁ শিৱসাগৰত এচিষ্টেণ্ট কমিচনৰ কাম কৰোঁতেও তেওঁ সদাই নিয়ম মতে পঢ়া-শুনা কৰিছিল; আন কি কাছাৰীলৈ যাওঁতেও হাতত এখন কিতাপ লৈ গৈছিল আৰু যেতিয়াই অলপ অৱকাশ পাইছিল তেতিয়াই এজলাচতে কিতাপ পঢ়িছিল। তেওঁ শিৱসাগৰত কাম কৰোঁতে আৰু বিলাতত থাকোঁতেও চৌগা চাপকণ হে পিন্ধিছিল; বঙ্গদেশলৈ গৈহে চাহাবী সাজপাৰ লৈছিল।

তেওঁ শিৱসাগৰত থকাত, এদিন তেওঁৰ বঙ্গলালৈ এজন দিহিঙ্গৰ বৰসাজতোলা দেখা কৰিবলৈ গৈছিল। দুয়ো দুখন চকিত বহি কথা-বাৰ্ত্তা পাতি আছিল, এনেতে ডেপুটী কমিচনৰ কৰ্ণেল কেম্বেলকে আদি কৰি কেইজনমান চাহাব তেওঁৰ বঙ্গলাত ওলালগৈ। চাহাব যোৱা দেখিয়েই সাজতোলাজনক উঠিব খোজা দেখি, বৰুৱাদেৱে তেওঁক কলে যে, "আপুনি স্বাধীন মানুহ, কেলৈ উঠিব; বহি থাকক"। ইপিনে তেওঁৰ তাত সৰহ চকি নথকাত নিজৰখন চকি ডেপুটী কমিচনৰক এৰি দি নিজে থিয় হৈ ৰল; কেইজনমান চাহাবক চকি অনাই দিয়ালে, কিন্তু আৰু চকি নোহোৱাত কেইজনমান চাহাব মেজত ভৰ দি থিয় দি থাকিল আৰু বহি থকা সাজতোলা জনৰ ফালে কেৰাহি কেৰাহিকৈ চাবলৈ ধৰিলে। সাজতোলাজন তাৰপৰা উঠি লৰ মাৰিব পাৰিলে এতিয়া ৰক্ষা পৰে; কিন্তু বৰুৱাদেৱে চকুৰ ঠাৰেৰে সাহ দিয়াত যদিও তেওঁ বহি থাকিল, ভয়ত ঘামি-জামি নগুৰশাস্তি হল। চাহাবসকল গুচি যোৱাৰ পিচত সাজতোলাই বৰুৱাদেৱক "ডাঙ্গৰীয়া, আপোনাৰ ইয়ালৈ অহা বৰ বিপদৰ কথা; আমাৰ আৰু ইয়ালৈ অহা নহব" বুলি কৈ বিদায় ললে।

তেওঁৰ প্ৰতি কথাতে তেওঁৰ মনৰ তেজ আৰু স্বাধীনতাৰ চিনাকি পোৱা যায়। তেওঁ অসম দেশ এৰি বঙ্গদেশলৈ যোৱাৰ কাৰণো এয়ে। শিৱসাগৰত এচিষ্টেণ্ট কমিচনৰ থকা সময়ত, কৰ্ণেল কেম্বেল তাত ডেপুটী কমিচনৰ আছিল আৰু লেপ্‌টেনেণ্ট গ্ৰে এচিষ্টেণ্ট কমিচনৰ আছিল। পদত বৰুৱাদেৱ লেফ্‌টেনেণ্ট গ্ৰেৰ ওপৰত আছিল, সেইবাবে ডেপুটী কমিচনৰ চফৰ ফুৰিবলৈ যাওঁতে জিলাৰ ভাৰ বৰুৱাদেৱৰ গাত থাকে। এবাৰ ডেপুটী কমিচনৰ বাহিৰত থকাত, বৰুৱাদেৱে গ্ৰে চাহাবৰ ওপৰত কিবা এটা দোষ ধৰি তেওঁৰ কৈফিয়ত খোজাত, তেওঁ সেই কথাত অপমান বোধ কৰি, ডেপুটী কমিচনৰক জনোৱাত, পিচৰবাৰ ডেপুটী কমিচনৰ চফৰলৈ যাওঁতে তেওঁ জিলাৰ ভাৰ বৰুৱাদেৱৰ গাত নিদি গ্ৰে চাহাবৰ গাত থৈ গল। বৰুৱাদেৱে এই কথাত অপমান পাই গৱৰ্ণমেণ্টলৈ আবেদন কৰি বঙ্গদেশলৈ বদলি লৈ গুচি গল; তেতিয়াৰেপৰা আৰু অসম দেশলৈ উভটি নাহিল। তেওঁ অলপ দিনৰ ভিতৰতে সৌজন্যতা গুণেৰে শিৱসাগৰৰ সকলো দেশী মানুহৰ মন মুগ্ধ কৰিছিল আৰু তেওঁ শিৱসাগৰ এৰি যাবলগা হোৱাত সকলোৱে আন্তৰিক দুখ পাইছিল। বঙ্গদেশতো তেওঁ অনেক ঠাইত জইণ্ট মেজিষ্ট্ৰেট থাকি অৱশেষত নোৱাখালি জিলাত ডিষ্ট্ৰীক্ট মাজিষ্ট্ৰেট আৰু কলেক্টৰ হৈছিল। আৰু যতে ততে সুখ্যাতিৰে কাম কৰি মানুহৰ প্ৰিয়পাত্ৰ হৈছিল। তেওঁ অনেক দুখীয়া লৰাক পঢ়াৰ খৰচ দি সহায় কৰিছিল আৰু মগনীয়াবিলাকক ভিক্ষা দি তেওঁ বৰ সুখ লাভ কৰিছিল। তেওঁ এখন ডাঙ্গৰ জিলাৰ ভাৰ গাত লৈয়ো তেওঁৰ সংস্কৃত ভাষা আৰু সাহিত্যৰ বিষয়ে চৰ্চ্চা অলপো এৰা নাছিল। তেওঁ বহুত কিতাপ লিখি প্ৰকাশ কৰিছিল; তাৰ ভিতৰত ইংৰাজীৰপৰা সংস্কৃত অভিধানখন আৰু সংস্কৃতৰ উচ্চ ব্যাকৰণখন সম্পূৰ্ণৰূপে প্ৰকাশিত হৈছিল। তাত বাজেও মহাবীৰ চৰিতৰ ভাষ্য, অমৰকোষৰ টীকা, ধাতুৰূপ আৰু 'ভৱভূতিৰ সংস্কৃত সাহিত্যত ঠাই' বুলি এখনি ইংৰাজী কিতাপ তেওঁ লিখি প্ৰকাশ কৰিছিল আৰু "সৰস্বতী কণ্ঠাভৰণ" বুলি এখন অলঙ্কাৰ-শাস্ত্ৰও প্ৰকাশ কৰিছিল। এইবিলাকত বাজেও, বৰুৱাদেৱে যি এটা কিতাপ লিখা কাম হাতত লৈছিল তাক ভাবিলেও মনত ভয় লাগে; অৰ্থাৎ গোটেইটো সংস্কৃত ভাষাকে ধাতুৰূপ বিভাগ, অভিধান বিভাগ, শব্দৰূপ বিভাগ, অলঙ্কাৰ বিভাগ ইত্যাদি ১২ বিভাগত ভগাই এটা প্ৰকাণ্ড ব্যাকৰণ লিখিবলৈ আয়োজন কৰিছিল। বৰুৱাদেৱৰ এই গ্ৰন্থৰ নাম আৰু প্ৰস্তাৱ শুনি সংস্কৃত ভাষাৰ পণ্ডিত মোক্ষমুলাৰে তেওঁলৈ লিখিছিল, "আপোনাৰ এই গ্ৰন্থখনৰ কেইভাগমান প্ৰকাশিত হৈ ওলালেও পৃথিৱীৰ এটা মহৎ উপকাৰ সাধন কৰা, হব আৰু গোটেইখন গ্ৰন্থ লিখি প্ৰকাশ কৰা এক জীৱনৰ কাম নহয়"। বাস্তৱিক পক্ষেও বৰুৱা ডাঙ্গৰীয়াই এই গ্ৰন্থৰ কেইখনমান হে উলিয়াবলৈ পালে;— বৰুৱাদেৱৰ পক্ষে কায়িক আৰু মানসিক পৰিশ্ৰম অসহ্য হৈ উঠিল। ১৮৮৭ চনৰ নৱেম্বৰ মাহত বৰুৱা দেৱৰ গাত পক্ষাঘাত ৰোগে দেখা দিলে। অনেক চিকিৎসা কৰিলে, কিন্তু তাৰ কোনো ফল নধৰিলে; ১৮৮৯ চনৰ জানুৱাৰী মাহত (৫ মাঘ) শুকুৰবাৰে আবেলি ২ বজাৰ সময়ত, কলিকতাত তেওঁৰ বন্ধু বাৰিষ্টাৰ তাৰকনাথ পালিতৰ বালিগঞ্জৰ ঘৰত মহাত্মা আনন্দৰাম বৰুৱা মুঠেই ৩৯ বছৰ বয়সতে ইহধাম পৰিত্যাগ কৰি,

—"হল অকস্মাৎ    মাজ সাগৰত,

ধ্ৰুব তৰা দৰে মেঘৰ আঁড়।"

কলিকতাত থকা অসমীয়া ছাত্ৰবিলাকে অতি সমাৰোহৰে নি তেওঁৰ পবিত্ৰ দেহ ভাগিৰথীৰ তীৰত কালিঘাট শ্মশানত অগ্নিত সমৰ্পন কৰিলে। চাই থাকোঁতে

থাকোঁতে অসমৰ প্ৰথম বি, এ, প্ৰথম বাৰিষ্টাৰ, প্ৰথম চিভিলিয়ান আনন্দৰাম বৰুৱাক অগ্নি দেৱতাই ভস্মীভূৎ কৰিলে; আসামৰ গৌৰব-সূৰ্য্য চিৰকালৰ নিমিত্তে অস্তমিত হল। বৰুৱাদেৱে প্ৰায় ৪৫০০০৲ টকা আৰু বৰহমপূৰত বহু টকা মূল্যৰ এখন বাগানবাড়ী এৰি থৈ গৈছিল আৰু সেইবিলাক তেওঁৰ উত্তৰাধিকাৰী বৈমাতৃ ভাই কেইজনৰ হাতত পৰি অলপ দিনৰ ভিতৰতে লোপ পালে। অতি বেজাৰৰ কথা, বৰুৱাদেৱৰ এটা বহুমূল্যৰ পুথিৰ ভড়াঁল আছিল আৰু তেওঁ কেইবাখনো হাতেৰে লিখা গ্ৰন্থ এৰি থৈ গৈছিল, সেইবিলাকো কৰবাৰ বস্তু কৰবালে গল। বৰুৱাদেৱৰ নিজা ভাই-ককায়েক কেইজন তেওঁ জীয়াই থাকোতেই পৰলোক প্ৰাপ্ত হৈছিল। মণিৰাম নামেৰে যিজন ভায়েক আছিল, তেওঁক শিক্ষাৰ নিমিত্তে বৰুৱাদেৱে বিলাতলৈ পঠিয়াইছিল; কিন্তু তেওঁ ফ্ৰান্সত গৈ ধুকাল, তাতে বৰুৱাদেৱে দাৰুণ শোক পালে। তেওঁ লিখা কিতাপবিলাক ছপা কৰিবৰ নিমিত্তে বৰুৱাদেৱে এখন সুকীয়াকৈ ছাপাখানা কিনি লৈছিল আৰু মৃত ভায়েকৰ নামেৰে তাৰ নাম "মণিৰাম যন্ত্ৰ" থৈছিল। বৰুৱাদেৱে পঢ়াৰ ব্যাঘাত হয় বুলি বিবাহকে নকৰালে। কোনো বন্ধুৱে তেওঁক বিবাহ কৰিবলৈ অনুৰোধ কৰাত, তেওঁ তেওঁৰ পুথি-ভঁড়াললৈ আঙুলিয়াই কলে যে, "মোৰ ভাৰ্য্যা এয়ে আৰু মই কেলৈ বিবাহ কৰাব লাগিছে।"

বৰুৱাদেৱ এজন বিচক্ষণ শাসনকৰ্ত্তা আছিল। বিচাৰ আসনত বহি তেওঁ যিবিলাক "ৰায়" লিখিছিল বা গৱৰ্ণমেণ্টৰ নিমিত্তে যিবোৰ ডাঙ্গৰ ডাঙ্গৰ শাসন বিষয়ক ৰেপর্ট লিখিছিল, সেইবিলাকৰ প্ৰতি ছত্ৰই বৰুৱাদেৱৰ অসীম পাণ্ডিত্য, অসাধাৰণ প্ৰতিভা আৰু মানুহ আৰু বস্তু বিষয়ে তেওঁৰ বিশাল জ্ঞানৰ চিনাকি দিছে; কিন্তু তেওঁ সংস্কৃত সাহিত্য সম্বন্ধে যি কাম কৰিলে, তাৰ লগত ৰিজালে আনবিলাক কামক অতি নগণ্য বুলিলেও হানী নহয়। উত্তৰ গুৱাহাটীত তেওঁৰ লৰাকালতে যি সংস্কৃত শিক্ষাৰ বীজ পচোৱা হল, সেয়ে গজালি মেলি এনে দকৈ শিপালে আৰু ইমান বহলকৈ ঠাল-ঠেঙ্গুলি মেলিলে যে, সি শেহত "অক্ষয় বটৰ" নিচিনা এজাপা প্ৰকাণ্ড গছ হৈ উঠিল। সেই গছৰ অমৃতময় ফল ভোগ কৰি জগতবাসীয়ে অনন্তকাল বৰুৱাদেৱৰ গুণৰ পূজা কৰিব।

—শ্ৰীহেমচন্দ্ৰ গোস্বামী।

# বৰ্ত্তমান শিক্ষাৰ এনে বিকাৰ কিয় ?

**(টোলৰ অধ্যাপক আৰু ছাত্ৰৰ ভিতৰত কোৱা-মেলা।)**

অধ্যাপক ঃ— সংসাৰৰ কাণ্ড-কাৰখানা একো বুজিবই নোৱাৰি। এটা কথা মনত পৰি বৰ দুখ লাগিছে।

শিষ্য ঃ— কি কথা দেউ! আমাৰ আগতো কওকচোন।

অধ্যাপক ঃ— "কি কথা হব বোপাই! সিদিনাখন আমাৰ গাবঁৰ ভট্টাচাৰ্য্যথেৰ ঘৰৰ বুঢ়া দেউৱে বৰ দুখ মনেৰে মোৰ আগত কলে, "মোৰ লৰাটিক উচ্চ শিক্ষা পোৱাৰ আশাৰে গুৱাহাটী ইংৰাজী স্কুলত পৰিবলৈ দিছিলোঁ। পিচে, তাৰ শেষ ফল, বিপৰীত হে হল। আজি ৬।৭ বছৰে যজমানৰ ঘৰত ফুৰি ফুৰি যি কেইটা পইচা পাইছিলোঁ, তাক তেনেই লৰাটিৰ লগতেই ভাঙ্গিলোঁ। অথচ, এতিয়া তাৰ ভাল ফল দেখিবলৈ আৰু শুনিবলৈ পাম ছাৰি, তাৰ কথা শুনিলে মনত বৰ দুখ লাগে। এনে কি, লাজতে মানুহৰ আগত নাক উলিয়াব নোৱাৰাত পৰিছোঁ। ইয়াৰ কাৰণ কি কব নোৱাৰোঁ। আজি-কালিৰ শিক্ষাৰপৰা যদি এনেকুৱাই বিপৰীত ফল ঘটে, তেনেহলে অনৰ্থক লৰা-ছোৱালী বিলাকক পঢ়িবলৈ দি, টকা-কড়ি খৰছ কৰাৰ কি ফল আছে?" ভট্টাচাৰ্য্য দেউৰ এইবোৰ কথা শুনি মোৰ মনত বৰ বেয়া লাগিল। মনে মনে ভাবিলোঁ যে, এনেকুৱা শিক্ষা বিকাৰৰ অৱশ্যে কোনো কাৰণ আছে। নহলে, ভালৰ আশা কৰি থাকোতে তাৰপৰা বেয়া ফলে দেখা দিলে কিয়?

শিষ্য ঃ— দেউ! এনে শিক্ষাৰ বিকাৰৰ কাৰণ কি ভাঙ্গি কওকচোন।

অধ্যাপক ঃ— এই সম্বন্ধে যি অলপ জানিব পাৰিছোঁ, তাক অৱশ্যে কব পাৰোঁ। কিন্তু কলেইবা হব কি? তথাপি, তোমালোকে সুধিলা যেতিয়া, দুই-চাৰি কথা কবলৈ বাধ্য হলোঁ। প্ৰথমে তোমাৰ বিকাৰ শব্দৰ অৰ্থকেই কওঁ শুনা ঃ— পৰমেশ্বৰে প্ৰাণীজগতৰ হিতৰ নিমিত্তে যিবোৰ বস্তুৰ সৃজন কৰিছে আৰু তাক ব্যৱহাৰ কৰিবলৈ যিবোৰ নিয়ম কৰি দিছে, তাৰ ব্যতিক্ৰম ঘটিলেই দুখ ওপজে। প্ৰকৃতিৰ সেইবোৰ বস্তুৰ ভিতৰত দুটা

বা তিনটাৰ সংযোগত মানুহৰ লাগতিয়াল ভাল বস্তুবো সৃষ্টি হয়। জগতত দেখা যায় যে, ৰাসায়ণিক শক্তিৰ বলত দুটা বা তিনটা বস্তু লগ লাগি ভিন আকাৰৰ নতুন বস্তুৰ সৃষ্টি হয়। সেইবোৰ বস্তুৰ ভিতৰত কোনো কোনো বস্তু মানুহৰ উপাকৰীও হব পাৰে। এনেকুৱা ভিন ভিন বস্তুৰ সংযোগত আন বিধৰ ভিন ভিন বস্তু তৈয়াৰ হোৱাৰ নামেই বিকাৰ। যেনেকৈ আমাৰ আয়ুৰ্ব্বেদত আছে যে, গাখীৰ মানুহৰ অতি হিতকাৰক বস্তু, আৰু লোণও মানুহৰ এটা খাদ্য বস্তু; কিন্তু দুইৰো সংযোগ হলে এনে বিষাক্ত গুণ ধৰে যে, তাক খালে কুষ্ঠৰোগ পৰ্য্যন্ত হব পাৰে। আকৌ আজিকালি বিজ্ঞানমতে প্ৰমাণ কৰিছে যে, ক্লোৰিণ বায়ু ও মূড়িয়ম ধাতু দুয়ো প্ৰাণনাশক। কিন্তু, দুইৰো সংযোগত লোণ উৎপন্ন হৈ, মানুহৰ খাদ্য বস্তু ৰূপে ব্যবহাৰ্য্য হৈছে। এইৰূপে ভিন্ ভিন্ গুণ থকা বস্তুৰ সংযোগত আন কোনো গুণ থকা বস্তুৰ সৃষ্টি হোৱাৰ নামেই বিকাৰ।

শিষ্য :— দেউ! আপুনি বিকাৰ সম্বন্ধে যি কলে তাক অৱশ্যে বুজিছোঁ। কিন্তু সি কেৱল নিৰ্জ্জীৱ বস্তুত হে খাটে। মানুহৰ শিক্ষাৰ বিকাৰৰে সৈতে ইয়াৰ কি সম্বন্ধ?

অধ্যাপক :— মানুহৰ শিক্ষাৰ বিকাৰ সম্বন্ধেও এই কথাই খাটে। সৰু সৰু লৰা-ছোৱালীৰ অন্তৰত স্বাভাৱিক কিছুমান শক্তি আছে; সেই শক্তিৰে সিহঁতে কোনো এটা বস্তু দেখিলে তাৰ গুণাগুণ কেনেকুৱা সুধিব ও বুজালে বুজিব পাৰে। এইটো মানুহৰ স্বাভাৱিক গুণ। শিক্ষাৰ দ্বাৰা এইবোৰ শক্তিৰ ক্ৰমে ক্ৰমে বিকাশ পায়গৈ; আৰু মানুহে শেহত জ্ঞানী, বিদ্বান, ধাৰ্ম্মিক ইত্যাদি নাম লয়। ছাত্ৰ জীৱনেই প্ৰধান শিক্ষাৰ সময়। ঈশ্বৰে দিয়া সেই মানসিক শক্তিবোৰ যদি সৎশিক্ষাৰ সংযোগত বিকাৰ ঘটে, তেনেহলে সেই বিকাৰেই প্ৰকৃত মানুহ কৰি তোলে। আৰু, যদি অসৎ শিক্ষাৰ সংযোগত বিকাৰ ঘটিব পাৰে, তেন্তে সি বৰ মাৰাত্মক হৈ উঠে। ইয়াত বিকাৰ অৰ্থে অসৎ শিক্ষাৰপৰা হোৱা বিকাৰৰ কথা হে কোৱা হব। অৰ্থাৎ, বৰ্ত্তমানে শিক্ষাৰ এনে বিপৰীত ফল কিয়? এই বিষয়ে হে আলোচনা কৰা হব। কু-বিকাৰৰ ফল এই হয় যে, যি শিক্ষাৰ পৰিণামফল সুমিষ্ট ফল দিয়া গছৰ নিচিনা সু-ফলৰ আশা কৰা গৈছিল, তাৰপৰা মাৰাত্মক বিহফলৰ নিচিনা কু-ফলহে বাহিৰ হয়।

শিষ্য :— আপুনি কোৱা কথাবিলাকৰপৰা বিকাৰ শব্দৰ অৰ্থ ভালৰূপে হৃদয়ঙ্গম নহল।

অধ্যাপক :— ইমানতো যদি নুবুজিলা, তেন্তে কওঁ শুনা ;— তুমি দেখিছা যে, বৰষুণৰ পানী ওপৰৰপৰা পৰোঁতে সি অতি পৰিষ্কাৰ থাকে। সেই পৰিষ্কাৰ পানী যদি কোনো নিৰ্ম্মল পানীৰে ভৰা পুখুৰীত পৰে, তেনেহলে তাৰ কোনো বিকাৰ নঘটে; বৰঞ্চ পুখুৰীৰ পানী বৃদ্ধি হে হব। কিন্তু, সেই বৰষুণৰ পানী যদি গোবৰ জাবৰাদি কোনো পচা বস্তুত পৰি তাৰে সৈতে মিহলি হয়, তেনেহলে তেতিয়া তাৰ বিকাৰ ঘটিছে বুলিব লাগে। তেতিয়া তাক আৰু পানী বুলি ব্যৱহাৰ কৰিব নোৱাৰি। সি তেতিয়া বিহৰ নিচিনা হয়। মানুহৰো লৰাকালতেই মানসিক বুদ্ধিবৃত্তি সকলোবোৰ বিশুদ্ধ থাকে। সৎশিক্ষাৰদ্বাৰা তাৰ ক্ৰমে বিকাশ হৈ ক্ৰমোন্নতি ঘটে। অসৎ শিক্ষাৰ দ্বাৰা সেই বুদ্ধিবৃত্তিৰ বিকাৰ ঘটি সি বৰ অনিষ্টৰ মূল হৈ উঠে। অথবা, তোমাৰ যেনিবা কোনো চোকা অস্ত্ৰ আছে; তাৰে যেনেকৈ নিজ প্ৰয়োজনীয় কাম সাধি লবও পাৰাঁ আৰু তাৰে প্ৰাণীহত্যা ৰূপ মহাপাপো কৰিব পাৰাঁ। তেনেকৈ ঈশ্বৰ প্ৰদত্ত যি বুদ্ধিবৃত্তি আদি মানসিক শক্তি আছে, সেই বুদ্ধিবৃত্তি আদিয়ে সৎশিক্ষা পাই তোমাক দেৱতাৰ নিচিনাও কৰিব পাৰে, আকৌ অসৎ শিক্ষাই সেই বুদ্ধি-বৃত্তিৰ বিকাৰ ঘটাই অতি নিকৰুণ আৰু ঘিণ-লগা কাম কৰাবও পাৰে। এই ৰূপে সেই বুদ্ধিবৃত্তিয়ে তোমাক পিশাচৰ নিচিনা কৰিব পাৰে। শিক্ষাৰ এনে অৱস্থা পোৱাকেই বিকাৰ বুলিব লাগে। বোধ কৰোঁ, বিকাৰ শব্দৰ অৰ্থ এতিয়া বুজিব পাৰিছা।

ক্ৰমশ :—

—শ্ৰীবলীৰাম দাস।

## সমালোচনা।

**অঞ্জলি।**— কবিতা। শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা। বি-এ, বি-এল প্ৰণীত। বেচ দহ অনা। ৺ৰায় জগন্নাথ বৰুৱা বাহাদুৰৰ পবিত্ৰ স্মৃতিৰ উদ্দেশে কিতাপখনি উৎসৰ্গা কৰা হৈছে। কিতাপখনিত ৭৮ টি সৰু-মজলীয়া কবিতা আছে। ইয়াৰ ভিতৰত, ১০ টি ইংৰাজীৰপৰা ভাঙনী, বাকী কেইটি ৰচোঁতাৰ নিজা ভেঁটিৰ ওপৰত নিজা মূলবস্তুৰে ৰচা। প্ৰায়বিলাক কবিতাৰে ভাব শুৱলা আৰু ভাষা সৰল আৰু নিভাঁজ অসমীয়া। কিতাপখনিত সংস্কৃত বা বঙ্গলুৱা শব্দ নিচেই কম। ঘৰুৱা অসমীয়া কথাৰে

যে কবিৰ কল্পনা নিভঁজুৱাকৈ আৰু নিয়ৰিকৈ আঁকিব পাৰি, "অঞ্জলি"য়ে তাৰ ভাল প্ৰমাণ দিছে। কিছুমান বছৰৰ আগলৈকে আমাৰ মানুহৰ এনে এটা ভুল ধাৰণা বদ্ধ যাবলৈ ধৰিছিল যে, অসমীয়াত কবিতা লিখা নেযায়; লিখিলেও ব্ৰজাৱলী মিহলি, বা "কৰিয়া" "খাইয়া" আদি বঙ্গলা ক্ৰিয়া লগা, বা সংস্কৃতীয়া নহলে খাচ অসমীয়াত কবিত্ৱ হব নোৱাৰে। কিন্তু, সন্তোষৰ বিষয় যে, আজিকালিৰ কবিত ৰচনাই আমাৰ মানুহৰ মনৰপৰা সেই ভ্ৰম নিলগ কৰিছে; আন কি, কোনো কোনো সু-লিখকে ডাঠকৈ কয় যে, অসমীয়া ভাষাটোৱেই কবিতাৰ নিমিত্তে সৃষ্ট,— অসমীয়া ঘৰুৱা কথাতো কবিতাৰ ৰস বৈ-বৈ যায়। "অঞ্জলি"ৰ নিচিনা কিতাপে তাৰো প্ৰমাণ দিছে। ফুলৰ পাহি মেলি চালেই তাৰ কেশৰৰ কোমলতা দেখা পায়; "অঞ্জলি"ত দিয়া কবিতাকেইপাহৰ পাহি মেলি চাই, আমি ৰচোঁতাৰ কোমল ভাবৰ ৰেখ ভালকৈ দেখা পাইছোঁ। আশা কৰোঁ, কঠুৱা সংসাৰৰ ছাঁ পৰি যেন সেই অন্তৰ অকালত নীৰস নহয় আৰু ৰাইজৰ উৎসাহে যেন সেই কোমল হিয়াত আৰু কেইআঁজলিমানৰ জোখায় কবিতা ফুলিবলৈ সাৰ দিব। চখৰ কবিতা, কাব্য, উপন্যাস, নাটক এইবিলাকেহে সাহিত্যক যথাৰ্থতে চহকী কৰে; ইয়াৰ লেখ বাঢ়েমানে ভাল।

**খেতি।**— অসমীয়া খেতি। শ্ৰীভাৰতচন্দ্ৰ দাস বি-এ দ্বাৰা ৰচিত আৰু প্ৰকাশিত কিতাপখনিত ২৪৮ পিঠি আছে। বেচ ।।. আধলি এটি মাথোন। কিতাপৰ নামেই আলোচ্য বিষয়ৰো নাম। যেনে নাম, তেনে কামো হৈছে। কিতাপখনি ১১ টি আধ্যাত ভগাই ভাগে ভাগে অসমীয়া খেতিৰ বিষয়ে সৰল আৰু সাৰুৱা আলোচনা কৰা হৈছে। প্ৰথম আধ্যাত পাতনি, স্বাস্থ্য, মূলধন, গৰু-ম'হ, সঁজুলি, মাটি, কঠীয়া, ফচল, সাৰ, পানীতোলা; দ্বিতীয় আধ্যাত শালি, ফৰমা, আহু, বাও, গোমধান, ঘেঁহুধান, য-ধান, নলধান, কণি ধান; তৃতীয় আধ্যাত মাহ, মচুৰমাহ, মিৰিমাহ, কলামাহ, বুটমাহ, মটৰমাহ, কুলঠিমাহ; চতুৰ্থ আধ্যাত সৰিয়হ, তিল, চুৰগুজা; পঞ্চম আধ্যাত মৰাপাট, শণ, ৰিহা, চিচিল, মাটিকঁঠাল; ষষ্ঠ আধ্যাত কুঁহিয়াৰ, খেজুৰ; সপ্তম আধ্যাত এৰিপলু, মুগা, মেজাঙ্কৰি, পাট-পলু, ছপা-পাট; অষ্টম আধ্যাত চাহ, লা, কপাহ, মৌ; নৱম আধ্যাত ধঁপাত, সটখাৰ; দশম আধ্যাত আলু, পিয়াঁজ, নহৰু; একাদশ আধ্যাত বাৰী, কল তামোল, পাণ, জালুক, বাঁহ, নাৰিকল, হালধি, সুমথিৰা, আম, নেমু ইত্যাদি। মোটৰ ওপৰত, অসমীয়া খেতি আটইবিলাকতে লিখকে হাত দি, নিচেই উজু আৰু পোণ নিয়মে খেতি কৰিবলৈ বাট দেখুৱাইছে। বিশেষ, এই নিয়মবিলাক দেখুৱাওঁতে "লিখকে খেতি কৰাৰপৰা হোৱা জ্ঞানৰ বাহিৰে আন বিশেষ কথা দিয়া নাই"। সেই কাৰণেই, অসমীয়া খেতিয়কক কিতাপখনে কিছুমান উপদেশ দিয়েই এৰা নাই, সিবিলাকক হাতত ধৰি কাম শিকাইছে। কিতাপৰ ভাষাও সৰল আৰু নিভাঁজ হৈছে। দেখাত লিখক নতুন, কিন্তু কামে-কাজে তেওঁত পুৰণিৰ চিন পোৱা যায়। এই কিতাপে অসমীয়া সাহিত্যৰ এটা ডাঙৰ নাটনি গুচালে; সেইবাবে আমি লিখকক নথৈ শলাগিছোঁ। আৰু, এই খেতি-গছত ফল ধৰাই, তাৰে "মালা গাঁথি মাতৃক পূজা এভাগি দিম বুলি আগ কৰি থোৱা" তেওঁৰ সঙ্কল্পৰ গুটি ধৰাবলৈকো যেন সোনকালে "ছেগ" মিলিব। অসমীয়া ৰাইজৰপৰা সেই কাৰ্য্যলৈ তেওঁ যথোচিত উৎসাহ পাব বুলি আমি আশা কৰোঁ। কিতাপ চাই বেচ যৎসামান্য মাথোন হৈছে; তাতে আকৌ অসমীয়া কিতাপ। এতেকে, পঢ়িব জনা অসমীয়া মাত্ৰৰে হাতে-হাতে একোখন "খেতি" হব বুলি আমাৰ বিশ্বাস হৈছে।

# আমাৰ ন-লিখাৰু।

আসামৰ পুথি-বছা কমিটী নতুন নিয়মে গঠিত হবৰপৰা আমাৰ নতুন লিখাৰু আৰু নতুন কিতাপৰ লেখ নিচেই বাঢ়িব পৰা নাই। তাৰপৰা আমাৰ সাহিত্যৰ দেখাদেখি ক্ষতি হব লাগিছে। গতিকে, এই ক্ষতি কেনেকৈ নিবাৰিব পাৰি তাৰ নিমিত্তে আমাৰ শিক্ষিত সমাজে চিন্তা কৰা উচিত। আৰু, যিবিলাকৰ কিতাপ ৰচনাৰ শক্তি আছে, সিবিলাকে পুথি-বছা কমিটীৰ মুখাপেক্ষী নহৈ নিজৰ ৰচনা শক্তি বাজে কিতাপত শনাই ৰাখিবলৈ চাব লাগে। ওপৰত সমালোচনা কৰা নতুন কিতাপ দুখন আৰু ন-লিখাৰু দুজন আমাৰ শিক্ষিত ডেকাসকলৰ আৰ্হিৰ যোগ্য।

# ঊষা

তৃতীয় ভাগ　　　　　　　　　　　　　　　　　　　　　　　পঞ্চম সংখ্যা

## সম্পাদকৰ শৰাই।

**আমাৰ জাতীয় বুৰঞ্জী।**— বুৰঞ্জী বুলিলে ভাৰতবৰ্ষত আজিকালি ৰজাৰ বংশাৱলী আৰু ৰাজত্বৰ বিবৰণ বুজায়। তাকো আসামত বাজে ভাৰতবৰ্ষত আন দেশৰ সম্পূৰ্ণকৈ পাবলৈ নাই। শিক্ষাৰ উন্নতিৰ ফালে আসামে ওচৰ-চুবুৰীয়াৰে সমানে আগুৱাব পৰা নাই যদিও, এই বুৰঞ্জী ৰখাৰ পাকত আসাম আটাইতকৈ আগ। কিন্তু, জাতীয় বুৰঞ্জীৰ বিষয়ত আসামো দুখীয়া। আন কি, এই পাকত আসামতকৈ ভাৰতবৰ্ষৰ কোনো কোনো প্ৰদেশ আজিকালি আগবাঢ়ি গৈছে। অথচ, জাতীয় বুৰঞ্জী লিখিবলৈ আসামৰ দৰে আন দেশৰ এতিয়াও লাগতিয়াল উপকৰণ পাবলৈ সুবিধা হোৱা নাই। আমাৰ জাতীয় বুৰঞ্জীৰ নিমিত্তে আমাৰ দেশত বিচাৰিলে যথেষ্ট লাগতিয়াল উপকৰণ পাবলৈ আছে। কিন্তু তাক সংগ্ৰহ কৰি আৰু সজাই লিপিবদ্ধ কৰা এজনৰ কাম নহয়, অন্ততঃ সংগ্ৰহ কৰা কাৰ্য্যত অনেকৰ যুটীয়া চেষ্টা লাগে। জাতীয় বুৰঞ্জীৰ উপযোগী তথ্য থকা অলেখ সাঁচিপতীয়া পুথি আসামৰ নানা ঠাইত এলেহুৱা হৈ আৰু ভেঁকুৰা লাগি পৰি আছে, আৰু ভালেমান অনাদৰত নষ্ট পাইছে। কিছুমান বছৰৰ পিচত যে যি বাকী ৰৈছে তাকো চিন পাবলৈ নাইকিয়া হব তাত সন্দেহ নাই। এতেকে, ইমানতে আসামৰ শিক্ষিতসকলে সেই বহুমুলীয়া পুৰণি তথ্যবিলাক উদ্ধাৰি থবলৈ যত্ন কৰা উচিত। আৰু, সোনকালে এখন আমাৰ জাতীয় বুৰঞ্জী উলিয়াবলৈ আমাৰ ভিতৰৰ জনচেৰেক কৃতবিদ্যলোকে কাৰ্য্য হাতত লব লাগে। আমি বিশ্বস্তসূত্ৰে জানি সন্তোষ পাইছোঁ যে, পুৰণি তথ্য অনুৰাগী শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীদেৱে আমাৰ এই অভাৱ গুচাবলৈ সঙ্কল্প কৰিছে; এতেকে এই সুচলতে আমাৰ আনবিলাক শিক্ষিত লোকে পাৰ্য্যমানে তেওঁৰ এই শুভ সঙ্কল্প সিদ্ধি কৰিবলৈ যুটীয়া চেষ্টাৰ বল দিয়া বাঞ্চনীয়।

**মেডেল বা পদক দান।**— সকলো অৱস্থাত উৎসাহে মানুহক ভালেমান সজ কামলৈ আগবঢ়াব পাৰে। সেই উৎসাহৰ প্ৰসূতী হৈছে ঘাইকৈ ৰাইজৰ শলাগনি। অন্ততঃ ৰাইজৰ অনুমোদন পালেও কাম কৰোঁতাৰ মনত উৎসাহ লাগে, ভাগৰুৱা গাতো এফেৰি নতুন বলৰ সঞ্চাৰ হয়। ই স্বাভাৱিক কথা। নৰমৰপৰা মধ্যম আৰু মধ্যমৰপৰা উত্তম কামৰ গছ এই শলাগনি আৰু অনুমোদনৰ সাৰ পায়েই ক্ৰমাৎ বাঢ়ি উঠে, আৰু সবশেহত সেই সাৰৰ বলেৰেই তাৰ ফল পকাবগৈ পাৰি। ইয়াৰ অলেখ প্ৰমাণ পোৱা যায়। তাৰ ভিতৰত পঢ়াশলীয়া ছাত্ৰ আৰু ৰাজকৰ্ম্মচাৰী বা বিষয়াক মেডেল বা পদক আৰু চাৰ্টিফিকেট বা প্ৰশংসা-পত্ৰ দানেই প্ৰধান। সেইদৰেই, আমি আমাৰ ভিতৰত জাতীয় উন্নতি সাধককে সমাজৰপৰা মেডেল বা প্ৰশংসা পত্ৰ দিয়াৰ নিয়ম কৰি সিবিলাকক উধাবলৈ উদগনি দিব পাৰোঁ। আৰু, তাৰ দ্বাৰা যে অকল মেডেল পোৱা জনৰপৰা হে আমাৰ জাতীয় উন্নতিৰ কাম পাব পাৰোঁ এনে নহয়, তাৰ পটন্তৰে আৰু দহজনক উৎসাহিত কৰি সিবিলাকৰ পৰাও কাম দিব পাৰে। গতিকে, এতিয়াৰপৰা আমাৰ শিক্ষিত সমাজে এই শুভ প্ৰস্তাবটি কাৰ্য্যত লগাই চাবলৈ আগবাঢ়িব যেন। বিশেষকৈ অ, ভা, উ, সা, সভাবিলাকে এই কাৰ্য্য হাতত লোৱা বাঞ্চনীয়। প্ৰথমতে স্থানীয় সভাবিলাকে স্থানীয় মানুহক পদক বা পত্ৰ দিয়াৰ নিয়ম কৰি, পিচত সমূহ সভাৰ পৰা

একোজনক আমাৰ গোটেই দেশখনৰ হৈ একোটা পদক বা একোখন প্ৰশংসা- পত্ৰ দিয়াৰ নিয়মত ধৰিব লাগে। সময়ত আমি এনে যশস্যাৰ চিন আগবঢ়াই কোনো জনৰপৰা কোনো বিশেষ বিষয়ৰ ডাঙৰ অভাৱ গুচাবলৈকো সুচল লাভ কৰিব পাৰোঁ।

**চীনদেশত কানি একেবাৰে চেষ্টা।**— কানিয়েই যে মহা প্ৰতাপী চীন জাতিক তললৈ নিলে, সেই বিষয়ে জাপানে চীনক ভালকৈ শিক্ষা দিলে। তাৰেপৰা চীনৰ চেতন হল, আৰু তেতিয়াৰেপৰা চীনে কানি এৰাৰ কাৰবাৰত ধৰে। ইং ১৯০৬ চনৰ ২০ চেপ্তেম্বৰত পোন-প্ৰথমে পেকিনৰপৰা ঘোষণা হয় যে, দহ বছৰৰ ভিতৰত চীনৰপৰা কানি একেবাৰে বাজ হব লাগে; তাৰ পিচত, ইং ১৯০৭ চনৰ অক্টোবৰ আৰু ১৯০৮ চনৰ এপ্ৰিলত চীন গৱৰ্ণমেণ্টে সেই কথাকে দুবাৰ ঘোষণা কৰিছে। আৰু এতিয়া চেঙ্গাইৰ মিউনিচি পালিটীয়ে শতকৰা ২৫ ঘৰকৈ কানি কাৰবাৰী লোপ কৰিবলৈ স্থিৰ কৰিছে। তাৰ ফলত, ঠিৰাংকৈ কব পৰা নৌ হয় যদিও, চীনত কানিৰ আমদানী বহুত কমিছে; ভাৰত গৱৰ্ণমেণ্টৰপৰা যোৱা বছৰত ৫১০০ বাকচ কানি চীনলৈ ৰপ্তানী বন্ধ হোৱাই তাৰ এটা ঘাই প্ৰমাণ। ই বৰ সন্তোষৰ কথা। কিন্তু, আমাৰ দেশৰ চেষ্টাৰ হে গুটি নধৰে।

**শৰাইত দিয়া সমল্।**— শৰাইত সবাহৰ লাগতিয়াল সমলৰ নাম কৰি তাৰ আগ ভাগ মাথোন দিয়া হয়, সৰহ ভাগ বিলনীয়াৰ হাতে হে ৰাইজে পায়। মন কৰি চাইছে যদি, আমাৰ গ্ৰাহক পাঠসকলেও উষাৰ শৰাইত কিছুমান লাগতিয়াল বিষয়ৰ আভাস মাথোন পাইছে, আৰু তাৰ বহুল আলোচনা আৰু ফলাফল আমাৰ চিন্তাশীল লিখক আৰু দেশৰ উন্নতি সাধক সকলৰ ওচৰত হে পোৱা যাব। গতিকে, এতিয়ালৈকে আমাৰ শৰাইত যিবিলাক দেশহিতকৰ বিষয় আগ বঢ়োৱা হৈছে, সমাজ ক্ষেত্ৰত তাৰ ফল কৰা দেখিবলৈ আমি আশা কৰিব পাওঁ। কিন্তু দুখৰ বিষয়, আজিলৈকে আমাৰ সেই আশা মলিউৱাতে আছে, তাক কলিউৱা নেদেখিলোঁ, ফল পোৱা নিলগৰ কথা। আলোচনাই হৈছে সকলো উন্নতিৰে বীজ-শক্তি। কিন্তু, তাৰ গুটি ধৰাবগৈ নোৱাৰিলে সকলো মিছা। এতেকে, আমাৰ শিক্ষিত সমাজে সকলোবিধ আলোচনা আৰু অনুষ্ঠানলৈকে এনে ভাবে চাব লাগে, যাতে আগৰ পোৱা মাত্ৰকে তাৰ ফল ধৰাবলৈ সিবিলাক পাৰ্গত হয়। তাৰ এটা ঘাই উপায় হৈছে, কোনো বিষয়কে চেঁচা পৰিবলৈ নিদিয়া। কিয়নো, বিষয় চেঁচা পৰিলেই কাৰ্য্যকাৰকৰ গাত এলাহে ধৰে, তাতে অসমীয়াৰে সৈতে ইয়াৰ সম্বন্ধ বেচি। যেই-সেই সজকাৰ্য্যত কোনো এজনক প্ৰবৃত্ত হোৱা দেখিলে তালৈ আৰু দহজনৰ প্ৰবৃত্তি জন্মে; আৰু সেই দহৰপৰা এশ, এশৰপৰা হেজাৰ, হেজাৰৰপৰা লাখ এই অনুক্ৰমে কাৰ্য্যকাৰক বাঢ়ি, সেই কাৰ্য্য এনে উজু কৰি পেলায় যে, পিচলৈ সি অভ্যাসত উঠা ৰীতি-নীতিৰ লগৰীয়া হৈ পৰে। এইদৰেই আজিকালি সভ্য জাতিৰ ভিতৰত আলোচনা আৰু অনুষ্ঠানে উন্নতিৰ চূড়ান্ত ফল ধৰাইছে।

# বৰ্ত্তমান শিক্ষাৰ এনে বিকাৰ কিয়?

## (টোলৰ অধ্যাপক আৰু ছাত্ৰৰ ভিতৰত কোৱা-মেলা)

(৪ৰ্থ, সংখ্যাৰ ১২৫ পিঠিৰপৰা)

শিষ্য।— দেউ, বিকাৰ কথাৰ অৰ্থ এতিয়া অৱশ্যে বুজিছোঁ। কিন্তু, কি কি কাৰণে যে শিক্ষাৰ এনে বিকাৰ ঘটে, তাক বুজিব পৰা নাই। আপুনি কৈছে যে, সৎ আৰু অসৎ শিক্ষাৰ দ্বাৰা মানসিক বৃত্তিবোৰৰ বিকাৰ ঘটি থাকে। কিন্তু সৎ শিক্ষা কি, আৰু অসৎ শিক্ষা বা কি তাকেই বুজিব পৰা নাই।

অধ্যাপক।— বৰ্ত্তমান শিক্ষা-বিকাৰৰ বহুত কাৰণ আছে। তথাপি, যিমান পৰা যায় সংক্ষেপে দুই-চাৰি কথাৰে তাক বুজাবলৈ চেষ্টা কৰিম। প্ৰথম কাৰণ, বৰ্ত্তমান যি শিক্ষা দিছে, সি গুৰি নোহোৱা শিক্ষা। শিপা নোহোৱা গছ কেনেকৈ বতাহৰ অলপ কোব পালেই পৰি যায় আৰু অলপ ৰদৰ তাপ পালেই শুকাই, যায়, তেনেকৈ শিক্ষাৰ মূল হৈছে, চৰিত্ৰক ধৰ্ম্মনীতি আৰু ধৰ্ম্মবৃত্তিৰ বশ কৰি ৰখাটো। এই মূল নথকাৰ নিমিত্তেই

সামান্য প্ৰলোভন আদিৰ আঘাততে শিক্ষাৰ ভেটি ভাগি যায়। বিশেষতঃ, বৰ্ত্তমান শিক্ষাৰ ভেটি সুখভোগৰ ওপৰত স্থাপিত। শিক্ষা পুৰ নৌ হওঁতেই মনত সুখভোগৰ ইচ্ছা জগি উঠে। এনে স্থলত যদি শিক্ষাৰ ভেটি দৃঢ় নহয়, তেনেহলে শিক্ষাৰ বিকাৰ নঘটাকৈ থাকিব পাৰে নে? বিদ্যা যিমানেই শিক্ষা নকৰক, তাৰ ভেটি দৃঢ় নহলে তাৰপৰা একো ফল নহয়। তুমি যেনিবা ব্ৰহ্মপুত্ৰৰ বালিত ডাঙ্গৰ ডাঙ্গৰ সালৰ খুটা লগাই এটি ডাঙ্গৰ ঘৰ বান্ধিছোঁ, সি অলপ বতাহৰ কোবতেই পৰি নেযাব নে?

শিষ্য।— আপুনি কৈছে যে, চৰিত্ৰক ধৰ্ম্মনীতি ও ধৰ্ম্মবৃত্তিৰ বশত ৰাখিব নোৱাৰিলে শিক্ষা নিষ্ফল হয়। যি ধৰ্ম্মনীতিৰ কথা কলে সেই ধৰ্ম্ম নো ছাত্ৰ অৱস্থাত কেনেকৈ লাভ কৰা যায়? যি ধৰ্ম্ম লাভৰ নিমিত্তে মুনি-ঋষিবিলাকে হেজাৰ হেজাৰ বছৰ অনাহাৰে আৰু অনিদ্ৰাত থাকি কঠোৰ সাধনা কৰিছিল, সেই ধৰ্ম্ম কি সকলো অৱস্থাতেই লাভ কৰা যায়?

অধ্যাপক।— ধৰ্ম্ম বুলিলে এখন দাঙ্গিব নোৱাৰা ভাৰ নহয়। তুমি যি মুনি ঋষিৰ ধৰ্ম্মৰ কথা কলাঁ, সেই ধৰ্ম্ম তোমাৰ পক্ষে নহয়। তুমি সংসাৰত থাকি যিবোৰ কাম-কাজ কৰিব লাগিছা, সেইবোৰো ধৰ্ম্মকাম। যিবিলাক বৃত্তিয়ে তোমাক কুপথত যাবলৈ নিদি সৎপথত চলায়, সেইবিলাকৰ নামেই ধৰ্ম্মবৃত্তি। ধৃ ধাতুৰ অৰ্থ হৈছে ধৰি ৰখা, অৰ্থাৎ যেয়ে মানুহ জাতিক কেন্দ্ৰ স্বৰূপ হৈ ধৰি ৰাখিছে, সেয়ে ধৰ্ম্ম। তুমি দেখিছা যে; গৰুৱে যাতে আনৰ শস্যাদি নষ্ট কৰিব নোৱাৰে, সেই অৰ্থে তাৰ ডিঙ্গিত জৰি লগাই খুটিত এৰাল দি বান্ধি ৰাখে। সেই গৰুৱে খুটিকেই কেন্দ্ৰ কৰি জৰিৰে যিমান দূৰলৈ লগ পায়, সেইখিনিৰ ভিতৰতেই ঘূৰি-পকি ঘাঁহ খাই নিজৰ পেট ভৰাই সন্তুষ্ট থাকে; কিন্তু তাক যদি খুটিত বান্ধি ৰখা নেযায়, তেন্তে সি স্বেচ্ছামতে চলি মানুহৰ শস্যাদি নষ্ট কৰিব পাৰে। তেনেকৈ মানুহ জাতিৰো ধৰ্ম্মেই হৈছে খুটি; বিবেক ৰূপ জৰিৰে তাত বান্ধ খাই নেথাকিলে মানুহ অত্যাচাৰী হৈ উঠে। এই নিমিত্তেই কৈ অহা গৈছে যে, শিক্ষাৰ ভেটি ধৰ্ম্ম নহলে সেই শিক্ষা নিষ্ফল হয়। ধৰ্ম্মনীতিক কেন্দ্ৰ কৰি আত্মোন্নতিৰ নিমিত্তে যিবোৰ কাম কৰা যায় সেয়েই ধৰ্ম্ম কাম। তুমি আত্মোন্নতিৰ নিমিত্তে ব্যায়ামাদিৰ সহায়ত শাৰীৰিক বল বিধান কৰিছাঁ, আৰু বিদ্যা শিক্ষাৰ দ্বাৰা মানসিক উন্নতি সাধিবলৈ পুৰুষাৰ্থ কৰিছাঁ, এই সকলোবোৰ ধৰ্ম্ম কাম। কিন্তু, ইয়াক সাধন কৰিবলৈ কিছুমান উৎকৃষ্ট বৃত্তিৰ সহায় লব লাগে। যেনে দয়া, ক্ষমা, ভক্তি, প্ৰীতি, আত্মসংযম প্ৰভৃতি কিছুমান বৃত্তিৰ সহায় নললে তাক কেতিয়াও লাভ কৰিব নোৱাৰি। এইবোৰ বৃত্তিক চিৰকাল হৃদয়ত ঠাই দি অধিক পৰিমাণে বাঢ়িব নিদিলে নিকৃষ্ট বৃত্তিবোৰৰ অত্যাচাৰত এইবোৰ একেবাৰে নিস্তেজ হৈ পৰে। এতেকে, শিক্ষাৰ লগে লগে চৰিত্ৰক ধৰ্ম্ম-প্ৰবৃত্তিৰ অধীন ৰাখিব নোৱাৰিলে, মানুহে কোনো ৰকমে চৰিত্ৰ পৱিত্ৰ ৰাখিব নোৱাৰে। বাৰু, যেতিয়া ডেকাকালত তোমাক নানাবিধ প্ৰলোভনে হৃদয় অস্থিৰ কৰি তুলিব, নানাবিধ ভোগৰ ইচ্ছাত মন অতিশয় আন্দোলিত হব, কু-সঙ্গীবিলাকে যেতিয়া ক্ষণস্থায়ী সুখৰ লোক দেখুৱাই কুপথলৈ টানি নিব খুজিব, তেতিয়া কাৰ সহায়ত সেই অত্যাচাৰৰপৰা পৰিত্ৰাণ পাব পাৰিবা? কাৰ সহায়ত সেই বাধা-বিঘিনি অতিক্ৰম কৰি চৰিত্ৰৰ নিৰ্ম্মলতা ৰক্ষা কৰিবা? শিক্ষাৰ লগে লগে যদি চৰিত্ৰক সেই ধৰ্ম্ম ভেটিৰ ওপৰত ৰখা নহয়, তেন্তে সেই বিপদৰ সময়ত শিক্ষাৰ বিকাৰ নোহোৱাকৈ কি থাকিব পাৰে? এতেকে, শিক্ষাৰ লগে লগে ঈশ্বৰত অচলা ভক্তি আৰু ঐকান্তিক নিৰ্ভৰ নেথাকিলে মানুহে কোনো অৱস্থাতেই থিৰ মনে নিজৰ নিজৰ কৰ্ত্তব্য কাম সাধিব নোৱাৰে। বৰ্ত্তমানে শিক্ষাৰ বিকাৰৰ এই এক কাৰণ। বৰ্ত্তমানে যি শিক্ষা-প্ৰণালীমতে শিক্ষা দিয়া হৈছে, তাৰ দ্বাৰা ওপৰত কোৱামতে শিক্ষা নহয়।

শিষ্য।— দেউ! বৰ্ত্তমানে নাই সঁচা; কিন্তু প্ৰাচীন আৰ্য্যবিলাকৰো শিক্ষা-প্ৰণালী কি এনেকুৱা দোষেৰে দোষী আছিল?

অধ্যাপক।— প্ৰাচীন আৰ্য্যবিলাকৰ শিক্ষা-প্ৰণালী বৰ ভাল আছিল। প্ৰাচীন আৰ্য্য ঋষি-মুনিবিলাকে শিক্ষাৰ এনেকুৱা বিকাৰ নঘটিবৰ কাৰণে বিদ্যাশিক্ষাৰ লগে লগে ছাত্ৰবিলাকক আত্মসংযমাদি উৎকৃষ্ট বৃত্তিবোৰো শিক্ষা দিছিল। ছাত্ৰবিলাকে এফালে অধ্যাপকৰ ওচৰত শাস্ত্ৰাদি অধ্যয়ন কৰিছিল; আন ফালে কঠোৰ আত্মসংযম অভ্যাস কৰি চৰিত্ৰৰ উৎকৰ্ষ সাধন কৰিছিল। তেতিয়াৰ ছাত্ৰক শিষ্য বা ব্ৰহ্মচাৰী বুলিছিল। যি শৰীৰ, মন, বাক্য আৰু কামেৰে দেৱতা আৰু আচাৰ্য্যৰ শুশ্ৰূষা

কৰিব জানিছিল, তেওঁৰেই শিষ্য নামৰ যোগ্য আছিল। শিষ্যবিলাকে গুৰুৰ ঘৰত থাকি গুৰু আৰু গুৰু-পত্নীক পিতৃ-মাতৃৰ নিচিনা ভক্তি কৰিছিল। কুশৰ শয্যাত শুইছিল, জাৰ-জহৰ অসহনীয়া কষ্ট সহি ইন্দ্রিয় বৃত্তিক সংযম ৰাখিছিল। পুৱাই উঠি গা ধুই দেৱ-পূজাৰ নিমিত্তে ফল-ফুল প্রভৃতি সংগ্রহ কৰিব লাগিছিল। ভিক্ষা কৰি পোৱা খাদ্য দ্রব্যাদি গুৰুক অৰ্পণ কৰিছিল; আৰু মাছ্-মঙ্গহ, নৃত্য, গীত, বাদ্য, বেশ-বিন্যাস, ক্রোধ, লোভ, প্রবঞ্চনা, পৰনিন্দা, হাই-উৰুমি সকলোবোৰ পৰিত্যাগ কৰিব লাগিছিল। গুৰুৱেও ছাত্রবিলাকৰ চৰিত্রৰ প্ৰতি বৰকৈ চকু ৰাখিছিল; চৰিত্রৰ কোনো দোষ দেখিলে ভালকৈ শাসন কৰিছিল। ছাত্রবিলাকেও একান্ত মনেৰে সেইবোৰ উপদেশ পালন কৰি, নিজ নিজ চৰিত্র সংশোধন কৰিছিল। আজিকালি কি তেনে অৱস্থা আছে? কালৰ সোঁতে সকলোবোৰ ধুই নিছে।

শিষ্য।— পৰিবৰ্ত্তন তো হবই; প্রকৃতিৰ গতি কোনে বাধা দিব পাৰে?

অধ্যাপক।— পৰিবৰ্ত্তন হয় সঁচা; কিন্তু যি সত্য তাৰ কেতিয়াও বিনাশ নাই। আকৌ যি ভুলক্রমে সত্য পৰিত্যাগ কৰে, তাৰো উদ্‌গতি নাই। যি সত্য তাকে হে বাছি-বিচাৰি লৈ তাৰ আশ্রয় লব লাগে।

শিষ্য।— আপুনি যি কলে, তাৰপৰা বুজিব পাৰিছোঁ যে, প্রাচীন শিক্ষা-প্রণালীয়েই সৰ্ব্বোৎকৃষ্ট আছিল। সম্পূৰ্ণৰূপে তাক গ্রহণ কৰিব নোৱাৰিলেও, তাৰ কিছু অংশ গ্রহণ কৰি চলিব নোৱাৰিলে আমালোকৰ মঙ্গল নাই। যি হওক, আৰু কি কি কাৰণে শিক্ষাৰ বিকাৰ ঘটে ক্রমে এটি এটিকৈ কওকচোন।

অধ্যাপক।— শিক্ষা-বিকাৰৰ আৰু অনেক কাৰণ আছে; তাক বিস্তাৰিত ৰূপে কবলৈ গলে এখন ডাঙৰ পুথি হব পাৰে। যি হওক, জীৱনহীন শিক্ষাও শিক্ষা-বিকাৰৰ এটি প্রধান কাৰণ।

শিষ্য।— জীৱনহীন শিক্ষা কি? প্রাণীৰ জীৱন থাকে; শিক্ষাৰ আকৌ জীৱন কি?

অধ্যাপক।— তোমালোকে অৱশ্যে দেখিবলৈ পাইছা যে, মানুহৰ শৰীৰত জীৱন নেথাকিলে মৰা শ-টো নানা বিধ শিয়াল কুকুৰ আদিৰ আহাৰ হয়, আৰু চাৰিও পিনে টানি-ধুহি নি তাৰ অস্তিত্ব সমূলি নোহোৱা কৰে। তেনেকৈ জ্ঞানহীন শিক্ষাও হৃদয়ৰ কু-প্রবৃত্তি ৰূপ শিয়াল কুকুৰৰ অত্যাচাৰত তাৰ অস্তিত্ব নোহোৱা হয়। ইয়াৰেই নাম জীৱনহীন শিক্ষা। অথবা, যেনেকৈ কোনো পাত্রৰ পানী আৰু ঘিঁউ মিহলি কৰিলে পানীৰ ভাৰ অধিক গতিকে, পানীয়ে সেই পাত্রৰপৰা ঘিঁউ বাহিৰ কৰি দি তাৰ ঠাই লয়, তেনেকৈ মনৰ দুই ৰকম প্রবৃত্তিৰ ভিতৰত যদি জ্ঞানহীন শিক্ষাৰ নিমিত্তে অসৎ প্রবৃত্তিৰ বল অধিক হয়, তেন্তে সি মনৰ সৎ প্রবৃত্তিবোৰক বাহিৰ কৰি দি চিৰকাল অন্তৰত থিতি কৰে। গতিকে, মানসিক বুদ্ধি-বৃত্তিবোৰ সেই অসৎবৃত্তিৰ দ্বাৰা চালিত হয়। সেই শিক্ষা অতি অনিষ্টৰ মূল হৈ উঠে। তেতিয়া আৰু সৎবিষয় আলোচনা কৰিবলৈ মন নেযায়। সৎকথাবোৰ বিহ যেন বোধ হয়। হৃদয়ত যি ঈশ্বৰৰ বাণী স্বৰূপ বিবেকশক্তি আছিল, সেই শক্তি কু-প্রবৃত্তি ৰূপ কালসৰ্পৰ দংশনত একেবাৰে লোপ পাই যায়। গতিকে, নিজেই বিবেকৰ অধীন হৈ সদাসৎ বিবেচনা কৰিবৰ শক্তিতো নেথাকেই, আকৌ আনৰ পৰা কোনো সদুপদেশ শুনিলেও তাক মনত ধাৰণা কৰি ৰাখিবলৈ ভাল নোপোৱা হয়। শুনাওঁতাজনক নানা ঠাট্টা বিদ্রূপ কৰি তেওঁৰ উপদেশ উৰাই দি নিজৰ কু-তৰ্কৰ দ্বাৰা নিজৰ মত বজায় ৰাখিবলৈ হে চেষ্টা কৰে। কিন্তু, যদি অসৎ আমোদৰ বিষয়ে কোনো কথাৰ অলপ শুং সূত্র বাহিৰ হয়, তেনেহলে তাৰ অন্ত নোপোৱালৈকে কোনো ৰকমে তাক মনৰপৰা নিলগ নকৰে। সেই মূল বীজৰপৰা ডাঙৰ বিহৰ গছ হয়গৈ। সি ব্রাহ্মণৰ আঁহতগছৰ নিচিনা নিত্য উপাস্য হৈ উঠে শেহত। সেই গছৰপৰা অসংখ্য বিষাক্ত ফল ফলিবলৈ ধৰে। যি ভুলক্রমে সেই ফল সুমিষ্ট ভাবি আহাৰ কৰে, সিও বিহৰ বিকাৰত চট্‌ফট্ কৰি নৰক-যাতনা ভুগিব লাগে। এনেকুৱা শিক্ষা-বিকাৰে সমাজত এনে মাৰাত্মক ব্যাধি জন্মাই দিয়ে যে, তাৰ অত্যাচাৰত সমাজ-দেহ একেবাৰে দুৰ্ব্বল হৈ পৰে। শিক্ষাৰ উদ্দেশ্য হৈছে চৰিত্র সংশোধন। কিন্তু, বৰ্ত্তমান শিক্ষাৰ পৰা তেনে ফল প্রায়েই দেখা নেযায়। নানা কাৰণে তাৰ বিপৰীত ফলহে ফলিছে।

ক্রমশঃ।—

—শ্ৰীবলিৰাম দাস

## এটি স্মৃতি।

এটি এটি কই, সৰে আঁতৰিল,
হিয়াত গুপুতে ৰখা;
স্মৃতি ৰূপে সখি, ছবি এটি মোৰ,
হৃদয়ত ৰল গঁথা।

আপোন পাহৰি, আনন্দৰে তৰা
এখনি মুখৰ হাঁহি;
হৃদয় ৰাজ্যত, মনমোহা সাজে,
দেখা দিয়ে নিতে আহি।

আঁতৰাব খোজোঁ, হৃদয়ৰপৰা,
"স্মৃতি" সেই দূৰ কৰি;
খেদালে নহয়, আঁতৰ কাচিতো,
আহে ন-ন ৰূপ ধৰি।

সেই "স্মৃতি" সখি, ৰছিব খুজিলে,
হিয়া ফাটো-চিটো কৰে,
যেতেকে পুৰণি হয় মোৰ প্ৰাণে
তেতেকে জেউতি চৰে!

—শ্ৰীযোগেশচন্দ্ৰ বৰা।

# হেমচন্দ্ৰ বৰুৱা।

চতুৰ্থ ভাগ "জোনাকীত" হেমচন্দ্ৰ বৰুৱাই নিজে লিখা আত্ম-জীৱন-চৰিত প্ৰকাশিত হৈছিল। তাৰপৰা সকলোৱে তেওঁৰ জীৱন-চৰিত সংক্ষেপকৈ জানিব পাৰে। "উষা"ৰ পাঠকসকলক উক্ত মহৎ জনৰ এটি ছবি উপহাৰ দি তাৰ লগে লগে তেওঁৰ জীৱনৰ কেইটিমান ঘাই লক্ষণলৈ ডেকাসকলৰ মন আকৰ্ষণ কৰাই এই ক্ষুদ্ৰ প্ৰবন্ধৰ উদ্দেশ্য।

হেমচন্দ্ৰ বৰুৱাই কেৱল নিজৰ পুৰুষাৰ্থৰ বলত শিক্ষা লাভ কৰিছিল। তেওঁৰ সংস্কৃত আৰু ইংৰাজী ভাষাত বিশেষ ৰূপ ব্যুৎপত্তি আছিল। সৰুতে শিৱসাগৰীয়া বৰুৱাৰ পঢ়াশালিত তেওঁ সংস্কৃত পঢ়িছিল হয়, কিন্তু ডাঙৰ হৈ নিজ চেষ্টাৰ দ্বাৰাই হে তেওঁ সেই ভাষাত পণ্ডিত হৈছিল। বহুতে নেজানে যে, তেওঁ ভাল সংস্কৃত কবিতা ৰচিব পাৰিছিল। চাৰ ষ্টুৱাৰ্ট বেলী আসামৰ চীফ কমিচনাৰ হৈ আহোঁতে গুৱাহাটীত তেওঁক অভ্যৰ্থনা কৰাৰ অৰ্থে, হেমচন্দ্ৰ বৰুৱাই এটি অতি শুৱলা সংস্কৃত কবিতা ৰচনা কৰিছিল। ৰায় জগন্নাথ বৰুৱা বাহাদুৰে সেই কবিতা মুখস্থ কৰি ৰাখিছিল, আৰু তাক সদাই শলাগিছিল। হেমচন্দ্ৰ বৰুৱাই সৰুতে তেওঁৰ দদায়েকে নজনাকৈ লুকাই ইংৰাজী শিকিছিল, আৰু পিচত তেওঁ নিজে যত্ন কৰি সেই ভাষাত বিশেষ পণ্ডিত হৈছিল। এগনিউ চাহাবে তেওঁৰ ইংৰাজী বিদ্যাত পাৰ্গতালি দেখি আদৰেৰে নিজৰ অফিচলৈ তেওঁক ঘাই কেৰাণী কৰি নিছিল। হেমচন্দ্ৰ বৰুৱাৰ চৰ্কাৰী ডাঙৰ বিষয়লৈ বিশেষ হেঁপাহ থকা হলে, একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ পদৰপৰা হে তেওঁ পেঞ্চন পালেহেঁতেন; কাৰণ সেই পদ লবলৈ তেওঁক আহ্বান কৰা হৈছিল। ইংৰাজী ১৮৭৬ চনৰ ১৮ ডিচেম্বৰ তাৰিখে পীট চাহাবে শ্বিলঙৰ পৰা তেওঁলৈ এই বিষয়ে তলত লিখা মতে চিঠি লিখিছিল ঃ— "মহাশয়, আপুনি শিৱসাগৰ জিলাত অস্থায়ীভাবে একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ পদ লবলৈ যাব নে? সেই কামত দিনদিয়েকৰ ভিতৰতে হাজিৰ হবগৈ লাগিব। টেলিগ্ৰামেৰে আপোনাৰ উত্তৰ জনাব।" হেমচন্দ্ৰ বৰুৱাই এই পদলৈ বাঞ্ছা নকৰি কেৰাণী হৈয়ে থাকিল। এই প্ৰকাৰে ইংৰাজী ১৮৬৭ চনত তেওঁক এবাৰ ওপৰ আসাম বিভাগৰ স্কুল ডেপুটী ইনস্পেক্টৰৰ পদ যচা হৈছিল। তেওঁৰ সময়ত তেওঁ অসমীয়াৰ ভিতৰত এজন বিশেষকৈ ইংৰাজী জনা লোক আছিল। দূৰৈৰ ঠাইৰ আৰু ভিন জিলাৰ মানুহেও তেওঁৰ দ্বাৰাই ইংৰাজীত দৰখাস্ত লিখাবলৈ তেওঁৰ গুৰিলৈ আহিছিল। তেওঁ "আসাম নিউচ" ইংৰাজী বাতৰি কাকতৰ সম্পাদক আছিল আৰু ইংৰাজীত তেওঁ এখন পুথিও লিখিছিল। অসমীয়া ভাষা বঙ্গলা ভাষাৰপৰা পৃথক, এই কথা বুজাবলৈ তেওঁ অনেক লিখালিখি কৰিছিল, আৰু এই কথা লৈ তেওঁৰ সমসাময়িক বঙ্গালী ভদ্ৰলোকসকলৰে সৈতে প্ৰায়ে তেওঁৰ তৰ্ক হৈছিল। সেই বুলি তেওঁ বঙ্গলা ভাষা কেতিয়াও নিঘিণাইছিল। তেওঁ মাজে মাজে বঙ্গলা বাতৰি কাকতলৈও প্ৰবন্ধাদি লিখা লিখকে জানে।

হেমচন্দ্ৰ বৰুৱাই কপটতা বৰকৈ ঘিণাইছিল। সেইদেখি অতিপাত নৈষ্ঠিক (Orthodox) সমাজলৈ তেওঁ ভয় কৰি নচলিছিল। তেওঁৰ "বাহিৰে ৰং-চং ভিতৰে কোৱা ভাতুৰি" সেই সময়ৰ অসমীয়া সমাজক বিদ্ৰূপ কৰি লিখা এখনি নাটক। তেওঁৰ বয়স্য ও পৰমবন্ধু এই প্ৰবন্ধ লিখকৰ পিতাকলৈ উক্ত পুথি উৎসৰ্গা কৰোঁতে তেওঁ যি লিখিছে তাতেই তেওঁৰ কপটতালৈ কেনে ঘৃণা আছিল বুজা যায়। হেমচন্দ্ৰ বৰুৱা অতি মিতব্যয়ী আছিল; এনে কি, এই কাৰণে কোনোৱে তেওঁক কৃপণ বুলি ভাবিছিল। আদি-পাঠ, পাঠমালা, ব্যাকৰণ প্ৰভৃতি অসমীয়া পুথি লিখি আৰু (Wey to Health) নামে ইংৰাজী পুথি অসমীয়ালৈ ভাঙ্গি গৱৰ্ণমেণ্টৰ পৰা মুঠতে তেওঁ ১১০৲ টকা

পাইছিল। কামৰূপৰ পুৰণি সংস্কৃত পুথি গোটোৱা বিষয়ত ৰাজা ৰাজেন্দ্ৰলাল মিত্ৰক সহায় কৰাৰ বাবে তেওঁ গৱৰ্ণমেণ্টৰপৰা শলাগ আৰু আৰ্থিক পুৰস্কাৰো পাইছিল। ইংৰাজী ১৮৯৬ চনত প্ৰায় ৬০ বছৰ বয়সত তেওঁৰ মৃত্যু হয়। (Orthodox) "গোড়াঁ" হিন্দু সমাজৰপৰা আঁতৰ হৈ থকা বুলিও, তেওঁৰ গুণলৈ নেপাহৰি কেইজনমান ভদ্ৰ বংশৰ ব্ৰাহ্মণে সমাজৰ কঠোৰ শাসনলৈ ভয় নকৰি তেওঁৰ শৱ সৎকাৰ কৰিছিল। এওঁলোক অসমীয়া সমাজৰ ধন্যবাদৰ পাত্ৰ সন্দেহ নাই।

—শ্ৰীকনকলাল বৰুৱা।

# শ্ৰীৰাম কীৰ্ত্তন।

আসামৰ প্ৰাচীন কবি অনন্ত কন্দলিয়ে লিখা "শ্ৰীৰাম কীৰ্ত্তন" নামেৰে ৰামায়ণ পুথিখনি বঙ্গালী ভদ্ৰলোক এজনে কৰবাত পাই বঙ্গালী পুথি বুলি ভাবি তাক গ্ৰহণ কৰে আৰু অৱশেষত বাবু দীনেশচন্দ্ৰ সেন মহাশয়ে তেওঁৰ "বঙ্গভাষা ও সাহিত্য" কিতাপত এই পুথিখনিৰ বিষয়ে বহুত কথা লিখি বঙ্গালী সাহিত্যৰ ভিতৰত সুমুৱাই লৈছে। কিন্তু, দীনেশ বাবুৱে অনন্ত কন্দলিয়ে লিখা পুথিখনি বঙ্গালী পুথি কৰি লবলৈ কিমান আহুকাল পাইছে তাক সেই বিষয়ে লিখা তেওঁৰ কথাখিনিয়েই প্ৰমাণ কৰিছে। তাক আমাৰ পাঠকবৰ্গই জানিবৰ নিমিত্তে তলত দিয়া হল। তেওঁ লিখিছে, "কৃত্তিবাসেৰ পৰে যাহাৰা ৰামায়ণ ৰচনা কৰেণ, তন্মধ্যে অনন্ত ৰামায়ণ[১] খানিই সৰ্ব্বাপেক্ষা প্ৰাচীন বলিয়া বোধ হয়।

"শ্ৰীযুত কৰুণানাথ ভট্টাচাৰ্য্য মহাশয় এই গ্ৰন্থখানি সংগ্ৰহ কৰিয়াছেন। ইহাক্ক বস্কলে লিখিত[২] অৱস্থা, অতি জীৰ্ণ-শীৰ্ণ। পশ্চাতেৰ কয়েক খানি পত্ৰ নষ্ট হইয়াছে। সুতৰাং সময় নিৰ্দ্ধাৰণেৰ উপায় নাই। বল্কলে লিখিত ও দেখিতে অতি প্ৰাচীন। ইহাই এই পুস্তকেৰ প্ৰাচীনত্বেৰ প্ৰমাণ। ইহা ছাড়া আৰু একটি প্ৰমাণ ভাষা। শেষোক্ত বিষয়ে অনুমান বৰ নিৰাপদ নহে, অন্য প্ৰমাণাভাবেই গ্ৰন্থেৰ ভাষা আশ্ৰয় গ্ৰহণ কৰিয়া সময় নিৰূপণেৰ চেষ্টা দেখিতে হয়। কিন্তু নিতান্ত মফস্বলেৰ ভাষা এখনও প্ৰাচীন শব্দ পৰম্পৰায় এৰূপ জটিল হইয়া গিয়াছে যে, বৰ্ত্তমান সময়ওে যদি বঙ্গেৰ কোন সীমান্ত পল্লীৰ প্ৰচলিত ভাষা লিখিত আকাৰে উপস্থিত হয়, তবে গৱেষণাৰ সাহায্যে তাহা প্ৰাকৃতিক যুগে কিম্বা বৌদ্ধাধিকাৰে লইয়া পৌঁছাইতে পাৰি। [৩] তবে অন্য প্ৰমাণেৰ অভাব হইলে ভাষা পৰীক্ষা ভিন্ন সময় নিৰ্দ্ধাৰণ সম্বন্ধে গত্যন্তৰ নাই।"

(১) প্ৰত্যেক আধ্যাৰ শেহত অনন্ত নাম দেখি তেওঁ পুথিখনৰো নাম "অনন্ত ৰামায়ণ" বুলি ভাবিছিল।

(২) "বল্কলে লিখিত" অৰ্থাৎ সাঁচিপাতত লিখা. "বল্কলে" লিখা আসামত বহুত দিনৰেপৰা চলি আহিছে। বঙ্গদেশত প্ৰাচীন কালত পুথি কিহত লিখিছিল ক'ব নোৱাৰোঁ, কিন্তু আসাম দেশত পুথি সাঁচিপাতত লিখা কথা বহুদিনীয়া। সাঁচিপাতত লিখিলে বহু দিনলৈকে ভালে থাকে আৰু সাঁচিপাতত আখৰ গোট গোট কৰি ভালকৈ লিখিব পাৰি। বঙ্গদেশৰ মানুহে আসমাৰ সাঁচিপাতত আঁকা অতি সুন্দৰ নক্সা দেখিলে বিচুৰ্ত্তি খাব,— এনেকুৱা বহুত ছবি আছে যিবিলাকে আজিকালিৰ কলিকতাৰ আটিষ্টবিলাকো চেৰ পেলাব যেন পাওঁ।

(৩) 'ভাষা' দীনেশ বাবুৱে যৰ "জটিল" পালে, আৰু "প্ৰাচীন শব্দ পৰম্পৰায় এৰূপ জটিল হইয়া গিয়াছে" বুলিছে। পুথিৰ ভাষা যদি বঙ্গদেশৰ "প্ৰাকৃতিক যুগে কিম্বা বৌদ্ধাধিকাৰে লইয়া পৌঁছাইতে পাৰি" তেনেহলে বঙ্গদেশত সেই সময়ৰ ভাষা অসমীয়া ভাষাৰ দৰেই আছিল। বৰ্ত্তমান বঙ্গভাষা তাৰে নতুন সংস্কৰণ। অসমীয়া ভাষা যে বঙ্গালী ভাষাৰ আদি অৱস্থা ইয়াকে হে দীনেশ বাবুৰ কথাৰপৰা প্ৰমাণ হয়। কাৰণ, যি ভাষা বঙ্গালীৰ নিমিত্তে জটিল হৈছে, সি ভাষা অসমীয়াৰ নিমিত্তে সৰল। আৰু যি পুথিৰ ভাষা বঙ্গালী ভাষাৰ প্ৰাচীন ভাষা বুলিব খুজিছে, সেই পুথিৰ ভাষা অসমীয়া বৰ্ত্তমান ভাষাৰে অলপ হে ভিন। কি আচৰিত, দীনেশ বাবুৰ নিচিনা পণ্ডিত এজনে যে পুথিখনিৰ শব্দ কেইটাত বাজে আন কথাৰপৰা একো তথ্য উলিয়াবলৈ অলবো ভাবি নেচালে। অসমীয়া শব্দ বঙ্গালীৰ মানত জটিল হোৱা একো আচৰিত নহয় আৰু পুথিৰ বেচি ভাগ যে সংস্কৃতজ্ঞ বঙ্গালী পণ্ডিত এজনে বুজিব পাৰিব সিও একো আচৰিত কথা নহয়।

"অনন্ত ৰামায়ণেৰ ভাষা অত্যন্ত জটিল ও প্রাচীন, ইহা সকলেৰই স্বীকাৰ কৰিতে হইবে। কত প্রাচীন সেই সম্বন্ধে মতভেদ হইতে পাৰে, এই পর্য্যন্ত; আমৰা ইহা ন্যূনপক্ষে ৪০০ শত বৎসৰ পূর্ব্বে ৰচিত হইয়াছিল বলিয়া অনুমান কৰি।[8] গ্রন্থকাৰেৰ বাসস্থান কি তৎসংক্রান্ত অন্য কোন বিষয়েৰ বিৱৰণই অৱলম্বিত পুথিখানিতে প্রাপ্ত হওয়া যায় নাই।[5] কতকগুলি শব্দ দৃষ্টে একবাৰ বোধ হয় গ্রন্থকাৰ শ্রীহট্ট কিম্বা তৎসন্নিহিত কোন জনপদেৰ অধিবাসী। 'চ' স্থলে 'ছ' ব্যৱহাৰেৰ জন্য আমৰা চিৰকাল শ্রীহট্টবাসী বন্ধু গণেৰ সহিত আমোদ কৰিয়া আসিয়াছি; এই পুথিতে "চৰণ" স্থলে "ছৰণ", 'বচন' স্থলে 'বছন', 'চাস' স্থলে "ছাস" প্রভৃতি ৰূপ প্রয়োগ দৃষ্টি হয়, অন্যান্য শব্দেও শ্রীহট্ট প্রচলিত ভাষাৰ সহিত সন্নিকটেৰ পৰিচয় দেয়। তবে একথাও একবাৰ মনে উদয় হয় যে, কবি না হইয়া গ্রন্থ-লেখকও শব্দেৰ এবংবিধ ৰূপান্তৰ কৰিয়া থাকিতে পাৰেন; প্রাচীন বঙ্গ সাহিত্যে তদ্রূপ বিকৃতিৰ উদাহৰণও আমৰা বিলক্ষণ পাইয়াছি[6]। এদিকে হিন্দী শব্দেৰ সঙ্গেও এই পুথিৰ ভাষা বিলক্ষণ নৈকট্য দৃষ্টি হয়[7] সুতৰাং শ্রীহট্ট না হইয়া বঙ্গেৰ পশ্চিমোত্তৰ প্রান্ত হইতে এই কবিৰ উদ্ভব হওয়া বিচিত্র নহে।[8] আমৰা এই পুস্তকেৰ প্রণেতাকে বঙ্গেৰ পূর্ব্বোত্তৰ কিম্বা পশ্চিমোত্তৰ সীমান্ত সীমান্তস্থিত কোন পল্লীৰ অধিবাসী বলিয়া গ্রহণ কৰিতে পাৰি। দুঃখেৰ বিষয়, শ্রীযুত কৰুণানাথ ভট্টাচার্য্য মহাশয় এই পুথি কোথা হইতে সংগ্রহ কৰিয়াছেন তাহা একেবাৰে উল্লেখ কৰেণ নাই।"

"অনন্ত ৰামায়ণেৰ ভাষা জটিল, বন্ধুৰ, শুধু কাব্যমোদী; পাঠক দু-এক পৃষ্ঠা পাঠান্তেই ক্লান্ত হইয়া সুললিত বটতলাৰ কৃত্তিবাসী আশ্রয় কৰিয়া নিশ্বাস ফেলিবাৰ অবকাশ গ্রহণ কৰিবেন। (আন এটা ভাষা নিশিকা-নেমেলাকৈয়ে বুজিবলৈ চেষ্টা কৰিলে প্রায় সকলোৰে এনে অৱস্থা হব বুলি আমাৰ বিশ্বাস)। "এহি বুলি মকমকি কান্দে ৰঘুৰায়"— ৰঘুৰাই এই বলিয়া উচ্চস্বৰে ক্রন্দন কৰিতে লাগিলেন— প্রভৃতি ৰূপ ৰামবিলাপ পড়িতে ভেকেৰ মকমকি স্মৰণে পাঠক হাস্য না কৰিলেই কৰুণ ৰসেৰ মর্য্যাদা অনেক পৰিমাণে ৰক্ষিত হইবে।

× × ×

অনন্ত নামক কোন ব্যক্তি এই পুস্তক খানি প্রণয়ণ কৰিয়া স্বাক্ষৰ [ভনিতা] দেওয়াৰ সময় নিজকে "মুর্খ-মহামূঢ়" প্রভৃতিৰূপে বর্ণনা দ্বাৰা সৌজন্যেৰ পৰাকাষ্ঠা দেখাইয়াছেন। একটি স্থানে শঙ্কৰ নামক কবিৰ কথাও ভনিতাৰ পূর্ব্বে দৃষ্টি হয়, যথা "জয় জয় শ্রীমন্ত শঙ্কৰ পূর্ণকাম। কীর্ত্তনৰ ছন্দে

(৪) এই 'বৎসৰ' নিৰূপণ কৰাটো হলে দীনেশবাবুৰ তেনেই অনুমান। এটা সময় কৰিব লাগে কাৰণে দীনেশ বাবুৱে ৪০০ শ বছৰৰ আগেয়ে বুলি কলে আৰু এই অনুমানত তেওঁ খোপনি পুতিবলৈ একো কথা নাই কাৰণেই ইয়াত "মতভেদ" হব বুলি কৈ থৈছে।

(৫) তেওঁৰ বাসস্থান সম্বন্ধে আমি পিচত বহলাই কৈছোঁ।

(৬) শ্রীৰাম কীর্ত্তনৰ সমালোচকৰ অনুমান শলাগিব লাগে। শ্রীহট্ট যে আসামৰ হিন্দু ৰজাৰ তলতীয়া হৈ বহুত দিন আছিল, তাক দীনেশ বাবুৱে বোধকৰোঁ জনাহঁতেন পুথিৰ ভাষা লৈ ইমান তেওঁ কষ্ট স্বীকাৰ কৰিব নেলাগিলহেঁতেন।

(৭) অসমীয়া পুৰণি পুথিত নো কিয়, আজিকালিৰ ভাষাতো আমাৰ যৰুৱা কথাত হিন্দী শব্দ বহুত পৰিমাণে পোৱা যায়। অকল শব্দই নহয়, ভাষাৰ গঠন, প্রকৃতি আৰু আৰ্হি হিন্দী ভাষাৰে হে মিল আছে, বঙ্গালী ভাষাৰে মিল নাই; আগৰ পণ্ডিতবিলাকে— শঙ্কৰদেৱ, অনন্ত কন্দলি আদিয়ে সেই হিন্দুস্থান দেশত হে সংস্কৃতাদি শিক্ষা কৰিছিল গৈ। বঙ্গদেশত তেতিয়া উচ্চ শিক্ষাৰ চর্চ্চা আছিল নে নাই কব নোৱাৰোঁ। নথকাৰে প্রমাণ, কাৰণ শ্রীচৈতন্যদেৱেও শ্রীহট্টত উপজি কাশী আদি ঠাইত হে বিদ্যা শিক্ষা কৰিছিল। বঙ্গদেশৰে সৈতে এই কালৰ মানুহৰ যোৱা-অহা নিচেই কম আছিল যদিও, শ্রীক্ষেত্রলৈ যাওঁতে বঙ্গদেশ এওঁবিলাকে পাইছিল; তাত থাকিব মেলিব লগীয়া ঠাই হোৱাহেঁতেন থাকিলেহেঁতেন। এওঁ বিলাকৰ জীৱনত শ্রীক্ষেত্র অর্থাৎ জগন্নাথলৈ যোৱা, কাশী প্রয়াগ বৃন্দাবন আদি ঠাইলৈ যোৱাৰ কথা উল্লেখ আছে, কিন্তু বঙ্গদেশৰ কোনো ঠাইৰ উল্লেখ নাই। সেই কাৰণেই বোধকৰোঁ ডাক্তৰ গ্রীয়েৰচন, মিঃ গেইট চাহাব প্রভৃতিয়ে অসমীয়া ভাষা বঙ্গালী ভাষাতকৈ পুৰণি বুলি কয়, আৰু অসমীয়া ভাষা বঙ্গালী ভাষাৰ কাষ নচপাকৈও পৈনত আৰু শকত হল বুলি কয়।

(৮) আইঐ দেহি! দুষ্মন্ত ৰজাই চিত্রকূট পর্ব্বতত হঠাৎ নিজৰ পুতেক ভৰতক দেখি চিনি নেপায়ো নিজৰ সাদৃশ্য বহুত দেখিছিল আৰু অকস্মাৎ পুত্রবাৎসল্য উপজিছিল, কিন্তু লোকৰ পুতেক এটাক মোৰ বুলি বলেৰে ধৰিলে কত সেইবিলাক চিন-চাবৰ সাদৃশ্য ওলায়? পুথিত হিন্দী শব্দ দেখিয়েই পূর্ব্ব অনুমানৰ পৰা জাঁপ মাৰি একেবাৰেই পূর্ব্বৰপৰা পশ্চিমোত্তৰ প্রান্তলৈ যোৱাটো দীনেশ বাবুৰ নিচিনা মানুহৰ যুক্তিযুক্ত নহল। বাস্তৱতে, বাবু কৰুণানাথ ভট্টাচার্য্যৰ গাত হে আমি দোষ দিওঁ। কিন্তু অসমীয়া পুৰণি পুথি আজিকালিৰ বঙ্গদেশত থকাও একো আচৰিত নহয়। নৰনাৰায়ণ ৰজা যেতিয়া কোচবিহাৰৰো ৰজা আছিল, তেতিয়া তেওঁ বহুত অসমীয়া পুথি ৰচনা কৰাইছিল, আৰু আজিকালিৰ ৰংপুৰ, দিনাজপুৰ প্রভৃতি ঠাই আসামৰ (কামৰূপৰ) ৰজাৰ তলতীয়া আছিল আৰু তাত অসমীয়া ভাষা চলিছিল। ৰজাৰ সভাৰ পৰা বিৰচিত পুথি-পাঁজি প্রজাৰ হাতত থকাটো একো আচৰিত নহয়; আৰু আজিও তেওঁলোকে সেই পুথি দলিয়াই নেপেলাই থৈ দিব পাৰে। সাচিপাত সহজে নষ্ট নহয়, কিন্তু "জীর্ণ-শীর্ণ" হব পাৰে।

বিৰচিলোঁ গুণনাম।।"[৯]। যে স্থলে অপৰাপৰ পুথিতে 'ধুয়া' শব্দ প্রযুক্ত দৃষ্ট হয়, সে স্থলে অনন্ত "ঘোষা" শব্দ ও শ্রোতৃবর্গেৰ স্থলে "সভাসদ" শব্দ ব্যৱহাৰ কৰিয়াছেন।"

অনন্ত ৰামায়ণ মূলত বাল্মিকীৰ পদাঙ্ক অনুসৰণ কৰিয়া ৰচিত হইলেও ইহাতে অধ্যাত্মৰামায়ণ ও মহানাটকেৰ ছাঁয়া পৰিয়াছে স্বীকাৰ কৰিতে ইহবে, এবং কবি যতই কেন নিজেৰ অৱনতি পূর্ব্বক ব্যাখ্যা দ্বাৰা মূর্খত্বেৰ ভাণ কৰুণ না, আমৰা বলিতে বাধ্য, তিনি নিজে সংস্কৃত শাস্ত্রে বিশেষ পণ্ডিত ছিলেন; কোন অনর্থক বাগাড়ম্বৰে তৎকৃত ৰামায়ণ স্ফীট হইয়া উঠে নাই, ৰূপ বর্ণনাৰ অতিশ্চার্য্য দ্বাৰা তিনি চৰিত্র গুলিকে নিবিড় কৰিয়া তুলেন নাই, অনুবাদ মূলানুযায়ী হইয়াছে, তবে মূল কতকটা সংক্ষিপ্ত হইয়াছে। সংস্কৃতেৰ বাহুবয়নত্ব হইতে অব্যাহিত দিয়া তিনি অনুবাদটি সৰম ৰাখিয়াছেন ইহা তাঁহাৰ বাহাদুৰী বটে। —অনন্ত ৰামায়ন জটিল, দুৰূহ, শব্দ বহুল[১০] কিন্তু সংক্ষিপ্ত ও কবিত্বপূর্ণ। ভাষাৰ বান্ধুৰতা হেতু সে কবিত্ব সহসা আবিষ্কৃত নাহইলেও[১১] একটু ভাবিয়া পড়িলে পুথিখানি বেছ ভাল বোধ হইবে।[১২] অনন্ত ৰামায়নেৰ অদ্ভুত ভাষাময়ী কাহানীৰ একটু অংশ উদ্ধৃত কৰিতেছি—

"কাহাৰ জীয়াৰী তুমি কাহাৰ ঘৰণী।
কিবা নাম তোমাৰ কাহাৰ সুলক্ষণী।।
জনক নন্দনী মই নাম মোৰ সীতা।
দশৰথ পুত্র শ্রীৰাম বিবাহিতা।।
পিতৃবাক্য পালি ৰাম বনে আসিলন্ত।
লক্ষণে সহিতে মৃগ মাৰিবে গৈলন্ত।।
আসি লভ ফুল জলে পূজিবা চৰণ।
ক্ষণেক বিলম্ব কৰিয়োক মহাজন।।
উদবিগ্ন মনে সিটো বোলে খৰ কৰি।
তপস্বী নাহিকো মঞি জানিবা সুন্দৰী।।
জগত ৰাবণ জাক শুনি আছা কর্ণে।
যাহাৰ সদৃশ বড়া নাহি ত্রিভুবনে।।
হেনয় ৰাবন আমি ভৈলোঁ তবু পাশ।
ৰামক তেজিয়া বান্ধে কৰ মোত আশ।।
যত পটেশ্বৰী মোৰ সব তোৰ দাসী।
জোহি খোজ সোহি দিবো থাকিবো উপাসি।।
মানুষ ৰামকে বান্ধে দূৰে পৰিহৰ।
মঞি সমে যুগে যুগে ৰাজ্যভোগ কৰ।।
× × ×[১৩]

কবি নিজেই যখন বলিতেছেন ৰামায়ণ সংক্ষেপে অনুবাদিত হইল, তখন উদ্ধৃত অংশে "তীব্রাংশুঃ শিশিৰাংশ্চ ভয়াৎ সম্পদ্যতে দিবি। নিষ্কম্প সুৰবো নদ্যশ্চ স্তিমিতোদকাঃ। প্রভৃতি ৰাবনোক্ত তেজঃ-পুঞ্জ কথা গুলি নাপাইয়া আমাদেৰ দুখিত হইবাৰ কাৰণ নাই।[১৪] "কালকুট বিষং পীত্বা স্বস্তিমান গণ্ডমিচ্ছর্গও জিহ্বয়া লেচি চ ক্ষুৰম" প্রভৃতি অংশ কবিৰ গ্রাম্য ভাষায় সংস্কৃতেৰ ছন্দলালিত্য ও শব্দৰাংকাৰচ্যুত হইয়া স্থান পাইয়াছে। কবি সংক্ষেপ কৰিয়াছেন সত্য, কিন্তু বাল্মিকী ও বশিষ্ঠেৰ পথেই চলিয়াছেন। অনন্ত ৰামায়ণ পৰাগনী মহাভাৰত প্রভৃতি কয়েকখানি প্রাচীন গ্রন্থ বঙ্গ ভাষাৰ এক অতি প্রাচীন

(৯) কি আচৰিত, বাবু দীনেশচন্দ্র সেন মহাশয়েও আসামৰ বৈষ্ণৱ ধৰ্ম্ম প্রৱর্ত্তক শ্রীশঙ্কৰদেৱক নেজানে; শ্রীশঙ্কৰদেৱৰ লিখা তেওঁৰ নিতান্ত জনা উচিত আছিল। আৰু যদি জানিছিলো, অনন্ত কন্দলিক নো তেন্তে আসামৰ কবি বুলি বুজিব নোৱাৰিলে নে? "কীৰ্ত্তনৰ ছন্দে বিৰছিলোঁ গুণ নাম"— কীৰ্ত্তন মানে দীনেশ বাবুৱে কি বুলি বুজিছিল? যদি শুদ্ধকয়ে বুজিছিল, তেন্তে তেওঁ বঙ্গলা কোন কীৰ্ত্তনৰ ছন্দত এই পুথি লিখা বুলি ধৰিছে? আৰু কোন শঙ্কৰ বুলি তেওঁ বুজিছিল? শঙ্কৰ নামৰ এক কবি যে তেওঁ লিখিছে, তেওঁ কোন কবি বুলি মনত ধাৰণা আছিল? কীৰ্ত্তনৰ ছন্দে বিৰছিলোঁ গুণ নাম— ইয়াত তেওঁ কিবা বঙ্গালী ব্যাকৰণ পালে নে? বা এনে ব্যাকৰণ তেওঁ কাশীৰাম দাসৰ মহাভাৰতত বা কৃত্তিবাসৰ ৰামায়ণত কৰবাত পাইছিল নে? "আইলেন দ্রোন জানিলাম এ বিধানে" মহাভাৰত; "লোটাইয়া পৰিলাম পিতাৰ চৰণে" ৰামায়ণ; এই দুই শাৰীৰ ভিতৰত যেনে ভাষা সম্বন্ধীয় মিল আছে, এই দুই শাৰীৰে সৈতে অনন্ত কন্দলিৰ শাৰীৰ কিমান মিল আছে দীনেশ বাবুৱে এবেলি ভাবি চাব পাৰিলেহেঁতেন।
নিজক মূৰ্খ-মহামূঢ় বুলি নিজে কোৱা আসামৰ সকলো পণ্ডিত কবিৰ গুণ। শ্রীশঙ্কৰদেৱেও নিজে তেনেকৈ কৈছে। বঙ্গালী পণ্ডিত কবিয়ে কিন্তু তেনে নকৈ নিজকে নিজে পণ্ডিত বোলা পাইছোঁ,— "কৃত্তিবাস পণ্ডিতেৰ কবিত্ব সুন্দৰ" ইত্যাদি কোনটো "সৌজন্যে"ৰ পাঠকে চাব।
(১০) অসমীয়া ভাষা যে একালত বঙ্গালী ভাষাতকৈ চহকী আছিল এয়ে তাৰ প্রমাণ নহয় নে?
(১১) কবিত্ব আমালৈ ভালকৈ ফুটি ওলাইছে। আমাৰ ঠাৱৰ বিশ্বাস, বঙ্গভাষাত এনে কবিত্বপূৰ্ণ পুথিৰ সংখ্যা কম।
(১২) আমি গম পাইছোঁ যে, দীনেশ বাবুৱে বহুত স্থলত পুথিখন বুজিব পৰা নাই, কিন্তু মোটৰ ওপৰত বুজিও তাৰ সোৱাদ লব পাৰিছে। দীনেশ বাবুৰ পাণ্ডিত্য আমি শলাগোঁ।
(১৩) বুজিব নোৱাৰি সাঁচিপাতৰপৰা তোলোঁতে লিখকে বহুত ভুল কৰিছে, তাক পঢ়া মাত্রই বুজিব পাৰি। 'তবু'ৰ ঠাইত তয়, 'আসিলন্তে'ৰ ঠাইত আসি লভ ইত্যাদি।
(১৪) শ্রীৰাম কীৰ্ত্তন নাম-প্রসঙ্গৰ নিমিত্তে সংক্ষিপ্ত কৰি ' শঙ্কৰদেৱৰ কীৰ্ত্তন আৰ্হি লৈ এই পুথি লিখা হৈছে। ইয়াত আৰু "তেজঃপুঞ্জ কথা গুলি" নথকাৰে কথা। সেইবিলাক বিতাৰিবলৈ হলে মাধৱ কন্দলিৰ বিস্তৃত ৰামায়ণ চোৱা ; অসমীয়া ৰামায়ণত কৃত্তিবাসৰ ৰামায়ণত কৈ বহুত বেচি কথা আছে। অসমীয়া মানুহ দুখীয়া হৈ সেইবিলাক কিতাপ ছপা কৰি উলিয়াব নোৱাৰাত অসমীয়া ভাষাবো অতীষ্কৃত কুঠাৰ মাৰিছিল। দেহি ঐ। কাল!!

স্তৰ উদঘাটন কৰিয়া দেখাইতেছে।[১৫] সে যুগে প্রাকৃত, হিন্দী ও উৰিয়া এই তিনি ভাষাৰ[১৬] লক্ষণাক্রান্ত বাঙ্গলা একটু মিশ্ৰৰূপ ধাৰণ কৰিয়া আধুনিক মার্জ্জিত অবয়বেৰ বহু ব্যবধান সুললিত সংস্কৃত শব্দাদিৰ সাহায্য বিৰহিত হইয়া[১৭] গ্রাম্যক্ষেত্রে কৃষক গুলিৰ ভোগ্য ছিল[১৮] — যে সময়ে যে সমস্ত সংস্কৃতজ্ঞ ব্যক্তিগণ ইতৰ সাধাৰণেৰ ব্যবহৃত ও শিক্ষিত গণেৰ চক্ষে ঘৃণিত সেই কালেৰ বাঙ্গালা ভাষা অবলম্বন কবিয়া সংস্কৃত সাহিত্যেৰ বিপুল ঐশ্চর্য্য সর্ব্বসাধাৰিণেৰ আয়ত্ত কৰিয়াছেন, তাহাদেৰ কঠিন ও অসুন্দৰ ৰচনা আমাদেৰ চক্ষে এক পবিত্র স্বদেশ হিতৈষিতাৰ উচ্চ মূল্য বহন কৰে; আমৰা তাহাৰ জটিলতা, অমার্জ্জনা ও গ্রাম্য দোষ ৰাশিৰ মধ্যেও সেই নির্ভীক ভাষা গঠনেৰ প্রাক্ চেষ্টাৰ সৌন্দৰ্য্যানুভব কৰিয়া অন্যৰূপ এই সকল উদ্যমেৰ মূল্য নির্দ্ধাৰণ কৰিতে পাৰি।"[১৯]

শ্রীৰাম কীৰ্ত্তন শঙ্কৰদেবৰ কীৰ্ত্তনৰ আৰ্হিৰে নাম গাবলৈ আৰু প্ৰসঙ্গ কৰিবলৈ লিখা পুথি, সেইটো কবিয়ে নিজেই কৈছে। কিন্তু ভাব প্ৰকাশ কৰোঁতে শ্ৰীৰাম কীৰ্ত্তন শঙ্কৰদেৱৰ কীৰ্ত্তনৰ দৰেই অতি শুৱলা, আৰু অলপ কথাৰে বহুত ভাব প্ৰকাশ কৰা। কবি শঙ্কৰদেৱৰ সমসাময়িক আৰু ভাষাও সেই কাৰণে সেই যুগৰ দৰেই, তাৰ অলপো লৰচৰ নাই বুলিলেও একো বেচি কোৱা নহব।

কবিৰ জীৱনীৰ বিষয়ে অলপ হে কব পৰা যাব। তেওঁ ভাগৱতৰ দশম স্কন্ধৰ শেষভাগত আত্ম-পৰিচয় দিবলৈ গৈ এইদৰে লিখিছে ঃ—

"সেই হাজো নামে স্থানে, আছিলন্ত ৰঙ্গ মনে,
মাধৱত কৰিয়া সেৱন।
তাঁতি কূল কমলৰ, প্রকাশক দিবাকৰ,
ভাগৱত শাস্ত্ৰত পাৰ্গত।
ৰতন পাঠক নাম, দ্বিজবৰ অনুপাম,
আছিলন্ত কৃষ্ণৰ ভকত।।
তথা মহাভাগৱত, শাস্ত্ৰৰ আছিল সত্ৰ,
সদাই শুনিবা সাধু জন।
ৰতন পাঠক মুখে, শুনিয়াছে যতনৰে,
অদ্যাপি প্ৰশংসে ঘনে ঘন।।
দেৱ মাধৱৰ বৰে, উপজিলা তান ঘৰে,
তাহান নন্দন মৃদুমতি।
পিতৃ গুণ অনুসাৰে, ভাগৱত মহাশাস্ত্ৰে,
উপজাইলা তান কিছু ৰতি।।
অনন্ত কন্দলি কবি, নামমাত্র খ্যাত ভৈল
কাৰ্য্য কিছু নভৈল তাহাৰ।"

এই ভাগৱতৰ পুথি শ্ৰীশঙ্কৰদেৱে লিখা; পিচে যেতিয়া তেওঁ দশম স্কন্ধ পদ কৰি প্ৰায় আধাখিনি শেষ কৰিছিল, অনন্ত কন্দলিয়ে ভাগৱত অনুবাদ কৰিবলৈ শঙ্কৰদেৱৰ অনুমতি বিচাৰে। অনন্ত কন্দলিৰ শঙ্কৰদেৱৰ ওপৰত অগাঢ় ভক্তি আছিল, আৰু ভাগৱত লিখিবলৈ শঙ্কৰে তেওঁক ততালিকে এৰি দিলে। এই ভাগৱতত বাজেও, অনন্ত কন্দলিয়ে "বৈষ্ণৱামৃত" "সৰ্ব্বঢাক" মন্ত্ৰ আদি খনচেৰেক পুথি লিখিছিল। অনন্ত কন্দলিয়ে এই শ্ৰীৰাম কীৰ্ত্তন পুথিখনি কলাপচন্দ্ৰ দ্বিজ নামে এজন কবিৰ ৰচিত "ৰামায়ণ চন্দ্ৰিকা' নামক পুথিৰপৰা সাৰ সংগ্ৰহ কৰি লিখা বুলি উল্লেখ কৰিছে। তেওঁ লিখিছে ঃ—

"সাতকাণ্ড ৰামায়ণ বাল্মিকীৰ কৃত।

(১৫) এই পুথিয়ে বঙ্গভাষাৰ একো প্ৰাচীন স্তৰ উদঘাটন কৰি দেখুৱা নাই। আৰু অসমীয়া ভাষাৰো বিশেষকৈ দেখুৱা নাই; সেই কাজ শঙ্কৰ-মাধৱদেৱে তেওঁৰ আগে আগে কৰিলে।

(১৬) অসমীয়া ভাষা এই লিষ্টত নপৰিল কিয়? মতলব কিবা আছিল নে, নাই ভুলতে হে?

(১৭) সেয়ে তেন্তে অসমীয়া ভাষাৰ শব্দ। সংস্কৃতৰ সুললিত শব্দাদিতো অকল বঙ্গালীৰে সম্পত্তি নহয়; সেইবিলাক শব্দ বঙ্গালীয়েও সাধাৰণ ঘৰুৱা কথাত নকয়, অসমীয়ায়ো নকয়; তেনেকুৱা সংস্কৃত শব্দ বাদ দিলে বঙ্গলা ভাষাত আচল শব্দ, অৰ্থাৎ যাক আমি নিখুঁত বঙ্গলা শব্দ বুলিব পাৰোঁ, তাৰ সংখ্যা তেনেই কম হব; কিন্তু অসমীয়াত যে তেনে শব্দ বহুত আছে তাক পণ্ডিত দীনেশ বাবুৰ খোলোচা কবুলেই জলন্ত প্ৰমাণ কৰিছে।

(১৮) ই কেৱল অনুমানৰ ওপৰত লিখা কথা। কবিৰ জন্মঠাই ঠাৱৰ কৰিব নোৱাৰি বঙ্গদেশৰ পূবৰপৰা পশ্চিমলৈ খপিয়াই ফুৰি এতিয়া দীনেশ বাবুৱে এই "কৃষক"বিলাক কোন দেশৰ বুলি ধৰিছে?

(১৯) দীনেশ বাবুৱে যিটোৰ কাৰণে শ্ৰীৰাম কীৰ্ত্তনৰ ভাষা "গ্ৰাম্য-ভাষা" বুলি হাঁহিব খোজে, আমি কিন্তু ঠিক সেই কাৰণৰ বাবেই আমাৰ ভাষাক শুদ্ধ আৰু ভাল বোলোঁ। বঙ্গলা ভাষাত বহুদিনৰ আগৰেপৰা সংস্কৃত শব্দ ইমান বেচি পৰিমাণে সুমুৱালে যে, তাত লিখা ভাষা আৰু কোৱা ভাষা দুটা প্ৰায় বেলেগ ভাষা যেন হৈ পৰিল গৈ। বিদ্যাসাগৰে লিখা বঙ্গলা ভাষা সাধাৰণ বঙ্গালীৰ কেইজনে বুজি পায়? আৰু এয়ে যদি, তেন্তে ভাষাৰ আচল অভিপ্ৰায় কʼলৈ গল? বৰ্ত্তমান যুগৰ বঙ্গলা লিখকসকলে এই কথা গম পাই সেই সংস্কৃতীয়া ভাষা এৰি "গ্ৰাম্য-ভাষালৈ" বাগৰিবলৈ কাববাব কৰা দেখা নেযায় নে? মান্যবৰ বাবু ৰবীন্দ্ৰনাথ ঠাকুৰ মহাশয়ৰ লিখাত কিমান সংস্কৃতীয়া শব্দ আছে, তাক মন কৰি চাবচোন। সৌভাগ্যক্ৰমে কিন্তু অসমীয়া ভাষাৰ তেনে দুৰ্দশা ঘটা নাই।

তাৰ সাৰ উদ্ধাৰিলা কৰিয়া বিবৃত।।
ৰামায়ণ চন্দ্ৰিকা থৈলন্ত তাৰ নাম।
কলাপ যে চন্দ্ৰ দ্বিজ মহন্ত উপাম।।
তাৰ সাৰ অৰ্থ মই কি কৈবো অধিক।
উপযুক্ত নোহো মই অৰ্থ পাইবাক।।
তথাপিতো হৃদীশ্বৰ দেৱ অনুগ্ৰহ।
তাৰ যেন অৰ্থ পাও কৰিবো সংগ্ৰহে।।
কীৰ্ত্তনৰ ছন্দে বিৰচিলোঁ পদ সাৰ;
শ্ৰীৰাম-কীৰ্ত্তন নাম বুজিবা ইহাৰ।।"

এতিয়া এই কলাপ কেশৰী কোন?

শঙ্কৰদেৱৰ ককাকে নাতিয়েকক শিক্ষা দিবলৈ পোনতে যিজন গুৰুৰ ওচৰলৈ পঠায় তেওঁৰ নাম কলাপকেশৰী আছিল। এই কলাপকেশৰীয়েই যে কলাপচন্দ্ৰ দ্বিজ তাৰ কোনো সন্দেহ নাই। কিন্তু এওঁ লিখা "ৰামায়ণ চন্দ্ৰিকা" পুথি আমাৰ মনেৰে সংস্কৃতত লিখা। এতিয়া সেই পুথি কৰবাত আছে যদি আমি বুজ পোৱা নাই।

এতিয়া এই কবিজনক বহুতে ৰাম সৰস্বতীৰে সৈতে একেজনা মানুহ বুলি কয়। মহামতি ডাক্তৰ গ্ৰীয়াৰ্চন চাহাবেও তাকে কৈ গ'ল। কিন্তু, আমাৰ মনত হ'লে এই বিষয়ে বৰ সন্দেহ আছে। অনন্ত কন্দলিৰ জন্মস্থান "হাজো", আৰু এই ৰাম সৰস্বতীৰ জন্মস্থান "পচৰীয়া গাওঁ"। এই পচৰীয়া গাওঁ অৱশ্যে হাজোৰ ওচৰৰ এখন গাওঁ। শ্ৰীৰাম কীৰ্ত্তনৰ কোনো কোনো অংশ আৰু এজন কবিয়ে লিখিছিল। ৩৮, ৪১, ৪৬, ও ৫৪ আধ্যা হৃদয়ানন্দ নামে এজন কায়স্থ কবিয়ে লিখা। ৪৬ আধ্যাৰ শেহত কয়।—

কায়স্থ হৃদয়ানন্দে কয়।
শুনিয়োক সভাসদ চয়।।

এওঁ লিখা পদ কেইফাঁকি যদিও অনন্ত কন্দলিৰ দৰেই লিখা হৈছে, তত্ৰাচ বাকী বিলাকতকৈ বেচি সোৱাদ যেন লাগে, কবিত্বৰ লালিত্য বেচি ফুটি ওলোৱা যেন লাগে। এওঁৰ পৰিচয় আমি "গুৰু-চৰিতত" পাইছোঁ। এওঁ কীৰ্ত্তনৰ ওজা আৰু শঙ্কৰদেৱৰ প্ৰিয় শিষ্য আছিল। গুৰু-চৰিতত লিখিছে।—

"তাত পাচে শুনা, ব্যাস কানাইৰ
যেন ভৈল বিসঙ্গতি।
হৃদয়ানন্দ নাম, তাহান তনয়
মহাধীৰ শুদ্ধমতি।।
মহা বিচক্ষণ, সুন্দৰ শৰীৰ,
ওজা বৰ কীৰ্ত্তনৰ।
তেন্তে পদ গান্তে শ্ৰীমন্ত শঙ্কৰে
আনন্দ লভা বিস্তৰ।।
হৃদয়ানন্দৰ শৰীৰত আসি
বৰ সুখ দেখা দিল।"

এই হৃদয়ানন্দ বিক্ষো টিক ৰোগত মৃত্যু হয়। কোন শকত ওপজে, কোন শকত মৰে তাক আমি জানিব পৰা নাই; কিন্তু এওঁৰো শঙ্কৰদেৱৰ সমসাময়িক কবি, পঞ্চদশ শতিকাতে যে আবিৰ্ভাব হৈছিল তাক তেওঁ লিখাৰপৰাই বুজা গৈছে।

—শ্ৰীদেৱেশ্বৰ চলিহা।

# আঠ আৰু ন।

যোৱাঁ, যোৱাঁ, যোৱাঁ উনৈছ-শ-আঠ,
সাদৰে বিদায় গ্ৰহণ কৰাঁ;
প্ৰকৃতি নিয়ম কৰিলা পালন,
যাবৰ সময় আসন এৰাঁ।
উঠা, উঠা উঠা, নকৰা পলম,
ৰহি থাকিবৰ সময় নাই;
পৰীৰ কোলাত উলাহেৰে অহা,
নতুন বৰ্ষক লাগিছে ঠাই।

গোপনে গোপনে দিলা দুটিমান,
ভাৰতবৰ্ষক বিষাক্ত গুটি;
আমাৰ মুখত নেলাগিলে ভাল,
নিয়া পুনৰাই নকৰি ত্ৰুটী।
লগে লগে তুমি, আনিছিলা আৰু
অনেক ৰূপহ সোৱাদ ফল;
জননী-সন্তানে ৰঙ-মনে খালোঁ,
সিখিনি সাদৰে গৃহীত হল।

দেখিলা যিথিনি, কৰিলা যিথিনি,
শুনিলা যিথিনি অদ্ভুত কথা;
বিভূৰ আগত সকলো বৰ্ণাবা,
জনাবা লগতে আমাৰো ব্যথা।
কৰা ভাঙ্গি-পাতি, আমাৰ অৱস্থা,
আসাম মাতৃৰ শোকৰ দশা;
নাই আসামত, শিক্ষাৰ পোহৰ,
অজ্ঞানৰ এবে আন্ধাৰ-নিশা।
নিজৰ সগোত্ৰা, বায়েকে ঘিণায়,
নেমাতে লাজত ভনিটী বুলি;
দেখিলে মুখত কিবা এটি টোপ,
লৰলৈ কৰে চুলিয়াচুলি।
অজলা পুতেকে নেজানো কান্দিব,
চাই এচুকত নিমাতে থাকোঁ;
নেজানো পূজিব নেজানো ভজিক,
কেৱল দেৱৰ সহায় মাগোঁ।
কওঁতে কওঁতে, পৰিছে চকু-লো,
দুখৰ বাতৰি নপৰে ওৰ ;—
কাকুতি কৰিছোঁ, ভৰশা ৰাখিছোঁ,
জনাবা বিভূক সকলোবোৰ।

নতুন বছৰ, উনৈছ শ-ন,
ছেলাম কৰিছোঁ মই;
বিলাতী কাৰণে, প্ৰণাম অবিধি,
ত্ৰুটী তাত একো নাই।
এই মাত্ৰ উঠি গল বুঢ়ী আঠ,
তোমাৰ বাতৰি পাই;
কৰাঁহি গ্ৰহণ, শূন্য ই আসন,
আছোঁ আমি বাট চাই।

বহু আশা কৰি, আছোঁ আমি ৰহি,
পাম, লম, খাম বুলি;
নকৰিবা যেন, নৈৰাশ আমাক,
নেখেদাবা 'ডেম' বুলি।
বিলাতী কোটৰ, পকেট ভৰাই,
অৱশ্যে আনিছা কিবা;
যেই-সেই 'চিজ্' নেলাগে আমাক,
ভাবি-চিন্তি মাথোঁ দিবা।
ৰাখিবাঁ মনত অসমীয়া আমি
খাওঁ চিকা-চণ্ডা কৰি ;
জলপান বুলি 'টিফিন' বিলালে,
দূৰতে থাকিব পৰি।
খাই উঠি মুখ, ধুবৰ কাৰণে,
লোটাৰ সলনি যদি;
'কাৰচিফ' দিয়া মচি থবলই
নৰব আমাৰ ৰুচি।
এতিয়াই তুমি আহিছা সুখেৰে,
পৰীৰ ৰাজ্যৰপৰা
অসম-ভবিষ্য কি কি শুনিলা
সকলো বৰ্ণন কৰাঁ।
অতীত আঠৰ বেয়া-বেয়া খিনি
সকলো উৰাই নিয়াঁ;
বাছি-বাছি চাই, ভাল-ভাল খিনি
আমাৰ কাৰণে দিয়াঁ।
এচুকত থকা অসমৰ ফালে,
আওকাণ নকৰিবা;
কৰাঁ যদি তুমি, বিভুৰ কাষত,
নিশ্চয় নিন্দিত হবা।

—শ্ৰীপ্ৰেমধৰ গোহাঁই।

# বৈৰাগী।

৫ বজাৰ সময়ত গধূলি এজন লগৰীয়াৰ লগত ফুৰিবলৈ ওলালোঁ। তেতিয়া বসন্তৰ কাল। গছ-লতাবিলাকে নতুনকৈ সাজ-পাৰ পিন্ধিবলৈ ধৰিছে, আৰু কেতবিলাকে বা সাজ-পাৰ পিন্ধি কপালত ৰঙা, বগা, ফোঁট মাৰি নিজৰ সৌন্দৰ্য্য বঢ়াবলৈ ধৰিছে। চৰাইবিলাকে বিধে বিধে চেও ধৰি ধৰি গাইছে। তাতে আকৌ বসন্ত মত্ত কুলিয়ে নিজৰ কৰ্ত্তব্য নেপাহৰি কুহ-কুহ-কুউ-কুউ মাতেৰে বসন্তৰ জাননী দিবলৈ ধৰিছে। দক্ষিণ ফালৰপৰা যেৰ-যেৰীয়াকৈ মৃদু বতাহ বৈছিল। চৰাইবিলাকৰ গানত আৰু কুলিৰ

পঞ্চম সুৰীয়া ৰাগিণীত সাজ-পাৰ পিন্ধি গছ লতাশ্ৰেণীয়ে হঁ'হি মুখেৰে নাচিবলৈ ধৰিছে। তাল-মান-লয় বুজি মধুপায়ী ভোমোৰাবিলাকে বসন্ত প্ৰেমত মত্তলীয়া হৈ যোগ্যা প্ৰেমিকা বুজি প্ৰত্যেকৰে মুখত চুমা দি ফুৰিছে। প্ৰকৃতিৰ সকলো বস্তুৱেই ৰঙত ৰঙিয়াল হোৱা দেখি আমাৰ মনতো তেতিয়া অলপ ৰং লাগিছিল। ফুৰি-ফুৰিয়েই দুয়ো নানা বিষয়ৰ কথা হলোঁ; শেহত ঈশ্বৰৰ মাহাত্ম্য আৰু তেওঁৰ দান কাৰ্য্যৰ কথা উঠিল। "বাস্তৱতে জীৱ সমূহৰ পালনাৰ্থে আৰু অসুবিধা আঁতৰাবলৈ যে কিমান সঁজুলি তেওঁ চাৰিওফালে দমাই থৈছে, মনতে অলপ ভাবিলে জানিব পাৰি। জ্ঞানীসকলে পৰম দয়ালুৰ দানৰ উপকৰণ চাৰিওফালৰপৰা বিচাৰি আনি নিজৰ বুদ্ধি আৰু বিবেকৰ সহায়ত হৰেক ৰকমৰ কাম সাধিবলৈ ধৰিছে। এইদৰে লগৰীয়াৰ জ্ঞানগৰ্ভ কথাৰ আৰু বসন্তৰ সোৱাদ লৈ ১।। ঘণ্টা কি ১।। ঘণ্টা ফুৰিলোঁ। বসন্তৰ সৌন্দৰ্য্য চাই চাই যাওঁতে আমি মুঠে ১৷৷ মাইল হে গৈছিলোঁ। সূৰ্য্যদেৱে নিজৰ কাম শেষ কৰি অস্তাচলত বিশ্ৰাম লাভ কৰিছে। গধুলি হোৱা দেখি ওপৰলৈ চাওঁ যে, নৈঋত কোনে ধোঁৱা বৰণীয়া এজোৰ মেঘ ওলাইছে আৰু মাজে মাজে পাতল-পাতলকৈ বিজুলী মাৰিছে। থাকি থাকি হিৰ হিৰ গিৰ গিৰ শব্দ কৰাও শুনিলোঁ। হাতত ছাতি ডোখৰ আৰু সঙ্গী এজন থকাৰ বাবে মেঘৰ বিভিষীকালৈ ভয় নকৰি, লাহে লাহে ঘুৰিবলৈ আৰম্ভ কৰিলোঁ। অনেক দিন বৰষুণ নোহোৱা গতিকে মেঘৰ গাজনি আমাৰ কাণত ভাল লাগিছিল। এনেই বসন্তৰ দিন, তাতে মলয়া বতাহে শোক, চিন্তা আৰু তাৰ আনুসঙ্গিক সকলো ভাব দূৰ কৰি শান্তিৰ শীতল ছাঁ দিয়াত আমি "বিপদবাৰণ তুমি নাৰায়ণ" নামে এটা গীত ভঙ্গা সুৰতে গালোঁ। এই দৰে আহোঁতে মেঘ প্ৰায় মূৰৰ ওপৰ পালেহি, আগেয়ে এটা ভয়ঙ্কৰ শব্দ হল; পিচত তপ্‌তপ্‌ ধপ্‌ ধপ্‌কৈ বৰষুণ পৰিবলৈ ধৰিলে। আৰু এছাতি বতাহো মাৰিলে। আমি দুয়ো বৰষুণ নিবাৰিবৰ কাৰণে ছাতি মেলিলোঁ হয়, কিন্তু যিমান ডাঙৰ টোপাল পৰিছিল, আমাৰ ছাতিয়ে আগুৰাব নোৱাৰিলে। আধা তিতা হৈ শেহত কোনো ঠাই আশ্ৰয় নললেই নহয় জানি ইফালে সিফালে চাবলৈ ধৰিলোঁ। অলপ আহিয়েই এটা পজা ঘৰ দেখা পালো। যদিও বাটৰ ওচৰতে জুপুৰী ঘৰডোখৰ আছিল তথাপি যাওঁতে আমাৰ চকুত নপৰিল। তাত আৰু আন ঘৰ নাছিল। লৰি গৈ দুৱাৰমুখত থিয় হোৱা মাত্ৰেই "হৰি হৰি" শব্দ শুনিলোঁ। আমালোকে হৰি শব্দলৈ নেভাবি বতাহ বৰষুণৰপৰা সাৰিবৰ বাবে দুয়োজনে তাতে সোমাওঁ বুলি দুৱাৰ মেলিলোঁ।

পজাঘৰৰ ভিতৰত বিশেষ ধৰিব লগীয়া বস্তু-বাহানি নাই। কেৱল এটা ঘটি, এপাত চিমতা, এখান হৰিণৰ ছাল, এটা ভাং খোৱা চিলিম আৰু এটি সৰু জোলোঙ্গাত কিবাকিবি ভৰা আছে। তাতেই একুৰা কাঠখৰিৰ জুই, আওঠা ধৰি টকটকীয়া ৰঙা হৈ লাহে লাহে জলি আছে। গোট কাঠখৰিৰ জুই যদিও, ঘৰৰ সকলো বস্তু দেখা পোৱা যায়। নিজৰ সকলো সামগ্ৰী বাওঁফালে থৈ জুইকুৰা সোঁ দাঁতিত ৰাখি ৰুদ্ৰাক্ষ মালাধাৰী ডিগম্বৰ পুৰুষ এজন জিতেন্দ্ৰিয় হৈ বহি আছে। দুৱাৰ মেলি ভিতৰ সোমাবলৈ ভৰি এখন ভিতৰ কৰিছোঁ মাথোন, এনেতে, "কস্তম" মাত এবাৰ শুনিবলৈ পালোঁ। মোৰ এনেই বতাহ আৰু মেঘৰ গৰ্জ্জনিত তৎ নাই; তাতে আকৌ নুবুজা মাতষাৰ শুনি মনত বৰ ভয় লাগিল। মোৰ লগৰীয়াৰ আগৰেপৰা সংস্কৃতৰ লগত অলপ চিনাকি থকাত তেখেতে কিবা বুজি সকলো কথা ভাঙ্গি কবলৈ ধৰিলে। তেতিয়া তিলকধাৰীয়ে "আগচ্ছ" বুলিলে। মই এইবাৰ বুজি পাই মনতে থৰ কৰিলোঁ যে, আজি নিশ্চয় গচ্ছিত হৈ থাকিব লাগিব। আমি বসন্তৰ আমোদজনক ধেমালি চাই চাই ইয়ালেহে বন্ধ হবলৈ আহিছিলোঁ। তথাপিতো দেখোন বন্ধুজনে ভিতৰ সোমাই যাবলৈ মোৰ গাত ঠেলি দিলে। ময়ো যাবলৈ বাধ্য হলোঁ। মই হলে তেতিয়া জুইৰ ওচৰতে বহি ললোঁ। কিয়নো, বৰষুণত তিতাৰ বাবে মোৰ জাৰ লাগিছিল আৰু হাতত খজুলিও ওলাইছিল। বৰষুণ নেৰা দেখি সঙ্গীয়ে সংস্কৃতজ্ঞ বুঢ়া সাধুক কেইটামান কথা সুধিলে। তেতিয়া মোৰ মৌজ বেচি হল। জাৰত জুইৰ কাষত বহি খুজলি মোহাৰি মোহাৰি আৰু বুঢ়া সাধুৰ কথা শুনি শুনি সংসাৰৰ সকলো সুখকে জলাঞ্জলি দিবলৈ ধৰিলোঁ। কথা-প্ৰসঙ্গত এই তিনিটা প্ৰশ্ন উঠিল।

(১) সংসাৰত থাকিলে কেনেকৈ সুখী হব পাৰি? (২) আমাৰ নো কোনোবা জন্মত সুখ হব নে? (৩) বৈৰাগ্যত বা কি সুখ?

তেতিয়া ঈশ্বৰ-প্ৰেমিক বৃদ্ধই সংস্কৃততে মাত লগালে। পিচে মই সংস্কৃত বুজি নেপাওঁ বুলি ওজৰ কৰাত, আমালোকৰ ভাষাতে কবলৈ ধৰিলে। "বোপাই" তিনিওটি প্ৰশ্ন আমাৰ * পক্ষে কঠিন বোধ হৈছে। ইয়াৰ গুঢ়তত্ত্ব বাহিৰ কৰি উত্তৰ দিবলৈ আমি বৰ পৰাগ নহওঁ। তথাপি, ওপৰে ওপৰে

* সাধু, মহন্ত, ফকিৰ আদি লোকে মই নোবোলে। এতেকে 'মই' শব্দৰ বহুবচন ব্যৱহাৰ কৰা গৈছে।

চাৰিযাৰমান কওঁ শুনা।

(১) তোমালোকৰ সুখৰ এটা অঙ্গ লোপ পাইছে। কিয়নো, বাল্যাৱস্থা এতিয়া নাই। ভৱিষ্যতৰ সুখলৈ আশা কৰিলে প্ৰথমে "বাল্যে বিদ্যামুপাৰ্জ্জয়েৎ" অৰ্থাৎ লৰা কালতে বিদ্যা আৰ্জ্জি লব লাগে। বিদ্যা উপাৰ্জ্জনেই সুখৰ ঘাই উপায়। বিদ্যাই, সৰুক ডাঙ্গৰ কৰে, মূৰ্খক জ্ঞানী কৰে, চোৰক সাধু কৰে, কুৰূপক ৰূপবান কৰে। বিদ্যা পুৰুষৰ পৰম ভূষণ। সুখী হবলৈ ইচ্ছা কৰিলে বিনয়, সৰলতা, পৰোপকাৰ আদি সজ গুণৰ আশ্ৰয় লব লাগে। সৰুৰে পৰা হিংসা, নিন্দা, অহঙ্কাৰ, মিছা কোৱা, চুৰ কৰা, আদি বেয়া দোষবিলাক এৰিবলৈ অভ্যাস নকৰিলে ডাঙ্গৰত পোনেই ভাল হোৱাটো দুৰূহ। কিয়নো, বাঁহ পৈনত হলে, পোনাবলৈ টান হয়। সৎলোকে এটা ভাল কাম কৰা দেখিলে সেই কামকে ঘূৰাই কৰিবলৈ সৰুৰে হেঁপাহ জন্মিব লাগে। তেহে নানা বিদ্যা শিকা হব। মানুহে যিটো কাম কৰিছে ঠিক তেনে কাম কৰিবলৈ মনত প্ৰতিজ্ঞা কৰিব লাগে। প্ৰতিজ্ঞাৰ বলতে মানুহে জগৎ জয় কৰিব লাগিছে। কোনোৱে বা আগেয়ে নজনা-নুশুনা বিষয় একোটা নতুনকৈ আৱিষ্কাৰ কৰিবলৈ ধৰিছে। বোপাহঁত, সৰুৰেপৰা লাগতিয়াল সকলো কাম লাহে লাহে লাহে অভ্যাস কৰিলে হে শেহত কামত ঘটাব পাৰি। নিজৰ কৰ্ত্তব্য কামক কল্পতৰু বুলি জানিব লাগে। সময়ৰ সদ্ব্যৱহাৰ জানিব লাগে। দুষ্টৰ লগত ফুৰিলে কি দশা হয় তাক দেখি-শুনিও তাৰ লগ ধৰা অনুচিত। পিতা-মাতাৰ, শিক্ষা গুৰুৰ আৰু আনান্য হিতাকাঙ্ক্ষী পূজনীয় লোকৰ উপদেশ মূৰত লৈ চলিব লাগে। অলপ কথাত বা বিপদত অধীৰ হোৱা, লোকক ভাল দেখুৱালৈকে ধুন-পেঁচ মৰা লোকৰ দোষ দেখিলে আনৰ আগত নিন্দা কৰা, আনক ভাল হোৱা দেখিলে, ঈৰ্ষা ভাব দেখুৱা ইত্যাদি বেয়া দোষ বিলাক তেতিয়াও মনত ঠাই দিব নেলাগে; তাৰ সলনি যদি পৰিশ্ৰম, অধ্যৱসায়, সহিষ্ণুতা, দয়া, ক্ষমা, পৰোপকাৰ আদি সজ গুণবিলাক সোমাবলৈ মন-দুৱাৰ মেলি দিয়া হয়, তেন্তে দেহ-দুৰ্গ হীৰা-মুকুতাৰে ভৰিব; আৰু সেই আৰ্জ্জিত মূল্যবান বস্তুৰ সহায়ত জীৱনৰ শেষাৱস্থা নিৰাপদে কটাব পাৰিব। বহু চেষ্টা আৰু অভ্যাসৰে অৰ্জ্জা অক্ষয় সম্পত্তি জীৱনৰ চিৰ লগৰীয়া হৈ ভৱ তৰীৰ ঘাই গুৰিয়াল হব। এতেকে বোপাহঁত! এইদৰে যিবিলাকে শেষৰ বিধৰ প্ৰধান উপকৰণবিলাক বাছি লব জানিছে, সিবিলাকে আমৰণ সুখ-ঘৰ সাজি বিশ্ৰাম লভিবলৈ ধৰিছে। তেওঁবিলাকৰ পক্ষে সংসাৰেই স্বৰ্গ! এই সংসাৰ স্বৰ্গত পঁইচা-কৰ্কৰা ভাত আদি অমৃতকেই খাই ভাই-বন্ধু দেৱতাসকলৰ লগত সদায় খেলা কৰিবলৈ ধৰিছে। মুঠতে কবলৈ হলে সৰুৰেপৰা মন সদায় পৱিত্ৰ ভাৱৰ, সৎ চিন্তাত, ন্যায় পথত আৰু ভাল কামত খটাবলৈ শিকিলে মধ্য আৰু অন্তিমাৱস্থা সুখত নিয়াব পাৰিব। নৰদেহ এৰাৰ পিচতো যশস্যাৰ দাঙ্গিব নোৱাৰা খুটা পুতিব পাৰি। এয়ে আমাৰ প্ৰথম প্ৰশ্নৰ সমিধান।"

(২) "বাপাহঁত! সংসাৰৰ সুখ-দুখ আজিৰ প্ৰতিফলত নহয়। নিজৰ কৰ্ম্মফল অনুসৰি ভুঞ্জে। আজি তোমালোকে যাক ৰজা, জমিদাৰ, ধনী, প্ৰতাপী দেখিছঁা, তেওঁলোকৰ কেৱল আগৰ পুণ্যৰ ফল, আৰু ইহজনমৰ চেষ্টা, পৰিশ্ৰম, অধ্যৱসায় আদি মাথোন। পূৰ্ব্ব জন্মত তেওঁলোকে মহৎকাম কৰি ধৰম আৰ্জ্জিছিল দেখিহে, আজি সুখত দিন নিয়াব পাৰিছে। ভাবি চালে, ওহিতে স্বৰগ ওহিতে নৰক। তোমালোকে দেখোঁ, বিজ্ঞান পঢ়ি জানিব পাৰিছঁা যে, অনশ্বৰত্ব গুণ অনুসাৰে সংসাৰৰ কোনো বস্তুৰে ধংস নাই। এতেকে, প্ৰাণীবিলাকৰো ক্ষুদ্ৰ মহৎ যিমান জীৱ আছে, সেই জীৱ বিলাকৰ মৰণ নাই। গীতাৰ ২য় আধ্যাত ২২ শ, শোকত কৈছে, "বাসংসি জীৰ্ণানি যথা নিহায়, নবানি গৃহ্নাতি নৰোঽপৰাণি। তথা শৰীৰাণি নিহায় জীৰ্ণাং ন্যন্যানি সংযাতি নবানি দেহী।।"

"যেনেকৈ পৰিধান বস্ত্ৰ এখন ফাটিলে মানুহে নতুন কাপোৰ এখন সলাই লয়, তেনেকৈ আত্মাই দেহীবিলাকৰ দেহ ছিন্ন হলে (মৰিলে) আকৌ আন এঠাইত জন্মি প্ৰাণী ৰূপ ধৰে। এনেকুৱা সালসলনিৰপৰাহে সুখী-দুখী হয়। যদি অতি দুখীয়াৰ ঘৰত জন্মি নীচ কুলীয়াও হয়, তথাপি স্বধৰ্ম্মত থাকি ঈশ্বৰৰ আদেশ বিলাক পালিলে, শক্তি অনুসৰি দান-ধৰম আদি সৎকৰ্ম্মবিলাক কৰিলে মৰাৰ পিচত ভাল ঠাইত উত্তম কুলত আৰু শ্ৰেষ্ঠ ঘৰত ওপজে। সেইদৰে যদি উত্তম কুলত আৰু ভালৰ ঘৰত জন্মি ওপৰোক্ত মতে চলে, তেন্তে স্বৰ্গবাসী হব; নহলে নীতিবিৰোধী হৈ চলিলে অতি শ্ৰেষ্ঠয়ো অধম হৈ জন্মিব। বৰ্ত্তমান জন্মত কৰা কামৰ ফল বৰ্ত্তমান দেহ পিঁজৰা এৰাৰ পিচত আকৌ এটা নতুন পিঁজৰাত সোমালে দ্বিতীয় বাৰত যি ফল ফলিব সেয়ে পূৰ্ব্বৰ কৰ্ম্মফল। পূৰ্ব্বজন্মৰ আৰু ইহজন্মৰ কৰ্ম্মফল মানুহে বৰ্ত্তমান জন্মতে ভোগ কৰে। এই জন্মতে যদি সদায় নিয়মমতে থাকি নিজৰ উন্নতিৰ অৰ্থে চেষ্টা পৰিশ্ৰম

আদি কৰিবলৈ শিকে; তেন্তে তাৰ অমৃতময় ফল ইয়াতেই ভোগ কৰিব পাৰে। এতেকে, বোপাইঁত! তোমালোকে অস্থিৰ নহবা, ভাল হবৰ নিমিত্তে মনত এতিয়াও সৎচিন্তা কৰাঁ। তাৰ শিপা চাৰিওফালে গৈ গুৰি শকত হলে বিপদ ধুমুহাই পাতকে লৰাব নোৱাৰিব। নিজৰ যি কৰ্ত্তব্য আছে মনোযোগেৰে পালিবাঁ আৰু প্ৰাণটাকি কৰ্ত্তব্য কামলৈ আগবাঢ়িবাঁ। নিজৰ মনত লগা সৎকাৰ্য্য কৰি লব পাৰিলে, তোমালোকৰ মনত অসীম সুখ উদয় হব। যোৱা ডোখৰত যদিও কেতিয়াবা ভাল উপদেশ নেপাই আৰু সঙ্গদোষত ভ্ৰমবশতঃ কোনো বিধৰ অন্যায় কৰিছিলা, এতিয়া তেনে বেয়া স্বভাৱৰ মনৰ গতিক বিবেকৰ দ্বাৰা আঁতৰ কৰাঁ। বেয়া কাম কৰাৰ বাবে এবাৰ অনুতাপ কৰাঁ ; তেহে দুনাই তেনে কৰা নহব। যিটো কাম মনে-চিতে দোষজনক বুলি জানা, তাৰ ওচৰলৈ নেযাবাঁ। মনত কোনো বিষয় পাপ-চোৰ সোমাবলৈ নিদি বিবেক-সঙ্গীক লগত লৈ পহৰা দিবাঁ। নিজৰ বংশ পৰিয়ালৰ নিজ জাতিৰ আৰু দেশী ভাই সকলৰ মঙ্গলৰ নিমিত্তে চেষ্টা কৰিবা! জ্ঞানী লোক সকল যি বাটে দি গৈ যশস্যা লভিছে, আৰু আদৰ্শ পুৰুষ হৈ আজিও অমৰত্ব লাভ কৰিবলৈ ধৰিছে, তেওঁলোকৰ বাট লোৱাঁ। ঈশ্বৰ সৰ্ব্বত্ৰ আছে, আৰু ভাল মন্দ সকলোখিনি দেখা পাইছে। এতেকে, বেয়া কামৰ বাবে তেওঁক ভয় কৰাঁ। বুঢ়াৰ ইখিনি কথা যদি মানাঁ, তেন্তে সুখ হবলৈ বেচি দিন নেলাগে। "চক্ৰবৎ পৰিবৰ্ত্তন্তে সুখানি চ দুখানি চ।" খৰাঁ-নকাই তাহানি খুজিও অন্ন-বস্ত্ৰৰ অভাৱ গুচাব নোৱাৰিছিল, আৰু তাক দেখিলে হাঁহিছিল; এতিয়া তাৰ টকা-পইচা, গৰু ম'হ, ঘৰ-দুৱাৰ, লৰা-ছোৱালী দেখিলে আচৰিত হব লাগে। আজিকালি খৰানকাৰ তেল দিয়া গোফ মহিষ শৃঙ্গ দেখিলে তোমালোকেই দূৰৈত চেলাম লবা। এইদৰে যি ফালে চোৱাঁ সেই ফালেই কাৰো উন্নতি কাৰো অৱনতি। বোপাইঁত! সদায় দুখকে হে পাই থাকিম বুলি নেভাবিবা। মন প্ৰতিজ্ঞা পাশেৰে বান্ধি কাৰ্য্যক্ষেত্ৰত নিজৰ অভিৰুচি অনুসাৰে নিজৰ মঙ্গলাৰ্থে যেই-সেই সৎ কামত হাত দিয়াঁ। বাকী জীৱনত সুখ নহৈ নেথাকে। যদিও ওপৰত কোৱা পূৰ্ব্বৰ অনুসৰি (বৰ দুখতে) সুখ নোপোৱা, তথাপি এই জনমৰ সৎকাৰ্য্যৰ ফল পৰজন্মত ভুগিবাই ভুগিবা। এয়ে আমাৰ দ্বিতীয় প্ৰশ্নৰ সমিধান।"

(৩) চাৰিটা আশ্ৰমৰ ভিতৰত গ্ৰাৰ্হস্থাশ্ৰম (সংসাৰৰ কাৰ্য্যত লিপ্ত থকা) সকলোতকৈ শ্ৰেষ্ঠ। এই আশ্ৰমত থাকি সকলো বিধৰে ধৰ্ম্ম পালন কৰিব পাৰি। যদিও এইবিধ আশ্ৰমত কাৰ্য্য অনেক, পৰিশ্ৰম অনেক আৰু সময়ত শোক, চিন্তা আদি কৰিব লগা হয়, তদুপৰি জীয়াই থাকিবলৈ নিতে পঞ্চ-সূনা পাপ কৰা যায়; তথাপি, বিবেকৰ আশ্ৰয় লৈ কাম কৰিলে আৰু দান, তৰ্পণ, অতিথিসেৱা আদি কৰিলে সেইবিলাকৰ এটায়ো আহি চুব নোৱাৰে। বোপাইঁত। আমিও এই সুখকৰ আশ্ৰমত থাকিব নোৱাৰি হে সন্ন্যাস বা ভৈক্ষাশ্ৰমত আছোঁহি। সুধিব পাৰাঁ, "ভাল বিধ এৰি নো বেয়া কেলেই ভূঞ্জিছাঁ?" তাৰ কাৰণ কওঁ শুনা;—

আমাৰ জন্ম হোৱাৰ দুবছৰৰ পিচত মৰমৰ সাদৰী আই কালগ্ৰাসত পতিতা হয়। জন্মদাত্ৰীৰ কেৱল প্ৰথম সন্তান আমি। যদিও পিতাই লিখা-পঢ়া নেজানিছিল, তথাপি ঈশ্বৰৰ ইচ্ছাতে তেওঁ ঐশ্বৰ্য্যবান লোক আছিল। পত্নী-বিয়োগ হোৱাৰ পিচত তেওঁ আমাৰ প্ৰতিপালনাৰ্থে দ্বিতীয়বাৰ সংসাৰ কৰিলে। আমি লাহে লাহে ডাঙৰ হবলৈ ধৰিলোঁ, আৰু ঘৰৰ ওচৰৰ এখন পঢ়াশালিত বিদ্যাভ্যাস কৰিবলৈ ওলালোঁ। আমাৰ যেতিয়া ৮।৯ বছৰ বয়স হব তেতিয়া বৈমাত্ৰীয় এজন উপজিল। পিতাৰ আদৰ আমাৰ প্ৰতি লাহে লাহে কমি যাবলৈ ধৰিলে। উপদেশপূৰ্ণ ভাল কথা নকয়; কেৱল সদায় তীব্ৰতদৃষ্টিৰে চকু পকায় আৰু মাজে মাজে পিঠিত ঔ পেলায়। আমাৰ ভৱিষ্যৎ উন্নতিৰ পথ বন্ধ কৰাটো পিতাৰ উদ্দেশ্য নাছিল; কেৱল মুকলি কৰিবলৈ হে খুজিছিল। বাল্যাৱস্থাত তেনে কঠিন শাস্তি দিলে আৰু চকু পকালে, লৰাই বাপেকক প্ৰলয় কালৰ ৰূদ্ৰ বুলি ভাবে। আমাৰ মন ভয়ত ইমান সঙ্কুচিত হৈছিল যে, পিতাৰ সাক্ষাৎ নহলেই ভাল পাওঁ। পিতাৰ অন্তৰালত থাকি নিজৰ মতে যিটোকে ভাল পাওঁ তাকে কৰিবলৈ ধৰিলোঁ। ভাল উপদেশ আৰু সৎসঙ্গ নোলোৱাৰ বাবেই ভাল-মন্দ উভয়কে কৰিছিলোঁ। এতিয়া যি স্বভাৱৰ কথা মনত পৰিলে অনুতাপ হয়, পূৰ্ব্বাৱস্থাত সেই কামৰ বা স্বভাৱটো আমাৰ অতি প্ৰিয় আছিল। লিখা পঢ়া আধা ভুখৰীয়াকৈ অলপ শিকা হল, যিবিলাক চিহ্ন যৌৱনত দৃষ্ট হয়, আমাৰো এটি এটিকৈ দেখা দিবলৈ ধৰিলে। এনেতে পালনকৰ্ত্তা জন্মদাতাৰো পৰলোক হল। পিতাৰ আৰ্জ্জিত সম্পত্তিৰ অৰ্দ্ধেক বিমাতাৰ নামত ৰাখি বাকীখিনিৰ অধিকাৰী হৈ বহিলোঁ। গুৰিতে পিতা-মাতাৰ বা বন্ধু-বান্ধৱৰপৰা ভাল শিক্ষা নোপোৱাৰ বাবেই হওক বা সঙ্গদোষতে হওক আমাৰ ধন-বস্তুৰ ওপৰত যথেচ্ছাচাৰ কৰিবলৈ ধৰিলোঁ। বোপাইঁত, এটা কথা পাহৰিলোঁ; পিতাৰ

মৃত্যুৰ পিচত মাহী আই লৰাটোৰে সৈতে আঁতৰ হয়। কিন্তু দুখুনীৰ তাতো সুখ নহল; এবছৰৰ পিচতে লৰাটো অকালতে হেৰুৱালে। তাহানি উপাধ্যায়ে শিকাইছিল যে, "ধনেন কিম্‌য়ো ন দদাতি নাশ্নুতে" অৰ্থাৎ যোনে দান নক'লে আৰু নেখায় তাৰ ধন কেলৈ? আগৰ বিধতকৈ পিচৰ বিধত হে আমাৰ মন বেচিকৈ আকৃষ্ট হৈছিল। চৰ্ব্ব্য, চোষ্য, লেহ্য, পেয় চাৰিওবিধ খাদ্যৰ উত্তমৰপৰা অধমলৈ সোৱাদ পোৱা হৈছিল। ইফালে পিল্কা উৰাতো টকাৰ চৈধ্য অনাৰ কম হোৱা নাছিল। বাপতীয়া ধন এইদৰে খান্তাং হলত মনৰ বেজাৰত নিজ ঠাই এৰি স্থানান্তৰ হলোঁ। চাৰিওফালে চাকৰি খুজি খুজি কথমপি মাহিলি ১৫ টকা বেতনৰ এটি ক্ষুদ্ৰ চাকৰি পোৱা হল। চাকৰিৰ ধনে খাবলৈকে নুকুলায়। কিয়নো, আৰ্জ্জন কম হলেও খৰছী মানুহে খৰছ কমাব নোৱাৰে। তথাপি, বয়সৰ লগে লগে সংসাৰী হবলৈ মনে ইতস্ততঃ কৈ চাবলৈ ধৰিলে। ভাল সঙ্গী নাই, আলৈ-আশ্ৰয় নাই, বিপদে-সম্পদে দুখ-সুখ প্ৰকাশ কৰিবলৈ ঠাই নাই। সহধৰ্ম্মিনী সম সুখ দুখভাগিনী অৰ্দ্ধাঙ্গিনী ভাৰ্য্যা এজনী হলে কিবা জানি চিৰসঙ্গিনী স্বৰূপা হৈ উপযুক্ত অভাৱ পূৰাব পাৰিলেহেঁতেন, এইবুলি মনতে সদায় চিন্তা কৰিছোঁ। বিধাতাৰ নিৰ্ব্বন্ধ অনুসৰি কাৰ্য্য ঘটিল; তেতিয়া আমাৰ বয়স ২৫ বছৰ। বাস্তৱতে যি কথাষাৰ ভাবি সংসাৰী হবলৈ বাঞ্ছিছিলোঁ ভাগ্যত সেয়ে হল। গৃহিণী ৰূপত, গুণত, পতিব্ৰতাত কেইওফালে ঘূণ উলিয়াব নোৱাৰা আছিল। পাতিপ্ৰাণাৰ সহায়ত ভবিষ্যতৰ জীৱনত সুখৰ পোহৰ পৰিব বুলি আৰু নিৰাপদে সংসাৰ সুত্ৰত পাৰ হব পাৰিম বুলি ভাবিছিলোঁ, পিচে কপটী কুটিল যমে (এইবুলি এটা দীঘল হুমুনিয়াহ মৰা আৰু চকুজোৰ চলচলীয়া হোৱা আমি দেখিলোঁ।) সকলো আশাৰ মুকুতি ধংস কৰি প্ৰেম-প্ৰদীপ নুমালে। চাকৰিৰ ধনেৰে দুজনৰ খোৱাক পোছাকৰ অকুলন হোৱা গতিকে টকাৰো ধাৰ হৈছিল। টকা পৰিশোধ কৰিব নোৱাৰাত ধৰুৱাই কাঁহী-বাটী দুডোখৰো নিলে। মাহেকৰ পিচতে চুবুৰীত জুই লাগি থকা ঘৰটোও ভষ্ম হল। এতিয়া নিৰুপায় হলোঁ। কিমান চিন্তা আহি যে মন ছাটি পেলালে তাক ক'বই নোৱাৰা হলোঁ। বাপতীয়া সম্পত্তি নাশ কৰিলোঁ, নোখোৱা বস্তু খালোঁ, নকৰা কাম কৰিলোঁ। অকালত পত্নী বিয়োগ হল। শেহত পজা ঘৰ ডোখৰো অগ্নিয়ে ললে। ইত্যাদি ভাবনাই অন্তৰ দগ্ধ কৰিবলৈ ধৰিলে। কলৈ যাওঁ, কি কৰোঁ, প্ৰিয় ভাৰ্য্যাৰ দৰ্শন কত পাওঁ, থাকিবলৈ ঘৰ কোনে দিয়ে ইত্যাদি কথা বলকি বলকি বাতুলপ্ৰায় হলোঁ। সংসাৰ আমাৰ পক্ষে বিষময় হৈ উঠিল। নিৰ্জ্জন ঠাইত বহি নোখোৱা-নোশোৱাকৈ দিন কটাবলৈ ধৰিলোঁ। এদিন দৈবাৎ হাবিয়ে হাবিয়ে ফুৰি থাকোঁতে লেংটিমৰা তিলকধাৰী মহাপুৰুষ এজনৰে সাক্ষাৎ হল। প্ৰণাম কৰি সকলো আদ্যোপান্ত বিবৃত কৰা হল। তেতিয়া তেওঁ আমাৰ তেনে সংসাৰৰ প্ৰতি বিৰাগ হোৱা দেখি, যাতে পগলা নহওঁ আৰু আত্মহত্যা নকৰোঁ তাৰে উপায় চিন্তিলে। আমাক তেওঁ বিধে বিধে বুজাবলৈ ধৰিলে :—

"কা তব কান্তা কস্তে পুত্ৰঃ।
সংসাৰোয়ম অতীব বিচিত্ৰ।।
কস্য ত্বং বা কৃতঃ আয়াতঃ।
তত্ত্বং চিন্তয় তদিদং ভ্ৰাতঃ।।
মায়াময়মিদমখিলং হিত্বা।
প্ৰবিশাশু ব্ৰহ্মপদং বিদিত্বা।।
তত্ত্বং চিন্তয় সততং চিত্তে।
পৰিহৰ চিন্তাং নশ্বৰ বিত্তে।।
ক্ষণমিহ সজ্জন সঙ্গতিৰেকা।।
ভবতি ভবাৰ্ণব তৰণে নৌকা।।"

বাছা! অলীক ভাবনা দূৰ কৰাঁ। মায়াময় সংসাৰত সংসাৰীবিলাকে মায়া-জৰীৰে বান্ধ খাই মোৰ পুত্ৰ-পৰিয়াল, মোৰ ধন জন বুলি চিন্তা কৰে। ভাবি চালে সকলো মিছা। সকলো বস্তুই নাশশীল। জনম হলে মৰণো আছে, আৰু সংসাৰী হলে নানা বিষয়ৰ দুখ-সুখ চিন্তা আদিৰে জৰ্জ্জৰিত হবও লাগে। এয়ে সংসাৰৰ ৰীতি-তোমাৰ মনক সান্ত্বনা দি শোক-চিন্তা বিদূৰিত কৰাঁ। যিজনে এই বিশ্ব-ব্ৰহ্মাণ্ড সাজিছে, যাৰ কটাক্ষ দৃষ্টিত জগতৰ সৃষ্টি স্থিতি-লয় হব পাৰে সেই নিৰাকাৰ পৰম ব্ৰহ্মক ভজনা কৰাঁ। জলে, স্থলে, আকাশে যাৰ মহিমা দিনে-ৰাতিয়ে কীৰ্ত্তন কৰিব লাগিছে, সেই নিত্যানন্দ সনাতন পুৰুষৰ আৰাধনা কৰাঁ। তেওঁ তোমাৰ সাৰথি হব। জীৱনৰ অৱশিষ্ট ভাগ নিৰঞ্জন ভগৱন্ত পুৰুষৰ সেৱাত কটাব পাৰিলে পৰজন্মৰ ফল সঞ্চিত কৰিলাঁ, আৰু ইহজন্মৰ পাপো নাশ কৰিলাঁ।" ইত্যাদি বুজনি দি শেষত এই মালাধাৰ দি আৰু সন্ন্যাসৰ লাগতিয়াল বস্তুৰ নাম কৈ মহাপুৰুষ দৃষ্টিৰ অগোচৰ হল। যোৱাৰ সময়ত আমাক তীৰ্থ ভ্ৰমণ কৰিবলৈ আদেশ দিছিল। তেতিয়াৰপৰা এই আকাৰ ধৰা হল। আৰু ইয়াৰ বয়সো ১৫

বছৰৰ ওপৰ হল। এই কেইবছৰে দেখি-শুনি যি অলপ জ্ঞান পাইছোঁ, আজি তোমালোকক কোৱা হল। এয়ে আমাৰ বৈৰাগ্যৰ কাৰণ। এতিয়া কথমপি পাৰ হব পাৰিলেই এবাৰলৈ ৰক্ষা; ইয়াত আৰু বেচি দিন নেথাকোঁ।

বোপাইঁত! এনেকৈ চালে কতো সুখ নাই। কেবল বৈৰাগ্যত মাথোন এই ফেৰা, ইয়াত হাই-কাজিয়া, মায়া-মোহ, লোক নিন্দা, হিংসা, কপটতা আদি একো নাই। আত্ম-সংযমী হৈ চিত্তশুদ্ধিৰে আধ্যাত্মিক বিষয়-চিন্তা কৰি জীৱন কটাব পাৰিলে, অলপ কিবা ফল পাব পাৰি বুলি গুৰুদেৱে কৈছে। ঈশ্বৰৰ কৃপা হলে আৰু ন্যায়পথত চলিবলৈ সৰুৰেপৰা অভ্যাস কৰিলে সংসাৰত বেচি সুখ; আৰু সংসাৰিক ধৰ্ম্মই আচল ধৰ্ম্ম। তোমালোকে বিতৎ নহবাঁ। সদায় ডাঙ্গৰ প্ৰতিজ্ঞা মনত বান্ধি সৎ কামত হাত দিয়াঁ। কৰ্ত্তব্য জৰীৰে মন ভালকৈ বান্ধি লোৱাঁ। পৰকাললৈ অলপ চকু ৰাখি চলিলে মঙ্গল হব। যোৱাঁ, বোপাইঁত, ৰাতি হল।" সাধুজি! প্ৰণাম, প্ৰণাম।

—শ্ৰীভোগৰাম দাস।

## জানোচা লোকে কিবা বোলে।

কৰিব নোৱাৰোঁ একো কাজ জগতত,
সদা হাঁয় লোক নিন্দা লাজৰ ভয়ত।
হৃদয় উতলি পৰে কিবা শুভ কাজে,
আনন্দত প্ৰাণ মোৰ তাতেই বিৰাজে;
বসন্তৰ পাচে কিন্তু ঘটি গ্ৰীষ্ম ঋতু,
কমি আহে ততালিকে উতলনি সিটো;
ঘূৰি মোৰ প্ৰাণ হাঁয় বিষাদত পৰে,
থউকি বাথউ কৰি অনুতাপ ভৰে;
— জানোচা লোকে কিবা বোলে।

*

উচ্চাকাঙ্ক্ষা কৰি কত হিয়াত থাপন,
উজলাওঁ কল্পনাৰ ৰাঙলি তপন;
কাৰ্য্যত আহ্বানো আৰু অতি হেঁপাহেৰে।
কিন্তু হাঁয় ততালিকে পৰাণ শিয়ঁৰে;
উচ্চাকাঙ্ক্ষা মাৰ যায় কেনিবা পলাই,
কল্পনা তপন বুৰে সাগৰ টৌৱাই;
— জানোচা লোকে কিবা বোলে।

*

ইদৰে সঙ্কল্প সদা সংশয়ৰ লগে,
তলিছে ত্বৰিতে হাঁয় প্ৰতি ভাগে ভাগে;
নোৱাৰোঁ সাধিব কাজ একো জগতত,
সদায় বিকল নিন্দা লাজৰ ভয়ত;
— জানোচা লোকে কিবা বোলে।

—শ্ৰীৰ, ৰ, ক।

## বোলোক বুলিলে কিবা লোকে।

যদি লোকে কিবা কয় অবিবেকী হই,
নেথাকিবা সেই কথা সাৱোগতকই;
নকৰিবা সাজ, নাই ভয়ৰ কাৰণ;
কৰ্ত্তব্যত কিন্তু তুমি পুতি দিবা মন।
বসন্তৰ পাচে গ্ৰীষ্মে শিক্ষা দিয়ে নীতি;—
"সুখৰ পাচত দুখ জগতৰ ৰীতি;
একেটি মনৰ লোক দুজন নোলায়,
চিৰকাল সমভাব জগতত নাই।"
— বোলোক বুলিলে কিবা লোকে।

*

সুন্দৰ পদুম চোৱাঁ বোকাৰ মাজত,
আৰু দেখাঁ কাঁইটেৰে ভৰা গোলাপত।
সু-কাৰ্য্যত নাই জানা বিঘিণিৰ পাৰ;
বিপদ হেঙ্গাৰে বন্ধা মঙ্গল দুৱাৰ।
পদুম গোলাপ যদি পাবলই চোৱাঁ;
বোকা আৰু কাঁইটৰ ভয় দূৰ কৰাঁ।
— বোলোক বুলিলে কিবা লোকে।

*

যোগীন্দ্ৰ পুৰুষ হবাঁ কাৰ্য্য সাধনত,
নুভুলিবাঁ লক্ষ নিন্দা লাজৰ ভয়ত।
সঙ্কল্প পূৰণ হব গুচিব সংশয়,
নিন্দুক শত্ৰুৱে পুনু বন্দিব নিশ্চয়।
— বোলোক বুলিলে কিবা লোকে।

—শ্ৰীৰ, ক, গ।

# ঊষা

তৃতীয় ভাগ

ষষ্ঠ সংখ্যা

## সম্পাদকৰ শৰাই।
## অসমীয়া ভাষা আৰু সাহিত্য সম্বন্ধে মিষ্টাৰ চুডমাৰ্চন।

অসমীয়া আৰু বঙ্গলাৰ পাৰ্থক্য।— এই বিষয়ে ইয়াৰ আগেয়ে ভালেমান ভাষাবিদ পণ্ডিতৰ সিদ্ধান্ত মত প্ৰকাশ হৈছে। অসমীয়া ভাষা যে সংস্কৃতৰ শিৰফুটা সুকীয়া ভাষা, আৰু ই কোনোপাকে বঙ্গলাৰ অঙ্গ নহয়, এই কথাৰ ভুৰি ভুৰি প্ৰমাণ সেইবিলাক মতত পোৱা গৈছে। তাৰে পৰা টুকি কটন কলেজৰ সুবিজ্ঞ অধ্যাপক মিষ্টাৰ চুডমাৰ্চনে গৱৰ্ণমেণ্টৰ হতুৱাই তেওঁৰ এটা খাতাং মত প্ৰকাশ কৰাই কথাটো আগলৈকে একেবাৰে দহদহীয়া কৰিলে। তেওঁৰ 'মনগ্ৰামত' এই বিষয়ে এই দৰে আৰম্ভ কৰা হৈছে, 'The Assamese has descended directly from Sanskrit no longer admits of doubt, The claim that the language was but a patois or dlialect of Bengali was so devoid of foundation that it was no sooner seriously considered and studied than it was seen to be entirely untenable. Bengali and Assamese are both descendants of Sanskrit as French and Italian are of Latin. * * * In structure, of sentences, in inflection, in pronucation these languages show marked diflerences. In use of the negetive as a prefix, instead of an affix as in Bengali, in the formation of its plurals and its feminime, the conjugations of its verbs specially the present and future tenses, in its promunciation of certain sounds, and even in its alphabet, in its idioms and in its vocabularies there are such important differences that only the theory of a coumon origin can afford any adequate explanation. Assamese, resembling Bengali as its does through its common parentage, resembles still more languages Orissa and Upper India' অৰ্থাৎ, অসমীয়া আৰু বঙ্গলা একে গুৰি সংস্কৃতৰপৰা ওলোৱাৰ বাবে এটাক আনটোৰ শাখা বা অপভ্ৰংশ বোলাত অলপো সাৰ নাই। বাক্যবিন্যাস, লিঙ্গ, বিভক্তি, উচ্চাৰণ, নহয় বুজাবলৈ 'ন' আৰু 'না' ক্ৰমে অসমীয়া শব্দৰ আগত আৰু বঙ্গলা শব্দৰ পিচত যোগ দিয়া, ধাতুপ্ৰত্যয়, বচন-ভঙ্গী, ক্ৰিয়া, কাল ইত্যাদিত অসমীয়া আৰু বঙ্গলাৰ পাৰ্থক্য দেখা-দেখিকৈ আছে। আৰু, একে গুৰিৰপৰা ওলোৱাৰ কাৰণ বঙ্গলাৰ লগত যি অলপ সাদৃশ্য আছে, তাতকৈ উৰিয়া আৰু ব্ৰজাৱলীৰ লগত হে অসমীয়াৰ বেচি সাদৃশ্য দেখা যায়। এই কথা সকলো সাৰে থকা পণ্ডিতে কয়; কেৱল কুম্ভকৰ্ণৰ দৰে ছমাহৰ মুৰত সাৰ পাই ফুটা ঢোল কাবোৱা স্বাৰ্থত অন্ধ কিছুমানে হে মুৰ জোকাৰি তাকে পকতীয়াই থাকে।

অসমীয়া ভাষাৰ ভৱিষ্যৎ।— এই বিষয়ে বহুল আলোচনা কৰি, কটন কলেজৰ, প্ৰিন্সিপাল মিঃ এফ, ডবলিউ, চুডমাৰ্চন চাহাবে তেওঁৰ অসমীয়া ভাষা আৰু সাহিত্য সম্বন্ধে লিখা 'মনগ্ৰামত' কৈছে, "To Speak the possible future of Assamese is diffcult. Assam, having but lately vindicated its claim to a seperate language, has almost immediately afterwards been joined to a large portion of Bengal than before. This must inevitably increase the struggle for existence. A language spoken only in one long narrow Valley, and that by less than $1^1/_2$ millions of people, the large majority of whom are illiterate can not maintain a distinct literature of its own except by loyal self-sacrifice and co-operation of the

part of its capable men, with the spread of knowledge and increase of higher education, Assamese literature may gradually secure a firmer foothold. But it is above all nesecessary that Assamese writers should avoid the error of their Bengalee brethern and make a larger use of the vigorous material at their own dispossal. They should avoid the contant incorportion of Sanskrit, which resulted in modern Bengali literature differing so widely from that of the 18th Century. The effect of this in Bengal has been a fatal dissociation of Language from literature, so that it can even be said that grammar of colloquial Bengali actully differs from the grammar of its literature. Litereture growing thus abenated cannot remain vigorous of national." সঁচা, অসমীয়া ভাষাৰ ভৱিষ্যতৰ বিষয়ে খাতাং মত দিয়া বৰ টান। কিন্তু এনে টান এতিয়া হে হৈছে, পূৰ্ব্ববঙ্গক আসামত লগ লগোৱাৰ আগেয়ে অসমীয়া ভাষাৰ ভবিষ্যত উজ্জ্বল বুলি ভালেমান ভাষাবিদ পণ্ডিতে কৈ থৈছে। মিষ্টাৰ চুডমাৰ্চনৰ আগেয়ে বঙ্গবিভাগৰ আদিতে লৰ্ড কাৰ্জ্জনে খাতাংকৈ কৈ গৈছে যে, আসাম আৰু পূৰ্ব্ববঙ্গ লগ লগাৰ ফলত আটাইতকৈ আগেয়ে কাৰোবাৰ অস্তিত্ব হেৰায় যদি সি অসমীয়া ভাষাৰ। সেই কাৰণে, অসমীয়া ভাষাৰ মিত্ৰ চুডমাৰ্চন চাহাবে শিক্ষিত আৰু সাহিত্যসেবী অসমীয়াক উপদেশ দিছে যে, বঙ্গালী ভাই সকলৰ দৰে ভ্ৰমত পৰি যেন সিবিলাকে নিজৰ ভাষাত শব্দৰ চহকী ভঁড়াল থকাতো পাচিয়ে-পাচিয়ে সংস্কৃত সুমাই জাতীয় ভাষা আৰু সাহিত্যক নিলগ নকৰে। বাস্তৱতে, এনে ভ্ৰমত পৰাৰ বাবেই বঙ্গালী লিখকে নিজৰ জাতীয় সাহিত্যক চহকী কৰিবলৈ গৈ জাতীয় ভাষাক নিচলা কৰি পেলাইছে; আৰু সেইটো আজিকালি বঙ্গদেশৰ সুলিখকবিলাকে বুজি তাক শুধৰাবলৈ উজাব লাগিছে। আমাৰ যেন তেনে দশা নহয়; তাৰ নিমিত্তে চুডমাৰ্চন চাহাবৰ উপদেশ মনত ৰাখিব লগীয়া। কিন্তু, আহোম ৰজাৰ প্ৰায় ৭০০ বছৰীয়া শাসনৰ তলত থাকিও যে অসমীয়া ভাষা অসমীয়া হৈছে থাকিল, আৰু মুছলমানৰ বিষম খছকা খায়ো যে সি ঠন ধৰিয়ে ৰল, চুডমাৰ্চন চাহাবে তেওঁৰ "মনগ্ৰামৰ" আগছোৱাত তাকো বুজাই কৈছে। এতেকে, বৃটিছ শাসনৰ তলতো অসমীয়া ভাষা অসমীয়া হৈয়ে থাকিব, আৰু পূৰ্ব্ববঙ্গৰ হেচাত পৰিও সি ঠন ধৰি ৰব বুলি আমাৰ ধ্ৰুববিশ্বাস; মাত্ৰ সমস্যা বুজি অসমীয়া ৰাইজৰ চকু মুকলি হব লাগে।

**আমাৰ বুৰঞ্জী।**— মিঃ চুডমাৰ্চনে তেওঁৰ 'মনগ্ৰামৰ' আন এঠাইত কৈছে, "It would be a work of national importance if these Buranjis, most of whom are single copies in the hands of private families, were callated and published by a competent scholar and thus saved for the benefit of later generations. If this is not soon done, they will be irrecoverably lost. As it is Mr. Gait found great dificulty in securing translations of even of few of the Ahom Buranji as he found that even the Deodhais themselves proved very inefficent in their own language. In a few years the work of diciphering and interpreting will become impossible. A competent Assamese scholar, and there are several in the ranks of Extra Assistant Commissioners, deputed and financed by government, could do much in two years to rescue and make available this interesting and valuable store-house of history." ই বৰ সাৰুৱা আৰু সময়োচিত কথা। মিষ্টাৰ চুডমাৰ্চনৰ এই সাৰুৱা প্ৰস্তাৱ গৱৰ্ণমেণ্টেও সমৰ্থন কৰিছে। সোনকালে এজন উপযুক্ত অসমীয়া ৰাজকৰ্ম্মচাৰীক এই প্ৰস্তাৱৰ কামত লগাব বুলি আভাস পোৱা গৈছে। গতিকে, অসমীয়া ৰাইজে, বিশেষকৈ দেওধাই আৰু আন আহোম ডাঙৰীয়াসকলে আহোম ভাষাৰ বুৰঞ্জীবিলাক আৰু কিছুকালৰ নিমিত্তে যেন সযতনে ৰাখে। অসমৰ ৰাজভাষা অসমীয়া মানুহে নজনাৰ গতিকেই যে অসমৰ বুৰঞ্জীৰ প্ৰকৃত তথ্য লাভৰপৰা অসমীয়া আজি বঞ্চিত, তাক আৰু বুজিবলৈ বাকী নাই। বৃটিছৰাজৰ কৃপাত আমাৰ এই বিষয়ে সোনকালে ভাগ্য প্ৰসন্ন হবলৈ আশা কৰোঁ।

# শ্ৰীৰাম-কীৰ্ত্তন।

এই নামৰ এখনি সাঁচিপতীয়া পুথি আজি ভালেমান দিন আমাৰ হাতত আছে। পুথিখনিৰ পাত ৫০টা, আৰু ১১০ পদেৰে পূৰ্ণ। ইয়াক কীৰ্ত্তনীয়া সুৰে লিখা হৈছে, আৰু ইয়াক শ্ৰীৰামচন্দ্ৰৰ জন্মৰেপৰা স্বৰ্গাৰোহনলৈকে চমু বৰ্ণনা দিয়া আছে; পুথি খনিক সংক্ষিপ্ত ৰামায়ণ বুলিব পাৰি। ইঁয়াৰ লিখক অনন্ত। গ্ৰন্থকাৰে নিজৰ নামৰ বাহিৰে প্ৰায় আন একোৰেই পৰিচয় নিদিলে। কেৱল পুথিৰ আদিভাগতে এঠাইত এইদৰে লিখিছে ঃ—

"তাৰাৰ অৰ্থক মই পাইবো কিবাধিক।
একে শূদ্ৰ জাতি তাতে বুদ্ধিত অল্পিক।।"

ইয়াৰপৰাই জনা যায়, গ্ৰন্থকাৰ শূদ্ৰ আছিল। অনন্ত কন্দলী ব্ৰাহ্মণ; এতেকে এওঁ এজন আন কবি। * বোধ কৰোঁ, বঙ্গালীসকলে আমাৰ এই অসমীয়া পুথিকেই 'অনন্ত ৰামায়ণ' বুলিছে। পুথিখনিৰ প্ৰথমতে এইদৰে আৰম্ভ কৰিছে ;—

"ঘোষা।— কয় ৰাম ৰঘুপতি ৰাঘৱ মুৰাৰি।
পশিলোঁ শৰণ নাথ নিয়োক উদ্ধাৰি।।

পদ।

জয় জয় শ্ৰীৰামচন্দ্ৰ দেৱ হৰি।
জয় জয় ৰঘুকুল তিলক মুৰাৰি।।
জয় সীতাপতি গতি-মতি প্ৰাণপতি।
জয় যাৰ নামে কৰে অধমৰো গতি।।
জয় দুৰ্ব্বাদল শ্যাম ৰাম পূৰ্ণ কাম।
তয়ু পাদ পদ্মে কৰোঁ অলেখ প্ৰণাম।।
জগত কাৰণ নমোঁ জগততাৰক।
জগত বান্ধৱ পশু পক্ষী নিস্তাৰক।।২
হৃদয়ৰ বন্ধুদেৱ ৰাম গুণনিধি।
হুয়োক প্ৰসন্ন কৰিয়োক সৰ্ব্বসিদ্ধি।।
তয়ু গুণ নাম কিছু বৰ্ণাইবাক চাওঁ।
হৃদয়ৰ বন্ধু যদি কৃপালেশ পাওঁ।।
নমোঁ নমোঁ শ্ৰীশঙ্কৰ তুমি পূৰ্ণ কাম।
কীৰ্ত্তনৰ ছন্দে বিৰচিলা গুণ নাম।।
তুমি ঈশ্বৰৰ কৰ্ম্মে মোৰ মন ভৈল।
যেন ব্ৰহ্মবধীয়ে স্বৰ্গক আশা কৈল।।
তথাপিতো তয়ু কৃপা যি জনে পাৱয়।
তাৰ বাঞ্ছা সিদ্ধি হোৱে কি কৈবে লাগয়।।
জানি কৃপাময় মোত হুয়োক প্ৰসন্ন।
আবে শুনিয়োক সভাসদ যতজন।।
সাতকাণ্ড ৰামায়ণ বাল্মিকীৰ কৃত।
তাৰ সাৰ উদ্ধাৰিয়া কৰিলা বিদিত।।
ৰামায়ণ চন্দ্ৰিকা থৈলন্ত তাৰ নাম।
কলাপ চন্দ্ৰ যে দ্বিজ মহন্ত উপাম।।
তাৰাৰ অৰ্থক মই পাইবো কিবাধিক।
একে শূদ্ৰ জাতি তাতে বুদ্ধিত অল্পিক।।
তথাপিতো হৃদিগুৰুদেৱ অনুগ্ৰহে।
তাৰ অৰ্থ যেন পাওঁ কহিবো সংগ্ৰহে।।
কীৰ্ত্তনৰ ছন্দে আৰ ৰচিব পয়াৰ।
শ্ৰীৰাম কীৰ্ত্তন নাম জানিবা ইহাৰ।।

পুথিখনিৰ পদেই লিখকৰ অতি উত্তম ৰূপে বিদ্যা-বুদ্ধি প্ৰকাশ কৰিছে। এওঁ যে এজন অসাধাৰণ পণ্ডিত আছিল আৰু অসমীয়া ভাষাত এওঁৰ বিশেষ অধিকাৰ আছিল, তাত এফেৰিও সন্দেহ নাই। চতুৰ্থ পদৰপৰা জনা যায় যে, এওঁ এজন শ্ৰীশঙ্কৰ দেৱৰ পিচৰ কবি, বৈষ্ণৱ আৰু এজন ভক্ত আছিল। ষষ্ঠ আৰু সপ্তম পদৰপৰা জানিব পৰা যায়, ব্ৰাহ্মণ কলাপচন্দ্ৰই বাল্মিকীকৃত ৰামায়ণৰ যি সাৰ ভাগ কাটি ৰামায়ণ চন্দ্ৰিকা লিখিলে, তাকে লৈ আমাৰ লিখকে এই পুথি লিখিছে। আৰু অষ্টম পদৰ ১ম চৰণৰপৰা জনা যায়, এই পুথিৰ নাম শ্ৰীৰাম-কীৰ্ত্তন। পুথিখনিৰ

* ৰায় মাধৱচন্দ্ৰ বৰদলৈ বাহাদুৰে তেখেতৰ ৰামায়ণৰ পাতনিত লিখি গৈছে, "কছাৰি আদি জাতিৰ লগত যুদ্ধ হোৱাৰ সময়ত মাধৱ কন্দলিৰ কেইকাণ্ডমান ৰামায়ণ লুপ্ত হোৱাত তেওঁৰ বংশৰ অনন্ত কন্দলীয়ে এই শ্ৰীৰাম কীৰ্ত্তন লিখে; কিন্তু সি মানুহৰ আদৰণীয় নোহোৱাত লুপ্ত প্ৰায় হৈছে।" কিন্তু আমি এই কথা সঁচা বুলিব নোৱাৰোঁ; কাৰণ অনন্ত কন্দলীয়ে এখন বেলেগ ৰামায়ণ লিখে, তাৰ তিনি কাণ্ড আমাৰ হাততে আছে; তাৰ উপৰিও এওঁ শূদ্ৰ। বোধ কৰোঁ, এওঁ বৰদোৱা সত্ৰৰ প্ৰথম অধিকাৰ; তেওঁৰ বহু গীত, পদ সেই নামে সত্ৰত আছে।

শেষত এই দৰে লিখা আছে ঃ—

"অশ্ব মুনি বাৰ চন্দ্ৰ শকত।
অঘ্ৰণ দুতীয়া শুক্ল পক্ষত।।"

* * *

এই পদ ফাঁকিৰপৰা আমি পুথি শক নিৰ্ণয় কৰিব পাৰোঁ। এতিয়া চোৱা যাওক; —অশ্ব ৭; মুনি ৭; বাৰ ৭; চন্দ্ৰ ১; আগৰ ৰীতি অনুসৰি অঙ্ককেইটা ওলোটালে, অৰ্থাৎ সোঁহাতৰ অঙ্কবোৰ ক্ৰমে বাওঁ হাতৰপৰা পাতি গলে ১৭৭৭ শক হয়। এই মতে হলে পুথি ৰচনা কৰিবৰ আজি ৫৩ বছৰ হল। কিন্তু ইয়াক ঠিক বুলিব নোৱাৰি, কাৰণ তেনেহলে পুথি ৰচোঁতাক আমাৰ বহুতে চকুৰে দেখা পালেহেঁতেন। তাৰ উপৰি, পুথিখনিৰ অন্তত ১১১৩ চন, ২০ আহিন লিখা আছে। বোধ কৰোঁ, এয়েই পুথিখনি নকল কৰাৰ সময়। গতিকে, পুথি নকল কৰাৰ আজি ২০২ বছৰ হল, তেনেহলে ১৭৭৭ শকত পুথি ৰচনা কৰা বুলি আমি কেনেকৈ ধৰোঁ? এতেকে, আমাৰ বিশ্বাস, পুথি নকল কৰোঁতে 'বাৰ' শব্দটি ভুল কৰি বহুৱাইছে; তাৰ ঠাইত 'বাণ' হোৱা উচিত, আৰু তেনেহলে বাণ ৫; এতেকে ১৫৭৭ শক পাম; এয়ে সঠিক যেন বিবেচনা কৰিব পাৰি। *

পুথিখনিৰ ভাব আৰু ভাষা চাই ইয়াক এখনি উচ্চ শ্ৰেণীৰ গ্ৰন্থ নুবুলি নোৱাৰি; আৰু ই আমাৰ সাহিত্য ভঁড়ালৰ এটি বিশেষ অঙ্গ পূৰণ কৰিব বুলি আশা কৰিব পাৰি।

আমাৰ তৃতীয় ভাগ "ঊষা"ৰ তৃতীয় সংখ্যাত শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীদেৱে বৰ্ত্তমানে আমাক সাহিত্যৰ যিবোৰ অভাৱ দেখুৱাইছে, এই শ্ৰীৰাম-কীৰ্ত্তনখনি ভাল দৰে প্ৰকাশ কৰিব পাৰিলে ইয়েই সাদ্যসতে তাৰ এটি পূৰণ কৰিব বুলি বিশ্বাস হয়। কিয়নো, ইয়াত যিবোৰ চিত্ৰ আছে, প্ৰায় আটাইবোৰেই ছুটি ছুটি, অথচ শ্ৰুতি মধুৰ,— শিশুশিক্ষাৰ উপযোগী। তাৰ এটি চিত্ৰ ইয়াত তুলি দিয়া হল ঃ—

"অন্ধক মুনিৰ পুত্ৰ সিন্ধু নাম ভৈলা।
সন্ধ্যাকালে সৰযু জলক লাগি গৈলা।।
কলস ভৰন্তে শব্দ কল কল ভৈল।
ৰাজা বোলে গজে পানী পীয়ে মনে লৈল।।
তেতিক্ষণে শব্দভেদী প্ৰহাৰ কৰিলা।
মুনি তনয়ৰ গৈয়া হৃদয়ে পৰিলা।।
হা, মৰিলোহোঁ বুলি আৰ্ত্তৰাৱ কৰে।
মুৰ্চ্ছা গৈয়া পৰিলেক জলেৰ উপৰে।।
লাগিলেক বাণ ৰাজা পাইলে উমান।
শীঘ্ৰ বেগে খেদিয়া গৈলেক সেহি স্থান।।
দেখিলা ব্ৰাহ্মণ পুত্ৰ পৰিছে জলত।
উভফোল কৰি শৰ আছে হৃদয়ত।
হা, কি কৰিলোঁ পাপী অধোগতি গৈলোঁ।
সূৰ্য্যবংশী ৰাজা হুবা ব্ৰাহ্মণে বধিলোঁ।।
আপোনাক ধিক্কাৰ কৰন্ত নৰপতি।
কতক্ষণে মুনি পুত্ৰ পাইলন্ত চুৰুতি।।
ৰাজাক দেখিয়া দুখে বুলিলন্ত বাণী।
কোন শত্ৰু কিসক মাৰিলি মোক হানি।।
ৰাজা বোলে অজ্ঞানত কৰিলোঁ প্ৰহাৰ।
শাপী ভস্ম কৰি কৰা নৰক উদ্ধাৰ।।
বিপ্ৰে বোলে তোক শাপি হৈবে কিবা মোৰ।
অন্ধক পিতৃৰ শাপে দুখ পাইবি ঘোৰ।
শ্ৰীফল বনত আছে অন্ধ দুই জন।
সত্বৰ কৰিয়া মোক নিয়োক এখন।।
মহা শোকে-দুখে ৰাজা শৰ কাঢ়িলন্ত।
ৰাম-ৰাম বুলি বিপ্ৰ প্ৰাণ ছাৰিলন্ত।

× × ×

আমি এই পুথিখনি প্ৰকাশ কৰিবৰ মনেৰে হাতত লৈছোঁ; যদি ভগৱানৰ কৃপা হয় তেনেহলে তাক সোনকালে ৰাইজে দেখা পাব। বৰ্ত্তমানে আমাৰ হাতত বহুতো পুৰণি পুথি পৰিছে। কিন্তু দুখৰ বিষয়, আজি সেইবোৰৰ বিশেষ বিৱৰণ দিব নোৱাৰি কেৱল নাম উল্লেখ কৰি থলোঁ; যেনে, কথা-গীতা; বত্ৰিশ পুতলা; লীলাৱতী; পঁচতি, দেৱজিত; তাম্ৰধ্বজ; চক্ৰ ভেদ; শত-চক্ৰ; আদি জামাল; লৱ-কুশৰ যুদ্ধ; মাৰ্কণ্ড পুৰাণ আৰু কথা-ৰত্নাৱলী।

—শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা।

* প্ৰায় ইমান শকতেই বৰদোৱাত অনন্ত ঠাকুৰ অধিকাৰ হয়; যদি এই অনন্ত ঠাকুৰেই পুথিৰ লিখোঁতা হয় তেনেহলে এই শক হোৱা বিশেষ সম্ভৱপৰ।

# মৰম-চানেকী।

ৰঙ্গালি সূৰুজদেৱে ৰাঙ্গলী পোহৰে
পৃথিৱীক পোহৰায় কেনে।
মধুৰ কিৰণ পাই গছ, লতা, বনে,
দেখুৱায় নিজ ৰূপ ঘনে।।
নাচিছে পদুম কলি - পুখুৰী মাজত,
একে থিৰে সূৰুজক চাই।
বিতৰিছে ভক্তি প্ৰেম ভূতলৰপৰা
বাৰে বাৰে প্ৰণাম জনাই।।
মধুৰ শীতল আহা, বয় সমীৰণ
ফুলনীৰ ফুল চুমি যায়।
বিবিধ চৰাই আহি, ফুলৰ ডালত,
অসীম মধুৰ গীত গায়।।
অ! সখিয়া নো কত মোৰ প্ৰাণৰ লগৰী
ফুলনীত নাই দেখো হাঁয়।
নিদিয়ে দেখোন আজি ফুল মালাধাৰি
মৰমৰ কথা নুশুনায়।।
নকৰাঁ পলম সখি, ফুলনীয়ে মাতে,
জুৰু ৰাঁহি শোকাতুৰ প্ৰাণ।
আহাঁ প্ৰাণ সখি মোৰ ফুল মালা লই,
শুনুৱাঁহি মৰমৰ গান।।
হে দেৱ সূৰুজ তুমি জানা সকলোকে
অন্তৰৰ ভাব মোৰ কেনে।
দেখিছাঁ নহয় তুমি গোটেই জগত
কোৱাঁ দেৱ সখি আছে কেনে।।
আছে নে আছে নে মোৰ প্ৰাণৰ সখিয়া
ভাবিছে নে মোৰ কথা দেহি।
আতুৰ পৰাণ মোৰ কৌৱাঁ দেৱ
জানা দেখি মই সুধিছোঁহি।

(২)

গধূলি আহিল সৌৱা জোনৰ উদয়,
কোটি কোটি তৰাৰ মাজত,
হাতী পটী ৰেখা শোভে নীল আকাশত,
পৰিছে জোনাক ভূতলত।
ফুলনীত পৰি আহা, জোনাক জেউতি
পোহৰায় গছ লতা বন।
নিয়ৰৰ টোপবোৰ কোমল পাতত
শোভে যেন হিৰা একোখন।।
শেৱালী মালতী জাঁই দুটিমালি ফুলে
গোন্ধময় কৰিছে ফুলনী।
বিৰ বিৰ কৰি আহা বয় সমীৰণ
মনত পেলায় (সখি সোৱঁৰণি।।
জানা নে তুমিও দেৱ হেৰা শশীধৰ
পাৰানে হে কব সখি কথা।
আতুৰ হৃদয় মোৰ সখিৰ কাৰণে
কলোঁ ভাঙ্গি সকলোটি কথা।।
দিয়াঁ মোক কই দেৱ নকৰাঁ পলম
কিয় হাঁয়! কৰাঁ মোক এনে।
আকাশত থাকি তুমি দেখিছা সকলো
প্ৰবোধ মানক দেৱ মনে।।
চোৱাঁ দেৱ হিয়া মোৰ আতুৰ কিমান
মাতিছে কেৱল সখি সখি।
মুখেও মাতিছে চোৱাঁ হৃদয়ে মাতিছে
কোৱাঁ দেৱ কত মোৰ সখি।।
নকলাঁ নকলাঁ হাঁয়! এতিয়াও তুমি
কিয় কৰা এনে অভিমান।
সখিয়া সখিয়া মোৰ প্ৰাণৰ সখিয়া
চোৱাঁ আহি সখিময় প্ৰাণ।।
ইকি! ইকি! কোন সিটি ফুলৰ আঁৰত
ভুমুকি মাৰিছে ফুলনীত।
জোনাক জেউতি পৰি শোভিছে বদন
কোন তেওঁ ফুলৰ গুৰিত।।
ইকি! প্ৰাণসখি মোৰ স্বৰূপে আগত
আহাঁ, আহাঁ, প্ৰাণৰ সখিয়া।
বহুদিন হল আজি দেখা-শুনা নাই
মৰমেৰে চুমা এটি দিয়াঁ।।

—শ্ৰীজ্ঞাননাথ বৰা।

# কানীয়াৰ উত্তৰ।

আমি গাৱঁৰ লৰা গাৱঁতেই ডাঙ্গৰ হলোঁ; নগৰৰ একা আও-ভাও নেপাওঁ। পিচে, যেতিয়া গাৱঁৰ পঢ়াশালি এৰি নগৰৰ স্কুলত পঢ়িবলৈ আহিলোঁ, তেতিয়া হে নগৰ দেখিলোঁ, আৰু তাৰ আও-ভাবো বুজিলোঁ। নগৰত মাহচেৰেক থাকিয়েই সকলো ফালে নগৰীয়া হলোঁ। পিন্ধা-উৰাত বোলা, খোৱা-লোৱাত বোলা, ফুৰণ-চাকনত বোলা, বাছ বিচাৰত বোলা সকলোতেই গাৱঁলীয়াটি গুচি নগৰীয়াটি হলোঁ; মোখোৰাটি গুচি চিকুণটি হলোঁ। নগৰলৈ আহি নানা কথা-বতৰাও শিকিলোঁ। বাতৰি কাকত পঢ়িবলৈ, সভা-সমিতিত যোগ দিবলৈ আৰু সভা-সমিতি পাতি দেশহিতৈষী হবলৈও শিকিলোঁ।

যিমান কাকত পঢ়ো আৰু সভা-সমিতিত বক্তৃতা আদি যিমান শুনো, সকলোতেই ইয়াকে পঢ়ো আৰু শুনো যে, "আসামখন কানিয়েই খালে।" খেনোৱা হিচাপ কৰি, খেনোৱে ডাক্তৰী ৰকমে, খেনোৱা স্বদেশহিতৈষী ৰকমে, এইদৰে নানা ৰকমে নানা তৰহৰ প্ৰমাণ দেখুৱাই সাতখন মুখেৰে সকলোৱেই সভাত কয় আৰু সতোটা কাপেৰে কাকতে-পত্ৰ লিখে, বোলে কানিয়ে আসাম খালে, কানিয়েই আসামৰ ধন চুছি নাইকিয়া কৰিলে, আসামৰ কানীয়া নকমেমানলৈকে ইয়াৰ উন্নতি নাই। 'কানিয়ে আসাম খালে' এইটো জানিবা দেশ উদ্ধাৰৰ এটা মন্ত্ৰ হৈছে। আৰু ইয়াক নাওৰোৱা লোক অতি কমহে ওলাব। তেনেহলে আমিও সেই মন্ত্ৰটি আওৰালে নো কোনে মুখত সোপা দিব?

আমাৰ মুখতো যেতিয়া মন্ত্ৰটি হল, তেতিয়া আৰু ইয়াক এঠাইত পৰীক্ষা চোৱাটো হে ভাল যেন ভাবিলোঁ। আমাৰ গাৱঁৰ কানীয়া নিচেই তাকৰ নহয়। গতিকে এইবাৰ ঘৰলৈ গৈ তাৰে দুজনমান কানীয়াতেই মন্ত্ৰটি পৰীক্ষা কৰিম বুলি ভাবিলোঁ। তাতে আকৌ এজন বক্তাৰ মুখে শুনিছিলোঁ, বোলে কোনোৱে যদি এজন কানীয়াৰো কানি এৰুৱাব পাৰে, তেনেহলে তেওঁ দেশৰ বন্ধুৰ লগত গণ্য হব। পিচে, ময়ো সেই উপায়েই দেশৰ বন্ধু হবলৈ মনতে পাঙিলোঁ।

বৰদিনৰ সমগ্ৰ স্কুল বন্ধ হল। আটাইবিলাক গাৱঁলীয়া ঘৰলৈ ওলালোঁ। আগদিনা গৈ পিচদিনা পুৱা ঘৰ পালোঁগৈ। পিচে, খাই-বৈ দিনটো জিৰাওঁতে-সতাওঁতেই গল, কলৈকো ওলাবলৈকে নহল। গধূলি ফুৰিবলৈ ওলালো আৰু মন্ত্ৰটিও পৰীক্ষা কৰিবলৈ চল বিচাৰিবলৈ ধৰিলোঁ। আৰু, লাহেকৈ আমাৰ গাৱঁৰ কানীয়া শ্ৰীধৰ শইকীয়াৰ ঘৰত সোমালোঁগৈ। শ্ৰীধৰ শইকীয়া আমাৰ গাৱঁৰ বৰমুৰীয়া মানুহ। এওঁৰ ঘৰৰ অৱস্থা বৰ ভাল; ছটা-সতোটা ধানৰ ভঁড়াল, এগোহালি গৰু। শইকীয়াই কানি খায়। আমি শইকীয়াক তাঁৰৈ বোলোঁ, শইকীয়ানীক আমৈ বুলি মাতোঁ। আমাক তাঁৰৈ-আমৈ দুয়োজনাই বৰ মৰম কৰে। আমি সৰুতে জাৰকালি প্ৰায় গধূলি তাঁৰৈৰ ঘৰলৈ গৈছিলোঁ। আমি তাঁৰৈৰ ঘৰলৈ যোৱা কেবাটিও কাৰণ আছিল। পোনেই তাঁৰৈয়ে ভাল ভাল সাধু শুনায়, জুই পুৱাবলৈ দিয়ে, আৰু মাজে মাজে সাঁথৰ মাতি ভাঙিবলৈ কয়। আমি তাঁৰৈৰ ঘৰলৈ যোৱা আৰু এটি কাৰণ আছিল; কিন্তু কবলৈ হে সত নেযায়। কি জানি কোনোৱা মুখচোকা পাঠিকাই খপৰ কৰে কৈ দিয়ে বোলে ই লঙ্কাৰ ইপাৰৰ নহয়, সিপাৰৰ হে। বাৰু, যেয়ে যি কয় কওক; মই যাবলৈ ওলাইছোঁ যেতিয়া আশৈ নেমাতেঁ। কাৰণটি আন একো নহয়, তাঁৰৈয়ে কানি-তিতা মাৰিবলৈ বহুত বস্তু-বেহানি গোট খায়, তাৰে চিৰা এমুঠি, কলা এটি কুঁহিয়াৰ দুচকল, গুৰ এচেলেক খাবলৈ, পাইছিলোঁ। আগেয়ে যি কাৰণেই থাওক আজি কিন্তু মোৰ মন্ত্ৰটি পৰীক্ষা হে প্ৰধান কাৰণ। শইকীয়াৰ চোতালত থিয় দিয়েই আমৈক মাত লগালোঁ "আমৈ আছে নে?"

ভিতৰৰপৰা আমৈয়ে মাত দিলে, "কোন ঐ"

মই।— মই হে।

আমৈ।— অ, বাপা! কেতিয়া আহিলিচোন?

মই।— আজিপুৱা পাইছোঁহি, আপোনলোকৰ ভাল?

আমৈ।— এৰা, ঈশ্বৰে এক ৰকমে ৰাখিছে দেখোন। বোপাই, মাৰললৈকে আহ; তাতে তাঁৰৈৰে জুই পুৱাঁই বহি আছে। বহগৈ মই গৈছোঁ।

মই।— "ভাল যাওঁ।

মই তাৰৈৰ মাৰলৰ দুৱাৰ মেলি ভিতৰত সোমালোঁ; সোমাই দেখিলোঁ, জুহালৰ জুইকুৰা ধিমিকি-ধামাককৈ জ্বলি আছে, মজিয়াত এখন গছকত চাকি এটা; জুহালৰ এখন চাংৰাত তাৰৈ বহি আছে। জুহালৰ আন ফালে আমাৰ গাৱঁৰ ভদীয়া কানীয়াই পান ভাজিবলৈ ধৰিছে। আকৌ, তাৰৈৰ এটা কৰদৈশিৰীয়া বান বাটিতে চাউল-চিৰা এৰাঁ গাখীৰৰ তিয়াই থৈছে, এখন পানধোৱাত কিছুমান কুঁহিয়াৰ কাটি থৈছে, তাৰ গুৰিতে নলী দিয়া হোকাটোও আছে। মই সোমাওঁতেই তাৰৈয়ে কলে, 'অ, বোপা কেতিয়া আহিলি? (ভদীয়াক কলে) হেৰ ভদীয়া, সেই চটাই ঢৰাখন জুইৰ গুৰিতে পাৰি দে।" মই কলো, "তাৰৈ আজি পুৰা পালোঁহি।"

ভদীয়া কানীয়াই জুইৰ গুৰিতে মোক এখন চটাই ঢৰা পাৰি দিলে; মই তাতে বহি জুই পুৱাঁবলৈ ধৰিলো। এনেতে আমৈ আহি মোক তামোলা-চালি দি গুচি গল। তাৰৈয়ে সুধিলে, "বপা, স্কুল কিমান দিন বন্ধ হৈছে?" মই কলোঁ, "তাৰৈ দহদিন মাথোন। এই বৰদিনৰ বন্ধ বৰ দীঘল নহয়।" এনেতে ভদীয়াই কলে, "দেউতা, পাণ ভজা হল, দৰবখিনি দিয়ক। তাৰৈয়ে তাক কানিৰ টোপোলা এটা দিলে। এনেতে মোৰ মন্ত্ৰটি সুৰঁৰি কলোঁ, "তাৰৈ আপুনি কানি খাই বৰ বেয়া কৰিছে। এৰি পেলাওক; আৰু কানি নেখাব।" তাৰৈয়ে হাঁহি এটা মাৰি সুধিলে, "কিয়?"

মই।— কানি এটা বৰবিহ, ইয়াক খালে মানুহ এলেহুৱা হয়; কানীয়া মানুহৰ লৰা-ছোৱালীবোৰৰ তিমান বল-শক্তি নহয়। আৰু, কানীয়া নিজেই তিমান শকত-আৱত হব নোৱাৰে। কানিয়ে আমাৰ দেশৰপৰা বছৰি বছৰি কিমান ধন চুচিছে তাৰ অন্ত নাই। কানীয়া মানুহ বেলি দুপৰীয়া হে বন-বাৰিত লাগে। কানীয়া পুৱাই উঠিব নোৱাৰে। কিয়নো, তেতিয়া সিহঁতৰ কানিৰ ৰাগীয়েই নেৰে।

তাৰৈ।— হেৰ বপা! এইবোৰ কথা কত শুনিলি, তোক কোনে কলে? ভাল বোপাই, বোলে কালিৰ লৰাই পৰ্শুৰ কথা কয়। হেৰ, আমি কানি খালোঁ তইঁতৰ কি হল?

মই।— নহয় তাৰৈ, সিদিনাখন অলপতে জিলাত কানিৰ বিষয়ে এখন বৰ ডাঙ্গৰ সভা বহিছিল। তাত উকীল, হাকিম আদি বহুত ডাঙ্গৰ মানুহ গোট খাইছিল। তাতে বহুত জনা-বুজা পাচ-কৰা উকীল এজনাই সেইবোৰ কথা কৈছে। আৰু এজন বিলাত ফুৰা হাকিমে কলে, বোলে "আসামখন কানিয়েই খালে। কানীয়া নকমেমানে আমাৰ আসামৰ উন্নতি নাই।" আৰু, এখন কাকতত এজন ডাঙ্গৰ মানুহে বহুত হিচাপ কৰি লিখিছে, বোলে কানিয়ে আসামৰ ধন বহুত চুচি নিয়ে। অতবিলাক জনা-বুজা ডাঙ্গৰ মানুহৰ কথা মিছা হব নে?

তাৰৈ।— (মুখ বিদৰাই কলে) "বোলে আৱাক নিন্দে কাৱাই, পুথি-খলিহাক নিন্দা কৰে ভেৰপেটী মোৱাই!" হেৰ আচল কানীয়া কোন? হেৰ, বেলি দুপৰলৈকে শুই নুঠে কোন? বক্তাসকলে মোৰ আগত নকয়হি কেলৈ? তেওঁবিলাকে জানিবা কলিকতা ফুৰি বিলত ফুৰি কানি এৰিলে। ভাল, এৰাটো বাৰু কথা! কিন্তু পাক লাগি দেখোন আমি কানীয়াতকৈ তেওঁবিলাক কানীয়া একাঠি চৰা হে। আমি এক্ষন্তেক বহি গধূলি বন-বাৰী সমাৰিহে কানি খাওঁ; তেওঁবিলাকে দেখোন মুখৰপৰা নুগুচায়েই? আনচোন, কোন জনা হাকিম বা উকীলৰ দাঁতৰ চেলেউৰ জুই নুমাবলৈ। পাইছো ফুৰোতে, খাওঁতে, শোওঁতে, বহোঁতে তিনিও প্ৰসঙ্গতে দেখোন মুখৰপৰা নুগুচায়েই।

ভদীয়া।— এৰা দেউতা, শৌচলৈ যাওঁতেও এটা চেলেউলৈহে যায়।

মই হাঁহি সামৰিব নোৱাৰিলোঁ, হাঁহি পেলালোঁ আকৌ তাৰৈয়ে কলে, "হেৰ, কন্ কন্ পঢ়া লৰাবিলাক, সিহঁতৰো মুখত একোটা চেলেউ! তাৰ উপৰিও, আকৌ বহুতে ধঁপাত খায় হে। তেনেহলে তেওঁবিলাক নো কি নিকানীয়া হল? সেই চেলেউ, ধঁপাতৰ ধন হিচাপ কৰি উলিয়াওকচোন, কানিতকৈ কেই গুণে বাঢ়ে দেখিব। আৰু কৈছে, বোলে আমি কানীয়া বেলি দুপৰলৈকে শোওঁ। বাৰু, তেওঁবিলাক নিকানীয়াসকলৰ কথা কওঁ শুনচোন। সিদিনাখন অলপতে জিলালৈ গৈছিলোঁ।

মই।— কেতিয়া, কিয় গৈছিল? মই দেখোন বুজকে নেপাওঁ।

তাৰৈ।— এৰা, সেই ধনীৰামৰ মোকৰ্দ্দমাটোত মোকো সাক্ষী নধৰিছে নে, তাৰে সিদিনা দিন আছিল। তালৈকে হে গৈছিলোঁ। গধূলি জিলা পালোঁগৈ। গতিকে, সেইদিনা কলৈকো যোৱা নহল। পিচদিনা পুৱাই তেখেত ফুকন উকীলৰ ঘৰলৈ গলোঁ। গৈ চৰাত বহি আছোঁ, প্ৰায় দুঘণ্টামান বহিলোঁ, পিচে অলপ ৰদ-বাদ দিলত এটা চাকৰ লৰা ওলাই আহিল। তাক সুধিলোঁ, হেৰ উকীল কেতিয়া ওলাব? সি কলে, "এতিয়াই

উঠিছে মাথোন। আপোনালোক বহোক চাহ-তাহ খাই হে দেউতা আহিব। পিচে, আৰু দুঘণ্টামানৰ মূৰত ভালকৈ ৰদ বদ দিয়াত কোনোমতে উকীল ওলাই আহিল। হেৰ বপা, তেখেত নো জনা-বুজা মানুহ নহয় নে?

মই।— কেলৈ নহয়, হয়। তেখেতেই কানি নিবাৰণৰ প্ৰথম বক্তা।

তাঁৰে।— তেনেহলে তেখেতে নো কাক কানীয়া, বেলি দুপৰলৈ শোৱা বুলি ঘিণাই হে? তেখেত যেতিয়া শুই উঠিল, আমি দেখোন তেতিয়া খেতি পথাৰ চাই ঘৰ লওঁহি। আৰু আমি গধূলি আহৰীয়া সময়ত হে এক্ষন্তেক বহি কানি খাওঁ, তেখেতে দেখোন পুৱা চাহ খাওঁতেই এঘণ্টা কটায়, বন-বাৰী কৰে কিমান বেলি?

কথাবোৰ শুনি মোৰ হাঁহি উঠিল। পিচে, তাঁৰেয়ে আকৌ কলে, "আৰু শুনচোন, দুপৰীয়া ভাত-পানী খাই-বৈ উঠি কাছাৰিলৈ গলোঁ। দেখিলোঁ, হাকিম জনা আহিছে এটা চেলেউ হুঁপি হুঁপি। সেইদৰে আটাইবোৰ আমোল-মহৰীও একোটা চেলেউ মুখত লৈ হে আহিছে। পিচে, উকীলক মাতিবলৈ উকীলখানালৈ যে যাওঁ, অ, গোসাঁই, তাত দেখোন একেবেলিয়ে হোঁকা ডকাখোৱা লৈকে আটাইখন বহি আছে। আকৌ, সেই তহঁতৰ পঢ়া লৰাবোৰ যে থাকে, কিবা বৰডিংঘৰ বোলে যে, তালৈ গলোঁ। তাতো যে দেখোঁ, প্ৰতি কোঠালিতে একোটা হোঁকা; আৰু সকলোৰে মুখত একোটা চেলেউ।"

ভদীয়া।— দেউতা, মই মাহচেৰেক সেই বৰুৱা হাকিমৰ লগত আছিলোঁ নহয় তেতিয়াহে জানিলোঁ আৰু দেখিলোঁ হাকিমলৈ ধঁপাত লগোৱা এটা সুকীয়া চাকৰ। পিচে, হাকিমৰ কলিকতাত পাচ কৰা ডাঙ্গৰ লৰাটোৱে আমাক সুধি থাকিব, "হেৰ দেউতা ওলাই গলনে?" ওলাই গল বুলি কলেই হোকাটো ধৰিলে হুঁপিবলৈ। ইপিনে চেলেউ হুঁপিয়েই থাকে। আকৌ, স্কুলত পঢ়া সৰু লৰাটিয়ে যে চোলাৰ জেপৰপৰা জুইচেলাই, চেলেউৰ টেমা নুশুচায়েই।

এনেতে আমাৰ ঘৰৰপৰা মোৰ সৰু বাইটিয়ে "ককাই ভাত হল, আহ ঔ" বুলি চিয়ঁৰিবলৈ ধৰিলে। ময়ো তাঁৰেক "তাঁৰে, মই আহিলোঁহে" বুলি কৈ তাৰপৰা উঠি গুচি আহিলোঁ।

—শ্ৰীঅম্বিকানাথ বৰা।

## বাঞ্ছা।

কিয় অকস্মাৎ পৰেহি মনত,
পাৰ হল যিবা কথা;—
অভাগিনী এবে, প্ৰাণৰ সখীয়ে,
জানিছোঁ নিদিয়ে দেখা!

মনৰ বেগত, নিৰখোঁ আগত,
তেওঁৰে লাৱন্য মুখ;—
পাহৰি এবাৰ, আহে জানো ঐ,
নেজানি দিবহি সুখ!

নেজানি যদিহে লগালোঁ জগৰ,
ক্ষমা বিধি আছে তাৰ;—
দেখা দি যাবহি, নেলাগে দেখিব,
কৰিম আপোন আৰ!

অমৃত সাগৰ, মথোঁতে যিমতে,
উঠিল গৰল হাঁয়;
বাঞ্ছোঁতে মিলন, নিমিলেহি যেন
চিৰ-বিচ্ছেদ অপায়!

—শ্ৰীবৰদাকুমাৰী বৰা।

# ঁ দীননাথ বেজবৰুৱা

১৭৩৫ শকত (১৮১৩ খৃষ্টাব্দ) যোৰহাট নগৰত, বেজবৰুৱা বংশৰ পদ্মফুল ডাঙ্গৰীয়া দীননাথ বেজবৰুৱাৰ জন্ম হয়। তেওঁৰ পিতাকৰ নাম কৃষ্ণৰাম বেজবৰুৱা, পিতামহৰ নাম অঙ্গদদেব বেজবৰুৱা, আৰু প্ৰতিতামহৰ নাম জগন্নাথ বেজবৰুৱা আছিল। তেওঁলোক কেইওজনাই আসামৰ ৰজাঘৰীয়া বেজবৰুৱাৰ পদত আছিল। ডাঙ্গৰীয়া দীননাথ

বেজবৰুৱা চাৰিবছৰ বয়সতে মাতৃহীন হয়; আৰু তেওঁৰ বৌৱেক আৰু ৰৰবাইদেৱেক দুৰ্ব্বীদেৱীয়ে তেওঁক তুলি-তালি ডাঙৰ-দীঘল কৰে। তেওঁৰ ১৯ বছৰ বয়সত পিতৃদেৱতা কৃষ্ণৰাম বেজবৰুৱাৰ কাল হয়।

আসাম ৰজাৰ আজ্ঞাধীন যোৰহাটৰ যাদু অধ্যাপকৰ সংস্কৃত বিদ্যালয়ত দীননাথ বেজবৰুৱাই, শিক্ষা পাই, সেই বিদ্যালয়তে তেওঁৰ ষোল বছৰ বয়সত দ্বিতীয় অধ্যাপকৰ কামত নিযুক্ত হৈ কিছুদিন শিক্ষা দিছিল। তেওঁ পিতৃদেৱতা কৃষ্ণৰাম বেজবৰুৱাৰ আৰু ককায়েক হলিৰাম বেজবৰুৱাৰ ওচৰত আৰু সেই কালৰ আন আন বৈদ্য বিদ্যাবিশাৰদসকলৰ ওচৰত আয়ুৰ্ব্বেদ বিদ্যা শিক্ষা কৰি আয়ুৰ্ব্বেদ শাস্ত্ৰত পাৰদৰ্শিতা লাভ কৰি তাৰ শেষ পৰীক্ষাত সন্মানৰে সৈতে উত্তীৰ্ণ হৈছিল। তেওঁ তেওঁৰ ১৯ বছৰ বয়সত পঢ়া-শুনা শেষ কৰি ককায়েক হলিৰাম বৰুৱাৰ উদ্যোগত প্ৰথম বিবাহিত হয়, আৰু সেই বছৰতে তেওঁৰ পিতৃদেৱতা কৃষ্ণৰাম বেজবৰুৱাৰ কাল হয়। পিতৃ বিহীন হৈ সংসাৰৰ গুৰু ভাৰ তেওঁৰ গাত পৰিলত তেওঁ ৰুজি বৃত্তিৰ চেষ্টা কৰিবলৈ ঘৰৰপৰা ওলাই বিদেশলৈ যায়। মহাৰাজ পুৰন্দৰ সিংহ স্বৰ্গদেৱে ইংৰাজ গৱৰ্ণমেণ্টৰ পৰা আসাম ৰাজ্য পাই তেতিয়া পঞ্চতীৰ্থ গুৱাহাটীত আছিল; ডেকা ডাঙৰীয়া দীননাথ বেজবৰুৱাই ৰজাৰে সৈতে তাতে সাক্ষাৎ কৰিলত স্বৰ্গদেৱৰ সুপ্ৰসন্ন দৃষ্টি তেওঁৰ ওপৰত পৰিল; আৰু কামাখ্যাৰ মন্দিৰত তেওঁক স্বৰ্গদেৱে শপত খুৱাই বেজবৰুৱা পাতি নিজৰ প্ৰধান চিকিৎসক নিযুক্ত কৰিলে। স্বৰ্গদেৱে তেওঁক লগতে উজনীৰ ৰাজধানী শিৱসাগৰলৈ লৈ আহিল। পুৰন্দৰ সিংহ স্বৰ্গদেৱে ডাঙৰীয়া দীননাথ বেজবৰুৱাই দিয়া ঔষধ হে খাইছিল; আৰু আন বেজবৰুৱাসকলে ৰজাৰ নৰিয়া চাই কোনো দৰাব জাতিৰ ব্যৱস্থা কৰিলে সেই দৰব ডাঙৰীয়াই হাতেৰে চুই ভালকৈ পৰীক্ষা কৰি নিদিলে নেখাইছিল :-এইদৰে ডাঙৰীয়া দীননাথ বেজবৰুৱা ৰজাৰ দিনত ৰজাৰ ঘাই বেজবৰুৱা পদত নিযুক্ত থাকি সুখ্যাতিৰে কাম কৰি আছিল। ইয়াৰ উপৰি ৰজাৰ দৰবাৰত ডাঙৰীয়াৰ গাত ফৌজদাৰী চিৰস্তাদাৰৰ বিষয়টোও আছিল। মহাৰাজা পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ হাতৰপৰা আসাম দেশ কোম্পানীৰ হাতলৈ গলত গৱৰ্ণমেণ্টে ডাঙৰীয়াক প্ৰধান এচিষ্টেণ্ট কমিচনাৰ (যাক পিচত ডেপুটী কমিচনাৰ বোলা হল) তলত প্ৰথমতে দেৱানী বিচাৰ বিভাগত মহাফেজ নাম দি ৰাখি তাৰ পিচত দেৱানী চিৰস্তাদাৰ পাতিলে। সেই কাম ডাঙৰীয়াই ১৮৬১ খৃষ্টাব্দলৈকে বৰ সুখ্যাতিৰে কৰি আছিল, বঙ্গদেশৰ লাট চাহাব চাৰ চিচিল বিডন শিৱসাগৰলৈ অহাত তাত যি ৰাজদৰবাৰ হৈছিল, সেই দৰবাৰত বিডন চাহাবে ডাঙৰীয়াৰ কাৰ্য্যকুশলতা দেখি, তেতিয়াৰ কমিচনাৰ হটন চাহাবক সুধিলে যে, ডাঙৰীয়াৰ নিচিনা এনে এজন উপযুক্ত লোকক মুনচেফৰ কাম কিয় দিয়া হোৱা নাই? হটন চাহাবে, "এইবাৰ খালি হলে দিয়া যাব" বুলি উত্তৰ দিলে, আৰু সেই মাহতে ১৮৬১ চনত তেওঁ ডাঙৰীয়াক মুনচেফ পাতি নগাঁৱলৈ পঠিয়ালে। নগাঁৱত ডাঙৰীয়াই তিনি বছৰ মুনচেফী আৰু ডেপুটী কলেক্টৰৰ কাম কৰাৰ পিচত তেওঁ বৰপেটালৈ বদলি হল। বৰপেটাতো তেওঁ তিনি বছৰ কাম কৰি তেজপুৰলৈ বদলি হল; আৰু, তাৰপিচত উত্তৰ লক্ষীমপুৰলৈ আৰু শেহত গুৱাহাটীলৈ বদলি হল। ১৮৭১ চনত মুনচেফৰ নাম "একষ্ট্ৰা এচিষ্টেণ্টলৈ" সলনি কৰা ডাঙৰীয়াই সেই নাম পালে। ১৮৭৩ চনত গুৱাহাটীতে তেওঁ পেঞ্চন লৈ কামৰপৰা অৱসৰ গ্ৰহণ কৰিলে।

প্ৰায় ৩৭ বছৰ সুখ্যাতিৰে বৃটিচ গৱৰ্ণমেণ্টৰ চাকৰি কৰি পেঞ্চন লৈ ডাঙৰীয়া দীননাথ বেজবৰুৱা তেওঁৰ ঘাই ঘৰ শিৱসাগৰলৈ উভটি গল; আৰু ২২ বছৰ গৱৰ্ণমেণ্টৰ পেঞ্চন ভোগ কৰি ১৮৯৫ চনৰ ২৭ মেইত (শক ১৮১৭) জেঠৰ ১৪ তাৰিখে শুক্লা তৃতীয়া তিথিত কমলাবাৰী সত্ৰত স্বৰ্গী হল। গৱৰ্ণমেণ্টৰ কামত থাকোঁতে আৰু কামৰপৰা অৱসৰ লৈয়ো ডাঙৰীয়াই চিকিৎসা কাৰ্য্যত সকলোকে সাহায্য কৰিছিল। শিৱসাগৰ জিলাত তেওঁৰ দিনত ধৰ্ম্ম বিষয়ক আলোচনা আৰু দেশৰ আৰ্থিক আৰু সামাজিক উন্নতি হোৱা আদি সজ কামবিলাকত তেওঁ নিজৰ সময়, অৰ্থ আৰু যত্ন অকাতৰে নিয়োজন কৰিছিল, আৰু সেইবোৰ কামত তেওঁ আগ-ৰণুৱা আছিল। লৰা আৰু ডেকাবিলাকৰ ভিতৰত ধৰ্ম্ম আৰু সুনীতি প্ৰচাৰ কৰিবৰ নিমিত্তে তেওঁ ধৰ্ম্মসভা, বাল্যাশ্ৰম স্থাপন কৰি অদম্য উৎসাহেৰে সেইবিলাকক বক্তৃতা আৰু উপদেশ দিছিল, আৰু সেই কাৰ্য্য তেওঁ তেওঁৰ জীৱনৰ শেষ কাললৈকে কৰিছিল। ধৰ্ম্ম সংক্ৰান্ত সকলো কাৰ্য্যতে ডাঙৰীয়াৰ উৎসাহ, যত্ন আৰু অকাতৰে অৰ্থব্যয় দেখি সকলোৱে আচৰিত মানিছিল। ডাঙৰীয়া পৰলোকলৈ যোৱাৰপৰা উজনীৰ সমাজৰ

বান্ধোন ঢিলা-সোলোকা হ'ল; ডেকা তৰপৰ ভিতৰত ধৰ্ম্ম-কৰ্ম্মৰ অনুষ্ঠান আদি হ্রাস প্রাপ্ত হ'ল। অকল উজনীতে নহয়, গোটেই অসমত ডাঙ্গৰীয়া দীননাথ বেজবৰুৱা, কি ৰজাঘৰীয়া কি প্রজাঘৰীয়া সকলো কামতে ধৰণী স্বৰূপ আছিল। ৰাজনৈতিক আন্দোলনতো তেওঁ সদায় উৎসাহেৰে সৈতে যোগদান কৰিছিল; কিন্তু গৱৰ্ণমেণ্টৰ বিৰুদ্ধে চলা কোনো কথাত কোনো কামত কেতিয়াও তেওঁ মত নিদিছিল; বৰং প্রজাপালক ৰজাক ঈশ্বৰৰ প্রতিনিধি স্বৰূপ দেখিবলৈ সকলোকে উপদেশ দিছিল।

ডাঙ্গৰীয়াৰ অন্তঃকৰণ বৰ সৰল আছিল। তেওঁ যিটো ধৰ্ম্মতঃ ভাল বুলি বিবেচনা কৰিছিল, সেইটো কাৰো কথা বা মতামতলৈ ভ্রক্ষেপ নকৰি সাহেৰে প্রকাশ কৰিছিল। কোনো কুটীল কথাত তেওঁ কেতিয়াও নাছিল। গৱৰ্ণমেণ্টৰ কাম কৰোঁতে তেওঁ ওপৰৰ ইংৰাজ বিষয়াসকলৰে সৈতে ব্যৱহাৰ কৰোঁতেও তেওঁ ইমান স্পষ্ট বক্তা আছিল যে, তেওঁ নিজৰ মত নিশঙ্কোচে নির্ভয়ে প্রকাশ কৰিছিল; আৰু সেইবাবে অনেক সময়ত তেওঁলোকৰ ভিতৰৰ সৰু মনৰ কোনো কোনো ইংৰাজ বিষয়াৰ বিৰাগ ভাজন হৈছিল। মানুহে সুনীতি, সচ্চৰিত্র আৰু স্বধৰ্ম্মৰ নিয়ম প্রতিপালন কৰা বিষয়ে তেওঁৰ শাসন বৰ কট্‌কটীয়া আছিল; আৰু কাকো অবাটে যোৱা দেখিলে তৎক্ষণাৎ তেওঁ সেইজনক সেই কথা মুখৰ ওপৰতে কৈছিল। য়ুৰোপীয়ান সকলক তেওঁ সম্মান দেখুৱাইছিল, আৰু তেওঁলোকৰ বল-বীৰ্য্য, পৰিশ্রম আৰু যথাৰ্থ বিচাৰ-বিবেচনা আদিৰ নিমিত্তে আন্তৰিক শ্রদ্ধা কৰিছিল; কিন্তু সেইবুলি তেওঁলোকৰ কোনোৱে অন্যায় আচৰণ কৰিলে, তেওঁ নির্ভয়ে আত্মসম্মান ৰাখি স্পষ্ট উত্তৰ দি নিজৰ মনৰ নৈতিক বলৰ চিনাকি দিছিল।

কি গৱৰ্ণমেণ্টৰ কাম কৰা কালত, কি তাৰ পিচত অৱসৰ লৈ ঘৰত থকা কালত ডাঙ্গৰীয়াই সৰহভাগ সময় ধৰ্ম্মকাৰ্য্য শাস্ত্রালোচনা আৰু নাম-প্রসঙ্গ আদি কাৰ্য্যত অতিবাহিত কৰিছিল। ৰাতিপুৱাই প্রত্যুষে ডাঙ্গৰীয়া শোৱাপাটীৰপৰা উঠিছিল, আৰু ঘৰৰ লৰা-ছোৱালী কাকো বেলিকৈ শুই থাকিব নিদিছিল। আন মানুহকো বেলিকৈ শুই থকা দেখিলে তেওঁ বিৰক্ত হৈছিল।

ঈশ্বৰত দৃঢ়বিশ্বাস ডাঙ্গৰীয়াৰ ইমান আছিল যে, দেখি আচৰিত মানিব লগীয়া। নিজৰ মৰমৰ পুতেক, ঘৈণীয়েক মৃত্যুশয্যাত। সকলো মানুহ শোকত বিহ্বল, কিন্তু তেওঁ অচল-অটল ধীৰ আৰু স্থিৰ। অন্তিম কালৰ যি কৰ্ত্তব্য ধীৰ ভাৱে তেওঁ সেইবোৰৰ দিহা কৰিব লাগিছে। কান্দোতা সকলক সান্ত্বনা দিছে, থল বুজি দাবি দিছে, আৰু অন্তকৰ ওচৰ চপাজনক এঘণ্টা-দুঘণ্টা কাল নিৰবচ্ছিন্ন নাম সোৱঁৰাইছে, এক মুহূৰ্ত্তৰ নিমিত্তে তেওঁ বিচলিত হোৱা নাই, এটোপা চকুৰ পানী ওলোৱা নাই, ঈশ্বৰৰ ইচ্ছাত সকলো হৈছে বুলি মনত শান্তি লভিছে।

ডাঙ্গৰীয়াই মুক্তহস্তে দান কৰিছিল। ভিক্ষুকক কেতিয়াও তেওঁ তেওঁৰ ঘৰৰপৰা শুদাহাতে ওভোটাই নপঠিয়াইছিল। দেশৰ সকলো সজ কাৰ্য্যত তেওঁৰ হাতৰ মুঠি মুকলি আছিল। অনেক দুখীয়া লৰাক তেওঁ সহায় কৰি স্কুলত পঢ়াৱাইছিল। লৰাক বিদ্যাশিক্ষা দিয়াত তেওঁৰ প্রগাঢ় অনুৰাগ চিৰকাল দেখা গৈছিল। প্রথমতে ইংৰাজী শিক্ষা আসামত প্রচলিত হোৱা ডোখৰ কালত যদিও তেওঁ ইংৰাজী শিক্ষাৰ বিৰোধী আছিল, কিন্তু পিচত তেওঁ সেই শিক্ষাৰ উপকাৰিতা ভালকৈ হৃদয়ঙ্গম কৰিব পাৰি সকলোকে ইংৰাজী পঢ়িবলৈ উৎসাহ দিছিল। শিৱসাগৰত তেওঁ গৱৰ্ণমেণ্টৰ কামৰপৰা অৱসৰ লৈ থকা কালৰ শেহ ডোখৰত নিজে অনেক অৰ্থব্যয় কৰি ইংৰাজী হাইস্কুল এটা স্থাপন কৰি দিছিল; সেই স্কুল এতিয়াও তেওঁৰ সুযোগ্য পুত্র আসামৰ বিখ্যাত "এডুকেছনিষ্ট" অৰ্থাৎ শিক্ষাৰ বাপস্থাপক শ্রীযুত গোবিন্দচন্দ্র বেজবৰুৱাৰ তত্ত্বাবধানত তেওঁৰ (মিষ্টৰ জি, বেজবৰুৱাৰ) নিজস্বৰূপে চলি দীননাথ বেজবৰুৱা ডাঙ্গৰীয়াৰ সুকীৰ্ত্তি উজ্জ্বলাই ৰাখিছে। সংস্কৃত শিক্ষাতো ডাঙ্গৰীয়াই বৰ উৎসাহ দিছিল আৰু নিজে ছাত্ৰক সংস্কৃত পঢ়াইছিল।

স্কন্দ পুৰাণৰ অন্তৰ্গত উৎকল খণ্ড পুথিৰ অসমীয়া পদ ভাঙ্গনী তেওঁ কৰিছিল। সেই পুথি এতিয়া হাতে লিখা অৱস্থাতে আছে। ৰুদ্রযামালাৰ অন্তৰ্গত হৰগৌৰি সম্বাদৰ আচাৰ্য্য সংহৃতি নামে পুথিৰো তেওঁ অসমীয়া ভাষাত পদ কৰিছিল; আৰু সি ছপা হৈ আছে। "গুৰু-চৰিত্র" নামে শঙ্কৰদেৱ, মাধৱদেৱৰ জীৱন-চৰিত্র পুথি তেওঁ ৰচনা কৰি অনেক অৰ্থব্যয় কৰি হাতেৰে নকল কৰোৱাই কমলাবাৰী বৰপেটা আদি সত্ৰত দিছিল, আৰু সেই থানবিলাকত, সেই পুথি বৰ আদৰৰ হৈ আছে। ১৭৬৬ শকত (১৮৪৪ খৃষ্টাব্দ) তেওঁ "বেজবৰুৱা বংশাৱলী" পুথি ৰচনা কৰিছিল। সেই পুথি ছপা হোৱা নাই। তেওঁ আসামৰ বুৰঞ্জী পুথি এখন লিখিবলৈকো কাৰবাৰ কৰি তালৈ সঁজুলি গোটাইছিল; কিন্তু দুখৰ বিষয় সি হৈ নুঠিল। তেওঁৰ দ্বাৰাই

ৰচিত আসাম বুৰঞ্জী নিশ্চয় এখন অমূল্য গ্ৰন্থ হলেহেঁতেন। কাৰণ তেওঁ আসাম দেশৰ বিষয়ে ইমান বিলাক পুৰণি বৃত্তান্ত জানিছিল যে, তেওঁ আসাম বুৰঞ্জীৰ ভড়াল স্বৰূপ আছিল বুলিলেও বেচি কোৱা নহয়।

বেজবৰুৱা ডাঙ্গৰীয়াৰ চৰিত্ৰ বৰ নিৰ্ম্মল আৰু শুদ্ধ আছিল। সদাচাৰ তেওঁৰ প্ৰধান লক্ষণ আছিল। অপবিত্ৰ বস্তু আৰু অশুচি কাৰ্য্যৰপৰা তেওঁ নিজক অনেক আঁতৰত ৰাখিছিল। তেওঁ কোনো প্ৰকাৰৰ ৰাগী-লগা বস্তু নেখাইছিল। আন কি ধঁপাত তেওঁ টোলৰ চাৰি-ঢাপৰ ভিতৰ সোমাব নোৱাৰিছিল। ভাং-কানি ধঁপাতক তেওঁ "সাত সুৰাৰ এক সুৰা" বুলিছিল।

বঙহ-পৰিয়ালৰ ভিতৰত তেওঁ "পিতামহ ভীষ্ম" যেন আছিল। মমতা তেওঁৰ অন্তৰত বৰ প্ৰবল আছিল। জীৱৰ প্ৰতি দয়াৰ ভাব তেওঁৰ মনত অশেষ আছিল জীৱহিংসা কৰাটো তেওঁ মুঠেই সহিব নোৱাৰিছিল। পুতেকহঁতলৈ যদিও ডাঙ্গৰীয়াৰ বৰ মৰম-চেনেহ আছিল, তথাপি সিহঁতক কঠোৰ শিক্ষা' সংযম আৰু শাসনৰ তলত ৰাখিছিল।

ডাঙ্গৰীয়াই কশ্মিনকালেও ঔষধত কৃত্ৰিমতা নকৰিছিল; আৰু তেনে কৰাটো মহাপাপ বুলি তেওঁ ভাবিছিল। তেওঁ নিজৰ ধন খৰছ কৰি যি দৰব তৈয়াৰ কৰিছিল তাৰ সৰহ ভাগ দুখীয়া ৰোগীক এনেই দিওঁতেই গৈছিল।

ডাঙ্গৰীয়া দীননাথ বেজবৰুৱা শকত-আবত আৰু ওখ পুৰুষ আছিল। এশ জনৰ ভিতৰত তেওঁৰ গহীন-গম্ভীৰ প্ৰশান্ত মূৰ্ত্তি ফুটি ওলাইছিল। তেওঁৰ বৰ তেজ গোৰা আছিল। তেওঁৰ গাত বৰ বল আছিল; দুটা-তিনিটা বলী মানুহে ধৰি তুলিব নোৱাৰা গধুৰ বস্তু তেওঁ অকলৈ অলপ প্ৰয়াসতে তুলিব পাৰিছিল। নিয়মিত সাত্বিক আহাৰ, নিয়মিত পৰিশ্ৰম আৰু সদাচাৰ তেওঁৰ চিৰসঙ্গী থকাৰ নিমিত্তে তেওঁ ইমান দীৰ্ঘকাল সবল আৰু সুস্থ শৰীৰে জীয়াই আছিল। ঘোঁৰাত উঠাত, ঘোঁৰাত ভালকৈ উঠিব জনা ইংৰাজসকলেও তেওঁক হৰুৱাব নোৱাৰিছিল।

আগৰ কালৰ ডাঙ্গৰীয়াসকলৰ আৰ্হি অনুসাৰে ডাঙ্গৰীয়াৰ দুই ভাৰ্য্যা আছিল। প্ৰথমজনা ভাৰ্য্যাৰ গৰ্ভত দুজন লৰা আৰু চাৰিজনী ছোৱালী আৰু দ্বিতীয়া জনাৰ গৰ্ভত সাত জন লৰা আৰু দুজনী ছোৱালীৰ জন্ম হয়।

ডাঙ্গৰীয়াই যেতিয়া বুজিব পাৰিলে যে, মৃত্যু তেওঁৰ সন্নিকট, তেতিয়াই তেওঁ নাও মানুহ ধৰাই লৈ প্ৰাণ পৰিত্যাগ কৰিবৰ নিমিত্তে তেওঁৰ গুৰুঘৰ কমালবাৰী সত্ৰলৈ আহিল; তাতে তেওঁৰ মনস্কামনা সিদ্ধি কৰি স্ত্ৰী, পুত্ৰ, কন্যা আৰু বৈষ্ণৱসকলৰ দ্বাৰাই পৰিবৃত হৈ, ১৮৯৫ খৃষ্টাব্দ ১৪ জেঠৰ শুক্লা তৃতীয়া তিথিত তনুত্যাগ কৰিলে।

—**শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।**

# বৰ্ত্তমান শিক্ষাৰ এনে বিকাৰ কিয়?

## (টোলৰ অধ্যাপক আৰু ছাত্ৰৰ কোৱা-মেলা)

(৫ম, সংখ্যাৰ ১৩১ পিঠিৰ পিচৰপৰা)

শিষ্য।— দেউ! আপোনাৰ কথাৰ পৰা জানিলোঁ যে, বিদ্যা আৰু জ্ঞান এক নহয়; দুয়ো ভিন্ ভিন্ বস্তু। কিন্তু কেনেকুৱা পাৰ্থক্য আছে, তাক ভালকৈ বুজাই দিয়ক।

অধ্যাপক।— বিদ্যা আৰু জ্ঞানৰ বহুত পাৰ্থক্য আছে। সংক্ষেপে কওঁ শুনা। বুদ্ধিমান মানুহ মাত্ৰেই জানে যে, বিদ্যা আৰু জ্ঞান এক বস্তু নহয়। বিদ্যাৰ সৎব্যৱহাৰ কৰিবলৈ পৈনত হোৱাটোকেই জ্ঞান-বুদ্ধি কয়। বিদ্যা শক্তি, আৰু জ্ঞান সেই শক্তিক কামত লগাওঁতা; বিদ্যা খোৱা বস্তু, জ্ঞান স্বাস্থ্য; বিদ্যা সুশীতল জোনৰ-পোহৰ, জ্ঞান অতি উজ্জ্বল শীতনাশক চোকা বেলিৰ তাপ; বিদ্যাই উপায় উলিয়াই দিয়ে, জ্ঞানে সেই উপায় মতে কাম কৰি সফল মনোৰথ হয়; বিদ্যাই ফুলৰ তললৈ গৈ ভাল ফুলবোৰ বাছি লয়, কিন্তু জ্ঞানে তাৰদ্বাৰা মনোহৰ মালা তৈয়াৰ কৰে, আৰু সেই মালা জপি জগতৰ নৰ-নাৰীয়ে নিজ নিজ আত্মাৰ উন্নতি শাধি সুখেৰে কাল নিয়ায়। বিদ্বান মানুহে বহুত শিক্ষা কৰিছোঁ বুলি অহঙ্কাৰ কৰে; কিন্তু জ্ঞানীয়ে নিজ জ্ঞানৰ ক্ষুদ্ৰতা দেখি অতি নম্ৰ হয়। বিদ্যা চোকা অস্ত্ৰৰ নিচিনা নিপুণ, মানুহে ইয়াৰে সৈতে অশেষ বিধ হিতকৰ কাম সাধি লয়। কিন্তু, নিৰ্বোধৰ হাতত পৰিলে প্ৰাণ বিনাশৰো সি অস্ত্ৰ হয়। বিদ্বান মানুহে সুখ্যাতি

পাবৰ আশাতেই বক্তৃতাত আৰু কোৱা-মেলাত ডাঙ্গৰ বিদ্বান বুলি পৰিচয় দিয়ে; কিন্তু জ্ঞানী মানুহে সৰ্ব্ব সাধাৰণৰ হিত সাধনৰ নিমিত্তে সকলো কামতেই সহৃদয়তাৰ পৰিচয় দিয়ে। এয়েই হৈছে বিদ্যা আৰু জ্ঞানৰ পাৰ্থক্য।

শিষ্য।— দেউ! বিদ্যা আৰু জ্ঞানৰ যে এনেকুৱা পাৰ্থক্য আছে, আমালোকে আগেয়ে জানিব পৰা নাছিলোঁ; এতিয়া অৱশ্যে বুজিব পাৰিছোঁ। তেনেহলে বিদ্যাৰ লগে লগে জ্ঞান জন্মি নগলে বি, এ, এম-এ, পাচ কৰাৰপৰাও একো ফল নাই। কিয়নো, আপুনি বুজোৱা মতে জ্ঞানহীন বিদ্যাই বৰ অনিষ্ট হে জন্মাব পাৰে?

অধ্যাপক।— বি, এ, এম, এ, পাচ কৰিলেনো কিয় জ্ঞান নজন্মিব? ইমানবোৰ বিদ্যা শিকিলে যে জ্ঞান নজন্মিব এইটো বিশ্বাস কৰিব নোৱাৰি। বিদ্যাৰ লগে লগে জ্ঞান জন্মিবৰেই বিশেষ সম্ভৱ। ইমানবোৰ বিদ্যাৰ লগত যদি জ্ঞানৰ যোগ হয়, তেনেহলেতো সম্পূৰ্ণ শিক্ষা লাভেই হয়। সেই বিদ্যাৰূপ মঠ যদি জ্ঞান ৰূপ সুদৃঢ় ভেঁটিৰ ওপৰত বান্ধিব পাৰে, তেনেহলে সেই মঠ আশ্ৰয় কৰি সংসাৰৰ জ্বালা-যন্ত্ৰণাত কাতৰ হোৱা সমাজৰ অসংখ্যাত নৰ-নাৰীয়ে বিশ্ৰাম লভিব পাৰে।

শিষ্য।— দেউ! তিমানদূৰতো এতিয়াও ঘটি উঠা নাই।

অধ্যাপক।— নঘটিলেও ভৱিষ্যতলৈ নিৰাশাৰ কোনো কাৰণ নাই। বৰ্ত্তমান নতুন শিক্ষিত সম্প্ৰদায়ৰ বহুতৰ হৃদয়ত নতুন নতুন আদৰ্শৰ প্ৰতিমূৰ্ত্তিয়ে ঠাই লৈছে; আৰু সেই আদৰ্শমতে নিজ নিজ জীৱন গঠিত কৰিবলৈ আগ বাঢ়িছে। সেই নিমিত্তে ভৱিষ্যতে সুখৰ সপোন দেখা গৈছে।

শিষ্য।— যি হওক, আৰু কি কি কাৰণে শিক্ষাৰ বিকাৰ ঘটে কওক। শুনিবলৈ বৰ ইচ্ছা হৈছে।

অধ্যাপক।— বাৰু, তেনেহলে মনোযোগ দি শুনিবা; — সঙ্গদোষ শিক্ষা বিকাৰৰ আৰু এটি কাৰণ ; নিৰ্ম্মল পানীৰে ভৰা পুখুৰীত গোবৰ পৰিলে যেনেকৈ সমুদায় পুখুৰীৰ পানী বেয়া হয়; অসাধুৰ সঙ্গত থাকিলে সাধু মানুহো তেনেকৈ অসাধু হব পাৰে। আকৌ অসাধু মানুহো সাধু হয়।

শিষ্য।— দেউ। তলৰ ফাঁকি কথা বুজিব নোৱাৰিলোঁ। অসাধু মানুহো সাধু হব পাৰে। ইয়াৰ মানে কি?

অধ্যাপক।— শক্তিৰ কম বেচি অনুসাৰে তেনে ঘটিব পাৰে। তুমি সাধু, সদায় অসাধুৰ সঙ্গত ফুৰিছা; তোমাৰ সাধুতা শক্তি যদি অধিক থাকে, তেন্তে তাৰদ্বাৰা তুমি অসাধুক তোমাৰ পথলৈ আনিব পাৰিবা। কিন্তু, তোমাৰ সাধুতা শক্তিতকৈ যদি তাৰ অসাধুতাৰ বল বেচি হয় তেন্তে তুমিও তাৰ পথলৈ যাবলৈ বাধ্য হবা। বাৰু, দেখাঁ, বহুত ময়লা পচি দুৰ্গন্ধ ওলোৱা পুখুৰীত যদি নিৰ্ম্মল পানী জোৰেৰে সোমাব পাৰে তেন্তে সি পুখুৰীৰ মলয়া পানী বাহিৰ কৰি দি সমুদায় পুখুৰীৰ পানী নিৰ্ম্মল কৰি তোলে। কিন্তু, বৰষুণৰ পানী কম গতিকে, সি সেই ময়লা পুখুৰীত পৰি ময়লা হয়। এই নিমিত্তে নিজৰ শক্তি নুবুজাকৈ অসাধুক উপদেশ দিবলৈ যোৱাটো বৰ অবিবেচনাৰ কথা।

শিষ্য।— তেনেহলে এই বিপদৰ পৰা সাৰিবৰ উপায় কি?

অধ্যাপক।— তোমালোকে জানা যে, দুৰ্গন্ধ বাই নাকেৰে সোমালে ৰোগ জন্মায়; কিন্তু বিশুদ্ধ বায়ু সোমালে তাৰ পৰা শৰীৰৰ উপকাৰ হয়। আৰু তাক নেপাবৰ কাৰণে যেনেকৈ দুৰ্গন্ধময় ময়লা ঠাই এৰি স্বাস্থ্যকৰ ঠাইলৈ যাবৰ চেষ্টা কৰাঁ; আকৌ হঠাৎ দুৰ্গন্ধ পালেও নাকত হাত দি কোনো ৰকমে সেই ঠাই এৰিবলৈ চেষ্টা কৰাঁ; কাৰণ তোমালোকে জানা যে, ইয়াৰপৰা অনিষ্ট হব। তেনেকৈ যাৰ সঙ্গ দোষত তোমাৰ অনিষ্ট হব বা তুমি কু-শিক্ষা পাবা তাক ততালিকে পৰিত্যাগ কৰি সাধুসঙ্গ লবলৈ চেষ্টা কৰিবা। দুৰ্গন্ধ নাশ কৰিবলৈ যেনেকৈ সুগন্ধৰ আৱশ্যাক; কু-শিক্ষা দূৰ কৰিবলৈকো তেনেকৈ সাধুসঙ্গৰ আৱশ্যাক। এই কু-শিক্ষা মাৰাত্মক ব্যাধিৰ নিচিনা। এনেকুৱা শিক্ষা পোৱা মানুহৰ বিদ্যা আৰু বুদ্ধিয়ে ধূৰ্ত্ততা আৰু প্ৰবঞ্চনা কৰিবলৈ কু-মন্ত্ৰণাত নিযুক্ত হয়।

শিষ্য।— কু-সঙ্গ মানে কেৱল বেয়া মানুহৰ লগ লগাটোৱেই নে আৰু আন কিবা আছে?

অধ্যাপক।— কু-সঙ্গ মানে কেৱল বেয়া মানুহৰ সঙ্গ লোৱাটোকেই যে বুজাইছে এনে নহয়। পূৰ্ব্বে কৈ অহা হৈছে যে, শিক্ষাৰ মুল-ভেঁটি ধৰ্ম্ম; কিন্তু এই ধৰ্ম্মৰ পথ নানা বিধ কাঁইটেৰে ভৰা। কিছুমান বাহিৰৰ কাঁইট আৰু কিছুমান ভিতৰৰ কাঁইট। বাহিৰৰ কাঁইটৰ ভিতৰত কু-সঙ্গেই প্ৰধান। কু-সঙ্গ বুলিলে কেৱল কু-চৰিত্ৰৰ মানুহৰে সৈতে মিলাটোকেই বুজিব নেলাগে। কু-ৰুচিপূৰ্ণ কিতাপ পাঠ কৰা, কু-চৰিত্ৰ দেখা, কু-বাক্য বা কু-সঙ্গীত শুনা; এই সকলোবোৰকেই কু-সঙ্গৰ ভিতৰত গণিব লগীয়া। কু-সঙ্গ যেনে সৰ্ব্বনাশক এনে আৰু একো নাই। কু-

সঙ্গত যিমান মানুহ অধঃপাতে যায়, বোধ কৰোঁ, আন একোটেই তেনেকৈ নেযায়। সমাজত কুপথে চলা মানুহৰ সংখ্যা অধিক; সুপথত চলা মানুহৰ সংখ্যা অতি অলপ। সমাজ এনেকুৱা তললৈ গৈছে যে, কোনোৱে যদি সত্য পথ উলিয়াই সেই পথত চলিবলৈ চেষ্টা কৰে, তেনে হেজাৰ হেজাৰ মানুহ তেওঁৰ প্ৰতিবাদী হৈ বিঘ্ন জন্মায়। এনে কি, অজ্ঞানতাবশতঃ কু-সংস্কাৰৰ বশ হৈ, পিতা-মাতায়ো সময়ত সন্তানক কুপথে নিবলৈ যত্ন কৰে; বাল্যবিবাহাদিৰ দ্বাৰা সংসাৰৰ মায়াজালত বান্ধি ৰাখি নিজৰ নিজৰ সন্তানৰ উন্নতিৰ বাটত ভেঁটা দিয়ে। সমাজত হিৰণ্যকশিপু বহুত আছে। প্ৰহ্লাদৰ নিচিনা কেইজন আছে যে, নিজেই ভাল-বেয়া বিচাৰ কৰি, একাগ্ৰমনে অসংখ্যাত বিঘ্নবাধাৰ ভিতৰতো নিজ লক্ষ্য ঠিক ৰাখি সত্যপথে চলিবলৈ দৃঢ়প্ৰতিজ্ঞ হয়। বৰ্ত্তমান সময়ত তেওঁৱেই আমালোকৰ মৰমৰ ধন আৰু সম্মানৰ যোগ্য, যি প্ৰহ্লাদৰ নিচিনা দৃঢ়প্ৰতিজ্ঞ হৈ স্থিৰ আৰু একাগ্ৰমনে ঈশ্বৰৰ ওপৰত বিশ্বাস স্থাপন কৰি নানা বিঘ্ন-বাধাৰ ভিতৰতো অচল থাকি আত্মোন্নতি সাধিব পাৰে, আৰু আত্মোন্নতিৰ লগে লগে সমাজৰ ভাই-ভনীৰ উন্নতিৰ বাটত নিবলৈ সমৰ্থ হয়; তেওঁৱেই প্ৰকৃত সাধক আৰু সিদ্ধ পুৰুষ। তেওঁ আমালোকৰ মনত বা বয়সত লৰা হলেও সাধাৰণৰ অতি সম্মানৰ পাত্ৰ। বিশেষতঃ ইয়ো বিশ্বাসযোগ্য যে, আমাৰ মনত সৰু সৰু লৰাবিলাকেই বেচি সম্মানৰ পাত্ৰ। কাৰণ লৰাৰ ভিতৰত এনেকুৱা শক্তি লুকাই থাকিব পাৰে যে, সুশিক্ষাৰ বলত ভৱিষ্যতে তেওঁ এজন সমাজৰ নেতা হৈ উঠিব পাৰে। বয়সীয়া মানুহ কেৱল বৰ্ত্তমান সময়ত উপযুক্ত সম্মানৰ পাত্ৰ। কাৰণ, ভৱিষ্যতে তেওঁৰ আৰু উন্নতিৰ আশা নাই। কিন্তু লৰাৰ উন্নতিৰ সীমা নাই। এই নিমিত্তে সৰু সৰু লৰাবিলাকেই হে আমালোকৰ বেচি সম্মানৰ যোগ্য। সমাজৰ এনেকুৱা অৱস্থাৰ দিনত প্ৰকৃত সৎপথে চলাটো যে কিমানদূৰ কঠিন কাম তাক কৈ অন্ত কৰিব নোৱাৰি। এতেকে, কু-সঙ্গৰপৰা আঁতৰত থাকিবলৈ প্ৰাণপণে চেষ্টা কৰি নিজৰ চৰিত্ৰ বিশুদ্ধ ৰাখিব লাগে। কু-সঙ্গৰ নিচিনা ধৰ্ম্মবিৰোধী শত্ৰু একো নাই। ইয়াৰপৰাই সকলো পাপৰ উৎপত্তি। ই ধৰ্ম্মভাবৰ বিকাৰ ঘটাই দিয়ে। শিক্ষাৰ মূল ধৰ্ম্মভাবৰ বিকাৰ ঘটিলেই শিক্ষাৰো বিকাৰ ঘটে।

ক্ৰমশঃ।—

## মাণিক চন্দ্ৰ বৰুৱা।

চোৱাঁ হেৰা অসমীয়া বিতৰি কিৰণ
উদিছে সুখৰ সূৰ্য্য পূৰবাকাশৰ;
অসমৰ ৰাজদ্বাৰ হ'ল উন্মোচন,
বাজিছে মধুৰ বাঁহী নৱ জীৱনৰ।
লভিছে অসমে ঠাই ব্যৱস্থা সভাত,
আনন্দে অধীৰ হিয়া অসমবাসীৰ;
ইংৰাজ ৰাজৰ আজি প্ৰজালু কৃপাত
বেগতে পৰিব অন্ত সব দুৰ্গতিৰ।
মাণিক! সুযোগ্য তুমি পুত্ৰ দুখুনীৰ,
সুবাস বিতৰি লভাঁ সুদীৰ্ঘ জীৱন;
এয়ে তব আশীৰ্ব্বাদ অসমবাসীৰ,
স্বাৰ্থ হোক তব ব্ৰত দুগতি মোচন।
প্ৰকৃতে মাণিক তুমি কুৰি শতিকাৰ,
কাঙ্ক্ষিত আশাৰ ফল হলাঁ আমাসাৰ।

—শ্ৰীসূৰ্য্যকুমাৰ দাস।

# অসমীয়া ভাষা।

মানুহে পৰস্পৰে পৰস্পৰক মনোগত ভাব বুজাই দিবৰ কাৰণ স্বজ্ঞানৰূপে যি অৰ্থবোধক স্পষ্ট ধ্বনি বা স্বৰ প্ৰয়োগ কৰে, তাকেই, সংক্ষেপে ভাষা বোলা যায়। কিন্তু, পশু-পক্ষীয়েও কেতিয়াবা দুখসূচক কি আনন্দসূচক মনৰ ভাব প্ৰকাশ কৰাৰ কাৰণ কেতবিলাক স্বৰ বা সঙ্কেত ব্যৱহাৰ কৰে; তাক ভাষা বোলা নেযায়। আমি যেতিয়া হাহোঁ বা কান্দো, সেই হাঁহিটো বা কান্দোনটো ভাষা নহয়। কিন্তু, যি উপায়ে সেই হাঁহা বা কন্দাৰ কাৰণ আনক বুজাই দিওঁ, সেয়ে হৈছে ভাষা। এক মনুষ্যৰ বাহিৰে ভাষা সৃষ্টি কৰা আন জীৱ-জন্তুৰ কাৰো অধিকাৰ নাই। ভাষা সৃষ্টি কৰাৰ কাৰণ হাত, মুখ, জিভা, আঙুলি আদি

মনুষ্য শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গাদিৰ সহায়ৰ আৱশ্যক; সেই অঙ্গ-প্ৰত্যঙ্গ পৰিচালনাত মানুহে মনোগত ভাব স্পষ্টৰূপে আনক বুজাই দিব পাৰে। পশু-পক্ষীবো যদি অলপ লৰচৰ ভাবে সেইবিলাক অঙ্গ-প্ৰত্যঙ্গ আছে, তথাপি পশু-পক্ষীবিলাক জ্ঞানশূন্য জীৱ, আৰু সেইবাবেই সিহঁতৰ ভাষা সৃষ্টি কৰাৰ অধিকাৰ নাই। মানুহে যেনেকৈ পৰস্পৰে পৰস্পৰৰ ভাগ-গতি বা স্বৰ অনুকৰণ কৰে, ইতৰ পশু-পক্ষীবিলাকেও সেইদৰে পৰস্পৰে পৰস্পৰৰ ভাব-গতি অনুকৰণ কৰে হয়, কিন্তু সি হৈছে স্বাভাৱিক সঙ্কেতসূচক, তাত কোনো ইচ্ছাৰ সংস্ৰৱ নাই। অৰ্থাৎ, কোনো কাৰ্য্য কৰাৰ পূৰ্ব্বে পশু-পক্ষীবিলাকে ভাবি-চিন্তি ইচ্ছাৰ বশবৰ্ত্তী হৈ কাম কৰিব পৰা শক্তি সিহঁতৰ নাই। এতেকে, মনোগত ভাব বুজাই দিবৰ কাৰণ মানুহৰ মনত যি ইচ্ছা আছে সেয়ে হৈছে ভাষা সৃষ্টিৰ মূল।

ভাষাৰ প্ৰয়োজন কি?— মানৱ জাতি হিতাহিত বিবেচনা শক্তিবিশিষ্ট জীৱ; এই সংসাৰত অৱস্থিতি কৰাৰ কাৰণ কি কি বিলাক ব্যৱস্থাৰ প্ৰয়োজন তাক মনুষ্য জাতিয়ে অলপ পৰিমাণেই হওক বা বেচি পৰিমাণেই হওক বুজিব পাৰে; আৰু অলপ উন্নত ভাবেই হওক বা বেচি উন্নত ভাবেই হওক সেই ব্যৱস্থা বিলাকৰ সংস্থাপন কৰে। ভোক-পিয়াহ পৰিতৃপ্তিৰ কাৰণ যেনেকৈ কৃষি-বাণিজ্য আদিৰ ব্যৱস্থা কৰে, জ্ঞানোপাৰ্জ্জন কি ধৰ্ম্মোপাৰ্জ্জনৰ কাৰণ যেনেকৈ বিদ্যালয়, ধৰ্ম্মমন্দিৰ আদিৰ ব্যৱস্থা কৰে, সেইদৰে পৰস্পৰে পৰস্পৰৰ লগত সঙ্গ কৰি সহানুভূতি দেখাবলৈ মানুহৰ মনত যি ইচ্ছা আছে সেই ইচ্ছা পৰিতৃপ্ত কৰাৰ কাৰণ সমাজ বন্ধন কৰে; আৰু সেই সমাজ বন্ধন কৰাৰ কাৰণ ভাষাৰ প্ৰয়োজন। সমাজ বন্ধনৰ স্বাভাৱিক ভাব যদি মনত উদয় নহয়, তেন্তে ভাষা সম্পৰ্কে কোনো চিন্তাই কৰিব নোৱাৰি। সভ্য জাতিৰ যদি কোনো এটা লৰা-ছোৱালীক অতি শিশু কালতে অৰণ্যত পশু-পক্ষীৰ লগত এৰি থোৱাগে হয়, তেন্তে তাৰ কেনে অৱস্থা হয় বুলি আমি অনুভৱ কৰিব পাৰোঁ? আমি ইয়াকে অনুভৱ কৰিব পাৰোঁ যে, ইতৰ পশু-পক্ষীবিলাকে যেনেকৈ ভোক লাগিলে পোক-পৰুৱা লতা-মূল আদি খাই স্বাভাৱিক ক্ষুধা নিবাৰণ কৰে, কিম্বা কোনো দুখ-সুখৰ ভাব মনত উদয় হলে যেনেকৈ স্বাভাৱিক সঙ্কেতৰ দ্বাৰাই সেই ভাব প্ৰকাশ কৰে, সেই সভ্যজাতিৰ লৰা-ছোৱালীয়ে তাকেই কৰিব পাৰিব, তাৰ বাহিৰে তাৰ মনত আন কোনো উন্নত ভাবৰ উদয় হব নোৱাৰিব। কাৰণ, মানুহৰ মনক যিবিলাক উন্নত ভাব উদয় হব পৰা শক্তি আছে সেই শক্তি কেৱল শিক্ষাৰ দ্বাৰাই হে সম্পূৰ্ণৰূপে কাৰ্য্য কাৰক হৈ বিকাশ পায়, আৰু সেই শিক্ষা পাব পৰা যায় কেৱল সমাজৰ সহায়ত হে। এতেকে, সমাজ-বন্ধনৰ ইচ্ছাই হৈছে ভাষা সৃষ্টিৰ মূল, আৰু সমাজৰ উন্নতিয়েই হৈছে ভাষা উন্নতিৰ কাৰণ। সেই ভাষা এক কি দুই স্বতন্ত্ৰ ব্যক্তিৰ সম্পত্তি হব নোৱাৰে; এক আচাৰ-ব্যৱহাৰ ৰীতি-নীতিক বহুত মানুহে যি এক উপায়েৰে তেওঁলোকৰ মনোগত ভাব প্ৰকাশ কৰে, সেয়েই হে ভাষা। এতেকে, ভাষা হৈছে সমাজৰ কিম্বা জাতিৰ সম্পত্তি। বৰ্ত্তমান সভ্য জাতিৰ সাহিত্য বিজ্ঞানত যিবিলাক উন্নত ভাবৰ বিকাশ হৈছে সেইবিলাক কেৱল ভাষাৰ সহায়ত হে হৈছে। কিন্তু, যদি সমাজ হলেই ভাষাৰ সৃষ্টি আৰু উন্নতি হয়, তেন্তে সকলো সমাজৰ কি জাতিৰ ভাষা সমভাৱে উন্নত নহয় কিয়? তাৰ সংক্ষেপ উত্তৰ হৈছে এই জগতৰ সকলো জাতি একে সময়তে একে অৱস্থাতে প্ৰায় হব নোৱাৰে, কিম্বা সকলো সময়তে একে অৱস্থাত থাকিব নোৱাৰে। যি এক জাতি এসময়ত উঠিছে সেই জাতি আন সময়ত পতন হৈছে, কিম্বা আন জাতিৰ লগত লয়প্ৰাপ্ত হৈ নিজৰ অস্তিত্ব হেৰুৱাইছে। আদিৰেপৰা আজিলৈকে সমাজৰ এনে অৱস্থাকেই দেখা গৈছে।

ভাষাৰ আদিম অৱস্থা।— আদিম অৱস্থাত মনুষ্য জাতিয়ে মনোগত ভাব প্ৰকাশ কৰাৰ কাৰণ কিছুমান শুনি পোৱা আৰু কিছুমান দেখা পোৱা স্বৰ আৰু অঙ্গ-ভঙ্গীৰ ব্যৱহাৰ কৰা বুলি আমাৰ অনুমান হয়। মনুষ্য জাতিৰ শাৰীৰিক আৰু মানসিক উন্নতি আৰু অঙ্গগঠন আৰু পৰিবৰ্ত্তনৰ লগে লগে আদিম সাঙ্কেতিক স্বৰ আৰু অঙ্গ-ভঙ্গীৰপৰা যে বৰ্ত্তমান ভাষা গঠিত হৈছে তাৰ কোনো সন্দেহ নাই। এই যে অঙ্গ ভঙ্গী অৰ্থাৎ মনুষ্য শৰীৰৰ লৰচৰ কৰিব পৰা হাত-মূৰ-আঙুলি আদি অঙ্গ প্ৰত্যঙ্গবিলাকৰ স্থান পৰিবৰ্ত্তন আৰু কিছুমানৰ স্বৰ আজিকালিও কলা, বোবা মানুহবিলাকৰ ভিতৰত কথা-বতৰা হোৱাত ব্যৱহাৰ হোৱা দেখিবলৈ পোৱা যায়। বৰ্ত্তমান উন্নত ভাষাৰ শব্দমূল বা ধাতু ঠিক সিয়েই কিম্বা তাৰ অলপ আমাৰ পৰিবৰ্ত্তনেই হৈছে আদিম অৱস্থাৰ সঙ্কেতসূচক চিন। এই অঙ্গ-ভঙ্গী আৰু সাঙ্কেতিক স্বৰ ব্যৱহাৰ হয় নিজৰ পৰিয়ালৰ আৰু চুবুৰীয়াৰ ভিতৰত নিজ নিজ মনোগত ভাব পৰস্পৰে পৰস্পৰক বুজাই দিবৰ কাৰণে। মানুহে যে ওচৰ-চুবুৰীয়াৰে সৈতে সঙ্গ কৰি সন্তুষ্ট থাকে এনে নহয়, জ্ঞানবৃদ্ধিৰ লগে লগে সমাজ বন্ধনৰ

ভাব যিমানেই ওখ হয় তিমানেই মানুহে দূৰৈত থকা মানুহৰে সৈতে মনোগত ভাব পৰিবৰ্ত্তন কৰিবলৈ ইচ্ছুক হয় আৰু সেই ইচ্ছাই হৈছে লিখা ভাষাৰ সৃষ্টিৰ মূল। আদিম অৱস্থাত মানুহে দেখা পোৱা আৰু অনুভব কৰিব পৰা বস্তুবিলাকৰ চিত্ৰ আঁকি সেই চিত্ৰৰ দ্বাৰাই দূৰৈৰ মানুহে মনোগত ভাব পৰস্পৰে পৰস্পৰক বুজাইছিল। ক্ৰমান্নয়ে স্থানভেদে কালভেদ আৰু জাতিভেদে ইন্দ্ৰিয়গ্ৰাহ্য বাহ্যিক দ্ৰব্যবিলাকৰ চিত্ৰ পৰিবৰ্ত্তনৰ দ্বাৰাই নানা জাতিয়ে নানা প্ৰকাৰ আখৰ উৎপন্ন কৰি তাৰ সহায়েৰে লিখা ভাষাৰ উন্নতি সাধন কৰিছে। সমাজ উন্নতিৰ লগে লগেই ভাষাৰ উন্নতি হব লাগিছে। বৰ্ত্তমান উন্নত জাতিৰ ৫।৬ পুৰুষৰ পূৰ্ব্বে ভাষাৰ যি প্ৰকাৰ অৱস্থা আছিল, আজি সেই জাতিৰ ভাষাৰ অৱস্থা অনেক গুণে উন্নত। কিন্তু, ভাষা যদিও স্ৰোতৱতী নদীৰ দৰে সদায় বিস্তৃত হৈয়েই গৈ আছে, তথাপি আদিম অৱস্থাত মনুষ্য জাতিয়ে ওচৰৰ আৰু দূৰৈৰ মানুহৰ আগত মনোগত ভাব প্ৰকাশ কৰিবলৈ যি সাঙ্কেচিক চিন ব্যৱহাৰ কৰিছিল সেই চিন আজিকালিয়ো উন্নত জাতিৰ ভাষাৰ মূলত পোৱা যায়। প্ৰথম অৱস্থাতে মনুষ্য জাতিয়ে অলপ পৰিমাণেই হওক কি, বেচি পৰিমাণেই হওক একে প্ৰকাশ সাঙ্কেচিক চিনকে যে ব্যৱহাৰ কৰিছিল তাৰ কোনো সন্দেহ নাই। বৰ্ত্তমানে আমি যাক আন জাতি বোলোঁ, সেই জাতিৰ ভিতৰত স্থানভেদে নানা প্ৰকাৰ ভাষাৰ চলতি আছে। সেইবিলাক ভাষাৰ ভিতৰত বহুত সংখ্যা শব্দৰ মূল প্ৰায় একে প্ৰকাৰ;— সংস্কৃত "স্থা" আৰু লেটিন ভাষাৰ "স্ত" প্ৰায় একে প্ৰকাৰ; সংস্কৃতৰ "তৃ" আৰু লেটীন গ্ৰীক ভাষাৰ "তৃ" একে বাৰেই একে; সংস্কৃতৰ "জন" ধাতু আৰু লেটীন গ্ৰীকৰ "জেন" ধাতু প্ৰায়েই একে। আৰু, সেই ধাতুবিলাকৰপৰা সকলো ভাষাতে যিবিলাক শব্দ গঠিত হৈছে, সেই শব্দবিলাকৰ অন্তৰ্গত ভাব একে।

ভাষাৰ গঠনৰ উপায় কি?— ভাষা গঠনৰ উপায় আমি ইতিপূৰ্ব্বে কোৱাৰ দৰে হৈছে ঃ— (১) সমাজ বন্ধনৰ ইচ্ছা।— মানুহে যিমানদূৰ আনৰে সৈতে সহানুভূতি দেখাবলৈ ইচ্ছা কৰে তিমানেই সমাজ বন্ধনৰ ভাব উন্নত আৰু বিস্তৃত হয়, আৰু সেইবিলাক উন্নত ভাব প্ৰকাশ কৰিবৰ কাৰণ ভাষা সৃষ্টিৰ প্ৰয়োজন। সুতৰাং সমাজ যিমানেই উন্নত হয় ভাষাও তিমান উন্নত হয়। অসভ্য জাতিৰ সমাজ সংকীৰ্ণতাৰ বাবে সভ্যজাতিৰ সাহিত্য, বিজ্ঞান আদি শাস্ত্ৰত যিবিলাক ওখ আৰু জটিল ভাবৰ বিকাশ পাইছে, অসভ্য জাতিৰ ভিতৰত সেইবিলাক ভাবৰ চৰ্চ্চা পোৱা নেযায়। সেই সৌৰজগতৰ চন্দ্ৰ-সূৰ্য্য আদি চিত্ৰ-বিচিত্ৰ বস্তুবিলাকে সভ্য-অসভ্য জাতিৰ ইন্দ্ৰিয়ত সমভাবেই কাৰ্য্য কৰিব লাগিছে। কিন্তু, এটা জাতিয়ে যে সেই কাৰ্য্যবিলাক সূক্ষ্মৰূপে বৰ্ণনা কৰিব পাৰে আৰু আন এটা জাতিয়ে কৰিব নোৱাৰে, তাৰ কাৰণ হৈছে শেহত কোৱা জাতিৰ সমাজৰ সংকীৰ্ণতা। (২) আন জাতিৰ ভাষা পাঠ কৰা আৰু সেই ভাষাৰপৰা ধাৰ কৰা ঃ— শাস্ত্ৰবিৎ পণ্ডিতবিলাকে ভাষা পৰীক্ষা কৰি এই স্থিৰ কৰিছে যে, জগতত যিমান উন্নত ভাষা আছে সেই ভাষাবিলাকত বিদেশী ভাষাৰ অলপ নহয় অলপ মূল পদাৰ্থৰ মিশ্ৰিত আছেই। যেতিয়া এটা জাতিৰে সৈতে পৰিচিত হয়, তেতিয়া পৰস্পৰে পৰস্পৰৰ ভাব বুজিবৰ কাৰণ পৰস্পৰে ভাষা শিকিব লগীয়া কিবা ভাষাৰ কিছু অংশ ধাৰ কৰিব লগীয়া হয়। সেই প্ৰকাৰেই ভাষাৰ উন্নতি আৰু বিস্তৃতি হয়। বিদেশী ভাষাৰপৰা কি ধাৰ কৰিব লাগে?— আমাৰ ইন্দ্ৰিয়গ্ৰাহ্য বা ইন্দ্ৰিয়ে অনুভব কৰিব পৰা বস্তুবিলাকৰ নাম হে ধাৰ কৰিব লাগে; উপসৰ্গ প্ৰত্যয় আদি পদাৰ্থবোৰ, যাৰ সহায়ত ভাষা গঠিত হয়, তাক ধাৰ কৰিব নেলাগে, সেইবোৰো ধাৰ কৰিলে ভাষাৰ অস্তিত্ব লোপ হয়। ইন্দ্ৰিয়গ্ৰাহ্য পদাৰ্থ বিলাকৰ মূল ধাৰ কৰি তাৰ ৰূপান্তৰ কৰিলেই আন এটা ভাষা যে গঠিত হয় তাৰ কোনো সন্দেহ নাই।

(৩) আদি ভাষা পাঠ কৰা আৰু তাৰ মূলৰপৰা শব্দ গঠিত কৰা ঃ— মই পূৰ্ব্বে কৈ আহিছোঁ যে, অতি আদিম অৱস্থাতে মানৱ জাতিয়ে মনৰ ভাব প্ৰকাশ কৰাৰ কাৰণ প্ৰায় একে প্ৰকাৰ উপায় ব্যৱহাৰ কৰিছিল। বৰ্ত্তমান সভ্য জাতিৰ ভাষাবিলাক যে একে মূলৰপৰা উৎপন্ন হৈছে তাৰ কোনো সন্দেহ নাই। অতি পূৰ্ব্ব কালৰ প্ৰচলিত সংস্কৃত, লেটীন, গ্ৰীক আদি ভাষাবিলাক যে একে মূলৰপৰা উৎপন্ন আৰু বৰ্ত্তমান চলতি ভাষাবোৰ যে লেটীন, গ্ৰীক আদি ভাষাৰপৰা উৎপন্ন তাৰ সন্দেহ নাই। এতেকে, ভাষা চহকী কৰিবৰ হলে আদি ভাষা পাঠ কৰা আৰু তাৰ মূলৰ পৰা শব্দ গঠিত কৰা নিতান্ত বাঞ্ছনীয়।

ভাষাৰ পাৰ্থক্য।— মানৱ জাতিয়ে যদি মনৰ ভাব প্ৰকাশ কৰাৰ কাৰণ আদিম অৱস্থাতে একে প্ৰকাৰ উপায় অৱলম্বন কৰিছিল, তেন্তে বৰ্ত্তমানে পৃথক পৃথক জাতিৰ ভাষা আমাৰ মনত কিয় পৃথক বুলি অনুভৱ হয়। তাৰ কাৰণ হৈছে, মানৱজাতিয়ে যুদ্ধ-বিগ্ৰহৰ নিমিত্তেই হওক বা শাৰীৰিক বা

মানসিক অভাব পৰিতৃপ্তিৰ কাৰণেই হওক, একে ঠাইতে আবদ্ধ হৈ নেথাকি, জীৱন যাত্ৰাৰ কাৰণ কোনো এটা নিৰ্দ্দিষ্ট উপায় অবলম্বন নকৰামানেলৈকে বা কোনো এঠাইত সুচল উপনিবেশ সংস্থাপন নকৰামানলৈকে চাৰিওফালৰপৰা চলাচল কৰি ফুৰিছিল। সেই বাবেই একে সমাজৰ মানুহেই পৃথক পৃথক হৈ যোৱাত স্থানভেদে আৰু কালভেদে আচাৰ-ব্যৱহাৰ ৰীতি-নীতি ভেদ হৈ পৃথক পৃথক জাতিৰ মানুহ বুলি অনুভৱ হয় আৰু সেই কাৰণেই তেওঁলোকৰ ভাষাত প্ৰত্যেকটো প্ৰত্যেকটোৰপৰা পৃথক বুলি মানুহে অনুমান কৰে।

ভাষাৰ সাদৃশ্য।— অতি পূৰ্ব্ব কালতে মানবজাতিৰ মনোগত ভাব প্ৰকাশ কৰা যে একে উপায় আছিল, তাত অনুমাত্ৰও সন্দেহ নাই। মানব জাতিৰ আদিম অৱস্থালৈ যাবই নেলাগে, তাৰ অনেক দিনৰ পিচতো আজিকালি সভ্যজাতিবিলাক যি আদিম জাতিৰপৰা উৎপন্ন হৈছে বুলি স্থিৰ কৰিছে আৰু যি আদি জাতিক বৰ্ত্তমানে আমাৰ দেশত আৰ্য্যজাতি, ইংলণ্ডত এৰিয়ান জাতি, আমেৰিকা আৰু ফ্ৰান্স আদি ঠাইত ইউৰোপীয়ান আৰু জাৰ্ম্মান দেশত ইণ্ডজাৰ্ম্মান জাতি বোলে সেই আদিম জাতি প্ৰথম আবিৰ্ভাবৰ দিনলৈকে প্ৰায় মানব জাতিৰ মনোগত ভাব প্ৰকাশ কৰাৰ একে উপায়েই প্ৰচলিত আছিল। এই আৰ্য্যজাতিৰ ঠাল-ঠেঙ্গুলি সংক্ষেপে ইয়াত দিয়া গ'ল।




এই আৰ্য্যজাতি প্ৰথমে এক মধ্যস্থানত অবস্থিতি কৰি জীৱন যাপনৰ নিমিত্তে পৃথিৱীৰ চাৰিওফালে বিস্তৃত হয়। তেওঁলোকৰ ভিতৰত কিছুমান আচীয়াৰ ফাললৈ আহে আৰু কিছুমান ইউৰোপৰ ফাললৈ যায়। আচীয়াৰ ফাললৈ যিবিলাক আহিছিল তেওঁলোকৰ ভিতৰত প্ৰথম হৈছে ভাৰতীয় জাতি। এই জাতিৰ ভিতৰত অতি পূৰ্ব্বকালে যি ভাষা প্ৰচলিত আছিল তাৰ নাম প্ৰাকৃত আৰু পালি। সেই ভাষাৰপৰা আজিকালি বঙ্গত ভাষা গঠিত হৈছে; আৰু দক্ষিণ বৌদ্ধ ধৰ্ম্মীয়বিলাকৰ ধৰ্ম্ম পুথি এই পালি ভাষাৰে লিখা হয়; আৰু এই পালি-প্ৰাকৃত ভাষাৰ পিচতে যি ভাষা প্ৰচলিত আছিল আৰু যি ভাষাৰে হিন্দু ধৰ্ম্মৰ আদি পুথি বেদ লিখা হয় তাৰ নাম সংস্কৃত। (২) আইৰেণীয়া জাতি; এই জাতিৰ ভিতৰত বৰ্ত্তমান চলিত ভাষা হৈছে পাৰস্য, আফগান, কুৰ্দ্দিশ আৰু ওচেটীক। (৩) আৰমেনীয়া জাতি;— এই জাতিৰ ভিতৰতো বঙ্গত ভাষা চলতি আছে, যি একে মূলৰপৰা বাহিৰ হৈছে। ইউৰোপৰ ফাললৈ যোৱা আৰ্য্য জাতিবিলাকৰ ভিতৰত যি প্ৰধান ভাষা চলিত আছিল তাৰ ভিতৰত প্ৰধান হৈছে গ্ৰীক, লেটীন, কেলটীক, চলটীক, জাৰ্ম্মান, স্লভনিক ইত্যাদি। সেই মুল ভাষাৰপৰা উৎপন্ন হোৱা বৰ্ত্তমানে বঙ্গত ভাষা ইউৰোপৰ ভিতৰত প্ৰচলিত হৈ আছে। এই সমস্ত ইউৰোপ আৰু আচীয়াৰ সভ্য জাতিবিলাকৰ আধুনিক আৰু পৌৰাণিক ভাষা তুলনা কৰিলে দেখা যায় যে, সকলো ভাষাৰ মুল পদাৰ্থ প্ৰায় একে। কিন্তু, ওপৰত কোৱা ভাষাবিলাক কোনটো আগেয়ে বা কোনটো পিচে গঠিত হৈছে, তাক সঠিককৈ কব নোৱাৰিলেও প্ৰায়বিলাক ভাষা যে একে সময়তে গঠিত হৈছিল তাৰ কোনো সন্দেহ নাই। কাৰণ, সংস্কৃত লেটীন গ্ৰীক আদি ভাষাত এনে কিছুমান সাহিত্য, বিজ্ঞান, ঐতিহাসিক পুথি লিখা আছে যত বিকাশ হোৱা ভাববিলাক প্ৰায় একে সময়তে উৎপন্ন হোৱা বুলি অনুমান হয়। কিন্তু এই আটাইবিলাক ভাষাৰ ভিতৰত সংস্কৃত ভাষাৰ গঠন যে অতি পৰিষ্কাৰ আৰু তাৰ অঙ্গ লেটীন গ্ৰীক ভাষাতকৈ যে বেচি সম্পূৰ্ণ তাক ইউৰোপৰ বৰ্ত্তমান পণ্ডিতবিলাকে স্বীকাৰ কৰিব লগীয়া হৈছে। আমাৰ দেশত প্ৰচলিত ভাষা যে সেই চমৎকাৰ আৰু সম্পূৰ্ণ অঙ্গবিশিষ্ট আদিম ভাৰতীয় ভাষা-সংস্কৃতৰপৰা উৎপন্ন হৈছে আৰু এই অসমীয়া ভাষা যে এটা স্বতন্ত্ৰ ভাষা, তাক সকলো নিস্বাৰ্থ ভাবৰ লোকেই স্বীকাৰ কৰিব লাগিব।

ক্ৰমশঃ—

—শ্ৰীদালিমচন্দ্ৰ বৰা।

## সৰস্বতী।

যি দেবীৰ    করুণাত
পুণ্য ভাৰতত,
উঠিছিল কালিদাস
কাব্য-সাগৰত;
ভবভূতি, মাঘ আৰু
বৰাহমিহিৰ,
সকলোটি মৰমৰ
পুত্র যি দেবীৰ;
দিব্যজ্ঞান পাব পাৰি,
যাৰ ওচৰত;
আহাঁ দিওঁ পাদ্য-অৰ্ঘ্য
সেই চৰণত।
যদিও নুশুনি আৰু
বেদৰ মোহনী গান,
কবিৰ কবিতা শুনি
নুজুৰায় মন-প্ৰাণ ;
তথাপিতো বাজিছিল
যি কণ্ঠেক বাণী-বীণ,
ধ্বনি তাৰে যোৱা নাই,
থাকিব অনন্ত দিন।

—শ্ৰীদুৰ্গেশ্বৰ শৰ্মা।

# অসমৰ পুৰণি বুৰঞ্জী।

## খুনলুং আৰু খুনলায়ৰ আগমন

লাক্লি তাওচিঙ্গা (৬০) শঁকত ব্ৰহ্মাৰ দৈনিন্দিন প্ৰলয় হল। লাক্লি কামুতে (১) পৃথিবী পুৰি টান কৰিলে। লাকলি কাপ্চনত (২) লাও ৰুলে; সেই বছৰতে লাও ফুটি মনুষ্যসকল জন্মিলে। লাক্লি ডাপৰাওত (৩) মনুষ্য স্ৰজিলে। পিচে সেই বছৰত ইন্দ্ৰ দেৱতাৰ বৰপুত্ৰ আইফালনে আহি বিস্তৰ মনুষ্য স্ৰজিলে। লাকলি ৰাইমিত (৪) শকত সৃষ্টি কৰি স্বৰ্গলৈ গল। পিচে সেই বছৰতে দেৱৰাজে থাওলিপলিঙ্গ, থাওবাকচেং এই দুই পণ্ডিতক পঠাই, পৃথিবীত মনুষ্যক শিকাই বুজাই যাব দিলে। লাকলি ৰাইমিত (৪) মুংকেও (৫) প্লেকতেও (৬) এই তিনি বছৰত পৃথিবীৰ ৰজা নাছিল। পিচে খেন্থাম, লেংডন, থেন বকফা এই তিনি জনাই আলচ কৰি বুলিলে,— "আমাৰ ৰাজ্যত বিস্তৰ নাতি-পুতি হল, কিন্তু পৃথিবীত ৰাজ্যৰ অধিকাৰী নহল। পিচে এই কথাতে নিশ্চয় কৰি ইন্দ্ৰদেৱতাৰ নাতিয়েক খুনলুং আৰু খুনলায়ক লাক্লি কাচেও (১১) শকত ত্যাকউলি ত্যাখাং কৰি দুইকো ৰজা পাতি মুংৰিমংৰাম পৰ্ব্বতলৈ নমালে; আঠ কুৰি লাখ ৰজাৰ অধিকাৰ কৰি দিলে। আৰু পাশুপত্ৰ১, চোমদেও১, চেংদেও১, এইকেইটি বস্তু দি শিকালে বোলে, "জোৱাঁই হলে, যেনেকৈ শহুৰ, জেঠেৰি, বৈনাই এইসকলৰে সৈতে দন্দ-কন্দল কৰিলে আপোনাৰ ভাৰ্য্যাও হেৰোয়; আৰু পক্ষীয়ে যেনেৰূপে আপোনাৰ পোৱালি পাখিৰে ঢাকি বতাহ-বৰষুণৰপৰা ৰক্ষা কৰে, আহাৰ খুৱাই ডাঙ্গৰ-দীঘল কৰে সেই মতে দুয়ো ভায়েৰে প্ৰজাক ৰক্ষা কৰিবি"। এইমতে শিকাই বহুত বৃত্তিয়াল লগত দি পঠালে। পিচে দুই ভায়েকে সোণৰ জখলাৰে নামি আহি পৃথিবীৰ ওপৰত অৰণ্যত ৰলহি। পিচে সকলো লোকে ঢৰাৰ ওপৰে পাটী; তাৰ ওপৰে কাপোৰ, তাৰ ওপৰত টঙ্গি পীৰা, তাৰ ওপৰত সোণোৱালী কাপোৰ পাৰি, সাদৰ কৰি ৰজাক বহুৱালে; ৰজাৰ ওপৰত সোণোৱালী দণ্ড ছত্ৰ তুলি ধৰিলে; তাৰ পিচে ৰজাসকলে পালি লৈ আবৃত কৰি বহিলে আৰু লগত অহা আহোমান [৯] লাখো বহিলে। পিচে সমস্ত ৰজাই এঠাই হৈ ৰাজ্যৰ মধ্যত মহাৰজাৰ থকা হোলোংঘৰ সাজি নগৰ কৰিলে।

পিচে স্বৰগৰপৰা দেৱৰজাৰ দুই নাতিয়েকে পৃথিবীলৈ আহিল; মুংৰি-মুংৰামত নগৰ কৰি ৰজা হৈ আছে, এই যশস্যাকে

সাগৰ পৰ্য্যন্ত সমস্ত লোকে শুনিলে; দুই ভায়েকে হাতীত উঠি সকলো ৰাজ্যক চাই ঘূৰি উলটি আহি মুংৰিমুংৰামৰ নগৰত ৰলহি। এদিনা দুই ভায়েকে আলচ কৰি বুলিলে বোলে "পাশুপত্ৰ খৰ্গ বৰ ঢাক এই দুই আহিছে, ইয়াৰ পূজা সেৱা মন্ত্ৰ-শিকাই পঠোৱাত পাহৰিলোঁ; এই কথা নহলে অনেক ৰজাসকল কি ৰূপে বশবৰ্ত্তী কৰিম?" এই কথা দুই ভায়েকে আলচি মন্ত্ৰ, সেৱা, পূজা শিকি আনিবৰ নিমিত্তে খুনলায়ক স্বৰ্গলৈ পঠাই দিলে। (১) পিচে স্বৰ্গদেৱ ইন্দ্ৰই খৰ্গ আৰু ঢাকৰো ধাৰণ পূৰ্ব্বকে সেৱা, পূজা, মন্ত্ৰ, খুনলায়ৰ আগত কৈ পঠালে। আৰু চেং কুকুৰা এজুৰি দিয়াত আহিল; পাচে ধাৰণ পূৰ্ব্বকে খুনলাঙ্গে কলেহি। পাচে দেশ দেশান্তৰৰ ৰজা সকলো আহি বৰিলহি। লগত অহা আঠ কুৰি লাখ ৰজাকো অধীন কৰি খুনলুং খুনলায়ে ৰাজ্য ভোগ কৰিলে। খাটনিয়াৰ ৰজা সকলৰ লেখা- খুংতাই, খুনলাইতিং, পৰাত, খুনলাত্যাও, মৰাণ, খুনচুং, খুনত্যিতিং, ৰাংমুং, খুনফা, আওলংতিন, বুঢ়াগো, খুনকেতৰং, চিৰিং, খুনফ্ৰামলাই অহা, খুনখেণ, খনচেং খুনত, বৰতাওফেবান, লানমুং, আৰু বুলীয়া মৰিয়াৰে ৰজা এটিকো পঠালে; এই সকলেও যোগান ধৰিলে। খুনলুং, খুনলায়ক আনো ৰাজযোগ্য অলঙ্কাৰ বস্ত্ৰ অলেখ্য দি পঠালে। আৰু পানী নাগিনী বুলি লাঙ্গি, লেচাম (ভালুক), লেচাই (বাঘ) লাঙ্গু (সাপ), লাচিত, (উদ) লাপেত। (মেকুৰী), লাও (বান্দৰ), ইন্দ্ৰদেৱে এইসকলক খুনলুং, খুন্লায়ৰ লগত পৃথিৱীলৈ পঠালে। আৰু পূৰ্ব্বে স্বৰ্গদেৱ ইন্দ্ৰৰ বৰপুত্ৰ আইফালন এই ঠাইত ৰজা আছিল ; এৱেঁই স্বৰ্গলৈ উঠি গল। ক্ৰমশঃ—

টীকা :— লাক্লি-শক। খেনখাম-স্থলাধিপতি। লেংডন-ইন্দ্ৰ। মুংৰিমুংৰাম-মুং (দেশ) ৰি (এৰি যোৱা) মুং (দেশ) ৰাম (বাস নকৰা বা Deserted) ; অতএব মুংৰিমুংৰাম মানে, এৰি যোৱা আৰু বাস নকৰা দেশ।
পাশুপত্ৰ বা হেংডান; ৰজাই এই খৰ্গ নিজৰ আসনৰ ওচৰত থৈ দিয়ে।
চোমদেও, চেংদেও - খুনলুং আৰু খুনলায়ৰ পূৰ্ব্বপুৰুষ সকলৰ দুটি মূৰ্ত্তি।
(১) এই বিষয়ে অলপ মতভেদ দেখা যায়; চেংকুকুৰাজোৰ আনিবলৈ পাহৰাৰ নিমিত্তে খুনলায়োক পঠাইছিল বুলিও কয়।

# ঊষা

তৃতীয় ভাগ

সপ্তম সংখ্যা

## সম্পাদকৰ শংৰাই।

**অসমীয়া পাঠক শ্ৰেণী।—** উৎপন চাই ভোগ যেনে, ভোগ চায়ো উৎপন তেনে হয়। উৎপন কম হলে যেনেকৈ ভোগ কম হৈ প্ৰাণী ক্ষীণাই আহে, ভোগ কম হলেও সেইদৰে উৎপনৰ পৰিমাণ অনাদৃত হৈ টুটি যায়। আন পাকে চালেও, অভাৱ বা আৱশ্যকেই হে আবিৰ্ভাব বা উৎপনৰ মূল। ভোগৰ অভাৱ আৱশ্যক নহলে বা নেবাঢ়িলে উৎপন হোৱা বা তাৰ পৰিমাণ বঢ়াটো অসম্ভৱ গতিকে যি জাতিৰ, অভাৱ বা আৱশ্যক নুবুজাৰ হেতু, উৎপন বা আৱিষ্কাৰ নাই সেই জাতিয়েই সকলো পিনে ক্ষীণ আৰু ক্ষীণাই শেহত সি অস্তিত্ব হেৰুৱায়গৈ। অসমীয়া জাতিৰো বৰ্ত্তমান সেই দশা। অসমীয়াৰ এনে জাতীয় দোষতে অসমীয়া ভাষাই গা কৰি উঠিব পৰা নাই। অৰ্থাৎ অসমীয়া পাঠক শ্ৰেণীৰ (Assamese Reading Public) অভাৱত অসমীয়া কিতাপ পুথি কাকত-পত্ৰ বহুল ৰূপে প্ৰচাৰিত হব পৰা নাই। অসমীয়া সাহিত্যভঁড়াল চহকী হবলৈ বহুত বাকী। যেতিয়ালৈকে কিতাপ পুথি কাকত-পত্ৰ পঢ়াৰ স্পৃহা অসমীয়া সৰ্ব্বসাধাৰণৰ ভিতৰত বহুল নহব, তেতিয়ালৈকে এই বাকী পূৰ্ণ হোৱাৰো আশা নাই। সেই কাৰণে আমাৰ শিক্ষিত সমাজে জাতীয় উন্নতিৰ সকলো কামতকৈ এইটো হে আগ কৰি হাতত লোৱা উচিত। যি যি উপায়েৰে সৰ্ব্বসাধাৰণৰ মাজত পাঠস্পৃহা জন্মাই তাক বহলাব পাৰি তাৰ নিমিত্তে সকলো শিক্ষিত অসমীয়া কাচি পাৰি লাগি যোৱা উচিত। আৰু, যি যি উপায়ে স্বদেশৰ এই মহোপকাৰী কাৰ্য্য সাধিব পাৰি তাক চিন্তাশীল সকলে ভাবি উলিয়াই ৰাইজৰ আগত দাঙ্গি ধৰা বাঞ্ছনীয়। বৰ সন্তোষৰ কথা, "তেজপুৰ অসমীয়া ভাষা উন্নতি সাধিনী সভা"ত সভাৰ সুযোগ্য সভ্য শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীদেৱে এটি সাৰুৱা প্ৰস্তাৱ তুলিছিল যে, অসমীয়া পাঠৰ শ্ৰেণী বা Assamese Reading Public গঠিত কৰাৰ অৰ্থে, "উষাৰ" ৮ পিঠি জোৰাকৈ লিখা ৰচনাৰ সবাতকৈ উত্তম খনৰ লিখোঁতাক তেওঁ সভাৰ নামে এটি সোণৰ পদক দিয়াব। আশা কৰোঁ, এনে শুভ প্ৰস্তাৱৰ সোনকালে শুভ ফল ধৰিব।

বৰ্ত্তমানে আমাৰ ভিতৰত এটা পাঠক শ্ৰেণী বা Reading Public নাই বুলিলেও সৰহ কোৱা নহয়। কিয়নো, পঢ়াশলীয়া পাঠ্য কিতাপত বাজে আমাৰ মানুহৰ ভিতৰত পাঠস্পৃহা নিবৃত্তিৰ নিমিত্তে বাজে কিতাপ কিনি পঢ়া মানুহ এতিয়াও হোৱা নাই। অশিক্ষিত বা অৰ্দ্ধশিক্ষিতৰ কথাকে নকওঁ, উচ্চ শিক্ষা পোৱা অসমীয়াৰ ভিতৰতো এনে এটা পাঠক শ্ৰেণী আজিও গঠিত হোৱা নাই। অতি টানে কোনো শিক্ষিত অসমীয়াই কোনো বাজে কিতাপ হাতত ল'লেও, সি কিনি লোৱা কিতাপ নহয়, হয়তো সি গ্ৰন্থকাৰে যাচি দিয়া ভেঁটি (Presentation Copy), নাইবা আন কিবা উপায়ে এনেই পোৱা কিতাপ। আৰু, লাখৰ ভিতৰত কেনেবাকৈ এজন কিনি পঢ়া সাধুলোক ওলায় যদি, মগনীয়াৰ শাৰীত বহি, আৰু কুৰি জনে সেই একেখন কিতাপ বা কাকতকে হতাহতি কৰা দেখা যায়; আন কি, পঢ়ি চাই ওলোটাই দিয়াৰ চুক্তিৰে গ্ৰন্থকাৰক কিতাপ খোজা শিক্ষিত লোকও আমাৰ ভিতৰত আছে। আমাৰ শিক্ষিত সমাজৰ গাত আৰু এটি ধুকি নোপোৱা ওখ গুণ আছে যে, সিবিলাকে জানিব লগীয়া বিষয়ৰ অসমীয়া কিতাপ বোলে হবই নোৱাৰে; দুখীয়া অসমীয়া ভাষাৰ কিতাপতকৈ বহু গুণে ওখ কিতাপ সিবিলাকে চহকী ইংৰাজী বা বঙ্গলাত অনেক পঢ়ি থৈছে। এসময়ত "জোনাকী"ৰ গ্ৰাহক বা পাঠক হবলৈ খাটোঁতে এজন অসমীয়া গ্ৰেজুৱেটে বুকু ফিন্দাই খাতাং সমিধান দিছিল যে "জোনাকী"ত নো তেওঁ জানিব লগীয়া বিষয় কি থাকিব পাৰে। কিন্তু, কিতাপ-কাকত মাত্ৰেই কিনি পঢ়া যে জীৱনৰ এটা কৰ্ত্তব্য কাম সেইটো আমাৰ মানুহৰ আজিও ধাৰণা হোৱা নাই; গতিকে ভাল বাজে কিতাপৰ লেখো আমাৰ সাহিত্য ভঁড়ালত বেচি বাঢ়িব পৰা নাই।

# অসমীয়ানীৰ সাজ-পাৰ

আৰ্থিক অৱস্থা বেয়া বাবেই অসমীয়া ভদ্ৰতিৰোতাসকলে মুগাৰ ৰিহা-মেখেলা পিন্ধিব নোৱাৰা হৈছে। মুগাৰ আৰু এৰিৰ লেটা কাটি সূতা তৈয়াৰ কৰিবলৈ এৰাটোৰ পৰাও বেয়া হৈছে। বঙ্গদেশত স্বদেশী আন্দোলন হবৰেপৰা অসমৰ এৰি মুগাৰ কাপোৰ বঙ্গদেশলৈ বৰ বেচিকৈ ৰপ্তানি হৈছে। অৱশ্যে, ইয়াৰপৰা অসমীয়া ৰায়তৰ ভাল হৈছে; কিন্তু অসমীয়া ভদ্ৰলোক সকলৰ পক্ষে এৰি, মুগা পোৱা টান হৈছে; ৰায়তে দুখ-লাখ কৰি এডোখৰ আধাডোখৰ এৰি বা মুগাৰ কাপোৰ তৈয়াৰ কৰিয়েই তাক বিদেশীক বেচি পেলায়, অসমীয়া ভদ্ৰলোকনীসকলে এৰি, মুগা পায় কেনেকৈ? কলত এৰি আৰু মুগাৰ সূতা এতিয়ালৈকে কাটিব পৰা নৌ হয় (কিন্তু ইটালিত হেনো এটা কল ওলাইছে), সেইবাবে হে মুগা আৰু এৰিৰ লেটা দই-চাইটা এটিয়ালৈকো পাবলৈ আছে; কিন্তু অসমৰ বাণিজ্য ব্যৱসায় ৰাহুৰূপী কেঞাৰমহাজনৰ হাতত প্ৰায় একছেতীয়া হোৱাৰ বাবে সেই এৰি আৰু মুগাৰ লেটা অসমীয়া মানুহে বিচাৰিলে কেঞাৰ ঘৰত হে পাব, আন ঠাইত বোধ কৰোঁ নেপাব।

মিষ্টাৰ জি, এন, গুপ্তই লিখা মতে এৰি আৰু মুগাৰ সূতা কটা কটা আৰু কাপোৰ বোৱা কল এটা গুৱাহাটীত বা ঢাকাত বহিলে অসমীয়া ৰায়তনীসকলৰ মুগা আৰু এৰি কটা আৰু কাপোৰ বোৱা দুখফেৰাও গুচিব। বঙ্গালী আৰু আন বিদেশী বিদ্বান ব্যৱসায়ী বুদ্ধিত পকা; সেই কাৰণে সেই কল-কাৰখানা তেওঁবিলাকেই চলাব; তাত অসমীয়াই আৰদলি, বেহেৰা বা নিতান্ত ভাল পক্ষে মুগা আৰু এৰি ৰায়তৰ ঘৰৰপৰা আনি গোটাই দিয়া কামত বাজে আন কামৰ বোধ কৰোঁ উপযুক্ত নহব। তেতিয়া সম্ভৱতঃ এৰি, মুগা সস্তা হলে অসমীয়া ডাঙ্গৰীয়াসকলে কি জানি সৰহকৈ পিন্ধিবলৈ পাব, নতুবা এতিয়া যি ফেৰা পিন্ধিছে সিও গুচিব। মিষ্টাৰ গুপ্ত চাহাবৰ মতে অসমীয়াৰ এৰি মুগাৰ সূত্যৰ কাপোৰ মালদহৰ সমান ভাল নহয়, অথচ দামো সৰহ। গতিকে, অনুপযুক্ত অসমীয়াৰ হাতত কি জানি এই বৃত্তিফেৰাও নৰব। এতেকে, চাকৰি নকৰা বা নোপোৱা অসমীয়া ডেকাসকল এতিয়াৰেপৰা সাজু হোৱা উচিত, অসমীয়া ডেকাসকলে এতিয়া ব্যৱসায়ী বুদ্ধিত সৰহকৈ ধৰা উচিত; তেনেহলে হে কি জানি অসমীয়া জাতি জীয়াই ৰবগৈ, নহলে অসমীয়া জাতিৰ নামেই নুমাব। ইংলণ্ড আৰু স্কটলণ্ড দুখন দেশ। ইংলণ্ডৰ ডাঙ্গৰ মানুহবিলাকৰ জমিদাৰী আছিল, স্কটচ্‌সকলৰ নাছিল। স্কটচ্‌সকলে ব্যৱসায়ত খামোচ মাৰি ধৰিলে, দেশ-দেশান্তৰলৈ গল, আৰু এই ব্যৱসায় বাণিজ্যৰ বলতে তেওঁবিলাকে গণ্য-মান্য হৈ আছে। অসমীয়াৰ জমিদাৰীও নাই, ব্যৱসায়ও কেঞা-মহাজনৰ হাতত। অসমীয়া জীয়ে কেনেকৈ? শ্ৰীযুত ভোলানাথ বৰুৱা আৰু শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাৰ আৰ্হি প্ৰত্যেক চাকৰি নকৰা অসমীয়ায়ে লোৱা উচিত।

অসমীয়ানীৰ অলঙ্কাৰৰ বিষয়ে দু-আষাৰ কথা কৈ এই বিষয়ৰ সমাৰণি মাৰিব খোজোঁ। বৰ্ত্তমানে ডাঙ্গৰীয়ানীসকলৰ কেৰু পিন্ধিবলৈ কাণত যি "হোলোঙ্গাৰ" বিন্ধা আছে সেয়ে যথেষ্ট, তাৰ উপৰি নাকটো বিন্ধাই আৰু এটা অঙ্গক্ষত কৰা আমি ভাল নেদেখোঁ। পাৰিলে ধোল যেন ডাঙ্গৰ হেৰুবিলাক গুচাই সৰু সৰু কেৰু পিন্ধা হে উচিত। ডিঙ্গিৰ ধোল যেন বিৰি-মাদলি, জোনবিৰি ইত্যাদি গুচাই সামান্য একোটি সৰু সৰু ডোগডুগীয়ে সৈতে মালামণি এশেৰি, দুশেৰি, তিনিশেৰি থাকিলেই যথেষ্ট। পাৰিলে চিটিপাতি আৰু গলপতা, সৰু সোণৰ বা মুকুতাৰ কোট মণি ৰাখিব পাৰি। হাততো সেইদৰে দুদালি সৰু গোটা খাৰু হলেই হয়। সোণৰ গৰলীয়া খাৰুৰ আৱশ্যক নকৰে। আঙ্গুঠি ২টা বা অতি বেটিকৈ তিনিটা হলেই ভাল। দহো আঙ্গুলিত দহোটা পিন্ধি হাতখন আপচু কৰাৰ কোনো সকাম নাই। ইত্যাদি অসমীয়াৰ যি কেইবিধ গুৰলা মিহি ৰকমৰ অলঙ্কাৰ আছে তাকে ৰাখি বাদবাকী এই টানৰ দিনত গুচাই পেলোৱা ভাল। অলঙ্কাৰৰ টকা মাটিত পুতি ৰখা টকাৰ সদৃস তাৰপৰা লাভ একো নাই; দুখৰ কালত বেছিবলৈ ওলালে সোণৰ দাম ফেৰাত বাজে গঢ়ণী বেচ হেৰায়। মতা মানুহৰ সাজ-পাৰৰ বিষয়ে যি চলিছে সেয়ে ভাল। নতুনকৈ নতুন বিধৰ সাজ এটা উলিয়াবৰ সকাম নাই; নতুবা আকৌ সেই পুৰণি এঙ্গা চোলা পাগুৰি ইত্যাদি ধৰিবলৈ গলে আমাৰ বিবেচনাৰে জখলাৰ ওপৰৰপৰা তললৈ হে নামি যোৱা হব। কিন্তু, আমাৰ আগৰ দিনৰ মূৰৰ সাজ পাগুৰি হলে নিশ্চয় ধৰিব লাগে।

—শ্ৰীৰজনীকান্ত বৰদলৈ।

# অসমীয়া ভাষা।

(৬ষ্ঠ সংখ্যাৰ ১৭০ পিঠিৰ পিচৰপৰা)

অসমীয়া ভাষাৰ বিস্তৃতি।— কোনো এক দেশৰ বা এচুকৰ মানুহৰ ভিতৰত পৰস্পৰে পৰস্পৰৰ মনোগত ভাব প্ৰকাশ কৰাৰ কাৰণ যি শব্দ বা বাক্য ব্যৱহাৰ কৰে তাক প্ৰকৃত ভাষা বুলিব নোৱাৰি, তাক সেই জাতিৰ কিম্বা সমাজৰ কিম্বা সেই ঠাইৰ মাত বোলে। আমাৰ আসাম দেশৰ চাৰি-ফালে দাঁতি-কাষৰত এতিয়াও কেতবিলাক অসভ্য পাহাৰীয়া জাতি কিম্বা সমাজ আছে, যেনে অঁকা, ডফলা, মিৰি, মিকিৰ ইত্যাদি যাৰ প্ৰত্যেকৰ মাত পৃথক পৃথক, এক জাতিয়ে আন জাতিৰ মাত বুজি নেপায়। সিহঁতৰ সেই মাতক ভাষা বোলা নেযায়। যেতিয়ালৈকে মানুহৰ মাতক যি পোনেই ভাজ লগাব খোজে সেই পোনেই ভাঁজ খুৱাব নোৱাৰে, আৰু যেতিয়ালৈকে মানুহৰ মনত নিগূঢ় ভাবে থকা ভাববিলাক জিলিকাই দিব নোৱাৰে তেতিয়ালৈকে কোনো এক জাতিৰ মাত ভাষাত পৰিণত হব নোৱাৰে। আৰু, যেতিয়ালৈকে কোনো এক জাতিৰ মাত ভাষাত পৰিণত নহয়গৈ তেতিয়ালৈকে সেই মাত আন বিদেশী ভাষাৰ সোঁতত অস্তিত্ব হেৰুৱাবৰ সম্ভব। কিন্তু, যাক প্ৰকৃত ভাষা বোলা যায় সি আদিম মূল অৱস্থাৰপৰা বাহিৰ হৈ নৈৰ দৰে নানা শাখা প্ৰশাখা বাঢ়ি যেনেতেনে বস্তুকে সামৰিব পৰা শক্তি হয়; অৰ্থাৎ যেনে তেনে ভাবকে বিকাশ কৰাৰ সমৰ্থবান হয়। আৰু যি ঠাইত সেই ভাষা প্ৰচলিত থাকে সেই ঠাইলৈ যেনে প্ৰবল জাতিয়েই আহোক তথাপি সেই ভাষাৰ অস্তিত্ব লোপ কৰিব নোৱাৰে, বৰং সেই জাতিয়েই হে সেই ভাষা অনুকৰণ কৰাৰ ভাব দেখা যায়। আমাৰ দেশত বৰ্ত্তমানে প্ৰচলিত ভাষাটো—যি ব্ৰহ্মপুত্ৰ ভৈয়ামৰ গোৱালপাৰা জিলাৰপৰা ডিব্ৰুগড় জিলালৈকে চলাচল হৈ আছে—সেই ভাষাত শেষত কোৱা বিধৰ পোনে-পোনেই মূলৰপৰা বাহিৰ হোৱা এটা স্বতন্ত্ৰ ভাষা। এই আসাম প্ৰদেশত, বিশেষ ব্ৰহ্মপুত্ৰ ভৈয়ামত নানা ঠাইৰপৰা নানা জাতিৰ পৰাক্ৰমী লোক আহি যদিও মাজে মাজে কিছুকালৰ নিমিত্তে তেওঁলোকৰ প্ৰভুত্ব সংস্থাপন কৰিছিলহি, তথাপি এই ভৈয়ামৰ নিবাসীবিলাকে তেওঁলোকৰ ৰাজ শাসনৰ নিয়মৰ হে বশবৰ্ত্তী হৈছিল, কিন্তু, ভাষা বিষয়ত তেওঁলোকে আমাৰ পূৰ্ব্বপুৰুষবিলাকক বিশেষ ক্ষতিগ্ৰস্ত কৰিব নোৱাৰিছিল। সেই বিদেশী আক্ৰমণকাৰী বিলাকৰ ভাষাৰ চলতি দুই-এটা শব্দ হে এই ভৈয়ামৰ নিবাসীবিলাকে নকল কৰিছিল, কিন্তু, তেওঁলোকৰ ভাষা এবাৰেই অনুকৰণ কৰা নাছিল, কিম্বা কৰিবৰ কোনো কাৰণো নাছিল। মছলমানবিলাকে এই আসাম দেশ আক্ৰমণ কৰে কিন্তু তেওঁবিলাকৰ ভাষা চলাব পৰা নাছিল, কেৱল মছলমান ৰজাৰ আদালত বিলাকত ব্যৱহাৰ কৰা দুই-এটা শব্দ হে এই দেশৰ নিবাসীবিলাকে অনুকৰণ কৰিছিল, আৰু সেই শব্দবিলাক আজিকালিও দলিল পত্ৰ আৰ্জ্জি দৰ্খাস্ত আদি লিখাত ব্যৱহাৰ হয়; যেনে আৰজ, গাওৱা, ইসাদ, ইস্তাহাৰ, ইস্তিফচাৰি ইত্যাদি। তাত বাওেজ মান, ভোট, অঁকা আদি নানা পাহাৰীয়া আৰু বিদেশী জাতিয়ে এই ভৈয়ামৰ কোনো কোনো অংশ আক্ৰমণ কৰি মানুহক লণ্ড-ভণ্ড কৰিছিল। কিন্তু, তেওঁলোকৰ ভাষাই এই দেশৰ ভাষাক গ্ৰাস কৰিব নোৱাৰিছিল। কেৱল তেওঁলোকৰ ব্যৱহৃত দুই-এটা শব্দ হে এই দেশৰ মানুহে লৈছিল আৰু যি শব্দবোৰ এতিয়াও আমাৰ ভাষাত পোৱা যায় আৰু যাৰ মূল আদি ভাষাত পোৱা নেযায়। আন কি, আহোম, জাতি, যি সম্ভৱতঃ ব্ৰহ্মদেশৰ উত্তৰাংশৰপৰা আদি মছলমানৰ আক্ৰমণৰ গতি বোধ কৰি এই দেশত বহুত কাল ৰাজত্ব কৰিছিল সেই জাতিয়েও, তেওঁলোকৰ যদিও নিজৰ কোৱা ভাষা আছিল, সেই ভাষা এৰি দি এই দেশৰ প্ৰজাৰ ভাষা হে তেওঁলোকে গ্ৰহণ কৰিব লগীয়া হৈছিল। যদি এই অসমীয়া ভাষাটো স্বতন্ত্ৰ পোনে-পোনেই মূলৰ পৰা ওলোৱা এটা উন্নত ভাষা নহলহেঁতেন, তেন্তেই ই অনেক কালৰ পূৰ্ব্বেই বিদেশী প্ৰবল জাতিৰ আক্ৰমণৰ সোঁতত লয়প্ৰাপ্ত হৈ বহু শতাব্দীৰ আগেয়ে এই দেশত চলতি ভাষায়েই নানা প্ৰকাৰ ঠাল-ঠেঙুলি ধৰি বৰ্ত্তমান আকাৰপ্ৰাপ্ত হব নোৱাৰিলেহেঁতেন।

অসমীয়া ভাষাৰ সৃষ্টিৰ সময়।— এই অসমীয়া ভাষাটো কিমান দিনৰ পূৰ্ব্বৰে পৰা চলতি আছে তাক সঠিককৈ কব নোৱাৰিলেও, ই যে, ৭ম, কি ৮ম, শতাব্দীৰ পৰা চলতি হৈ আহিছে তাৰ বহুতো প্ৰমাণ অনুমান কৰিব পাৰি। অতি পূৰ্ব্ব কালতে এই দেশত আসাম প্ৰদেশৰ চতুঃসীমাৰ পৰ্ব্বত শ্ৰেণী নিবাসী কিম্বা তাৰ কাষৰ দেশৰ নিবাসীবিলাকৰ মাত চলতি আছিল বুলি অনুমান হয়। কিন্তু যেতিয়া মধ্য আচিয়াৰপৰা আৰ্য্য জাতি আহি এই ভাৰতবৰ্ষত প্ৰবেশ কৰি ক্ৰমান্বয়ে পূব ফাললৈ আহি এই দেশত অৱস্থিতি কৰিলেহি তেতিয়াৰেপৰা প্ৰথমে ইতি পূৰ্ব্বে হৈ অহাৰ দৰে পালি কিম্বা প্ৰাকৃত ভাষা

আৰু তাৰ পিচত সংস্কৃত ভাষা চলতি হবলৈ ধৰিলে। সেই সংস্কৃত ভাষাৰ মূলৰেপৰা আমাৰ ভাষা গঠিত হৈছে; কাৰণ আমাৰ ভাষাত ব্যৱহৃত হোৱা বহুত শব্দৰ মূল আৰু কিছুমান শব্দ তেনেই সংস্কৃত ভাষাত পোৱা যায়। সংস্কৃত ভাষাৰপৰা পোনে-পোনে নোলোৱাহেঁতেন সংস্কৃত আৰু অসমীয়া ভাষাত ইমান সাদৃশ্য পোৱা নগলহেঁতেন। এই অসমীয়া ভাষা বৰ্ত্তমান চলতি কোনো ভাৰতীয় জাতিৰ ভাষাৰ পৰা যে ওলোৱা নহয়, তাৰ বহুত প্ৰমাণ হাতে-হাতেই পোৱা যায় আৰু ইউৰোপীয়ান লিখকবিলাকেও সেইবিষয়ে স্পষ্ট প্ৰমাণ পাই অসমীয়া ভাষাক এটা স্বতন্ত্ৰ সংস্কৃত ভাষাৰপৰা ওলোৱা ভাষা বুলি সিদ্ধান্ত কৰিছে। আমাৰ দেশত ছাপাখানা আদিৰ অভাৱত যদিও বিকাশ পাবলৈ সুচল ঘটা নাই, তথাপি তন্ত্ৰ-মন্ত্ৰ আদি বৈজ্ঞানিক বিষয়ৰ এনে কেতবিলাক হাতে-লিখা পুথি আছে যাক লিখাৰ সময়ত ওচৰ-চুবুৰীয়া আন ভাৰতীয় জাতিয়ে আসাম নামেৰে এখন দেশ আছিল বুলি জানিছিল কি নাই তাৰো সন্দেহ। যদি অসমীয়া ভাষা ভাৰতীয় আন কোনো ভাষাৰ পৰা ওলালহেঁতেন তেন্তে সেই সময়ত আমাৰ দেশত আমাৰ ভাষাত কি প্ৰকাৰে সেইবিলাক লিখাৰ চৰ্চ্চা থাকিলহেঁতেন। ৰাজবিপ্লব সমাজবিপ্লব আদিৰ সময়েই হৈছে দেশৰ সাহিত্যৰ উন্নতি আৰু অধোগতিৰ সময়। যেতিয়া আমাৰ দেশত এসময়ত ধৰ্ম্মবিপ্লব হৈ উঠিছিল তেতিয়া মানুহৰ মনৰ ধৰ্ম্মবিষয়ক বিদ্ৰোহী ভাববিলাক দূৰ কৰিবৰ কাৰণ বহুত পৰিমাণে ধৰ্ম্মবিষয়ক পুথিৰ সৃষ্টি হৈছিল, আৰু সেইবিলাক পুথি আমাৰ বৰ্ত্তমান প্ৰচলিত ভাষাতে লিখা হৈছিল। ক্ৰমশঃ।—

—শ্ৰীদালিমচন্দ্ৰ বৰা।

## গঙ্গাৰ বুকুত।

এয়ে সেই পুণ্যৱতী গঙ্গা শিৱপ্ৰিয়া,
হিমালয় পৰ্ব্বতৰ স্নেহৰ তনয়া;
এৰি নিজ জন্মস্থান সুখ উত্তৰত,
সাগৰক লক্ষ্য কৰি বয় অবিৰত।
অকাতৰে এৰি সেই ৰাজীবচৰণ,
সকলো সম্পদ সুখ কৰি বিসৰ্জ্জন,
আহিছা জাহ্নবী দেৱি, পাপ, মৰতত
মুকুতি দিবৰ গুণে পাতকীজনক।

দেৱি,
সংসাৰৰ দুষিত বায়ুৰে চিৰদিন,
মন প্ৰাণ সমুলি কৰিলে স্বাস্থ্যহীন;
বঞ্চক জনৰ কপতীয়া কথা শুনি,
তাহানিয়ে কলা হল কাণ দুই খানি।
পাওঁ বুলি শান্তি আজি তোমাৰ বুকুত,
আহিছোঁ সংসাৰ চিন্তা ৰাখি চুকত;
দিয়াঁ মোক শান্তি বায়ু শৰীৰ জুৰক,
গোৱাঁ ঈশ গান কাণে সাৰ্থক লভক।

ইমান কৰুণা আছে তোমাৰ বুকত,
ইমান কাতৰা তুমি পাপীৰ দুখত;
অশেষ যাতনা দেখি মূৰ্খ মানুহৰ,
সঘনে উঠিছে হেন্দোলনি চেনেহৰ!

পৰৰ পাপৰ বোজা নিজ হাতে লই,
পৰৰ তাপত নিজে বিবৰণা হই,
প্ৰকাশিছা আপোনাৰ নিঃস্বাৰ্থ মৰম,
যাৰ বলে পৰাভূত নিকৰুণ যম;

দেৱি,
থাকে নে এনুৱা স্নেহ নৰহৃদয়ত,
স্বৰ্গীয় প্ৰীতিৰ জ্যোতি নৰৰ মুখত,
যদি হে সম্ভৱ দিয়াঁ কণা-মাত্ৰ লওঁ;
এৰি হিংসা কপট কোৰোধ সুখী হওঁ।—
শিকোৱাঁ দাসক দেৱি, অনন্ত মহিমা,
সত্যৰ গৌৰৱ আৰু গুণৰ গৰিমা।

কৰাঁ দেৱি, আশীৰ্ব্বাদ মৰতজনক,
প্ৰত্যেক হৃদয় যেন শান্তিৰে ভৰক,
প্ৰত্যেক হৃদয় হক দয়াৰ জৰণা;
চকুৰে দি বই যক পবিত্ৰ কৰুণা।

—শ্ৰীপ্ৰেমধৰ গোহাঁই।

# অসমৰ পুৰণি বুৰঞ্জী।

## মুংৰি মূংৰাম ত্যাগ, খুনলুংখুনলায়ৰ সন্তান-সন্ততি।

(৬ষ্ঠ সংখ্যাৰ ১৭৫ পিঠিৰ পিচৰপৰা।

পিচে খুন্‌লুং খুন্‌লায়ে লাইদৈ ৰাইজলৈ আহিল; তাতে নগৰ কৰি ঘৰ সাজিলে। অতি পূৰ্ব্বে লাইদৈ ৰাজ্যক খুন্‌কুম ৰজা আছিলে, এওঁৰ পুতেক খাইখাং আৰু ত্যাওচামুন এই দুই ৰজা হৈ ৰাজ্য ৰক্ষা কৰিব নোৱাৰিলত পাচে সকলো ৰাজ্য ভাগি শ্ৰীলোহিতৰ পাৰাহে প্ৰফ্ৰাংপৌ ৰাজ্যত সোমালহি; পিচে প্ৰফ্ৰাংপৌ ৰাজ্য সোমাই দুই ৰাজ্যৰ মানুহ একেঠাই হৈ কটা কটি কৰিলে। তাৰ পাচৰ মেন্দাম নামে বঙ্গাল নগাৰ বন্দী এটাই ৰজা হল; তাৰ দিনত সকলো ৰাজ্য অন্যায় অধৰমে প্ৰবৰ্ত্তিলে। পিচে ডাঙ্গৰীয়া সকলে ৰজাক সহিব নোৱাৰি, খুন্‌লুং খুন্‌লায়ৰ গোষ্ঠীক বিচাৰ কৰি, খুন্‌লায়ৰ পুত্ৰ ত্যাওতাইফাক আনি ৰাণী বাণ্য ৰাজ্যত ৰজা পাতি থলে। পিচে, খুন্‌লুং খুন্‌লায়ে আওবৰৰ নিমিত্তে দন্দ কৰি খুন্‌লুং উলটি স্বৰ্গলৈ যাওঁতে পুতেক তাওলুলুক মুংৰিমুংৰামত ৰজা পাতি গল।

খুন্‌লায়ে লাইদৈ ৰাজ্যত ৰাজ্য ভোগ কৰি মৰিল; এওঁৰে পুত্ৰ ত্যাওতাংবুং ৰজা হৈ কতো দিন ৰাজ্য ভোগ কৰি মৰিল। এওঁৰে পুত্ৰ তাওখুংলুংঙ্গে বাপেক মৰিলত লাইদৈৰপৰা মুংৰিমুং ৰামলৈ গৈ খুনলুঙ্গৰ লগত থাকিল। পিচে লাইদৈ ৰাজ্যত তাওতাংলৌৰ ভায়েক তাওতাইফা ৰজা হল। তাওতাইফা মৰিলত এওঁৰে পুত্ৰ ফানলুংমুং ৰজা হৈ মৰিল; লুকিলিত তাওচানত ৰজা হৈ এওঁ ৰাজ্য ভোগ কৰি মৰিল।

পিচে খুনলুঙ্গৰ সন্ততি তাওলুলুয়ে ৰজা হৈ মৰিলত এওঁৰে পুতেক তাওঙ্গাকোৱঁৰ ৰজা হৈ মুংখুং, মুংখন, এই দুই ৰাজ্য ভোগ কৰিলে। পিচে খুনলুঙ্গৰ নাতি খুন্‌লুত্যেওয়ে মুংৰিমুংৰামৰপৰা নামি আহি মুংখুমুংজা পালেহি; তাৰেপৰা মুংমাও পাই শ্ৰীলোহিত পাৰ হৈ আহি জীৱতৰা আৰু মান্তৰাক দেখিলেহি। পিচে খুনকুৰ ৰজাই থাওখুন ৰজালৈ বুলি আহিলে—"মোৰ মুংমাও ৰাজ্য এৰি দি তেওঁ মুংলুং নামে ডাঙ্গৰ ৰাজ্যত থাকে গৈ, যদি মুং ৰাজ্য এৰি নিদিয়ে, মই স্বৰগৰ স্বৰ্গদেৱলৈ (ইন্দ্ৰ) জনাই পঠাম, তেতিয়া তেওঁৰ ৰাজ্যকো ভগন কৰিব।" পিচে থাওখুনে এই কথা শুনি মুংলংকেওকাং ৰাজ্যত ৰলগৈ। পিচে, থাওখুন কোৱঁৰৰ পুতেক তাওতাই পুঙ্গক মালুঙ্গত বহালে। তাই পুঙ্গৰ লাইতাইপুং, নৰাত লাঙ্গি পামেউপুং ৰজা, লেচাম ফুত্যাংখ্ৰ্যং ৰজা এই তিনি বাপেকৰ পুতেক। পিচে তাইপুঙ্গে তিনিও পুতেকক ৰাজ্য বাটি দিলে; তাইলঙ্গক মুংজিনত বহালে, পামেউপুঙ্গক মুংমাওক বহালে, ফুত্যাংখ্ৰঙ্গক মুংমিত বহালে, কুপাকিঙ্গত তাতে এই দুই ৰাজ্য দিলে। তাইপুঙ্গৰ বাপেক ত্যাওখুনকুমে মংখন ৰাজ্যত বহিল। পাচে থাওখুনে গৈ দেখিলে ৰজাৰ পো, ভাই অনেক ৰাজ্য জুৰি ললে। মুংলুং কাওকঙ্গত থাকিব নোৱাৰি মুংজাকালিত বলগৈ। পিচে সদৌৰে বাপেক মৰোঁতে আপোনাৰ পো-ভাইক শিকালে।—"তহঁতে দন্দ নকৰিবি, একেলগে চুলা বান্ধিবি গৰু মহ মাৰি একে প্ৰীতিয়ে থাকিবি।" এইৰূপে বোধ দি খুনকম ৰজা মৰিল।

ইয়াৰ পিচত তাওতাগুণৰ পুত্ৰ তাওলুঙ্গে লাক্‌লি ৰাইমিল শকত মুংৰিমুংৰামৰপৰা মুংখুমুংজা ৰাজ্যলৈ আহিল; তাৰপৰা মাউলুং পালেহি। পিচে পামেউপুং পুতায়েকে ত্যাওতাংলৌৰ আগত বুলিলে— "তই নামকিউৰ পাৰ নহবি; আমাকে তহঁতকে স্বৰগৰপৰা একেলগে নমাই পঠালে; তয়ে ময়ে একেলগে জনমো ধৰিছোঁ; একেলগে চুলা বান্ধিছোঁ; গৰু-মহ মাৰি একেলগে খাইছোঁ; অদ্যাপিও এৰা-এৰি হোৱা নাই, এতেকে খানাংজিনতে তই থাক" এই বুলি কৈ ৰাখিলে। পিচে তাইমুঙ্গৰ পুতেক পামেউপুংজীয়েক বৰুখাম্‌চেন। পিচে ত্যাওতাইমুঙ্গৰ জীয়েক লাংমুংবৰু খানচেনক ত্যাওত্যাংত্যেওলৈ দিলে। এওঁৰে পুতেক

টীকা। (১০) মুংখুমুংজা, মুং দেশ; খুং ডাঙ্গৰ, মহৎ; মুং— দেশ; জা-বিস্তৃত। অতএব, মুংখুমুংজা মানে ডাঙ্গৰ বিস্তৃত দেশ। বহুতে এই দেশকে খেহ বা চীনৰ দেশ বুলি অনুমান কৰে।

চুকখ্রাংফা এওঁকে এনায়েকে (বাপেকৰ মাকে) তুলিলে; এওঁৰেই এনায়েক পুঠাৰকৰ ঘৰত উনৈশ (১৯) বছৰ আছিল। তাওতাই পুঙ্গৰ পুতেক পামেউপুঙ্গৰ পুত্ৰ নহল। আৰু পামেউপুঙ্গৰ কুৱঁৰী খাওখেনমুঙ্গৰ জীয়েক লাংনামতাপ, এওঁৰেই ৰাইছিঙ্গৰ (২৪) শকত স্বৰ্গদেৱৰ নাতি বক্ৰুখামদেঙ্গে আহি গৰ্ভদান কৰিলেহি। পিচে পামেউপুঙ্গে গৰ্ভ হেন জানি বাপেকৰ ঘৰলৈ খেদি পঠালে। লাকলি মুংমুত (২৫) শকত পুথাৰেকৰ ঘৰতে চুকাফা জন্মিল। পিচে তেওঁ হিন্দু ১১৩৪ শকত (ইংৰাজী ১২১১ খৃষ্টাব্দত) ৰজা হয়; পিচে ত্যাওখুংলুং মৰিল, পামেউপুঙ্গেও ডিঙ্গি কাটি মৰিল।

তাতে (অৰ্থাৎ মুংৰিমুংৰামতে) ১৭ কি ১৮ বছৰ ৰাজত্ব কৰি চুকাফা ৰজাই আলচ কৰিলে বোলে চুখ্রান্‌ফা ককাইদেও এই ৰাজ্যতে ৰজা হৈ থাকুক; মই ভাটী ৰাজ্যলৈ যাওঁ; (১১) এইবুলি চুকাফা ৰজাদেৱে ৰৰাবুৰকে সৈতে আলচ কৰি পুথাৰেকৰ ঠাইৰপৰা বাপেকৰ ৰাজ্য মুংজামংজিলৈ আহিল, চোমচেঙকো আনিলে। এই সকলো তেওঁৰ লগত আহিছিল;— তিনটাৰ ভাত একেটাতে সিজে এনে তামৰ টেকেলি তিনি হেজাৰ প্ৰজা ন (৯) হেজাৰ, দঁতাল হাতী ১, মাখুন্দি হাতী ১, ঘোঁৰা ৩ হেজাৰ। লগত অহা ডাঙ্গৰীয়াবোৰৰ লেখা ঃ— মুংখুৰাজৰ ৰাজখোৱা তাখুনলাক, খুনতাই, মুংখমংলুম ৰাজ্যৰ ৰাজখোৱা ফ্ৰালংখুনতং মৰিবং মুংখ ৰাজ্যৰ ৰাজখোৱা খাংখুমুং, আইতনি মুংলি ৰাজ্যৰ ৰাজখোৱা কালাং, খুনতাইকং থাওমুংৰিংলুনমং (বুঢ়াগোহাঁই) চিৰিং থাওকানঙ্গন (বৰ গোহাঁই) লাপেত থাওমুং তিচুবাংখাম, বুঢ়া গোষ্ঠী।

ক্ৰমশঃ।—

## ফুলকলি।

কত আশা ধৰি হাঁয়, হিয়াৰ মাজত,
বাঢ়িছিল ফুলকলি কি যে উলাহত;
বয়সৰ লগে লগে মনৰ ভাবৰ,
ঘটিছিল দৃঢ় ভাব সুখ আনন্দৰ।
কিন্তু কি নিৰ্দ্দয় বিধ ঘটালে প্ৰমাদ,
অকালতে পোক আহি বিন্ধিলে কায়াত;
ফুলোঁ ফুলোঁ হোৱা হাঁহি মুখতেই ৰল,
হৃদয়ৰ সুখ ভাব কেনিবাদি গল!
মিছা জন্ম মিছা তাৰ মনৰ বাসনা—
নোৱাৰিলে জনমত পূৰাব কামনা।
বৃথা তাৰ ই সংসাৰ ছয়াময়া কিবা,
নুঘূৰিল কলিটিৰ ভাষাময় জিভা।
যোৱাগই ফুলকলি! এনেয়ে আহিলা;
সুখ ছবি আঁকি লই দুখত মজিলা।

শ্ৰীদেবেশ্বৰ শৰ্ম্মা।

## ঁ ঘিণাৰাম বৰুৱা

এই লিখকৰ "এটা আৰ্হি-চৰিত" নামে পুথিত ঁঘিণাৰাম বৰুৱা ডাঙ্গৰীয়াৰ বিস্তৃত জীৱনী দিয়া হৈছে। আৰু, তাৰ পাতনিতে বুজাই কোৱা গৈছে, কি উদ্দেশ্যে এইজন পুৰুষৰ জীৱন-চৰিত লিপিবদ্ধ কৰিবলৈ আগবঢ়া হল। অৰ্থাৎ, ইংৰাজী বা অসমীয়া সাহিত্যত বিশেষ ব্যুৎপত্তি নথকাকৈ, এজন নামজলা গ্ৰন্থকাৰ নোহোৱাকৈ, মাজিষ্ট্ৰেটৰ মাচিয়াত নবহাকৈ, সভা-সমিতি আদিত বক্তাৰ নাম নোপোৱাকৈ, কি গুণত এওঁৰ জীৱন-চৰিত লিখাৰ আৱশ্যক দেখা গল, তাক তাত বহলাই কোৱা গৈছে। ইয়াত সংক্ষেপে কব লাগিলে, সংসাৰত আপোন স্বাভাৱিক বুদ্ধি, পৰিশ্ৰম আৰু চৰিত্ৰৰ বলত কেনেকৈ, ওখৰপৰা পৰিও, খাপে-খাপে উঠাই জিলিকিব পাৰি, তাৰ ভালেমান চিত্ৰ এইজন পুৰুষৰ জীৱনত পোৱা গৈছিল। ডাঙ্গৰীয়াৰ ছবি এটি "উষা"ৰ পাঠকসকলক উপহাৰ দিয়া হব বুলি মাহচেৰেকৰ আগেয়ে বিজ্ঞাপনত দেখি, তাৰ লগত দিবলৈ এই সংক্ষেপ জীৱনী লিখা হল।

শিৱসাগৰ জিলাৰ অন্তৰ্গত জাঁজিনিবাসী ঁকিশাৰাম মৰাণ-ডেকাবৰুৱাৰ পুতেক ঁঘিণাৰাম বৰুৱা। অসমলৈ প্ৰথমবাৰ মান আহোঁতে তেওঁৰ জন্ম হয়, আৰু মৰাণ সেনাৰ নায়ক হৈ মানৰ লগত ৰণ দিওঁতে পিতাক কিশাৰাম ডেকাবৰুৱা কটা যায়। সেই

মানভগনৰ দিনত ঘিণাৰাম বৰুৱাৰ বয়স তিনি বছৰমান হওঁতেই তেওঁৰ মাতৃৰো দেহান্তৰ ঘটে। গতিকে, বৰুৱাদেৱ নিচেই সৰুৰেপৰা ঘাটমাউৰা। তেতিয়াৰেপৰা তেওঁক বুঢ়ীমাকে তুলি-তালি ডাঙৰ-দীঘল কৰে। বুঢ়ীমাক ধুকালত তেওঁ ককাইদেৱাকৰ আশ্ৰয়ত থাকিব লগা হল। কিন্তু, বৌৱেকৰ নিৰ্দ্দয়াত বৰ নোৱাৰি, তেওঁ কুমলীয়া বয়সতে পৈতৃক সম্পত্তিত জলাঞ্জলি দি, গদাধৰ শৰ্ম্মা নামে বন্ধুৰ লগত উত্তৰ লক্ষীমপুৰলৈ গুচি যায়। সেই সময়ত গদাধৰৰ পিতাক তাতে পুলিচৰ দাৰোগা হৈ আছিল। উত্তৰ লক্ষীমপুৰত তেওঁৰ নাম আজিকোপতি "বামুণ দাৰোগা" নাম খ্যাত। এই সদাশয় পুৰুষজনৰ যত্নতে প্ৰতিপালিত হৈ বৰুৱাদেৱ কালত জিলিকি উঠে।

ঘিণাৰাম বৰুৱাৰ লৰাকালত অসমত পঢ়াশালিৰ সৃষ্টি হোৱা নাই। তেতিয়া চৰ্কাৰী চাকৰিয়াৰ উপযোগী কৰিবলৈ ডাঙৰ মানুহৰ লৰাক ঘৰতে অলপ লিখা-পঢ়া শিকোৱা হয় মাথোন। "বামুণ-দাৰোগা"ৰ লৰাহঁতকো সেই দৰেই শিক্ষা দিয়া হৈছিল; আৰু বৰুৱাদেৱেও এই সুচলতে লিখা-পঢ়াত মন দিয়ে। সৰুৰেপৰা সকলো বিষয়তে ঘিণাৰাম বৰুৱাৰ একাণপতীয়া মনোযোগ আছিল; গতিকে অলপ কালৰ ভিতৰতে তেওঁ পালক "বামুণ-দাৰোগা"ৰ লৰাহঁতক চেৰ পেলাই, লিখা-পঢ়াত সেই কালৰ চাকৰিয়াৰ নিমিত্তে পৈণত হৈ উঠিল। আৰু, বামুণ-দাৰোগাৰ যত্নথে ধৰ্ম্মপুথিৰ চৰ্চ্চাত, বিশেষকৈ কীৰ্ত্তন আৰু ঘোষা পাঠ আৰু তাৰ গূঢ়াৰ্থ ব্যাখ্যাত তেওঁৰ একান্ত মতি হৈছিল; আৰু এই দুই পুথিৰ ৰচোঁতা শঙ্কৰদেৱ আৰু মাধৱদেৱৰ প্ৰতি বৰুৱাদেৱৰ প্ৰগাঢ় ভক্তি আছিল। বৈষ্ণৱ ধৰ্ম্মতত্বত ব্যুৎপত্তি থকাৰ গুণেই কালত তেওঁ শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী আউনীআটীয় সত্ৰাধিকাৰৰ প্ৰিয়-শিষ্য হৈ উঠিছিল।

সৰুৰেপৰা ঘিণাৰাম বৰুৱা সত্যপ্ৰিয়, মিষ্টভাষী, ধীৰ, নম্ৰ, আৰু শিষ্ট স্বভাৱী লৰা আছিল। সাহ-পিত, বুদ্ধি-কৌশল, যত্ন-অধ্যৱসায় এইবিলাক গুণতো তেওঁ অগ্ৰগণী হৈ উঠিছিল। সেই কাৰণে, ডাঙৰে তেওঁক মৰম কৰে, সমনীয়াই তেওঁলৈ প্ৰীতি ৰাখে আৰু সৰুৱে তেওঁক মান কৰে। এইবোৰ গুণৰ বাবেই ৰং-ধেমালি-খেল আদিত সমনীয়াবিলাকে তেওঁক ঘাই পাতিছিল; আৰু ডাঙৰ মানুহে সংসাৰত উদগতি কৰিবলৈ তেওঁক সহায় কৰিছিল।

সেই কালত পুলিচৰ চাকৰি বৰ মৰ্য্যাদাৰ বিষয় আছিল; আৰু পোনেই ৪্ । ৫্ টকীয়া দৰ্ম্মহাৰ চাকৰিত সোমাব পৰাটো বৰ ভাগ্য আৰু যশস্যাৰ কথা হৈছিল। গতিকে, ঘিণাৰাম বৰুৱায়ো জয়ে জয়ে ১৮৪৯ খৃষ্টাব্দত অলপীয়া দৰমহাতে পুলিচত সোমায়। তাতে তেওঁ নিজৰ কাজুৱা গুণত দহ বছৰৰ ভিতৰত পাঁচোটা পদোন্নতি লাভ কৰে। আৰু পুলিচত তেওঁ এনে নাম কৰি উঠিছিল যে, চৰ্কাৰ বাহাদুৰে গোপনীয় লাগতিয়াল কামৰ ভাব তেওঁক বিশ্বাস কৰি দিছিল। ১৮৫৭ খৃষ্টাব্দত যেতিয়া মণিৰাম দেৱানক বিদ্ৰোহী বুলি কলিকতাৰপৰা ধৰাই অনা হয়, তেতিয়া তেওঁৰ লগত গুপুতে যোগ দিয়া কিছুমান মানুহ পলাইছিল; সেইবিলাকক ধৰিবৰ কাৰণ ঘিণাৰাম বৰুৱা বিশেষ বন্দবস্তত নিযুক্ত হৈছিল; আৰু তেওঁৰ কথামতেই কিছুমানক পিচত এৰি দিয়াও গৈছিল। জনা আছে, ১৮৫৯ খৃষ্টাব্দত শদিয়াৰপৰা কিছুমান বৃটিছ প্ৰজা বৰ আবৰে ধৰি নিছিল, আৰু সিহঁতক উদ্ধাৰ কৰিবলৈ "গোৰা পল্টন" পঠিয়ায়ো কৃতকাৰ্য্য হব নোৱাৰি গৰ্ব্বৰ্ণমেণ্ট নিৰুপায় হৈছিল; পিচে এই টানৰ সময়ত ঘিণাৰাম বৰুৱাদেৱক সেই পল্টনৰ নায়কৰ ভিতৰৰ এজন পাতি আবৰৰ পৰ্ব্বতলৈ পঠিয়াই কাৰ্য্য সিদ্ধি কৰা হয়। আৰু ১৮৬১ খৃষ্টাব্দত শদিয়াৰ ওপৰে পৰ্ব্বতীয়া জাতিবিলাকৰ সীমা নিৰ্দ্ধাৰণ কৰা বিষয়ত ঘিণাৰাম বৰুৱাক পলিটাকেল এজেণ্টৰ ক্ষমতা দি নিযুক্ত কৰা হয়; আৰু তেওঁৰ নিৰ্দ্ধাৰিণ মতেই সেই সীমা বহুকাললৈকে চলি আহিছিল।

বিয়া কৰোৱাৰ পিচত, পুলিচৰ চাকৰিত থাকিবলৈ বৰুৱাদেৱৰ বৰ অসুচল ঘটিল। গতিকে, তেওঁ চিভিললৈ আহিবৰ মন কৰিলে। ঘিণাৰাম বৰুৱাৰ ইচ্ছাৰে লগতে কাৰ্য্যৰো গতি লাগে; কিন্তু, চিভিলৰ উপযোগী তেওঁৰ শিক্ষা নাই, এই বিভাগত অঙ্ক-বিদ্যাৰ বেচি আৱশ্যক। জীৱনৰ মাজ বয়সত এটা নতুন বিদ্যাত পৈণত হৈ নতুন বিধৰ আন এটা বৃত্তিত ধৰা টিলা কথা নহয়। কিন্তু, ঘিণাৰাম বৰুৱাৰ তেজী মনৰ আগত সিও সম্ভৱ হল। তেওঁ ভুলীৰাম গগৈ নামে সেই কালৰ এজন প্ৰখ্যাত পণ্ডিতৰ সহায়ত সোনকালে অঙ্কবিদ্যাত পৈণত হৈ উঠিল, আৰু ১৮৬২ খৃষ্টাব্দত পুলিচৰপৰা ওলাই তেওঁ কাকতীৰ কামত সোমাল। এই কাম দক্ষভাৱে সৈতে দুবছৰ চলোৱাৰ পিচত, ১৮৬৪ খৃষ্টাব্দত ঘিণাৰাম বৰুৱা উত্তৰ লক্ষীমপুৰৰ নওকাৰী মৌজাৰ মৌজদাৰ হয়; আৰু কিছুমান বছৰৰ ভিতৰতে তেওঁ দক্ষতাৰ গুণে আৰু তিনিটা মৌজা চামিল হৈ তেওঁৰ মৌজাদাৰী বিষয় উত্তৰ লক্ষীমপুৰৰ ভিতৰত সবাতকৈ ডাঙৰ হৈ উঠে। সেই কালত মৌজাদাৰ এজন প্ৰধান ৰেভিনিউ অফিচাৰ আছিল।

বৰুৱা ডাঙ্গৰীয়াই এই বিষয়াৰ পদৰ ৩৫ বছৰ সুকলমে কাম কৰি, ৰজা আৰু প্ৰজাৱপৰা কেনেকৈ যশস্যা লাভ কৰিছিল তাক বিস্তৃত জীৱনীত বহলাই কোৱা গৈছে। মুঠতে, এই ছোৱাতে ঘিণাৰাম বৰুৱা ডাঙ্গৰীয়াৰ জীৱন গছৰ সু-ফল পকি সৰি আকৌ তাৰপৰা ভালেমান বৰ সাৰুৱা পুলি-পোখা বাঢ়িল।

ঘিণাৰাম বৰুৱাৰ সংসাৰত দুগৰাকী ভাৰ্য্যাৰপৰা, প্ৰথমাৰ ৪ টি পুত্ৰ আৰু ৪ টি কন্যা, আৰু দ্বিতীয়াৰ ৪ টি পুত্ৰ আৰু ৪ টি কন্যা, মোট ১৬ টি সন্তান হৈছিল। তাৰ ভিতৰত ৪ পুত্ৰ আৰু ৪ কন্যা অকালত বিয়োগ হোৱাত, বাকী ৪ পুত্ৰ আৰু ৪ কন্যা থাকেগৈ। ঘিণাৰাম বৰুৱা এজন বৰ গুণৱন্ত পিতৃ আৰু চোকা অভিভাৱক আছিল; তাৰ প্ৰমাণ তেওঁৰ পুত্ৰ-কন্যাৰ পৰা ভালকৈ পোৱা যায়। বৰুৱা ডাঙ্গৰীয়াৰ পুত্ৰৰ ভিতৰত শ্ৰীযুত পদ্মনাথ বৰুৱা (যাক গৱৰ্ণমেণ্টে বিশেষ নিয়মে জীৱনবৃত্তি দি অসমীয়া সাহিত্যৰ গৌৰৱ বঢ়াইছে ঃ, আৰু জোৱাঁয়েকৰ ভিতৰত লিখকৰ পৰমবন্ধু কৃষ্ণানন্দ গোহাঁই, চবডেপুটী কলেক্টৰ শ্ৰীযুত সূৰ্য্য কান্ত বৰুৱা, বি-এ, আৰু মাটি বিভাগৰ এচিষ্টেণ্ট ডিৰেক্টৰ ৰায় শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ বাহাদুৰৰ নাম উল্লেখযোগ্য।

"সৰুটি হৈ সৰকিব লাগে" এটি ঘিণাৰাম বৰুৱাৰ জীৱনীমন্ত্ৰ আছিল। এই সৰুটি হোৱা গুণেৰেই তেওঁ ডাঙ্গৰটি হব পাৰিছিল। কৰ্ণেল মেক্সওৱেল, মিঃ গ্ৰিমৌড, মিঃ গডফ্ৰি, মিঃ ড্ৰাইবৰ্গ, দীননাথ বেজবৰুৱা, কেশীৰাম বৰুৱা প্ৰভৃতি ভালেমান সদাশয় লোক তেওঁৰ এই গুণত বিশেষকৈ মোহিত হৈছিল।

পৰোপকাৰ ঘিণাৰাম বৰুৱাৰ জীৱনৰ মহাব্ৰত আছিল। আন কি, তেওঁ নিজৰ শত্ৰুকো উপকাৰ কৰি সন্তোষ লভিছিল। এনে কাৰ্য্যৰ পটন্তৰ ডাঙ্গৰীয়াৰ জীৱনত বহুত পোৱা যায়; তাৰ ভিতৰৰ গোটাচেৰেক তেওঁৰ বিস্তৃত জীৱন-চৰিত্ৰত লিপিবদ্ধ কৰা হৈছে।

ঘিণাৰাম বৰুৱা এজন নিভাঁজ অসমীয়া আহিৰ লোক আছিল। সাজ-পাৰ, কথা-বাৰ্ত্তা, চলন-ফুৰণ সকলোতে তেওঁত নিখুঁত অসমীয়াৰ লক্ষণ পোৱা গৈছিল। আন কি, ঘৰত বোৱা মুগাৰ চুৰিয়াত বাজে তেওঁ জীৱনত কপাহী ধুতি নিপিন্ধিলে। এনে লক্ষণৰ গুণেই ডাঙ্গৰীয়াৰ দেহান্তৰ ঘটাৰ পিচত, মিঃ কোহণ চাহাবে তেওঁক পুৰণি সমাজৰ আৰ্হি-পুৰুষ ("Model of old School") বুলি তেওঁৰ বৰমাজিউ পুতেক শ্ৰীযুত নীলকণ্ঠ বৰুৱালৈ সহবেদনা জনোৱা পত্ৰত লিখি তেওঁৰ গুণ বখানিছিল।

ঘিণাৰাম বৰুৱা বৰ মিতব্যয়ী আছিল, ওখ দৰৰ কামত তেওঁ হাতৰ মুঠি মুকলিকৈ চলিছিল; কিন্তু, আন পাকে অভাৱত সামান্য খৰছতো তেওঁ কাতৰ হৈছিল। এনে হিচাপী হোৱাৰ গুণতে তেওঁ এটকাৰপৰা লাখ টকাৰ মানুহ হৈ জিলিকিব পাৰিছিল;— যিমান ওপৰৰপৰা পৰিছিল; তাতোকৈ এখোপ বেচিকৈ উধাইছিল। বৰুৱা ডাঙ্গৰীয়াৰ বহুল আৰ্জ্জন সম্বন্ধে বিস্তৃত জীৱনীত বহলাই কোৱা হৈছে।

ঘিণাৰাম বৰুৱা আপোন চেষ্টাত মানুহ হোৱা মানুহ (self-made man)। নিচেই লৰাকালৰপৰা অতি বুঢ়া বয়সলৈকে তেওঁ আপোন বুদ্ধি, পৰিশ্ৰম আৰু চৰিত্ৰৰ ওপৰত মাথোন নিৰ্ভৰ কৰি চলিছিল। আন কি, ৮০ বছৰীয়া বুঢ়া হৈয়ো তেওঁ, ডেকাই চম্ভালিব নোৱাৰা, হাতী-মহলৰ নিচিনা কঠোৰ পৰিশ্ৰমৰ কাৰবাৰ দক্ষতাৰে সৈতে চলাইছিল। আৰু নিচেই সামান্য বিষয়তো বৰুৱা ডাঙ্গৰীয়াই পৰৰ ওপৰত নিৰ্ভৰ নকৰিছিল।

ৰাইজৰ উপকাৰৰ অৰ্থে শিখা বিস্তাৰ কৰাত আৰু সভা-সমিতি আদিত যোগ দিয়াত বৰুৱা ডাঙ্গৰীয়াৰ বৰ উৎসাহ আছিল; আৰু বোৰ্ডৰ কমিটী আদিত তেওঁ সদায় স্বাধীন মনৰ চিনাকি দিছিল। উত্তৰ লক্ষ্মীমপুৰৰ বৰ্ত্তমান ইংৰাজী স্কুলৰ প্ৰকৃত জন্মদাতা তেওঁৰেই হে; আৰু বহু কাল তাৰ ধাই ধৰণী স্বৰূপ হৈ তেওঁ তাক ৰক্ষা কৰাৰ ফলে হে আজি সি গৱৰ্ণমেণ্ট স্কুল হৈ জিলিকিবলৈ পাইছে। আন পক্ষে, এই স্কুলৰ ফলেই হে ঘিণাৰাম বৰুৱাৰ জীৱন-গছ গপ্‌গপীয়া কৰি তুলিলে, ইয়াৰ মুলেই তেওঁৰ জোৱাঁই, ইয়াৰ ফলেই তেওঁৰ পুত্ৰ। জীৱনৰ শেহছোৱাতো ডাঙ্গৰীয়াই স্বদেশৰ হিতাৰ্থে আপোনাৰ পুত্ৰকো চাকৰিৰ স্বাৰ্থ ত্যাগ কৰিবলৈ উপদেশ দিছিল;— তাৰ ফল এতিয়া আমি ভোগ কৰিছোঁহঁক। এনে এটি লাগতিয়াল দীঘলীয়া কৰ্ম্মজীৱন ধৰি, পৰি যোৱা আহোমৰ এখন উঠি অহা ভৰপুৰ সংসাৰ এৰি, ৮৩ বছৰ বয়সত, ১৮২৯ শকৰ জন্মাষ্টমী তিথিত ঘিণাৰাম বৰুৱা ডাঙ্গৰীয়া উত্তৰ লক্ষীমপুৰৰ নিজ ঘৰত সজ্ঞানে স্বৰ্গী হল।

শিৱসাগৰ

—শ্ৰীফণিধৰ চলিহা।

১ চত, ১৮৩০ শক।

# নহওঁ নিৰাশ।

ভাবিছোঁ মনতে মই কি কাম কৰিম বুলি,
যাওঁ যেন ক্ষন্তেকতে আপোন উদ্দেশ্য ভূলি।
পৰৰ মূৰত খোৱা ভটীয়া নাৱত যোৱা,
কুন্ধচ জীৱন, পৰ-হাত-মুখলই চোৱা।
ইপিনে পৰত আশ বনত ব্যাসৰ দৰে,
সিজিব উদ্দেশ্য বুলি কোনে ডাঠি আশা কৰে।
নিৰাশাত কোচ খোৱা হৃদয়ত সাহ বান্ধি,
প্ৰতিজ্ঞা লাখুটি ধৰি সুখে-দুখে হাঁহি কান্দি,
তথাপি উদ্দেশ্য মই এবাৰ বিচাৰি যাওঁ,
জানোছা কতোবা গৈ কালে তাক দেখা পাওঁ,
দেখোঁ যদি কৰবাত সাগৰত পদ্ম ফুলা,
বসন্তৰ কুলিটিয়ে হেমন্তত কু-উ বোলা;
দেখোঁ যদি বিনামেঘে বিজুলী চমক মৰা,
দেখোঁ বা তাতেই গই উদ্দেশ্যৰ গুটি ধৰা।
শিৰত প্ৰভুৰ আজ্ঞা, অন্তৰত ভক্তি থই,
পিঠিত আকাঙ্ক্ষা বোজা, কান্ধত কৰ্ত্তব্য লাই,
জয় জগদ্দীপ প্ৰভু, বিপদতাৰণ বুলি,
ওলালোঁ টঙ্গালি মাৰি উছাহে কাছুটি তুলি।

—শ্ৰীতুলসীচন্দ্ৰ বৰুৱা।

# গুৰু নমস্কাৰ।

(চৈতন্য-শঙ্কৰৰ বিশ্বাসৰ কথা)

আমি এই নামে এখনি সৰু পুথি পাইছোঁ। বৰ দুখৰ বিষয়, পুথিখনিত ৰচোঁতাৰ নাম নাই। ইয়াৰ প্ৰথমতে শ্ৰৱনবিধি, তাৰ পিচত শঙ্কৰদেৱে চৈতন্যদেৱৰ ওচৰত কি ৰকমে শৰণ বা দীক্ষা গ্ৰহণ কৰি মহাপুৰুষ নাম লৈছিল তাৰ কথা আছে। ইয়াৰ এক অংশ পদ্য আন অংশ গদ্য। এই পুথিখনিৰ পৰা সেই সময়ৰ সত্ৰীয়া ভাষাৰ গঢ় কেনে আছিল তাক জানিব পৰা যায়। আমি সহৃদয় পাঠকসকলৰ অৱগতিৰ নিমিত্তে পুথিখনিৰ প্ৰায় সকলো কথাকে তলত দিলোঁ। ই এখনি গুপ্ত পুথি; কিন্তু সম্প্ৰদায় বিশেষে এই লুপ্ত বস্তুটি উদ্ধাৰ কৰাৰ বাবে যেন দায়-দোষ নধৰে।

আৰম্ভণ, শ্ৰৱণবিধি।—দেহাক বিচাৰ কৰি কৰা ভক্তিভাগ। ইহাক যাৰ ইচ্ছা আছয় সত্যে জীৱ তৰিব। নিয়ম কৰি শুনিবো তাক কহোঁ।

প্ৰথমতে নিয়ম কৰি (শাস্ত্ৰক) মাগি আনিবো। আসন তুলিয়া থৈয়া শাস্ত্ৰক পূজা কৰিবো। শ্ৰীচৈতন্য শ্ৰীশঙ্কৰ দুজনক মানি দিবা নৈবিদ্য; ধুপ, দীপ, গন্ধ, চন্দন, পুষ্প দিয়া পুজিবো। মান কৰি শুনিবো বিশ্বাস কৰি শাস্ত্ৰক। বস্ত্ৰ এখনি দিয়া তেবেসে শুনিবো, শঙ্কা নধৰিবো। বিশ্বাস কৰি লৈবা। সত্যে সত্যে তাৰ সাম্ফল জন্ম। জীৱ মুক্ত হৈব সংসাৰ ছাড়ি গৈ এহি ভক্তি দেহাতে আছয়।

* * *

আন ভাগ— দীক্ষা গ্ৰহণ উপদেশাদি।—

"শঙ্কৰৰ মনত সুখ শান্তি নাই।
মনত গুনিয়া সাৰ কৰিলা উপায়।।
দ্বাদশ বৎসৰ শঙ্কৰৰ ভৈলা যেবে।।(১)
শ্ৰীচৈতন্যৰ থানক যাইবাক সাজ ভৈলা তেবে।
এক দিন শঙ্কৰেও ছিদ্ৰক যে পাইলা।
পিতৃ মন কষ্ট দিয়া গৈলন্ত পলায়া।।
চৈতন্যৰ আগে গৈয়া উপসন্ন ভৈলা।
চৈতন্যেও তাসম্বাক দেখাও নেদিলা।।
নিত্যানন্দ (২) গৃহে যাই উপসন্ন ভৈলা।

(১) পুথিখনিৰ কেৱল এই ফাঁকি কথাৰ অসংলগ্নতাৰ নিমিত্তে শঙ্কৰদেৱ চৈতন্যদেৱৰ শিষ্য হোৱা বিষয়ে সন্দেহ জন্মে। কাৰণ শঙ্কৰ আৰু চৈতন্যৰ জন্মশক ৰিজাই চাই দেখা গৈছে যে, শঙ্কৰদেৱ চৈতন্যতকৈ ৩৬ বছৰে ডাঙৰ। যেতিয়া শঙ্কৰৰ বাৰ বছৰ হয়, তেতিয়া চৈতন্যৰ জন্ম হওক চাৰি কি জানি তেওঁৰ মাকৰেই জন্ম হোৱা নাছিল। আমাৰ বিবেচনায় শঙ্কৰদেৱ তেওঁৰ ভাটী বয়সত ১২ বছৰ ধৰ্ম্মচিন্তাৰ Meditation পিচত হে চৈতন্যৰ তালৈ গৈছিল, নচেৎ এই কথাৰ সত্যতা উলিওৱা টান।

(২) এওঁ এজন চৈতন্যৰ শিষ্য বা ভকত।

অতিথিৰ বেশ ধৰি তথাতে ৰহিলা।।
ৰাত্রি ভাগে তথা দুই বিচাৰ কৰিলা।
মহা সন্তশীল দেখি মনত গুনিলা।।
নিত্যানন্দ শঙ্কৰে মহাপ্ৰীতি ভৈলা।
চৈতন্যৰ থানে দুয়ো তেখনে চলিলা।।
ৰাতি তিনি পৰ যান্তে চৈতন্যক লগ পাইলা
তিনি জন তথাতে আনন্দ মিলিলা।
ধন্য ধন্য শঙ্কৰ ধন্য নিত্যানন্দ।
আমাৰ মনত বৰ মিলিল আনন্দ।।
এহি বুলি দুজনাকে আলিঙ্গিয়া ধৰি।
দুয়ো নয়নৰ লোহ পৰে সৰসৰি।।
তিনিও জনে আনন্দ কৰিয়া আছিলা।
দুই দণ্ড থাকন্তে বিদায় কৰিলা।।
চৈতন্য শঙ্কৰ দুই পৰিচয় ভৈলা।
প্ৰথমতে চৈতন্য স্নানিবাক গৈলা।।
শঙ্কৰেও স্নান কৰিলা অনন্তৰে।
চৈতন্যৰ থানক গৈলা ধীৰে ধীৰে।।
চৈতন্যেয়ো আসিলা সঙ্গীগণ সঙ্গে।
আগে গৈলা পুষ্পচয় কমণ্ডলু বামে।।
গৃহ মাজে পশিলা চৈতন্য একেশ্বৰে।
বাহিৰত বহিলা ভক্ত নিৰন্তৰে।।
সেহি সময়ত শঙ্কৰ মহামতি।
চৈতন্যৰ চৰণক হৃদয়ত চিন্তি।।
অন্তৰীক্ষ বেশে যাই গৃহ প্ৰবেশিলা।
চৈতন্যৰ সঙ্গীগণ কেহো নেদেখিলা।।
অভ্যন্তৰে পশিলা শঙ্কৰ মহামতি।
পিচত বহিলা গৈ চৈতন্যক চিন্তি।।
চতুৰ্ভুজ ৰূপ ধৰি শঙ্কৰ ৰহিলা।
উলটীয়া শঙ্কৰক চৈতন্য দেখিলা।।
আঙ্কোৱালি ধৰি তাঙ্ক বসাইলা পাছে।
চন্দ্ৰ-সূৰ্য্য সম দুই প্ৰকাশন্তে আছে।।
শঙ্কৰে কৰয় তুতি চৈতন্যৰ পায়ে ধৰি।
স্নানকৰ* কহিয়ো প্ৰভু জীৱক উদ্ধাৰি।।

* বোধ হয় ভক্তি-স্নান। স্নান ই নিয়মৰ অন্তৰ্গত যাৰ অৰ্থ, স্নান, মৌনাবলম্বন, উপবাস যজ্ঞ, ইন্দ্ৰিয় সংযমন, গুৰু শুশ্ৰূষা ইত্যাদি।

তুমি পিতা তুমি মাতা তুমি ইষ্ট দেব।
তুমি বিনে আউৰ নেজানোহো কেৱ।।
চৰণত ধৰিয়া শঙ্কৰে তুতি কৰে।
আমাক দিয়োক স্নান তুমিসে ঈশ্বৰে।
দান্তে তৃণ ধৰোঁ, কাতৰ কৰোঁ, কেশ দিওঁ

চৰণত, সত্যে সত্যে সত্যে মই, জীউদান দিলোঁ নৈৰাশ নকৰা মোক। দেহ গেহ প্ৰাণ ধাতু, সমস্তকে দিলোঁ, তোমাৰ দাসত মোক নিয়া থৈয়ো। তোমাৰ চৰণ চিন্তি, সংসাৰ এৰাইবো সত্যে সত্যে সত্যে জীৱকেশে দিলোঁ।

হেন শুনি চৈতন্যৰ আনন্দ মিলিলা।
শঙ্কৰৰ গলে ধৰি আনন্দ কৰিলা।।
গদ গদ বাক্যে পাছে বচনে সাদৰি।
শঙ্কৰৰ গলত ধৰিলা দৃঢ় কৰি।।
প্ৰথমতে চাৰিবিধ শৰণ কহিলা।
শুনিয়া যে শঙ্কৰৰ আনন্দ মিলিলা।
চাৰি বিধ শৰণৰ বিভাগ কহিয়ো।।
তোমাৰ চৰণে মই বিক্ৰয় যে যাওঁ।
চৈতন্যে কহিবে লৈলা শঙ্কৰৰ আগে।।
চাৰিবিধ শৰণৰ চাৰি বিধ ভাগে।
ইতো কথা প্ৰথমতে নামত শৰণ।
তাত পাছে জানিবাহা গুৰুত শৰণ।।
তাত পাছে জানা সন্তত শৰণ।
(এহি তিনি শৰণ তিনি খুটি)
অনন্ত শয্যা বুলি দেহাৰ শৰণ।।
(ইয়াতে) ইন্দ্ৰিয়ৰ শৰণ, মনৰ শৰণ,
জীৱৰ শৰণ ঘটে।

পুনু শঙ্কৰে বোলে ধৰি, "আমাক শৰণ দিয়াঁ"; চৈতন্য গুৰুৱে শঙ্কৰক দণ্ডৱত কৰাই সাতবাৰ কথা শ্ৰৱণ কৰাইলা।

| | |
|---|---|
| চক্ষুয়ে নেদেখিবা দোষ | (১) |
| কৰ্ণেও নুশুনি | (২) |
| বাক্যেও নুবুলিবা | (৩) |
| নাসিতাক ঘ্ৰাণ নলৈবা | (৪) |
| হস্তেও নকৰিবা | (৫) |
| সঙ্গও নকৰিবা | (৬) |
| পদেও নযাইবা | (৭) |

ইন্দ্রিয় দমিবা (৮)
ভকতৰ বাক্য ৰাখিবা (৯)
অসাদৰ নকৰিবা (১০)
হিংসাবাদ নকৰিবা (১১)
আমাৰ বাক্য ৰাখিবা (১২)
ইন্দ্রিয়ৰ শৰণ ঘটিল।
বিশ্বাস ৰাখিবা (১৩)
মনক দমিবা (১৪)

শৰণ! শৰণ!! এহি বুলি মনে ধৰি (১৫) দক্ষিণ কৰ্ণত কহন্ত দশ নাম বিশ্বাস কৰি।— ৰাম, কৃষ্ণ, হৰি, গোবিন্দ, অনন্ত, নিৰঞ্জন, নিৰাকাৰ, নাৰায়ণ, জগন্নাথ, নৰোত্তম, এহি দশ নাম কহিলোঁ।

পুনু শঙ্কৰে পোছন্ত,—

এহি দশ নাম বুজিবাক চাওঁ, দেহাতে দেখাইবা ঃ—

পুনু চৈতন্যে কহন্ত।

ৰাম নামে জীউ, কৃষ্ণ নামে পৰমাত্মা হৰি নামে মন, গোবিন্দে বুদ্ধি, অনন্তে প্রকৃতি, নিৰঞ্জনে দেহা, নিৰাকাৰে ৰস, নাৰায়ণে অন্ন, জগন্নাথে জগতকে সম দেখিব, নৰোত্তমে সবাতে উত্তম হৈব। এহি দশ নাম দেহাতে বুজা। *

পুনু শঙ্কৰে কহন্ত, তিনি শৰণৰ কথা কহা।

পুনু চৈতন্যে কহন্ত।—

নামত শৰণে ধ্বজি, (১)
গুৰুত শৰণে গজি, (২)
ভকত শৰণে কাঠি। (৩)
দেহে নৌকা (৪)
নয়ন বৈঠা (৫)
মন গুৰুয়ে মেৰা, (৬)
আপোন গুৰুৱে চেলা (৭)
নিজ গুৰু পাইয়ে তুমি হইবা কেৱলা (৮)

পুনু শঙ্কৰে সোধন্ত;— সংসাৰ সাগৰ গম্ভীৰ;
কিমতে পাৰ হৈবোঁ?

পুনু চৈতন্যে কহন্ত— সংসাৰ সাগৰ গো

---

কলিকতাত নামেই একমাত্র শৰণ বা ধৰ্ম্ম সাধন। ই নাৰদীয় ভক্তি। আৰু কথা যেনে ধৰ্ম্মত উত্তম নাম। এই তিনি শ্রৱৰকে আজিও আসামত গুৰুৱে শিষ্যক প্রথম শিক্ষা দিয়ে।

(১) কাৰো দোষ নেদেখিবা, (২) কাৰো কু-আলাপ বা নিন্দা নুশুনিবা, (৩) কাকো কু-বাক্য অৰ্থাৎ বঢ়া বচন আদি কৈ দুখ নিদিবা, (৪) কু-ঘ্রাণ নলবা, (৫) মন্দ কাঁম নকৰিবা, (৬) কুসঙ্গ নকৰিবা; (৭) কু-পথ গামী নহবা, (৮) জিতেন্দ্রিয় হৰা; (৯) সাধুজনৰ বাক্য পালন কৰিবা; (১০) কাকো অৰ্থাৎ কোনো প্রাণীকে অনাদৰ নকৰিবা; (১১) কাৰো হিংসা ভাবে কুৎসাবাদ বা নিন্দাবাদ নকৰিবা, কাৰণ অহিংসাই পৰম ধৰ্ম্ম; (১২) মোক গুৰু মানি মোৰ বাক্য পালন কৰিবা; (১৩) ধৰ্ম্মৰ ঐকান্তিক বিশ্বাস ৰাখিবা; (১৪) মনক দমি নিৰ্ম্মল বা পৱিত্র থাকিবা; (১৫) এয়ে শৰণ বা 'গুৰুকৰণ' বা গুৰু ভজা। এইবিলাক উপদেশ ইংৰাজীৰ দশআজ্ঞা বা Ten Commandment ৰ দৰে।

* এইবোৰ পবিত্র নামেৰে যিজনে নিজ দেহটি ঈশ্বৰময় কৰি ল'ব পাৰে, তেওঁৱেই পৰম ভকত বা শ্রেষ্ঠজন, তেওঁ এই জগতত সকলোকে সমান দেখে।

(১) ৰামকৃষ্ণ পৰমহংসদেৱে কৈছে, "ঈশ্বৰ দৰ্শন কৰিবৰ ইচ্ছা থাকিলে নামত বিশ্বাস আৰু সৎ-অসৎ বিচাৰ কৰা কৰ্ত্তব্য। এই সাধন পথ অৱলম্বন নকৰিলে কাৰো পক্ষে ঈশ্বৰ লাভ কৰা সম্ভব নহয়।" এই কাৰণে নামক ধ্বজি বা প্রধান লক্ষস্থান বুলি উল্লেখ কৰা হৈছে। ৰামকৃষ্ণে আৰু এঠাইত কৈছে, 'নাম অৱলম্বন কৰি তাতে বিশ্বাস কৰিব পাৰিলে, আৰু কোনো বিচাৰ কৰিব নলগা হয়। নামৰ গুণে সকলো সন্দেহ, সকলো কুতৰ্ক দূৰ হয়; নামত বুদ্ধি শুদ্ধি হয়; আৰু নামতেই ঈশ্বৰ লাভ হৈ থাকে।' পৰম ভাগৱত নাৰদেও নামক মহা বস্তু বুলি সদায় নাম গান কৰি ফুৰিছিল। নাম-মাহাত্ম্য সম্বন্ধে কীৰ্ত্তন পুথিৰ নামপৰাধ, পাষণ্ডমৰ্দ্দন অধ্যায়ত আৰু মাধৱদেৱৰ ঘোষাত বিস্তাৰিতকৈ আছে। বাহুল্য ভয়ত লিখা নহল।

(২) প্রত্যেকৰে গুৰুকৰণ আৱশ্যক; যেতিয়ালৈকে যাৰ গুৰুকৰণ নহয়, তেতিয়ালৈকে তাৰ দেহ শুদ্ধি নহয়, তেতিয়া তাৰ ঈশ্বৰ লাভ কৰিবৰ কোনো সম্ভাৱনা নেথাকে (ৰামকৃষ্ণ)। এই কাৰণে 'গুৰু শৰণক' গজি অৰ্থাৎ খুটি বা প্রধান অৱলম্বনীয় পদাৰ্থ বোলা হৈছে।

(৩) সৎসঙ্গ আশ্রয় নকৰিলে ঈশ্বৰৰ লাভত প্রধান অন্তৰায় ঘটে। এই কাৰণে ভকতৰ বা সন্তৰ আশ্রয় লোৱাকে কাঠি বা হাতৰ লাখুটি বুলি উল্লেখ কৰিছে। এই সৎসঙ্গ বা সাধুসঙ্গ সম্বন্ধে মাধৱদেৱে তেওঁৰ ঘোষাত লিখিছে ;—

যদি ভব ভয় সঙ্গ, মনে ইচ্ছা কৰ ভাই
সাধু সঙ্গ সদা কৰ সাৰ।
একক্ষণে মানে মাত্র, কেৱল সাধুৰ সঙ্গ
হোৱে নাৱ ভৱ তৰিবাৰ।।
মহন্তৰ সঙ্গে, হৰি কথা ৰসে,
মনক জিনিয়ো ভাই।
মায়াক তৰিয়া, হৰিক পাইবাৰ,
উপায় আউৰ নাই।।

খোজ প্ৰায় ভকতে দেখয়।

দেহে সংসাৰ,* দেহে মুকুতি, দেহে ভকতি ইহাক বুজিবা। (দেহৰ) দ্বাদশ চক্ৰে দ্বাদশ অঙ্গ। (আৰু) ছয় চক্ৰই ছয় ঋতু ছয় উৰ্ম্মি। দ্বাদশ চক্ৰে দ্বাদশ মাস। প্ৰথমে বাৰস্কন্ধ ভাগৱত; সবাকে দেহাতে দেখা। প্ৰথমতে ভাগৱত কহোঁ।—

| | |
|---|---|
| ১ম স্কন্ধে | পৰমায়ু (১) |
| ২য় স্কন্ধে | দশ সৃষ্টি (২) |
| ৩য় স্কন্ধে | তিনি গুণ (৩) |
| ৪ৰ্থ স্কন্ধে | ছয় উৰ্ম্মি (৪) |
| ৫ম স্কন্ধে | পঞ্চ প্ৰাণ (৫) |
| ৬ষ্ঠ স্কন্ধে | ষোড়ষ বিকাৰ (৬) |
| ৭ম স্কন্ধে | সাত আবৰণ (৭) |
| ৮ম স্কন্ধে | অষ্টাদশ পদ্ম; একতত্ত্ব (৮) |
| ৯ম স্কন্ধে | নবদ্বাৰ (৯) |

"ক্ষণমিহ সজ্জন সঙ্গতিৰেকা, ভৱতি ভবাৰ্ণৱতৰণেনৌকা।।"
মোহমুদ্গৰ—শঙ্কৰাচাৰ্য্য

(৪ ও ৫) ;— নয়নক বঠা বোলাত কিছু অযুক্তি যেন দেখা যায়। জ্ঞান-বঠা বোলাহেঁতেন কিছু যুক্তিসঙ্গত হলহেঁতেন। আমি এইদৰে অৰ্থ কৰিলোঁ;— বঠা নাৱৰ অবলম্বন; সেই বঠা ভাল হলে, তাৰ সহায়েৰে টৌৱাল নৈ এখনো নাৱেৰে পাৰ হৈ যাব পাৰি। যদি হে বঠা ভগা বা ঘুণে ধৰা হয়, তেনেহলে টৌ উৰ্ম্মি নোহোৱা ভোল পানীত পাৰ হোৱাও টান। সেইদৰে যদি তোমাৰ ই চক্ষু দুষিত বা পাপ দ্বাৰা কলঙ্কিত হয় অৰ্থাৎ সহজ কৈ কবলৈ গলে, যদি তুমি সাধুভাবে জীৱন অতিবাহিত নকৰা, তেনেহলে তুমি ভাল বাট অৰ্থাৎ সাধুৰ অবলম্বনীয় পথ দেখা নেপাবা; কাজেই সংসাৰ সাগৰত নয়ন থাকিও অন্ধৰ নিচিনা ঘূৰি-পকি উৱাদিহ নোপোৱা হবা, অৰ্থাৎ অবশেষত তোমাৰ দেহৰূপ নৌকা বঠাৰ ব্যতিক্ৰমত এই সংসাৰ-সাগৰত বুৰি যাব, কোনো ৰকমে পাৰ বা মুক্তি নোপোৱা।

(৬) মনটো মেৰ ছাগৰ নিচিনা। মেৰ ছাগে যেনেকৈ ভাল বাট বা বেয়া বাট অৰ্থাৎ শঙ্কাজনক বাট নেজানে, যি পোনেই নিয়া সেই পোনেই যায়, মনৰ অৱস্থাও ঠিক সেই ৰূপ। কিন্তু ই সকলো কাৰ্য্যৰে কৰ্ত্তা, আৰু সেই কৰ্ত্তৃত্ব থকা বাবে ইয়াক গুৰু বা শ্ৰেষ্ঠ বোলা হৈছে। পৰমহংসদেৱ ৰামকৃষ্ণে কৈছে, মনেই সকলো কাৰ্য্যৰ কৰ্ত্তা; জ্ঞানী বোলা, অজ্ঞানী বোলা সকলোৱেই মনৰ অৱস্থা। মানুহ মনতেই বদ্ধ, মনতেই মুক্ত, মনেই অসাধু, মনেই সাধু, মনেই পাপী, মনেই পুণ্যফল। অতএব মনত ঈশ্বৰক স্মৰণ ৰাখিব পাৰিলে পূৰ্ণ সাংসাৰিক জীৱবিলাকৰ পক্ষে আন সাধনৰ আৰু অপেক্ষা নেথাকে।

(৭ ও ৮) আপোন গুৰু উপদেশদাতাকে বুলি।
নিজ গুৰু পৰমাত্মাকে বুলি।।

(শঙ্কৰ-মাধৱৰ সংবাদ মহত্তৰ গুঢ় কথা দেখা)

আধ্যাত্মিক বা চৈতন্য জগতৰ উপদেষ্টাকে আপোন গুৰু, অৰ্থাৎ দীক্ষা বা মন্ত্ৰগুৰু কয়; এই গুৰুক চেলা বোলাৰ উদ্দেশ্য কি? বাস্তৱিকে কি তেওঁ ঘৃণনীয়? কিন্তু সিটি নহয়; চেলা বোলাৰ উদ্দেশ্য এই— চেলা যেনেকৈ সকলো সময়তে গৰাকীৰ সহায় হৈ পিচে পিচে ফুৰে আমাৰ ইষ্টগুৰুৰ মন্ত্ৰ বা উপদেশ আমাক বিপদৰপৰা উদ্ধাৰ কৰিবলৈ আমাৰ অনুসঙ্গী হৈ ফুৰে। আৰু অলপ সহজকৈ কোৱা যাওক ;— তোমাৰ আগত সহায় হৈ যোৱা জনতকৈ তোমাৰ পিচত সহায় হৈ যি যায় সেয়ে হে প্ৰধান সহায়। কোনো ভয়লগা বাঘ-ভালুক আদি হিংস্ৰ জন্তু থকা বাটত সাহী মানুহক পিচত লৈ হে ভয়াতুৰ মানুহে বাট বোলে। সেই ৰকমে এই কাম, ক্ৰোধ-লোভ, মোহাদি শক্কুল সংসাৰ-অৰণ্যত গুৰুক অৰ্থাৎ গুৰু-উপদেশক পিচত সহায় লৈ ফুৰিলে হে সেই ৰিপুবিলাক পিচৰ ফালৰ পৰা আহি আমাৰ অজ্ঞাতে আমাক আক্ৰমিব নোৱাৰে। কাৰণ, গুৰুৰ মন্ত্ৰ বা উপদেশ ঈশ্বৰ লাভৰ পথ বা উপায় স্বৰূপ। কিন্তু আজিকালি তেনে উপদেষ্টা গুৰু কত? দেহাত যদি আপোন গুৰু বিচৰা যায়, তেনে হলে আমাৰ ঈশ্বৰ সম্বন্ধে উৎপন্ন পৰমাৰ্থিক জ্ঞানকে আপোন গুৰু বুলিব পাৰি। কিন্তু, এইটি আমাৰ নিজ মত; বিজ্ঞ পাঠকসকলে বিচাৰ কৰি চাব।

আত্মা-পৰমাত্মাৰ সংযোগ হলেও কৈবল্য লাভ কৰিব পাৰি।

* মনুষ্য দেহ এটি ক্ষুদ্ৰ ব্ৰহ্মাণ্ড। মূৰ্দ্ধা স্বৰ্গ বক্ষ গহ্বৰ মৰ্ত্ত্য, উদৰগহ্বৰ পাতাল। আত্মতত্ত্বাবিৎবিলাকে এইৰূপে দেহাক বিভাগ কৰি থাকে। এই নিমিত্তে তেওঁলোকে সকলোকে আমি আৰু আমাৰ বুলি জ্ঞান কৰে। (ৰামকৃষ্ণ পৰমহংসৰ উক্তি) এই প্ৰবন্ধৰ পাচতো দেখা।

"দেহিস্মিন্ বৰ্ত্ততে মেৰুঃ সপ্তদ্বীপসমন্বিত।
সৰিতঃ সাগৰঃ শৈলাঃ ক্ষেত্ৰাণি ক্ষেত্ৰপালকাঃ

(১) ১ম, স্কন্ধত মহৎ অহঙ্কাৰ আৰু পঞ্চতন্মাত্ৰ দ্বাৰা বিনিৰ্ম্মিত, অৰ্থাৎ পঞ্চ মহাভূত আৰু একাদশ ইন্দ্ৰিয় এই ষোড়শ অংশ বিশিষ্ট বিৰাট পুৰুষৰ আবিৰ্ভাব বিষয়ে বৰ্ণনা আছে। বিৰাট পুৰুষ যেনেকৈ সৃষ্টিৰ আদি, পৰমায়ুও জীৱসৃষ্টিৰ আদি উপাদান।

(২) দ্বিতীয় স্কন্ধত বিৰাটপুৰুষৰ দশ লক্ষণ বৰ্ণনা কৰিছে। সেই দশ লক্ষণকে ইয়াত দশ সৃষ্টি বোলা সম্ভৱ। কাৰণ দেখা যায় যে, সেই দললক্ষণেই ইন্দ্ৰিয়াদিৰ দেৱতা বা কাৰ্য্য। চক্ষুৰ জ্যোতি; কাণৰ দিক্; ত্বকৰ বায়ু; হাতৰ ইন্দ্ৰ; পদৰ বিষ্ণু; উপস্থৰ প্ৰজাপতি; গুহ্যৰ মিত্ৰ; অন্ত্ৰৰ নদী; নাভীৰ সমুদ্ৰ; মনৰ চন্দ্ৰ। কিন্তু, ৩য় স্কন্ধৰ ১০ম অধ্যায়ৰ দশ সৃষ্টিৰ বৰ্ণনা হে বেচি বলৱৎ বুলি অনুমান

| | |
|---|---|
| ১০ম স্কন্ধে | ইন্দ্রিয়গণ (১০) |
| ১১শ স্কন্ধে | ইন্দ্রিয় দমন (১১) সাক্ষী দেহাতে বুজা। জীৱ কৃষ্ণ চৈধ্য সাক্ষী প্রমুখ্যে দেৱতা দেহাতে দেখা। |
| ১২শ স্কন্ধে | দ্বাদশ অঙ্গ। দ্বাদশ ভাব-ভক্তি। |

(এই দ্বাদশ ভাব-ভক্তি) হেয়ে দিব (আৰু) নিব। জীৱ মুক্ত হৈব। সংসাৰ সাৰিব। চৈধ্য সাক্ষী, চব্বিশ তত্ত্ব, জীৱ কৃষ্ণ অৰতাৰ দেহাতে বুজি দেখা।

পুনু শঙ্কৰে সোধন্ত— নাৰায়ণৰ জন্ম কহা।

পুনু চৈতন্যে বোলে,—নাৰায়ণৰ জন্ম শুনা;—আদি নিৰঞ্জণৰ (ব্রহ্মাৰ) শুক্রুতেজধাৰ প্রকৃতিক দিলা। প্রকৃতি আনি পৃথিৱীত* থৈলা। নাৰায়ণ নাম থৈলা।

(সেই) নাৰায়ণ হন্তে চাৰিবেদ, (১)
চাৰিবেদ হন্তে চব্বিশ তত্ত্ব (২)
তত্ত্বত হন্তে প্রকৃতি। (৩)

প্রকৃতিৰ দেৱতা,—মহেশ, ব্রহ্মা, বিষ্ণু, লক্ষ্মী, ৰাধা।

---

হয়।। তাত লিখিছে;— মহতৰ সৃষ্টি প্রথম। (আত্মস্বৰূপ ভগৱন্তৰপৰা যি গুণবিলাকৰ বৈষম্য হয় তাকে*মহৎ বোলে)। অহঙ্কাৰ সৃষ্টি দ্বিতীয় (যাতে দ্রব্যজ্ঞান আৰু ক্রিয়াৰ প্রকাশ হয় তাৰ নাম অহঙ্কাৰ)। পঞ্চতন্মাত্ররূপ ভূত সূক্ষ্মৰ উদ্ভৱ তৃতীয়। জ্ঞানেন্দ্রিয় কৰ্ম্মেন্দ্রিয়ৰ সৃষ্টি চতুৰ্থ। বৈকাৰিক, অৰ্থাৎ ইন্দ্রিয় অধিষ্ঠাতা দেৱগণ আৰু মনৰ সৃষ্টি পঞ্চম। পঞ্চবৃত্তি স্বৰূপা অবিদ্যাৰ সৃষ্টি ষষ্ঠ। এই ছয় সৃষ্টিক প্রাকৃত সৃষ্টি ৰোগে। স্থাৱৰ সৃষ্টি ৭ম। ইয়াক মুখ্য সৃষ্টিও বোলে। তীৰ্য্যকযোনীবিলাকৰ সৃষ্টি অষ্টম। মনুষ্য, দেৱগণৰ সৃষ্টি নৱম। এই তিনটা বৈকাৰিক সৃষ্টি। ইয়াত বাজে প্রাকৃত আৰু বৈকৃত এই উভয়াত্মক যি সৃষ্টি সেয়ে দশম। সনৎকুমাৰাদি সৃষ্টি প্রাকৃত আৰু বৈকাৰিক এই উভয়াত্মক।

(৩) স্বত্ব, ৰজঃ, তমঃ এই তিনি গুণ।

(৪) শোক-মোহো জৰা-মৃত্যু ক্ষুৎপিপাসা ষড়ুৰ্ম্ময়ঃ। ইতি ভাগবৎ টীকা ঃ— শব্দ কল্পদ্রুম ঃ

(৫) প্রাণ, অপান, সমান, উদ্যান আৰু ব্যান। হৃদয়ত প্রাণ, গুহ্যত অপান, নাভিত সমান, কণ্ঠ মধ্যত উদান, সৰ্ব্ব শৰীৰত ব্যান বায়ু চলে। (সিদ্ধ তন্ত্র আৰু অষ্টাঙ্গযোগ দেখা)

(৬) বিকাৰ, অৰ্থাৎ প্রকৃতিৰ অন্যথা ভাব— "প্রকৃতেৰণ্যথা ভাবঃ"। প্রকৃতিৰ ধ্বংসৰ জন্যে বিকাৰ যেনে,— কাঠৰ বিকাৰ ভষ্ম, মাটিৰ বিকাৰ ঘট, অথবা মুখৰ বিকৃতি-ক্রোধবৰ্ত্ততা ইত্যাদি। মেদিনীকোষত ৰোগবিলাকক বিকাৰ বুলি কয়। বিকাৰবিলাকৰ নাম পোৱা নাই, কিন্তু ১৬টা যে বিকাৰ আছে ই কথা সঁচা। ভাগৱতৰ ৪ৰ্থ স্কন্ধত ২৯ অধ্যায়ত এইদৰে লিখা আছে,— পঞ্চতন্মাত্র স্বৰূপ আৰু ত্রিগুণ আৰু ঘোড়শ বিকাৰ বিস্তৃত লিঙ্গদেহ চেতনা সংযুক্ত হলে তাক জীৱ বোলা যায়।

(৭) ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম, অহঙ্কাৰ, তত্ত্ব আৰু মহৎতত্ত্ব এই কেইটাক সাত আৱৰণ বোলে।— শ্রীমদ্ভাগৱৎ ২য় স্কন্ধ, ১ম অধ্যায়।

(৮) হৃদয়ত অষ্টদল বা আঠপহীয়া পদ্ম আছে। সেই অষ্টদল পদ্মৰ ভিতৰত পৰমাত্মাৰ বা কৃষ্ণৰ অৱস্থান; এই কাৰণে, তাক একতত্ত্ব বোলা হৈছে।—চক্র বিধান পুথি দেখা।

(৯) ন-খন দুৱাৰ যেনে,— দুই চকু, দুই নাক, দুই কাণ, মুখ, পায়ু আৰু উপস্থ। ভাগৱৎ, চতুৰ্থ স্কন্ধ, ২০ অধ্যায়।

(১০) জ্ঞানেন্দ্রিয় পাঁচোটা আৰু কৰ্ম্মেন্দ্রিয় পাঁচোটা, দুয়ো মিলি ১০ টা ইন্দ্রিয়। মন লৈ এঘাৰটা ইন্দ্রিয় হয়।

(১১) একাদশ স্কন্ধত পৰমাৰ্থিক বহুত কথা আছে, যিবিলাক জানিলে মানুহ জিতেন্দ্রিয় হব পাৰে। ইয়াত সকলোবিলাক কথা আলোচনা কৰিব নোৱাৰি। জীৱ বা পৰমাত্মাক কৃষ্ণ বুলি আগেয়ে কোৱা হৈছে। চকু, কাণ, নাক, ইত্যাদিৰ দেৱতা বা কাৰ্য্য পূৰ্ব্বে (২) নম্বৰত দেখুৱা হৈছে। সেই দেৱতাবিলাকক চৈধ্য সাক্ষীও বোলে।

(১২) আমি ৯ বিধ ভক্তিৰ নাম হে পাইছোঁ। সেইবোৰ এই—১ম শ্রৱণ, ২য় কীৰ্ত্তন, ৩য় স্মৰণ, ৪ৰ্থ অৰ্চ্চন, ৫ম পদসেৱন, ৬ষ্ঠ দাস্য, ৭ম সখিত্ব, ৮ম বন্দন, ৯ম দেহাৰ্পণ। অপৰ তিনটা বোধ হয়, ধ্যান, যোগ আৰু সমাধি।

* পুৰুষ-প্রকৃতিৰপৰাই যে জগৎ সৃষ্টি, এই বিষয় আলোচনা কৰিবলৈ মন থাকিল।

(১) সাম, ঋক, যজুঃ অথৰ্ব্ব এই চাৰিবেদ।

(২) ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম এই পাঁচোটা স্থূল ভূত; ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ এই পঞ্চ তন্মা; দৰ্শন, শ্রৱণাদি পঞ্চ জ্ঞানেন্দ্রিয়; বাক, পাণী, পাদ, পায়ু উপস্থ পঞ্চ কৰ্ম্মেন্দ্রিয়; মন, অহঙ্কাৰ, বুদ্ধি এই তিনটা অন্তৰিন্দ্রিয় বা অন্তঃকৰণ। এই সকলোৰেই জড় প্রকৃতিৰপৰা উৎপন্ন। এই ২৩টি তত্ত্ব পুৰুষৰ সহায় ব্যতিৰেকে নিশ্চল আৰু নিশ্চেষ্ট। এই পুৰুষ বা জীৱাত্মা লৈ চব্বিশ তত্ত্ব।

(৩) সকলো তত্ত্বৰ সমষ্টিক প্রকৃতি বোলে। এই তত্ত্ববিলাক নহলে এই পৰিদৃশ্যমান জগতৰ সৃষ্টি নহলহেঁতেন। কোনোৱে কয়, ব্রহ্মাৰপৰা উৎপন্ন জগতৰ নানাবিধ যে বিচিত্র নিৰ্ম্মাণ সমৰ্থা বুদ্ধিৰপৰা ব্রহ্মাশক্তি সেয়ে প্রকৃতি।

ব্ৰহ্মাই ঈশ্বৰ, ইহাত ভক্তি বিচাৰি লৈবা, বিচাৰি লৈবা, বিচাৰি লৈবা। বিচাৰি নলৈলে জাতি কুল গুণ ক্ৰিয়া সবে নষ্ট হয়; একো নপাইবা।

পুনু শঙ্কৰে সোধন্ত,—কোন হেতু (দ্বাৰা)
জানিবো?

পুনু চৈতন্যে বোলন্ত,—জীবে ব্ৰহ্ম।*
দেহে ব্ৰহ্ম,
নামে ব্ৰহ্ম।

এই তিনি ব্ৰহ্ম পাতিবা। হৰি, গুৰু, বৈষ্ণৱ তিনিকো লৈবা।

(এতদ্ব্যতিৰেকে) গোপাল অচ্যুতঃ— অচ্যুত ব্ৰহ্ম,
অচ্যুত আত্মা, অচ্যুত অন্ন,

অচ্যুত অচ্যুতে জানিবা, ভোজন দেহাক জানিবা, অচ্যুত কৰি লৈবা। জানিবা অচ্যুতক অচ্যুত কৰি কৰিবা ভোজন। জানিবা নিশ্চয় অচ্যুতৰূপ হৈবা।

চৈতন্যৰ সম্মত গুৰুত অৰ্পণ কৰিবা। সংশয় নকৰিবা, সত্যে সত্যে সত্যে নিশ্চয় জানিবা। জীৱ মুক্ত হৈব; সংসাৰ ছাড়ি যাইব।

পুনু শঙ্কৰে সোধন্ত,— জীবে (যে) সংসাৰ তাৰ ভাল কহিবা। তোমাত বিক্ৰয় গৈলোঁ। সত্যে সত্যে সত্যে আমাৰ জীৱ ঘট কহিবা। ভোজন কহিবা। শয়ন কহা। অৰ্থ কহিবা।

পুনু চৈতন্যে কহন্ত দয়াতৰে। হৃদয়ে পৰমাত্মাক চিন্তি কহিবে লৈবা।

**শঙ্কৰে বোলন্ত—** চিত্ত দৃঢ় কৰা,
মনক নিয়ম কৰা,
ধৈৰ্য্য ধৰা,
জানু পাৰি কৰযোৰ কৰা।

এহি বুলি চৈতন্যে গন্ধ-পুষ্প-ধূপ দীপ সম্ভাৰ কৰি বোলন্ত,— আজি ধিৰ তোমাৰ নাম মহাপুৰুষ। তোমাতে সাৰ কথা কহোঁ। জীৱ-তৰণী শঙ্কৰৰ হাতে ধৰি কহন্ত;— নখকে নখচন্দ্ৰ বুলি, নিজ ভকতৰ বৃদ্ধ আঙ্গুলি চক্ৰধাৰ বুলি তথাতে সেৱা।

বৃদ্ধ অঙ্গুলিৰ পেটকে বিষ্ণুনগৰ বুলি। তথাতে চতুঃপাশি পদ্ম। তাৰ পিচত ত্ৰিপিনা (ত্ৰিবেনী) তথাতে স্নান। পিচত ধ্বজ মহেশ ভক্ত, তাৰ দক্ষিণে বজ্ৰ নাৰদ ভক্ত; মধ্যত পঞ্চজ। আঠপাখি কেৱল মূল ভক্তিৰ থান। তাৰ পিচত অঙ্কুশত নিজ ভক্ত দক্ষিণে জয়— লক্ষ্মীৰ বিলাস,—তাৰ পিচত যমৰ নগৰ। তাতে পঞ্চ ৰেখা শুক্লবৰ্ণ। আগত ধ্বজ, বজ্ৰ মধ্যত পঞ্চজ; পিচত অঙ্কুশ জয়। তাৰ ওপৰত নেপুৰ পাৰিষদ।

কিনা আঙ্গুলিয়ে ৰাধা ;
অনামিকায়ে সঞ্জমণি ;
মধ্যমাঙ্গুলিয়ে অঞ্জমণি ;
তৰ্জ্জনীয়ে সূৰ্য্য কান্তি ;
বৃদ্ধ আঙ্গুলিয়ে কেৱল ভকত।

এহি বুজি সঙ্গী সঙ্গ লৈবা। বলোৰাম জীৱৰ মহাশৰণ বুলি ইহাকে বুজা।

তাৰ পিচত এক শৰীৰতে সমস্ত ব্ৰহ্মাণ্ডখনকে পাতালৰপৰা আৰম্ভ কৰি বৈকুণ্ঠলোক দেখুৱাইছে। দেহাক পৃথিৱী বুলি দেখুৱাইছে। প্ৰৱন্ধ দীঘল হোৱাৰ গতিকে সেই অংশ এৰা গল, পাঠকসকলে ক্ষেমিব। সৰ্বশেহত যি উপদেশ দি পুথি সামৰিছে তাক তলত লিখিলোঁ ;—

এইবিধ ব্ৰহ্মাণ্ড দেহাতে দেখা. ইহাক নিবাকৰণ কৰি স্মৰণত ৰহিবা। এহি ভাগ বুজি বাৰ স্কন্ধ কৰা; ধৰ্ম্ম ব্যক্ত কৰা; আৰু বাৰ বৈষ্ণৱ তোমাৰ সঙ্গ-ভক্ত, তাৰ নাম শুনা;— ব্ৰহ্মা, মনু, হৰ, কপিল, কুমাৰ, শুক, ভীষ্ম, বলীৰাই, যম, জনক, নাৰদ, প্ৰহ্লাদ। এহি বাৰজন দেহাতে আছ।

—শ্ৰীসোণাৰাম চৌধুৰী।

---

* শঙ্কৰাচাৰ্য্যৰ মতে জীৱ-ব্ৰহ্মাৰ ঐক্য জ্ঞানৰ নাম ব্ৰহ্মজ্ঞান। যি জনে এই প্ৰত্যক্ষ পৰিদৃশ্যমান জগতকে স্বপ্নৱৎ মিছা জ্ঞান কৰি নিজক শিবোহং বা ঈশ্বৰ বুলি দৃঢ় প্ৰত্যয় কৰে তেওঁৱেই ব্ৰহ্মজ্ঞানী। তেওঁৰ আপোন-পৰ সমস্ত জগৎ ব্ৰহ্মময়।

# বৰদোৱা।

কিয় আজি হাঁয়, হৃদয় তন্ত্ৰীত,
পুৰণিকলীয়া কথা ;
বাজি ঘনে ঘনে, কৰে আকুলিত,
লগায় মনত ব্যথা।
আছিল একালে, অসম জননী
গুণী পুত্ৰ প্ৰসবিনী;
যি সবৰ পুত্ৰৰ বিবল সৌৰভে
মোহিছিল ধৰা-প্ৰাণী।
তাৰে এটি পুত্ৰ শ্ৰীমন্ত শঙ্কৰে
মহাপুৰুষীয়া ধৰ্ম্ম ;
কৰিলে প্ৰচাৰ, আসাম প্ৰদেশে,
বুজালে উত্তম মৰ্ম্ম।
সেই শঙ্কৰৰ কীৰ্ত্তিৰ নিচান,
বহু আছে আসামত;
তাৰে এটি চিন, বৰদোৱা সত্ৰ,
জন্ম হল যি ধামত।
ব্ৰহ্মা, বিষ্ণু আদি, বৰদোৱা থানে
ৰাখিছে কৰি অঙ্কন ;
আৰু ভালেমান, পুৰাতন চিনে,
শোভা কৰে বিতোপন!
ওচৰতে বিল, গঙ্গা বুলি কয়,
ধৰিছে অপূৰ্ব্ব শোভা ;
পাৰত কোকিলে, কু-উ-কু-উ স্বৰে
গায় গান মনোলোভা!—
গঙ্গাৰ বুকত, পদমুনী শোভি,
মিচিকিয়া হাঁহি মাৰি;
সৌৰভ বিলাই, বৰদোৱা থান
ৰাখিছে সুগন্ধী কৰি।
গঙ্গাইও যেন, আপোন পাহৰি,
স্নেহে দ্ৰবীভূত হই ;
অতি আগ্ৰহেৰে ৰাখিছে সাবটি
আপোনপেটীয়াকই।

* * *

ই থানে শঙ্কৰে, কীৰ্ত্তন ৰচিলে
জীৱৰ তৰণ হেতু ;
আৰু নানা মতে, দেখালে উপায়,
পাতি থলে পুণ্য-সেতু।
অসামান্য ৰূপে, ধৰম বিতৰি,
দিলে বহু দিব্যজ্ঞান ;
সেই কাৰণতে, অসমবাসীয়ে,
আজিও কৰিছে মান।
চন্দ্ৰ-দিবাকৰ, থাকেমানে হাঁয়,
জ্বলিব শঙ্কৰ-কীৰ্ত্তি;
ভোটা তৰা দৰে, তৰাৰ মাজত,—
একোতে নহব ত্ৰুটী।

—শ্ৰীমহীচন্দ্ৰ বৰা।

# কুৰুক্ষেত্ৰত কামৰূপ।

ব্ৰহ্মপুত্ৰ উপত্যকাই কুৰুক্ষেত্ৰৰ সমৰত নিজৰ বীৰ্য্য দেখুৱাইছিল, ভাৰত-যুদ্ধলৈ এই উপত্যকাৰপৰা এক অক্ষৌহিণী সৈন্য গৈছিল। ভগদত্ত আৰু ঘটোৎকচে পাণ্ডৱ আৰু কুৰু পক্ষত যুঁজি প্ৰাণ দিছিল। ভগদত্ত প্ৰাগজ্যোতিষপুৰৰ ৰজা আৰু ঘটোৎকচ হিড়িম্বাপুৰৰ ৰজা আছিল। প্ৰাগজ্যোতিষপুৰ এতিয়াৰ গুৱাহাটী আৰু হিড়িম্বাপুৰ এতিয়া ডিমাপুৰ। নৰকাসুৰৰ পুতেক ভগদত্ত আৰু হিড়িম্বাৰ পুতেক ঘটোৎকচ। বাস্তৱতে তেওঁবিলাক অসুৰো নাছিল ৰাক্ষসো নাছিল,— আমাৰ নিচিনা মানুহেই আছিল। বৰ বলী আছিল দেখি দুয়োকে দুটি বিশেষ উপাধিৰে ভূষিত কৰা হৈছিল। পুৰণি কালত যি নিয়ম আছিল এতিয়াও

সেই নিয়মেই আছে। কোনোবাই যদি বহুত খায় বা আমি কৰিব নোৱাৰা কাম কৰে, তেওঁক আমি ৰাক্ষস বা অসুৰ কওঁহঁক। ভগদত্ত আৰু ঘটোৎকচ সম্ভৱতঃ কছাৰি আছিল। এতিয়া অনেকে কছাৰিৰ বৰ্ম্মন উপাধি দেখি সিবিলাকক ভীমৰ বংশ বুলি কয়। খৃষ্টীয় ৭ম শতাব্দীত প্ৰসিদ্ধ চীন ভ্ৰমণকাৰী হিয়াঙচাং কিয়ামলুপ আহি তেতিয়া কামৰূপৰ ৰজা আৰু মানুহবিলাকৰ যি বিৱৰণ লিখি গৈছে, তাক দেখি তেতিয়াৰ কামৰূপৰ ৰজা ভাস্কৰ বৰ্ম্মাক কছাৰি বুলি ধৰিব পাৰি। হিড়িম্বাৰ ৰাজ্য কাছাৰলৈকে বিস্তৃত আছিল। পুৰণি হিড়িম্বাপুৰ, এতিয়াৰ ডিমাপুৰ, হিড়িম্বাৰ পুতেক ঘটোৎকচৰ ৰাজধানী আছিল। ডিমাপুৰৰ ধ্বংসাৱশেষ আসামৰ পুৰণি কালৰ সৌৰ্য্যবীৰ্য্যৰ পৰিচয় দিবলৈ পৰি আছে। ঘটোৎকচ আৰু ভগদত্তৰ পৰৱৰ্ত্তী বংশ অনেক, ইতিপূৰ্ব্বে হিন্দু হৈ গৈছে। এতিয়া যিবিলাক কছাৰি পুৰণি কালৰ দৰে খাই-লৈ আছে সিহতক আমি অসুৰৰ ও ৰাক্ষসৰ লগৰীয়া বুলি কওঁহঁক। কিয়নো, আমাৰ সৈতে সিহতৰ আচাৰ-ব্যৱহাৰ নিমিলে। বাস্তৱতে পূৰ্ব্বকালত লোহিত্য উপত্যকাই ভাৰতত ওখ আসন পাইছিল।

—শ্ৰীদেবনাৰায়ণ ঘোষ।

# ভালপোৱা।

নেলাগে নোপোৱা ভাল, সিও শত গুণে ভাল,
নোৱাৰোঁ তথাপি নিতে কান্দি-কাটি থাকিব;
হতাশৰ দোপ লই, সদায় ব্যাকুল হই,
নেলাগে নেলাগে হিয়া ভাগিছিগি পৰিব;
মনেপতা পম খেদি, নেলাগে বিঘিনি ভেদি,
নিৰাশাৰ ছলনাত হুমুনিয়া কাঢ়িব;
সাগৰৰ মাজ পাই, নাৱৰীয়া আঁতৰাই,
নোৱাৰি কদাপি তেও উটি-বুৰি ফুৰিব;
আশা এৰি হেঁপাহৰ, দুদিনীয়া জগতৰ
নীৰলে নিত্যৰ নাম নিজ মনে গাম,
প্ৰবঞ্চনা হয় যদি শেষ পৰিণাম।
নেলাগে গোলাপ কলি, পাতৰ আঁৰত জ্বলি
শুৱনি মুখনি তুলি মিচিকিয়া হাঁহিব;
কেতেকী ৰেণুৰ প্ৰায়, নিয়ৰৰ ৰং পাই,
বতাহত হালি জালি লুকা লুকি খেলিব;
ফুলোঁ ফুলোঁ হোৱা ফুল, মতলীয়া অলিকুল,
নেলাগে আকুল কৰি মলয়াৰে মাতিব;
ক্ষন্তেক মজাই প্ৰাণ, তুলি বিষাদৰ গান,
টিপতে নেলাগে তুমি গেলি-পচি জহিব;
চাওঁতাক ছল কৰা, ভিতৰি ফাঁকিৰে ভৰা,
নশ্বৰ কুসুম এনে কোনে ভাল পায়,
ফাঁকি দি যদি হে ফুল একেবাৰে যায়?
নেলাগে পূৰঠ জোন, উজলাই দশোকোন,
মিচিকি হাঁহিৰে মোৰ মন-প্ৰাণ মুহিব;
ডাৱৰৰ সুৰুঙ্গাই, দাঁতি-কাষ পোহৰাই,
নেলাগে নেলাগে তুমি কুকুভা খেলিব;
কেতিয়াবা থাকি থাকি, নেলাগে মণ্ডল আঁকি,
চৰাই আপোন শোভা মৰা ছালি ধৰিব;
নেলাগে শৰত ৰাতি, আকাশ শোভাৰে ছাতি
বৰষি উন্মাদ শৰ বিৰহিনী দহিব;
আঁউসীৰ নিশাকালে, হেঁপাহে সৌন্দৰ্য্য চালে
সামৰি অমিয় লীলা এন্ধাৰে ভৰাই,
ফাঁকি দিব জানা যদি তুমি জোনাবাই!
মাজে মাজে ছেগ চাই, বিজুলী নেলাগে নাই,
টিপতে ওৰণিখন উদঙ্গাই জুমিব;
মায়াত বিভোৰ হই, আপোন পাহৰি গই,
নেলাগে হিয়াৰ প্ৰেম নাচি নাচি উঠিব;
শুকুলা ডাৱৰ মাজে, নেলাগে জিলিকা সাজে
মোহিনী চাহনী চাই মন মোৰ মজিব;
সকলোকে সমভাৱে, উজলাই একে চেৱে,
নেলাগে তোমাৰ প্ৰেম অলপকো ঢালিব;
প্ৰেমেৰে ঢাকনি অঁকা, আবুৰত বিষ থকা,
যদি হে অন্তৰ চুলে প্ৰাণ উৰি যায়,
ছলেহে তোমাৰ যদি কপট মায়ায়।
পলতে আপোন হোৱা, পলতে আঁতৰি যোৱা,
নেলাগে অনিত্য একো কাষ মোৰ চাপিব;
কপটেৰে লেনিয়াই, নেলাগে দিবহি লাই,
মউসনা কথা কই মন-প্ৰাণ মুহিব;

আজি আছে কালি নাই, এনেবোৰে ভাল পাই
ক্ষন্তেক সুখৰ ছাঁয়া নেলাগেহি যাচিব।
লাগে এনে এটি জুৰি, নিতে কুল কুল কৰি
অনন্ত শান্তিৰ ধাৰা জৰি যত পৰিব ;

মায়াবল নাই যাৰ নাই লেশ ছলনাৰ
বাঢ়ে তৃষা অবিৰাম ললে যাৰ নাম,
সেইয়ে নিভাঁজ নিত্য যত্নে ভাল পাম।

—শ্ৰীইন্দ্ৰেশ্বৰ বৰঠাকুৰ।

# বৰ্ত্তমান শিক্ষাৰ এনে বিকাৰ কিয়?

**(টোলৰ অধ্যাপক আৰু ছাত্ৰৰ কোৱা-মেলা)**

**(৬ষ্ঠ সংখ্যাৰ ১৬৭ পিঠিৰপৰা)**

শিষ্য।— মানুহৰ কু-সঙ্গৰ কথা বুজিলোঁ। কিন্তু আপুনি কৈছে যে, কুৰুচিপূৰ্ণ কিতাপাদি পাঠ কৰাও কু-সঙ্গৰ ভিতৰত ধৰিব লাগে। কিয় ধৰিব লাগে বুজিব নোৱাৰিলোঁ।

অধ্যাপক।— মানুহৰ ৰুচিভেদেই প্ৰকৃতিভেদ্। কু ৰুচিৰ বশ হৈ স্বভাৱৰ বিকাৰ ঘটালেই শিক্ষাৰো বিকাৰ ঘটে। বেয়া ভাৱৰ পুথিত যাক ৰুচি, তাৰ শিক্ষাৰ বিকাৰ অনিবাৰ্য্য। তেনেকুৱা পুথিত কোৱা ঘটনাবিলাকৰ দ্বাৰা মন কলুষিত হয় আৰু অসৎপথলৈ ঢাল খায়, অসাৰ স্বাভাৱিক কল্পনাৰে মন পৰিপূৰ্ণ হয়। কু-চিন্তাবোৰৰ প্ৰৱল উত্তেজনাত হৃদয় অসাৰ হয়। যি ঘটনা কেতিয়াও হোৱা নাই আৰু নহব, এনেকুৱা ঘটনাৰ আলোচনাত অমূল্য সময় কটাবৰ অভ্যাস জন্মে। মন এনেকুৱা পাতল আৰু নিস্তেজ হয় যে, গভীৰ ভাবপূৰ্ণ আৰু নীতিগৰ্ভ ভাল পুথি পঢ়িবলৈ মন নেযায়। মন এনেকুৱা দুৰ্ব্বল হয় যে, উন্নত ভাবপূৰ্ণ, তেজোময় ৰচনা ভয়ঙ্কৰ ভাবি পৰিত্যাগ কৰিব লাগে। এনেকুৱা মানুহে সামান্য কুৎচিত চিন্তাত কাল কটাবলৈ ভাল পায়, আৰু সামান্য বিষয়ৰ কোৱা-মেলা, সামান্য কামত ব্যস্ততা, আমোদ-প্ৰমোদ আৰু ৰং ধেমালি প্ৰভৃত্তি তাৰ জীৱনৰ প্ৰধান কাম হৈ উঠে। তাৰ অমূলক ঘটনাবিলাকে হৃদয়ৰ কোমলতা নষ্ট কৰে। সেই শোক দুখপূৰ্ণ ঘটনাই হৃদয়ৰ কোমলতা নষ্ট কৰি তাক কঠিন কৰি তোলে; প্ৰকৃত শোচনীয় ঘটনাতো হৃদয়ত দয়া-মৰম নোপজে। ধৰ্ম্মৰ প্ৰতি অনুৰাগ বিনষ্ট হয়। অসাৰ কল্পনা আৰু লঘুভাবপূৰ্ণ গল্পতেই মন আসক্ত হয়। ভক্তি, প্ৰেম, সাধুতা, ক্ষমা, আত্মসংযম আৰু উচ্চ আকাঙক্ষা প্ৰভৃতি উৎকৃষ্ট গুণবোৰ দুৰ্ব্বল আৰু অকৰ্ম্মন্য হৈ যায়; তেতিয়া ধাৰ্ম্মিক আৰু ধৰ্ম্ম উপদেশকৰ প্ৰতি হিংসা জন্মে, আৰু ধৰ্ম্মপৰায়ণ সাধু মহাজনবিলাকক নিন্দাবাদ কৰাটোৱেই জীৱনৰ ব্ৰত হৈ উঠে। এই কুৰুচিপূৰ্ণ পুথিবোৰ কালসৰ্পৰ নিচিনা; ই পাঠকৰ হৃদয়ত বিষ ঢালি দিয়ে। ইয়াৰপৰা মনৰ কু-প্ৰবৃত্তিবোৰ প্ৰৱল হয়, ই বিচাৰ শক্তিৰ বিকাৰ ঘটায়। এই নিমিত্তে কুৰুচিপূৰ্ণ কিতাপবোৰ পাঠ কৰাও শিক্ষা-বিকাৰৰ এটি প্ৰধান কাৰণ। বিশেষতঃ, যৌৱনকালত ই বেচি মাৰাত্মক। কাৰণ, সেই সময়ত চিত্তবৃত্তি অসংযম থাকে।

শিষ্য।— কু-চৰিত্ৰ দেখাৰপৰা আৰু কুকথা কু-সঙ্গীত আদি শুনাৰপৰা কি অপকাৰ ঘটে?

অধ্যাপক।— সংসাৰত যিবোৰ বস্তু আছে, তাৰ ভিতৰত ভাল-বেয়া যি কোনো বস্তুৰেই হওক, দেখা মাত্ৰেই সেই বস্তুৰ প্ৰতিমূৰ্ত্তি হৃদয়ত অঙ্কিত হয়। সি সোনকালে হৃদয়ৰপৰা দূৰ নহয়। যাৰ প্ৰতিমূৰ্ত্তি হৃদয়ত দাগ লগাৰ নিচিনা লাগে, মন আপোনা-আপুনি তাৰ গুণাগুণ বিচাৰত নিযুক্ত হয়। আকৌ মনে যি বিষয় সদায় ভাবি থাকে, তাক কামত খটাবলৈ চেষ্টা কৰে। কাজেই মনৰ চিন্তাৰ বিষয় যদি বেয়া হয়, তেন্তে তদনুযায়ী কামো বেয়া হবৰ সম্ভৱ। এই নিমিত্তে কু-চৰিত্ৰ দেখা, কু-কথা, কু-সঙ্গীত প্ৰভৃতি শুনাও শিক্ষা বিকাৰৰ এক কাৰণ। কিয়নো ই শিক্ষাৰ মূল ভেঁটি দাঙ্গি চিনভিন কৰি দিয়ে।

শিষ্য।— বেয়া পুথি বুলি উপন্যাস আৰু নাটক মাত্ৰেই কি বেয়া? যদি নহয়, তেন্তে তাক বাছি লবৰ উপায় কি?

অধ্যাপক।— তেনে কেতিয়াও নহয়। অনেক ভাল পুথি আছে, তাৰ ভিতৰত বাছি লব লাগে। যি পুথি পঢ়িলে মনৰ প্ৰসন্ন ভাব নষ্ট পায়, যাক পঢ়ি উঠাৰ পিচত যদি দেখা যায় যে, ইয়াৰপৰা উৎকৃষ্ট কোনো বিষয় লাভ হোৱা নাই; বৰঞ্চ মন অধঃপাতে যাবলৈ হে ওলাইছে, তেনেকুৱা ভাবৰ পুথি বেয়া বুলি পৰিত্যাগ কৰিব লাগে আকৌ, যি পুথি পঢ়িলে পাঠকৰ হৃদয় পবিত্ৰ আৰু উন্নত হবৰ সম্ভাৱ আৰু উচ্চ অভিলাষবোৰ

জাগি উঠে, হৃদয়ৰপৰা সকলো প্ৰকাৰ শোক দুখ আৰু যাতনা দূৰ হৈ যায়, সেইবোৰ ভাল পুথি। উপন্যাস আৰু কাব্যাদিৰ ভিতৰত অনেক ভাল পুথি থাকিলেও ডেকা কালৰ মনৰ চাঞ্চল্য অৱস্থাত কাব্য, উপন্যাস আদি নপঢ়ি, মহৎলোকৰ জীৱনী ধৰ্ম্মপুথি আৰু ইতিহাস আদি পঢ়া হে উচিত।

শিষ্য।— আপোনাৰ কথা ভালকৈ বুজিব নোৱাৰিলোঁ। আপুনি কলে যে, কাব্য-উপন্যাস আদিৰ ভিতৰত ভাল পুথি থাকিলেও ডেকা কালত মনৰ চাঞ্চল্য অৱস্থাত তাক পঢ়িব নেলাগে। ভাল পুথি আকৌ পঢ়িব নেলাগে ইয়াৰ মানে কি?

অধ্যাপক।— পঢ়িব নেলাগে মানে পঢ়িব জানিব পৰা হব লাগে। কবিবিলাকে কাব্য আৰু উপন্যাস আকাৰে যি একোখনি মানৱ প্ৰকৃতিৰ চিত্ৰ আঁকিছে, সেই চিত্ৰবোৰৰ ওপৰে ওপৰে তাৰ ৰংচং দেখি গলে একো উপকাৰ নোপোৱাঁ। সেই ৰঙ্গচঙ্গৰ ভিতৰৰপৰা আচল কথা বাছি লব জানিলে হে উপকাৰ পাবাঁ। নতুবা বান্দৰে নাৰিফলৰ মোল নেজানি ওপৰৰ বাকলিবোৰ চুঁহি কোনো সোৱাদ নোপোৱাৰ নিচিনা তুমিও পঢ়ি কোনো উপকাৰ নোপোৱা। বিশেষতঃ কবিৰ উদ্দেশ্য এই—কেৱল মানুহৰ চিত্তৰঞ্জক কৰিব আৰু তাৰ লগে লগে উপদেশ দি যাব; মানুহৰ মন পৰিমাৰ্জ্জিত নহলে তাক পঢ়ি কোনো উপকাৰ নেপায়। বিদ্যাৰ দ্বাৰা পৰিমাৰ্জ্জিত বুদ্ধিৰ নাম জ্ঞান। জ্ঞানৰ দ্বাৰা মন পৰিমাৰ্জ্জিত হব লাগে। জ্ঞানৰ দ্বাৰা মন যেতিয়ালৈকে পৰিমাৰ্জ্জিত নহয়, তেতিয়ালৈকে মন চঞ্চল অৱস্থাত থাকে। সেই চঞ্চল অৱস্থাত কাব্য, উপন্যাস আদি পঢ়িলে কেৱল চিত্তবৃত্তিৰ উত্তেজনাৰ বাহিৰে আন কোনো শিক্ষা নহয়। সেই নিমিত্তে কৈছোঁ যে, মনৰ তেনে অৱস্থাত কাব্য-উপন্যাসাদি নপঢ়ি মহৎ লোকৰ জীৱনী, ধৰ্ম্মপুথি, বুৰঞ্জী আদি পঢ়ি হে যুক্তিসঙ্গত। —ক্ৰমশঃ।

## ঁলক্ষেশ্বৰ শৰ্ম্মা।

পুৱাৰ জুৰত শিকি লগেভাগে,  
দুপৰীয়া ঘৰ চাপিলাগই;  
আবেলিৰ জুৰ লবৰ বেলিকা  
লুকালাঁ লগৰী লক্ষায়ঐ!  
ভুৱা দিলাঁ ভাই ভোৱা, বন্ধু পাই  
নকলাঁ হাঁহিত স্বৰূপকই;  
আশা দি যাত্ৰীক কৰিলাঁ নিৰাশ,  
থাকিব তোমাৰ খিয়তি বই!  
লক্ষৰ গৰাকী কক্ষ হেৰুৱাই,  
হেৰালাঁ মাজতে সংসাৰ থই;  
তাকৰীয়া লগ; তাৰো এটি আজি  
হেৰুৱালোঁ আদ্-বাটতে অই!

—শ্ৰীপদ্মনাথ বৰুৱা।

# ঊষা

তৃতীয় ভাগ অষ্টম সংখ্যা

## সম্পাদকৰ শৰাই।

শ্রীশঙ্কৰ আৰু চৈতন্য।— বঙ্গদেশত শ্রীচৈতন্যক লোকে যেনেকৈ মহাপুৰুষ বা অৱতাৰ বুলি মানে, শ্রীচৈতন্যই যেনেকৈ বঙ্গদেশত বৈষ্ণৱী ধৰ্ম্মৰ আন্দোলনেৰে গোটেইখন দেশ কঁপাই তুলিছিল, শ্রীশঙ্কৰেও সেই দৰে মহাপুৰুষীয়া ধৰ্ম্মৰ ঢৌৰে গোটেইখন অসমদেশত খলক লগাইছিল। দুয়োজন মহাপুৰুষ প্ৰায় একে সময়ৰে লোক আৰু দুয়োৰো জীৱনৰ ব্ৰতো এক আছিল। তেনেস্থলত তেওঁলোকৰ ধৰ্ম্মমতৰ ভিতৰত থকা সূক্ষ্ম প্ৰভেদবিলাক বুজি তেওঁবিলাকৰ সম্বন্ধে মতামত প্ৰকাশ কৰা যেই-সেই মানুহৰ কাম নহয়।

* * *

এনেস্থলত এজনে আন এজনৰ অনুকৰণ কৰা বিশ্বাস মানুহৰ মনত সহজতে উদয় হয়। বিশেষতঃ, চৈতন্যদেব ব্ৰাহ্মণ আৰু শঙ্কৰদেৱ কায়স্থ, তেনেস্থলত ব্ৰাহ্মণ্য প্ৰধান ভাৰতবৰ্ষৰ নিচিনা দেশত ধৰ্ম্মবিষয়ত ব্ৰাহ্মণজনে শূদ্ৰজনৰ মত অনুসৰণ কৰা বিশ্বাসতকৈ যে শূদ্ৰজনে ব্ৰাহ্মণজনৰ মত অনুকৰণ কৰা বিশ্বাসে সোনকালে আদৰ পাব তাক সহজে বুজিব পাৰি। সেই গুণে অনেক লিখকে জানি বা নেজানি, বিশেষকৈ শুনা কথাৰ ওপৰত নিৰ্ভৰ কৰি শঙ্কৰদেৱে চৈতন্যদেৱে প্ৰচাৰ কৰা বৈষ্ণৱী ধৰ্ম্মৰ অনুকৰণেৰে অসমদেশত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিছে বুলি লিখিছে, আৰু কোনোবাই বা তাতকৈও কেইখোজমান বেচিকৈ আগবাঢ়ি, শঙ্কৰদেৱে চৈতন্যৰ ওপৰত শৰণ বা দীক্ষা লৈছিল বুলিয়েই কয়।

ওপৰত কোৱাৰ দৰে যদিও কেইবাজনো বিখ্যাত লিখকে লিখিছে, তথাপি আজিলৈকে তাৰ কোনোও ডাঠি প্ৰতিবাদ কৰা নাই। দুই-এজন নাম নজনা অসমীয়া লিখকে এই কথা যে অপ্ৰমাণ কৰিবলৈ চেষ্টা নকৰিছে এনে নহয়, তথাপি তাক এনে দুৰ্ব্বল ভাবে কৰা হৈছে যে, তাৰ কোনো ফল ধৰা নাই বুলিলেই হয়। কথা হৈছে, আমি এই বিষয়ে সত্য উদ্ধাৰ কৰিবলৈ যি ভাবে চেষ্টা কৰা উচিত তাৰ একোকে কৰা নাই। এজনে হয়তো আগগুৰি নথকা আৰু লাগ-বান্ধ নাইকিয়া কথাৰে পূৰ্ণ কোনে লিখিলে কেতিয়া লিখিলে তাৰ ঠিক নাইকিয়া এখন পুথিৰ বিবৰণ প্ৰকাশ কৰি লিখিলে যে, অমুক পুথিত শঙ্কৰদেৱে চৈতন্যদেৱৰ ওচৰত শৰণ বা দীক্ষা লোৱা কথা আছে। এজনে হয়তো অনুমানৰ ওপৰত নিৰ্ভৰ কৰি লিখিলে যে শঙ্কৰদেৱে চৈতন্যদেৱৰপৰা ধৰ্ম্মৰ শিক্ষা লাভ কৰি অসমত মহাপুৰুষীয়া ধৰ্ম্ম প্ৰচাৰ কৰা কথা মিছা। কিন্তু দুইজনেই হয়তো আচল সত্যৰ ওচৰ সীমায়ো নগল। এনেবিলাক লিখালিখিৰে ঐতিহাসিক সত্য কেতিয়াও উদ্ধাৰ নহয়, অথচ সকলো অসমীয়াৰ পক্ষে এই বাদানুবাদ সম্বন্ধে প্ৰকৃত সত্য কি তাক জনা নিতান্ত আৱশ্যকীয়।

* * *

যোৱা মাহৰ, অৰ্থাৎ ৩য় ভাগ ৬ষ্ঠ সংখ্যাৰ "উষাত" গুৰু নমস্কাৰ" নামে ওপৰত উল্লেখ কৰা বিধৰ এখন পুথিৰ বিবৰণ প্ৰকাৰ হৈছে; তাত লিখা আছে বোলে শঙ্কৰদেৱ ১২ বছৰ বয়সত ধৰ্ম্ম জ্ঞান লাভ কৰিবৰ নিমিত্তে বৰ ব্যগ্ৰ হৈ বাপেকৰ মনত কষ্ট দি শ্রীচৈতন্যৰ ওচৰলৈ পলাই গল, কিন্তু, বিশ্বপ্ৰেমিক চৈতন্যদেৱে তেওঁৰ লগত দেখাকে নকৰিলে। অৱশ্যে শূদিৰ বুলিয়েই হব পায়। নিত্যানন্দৰ অনুগ্ৰহত পিচত চৈতন্যই তেওঁক দেখা কৰিলে। তাৰ পিচত শঙ্কৰদেৱে "অন্তৰীক্ষ বেশে যাই গৃহ প্ৰবেশিলা। চৈতন্যৰ সঙ্গীগণকেহোঁ নেদেখিলা।।" আৰু শঙ্কৰে চতুৰ্ভূজ ৰূপ ধৰি বহি থাকিল। ইত্যাদি ইত্যাদি।

* * *

পাঠকসকলে ওপৰত দিয়া নমুনাৰ পৰাই পুথিখনিৰ গুৰুত্ব বুজিব পাৰিব। এতিয়া এনে শ্ৰেণীৰ লিখাৰ ওপৰত নিৰ্ভৰ কৰি যদি কোৱা যায়, শঙ্কদেৱে চৈতন্যদেৱৰ ওচৰত দীক্ষা বা শৰণ লৈছিল, তেনেহলে তাক বোধ কৰোঁ, অনেকে বিশ্বাস কৰিবলৈ টান পাব। আমি সেই প্ৰবন্ধ প্ৰকাশ কৰাত যেন কোনেও এনে নেভাবে যে, আমি এই পুথিৰ কথা বিশ্বাস কৰিছোঁ। আমি তাক প্ৰকাশ কৰাৰ উদ্দেশ্য হৈছে, যাতে এই কথাটো উপযুক্ত লোকে হাতত লৈ তাৰ এটা মীমাংসা কৰে।

## কৃষক।

জীৱন নাৱৰ গুৰি বঠা ধৰি তুমি,
সমাজক ৰাখিছা জীয়াই,
তুমিয়ে পিতৃৰ তুল্য গোটেই দেশৰ,
অন্নাহাৰ দিছা সৰ্ব্বদায়।
তোমাৰ জহতে লোকে আৰ্জ্জি বিদ্যাজ্ঞান
স্বদেশৰ উন্নতি সাধিছে;
তোমাৰে উৎপন্ন লৈ কিনা বেছা কৰি,
সদাগৰে লক্ষ্মীক বান্ধিছে।
বাৰিষাৰ এটি মাহো বহি থাকা যদি
দেশত লাগিব হাহাকাৰ;
সমাজ বান্ধনী কেনি পৰিব উফৰি,
উন্নতিও হব ছাৰখাৰ।
তোমাৰ সমান নাই দেশ-হিতকৰ
প্ৰাণদাতা সকলো নৰৰ;
তোমাৰ বিহনে হব জগত শ্মশান,
তুমি মাত্ৰ সাৰ সংসাৰৰ।
স্বাধীন কিৰিষি কৰি আপোন ইচ্ছাৰে
তুমিয়েই মুকলিমূৰীয়া;
নেপাতা কালৈকো হাত, নধৰা খাটনি,
ৰাখিছা দেশৰ তুমি চিয়া!

—শ্ৰীতুলসীচন্দ্ৰ বৰুৱা।

## তেজপুৰ অসমীয়া ভাষা উন্নতি সাধিনী সভা।

**(১৯০৯ চনৰ জানুৱাৰী মাহৰ ২৬ তাৰিখৰ দিনা হোৱা বাৎসৰিক উৎসৱ উপলক্ষে।)**

আজি অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ বাৎসৰিক উৎসৱ হোৱাত প্ৰকৃত অসমীয়া সকলোৰে আন্তৰিক আনন্দ হব লাগে। এই লিখকৰ আজি বিশেষ আনন্দৰ দিন, কিয়নো, এই সভাখনি আদিতে তেওঁৰ পৰম বন্ধু স্বৰ্গীয় লম্বোদৰ বৰাৰদ্বাৰা স্থাপিত। এই সভাখনিৰ আজি এনে উন্নত অৱস্থা দেখি লিখক বিশেষ গৌৰৱান্বিত হৈছে। এনে উন্নত অৱস্থালৈ অনাৰ বাবে তেজপুৰ নিবাসী অসমীয়া ভদ্ৰলোকসকল বিশেষ ধন্যবাদৰ পাত্ৰ।

ইয়াত উপস্থিত প্ৰায় সকলোবিলাক ভদ্ৰলোকে জানিব পায় যে, আমাৰ মাতৃভাষা (অসমীয়া) এটি স্বতন্ত্ৰ বা সুকীয়া ভাষা। ই ভাৰতীয় আৰ্য্য ভাষাবোৰৰ লগৰ লগৰীয়া এটি ভাষা। প্ৰথমতে স্বাৰ্থপৰ কেতবিলাক মানুহে কৰ্তৃপক্ষ আৰু আন আন লোকক বুজাবৰ চেষ্টা কৰিছিল যে, অসমীয়া এটি স্বতন্ত্ৰ ভাষা নহয়, ই বঙ্গালীৰ অপভ্ৰংশ মাত্ৰ। কিন্তু, মিছা কথাৰ ঠেং চুটি ; সেই স্বাৰ্থপৰ লোকসকলৰ তৰ্কৰ যে সাৰ নাই, সেইটো ভালকৈ প্ৰমাণ হল। সংস্কৃত শব্দৰপৰা পাৰেমানে ধাৰ কৰি বঙ্গলা ভাষাক হৃষ্ট-পুষ্ট কৰা হৈছে, কিন্তু অসমীয়া ভাষা নিজৰ সম্পত্তিৰেই চহকী, আন শব্দ ধাৰ নকৰাকৈয়ে নিজৰ মান-গৌৰৱ ৰাখিব পৰা সামৰ্থ্য আছে। এই কথা নিঃস্বাৰ্থ আৰু কৃতবিদ্য পণ্ডিতসকলে বিশদৰূপে বুজাই দিছে।

এই আসাম দেশ যেতিয়া বঙ্গাল (এতিয়াৰ দৰে অকল পূৰ্ব্ববঙ্গলা নহয়) দেশৰ লগত আছিল, তেতিয়া মহাত্মা চাৰ জৰ্জ্জ কেম্বেল দুৱলীয়া লাট চাহাবৰ অনুগ্ৰহত অসমীয়া এটা পৃথক ভাষা বুলি গৱৰ্ণমেণ্টে স্থিৰ কৰে; কিন্তু তেতিয়া উপযুক্ত পুথিৰ নাটনি হল। আন কি, ক, খ, শিকাবলৈকো আমাৰ কোনো পুথি বিচাৰি পাবলৈ নাইকিয়া হল। সেই কাৰণে গৱৰ্ণমেণ্টে পুৰস্কাৰ দি দি কিছুমান পুথি লিখালে। আদিতে স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ আদিপাঠ আগছোৱা; মাজছোৱা; শেহছোৱা নতুনকৈ পতা পঢ়াশালি বিলাকত চলালে। তাৰপৰা ক্ৰমে লৰা মিত্ৰ, গুণাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জী প্ৰভৃতি কিতাপ চলিল। এইদৰে মৰা মুখত পৰি থকা অসমীয়া নিছলা ভাষাৰ গালৈ জীৱ আহিল। তাৰ পিচত আসামৰ সুযোগ্য পুত্ৰ এটি-দুটীকৈ গা দেখা দি অসমীয়া ভাষাক শকত-আৱট কৰিবলৈ আগবাঢ়িলে। আজি যি সভাৰ উৎসৱ হৈছে, সেই সভাৰ জীৱনদাতা স্বৰ্গীয় লম্বোদৰ বৰাই সেই সময়ত বিশেষ যত্ন কৰিলে; তেওঁৰ পৰিশ্ৰম আৰু যত্নৰ সীমা নোহোৱা হল। যি অলপ কাল তেওঁ এই দুখীয়া আসাম দেশৰ মুখ পোহৰাইছিল সেই অলপ দিনতেই মনুষ্যৰ সাধ্যেৰে যিমান সম্ভৱ তিমান মাতৃ দেশৰ আৰু মাতৃ ভাষাৰ উন্নতি কৰিছিল। বৰ গৌৰৱ আৰু আনন্দৰ বিষয় যে, এই মহাত্মাই অনুবাদ কৰা "অভিজ্ঞান শকুন্তলা" বি-এ পৰীক্ষাত কৰ্তৃপক্ষসকলে পাঠ্য কৰি অসমীয়া ভাষাৰ গৌৰৱ বঢ়াইছে আৰু স্বৰ্গীয় বৰাদেৱৰ মান বৃদ্ধি কৰিছে। আসামৰ বৰ দুৰ্ভাগ্য যে,

এনেটি ৰত্নক, নৌ সোঁ-বয়স পাওঁতেই নিদাৰুণ কালে হৰি নিলে।

অসমীয়া ভাষা ইমান বাধা-বিঘিনি পাৰ হৈ আজি কমকৈও ৬০০ বছৰ একেৰাহে বিশেষ তেজেৰে চলি আহিছে। অলপ আগতে যেনিবা কেতবিলাক স্বাৰ্থপৰ লোকৰ হাতত পৰি সেই তেজ কমিবৰ আগন্তুক হৈছিল, তাৰু আমাৰ বৰ দুৰ্ভাগ্য যে, তেনেবিলাক স্বাৰ্থপৰ মানুহৰ মোহিনী জালত পৰি এতিয়াও আমাৰ ভিতৰত বিদ্বান গণ্য-মান্য নামধাৰী অসমীয়াই অসমীয়া ভাষা, এটি পৃথক ভাষা বুলি স্বীকাৰ কৰিব নোখোজে, বৰং অসমীয়া ভাষা বেয়া আৰু তাৰ কোনো উন্নতি কৰোঁতা নাই গতিকে অসমীয়া ভাষাৰ মুৰে বঙ্গলা ভাষা ব্যৱহাৰ কৰিবলৈ আমাক পৰামৰ্শ দিয়ে। আৰু কয় যে, অসমীয়া ভাষাত ভাল পুথি বা বাতৰি কাকত নাই, বঙ্গলা ভাষা হৃষ্ট-পুষ্ট ; অসমীয়া ভাষাক তেনে কৰিব পৰা নেযায়; এতেকে এনেকুৱা ভাষা পৰিত্যাগ কৰি বঙ্গলা ভাষাকেই ধৰা ভাল। এনে লোকে এইদৰেও কব পাৰে যে, "মোৰ আই ৰুগীয়া-ঘূণীয়া, মই তাইক চিকণ কৰিব নোৱাৰোঁ, অমুকাৰ মাক শকত-আবট, এতেকে মোৰ আইক নেওচা দি এৰি গৈ অমুকাৰ হৃষ্ট-পুষ্ট মাককেই আই বোলোঁ।" এনেবিলাক বিজতৰীয়া, ব-চেৰা অসমীয়া নামধাৰী লোকৰ সংখ্যা কমে মানে সুখৰ বিষয়। প্ৰকৃত অসমীয়া নামধাৰী মাত্ৰৰেই এই এটা কৰ্ত্তব্যকাম হৈছে যে, নিজৰ মাতৃভাষাৰ উন্নতি সাধিবলৈ কায়মনোবাক্যে চেষ্টা কৰা। আমাৰ ভিতৰত এনে ভালেমান লোক আছে, যি কোনো বঙ্গালী লোক লগ পালেই তেওঁৰে সৈতে অসমীয়াৰে কথা-বাৰ্ত্তা নহৈ বঙ্গালীৰে কথা-বাৰ্ত্তা হয়। সিবিলাকে কি যুক্তিৰে যে এনে কৰে, আমাৰ বুদ্ধিৰে হলে ঢুকি নেপাওঁ। কত কষ্ট আৰু যুঁজৰ পিচত অসমীয়া ভাষা যে স্বতন্ত্ৰ ভাষা এইটো প্ৰমাণ কৰিব পৰা হৈছে। গৱৰ্ণমেণ্টে স্বাৰ্থপৰ লোকসকলৰ কু-তৰ্কত ভোল নগৈ সত্যৰ জয় কৰিলে। ইমানতো যে কি যুক্তিত আমি অসমীয়াই বঙ্গালীৰে সৈতে অসমীয়াৰে কথা নেপাতি বঙ্গালী ভাষাৰে কথা পাতোঁ, বুজিব নোৱাৰোঁ। বঙ্গালীৰে কথা পতাত প্ৰকাৰান্তৰে নিজ মুখে বঙ্গালী ভাষা অসমীয়া ভাষাতকৈ যে শ্ৰেষ্ঠ এইটো স্বীকাৰ কৰা নহয় নে? যি অসমীয়াৰ আত্ম-মৰ্য্যাদা জ্ঞান আছে, যি নিজৰ মাতৃভাষাৰ গৌৰৱ বৃদ্ধি কৰিবৰ ইচ্ছা কৰে, যি এনে সুললিত শ্ৰেষ্ঠ ভাষাৰ গৌৰৱ কমাব নোখোজে, তেনে কোনো অসমীয়াই আসামত বঙ্গালীৰে কথা-বাৰ্ত্তা পাতোতে বঙ্গলাৰে কথা পাতিব নেপায়। এতেকে, এই লিখকৰ বিবেচনাৰে প্ৰত্যেক অসমীয়া ভাষাৰ হিতৈষী অসমীয়াৰ এই এটা অঙ্গীকাৰ হব লাগে যে, আমি আমাৰ আসামত সকলোৰে সৈতে বিশেষকৈ বঙ্গালীৰে সৈতে অসমীয়াৰে কথা পাতিম আৰু নিজৰ মাতৃ-ভাষাৰ গৌৰৱ আৰু মান বৃদ্ধি কৰিম।

তেজপুৰনিবাসী অসমীয়াসকলে যে, এই সভাখনি ইমান দিন ইমান যত্ন কৰি ৰাখি থৈ এনে উন্নত অৱস্থা পোৱাইছেগৈ সেই নিমিত্তে প্ৰকৃত অসমীয়া সকলোৰে তেওঁবিলাকৰ নথৈ শলাগ লব লাগে। তেওঁবিলাকৰ বৰ ভাগ্য যে, তেওঁবিলাকৰ সভাত অসমীয়া ভাষাৰ হিতৈষী আৰু অসমীয়া উৎকৃষ্ট লিখক আৰু কবিৰ ভিতৰৰ শ্ৰদ্ধাস্পদ শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী আৰু শ্ৰদ্ধেয় শ্ৰীযুত পদ্মনাথ বৰুৱাৰ দৰে দুজন লোক পাইছে।

আৰু এটি শুভ আৰু আনন্দৰ লক্ষণ যে, আমাৰ মছলমান ভাই সকলেও এই সভাত লগ লাগিছে আৰু অতি উৎসাহেৰে আৰু আগ্ৰহেৰে প্ৰায় সকলো সভাত উপস্থিত আছে। যি সভাৰ এইদৰে গঠন হৈছে, সেই সভাই প্ৰকৃত উৎকৃষ্ট সভা আৰু তাৰপৰা যে ভৱিষ্যতেও সুফল ফলি থাকিব, তাত কোনো প্ৰকাৰ সন্দেহৰ কাৰণ নাই। এতেকে এই লিখকৰ আন্তৰিক প্ৰাৰ্থনা, এই সভাখনিক দীৰ্ঘজীৱী কৰি ক্ৰমে আসাম মাতৃ আৰু মাতৃভাষাৰ মুখ উজ্জ্বল কৰি, দেশৰ হিত সাধিবলৈ সভ্যসকলক যেন দোপক দোপে ন-ন বল দিয়ে।

—শ্ৰীফণিধৰ চলিহা।

# তুমি হে কৰুণাময়

তুমি হে কৰুণাময়, জীৱন আলোকময়,
বিশ্বব্ৰহ্মাণ্ডৰ এই সংসাৰ অপাৰ;
দিনৰ উজ্জ্বল জ্যোতি ৰাতিৰ সুন্দৰ ভাতি।
প্ৰতিবিম্ব মাত্ৰ প্ৰভু তোমাৰ আত্মাৰ।
যি ফালে ঘূৰাওঁ চকু, তযু মহিমাকে দেখোঁ,
উজ্জ্বল সুন্দৰ বস্তু সকলো তোমাৰ;

সন্ধিয়াৰ সময়ত, উৎতাপি মৰতত
যায় যেবে দিবাকৰ অস্তাচলে মাৰ,
এনে ভাবে আহে-যায়, আছোঁ যেন থিৰে চাই,
সোণালি সুৰুঙ্গা মাজে স্বৰগ দুৱাৰ;
উৎজ্জ্বল মনোহৰ কৰা অন্ত সুৰুষৰ,
সকলো বৰণ প্ৰভু কেৱল তোমাৰ।

নানা বৰণেৰে অঁকা, মনোৰম পাখি থকা
মৰাছালি ধৰি হাঁয় পাখিয়ে নিশাৰ,
ধৰে যেবে ছাতি মাৰি, জল ভূমি আদি কৰি,
তৰাসৰে গুণ গায় ঈশ্বৰ লীলাৰ,
ঘোপমৰা শুদ্ধ নিশা, স্বৰগৰ অগ্নিশিখা
অসংখ্য নক্ষত্ৰ আদি সকলো তোমাৰ।
নবীন বসন্ত কালে, চৌদিশে নিশ্বাস ঢালে
বিলায় সুগন্ধি গোন্ধ শক্তিয়ে তোমাৰ;
গ্ৰীষ্ম ঋতুত গজা, প্ৰকৃতি দেৱীক ৰজা,
তোমাৰ দৃষ্টিতে জন্ম সকলো ফুলৰ।
যি ফালে ঘূৰাওঁ চকু, তযু মহিমাকে দেখোঁ,
উজ্জ্বল সুন্দৰ বস্তু সকলো তোমাৰ।।

শ্ৰীপদ্মধৰ চলিহা।

# তুঙ্গখুঙ্গীয়া ফৈদৰ কলঙ্ক।

১৬৭০ খৃষ্টাব্দৰপৰা ১৬৮১ খৃষ্টাব্দলৈকে আহোম ৰাজ্যত এটি ভীষণ তোলপাৰ উপস্থিত হয়। এই ১০।১১ বছৰৰ ভিতৰতে ৬ জনা ৰাজকোৱঁৰ শিঙ্গনীঘৰত উঠে; কিন্তু ডাঙ্গৰীয়াসকলৰ ষড়যন্ত্ৰত পৰি তাৰ ৪ জনাই অকালতে প্ৰাণ হেৰুৱায়, এজনে মনৰ বেজাৰত আত্মঘাতী হয়, এজনৰ হে মাথোন স্বাভাৱিক মৃত্যু হয়। এওঁলোকৰ ভিতৰত প্ৰথমতে ১৬৭০ খৃষ্টাব্দত উদয়াদিত্য ৰজা হয়; কিন্তু দুবছৰ মাত্ৰ ৰাজত্বৰ অন্ততে দেবেৰা বৰবৰুৱাই তেওঁক বিহ খুৱাই মাৰে। উদয়াদিত্যৰ মৃত্যুৰ পিচত তেওঁৰ ভায়েক ৰামধ্বজক ৰজা পতা হয়; দুবছৰ ৰাজভোগ কৰাৰ পিচত, এই জনা স্বৰ্গদেৱৰ স্বাভাৱিকৰূপে মৃত্যু হয়। এওঁ স্বৰ্গী হোৱাত চামগুৰীয়া ফৈদৰ চুহুঙ্গ কোৱঁৰক ৰাজপাটত বহুৱা হয়; কিন্তু ডেৰ মাহমান ৰাজত্বৰ পিচত এওঁকো দেবেৰা বৰবৰুৱাই বিহ খুৱাই মাৰে। মন্ত্ৰী সকলে যিবোৰ ফৈদৰপৰা কোৱঁৰ বাছি সিংহাসমত বহুৱাইছিল, তাৰ ভিতৰত তুঙ্গখুঙ্গীয়া ফৈদটি সবাতকৈ পৰাক্ৰম শালী আছিল; এনে কি, আমাৰ মানুহে আজিকালিও উপহাসৰ ছলতে কয়, "ইস্ নেদেখিছা, এওঁ জানিবা তুঙ্গখুঙ্গীয়া ফৈদৰ হে।" স্বৰ্গদেৱ চুহুঙ্গৰ অপমৃত্যুত এই তুঙ্গখুঙ্গীয়া ফৈদৰ গোবৰ কোৱঁৰক ৰজা পতা হয়।

গোবৰ ৰজাৰ তিনিটি সন্তান। গুৱাহাটীৰ বন্দৰ বৰফুকনৰ সহধৰ্ম্মিনী এওঁৰ প্ৰথমা কন্যা; মহাবীৰ গদাপাণি এওঁৰ প্ৰথম পুত্ৰ; আৰু গোবিন্দ এওঁৰ দ্বিতীয় পুত্ৰ আৰু নুমলীয়া সন্তান। সৰুৰেপৰা গোবিন্দ নিৰ্ভীক আৰু তেজস্বী আছিল; লৰাকালতে যৌৱনোচিত কঠোৰ কামত এওঁ মন পাৰিছিল। গোবিন্দৰ সোৱঁৰণী লিখাৰ কালত দৈৱজ্ঞই এইদৰে কৈছিল, — "গোবিন্দ তুঙ্গখুঙ্গীয়া ফৈদৰ কলঙ্ক স্বৰূপ হব।" দৈৱজ্ঞৰ মুখৰপৰা এই ভবিষ্যদ্বাণী শুনাৰ দিন ধৰি দেউতাক গোবৰৰ গোবিন্দৰ প্ৰতি অতিশয় বীতৰাগ জন্মিল। গোবিন্দ তেওঁৰ চকুৰ শূল হল যেন হল। অকল অপতা স্নেহৰ পাশেৰে আবদ্ধ হৈহে পুতেকৰ প্ৰতি কোনো নিষ্ঠুৰ আদেশ দিয়া নাছিল। কিন্তু সময়ত সেই অপত্য স্নেহো টুটিবলৈ ধৰিলে।

এদিন গোবিন্দে পিতাকৰ কাষতে বহি এনেই ধেমালি কৰি আছে, এনেতে কমাৰ এটাই নতুনকৈ দা এখন লৈ স্বৰ্গদেৱৰ আগত উপস্থিত হল। অস্ত্ৰৰ তীক্ষ্ণতা পৰীক্ষাৰ আয়োজন হবলৈ ধৰিছিল, গোবিন্দে কমাৰৰ হাতৰপৰা দা খনি লৈ "দেউতা ইয়াৰে গাৰ মঙ্গহ কাটিব পাৰি নে?" বুলি কওঁতে কওঁতেই নিজৰ সু-কোমল হাতৰ তলুৱাই দি সেই চোকা অস্ত্ৰখম সঞ্চালিত কৰাত ধাৰান সাৰে তেজ ববলৈ ধৰিলে, আসন আৰু কাপোৰ-কানি তেজেৰে টুংৰালি (ৰাঙ্গলী) হৈ পৰিল। কিন্তু ইমানতো গোবিন্দৰ মুখত অকণকে কষ্টৰ চিন দেখা নগৈছিল। দেউতাকৰ লগৰীয়াসকলে ভীত বৈ ব্যাকুলতা প্ৰকাশ কৰিবলৈ ধৰিলে। তেজৰ গতি ৰুধিবলৈ নানা বিধ উপায় অৱলম্বিত হল, বেজবৰুৱাই নিজে আহি চালে। গোবৰসিংহে গম্ভীৰভাৱে পুতেকৰ এনে নিৰ্ভয়তা আৰু অসম সাহসিকতা দেখি মনে মনে নানা তৰ্ক-বিতৰ্ক কৰিবলৈ ধৰিলে। আমাৰ মনেৰে দৈৱজ্ঞৰ ভাবি নিৰ্দ্দেশ তেওঁৰ স্মৃতিপথত উদিত হৈছিল; যেয়ে হওক, তেওঁ ততালিকে গোবিন্দৰ শিৰশ্চেদনৰ আদেশ প্ৰদান কৰিলে, অচিৰে এই নিদাৰুণ আদেশ পালনৰ সমুচিত আয়োজন হবলৈ ধৰিলে।

বৰবৰুৱা দেবেৰাৰ সাহায্যত গোবৰ কোৱঁৰে সিংহাসন লাভ কৰে। বৰবৰুৱাৰ সাহায্য পৰিতুষ্ট হৈ তেওঁক কোনো অভীষ্ট বিষয় দিবলৈ কোৱঁৰে প্ৰতিজ্ঞা কৰিছিল। আজিলৈকে বৰবৰুৱাই তাক লবলৈ অবসৰ পোৱা নাছিল। এতিয়া ছেগ পাই তেওঁ স্বৰ্গদেৱৰ আগত কলে,—"স্বৰ্গদেৱ, অনুগ্ৰহ কৰি মোৰ এটি নিবেদন শুনক। স্বৰ্গদেৱে মোৰ প্ৰতি সন্তুষ্ট হৈ কিবা

অভীষ্ট বিষয় প্ৰাৰ্থনা কৰিবলৈ অনুমতি দিছিল; কিন্তু প্ৰাৰ্থনীয় বিষয়ৰ অভাৱত আজিলৈকে স্বৰ্গদেৱৰ ওচৰত একোকে প্ৰাৰ্থনা কৰা নাই। এতিয়া প্ৰাৰ্থনাৰ উপযুক্ত সুযোগ উপস্থিত হৈছে। প্ৰাৰ্থনা পূৰ্ণ কৰি যেন মোক স্বৰ্গদেৱে চৰিতাৰ্থ কৰে।" ৰজাই কলে, "বৰবৰুৱাই নিজৰ অভিলাষ ব্যক্ত কৰিলে মই তাক এই মুহূৰ্ত্ততে পূৰ্ণ কৰিম। বৰুৱাৰ হৃদয়ত আশাৰ সঞ্চাৰ হল, তেওঁ কলে "স্বৰ্গদেৱ কোৱঁৰৰ প্ৰাণদণ্ড আজ্ঞা ৰহিত কৰক। মোৰ বিপুল সম্পত্তি আৰু সম্ভ্ৰমৰ উত্তৰাধিকাৰী নাই; কোৱঁৰক অপত্যৰূপে গ্ৰহণ কৰি সেই অভাৱ পূৰ্ণ কৰিবলৈ বাঞ্ছা কৰোঁ।" স্বৰ্গদেৱে নিজৰ সত্য পালনৰ নিমিত্তে প্ৰাণদণ্ডৰ আজ্ঞা ৰহিত কৰিলে, দেবেৰা বৰুৱাৰ বাসনাও পূৰ্ণ হল। বৰুৱাৰ গুণে গোবিন্দৰো প্ৰাণ ৰক্ষা হল। বৰুৱাই গোবিন্দক পুত্ৰ লাভ কৰি অসীম সুখ পালে। কিন্তু এই সংসাৰৰ ৰীতি সম্পূৰ্ণ বেলেগ। কোনোৱেই নিৰবচ্ছিন্ন সুখৰ অধিকাৰী নহয়। বুঢ়াগোহাঁইৰ চক্ৰান্তত পৰি অস্বাভাৱিকৰূপে প্ৰাণত্যাগ কৰে। এইদৰে ৰজা পাতোতা দেবেৰা বৰবৰুৱা নিধনপ্ৰাপ্ত হয়। গোবৰ ৰজায়ো ইতিপূৰ্ব্বে দেবেৰা আৰু লালুক বৰফুকনৰ ষড়যন্ত্ৰত পৰি অপঘাতী হয়; তেওঁৰ অপমৃত্যুত দিহিঙ্গীয়া ফৈদৰ চুজিনফা কোৱঁৰক ৰজা পতা হয়।

বৰবৰুৱাৰ মৃত্যুৰ পিচত গোবিন্দে তেওঁৰ বিধবাকে মাতৃজ্ঞান কৰি কাল কটাবলৈ ধৰিলে। এদিন তুঙ্গখুঙ্গৰ কটকী এজনে আহি তেওঁৰ ধৰ্ম্মীয়া মাকৰ আগত নিবেদন কৰিলে, — "গদা কোৱঁৰে তেওঁৰ ভায়েক গোবিন্দক নিবলৈ লোক পাচিছে।" গোবিন্দে তেওঁৰ মাকৰ অনুমতি লৈ গদাকোৱঁৰৰ ওচৰলৈ গল। ভালেমান দিনৰ মূৰত ককায়েকেৰে সম্মিলিত হৈ তেওঁ তাতে মহাসুখে কালযাপন কৰিবলৈ ধৰিলে। ঘটনাচক্ৰত এই সম্মিলন সুখৰো অৱসান হল। এদিন দুয়ো মৃগয়ালৈ ওলাল। একেটি লক্ষ্যত দুয়োৰে বাণ নিক্ষিপ্ত হোৱাত, কাৰ অস্ত্ৰেৰে লক্ষ্য বিদ্ধ হৈছে, এই বিষয় লৈ দুয়োৰে মাজত ঘোৰতৰ বিতণ্ডা উপস্থিত হল। নানা তৰ্ক-বিতৰ্কতো তাৰ মীমাংসা নহল। তেতিয়া গদাপাণিয়ে হাতৰ শেল তুলি গম্ভীৰ স্বৰেৰে গোবিন্দক কলে, ..........."আহ বাৰু চাওঁ কাৰ সন্ধান অব্যৰ্থ।" গোবিন্দেও তাত অকণকে ভীত নহৈ, বৰঞ্চ মহাতেজেৰে উত্তৰ কাটিলে, "বাৰু, তেন্তে ময়ো তাৰ হন্তে সাজু।" চকুৰ পচাৰতে গোবিন্দেও শেল গ্ৰহণ কৰিলে। বীৰ প্ৰথানুসাৰে গোবিন্দ মূৰ দোৱাঁই ককায়েকৰ পদধূলি ললে, গদায়ো যথাৰীতি আশীৰ্ব্বাদ কৰিলে। পিচত দুয়ো দ্বন্দ-যুদ্ধত প্ৰবৃত্ত হল। সহচৰ, অনুচৰ, লয়-লস্কৰ, লিগীৰা লিকচৌ প্ৰভৃতি অনেক ঠাইত উপস্থিত আছিল। সকলোৱে সন্মুখতে তুঙ্গখুঙ্গীয়া বংশৰ ধ্বংসৰ উপক্ৰম দেখি বজ্ৰাহতৰ দৰে স্থিৰভাৱে থিয় দি ৰল, নিবাৰণ কৰিবলৈ বা প্ৰতিবন্ধক দিবলৈ কাৰো সাহে নুকুলালে। সকলোৱে বিমোৰ হৈ ইটোৱে-সিটোৱে মুখলৈ তধা লাগি চাই থাকিল।

তুঙ্গখুঙ্গ ফৈদীয়া দেওধায়ে নিলগৰ পৰা এই ভীষণ কাণ্ড দেখা মাত্ৰকে, "বোপাসকল, কি কৰাঁ, কি কৰাঁ, ক্ষান্ত হোৱাঁ ক্ষান্ত হোৱাঁ" বুলি কোৱঁৰ দুজনৰ মাজত থিয় হলহি; নানা সান্ত্বনা বাক্যেৰে তেওঁলোকক সেই বিবাদৰপৰা নিৰস্ত কৰিবলৈ চেষ্টা কৰিলে। কিন্তু, তেওঁৰ সকলো প্ৰয়াস বিথলে গল। তেতিয়া আন একো উপায় নেদেখি হাতত থকা অস্ত্ৰেৰে নিজৰ বুকু বিদীৰ্ণ কৰাত কলিজা আহত হল, আৰু তেওঁ দুয়োৰে মাজত পৰি তেতিক্ষণে পঞ্চত্বপ্ৰাপ্ত হল, দুয়ো কোৱঁৰে সন্মুখতে এই গুৰুহত্যা দেখি হত বুদ্ধি হৈ ৰল। দেওধাইৰ পৱিত্ৰ শোণিতপাতত কোৱঁৰ দুজনৰ চৰিত্ৰ কলঙ্কিত হল। তুঙ্গখুঙ্গ এৰি যাবলৈ গদাকোৱঁৰে গোবিন্দক আদেশ দিলোঁ। তেজস্বী গোবিন্দেও ককায়েকৰ আদেশ শিৰোধাৰ্য্য কৰি তেওঁৰ পদধূলি লৈ অচিৰে দেশ এৰি গুচি গল।

এই অৱস্থাতে এদিন-দুদিনকৈ মাহেক গল। এমাহেক-দুমাহেককৈ বছেৰেক গল, এবছৰ দুবছৰকৈ কেইবাবছৰো অতিবাহিত হল, গোবিন্দ আৰু ফৈদলৈ উভটি নাহিল। ইতিমধ্যে আহোম ৰাজ্যত কেইবাটিও লোমহৰ্ষণ কাণ্ড সংঘটিত হয়; চুজিনপা স্বৰ্গদেৱে, বুঢ়াগোহাঁইৰ ষড়যন্ত্ৰৰ পৰা নিষ্কৃতি পাবৰ নিমিত্তে মনৰ বেজাৰতে ১৬৭৭ খৃষ্টাব্দত শিলত মূৰ খুন্দিয়াই আত্মঘাতী হয়। তেওঁৰ মৃত্যুত পৰ্ব্বতীয়া ফৈদৰ চুদৈফা কোৱঁৰক ৰজা পজা হয়। দুবছৰৰ মাথোন ৰাজত্ব কৰাত লালক সোলা বৰফুকনে এওঁক পৰ্ব্বতলৈ নি বধ কৰিলে। এওঁৰ অপমৃত্যুত চামগুৰীয়া ফৈদৰ চুলিকফা কোৱঁৰক ১৬৭৯ খৃষ্টাব্দত ৰজা পতা হল। এওঁ নিচেই লৰামতীয়া আৰু কটাৰীনলীয়া আছিল; আৰু বিশেষতঃ নিচেই কুমলীয়া, বয়সতে ৰজা হোৱাৰ গতিকে এওঁক লৰা-ৰজা বোলা হৈছিল। তেওঁৰ পূৰ্ব্ববৰ্ত্তী ৰজাসকলে মন্ত্ৰীসকলৰ মন্ত্ৰণাচক্ৰত পৰি অকালতে প্ৰাণ হেৰুৱালে। মন্ত্ৰীসকলেও ৰজা হব পৰা ফৈদবিলাকৰ কোৱঁৰসকলৰ খাটনি এৰাব নোৱাৰি এনে ভীষণ কামলৈ মন মেলিছিল; এজনক বধি আন এজনক ৰজা পাতিবলৈ বাধ্য হৈছিল। লৰা-ৰজাই স্পষ্ট বুজিলে, সেই কোৱঁৰসকল জীবিত থাকে মানে তেওঁ ৰাজপাটত নিৰাতঙ্ক নহয়; গতিকে চৰিয়া, ৰিপুৱা, চোৱাংচোৱা আদি পঠিয়াই সেই কোৱঁৰসকলক অঙ্গক্ষত কৰাই ৰাজসিংহাসনলৈ অযোগ্য কৰাবলৈ ধৰিলে। কিন্তু এই মনোৰথতো তেওঁৰ এটি প্ৰতিবন্ধক জন্মিল। আন সকলো

কোৰঁৰক সুকলমে গুপ্তচৰৰ দ্বাৰাই অঙ্গক্ষত কৰাব পাৰিলে, কিন্তু তুঙ্গখুঙ্গীয়া ফৈদৰ গদাকোৰঁৰক তেওঁ তেনে কৰাত সমৰ্থ নহল। গদাপাণিয়ে এজন-দুজন চৰিয়াক অকলশৰে গত লগাব পাৰিছিল; গতিকে তাকৰকৈ চৰিয়া পঠোৱাৰপৰা বিশেষ একো উপকাৰ নদৰ্শালে। পিচত লৰাৰজাই পূৰ্ব্বতকৈ অধিকতৰ সাশঙ্ক হৈ সৰহকৈ চৰ পাচিবলৈ ধৰিলে। গদাপাণিয়ে অগত্যা দেশ এৰিবলৈ বাধ্য হৈ নগাৰ চাঙ্গে চাঙ্গে পলাবলৈ ধৰিলে; গদা কোৰঁৰৰ অনুপস্থিতত লৰাৰজাই তেওঁৰ পত্নী জয়মতীক ধৰাই নিয়াই নগুৰশাস্তি কৰি গদাপাণিৰ সমিধান বাতৰি উলিয়াবলৈ কুকুৰাচোৱা চাওদাঙ্গক আজ্ঞা দিলে। জয়মতীয়ে সেই শাস্তিলৈ কেৰেপ নকৰি সতীত্ব তেজেৰে নানা যন্ত্ৰণা সহিবলৈ ধৰিলে; তেওঁৰ মুখেদি স্বামীৰ সম্পৰ্কে এটি বাক্যেকে নোলাল। চাওদাঙ্গে এইদৰে ১৬।১৭ দিন অশেষ যাতনা ভুঞ্জায়ো গদাপাণিৰ বাতৰি জয়মতীৰ মুখৰপৰা উলিয়াব নোৱাৰিলে, পৰিশেষত কুৰ্ৱীয়ে নৰাকাৰ দানৱ চাওদাঙ্গৰ হাতত মানবী কলেবৰ সমৰ্পি অমৰাৰ দেহ পৰিগ্ৰহ কৰি জগতৰ পতিপ্ৰাণা নাৰীসকলৰ মাজত সৰ্ব্বোচ্চ আসন লভি দ্বিতীয়া দময়ন্তী আৰু সাবিত্ৰী হৈ, প্ৰাতঃস্মৰণীয় কীৰ্ত্তি প্ৰতিষ্ঠিত কৰিলে। এইদৰে 'অসম' অসম-ধাম, অমৰ আহোম নাম, কৰিলে জয়াৰ নামে এই মৰতত।

সাধ্বী সতী, জয়মতীৰ দেহ-ন্যাসৰ পিচত লৰাৰজা অধিকতৰ সাতঙ্ক হল, আৰু ৰাজ্যত মহা হুলস্থুল হবলৈ ধৰিলে। মন্ত্ৰীসকলে ভাবিলে, এইসময়ত ৰাজ্যত অশান্তি নিবাৰিবলৈ এজন বাহুবলী কোৰঁৰৰ প্ৰয়োজন, তেহে আহোম ৰাজ্যৰ অস্তিত্ব থাকিব, তেহে থেন্‌কামৰ সন্ততিসকলৰ ধ্বজা পৃথিবীত উৰিব। আন বাহুবলী কোৰঁৰসকল ইতিপূৰ্ব্বেই অঙ্গক্ষত হৈ ৰাজ-কাৰ্য্যলৈ অযোগ্য হোৱাৰ কাৰণে ডাঙ্গৰীয়াসকলে গদা কোৰঁৰক ৰজা পাতিবলৈ স্থিৰ কৰি তেওঁৰ সন্ধান লবলৈ ধৰিলে। গদাপাণিয়ে ৰাণীত এজনী গাৰোৱণীৰ ঘৰত বাস কৰি সামান্য খেতিয়কৰ দৰে দিন কটাইছিল; এনেতে তেওঁৰ বায়েক বৰফুকননীৰ সাহায্যত বন্দৰ বৰ ফুকনৰ আশ্ৰয় লাভ কৰিলে। বৰফুকনে সৈন্য-সামন্ত গোটাই দুৰ্ব্বল আৰু অত্যাচাৰী লৰাৰজাক ৰজা-ভাঙ্গি গদাকোৰঁৰক ৰজা পাতিবৰ মনেৰে সসৈন্যে উজনীলৈ যাত্ৰা কৰিলে। ছদ্ম-বেশী গদাপাণি তেতিয়া বীৰৰ সাজ-পাৰ পিন্ধি এক বাহিনী সেনাৰ অধিপতি হৈ বৰফুকনেৰে সৈতে ৰাজধানী পালেগৈ। লৰাৰজায়ো সেনা গোটাই যুঁজলৈ কাচি পাৰি আছিল; কিন্তু তেওঁ তেতিয়া দুৰ্ব্বল ক্ষমতাপন্ন বিষয়া আৰু দা-ডাঙ্গৰীয়াসকল তেওঁৰ ফলীয়া নাছিল, ৰাজধানীৰ ওচৰতে লৰা-ৰজা আৰু গদাপাণিৰ তুমুল সংগ্ৰাম হল। গদাপাণি আৰু তেওঁৰ সেনাসকলৰ যুদ্ধ নৈপুণ্যত তিষ্ঠিব নোৱাৰি লৰাৰজাই ৰণত ঘাটি পলাই পত্ৰং মাৰিলে। যুদ্ধৰ অৱসান হল। গদাকোৰঁৰে জয়ী হৈ নগৰ প্ৰৱেশ কৰিছে, এনেতে, দেখিলে তিনিজন বিপক্ষদলৰ অশ্বাৰোহীয়ে ৰূপৰ জিম বন্ধা ঘোঁৰাত উঠি বিজুলী-গতিত তেওঁৰ অনুসৰণ কৰিছে। গদাপাণিয়ে চমক খালে; কিন্তু তেওঁ বীৰ সেই অশ্বাৰোহী তিনিজনৰ সন্মুখীন হবলৈ হাতৰ শেল ঠিক কৰি ললে। তেওঁ পুনৰ পিচ পিনে চাই দেখিলে, এজনে, আন দুজন অশ্বাৰোহীক শেল মাৰি ঘোঁৰাৰপৰা নিপাতিত কৰি ভীম বেগে তেওঁৰ অনুসৰণ কৰিছে; সেই বীৰ জনক চিনিবলৈ গদাকোৰঁৰৰ এক্ষন্তেকো পলম নঘটিল। ঘৃণা আৰু ক্ৰোধত তেওঁৰ গোটেই শৰীৰ কঁপিবলৈ ধৰিলে। ততালিকে ঘোঁৰাৰ লেকাম সংযত কৰি ফাঁকৰপৰা তৰোৱাল উলিয়াই গৰ্জ্জি কলে, — "কুলাঙ্গাৰ তুঙ্গখুঙ্গৰ কলঙ্ক, প্ৰতিহিংসা বৃত্তিৰ বশবৰ্ত্তী হৈ তোৰ ককায়েৰৰ প্ৰাণ সংহাৰিবলৈ আগবাঢ়িছ। আহ, তুৰন্তে তেৰ যুঁজৰ বাসনা তৃপ্তি কৰি তুঙ্গখুঙ্গীয়া ফৈদৰ কলঙ্ক মোচন কৰোঁ।" গোবিন্দে ঘোঁৰাৰ পৰা নামি গদাপাণিৰ সন্মুখত আঠুকাঢ়ি হাতৰ শেল তেওঁৰ ভৰিৰ কাষত থৈ কাতৰ-কণ্ঠেৰে কলে, — "ককাইদেও। ই পাতকী বিপথগামী গলে পবিত্ৰ তুঙ্গখুঙ্গীয়া কুলৰ ধৰ্ম্ম আৰু মান-মৰ্য্যদা বিস্মৃত হোৱা নাই। অগ্ৰজৰ প্ৰাণৰক্ষাৰ নিমিত্তে লৰাৰজাৰ দুজন আততায়ীৰ প্ৰাণ-সংহাৰ কৰি আপোনাৰ শ্ৰীচৰণৰ তলিত উপস্থিত হৈছোঁ। গদাপাণিৰ বুজিবলৈ বাকী নেথাকিল যে, গোবিন্দে লৰাৰজাৰ ফলিয়া হৈ তেওঁৰ বিপক্ষে ৰণ কৰিছিল; ৰণত ঘাটি তেওঁৰ আশ্ৰয় লাভৰ ইচ্ছুক হৈছে। গোবিন্দৰ চকুলোৰে পৰিপূৰ্ণ হল। এনে অৱস্থাত কাঠ চিতীয়াৰো হৃদয় বিগলিত হয়; গদাপাণিয়ে ভ্ৰাতৃস্নেহত পমি গল, তেওঁৰ অন্তঃকৰণ আনন্দতে নাচিবলৈ ধৰিলে;— তেওঁ ঘোঁৰাৰপৰা নামি ভায়েকক আকোঁৱালি চুমা খালে; দুই কোৰঁৰৰ বহু দিনৰ অন্তত পুনৰ্ম্মিলন হল। দুয়ো দুয়োৰে আলিঙ্গন পাশত আবদ্ধ হৈ আনন্দৰ লো টুকিবলৈ ধৰিলে; সেই পবিত্ৰ চকুলোৰে যেন তেওঁলোকৰ অন্তৰত বন্ধ যোৱা বিদ্বেষ-মলি প্ৰক্ষলিত হল। কিন্তু মিলনৰো বিচ্ছেদ আছে; গতিকে, এই মিলনৰো বিচ্ছেদ নঘটি নোৱাৰিলে।

ডাঙ্গৰীয়াসকলে লৰাৰজাক ভাঙ্গি ১৬৮১ খৃষ্টাব্দত গদাপাণিক ৰজা পাতিলে। গদাপাণিয়ে ৰজা হৈয়ে সেই নিস্বাৰ্থপৰ দেওধায়ে শোণিত-পাত কৰা ঠাইত মুণ্ড-মালা বান্ধিলে। কেজনমান বিষয়াই ষড়যন্ত্ৰ কৰি লৰাৰজাক আকৌ সিংহাসনত বহুৱাবলৈ যো-যা কৰাত স্বৰ্গদেৱে ইয়াৰ তলা-মলাৰ সন্ধেদ পাই লৰাৰজাৰ ফলীয়া সকলক সমুচিত দণ্ড বিহিলে; আৰু তেওঁৰ পত্নীঘাতী লৰাৰজাক বধি ৰাজকাৰ্য্যত তেওঁ নিৰাতঙ্ক হল। ইয়াৰ

অলপ পিচতে বৰকলাত শিঙ্গৰী ঘৰত উঠি তেওঁ হিন্দুৰ মতে গদাধৰসিংহ আৰু আহোম মতে চুপাতফা নাম ললো। যিসকল বিষয়াই লৰাৰজাৰ বৰ্ত্তমানতে তেওঁক ৰজা ভাঙ্গি গদাপাণিক ৰজা পতাত যোগ দিছিল; তেওঁলোক ৰাজদ্ৰোহী বুলি দোষী শব্যস্ত হয়; স্বৰ্গদেৱে তেওঁলোকক ধৰি নি নিজে আগত থাকি শালমৰাত শালত দিয়ালে, আন কি, তেওঁৰ ভিনিহিয়েক আৰু নিৰাশ্ৰয়ত আশ্ৰয়দাতা বন্দৰ বৰফুকনকো বিষয়া ভাঙ্গি ৰাজ্যৰপৰা নিৰ্ব্বাসিত কৰিলে। গোবিন্দে ভিনিহিয়েকৰ এনে অপমান আৰু বিহিত শাস্তি ৰহিত কৰিবলৈ স্বৰ্গদেৱক বহুত কাবৌ কোকালি কৰিও ৰহিত কৰিব নোৱাৰিলে; স্বৰ্গদেৱ অটল হৈ থাকিল; ভায়েকৰ জয়দেৱ কাকুতি মিনতিলৈ কাণ নিদি তুৰন্তে বৰফুকনক ৰাজ্যৰপৰা বাজ হৈ যাবলৈ কলে। ৰাজাজ্ঞাৰ সন্মান ৰাখি বৰফুকনে আহোম ৰাজ্য ত্যাগ কৰি বিদেশলৈ গল; তেওঁৰ লগতে গোবিন্দো গল; কিন্তু এইবাৰ প্ৰতিহিংসা অগ্নিত দহিবলৈ ধৰিলে। ইয়াৰ অলপ পিচতে মানুহৰ মুখত ঘুনুক-ঘানাককৈ শুনা গল বোলে গোবিন্দে বায়েক-ভিনিহিয়েকক এৰি কলৈ গল কোনেও ক'ব নোৱাৰে।

লৰাৰজাৰ দিনত লালুক বৰফুকনে মছলমানহঁতৰে দোৰঁনীয়া হৈ গুৱাহাটীৰ স্বত্ব এৰি চক্ৰান্ত কৰি চুদৈফা স্বৰ্গদেৱক বধ কৰিলে। কিন্তু তেওঁ মন্ত্ৰীসকলৰ হাতত প্ৰাণত্যাগ কৰে। পিচত ভাৰ ধৰা বৰফুকনক মছলমানৰ সৈতে যুঁজিবলৈ পঠোৱা হয়; কিন্তু তেওঁ ইমান কৃতকাৰ্য্য নোহোৱাৰ গতিকে বন্দৰক বৰফুকন পতাত তেওঁ মছলমানহঁতক যুদ্ধত হৰুৱাই আহোম ৰাজ্যৰপৰা বাজ কৰি দিয়ে। এইদৰে খেদা খোৱাৰ প্ৰতিশোধ লবৰ মনেৰে ৰঙ্গামাটিৰ নবাব মঙ্গলখাঁই ১৬৮৩ খৃষ্টাব্দত আহোম ৰাজ্য আক্ৰমণ কৰে। সেই সময়ত গুৱাহাটীত সন্দিকৈ বৰফুকন আছিল। তেওঁ নিজৰ পৰাক্ৰমৰ চানেকী দেখুৱাবলৈ সুযোগ বিচাৰি ফুৰিছিল। মছলমানহঁতে শুক্ৰেশ্বৰলৈকে আহে; বৰফুকনও সৈন্য-সামন্ত গোটাই মছলমানৰ অসম অধিকাৰৰ দুৰাকাঙক্ষা সমূলে উঘালিবলৈ বিপুল আয়োজন কৰিব ধৰিলে।

ইটাখুলি নামে ঠাইত অসমীয়া আৰু নবাবৰ সেনাৰ যুদ্ধৰ আয়োজন হল। ইফালে মঙ্গলখাঁৰ অসংখ্য আৰু সুশিক্ষিত সেনা, আন ফালে অসমৰ অতুল আৰু অপৰিসীম বীৰত্ব। অচিৰে তুমুল সংগ্ৰাম আৰম্ভ হল। অসমীয়া সেনাসকলে শাৰী শাৰীকৈ থিয় হল; পোনতে অশ্বাৰোহীসকল তেওঁলোকৰ পিচতে শত শত যুজাৰু কাঁড়ী। বৰফুকনে নিজে শত্ৰুসেনাৰ আলেখ-লেখ চাই আছিল, আৰু চোৰাং কৰি শত্ৰুৰ বলৰ বিষয়ে জানিছিল। যি অসমীয়া সেনাই ১৩ বাৰ মছলমান সেনাক দৰ্প চূৰ্ণ কৰিছে, সেই অসমীয়া সেৱাক আজি চতুৰ্দ্দশ বাৰ, মছলমানক ৰণত ঘটুৱাবলৈ যদিও উদগণি দিয়া অনুচিত, তথাপি সন্দিকৈ বৰফুকনে আজিৰ ৰণতো অসমীয়াৰ মান ৰজাই ৰাখিবলৈ তেওঁৰ সেনাসকলক উদ্গণিপূৰ্ণ বক্তৃতাৰে গাত-ৰণ-জেউতি লগাই মতলীয়া কৰিছিল। অসমীয়া হিলৈদাৰী সেনাসকলে পহলঙ্গি, পাখৰ কলাই, গঠিয়া জুম্বৰু, কামায়ন, আৰু খঁজা হিলৈ লৈ অশ্বাৰোহী আৰু কাড়ী সেনাসকলক সহায় কৰিছিল। ঠায়ে ফুকনৰ নিয়োগত বৰ-হিলৈ বা তোপো থোৱা হল। গুৰুসকলে যুদ্ধৰ শুভ লক্ষণলৈ বাট চাই আছিল। পিচত শুভক্ষণ উপস্থিত হল। নকৰাচীসকলে (বাদকৰ অসমীয়া নাম) ধনঞ্জয় ঢোল, ৰণ শিঙ্গা, কালী আৰু গগনা বজাবলৈ ধৰিলে। সেনাসকলৰ গাত ৰণ-জেউতি লাগিল, অসমীয়া সেনাৰ "জয় গদাধৰ সিংহ স্বৰ্গদেৱৰ জয়", "জয় বৰফুকনৰ জয়" আৰু মছলমান সেনাৰ "আল্লা হো আকবৰ" আৰাৱত আকাশ-পাতাল খলকি লাগিল। মেদিনী কঁপিবলৈ ধৰিলে। দলে দলে অসমীয়া ৰণুৱাসকলে মছলমান সেনাক আক্ৰমণ কৰিবলৈ ধৰিলে, দলে দলে মছলমান সেনা অসমীয়া হিলৈৰ সম্মুখত পৰি ছাৰখাৰ হবলৈ ধৰিলে, অসমীয়া সেনাৰ অব্যৰ্থ শেল আৰু কাড়ৰ আঘাতত দলে দলে মছলমান সেনা ভুতলশায়ী হল। অসমীয়া সেনাসকলে দেখিলে নিলগত মুছলমান সেনাপতিৰ বেশধাৰী এজন সেনানায়কে ৰণ ভঙ্গ দিবলৈ উদ্যত মছলমান সেনাসকলক নৱ উৎসাহেৰে উছটাব লাগিছে। সন্দিকৈ ফুকনে নিজে তেওঁ থকা ঠাইলৈ ঘোঁৰা ধাবমান কৰিলে। এইবাৰ ভীষণ নাদেৰে অসমীয়া সেনাই মছলমান সৈন্য বিদীৰ্ণ কৰি অগ্ৰসৰ হল। সিহঁতৰ সংখ্যাও তেতিয়া তেনেই তাকৰ, কাৰণ সৰহ ভাগেই ইতিপূৰ্ব্বে অসমীয়াৰ হাতত ৰণত পৰে। সন্দিকৈ ফুকনে সসৈন্যে সেই সেনাপতি জনক বেৰি ধৰিবলৈ গল, গৈয়ে যি দেখিলে তেওঁ আৰু সেনাসকলে আশ্চৰ্য্যান্বিত হৈ আকাশী চৰগপৰা মানুহৰ দৰে ক্ষন্তেকপৰ স্তম্ভিত হৈ ৰল; দেখিলে গদাধৰ সিংহ স্বৰ্গদেৱৰ ভায়েক গোবিন্দে স্বজাতীয় বিৰুদ্ধে মছলমান সেনাক উছটাব লাগিছে। ফুকনে তেওঁক বেৰি অসমীয়া সেনাৰ তত্ত্বাৱধানত থলে। ইতিমধ্যে মছলমান সেনাই ৰণত ঘাটি এটি এটিকৈ সংগ্ৰামস্থলীৰপৰা পলাই ফাঁট মাৰিবলৈ ধৰিলে। মঙ্গলা খাঁ যুঁজত নিহত হল। ৰণেশ্বৰী অসমীয়াৰ প্ৰতি সুপ্ৰসন্না হল; ইটাখুলি যুদ্ধত অসমীয়া সেনাই মছলমানক মূৰ তুলিব নোৱৰাকৈ হৰুৱালে। বিজয়গৰ্ব্বী অসমীয়া সেনাৰ "জয় গদাধৰসিংহ স্বৰ্গদেৱৰ জয়", "জয় বৰফুকনৰ জয়"ৰ শব্দত আকাশ-পাতাল ধ্বনিত হল। তাৰে এটি প্ৰতিধ্বনিয়ে যেন মোগল পাটশ্যাহৰ আগত কলে,—"আলমগীৰ, তোমাৰ অসম জয়ৰ

আকাঙ্ক্ষা দলিয়াই পেলোৱা; তোমাৰ অভিবাঞ্ছা কাচিতো চৰিতাৰ্থ নহয়। ১০০ মান বছৰৰ পিচত আন এজন গোবিন্দৰ জন্ম হব ; তেওঁৰ সাহায্যত বিজাতীয়ে আহি সেই বিজাতী দেশ লণ্ড-ভণ্ড কৰিব, আৰু কাটি-মাৰি প্ৰজা খাস্তাং কৰিব। আন এটি ক্ষমতাৱন্ত জাতিয়ে অত্যাচাৰীসকলৰপৰা দেশ ৰক্ষা কৰি অসমীয়াসকলক শান্তি বৃক্ষৰ সুশীতল ছাঁত জিৰাবলৈ সুযোগ দিব। তোমাৰ ৰাজ্যৰ ধ্বংসৰ কাল উপস্থিত হবলৈ ধৰিছে। তোমাৰ সতি-সন্ততিসকলেও সেই ক্ষমতাৱন্ত জাতিৰ পৰাভৱ মানিব, আৰু তাৰ সাহায্যত নকৈ উঠি অহা বিপ্লৱৰপৰা নিস্কৃতি লভিব। গতিকে, যদি তুমি টাইমূৰৰ ধ্বজা পৃথিৱীত উৰাবলৈ খোজাঁ, তেন্তে ৰাজ্যৰ মঙ্গল কামনা কৰাঁ, ৰাজ্য-বিস্তৃতিৰ আকাঙ্ক্ষা সমুলঞ্চে ত্যাগ কৰা।” ইটাখুলিৰ যুদ্ধেই মছলমানৰ সৈতে আমাৰ চিৰকলীয়া শত্ৰুতাৰ সামৰণি পেলালে; ইয়াৰ পিচত আৰু সিহঁতে আমাক জোকাবলৈ সাহকে কৰা নাছিল ; এনে কি, অসমীয়াৰ সীমাতে ভৰি দিয়া নাছিল। ইটাখুলি ৰণত মুছলমানৰ অতিজৰে আকাঙ্ক্ষা বিনষ্ট হয়। অসমীয়া সেনাৰ অপৰিমেয় শৌৰ্য্য আৰু ৰণ-নৈপুণ্য অতৰ্কিতভাৱে প্ৰমাণিত হয়।

মছলমান সেনাক পৰাস্ত কৰি অসমীয়া সেনাসকলে নিজ নিজ কোঁঠলৈ উলটি আহিল। গোবিন্দসিংহক কেজনমান বিশ্বস্ত সেনাৰ তত্ত্বাবধানত উজনীলৈ পঠোৱা হল; মহাৰাজ গদাধৰসিংহ স্বৰ্গদেৱে যুদ্ধৰ শুভ বতৰা শুনি ৰাজ্যত জয়োপলক্ষে আনন্দোৎসৱৰ যো-যা কৰিবলৈ আদেশ প্ৰচাৰ কলিলে; আৰু ৰিক খোৱান (১) উৎসৱৰ নিমিত্তে আয়োজন কৰিবলৈ আদেশ দিলে। কিন্তু নিজৰ সহোদৰ গোবিন্দসিংহৰ এনে বিশ্বাসঘাটকতাৰ কথা শুনাত স্বৰ্গদেৱৰ আনন্দতো যেন এটি বিষাদৰ ৰেখা পৰিল। মন্ত্ৰীসকলৰে পৰামৰ্শ কৰি, বৰশীত দি গোবিন্দৰ প্ৰাণনাশৰ আজ্ঞা দিলে। ইটাখুলি ৰণত জয়ৰ নিমিত্তে ৰাজ্যত মহা উৎসৱ হবলৈ ধৰিলে। উৎসৱৰ দিনা স্বৰ্গদেৱে হোলোং ঘৰৰ চাঙ্গৰ ওপৰত সম্পূৰ্ণ ৰাজকীয় সাজ-পাৰ পিন্ধি বহিল। চাঙ্গৰ তলত ঘাই ৰাইলুং জনে থিয় দি ৰল। দেওধাই, মোহন আৰু বাইলুং পণ্ডিতসকলে ৰজাৰ মূৰত মন্ত্ৰ মাতি পৱিত্ৰ কৰা পানী ঢালিলে; সেই পানী চাঙ্গৰ বিন্ধা এটিয়েদি তলত থকা জ্যোতিষী ৰাইলুঙ্গৰ গাত পৰিলগৈ। স্বৰ্গদেৱে পিন্ধা সাজপাৰ আৰু অলঙ্কাৰবোৰ ঘাই বাইলুংঙ্গক দান কৰি নতুন সাজ পিন্ধিলে। এই উৎসৱৰ পিচ দিনাই গোবিন্দক বৰশীত দিয়া হয়। এইদৰে “তুঙ্গখুঙ্গীয়া ফৈদৰ কলঙ্ক স্বৰূপ” গোবিন্দ সিংহৰ জীৱনৰ অন্ত হয়। চাওদাঙ্গ বৰুৱাই স্বৰ্গদেৱৰ আগত “কোৱঁৰৰ প্ৰাণবায়ু উৰিল” বুলি ব্যক্ত কৰাত, স্বৰ্গদেৱৰ চকু ঢুলঢুলীয়া হল। ৰাজধৰ্ম্মৰ বশীভূত হৈ তেওঁ গোবিন্দৰ প্ৰাণ-নাশৰ আজ্ঞা দিলে; কিন্তু ভ্ৰাতৃস্নেহৰ পৰাভৱ মানি তাৰ চানেকী স্বৰূপ চৰাইদেৱত এটি পকি মৈদাম বন্ধালে।

—শ্ৰীসূৰ্য্যকুমাৰ দাস।

(১) ৰিক-খোৱান এটি আহোম উৎসৱ। ৰিক্ (সজীৱিত কৰা), খোৱান (জীৱন) ৰজা শিঙ্গৰীঘৰত উঠিলে, জাতীয় সমস্যা বা বিপদৰ সময়ত বা যুদ্ধ জয়ৰ পিচত এই উৎসৱ পতা হৈছিল। সাধাৰণ মানুহেও সৰু-সুৰাকৈ ইয়াক পাতিছিল।

## অকলে।

গই থাকোঁ গই থাকোঁ অকলে অকলে
সীমাহীন বননী মাজে দি;
চাই থাকোঁ একোবাৰ আপোন মনেৰে,
ওচৰৰ গছনি কাষেদি।
দূৰত শোভিছে সৌৱা সুনীল আকাশ,
কাষৰত বগা মেঘ শাৰী;
গছত শোভিছে সৌৱা ধুনীয়া পলাশ
পথাৰত ধুনীয়া ডুবৰী।
দূৰৈৰ গছত মাতে কোকিল কলীয়া
বননীৰ গছ লতা ভেদি;
জোপোহা বনত নাচে পখিলা ধুনীয়া,
পথিকৰ দুখ তাপ খেদি।

ওচৰেদি বই আছে সৰু নই খনি,
দুয়োকাষে ঘাঁহনি শুৱণি;
হিয়াভেদি গই আছে ভাবৰ তটিনী,
আগ-গুৰি একোকে নমনি।
পাৰৰ গছত পৰি সখিয়তী এটি,
শুনিছেহি শোকাকুল মনে;
একে থিৰে কিবা যেন স্বৰগৰ ধ্বনি,
মাতে প্ৰাণ অপেচৰা তানে।
“নিজান বনৰ মাজে অকলে অকলে
কোন তুমি ফুৰা কি বিচাৰি।
প্ৰমোদ কানন শোভি বলিয়ানী বেশে
প্ৰকৃতিৰ হইছা লগৰী।”
“মুখত বিৰিঙ্গি উঠা, বিষাদৰ ৰেখা,
অন্তৰত বিৰহ অনল,

চকুত উঠলি উঠা চকুলো এটোপা
এয়ে যেন জিৰণিৰ থল।”
“কিবা হেৰুৱাই তুমি ফুৰিছা অকলে,
নাই জানো যাবলৈ ঠাই?
স্বৰগৰ অপেচৰা, লগৰী বিহীন,
নোহা তুমি বনৰ চৰাই।
সন্ধিয়াৰ চৰ লৈ, মলয়া পবন,
দিলে আহি মৰতত দেখা,
নচুৱাই ফুল-পাত, ঢালিলে জিৰণি,
মছিলেহি বিষাদৰ ৰেখা।
জলিছে ৰাঙলি চকা পশ্চিম কোনত
গোলাপী কিৰণে দিয়ে শোভা।
আদ্‌খিনি ঢাক খোৱা মেঘৰ আঁৰত
মৰতত ঢালে পুণ্যপ্ৰভা।
সোণোৱালী গাৰী দিয়া একাঁচল পাৰি,
বেলিতিয়ে মাগিছে বিদায়;
ঢাক খালে লাহে লাহে মেঘৰ আঁৰত,
খন্তেকতে আঁচল চপাই।
আহিলো অকলসৰে, যামো অকলেই,
সীমাহীন বননী মাজে দি;
দেখিলোঁ অশেষ লীলা, দেখিলোঁ অশেষ
গই তাকো নিজান বাটে দি।

—শ্ৰীসিদ্ধেশ্বৰ গোহাঁই।

# বৰ্ত্তমান শিক্ষাৰ বিকাৰ কিয়?

## (টোলৰ অধ্যাপক আৰু ছাত্ৰৰ কোৱা-মেলা)

(৭ম সংখ্যাৰ ১৯৯) পিঠিৰপৰা)

শিষ্য।— “শিক্ষাবিকাৰৰ কাৰণ, ও কেনেকৈ বিকাৰ নঘটাকৈ ৰাখিব পাৰি; সেই সম্বন্ধে অৱশ্যে কিছু পৰিমাণে জানিব পাৰিছোঁ। কিন্তু আৰু এটি প্ৰশ্ন বাকী আছে। সেইটি এই, আপুনি যে কেৱল বৰ্ত্তমান শিক্ষাৰ দোষৰ কথা হে কলে, গুণৰ কথা অলপো নুলিয়ালে; তেনেহলে কি ইংৰাজ ৰাজত্বৰ লগে লগে ইংৰাজী শিক্ষাৰ দ্বাৰা ইউৰোপীয় শিল্প বিজ্ঞানাদি শিক্ষা কৰা ও ইউৰোপীয় শিল্প বিজ্ঞানাদি শিক্ষা কৰা ও ইউৰোপৰ জাতিবিশেষৰ ইতিহাস আদি পাঠ কৰি সেই জাতিৰ উন্নতি আৰু অৱনতিৰ মূল ঘটনাবোৰ জনা কি আমালোকৰ পক্ষে অপকাৰ হৈছে?”

অধ্যাপক।— “ইংৰাজ ৰাজত্বৰ অধীনত থাকি নতুন নতুন বিষয়ৰ শিক্ষা লাভ কৰা, আমালোকৰ পক্ষে মহৎ উপকাৰ বুলি ভাবিব লাগে। ইয়াত পৰমেশ্বৰৰ সৎ অভিপ্ৰায় নিগূঢ়ভাৱে আছে। ঈশ্বৰে দেখিলে যে, এই উন্নতিশীল ভাৰতবৰ্ষৰ ক্ৰমে এনেকুৱা অৱনতি ঘটিব লাগিছে যে, প্ৰাচীন তেজ, বীৰ্য্য সকলো লোপ পায় গৈছেই; ইফালে আকৌ আত্মবিদ্ৰোহ ঘটি একেবাৰে ধ্বংস পাবৰ উপক্ৰম কৰিছে। ইউৰোপত যি নতুন জ্ঞানৰ চাকি জ্বলিছে তাৰ আলোও ইয়াত পৰিব পৰা নাই। ঈশ্বৰৰ ইচ্ছা এনে নহয় যে, তেওঁৰ এই পালিত ৰাজ্যত কিছুমানক উন্নত কৰিব, আকৌ কেতবোৰক অজ্ঞান কৰি ৰাখিব। এনেকুৱা ভাবে ৰাখিলে ঈশ্বৰৰ ৰাজ্যত অবিচাৰৰ প্ৰমাণ দেখা যায়, সেই নিমিত্তেই পশ্চিমত যি জ্ঞান সূৰ্য্য জ্বলিছে তাৰ পোহৰ দিবলৈ ইংৰাজক শিক্ষকস্বৰূপে নানা কৌশল কৰি ভাৰতবৰ্ষৰ দুৱাৰ মুকলি কৰি দি ইয়াত প্ৰৱেশ কৰাই দিছে। তেওঁৰ ইচ্ছা যে ভাৰতবাসীয়ে ইংৰাজক শিক্ষকস্বৰূপ গ্ৰহণ কৰি লাগতীয়াল নতুন জ্ঞান শিক্ষা কৰি লওক; আৰু ভাৰতবাসীয়ে আত্ম-জ্ঞান পৰ্য্যন্ত ভুলি গৈছে, সেই জ্ঞানৰ পোহৰত নিজক চিনি লওক। যেতিয়া সম্পূৰ্ণ শিক্ষা পাব, তেতিয়া নিজে নিজেই নিজৰ কাম সাধি লব পাৰিব। কিন্তু বৰ্ত্তমান অৱস্থা দেখিলে বোধ হয় যেন শিক্ষক ও ছাত্ৰ উভয়েই ঈশ্বৰৰ মহৎ উদ্দেশ্য ভুলি গৈছে।”

শিষ্য।— “ভাৰতবাসীৰ বৰ্ত্তমান শিক্ষাৰ সময়ত কি শিক্ষাৰ নো দৰকাৰ?”

অধ্যাপক।— “ভাৰতবাসী আজি বৰ্ত্তমান সময়োপযোগী জ্ঞান, বিজ্ঞান, চৰিত্ৰ, বল ও জাতীয় উন্নতিৰ অনুকূল গুণবোৰ শিক্ষা কৰিব লাগে। সেই নিমিত্তেই ঈশ্বৰে দুয়ো জাতিৰ মিলন কৰি দিছে।

শিষ্য।—“ইংৰাজ প্ৰথমে আহিয়েই আমালোকৰ কি উপকাৰ সাধে?